# নাট্যৰঙ্গ

নিৰ্বাচিত অসমীয়া একাংক নাট্য সংগ্ৰহ

(১৯৬০-২০০৬ চন)





মুখ্য সম্পাদক

বলীন বৰগোহাঞি

সতীৰ্থ সম্পাদক

ৰফিকুল হোছেইন





কিৰণ প্ৰকাশন

ধেমাজি

NATYARANGA- A collection of 'Selected Asomiya One Act Play Drama' Edited by Bolin Borgohain,Co-Editor Rafikul Hussain, published by Nava Kalita on behalf of Kiran Prakashan, D.K. Market, Dhemaji Chariali, Dhemaji, and Printed at Dhemaji Off-set Printers, Ratanpur, Dhemaji-787057

Price Rs. 400.00

প্ৰথম প্ৰকাশ ঃ ২০০৭

প্ৰকাশক ঃ নৱ কলিতা
কিৰণ প্ৰকাশন
ডি. কে. মাৰ্কেট, ধেমাজি চাৰিআলি
ধেমাজি - ৭৮৭০৫৭
ফোন - ০৩৭৫৩- ২২৫৮৬৩

মূল্য ঃ ৪০০.০০ (চাৰি শ) টকা

বেটুপাত ঃ অৰুণ নাথ

ডি.টি. পি. ঃ টুটুমণি ঠাকুৰীয়া বৰগোহাঁই

চেটিংছ ঃ ৰূপৰেখা বৰদেউৰী

মুদ্ৰণ ঃ ধেমাজি অফচেট্ প্ৰিন্টাৰ্চ
ৰতনপুৰ, ধেমাজি- ৭৮৭০৫৭

অসমৰ সমূহনাট্যকৰ্মীৰ সশ্ৰদ্ধ সোঁৱৰণ

# আমাৰ উচুপনি

সদা লহকৰ

শৈল বৰুৱা

মহেন্দ্ৰ বৰঠাকুৰ

প্ৰফুল্ল বৰা

মুনীন ভূঞা

# আমাৰ সৃজনভূমিৰ পৰা
# যিসকলক হেৰুৱালো আমি

- বিশিষ্ট চলচিত্ৰ পৰিচালক - পদুম বৰুৱা
- বিশিষ্ট কথাশিল্পী/চলচিত্ৰ নিৰ্মাতা/নাট্যকাৰ - ভবেন্দ্ৰনাথ শইকীয়া
- ধ্ৰুপদী কথা শিল্পী - চন্দ্ৰ প্ৰসাদ শইকীয়া
- ক্ষণজন্মা কবি/গীতিকাৰ - কেশৱ মহন্ত
- বিশিষ্ট নাট্য ব্যক্তিত্ব - ৰাম গোস্বামী
- বিশিষ্ট নাট্যকাৰ, পৰিচালক, অভিনেতা আৰু আবৃত্তি কলাৰ গৱেষক - গোলাপ চন্দ্ৰ বৰা
- শব্দ আৰু পোহৰৰ বিশিষ্ট খনিকৰ - দ্বিজেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য
- ৰূপসজ্জাৰ ৰূপকাৰ - যোগেন দাস
- আৰক্ষী ডায়েৰীৰ বিশিষ্ট কথাশিল্পী - খৰিৰ আহমেদ
- কাব্যিক উচ্চতাৰ ধ্ৰুপদী চিত্ৰ গ্ৰহণকাৰী - মৃণালকান্তি দাস, অজান বৰুৱা।
- অভিনেতা/নাট পৰিচালক - প্ৰশান্ত হাজৰিকা
- কবি/নাট্যকাৰ - সুভাষ সাহা
- অভিনেত্ৰী - ইলা কাকতী
- সংবেদনশীল কবি প্ৰতিভা - আনন্দানন্দ শৰ্মা পাঠক
- সংবেদনশীল গীতিকাৰ - দ্বিজেন্দ্ৰ মোহন শৰ্মা
- নাট্যকাৰ - বিপুলানন্দ চৌধুৰী (আৰক্ষী বিষয়া)
- কলাসাংবাদিক - বেণীমাধৱ
- নাট্যকাৰ, পৰিচালক, অভিনেতা - অনিল মজুমদাৰ
- বিশিষ্ট গল্পকাৰ ওপন্যাসিক, চলচিত্ৰ কাহিনীকাৰ - ড° যতীন মিপুন
- নিষ্ঠাবান আলোক শিল্পী - দাদুল হাজৰিকা
- অভিনেতা, গীতিকাৰ গায়ক - কুমাৰ ভূপেন হাজৰিকা
- দায়বদ্ধ নাট্য কৰ্মী - ৰফিউৰ ৰহমান
- অভিনেতা, নাট্যসংগঠক - হাদি হুছেইন বৰা (চুইত্কা)
- নাট্যকৰ্মী, অভিনেতা - ভবানী ভূঞা
- নাট্যকৰ্মী - ভৈৰৱ ভৱালী
- প্ৰতিশ্ৰুত অভিনেতা - বঙ্কু দত্ত

# সম্পাদকীয়...

সৃষ্টিৰ পথাৰখনত ডুব গৈ থাকিবলৈ মোৰ একান্ত আগ্ৰহ। বাস্তৱৰ গতানুগতিক জীৱন আৰু জীৱিকীৰ ৰূঢ় সংসাৰখনৰ ধামখুমীয়াত পৰি সৃষ্টিশীল পৃথিৱীখনৰ সতে বাৰে বাৰে ছিন্ন হয় সম্পৰ্ক। একঘেয়ামী জীৱনৰ ৰুচিহীন কামবিলাকে বহু সময়ত কৰি তোলে অতিষ্ট। আপোন অস্তিত্ব হেৰাই যোৱাৰ আশাংকাই মন কৰি তোলে ঘনে ঘনে ভাৰাক্ৰান্ত। এক বিশাল শূণ্যতাই মোৰ হৃদয় কৰি তোলে বেদনাক্লান্ত।

মোৰ শিল্প সাহিত্যৰ জগতখনত মোৰ সৃষ্টিশীল পৰিচিতি হিচাবে বৰ্ত্তমানলৈকে সাক্ষী হৈ আছে একুৰিমান একাংক নাটক দুখন মান পূৰ্ণাংগ নাটক, দুখনমান সংগীতালেখ্য আৰু বহু বিৰতিৰ অন্তৰে অন্তৰে স্থানীয় স্মৃতিগ্ৰন্থ নতুবা আলোচনী বাতৰিকাকতত চেগা চোৰোকাকৈ প্ৰকাশ পোৱা কিছু লিখনি সিঁচৰিত হৈ ৰৈছে। ধেমাজিৰ উদীয়মান প্ৰকাশক ধেমাজি প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰ শ্ৰীমান নৱ কলিতাই আজিৰ পৰা দুবছৰমান আগতেই হঠাতে এদিন মোক ৰাস্তাতে এটা প্ৰস্তাৱ দিলে যে মোৰ সম্পাদনাত আৰু মোৰ নিজৰ লগতে অসমৰ অন্যান্য নিৰ্বাচিত বন্ধু-বান্ধৱৰ পৰা সংগৃহীত নাটকেৰে তেওঁ এটা নাট্য সংকলন উলিয়াব খোজে। বৰ্ত্তমানো বৌদ্ধিক সমাজখনত আশানুৰূপ ধৰণে সহাৰি নোপোৱা অপেছদাৰী নাট্যকৰ্মী আৰু নন্দনতাত্বিক ধ্যান ধাৰণাৰে সমৃদ্ধ নাটক প্ৰকাশ কৰাৰ ক্ষেত্ৰত প্ৰকাশক সকলৰ স্বতঃস্ফূৰ্ত ভাবে ওলাই নহাতো দুৰ্ভাৰ্গ্যজনক। তেনে এক সন্ধিক্ষণত আকস্মিক ভাবে অহা নৱৰ প্ৰস্তাৱটোতে মোৰ মন অনন্দত পুলকিত হৈ উঠিল আৰু তেওঁৰ প্ৰতি কৃতজ্ঞতাৰে মোৰ অন্তৰ আবেগসিক্ত হৈ উঠিল। তেওঁৰ প্ৰস্তাৱ অনুসৰি অসমৰ কেইজনমান সু-পৰিচিত নাট্যকাৰৰ সৈতে যোগযোগ কৰি দুখনমান একাংক নাটক আৰু চাৰিখন পূৰ্ণাংগ নাটক সংগ্ৰহ কৰি 'অসমীয়া নাট্য সংগ্ৰহ' নামকৰণেৰে এটি সংকলন ছপা আকাৰে প্ৰকাশ কৰি উলিওৱা হ'ল। শ্ৰীমান নৱ কলিতা সিমানতে ক্ষান্ত নহ'ল। তেওঁৰ উৎসাহ দুগুণে বৃদ্ধি পালে। এইবাৰ প্ৰস্তাৱ দিলে তেওঁ এশখন একাংক নাটকৰ সংকলন প্ৰকাশ কৰিব খোজে আৰু সেই নাটক সংগ্ৰহ আৰু সম্পাদনাৰ দায়িত্ব লব লাগে মই। কথা মতেই কাম। তেওঁৰ নিজৰ যোগাযোগ আৰু বিজ্ঞাপনৰ যোগেদিও সংগৃহীত হ'ল প্ৰায় পোন্ধৰ খন মান নাটক। অন্যহাতে মই আৰু মোৰ প্ৰিয় কবি আৰু নাট্যকাৰ বন্ধু ৰফিকুল হোছেইনৰ যৌথ প্ৰচেষ্টাত সংগৃহীত হ'ল প্ৰায় চাৰি কুৰি একাংক নাটক। অসমৰ সৃষ্টিশীল নাট্য ক্ষেত্ৰখনৰ প্ৰসিদ্ধ নাট্যকাৰ আহাৰ, নিবাৰণ ভট্টাচাৰ্যকে ধৰি কেইবাখনো চিন্তা উদ্ৰেককাৰী আৰু কালজয়ী নাটক আৰু উপন্যাসৰ স্ৰষ্টা সাহিত্য অকাডেমী আৰু সংগীত নাটক অকাডেমীৰ বঁটা প্ৰাপ্ত অৰুণ শৰ্মাকে প্ৰমুখ্যে কৰি ১৯৬০ দশকৰ পৰা ২০০৬ চনলৈকে ভালে কেইগৰাকী প্ৰতিভাশালী প্ৰবীণ আৰু নবীন নাট্যকাৰৰ সৃষ্টি সংগ্ৰহ কৰি "নাট্যৰঙ্গ" 'নিৰ্বাচিত অসমীয়া একাংক নাট্য সংগ্ৰহ' নাম দি এটি নাট্য সংকলন প্ৰকাশ কৰি তুলিবলৈ প্ৰয়াস কৰা হ'ল। আমাৰ এই ব্যয়বহুল আৰু কষ্টসাধ্য প্ৰচেষ্টাত আমাৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই যি সকল নাট্যকাৰে তেওঁলোকৰ সৃষ্টি আমাৰ হাতত তুলি দিলে এই আপাইতে তেওঁলোকলৈ নিবেদিছো সশ্ৰদ্ধ কৃতজ্ঞতা।

উল্লিখিত দশকৰ অসমৰ নমস্য প্ৰবীণ আৰু নবীন নাট্যকাৰ সকলৰ সৃষ্টি সমূহক একেটা পৰিয়ালৰ দৰে এটি সংকলনত সন্নিবিষ্ট কৰিবলৈ পোৱা এই সোণালী সুযোগৰ বাবে মই নিজকে ধন্য মানিছো। এই সংকলনটিত যদিও নিৰ্বাচিত একাংক নাট সমূহকহে স্থান দিয়া হৈছে তথাপিও নব প্ৰজন্মক উৎসাহিত কৰা মানসেৰে সংকলনত সন্নিবিষ্ট কৰা হৈছে কেইখনমান চালুকীয়া অথচ ভবিষ্যত সম্ভাৱনাময় সৃষ্টিৰ নাটক। তাৰ ভিতৰত এগৰাকী যুৱতী, কেইগৰাকীমান যুৱক আৰু দুগৰাকী কিশোৰী নাট্যকাৰো আছে।

হে সদাশয় নাট্যপ্ৰেমীসকল, আমাৰ এই জটিল আৰু যৌথ প্ৰচেষ্টাত যদি সংগৃহীত নাটক নিৰ্বাচনৰ ক্ষেত্ৰত কিবা ত্ৰুটি-বিচ্যুতি হৈ গৈছে তেন্তে ক্ষমা প্ৰাৰ্থনীয়। অবাঞ্চিত বৰ্ণশুদ্ধিৰ বাবেও আপোনাসবৰ সহানুভূতি আশা কৰিলো। তথা ব্যৱসায়িক দিশতো সফলতা নতুবা অসফলতাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰি ব্যয়বহুল অথবা খৰচান্ত সাহসী পদক্ষেপৰ বাবে প্ৰকাশক কলিতালৈ বৈপ্লৱিক অভিনন্দন যাচিলোঁ। আমাৰ এই দীৰ্ঘ একাংক নাট্য সংগ্ৰহ অভিযানৰ প্ৰতি অসমৰ ভালেকেইগৰাকী নাট্য প্ৰতিভাই অনুৰোধ উপেক্ষা কৰাত আমি দুঃখিত। তথাপিও অসমৰ অপেছাদাৰী তথা জীৱন উপলব্ধি আৰু অন্বেষণৰ উল্লিখিত সময়ৰ এক সামগ্ৰিক নাট্যচিত্ৰ দাঙি ধৰিবলৈ যৎপৰোনাস্তি প্ৰচেষ্টা চলোৱা হৈছে এই গ্ৰন্থৰ যোগেদি।

মোৰ সতে এই দুঃসাহসী অভিযানত অসমৰ নাট্যক্ষেত্ৰখনৰ সতে বলিষ্ঠ নেটৰ্ৱকেৰে জৰিত অক্লান্ত আৰু অনুভৱী নাট্যকাৰ, নাট পৰিচালক কবি ৰফিকুল হোছেইনৰ বিৰল সহযোগিতা অবিহনে মোৰ দৰে এজন নাট্যকৰ্মীৰ এই প্ৰচেষ্টাই নিশ্চয় সফলতাৰ মুখ দেখাতো সম্ভৱ নহ'লহেঁতেন।

সংলনটিৰ ছপাৰ যাত্ৰাত সংগৃহীত নাটকৰ প্ৰ'ফ চাই আদিৰ পৰা অন্তলৈকে সহায় কৰি দিয়াৰ বাবে মোৰ জ্যেষ্ঠ ভাতৃ কণ্ঠি বৰগোহাঁই, ভাতৃপ্ৰতিম নাট্যকাৰ ভৱ পূজাৰী, হেমন্ত বৰপাত্ৰ গোহাঁই, বৌজ কুমাৰ বড়া তথা বিভিন্ন দিশত দিহা-পৰামৰ্শ আৰু সহযোগিতা আগবঢ়োৱাৰ বাবে নাট্যকৰ্মী মোলোক দাসৰ ওচৰত এই সম্পাদক চিৰকৃতজ্ঞ। অতি নিষ্ঠাৰে অক্লান্ত শ্ৰম দান কৰি এই সংকলনৰ ছপাৰ কামত ত্যাগ স্বীকাৰ কৰা ধেমাজি অফচেট প্ৰিন্টাৰ্চৰ কৰ্মচাৰী, টুটুমনি বৰগোহাঁই, সম্ভাৱনাময় কবি আৰু যুৱতী নাট্যকাৰ ৰূপৰেখা বৰদেউৰীৰ লগতে নাৰায়ণপুৰৰ যুৱক বিতুপন বৰা আৰু ছপাশালটোৰ সমূহ কৰ্মীবৃন্দলৈ মোৰ হিয়াভৰা ধন্যবাদ যাচিলোঁ। সদাশয় পাঠক আৰু নাট্যকৰ্মী সকলে গ্ৰন্থখনি আদৰি ললে কৃতাৰ্থ হম।

বেটুপাতৰ কাৰিকৰ শিল্প কৰ্মী অৰুণ নাথলৈ থাকিল সশ্ৰদ্ধ আন্তৰিকতা।

বিনীত

**বলীন বৰগোহাঞি**

মুখ্য সম্পাদক, নাট্যৰঙ্গ

নিৰ্বাচিত অসমীয়া একাংক নাট্য সংগ্ৰহ

( ১৯৬০-২০০৭ চন)

ফোন নং - ৯৪৩৫৫১৭৪১০

# সতীৰ্থ সম্পাদকৰ অনুভৱ ...

আমি নাট্যকৰ্ম্মী।

কেৱল ব্যবসায় সৰ্বস্ব অথবা বাণিজ্যিক ভাৱনাৰে পৰিচালিত এবিধ পণ্য থিয়েটাৰৰ স্থূল নাট্যধাৰাৰ বিপৰীতে অসমীয়া নাট্যক্ষেত্ৰখনৰ জীৱনমুখী, গণমুখী, সমাজমুখী নাট্যধাৰাটোৰ সৈতে সৰ্বক্ষণ জড়িত থাকি এই ক্ষেত্ৰখন সজীৱ আৰু গতিময় কৰি ৰখাৰ লক্ষ্যৰে যিসকল নাট্যকৰ্মীয়ে এক নিভাজ প্ৰজ্ঞাৰে কাম কৰি আছে, বোধহয় এই নাট্যগ্ৰন্থখন সেই সকল নাট্যকৰ্মীৰ বাবে হ'ব এক চিন্তা প্ৰসূত ঐক্যৰ মঞ্চ। এখন ভাব বিনিময়ৰ সাঁকো। হয়তো চিৰদিন একেলগে একে ৰুচিবোধৰ এটা পৰিয়াল হৈ থকাৰ এক বিমল নান্দনিক মাত্ৰাৰ আনন্দ।

আমাক এই ধৰণৰ জীৱনদায়িনী এক মাত্ৰাবিশিষ্ট বিৰল আনন্দৰ সুযোগ দিলে গ্ৰন্থখনিৰ উদ্যমী প্ৰকাশক, ধেমাজি কিৰণ প্ৰকাশনৰ স্বত্বাধিকাৰ শ্ৰীযুত নব কলিতাই। এনে এক পৰিকল্পনা সমুখত ৰাখি, প্ৰকাশক নবৰ আন্তৰিক আহ্বানত মোৰ প্ৰিয়তম বন্ধু নাট্যকাৰ তথা নিষ্ঠাবান সংবেদনশীল নাট্যসতীৰ্থ বলীন বৰগোহাঞিয়ে সঁহাৰি দিলে এই নাট্যসংগ্ৰহখনিৰ মুখ্য সম্পাদকৰ গুৰু দায়িত্ব বহন কৰাৰ। আনহাতে প্ৰকাশক নবৰ বিশেষ অনুৰোধত আমি (আমাৰ বাৰে চহৰীয়া অঘৰী নাট্যকৰ্মৰ ব্যস্ততা স্বত্বেও) সুৰুঙা উলিয়াই মুৰ পাতি ল'ব লগা হ'ল সতীৰ্থ সম্পাদকৰ দায়িত্ব।

অসমৰ সাহিত্য প্ৰকাশন জগতত গ্ৰন্থাকাৰে এনে নাট্য সংকলন (পূৰ্ণাংগ অথবা একাংক পৰ্যায়)ৰ প্ৰকাশ কোনো অভিনৱ তথা নতুন ঘটনাও নহয়। ইতিপূৰ্বে এনে কেইবাখনো নাট্যসংকলন বিভিন্নজন ৰুচিবান প্ৰকাশকে প্ৰকাশ কৰি নাট্যপ্ৰেমী সমাজক কৃতাৰ্থ কৰি থৈছেই। কিন্তু অভিনৱ আৰু নতুনত্ব বহনকাৰী ঘটনাটো হ'ল, বোধহয় অসমীয়া নাট্য সাহিত্যৰ যোৱা ষাঠিটা দশকৰ সময়চোৱাৰ বহু উত্থান পতনৰ ভিন্নমুখী ছবি এখন আমাৰ দ্বাৰা নিৰ্বাচিত এই নাট্য সংগ্ৰহখনৰ জৰিয়তে নাট্যকাৰসকলৰ নিজস্ব দৃষ্টিকোণেৰে সজোৱা তথা জীৱনবোধৰ বিশ্লেষণ আৰু বিভিন্ন পৰীক্ষা নিৰীক্ষাৰে অঁকা নাট্য সাহিত্য সমৃদ্ধিৰ এটা আয়তন আৰু উত্থান একে থুপতে, একেটি মাত্ৰ সংকলনতে পোৱাৰ এক বিৰল সুযোগ, যি ভৱিষ্যতে হয়তো নাট্য সাহিত্যৰ বিশেষকৈ অসমৰ একাংক নাট্যধাৰাটোৰ এখনি সামগ্ৰিক দৃশ্যপট (Total Scenario) উপলব্ধি কৰাত আৰু ভৱিষ্যত গৱেষণাৰ বাবে একপ্ৰকাৰ সমল গ্ৰন্থ ৰূপে নিশ্চয় চিহ্নিত হৈ ৰ'ব।

নাট্যগ্ৰন্থখনিত সতীৰ্থ সম্পাদক হিচাপে দায়িত্ব পালন কৰি এটা কথাত আমি এক প্ৰকাৰ বিৰল আনন্দ অনুভৱ কৰিছো যে, আমাৰ ভৱিষ্যত নাট্যক্ষেত্ৰখনত বহু প্ৰতিশ্ৰুতিৰে উজলি উঠাৰ সম্ভাৱনা থকা দুগৰাকী কিশোৰী নাট্যকাৰ ক্ৰমে– মৌচুমী বৰপাত্ৰগোহাঁঞি আৰু লিজা শইকীয়া আৰু এগৰাকী তৰুণী নাট্যকাৰ (যি এগৰাকী সম্ভাৱনাময় কবিও) ৰূপৰেখা বৰদেউৰীৰ ক্ৰমশঃ সঁজাল ধৰা নাট্যপ্ৰতিভাক আৱিষ্কাৰ কৰিবলৈ পাই। মোৰ দৃঢ় বিশ্বাস উল্লিখিত তিনিও

গৰাকী নাট্য প্ৰতিভাই আন্তৰিক চৰ্চাৰে সৃষ্টিমুখীহে থাকিলে আমাৰ ভৱিষ্যতৰ নাট্যক্ষেত্ৰখনত তেওঁলোক হয়তো সু-প্ৰতিভাৰে এদিন উজলি উঠিব। বিপৰীতে অন্তৰত বৈ যোৱা অন্য এক বিষাদ আৰু অতৃপ্তি হ'ল, আমাৰ সতীৰ্থ ভালেকেইগৰাকী নাট্যকাৰে এই শুভ প্ৰয়াসক প্ৰায় উপেক্ষাৰ দৃষ্টি নিক্ষেপ কৰি বাৰম্বাৰ অনুৰোধ স্বতেও নীৰৱ শিতলতাৰ স্থিতি লৈ নাট্যসংগ্ৰহখনিৰ বৃহৎ পৰিয়ালটোৰ সান্নিধ্য লবলৈ আন্তৰিকতাৰে আগবাঢ়ি নাহিলে। এই বেদনা নিশ্চয় আমাৰ বুকুত চিৰদিন দহনৰ একুৰা জুই হৈ জ্বলি থাকিব।

অসমীয়া নাট্য সাহিত্যত মাত্ৰাবিশিষ্ট মৌলিক নাটকৰ বিশেষ কোনো সৃষ্টিয়ে হোৱা নাই-জাতীয় এক কট্টৰ ধাৰণাৰে যিসকল দ্বিগ্‌গজ (!) নাট্যব্যক্তিত্বই কেৱল তেওঁলোকৰ একুৰেবীয়ামি গ্ৰন্থ ভ্ৰমণৰ এক ফোপোলা ওৱেছটাৰ্নি আত্মম্ভৰীতাৰে বিভিন্ন নাট চেমিনাৰ তথা নিজস্ব লেখামেলাত অতি হতাশ আক্ষেপেৰে কেৱল ধোঁৱা নিৰ্গত হুমুনিয়াহ কাঢ়ি চিলিম-চিগা সময়ৰ শ্মশানী শ্ৰাদ্ধ চলাই থাকে, যাৰ সামগ্ৰিক অসমীয়া নাট্য ক্ষেত্ৰখনৰ ক্ষেত্ৰভিত্তিক অধ্যয়ন অতি পুতৌ লগাকৈ দৈন্য; সেইসকল স্বনামধন্যৰ (!) দৃষ্টিত এই গ্ৰন্থখনে যদি অন্ততঃ এক নিৰপেক্ষ সাদৰ আন্তৰিকতা লাভ কৰে, ভাবিম আমাৰ প্ৰাথমিক প্ৰচেষ্টা কিঞ্চিৎ হ'লেও সফল হৈছে।

**সমাপ্তিত**

দুটি সৰল স্বীকাৰোক্তি - (এক) নাট্যসংগ্ৰহখনিত সংকলিত ভালেইকেইগৰাকী নতুন প্ৰজন্মৰ নাট্যকাৰৰ নাট নিৰ্বাচনত আমি ইচ্ছাকৃত ভাবেই কঠোৰ স্থিতি লোৱা নাই। বিপৰীতে তেওঁলোকৰ সৃষ্টি প্ৰয়াসক উৎসাহিত কৰাৰ শুভকামনাৰেই নিৰপেক্ষ আন্তৰিকতাৰে তেওঁলোকক এই সংগ্ৰহখনিলৈ সাদৰ আমন্ত্ৰণ জনাই আদৰি আনিছোঁ। (দুই) গ্ৰন্থখনৰ সামগ্ৰিক প্ৰস্তুতিত ধেমাজি কিৰণ প্ৰকাশনৰ সমুহ নেপথ্য কৰ্মীবৃন্দ, প্ৰকাশক নৱ কলিতা, সতীৰ্থ নাট্যকৰ্মী হেমন্ত বৰপাত্ৰগোহাঞি, কণ্ঠি বৰগোহাঞি, টুটুমনি বৰগোহাঁই, ৰূপৰেখা, শৰ্মাচাৰ, অক্লান্ত নাট্যকৰ্মী মোলোক দাস, বৌজ কুমাৰ বৰা আৰু বিহপুৰীয়াৰ নাট্যকৰ্মী ভৱ পূজাৰী, প্ৰ'ফ চাওঁতা বিতোপন বৰাৰ লগতে বন্ধু নাট্যকাৰ এই গ্ৰন্থখনিৰ মুখ্য সম্পাদক বলীন বৰগোহাঞিলৈ মোৰ অলেখ আন্তৰিক স্নেহ শুভেচ্ছা আৰু কৃতজ্ঞতা যাচিলোঁ। কৃতজ্ঞতা যাচিলো আমাৰ প্ৰচেষ্টাক বিপুল শুভেচ্ছাৰে আদৰণি জনোৱা সংকলনখনিৰ সতীৰ্থ নাট্যকাৰ প্ৰতিগৰাকীলৈ।

যিহেতু গ্ৰন্থখনিৰ ভৱিষ্যত নাট্যপ্ৰেমী পাঠকৰ হাতত। আমাৰ প্ৰচেষ্টাক পাঠক সমাজে আন্তৰিকতাৰে আদৰণি জনালে আমাৰ শ্ৰম সাৰ্থক হোৱাৰ উপৰিও সুখ প্ৰাপ্তিৰ তৃপ্তি হ'ব অপৰিসীম।

শ্ৰদ্ধাৰে

**ৰফিকুল হোছেইন**
সতীৰ্থ সম্পাদক/ নাট্যৰঙ্গ
নিৰ্বাচিত অসমীয়া একাংক নাট্যসংগ্ৰহ
(১৯৬০ ২০০৬ চন) অসম
ফোন নং ৯৯৫৪৩০৮০৫৭

# সূচীপত্ৰ

# সূচীপত্ৰ

# সূচীপত্ৰ

# সূচীপত্ৰ

# পদ্ম কুন্তী ইত্যাদি

ৰচনা ঃ ১৯৭৬

## নাট্যকাৰ # অৰুণ শৰ্মা

উনৈছশ ছয়সত্তৰ খৃষ্টাব্দত বিশ্ব নাৰী দিবস উপলক্ষে অসম চৰকাৰৰ সাংস্কৃতিক বিভাগে মহিলা একাঙ্ক নাট প্ৰতিযোগিতা পাতিছিলে। প্ৰতিযোগিতাত যোগদান কৰিবলৈ গুৱাহাটীৰ বিশিষ্ট মহিলা অনুষ্ঠান মিতালী সংঘই মাত্ৰ চৰিত্ৰই অভিনয় কৰিব পৰাকৈ এখন নাটকৰ বাবে মোক অনুৰোধ কৰিলে। এইখন লিখা হ'ল। সেইবাৰ প্ৰতিযোগিতাত মিতালী সংঘ দল, অভিনয়, পৰিচালনা সকলোতে সৰ্বশ্ৰেষ্ঠ বুলি পুৰস্কৃত হৈছিল।

চৰিত্ৰসমূহ -

১। আইতা
২। নীনাৰ মাক
৩। নীনা
৪। শ্ৰীমতী বৰুৱা
৫। ৰীতা
৬। জেৰিনা
৭। অমলা
৮। ৰাজীৱ (নেপথ্যত পুৰুষ কণ্ঠ)

(পট উঠাৰ লগে লগে দেখা যায় মঞ্চৰ সোঁ অংশৰ বাহিৰে বাকী অংশ আন্ধাৰ। সোঁ ভাগত দেখা যায় আইতাই এখন অতি পুৰণি ক'লা ৰঙৰ কাৰুকাৰ্য খচিত চকীৰ কাষত থিয় হৈ হাতত লৈ থকা এযোৰ সিং খাপৰ কাপোৰ পিটিকি চায়। তাৰ পাছত, কাষত থকা ঢাকনি দিয়া শৰাইৰ পৰা কটা তামোল-পাণ লৈ নিজৰ হাতত থকা ৰূপৰ টেমাটোত ভৰায় আৰু অলপ নিজৰ মুখত লয়। লগে লগে মঞ্চৰ সোঁভাগৰপৰা পোহৰ মঞ্চৰ মাজ ভাগত নিক্ষেপিত হয়। মাজ ভাগৰ বাহিৰে মঞ্চৰ বাকী অংশৰ আন্ধাৰ হয়।

মাজ ভাগত দেখা যায়, নীনাৰ মাকে ডিঙিত যথেষ্ট সোণ থকা এডাল হাৰ ভালকৈ পিন্ধে, দুই হাত ভৰি থকা অলংকাৰবোৰ হাত ফুৰাই চায়।

মঞ্চৰ বাওঁ ভাগ দেখা যায়। এখন ডিভানত নীনা কাটি হৈ বাগৰি আছে। তেওঁ এটা লেডিজ ড্ৰেচিং গাউন পিন্ধি আছে। কাষৰ বেৰত এখন এবষ্ট্ৰেক্ট" পেইন্টিং আৰু এখন পাশ্চাত্য পপ্ সংগীতৰ এহাল যুৱক যুৱতীৰ ক্ল' আপ ছবি আঁৰি থোৱা আছে। ডিভানৰ কাষত কেইখনমান আধুনিতক ইংৰাজী ভাষাৰ কিতাপ পৰি আছে। নীনাই প্ৰথমে ডিভানত বাগৰি থকা অৱস্থাত এখন চিঠি পৰি থাকে। তাৰ পিছত ডিভানৰপৰা উঠি কিবা এটা মনত পৰাৰ দৰে ক্লিং বেগটোৰপৰা এটা পিলৰ ষ্ট্ৰিপ উলিয়াই তাত বেগটো খুলি শুঙি চায়। বেগটোৰ পৰা এটা দামী চিগাৰেট উলিয়াই নাকৰ ওচৰলৈ নি শুঙি চায়, মিচিকিয়াই হাঁহে, এটা চিগাৰেট উলিয়াই মুখত দিয়ে আৰু লগে লগে মুখৰ পৰা উলিয়াই দলিয়াই পেলায় আৰু থুহ থুহকৈ থুৱাই ওঠটো মোহাৰে। তাৰ পিছত আকৌ ডিভানত পৰি থকা চিঠিখন হাতত তুলি লৈ চায়, চকু মুদায়, চিঠিখন নিজৰ বুকুৰ কাপোৰৰ মাজত সুমাই থয়। নীনাই মঞ্চৰ নিজৰ অংশত অহাযোৱা কৰি ভাবি ভাবি খোজ কাঢ়িবলৈ ধৰে। মঞ্চৰ পাছৰ পৰা নীনাৰ কণ্ঠস্বৰ শুনা যায়........

.....মোৰ নাম নীনা শৰ্মা। দুমাহ আগতে ৰাসায়ন বিজ্ঞান বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লৈ এম. এচ. চি. পাছ কৰি এতিয়া ফ্ৰেন্স ভাষাৰ ক'ৰ্চ কৰি আছোঁ। মই বোলে এজনী আধুনিক ছোৱালী, হয়তো অতি আধুনিক। মোৰ কোঠাৰ প্ৰতিপদ বস্তুত সৌবোৰ, বেৰত সজাই থোৱা এবষ্ট্ৰেক্ট" পেইটিং, পপ গায়ক-গায়িকাৰ ছবি, এভাণ্টগাৰ্ড শিল্পী সাহিত্যিকৰ ব্ল'আপ ছবি, সেইবোৰ চাইকোডেলিক মডেল আৰু ডিজাইন, এই সকলোবোৰতে মোৰ প্ৰতিফলন। আধুনিক, অতি আধুনিক। কিন্তু আধুনিক মানে কি? মই বুজি নাপাওঁ। ৰাজীৱ তুমি মোৰ বংশ গৌৰব পৰম্পৰাৰ কথা কৈছা, আমাৰ পদ মৰ্যাদাৰ কথা কৈছা। বংশ পৰম্পৰা মানে কি? সেইটো কোঠাত মোৰ আইতা অনবৰত বহি থকা সেই প্ৰকাণ্ড ক'লা কাঠৰ ফুল কটা চকীখন। তেওঁৰ কুটা তামোল থোৱা ৰূপৰ টেমাটো? তেওঁ সদায় তেল ঘঁহি চিকচিকাই থোৱা হাতী দাঁত দুটা, বনৰীয়া ম'হৰ শিঙ কেইটা? পুৱা-গধূলি ধুপ-ধুনা চাকি জ্বলোৱা তেওঁৰ বিগ্ৰহৰ মূৰ্তিটো? আৰু পদমৰ্য্যাদা? তাৰ মানে কি? মাৰ ডিঙিৰ আৰু হাতৰ সোণৰ অলংকাৰবোৰ? দুই তিনিটা বৰ্ড্ৰৰ ভৰি থকা দামী দামী কাপোৰবোৰ? ব্ৰেক ফাষ্ট, লাঞ্চ, ডিনাৰ লৈ অনবৰত ব্যস্ত হৈ সজাই সজাই ৰখা দাইনিং টেবুল আৰু ৰিফ্ৰিজাৰটৰটো? এইবোৰ পদমৰ্যাদা? মই একো বুজি নাপাওঁ। ৰাজীৱ একো বুজি নাপাওঁ। এইবোৰৰ কাৰণে কেনেকৈ আমাৰ বিয়াখন -(নীনাই হঠাতে হাতৰ ঘড়ীটোলৈ চায় আৰু মঞ্চৰ সমুখ ভাগত চাপৰ টুল এখনত থকা টেলিফোনৰ কাষলৈ যায়। টেলিফোন ডায়েল কৰে আৰু কয়)

নীনা : মিলিটাৰী একচেঞ্জ? প্লিজ পুট মি টু ফ্লাইট লেফটেনেণ্ট ৰাজীৱ বৰ্মা। (খন্তেক ৰৈ) হেই, ষ্টুপিদ-ইউ আৰু এ ষ্টুপিদ- - আই ৰিপিট ষ্টুপিদ এচ, টি, ইউ, পি. আই, ডি (বানানা কৰি কয়) তুমি এটা গৰু, তুমি এটা গৰু। ইয়েচ ৰাতিপুৱা শুই উঠিয়েই তোমাক গালি পাৰিব ল'গা হৈছে। কাৰণ আছে, মই? ভয়চ অব এমেৰিকা? ব্ৰেকফাষ্ট মিউজিক- - বাজি আছিল, দৰকাৰ নাই তোমাক জনাব। তুমি এটা গৰু, নহয় এটা গাধ। আৰু তোমাক বিয়া কৰাবলৈ গৈ মই কিজানি গাধী হ'ব খুজিছোঁ। এটা গাধ আৰু এজনী গাধী। আন্দাৰ চাইনদ ৰিকুৱেষ্ট দি প্লেজাৰ, সবিনয় নিবেদন, অহা ইমান চনৰ ইমান তাৰিখে ফ্লাইট লেফ্‌টেনেণ্ট শ্ৰীৰাজীৱ কুমাৰ বৰ্মা নামৰ গৰু এটাৰ সৈতে ৰায়বাহাদুৰ স্বৰ্গীয় নলীনাক্ষ শৰ্মাৰ একমাত্ৰ নাতিনী আৰু ইষ্ট ইণ্ডিয়ান মোজেক এন্দ টায়েলচ্‌ প্ৰডাকচন লিমিটেডৰ মেনেজিং ডাইৰেক্টৰ শ্ৰীসমীধাক্ষ শৰ্মাৰ একমাত্ৰ সন্তান কুমাৰী নীনা শৰ্মাৰ বিয়া পাতি তাইক গাধী কৰা উৎসৱত আপোনালোকক সপৰিয়ালে যোগদান দিবলৈ ইত্যাদি ইত্যাদি। (ৰৈ) হ'ল, ৰাজীৱ হেই নামাতা কিয়? আৰু ইউ ডেড? শুনি আছা বুজিছো মই কথা কৈ আছো, মাজে মাজে ৰেচ্‌পন্দ কৰিব নালাগে? হাঁ মঞ্জুৰ? এতিয়া শুনা, তোমাক কিয় গাধ বুলিছোঁ-এক নম্বৰ কি? বুজিছা- কি বুজিছা? তোমাৰ চিঠি? কাৰেক্ট, ঠিক— তোমাৰ চিঠি, তুমি জানা, মই অলপতে নাৰ্ভাচ হৈ যাওঁ টেনশ্যন হয়। ইয়েচ ইয়েচ তোমাৰ ভাষাতে আই এম জাষ্ট এ বান্দোল অব নাৰ্ভাচ। যদি জানাই তেন্তে এনে এখন মাৰাত্মক-চ' দেমেজিং এখন চিঠি লিখাৰ কি প্ৰয়োজন আছিল। আই এম এজ ইয়েট নট ইয়ৰ ওয়াইফ। মই এতিয়াও তোমাৰ সাধ্বীসতী ঘৈণীয়েৰা হোৱা নাই নহয় যে তোমাৰ কাৰণে তোমাৰ দুখৰ কথা পঢ়ি তোমাৰ জীৱনৰ কিছুমান নিৰ্মম, নিষ্ঠুৰ কথা জানি মই গোটেই ৰাতি কান্দিব লাগিব। মোক কন্দুৱাৰ, মোৰ মনত এনেকৈ দুখ দিয়াৰ তোমাৰ কোনো অধিকাৰ নাই। ইউ হেভ্‌ ন ৰাইট ইউ হেভ্‌ন' ৰাইট (প্ৰায় কান্দি দিয়ে) সেই কাৰণেই কি? স্বাট আপ ষ্টুপিদ- চুপ। তুমি জানা। ডেড (হাতৰ ঘড়ীলৈ চাই) এই সময়তে, এই সময়তে, লক্ষ্ণৌত তোমাৰ দেউতাৰাৰ সৈতে হয়তো আমাৰ বিয়াৰ ফাইনেল কৰালৈ কথা পাতি আছে। আৰু মা ইয়াত বৈ আছে, তেওঁৰ লেডিজ ক্লাবৰ বন্ধু কেই গৰাকীমান মাতি পঠাইছে মোৰ বিয়াৰ অলংকাৰ দেখুৱাবলৈ। কি? ভাঙি দিবা? ষ্টুপিদ, তুমি কি এয়া, তোমালোকৰ বাৰফ্ৰণ্ট পাইছা নেকি? ছিজ্‌ফায়াৰ কৰি দিলেই চব বন্ধ হৈ যাব? ন 'ন' আৰু নক'বা— আৰু নক'বা ৰাজীৱ-ৰাজীৱ মোৰ সোণটো, চিঠিত চব পঢ়িছো, সব পঢ়িছো মই। কিন্তু তুমি মোৰ তুমি মোৰ সেইটোৱেই একমাত্ৰ, দি অনলি এন্দ দি লাষ্ট ট্ৰু'থ। কি ক'লা? টেলিফোন? অ' ইয়েচ টেলিফোনত নিচিএৰো বাৰু। তুমি এবাৰ আহি যোৱানা এতিয়াই ডিউটি? অহ গোছ্। বাদ দিয়া- ৰাজীৱ তোমাৰ চিগাৰেটৰ পেকেটটো কালি মোৰ বেগত শুহি আহিছে আৰু তুমি জানা তোমাৰ চিগাৰেটৰ পেকেটটোৰ পৰা মোৰ গোটেই কোঠাত সেই গোন্ধটো বিয়পি আছে আৰু সেই গোন্ধে মোৰ মন ভাৰাক্ৰান্ত কৰি পেলাইছে। তোমাৰ চিঠিৰ কথাবোৰ আৰু চিগাৰেটৰ গোন্ধত মই পাগল হৈ যাব খজিছোঁ। তুমি আহা না। এবাৰ, বেগাই ৰাজীৱ-বা ৰাজীৱ -অহ ইউ নটি বয় দুষ্ট ক'ৰবাৰ। (নীনাই টেলিফোনটো হঠাতে নমাই থৈ নিজৰ ঠাইলৈ যায়। যোৱাৰ আগতে টেলিফোন

টেবুলত থোৱা চিঠিখন তুলি লৈ যায়। ভুলতে টেবলেটৰ খালী ষ্ট্ৰিপটো তলত পৰি যায়, নীনাই গম নাপায়। মাক আগুৱাই আহে।)

মাক : নীনা, মূৰৰ চুলিবিলাক অলপ আঁচুৰি ঠিকঠাক কৰি ৰাখাচোন। আৰু সেই সাজটো সলাই ভাল কাপোৰ এযোৰ পিন্ধি থাক। তোক যে আৰু কোনো সময়তেই নিয়মত থকা নেদেখিলো।

নীনা : ৰাতিপুৱাই তোমাৰ নীতি বচন আৰম্ভ হৈ গ'ল মা। খালি নিয়ম নিয়ম-ইটো কৰ- সিটো কৰ! ইটো নকৰিবি- সিটো নকৰিবি। আৰু মোৰ কথা হৈছে য'তেই নিয়ম তাতেই মই নাই। আজি এতিয়াই এই পুৱাতেই মূৰ আঁচুৰি পাট মেজাংকৰি পিন্ধি কইনা সাজিবৰ কিটো হৈছে মোৰ?

মাক : কিয় কালি কোৱা নাছিলো আমাৰ ক্লাবৰ চেক্ৰেটাৰী মিচেছ বৰুৱা আৰু দুজনীমান বন্ধু আহিব? তোৰ গহনাখিনি দেখুৱাই একেলগে আমি ওলাই যোৱাৰ কথা আছে।

নীনা : অ' সেইটো কথা। তেতিয়া হ'লেতো মই এনেকৈয়ে থাকিম। মানুহক দেখুৱাবৰ কাৰণে মই কাপোৰ পিন্ধাত নাই মা। মই এতিয়া ঘৰত আছোঁ। এতিয়া ৰাতিপুৱা আমাৰ দৰে ঘৰত মই সদায় যিদৰে কাপোৰ পিন্ধি থাকোঁ, তেনেকৈ থাকিম, অমলা মাহীহঁতক দেখুৱাবৰ কাৰণে কাপোৰ নিপিন্ধো।

(নীনা আঁতৰি যায়)

মাক : তোক যে কেতিয়াও নোৱাৰোঁ চেষ্টাও নকৰো। তই তোৰ দৰেই থাক, মই মোৰ দৰেই থাকিম। (হাতৰ ঘড়ীলৈ চায়) এ, এওঁলোক দেখোন এতিয়ালৈকে নাহিলেই, (ফোনৰ ওচৰলৈ যায়। টেবলেটৰ খালী স্ট্ৰিপটো পাই তুলি লৈ পঢ়ি চায়। নীনাৰ পিনে মূৰ ঘূৰাই চায়। তাৰ পিছত টেলিফোন কৰে।) হে'ল মিচেছ বৰুৱা, মই মণিকাই কৈছোঁ, কি হ'ল নাহিল দেখোন? গাড়ী? আমাৰখন পঠাই দিমনেকি? নালাগে, আহি পাইছে? আহিবলৈ ধৰিছেই? ঠিক আছে। বীতা আৰু ৰেজিনা আপোনাৰ তাতেই? অমলা আৰু স্বপ্নাক তুলি লৈ আহিব। আহক তেন্তে। পাঁচ মিনিট অঁ ঠিক আছে, থৈছোঁ। (টেলিফোনটো থয়। হাতৰ মুঠিটো খুলি টেবলেটৰ ষ্ট্ৰিপটো এবাৰ চায়? আকৌ মুঠি মাৰি নিজৰ ঠাইলৈ গৈ ষ্ট্ৰিপটো বাহিৰলৈ দলিয়াই দিয়ে। ভিতৰলৈ যায়। আইতাই ভিতৰৰ পৰা মাতি মাতি হাতত সিংখাপৰ কাপোৰ এযোৰ লৈ মঞ্চলৈ সোমাই আহে আৰু নিজৰ চকীখনত বহেহি)

আইতা : নীনা-নীনা-আইজনী

নীনা : (ভিতৰৰ পৰা) আইতা

আইতা : (ডাঙৰকৈ) চাওঁ, এইপিনে আহ, তোৰ চুলিকোছা ছিঙো। (ওলাই আহে, আইতাৰ ওচৰ চাপে) আইতা, মায়ে এই ৰাতিপুৱাতে মোৰ মূৰত গজা চুলি, মই আদৰ যত্ন কৰি, চেম্পু কৰি, স্প্ৰে কৰি, পাৰ্লাৰত মোৰ নিজৰ আইডিয়া মতে ড্ৰেচ্ কৰি সজাই পৰাই ডাঙৰ দীঘল কৰি লোৱা চুলি। ইট ইজ মাই, মাই ওন হেয়াৰ, এই চুলি মাৰ হুকুমত আঁচোৰা নাযায় আৰু তোমাৰ খুচিমতে ছিঙাও নাযায়। নাও কাম অন গ্ৰেনি (আইতাৰ মুখত চুমা খায়) মাই চুইট আইতা কোৱা মোৰ চুলি ছিঙাৰ কাৰণটো কি? (আঠুকাঢ়ি আইতাৰ কোলাত কিলাকুটি দুটাৰে ভেঁজা দি হাত দুখনৰ ওপৰত ঠুতৰিটো থৈ আইতাৰ মুখলৈ চাই সোধে। আইতাই হাঁহি হাঁহি নীনাৰ চুলিকোছাত হাত ফুৰাই আদৰ কৰে আৰু কঁপালত এটা চুমা খায় আৰু কয়)

আইতা : এই মোৰ কিংখাপৰ কাপোৰযোৰ তই কি কৰিলি?

নীনা : কি কৰিলোঁ। একো কৰা নাই। তুমিতো মোক কাটিবলৈ নিদিলাই।

ফেশ্বান পেৰেডত মেখেলা কৰিয়েই পিন্ধিলোঁ-ফলত মোৰ আইটেমটোৱেই আটাইতকৈ পুৰৰ খ'-মষ্ট আউট ডেটেড হ'ল।

আইতা : হৈছে হৈছে। তই ক'লেই তোক কাটিবলৈ দিমনে মই! সেই যোৰ কাপোৰ মোৰ বিয়াত মোৰ শাহু মানে তোৰ আজো আইতাৰে মোক দিছিল। আৰু সেই যোৰ পিন্ধি মই কইনা সাজিছিলোঁ।

নীনা : ইমান ডগধা ডাঠ। সেইযোৰ কাপোৰ পিন্ধি কইনা হৈছিলা?

আইতা : যা-যা-তোৰ মাৰকো মই সেই যোৰকে দিছিলোঁ। বিয়াৰ কইনা

হওঁতে পিন্ধিবলৈ কৈছিলোঁ, কিন্তু বিয়াৰ দিনা নিপিন্ধিলে। মই পিছে খোৱাখুৱীৰ দিনা জোৰলৈ পিন্ধাই দিলোঁ, তহঁতে এইবোৰ কাপোৰৰ এতিয়া কি মূল্য বুজিবি।

নীনা : খুব বুজো আইতা, সেই কাৰণেই আমৰ ফেশ্বন পেৰেডত মই তাকে কাটি এযোৰ হাৱাইন বেলেচুট কৰিব খুজিছিলোঁ।

আইতা : থ, থ তোৰ কথা, তহঁতৰ আজিকালি সেই সোপা সাজ পোছাকে মোৰ চকুত কিবা পোৱণি তোলে। কিন্তু তই যে তহঁতৰ নাচত পিন্ধিবলৈ নিছিলি, এসোপামান পিন মাৰিছিলি হ'বলা?

নীনা : ওঁ, পিন নমৰাকে পিন্ধিব পাৰিনেকি? তোমাৰো যে কথা!

আইতা : হৈছে হৈছে। গোটেই সোপা পিন মাৰি কালি থৈছ।

মই পিছে তোৰ বিয়াত এই যোৰ কাপোৰেই তোক কইনা সজাই উলিয়াই পঠিয়াম। আমাৰ বাপতি সাহোন--

নীনা ঃ (ভাঙুৰকৈ হাঁহি) আইতা, হাঃ হাঃ হাঃ হোৱাট এ জোক। শুনা আইতা, কইনা সাজি মোক কলৈ উলিয়াই দিবা তুমি জনাই নাই হবলা? আইতা? কইনা সাজি ওলাই নাযাওঁ নহয়, মই ল'ৰাকহে দৰা সাজাই আনি আমাৰ ঘৰত সুমুৱাম। মই মা আৰু ডেডিক মোৰ বিয়াৰ চৰ্ত দি দিছোঁ, সেই চৰ্তমতে যদি বিয়া হয় তেন্তে...

আইতা ঃ যা যা, সব কথাতে তোৰ ঠাট্টা।

নীনা ঃ সঁচা আইতা, মই ধেমালি কৰা নাই। অৱশ্যে দৰাক ঘৰ জোঁৱাই নকৰোঁ বাৰু, পেট্ৰিয়াৰ্কেল চিচ্‌টেমেই হ'ব, মই কইনা সাজি ওলাই যাম, কিন্তু-

আইতা ঃ ছোৱালী মানুহৰ আকৌ কিহৰ চৰ্ত আছে অ'? জানো ক'ব নোৱাৰোঁ। আমাৰ দিনত মাক বাপেকে বিয়া পাতি দিব, ছোৱালী বিয়াত বহিব। সেইটোৱেই নিয়ম।

নীনা ঃ নিয়মবোৰ ভাঙিবৰ হ'ল আইতা.........

আইতা ঃ বাৰু কছোন, তোৰ চৰ্ত। কি নিয়ম ভাঙিব খুজিছ। তোৰ চৰ্তত মাৰ আৰু ডেডি মান্তি হ'লেই নহ'ব নহয়, ময়ো মান্তি হ'ব লাগিব তেহে সেই বিয়া হ'ব।

নীনা ঃ ঠিকেই আইতা, মা ডেডি মান্তি হ'লেও হ'ব। তুমি মাত্ৰ মোৰ লগত থাকিবা, মোৰ আইতা কিমান ভাল। (চুমা খায়)

আইতা ঃ ক এতিয়া তোৰ চৰ্ত কি?

নীনা ঃ আইতা মোক সাতোটা গহনা চেট আৰু চৈধ্য যোৰ পাটৰ বেনাৰসী চেট দিব নোৱাৰিবা।

আইতা ঃ (হাঁহি হাঁহি) হৈছে হৈছে। তই নলওঁ বুলি কলেই হ'বনে। আমি সেইবোৰ কিছুমান কৰায়েই থৈছো।

নীনা ঃ কৰাই থোৱা। মই হাতেৰেই নোচোঁও--

আইতা ঃ পিছে দৰা ঘৰৰ পৰা যে দিব--

নীনা ঃ ৰাজীৱৰ ঘৰৰপৰা একো নিদিয়ে। বিয়াৰ পাছত মোক যি লাগে, যি প্ৰয়োজন ল'ম। আমি দুইটাই সমানে ঘটিম- সমানে আমাৰ প্ৰয়োজনৰ বস্তু ল'ম। বিয়াৰ পাছত আমাৰ চব প্লেন হৈ গৈছে।

আইতা ঃ হে'ৰ থ থ।

নীনা ঃ চব বন্দোবস্ত হৈ গৈছে আইতা। ৰাজীৱ আৰু মোৰ মাজত কনডিশ্বন পকা হৈ গৈছে।

আইতা ঃ জানো আই, তহঁতৰ আজিকালি কি দিনকাল হৈছে। ল'ৰাৰ লগত লগ লগা কথাটো বাদেই, একেবাৰে বিয়াৰ বন্দবস্ত। বিয়াৰ পাছ বন্দবস্তও নিজেই কৰা হলি-আমাৰ দিনত--

নীনা ঃ আইতা কোৱাছোন কোৱা, ককাৰ সৈতে বিয়াৰ আগতে তুমি কি কৰিছিলা। ককাই তোমাক কেনেকৈ মৰম- চৰম কৰিছিল।

আইতা ঃ এইৰো যে মুখখন আৰু। বিয়াৰ আগতে ককাৰৰ ছাঁটোকে দেখা নাছিলোঁ।

নীনা ঃ হোৱাট? দেখা নাছিলা?

আইতা ঃ খোৱাখুৱীৰ ৰাতিও লাজতে মুখ নেদেখাকৈয়ে গ'ল।

নীনা ঃ অহ্-গদ্; বিশ্বাসেই নহয়-

আইতা ঃ যিহে দুৰ্দান্ত চেহেৰা। ভয়তে কেবামাহলৈকে মুখ তুলি চকুলৈ চাবই নোৱাৰিছিলোঁ।

নীনা ঃ মই ফটোত দেখিছোঁ নহয় আইতা, মাৰাত্মাক ধুনীয়া আছিল। যেন এপলো, গ্ৰীক গদ, মোৰ ৰাজীৱটোও যদি ককাৰ দৰে হ'লহেঁতেন। মোৰ তোমালৈ ঈৰ্ষা হয় আইতা- আই জাষ্ট এনভি ইউ-। মই এতিয়া কাকাক পোৱা হ'লে ৰাজীৱক বাদ দি তেওঁকহে বিয়া কৰালোঁহেতেন।

আইতা ঃ থ, থ, হে'ৰ ইমান দুনীয়া ল'ৰা ৰাজীৱটো। ইমান অমায়িক-

নীনা ঃ তুমি যে কি কোৱা আইতা, একদম তিৰোতা সেৰুৱা হ'ব। চাবাছোন, বিয়াৰ পাছত ৰাজীৱ মোৰ শৰীৰ আঁচল এৰিকে নিদিব।

আইতা ঃ যাহ, তই বৰ অসভ্য হৈছ নীনা, ল'ৰাটোৰ নাম কাঢ়িতো মাতই, আকৌ সি' সি' বুলি মাতিবলৈ বেয়া নালাগে।

নীনা ঃ তুমি যে কি কোৱা আইতা। মইতো কেতিয়াবা তাক পিটো আৰু সিও মোৰ কেইদিন চুলি ছিঙিছে-

আইতা ঃ জানো আই কিনো শুনিছোঁ এইবোৰ। মই প্ৰথমে কথাবোৰ বেয়াই পাইছিলোঁ। বেলেগ ঠাইৰ ল'ৰা, বেলেগ ভাষা, বেলেগ জাতি, মই এতিয়াও মনে প্ৰাণে ল'ব পৰা নাই। তোৰ মৰমৰ অন্ধহেয়ে চাগৈ মত দিছোঁ। কিন্তু বিয়াৰ আগতে ইমানখন হলিগলি কিয় কৰিব লাগে, বুজি নাপাওঁ--

নীনা ঃ এ-কো-ভয় নাই আইতা।

আইতা ঃ জানো আই তইঁতে কি কৰিবলৈ ওলাইছ ক'ব নোৱাৰোঁ।

নীনা ঃ একো ভয় নাই, মই ৰেগুলাৰলি পিল খাই থাকো নহয়।

আইতা ঃ কি - কি কলি?

নীনা ঃ মানে মানে পিল-

আইতা ঃ নীনা, (বহাৰ পৰ জাপ মাৰি উঠে। আইতা উত্তেজিতভাৱে আকৌ বহি হাতৰ ৰূপৰ টেমাটোৰ চুকুলিওৱা তামোল উলিয়াই মুখত দিয়ে। নীনা লাহে লাহে নিজৰ ঠাইলৈ আহে। মিচেছ বৰুৱা আৰু তিনি গৰাকী মহিলা সোমাই আহে। নীনাৰ মাকে আগবঢ়াই আনি বহিবলৈ দিয়ে। আইতা এখোজ দুখোজকৈ ভিতৰলৈ সোমাই যায়।)

নীনাৰ মাক ঃ আহক আহক মিচেজ বৰুৱা, আহা ৰীতা, অমলা জেৰিনা আহা, অ' স্বপ্না ক'ত? (নির্দিষ্ট আসনত আটাই কেইগৰাকী বহে)

মিচেছ বৰুৱা ঃ (বহাৰ লগে লগে) স্বপ্নাই ৰাতিলৈ ডিনাৰলৈ মানুহ মাতিছে- তাৰ যোগাৰত লাগিছে, আহিব নোৱাৰে।

জেৰিনা ঃ তোমালোককো ডিনাৰলৈ মাতিছে নহয়?

মিচেছ বৰুৱা ঃ স্বপ্নাহঁতৰ ডিনাৰলৈ আমাক নামাতিবনে? স্বপ্নাৰ হাজবেন্দৰ যি কোনো কথাতে আমাৰ এখেতক নহ'লেই নহয়।

তিনিও ঃ মাতিছে, মাতিছে-

ৰীতা ঃ আমাৰ এওঁ যে যাব পাৰে নে নোৱাৰে ঠিক নাই। প্রেছাৰটো আকৌ ইৰেগুলাৰ হৈছে দেখোঁন।

মিচেছ বৰুৱা ঃ এৰা, নক'বা বুজিছানে? কিনো হ'ল আজিকালি। ব্লাডপ্রেছাৰ হার্ট-এইবোৰ দেখোঁন সবৰে ইৰেগুলাৰ হ'বলৈ ধৰিছে।

ৰীতা ঃ মই পিছে এওঁ নগ'লেও যাব লাগিব। স্বপ্নাই অলপ লাগি দিবলৈ মাতিছে।

অমলা ঃ মই আকৌ এওঁক অকলেহে যাবলৈ কৈছোঁ। মই এই পার্টিবোৰত বৰ দিগদাৰ পাওঁ বুজিছানে?

মিচেছ বৰুৱা ঃ এৰা, মায়ো বৰ দিগদাৰ পাওঁ দেওহে। তাতে আজিকালি আমাৰ এখেত সকলৰ ডিনাৰ পার্টি মানেই এটুপি এটুপি নধৰিলেই নহয়। সেই সোপা খাব আৰু ঘৰলৈ ঘুৰিবলৈ মনত নপৰে।

অমলা ঃ আমাৰ আৰু এচুকত বহি অৰেঞ্জ স্কোৱাছ, কোকাকোল আৰু চানাচুৰ, মাছ ভঁজা খাই খাই ৰাতি দুপৰলৈকে কলমটিয়াই থাকা।

জেৰিণা ঃ কোকাকোলা, কিয় লাহেকৈ সিবিধৰ গিলাচ এটা তুলি ল'লেই হ'ল দেখোন।

অমলা ঃ আমি আকৌ সোণালী চলিহা আৰু মিচেছ কাপুৰহঁতৰ দৰে হাতত গিলাচ লৈ মতামখাৰ মাজত সোমাই গা ঘঁহাই ফুৰিবগৈ নোৱাৰোঁ দেও।

নীনাৰ মাক ঃ বহকচোন দেই মই মচলাকে অলপ লৈ আহোঁ। (নীনাৰ মাকে মিচিকি হাঁহি এটা মাৰি ভিতৰলৈ সোমাই যায়)

ৰীতা ঃ হাতত গিলাচ লৈ মিচেছ কাপুৰহঁতৰ দৰে গা ঘঁহাই থাকিবগৈ নালাগে। কিন্তু এটা কথা অমলা বাইদেই, আমি যেতিয়া সেইদৰে পাৰ্টি চাৰ্টিলৈ যাওঁৱেই, তেতিয়া গৈ সেইদৰে নির্জীৱ হৈ এচুকত বহি থকাটোও ঠিক নহয়।

অমলা ঃ আৰুনো কি কৰিবা?

ৰীতা ঃ নহয় মানে হাজবেন্দ বিলাকৰ লগত যেতিয়া বাহিৰলৈ ওলাই আহোঁ, তেতিয়া পুতলা একোটা হৈ থকাটো ভাল নহয়।

জেৰিণা ঃ মানে ৰীতাই বোধকৰোঁ ক'ব খুজিছে- হাজবেন্দ বিলাকে যাতে আমাক মাত্ৰ পুতলা কৰি লগত লৈ ফুৰাব নোৱাৰে তাৰ কথা আমি চিন্তা কৰিব লাগে।

মিচেছ বৰুৱা ঃ কৰা কৰা- তোমালোকেই চিন্তা কৰা।

জেৰিণা ঃ নহয় বাইদেই, মই কিবা আমাৰ ক্লাবৰ প্রস্তাব চিন্তা কৰা কথা কোৱা নাই। এইবিলাক হৈছে আমাৰ মনটোৰ কথা- এটিচিউদৰ কথা-

ৰীতা ঃ আমি শৰীৰটোৰে হাজবেন্দ বিলাকৰ লগত বাহিৰলৈ ওলাই আহিছোঁ। পঢ়া শুনা কৰি বি, এ-এম, হৈছোঁ কিন্তু মনটো এতিয়াও ঘৰৰ ভিতৰতে আছে। অতি বেছি ৰান্ধনী ঘৰৰ ভাত-মাছৰপৰা ড্ৰইং ৰুমৰ উলগোঁঠা আৰু দিজাইন কৰালৈ আগবাঢ়িছে।

জেৰিণা ঃ মিচেছ কাপুৰহঁতেও যে আমাক হেয় চকুৰে চায়, আমাৰ ওচৰতে যে সিহঁত কেইজনীৰ এটা চুপিৰিয়ৰিটি কমপ্লেকছ, যদিও সেইটোক আমি গ্ৰাহ্য নকৰোঁ, কিন্তু সেইটো কিহৰ কাৰণে হৈছে?

অমলা ঃ কিয় সিহঁতৰ দৰেই হাতত গিলাচ লৈ নাচবিলৈ নোযোৱাৰ কাৰণে-

ৰীতা ঃ নহয় অমলা বাইদেউ-সেই কাৰণে নহয়। আচলতে তেওঁলোক নিজকে হাজবেন্দ বিলাকৰ সমান পর্যায়ৰ বুলি ভাবিব পাৰিছে, সেই পর্যায়ৰ তেওঁলোকে নিজক প্রতিষ্ঠা কৰিব পাৰিছে কাৰণে।

মিচেছ বৰুৱা ঃ পিছে সেই প্রতিষ্ঠাৰ কাৰণে আমি মদটুপিও ধৰিবলৈ যোৱাটো জানো উচিত হ'ব।

**জেৰিণা ঃ** মই ভাবোঁ হাজৰেন্দৰ লগত -মদৰ গিলাচ হাতত নোলোৱাকৈ আমি আমাৰ প্ৰতিষ্ঠা পাব পাৰোঁ। ৰীতাই ক'বৰ দৰে ৰান্ধনী ঘৰ আৰু ড্ৰইং ৰুমৰ আলোচনা বিলোচনাতে আৱদ্ধ নাথাকি বাহিৰ জগতৰ বিষয়সমূহৰ সৈতে নিজক সম্পূৰ্ণ সচেতন কৰিব পাৰিলে, অৰ্থাৎ মেণ্টেলি ইনভলভড্ হ'ব পাৰিলেই সেই প্ৰতিষ্ঠা হ'ব।

**ৰীতা ঃ** পুৰুষৰ লগত মদ খোৱাত নহয়, তেওঁলোকৰ চিন্তা-চৰ্চা আৰু আউতলুকৰ সমপৰ্যায়ত আমি নিজকে তুলিব পাৰিলে সেই প্ৰতিষ্ঠা হ'ব। আমি মানে নিজকে-- বিচাৰি চাব লাগিব, আমি ক'ত আছোঁ, কিয় আছোঁ। যিটোক কোৱা হয় , আত্মজিজ্ঞাসা, হাৰ্ট চাৰ্চিং।

**অমলা ঃ** পিছে তোমালোকে যে এইবোৰ কথা কৈ আছা তোমালোকনো কি কৰিছা? সেই দেখোঁন আমাৰ লগত গৈ চকুত বহি মেল মাৰি মাৰি-

**ৰীতা ঃ** (হাঁহে) একেবাৰে আপোনালোকৰ দৰে নহয় দেই অমলা বাইদেউ, আমাৰ লেডীছ ক্লাবৰ যিমানবোৰ নতুন নতুন কাম হৈছে চকুত বহি মেল মাৰি থকা আগৰ গ্ৰুপটোৰ দ্বাৰা হোৱা নাই। সময় লাগিব, জাগৰণৰ কাৰণে সময় লাগিব--

**অমলা ঃ** (খঙেৰে) ঠিক আছে, তোমালোকেই কৰিছা। আমি ক্লাবৰ একো কৰা নাই। এইবাৰ ক্লাবৰ চেক্ৰেটাৰী-টেক্ৰেটাৰী সব তোমালোক কেইজনীয়েই হ'বা--

**মিচেছ বৰুৱা ঃ** হৈছে হৈছে, এতিয়া কাজিয়াখন লগবা নালাগে পিছে অমলা, আজি তুমি সঁচাই স্বপ্নাইতৰ ডিনাৰলৈ নোযোৱা নেকি? (নীনাৰ মাক সোমাই আহে)

**নীনাৰ মাক ঃ** মোৰহে যোৱা হ'বনে নহয় জানো। এওঁ আজি লক্ষ্ণৌৰ পৰা আবেলিৰ ফ্লাইটত ঘূৰি অহাৰ কথা আছে। যদি আহি নাপায়হি তেন্তে যোৱা নহ'ব। অকলে অকলে ৰাতি আঁতৰি থকা শহুৰেও ভাল নাপায়। এওঁৰ লগত গ'লে হ'লে একো আপত্তি নকৰে।

**মিচেছ বৰুৱা ঃ** তোমাৰ শাহু সেই হিচাপত বেচ লিবাৰেল। মোৰ এতিয়া নাই কাৰণেহে। এসময়ত--

**অমলা ঃ** আমাৰ গৰাকী-

**নীনাৰ মাক ঃ** মোৰ ভালেই। ভালত ভাল। কিন্তু আচল সময়ত সাংঘাটিক। ঘৰৰ কিছুমান কথাত এতিয়াও বৰ জোৰ দিব নোৱাৰোঁ। মোৰ ছোৱালীৰ বিয়াৰ কথাটোৰেই।

**মিচেছ বৰুৱা ঃ** অ' নীনা ক'ত? দেখাই নাই দেখোন।

**নীনাৰ মাক ঃ** (মাতে) নীনা-অ' নীনা, আহাছোন, মাহীদেৰেৰহঁত আহিছে। (নীনাই ভিতৰৰ পৰা কয়-গৈছোঁ মা)

**মিচেছ বৰুৱা ঃ** কি হ'লনো, বিয়াৰ কথাটো শুনিছোঁ

**নীনাৰ মাক ঃ** বিয়াখনত প্ৰথমেই আমাৰ মত নাছিল। (নানী আহি মহিলা কেগৰাকীৰ পৰা দূৰত মঞ্চৰ সমুখ ভাগত এখন বিশেষ আসনত বহে)

**মিচেছ বৰুৱা ঃ** ল'ৰাজন আৰ্মিৰ নহয়?

**নীনাৰ মাক ঃ** হয়।

**নীনা ঃ** (মহিলা কেগৰাকীলৈ ঘূৰি নোচোৱাকৈ গহীন ভাবত কয়) —এয়াৰফৰ্চৰ ফ্লাইটলেফ্‌টেনেন্ট।

**অমলা ঃ** শুনিছোঁ, বোলে লৰাজন অসমীয়া নহয়।

**নীনাৰ মাক ঃ** এৰা অসমীয়া নহয়।

**অমলা ঃ** পঞ্জাৱী নহয়, উত্তৰ প্ৰদেশৰ, লক্ষ্ণৌৰ-

**অমলা ঃ** অ' হয় নেকি? হওক তেওঁ, পাঞ্জাৱী বুলি আগেয়ে ভয়েই খাইছিলোঁ।

**মিচেছ বৰুৱা ঃ** এৰা পঞ্জাৱী বিলাক, বৰ ভয় লাগে দেই।

**নীনা ঃ** মই পিছে ৰাজীৱ পঞ্জাবী হোৱা হলেও বিয়া কৰালোহেঁতেন। বৰং সি পাঞ্জাবী নোহোৱা বাবে মোৰ অলপ আক্ষেপহে।

**অমলা ঃ** তোমাৰ ছোৱালীৰ কথা শুনিছা মণিকা। পিছে অসমীয়া ল'ৰা এটা হ'লে অসমীয়া মাত কথা, অসমীয়া ভাষা, কথা-বতৰা পাতি, মিতিৰে মিতিৰে আৰু বেছি আপোন সম্বন্ধ হ'লেহেঁতেন।

**মাক ঃ** অসমীয়া মাত ল'ৰাজন শিকিছে।

**জেৰিণা ঃ** তথাপি অসমীয়াটো আৰু ল'ৰাজনৰ মাতৃভাষা নহয়। মনৰ আপোনজনক মনৰ আপোন ভাষাৰে কথা কোৱাৰ অনন্দ অন্য ভাষাৰে কেতিয়াও নহয় দেই।

**নীনা ঃ** মাতৃ ভাষাৰ বাহিৰে অন্য ভাষাত কথা ক'লে সিও নিশ্চয় কথাই হয় মাহীদেউ। ৰাজীৱে আমাৰ হনিমুনৰ নিশাও ৰাজীৱ আৰু মই দুয়ো চাগৈ ইংৰাজী কথা পাতিম।

**অমলা ঃ** হয় নেকি নীনা, ঠিকেই আছে - তেন্তে-

**মাক ঃ** তই বৰ বেছি বেছি কথা কৈছ নীনা।

নীনা : মই কথা বেছি বেছি কওঁবেই সদায়, কিন্তু উচিত কথা কওঁ মা–

মাক : মনে মনে থাক নীনা। অ' ৰবছোন দেই, মই যে মাতিছিলোঁ, আপোনালোকক গহনাখিনি দেখুৱাওঁ। কাপোৰ দুযোৰমান আনিছোঁ, গহনা পাছত দুটামান চেট কৰাম। (মাক ভিতৰলৈ যায়)

নীনা : মা সেইবিলাক দেখুৱাই লাভ নাই। মইতো কেইছোৰেই মই সেইবোৰ লগত নিনিওঁ।

মিচেছ বৰুৱা : তুমি তেনেকৈ কিয় কৈছা নীনা? মা দেউতাই মৰমকৈ যি কেপদ বস্তু দিছে তুমি কিয় ল'বা? তোমাৰ কথা মতেই সকলো কথা নচলিব নহয়?

নীনা : কিন্তু মাহীদেউ, আমি সদায় সকলো কথা আপোনালোকৰ মতেই চলি থাকিবলৈ দিম বুলি নাভাবিব।

অমলা : নীনা, মই অলপ খোলাখুলিকৈ কওঁ, বেয়া নাপাবা। তোমাৰ মা দেউতা অতি সৰল প্ৰকৃতিৰ মানুহ। তাৰে সুযোগ লৈ তুমি এইখন কৰিছা। সঁচা কথা ক'বলৈ বাহিৰত আমাৰ মাজত গোটেইখন বু-বু-বা-বা চলিব ধৰিছে। এনে এটা উচ্চবংশ উচ্চ শিক্ষিতা ছোৱালীৰ বাবে অসমীয়া একে জাতৰ ল'ৰা এটাৰ কি অভাৱ? আমি শুনিছোঁ ল'ৰাজনৰ জাতো বোলে বৰ সুবিধাৰ নহয়–

নীনা : (উত্তেজিত ভাবে মুখ ঘূৰাই) মাহীদেউ! (মাক সোমাই আহে, হাতত গহনাৰ বাকচ আৰু কাপোৰৰ পেকেট)

মাক : কি হৈছে নীনা।

নীনা : মা (উত্তেজনা দমাই) মা-ৰ'বা, মই মাহীদেউহঁতক কেইটামান কথা কওঁ, তুমি বেয়া নাপাবা। শুনক আনৰ মুখত বু-বু-বা-বা হৈ থা চোৰ্হৰ পৰা কথাবোৰ কিয় শুনিব লাগিছে। মোৰ পৰা শুনক। ৰাজীবৰ বিষয়ে, ৰাজীব কোন, কৰে কি, সেই বিষয়ে মোৰ পৰা শুনক। মোৰ কাৰণে ৰাজীৱতকৈ পৃথিৱীত দ্বিতীয় উপযুক্ত ল'ৰা এটা কিয় হ'ব নোৱাৰে, মোৰ পৰা শুনক। ৰাজীৱ অসমীয়া ল'ৰা নহয়, ৰাজীৱে এয়াৰফোৰ্চত কাম কৰে, যি কোনো সময়তেই মৃত্যুৰ মুখত পৰিব পাৰে। আৰু মই সমীধ্যক্ষ শৰ্মাৰ একমাত্ৰ ছোৱালী, ৰাজীৱ নীচ কুলৰ ল'ৰা, এইবোৰ মোৰ কাৰণে ৰাজীৱক গ্ৰহণ নকৰিবৰ কাৰণে একো কথাই নহয়। কিন্তু যিটো কাৰণত, হয়তো পৃথিৱীত কোনো ছোৱালীয়েই তাক গ্ৰহণ কৰিবলৈ আগবাঢ়ি নাহিব, বা আহিবলৈ সংকোচ কৰিব আৰু যিটো কাৰণত ৰাজীৱক মই গ্ৰহণ কৰাটো নিশ্চিত হৈ গ'ল, সেইটো কথা আপোনালোকে নালাগে, মা, ডেডি আইতাহঁতেও এতিয়ালৈকেও নাজানে। আনকি ময়ো কালি নিশালৈকে জনা নাছিলোঁ। শুনিব মাহীদেউ, শুনিব মা। (বুকুৰ পৰ চিঠিখন উলিয়াই) এইখন চিঠি, দীঘলীয়া চিঠি, গোটেইবোৰ কথা ইয়াত আছে!

মাক : নীনা চিঠিখন থ। মোক পাছত দিবি। এখেতসকল কামত আহিছে। এতিয়া সেইবোৰ কথাৰ প্ৰয়োজন নাই।

নীনা : নহয় মা, মই এতিয়া কম। তুমি জনাটো, তোমাক জানোৱাটো ডাঙৰ কথা নহয়, কিন্তু কথাটো এখেত সকলে জানিব লাগিব। শুনক মাহীদেউ-ৰাজীৱ লক্ষ্নৌৰ ৰিটায়াৰ্ড আৰ্মি ডাক্তৰ কৰ্নেল নৰেশ বাৰ্মাৰ ল'ৰা বুলি সকলোৱে জানে যদিও, আচলতে তেওঁ কৰ্নেল বাৰ্মাৰ ল'ৰা নহয়।

মাক : নীনা!

নীনা : হয় মা, ৰাজীৱৰ প্ৰকৃত পিতৃ পৰিচয় অজ্ঞাত। হি ৱাজ বৰ্ণ আউট অব ওৱেদ লক। আমি যাক কওঁ জাৰজ। (মিচিকিয়াই হাঁহি)

মাক আৰু মহিলা কেইগৰাকী : (একেলগে) নী-না!!!

নীনা : এইখন লোৱা মা চিঠি, তুমি পঢ়া আৰু মাহীদেউহঁতকো কথাবোৰ কোৱা।

মাক : নীনা - থৈ দে। এতিয়া মোক নালাগে চিঠি, আপোনালোক-

নীনা : নহয় মা, তুমি পঢ়িবই লাগিব, তুমি জানিবই লাগিব, এখেত সকলেও জানিব লাগিব।

মাক : নালাগে

নানী : মা, তুমি নপঢ়া যদি ময়ে এইখন সকলোকে পঢ়ি শুনাওঁ।

মাক : নালাগে- নালাগে।

নীনা : মই পঢ়িম মা, মই পঢ়ি শুনাম। গোটেই পৃথিৱীকে মই পঢ়ি শুনাম, মই শুনাম-শুনাম, (নীনাই চিঠিখন পঢ়িবলৈ লয়। ভিতৰৰ পৰা অফ্ ভয়চত ৰাজীৱৰ কণ্ঠস্বৰত চিঠিখনৰ কথাখিনি শুনা যায়। চিঠিখন প্ৰথম আৰু শেষৰ দুশাৰী কথাৰ ওপৰত নীনাৰ কণ্ঠস্বৰ ভুলাৰ ইম্পজদ হয়।)

মাই ডিয়াৰেষ্ট নী,

আই ৰাজ অলৰেড্জ উইছিং নেভাৰ হেপেণ্ড্ এন ওকেশ্বন লাইক দিচ হোৱেন...মোৰ অতি মৰমৰ নী মই সদায় ভাবিছিলোঁ, মোৰ জীৱনত এনে এটা মুহূৰ্ত কেতিয়াও নাহিব, যেতিয়া তোমাক মই এনেদৰে আঘাত দিবলৈ সাজু হ'ব লাগিব, এই কথাখিনি জনাব লাগিব। কিন্তু আৰু পলম কৰিব নোৱাৰি। ইতিমধ্যেই বহুত পলম হ'ল আৰু তাৰ বাবে হয়তো মই যথেষ্ট মূল্য দিব লাগিব, কিন্তু নাজানো সেই মূল্য কেনেকৈ দিম। তোমাক মোৰ বিষয়ে, মোৰ শিক্ষা-দীক্ষা অতীতৰ বিষয়ে প্ৰায়বোৰ কথাই কৈছিলোঁ। কিন্তু এটা অতি নিষ্ঠুৰ অধ্যায়ৰ কথা ইমান দিনে কোৱা নাছিলোঁ। কাৰণ এই অধ্যায়ৰ কথা জনাৰ পিছত তোমাক মই হেৰুৱাব লাগিব। পৃথিৱীত কোনো নাৰী নাই, সেই অধ্যায়টো জনাৰ পাছত মোৰ ওচৰত আৰু এটা মুহূৰ্তও ৰৈ থাকিব। নিতান্ত স্বাৰ্থপৰভাৱে তোমাক হেৰুৱাৰ ভয়ত মই ইমান দিনে কোৱা নাছিলোঁ। কিন্তু আৰু ৰ'ব নোৱাৰোঁ। বিশেষকৈ, তোমাক মোলৈ বিয়া দিয়াৰ বিষয়ে শেষত তোমৰ মা-দেউতাই সিদ্ধান্ত লৈ পেলাইছে। এতিয়া আজিৰ পৰা তুমি এই চিঠিখন পঢ়ি উঠাৰ ঠিক পাছৰে পৰা, মই তোমাক হেৰুৱাব কাৰণে সাজু হৈছোঁ। সেই অধ্যায়টো শুনা ঃ- আজিৰ পৰা প্ৰায় আঠাইশ বছৰ পূৰ্বে জাতীয় জীৱন এক অভিশপ্ত আৰু চৰম ঘৃণনীয় গ্লানিময় ক্ষণত, এটি নাৰী গৰ্ভত মোৰ জীৱন অংকুৰিত হয়, সমাজৰ দৃষ্টিৰে পৃথিৱীৰ চৰম পাপীয়সী নাৰীৰ গৰ্ভত অবাঞ্ছিত যি জীৱনৰ অংকুৰণ। স্বাধীনতা পাছৰ, আমৰ দেশ-বিভাজনৰ সেই নৃশংস কাহিনীবোৰ তুমি চাগৈ বুৰঞ্জীত পঢ়িছা। সেই বুৰঞ্জীৰ ৰথৰ ঘোঁৰাৰ খুৰাৰ সহস্ৰ ক'লা দাগৰ এটা দাগ মোৰ কপালতো আছে। মানুহৰূপী কিছুমান মানৱ-পিশাচে গাঁৱৰ পিছত গাঁও জ্বলাই দিছিল লুটপাত, হত্যাকাণ্ডৰ তাণ্ডৱ লীলাৰ সৃষ্টি কৰিছিল। হাজাৰ হাজাৰ পুৰুষ- নাৰী শিশু-বৃদ্ধক জন্তুৰ দৰে টুকুৰা টুকুৰাকৈ কাটিছিল। হাজাৰ হাজাৰ যুৱতী নাৰীক ধৰ্ষণ কৰিছিল। মোৰ মাৰ নাম আছিল-হাচিনা বেগম, শুনিছিলোঁ অতি সম্ভ্ৰান্ত চৈয়দ পৰিয়ালৰ যুৱতী কন্যা আছিল- মোৰ মা। মাক-দেউতাক আৰু দুজন ককায়েকক বান্ধি লৈ তেওঁলোকৰ সন্মুখত এজাক নৰপিশাচে মৰাশৰ ওপৰত শগুণ পৰাদি দি মাক ধৰ্ষণ কৰিলে। তাৰ পিছত পৰিয়ালৰ সকলোকে হত্যা কৰি মাক সিহঁতে লৈ গ'ল। কিমান সময়, কেইদিনৰ পাছত মায়ে নাজানে, মাত্ৰ এদিন অচেতন অৱস্থাৰ পৰ চকু মেলি চাই মায়ে দেখিলে-তেওঁ এখন আৰ্মি হস্পিটেলত। তেওঁৰ বিধ্বস্ত শৰীৰ আৰু মনৰ অৱস্থাক স্বাভাৱিক ৰূপলৈ আনিবলৈ তেওঁ হস্পিটেলত কিছুদিন থাকিব লগা হৈছিল। দুমাহমানৰ পিছত কিছু সুস্থ হৈ হস্পিটেলৰ পৰা এখন অনাথ আশ্ৰমলৈ নিয়াৰ সিদ্ধান্ত ল'বৰ সময়তে হঠাৎ আৱিস্কাৰ হ'ল হাচিনাৰ গৰ্ভত এটি ভ্ৰুণ। ধৰ্ষণৰ অন্তিম পৰিণতি। হাচিনা তেতিয়াও কিশোৰী ছোৱালী। কথাটো জনাৰ লগেলগে হাচিনা বলিয়াৰ দৰে হ'ল। মূৰ্চা গ'ল। কিছুসময় পিছত তেওঁ চকু মেলি দেখা পালে, তেওঁ এখন বেলেগ ঘৰত, ডাঙৰ বিচনাত শুই আছে কাষতে, সেই আৰ্মি ডাক্তৰজন, যি তেওঁৰ চিকিৎসাৰ সম্পূৰ্ণ দায়িত্বত আছিল, আৰু যি তেওঁক সদায় অতি আপোনজনৰ দৰে সকলোসময়তে নানান শান্তনা দিছিল। সেই আৰ্মি অফিচাৰ জনেই হ'ল কৰ্নেল নৰেশ বাৰ্মা আৰু তেওঁৱেই প্ৰকৃত ৰসহ্য গোপন কৰি পৃথিৱীত বুকুত গৰ্বেৰে ঘোষণা কৰিলে তেওঁৱেই মোৰ পিতৃ। আমাৰ দেশৰ স্বাধীনতাৰ সোণালী বুৰঞ্জী তুমি পঢ়িছা নী। আৰু হয়তো তাৰ চৈতে এক হৈ থকা সেই কালিমাময়ী অধ্যায়টোও কিছু জানা। কিন্তু সেই অধ্যায়ৰ অকথিত অবৰ্ণিত বহুতো যুৱতী নাৰীৰ মৰ্মান্তিক নিদাৰুণ কাহিনী হয়তো তুমি নাজানা। আজি এই কাহিনী শুনিলা আৰু শুনিলা সেই অধ্যায়ৰ এজন পুত্ৰৰ মুখত নিজ মাতৃৰ ধৰ্ষণৰ কাহিনী আৰু সেই ধৰ্ষণৰ পৰিণতিত তাৰ জন্ম কাহিনী।

নী- কৰ্ণেল বাৰ্মা মোৰ পিতৃ নহয় তেওঁ মোৰ জীৱনৰ দেৱতা। মোৰ পিতৃ, বুৰঞ্জীৰ এক নৃশংসতম ঘৃণনীয় সত্য, মোৰ পিতৃ কোনোবা এক দানৱ। মোক ক্ষমা কৰিবা- না-। বিদায়, বিদায় হয়তো চিৰদিনৰ কাৰণে। ৰাজীৱ-উইথ্ লাভ ৰাজীৱ-

(কিছু সময় নীৰৱতা। সকলোৱে যেন শিলৰ দৰে থিয় হৈ থাকে। নীনাই লাহেকৈ চিঠিখন হাতত লৈ বহি পৰে। হাতখনত মূৰটো দি মুখখন লুকাই দিয়ে। মিচেছ বৰুৱাইত এজনী এজনীকৈ বাহিৰলৈ ওলাই যায়। গোটেই কেইগৰাকী মহিলা যোৱাৰ পিছত মাকে কোনো এঠাইত বহি হুকুহুকাই কান্দিবলৈ ধৰে। এনেতে টেলিফোনটো বাজি উঠে। নীনাই টেলিফোনটো তুলি লয়)

হে'ল ট্ৰাংককল, ক'ৰ। লক্ষ্ণৌ ক'ৰ। লক্ষ্ণৌ - হে'ল ডেডি শুনিছোঁ, ভাল-ভাল, চব ভাল, আইতা ভালে আছে, মাক? দিছোঁ দিছোঁ, তুমি লাষ্ট ফ্লাইটত। ঠিক আছে, কি কৰ্ণেল বাৰ্মা? মোৰ লগত কথা পাতিব? ইস্ মোৰ লাজ লাগে (মাক ওচৰ চাপি আহে)

মাক ঃ (মাজতে) চাওঁ -মোক দে-

নীনা : আ তেন্তে পাছত, ৰ'বা মাৰ লগত কথা পাতি লোবা, এয়া মা- (মাকে ফোনটো লয়)

মাক : মই শুনিছোঁ, শুনক, ৰ'ব, সেই বিলাক কথাৰ আৰু একো প্ৰয়োজন নাই— শুনা নাই? সেই বিলাক কথাৰ আৰু একো প্ৰয়োজন নাই—শুনা নাই? সেই বিলাকৰ আৰু একো প্ৰয়োজন নাই। বিয়া নহয়— অঁ অঁ বিয়া নহয়, এই বিয়া হ'ব নোবাৰে—তেওঁলোকক জানাই দিয়ক— মই? নাই-নাই-নীনাৰ কথাৰ দৰকাৰ নাই।

নীনা : মা-মা

মাক : একো কথা নাই, আপুনি ঘুৰি আহক, সকলো জানিব, ৰ'ব শুনক, কৰ্ণেল বাৰ্মা ৰাজীৱৰ আচল দেউতাক নহয়। গোটেইবোৰ কেলেংকাৰী নাই নাই পাৰিব লাগিব, বিয়া ভাঙি দিয়ক. মই এই বিয়া হ'বলৈ নিদিওঁ, মই কৈছোঁ, বিয় হ'বলৈ নিদিওঁ। এই বিয়া হ'ব নোবাৰে। নোবাৰে-

(টেলিফোনটো জোৰকৈ থৈ দিয়ে)

নীনা : (মাকৰ বুকুত খামুচি ধৰে আৰু কয়) মা— তুমি কি ভাবিছা, তুমি এই বিয়া কেনেকৈ ভাঙিবা, তুমি নোবাৰা মা— তুমি নোৱাৰা ভাঙিব — নোবাৰা—

মাক : মই মত দিয়াৰ পাছতহে তোৰ ডেডিয়ে বিয়াৰ প্ৰস্তাব লৈ যাবলৈ সাহ কৰিছে আৰ এতিয়া মোৰ মত নহ'লে-সেই বিয়াও হ'ব নোবাৰে।

নীনা : ডেডিয়ে মোৰ কথা শুনিব মা-

মাক : তোৰ ডেডিৰ সাধ্য নাই মোৰ অমতে যাবলৈ। এই বিয়া ভাঙিব লাগিব। মোৰ এখন সমাজ আছে। আৰু এতিয়া মিচেছ বৰুৱাহঁতে, অমলাহঁতে সকলো কথা জনাৰ পাছত মই ক'ত মুখ লুকুৱাম—

নীনা : কিন্তু ৰাজীৱক মোৰ বাহিৰে কোনেও বিয়া কৰাব নোবাৰে মা। ৰাজীৱৰ গোটেই কথাবোৰ জনাৰ পাছত ৰাজীৱক বিয়া কৰোৱাৰ দৰে গৌৰৱৰ অধিকাৰিণী পৃথিৱীত আৰু কোনো ছোৱালীক মই হ'বলৈ নিদিওঁ। ৰাজীৱক মোৰ হাতৰ পৰা পৃথিৱীৰ কোনো ছোৱালীয়ে কাঢ়ি নিব নোবাৰে- নোবাৰে। ৰাজীৱ মোৰ, ৰাজীৱ মোৰ—

মাক : যদি সেয়ে হয় তেন্তে মই তোৰ নহয় বুলি ভাবিম- তোৰ মাৰ মৰিল- মই সমাজক বাদ দি, বংশ পৰিয়াল বাদ দি, ৰাজীৱৰ দৰে ল'ৰা এটাৰ শাহুয়েক হ'ব নোবাৰোঁ।

নীনা : কিন্তু মা ৰাজীৱ, আমি মৰম কৰি, আদৰ কৰি, আমাৰ পৰিয়ালত ল'ব লাগিব। তাকআমি আমাৰ জীৱনত, আমাৰ পৰিয়ালত ঠাই দিম। আমাৰ দৰে এটা পৰিয়ালত ঠাই দিলে সমাজেও তাক গ্ৰহণ কৰিবলৈ সাহ কৰিব। তাক আমি সমাজত ঠাই দিবলৈ চেষ্টা কৰিম। মা-মা আমি চেষ্টা নকৰিলে আৰু কোনে কৰিব। তুমি আপত্তি নকৰিবা মা—

মাক : মই নোবাৰোঁ- নোবাৰোঁ-

নীনা : মা—

মাক : ৰাজীৱক প্ৰথম দিনা আনি ঘৰ সুমাওঁতেই মই কৈছিলোঁ, মই কথাবোৰ ভাল পোৱা নাই। এতিয়া এই পৰিণাম। কিন্তু আৰু তললৈ নামিব নোবাৰি।

নীনা : চোৱা মা, ৰাজীৱ নিৰ্দোষ, নিষ্পাপ, তাৰ জন্মৰ বাবে সি দায়ী নহয়। আৰু সি এটা যোগ্য মানুহ। সকলো মানৱীয় অধিকাৰেৰে সি এটা মানুহ। সি কয় বঞ্চিত হ'ব মা—

মাক : কিন্তু আমি নোবাৰোঁ-

নীনা : ৰাজীৱৰ জন্ম— এই দেশৰ এটা ৰাজনৈতিক প্ৰক্ৰিয়াৰ ফল। সি বুৰঞ্জীৰ অভিশাপৰে সাক্ষী। আৰু সি আজি এইখন দেশৰে সৰ্ববৃহৎ স্বাৰ্থৰক্ষাৰ কাৰণে মৃত্যুকো বৰণ কৰি ল'বলৈ প্ৰতি মুহূৰ্তে সাজু হৈ আছে। সেই ৰাজীৱক মোৰ কৰি ল'ব খুজিছোঁ। আমাৰ কৰি ল'ব খুজিছোঁ মা।

মাক : আমি নোবাৰোঁ নীনা-

নীনা : তুমি নুবুজা কিয় মা? বুজিবলৈ চেষ্টা নকৰা কিয়? মোৰ সহায়তেই তুমি তাক তোমাৰ এটি পুত্ৰৰ স্থান দিয়া মা— মা তুমি নুবুজা কিয়?

মাক : বুজিছোঁ -বুজিছোঁ সকলো বুজিছোঁ।

নীনা : তেন্তে?

মাক : কিয় নোবাৰোঁ, সাহস নহয়। মোৰ সাহস নহয়।

নীনা : মা-(কান্দি ভাঙি পৰে। খন্তেক নীৰৱতা। আইতা লাহে লাহে ওলাই ওচৰ চাপি আহে)

আইতা : নীনাৰ মাক তুমি ভয় খাব নালাগে। সেই সাহস মই দিছোঁ। ভয় নকৰিবা বোৱাৰী। মই আছোঁ যেতিয়া, গুৰি শিপাভাল আছোঁ যেতিয়া গছজোপৰ ডালি নাথায়, কোনেও ৰাগি-কুঠাৰ মাৰি বেঁকা কৰিব নোবাৰে। মই সকলো শুনিছোঁ, নীনাৰ বিয়া ৰাজীৱৰ লগতে হ'ব লাগিব। (নীনাৰ ওচৰলৈ গৈ) উঠ নীনা আইজনী মোক

ৰাজীৱলৈ টেলিফোনটো লগাই দেছোন।

নীনা : (আইতাৰ মুখলৈ চাই-হঠাৎ জাগমাৰি উঠে) আইতা! (আইতাকৰ গালত চুমা খায়, আইতাই নীনাক মৰম কৰে)

আইতা : চাওঁ দে -টেলিফোনটো লগাই (নীনাক টেলিফোন ডায়েল কৰে)

নীনা : প্লিজ- পুট মি অন দি লাইন ফ্লাইট লেফটেনেন্ট বাৰ্মা। আইতা ধৰা--

আইতা : (ফোনটো লৈ) হেল্লো' ৰাজীৱ বাচা, মই আইতা, তোমাৰ আইতা, ওঁ ভাল দেউতাৰলৈ টেলিফোন কৰি জনাই দিয়া। তোমাৰ সৈতে নীনাৰ বিয়া হ'ব। ওঁ বিয়া হ'ব। তুমি নীনালৈ দিয়া চিঠি আমি পঢ়িছোঁ। নাই নাই একো নহয় পঢ়িলে। বিয়া হ'ব, ওঁ-আমাৰ মত আছে, তুমি তৎক্ষণাত ট্ৰাংকল কৰি জনাই দিয়া, ওঁ বাপু, মানে নীনাৰ দেউতাক গৈছে, কিন্তু আমি এটা ভুল খবৰ দিলোঁ। তুমি এতিয়াই জনাই দিয়া দেই।

মাক : (ওচৰ চাপি) মা টেলিফোনটো মোক দিব--

আইতা : ৰাজীৱ বোপা, নীনাৰ মাকে তোমাৰ লগত কথা পাতিব শুনা।

(মাকে টেলিফোন লয়)

মাক : হে'ল্ল, ৰাজীৱ তুমি এটা কাম কৰা, তুমি দেউতাৰালৈ ট্ৰাংকলটো আমাৰ টেলিফোনাৰ নাম্বাৰত বুক কৰি দিয়া, কথাখিনি ময়েই কম-- তোমাৰ দেউতাৰাক। আৰজেন্ট বা লাইটিনিং কল কৰি দিয়া, ডেডি গৈছে, অলপ আগতে তোমালোকৰ ঘৰৰ পৰা ট্ৰাংককল কৰিছিল। কিন্তু মই এই এটা ভুল কথা কলোঁ, ভুল কলোঁ। গতিকে তোমাৰ দেউতাৰাক মই নিজে সকলো শুদ্ধ কৰি কম। বুজিছানো। ঠিক আছে আজি আহিবা নহয়? বাক থৈছো (নীনা ফোনটোৰ ওচৰলৈ যায়) অ'ৰ'বা নীনাই ধৰিছে (নীনাই মাকৰ গালত চুমা এটা খাই ফোনটো লয়)

নীনা : ৰাজীৱ এবাৰ আহি যোৱানা এতিয়াই। -ন'ন' ৰাজীৱ তোমাৰ চিগাৰেটৰ গোন্ধ ভীষণ ইনুফেক্চিয়াছ, মা আৰু আইতাও আক্ৰান্ত, পেকেটটো লৈ যোৱাহি। কি? বিয়া। আই দ'ন্ট নউ, মই একো নাজানো, নট্ মাই এফেয়াৰচ্। মা আৰু আইতাই জানে। কাপোৰৰ ৰং? বেনাৰসী? ৰাবিছ্ সেইবোৰ পিন্ধে নেকি? বুজিছা, আইতাৰ এযোৰ ধুনীয়া অসমীয়া কাপোৰ আছে, পাটৰ সিংখাপৰ, সেইযোৰ পিন্ধিম সেইদিনা। ন', এবাৰ আহি যোৱা না এতিয়াই, ঠিক আছে, লাল আৰাৰত? তোমাৰ মটৰ চাইকেল বেয়া? কিয় তোমাৰ সেই ইদিয়ট বন্ধুমখা আছে নহয়? দিলীপ, মনচুৰ সিহঁতৰ্। এখন লৈ আহিবা ন' ৰাজীৱ, ন'। ৰাজীৱ মই ডিয়াৰ, সোণটো (জোৰে) ইউ ষ্টুপিদ।

(নীনাই টেলিফোনটো খপকৈ থৈ ঘুৰি আইতাৰ ওচৰলৈ দৌৰি যায়, কাষৰ চকীত থকা সিংখাপৰ চাদৰখন গাত মেৰিয়াই আইতাৰ বুকুৰ মাজত সোমাই পৰে)

আইতা : (অলপ সময়ৰ পিছত বুকুৰ মাজৰ পৰা মুৰ দাঙি আঁতৰত বৈ থকা মাকলৈ চাই)

মা : (মাকে নীনালৈ চাই হাঁহে)

<u>সমাপ্ত</u>

# হাঁহি

**নাট্যকাৰ # ড° চন্দ্ৰধৰ চমুৱা**

| চৰিত্ৰসমূহ | বিৱৰণ |
|---|---|
| ১। সুৰাগী | - এগৰাকী ৬৫ বছৰীয়া বৃদ্ধা |
| ২। গুণদা | - অন্য এগৰাকী বৃদ্ধা। বয়স ৬০ বছৰ |
| ৩। জোনালী | - সুৰাগীৰ বোৱাৰীয়েক। বয়স ৩৫ বছৰ |
| ৪। চম্পা | - সুৰাগীৰ জীয়েক। বয়স ২০/২২ বছৰ |

আটাইকেইগৰাকী অসমীয়া মহিলা। চম্পাই মেখেলা- চাদৰ অথবা শাৰী নাইবা চুৰিদাৰ পিন্ধিব। — লেখক।

(এখন বাৰান্দা। সুৰাগী নামৰ এগৰাকী বৃদ্ধাই খুন্দনাত তামোল খুন্দি আছে। বোৱাৰীয়েক জোনালীয়ে কিছু সমীহ কৰি কাষেদি পাৰ হৈ ভিতৰফালে সোমাই যাব খোজে আৰু শাহুৱেকৰ মাতত উলটি চায়।)

সুৰাগী : হয়নে বোৱাৰী, আজিনো সময় কিমান হ'ল ধৰিবই পৰা নাই অ'।

জোনালী : আঠ বাজিবৰ হৈছে মা ।

সুৰাগী : সি ধৰণী কেনি গ'ল ?

জোনালী : বাৰীত সোমাই কিবা-কিবি কৰি আছে।

সুৰাগী : হয় নেকি? বাৰু বা। চৰু পাতিবৰ হ'লেই। পিছে হেৰি নহয়, আজিনো কুকুৰাৰ ডাকতে কেলৈ উঠিছিলি?

জোনালী : মই, উঠা নাছিলো নহয় মা।

সুৰাগী : দুৱাৰ মেলা শুনিছিলো আৰু'।

জোনালী : মই নহয়, তেওঁহে উঠি আহিছিল।

সুৰাগী : হয় নেকি? তেনেহ'লে সিহে বাহিৰলৈ আহিছিল। তাৰ কিবা পেটৰ অসুখ-চসুখ হৈছিল নেকি?

জোনালী : তেনে একো হোৱা নাই। মই সুধিলত কৈছিল বোলে পুৱতি নিশাতে ক'ৰবাত ঢেকীৰ মাত শুনিছিল, সেইবাবে...।

সুৰাগী : হেৰ' এইটো বলিয়া হ'লনেকি? ঢেকীৰ মাত শুনি বাহিৰলৈ ওলাই আহিবলৈ তাৰ আৰু' হ'ল কি হয়নে?

জোনালী : ক'লে বোলে তেওঁ হেনো বহুত দিন ঢেকীৰ মাত শুনা নাই। পুৱতি নিশা গাঁৱৰ জীয়াৰী-বোৱাৰীয়ে ঢেকী দোৱাৰ শব্দ শুনিবলৈ হেনো বৰ ভাল। সৰুতে হেনো চাৰি-পাচি শুই শুই শুনিছিল। আজি আৰু' বহুত দিনৰ মূৰত ঢেকীয়ে কেনিনো মাতিছে চাবলৈ বুলি ওলাই আহিছিল।

সুৰাগী : সেই বুলিয়েইহে?

জোনালী : হয়, ল'ৰালি কাললৈ মনত পৰি মনটোত হেনো কিবা ফুৰ্তি লাগি গৈছিল।

সুৰাগী : আও! মূৰ্খ ল'ৰাৰ বাতৰি হৈ তাৰ আৰু' ল'ৰালি কালৰেই উভতি আহিল বুলি গ'ল হয়নে? (অনুনিয়াহ) এৰা, সেইবোৰ- সোণাময় দিননো আৰু ক'ত পাবি। ঢেকীৰ মাত শুনিবলৈ গাঁৱত ঢেকীয়েই নাই।

চাৰিওফালে মিলৰ মাত, মটৰৰ মাত, মটৰ চাইকেলৰ ভেক্-ভেট্ পেট্-পেট্ এইবোৰহে আৰু। সেয়েহে চাগে' মোৰ ল'ৰাই আজি কুকুৰাৰ ডাকতে ক'ৰবাত ঢেকীৰ মাত শুনি ক'তনো কি ওলাল বুলি বিচনাৰ পৰাই উঠি বাহিৰলৈ লৰ মাৰি আহিছে।

জোনালী : বোধকৰো কিবা বুজাব নোৱাৰা আৰু নাম নোহোৱা এটা আকৰ্ষণ। আৰুনো কি হ'ব পাৰে মা।

সুৰাগী : এৰা পাই। ... অ' সৌৱা গুণদা বুঢ়ী নহয়নে ?

জোনালী : হয়, ইয়ালৈকে আহিছে তেখেত ।

সুৰাগী : মূঢ়া এটাকে আনচোন। (জোনালী ভিতৰলৈ সোমাই যায়) আজি কিনো মন চলিল বোলে হাইঠা মাটিত পৰিল।

গুণদা :(বাহিৰত) তেনেকৈয়ে কিয় কোৱা সুৰাগী বাই? (সোমাই) আগৰ দৰে জানো ফুৰিব পাৰো। এলাহ-ভাগৰো বেছি হ'ল। তাৰে ঘৰখনতো ইটো সিটো নাচালে নহয়। ... ওঁ ওঁ হ'ব (জোনালীয়ে এটা মূঢ়া আনি দিয়ে আৰু 'বহক' বুলি কৈ একাষৰীয়াকৈ বয়) হ'ব, ওঁ বহিছো আই। আহো আহো বুলি তোমালোকৰ ঘৰলৈ সময়েই কৰিব নোৱাৰো। আজি আৰু' গৈছিলো পুলিনৰ ঘৰলৈ কিবা দৰৱ এটা বিচাৰি। বাইক দেখি সোমাই আহিলো বাটৰ পৰাই, বোলো মাত এষাৰকে আটাইকে লগাই যাওঁ।

জোনালী : বৰ ভাল পালো মাহী।

গুণদা : ল'ৰা- লুৰিয়োৰ খবৰ নাই হ'বলা।

জোনালী : চিঠিপত্ৰত দিছে মাহী।

সুৰাগী : তোমাৰো নাতি-নাতিনী এতিয়া সৌইবাটিও নহয়

জানো?

গুণদা : কেনেবাটিও আৰু'। পিছে মাকহঁতৰ জঞ্জাল নাই। সকু কেইটাৰ জেঙা মাৰিবলৈ সি দেৱহঁ কাম কৰা ছোৱালী এজনী আনি দিছে কোনোবা বাগানৰ পৰা। ডাঙৰটোৰ কালৰ নাতি-নাতিনীহালক আৰু' বিলাতী স্কুলত ৰাখিছে। ঘৰলৈ নাহেই নহয়। ল'ৰা-ছোৱালী আঁতৰত, নথলে জানো হয়, পেচটিচৰ কথা আছে নহয়।

সুৱাগী : তেনেহ'লে বুঢ়ী মাকৰনো কাম কি, ঘৰখনৰ ৰন্ধা বঢ়াখিনি .....

গুণদা : মিছাকৈনো কিয় ক'ম বাই, মই আজি কালি ৰন্ধা-বঢ়া নকৰো। মিনতিয়েই কৰে। তাই আৰু' কলেজ এৰিলে নহয়।

সুৱাগী : বোৱাৰীহঁতৰ চাগে' কাম-বন একো নাই। আৰু সেয়েহে নোদোকা-নোদোকা হৈছে। কি কোৱা? (জোনালী ভিতৰলৈ সোমাই যায়)

গুণদা : হওঁতে নাই হোৱা বুলি নকওঁ। সুখত থকা, সুখত ফুৰা। মাকৰ ঘৰত সুখত উঠিছে, মোৰ ঘৰত সুখত আছে। সিহঁত কন্দৰ্প আৰু দেৱহঁতে আৰু' বোৱাৰীকেইজনীক একো কৰিবলৈও নিদিয়ে নহয়।

সুৱাগী : এৰা পাই, আমাৰ জীয়াৰী-বোৱাৰীবোৰেহে কিবা চুণৰ ভুৰুকাত হাত দি আহিল যেন পাওঁ। বোৱাৰীজনীয়েও মাকৰ ঘৰত দুখতে উঠি আহিছে, ইয়াতো তাই সুখৰ মুখ দেখা নাই।

(লগে লগে জোনালীয়ে ডুকুলি এখনত এগাল চাউল লৈ সোমাই আহে আৰু শাহুৱেকৰ কথাত আঁত ধৰি সোধে :)

জোনালী : কিনো সুখৰ কথা কৈছে মা? (চাউলৰ ধান বাচিবলৈ ধৰে)

গুণদা : ক'মনো কি, লোকৰ ঘৰৰ বোৱাৰীৰ চিৰি-চেহেৰা নেদেখিছ? তাকে কৈছো। সুখত সুৱাগী খাইছে, সুখত ফুৰিছে। তোৰ আৰু' ভাতকেইটা খাবলৈকে সময় নাই।

জোনালী : (হাঁহি) অ' সেইটো কথা কৈছে। মই আৰু' বেলেগ কিবা সুখৰ কথা কৈছে বুলিহে ভাবিছিলো। (চাউল জাৰি-জোকাৰি ধান বাচি থাকে)

সুৱাগী : (গুণদাৰ প্ৰতি) হেৰি নহয়, জীয়েৰাৰ খবৰ কি আজি কালি?

গুণদা : কাপুৰ কথা সুধিছানে দীপালীৰ কথা?

সুৱাগী : এই, মই আৰু' দীপালীৰ কথা পাহৰিয়ে গৈছিলো। দুয়োজনীৰে কথা সুধিছো পাই।

গুণদা : সিহঁত দুয়োজনীৰ ভাল। দুয়োজনী সুখতে পৰিছে নহয়। মাত্ৰ হাত ধুই ভাত খাব লাগে, বুইছা বাই।

সুৱাগী : হয় নেকি? বৰ ভাল কথা। পিছে কাপোৰ-কানি, বাচন-বৰ্তন আদি ধোৱা কামবোৰ?

গুণদা : সেইবোৰ হাতেৰেও চুব নালাগে। ধোবাই ঘৰৰ পৰাই কাপোৰ কানি লৈ যায়হি। বাচন-বৰ্তন ধুবলৈ কাম কৰা মানুহ পুৱা-গধূলি একোজনীকৈ আহিয়ে থাকে নহয়।

সুৱাগী : ৰন্ধা বঢ়া ?

গুণদা : এঘৰলৈ এটা ঠাকুৰ আৰু আন ঘৰলৈ এটা কান্চা আছে, ৰান্ধি বাঢ়ি থৈ যায়।

সুৱাগী : আও। জীয়েৰাহঁতক ইমান সুখলৈ দিলানে? সেই গুণেহে কৈছো বোলো আমাৰ বোৰে চুণৰ ভুৰুকাত হাত দি জনম ল'লে জী-হঁতৰ যি কপাল বোৱাৰীহঁতৰো সেই। পুৱা ঢাৰি-পাটি এৰিবৰ পৰা ৰাতি ঢাৰি-পাটিত পৰালৈকে দিনটোত অকণো আহৰি নাই।

গুণদা : দেখিছোৱে নহয়। বোলো বোৱাৰী জোনালী, তুমিনো সেইয়া কি কৰি আছা?

জোনালী : মাহীয়ে দেখিয়ে আছে দেখোন। দোকানৰ পৰা অনা মিলৰ চাউলহে। ধানৰ উপৰিও শিলগুটি, পতান আৰু ক'ত কি?

গুণদা : কিন্তু তোমালোকৰ ঘৰলৈ কাম কৰা মানুহ, মানে এই বাই বুলি কোৱাবোৰ নাহে নেকি?

জোনালী : (হাঁহি) কাম আমি নিজে কৰো মাহী। অসুবিধা একো নাই।

গুণদা : নিজে কৰা। অসুবিধা একো নাই। এই যে আলহী-অতিথিৰ লগত কথা পতা, চাহ-তামোল দিয়া, এইবোৰ কেতিয়া কৰা?

জোনালী : (হাঁহি) কামৰ মাজতে সকলো কৰো।

সুৱাগী : বোৱাৰী। এওঁক তামোলখন দিয়াৰ আগতে চাহ অকণকে আনগৈ যা। গেচটোকে জ্বলাই কৰি আন।

জোনালী : যাওঁ মা। ( চাউলখিনি শাহুৱেকলৈ আগবঢ়াই দিয়ে) চাওকচোন যি পাৰে।

সুৱাগী : আকৌ মোকে দিলিনে? (জোনালীয়ে ভিতৰলৈ যাবলৈ এখোজ দিয়ে) চকুৰে জানো মনো? পিছত আৰু' ভাতত ধানহে ওলাল, শিলগুটিহে ওলাল বুলি গালি খাবি তই।

জোনালী: (হাঁহি) হ'ব মা, গালি খোৱাও খোৱা শিলগুটি খোৱাও খোৱাই। দুয়োটা খোৱা কথাহে।

সুৱাগী : (মিচিকিয়াই) দেখিলানে গুণদা, তোমাৰ বোৱাৰীয়েৰাই কি ক'লে।

গুণদা : বোৱাৰী দেখিছো বৰ বাক্পটু। কিন্তু তোমালোকৰ ঘৰত মই এটা বস্তু দেখা নাই বাই।

সুৱাগী : নেদেখা বস্তু এটাইনে? আমাৰ ঘৰত কেইবা বস্তুৱেই

নাই। কেৱল নাই আৰু নাই। তাৰ ভিতৰত কোনটো বস্তুৰ কথা বা কৈছা।

গুণদা : মই কোৱা বস্তুটো হৈছে পেছ্‌টিছ্‌ ।

সুবাগী : পেছ্‌টিছ্‌! সেইয়া আৰু' কি হয়নে গুণদা?

গুণদা : সুবাগী বাই! এই ধৰা তোমাৰ বোৱাৰীয়েৰাই নিজে চাউলৰ ধান বাচিছে, সিমানেই নুজুৰিলে তোমাকো সেই কামত লগাইছে। দুটা টকা দিলেই দেখাৰ মানুহ পোৱা যায়। দুটা টকা খৰচ কৰিব নোৱাৰা, গতিকে তোমালোকৰ পেছ্‌টিছ্‌ নাই।

সুবাগী : হয় নেকি? এতিয়াহে বুজিছো। বাৰু বাৰু, মোৰ ডাঙৰ জীৰ যি হ'ল হ'ল, এই সৰুজনীক, মানে চম্পাৰ কাৰণে ভাল পেছ্‌টিছ্‌ থকা মানুহ এঘৰ চাই দিবাচোন, গুণ নহে ধৰ্ম্ম হ'ব বুইছা। (ভিতৰফালে কোনোবাই খুকখুককৈ হাঁহে, সুবাগীয়ে সেইফালে ভুমুকিয়াই আহি বহে)

গুণদা : মইনো কি বিচাৰি দিব লাগিছে সুবাগী বাই! আজিকালি পেছ্‌টিছ্‌ বহুতৰ ঘৰতে আছে। আনকি তোমালোকৰ চুবুৰীৰ লখীহঁতৰ ঘৰতো এই মাত্ৰ দেখি আহিছো। চোৱা বাই, লখীৰ গিৰিয়েকেনো কি বৰ ডাঙৰ ব্যৱসায়টো কৰে! সৰু গেলামালৰ দোকান এখনহে আছে! ঘৈণীয়েকজনীৰ, মানে এই লখীৰ চিৰি-চেহেৰা নেদেখিছা!

সুবাগী : তেনেহ'লে লক্ষীহঁতৰ পেইটিছ্‌ আছে?

গুণদা : আছেতো। লখীয়ে আজিকালি নিজে কাপোৰ-কানি ধোৱা দেখিছানে? দাইলৰ শিলগুটি নিজ হাতে বাচেনে, এইবোৰ পেছ্‌টিছ্‌ বুইছা। তুমি যিমানে টকা দি আনক বোৱাব পাৰিবা সিমানে তোমাৰ পেছ্‌টিছ্‌ বাঢ়িব।

সুবাগী : অ' কথাটো সেইটো নে?

গুণদা : সেইটো মানে ?

সুবাগী : পুলিনৰ মানুহজনী, মানে লখী আৰু'। পুলিনে সেই সিদিনালৈকে দিন হাজিৰা কৰি ভাত মোকলাইছিল, তাৰ পাছত ৰিক্সা টানি চলিছিল। এতিয়া ঈশ্বৰৰ কৃপাত দুপইচা হাতলৈ আহিল হ'ব পায়। গতিকে, লখীয়ে পেছ্‌টিছ্‌ কৰিছে আৰু'।

গুণদা : আৰু গুণীনৰ মানুহজনীলৈনো চোৱা কিয়? শুনিছেনো কি চাকৰিভাল কৰিছে। চাঁচ-বঁটালি মাৰি খায়।

সুবাগী : এৰা, কথাটো মই কেতিয়াবা মন কৰো। গুণীননীয়ে কাপোৰ দিয়ে ধোবাৰ ঘৰত, ভাত বনাই কোনোবা বাইৰ হতুৱাই, মুঠতে তাই ভৰি জোকাৰি ভেম জুৰি বহি থকাৰ বাহিৰে..

গুণদা : এইয়া ভেম নহয় বাই। তুমি বুজা নাই, এইয়া পেছ্‌টিছ্‌হে। গুণীনৰ পেছ্‌টিছ্‌ আছে।

সুবাগী : মই বুজিছো বুলি কৈছো যদিও কথাটো এতিয়াও ভালকৈ বুজা নাই গুণদা। মই তোমালোকৰ ঘৰলৈকে এদিন যাব লাগিব। পেছ্‌টিছ্‌টো চাই আহিলেহে বুজিম।

গুণদা : যাবা যাবা। বোৱাৰীকো লৈ যাবা। অ' সৌটো ধৰণী নহয়নে? সিনো আৰু বাৰীৰ চুকত কি কৰিছে।

সুবাগী : জেওৰাখন বাটি আছে হবলা।

গুণদা : সি নিজে জেওৰা বাটিছে! এই ককাই বুলি মতা কাম্‌লা মানুহবোৰ এইফালে নাহে নেকি?

সুবাগী : আছে, সিহে নলগায় সিহঁতক, নিজেই কৰে।

গুণদা : আৰু এই ধৰণীটোৱেনো টকাবোৰ কৰে কি? কোম্পানীৰ চাকৰি কৰে, ভাল দৰমহাও পায় বুলি শুনিছো। সিনো এই বোৱাৰীজনীক... ক'তা টি-ভি এটাও নাই হ'বলা। বোৱাৰীমানুহে লোকৰ ঘৰত টি-ভি চাবগৈনে?

(গুণদাৰ কথাৰ মাজতে দুকাপ চাহ লৈ জোনালী উপস্থিত হয়)

জোনালী : তেওঁ কাহানিবাই টি-ভি আনিবলৈ লৈছিল মাহী, মইহে মানা কৰিলো। (দুয়ো বৃদ্ধাৰ আগে আগে স-সম্ভ্ৰমে চাহৰ কাপ থয়)

গুণদা : টি-ভি আনিবলৈ মানা কৰিছা। কিয়?

জোনালী : ৰেডিঅ' আছে নহয়। সেইখনেই ভাল; কাণেৰে শুনি থাকিব পাৰি, হাতেৰে কাপোৰ সীব পাৰি, নতুবা চাউল-দাইলৰ শিলগুটিকে বাচি থাকিব পাৰি। টি-ভিটো হ'লে সেইফাললৈকে চাবনে কামৰ ফালে চাব!

গুণদা : সেইটো পেছ্‌টিছ্‌ৰ কথাহে। পেছ্‌টিছ্‌ বুজা লোকে টকা-পইচা দি মানুহ লগাই কাম কৰাই আৰু নিজে সুখ মনে পেছ্‌টিছ্‌ মতে টি-ভি চাই থাকে।

জোনালী : চাহ খাওকচোন মাহী। চাহ ঠাণ্ডাই হ'ব এতিয়া দেখোন।

সুবাগী : হয়তো আৰু'। আমি কথাহে মাৰি আছো, ইফালে.....

(দুয়ো বৃদ্ধাই চাহ খোৱা আৰম্ভ কৰে)

জোনালী : মই তামোল এখন আনো মাহী। (হাঁহি) মাহীৰ দাঁত ভালেই আছে দেখিছো, তামোল নুখুন্দিলেও হ'ব।

গুণদা : হ'ব আই। ঈশ্বৰৰ কৃপাত দাঁত কেইটা ভালে আছে

এতিয়ালৈকে। চুলিহে লাহে লাহে গৈছে আৰু ।

( জোনালীয়ে দুয়ো বৃদ্ধাৰ মুখলৈ চাই হাঁহি মাৰি ওচি যায়)

সুৰাগী : মোৰ হ'লে দুয়ো বিধেই গৈছে। চুলি লহিওবাও বহু বছৰ হ'ল। আৰু চুলিনো নপৰিব কিয় ? চিন্তা কৰোতে কৰোতেই হৈছে আৰু। ল'ৰাক পঢ়ুওৱাৰ চিন্তা, তাৰ পাছত জীয়ৰীৰ বিয়া দিয়াৰ চিন্তা; মূৰটোৱেনো কেইফালে সহিব।

গুণদা : জীয়ৰী এতিয়া সুখতে পৰিছে ছাগে।

সুৰাগী : সুখতে পৰিছে বুলিনো কেনেকৈ কওঁ। তোমাৰ দুজনীৰ নিচিনাকৈ পেছ্‌টিছ্‌টো নাই নহয়। তাই নিজে ৰোৱা-দোৱা, বোৱা -কটা, ৰন্ধা-বঢ়া সকলো নকৰিলে নহয়।

গুণদা : আও মোৰ ছোৱালীহঁতৰ লগত তুলনা নকৰিবাচোন বাই। সিহঁতৰ নিচিনা সুখত খোৱা ছোৱালী ক'ত পাবা ? মই ক'লো নহয়, হাত ধুই ভাত খোৱা আৰু টি-ভি চোৱা। কাম বুলিবলৈ সেয়াই আৰু।

(কথাষাৰ শেষ হোৱাৰ পূৰ্বেই জোনালীয়ে বটাত তামোল লৈ উপস্থিত হয় আৰু লগে লগে গুণদাৰ কথা কাটে)

জোনালী : কিন্তু মোৰ মতে সেইটো সুখ বুলি নকওঁ মাহী। দিনটোৰ ভিতৰত এগচ কুটা দুগচ নকৰাটো সুখ বুলি কয় নেকি ?

গুণদা : (অলপ খঙেৰে) তেনেহ'লে মোৰ ছোৱালীৰ পেছ্‌টিছ্‌ নাই বুলি কৈছা ? আনক ঈৰ্ষা কৰোতেই তোমালোকৰ দিন যাব। (মুখত তামোল ভৰায়)

জোনালী : (হাঁহি) মাহী, খংনো কৰিছে কিয়, কথাটোহে কৈছো !

গুণদা : কথাটোহে কৈছানে ? কথা কৈছানে পেংলাই কৰিছা মই বুজি পোৱা নাই নেকি ? (যাবলৈ থিয় হয় আৰু যাওঁতে কৈ যায়...) সকলোবোৰ পেছ্‌টিছ্‌ৰ কথা। পেছ্‌টিছ্‌ নোহোৱা মানুহে আনৰ দেখিলে পেংলাই কৰেই। (প্ৰস্থান)

জোনালী : (দুৰৰ পৰা) মাহী, বেয়া নাপাব আৰু'।

সুৰাগী : বেয়া নেপাবা গুণদা।

গুণদা : (বাহিৰত) নাপাওঁ নাপাওঁ, কেলৈ বেয়া পাম। পেছ্‌টিছ্‌ৰ কথাহে।

সুৰাগী : এদিন তোমালোকৰ ঘৰলৈ যাম বুইছা। পেছ্‌টিছ্‌টো চাই চিতি আহিছে নিজৰ ঘৰত খটামহি।

গুণদা : বাবা বাবা, চাই আহিবাগৈ।

(সুৰাগী আৰু জোনালীয়ে খন্তেক নীৰৱে কিবা চিন্তা কৰে)

সুৰাগী : হয়নে বোৱাৰী, গুণদাই কথাই কথাই যে ইমানকৈ পেছ্‌টিছ্‌ৰ কথা ক'লে, বোলে তাহাঁতৰ ঘৰত পেছ্‌টিছ্‌ আছে, আমাৰ ঘৰত পেছ্‌টিছ্‌ অভাব হৈছে। আৰু' বোলে সকলোৱে আজিকালি পেছ্‌টিছ্‌ৰ ফালে মন দিছে! কথাটোনো কি ?

জোনালী : মইও তাকে ভাবিছো মা। মাহীয়ে কোৱা মতে বৰ বৰ মহাজনৰ পৰা আৰম্ভ কৰি দিন হাজিৰা কৰি খোৱা মানুহলৈকে, চাহাবৰ পৰা চাপ্ৰাচীলৈকে দেখাক দেখি সকলোৱে পেছ্‌টিছ্‌ৰ খেতি কৰিছে।

সুৰাগী : বুজিছো সেইটো। পিছে পেছ্‌টিছ্‌ মানেনো কি ?

জোনালী : মইও ভালকৈ নাজানো মা। কিন্তু গুণদা মাহীয়ে যেনেদৰে বুজালে পেছ্‌টিছ্‌ মানে চোৰাংকৈ ঘটা ধন। সেই ধনেৰে মানুহ খটুৱাই নিজে আৰাম কৰে ।

সুৰাগী : সেইটো হয় জানো।

জোনালী : মই বাৰু সৌফালে তেওঁক সুধি আহোচোন। (যায়)

সুৰাগী : ওঁ যা, ধৰণীকে সুধি আহ অৰ্থটো। পেছ্‌টিছ্‌ৰ অৰ্থ নুবুজিলে আজি দেখিছো চৰুৰ তললৈ জুই নাযাবই। (স্বগতোক্তি) পেছ্‌টিছ্‌! মই বুজাত আজিকালি ঢেকীত ধান বানিলে পেছ্‌টিছ্‌ যায়, নিজে কাপোৰ ধুলে পেছ্‌টিছ্‌ যায়, চাউলত ধান বাচিলে পেছ্‌টিছ্‌ যায়। আনক দুটকা দি সেইখিনি কৰালে পেছ্‌টিছ্‌ বাঢ়ে। (জোনালী সোমাই আহে)

জোনালী : মা। (হাঁহে)

সুৰাগী : ফেল্‌ফেল্‌কৈ হাঁহি যে আহিছ সিনো কি ক'লে তাকে ক। পেছ্‌টিছ্‌ মানেনো কি ?...
(জোনালীয়ে হাঁহিয়ে থাকে) এইজনী পাগলী হ'লিনেকি অ'! ক আৰু' ।

জোনালী : মা! তেওঁ তভক মাৰি ভাবি ক'লে বোলে শব্দটো আচলতে প্ৰেষ্টিজ। ইংলিচ শব্দ। প্ৰেষ্টিজ মানে সন্মান। (চাউলখিনি লৈ বাচিবলৈ ধৰে)

সুৰাগী : (পদুলিৰ ফালে চাই গালি দি) আও। তাই হেৰামজাডীয়ে এইখন ঘৰৰ সন্মান নাই বুলি ক'বলৈহে আহিছিল। তাইক মই এতিয়া লগ পাব লাগিছিল। তাই পুলিনৰ ঘৰত সন্মান দেখিলে মোৰ ঘৰত নেদেখিলে? (বোৱাৰীয়েকৰ প্ৰতি) তই অৰ্থটো আগতে নকলি কিয়? তাইৰ চুলি ইয়াতে পাহ পাহ কৰিলোহেঁতেন।

জোনালী : (চুকৰ ফালে গৈ হাঁহি) হওঁতে অৰ্থটো মই অলপীয়াকৈ বুজিছিলো।

সুবাগী : মুখখন কোনে বান্ধি থৈছিল হয়নে?

জোনালী : মই ভবামতে আক' হয় বা নহয়, সেইবাবে নক'লো।

সুবাগী : তই ধৰণীৰ ওচৰৰ পৰা অৰ্থটো আনোতে এবেলা কৰিছিলি কিয়।

জোনালী : মই জানি বুজিহে অলপ দেৰি কৰিছিলো মা।

সুবাগী : জানি বুজি দেৰি কৰিছিলি ?

জোনালী : হয় মা। দেখিলো গুণদা মাহীয়ে জপনাখন পাৰ হৈ ৰাস্তাত ভৰি দিয়াই নাই। তাৰ আগতে আহি যদি আপোনাক আচল কথাটো কৈ দিওঁ তেন্তে দুই বাই-ভনীৰ মাজত কুৰুক্ষেত্ৰখন নহ'লহেঁতেননে ?

সুবাগী : হ'লহেঁতেন যদি হ'লহেঁতেন, তাৰ কাৰণে তই ভয় কৰিব লাগেনে? চাওঁ, এতিয়াও তহঁতে মোক হকা বধা নকৰিবি, মই এতিয়াই গৈ তাইৰ ঘৰৰ পেছ্‌টিছ্‌টো বাহিৰ কৰি থৈ আহো।

জোনালী : (ওচৰলৈ আহি আঁঠু লৈ ) ভৰিত ধৰিছো মা, লোকৰ ঘৰত পেছ্‌টিছ্‌ বাহিৰ কৰিবলৈ যাব নালাগে। নিজৰ ঘৰৰ প্ৰেষ্টিজ ৰাখক।

(চম্পা ভিতৰৰ পৰা ওলাই আহে)

চম্পা : কি হ'ল মা? ইমান হুলস্থূল কৰিছা কিয়? পঢ়া টেবুলত খন্তেক বহিলেই তোমালোকৰ সহ্য নহয়, নহয়নে। ইফালে মোৰ পৰীক্ষালৈ এসপ্তাহেই নাই।

সুবাগী : তোকনো পঢ়া টেবুল এৰি ইয়ালৈ আহিবলৈ কোনে কৈছে হয়নে? (জোনালী থিয় হয়)

চম্পা : কোনোবাই ক'ব লাগিছেনে? তোমালোকে ইয়াত হৈ-হাল্লা কৰি থাকিলে মই ওচৰতে পঢ়ি থাকিব পাৰোনে ?

সুবাগী : যা যা, তহঁত চবে নিজৰ নিজৰ কামত যা। মই চুবুৰীটোতে এপাক ঘূৰি আহো।

চম্পা : এপাক ফুৰিবলৈ যাব পাৰা, কিন্তু কাৰো ঘৰত প্ৰেষ্টিজ চাবলৈ নাযাবা।

সুবাগী : তই আক' হুকুম দিবলৈ আহিলিনে?

চম্পা : হুকুম নহয় মা। এইয়া এটা ভাল পৰামৰ্শহে। যিটো কথা ঘৰত থাকিয়েই বুজিবলৈ সুবিধা আছে সেইটো কথাৰ বাবে বাহিৰলৈ যোৱাৰ কি প্ৰয়োজন?

সুবাগী : তই যদি ভিতৰত সোমাই থাকিয়েই পেছ্‌টিছ্‌ মানে কি বুজি পাইছিলি তেন্তে তাই গুণদা থাকোতেই ওলাই নাহিছিলি কিয়?

চম্পা : মই ওলাই নহাৰ কাৰণটো বৌৰ মুখেদিয়ে শুনিলা দেখোন। হাজাৰ হ'লেও গুণদা মাহী আমাৰ ঘৰলৈ অহা আলহী। আলহীক তুমি কেচাই কেচাই অপমান কৰিবা, সেইটো আৰু কথা হ'বনে? আমি নিজৰ প্ৰেষ্টিজ নিজে ৰাখিব লাগিব। আৰু শুনা ...

সুবাগী : আৰু কি?

চম্পা : আমি যিখন ঠাইত আছো সেইখন এতিয়া গাঁও নহয়, নগৰো নহয়। অ'ৰ ত'ৰ এনেৰ দুখৰকৈ মানুহ আহি ঠাইখনত মানুহে ঠাঁহ খাই পৰিছেহি। গাঁও-নগৰৰ এনে দোমোজাত মানুহবোৰৰ কথা-বতৰা, চাল-চলন, আদব-কায়দাত এনেবোৰ বেমেজালি হয়েই। এই চুবুৰীটোত যিমানবোৰ মানুহ দেখিছা সকলোৱে জানো- একেবোৰ কাম কৰে? কোনোবা অফিচাৰ, কোনোবা কেৰানী, কোনোবা শিক্ষক, কোনো খেতিয়ক, কোনো মহাজন, কোনো গোমস্তা, কোনো ৰিক্সাবালা, কোনো ঠেলাবালা। ইফালে কোনোবা চোৰ, কোনোবা ঠগ-প্ৰবঞ্চক। কোনোবা....

সুবাগী : তোৰ কথাও মই বুজা নাই।

চম্পা : বুজা নাই! গুণদা মাহীৰ ঘৰলৈ গ'লে বুজিবানেকি?

সুবাগী : তইনো কি ক'ব খুজিছ?

চম্পা : মই তোমাক বুজাই ক'ব খুজিছো যে ... মানে ... মানে অসমীয়াতে এটা ভাল পটন্তৰ আছে। তুমি দেখোন মাজে মাজে গায়েই থাকা।

সুবাগী : মই গাই থাকো?

চম্পা : গাই থাকাতো (হাঁহি) কি আছিল কোৱাচোন বৌ। এই যে আদাক দেখি......

জোনালী : আদাক দেখি উঠিল গা, কেতুৰিয়ে বোলে মোকো খা।

চম্পা : কেতুৰিয়ে বোলে মোকো খা। (হাঁহে আৰু দোহাৰে) আৰু এইবাৰ বাপুকনৰ কবিতা শুনা। সেই সিটো চুবুৰীৰ বাপুকন পিয়নে লিখা কবিতাটো আনিছো ৰ'বা। (ভিতৰলৈ সোমাই যায়। জোনালীয়ে চাউলখিনিত হাত ফুৰাই তলমূৰ কৰি থাকে। খন্তেক পিছত চম্পা ওলাই আহে, হাতত এখন আলোচনী) বাপুকণ পিয়নে আমাৰ চুবুৰীৰ বিষয়ে কবিতা লিখি একেবাৰে আলোচনীত তুলি দিলে নহয়। শুনাঃ

(আলোচনী মেলি)

তাহানিতে ঢেকীৰ মাতত পুৱায় ৰাতি,
আজি মিলৰ মাতত টেকেলি কাতি।
আজি দেশী চাহাবৰ ভীমকল চেহেৰা,

তাতে মেম চাহাবৰ কথাই দোচোৰা।
চাৰি পাঁচ লিগিৰী তেওঁৰ নহ'লে নহয়,
লিগিৰা নেথাকিলে প্ৰেষ্টিজ নৰয়।
বাটিৰামে বটালি মাৰি ঘৈণীয়েকক দিয়ে ধন,
ঘটিৰামৰ ঘৈণীয়েকৰ ওপৰলৈ উধাবৰ মন।
কাচনমতীয়ে কাচীবাইক লগাই বাচন-বৰ্তন ধুৱায়,
তাকে দেখি কাটিৰামনীৰ দেহাত তৎ নাই।
বাটিৰামনীয়ে বাইক মতাই চাউলৰ ধান বচায়,
তাকে দেখি ঘটিৰামনীয়ে গিৰিয়েকক কথা শুনায়।
গিৰিয়েকে বোলে প্ৰাণেশ্বৰী তয়ো এজনী ল'বি,
খাটি অচমীয়া তিৰি বুলি তেতিয়াহে প্ৰেষ্টিজ পাবি।

**সুৰাগী** : কি গাইছইক অ' এইবোৰ?

**চম্পা** : বাপুকণ পিয়নৰ কবিতা আৰু'। বাপুকণে লিখিছে অসমীয়াৰ জাতীয় গৌৰৱ নামৰ এটা দীঘল কবিতা। বাকীখিনি নাগাওঁ আৰু।

**সুৰাগী** : পিছে এইবোৰ চেলবেলীয়া কথাৰে মন ভুলাই মোক ইয়াত বন্দী কৰি ৰাখিবিনে গুণদাৰ ঘৰৰ পেছ্‌টিছ্‌খন চাবলৈ যাব দিবি?

**চম্পা** : আও! তুমি নিজে চাবলৈ যাব লাগিছে কিয়! মই চাই আহিছো নহয়। মোৰ কথা বিশ্বাস নকৰা নেকি?

**সুৰাগী** : কি চাই আহিছ তই?

**চম্পা** : গুণদা মাহীৰ ঘৰত থকা প্ৰেষ্টিজ আৰু'। ইফালে তেওঁৰ ঘৰত সুখে চৌ-চৌৱাই আছে নহয়। একেবাৰে বিলাতী সুখ। তেওঁলোকৰ খোজত প্ৰেষ্টিজ, কথাত প্ৰেষ্টিজ, চাৰিওফালে কেৱল প্ৰেষ্টিজেই প্ৰেষ্টিজ। কিন্তু এটা বস্তু হ'লে নাই।

**সুৰাগী** : কি বস্তু নাই অ'?

**চম্পা** : হাঁহি নাই, হাঁহি... ( জোনালী আৰু চম্পাই হাঁহে)

**সুৰাগী** : সেইটোও এটা বস্তুনে?

**চম্পা** : বস্তুতো আৰু'।

**সুৰাগী** : পেছ্‌টিছ্‌ থকা ঘৰত হাঁহি নাই, সেইটো কেনেকৈ হ'ব!

**চম্পা** : সঁচা কথাকে কৈছো মা! বৌ, কালিযে মই কৈছিলো, মনত আছেনে?

**জোনালী** : অ' সেইটো কথা। (হাঁহে)

**সুৰাগী** : কিনো চিয়াঁৰতে কথাবোৰ কৈ ফেল্ ফেল্‌কৈ হাঁহি থাকে জানো এই কেইজনীয়ে। গুণদাইতৰ ঘৰত কিয়নো হাঁহি বোলা বস্তুটো নাই নকৰ কিয়?

**চম্পা** : শুনা মা (হাঁহি)
গুণদা মাহী ফিটাহী
বৰপুতেক হ'ল মদাহী,
সেই গুণেহে হাঁহি নাই,
বুজিলানে কথাটো আই?

(চম্পা আৰু জোনালীৰ হাঁহিৰ খলক)

**সুৰাগী** : কিনো হাঁহি থাক অ'! লোকৰ বদনাম গাই মানুহে হাঁহে নেকি?

**চম্পা** : (কৃত্ৰিম গহীনতাৰে) নেহাঁহো তেন্তে। আৰু শুনা মা। প্ৰেটিজ নাই বুলি যদি আমাক লৈ গুণদা মাহীয়ে হাঁহিব পাৰে, তেন্তে তেওঁলোকৰ ঘৰত হাঁহি নাই বুলি আমিনো নেহাঁহিম কিয়?

**সুৰাগী** : তইঁতে এইবোৰ চুপতি মাৰিয়ে থাকিবিনে আজি ভাত খুৱাবি হয় নে?

**জোনালী** : অ' সঁচাকৈয়ে পাহৰিছো মা। (চাউলখিনি তুলি লয়, চম্পাই হাতৰ পৰা কাঢ়ি লৈ মূঢ়াটোত বহি লয়)

**চম্পা** : মই বাচিম। (জোনালী) ভিতৰলৈ সোমাই যাব খোজে। তেওঁৰ ফালে চাই চম্পাই গায় ...)
বৌয়ে নেবাচে চাউলৰ শিল
ভাতৰ লগত গোটে গোটে গিল।
বৌ! শুনিছানে নাই। তোমাৰ প্ৰেষ্টিজ আছে যদি
চাউলৰ শিল বচাৰ বাবে মোক দুটকা দি দিবা।

(জোনালীয়ে পাক মাৰি ঘূৰি চায়। তিনিওৱে মুখত খোলা হাঁহি ফুটি উঠে)

<u>সমাপ্ত</u>

# যৌতুক কোনে খায়

**নাট্যকাৰ # ডঃ চন্দ্ৰধৰ চমুৱা**

| চৰিত্ৰ সমূহ | বিৱৰণ |
|---|---|
| ১। আৰতি শইকীয়া - | ভদ্ৰমহিলা। সাজত ভেশ্চনকাৰী মহিলা, পুলিচ বিষয়া। বয়স ৩৫/৪০ বছৰ। |
| ২। অঞ্জলী ... - | মহিলা পুলিচ কনিষ্টবল। বয়স ২৫/৩০ বছৰ । |
| ৩। মিনতি .. - | উচ্চ শিক্ষিতা যুৱতী (বয়স ২৪/২৫বছৰ) |
| ৪। বৃদ্ধা .... - | মিনতিৰ মাক বয়স ৬৫ বছৰ। |

(পকি দেৱালেৰে এখন আহল বহল বাৰান্দা। দুখন বেতৰ চকী আৰু সন্মুখত এখন সৰু টেবুল। এগৰাকী অসমীয়া ভদ্ৰমহিলা আৰু এগৰাকী মহিলা পুলিচ কনিষ্টবল উঠি আছে। তেওঁলোকে খন্তেক পায়চাৰি কৰে)

**ভদ্ৰমহিলা** (আৰতি শইকীয়া) ঃ এওঁলোকৰ কলিং বেল নাই কিজানি।

**মহিলা কনিষ্টবল** (অঞ্জলী) ঃ বোধকৰো নাই। দুৱাৰত টুকুৰিয়াব লাগিব বাইদেউ।

**আৰতি** ঃ তুমি বাৰু যোৱা। মই যি কৰো কৰিম। তেওঁলোকৰ লগত মই কিছু ভিতৰুৱাকৈ কথাও পাতিব লাগিব। ইউনিফৰ্মেৰে সৈতে তোমালোক ইয়াত থাকিলে তেওঁলোকে সহজ হ'ব নোৱাৰিব। গতিকে .........।

**অঞ্জলী** ঃ গতিকে বাইদেৱে ঠিকেই কৈছে। আমি অলপ আঁতৰি থাকো।

**আৰতি** ঃ ওঁ, তোমালোকে ৰাস্তালৈকে ঘূৰি যোৱাগৈ। পাণ-দোকানখনৰ কাষৰ বেঞ্চখনতে বহি থাকিবা। ঠিক আধাঘন্টাৰ মূৰত আহিবা।

**অঞ্জলী** ঃ ভাল বাইদেউ (ওলাই যায়)

**আৰতি** ঃ (আগুৱাই গৈ) শুনা, যি কোনো মুহূৰ্ততে অপৰাধীক ধৰিবৰ কাৰণে প্ৰস্তুত হৈ থাকিবা।

(দুৱাৰলৈ গৈ টুকুৰিয়ায়। কিছু সময় কাৰো সঁহাৰি নাই) হেৰি! ঘৰত কোন আছে?

( এগৰাকী গাভৰু ওলাই আহে)

**গাভৰু** (মিনতি) ঃ কাক বিচাৰিছে?

**আৰতি** ঃ এইটো বিপুল বৰাৰ ঘৰ নহয় জানো?

**মিনতি** ঃ হয়। আপুনি .....।

**আৰতি** ঃ মই আৰতি শইকীয়া। এটা বিশেষ মহিলা সংগঠনৰ সভানেত্ৰী।

**মিনতি** ঃ নমস্কাৰ .... (আৰতিৰ প্ৰতি নমস্কাৰ)

**আৰতি** ঃ তোমাৰ এগৰাকী বৌৱেৰা আছে নহয়। তেওঁক খন্তেক লগ পাব লাগিছিল।

**মিনতি** ঃ বোধকৰো তেওঁ কেনিবা গৈছে। (ঘেহাঁই) তাতে তেওঁ কিছু দিনৰ পৰা মানসিক ভাৱেও সুস্থ নহয়। আপোনাক হয়তো নানা কথা শুনাই দিব পাৰে, আপুনি হয়তো বেয়া পাই যাব।

**আৰতি** ঃ (অলপকৈ হাঁহি) কাৰো কথাত বেয়া পোৱাৰ অভ্যাস আমাৰ নাই। সেইটো হ'লে মহিলা সংগঠন কৰিব পাৰি নেকি?

**মিনতি** ঃ বাৰু বৌৰ পৰিৱৰ্তে আন কাৰোবাক.... বহকচোন।

**আৰতি**ঃ অৱশ্যে তোমাৰ মাৰা আছে নহয়। তেখেতক খন্তেকলৈ পঠিয়াই দিয়াগৈচোন।

**মিনতি** ঃ ভাল বাৰু। (সোমাই যায়। আৰতি বহে)

**আৰতি** ঃ (সেইফালে চাই) তুমি আৰু' গা এৰা দি আঁতৰি নাথাকিবা এতিয়াই কৈ থ'লো, আমাৰ সংগঠনৰ সভ্য হ'ব লাগিব কিন্তু।

**মিনতি** ঃ (পুনৰ পৰ্দাৰে মুখখন উলিয়াই) আপোনালোকৰ সংবিধান বা কি, লক্ষ্য, উদ্দেশ্য বা কি?

**আৰতি**ঃ (হাঁহি) লক্ষ্য উদ্দেশ্য ভেঞ্জাবাছ নহয় দিয়া। তোমালোকৰ ইয়াতে কিছু সময় বহি বুজাই থৈ যাম। ( মিনতিৰ মুখ পৰ্দাৰ আঁৰ হয়। আৰতিয়ে উঠি ইটো সিটো চাই থাকে। তাৰ পাছত কঠোৰ ভাৱে স্বগতোক্তি কৰে) ... ঠিক আছে। (এগৰাকী বৃদ্ধা ওলাই আহে)

**বৃদ্ধা** ঃ চিনি জানি পোৱা হ'লে নাই দেই।

**আৰতি** ঃ মই ইয়াৰে মহিলা। অৱশ্যে এইখন চহৰলৈ অহা বেছি দিন হোৱা নাই।

**বৃদ্ধা** ঃ পিছে মোক বা কিয় বিচাৰিলা?

**আৰতি** ঃ আপোনাৰ জীয়ৰী মিনতি ভণ্টীৰ লগত মোৰ ভাল চিনা পৰিচয় আছে। জীয়ৰীজনীক ভাল লাগে।

তেওঁক বিচাৰিয়ে সোমাইছো। লগতে আপোনাৰ লগতো চিনাকী হৈ যাওঁ বুলি খন্তেক বহিলো।

বৃদ্ধা : বাৰু বহাচোন ।

আবতি : (পুনৰ বহি) ওচৰতে বহকচোন আপুনিও। (বৃদ্ধাই আনখন চকীত বহে) আমি এটা মহিলা সংগঠনৰ মানুহ। তাৰে কামত......

বৃদ্ধা : ভাল কৰিছা। পিছে কেনে ধৰণৰ বা কাম?

আবতি : আপোনালোকে হয়তো বা- বাতৰি শুনিছে আমাৰ অসমত কইনাৰ যৌতুকৰ বাবে প্ৰতিদিনে নোহোৱা নোপজা ঘটনা ঘটিছে। এইবোৰৰ বিষয়ে আমি এটা আন্দোলন কৰিব খুজিছো।

বৃদ্ধা : সেইবোৰ নাইকীয়া কৰিব পাৰিলেতো ভালেই, কিন্তু পাৰিবা জানো?

আবতি : যিটো আগতে অসমত নাছিল, সেইটো নাইকীয়া কৰিব কিয় নোৱাৰিম। যৌতুকৰ নিয়ম অৱশ্যে আছিল। কিন্তু ইয়াৰ বাবে দৰা পক্ষই কোনো দাবী কৰা নিয়ম নাছিল। এনে নিয়ম অসমৰ বাহিৰত আছে। কিন্তু বাহিৰৰ পৰা এয়া লাহে লাহে অসমীয়া সমাজখনত সোমাব ধৰিছে। আজিকালি দৰাই.....।

বৃদ্ধা : হয়, আজিকালি ল'ৰাই দাবী কৰেই। সোঁতৰ বিপৰীতেতো চলিব নোৱাৰি।

আবতি : দৰকাৰ হ'লে চলিব লাগিব।

বৃদ্ধা : মৰম-চেনেহত দিয়া বস্তু জানো কোনোবাই এৰিব পাৰিব? মোৰ আইৰ ঘৰৰ পৰা কাপোৰ-কানি, আ-অলংকাৰ, কাঁহী-বাটি দুই তিনিটা বাকচ ভৰাই দিছিল। চকী, মেজ, খাট-পালেঙৰতো কথাই নাই।

আবতি : আপোনালোকে সিমানতে ৰক্ষা পালেই বুলিছো। আজিকালি চাকৰি কৰা বা দুপইচাৰ মুখ দেখা ঢেঁকুৰ ল'ৰাই কি বিচাৰে জানে? বয়-বস্তুত সিহঁতৰ চকু নাই। কইনাই মাকৰ ঘৰৰ পৰা অনা চাকৰিটোত প্ৰথম চকু। হৃদয়ৰ টান, প্ৰেম-ভালপোৱা সেইবোৰ সিহঁতৰ বাবে বাজে কথা।

(মিনতি ওলাই আহে আৰু ট্ৰে এখনৰ পৰা দুকাপ চাহ টেবুলত থয়)

মিনতি : চাহ খাব বাইদেউ। (পুনৰ সোমাই যায়)

আবতি : এই মিনতি বোধকৰো আপোনালোকৰ আটাইতকৈ সৰু ছোৱালী।

বৃদ্ধা : হয়। তায়ে ঘৰখনৰ ভিতৰত আটাইতকৈ সৰু আৰু মোৰ এক মাত্ৰ কন্যা সন্তান।

আবতি : (অলপ হাঁহি) সেইবাবেই বোধকৰো খুউব আলসুৱা নহয় নে।

বৃদ্ধা : এৰা।

আবতি : এতিয়া চাওঁক এই ঘৰখনৰ আলসুৱা ছোৱালীটিক স্বামীৰ পক্ষই যদি যৌতুকৰ পীড়া কৰিবলগীয়া হয়....।

বৃদ্ধা : যৌতুকলৈ ভয় কৰি মিনতিক বিয়া নিদিয়াকৈ নাথাকো বুইছা।

আবতি : অৱশ্যে হয়। বাৰু সেইবোৰ বাদ। মই কিয় আহিছো আচলতে আপোনালোকে জনা নাই। (চাহকাপ মুখৰ ওচৰলৈ নিয়ে)

বৃদ্ধা : (গলগলীয়াকৈ) জানিছো, কিয় জনা নাই। কাঁহ মাৰিলেই আজি কালি সকলো কথা গম পোৱাৰ অভ্যাস হৈ গৈছে। গতিকে বুজিছা। (আবতিয়ে চাহ কাপ মুখত নলগোৱাকৈ পুনৰ থয়)

আবতি : জানিছে যদি শুনক। আপোনালোকৰ বোৱাৰী কৰবীৰ ওপৰত ঘৰখনে অত্যাচাৰ কৰা বুলি অভিযোগ উঠিছে। মোৰ ক'ব লগা .....।

বৃদ্ধা : (কঁপালৰ গাঁঠি থুপাই টেঙেচীয়া মাতেৰে) তোমালোকে ক'ব লগাটো বুজিছো নহয়। কৰবীৰ ওপৰত কোনেও কোনো অত্যাচাৰ কৰা নাই। সেই বিষয়ে নতুনকৈ বুজনি দিবলৈ দ্বিতীয়বাৰ এইখন ঘৰলৈ নাহিলেই ভাল পাওঁ।

আবতি : (হাঁহি) কিয় নাহিম খুড়ীদেউ। আপুনি গতিয়াই খেদিলেও আহিম। সেইবুলি নিজৰ স্বাৰ্থত নহয়। (গহীন হৈ) কৰবীৰ স্বাৰ্থত আহিম; সমাজৰ স্বাৰ্থত আহিম।

বৃদ্ধা : (কিছু উত্তেজিত স্বৰে) কৰবী মোৰ বোৱাৰী। তাইক কেনে ব্যৱহাৰ কৰিব লাগে মোক শিকাবলৈ আহিছা?

আবতি : (থিয় হৈ) কৰবী আপোনাৰ বোৱাৰী হ'ব পাৰে। কিন্তু আপোনাৰ যেনে ইচ্ছা তেনেদৰে তেওঁক ব্যৱহাৰ কৰিব নোৱাৰে। দেশত আইন আদালত নাইকীয়া হোৱা নাই যে .........

বৃদ্ধা : (থিয় হৈ) অ' তেনেহ'লে তুমি আদালতৰ ভয় দেখুৱাবলৈ আহিছা, আমি অফিচ-আদালত চিনি নাপাওঁ? চুকৰ ভেকুলী বুলি ভাবিছা নেকি?

আবতি : মুঠেই ভবা নাই। আপোনালোকে মোতকৈ বহুত জানে। আমাতকৈ শক্তিশালীও। আমি দুৰ্বল মানুহ হিচাপে দুৰ্বল মানুহৰ সংগঠন এটা কৰিছো। গনতান্ত্ৰিক মহিলা মঞ্চ। তাৰে সভানেত্ৰী হিচাপে আপোনাক দু-আষাৰ কোৱাৰ অধিকাৰ নিশ্চয় আছে।

মিনতি : (দুৱাৰ মুখৰ পৰা) বাইদেউ, চাহকাপ ঠাণ্ডা হ'ল। মা তুমিওনো ইমান অধৈৰ্য হৈছা কিয়।

আবতি : (কাঠ হাঁহিৰে) নাই নাই তেখেত অধৈৰ্য হোৱা নাই।

ক'ব লগাটোহে কৈছে। (বৃদ্ধাৰ প্ৰতি) আহক, বহকচোন। (মিনতিয়ে মাকক বহুৱায়। আৰতি আৰু বৃদ্ধাই দুই এটোক চাহ খায়) শুনা মিনতি, অলপ শান্ত সুস্থিৰ হৈ আমি কথা পাতো। তোমালোকে এইখন ঘৰৰ বোৱাৰী কৰবীৰ ওপৰত অত্যাচাৰ চলোৱা বুলি যিটো অভিযোগ উঠিছে সেই সম্পৰ্কে তোমাৰ মন্তব্য কি?

মিনতি : কৰবী বৌৰ ওপৰততো আমাৰ কোনেও হাত তোলা নাই।

আৰতি : কেৱল হাত তোলাটোকে অত্যাচাৰ নোবোলে। এই ধৰা, কৰবীক কোনেও নামাতে, কৰবীৰ দেহৰ বা মনৰ খবৰ কোনেও নাৰাখে, তেতিয়া তেওঁ এইখন ঘৰত কি সুখত দিন কটাব? এয়া কি অত্যাচাৰ নহয়?

মিনতি : সেইয়া আমাৰ ঘৰখনৰ ভিতৰুৱা কথা। আমাৰ ভিতৰুৱা কথাত হাত দিবলৈ নহা হ'লেই সুখী হ'লোহেঁতেন।

আৰতি : অৱশেষত, তুমিও তেনেকৈয়ে ক'লা। ঠিক আছে। এইবোৰত লাগিবলৈ নহাহ'লেময়ো সুখী হ'লোহেঁতেন। কিন্তু চাপৰিলে মেঘ নেৰায় মিনতি। কৰবীৰ কথা আৰু ভিতৰুৱা হৈ থকা নাই। এয়া এক সামাজিক প্ৰশ্ন হৈ পৰিছে।

বৃদ্ধা : সামাজিক প্ৰশ্ন হৈ পৰিছে? মোৰ ল'ৰা বিপুলে তাইক জানিবা মাতবোল নকৰে; সমাজে সেইয়া কৰাই দিব পাৰিবনে?

মিনতি : কৰবীক মই বেয়া পাওঁ। ঘৰখনে বেয়া পায়; আপোনালোকে ভাল পোৱাব পাৰিবনে?

আৰতি : কিয় নোৱাৰিম? কওক, আমি কি কৰিলে আপোনালোকে কৰবীক মাতবোল কৰিব।

বৃদ্ধা : কৰবীৰ বাপেকে তাইক এটা চাকৰি কিনি দিয়াৰ কথা দিছিল। কথা ৰাখিব নোৱাৰিলে। ল'ৰাৰ বাবে এখন স্কুটাৰ আৰু ঘৰখনৰ বাবে এটা ভি-চি-আৰ দিয়াৰ কথা কৈছিল। এতিয়া কোৱা, তোমালোকে এইবোৰ দিব পাৰিবা?

আৰতি : কথাত বান্ধ খালো যেতিয়া পাৰিবই লাগিব। আৰু এখন স্কুটাৰ আৰু এটা ভি-চি-আৰৰ বিনিময়ত যদি কৰবীৰ সুখ হয় বা অন্ততঃ তাইৰ জীৱনটো ৰক্ষা হয়। তেন্তে সেইয়া গোটাবই লাগিব। কাৰণ, কৰবীৰ জীৱনটো সেইবোৰতকৈ বহুত মূল্যবান। কিন্তু আপোনালোকে মোক অলপ সহায় কৰিব লাগিব। মানে —

মিনতি : মানে ?

আৰতি : মানে তোমাৰ দাদায়েৰা অৰ্থাৎ কৰবীৰ স্বামী বিপুল বৰাক খন্তেক লগ কৰাই দিব লাগে।

মিনতি : দাদা অফিচলৈ গৈছে। পাঁচ বজাৰ আগতে নাহে।

আৰতি : কিন্তু কি অদ্ভুত তোমাৰ দাদায়েৰা। তোমাৰ বৌৱেৰা কৰবীৰ টান অসুখ। তেওঁ এই সময়ত ওচৰত থকাটো উচিত আছিল। এই কথাই প্ৰমাণ নকৰেনে যে তোমালোক আটায়ে কৰবীক শাৰীৰিক আৰু মানসিক ভাবে পীড়া দিছা?

মিনতি : দাদাৰ ছুটী নাই। কিন্তু আপুনি সৰবজান নেকি? কৰবী বৌৰ অসুখ বুলি কেনেকৈ জানিলে।

আৰতি : (বেগৰ পৰা এখন কাগজ উলিয়াই) এই চিঠিখনত সকলো লিখা আছে। ইয়াত কৰবীৰ হৈ চম্পা নামৰ কোনোবাই লিখিছে। তোমালোকে যে যৌতুকৰ বাবে কৰবীক সদায় কষ্ট দি আহিছা, ৰোগৰ কাৰণ সেইটোৱেই।

বৃদ্ধা : কিন্তু কোন এই চম্পা ?

আৰতি : চম্পা যিয়েই নহক, ৰোগীৰ লগত মানে মিছেছ কৰবী বৰাৰ লগত মোক খন্তেক কথা পাতিবলৈ অনুমতি দিবনে? (উঠে আৰু ভিতৰলৈ যাব খোজে)

বৃদ্ধা : (আগভেটি) কোনো। দৰকাৰ নাই?

আৰতি : (হাঁহি) আপোনালোকে মোক বাৰু কিয় ভুল বুজিছে। আপোনালোকৰ তিলমানো অনিষ্ট কৰাৰ উদ্দেশ্য মোৰ নহয়। চাওঁক মই আপোনালোকক সহায় কৰিবলৈহে আহিছো। মই আচল কথাটো কোৱাই নাই। আপোনালোকৰ বিৰুদ্ধে ৱাৰেন্ট আছে।

বৃদ্ধা : ৱাৰেন্ট !

আৰতি : এৰা, ৱাৰেন্ট।

বৃদ্ধা : কি, কিন্তু তুমি আমাক কি সহায় কৰিবা।

আৰতি : মহিলা সংগঠনে কি কৰিব নোৱাৰে? সচাঁ কথা খুড়ীদেউ মই লেন দিয়া কথা কৰলৈ অহা নাই। লোকৰ ঘৰৰ বোৱাৰীক উচতাই জোল খাবলৈও অহা নাই। মই যে আহিছো এই অহাৰ লগত যাইকৈ এই মিনতিৰ ভৱিষ্যতৰ সম্পৰ্ক আছে।

মিনতি : মোৰ ভৱিষ্যত?

আৰতি : এৰা, তোমাৰ ভৱিষ্যতৰ। কৰবীৰ বিষয়ে এই চিঠিখন বাতিত হে পাই আনিছো; এইটো বিষয়লৈ মই অহা নাই আচলতে ।

মিনতি : তেন্তে নকয় কিয়? আচল কথাটো নকৈ বৌৰ কোঠালৈ যাবলৈহে খমদম লগালে যে।

**আৰতি :** (হাঁহি মাৰি) তোমাক ফচ্‌কৈ কৈ দিব পৰা কথা নহয় অ' আঁকৰী ছোৱালী। তুমি খন্তেক সৌ ফুলনিখনৰ কাষলৈকে যোৱাচোন। মই খুড়ীদেউৰ সৈতে পাতনিটো মেলি লওঁ আৰু'.. কি হ'ল নোযোৱা?

**বৃদ্ধা :** বাৰু যা মিনতি। এওঁনো কি কয় ময়ে শুনো। (মিনতি যায়)

**আৰতি :** (পুনৰ বহি) কাষলৈ আহক। (বৃদ্ধা ওচৰতে বহে) কথাটো কি জানে? শুনক মোৰ প্ৰতি থকা ভুল ধাৰণাটো এৰক। মোৰ এটা ভাই আছে। ডাক্তৰ অমৃত শইকীয়া। শিলচৰত প্ৰেক্টিছ কৰি আছে। নিজৰ ঠাইলৈ আহিবলৈ বৰ মন।

**বৃদ্ধা :** অহাতনো আৰু' বাধা কি?

**আৰতি :** বাধা তেনেকৈ একো নাই। ইয়াতে নাৰ্চিংহোম এখন খুলিব খুজিছে; পাৰ্টনাৰ দুজন পাইছে । শ্বেয়াৰটোৰ সৈতে কামটো আৰম্ভ কৰিব পাৰিলেই আহিব।

**বৃদ্ধা :** ভাল কথা।

**আৰতি :** হয় ভাল কথাই। কিন্তু তাৰ প্ৰস্তাব এটা লৈ আপোনালোকৰ ঘৰত উপস্থিত হৈছোহি। লগতে মাত্ৰ কৰবীক দেখা কৰাৰ চলেৰে আপোনালোকৰ ঘৰখন চাই লব খুজিছিলো। এতিয়া অনুমানটো কৰিব পাৰিছেই।

**বৃদ্ধা :** কিন্তু ...।

**আৰতি :** হয়, আপোনালোকৰ ছোৱালী এই মিনতিৰ ওপৰত তাৰ চকু পৰিছে। অমৃতে তাইক বিয়া কৰাব খোজে।

**বৃদ্ধা :** (কিছু উল্লাসৰ মিচিকনিৰে) বিয়া কৰাব খোজে?

**আৰতি :** হয়। বিয়া কৰাব খোজে। সংস্থাপনটো হৈ গ'লেই বিয়াখন পাতিব। নাই নাই ভয় নকৰিব। আমাৰ ল'ৰাই কোনো যৌতুকৰ দাবী নোতোলে। কাৰণ ...

**বৃদ্ধা :** কাৰণ?

**আৰতি :** কাৰণ এই বিয়া হ'ব ভাল পাই কৰোৱা বিয়া। সি যে মিনতিক ভাল পাইছে।

**বৃদ্ধা :** প্ৰভু ভগৱন্তই যি কৰিছে আৰু। আমাৰনো কৰিবৰ কি সাধ্য?

**আৰতি :** আৰু আমাৰ অমৃতৰো ভাগ্য দিয়কচোন। মিনতিৰ দৰেই ছোৱালী এজনী পাইছে। পিছে মিনতিৰ চা-চাকৰি?

**বৃদ্ধা :** হোৱাগে নাই এতিয়াও, এম. এ. পাছ কৰি ঘৰতে আছে আৰু কিনো কৰিব। আইদেউ, ডেৰ-দুই লাখ দি চাকৰি নিকিনিলে নাপায়। ভেঞ্চাৰ কলেজ এখনত সোমাবলৈকো দহ পোন্ধৰ হেজাৰ দিব লাগে।

**আৰতি :** সেই গুণেহে কৈছো। এটা কাম কৰক। ইমানবোৰ টকা লোকক কিয় দিব লাগিছে। কলাতে ঢোকা ৰক ঢোকাত কল ৰক। ঘৰৰ টকা ঘৰতে ৰাখক। মোৰ ভাইটোৰ মত সেইটোৱেই।

**বৃদ্ধা :** কথাটো আৰু' ভালকৈ বুজাই ক'লেহে ...।

**আৰতি :** মানে সেইখিনি টকা যদি ক্লিনিক বা নাৰ্চিংহোমত খটাব পৰা যায় সিহঁত দুয়োৰে হ'ব ; সেয়েহে কৈছো বোলো ঘৰৰ ধন ঘৰতে ৰাখক।

**বৃদ্ধা :** (হুমুনিয়াহ) এতিয়া সমস্যাটো সেইটোহে। ইমানবোৰ টকানো এতিয়া লাগ বুলিলেই পাওঁ ক'ত? বিপুলটোৱেনো অকলে কৰিব কি? দৰমহাৰ পইচা কেইটাকেনো চটিয়াব কেইফালে?

**আৰতি :** চাওক খুড়ীদেউ। মিনতিকতো আনত হ'লেও বিয়া দিব লাগিবই। লগত যৌতুকো নিশ্চয় দিব লাগিব। এতিয়া অমৃতে কোনো যৌতুক বিচৰা নাই। মাত্ৰ কেইহাজাৰ মান টকাৰ সাহাৰ্য হে...।।।।।

**বৃদ্ধা :** কিন্তু ...।

**আৰতি :** (হাঁহি) কোনো চিন্তা নাই। অমৃত মোৰ ভাই। মই থাকোতে আপোনালোকৰ কিহৰ চিন্তা। চাওক, আপোনালোকে এপইচাও খৰচ নকৰাকৈ মই কামটো কৰি দিম। মাছৰ তেল মাছতে ভাজিব পৰাকৈ কৰি দিম।

**বৃদ্ধা :** হয়নে ? কেনেকৈ?

**আৰতি :** সেই কৌশলেইতো কৰি আছো। চাওঁক, আপোনাৰ বোৱাৰী কৰবীৰ দেউতাকে আপোনালোকক যৌতুকৰ বিনিময়ত চল্লিছ পঞ্চাছ হাজাৰ টকা দিবলৈ ৰাজী হৈ আছে। মাত্ৰ কৰবীয়েহে বিৰোধ কৰি আছে আৰু সেই বাবেই টকাখিনি আপোনালোকৰ হাতলৈ অহা নাই। এতিয়া কৰবীক যেনে তেনে সৈমান কৰাবই লাগিব। তাৰ দ্বাৰা তাইৰো মঙ্গল হ'ব আৰু আপোনালোকৰো সহায় হ'ব। (হাঁহি) মই অহাৰ উদ্দেশ্য সেইটোৱেই খুড়ীদেউ। আমাৰ মহিলা সংগঠনৰ মানুহে এনেকৈয়ে মানুহক সহায় কৰিবলৈ আহে।

**বৃদ্ধা :** অ' হয় নেকি। মই আৰু' ...।

**আৰতি :** অ। ব'লক এতিয়া কৰবীৰ কোঠালৈ যাওঁ। (দুয়ো সোমাই যায়। লগে লগে আগৰ মহিলা কনিষ্টবল আৰু মিনতি সোমাই আহে)।

**মিনতি :** মই ওচৰতে থকা সত্ত্বেও এটা কথাও নোসোধাকৈ গেট খুলি গপ্ গপকৈ বাৰান্দাত উঠিছহি।

তোমালোকৰ মতলব কি?

**কনিষ্টবল :** (অঞ্জলী) ওপৰবালাৰ হুকুম, আহিবই লাগিব বাইদেউ। বেয়া নাপাব।

**মিনতি :** এইখন এখন ভদ্রলোকৰ ঘৰ। একো নজনাকৈ এনেদৰে...।

**অঞ্জলী :** আমাকো তেনেই অভদ্র বুলি নাভাবিবচোন।

**মিনতি :** ভদ্রই হওঁক, অভদ্রই হওঁক, তোমালোকে বিচাৰিছা কি? কি লাগে কোৱা আৰু চৌহদৰ পৰা ওলাই যোৱা।

**অঞ্জলী :** বাইদেউ ভিতৰলৈ গৈছে। প্রথমে তেওঁ ওলাই আহিব লাগিব। ঠিক আছে, আমি বাৰু বাহিৰতে থিয় হৈ থাকো। তেখেত নহালৈকে... (ওলাই যায়)... (ভিতৰৰ পৰা উধাতু খাই বৃদ্ধা ওলাই আহে)

**বৃদ্ধা :** মিনতি! সর্বনাশ! মোৰ কপাল ঐ কপাল! কাল সৰ্পক গাখীৰ খুৱাই পুহিছিলো। এতিয়া তালুতে খোট মাৰিলে। ধৰণী ধৰিবলৈ ঠাই নোহোৱা হ'ল ঐ ...।

**মিনতি :** কি হ'ল মা।

**বৃদ্ধা :** যি হবৰ আছিল সিয়ে হ'ল ঐ....

**মিনতি :** কিন্তু কি হ'ল নোকোৱা কিয়? (ভিতৰলৈ যায়)

**বৃদ্ধা :** তাই হাৰামজাদীয়ে মোৰ ল'ৰাটোৰ কলিজাটো খাই থৈ গ'ল ঐ। আগেয়ে নেজানিলো ঐ ...।

**(আৰতি ওলাই আহে হাতত এটা বটল। আৰতিৰ পাছে পাছে মিনতি)**

**আৰতি :** (বৃদ্ধাৰ প্রতি) অকল আপোনাৰ ল'ৰাৰ কলিজাটোকে খালেনে কৰবীয়ে? নিজৰ কলিজাটোকে নিজেই খাই থৈ গ'ল তাই। (বটলটোৰ লেবেল চাই) কে. চি. এন (K.Cn.) মানে পটাছিয়াম ছাইনাইদ। পইজন। বোধ কৰো কোনোবা লেবৰেটৰীৰ পৰা সংগ্ৰহ কৰিছে। (হুমুনিয়াহ) কৰবীয়ে অৱশেষত বিহপান কৰিলে। কিন্তু এতিয়া কথা হ'ল কৰবীয়ে আচলতে আত্মহত্যা কৰিলেনে তাইক তিলতিলকৈ হত্যা কৰা হ'ল? হয়তো দুয়োটাই, এতিয়া, এতিয়া কোনো সাৰি যাব নোৱাৰিব।

**মিনতি :** কিন্তু আমাৰ এই বিপদৰ সময়ত এনে ডেমাকি দেখুৱাবলৈ আপুনিনো কোন?

**আৰতি :** মই? মইময়েই, আজি মোৰ পুলিচৰ ইউনিফৰ্মটো নাই। কিন্তু বেজটো চাব পাৰা। এয়া (বেগৰ পৰা এটা পিতলৰ বেজ দেখুৱাই) তোমালোকে মহিলা পুলিচ ইন্সপেক্টৰ আৰতি শইকীয়াকহে পাইছা। এই কাগজখনত কৰবীয়ে কি লিখি থৈ গৈছে পঢ়ি চোৱা। (মিনতিক দিয়ে তাই পঢে আৰু মুৰত হাত থৈ বহি পৰে)

**মিনতি :** (উঠি) আমাক বচাওক বাইদেউ; আমাৰ গাত কোনো দোষ নাই।

**আৰতি :** (তাচ্ছিল্যৰে হাঁহি) তোমালোকক বচাবলৈ মইনো আৰু' কোন?

**বৃদ্ধা :** আমি একো অপৰাধ কৰা নাই। তাই নিজৰ গুণত নিজে মৰিছে। ঘৰখন খালে ঐ ...।

**মিনতি :** আপুনি ইচ্ছা কৰিলে আমাক বচাই দিব পাৰে।

**(কাগজখন কালি মোহাৰি পেলাব খোজোতেই আৰতিয়ে মিনতিৰ হাত কাঢ়ি একৰাই আনে)**

**আৰতি :** বচাৰ পথ তেনেহ'লে এইটোৱেই পাইছিলা নেকি? ক'লা চিয়াহীৰ আখৰকেইটা নাইকীয়া কৰি নহয়নে? পৰা হ'লে আমাকো ইয়াতে নিঃশেষ কৰি সকলো চিন মোকাম গুচাই ৰাজভোগ কৰিলাহেঁতেন নহয়নে? কিন্তু তোমালোকৰ দুৰ্ভাগ্য, এতিয়া নোৱাৰা। এই অঞ্জলী, গুণলতা, চফিকা তোমালোক এতিয়া প্ৰস্তুত হোৱা, এই বৃদ্ধা আৰু গাভৰুক এৰেষ্ট কৰা হৈছে। এওঁ লোকক ভদ্ৰভাবে থানালৈ লৈ বলা।

**(অঞ্জলী সোমাই আহি মিনতিৰ হাতত ধৰে। লগে লগে আঁৰ কাপোৰ পৰে)**

<u>সমাপ্ত</u>

সাহিত্যাচাৰ্য পদ্মনাথ গোহাঞি বৰুৱাৰ স্মৃতিত প্ৰথম অসমীয়া উপন্যাস "ভানুমতী"ৰ সামৰণি অধ্যায়ৰ আলমত ৰচিত চ'তালৰ নাট

# "ভানুমতীৰ সপোন"

## নাটাকাৰ # ড° চন্দ্ৰধৰ চমুৱা

| চৰিত্ৰসমূহ .. | | বিৱৰণ |
|---|---|---|
| জোনালী | - | বয়স ১৮/১৯ বছৰ। আধুনিক সাজপাৰ। |
| চিৰঞ্জীৱ | - | বয়স ১৮/১৯ বছৰ । আধুনিক যুৱকৰ সাজপাৰ। |
| বব | - | বয়স ১৮/১৯ বছৰ। আধুনিক যুৱকৰ সাজপাৰ। |
| ভানুমতী | - | বয়স ১৭ বছৰ। ২০০ বছৰৰ পূৰ্বৰ যুৱতীৰ সাজপাৰ। (লগত অন্য এগৰাকী তেনে গাভৰু থাকিব। বচন নাই) |
| চাৰুচন্দ্ৰ বৰগোহাঞি | - | বয়স ১৮/১৯ বছৰ। ২০০ বছৰৰ আগৰ পুৰুষৰ সাজপাৰ। |
| গেন্ধেলা | - | চাউদাং। বয়স ৩০/৩৫ বছৰ। |
| ফটিক | - | চাউদাঙৰ লগৰ। বয়স ৩০/৩৫ বছৰ। |

**নিৰ্দেশনা ঃ** পৰিবেশৰ কাৰণে এখন আহল-বহল চ'তাল, অথবা যান-বাহনৰ ভিৰ নথকা ৰাস্তাৰ চুক অথবা কাষ, কিম্বা খেলপথাৰৰ একাংশ ব্যৱহাৰ কৰিব। সুবিধামতে দৰ্শকসকল থিয় হৈ অথবা বহি থাকিব। যান-বাহন আদিৰ শব্দ হৈ থকা ঠাইত অভিনেতা-অভিনেত্ৰীসকলে মাইক্ৰফ'ন পৰাপক্ষত মুখৰ আগৰ পৰা নেৰিব। তাৰ পৰিবৰ্তে পকেটত কৰ্ডলেচ ব্যৱহাৰ কৰিলে বেছি ভাল হয়। ঘোষকে ঘোষণা কৰিবঃ এইয়া আমাৰ নাটক আৰম্ভ হৈছে। লগে লগে দৃশ্য ঃ

**প্ৰস্তাৱনা দৃশ্য**

(দুজন যুৱক- যুৱতী মাইক্ৰফ'নৰ সন্মুখত আহি থৈছেহি। দুয়োৰে মাজৰ দূৰত ২/৩ মিটাৰ)

**যুৱতী (জোনালী) ঃ** তেনেহ'লে নাটকখন এইখিনিতে আৰম্ভ কৰিব খুজিছা?

**যুৱক (চিৰঞ্জীৱ) ঃ** ওঁ। ষ্টেজত নাটক কৰিবলৈ আমাৰতো পুঁজি নাই!

**যুৱতী ঃ** ইয়াত তোমাৰ নাটক চাবলৈ কোন থৈ থাকিব হে'ৰা নাট্যকাৰ ?

**যুৱক ঃ** যি এজন থাকে। পাঁচজন থাকিলেও চলিব। ইয়াততো লাভ-লোকচানৰ কথা নাই। ঘোষণা দিবানেকি যে প্ৰথম শ্ৰেণীৰ এশ টকা, দ্বিতীয় শ্ৰেণীৰ পঞ্চাছ টকা আৰু গেলেৰীৰ বাবে মৰমতে পঁচিছ টকা। এই এশ টকা, পঞ্চাছ টকা আৰু পঁচিছ টকাৰ বিনিময়ত..

**যুৱতী ঃ** আপোনালোকে উপভোগ কৰিবলৈ পাব স্বনামধন্য নাট্যকাৰ, প্ৰথিতযশা নাট্যকাৰ চিৰঞ্জীৱ কাকতিৰ নাটক, অসমৰ চুকে-কোণে আলোড়নৰ সৃষ্টি কৰি অহা মঞ্চসফল নাটক ভানুমতীৰ সপোন...।

**যুৱক ঃ** চাৰকাচ মিছ্ জোনালী কলিতা, মানে মিছ জোক। জো-জোনালী, ক-কলিতা। জো... ক অৰ্থাৎ জোক।

**যুৱতী ঃ** ধন্যবাদ মিষ্টাৰ চিৰঞ্জীৱ কাকতি, মানে মিষ্টাৰ চিকা। চি=চিৰঞ্জীৱ , কা = কাকতি। চিকা।

**চিৰঞ্জীৱ ঃ** পিছে ধন্যবাদ কিহৰ কাৰণে ?

**জোনালী ঃ** এই যে তোমাৰ লগত নাটক চাবৰ কাৰণে জোক লগাদি লাগি আছো তাৰে পুৰস্কাৰ হিচাপে দিয়া এই নামটোৰ কাৰণে ...।

**চিৰঞ্জীৱ ঃ** ঠিক আছে তুমি জোক আৰু মই চিকা। মানুহে দুয়োটাকে ঘিণ কৰে কিন্তু।

**জোনালী ঃ** পিছে মানুহক ইয়াত থিয় কৰাই ৰাখি তোমাৰ শব্দৰ কচৰৎ কৰি থাকিবানে তোমাৰ সেই 'ভানুমতীৰ সপোন' নাটক দেখুৱাবা?

**চিৰঞ্জীৱ ঃ** ৰ'বা না খন্তেক। At least অলপ প্ৰস্তুতি লাগেতো।

(দৰ্শকৰ বাহিৰত কিছু দূৰত এজন যুৱকে দীঘলীয়া সুৰত গায়,

......হায় ঐ ....

নাহৰ ফুল ফুলিবৰ বতৰ ঐ লাহৰী

নাহৰ ফুল ফুলিবৰ বতৰ

নাহৰৰ গোন্ধে পাই নাচনীৰ ততে নাই
গচকত ভাঙি যায় যঁতৰ।)

**চিৰঞ্জীৱ** : সেইটো কোন আছিল বে জোক?

**জোনালী** : সেই দেশদ্ৰোহীটো। বদন বৰুৱা। মানে তোমাৰ ভাষাত বব।

**চিৰঞ্জীৱ** : আৰে, সি আমাৰ নাট্যানুষ্ঠানত গোলমাল লগাবলৈ অহা নাইতো ! ... ঐ বব, পাগল হৈছ নেকি?

**বব** : পাগল মই হ'লো নে তইঁত ? ( সন্মুখলৈ আহে)

**জোনালী** : তই পাগল। এইটো নাহৰ ফুল ফুলাৰ বতৰ নেকি? তই পাগল নহয় কি?

**বব** : আৰু এই চ'তালত ভানুমতীক যে উলিয়াব খুজিছ, তইঁত পাগল নহয় কি? গোহাঞি বৰুৱাৰ ভানুমতী দুশ বছৰৰ আগতেই মৰি ভূত হৈ গ'ল। নাটক- ফাটক কৰিব খুজিছ কৰ, কিন্তু যাকে তাকে পাগল-চাগল নবলকিবি।

**জোনালী** : ঠিক আছে। তই পাগল নহয়, কিন্তু অন্ততঃ ছাগল। আৰু ছাগলে নাখায় কি? (কাঠ হাঁহি)

**বব** : (খেদা মাৰি) এই জোনালী, আজি যদি এইখন লোকৰ চ'তাল নাইবা লোকৰ পদূলি নহ'লহেঁতেন মই তোক ভালকৈ অপমান কৰিলোহেঁতেন কিন্তু।

**জোনালী** : (চোঁচা লৈ) অপমান কৰিবলৈ কি থাকিল? কি বাকী থাকিল? আমি কৰিবলৈ বা কৰাবলৈ লৈছো নাটক, সি কৰিছেহি অভদ্ৰামি। এইখন বনবীয়া নাম গোৱা তোৰ পদূলিমুখ নহয় বুইছ। (চিৰঞ্জীৱে দুয়োৰে মাজত থিয় হৈ বাধা দিয়ে)

**বব** : মোৰ পদূলিমুখৰ কথা যে কৈছ, তই কাহানিবা দেখিছগৈনে? নে তই মোৰ পদূলিমুখত কোনোবাই নাম গোৱা শুনিছ?

**জোনালী** : নাগাইতো আৰু'তাত নাম ! তই গাবলৈ কাৰোবাক দিবি জানো? আৰু সেইগুণেহে তই লোকৰ পদূলিমুখত আহি ৰাউচি জুৰিছহি।

**চিৰঞ্জীৱ** : ৰ'বাচোন ৰ'বা। তোমালোকে এইদৰে কাজিয়া কৰি অনুষ্ঠানটো নষ্ট কৰিব খুজিছানেকি? মোৰ কথা শুনাচোন। (দুয়ো কিছু শান্ত হয়, কিন্তু ফোপাই থাকে) শুনা, পুহত বা মাঘত নাহৰ ফুল নুফুলে, জোনালীয়ে কোৱা এই কথা সঁচা। গোহাঞিবৰুৱাৰ ভানুমতীও কাহানিবাই মৰি ভূত হৈও দেৱতা হ'ল। গতিকে ববে কোৱা কথাও সঁচা।

**বব** : তেন্তে মিছাটো কি ?

**চিৰঞ্জীৱ** : মৰিও ভূত বা দেৱতা হোৱা ভানুমতী যে আকৌ ওলাব নোৱাৰে এই কথা মিছা। আৰু ...।

**বব** : আৰু কি মিছা ?

**চিৰঞ্জীৱ** : আৰু নাহৰ ফুল নুফুলা বতৰত নাহৰ ফুলৰ গীত গাব নোৱাৰি এই কথা মিছা আৰু যেনেকৈ অতীতৰ মিছাবোৰ এদিন সঁচা হয়...।

**জোনালী** : মিছাবোৰ সঁচা হয়। প্ৰমাণ দিব পাৰিবা ? ( এইখিনিতে বব পিছুৱাই যায়)

**চিৰঞ্জীৱ** : আমি যাৰ কথাৰে নাটক কৰিবলৈ লৈছো সেইজনৰ মাজতে আছে প্ৰমাণটো।

**জোনালী** : মানে?

**চিৰঞ্জীৱ** : শুনা, উনৈশ শতিকাৰ শেষ দশকত বেণুধৰ ৰাজখোৱাৰ লগ লাগি গোহাঞি বৰুৱাই 'ডেকা-গাভৰু' নামৰ এখন বিহু-গীতৰ কিতাপ উলিয়াইছিল।

**জোনালী** : তাৰ পিছত?

**চিৰঞ্জীৱ** : বঙ্গীয় সংস্কৃতিৰ প্ৰভাৱত শুচি-বায়ুগ্ৰস্ত মানুহে সেই গ্ৰন্থখন অশ্লীল বুলি কৈছিল। 'জোনাকী' নামৰ কাকতত চোকা সমালোচনা ওলাইছিল। কিন্তু গোহাঞি বৰুৱা আৰু ৰাজখোৱাৰ আত্মবিশ্বাস আছিল। আৰু আজি মাৰ্জিত ৰুচিৰ বিহুগীত কাৰো বাবে অশ্লীল নহয়।

**বব** : (আগুৱাই আহি) তেনেহ'লে তইঁতে মোক পাগল-ছাগল বলকিছ কিয়?

**জোনালী** : হয়তো এই কাৰণেই যে সকলো কামতে স্থান-কাল-পাত্ৰৰ বিবেচনা থাকিব লাগে।

**বব** : আৰু তইঁতে যি নাটক কৰাবলৈ লৈছ তাত স্থান-কাল-পাত্ৰৰ কি সম্পৰ্কডাল আছে? য'ত কৰিবলৈ লৈছ সেইখন ওঠৰ শতিকাৰ চ'তাল নহয়।

**জোনালী** : কিন্তু মানুহৰ চ'তাল একেখনেই। একেখনে সেই আদিম চ'তাল।

**চিৰঞ্জীৱ** : আৰু পাত্ৰ হৈছে সেই ভানুমতী, যাৰ যাত্ৰাৰ শেষ নাই। যুগে যুগে ভানুমতী আহি আছে। কেঁচা ৰাস্তা-পদুলিৰ ঠাইত শিলৰ বা পকি ৰাস্তা হৈছে, কিন্তু ভানুমতীহঁতৰ যাত্ৰাৰ শেষ নাই।

**বব** : ঠিক আছে। কিন্তু তইঁতে নাটক দেখুৱাবলৈ মানুহ মাতি মানুহক ঠগিব খুজিছ। চ'তালত বা ৰাস্তা য'তেই নহওক, ক'ত তইঁতৰ ভানুমতী ? আৰু নাটক?

**চিৰঞ্জীৱ** : সৌৱা আহি আছে। এইফালে আহ না। (ববক একাষলৈ টানি নিয়ে) ।

**জোনালী** : ধৰি লওক এইখনেই সেই জেৰেঙা পথাৰৰ সেই মুকলি ঠাইখন, য'ত এদিন জয়মতীক ল'ৰা ৰজাৰ চাউদাঙে অত্যাচাৰ কৰি বধ কৰিছিল আৰু ধৰি লওক এই চমকাই সেই মাটি চমকা য'ত ভানুমতীৰ প্ৰেমাস্পদ চাৰুচন্দ্ৰ বৰগোহাঞিক প্ৰাণদণ্ড দিবলৈ বন্দীশালৰ পৰা উলিয়াই আনি থিয় কৰোৱা হৈছে। কিন্তু ইয়ে ঘোৰ অন্যায় সেই কথা প্ৰজাসাধাৰণে বুজিছে।

**চিৰঞ্জীৱ** : বুজিছে। অথচ প্ৰতিবাদৰ কাৰণে কণ্ঠত ভাষা দিওঁতা

মানুহ কোনো নাই। এইয়া যে স্বেচ্ছাচাৰী শাসনৰ দিন, দুৰ্ঘোৰ অন্যায়ৰ দিন ।

**জোনালী :** সৌৱা, এজন নিৰ্দোষ লোকৰ প্ৰাণদণ্ড দিবলৈ অনা হৈছে। এই কৰুণ দৃশ্য চাবলৈ আহিছে পিছত অগনন লোক। তাৰে দুজনে তৰ্ক-বিতৰ্ক কৰি আচল ঠাইখনেই পালেহি।

।। ভানুমতীৰ দৃশ্য আৰম্ভ।।

**(হাতখঁড়া এড়ীয়া চোলা আৰু মলিয়ন মোটা কাপোৰৰ আঁঠুৰ মূৰত পৰা চুৰীয়া বা জাঙিয়া পিন্ধা দুটা চাউদাং তামোল চোবাই চোবাই আহি উপস্থিত হয়। সিহঁত গেন্ধেলা আৰু ফটিক। গেন্ধেলাৰ হাতত দা)**

**গেন্ধেলা :** সৌৱা, ৰিংটোৰ বাটেই নাই। পাইছেহি সিহঁত। এখনমান তামোল খোৱা সময়ৰ ভিতৰতে চাৰু গোহাঞিৰ মূৰ চাউদাঙৰ দাৰ ঘাপত মাটিত সৰি পৰিব।

**ফটিক :** কিন্তু গোহাঞি বাপুৰেনো কি ৰাজদোৰোহ কৰিলে তাকেহে পৰজাই নুবুজিলে ।

**গেন্ধেলা :** তই কি কৈছ ঐ ফটিক? ৰজাৰ পোৱালীলৈ বিয়া দিবলগীয়া ছোৱালী ভানুমতী আইদেউক সি পেৰেম কৰি বলিয়া কৰিলে, তাতকৈ ডাঙৰ অপৰাধ লাগেনে আৰু।

**ফটিক :** এৰা অ', কথাটো শুনিছো তো আক'।

**গেন্ধেলা :** ৰজাই গোহাঞিটোক ধৰাই নি পোতাশালত বন্দী কৰি থোৱালে। কথা আক' সিমানতে শেষ নহ'ল নহয়। এদিন ভানুৱে ৰজাৰ ভনীয়েক তৰা আইদেউক লগত লৈ গৈ কিবা নকৰিবৰ চকৰিখন কৰিলে নহয়।

**ফটিক :** (কাণৰ ওচৰলৈ গৈ) ক চোন ক গেন্ধেলা, কি নকৰিবৰ চকৰি কৰিলে তাই।

**গেন্ধেলা :** গোহাঞিটোৰে ভানুমতীক নিজৰ আঙুঠি পিন্ধালে, আৰু তৰা আইদেৱে ভানুমতী নিজৰ আঙঠিটো নি গোহাঞিটোক পিন্ধালেগৈ।

**ফটিক :** হয়নে? তাৰ মানে ভানুমতীৰ লগত গোহাঞিটোৰ বিয়াই হ'ল। খালে খালে, সেইজনী এতিয়া তেনেহ'লে কেঁচাই কেঁচাই বাঁৰী হ'ল ঐ মোৰ গোসাঁই।

**গেন্ধেলা :** এনেহেন কু-কৰ্মৰ বিচাৰ কৰি ৰজাই গোহাঞিটোক প্ৰাণে নামাৰি বঁটা-বাহন বিষয়- বাব দিবনে?

**ফটিক :** পিছে ৰজাইনো কি ভাল কামটো কৰিলে ঐ গেন্ধেলা, তই যে যহখন কৰি ফুৰিছ?

**গেন্ধেলা :** ( চেপা মাতেৰে হাক দি) ঐ ঐ তই স্বৰ্গদেউক দোষ দি কথা কৈছ নেকি? চাৰিওফালে চৰীয়া-পৰীয়া পিয়াপি দি ফুৰিছে, আওমৰণে মৰিবলৈ লৈছ নেকি হয়নে?

**ফটিক :** তেও বুলি কৈহে পাৰো দেই। ঘোৰ অন্যায়, ঘোৰ অন্যায়।

**গেন্ধেলা :** মুখৰ লেকামডাল ধৰিবি ঐ ফটিক। তই যে নিজে মৰিবিযেই মোকো মাৰিবি এতিয়া।

**ফটিক :** মৰ মৰ। এইখন দেশত জীয়াই থকাতকৈ মৰাই ভাল বুইছ। এইখন দেশ হৈ থকা নাই।

**গেন্ধেলা :** দেশ হৈ থকা নাই কি হৈ আছেনো?

**ফটিক :** বোলো এইখন ফেটীসাপ থকা বাঁহতল হ'ল। মোৱামৰীয়া গালে ভাল চিন্তাই কৰিলে ঐ।

**গেন্ধেলা :** (চেপা মাতেৰে) ঐ মই কৈছো কি? এইবোৰ কথা ইয়াত নক'বি। বোলো গছ লতাৰো কাণ আছে।

**ফটিক :** সঁচা কথাটোহে কৈছো। চাচোন তই, ৰজাই চাউদাং বিষয়াইঁতক লগাই কিবোৰ কৰি আছে। কোনোবা সুপুৰুষৰ ওপৰত কিবা ঈৰ্ষা ওপজিলেই ধৰাই নি পোতাশালত থয়, তাৰ পাছত চাউদাংৰ হতুৱাই পিহি পিহি মৰায়। বিচাৰৰ নামত ভেকোভাৱনা।

**গেন্ধেলা :** পগলা হৈছনেকি ঐ ফটিক। যা তই ইয়াৰ পৰা মুঠতে মই তোৰ লগ এৰিছো। (আঁতৰি যাব খোজে, ফটিকে টানি আনে) এৰি দে মোৰ লগ। যদি ওচৰত থাক, শপত খাই ক'ব লাগিব

**ফটিক :** কি বুলি?

**গেন্ধেলা :** মই কৈ যাওঁ। স্বৰ্গদেউ ঈশ্বৰৰ মুখৰ বাইক/স্বয়ং স্বৰ্গৰ অধিপতি ইন্দ্ৰৰ বাইক। সেই বাইক/ভুল হ'ব নোৱাৰে। (কৈ যায় আৰু ফটিকে দোহাৰি যায়)

**ফটিক :** স্বৰ্গদেউ ঈশ্বৰে ভুল নকয়, কিন্তু ভুল কাম হ'লে কৰে।

**গেন্ধেলা :** আকৌ তোৰ একেটাই কথা। নাথাকিবি বুলিছো নহয় মোৰ লগত।

**ফটিক :** ৰবিচোন কথাটোহে কৈছো। এইবাৰৰ পৰা নকওঁ আৰু।

**গেন্ধেলা :** আকৌ শপত খা। এইবাৰ মাৰ বাপেৰ, পুতেৰ-ঘৈণীয়েৰৰ মূৰত ধৰি শপত খা।

**ফটিক :** ওঁ, শপত খাইছো। এইবাৰৰ পৰা যদি স্বৰ্গদেউ ঈশ্বৰৰ দোষ ওকটো তেন্তে আই-বোপাইৰ মূৰ খাম।

**গেন্ধেলা :** মাৰ- বাপেৰৰ মূৰত ধৰি যে শপত খালি, ঘৈণীয়েৰৰ মূৰত ধৰি নাখালি কিয়?

**ফটিক :** তেনেকুৱা কলিজা দুফাল হৈ যোৱা কথা নক'বি ঐ। তাইক অনা হুমাহেই হোৱা নাই।

**গেন্ধেলা :** এই, মই পাহৰিছিলোৱেই পায়।

**ফটিক :** কেঁচা মৰম বুইছ, কেঁচা মৰম। এই ভানুমতীজনীলৈ এনেয়ে বেথা লগা নাই নহয়।

**(গেন্ধেলাই কথাবাৰ শুনি অলপ আঁতৰলৈ গৈ**

হুমুনিয়াহ কাঢ়ি ৰয়। তাৰ হাতৰ দাখন সৰি পৰে) কি হ'ল, বৰ দীঘলীয়া হুমুনিয়াহ কাঢ়ি বৈ গ'লি যে আৰু হাতৰ দাখন মাটিত পেলালি কিয়?

**গেন্ধেলা :** (হুমুনিয়াহ) এৰা অ' ফটিক তোৰ কথাবোৰেই কিজানি সঁচা। তোৰ দৰে মোৰো এজনী আছিল, কিন্তু ৰজাঘৰৰ মানুহৰ অত্যাচাৰ সহিব নোৱাৰি তাই আপোনঘাটী হ'ল। (উচুপে)

**ফটিক :** অ', এতিয়া দেখিছো মইহে তোক বুজাব লাগিব। শাৰু শুন, মই যে কৈছো এইখন দেশত জীয়াই থকাতকৈ মৰাই ভাল বাৰু যি হৈছে হৈছে, ধৈৰ্য ধৰ আৰু সৌ ফালে চা। (গেন্ধেলাই মূৰ তুলি চায়) সৌৱা, চাৰুচন্দ্ৰৰ বৰগোহাঞিঃ বাপুক পোতাশালৰ পৰা লৈ আহিছে।

**গেন্ধেলা :** ঐ ওচৰলৈ আহ, মনে মনে কথাটো পাতি শেষ কৰো। (ফটিক আহে) শুন, তোৰ কথা সঁচা। এই ৰজা ঘোৰ পাপী। তাতে সি ঘৈণীয়েকৰ মেখেলাৰ তলত মূৰ গুঁজি থাকে। ঘৈণীয়েক বৰৰজা ফুলেশ্বৰীয়ে যি কৰিবলৈ কয় তাকে কৰে। আৰু চা, এই ৰজাৰ তিৰীৰ অকাল নাই, অথচ সি ভানুমতীৰ পাছ এৰা নাই। এনে ৰজাক কি ৰজা বুলি কয় অ' ফটিক?

**ফটিক :** (উত্তেজিত কণ্ঠে) এনে ৰজাক কয় লম্পট ৰজা।

**গেন্ধেলা :** ( চেপা মাতেৰে) ঐ ইমান ডাঙৰকৈ নক'বিচোন।

**ফটিক :** নকওঁ বাৰু। (ওপৰলৈ চাই ) কিন্তু চাচোন, আকাশত মেঘ থূপ খাইছে, ঘনে ঘনে বিজুলিযাইছে। তাতে ক'লা মেঘ এচপৰা উজাই আহিছে।

**গেন্ধেলাঃ** ধুমুহা আহিবনেকি ঐ ?

**ফটিক :** যি আহে আহক। এতিযা নিজৰ কামত মন দে। গোহাঞিটোক আনি পোৱালেহিযেই। সাজু হ। হাতত দাখন তুলি ল।

**গেন্ধেলা :** (থোকাথুকি মাতেৰে) মই মই (চকুপানী মচি) মই মই. চাৰু চান্দ্ৰ। বৰগোহাঞি বাপুক দুচেও কৰিবলৈ হাতত দা তুলি লৈছো। ( দাখন তুলি কঁপা কঁপা মাতেৰে) মই মই.. দাখন তুলি ল'লো।

**ফটিক :** আৰু সৌৱা ভানুমতী আৰু তৰা আইদেউইঁতো আহিছে। কিন্তু কিয় আহিছে সিহঁত? মানুহ কটা ঠাইলৈ এই মাইকী মানুহবোৰ আহে কিয়?

**গেন্ধেলা :** আৰু মানুহবোৰে কান্দিছে কিয়? কি হৈছে মানুহবোৰৰ। (নিজৰ প্ৰতি নিজে) গেন্ধেলা। তইনো মানুহবোৰৰ ফালে চাইছ কিয়? তোৰ নিজৰ কামৰ ফালে চা গেন্ধেলা।

**ফটিক :** দাখনৰ মুঠিটো টান কৰি ধৰি ল গেন্ধেলা।

**গেন্ধেলা :** ধৰিছো (ফোপাই) ধৰিছো ফটিক।

( অন্য এক চাউদাঙে চাৰুচান্দ্ৰ বৰগোহাঞিক হাত বন্ধা অৱস্থাত ঠেলি ঠেলি লৈ আহে। এই চাউদাঙৰ হাততো এখন দা। বৰগোহাঞিৰ মুখত কোনো মলিনতা নাই)

**উক্ত চাউদাং** (মলুৱা) : কি হ'ল, সাজু হৈছনে নাই?

**গেন্ধেলা :** মই সাজু। কিন্তু তই ইমান ততাতৈয়া কৰিছ কিয মলুৱা?

**মলুৱা :** বতৰ দেখিছনে নাই? তাতে মানুহবোৰে যিহে কন্দাকটা কৰিছে, ইয়াক তোৰ হাতৰ পৰা এৰুৱাই নিলে আমি গোটেইগাল চাউদাং ৰজাৰ হাতত কটা যাব লাগিব। সজ কথা কৈছো, বোলো ইযাত বেছিপৰ বৈ এইটোৰ বোন্দাপৰ দি ৰখি থাকিব নোৱাৰো।

**গেন্ধেলা :** তেনেহ'লে ..

**মলুৱা :** তেনেহ'লে আৰু কি? বোলো চাই থকাৰ সকাম নাই।

**গেন্ধেলা :** ক আৰু' কি কৰিব লাগে। ক'লেহে হয়।

**মলুৱা :** বোলো ধৰ। ঠিক্ ঠাক কৰি নল'লে হযনেকি?

(গেন্ধেলা আৰু মলুৱাই বন্দীৰ দুকাষে থিয় হৈ ৰয়। ফটিক দৰ্শকৰ মাজত সোমাই পৰে)

**গেন্ধেলা :** মলুৱা, অলপ সময ৰচোন।

**মলুৱা :** ৰ'বলৈ তোৰ সমযটো ওলাই আছেনে? কৈছো কি, বতৰ দেখিছনে নাই? আৰু মানুহবোৰ?

**গেন্ধেলা :** সকলো দেখিছো।

**মলুৱা :** আকাশখন যেনেকুৱাহে হৈছে গাতে বজ্ৰপাত পৰেহে লাগে।

**গেন্ধেলা :** সেইটো হ'লেতো অতি ভাল কথাই হয, সকলো লগে ভাগে যাব পাৰিব। (গোহাঞিকো লগ লৈ) গোহাঞি বাপু, দায়-দোষ খেমিবা, এইযা আমি ৰজাৰ আইগাহে পালিছো। আইগামতে তুমি এতিয়া কটা যাব লাগে।

**গোহাঞি :** (মিচিকনিৰে) মই সকলো জানো চাউদাং ককাই। মই ডিঙি পাতি বৈ আছো।

**মলুৱা :** শালখন তৰি ধৰিবলৈ এই ফটিকটো কেনি গ'ল ঐ।

**গেন্ধেলা :** ৰ'চোন মলুৱা, গোহাঞিবাপুক শেষ কথাষাৰ কৈ ল'বলৈ নিদিয় জানো? গোহাঞি বাপু। কোৱা, তোমাৰ শেষ কথাষাৰ কৈ যোৱা।

**মলুৱা :** (গোহাঞিৰ মুখলৈ চাই) আও বালক, দেখিছানে? খন্তেক পিছতে এওঁৰ মূৰটো মাটিত চিটিকি পৰিব।

তথাপি মুখত কোনো বেজাৰৰ চিন নাই। এই গোহাঞিটো মানুহ নে শিলা মূৰ্তি ঐ? কৈ যোৱা, কৈ যোৱা পটাপট তোমাৰ কি ক'ব লগা আছে কৈ যোৱা

গোহাঞি ঃ ৰাইজ! সেৱা হে।

ফটিক ঃ (মানুহৰ ভিৰৰ মাজৰ পৰা) কে যোৱা, শেষ কথাষাৰ কৈ থে নোযোৱা জানো?

গোহাঞি ঃ শুনক ৰাইজ! মোকে বোলে ঘাটি মাউৰা। তথাপি এই পৃথিৱীত এৰি যাবলৈ এটি মাথো প্ৰাণী থাকিল। সেওঁ মোৰ ভানুমতী। আমি কোনেও কাৰো দেহ স্পৰ্শ কৰা নাছিলো। অথচ ইটিয়ে সিটিয়ে প্ৰাণভৰি ভাল পাইছিলো। মৰিবলৈ ওলাইছো যদিও মোৰ অলপো বেজাৰ নাই। এদিন যি কোনো কাৰণত মৰিব লাগিব। কিন্তু ভানুমতীৰ প্ৰেমে মোক চিৰকাল জীযাই ৰাখিব। মোৰ দেহাটো এৰিবৰ বেলা ইমানবোৰ মানুহৰ শ্ৰীমুখ যে দেখিলো, ই মোৰ কম ভাগ্য নহয় কিন্তু ভুল নুবুজিব ৰাইজ, মই কোনো অপৰাধৰ অপৰাধী নহওঁ।

ফটিক (ভিৰৰ মাজতেই) তেনেহ'লে তোমাক বলিশাললৈ কিয় অনা হ'ল?

গোহাঞি ঃ অন্যায়। ঘোৰ অন্যায় কৰি অনা হৈছে।

(ৰাইজৰ মাজৰ বহুকণ্ঠত বিক্ষিপ্তভাবে শুনা যায় ঃ এৰা অন্যায় ঘোৰ অন্যায় অন্যায় বিচাৰ সূৰ্যৰ অৰ্থাৎ প্ৰভাৱনা কালৰ জোনালী চিৰঞ্জীৱ আৰু ববে এইখিনি ক'ব আৰু কোৱাব পাৰিব)

ৰাইজ! মই মোৰ ভানুমতীক আপোনালোকৰ মাজত এৰিলো। যমৰ আগত মোৰ মাত্ৰ ক'বলৈ হ'ল যে পৃথিৱীত এজনী নাৰী আছে যি মোক প্ৰাণভৰি ভাল পাইছিল আৰু যাক মই মোৰ হিয়াৰ মণিকুটত ঠাই দিছিলো। তেন্তে মই কিয় বেজাৰ কৰিব লাগে? মইতো মনৰ দুখীয়া নহওঁ। কিন্তু

মলুৱা ঃ কিন্তু কি ? পটাপট পটাপট

গোহাঞি ঃ মোৰ মনত দুখ থাকি গ'ল এটা কথাত। ৰজাই আজি অন্যায় কাৰ্য কৰি যি ফল আৰ্জিছে তাক এদিন ভুঞ্জিবই। কিন্তু তাৰ লগতে মোৰ চেনেহৰ দেশখনৰ বাবে অন্ধকাৰ দিনবোৰ আহি আছে। কাৰণ কাৰণ ।

(গোহাঞিয়ে আকাশলৈ চায় । এটা বজ্ৰপাতৰ শব্দ হয়ঃ ঠাট্ ... ঠাট্ ...। লগে লগে ভিৰৰ মাজত ভীষণ ত্ৰাসৰ ধ্বনি হয় ঃ আঃ. . আঃ... বজ্ৰপাত... বজ্ৰপাত.. । জোনালী, চিৰঞ্জীৱ, বব, ফটিক, ভানুমতী আদিয়ে এইখিনি দৰ্শকৰ মাজত থাকি এইখিনি ব্যৱস্থা কৰিব পাৰিব।)

(বজ্ৰপাত পৰাত চাউদাঙসহ চাৰু গোহাঞি থকা ঠাইত থৰ হৈ ৰয়। খন্তেক পিছতে আউলী-বাউলী হৈ ভানুমতী উপস্থিত হয়। তাই গোহাঞিৰ কাষলৈ লৰি গৈ গোহাঞিৰ বজ্ৰপাত পৰা দেহটো সাৱটি ধৰে। স্পৰ্শমাত্ৰকে মৃতদেহ পাছফালে ঢলি পৰে। চাউদাং দুটাৰ হাতৰ দা দুখন ফটিকে একেলগে আনোতে সিহঁতৰ মৃতদেহো গোহাঞিৰ দুকাষে ঢলি পৰে এটাৰ পাছত এটাকৈ)

(ভানুমতীয়ে গোহাঞিৰ মৃতদেহ সাৱটি ইনাই বিনাই কান্দিব ধৰে। খন্তেক পিছতে একে সাজপাৰৰ অন্য এজনী গাভৰুৱে ভানুমতীক আঁতৰাই আনে।)

ভানুমতী ঃ (উন্মাদিনী) গোহাঞিদেউ! আ পানাৰ ভানুমতীৰ লৈ যাওক লৈ যাওক নোৱাৰ তইঁতে গোহাঞিক কাটিব নোৱাৰ ৰ ৰ মই ফুল তুলি আনো মই তেওঁৰ কৰ্ণত দুটি ফুল মনে মনে থৈ আহিম (হাঁহি) মোৰ প্ৰাণেশ্বৰক এয়া এইয়া মই মালা পিন্ধাম বচোন মই গোলাপৰ মালাধাৰ লৈ আহো ৰ'ব ৰ'ব (বান্দে) সোঁৱা তেওঁ মোক মাতি আছে সোঁৱা (হাঁহে) ।

(ভানুমতী আৰু উক্ত গাভৰু দৰ্শকৰ মাজত লুকাই পৰে)

।। সামৰণি দৃশ্য ।।

(মাইক্ৰফোন সন্মুখলৈ আনি জোনালী আৰু চিৰঞ্জীৱ দৰ্শকৰ মাজৰ পৰা ওলাই আহে। লগে লগে ওলাই আহে বব ) নাটকৰ সামৰণিলৈকে চাউদা আৰু গোহাঞি পৰি থাকিব)

বব অসম্ভৱ ! অসম্ভৱ! অতি অবাস্তৱ। তোমালোকৰ নাটক অতি কথাৰে পৰিপূৰ্ণ। তাতে গোহাঞিবৰুৱাৰ ভানুমতী এক অবাস্তৱ কাহিনী। এই ভানুমতী এক অবাস্তৱ কাহিনী এই ভানুমতী হৈছে গোহাঞি বৰুৱাৰ এক অপৈণত ৰচনা।

জোনালী ঃ তথাপি ভানুমতী যুগে যুগে আহি আছে।

বব ঃ কি কৰিবলৈ আহি আছে? (কিছু বিৰক্তিৰে)

জোনালী ঃ ৰাইজক জগাবলৈ, ৰাইজক জগাবলৈ ভানুমতী যুগে যুগে আহিব।

চিৰঞ্জীৱ ঃ আৰু আহিব চাৰুচন্দ্ৰ বৰগোহাঞি, তেওঁৰ অসম্পূৰ্ণ কথাষাৰ সম্পূৰ্ণ কৰিবলৈ। সেই যে তেওঁ কিবা এষাৰ কওঁ বুলি আকাশৰ ফালে চাই ৰ'ল আৰু কথাষাৰ যে কোৱা নহ'ল।

জোনালী ঃ এৰা, তেওঁ হয়তো ক'ব বিচাৰিছিল। দেশৰ শাসনকৰ্তা লম্পট আৰু লোভী হ'লে দেশৰ ভৱিষ্যত অন্ধকাৰ। এই কথাকে ক'বলৈ ভানুমতী আহি থাকিব ( দুবাৰমান ক'ব) (পৰি থকা ঠাইৰ পৰা চাউদাংহঁত আৰু চাৰু চন্দ্ৰ উঠি যায়। ঘোষকে নাটকৰ সামৰণি ঘোষণা কৰে।)

**সমাপ্ত**

# আই. পি. চি. ৩৭৯
# I.P.C. 379

নাট্যকাৰ # শ্ৰীঅৰূপ চক্ৰবৰ্তী,

ভাৱৰীয়া সকল ঃ

| | |
|---|---|
| ১। ভৱেশ (পুৰুষ) | ২। পঞ্চানন (পুৰুষ) |
| ৩। দয়ানন্দ (পুৰুষ) | ৪। সঞ্জীব (পুৰুষ) |
| ৫। ভাবিত (পুৰুষ) | ৬। পাৰ্থ (পুৰুষ) |
| ৭। সৌৰভ (পুৰুষ) | ৮। কবিতা (ছোৱালী) |

(পট উঠাৰ লগে লগে মঞ্চ আন্ধাৰ থাকিব। পিছত পোহৰ হ'লে দেখা হ'ব কিছুমান চকী টেবুল খেলি মেলি হৈ থাকিব)

ভৱেশ ঃ ভাবিত ঐ ভাবিত। নাই চালা নবাবৰ বেটাৰ কোনো পাত্তাই নাই। তাতে অলপ ৰ'ব চাৰ, মই light টো জ্বলাই লওঁ। আহক চাৰ, সঞ্জীব আহ।

পঞ্চানন ঃ ভাবিত? কোনহে ? চকিদাৰ নেকি?

ভাবেশ ঃ হয় চাৰ। মই তাক পুৱাই কৈ গ'লো বোলো আজি অলপ কাম আছে তই Stage টো চাফা কৰি থবি আৰু তয়ো থাকিবি।

পঞ্চা ঃ কিন্তু এতিয়া সি নাই।

ভৱেশ ঃ হয় চাৰ ।

পঞ্চা ঃ (কাণৰ পৰা চুৰত এটা উলিয়াই) হেৰা জুইশলা এটি পাবানে ক'ৰবাত?

ভৱেশ ঃ জুইশলা? ৰ'ব চাৰ।

পঞ্চা ঃ অ' তুমি কি কৰো বুলি কৈছিলা?

সঞ্জীব ঃ এই বাৰ Law ৰ Priliminary পাছ কৰিছো।

পঞ্চা ঃ Good. Continue কৰিবা নহয়?

সঞ্জীব ঃ হয় চাৰ।

ভৱেশ ঃ ই চাকৰি কৰিব লাগিছে কিয় চাৰ। ইয়াৰ যিমানহে টিউচন।

পঞ্চা ঃ টিউচন কৰি কিমান পইচা পাব হে?

সঞ্জিৱ ঃ চল্লিব পৰা যায়।

পঞ্চা ঃ Good ইয়াকে কয় Self Employment. আৰু জানা Self Employment is the best employment of the day. অ' তুমি চকিদাৰটোৰ বিষয়ে কি কৈছিলা?

ভৱেশ ঃ তাক চাৰ কোনো কথা কবই নোৱাৰি।

পঞ্চা ঃ দৰমহা কিমান দিয়া।

ভৱেশ ঃ দৰমহা হিচাপে নেপালেও ভাল পইছাই পায়।

পঞ্চা ঃ এই ভাল পইচা পোৱা ব্যৱস্থাটোৱে হ'ল bad employment য'ত তোমাৰ দিয়াৰ committment নাথাকে তাৰ পৰা তুমি কি পোৱাৰ committment বিচাৰিছা?

সঞ্জীব ঃ মই আহো, চাৰ।

পঞ্চা ঃ আহো মানে যোৱাই নেকি?

সঞ্জীব ঃ হয় চাৰ অলপ কাম আছিল।

ভৱেশ ঃ অলপ কাম আছিল। কাম অকল তেওঁৰহে থাকে, মোৰ কাম নাথাকে। মই বেকাৰ। নোৱাৰ যাব, বহি থাক।

পঞ্চা ঃ হেৰা ৰ'বাচোন ৰ'বা, তেওঁৰ কাম আছে যদি?

ভৱেশ ঃ নাই কাম চাম।

পঞ্চা ঃ আছে হে। মই বাটত লগ পাই তেওঁক ইয়ালৈ আহিবলৈ লগ ধৰোতেই তেওঁ কাম আছিল বুলি কৈছিল। মইহে এতিয়াই যাবলৈ বুলি লৈ আহিছিলো।

ভৱেশ ঃ কাম থাকিলেও এতিয়া সি চাৰ যাব নোৱাৰে।

পঞ্চা ঃ কিয় হে?

ভৱেশ ঃ চাৰ ইহঁত চবেই কব "ঐ নাটক এখন কৰিব লাগে অ'। তই arrange নকৰিলে আনৰ দ্বাৰা নহয় আৰু'।

পঞ্চা ঃ তোমাৰ সেই কণ Calibar আছে কাৰণেহে কয়?

ভৱেশ ঃ আৰু চাৰ মই নাটক এখন যোগাৰ কৰি ইহঁত বিলাকক

খবৰ দিলো, এটাই ক'ব আজি অলপ কাম আছে কালিলৈ যাম দে। এটাই ক'ব ৰ চোন mood এই নাই। আন এটাই ক'ব ' এই কেইদিন টাচত বৰ মাৰ খাইছো। অলপ Make up কৰি লওঁৱে" বচ মই গোলামে আবেলি ৪ বজাৰ পৰা নিশা দহ বজালৈকে মহান শিল্পী হ'বৰ বাবে বোন্দাপৰ দি।

পঞ্চা এইয়া হ'ল আমাৰ জাতিগত বৈশিষ্ট।

ভবেশ মই কিন্তু কৈছিলো চাৰ এইবাৰ মই কাকোৱেই Spare নকৰো। দুদিন চাম যদি নাবাৰ হৈ'তৰ একেই মতি গতি দেখো তেন্তে নাটক চাটক বন্ধ।

সঞ্জীব ভবেশ তই মোৰ ওপৰত খং কৰিছ কিয়? তইতো জানা টিউচন বেইচা কৰোঁতেই মোৰ বাতি হয়।

পঞ্চা হেৰা ভবেশ এওঁৰ টিউচনৰ কথা। যাওঁক দিয়াহে থিয়েটাৰৰ কেইদিন লাগি ভাগি দিবহি আৰু।

ভবেশ যাওঁক যাওক মোৰ কি? অলপ বৈ যাওঁ যাম গৈ। ১/২ বজাত চবকে মাতিছিলো। এতিয়ালৈকে দেখিছেই নহয় চাৰ কাৰো দেখা দেখিয়েই নাই।

পঞ্চা আমাৰ দেশত নাটক এনেকৈয়ে হ'ব লাগিব।

ভবেশ নহয় চাৰ।

পঞ্চা নহয় কি হেৰ' হয়। তুমিও হ'লা পাগল। নাটক পাগল সেয়েহে সদায় একে ভুলকে কৰি আহিছা। আমাৰ মঞ্চৰ ইতিহাসলৈ ঘূৰি চোৱা কি দেখিবা বস্তুত আশাৰে মঞ্চত বলিযালি কৰি নিৰাশাত জীৱন শেষ কৰা জ্যোতি প্ৰসাদ, বিষ্ণুৰাভা ফণি শৰ্মা আদ্য শৰ্মা, যচ চক্ৰৱৰ্তী চন্দ্ৰ ফুকন হে' হে তোমাৰ মোৰ এই পূৰ্বপুৰুষ বোৰৰ জীৱনবোৰ যদি উপলব্ধি কৰিব পাৰা তেন্তে বুজিবা আমাৰ মঞ্চ, নহয় মঞ্চ যুদ্ধ ক্ষেত্ৰ আৰু এই যুদ্ধত জয় আমাৰ জাতিৰ বাবে নগণ্য, বৰেণ্য হ'ল পৰাজয় বুজিছা। তোমালোকৰ এই পঞ্চানন শৰ্মা মাষ্টৰলৈকে নোচোৱা কিয়। আজীৱন শিক্ষকতা কৰি মঞ্চত অভিনয় কৰি দহক হঁহুৱালে কন্দুৱালে, কিন্তু পালো কি? নাই নাই এইখন দেশৰ এই সমাজৰ পৰা একো নিবিচাৰিবা। একো নোপোৱা বুজিছা?

দয়া : অ' চাৰ আপুনি? নমস্কাৰ।

পঞ্চা : হেৰা দয়ানন্দ, তুমি পৌৰাণিক নাটক বৰ ভাল কৰিব পাৰিবাহে।

দয়া : মইটো চাৰ চবৰোলেই ভাল কৰিব পাৰো। ইইঁতেহে মোক ফাষ্ট ৰোল বিলাক দিয়ে।

ভবেশ : হেৰা চব ৰোল কৰা শিল্পী প্ৰবৰ। ৬-৩০ ত আহিম বুলি কৈ আপোনাৰ কেই বজাত অহা হ'ল জানেনে?

দয়া : হয় মহাশয় মোৰ ঘড়ীমতে ৫০ মিনিট ৪০ ছেকেণ্ড পলম হৈছে।

ভবেশ : তোৰ ঘড়ী ভুল।

দয়া : যিহেতু মোৰ ঘড়ী ভাৰতত তৈয়াৰী সেয়ে কোনো ভাৰতীয়ই মোৰ ঘড়ীৰ সময়ত সন্দেহ প্ৰকাশ কৰিব নোৱাৰে। আৰু যদি কৰে সি অকল দোষণীয়েই নহয় Ministry of Home affairs ৰমতে C R Pৰ বুলেত প্ৰাপ্য। Right?

পঞ্চা Right

দয়া আৰু এই ৫০ মি ৪০ ছে পলম হোৱাৰ কাৰণ হ'ল এক মিনিট

ভবেশ : কি হ'ল কোনোবা আহিছে নেকি?

দয়া : মোৰ চাইকেলৰ হেন্দেলত দুটা মোনা ওলমি থকা দেখিছ।

ভবেশ : দেখিছো।

দয়া সেই দুটাত কি আছে জান

ভবেশ ওঁহো?

দয়া অমূল্য সম্পদ।

পঞ্চা কি অমূল্য সম্পদ হে

দয়া : এটা মোনাত ৫ কিলো অহা চাউল এটি মোনাত দুই কে জি চেনী আৰু ১ কে জি ময়দা আছে।

পঞ্চা হেৰা পালা ক'ত হে?

দয়া : মই চাৰ কেৰেনী হ'লেও Supply office ৰ কেৰেণী।

পঞ্চা : পালে দুই এক কিলো মোকো দিবাহে (সঞ্জীব ওলাই যায়)

দয়া : হে যাব চাৰ। এইখিনি ক মই কিয় অমূল্য সম্পদ বুলি কৈছো?

পঞ্চা : হেৰা দয়ানন্দ, বৰ্ত্তমান এই আকাল মহাকালৰ দিনত এই সম্পদ ৰাজিক অমূল্য সম্পদ বুলি কেতিয়াবাই বিভূষিত কৰা হৈছে। (ভাবিতৰ প্ৰবেশ)।

ভবেশ : ঐ ভাবিত তই ক'লৈ গৈছিলি?

ভাবিত : বজাৰলৈ।

ভবেশ : বজাৰলৈ? কিয় মই তোক পুৱাই কোৱা নাছিলো আমি ৬-৩০ বজাত আহিম বুলি।

ভাবিত : সেই কাৰণে দৰ্জ্জা খুলি থৈ গৈছিলো নহয়।

ভবেশ : চালা নবাবৰ বেটা? দৰ্জ্জা খুলি থৈ গৈছিলি কিয়? আমি অহাৰ পিচত খোলা হ'লে বজাৰ বন্ধ হৈ গ'লহেঁতেন নেকি?

ভাবিত : নহয় মানে বজাৰত ৰেচনৰ চাউল অহা বুলি জানি দৌৰি যাব লগা হ'ল।

ভবেশ : চাউল অহা বুলি শুনি?

পঞ্চা : চাউল অহা বুলি শুনি, হেৰা ভবেশ, অমূল্য সম্পদ।

**ভবেশ** ঃ শুন, বাবুলৰ দোকানৰ পৰা ৫কাপ চাহ আৰু পাঁচটা চিঙৰা পঠাই দিবলৈ কবি যা; পইচা পাচত দিম বুলি কবি যা।

**পঞ্চা** ঃ Come to the point। দয়ানন্দ, তুমি কৈছিলা এই অমূল্য সম্পদৰাজি

**দয়া** ঃ মোৰ লগত কিয় আহিল? Right, চাৰ ১৯৭২ চনত মোৰ ভাইটোৱে B.A. Pass কৰি – এক মিনিট শ্ৰদ্ধেয় চাৰ, আৰু বন্ধু- বান্ধৱী সকল আজি দেশৰ এই আকাল মহাকালৰ দুৰ্ভিক্ষৰ এনে এটি সন্ধিক্ষণত মই চাউল চেনী ময়দা এই সম্পদ ৰাজিক অমূল্য সম্পদ বোলাৰ কাৰণ হ'ল, মোৰ ভাতৃয়ে B.A. পাচ কৰি দুবছৰত ১২ বাৰ Interview fail কৰি আজি Education Board ত যিটো Interview দিছে, সেই Interview লোৱা মহান বিষয়াৰ কোনোবা এগৰাকী মহিয়সী পত্নীক এই কেইপদ অমূল্য সম্পদ উপঢৌকন হিচাবে দিব পাৰিলেই মোৰ ভাতৃ এই তেৰ নম্বৰ Interviewত সফল হ'ব। আৰু চাকৰিত join কৰিব (চিঞৰি চিঞৰি পাৰ্থ আৰু সৌৰভ আহে)

**পাৰ্থ** ঃ Bravo Bravo বেচ Powerfull dialogue অ'।

**সৌৰভ** ঃ এই নাটক কাৰ অ'?

**ভবেশ** ঃ কোনখন নাটক?

**সৌৰভ** ঃ এই যে ই ৰিহাৰ্চেল কৰি আছে?

**ভবেশ** ঃ অ এইখন; এইখন ই নিজেই লিখা।

**পাৰ্থ** ঃ বাঃ Supply office ৰ পাৰমিত লিখাৰ পৰা একেবাৰেই নাট্যকাৰ! অভুতপূৰ্ব্ব।

**দয়া** ঃ অভুতপূৰ্ব্ব। ঐ নাট্যকাৰ হ'ব লগা আছে যদি পাৰমিত লিখা বিলাকেই হ'ব পাৰিব। তোৰ দৰে ক'লা কোট পিন্ধি Bar লাইব্ৰেৰিত তাচ খেলি থকা বিলাকে নোৱাৰে।

**পাৰ্থ** ঃ ঐ মই বাৰ লাইব্ৰেৰীত তাচেই খেলোৱা যিয়েই কৰো, তই ক'বলৈ কোন?

**দয়া** ঃ আৰু মই পাৰমিতেই লিখো বা নাটকেই লিখো বা তোৰ condolence massage এই লিখো, তাতে তোৰ কবলৈ কি?

**পঞ্চা** ঃ হেৰা তোমালোকে

**দয়া** ঃ মই চাৰ কিবা মিছা কৈছো?

**পাৰ্থ** ঃ তই কোনদিনা সঁচা কথা কৈ পাইছ অ'?

**দয়া** ঃ মই যদি ...।

**পঞ্চা** ঃ হেৰা ভবেশ এওঁলোকৰ দেখোন কাজিয়াৰ হে সুত্ৰপাত হ'ল হে।

**ভবেশ** ঃ হয় চাৰ। বুঢ়া হ'লহি, নগ'ল ইহঁত কেইটাৰ এই স্বভাবটো আৰু চন নগ'ল।

**পঞ্চা** ঃ পাৰ্থ।

**পাৰ্থ** ঃ চাৰ।

**পঞ্চা** ঃ Are you not a practicing lawer?

**পাৰ্থ** ঃ হয় চাৰ।

**দয়ানন্দ** ঃ নহয় চাৰ। ই Practice কৰিবলৈ সময়কে নাপায় চাৰাদিন।

**পঞ্চা** ঃ Keep Quit। পাৰ্থ Practice কৰিছা?

**পাৰ্থ** ঃ কৰিছো। কৰিছো মানে চাৰ practice টো মোৰ এতিয়াও profession হৈ উঠা নাই, hobbyহে হৈয়ে আছে চাৰ।

**পঞ্চানন্দ** ঃ very bad, very bad, পাৰ্থ, সময় অমূল্য ধন।

**দয়ানন্দ** ঃ হয় চাৰ।

**পঞ্চানন্দ** ঃ হেৰা তুমি কিয় মাজতে মাত দিয়াহে?

**পাৰ্থ** ঃ হয় চাৰ।

**পঞ্চা** ঃ আৰু তুমি! তুমি Practice কৰিছা নহয়?

**সৌৰভ** ঃ হয় চাৰ।

**পঞ্চা** ঃ কেনে কৰিছা?

**সৌৰভ** ঃ বেয়া হোৱা নাই চাৰ।

**পঞ্চা** ঃ Good

**ভবেশ** ঃ চাৰ এতিয়া আমি আচল কথালৈ আহো।

**পঞ্চা** ঃ ওঁ আহিব লাগে আহিব লাগে।

**ভবেশ** ঃ আমাৰ নাট্যসন্থাৰ বছেৰেকীয়া নাটৰ বিষয়ে আলোচনা কৰিবলৈ মই কবিতা নেওগকে ধৰি প্ৰায় ১৮ জনক নিজে লগ ধৰি আজি ৬-৩০ বজাত ইয়ালৈ আহিবলৈ কৈ আহিছো।

**পঞ্চা** ঃ ওঁ সেই ১৮ জনৰ ভিতৰত এতিয়া কেইজন?

**ভবেশ** ঃ হয় চাৰ মাত্ৰ ৫ জন। এতিয়া কথা হ'ল আমি এই কেইজনেই আলোচনা আৰম্ভ কৰি দিম নে আৰু অলপ সময় বাট চাম, নে আজি লৈ postpond কৰিম।

**সৌৰভ** ঃ postpond নকৰি আমি কেইজনেই আলোচনা আৰম্ভ কৰি দিওঁ। ইয়াৰ মাজতে কোনোবা আহিলে ভালেই। নহ'লে আমিয়েই এটা decision লৈ পেলাওঁ।

**পঞ্চা** ঃ কিন্তু নাটক ঠিক হৈ আছেনে নাই?

**ভবেশ** ঃ নাটক? নাটক চাৰ ঠিক হৈ আছে নহয়। সেইয়া প্ৰভাত শইকীয়া প্ৰভাত শইকীয়াই লিখি আছে।

**পাৰ্থ** ঃ লিখি আছে ? শেষ হব কেতিয়া?

**পঞ্চা** ঃ বুজিছা নাটক খনেই হ'ল মূল কথা। আজিৰ যুগত নাটকৰ trend সলনি হৈছে। আজি নাটক হব লাগিব বাস্তব মুখী।

**পাৰ্থ** : হয় চাৰ।

**ভবেশ** : (হঠাৎ বাহিৰলৈ চায়) অ' কবিতা ! আহাঁ। মই আক' তুমি নাহিবা বুলিয়েই ভাবিছিলো।

**কবিতা** : নাহিম কেলেই। আহিম বুলি Word দিছো যেতিয়া আহিমেই। ঘৰৰ কামবোৰ শেষ কৰি আহিব লাগে বাবেহে।

**ভবেশ** : চাৰ এওঁৱেই কবিতা নেওগ। বেচ ভাল অভিনয় কৰে নহয়।

**পঞ্চা** : মই দেখিছো নহয় এওঁৰ অভিনয়। আহাঁ বহা।

**কবিতা** : মোৰ বাৰু দেৰি হ'ল নেকি?

**পঞ্চা** : নাই আমাৰ আলোচনা আৰম্ভ কৰিছোহে।

**পাৰ্থ** : কি খবৰ কবিতা, ভালনে ?

**কবিতা** : আছো আৰু? আপোনাৰ ভালনে?

**(দয়ানন্দই কাহ এটা মাৰি ইংগিত এটা দি বাহিৰলৈ যায় আৰু লগে লগে সোমাই আহে)**

**দয়া** : মোৰ চাইকেলৰ পৰা বেগটো কোনে নিছ?

**পাৰ্থ** : বেগ! কি বেগ ?

**পঞ্চানন** : অমূল্য বেগ ?

**দয়া** : হয় চাৰ, চাউলৰ বেগটো নাই চাৰ।

**পাৰ্থ** : কি চাউলৰ বেগ অ'?

**দয়া** : মই আহোঁতে চাইকেলত দুটা বেগ লৈ আহিছিলো। তাৰে চাউলৰ বেগটো নাই।

**পাৰ্থ** : তই বেগ দুটা থৈছিলি ক'ত?

**দয়া** : চাইকেলৰ handle ত ওলোমাই থোৱা আছিল।

**সৌৰভ** : ৰবচোন, ৰব, আমি আহোতে চাইকেল খন চকুত পৰিছিল। তেতিয়া কিন্তু তাত দুটা বেগতো নাছিল। এটাহে আছিল।

**দয়া** : এটা কিয় হ'বহে। মই নিজে তাত দুটা বেগ ওলোমাই আহিছিলো। অই ভবেশ তোক দেখুৱাওঁতে তই দুটা বেগ দেখা নাছিলি?

**ভবেশ** : অ' দুটাইতো দেখিছিলো।

**পঞ্চানন** : তেন্তে ইটো বেগ কলৈ যাব পাৰে? হেৰা তুমি ভালকৈ চোৱাগৈ চোন ওচৰে পাজৰে ক'ৰবাত আছে নেকি।

**দয়ানন্দ** : ওচৰে পাজৰে আকৌ বেগটো কেনেকৈ যাব পাৰে চাৰ? মই সবকে কৈ দিছো কিন্তু। কোনোবাই যদি ধেমালিতে লুকুৱাই থৈছে তেন্তে এতিয়াই যেন বেগটো আগৰ ঠাইত থৈ আহে। নহ'লে কিন্তু কথা বেয়া হ'ব।

**সৌৰভ** : ঘটনাটো বৰ Serious হৈ গৈছে। কোনোবাই থৈছে যদি .

**পঞ্চা** : ঘটনা কি হে! সঁচাকৈ যদি এটাও নাই তেন্তে এইটো দুৰ্ঘটনা।

**কবিতা** : এই খিনিতে মই এষাৰ মাত দিব পাৰোনে?

**পঞ্চা** : নিশ্চয়। কোৱা কি ক'ব খুজিছা।

**কবিতা** : মই যেতিয়া আহো তেতিয়া সৌৰভদাৰ দৰে মযো চাইকেলত দুটা বেগ দেখা নাছিলো। এটাহে দেখিছিলো।

**দয়ানন্দ** : তাৰমানে তাৰ আগতেই বেগটো কোনোবাই সৰকালে।

**কবিতা** : হেৰি ভবেশদা। থিয়েটাৰ কৰিবলৈ আহি চোৰ বদনাম ল'ব লগা নহযতো।

**পাৰ্থ** : তোমাৰ বদনাম কিয হ'ব?

**কবিতা** : এইবোৰ বদনামলৈ মোৰ বৰ ভয লাগে জানে?

**পঞ্চা** : মোৰ ধাৰণাই কিন্তু ইয়াত উপস্থিত থকা সকলোকে এই ঘটনাৰ পৰা আঁতৰাই ৰাখিছে।

**দয়া** : (অধৈৰ্য্য হৈ) তেন্তে নিলে কোনে?

**পাৰ্থ** : তাৰমানে কথাটো এনেকুৱা যে আমি যেতিয়া ইযালৈ আহো তেতিয়া মোৰ চাইকেলখন বা তাত থকা মোনাটোত চকু পৰা নাছিল যদিও মোৰ লগত অহা সৌৰভেও তাত দুটা নহয এটাবেগ আৰু আমাৰ পাচত অহা কবিতাইও এটা বেগ হে দেখিছিল। অৰ্থাৎ আমাৰ এই তিনিজনৰ এই বেগ হেৰোৱা ঘটনাৰ লগত কোনো সম্পৰ্ক নাই।

**দয়া** : কাৰ সম্বন্ধ আছে কাৰ নাই সেইবোৰ মই নাজানো মোক মোৰ ৫ কিলো চাউল লাগে।

**পাৰ্থ** : বাৰু ক'চোন তই আমাৰ কেইটাৰ ভিতৰত কাক বা কাৰোবাক সন্দেহ কৰিছ নেকি?

**দয়া** : সন্দেহ কৰা নকৰাৰ কথা নহয।

**পাৰ্থ** : ইয়াত উপস্থিত থকা কাৰোবাক সন্দেহ কৰ?

**দয়া** : সন্দেহ?

**সৌৰভ** : চাওক চৌধুৰী এই প্ৰশ্নটোৰ লগত অনিচ্ছাকৃত ভাবে হ'লেও আমি কেইজন ব্যক্তিগত ভাবে জড়িত হৈ পৰিছো। নহয জানো? (Pause পাৰ্থৰ প্ৰস্থান) বাৰু ৫ কে জি চাউলৰ দাম কিমান হ'ব?

**দয়াল** : ১৫-২০ টকা মান হ'ব।

**সৌৰভ** : চাওক চৌধুৰী ইয়াত উপস্থিত থকা সকলোৰে সন্মানৰ মূল্য ১৫- বা ২০ টকা নহয় জানো?

**দয়া** : তাৰমানে মই চাউল খিনি গ'ল বুলি এৰি দিব লাগিব?

**ভবেশ** : এৰাহে সেইটো কৰিলেই ভাল হ'ব।

**দয়া** : সেইটো কৰিলে কেনেকৈ হ'ব?

**সৌৰভ** : (ভবেশক) বাৰু কওকচোন এখেত অহাৰ পাচত আৰু আমি অহাৰ আগত ইয়ালৈ কোনোবা আহিছিল নেকি?

ভবেশ ঃ হয় ই অহাৰ পাচত গৈছিল সঞ্জীৱ চলিহা।

সৌৰভঃ তেওঁ কিয় গ'ল?

পঞ্চা ঃ এ তেওঁক মই বাটতে পাইহে ইয়ালৈ লৈ আহিছিলো।

ভবেশ ঃ সি আহিয়েই যাবলৈ ওলাইছিল, মইহে তাক চাৰ অকলে থকাৰ কাৰণে ৰখাই থৈছিলো।

পঞ্চা ঃ সঞ্জীবৰ দৰে নিমাখিত ল'ৰাটোক ইয়াৰ মাজলৈ অনাটো বৰ অন্যায় হ'বহে।

ভবেশ ঃ অ' আৰু ভাবিত আহিছিল। তাক পিছে মই এতিয়া চাহ আনিবলৈ পঠাইছো। মোৰ পিছে ভাবিতৰ ওপৰতহে সন্দেহ হয়।

সৌৰভ ঃ কিয়?

ভবেশ ঃ সি আজি কৈছিল যে সি বজাৰলৈ চাউল আনিবলৈ গৈছিল।

পঞ্চা ঃ হেৰা ডেকা ল'ৰাহঁত, আমি সকলোৱে এবাৰ ভালকৈ বিচাৰিলে কেনে হয়হে?

পাৰ্থ ঃ লাভ নাই চাৰ। মই সকলো ঠাইতে ভালকৈ চাই আহিছো।

ভবেশ ঃ চকিদাৰৰ ঘৰৰ ভিতৰত?

পাৰ্থ ঃ তাৰ ঘৰত তলা বন্ধ।

দয়া ঃ তাৰ মানে ই কুকুৰ ভাবিতেই ।

পঞ্চা ঃ আচ্ছা এটা কামকে কৰো।

দয়া ঃ কি চাৰ?

পঞ্চা ঃ মই যিটো ভাবিছো সেইটো যদি তোমালোক সকলোৱেই Seriously লোৱা, I mean sincerely participate কৰা তেন্তে মই নিশ্চিত যে আমাৰ মাজত কোনেও দয়ানন্দৰ বেগটো নিয়া নাই (Pause) সেইটো প্ৰমাণ হৈ যাব আৰু নিছে যদিও ওলাই পৰিব।

ভবেশ ঃ কিন্তু ভাবিতে যদি নিছে।

পঞ্চানন্দ ঃ সিও আহি পালে তাকো মোৰ প্লেনৰ (plan)ৰ মাজত সুমুৱাই লম নহয় আৰু সি সোমাই পৰিলেই....।

সৌৰভ ঃ কিন্তু আপোনাৰ প্লেনটো কি চাৰ?

পঞ্চা ঃ আমি সকলোৱে লগ হৈ ইয়াতে এখন Court পাতিম। মানে ধৰা Mock Court....।

ভবেশ ঃ মানে চাৰ ঠিক বুজিব নোৱাৰিলো।

পঞ্চা ঃ বুজিবলৈ কিটো আছেহে? এতিয়া আমাৰ সমস্যাটো কি?

পাৰ্থ ঃ পাঁচকিলো চাউলেৰে সৈতে ইয়াৰ পৰা এটা বেগ হেৰাইছে।

পঞ্চা ঃ বেচ! আমি এতিয়া ইয়াতে এই চাউল হেৰোৱা ঘটনাটো এটা case আৰু তোমাক (দয়ানন্দক) এই কেছৰ গোচৰীয়া হিচাপে লৈ আদালতৰ কাল্পনিক পৰিবেশত আমি বিচাৰৰ দৃশ্য অৱতাৰণা কৰিম (pause) চিন্তাৰ কোনো কাৰণ নাই। তোমালোক দুজন উকিল আছাই আৰু আমাৰ সকলোৰে কম বেচি পৰিমাণে অভিনয়ৰ অভিজ্ঞতা আছেই। নে কি কোৱা। আমাৰ কেইজনমান গোচৰীয়াৰ সাক্ষী আৰু কেইজনমান আচামীৰ সাক্ষী হৈ লম।

দয়া ঃ কিন্তু আচামী কোন হ'ব চাৰ?

পঞ্চা ঃ কোনোবা এজনক আচামী বুলি কল্পনা কৰি লম।

কবিতা ঃ বৰ Interesting হ'ব চাৰ।

সৌৰভ ঃ আৰু judge।

কবিতা ঃ Judge চাৰ আপুনি হ'ব লাগিব।

ভবেশ ঃ হয় চাৰ, আপুনি সিবাৰ পূজাত নাটক খনত কৰা Judge Role টো বৰ Wonderful হৈছিল চাৰ।

পঞ্চা ঃ হয় নেকি? ঠিক আছে ঠিক আছে। অহং পঞ্চানন শৰ্মা তেনেহলে জৰ্জ (Judge)।

সৌৰভ ঃ তেন্তে মই চাৰ আচামীৰ উকিল হম।

পঞ্চা ঃ কিয় কিবা Fascination আছে নেকি?

সৌৰভ ঃ হয় চাৰ।

পঞ্চা ঃ ঠিক আছে (পাৰ্থক) তুমি তেন্তে গোচৰীয়া উকিল।

দয়া ঃ নালাগে চাৰ সি মোৰ উকিল হ'ব।

পঞ্চা ঃ Keep Quite! আপত্তি নাথাটিব। তুমি (ভবেশক) হ'বা গোচৰীয়াৰ সাক্ষী আৰু কবিতা তুমি?

কবিতা ঃ মই চাৰ আচামীৰ সাক্ষী হম।

পঞ্চা ঃ হয় নেকি? বেচ তুমি আচামীৰ সাক্ষী। এতিয়া আমাক লাগে আচামী। আচ্ছা আমি যদি আচামী বুলি এখন chair কে কল্পনা কৰিলেও কেনে হ'ব?

ভবেশ ঃ নাই নজমিব চাৰ।

পাৰ্থ ঃ মোৰ হ'লে fitting য়েই নাহিব।

সৌৰভ ঃ ঠিক আছে চাৰ ময়ে আচামী হম।

পঞ্চা ঃ তুমিতো আচামীৰ উকিল হে।

সৌৰভ ঃ হয় চাৰ মই আচামীও আৰু আচামীৰ উকীলো।

পঞ্চা ঃ সেইটো কেনেকৈ হব পাৰে হে?

সৌৰভ ঃ হব পাৰে চাৰ। পৃথিৱীৰ বিভিন্ন আদালতত এনেধৰণৰ বহুত Instance আছে নহয়।

পঞ্চা ঃ পাৰ্থ, আছে নেকিহে?

পাৰ্থ ঃ হয় চাৰ। এওঁ আচামী আৰু আচামীৰ উকীল হ'লে caste টো বৰ Interesting হ'ব নহয়

পঞ্চা ঃ বেচ তেন্তে সেয়ে হওক।

ভবেশ ঃ কিন্তু ভাবিত আহিলে তাক কি হিচাবে include কৰিব পৰা যাব চাৰ?

সৌৰভ ঃ পিচত হব গোচৰীয়াৰ পাৰ্টী। তেতিয়া হ'লে তাক

Examine কৰিবলৈ সুবিধা হব চাৰ (সঞ্জীৱ অ ঃ

**সৌৰভ** ঃ কি চাউল?

**ভবেশ** ঃ আৰে তই আকৌ আহিলি দেখোন?

**পঞ্চা** ঃ তুমি সঞ্জীৱ tution লৈ নগ'লা।

**সঞ্জীৱ** ঃ গৈছিলো। কিন্তু দেৰী হোৱা দেখি বাকী কেইটা নকৰিলো।

**পঞ্চা** ঃ ভালেই হ'ল দিয়া। তুমিও এতিয়া আমাৰ লগতে Join কৰিব পাৰিবা।

**পাৰ্থ** ঃ কিন্তু এওঁ কি হিচাবে Join কৰিব চাৰ? এওঁতো কেতিয়াও কোনো নাটকত Part কৰিয়েই পোৱা নাই।

**পঞ্চা** ঃ পাৰিবহে পাৰ্থ পাৰিব।

**কবিতা** ঃ সঞ্জীৱ দুৱৰা আচামীৰ সাক্ষী হওক চাৰ।

**সঞ্জীৱ** ঃ মই চাৰ একো ধৰিব পৰা নাই।

**পঞ্চা** ঃ পাৰিবা পাৰিবাহে। আমাৰ Court Stand হ'লেই নিজে নিজেই সকলো বুজি পাবা।

**পাৰ্থ** ঃ বেচ Interesting হ'ব দেই মিচ কবি তা নেওঁগ, নে কি কয়?

**কবিতা** ঃ একেবাৰে নতুন খেলা হব দেই। মোৰ যে ভাবিযেই ইমান ভাল লাগিছে।

"Direction"

**পঞ্চানন** ঃ এতিয়া আমি এটি Court ৰ atmosphere তৈয়াৰ কৰি লওঁ সৌৰভ এইখন ধৰাছোন। চকীখন ইয়াতে থবা। ওঁ এতিয়া এই Table খন ইযাতে ৰাখা। এয়া হ'ল Judge ৰ Seat। এতিয়া লাগে এটা কোৰ্ট গড়াল।

**ভবেশ** ঃ এটা আছে চাৰ। মানে কেৰেমখেলা stand ডালেই

**পঞ্চানন** ঃ অ' বঢিয়া হ'ব লৈ আহা (ভবেশ যায়) এয়া হ'ল Judge ৰ Seat। এই দুখন উকিলৰ, এইফালেই আচামীৰ সাক্ষী আৰু ইয়াত গোচৰীয়াৰ সাক্ষী (ভবেশ এডাল Stand লৈ সোমাই আহে) আৰু এয়া ক'ট গড়াল। (লগে লগে দয়ানন্দৰ হতুৱাই চকীবোৰ ঠিক কৰোৱাই )

**সৌৰভ** ঃ Wonderful! চাৰ আপুনি এই সামান্য বস্তু কেইপদেৰে এখন সুন্দৰ আদালত কৰি পেলালে।

**ভবেশ** ঃ Wonderful

**দয়ানন্দ** ঃ Wonderful Sir (কবিতা আৰু পাৰ্থই কিবা কথাত জোৰেৰে হাঁহি দিয়ে)।

"Direction"

**ভবেশ** ঃ এতিয়া আমি আৰম্ভ কৰিব পাৰো চাৰ (ভাবিতৰ প্ৰবেশ) এই ইমান দেৰি হ'ল কিয়? চাহ আনিলিনে নাই?

**ভাবিত** ঃ দেৰি হ'ব বোলে মানুহ নাই।

**পঞ্চানন** ঃ তুমি, ভবিত এই ফালে এই খিনিতে বহি থাকা।

**ভবেশ** ঃ এই শুন, এইখন এতিয়া আদালত। ইয়াত এটা Caseৰ বিচাৰ হ'ব আৰু এই case ত তই হবি গোচৰীয়াৰ ফাকি।

**ভাবিত** ঃ গোচৰীয়াৰ ফাঁকি মই কি কৰিব লাগিব।

**সৌৰভ** ঃ তই তাতে ৰৈ আমাৰ কথা শুনি থাকিবি। যা ৰৈ থাক গৈ।

**পঞ্চানন** ঃ Now let us start।

**পাৰ্থ** ঃ নহয়, নহয়, চাৰ।

**পঞ্চানন** ঃ কি নহয় নহয়হে, যাত্ৰাতে দিলা বাধা।

**পাৰ্থ** ঃ মানে চাৰ আমি সকলোৱে। নিজ নিজ ঠাইত বহি থাকিম আপুনি গহীন খোজেৰে এই ফালেদি Court ত প্ৰবেশ কৰিব Judge ৰ আসনত বহিবহি। তেতিয়াহে চাৰ Atmosphere টো ভাল হ'ব।

**পঞ্চানন** ঃ হয় নেকি?

**কবিতা** ঃ হয় চাৰ, খুব ভাল হ'ব।

**পঞ্চানন** ঃ ঠিক আছে (যায়) (ভিতৰৰ পৰা) Ready Start।

**পাৰ্থ** ঃ Ready Sir। (পঞ্চানন ভিতৰৰ পৰা গম্ভীৰ খোজেৰে সোমাই আহে। সকলো থিয় হয়)

"Direction

**পঞ্চানন** ঃ Now the proceeding of this case is।

**পাৰ্থ** ঃ নহয় চাৰ Court ৰ procedure মতে।

**পঞ্চানন** ঃ হেৰা এইখন আদালতৰ মই Judge, সেয়ে ইয়াৰ সকলো কাৰ্য্যব্যৱস্থা মোৰ মতেহে হ'ব লাগিব। complaining উকিল Mr Pratha Dowara আপোনাৰ case টোৰ সবিশেষ বৰ্ণনা দিয়ক।

**পাৰ্থ** ঃ Yes my lord, the fact of the case in that, মোৰ Client Mr. দয়ানন্দ চৌধুৰীয়ে তেখেতৰ নিজৰ প্ৰয়োজনৰ বাবে এটা মোনাত ৫ k. g চাউল আৰু অন্যএটা মোনাত 2 k.g চেনী আৰু মযদা লৈ নিজৰ চাইকেলত বান্ধি আনি মই মঞ্চৰ ভিতৰৰ দুৱাৰৰ কাষত থৈ ইয়াত আলোচনাত ব্যস্ত আছিল। আৰু সেই সুবিধাতে কোনোবা দুবৃত্তই তেখেতৰ চাউলৰ মোনাটো লৈ উধাও হয়। My Lord, এই সন্দৰ্ভত আপোনাৰ আদালতত Indian Penal codeৰ ৩৭৯ ধাৰাত এই মোকৰ্দমা তৰা হৈছে, এতিয়া মহামান্য বিচাৰপতিৰ সুবিধাৰে গুচৰীয়াক উপকৃত কৰাৰ লগতে প্ৰকৃত দোষী বিচাৰি উলিয়াই উচিত শাস্তিৰ বিধান কৰি সমাজক নিষ্কণ্টক কৰি ৰাখিবলৈ মহামান্য আদালতক আবেদন জনাওঁ (আধাতে পঞ্চাননে পাৰ্থক কাঠগড়ালৰ ওচৰলৈ যাবলৈ নিৰ্দেশ দিয়ে আৰু পাৰ্থই কাঠ গড়ালৰ ওচৰলৈ গৈ কয়)

ভবেশ } : বাঃ বাঃ
কবিতা }

পঞ্চানন : দয়ানন্দ চৌধুৰী, আপোনাৰ কিবা কবলগীয়া আছে?

(দয়ানন্দই কিবা কব খোজোতেই পঞ্চাননে হাতৰ ইঙ্গিতেৰে কাঠগড়ালৈ যাবলৈ নির্দ্দেশ দিয়ে। দয়ানন্দ যায়)

দয়ানন্দ : মহামান্য বিচাৰ পতি, মোৰ উকিলে সকলো কৈছেই।

পঞ্চানন : Any Question Mr Bordoloi?

সৌৰভ : Yes my Lord (দয়ানন্দৰ ওচৰলৈ গৈ জেপৰ পৰা মনিবেগটো উলিয়াই) ধৰি লওক এইখন গীতা। ইয়াক চুই কওক।

সৌৰভ : কল্পনা কৰি লওঁক।

দয়ানন্দ : ওঁ লৈছো।

সৌৰভ : কওঁক যি কম সঁচা কম, সঁচা বিনে মিছা নকওঁ (দয়ানন্দই খৰকৈ কয়) Thank you, বাৰু দয়ানন্দ চৌধুৰী, আপুনি কি কৰে?

দয়া : Supply অফিচত কাম কৰো।

সৌৰভ : কি কাম কৰে?

দয়ানন্দ : Lower Division Assistant

সৌৰভ : কোন section?

দয়া : Permit section

সৌৰভ : আপুনি চাউল ৫ kg অনা বুলি কৈছিল নহয়।

দয়া : হয়।

সৌৰভ : কি চাউল?

দয়ানন্দ : জহা চাউল।

সৌৰভ : কিনি আনিছে?

দয়ানন্দ : (নিমাত।)

সৌৰভ : কি দামত আনিছিল?

পাৰ্থ : Objection My Lord

পঞ্চা : Objection Sustain

পাৰ্থ : মোৰ সতীৰ্থই কিছুমান অবান্তৰ প্ৰশ্নৰে মোৰ Clientক ব্যতিব্যস্ত কৰি তুলিবলৈ চেষ্টা কৰিছে।

সৌৰভ : হয় নেকি? বাৰু কওকচোন চৌধুৰী চবেই জানে যে বজাৰত মৈদা নাপায়, আপোনাৰ অফিচলৈ গ'লেও মৈদাৰ Permit issue নকৰে। তেনে স্থলত আপুনি কৰ পৰা পালে?

পাৰ্থ : তেখেতে যিখনত পাইছে তাৰ পৰাই আনিছে।

সৌৰভ : Objection My Lord.

পঞ্চানন : Objection Sustain.

সৌৰভ : চৌধুৰী সেইখন দোকানত মই যদি ময়দা বিচাৰি যাওঁ পামনে?

দয়ানন্দ : পাবও পাৰে?

সৌৰভ : নাপাবও পাৰো নহয় জানো? বাৰু কওকচোন দোকান খনৰ নাম কি?

দয়ানন্দ : নাই নাজানো।

সৌৰভ : দোকান খন কোন ঠাইত অৱস্থিত তাক বোধ হয় নিশ্চয় জানে।

দয়া : হয়।

সৌৰভ : ক'ত?

দয়া : চক বজাৰৰ কোণত।

সৌৰভ : কোনটো কোণত উত্তৰ পুব, পুব দক্ষিণ, দক্ষিণ-পশ্চিম।

দয়া : দক্ষিণ পশ্চিম কোনত।

সৌৰভ : বাৰু চৌধুৰী সেই দোকান খনৰ একাষেদি যিটো আলিবাট আহিছে সেই বাটেৰে পোনে পোনে এইফালে আহি এই নাট্যমন্দিৰ পায়হি নহয় জানো?

দয়া : হয়।

সৌৰভ : সেই আলিবাটটো বেয়া নহয়।

দয়া : হয় ভাল।

সৌৰভ : আৰু দোকান খনৰ পৰা এই আলিবাটটোৰে ইয়ালৈ আহোতে আপোনাৰ ঘৰৰ আগেদি আহিব লাগে নহয় জানো?

দয়া : হয়।

সৌৰভ : তেন্তে চৌধুৰী সেই চাউল চেনী ময়দাৰ মোনা দুটা আপুনি ঘৰত থৈ নাহি কি কাৰণত চাইকেলেৰে কঢ়িয়াই ইয়ালৈ আহিব? তাৰমানে আপুনি সেইখিনি আপোনাৰ কাৰণে অনা নাছিল।

দয়া : হয়।

সৌৰভ : আন কাৰোবাৰ কাৰণে আনিছিল নহয় জানো?

দয়া : হয়।

সৌৰভ : পইচাৰ বিনিময়ত নে কাৰোবাক ঘোঁচ দিবলৈ।

পাৰ্থ : Objection My Lord

পঞ্চা : Objection over rulled.

সৌৰভ : আপুনি বৰ্ত্তমান কাৰ বাবে ক'ৰ পৰা আৰু কিমান দাম দি আনিছিল সেই কেইটা প্ৰশ্ন সকলো সুস্থ মানুহৰ মগজুত জগাটো স্বাভাৱিক। সেইকেইটা প্ৰশ্নৰ সঠিক উত্তৰ দিয়াটো অন্ততঃ এই কেইজনৰ সম্মুখত আপোনাৰ কৰ্ত্তব্য।

পাৰ্থ : তই পাহৰি নাযাবি যে এইখন আচল Court নহয় Mock Court হে।

সৌৰভ : আৰু ইয়াৰ Subject টোও যে mockery কৰা Subject নহয় সেই কথাও আমি পাহৰি যোৱা উচিত

নহয় (দয়ানন্দক) Thank you Mr Chaudhury আপুনি যাব পাৰে। Thanks all my Lord

পঞ্চা : ভবেশ বৰ্মন বেছ জমিছে দেই কবিতা (chair ত ভৰি এখন তোলে)

পাৰ্থ : Objection my Lord

পঞ্চা : হেৰা পাৰ্থ তুমি বৰ বেছি Objection Objection কৰাহে।

পাৰ্থ : মহামান্য বিচাৰ পতিয়ে আদালতক অৱমাননা কৰিছে?

পঞ্চা : What?

পাৰ্থ : বিচাৰকৰ আসনত ভৰি তুলি সেই আসনৰ পবিত্ৰতা নষ্ট কৰি আদালতৰ পবিত্ৰতা নষ্ট কৰিছে।

পঞ্চা : ছিঃ ছিঃ অহং পঞ্চানন শৰ্ম্মা দোষী, মই বিচাৰকে তেখেতৰ বৃদ্ধ বয়সৰ স্বভাৱৰ বাবে তেখেতৰ দোষ মাৰ্জনা কৰিলো।

পাৰ্থ : Thank you sir

পঞ্চা : Proceed on

সৌৰভ : Mr বৰ্মন, এইটো চুই কওক যে ।

পঞ্চা : হেৰা সেইবোৰ নকৰিলেও নহয়নে।

সৌৰভ : নহয় চাৰ আদালত বাবে এইটো এটি পবিত্ৰ কৰ্ত্তব্য।

পঞ্চা : হয় নেকি কৰা তেন্তে

সৌৰভ : কওক বৰ্মন যি কম।

ভবেশ : যি কম সঁচা। কম সঁচা বিনে মিছা নকওঁ।

সৌৰভ : শ্ৰীদয়ানন্দ চৌধুৰীয়ে তেখেতৰ চাইকেলৰ Handleত এটা মোনাত ৫ কিলো চাউল আৰু অন্য এটা মোনাত ২ কিলো চেনী ১ কিলো ময়দা ইয়ালৈ আনিছিল।

ভবেশ : হয় আনিছিল।

সৌৰভ : আপুনি দেখিছিল?

ভবেশ : হয়।

সৌৰভ : কেনেকৈ

ভবেশ : এইখিনিৰ পৰা তেখেতে মোক দেখুৱাইছিল।

সৌৰভ : তেখেতে এইখিনিৰ পৰা দেখুৱাই দিওঁতে আপুনি দেখিছিল যে তেখেতৰ চাইকেলৰ handleত দুটা মোনা ওলমি আছিল আৰু তাৰ ভিতৰত কিবা আছে?'

ভবেশ : হয়।

সৌৰভ : সেই কিবা খিনিয়ে চাউল আপুনি কেনেকৈ জানিলে।

ভবেশ : তেখেতে কৈছিল।

সৌৰভ : আৰু মই যদি কওঁ তাত চাউল নাছিল আৰু তেখেতে ধেমালিতে চাউল আছিল বুলি কৈছিল?

ভবেশ : মই ক'ব নোৱাৰিম ।

সৌৰভ : অৰ্থাৎ তাত প্ৰকৃততে চাউল আছিল বুলি আপুনি নিশ্চিত নহয়।

পাৰ্থ : Objection my lord।

সৌৰভ : That is all my lord

পঞ্চা : Next

পাৰ্থ : Witness of the acused Miss কবিতা নেওগ।

কবিতা : ও মা মোৰ বৰ ভয় লাগে পায়।

পঞ্চা : মিচ কবিতা নেওগ (কাঠ গড়ালৈলে দেখুৱায়, কবিতা ভয়ে ভয়ে যায়)

কবিতা : মোক কিন্তু তেখেত সকলক সোধাৰ দৰে Serious question নকৰিব দেই। মই nervous হৈ যাম।

পাৰ্থ : নাই নাই আপোনাক সুধিবলৈ আছে কিটো। বাৰু এইটো চুই কওঁক যে যি কম সঁচা কম সঁচা বিনে মিছা নকওঁ।

কবিতা : কবই লাগিব নেকি?

পাৰ্থ : ভয় কি ধেমালিহে।

কবিতা : যে কম সঁচা কম সঁচা বিনে মিছা নকওঁ।

পাৰ্থ : Miss Neog আপুনি আচামীৰ সাক্ষী নহয় জানো?

কবিতা : সেইটো আপুনি নাজানেই নেকি?

পাৰ্থ : ইয়াৰ আগতে আপোনাক সোধা হৈছিল আপুনি কি হ'ব। আপুনি কৈছিল আপুনি আচামীৰ সাক্ষী হ'ব।

কবিতা : হয়।

পাৰ্থ : কিন্তু আপুনি গোচৰীয়াৰো সাক্ষী হ'ব পাৰিলেহেঁতেন।

কবিতা : মানে?

পাৰ্থ : মানে আপুনি ইচ্ছাকৃত ভাবে আচামীৰ সাক্ষী হবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

কবিতা : হয়।

পাৰ্থ : কিন্তু কিয়?

কবিতা : মানে মই ঠিক বুজিব পৰা নাই।

পাৰ্থ : মানে মই সুধিব বিচাৰিছো আপুনি কি কাৰণে গোচৰীয়াৰ সাক্ষী নহৈ আচামীৰ সাক্ষী হ'ল।

কবিতা : আচামীৰ সাক্ষী মানে মই মানে ।

পাৰ্থ : মানে আপুনি জানে আচামী কোন।

কবিতা : নাই নাই মই নাজানো।

পাৰ্থ : আপুনি জানে।

কবিতা : নাই নাই মই নাজানো।

সৌৰভ : Objection my Lord। মোৰ সাক্ষীক ব্যতিব্যস্ত কৰি তোলাৰ প্ৰয়াসেৰে মোৰ সতীৰ্থই এনেবোৰ অবান্তৰ প্ৰশ্নৰ অৱতাৰণা কৰিছে।

পঞ্চা : কিন্তু কবিতাৰ আচামীৰ সাক্ষী হোৱাৰ ইচ্ছা প্ৰকাশ কৰাৰ যদি কিবা যুক্তিযুক্ততা আছে, তেন্তে তাক

জনোবাত তেখেতৰ বাধা থকাৰ কোনো কাৰণ দেখা নাযায়।

পাৰ্থ : Miss নেওঁগ, এই প্ৰশ্ন উত্তৰ দিয়াত আপোনাৰ কিবা বাধা আছে? মোৰ প্ৰশ্নই যদি আপোনাক আঘাত কৰিছে তাৰ বাবে মই দুঃখিত। ঠিক আছে যদি মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়ে

কবিতা : মই আচামীৰ সাক্ষী হৈছো কাৰণ (দৃঢ়তাৰে)

পাৰ্থ : কাৰণ?

কবিতা : আচামীৰ পাঁচ (৫) কেজি চাউলৰ প্ৰয়োজন দয়ানন্দ চৌধুৰীত কৈ বহুত বেছি।

পাৰ্থ : আপুনি কেনেকৈ জানিলে?

কবিতা : চোৰ বৃত্তি তেওঁৰ স্বভাৱ নহয়। হোৱা হ'লে ময়দা চেনি খিনিত।

পাৰ্থ : (ধাৎতাৰ সুৰত) ই আপোনাৰ কল্পনা মিচ্ নেওগ।

কবিতা : কল্পনা বিলাস, এইবোৰ দুসাজৰ চিন্তা নোহোৱাকৈ জীয়াই থকা বোৰৰহে।

পাৰ্থ : মোৰ কিন্তু প্ৰশ্ন আছিল।

কবিতা : বৰ্ত্তমান যুগত ৫ কিলো কিয়? এককিলো চাউলৰ বাবে দেশ কিমান ঠান-বান হৈ গৈছে। কিমান Genious আদিৰে অস্ত হৈ গৈছে। কিমান গাভৰু সমাজৰ অন্ধকাৰ গহ্বৰত লীন হৈ গৈছে তাৰ অলপো জ্ঞান থকা হ'লে হয়তো আপোনাৰ কোনো প্ৰশ্নই নাথাকিলে হেঁতেন।

পাৰ্থ : পাহৰি নাযাব Miss নেওগ, আপোনাৰ এই আবেগিক আৰ্ত্তনাদে I.P.C.ক কেতিয়াও সন্তুষ্ট কৰিব নোৱাৰে।

কবিতা : হু I.P.C. কিন্তু জানিব পাৰোনে Mr. দুৱৰা, দেউতাৰ মৃত্যুৰ পাছত মই যেতিয়া মা আৰু সৰু ভাইটিটোৰ বাবে এমুঠি চাউল বিচাৰি হাবাথুৰি খাইছিলো আৰু আমাৰ সেই অভাৱৰ দুৰ্ব্বলতাৰ সুযোগ লৈ যেতিয়া সমাজৰ অক্টোপাচবোৰে মোক আৰু মাক চাৰিওফালৰ ঘেৰি ধৰিছিল তেতিয়া আপোনাৰ I.P.C. ৰ এই নৈতিকতা ক'ত লুকাই আছিল? যেতিয়া অন্ধকাৰ সমাজৰ ভয়াবহতা আৰু দাৰিদ্ৰতাৰ নিষ্ঠুৰ আঘাতত নিৰুপায় হৈ আমি তিনিওটাই চকুত চকুপানী লৈ অহৰহ জীয়াই থকাৰ পাৰ বিচাৰি হাবাথুৰি খাইছিলো (Pause) সেয়ে আজিৰ যুগত এখন নতুন I.PC. ৰ প্ৰয়োজন যাৰ ৩৭৯ ধাৰাই দয়ানন্দ চৌধুৰীকহে দোষী বিবেচনা কৰি শাস্তিৰ বিধান কৰে। তেওঁলোকৰ চাউল চুৰ কৰা বিলাকক নহয়।

দয়ানন্দ : (ঠিয় হৈ ) কি?

সৌৰভ : (উঠি আহি) মই ভাবো এই সকলো চিন্তা এৰি খন্তেক সময়ৰ বাবে আমি সকলোৱেই শুই পৰা উচিত। কাৰণ মহামান্য বিচাৰ পতিও এতিয়া শুই আছে। মহামান্য বিচাৰপতি শ্ৰীযুত পঞ্চানন শৰ্ম্মা....।

(শৰ্ম্মাই সাৰ পায়। কবিতা নিজৰ Seat লৈ আহে)

পঞ্চা : Objection.

পাৰ্থ : Sustained। ( সকলোৱে হাঁহে)

পঞ্চা : মহামান্য বিচাৰক নিদ্ৰিত নাছিল। বিচাৰৰ জটিলতাৰ্লৈ চাই তেখেত গভীৰ চিন্তাত নিমগ্ন আছিল। Next.

সৌৰভ : Witness of the complainant Mr. ভাবিত কলিতা।

পঞ্চা : ভাবিত কলিতা।

ভবেশ : তই কি চাই আছ ভেবা লাগি? তালৈ নাযাব কিয়?

(ভাবিত ভয়েৰে কাঠগড়ালত ঠিয় হয়)

সৌৰভ : মই যি সোধো তাৰ উত্তৰত তুমি যি জানা তাকে কৈ যাবা।

ভাবিত : কম বাৰু।

সৌৰভ : এইখন গীতা বুলি ধৰিলৈ কোৱা -- যি কম সঁচা কম সঁচা বিনে মিছা নকওঁ।

ভাবিত : (কয়)।

সৌৰভ : ভাবিত কলিতা ইয়ালৈ আমাৰ মানুহ অহাৰ আগতে তুমি বজাৰলৈ গৈছিলা?'

ভাবিত : হয়।

সৌৰভ : চাউল আনিবলৈ?

ভাবিত : হয়।

সৌৰভ : কিমান পালা?

ভাবিত : ৭৫০ গ্ৰাম।

সৌৰভ : ইয়াৰ আগত তুমি কেতিয়া চাউল কিনিছিলা?

ভাবিত : যোৱা সপ্তাহত Ration ৰ চাউল নিদিলেই নহয়।

সৌৰভ : তাৰমানে তুমি যোৱা সপ্তাহত ভাত খোৱা নাই।

ভাবিত : খাইছিলো, খাইছিলো, মানে খোলা বজাৰৰ পৰা কিনি খাইছিলো।

সৌৰভ : বাৰু কোৱাচোন, আজি বজাৰৰ পৰা চাউল, ঘূৰি আহি তুমি যেতিয়া ইয়াত সোমোৱা তেতিয়া তেখেতে (দয়ানন্দক) কোৱামতে তেখেতৰ চাইকেলৰ handleত দুটামোনা দেখিছিলানে? বা কোনোবাই লুকাই থোৱা বা কোনোবাই লৈ যোৱা দেখিছিলা নেকি ভালকৈ ভাবিকোৱা।

ভাবিত : নাই মনত নপৰেচোন। (হঠাৎ) অ' এটা দেখিছিলো।

সৌৰভ : দেখিছিলা? ক'ত।

ভাবিত : সেইটো কিন্তু চৌধুৰী বাবুৰ নাছিল।

**সৌৰভ :** কাৰ আছিল?

**ভাবিত :** কাৰ আছিল মানে   নাই নাই বাবু মই কব নোবাৰিম।

**সৌৰভ :** চোৱা তোমাৰ ভালৰ বাবেই কৈছো। কি দেখিছিলা কৈ যোৱা।

**ভাবিত :** নাই   নাই   মই আচলতে বাবু

**সৌৰভ :** চোৱা ভাবিত, ইয়াত থকা সকলো মানুহে এই পাঁচকিলো চাউল তুমি নিয়া বুলি সন্দেহ কৰে।

**ভাবিত :** নাই নাই বাবু, শপত খাই কৈছো মই নিয়া নাই।

**সৌৰভ :** সেয়েহে তোমাক কৈছো। যি জানা কৈ পেলোৱা।

**ভাবিত :** মই বাবু একমোনা চাউল লৈ ওলাই যাওঁতেই বাবু খিক গেটতে দেখিছিলো।

**সৌৰভ :** কাক দেখিছিলা?

**ভাবিত :** সৌ সঞ্জীৱ বাবুক।

**সৌৰভ :** (সকলোৱে আচৰিত হৈ সঞ্জীৱলৈ চায়) ভাবিত কলিতা, তুমি যি কৈছো এইবোৰ সকলো নিজ চকুৰে দেখিছিলা?

**ভাবিত :** হয় বাবু।

**সৌৰভ :** মোনাৰ চাউল খিনিক নিজ চকুৰে দেখিছিলা?

**ভাবিত :** নাই বাবু।

**সৌৰভ :** তেন্তে তুমি কেনেকৈ জানিলা যে মোনাটোত চাউল আছিল?

**ভাবিত :** তেখেতক সোধাত কৈছিল।

**সৌৰভ :** কি কৈছিল।

**ভাবিত :** বজাৰৰ চাউল ঘৰত দি আহিবলৈ যায়।

**সৌৰভ :** আচ্ছা তুমি যাব পাৰা। Mr. সঞ্জীৱ চলিহা

**পঞ্চানন :** সঞ্জীৱ (সঞ্জীৱ লাহে লাহে উঠি যায়)।

**পাৰ্থ :** (Money bag টো আগবঢ়াই দি) যি কম সঁচা কম সঁচা বিনে মিছা নকওঁ।

**সঞ্জীৱ :** যি কম সঁচা কম সঁচা বিনে মিছা নকওঁ।

**পাৰ্থ :** Mr. Chaliha চকিদাৰ ভাবিতে কোৱা কথাখিনি আপুনি স্বীকাৰ কৰেনে? (মুৰ দুপিয়াই) তাৰ মানে আপুনি স্বীকাৰ কৰে যে এমোনা চাউল লৈ আপুনি ইয়াৰ পৰা ঘৰলৈ গৈছিল। (Pause) সেইখিনি আপুনি ক'ৰ পৰা আনিছিল? (নিমাত) Mr. Chaliha, আপোনাৰ মৌনতাৰ ওপৰত ভিত্তি কৰি আমি ধৰি লব পাৰো যে আপুনি নিয়া চাউলৰ মোনাটোৱেই দয়ানন্দ চৌধুৰীৰ হেৰোৱা চাউলৰ মোনাটো। কওঁক কওঁক Mr. Chaliha-

**সঞ্জীৱ :** হয়।

**পাৰ্থ :** My Lord, দয়ানন্দ চৌধুৰীৰ হেৰোৱা ৫ কিলো চাউলৰ মোনাটো

**(পঞ্চাননে হাতৰ ইংগিতেৰে পাৰ্থৰ কোৱা বন্ধ কৰে)**

**পঞ্চানন :** সঞ্জীৱ ই তোমাৰ স্বীকাৰোক্তি। সেয়ে আমি অবাক ভাবিবলৈ বাধ্য। কিন্তু তোমাক মই বা আমি যিমান বুজি পাওঁ তাৰ পৰা এই কথাটো মানি লবলৈ টান পাইছো। কিন্তু সত্য সদায় সত্য। তাক স্বীকাৰ কৰা তোমাৰ দৰে লৰাৰ পক্ষে টান। তুমি যি পৰিস্থিতিত পৰি এনে কাৰ্য্য কৰিবলৈ বাধ্য হৈছা সেই পৰিস্থিতিৰ বিষয়ে আমাক বিৱৰি কোৱা।

**পাৰ্থ :** কওক কওক চলিহা।

**সঞ্জীৱ :** হয় চাউলৰ মোনাটো মই নিছো। ই মোৰ নৈতিক পৰাজয়। ৪/৫ টা টিউচনৰ আৰ্জ্জনেৰে পৰিয়াল পোহপাল দিও। ৰাতি Law পঢ়ো। এই আৰ্জ্জনেৰে মই মুকলি বজাৰৰ চাউল কিনিবলৈ অক্ষম। Ration ৰ কিউত থিয় দিবলে মা মোৰ বৃদ্ধা আৰু ভনীজনী সৰু। ছাত্ৰৰ এই পৰীক্ষাৰ সময়ত কিউত ৰৈ Tution ক্ষতি কৰাটো মোৰ বাবে অসম্ভৱ। দয়ানন্দক মই অলপ চাউলৰ বাবে বহুবাৰ অনুৰোধ কৰিছিলো। পইচাও যাঁচিছিলো। তেওঁ কিন্তু মোক প্ৰতিবাৰেই নৈতিকতাৰ বক্তৃতাৰে বিমুখ কৰিছিল। (Change, বৈ) আজি আবেলি ঘৰলৈ গৈ মা আৰু ভনীজনীৰ অৱস্থা দেখি যʼৰে পৰা নহওঁক এককিলো চাউল নিম বুলি ওলাই আহিছিলো। বাটত আপুনি পাই ইয়ালৈ লৈ আহিল। ইয়াত আহি যেতিয়া দয়ানন্দই চাউল অনাবুলি গম পালো মোৰ মনটো বিদ্ৰোহী হৈ উঠিল। মোৰ বিদ্ৰোহী মনটোক মোৰ সবল নৈতিকতাইও বাধা দি ৰাখিব নোৱাৰিলে। মোক শাস্তি দিয়ক চাৰ। যি শাস্তি দিয়ে তাকে মই মুৰ পাতি লবলৈ বাধ্য। সেই চাউলৰ অলপো যদি 'মা'যে চৰুত সিজাই দিছে, যদি কয় মই সেই সকলো খিনি আনি দয়ানন্দক ঘুৰাই দিমহি। মই   মই স্বীকাৰ কৰো মোক নিন্দা কৰক, মোক ভৰ্ৎসনা কৰক, মোক শাস্তি দিয়ক। মোক মোৰ আত্মাৰ শুদ্ধিৰ বাবে শাস্তি দিয়ক। মোক শাস্তি দিয়ক। মোক শাস্তি দিয়ক।

**(হুক হুকাই কান্দে। সঞ্জীৱৰ কথাৰ মাজতে দয়ানন্দ আত্মগ্লানিত ওলাই যায়। সকলোৱে তলমূৰ কৰে)**

**সমাপ্ত**

# বৃত্তৰ ভিতৰত আমি

## নাট্যকাৰ # শম্ভু গুপ্তা

**চৰিত্ৰলিপি ঃ**

১। সুজিত ২। বিজিত ৩। সত্ৰাজিত
৪। ইন্দ্ৰজিত ৫। অদিতি

**মঞ্চ সজ্জা**

(আঁৰ কাপোৰত লিখা থাকে আজিৰ আকৰ্ষণীয় নাটক 'মৃত্যু হীন প্ৰেম'। আঁৰ কাপোৰ আঁতৰিলে দেখা যায় প্ৰেচিনিয়ামৰ এপ্ৰনত চাৰিজন ডেকা আৰু গাভৰু বহি আছে। তেওঁলোকৰ নাম সুজিত, বিজিত, সত্ৰাজিত, ইন্দ্ৰজিত আৰু অদিতি।)

**অদিতি ঃ** আবে জিতৰ বংশধৰ সকল। এইবাৰ আপোনালোকৰ মুখ মণ্ডলৰ ভিতৰত Loud speaker টো অলপ সচল কৰক, আৰু ইয়াত যে টিকত লৈ হা কৰি পৰ্দাৰ ফালে চাই থকা দৰ্শক সকল, তেখেত সকলক জনাই দিযক যে আজিৰ আকৰ্ষণীয় নাটক মৃত্যুহীন প্ৰেমৰ সঁচাকৈ মৃত্যু হৈছে।

**সুজিত ঃ** চালা মোৰ বাপেকৰ শ্ৰাদ্ধ পৰিছে জনাই দিবলৈ।

**বিজিত ঃ** আমি কিয় জনাম চালা, যি সকলে টিকট বিক্ৰী কৰিছে চালা, যি সকলে নাটক কৰিব লৈছে সেই চুবৰৰ বাচ্ছা ..

**সত্ৰাজিত ঃ** Check মহাশয়, আপোনাৰ ভাষণ অলপ ৰেচনিং কৰক নহ'লে চালা....

**ইন্দ্ৰজিত ঃ** হাঃ হাঃ হাঃ আনৰ ভাষণত ৰেচনিং আৰু নিজৰ ভাষণত কি Tax? Super tax?

**সকলোবে ঃ** হাঃ হাঃ হাঃ

**সুজিত ঃ** চালা ঠিক কৈছ বে আমাৰ মুখবোৰ বৰ লেতেৰা হৈছে অ'।

**বিজিত ঃ** কিন্তু মন বোৰ এতিয়াও চাফা হৈ আছে।

**সত্ৰাজিত ঃ** ৰাইজক বন্ধবাই ৰাখিছ কিয়- যাবলৈ কৈ দে। বহুতে কিজানি কিমান কাম চাম পেলাই থৈ আহিছে।

**ইন্দ্ৰজিত ঃ** এটা কথা অ' আমি ক'বলৈ গ'লে....

**অদিতি ঃ** ধোলাই খোৱাৰ কিঞ্চিত আশংকা আছে ।

**সুজিত ঃ** কোন চালাই ধোলাই দিব বে? কাৰ ইমান হিম্মত আছে।

**ইন্দ্ৰজিত ঃ** হুঃ আমাৰ এই পঞ্চম বাহিনীক।

**অদিতি ঃ** কি ক'লি, পঞ্চম বাহিনী?

**ইন্দ্ৰজিত ঃ** মানে, Fifth Colummist

**সত্ৰাজিত ঃ** চালা তই দেখোন একেবাৰে অফিচৰ গেজেটেড অফিচাৰৰ নিচিনা ইংৰাজী কৈছ বে?

**সুজিত ঃ** যদি ইংৰাজী নাজান তেনেহ'লে একেবাৰে নক'বি। পঞ্চম বাহিনীৰ অৰ্থ কি জান? David Nair এ শুনিলে তোৰ পিঠিৰ চাল...

**ইন্দ্ৰজিত ঃ** আবে Who cares Indrajit? ইন্দ্ৰজিতে কালৈকো ভয় নকৰে।

**অদিতি ঃ** আকৌ সেই একেই ভুল কৰিলি। চালা তোক লৈ?

**ইন্দ্ৰজিত ঃ** আবে man is mortal। মানুহ মাত্ৰেই অলপ চলপ ভুল হ'ব পাৰে।

**সকলোবে ঃ** হাঃ হাঃ হাঃ

**ইন্দ্ৰজিত ঃ** আবে ইয়াত ইমান হাঁহিবলৈনো কিটো আছে- মুনিনাশ্চ মতিভ্ৰম মানে মুনি সকলৰে ভ্ৰম মানে ভুল হয়। (সকলো ইন্দ্ৰজিতৰ ভৰিত পৰে)

**কোৰাচ ঃ** হে, প্ৰভু আপোনাৰ ইংৰাজি ভাষণ বন্ধ কৰক। নহ'লৈ..

**সত্ৰাজিত ঃ** আমি হাঁহি হাঁহি মৰি যাম। তেনে হ'লে ৰাইজে আমাক গৰিহণা দিব।

**বিজিত ঃ** ক'ব, ভাৰতত যেতিয়া নেখাই মৰাতো স্বভাবিক, তেতিয়া এই Stupid বেকাৰ সকল আধাপেটি খাই হাঁহি হাঁহি মৰি বাতৰি কাকতৰ head line হব খুজিছে।

**ইন্দ্ৰজিত ঃ** বৎস, তোমালোকৰ আৰাধনাত সন্তুষ্ট হৈ মই মোৰ ইংৰাজী ভাষণ halt কৰিলো।

**অদিতি ঃ** আবে গুলি মাৰ, তোৰ এইফালে যে ইমান বোৰ মানুহে চাই আছে, তেখেত সকলে জানো আমাক চাবলৈ

আহিছে?

**ইন্দ্ৰজিত :** ঠিক স্বৰ্গীয় (অদিতিয়ে সুজিতক খোচ মাৰে) অ' Sorry.

**সুজিত :** শ্ৰদ্ধেয় ৰাইজ, আচল কথাটো হৈছে আজি যি মৃত্যুহীন প্ৰেমৰ বাবে আহিছে তাৰ সঁচাকৈয়ে আজি মৃত্যু হৈছে মানে নাটক খনৰ মৃত্যু হৈছে।

**বিজিত :** মানে নাটক খন আজি নহয়। অৰ্থাৎ এই নাটকৰ নায়ক নায়িকা অলপ আগতে এখন taxi ত

**ইন্দ্ৰজিত :** ভো ওঁ ওঁ ওঁ।

**বিজিত :** Halt মানে মৃত্যুহীন প্ৰেমত আবদ্ধ হৈ দলৰ পৰা পলাই কামাখ্যা ধাম অভিমুখে ৰাওনা হৈছে। গতিকে..

**সত্ৰাজিত :** Advance Booking ৰ দৰ্শকৰ পৰা কিঞ্চিত প্ৰহাৰৰ ভয়ত...

**সুজিত :** কৰ্ম্মকৰ্তা তথা

**বিজিত :** শিল্পী সকল তথা

**ইন্দ্ৰজিত :** সঙ্গীত শিল্পী সকল তথা

**অদিতি :** বাদ্যযন্ত্ৰী সকল

**সত্ৰাজিত :** অৰ্থাৎ সকলোৱে পলায়ন কৰিছে।

**ইন্দ্ৰজিত :** গতিকে আপোনালোকে টকাৰ লোভ পাহৰি ঘৰাঘৰি যাওঁক।

**অদিতি :** চুপ, ৰ'ব। এটা কাম কৰা যাওঁক। আপোনালোকৰ পইচাতো নষ্ট হ'লেই, আমিযেই আপোনালোকক নাটক কৰি দেখুৱাম।

**সুজিত :** মানে?

**অদিতি :** মানে আমি নাটক কৰিম।

**সুজিত :** কি নাটক কৰিবি? নায়ক নায়িকা কোন হ'ব?

**অদিতি :** নায়িকা মই আৰু নায়ক...

**ইন্দ্ৰজিত :** বাঃ। ৰাইজ, আপোনালোকৰ বাৰ বাজিল। নাট্য সম্ৰাজ্ঞী অদিতি কুমাৰী আ ৰহা হ্যায়

**বিজিত :** চুপ মনে মনে থাক।

**অদিতি :** ৰাইজ, আপোনালোকে বহুত দিন ৰিহাৰ্চেল কৰি নাট্যকাৰে লিখি দিয়া সংলাপ মুখস্থ কৰি পৰিবেশন কৰা নাটক দেখিছে। অন্ততঃ আমাৰ নাটক খন চাওঁক। যি নাটকৰ আমি সকলোৱে পৰিচালক, যি নাটকৰ আমি সকলোৱে শিল্পী অলপ চাওঁকনা কি কৰিব ইমান সোনকালে ঘৰলৈ গৈ।

**সুজিত :** অ' কথাটো কিন্তু বেয়া লগা নাই।

**বিজিত :** মোৰো।

**সুজিত :** ৰাইজ আপোনালোকৰ মতামত হ'লে

**অদিতি :** ৰাইজ নিমাত যেতিয়া

**ইন্দ্ৰজিত :** মৌনং সম্মতি লক্ষণং

**কোৰাচ :** আবে একেবাৰে Correct কৈছ দেখোন।

**ইন্দ্ৰজিত :** আৰে মাজে মাজে কওঁ। Man is ...

**সুজিত :** আৰু Correct ইংৰাজী নহয়।

**ইন্দ্ৰজিত :** O.K. O.K open the screen .

**বিজিত :** আকৌ। (ইতিমধ্যে মঞ্চ মুকলি হয়।)

**সুজিত :** আবে পৰ্দা কোনে খুলিলে?

**সত্ৰাজিত :** (ভয়ত) ময়ে খুলিলো।

**কোৰাচ :** সুৰবে

**সুজিত :** সুজিত

**বিজিত :** বিজিত

**ইন্দ্ৰজিত :** ইন্দ্ৰজিত

**অদিতি :** আৰু অদিতি।

**কোৰাচ :** আৰু অদিতি।

**সুজিত :** বাদ দে এইচব, এনেয়ে বক বক কৰি Bore লাগিছে। আজি নতুন এটা কিবা কৰোচোন যেন সময় খিনি পাৰ হৈ যায়।

**বিজিত :** এটা কাম কৰো অ'। কেৰেম বোৰ্ড এখন আনি আমি চাৰিজনে খেলিব পাৰো।

**অদিতি :** আৰু মই।

**সত্ৰাজিত :** ওই দৰ্শক।

**অদিতি :** ধেৎ দৰ্শক। লাজ নালাগে? তইঁতে খেলিবি আৰু মই

**ইন্দ্ৰজিত :** হয়। অদিতিক বাদ দি যেতিয়া আজিলৈকে একো কৰা নাই আজিও নকৰো। Parliament?

**সুজিত :** For the motion

**বিজিত :** For the motion

**ইন্দ্ৰজিত :** For the motion .

**অদিতি :** For the motion .

**ইন্দ্ৰজিত :** তেনেহ'লে প্ৰস্তাব আছে। Five is to zero?

**সত্ৰাজিত :** বুদ্ধি এটা উলিয়া।

**বিজিত :** অঁ বুদ্ধি এটা উলিয়াব লাগিব।

**অদিত :** Parliament ক অনুৰোধ কৰা হৈছে বুদ্ধিৰ গুৰিত অলপ ধোৱাঁ দিবলৈ।

**ইন্দ্ৰজিত :** Correct.

**সুজিত :** India.

**কোৰাচ :** কি?

**সুজিত :** আমি ক'ত আছো

**ইন্দ্ৰজিত :** আমি ইয়াত আছো।

**সুজিত :** আমি এতিয়া ক'ত আছো?

**বিজিত :** ফটিক চাদ টিকমবাদ ঝুল ঝুল বালা ৰঙ্গমঞ্চত।

**সুজিত :** সেই ৰঙ্গমঞ্চত কি হয়?

**সত্ৰাজিত :** ডাঙৰ ডাঙৰ মিনিষ্টাৰে লেকচাৰ দিয়ে নাইবা

ইয়াত নাটকৰ অভিনয় হয়, তাক দৰ্শক বহি উপভোগ কৰে নাইবা বিৰক্ত হৈ গুচি যায়।

সুজিত ঃ Correct অভিনয় ক'ত হয়?

ইন্দ্ৰজিত ঃ কিয়, ইযাত।

অদিতি ঃ Correct, অথঃ কিয়?

সুজিত ঃ Yes, আমি ইযাত খেলিম এটা নতুন খেল

কোৰাচ ঃ কি খেল?

সুজিত ঃ অভিনয় , অভিনযৰ খেল।

ইন্দ্ৰজিত ঃ ফুঃ আৰু খেল নেপালি - অভিনয়ৰ খেল।

বিজিত ঃ সেইটো কি বস্তু?

সুজিত ঃ আমি কি কৰো?

অদিতি ঃ বংশীৰ দোকানৰ পৰা চাউল দাইল আদি আনিবলৈ যি খিনি পইচা লাগে সেযা ৰোজগাৰ কৰাৰ বাবে যি দৰকাৰ তাকে কৰো।

সুজিত ঃ যথা।

বিজিত ঃ চিনেমাৰ টিকট ব্লেক, ভোটৰ Camping কৰো।

সত্ৰাজিত ঃ মানুহ মৰিলে চলাওঁ। পইচা লওঁ। শ্ৰাদ্ধ বিযা চিয়াও গৈ খাওঁ।

অদিতি ঃ চানচ্ পালে কাৰোবাৰ ল'ৰা-ছোৱালী পঢাই পইচা লওঁ। সৰস্বতী পূজা দুৰ্গা পূজা বহুতো কিবা কিবি।

ইন্দ্ৰজিত ঃ মাজে মাজে পইচা লৈহে কাৰোবাক উত্তম মাধ্যম দিওঁ। সেই যে সেই দিনা বুঢাটোৰ নাম কি আছিল। কি আছিল অ' নাথ বুঢাৰ জীযেক জনীক জুকোৱাৰ বাবে সেই ল'ৰাটোক যে দিছিলো এপাট — বিনিময়ত কি আমাক এসাঁজ খোৱা নাই? Indirectly পইচা লোৱা হ'ল দেচোন।

বিজিত ঃ এইবোৰ আৰু কিমান list দিবি। ভাল বেয়া বহুতো কিবা কিবি কৰিছো, তাতে কি হ'ল ক'চোন।

সুজিত ঃ তাত আমাৰ অভিজ্ঞতা কিবা হৈছেনে নাই?

অদিতি ঃ বহুত। আমাৰ যিমান অভিজ্ঞতা হৈছে সিমান চাগৈ সত্যজিত ৰায়ৰো হোৱা নাই।

সুজিত ঃ ঠিক্। এই মঞ্চত মই এটা বৃত্ত আকিলো (আঁকে) আমি এটা অভিজ্ঞতা তাত গৈ অভিনয় কৰিম। মই, বিজিত, সত্ৰাজিত, ইন্দ্ৰজিত আৰু অদিতি সকলোৱে এবাৰকৈ আমাক লৈ সেই অভিজ্ঞতা তাত অভিনয় কৰিব। যাৰ অভিনয় শ্ৰেষ্ঠ হ'ব তাক আমি পুৰস্কাৰ দিম।

বিজিত ঃ কি পুৰস্কাৰ দিবি? আমাৰটো পইচা নাই? পুৰস্কাৰ কিনিবলৈ?

সুজিত ঃ যি পুৰস্কাৰ পাব সি এমাহলৈ ভাত ৰান্ধিব নেলাগে।

কোৰাচ ঃ সুৰেৰে

সুজিত ঃ Parliament

কোৰাচ ঃ For the motion

সুজিত ঃ তেনেহ'লে আৰম্ভ কৰা যাওঁক।

ইন্দ্ৰজিত ঃ আমাৰ অভিনয় কিন্তু First class হ'ব লাগিব, একেবাৰে নতুন ধৰণৰ মানে একেবাৰে ব্ৰেখটিয়ান Style ত।

অদিতি ঃ ব্ৰেখটিয়ান Style মানে?

বিজিত ঃ মানে দৰ্শকক বুৰ্বক বনোৱা বুদ্ধি কম পইছা, ড্ৰেচ, চিন সব বাদ।

ইন্দ্ৰজিত ঃ নহয়, তেনেকৈ নক'বি, এইটো মানে একেবাৰে এপিক থিয়েটাৰ।

সুজিত ঃ Brecnht এ সিদিনা যিটো কৰিছে সেইটো পাঁচশ বছৰৰ আগতে শংকৰদেৱে কৰি গৈছে। তেনেহ'লে শংকৰদেৱ Style নকৰ কিয়?

সত্ৰাজিত ঃ আৰে তাত যে ড্ৰেচ লাগে, পইচা ক'ত? তাৰোপৰি সেইটো অসমীয়া চাহাবতো নহয়?

ইন্দ্ৰজিত ঃ তেনেহ'লে এটা কাম কৰা যাওঁক - ওঁ- প্ৰগতিবাদী নাটক কৰো।

বিজিত ঃ Good idea। শোষণৰ বিৰুদ্ধে শোষিতৰ আন্দোলন।

সুজিত ঃ ধুৰ, আবে এইটো হ'ল আৰু এটা ঢং দুনিয়াৰ লগত কোনো সম্পৰ্ক নাই। ধাই ধুই শোষক মাৰি পেলাল। তাৰ পাছত উত্তেজিত মুষ্টিবাদ,হাত ফ্ৰিজ, ৰঙা লাইট, The End। আৰে দুনিয়াটো জানো ইমান সহজ, মুখৰ কথাৰে ধাই ধুই শোষকক জানো মাৰি পেলোৱা যায়। আৰু মৰিলে জানো সমস্যা খতম শোষক শ্ৰেণীয়ে পৃথিবীৰ পৰা নাইকিয়া হৈ গ'ল? আবে মাটিৰ লগতে যদি কোনো সম্পৰ্ক নাই

অদিতি ঃ তই কোৱা মতে কৰিলে তথা কথিত প্ৰগতিবাদী সকলে তোক বুৰ্জ্জোৱা সমাজৰ আবৰ্জ্জনা আদি বহুতো যুক্তাক্ষৰৰ বিশেষণেৰে ভূষিত কৰিব।

সুজিত ঃ কৰক, তথাপিও এটা সান্ত্বনা থাকিব যে যি অস্বাভাবিক ঘটনা আমাৰ এই মাটিত ঘটি আছে, সৰহ ভাগ মানুহে যি নেজানে তাক আমি আঙুলিয়াই দেখুৱাব পাৰিম।

বিজিত ঃ কিন্তু প্ৰগতি ধৰ্মী তেনেকুৱা নাটক টৌ চলিছে য'ত আচিল সমস্যাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা হৈছে।

সুজিত ঃ আছে, বহুতো আছে। কিন্তু কেতিয়াও এইছা নাটক নাহি চলেগা সেইচা নাটক নাহী চলেগা বুলি চিঞৰি নেথাকে।

সত্ৰাজিত ঃ সুজিত, তই বৰ উত্তেজিত হৈ পৰিছ। আমাৰ আচল কথাটো ওলাই পৰিলে

সুজিত ঃ I am sorry

**বিজিত :** ইমান দিনে চালা নিশ্চয়, বিভিন্ন কাম কৰি কৰি বিভিন্ন পৰিস্থিতিৰ সন্মুখীন হৈছো, আমি একোজনে এটা পৰিস্থিতি Lead কৰিম বাকী সকলোৱে তেতিয়া কি ঘটিছিল হুবহু কৰি গ'লেই দেখোন হৈ যায়। parliament.

**কোৰাচ :** For the motion .

**অদিতি :** প্ৰথমে কোন জন?

**সুজিত :** কিয় তই? Ladies First. Parliament ?

**কোৰাচ :** Against the motion !

**সুজিত :** কিয়?

**অদিতি :** Mr. Speaker Sir , আমি এই পাঁচজন মানে সুজিত বিজিত সত্ৰাজিত ইন্দ্ৰজিত আৰু অদিতি মানে মোৰ মাজত কোনো পাৰ্থক্য নাই। গতিকে Ladies First ৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। ইফালে Women Leave বুলি চিঞৰি সিফালে তিনি মাহৰ Maternity leave ল'ম, চিটি বাচৰ প্ৰথম চিট কেইটা মোৰ হব। সুবিধা আদায়ৰ সময়ত Ladies First এই বিলাক by poxy ত মই নাই।

**সকলোৱে :** ছাবাছ (হাত চাপৰি)

**অদিতি :** Shut up

**সুজিত :** Why shut up?

**অদিতি :** Cheap appreciation। পিঠিত হাত ফুৰাই কাম কৰাৰ দিন উকলিছে গতিকে -

**সত্ৰাজিত :** (আঠু কাঢ়ি) মহামায়া, আপোনাৰ ক্ৰোধ সম্বৰণ কৰি আমাৰ আগন্তুক কাৰ্যসূচী সম্পন্ন কৰিবলৈ অলপ সময় দিলে তেতিয়া হ'লে আমি নথৈ আনন্দিত হম।

**অদিতি :** তথাস্তু।

**সত্ৰাজিত :** আচ্ছা, বাৰু এইবোৰ বাদদে আমি এটা নতুন খেল খেলো।

**সুজিত :** নতুন খেল মানে?

**সত্ৰাজিত :** মানে ধৰ, আমাৰ মাজত কোনোবাই এজনৰ এটা নাম ক'ব সেই নামটো লৈ আমি অভিনয় কৰি দেখুৱাম।

**অদিতি :** স্ত্ৰী ভূমিকা বৰ্জ্জিত নেকি?

**সুজিত :** সেইটো হ'ব নোৱাৰে!

**সত্ৰাজিত :** তাৰ বাবে ভূমিকা নিজেই উলিয়াই লব লাগিব।

**ইন্দ্ৰজিত :** Very good. Correct?

**সুজিত :** Correct .

**ইন্দ্ৰজিত :** কি Correct?

**সুজিত :** কি আৰু ? মানে তোৰ বক্তব্য

**ইন্দ্ৰজিত :** উহ্, মই কৈছো মোৰ ইংৰাজীটো Correct হৈছেনে?

**সকলোৱে :** হাঃ হাঃ Correct correct.

**সত্ৰাজিত :** Silence on the stage কোনোবা এজনে এটা নাম কোৱা। আমাৰ নাটক আৰম্ভ হ'ব।

**ইন্দ্ৰজিত :** (মুখেৰে বিকুলৰ শব্দ) ঠৈ- ঠৈ - ঠৈ

**বিজিত :** চুপ কাউৰী?

**ইন্দ্ৰজিত :** গঃ গঃ গৰু

**কোৰাচ :** ধুই।

**ইন্দ্ৰজিত :** কিয়? গৰু কি ইমান বেয়া? গৰুৰ জানো কোনো সমাজ নাই, গৰুৰ জানো -

**অদিতি :** নেতা নাই? আছে। তুমি।

**ইন্দ্ৰজিত :** তাৰ মানে মানে মই গৰু? আচ্ছা বাৰু ঠিক আছে গৰু। বাদ দে গৰুটো অলপ গালিৰ নিচিনা শুনায়, ছাগলী (ছাগলীৰ অনুকৰণ কৰি) ব্যা এ .. এ...

**সুজিত :** (ইতিকিং কৰি) ব্যা .. এ...এ।

**সত্ৰাজিত :** আচ্ছা সুজিত তই এটা নাম ক ।

**সুজিত :** ব্যা এ .. এ... বেশ্যা

**কোৰাচ :** বেশ্যা।

**ইন্দ্ৰজিত :** তোৰ মনতো বৰ লেতেৰা অ'। আমাৰ মাজত অদিতি আছে মনত ৰাখিবি।

**অদিতি :** নাই নাই ঠিক কৈছে। বেশ্যাই ভাল হ'ব।

**ইন্দ্ৰজিত :** ভাল হব, বেশ্যা, Tarrific হব। বাহিৰত বিৰাট ডাঙৰ ডাঙৰ প'ষ্টাৰ লগাই দিম আজিৰ Blow hot নাটক বেশ্যা কেৱল মাত্ৰ প্ৰাপ্ত বয়স্কৰ বাবে। দ্ৰম দ্ৰাম ticket sale, ফটা ফটা counter close, housefull শেষত সৰ্ব্বকালৰ ৰেকৰ্ড ভঙ্গ কৰি সহস্ৰ ৰজনী অতিক্ৰম কৰি ঠৈ .... ঠৈ .. ঠৈ....

**বিজিত :** অই চুপ কৰ।

**ইন্দ্ৰজিত :** তই ইয়াতে আছিলি নেকি?

**বিজিত :** অ' আছিলো, আছো আৰু থাকিম আৰু এই নাটকৰ প্ৰথম Dialogue টো মোৰেই হ'ব। আপুনি বুজিছে?

**ইন্দ্ৰজিত :** আপুনি বুজিছে।

**সত্ৰাজিত :** ৰ যিমান পাৰ এই Acting বৃত্তৰ ভিতৰত কৰি থাক (চিঞৰি) Lets start .

**বিজিত :** (দৰ্জ্জাত টুকুৰিয়াই) অদিতি বাই দৰজা খোলা মই আহিছো।

**অদিতি :** (দৰজা খুলি) কোন? অ' আপুনি! বাঃ কি ভাগ্য আমাৰ! ইমান বছৰৰ মূৰত আপোনাৰ দৰ্শন পালো। আহক আহক মোৰ এই গৰীব খানা ধন্য কৰক MLA চাহাব।

**বিজিত :** এয়া চোৱা তুমি সদায় মোক MLA চাহাব বুলি জোকোৱা। মোৰ সম্পূৰ্ণ নামটো কৈ মাতিব পাৰা। (বৃত্তৰ ভিতৰত সোমাই)

**অদিতি :** কি যে কয়! আপোনালোকৰ দৰে বগা হাতী বোৰক জানো মহেন্দ্ৰ লাল আচাৰ্য্য বুলি মাতিব পাৰো।

**বিজিত :** তোমাৰ অভিমান মই মোৰ হৃদয়েৰে সৈতে উপলব্ধি

কৰিব পাৰিছো। কেইদিন মান নহাৰ কাৰণে ইমান খং কৰিব নেলাগে।

অদিতি : কেইদিন মান? পাঁচ বছৰ কেইদিন মান হয় নেকি?

বিজিত : বাদ দিয়া সেইবোৰ। মোৰ কথা কি কৰিছা?

অদিতি : আপোনাৰ কথা পাহৰিছিলোৱেই...

বিজিত : মই তোমাক পূৰা প্ৰতিশ্ৰুতি দিছো.

অদিতি : যোৱাবাৰতো আপুনি হয়তো বহুতো প্ৰতিশ্ৰুতি দিছিল। আপোনাৰ প্ৰতিশ্ৰুতিৰ বাবেইতো যোৱাবাৰৰ দুৰৱা চাহাবৰ ইমান লোভনীয় প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিলো। তাৰ ফলত কি হ'ল? ঘৰ ভাড়া বাকী, গেলা মালৰ দোকানত বাকী। শুনক স্পষ্টকৈ কওঁ আমি বেশ্যা। এই দেহাটো আমাৰ ব্যৱসায়, যৌৱন আমাৰ মূলধন। যিদিনা এই মূলধন গুছি যাব সিদিনা আপোনালোক দূৰৰ কথা এটা কুকুৰেও ঘূৰি নেচায়।

ইন্দ্ৰজিত : চাব্বাছ অদিতি। Tarrific dialogue

সুজিত : চুপ No interferance.

ইন্দ্ৰজিত : Sorry

বিজিত : নহয় অদিতি এইবাৰ মই তোমাক ৰাণীৰ দৰে ৰাখিম। মই চাৰি আলিৰ তিনি তলাৰ অট্টালিকা তোমাৰ নামত লিখি দিম। আৰু দুৰৱা, দুৰৱাটোৱে তোমাক যোৱা বাৰ কিমান দিম বুলি কৈছিল? এক লক্ষ? মই দুই লক্ষ দিম।

অদিতি : যোৱাবাৰতো বহুত কিবা কিবি কৈছিল তাৰ পাছত পাঁচবছৰ খবৰেই নাই।

বিজিত : নাই নাই এইবাৰ আৰু নহয়। চোৱা এই কাণত ধৰিছো। লাগিলে ভৰিতো ধৰিব পাৰো।

অদিতি : ছিঃ ছিঃ এইবোৰ নকৰিব। আপোনালোকে নহয় আমিহে আপোনালোকৰ ভৰিৰ তলৰ মানুহ। মাত্ৰ হাত জোৰকৈ কৈছো আমাক জীয়াই থাকিবলৈ দিয়ক। মানুহৰ নিচিনাকৈ জীয়াই থাকিবলৈ দিয়ক।

বিজিত : তেন্তে কথা Final? (অদিতিয়ে সন্মতি জনায়। হাঁহি মাৰি বিজিত বৃত্তৰ বাহিৰলৈ আহে। সকলোৱে হাত চাপৰি বজাই। সত্ৰাজিত বৃত্তৰ ভিতৰত প্ৰবেশ। নেপথ্যত জনসমাবেশৰ আভাষ।)

সত্ৰাজিত : পৰম শ্ৰদ্ধেয় ৰাইজ। মই আজি আপোনালোকৰ ওচৰত থিয় হৈছো মাত্ৰ কেইটিমান কথাৰ বাবে। মই আপোনালোকৰ অতদিনৰ সেৱক।

সুজিত : (বৃত্তৰ বাহিৰৰ পৰা) হয় অতদিনৰ সেৱক চালা।

সত্ৰাজিত : মই এই ৰাজনীতি সমুলি ভাল নেপাওঁ। সেইবাবে এইবাৰ নিৰ্ব্বাচনৰ যুদ্ধত অৱতীৰ্ণ হোৱাৰ বিন্দু মাত্ৰ ইচ্ছাও নাছিল। কিন্তু আমাৰ বতলা পাৰ্টিৰ সহকৰ্ম্মী সকলে বৰকৈ জোৰ কৰাত আৰু যোৱা বত্ৰিশ বছৰ ধৰি আপোনালোকৰ ওপৰত যি অত্যাচাৰ চলিছে, যি শোষণ আপোনালোকৰ ওপৰত চলিছে সেই কথা চিন্তা কৰিলে মোৰ অন্তৰখন হাঁহাকাৰ কৰি উঠে।

ইন্দ্ৰজিত : ফাটি যায় বুলি কোৱা চোঁতৰৰ বাচ্চা।

সত্ৰাজিত : গতিকে মই ভাবিলো মোৰ জন্ম আপোনালোকৰ সেৱাৰ বাবেই মাত্ৰ আৰু সেই বাবে আপোনালোকৰ মহামূল্যবান ভোটখিনি দি জয়যুক্ত কৰি আপোনালোকৰ সেৱা কৰিবলৈ, শোষণৰ বিৰুদ্ধে যুঁজ কৰিবলৈ সুবিধা দিব।

বিজিত : চালা কুঁজা। চাকৰি দিম বুলি তোৰ পাঁচবছৰ পাত্তাই নাই।

সত্ৰাজিত : ৰাইজ, আৰু এটা কথা। আপোনালোকক সাৱধান কৰি দিয়াটো মই মোৰ কৰ্ত্তব্য বুলি ভাবো যে এটা প্ৰতিক্ৰিয়াশীল চক্ৰ গঢ়ি উঠিছে, যি সকলে মোৰ বিৰুদ্ধে মোৰ পাৰ্টিৰ বিৰুদ্ধে নানা ধৰণৰ কু-কথা কৈ ফুৰিছে।

ইন্দ্ৰজিত : চালা তোৰ বিৰুদ্ধে কাল প্ৰতিক্ৰিয়া শীল চক্ৰ।

সত্ৰাজিত : তাত আপোনালোকে বিন্দু মাত্ৰও কাণ নিদিব। আমি, আমাৰ দল ভাৰতৰ পবিত্ৰ সংবিধান বিশ্বাসী। আমি কেতিয়াও জাতি, ধৰ্ম্ম, ভাষা, বৰ্ণত বিশ্বাস নকৰো, আমি মাত্ৰ এটা শব্দ জানো সেইটো শব্দ হ'ল মানুহ আৰু জানো শোষক আৰু শোষিত। শোষকৰ বিৰুদ্ধে যুদ্ধই আমাৰ লক্ষ্য। গতিকে এইবোৰ কথা মনত ৰাখি মই আপোনালোকৰ ওচৰত মোৰ আবেদন ৰাখিছো যে কাক ভোট দিব মোক নে সেই ফাৰ্ষ্ট পাৰ্টিক। নমস্কাৰ। আহিলো, আৰে আহা আহা তোমাৰ কাৰণেই বৈ আছো- নহ'লে মিটিংতো কেতিয়াবাই শেষ কৰো।

বিজিত : কিয় মাতিছিল কওঁক।

সত্ৰাজিত : খং কৰিছা কিয়। সেইটো কম বুলিয়েইতো মাতি আনিছো। বহা।

বিজিত : সোনকালে বমিটো কৰকচোন।

অদিতি : বমি?

সত্ৰাজিত : হাঃ হাঃ বৰ সুন্দৰ কথা কৈছাহে। বমি। এইকাৰণেই তোমাক ইমান ভাল লাগে বুইছা।

ইন্দ্ৰজিত : বাঃ কি সুন্দৰ তেল সুবাসিত তেল।

সত্ৰাজিত : বুজিছা আমাৰ এই দেশত বৰ্ত্তমান তোমালোকৰ দৰেই স্পষ্টবাদী ডেকা লাগে, গৰম তেজৰ।

বিজিতঃ হয় আজি বত্ৰিশ বছৰ ধৰি সেই তেজ পি আপোনালোকৰ চেঁচা তেজ গৰম কৰি ৰাখিছে। আৰু ইফালে আমাৰ তেজ শুকাই আমি ক্লীবত পৰিণত হৈছো।

ইন্দ্ৰজিত : চাব্বাচ্ চলাই যা।

সত্ৰাজিত : তোমালোকৰ দুখ আমি বুজো কিন্তু আমি নিৰুপায়। আমাৰ হাত-ভৰি বন্ধা। কিন্তু এইবাৰ তোমাক প্ৰতিশ্ৰুতি দিছো যে এইবাৰ ইলেকচনত জিকিলেই

বিজিত : আকৌ প্ৰতিশ্ৰুতি।

অদিতি : কি প্ৰতিশ্ৰুতিৰ অৰ্থ নুবুজা নেকি?

বিজিত : I am talking your leader notto his

chanch

(অদিতি খণ্ডেৰে বৃত্তৰ পৰা ওলাই যায়)

**সুজিত :** টেৰিফিক দিছে কিন্তু।

**অদিতি :** Tarrific দিছে কিন্তু। সি এনেকৈ ক'ব লাগেনে?

**ইন্দ্ৰজিত :** হিচ Dialogue জ্যাৰি হায়।

**সত্ৰাজিত :** শুনা আমি যি প্ৰতিশ্ৰুতি দিওঁ তাক প্ৰাণপণে ৰক্ষা কৰিবলৈ চেষ্টা কৰো।

**বিজিত :** দুৰ্ভাগ্য যোৱা ৫ বছৰত সেই চেষ্টা ফলৱতী নহ'ল।

**সত্ৰাজিত :** মানে?

**বিজিত :** মানে যোৱা ৫বছৰতো মোৰ চাকৰি দিয়া প্ৰতিশ্ৰুতি ফলৱতী হোৱা নাই।

**সত্ৰাজিত :** তোমালোক ডেকা বোৰৰ এই এটা দোষ। কেৱল চাকৰি, চাকৰি, চাকৰিৰ বাহিৰে বেলেগ কামতো কৰিব পাৰা যেনে ব্যৱসায়।

**বিজিত :** পাইছো নাই।

**সত্ৰাজিত :** খেতি।

**বিজিত :** মাটি নাই।

**সত্ৰাজিত :** অট' চলাব পাৰা।

**বিজিত :** বেংকত টকা নাই।

**সত্ৰাজিত :** কটেজ Industry কৰিব পাৰো।

**বিজিত :** কটেজ Industry কৰিবলৈ আগতে কটেজ দিয়ক তাৰ পাছত Industry কৰো।

**সত্ৰাজিত :** অন্ততঃ Tution তো কৰিব পাৰা।

**বিজিত :** প্ৰতি ঘৰত গাণ্ডৰু ছোৱালী আছে।

**সত্ৰাজিত :** তোমালোকৰ এইটোৱেই বেমাৰ। কোনো চেষ্টা নাই কেৱল কথাৰ ওপৰত Reply দিব পাৰা।

**বিজিত :** Apply তো বহুত কৰিছো।

**সত্ৰাজিত :** মই চেষ্টাৰ কথা কৈছো।

**বিজিত :** অকণো এটি কৰা নাই।

**সত্ৰাজিত :** তোমালোকৰ দোষ তাতে। তোমালোকে লক্ষ্য স্থিৰ কৰি চেষ্টা কৰিব নোৱাৰা। আজি এইটো কালি সেইটো কৰি লুটি বাগৰ খাই এনেয়ে বাগৰি ফুৰিলে কেনেকৈ হ'ব। জানা, এটা কথা আছে। A rolling stone does not gather moss

**বিজিত :** But if that stone gets a firm place a violet can be bloomed.

**সত্ৰাজিত :** মানে

**বিজিতি :** মানে এইবাৰ আপোনাক যাব নিদিওঁ ঘৰৰ গৰু গোহালিতে যাওঁক।

**সত্ৰাজিত :** মানে ভোট?

**বিজিত :** এই অঞ্চলৰ পৰা এটাও নেপায়।

**সত্ৰাজিত :** তুমি ব্যৱসায় কৰিম বুলি কৈছিলা নহয়? ৫ হাজাৰ হ'লে হ'বনে?

**বিজিত :** ৰাইজৰ লগত বিশ্বাসঘাটকতা কৰাটো আপোনালোকৰ অলঙ্কাৰ, মোৰ নহয়।

**সত্ৰাজিত :** দহহেজাৰ।

**বিজিত :** মই MLA বা MP নহয়যে মোক কিনি ল'ব।

**অদিতি :** বিশ হেজাৰ।

**বিজিত :** মই বেশ্যা নহয় যে যি বেছি টকা দিব তালৈ যাম

**অদিতি :** ত্ৰিশ হাজাৰ।

**বিজিত :** মই Player নহয়।

**অদিতি :** চল্লিশ হেজাৰ।

**বিজিত :** মই Referee বা Umpire নহয।

**অদিতি :** পঞ্চাশ হেজাৰ

**বিজিত :** পঞ্চাশ হেজাৰ

**অদিতি :** পঞ্চাশ হেজাৰ

**সত্ৰাজিত :** লাগিলে আৰু দিম, একেবাৰে নগদ।

**বিজিত :** ভনী দুজনীৰ বিয়া

**অদিতি :** একেবাৰে cash

**বিজিত :** অজিতৰ কলেজৰ Fees দিব পাৰিম।

**সত্ৰাজিত :** টকাখিনি একেলগে ল'বানে?

**বিজিত :** ভনী দুজনীক খুব ডাঙৰকৈ বিয়া দিম।

**অদিতি :** পঞ্চাশ হেজাৰ টকা।

**বিজিত :** মাক আটাইতকৈ ডাঙৰ ডাক্তৰক দেখুৱাম।

**সত্ৰাজিত :** বিনিময়ত মাত্ৰ এটা সৰু কাম।

**বিজিত :** মাটিখিনি মোকলাম, গৰু এহাল কিনিম।

**অদিতি :** ৰাজি ৰাজি ৰাজি।

**বিজিত :** ৰাজি, আমাৰ গাৱঁৰ সকলো ভোট আপুনি পাব।

**সত্ৰাজিত :** Good, very good তোমালোকেই হৈছা দেশৰ ভৱিষ্যত। তোমালোকে যদি আমাক সহায় নকৰা তেন্তে কোনে কৰিব।

**অদিতি :** লোৱা টকা খিনি, কিন্তু মনত ৰাখিবা এজনেও যেন আমাক ভোট নিদিযাকৈ নেথাকে।

**বিজিত :** (টকা লৈ) কথা দিলো বাইদেউ (অদিতি, সত্ৰাজিত বৃত্তৰ বাহিৰলৈ যায়) হাঃ হাঃ হাঃ ৫০ হাজাৰ টকা ৫০ হাজাৰ টকা। কিমান সহজতে ৫০ হেজাৰ টকা আহি গ'ল। বিনিময়ত মাত্ৰ, বিনিময়ত মাত্ৰ, নাই নাই। বিনিময়ত মই মোক বিক্ৰী কৰিলো। মই ৰাইজক প্ৰতাৰণা কৰিলো- মই বেশ্যা হৈ গলো (হাঁহি হাঁহি কান্দি দিয়ে)

**সুজিত :** এই বিজিত আহ ওলাই আহ।

**বিজিত :** (বৃত্তৰ বাহিৰত আহি কান্দি দিয়ে) সুজিত মই বেশ্যা হৈ গ'লো। মই মোৰ মানৱতাক হত্যা কৰিলো। মই দেশদ্ৰোহী হৈ গ'লো।

(সকলোৱে সান্ত্বনা দিয়ে)

**অদিতি :** কিয় কান্দিছ? আমি মাত্ৰ খেলিছোহে।

**সত্ৰাজিত :** নাটক, নাটক খেলাহে খেলিছো। এই ইমান Serious হ'ব লাগেনে?

**ইন্দ্ৰজিত ঃ** বাপৰে এই বৃত্তটো বৰ সাংঘাটিক শক্তি অ' মই তাৰ ভিতৰত নোসোমাওঁ মই ভাই তাত গৈ দৰ্শক হওঁ সেই সেইটোৱেই ভাল নহয় জানো। (যাব ধৰোতে সকলোৱে গান ধৰে)

**কোৰাচ ঃ** তই যাবই লাগিব - পলাব খুজিছ—

(গতা মাৰি বৃত্তৰ ভিতৰত সোমাই দিয়ে)

**ইন্দ্ৰজিত ঃ** এৰচোন অলপ মই এটা বস্তু কৰিছো। সেইটো যদি এতিযাই কৰো তেনে হ'লে তইঁত গোটেই কেইটা পলাই পত্ৰং দিবি। কাৰণ প্ৰাইজটোতো মোৰেই হ'ব।

**সত্ৰাজিত ঃ** Next part

**সত্ৰাজিত ঃ** বাইদেউ আপুনি ৰক্ষা নকৰিলে পানীত হাঁহ নচৰা হৈছে, এই জীৱনত মই আৰু মিনিষ্টাৰ হ'ব নোৱাৰিলো। মোৰ সেযা কিমান দিনৰ স্বপ্ন। তাৰ পাছত ধৰকচোন চকুৰ সন্মুখতে সকলোৱে চিজিল কৰি লৈছে। ইফালে যদি অলপ

**অদিতি ঃ** কিন্তু লোক সভাত দেখোন তেমালোকেই Absolute Majority তাত মই কিটোনো কৰিব পাৰিম।

**সত্ৰাজিত ঃ** পাৰিব বাইদেউ। একমাত্ৰ আপুনিযেই পাৰিব।

**অদিতি ঃ** কিন্তু তোমালোকৰ পাৰ্টিৰ যিটো জিভা হৈছে। সেই যে সিদিনা ২০ জনৰ দিলো ৩৫ লাখ টকা। তাকো মাত্ৰ দল এৰাৰ বাবেহে।মোৰ দললৈ আনিবলৈ আৰু ৩৫ লাখ দিব লাগিব। আমাৰ দেশৰ Business Magnet সকল ইমান চহকী নহয় যে গাইপতি ৭ লাখকৈ দিব পাৰিব।

**সত্ৰাজিত ঃ** ( অদিতিৰ ভৰিত ধৰে) বাইদেউ আপুনি মোক ৰক্ষা কৰক মোৰ লগত আৰু ১১জন আহিব।

**অদিতি ঃ** কিন্তু তোমালোকে দেশক অনেক প্ৰতিশ্ৰুতি দিছিলা সেইবোৰ?

**সত্ৰাজিত ঃ** গুলী মাৰক, দেশক সেইবোৰতো সকলোৱে দিয়ে। আপুনি দেখোন ক'তবাৰ দিছে।

**অদিতি ঃ** মই বিশ্বাস ঘাটক নাম পাইছো। তোমালোকে সেই বদনাম কিয় ল'বা।

**সত্ৰাজিত ঃ** দিদিজী, আপুনি মোক হঁহুৱালে, দেশৰ মানুহ হৈছেগৈ ঠিক বেশ্যাৰ দৰে। ভাল কথাৰ সৈতে যিয়ে এইটো দিব, তেতিয়া সিহঁত তাৰ ফলীয়া হব।

**অদিতি ঃ** কিমান লাগে, চাবা পিছত আক' বিশ্বাসঘাটকতা নকৰাতো

**সত্ৰাজিত ঃ** ছিঃ কি যে ক'ব মই এক কথাৰ মানুহ। মোক ইমান অবিশ্বাস কৰেনে?

**অদিতি ঃ** নহয় জানো আপুনিয়েতো এই দেশৰ মানুহ।

**সত্ৰাজিত ঃ** কি ক'লে?

**অদিতি ঃ** এক

**সত্ৰাজিত ঃ** ডলাৰ নে পাউণ্ড?

**অদিতি ঃ** কিহেৰে লাগে? টকা, ডলাৰ নে পাউণ্ড?

**সত্ৰাজিত ঃ** পাউণ্ড ১১ জনৰ বাবে।

**অদিতি ঃ** এক

**সত্ৰাজিত ঃ** দিদিজী

**অদিতি ঃ** দুই।

**সত্ৰাজিত ঃ** বাইদেউ।

**অদিতি ঃ** তিনি?

**সত্ৰাজিত ঃ** অদিতি জী।

**অদিতি ঃ** চাৰি?

**সত্ৰাজিত ঃ** মাতাজী?

**অদিতি ঃ** পাঁচ? ফাইনেল।

**সত্ৰাজিত ঃ** Final, তেন্তে মই আহো। (প্ৰস্থান অদিতিয়ে হাত চাপৰি দিয়াৰ লগে লগে সুজিত বিজিত নাচি নাচি সোমাই আহে)

**ইন্দ্ৰজিত ঃ** এওঁলোক কোন অ' অদিতি? ৰাজ্যসভাৰ নে লোক সভাৰ। (অদিতিয়ে অলপ নচুৱাই কিবা এটা দলিযাই দিয়ে। সুজিত বিজিতে খাপ লৈ কামুৰি ধৰি সকলো বৃত্তৰ বাহিৰলৈ যায়। Cricket খেলৰ মাইক। সকলোৱে out হৈ যায়। ইন্দ্ৰজিতে চলন্ত বিৱৰণী দিয়ে।)

**ইন্দ্ৰজিত ঃ** Out oh he is out, so all out twenty eight What a miserable score (বৃত্তৰ ভিতৰত অদিতি সোমাই)

**অদিতি ঃ** মই পেকাৰৰ প্ৰতিনিধি।

**কোৰাচ ঃ** কাৰ? কেৰি পেকাৰৰ? মানে টকা টকা টকা

**অদিতি ঃ** Rupee, Doller, Pound, Rubble, anything you want প্ৰশ্ন হ'ল অৰ্থ পালে তোমালোক যাবাতো, তেখেতৰ চাৰ্কাচ পাৰ্টিৰ ক্লাউন হ'বলৈ?

**কোৰাচ ঃ** নিশ্চয় যাম।

**অদিতি ঃ** কিন্তু তোমালোকৰ দেশ?

**সুজিত ঃ** দেশ শেষ।

**বিজিত ঃ** খেলতকৈ দেশ ডাঙৰ নহয়।

**কোৰাচ ঃ** মানে কেৰি পেকাৰতকৈ দেশ ডাঙৰ নহয়।

**অদিতি ঃ** চাবাচ, মানে মোৰ মইবৰ স্বভাৱটো ঠিক আগৰ দিনৰ ৰজাৰ দৰে, পৃথিৱীৰ আটাইতকৈ সুন্দৰী সকলক বাছি অনাৰ দৰে, তোমালোকৰ মাজত Talented বিলাকক তেৱেঁই বিচাৰে।

**সুজিত ঃ** (আঠু কাঢ়ি) হে পেকাৰৰ পত্নী।

**কোৰাচ ঃ** মানে হে পেকাৰৰ উপপত্নী, মাথোন মুক্ত অৰ্থৰে

আমাক গ্ৰহণ কৰক।

**অদিতি :** কিন্তু তাৰ আগতে তোমালোকৰ Talent আমি বিচাৰ কৰিব লাগিব। Start

(cricket যেন আৰম্ভ হয়। অদিতি Umpire ইন্দ্ৰজিতে বিৱৰণী দিয়ে)

**ইন্দ্ৰজিত :** Wonderful a sixer and thus it is a double country (এনেতে এজন আউট হয়, সকলোৱে চিঞৰে Hows that ইন্দ্ৰজিতে চিঞৰে Hows that আৰু দৌৰি মঞ্চ এৰি প্ৰেক্ষাগৃহলৈ যাব ধৰোঁতে সকলোৱে তাক ধৰি পেলায়)।

**কোৰাচ :** ঐ ঐ ক'ত পলাইছ।

**ইন্দ্ৰজিত :** (হাঁহি হাঁহি ) হেঁ হেঁ হেঁ নাই মানে সেই তাত

**সত্ৰাজিত :** সেই তাত ? কিয় ?

**ইন্দ্ৰজিত :** মানে অলপ দৰ্শক হৈ তহঁতৰ নাটক চাওঁ।

**অদিতি :** ঐ সি পলাব খুজিছে।

**সুজিত :** ঐ এইবাৰ দৰ্শক আমি হ'ম। তই নাটক কৰ।

**ইন্দ্ৰজিত :** হেৰি নহয়, বহুত ৰাতি হ'ল অ'। ব'ল, আজি ময়েই ভাত ৰান্ধিম।

**বিজিত :** নহয়। (সকলোৱে টনা আজোৰা কৰি বৃত্তৰ ভিতৰত সুমুৱাই দিব খোজে)।

**ইন্দ্ৰজিতঃ** (চিঞৰি) নহয় ঔ নহয়। মই এই বৃত্তত নোসোমাওঁ। মই তহঁতৰ ভৰিত ধৰিছো। তহঁতক কাবৌ কৰিছো, মোক তাত নুসুমোৱাবি। মই আজিৰ পৰা শেষৰ দিনলৈকে সদায় তহঁতৰ ভাত ৰান্ধি দিম। মোক ৰক্ষা কৰ। মই তহঁতৰ পৰা একো নিবিচাৰোঁ। মাত্ৰ মানুহ হৈ থাকিব বিচাৰোঁ। মই বৃত্তৰ পৰা একো নিবিচাৰোঁ। মাত্ৰ মানুহ হৈ থাকিব বিচাৰোঁ। মই বৃত্তৰ ভিতৰত সোমালে বেশ্যা হৈ যাম, কিন্তু মই মানুহ হৈ থাকিব বিচাৰোঁ। (অদিতিৰ ভৰিত পৰি) অদিতি, তই মোক ক্ষমা কৰ অদিতি। তই ধৰিত্ৰী, তই পৃথিৱী, তোৰ বুকুত এনেকৈ অন্যায় হ'বলৈ নিদিবি। ভাঙি পেলা এই বৃত্তখন, ভাঙি পেলা। এই বৃত্তৰ মাজত আমি নাথাকোঁ।

**অদিতি :** ঠিক, এই বৃত্তৰ ভিতৰত আমি নাথাকো, কাকো থাকিব নিদিওঁ। বৃত্তৰ ভিতৰত আমি কোনো ব্যভিচাৰ হ'বলৈ নিদিওঁ। এই বৃত্ত ভাঙি পেলাম।

**সত্ৰাজিত :** ঠিক।

**কোৰাচ :** এই বৃত্ত আমি ভাঙি পেলাম। বৃত্তৰ আমি কোনো ব্যভিচাৰ হ'বলৈ নিদিওঁ।

**অদিতি :** ধৰ বৃত্ত। বৃত্তক ভাঙ। (সকলোৱে কাল্পনিক বৃত্তখনক ভাঙি টানি থাকে। মুখেৰে বিভিন্ন আবাজ কৰে। শেষত বৃত্তখন ভাঙি যায়। আকৌ লগে লগে আনন্দত চিঞৰি উঠে)।

**ইন্দ্ৰজিত :** এই চালা, আমাক ব্যভিচাৰী বনাব খুজিছিলি। এতিয়া পালি মজাটো পালি। ৰেডি, ওৱান, টু, থ্ৰি

**সকলোৱে :** থুই।

**অদিতি :** আমি এই বৃত্ত ভাঙিলো। কি লাভ হ'ল ?

**কোৰাচ :** কিয় ?

**অদিতি :** আমাৰ এই বৃত্ত ভঙাৰ কিবা প্ৰতিফলন সেই অন্ধকাৰত থকা দৰ্শক বৃন্দৰ হৈছেনে ?

**কোৰাচ :** ঠিক। নাই হোৱা।

**অদিতি :** বৃত্ত আমি ভাঙিলো ঠিকেই। কিন্তু এই বৃত্তৰ পৰা আমি এই মঞ্চত এটা আয়ত ক্ষেত্ৰত পৰিলো। ইয়াতেইতো বহুত ব্যভিচাৰ হ'ব পাৰে। আৰু দৰ্শকে তাতে অন্ধকাৰত বহি নীৰৱে সহ্য কৰি যাব।

**সত্ৰাজিত :** ঠিক।

**ইন্দ্ৰজিত :** আমি পোহৰত থাকিম। দৰ্শক কিয় আন্ধাৰত থাকিব ?

**সুজিত :** দৰ্শক আৰু আমাৰ মাজত এই ব্যৱধান কিয় থাকিব ?

**বিজিত :** শংকৰদেৱেও নাৰাখিছিল।

**সত্ৰাজিত :** সেই বুঢ়ী দৰ্শক গৰাকীয়ে কিন্তু "চিহ্ন যাত্ৰা" নাটকত শংকৰদেৱক সহায় কৰিছিল।

**কোৰাচ :** এই সহায়তো আমি এতিয়াও পাব পাৰোঁ।

**অদিতি :** নোৱাৰো, যি দিনালৈকে আলোক আৰু অন্ধকাৰৰ প্ৰাচীৰখন থাকিব তেতিয়ালৈকে নোৱাৰো।

**কোৰাচ :** তেন্তে।

**অদিতি :** শ্ৰদ্ধেয় দৰ্শক বৃন্দ, এহেজাৰ উপদেশতকৈ এটা দৃষ্টান্ত শ্ৰেষ্ঠ হোৱাত

**কোৰাচ :** আমি এই প্ৰাচীৰখন ভাঙি পেলালো।

**সত্ৰাজিত :** সত্ৰাজিত।

**বিজিত :** বিজিত।

**সুজিত :** সুজিত।

**ইন্দ্ৰজিত :** ইন্দ্ৰজিত।

**অদিতি :** আৰু অদিতি।

**কোৰাচ :** আমি এই পাঁচজন যি খন সমাজৰ ঘৃণিত, অৱহেলিত, বঞ্চিত যৌৱন।

**অদিতি :** সেইখন সমাজক নিকা কৰিবৰ বাবে।

**কোৰাচ :** লাগে এজন শ্বেতকেতু।

**অদিতি :** সেইখন সমাজৰ ব্যভিচাৰ হত্যাৰ বাবে-

**কোৰাচ :** আহক, আমি একোজন শ্বেতকেতু হওঁ। আজিৰ নাটকৰ উপলব্ধি বিচ্ছেদৰ নহয় মিলনৰ। আমাৰ মিনতি চকু যেনি তেনি ৰাখি, কাণ খোলা ৰাখি, আমাৰ ? ভুলৰ পৰা শিক্ষা গ্ৰহণ কৰি, বিবেকক প্ৰেম কৰি, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক, ব্যভিচাৰ বিজ্ঞান— সম্মত উপায়েৰে নিকা কৰাৰ বাবে।

**অদিতি :** আহক, আমি একোজন শ্বেতকেতু হওঁ। প্ৰতিজন শ্বেতকেতুৰ বাবে -

**কোৰাচ ঃ** নালাগে নিচুকনি গীত।

**অদিতি ঃ** লাগে মাথোন।

**কোৰাচ ঃ** ভাঙোনৰ গীত। সেয়েহে জাগি উঠক, গৰ্জি উঠক, ধ্বংস কৰক।

**অদিতি ঃ** সেই ধ্বংস স্তুপে গঢ়ি তোলক এখন সুন্দৰ দেশ।

**কোৰাচ ঃ** সেইখন আমাৰ দেশ।

**গীত**

নিচুকাব নালাগে আজি
লাগে মাথো ভাঙোনৰ গীত গীত
ভাঙ ভাঙ ভাঙ আজি চব ভাঙ
ঐক্যৰ শৃংখলাৰে আজি চব বান্ধ
বান্ধ বান্ধ বান্ধ আজি চব বান্ধ।
আন্ধাৰৰ ভেটা ভাঙি
সহস্ৰ জনতা খাটি গৰ্জি উঠে।
এই পঙ্গু সমাজক ভাঙ ভাঙ।
ভাঙ ভাঙ ভাঙ আজি চব ভাঙ।

**(গীত গাই দৰ্শকৰ মাজেৰে চব ওলাই যায়)**

<u>সমাপ্ত</u>

# মূক কণ্ঠত শব্দৰ ঝঙ্কাৰ

ৰচনা কাল : ১৯৭৪

## নাট্যকাৰ# সেৱাব্ৰত বৰুৱা

**চৰিত্ৰাৱলী :-**

১। সনাতন ২। সত্য ৩। শান্তি ৪। সামন্ত

**ৰাতিপুৱা**

সত্য : (আবৃত্তি কৰি) দিগন্তত সৌৱা সূৰ্যোদয় হৈছে। (ৰৈ) সূৰ্য! (গুমুনিয়াহ এৰি) এটা উত্তপ্ত অগ্নিপিণ্ড। কেইটা কেইটা বছৰৰ বাবে এটা নিশ্চিত প্ৰতিশ্ৰুতি দীৰ্ঘ এনিশাৰ সংগ্ৰামৰ পাছত ক্ষত বিক্ষত দেহাৰে পোহৰ বিলোৱাৰ আঃ! কি তৃপ্তি!! প্ৰতিশ্ৰুতি (গছৰ শুকান পাতত কাৰোবাৰ খোজৰ শব্দ শুনি ৰৈ যায়.) আপুনি? ইমান ৰাতিপুৱা, এই হাবিতলীয়া ঠাই ডোখৰত এগৰাকী নাৰী !! মানে ..... মই ঠিক....

শান্তি : মোৰ নাম শান্তি। সৌযে গছৰ তলসৰা পাতেৰে সজা ঘৰটো দেখিছে-

সত্য : ওঁ।

শান্তি : তাত এজন মানুহ থাকে। তেওঁ মোৰ পিতৃ।

সত্য : তেওঁ মোৰে পিতৃ। মোৰ নাম সত্য।

শান্তি : আচৰিত !

সত্য : ময়ো কম আচৰিত হোৱা নাই। আচলতে জন্ম জীৱন এই সকলোবোৰকেই কিবা আচৰিত, আচৰিত যেন লাগে।

শান্তি : মানে?

সত্য : মানে - জন্ম ইমান আকস্মিক? জীৱন ইমান নিশ্চয়তাহীন যে ... (এনেতে এটা শব্দ হয়)

শান্তি : মানুহজন বাহিৰলৈ ওলাই আহিছে..।

সত্য : মানুহ ঠিক নহয় মানুহ নামৰ যন্ত্ৰ বিশেষ।

শান্তি : তেওঁৰ নাম সনাতন।

সত্য : মানে সনাতন বুলি কোৱা হয়। দেখাত মৰাশ যেন লগা সেই জীয়া মানুহজনে জীৱনত হাড়-ভগা পৰিশ্ৰম কৰিছে।

শান্তি : ডেকা কালত তেওঁৰ চকুত স্বপ্ন আছিল। সত্য তেওঁৰ কণ্ঠত সুৰ আছিল।

শান্তি : তেওঁৰ মনত কল্পনা আছিল।

সত্য : তেওঁ ভাৱীকালৰ সোণালী ছবি আঁকিছিল।

শান্তি : (আনন্দত) তেওঁ কিমান আনন্দত আছিল।

সত্য : সেই সময়ত মোৰ জন্ম হৈছিল।

শান্তি : মোৰো।

সত্য : সন্তান জন্ম দিব পৰাতো তেওঁৰ প্ৰকৃতি দত্ত অধিকাৰ

শান্তি : মোৰ আৰু আপোনাৰ...

সত্য : "আপুনি" নহয়— "তই"!

শান্তি : আমাৰ জন্মৰ পাছত কোনোবা এদিন - (ভাবে) (বাঁহী)

সত্য : ৰৈ গলি কিয়? কৈ যা।

শান্তি : এদিন তেওঁৰ চকুৰ স্বপ্ন হেৰাই গ'ল।

সত্য : ওঁ! তেওঁৰ কণ্ঠৰ সুৰে ছন্দ হেৰুৱালে।

শান্তি : তেওঁৰ মনৰ গড় ভাগি গ'ল।

সত্য : তেওঁ কিমান দুখত আছে ! (দুখেৰে)

সত্য : সকলো থাকিও নোপোৱাৰ বেদনাৰে জৰ্জৰিত সেই মানুহজনে মানে— আমাৰ দেউতাই হয়তো সপোনতো এনে দুখ যন্ত্ৰনাৰ কথা ভাবিব পৰা নাছিল। কি দুঃসহ অৱস্থা মানুহ যেন নহয় - লৰচৰ কৰিব পৰা এটা নৰ কঙ্কাল মাত্ৰ। (শান্তিয়ে উচুপি উঠে) শান্তি! কান্দিছ?

শান্তি : তেওঁ বাৰু মোক চিনি পাবনে? (উচুপি)

সত্য : নাপাবও পাৰে!

শান্তি : তোক?

সত্য : নাজানো।

শান্তি : তেনেহ'লে কি কৰিম এতিয়া?

সত্য : আমাৰ চিনাকী দিব লাগিব।

শান্তি : বলচোন যাওঁ।

সত্য : ব'ল। (দুয়ো সনাতনৰ ওচৰলৈ যাব)

সত্য : দেউতা।

শান্তি : দেউতা চোৱাচোন, মই আহিছো। আৰু... আৰু... তই বাৰু মোৰ ককাইদেউ হ'বিনে ভাই হ'বি? .

সত্য : জানো খুউব সম্ভৱ মই ডাঙৰ হ'ম।

শান্তি : চোৱাচোন দেউতা। মই আৰু ককাইদেউ আহিছো (নীৰৱতা) দেউতাই চোন নামাতে ককাইদেউ।

সত্য : যন্ত্ৰই মতা ক'ত দেখিছ?

শান্তি : (ভয় খাই) তাৰ মানে ... তাৰমানে দেউতা ....

সত্ত : বোবা হৈ গৈছে। আৰু এই বোবাহে যোবাৰ বাবেই দেউতাৰ চকুৰ স্বপ্ন হেৰাই গ'ল, মনৰ গড ভাগি গ'ল শান্তি!!

শান্তি : কিন্তু, বোবা কেনেকৈ হ'ল?

সত্ত : বোবা কৰি পেলোৱা হৈছে মানুহ এটাক যন্ত্ৰ কৰিবলৈ হ'লে প্ৰথমে তাৰ মুখৰ মাত কাঢ়ি নিব লাগিব। আৰু সেই বাবেই দেউতাৰ মুখৰ মাত কাঢ়ি নিয়া হ'ল!!

শান্তি : দেউতা বাৰু কিমানদিন বোবা হৈ আছে?

সত্ত : বহুত দিন প্ৰায় ৩৮ বছৰ।

শান্তি : (আচৰিত হৈ) ৩৮ বছৰ মুখৰ মাত নাই?

সত্ত : মতা নাই নহয় - মাতিবলৈ দিয়া হোৱা নাই।

শান্তি : কোনে দিয়া নাই?

সত্য : যি দেউতা যন্ত্ৰ হৈ থকাতো বিচাৰে, সেই মানুহজনে।

শান্তি : ৩৮ বছৰ মুখেৰে মতা নাই! আচৰিত।

শান্তি : আৰু সেই বাবেই আমি ককায়েক-ভনীয়েক ইমান দিন অচিনাকী হৈ থাকিলো।

সত্ত : ওঁ। মই মই নজনাকৈয়ে তোৰ শৈশব, কৈশোৰ পাৰ হৈ গ'ল।

শান্তি : সৰুতে মই কাপোৰেৰে সজা পুতলাৰে খেলিছিলো অকলে অকলে।

সত্ত : গছৰ ডাল বগাই পকা পকা কলা-জামু খাইছিলো অকলে অকলে।

শান্তি : তেতিয়া মই প্ৰায় ভাবিছিলো মোৰ ককাইদেউ এটা থকা হ'লে আবদাৰ ধৰিবলৈ।

সত্ত : ময়ো ভাবিছিলো মোৰ অকণমানি ভনী এজনী থকা হ'লে জোকাবলৈ!

শান্তি : খুউব মনত পৰিছে পুৰণি কথাবোৰ। সেইযে নামঘৰটো আমাৰ গাৱঁৰ মাজত আছিল যে তোৰ মনত আছেনে?

সত্ত : আছেতো। নামঘৰটো তেনেই জহি-খহি গৈছিল।

শান্তি : তাত বোলে দূৰৰ হাবিৰ পৰা আহি কিছুমান বিষাক্ত সাপে বাঁহ লৈছিলহি।

সত্ত : ৰাতিৰ আন্ধাৰৰ সুযোগ লৈ আমাৰ গাৱঁৰ জাৰণী ডৰাত থকা শিয়াল দুটামানেও নামঘৰটোলৈ গৈ সেই সাপ বোৰক সিহঁতৰ 'হুৱা', 'হুৱা' গীত শুনাইছিল।

শান্তি : কিযে চাগৈ অপূৰ্ব্ব হৈছিল শুনিবলৈ (দুয়ো হাঁহে)

সত্ত : এদিন গাৱঁৰ সকলোৰে এজন শ্ৰদ্ধেয় মানুহে নামঘৰটো নতুনকৈ সজাৰ প্ৰস্তাৱ দিলে। নামঘৰটো সাজিবলৈ হ'লে সাপবোৰক খেদিব লাগিব।

শান্তি : সাপবোৰ মাৰি নেপেলালে কিয়?

সত্ত : গাৱঁৰে সাহসী মানুহ এজনে সাপ মাৰিবলৈ, ভাল লাঠী এডাল বিচাৰি গাৱঁৰ পৰা ওলাই গৈ আজিও ঘূৰি নাহিল।

শান্তি : পিছে?

সত্ত : চিঞৰ-বাখৰ কৰি সাপ খেদিলে। তেতিয়া বোলে আমাৰ দেউতায়ো খুউব চিঞৰিছিল।

শান্তি : শুনিছিলো, দেউতাৰ মাততো বোলে বৰ তীব্ৰ আছিল।

সত্ত : সাপ খেদিলে....

শান্তি : অ' নতুন বৰা, নতুন দেউৰী, নতুন গায়ন, বায়নেৰে নতুন নামঘৰ হ'ল। একোটা নিৰ্দিষ্ট সময়ৰ ব্যৱধানত ভাওঁনা পাতে। সন্তক পালন, দুষ্ট দমনৰ প্ৰতিজ্ঞা কৰা হয় আৰু প্ৰতিটো ভাওনাতে একো একোটা অসুৰ বধৰ অভিনয় কৰা হয়।

শান্তি : আচলতে অসুৰবোৰ মাৰি পেলোৱা নহয় নেকি?

সত্ত : নহয়। মৰাৰ অভিনয়ৰ আঁৰত শ-শ- নতুন নতুন অসুৰৰ জন্ম দিয়াহে হয়। এই অসুৰ দমনৰ অভিনয়ত ব্ৰতী থাকোতেই আমাৰ বৰা, দেউৰী- গায়ন বায়নহঁতৰ স্বভাৱ বোৰো অসুৰৰ দৰে হৈ পৰিল।

শান্তি : কোনেও বাধা নিদিলে কিয়?

সত্ত : এইবোৰ কথাৰ প্ৰতিবাদ, কৰিবলৈ তীক্ষ্ণ কণ্ঠৰ অধিকাৰী দেউতাতো বোবাই। কেনেকৈ কৰিব প্ৰতিবাদ তথাপিতো ওকমোকাইছিল। মাজত নাম ঘৰৰ খুটা এটাত ৰঙা কাপোৰ এখন মেৰিয়াই দিছিল গৈ।

শান্তি : তাৰ পাছত?

সত্ত : সিহঁতে অকথ্য অত্যাচাৰেৰে দেউতাক বাধা দিলে।

শান্তি : কোনে? এই বৰা, দেউৰী, গায়ন, বায়নহঁতেইনে?

সত্ত : তেওঁলোকৰ পৃষ্ঠপোষকতাত লালিত পালিত হোৱা সামন্তই। দেউতাক কট-কটীয়াকৈ বান্ধি তেওঁৰ মূৰৰ ওপৰত বৰা, দেউৰী, গাযন, বায়নহঁতক উঠি ধুমধামেৰে ক'লা উৎসব পাতিবলৈ সুবিধা কৰি দিলে?

শান্তি : অঁ, অঁ তাৰ পাছত জয়খুৰাই এদিন দেউতাক ভাকুট কুটাই দিলে (হাঁহে)

সত্ত : দেউতাই গাটো লৰাই দিলে।

সত্ত+ শান্তিঃ (হাঁহ হাঁহি) গিৰগিৰকৈ, বৰা-দেউৰী, গায়ন-বায়ন মাটিত খহি পৰিল।

শান্তি : কিযে মজাৰ হৈছিল।

সত্ত : কাৰোবাৰ হাত ভাগিল।

শান্তি : কাৰোবাৰ ভৰি।

সত্ত : কাৰোবাৰ আক' কঁকালৰ জোৰাই লৰিল।

শান্তি : মুঠতে সকলোবোৰ ঘূণীয়া হ'ল।

সত্ত : জয়খুৰাই বাছি দিয়া মানুহবোৰক নামঘৰৰ পদৱী দিয়াটো ঠিক কৰা হ'ল, মোৰ মনত বৰ আনন্দ। বহুত আশা, ভাবিছিলো এইবাৰ দেউতাৰ মাতষাৰ ঘূৰাই আনিব পৰা হ'ব! পিছে তেওঁলোকেও নিৰাশ কৰিলে।

শান্তি : তেওঁলোকে দেখোন ঘাই খুটাত আউজী বহা বিষয়টোতে কাজিয়া আৰম্ভ কৰি দিলে।

সত্ত : তাৰ পাছত ইজনে সিজনৰ বদনাম সিজনে ইজনৰ দোষ

শান্তি ঃ চোৱা দেউতা ! মই শান্তি।

সত্য ঃ মই সত্য ।

শান্তি ঃ শান্তি....

সত্য ঃ সত্য ...

(দুয়ো 'শান্তি' আৰু ' সত্য' বুলি কেইবাবাৰো কৈ কৈ সনাতনক উত্তেজিত কৰি তুলিব)

সামন্ত ঃ সনাতন। কামলৈ যোৱা নাই কিয়?

সনাতন ঃ (কিবা ক'ব খোজে)

সামন্ত ঃ কামত ফাকি দিয়াৰ শাস্তি ...(চাবুকেৰে কোবায়) পুৰুষানুক্ৰমে তহঁতে আমাৰ সেৱা কৰি আহিছ। আমাৰ জন্ম উপভোগৰ বাবে আৰু তহঁতৰ জন্ম, আমাক আনন্দ যোগান ধৰিবৰ বাবে, এইটো ভগবানৰ বিধান। ইয়াৰ ব্যতিক্ৰম হোৱাটো মই নিবিচাৰো! যা সোনকালে কামলৈ যা ( সনাতন যাব ধৰে) সনাতন ইমান সময়ে তই কামলৈ নোযোৱাৰ কাৰণ কি?

সনাতন ঃ (কিবা কয়)

সামন্ত ঃ অ' এটা ডেকা ল'ৰা ... (বৈ) আৰু এজনী গাভৰু ছোৱালী পিছে?

সনাতন ঃ (কিবা ক'ব বিচাৰে)

সামন্ত ঃ তাৰমানে এটা ল'ৰা আৰু এজনী ছোৱালীয়ে তোক কামলৈ যোৱাত বাধা দিছিল।

সনাতন ঃ (হয়)

সামন্ত ঃ ক'ত গ'ল সিহঁত?

সনাতন ঃ (সৌফালে)

সামন্ত ঃ তোক কামলৈ যোৱাত বাধা দিছিল কিয়?

সনাতন ঃ (নাজানো)

সামন্ত ঃ নাজান? আচ্ছা (ভাবি) তোক কি কৈছিল?

সনাতন ঃ (মোৰ সন্তান )

সামন্ত ঃ (উচপ খাই) তোৰ সন্তান? মিছা কথা এইবোৰ মিছা কথা সনাতন। মনত ৰাখিবি তোৰ কোনো সন্তান নাছিল নাই আৰু নহ'বও। (বৈ) মই কৈছো তোৰ কোনো সন্তান নাই। তোৰ একমাত্ৰ আশ্ৰয়ৰ স্থল মই। মনত থাকিব?

সনাতন ঃ (থাকিব)

সামন্ত ঃ এতিয়া যা কামত ধৰগৈ (সনাতন যায়) তাৰমানে সনাতনৰ দুয়োটা সন্তান সত্য আৰু শান্তি ঘূৰি আহিছে। সনাতনে যদি সত্যক চিনি পাই যদি শান্তিক বুজাই পাই তেন্তে মোৰ সকলো চেষ্টা ব্যৰ্থ হৈ যাব। (ভাবি) সনাতনৰ মনত মইয়ে থাকিব লাগিব। সত্য আৰু শান্তিৰ পৰা বিচ্ছিন্ন কৰি তাক চিৰদিনৰ বাবে মূক কৰিয়েই ৰাখিব লাগিব। নাম ঘৰৰ বৰা-দেউৰী, গায়ন-বায়নহঁতক, সতৰ্ক কৰি দিয়া উচিত। তেওঁলোকে মেল চপাওঁক সত্য আৰু শান্তিক দোষী সাব্যস্ত কৰি গাৱঁৰ পৰা খেদি পঠোৱা হওঁক।

(খোজৰ শব্দ শুনি বৈ যায়, সত্য আৰু শান্তি আহে)

সামন্ত ঃ কোন তোমালোক?

সত্য ঃ মই সত্য আৰু শান্তি?

শান্তি ঃ আৰু আমি সনাতনৰ সন্তান।

সামন্ত ঃ সনাতনৰ সন্তান। মই জনাত সনাতনৰটো কোনো সন্তানেই নাই।

সত্য ঃ তোমাৰ অভিনয়ৰ পটুতা চাবলৈ আমি অহা নাই?

শান্তি ঃ আমি আহিছো তোমাৰ লগত কেইটামান বিশেষ কথা পাতিবলৈ।

সামন্ত ঃ যেনে?

সত্য+শান্তি ঃ আমাৰ দেউতাক বোবা কৰি ৰখা হৈছে কিয়?

সামন্ত ঃ সেইবোৰ মই কেনেকৈ জানো! নামঘৰলৈ গৈ বিষয় বৰীয়াক সোধাগৈ।

সত্য ঃ নামঘৰৰ বৰা দেউৰী গায়ন বায়ন সকলোবোৰেই বোলে তোমাৰ নিৰ্দেশতহে চলে।

শান্তি ঃ প্ৰতিটো ভাওঁনাতে অসুৰ বধৰ অভিনয়ৰ আঁৰত শ শ নতুন অসুৰৰ জন্ম দিয়াহে হয়।

সামন্ত ঃ তোমালোকে মোক মিছায়ে অধিক ক্ষমতাৰ অধিকাৰী বুলি ভাবিছা। আচলতে মই এজন অতি নিঃকিন ভদ্ৰলোক। সমাজৰ উন্নতিৰ বাবে, সিমানখিনি পৰা যায় সিমানখিনি মই কৰিছো।

সত্য ঃ ঠিক কৈছা। তোমাৰ হাতৰ চাবুকেৰে দেউতাৰ পিঠিত উন্নতিৰ সাঁচ বহুৱাই দিছা?

সামন্ত ঃ সত্য ।

শান্তি ঃ দেউতাৰ শক্তিশালী কণ্ঠৰ শব্দবোৰ লুকুৱাই থৈ, তেওঁক তোমাৰ পদতলত নিষ্পেষণ কৰি সনাতন নামৰ যন্ত্ৰটোক তুমি উন্নতিৰ ওখ শিখৰলৈ লৈ গৈছা । হয় তুমি ঠিকেই কৈছা দেউতাৰ উন্নতিৰ বাবে যিমানখিনি পৰা যায় ঠিক সিমানখিনি কৰা তুমি এজন অতি নিঃকিন ভদ্ৰলোক (ব্যঙ্গ) তোমালৈ মোৰ ইমান মৰম লাগে।

সত্য ঃ ভক্তিত মোৰ মূৰ দোঁ খাই আহে।

শান্তি ঃ আমি যে তোমাৰ ওচৰত কিমান কৃতজ্ঞ।

সত্য ঃ তাক যে ভাষাৰে প্ৰকাশেই কৰিব নোৱাৰি।

শান্তি ঃ দেহি ঐ! মোৰ কলিজাটো।

সত্য ঃ অ মোৰ হিয়াৰ আমঠু।

শান্তি ঃ তুমি যে কিমান মহান।
সত্য ঃ তুমি কিমান উদাৰ।
শান্তি ঃ কি অতুলনীয় মানৱতাবোধ।
সত্য ঃ কি অপৰিসীম মানৱপ্ৰীতি।
শান্তি ঃ তুমি দেৱতা।
সত্য ঃ তুমি ঈশ্বৰ।
শান্তি ঃ তুমি ...
সত্য ঃ তুমি ....
শান্তি ঃ তুমি ...
সত্য ঃ তুমি... (শব্দ কৰি হাঁহে দুয়োবে )
শান্তি ঃ গ'লগৈ। বৰ লাজ পালে দেহি।

(সত্যই গছৰ পাতবোৰ খুচৰি কিবা বিচাৰে)

শান্তি ঃ ককাইদেউ। (বৈ) ককাইদেউ।
সত্য ঃ ওঁ?
শান্তি ঃ কি বিচাৰিছ ?
সত্য ঃ অতীত।
শান্তি ঃ অ' (নীৰব)
সত্য ঃ শান্তি (বৈ) শান্তি।
শান্তি ঃ ওঁ
সত্য ঃ কি চাইছ ?
শান্তি ঃ (হুমুনিয়াহ এৰি) বৰ্তমান ।
সত্য ঃ অতীত ইতিহাস দেউতাৰ স্মৃতিলৈ কেনেকৈ ঘূৰাই অনা যায়।
শান্তি ঃ বৰ্তমানৰ ৰূপটো দেউতাক কেনেকৈ দেখুৱাই দিয়া যায়।
সত্য ঃ বৰ কষ্টকৰ কাম।
শান্তি ঃ কিন্তু অসম্ভৱ নহয়।
সত্য ঃ দেউতাৰ কণ্ঠত শব্দই প্ৰাণ পাব যেতিয়া—
শান্তি ঃ নামঘৰটো ভাঙি পেলোৱাৰ প্ৰস্তুতি চলিব তেতিয়া
সত্য ঃ এটা নতুন নামঘৰ সজা হ'ব।
শান্তি ঃ দেউতা তাৰ পৰিচালক হ'ব।
সত্য ঃ কিমান ভাল হ'ব নহয়নে।
শান্তি ঃ ওঁ। ভাবিলেই মনতো ভৰি পৰে। (নীৰব)
সত্য ঃ এটা কথা সোধো শান্তি !
শান্তি ঃ সোধ আক।
শান্তি ঃ তই বাৰু ইমান দিন ক'ত আছিলি।
শান্তি ঃ যাযাবৰৰ দৰে এদিন এঠাইত আন এদিন আন এঠাইত কটাইছিলো সদায় বিচাৰো দেউতাৰ কাষলৈ ঘূৰি আহিবলৈ — কিন্তু পৰা নাছিলো।
সত্য ঃ কিয়?
শান্তি ঃ গাওঁখনৰ চাৰিওকালে কাঁইট দিয়া আছে। তাৰোপৰি আছে সতৰ্ক প্ৰহৰী। সিহঁতে মোক দেউতাৰ কাষ চাপিব দিয়া নাছিল।
সত্য ঃ পিছে?
শান্তি ঃ দিনৰ পাছত দিন, মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ এইদৰেই দেউতাৰ পৰা একোটা নিৰ্দিষ্ট দূৰত্বত মই বৈ আছিলো। হাজাৰ বাৰ চেষ্টা কৰিছো দেউতাক লগ কৰাৰ। সিহঁতৰ বাধাৰ বাবে পৰা নাছিলো। আজি তই সোমাই অহা দেখি মযো সোমাই আহিলো গাওঁখনৰ ভিতৰলৈ। আচৰিত আজি মোক কোনেও বাধা নিদিলে। মোক সিহঁতে ভয় কৰে যেন পাইছো।
সত্য ঃ একেবাৰে মিছা নহয় কথাতো।
শান্তি ঃ কিয় ভয় কৰে বাৰু?
সত্য ঃ মই চিঞৰি চিঞৰি দেউতাই পাহৰি যোৱা শব্দবোৰ মনত পেলাই দিওঁ বুলি তেনেকুৱা কিবা এটা হ'লেই মানে দেউতাই কথা ক'ব পৰা হ'লেই সিহঁতৰ সান্দহ খোৱা বালি দেখোন তল পৰিব।
শান্তি ঃ খুউব সোনকালে তেনেকুৱা কিবা এটা হোৱা হ'লে ।
সত্য ঃ এদিন হ'ব শান্তি! পোহৰ ঢাকিব নোৱাৰি, মৃত্যুক ৰোধিব নোৱাৰি। (নিৰব)
শান্তি ঃ ককাইদেউ।
সত্য ঃ ওঁ
শান্তি ঃ দেউতাৰ সংজ্ঞা কিবা ?
সত্য ঃ (ভাবি) নিজৰ বাহুৰ সকলো বল দেহৰ সকলো ৰক্ত দানেৰে সামন্তৰ প্ৰাচুৰ্য্যক গঢ় দিয়া, প্ৰতিবাদ কৰিব নজনা একান্ত বাধ্য এটা বোবা জীয়া যন্ত্ৰ।"
শান্তি ঃ আৰু নামঘৰৰ বৰা, দেউৰী গায়ন-বায়নহঁতৰ?
সত্য ঃ সামন্তৰ হাতৰ তলুৱাত নচা কিছুমান ছবি দিয়া পুতলা!
শান্তি ঃ সামন্তই ইমান ক্ষমতা ক'ৰ পৰা পালে বাৰু?
সত্য ঃ দেউতাৰ কণ্ঠ ৰুদ্ধ হৈ যোৱাৰ লগে লগে অদূৰদৰ্শী বৰা, দেউৰী, গায়ন-বায়নহঁতক প্ৰলোভন দেখুৱাই সামন্তই হাত কৰি ল'লে। ফলত সি এক অকল্পনীয়া ক্ষমতাৰ অধিকাৰী হৈ পৰিল।
শান্তি ঃ এই দুৰ্বাৰ অৱস্থাৰ পৰিবৰ্তন কেতিয়া হ'ব ককাইদেউ।
সত্য ঃ যেতিয়া দেউতাৰ কণ্ঠই প্ৰতিবাদৰ অগনি বৰষিব, যেতিয়া নামঘৰৰ কেঁচাভেটিটো থৰ থৰকৈ কঁপি উঠিব, যেতিয়া ৰত্নমনি কোঠাৰ সাতখলপীয়া সিংহাসনৰ পৰা গোসাঁই নামি আহিব তেতিয়া ভনিটি।

শান্তি : কেতিয়া আহিব সেই দিন?

সত্য : যেতিয়া দেউতাই তোক চিনি পাব, যেতিয়া দেউতাই মোক চিনি পাব।

শান্তি : তেতিয়া যে কি ভাল লাগিব ভাবিলেই আনন্দত চকু জাপ খাই যায়।

সত্য : এতিয়া কথা হৈছে দেউতাৰ স্মৃতিৰ দুৱাৰখন খুলি দিয়াটো।

শান্তি : মোৰ ভাব হৈছে ককাইদেউ সেই দুৱাৰ খনত কিজানি মামৰে ধৰিছে।

সত্য : জাৰি জোকাৰি মামৰবোৰ আঁতৰাব লাগিব।

শান্তি : ক্ৰীতদাসত্বৰ অটল অন্ধকাৰত দেউতাৰ স্মৃতিৰ মনিকোঠা বিচাৰি পোৱা কঠিন হ'ব।

সত্য : তাত পোহৰ পেলাব লাগিব।

শান্তি : সামন্তই সৰ্ব্বশক্তিৰে বাধা দিব।

সত্য : সেই বাধাৰ প্ৰাচীৰ ভাঙি পেলাব লাগিব।

শান্তি : নামঘৰৰ বৰা দেউৰীয়ে সামন্তৰ জাল তৰিব।

সত্য : সেইজাল ফালি পেলাব লাগিব।

শান্তি : ইমানবোৰ বিপদ অতিক্ৰম কৰি, ইমানবোৰ বাধা নেওঁচি গৈ আমি বাৰু দেউতাৰ স্মৃতিৰ দুৱাৰখন খুলি দিব পাৰিম নে ককাইদেউ!

সত্য : পাৰিম ভনিটি!

শান্তি : সঁচা পাৰিম?

সত্য : সঁচা!

শান্তি : চোৱা দেউতা এইফালেই আহিছে!

সত্য : হয়তো এইফালে ক'ৰবাত কিবা কাম আছে।

শান্তি : সেই জীৰ্ণ শীৰ্ণ দেহতোৰে যে কিমান কষ্ট কৰে।

সত্য : এই স্থিতাবস্থাৰ পৰিবৰ্তন নাসাধিলে দেউতাই সদায়ে কষ্টৰ মাজেৰেই জীৱন কটাব লাগিব। (সনাতন আহে)

শান্তি : দেউতা! অথনি সামন্তই তোমাক খুব মাৰিলে নহয়? (ৰৈ) ইচ্ সাঁচ বহি গৈছে?

সত্য : আমাক বাৰু তুমি মনত পেলাব পাৰিছানে দেউতা।

শান্তি : পৰিছে দেউতা? (ৰৈ) এটা সময়ত যে তোমাৰ চকুত বহুত স্বপ্ন আছিল দেউতা .....

সত্য : এটা সময়ত যে তোমাৰ তীব্ৰ কণ্ঠই আমাৰ গাওঁখনৰ এটা মূৰৰ পৰা আন মূৰলৈকে কঁপাই তুলিছিল — মনত পৰিছে দেউতা?

শান্তি : সেই নামঘৰত বাহ লোৱা বিষাক্ত সাপবোৰ....

সত্য : সেই যে বিকৃত শব্দৰ ৰাউচি জোৰা জাৰণি দবাৰ শিয়ালবোৰ....?

সত্য }
শান্তি } : মনত পৰিছে দেউতা ?

সনাতন : (কিবা ক'ব খোজে)

সত্য : পৰিব দেউতা , তোমাৰ সকলো মনত পৰিব।

শান্তি : শান্তি নামৰ যে তোমাৰ এজনী ছোৱালী আছিল —।

সত্য : সত্য নামৰ যে তোমাৰ এটা ল'ৰা আছিল...।

শান্তি : ইয়েই তোমাৰ সত্য।

সত্য : এয়েই তোমাৰ শান্তি।

শান্তি : ময়েই শান্তি।

সত্য : ময়েই সত্য।

শান্তি }
সত্য } : আমি তোমাৰ সন্তান দেউতা।

শান্তি : মই শান্তি।

সত্য : মই সত্য ।

শান্তি : শান্তি।

সত্য : সত্য। (দুয়ো 'সত্য', 'শান্তি' বুলি পুনৰাবৃত্তি কৰি আঁতৰি যাব। সনাতনৰ উত্তেজনা বৃদ্ধি পাব। উত্তেজনাৰ চূড়ান্ত মুহূৰ্তত সামন্ত সোমাই আহে)

সামন্ত : সনাতন, এই সময়ত তোৰ ইয়াত প্ৰয়োজন কি? (ৰৈ) যা, কামলৈ যা।

সনাতন : (নাযাওঁ)

সামন্ত : কি নাযাব। (চাবুকেৰে মাৰে। সনাতনে ধৰি লয়) সনাতন। এৰি দে চাবুকডাল (সনাতনে নেৰে) সনাতন। (টান মাৰি এৰুৱাই লৈ সনাতনক মাৰে। ভাগৰি পৰে।) যা কামলৈ যা, (ৰৈ) আৰু শুন, আজিৰ পৰা তই সেই ল'ৰা- ছোৱালী হালৰ কোনো কথাই নুশুনিবি। যা। (সনাতন যায়) আচৰিত! যি সনাতনে মোৰ মাত শুনিলে কঁপি উঠে। সেই সনাতনে আজি মোৰ হাতৰ চাবুক ধৰি ৰাখিব পৰা হ'ল। ইমান সাহস, ইমান স্পৰ্দ্ধা। ওহোঁ আৰু সহ্য কৰিব নোৱাৰি। নামঘৰত আজিৰ মেলৰ পাছতেই সত্য আৰু শান্তিক গ্ৰামান্তৰ কৰিব লাগিব। তাৰ পাছত সনাতন আকৌ অকলশৰীয়া হ'ব। আৰু অকলশৰীয়া সনাতনক নিয়ন্ত্ৰণৰ বাবে মোৰ হাতত থকা এই চাবুক ডাল... ।

সত্য : হাতত চাবুক থাকিলেই ...।

সামন্ত : সত্য। মোক পেলোই কৰি কথা নক'বা।

শান্তি : কিয়?

সামন্ত : প্ৰশ্ন নকৰিবা।

সত্য : শুনিছো তুমি বোলে আমাৰ বিচাৰৰ ব্যৱস্থা কৰিছা।

সামন্ত : কোনে কৈছে?

শান্তি : কোনে কৈছে সেইটো কিয়? হয়নে নহয় কোৱা।
সামন্ত : নাজানো।
সত্য : বাঃ কি সংক্ষেপ উত্তৰ।
সামন্ত : সত্য।
সত্য : কি হ'ল লাজ পাইছা।
সামন্ত : মিছলীয়া।
সামন্ত : শান্তি। মোক অপমান কৰা হৈছে। মই - মই মেল চপাম মই কাকো.. ।
সত্য : বন্ধ কৰা তোমাৰ ভুৱা আস্ফালন।
শান্তি : আমি জানিব বিচাৰিছো কিদোষৰ বাবে আমাক বিচাৰৰ আগেয়েই গ্ৰামান্তৰৰ দণ্ড বিহাটো খাটাং কৰা হৈছে।
সত্য : দেউতাৰ ওপৰত অকথ্য অত্যাচাৰ চলাবলৈ তুমি অধিকাৰ ক'ত পালা।
শান্তি : দেউতাৰ মাতটো কিয় কৌশলেৰে চুৰ কৰা হ'ল।
সত্য : আমাৰ পৰা দেউতাক কিয় বিছিন্ন কৰি ৰখা হৈছে।
শান্তি : আমাক উত্তৰ লাগে।
সত্য : দিয়া উত্তৰ দিয়া।
সামন্ত : উত্তৰ লাগে?
সত্য : অ' অ' উত্তৰ লাগে।
সামন্ত : (ব্যঙ্গ কৰি) হাঃ হাঃ হাঃ আজিৰ মেলৰ অন্তত তোমালোকে বিচৰা উত্তৰ পাবা। সনাতনৰ পিঠিত বিৰিঙি থকা তেজত সেই উত্তৰ লিখা আগে পঢ়ি চাবা হাঃ হাঃ হাঃ (যায়গৈ)
সত্য : ভনিটি?
শান্তি : ককাইদেউ।
সত্য : এইবাৰ ৰণশিঙা বাজিব।
শান্তি : আকাশত মেঘ জমিব।
সত্য : হু হু শবদেৰে এজাক ধুমুহা বলিব।
শান্তি : শিল হৈ বৰফৰ টুকুৰা পৰিব।
সত্য : বৰ বৰ টোপালেৰে এজাক বৰষুণ আহিব।
শান্তি : সেই বৰষুণ জাকে আমাৰ গাৱঁৰ সকলো তলসৰা পাত উটুৱাই নিব।
সত্য : গছৰ তলবোৰ পৰিষ্কাৰ হ'ব।
শান্তি : অনাবৃষ্টিত ফাটি চিটি যোৱা পথাৰৰ মাটিবোৰে জীপ ল'ব।
সত্য : তাত আৰু' নতুন ফল হ'ব (দূৰত ডবা শিঙা বজোৱা শব্দ হয়) সেইয়া মেল আৰম্ভ হ'ল।
শান্তি : আমাৰ অপমানৰ দ্বিতীয় পৰ্যায় আৰম্ভ হ'ল।
সত্য : আমাৰ গ্ৰামান্তৰ কৰণেই হ'ব মেলৰ চূড়ান্ত ৰায়। সেই ৰায় কাৰ্য্যকৰী কৰাৰ আগেয়েই, আমি দেউতাৰ স্মৃতি ঘূৰাই আনিব লাগিব। দেউতাৰ মূক কণ্ঠত শব্দৰ সঞ্চাৰ কৰিব লাগিব।
শান্তি : সময় যে বৰ তাকৰ ককাইদেউ।
সত্য : আহ আমি দেউতাক মাতো। দে-উ-তা।
শান্তি } : দে— উ—তা .......
সত্য } দে——— উ ——— তা। (প্ৰতিধ্বনি হয়)
শান্তি (পোহৰ কমি যায় পুনৰ ডবা/শিঙা বজাৰ শব্দ হয়)
সত্য : সেইয়া মেল শেষ হোৱাৰ সঙ্কেত !
শান্তি : মানে চূড়ান্ত মুহূৰ্ত আসন্ন।
সত্য : কিযে হ'ব পায় এতিয়া, মই ভাবিবই পৰা নাই।
সত্য : মাতচোন,
শান্তি : দে— উ— তা (চিঞৰি মাতিব খোজি বৈ যায়। আনন্দত) ককাইদেউ! ককাইদেউ। সৌৱা দেউতা আহিছে চা। দৌৰি দৌৰি আহিছে।
সত্য : আহিছে ? ক'তা?
শান্তি : সৌৱা চা ( চিঞৰি) আমি ইয়াতে আছো দেউতা।
সত্য : আহা দেউতা। ইয়ালৈকে আহা। (সনাতন আহে) দেউতা চোৱা সময় বৰ তাকৰ। তুমি আমাক বিশ্বাস কৰা দেউতা আমি তোমাৰ সন্তান।
শান্তি : সামন্তই নামঘৰৰ বৰা দেউৰীৰ সহায়ত আমাক তোমাৰ পৰা আঁতৰত ৰাখিছিল।
সত্য : কৌশলেৰে তোমাৰ কণ্ঠ মূক কৰি দিলে।
শান্তি : তোমাৰ স্মৃতি শক্তি তেনেই দুৰ্ব্বল কৰি দিলে।
সামন্ত : (কিবা ক'ব খোজে)
সত্য : তোমাৰ মনত পৰিছে দেউতা।
শান্তি : চেষ্টা কৰা, তোমাৰ সকলো মনত পৰিব।
সত্য : সামন্তই তোমাক বোবা কৰি ৰাখিছে। তুমিতো জন্মৰ পৰা বোবা নহয় দেউতা। তুমিয়েইটো এদিন তীব্ৰধ্বনিৰে নামঘৰটোৰ পৰা সাপবোৰ খেদি দিছিলা।
শান্তি : অন্য গাৱঁত তোমাৰ দৰে মানুহ বোৰে মাত মাতিছে দেউতা। তেওঁলোকৰ গভীৰ হুঙ্কাৰত সামন্তৰ দৰে মানুহ বোৰ কঁপি উঠিছে।
সত্য : তুমিতো সামন্তকৈ বহুত শক্তিশালী । তথাপি সি তোমাৰ ওপৰত অকথ্য অত্যাচাৰ কৰি গৈছে আৰু তুমি নিৰ্ব্বিবাদে মানি গৈছা।
শান্তি : তুমি প্ৰতিবাদ কৰিব লাগিব দেউতা । তোমাৰ শক্তি শালী কণ্ঠৰ নিনাদেৰে সামন্ত, বৰা দেউৰী, গায়ন-বায়নহঁতৰ বুকু কঁপাই তুলিব লাগিব। তোমাৰ ওপৰত কৰা অন্যায় অত্যাচাৰৰ তুমি প্ৰতিবাদ কৰিব লাগিব।

কোৱা কৰিবা? কোৱা, কোৱা দেউতা।

সত্য : তুমি পাৰিবা দেউতা। 'পাৰিম' বুলি কোৱা।

সনাতন : (চেষ্টা কৰে)

শান্তি : চেষ্টা কৰা দেউতা, তোমাৰ মুখত মাত ফুটিব।

সত্য : কোৱা কথা কোৱা দেউতা ( সামন্ত আহে)

সামন্ত : কিন্তু মোৰ হাতত থকা এই চাবুক ডাল দেখিলে সনাতনে বৰ ভয় খাই। খুউব ভয় খায়।

সত্য : পিছু হুঁহকি নাহিবা দেউতা। সাহসেৰে সম্মুখীন হোৱা।

সামন্ত : সনাতন ! পিচলৈ যা।

শান্তি : নাহিবা নাহিবা দেউতা! আগবাঢ়া। তেওঁৰ হাতৰ চাবুক ডাললৈ আৰু ভয় নকৰিবা।

সত্য : অ' অ' আৰু আগবাঢ়া দেউতা।

শান্তি : আৰু আগবাঢ়া।

সামন্ত : (খং) সনাতন।

সত্য + শান্তি : ভয় নকৰিবা দেউতা! আগবাঢ়া

সামন্ত : সনাতন পিচলৈ যা।

সত্য }
শান্তি } : আগবাঢ়ি যোৱা দেউতা!

সামন্ত : সনাতন। (সনাতন পিচুৱাই সত্য আৰু শান্তিয়ে আশা ভঙ্গৰ ভয়ত দেউতা দেউতা বুলি চিঞৰে)

সামন্ত : (দৃঢ়তাৰে) সত্য আৰু শান্তি! নামঘৰৰ আজিৰ মেলৰ চূড়ান্ত ৰায় মই লৈ আহিছো। শুনা বিনা অনুমতিত সনাতনক লগ ধৰা, সনাতনৰ কণ্ঠত প্ৰতিবাদৰ ধ্বনি তুলিবলৈ কৰা চেষ্টা আৰু প্ৰকাশ্যে মোক অপমান কৰাৰ অপৰাধত আচামী নং ১ সত্যক আৰু আচামী নং ২ শান্তিক গ্ৰামান্তৰৰ দণ্ড বিহা হৈছে। (বৈ) আৰু শুনি ভাল পাবা এই আদেশ কাৰ্যকৰী কৰাৰ ভাৰ মোৰ ওপৰতে ন্যস্ত কৰা হৈছে।

সত্য : (ঘৃণা) বিচাৰৰ নামত প্ৰহসন।

শান্তি : কিছুমান কাপুৰুষৰ ধূৰ্তালী।

সামন্ত : যিয়েই নোকোৱা লাগিলে মোৰ কাম মই নিয়াৰিকৈ কৰিবই লাগিব। শান্ত ল'ৰা-ছোৱালীৰ দৰে তোমালোক দুয়োজনে মোৰ ওচৰত আত্মসমৰ্পন কৰা। (বৈ) আহাঁ!

সত্য : যদি নকৰো?

সামন্ত : কেনেকৈ কৰাব লাগে মোৰ জনা আছে (বৈ) আঁহা মিছাতে মোৰ খং তুলি নল'বা।

শান্তি : দুখিত, তোমাৰ খণ্ডক আমি অকণো গুৰুত্ব নিদিওঁ

সামন্ত : (ব্যঙ্গ) অ' হয় নেকি?

শান্তি : আমাৰ খাটাং কথা আমাৰ দেউতাক এৰি আমি ক'লৈকো যাবলৈ ৰাজী নহয়।

সামন্ত : তোমাৰ ৰাজী অৰাজীৰ ওপৰত আমাৰ কি আছে যায় শান্তি দেৱী। তোমাৰ দেহৰ এই মসৃণ ছালত মোৰ চাবুকৰ দাগ ছিঃ বৰ বিসদৃশ।

সত্য : (খণ্ডত) সামন্ত!

সামন্ত : খং খাইছা ? উপায় নাই সত্যকুমাৰ । তোমাৰ আদৰৰ ভনিটিয়ে যেতিয়া স্বেচ্ছাই ধৰা নিদিয়ে হোঃ হোঃ হোঃ (আগবাঢ়ি যায়)

শান্তি : ককাইদেউ । নাই নহয় তুমি নাহিবা। দেউতা দেউতা! (সনাতন আহে)

সামন্ত : সনাতন! আতৰি দে (বৈ) আতৰি দে সনাতন

সনাতন : (নিদিও)

সামন্ত : কি নিদিয় ? (চাবুকেৰে মাৰে)

শান্তি : বন্ধ কৰা বন্ধ কৰা তোমাৰ পাশৱিকতা।

সত্য : (খণ্ডত) সামন্ত তোমাৰ নিষ্ঠুৰতাই চূড়ান্ত সীমা পাইছেগৈ। মনত ৰাখিবা তুমি যাক যন্ত্ৰ বুলি ভাবিছা তেওঁ লাহে লাহে মানুহ হৈ আহিছে। যিদিনা তেওঁৰ স্মৃতিৰ দুৱাৰ খোল খাই যাব, যিদিনা তেওঁৰ কণ্ঠ শব্দই প্ৰাণ পাব সেইদিনা তেওঁৰ এটা উতপ্ত নিশ্বাসত তুমি পুৰি চাই হৈ যাবা।

সামন্ত : নিশাত কচুৰ জোপোহাক সামন্তই কোনো দিন বাঘ বুলি ভয় কৰা নাই সত্য কুমাৰ।

সত্য : জোপোহা হাবিত থকা বাঘ তুমি দেখা নাই সামন্ত।

সামন্ত : সেয়েহে জোপোহা কাটি একেবাৰে চাফা কৰি পেলাব বিচাৰিছো।

সত্য : কিমান কাটিবা? পুনৰ গজিব, আগৰ বাৰতকৈও ডাঠকৈ।

সামন্ত : পুনৰ কাটিম আগৰ বাৰতকৈও চোকা দাৰে।

সত্য : এদিন দাৰ চোক নাইকিয়া হ'ব।

সামন্ত : তেতিয়ালৈ হাবিও নগজা হ'বগৈ।

সামন্ত : মনত পেলাই দিয়া বাবে ধন্যবাদ।

সত্য : তোমাৰ অহঙ্কাৰ যিদিনা ধূলিৰ লগত মিহলি হৈ যাব। তোমাৰ হাতৰ অত্যাচাৰী চাবুক ডালে যিদিনা তোমাকেই মেৰিয়াই ধৰিব।

সামন্ত : সেই দিনতো অহাৰ আগেয়ে তোমালোক এই গাওঁ এৰি যাব লাগিব।

সত্য : তোমাৰ বা নামঘৰৰ বৰা, দেউৰী...

সামন্ত : শুনা মোৰ আগত এইবোৰ কৈ থাকি একো লাভ নাই তোমালোকৰ ওপৰত নামঘৰৰ মেলৰ দণ্ড আছে তুমি নতশিৰে তাক মানি লৈ মোৰ ওচৰত আত্মসমৰ্পণ কৰা।

সত্য : নকৰো।

সামন্ত : ঠিক নকৰা?

সত্য : অ' ঠিক নকৰো।
সামন্ত : ভালকৈ ভাবিচোৱা । তোমাৰ...
সত্য : নকৰো, নকৰো, নকৰো। তোমাৰ যি ইচ্ছা কৰিব পাৰা।
সামন্ত : অ' হয় নেকি? (চাবুকেৰে মাৰে, সত্য পৰি যায় পাছত উঠে আৰু টানি লৈ যায়। গৈ থাকোতে সত্যই কৈ যায় তোমাৰ পতন অনিবাৰ্য্য"। অন্যায় বিচাৰ বন্ধ কৰা।)
সত্য : আঃ ইমান আন্ধাৰ।
সামন্ত : বহুদিন অ' ব্যৱহৃত হৈ থকা এই এজনীয়া বন্দীশালটোৰ তুমি নতুন আলহী সত্য কুমাৰ।
সত্য : মোক বন্ধ কৰি ৰাখিব পাৰিলেও মোৰ কণ্ঠক চাৰিবেৰৰ মাজত আবদ্ধ কৰি ৰাখিব নোৱাৰা সামন্ত।
সামন্ত : সেইবোৰ আলোচনাত সোমোৱাৰ মোৰ সমূলি ইচ্ছা নাই সত্য। অ' তোমালোক নিজেই আহিলা?
শান্তি : খুলি দিয়া ককাইদেউক।
সামন্ত : খুলি দিবৰ বাবে বন্ধ কৰা হোৱা নাই শান্তি দেৱী।
শান্তি : অন্যায় বিচাৰ, কৰি তোমালোকে দণ্ড বিহিছা।
সামন্ত : মহামান্য খেলুৱৈসকলৰ ওপৰত ক'ৰা এনেতোৰ মন্তব্যই আমাৰ গাৰ্বিত গৰ্হিত অপৰাধ বুলি গণ্য কৰা হয়।
সত্য : দেউতা তোমাৰ কণ্ঠত শব্দ উচ্চাৰণ কৰিবলৈ চেষ্টা কৰা দেউতা। তোমাৰ শব্দৰ প্ৰচণ্ড প্ৰহাৰত মোক বন্ধ কৰি ৰখা এই বন্দীশালৰ চাৰিওখন ঘৃণনীয় বেৰ খহি পৰক।
সামন্ত : সেইয়া পাহাৰত কাছ কণী বিচাৰিছা সত্য কুমাৰ।
শান্তি : চাবা, দেউতাৰ কণ্ঠত শব্দৰ ধ্বনি উচ্চাৰিত হ'বই।
সামন্ত : বোবাৰ মুখত প্ৰতিবাদৰ ধ্বনি! হাঃ হাঃ হাঃ বৰ হঁহুৱালা।
শান্তি : নাহাঁহিবা। তোমাৰ কুৎসিত হাঁহিটো দেখিলে মোৰ বমি আহিব খোজে।
সামন্ত : (খং ) শান্তি !
শান্তি : কি হ'ল? চলোৱা তোমাৰ চাবুক চলোৱা। মোৰ গাৰ ছাল ফাটি তেজ নিগৰি পৰক। এই মাটিত মোৰ তপ্ত তেজেৰে উত্তৰ পুৰুষৰ বাবে ইতিহাস লিখা থাকক। সাক্ষী হৈ ৰওঁক তোমাৰ অৱৰ্ণনীয় অত্যাচাৰৰ ঘৃণীত স্বাৰ্থপৰতাৰ সত্যক ঢকাৰ নিৰ্লজ্জ প্ৰয়াসৰ।
সামন্ত : বন্ধকৰা তোমাৰ বক্তৃতা। শান্তি আত্মসমৰ্পণ কৰা।
সত্য : নকৰিবি ভনিটি, কেতিয়াও নকৰিবি।
শান্তি : নকৰো ককাইদেউ।
সামন্ত : শান্তি! মই কৈছো আত্মসমৰ্পণ কৰা।
শান্তি : নকৰো।
সামন্ত : (খং) শান্তি।
শান্তি : কেতিয়াও নকৰো।
সত্য : নকৰিবি ভনিটী তাৰ ওচৰত সৰু নহ'বি।
সামন্ত : মোক বাধ্য নকৰাবা শান্তি (বৈ) শান্তি ।
শান্তি : দেউতা।
সামন্ত : আঁতৰি যা সনাতন।
সত্য : নাযাবা দেউতা।
সামন্ত : সনাতন
সত্য +শান্তি : দেউতা। (সামন্তই শান্তিক ধৰে)
শান্তি : এৰি দিয়া এৰি দিয়া মোক। (শান্তিক বন্দী কৰে)
সামন্ত : সম্ভাব্য এজাক ধুমুহাৰ পৰা নিজকে ৰক্ষণা-বেক্ষণ দিবলৈ সমৰ্থ হ'লো।
শান্তি : মোৰ কি দুৰ্ঘোৰ অৱক্ষয়! দেউতা! অসহ্য এই বন্দীশাল। মোক মুক্ত কৰি দিয়া।
সত্য : দেউতা! ভাঙি পেলোৱা এই বন্দীশাল।
শান্তি : আঃ বৰ যন্ত্ৰণা।
সত্য : অসহ্য। দেউতা! মই সত্য।
শান্তি : মই শান্তি। (বন্দীশালৰ বেৰত সনাতনে ভুকুৱাই)
সামন্ত : ভুকুৱাই ভাঙিব নোৱাৰ সনাতন। (সনাতনে সামন্তৰ ডিঙিত ধৰে) - কি ঃ তোৰ লেতেৰা হাত দুখনেৰে মোৰ ডিঙিত ধৰিছ কিয়? চাওঁ এৰি দে- মোৰ কাপোৰ বোৰ লেতেৰা হ'ব। (সনাতন কিবা কয়) অ' প্ৰাৰ্থনা? কাকুতি? মিনতি? হাঃ হাঃ হাঃ (গোৰ মাৰি দিয়ে অসহ্য যন্ত্ৰণাৰ মাজেৰে সনাতনে তাৰ মাত ফুটাবলৈ চেষ্টা কৰে শেষত কৃতকাৰ্য হৈ চিঞৰি উঠে)
সনাতন : সামন্ত! (খং আৰু ঘৃণাৰে আগবাঢ়ে)
সামন্ত : (আচৰিত হৈ) সনাতন নাহিবি। নাহিবি
সত্য : সেইয়া দেউতাৰ কণ্ঠত শব্দৰ প্ৰকাশ ভনীটি
শান্তি : কোৱা দেউতা, মোক মানে শান্তিক তোমাৰ পৰা আঁতৰাই ৰখা হৈছে।
সত্য : মোক মানে সত্যক তোমাৰ পৰা বিচ্ছিন্ন কৰি ৰখা হৈছে। মই ইয়াত দেউতা বেৰখন ভাঙি দিয়া।
শান্তি : দুৱাৰখন ভাঙি দিয়া দেউতা। মই শান্তি।
শান্তি / সত্য : শান্তি / সত্য (৪/৫ বাৰ মান ক'ব)
সামন্ত : (ভয়েৰে) নাই নাই তই নাহিবি সনাতন।
সনাতন : সামন্ত। বহুত দিন তই আদেশ দিলি মই পালন কৰিলো। বহুত দিন মই কাম কৰিলো। তই উপভোগ কৰিলি। বহুত দিন তোৰ হাতত চাবুকডাল থাকিল আৰু মোৰ মনৰ দেহত কিছুমান মচিব নোৱাৰা সাঁচ বৈ গ'ল। আৰু নহ'ব।
সামন্ত : নহয়, নহয় সনাতন। মোক ক্ষমা কৰিদে।
সনাতন : ক্ষমা? হাঃ হাঃ হাঃ নাই তোক মই ক্ষমা নকৰো? (সনাতন সামন্তৰ ফালে লাহে লাহে আগবাঢ়ি যায় সামন্তই ভয়াৰ্ত ভাবে বৈ থাকে অৱশেষত সনাতনে সামন্তৰ নেলু চেপি ধৰে।
সামন্ত : আঃ (নিৰব)

।পটপৰে।

<u>সমাপ্ত</u>

# বিকল্প প্ৰবাহ

ৰচনা কাল ঃ চেপ্তেম্বৰ ১৯৭৪ চন

## নাট্যকাৰ # শ্ৰীসেবাব্ৰত বৰুৱা

**শ্ৰেষ্ঠ পাণ্ডুলিপি ঃ**

১। সদৌ অসম সূৰ্য্য বৰা একাংক নাট প্ৰতিযোগিতা বি. চাৰিআলি

২। সদৌ অসম যোগেশ্বৰ বৰুৱা একাংক নাট প্ৰতিযোগিতা, বিহপুৰীয়া

৩। গুৱাহাটী বিশ্ববিদ্যালয় নাট প্ৰতিযোগিতা।

**চৰিত্ৰসমূহ**

১। কংস　　২। ঐশ্বৰ্য্য

৩। পবিত্ৰ　　৪। জনতা

৫। ধৰিত্ৰী　　৬। ভাৰতী

(মঞ্চত ধৰিত্ৰী থিয় হৈ হাত দুখন মেলি শুই থাকিব। ওচৰত বৈ থাকিব কংস, ঐশ্বৰ্য আৰু পবিত্ৰ। ধৰিত্ৰীৰ ওপৰত এডাল ৰচী ওলোমাই থোৱা থাকিব।)

কংস, ঐশ্বৰ্য্য, পবিত্ৰ ঃ ধৰিত্ৰী ! ( Direction)

কংস ঃ ধৰিত্ৰী ! (Direction )

ঐশ্বৰ্য্য ঃ ধৰিত্ৰী ! (Direction )

পবিত্ৰ ঃ ধৰিত্ৰী ! (Direction )

ধৰিত্ৰী ঃ (খক মক খাই সাৰ পাই ) কোন ?

পবিত্ৰ ঃ চিনি পোৱা নাই?

ধৰিত্ৰী ঃ ওহোঁ নাই পোৱা।

কংস ঃ মোক চিনি পাইছা?

ধৰিত্ৰী ঃ তুমি ? ওঁহো নাই পোৱা।

ঐশ্বৰ্য্য ঃ মোক পাইছা চিনি।

ধৰিত্ৰী ঃ তোমাক। ওহোঁ তোমাকো চিনিব পৰা নাই।

কংস ঃ (এখন চুৰী দেখুৱাই ) এই খন চিনি পাইছা।

ধৰিত্ৰী ঃ সেইখন চুৰী।

কংস ঃ ও চুৰি। শোষণ কৰিবলৈ অন্ততঃ এখন চুৰীৰ আৱশ্যক।

ধৰিত্ৰী ঃ মানে?

কংস ঃ মোক মনত পেলাবলৈ যত্ন কৰা। মোক মনত পেলাব পাৰিলেই মোৰ কথাৰ মানে বুজিব পাৰিবা।

ঐশ্বৰ্য্য ঃ (এটা মোনা দেখুৱাই) এইটো কি দেখিছা?

ধৰিত্ৰী ঃ সেইটো অৰ্থৰ মোনা।

ঐশ্বৰ্য্য ঃ অঁ। জীয়াই থাকিবৰ বাবে মানুহক অৰ্থৰ প্ৰয়োজন।

পবিত্ৰ ঃ (পিন্ধি থকা এডাল মালা টুপি আৰু ক্ৰচ দেখুৱাই) মোক দেখিছা পাপ-পূণ্য বিচাৰৰ বাবে মানুহক ধৰ্ম্মৰ আলম লাগে।

ধৰিত্ৰী ঃ তোমালোকৰ কথাবোৰ মই বুজা নাই আৰু তোমালোক কাকো মই চিনি পোৱা নাই।

কংস ঃ ইমান সোনকালে পাহৰি গ'লা?

ঐশ্বৰ্য ঃ আচৰিত !

কংস ঃ তোমাৰ বাৰু স্মৃতি শক্তি বৰ দুৰ্ব্বল নেকি?

পবিত্ৰ ঃ তুমি বাৰু সেই ৰচী ডালৰ কথাও পাহৰি গ'লা নেকি?

ধৰিত্ৰী ঃ নাই পাহৰা। বহুদিন সেই ৰচীডালত মোক ওলোমাই থোৱা হৈছিল। বহুদিন সেই ৰচীডাল মই ছিঙি পেলাব বিচাৰিছিলো। কিন্তু পৰা নাছিলো। মোৰ বৰ কষ্ট হৈছিল। মই চিঞৰি চিঞৰি কান্দিছিলো। এদিন মোৰ মুখৰ মাত হেৰাই গ'ল। মই কান্দিব নোৱাৰা হ'লো। ৰচীডালত ওলমি থাকোতে মোৰ টোপনি গ'ল

পবিত্ৰ ঃ সেই ৰচীডালত শুই শুই ওলমি থাকোতে তুমি কিছুমান

সন্তান জন্ম দিছিলা?

ধৰিত্ৰী : অঁ দিছিলো। কিন্তু মই সিহঁতৰ জীৱন নিয়ন্তা হ'ব নোৱাৰিলো।

ঐশ্বৰ্য্য : কিয় নোৱাৰিলা?

ধৰিত্ৰী : তেতিয়া মোৰ হাত ভৰি শিকলিৰে বন্ধা আছিল আৰু মোক ওলোমাই থোৱা হৈছিল।

কংস : আৰু তেতিয়া তুমি টোপনিত আছিলা নহয়?

ধৰিত্ৰী : ও মই অচেতন অৱস্থাত আছিলো।

পবিত্ৰ : অঁ বুজিছো সেই বাবেই তুমি আমাক চিনিব পৰা নাই।

ধৰিত্ৰী : কোন তোমালোক?

ঐশ্বৰ্য্য : তাৰ আগতে কোৱাচোন তোমাৰ টোপনি কেনেকৈ ভাগিল?

ধৰিত্ৰী : এদিন খুব ধুমুহা আহিল। মোৰ ওলোমাই থোৱা দেহটো বতাহ জাকে লৰাই দিলে। মই হঠাৎ সাৰ পাই গ'লো। সাৰ পাই দেখিলো আকাশখন ক'লা হৈ আহিছে। দক্ষিণ পশ্চিম ফালৰ পৰা হু হু কৈ এজাক ধুমুহা বতাহ বলিছিল। বিৰাট ধুমুহা। মোক উৰুৱাই নিও নিও কৰিলে। তাৰ অলপ পাছত এটা বিৰাট ভূমিকম্প আহিল। মোৰ হাতৰ আৰু ভৰিৰ শিকলি জোকাৰ খাই খহি পৰিল। অলপ পাছত সেই ৰচীডালৰ পৰা মোৰ ওলোমাই থোৱা দেহটো নমাই আনিলে।

ঐশ্বৰ্য্য : কোনে আনিলে?

ধৰিত্ৰী : মোৰ সন্তান জনতাই।

কংস : তাৰ পাছত?

ধৰিত্ৰী : তাৰ পাছত মোক ইয়াত শুৱাই দিলে।

পবিত্ৰ : অ' সেই বাবেহে তুমি আমাক চিনিব পৰা নাই।

ধৰিত্ৰী : মানে?

পবিত্ৰ : মানে জনতাৰ প্ৰতি তোমাৰ মনোযোগ ইমান বেছি যে তুমি তোমাৰ অবচেতন মনৰ পৰাও আমাক মোহাৰি পেলালা।

ধৰিত্ৰী : মানে?

পবিত্ৰ : মানে জনতাৰ প্ৰতি তোমাৰ মনোযোগ ইমান বেছি যে তুমি তোমাৰ অবচেতন মনৰ পৰাও আমাক পাহৰি পেলালা।

ধৰিত্ৰী : মানে মই বুজা নাই?

ঐশ্বৰ্য্য : তোমাক ৰচীডালত ওলোমাই থোৱা সামন্ত নামৰ শক্তিটোৰ ঔৰষত তোমাৰ গৰ্ভত আমাৰ জন্ম হৈছিল।

ধৰিত্ৰী : (ভয় খাই) মিছা কথা?

পবিত্ৰ : আৰু কি জানা? আমাৰ জন্মৰ সময়ত তোমাৰ চেতনা নাছিল।

ঐশ্বৰ্য্য : তুমি কোন তাক জনাৰ আগতেই সামন্ত নামৰ শক্তিটোৱে আমাক তোমাৰ ওচৰৰ পৰা লৈ গৈছিল।

কংস : আৰু তোমাৰ সেই নিশকতীয়া সন্তান জনতাৰ পঙ্গুদেহটোক সদায়ে পঙ্গু কৰি ৰাখিবৰ বাবে সি এই চুৰিখন মোৰ হাতত তুলি দিছিল।

ঐশ্বৰ্য্য : মোৰ হাতত এই অৰ্থৰ মোনাটো দিছিল।

পবিত্ৰ : মোৰ হাতত এই মালাডাল, এই টুপিটো, এই ক্ৰুচডাল দিছিল।

কংস : তথাপি আমি তোমাৰ ওচৰলৈ আহিছো। যিহেতু আমি তোমাৰেই সন্তান ।

ধৰিত্ৰী : হ'ব নোৱাৰে। মোৰ সন্তানৰ এনে কদাকাৰ ৰূপ মোৰ কল্পনাতীত।

ঐশ্বৰ্য্য : কদাকাৰ ৰূপ মানে? আমিতো জনতাতকৈ বহুগুণে শক্তিশালী, ৰূপবান আৰু বহুগুণে বুদ্ধিমানো।

ধৰিত্ৰী : মিছা কথা মোৰ সন্তানৰ হাতত অত্যাচাৰী শোষকৰ চুৰি থাকিব নোৱাৰে

কংস : (খঙেৰে) ধৰিত্ৰী!

ধৰিত্ৰী : মোৰ সন্তানৰ হাতত অৰ্থৰ ক'লা মোনা থাকিব নোৱাৰে।

ঐশ্বৰ্য্য : (খঙেৰে) ধৰিত্ৰী!

ধৰিত্ৰী : মোৰ সন্তানৰ হাতত ধৰ্মীয় কুসংস্কাৰৰ কোনো চিনেই থাকিব নোৱাৰে।

পবিত্ৰ : (খঙেৰে) ধৰিত্ৰী।

ধৰিত্ৰী : তোমালোকক মোৰ সন্তান বুলি স্বীকাৰ কৰিব নোৱাৰো।

কংস, ঐশ্বৰ্য্য, পবিত্ৰ : (খঙেৰে) ধৰিত্ৰী!

পবিত্ৰ : আমাৰ অস্তিত্বক অস্বীকাৰ কৰাৰ পৰিণাম কি হ'ব পাৰে জানা?

কংস : জানা তোমাৰ বিষেৰে তোমাক কি কৰি দিব পাৰো?

ঐশ্বৰ্য্য : জানা? তোমাক নিয়তিৰ বুকুত নিঃশেষ কৰি দিব পাৰো।

ধৰিত্ৰী : নোৱাৰা কাৰণ, মই বিষ হজম কৰি কৰি নীলকণ্ঠ হৈ পৰিছো।

পবিত্ৰ : তুমি নীলকণ্ঠ হ'লেও তোমাৰ জনতাৰ জীৱন বিষাক্ত কৰি তুলিব পাৰো।

ধৰিত্ৰী : কিয়? জনতাইতো তোমালোকৰ একো অগৰ কৰা নাই।

**কংস :** কিন্তু তুমি যে আমাক তোমাৰ সন্তান বুলি স্বীকাৰ কৰা নাই।

**ধৰিত্ৰী :** মানে?

**ঐশ্বৰ্য্য :** আমি তোমাৰ সন্তান। তোমাৰ অবচেতন অৱস্থাত আমাৰ জন্ম হৈছিল আৰু আজি তোমাৰ সন্তান বুলি চিনাকি দিছো। এই সহজ সত্যটো স্বীকাৰ কৰা।

**ধৰিত্ৰী :** মোৰ অন্তৰে যে মানিব নোখোজে।

ঐশ্বৰ্য্য : কিন্তু আমি ভালদৰে জানো আমি তোমাৰ সন্তান।

ধৰিত্ৰী : মোৰেই সন্তান যদি মোক এনে ব্যৱহাৰ কিয় কৰিছা?

পবিত্ৰ : বেচ্ বেচ্ কষ্টৰ মাজেৰে সাফল্য লভিলে সেই সাফল্যতাৰ পৰা পোৱা আনন্দখিনি স্থায়ী হয়।

ধৰিত্ৰী : নুবুজিলো।

কংস : তোমাৰ সন্দেহ থাকিলেও এক প্ৰকাৰ তুমি মানি লৈছা যে আমি তোমাৰেই সন্তান।

ধৰিত্ৰী : (আচৰিত হৈ) হাঁ? (ভাবি) ওঁ মানি লৈছো।

ঐশ্বৰ্য্য : আৰু মানি লোৱা মানেই তোমাৰ সম্পত্তিৰ ওপৰত আমাৰ জন্মস্বত্ব স্বীকাৰ কৰা।

ধৰিত্ৰী : কিন্তু মোৰ যে সকলো সম্পত্তি মই জনতাক দিলো।

কংস : জানো।

ধৰিত্ৰী : আনকি মোৰ ভৱিষ্যৎ সম্ভাৱনাটোও যে জনতাৰ ওপৰত।

কংস : তাকো জানো। আৰু এই সকলোবোৰ জানো বাবেই আমি তোমাৰ ওচৰলৈ আহিছো। যেতিয়ালৈকে সামন্ত আছিল তেতিয়ালৈকে জনতাৰ ভৰণ-পোষণৰ দায়িত্ব সামন্তৰ হাতত আছিল।

ধৰিত্ৰী : কিন্তু সামন্তই ভৰণ পোষণৰ নামত জনতাৰ ওপৰত অত্যাচাৰ, উৎপীড়ন কৰিছিল।

কংস : তথাপি জনতাক খুৱাই-বোৱাই ডাঙৰ দীঘল কৰিছিল।

ধৰিত্ৰী : কিন্তু তাতকৈ উন্নত ধৰণে জীয়াই থকাৰ অৱস্থা জনতাৰ আছিল। অন্যায় কৰি সামন্তই জনতাৰ হাত এখন কাটি দি তাক পঙ্গু কৰি পেলালে।

ঐশ্বৰ্য্য : এদিন ধুমুহা আহিল। ভূমিকম্প আহিল, সামন্ত গুচি গ'ল। জনতাই জীয়াই থাকিবৰ বাবে নিজৰ দায়িত্ব নিজে ল'ব লগা হ'ল। কিন্তু .... পঙ্গু জনতাই জানো নিজৰ সম্বন্ধে খবৰ ৰখাতো সম্ভৱ?

**ধৰিত্ৰী :** সামন্ত গুচি যোৱাৰ পাছৰে পৰা সি নিজৰ দায়িত্ব নিজে লৈছে।

**কংস :** কিন্তু তাৰ পৰা জানো তাৰ জীৱনৰ পৰিবৰ্তন হৈছে?

**ধৰিত্ৰী :** আজি নহ'লেও এদিন হ'ব।

**পবিত্ৰ :** মিছা কথা এটা পঙ্গু জীৱনলৈ পৰিবৰ্তন আহিব নোৱাৰে। (change) অ' হ'ব পাৰে, খুউব বেছি এদিন সি ভিক্ষাৰ জোলোঙা কান্ধত লৈ ভিক্ষা কৰি ফুৰিব পাৰে।

**ধৰিত্ৰী :** (উত্তেজিত হৈ) মিছা কথা। জনতাৰ বুকুলৈ ইমান অন্ধকাৰ কেতিয়াও নামি আহিব নোৱাৰে।

**পবিত্ৰ :** কিন্তু সূৰ্যৰ পোহৰেৰে এটা পঙ্গু জীৱনৰ ভৱিষ্যৎ দেখাতো মাতৃ হৃদয়ৰ আবেদনৰ বাদে আন একোৱেই নহয়।

কংস : শুনা ধৰিত্ৰী। সামন্ত গুচি যোৱাৰ পাছৰে পৰা তোমাৰ জনতাই নিজৰ দায়িত্ব নিজে লৈছে সঁচা। পিছে জনতাৰ জীৱনৰ সাফল্যৰ জয়ধ্বজা উৰুৱাবলৈ হ'লে জনতাৰ দায়িত্ব আন কাৰোবাৰ হাতত দিব লাগিব।

**ধৰিত্ৰী :** কিয়?

কংস : কাৰণ জনতা পঙ্গু। কাৰণ জনতাৰ বুদ্ধিবৃত্তি অপৈনত। আৰু অপৈনত বুদ্ধি বৃত্তিৰে এটা পঙ্গু জীৱন বিজয় জ্যোতিৰে জ্যোতিষ্মান কৰিবৰ বাবে নিশ্চয় এটা জ্যোতি বিন্দুৰ প্ৰয়োজন। নে নহয়?

**ধৰিত্ৰী :** ও হ'ব পাৰে।

**ঐশ্বৰ্য্য :** হ'ব পাৰে নহয় হয়েই আৰু সেই বাবেই জনতাৰ ভাৰ আমাৰ হাতত দি দিয়া।

কংস : আঃ ৰ'বাচোন ঐশ্বৰ্য্য মোক ক'বলৈ দিয়া।

(Change)

কি কৈছিলো? (মনত পৰি) অ' এটা জ্যোতি বিন্দুৰ প্ৰয়োজন, নে নহয়?

**ধৰিত্ৰী :** হ'ব পাৰে!

কংস : অলপ ভাবিচোৱা হয়নে নহয়।

**ধৰিত্ৰী :** (অলপ ভাবি) কিন্তু কাৰ ওপৰত দিম সেই দায়িত্ব?

পবিত্ৰ : আমাৰ ওপৰত দিয়া আমি ল'ম সেই দায়িত্ব ।

**ধৰিত্ৰী :** কিন্তু......

কংস : শুনা ধৰিত্ৰী জনতা আমাৰ ভাতৃ। জনতাৰ প্ৰতি আমাৰো কৰ্তব্য আছে। সি পঙ্গু হ'ল বুলিয়েইতো আমি তাক দলিয়াই পেলাব নোৱাৰো।

**ধৰিত্ৰী :** তথাপি মই তোমালোকৰ ওপৰত তাৰ দায়িত্ব দিব নোৱাৰিম?

**কংস :** কিয়?

**ধৰিত্ৰী :** তোমালোকৰ ওপৰত মই বিশ্বাস ৰাখিব নোৱাৰিম।

**কংস :** ভয় নাই। মোৰ হাতত এই চুৰীখন থাকে মানে জনতাক মই সুন্দৰ ভাৱেই ৰক্ষণা বেক্ষণ দিব পাৰিম।

**ধৰিত্ৰী :** কিন্তু এদিন তোমাৰ চুৰী খনত মামৰে ধৰিব।

কংস : সিমান দিনলৈ জনতা পৰমুখাপেক্ষী হৈ নাথাকিব।
ধৰিত্ৰী : তথাপি মই নোৱাৰিম।
ঐশ্বৰ্য্য : তুমি পাৰিবই লাগিব। জনতাৰ ভৰণ-পোষণৰ দায়িত্ব তুমি আমাৰ হাতত দিবই লাগিব।
পবিত্ৰ : লগতে তোমাৰ ভৱিষ্যৎটোও আমাক দিব লাগিব।
ধৰিত্ৰী : নাই নোৱাৰিম। তোমাৰ চকুত মই সামন্তৰ বৰ্বৰতা দেখিছো। তোমালোকৰ ওঠত মই লালসাৰ চিন পৰিস্ফুট হৈ থকা দেখিছো।
কংস : ধৰিত্ৰী। তোমাক শেষবাৰৰ বাবে কৈছো, ভাবিচোৱা আমাৰ সময়ৰ মূল্য আছে। বাজে তৰ্ক কৰি সময় কটাবলৈ আমি ইয়ালৈ অহা নাই। তোমাৰ ভালৰ বাবে, জনতাৰ ভালৰ বাবে তোমাক আমি আমাৰ মনোভাব বুজাই দিছো। তাক যদি গ্ৰহণ নকৰা, গ্ৰহণ কৰাবলৈ বাধ্য কৰোৱাৰ ক্ষমতা আমাৰ আছে আৰু জোৰ কৰি গ্ৰহণ কৰিবলৈ যোৱাৰ পথত কিছু বৰ্বৰতাৰ সৃষ্টিহোৱাৰ সম্ভাৱনা তেনেই স্বাভাৱিক।
ধৰিত্ৰী : মানে?
ঐশ্বৰ্য্য : সহজ সৰল, সামান্য কথা এটাক তুমি জটিল কৰি তুলিছা। আৰু ইয়াৰ সুদূৰ প্ৰসাৰী প্ৰতিক্ৰিয়াৰ বাবে দায়ী হোৱা তুমিয়েই। তোমাৰ বাবেই হয়তো জনতাই ইখন হাতো হেৰুৱাব লগা হ'ব পাৰে।
ধৰিত্ৰী : হ'লেও মই তোমালোকৰ ওচৰত হাৰ স্বীকাৰ নকৰো। তোমালোকে হাজাৰবাৰ অনুৰোধ কৰিলেও, তোমালোকৰ ওচৰত জনতাৰ দায়িত্ব মই নিদিও।
ঐশ্বৰ্য্য : নিদিয়া?
ধৰিত্ৰী : অঁ নিদিও নিদিও নিদিও ( যাযগৈ)
ঐশ্বৰ্য্য : (চিঞৰি) ধৰিত্ৰী। (ৰৈ) এতিয়া উপায়?
কংস : জুই বিভিষিকাৰে ধৰণীৰ অন্তৰ কঁপাই তোলা।
ঐশ্বৰ্য্য : তথাপি ধৰিত্ৰীক মান্তি কৰাব পৰা নাযাব।
কংস : কিন্তু আমি জীয়াই থাকিব লাগিব। আৰু জীয়াই থাকিবৰ বাবে কৰা যিকোনো প্ৰচেষ্টাই পাপ হ'ব নোৱাৰে।
ঐশ্বৰ্য্য : (ভাবি) ওঁ অৰ্থ উপাৰ্জনৰ বাবে বাছি লোৱা কোনো পথকে মই হীন বুলি নাভাবো। আমি জোৰ কৰি জনতাৰ ভাগ্য নিয়ন্তা হ'ব লাগিব।
কংস : নিশ্চয় এটা পঙ্গুক হাৰ মনাব পৰা শক্তি আমাৰ আছে।
পবিত্ৰ : কিন্তু সিটো সদায়ে পঙ্গু হৈ নাথাকিব।
ঐশ্বৰ্য্য : সেয়া পাছৰ কথা। তাৰ পঙ্গু অৱস্থাতে আমি তাৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব নোৱাৰিলে আমি আৰু কোনোদিনেই নোৱাৰিম।
কংস : এবাৰ আধিপত্য বিস্তাৰ কৰি লোৱাৰ পাছত পৃথিৱীৰ কোনো শক্তিয়েই আমাক খেদিব নোৱাৰিব।
পবিত্ৰ : এয়াই কি আমাৰ শেষ সিদ্ধান্ত?
ঐশ্বৰ্য্য : অঁ, এয়াই আমাৰ শেষ সিদ্ধান্ত হোৱা উচিত।
পবিত্ৰ : তেনেহ'লে সামন্তই ধৰিত্ৰীক ওলোমাই থোৱা এই ৰচীডালক সাক্ষী কৰি আমি প্ৰতিজ্ঞা কৰিছো।
কংস : আমাৰ মিলিত শক্তিৰে ধৰিত্ৰীৰ কোষাগাৰ নিষ্ঠুৰ ভাবে লুণ্ঠন কৰিম।
ঐশ্বৰ্য্য : জনতাৰ শ্ৰমৰ মূলতে আমাৰ সম্পদৰ ভঁৰাল ওপচাই পেলাম।
পবিত্ৰ : ধৰিত্ৰীৰ সম্পদ আৰু জনতাৰ শ্ৰমেৰে আমাৰ জীৱনলৈ প্ৰাচুৰ্য্যৰ আকাশীগঙ্গা নমাই আনিম।
কংস : প্ৰয়োজন হ'লে আমাৰ নিৰাপত্তাৰ বাবে যিকোনো নিঃশেষ হিংসাত্মক কাৰ্যকলাপ আমি চলাই যাম।
ঐশ্বৰ্য্য : ধৰিত্ৰী আৰু জনতাৰ মনত অশান্তিৰ ধুমুহাৰ সৃষ্টি কৰি আমাৰ স্বাৰ্থ পূৰণ কৰিম।
পবিত্ৰ : অনৈক্যৰ বীজ সিঁচি দি আমি আমাৰ লক্ষ্যত উপনীত হ'ম।

(Direction)

(নেপথ্যত)

জনতা : আই!
ধৰিত্ৰী : তোৰ জীৱনলৈ অশান্তিৰ বানপানী নামি আহিছে জনতা। দূৰ আকাশত মই যেন দেখিবলৈ পাইছো তোৰ ভৱিষ্যতটো ধ্বংসৰ ধুমুহাৰ ধূলিৰে ধূসৰ হৈ পৰিছে।
জনতা : আই।
ধৰিত্ৰী : মোৰ ভয় লাগিছে জনতা।
জনতা : ভয় নকৰিবা আই। আমাৰ নিৰাপত্তাৰ বাবে আমি সম্পূৰ্ণ সজাগ। আমাৰ স্বভাৱ বিৰুদ্ধ হ'লেও প্ৰয়োজন অনুসাৰে আমি ভীষণ কঠোৰ হ'ব পাৰিম।
ধৰিত্ৰী : (আবেগত) জনতা। (Direction )
পবিত্ৰ : আচলতে কি জানা, সন্ধিৰ বাঁহ বুদ্ধিৰেই কাটিব লাগে। ধৰিত্ৰীক বশৱৰ্তী কৰাৰ প্ৰধান অস্ত্ৰ হ'ল পঙ্গু জনতা। জনতাৰ ওপৰত অত্যাচাৰ চলোৱাৰ ভয় দেখুৱালেই দেখিবা ধৰিত্ৰীয়ে সেঁও মানিছে।
ঐশ্বৰ্য্য : ধৰিত্ৰী যে বৰ আকোৰগোজ!
পবিত্ৰ : বাৰিষা পানীৰে ওফন্দি পৰা নদীটো বালিৰ চৰ পৰে।
ঐশ্বৰ্য্য : হ'লেও সেই চৰ বৰ ক্ষন্তেকীয়া। আকৌ পানীয়ে ডুবাই পেলায়?
পবিত্ৰ : ক্ষণস্থায়ী হ'লেও নদীৰ বুকুত মাটিয়ে কৰা সংগ্ৰামৰ

ফল স্বৰূপে পানীয়ে হাৰ মানে।

কংস ঃ তাৰ মানে তুমি ক'ব বিচাৰিছা ধৰিত্ৰীয়ে আমাৰ হাতত অলপ দিনৰ বাবে হ'লেও হাৰ মানিব।

পবিত্ৰ ঃ নিশ্চয়, আৰু হাৰ মনাৰ পাছত আকৌ ধৰিত্ৰী যাতে আমাৰ হাতৰ পৰা ওলাই যাব নোৱাৰে তাৰ ব্যৱস্থা কৰিব লাগিব পাছত.....। (ধৰিত্ৰী সোমাই আহে)

ধৰিত্ৰী ঃ তোমালোকে যোৱা নাই কিয়?

কংস ঃ ভঁৰালৰ আৰু কোষাগাৰৰ চাবিকেইটা আমাৰ হাতত দিয়া।

ধৰিত্ৰী ঃ মোৰ হাতত চাবি নাই।

ঐশ্বৰ্য্য ঃ কাৰ হাতত আছে?

কংস ঃ মিছা নামাতিবা। ধৰিত্ৰী। মই দ্বিতীয় বাৰৰ বাবে কৈছো চাবি কেইটা আমাৰ হাতত দিয়া।

ধৰিত্ৰী ঃ মইতো কৈছোৱেই? মোৰ হাতত চাবি নাই বুলি।

কংস ঃ পবিত্ৰ' যোৱা জনতাক ইয়ালৈ লৈ আনাগৈ।

ধৰিত্ৰী ঃ জনতা ইয়ালৈ নাহে।

কংস ঃ কিয় নাহিব?

পবিত্ৰ ঃ মাতোতে যেতিয়া নাহে তেনেহ'লেতো জোৰ কৰিয়েই লৈ আনিব লাগিব। (যায়গৈ)

কংস ঃ এটা ধুনীয়া জোনাকৰাতিৰ আকাশখন পুখুৰীটোৰ স্বচ্ছ পানীত প্ৰতিবিম্বিত হোৱা তুমি দেখিছা। কিন্তু পুখুৰীটোৰ সীমাৰে আকাশখনক সীমিত কৰিবলৈ যোৱাটো তোমাৰ ভুল হৈছে ধৰিত্ৰী।

ধৰিত্ৰী ঃ ময়ো ভাবো আকাশৰ অসীম জোনাকখিনিক স্বচ্ছ পানীৰ পুখুৰীত ধৰি ৰাখিবলৈ তোমালোকে কৰা চেষ্টাও তোমালোকৰ অলীক কল্পনা।

ঐশ্বৰ্য্য ঃ ধৰিত্ৰী! আমি তোমাৰ সন্তান। আমি নিবিচাৰো তোমাৰ ভৱিষ্যৎটো দুখৰ হওঁক। আমি নিবিচাৰো তোমাৰ মনত সন্দেহ শঙ্কাৰ ভাবে ত্ৰাসৰ সৃষ্টি কৰক। আমি নিবিচাৰো সামন্তৰ...

ধৰিত্ৰী ঃ মোৰ ভৱিষ্যৎ ভবাৰ অধিকাৰ তোমালোকক কোনে দিলে!

কংস ঃ জননীৰ ভৱিষ্যৎ ভবা প্ৰত্যেক সন্তানৰ কৰ্তব্য।

ধৰিত্ৰী ঃ মইটো তোমালোকক মোৰ সন্তান বুলি স্বীকাৰ কৰা নাই।

ঐশ্বৰ্য্য ঃ তুমি স্বীকাৰ নকৰিলেও আমি ভালদৰে জানো যে আমি তোমাৰেই সন্তান। তোমাৰ সংজ্ঞাহীন অবস্থাত আমাৰ জন্ম হৈছিল। তুমি দেখাৰ আগতেই সামন্তই আমাক তোমাৰ ওচৰৰ পৰা লৈ গৈছিল।

ধৰিত্ৰী ঃ তথাপি মই তোমালোকৰ কথা নাৰাখো।

কংস ঃ তুমি নাৰাখিলেও আমাৰ প্ৰাপ্য আমি আদায় কৰিমেই আৰু আদায় কৰাৰ পথত আমি ইতিমধ্যে আগবাঢ়িছো।

ধৰিত্ৰী ঃ (change) তোমালোকে মোক ভয় দেখুৱাইছা?

ঐশ্বৰ্য্য ঃ নহয় আমি তোমাৰ ওচৰত আমাৰ প্ৰাপ্যৰ দাবীহে কৰিছো।

ধৰিত্ৰী ঃ প্ৰাপ্যই যেতিয়া নাই? প্ৰাপ্যৰ দাবীৰ কথা উঠিবই নোৱাৰে।

ঐশ্বৰ্য্য ঃ তোমাৰ সন্তানৰ প্ৰতি তুমি কৰা অবিচাৰে তোমাক মহিয়সী কৰি তোলা নাই ধৰিত্ৰী।

কংস ঃ অলপ পাছত জনতাক ইয়ালৈ লৈ অনা হ'ব। তোমাৰ আফোৰগোজ স্বভাৱৰ বাবেই যদি আমি জনতাৰ ওপৰত অত্যাচাৰ কৰিবলগীয়া হয় তাক তুমি সহ্য কৰিব পাৰিবা?

ধৰিত্ৰী ঃ (অলপ উত্তেজনাৰে) পাৰিম।

কংস ঃ তোমাৰ দোষৰ বাবেই যদি জনতাৰ ইখন হাতো আমি কাটি দিওঁ তাক তুমি সহ্য কৰিব পাৰিবা?

ধৰিত্ৰী ঃ (অতি উত্তেজনাৰে) পাৰিম।

কংস ঃ জনতাক যদি পিঞ্জৰাবদ্ধ কৰো তুমি মাতৃ হৈ সহ্য কৰিব পাৰিবা।

ধৰিত্ৰী ঃ (অসহ্য হৈ) পাৰিম পাৰিম পাৰিম। (ৰৈ) তথাপিতো তোমালোকৰ দাবী মই মানি নলওঁ। (পবিত্ৰ ও জনতা সোমাই আহে)

জনতা ঃ আই এওঁলোক কোন?

ঐশ্বৰ্য্য ঃ আমি তোমাৰ ভাতৃ জনতা।

ধৰিত্ৰী ঃ নহয় এওঁলোকক তই চিনি নাপাওঁ।

ঐশ্বৰ্য্য ঃ তুমি মনে মনে থাকা ধৰিত্ৰী। শুনা জনতা আমি তোমাৰ আৰু আইৰ দায়িত্ব ল'ব বিচাৰো। গতিকে ধৰিত্ৰীয়ে তোমাক দিয়া সম্পত্তিবিলাক আমাক দি দিয়া।

ধৰিত্ৰী ঃ কেতিয়াও নহয় জনতা। এওঁলোক তোৰ কোনো নহয়। এওঁলোকক তই একো নিদিবি জনতা।

কংস ঃ ধৰিত্ৰী! আমাৰ কথাৰ মাজত হস্তক্ষেপ নকৰিবা।

ধৰিত্ৰী ঃ কিয় নকৰিম?

ঐশ্বৰ্য্য ঃ সহ্যৰো এটা সীমা আছে।

ধৰিত্ৰী ঃ সীমাৰ নিৰ্দিষ্ট পৰিধি নাই।

ঐশ্বৰ্য্য ঃ ধৰিত্ৰী!

জনতা ঃ তোমালোকে আইক অপমান নকৰিবা? তোমালোকক কি লাগে মোক কোৱা।

ধৰিত্ৰী ঃ তই এইবোৰ কি কৈছ জনতা?

**জনতা :** তোমাক অপমান কৰা নাই মই সহ্য কৰিব নোৱাৰো আই।

**ধৰিত্ৰী :** কিন্তু তোৰ ভবিষ্যৎ?

**কংস :** সেয়া আমি ভাবিম।

**ঐশ্বৰ্য্য :** ভবাতো আমাৰ কৰ্তব্য।

**পবিত্ৰ :** আৰু কৰ্তব্য পালন কৰাতো আমাৰ উচিত।

**জনতা :** মোৰ ভবিষ্যৎ মই নিজেই ভাবিম।

**কংস :** কিন্তু তুমি যে অক্ষম।

**জনতা :** নহয় মই সক্ষম।

**ঐশ্বৰ্য্য :** ভালদৰে ভাবিচোৱা তুমি দুৰ্ব্বল।

**জনতা :** মোৰ মনৰ দুৰ্ব্বলতা নাই।

**পবিত্ৰ :** তাৰমানে তোমাৰ শাৰীৰিক দুৰ্ব্বলতা আছে?

**জনতা :** সেযাতো দেখিছেই।

**পবিত্ৰ :** তাৰমানে তুমিযে দুৰ্বল এই কথা স্বীকাৰ কৰিছা?

**জনতা :** ভবিষ্যৎ ভাবিবহে পাৰি, সাজিবতো নোৱাৰি।

**পবিত্ৰ :** মানে?

**জনতা :** ভবাৰ কামতো মনৰ। আৰু মোৰ মনৰ দুৰ্বলতা যেতিয়া নায়েই তোমাৰ উক্তিটো মই কেনেকৈ মানি লওঁ?

**ঐশ্বৰ্য্য :** তাৰ অৰ্থ তোমাৰ ভবিষ্যৎ তুমি নিজে ভাবিবা?

**জনতা :** অন্য অৰ্থাৎ মোৰ ভবিষ্যতৰ একমাত্ৰ অধিকাৰী ময়েই।

**ঐশ্বৰ্য্য :** হ'লেও আমি ভাবো তোমাৰ সহায়ৰ আৱশ্যক।

**ধৰিত্ৰী :** তোমালোকৰ পৰা সি সহায় নিবিচাৰে।

**কংস :** সাদৰক নেওচিলে পিছত অনুশোচনা কৰিবা।

**ধৰিত্ৰী :** নকৰো।

**ঐশ্বৰ্য্য :** তুমি নকৰিলেও জনতাই কৰিব।

**জনতা :** ময়ো নকৰো।

**কংস :** দূৰদৰ্শিতাৰ অভাবৰ বাবেই তুমি এনেকৈ কৈছা। তোমাৰ এই পঙ্গু দেহটোৰে জীৱনৰ বাটত উজুটি খোৱাতো তেনেই স্বাভাৱিক।

**জনতা :** মোৰ নিজৰ ওপৰত বিশ্বাস আছে। মই জানো মই কি বিচাৰো। মই জানো মোৰ সামৰ্থ কিমান। আৰু মই এইটোও জানো যে লক্ষ্যত উপনীত হোৱাত মই কেতিয়াও অসফল নহওঁ।

**কংস :** জনতা আমাৰ ।

**জনতা :** শুনা তোমালোকে কৈছা তোমালোক আইৰে সন্তান অৰ্থাৎ মোৰ ভাতৃ।

**ঐশ্বৰ্য্য :** এযা সত্য। এয়া তুমি মানি লোৱা।

**জনতা :** ঠিক আছে মই মানি লৈছো।

**ধৰিত্ৰী :** (উচপ খাই) জনতা তই কি সামন্তৰ উৎপীড়নৰ কথা পাহৰি গ'লি?

**জনতা :** নাই পাহৰা।

**ধৰিত্ৰী :** তেন্তে?

**জনতা :** (খঙেৰে) নহয়।

**জনতা :** এওঁলোক মোৰ ভাতৃ।

**ধৰিত্ৰী :** (অধিক খঙেৰে) মিছা কথা?

**জনতা :** আই মিছাতেই তুমি উত্তেজিত হৈছা। এওঁলোকৰ লগত আলোচনা কৰি মোক এটা সিদ্ধান্তলৈ আহিবলৈ দিয়া।

**ধৰিত্ৰী :** (ভাবি) ঠিক আছে। তই যি ভাল দেখ কৰ, কিন্তু বৰ সাৱধান এওঁলোকৰ চকুত মই জুই দেখিছো। ভীষণ জুই।

**জনতা :** মই সেইকুৰা জুই নিৰ্বাপিত কৰিব পাৰিম আই।

**ধৰিত্ৰী :** এটা নিৰ্দিষ্ট দূৰত্ব বজাই ৰাখি সেইকুৰা জুই নুমাবৰ চেষ্টা কৰিবি। তোক চুবলৈ নিদিবি জনতা। (যায়গৈ)

**জনতা :** তোমালোকে মোৰ আৰু আইৰ দায়িত্ব ল'ব খুজিছা নহয় জানো।

**পবিত্ৰ :** হয়। মাতৃ আৰু ভাতৃৰ দায়িত্ব লোৱাতো তোমাৰ পবিত্ৰ কৰ্তব্য।

**জনতা :** তোমালোকৰ উদ্দেশ্যৰ অন্য কোনো অৰ্থ নাইতো?

**পবিত্ৰ :** (Direction) ৰাম ৰাম শোভান আল্লা।

**ঐশ্বৰ্য্য :** আমাৰ কোনো বেলেগ উদ্দেশ্য নাই।

**জনতা :** তোমালোকৰ ভাতৃ প্ৰেম আৰু মাতৃপ্ৰেম সঁচাকৈয়ে অতুলনীয়। কিন্তু তোমালোকৰ কথা মই কেনেকৈ বিশ্বাস কৰিম।

**কংস :** কিয়? আমিতো তোমাক কথা দিলোৱেই। তাৰ পাছত আকৌ বিশ্বাস অবিশ্বাসৰ প্ৰশ্ন আহিল ক'ৰ পৰা?

**জনতা :** চোৱা মই পঙ্গু। মোৰ দৈহিক দুৰ্বলতাৰ বাবে মই হয়তো তোমালোকক আৱশ্যকীয় সহায় আগবঢ়াব নোৱাৰিম। সেয়ে মই মোৰ বা আইৰ দায়িত্ব তোমালোকৰ হাতত দিয়াৰ আগতে তোমালোকে মোক প্ৰতিশ্ৰুতি দিব লাগিব। তোমালোকে মোৰ দৈহিক অপাৰগতাক ঘৃণাৰ চকুৰে চাব নোৱাৰিবা।

**কংস :** নিশ্চয় নিশ্চয়।

**জনতা :** মোৰ আইক কোনোদিন অপমান কৰিব নোৱাৰিবা।

**পবিত্ৰ :** (Direction) ৰাম ৰাম শোভান আল্লা।

**জনতা :** তোমালোকৰ হাতত দায়িত্ব দিয়াৰ পাছত তোমালোকে যি ক্ষমতা পাবা সেই ক্ষমতাক তোমালোকে অপব্যৱহাৰ কৰিব নোৱাৰিবা।

**ঐশ্বৰ্য্য :** নোৱাৰো নোৱাৰো।

**জনতা :** তোমালোক প্ৰতিজ্ঞা বদ্ধ?

**কংস+ঐশ্বৰ্য+ পবিত্ৰ =** আমি প্ৰতিজ্ঞাবদ্ধ।

**জনতা :** (এটা চাবি উলিয়াই, কংসক) এইটো লোৱা আমাৰ কোষাগাৰৰ চাবি।

**কংস :** (চাবিলৈ) ধন্যবাদ ধন্যবাদ।

**জনতা :** (আন এটা ঐশ্বৰ্য্যক দি ) এইটো লোৱা আমাৰ খাদ্য ভাণ্ডাৰৰ চাবি।

**ঐশ্বৰ্য্য :** (চাবিটো লৈ) তুমি মহান জনতা তুমি মহান।

**জনতা :** (আন এটা পবিত্ৰক দি ) এইটো মোৰ আৰু আইৰ ভবিষ্যতৰ চাবি।

**পবিত্ৰ :** (চাবি লৈ) ঈশ্বৰে তোমাৰ মঙ্গল কৰক (Change) জনতা। আজিৰ পৰা তুমি আমাৰ ক্ৰীতদাস।

**জনতা :** মানে?

**ঐশ্বৰ্য্য :** মানে আমাৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত তোমাৰ জীৱনৰ চকৰি ঘূৰিব।

**জনতা :** কিন্তু?

**কংস :** কোনো কিন্তু নাই। আমাৰ হাতত, এতিয়া তোমাৰ ভবিষ্যৎ, তোমাৰ খাদ্য ভাণ্ডাৰ, তোমাৰ কোষাগাৰ।

**জনতা :** (খঙেৰে) তোমালোকে প্ৰতিশ্ৰুতি ভঙ্গ কৰিছা।

**কঃ +ঐঃ+পঃ :** প্ৰতিশ্ৰুতি হাঃ হাঃ হাঃ (যাব খোজে)।

**জনতা :** (খঙেৰে) মই দিয়া অধিকাৰখিনি মোক ঘূৰাই দিয়া।

**কঃ +ঐঃ+পঃ :** অধিকাৰ হাঃ হাঃ হাঃ (যায়)

**জনতা :** (উত্তেজিত ভাব) মই তোমালোকৰ বিশ্বাসঘাটকতাৰ পোটক তুলিম।

**কঃ +ঐঃ+পঃ :** (ভিতৰৰ পৰা) পোটক তুলিবা হাঃ হাঃ হাঃ।

**জনতা :** মোক মোৰ চাবি কেইটা ঘূৰাই দিয়া, মোক নঠগিবা মোক প্ৰতাৰণা নকৰিবা, মইতো তোমালোকৰ একো অন্যায় কৰা নাই তেন্তে মোক কিয় ঠগিছা? তোমালোক ইমান নীচ কিয় হ'লা? তোমালোক ........ (কান্দে। ধৰিত্ৰী আহে)

**ধৰিত্ৰী :** জনতা।

**জনতা :** আই (কান্দে) আমাৰ কি হ'ব আই?

**ধৰিত্ৰী :** কি হ'ল?

**জনতা :** মই প্ৰতিক্ৰিয়াশীল ধ্বংসৰ হাতত আমাৰ কোষাগাৰ তুলি দিলো।

**ধৰিত্ৰী :** জনতা!

**জনতা :** ধৰ্মীয় কু সংস্কাৰৰ হাতত আমাৰ ভবিষ্যৎ তুলি দিলো।

**ধৰিত্ৰী :** জনতা। তই এইবোৰ কি কৈছ জনতা?

**জনতা :** সঁচা আই, মই তেওঁলোকক চিনি পোৱাত ভুল কৰিলো। মোৰ সৰলতাৰ সুযোগ লৈ সিহঁতে মোক প্ৰবঞ্চনা কৰিলে।

**ধৰিত্ৰী :** জনতা। (কান্দি) সিহঁতে যদি আকৌ সামন্তৰ দৰে তোৰ ওপৰত অত্যাচাৰ কৰে?

**জনতা :** আই।

**ধৰিত্ৰী :** মোৰ হাত ভৰি শৃংখলিত কৰি সিহঁতে যদি আকৌ মোক সেই ৰটীডালত ওলোমাই থয়?

**জনতা :** আই!

**ধৰিত্ৰী :** তোৰ ইখন হাতো যদি সিহঁতে বিচ্ছিন্ন কৰি দিয়ে?

**জনতা :** আই!

**ধৰিত্ৰী :** তেতিয়া, তেতিয়া মোৰ কি হ'ব জনতা? মই কি লৈ জীয়াই থাকিম? (কান্দে)

**জনতা :** মোক ক্ষমা কৰা আই।

**ধৰিত্ৰী :** (সোঁফালে দেখুৱাই) সৌৱা জুই জনতা। সৌৱা ছা অশান্তিৰ জুই জ্বলিছে। (Direction)

**জনতা :** মই বাধা দিম আই অশান্তিৰ জুই জ্বলিবলৈ মই নিদিও।

**ধৰিত্ৰী :** (বাওঁফালে দেখুৱাই) সৌৱা চা জনতা দৈন্যতাৰ বানপানী হু হুকৈ বাঢ়ি আহিছে। (Direction)

**জনতা :** আই!

**ধৰিত্ৰী :** (সোঁফালে দেখুৱাই) সৌৱা আকাশ ওন্দোলাই আনিছে। ধ্বংসৰ ধুমুহা বলিছে।

**জনতা :** মই বাধা দিম আই। ধুমুহাৰ বেগ মই নিয়ন্ত্ৰণ কৰিম।

**ধৰিত্ৰী :** (আশাৰে) তই বাধা দিবি জনতা?

**জনতা :** মই বাধাদিম আই মই যাওঁ। (যাব খোজে)

**ধৰিত্ৰী :** (সন্দেহেৰে) তই পাৰিবি জনতা?

**জনতা :** পাৰিম আই।

**ধৰিত্ৰী :** সেইকুৰা জুইৰ দহন ক্ষমতা বৰ প্ৰখৰ জনতা।

**জনতা :** আপ্ৰাণ চেষ্টাৰে বাধা দিম।

**ধৰিত্ৰী :** বানপানীৰ সোঁত বৰ তীক্ষ্ণ জনতা।

**জনতা :** সবল ভাবে বাধা দিম।

**ধৰিত্ৰী :** ধুমুহাৰ শব্দ বৰ বিকট জনতা।

**জনতা :** সাহসেৰে সন্মুখীন হ'ম। মই যাওঁ আই ( যাব খোজে)

**ধৰিত্ৰী :** নাই নাই তোক মই এৰি দিব নোৱাৰোঁ।

**জনতা :** সময় বৰ তাকৰ আই। তুমি বাধা নিদিবা আই মই আহিলো (যায়গৈ)

**ধৰিত্ৰী :** তই নাযাবি জনতা ঘূৰি আহ।

**জনতা :** (গৈ থাকোতে) মোক ক্ষমা কৰা আই মই আহিলো।

**ধৰিত্ৰী :** (চিঞৰি) জনতা (বৈ) হিঃ হিঃ হিঃ। মই হ'লো মাতৃ মই তাৰ মাতৃ। মাতৃ হিঃ হিঃ হিঃ (বৈ) সামন্ত তোমাৰ কথা মই পাহৰা নাই। মোৰ মোৰ মাতৃ (কান্দে) মোৰ ওপৰত অত্যাচাৰ নকৰিবা সামন্ত মই তোমাক মিনতি

কৰিছে (Direction) সৌৱা জুই, বানপানী, ধুমুহা (হঠাৎ হাঁহে) জুই, বানপানী ধুমুহা (ফেকুৰী) জুই, বানপানী ধুমুহা (Direction) জনতা। (যাবখোজে, এনেতে কংস, ঐশ্বৰ্য্য, পবিত্ৰ সোমাই আহে) তোমালোকক কি লাগে? (ৰৈ) নামাতা কিয়? (ৰৈ) কথা নোকোৱা কিয়? (ৰৈ) কি লাগে তোমালোকক?

**কংস :** তোমাক লাগে।

**ধৰিত্ৰী :** অঁ মোক লাগে?

**ঐশ্বৰ্য্য :** অঁ তোমাক লাগে।

**ধৰিত্ৰী :** মোক লাগে?

**পবিত্ৰ :** অঁ অঁ তোমাক লাগে।

**ধৰিত্ৰী :** অসভ্য, নিলাজ, বৰ্বৰ।

**পবিত্ৰ :** গালি পাৰিছা? পাৰা, আমি আকৌ স্বৰ্গৰ দাসত্বতকৈ নৰকৰ ৰাজত্বহে বেছি পচন্দ কৰো।

**ধৰিত্ৰী :** তোমালোক অমানুহ, তোমালোক পশু।

**কংস :** আমাৰ বাবে গতানুগতিক মানৱ বিৰুদ্ধ অগতানুগতিক পশুত্ব বেছি লোভনীয়।

**ধৰিত্ৰী :** তোমালোক আঁতৰি যোৱা। মই ..... মই (ৰৈ যায়)

**কংস :** কোৱা কোৱা ৰৈ গ'লা কিয়?

**ঐশ্বৰ্য্য :** বৰ সাহসেৰে আমাৰ সন্মুখীন হৈছিলা দেখোন?

**পবিত্ৰ :** (ব্যঙ্গ) আমাৰ অস্তিত্বক দেখোন গুৰুত্বই দিব নুখুজিছিলা?

**ধৰিত্ৰী :** (ভয়েৰে) মোক যাবলৈ দিয়া।

**কংস :** তোমাক যাবলৈ দিয়া নহ'ব।

**ধৰিত্ৰী :** কিয় নিদিবা। দিবই লাগিব, মই মই যামেই . ।

**ঐশ্বৰ্য্য :** (খঙেৰে) ধৰিত্ৰী ! তোমাৰ উদ্ভগুলি বহুত সহ্য কৰিছো।

**পবিত্ৰ :** মূৰৰ টুপিটো কংসক দিয়ে, ক্ৰুছডাল ঐশ্বৰ্য্যক দিয়ে) মই এতিয়াৰ পৰা স্বামী স্বৰূপানন্দ।

**ঐশ্বৰ্য্য :** এতিয়াৰ পৰা মোৰ নাম ঐশ্বৰ্য্য নহয় মোৰ নাম মাইকেল ব্ৰেক

**কংস :** মোৰ নাম এতিয়াৰ পৰা শ্বেখ আজান উল্লা।

**পবিত্ৰ :** আমি ভিন্ন

**ঐশ্বৰ্য্য :** আমি একক।

**কংস :** আমি স্বতন্ত্ৰ (Direction)

**ধৰিত্ৰী :** আঃ

**কঃ +ঐঃ+ পঃ** = হাঃ হাঃ হাঃ

**ধৰিত্ৰী :** জনতা (চিঞৰি) চিঞৰ শেষ হোৱাৰ পাছত দূৰৰ পৰা জনতাৰ চিঞৰ ভাঁহি আহিব)

**জনতা :** আই! (জনতা সোমাই আহে, ধৰিত্ৰীৰ চকুত আশাৰ ৰেঙণি, জনতা অস্থিৰ)

**ধৰিত্ৰী :** (কান্দে) মোক ইহঁতে মাৰি পেলাব জনতা, মোক ইহঁতে মাৰি পেলাব। মোক লৈ ব'ল জনতা, মোক লৈ ব'ল।

**জনতা :** (কঠোৰ ভাবে) আইক এৰি দিয়া।

**কঃ + ঐঃ+পঃ** = (নিমাত)

**জনতা :** আইক এৰি দিয়া (ৰৈ, অসহ্য হৈ) মই কৈছো আইক এৰি দিয়া।

**কঃ+ঐঃ+পঃ**= হাঃ হাঃ হাঃ (হাঁহে)

**জনতা :** বন্ধ কৰা তোমালোকৰ বলিয়ালি। নহ'লে মই কঠোৰ হ'বলৈ বাধ্য হ'ম।

**কংস :** (ব্যঙ্গ সুৰত) কঠোৰ?

**ঐশ্বৰ্য্য :** (ব্যঙ্গ সুৰত) তুমি হ'বা?

**পবিত্ৰ :** (ব্যঙ্গ সুৰত) আমাৰ ওপৰত?

**কঃ+ঐঃ+পঃ :** (হাঁহে) হাঃ হাঃ হাঃ

**জনতা :** আঃ মনে মনে থাকা। মই আকৌ এবাৰ কৈছো আইক এৰি দিয়া। নহ'লে মই তোমালোকৰ ওপৰুত কঠোৰ ব্যৱস্থা ল'বলৈ বাধ্য হ'ম।

**কংস :** (ব্যঙ্গ কৰি) কঠোৰ ব্যৱস্থা ল'বা?

**ঐশ্বৰ্য্য :** (ব্যঙ্গ কৰি) আমাৰ ওপৰত?

**পবিত্ৰ :** (বাঙ্গ কৰি) মোৰ ভয় লাগিছে।

**কংস :** (ব্যঙ্গ কৰি) মোৰ কঁপনি উঠিছে...... .।

**ঐশ্বৰ্য্য :** (ব্যঙ্গ কৰি) আমাক এই বাৰলৈ..... ......।

**পবিত্ৰ :** (ব্যঙ্গ কৰি) ভবিষ্যতে আমি আৰু........ ।

**জনতা :** আঃ ঠাট্টা নকৰিবা।

**কঃ +ঐঃ+পঃ** = (হাঁহে) হাঃ হাঃ হাঃ

**কংস :** তুমি পাহৰি গ'লা?

**ঐশ্বৰ্য্য :** তোমাৰ খাদ্য ভাণ্ডাৰ?

**পবিত্ৰ :** তোমাৰ ভবিষ্যৎ?

**জনতা :** নাই পাহৰা। তথাপি তোমালোকৰ.....

**কংস :** বেচ, তেনেহ'লে ..........।

**জনতা :** তোমালোকক শেষ বাৰৰ বাবে..........

**ঐশ্বৰ্য্য :** আমি নাযাও (Direction)

**জনতা :** (চিঞৰি) ভা...ৰ ..তী। (কংস, ঐশ্বৰ্য্য আৰু পবিত্ৰই মনত বৰ ভয় পায়। ভাৰতী সোমাই আহে)

**ভাৰতী :** ধৰিত্ৰীক তোমালোকৰ, কবলৰ পৰা এৰি দিয়া। এৰি দিবলৈ কৈছো নহয়। জনতাই তোমালোকক দিয়া চাবিকেইটা ঘূৰাই দিয়া। কংস, মই কি কৈছো শুনিছনে নাই। ঐশ্বৰ্য্য, পবিত্ৰ তোমালোকৰ হাতত থকা চাবি

জনতাক ঘূৰাই দিয়া (কংস, ঐশ্বৰ্য্য, পবিত্ৰই চাবিকেইটা জনতাক ঘূৰাই দিয়ে) বেচ্ এতিয়া তোমালোকৰ বিচাৰ হ'ব।

কঃ+ঐঃ+পবিত্ৰ ঃ (ভয় খাই) আমাৰ বিচাৰ?

ভাৰতী ঃ অ' তোমালোকৰ বিচাৰ আৰু এই ৰচীডালক সাক্ষী কৰি তোমালোকৰ অন্যায় প্ৰতিজ্ঞাৰ বিচাৰ। আৰু এই বিচাৰ মই কৰিম। ভবিষ্যতে যাতে তোমালোকে জনতা আৰু ধৰিত্ৰীৰ ওচৰত বিশ্বাস ঘাটকতা কৰিব নোৱাৰা তাৰ প্ৰতি লক্ষ্য ৰাখি মই বিচাৰ কৰিম। তোমালোকে প্ৰকৃতাৰ্থত জনতাক ভাতৃ আৰু ধৰিত্ৰীক মাতৃ হিচাবে মানি লোৱা।

কঃ+ঐঃ+পঃ = আমি মানি লৈছো।

ভাৰতী ঃ মুখেৰে ক'লেই নহ'ব। এই ভাব তোমালোকৰ শিৰে শিৰে মিলি যাব লাগিব। যেতিয়ালৈকে মই থাকিম মনত ৰাখিবা মই বৰ নিৰ্ম্মম, বৰ কঠোৰ। তোমালোকে ধৰিত্ৰীৰ ভবিষ্যৎ উজ্জ্বল কৰিবৰ বাবে জনতাই চলোৱা প্ৰচেষ্টাক সঁহাৰি জনোৱা।

কঃ+ঐঃ+পঃ = জনাম।

ভাৰতী ঃ ধৰিত্ৰীৰ সন্মানত আঘাট লগাকৈ কোনো কাম নকৰো বুলি তোমালোকে কথা দিব লাগিব।

কঃ+ঐঃ+পঃ = আমি কথা দিছো।

ভাৰতী ঃ জনতা, তুমি যিকোনো শাৰীৰিক বা মানসিক পৰিবৰ্তন অনুভৱ কৰিছা?

জনতা ঃ কৰিছো। সামন্তই কাটি পেলোৱা মোৰ হাত খন যেন মই পুনৰ ঘূৰাই পাইছো। বিকলাঙ্গ মোৰ দেহটোৰ পূৰ্ণত্ব ঘূৰাই পাইছো। মই আকৌ বহু গুণে সবল হৈ পৰিছো।

ভাৰতী ঃ জনতা যোৱা কংসৰ হাতৰ সেই চুৰীখনেৰে সেই ৰচীডাল কাটি পেলোৱা। কংস, ঐশ্বয্য, পবিত্ৰ, যোৱা তোমালোকে জনতাক সহায় কৰা। মই আহিলো (যায় গৈ)

(জনতাই কংসৰ চুৰীখনেৰে ৰচীডাল কাটি পেলায় আৰু কংস, ঐশ্বৰ্য্য, পবিত্ৰই ধৰিত্ৰীক প্ৰদক্ষিণ কৰে)

<u>সমাপ্ত</u>

প্ৰখ্যাত হিন্দী সাহিত্যিক কিষণ চন্দৰ গল্পৰ আধাৰত

# "সদাচাৰৰ মাদলি"

ৰচনা কাল ঃ- ১৯৮০

## নাট্যকাৰ # সেৱাব্ৰত বৰুৱা

**চৰিত্ৰাৱলী ঃ-**

১। ৰজা ২। মন্ত্ৰী ৩। জ্যেষ্ঠ বিশেষজ্ঞ ৪। কণিষ্ঠ বিশেষজ্ঞ
৫। বাবা সদানন্দ স্বামীজি ৬। কেৰাণী ৭। লিগিৰা ৮। লিগিৰি।

(ৰাজসিংহাসনত শুই থাকে ৰজা। লিগিৰাই বিচিব। লিগিৰীয়ে ভৰি পিটিকি থাকে। মাখি এটাই যেন ৰজাক দিগদাৰ কৰিছে। লিগিৰীয়ে হাতত থকা সৰু বিচনিখনেৰে মাখিটো বাৰে বাৰে খেদি আমনি লাগি খং উঠে। লিগিৰাই ইঙ্গিতেৰে মাখিটো মাৰি পেলাবলৈ কয়। লিগিৰীয়ে নুবুজে– ইংগিতেৰে সোধে। লিগিৰাই পুনৰ বুজায়। লিগিৰীয়ে এইবাৰ বুজি পায়। মাখিটো মাৰিবলৈ লিগিৰীয়ে কিবা বিচাৰে। ৰজাৰ তৰোৱালখন দেখি সেইখন দাঙি লয়। শূণ্যত দুবাৰ মান মাখিটো কাটিবলৈ তৰোৱাল চলায়। মাখি নমৰে। এইবাৰ মাখিটো ৰজাৰ মুখত পৰিব। লিগিৰীয়ে মাখিটোক মাৰিবলৈ পূৰ্ণহতীয়াকৈ হাত দাঙে। লিগিৰাৰ ভয়ত চুৰ্ত্তী হেৰায়। এনেতে বাহিৰত কোলাহল শুনা যায়। এটাই মাত্ৰ শব্দ "দুৰ্নীতি" । সৰুৰ পৰা ক্ৰমে ডাঙৰ হৈ আহে। এটা সময়ত অসহ্যকৰ হয়গৈ শব্দটো। ঠিক সেই সময়ত ৰজাই গা এঙামুৰী দি সাৰ পায়।)

**ৰজা** ঃ কি হৈছে অ' লিগিৰা ? বাহিৰত ইমান কিহৰ কোলাহল ? (হঠাৎ সম্মুখত তৰোৱাল হস্তে লিগিৰীক দেখি) আৰে তই কি কৰ ? (ভয়ত) কাটিলেও, (দৌৰি মন্ত্ৰী সোমাই আহে)

**মন্ত্ৰী** ঃ কি হ'ল, কি হ'ল মহাৰজা।

**ৰজা** ঃ চাওকচোন এই লিগিৰীয়ে মোক কেনেকৈ কাটিব খুজিছে।

**লিগিৰী** ঃ নাই ক'তনো মই কাটিব খুজিছোঁগৈ মাখি এটাই দিগদাৰ কৰি থকাৰ কাৰণেহে।

**ৰজা** ঃ মাখিটো কাটিবলৈ হাতটো ইমানকৈ দাঙিব লাগে নে কি ? (লিগিৰীয়ে কিবা কয়, কিন্তু বাহিৰৰ কোলাহল পুনৰ ডাঙৰ হোৱাৰ বাবে লিগিৰাৰ কথা শুনা নাযায়)

(মন্ত্ৰী আৰু লিগিৰাই বাহিৰৰ কালে চায়। ৰজা আৰু লিগিৰীয়ে ভৰ্কা ভৰ্কী কৰি থাকে)

**মন্ত্ৰী** ঃ মহাৰাজ, মহাৰাজ, শুনকচোন।

**ৰজা** ঃ কি হৈছেনো?

**মন্ত্ৰী** ঃ বাহিৰত লাখ লাখ মানুহে হুলস্থূল কৰিছে।

**ৰজা** ঃ তাকেইটো। মোৰ দুপৰীয়াৰ টোপনীটো ভাঙিলেহি।

**লিগিৰা** ঃ মানুহবোৰে ধৰ্ণা দিছে যেন পাওঁ।

**ৰজা** ঃ সিহঁতেনো কি কৈছে?

**মন্ত্ৰী** ঃ ৰ'বচোন শুনো। (কাণ দি শুনে)

**ৰজা** ঃ কিবা বুজিব পাৰিলেনে?

**মন্ত্ৰী** ঃ জানো বালক, কি কৈছে ধৰিবই পৰা নাই।

**লিগিৰী** ঃ মহাশয়ৰ বয়সো হ'ল নহয় যথেষ্ট। শুনাত কষ্ট হয় অলপ।

**লিগিৰা** ঃ মহাৰাজ আমি শুনোনে এবাৰ?

**ৰজা** ঃ কোনেবা মানা কৰিছে সিহঁতক (লিগিৰা আৰু লিগিৰীয়ে শুনে)

**লিগিৰা** ঃ মহাৰাজ শুনিলো।

**ৰজা** ঃ কি কৈছে মানুহবোৰে।

**লিগিৰী** ঃ এটা শব্দকে মাত্ৰ কৈ আছে বাৰে বাৰে সিহঁতে।

**লিগিৰা** ঃ মানে বেপি আছে।

**মন্ত্ৰী** ঃ শব্দটো কি?

**লিগিৰা** ঃ শব্দটো হৈছে।

**ৰজা** ঃ ক' আকৌ কি? (লিগিৰা আৰু লিগিৰীয়ে একেলগে)

লিগিৰা }
লিগিৰী } : দুৰ্নীতি

ৰজা : (নুবুজি) দুৰ্নীতি (মন্ত্ৰীৰ মুখলৈ চায়)

মন্ত্ৰী : জানো মযো একো বুজা নাই।

ৰজা : সেইটো আকৌ কি জন্তুৰ নাম। তইঁতে শুনিছহঁতনে সেই জন্তুটোৰ নাম।

লিগিৰা : ৰাজহাউলীৰ পৰা বাহিৰলৈ গ'লে।

লিগিৰী : মানে গাৱঁৰ ঘৰলৈ কেতিয়াবা চুটিত গ'লে।

লিগিৰা : হয় মহাৰাজ তেতিয়া কাৰোবাৰ কাৰোবাৰ মুখত শুনো শব্দটো।

মন্ত্ৰী : কাৰ মুখত শুনিছিলি?

লিগিৰা : সেই মাটি ৰাৰী নোহোৱা খৰ্গেশ্বৰে গাৱঁৰ গুৱাল গালি পাৰোতে শব্দটো। উচ্চাৰণ কৰিছিল মহাশয়।

ৰজা : আৰু?

লিগিৰা : যোৱাবাৰ বানপানীত ৰাজভঁৰালৰ পৰায়ে কেঁচা বুট আৰু কম্বলবোৰ আমাৰ গাৱঁত বিলাবলৈ দিছিল।

ৰজা : অ!

লিগিৰা : তেতিয়া গাৱঁৰ মানুহবোৰৰ মুখত কেইবাবাৰো শুনিছিলো শব্দটো।

লিগিৰী : মযো কিন্তু কেইবাবাৰো শুনিছো সেইটো জন্তুৰ নাম।

ৰজা : তই আকৌ ক'ত শুনিলি?

লিগিৰী : ক'তনো শুনিম আৰু ? আমি আৰু কিবা টলৌ টলৌকে তহলি ফুৰোনে বজাৰে সমাবে শুনিবলৈ?

ৰজা : তোৰ মুখখন কিন্তু বৰ বাঢ়িছে দেই।

লিগিৰি : ইচ্। সঁচা কথাটো ক'লে - অমুকীৰ মুখ বঢ়াতো হয়।

মন্ত্ৰী : তই আচল কথাটো ক'চোন। ক'তনো শুনিছিলি কেতিয়া শুনিছিলি?

লিগিৰী : আইৰ অসুখত পিতায়ে মোক খবৰ দিবলৈ বুলি এই ৰাজহাউলীলৈ আহিছিল বোলে। পিছে ৰখীয়া পৰীয়া বোৰৰ বিধি পঠালীৰ বাবে ইয়াত সোমাব নোৱাৰিলে। তেতিয়া বোলে পিতায়ে দেখিছিল দুৰ্নীতি বোলা জহ্নীটোক।

মন্ত্ৰী : তাৰ মানে তইঁতেও শুনিছহে। দেখা নাই?

লিগিৰী : কৈছো নহয়, ঘূৰি ফুৰিলেহে দেখিম। আমি দেখোন উশাহ বন্ধ কৰি ৰাজহাউলীতে সোমাই থাকো একা।

লিগিৰা : মোৰ বোধেৰে এইটো চাৰি ঠেঙীয়া জন্তু নহ'ব কিজানি?

লিগিৰী : নহযটো আকৌ দুঠেঙীয়া কিবাহে।

ৰজা : মন্ত্ৰী মহাশয়! কি কৰা যায়?

মন্ত্ৰী : তাকেইতো ! ভাবি পাৰেই পোৱা নাই।

লিগিৰা : ইয়াত সোমাই থাকিলে সেইটো জন্তুৰ ছাঁটোও আপোনালোকে নেদেখে। (ৰজা, মন্ত্ৰীয়ে লিগিৰাৰ মুখলৈ চায়) বন্দুক, বাৰুদ হাতত লৈ ওলাওক বাহিৰলৈ।

লিগিৰা : হয় মহাৰাজ।

লিগিৰী : বজাৰে সমাৰে বিচাৰক।

লিগিৰা : সচিবালয়ৰ বিভাগে বিভাগে বিচাৰক।

লিগিৰি : বৰ বৰ ব্যৱসায়ীৰ ২ নম্বৰী বহীবোৰত বিচাৰক। বিচাৰি বিচাৰি কৰক চলাথ।

লিগিৰী : বৰ বৰ পেটিত মাৰক লাথ।

লিগিৰা : হাকিম মহৰী পুলিচ কেৰাণী।

লিগিৰী : তাতেই ওলাব দুৰ্নীতি জহনী।

লিগিৰা : সোঁৱে, বাওঁে তলে ওপৰে।

লিগিৰী : দুৰ্নীতি চৰে সকলো স্তৰে।

লিগিৰা }
লিগিৰী } : মহাৰাজ মহাশয় উঠক উঠক।

লিগিৰা : দুৰ্নীতি আহিছে।

লিগিৰী : আকাশ ছানি।

লিগিৰা : তোলপাৰ লাগিছে।

লিগিৰী : দেশ জুৰি।

লিগিৰা : কৰ্কাল পোনাই।

লিগিৰী : বুকু ফুলাই।

লিগিৰা }
লিগিৰী } : দুৰ্নীতিৰ সৈতে যুজক যুজক। মহাৰাজ মহাশয় উঠক উঠক, মহাৰাজ মহাশয় উঠক উঠক.....। (কৈ কৈ লিগিৰা লিগিৰি সোমায় যায়। ৰজা মন্ত্ৰীৰ এবাৰ খং উঠিব এবাৰ ভয় লাগিব। একোবাৰ দুখেই লাগিব। সেই অনুযায়ী পোহৰৰ ৰং সলনি হ'ব। সঙ্গীত আৰু পোহৰৰ খেলে লিগিৰা লিগিৰী যোৱাৰ আগতেই মঞ্চত উত্তেজনাৰ সৃষ্টি কৰিব। লিগিৰা-লিগিৰী ওলাই যোৱাৰ পাছত সঙ্গীত আৰু পোহৰৰ খেল তীব্ৰতৰ হয়। ৰজাই মঞ্চত উত্তেজিত ভাবে পাইচাৰী কৰে। মন্ত্ৰীয়ে ভয়ে ভয়ে ৰজাক অনুসৰণ কৰে। এটা সময়ত ৰজাই চিঞৰি উঠে।)

ৰজা : বিশেষজ্ঞ। (লগে লগে সঙ্গীত বন্ধ। পোহৰ স্বাভাৱিক হয়। লগে লগে তোবামোদৰ দুই অৱতাৰ জ্যেষ্ঠ বিশেষজ্ঞ আৰু কনিষ্ঠ বিশেষজ্ঞৰ প্ৰবেশ)

জ্যেষ্ঠ }
কনিষ্ঠ } : মহাৰাজৰ জয় হওক। (নমস্কাৰো নহয় সেৱাও নহয় মাজৰ ভঙ্গীমাত)

ৰজা : ও! (দুয়ো পোন হয়। এইবাৰ মন্ত্ৰীক অভিবাদন জনাই)

জ্যেষ্ঠ }
কনিষ্ঠ } : মহাশয় নমস্কাৰ।

মন্ত্ৰী : কুশল হওক। (দুয়ো পোন হয়)

ৰজা : বাহিৰত মানুহ দেখিছা?

জ্যেষ্ঠ : হয় মহাৰাজ কথাটো আমাৰ দৃষ্টি গোচৰ হৈছে।

ৰজা : সিইতে কিবা জন্তু এটাৰ নাম কৈ আছে।

জ্যেষ্ঠ : হয় মহাৰাজ অনুমান সত্য।

মন্ত্ৰী : তোমালোকে শুনিছা?

জ্যেষ্ঠ : আপোনাৰ অনুমানো শুদ্ধ মহাশয়।

ৰজা : তোমালোক জ্যেষ্ঠ আৰু কণিষ্ঠ দুয়োজন বিশেষজ্ঞই যেতিয়া সকলো বোৰ শুনিলাই।

জ্যেষ্ঠ, কণিষ্ঠ : হয় মহাৰাজ।

ৰজা : মই বেছি চিন্তিত হোৱাৰ কাৰণ নেদেখো। যোৱা সোনকালে বিশেষজ্ঞ কমিটিৰ এখন ইমাৰ্জেঞ্চী বৈঠক আহ্বান কৰা।

মন্ত্ৰী : কামটো লেহেম হ'ব নালাগে।

ৰজা : যোৱা।

জ্যেষ্ঠ : মহাৰাজ।

ৰজা : আকৌ কি ক'ব বিচাৰিছা।

জ্যেষ্ঠ : বিষয়টোৰ ওপৰত পুংখানুপুংখ ভাবে অনুসন্ধান কৰা হৈছে।

ৰজা, মন্ত্ৰী : কৰা হৈছে।

জ্যেষ্ঠ : বিতং ৰিপৰ্টো লিপিবদ্ধ কৰা হৈছে।

ৰজা : সঁচা?

জ্যেষ্ঠ : (বিনীত ভাবে) মহাৰাজৰ আৰ্শীবাদত।

ৰজা : তুমি বৰ ভাল কাম কৰিছা। এইবাৰ সিংহাসন আৰোহনৰ ৩৮তম দিবসত তোমাক পৰম ক্ষিপ্ৰ সেৱা পদক দিয়া হ'ব মন্ত্ৰী মহাশয়।

মন্ত্ৰী : মহাৰাজ।

ৰজা : বিহিত ব্যৱস্থা গ্ৰহণ কৰক।

মন্ত্ৰী : আদেশ শিৰোধাৰ্য্য।

জ্যেষ্ঠ : মহাৰাজ।

ৰজা : কোৱা।

জ্যেষ্ঠ : ৰিপৰ্টো পাঠ কৰিবলৈ নিৰ্দ্দেশ দিব নেকি?

ৰজা : মন্ত্ৰী মহাশয়ে কি কয়?

মন্ত্ৰী : শুনা যাওঁক।

জ্যেষ্ঠ : কণিষ্ঠ।

কণিষ্ঠ : চাৰ।

জ্যেষ্ঠ : ৰিপৰ্টো পাঠ কৰা। গ'ল গলিয়াকৈ পঢ়িবা তোমাৰ আকৌ খোকোজা লগা স্বভাৱ এটা আছে।

কণিষ্ঠ : মোৰ সামৰ্থ্য অনুযায়ী চেষ্টা কৰিম চাৰ। (পাঠ কৰে) দুৰ্নীতি, চাৰ আৰু মোৰ আলোচনা ক্ৰমে দুৰ্নীতিৰ ওপৰত এই ৰিপৰ্ট তৈয়াৰ কৰা হৈছে। ৰাজ হাউলীৰ বাহিৰত হাজাৰ হাজাৰ মানুহে চিঞৰি থকা এই দুৰ্নীতি প্ৰকৃততে এটা জীৱ থকা বস্তু হয়নে নহয় তাক নিশ্চিত ভাবে ক'ব পৰা নাযায়। জীৱ থকা হ'লে ই উৰহ জাতীয় কিবাহে হ'ব। কাৰণ উৰহৰ দৰেই ইয়াৰো কামোৰটোহে অনুভৱ কৰা যায়। জিনিচটো হ'লে দেখা পোৱা নাযায়। ই সৰ্বত্ৰ বিৰাজমান। অফিছে আদালতে, বেপাৰে বাণিজ্যই কৃষিয়ে, শিক্ষাই ইয়াৰ অবাধ গতি। ইয়াৰ ক্ষমতা আৰু প্ৰসাৰ দেখি দুই বিশেষজ্ঞৰ ভয় হৈছে। অদুৰ ভবিষ্যতে হয়তো দুৰ্নীতিয়ে ৰাজ সিংহাসন দখল কৰিবলৈকো চেষ্টা কৰিব।

ৰজা : কি? (ভয়েৰে) মন্ত্ৰী মহাশয়।

কণিষ্ঠ : ইয়াৰ নিৰ্মূলৰ কোনো ৰাস্তা নাই। বহুত কষ্টৰ মূৰত এজন মানুহ পোৱা গৈছে। যি জনেই ইয়াক শেষ কৰি দিব পাৰিম বুলি বুকুত হাত দি ডাঠ কৈ কৈছে।

ৰজা : কোন, কোন মানুহ সেইজন?

কণিষ্ঠ : তেখেত হৈছে শ্ৰীমত বাবা সদানন্দ স্বামীজি।

মন্ত্ৰী : ক'ত আছে সেই শ্ৰীমতজন।

কণিষ্ঠ : দুৰ্নীতিৰ ওপৰত চূড়ান্ত ৰিপৰ্ট ইমানেই। ইতি স্বাক্ষৰ ইলিজিবোল জ্যেষ্ঠ বিশেষজ্ঞ আৰু স্বাক্ষৰ ইলিজিবোল কণিষ্ঠ বিশেষজ্ঞ ।

মন্ত্ৰী : এহ ৰ'বাহে ইলিজিবোল বিশেষজ্ঞ। মই সুধিছো সেইজন ক'ত।

কণিষ্ঠ : কোনজন?

মন্ত্ৰী : সেইজন যে এতিয়া নামটো কৈছিলা।

জ্যেষ্ঠ : অ' শ্ৰীমত বাবা।

মন্ত্ৰী : অ' অ' সেই মতৰ কথা কৈছো।

ৰজা : তেওঁক সোনকালে মতাই আনা।

জ্যেষ্ঠ : তেওঁক লগত লৈয়ে অহা হৈছে মহাৰাজ— কণিষ্ঠ।

কণিষ্ঠ : ছাৰ

জ্যেষ্ঠ : বাবাজীক যথাযোগ্য সম্মান সহকাৰে ৰাজসভালৈ আদৰি আনা।

কণিষ্ঠ : ভাল ছাৰ। (প্ৰস্থান)

ৰজা : দুৰ্নীতি, দুৰ্নীতি , দুৰ্নীতি। মোৰ কিবা ভয় ভয়হে লাগিছে বিশেষজ্ঞ।

জ্যেষ্ঠ : মহাৰাজৰ ভয় লাগিছে যেতিয়া মোৰো ভয় লাগিছে।

ৰজা : তুমি বাৰু অনুমান কৰিব পাৰিছানে তাৰ চেহেৰাটো।

(Direction)

কনিষ্ঠ : আহক আহক বাবাজী

বাবা : মহাৰাজৰ জয় হওঁক। দেশৰ মঙ্গল হওঁক। ৰাইজৰ উন্নতি হওঁক। ওঁ ওঁ ওঁ ।

ৰজা : শ্ৰদ্ধা ভক্তি মৰম প্ৰীতি গ্ৰহণ কৰক বাবাজী ।

বাবা : হৰি ওম তৎসৎ।

মন্ত্ৰী : মোৰ প্ৰণামো গ্ৰহণ কৰক।... হেৰি মানে..... কি আছিলেহে নামতো।

জ্যেষ্ঠ : শ্ৰীমত বাবা (কাণৰ ওচৰত ফুচফুচাই)

মন্ত্ৰী : অ' অ' শ্ৰীমতজী

বাবা : হ্যাঁ

মন্ত্ৰী : মানে আপোনাকে কৈছো।

জ্যেষ্ঠ : মানে মহাশয়ৰ নামবোৰ মনত নৰয়।

লিগিৰা : বয়স হৈ আহিলতো।

লিগিৰী : দোষ নধৰিব বাবাজী।

বাবা : মহাৰাজ।

ৰজা : বাবা।

বাবা : সকলো প্ৰকাৰৰ ৰাজকাৰ্য্যত স্ত্ৰী, বৃদ্ধ আৰু বালকক বৰ্জন কৰা উচিত।

মন্ত্ৰী : কি?

বাবা : কৈছো......।

মন্ত্ৰী : কি কৈছো , কি কৈছো হে.....

ৰজা : মহাশয়।

মন্ত্ৰী : নহয় মহাৰাজ। সেৱা প্ৰণাম কৰিছোৱেই। কিবা কাৰণত যেনিবা নামতো মনত নৰলেই সেই বুলি এনে গাজত লগা কথা ক'ব লাগেনে আৰু নামো সেইডাল সাপৰ নেগুৰৰ দৰে দীঘল।

বাবা : কি সাপৰ লগত তুলনা । ক'ম ক'ম (Direction)

লিগিৰা : চা অ' লিগিৰী ৰাষ্ট্ৰ নেতা ধৰ্ম্মনেতাৰ কাজিয়াখন চা। আমাৰ গাৰ্বৰ মিনেচৰৰ পুতেকে ফটিকা টুপি ধৰিও ইয়াত কে চন্তালি থাকে।

লিগিৰী : এৰা পাই আচল কথা পৰিল তল দুয়ো বীৰে প্ৰকাশে ব'ল।

লিগিৰা : দেশ গ'লে গ'ল, জাতি গ'লে গ'ল, নিজৰতো মুখেই হ'লেই হ'ল।

লিগিৰী : আহ অ' লিগিৰা। মহাৰাজক কথাতো সোৰৰাই দিওঁগৈ।

লিগিৰা : হয় তই ঠিকেই কৈছ। নিমখ যেতিয়া খাইছোৱেই দেখ দেখকৈ হানিতো সহি থকাতো বেয়া হ'ব। (দুয়ো ৰজাৰ কাষলৈ আগ বাঢ়ে।) পুনৰ বাহিৰত কোলাহল

ইফালে মন্ত্ৰী আৰু বাবাৰ তৰ্কাতৰ্কি(Direction)

ৰজা : বিশেষজ্ঞৰ ৰিপৰ্টৰ পৰা জানিব পাৰিলো আপুনি বোলে দেশৰ পৰা দুৰ্নীতি আঁতৰাব পাৰিব।

বাবা : পাৰিমতো। ময়েই একমাত্ৰ ব্যক্তি। যি এই অশুভ শক্তিৰ পৰা দেশখনক মচাব পাৰিচ।

ৰজা : ভাল কথা। মন্ত্ৰী মহাশয় দুৰ্নীতিক খেদিবৰ বাবে বাবাজীক যি লাগে সকলোবোৰ ৰাজভঁৰালৰ পৰা দিয়াৰ ব্যৱস্থা কৰক।

মন্ত্ৰী : সকলোবোৰ মানে............

ৰজা : অ' সকলোবোৰ। জড়া ফুকা, কৰিবৰ বাবে বিহলঙনী, মিঠাতেল, ফুটচাই, মৰা মানুহৰ লাওখোলা, চিয়তা, যি লাগে সকলোবোৰ।

বাবা : মহাৰাজ এইবোৰ একো নালাগে। (Direction) দুৰ্নীতি হৈছে অশৰীৰী। ইয়াৰ আকৃতি নাই। ই বতাহৰ লগত মিলি থাকে। সেই বতাহ যি সেৱন কৰে সিয়েই দুৰ্নীতিৰ গ্ৰাসত পৰে। হৰি ওম তৎসৎ। সেই বতাহ ৰাজ্যৰ সৰ্বত্ৰ বলিছে। সেই ৰাজ্যৰ সকলো মানুহেই বৰ্ত্তমান দুৰ্নীতিৰ কবলত ।

ৰজা : এতিয়া উপায়?

বাবা : ওঁ উপায় হ'ব। তাৰ বাবে লাগে মহাৰাজৰ ইচ্ছা আৰু অনুগ্ৰহ।

ৰজা : মই কি কৰিব লাগিব।

বাবা : ক'ম সকলো ক'ম। এই দুৰ্নীতিৰ বিপক্ষে তন্ত্ৰ মন্ত্ৰেৰে যুদ্ধত নামিব লাগিব।

ৰজা : কি অশৰীৰিৰ বিপক্ষে?

বাবা : ৰ'ব প্ৰকাশ্যে যুদ্ধ কৰিবলৈ তাক লগ পোৱা টান। সেয়ে দুৰ্নীতিয়ে আক্ৰমণ কৰিব নোৱাৰাকৈ প্ৰতিষেধক ব্যৱস্থা গ্ৰহণ কৰিব লাগিব।

লিগিৰী : প্ৰতিষেধক মানে কি অ' লিগিৰা?

লিগিৰা : ধেৎ এইজনী। সৰু সৰু ল'ৰা-ছোৱালী যে ডাক্তৰে পলিয় খুৱায়।

লিগিৰী : অ'

লিগিৰা : সেইটোৱেই আৰু...

ৰজা : এই তহঁত মানে তহঁত, মনে মনে থাক।

বাবা : ৰাজ্যৰ সকলোৱে একো একোটা তাবিজ পিন্ধিব লাগিব।

সকলো : তাবিজ....।

বাবা : অ' তাবিজ। সেই তাবিজ মই দিম মন্ত্ৰপুত তাবিজ। সেই তাবিজ পৰিধান কৰিলে দুৰ্নীতিৰ চৈধ্য গোষ্ঠীয়ে ক্ৰিয়া কৰিব নোৱাৰিব।

ৰজা : ঠিক আছে। সকলোৱে তাবিজ পিন্ধক।

লিগিৰী : ক'ত বা পিন্ধিব লাগিব। মূৰতেইনে ভৰিতেই।

মন্ত্ৰী : এই এইজনী কেপ্‌কেপাই নাথাকিবি।

বাবা : আপোনাৰ ৰাজ্যত কিমান ৰজা আছে।

ৰজা : মন্ত্ৰী মহাশয়।

মন্ত্ৰী : হেৰা বিশেষজ্ঞ।

জ্যেষ্ঠ : কণিষ্ঠ।

কণিষ্ঠ : (ফাইল চাই) ৭০ কোটি ৪৮ লাখ ৫৫হাজাৰ আঠশ চৌধ্যতা আছিল যোৱাকালিলৈকে।

বাবা : ওঁম মহাপয়মালৰ কথা হ'ল নহয়।

ৰজা : কিয়? কি পয়মালৰ কথা কৈছে।

বাবা : ইমানবোৰ তাবিজ বনাবলৈ এটা industry কৰিব লাগিব।

ৰজা : ঠিক আছে industry কৰা হওক মন্ত্ৰী মহাশয়। (Direction)

মন্ত্ৰী : ভাল মহাৰাজ

লিগিৰা : লিগিৰী।

লিগিৰী : ক।

লিগিৰা : বাবাই মাৰিলে দাও।

ৰজা : (লিগিৰা, লিগিৰীলৈ খঙেৰে চাই) আকৌ।

বাবা : লাইচেন্স যেনিবা পালোৱেই মহাৰাজ কিন্তু ইমান ডাঙৰ এটা Industry কৰিবলৈ টকাও লাগিব নহয় ভালেমান।

ৰজা : কিয়? আপোনাৰ টকা সিকা নাইজানো।

বাবা : সন্ন্যাসী মানুহ আমি। আমাৰনো ক'ত টকা পাইছা থাকিব।

মন্ত্ৰী : ইমান দিনে জড়া ফুকা কৰি একো এটা কৰিব নোৱাৰিলে আপুনি?

লিগিৰা : বাবাজীয়ে পাই যিমান উৰায়ো সিমান যেন পাইছো।

ৰজা : ঠিক আছে মন্ত্ৰী মহাশয়।

মন্ত্ৰী : মহাৰাজ।

ৰজা : বাবাজীক এটা লোন দিয়াৰ ব্যৱস্থা কৰক। (Direction)

মন্ত্ৰী : কিমান টকা বা?

ৰজা : বিশেষজ্ঞ....।

কণিষ্ঠ : প্ৰস্তাবিত তাবিজ উদ্যোগটোৰ....

জ্যেষ্ঠ : আই অবজেক্ট ইয়ৰ অনাৰ।

ৰজা : তোমাৰ আকৌ কি হ'ল?

জ্যেষ্ঠ : এই তাবিজ শব্দটো ব্যৱহাৰ কৰিলে ভাল নহ'ব। ব্যৱসায়ীক দিশৰ প্ৰতি লক্ষ্য ৰাখি তাবিজৰ ঠাইত মাদলী শব্দটো ব্যৱহাৰ কৰিবলৈ মই পৰামৰ্শ দিও।

ৰজা : ঠিক আছে। তাবিজ যেহু (বৈ) মানে কাটি দিয়ে।

কণিষ্ঠ : প্ৰস্তাবিত এন্টি দুৰ্নীতি মাদলীৰ উদ্যোগ...

জ্যেষ্ঠ : অবজেক্সন.....

মন্ত্ৰী : কিমাননো অবজেক্সন কৰা হে তুমি?

জ্যেষ্ঠ : এন্টি দুৰ্নীতি। এই বিশেষ শব্দটো ভাল লগা নাই।

ৰজা : ভাল লগা নাই যদি ভাল লগাটো দিয়া।

জ্যেষ্ঠ : তাৰ ঠাইত মোৰ মতেৰে সদাচাৰ হোৱা ভাল হ'ব।

ৰজা : অ' দে। সদাচাৰক গ্ৰহণ কৰা হ'ল।

লিগিৰী : এইটো কি আচাৰ অ' লিগিৰা?

লিগিৰা : জানো পাই!

কণিষ্ঠ : প্ৰস্তাবিত সদাচাৰৰ মাদলী নিৰ্মাণৰ উদ্যোগটোৰ বাবে মুঠ খৰছ কৰিব পাৰিব ১ কোটি ৭৫ লাখ টকা।

জ্যেষ্ঠ : তিনি মাহৰ ওবৰ্কিং কেপিটেল ধৰিছা?

কণিষ্ঠ : ধৰিছো।

ৰজা : মন্ত্ৰী মহাশয় বাবাজীক দুই কোটি টকা ফান্দ দিয়াৰ ব্যৱস্থা কৰক। (Direction)

মন্ত্ৰী : শ্ৰীমতজী।

বাবা : হেঃ হেঃ হেঃ!

মন্ত্ৰী : লাইচেন্স মোৰ হাতত।

বাবা : হেঃ হেঃ হেঃ

মন্ত্ৰী : তাকে চাই কি কৰে কৰক।

বাবা : কৰিবলৈ কিতো আছে। আপোনাৰ ল'ৰাটোক Industry ৰ শতকৰা ৫ ভাগৰ অংশীদাৰ কৰি ল'ম।

মন্ত্ৰী : মাত্ৰ Five percent.

বাবা : এক কোটি ৭৫ লাখৰ Five percent ক'ম নহয়।

জ্যেষ্ঠ : five percent অ'ৰ অংশীদাৰ মোৰ খুলশালীটোকো কৰিব লাগিব।

কণিষ্ঠ : মোৰ ভাইটোকো থ্ৰি এণ্ড হাফ পাৰচেন্টৰ মালিক কৰিব লাগিব।

বাবা : মোলৈনো কিটো থাকিবগৈ?

মন্ত্ৰী : এওঁলোকৰতো যি কৰে কৰিব। মোৰতো কিন্তু....।

জ্যেষ্ঠ : নহয় মোৰটোও....।

কণিষ্ঠ : মোৰতো বাদ দিলে কেনেকৈ হ'ব?

বাবা : কিন্তু মোৰ....

(Direction)

লিগিৰী : লিগিৰা।

লিগিৰা : ক।

লিগিৰী : কেইবাদিনো ভাবি ভাবি মই কথা এটা উলিয়াব পৰা নাই।

লিগিৰা : কচোন।

**লিগিৰী :** বিশেষজ্ঞ মানে কি অ'?

**লিগিৰা :** মানে হেৰি আৰু ? মানে এক্সপাৰ্ট। পণ্ডিতবো পণ্ডিতক বিশেষজ্ঞ বোলে বুজিলি?

**লিগিৰী :** নহয় কিজানি !

**লিগিৰা :** ই: নহয়গৈ।

**লিগিৰী :** বিশেষ মানে কি? ইছপিছিয়েল নহয় জানো?

**লিগিৰা :** হয়।

**লিগিৰী :** অজ্ঞ মানে একো নজনা মূৰ্খ নহয় জানো?

**লিগিৰা :** হয়।

**লিগিৰী :** তেনেহ'লে বিশেষজ্ঞ মানে ইছপিছিয়েল মূৰ্খহে হয়।

**লিগিৰা :** হ্যাঁ?

**লিগিৰী :** কথাটো ভাবি চাইছেনে?

**লিগিৰা :** বাদ দে সেইবোৰ । আদা বেপাৰীক জাহাজৰ খবৰ কেলেই? তাতকৈ বেলেগ কথা পাতো। নে কি ক'ব?

**লিগিৰী :** ক।

**লিগিৰা :** গাৰ্বৰ খবৰ নোসোধ?

**লিগিৰী :** সুধিম। আমাৰ গাৰ্বৰ খবৰো তোক দিম।

**লিগিৰা :** কি হ'ল জানিছ।

**লিগিৰী :** কচোন।

**লিগিৰা :** দেশৰ মানুহে তাবিজ বোৰ পিন্ধিবলৈ লোবাৰ পাছৰ পৰা দেশত বোলে দুৰ্নীতি সঁচাকৈয়ে নাইকিয়া হ'ল।

**লিগিৰী :** ময়ো তাকেই ক'বলৈ ওলাইছিলো। এই মাহৰ (১) এক তাৰিখৰ পৰা মানুহবোৰে তাবিজ পিন্ধা নাই জানো?

**লিগিৰা :** অঁ, এক তাৰিখৰ পৰাই পিন্ধিছে।

**লিগিৰী :** আজি ৩০ তাৰিখ।

**লিগিৰা :** মাহৰ শেষ।

**লিগিৰা :** আজি এমাহে দেশখনৰ ক'তো চোৰাংচোৱাই দুৰ্নীতিৰ ছাঁটোকে দেখা নাই।

**লিগিৰা :** আমাৰ ৰজাই নিতৌ ভেশ সলাই পৰীক্ষা কৰি চাইছে নহয়।

**লিগিৰী :** হয় নেকি?

**লিগিৰা :** হয়তো আকৌ মণ্ডলৰ অফিচলৈ গৈছে। নগৰ পালিকাৰ অফিচলৈ গৈছে। যোগানলৈ গৈছে। স্কুলৰ অফিচলৈ গৈছে। গড়কাপ্তানিলৈ গৈছে। সকলোবোৰ লৈকে গৈছে।

**লিগিৰী :** কিবা পালেনে?

(Direction)

**ৰজা :** ই....ই বুজিছে? ই মোৰ পৰা নগদ পাচ টকা বিচাৰিছিল।

**মন্ত্ৰী :** হয়নে ঐ।

**কেৰাণী :** (নিমাত)

**ৰজা :** মই. . বুজিছে নে নাই। এনেকুৱা ভেশচন কৰিছো নহয় ইয়াৰ কি সাধ্য মোক চিনি পোৱাৰ।

**জ্যেষ্ঠ :** তাৰ পিচত মহাৰাজ?

**ৰজা :** মই বোলো মোৰ ৰেচনকাৰ্ডখন কৰি দিয়কচোন। বোলে আবেদন কৰা। কৰিলো আবেদন। বোলে এটকা দহ পইচাৰ টিকট লগোৱা। বোলে বিষয়াৰ পৰা চহী কৰাই আনা । আনিলো। বোলে পাচ টকা দিয়া। ধৰিলো বান্ধেকে তেতিয়াই।

**বাবা :** ই তাবিজ লোৱা নাই ছাগে?

**জ্যেষ্ঠ / কণিষ্ঠ :** ইয়াৰ চাকৰি যাব।

**কেৰাণী :** তাবিজ মোৰ আছে।

**মন্ত্ৰী :** মিছা কথা নক'বি।

**কেৰাণী :** নহয, মই মিছা কোৱা নাই।

**বাবা :** তেতিয়াহ'লে তই পিন্ধা নাই।

**কেৰাণী :** পিন্ধি আছো।

**সকলোৱে :** কি?

**কেৰাণী :** হয় তাবিজ পিন্ধি আছো।

**ৰজা :** বাবাজী। এইটো কেনেকৈ হ'বলৈ পালে?

**বাবা :** নাই মহাৰাজ। মোৰ তাবিজ ফেইল হবই নোৱাৰে। ই বদমাচে মিছা কথা কৈছে। ই তাবিজ পিন্ধাই নাই।

**ৰজা :** ঐ সঁচা কথা ক।

**কেৰাণী :** (ছাৰ্ট খুলি বাহুত বান্ধি থোৱা তাবিজ দেখুৱাই) এইয়া চাওক আৰু ই একেৰাহে কি কৈ আছে শুনকহি আহক ।(Direction)

Off voice :- আজি মাহৰ শেষ তাৰিখ। ঘোচ পালে খাই দে। একো নহয়। মাহৰ শেষ। ঘোচ খা। মাহৰ শেষ ঘোচ খা।

**(সংলাপটো ক্ৰমে একক কণ্ঠৰ পৰা কোৰাচলৈ ৰূপান্তৰ হ'ব। ক্ৰমে ডাঙৰ কৈ Fade out হ'ব।)**

পট পৰে

<u>সমাপ্ত</u>

# দুৰন্ত ঘোঁৰা

নাট্যকাৰ॥পুষ্প গগৈ

চৰিত্ৰলিপি ঃ

১। চৌলিক
২। ওবাং

(সময় আবেলি। স্থান চীনৰ ইউনান, ওবাঙৰ ঘৰৰ এটা কোঠা, ঘৰটোৰ কোঠাটোৰ চাৰিওফালে কিছুমান কাঠৰ টুকুৰা, মিস্ত্ৰিৰ সঁজুলি আদি সিঁচৰতি হৈ পৰি আছে। ওবাঙে কোঠাটোৰ একোণত কাঠ এটুকুৰা কৰতেৰে কাটি আছে। ওবাঙৰ ওচৰতে এটা অৰ্দ্ধনিৰ্মিত কফিন। কোঠাটোৰ আনটো কোণত চৌলিকে হাতত তাচ এজোৰ লৈ অকলে অকলে কিবা এটা খেলাৰ দৰে আত্মনিমগ্ন হৈ আছে। চৌলিকৰ সন্মুখত দুটা বান-বাতি নামলাউৰে ভৰি আছে। মাজে মাজে চৌলিকে বান-বাতিৰ এঘোটা নাম লাও খাই চিন্তাক্লিষ্ট হৈ আত্মবিভোৰ হৈ আছে। চৌলিকৰ ওচৰত তিনিখনমান বাতৰি কাগজ।)

ওবাং ঃ (কোনোফালে নোচোৱাকৈ নিজে নিজে কয়) মানুহটো আজিও নাহিল। (কিছু সময় মৌন) কেনেকুৱাযে মানুহ এইটো (মৌন, ওবাং লাহে লাহে বহাৰ পৰা চৌলিকৰ ওচৰলৈ উঠি আহে আৰু চৌলিকৰ পাছফালে ঠিয় হৈ তাচপাতবোৰ মন কৰে আৰু বান-বাতিৰ এঘোটা নাম লাও পিয়ে।) ম্ৰা ট্ৰা। কেনেকুৱাযে মানুহ এইটো এতিয়াও সি নাহিল।

চৌলিক ঃ মানুহটো বৰ বদমাছ কিজানি।

ওবাং ঃ চৌলিক তুমি আগতে এনেকুৱা মানুহ কেতিয়াবা দেখিছিলানে বাৰু?

চৌলিক ঃ ঠিক দেখা নাই।

ওবাং ঃ সি কেনেকুৱা হ'ব পাৰে বাৰু?

চৌলিক ঃ সেইটো তুমিহে জানা ওবাং।

ওবাং ঃ অৱশ্যে (কিছু ভাবি, লাহে লাহে আগৰ ঠাইত বহি পৰে আৰু হাতুৰীটো লৈ কফিনত ২টা মান গজাল মাৰে। হঠাতে হাতত হাতুৰী লাগিল। দুখ পায় উহ উহ বুলি কুঁকাই থাকে। চৌলিকে টাচবোৰ এৰি ওবাঙৰ ওচৰলৈ উৎকিগ্ন হৈ আহে আৰু ওবাঙৰ আঙুলি পৰীক্ষা কৰে)

চৌলিক ঃ ক'ত দুখ পালা ওবাং কত দুখ পালা?

ওবাং ঃ ইয়াতে (বুঢ়া আঙুলি দেখায়)।

চৌলিক ঃ কিবা ঔষধ আছে নে নাই?

ওবাং ঃ নাই একো ঔষধ নাই।

চৌলিক ঃ কিয় সেই ডাক্তৰ মাওলুংৰ পৰা তুমি আগতে ঔষধ অনা নাছিলা জানো।

ওবাং ঃ ঔষধ অনাই নহ'ল।

চৌলিক ঃ কিয় চহৰৰ সকলোৱে দেখোন মাওলুঙৰ পৰা কিনা পইচাই ঔষধ আনিলে তুমিনো কিয় ঔষধ নাপালা?

ওবাং ঃ কিয়নো আনিবলৈ থাকিল কৰই নোৱাৰো।

চৌলিক ঃ ভাল হৈছে তুমি মজা পাবই লাগে।

(কিছু সময়ৰ মৌন ওবাঙে হাতত দুখ পোৱা অৱস্থাতে কফিনত গজাল মাৰে। চৌলিকে ওবাঙক পুৰণি বাতৰি কেইখনলৈ আঙুলিয়াই কয়)

চৌলিক ঃ সৌ বাতৰিখনত লিখা আছে যে....

ওবাং ঃ কি লিখা আছে, একো নাই লিখা।

চৌলিক ঃ নহয় লিখা আছে যে, চাংহাইত তোমাৰ চিনা আওকনীয়া মানুহবোৰক কৰ্মীশালাত ৰখা নহয়। অন্য ঠাইৰ বহুত মানুহ এনেদৰে সোমাই আছে বুলি

গুনিছো।

ওৱাং : সেইখন যে পুৰণি বাতৰি তুমি জানানে নাই। ক'ৰ যে পুৰণি বাতৰিবোৰ এওঁ আনি আনি পঢ়ি থাকে। কত যে নতুন নতুন বাতৰি আজিকালি হুলা হৈ ওলাইছে এওঁৰ খবৰেই নাই।

চৌলিক : থোৱা থোৱাহে ওৱাং তোমাৰ আৰু এই কফিনটো বনাই থাকোতেই গোটেই জীৱনটো যাব। (এই বুলি কৈ চৌলিকে আগৰ ঠাইত গৈ বহি পৰে আৰু বানকিৰ পৰা এযোটা লাও পান কৰে। আকৌ তাচপাতত মগ্ন হয়) (কিছুসময় মৌনতা ওৱাঙে হাতুৰীটো লৈ কফিনত গজাল মাৰি থাকে) অলপ পাচত ওৱাঙে কপালৰ পৰা ঘাম মচি চৌলিকক কয়)

ওৱাং : চৌলিক-মানুহটো নাহিব কিজানি।

চৌলিক : (মৌন)

ওৱাং : কিমাননো আৰু এইটো বনাই থাকিব। ভীষণ ভাগৰ লাগিছে।

চৌলিক : ভাল হৈছে ভাগৰ লাগিছে। তোমাক কোনে এইটো বনাবলৈ কৈছিলে?

ওৱাং : সেই মানুহটোৱে।

চৌলিক : তাৰ নাম কি?

ওৱাং : নামটো (ভাবে) ঠিক নামটো, নাজানো।

চৌলিক : নাজানা যদি তুমি অৰ্ডাৰ কেনেকৈ লৈছিলা?

ওৱাং : নহয় সি সোনকালে আহিম বুলি কৈছিল।

চৌলিক : পিচে এতিয়া কিয় নাহিল?

ওৱাং : এবা তাৰ মহিমা ধৰিবই নোৱাৰি।

চৌলিক : কামতো শেষ হ'বলৈ আৰু কিমান দিন লাগিব।

ওৱাং : ক'বই পৰা নাই। (ওৱাং বিবুদ্ধি হৈ কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ বস্তুবিলাক ডাঙি মেলি চিন্তান্বিত হৈ ঘূৰি ফুৰে) চৌলিক ওৱাঙৰ চিন্তান্বিত মুখখনলৈ মনে মনে চাই থাকে আৰু কয়)

চৌলিক : ওৱাং (হাতত বান-বাতি তুলি লৈ ওৱাঙক দেখাই আৰু উচ্চস্বৰে এটা হাঁহি মাৰে।)

ওৱাং : (আচৰিত হৈ) হাঁহিলা যে। হাঁহিবলৈ কিটো আছে।

চৌলিক : (বেচি জোৰে হাঁহে)

ওৱাং : আকৌ হাঁহিলা যে?

চৌলিক : (পুৰণি বাতৰিখন মাটিৰ পৰা তুলি ওৱাঙৰ মুখৰ আগত দাঙি ধৰি আকৌ এটা বিকট তাচ্ছিল্যৰ সুৰত হাঁহি মাৰে)

ওৱাং : (জোৰেৰে) চৌলিক তুমি হাঁহিছা কিয়?

চৌলিক : হাঁহিছো ওৱাং, ইয়াৰ কাৰণ আছে।

ওৱাং : কিয়, কিয়?

চৌলিক : অৰ্থাৎ আমি এইদৰেই দিনবোৰ কটাব লাগিব নেকি?

ওৱাং : কোনে জানে, হয়তো হ'বও পাৰে।

(দুয়ো পুনৰ নিজৰ নিজৰ কামত নিমগ্ন হয়। চৌলিকে আকৌ বানকিৰত এযোটা মাৰে, ওৱাঙে চৌলিকক থোৱা দেখি উঠি আহি বান বাতি তুলি লৈ ফ্ৰা ট্ৰা বুলি এহপ মাৰে)

ওৱাং : চৌলিক (এখোজ দুখোজকৈ চৌলিকৰ পৰা আঁতৰি আহি কয়) এটা কথা ভাবিছোঁ।

চৌলিক : কি কথা?

ওৱাং : সেই মানুহটো যদি নাহে তেন্তে এই কফিনটো কি হ'ব?

চৌলিক : জুইত পুৰি পেলাবা।

ওৱাং : সেইটো অসম্ভৱ মই কেতিয়াও ইয়াক জুইত পুৰি পেলাব নোৱাৰো। ইমান সুন্দৰকৈ মই ইয়াক গঢ় দিছো মই কেনেকৈ পুৰিম, নিশ্চয় সেই মানুহটো এদিন আহিবই আৰু মোৰ এই কফিনটো তেওঁ লৈ যাব আৰু মই ইয়াৰ উচিত দাম পাম। ইয়াৰ পইচাৰে মই চাংহাইত থকা মোৰ ল'ৰাটোলৈ অন্ততঃ কেইটামান টকা বেচিকৈ পঠাব পাৰিম।

(চৌলিকে ওৱাঙৰ কথা শুনি উচ্চস্বৰে হাঁহি মাৰি বান-বাতিত এচুমুক দি 'ফ্ৰা ট্ৰা' বুলি কয়। ওৱাঙে কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ চিন্তান্বিতভাৱে পাইচাৰী কৰি ফুৰে। আৰু চৌলিকে পুৰণি বাতৰি এখন মনোযোগেৰে পঢ়ে। নেপথ্যত বিষাদৰ সঙ্গীত বাজি উঠে। চৌলিক ফ্ৰিজ হৈ যায়, বাতৰি পঢ়া অৱস্থা। ওৱাঙে লাহে লাহে আগলৈ আহি কয়)

ওৱাং : মই ভাবিছিলো মোৰ জীৱনত নতুন সূৰ্যৰ পোহৰ আহি পৰিব। মোৰ পত্নী চুইৰ মৃত্যু হোৱাৰ পাচত মোৰ জীৱনলৈ প্ৰচণ্ড ধুমুহা নামি আহিল। মই ভীষণ অকলশৰীয়া হৈ পৰিলো। মোৰ হাতুৰী, মোৰ কৰত, গজালবোৰ কাঠৰ টুকুৰাবোৰেই মোৰ নিসঙ্গ কোঠাত সঙ্গী হৈ পৰিল। ইইতেই যেন মোৰ বন্ধু নিঃসঙ্গ বেলিকাও ইইতেই যেন মোক বিচিত্ৰাই মাতে। চুই তুমি মোক এৰি কিয় গুচি গ'লা। মই, মই তোমাক

অৱহেলিত কৰিছিলো চুই তাৰ বাবে মৰয়েই দুখী চুই। তাৰ বাবে মই এতিয়া অনুশোচনা কৰিছো। মোৰ ল'ৰাটো শিঙো বহুদিন ঘৰলৈ অহা নাই, মই বৰ অকল্পনীয়া অনুভৱ কৰিছো।

(ওৱাঙে লাহে লাহে তাৰ পৰা আঁতৰি গৈ কৰতে কাঠ এডোখৰ কাটিব ধৰে সেই অৱস্থাত ক্রিজ হৈ হৈ যায়। চৌলিকে লাহে লাহে উঠি আহি মঞ্চত পাইচাৰী কৰি সন্মুখলৈ আগবাঢ়ি যায় আৰু ক'বলৈ আৰম্ভ কৰে।)

চৌলিকঃ পুৰণি বাতৰিবোৰ আৰু কিমান পঢ়িম যিটো খবৰ মই কাকতত বিচাৰিছিলো সেইটো আজিও পোৱা নাই, হয়তো ভৱিষ্যতেও নেপাম। গোটেই জীৱন মই মাথো বিচাৰিলো আৰু বিচাৰিলো। এফালে আশা পূৰণৰ স্বপ্ন আৰু আনফালে আশা ভংগৰ কল্লোল। এক দুদোল্যমান অন্তৰ্দ্বন্দই মোক কেৱল অস্থিৰ কৰি ৰাখিছে। জীৱনবোৰ সঁচাই বৰ উদ্ভত। লক্ষ্য থাকিও লক্ষ্যহীন, সীমা থাকিও সীমাহীন, যেন সকলো জানি শুনিও আমি অন্ধ।

(লাহে লাহে চৌলিকে পিছুৱাই আহি বান-বাতিৰ পৰা নামলাও এঘোটা খায় হ্ৰা ট্ৰা বুলি তাচপাতত ধৰে। ওৱাঙেও কৰতেৰে কাঠ এডোখৰ কাটিব ধৰে। কিছু সময় মৌনতাৰ পাছত ওৱাঙে কয়)

ওৱাং : উহ্ সেই মানুহটো এতিয়াও নাহিল। যদি তাক কফিনটো নেলাগেই মোক সাজিবলৈ দিছিল কিয়? এনেকুৱা মানুহনো ক'ৰবাত থাকেনে? সাজিবলৈ দিব, নিবলৈ নাহে। মই তাৰ বাবে বাট চাই মৰিব লাগে। (অসহ্য হৈ চৌলিকলৈ চায়) চৌলিক ক'তা মানুহটো দেখোন এতিয়াও নাহিল।

চৌলিক : নাহিল নাহিল আৰু মই কি কৰিব লাগে?

ওৱাং : কিন্তু মইযে বিপাঙত পৰিছো।

চৌলিক : মানুহটো কেনেকুৱা আছিল বাৰু?

ওৱাং : মানুহটো ওখ আছিল।

চৌলিক : সি বগা কাপোৰ পিন্ধিছিল নেকি?

ওৱাং : নহয় সি হালধীয়া কাপোৰহে পিন্ধিছিল।

চৌলিক : মানুহজন তেন্তে চীনা নেকি?

ওৱাং : হ'ব পাৰে, হ'ব পাৰে।

চৌলিক : হ'ব পাৰে নহয় সি তেন্তে চীনাৰেই হয়।

ওৱাং : তেনেহ'লে চীনা যদি তেওঁ আহিব লাগিব কাৰণ চীনাবোৰে মানুহক মঠগে।

চৌলিক : সি সঁচা চীনা নহ'বও পাৰে। বাৰু তাৰ ঠিকনা লিখি ৰাখিছানে নাই।

ওৱাং : ঠিকনা লিখিবলৈ পাহৰিয়েই গ'লো।

চৌলিক : তুমি কিন্তু ভীষণ ভুল কৰিলা। পৃথিৱীখন কি ইমান সহজ বুলি ভাবিছা নেকি? ঘড়ীৰ কাটাৰ দৰে ই অবিৰত কেৱল ঘূৰিয়েই আছে।

(বেদনাক্রান্তমুখা বেদনাৰ সংগীত। এনেতে বাহিৰত এটা ধোঁৱাৰ খোজৰ শব্দ শুনা যায়। শব্দটো দূৰৰ পৰা ক্ৰমান্বয়ে ওচৰলৈ আহে।)

ওৱাং : সেইটো, ধোঁৱাটো আকৌ আহিল।

চৌলিক : আকৌ আহিল?

ওৱাং : শুনা, শুনা, সেইয়া।

চৌলিক : তুমি শুনিব পাৰিছা জানো?

ওৱাং : মই ভালদৰেই শুনিছো।

চৌলিক : সেই বগা ধোঁৱাটোনে?

ওৱাং : সম্ভৱ সিয়েই হ'ব।

চৌলিক : আবেলিখন তাৰ আকৌ কি জক উঠিল।

ওৱাং : নহয় সি প্ৰায় আবেলি আহে নতুবা আন্ধাৰ মাজনিশা আহে।

চৌলিক : তুমি আন্ধাৰতো তাক দেখিছা নেকি?

ওৱাং : দেখিছো। তাৰ গাটো বগা, ভীষণ বগা।

(ধোঁৱাৰ শব্দ তীব্ৰতৰ হ'ব ধৰে)

ওৱাং : শুনা শুনা...সেইয়া।

চৌলিক : ব'লাচোন তাক চাও।

ওৱাং : ব'লা।

(দুয়ো এখন সৰু খিৰিকিৰে দুয়োটা মুৰ ঠেলা-হেঁচা কৰি কোনোমতে বাহিৰলৈ চাই। ধোঁৱাটোৰ শব্দ তীব্ৰ হৈ আছে)

চৌলিক : ধোঁৱাটো বৰ বগা দেই। দেখিছা।

ওৱাং : চোৱা তাৰ গতি কিমান তীব্ৰ।

চৌলিক : কি দুৰন্ত গতি। চকুৰে মনিবকে নোৱাৰি। যেন কিবা এটা বগা বস্তুহে বাগৰি গৈছে।

(লাহে লাহে ধোঁৱাটো দূৰলৈ গ'ল আৰু শব্দও কমি আহিল।

দুয়ো পুনৰ নিজৰ নিজৰ কামত মগ্ন হ'ল।)

ওবাং : (কবতখন লৈ কাম কৰিব খুজি ভাল নালাগি বাটিত পেলাই) চৌলিক।

চৌলিক :(ওবাঙলৈ নোচোৱাকৈ বানবাত্তিটো মুখৰ ওচৰলৈ আনি) ওঁ ক্ৰা ত্ৰা।

ওবাং : ক'তা মানুহটো দেখোন নাহিলেই। সিটো আজিয়েই অহা কথা আছিল।

চৌলিক :(মুখৰ ওপৰত বান-বাত্তিটো ধৰি, ওবাঙলৈ তেৰাকৈ চাই এটা উচ্চস্বৰে হাঁহি মাৰি দিয়ে)

ওবাং : মানুহটো নিশ্চয় আজিয়েই অহা কথা আছিল।

চৌলিক : তেন্তিয়াহ'লে নাহিল কিয়?

ওবাং : উপায় নাই।

চৌলিক : এঘোটা মাৰি লোৱা (বান-বাত্তি লৈ দেখাই)

ওবাং : (চৌলিকৰ ওচৰলৈ আহি বান-বাত্তিটো দাঙি এঘোটা খাই) জীৱনটোলে কিযে দুৰ্যোগ নামি আহিছে লাহে লাহে। মই একো ভতেই ধৰিব পৰা নাই। (ওবাং লাহে লাহে কোঠাটোৰ আনটো কোণলৈ গৈ এঠাইত ব'ল) জাপানী সৈন্যবিলাকে মোৰ বুঢ়া দেউতাক আৰু মাক চকুৰ আগতে বেয়নেটেৰে খুচি হত্যা কৰাৰ দৃশ্য মোৰ চকুৰ আগত এতিয়াও ভাহি উঠে তেওঁলোক ধৰফৰাই ধৰফৰাই মৰি গৈছিল। মই নীৰৱ দৰ্শক হৈ চাই আছিলোঁ। সেইদিনাৰ পৰাই মোৰ জীৱনত সুখৰ বেঙনি পৰা নাই। চুঁইক বিয়া কৰাৰ পাছত জীৱনলৈ বসন্ত নামি আহিব বুলি ভাবিছিলো। কিন্তু মিছা। বিও জন্মৰ পাচতে তাইৰ মৃত্যু হ'ল। (ওবাং লাহে লাহে মৌন হৈ চৌলিকৰ ওচৰলৈ আহি) চৌলিক মই কি ভুল কৰিলো? মোৰ ভুলৰ সংশোধন ক'ত? চুঁইক মৰেই মাৰিলোঁ, চুঁইক মৰেই মাৰিলোঁ। মোৰ বাবেই চুঁই মৰিল। কেৱল মোৰ বাবে।

চৌলিক :(হাঁহি) এতিয়া বেজাৰ কৰিছ (হাঁহি) লাভ নাই লাভ নাই। প্ৰথমে ভুল কৰিবা। এতিয়া কান্দিছ? তুমি কি নিৰ্বোধ?

ওবাং : কিন্তু মইতো ভুল কৰোঁ বুলি কৰা নাই?

চৌলিক : তোমাৰ বিবেকেতো তোমাক বাধা নিদিলে?

ওবাং : মোৰ ভুলৰ পৰিণাম মই ভুগিবই লাগিব।

(লাহে লাহে আৰামত্তি লৈ পুনৰ কৰিনটো কনাৰলৈ ধৰিলে)

চৌলিক :বাং, বাং, সেইটো নকলাবা।

ওবাং : (আচৰিত হৈ) কিয়?

চৌলিক : লাভ নাই। সেইটো কৰাই থাকি কি কৰিবা। মানুহটো দেখোন নাহিলেই। নাহিলেই যেতিয়া সি আৰু নাহিবই নেকি কিজানি।

ওবাং : কিজানি শেষ মুহূৰ্তত আহেই।

চৌলিক : আশা নকৰিবা। ধোঁৱাটো এতিয়ামানে ক'ত পালেগৈ বাৰু?

ওবাং : ক'ব নোৱাৰি। তাৰ গতিয়েই দুৰন্ত।

চৌলিক : একো সমাধান নাই।

ওবাং : কিহৰ?

চৌলিক : মানকাণ্ডে যে কৈছিল সেই কথাটোৰ?

ওবাং : কি কথাটো?

ওবাং : পুনৰ বিবাহ।

ওবাং : (জোৰেৰে) অসম্ভৱ, অসম্ভৱ। তুমি কি কথা কৈছা?

চৌলিক :(হাঁহি) বান-বাত্তি ফিটো মুখৰ আগলৈ তুলি দিয়ে (আকৌ হাঁহে)

ওবাং : তুমি এনে অসম্ভৱ কথাবোৰ নক'বা কেতিয়াও।

চৌলিক : মোক মানকাণ্ডে হ'লে এইটো কৰিবলৈকে কৈছে। মই পুনৰ চিন্তা কৰি আছোঁ।

ওবাং : কিন্তু এই বয়সত?

চৌলিক : বুঢ়াতো একেবাৰে হৈ যোৱা নাই।

ওবাং : তুমি আচৰিত। এতিয়াও এনে কথা চিন্তা কৰিব পাৰা।

চৌলিক :(হাঁহি হাঁহি ভীষণ জোৰেৰে হাঁহিলে আৰু কোঠাটোৰ একোণলৈ গৈ গহীনহৈ কব ধৰে) ওবাং, মোৰ জীৱনৰ সকলোবিলাক ৰহস্য তুমি নাজানা ওবাং। তোমাক আৰু মোৰ ক'বলৈয়ো মন নাই। কৈ কোনো লাভ নাই। ক'তবাৰ কথাবোৰ ভাবি চালো নাই কামত নাহিল। জীৱনটোত কিযে বিজুতি লাগিল কব নোৱাৰোঁ। যুদ্ধৰ সময়ত খাদ্যৰ অভাৱ ঘটি মোৰ পত্নী, সন্তান সকলো মৰিল। মাথো মই বাচি থাকিলো মই- মই অকলে। ময়ো মৰি যাব পৰা হ'লে ভাল আছিল। কিন্তু ক্ৰা ট্ৰাই মোক বচাই দিলে শান্তি দিবলৈ।

ওবাং :কিন্তু তেন্তিয়াহ'লে তুমি মোৰ কথাত ভেকুচালি কৰি হাঁহা কিয়?

চৌলিক :(খঙেৰে) কোনে হাঁহিছে তোমাৰ কথাত, কোনে?

ওবাং : কিয় তুমি।

চৌলিক : (হাঁহি হাঁহি বানবাত্তিটো মুখৰ ওচৰলৈ তুলি লয়) ব্রা ব্রা-।

(এনেতে ধোঁৱাৰ শব্দ পুনৰ কীণতৰৰ পৰা তীব্রতৰ হৈ আছে। দুয়োটাই দৌৰি গৈ খিৰিকি মুখত চাবলৈ ধৰে)

ওৱাং : চোৱা সেইয়া ধোঁৱাটো আহিছে।

চৌলিক : আকৌ সেই বগা ধোঁৱাটো?

ওৱাং : এৰা এৰা। চোৱা দুৰন্ত গতি।

চৌলিক : সি আমাৰ কাষলৈ আহিছে।

(ধোঁৱাটো দৌৰি আঁতৰি গ'ল। দুয়োটাই বিষণ্ণ মনেৰে লাহে লাহে পাচলৈ ঘূৰি আহিব ধৰিছে। এনেতে এটা ভয়ংকৰ ভাবে তেওঁলোকৰ মনত আবৰি ধৰে। দুয়ো দুয়োৰ মুখলৈ চাব ধৰে)

ওৱাং : সেইটো কি?

চৌলিক : কোনটো?

ওৱাং : সেইটো?

চৌলিক : কি দেখিলা?

ওৱাং : কফিনটো ওপৰলৈ ঠিয়হৈ দৰজাখন খোল খাই আছে।

চৌলিক : ক'তা মইতো দেখা নাই।

ওৱাং : মই কি কৰোঁ এতিয়া? মানুহটোৱে বাক কফিনটো লিখলৈ নাহে কিয়? সি যদি নাহেই মোক কাষলৈ নিছিলে কিয়? মই এতিয়া কি কৰোঁ? চৌলিক মই এতিয়া কি কৰোঁ?

চৌলিকঃ মিছা অলৌকিক চিন্তা কৰিছা কিয়? এইবোৰ তোমাৰ বিভ্ৰম।

ওৱাং : বিভ্ৰম নহয়, সত্য। মই দেখিছোঁ। মই নিজেই যেন কফিনটোৰ ভিতৰত সোমাই যাব ধৰিছোঁ। মই সেয়া মই কফিনৰ ভিতৰত— সেয়া মই চোৱা চোৱা। চুঁইছুঁই মই তোমাক হত্যা কৰা নাই। মোক শাস্তি নিদিবা। মোক বাচি থাকিব দিয়া। মই জীয়াই থাকিব বিচাৰোঁ।

চৌলিক : ওৱাং ওৱাং, কি হৈছে তোমাৰ? ভ্ৰম প্ৰলাপ বকিছা কিয়? তুমি পাগল হৈছা নেকি? সেইটো কফিন মাটিতে পৰি আছে। খালী কফিন। খালী। তাত তোমাৰ শ নাই। তুমি জীয়াই আছা।

ওৱাং : চৌলিক। চৌলিক। মোক বচা। মোক দেহটো লাহে লাহে কফিনত সোমাই যাব ধৰিছে। উস। উস।

চৌলিক : বাং। বাং—

ওৱাং : মোৰ বাচি থাকিবলৈ দিয়া। মই বাচি থাকিব বিচাৰোঁ। যি ভুল কৰিলোঁ তাক মই প্ৰায়শ্চিত্ত কৰিব বিচাৰোঁ। মই কফিনটো— কিয় বনাইছিলোঁ। কিয় ভুল কৰিলোঁ মই। মানুহটোৱে কফিনটো লৈ নাযায়হি কিয়?

চৌলিক : বাং, সেইবোৰ তোমাৰ ভ্ৰম। তুমি বাচি আছা।

ওৱাং : মোক বচাই দিয়া। মোক সেইফালে নাটানিবা। মোৰ পুত্ৰ চাংহাইত কলেজত পঢ়ি আছে। মই তাক পঢ়ুৱাব লাগে। ময়েই তাৰ একমাত্ৰ আপোন মানুহ।

চৌলিক : বাং, বাং। (চৌলিকে আহি বাঙৰ গাত ধৰি জোকাৰি দিয়ে)

ওৱাং : (চকু মুদি চিএৰি দিয়ে) আ-আ- দুয়োটা তেনেকৈয়ে ফ্রিজ হৈ যায় আৰু দুৰন্ত গতিৰে ধোঁৱাটো খিৰিকিৰ কাষেৰে দৌৰি পাৰ হৈ যায়।

চৌলিক : বাং বাং (ওৱাংৰ ওচৰৰ পৰা আঁতৰি আহি) তুমি কাপুৰুষ, তুমি ভয়াতুৰ। তুমি ভীৰু। তুমি স্বাৰ্থপৰ। নিজৰ বাবেই তুমি জীয়াই থাকিব বিচাৰা। তুমি কেৱল তোমাৰ কথাহে চিন্তা কৰা।

ওৱাং : চৌলিক?

চৌলিক : তুমি কেৱল তোমাৰ কথাহে ভাবা। মইয়ে তোমাৰ ওচৰত দিনৰ পাচত দিন বহি আছোঁ মোৰ কথা এবাৰলৈ হ'লেও ভাবিছিলানে?

ওৱাং : চৌলিক?

চৌলিক : মই ভাবিছিলোঁ আমি দুয়োটা বন্ধুভাবে থাকি পুনৰ নতুন জীৱন আৰম্ভ কৰিব। তুমি কিন্তু মোক ঠগিলা?

ওৱাং : চৌলিক— মই কেনেকৈ তোমাক ঠগিলোঁ। মই তোমাক বন্ধুভাবেৰেই লৈছোঁ। তুমি মিছা কথাৰ যুলি কৈছিলা মই তাত প্ৰতিবাদ কৰা নাই সমৰ্থনহে জনাইছিলোঁ।

চৌলিক : তুমি বিশ্বাসঘাটক। তুমি যিটো কফিন বনাইছা সেইটো মোৰ বাবেই বনাইছিলা। আচলতে কোনো মানুহে সেইটো বনাবলৈ দিয়া নাই। তুমি মিছাকৈ কৈ মোক ঠগিছা।

ওৱাং : মিছা মিছা। তোমাৰ অনুমান ভ্ৰান্ত। মই সেইটো কফিনটো বনাই থাকোতে মই নিজেইহে তাৰ মাজত সোমাই পৰিব খুজিছিলোঁ। মোক ভুল নুবুজিবা। তুমি মোৰ বন্ধু।

চৌলিক : বন্-বন্-বন্। বন্ধু। তোমাৰ ওচৰত মই থাকিব নোৱাৰোঁ। তুমি অভিনয় কৰিছা। মই যাওঁ। আজিৰ পৰা তোমাৰ

যখনৈ মহাটোকে সিদ্ধান্ত কৰিলোঁ। মই যাওঁ।-

(চৌলিক গুচি গ'ল)

ওৱাং : চৌলিক। চৌলিক। (জোৰেৰে) চৌলিক। চৌলিক। তুমি গুচি গ'লা। চ্যুই গুচি গ'ল। মোৰ কোনো বন্ধু নাই। পৃথিৱীত মই অকলশৰীয়া। চ্যুইক মই হত্যা কৰিলোঁ। মোৰ বাবেই চ্যুই মৰিল। মই সঁচাই বিশ্বাসঘাটকী। মই যদি টাঙন প্ৰতি চকু নিদিলোহেঁতেন, চ্যুইয়ে আত্মহত্যা নকৰিলেহেঁতেন। চ্যুই বৰ সহজ সৰল আছিল। উস। চ্যুই। মই পাপী মই বিশ্বাসঘাটকী। মোৰ প্ৰায়চিত্ত হ'ব লাগে। মই কৰিনটো কলাই সমাপ্ত কৰিম। খুব সুন্দৰকৈ তাত ফুল কাটিব লাগিব, ৰং লগাব লাগিব।

(ওৱাঙে হাতত হাতুৰী আৰু কটাৰী লৈ কাম কৰিব ধৰে। কিন্তু হতাশাত ভাগি পৰে)

নাই। মই বাচি থাকিব নোৱাৰিম। জীয়াই থাকি কোনো লাভ নাই। উস কি যন্ত্ৰণা। এই দুৰ্বিষহ যন্ত্ৰণাত মোৰ কলিজা কাটি যাব। জীৱন কি নিষ্ঠুৰ, কি যন্ত্ৰণাদায়ক। উস কি নিৰ্মম পীড়াদায়ক বেদনা। দুৰ্ভগীয়া কৰিনটো মই আৰু কলাই থাকিব নোৱাৰোঁ। নাই মোৰ জীৱনৰ সৰ্বস্ব হেৰাল। মযো হেৰাই যাব ধৰিছোঁ। আহঃ।

বুদ্ধং চৰণং গচ্ছামী....
সংঘং চৰণং গচ্ছামী......
ধৰ্ম্মং চৰণং গচ্ছামী......

(লাহে লাহে সৈ পাত্ৰটোৰ পৰা বিষ জাতীয় কিবা এটা বানবাতি মিহলাই লৈ পানী ঢালি কোঠাৰ সোমাজলৈ আহি চিন্তা কৰি ত্ৰা-ত্ৰা-বুলি থাকিলৈ লয়। এনেতে নেপথ্যত মন্ত্ৰ পুত ধ্বনি উঠিছে আছে। 'ত্ৰা-ত্ৰা' বুলি কৈ বানফীৰ পৰা বিষযুক্ত নাম লাওবোৰ অলপ অলপকৈ পেলাই দিয়ে আৰু লগে লগে পটি পৰে)

<u>সমাপ্ত</u>

শব্দ অৰ্থ : বান ফী- বান বাতি ফ্ৰা। ত্ৰা- হে ভগৱান, হে পৰমেশ্বৰ নামলাও- মদ।

# বাৰু তেনেহ'লে মই আহিলোঁ

মূল ৰচনা- বাৰ্টল্ট ব্ৰেখ্ট
অনুবাদ- ড° পুষ্প গগৈ
(বিঃদ্ৰঃ ইংৰাজী আৰু বাংলা ভাষাৰ অনুবাদৰ পৰা সহায় লৈ)

চৰিত্ৰদ্বয় - ১। মহিলা
২। মহিলাৰ স্বামী

(কঠিন সন্ধ্যা সময়। এগৰাকী ভদ্ৰমহিলাই বাচি বাচি বয় বস্তু সমূহ বান্ধি আছে। মাজে মাজে চুটকেচৰ পৰা দুই এটা বস্তু বাহিৰ কৰি ঘৰৰ যথা স্থানত সেইবোৰ ৰাখিছে আৰু তাৰ পৰিবৰ্তে অন্য বস্তু আনি চুটকেচত ভৰাই ৰাখিছে। ড্ৰয়াৰৰ ওপৰত মহিলাৰ স্বামীৰ ফটোগ্ৰাফ এখন আছে। সেই ফটোখন বহু সময় লিৰিকি বিদাৰি সেই ফটোখন লগত লৈ যাবনে নাযায় চিন্তা কৰি আছে। অৱশেষত সেইখন নিনিও বুলি ভাবি যি ঠাইত আছিল তাত থৈ দিলে। এইবোৰ কৰি থাকোতে ক্লান্ত হৈ হাতৰ তলুবাৰ ওপৰত মুৰটো ৰাখি মাটিৰ বাকচ এটাৰ ওপৰতে বহি পৰিল। অলপ পাছতে তাৰ পৰা উঠি আহি টেলিফোনটো তুলি ধৰিলে)

মহিলা ঃ (ডায়েল কৰি) মই জুদি থকাম, আপুনি নিশ্চয় ডা'ৰ মহাশয়ে কথা কৈছে। - নমস্কাৰ, আপোনাকে মাতিব লগা হ'ল কিয়নো আপোনাক জনাব লগা হ'ল যে আপুনি এজন নতুন ব্ৰীজৰ পাৰ্টনাৰ বিচাৰি ল'ব লাগিব। কিয়নো মই বাহিৰলৈ যাব লগা হ'ল, নহয় নহয় খুব বেচি দিনৰ বাবে নহয়, অৱশ্যে কেই সপ্তাহমান নিশ্চয় হ'ব। ... মই আমষ্টাৰডামলৈ যাম... হয় হয়, শুনিছো তাত বোলে বসন্ত কালি বৰ সুন্দৰ দৃশ্য দেখা যায়, ... তাৰোপৰি ... তাত বন্ধুও আছে। ... নহয় নহয়, বিশ্বাস কৰক বা নকৰক তাত মোৰ বহুতো বন্ধুয়েই আছে, নহ'লে ব্ৰীজ খেলা কেনেকৈ চলিব? ... কিন্তু চাওক আমি প্ৰায় দুই সপ্তাহ ধৰিয়েই ব্ৰীজ খেলা নাই... সেয়াতো হয়েই, তাৰোপৰি ফ্ৰিজৰো পানী লগা জ্বৰ হৈছিল। ইমান ঠাণ্ডাত ব্ৰীজ খেলা নজমে, নহয় জানো? কিন্তু ডা'ৰ মহাশয় কি কৰিম কওক...তাৰ পাচত চাওক লেকলাৰ লগত ভাইৰ মাকো আছিল। মই জানো...নহয় নহয়। তেনে কথা কেতিয়াও নেভাবিব...নহয় নহয়, যোৱাটো খুব আচৰিত নহয়, মইহে মাথোন গিনুৰাই গিনুৰাই আছিলোঁ। ... এইবাৰ কিন্তু যাবই লাগিব। আমি আৰু একেলগে চিনেমা চাব নোৱাৰিম। ...থেকলাক নমস্কাৰ জনাব। আশাকৰোঁ আগৰ দৰেই এই দেওবাৰেও মোৰ স্বামীৰ আপোনাৰ তালৈ মাতি পঠাব। ... বাৰু বাৰু ... হয় হয় ... নিশ্চয় নিশ্চয়...আনন্দৰে...নমস্কাৰ।

(ফোনত অন্য এজনৰ নম্বৰ ডায়েল কৰি)

হেল্লো; হেল্লো, মই জুদিথ কাম। ফ্ৰাউ সুবেতক লগ পোৱা যাব নেকি? মই বিদায় মাগিবলৈকে ফোন ধৰিলোঁ। কিছুদিনৰ কাৰণে বাহিৰলৈ যাবলৈ ওলাইছোঁ। ... নহয় নহয়। কোনো বিশেষ কাম নাই, কেৱল নতুন মানুহবোৰৰ মাজলৈ গৈ ভাল লাগিব বুলি। শুনা, তোমাক কিন্তু এটা অনুৰোধ কৰিম। ...অহা মংগলবাৰে মোৰ স্বামী ফ্ৰিজে প্ৰফেচাৰক নিমন্ত্ৰণ কৰিছে। ...সেইদিনা তোমাৰলোক দুজনো আহিবা কিন্তু ... আগতেই কলো কিয়নো মই আজি ৰাতিয়েই যাত্ৰা কৰিম। ও মংগলবাৰে... নহয়, আৰু একো নহয়, মইহে মাত্ৰ যামগৈ। কেৱল ইয়াকে জনাবলৈকে তোমাক মাত লগালোঁ। ... মই যোৱাৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। ভাবিলোঁ বোলো তুমি মোৰ

ওচৰলৈ গ'লেই ভাল হ'ব ... সেয়ে আগতে জনাই থলোঁ ... মই ওলাইছোঁ, হয়তো বহুত দিনেই দেখা সাক্ষাৎ নহ'ব ... কিন্তু সময়টো বৰ ভাল নহয়... কাৰণ নাই, অকাৰণ নাই, বিনা কাৰণত, মানুহৰ ওপৰত কাঢ়া নজৰ ৰখা হৈছে। এনে কাঢ়া নজৰ মুঠেও সন্তোষজনক নহয় ... তেতিয়া হ'লে আহিবাতো? মাৰ্কস্ আহিব নোৱাৰিব? মই কিন্তু মাৰ্কস্ আহিব বুলি আশা কৰিছোঁ। প্ৰফেচাৰো তাত থাকিব। ... তাক ক'বা ... নহয়, এতিয়া মই যাবই লাগিব। ... ভাল থাক ভাল ... তেনেহ'লে আহিছোঁ ... ধন্যবাদ।

(মহিলাই কোনটো বৈ অলপ দূৰাৰৰ কাষৰ পৰা কিবা এটা চাই ঘূৰি আহি চুটকেচৰ কাপোৰবোৰ চাই আৰু কিবা এটা ভাবি আকৌ ফোন ধৰে।)

হেল্লো, গাৰ্ট্ৰুড নেকি? মই জুদিথ কাম, অ' মই জুদিথ, মই নিশ্চয় তোমাক আমনি দিয়া নাই চাগে। ... ধন্যবাদ ... জানিব বিচাৰিছিলো, ফ্ৰিজৰ তুমি কিছু তদাৰক কৰিব পাৰিবা নেকি? কিছু মাহৰ বাবে মই বাহিৰলৈ যাব খুজিছোঁ। ... তোমাৰ ভাল লগা নাই? কিন্তু বেয়া লগা কি কাৰণ আছে? ফ্ৰিজৰ বাবে যদি অলপ কিছু ... অৱশ্যে ফ্ৰিজে জানে যে আমাৰ মনৰ বিশেষ মিল নাছিল ... কিন্তু। ... ভাল থাক, বেচ, ভাল পালে ফ্ৰিজে নিজেই তোমাক মাতিব। ...ঘৰৰ বস্তুবোৰ তদাৰক কৰিবলৈ মানুহ ঠিক কৰিছো... অৱশ্যে ফ্ৰিজৰ ঘৰটো বৰ দীঘল.........তেখেতৰ পঢ়াশুনাত কি কৰিব লাগে ইভাই জানে ........সেই বুলি সি সকলো কাম কৰিবনে? ........ইভাৰ বুদ্ধি আছে, ..........অৱশ্যে ফ্ৰিজেও বহুত দিন ধৰি ইভাক চাই আছে, শুনা.........আৰু এটা কথা........ভুল নুবুজিবা কিন্তু..........ফ্ৰিজে খোৱাৰ আগতে গল্প কৰা পছন্দ নকৰে........পাহৰি নাথাকিবা কিন্তু?.......ট্ৰেইন অতি সোনকালেই চলি যাব, এতিয়াও কাপোৰ কানি বহুত কাম বাকী আছে........ শুনা ফ্ৰিজৰ পিন্ধা কাপোৰ কানিৰ যত্ন ল'বা। তেওঁক দৰ্জীৰ কাষলৈ যাবলৈ মনত পেলাই দিবা, তেওঁ এটা পেন্ট বনাবলৈ দিছে।.......ঘৰটো বেচ গৰম কৰি ৰাখিবলৈ নাপাহৰিবা.......তেওঁ আকৌ পাহৰিয়েই খিৰিকি খুলি শোৱে আজি কালি বিহে ঠাণ্ডা........ আৰু নাই ......বহুত ধন্যবাদ, ধন্যবাদ, মাজে মাজে চিঠি দিবা আকৌ.......বিদায়।

(পকেটত কিবা এটা বিচাৰিলে, কোনো ডায়েল কৰিবলৈ ল'লে, নম্বৰটো পাহৰি কোন ডায়েৰীত চাই ল'লে আৰু আকৌ ডায়েল কৰিলে)

হেল্লো কোন... আনা নেকি? মই জুদিথ, শুনা মই আজি ৰাতিয়েই যাম.........নহয়, যাবই লাগিব........ ক্ৰমান্বয়ে সকলোফালে আন্ধাৰ দেখিছোঁ.......। বিপদ চাপি আহিছে। ইয়াত আৰু থাকিব নোৱাৰি। ফ্ৰিজে নাজানেই যে মই যাবলৈ ওলাইছোঁ। ........কি কৰিম উপায় নাই,.......মই যাবই লাগিব.......নগ'লে বিপদ বাঢ়িব.......বস্তুবোৰ বান্ধিছো........মই এতিয়াও ঠিক কৰা নাই.......এই সম্বন্ধে ফ্ৰিজক মই এতিয়াও ঠিক নাই......নাই নাই ফ্ৰিজৰ কোনো পৰিবৰ্তনেই হোৱা নাই, বৰং.......মই শুচি গ'লে ফ্ৰিজক অলপ চাবা........ অ' বিশেষকৈ দেওবাৰে........ তেওঁৰ ঘৰটো বৰ বেচি দীঘল.........তেওঁক বাহিৰত অলপ ফুৰিবলৈ ক'বা........ তোমাৰ লগত দেখা কৰিবলৈ বৰ ইচ্ছা আছিল....... কিন্তু চাৰিওফালে যে কি কঢ়া নজৰ...... ভাল থাক, বিদায় তেতিয়ালৈ .....চিঠি লিখিবা নিশ্চয়.......বিদায়।

(তৰ মহিলাই টেলিফোনটো তুলি টেবুলত ৰাখিলে তাৰ পৰা এটা চিগাৰেট টেবুলৰ পৰা লৈ খাব ধৰিলে। টেলিফোন ডায়েৰীখন জলাই দিলে, তাৰ পাছত চিগাৰেট খাই খাই ইফালে সিফালে ঘূৰি নিজৰ মনৰ কথা ভাবিব লাগিল, স্বামীক দেখিলে তেওঁ কি ধৰণে সন্মুখ হ'ব তাকে চিন্তা কৰিব ধৰিলে, সন্মুখৰ চকীখনতে স্বামী বহি আছে বুলি ভাবি মহিলাই কথা ক'ব ধৰিলে)

থাক, ফ্ৰিজ তেতিয়াহ'লে মই আহিলো। হয়তো ইমান দিন মই নথকা হ'লেই ভাল আছিল। ভুল কৰিলো যদি ক্ষমা কৰিবা। কিন্তু।

(মহিলাই মনে মনে ভাবিব ধৰিলে আৰু তাৰ পাছত আকৌ আৰম্ভ কৰিলে)

নহয় ফ্ৰিজ, মোক আৰু ধৰি নাৰাখিবা। আৰু হ'ব নোৱাৰে- নিশ্চয় মইয়ে তোমাৰ সৰ্বনাশ মাতি আনিছোঁ মই জানো, তুমি ভীৰু নোহোৱা, জানো তুমি পুলিচক ভয় নকৰা- পুলিচবিলাকে আৰু বহুত ভয়ানক বিধিনি আছে, সিহঁতে তোমাক নিশ্চয় কেম্পলৈ লৈ যাব। কিন্তু কাইলৈ নতুবা পৰহিৰ পৰা তোমাক হস্পিটেলত সুমাব নিদিব। হয়তো তাতো তুমি মুখ ফুটাই একো ক'ব নোৱাৰিবা। তোমাৰ শৰীৰ ভাঙি পৰিব। মই

নিবিচাৰোঁ যে তুমি ঘৰৰ একোণত শূণ্য দৃষ্টিৰে খবৰ কাগজ পঢ়ি পঢ়ি উদাস হৈ বহি থাকিবা। মই নোযোৱাটো অত্যন্ত স্বাৰ্থপৰ হ'ব। তুমি কিন্তু মোক বাধা নিদিবা ফ্ৰিজ মোক যাবলৈ দিয়া।

(কিছু পৰ বৈ এপাক খোজ কাঢ়ি পুনৰ)

তোমাক অৱশ্যে কেতিয়াও জনোৱা নাছিলো যে মই আঁতৰি যাব লাগিব। বহুত দিন ধৰি কথাটো ভাবি আছো কিন্তু তোমাৰ মুখৰ ফালে চালে কথাটো ক'ব নোৱাৰোঁ মনৰ ভিতৰৰ কথা কৈ কোনো লাভ নাই। বাহিৰৰ পৰা আমাৰ ভাগ্য নিৰ্ণয় কৰা হৈছে। কিন্তু সিহঁতক কি দোষ লগালো- কি জগৰ লগালো যে আমি ইমান মানসিক যন্ত্ৰণাত ভুগি চট্‌ফটাব লগা হৈছে। সিহঁতক লাগে কি ? কি লাগে সিহঁতক ? মইতো কেতিয়াও ৰাজনীতিত যোগ দিয়া নাছিলো। থেলমেনৰ সপক্ষে মই কেতিয়াও একো কোৱা নাই। মইতো বুৰ্জোৱাসকলৰেই এজন। বুৰ্জোৱাসকলৰ দৰে মইয়ো চাকৰ ৰাখো। সিহঁতে আমাক আদেশ দিছে, মই চাকৰ ৰাখিব নোৱাৰিম। সিহঁতে পৃথিৱীৰ ৰূপ জোৰ কৰি বদলাই দিছে। আজি মই নিজৰ দেশৰ ওচৰতে অবাঞ্চিত ব্যক্তি।

(কিছু সময় বৈ আকৌ ক'বলৈ আৰম্ভ কৰে)

মই বস্তুবোৰ বান্ধি পেলালো। বিদায় মুহূৰ্তটোত যেন আমি দুয়ো দুয়োকে মুখ তুলি চাব পাৰো। এই ভণ্ডহঁতে আমাৰ জীৱনৰ সৰ্বস্ব কাঢ়ি নিছে। মই তোমাৰ পৰা বিদায় মাগিব লাগিব অসহ্য-ভীষণ কষ্টদায়ক। সিহঁতৰ এজনে মোক কৈছে মোক বোলে ইহুদীৰ দৰে দেখা যায়। এৰা মই ইহুদীৰ দৰেই। ইহুদীয়েই হয়। ইয়াত মোৰ স্থান নাই। মই তোমাৰ লগত থাকিলে সিহঁতে তোমাক সন্দেহ কৰিব। তোমাক চিফ চাৰ্জনৰ চাকৰীৰ পৰা বৰ্খাস্ত কৰিব। নাই, নাই, মই তোমাৰ ওচৰৰ পৰা যাবই লাগিব। তুমি নাযাবা বুলি নক'বা কিন্তু ফ্ৰিজ। পাচত তুমি নিজেই ক'বলৈ বাধ্য হ'বা 'জুডিথ তুমি যোৱা, মই তোমাৰ মুখত সেই কথা শুনিব নোখোজো। সেই কাৰণে মই যাবই লাগিব। স্বভাৱ চৰিত্ৰ সকলো সময় সাপেক্ষ। পোচাকৰ দৰে কিছুমান হয়তো চলিব। তাৰ পাছত সকলো কামৰ অনুপযোগী হৈ যায়। বিবোৰ ভাল সেইবোৰ হয়তো বেচি দিন যায়। কিন্তু সিও চিৰকাল নাথাকে। মই খং কৰা নাই। মই খং কৰা নাই বুলি ভাবিলে মোক ভুল বুজা হ'ব। মোৰ নাক, মোৰ চুলিয়ে কি ভুল কৰিছে। য'তেই মই জন্ম হৈছিলো তাৰ পৰাই মই আজি আঁতৰি যাব লাগিব। তোমালোক... তোমালোক কি ধৰণৰ মানুহ কোৱা? তোমালোকে বিজ্ঞানৰ নতুন নতুন তথ্য আবিস্কাৰ কৰিছা কিন্তু সেই দৈত্যহঁতে তোমালোকৰ বস্তু লৈ তোমালোককে ধমকি দি ৰাখে। পৃথিৱী বিজয় কৰিবলৈ মন মেলিছে। মনোমতন স্ত্ৰী তোমালোকে গ্ৰহণ কৰিবলৈ হ'লে এটা গুলিত এটা ৰুচিয়ানক হত্যা কৰিব লাগিব। তোমালোক কি পিশাচ? তোমালোক কি নৰমাংস লোলুপ। এই কথা কোৱা মোৰ বাবে ঠিক যুক্তিযুক্ত নহ'ল হয়তো। কিন্তু আজি পৃথিৱীত যুক্তি বুলি কিবা বস্তু আছে জানো কোৱা, তুমি বহি থাকিবা আৰু তোমাৰ চকুৰ আগতেই তোমাৰ স্ত্ৰীক নিৰ্বাসন দিব অথচ তুমি মুখ খুলি একো ক'ব নোৱাৰিবা।

(আকৌ বস্তুবোৰ বান্ধিব লাগিল)

মই তোমাক ভাল পাওঁ। সেই পেস্টটো দিয়াছোন। সেইটো দি কোনো এজনক কিজানি মই মন ভুলাব পাৰোৱেই বা আৰু মোৰ বাবে সেইয়া বৰ প্ৰয়োজন। মই ছয়ত্ৰিশ বছৰত ভৰি দিছো। হয়তো আজিও খুউব বেচি বয়স হোৱা নাই। তথাপি বয়স আৰু বৈ নাথাকে। তথাপি ইয়াৰ পাছত মই যি পুৰুষক লগ পাম তেওঁক যেন মোৰ জীৱনৰ পৰা আঁতৰাই পঠোৱা নহওঁক। নাই, নাই তুমি মোলৈ টকা নপঠাবা। মই জানো তুমি মোলৈ টকা নপঠোৱাকৈ থাকিব নোৱাৰিবা। কিন্তু এনেভাব নেদেখুৱাবা যেন মই মাত্ৰ এমাহৰ বাবেই গৈছো। মই জানো, মই বহুত দূৰ, বহুত দিনৰ বাবে যাব লাগিব। এই কথা তুমিও জানা। গৰম কোটটো আগবঢ়াই দিয়াৰ আগতে শান্তনা দি নক'বা যে মাত্ৰ কেইটামান সপ্তাহৰ বাবেহে মই ওলাইছো। মিছামিছি দুখৰ কথা কৈ লাভ নাই। বৰং যি অপমান, যি নিৰ্যাতন আমি সহ্য কৰিব লগা হৈছে সেই কথাহে কোৱা, উস ফ্ৰিজ।

(ভদ্ৰ মহিলাই নিশ্চুপ হৈ থাকিল, দৰজা খোলাৰ শব্দ। স্বামীৰ প্ৰৱেশ)

স্বামী : কি কৰিছা জুডিখ? ঘৰটো পৰিষ্কাৰ কৰি আছা নেকি?

মহিলা : ওহো নাই কৰা।

স্বামী : তেতিয়াহ'লে বয়বস্তুবোৰ ইফাল সিফাল কৰি দ'মাইছা কিয়?

মহিলা : এনেয়ে।

স্বামী : এনেয়ে।

মহিলা : ও এনেয়ে।

স্বামী : কাপোৰবোৰ বান্ধিছাযে?

মহিলা : কাপোৰবোৰৰ প্ৰয়োজন আছে।

স্বামী : কি বিমূৰ্ত কথা কৈছা জুডিখ?

মহিলা : বিমূৰ্ত নহয়, সত্য।

স্বামী : মানে (স্বামীযে বস্তুবোৰৰ ওচৰলৈ গৈ চুটকেচৰ কাপোৰবোৰ ধৰি চাই লাহে লাহে কয়) কাপোৰবোৰ দেখোন সঁচাকৈ বান্ধিছা। কি জুডিখ?

মহিলা : শুচি যাব লাগিব বাবে।

স্বামী : কি কৈছা?

মহিলা : কিয় তোমাক আগতে কোৱা নাছিলো জানো যে মই জাৰ্মানীৰ পৰা যোৱা দৰকাৰ। তুমিতো বুজিছাই দেখোন। এই চহৰত থকা বিশেষ অসুবিধাজনক হৈ উঠিছে।

স্বামী : কি আবোল তাবোলখন বকিছা?

মহিলা : তেতিয়াহ'লে থাকিবলৈকে কোৱা মোক।

স্বামী : কিন্তু যাবা ক'লৈ?

মহিলা : আমষ্টাৰডামলৈ, তাতে ফুৰিবগৈ লাগিব।

স্বামী : কিন্তু তাততো তোমাৰ কোনো পৰিচিত ব্যক্তি নাই। আছে জানো?

মহিলা : নাই।

স্বামী : কিন্তু তুমি ইয়াত থাকিবলৈ ইচ্ছা কৰা নাই কিয়? মোৰ কাৰণেই নিশ্চয় তুমি যাব লগা নহ'ব চাগে?

মহিলা : ওহোঁ।

স্বামী : মানে?

মহিলা : যাবই লাগিব।

স্বামী : আশ্চৰ্য।

মহিলা : আচৰিত হ'ব লগা কোনো কাৰণ নাই। সিহঁতে তোমাক অপকাৰ কৰিব, মই যোৱাতো নিতান্তই বাঞ্ছনীয়।

স্বামী : কোৱা জুডিখ, তুমি জানো মোৰ ওচৰত শান্তি পোৱা নাই। তুমি মোক বেয়া পাইছা। কোৱা জুডিখ, কোৱা, (স্বামী মহিলাৰ ওচৰলৈ যায়। মহিলা নিৰুত্তৰ) কোৱা জুডিখ, মোৰ মৰমৰ পত্নী জুডিখ কাম। (দুয়ো কিছু সময় মৌন)

স্বামী : কি কাৰণে তুমি গুছি যাব ওলাইছা?

মহিলা : তুমি দেখোন জানাই (স্বামীয়ে লাহে লাহে হাত এৰি দিয়ে)

স্বামী : অৱশ্যে তোমাৰ উদ্দেশ্য অসৎ নহয়। তোমাৰ কিছু হাৱা-পানী পৰিবৰ্তন হোৱা দৰকাৰ। ইয়াত সঁচাই শ্বাস-প্ৰশ্বাস যেন বন্ধহৈ যাব। মই অতি শীঘ্ৰেই তোমাৰ ওচৰলৈ যাম। অন্ততঃ দুদিনৰ বাবেও বাহিৰলৈ গ'লে নিশ্চয় কিছু শান্তি পাম।

মহিলা : সেয়াই উত্তম হ'ব।

স্বামী : অৱশ্যে এনে অৱস্থা আৰু বেচিদিন বাহাল নাথাকে নাজীবিলাকৰ শক্তি নিশ্চয় লোপ হ'ব। কিমান দিন ইহঁতে অত্যাচাৰ কৰিব। পৰিবৰ্তনটো কিবা এটা হ'বই হ'ব। দেখিবা অতি শীঘ্ৰেই নাগৰিকবোৰ অগ্নি স্ফুলিংগৰ দৰে জ্বলি উঠিব।

মহিলা : আশা কৰিব নোৱাৰি।

স্বামী : আশা কৰিব নোৱাৰি।

স্বামী : কিয়?

মহিলা : টেংকবোৰ এতিয়াও চহৰৰ অলিয়ে-গলিয়ে গগন হুংকাৰী ঘূৰি ফুৰিছে। সিহঁতৰ পদধ্বনী চৌদিশে বিয়পি পৰিছে।

স্বামী : তথাপিও বেচিদিন এনে অৱস্থা নাথাকিব। কিবা এটা সোনকালে হ'ব।

মহিলা : নিশ্চয়। (মৌন) সুখেয়ক তুমি লগ পাইছিলা নেকি?

স্বামী : ও। এই ছিদ্ৰতেই তেওঁক লগ পাইছিলো। সিহঁতে আমাক আঘাত দিয়া দেখি বাস্তৱিকতেই দুখ পাইছে। সিহঁতে যিমানেই নকৰক লাগে, আমাৰ নিচিনা শিক্ষিতলোকক হুমকি দি ৰাখিব নোৱাৰে।

স্বামী : আমাৰ মানসিক শক্তি দেখি নিশ্চয় ভয় খাই উঠিব। বাৰু তুমি কোনখন ট্ৰেনত যাবা?

মহিলা : নটা পোন্ধৰৰ এক্সপ্ৰেছত।

স্বামী : অসুবিধা নহ'বতো?

মহিলা : নিশ্চয় হ'ব নালাগে।

স্বামী : কিন্তু?

মহিলা : ভয়ৰ কোনো কাৰণ নাই। মই নিজেই সকলো সুবিধা কৰি ল'ম।

স্বামী : সেইটো নহয়।

মহিলা ঃ (মৌনভাবে স্বামীলৈ চাই) ফ্রিজ। তুমি মোৰ প্ৰতি চিন্তা নকৰিবা ফ্ৰিজ। মই ঠিকেই থাকিম।

স্বামী ঃ জুডিখ। সিহঁতে যদি তাতো তোমাক পাইগৈ, তুমি গুছি গ'লেও সিহঁতে যদি মোক সন্দেহ কৰে আৰু মোক যদি লৈ যায়। তেতিয়া?

মহিলাঃ মই আঁতৰি গ'লে নিশ্চয় সিহঁতে তোমাক সন্দেহ কৰাৰ কোনো থল নাথাকিব।

স্বামী ঃ অৱশ্যে।

(মহিলাই কাপোৰ-কানিবোৰ পুনৰ জাপিবলৈ ধৰে আৰু স্বামীয়ে লাহে লাহে কোঠাৰ একোণলৈ গৈ বাহিৰলৈ চাই চিন্তান্বিত হৈ পাইপ খাবলৈ ধৰে আৰু মৌন হৈ উদাস দৃষ্টিৰে চাই থাকে)

মহিলা ঃ (স্বামীলৈ চাই) ফ্রিজ।

স্বামী ঃ তোমালৈ কোনটো ঠিকনাত টকা পঠাম?

মহিলাঃ আমষ্টাৰডামলৈ পঠাব পাৰা ইচ্ছা কৰিলে।

স্বামী ঃ বাতৰি কাগজখনত শেহতীয়া কি খবৰ আছে চাই ল'ব লাগিব। কিজানি অৱস্থা উন্নতি হয়েই বা।

মহিলাঃ আশা নাই।

স্বামী ঃ তথাপিও ক'ব নোৱাৰি। হ'বও পাৰে।

মহিলাঃ মই গাৰ চুডক কৈছো। তাই তোমাক চোৱা-চিতা কৰিব।

স্বামী ঃ নালাগে নালাগে। এইবোৰ কেলৈ। মই নিজেই চলিব পাৰিম। মাত্ৰ কেইটামান সপ্তাহৰ বাবেহে তুমি বাহিৰলৈ যাবা। এইখিনি সময় মই নিজেই মোক আলপৈচান ধৰিব পাৰিম।

মহিলাঃ (বস্তুবোৰ আকৌ বান্ধিব ধৰে) মোক গৰম কোটটো দিয়াচোন।

স্বামী ঃ (গৰম কোটটো বিচাৰি হাতত তুলি আনি মহিলাক দিয়ে) মাত্ৰ কেইটামান সপ্তাহ। মাত্ৰ কেইটামান সপ্তাহহে (দুয়ো কোটটো ধৰি হঠাৎ ফ্রিজ হৈ যায়)

<u>সমাপ্ত</u>

# বৃহন্নলাৰ গাণ্ডীৱ

## নাট্যৰূপ# শ্ৰীকৃষ্ণ ৰায়মেধি

**চৰিত্ৰ সমূহ : (পুৰুষ)**

১। বৃকোদৰ বৰুৱা : অৱসৰপ্ৰাপ্ত উৰ্দ্ধতম চৰকাৰী বিষয়া।
২। চহিদুল ৰহমান : উৰ্ধতম চৰকাৰী বিষয়া।
৩। মুনীন কলিতা : জ্যেষ্ঠ চৰকাৰী বিষয়া।
৪। আনন্দেশ্বৰ বৰবৰা : ব্যৱসায়ী।
৫। যাদব : চতুৰ্থ বৰ্গৰ কৰ্মচাৰী।
৬। বাসৱ : বৃকদোৰৰ পুত্ৰ
৭। শিশু বাসৱ : ঐ
৮। মাৰ্টিন : অজন্তাৰ স্বামী
৯। সূত্ৰধাৰ : গল্প লেখক।

**চৰিত্ৰ সমূহ : (মহিলা)**

১। বাসন্তী : বৃকোদৰৰ পত্নী।
২। ৰাবিয়া বেগম : ৰহমানৰ পত্নী।
৩। ৰেৱতী ভূঞা : নাৰ্ছ।
৪। অন্নদা পেহী : বিধবা মহিলা
৫। অজন্তা : বৃকোদৰৰ কন্যা।
৬। শিশু অজন্তা : ঐ

আৰু

আমেৰিকাৰ কেনেডী ক্লাবত নাচিবৰ বাবে ৬/৭ জন ডেকা-গাভৰু

সূত্ৰধাৰ : চেণ্ট্ৰেল চিটি নাৰ্ছিং হোমৰ তিনিশ এক নম্বৰ কোঠাৰ বিছনাখনত শুই শুই শয্যাশায়ী বৃকোদৰ বৰুৱাই ভাবি আছিল — ইয়াৰ পৰা বিলিজ হ'বলৈ তেওঁৰ বা আৰু কিমান দিন লাগে। অতি কমেও কুৰি-পঁচিশ দিনতো লাগিবই। পেট কাটি দুফাল কৰি দিছে— ধেমালি নেকি? অস্ত্ৰোপচাৰ হৈ যোৱাৰ মাত্ৰ সাত দিনহে হ'ল। চিলাই কাটিব— শুকাব— পৰ্যবেক্ষণ কৰিব, আৰু বা কত কি? ভাগ্যে যেনিবা ছুটি টুটি লোৱাৰ লেঠা এতিয়া আৰু নাই, আজি এবছৰমান হ'ল— বৃকোদৰ বৰুৱাই চাকৰিৰ পৰা অৱসৰ পাইছে। (এইখিনিতে নাৰ্ছিং হোমৰ Light off আৰু বৃকোদৰ বিছনাৰ পৰা উঠি আহে) বৃকোদৰ বৰুৱা এতিয়া এজন মুক্ত মানুহ। আজি আৰু তেওঁৰ চাকৰিৰ বন্ধন নাই। চাকৰিকাল প্ৰায় দু বছৰমান থাকোতেই নিজৰ বিভাগৰ শীৰ্ষতম পদৱীটোত অধিষ্ঠিত হ'বলৈ বৃকোদৰ বৰুৱা সক্ষম হৈছিল। সেইটোৱেই তেওঁৰ শান্তি। চাকৰিত নামো কৰিছিল বেছ। চাকৰি কৰি থকা কালছোৱাত বৰুৱাৰ ঘৰত, কাৰ্যালয়ত, আনকি অগুহী-বগুহীৰ ঘৰত ফুৰিবলৈ যোৱা সময়খিনিতো তেওঁৰ চৌপাশে গিয়াপি দি থাকে মানুহ। বৃকোদৰ বৰুৱাৰ এটা কলমৰ খোঁচত কিমানৰ ভাগ্য-ৰবি উদয় হ'ব পাৰে, কিমানৰ ভাগ্য ৰবি অস্ত যাব পাৰে সেইটো বুজাইহে বুজিবলৈ। বৃকোদৰ বৰুৱা অৱশ্যে এইবোৰৰ প্ৰতি যথেষ্ট নিৰ্বিকাৰ আছিল। বাসন্তী কিন্তু মাজে মাজে বিৰক্ত হৈ গৈছিল। কথা নাই, বতৰা নাই, সময় নাই, অসময় নাই যেতিয়াই তেতিয়াই মানুহ আহি আমনিখন কৰি থাকে। বাসন্তী বৃকোদৰ বৰুৱাৰ পত্নী— মাইকী মানুহ— বিৰক্ত হোৱাটো স্বাভাৱিক। তাতে একমাত্ৰ ল'ৰা বাসৱ। বাসৱ বৰুৱাই এম. বি. বি. এচ. পাছ কৰি উচ্চ শিক্ষাৰ বাবে যি বিদেশলৈ গ'ত— গ'লেই। তাতেই চাকৰি বাকৰি লৈ বিয়া-বাৰু কৰাই সেই দেশৰ নাগৰিকত্ব লৈ নিগাজিকৈ থাকিল। একমাত্ৰ ছোৱালী অজন্তা। তাইকো বিয়াৰ পাছতেই জোঁৱায়েকে আমেৰিকালৈ লৈ গ'ল। আজিলৈ ঘূৰি অহাৰ লেঠা নাই। গতিকে বাসন্তীয়ে অন্ততঃ কিছু সময় গিৰিয়েকক অকলে পাবলৈ বিচৰাটো স্বাভাৱিক। কিন্তু নাই, মানুহৰ উৎপাত। সেই দিনবোৰৰ কথাই এতিয়া কম বৃকোদৰৰ মনৰ পৰ্দাত ভাহি উঠিছে।—

(পৰ্দাৰ পিছত Spot Light off হয় আৰু Stage ত Hellogen Light জ্বলে)

[Stage light on]

(পৰিৱেশ : বৃকোদৰ বৰুৱাৰ ঘৰ)

বৰুৱা : এঃ হওক দিয়াহে, মানুহৰ ওচৰলৈ মানুহ আহিবই।

বাসন্তী : (খং ভাবে) মানুহৰ ওচৰলৈ যে মানুহ আহে সেইটো মই জানো। কিন্তু এই মানুহবোৰে আপোনাক মানুহ হিচাপে লগ পাবলৈ অহা নাই। আহিছে আপোনাৰ চহীটোৰ আশাত।

বৰুৱা : মিছাতে খং কৰিছা কিয়, মই মানুহবোৰক বুজো। সঁচাকৈয়ে সিহঁতে মোক ভাল পায়।

বাসন্তী : পিছত বুজিব নহয়। যিমান দিনলৈ আপুনি চকীখনত বহি থাকিব তেতিয়ালৈহে মানুহ। তেওঁলোকো আপোনাৰ অনুগত হৈ থাকিব। অৱসৰ পাওঁকচোন তাৰ পিচত আপুনি থাকিল বা নাথাকিল। কোনে পোছে। তেতিয়া আপোনাৰ চহীটোও হব বৃহন্নলাৰ গাণ্ডীব।

বৰুৱা : বৃহন্নলাৰ গাণ্ডীব (Casting চলি) (Castingথাকোতে Theme Song বাজিব)

Theme Song

পাশ্চাত্যৰ ধুমুহাৰ কৰাল বাষ্পত
প্ৰাচ্যৰ সুগন্ধি শান্ত অনিল
আজি দেখোন প্ৰদূষিত হয়।
উপকাৰ প্ৰেম-স্নেহ-মমতা-
অকৃতজ্ঞ-কৃতজ্ঞৰ পদাঘাতত
মানৱতাৰ বেদীতেই
আজি ধৰ্ষিত হয়।
বৃদ্ধ-বৃদ্ধা-জ্ঞান-প্ৰজ্ঞ-
ভোগ-লালসাৰ বানত পৰি
আজি ককেবকায়
সূৰুয সোণালী প্ৰভাতৰ আশাত।

(Casting ৰ পাছত)

বৰুৱা : মোৰ চহীটোক বৃহন্নলাৰ গাণ্ডীব বুলিলা?

বাসন্তী : এতিয়া নহয়হে, অৱসৰৰ পাছত।

বৰুৱা : অৱসৰৰ পাছত, চৰকাৰী ক্ষমতা নাথাকিল বুলি মই মানুহজন কি Vapour হৈ যাম!! বন্ধু-বান্ধৱ, ইমানদিনৰ সান্নিধ্য, এই যে ইমান কষ্ট কৰি অজন্তা আৰু বাসৱক লেখা-পঢ়া শিকাই আছো — এইবোৰৰ কি কোনো মূল্যই নাথাকিব!!

বাসন্তী : এনেয়ে কৈছোহে, খং উঠিলেই।

বৰুৱা : এনেয়ে কৈছে। অৰ্জুনে যেতিয়া নপুংসক প্ৰাপ্ত হৈছিল উৰ্বশীৰ শাপত, তেতিয়া গাণ্ডীৱ গছত থৈ নপুংসক বৃহন্নলা হৈ আছিল বিৰাট ৰজাৰ ঘৰত। মোক তুমি নপুংসক বৃহন্নলা বুলিলা।

বাসন্তী : ধেমালি কৰিছোহ-- আজি দেওবাৰ বাবে। ধেমালিও নুবুজে মানুহজনে।

বৰুৱা : ধেমালিও নুবুজো। ৰ'বা দেখুৱাও তোমাকো ধেমালি। নপুংসক বৃহন্নলা নে গাণ্ডীৱধাৰী অৰ্জুন বুজিবা এতিয়া। (বাসন্তীক সাবটি ধৰি চুমা খাব খোজে)

বাসন্তী : এই— এই; কি কৰে— কি কৰে, আজি দেওবাৰ। অজন্তাহঁত ঘৰতে আছে।

বৰুৱা : ক'ত ঘৰত আছেহে। কলাক্ষেত্ৰলৈ গৈছে দুয়োটা।

বাসন্তী : কোনোবাই দেখিব। এৰি দিয়ক। (বাহিৰত কলিং (Calling) বেল শুনা যায়।

বাসন্তী : আহিল-- আহিল, হেইয়া আহিব আৰু কোনোবা। আজি দেওবাৰেও শান্তি নাই।

বৰুৱা : (Action) বৰবৰা, ৰহমান আৰু মুনীন কলিতা সোমাই আহে। বৰুৱাই receive কৰে। বাসন্তীৰ বক্ৰ দৃষ্টি। গোটেই কেইজনৰে Action, বৰবৰা আৰু মুনীনৰ হাতত আপেল আৰু অঙ্গুৰ থাকিব)

ৰহমান : আমি আজি দেওবাৰ পালিব আহিছো আপোনাৰ ঘৰত। কলিতা আৰু বৰবৰাকো লৈ আহিছো।

বৰুৱা : হ'ব, হ'ব। ভাল কৰিছে।

বাসন্তী : দেওবাৰ পালবিলৈ আহিছে, ঠিকেই বাৰু, কিন্তু, বৰবৰা, মুনীন কলিতা এইবোৰ কিয় আনিছে কওকছোন। মইটো আগতেই মানা কৰিছো।

মুনীন : বাইদেউ। আপোনাৰ আৰু ছাৰৰ বাবে অনা নাই নহয়। অজন্তা আৰু বাসৱৰ বাবে আনিছো আমি।

বৰবৰা : বাপ্‌ৰে! বাইদেউ কিন্তু সাংঘাতিক Strict। এইব্যোৰ আজিকালি সৰু কথা বাইদেউ।

বাসন্তী : হলেও মই বেয়া পাওঁ। আৰু এটা কথা নহয় ৰহমান চাহাব, যদি দেওবাৰেই পালে, ৰাবেয়া বেগমকো নানিলে কিয়? মই নাজানো নেকি?

ৰহমান : ঠিক আছে ম্যাডাম, Next time তেওঁকো লৈ আহিম।

মুনীন : বাইদেউ মাফ কৰক।

বৰবৰা : হাতযোৰ কৰিছো বাইদেউ।

(চৰিত্ৰবোৰ এটা Frameত সোমায়। নেপথ্যৰ পৰা গীতৰ কলি ভাঁহি আহে)

তোমালোকৰ জালে বন্দী ভৈলা
প্ৰেম প্ৰেম বুলি কাতৰে মাতিলা
পুত্ৰ-কন্যাৰ মোহে সুখকো ত্যাজিলা
জীৱনত পালানো ক!!

(লাহে লাহে Light off) (সূত্ৰধাৰৰ Light on)

সূত্ৰধাৰ : চাকৰি কালত কিন্তু সামান্য অসুখতেই বৰুৱাই লাগজাৰি নাৰ্ছিং হোমলৈ গুচি আহিছিল। তেতিয়া বৰুৱাৰ খবৰ সৰিবলৈ অহা মানুহৰ কি উৎপাত। সকলোতকৈ বেছি উৎপাত আছিল আনন্দেশ্বৰ বৰবৰাৰ। তেখেত "The Assam Construction, Design and Supply Forum" নামৰ ব্যৱসায়ী প্ৰতিষ্ঠানটোৰ স্বত্বাধিকাৰী। এবাৰতো বিৰক্ত হৈ বাসন্তীয়ে বৰবৰাক কৈয়েই পেলাইছিল-- "অসুখ বেছি হোৱা নাছিল যদিও এতয়া আপোনালোকৰ খবৰ কৰাৰ উৎপাততেই অসুখ বেছি হ'ব যেন পাইছো।" বৰবৰাই কিন্তু তেতিয়া এইবোৰ কথাত বেয়া নাপাইছিল। অপমানজনক কথা বুলিও নাভাবিছিল। সেইদিনাখন-- মানে বাসন্তীয়ে তেনেদৰে কোৱাৰ দিনাখন বৰবৰাৰ লগত ৰহমান চাহাবো আছিল। ৰহমান চাহাব মানে মিঃ এচ. ৰহমান। চহিদুল ৰহমান। সেই ৰহমান চাহাবেই বৃকোদৰ বৰুৱাৰ অৱসৰৰ পিছত এতিয়া সেই বিভাগৰ মুৰব্বী বিষয়া হিচাপে অধিষ্ঠিত হৈছে। চেণ্ট্ৰেল চিটি নাৰ্ছিং হোমত চটফটাই থকা বৃকোদৰ বৰুৱাৰ অৱচেতন মনৰ দিগবলয়ত ভাহি উঠিল-- সেইখন Luxury নাৰ্ছিং হোমৰ স্মৃতি-

(Spot Light off, Stage on)

(বৰুৱা বিছনাত। ওচৰত বাসন্তী। বৰবৰা, ৰহমান আৰু কলিতা সোমাই আহে)

(পৰিবেশ : লাগজাৰি নাৰ্ছিং হোম)

**মুনীন, বৰবৰা, ৰহমান :** ছাৰ

**বৰুৱা** : আহক। আহ!! বহক।

**তিনিওজনে :** হ'ব ছাৰ (বহে)।

**বৰবৰা** : বৰ্তমান কেনে পাইছে ছাৰ?

**বৰুৱা** : সামান্য পানী লগা ছাৰ। ওঁ নেৰে বাবেহে নাৰ্ছিং হোমলৈ আহিছো। ভাল পাইছো এতিয়া। দুই-এদিনত যাব দিব।

**ৰহমান** : আপুনি ত Office ত নথকাৰ বাবে, কাম-কাজবোৰ কোনেও সময়মতে নকৰে। মই এই কেইদিন মিনিষ্টাৰৰ লগত লাগি থাকিবলগীয়া হৈছে।

**বৰবৰা** : Staff ৰ বেছিভাগ মানুহে বাহিৰত ৰ'দ পুৱাই Paper পঢ়িয়েই সময় কটাই দিয়ে। কামৰ কথা ক'লে কয়, ছাৰে Join কৰককচোন।

**বৰুৱা** : এই সপ্তাহতো যাব দিয়ক, সকলোবোৰ কাম হৈ যাব।

**বাসন্তী** : নাৰ্ছিং হোমলৈ বেমাৰীৰ খবৰ লবলৈ আহিও, চৰকাৰী কামৰ কথা; আপোনালোকো যে আৰু।

**বৰুৱা** : একো নহয় ৰবা। আৰু কলিতা --

**মুনীন** : বিল (Bill) বোৰ চব ভেৰিফাই (Varify) কৰা হৈছে ছাৰ। Supply order ৰ Origin memo ৰ লগত কৰি ৰাখিছো।

**বৰুৱা** : হ'ব, মই Join কৰিয়েই সেইবোৰ approve কৰিম।

**মুনীন** : (হাঁহি কৃতজ্ঞতা প্ৰকাশ কৰে) হ'ব ছাৰ, Lot of thanks.

**ৰহমান** : ছাৰ! মোৰ Sérvice Book খনো আপুনি এবাৰ চাই দিব। নহলে আপোনাৰ অনুপস্থিতত মোৰ Propotion ৰ ক্ষেত্ৰত বেলেগে হেতো-ওপৰা কৰিব পাৰে।

**বৰুৱা** : মই অৱসৰ লোৱাৰ আগতে সকলোবোৰ কাম কৰি দিম। চিন্তা নকৰিব। মুনীন কলিতাৰ স্থান নিশ্চিত কৰি থৈ যাম।

**মুনীন** : Thank you Sir, Thank you.

**বৰবৰা** : (হাঁহি) আৰু ছাৰ মোৰ কথাও অলপ ভাবিব।

**বৰুৱা** : আৰে! আপুনি হ'ল ব্যৱসায়ী মানুহ। মকৰধ্বজ। ৰহমান চাহাব, মুনীন কলিতা আপোনাৰেই পোয়াৰৰ মানুহ। নে কি কয় ৰহমান চাহাব।

**ৰহমান** : (সকলোৱে হাঁহে) ছাৰ আহো এতিয়া। গধূলিলৈ এবাৰ আহিম। এতিয়া ম্যাডামৰ খং উঠি আছে।

**বাসন্তী** : নাই খং উঠা নাই।

**মুনীন** : গধূলিলৈ আহিম ছাৰ। বাইদেউ আহো।

**বৰবৰা** : বাইদেউ। গধূলিলৈ কিন্তু আমি অলপ সময় লম।

**বাসন্তী** : মোৰ আপত্তি নাই। কিন্তু ৰহমান চাহাবে ৰাবেয়া বেগমকো আনিব লাগিব।

**ৰহমান** : হ'ব হ'ব, তেওঁকো লৈ আহিম। এতিয়া আহো। (তিনিওৰে প্ৰস্থান। বাসন্তীৰ চকু-মুখত বিৰক্তিৰ চিন) (বাসন্তীৰ বিৰক্তি প্ৰকাশ পায় চকু আৰু মুখত)

**বাসন্তী** : গধূলিলৈ আকৌ আহিব। আহি Blood pressure টো বঢ়াই থৈ যাব। এই মানুহবোৰে

আচলতে বৃকোৰ বৰুৱা নামৰ মানুহজনৰ খবৰ লবলৈ অহা নাই-- আহিছে কমিচনাৰ হাচাবৰ খবৰ লবলৈহে। বৃকোৰ বৰুৱাৰ লগত ওঁলোকৰ প্ৰেম-প্ৰীতি নাই। তেওঁলোকৰ সম্বন্ধ কমিছনাৰৰ চহীটোৰ লগত।

বৰুৱা : (হাঁহি মাৰি) হ'ব দিয়া হ'ব, তুমিয়েই শুদ্ধ।

বাসন্তী : তাহানি মহাভাৰতৰ যুগতো ভীম, নকুলইতে অৰ্জুনক যিমান ভাল পাইছিল, তাতোকৈ বেছি ভাল পাইছিল অৰ্জুনৰ গাণ্ডীব খনকহে। কিন্তু দাম্ভিক অৰ্জুনে সেই কথাটোৰেই বুলি পোৱা নাছিল। আপোনাৰো সেই একে অৱস্থা।

বৰুৱা : (মিচিকিয়া হাঁহিৰে) ময়ো এবাৰ কও দিয়া।

বাসন্তী : কওক।

বৰুৱা : হেঃ হেঃ। দ্ৰৌপদীয়েও তাৰ মানে অৰ্জুনৰ বলিষ্ঠ আলিঙ্গন আৰু অৰ্জুনৰূপী যোদ্ধাজনৰ ভিতৰৰ প্ৰেমিক মানুহজনক ভালপোৱা নাছিল -- ভাল পাইছিল গাণ্ডীৱধাৰী অৰ্জুনকহে।

বাসন্তী : থওঁক থওঁক-- ৰিজাব নালাগে এতিয়া। অলপ শুবলৈ চেষ্টা কৰকচোন, বাহিৰা কথাবোৰ মূৰত সুমুৱাই লব নালাগে। ৰহমান, বৰবৰা, মুনীন কলিতাৰ কথা বাদ দি অলপ নিজৰ কথা ভাবক এতিয়া।

[Luxury Nursing Hole/Light off]

(সূত্ৰধাৰৰ Spot Light on)

সূত্ৰধাৰ : কিন্তু আজি আৰু বৃকোদৰৰ লাগজাৰি নাৰ্ছিং হোমত থকা দিন নাই। সন্তীয়া Central City নাৰ্ছিং হোমত তেওঁ কৰিছে। অস্ত্ৰোপচাৰ হোৱাৰ সাতদিন হৈছে। বিছনাত চট্‌ফটাইছে বৃকোদৰে। টোপনি নাহে। খেলিমেলি সপোন দেখে। নাৰ্ছ ৰেৱতী ভূঞাই সততে দেখা শুনা কৰি আছে। কিন্তু একো লাভ হোৱা নাই। চিৰহাস্যময় বৃকোদৰ বৰুৱাৰ চকুৰ কোণত আজি চকুপানী বিৰিঙিছে।

(Spot Light off)

(Central City নাৰ্ছিং হোমৰ Hellozen Light on)

(চৰিত্ৰ ঃ বাসন্তী, বৰুৱা, ৰেৱতী)

বাসন্তী : এতিয়া অলপ শুবলৈ চেষ্টা কৰক। কলিতা, ৰহমান, বৰবৰাৰ কথা বাদি দিয়ক। নিজৰ কথা ভাবক।

বৰুৱা : বুজিছা বাসন্তী। You can purchase a bed, but not sleep. বিছনাত পৰা মাত্ৰে টোপনি আহিলে কথাই নাছিল। স্লিপিং টেবলেট তৈয়াৰ নহ'লহেঁতেন।

বাসন্তী : কিন্তু চেষ্টাটো অলপ কৰক।

বৰুৱা : চেষ্টা কৰো বাসন্তী। কিন্তু চকু মুদিলে কোনোবা অতীতৰ পৰা ৰিণিৰিণি আহি মোৰ কাণত পৰে --

[Stage Light off, Spot]

(C. C. N. H ত Deem light জ্বলি থাকে)

Female Voice

(অন্নদা পেহীৰ কণ্ঠ)

(অন্নদাৰ মুখ এটা Spot ত দেখুৱাব পাৰি)

"--- যাদৱ বংশক তুমি সংহৰি এৰিবা ভূমি
অৱশ্যে জানিলো আৰু আমি।
সিকাৰণে ঋষি শাপ ব্যৰ্থ নকৰিলা বাপ
তুমি হুয়া জগতৰ স্বামী।"

[Stage Light off, Spot]

[Spot light off] [Spot light on]

সূত্ৰধাৰ : এৰা, শয্যাশায়ী নিদ্ৰাবিহীন বৃকোদৰ বৰুৱাৰ স্মৃতি আৰু চেতনাৰ প্ৰান্তত ভুমুকি মাৰি অন্নদা পেহী। সেয়া অন্নদা পেহীৰ কণ্ঠস্বৰ। বৃকোদৰ বৰুৱাৰ জন্মৰ প্ৰায় পাঁচ-ছয় বছৰ পূৰ্বেই অন্নদাৰ বিয়া হৈ গৈছিল। পোন্ধৰ বছৰমান বয়সতেই অন্নদাক বিয়া দিছিল ওচৰৰে গাওঁ এখনত। কিন্তু বিয়াৰ তিনি বছৰ পিছতেই পেহী বিধৱা হয় আৰু মাকৰ ঘৰলৈ ঘূৰি আহে। তেতিয়াৰ পৰাই বৃকোদৰ বৰুৱাহঁতৰ গাঁও শৰালিপামৰ অন্নদা পেহী বৃকোদৰ বৰুৱাহঁতৰ বয়সৰ সকলোৰে কমন (Common) পেহী। পেহীৰ সতি-সন্ততি নাই। গাঁৱৰ নামঘৰটোতেই বেছি সময় অতিবাহিত কৰে। শৰালিপামৰ কাৰোবাৰ ঘৰত কিবা অসুখ-বিসুখ হলে পেহী তাতেই লাগি থাকে। ৰোগীক শুশ্ৰূষা কৰে, নাম গাই শুনায়, বন-দৰব আনি ৰোগীক দিয়ে। পেহীৰ বয়স এতিয়া আশীৰ ওচৰ চাপিছে। তথাপিও পেহী তজবজীয়া হৈ আছে। সেই অন্নদা পেহীৰে মধুৰ কণ্ঠস্বৰ শয্যাশায়ী বৃকোদৰ বৰুৱাৰ অৱচেতন মনৰ মাজত এতিয়া ৰিণিকি ৰিণিকি বাজিছেহি

(এইখিনিত পোহৰৰ কাৰুকাৰ্যৰে অনন্দাৰ বয়সৰ পৰিবৰ্তন দেখুৱাব)

(বৃকোদৰৰ মুখত আৰু অন্নদাৰ মুখত Hellozen Light )

( নাৰ্ছিং হোম)

'--- অনেক ভৎৰ্সনা পাই উচ্ছিষ্ট ভুঞ্জিবে যাই

যেন আতি কুকুৰ নিৰ্গতে
কহিয়োক স্বৰূপত ইটো ঘোৰ বিষয়ত
বিৰুকতি হোৱে কেন মতে।"

[Light off]

[ সূত্ৰধাৰ Spot light]

সূত্ৰধাৰ : বৃকোদৰ বৰুৱাৰ অৱসৰৰ পাছত কমিচনাৰ হ'ল — চহিদুল ৰহমান। আজি তিনিমাহ মান আগতে ৰহমান চাহাবৰ 'হাৰ্ট এটেক' হৈছিল। তেওঁ আছিল লাগজাৰি নাৰ্ছিং হোমত। কোনো মানুহৰ লগতেই কথা কোৱা মানা। তথাপিও কমিছনাৰ ৰহমান চাহাবৰ খবৰ লোৱা মানুহৰ অভাব নাই। তেওঁ Intensive Care Unit ত ৰখা হৈছিল। তথাপিও মানুহৰ উৎপাত। খিৰিকিৰ আয়নাৰে হলেও Mr. Rahman চাহাবক এবাৰ দেখা দিয়াৰ ইচ্ছা মুনীন কলিতাৰ দৰে মানুহৰ। কাৰণ, ৰহমানৰ পাছতেই পদোন্নতিৰ শাৰীত আছে মুনীন কলিতা।

[Stage on, Spot off]

[লাগজাৰি নাৰ্ছিং হোম। Mr. Rahman বিছনাত শুই থাকে]

(চৰিত্ৰ : মুনীন/বৰবৰা/বাসন্তী/বৰুৱা/ৰাবিয়া বেগম ঘুৰা-ঘুৰি কৰি থাকে)

মুনীন : বাইদেউ। কিছু সুস্থ হৈ উঠাৰ পাছত ছাৰক এবাৰ বাহিৰলৈ লৈ যোৱা ভাল হ'ব।

ৰাবিয়া বেগম : আপোনালোকে যি ভাল দেখে তাকেই কৰক। Doctorৰ লগত আলোচনা কৰক। আৰু Pacemaker ৰ দামতো বৰবৰাক দিব লাগিছিল নহয়।

বৰবৰা : ইস্ বাইদেউ। লাজ নিদিবিচোন আৰু। ছাৰৰ অসুখত এই সামান্য সহায়কণ কৰিবলৈ পাই মই ধন্য হৈছো।

ৰাবিয়া বেগম : তথাপিও বহুত টকাটো— এক লাখ বিশ হাজাৰ।

বৰবৰা : বাইদেউ। হাতযোৰ কৰিছো এইবোৰ কথা এতিয়া থাকক। Pacemakerৰ দাম লোৱা মানে বৰবৰা নামৰ মানুহজনৰ মৃত্যু হোৱা।

(বৰবৰাইতৰ সকলো কথা বাসন্তী আৰু বৃকোদৰে শুনে। মুনীন আৰু বৰবৰাৰ ব্যৱহাৰত বৃকোদৰ বাসন্তীৰ প্ৰতি স্পষ্ট অৱজ্ঞাৰ চিন)

মুনীন : ছাৰ। আপোনাৰ Retire ৰ পাছত আৰু লগেই পোৱা নাই নহয়।ময়ো ব্যস্ত আছিলো।

বৰুৱা : হব দিয়ক। সেইটোনো আৰু কি ডাঙৰ কথা।

বৰবৰা : ভালে থকানো আৰু কি? তবে শান্তিত আছো। তোষামোদকাৰীৰ উৎপাত এতিয়া নাই। সাধাৰণ মানুহৰ সাধাৰণভাৱে জীয়াই থকাৰ আনন্দখিনি এতিয়া উপলব্ধি কৰিব পাৰিছো। ৰাবিয়া বেগম, আহোদেই। সকলো ঠিক হৈ যাব তুমি বিশেষ Tension নলবা।

ৰাবিয়া বেগম : Tension দেখোন নিজে নিজে আহে বাইদেউ।

বৰুৱা : নাই নাই। আহিব নিদিব। মন ডাঠ কৰিব। আহো এতিয়া।

ৰাবিয়া বেগম : ভাল বাৰু।

বৰুৱা : কলিতা - বৰবৰা, আহোদেই।

দুয়ো : ভাল ছাৰ। এদিন আহিম ছাৰ আমি দুয়ো।

(বাসন্তী আৰু বৃকোদৰ বৰুৱাৰ মুখত শ্লেষপূৰ্ণ হাঁহি। প্ৰস্থান)

(লাহে লাহে Stage Light off )

(Sopt জ্বলে। আগৰ পৰিৱেশ)

সূত্ৰধাৰ : বৰুৱাৰ অৱসৰৰ পাছত সেই সিদিনাখনহে বৰবৰাৰ লগত বৃকোদৰ বৰুৱা আৰু বাসন্তীৰ দেখা-সাক্ষাৎ। বৰবৰাৰ লগত আছিল মুনীন কলিতা। ৰহমান চাহাবৰ অৱসৰৰ পাছত মুনীন কলিতাই কমিছনাৰ পদবীটোৰ এজন শক্তিশালী দাবীদাৰ। বৃকোদৰ বৰুৱা চাকৰি কৰি থকা কালত কলিতা চাকৰিৰ ক্ষেত্ৰত তৃতীয় স্থানত আছিল। এতিয়া প্ৰমোচন পাই দ্বিতীয় স্থানলৈ আহিছে এই মুনীন কলিতাই বৃকোদৰ বৰুৱাৰ চাকৰি থকা কালত বাসন্তীক বাইদেউ, বাইদেউ বুলি দিনটোত কিমানবাৰ যে টেলিফোন নকৰিছিল। সপ্তাহত অন্ততঃ চাৰি পাঁচদিন বৰুৱাৰ ঘৰলৈ কলিতাই যিকোনো প্ৰকাৰেই পাক এটা মাৰিছিলেই। কিন্তু বৃকোদৰ বৰুৱাৰ অসৰৰ পাছত সেই মুনীন কলিতাৰো দেখা দেখি নাই। অকল আনন্দেশ্বৰ বৰবৰা আৰু মুনীন কলিতাই নহয়— বৃকোদৰ বৰুৱা নাৰ্ছিং হোমত থকা আজি প্ৰায় ১০/১২ দিন হৈ গ'ল— এস্ত্ৰোপচাৰ কৰাৰো এসপ্তাহ পাৰ হ'ল, তথাপিও কোনো এজন মানুহেইতো আহি বৰুৱাৰ খবৰ এটা নকৰিলে। এইবোৰ কথা ভাবিলেই অতীতৰ কথা মনত পৰিয়েই বোধহয় বাসন্তীৰ চকুহাল মাজে মাজে সেমেকি উঠে। কথাটো বৃকোদৰ বৰুৱাই লক্ষ্য কৰিছে; কিন্তু বাসন্তীক একো সোধা নাই — তিৰোতা মানুহ — সুধিলে মনত আৰু বেছি দুখহে পাব।

এতিয়া সেই বাসন্তীয়ে কিবা এটা কামত

ওলাই যোৱাৰ পাছত চেন্ট্ৰেল চিটি নাৰ্ছিং হোমৰ তিনিশ এক নম্বৰ বেডত এই মুহূৰ্ত্তত নিজকে বিশ্বৰ প্ৰথমজন নিঃসঙ্গ ব্যক্তি বুলি অনুভৱ কৰা দুৰ্বল শয্যাশায়ী বৃকোদৰ বৰুৱাৰ এই কথাবোৰ এটাৰ পাছত এটাকৈ মনত পৰি যাব ধৰিলে।

(Sopt Light off. লাগজাৰি নাৰ্ছিং হোমত Hellozen light জ্বলে ৰহমানক আজি ৰিলিজ দিছে। বৰবৰা আৰু কলিতা ৰহমানৰ গাতে লাগি আছিছে। ৰাবিয়াইও পাত্তা পোৱা নাই। তেওঁলোকৰ Action। কথা নাই। এই Action দি থকা সময়ত সূত্ৰধাৰে কথা কয়। এটা মুহূৰ্ত্তৰ বাবে Sopt Light বন্ধ হৈ নাৰ্ছিং হোমৰ Hellozen জ্বলে। Action আৰম্ভ হোৱাৰ লগে লগে সূত্ৰধাৰৰ Sopt Light আকৌ জ্বলে। দুয়োটা Soptত লাইট জ্বলি থাকে।

**সূত্ৰধাৰ** : মুনীন কলিতা আৰু আনন্দেশ্বৰ বৰবৰাই যেন কোনো মানুহকে ৰহমান চাহাবৰ কাষ চাপিব নিদিব। আনকি Mrs. Rahman কো। বৃকোদৰ আৰু বাসন্তী কোন কুটা। মুনীন কলিতাই চকুৰ ভাষাৰে ক কৈছে— বাইদেউ, দৰকাৰ হলে মোৰ বুকুৰ কলিজাটো কাটি ছাৰৰ দেহত লগাই দিম। বৰবৰাৰ চকুৰ ভাষা বাইদেউ— লাখটকীয়া পেছ মেকাৰটো নগন্য। ছাৰক যতে ইচ্ছা ততে কৰাবলৈ নিয়ক। চিন্তা নাই। সকলো খৰচ মই বহন কৰিম। বিনিময় একো নিবিচাৰো। ছাৰৰ চাকৰিটো টিকি থাকক। দুই-এটা চহীৰ বাবে কেতিকয়াবা আহি বিৰক্ত কৰিম। ইমানেই

(সূত্ৰধাৰৰ Sopt light off, Hellozen জ্বলি থাকে Luxury Nursing Home ত)

(চৰিত্ৰ : ৰহমান, ৰাবেয়া, মুনীন, বৰবৰা, বৃকোদৰ, বাসন্তী)

**পৰিবেশ** : ৰহমান যাব। কলিতা আৰু বৰবৰাৰ খদমদম। বৃকোদৰ আৰু বাসন্তীক কোনোৱে পাত্তা দিয়া নাই।

**বৰবৰা** : বাইদেউ অলপ সাৱধানে যাব। লগে লগে মোৰ আৰু কলিতাৰ গাড়ীও যাব। চিন্তাৰ বিশেষ কাৰণ নাই।

**ৰহমান** : মই নিজে যাব পাৰিম ৰাবেয়া। ধৰিব নালাগে নহয়।

**ৰাবেয়া** : ধৰিলেনো কি হয়। ইমান টান বেমাৰৰ পৰা উঠিছে মাত্ৰ।

**ৰহমান** : ধৰিলে কিবা বুঢ়া বুঢ়া লাগে। লাগ লাগে নহয়।

**ৰাবেয়া** : একো লাজ নাই। বেমাৰ হলে এনেকুৱা হয়েই। ক'ৰবাত উজুতি তুজুটি খালে কি হ'ব।

**কলিতা** : আহক ছাৰ গাড়ীত বহক। আহক—

**বৰবৰা** : ছাৰ চাব সাৱধানে—

(বৰবৰাৰ ঠেলা-হেচাত বৃকোদৰ বৰুৱা পৰি যায়। বাসন্তীয়ে ধৰে)

(Hellozen light off/ Spot light on)

**সূত্ৰধাৰ** : গুৱাহাটী মহানগৰীৰ লাগজাৰি নাৰ্ছিং হোমৰ সিদিনাখনৰ সেই ঘটনাটো বৃকোদৰ বৰুৱাৰ আজি বাৰে বাৰে মনত পৰিছে। অস্ত্ৰোপচাৰ হোৱাৰ দিনাখনেই বাসন্তীয়ে আনন্দেশ্বৰ বৰবৰাক কলিকতাৰ পৰা এখন ওৱাটাৰ ক্লথ (Water Cloth) আনি দিবলৈ অনুৰোধ জনাই টেলিফোন কৰিছিল। উপায়ন্তৰ হৈহে বাসন্তীয়ে বৰবৰাক অনুৰোধ কৰিছিল। লগে লগে মুনীন কলিতাকো বাসন্তীয়ে টেলিফোনেৰে অনুৰোধ জনাইছিল— যাতে বৰবৰাই বস্তুটো অনাৰ প্ৰতি কলিতাইও অলপ লক্ষ্য ৰাখে।

(মঞ্চত-- Hellozen -- মুনীন আৰু বৰবৰা। বৰবৰাৰ Mobile বাজে। Mobile ৰ চুইছ on কৰি বৰবৰাই ফোনত কথা কয়)

হেল্ল', অ' বাইদেউ – Central City Nursing Home ৰ পৰা কৈছে কিয় কি ক'লে অ' Operation হৈছে। বৰুৱা ছাৰৰ অসুখ নেকি – আচ্ছা। আচ্ছা। আচ্ছা। আচ্ছা – কি ক'লে, Water Cloth গুৱাহাটীৰ বজাৰত নাই— অ'— ডাক্তৰে কৈছে কলিকতাত পাব; কি ক'লে— চয় হাজাৰ মান দাম— হ'ব বাৰু – পইচাটো হৈ যাব – আপুনি চিন্তা নকৰিব— মই আনি দিম। বাইদেউ। মোৰ ওচৰত মুনীন কলিতা ছাৰো আছে। তেখেতক কিবা ক'বে নেকি? আচ্ছা। আচ্ছা— হ'ব; থলো বাইদেউ।

কলিতাই হাতেৰে ইঙ্গিত দিয়ে ফোনটো তেওঁক নিদিবলৈ বৰবৰাৰ ফোনৰ শেষৰ কথাষাৰ শুনি কলিতাৰ খুব খং উঠে (Light off/ লগে লগে Light on / অলপ বেলেগ Sopt মুনীন কলিতা নাথাকে)

**বৰবৰা** : অ' বাইদেউ। মই খবৰ দিছো, আহি পোৱা নাই। কি ক'লে, Urgent হ'ব মই চেষ্টা কৰি আছো

আনি দিম।

(Light off/ Again light on; বেলেগ Spot; বৰবৰাৰ Camp)

(সন্মুখৰ টেবুলত মদ খোৱাৰ সামগ্ৰী লৈ মুনীন অপেক্ষা কৰি থাকে। বৰবৰাই পলম কৰা বাবে সি Bore feel কৰিছে। খঙো উঠিছে। এনেতে বৰবৰাৰ প্ৰৱেশ)

কলিতা : আপুনি মানুহ মাৰিহ দেই। মইটো বটল- তটল দলিয়াই থৈ গুচি যাম বুলি ভাবিছিলো।

বৰবৰা : তাহযোৰ কৰিছো ছাৰ।

কলিতা : এঃ হাতযোৰ কৰে। আৰু সেইটো আনিছে নে নাই?

বৰবৰা : অ' আছে। (Back পকেটৰ পৰা টকা উলিয়াই কলিতাক দিয়ে) পুৰা দশ, দশ হাজাৰ।

কলিতা : দিযক। এতিয়া লৰালৰি কৰক। (বৰবৰাই বটল খুলি, গিলাচত বাকি, পানী সংযোগ কৰে। এইবোৰ কৰোতে কথা কৈ থাকে।

বৰবৰা : বেপাৰী মানুহ। Time maintain কৰাই কঠিন।

কলিতা : দেৰি হ'লে সিহঁত গুচি যাব নহয়।

বৰবৰা : সিহঁত মানে?

কলিতা : বেগম চেলিমা বাইদেউৰ ঘৰত যে ৰাখি থোৱাৰ কথা পাহৰিলে নেকি?

বৰবৰা : আজি কাক আনিব?

কলিতা : 'হেণ্ডিক'ৰ বসুন্ধৰা শইকীয়া—

বৰবৰা : Skin Beauty Contect ৰ Champion বসুন্ধৰা—

কলিতা : সেই বসুন্ধৰা।

বৰবৰা : হাঃ হাঃ হাঃ, Cheers।

কলিতা : Cheers। (মদ খায়। এবাৰ দুবাৰ খোৱাৰ পাছত)

কলিতা : মানুহে ভাবে, আমাৰ বহুত টকা। কিন্তু খৰচ! খৰচ কি কম।। এই দহ হেজাৰতো, এতিয়াই চেলিমক দিব লাগিব।

বৰবৰা : বসুন্ধৰাই কিমান লয় ছায়?

কলিতা : পুৰা বিশ। আৰু চেলিমা বাইদেউক লাগিব কমেও দহ। মোৰ কিন্তু এই দহ হাজাৰেই সম্বল। বাকী সকলো খৰচ আপোনাৰ।

বৰবৰা : হ'ব ছাৰ। এইবোৰত বৰুবৰা পিছ নোহঁহকে।

কলিতা : আৰে অকল টকা পালেই বসুন্ধৰা নাহে। এই মুনীন কলিতা ত আছে বুইছে। মনত ৰাখিব।

(নতুনকৈ আৰু একো পেগ গিলাচত প্ৰস্তুত কৰে।

(তাৰ পাছত খাই, খাই—)

বৰবৰা : আগৰ কৰিছিলাৰ বৰুৱা চাহাবৰ বেমাৰ হ'ল, আৰু মই পৰিলো বিপদত।

কলিতা : সেইবোৰ আপুনি নিজে চপোৱা বিপদ। (দুই এঢোক খোৱাৰ পাছত)

বৰবৰা : ছাৰ, বেগম চেলিমা বাইদেউৰ ওপৰত বশিষ্ঠ থানাৰ O.C.ৰ নজৰ পৰিছে। আমি অলপ হুচিয়াৰ হোৱা ভাল।

মুনীন : Dam your Police. বশিষ্ঠত আমাৰ বিতেশহে আছে। মই তাক নাজানো নেকি? সি চালা হাঃ হাঃ হা)। (এনেতে Mobile ত Ring হয়। বৰবৰাই Ring ত কাৰ নাম্বাৰ, সেইটো চায়, মুখ বিকটাই দিয়ে)

কলিতা : কাৰ ফোন?

বৰবৰা : এই বাসন্তী বাইদেউৰ।

কলিতা : মইটো তেখেতৰ ফোনৰ উৎপাত সহ্য কৰিব নোৱাৰি Mobile ৰ Number য়ে সলাই দিলো।

বৰবৰা : চাওঁকচোন ছাৰ। তেখেতেই বুজিব লাগে। মইনো ক'ত Water cloth বিচাৰি ফুৰিম। মোৰ ক'ত সময়ডাল আছে। এস্ ফোনেই নধৰো বাপেকে।

কলিতা : গুৰিতে আপুনি আনি দিম বুলি কৈ ভুল কৰিছে।

বৰবৰা : মুখ লজ্জাত কৈছিলো ছাৰ। আমি হ'লো ব্যবসায়ী। ক্ষমতাৰ পিছত দৌৰা মানুহ। কথাটো জানিব লাগে।

কলিতা : Switch off কৰি থৈ দিয়ক।

(Mobile ৰ Switch off কৰে। হাতত গিলাচ লৈ চৰিত্ৰ দুজন Framming ত সোমায়। Spot Light, Back Ground ত Humming)

(Back ground --

উপকাৰ- উপকাৰী
কৃতজ্ঞ- অকৃতজ্ঞ আৰু কৃতঘ্ন
আদি প্ৰাচীন শব্দহে মাথোন
নব সভ্যতাৰ ধূলিত বিলীন ——।

( Light off. সূত্ৰধাৰত Light on)

সূত্ৰধাৰ : আজি সাতদিন হ'ল — আনন্দেশ্বৰ বৰবৰা আৰু মুনীন কলিতাৰ দেখা সাক্ষাৎ নাই। ডাক্তৰে কৈছিল— এনেকুৱা অৱস্থাত বেডছোৰ হোৱাৰ সম্ভাবনা থাকে। গতিকে এখন ওৱাটাৰ ক্লথ যোগাৰ কৰক। অতি সোনকালে কৰক। গুৱাহাটীত নাপাব, কলিকতাৰ পৰা আনিব

লাগিব। সেইবাবেই বাসন্তীয়ে বৰবৰাক লাজ মান কাতি কৰি অনুৰোধ জনাইছিল। কিন্তু বৰবৰাই যে আজিকালি আকৌ ৰহমান চাহাবৰ পেছমেকাৰটোৰে ঠিকমতে কাম কৰিছে নে নাই তাৰে খবৰ ল'বৰ বাবে ৰহমান চাহাবৰ ঘৰলৈ দিনে দু বাৰকৈ অহা-যোৱা কৰিব লাগে, বাসন্তীয়েতো পেছমেকাৰটো এক লাখ বিশ হাজাৰ টকা গাঁঠিৰ ধন খৰচ কৰি হেনো এই বৰবৰাই ৰহমান চাহাবক আনি দিছিল। ভাল হোৱাৰ পাছত ৰহমান চাহাবে এদিন টকাখিনি ঘূৰাই দিয়াৰ কথা উলিয়াওতে বৰবৰাই বোলে কৈছিল-- হ'ব ছাৰ এই সামান্য টকাখিনি পৰিশোধ কৰাৰ কথা ভাবি মই দিয়া নাই। আপোনাৰ তেতিয়া অসুখ, আপোন মানুহ বুলিহে মই অনাই দিছো। ইয়াত কোনো ব্যৱসায়ৰ প্ৰশ্ন নুঠে ছাৰ। ইয়াত কোনো স্বাৰ্থ নাই ছাৰ।

এক লাখ বিশ হাজাৰ টকাৰে বিদেশত নিৰ্মিত পেছমেকাৰ হ'ল সামান্য আৰু ছয় হাজাৰ টকীয়া কলিকতাৰ বজাৰত পোৱা ওৱাটাৰ ক্লথখন হ'ল অসামান্য। এই কামটোৰ বাবে আজি নিঃস্বাৰ্থ বৰবৰাৰ সময় নাই। নিঃস্বাৰ্থ মুনীন কলিতাৰ সময় নাই। কথাবোৰ ভাবি ভাবি বাসন্তীৰ বুকুখন যন্ত্ৰণাত চট্‌ফটাই ছিল। চেন্টিমেন্টেল হৈ আজি ৰাতিপুৱা সেয়েহে তেওঁ হুকহুকাই কান্দি দিছিল।

(সুত্ৰধাৰৰ Light off। মঞ্চত Hellozen light,
নাৰ্ছিং হোমৰ বাৰাণ্ডা।

চৰিত্ৰ : বাসন্তী আৰু ৰেৱতী)

বাসন্তী : (কান্দো) নহয় ৰেৱতী। এয়ে হ'ল মানুহৰ ভাগ্য। নিজৰ সন্তানে কৰিলে সেইটো আৰু চাকৰি কালত আমাৰ ওঁ যি কেইজন মানুহক সকলোতকৈ বেছি সহায় কৰিলে তেওঁলোকৰ পৰা পালো অপমান। ওৱাটাৰ ক্লথ আনি নিদিয়ক কথা নাই। কিন্তু ৰেৱতী Mobile ৰ Switch off কৰি দি মোৰ ফোনটোকে Receive নকৰিলে বৰবৰাই। মানুহ ইমানেই স্বাৰ্থপৰ আৰু অকৃতজ্ঞ।

ৰেৱতী : ছাৰৰ এনেকুৱা অৱস্থাত আপুনি ভাগি নপৰিব মাহীদেউ। এনেকুৱা অৱস্থাত ৰোগী চেন্টিমেন্টেল হলে বিপদ হোৱাৰ সম্ভাৱনা থাকে। অজন্তা বাইদেউ আৰু বাসদাৰ কথাবোৰ যি ক'লে -- ক'লে আৰু একো নকব। যি হবৰটো হ'বই। মহাদেউক সেইবোৰ কৈ শুনালেটো আৰু Position improve নহয়।

বাসন্তী : তুমি কথাটো ঠিকেই কৈছা ৰেৱতী। কিন্তু মই সঁচাকৈয়ে ভাগি পৰিছো। ভাবিবই নোৱাৰিছিলো যে কেতিয়াবা বাসৱৰ পৰা মই এনেকুৱা কথা শুনিবলগীয়া হ'ব।

ৰেৱতী : ধৈৰ্য ধৰকছোন মাহীদেউ।

বাসন্তী : ধৈয্য ধৰাৰ কথা কৈছা ৰেৱতী। যাক মই গৰ্ভত ধাৰণ কৰিছিলো সিইঁহৰ পৰা এনে কথা শুনাৰ পাছত মই মাকজনী হৈ ধৈৰ্য ধৰি থাকিব নোৱাৰো ৰেৱতী।

(লগে লগে এইটো Light off । বৃকোদৰৰ বিছনাত Deem Light। বৃকোদৰে সপোন দেখাৰ দৰে চট্‌ফটাই থাকে। আন এটা Hellozen Light জ্বলে
মঞ্চত।
এইটো আমেৰিকাৰ Kenedy Memorial Club )

(পৰিৱেশ -- [Third Marriage Anniversary of Ajanta and Martın]
বাসৱে আলহীক Receive কৰে।
অজন্তা আৰু মাৰ্টিন ক্লাৱত থাকে। বাকীবোৰৰ এজন দুজনকৈ প্ৰৱেশ

বাসৱে ক'ব -- Welcome, Welcome.
আলহীয়ে মাৰ্টিনহঁতক কব Many many happy returns ইত্যাদি।
তাৰ পাছত মদ, নাচ, গান।

(চৰিত্ৰ -- বাসৱ, অজন্তা, অজন্তাৰ স্বামী মাৰ্টিন, দুই এগৰাকী আমেৰিকান যুৱক-যুৱতী।

Dance আৰম্ভ হোৱাৰ আগে আগে বাসৱে ক'ব।

বাসৱ : Ladies and Gentlemen। আজি মোৰ Sister অজন্তা আৰু মাৰ্টিনৰ 3rd Marriage Anniversary উপলক্ষে এই আনন্দ উৎসৱৰ আয়োজন। আহক, আনন্দ আহ্লাদত মুখৰিত হওঁক -- Kennedy Memorial Club. Very Happy Marriage Day to Ajanta & Martin। হিপ্ হিপ্।

আন সকলোৱে : হুৰে।

(লগে লগে Dance আৰম্ভ হয়। কিছু সময় Dance চলে। Danceৰ শেষত বাসৱৰ মোবাইলত ৰিং হয়।

বাসৱে মোবাইলৰ চুইছ্ ন কৰি কথা কবলৈ ধৰে)

বাসৱ : অ' মা কোৱা। কি-- দেউতাৰ অসুখ। Operation হ'ব। না-- না মা অসম্ভৱ। পটককে কেনেকৈ যাম। নাৰ্ছিং হোমত ৰাখি Operationটো কৰায় দিয়া। আজিকালি সেইটোনো কি কথা। গুৱাহাটীখনো আজিকালি বেছ ডাঙৰ চহৰ।

মা, এইখন আমেৰিকা। যোৰহাটৰ পৰা গুৱাহাটীলৈ অহাৰ দৰে নহয়। আৰু এটা কথা মা। আমাৰ চান্দমাৰীৰ ঘৰ আৰু মাটি বিক্ৰী কৰিব লাগে। অজন্তাৰো একে মত। তোমালোক দুজন মানুহৰ বাবে দিশপুৰৰ ঘৰটোৱে Sufficient। আমাৰটো আৰু অসমলৈ ঘূৰি যোৱাৰ কথাই নুঠে। এই কামৰ বাবে আমি April ত যাম। ইয়াত অলপ টকাৰো দৰকাৰ হৈছে। ইতিমধ্যে Add এটা দি দিবা। গোটেই কেইখন Paperতে। Bye মা।

অজন্তা : কাৰ কল অ' দাদা।

বাসৱ : মাৰ

অজন্তা : মোকো দে মোকো দে।

বাসৱ : বন্ধ হ'ল।

অজন্তা : মাৰ ISD। মোক এবাৰ নিদিলি?

বাসৱ : মাই Switch off কৰিছে অ', মই কি কৰিম।

অজন্তা : মাই জানো। মায়ে সাতদিন আগেয়ে মোক Call কৰিছিল।

বাসৱ : আমাক মাতিছে তোৰ মিষ্টা, এই মাৰ্টিন, মাৰ্টিনতো লৈ যাব দিছে। যাবি? পাৰিবি যাব?

অজন্তা : যোৱাৰ প্ৰশ্ন উঠা নাই দাদা। কিন্তু মাক মাত এবাৰটো দিব পাৰিলোহেঁতেন।

বাসৱ : দে, হ'বদে।

অজন্তা : এতিয়া ISD কৰিলে লাগল টকা এসাপামান। দাদা। তয়ো যে আৰু।

বাসৱ : মনে মনে থাক অজন্তা। এইটো ক্লাব। Be light। আজি তহঁতৰ Marriage Anniversary।

অজন্তা : এবাৰ আমাৰ ৰ কথা মাক নকলি কিয়? ইস্। (ক্লাবৰ এটা মূৰত মাৰ্টিনে মদ খাই আছিল। ইহঁতৰ কথা বতৰাৰ মাজত নচা বন্ধ কৰি তেওঁ অকল মদ খাইছিল। মাৰ্টিনে বেছিকৈ খাইছে। অজন্তা আৰু বাসৱৰ কথোপকথন শুনি হঠাৎ তেওঁ উত্তেজিত হয়। অজন্তাইঁতৰ ওচৰলৈ আহে)

মাৰ্টিন : বাসৱ! অজন্তা! Stop, Bloody sentimental fools.

বাসৱ : মাৰ্টিন, শান্ত হোৱা।

অজন্তা : Please Martin.

মাৰ্টিন : Daddy, Mummy। এই সময়ত, আমাৰ Society ত Old age home ত থাকে।

বাসৱ : It's our problem Martin

অজন্তা : তুমি বেছি খালা Darling।

মাৰ্টিন : Daddy, Mummy. A bore, simply a great bore.

বাসৱ : মাৰ্টিন

অজন্তা : Please.

মাৰ্টিন : Horrible তোমালোকৰ Societyত Daddy আৰু Mummy এটা মস্ত Problem।

(বাকীবোৰে নাচ বন্ধ কৰি – "Martin-No" বুলি ওচৰ চাপি আহে। চৰিত্ৰবোৰ এটা Frammingত সোমাই অলপ সময় Still হৈ থাকে)

(সেই সময়ত Central City Nursing Homeত বৃকোদৰে সপোন দেখি থাকে ওচৰত কোনো নাই)

(ঠিক সেই সময়ত Back ground ত Humming )

পাশ্চাত্যৰ ধুমুহাৰ
কৰাল বাষ্পত
প্ৰাচ্যৰ সুগন্ধি শান্ত অনিল
আজি দেখোন প্ৰদূষিত হয়

(Light : কেনেডি ক্লাব)

(Spot light চৰিত্ৰৰ, Frame ত থাকে। নাৰ্চিং হোমৰ বেডত, বৃকোদৰ বৰুৱা মন মকৰা জালত সোমায়। Humming ৰ অন্তত, বৃকোদৰৰ চিএৰ। নাৰ্ছ দৌৰি সোমায়।

(কেনেডি ক্লাবত Light off, নাৰ্ছিং হোমত Hellozen)

(ৰেৱতীৰ প্ৰবেশ)

ৰেৱতী : কি হ'ল ছাৰ। সপোন দেখিছে নেকি? অস্ত্ৰোপচাৰ কৰাৰ পৰা ৬-৭ দিনমান খেলি-মেলি কিবা কিবি সপোন দেখেই। চিন্তাৰ কাৰণ নাই ছাৰ। আমি আছো নহয় ছাৰ। আপুনি বোধহয় বাসৱদা আৰু অজন্তা বাইদেউৰ কথা ভাবি আছিল।

বৰুৱা : বাসৱ দা আৰু অজন্তা বাইদেউ!!

ৰেৱতী : অ'।

বৰুৱা : সিহঁতক তুমি চিনি পোৱা নেকি?

ৰেৱতী : আজি পুৱা মাহীদেউৰ মুখৰ পৰা শুনিছো।

বৰুৱা : (মনৰ ভাব সললনি কৰি) নাই, নাই; সিহঁতৰ কথা কি ভাবিব লগা আছে। সিহঁতৰো সা-সুবিধাৰ কথা আছে দিয়াচোন। আহো বুলিতো আহিব নোৱাৰে।

ৰেৱতী : চিন্তা কৰিব নালাগে ছাৰ। April তটো আহিব বুলি কৈছেই। আৰু আপোনাটো অপাৰেচন হৈয়ে গ'ল। এতিয়া যাবই পাৰিব।

বৰুৱা : তোমাৰ মাহীদেউ ক'লৈ গৈছে?

ৰেৱতী : খুব বোলে এটা আৰ্জেণ্ট কাম আছে। Air Port লৈ গৈছে। ১০ মান বজাত আহি পাবই। (মূৰত হাত বুলায়) ধৰকচোন — অজন্তা বাইদেউৰ দৰে ময়ো আপোনাৰ ছোৱালী। কিবা অসুবিধা পালেই মোক ক'ব। বেল মাৰিলেই মই আহিম।

বৰুৱা : তোমাৰ Duty শেষ হলে মোক কোনে এনেদৰে চোৱা-চিতা কৰিব?

ৰেৱতী : মই থাকিম নহয়। Duty নথকাৰ সময়ত মই ঘৰৰ মানুহৰ দৰে আপোনাৰ লগতেই লাগি থাকিম। চিন্তা নকৰিব ছাৰ।

বৰুৱা : ৰেৱতী, কোনোবা জনমত কিজানিবা তুমি মোৰ মা আছিলা।

ৰেৱতী : এই জনমত মোক আপোনাৰ ছোৱালী বুলি ধৰক। অলপ শুবলৈ চেষ্টা কৰকচোন। (মূৰত হাত ফুৰাই থাকে) আপুনি কীৰ্ত্তন শুনি ভাল পায় নহয়। মই সৰু সৰু কৈ গাইছো। আপুনি শুনি শুনি টোপনি যাওঁক —

'অনেক কাৰ্পণ্য কৰি কৃষ্ণৰ আগত পৰি
জুৰিলন্ত উদ্ধৱে ক্ৰন্দন
দেখি দুঃখ ভকতৰ আস্বাসিলা দামোদৰ
উদ্ধৱক বুলি বচন।"

[Stage light off]
[Spot light on]

সূত্ৰধাৰ : নাৰ্চ ৰেৱতী ভূঞাৰ হাতৰ পৰশত বৃকোদৰ বৰুৱাই নিজ কন্যা অজন্তাৰ হাতৰ স্নেহ স্পৰ্শ অনুভৱ কৰিলে। মনটো তেওঁৰ ভানেখিনি শাঁত পৰিল যদিও টোপনি কিন্তু নাহিল। এক মূহুৰ্ত্তৰ বাবে অজন্তা আৰু বাসৱৰ স্কুল আৰু কলেজীয়া জীৱনৰ কথাবোৰে বৃকোদৰ বৰুৱাৰ অৱচেতন মনৰ মাজত টৌ খেলি থৈ গ'ল।

(সূত্ৰধাৰৰ Spot light off/ Stage ত Hellozen on)

(তেজপুৰত বৃকোদৰ বৰুৱাৰ ঘৰৰ বাৰাণ্ডা)

(চৰিত্ৰ : বাসন্তী, শিশু বাসৱ আৰু শিশু অজন্তা, যাদৱ আৰু বৃকোদৰ।

বাসন্তীৰ চকুত চকুপানীৰ কণিকা)

বাসন্তী : যাদৱ। সকলো বস্তুবোৰ গাড়ীত উঠিছেতো।

যাদৱ : উঠিছে, বাইদেউ। আৰু বাইদেউ আপোনালোক আহিলো, গ'লো। তেজপুৰত থকা যেনেই নালাগিল।

বাসন্তী : কি কৰিবা, ইহঁতৰ স্কুল খুলিলে নহয়।

যাদৱ : বাসৱ বোপা, অজন্তা মাক লৈ আপোনালোকৰ লগত আৰু এদিন মহাভৈৰৱ দৰ্শন কৰিবৰ মন থাকি গ'ল।

অজন্তা : নহলে আৰু দুদিন থাকি যাওঁ দিয়া মা।

বাসৱ : নহব দেউ, পৰীক্ষালৈ বেছি দিন নাই।

অজন্তা : যাদৱ মামাহঁতৰ চতিয়াৰ ঘৰলৈও নিব খুজিছিল।

বাসন্তী : হ'ব পিছৰবাৰ আহিলে যাম।

(বৃকোদৰ বৰুৱাৰ প্ৰবেশ)

বৰুৱা : বাসন্তী। বৰ ডাঙৰ কথা হ'ল। এতিয়া আকৌ Circuit House লৈ যাব লাগে। D. C. ৰ ফোন, Minister আহি আছে। যাদৱ চব ঠিক আছে নহয়। সোণটো, মা-জনী। ভালদৰে পঢ়া শুনা কৰিবা। তেতিয়াহে ডাঙৰ মানুহ হ'ব পাৰিবা। বাসন্তী। ৰাতিৰ কথা, সাৱধানে যাবা। তেজপুৰ-গুৱাহাটীৰ ৰাস্তা খুব বেয়া। যাদৱ। কালিৰ দিনটো থাকি, পৰহি গুচি আহিবা।

বাসৱ : পাপা। যাদৱ মামাক কেইদিন মান গুৱাহাটীত থাকিব দিয়ানা।

অজন্তা : অ' পাপা। আমি চিৰিয়াখানাত যাম, বশিষ্ঠত যাম।

বাসৱ : যাদৱ মামা নহলে আমি কাৰ লগত যাম পাপা।

অজন্তা : মাযে বেলেগৰ লগত আমাক নপঠিয়ায়, নিজেও নাযায়।

বাসন্তী : নাপায় অজন্তা। যাদৱ নহলে দেউতাৰক ভাত-পানী কোনে দিব?

(অজন্তা আৰু বাসৱে বৃকোদৰ বৰুৱাক সাৱতি ধৰে)

বাসৱ : কোৱা না পাপা মাক। তুমি ক'লে মায়ে শুনিব।

অজন্তা : কেইদিনমান তুমি হোটেলতোটো খাব পাৰা।

(যাদৱে তলমূৰ কৰি থাকে)

বাসন্তী : বাসৱ, অজন্তা নাপায় নহয় সোণ তেনেকুৱা কৰিব।

অজন্তা : কেইদিন মানহে মাত্ৰ।

বাসৱ : অ'তো।

বৰুৱা : হুব দিয়া বাসন্তী সিহঁতে বৰ্বাকে ইচ্ছা কৰিছে। মই কিবা এটা কৰি চলিম। যাদব।

যাদব : ছাৰ!

বৰুৱা : তুমি সাতদিন মান গুৱাহাটীত থাকি সিহঁতক সেইবোৰ দেখুৱাই আহিবা।

যাদব : আপোনাৰ অসুবিধা নহব জানো ছাৰ।

বৰুৱা : এস! চলিম দিয়া কিবা এটা কৰি। ইহঁতক ডাঙৰ কৰা, লেখা পঢ়া শিকোৱা সেইটোৱেটো এতিয়া আমাৰ মুখ্য কাম। সন্তানত বাহিৰে সংসাৰত অইন কি ধন-সম্পত্তি লাগিছেহে যাদব।

বাসব } অজন্তা } : পাপা তুমি ইমান ভাল।

যাদব : হ'ব ছাৰ, মই সাতদিন মান থাকিয়েই আহিম। এতিয়া আহো ছাৰ। ৰাস্তাও বৰ ভাল নহয়।

বাসন্তী : আপোনাৰ এই কেইদিন কষ্ট হ'ব। সাৱধানে চলিব। হোটেলৰ জুলা দিয়া আঞ্জাসোপা খাই বা কি হয়!

(বাসন্তীয়ে বৃকোদৰক সেৱা কৰে আৰু উঠে। চৰিত্ৰবোৰ Frame ত সোমায়।

বাসন্তীৰ লগত অজন্তা আৰু বাসব। ওচৰত যাদব। বৃকোদৰ আঁতৰত। Frame ত Powerful Spot light। Spot Back ground ত Humming)

Back ground --

ফুল কুমলীয়া
শিশুৰ কলধ্বনি
শৰৎ-বসন্তৰ ৰঙ
আৰু বাসনা প্ৰাণৰ
কেনিবা হেৰাল তাৰ!

[Light off/ সূত্ৰধাৰৰ Spot on]

সূত্ৰধাৰ : এৰা! যাদৱৰ কথা মনত পৰাৰ লগে লগে বৃকোদৰ বৰুৱাৰ অন্নদা পেহীলৈও মনত পৰিল। অন্নদা পেহীয়েও নিঃস্বাৰ্থভাৱে শৰালিপামৰ মানুহক সেৱা-শুশ্ৰূষা আগবঢ়ায়। বৃকোদৰহঁতকনো পেহীয়ে কম মৰম কৰিছিলনে। ক'ৰবাত কিবা এটা পালেই বৃকোদৰহঁতক মাতি নি আদৰ-সাদৰ কৰি খুৱায়। ভাগৱত-কীৰ্ত্তন, মহাভাৰতৰ পদাৱলী গাই শুনায়। অন্নদা পেহীহঁতোতো এই পৃথিৱীৰ মানুহ। আৰু যাদব। তাৰ কি মৰম, ভক্তি আৰু কৃতজ্ঞতাবোধ। এই যাদৱেই একালত বৃকোদৰ বৰুৱাক ভাত-পানী ৰান্ধি-বাঢ়ি খুৱাইছিল। হৰপৰা তেতিয়া তেজপুৰৰ জিলা পৰ্যায়ৰ বিষয়া। ল'ৰা-ছোৱালীহালক গুৱাহাটীৰ ডনবস্কো আৰু ছেইন্ট মেৰীজ স্কুলত পঢ়ুৱাবৰ বাবে বাসন্তীক অজন্তা আৰু বাসবৰ লগত গুৱাহাটীতে ৰাখি বৃকোদৰ বৰুৱাই অসমৰ বিভিন্ন ঠাইত চাকৰি কৰি ঘূৰি ফুৰিছিল। অকলে খোৱা-মেলা কৰিবলগীয়া হোৱাত বৃকোদৰ বৰুৱাৰ যথেষ্ট অসুবিধাও হৈছিল। কিন্তু বাসব আৰু অজন্তাৰ ভৱিষ্যতৰ কথা ভাবি বৰুৱাই সেই অসুবিধাক অসুবিধা বুলি ভবা নাছিল। তেতিয়া বাসন্তী আৰু বৰুৱাৰ এটাই চিন্তা আছিল -- বাসব আৰু অজন্তা লেখা-পঢ়া কৰি মানুহ হওঁক। দেশৰ সুনাগৰিক হৈ বংশৰ মান বঢ়াওক। সেইবাবেই বৃকোদৰ বৰুৱাই এনে ধৰণৰ কষ্টক কষ্ট বুলি ভবা নাছিল। তাৰ পাছত তেওঁ এদিন তেজপুৰৰ পৰা যোৰহাটলৈ বদলি হৈ যায়।

[সূত্ৰধাৰৰ Spot Light off/ Stage ত Hellozen on]

বৰুৱা : দুখ নকৰিবা যাদব। তোমাৰ কোনো চিন্তা নাই। গুদাম চকীদাৰ হিচাপে তোমাক Permanent কৰি দিছো।

যাদব : সেই কাৰণে নহয় ছাৰ। আপুনি হঠাৎ যাবলৈ ওলাল। পৰিবাৰ আৰু ল'ৰা-ছোৱালী হালে আপোনাৰ যোৱাৰ পৰত চৰণৰ ধূলিকণ লবলৈ নাপালে।

বৰুৱা : কি কৰিবা চৰকাৰী চাকৰি এনেকুৱাই। কিন্তু তোমাকটো মই তেজপুৰত Quarter দিছো। পৰিয়াল ইয়াত নাই নেকি?

যাদব : নাই ছাৰ। চতিয়াৰ গাঁৱৰ ঘৰত মা-দেউতা আছে। বুঢ়া মানুহ, আমাৰ এওঁ নাচালে আৰু কোনে চাব?

বৰুৱা : আৰু ল'ৰা-ছোৱালী দুটা?

যাদব : চতিয়াৰ স্কুলত নাম লিখি দিছো।

[সূত্ৰধাৰৰ Spot Light]

সূত্ৰধাৰ : সেইজন যাদৱে বৃকোদৰ বৰুৱাক কোনোদিনে পাহৰা নাই। কি তাৰ কৃতজ্ঞতাবোধ। এজন চকীদাৰ হৈও যাদৱৰ কি মানৱতাবোধ! সময় সুবিধা পালেই সি গুৱাহাটীলৈ আহি বৃকোদৰ বৰুৱাৰ খবৰ কৰি থাকে।

(মঞ্চত বৃকোদৰ বৰুৱাৰ গুৱাহাটীৰ ঘৰত Hellozen, Spot off)

(বাসন্তীয়ে শ্ৰীকৃষ্ণৰ অষ্টোত্তৰ নাম পঢ়ি থাকে। কিছু সময় পাছত যাদৱৰ প্ৰৱেশ)

যাদৱ : বাসৱ বোপা!! অ' অজন্তা মা।

বাসন্তী : অ' যাদৱ আহা আহা বহা। সেইবোৰ কি আনিছা?

যাদৱ : ঘৰৰে মালভোগ কল। আৰু আমাৰ এওঁ, মানে পৰিবাৰে খাকী কেম্বেল হাঁহ পুহিছে নহয়। এগণ্ডা হাঁহৰ কণীকে লৈ আহিছো।

(বৃকোদৰে এখন ট্ৰেত চাহ, লাৰু, বিস্কুট লৈ আহে)

বৰুৱা : মই ভিতৰৰ পৰাই তোমাৰ মাত শুনিছো। চাহ খোৱা যাদৱ।

যাদৱ : আপুনি নিজে চাহ আনিছে ছাৰ।

বাসন্তী : মই ক'লেও নুশুনে তুমি কোৱাছোন।

বৰুৱা : চাহ মই বনোৱা নাই নহয়। ভিতৰৰ পৰা আনিহে দিছো।

বাসন্তী : মই নাই নেকি?

বৰুৱা : একো নহয়হে।

বাসন্তী : ইস্ একো নহয়। যাদৱ খোৱা।

বৰুৱা : আচল কথা কি জানা যাদৱ চাকৰিৰপৰা অৱসৰ পোৱা মানুহ। কিবা এটা কৰিব নাপালে, হাত-ভৰিবোৰ টনটনাই। চাহ খোৱা।

বাসন্তী : খোৱাচোন যাদৱ, মই ভিতৰৰ পৰা আহিছো। (বস্তুবোৰ লৈ ভিতৰলৈ যাব খোজে)

বৰুৱা : হেৰা বাসন্তী! আমাৰ গুৱাহাটীৰ গেছত পকোৱা কল নহয়। যাদৱহঁতৰ চতিয়াৰ ঘৰৰ -- গছত পকা-- বাদুলীয়ে খাই থকা পকা মালভোগ কল।

বাসন্তী : (কৈ কৈ ভিতৰলৈ যায়) ইস্। গছত পকা বাদুলীয়ে খোৱা কল খায়। ইফালে ডায়েবেটিক পেছেন্ট। (ভিতৰৰ পৰা চিঞৰি কব) অলপ পাছতে আকৌ নক'ব-- হেৰা বাসন্তী! খাকী কেম্বেল হাঁহৰ কণীৰে আলুৰ দম বনোৱাহে।

বৰুৱা : (বাসন্তীৰ কথা Reaction)

যাদৱ : (চাহ খাই থাকে আৰু বৰুৱাৰ কথা শুনি ছাৰ, হয় ছাৰ ইত্যাদি কৈ হয়ভৰ জনাই থাকে।

বৰুৱা : হেঃ হেঃ হেঃ বুজিছা যাদৱ! ব্লাড কলষ্টল বেছি সেইবাবে হাঁহৰ ডিম খোৱাত তেওঁৰ আপত্তি। কিন্তু বাল্যকালত খোৱা হাঁহৰ কণীৰ আলুৰ দমৰ কথা কিদৰে পাহৰিবা। বাল্যকাল, কৈশোৰ, যৌৱনৰ স্মৃতিয়ে আমাৰ এই বয়সত সম্পদ। বাল্যকালৰ স্মৃতি কোনে পাহৰিব পাৰে। মই জানো-- অজন্তা আৰু বাসৱৰ বাল্যকালৰ স্মৃতি তুমি পাহৰা নাই। সেইবাবে অভ্যাসৱশত আজি সিহঁতক মাতিছা। সিহঁত ইয়াত নাই নহয়। আমেৰিকাত।

যাদৱ : জানো ছাৰ, সকলো কথা জানো। ঈশ্বৰে কৰিলে সময়ত সকলো ঠিক হৈ যাব।

(যাদৱে চাহ খায়। বৃকোদৰ বৰুৱাৰ action। বেগৰ পৰা গামোচা উলিয়াই হাত মচে -- ইত্যাদি। মচি উঠি ক'ব --)

যাদৱ : মই এই বাছতে আকৌ ঘূৰিও যাম। পলম নকৰো ছাৰ। বাইদেউক মাত দিব পাৰিলে যাওঁৱেই আৰু!

বৰুৱা : বাসন্তী। যাদৱ যাবলৈ ওলাইছে।

বাসন্তী : (ভিতৰৰ পৰা) গৈছো। (প্ৰৱেশ)

বাসন্তী : যাদৱ তোমাৰ ল'ৰা-ছোৱালী দুটাৰ বাবে কিবা এটা কিনি নিবা। (টকা দিয়ে)

যাদৱ : নালাগে বাইদেউ।

বাসন্তী : মই বেয়া পাম কিন্তু যাদৱ .....

বৰুৱা : লোৱা যাদৱ। তোমাক ঘৰৰে এজন বুলিহে ভাবো আমি।

[Hellozen off/ সূত্ৰধাৰৰ Sopt Light on]

সূত্ৰধাৰ : এৰা! তেজপুৰৰ পৰা গুৱাহাটীলৈ অহা-যোৱাৰ ভাৰানো কম লাগেনে। তাৰ অলপীয়া দৰ্মহাৰ এই ভাৰাৰ পইচাখিনি মিলোৱা যে কি কঠিন বাসন্তীয়ে সেইটো বুজে। বুজে বাবেই তাৰ ব্যৱস্থাও তেওঁ কৰে। সেই যাদৱৰ দৰে মানুহোতো আজিও এই পৃথিৱীতেই আছে। সেই বাবেইতো বৃকোদৰ বৰুৱাই ৰহমান চাহাবৰ খবৰ কৰি লাগজাৰি নাৰ্ছিং হোমৰ পৰা উভতি অহাৰ পথত সিদিনা বাসন্তীক কৈছিল --

[Light off]

[Stage ত Hellozen Light off/ ৰহমান, ৰাবেয়া, মুনীন, বৰবৰা, বৃকোদৰ বৰুৱা + বাসন্তী]

(পৰিবেশ)

কলিতা : আহক ছাৰ, গাড়ীত বহক।

বৰবৰা : ছাৰ সাৱধানে।

(ৰহমান আৰু ৰাবেয়া এখন গাড়ীত উঠে। আন এখনত কলিতা আৰু বৰবৰা। বৃকোদৰ বৰুৱা আৰু বাসন্তীয়ে কোনোৰে মাত নলগায় ঠেলি-হেচি থৈ যায়)

বাসন্তী : বৰবৰা আৰু কলিতাক দেখিলে। ভদ্ৰতাৰ খাতিৰতো মাত এষাৰ নিদিলে। ঠেলা মাৰি ওচৰেৰে পাৰ হৈ গ'ল।

বৰুৱা : পৃথিৱীৰ সকলো মানুহ আনন্দেশ্বৰ বৰবৰা আৰু মুনীন কলিতা নহয় বাসন্তী। জীৱনটো নৈৰাশ্যৰ

সাগৰত ডুবাই নিদিবা। যাদৱইঁতৰ কথা ভাবাচোন।

বাসন্তী : যাদৱ, অন্নদা পেহীইঁত আছে মই জানো। জীৱনত তেওঁলোকৰ ঋণ— পৰিশোধ কৰা বস্তু নহয়। কিন্তু তেওঁলোক সাধাৰণ মানুহ। তেওঁলোকক আমি একো দিব পৰা নাই। কিন্তু আনন্দেশ্বৰ বৰবৰা আৰু মুনীন কলিতাইঁতে তোমাৰ পৰা বহুত আদায় কৰিছে।

বৰুৱা : কোনে কাক কি দিব পাৰে বাসন্তী। সকলো ভগৱানে কৰে।

বাসন্তী : ৰহমান আৰু Mrs.ৰহমানে ভাবিছে যে বন্ধুত্বৰ বাবেহে বৰবৰা আৰু কলিতা তেওঁলোকৰ ঘনিষ্ঠ। পিছুতহে বুজিব পাৰিব যে ৰহমান চাহাবৰ চহীৰূপী গাণ্ডীৱৰহে এয়া মহিমা।

বৰুৱা : এইবোৰ পাৰ্থিৱ কথা, দুখ-বেদনাৰ কথা পাহৰি থাকিবলৈ আমি শৰালিপামলৈ যাওঁ বলা বাসন্তী। চতিয়াৰ যাদৱইঁতৰ ঘৰলৈ যাওঁ। ক্ষমতাৰ চক্ৰবেহুৰ পৰা তেতিয়াহে আমি মুক্ত হম। বুজিছা বাসন্তী। মুনীন কলিতা, আনন্দেশ্বৰ বৰবৰাইঁতৰ কথা পাহৰি যোৱা। আনকি, শুনিবলৈ কঠিন হলেও তোমাক মই কৈছো বাসব আৰু অজন্তা মৰি গৈছে বুলি ভাবা।

বাসন্তী : (বৃকোদৰৰ গাত ধৰি উচুপে)

বৰুৱা : এইটো ৰকাৰী বাস্তা বাসন্তী। বহুত মানুহ অহা-যোৱা কৰি আছে।

[Light off]

[সূত্ৰধাৰত Sopt Light]

সূত্ৰধাৰ : চেন্ট্ৰেল চিটি নাৰ্ছিং হোমৰ তিনিশ এক নম্বৰ কোঠাত ভাবাবেগত আপ্লুত হৈ থকা বৃকোদৰ বৰুৱাক ৰেৱতী ভূএৱাৰ আপদাৰেও টোপনি নিয়াব পৰা নাই। মনৰ পৰ্দাত ভিৰ কৰিছেহি অতীতৰ স্মৃতিয়ে। তেঁওৰ বাল্যকালৰ স্মৃতি। মনত পৰিছে তেওঁৰ জন্মস্থান শৰালিপামৰ কথা। হৰিশ্চন্দ্ৰ নাটক মঞ্চস্থ কৰিছিল। নাটকত হৰিশ্চন্দ্ৰৰ অভিনয় কৰিছিল তেওঁ নিজে। সেইজন ৰজা হৰিশ্চন্দ্ৰৰ বিলাই বিপত্তিৰ কথা তেওঁৰ মনত পৰিছে। তেওঁৰ কাণত ৰিণিৰিণি বাজিছে অন্নদা পেহীৰ কণ্ঠস্বৰ —

(চেন্ট্ৰেল চিটি নাৰ্ছিং হোমত Light)

(Female Voice) (এটা Spot ত অন্নদা পেহীৰ মুখ)ৰ

" — কৈক গৈল ছত্ৰ-দণ্ড কৈক গৈল বাদ্য ভাণ্ড
কৈক গৈল প্ৰচণ্ড প্ৰতাপ
অপাৰ সাগৰ হেন শুখাই নিশবদ ভৈল
হৰি হৰি হৰিশ্চন্দ্ৰ বাপ।"

সূত্ৰধাৰ : বৃকোদৰ বৰুৱাৰ চকুৰ পৰা চিলমিলিয়া টোপনিৰ আবেশ আঁতৰি গ'ল। চকু দুটা মোহাৰি ওপৰ ফালে চালে তেওঁ। দুৰ্বল হোৱাৰ বাবেই বোধহয় এইবোৰ কথা ঘাৰে ঘাৰে মনলৈ আহিছে। ৰেৱতীৰ হাতদুখনত খামোচ মাৰি ধৰিলে বৃকোদৰে —

[Light off/Hellozen on]

(পৰিৱেশ : চেন্ট্ৰেল চিটি নাৰ্ছিং হোম)

বৰুৱা : বুজিছা ৰেৱতী! বাসব আৰু অজন্তাই মোৰ চান্দমাৰীৰ ঘৰ মাটি বিক্ৰী কৰি দিব কৈছে। সিহঁতক টকা লাগে। এতিয়া সিহঁত আমেৰিকা বাসী হৈছে। কিন্তু এদিন সিহঁতক সেই যোগ্যতা অৰ্জন কৰিবৰ বাবে, সিহঁতক মানুহ কৰিবলৈ বাসন্তী আৰু মই চাকৈ-চকোৱা হ'লো। যাদৱৰ লগতেই প্ৰায় গোটেই জীৱনটো মই কটাই দিলো।

ৰেৱতী : আপুনি সেইবোৰ কথা এতিয়া একেবাৰে নাভাবিব ছাৰ। মোৰে শপত। আপুনি যদি সঁচাই মোক কোনোবা জনমৰ আপোনাৰ মাতৃ বুলি ভাবিছে এইবোৰ কথা একদম নাভাবিব। মোক কথা দিয়ক।

বৰুৱা : (বিস্ময়) ৰেৱতী! তোমাৰ আচৰণে মোক যাদৱৰ কথা মনত পেলাই দিছে। যাদৱেও মোক পিতৃজ্ঞান কৰিছিল। মোক খুব আদৰ যত্ন কৰি খুৱাইছিল। সেয়া মোৰ অতীত। কিন্তু মই এইবোৰ কি কব ধৰিছো। তুমিনো বাৰু যাদৱক কেনেকৈ জানিবা। যাদৱৰ সেই স্নিগ্ধ সান্নিধ্য মুখেৰে কৈ বুজাব পৰা কথা নহয় ৰেৱতী। (ৰেৱতীৰ চকু চলচলীয়া হয়। বৃকোদৰ বৰুৱাৰ পৰা চকুপানী গোপন কৰে)

(এনেতে অন্নদা পেহী আৰু যাদৱ সোমায় আহে। যাদৱৰ হাতৰ পৰা কল, আঙুৰ, আপেলৰ টোপোলাটো লৈ ৰেৱতীয়ে আলমাৰীত থয় আৰু ভিতৰলৈ যায়। পেহীয়ে কাতৰভাৱে আহি বৰুৱাৰ ওচৰত বহি হাঁহাকাৰ লগায়)

অন্নদা : যাদৱ! মোৰ সোণাইটো! তোৰ এই বয়সত অপাৰেশ্বন হৈছে! ইস্ — মোৰ সোণাই — মই তেজপুৰত কথাটো শুনি ৰ'ব পৰা নাই।

(যাদৱে দুখ মনে বৃকোদৰ বৰুৱাৰ হাত-ভৰি পিটিকি দিয়ে। বিচনাতে বহে)

বৰুৱা : আৰে পেহী, যাদৱ। হঠাৎ তোমালোকে ক'ৰ পৰা ওলালা। মোৰ আজি পুৱতি নিশাৰ পৰা তোমালোকৰ কথাই মনত পৰি আছে। (পেহীয়ে গালে মুখে হাত ফুৰায়, পেহী চকীত বহে। চকী এখনহে আছিল)

পেহী : মই কেইদিমান আগতে যাদবহঁতৰ ঘৰলৈ গৈছিলো। যাদৱৰ মুখে গম পালো তোৰ বেমাৰ। হস্পিতালত আছ। দুয়ো তেজপুৰৰ পৰা চিধা চিধি ইয়ালৈ আহিছো। ফলমূলখিনি যাদৱেই কিনিছে। মোৰনো পা-পইছা আছে ক'ত?

বৰুৱা : পেহী, তুমি এই বয়সত ইমান কষ্ট কিয় কৰিব লাগে।

পেহী : বয়স চাৰিকুৰিৰ ওচৰ চাপিলেও দেহা মোৰ ঠিক আছে অ' বৃকোদৰ। তই বিছনাত পৰি থাকিবি আৰু মই শৰালিপামত বহি আনন্দ কৰি থাকিম।

বৰুৱা : তোমালোকৰ মৰমতেই আমি বাচি আছো পেহী। তুমি, যাদৱ নহলে . ....

পেহী : মনে মনে থাক। সময়মতে খবৰ পোৱা হলে মই অস্ত্রোপচাৰৰ দিনাখনেই আহিলো হয়।

(এনেতে ৰেবতীয়ে পানী আৰু ঔষধ লৈ সোমাই আহে আৰু কিবা ঔষধ খুৱাই ভিতৰলৈ যায়)

পেহী : খা — বোপাই খা — ঔষধখিনি খা। (এইবুলি কৈ পেহীয়ে বৃকোদৰ বৰুৱাৰ বুকুখন মোহাৰি দিয়ে)

যাদৱ : ছাৰ, বাইদেউ নাই নেকি?

বৰুৱা : নাই। কিবা এটা বিশেষ কামত ওলাই গৈছে।

[Light off/ সূত্রধাৰৰ Spot Lighton]

সূত্রধাৰ : এৰা। বাসন্তী কান্দিব জানিলেও, মুখেৰে যিমানে নকলেও, কাৰ্যতঃ কিন্তু ভাগি পৰা বিধৰ মহিলা নহয়। সেই বাসন্তীৰ মনত পৰিল তেওঁৰ একালৰ বান্ধৱী-- ডুমডুমাৰ নুৰজাহান বেগমৰ কথা। নুজাহানৰ একমাত্র কন্যা মেহেৰুন্নিছা, 'হেণ্ডিক কলেজ হোষ্টেল'ত অজন্তাৰ ৰূমমেট আছিল। দুয়োগৰাকী মাকৰ বন্ধুত্বৰ আলমতে শেষৰফালে মেহেৰুন্নিছা আৰু অজন্তা নলে-গলে লগা বান্ধৱী হৈ পৰিছিল। মেহেৰুন্নিছা এতিয়া Air Hostess। Air India ৰ গুৱাহাটী-কলিকতাৰ দৈনিক Flight ৰ এই গৰাকী সৰবৰহী, সুন্দৰী আৰু দীৰ্ঘদেহী Air Hostess মেহেৰুন্নিছাৰ কথাই বৃকোদৰ বৰুৱাৰ পত্নী বাসন্তীৰ সময়মতে মনত পৰিল।

[সূত্ৰধাৰৰ Light off/ মঞ্চত Light on]

(পৰিৱেশ : Air Port ৰ Spot এটা )

(চৰিত্ৰ : বাসন্তী আৰু মেহেৰুন্নিছা)

(গুৱাহাটী Air Port ৰ এটা চুকত মেহেৰুন্নিছা আৰু বাসন্তীয়ে চাহ খাই উঠি কথা পাতি আছে)

মেহেৰুন্নিছা : মাহীদেউ! আপোনাৰ টেলিফোনটো পাই যোৱা নিশা মই শুব পৰা নাই। আজি Duty লৈ অহাৰ আগে আগে চিধা গৈ পালো New Market ভাগ্য ভাল, Stall ত মাত্র এটা Piece য়েই আছিল। লওক মাহীদেউ, এইখন আপোনাৰ ......।

বাসন্তী : বুজিছা মেহেৰ, প্ৰথমতে ভয় হৈছিল-- আন সকলোৰে দৰে নুৰ আৰু মেহেৰহঁতেও কিজানি -- বাসন্তীক পাহৰি গৈছে।

মেহেৰুন্নিছা : বেয়া নাপাব মাহীদেউ, আপোনাৰ কথা শুনি মোৰ ভাব হৈছে আপুনি অকাৰণে নৈৰাশ্যত ভুগিছে। পৃথিৱীৰ কিন্তু সকলোবোৰ মানুহ-- সেইজন বৰবৰা বা কলিতাৰ দৰে নহয় -- মাহীদেউ। বাসৱ দা আৰু অজন্তাক মই E-mail ত জাৰিম নহয়। আপোনালোকে কিন্তু অলপো দুখ কৰি নাথাকিব।

বাসন্তী : তুমি মোৰ মনোবল ঘূৰাই আনিলা মেহেৰ। মই আৰু দুখ নকৰো। ঠিক আছে-- এইটো লোৱা-

মেহেৰ : এইটো কি? (আচৰিত হৈ)

বাসন্তী : ইস্। ইস্!! আপুনি কি কৰিছে মাহীদেউ। মই ৰ দাম লম-- আপোনাৰ পৰা। অজন্তাই শুনিলে মোক কি ক'ব।

বাসন্তী : মেহেৰ

মেহেৰ : মই এই Flight তে ধুৰি যাবা নালাগিলে আপোনাৰ লগত নাৰ্ছিং হোমলৈ গলোহেঁতেন। কিমানদিন যে মহাদেউক দেখা নাই।

বাসন্তী : মেহেৰুন্নিছা।

মেহেৰ : মাহীদেউ।

[Light off] [Central City Nursing Home ত Light on]

(পৰিৱেশ : Central City Nursing Home ৰ ঠিক আগৰ পৰিৱেশ )

বৰুৱা : যোৱাৰ সময় হ'ল, আহি পাবৰে হৈছে। আচ্ছা যাদৱ। আমাৰ বাসৱ আৰু অজন্তাৰ সৰুকালৰ কথাবোৰ তোমাৰ মনত পৰে নহয়?

যাদৱ : কিয় নপাবিব ছাৰ। সিহঁত হোষ্টেলত থাকোতে ময়েই দেখোন ইটো-সিটো দি আকৌ নৈশ বাছত ঘূৰি গৈছিলো।

বৰুৱা : এৰা! সিহঁত এতিয়া বিদেশত। সিহঁত আৰু অসমলৈ ঘূৰি নাহে। বুজিছা যাদৱ ঘৰ-দুৱাৰ কৰি তাতেই থাকি যাব।

পেহী : সেইবোৰ ভবাৰ এতিয়া দৰকাৰ নাই নহয়। অলপ শুবলৈ যত্ন কৰ। টোপনি নাহিলেও তলকা মাৰি থাক।

বৰুৱা : ল'ৰা-ছোৱালীৰ পৰা সুখ পোৱাতো ভাগ্যৰ কথা যাদৱ (কথা সুৰ সলাই) অ' তোমাৰ ল'ৰা-ছোৱালীহাল সৰু কালতে দেখা। সিহঁত গাঁতেই আছে নহয়? তুমিতো সিহঁতক আমাৰ ঘৰলৈ আনিম বুলি আৰু নানিলাই। সিহঁতে পঢ়া-শুনা কৰিছিল নহয়। এতিয়া কি কৰিছে?

যাদৱ : ল'ৰাটোৱে আপোনালোকৰ আশীৰ্বাদত বি এ. পাছ কৰিছে এই বছৰ। ছোৱালীজনীক মেট্ৰিক পাছ কৰাৰ পিছত নাৰ্ছ কলেজত দিছিলো। পাছ কৰি এবছৰো বহিব লগা নহ'ল। চাকৰি পালে।

বৰুৱা : চাকৰি পাইছে ক'ত?? (যাদৱ হতভম্ব)

যাদৱ : এইখন হস্পিতালতেই কৰে। — মণি (এইবুলি জীয়েক ৰেৱতীক মাতে। ৰেৱতীৰ ঘৰত মতা নাম মণি)

বৰুৱা : মণি!! মানে? (ৰেৱতী সোমায় আহে)

ৰেৱতী : দেউতা।

যাদৱ : মণি, তই ছাৰক চিনাকি দিয়া নাই নেকি?

বৰুৱা : চিনাকি দিব নালাগে যাদৱ। মুখৰ চিনাকি ডাঙৰ কথা নহয়। তোমাৰ মণিৰ চিনাকি তাইৰ কামেৰে মই পাইছো।

পেহী : তই যে হস্পিতালতেই আছ আমি গম পাই আহিছো।

(এনেতে বাসন্তী সোমায় আহে হাতত এখন ওৱাটাৰ ক্লথ লৈ)

বৰুৱা : হেৰা বাসন্তী, জানা নে নেজানা। ৰেৱতী আমাৰ যাদৱৰেই ছোৱালী।

বাসন্তী : আপুনি এতিয়াহে জানে। মই ৰাতিপুৱাই জানো। ৰেৱতীয়ে মোক সকলো কৈছে। যাদৱহঁত যে আজি আহিব তাকো জানো। দেউতাকে বোলে ৰেৱতীক ফোন কৰিছিল।

বৰুৱা : নৈৰাশ্যৰ অথাই সাগৰৰ পৰা তুলি আনি ৰেৱতীয়ে মোক নতুন জীৱনৰ সন্ধান দিছে বাসন্তী। এতিয়া আৰু মোৰ চকুৰ পৰা কোনোৱে টোপনি কাঢ়ি নিব নোৱাৰিব।

বাসন্তী : ৰেৱতী! এইখন ওৱাটাৰ ক্লথ।

ৰেৱতী : দেউতা

অন্নদা : সকলো ভগৱানৰে লীলা।

যাদৱ : প্ৰ মঙ্গলময়।

(নেপথ্যৰ পৰা ভাঁহি আহে--)

নিবিচাৰি কৰ্মফল
কৰা কৰ্ম ধনঞ্জয়
তাহাতে মিলয় শান্তি
আৰু
সেহি কৰ্মযোগীক
সন্ন্যাসী কহয়।

[Light off]

:::::::::::

৩০ অক্টোবৰ ২০০৫ ইং তাৰিখ দেওবাৰে বৰকুৰিহা 'গঙ্গাজ্যোতি সাহিত্য সমাজ'ৰ উদ্যোগত স্বৰ্গীয়া মাকোচানা ৰায়মেধিৰ প্ৰথম মৃত্যু বাৰ্ষিকীত অনুষ্ঠিত হোৱা "স্মৃতিচাৰণ সভা" উপলক্ষে আয়োজিত সাংস্কৃতিক সন্ধিয়াত বৰকুৰিহা গাঁৱৰ 'গোপীনাথ কলাকেন্দ্ৰ'ৰ শিল্পী সকলৰ দ্বাৰা মঞ্চস্থ কৰা হ'স।

<u>সমাপ্ত</u>

# আজি

## নাট্যকাৰ# অৰুণ গোস্বামী

১৯৮১ চনৰ সদৌ অসম সন্তৰাম চৌধুৰী একাংকিকা প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট হিচাবে পুৰস্কৃত।

**চৰিত্ৰ পৰিচয় :** ১। সুজিত ২। অভি ৩। আবুল ৪। নীতা

**(আঁৰকাপোৰ উঠিব। চাৰিওটাই হাতত চৰিত্ৰৰ নাম, অভিনেতাৰ নাম থকা পোষ্টাৰ লৈ দৰ্শকৰ ফালে পিঠি দি থাকিব। দহ ছেকেণ্ডমান পাছত তেওঁলোকে দৰ্শকৰ ফালে ঘূৰি চাব। চাৰিওটাই চকুৰে চকুৰে চাই পোষ্টাৰ মঞ্চৰ চুকত থব। আটাই কেইটাই বেঞ্চত বহিব। সুজিত থিয় হ'ব আৰু ক'ব।)**

সুজিত : এই উঠ। (আটাইকেইটাই উঠিব। সুজিতে আঙুলি টোবাই ক'ব) এইখিনিলৈ আহ। (আটাইকেইজন আহিব। সুজিতে আগবাঢ়ি ক'ব) কেৱল নাটক চাই ঘৰলৈ ঘূৰি যোৱা দৰ্শকবৃন্দ। আমি আজি যি নাটক কৰিব খুজিছোঁ সেই নাটক চাই আপোনালোকে ভাবিবই লাগিব। আমি কৰি দেখুৱাম 'আজি'।

(সুজিতে দৰ্শকৰ ফালে পিঠি দি দুই হাত জোকাৰি থাকিব। ভিতৰত সংগীত আৰু আঙুলিৰ ঠাৰত আটাইকেইটাই নাচিব। লাহে লাহে দৰ্শকৰ ফালে মুখ কৰিব আৰু বাকীকেইটাই পিঠি দিব। এবাৰ আটাই কেইটা বৈ যাব আৰু দৰ্শকৰ ফালে আগুৱাই আহিব।)

সুজিত : দৰ্শকবৃন্দ, এনেদৰেই আজি আমি সকলোৱে কাৰোবাৰ আঙুলিৰ ঠাৰত নাচিব লাগিছোঁ। কোনোবাই আঙুলি জোকাৰিছে।

অভি : আৰু আমি সকলোৱে নাচিছোঁ।

আবুল : ও, আপোনালোকে ভাবিছে চাগে, আমিহে মঞ্চৰ ওপৰত নাচিছোঁ আৰু আপোনালোকে আৰামত বহি আছে।

অভি : হাঃ হাঃ হাঃ।

নীতা : আৰু আপোনালোক আইসকল, বাইদেউসকল আৰু বান্ধৱীসকল, আজিৰ অৱস্থাৰ পৰা কিন্তু আপোনালোকো সাৰি যাব পৰা নাই। নাৰী প্ৰগতিৰ যুগ বুলি জহাই থকা এই যুগত আপোনাসকলে কেনেকৈ নাচিছে তাক আমি দেখুৱাই দিম এই নাটকৰ মাজতে।

সুজিত : আপোনালোকেও নাচিছে। অহৰহ আপোনালোকেও নাচি আছে। (ডাঙৰ মাতত) কোনোবাই বুকু ফিন্দাই কব পাৰিবনে নাই নচা বুলি? নোৱাৰে আৰু যদি কোনোবাই কব খোজে।

আবুল : তেতিয়া আমি তেওঁৰ গোপন কথাখিনি এই মঞ্চত প্ৰচাৰ কৰি দি কম যে তেৰোঁ নাচি আছে।

নীতা : নাৰী স্বাধীনতাৰে বৰ্ত্তমান ৰূপ কি সেই কথা উদঙাই দিয়াৰ লগে লগেই সমগ্ৰ নাৰীজাতিয়ে চিঞৰি উঠিব যে, হয় আমিও নাচি আছোঁ।

সুজিত : কাৰোবাৰ আঙুলিৰ ঠাৰত আপোনালোক নাচি আছে (সংগীত, সুজিতে আঙুলি জোকাৰে বাকীসকলে নাচে।) সুজিত ভিতৰত সোমায়। নীতাই পাছৰ বেঞ্চত বহে। অভি আৰু আবুলে আৰম্ভ কৰিব)

অভি-আবুল : ইন্‌কিলাব জিন্দাবাদ। নিবনুৱা সমস্যা দূৰ কৰক। খাদ্যৰ চৰা দাম ৰোধ কৰক। মাটি হীনক মাটি দিয়ক। মূল্যবৃদ্ধি ৰোধ কৰক। ইন্‌কিলাব জিন্দাবাদ (অভিজিতে হঠাতে আবুলক টানি আনি মাইক্ৰোফোন ৰূপে ব্যৱহাৰ কৰিব। আবুলে ভেবা লাগি চাই থাকিব।)

অভি : শ্ৰদ্ধেয় ৰাইজ, আমি শিক্ষিত নিবনুৱা, আমি B. A. পাছ কৰি চাকৰি বিচাৰি ফুৰিব লগা হৈছে কিয়?

আবুল : আৰু মই M. A. পাছ কৰি ইয়াত মাইক্ৰোফোনৰ কাম কৰিব লগা হৈছে কিয়? (আগৰ পজ লয়)

অভি : দেশত ইমানবোৰ চাকৰি ওলাইছে অথচ আমাৰ কাৰণে চাকৰি নাই। চাকৰিৰ কাৰণে দুআষাৰ কথা ক'লেই বা ৰাজহুৱা সভা পাতিলেই আমাক নক্সালাইট বুলি জেলত ভৰাই থয়। এতিয়াও হাজাৰ হাজাৰ ডেকা গাভৰু জেলত পচি আছে।

নীতা : (উঠি আহি) ৰ'ব ৰ'ব দাদা ....আপোনাৰ বক্তৃতা শুনি দৰ্শকবৃন্দ টোপনি গৈছে। (তিনিওটাই হাত চাপৰি বজায়)

অভি : সাৰ নাপায়?

নীতা : নাপায় দাদা নাপায়, সঙ্গৰ নাপায়।

আবুল : তেনেহ'লে আপোনালোক শুই থাকক আমি যাওঁ। ইনকিলাব জিন্দাবাদ, নিবনুৱা সমস্যা দূৰ কৰক, খাদ্যৰ চৰাদাম ৰোধ কৰক।

নীতা : এনেকুৱা গণ্ডগোলত আকৌ কেতিয়াবা কেতিয়াবা নেতাও ওলায়হি। আহিছে নেকি আকৌ?

(নীতা সোমাই যায়। ঘূৰি ফুৰোতে এবাৰ বাহিৰলৈ চকু দি আবুলে জিভা কামুৰি এখন পোষ্টাৰ (নেতা আহিছে ভাষণ শুনক) লৈ মঞ্চৰ চুকলৈ যায়। নেতা হৈ সুজিত সোমায়। মঞ্চৰ মাজত অভিজিত আৰু আবুল নেতাৰ পৰিচৰ্যাত ব্যস্ত হয়।)

সুজিত : কিহৰ গোলমালহে ডেকা ল'ৰা? এইবোৰ কিহৰ গোলমাল হৈছে।

অভি : (বাহিৰলৈ চাই) হেৰা কিহৰ গোলমাল কৰিছা? কিহৰ গোলমাল কৰিছা?

আবুল : হো — কিহৰ গোলমাল হৈছে? কিহৰ গোলমাল কৰিছা? চাৰ, এইবোৰ গুণ্ডা। ইহঁতে পৰীক্ষাত নকল কৰি পাছ কৰিব, আৰু এতিয়া চাৰ চাকৰি নাপাই হাল্লা কৰে।

অভি : চাৰ, আপুনি এটা বহুমূলীয়া ভাষণ দিয়ক চাৰ।

সুজিত : মই ভাষণ দিম, চাওঁ মাইকটো আনা।

অভি : (আবুলক মাইক কৰি নেতাৰ আগত দিয়ে)

সুজিত : শ্ৰদ্ধেয় ৰাইজ, মোৰ সেৱা গ্ৰহণ কৰিব?

অভি : (জোৰেৰে হাঁহি) চাৰে কৈছে, চাৰৰ সেৱা গ্ৰহণ কৰিব কিন্তু ইপিনে আকৌ ইলেক্‌চনৰ সময় হোৱাই নাই, চাৰে ভুলতে সেৱা আগবঢ়ালে। নিৰ্বাচনৰ সময় হোৱাই নাই।

আবুল : (হাঁহে)

সুজিত : ৰাইজ, মোৰ নমস্কাৰ গ্ৰহণ কৰিব। (অভিজিতে বিচি দিয়ে) ৰাইজ, আমাৰ দেশখন বৃটিচে খায়ে গ'ল। এই কাৰণে আমাৰ দেশত নিবনুৱা সমস্যা, খাদ্য সমস্যা থাকিবই। গতিকে যোৱাটো চৰকাৰে আমাৰ দেশত একো এটা কৰিব নোৱাৰিলে, আমি কি কৰিম কওঁক। কিন্তু কৰিম। আমাক মাথো তিনি হেজাৰ ছশ পঞ্চাশ দিন সময় দিয়ক। এই তিনি হাজাৰ ছশ পঞ্চাশ দিনৰ ভিতৰত আমি দেশৰ পৰা নিবনুৱা সমস্যা, খাদ্য সমস্যা, আশা সমস্যা, ভাষা সমস্যা, প্ৰেমৰ সমস্যা সকলো সমস্যা দূৰ কৰি দিম।

আবুল : (ঘূৰি খুব জোৰত চাপৰি বজায়) বৰ বঢ়িয়া কথা কৈছে ছাৰ, বৰ ভাল কথা কৈছে ছাৰ, বৰ ৰাইট কথা কৈছে।

অভি : গাঁওৰ ভাওনাত এনেকুৱা ভাল কথা ওলালে ৰাইজৰ মাজৰ পৰা এজনে চিএৰে।

আবুল : (জোৰেৰে) একচেলেন্ট, ভাল কথা ওলাইছে ৰাইজ কেলেপ দিয়ক, কেলেপ দিয়ক। (দুয়োটাই হাত চাপৰি বজায়। নেতাই হাত ডাঙি ৰখায়।)

সুজিত : এই তিনিহেজাৰ ছশ পঞ্চাশ দিনৰ ভিতৰত ক'ৰবাত চেম্পল হিচাপে দেখুৱাবলৈও এটা নিবনুৱা নাথাকিব।

অভি : নিবনুৱা পোৱালি এটা ঔষধত দিবলৈও নাথাকিব। হিঃ হিঃ হিঃ

আবুল : চাৰে বৰ ভাল কথা কৈছেদেই।

সুজিত : আমি লাহে লাহে সকলোকে ধনী কৰাৰ চেষ্টা কৰি আছো। একেলগে কিবা বোলেনে আজিকালি কমিনিষ্টৰ ভাষাত 'শ্ৰেণীক' সকলো শ্ৰেণীকে সমানে ধনী কৰিব নোৱাৰি। গতিকে যোৱা দহ বছৰত আঠজন শিল্পপতিৰ কিমান উন্নতি হৈছে চাওঁক।। হেৰা ডেকাল'ৰা, এই কাগজখন লৈ তুমিয়েই পঢ়ি দিয়াচোন।

আবুল : দিয়ক ছাৰ, দিয়ক দিয়ক (কাগজ লয়) এক নম্বৰ বিৰলা ১৯৬৬ চনত আছিল ৪৫৮ কোটি টকা আৰু ১৯৭৫-৭৬ চনত হ'ল ১০৫৫ কোটি টকা।

অভি : অ' কিমান টকা ? কিমান?

আবুল : হেৰ, ১০৫৫ কোটি টকা।

অভি : ১০৫৫ কোটি টকা।

আবুল : দুই নম্বৰ টাটা - ১৯৬৬ চনত ৫৩৫ কোটি টকা আৰু ১৯৭৫-৭৬ চনত ৯৭৫ কোটি টকা।

অভি : অ' কিমান টকা? কিমান- কিমান?

আবুল : হেৰ ৯৭৫ কোটি টকা।

অভি : ৯৭৫ কোটি টকা।

আবুল : তিনি নম্বৰ মফতলাল- ১৯৬৬ চনত ৯০ কোটি টকা আৰু ১৯৭৫ চনত ২৮০ কোটি টকা।

অভি : অ' কিমান কিমান?

আবুল : হেৰ' ২৮০ কোটি টকা অ'।

অভি : ২৮০ কোটি টকা।

আবুল : চাৰি নম্বৰ সিহাংনিয়া - ১৯৬৫ চনত ৬৭ কোটি টকা আৰু ১৯৭৫ চনত ২২৪ কোটি টকা।

অভি : কিমান? কিমান? কিমান বুলিলি?

আবুল : ২২৪ কোটি টকা অ'।

অভি : কিন্তু ১৯৬০-৬১ চনত দেশত দৰিদ্ৰ সীমাৰেখাৰ তলত মানুহৰ সংখ্যা হ'ল শতকৰা ৪৭ জন।

আবুল : আৰু ১৯৭১-৭২ চনত দেশত দৰিদ্ৰ সীমাৰেখাৰ তলত মানুহৰ সংখ্যা হ'ল শতকৰা ৭৪ জন। (দুয়োজনে হাঁচিয়াবলৈ ধৰে)

সুজিত : কি হ'ল কি হ'ল? হাঁচিয়াইছা কেলেই? ৰাইজৰ

অসুবিধা হৈছে নহয়।

আবুল : ছাৰ কথাৰ মূৰত হাঁচি আহিলে কথাটো সঁচা বুলি পতিয়ন যায় ছাৰ।

অভি : দিয়ক চাৰ, ভাষণ দিয়ক চাৰ, ব'ল কিয়? বক্তৃতা দিয়া বন্ধ কৰিলে, ভাষণ দিয়া বন্ধ কৰিলে জনতাই চিঞৰ বাখৰ আৰম্ভ কৰি দিব। বক্তৃতাৰ বাহিৰে আজিকালি জনতাই একো ভাল নাপায় চাৰ। ভাষণ দিয়ক- ভাষণ দিয়ক।

সুজিত : (গলা খেকাৰি মাৰি) ইমান ধৈৰ্য ধৰিলে যেতিয়া আৰু মাত্ৰ দহেটা বছৰ আই মিন তিনি হেজাৰ ছয়শ পঞ্চাশ দিন ধৈৰ্য ধৰক। সকলো শেষ হ'ব।

আবুল : চাৰ থলুৱা নিবনুৱা লোকক চাকৰিত নিয়োগ কৰাৰ সম্পৰ্কত কিবা ক'ব নেকি চাৰ?

সুজিত : ঠিকেই, মোৰ দেশৰ নিবনুৱা ল'ৰাই চাকৰি পাব লাগিব। এই সাৰ কাৰখানা, নিবনুৱা শিক্ষিত ডেকাক অনুগ্ৰহ কৰি চাকৰি দিবাই দিবা। ঐ অয়েল কোম্পানী, ঐ ৰেলবে, ঐ বেংক, ঐ চাহবাগিছা - থলুৱা নিবনুৱাক অনুগ্ৰহ কৰি চাকৰি দিবাই দিবা।

নীতা : (হঠাৎ সোমাই আহি) চাৰ.. চাৰ.. চাকৰিৰ ক্ষেত্ৰত নাৰীৰ অধিকাৰৰ ওপৰত কিবা কওঁক চাৰ।

সুজিত : ঠিকেই, আমাৰ দেশৰ সংবিধান মতে সকলো ক্ষেত্ৰতে নাৰী আৰু পুৰুষৰ সমান অধিকাৰ থাকিব। নাৰীয়ে পুৰুষৰ লগত সমান অধিকাৰ ভোগ কৰিব।

অভি : চাৰ সেই সমবায়খনৰ অবৈতনিক সভাপতি হৈ থাকোঁতে যে মাহেকত ছশ টকা অনাৰেৰিয়াম লৈ ছবছৰত বত্ৰিশ হেজাৰ টকা মাৰি দিলে কেচটো কি হ'লগৈ চাৰ?

আবুল : ৰাইজ, দেখিছে- দেখিছে, অকণো informative নহয় এনেকুৱা ল'ৰাই ক'ত চাকৰি পাব। যুৱক কংগ্ৰেছৰ মেম্বাৰ হৈ চাৰে চাকৰি ল'লে। যুৱক জনতা হৈ টকা মাৰিলে, তাৰ পাছত কমিউনিষ্ট হৈ চাকৰি ত্যাগ কৰি দেশৰ কামত লাগিল। তাৰ পাছত অন্য প্ৰদেশত যিটো পাৰ্টি জিকিছে সেই পাৰ্টিত সোমাই চাৰে নেতা হৈ গ'ল। এতিয়া আমাৰ চাৰ নেতা। চাৰ, বহুমূলীয়া ভাষণ দিয়ক।

সুজিত : ৰাইজ, অৰ্থাৎ নিবনুৱা ডেকামখাই চেষ্টা কৰিলে বুদ্ধিৰ বলত জীবিকা নিৰ্বাহ কৰিব পাৰে। আৰু খাব জানিলে, অৰ্থাৎ খাব জানিলে —

অভি, আবুল, নীতা : (তিনিওটাই সুৰ লগাই ছবি গোৱাৰ দৰে ঘূৰি ঘূৰি গাব। গীতৰ মাজত প্ৰয়োজনীয় ঠাইত নেতাই অংগী-ভংগী কৰি থাকিব— যেনে গীতৰ কথাৰ লগত তাল মিলাই কেতিয়াবা ৰাইজৰ ভৰিত ধৰিব, কেতিয়াবা ভৰিটো ৰাইজৰ কালে আগুৱাই দিব ইত্যাদি)

বহিব জানিলে মাটিয়ে পীৰা- খাব জানিলে চাউলেই
চিৰাহে বোলো ৰাম ৰাম ৰাম ৰাম গোবিন্দাই ৰাম।
এ-ভাত যদি নোপোৱা কচুকেই খাবা, বোলো চাউল
যদি নোপোৱা গছ -বন খাবা অথচ লঘোনে
কোনোৱেই নাইহে গোবিন্দাই ৰাম। মানুহৰ বমিকে
মানুহে খায় ২ অথচ কোনোৱে লঘোনে নাই ২
বোলো জয় জয় জয়
জয় দেশৰ জয়।
গান্ধীৰ কৱচ পিন্ধি নেতা হৈ লোৱা, (২)
ভিকছুৰ তেজ পি গণতন্ত্ৰ কোৱা (২)
বোলো জয় জয় জয় জয় গান্ধীৰ জয়।
এওঁ বোলে হিন্দু তেওঁ মুছলমান (২)
সেইজন আহোম বামুন কাজিয়াৰহে স্থান (২)
বোলো চবকো সুমতি দে ভগৱান।
শিয়ালবোৰে চুৱাপাতনিত চুৱাপাত খায় (২)
দেশ সেৱা কৰে নেতাই দল সলাই (২),
বোলো জয় জয় জয় জয়, নেতাৰ জয়।
ভোটৰ সময়ত নেতাসবে ৰাইজক সেৱা কৰে, ভোট
গলেই ৰাইজে নেতাৰ চৰণতহে ধৰে,
বোলো জয় জয় জয় জয়, গণতন্ত্ৰৰ জয়।

অভি : (বাহিৰলৈ চাই) বৰ ইন্‌কিলাব জিন্দাবাদ, এতিয়া তাপ মাৰিলা কিয়? কিয় তাপ মাৰিলা?

আবুল : চাৰৰ বহুমূলীয়া ভাষণ শুনি তাপ মাৰিলা দেখোন?

সুজিত : (আগলৈ আহি) এনেকৈয়ে দৰ্শকবৃন্দ আজি আমি কাৰোবাৰ আঙুলিৰ ঠাঁৰত নাচিছো। (আঙুলিৰ ঠাৰ দিয়ে বাকীকেইজনে নাচে। অভি+নীতা ভিতৰলৈ যায়। আবুলে ৰিক্সা চলোৱাৰ ভাও ধৰে, সুজিতে ৰিক্সাত উঠি আহে। ৰিক্সাৰ পৰা নামি—)

সুজিত : এয়া ল, পইচা ল।

আবুল : কিমান দিলে বাবু, আঠ অনাহে দিলে দেখোন?

সুজিত : আৰু কিমান লাগে? দুমাইল বাটত কিমান পইচা লাগে? চালা তহঁত বিদেশীবোৰে আহি অসমক শোষণ কৰিছ। আৰু কিমান ভাড়া লাগে।

আবুল : বাবু, দুই টকা ভাড়া হয়, আপুনি কম চে কম ডেৰটকা দিয়ক বাবু।

সুজিত : ভাগ, ডেৰটকা লাগে। চালা ভাড়া বেছি লব আহিছ?

আবুল : নাই বাবু, ডেৰটকা লাগিবই। আৰু একটকা দিয়ক বাবু।

**সুজিত** : কাণতলীয়া চব চিনি পাব? ভাগ ইহাচে।

**আবুল** : নাই বাবু, ডেৰটকা লাগিবই। নাই হলে এই আঠ অনাভি লৈ যাওক।

**সুজিত** : বাপেৰক চিনি পোৱা নাই। Insult কৰিবলৈ আহিছ? চালা ননচেঞ্চ, কুকুৰৰ পোৱালি। (চুলিত ধৰি চৰিয়াবলৈ ধৰে, অভিজিতে হাতত ডাঠ পোষ্টাৰ "মই গান্ধীবাদী"-- এখন কিতাপ লোৱাদি লৈ ওলাই আহিব। মাৰপিট দেখি এখন হাতেৰে পোষ্টাৰখনেৰে চকুত আঁৰ কৰি ধৰিব। আৰু এখন হাতেৰে কাণত হাত দিব। আবুল এইবাৰ পাণ দোকানী হ'ব।)

**সুজিত** : (পাণ দোকানীক) এই, তামোল এখন দে। (তামোল দিয়ে) এটা চুৰট দিবি - ফিল্টাৰ উইলচ্ (আবুলে দিয়ে সুজিতে চুণ সানিব খোজে)

**আবুল** : তাত চুণ নাসানিব বাবু। দেখিবলৈ বেয়া হ'ব।

**সুজিত** : ইয়াত চুণ নাসানি তোৰ বাপেৰৰ মূৰত সানিম নে ? দে তোৰ মূৰটো, তাতে চুণ সানিম। আৰু পইচা লিখি থবি।

**আবুল** : নাই বাবু, বাকী নাই। সদায় সদায় বাকী কৰোতে বহুতবাকী হ'ল। মোৰ দোকানটো কিমান ডাঙৰ বাবু। আপোনালোকে যদি সদায় বাকী কৰে মই কেনেকৈ চলিম বাবু।

**সুজিত** : চালা তামোলৰ দাম বঢ়াবি। খনে দহ পইচা হয় নেকি? আৰু কি মই ঠগিম বুলি ভাবিছ নেকি?

**আবুল** : আজি একবছৰে বাবুৱে বাকী কৰিছে। এনেকৈ চবেই বাকী কৰিলে মই চলিম কেনেকৈ বাবু।

**সুজিত** : তামোলৰ খনে দহ পইচা হয় নেকি?

**আবুল** : চব বস্তুৰে দাম বাঢ়িছে বাবু।

**সুজিত** : আও, চব বস্তুৰে দাম বাঢ়িছে বুলি তামোলৰ দামো বাঢ়িব নেকি? আজিৰ পৰা তামোলখনে পাঁচ পইচাকৈ বেচিবি।

**আবুল** : সব বস্তুৰে দাম কমাই দিয়ক বাবু।

**সুজিত** : তই দেখোন মুখে মুখে উত্তৰ দিছ। কোনটো বাপেৰৰ লগত মুখ পাতি ধৰিছ?

**আবুল** : সঁচা কথা ক'লে এনে হয়েই বাবু।

**সুজিত** : সঁচা কথা কবলৈ আহিছ। চালা হাৰামজাদা, কুকুৰৰ পোৱালি। (চুলিত ধৰি থাপৰ মাৰে। change)

**সুজিত** : (আবুল কাপোৰৰ দোকানী হয়) (হাঁহি) বাবু এই কাপোৰ যোৰৰ কমপ্লিট চাৰ্জ কিমান হ'ব?

**আবুল** : দুইশ ত্ৰিশ পৰিব বাবু।

**সুজিত** : বহুত দাম হৈছে বাবুজী। অলপ কমাই চমাই ল'ক।

**আবুল** : নাই বাবু fixed price, কমতি নহব।

**সুজিত** : ঠিক আছে দিয়ক।

**আবুল** : (ভিতৰলৈ চাই) ঐ বাবুৰ লংপেন্টৰ জোখ ল। (change)

**সুজিত** : চাৰ, চাৰ--

**অভি** : (কালৈকো নোচোৱাকৈ) কোন?

**সুজিত** : আমি, আপোনাৰ ছাত্ৰ।

**অভি** : অ' সুজিত, তোমালোক নতুন পুৰুষ।

**সুজিত** : চাৰ, আপুনি চকু ঢাকি, কাণত ঠিলা মাৰি আছে কিয় চাৰ?

**অভি** : হেঃ হেঃ হেঃ মই গান্ধীবাদী; বেয়া কথা নকবা, বেয়া কাম নাচাবা, বেয়া কথা নুশুনিবা।

**আবুল** : চাৰ আমাৰ কলেজত পৰীক্ষা কেতিয়াকৈ হ'ব চাৰ?

**সুজিত** : হয় চাৰ, ৰাজহুৱা কামত লাগি থাকোতে পঢ়িবলৈ সময় একদম নাপালোঁ। আপোনাৰ Subject ত পাচ কৰাই দিব ছাৰ।

**অভি** : হ'ব হ'ব, তোমালোকে পৰীক্ষাটো দিয়াচোন।

**আবুল** : পৰীক্ষাটো দিমেই ছাৰ, কিন্তু এইবাৰ ৰাখিলে বৰ ভাল কথা নহ'ব।

**সুজিত** : হয় চাৰ, বাৰেপতি ইংৰাজীতে ৰওঁ। (Scene change, আবুল আৰু সুজিতে পৰীক্ষা দিয়ে। অভিজিতে গাৰ্ড দিয়ে। সুজিত আৰু আবুলে কথা পাতে, বহী সলনি কৰে, জেপৰ পৰা টুকুৰা কাগজ উলিয়ায়)

**অভি** : Don't talk, Don't talk (সুজিতৰ ওচৰলৈ গৈ) জেপত কি ভৰালা? জেপত কি আছে? তোমাৰ জেপত কি আছে?

**সুজিত** : মোক সুধিছে চাৰ? মোৰ জেপত এখন চোকা ছুৰি আছে।

**অভি** : চোকা ছুৰি হয়নে। (ভয়ত সেপ গিলি) sit down sit down বহা, লিখি যোৱা ... তোমাৰ জেপত কি আছে হয়নে?

**আবুল** : মোৰ জেপত নাই, কঁকালত আছে।

**অভি** : কঁকালত আছে, কি আছে কঁকালত হয়নে? কি আছে?

**আবুল** : চাৰ চাব নেকি?

**অভি** : নাই নাই নাচাওঁ। ক'লেই হ'ব কি আছে?

**আবুল** : এখন নতুন ডেগাৰ আছে। আঠ ইঞ্চি দীঘল।

**অভি** : হয়নে, আঠ ইঞ্চি দীঘল। নতুন পুৰুষৰ হাতত নতুন ডেগাৰ আছে। থাকিবই। Please write down (অভিজিত সোমাই যায়। দুয়োটাই নকল কৰি লিখি থাকি কিছুসময় পাচত বহী দি থিয় হৈ চাধা মোহাৰে

অভিজিতে পেটত খামোচ মাৰি ধৰি মুখ বেকা কৰি সোমাই আহে।)

অভি : আস, আস।

সুজিত : কি হ'ল, কি হ'ল?

আবুল : তোৰ কি হ'ল অ' ?

অভি : বাবুসকল, মোৰ বৰ ভোক লাগিছে। কেবাদিনো খোৱা নাই। বাবুসকল, হাল বাই থাকোতেই পেটটো খামোচ মাৰি ধৰিলে। তিতাপানী বমি কৰিলো অ' দেউতাসকল।

সুজিত : নোখোৱা নোবোৱাকৈ হাল বাবি, তিতাপানী বমি নকৰি মৌ বমি কৰিবি?

আবুল : তই নোখোৱা নোবোৱাকৈ আছ কিয়? তোক ঘৰত খাবলৈ নিদিয়ে নেকি?

অভি : ঘৰতো কোনেও একো খোৱা নাই বাবু। আমি কামহে কৰোঁ, খাবলৈ নাপাওঁ।

সুজিত : খাবলৈ নাপাৱ, আমি কি কৰিব লাগে? তোৰ মাটি বাৰী আছিলনে নাই?

অভি : আছিল বাবুসকল, কালিলৈকে মোৰ নামত পাঁচ পুৰা মাটি আছিল। আজি থকা ভেটিটোহে আছে, তাকো যাওঁ যাওঁ।

সুজিত : তোৰ মাটিবোৰ কি হ'ল? কি হ'ল তোৰ মাটিবাৰী?

অভি : গেলা শত শগুণ, কাউৰী পৰাদি মোৰ মাটিত সেই তেওঁলোক উবুৰি খাই পৰিল, বিক্ৰী কৰিলো, বন্ধকত দিলো। এতিয়া লোকৰ মাটিত হাল বাওঁ বাবু। উস্ উস মোৰ আকৌ বমি হয় বাবুসকল (ওকালি আহে)

সুজিত : ৰবি, এটা গান গাওঁ, তইঁতক লৈ লিখা গান - (গান গায়) তোমাৰ মুখনি শাৰদীয় পূৰ্ণিমাৰ জোন তাত কুলু কুলু নিজৰা বয় - তোমাৰ দুচকুত কাজল সানিলা মন ভুলালা তাত জ্বলি মই মৰো। (আবুলে আঠুৰ ওপৰত তবলা বজাব। মুখেৰে তবলাৰ শব্দ কৰিব। নীতা সোমাই আহে)

নীতা : দাদা, আৰু এটা গাওক দাদা, আৰু এটা।

সুজিত : ভাল পাইছা।

নীতা : আই ঔ, আপোনাৰ গান শুনিলে একেবাৰে মৰ্টন চোপা দি চুপি চুপি খাবৰ মন যায় অ' এক মিনিট দাদা- অট'গ্ৰাফ (শূন্যতে দিয়ে আৰু লয়)

সুজিত : কি দিম, কি লিখিম, কি নাম ?

নীতা : নীতা, নীতা চৌধুৰী। আপোনাৰ প্ৰগ্ৰেম থাকিলে আমাৰ মায়ে ভাতেই নাৰান্ধে, ৰেডিঅ'ৰ ওচৰতে বহি থাকে।

সুজিত : মোৰ গীত কিন্তু প্ৰতিক্ৰিয়াশীল বুলি এচামে কয়।

নীতা : ইচ্ সেইবোৰ চব ঈৰ্ষা, ইস হয় আপুনি আমাৰ গৌৰৱ। দেশৰ কিমান নাটঘৰে হাজাৰ হাজাৰ জনতাৰ আগত আপুনি লিখা গীত গাইছে। দাদা আপোনালৈ চিঠি দিম, উত্তৰ দিবনে?

সুজিত : দিম দিম।

নীতা : দাদা আমাৰ ঘৰলৈ যাব? বলকনা এবাৰ আমাৰ ঘৰলৈ।

সুজিত : নাই এইবাৰ নাযাওঁ, বেয়া নাপাবা। ইয়াৰ পাচৰবাৰ আহিলে নিশ্চয় যাম। তোমালোকৰ নিচিনা সৰু সৰু গোলাপৰ কলিৰ নিচিনা ১৭/১৮ বছৰীয়া ছোৱালীবোৰক মই বৰ ভাল পাওঁ জানা।

নীতা : ইস দাদা সঁচানে?

সুজিত : সঁচাই বৰ ভাল পাওঁ।

নীতা : সেই সপোনতে দেখাটো গাওকনা দাদা। মোৰ যে ইমান ভাল লাগে। একদম ৰেডিঅ'ত কাণখন লগাই থাকো জানে? গাওকনা দাদা।

সুজিত : (হাঁহি) শ্ৰদ্ধেয় শ্ৰোতা মণ্ডলী, একেৰাহে আজি চাৰি নিশা মই গান গাইছো। আপোনালোকৰ মৰম স্নেহ এৰাব নোৱাৰি মই বুকু উজাৰি দিছোঁ (শূন্যতে মদৰ গিলাচ লৈ) সপোনতে আহি দেখা দিলা, দিঠকত এবাৰো ওলাই নামাতিলা, দিঠকত গলে'ও সপোনত খেদিয়েই ফুৰিম তোমাৰ গোলাপ কলিৰ মুখ। (অভিজিতে কান্দে)

আবুল : চোৱা, চোৱা, এইখন দেশত কি সংগীত কলাৰ সাধনা কৰিবাহে? আমি সংগীত চৰ্চা কৰিছো হাজাৰ হাজাৰ দৰ্শক শ্ৰোতাৰ মনোৰঞ্জনৰ কাৰণে, এই বেৰসিকটোৱে মাজতে ফেঁকুৰি ফেঁকুৰি কান্দিছে।

সুজিত : অ' মই ভাবিছিলো, জনতাৰ কাৰণে দেশৰ অগণন ক্ষুধাতুৰৰ প্ৰতিনিধি এওঁ চিঞৰি উঠিব- বাবু আৰু এটা, আৰু এটা। নাই, এওঁ আকৌ ফেঁকুৰি কান্দিছে।

নীতা : Oh what rubbish, so nasty people--থুই। (যায়)

অভি : বৰ ভোক লাগিছে বাবু। আমাৰ গাঁৱত অনাহাৰত বহুত মানুহ মৰিছে বাবু, ময়ো মৰিম বাবু।

সুজিত : ঐ আবুল, এওঁক কিবা এটা কৰ। এওঁক খাদ্য- আন্দোলন কৰিবলৈ লগাই দে। লগা লগা খাদ্য- আন্দোলন কৰ। খাদ্য- আন্দোলন কৰ।

আবুল : ইনকিলাব, জিন্দাবাদ। আমাৰ দাবী মানিবই লাগিব।

খাদ্য অনাটন দূৰ কৰক। খাদ্যত ভেজাল বন্ধ কৰক (দুয়োটাই চিএৰি থাকোতে মাজতে এবাৰ সুজিত ভিতৰলৈ সোমাই যাব। পুনৰ ওলাই আহি নেতাৰ ভঙ্গীৰে)

সুজিত : চিএৰি বাখৰি দেশৰ শান্তি ভঙ্গ কৰিছাইক কিয়? তোমালোকৰ কি হ'ল?

আবুল : আমাক খাদ্য লাগে চাৰ। দেশত খাদ্য অনাটন বন্ধ কৰিম, কৰিবই লাগিব।

অভি : হাজাৰ হাজাৰ লাখ লাখ মানুহ অনাহাৰত ভুগিছে। খাদ্যৰ কৃত্রিম অনাটন হৈছে। খাদ্যত ভেজাল হৈছে। দেশৰ পৰা খাদ্য অনাটন দূৰ কৰিবই লাগিব।

আবুল : অথচ আমাৰ দেশত, যিখন দেশত ল'ৰা-ছোৱালীয়ে পেটৰ ভোকত চুৰাপাতনিয়ে চুৰাপাতনিয়ে ঘূৰি ফুৰিছে, এইখন দেশত ধনী মানুহৰ কুকুৰ মেকুৰীয়ে দিনে আধাকিলোকৈ মাংস খায়।

অভি : আমাৰ দেশত মানুহে পেটৰ ভোকত অন্য মানুহে কৰা বমিবোৰকে খাইছে। মানুহে মানুহৰ মঙহৰ ব্যৱসায় কৰিছে। গাভৰু ছোৱালীয়ে নিজৰ দেহ দুটা টকাৰ বাবে লম্পটৰ হাতত তুলি দিছে।

সুজিত : ছিঃ ছিঃ ছিঃ এইবোৰ কথা মোৰ দেশত হৈছেনে? এইখন বুদ্ধ, কৃষ্ণ, গান্ধী, নেহৰুৰ দেশত এইবোৰ হৈছেনে? ইস্ ইস্, ইমান পাপ ইমান পাপ। (চিএৰি) ব্রহ্মা আদি কৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম ৰাম, মায়া শয্যা মাজে আছয় ঘুমটি যায়।

আবুল : চাৰ আপুনি এইবোৰ কি গাইছে?

অভি : চাৰ, খাদ্য আন্দোলনৰ মাজত যে আপুনি ঘোষা গালে?

সুজিত : ইস্ ইস্ ইস্ শ্রীবিষ্ণু শ্রীবিষ্ণু তোমালোকে ইমান পাপ কথা শুনালা। মই ঈশ্বৰক প্রার্থনা নকৰিলে পাপবোৰ ক'ত থম? বৌ বৌ নৰকত পচি মৰিব নালাগিবনে? 'মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো, ৰসময় মাগোহো ভকতি।"

আবুল : চাৰ, ৰব, আপুনি এতিয়া ঘোষা গাই পলালে নহ'ব। ঐ ককাই, আমি এখেতৰ সমুখতে বিদ্রোহ, মানে আন্দোলন আৰম্ভ কৰি দিওঁ।

অভি : আৰম্ভ মানে কৰোঁৱেই। ইন্‌কিলাব জিন্দাবাদ খাদ্যৰ অনাটন দূৰ কৰক। অনাহাৰত মৃত্যুৰ তদন্ত লাগে। ইন্‌কিলাব জিন্দাবাদ (ঘূৰি ফুৰে)।

সুজিত : (আঙুলিৰ ঠাৰেৰে আবুলক একাষৰীয়াকৈ মাতি নিয়ে। অভিজিতৰ মাত দুর্বল হৈ শেষত হাত দাঙি দাঙি মঞ্চত আন্দোলন কৰাৰ ভংগীত ঘূৰি ফুৰিব।) যোৱা, এই এহেজাৰ টকা লোৱা। যাক য'ত দিব লাগে তুমিয়েই দি দিবা আৰু দুমাহৰ পিছতেই তোমাৰ চাকৰি ঠিক হৈ যাব। এতিয়া কাম আৰম্ভ কৰা। (সুজিতে আগবাঢ়ি গৈ অভিজিতক Charge কৰে। অভি লাহে লাহে বেকা হৈ পূৰ্বৰ ভোকাতুৰ মানুহৰ দৰে হৈ পৰে।)

আবুল : তই কিয় চিএৰ বাখৰ কৰি দেশৰ শান্তি ভঙ্গ কৰিছ?

অভি : মোৰ ভোক লাগিছে।

আবুল : ভোক লাগিছে নাখাব কেলেই?

অভি : ঘৰত খুদ-চাউল এটাও নাই।

আবুল : ঘৰত খুদ-চাউল এটাও নাই আমি কি কৰিব লাগে? কিবা খাবলৈ খাদ্য নোহোৱা হৈছেনে? চাৰ, চাৰ ।

সুজিত : কোৱাচোন।

আবুল : চাৰ, এইবাৰ দেশত খাদ্যবস্তুৰ কিমান উৎপাদন হৈছে?

সুজিত : যোৱা বছৰতকৈ এইবাৰ দেশত দহলাখতকৈ বেছি উৎপাদন হৈছে। অধিক উৎপাদনৰ কাৰণে এইবাৰ আমাৰ দেশে পৃথিৱীৰ চকুত চমক লগাইছে। সমগ্র পৃথিৱীৰ চকু আমাৰ দেশৰ ওপৰত থৰ হৈছে।

আবুল : আগৰ বছৰতকৈ আমাৰ দেশত দহলাখ টন অধিক উৎপাদন হওঁতে ই আকৌ কৈছে ঘৰত খুদ-চাউল এটাও নাই। কবিনে? কবিনে? (মৰিয়াবলৈ ধৰে। যন্ত্রণাত অভিয়ে কেকায়)

সুজিত : লগাই দিয়া, লগাই দিয়া, খা-খৰচ যি হয় মই ভৰিম। লগাই দিয়া লগাই দিয়া, বেটাৰ মুখ ভাঙি গুড়ি কৰি দিয়া।

অভি : আস্, মোক নামাৰিবা, মোক নামাৰিবা। মই পেটৰ ভোকতে মৰিম। মোক মৰিয়াই মাৰিব নালাগে। মই মোৰ ল'ৰা-ছোৱালী কেইটাৰ দৰে পেটৰ ভোকতে মৰিম ঐ দেউতাসকল। মোক মৰিয়াই মাৰিব নালাগে।

আবুল : ক, দেশত খাদ্য অনাটন হৈছে নেকি?

অভি : হৈছে হৈছে। পেটৰ ভোকত মানুহ মৰিছে। ময়ো মৰিম।

আবুল : ছালা কুকুৰ । ( মৰিয়াবলৈ ধৰে)

সুজিত : প্রতিক্রিয়াশীল, প্রতিক্রিয়াশীল। একে বছৰতে দহলাখ টনতকৈও বেছি খাদ্যবস্তু উৎপাদন হওতেও সি কৈছে খাদ্যৰ অনাটন লৈছে। প্রতিক্রিয়াশীল প্রতিক্রিয়াশীল। লগাই দিয়া, লগাই দিয়া।

আবুল : (মৰিয়াই) ক, দেশত খাদ্য অনাটন হৈছেনে নাই?

অভি : (কেঁকাই, মূৰ ডাঙি) নাই হোৱা- নাই হোৱা।

আবুল : চাৰ, ই দেশত খাদ্য অনাটন নাই হোৱা বুলি স্বীকাৰ কৰিছে।

সুজিত : সি আৰু প্ৰতিক্ৰিয়াশীল মানুহৰ উচটনিত আন্দোলন কৰিবনে নাই বা দেশ প্ৰগতিৰ পথত আগবাঢ়িছেনে নাই সোধা। আৰু এহেজাৰ লোৱা। অহ্য মাহত তোমাৰ চাকৰি হৈ যাব। (মূৰৰ গান্ধী টুপীৰ পৰা টকা উলিওৱাৰ ভঙ্গী দিয়ে)।

আবুল : ক' দেশত খাদ্য অনাটন হৈছে নেকি?

অভি : নাই হোৱা, নাই হোৱা।

আবুল : দেশ প্ৰগতিৰ পথত আগবাঢ়িছেনে নাই?

অভি : দেশ প্ৰগতিৰ পথত Express গাড়ী যোৱাদি গৈছে।

আবুল : দেশ খাদ্যত স্বাবলম্বী হৈছেনে?

অভি : হৈছে, হৈছে- এবছৰত দহলাখ টন বেছি খাদ্য বস্তু উৎপাদন হৈছে।

সুজিত : (অভিজিতৰ প্ৰতিটো উত্তৰতে সুজিতে হাঁহি থাকিব।) দেশত আৰু খাদ্য আন্দোলন কৰিবিনে?

অভি : নাই, আৰু নকৰোঁ। আমি মৰিয়ে থাকিম। আকৌ আন্দোলন কোনে কৰিব?

সুজিত : অনাহাৰত মানুহ মৰিছেনে?

অভি : নাই মৰা, নাই মৰা।

সুজিত : (বাহিৰলৈ চাই) সৌটো সৌটো গ'ল গ'ল, সৌটো গ'ল।

আবুল : ঐ কুকুৰৰ পোৱালি চালা ননচেঞ্চ। (দৰ্শকৰ ফালে চাই) কাক গালি পাৰিলোঁ জানে? এটা লেখকক।

অভি : কিয়নো, এই শ্ৰেণীৰ লেখকৰ গল্প, উপন্যাসৰ যোগেদি দেশৰ স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ হাজাৰ হাজাৰ Student আৰু ডেকা-গাভৰুক মুক্তিবাদী আৰু প্ৰগতিবাদী কৰি তুলিছে। ইহঁতৰ লেখা পঢ়ি ছাত্ৰ-ছাত্ৰীবোৰে শোষক, শোষিত বিপ্লৱৰ কথা কবলৈ ধৰিছে।

আবুল : আৰু আমাৰ চাৰে এই শ্ৰেণীৰ লেখকবোৰক আটাইতকৈ বেছি ভয় কৰে। ইহঁতলৈ চাৰে যিমান ভয় কৰে; বাঘলৈকো চাৰে সিমান ভয় নকৰে।

সুজিত : আৰু ইহঁতে কালৈকো ভয় নকৰে। চীন দেশত বৌশ্যাক ফাঁচী দিয়া হৈছে। লুচুনক তিলতিলকৈ হত্যা কৰা হৈছে। চিলিত পাবলো নেৰুদাক হত্যা কৰা হৈছে। ভিয়েটনামত শ শ প্ৰগতিশীল লেখক শিল্পীক তিলতিলকৈ হত্যা কৰা হৈছে। আমাৰ দেশতো প্ৰগতিশীল লেখক শিল্পীক নিৰ্যাতন দিয়া হৈছে। অথচ ইহঁতে কেৰেপকে নকৰে। ইহঁতৰ মৰিবলৈ ভয় নাই।

আবুল : ছাৰ, সৰ্বহাৰাৰ কৃষক সন্মিলনৰ সম্পাদক হৈ থাকোঁতে কিমান টকা মাৰিলে?

সুজিত : কিমান টকা মাৰিম ডেকা ল'ৰা। আজিকালি চকু চৰহা বহুত হ'ল নহয়। মাত্ৰ ৫০হেজাৰ টকাহে পালোঁ।

অভি : হিঃ হিঃ হিঃ (ডাঙৰকৈ) হিঃ হিঃ হিঃ।

আবুল : কি হ'ল? হাঁহিলি যে?

অভি : মাত্ৰ ৫০ পইচাৰ ডাক টিকট লগাব নোৱাৰাৰ কাৰণে কালি মই ১১০ নম্বৰী চাকৰিটোৰ বাবে দৰ্খাস্তখন দিব নোৱাৰিলোঁ। এই চাৰে কৈছে, সৰ্বহাৰাৰ কৃষক সন্মিলনৰ সম্পাদক হৈ থাকোঁতে ৫০ হেজাৰ টকাহে মাৰিলে। হিঃ হিঃ হিঃ।

আবুল : হিঃ হিঃ হিঃ (ডাঙৰকৈ হাঁহে) (সুজিতে আঙুলিৰ ঠাৰ দিয়ে। বাকী দুয়োটাই নাচে। নচা বন্ধ হ'ল। সুজিতে বিচাৰকৰ ভঙ্গীৰে বহে। আবুলে "উচ্চ ন্যায়ালয়ৰ বিচাৰ চলিছে" পোষ্টাৰ মঞ্চৰ সন্মুখলৈ লৈ আহে থয় আৰু ভিতৰলৈ গৈ অভিজিতক ব্যৱসায়ীৰ ৰূপত ধৰি আনে।)

সুজিত : আপুনি ধৰ্মপুথিত হাত থৈ শপত খাওক।

অভি : মই এই দেশৰ প্ৰথম শ্ৰেণীৰ ব্যৱসায়ী শ্ৰীক, খ, গই শপত খাই কৈছোঁ যে ন্যায়ালয়ত, ধৰ্মাৱতাৰৰ আগত যি কম সঁচা কম।

সুজিত : বিচাৰ আৰম্ভ কৰা হওক।

আবুল : প্ৰথম শ্ৰেণীৰ খাদ্য ব্যৱসায়ী ডাঙৰীয়া। (লেহেৰীয়াই) দেশত যেতিয়া চাউলৰ অনাটন হৈছিল তেতিয়া আপোনাৰ under ground godown চাৰিটাত পুলিচে হেনো দহ হাজাৰ কুইণ্টল চাউল পাইছিল? সঁচানে?

অভি : হয় ধৰ্মাৱতাৰ। দহ হাজাৰ কুইণ্টল নহয়, ১৫ হাজাৰ কুইণ্টল চাউল মোৰ under ground godown ত পাইছিল।

সুজিত : দেশত যেতিয়া চাউলৰ প্ৰতিকিলোৰ দাম ৫ টকা হৈছিল আপুনি তেতিয়া চাউল কিয় মজুত কৰি ৰাখিছিল?

অভি : ধৰ্মাৱতাৰ, দেশত আৰু অনাটন হ'লে, অৰ্থাৎ প্ৰতিকিলোৰ দাম দহ টকা হওতেও ৰাইজে চাউল বিচাৰি নোপোৱাৰ অৱস্থাত অনাটনগ্ৰস্ত ৰাইজৰ সেৱাৰ কাৰণে বজাৰত মুকলি কৰি দিবলৈ মই চাউল মজুত কৰিছিলোঁ হুজুৰ? ধৰ্মাৱতাৰ।

সুজিত : তেতিয়া আপুনি বজাৰত প্ৰতিকিলো চাউলৰ দাম

কিমান কৰিলেহেঁতেন?

অভি : প্ৰতিকিলোত বাৰ টকামান হ'লহেঁতেন ধৰ্মাৱতাৰ।

সুজিত : ধন্য, ধন্য অনাটনগ্ৰস্ত ৰাইজৰ সেৱাৰ কাৰণে আপুনি চাউল লুকাই থৈছিল। সেই মানৱ সেৱাৰ বাবে আপোনাক পদ্মশ্ৰী উপাধি দিব লাগে।

আবুল : হয় চাৰ, তেখেতক মানৱ দৰদী উপাদি "পদ্মশ্ৰী, পদ্মভূষণ" দিব লাগে। যোৱাবাৰ নিৰ্বাচনত এখেতে দহলাখ টকা দিছে হুজুৰ। নিৰ্বাচনত সহায় কৰিছে।

সুজিত : ধন্য ধন্য ধন্য। সুস্থ নিৰ্বাচন পৰিচালনাৰ কাৰণে আপোনাৰ এই বৰঙণি চন্দ্ৰ দিবাকৰ থাকে মানে জিলিকি থাকিব। বাৰু, ব্যৱসায়ী ডাঙৰীয়া, মোৰ নতুন ঘৰটোৰ কাৰণে—

আবুল : চাৰ—

সুজিত : হোঁ —

আবুল : চাৰ এইখন ন্যায়ালয়হে, চাৰ, মই আনোঁ ৰব, আপুনি খন্তেক বিশ্ৰাম লওক। ৰাইজ, ন্যায়ালয়ৰ (আগবাঢ়ি) গধূৰ দায়িত্ব চলাবলগীয়া হোৱাত বিচাৰপতি ধৰ্মাৱতাৰে কিছু বিশ্ৰাম লৈছে। হেঃ হেঃ। প্ৰথম শ্ৰেণীৰ খাদ্য ব্যৱসায়ী ডাঙৰীয়া, চাৰৰ নতুন ঘৰটো সাজিবৰ কাৰণে আপুনি কিমান টকা বৰঙণি দিব।

অভি : মই ৫০ হাজাৰ টকাৰ চেক এখন কাটি লগতেই ৰাখিছোঁ।

আবুল : দিয়ক, দিয়ক। আৰু মোৰ বৰ ছোৱালীজনীৰ বিয়াৰ বাবদ কিমান উপহাৰ দিব?

অভি : দহ হাজাৰ, দহ হাজাৰ।

আবুল : হয়নে, দিয়ক দিয়ক দিয়ক।

সুজিত : (টোপনিৰ পৰা খকামকাকৈ) পেচ্‌কাৰ, কৰ্ট ছুটী হ'লেই নেকি?

আবুল : নাই হোৱা, বিচাৰ চলি আছে ধৰ্মাৱতাৰ।

সুজিত : আপোনাৰ অন্য এটা গুদামত ৫০০ বস্তা চাউলৰ দৰে মিহি শিলগুটি পোৱা গৈছে। সেয়া কিহৰ বাবদ ৰাখিছিল?

অভি : সেয়া মোৰ নতুন ঘৰটোৰ মজিয়া মোজাইক কৰিবৰ বাবে ৰাখিছিলোঁ ধৰ্মাৱতাৰ।

সুজিত : হয়নে? আৰু তিনিশ টিন পোৱা মবিল পোৱা গৈছিল। সেয়া কিহৰ কাৰণে ৰাখিছিল।

অভি : মোৰ ঘৰৰ আগৰ ৰাস্তাৰ ধূলি মাৰিবৰ বাবে হুজুৰ।

সুজিত : (বহাৰ পৰা উঠি) চাওঁক, চাওঁক দেশৰ ৰাইজ চাওঁক, এই প্ৰথম শ্ৰেণীৰ ব্যৱসায়ী ডাঙৰীয়াই ১৫ হাজাৰ কুইন্টল চাউল মজুত কৰিছিল।

আবুল : (মুখত ধৰি) অনাটনগ্ৰস্ত ৰাইজক প্ৰতিকিলোত বাৰ টকাকৈ বেচি সহায় কৰিবলৈ —

সুজিত : পাঁচশ বস্তা চাউলৰ দৰে মিহি শিলগুটি ৰাখিছিল।

আবুল : তেখেতৰ নতুন ঘৰৰ মজিয়া মোজাইক কৰিবলৈ।

সুজিত : তিনিশ টিন পোৱা ম'বিল ৰাখিছিল।

আবুল : তেখেতৰ ঘৰৰ আগৰ ৰাস্তাৰ ধূলি মাৰিবৰ কাৰণে।

সুজিত : অথচ, দেশৰ প্ৰতিক্ৰিয়াশীলবোৰে কৈছে, আৰু এখেতক পুলিচৰ হাতত ধৰাই লাঞ্ছিত আৰু অপমানিত কৰি কৈছে, এখেতে বোলে চাউল ব্ৰেক কৰিছে, চাউলত মিহি শিল গুটি মিহলাইছে, মিঠাতেলত পোৰা ম'বিল মিহলাইছে। পেচ্‌কাৰ –

আবুল : চাৰ –

সুজিত : আচামী খালাচ, আচামী নিৰ্দোষী। আচামীক মিছাতে অপবাদ দিয়াৰ কাৰণে, মিছাতে কলঙ্কিত কৰাৰ কাৰণে তেখেতৰ ব্যৱসায়ত ক্ষতি কৰাৰ কাৰণে, ক্ষতিপূৰণ হিচাপে দুইলাখ বাৰহাজাৰ পাঁচশ সত্তৰ টকা বিৰাশী পইচা দিবলৈ আদেশ কৰা হওক। আচামী মুক্ত। খালাচ।

অভি : হুজুৰ, যিবোৰে মোক অপদস্থ কৰিলে?

সুজিত : যিবোৰে এই মহান দেশপ্ৰাণক কলঙ্কিত কৰিলে তেওঁলোকক দহ বছৰকৈ সশ্ৰম কাৰাদণ্ড আৰু দহ হাজাৰ টকাকৈ জৰিমনা কৰা হ'ল। অনাদায়ে পাঁচ বছৰকৈ সশ্ৰম কাৰাদণ্ডৰ হুকুম কৰা হ'ল।

(আটাইকেইটাই দৰ্শকৰ ফালে Back দি পিছু হুহকি গৈ ঘূৰি চকুৰে চকুৰে চাই Start। সুজিতে ইন্টাৰভিউ লয়, অভিজিত সোমাই আহে।)

(পোষ্টাৰ "ইন্টাৰভিউৰ প্ৰহসন" মঞ্চৰ সন্মুখত থব লাগিব।)

অভি : May I get in sir?

সুজিত : Yes, কি নাম তোমাৰ?

অভি : অভিজিত কুমাৰ গগৈ।

সুজিত : Qualification?

অভি : এম. এ. চাৰ।

সুজিত : চাকৰিৰ কি অভিজ্ঞতা আছে তোমাৰ?

অভি : আজিলৈকে এশ এঘাৰটা চাকৰিৰ Interview দিলোঁ চাৰ?

সুজিত : What a fool, আমাক অভিজ্ঞতা থকা মানুহ লাগে।

অভি : কিয় চাৰ? চাকৰিৰ ইন্টাৰভিউটো জানো এটা

অভিজ্ঞতা নহয়?

সুজিত : I say, you may go. অ' হেৰা, তোমাৰ নামটো কি ক'লা?

অভি : অভিজিত কুমাৰ গগৈ।

সুজিত : You are coming from a backward community?

অভি : Yes sir

সুজিত : Why your caste is so backward ?

অভি : Because my caste is not forward sir.

সুজিত : You may go. (অভিজিত যায়)

আবুল : May I come in sir ?

সুজিত : কি নাম ?

আবুল : আবুল ইছলাম।

সুজিত : Qualification?

আবুল : এম. এ. দিছিলোঁ।

সুজিত : প্ৰধানমন্ত্ৰীৰ কোন চনত বিয়া হৈছিল? (আবুল নিমাত) প্ৰধানমন্ত্ৰীয়ে দিনে কেইগিলাচ গাখীৰ খায়? বিদেশলৈ যাওঁতে এবাৰ প্ৰধান মন্ত্ৰীৰ পুতেকে ডিনাৰ খাওতে মাংসৰ হাড় ডিঙিত লাগিছিল ক'ত? (নিমাত) মুখ্যমন্ত্ৰীৰ পুতেকে দুগৰাকী বিয়া কৰাইছিল প্ৰথম গৰাকী ক'ৰ? (নিমাত) দেশ প্ৰগতিৰ পথত বৰ্তমান দেশত কিমান মদৰ মহল আছে? আটাইতকৈ দামী মদৰ বটলটোৰ দাম কিমান? কিমান দাম? Oh, what a dull head. You may go out.

আবুল : চাৰ -

সুজিত : Oh no. I say you may go out. (আবুল যায়)

নীতা : সোমাব পাৰোঁনে চাৰ? (লেনিয়াই)

সুজিত : Sure, sure, why not?

নীতা : মোৰ ভিনদেৱে এখন চিঠি দি পঠাইছে চাৰ।

সুজিত : দিয়া দিয়া (সুজিত অসভ্যৰ দৰে নীতাৰ শৰীৰটো চাই থাকিব)

সুজিত : হৈ যাব, হৈ যাব, মই এইমাত্ৰ ফোন কৰি দিম।

নীতা : মন্ত্ৰী ৰবীন বৰুৱা আমাৰ ভিনদেউৰ খুউব ভাল ফ্ৰেণ্ড। মন্ত্ৰী চাৰে সদায় টেলিফোন কৰিয়েই থাকে ভিনদেউলৈ জানে চাৰ।

সুজিত : জানো জানো।

নীতা : কি চাইছে চাৰ?

সুজিত : তুমি বৰ ধুনীয়া ছোৱালী।

নীতা : ইচ্ একেবাৰে লাজ লাগি যায়। মোক চবেই ধুনীয়া বুলি কয়, জানে চাৰ? কলেজত পঢ়াৰ পৰা সেই একেটা কথাকে শুনি লাজতে মৰিছোঁ। বয়েজ হোষ্টেলৰ আগেদি যাব নোৱাৰোঁ। হেমামালিনী বুলি জোকায়। এদিনতো মই Principal চাৰক report কৰিবলৈ যাওঁৱেই জানে?

সুজিত : পিছে আজি ক'ত যাবা?

নীতা : ইয়াত মোৰ এজন ফ্ৰেণ্ড আছে। Supply ত কাম কৰে।

সুজিত : হকেন বুজৰবৰুৱাৰ খুলশালী যেতিয়া তুমি মোৰো খুলশালী। Oh sure, তুমি আজি আমাৰ ঘৰতে থাকিবা।

নীতা : নাই নালাগে চাৰ। আপোনাক দিগদাৰ নিদিওঁ।

সুজিত : দিগদাৰ নহয়। আজি ঘৰত বাইদেৱেৰো নাই। প্ৰকাণ্ড ঘৰটোত মই অকলেহে আছোঁ।

নীতা : আপোনাৰ অসুবিধা নহয়তো?

সুজিত : নাই নাই নহয়।

নীতা : চিনেমাও চাম কিন্তু।

সুজিত : Oh sure.

নীতা : Sir, appointment letter খন?

সুজিত : অ' কাইলৈ তোমাক হাতে হাতে চহী কৰি দিম। (Change)

নীতা : দৰ্শকবৃন্দ, বৰ্তমান আমাৰ সমাজত নাৰী জাতিৰ মৰ্যদা কিমান তাক আপোনালোকে দেখিলে।

সুজিত : নাৰীক বজাৰৰ পণ্য সামগ্ৰীৰূপে ব্যৱহাৰ কৰা হৈছে। ভাৰতীয় নাৰীৰ সহনশীলতাৰ দোহাই দি নাৰীক যুগে যুগে কৰি অহা হৈছে শোষণ।

নীতা : বীণা ছেকাৰ দৰে হাজাৰ হাজাৰ ফুল কুমলীয়া ছোৱালী পুৰুষৰ কামনাৰ বলি হৈছে— তাক কি আমাৰ বান্ধৱী, বাইদেউ আৰু আইসকলে দেখা নাই?
(নীতা আৰু সুজিতে দৰ্শকৰ ফালে back দিব আৰু আগবাঢ়ি গৈ নীতা সোমাই যাব। আবুল + অভি ওলাই আহি হাতত ভোটৰ পোষ্টাৰ লৈ চিঞৰিব।)

সুজিত, অভি, আবুল : ভোট দিয়ক, ভোট দিয়ক, হেমকান্ত ৰাজকুমাৰক ভোট দিয়ক। (সুজিতে শূন্যতে মাইক্ৰ'ফ'ন এটা লৈ বক্তৃতা দিব।)

সুজিত : শ্ৰদ্ধেয় ৰাইজ! মোৰ সেৱাৰ পৰী ৰাইজ। মই আপোনালোকক কৰযোৰে সেৱা জনাইছোঁ। আমাৰ দেশত নিৰ্বাচন আহিব লাগিছে। নিৰ্বাচনেই আমাৰ

৭০ কোটি মানুহৰ ভাগ্য নির্ণয় কৰিব। স্বাধীনতা লাভৰ পাচতো যোৱা বত্ৰিছটা বছৰে দেশৰ কি উন্নতি হৈছে আপোনালোকে নিজ চকুৰে দেখিছেই।

(অভিজিতে শূন্যতে মাইক্ৰ'ফ'ন আনি বক্তৃতা দিবলৈ লয়। তেতিয়া সুজিতে মুক্ অভিনয় কৰি থাকিব - বক্তৃতা দিয়াৰ দৰে)

**অভি** : মোৰ অতি মৰমৰ বুকুৰ কুটুম ৰাইজ, সেইটো দলে আমাৰ দেশখন ধ্বংস কৰিলে। আজি দেশ গঢ়াৰ কাম আপোনালোকৰ। আপোনালোকেই দেশ গঢ়িব লাগিব। আজি আমাৰ দেশত কিমান মানুহ অনাহাৰত মৰিছে? মই প্ৰশ্ন কৰোঁ কিমান মানুহ অনাহাৰত মৰিছে? কিমান ডেকাই চাকৰি বিচাৰি নাপাই চেৰেলা কুকুৰৰ দৰে ৰাস্তাই ৰাস্তাই অনাই বনাই ঘূৰি ফুৰিছে? (আবুলে জোৰেৰে হাত চাপৰি বজাব। নীতা ওলাই আহি আবুলৰ লগে লগে মুক্ অভিনয় কৰিব।)

**আবুল** : বৰ ভাল কথা ওলাইছে ৰাইজ। গণ্ডগোল নকৰিব। হাত চাপৰি বজাওক। (আবুল+নীতাই হাত চাপৰি বজাব)

**অভি** : মোৰ হৃদয় কান্দি উঠে। স্বাধীনতা লাভৰ পাচতো আজি আমাৰ দেশৰ এই অৱস্থা। মোৰ হৃদয়, মোৰ বুকু মৰমক ভাগি গ'ল। উস্ উস্ উস্ (কান্দে)।

**সুজিত** : (কথা কবলৈ আৰম্ভ কৰিব। অভিজিতে মুক অভিনয় কৰিব। আবুল + নীতাই ভেবা লাগি শুনিব) আমাৰ দলে দেশত ইমান লাখ লাখ প্ৰগতি অৰ্জ্জন কৰিছে - তাৰ বাবে গৌৰাবান্বিত কোন? আমাৰ দলটো নহয়নে? তাৰ বাবে গৌৰবান্বিত আপোনালোক ৰাইজ। ৰাইজেই আমাক দেশৰ সেৱা কৰিবলৈ সুযোগ দিছে। আমাৰ জয়েই ৰাইজৰ জয়। আমাৰ লগত আপোনালোকেও গৌৰৱ কৰক। হাঁহক, আনন্দ কৰক। (হাঁহিবলৈ ধৰে। আবুলেও বুকু ফিন্দাই ঢেক্‌ঢেক্‌কৈ হাঁহে)

**আবুল** : ৰাইজসকল হাঁহক, হিঃ হিঃ হিঃ।

**অভি** : মই সুধিব খোজো ইয়াৰ বাবে দায়ী কোন? ইয়াৰ বাবে জগৰীয়া কোন? কাৰ দোষত আমাৰ দেশত কোটি কোটি মানুহৰ এই অৱস্থা হৈছে। কাৰ দোষত আমাৰ ডেকা-গাভৰু নিবনুৱা হৈছে। (আবুলে হাত চাপৰি বজায়)

**সুজিত** : (অভিজিতে মুক অভিনয় কৰিব) ৰাইজ প্ৰতিক্ৰিয়াশীল সকলৰ কথালৈ কাণ নিদিব। আপোনালোকে কাণত ঠিলা দিয়ক। চকুত হাত দি বন্ধ কৰক - মুখ বন্ধ কৰক। আপোনালোকে নাচাব, নুশুনিব, নামাতিব। আমাৰ দলক ভোট দি জয়যুক্ত কৰক।

**অভি** : ৰাইজ, যদি বাচিব খুজিছে আমাৰ দলক ভোট দি জয়যুক্ত কৰক। আমাৰ দল জয়ী হ'লে ৰাইজৰ অভাৱ অভিযোগ নিৰ্মূল হ'ব। নিবনুৱা সমস্যা দূৰ হ'ব। খাদ্য সমস্যা দূৰ হ'ব।

(অভি + সুজিত মুখামুখি হৈ কাজিয়া কৰাৰ দৰে চিঞৰি চিঞৰি) সুজিত আমাৰ দলক ভোট দি জয়যুক্ত কৰিলে, ক'লা বেপাৰী, ভেজাল ব্যৱসায়ীক আমি গুলীয়াই মাৰিম। নিবনুৱা সমস্যা দূৰ হ'ব। সকলোৱে নিয়োগৰ সুবিধা পাব। দেশ প্ৰগতিৰ পথত আগবাঢ়িব। আমি আপোনালোকক সকলো দিম।

(অভি + সুজিতে কাৰো কথা কোনেও নুশুনাকৈ হাত দাঙি টেটুফালি বক্তৃতা দি যাব। আবুলে লৰালৰিকৈ এখন পোষ্টাৰ — "সুস্থ নিৰ্বাচন উপভোক কৰক" - - আনি দুয়োৰে মাজত ডাঙি ধৰিব। হঠাৎ চাৰিওটাই বৈ দৰ্শকৰ ফালে back দি গুচি গৈ উভতি আহিব)

**সুজিত** : শ্ৰদ্ধেয় দৰ্শকমণ্ডলী, আমি আজি আপোনালোকৰ আগত "আজি" নাটকৰ জৰিয়তে আজিৰ অৱস্থা দাঙি ধৰিলোঁ। হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে অসৎ উপায় অৱলম্বন কৰি পৰীক্ষাত নকল কৰিছে, আপোনালোক সকলোৱে দেখি আছে। ইয়াৰ বাবে দায়ী কোন? ছাত্ৰ-ছাত্ৰীয়েই দায়ীনে? ছাত্ৰ-ছাত্ৰীয়েতো জন্মতে নকল কৰিবলৈ শিকি নাহে। তেন্তে ইয়াৰ বাবে দায়ী কোন?

**আবুল / অভি / নীতা** : সমাজ ব্যৱস্থা, সমাজ ব্যৱস্থা।

**সুজিত** : নীচ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবে আজি যুৱক শক্তিক সমাজত এচাম লোকে হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰিছে। সেয়া কোনে দেখা নাই।

**অভি / আবুল / নীতা** : কোনে দেখা নাই? কোনে দেখা নাই?

**সুজিত** : আমাৰ বীৰত্ব, আমাৰ সাহস — ৰিক্সাবালা, পাণদোকানী, ঠেলাবালা, হোটেল বয়ৰ ওপৰত আমি দেখুৱাই আহিছোঁ।

**অভি** : কিন্তু ডাঙৰ ডাঙৰ ব্যৱসায়ীৰ ওচৰত আমি পানীত ভিজা মেকুৰী।

**আবুল** : ডাঙৰ ডাঙৰ ব্যৱসায়ীৰ ওচৰত আমি ভদ্ৰ মানুহ।

**সুজিত** : ৰাজহুৱা টকা আত্মসাৎ কৰা, ঘোচখোৱা, দুৰ্নীতিত

লিপ্ত থকা লম্পট মানুহক আমি আজি আদৰ কৰোঁ - সমাজত আগস্থান দিওঁ, তেওঁলোকে দুৰ্নীতি কৰি যিমানেই গাড়ী-বাৰী, নাৰী অপহৰণ কৰিব সিমানেই আজিৰ সমাজত ধনী মানুহ হয়, মানী মানুহ হয়। তেনেহ'লে আমি এইবোৰ দেখি থকা নাইনে? আজি ৰাজনীতি, ন্যায়ালয় সকলোতে চলিছে এক বিৰাট প্ৰহসন। অপ-সংস্কৃতিয়ে দেশ ঢাকি পেলাইছে। ইয়াৰ বাবে দায়ী কোন?

আবুল, নীতা, অভি : সমাজ ব্যৱস্থা, সমাজ ব্যৱস্থা।

সুজিত : দৰ্শক বৃন্দ।

অভি : আপোনালোকক কেৱল আমোদ দিবৰ বাবে আমি এই নাটক কৰা নাই - কৰিছোঁ ঘাইকৈ বক্তব্য প্ৰচাৰৰ বাবে।

আবুল : আৰু যদি আমালৈ কিবা গঠনমূলক পৰামৰ্শ আগবঢ়াব খোজে তেন্তে আমাৰ সম্পাদকৰ লগত যোগাযোগ কৰিব।

সুজিত : আপোনালোকে আজি আমাৰ নাটক চাই এনেয়ে গুচি গ'লে নহ'ব। আজি আমাৰ নাটক চাই আপোনালোকে ভাবিবলৈ লওক আৰু ভাবি ভাবি আজিৰ এই অৱস্থাৰ পৰিবৰ্তনৰ বাবে এটা বিজ্ঞানসন্মত শুদ্ধ পথ নিৰ্বাচন কৰক। (সুজিতে আঙুলিৰ ঠাৰ দিয়ে চাৰিওটাই নাচে। দৰ্শকৰ ফালে মুখ কৰি সুৰ মিলাই বলিষ্ঠ কণ্ঠেৰে গাব ধৰে।

সুজিত : আমি -- আজি-- সকলোৱে -- কাৰোবাৰ- আঙুলিৰ- ঠাৰত--

অভি, আবুল, নীতা : নাচিব- লাগিছোঁ। আজি- আমি- সকলোৱে- কাৰোবাৰ- আঙুলিৰ- ঠাৰত নাচিব- লাগিছো।

(নচা বন্ধ কৰি মিলিত কণ্ঠেৰে)

কিন্তু অহা কালিলৈ বিজ্ঞানসন্মত যুক্তি, আৰু মুষ্টিবদ্ধ বাহুৰ শক্তিৰে আমি সিহঁতৰ সমাধি গঢ়িম। (দুবাৰ ক'ব) (হঠাত ঘূৰি পিছফালে কাপোৰখনৰ ওচৰত ৰ'বগৈ)

<u>সমাপ্ত</u>

# আচল শত্ৰু

## নাট্যকাৰ # অৰুণ গোস্বামী

**চৰিত্ৰসমূহ আৰু পোছাক-পৰিচ্ছদ**

১। জয়ৰাম ৪০/৪৫ ঃ পুৰণা মলিয়ন তিয়নী চুৰিয়া, শুদা গা বা লেটেৰা ফটা মলিয়ন চোলা। (দিনমজুৰী কৰা বনুৱা)

২। হাফিজ (৪৫/৫০)ঃ পুৰণা ফটা লুঙ্গী, ফটা মলিয়ন চোলা বা শুদা গা। (দিনমজুৰী কৰা বনুৱা)

৩। আব্দুল (৫০/৫৫) ঃ দৃশ্য অনুযায়ী পায়জামা কুৰ্তা। মূৰত ফেইজ টুপী, কোনো দৃশ্যত পাৰিলে খদ্দৰৰ পায়জামা কুৰ্তা আৰু মূৰত গান্ধী টুপী। (ঠিকাদাৰ, ব্যৱসায়ী, ডাঙৰ নেতা)।

৪। উপেন গোঁসাই (৫০/৫৫) ঃ খদ্দৰৰ ধুতী, পাঞ্জাবী, চাদৰ। শেষৰ দৃশ্য দুটাত মূৰত গান্ধী টুপী। (ঠিকাদাৰ, ব্যৱসায়ী, ডাঙৰ নেতা)।

৫। ইমটিয়াজ (২৫) ঃ সাধাৰণ ডেকা ল'ৰা এটাৰ সাধাৰণ পোছাক। (নতুন দৃষ্টি ভংগীৰ ডেকা)।

৬। সৰু মাই (২০) ঃ পুৰণা ভিকহু গাঁৱলীয়া তিৰুতাৰ মেখেলা চাদৰ। হাফিজৰ ঘৈণীয়েক হওঁতে উকা কপাল আৰু জয়ৰামৰ ঘৈণীয়েক হওঁতে কপাল সেন্দুৰৰ ফোট। (হাফিজৰ ঘৈণীয়েক, জয়ৰামৰ ঘৈণীয়েক, ইমটিয়াজৰ মাক)

**নাটকত ব্যৱহৃত প'ষ্টাৰৰ ভাষ্যসমূহ**

(১) পিছফালৰ পৰ্দাত লগাই থোৱা নাটকৰ নাম, নাট্যকাৰ, পৰিচালক আৰু দলৰ নাম লিখা প'ষ্টাৰ। (২) 'বাৰীৰ চুকৰ কলনিবাৰী' (৩) 'জয়ৰাম-হাফিজৰ স্বগতোক্তি' (১) 'জয়ৰাম হাফিজৰ জীৱন-যাত্ৰা' (৫) 'দৰিদ্ৰ ভিকহুৰ ভগবান উপেন গোঁসাই আব্দুল হুচেইনহঁত' (৬) 'ভিন্নধৰ্মী হ'লেও একে গোষ্ঠীৰ' (৭) 'নাৰায়ণপুৰ গাঁও শ্মশান হ'ল (৮) 'ভিকহুৰ মিত্ৰসকলে আচল শত্ৰু চিনি পাইছে'।

(মঞ্চত দুফালৰ পৰা দুটা কলপাত তোৰণৰ নিচিনাকৈ থাকে। দেখাত এনেহে লাগে যেন কাৰোবাৰ বাৰীৰ চুকৰ কলনি এখনহে। সোঁ-মাজতে এখন পষ্টাৰ। 'বাৰীৰ চুকৰ কলনি'। মঞ্চ অন্ধকাৰ। দুয়োটা কলপাতৰ তলত হাফিজ আৰু জয়ৰাম বৈ আছে। এটাৰ হাতত কপি দা এখন আৰু এটাৰ হাতত আগবেকা দা এখন। দৰ্শকৰ কাণত পৰাকৈ দুয়োটাই ফোপাইছে। সিহঁত দুয়োটাই ফোপাই থাকোতে সিহঁতৰ মূৰৰ পৰা ভৰিলৈকে পোহৰ পৰিব। পোহৰত সিহঁতৰ আতঙ্কিত ৰূপটো স্পষ্টকৈ জিলিকি পৰিব। দূৰত চিএঞৰ-বাখৰ হাই-উৰুমি কান্দোন কাটোন, কুকুৰৰ ভৌ ভৌৱনি দিব পাৰিলে ভাল। এতিয়া কলৰ তলত বৈ যেতিয়া জয়ৰাম আৰু হাফিজে নিজৰ বচন ক'ব তেতিয়া হাত ভৰিৰ সঞ্চালন একো নাথাকিব, কেৱল মুখ লৰাই বচন ক'ব। অৱশ্যে বচন কোৱাৰ আগতে সিহঁতৰ এনে অভিব্যক্তি প্ৰকাশ পাব যেন খুব ভয় খাইছে; কাৰোবাৰ হাতৰ পৰা সাৰি পলাই আহিছে।

(মুখা পিন্ধা দুজনে এখন পষ্টাৰ কঢ়িয়াই নিলে 'জয়ৰাম হাফিজৰ স্বগতোক্তি')

**জয়ৰাম ঃ** (ভয়াৰ্ত ফোপনি) উস্ কি দোষ লগালো, (খং উত্তেজনা, আৰু শঙ্কা তিনিওটা প্ৰকাশ পাব লাগিব বচন ভঙ্গীত)। আ- কি অইনাই কৰিছিলো। দিনটো আজুৰি আজুৰি কাম কৰো। হাজিৰা কৰো। সাতোটা মানুহৰ পেট নভৰে। লোকৰ কুটা এগছো অইনাইকৈ হাত কৰা নাই। নিজে খাটিছো, পালে খাইছো, নাপালে পেট পেলাই পৰি আছো। কি অইনাই কৰিলো? ক'ত অইনাই কৰিলো। (কান্দে) ঘৰত জুই লগাই দিলে। মানুহ কেইটা মাৰিলে। চকুৰ আগতে মানুহজনীৰ পেটটো ফালি আঠমহীয়া সন্তানটো উলিয়াই পেলালে। (খঙত) পাষণ্ডহঁত। বিধৰ্মীহঁত। তেজখোৱাহঁত। (জয়ৰামৰ মুখৰ পৰা পোহৰ আঁতৰি হাফিজৰ মুখত পৰিল।

**হাফিজ ঃ** (ভয়াৰ্ত ফোপনি খং,উত্তেজনা, বেজাৰ আৰু শঙ্কাত) আগভগা দাখনেৰেই লোকৰ ঘৰে ঘৰে হাজিৰা কৰি কৰি নটা মানুহ পুহিছিলো। কেতিয়াবা একেলগে, কেইবাদিনো লঘোণে থাকো। কাকো হিংসা কৰা নাই। পাৰিলে সহায় কৰিছো। অনিয়াই কৰি কাৰো বাঁহপাত এটাও নিজৰ কৰা নাই। তেন্তে সেই কাফেৰহঁতে আমাৰ এই অৱস্থা কিয় কৰিলে? মোৰ সৰ্ব্বনাশ কিয় কৰিলে? (কান্দে) ঘৰটো জ্বলাই দিলে। সেই জ্বলা জুইত মোৰ মানুহজনী জাপি দিলে। সেই জ্বলা জুইলৈ দুবছৰীয়া ল'ৰাটো চুটমাৰি পেলাই দিলে। মই, মই তহঁতৰ কি অপকাৰ কৰিছিলো অ'!

**জয়ৰাম :** (হাফিজৰ পৰা পোহৰ আহি জয়ৰামৰ মুখত পৰে।) একেলগে দেখোন আমি আলিত কাম কৰিছিলো। সুখ-দুখৰ কথা পাতিছিলো। ইটোৱে সিটোক সহায় কৰিছিলো। সেই মানুহটোৱে মোৰ ঘৰত কেনেকৈ জুই লগালে ঐ চালা নৰবধি পাষণ্ড দুৰাচাৰ!

**হাফিজ :** (জয়ৰামৰ মুখৰ পোহৰ আহি হাফিজৰ মুখত পৰে।) একেলগে আলিত কোৰ মাৰি থাকোতে তই মোক কিমান দিন সহায় কৰিছিলি। মই তোক কিমান দিন সহায় কৰিছিলো। তোক মোকতো অইনে সহায় নকৰে। তই মোৰ মানুহজনী কেনেকৈ জুইত জাপি দিব পাৰিলি ঐ কাফেৰ। মোৰ ল'ৰাটো কেনেকৈ জুইলৈ চুট মাৰি দিলি ঐ কাফেৰ চালা মানুহ খোৱা। কেনেকৈ? কেনেকৈ? কেনেকৈ? হিন্দু মুছলমান বুলি আমাৰ মাজত কিবা ভেদ ভাব আছিল জানো?

(মঞ্চ সম্পূৰ্ণ পোহৰ হয়।)

(এখন ডাঙৰ পষ্টাৰ আহে। 'জয়ৰাম হাফিজৰ জীৱন যাত্ৰা'। পষ্টাৰৰ আঁৰে আঁৰে জয়ৰাম হাফিজ আহি মঞ্চত ৰৈ যায়। পষ্টাৰ আঁতৰি যোৱাত হাফিজে হুপি থকা বিড়িটো জয়ৰামলৈ দিয়ে। জয়ৰামে লৈ নিজে হুপিবলৈ ধৰে।) (এই সময়খিনিত 'মোৰ মনত ভেদ ভাব নাই অ' আল্লা মোৰ মনত ভিন্‌পৰ নাই অ' আল্লা, হিন্দু কি মুছলমান একে আল্লাৰ ফৰমান ... এই জিকিৰটো বাজি থাকিব)

**জয়ৰাম :** বৰ কষ্ট পাইছো কোৱাইটি? এইকেইদিন ক'তো কাম কাজ নাই। তুমি কেনেকৈ চলিছাহে কোৱাইটি।

**হাফিজ :** বাৰু কথা কৈছ জয়ৰাম। হেৰ নাজানিচ, আজি ছয় সাত দিন ক'তো কাম বন এটা নাই। লঘোণ বুইছ, লঘোণ। ডাঙৰবোৰৰ যেন-তেন এই সৰু কেটাৰ যি ভোকৰ চিঞৰ-বাখৰ, আমাৰ মূৰকে চোবাব। আৰু বুইছ জয়ৰাম, আমাৰ খাবলৈ নোপোৱাবোৰৰ তোৰ ভাদমহীয়া কুকুৰৰ দৰে ল'ৰা-ছোৱালী পেন্ পেন্।

**জয়ৰাম :** এ নকবা ককাইটি। কালি কিবা এটা খণ্ডত আমাৰজনীক ক'লো বোলো পেটটো ল'ৰা-ছোৱালী জীয়াই থোৱা চৰীয়াহে যেনিবা। বছৰেকটো নুঘুৰেই আৰু এটা। বছেৰেকটো নুঘুৰেই আৰু এটা। ইমানবোৰ ল'ৰা-ছোৱালী কেলেই? ওঁ টোকোনাৰ ইমানবোৰ ল'ৰা-ছোৱালী কেলেই? ঈশ্বৰে আৰু ভিকহুৰ ঘৰতহে—

**ইমটিয়াজ :** (ওলাই আহোতে catch কৰিব) ক'ৰনো ঈশ্বৰে তোমালোকৰ ঘৰত ল'ৰা-ছোৱালীবোৰ দিছেহে? ঈশ্বৰৰ গাত এনেয়ে দোষটো কিয় দিয়া?

**জয়ৰাম :** তই আকৌ ভূতৰ ওপৰত দানহ ক'ৰপৰা ওলালিহি? ঈশ্বৰে নিদিলে মানুহৰ ল'ৰা-ছোৱালী হয়নে? 

**হাফিজ :** হেৰ, তই এইবোৰ কি ওভোটা গোৰে নচা কথা ক'লিহি হয়নে?

**ইমটিয়াজ :** হেৰি নহয় ককাইটি? এতিয়া মই যিটো কথা ক'ম, শুনিলে তোমালোকে ক'বা বোলে ফুকলীয়া ল'ৰাই বেয়া কথা কৈছো। তোমালোকৰ বৌহঁতৰ লগত ঈশ্বৰ থাকেনে তোমালোক থাকাহঁত? (হাঁহে। দুয়োটাই লাজ পালে। গামোচাৰে গা কোবালে)

**জয় :** হেৰি অ' কিবা বোলেনে তহঁতৰ কলেজ- চলেজবোৰ কেতিয়াকৈ বহিব?

**ইমটি :** ক'ত কলেজখন বহিব ককাইটি। দেশ তোমাৰ দেশপ্ৰেমত মতলীয়া। এই সময়ত আৰু স্কুল-কলেজৰ কথা আছেনে? তোমালোক চলিছা কেনেকৈ।

**হাফিজ :** বাৰু কথাটোকে সুধিলে হেৰ'। ক'তো কাম বন এটা নাই। ইপিনে বোলে দেশত দেধাৰ বিদেশী সোমাল। পিছে হয়, মোৰ মনে ধৰিছে এই বিদেশীবোৰ সোমাল বাবেই —

**জয়ৰাম :** ক'ৰনো বিদেশীৰ কথা ক'বলৈ আহিলাহে কোৱাইটি? মইচোন আজিলৈকে চকুৰ আগত এটাও অচিন মানুহে দেখা নাই।

**ইমটিয়াজ :** কেলেই সেই তোমালোকৰ গাঁৱৰ উপেন গোঁসাই আৰু গাঁৱৰ আব্দুল হাকিমৰ ঘৰত থকা মানুহমখা ক'ৰ? সিহঁতক জানো চিনি পোৱাহঁত।

**হাফিজ :** আ খাটি কথা কৈছ, একেবাৰে আটুত কথা কৈছ। সেইবোৰ মানুহ আমি চিনি নাপাও।

**জয়ৰাম :** হয়তোনে, সেই মানুহবোৰ ময়ো চিনি নাপাও। অ' সিহঁতেই কাম কৰাৰ কাৰণে বিদেশী মানুহ আনি ঘৰ ভৰাবহি আকৌ সিহঁতেই তোমাৰ বিদেশী খেদা আন্দোলনৰ আগৰণুৱা। বৰ প্ৰকাণ্ড নেতা।

**ইমটি :** কথাটো বুজি পাইছা তেতিয়াহ'লে।

**হাফিজ :** আও কি ডাঙৰ ডাঙৰ গধুৰ গধুৰ কথা নুশুনিবি হেৰ'।

**জয় :** উপেন গোসাঁইৰ ঘৰত মটৰেই মটৰ, এখন গৈছে দুখন ৰৈছে। দুখন গৈছে চাৰিখন আহিছে। গাঁৱলৈ এই কেইমাহ যিমানহে মটৰ আহিছে মানুহে ভাবিব এইখন নগৰহে হ'ল।

**হাফিজ :** একেই- একেই, আমাৰ আব্দুল হুছেইনৰ ঘৰলৈয়ো যিহে গাড়ীৰ আহ-যাহ যেনিবা চহৰৰ চাৰি আলি এটাহে হ'ল।

**ইমটিয়াজ :** আৰু সেই গাড়ী-মটৰে উৰুৱা ধূলি-বোৰকে খাই আছো আৰু হাঁচিয়াই হাঁচিয়াই। পিছে ককাইটি তোমালোক থাকা। মই এফালৰ পৰা আহো ল'ৰাকেইটামান লগ কৰিব লাগে। (গ'ল)

**জয়ৰাম :** (চিঞৰি) ঐ তই বৰকৈ অকলে অকলে ঘূৰি নুফুৰিবি বোপাই। সেই আমাৰ গাঁৱৰ দমৰা কেইটামানে তোলে

শিং জোকাৰি আছে।

হাফিজ : ল'ৰাটোৰ কথাবোৰ আমিহে বুজিব নোৱাৰো। পিছে বৰ ভাল ল'ৰা দেই।

জয়ৰাম : এস্ কৈছাহে, সতকাই এনে এটা ল'ৰা পোৱাটোৱেই টান। পিছে কোৱাইটি মই যাওঁ।

হাফিজ : যাবনো কেনি? কাম-কন নায়েই, ওলাইনো আহিছিলি কেনি?

জয়ৰাম : ল'ৰাটোৰ গ্ৰহণী হৈছে বুইছা কোৱাইটি? হাস্পতালত দেখুৱালো, ৰঙাপানী এবটল দিলে, ভাল নহ'ল, আকৌ কালি আনিলো, ডাক্টৰে তোমাৰ পিল কেইটামান লিখি দিলে, গোটে দেড়টকা লাগে। নটা পিলত তোমাৰ তেৰটকা আঠ অনা লাগে। তাকে হাতত নয়া-পইছা এটাও নাই। আহিছিলো গোঁসাইৰ ঘৰলৈ, ক'লোহে ক'লো, মানুহটোৱে নাইৰ পৰা আছে নুবুলিলে। কি কৰিবা আৰু, ঘৰলৈকে যাওঁ। ল'ৰা মৰিলেও মৰক, নেখাই নেখাইতো মৰিবই, বেমাৰতে মৰক।

হাফিজ : সেইটো কিনো ভাল কথাটো ভাবিছ অ' জয়ৰাম। তাক দৰৱ এপালি কিনি দিব লাগে।

জয়ৰাম : কৈছা হয় কোৱাইটি, পিছে কিনো কিহেৰে! কোনোবাই লোৱা হ'লে তেজকে বেচিলোহেঁতেন ।

হাফিজ : হেৰি কৰ; হো এই টকা সাতোটা লৈ যা, যি হয় তাৰে পিল কেইটামান কিনি নি খুৱাই চাগৈ।

জয়ৰাম : এ কোৱাইটি, নালাগে নালাগে, তুমি ক'ৰ পৰা পইচা দিবা? তোমাৰ তেওঁ মোৰ নিচিনাহে অৱস্থা।

হাফিজ : বাৰু তই লচোন।

জয়ৰাম : নহয় নহয় কোৱাইটি, তুমি পইচা ক'ত পালা।

হাফিজ : এ চুৰ কৰা নাই। পাৰ এজোৰ আছিল বুইছ দুসাজ ভাত খোৱা নাই। তাকে বেচি টকা দহটা পালো।

জয়ৰাম : এ নাই নাই কোৱাইটি, নালাগে নালাগে, তুমি চাউল কেটা—

হাফিজ : এস্ অসতীখন নকৰিবিচোন। তিনি টকাৰ চাউল এক কিলো কিনি নিম নহয়, থাম এসাজ। ভাত নাখালে খেমেখাই মানুহ নমৰে। কিন্তু তোৰ গ্ৰহণী হোৱা ল'ৰাটোক দৰৱকেইটা নুখুৱালে - এই ল, ল, ল - (জোৰকৈ টকাকেটা দি বেগেৰে গুচি যায়। ভিতৰৰ পৰা) কাইলৈ খবৰ এটা দিবি কেনে হয়।

জয়ৰাম : (হাফিজ যোৱাৰ ফালে থৰ হৈ চাই থাকে) (দৰিদ্ৰ ভিকহুৰ ভগবান উপেন গোঁসাই আব্দুল হুচেইনহঁত' পষ্টাৰৰ আঁৰে আঁৰে আহি জয়ৰামৰ সন্মুখত ৰয় )

উপেন : এটা কাম কৰ জয়ৰাম। চাওঁতে চাওঁতে তোৰ আঠমোন ধান হ'ল। মইতো আৰু ধানখিনি এনেয়ে এৰি দিব নোৱাৰো। অইনক যেনেকৈ দিছো, অইনৰ পৰা যেনেকৈ লৈছো, তোৰ পৰাও তেনেকৈ ল'ব লাগিব। এনেকৈ যাওঁতে যাওঁতে বছৰে বছৰে সুদ বাঢ়িহে যাব। দুমোন চাৰিমোন আঠমোন হ'ব। এতেকে তই মূলটো মাৰিব নোৱাৰিলেও সুদটো মৰাৰ ব্যৱস্থা কৰ। তেতিয়া মূল মূল হৈয়ে থাকিব, অন্ততঃ বাঢ়ি নাযায়। নে কি কৰ? বেয়া শুনিলিনেকি?

জয়ৰাম : এ আপুনি কৈছে হয় পৰভু। পিছে মই কৰো কি? সোধা কোব মাৰি দুছেও কৰিলেও সিকি এটা উলিয়াই দিব নোৱাৰিম। টকাৰ অভাৱত ল'ৰাটোৰ পিল কেটা আনিব পৰা নাই, এতিয়া সেয়া হাফিজ কোৱাইটিয়ে গম পাই টকা সাতটা দি গ'ল। ইপিনে তেওঁৰো ঘৰে ঘৰোৱাহে লঘোণ।

উপেন : হেৰি কৰ জয়ৰাম। আয়েৰক লাচনি পাছনি কৰিবলৈ ছোৱালী এজনী লাগে। তোৰো ল'ৰা-ছোৱালী কেবাটাও, ডাঙৰ ছোৱালীজনীকে দে কিছুদিনলৈ। ঢোকাও ৰ'ব কলতে, কলো ৰ'ব ঢোকাতে। তোৰ সুদটোও মৰিব। এনেকৈ খাই বৈ থকাহে। কামনো কিটো। তথাচ গঞ্জ -গয়াতি বুলিয়েই সুদটো তাতে মাৰিম দে। (জয়ৰাম চিন্তিত। উপেন যাব খুজি ) তোৰ বৰ উপকাৰহে হ'ব বুইচ, বৰ উপকাৰ হ'ব (ভিতৰৰ পৰাও ক'বগৈ।) (জয়ৰাম সোমাই যায়। আকৌ আগৰখন পষ্টাৰ। 'দৰিদ্ৰ ভিকহুৰ ভগবান উপেন গোঁসাই আব্দুল হুচেইনহঁত) (পষ্টাৰৰ আঁৰে আঁৰে আহি মঞ্চত দুয়ো বৈ কথা আৰম্ভ কৰে।)

হাফিজ : মালিক, আপুনি আমাৰ গাঁওখনৰ আই বোপাই হৈ আছে। আপুনি নিজেই দেখিছে— আব্দুল (বুজুৱাৰ ভাৱত) আস্ তই নুবুজ কিয়? মইনো মোৰ লোকছান কৰি কিমান কি কৰা নাই এ। তইঁতৰ ল'ৰা-ছোৱালীৰ বেমাৰ হ'লেই পইচা দিছো ময়েই, ঘৈণীয়েৰে বছৰে বছৰে ল'ৰা পায়, তাৰ বাবেও পইচা দিছো ময়েই, আল্লাৰ অপৰাধত ল'ৰা-ছোৱালী বেমাৰত মৰিলেও পইচা দিছো ময়েই - নে নাই দিয়া কচোন?

হাফিজ : দিছে দিছে জনাব, আপোনাৰ গুণ বাৰেওতি কাল গাই আছো। পিছে এইটো কথাতহে অলপ দুখ পাইছো। মাটি দিওঁতে দিওঁতে থকা ভেটিটোহে আছেগৈ, তাকো যদি ধাৰ কৰা টকাৰ বাবে বন্ধকী লিখি দিও জনাব-

আব্দুল : নুবুজ কিয় বাৰু, তই টিপচহীটো কৰি দিলেই

মাটিখিনি মোৰ হৈ নাযায় নহয়। তোৰ মাটি তোৰ হৈয়ে থাকিব। কেৱল আগলৈ যাতে তোৰ মোৰ মাজত অসন্তোষ এটা নহয়, তাৰ বাবে আইনমতে ৰাইজক দেখুৱাই এনে ব্যৱস্থা এটা কৰি থলো। (বৈ) আৰু এটা কথা নহয়, আজি তই মই ককাই ভাইৰ দৰে আছো, কোনো কথা নাই, লিখা পঢ়া কেলেই, মুখৰ জাবানেই জাবান, কিন্তু তোৰ মোৰ ল'ৰা-ছোৱালীৰ দিনত সেইবোৰ নহ'ব নহয়। নে হ'ব? (বৈ) এতিয়া চা, তিনিশ টকাৰ সুদে মুলে পাঁচ বছৰত ওঠৰ উনৈশ টকা শ হয়। কিন্তু তোৰ জানো বাৰীখনৰ এই ঘোকোট গাঁৱৰ মাজত মাটিৰ কঠাই চাৰে তিনিশ হয়? কিন্তু একে ধৰ্মৰ, একে জাতৰ, ককাই-ভাই বুলিহে তোক ইমান টকাৰ পৰা ৰেহাই দিলো (চাৰিওফালে চাই) তই বাৰু উপেন গোঁসাই বা কোনোবা হিন্দু এটাৰ ওচৰলৈ যাচোন, দিবনে ৰেহাই? নাকে মাটি চোৱাই দিব। বুইচ, দে দে, ইয়াতে টিপ এটা দে (শূন্যতে কাগজ এখন দেখুৱাই টিপ এটা লয়)। বচ্ বচ্ হৈ যাব। বাৰু, তয়ো তোৰ কামলৈ যা, ময়ো মোৰ কামলৈ যাওঁ। যা যাগৈ যা। (যায়গৈ)

**সৰুমাই :** (হাফিজৰ ঘৈণীয়েক হৈ ওলাব।) সেইয়া দেখিছা দেখিছা, মানুহটোৱে ইয়াত মহলা মাৰি আছে, ইফালে মই সেইজাকৰ মাজত পেপুৱা লাগিছো।

**হাফিজ :** পেপুৱা লাগিছ, মই কি কৰিব লাগে?

**সৰুমাই :** কি কৰিব লাগে মানে? খুৱাব-পিন্ধাব যদি নোৱাৰাই ল'ৰা-ছোৱালী জনম দিয়াইছিলা কিয়?

**হাফিজ :** বছৰে বছৰে ল'ৰা-ছোৱালী মই পাওঁনে তই পাব? তাইৰ যেনিবা পেটটো ল'ৰা-ছোৱালী জীয়াই ৰখা চৰিয়াহে।

**সৰুমাই :** আওঁ! হায় আল্লা, দেখিলা, দেখিলা অঁ এতিয়া ল'ৰা-ছোৱালী পোৱা বাবে মইহে জগৰীয়া হ'লো, ওঁ বাপেকটো হৈ ল'ৰা-ছোৱালী মাইকীজনীক ভাত এমুঠি খুৱাব নোৱাৰে, তাৰ মুৰকত আকৌ বৰমতা।

**হাফিজ :** তই বৰ বেছিকৈ বাঢ়িছ দেই। বৰ বেয়া খং এটা উঠি আছে, একে গোৰেই পেটু উলিয়াই দিম।

**সৰুমাই :** নুলিয়াবানো কেলেই? এই নিচিনা মতা মানুহবোৰ তিৰুতাৰ ওপৰতহে বৰমতা। বাহিৰত কেচুমতা।

**হাফিজ :** চালা হাৰামজাদী; সহি থকা দেখি বৰ চল পাইছ। (খেদা মাৰি)

**সৰুমাই :** আহা আহা, মাইকীক মৰাইহে কাম। পোষ্কৰ বছৰীয়া গাভৰু ছোৱালীজনী লোকৰ ঘৰত চাকৰ কৰিবলৈ পঠাইছে, অইন নালাগে বুকুখন ঢাকিবলৈকে নফটা চোলা এটা নাই; তেনে ক্ষেত্ৰত তাকে ক'লত বাপেকীটোৰ মইমতালিখন শুনা।

**হাফিজ :** (খেদামাৰি) বুকু ঢাকিবলৈ চোলা এটা নাই বুকু উলিয়াই ফুৰিবি, চালা বৰ কথা ক'বলৈ আহিছে (মৰিয়াব খোজাতেই দৌৰি দৌৰি ইমটিয়াজ আৰু জয়ৰাম সোমাই আহে)

**জয়ৰাম :** হে, হে, ই কি কৰা কোৱাইটি - কি কৰা (হাতত ধৰি এৰুৱাই আনে)

**ইমটিয়াজ :** নিজৰ মানুহজনীৰ ওপৰতনো এনে মাৰপিট কৰিব লাগেনে? এস্ কি মানুহহে তোমালোক? ছিঃ ছিঃ

**সৰুমাই :** চোবাচোন মইনা, যেতিয়াই সঁচা কথা কওঁ তেতিয়াই এই ককায়েৰে মোক গৰু মৰিওৱাদি মৰিয়ায়। মোৰ গোটেই গাটো বিবালি কৰিলে খুন্দি খুন্দি। (সহজ ভাবে ভিতৰলৈ যায়।)

**হাফিজ :** হেৰ' বিয়া কৰোৱা তিৰোতা, কিমান কষ্ট কৰি দিনটো কাম কৰিছো, কেতিয়াবা লোকৰ বাৰীৰ জেওৰা দি থাকোতে তিতা পানী বমি কৰিছো; অথচ মানুহজনীয়ে নুবুজিলে হে'ৰ আৰু আল্লায়ো তোৰ এবাৰলৈয়ে যদি চকু মেলি চালেহেঁতেন।

**জয়ৰাম :** সেইবোৰ ভাবিলেতো আৰু ইচৰ বুলিয়ে বস্তু এটা আছে তাত পতিয়ন যাবলৈকে টান। তোৰ হে'ৰ যিমানে মানুহে সংসাৰত অইনাই কৰিছে সিমানে সেইবোৰৰহে দোপত-দোপে উন্নতি হৈছে। সেইটো উপেন গোঁসাইয়ে তোমাৰ সংসাৰখনৰ মানুহক অইনায়েই কৰি আছে, অথচ তোমাৰ তাৰহে ধনৰ পৰ্বত বাঢ়িছে।

**হাফিজ :** হে'ৰ টকা তিনিশৰ ধাৰৰ সুদৰ বাবদ থকা ভেটিটোও আজি আব্দুল হুচেইনে টিপচহী কৰাই ল'লেহি, অথচ তোৰ আল্লা-খোদাই সেইবোৰৰ ঘৰতহে সৰিয়হ ফুলাইছে। ধনেই ধন।

**ইমতি :** সেইবোৰ মানুহক সেইবোৰ ধন গোটাব দিছে কোনে?

**জয় :** কোনে দিছে, আমি।

**হাফিজ :** অঁ, আমি।

**ইমতি :** অঁ তোমালোকে তেজ বমি কৰি কৰি তেওঁলোকক ধন গোটাই দি নিজৰ পেটৰ ভোকৰ খং, দুখৰ খং মাৰিছাইত, নিমাখিত তিৰুতাজনীৰ ওপৰত, লঘোণীয়া ল'ৰা-ছোৱালী গালৰ ওপৰত।

**জয় :** হেৰি নহয় পোনা, তইতো কলেজতো পঢ়িছ, কিতাপো

পঢ়িছু, শিয়ালো আছে,-কচোন বাৰু, দেশত দৰিদ্র ভিকহু কিমান আছে? অ' আমাৰ নিচিনা।

হাফিজ ঃ নে অকল আমিয়েহে আছো?

ইম্তি ঃ ঠিক কথাটোকে সুধিছা। দেশখনত তোমাৰ প্ৰতি এশজন মানুহৰ ভিতৰত তোমালোকৰ নিচিনা ছাল ছিগা ভিকহুৰ সংখ্যা তিনিকুৰি চাৰিজন। যদি দেশত ধৰা সত্তৰ কোটি মানুহ আছে তাৰ ভিতৰতে চৌৱালিচ কোটি চাৰিকুৰি লাখ মানুহ তোমালোকৰ নিচিনা ভিকহু।

জয়ৰাম ঃ গম পালানে কোৱাইটি?

হাফিজ ঃ গম পাইনো কি কৰিবি?

(মঞ্চ আন্ধাৰ হয় বা আন্ধাৰ নোহোৱাকৈয়ে হাফিজ আৰু জয়ৰাম দুয়োটাই আগৰ দৰে কলৰ তলত ৰ'লগৈ। জয়ৰামৰ মুখত পোহৰ পৰিল। আগৰ দৰে ফোঁপনি।)

হাফিজ ঃ (ফোপাই, ফোপাই) চালা! যেতিয়াই তেতিয়াই; আমিবোৰেই তহঁতৰ লগ, তহঁতবোৰেই আমাৰ লগ। আপদে-বিপদে ইটোৱে-সিটোৰ হাতত ধৰিছো। তেনেস্থলত, তেনেস্থলত তহঁতে কেনেকৈ আমাৰ শত্ৰুতা শালিলি? তহঁতৰ অকণমানো দয়া নালাগিলনে? তহঁত মানুহনে জানোৱাৰ! জন্তু জানোৱাৰেও লোকৰ পেটত খোচ মাৰি পেট ফালি পোৱালি উলিয়াই নামাৰে। তহঁত, তহঁত কি? তহঁত হিন্দুনে ৰাক্ষস ?

জয়ৰাম ঃ (হাফিজৰ পৰা পোহৰ আহি জয়ৰামৰ মুখত পৰিল) (ফোঁপাই) কিমানদিন একেটা বাতিতে একেখিনি চাব পানীকে সোহা মাৰি ভগাই খাইছো। একেটা বিড়িকে দুয়োটাই হুপিছে। ঘৰুৱা কাজিয়া টনা আজোৰাকৈ এৰুৱাইছো। তাৰ মূৰকত তহঁতে ভাল ফল দিলি। মূৰৰ ওপৰত বহি ক্ষুদ্ৰ শৌচ কৰি দিলি। পচলা কটাদি মানুহ কাটি লৈ জ্বলা জুইত আমাৰ ল'ৰা-ছোৱালী জাপি দিলি। চালা পাবগুইত, তহঁতক কাটি কাটি পচলা কুটিব লাগে। গোঁহায়ে ঠিকেই কৈছে, য'ত হয় ত'ত তহঁত মুছলমানবোৰৰ পৰাই হৈছে। (ফোঁপনি)

হাফিজ ঃ (ফোঁপাই ফোঁপাই) ইমানবোৰ কথা কেনেকৈ পাহৰি গলি ? সেইদিনা- সেইদিনা- (মঞ্চৰ পোহৰত দেখা গ'ল জয়ৰাম আৰু উপেন গোঁহাইৰ কাজিয়া।)

উপেন ঃ চালা ভালহক বুলি, ওচৰ চুবুৰীয়া গঞা-গিয়াতি দুখীয়া- নিচলা বুলি, ইটো সহায় কৰো, সিটো সহায় কৰো, হেৰ' ধনৰ ধাৰ মাৰিব নোৱাৰ সুদ আদায় কৰিব নোৱাৰ, বোলো লাচনি পাচনি কৰিবলৈ ছোৱালীজনীকে দে, আও তাই গৈ সংসাৰৰ ডেকা ল'ৰামখাৰ লগত গা ঘেলালে। এনে অসনজাতি ছোৱালীৰ গাত লেঠা হ'ল মোৰ গাত দায় লাগিলনে?

জয়ৰাম ঃ দায় নালাগিবনে? যোৱা পাঁচ মাহ হ'ল, আপুনি তাইক গা ঢাকিবলৈ কানি এটুকুৰা নিদিলে। গাভৰু ছোৱালীজনীয়ে ঘৰতে পিন্ধি যোৱা ফটা চোলাটো পিন্ধি থাকিব লাগে।

উপেন ঃ অ ফটা চোলা পিন্ধা বাবেহে তাইৰ উদং বুকুলৈ ডেকাল'ৰা আজুৰি আনিব লাগে? ছিঃ ছিঃ ছিঃ।

জয়ৰাম ঃ ক'ৰ বাহিৰৰ ডেকাল'ৰাটোৱে তাইৰ দেহ গৰকিছে। তাই কৈছে নহয়, তাই নিজেই সৈ কাঢ়িছে, আপোনাৰ সৰু ল'ৰাটোৰ ফালৰ গৰ্ভ হৈছে তাইৰ।

উপেন ঃ কি ক'লি, কি ক'লি কেলেহুৱা? আও দেখিছা— বিহলঙনি লৈ জাৰিবলৈ যোৱা বেজক সাপ বুলি মাৰ মাৰি দিব খুজিছে। মোৰ অভয়চিয়াৰ অফিচাৰ কৰা ল'ৰাটোৱে খাৰেখাতিজনীকহে পালেগৈ।

জয় ঃ ৰাতি তাই শুৱই নোবাৰে। টানি নি নিজৰ বিচনা পোৱাইগৈ। দিনটো মানুহ নাথাকিলে তাইক সি জোৰ-জবৰ কৰে। তেনেহ'লে আৰু কাৰ হ'ব? চোৰ কোন?

উপেন ঃ একেমাৰেই মূৰ ভাঙিম, চিনি পোৱা নাই? চালা গুৰিয়াই গুৰিয়াই মুখ ভাঙিম জনা নাই?

জয়ৰাম ঃ সঁচা কথা ক'লে আপোনালোকৰ গোঁহাই মানুহৰ সম্মানত —

উপেন ঃ সঁচা কথা ক'বলৈ আহিছু, চালা খাবলৈ নোপোৱা কেলেহুৱাৰ জাত। (চুলি কোচাত ধৰি মাৰিব খোজোতেই হাতত কপিদা এখন লৈ হাফিজ সোমাই আহে)

হাফিজ ঃ হে হে হে কি কৰে, কি কৰে। (আজোৰ মাৰি জয়ৰামক) আপোনাৰ ধন আছে বুলিয়েই (এৰুৱাই আনে) খেমা খাই এই বুঢ়া মানুহটোক মৰিয়াব লাগেনে?

উপেন ঃ নমৰিয়ামনে? সি মিছাকৈ মোৰ ল'ৰাৰ গাত কলংক জাপি দিব, মই চাই থাকিমনে? মোৰেই মজিয়াত মোৰ পাততে, মোৰ চৰুৰ, মোৰ ভাতকে খাই খোৱা পাততে মলত্যাগ কৰিব, তেতিয়াও মই চাই থাকিমনে। কুকুৰৰ পোৱালি, ক'বিনে আজিৰ পৰা মোৰ ল'ৰাৰ এনে কথা।

(খেদা মাৰিলে, হাফিজে আগটি ধৰিলে)

হাফিজ : কথা ভাল নহ'ব হ'লে গোঁসাই, হাতত বেয়া দাখন আছে। একেঘাপেই ডিঙিটো সৰকি পকা কঠাল পৰাদি মূৰটো খহি পৰিব। (গোঁহাই হঁহকিল)

উপেন : অ' মুছলমানৰ জহত বৰমতা। বাৰু দেখা যাওক, তোক কোনে কোনটো বাপেৰে ৰক্ষা কৰে। (ফো ফোৱাই গুচি গ'ল।)

হাফিজ : হ'ল কি? কথাটো খুলি কচোন জয়ৰাম। হে'ৰ খাবলৈ নোপোৱা ভিকহু হ'লো বুলিনো সাতটা ল'ৰা-ছোৱালীৰ বাপেকী হৈ লোকৰ মাৰ খাব লাগেনে? (জয়ৰামে এঝোঁকে নকৈ অলপপৰ তধা লাগি ফালে চাই থাকি কোবেৰে ভিতৰ সোমাই গৈ সৰুমাইক চুলিত ধৰি টানি আনিলে। (সৰুমাই তেতিয়া জয়ৰামৰ পত্নী। কপালত ৰঙা ফোট। বাকী সাজ পোছাক একেই) সৰুমায়ে চিঞৰি আহিব)

জয়ৰাম : এই এই জহনীজাতিৰ পৰাই এইখন হ'ল। ছোৱালী ফুকাইছে, চাওঁ এইক কাটিয়েই পেলাওঁ। (থাপ মাৰি হাফিজৰ হাতৰ পৰা দাখন লৈ দাঙে)।

হাফিজ : হে হে হে— তই বলিয়া হ'লিনেকি জয়ৰাম? হেৰ তোৰ মতিভ্ৰম্ হ'লনে? মানুহজনীয়ে তোৰ কি কৰিলে? (মাজত সোমাল)

জয়ৰাম : নহয়হে কোবাইটি? গোঁহাইৰ ঘৰত ছোৱালী চাকৰণী থলো, ছোৱালীয়ে আজি তিনিমাহে গা মুৰ ধোৱা নাই। এনেয়ে খাবলৈ নাই, তাতে ঘৰতে এতিয়া জহৰা ফুকাব। মাকজনী ভাল হোৱা হ'লেনো ছোৱালী তেনেকুৱা হয়নে?

সৰুমাই : চাওকচোন ডাঙৰীয়া, মই দফে দফে ক'লো বোলো ধাৰৰ সুদত মাৰি গাভৰু ছোৱালীজনী গোঁসাই ঘৰত ৰাখিব নালাগে। গোঁসাইৰ সেই ভতৰা কেটাৰ চৰিত্ৰ কোনে নাজানে। মোৰ কথা নুশুনিলেই, এতিয়া মোৰ গাতহে দায়। মোকহে কাটি পেলায়। ল'ৰা-ছোৱালী কেটাৰ বাপেকীটো হৈ ভাত এমুঠি দিব নোৱাৰে, কানি এটুকুৰা দিব নোৱাৰে, তাৰ পোকৰত মোৰ ওপৰত দন্তালি।

জয়ৰাম : নহয় কোবাইটি এইক দুচেও কৰি থওঁ। (খেদা মাৰে, হাফিজে হাতত ধৰি টানি আনি দাখন থাপ মাৰি লয়।)

হাফিজ : হে'ৰ টেপুৰ মাক, তই ভিতৰলৈ যা।

সৰুমাই : নাযাও ভিতৰলৈ, কাটিবলৈ দিয়ক। সদায় উৰহৰ খং ভগা ঢাবীত মাৰি থকাতকৈ একেবাৰে লেঠা মাৰি থওক। আহিবৰ দিন ধৰি এদিনলৈয়ো যদি সুখ শান্তি এফেৰা পালোহেঁতেন।

জয়ৰাম : নাযাব কিয়? ভাল চাই সুখ দিব পৰা পৈয়েৰ এটা বাচি গুচি যা। তোক কোনে ধৰি ৰাখিছে।

সৰুমাই : দেখিলেনে, কেনে লাজ-বীজৰ কথা কয়? আপুনি ককায়েকটো আগত থাকোতে ভায়েকৰ কথা শুনিছে?

হাফিজ : যাচোন যা, তই ভিতৰলৈ যা, যা বুলিছো নহয়, যা ভিতৰলৈ যা। সহজভাবে সৰুমাই ভিতৰলৈ সোমাই যায়) ঘৈণীয়েৰৰ ওপৰতযে খংটো মাৰিছ, মানুহজনীৰ গাত কি দোষ? মোক তই ক'চোন। সেই ইমূটিয়াজে ক'বৰ নিচিনা তোৰ মোৰ খং উঠিব লাগিছিল বা খং সাৰিব লাগিছিল এই গোঁসাই আব্দুলৰ ওপৰত। তাকে কৰিব নোৱাৰি খং সাৰিছ নিমাখিত মানুহজনীৰ ওপৰত।

জয়ৰাম : (থোকা-থোকি মাতেৰে) বুইচা কোবাইটি, কমটো দুখতনো মোৰ খংটো উঠিছেনে? এনেয়ে ভিকহু মানুহ। তায়ো ছোৱালীজনীয়ে যদি ঘৰতে ল'ৰা পায়, তেতিয়া হ'লে মই ক'ত লুকাম? কোনে ঠাই দিব? কমতো দুখতনো মই মানুহজনী কাটিব খুজিছোনে?

হাফিজ : দুখনো কাৰ নাই অ' জয়ৰাম। হে'ৰ দুদিন খুদকণ এটা পেটত পৰা নাই। মানুহজনী মূৰ-ফুৰণীত পৰি আছে। তাকে কৰিলেও সিকি এটাকে উলিয়াই দিব নোৱাৰো।

জয়ৰাম : তুমি যদি দুসাজ খোৱাই নাই, মোকনো কোৱা নাই কিয়?

হাফিজ : তোকনো কওঁ কি বুলি? তোৰ অৱস্থাটো কিবা মই নাজানোনে? গুড়ি পৰুৱাৰ মূৰৰ ঘিউ কাঢ়ি খোৱা মানুহ কেনেকৈ হওঁ বোপাই।

জয়ৰাম : (খোচনাৰ পৰা উলিয়াই) হোৱা কোবাইটি, এই দহটকাকে সইধে লৈ যোৱা। চাউল তিনিসেৰ নি দুসাজ খোৱাগৈ।

হাফিজ : হায় আল্লা, হে'ৰ তোৰ খোচনাত এয়া ক'ৰ টকা? ক'ত পালি?

জয়ৰাম : কালি মাউৰত যোৱা গোসাইটোৱে ছোৱালীজনীৰ

হাতত টকা কুৰিটা দি পঠাইছে। তাকে লৈ ওলাইছিলো বোলো কোনোবা ডাক্তৰৰ লগত কিবা কথা বতৰাকে পাতোগেছোন কিবা এটা কৰিব পাৰিয়েই নেকি!

হাফিজ : হে'ৰ এনেকুৱাবোৰ কেচত কুৰি টকাৰে কিটো হ'ব? দুশ টকা দিলেও নহ'ব। হাফিজৰ )

জয়ৰাম : সেয়েহে কৈছো লোবা কোবাইটি দহটকা তুমিয়েই লোবা।

হাফিজ : হে'ৰঁ নালাগে নালাগে মৰাৰ ছাল টানি খাব মই নোবাৰো হে'ৰ।

জয়ৰাম : লৌবাচোন কোবাইটি, আজি তোমাৰ নাই মই দিছো, কাইলৈ মোৰ নাই তোমাৰ পৰা ল'ম। লোবা লোবা। (জোৰকৈ গুজি দিয়ে। দুয়োটাই গৈ পুনৰ কলৰ তলত ফোপাবলৈ ধৰে। তেওঁলোকৰ গাত পোহৰ নপৰে। সোমাই আহিল উপেন গোঁসাই, আব্দুল হুচেইন।)

আব্দুল : বৰ বেয়া দিন-কাল পৰিলহে গোঁসাই।

উপেন : নক'বা নক'বা, বৰ বেয়া দিন-কাল পৰিল।

(পষ্টাৰ) 'ভিন্ন ধৰ্ম্মী হ'লেও একে গোষ্ঠীৰ'

আব্দুল : বুইছানে, এই মানুহবোৰক আৰু দেখিছো বেছিদিন ক'তো ৰাখিব নোবাৰি।

উপেন : বাৰু কথা কৈছা, আজিকালি কথাই-প্রতি উভতি ধৰেহে। সিদিনা এটাই কপিদাকে জোকাৰিছে। এ সেইটো তোমালোকৰ গাৱঁৰে মুছলমান মানুহেই।

আব্দুল : এ মোকো নহয়, মোকো দা জোকাৰিছে। গতিকে এটা কাম কৰা হওক। তোমাৰ মোৰতো জাত ধৰ্ম বুলি একো নাই। সেয়েহে তোমাৰ হিন্দু মানুহক কোবা যে, এই মুছলমানবোৰ তহঁতৰ শত্রু।

উপেন : আৰু তুমি তোমাৰ মুছলমানবোৰক কোৱা যে এই হিন্দুবোৰ তহঁতৰ শত্রু।

আব্দুল + উপেন : তেতিয়া সিহঁতে ইটোৱে সিটোক শত্ৰু বুলি ভাবি একগোট হ'ব নোবাৰিব। হাঃ হাঃ হাঃ

ইমটিয়াজ : (সোমাই আহি) কি হ'ল? বৰ স্ফূৰ্তি দেখোন?

আব্দুল : আহ আহ তোৰ কথাকে ভাবি আছিলো।

উপেন : এৰা মইয়ো তোমাৰ কথাকে ভাবি আছিলো।

ইমটিয়াজ : মোৰ কথা ভাবি থাকোতে হ'বলা আপোনালোকৰ হাঁহি উঠিল।

আব্দুল : পেংলাইনো কেলে কৰ অ' পোনা।

উপেন : পিছে এটা কথা, তুমি ৰবকৈ এই অশিক্ষিত,বৰ্বৰ মানুহবোৰৰ লগত লাগি-ভাগি ঘূৰি ফুৰিছা।

আব্দুল : এই মানুহবোৰে হেৰ', এই গোঁসাই আৰু মোকো দা জোকাৰে। তোক যে কি নকৰিব।

ইমটিয়াজ : আপোনালোকে সেই বিষয়ে অকনো চিন্তা কৰিব নালাগে। আজি আপোনালোকে মোক এটা বৰ আশাবাদী সুখৰ খবৰ দিলে। কথাটো হ'ল যে, এই মানুহবোৰে যদি আপোনালোকক দা দেখুৱাইছে, বচ্ তেনেহ'লে মই যাওঁৱেই। মোৰ কাম অলপ বেচি হ'ল। (গ'ল গৈ)।

উপেন : হে'ৰা হে'ৰা, এই তুমি দেখোন গুচিয়েই গ'লা। চাওঁ আহাচোন আঁহা।

আব্দুল : কথাটো মন কৰিলানে গোঁসাই। এই মানুহবোৰে ইমান সাহস ক'ৰ পৰা পাইছে। actual কাৰণটো গম পালানে?

উপেন : ইয়াক এই দুপতিয়াতে মোহাৰি নেপেলালে কিন্তু -

আব্দুল : চিন্তাই নকৰিবা। আঠুৰা তলৰ মহ। মোহাৰ মাৰিলেই মৰিব।

উপেন : কিন্তু মোৰ ফালৰ পৰা অলপ দিগ্দাৰ হ'ব যেহেতু মই হিন্দু।

আব্দুল : মই চিন্তা নকৰাকৈ আছোনে? ময়েই কৰিম, ময়েই কৰিম। আৰু কেইদিনমান ৰ'বা, জীয়াই থাকিবলৈ উঁই চিৰিঙাৰ পাখি নগজে। গাতৰ পৰা নোলায়।

উপেন : জানো কি কৰা, পিছে সোনকালে কৰা, সোনকালে কৰা।

(হাফিজ আৰু জয়ৰাম দুয়োটাই শূন্যতে আলিত কোৰ মৰাৰ কাম কৰি থাকে)

জয়ৰাম : বহুতদিনৰ মুৰত কাম এটা পাইছো, তাকো ঠিকাদাৰে বা পইচা দিয়েনে নিদিয়ে।

হাফিজ : নিদিলে কেনেকৈ হ'ব, হেৰ' লঘোণীয়া পেটেৰে কোৰ মাৰিছোহি।

জয়ৰাম : আমাৰ জীৱনবোৰ এনেকৈয়ে যাব আৰু কোবাইটি। (তেনেতে ভিতৰত চিঞৰ-বাখৰ "আহ ঐ আহ পাষণ্ডহঁতক শেষ কৰোঁগৈ আহ ঐ আহ"। দুয়োটাই চিঞৰ বাখৰবোৰ উৎকণ্ঠাৰে শুনে। আহ ঐ আহ। উধাতু খাই দৌৰি আহিল সকমাই। এইবাৰ তাই হাফিজৰ ঘৈণীয়েক হৈ আহিছে।)

সকমাই : আহা আহা বেগতে, আঁহা। আজি ৰাতি বোলে

আমাৰ গাওঁ জ্বলাব। ল'ৰা-ছোৱালী আটাইবোৰ কাটিব মাৰিব। বেগাতে আঁহা।

**হাফিজ :** হে'ৰ কৈছে কি? কোনে আমাৰ গাওঁ জ্বলাব? কোনে ল'ৰা-ছোৱালী কাটিব মাৰিব?

**সকমাই :** আব্দুল হুচেইনহঁতে কৈছে, হিন্দুবোৰে আমাক আজি শেষ কৰিব।

**হাফিজ :** হে'ৰ তই কৈছ কি? ক'ৰ হিন্দুবোৰে আমাৰ ঘৰ জ্বলাব?

**সকমাই :** তুমি বেগতে আহা, নৰ'বাই নৰ'বাই। হাফিজক হাতত ধৰি টানি নিয়ে )

**উপেন :** (খৰখেদাৰে সোমাই আহে ) হে'ৰ কি কৰি আছ? গাওঁ গোটেইখন শেষ কৰিব গম পাইছানে নাই?

**জয়ৰাম :** কোনে শেষ কৰিব ; আপুনি কি কথাবোৰ ক'বলৈ আহিছে গোসাঁই?

**উপেন :** পিছতহে গম পাবি। বৰ বুকুৰ কুটুম বুলি ভাব নহয়। সেই মুছলমানবোৰে আমাক শেষ কৰিব।

**জয়ৰাম :** ক'ৰ মুছলমানবোৰে শেষ কৰিব গোঁসাই? আপুনি এইবোৰ কি কথা ক'বলৈ আহে?

**উপেন :** হে'ৰ হাফিজহঁতে। ইচলামপুৰৰ হাফিজহঁতে শেষ কৰিব।

**জয়ৰাম :** নহয়, এই কথা কদাপিও হ'ব নোৱাৰে।

**উপেন :** বাৰু পিছতো হয় নহয় গম পাবি। ল'ৰা-ছোৱালী ঘৰ দুৱাৰ বচাব খুজিছ যদি বেগেতে আহ . বেগেতে আহ। (দুয়োটাই দৌৰ মাৰি যাওঁতেই বিপৰীত ফালৰ পৰা হাফিজ আৰু আব্দুল হুছেইন আহিল)

**আব্দুল :** মই তহঁতক কৈ নাথাকোনে বোলো সেই হিন্দুবোৰক বুকুত সোমাই বৰ আপোন ভাবি নাথাকিবি। এতিয়া পাবি নহয় মচলা।

**হাফিজ :** মোৰ কেতিয়াও বিশ্বাস নহয় জনাব কেতিয়াও সিহঁতে আমাৰ একো অইনাই কৰিব নোৱাৰে।

**আব্দুল :** মোৰ কোৱা কথা বিশ্বাস নকৰ। বাৰু আজিয়েই পাবি নহয় তাৰ প্ৰমাণ। ব'ল ব'ল, দা যাঠি লৈ সাবধানে থাকিব লাগিব। কোনোবা আহিলে একেবাৰে শেষ কৰি দিবি।

**হাফিজ :** আপুনি কি কথাবোৰ ক'বলৈ আহিছে জনাব। (ভিতৰত চিঞৰ-বাখৰ : খালে খালে, কাটিলে অ' কাটিলে অ'। আহিছে ঐ আহিছে। আহ ঐ আহ আহ।) (দুয়োটাই কোৱা কোবিঁকৈ যাওঁতে মঞ্চলৈ দৌৰি আহিল সকমাই।)

**সকমাই :** (বিতত হৈ চিঞৰে) আই ঐ, মোৰ ডেকা ল'ৰাটো কোনোবাই মাৰি পেলালে ঐ। ঐ ইমটিয়াজ তই ক'লৈ গলি ঐ। এই মানুহবোৰৰ চকু মোকলাবলৈ চেষ্টা কৰি কৰি নিজেই চবতকৈ আগতে চকু মুদিলি অ'। ঐ ইমটিয়াজ তোক সেই হিন্দুবোৰে মাৰিলে নেকি ঐ (চিঞৰি চিঞৰি বাউলি হৈ দৌৰ মাৰে) (নিস্তব্ধতাৰ মাজত পষ্টাৰ আহে, "ইচলামপুৰ গাওঁ শ্মশান হ'ল।' পষ্টাৰৰ আঁৰে আঁৰে আহি হাফিজ মঞ্চৰ মাজত বৈ বিষন্ন মনেৰে তললৈ চাই থাকে। তেনেতে সোমাই আহিল আব্দুল।)

**আব্দুল :** এতিয়া বেজাৰ কৰিলে কি হ'ব ? মই তহঁতক, অকল ময়েই নহয়, মোৰ মানুহে তহঁতক বাৰে বাৰে সদায় কৈ আছিল যে, সিহঁতৰ লগত মিতিৰালি নাপাতিবি। এতিয়া পালিনে মচলা? কোনে এই অবস্থা কৰিলে? সেই জয়ৰামহঁতে। সেই জয়ৰামহঁতে। সেই জয়ৰামহঁতে। (কৈ কৈ পিছলৈ খোজ দি দি গুচি যায়।)

(নেপথ্যত ওপৰা ওপৰিকৈ যেন চাৰিওফালে প্ৰতি ধ্বনিত হৈছে) সেই জয়ৰামহঁতে, সেই জয়ৰামহঁতে, জয়ৰামহঁতে...। এই প্ৰতিধ্বনিৰ মাজত ইফালে সিফালে ঘূৰি ঘূৰি চাওঁতে চাওঁতে হাফিজ একেবাৰে টাকুৰীৰ নিচিনাকৈ ঘূৰি ঘূৰি আহি হামখুৰি খাই পৰিব।)

**ইমটিয়াজ :** (দৌৰি আহি) কি হ'ল দাইটি, দাইটি। উঠাচোন উঠা কি হ'ল তোমাৰ।

**হাফিজ :** কি হ'বলৈ আছে ইমটিয়াজ, কি হ'বলৈ আছে। ঘৰটো জ্বলাই দিলে, মানুহজনী জুইত জাপি দিলে। ল'ৰা-ছোৱালীকেটা কাটি পেলালে। চকুৰ আগতে মুখা পিন্ধা মানুহে ছোৱালীজনী বেজ্জতি কৰিলে। আৰু কি হ'বলৈ আছে ইমটিয়াজ আৰু কি হ'বলৈ আছে। বুকুত সাবটি থকা মানুহেই বুকুত ছুৰী মাৰিলে।

**ইম্‌টিয়াজ :** মিছা মিছা, কেতিয়াও নহয় দাইটি, কেতিয়াও নহয়। তুমি ভুল নুবুজিবা।

**হাফিজ :** কি ক'বলৈ আহিছ ইম্‌টিয়াজ, কি ক'বলৈ আহিছ।

**ইমটিয়াজ :** ভুল নুবুজিবা, জয়ৰাম কোৱাইটিহঁতে এই কাম কেতিয়াও কৰা নাই।

**হাফিজ :** (চিঞৰ মাৰি) নাই নাই, তই আৰু একো নক'বি। মই,

মই সিহঁতৰ দুয়োটাকে শেষ কৰিহে মৰিম। মই সিহঁতৰ (চিএঙৰি চিএঙৰি দাখন হাতত লৈ লৰ মাৰিলে)।

ইম্‌তিয়াজ : দাইটি দাইটি, (লৰ মাৰিলে। পষ্টাৰ আহিল। "নাৰায়ণপুৰ গাওঁ শ্মশান হ'ল।"

জয়ৰাম : (সকলোই মৰি পৰি আছে। গোটেই কাপোৰ তেজেৰে ৰাঙলী। জয়ৰামে মৌন বিষন্ন হৈ তললৈ চাই বৈ আছে) (উপেনে খৰ খোজেৰে সোমাই আহি চাৰিওফালে চাই)

উপেন : (চাৰিওফালৰ পৰা আঙুলি টোবাই টোবাই) তহঁতৰ ল'ৰা-ছোৱালী কাটিলে, ঘৰ জ্বলাই দিলে, ঘৈণীয়েৰৰ পেট ফালি পেটৰ পোৱালি উলিয়াই পেলালে। তহঁতৰ এই অৱস্থা কোনে কৰিলে? সেই ইছলামপুৰৰ হাফিজহঁতে, সেই হাফিজহঁতে, হাফিজহঁতে। (চাৰিওফালৰ পৰা আঙুলি টোবাই টোবাই কৈ থাকোতে জয়ৰাম টাকুৰী ঘূৰাদি ঘূৰি মাটিত সৰি পৰিব আৰু উপেন গোঁসাই লৰ মাৰিব। প্ৰতিধ্বনিত হ'ব বহু কণ্ঠত সেই হাফিজহঁতে, হাফিজহঁতে, সেই হাফিজহঁতে...।)

ইম্‌তিয়াজ : নহয় নহয় ককাইটি হাফিজহঁতে এই কাম কেতিয়াও কৰা নাই, কেতিয়াও কৰা নাই। (জয়ৰামে হাতত দাখন লৈ থিয় হল। ইম্‌তিয়াজলৈ খঙাল বাঘৰ দৰে চাই দাখন দাঙিলে।)

ইম্‌তিয়াজ : কাটিলে মোক কটা ককাইটি, অথচ ইছলামপুৰৰ হাফিজ দাইটিহঁতে এই কাম কেতিয়াও কৰা নাই, কেতিয়াও কৰা নাই।

জয়ৰাম : ৰহ পাষণ্ডহঁত, তহঁতক শেষ কৰিহে মই মৰিম। ৰহ ঐ পাষণ্ডহঁত। (চিএঙৰি চিএঙৰি দৌৰ মাৰিলে।) (ইম্‌তিয়াজ মঞ্চত থাকোতেই মঞ্চ অন্ধকাৰ হয়। আৰু মঞ্চৰ ওপৰেদি গপ্‌গপাই এসোপা মানুহ দৌৰ মাৰিছে হাতে হাতে যেন টৰ্চ লাইট লৈ। পুলিচৰ হুইচেলৰ ওপৰা-ওপৰি শব্দ। বন্দুক ফুটুৱাৰ শব্দ। দুৰণীত চিএঙৰ বাখৰ। অন্ধকাৰ মঞ্চত টৰ্চৰ দীঘল দীঘল পোহৰ পৰিল। টৰ্চৰ পোহৰত দেখা গ'ল হাফিজে ভয়তে পলাই কলৰ তলত বৈ ফোপাইছে। আকৌ টৰ্চৰ পোহৰত দেখা গ'ল জয়ৰামে পলাই কলৰ তলত বৈ ফোপাইছে। টৰ্চৰ পোহৰ এবাৰ জয়ৰাম এবাৰ হাফিজৰ ওপৰত পৰে। দূৰণীত চিএঙৰ বাখৰ গুলীৰ শব্দ।

হাফিজ : (উচপ খাই) কোন ? কোন?

জয়ৰাম : (উচপ খাই) কোন ? (দুয়োটাই দা দুখন দুয়োটালৈ দাঙি ৰ'ল। কোন? পোহৰত দেখা গ'ল যেন এই মাত্ৰ কাটিব)

হাফিজ : তই মোৰ পৰিয়ালটো কাটি মাৰি ঘৰ জ্বলাই দিলি।

জয়ৰাম : তই মোৰ ল'ৰা-ছোৱালীকেটা কাটি গৰ্ভৱতী মানুহজনীৰ পেট ফালি ঘৰত জুই লগাই দিলি।

ইমতিয়াজ : (দৌৰি আহি) নহয় নহয় দাইটি, নহয় ককাইটি। তোমালোকে কোনো কাৰো শত্ৰু নহয়। তোমালোকৰ চকুৰ আগতে মানুহবোৰে ঘৰ জ্বলাইছিল, মানুহ কাটিছিল, সেই মানুহবোৰক জানো চিনি পাইছিলা? হাফিজদাইটিয়ে জয়ৰাম কাইটিক জানো দেখিছিলা? (চিঞৰি) মোক হত্যা কৰা হ'ল বুলি সিহঁতে প্ৰচাৰ কৰিলে। মোক হত্যা কৰিব পাৰিবনে? দা নমোৱা, দা নমোৱা। আব্দুল হুচেইন আৰু উপেন গোঁসাইহঁতক ধন,সম্পত্তি ক্ষমতা সকলো লাগে বাবেই এই কৌশলেৰে তোমালোকক শত্ৰু কৰিছে। সেইবোৰ আছিল পুলিচ মিলিটেৰী-যাৰ সহায়ত চৰকাৰ চলিছে।

হাফিজ : জয়ৰাম, জয়ৰাম।

জয়ৰাম : কোৱাইটি। (দুয়োটাই সাবতি ধৰে, দা দুখন সৰি পৰে) (হুইচেলৰ শব্দ হয়। বুটজোতাৰ শব্দ হয়। টৰ্চৰ দীঘল দীঘল পোহৰ পৰিল। (সাবধান কৰাৰ সুৰত)

ইম্‌তিয়াজ : দাইটি, ককাইটি হাতৰ দা,হাতলৈ লোৱা। এতিয়া সিহঁত কোন ফালৰ পৰা আহে ঠিক নাই। তুমি পূবফালে, তুমি পশ্চিমফালে, আৰু মই উত্তৰে-দক্ষিণে চকু দিও, সাবধান। (হাফিজ জয়ৰামে হাতত দা লৈ পিঠিয়া পিঠিকৈ পূবে পশ্চিমে সন্ধানী আৰু খঙাল দৃষ্টিৰে চাই থাকে। ইম্‌তিয়াজ উত্তৰে দক্ষিণে চাই থাকে। পষ্টাৰ আহিল। ভিকহুৰ মিত্ৰসকলে আচল শত্ৰু চিনি পাইছে। পষ্টাৰৰ আঁৰে আঁৰে উপেন, আব্দুল, সকলোই আহি মঞ্চৰ মাজত ৰয়হি। মঞ্চ সম্পূৰ্ণ পোহৰ হ'ল। পষ্টাৰ আঁতৰি গ'ল। আটাইকেইজনে দৰ্শকক নমস্কাৰ কৰিলে)

ইম্‌তিয়াজ : (অলপ আগবাঢ়ি গৈ) শ্ৰদ্ধেয় দৰ্শক মণ্ডলী, আমি যে এইমাত্ৰ নাটকখন কৰিলো, এই নাটকখনৰ বিষয়ে আপোনালোকে ভাবকচোন বাৰু। অকণমান

সময় উলিয়াই ভাবি ভাবি এই সমস্যাৰ সমাধানৰ এটা উপায় উলিয়াওকচোন, নহ'লে বিপদ সমাগত। (আটায়ে হাতে হাতে হাতে ধৰি মঞ্চৰ মাজত গোল হৈ নিজৰ নিজৰ সন্মুখৰ ফালে সন্ধানী দৃষ্টিৰে চাওঁতেই পট পৰিল।

(নেপথ্যত সমস্বৰে গান)-

"মোৰ মনত ভেদ ভাব নাই অ' আল্লা
মোৰ মনত ভিন পৰ নাই অ' আল্লা
হিন্দু কি মুছলমান, একে আল্লাৰ ফৰমান
মোৰ মনত একোটি ভাব।

সমাপ্ত

# তদন্ত আয়োগ

নাট্যকাৰ # অৰুণ গোস্বামী

**প্ৰয়োজনীয় নিৰ্দেশাৱলী**

১। নাটকৰ বক্তব্য আৰু কৌশলটো নুবুজাকৈ বিশেষতঃ সম্পূৰ্ণকৈ বচন মুখস্থ নকৰাকৈ কোনো নাট্যদলে যেন এই নাটকখন মঞ্চলৈ ননমায়।

২। যিখিনি প'ষ্টাৰৰ প্ৰয়োজন সেই আটাইখিনি ডাঙৰ ডাঙৰ আখৰেৰে প্ৰেক্ষাগৃহৰ শেষৰজন দৰ্শকেও পঢ়িব পৰাকৈ লিখি ল'ব লাগিব আৰু যথাসময়ত পষ্টাৰখিনিৰ প্ৰয়োগ হোৱাকৈ জাপি থব লাগিব। 'Mime' ব্যৱহাৰ কৰোতে শিল্পী সকল বৰ সাৱধান হ'ব লাগিব।

৩। অভিনেতা বা অভিনেত্ৰী গৰাকীয়ে বিভিন্ন চৰিত্ৰাভিনয় কৰিব লাগিব, তেওঁলোকে যে নাটকত থকা চৰিত্ৰৰহে অভিনয় কৰিছে সেই সম্পৰ্কত অধিক সচেতন হ'ব লাগিব।

৪। কোনো শিল্পীয়ে যেন এই নাটকত কোনো ক্ষেত্ৰতে অতিৰঞ্জিত নকৰে।

৫। নাটকৰ কাহিনী আৰু বক্তব্য প্ৰকাশত যিমান পোহৰৰ আৰু যিমান মাৰ্জিত আবহসঙ্গীৰ প্ৰয়োজন সিমানখিনিহে ব্যৱহাৰ কৰিব লাগিব,পোহৰ আৰু আবহসঙ্গীতৰ মায়াজাল সৃষ্টি কৰিবলৈ গ'লে এই নাটকত জঞ্জালহে হ'ব।

৬। এই নাটকত ব্যঙ্গৰস ব্যবহাৰ কৰা হৈছে, হাস্যৰস নহয়। তালৈ চকু ৰাখিব।

৩। "প্ৰকৃত স্বাধীনতা বোলে আমি পোৱা নাই - তাৰ তদন্ত "

৪। "নাৰী ধৰ্ষণৰ ওপৰত তদন্ত" বা " অনাহাৰত মৃত্যুৰ তদন্ত"

৫। " ঘৰলৈ গৈ চিন্তা কৰক- চিন্তা কৰক।"

**বিশেষ অনুৰোধ ঃ** এই নাটকখন অভিনয় কৰিব খোজা প্ৰতিটো নাট্যদলেই আগতীয়াকৈ নাট্যকাৰৰ ঠিকনাত ২০ (কুৰি) টকা পঠাই ল'ব লাগিব। যিহেতু প্ৰকাশকে প্ৰকাশ কৰিবলৈ সাহস নকৰা কেইখনমান একাঙ্কিকা একত্ৰে নিজেই প্ৰকাশ কৰাৰ চেষ্টা কৰা হৈছে। তাৰ বাবেই এই অনুৰোধ কৰা হ'ল। ঠিকনা ঃ ডাক বঙ্গালগাওঁ। দেৰগাওঁ -৭৮৫৬১৪।

১। নাটকৰ নাম লিখা পষ্টাৰ লগোৱা ঠাই।

২। প'ষ্টাৰ বা অন্যান্য প্ৰয়োজনীয় বয়বস্তু থোৱা টেবুল

৩। তদন্ত ৰ পষ্টাৰ থোৱা ঠাই।

৪। লীলাৱতী বহা আৰু ধৰ্ষিতা নাৰী পৰি থকা স্থান, ৫-৬-৭-৮। প্ৰথমতে হাতে হাতে প'ষ্টাৰ লৈ শিল্পীসকল থিয় হোৱা স্থান ৯। চকী ১০। প্ৰতিবাৰেই সূত্ৰধাৰ আহি ৰোৱাৰ স্থান।

(চৰিত্ৰানুযায়ী অভিনেতাসকলে ভিন ভিন মুহূৰ্তৰ বাবে ভিন ভিন্ পোছাক পাতি যোগাৰ কৰিব লাগিব)।

**মঞ্চনিৰ্দেশনা ঃ**






**প্ৰয়োজনীয় পষ্টাৰ আৰু তাৰ ভাষ্য**

১। নাটকৰ, নাট্যকাৰৰ, দলৰ আৰু পৰিচালকৰ নাম লিখা প'ষ্টাৰ।

২। চৰিত্ৰৰ নাম আৰু অভিনেতা অভিনেত্ৰীৰ নাম লিখা প'ষ্টাৰ।

**চৰিত্ৰৰ নাম**

**অভিনয় কৰিবলগীয়া চৰিত্ৰসমূহ ঃ**

১। অৰিন্দম-সূত্ৰধাৰ, চেয়াৰমেন, চৰকাৰী বিষয়া, গোঁসাই, মন্ত্ৰী' অনাহাৰত মৃত ব্যক্তি।

বিষয়া , ডাক্তৰ আদি।

৩। মকবুল - ব্যৱসায়ী, চেয়াৰমেন, গাৱঁলীয়া লোক, নেতা, ডাক্তৰ আদি।

৪। লীলাৱতী -চাকৰি বিচৰা গাভৰু, গাৱঁলীয়া তিৰোতা, ভোকাতুৰা গাৱঁলীয়া মহিলা আদি।

(চাৰিওটাই হাতে হাতে চৰিত্ৰৰ নাম আৰু নিজৰ নাম লিখা প'ষ্টাৰ লৈ প্ৰথমতে দৰ্শকৰ ফালে পিঠি দি তাৰ পাছত কুৰি ছেকেণ্ডমানৰ পাছতে দৰ্শকৰ ফালে মুখ কৰি থিয় দি থাকিব। তাৰ পাছত প'ষ্টাৰখিনি টেবুলৰ ওপৰত থৈ দিবগৈ। চাৰিওটা বেলত বহিব। অৰিন্দম উঠি আহিব -তাৰ হাতত বিভিন্ন বাতৰি কাকত, আলোচনীৰ জাপ। বাওঁপন্থী চিন্তাধাৰাৰ আলোচনীও তাতে থাকিব।)

**অৰিন্দম :** হে সভাসদ বৃন্দ। শতকোটি প্ৰণাম গ্ৰহণ কৰিব। এশাই হওঁক বা এজনেই হওঁক বা একলাখেই হওঁক অথবা এককোটিয়েই হওঁক- ৰাইজে ভোট দি পাতি দিয়া চৰকাৰটোৱে জনপ্ৰিয় উপাধি গ্ৰহণ কৰি জনগণৰ ওপৰত সুখে-দুখে শাসন চলাই আছে। কিন্তু তাতে চাৰিওফালৰ পৰা কিছুমান মানুহে চৰকাৰক নিন্দা কৰি গৈছে —

**অৰিজিৎ :** (আগবাঢ়ি) কৈছে বোলে চৰকাৰৰ দোষতেই অনাহাৰত মানুহ মৰিছে।

**মকবুল :** (মুখতে ধৰি) পুলিচৰ অত্যাচাৰ বাঢ়ি গৈছে।

**শিখা :** (একেই ব্যঙ্গ সুৰত) নাৰী ধৰ্ষণ বাঢ়ি গৈছে; অষ্ট্ৰেলীয়া মহাদেশত যিমান বাসিন্দা আছে সিমানসংখ্যক নাৰী আমাৰ দেশত প্ৰতিবছৰেই ধৰ্ষিতা হৈছে বোলে।

**অৰিজিৎ :** নিবনুৱাৰ বৃদ্ধি হৈছে।

**অৰিন্দম :** ইত্যাদি ইত্যাদি ইত্যাদি। সেয়েহে জনপ্ৰিয় চৰকাৰে কেইটামান অভিযোগৰ তদন্ত কৰিবলৈ তদন্ত আয়োগ গঠন কৰি দিছে-- তাকে আপোনাসবৰ আগত দেখুৱাবলৈ চেষ্টা কৰা হৈছে -- তাকে দেখহ, শুনহ - নিৰন্তৰে ভবাগুণা কৰহ (প্ৰতিটো শব্দৰ পিছতে হাত চাপৰি বজাই) বোলো জয় জয় জয় ।

**বাকী তিনিওটাই :** (একেটা সুৰতে একেটা স্বৰতে) জয় গান্ধীৰ জয়। (চাৰিওটা পিছুলৈ গ'ল। গৈ ধৰাধৰিকৈ প'ষ্টাৰ এখন আনিলে "প্ৰকৃত স্বাধীনতা বোলে আমি পোৱা নাই তাৰ তদন্ত।" প'ষ্টাৰখন যদি ষ্টেজত লগাই থ'ব পাৰি তেতিয়া বেছি ভাল হ'ব যদিহে নোৱাৰি, দৰ্শকৰ চকুত পৰাকৈ দাণ্ডি ধৰি আকৌ পিছফালে থৈ দিবগৈ)।

**অৰিন্দম :** (টেবুলত থকা ক'লা গাউনটো গাত সুমোৱাই লৈ আগবাঢ়ি আহিল) আঁ ক'লৈই হ'বনে? বোলে প্ৰকৃত স্বাধীনতা ৰাইজে পোৱা নাই। আও জুয়ে নোপোৱা বুলি কোৱাৰ নিচিনা কথা। বাৰু, মই উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ তদন্তৰ কাৰণে আহিছো নহয়। তদন্ত আয়োগৰ চেয়াৰমেন যেতিয়া ভালকৈ তদন্ত কৰিম। (সুবিধা বুজিলে চকীত বহি লব)।

**মকবুল :** (মূৰত ব্যবসায়ী মহাজনবোৰে পিন্ধা টুপী এটা আৰু গাত ৰামনামী কাপোৰ এখন মেৰাই লৈ) জয় ৰামজী জয় ৰামজী (লীলা আৰু অৰিজিৎ দৰ্শকৰ দৰে সন্মুখৰ ফালে বহি ভেবা লাগি চাই থাকিব)।

**অৰিন্দম বা চেয়াৰমেন :** আপুনি এজন ব্যবসায়ী।

**মকবুল বা ব্যৱসায়ী :** হয় হুজুৰ হয় হয়, জয়ৰামজী, জয়ৰামজী।

**চেয়াৰমেন :** দেশখন স্বাধীন হ'লনে নাই?

**ব্যৱসায়ী :** জয়ৰামজী কি, নাৰায়ণ কৃষ্ণ কালী বুদ্ধ দুৰ্গা আল্লা গড-তাহানি জাতিৰ পিতাই দেশ স্বাধীন কৰিলে। আমাৰ দেশ এতিয়া স্বাধীন। পুৰা স্বাধীন-স্বাধীন নহ'লেনো বাৰু ময়েই এতিয়া এনেকৈ স্বাধীন ভাবে ব্যৱসায় কৰিব পাৰোনে?

**চেয়াৰমেন :** আপুনি দেশত কিহৰ ব্যৱসায় কৰে?

**ব্যৱসায়ী :** প্ৰথমতে গেলামালৰ। তাৰ পাছত চৰকাৰৰ কৃপাত স্বাধীন দেশত মই এতিয়া ব্যৱসায় নকৰা বস্তু নাই। যেনেকৈ আমাৰ দেশত এটা কোম্পানীতে ফুল বেজী এটাৰ পৰা এৰোপ্লেনলৈকে বনোৱা কাৰখানা একেজন মানুহৰে আছে তেনেকৈ মই শাক-তলিত দিবলৈ হাঁহ-কুকুৰাৰ গোবৰৰ পৰা আৰম্ভ কৰি মৰা মানুহৰ লাচলৈকে- - সকলো ব্যৱসায় কৰো। হেঃ হেঃ জয়ৰামজী জয়ৰামজী।

**চেয়াৰমেন :** আপুনি বোলে চাউলত মিহি শিলগুটি মিহলাই সঁচানে?

**ব্যৱসায়ী :** সঁচা সঁচা— হুজুৰ ধৰ্ম্মাৱতাৰ আপোনাৰ আগত মিছা ক'ব নাপায় সঁচা সঁচা।

**চেয়াৰমেন :** কিয় মিহলাই? চাউলত শিলগুটি কিয় মিহলায়?

ব্যৱসায়ী : হুজুৰ ধৰ্মাৱতাৰ, চৰকাৰে হিচাপ কৰি উলিয়াইছে বোলে আমাৰ দেশত প্ৰতিবছৰেই এন্দুৰ নিগনি আৰু দালশলীয়াই সমগ্ৰ দেশৰ মানুহৰ দুবছৰৰ খাদ্য একেবছৰতে খাই নষ্ট কৰে।

লীলা : সঁচা সঁচা। পাকঘৰটোত সোমাবই নোৱাৰি নহয়-যিহে এন্দুৰ নিগনিৰ উৎপাত। আমাৰ টোকোনা মানুহৰ পাকঘৰতেই ইমান উৎপাত—

ব্যৱসায়ী : সেয়া সেয়া, জনগণেই কথাটো স্বীকাৰ কৰিছে নহয়।

মকবুল : অ' তাৰ বাবে চাউলত শিলগুটি মিহলাব লাগে কিয়?

চেয়াৰমেন : এইবোৰ ডাঙৰ ডাঙৰ তদন্তত সাধাৰণ ৰাইজে ভাগ লব নাপায়।

লীলা : তেনেহ'লে আমি নামাতো বাৰু। (মুখত দুয়োটাই হাতৰ তলুৱাৰে সোপা দিয়ে)

চেয়াৰমেন : কওকচোন মহান ব্যৱসায়ী ডাঙৰীয়া তাৰ বাবে চাউলত শিলগুটি মিহলাব লাগে কিয়?

ব্যৱসায়ী : হুজুৰ ধৰ্মাৱতাৰ, কথাটো ওলায়েই আছে দেখোন। চাউলত যদি আমি শিলগুটি নিমিলাও তেতিয়া জানো নিগনি এন্দুৰে বেছিকৈ চাউলবোৰ নাখালেহেঁতেন।

চেয়াৰমেন : ওঁ খাবতো। ঠিকেই ঠিকেই।

ব্যৱসায়ী : গতিকে আমি নিগনি এন্দুৰৰ পৰা ৰক্ষা পাবৰ কাৰণে চাউলত চাউলৰ দৰে মিহি বগা বগা শিলগুটি মিহলাই দিওঁ হেঃ হেঃ জয়ৰামজীকি জয়ৰামজীকি।

মকবুল : (উঠি) ওঁ কিহৰ কাৰণে চাউলৰ লগত শিলগুটি মিহলায় থয়?

ব্যৱসায়ী : (চিএৰি উত্তৰ দিয়ে) নিগনি এন্দুৰৰ মুখৰ পৰা বচাবলৈ।

মকবুল-লীলা : হয়, হয়, হয়, দেহি হয় হয় হয়।

চেয়াৰমেন : আৰু বোলে মিঠাতেলতো আপোনালোকে কিবা মিহলাই থয়। হয়নে?

ব্যৱসায়ী : হয়, হুজুৰ ধৰ্মাৱতাৰ।

চেয়াৰমেন : কিয়?

ব্যৱসায়ী : কাৰণ বৰ্তমান দেশত মানুহৰ যিহে পেটৰ বেমাৰ হৈছে খাটী সৰিয়হৰ তেল খাবলৈ হ'লে পেটত ধৰিব, দৰৱ কিনি হায়ৰাণ হ'ব। অ' চাউল কিনিবলৈকে পয়চা নাই দৰৱ কিনিব কেনেকৈ? দ্বিতীয়তে, যদিহে মিঠাতেলত পোৰা মবিল আৰু বিনয় গুটিৰ ৰস নিমিলালোহেঁতেন, প্ৰতিকিলোৰ দাম কমেও আঢ়েকুৰিমান হ'লহেঁতেন। কিনিব পাৰিলেহেঁতেন খাইজে ?

চেয়াৰমেন : ওঁহো নাই, কেতিয়াও নোৱাৰে।

ব্যৱসায়ী : হুজুৰ ধৰ্মাৱতাৰ, জয়ৰামজীকি জয়ৰামজীকি ।

চেয়াৰমেন : চাহপাত, গুড়িমছলা, হালধিগুড়ি, চেনি আদিতো বোলে কিবা বস্তু মিহলোৱা হয়? কিয়?

ব্যৱসায়ী : কাৰণ সেই একেটাই, একেটাই, তাকে নিমিহলালে দামৰ ভৰত সাধাৰণ ৰায়তে কিনি খাবই নোৱাৰিলেহেঁতেন আৰু এটা কথা ধৰ্মাৱতাৰ এতিয়া আমাক কয় বোলে আমি হেনো বস্তু লুকাই থৈ কৃত্ৰিম অনাটনৰ সৃষ্টি কৰো, হয়, পিছে সেয়া ৰায়তৰ উপকাৰৰ বাবেহে।

লীলা : যোৱা দুমাহে আমি খোৱা তেল এফণ চকুত দিবলৈ পোৱা নাই।

ব্যৱসায়ী : যদি আমি মাজে মাজে লুকাই নথ'লোহেঁতেন তেতিয়াহ'লে ৰায়তে উধাই মুধাই, চাঁহি মুহি খাই কিনি শেষ কৰি দিলেহেঁতেন, উৎপাদন নহ'লহেঁতেন খৰছ বেছি হ'লহেঁতেন -- হেঃ হেঃ জয়ৰামজীকি ।

চেয়াৰমেন : আপুনি স্বাধীনভাৱে দান বৰঙণি দিব পাৰেনে?

ব্যৱসায়ী : পাৰো পাৰো। যোৱাটো সুস্থ গণতান্ত্ৰিক নিৰ্বাচনত সুস্থ নিৰ্বাচন চলাবৰ কাৰণে, চৰকাৰী দলক মই-- মই নিজ হাতেৰে চাৰি কোটি টকা দান দিছো। অকল সেয়েইনে? কোনটো দলে চৰকাৰ বনাই ঠিক নাই বুলি সুস্থ গণতান্ত্ৰিক নিৰ্বাচনত নমা সকলো দললৈকে আমি নগদ টকাৰ দান-বৰঙণি দিছো। নিজে নিজে কংগ্ৰেছ, জনতা, কমিউনিষ্ট সকলো দলেই আমাৰ পৰা নিছে। পিছে মিছা ক'ব নাপায় হুজুৰ ধৰ্মাৱতাৰ কমিউনিষ্ট দলে দেশ শাসন কৰিবলৈ নাপায় বুলি জানি তেওঁলোকো বৰকৈ আমাৰ ওচৰলৈ নাহে আমিও বৰকৈ তেওঁলোকক ধন-টকা পইচা নিদিও -- হেঃ হেঃ হেঃ। জয়ৰামজীকি ।

চেয়াৰমেন : তেনেহ'ল আপুনি আমাৰ দেশখন স্বাধীন নহয় বুলি ভাবেনে?

ব্যৱসায়ী : জয়ৰামজী কি জয়ৰামজী কি-- কিয় ভাবিম কিয় ভাবিম। আমাৰ দেশ পুৰা স্বাধীন। স্বাধীন দেশ নোহোৱা হ'লে স্বাধীন আমাৰ চৰকাৰ নথকাহ'লে আমিনো নিজৰ খুচীত ইমানবোৰ কাম কৰিব পাৰিলোহেঁতেননে--হেঃ হেঃ হেঃ হেঃ --

জয়ৰামজীকি জয়ৰামজীকি। (হাত মোহাৰি মোহাৰি টেবুলখনৰ ওচৰলৈ গৈ গাৰ পৰা চাদৰ থ'লে। আটাইকেইটা উঠি গ'ল। অৰিন্দমে গাউন খুলি থ'লে। অবিজিতে নিজৰ গাত সুমোৱাই ল'লে। তেনেতে কিৰিং কিৰিং টেলিফোন বাজিল)

অবিজিৎ ঃ (শূন্যতে ৰিচিভাৰ দাঙি) হেল্লো'। অঁ হয় হয়, আৰম্ভ কৰা হৈছে মেডাম, ছাৰ। দুই কোটি। তদন্ত আয়োগৰ কাৰণে? আৰু দুই কোটি? ভাল বাৰু হ'ব হ'ব। হয় চাৰ সেৱাহে। (দৰ্শকৰ ফালে আগবাঢ়ি আহি) হে সভাসদসকল, বোলে চৰকাৰী চাকৰিয়ালে হেনো স্বাধীনতা পোৱা নাই, সাধাৰণ ৰায়তে বোলে স্বাধীনতা পোৱা নাই। তদন্ত আয়োগৰ মইচেয়াৰমেন, চাওকচোন বাৰু কথাবোৰ সঁচানে মিছা।

অৰিন্দম ঃ (হাতত পৰ্টফলিঅ বেগ এটা লৈ আহে। মাজে মাজে দৰকাৰী ফাইল এটা তাৰ পৰা উলিয়াই থাকে।),

চেয়াৰমেন ঃ অবিজিৎ কওকচোন আপুনি কি চাকৰি কৰে?

অৰিন্দম ঃ চৰকাৰী বিষয়া- মই চৰকাৰী বিষয়া এই ধৰক চেলটেক্স ছুপাৰিনটেনডেন্ট, ছাপ্লাই ছুপাৰিন্টেন্ডেন্ট ইত্যাদি।

চেয়াৰমেন ঃ দৰ্মহা সৰ্বমুঠ কিমান পায়?

চৰকাৰী বিষয়া ঃ দৰ্মহা হিচাপে বেছি নাপাও, দুখীয়া দেশৰ চৰকাৰ, বেছি দৰ্মহা দিব নোৱাৰে। তথাপি এলাউন্স মিলাই মাহে চৌদ্ধশ টকা হয় আৰু।

চেয়াৰমেন ঃ আপোনাৰ ঘৰ আছেনে ?

বিষয়া ঃ মোৰ নিজাকৈ এটাহে ঘৰ আছে এইখন টাউনতে। পিছে ওৱাইফে লাগি আছিল। গুৱাহাটীত ঘৰ এটা সাজিবলৈ। পানবজাৰতে ঘৰ এটা সাজিলো, কি ঘৰ সাজিব ছাৰ? মাটি কিনোতেই দহলাখ টকা পৰিল। ঘৰত পৰিল বাৰলাখ। তাকো সিমানতে হ'ল, কাৰণ বহুতে বহুত বস্তু ফ্ৰীকৈ দিলে। অৱশ্যে সেইটো ঘৰ মোৰ ওৱাইফৰ নামতহে আছে।

চেয়াৰমেন ঃ আৰু ক'ৰবাত আপোনালোৰ ঘৰ আছে নেকি?

বিষয়া ঃ নাই মানে ছাৰ ডাঙৰ ছোৱালীজনীয়ে ডাঙৰ ল'ৰাটোৱে লাগি আছিল, বোলে দিল্লীত ঘৰ এটা লাগে। সৰুকৈ মানে তেনেই সৰুৱেই ঘৰ বুলিবলৈ লাজেই লাগে কোঠা সাতোটা তাতে ষাঠি লাখ টকা পৰিল ছাৰ। পিছে সেইটো ঘৰ ল'ৰা-ছোৱালীহালৰ নামতহে আছে ছাৰ।

চেয়াৰমেন ঃ আপুনি দেশে স্বাধীনতা নাই পোৱা বুলি ক'ব খোজেনে?

বিষয়া ঃ কিয় কম, কিয় কম? আমাৰ দেশৰ নিচিনা পূৰ্ণ স্বাধীনতা পোৱা সমগ্ৰ পৃথিৱীত প্যাকিস্থান, বাংলাদেশকে ধৰি আঙুলিৰ মূৰত লেখিব পৰা দেশহে আছে। ছাৰ মোৰ কথাটো বাদেই দিয়ক আমাৰ অফিচৰ পিয়ন এটাই ছাৰ দিনে নিচেই কমেও এশ ডেৰশ টকা বাহিৰাকৈ ঘটে। তেতিয়াও আৰু দেশে স্বাধীনতা নাই পোৱা বুলি ক'মনে ছাৰ?

চেয়াৰমেন ঃ থেঙ্ক ইউ।

বিষয়া ঃ মেনছুন নট ছাৰ। (গ'ল)

চেয়াৰমেন ঃ আপোনাৰ নাম কি? (লীলাৱতীলৈ আঙুলিয়ালে)

লীলা ঃ ইহঁতৰ বাপেকে বহাগীৰ মাক বুলি মাতে।

চেয়াৰমেন ঃ বাৰু আমাৰ দেশে স্বাধীনতা নাই পোৱা বুলি ভাবেনে?

লীলা ঃ (মকবুলৰ ফালে চাই) হযনে হেৰি, ছাৰে দেখোন কিবা এটা সুধিছে, মই একোকে বুজি পোৱা নাই।

মকবুল ঃ (কান্ধত গামোছা এখন লৈ) হেৰ' তয়ে নুবুজিলি আকৌ মইনো বুজিমনে? কিবা ইংলিচ পিংলিচত কৈছে নেকি?

চেয়াৰমেন ঃ নহয় মই তোমাক সুধিছো আমাৰ দেশ যে স্বাধীন হ'ল - এই- স্বাধীন হ'ল যে স্বাধীন হ'ল (মকবুল লীলাৱতীয়ে ভেবা লাগি ইটোৱে সিটোলৈ চায়) এই স্বাধীন যে স্বাধীন, সেই গান্ধী ঈশ্বৰে যে আনিলে স্বাধীন।

লীলা ঃ স্বাধীন মানেনো কি ছাৰ?

মকবুল ঃ এৰা ময়ো আও ভাও পোৱা নাই কথাটোৰ। স্বাধীন মানেনো কি ছাৰ?

চেয়াৰমেন ঃ অ' তোমালোক বৰ অশিক্ষিত হৈ আছাহে। স্বাধীনতাৰ অৰ্থটো নুবুজা হ'ৰলা।

মকবুল ঃ নাই নুবুজো।

লীলা ঃ ছাৰ ল'ৰা ছোৱালী পোৱাৰ কথাকে সোধক। তাৰে উত্তৰ এটা দিব পাৰিম।

চেয়াৰমেন ঃ আপোনালোকৰ ল'ৰা-ছোৱালী কিমান ?

মকবুল ঃ (আঙুলিৰ মূৰত গণি) এঘাৰটা ছাৰ।

চেয়াৰমেন ঃ আৰু হ'বনে নহয়।

মকবুল ঃ মাইকীমানুহে আজি চাৰিমাহ গা-মূৰ ধোৱা নাই ছাৰ।

চেয়াৰমেন ঃ ওঁ সেইটোৱেই স্বাধীনতা, সেইটোৱেই স্বাধীনতা।

লীলা ঃ ল'ৰা-ছোৱালী পোৱাটোৱেই স্বাধীনতা নেকি ছাৰ।

চেয়াৰমেন ঃ অঁ চোঁৱা, চৰকাৰে আইন কৰিছে তিনিটাতকৈ অধিক সন্তান জন্ম দিব নালাগে। অথচ তোমালোকৰ এঘাৰটা হ'লেই। তোমালোকে ল'ৰা-ছোৱালী জন্ম দিয়াৰ স্বাধীনতাটো পালা কাৰণেহে বছৰৰ নৌ ঘূৰোতেই ল'ৰা-ছোৱালী জন্ম দিব পাৰিছা। তেনেহ'লে আকৌ স্বাধীনতা নাই পোৱা বুলি আপত্তি কৰিছাহঁত কিয়?

লীলা ঃ ছাৰ, ক'তনো আপত্তি কৰিছো। আমি কথাটোৰ নাওটোৱেই শুনা নাই, তাৰ মূৰকত ক'ত গোচৰ তৰিছোগৈ হয়নে?

চেয়াৰমেন ঃ তেনেহ'লে তোমালোকে আপত্তি কৰা নাই?

মকবুল ঃ নাই কৰা।

অবিজিৎ ঃ (আগবাঢ়ি গৈ) হে সভাসদবৃন্দ। দেখা গ'ল যে স্বাধীনতা অৰ্থাৎ পূৰ্ণ স্বাধীনতা দেশত ব্যৱসায়ী, কল-কাৰখানাৰ মালিক, চৰকাৰী বিষয়া-ধনী মানুহ সকলোৱে পূৰ্ণ পয়োভৰেৰে ভোগ কৰি আছে। আৰু হে সভাসদ-বৃন্দ, সাধাৰণ ৰাইজে স্বাধীনতানো কি বস্তু তাকেই বুজা নাই। এতেকে তদন্ত আয়োগৰ প্ৰতিবেদনত থাকিব যে দেশত প্ৰতিক্ৰিয়াশীল, বিচ্ছিন্নতাবাদীসকলেহে স্বাধীনতা নাই পোৱা বুলি কৈছে। এতেকে হে গুণগ্ৰাহী সভাসদসকল-- আপোনালোকে ইয়াৰ পাছত নাৰীধৰ্ষণৰ ওপৰত তদন্ত কাৰ্য দেখহ শুনহ-নিৰন্তৰে নাহি নাহি বোলহ - বোলা জয় গান্ধী। বাকী তিনিওটাই-- জয় গান্ধীৰ জয়। (নাৰী ধৰ্ষণৰ ওপৰত তদন্ত প'ষ্টাৰখন আনি আগৰখনৰ ঠাইত থলেহি)

মকবুল ঃ (উচ্চস্বৰে) এইখন দেশত দিনে দিনে লাখ লাখ নাৰী ধৰ্ষিতা হৈছে। যিখন দেশত নাৰীৰ মৰ্যদা ওপৰত থাকিব লাগিছিল সেইখন দেশতেই নাৰীক লাঞ্চনা কৰা হৈছে।

লীলা ঃ (হাত দাঙি দাঙি) অথচ এইখন দেশতেই নাৰীক দেৱীৰ স্থান দিয়া হৈছে বুলি কয়। এইখন দেশতেই নাৰীৰ যোনীত পূজা কৰা হয়, কামাখ্যা মন্দিৰেই তাৰ প্ৰমাণ। অথচ এইখন দেশত লাখ লাখ মহিলাক ধৰ্ষণ কৰা হয়।

অবিজিৎ ঃ চৰকাৰে ততালিকে পদত্যাগ কৰা উচিত।

অৰিন্দম ঃ লাজত চৰকাৰে দায়িত্ব এৰি দি তৎক্ষণাত গুহাত লুকাব লাগে। (মকবুলে গৈ উকীলৰ গাউন পিন্ধিলে। লীলাই গাত ফটা চাদৰ এখন মেৰাই ল'লে)

মকবুল ঃ (গম্ভীৰ স্বৰত) আপোনাক যে ধৰ্ষণ কৰা হৈছে বুলি কৈছে কওকচোন গোটেই পৰিস্থিতিটো। (লীলাৱতী মঞ্চৰ এটা চুকলৈ আহি সোমাই দিলে। অৰিন্দমে গাত চাদৰ আৰু চশমা পিন্ধি আহি মঞ্চৰ মাজতে ৰ'লহি। কাৰোবাৰ ঘৰলৈ আহিছে তেওঁ )।

অৰিন্দম ঃ ঐ ঐ মোলোকা, মোলোকা আছনে? (নিমাত) বোলো মোলোকা, ঐ মোলোকা, হেৰ মোক দেখিলে দেখোন পলায়। নে মৰি হজম হলি। ঐ মোলোকা।

লীলা ঃ (ভিতৰৰ পৰা) কোননো?

অৰিন্দম ঃ কোননো বাপেৰে। পৈয়েৰ নাই নেকি?

লীলা ঃ নাই পৰ্ভু, সেই হাটলৈ গ'ল।

অৰিন্দম ঃ তেনেহে'লে অকণমান বহো। বাৰু আইদেউ তুমিয়েই ওলাই আহাছোন-বাঘ ওলোৱা নাই নহয়, সন্ধ্যাতে দুৱাৰ মাৰি সোমাই থাকিবলৈ।

লীলা ঃ (ওলাই আহি) পৰ্ভু। কি মন কৰিনো আহিলে?

অৰিন্দমঃ সেই জীয়েৰৰ তোলনি বিয়া পাতিবলৈ যে পৈয়েৰে টকা বাৰ কুৰি আনিছিল আজি চাৰি বছৰ হ'ল খবৰেই নাই। যোৱা চাৰিমাহৰ সুদো দিয়া নাই। এ- সেই টকা এনেয়ে আহিছেনে?

লীলা ঃ হয় গোঁসাই ঈশ্বৰ, দিব লাগিছিল। পিছে দিয়েনো ক'ৰ পৰা? আজি তিনিসাজ লঘোন।

অৰিন্দম ঃ লঘোন কিবা মোৰ দোষত হৈছেনে? গোঁসাই বামুন নমনা হলিহঁত। হেৰ' তাক কাম এখন কৰিবলৈ মতায়ো নিব নোৱাৰো। তাৰ মূৰকত আকৌ কিহৰ ইমান বাহাদুৰী। ভালে ভালে তিনিদিনৰ ভিতৰত সুদে মূলে তাৰৎ ধন ঘূৰাই দিবলৈ ক'বি নহ'লে কাগজত লিখামতে বাৰী-মাটি মোৰ হ'ব।

লীলা ঃ (আঠু লৈ) সেৱাকে কৰিছো পৰ্ভু ইমান টানি নধৰিব। অলপ মাফ কৰক। (কুঁজা হওঁতে বুকুৰ চাদৰখন খহি পৰে। গোঁসাইয়ে লোভৰ দৃষ্টিৰে চায়)

অৰিন্দম ঃ বৰ ধুনীয়াজনী হৈ আছ দেখোন। আমাৰবোৰে

খাইছে হে খাইছে হেৰ এই আয়েৰৰ কথা কৈছে — মানুহজনীৰ তেজপানী শুকাই গৈছে। (লীলাৱতীৰ চকুৱে চকুৱে পৰিল গোঁসাইৰ লুভীয়া চাৱনি। তাই তললৈ মুৰ কৰিলে) হেৰি কৰিবি; এৰা তোমালোকৰো দেখিছো বৰ দুখ হৈছে। (হাতত ধৰে। লীলা কঁপিবলৈ ধৰে)। বেয়াও লাগে নহয়। ল'ৰা-ছোৱালীকেটা শুলে হ'বলা।

**লীলা** : (কঁপি কঁপি) শুলে ভোকতে।

**অৰিন্দম** : তোমালৈ বৰ মৰম লাগে। এই দয়া লগা স্বভাৱটোৰ কাৰণেই মই মৰিলো। (অলপ গাৰ ফালে টানি আনে। লীলাৱতীয়ে গাৰ বলেৰে এৰাই যাব খোজে)।

**লীলা** : এৰি দিয়ক, এৰি দিয়ক, দুখীয়া ভিকহু হ'লো বুলিয়েই এৰি দিয়ক।

**অৰিন্দম** :হে'ৰ খাই নেপেলাও নহয়— কেনেইনো তেনেখন কৰিছ --

**লীলা** : এৰি দিয়ক, এৰি দিয়ক। গোঁসাই বামুন বুঢ়া মানুহ হৈ এৰি দিয়ক। এৰি দিয়ক। (মঞ্চ অন্ধকাৰ হয়। পোহৰ হ'লত দেখা গ'ল লীলাৱতী মাটিত পৰি আছে গোঁসাই নাই) (লীলাৱতী উঠি গৈ গাত শাৰী এখন মেৰাই ল'ব নতুবা হাতত ভেনিটি বেগ এটা ল'ব)।

**মকবুল** : (আগবাঢ়ি আহি) যিটো কেছ শুনিলো — সেইটোতো ধৰ্ষণৰ কেছ নহয়। কেনেকৈ ধৰ্ষণ হ'ব? ৰাতি ৰাতিখন যে গাভৰু মানুহ এজনী ঘৰত অকলে অকলে থাকে 'মতিভ'টো কি? মতলবটো কি? কিহৰ ধান্দাত মাইকীমানুহবোৰ অকলে অকলে থাকে? তাতে ইচ্ছা কৰিয়েই পুৰুষৰ মন গলাবলৈ ফটা কাপোৰ পিন্ধি আছে। বুঢ়া হ'লেও ভাল ভাল বস্তু খাই বৈ থকা মানুহ। 'ছেক্স'তো কমা নাই। নকমেই। হেজাৰ হওক পুৰুষ মানুহ। পুৰুষ মানুহ এটাৰ ওচৰত ৰাতি অকলে অকলে গাভৰু মানুহ এজনীয়ে গা বা শৰীৰৰ লোভনীয় অঙ্গ-প্ৰত্যঙ্গ দেখাকৈ কাপোৰ পিন্ধি থিয় হ'বহি, কাৰ মন নগলিব? এইটো কেতিয়াও ধৰ্ষণ হ'ব নোৱাৰে। এইটো হ'ল ইচ্ছাকৃত আত্মসমৰ্পন বা ইচ্ছাকৃতভাৱে কৰা দেহ-দান। (ঘূৰি গ'ল। পুনৰ দৰ্শকৰ ফালে মুখ ঘূৰালতে দেখা গ'ল — আধুনিকা গাভৰুৰ বেশত লীলাৱতী)

**মকবুল** : অভিযোগ উঠামতে চৰকাৰী উচ্চপদস্থ বিষয়াৰ দ্বাৰা বা এম. এল. এ. মন্ত্ৰী জাতীয় নেতৃস্থানীয় মানুহৰ দ্বাৰাও নাৰী ধৰ্ষিতা হৈছে। আপুনি এগৰাকী উচ্চশিক্ষিত নাৰী। আপুনি কি কয়? বা এই অভিযোগৰ সন্দৰ্ভত আপোনাৰ প্ৰমাণ কি ?

**লীলা** : প্ৰমাণ যদি দিব লগা হয় ছাৰ, আমাৰ দেশৰ বহু উচ্চ পদস্থ চৰকাৰী বিষয়া আৰু বহুত মন্ত্ৰী, এম. এল. এই মুখ ক'লা কাপোৰেৰে ঢাকিব লাগিব ছাৰ।

**মকবুল** : আপুনি ক'লৈই হ'বনে? বেছিভাগ ক্ষেত্ৰতেই দেখা গৈছে পুৰুষহে নাৰীৰ কামনাৰ বলি হৈছে আৰু শেষত অবলা নাৰী বুলি দোষটো পৰেগৈ পুৰুষৰ গাতহে।

**অৰিজিৎ** : (ইণ্টাৰভিউ লোৱাৰ ভঙ্গীত। হাতত দামী ডায়েৰী। পাৰিলে ডিঙিত টাই) কি নাম ক'লা ?

**লীলা** : কুমাৰী চন্দ্ৰা কলিতা।

**অৰিজিৎ**: আচ্ছা- নামে চেহেৰাই মিলিছে। চাকৰিৰ আজিকালি বৰ দিগ্‌দাৰ জানানে? কিমান ল'ৰাই মাটি বাৰী বেচি ঘোচ দিবলৈ আছে; আৰু কি জানা কিমান যে তোমাৰ, মানে ফ্ৰেঙ্কলি কথা কোৱা মানুহ বুইছানে নাই, বহুত ধুনীয়া ধুনীয়া ছোৱালী আহি ৰাতি থাকিবও খোজে। চাকৰিৰ কাৰণে অকল মেৰিট হ'লেও আজিকালি নহ'ব। মানুহ বেছি হ'ল, চাকৰি কম হ'ল।

**চন্দ্ৰা** : ছাৰ, মোৰ চাকৰি এটাৰ বৰ প্ৰয়োজন। দেউতা আছিল প্ৰাইমেৰী স্কুলৰ শিক্ষক, অৱসৰ পালে। সাতোটা ল'ৰা-ছোৱালী; চাৰ ঘৰখনত। আপুনিয়েই ভাবি চাওক ছাৰ- কেনেকৈ আমি চলিছো। আজি চাৰিবছৰে সামান্য চাকৰি এটাৰ কাৰণে ঘূৰি ফুৰিছো। কিমানক খাতিৰ কৰিছো, ভৰিত ধৰিছো ছাৰ-

**বিষয়া** : (অৰিজিৎ) — নাই নাই ক'ব নালাগে; মই নিজেই পাইছো নহয়। তবে এটা কাম কৰিবা। হেৰি কৰা, আজিনো ক'ত যাবা, ডাকবঙলাত মই অকলে আছো। থাকা আজি। কথা-বতৰা পাতো- চিন্তা কৰি চাও; কিবা এটা কৰিব পাৰিলে বেয়া নহয়।

**চন্দ্ৰা** : ছাৰ; মই থাকিব নোৱাৰো। ছাৰ।

**বিষয়া** : থাকা থাকা, কি ভয় কৰিছা। তোমাৰ চাকৰিটো হৈ যাব। ভয় নাই- ভয় নাই- Beautiful young girl আহা (হাতত ধৰিব খোজে)।

**চন্দ্ৰা** : (পিছুৱাই গৈ ভয়ে ভয়ে) নহয় ছাৰ, ছাৰ, মোক ক্ষমা কৰক ছাৰ। মোক আপোনাৰ নিজৰ ভনী বুলি

ভাবক ছাৰ। ছাৰ —

বিষয়া ঃ আস ভয় কৰিছা কিয় ? ভনী বুলি ভাবিবলৈনো সুবিধা ক'ত দিলা? তুমি দেখোন কোচ-মোচ খাই গৈছা। মই, মই জানো কিবা বলিয়া কুকুৰ হোঁ। মই এজন উচ্চপদস্থ গেজেটেড বিষয়া (আগবাঢ়ে)

চন্দ্ৰা ঃ ছাৰ, ছাৰ (চিঞৰি) মোক ক্ষমা কৰক ছাৰ। মই অসীমক ঠগিব নোৱাৰো, ছাৰ, ছাৰ (অন্ধকাৰ হয়। লাইট জ্বলালত দেখা গ'ল চকুমুখ ঢাকি চন্দ্ৰা বহি আছে। মূৰত গান্ধী টুপী পিন্ধি অৰিন্দম বৈ আছে)

অৰিন্দম ঃ কি নাম বুলি ক'লা তোমাৰ?

লীলাৱতী ঃ (বহাৰ পৰা উঠি কাপোৰ-কানি ঠিক কৰি) নিবেদিতা ছাৰ।

অৰিন্দম ঃ (মন্ত্ৰী) মোৰ ওচৰলৈকে যে অৰ্থাৎ মন্ত্ৰীৰ ওচৰলৈ যে আহিলা— হেঃ হেঃ হেঃ মোৰ হাততনো আৰু মনিবেগত টকা থকাদি চাকৰি থাকেনে?

নিবেদিতা ঃ ছাৰ, ডিৰেক্টৰে ক'লে— বোলে দিও বুলিলে আপুনিয়েই দিব পাৰে চাকৰিটো।

মন্ত্ৰী ঃ অ' ডিৰেক্টৰ বুজৰবৰুৱা। বৰ ৰসিক মানুহ। আৰু কিবা কৈছিল নেকি?

নিবেদিতা ঃ আপোনাৰ ওচৰলৈ আহিবলৈ ক'লে ছাৰ।

মন্ত্ৰী ঃ মইনো কিমানক চাকৰি দিম। কালি চাৰ্কিট হাউছত মোৰ লগত সেই নলবাৰী আৰু গোলাঘাটৰ তিনিজনী ছোৱালী আছেহি। সকলোকেনো ক'ৰ পৰা চাকৰি দিওঁহে। কিছুমানে চাকৰি নোহোৱাকৈয়ো চলিব পাৰে যদিও চাকৰি বিচাৰি ফুৰে। এটা চখ্।

নিবেদিতা ঃ মোৰ কিন্তু বৰ দিগদাৰ ছাৰ। সাতবছৰৰ আগতেই দেউতা মৰিল। পাচোটা ভাই-ভনীৰে সৈতে মা আৰু আইতাকে ধৰি আঠোটা মানুহ কেনেকৈ যে চলিছো ছাৰ, সাত বছৰে চাকৰি বিচাৰিছো।

মন্ত্ৰী ঃ (লোভৰ দৃষ্টিৰে চাই থাকে) বুজিছো বুজিছো, সকলোৱেই একেবোৰ কথাকে কয়। কিন্তু মই কি কৰো কোৱা।

নিবেদিতা ঃ নহয় ছাৰ, বুজৰবৰুৱা ছাৰে কৈছে আপুনি হেনো জানপোৱা ব্ৰকৰ চাকৰিটো দিব পাৰে। ছাৰ নিজৰ জীয়েক বুলি ভাবি দয়া কৰক।

মন্ত্ৰী ঃ এঁ - জীয়েক। মোৰ বয়স বেছি যেন লাগিছে নেকি? আচলতে মেদ্ বাঢ়িল বাবে, গাত মঙহ বাঢ়িল বাবেহে বয়সীয়া যেন লাগিছে বুইছানে নাই। আমাৰ লগৰ বহুত ল'ৰাই এতিয়াও বিয়াই পতা নাই। কিছুমানেতো চাকৰিয়েই বিচাৰি ফুৰিছে।

নিবেদিতা ঃ হয় ছাৰ।

মন্ত্ৰী ঃ বয়স বেছি যেন লাগিছে নেকি? দেশৰ কাম কৰোতে কৰোতে নানা কথা মানে দেশৰ কথা চিন্তা কৰোতে কৰোতে অৱশ্যে চুলি দুইএডাল পকিছে। আজি কালিনো চুলি পকাটো কি কথা। (লাহে লাহে নিবেদিতাৰ ফালে আগবাঢ়ে। নিবেদিতা ভয়ে ভয়ে পিছুৱাই যায়)

নিবেদিতা ঃ ছাৰ, ছাৰ ।

মন্ত্ৰী ঃ ভয় নাই, ভয় নাই, অকণমান একেলগে গাড়ীত বহি কাজিৰঙাৰ ফালে এপাক মাৰি আহো ব'লা। তাতে ক'ৰবাত ৰাতিটো থাকিম। লগত আৰু কাকো নিনিও।

নিবেদিতা ঃ ছাৰ... ছাৰ... ছাৰ...

(মঞ্চ অন্ধকাৰ হয়। পোহৰ হ'লত দেখা গ'ল মন্ত্ৰীৰ মূৰৰ টুপী মাটিত পৰি আছে আৰু নিবেদিতাৰ চাদৰ বা শাৰীখন খোল খাই আছে)

মকবুল ঃ আপোনালোকে যে কৈছে যে পুলিচ মিলিটেৰীয়ে আপোনালোকৰ ঘৰত গৈ নাৰীৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিছে, কেনেকৈ?

অৰিন্দম ঃ (খঙাল গাঁৱলীয়া মানুহৰ দৰে) পাশৱিক বুলি নক'ব ছাৰ। পশুৱে কেতিয়াও মানুহৰ দৰে বলাৎকাৰ নকৰে।

অৰিজিৎ ঃ হয় ছাৰ, সেইদৰে ক'লে পশুক অপমান কৰা হ'ব। উস্-চকুৰ আগতে নিজৰ মানুহজনীক তিনিটা মোটোহা মানুহে ধৰি কাপোৰ-কানি আঁজুৰি ফালি হেঁচা মাৰি ধৰিছে।

লীলাৱতী ঃ (খঙত) মই মাকজনীয়ে ধৰি থাকোতেই তেৰ বছৰীয়া ছোৱালীজনী দুটাই টানি লৈ গৈ তাইক, উস্- তেজেৰে তেনেই ৰাঙলী হ'ল। ছোৱালীজনীৰ আগতে, মোৰ আটাই কেউটা ল'ৰা-ছোৱালীৰ আগতেই মোৰ কাপোৰ কানি ফালি, উস্ নাই, মই ক'ব নোৱাৰো, মুখেৰে মাত নোলায়। ছিঃ ছিঃ ছিঃ এইখন কৃষ্ণ, বুদ্ধ, গান্ধী-নেহৰুৰ দেশত স্বাধীন দেশত নাৰীৰ ওপৰত ইমান বলাৎকাৰ।

মকবুল ঃ আপোনালোকৰ ঘৰৰ মতা মানুহবোৰ ক'ত আছিল তেতিয়া?

লীলা ঃ ক'ত থাকিব, হাবিত। হাবিত পলাই আছিল। বিচনাতে

যেতিয়া মাজৰাতিখন দুৱাৰ-খন ভাঙি সোমাই বন্দুকেৰে হঁতুৰ হঁতুৰ মাৰ ধৰে, যেতিয়া বুট জোতাৰে গচকে-গুৰিয়াই, চৰিয়াই- কেনেকৈ ঘৰত থাকিব? বহুত দিন ধৰি আমাৰ অঞ্চলৰ ল'ৰা-ডেকা, বুঢ়া সকলো মতা-মানুহ- পুলিচ, চি আৰ পি, মিলিটেৰীৰ ভয়ত হাবিত থাকিছিল।

**অৰিন্দম :** (খঙত) আৰু সেই সুযোগতেই আমাৰ জীয়ৰী-বোৱাৰী তিৰোতাৰ ওপৰত সিহঁতে চলালে নাৰকীয় অবৰ্ণনীয় অত্যাচাৰ।

**অৰিজিৎ :** আনকি সিহঁতৰ কামনাৰ পৰা যাঠি বছৰীয়া বুঢ়ী মানুহো সাৰি যোৱা নাই। কি অট্টহাস্য!

**অৰিন্দম :** এইখন স্বাধীন দেশ হ'লনে? এইবোৰ স্বাধীনতাকেই আমি পালোনে ?

**অৰিজিৎ :** ইয়াকেই ৰামৰাজ্য বুলি কয়নে?

**অৰিন্দম:** অঁ... কয় কয়, ক'লা বেপাৰী, চৰকাৰ, চৰকাৰী বিষয়া, পুলিচ, মিলিটেৰীৰ কাৰণে এইখন ৰামৰাজ্য। গান্ধীৰ ৰামৰাজ্যখন সেইবোৰ মানুহেই ভোগ কৰি আছে।

**লীলা :** গান্ধী ঈশ্বৰে যেনিবা ভাল মানুহবোৰৰ কাৰণে ৰামৰাজ্যখন স্থাপন কৰি দিলে।

**অৰিজিৎ :** দেশৰ উন্নতি হৈছে। কাৰ লাওখোলাটো উন্নতি হৈছেহে ?

**অৰিন্দম:** এৰা, এনেকুৱাবোৰ কথাতহে সেই আযাৰ মাত ওলাব খোজে। (সলনি হৈ গৈ তিনিও দৰ্শকৰ ফালে পিঠি দি টেবুলখনৰ কাষ চাপিল। নিজৰ নিজৰ পোছাক খুলিলে)।

**মকবুল :** (দৰ্শকৰ ফালে দুখোজ আগুৱাই আহি) হে সভাসদ বৃন্দ, এইমতে তোৰাসবৰ আশীৰ্বাদত আমি দেশৰ মধ্যে চলা নাৰীধৰ্ষণৰ তদন্ত পৰ্ব সমাপ্ত কৰিলো; চাওক সুধীবৃন্দ, এনেয়ে এনেয়ে চৰকাৰক দোষাৰোপ কৰিলেই হ'বনে? দ্বিতীয় কেছ দুটাত দেখা গ'ল-- চাকৰিৰ কাৰণে গাভৰুৱে উচ্চ পদস্থ চৰকাৰী বিষয়া বা মন্ত্ৰী এম. এল. এ.ৰ লগত ৰাতি ডাকবঙলাত, চাৰ্কিট হাউছত বা কাজিৰঙাৰ অটব্য অৰণ্যৰ মাজত থকা অৰণ্যশৰীয়া ঘৰত অকলে থাকিবলৈ লয়। যিখন ভাৰতবৰ্ষত জটুৱা ভঙুৱা ভোলানাথ শিৱও মোহিনীৰ কাষত কাবু হৈ পৰিছিল, যিখন দেশত শত শত ঋষিমুণি ৰম্ভা-মেনকা-তিলোত্তমাৰ কাষত কাবু হৈ পৰিছিল --

**অৰিজিৎ :** (দৌৰি আহি) সেইখন দেশত মনুইচ কোন কুটা। তাতে কল্কীযুগ। শাস্ত্ৰত লিখাই আছে (সুৰ লগাই) অ' কল্কীযুগতে হৈযে ঘোৰ অনাচাৰ-- অন্ন যোনীৰ নহৈব বিচাৰ। সাধু সন্তাণ পাইবে ঘোৰ অত্যাচাৰ তেহে পাইবে। সেহিঁ গনে ধৰণী নিস্তাৰ।।

**মকবুল :** এতেকে নাৰীধৰ্ষণ হোৱা নাই। ঘৰৰ মতা মানুহবোৰ হাবিত পলুৱাই থৈ যদি নিজে তাহানি শ্ৰীকৃষ্ণৰ গোপিনীসকলৰ দৰে ৰাতি ৰাস ক্ৰীড়া কৰিব খোজে- - তেতিয়া বাৰু পুলিচ, মিলিটেৰী, চি.আৰ.পি. মন্ত্ৰী সাধু সন্ন্যাসী যেয়েই নহওক - ইচ্ছা জাগিবই। সকলো তেওঁ তেজ মঙহৰ মানুহহে। গাতে নেপাইছে।

**অৰিন্দম :** হে গুণগ্ৰাহী সভাসদসকল- তদন্তৰে আমি অনাহাৰত মৃত্যুৰ তদন্ত কাৰ্য আৰম্ভ কৰিব- তাক দেখহ, শুনহ, নিৰন্তৰে চিন্তা-ভাৱনা কৰহ।

(প'ষ্টাৰ আনি থলেহি "অনাহাৰত মৃত্যুৰ তদন্ত"। প'ষ্টাৰখনৰ তলতে মাটিত ভেজা দি লীলাৱতী বিষন্নমনে বহি আছে। গাত ফটা চাদৰ।)

**অৰিজিৎ :** (ক'লা গাউনটো পিন্ধি) (লগে লগে ঘূৰি ফুৰিব মকবুল। মকবুলে এইবাৰ এজন নেতাৰ ৰূপত ওলাল; মূৰত গান্ধী টুপী, কান্ধত চাদৰ বা ডিঙি বন্ধ প্ৰিন্সকোট) ছাৰ--

**মকবুল :** চেয়াৰমেন- তদন্ত আৰম্ভ কৰক। ইলেকচনৰ আগে আগে তদন্তটো আৰম্ভ কৰিব পাৰিলে আমাৰ সুবিধা হয়।

**অৰি :** হয় ছাৰ। (লীলাৱতী বা এইখিনিত কুসুম- মূৰে-কপালে হাত দি বহি থাকে। মুখৰ আগত মৰা মানুহৰ দৰে ওপৰলৈ মুখ কৰি পৰি আছে অৰিন্দম-- এজন অনাহাৰত মৰা মানুহৰ শ হৈ।)

**নেতা :** (আগবাঢ়ি) মই আপোনালোকৰ সেৱক। মানে ৰাইজে আজি একুৰি পাঁচ বছৰ দিন ধৰি ৰাইজৰ সেৱা কৰিবৰ কাৰণে নিৰ্বাচন কৰি পঠাইছে। ৰাইজেই ৰজা বুলি চাঁগে সেই কাৰণেই কয়।

**চেয়াৰমেন :** হয়, হয়, তাত এধানমানো সন্দেহ নাই, ৰাইজৰ সেৱা কৰোঁতে কৰোঁতে আমাৰ এই নিচিনা ছাৰসকলৰ আঁঠু, কপালৰ ছাল চিগিল। বেয়াও লাগে-- বোধহয়

সেইবিধ ব্যায়াম কৰোতে কৰোতে এই ছাৰসকলৰ পেট, পিঠি, ভিত্তিত মগজু বাঢ়ি গৈ আছে। ছাৰ-তদন্তৰ কাম প্ৰথমে আপুনিয়েই আৰম্ভ কৰক।

নেতা : হে দৰিদ্ৰনাৰায়ণৰ প্ৰতিনিধি- আই লক্ষ্মীস্বৰূপা দেশৰ মাতৃজাতি, সঁচাকৈয়ে আপোনাৰ স্বামী আৰু ল'ৰা-ছোৱালী অনাহাৰত মৰিছেনে নাই তাকে প্ৰমাণ কৰিবৰ কাৰণে আমি মানে মই চেয়াৰমেন হিচাপে আৰু এখেত (উৎকণ্ঠাৰে) হেৰি, আপুনি ডাক্তৰ হৈ সেই সত্য ন্যায়ৰ প্ৰতীক গাউনটো মোক দিয়ক; আপুনি ডাক্তৰী সৰঞ্জাম লওক।

অৰি : হয় ছাৰ, হয় ছাৰ, মই বিদেশত শিক্ষাপ্ৰাপ্ত ডাক্তৰহে-লওঁক। (গাউনটো খুলি দিয়ে আৰু নিজে কান্ধত ষ্টেথিচকোপডাল ওলোমাই লয়।)

নেতা : অঁ, এখেতে জাৰ্মেনী, আমেৰিকা, বিলাত, অষ্ট্ৰেলীয়া আদিত শিক্ষা লৈ আহিছে। অঁ বাৰু (গম্ভীৰ স্বৰত) এখেতৰ নাম কি?

লীলা : ভোগেশ্বৰ।

নেতা : গাঁৱৰ নাম কি?

লীলা : ভোগপুৰ।

নেতা : ভোগপুৰৰ ভোগেশ্বৰ। ডাক্তৰ তাহানি মই কলেজত কাম কৰি থাকোতে কবিতা লিখিছিলো জানে। এই ধৰক এতিয়াই চাওক — ভোগপুৰৰ ভোগেশ্বৰ, আৰু কেইটামান শব্দ লগালে এটা আধুনিক কবিতাই হৈ যায়— (আবৃত্তি) ভোগপুৰৰ ভোগেশ্বৰে- কি সুন্দৰ তোমাৰ কণ্ঠস্বৰ তোমাৰ দুহাতত - বহুত হাতীৰ বল- - তোমাৰ বুকুত হাঁহি খল খল তোমাৰ প্ৰিয়াৰ চকুত প্ৰেম জলমল, হে ভোগপুৰৰ ভোগেশ্বৰ- শুনিছানে মোৰ কণ্ঠস্বৰ।

ডাক্তৰ : ছাৰ— আপুনি সঁচাই বৰ উত্তম কবিতা লিখে। আজি কালি ছাৰ নিলিখা হ'ল কিয়?

চেয়াৰমেন : আগতে আৰু ভাল কবিতা লিখিছিলো নহয়। এইবোৰত লাগি থাকি ৰাইজৰ সেৱা কৰিলে কবিতা-তবিতা লিখিবলৈ সময় নাথাকে নহয়।

ডাক্তৰ : ছাৰ, আপোনাৰ আগতে লিখা কিবা কিতাপ-পত্ৰ নাইনে— এই মানে ধৰক জ্ঞানপীঠ বঁটাৰ বাবে —

চেয়াৰমেন : আপুনি তেনে বৰ ভাল পাইছে।

ডাক্তৰ : বৰ বৈপ্লৱিক কবিতা, মাষ্টাৰপিচ্। ছাৰ-মোৰ ছাৰ এবাৰ জাপানৰ পৰা পাক এটা মাৰি আহিবলৈ বৰ মনটো থাকিল।

চেয়াৰমেন : কোৱা নাই কিয়? বাৰু— মই মেডিকেল ডিপাৰ্টমেণ্টৰ ছেক্ৰেটাৰীক কৈ কামটো কৰাই দিম। (সলনি) বাৰু তেতিয়াহ'লে আমি তদন্তৰ কাম আৰম্ভ কৰো। (লিখাৰ ওচৰলৈ গৈ) বাৰু কওকচোন- আপোনাৰ পৰিয়ালত মুঠ মানুহৰ সংখ্যা কিমান?

লীলা : ল'ৰা-ছোৱালী সাতোটা।

ডাক্তৰ : সাতোটা ল'ৰা-ছোৱালী। It is a crime you see. ফেমেলি প্লেনিং চলি থকা অৱস্থাত আইন বলবৎ থকা অৱস্থাত আপোনালোকে আইন ভঙ্গ কৰি সাতোটা ল'ৰা-ছোৱালীৰ জন্ম দিছে। ছাৰ- এইটো এটা আইন অমান্য কাম কৰিছে।

চেয়াৰমেন : শিক্ষা-দীক্ষা নথকা-নিৰক্ষৰ মানুহ একো বুজিয়েই নাপায়। বাৰু কওকচোন হে দেশৰ দৰিদ্ৰ লক্ষ্মী, আপোনাৰ স্বামীৰনো কি হৈছিল?

লীলা : একো হোৱা নাই।

ডাক্তৰ : একো হোৱা নাই অথচ ডেকা মানুহ এটা মৰি পৰি আছে।

লীলা : খাবলৈ পোৱা নাছিল।

চেয়াৰমেন : খাবলৈ পোৱা নাছিল দেশত কিবা খাদ্যৰ আকাল হৈছিল নে? খাদ্যবস্তু উৎপাদনৰ কাৰণে পৃথিৱীৰ সমস্ত দেশৰ চকু আমাৰ দেশৰ ওপৰত থৰ হৈ পৰিছে। আপোনাৰ স্বামীয়ে কি খোৱা নাছিল?

লীলা : ভাত।

ডাক্তৰ : ভাতৰ সলনি কি খাইছিল? (লীলা নিমাত) ছাৰ অনাহাৰত মৃত্যু হৈছেনে নাই তাক প্ৰমাণ কৰিবৰ কাৰণে আমাৰ চিকিৎসা শাস্ত্ৰত বহুত উপায় আছে।

চেয়াৰমেন : নহয় মানে, মই তদন্ত আয়োগৰ ৰিপৰ্টটো প্ৰস্তুত কৰিবৰ কাৰণে প্ৰাথমিক কথা কেইটামান জানি ল'ব বিচাৰিছো।

ডাক্তৰ : ছাৰসকল ৰাজনৈতিক নেতা যেতিয়া এইবোৰ কথা ভালকৈ জানিবই লাগিব— হেঃ হেঃ।

চেয়াৰমেন : আপোনাৰ মানুহজনৰ কি হৈছিল?

লীলা : পেটৰ বিষ।

চেয়াৰমেন : ল'ৰা-ছোৱালী কেটাৰ পেটৰ বিষ হৈছিলনে?

লীলা : হৈছিল।

চেয়াৰমেন : মৰিলনে ?

লীলা : আটাইকেইটা নাই মৰা।

চেয়াৰমেন : মৰাৰ আগতে কি খাইছিল?

লীলা : বনৰীয়া কচুগুটি, বনৰীয়া গছৰ আলু সিজাই খাইছিল আৰু কোবাভাতুৰীৰ গুটি খাইছিল।

চেয়াৰমেন : আপোনালোকৰ মাটি-বাৰী আছিল নে নাই?

লীলা : স্বাধীনতা পোৱা বছৰ চাৰি পুৰা মাটি আছিল, এতিয়া নাই।

চেয়াৰমেন : কি হ'ল?

লীলা : বিক্ৰী কৰা হ'ল, বন্ধকত গ'ল। নীলামত গ'ল।

চেয়াৰমেন : খেতিৰ মাটিনো বন্ধকত দিব লাগেনে? বিক্ৰী কৰিব লাগেনে? আৰু খাজানানো কিমান? তাকে আদায় দি মাটিখিনি নীলামত যোৱাৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে নে? চাওক, ডাক্তৰ, আমাৰ এই গাঁৱৰ ভিকহু মানুহবোৰে কিমান ভুল কৰে।

ডাক্তৰ : ছাৰ। ভিকহু বুলি নক'ব। আপোনালোকে সংসদত চৰকাৰীভাবে দেশত ভিকহু মানুহ নাই বুলি কৈছে। দেশ প্ৰগতিৰ পথত।

চেয়াৰমেন : অ' ঠিকেই ঠিকেই, মোৰ ভুল হৈছিল। অ চাওঁক এই দেশৰ নাগৰিকসকলে ঘৈণীয়েকে ল'ৰা পাবৰ সময়ত ডাক্তৰ মাতিবলৈয়ো খেতিৰ মাটি বিক্ৰী কৰে, ছোৱালীৰ তোলনি বিয়া পাতিবলৈয়ো খেতিৰ মাটি বিক্ৰী কৰে, বাপেক মাকৰ শ্ৰাদ্ধ পাতিবলৈয়ো খেতিৰ মাটি বিক্ৰী কৰে আনকি কাৰোবাক হচ্‌পিটললৈ নিবলৈয়ো খেতিৰ মাটি বিক্ৰী কৰে। বছৰে বছৰে ল'ৰা-ছোৱালী হোৱাৰ দৰেতো মাটিয়ে পোৱালি নিদিয়ে।

ডাক্তৰ : বাৰু কওকচোন— আপোনালোকে প্ৰতিদিনে মাছ কিমান খায়? (লীলা নিমাত) গাখীৰ কিমান খায়? কণী, শাক-পাচলি, মাছ-ডাইল-আলু-চেনি-মাখন কিমান খায়? (লীলা নিমাত) আপুনি একো নকয় কিয়? আমাৰ তদন্তত দিগ্‌দাৰ হয় নহয়। আচ্ছা- আপোনাৰ ল'ৰা-ছোৱালী কেটা কেনি গ'ল?

লীলা : নমৰা কেটা এয়া লেবেজান হৈ পৰি আছে।

ডাক্তৰ : বাৰু মই এই শটো আৰু ল'ৰা ছোৱালীকেটা পৰীক্ষা কৰো। (ষ্টেথিচকোপ দি শটো আৰু শূন্যতে ল'ৰা ছোৱালীকেইটা পৰীক্ষা কৰে।) চাওঁ চাচোন আনক।

লীলা : চাবোন নাই।

ডাক্তৰ : কি Nasty। চাবোন অকণো নাই বেমাৰ কিয় নহ'ব? (আগলৈ গৈ) ছাৰ, আমি আমাৰ প্ৰতিবেদনখন তৈয়াৰ কৰিব পৰা হ'লো।

চেয়াৰমেন : অকণমান ৰ'ব। আপুনি কিবা খাইছেনে নাই?

লীলা : নাই খোৱা।

চেয়াৰমেন : কিন্তু আপোনাৰ পেটটোযে গেৰেলা দেখিছো। (লীলা নিমাত)।

ডাক্তৰ : তাৰমানে ছাৰ, এই মহিলাই গৰ্ভত আৰু এটা সন্তান ধাৰণ কৰিছে। আকৌ আইন ভঙ্গ কৰিছে। (দুয়োটাই লীলাৰ চাৰিওফালে ঘূৰি ঘূৰি আঙুলি টোঁৱাই প্ৰশ্ন কৰিব) আপুনি পুষ্টিকৰ বস্তু নাখালে কিয়?

চেয়াৰমেন : আপুনি ভাত নাখালে কিয়?

ডাক্তৰ : আপুনি মাছ, মাংস, কণী, গাখীৰ নাখালে কিয়?

চেয়াৰমেন : সেইবোৰ বস্তু নাখালে মানুহ নমৰিবনে?

ডাক্তৰ : সেইবোৰ বস্তু নাখালে মানুহ পুষ্টিহীনতাত মৰিব।

চেয়াৰমেন : তাকে নাখাই নাখাই আপোনাৰ স্বামী আৰু ল'ৰা ছোৱালীকেটা মৰিছে।

ডাক্তৰ : মানুহৰ শৰীৰত লগা প্ৰয়োজনীয় প্ৰোটিন আৰু খাদ্যপ্ৰাণ কিয় নাখালে?

চেয়াৰমেন : তাকে নাখাই আপোনালোকৰ মানুহবোৰ মৰিছে আৰু বিৰোধী পাৰ্টিয়ে তাৰে সুযোগ লৈ দেশত চিঞৰ-বাখৰ লগাইছে। আপোনালোক প্ৰতিক্ৰিয়াশীল, প্ৰতিক্ৰিয়াশীল। (চিঞৰি ক'ব)

ডাক্তৰ : আপোনালোক চি. আই. এৰ এজেন্ট। (চিঞৰি ক'ব)

চেয়াৰমেন : (উত্তেজনাৰে) দেশবাসী ৰাইজ, দেশত খাদ্যহীনতাত কাৰো মৃত্যু হোৱা নাই।

ডাক্তৰ : নাই হোৱাতো। খাদ্যহীনতাত মৃত্যু মানে কি? তাৰ মানে পেটিত খাদ্য থাকিব নালাগিব। পেট শুদা হ'ব লাগিব। কিন্তু এই মানুহজনীৰ মৃত স্বামী আৰু মৃত ল'ৰা-ছোৱালীকেটাৰ পেটিত পোৱা গৈছে বনৰীয়া কচুগুটি, বনৰীয়া গছৰ আলু আৰু কোবা ভাতুৰী। ৰংচঙীয়া দেখিলেই কোবা ভাতুৰী খাব নালাগে। (আৰম্ভণিৰে পৰা উত্তেজিত হৈ ক'ব) অখাদ্য খালে মানুহ নমৰিবনে? ছাৰ।

চেয়াৰমেন : ডাক্তৰ।

ডাক্তৰ : এইবোৰ মানুহ খাদ্যহীনতাত মৰা নাই— মৰিছে অখাদ্য খাইহে।

চেয়াৰমেন : আমাৰ দেশৰ ঐক্য, সংহতি আৰু শান্তি বিনষ্ট কৰিবৰ কাৰণে এই মানুহবোৰে বিৰোধীদলৰ প্ৰৰোচনাত

পৰি চৰকাৰক বদনামত পেলাবলৈ অখাদ্য খাই মৃত্যু বৰণ কৰিছে।

ডাক্তৰ ঃ হয়, হয়, অখাদ্য খাই মৃত্যু বৰণ কৰিছে।

চেয়াৰমেন ঃ লওঁক, (শূন্যতে দলিয়াই দিয়ে) এই টকা কেইটা লওঁক, এইবাৰো, আমাকেই ভোট দিব, দেশত কোনো দৰিদ্ৰ ভিকহু নাথাকিব। (লীলা লাহেকৈ ঢলি পৰে)

ডাক্তৰ ঃ ছাৰ দেখিলে দেখিলে, মোৰ নিচিনা বিদেশত শিক্ষাপ্ৰাপ্ত ডাক্তৰক ফিজ্ দিব লাগে বুলি এওঁ মৰিয়েই থাকিল। প্ৰতিক্ৰিয়াশীল। মৰাৰ আগতেতো তুমি মোক ফিজতো দি যাব পাৰিলাহেঁতেন।

চেয়াৰমেন ঃ গতিকে দেশত অনাহাৰত মৃত্যু হোৱা নাই-মাত্ৰ অখাদ্য খাইহে মৰিছে। (আটাইকেউটা থিয় হ'ল। গাৰ কাপোৰ-কানি ঠিকঠাক কৰিলে)

অৰিন্দম ঃ হে গুণগ্ৰাহী সভাসদবৃন্দ। তদন্তৰে তদন্ত আয়োগৰ কাৰ্য সমাপ্ত হ'ল।

মকবুল ঃ হে সভাসদ দেশে স্বাধীনতা পালে—

শিখা ঃ হে সভাসদ, নাৰীধৰ্ষণ হোৱা নাই, নাৰীৰ ইচ্ছামতেহে সেইবোৰ কাৰ্য হৈছে।

অৰিজিৎ ঃ হে সভাসদবৃন্দ, অনাহাৰতো মানুহ মৰা নাই কেৱল অখাদ্য খাইহে মৰিছে, তাকো বিৰোধীদলঁৰ উচটনিত বিদেশী শক্তিৰ প্ৰতিক্ৰিয়াশীল মহলৰ কবলত পৰিছে।

অৰিন্দম ঃ গতিকে হে গুণগ্ৰাহী সভাসদবৃন্দ আমাৰ সৈতে এই ঘোষা-কীৰ্তন গাওক — (সুৰ লগাই) গান্ধীৰ ৰামৰাজ্য আমাৰ দেশক কয় (সকলোৱে) জয় গান্ধীৰ জয়, বোলো হয় হয়। নিগনিৰ পৰা বচাবলৈ চাউলত শিলগুটি থয় (সকলোৱে) বোলো জয় জয় জয় জয় জয় গান্ধীৰ জয়। নাৰীধৰ্ষণ কাৰ্য ইয়াত নাৰীৰ ইচ্ছাতে হয় (সকলোৱে)বোলো তদন্ত আয়োগে কয়। অনাহাৰত মানুহ নমৰে অখাদ্য খাইহে মৰে (সকলোৱে) বোলো জয়, জয়, জয়, জয় তদন্ত আয়োগৰ জয়। বোলো জয় জয় জয় জয়, জয় গান্ধীৰ জয়? বোলো জয় জয় জয় জয় ৰামৰাজ্যৰ জয়। (আটাইকেইটাই ঘূৰি ঘূৰি হাত চাপৰি বজাই গাই প'ষ্টাৰ এখন দাঙি ধৰিলে—
"ঘৰলৈ গৈ চিন্তা কৰক- চিন্তা কৰক"

। প'ট পৰে।

<u>সমাপ্ত</u>

# এটা চোলাৰ কাহিনী

## নাট্যকাৰ # আলি হাইদৰ

চৰিত্ৰসমূহ ঃ

১। বিবি ২। দৰ্জী
৩। যুৱক ৪। গ্ৰাহক
৫। তৰুণী

(মঞ্চত বিবি আৰু দৰ্জী থাকিব। বিবিয়ে যঁতৰত সূতা কাটে। দৰ্জীয়ে মুখৰ ভিতৰতে কিবা হিচাপ কৰে।)

বিবি ঃ শুনিছে।
দৰ্জী ঃ আঁহ, মাজতে মাত লগাই খেলি-মেলি কৰি দিলা।
বিবি ঃ মই মাত লগোৱাতহে অপৰাধ হ'ল?
দৰ্জী ঃ খেলি - মেলি মানে হিচাপৰ গণ্ডগোল।
বিবি ঃ সদায়েই হিচাপত গণ্ডগোল লাগেনে?
দৰ্জী ঃ লাগে মানে, লাগিছে।
বিবি ঃ চোলাটো আজিও সম্পূৰ্ণ কৈ চিলোৱা নহ'ল।
দৰ্জী ঃ নাই হোৱা কি কৰিম, বিবি! চোলাটোৰ জোখতকৈ মানুহৰ জোখ বাঢ়ি গৈছে।
বিবি ঃ এৰা, মানুহজনৰ শৰীৰটো ক্ৰমান্বয়ে বাঢ়ি গৈছে।
দৰ্জী ঃ জোখ লৈ-লৈ মোৰ আমনি লাগিছে।
বিবি ঃ কিন্তু চোলাটো চিলাবই লাগিব।
দৰ্জী ঃ লাগিব।
বিবি ঃ তেতিয়া হ'লে আমনি লাগিলে জানো হ'ব?
দৰ্জী ঃ নহ'ব, চাৰা জিন্দেগী এই দৰ্জী কাম কৰোতেই গ'ল। বহুত চোলা চিলালো আজিলৈকে জোখত খেলি-মেলি নহ'ল।
বিবি ঃ কিন্তু এইবাৰ চোলাটোৰ জোখে.........
দৰ্জী ঃ এইটো জোখে মোক এইবাৰ বৰ বেয়া ধৰণে বেইমানি কৰিছে।
বিবি ঃ চাৰা জিন্দেগী আনৰ চোলা চিলাওঁতেই গ'ল, নিজৰ একা?
দৰ্জী ঃ নিজৰ!
বিবি ঃ নিজৰ চোলাটোৰ অৱস্থা চাইছেনে নাই?
দৰ্জী ঃ এৰা লোকৰ চোলা চিলাওঁতেই জিন্দেগী গ'ল, অথচ আজিলৈকে নিজৰ চোলা এটা চিলাই ল'ব পৰা নাই আৰু চিলোৱা নহ'বও। হেঃ হেঃ হেঃ....(হাঁহে)
বিবি ঃ চোলাটো ফটা, টাপলি মৰা। হিঃ হিঃ হিঃ.....(হাঁহে)
দৰ্জী ঃ টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। হেঃ হেঃ হেঃ...... (হাঁহে)
বিবি ঃ (দুয়ো একেলগে) আনৰ চোলা চিলাওঁতেই জিন্দেগী গ'ল, অথচ নিজৰ ভাল চোলা এটা চিলোৱা নহ'ল। নিজৰটো ফাটি উৰুলি গৈছে, দেখিলেই হাঁহি উঠে। হেঃ হেঃ হেঃ (হাঁহে) নিজৰ চোলাটো ফটা। হেঃ হেঃ হেঃ (হাঁহে) টাপলি মৰা, হেঃ হেঃ হেঃ (হাঁহে) টাপলি মাৰোতে মাৰোতে, টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে হেঃ হেঃ হেঃ (হাঁহি হাঁহি কান্দি দিয়ে) টাপলি মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে। (কান্দি কান্দি হাঁহে) আকৌ হাঁহি হাঁহি কান্দে।)
দৰ্জী ঃ বিবি.....
বিবি ঃ কওঁক।
দৰ্জী ঃ (কান্দি) তুমি কান্দিছা?
বিবি ঃ (কান্দি) নাই কন্দা।
দৰ্জী ঃ (কান্দি ) নাই কন্দা?
বিবি ঃ নাই কন্দা-- হাঁহিছো হাঁহিছো হিঃ হিঃ হিঃ
দৰ্জী ঃ হাঁহিছা? হাঁহিছা - হেঃ হেঃ হেঃ .....(হাঁহে)
বিবি ঃ হাঁহিছো হিঃ হিঃ হিঃ ....(দুয়ো হাঁহি হাঁহি কান্দি দিয়ে।)
দৰ্জী ঃ বিবি ।
বিবি ঃ কওঁক।
দৰ্জী ঃ তোমাৰ কাম শেষ হ'ল?
বিবি ঃ নাই হোৱা, এই সূতা সোপাৰ দেখিছোঁ জট নাভাগিবই।
দৰ্জী ঃ সদায়েনো জট লাগেনে?
বিবি ঃ কি কৰিম? এটা জট এৰুৱাম আন এটা লাগিব।
দৰ্জী ঃ এইদৰে দেখিছোঁ জটৰ সংখ্যা নকমিবই!
বিবি ঃ এৰা, ক্ৰমান্বয়ে জট বাঢ়ি গৈছে।
দৰ্জী ঃ যিমানে বাঢ়িব সিমানে কামৰ লেঠা নিচিঙিব।
বিবি ঃ সূঁতা আৰু কাটিবলৈ আছে।
দৰ্জী ঃ সূঁতানো আৰু কিমান কাটিবা? আকৌ সূঁতাৰ জট লাগিব।
বিবি ঃ নাই এইবাৰ চেৰেকীৰ পৰা পোনচাতে যঁতৰত মহুৰা

ফুৰাম।

**দৰ্জী :** যঁতৰটো ঠিক আছে?

**বিবি :** ঠিক আছে।

**দৰ্জী :** তুমি অলপ হিচাপতকৈ কম কাপোৰ বোঁৱা নেকি হে?

**বিবি :** যিমান সূঁতা কাটিব পাৰিম, সিমানহে কাপোৰ ব'ব পাৰিম; তাতকৈ বেছি ক'ৰপৰা ব'ম।

**দৰ্জী :** আচলতে কি জানা?

**বিবি :** কি?

**দৰ্জী :** তুমি সূঁতা কাটি কাপোৰ বোঁৱা....

**বিবি :** আপুনি সেই কাপোৰেৰে মেচিনত চোলা চিলাই কৰে।

**দৰ্জী :** কি মজা।

**বিবি :** কি আনন্দ।

**দৰ্জী :** কি ফূৰ্তি! মানে, মানে......

**বিবি :** মানে, মই সূঁতা কাটি কাপোৰ বওঁ.........

**দৰ্জী :** সেই কাপোৰেৰে মই মেচিনত চোলা চিলাওঁ! কিন্তু সদায় জোখত ভুল লাগে।

**বিবি :** মোৰো সদায় সূতাত জঁট লাগে।

**দৰ্জী :** (দুয়ো একেলগে) তথাপিতো আমাৰ কি ফূৰ্তি! কি আনন্দ! কি মজা! হেঃ হেঃ হেঃ কি -(দুয়ো হাঁহি- হাঁহি- কান্দে।)

(যুৱকৰ প্ৰবেশ)

**যুৱক :** হাঁহি আৰু কান্দোনেই জীৱন।

জীৱন মান হাঁহা আৰু কন্দা,
আনন্দ আৰু দুঃখ,
হৰ্ষ আৰু বেদনা।
জীৱন আমি
হাঁহি- হাঁহি দুখ পাহৰোঁ,
কান্দি,কান্দি মনত শান্তনা লভো
এটা পোৱা—নোপোৱাৰ পথ
কোনটো দীঘল,
কোনটো চুটি।
ইয়াৰ যাত্ৰীৰ নামেই মানুহ।
ইয়াৰ নামেই জীৱন।

**দৰ্জী :** এৰা, ইয়াৰ নামেই জীৱন।

**যুৱক :** বাবা

**দৰ্জী :** হোঁ?

**যুৱক :** জীৱনৰ ব্যাখ্যা দি দি শেষ কৰিব নোৱাৰি। ই বৰ জটিল।

**বিবি :** বোপাই

**যুৱক :** কোৱা মা।

**বিবি :** তইতেনো জীৱনটো কিমান দেখিছ? কিমান অনুভৱ কৰিছ?

**যুৱক :** যিমান দেখিছোঁ, যিমান অনুভৱ কৰিছোঁ তাৰ পৰাই বুজিছোঁ ই বৰ জটিল।

**বিবি :** মোৰ সূতাৰ জঁটবোৰৰ দৰেই জটিল নে?

**দৰ্জী :** তুমিও আজৱ তিৰোতা বিবি, দুনীয়াত আৰু জীৱনৰ লগত ৰিজনি দিবলৈ তোমাৰ সূতাৰ জঁটৰ বাহিৰে আৰু একোৱেই নাপালানে?

**যুৱক :** বাবা, জীৱনত মানুহে কেতিয়াবা এই সূতাৰ জঁটৰ দৰেই কিছুমান জঁট ভাঙিব লগা হয়।

**বিবি :** চেহ্ জঁটবোৰ বৰ বেয়াকৈ লাগিল।

**যুৱক :** আমাৰ সংসাৰতো বহুত জঁট।

**দৰ্জী :** এৰা, সংসাৰৰ জঁটবোৰ ভাঙিব নোৱাৰা জটিল জঁট -

**বিবি :** এটা জঁট এৰুৱালে, আনটো টান হৈ লাগি ধৰে এটা নাইকিয়া হ'লে, দুটা বেছি হয়।

**যুৱক :** এই জঁটবোৰ এটা এটাকৈ পৰিপাটীকৈ এৰুৱাব পাৰিব লাগিব।

**বিবি :** জঁটতো গুচাবই লাগিব।

**দৰ্জী :** আৰু ময়ো হিচাপ শুদ্ধ কৰিব লাগিব।

**যুৱক :** শুদ্ধ জোখ এটাৰ খুউব দৰকাৰ।

**দৰ্জী :** শুদ্ধ জোখ এটা উলিয়াব নোৱাৰো কাৰণ, মানুহজনৰ শৰীৰটো বাঢ়ি গৈয়ে আছে।

**যুৱক :** মানুহজনক আৰু বাঢ়িব দিব নোৱাৰি।

**বিবি :** বোপাই—

**যুৱক :** মা?

**বিবি :** তোৰ কবিতা বিলাকেৰে তই কি কৰিবি?

**যুৱক :** মোৰ কবিতা!

মোৰ কবিতা যদি হয় দৰিদ্ৰৰ
হৃদয়ৰ প্ৰচণ্ড উত্তাপ,
মেহনতী জনতাৰ
জীৱন সংগ্ৰামৰ হাতিয়াৰ
যদি হয় কৃষকৰ
বোকাত খোচা প্ৰেৰণাৰ
নাঙলৰ আগ,
যদি হয় দাৰুনীৰ
চকচকীয়া কাঁচি।
মোৰ কবিতা,
মোৰ আইৰ
সূঁতাৰ জঁট খোলাত সহায় হওঁক;
মোৰ কবিতাই
এটা চোলাৰ
শুদ্ধ জোখ লোৱাত সহায় কৰক।
এটা চোলা

এটা নতুন চোলা
এটা ৰঙা চোলা।

বিবি ঃ মানুহজনে ৰঙা চোলা ভাল নাপায়।

যুৱক ঃ আই।
তোমাৰ সন্তানে বিচাৰিছে,
তোমাৰ মুখত এমুখ হাঁহি।
আৰু
তাৰ বাবেই আই
এটা ৰঙা চোলাৰ খুবেই প্ৰয়োজন।

বিবি ঃ বাৰু তইঁত বাপেৰে- পুতেৰে কথা পাত, মই অলপ তাঁতৰ পাতত বহোঁগৈ।

(বিবিৰ প্ৰস্থান)

দৰ্জী ঃ যোৱা যোৱা কাপোৰ অলপ বৈ লোৱাৰ দৰকাৰ, মোৰো কাপোৰৰ নাটনি হৈছে!

যুৱক ঃ কাপোৰৰ নাটনি আৰু কিমান মাৰিবা বাবা?

দৰ্জী ঃ নহ'লেতো উপায় নাই বোপাই। (বাহিৰলৈ দেখুৱাই) সৌৱা চা' মানুহজন আহিছে।

যুৱক ঃ (বাহিৰলৈ চাই) সঁচাকৈ প্ৰকাণ্ড মানুহজনৰ শৰীৰৰ অৱয়ব।

দৰ্জী ঃ (চিঞৰি) ৰ'ব, ৰ'ব তাতে ৰওঁক — ভিতৰলৈ আহিব নালাগে। — অ' অ' তাতে ৰওঁক। হাঁ? -আপোনাৰ শৰীৰটো আমাৰ ঘৰৰ দুৱাৰৰ ভিতৰেদি পাৰ নহয়। — কি ?

যুৱক ঃ (চিঞৰি) আপুনি কিয় হুলস্থূল কৰিছে?

দৰ্জী ঃ (চিঞৰি) অ' হ'ব, হ'ব মই গৈ তাতে জোখ ল'মগৈ। অ' তাতে।

যুৱক ঃ মানুহজন আহিলে দেখোন দুৱাৰ-চুৱাৰ ভাঙি যাব।

দৰ্জী ঃ চাচোন— চা' বোপাই, মানুহজনৰ শৰীৰটো কি দৰে বাঢ়ি গৈয়ে আছে।

যুৱক ঃ এৰা। অনুভৱৰ কথাতো বাদেই। কল্পনাই কৰিব নোৱাৰি।

দৰ্জী ঃ আজি যিটো জোখ ল'ম, এদিনৰ পাছত সেই জোখতকৈ মানুহজন অলপ বেছি শকত হৈ যায় আৰু লগে— লগে জোখৰ খেলি -মেলি, হিচাপৰ গণ্ডগোল।

যুৱক ঃ বাবা, প্ৰচণ্ড হেঁচা দি মানুহজন শকত হৈ অহাটো বন্ধ কৰি দিওঁ।

দৰ্জী ঃ পৰা জানো হ'ব?

যুৱক ঃ চেষ্টা কৰিলে, হাৰি নগ'লে নিশ্চয় পৰা হ'ব।

দৰ্জী ঃ নহ'লে আৰু উপায় নাই। সৌৱা চাচোন ৰচীত আঁৰি থোৱা চোলাটো, মই সেইটো কিমান মস্ত কৈ চিলাইছো; তথাপিতো মানুহজনৰ গাত চোলাটো নাখায়, সৰু হয়।

যুৱক ঃ চোলাটো বৰ ডাঙৰ হৈছে, আমি বহুত মানুহ তাৰ ভিতৰত সোমাই যাম।

যুৱক ঃ আৰু কিমান ডাঙৰ কৰিব লাগে তাৰ কি ঠিক? মানুহজনটো শকত হৈয়ে আছে। কোনোবাই পাম্প দি যেন ৰবৰৰ পুতলা এটাহে ফুলাইছে। তই ৰ' মই মানুহজনৰ জোখ এটা লৈ আহোঁ।

যুৱক ঃ প্ৰচণ্ড হেঁচা দি ধৰিবা। এটা শুদ্ধ জোখ লাগিবই। এটা চোলা ঠিক জোখত পিন্ধাবই লাগিব। নহ'লে মানুহজন আৰু শকত হৈ যাব আৰু বাঢ়ি যাব।

দৰ্জী ঃ আৰু যিমানেই বাঢ়িব সিমানেই বিপদ!

(দৰ্জীৰ প্ৰস্থান)

যুৱক ঃ কি দাৰুণ দৃশ্য!
সি অক্লেশ বাঢ়িয়েই আছে।
যিমানেই বাঢ়িব
সিমানেই বিপদ,
কি ভয়ঙ্কৰ তাৰ মূৰ্তি।
জিঘাংসা তাৰ প্ৰকৃতি,
নিদান আঁতৰাবৰ বাবে
আমি অপ্ৰমত্ত হ'বৰ হ'ল
আৰু
আৰু তাৰ বাবে
এটা জোখৰ চোলা লাগে।
এটা শুদ্ধ জোখ,
এটা শুদ্ধ হিচাপ,
এটা নতুন চোলা।
এটা ৰঙা চোলা।
(চিঞৰি) ধৰা, ধৰা হেঁচা দি ধৰা। ৰ'বা মই গৈছো বাবা, তোমাৰ সহায় হওঁ।
(যুৱক বাহিৰলৈ যাব ধৰে, এনেতে যুৱকৰ সন্মুখেদি এজন গ্ৰাহক আহি আগভেটা দি ধৰে)

গ্ৰাহক ঃ ক'লৈ যোৱা?

যুৱক ঃ বাবাৰ ওচৰলৈ।

গ্ৰাহক ঃ কিয় যোৱা?

যুৱক ঃ বাবাৰ সহায় হ'বলৈ।

গ্ৰাহক ঃ তুমি দৰ্জীৰ সহায় হ'ব নোৱাৰা ।

যুৱক ঃ মানে?

গ্ৰাহক ঃ মানে চানে পিছত হ'ব। আগতে মই কিয় আহিছোঁ তাক সোধা।

যুৱক ঃ এজন গ্ৰাহক কিয় আহে তাক আকৌ সুধিব লাগেনে?

গ্ৰাহক ঃ এইদৰে মোৰ লগত সদায় ল'ৰা-ধেমালি কিন্তু ভাল নহ'ব।

যুৱক ঃ ক'তা আমিতো আপোনাৰ লগত ল'ৰা ধেমালি কৰা নাই।

গ্ৰাহক ঃ নাই কৰা বুলিলেই হ'লনে? দস্তৰমত কৰিছা সদায় কৰিছা।

যুৱক ঃ কি কৰিছোঁ?

গ্ৰাহক ঃ ধেমালি কৰিছা। খেলা কৰিছা। খেলা।

(দৰ্জী পৰিয়ালৰ স'তে গ্ৰাহকৰ যেন এখন খেলা হৈ আছে। ৰচী টনাটনি খেলা। এই খেলত যেন দৰ্জী পৰিয়াল বাৰে বাৰে বাৰে। হাৰে হাৰিলে গ্ৰাহক কেতিয়াবা আধা খেলাতে খেল বন্ধ কৰি দিয়ে)

গ্ৰাহক ঃ মোৰ চোলা সময়তে চিলাই দিব পৰা নাই।

যুৱক ঃ কামৰ হেঁচাত সময়মতে চিলাই দিব পৰা নাই, সময় উলিয়াব পাৰিলেই চিলাই দিব।

গ্ৰাহক ঃ সময় মানে? সদায় চোলা নিবলৈ আহোঁ, সদায় একেই কথা। আহি দেখো তোমাৰ বাবাৰে সেই দিনে-দিনে শকত হৈ বাঢ়ি যোৱা মানুহজনক লৈয়ে ব্যস্ত থাকে। আমাক যেন নুসুধিবই।

যুৱক ঃ শকত হৈ অহা মানুহজনৰ কবলত অকল আমিয়েই পৰা নাই আৰু বহুত পৰিছে।

গ্ৰাহক ঃ আমি কিন্তু পৰা নাই।

যুৱক ঃ পৰিছে, আপোনালোকো পৰিছে। কিন্তু আপোনালোকে অনুভব কৰিব নোৱাৰে। কাৰণ আপোনালোক ধনৱন্ত লোক। গৰীব নিঃকিনবিলাকেহে ইয়াৰ কবলত পৰি হাৰাশাস্তি হৈছে।

গ্ৰাহক ঃ মই ভাষণ শুনিবলৈ অহা নাই। মোক, মোৰ কাম লাগে।

যুৱক ঃ ক'লো নহয়, চিলোৱা শেষ হ'লেই আপুনি আপোনাৰ চোলা লৈ যাব।

গ্ৰাহক ঃ কিন্তু চোলা চিলাই শেষ হোৱাৰ কোনো লক্ষণ দেখা নাই।

যুৱক ঃ তেতিয়া হ'লে আপুনি কি ভাবে ভাবি থাকক, মই বাবাক সহায় কৰোঁগে।

গ্ৰাহক ঃ এই কথাই কথা নহয়। মই আহিলে বাবাৰটো নাথাকেই এতিয়া তুমিও মোৰ ওচৰৰ পৰা পলাব বিচাৰিছা।

যুৱক ঃ নপলাও মই
কোনো দিনেই নপলাও।
তেনে মনোবৃত্তিও মোৰ নাই।
পূব আকাশত উদয় হোৱা জীৱন সুৰুযত
বাস্তৱৰ কৰাল মেঘৰ
আন্ধাৰ দেখোঁ,
আন্ধাৰে আবৰি ধৰা বিপৰ্যয়কো
মই হেলাৰঙে অতিক্ৰম কৰোঁ।
আন্ধাৰ আৰু পোহৰৰ
সন্ধিক্ষণত কেৱল মই
পোহৰৰ বাবেই সংগ্ৰাম কৰিছোঁ।
কাহানিও বাস্তৱৰ কঠোৰতাক
কৰা নাই ভয়
জীৱন গ'লেও যায়,
তথাপিতো—
পুবাৰ ৰঙীণ আভাৰে
শেষ কৰিম
এটা চোলা চিলায়।
এটা নতুন চোলা।
এটা ৰঙা চোলা।

গ্ৰাহক ঃ ৰঙা চোলা মোক নালাগে।

যুৱক ঃ জানো, আপোনালোকৰ শ্ৰেণীৰ মানুহবিলাকে ৰঙা চোলাক খুউব ভয় কৰে।

গ্ৰাহক ঃ মনত ৰাখিবা, মই ইয়ালৈ কবিতা শুনিবলৈ অহা নাই, কবিতা গালেই মোৰ চোলা হৈ নাযায়।

যুৱক ঃ মইতো কোৱা নাই।

গ্ৰাহক ঃ বে-লায়ক কৰ'বাৰ।

যুৱক ঃ কি লায়কৰ কাম নকৰা দেখিলেহে?

গ্ৰাহক ঃ কি কৰিছা হে?

যুৱক ঃ কি কৰা নাই।

গ্ৰাহক ঃ কবিতাৰ বাহিৰে কি কৰিব জান?

যুৱক ঃ মজুৰি কৰিব জানো, মেহনতী কৰিব জানো, বাবা এজন দৰ্জী, মেহনতী কৰে; মায়ে সূঁতা কাটি তাঁতত কাপোৰ বয়, মেহনতী কৰে। মই দিন মজুৰি কৰোঁ।

গ্ৰাহক ঃ কবিৰ মুখত দিন মজুৰিৰ কথা নুশুৱাই।

যুৱক ঃ কবি মই স্বভাৱজাত,
কবিতা প্ৰতিভা মোৰ জন্মগত,
আৰু দিন মজুৰি হ'ল
মোৰ জীৱন সংগ্ৰাম।
কবিতা লিখোঁ
সৃষ্টিৰ আবেগত,
মজুৰি কৰোঁ
পেটৰ তাড়নাত.....

গ্ৰাহক ঃ বন্ধ কৰা তোমাৰ কবিতা। ক'লো নহয় এইবোৰৰ পৰা আৰু উপায় নাই। শুনা মই যাওঁ, অলপ পাছত আকৌ আহিম। মই মোৰ চোলা পাব লাগিব, বাবাৰাক কৈ দিবা।

যুৱক ঃ আপুনি নিজেই কৈ যাওঁক।

**গ্ৰাহক :** নাই, সেই শকত হৈ যোৱা মানুহজনৰ ওচৰলৈ মই যাব নোৱাৰোঁ।

**যুৱক :** ভয় কৰে।

**গ্ৰাহক :** ভয় মানে! তোমাৰ এইবোৰ কথাৰ কি দৰকাৰ?

**যুৱক :** জানো, আপোনালোকে সেই শকত হোৱা মানুহজনৰ ওচৰলৈ যাবলৈ ভীষণ ভয় কৰে।

**গ্ৰাহক :** সেয়া মোৰ ব্যক্তিগত কথা, মাত্ৰ মোৰ কথা তুমি মনত ৰাখিবা, মই আহিলোঁ।

(গ্ৰাহকৰ প্ৰস্থান। ক্ষন্তেকৰ পাছত বিবিৰ প্ৰৱেশ)

বিবি : সেই গ্ৰাহকজন আকৌ আহিছিল?

যুৱক : আকৌ আহিব।

বিবি : মানুহবোৰে বৰ দিগ্‌দাৰ দিয়ে।

যুৱক : সময়মতে নিজৰ বস্তু নাপালে দিগদাৰ দিবই।

বিবি : বাবাৰে দিনে-দিনে শকত হৈ অহা সেই মানুহজনৰ কবলৰ পৰা ৰক্ষা পোৱাৰ কথাই চিন্তা কৰিব নে গ্ৰাহকৰ কথাই চিন্তা কৰিব? চাচোন চা বাবাৰলৈ চা, কিদৰে অৱস্থা নাইকিয়া হৈ গৈছে।

যুৱক : আমাৰ অৱহেলা, আমাৰ দুৰ্বলতা, আমাৰ অদূৰদৰ্শীতাৰ বাবে সেইজন দিনে দিনে শকত হ'বলৈ সুবিধা পাইছে।

বিবি : খোদাইহে জানে আৰু সেইজনৰ পৰা মুক্তি কেতিয়া পাম!

যুৱক : আমাৰ ভুলৰ বাবে সেইজন শকত হ'বলৈ সুবিধা পাইছে।

বিবি : কি ভুলৰ বাবে?

যুৱক : আমি অদৃষ্টবাদী মা, আমি বাস্তৱবাদী হ'বলৈ এতিয়াও শিকা নাই। আমাৰ কিবা বিপদ হ'লেই আমি খোদাৰ দোহাই দি নিশ্চিন্ত মনে বহি থাকোঁ। কিন্তু তাৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় চিন্তা নকৰোঁ।

বিবি : তাৰ বাহিৰেনো অন্য কথা আৰু কি চিন্তা কৰিবি?

(দৰ্জীৰ প্ৰৱেশ)

**দৰ্জী :** হে! পৰৱৰ দিগাৰ তুমি ৰহমত দিওঁতা।

বিবি : কি হ'ল?

**দৰ্জী :** হেৰা, সেইটো মানুহ নহয় হে কিবা চয়তান যেনহে পাওঁ। আও কিদৰে শকত হ'ব ধৰিছে।

যুৱক : বাবা, ৰুধিব নোৱাৰিলে আৰু শকত হ'ব। কিবা এটা উপায় কৰিবই লাগিব।

**দৰ্জী :** উপায় আমাৰ নিচিনা ক্ষুদ্ৰ বান্দাৰ হাতত নাই, খোদাতাল্লাৰ ওচৰত।

**যুৱক :** খোদাতাল্লাই কি কৰিব, আমাৰ মানুহে কিবা এটা নকৰিলে।

**(যুৱকৰ প্ৰস্থান)**

**বিবি :** মানুহজন শকত হৈয়ে আছে।

**দৰ্জী :** ওঁ হৈয়ে আছে আৰু হ'ব। হে' ৰহমতৰ দৰিয়! তুমি আমাক ত্ৰাণ কৰাহে কৰা।

**বিবি :** গ্ৰাহকজন আহিছিল।

**দৰ্জী :** আৰু বহুত গ্ৰাহক আহিবলৈ আছে।

**বিবি :** গ্ৰাহকক যে সময়মতে চোলা চিলাই দিব পৰা নাই।

**দৰ্জী :** এই শকত মানুহজনৰ লগত লাগি থাকোঁতে আৰু বহুত গ্ৰাহকৰ চোলা নিচিলোৱাকৈ পৰি আছে। (অলপ ৰয়) বিবি, কাপোৰ কিমান বোৱা হ'ল?

**বিবি :** যিখিনি সূতা কটা আছিল গোটেইখিনি শেষ কৰি দিলো, আৰু সূতা কাটিব লাগিব।

**দৰ্জী :** আৰু সূতা কটাই ভাল।

**বিবি :** কাটিম।

**দৰ্জী :** কাপোৰখন ডাঙৰ হৈছেনে?

**বিবি :** হৈছে বহুত ডাঙৰ হৈছে,

**দৰ্জী :** জোৰা লগালে শকত হোৱা মানুহজনৰ গাত হ'বনে?

বিবি : হ'ব পাৰে।

**দৰ্জী :** হে খোদা, এইবাৰ চোলাটো যেন সৰু নহয়

বিবি : কাপোৰখন জোৰা লগালে চোলাটো বৰ আচৰিত ভাবে মস্ত হ'ব।

**দৰ্জী :** মস্ত হ'বই।

বিবি : অদ্ভুত দেখাব।

**দৰ্জী :** দেখাবই।

বিবি : কাপোৰ বৈ-বৈ আমনি লাগিছে।

**দৰ্জী :** চোলাটো চিলাই-চিলাই মোৰো আমনি লাগিছে।

বিবি : আমি বাৰু সেই শকত হৈ অহা মানুহজনৰ পৰা আঁতৰি থাকিব নোৱাৰোনে?

**দৰ্জী :** নোৱাৰো।

বিবি : কিয়?

**দৰ্জী :** আমি প্ৰতি মুহূৰ্ততে সেই শকত হৈ অহা মানুহজনৰ কবলৰ ফালে চাপি চাপি গৈয়ে আছোঁ।

বিবি : উদ্ধাৰ হোৱাৰ উপায় নাই?

**দৰ্জী :** উপাই দেখোন মনলৈ নাহে।

বিবি : কিন্তু অসহ্য লাগিছে, অধৈৰ্য হৈ পৰিছোঁ।

**দৰ্জী :** ধৈৰ্য ধৰা, আমাৰ নিচিনা গৰীৱ মানুহে এইবোৰ তাড়না সহ্য কৰিবই লাগিব।

**বিবি :** সেই মানুহজনৰ বাবে কাপোৰ বওঁতে বওঁতে আনৰ চোলাৰ বাবে কাপোৰ ব'বলৈ সময়েই নোপোৱা হৈছোঁ।

**দৰ্জী :** চাবা জিন্দেগী আনৰ বওঁতেই গ'ল, নিজৰ বুলিবলৈ কাপোৰ এখন একা?

**বিবি :** নিজৰ কাপোৰ?

**দৰ্জী :** নিজৰ গাৰ কাপোৰখনৰ অৱস্থা চাইছানে নাই?

**বিবি :** এৰা! লোকৰ কাপোৰ বওঁতেই জিন্দেগী গ'ল, অথচ

নিজৰ ভাল কাপোৰ এখন বৈ ল'ব পৰা নাই আৰু বোৱা নহ'ব হিঃ হিঃ হিঃ..... (হাঁহে)

দৰ্জী : তোমাৰ গাৰ কাপোৰখন ফটা, টাপলি মৰা হেঃ হেঃ হেঃ....(হাঁহে)

বিবি : টাপলি মাৰোঁতে -মাৰোঁতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে হি ঃ হিঃ হিঃ.....(হাঁহে)

বিবি : (দুয়ো একেলগে ) আনৰ কাপোৰ বওঁতেই জিন্দেগী গ'ল, অথচ আজিলৈকে নিজৰ গাৰ ভাল কাপোৰ এখন বোৱা নহ'ল; নিজৰ গাৰ কাপোৰখন ফাটি উৰলি গৈছে দেখিলেই হাঁহি উঠে হেঃ হেঃ হেঃ (হাঁহে), নিজৰ কাপোৰখন ফটা হেঃ হে হেঃ (হাঁহি, হাঁহি কান্দি দিয়ে) টাপলি মৰা হেঃ হেঃ হেঃ (হাঁহে) টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে (কান্দি কান্দি হাঁহে আকৌ হাঁহি, হাঁহি কান্দে।)

বিবি : শুনক।

দৰ্জী : কোৱা।

বিবি : আপুনি কান্দিছে?

দৰ্জী : (কান্দি) নাই কন্দা।

দৰ্জী : নাই কন্দা —হাঁহিছো, হাঁহিছো হেঃ হেঃ হেঃ ( হাঁহে)

বিবি : হাঁহিছে? হাঁহিছে হিঃ হিঃ হিঃ (দুয়ো হাঁহি, হাঁহি কান্দে)

দৰ্জী : বিবি-

বিবি : হুঁ?

দৰ্জী : আচলতে কি জানা?

বিবি : কি?

দৰ্জী : তুমি সূতা কাটি কাপোৰ বোৱা ....

বিবি : আপুনি সেই কাপোৰেৰে মেচিনত চোলা চিলাই কৰে।

দৰ্জী : কি মজা.....

বিবি : কি আনন্দ....

দৰ্জী : কি ফূৰ্তি ? মানে মানে?....

বিবি : মানে, মানে মই সূতা কাটি কাপোৰ বওঁ আৰু .

দৰ্জী : সেই কাপোৰেৰে মই মেচিনত চোলা চিলাওঁ। কিন্তু সদায়ে জোখত ভুল লাগে।

বিবি : মোৰো সূতাত সদায় জট লাগে..... .

দৰ্জী : (দুয়ো একেলগে) তথাপিতো আমাৰ কি আনন্দ, কি

বিবি ফূৰ্তি, কি মজা হেঃ হেঃ হেঃ (হাঁহি, হাঁহি দুয়ো কান্দে)

দৰ্জী : মানুহজন ৰৈয়ে আছে বিবি....

বিবি : দেখিছোঁ।

দৰ্জী : তুমি বৈ থৈ অহা কাপোৰখন জোৰা লগাই আগৰ চোলাটো ডাঙৰ কৰিব লগা হ'ল।

বিবি : এতিয়া আকৌ মানুহজনৰ জোখ ল'লে জানো।

দৰ্জী : ল'লো।

বিবি : ঠিক দৰে লৈছেতো?

দৰ্জী : লৈছোঁ।

বিবি : এইবাৰ ঠিক হিচাপমতে চোলাটো চিলাব।

দৰ্জী : হিচাপ মতেইতো চিলোৱা হয়। তথাপিতো চব খেলি - মেলি। কাপোৰ নাটেগৈ। মানুহজন শকত হৈ গৈছে আছে। বাৰু হেৰি নহয় তুমি কিমান মিটাৰ কাপোৰ বৈ উলিয়ালা?

বিবি : জানো ক'ব নোৱাৰো, যিমান পাৰো বৈছোঁ।

দৰ্জী : তথাপিতো এটা হিচাপ ৰাখিব লাগে।

বিবি : আমি হিচাপ জনা হ'লে কথাই নাছিল।

দৰ্জী : সেইবাবেইতো কৈ থাকোঁ বিবি, সৰু ঘৰৰ নেওঁতাখন মুখস্থ কৰি লোৱা।

বিবি : এই বয়সত আৰু নেওঁতা মুখস্থ কৰিব নোৱাৰি।

দৰ্জী : কিয়, কিয় নোৱাৰি?

বিবি : লাজ লাগে।

দৰ্জী : আহ, লাজৰ কি কথা আছে? আমি নিজৰ খাই নিজে কিবা এটা কৰিছোঁ।

বিবি : হ'লেও বয়সৰ কথা এটা আছে নহয়।

দৰ্জী : বয়সৰ কি কথাহে? মনৰ কথা, শৰীৰৰ কথা, স্বাস্থ্যৰ কথা।

বিবি : হ'ল, হ'ল মনে-মনে থাকক, মানুহে শুনিলে কি ক'ব?

দৰ্জী : মানুহে? মানুহেতো বহুত কিবাকিবি কয়, মানুহৰ কথাততো লাগি থাকিলে আমাৰ কাম হাচিল নহয়।

বিবি : নিশ্চয় নহয়।

দৰ্জী : মোৰ হিচাপৰ খেলি-মেলি মানুহে আহি ভাঙি নিদিলে।

বিবি : নিদিয়ে।

দৰ্জীঃ সেইবাবে, সেইবাবেই তুমি হিচাপ কৰিবলৈ জানিব লাগিব, তুমি সৰু ঘৰৰ নেওঁতা মুখস্থ কৰা।

বিবি : নাই, নাই মই নোৱাৰোঁ।

দৰ্জী : নহয়, নহয় এইবাৰ তোমাক মই নেৰোঁ, তুমি শিকিবই লাগিব।

বিবি : ঘৰত ডেকা ল'ৰা আছে, এইবোৰ নেওঁতা মুখস্থ কৰা দেখিলে বাৰু লাজ নালাগিবনে?

দৰ্জী : এই সময়ত সি নাহে।

বিবি : আন কোনোবা আহিব।

দৰ্জী : নাই, নাই কোনো নাই, তুমি মুঠতে নেওঁতা মুখস্থ কৰিবলৈ প্ৰস্তুত হোৱা।

বিবি : আপোনাৰ পৰা নোৱাৰি আৰু। এই বুঢ়া বয়সতো লাজ-মান কাটি কৰিব লাগিব।

দৰ্জী : অ' অ' বেগেতে, বেগেতে...

বিবি : ৰ'ব মোৰ এই চাদৰখন ফাটি আছে, বেজীৰে সী থাকোঁ;

সিফালে নেওঁতাও মুখস্থ কৰি থাকিম। আমি ভিতৰত কি কৰিছোঁ মানুহে গম নাপাব। নহ'লে মোৰ লাজ লাগে।
দৰ্জী ঃ বেগেতে কৰা।
বিবি ঃ ৰ'ব বেজীটো বিচাৰিবলৈ দিয়ক।
দৰ্জী ঃ সৌৱা বেৰত বেজীটো! অ' সেইটো । অ' বেগেতে...
বিবি ঃ ৰ'বচোন বেজীত সূতা সোমোৱাব দিয়ক।
দৰ্জী ঃ অ' অলপ সোনকালে কৰা। হ'লনে? সোমোৱা হ'লনে? অ' অ' অ'
বিবি ঃ হ'ল।
দৰ্জী ঃ অ' বেগেতে, বেগেতে। ওঁ কোৱা এক -
বিবি ঃ এক।
দৰ্জী ঃ দুই -
বিবি ঃ দুই।
দৰ্জী ঃ তিনি-
বিবি ঃ তিনি।
দৰ্জী ঃ ওঁ, ও নিজেই কোৱা।
বিবি ঃ এক, - নাই পাই লাজ লাগিছে।
দৰ্জী ঃ আহ কিহৰ লাজ, কোৱা কোৱা এক-
বিবি ঃ হ'ব, হ'ব আৰু নালাগে।
দৰ্জী ঃ কোৱা, কোৱা বিবি, এক--
বিবি ঃ (চিএঞৰি) এক - (নিজৰ মাতত নিজে ভয় খায়)
দৰ্জী ঃ আহ! ইমান চিএঞৰি নহয় লাহে - লাহে-
বিবি ঃ হ'ব পাই।
দৰ্জী ঃ আহ বিবি, কোৱা এক-
বিবি ঃ এক।
দৰ্জী ঃ দুই-
বিবি ঃ দুই।
দৰ্জী ঃ তিনি-
বিবি ঃ তিনি।
দৰ্জী ঃ চাৰি-
বিবি ঃ চাৰি।
দৰ্জী ঃ ওঁ, ওঁ হৈছে, হৈছে, কোৱা- এবাৰ নিজেই কোৱা-
বিবি ঃ এক,
দৰ্জী ঃ ও এক।
বিবি ঃ দুই,
দৰ্জী ঃ অ' দুই-দুই
বিবি ঃ তিনি,
দৰ্জী ঃ তিনি।
বিবি ঃ চাৰি,
দৰ্জী ঃ চাৰি। অ' কোৱা তাৰ পাছত, তাৰ পাছত---
বিবি ঃ পাঁচ,
দৰ্জী ঃ (প্ৰায় চিএঞৰি) পাঁচ।
বিবি ঃ আহ। (চিএঞৰি)
দৰ্জী ঃ (ফোপাই - ফোপাই) কি হ'ল?
বিবি ঃ বেজীৰে আঙুলিত খোচ খালো। ইচ তেজ ওলাই গৈছে।
দৰ্জী ঃ চেহ, তুমি বৰ অসাৱধানহে।
বিবি ঃ বৰ বেয়া কথা হ'ল।
দৰ্জী ঃ একো নাই, বহুদিন বেজীৰে কাম কৰা নাইতো।
বিবি ঃ যাওঁ পাই লাজ লাগিছে।

(বিবিৰ প্ৰস্থান। কিছু সময় দৰ্জীয়ে খুউব ঘন- ঘনকৈ শ্বাস প্ৰশ্বাস লয়)

দৰ্জী ঃ হিচাপটো কি আছিল? কি আছিল? পাহৰি গৈছোঁ। ও...ও....

(মনত পেলাই দৰ্জীয়ে মুখৰ ভিতৰতে কিবা হিচাপ কৰিবলৈ ধৰে। প্ৰায় উধাতু খোৱাৰ, ভয়ে -ভয়ে তৰুণীৰ প্ৰৱেশ । দৰ্জীয়ে তৰুণীক নেদেখে। তৰুণীয়ে দৰ্জীক দেখি মাত লগায়।)

তৰুণী ঃ শুনক--
দৰ্জী ঃ আহ ঃ মাজতে মাত- (তৰুণী দেখি) অ' আপুনি!
তৰুণী ঃ আপুনি নহয়, তুমি কওঁক।
দৰ্জী ঃ তুমি? হো- ও ঠিক আছে, তুমি হোঁ। তোমাক চিনি পোৱা নাই।
তৰুণী ঃ নাপাবই।
দৰ্জী ঃ মানে তোমাক, আগতে মোৰ ইয়ালৈ অহা মনত নপৰে।
তৰুণী ঃ আজি মই প্ৰথম আহিছোঁ।
দৰ্জী ঃ অ' পিছে তোমাৰ পৰিচয়?
তৰুণী ঃ মই এজনী তৰুণী, বচ্ মোৰ পৰিচয় ইমানেই।
দৰ্জী ঃ তৰুণী বুলি গ'ম পাইছো, কিন্তু....
তৰুণী ঃ ধৰক, আপোনাৰ এজনী ছোৱালী।
দৰ্জী ঃ মোৰ ছোৱালী? মোৰ ছোৱালী! অবশ্যে মোৰ ছোৱালী নাই। এটা ল'ৰাহে আছে। ও, ঠিক আছে তুমি মোৰেই ছোৱালী বাৰু।
তৰুণী ঃ মই আপোনাৰ ওচৰলৈ এটা কামৰ বাবে আহিছোঁ।
দৰ্জী ঃ অ' বুজিছো, কাম নহ'লেতো এনেই নাহা।
তৰুণী ঃ আপুনি জানো এজন দৰ্জী নহয়?
দৰ্জী ঃ ও, হয়।
তৰুণী ঃ মোৰ বস্ত্ৰ এটা চিলাই দিব লাগে।
দৰ্জী ঃ মোৰ ব্যৱসায়েই হ'ল দৰ্জী, মই চিলাবৰ বাবেই আছোঁ। অন্ততঃ চিলোৱাৰ কামত মই পিছ নোহোহোঁকো।
তৰুণী ঃ মোক এটা চোলা চিলাই দিব লাগে।
দৰ্জী ঃ চোলা? অ' - ঠিক আছে, কাৰ বাবে?
তৰুণী ঃ মোৰ বাবে?

**দৰ্জী :** নিজৰ বাবে?

**তৰুণী :** অ' মোৰ বাবে।

**দৰ্জী :** তুমি কি আজব বান্দাহে? মোৰ লগততো ল'ৰা- ধেমালি কৰিবলৈ অহা নাই।

**তৰুণী :** ধেমালি কৰিবলৈ অহা নাই? মোক এটা চোলা লাগে।

**দৰ্জী :** খোদাৰ কচম। মোৰ ইয়ালৈ কোনো ছোৱালী আজিলৈকে চোলা বিচাৰি অহা নাই।

**তৰুণী :** মোক লাগে। এটা চোলা লাগে।

**দৰ্জী :** অ' আন ছোৱালীয়ে চিলাবলৈ দিয়াৰ দৰে চেমিজ, ব্লাউজ, ফ্ৰক, চোলোবাৰ কুৰ্তা, ঘাগ্ৰা কি লাগে কোৱা; মই সেইবোৰ চিলোৱাত ওস্তাদ। এই চহৰত দৰ্জী হিচাপে মোৰ নাম আছে বুজিছা?

**তৰুণী :** জানোঁ, আৰু সেই বাবেই আপোনাৰ ওচৰলৈ আহিছোঁ। মোক এটা চোলা চিলাই দিব লাগে।

**দৰ্জী :** তৌবা। তৌবা। হে খোদা। সকলো জহন্নামে গ'ল। ছোৱালীয়ে চোলা পিন্ধে? আইটি, বৰ বেয়া কথা, হ'ল বুলিয়েই ছোৱালীয়ে চোলা-পেন্ট পিন্ধিব নাপায়।

**তৰুণী :** মই এজনী অনাথ ছোৱালী।

**দৰ্জী :** অ' তুমি বে-ওৱাৰিছ ছোৱালী।

**তৰুণী :** হয়, মই শ্লীলতা হানিৰ ভয়ত পলাই ফুৰা এজনী অনাথিনী। যি সকল দৌলতবান লোকে মোক ওৱাৰিচ হিচাপে, মোক ডাঙৰ দীঘল কৰিলে, সেই সকলেই মোৰ যৌৱনক বজাৰৰ পণ্য দ্ৰব্যৰ দৰে বেচিবলৈ বিচাৰিছিল।

**দৰ্জী :** তৌবা, তৌবা জহন্নামে যা- লেকিন, হে খোদা সিহঁতক মৌত নিদিয়া কিয়?

**তৰুণী :** অকল সেয়ে নহয়, মোৰ পিতৃতুল্য সেই সকলে মোক

লৈ অকল ব্যৱসায়ে কৰিবলৈ বিচৰা নাছিল। সিহঁতে সিহঁতে মোক ভোগৰ সামগ্ৰী হিচাপে বিচাৰিছিল। মোক, মোক সিহঁতে .....নাই, নাই সেই অশ্লীলতাৰ বৰ্ণনা মই দিব নোৱাৰো ... ..

**দৰ্জী :** আস্তাগ— ফিৰ উল্লা, আস্তাগ — ফিৰ উল্লা, হ'ব হ'ব মাজনী; তুমি আৰু মোক বুজাই ক'ব নালাগে। মই সেই বেঃহায়া , চয়তান বোৰক

**তৰুণী :** চোলাটো মোক শৰীৰৰ বাবে নহয়।

**দৰ্জী :** তেতিয়াহ'লে?

**তৰুণী :** মোৰ অন্তৰখনৰ বাবে।

**দৰ্জী :** অন্তৰ। দিল। দিলৰ বাবে?

**তৰুণী :** মোৰ অন্তৰখনক আজিলৈকে কোনেও বুজিবলৈ চেষ্টা নকৰিলে। আপুনিতো এজন নাম কৰা দৰ্জী। মই আপোনাৰ কাষলৈ দৌৰি আহিছোঁ। মোৰ অন্তৰখনৰ বুজ লৈ, এটা প্ৰকৃত জোখ লওঁক আৰু সেই জোখত এটা চোলা বনাই দিয়ক; মোৰ অন্তৰখনৰ আৱৰণৰ বাবে।

**দৰ্জী :** নাই, নাই তুমি আকৌ মোক বিপদত নেপেলাবা। মই আৰু এনেকুৱা চোলা চিলাব নোৱাৰোঁ।

**তৰুণী :** আপুনি মোক বুজিবলৈ চেষ্টা কৰক।

**দৰ্জী :** কোনোপধ্যেই মই নোৱাৰিম। সৌ শকত হৈ অহা মানুহজনৰ চোলাটো চিলাবলৈ লৈ মই বিপদত পৰিছোৱেই; আকৌ তোমাৰ অন্তৰৰ চোলা চিলাবলৈ ল'লে আৰু বিপদত পৰিম।

**তৰুণী :** মই মনেই কৰা নাছিলোঁ। মানুহজন বৰ প্ৰকাণ্ড, শকত হৈয়ে আছে।

**দৰ্জী :** তাৰ কবলৰ পৰা মই ৰক্ষা পোৱা নাই, অকল ময়েই নহয়; মেহনতী কৰা মোৰ বিবিয়েও ৰক্ষা পোৱা নাই, নিবনুৱা হ'লেও মজুৰি কৰি খাই থকা মোৰ পুত্ৰইও তাৰ কবলৰ পৰা ৰক্ষা পোৱা নাই আৰু....

**তৰুণী :** আৰু ময়ো সিহঁতৰ দৰে কিছুমানৰ পৰা ৰক্ষা পোৱা নাই।

**দৰ্জী :** দিনে- দিনে সিহঁতে আমাৰ অস্তিত্ব শেষ কৰি দিছে।

**তৰুণী :** সেইবাবেই মোক এটা চোলা লাগে, যাতে সিহঁতে মোৰ অন্তৰখন স্পৰ্শ কৰিব নোৱাৰে।

**দৰ্জী :** মোক আৰু নধৰিবা। অ' সৌৱা আকৌ আগৰ গ্ৰাহকজন আহিছে। তেওঁ দেখিলে আকৌ মোক দিগ্দাৰ দিব। মই যাওঁ ভিতৰত চোলাটোকে চিলাওঁগৈ..

**তৰুণী :** আৰু মই?

**দৰ্জী :** তুমি ইয়াতে ৰ'বা, মই বিবিক পঠাই দিওঁগৈ কথা পাতিবা। (দৰ্জীৰ প্ৰস্থান। ঘৰখনলৈ যেন এজাক ধুমুহা আহিল। তৰুণীৰ কি কৰোঁ, কি নকৰোঁ অৱস্থা হয়। ক্ষন্তেকৰ পাছত গ্ৰাহকৰ প্ৰবেশ।)

**গ্ৰাহক :** পলাল, আকৌ পলাল।

**তৰুণী :** পলোৱা নাই। ভিতৰলৈ চোলা চিলাবলৈ গৈছে।

**গ্ৰাহক :** সেয়া অচিলা; এইবোৰৰ কাণ্ডজ্ঞান নাই, দায়িত্ব জ্ঞান বোলা কথা এটা নাজানে?

**তৰুণী :** এইবিলাক আছে বাবেই ভিতৰলৈ চোলা চিলাবলৈ গৈছে।

**গ্ৰাহক :** তুমি মাজত বাম উকিল ক'ৰ পৰা আহিলা? তোমাক আমাৰ মাজলৈ মাতি অনা নাই।

**তৰুণী :** মই নিজেই আহিছোঁ।

**গ্ৰাহক :** কিয় আহিছা?

**তৰুণী :** মইও চোলা এটা চিলাই নিবৰ বাবে আহিছোঁ।

**গ্ৰাহক :** অ' তাৰমানে তুমিও মোৰ দৰে এজন গ্ৰাহক?

**তৰুণী :** হয়।

**গ্ৰাহক :** মই ভাবিছিলো তুমি এই ঘৰৰে ছোৱালী।

**তৰুণী :** মই আহিছোঁ মোৰ অন্তৰখনৰ বাবে চোলা চিলোৱাবলৈ।

**গ্ৰাহক :** অন্তৰখনৰ চোলা?

**তৰুণী :** অ' মোৰ অন্তৰৰ আৱৰণৰ বাবে। মোৰ অন্তৰ খনক কোনেও নুবুজে, মোৰ অন্তৰৰ এটা জোখ লাগে।

**গ্ৰাহক :** তেতিয়াহ'লে মই তোমাৰ অন্তৰখনৰ কথা বুজিব পাৰিম।

**তৰুণী :** কি?

**গ্ৰাহক :** ইয়ালৈ আহিলো যেতিয়া যিকোনো এটা সুবিধা আদায় কৰাই ভাল। তুমি আছা যেতিয়া সেই সুবিধা তোমাৰ পৰাই আদায় কৰোঁ।

**তৰুণী :** মানে আপুনি কি ক'ব বিচাৰিছে?

**গ্ৰাহক :** মানে তোমাৰ অন্তৰখনৰ এটা জোখ ল'ব বিচাৰিলেও আহা তোমাৰ অন্তৰৰ জোখত মই এটা চোলা চিলাই দিম।

**তৰুণী :** অভদ্ৰামী কৰিবলৈ আহিছে! মোক কি বুলি ভাবিছে?

**গ্ৰাহক :** ওহো, সামান্য এজনী ছোৱালীৰ মুখত ইমান ডাঙৰ কথাই শোভা নিদিয়ে।

**তৰুণী :** আপোনালোক ভদ্ৰ মানুহৰ মুখতো এনে অশ্লীল কথাই শোভা নিদিয়ে।

**গ্ৰাহক :** তুমি মোক বুজিবলৈ চেষ্টা কৰা। সেই সামান্য দৰিদ্ৰ দৰ্জীটোৱে তোমৰ অন্তৰৰ জোখ ল'ব নোৱাৰে।

**তৰুণী :** মইও দৰিদ্ৰ, মোৰ অন্তৰৰ জোখ দৰিদ্ৰইহে ল'ব পাৰিব।

**গ্ৰাহক :** ভুল কৰিছা, দৰ্জীৰ হাতত তোমাৰ বুকু ফালি অন্তৰ উলিয়াই আনিব পৰা অস্ত্ৰও নাই। মই ধনী মানুহ, অস্ত্ৰ মোৰ হাতত। এয়া চোৱা মোৰ হাতত দেগাৰ।

**তৰুণী :** মোক অস্ত্ৰ দেখুৱাই কোনো লাভ নহ'ব।

**গ্ৰাহক :** আহা - এই দেগাৰেৰে তোমাৰ বুকু ফালি তোমাৰ অন্তৰখন উলিয়াই আনো।

**তৰুণী :** নালাগে, মই আপোনাৰ কাষলৈ নাযাওঁ।

**গ্ৰাহক :** মই তোমাৰ কাষলৈ যাম। মই তোমাক হত্যা কৰিম।

**তৰুণী :** হত্যা কৰিব?

**গ্ৰাহক :** অ' হত্যা কৰিম। মোৰ তেজৰ শিৰ্‌পিৰণি উঠিছে।

(গ্ৰাহক তৰুণীৰ ওচৰলৈ আগবাঢ়ি যায়)

**তৰুণী :** আপুনি মোক হত্যা নকৰিব।

(তৰুণী ভয়তে পিছলৈ যায়)

**গ্ৰাহক :** মই তোমাক হত্যা কৰিম। (উত্তেজিত হয়।)

**তৰুণী :** (ভীষণ ভয় কৰে) নাই, নাই হত্যা নকৰিব।

**গ্ৰাহক :** হত্যা কৰিম।

**তৰুণী :** হত্যা নকৰিব।

**গ্ৰাহক :** কৰিম।

**তৰুণী :** নকৰিব।

(তৰুণী ভয়ত পিছলৈ যায় আৰু গ্ৰাহক অতিমাত্ৰা উত্তেজিত হৈ তৰুণীৰ ওচৰলৈ আগুৱাই যায়)

**গ্ৰাহক :** কৰিম।

(গ্ৰাহকে তৰুণীক ধৰি বল প্ৰয়োগ কৰি দেগাৰখন তৰুণীৰ পেটত বহুৱাই দিয়ে। লগে লগে তৰুণীৰ মুখৰ পৰা 'আহঃ' কৰি অদ্ভুত মাত এটা ওলায়)

**তৰুণী :** আহঃ.......

(গ্ৰাহকে তৰুণীৰ অৱস্থা দেখি ভয় কৰে। তৰুণীক গ্ৰাহকে তাতে লুকুৱায়। খুউব ভয় কৰে আৰু ফোপাই, এনেতে যুৱক সোমাই আহে।)

**যুৱক :** আপুনি আকৌ আহিলা?

**গ্ৰাহক :** হঁা! অ' আহিলোঁ।

(ক'ব নোৱাৰাকৈ গ্ৰাহকে তৰুণীক লুকুৱাই থোৱা ঠাইলৈ চায়।)

**যুৱক :** তাত কি লুকুৱাই থৈছে?

**গ্ৰাহক :** ক'ত? নাই, নাই একো নাই......

**যুৱক :** একো নাই মানে?

(তৰুণীক লুকুৱাই থোৱা ঠাইলৈ যায় আৰু চায়)

**যুৱক :** এইজনী ক'ৰ ছোৱালী? কোনে এনে দশা কৰিলে?

**গ্ৰাহক :** ক'ৰ ছোৱালী ক'ব নোৱাৰো আৰু এনে দশা মই কৰিলোঁ।

**যুৱক :** কি? লাজ লগা নাই?

**গ্ৰাহক :** লাজ!

**যুৱক :** তোৰ মূৰটো কেঁচাই-কেঁচাই চোবাই খাম।

**গ্ৰাহক :** কি কৰিবা?

**যুৱক :** আপোনাক মই কি কৰিম জানে?

**গ্ৰাহক :** (ভয় কৰে) তুমি! তুমি!

**যুৱক :** এইফালে আহ।

**গ্ৰাহক :** মই?

**যুৱক :** (খঙত) আহ।

(ভয়তে গ্ৰাহকে লাহে -লাহে যুৱকৰ ওচৰলৈ আগবাঢ়ি যায়)

**যুৱক :** (খঙত) যা।

(আকৌ গ্ৰাহকজন ভয়তে পিছলৈ যায়)

**যুৱক :** (খঙত) ৰ।

(গ্ৰাহক য'তে আছিল তাতে বৈ দিয়ে। ভীষণ ভয় কৰে।)

**যুৱক :** (খঙত) তইঁতক এইদৰে এৰি দিলে নহ'ব। এটা এটাকৈ তইঁতৰ গোটেই মখাৰ মূৰবোৰ খাই, পুলিয়ে— পোখাই শেষ কৰি দিম।

(যুৱকে খঙত গ্ৰাহকক খেদি যায় আৰু গ্ৰাহক ভয়তে তাৰপৰা দৌৰি প্ৰস্থান কৰে। যুৱকে লাহে-লাহে তৰুণীৰ

ওচৰলৈ যায়)

**যুৱক :** তুমি ওলাই আহা। সেই অধম পশুটো গ'ল।

(তৰুণী আঁৰৰ পৰা লাহে লাহে ওলাই আহে)

**তৰুণী :** মই, মই ....(কান্দে)

**যুৱক :** সেইবোৰ পাহৰি যোৱা।

**তৰুণী :** (কান্দি কান্দি) কিদৰে পাহৰিম?

**যুৱক :** তুমি কিয় লাঞ্ছিতা হ'বলৈ আহিছিলা?

**তৰুণী :** মোৰ অন্তৰখনৰ আৱৰণৰ বাবে এটা চোলা চিলাবলৈ আহিছিলোঁ। কিন্তু নহ'ল। মোৰ হৃদয়খন, মোৰ অন্তৰখন মই ৰক্ষা কৰিব নোৱাৰিলো।

**যুৱক :** মই সময়মতে আহি পোৱা হ'লে?

**তৰুণী :** মোৰ ভগ্ন হৃদয়খনি তুমি যোৰা লগাই চিলাই দিব পাৰিবা? মোৰ ক্ষুদ্ৰ হৃদয়খনিৰ এটা জোখ লোৱা আৰু সেই জোখত মোক এটা চোলা চিলাই দিয়া।

**যুৱক :** মইতো বহুতৰ
খণ্ড—খণ্ড হৃদয়বোৰ
অখণ্ড কৰি দিব বিচাৰোঁ-
আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ
হৃদয়বোৰৰ অবয়বৰ,
এটা জোখ ল'ব বিচাৰোঁ;
সেই জোখত এটা চোলা সীব বিচাৰোঁ।
এটা নতুন চোলা।
এটা ৰঙা চোলা।

**তৰুণী :** তুমি ৰঙা চোলা চিলাব পাৰিবা?

**যুৱক :** পাৰিম। কিন্তু অকলে নহয়, মোক তোমাক আমাক আৰু বহুতকে লাগে।

**তৰুণী :** মইতো আছোৱেই।

**যুৱক :** হ'ব। তুমি, মই লগ হৈ আৰু বহুতক বিচাৰি ল'ম।

**তৰুণী :** কিন্তু শেষত যে মোৰ পৰাজয় হ'ল।

**যুৱক :** পৰাজয়ক ইমান সোনকালে বৰি নল'বা।

**তৰুণী :** মোৰ মানৱীয় সত্বাৰ যে ইতিমধ্যে মৃত্যু হ'ল।

**যুৱক :** জানো।

**তৰুণী :** মোৰ আত্মাটোহে আছে, মোৰ আত্মাক কোনে গ্ৰহণ কৰিব?

**যুৱক :** মই কৰিম।

(এনেতে দৰ্জী আৰু বিবি হাঁহি হাঁহি প্ৰবেশ কৰে।)

**দৰ্জী :** (হাঁহি) চোৱাচোন চোৱা আইটি, মোৰ ফটা, টাপলি মৰা চোলাটো দেখি এওঁ হাঁহিছে হেঃ হেঃ হেঃ ...(হাঁহি)

**বিবি :** (হাঁহি) চাচোন চা বোপাই, মোৰ ফটা টাপলি মৰা গাৰ কাপোৰখন দেখি এখেতে হাঁহিছে হেঃ হেঃ হেঃ ...(হাঁহি)

**দৰ্জী :** মোৰ চোলাটো, তোমাৰ গাৰ কাপোৰখন ফটা, টাপলি মৰা। হেঃ হেঃ হেঃ ...(হাঁহি)

**বিবি :** টাপলি মাৰোতে, মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে হিঃ হিঃ হিঃ ,....(হাঁহি)

**দৰ্জী, বিবি :** (দুয়ো একেলগে) আনৰ কাপোৰ চিলাওঁতে বওঁতেই জিন্দেগী হ'ল অথচ আজিলৈকে নিজৰ ভাল কাপোৰ এখন, অথচ আজিলৈকে নিজৰ ভাল কাপোৰ এখন, চোলা এটা বোৱাও নহ'ল। চিলোৱাও নহ'ল। নিজৰবোৰ ফাটি উৰলি গৈছে দেখিলেই হাঁহি উঠে হেঃ হেঃ হেঃ.... , টাপলি মৰা হেঃ হেঃ হেঃ ...টাপলি মৰা হেঃ হেঃ হেঃ টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে হেঃ হেঃ হেঃ (হাঁহি -হাঁহি- কান্দে) টাপলি মাৰোতে মাৰোতে টাপলি মাৰিবলৈ ঠায়েই নাইকিয়া হৈ গৈছে । (কান্দি কান্দি হাঁহে, আকৌ হাঁহি হাঁহি কান্দে)

**তৰুণী :** আই –

**বিবি :** হোঁ?

**তৰুণী :** আপুনি কান্দিছে?

**বিবি :** হোঁ?

**তৰুণী :** আপুনি কান্দিছে?

**বিবি :** (কান্দি) নাই কন্দা।

**তৰুণী :** নাই কন্দা?

**দৰ্জী :** (কান্দি) নাই কন্দা।

**তৰুণী :** নাই কন্দা?

**দৰ্জী :** (দুয়ো একেলগে) আমি নাই কন্দা, আমি হাঁহিছো হাঁহিছো হেঃ হেঃ হেঃ হাঁহিছোঁ হেঃ হেঃ হেঃ (দুয়ো হাঁহি, হাঁহি কান্দে )

**বিবি :** মোৰ সূতাৰ জঁট ভঙা নহ'ল।

**দৰ্জী :** মোৰ (হঠাৎ বাহিৰলৈ চকু যোৱাত ) অ' সৌ শকত মানুহটো দেখোন এইফালে আগুৱাইছে

(সকলোৱে বাহিৰলৈ চায়)

**তৰুণী :** (আচৰিত হয়) সি শকত হৈ গৈয়ে আছে !

**বিবি :** (ভয় কৰে) এইফালে আহিছে; আমাৰ ঘৰ ভাঙি যাব।

**যুৱক :** ইয়াক মই ধৰি ৰাখিম।

(যুৱকে বাহিৰলৈ চাই, কিছু আগুৱাই আগভেটি ধৰাৰ দৰে ৰয়।)

**দৰ্জী :** (ভয়ত) বোপাই! তই তাক আগভেটি ধৰ। বিবি তুমি তাৰ চোলাটো আনাগৈ পিন্ধাই চাওঁ হয়নে নহয়?

(বিবি ভিতৰলৈ প্ৰস্থান কৰে। শকত হোৱা মানুহজনক

সোমাব নিদি আগভেটি দিয়ে।)

**যুৱক :** (চিঞৰি) তোমাক এইফালে আহিব নিদিওঁ, খবৰদাৰ নাহিবা।

**তৰুণী :** মই তোমাৰ সহায় হওঁ।

**যুৱক :** আহা, আমি এওঁক ৰোধো। বাবা, তুমি চোলাটো আনাগৈ। আমি আছোঁ

**দৰ্জী :** (চিঞৰি ) বিবি আনা—আনা—

(দৰ্জীয়ে ভিতৰলৈ চাই-চাই চিঞৰি চিঞৰি বিবিক মাতে, তেওঁ কিংকৰ্তব্য)

<u>সমাপ্ত</u>

# আবেদন

নাট্যকাৰ # সমৰেশ চক্ৰবৰ্তী

(মাদাৰী খেলৰ প্ৰস্তুতি চলি আছে। অভিনেতা–অভিনেত্ৰীয়ে পৰিচালকে দিয়া নিৰ্দেশ অনুসৰি মঞ্চৰ বিভিন্ন উপবেশন কৰি আছে। আঁৰকাপোৰ আঁতৰাৰ লগতে ঢোলকি আৰু হাৰমনিয়ামৰ বাজনা ভাহি আহে)

১ম ঃ (গৰাকী) ঃ "ধা তেৰে কেটে তাক ধিন–" ৰাইজ সকল--নমস্কাৰ, নমস্কাৰ, পৰ্‌নাম, পায়লাগো বাবুলোগ–আদাব। আহক ৰাইজ আহক। এতিয়াই আমাৰ খেল আৰম্ভ হ'ব। বৰ ধুনীয়া ধুনীয়া খেল। ৰাইজ মই ছোৱালী জনীক শূন্যত উৰুৱাইদিম। আৰু তাৰ পাছত নাইকিয়া কৰি দিম–তাৰ মানে 'ভেনিচ্'। আৰু ৰাইজ, খেল শেষ হোৱাৰ পিছত সকলো বেমাৰ আজাৰ নিবাৰণ কৰাৰ ঔষধ আপোনালোকৰ ওচৰত বিলাই দিম। বিশুদ্ধ কবিৰাজী–বনদৰব। যাৰ দ্বাৰা খুচুৰা বেমাৰ– এই ধৰক খৰ–খজুৰতী, ৰাতি টোপনী নোহোবা, গা-বিষ মূৰৰ -বিষ আৰু চিন্তাবেমাৰৰ দৰে সাংঘাটিক বেমাৰৰো অবসান ঘটিব। ৰাইজ, মোৰ এই ব্যৱসায় আজোককাৰ দিনৰ পৰা পৰম্পৰাগতভাবে চলি আহিছে। ৰাইজ–মোৰ নাম প্ৰায় সকলোৱেই জানে–মোৰ নাম ১ নং মানে এই দলৰ মই" গৰাকী"। ভাইলোগ বাজাও তালিয়া (অন্য অভিনেতা সকলে হাত চাপৰি মাৰে। কেৱল অভিনেত্ৰীজনী নীৰব থাকে। ৰাইজ, মোৰ এই ধন্বন্তৰী ঔষধ (এটা ৰঙা ফিটাৰে মেৰোৱা পেকেট দেখুৱাই) বিক্ৰীৰ আগতে আপোনালোকক কিছুমান খেল দেখুৱাম "জীৱন আৰু মৰণৰ খেলা"। হাঁ– বেটা দু–নম্বৰ –ইধাৰ আও। ৰাইজ–(২নং অভিনেতা ওচৰ চাপে) ৰাইজ, ধৰা হওঁক ইয়াৰ নাম- "ভলটিউব"

২নং ঃ (জোকৰ) হিঃ হিঃ হিঃ.......(হাঁহে)

১নং ঃ মাৰিম একৰে্। হাঁহিবলৈ আহিছ?

২নং ঃ (হাঁহি) মোৰ নাম বোলে "ভলটিউব"।

১নং ঃ তো, ব'ল বেটা– তোৰ নাম কি?

২নং ঃ মো-ৰ নাম– প্ৰধানমন্ত্ৰী, মুখ্যমন্ত্ৰী, খাদ্যমন্ত্ৰী, গড়কাপ্তানী মন্ত্ৰী, অৰ্থমন্ত্ৰী, ইত্যাদি....

১নং ঃ চুপ। বকবাচ বন্ধ কৰ। ই–হাৰাম.....(জিভা কামুৰী) ই বদমাছ মোৰ পেটত লাঠি মাৰিব খুজিছে। মাৰিম চালা এক গোৰ। ৰাজনীতি কৰিবলৈ আহিছ? ৰাইজ, –ৰাজনীতি জানো আমাৰ দৰে সাধাৰণ মানুহে কৰিবলৈ আহে? এইবোৰ হ'ল ডাঙৰ ডাঙৰ মানুহৰ কাম, দেশৰ নেতাৰ কাম। ৰাজনীতিত কিমান যে দাবী– আবেদন আৰু নানা সমস্যাৰ সমাধান কৰিব লাগে, তাৰ কোনো হিচাপ নাই। যেনে ধৰক--নিবনুৱা সমস্যা, বানপানী উগ্ৰপন্থী সমস্যা আদি বহুতো। (হাঁহি) পিছে আমি হ'লো আদাৰ বেপাৰী জাহাজৰ খবৰৰ প্ৰয়োজন নাই। তো ব'ল বেটা "ভলটিউব"--

২নং ঃ ফু.. উ... .চ (পম্ জোৱাৰ দৰে মাৰি বহি পৰে) মোৰ নাম ভলটিউব নহয়। মোৰ নাম সোনটি।

১নং ঃ আৰে চালা সোণটি নে মোনটি। তোৰ গাত সোণ আছে? (২নং এ নাই বুলি মূৰ নচুৱাই) কণা ল'ৰাৰ নাম ৰাখে পদ্মলোচন। আৰে নামেৰে কি হ'ব বে, আচল হ'ল কাম। ৰাইজ মোক ক্ষমা কৰিব। আৰে নামেৰে বৰ বদমাছ। সদায় মোৰ কামত কিবা নহয় কিবা বেমেজালী লগাই থাকে। শুনক ৰাইজ, মই এতিয়া এটা ভেল্কী দেখুৱাম। তাৰ পাছতেই এই ধন্বন্তৰী ঔষধটো আপোনাসকলৰ মাজত বিলাই দিম। এই চাওঁক ৰাইজ...ছু মন্তৰ ছু....(খেল দেখুৱায়) এয়া চাওঁক ৰাইজ মোৰ ওচৰত মাত্ৰ তিনি চাৰিটাহে আছে। এটাৰ দাম....

১নং ঃ মালিক, মোৰ ভোক লাগিছে —আৰম্ভ কৰক।

১নং ঃ ভোক লাগিছে? মাৰিম এক লাঠি। চাওঁক ৰাইজ, তাৰ কথা শুনক "ভোক লাগিছে"। আবে চালা এই জগতখনত চব কাণ্ড ভোকৰ বাবে - এই পেটটোৰ বাবে। (পেট দেখুৱাই) এই পেট-টোৰ বাবেই সকলোৱে কামনা—বাসনা নহয় জানো ৰাইজ?

২নং ঃ আমাক খাদ্য দিয়া ভোক লাগিছে।

৩নং ঃ (হীৰা) ঃ অ'—আমাক খাদ্য দিয়া ভোক লাগিছে।

১নং ঃ ৰাইজ, সিহঁতে চক্ৰান্ত কৰিছে। মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে। শুনক ৰাইজ মই কথা দিছো যি কোনো এটা খেল দেখুৱাৰ পিছতেই আজিৰ বিশেষ ধন্বন্তৰী ঔষধটো আপোনালোকৰ মাজত বিলাই দিম।

৩নং ঃ নাই, তোৰ আদেশ আমি আৰু নামানো, আমি আৰু খেল নেদেখুৱাও।

১ম ঃ মোতী?

৬ষ্ঠ ঃ (মোতী) (বিদ্ৰোহী কৰি হাতৰ পৰা- জুনুকা পেলাই দি) নাই— হামি আৰ নাইনাচ্‌ব।

১ম ঃ মোতী, তই নাচ দেখুৱাৰৰ বাবে সাজুহ। ৰাইজ,- এই নৃত্যৰ পাছতেই এই ধন্বন্তৰী ঔষধ বিলাই দিম। ঐ ৩-৪-৫ গানা লাগাও, বাজনা বাজাও ।

৩য় ঃ নাই, আমি সহায় নকৰোঁ।

কোৰাচ ঃ নাই আমি সহায় নকৰোঁ।

১ম ঃ তেন্তে তহঁতক মই (মাৰিবলৈ গৈ ৰৈ যায়) বাৰু ঠিক আছে। বাবুলোগ, আজিৰ শেষ খেল "হীৰামোতীৰ "খেল—মানে হীৰা আৰু মোতীৰ নৃত্য। তাৰ পাছতেই মোৰ সৰ্বৰোগহৰুণী; শোক দুখ বিনাশিনী, সৰ্বচিন্তাদূৰকৰণী অমূল্য ধন্বন্তৰী ঔষধবোৰ আপোনালোকৰ হাতত বিলাই দিম। মাত্ৰ তিনি—চাৰিটা মানহে আছে। যাৰ ভাগ্যত আছে--যাৰ নচিবত আছে কেৱল তেওঁ লোকেহে পাব।

১ম ঃ হা— ভাইলোগ, ফিৰ বাজাও তালিয়া। (বাকী অভিনেতা সকলে হাত চাপৰি নমৰাৰ বাবে ১ম - এ সকলোৰ ফালে দৃষ্টি নিক্ষেপ কৰি অন্তৰ্নিহিত খঙেৰে দৰ্শকৰ ফালে চাই কয়)—এই ভোকৰ বাবেই যিমান সংগ্ৰাম, —এই পেটৰ বাবেই যিমান সংগ্ৰাম নহয় জানো ৰাইজ।

কোৰাচ ঃ ইনকিলাব—জীন্দাবাদ। আমাৰ দাবী, মানিবই লাগিব।

(১মক মাজত ৰাখি বাকী সকলোৱে শ্ল'গান দি ঘুৰি থাকে।)

১ম ঃ (খং) চু.....প, মনে মনে থাক। (১ম ৰ চিঞৰত সকলোবোৰ মঞ্চৰ চাৰিও ফালে চিটিকি পৰে) খেল আৰম্ভ কৰ (আদেশ দিয়ে)

৩য় ঃ আমাক খাদ্য দিয়া।

৪ৰ্থ ঃ আমাক কাপোৰ দিয়া—

৫ম ঃ আমাক বাসস্থান দিয়া—

২য় ঃ আমাক জীয়াই থাকিবলৈ দিয়া

৬ষ্ঠ ঃ আমাক ইজ্জৎ দিয়া।

১ম ঃ (খঙেৰে) ঐ তহঁতি মনে মনে থাক। নহ'লে তহঁতক মই.।

কোৰাচ ঃ আজিৰ পৰা তোমাৰ খেলত সহায় নকৰোঁ।

১ম ঃ নাই তহঁতে মোৰ কথাত চলিবই লাগিব, কাৰণ মই তহঁতৰ গৰাকী।

৬ষ্ঠা ঃ নাই, হামি নাই মানিব তোৰ কথা। ছুনক ৰাইজ, এই গৰাকীটো বহুত বদমাচ আছে।

১ম ঃ মো......তী ....।

৬ষ্ঠ ঃ হয় বাবুসকল, হামি ঝুট নাই বল্‌ছি। তোৰা হামাৰ কথাটা ছুন হামাৰ মা— বাপ্ চব্ ছিলো। হামাৰ বাপ্‌টা চাবাগানে থাক্‌তো। খুউব দুখীয়া ছিলো। — পেটেৰ ভোগ সইজ' কৰিব নোৱাৰি হামাকে একটা ইটাভাটাৰ মালিকেৰ হাতে বেচি দিছিলো। বাবুসকল, সেই মালিকটোৱে সদায়ে মদ- - পানী খাই হামাৰ ওপৰত অত্যাচাৰ কৰিছিলে। মোৰ ইজ্জৎ লুটিব বিচাৰিছিল ৰাইজ...

১ম ঃ মোতী, তই খেল আৰম্ভ কৰ মোতী। (ভালৰী লগাই কয়)

৬ষ্ঠ ঃ নাই। হামি আজি চবু বল্‌বো। চুনক ৰাইজ, সেই অত্যাচাৰ আৰ অপমান চহ্য কৰিব নোৱাৰি এদিনাখন ৰাতি মনে মনে সেই ইটাভাটাৰ পৰা হামি পালাই গলো......। সেই ৰাতি, এই মানুহটোৱে বাটত লগ পাই, প্ৰলোভন দেখুৱাই তাৰ ঘৰলৈ লৈ গ'ল। ...সি মোক কথা দিছিল ৰাইজ, ভাল দৰে খোৱা বোৱা দিব—ইজ্জৎ দিব। ... কিন্তু বাবুচকল সিওঁ আজিকালি মোক....(কান্দে)

১ম ঃ মো—তী। বাবুলোগ, আপোনালোক মোৰ মাই—বাপ — আই —বোপাই আছে। মোৰ ভগবান আছে। মোক ক্ষমা কৰিব মালিক। আজিৰ খেল দেখুৱাত অসুবিধা হোৱাৰ বাবে, মই আপোনাসকল ভৰিত ধৰি সেৱা মাগিছো। ৰাইজ, মালিক—মোক ক্ষমা কৰি দিয়ছ। হয় ৰাইজ— আজিৰ শেষ খেল হীৰা— মোতীৰ দেঞ্চ মানে "নৃত্যখেল"। এ ভাইলোগ, গানা লাগাও, বাজনা বাজাও—আবে দুনম্বৰ দিগ্‌বাজী লাগাও—

(২য় পজ্ল লয় ৩য়ই বাধা দিয়ে)

৩য় ঃ ঐ — ৰহ...।

১ম ঃ মোতী...নৃত্য চুৰু কৰ্।

৬ষ্ঠা ঃ (বিদ্ৰোহ) নাই—হামি নাই নাচ্‌ব।

১ম ঃ চালী, হাৰামী আজি তোক — (চুলিত ধৰি-মাৰিবলৈ ধৰে)

৩য় ঃ ৰ'বা গৰাকী, তাইক নামাৰিবা। নাচ হ'ব।

১ম ঃ নাচ হ'ব? ঠিক আছে। ৰাইজ নাচ হ'ব।

(গৰাকী ২য় ৰ কালে খং কৰি আছে এক চব মাৰে)

৩য় ঃ মোতী তই নাচ আৰম্ভ কৰ।

৬ষ্ঠা ঃ তুই এইচব কি বলছি হীৰা—হামি আৰ নাই নাচব।

৩য় ঃ মাত্ৰ আজিৰ বাবে তই নাচ মোতী। যদি তই না নাচ তেন্তে ৰাতি সি তোক মাৰৰ —কোৰত পিঠি ফালি দিব, সেইটোৱে মই সহ্য কৰিব নোৱাৰো মোতী।

৬ষ্ঠা ঃ যদি সহ্য কৰতে নাই পাৰিব তো মোকলৈ পলাই যা

হীৰা। চল্ আজিৰাতি হামৰা ইয়াৰ পলাই, যাও—সৌ দুৰলৈ, যাহা হিংসো নাই বিদ্বেষ নাই, ভোক নাই, লাজ নাই.....

১ম ঃ ঐ হীৰা— মোতী তহঁতী কি ফুচফুচাই আছ বে? চাউক ৰাইজ সকল চিনেমাৰ ৰোমান্টিক ছিন্ চলি আছে—নায়ক-- নায়িকাই জীৱনৰ ৰঙীন সপোন দেখিছে। ঐ মোতী নৃত্য আৰম্ভ কৰ—নহ'লে আজি ৰাতি তোক..হীৰা বাজনা বজা...।

৩য় ঃ আকৌ খেল আৰম্ভ হ'ব। ৪নং হাৰমনিয়ম বজা বে। নাচ্...।

(ঢোল বজায়)

৬ষ্ঠ ঃ নাই! হামি নাচ দেখুৱাই পেটৰ ভোক নাই মাৰব। হামি নাই নাচব। ...গোটেই দিনটো খটোৱাৰ পাছতো ই—ছালা গৰাকীয়ে ৰাতি হামাৰ ইজ্জত ল'ব বিচাৰে! তাৰ কথাত হামি নাই নাচব। (কান্দে)

১ম ঃ (খণ্ডত) এয়া মোৰ আদেশ। (চুলিত ধৰি মাৰে)

৩য় ঃ গৰাকী তুমি খং নাখাবা—তাই নাচিব। মই তাইক মনাই ল'ম।

১ম ঃ অ—মনাইলবে। নহ'লে তহঁত দুটাক এনে মাৰ দিম যে...(হাঁহি)। ৰাইজ আৰু ক্ষন্তেক ধৈৰ্য ধৰক। আজি মই অন্য সকলো খেল কেন্‌চেল কৰি মাত্ৰ হীৰা—মোতীৰ খেলটো দেখুৱাম। —তাৰ পাছতেই আপোনালোকৰ বহু আকাংক্ষীত ধন্বন্তৰী ঔষধৰ পেকেটটো মুকলি কৰি আপোনাসকলৰ হাতত অৰ্পণ কৰিম।

৩য় ঃ মোতী মোৰ কথা শুন- তাই নাচ চুৰু কৰ।

৬ষ্ঠা ঃ হীৰা— চল্ হামাৰা দুজন ইয়াৰ পৰা পলাই যাওঁ। হাঁমি আৰু সইজ' কৰিব নোৱাৰোঁ হীৰা। (দুখ)

৩য় ঃ মোতী, মোৰ কথা শুন— ধৈৰ্য্য ধৰছোন। এইটোৱেই তোৰ শেষ নাচ হ'ব। আজি ৰাতি আমি দুয়োটা পলাই যাম। গৰাকীৰ বান্ধোনৰ পৰা মুক্তি পাম। আমি দুয়োৱে মেহেনত কৰি, কাম কৰি খাম। মোতী তই নৃত্য চুৰু কৰ.....মোতী।

৬ষ্ঠা ঃ (আনন্দত) তেন্তে— বজা তোৰ ঢোল্..।

৩য় ঃ (আনন্দত ঢোল বজাই) এ... ৰাইজসকল এয়া চাওঁক হীৰা—মোতীৰ খেল। বাজনা বাজাও মেৰা সাথী লোগ। (লগে লগে ৪নং আৰু ৫নং এ যথাক্ৰমে হাৰমনিয়াম আৰু ঢোল বজাবলৈ ধৰে "কোন পৰদেচী মেৰাদিল লে গেয়া ধুন। তাৰ লগত তাল মিলাই মোতীয়ে নৃত্য আৰম্ভ কৰে লগতে ২য় আৰু ৩য় ও নাচে)

১ম ঃ হ্যাঁ—ৰাইজসকল এয়া চাওক হীৰা— মোতীৰ নৃত্য। ৰুব ধুনীয়া- নৃত্য। হাঁ— কোমৰ হিলাকে নাচ বে মোতী...।

এ...হে...। (নৃত্যৰ দল "স্থিৰ"হয়।)

১ম ঃ হা— বাবুলোগ, একটা কথা, মই এই নৃত্যটো ফাঁও মানে এক্সট্ৰা দেখুৱাও— সেই বাবে আপোনাসকলৰ ওচৰত মিনতি কৰিছো যে দুই চাৰি পইচা সহায় সাহায্য কৰিবলৈ। তো— ফেৰ সৰু চেউজ্ঞ অচম কো ঝুমুৰ নৃত্য.....।

(সকলোৱে সমবেতভাবে 'ঝুমুৰ নৃত্য' আৰম্ভ কৰে আৰু গান গায়)

১ম ঃ এ...হে। (নৃত্যৰ দল কোনো এটা ভঙ্গিমাত "স্থিৰ" হয়।) বাবুলোগ, আপোনাসকল হামাৰ মাই— বাপ আছে — আই বোপাই আছে—অন্নদাতা আছে। সেই বাবে টানি অনুৰোধ কৰিছো ১ টকা ২টকা যাৰ যি খুচি সহায় কৰিব মালিক। মালিক "পাপি পেটকা ছ'ৱাল" আছে। ঐ ল'ৰা.....।

২য় ঃ কোৱা ওস্তাদ....।

১ম(ধীৰুদা, বিশ্ব মানস আহে) ঃ বাবুসকলৰ পৰা দুই—চাৰি পইচা মাগি আন যা....

২য় ঃ ঠিক আছে ওস্তাদ। (মঞ্চৰ পৰা নামি দৰ্শকৰ মাজলৈ গৈ পইচা মাগি থাকে)

১ম ঃ তো বাবুলোগ ফেৰ চুৰু হো যায়। "আমাৰ অতিকৈ মৰমৰ" বিহু...এ...চুৰু কৰো....(বিহুৰ নৃত্য আৰম্ভ হয়; এটা চৰম মুহূৰ্ত পোৱাৰ লগে লগে হঠাৎ দৰ্শক আসনৰ পৰা "নিৰ্দিষ্ট দৰ্শকে' (অভিনেতা) চিএৰি উঠে। ('নিঃদঃ' জনে মদপীৰ ভাও দিব)

নিঃদ ঃ বন্ধ কৰ। বন্ধ কৰ চালা তহঁতৰ খেল —ধেমালি। ছালা, আমাক ঠগিবলৈ আহিছ! ছালা, ঠগৰ জাত। তহঁতক মোৰ জনা আছে-সব ছালা ঠগবাজ, এই দুনিয়া চালা ঠগবাজ। মানুহক ঠগি মহাজন হোৱাৰ ধান্দা...। বন্ধ কৰো.. ভাগো ইহাছে....।

(নাচ-গান বন্ধ হৈ যায়। সকলোৱে আচৰিত হয়। ২নং দৌৰি মঞ্চৰ ওপৰত উঠে)

১ম ঃ চাওক ৰাইজ—এই জনে আমাৰ খেলত বাধা দিছে....।।

নিঃদে ঃ এহ চুপ থাক্। এই জাকে কি ক'ব— অ'। (দৰ্শকক) সিহঁতে কব জানিলে ইমান দিনে দেশৰ অনেক ভাল ভাল কাম হ'ল হেঁতেন। সিহঁতৰ মুখত সোপা লগোৱা আছে....হিঃ হিঃ হিঃ। সিহঁতৰ শৰীৰত বল নাই— কাপুৰুষ! সব চালা...।

১ম ঃ হেৰি, আপুনি ইয়াৰ পৰা ফুটকচোন। ৰাইজ সকল, এই বিজুতিৰ বাবে মই ক্ষমা ভিক্ষা মাগিছো। মানে তেওঁ অলপ বেচি পৰিমান টানিলে যেন লাগিছে।

২য় ঃ হিঃ হিঃ হি — চুলাই দেশী...

নিঃদে ঃ চুপ থাক চালা নিগনি। হি-হি-কৈ হাঁহিবলৈ আহিছ?

**১ম ঃ** হেৰি - আপুনি ইয়াৰ পৰা যাবনে নাই?

**নিঃদ ঃ** আও-ই মোক দম দিবলৈ আহিছে! ৰাইজ শুনক, ই এটা মস্ত ঠগবাজ। (মঞ্চৰ ওপৰলৈ যায়) তাৰ হাতত কোনো ঔষধ বা দাওয়াই নাই। চব ফাঁকি—(হঠাৎ ১মৰ পৰা পেকেটটো কাঢ়ি আনে) চাওঁক ৰাইজ, এই পেকেটটোৰ একেবাৰে ওজন নাই.......তাৰ মানে পেকেটত একোৱেই নাই। মস্ত ফাঁকিবাজ। সিহঁতৰ এতিয়া ইয়াৰ পৰা খেদিব লাগে ৰাইজ। (পেকেটটো ফালি দিয়ে, তাৰ ভিতৰ পৰা এখন দিস্তা কাগজ ওলাই আনে) এয়া চাওক ৰাইজ মই কৈছিলোৱেই নহয়, একো নাই। চব ফাঁকি -- চবফাঁকি....(হঠাৎ ১ম -এ পোচাক খুলি চিঞৰি উঠে)

**১ম ঃ** অ- চব ফাকি! আজিলৈকে আমাক যি প্ৰতিশ্ৰুতি দিয়া হৈছিল সকলো ফাকি। এই খিনিতে এজন কবি, সুনিলে গঙ্গোপাধ্যায়ৰ ভাষাৰে কওঁ--"কেউ কথা ৰাখেনি"। স্বাধীনতাৰ সোণালী জয়ন্তী পাৰ হ'ল। সঁচাই, কোনেও কথা নাৰাখিলে। ৰাইজ, কিন্তু যি বস্তুটোক আপোনালোকে ফাকি বুলি ভাবিছে, আচলতে সেইটো ফাকি নহয়। কিন্তু যি কাণ্ড এতিয়ালৈকে দেখিলে সেইটো সঁচাই ফাকি। মানে আমি...

**৩য় ঃ** হয় আপোনালোকৰ আগত যি ফাকি দেখুৱালো সেইয়া হ'ল এখন নাট। নাটখনৰ নাম।

**১ম ঃ** ৰবি অ' - । মই কৈছো। ৰাইজসকল, যি ফাকিৰ মাজেদি আপোনাসকলৰ ওচৰ চাপিলো তাৰ এটা বিশেষ কাৰণ আছে। অনেক ব্যস্ততাৰ মাজতো আমাৰ নাট পৰিবেশন কৰাত সহায় কৰিলে তাৰ বাবে অশেষ ধন্যবাদ জ্ঞাপন কৰিছো হ'ক।

**নিঃদ ঃ** তেন্তে জোলোঙাৰ মেকুৰীটো মুকলি কৰি দিয়াই ভাল--নে কি কয় ৰাইজ? (সকলো অভিনেতা --অভিনেত্ৰীয়ে হাঁহি দিয়ে)

**২য় ঃ** আৰু বেচি সময় নষ্ট কৰি লাভ নাই...।

**৬ষ্ঠা ঃ** দিয়া, কাগজ খিলা মোক দিয়া। (নিঃদকে কাগজ খিলা দিয়ে) শ্ৰদ্ধেয় ৰাইজ আৰু মাত্ৰ দুই মিনিট মান ধৈৰ্য ধৰক, আমাৰ এই আবেদনখনি শুনক আৰু একোটাকৈ চহী এই কাগজখনত কৰি দিয়ক। মই পঢ়ি দিছো শুনক-

শ্ৰীল শ্ৰীযুত মান্যবৰ মুখ্যমন্ত্ৰী ডাঙৰীয়া সমীপেষু,

মহাশয়,

অন্যান্য আবেদনৰ দৰে হেজাৰ সমস্যালৈ আপোনাৰ ওচৰলৈ এই আবেদনখনি আমি দাখিল কৰিবলৈ যোৱা নাই। মাত্ৰ চাৰিটা অতি লাগতিয়াল সমস্যাৰ যাতে সমাধান অতি সোনকালে কাৰ্যকৰী কৰে তাৰ বাবে নিম্নোক্ত ব্যক্তি অসম বাসী ৰাইজৰ হকে আবেদন জনালো। ১ম দাবী–

**নিঃদ ঃ** আই, এম, ডি, টি এক্ট বাতিল কৰিব লাগে।

**৬ষ্ঠা ঃ** ২য় দাবী –

**২য় ঃ** উগ্ৰপন্থী সমস্যাৰ স্থায়ী সমাধান কৰিব লাগে।

**৬ষ্ঠ ঃ** ৩য় দাবী–

**৩য় ঃ** ঔদ্যোগিক প্ৰতিষ্ঠান বঢ়াই তুলি অসমৰ নিবনুৱা সমস্যাৰ স্থায়ী সমাধান কৰিব লাগে।

**৬ষ্ঠ ঃ** ৪ৰ্থ দাবী–

**১ম ঃ** অসমত অস্থিৰ ৰাজনৈতিক পৰিবেশৰ অৱসান ঘটাই সুস্থ সাংস্কৃতিক পৰিবেশ গঢ়ি তুলিব লাগে।

**৬ষ্ঠ ঃ** পুনৰ ধন্যবাদান্তে— দুৰ্ভগীয়া অসমীয়া ৰাইজৰহৈ—

ইতি

আহক ৰাইজ আহক, এই আবেদনত এটাকৈ চহী কৰক... (সকলো অভিনেতা--অভিনেত্ৰী -- য়ে হাত— দাঙি দৰ্শকক চহী দিবলৈ নাটৰ নাম থকা এখন "বেনাৰ" দাঙি ধৰে। এক বিশেষ ভঙ্গিমাত সকলো স্থিৰ হয়। আঁৰ কাপোৰ পৰে।

<u>সমাপ্ত</u>

# আত্মাৰামৰ আৰ্তনাদ

**নাট্যকাৰ # সমৰেশ চক্ৰবৰ্তী**

গ্ৰন্থাগাৰিক, মৰিয়নী মহাবিদ্যালয়, মৰিয়নি কেৱল তিনিটা দৃশ্যৰ নাট। স্থান "যমলোক" আৰু মৰ্ত্তালোক'

**চৰিত্ৰলিপি ঃ**

১। যমৰাজ ২। চিত্ৰগুপ্ত ৩। দূত ৪। নাৰদ
৫। মালিক ৬। লক্ষ্মী ৭। বৈৰাগী ৮। অফিচাৰ
৯। পিয়ন

## ১ম দৃশ্য

(মৰ্তলোকত দুটা দৃশ্য। আত্মৰামৰ ভাড়া ঘৰ। ২য় দৃশ্য পেনচন অফিচ।)

**স্থান ঃ** 'যমলোক"

**(ধৰ্মৰাজ বা যমৰাজ চিন্তান্বিত হৈ সিংহাসনত বহি আছে। ওচৰতে কৰ্মৰত বৃদ্ধ চিত্ৰগুপ্তই চকুত চচমা লগাই ৰেজিষ্টাৰ বহীত ৰেকৰ্ড চাই আছে। দুয়ো খুউব উৎকণ্ঠিত)**

**যমৰাজ ঃ** ইস্ ৰাম। ইয়াৰ আগতেতো এনেধৰণৰ ঘটনা কাহানিও হৈছে বুলি মনত নপৰে। আজি অতবছৰ ধৰি মৰ্ত্যৰ মানুহৰ সঠিক কৰ্মস্থান এই যমপুৰীতে 'এলট' কৰিছো। কোনো দিনতো এনে পইমালখন হোৱা নাই হে চিত্ৰগুপ্ত।

**চিত্ৰগুপ্ত ঃ** হয় ধৰ্মৰাজ। পিছে মই ৰেজিষ্টাৰ বহীত ৰেকৰ্ডবোৰ তন্ন তন্নলৈ চায়ো একোকে ধৰিব পৰা নাই। ৰেকৰ্ডতো সকলো ঠিক আছে প্ৰভু এয়া চাওঁক (ৰেজিষ্টাৰ বুকখন যমৰাজক দেখুৱায়) মৰ্ত্যত আত্মাৰামৰ আত্মাই আজিৰ পৰা পাঁচদিন আগতে দেহ ত্যাগ কৰিছে।

**যমৰাজ ঃ** পাঁচদিন আগতে! আচৰিত! পিছে .......আজি কি তাৰিখ?

**চিত্ৰগুপ্ত ঃ** আজি, ৰ'ব প্ৰভু...কেলেণ্ডাৰ চাই দিছো

**(কেলেণ্ডাৰ চাবলৈ ৱালৰ ওচৰলৈ যায়)**

**যমৰাজ ঃ** (খঙেৰে) তুমিও দেখোন মোৰ দৰে বৰ পাহৰা হে। তোমালোক কেৰাণী মানুহ, পাহৰিলে নচলিব। আমি অফিচাৰ আমি পাহৰাটো বিশেষ ডাঙৰ কথা নহয়।

**চিত্ৰগুপ্ত ঃ** হয় চাৰ (জিভা কামোৰে)। মানে ধৰ্মৰাজ আপুনি ঠিকেই কৈছে।

**যমৰাজ ঃ** ...বাৰু হ'ব। আজি কি তাৰিখ বুলি ক'লা।

**চিত্ৰগুপ্ত ঃ** মই এতিয়াও তাৰিখটো কোৱা নাই। প্ৰভু, ক'ম হে।

**যমৰাজ ঃ** বাৰু কোৱা......

**চিত্ৰগুপ্ত ঃ** তা....ৰি......খ আমাৰ অসমীয়াটো কম নে? সেই সাত সমুদ্ৰ দূৰৰ তাৰিখটো কম প্ৰভু?

**যমৰাজ ঃ** মৰ্ত্যত যিটো তাৰিখ চলে সেইটো কোৱা।

**চিত্ৰগুপ্ত ঃ** মানে ইংৰাজী ধৰ্মৰাজ?

**যমৰাজ ঃ** হয়।

**চিত্ৰগুপ্ত ঃ** আজি ফিপ্থ ডে অব....

**যমৰাজ ঃ** (খং) কি বকি আছ হে?

**চিত্ৰগুপ্ত ঃ** তাৰ মানে প্ৰভু আজি পাঁচ তাৰিখ।

**যমৰাজ ঃ** তাকেই কোৱা, পাঁচ তাৰিখ। (হঠাৎ কিবাযেন মনত পৰে) তাৰ মানে যোৱা পহিলা তাৰিখে মৰ্ত্যত তাৰ মৃত্যু হৈছে...পিছে আমাৰ গৰুটোৱে ইমান দেৰি কৰিছে কিয়হে?

**চিত্ৰগুপ্ত ঃ** ধৰ্মৰাজ ৰেজিষ্টাৰ মতেতো গৰুক পঠোৱা হোৱা নাই।

**যমৰাজ ঃ** গৰু মানে বুজা নাই।

**চিত্ৰগুপ্ত ঃ** নাই.....প্ৰভু ।

**যমৰাজ ঃ** গৰুমানে সেই যে......কি নাম তাৰ, .....কিযে নাম....কোৱানা হে!

**চিত্ৰগুপ্ত ঃ** (হাঁহি মাৰি) তাৰ মানে আমাৰ যমদূত নং ২২২ নহয় জানো মহাৰাজ?

**যমৰাজ ঃ** (খঙেৰে) সিভুতে পাঁচদিন ধৰি মৰ্তত কি কৰিছে হে? আহক বাপেকে...। শুনা চিত্ৰ, তাৰ চাৰি দিনৰ টি, এ পাছ নকৰিবা। সি বেটাই গম পোৱা নাই। তাক মই এইবাৰ চাচপেণ্ড কৰিহে এৰিম।

**(এনেতে ক্লান্ত শ্ৰান্ত পৰিশ্ৰান্ত ভয়াৰ্ত যমদুত নং ২২২ ৰে হাত যোৰ কৰি সোমাই আহে আৰু ধৰ্মৰাজৰ কালে কৰুণ দৃষ্টিৰে চায়। ধৰ্মৰাজৰ খং বৃদ্ধি পায়। যমদুতে লগে লগে কাষ্মোনৰ ভংগী কৰি ধৰ্মৰাজৰ চৰিত পৰে।)**

**চিত্ৰগুপ্ত ঃ** ঐ অপগণ্ড। শান্ত হ'। আঃ হাঃ নাকান্দিবি কান্দিলে মোৰ কোমল হৃদয়ত আঘাত লাগে অ' নাকান্দিবি। (যমদূতে আৰু জোৰ কৈ কান্দে) (খঙেৰে) ঐ অপদাৰ্থ- তই চুপ হলি নে নাই......

**যমৰাজ ঃ** ঐ বেঙা.....তই চুপ হ'লিনে নাই....। নে তোক চাচপেগুৰ অৰ্ডাৰ লাগে?

**দূত ঃ** (ঘপ কৰি থিয় হৈ) প্ৰভু, মোক চাচপেণ্ড নকৰিব। মোৰ তিৰীৰে সৈতে আঠ-নজনক পুহিব লাগে প্ৰভু। চাচপেগু হ'লে নাখাই মৰিম। ......আৰু এটা আহো আহো কৰি আছে প্ৰভু।

**চিত্ৰগুপ্ত ঃ** কি ক'লি। কোন আহিব অ'.....।

**দূত ঃ** মোৰ ঘৈণীজনী সন্তান সম্ভৱা প্ৰভু।

**চিত্ৰগুপ্ত ঃ** প্ৰভু সি পৰিয়াল পৰিকল্পনাত অন্তৰ্ভূক্ত হোৱা নাই।

**যমৰাজ ঃ** (খঙেৰে) অপৰাধ .......ভীষণ অপৰাধ। চিত্ৰ তাক পাঁচশ স্বৰ্ণমুদ্ৰা প্ৰদানৰ দণ্ড দিয়া।

**দূত ঃ** ধৰ্মৰাজ......মই মৰি যাম...মোক এই শাস্তি নিদিব......মোৰ এনেয়ে ঘৰত অভাৱ, বস্তু বাহিনীৰ যিহে দাম বাঢ়িছে..... মোক এই দণ্ডৰ বিধান নিদিব প্ৰভু....(কান্দে)

**চিত্ৰগুপ্ত ঃ** আঃ হাঃ নাকান্দিবি চোন.....কৈছোৱেই দেখোন, কান্দিলে মোৰ হৃদয়ৰ কম্পন দ্ৰুত হয়....। ধৰ্মৰাজ এটা কাম কৰক........।

**যমৰাজ ঃ** কোৱা .............।

**চিত্ৰগুপ্ত ঃ** তাক আমাৰ চিকিৎসালয়লৈ পঠাই "নাম বন্দি" কৰাব লাগে।

**যমৰাজ ঃ** চিত্ৰ এই ফালে আহা (চিত্ৰ ওচৰলৈ যায়) "নামবন্দি" কৰিলে যে সি আকৌ আমাৰ ভৰালৰ পৰা ছশ স্বৰ্ণমুদ্ৰা দাবী কৰিব!

**চিত্ৰগুপ্ত ঃ** প্ৰভু, সেইটো মই ঠিক কৰি ল'ম। তাৰ অপৰাধৰ দণ্ডৰ বাবে ছশ স্বৰ্ণ মুদ্ৰা পালো বুলি এখন কাগজত চহী কৰাই ল'ম। লেঠা শেষ।

**যমৰাজ ঃ** (হাঁহি মাৰে) তোমাৰ বুদ্ধিৰ প্ৰশংসা নকৰি নোৱাৰি হে।

**চিত্ৰগুপ্ত ঃ** সেই বাবেইতো মই আই এ. এচ্. প্ৰভু।

**যমৰাজ ঃ** (খঙেৰে) ঐ .....গৰু......আচল কথাটো ব্যক্ত কৰ।

**চিত্ৰগুপ্ত ঃ** গৰু নহয় ......প্ৰভু দূত নং.......।

**যমৰাজ ঃ** হ'বহে। গৰু আৰু যমদূত একেই...। আচল কথাটো কি সোনকালে বখানি ক।

**দূত ঃ** (হাতযোৰ কৰি) শ্ৰীল শ্ৰী যুত দয়াবান, করুণানিধি প্ৰভু-

**চিত্ৰগুপ্ত ঃ** হ'ব হ'ব। আৰু লেচাৰী গাব নেলাগে আচল কথাটো ক'।

**দূত ঃ** প্ৰভু, মই এই বিভাগত কাম কৰা প্ৰায় বছৰ দুহেজাৰ পৌনঃ পুনিক মান হ'ল। কিন্তু এনে ধৰণৰ ধোখা খোৱা নাই প্ৰভু.......।

**যমৰাজ ঃ** .......কি খোৱা নাই?

**চিত্ৰগুপ্ত ঃ** মানে ঠগা নাই।

**দূত ঃ** ধোখা খোৱা নাই। পাঁচদিন আগতে তাৰ শৰীৰ ত্যাগ কৰি আত্মাওলাই আহোতেই মই থাপ মাৰি ধৰিলো আৰু লগে লগে এই লোকৰ উদ্দেশ্যে ৰাওনা হ'লো.....আহি আছো.....আহি আছো.......

**চিত্ৰগুপ্ত ঃ** তাৰ পাছত......

**দূত ঃ** আহি..........আ......ছো......আহি.....আ........ছো।

**চিত্ৰগুপ্ত ঃ** তা........ৰ...............পি............ছ...............ত

**যমৰাজ ঃ** (ধমকদি) চিত্ৰ, দূতে.......... কি চুপতি খন কৰিছে?

**চিত্ৰগুপ্ত ঃ** ঐ দূত কি চুপতি কৰি আছ........তাৰ পাছত কি হ'ল ক'।

**দূত ঃ** তাৰ পিছত প্ৰভু মই বায়ুমণ্ডলত অলপ ৰেষ্ট লওঁ বুলি.......।

**যমৰাজ ঃ** কি লওঁ............।

**চিত্ৰগুপ্ত ঃ** ৰেষ্ট মানে বিশ্ৰাম ...........। ইংৰাজী শব্দ......।

**যমৰাজ ঃ** চিত্ৰ আমাৰ দপ্তৰত ৰাজ্যিক ভাষা প্ৰচলন হোৱা নাই নেকি হে?

**চিত্ৰগুপ্ত ঃ** হৈছে প্ৰভু........পিছে.........।

**যমৰাজ ঃ** হ'ব আৰু হ'ব নালাগে, যি বুজিব লাগে মই-বুজি পালো। দূত, তাৰ পিছত, কৈ যা........।

**দূত ঃ** তাৰ পাছত প্ৰভু, বায়ু মণ্ডলত বিশ্ৰাম লৈ থাকোতেই হঠাৎ চকু যুৰি মুদখাই আহিল,.......(দূত) ........সাৰ পাইদেখো আত্মা গয়ব।

**যমৰাজ ঃ** কি গায়েব?

**দূত ঃ** আত্মাৰামৰ আত্মা নিৰুদ্দেশ।

**চিত্ৰগুপ্ত ঃ** সৰ্বনাশ। তাৰ মানে...পলায়ন নে.....অপহৰণ .....(চিন্তিত) .

**যমৰাজ ঃ** (ক্ৰোধেৰে) আৰে, অপদাৰ্থৰ অপদাৰ্থ, হাৰামী নহ'লে ....আজিলৈকে লাখ লাখ মানুহৰ আত্মা আনি বুঢ়া হ'লি .......। কিমান ডাঙৰ, ডাঙৰ গুণ্ডা, বদমাছ, পালোৱান বলবান, ধনী—নিৰ্ধনীৰ আত্মা আনি আনি বুঢ়া হলি আৰু সাধাৰণ দুখীয়া, ৰোগীয়া ক্ষীণ মানুহ এটাৰ আত্মাই তোৰ চকুত ধুলি দি পলাই গ'ল? .......তোক যে মই কি কৰো। ...। চোবাই খাবলৈ হে মন গৈছে। (খণ্ডত বলিয়াৰ দৰে কৰে)

**দূত ঃ** প্ৰভু আজিলৈকে মই কৰ্তব্যত অবহেলা কৰা নাই প্ৰভু, পিছে আত্মাৰামৰ আত্মাই যে কেনেকৈ ফাঁকি দিলে?.....গমকে নাপালো প্ৰভু...... এইবাৰলৈ মোক ক্ষমা কৰক প্ৰভু.......(কান্দে)

**চিত্ৰগুপ্ত ঃ** (খঙেৰে) এই চুপ থাক....ফেঁচ ফেচাই নাথাকিবি (দূত চুপ হয়) ঐ তই ভাগ ইয়াৰ পৰা। এতিয়া বিদায় ল।

**যমৰাজ ঃ** অঁ ভাগ...। ঘৰলৈ যাগৈ যা।

**দূত ঃ** যি আজ্ঞা প্ৰভু (প্ৰস্থান)

**চিত্ৰগুপ্ত :** প্ৰভু ধৰ্মৰাজ।

**যমৰাজ :** কোৱা বৎস।

**চিত্ৰগুপ্ত :** প্ৰভু, বিষয়টো বৰ চিন্তাৰ বিষয়। শুনিছো মৰ্ত্যত আজি কালি এই বস্তুটো খুব চালু হৈছে।

**যমৰাজ :** কি হৈছে?

**চিত্ৰগুপ্ত :** মানে প্ৰভু চালু হৈছে.......মানে, ঘনে ঘনে হৈ আছে মানে প্ৰভু ধৰক কিবা কাৰণে......কিবা প্ৰয়োজন হ'লে মৰ্ত্যত মানুহে এজনক পণবন্দী হিচাপে লে কিবা কিবি ডিমাণ্ড কৰে.......।

**যমৰাজ :** কি কৰে?

**চিত্ৰগুপ্ত :** মানে প্ৰভু দাবী কৰে যে ইমান পৰিমাণৰ ধন আদায় নিদিলে বা ইমান দিনৰ ভিতৰত নিদিলে.......।

**যমৰাজ :** ধন নিদিলে কি হ'ব।

**চিত্ৰগুপ্ত :** ধন নিদিলে হি...... স্ব........।

**যমৰাজ :** হি....স্ব। (আঙুলিৰে ডিঙি কটাৰ মুদ্ৰা দেখুৱায়) মানে জীৱনাৱসান।

**যমৰাজ :** ওঁ....সেই বাবেই মাজে মাজে আন্‌লিষ্টেড কিছুমান আত্মাৰ বিননি শুনিবলৈ পাওঁ। চিত্ৰ, বাৰু তাৰ পিছত কৈ যোৱা।

**চিত্ৰগুপ্ত :** প্ৰভু, মোৰ ধাৰণা। তাৰ লগত কাৰোবাৰ শত্ৰুতা আছে।

**যমৰাজ :** শত্ৰুতা....? কেনে ধৰণৰ শত্ৰুতা?.

**চিত্ৰগুপ্ত :** যেনে ধৰক, ৰাজনৈতিক বা অৰ্থনৈতিক.....।

**যমৰাজ :** নাই নাই....তোমাৰো দেখিছো মতিভ্ৰম হৈছে। তোমাৰ ৰিটায়াৰ হোৱাৰ সময় হ'ল। নাই.....নাই আত্মাৰামৰ দৰে এনে এটা হোজা সহজ সৰল মানুহৰ শত্ৰু থাকিব পাৰে মই অন্ততঃ বিশ্বাস নকৰোঁ।

**চিত্ৰগুপ্ত :** তেন্তে তাক অপহৰণ কৰাৰ কি কাৰণ থাকিব পাৰে প্ৰভু?

**যমৰাজ :** শুনা, চিত্ৰ তুমি এই বিষয়ে গভীৰ চিন্তা চৰ্চা আৰম্ভ কৰা, আমাৰ বিশেষজ্ঞ সকলৰ লগত যোগাযোগ কৰা......আৰু ......।

**চিত্ৰগুপ্ত :** এটা কমিচন বহুৱাই দিম নেকি প্ৰভু।

**যমৰাজ :** অ' চমৎকাৰ। পিছে....দুইতিনি দিন মান নিজে গভীৰ চিন্তা চৰ্চা আৰু অধ্যায়ন কৰি লোৱা....বাৰু চিত্ৰ এনে ঘটনা পূৰ্বতে ঘটিছে নে নাই, তাৰ কিবা নথি পত্ৰ আছে নে নাই, কিবা জানা নে? বা আমাৰ আইন পুথিখনে কি কয়?

**চিত্ৰগুপ্ত :** আইন পুথিখন চালে ওলাই পৰিব পাৰে প্ৰভু। পিছে আইন পুথি খন লৈয়ো বৰ মতপাৰ্থক্য চলিছে প্ৰভু।

**যমৰাজ :** বাৰু তুমি আইন পুথিখন পৰীক্ষা কৰা, মই এই ফাঁকতে মিচেচ্ যমৰাজৰ লগত কিঞ্চিত কথা পাতো.....।

**(চিত্ৰগুপ্তই এখন মস্ত পুথি মেলি, চকুত চচ্‌মা লগাই চাই থাকে আৰু যমৰাজে Telephone ত কথা পাতি থাকে। যমৰাজে হাঁহি মুখে কয় 'হেল্লো" হে মোৰ প্ৰেয়সী কেনে আছা"......তাৰ পাছত কৈশীৰেকৰ উত্তৰ শুনি ক্ৰমান্বয়ে যমৰাজৰ মুখভঙ্গীৰ পৰিবৰ্তন ঘটে আৰু এটা সময়ত ৰিচিভাৰ নমাই থৈ দুখন হাতৰ ওপৰত মুখ ৰাখি গম্ভীৰ হৈ বহি থাকে। এনেতে নাৰদ মুনিৰ প্ৰৱেশ, হাতত বীণা)**

**নাৰদ :** নাৰায়ণ ...নাৰায়ণ। জয়তু ধৰ্মৰাজ। আপোনাক বৰ গম্ভীৰ দেখিছো? ......কিবা দুঃসংবাদ নেকি? নৰকৰ সেই বাসস্থান সমস্যাই পুনৰ দেখা দিছে নেকি?

**যমৰাজ :** মুনিবৰ। নৰকৰ সমস্যাৰ সমাধান কাহানিবাই শেষ হৈছে। যোৱা কেইবছৰত নৰকত বহু গুণী কাৰিকৰৰ জন্ম হৈছে। সিহঁতৰ মাজত কিছুমানক কোৱা হয় ঠিকাদাৰ, সিহঁতে বিলৰ টকা কাম সম্পূৰ্ণ নকৰাকৈ আত্মসাৎ কৰিছে। আকৌ সিহঁতৰ লগতে আছে কিছুমান ইঞ্জিনিয়াৰ এই দুই পাৰ্টি একগোট হৈ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ বহুত টকা নিজৰ পকেটত সুমুৱাইছে। আৰু কিছুৱে বিভিন্ন কেলেংকাৰি কৰি বহু টকা আত্মসাৎ কৰিছে। আৰু দিছে। সেই সমস্যাৰ বৰ্তমানে অৱসান ঘটিছে কিন্তু.........।

**নাৰদ :** কিন্তু কি?.

**যমৰাজ :** মুনিবৰ আচল সমস্যা হ'ল আত্মাৰাম নামেৰে এজন লোকৰ মৃত্যু হৈছে পাচদিনৰ আগতে। তাৰ আত্মাক যথাৰীতি আমাৰ যমদূত নং ২২২ য়ে ইয়ালৈ আনি থাকোতেই আমাৰ দূতক ফাঁকি দি হঠাৎ বাটতে নিৰুদ্দেশ। বেটা দূতে গোটেই বিশ্বব্ৰহ্মাণ্ডখনত তন্ন তন্নকৈ বিচাৰিও আত্মাৰামৰ আত্মাক ধৰিব নোৱাৰিলে।

**নাৰদ :** তাৰ ইনকাম টেক্স বাকী কৰি আহিছিল নেকি বাৰু? হয়তো আহোতে আটক কৰি ৰাখিছে।

**চিত্ৰগুপ্ত :** (বিৰক্তভাবে) এহ! কি কথাবোৰ কয় আপুনি মুনিবৰ। ইনকাম টেক্স দিব। তাৰ ভাত কাপোৰেই জোৰামৰা নাচিল।

**নাৰদ :** (গম্ভীৰ ভাবে) ওঁ বৰ ইন্টাৰেষ্টিং কেচ (পায়চাৰী কৰে) কোনো উগ্ৰপন্থীৰ হাতত বন্দী হৈছে নেকি বাৰু? নে কোনো ৰাজনৈতিক নেতাৰ হাতত বন্দী হৈছে।

**চিত্ৰগুপ্ত :** মুনিবৰ, আপুনি আকৌ কি চিন্তা কৰিছে?

**নাৰদ :** ভাবিছো কোনো উগ্ৰপন্থীয়ে....... বা.......ৰাজনৈতিক নেতাই 'কিডনেপ' কৰিলে নেকি?

**চিত্ৰগুপ্ত :** নাই নাই আত্মাৰাম ডাল দৰিদ্ৰ। কোনোমতে টানি টুনি সংসাৰখন চলাইছিল....তাক.....

**নাৰদ :** বাৰু এটা কাম কৰা তাৰ ঠিকনা আৰু নাম ধাম কি ক'ত আছে কোৱা। মই এবাৰ চেষ্টা কৰি চাওঁ। মই এতিয়াই

মৰ্ত্তলৈ গমন কৰিম।

**চিত্ৰগুপ্ত :** বৰ ভাল কথা মুনিবৰ। মই ৰেজিষ্টাৰ বহী চাই তাৰ সকলো বিৱৰণ দিছো। খন্তেক অপেক্ষা কৰক।

(ৰেজিষ্টাৰ বহীত মনোনিবেশ কৰে)

**যমৰাজ :** উত্তম প্ৰস্তাৱ মুনিবৰ। আপোনাৰ চেষ্টাতে কিবা নহয় কিবা এটা উপায় হব...ই মোৰ নিশ্চিত ধাৰণা।

**চিত্ৰগুপ্ত :** শুনক মুনিবৰ। নোট কৰি লওঁক। নাম; আত্মাৰাম নিবাস অসম ৰাজ্যৰ যোৰহাট জিল্লাৰ মৰিয়নীৰ জয়মতী নগৰৰ নদীৰপাৰ। বাঁহৰ ভঙা—চিঙা উৱলি যোৱা জুপুৰি ঘৰত কোনো মতে পলিথিনৰ চাল দি তাৰ পৰিয়ালৰ সৈতে অতি দুখেৰে দিন যাপন কৰিছিল। পৰিয়ালত মানুহৰ সংখ্যা তাৰ ঘৈনীয়েক, এহাল ল'ৰা আৰু ছোৱালীৰে সৈতে মুঠ চাৰিজন।

**নাৰদ :** বয়স? (ডায়েৰীত নোটকৰি আছে)

**চিত্ৰগুপ্ত :** বয়স প্ৰায় পঁয়ষষ্ঠি......

**নাৰদ :** কি কৰিছিল?

**চিত্ৰগুপ্ত :** চৰকাৰী চাকৰীয়াল। পাঁচ বছৰ আগতে ৰিটায়াৰ কৰিছে। যোৱা এবছৰ ঘৰ ভাড়া দিব নোৱাৰাৰ বাবে ঘৰৰ মালিক বিধানৰামে তাক উচ্ছেদ কৰিব বিচাৰোঁতেই আত্মাৰামৰ আত্মাই ধৰিত্ৰী ত্যাগ কৰে।

**নাৰদ :** তাৰ পাছতেই যমদূতে তাক লৈ আহোতেই সি নিৰুদ্দেশ হয় নহয় জানো?

**চিত্ৰগুপ্ত :** হয় মুনিবৰ। পিছে মোৰ ধাৰণা বৰ্তমানে তাক বিধান ৰামৰ ভাড়াঘৰত নাপাব।

**নাৰদ :** কিয়?

**চিত্ৰগুপ্ত :** কিয়নো তাৰ মৃত্যুৰ পাছত ঘৰৰ মালিকে বিনা পইছাত কেতিয়াও থাকিবলৈ নিদিয়ে।

**নাৰদ :** ওঁ ঠিকেই কৈছা।

**চিত্ৰগুপ্ত :** মোৰ ধাৰণা মুনিবৰ; হয়তো ইমান দিনে তাৰ পুত্ৰ কন্যা পত্নী সকলোকে ঘৰৰ পৰা উৎখাত কৰিছে। সেইবাবে কৈছো আপোনাৰ হয়তো ধৰা ধামত আত্মাৰামৰ পৰিয়ালৰ মানুহবোৰক বিচাৰি উলিয়াওতে কিছু কষ্ট হ'ব। ঠায়ে ঠায়ে ঘূৰি ফুৰিব লাগিব। মুনিবৰ আপুনি বৈৰাগী বেশ ধৰি মৰ্ত্ত্যলৈ গমন কৰক।

**নাৰদ :** বাৰু সেয়ে হ'ব। মই তেন্তে আহিলো। নাৰায়ণ!! নাৰায়ণ!! (নাৰদৰ মৰ্ত্ত্যলৈ প্ৰস্থান)

**যমৰাজ :** আৰু চিন্তা নাই কিবা নহয় কিবা এটা উপায় কৰিব মুনিবৰে।

**চিত্ৰগুপ্ত :** হয় প্ৰভু, আপোনাৰ অনুমান সঠিক প্ৰভু মই তেন্তে আহিলো....ঘৰত অলপ কাম আছে।

**যমৰাজ :** অ', ব'লা। দপ্তৰ ছুটিৰ সময় হ'লেই চাৰিটা বাজিলেই ....(ঘড়ী চায়) ....ব'লা।

(চিত্ৰগুপ্ত আগতে ওলাই যাব বিচাৰে। যমৰাজে চিত্ৰগুপ্ত টানি ধৰে)

**যমৰাজ :** ৰ'বা মই আগে, আগে যাম, তুমি পিছে পিছে আহা.....।

**চিত্ৰগুপ্ত :** হয় প্ৰভু। আগে আগে তোমালোক পিছে পিছে মযে যাওঁ; তযু পোহৰৰ যেন এচেৰেঙা ময়ো পাওঁ....

(ভিন্ন ভিন্ন খোজেৰে দুজন প্ৰস্থান। পোহৰ কমে, মঞ্চ আন্ধাৰ হয়)

মৰ্ত্যলোক

(১ম দৃশ্য)

(আত্মাৰামৰ ঘৰৰ বাহিৰ ভাগ, তাৰ পত্নী আৰু ল'ৰা ছোৱালীৰ ক্ৰন্দন শুনা যায়। মালিকে ঘৰৰ ভাড়া বিচাৰি আহিছে।)

**মালিক :** শুন লক্ষ্মী, তহঁতে কন্দাকটা বন্ধকৰ। যি হ'ল হৈ গ'ল। আজি দুমাহ ধৰি মোৰ ঘৰত ভাড়াতীয়াহৈ আছ, আজিলৈকে এপইচাও দিয়া নাই আজি পাঁচদিন হ'ল আত্মাৰামে এই সংসাৰ এৰি গুচি গ'ল মোৰ সংসাৰ খনো এই ভাড়াৰ ওপৰতেই চলে। কিবা এটা কৰি মোৰ এই ভাড়াটো দে। অন্ততঃ এমাহৰ ভাড়াটো দে। নহ'লে মোৰ ঘৰ এৰি দে।

**লক্ষ্মী :** মালিক, মোক দয়া কৰক! এই ল'ৰা—ছোৱালীবোৰক লৈ মইক'লৈ যাম মোৰতো আৰু কোনো নাই... আপুনিয়েই এতিয়া একমাত্ৰ ভৰষা। (কান্দে)

**মালিক :** (আঃ হাঃ) আহহা, কান্দোন বন্ধ কৰ। এই কান্দোনে মোৰ মন গলাব নোৱাৰ। মোক পইচা দে, ন'হলে ঘৰ এৰি দে।

**লক্ষ্মী :** অ' বোপাই অ' মই কি কৰো....(কান্দে)

**মালিক :** ঐ নাকান্দিবি।

**লক্ষ্মী :** হেৰি! আপোনাৰ লগতে মোকো কিয় লৈ নগ'লে। নিজে মুক্তি পাই মোক সংসাৰৰ জঞ্জালত পেলাই থৈ গ'ল। হে প্ৰভু। তোমাৰ কি কোনো দয়া ক্ষমা নাই। আমাৰ ফালে এবাৰ চকু মেলি চোৱা প্ৰভু। মই এই ল'ৰা—ছোৱালী কেইটাকলৈ ক'লৈ যাওঁ....প্ৰভু .....দয়া কৰা প্ৰভু। (কান্দে)

**মালিক :** লক্ষ্মী শুন। এই ফালে আহ( লক্ষ্মী মালিকৰ ওচৰলৈ যায়) শুন তই কন্দাকটা বন্ধ কৰ। মোৰ কথাবাৰ মন দি শুন.......।

**লক্ষ্মী :** বাৰু কওঁক। (আচঁলেৰে চকু মচে)

**মালিক :** শুন, আত্মাৰামে তোকতো ভালদৰে ৰাখিব পৰা নাছিল। বৰ কষ্টেৰে দিন কটাবলগীয়া হৈছিল...। এতিয়াৰ পৰা আৰু দুখত থাকিব নালাগে বুজিছ। এই কাপোৰযোৰ ল'।

**লক্ষ্মী :** কা....পো....ৰ? মই কাপোৰ লৈ কি কৰিম?

**মালিক :** এই আৰু'ৰী ভালদৰে জীয়াই থাকিব পাৰিবি, খোৱা বোৱা পাবি....।

**লক্ষ্মী :** মানে.....কি?

**মালিক :** মানে...মোৰ মানুহজনীও.......এবছৰ হ'ল ঢুকাল। সেয়ে ভাবিছো, তই যদি সেই খালী ঠাই পূৰণ কৰ.......।

**লক্ষ্মী :** কি ক'লে। তাৰ মানে মই আপোনাৰ ঘৈণী হ'ব লাগে।

**মালিক :** অঁ, তোক সুখেৰে ৰাখিম।

**লক্ষ্মী :** মোক সুখেৰে ৰাখিব!!! ৰব মই আহিছো (ঘৰৰ ভিতৰলৈ যায়)

**মালিক :** যি কি নহওঁক মানুহজনীয়ে যে কথাষাৰ ভালদৰে বুজি পাইছে। মনটো গলিছে। কোনেনো বাৰু সুখত থাকিব নিবিচাৰে? হওঁক তেওঁ বহুত দিনৰ আশা মোৰ আজি পূৰণ হব। পত্নীহীন হৈ থকা যে কি কষ্ট মোৰ বাহিৰে আৰু কোনেও নুবুজে ঠিক গুলী খোৱা বাঘৰ দৰে .......(এনেতে বৈৰাগীৰ বেশেৰে হাতত বীণ এখন লৈ গান গাই গাই নাৰদৰ প্ৰবেশ। সেই মুৰ্হুততে ঘৰৰ ভিতৰৰ পৰা ৰুদ্ৰমুৰ্তি ধৰি হাত এখন দা লৈ লক্ষ্মী প্ৰবেশ)

**লক্ষ্মী :** আহ মোক বিয়া কৰহি আহ। কটা নিধকৰ জাত.....মোক চিনি পোৱা নাই দুখীয়া বুলি আমাৰ মান ইজ্জত একো নাই বুলি ভাবিছ নেকি? ঐ চুৰা পাতনিৰ কুকুৰ। তোক আজি মই.....(দাৰে ঘপিয়াবলৈ যায়)

**মালিক :** (ভয়ত) আই ঔ.......বোপাই ঔ.....এই ডাইনীজনী বলিয়া হ'ল ....ঐ .....বলিয়া হ'ল....(দৌৰে প্ৰস্থান) (লক্ষ্মীয়ে খং দুখ অপমানত কান্দি বহি পৰি)

**লক্ষ্মী :** প্ৰভু! ........ তুমি ইমান নিঠুৰ কিয়? তোমাৰ কি অকণো দয়া মায়া নাই। আমাৰ ফালে এবাৰ চকু মেলি চোৱা প্ৰভু। (কান্দে)

**নাৰদ :** নাৰায়ণ, নাৰায়ণ। আই তোমাৰ কি হৈছে? তুমি কান্দিছা কিয়?

**লক্ষ্মী :** বৈৰাগী কাই আমাৰ দুখৰ সীমা নাই। তেখেত ঢুকোৱা মাত্ৰ পাঁচ দিন হৈছে। আৰু সেই অসৎ ঘৰৰ মালিকে মোক লোভ দেখুৱাই তাৰ ৰক্ষিতা কৰিব বিচাৰিছে।

**নাৰদ :** পাঁচ দিন হৈছে। বাৰু তোমাৰ স্বামীৰ নাম আত্মাৰাম নেকি?

**লক্ষ্মী :** হয়। পিছে আপোনাক ভিক্ষা দিবলৈ মোৰ খুদকণ এটাও নাই বৈৰাগীকাই!

**নাৰদ :** হ'ব হ'ব। ভিক্ষা নালাগে। কিবা এখন দিয়াছোন অকণমান বহো। গোটেই দিনটো ঘুৰি ফুৰোতে ভৰি বিষাই গৈছে। (লক্ষ্মীয়ে বহিবলৈ কিবা এখন দিয়ে। নাৰদ বহে) বাৰু আই, তোমাৰ তেখেতৰ নো কি নৰীয়া হৈছিল।

**লক্ষ্মী :** নৰীয়া; একো হোৱা নাছিল। দৰিদ্ৰ আৰু চিন্তা ৰোগতেই তেখেতৰ মৃত্যু হ'ল। (কান্দে)

**নাৰদ :** নাকান্দিবা আই। ধৈৰ্য্য ধৰা। মানুহৰ ধৈৰ্য্যই হ'ল ডাঙৰ গুণ। ধৈৰ্য্য ধৰা, সকলো ঠিক হৈ যাব। বাৰু মোক আত্মাৰামৰ মৃত্যুৰ কাৰণবোৰ অলপ মুকলিকৈ ক'বা নে?

**লক্ষ্মী :** আমাৰ দুখৰ কথা শুনি আপুনিনো কি কৰিব?

**নাৰদ :** একো কৰিব নোৱাৰো সঁচা। পিচে ভিতৰুৱা কথাবোৰ প্ৰকাশ কৰিলে তোমাৰ দুখ অকন পাতলিব বুজিছা।

**লক্ষ্মী :** শুনক তেন্তে তেখেত ৰিটায়াৰ হোৱা পাঁচ বছৰ হ'ল, কিন্তু মৰিবৰ সময়লৈকে পেনছন নাপালে।

**নাৰদ :** কি ক'লা। আজিলৈকে পেনছন পোৱা নাই। বৰ আচৰিত কথা। অফিচৰ দায়িত্ব নাই নেকি? অঁ, তাৰ পাছত কি হ'ল?

**লক্ষ্মী :** তেখেতে প্ৰতি সপ্তাহতে পেনছন অফিচলৈ এখন কৈ দৰখাস্ত পঠাইছিল। কিন্তু কোনো সদুত্তৰ নাহিল। দুই এখন চিঠিৰ উত্তৰ পাইছিল যদিও, তাত সেই একেই কথা লিখা আছিল ' আমি চেষ্টা কৰি আছো'।

**নাৰদ :** বৰ সাংঘাটিক কথা হে এইবোৰ।

**লক্ষ্মী :** হয় বৈৰাগীকাই, এই পাঁচ বছৰে মোৰ যি গহনা পাতি আছিল সকলোবোৰ বেচি খালো। পেটে ভাতে চলিবলৈকে ঘৰৰ সকলো বিক্ৰী শেষ কৰিলো। আজি আমি বাটৰ ভিকহু হ'লো। এসাজো খাবলৈ পইচা নাই এইবোৰকে চিন্তা কৰি কৰি তেখেত সিপুৰীয়া হ'ল। .....আৰু মোৰ ডিঙিত সংসাৰৰ চিপজৰী ডাল দি থৈ গ'ল।

**নাৰদ :** কিনো কৰিবা আই। সকলো ভাগ্যৰ লিখন। যিমান দিন যাৰ আয়ুস .....তাতকৈ বেছি দিন জীয়াই থাকিব নোৱাৰে। নাকান্দিবা আই, শান্ত হোৱা।

**লক্ষ্মী :** সেই কথা নক'বা তেখেতৰ আয়ুস বহুত আছিল। অন্ততঃ এশ, দুশ টকাকৈ পেনছন পোৱা হ'লেও হয়তো নমৰি জীয়াই থাকিলেহেঁতেন। খুব টনা টনিকৈও সংসাৰখনক পোহ পাল দিব পাৰিলেহেঁতেন আজি পাঁচ বছৰ ধৰি মানুহজনে জীয়াতু ভুগিলে অথচ এটা ফুটা কড়িও নাপালে।

**নাৰদ :** বাৰু এই, কোৱাচোন, তোমাৰ তেখেত, মানে আত্মাৰামৰ কাৰো প্ৰতি বিশেষ মৰম চেনেহ আছিল নেকি?

**লক্ষ্মী :** আছিল......।

**নাৰদ :** আছিল। কাৰ প্ৰতি? (বৰ উৎসাহেৰে)

**লক্ষ্মী :** নিজৰ ল'ৰা ছোৱালী কেইটাৰ প্ৰতি।

**নাৰদ :** ও নিজৰ ল'ৰা– ছোৱালী কেইটাৰ প্ৰতি কাৰণো মৰম নাথাকে বাৰু। মই ক'ব বিচাৰিছো যে অন্য কোনো নাৰীৰ

প্ৰতি বিশেষ ম—ৰ—ম.....।

**লক্ষ্মী :** (খঙেৰে) কিনো আজে বাজে কথাবোৰ বলকিছে? (নাৰদে অলপ ভয় খায়) বাজে কথাবোৰ মোক নক'ব। অপুনি এজন বৈৰাগী মানুহ হৈ এনে কথা মনলৈ অনাও পাপ। তেখেত মোৰ বাহিৰে অন্যনাৰীৰ মুখলৈও চোৱা নাছিল। তেখেতে বৰ সৎ মানুহ আছিল। (উচুপি থাকে-—আঁচলেৰে চকু মোহাৰে)

**নাৰদ :** হয় আই তোমাৰ কথাই ঠিক। ভাৰতীয় নাৰীবোৰতো এই বিশ্বাসতেই জীয়াই আছে। (স্বৰ্গতোক্তি) মই এইবাৰ পেনচন অফিচলৈ যাব লাগিব নাৰায়ণ....নাৰায়ণ।

**(পোহৰ কমি আহে মঞ্চ এন্ধাৰ হয়)**

মৰ্ত্যলোক

(দ্বিতীয় দৃশ্য)

**(পেনছন অফিচ) (দৰ্শকে একেলগে ভিতৰ আৰু বাহিৰৰ দুয়োটা দৃশ্য একেলগে দেখাৰ ব্যৱস্থা থাকিব। অফিচাৰ বহি কাম কৰি আছে। বাহিৰত পিয়নে এখন টুলত বহি টোপনিয়াই আছে। বৈৰাগী বেশী নাৰদে ইতস্ততঃ কৰি অফিচাৰৰ কোঠাত সোমালেগে অফিচাৰ বৈৰাগীক দেখি উত্তেজিত হয়)**

**অফিচাৰ :** কি হ'ল? কথা নাই বতৰা নাই সোমাই আহিছে কিয়? আপুনি পাৰমিশ্যান লৈছে নে নাই? স্লিপ নোলোৱাকৈ কিয় সোমাইছে।

**বৈৰাগী :** নাই মানে....মানে...

**অফিচাৰ :** কি মানে মানে কৰিছে? এইটো চৰকাৰী অফিচ, কোনো মন্দিৰ নহয়।

**বৈৰাগী :** শুনক মহাশয় আপোনাৰ অফিচৰ চাৰিজন মান কেৰেণীৰ ওচৰ চাপিলো। ইজনে কয়, সিজনৰ ওচৰলৈ যাওঁক, সিজনে কয়, ইজনৰ ওচৰলৈ যাওঁক। এনেদৰে তাঁত - বাতি কৰি কৰি এবাৰ তপা মানুহ এজনৰ ওচৰ চাপিলো।

**অফিচাৰ :** অ' তেখেত আমাৰ বৰ বাবু।

**বৈৰাগী :** তেখেতে ক'লে ফাইল হেনো আপোনাৰ ওচৰতহে আছে।

**অফিচাৰ :** ফাইল!! কি ফাইল? কিহৰ ফাইল? কাৰ ফাইল?

**বৈৰাগী :** কোনটো প্ৰশ্নৰ উত্তৰ দিম ডাঙৰীয়া? আপুনিচোন একেলগে কেইবাটাও প্ৰশ্ন সুধি পেলালে?

**অফিচাৰ :** বাৰু ঠিক আছে। বহক। কাৰ ফাইল?

**বৈৰাগী :** আত্মাৰামৰ ফাইল।

**অফিচাৰ :** ফাইল নম্বৰ আনিছে?

**বৈৰাগী :** এই লওঁক। (এটুকুৰা কাগজ আগবঢ়াই দিয়ে)

**অফিচাৰ :** অ। পেনছন/৪২০/২০০৮তাং ....। অফিচাৰে বেলবজায়। পিয়ন সোমাই আহে। তই ক'লৈ যাব অ'? যধে মধে সোধ—পোচ নোহোৱাকৈ মানুহবোৰ সোমাই আহে কেনেকৈ?

**পিয়ন :** মানে চাৰ.....মই অলপ বাহিৰলৈ...।

**অফিচাৰ :** কেৱল বাহিৰলৈ যোৱা? শুন ডিউটি ভালদৰে নকৰিলে কথা বেয়া হ'ব দেই। পাছলৈ মোক দোষ নিদিব। যা ৰবাবুৰ পৰা ফাইলটো লৈ আহ। (যাব বিচাৰে) শুন এইজনক লৈ যা। শুনক! আপোনাৰ নাম কি?

**বৈৰাগী :** মোৰ নাম বৈৰাগী।

**অফিচাৰ :** বৈৰাগী!! গীত গাই ভিক্ষা মগাহে কাম। পেনছন অফিচলৈ আহিছে কিয়?

**বৈৰাগী :** আহিছো.....আপোনালোকৰ এই অফিচবোৰক লৈ গীত ৰচি গাম বুলি।

**অফিচাৰ :** আমাৰ অফিচবোৰক লৈ গীত.....হোঁ....হা...হা। বাৰু এতিয়া আপুনি বাহিৰলৈ যাওঁক পাছত মাতিলে আকৌ আহিব।

**বৈৰাগী :** ভাল বাৰু ডাঙৰীয়া........(বাহিৰলৈ ওলাই যায়)

**অফিচাৰ :** (পিয়নক) ঐ বৰবাবুৰ পৰা ফাইলটো লৈ আহ, আৰু শুন বৈৰাগীটোৰ পৰা পাৰিলে কিবা মেনেজ কৰি ল'বি।

**পিয়ন :** সেইটো আপুনি চিন্তা কৰিব নালাগে চাৰ, মই মেনেজ কৰি ল'ম।

**অফিচাৰ :** অঁ,—যা। (পিয়ন বাহিৰলৈ ওলাই আহি বৈৰাগীক লগ ধৰে।)

**পিয়ন :** হেৰা বৈৰাগী শুনা তোমাৰ কাম হৈ যাব। পিছে, কিবা আনিছা নে নাই।

**বৈৰাগী :** কিবা মানে? মোৰ এই বীণখন হে আছে।

**পিয়ন :** এই, এইবোৰ নহয়, (আঙুলি দেখুৱাই) পইচা, মানে টকা। টকা লাগিব, অলপ টকা দিলে তোমাৰ কাম বনি যাব।

**বৈৰাগী :** (জোৰে চিঞৰি উঠে) হে'ৰা মইনো ক'ত টকা পইচা পামহে..দেখিছাই, মই দুখীয়া মানুহ......

**পিয়ন :** ইচ্ লাহে লাহে কথা কোৱা হে, অন্য মানুহে শুনিব নহয়।

**বৈৰাগী :** অন্য মানুহে শুনিব নাপায় নেকি?

**পিয়ন :** নাপায়তো। শুনিলে অফিচৰ ডেকোৰাম নষ্ট হয়।

**বৈৰাগী :** কি নষ্ট হয়?

**পিয়ন :** ডেকোৰাম। তুমি এইবোৰ বুজি নাপাবা মই বৰবাবুৰ পৰা ফাইল আনি আছো তুমি কিবা টকা পইচাৰ বন্দোবস্ত কৰা।

**বৈৰাগী :** (মিচিকিয়া হাঁহি মাৰি) বাৰু ফাইলটো আনাগৈ কিবা

এটা কৰিব লাগিব আৰু....।

**পিয়ন ঃ** তুমি মই বহা খনতে বহা....মই আহিলো (পিয়নৰ প্ৰস্থান) বৈৰাগীয়ে পিয়নৰ চকীত বহি বীণ বজাই গীত গাই আৰম্ভ কৰে) ও শুনা শুনা নাৰায়ণ শুনা প্ৰভু নিৰঞ্জন কিয় বাৰু সৃজিলা নৰ, নাৰায়ণ হে....সিহঁতো মৰা মাৰি কটা— কটি কৰে নিজৰ মাজতে, ভাই ভাই ঠাই ঠাই এহি মন্ত্ৰ প্ৰচাৰে জগত মাজতে হে। এ শুনা শুনা নাৰায়ণ ...ধৰ্ম ধৰ্ম কৰে মুখে, অধৰ্মহে কৰে। এই সৃষ্টি ধ্বংসে কৰি নতুন নৰ সৃজা হে। .....এ শুনা শুনা নাৰয়ণ......কপটালি বাৰে কেৱল সত্যেনাহি মতি ধৰা ধাম ৰক্ষা কৰা প্ৰভুহে নাৰদৰ এহি সে মিনতি হে শুনা শুনা।

**(অফিচাৰ পাছফালৰ দুৱাৰেদি বাথৰুমলৈ যায়। বৈৰাগীৰ ওপৰত এক বিশেষ পোহৰ পৰে। বৈৰাগীৰ গীত শেষ হয়। পিয়নে ফাইললৈ আহি মাত লগায়। বৈৰাগী যেন টোপনিৰ পৰা হে সাৰ পাই উঠে)**

**পিয়ন ঃ** হেৰা বৈৰাগী টোপনি গৈছা দেখোন? উঠা ।

**বৈৰাগী ঃ** (সজাগ হৈ) তাঁ.......মানে অকণমান চিলমিলিয়া টোপনি আহিছিল।

**পিয়ন ঃ** তুমি ক্ষন্তেক অপেক্ষা কৰা, মই চাৰক ফাইলটো দিওঁগৈ। (পিয়নে অফিচাৰৰ কোঠালৈ যায়। এনেতে অফিচাৰ বাথ ৰুমৰ পৰা আহি চকীত বহে) এইটো আত্মাৰামৰ ফাইল....।

**অফিচাৰ ঃ** দে....(ফাইল চাই থাকে) তই যা....বৈৰাগীত পঠাই দে।

**পিয়ন ঃ** বাৰু চাৰ .........(ওলাই আহি বৈৰাগীক কয়)হেৰা ভিতৰলৈ যোৱা। চাৰে মাতিছে (বৈৰাগী অফিচাৰৰ কোঠাত সোমায়)

**অফিচাৰ ঃ** আহা বৈৰাগী বাৰু কথাটোনো কি, খুলি কোৱাচোন।

**বৈৰাগী ঃ** মই আত্মাৰামৰ পেনছনৰ বিষয়ে আহিছো।

**অফিচাৰ ঃ** আপুনি বৈৰাগী মানুহ। অফিচৰ নিয়ম কানুন একোকে নাজানে। চাওঁক, আচলতে ভুলটো আত্মাৰামৰেই। চাবলৈ গ'লে এই অফিচবোৰ একধৰণৰ মন্দিৰে। ইয়াতো দান— দক্ষিণা দিব লাগে নহ'লে পূণ্য নহয়। আপুনি নিশ্চয় আত্মাৰামৰ আত্মীয় সেয়ে কৈছো কিবা দান-দক্ষিণা নকৰিলে পূণ্য ফল পোৱা নাযাব।

**বৈৰাগী ঃ** ইয়াতো দান—দক্ষিণা?

**অফিচাৰ ঃ** চাওঁক, এয়া চৰকাৰী অফিচ, চৰকাৰী পইচাৰ কথা। পেনছনৰ কেচ দহোটা মান অফিচেদি ঘূৰি পকি হে ইয়ালৈ আহে।

**বৈৰাগী ঃ** কিন্তু আজি ইমান দিন হৈ গ'ল।

**অফিচাৰ ঃ** দেখিবতো হ'বই। একোটা কথাকে হেজাৰ বাৰ লিখিব লাগে বহুতো অবজেক্শনো থাকে এইবোৰ কৰোতেহে দেখি হয়।.....পিছে.....।

**বৈৰাগী ঃ** পিছে কি?

**অফিচাৰ ঃ** (হাঁহি এটা মাৰি) পিছে শুনিছো বৈৰাগীৰ বীণ বোলে বৰ পূণ্য বস্তু। ঘৰত থাকিলে হেনো মঙ্গল হয়। সেয়ে কৈছো.......মোৰ ছোৱালীজনীয়ে গান বাজনা কৰে। ছোৱালীজনীয়ে ভালদৰে গান শিকিলে বিয়া দিবলৈ কোনো অসুবিধা নহ'ব। সেয়ে যদি বীণখন দিয়া।

**বৈৰাগী ঃ** মোৰ বীণ খন।। ...বাৰু ঠিক আছে? (হাঁহি মাৰি) এই লওঁক (বীণ খন আত্মাৰামৰ ফাইলৰ ওপৰত ৰাখে) পিছে অতি সোনকালে তাৰ পেনছন অৰ্ডাৰটো উলিয়াই দিয়ক....(অফিচাৰে বীণ খন টেবুলৰ দাঁতিলৈ নিওতে কলিং বেলত বীণখন লাগি বাজি উঠে। পিয়ন আহে। (খণ্ডেৰে)

**পিয়ন ঃ** আপুনি বেল বজালে নহয়?

**অফিচাৰ ঃ** অ......। বাৰু কাষলৈ আহ। শুন তই বৰ বাবুৰ পৰা আচল ফাইলটো লৈ আহ.......।

**পিয়ন ঃ** আচল ফাইল?

**অফিচাৰ ঃ** অ'। মানে যিটো ফাইলত অৰ্ডাৰ হৈ আছে। সেইখন। বৰ বাবুক ক'লেই দি দিব। এই যাবি আৰু আহিবি। (পিয়ন ওলাই যায়) দেখি নকৰিবি আপুনি বহক চোন এই চকীখনতে বহক। (বৈৰাগী বহে, অফিচাৰে আগৰ ফাইল চাই থাকে) বাৰু বৈৰাগী আপোনাৰ লগত আত্মাৰামৰ কিবা সম্পৰ্ক আছে নেকি?

**বৈৰাগী ঃ** (মিচিকিয়া হাঁহি মাৰি) আছে আত্মাৰামৰ আত্মাৰ লগত মোৰ বিশেষ সম্পৰ্ক আছে....

**অফিচাৰ ঃ** আত্মাৰ লগত?

**বৈৰাগী ঃ** অ, আত্মাৰ লগত সম্পৰ্ক আছে বাবেইতো মই তাৰ আত্মীয় ?

**অফিচাৰ ঃ** অ'সেই কথা (শব্দ কৰি হাঁহে, এনেতে পিয়নে ফাইল লৈ আহে।)

**পিয়ন ঃ** লওঁক চাৰ (টেবুলত ফাইল থয়)

**অফিচাৰ ঃ** এতিয়া, তই যা (পিয়ন ওলাই যায়, অফিচাৰে ফাইলটোৰ ৰঙা ফিটাৰ বান্ধ খুলি বৈৰাগীৰ মুখলৈ চাই কয়) তাৰ নামটো কি বুলি কৈছিলে?

**বৈৰাগী ঃ** নামটো বহুত বাৰেই ক'লো....

**অফিচাৰ ঃ** নাই, মই মানে বৰ পাহৰো বুজিছে?

**বৈৰাগী ঃ** মই আকৌ ভাবিছিলো, কাণেৰে হয়তো কম শুনে। তাৰ নাম (হাঁহি মুখে কয় তাৰ পাছত উচ্চস্বৰে চিঞৰি উঠে) আ—ত্মা—ৰা—ম...। এনেতে ফাইলৰ ভিতৰৰ পৰা আত্মাৰামৰ আত্মাৰ কণ্ঠস্বৰ ধ্বনিত হয়। )

**আঃ আত্মা ঃ** কোন? পিয়ন নেকি? পেনছনৰ অৰ্ডাৰ হ'লনে?

**অফিচাৰ ঃ** (ভয় খায়) ভুত....ভুত.....(বাহিৰলৈ দৌৰি আহি পিয়নক সাবটি ধৰি চিএৰিব খোজে। কিন্তু কণ্ঠস্বৰ নোলাই কেৱল ভু...ভু.....কৰি থাকে। দুয়োজনে শিলৰ মূৰ্তিৰ দৰে থৰ হৈ ৰয়। (স্পট লাইটৰ পোহৰ পৰে)

**নাৰদ ঃ** (মিচিকিয়া হাঁহি মাৰি টেবুলৰ পৰা বীণখন হাতত লৈ) নাৰায়ণ--নাৰায়ণ আত্মাৰাম.......তুমি কি আত্মাৰামৰ আত্মা ?

**আঃ আত্মা ঃ** হয় মই আত্মাৰামৰ আত্মাই কৈছে।

**নাৰদ ঃ** মই নাৰদ। মই তোমাৰ উদ্ধাৰৰ বাবে মৰ্ত্যলৈ আহিছো। ব'লা স্বৰ্গত সকলোৱে তোমাৰ বাবে অপেক্ষা কৰিছে। ব'লা আত্মাৰাম।

**আঃ আত্মা ঃ** মইতো এতিয়া যাব নোৱাৰো প্ৰভু। মইযে পেনছনৰ দৰ্খাস্তৰ মাজত বন্দী হৈ আছো। ৰঙা ফিটাৰ মেৰ পাকত বান্ধ খাই আছো প্ৰভু। মই দৰখাস্তৰ মায়া ত্যাগ কৰি ইয়াৰ পৰা এতিয়া ওলাই যাব নোৱাৰো। সেয়ে মোৰ স্বৰ্গযাত্ৰা--"পষ্টপণ্ড কৰক প্ৰভু।

**নাৰদ ঃ** কি ক'লা ? পষ্টপণ্ড। কতে মৰো মই (মূৰত হাত দি এক বিশেষ ভংগীমাত বহি পৰে)

(আঁৰ কাপোৰ পৰে)

<u>সমাপ্ত</u>

# অভিমন্যুৰ মহাকাব্য

## নাট্যকাৰ # ৰফিকুল হোছেইন

চৰিত্ৰসমূহ ঃ

১। ১নং মহেশ
২। ২নং মহেশ
৩। ৩নং মহেশ
৪। অপেক্ষা

**মঞ্চ পৰিকল্পনা ঃ** বিভিন্ন অৱস্থানত তিনিখন ওখ চাপৰ বেঞ্চ থাকিব। মঞ্চত পোহৰ পৰাৰ লগে লগে দেখা যাব প্ৰায় অৰ্দ্ধবৃত্তাকাৰ মঞ্চৰ সন্মুখ ভাগৰ মজিয়াত তলমূৰ কৰি বহি আছে চাৰিটা চৰিত্ৰ। ক্ষণিক নীৰৱতা। হঠাৎ ২নং মহেশে চক্ খোৱাৰ ভঙ্গীৰে দৰ্শকলৈ চাই মঞ্চৰ সংগীসকলক ক'ব।

**২নং মহেশ ঃ** আৰে। কাৰ্টেইন দাং খাই গ'ল, দেখা নাই?

**১নং মহেশ ঃ** (মূৰ তুলি) সৰ্ব্বনাশ।

**৩নং মহেশ ঃ** (মূৰ তুলি) সৰ্ব্বনাশ।।

**অপেক্ষা ঃ** (মূৰ তুলি) সৰ্ব্বনাশ।।।

**২নং মহেশ ঃ** Stand up

(ঘপকৈ আটাই কেইটা থিয় হয়। কিছু আগুৱাই আহি)

**কোৰাচ ঃ** নমস্কাৰ দৰ্শক বৃন্দ।

**১নং মহেশ ঃ** আজিৰ মঞ্চত আমাৰ নাটক

**কোৰাচ ঃ** অভিমন্যুৰ মহাকাব্য।

**১নং মহেশ ঃ** নাট্যকাৰ-

**কোৰাচ ঃ** মঞ্চত আপোনালোকৰ সন্মুখত থিয় হৈ থকা স্বয়ং আমি এই চাৰিজন।

**৩নং মহেশ ঃ** অৰ্থাৎ আমি আমাৰ জীৱনৰ কেইটামান গুৰুত্বপূৰ্ণ contradiction.

**২নং মহেশ ঃ** কিম্বা ঘটনাক —

**অপেক্ষা ঃ** নাট্যৰূপেৰে সজাই তুলি—

**১নং মহেশ ঃ** আজিৰ মঞ্চলৈ আনিছো আমাৰ নাটক-

**কোৰাচ ঃ** অভিমন্যুৰ মহাকাব্য।

(হঠাৎ position সলনি হ'ব)

**১নং মহেশ ঃ** চাওক, মঞ্চত এই যে দেখিছে আমি চাৰিজন - এদিন আমি কলেজত একেলগে পঢ়িছিলো।

**১নং মহেশ ঃ** পঢ়ি থকা দিনবোৰত আমাৰ দুচকুত আছিল অলেখ স্বপ্ন—

**অপেক্ষা ঃ** অলেখ আশা -

**২নং মহেশ ঃ** অলেখ শিহৰণ

**৩নং মহেশ ঃ** আৰু সেই অলেখ স্বপ্ন, আশা, শিহৰণ বুকুত বান্ধি এদিন আমি বিশ্ববিদ্যালয়ৰ শিক্ষা সমাপ্ত কৰি মুকলি পৃথিবীৰ বুকুলৈ ওলাই আহিছিলো।

**অপেক্ষা ঃ** আৰু আজি আমি সুদীৰ্ঘ পাঁচ বছৰৰ পিছত অতি আচৰিত ভাবে হঠাৎ এই ব্যস্ত চহৰ খনত লগ হ'লোহি।

**১নং মহেশ ঃ** ক'ব পাৰে, এক আকস্মিক সংযোগ -

**২নং মহেশ ঃ** ক'ব পাৰে। এটি Co-incidence .

**৩নং মহেশ ঃ** দৰ্শক বৃন্দ, আৰু এই লগ হোৱাৰ বিনিময়ত গঢ়ি উঠিছে আমাৰ দুটা অতীত আৰু বৰ্ত্তমানৰ ৰোমন্থন।

**২নং মহেশ ঃ** যাৰ পটভূমিয়েই হ'ল আজিৰ নাটকৰ ভেটি।

**৩নং মহেশ ঃ** দৰ্শক বৃন্দ, আজিৰ এই নাটকৰ পটভূমিটো ধৰি লওক, এইখন এখন এই চহৰৰে মাজ মাজিয়াত অৱস্থিত পাৰ্ক। (সমগ্ৰ মঞ্চলৈ দেখুৱাই)

**১নং মহেশ ঃ** ধৰি লওক, পাৰ্কখনৰ নাম দেশভক্ত তৰুণ ৰাম ফুকন পাৰ্ক।

**৩নং মহেশ ঃ** আৰু এই তৰুণৰাম ফুকন পাৰ্কৰ বুকুতেই আৰম্ভ হ'ব আজিৰ নাটকৰ মূল গল্প ভাগ।

**২নং মহেশ ঃ** গল্পটো আন একো নহয়। আমাৰ জীৱনৰ কেইটামান খণ্ড বিক্ষিপ্ত চিত্ৰ মাথোন।

**অপেক্ষা ঃ** তেন্তে ব'লা আমি পটভূমিলৈ উভতি যাওঁ।

**৩নং মহেশ ঃ** ৰ'বা ৰ'বা। (দৰ্শকলৈ চাই) দৰ্শকবৃন্দ শুনক, আজিৰ নাটকত আপোনালোকক আমি আমাৰ জীৱনৰে দুটা গল্প ক'ম। আৰে প্ৰথমটো গল্প হ'ল এনে— ধৰি লওক, বিশ্ববিদ্যালয়ৰ শিক্ষা সমাপ্ত কৰি আজিৰ পৰা পাঁচ বছৰৰ আগতে ঠিক এনে এটা দিনতে আমাৰ জীৱনৰ সৰ্ব্বশেষ

Interview টো দি উঠি...

**২নং মহেশ :** আৰু যেতিয়া স্পষ্ট হ'লো, চাকৰিটো আমি নেপাওঁ...

**১নং মহেশ :** তেতিয়া খং-ক্ষোভ, হতাশাত অস্থিৰ হৈ আমাৰ প্ৰত্যেকৰে পকেটৰ অৱশিষ্ট পইচা মিলাই কাষৰে সৌ কল্যাণী হোটেলত একাপ চাহ আৰু এমুঠি ভুজিয়া খাই আকাশত ভয়ানক মেঘ আৰু বিজুলীয়ে তাল ফাল লগোৱা এনে এটা সন্ধ্যাতে আমি এই চাৰি বন্ধু এই পাৰ্কখনতে খন্তেক জিৰাইছিলোহি।

**২নং মহেশ :** নেভাবিব আকাশত তৰা লিখিবলৈ বুলি। ক'ব পাৰে, ক্ষন্তেক জিৰাইছিলোহি। আড্ডা দিছিলোহি।

**অপেক্ষা :** আৰু ৰোমন্থন কৰিছিলোহি আমাৰ সেই পঢ়ি থকা দিনবোৰৰ সেই প্ৰাণ চঞ্চল মুহূৰ্তবোৰৰ স্মৃতিক ।

**২নং মহেশ :** তেনে আৰম্ভ কৰা হওঁক আমাৰ নাটক-

**৩নং মহেশ :** ৰ'বি ৰ'বি। তাৰ আগতে মই ভাবো, দৰ্শক বৃন্দক আমাৰ আত্ম পৰিচয়টো দিয়া একান্ত প্ৰয়োজন নেকি?

**১নং মহেশ :** এৰা, নহ'লে নাটক চাই দৰ্শকে আৰু'একোৱেই নুবুজিব পাৰে।

**২নং মহেশ :** তেন্তে শুনক --

**কোৰাচ :** আমাৰ আত্ম পৰিচয় -

**(লগে লগে দেখা যাব প্ৰত্যেকেই প্ৰত্যেকলৈ চাই ইটোৱে সিটোক ঠেলা ঠেলি কৰিছে। তাৰ মাজতে ৩ নম্বৰ ঠেলাত ১নং ওলাই আহি অপ্ৰস্তুত ভাবে ক'ব)**

**১নং মহেশ :** নামটোৰ বাহিৰে (হাঁহি) মোৰ পৰিচয় দিবলৈ একোৱেই নাই। তবে শুনক মোৰ নাম, শ্ৰীযুত মহেশ ডেকা।

**৩নং মহেশ :** মোৰ নামো মহেশ, অৰ্থাৎ মহেশ চৌধুৰী।

**২নং মহেশ :** আৰু আচৰিত নহ'ব শুনি, মোৰ নামো মহেশ। অৰ্থাৎ মহেশ দত্ত।

**(১+২+৩) :** অৰ্থাৎ আমি তিনি মহেশ বাল্য বন্ধু, কলেজীয়া জীৱনৰো সঙ্গী।

**অপেক্ষা :** আৰু মোৰ নাম ।

**১নং মহেশ :** হেঃ হেঃ নেভাবিব, তাইৰ নামো মহেশ।

**২+৩ নং মহেশ :** সুন্দৰ সুন্দৰ। (হাততালি দিয়ে)

**অপেক্ষা :** (খঙত) এই চুপ! শুনক মোৰ নাম অপেক্ষা দেৱী।

**১নং মহেশ :** দৰ্শক বৃন্দ, এদিন আমি যেতিয়া কলেজত পঢ়ি আছিলো

**২নং মহেশ :** ক'ব পাৰে, আমি যেতিয়া উত্তাল নদীময় যৌৱন আছিলো।

**অপেক্ষা :** মনৰ চৌপাশে যেতিয়া ভৰপুৰ আশাই দোলা দি আছিল।

**৩নং মহেশ :** তেনে উন্মাদনাৰে ভৰা দিনবোৰত মই আছিলো সদায়েই এজন অপ্ৰতিদ্বন্দী তৰুণ কবি আৰু বুৰঞ্জীৰ এজন আগ্ৰহশীল ছাত্ৰ।

**২নং মহেশ :** কলেজীয়া দিনবোৰত মই আছিলো সদায়েই এজন সুদক্ষ খেলুৱৈ তথা এজন সদা হাস্যময় প্ৰেমিক যুৱক। (হাত তালি, ২নং মহেশে ধন্য সূচক ভঙ্গীৰে তললৈ মূৰ দোৱাব। হাত-তালি থমকি ৰ'ব)

**১নং মহেশ :** আৰু শুনক, ছাত্ৰ জীৱনত এই যে মই, মই আছিলো সদায়েই এজন অপ্ৰতিদ্বন্দী মঞ্চ শিল্পী অৰ্থাৎ ক'ব পাৰে (হাঁহি) এক দুৰ্দান্ত অভিনেতা। (১নং মহেশে হঠাৎ মুখত আঙুলী ভৰাই হুইচেল বজাব)

**৩নং মহেশ :** এই খবৰদাৰ। বাৰু অপেক্ষা, তুমি কি আছিলা নোকোৱা কিয়?

**২নং মহেশ :** ৰ'বি, মই কম। দৰ্শকবৃন্দ, এই যে দেখিছে অপেক্ষা, কলেজীয়া দিনবোৰত এই কিন্তু সদায়ে কমন ৰুমত বহি মনে মনে প্ৰিয়জনলৈ উল গুঠি বৰ ভাল পাইছিল।

**অপেক্ষা :** এই খবৰদাৰ। নহয় নহয় দৰ্শক বৃন্দ, মিছা কথা। আচলতে, কলেজীয়া জীৱনত মোৰ সমস্ত মানসিকতা আবদ্ধ হৈ আছিল লাইবেৰীৰ সহস্ৰ কিতাপৰ মাজত। য'ত মই জীৱন আৰু পৃথিৱীৰ সন্ধান কৰিছিলো।

**২নং মহেশ :** কিন্তু সেই সন্ধান জানো তুমি পালা?

**৩নং মহেশ :** সেই পৰিপূৰ্ণতা, জীৱনৰ সেই পৰিপূৰ্ণতা আমি পালো জানো?

**১+২নং মহেশ :** আঃ নাই পোৱা, নাপালো।

**৩নং মহেশ :** কিয়?

**১নং মহেশ :** এদিন যেতিয়া আমি শিক্ষা সমাপ্ত কৰি ওলাই আহিলো.

**অপেক্ষা :** যেতিয়া এপলক বহল পৃথিৱীৰ তলত নিজকে প্ৰত্যক্ষ কৰিলো—

**২নং মহেশ :** যেন কঁপি উঠিল ধীৰে ধীৰে আমাৰ স্থিতিৰ মাজুলী।

**১নং মহেশ :** যেন বিবৰ্ণ হৈ গ'ল আমাৰ ৰঙীন দিনবোৰৰ স্মৃতি।

**অপেক্ষা :** যেন ধুসৰ হৈ গ'ল আমাৰ উত্তাল নদীময় যৌৱন।

**৩নং মহেশ :** আৰু আমি ধীৰে ধীৰে সোমাই পৰিলো এখন অন্ধকাৰ পৃথিৱীৰ নগ্ন গলিত।

**২নং মহেশ :** আমি হৈ পৰিলো এমুঠি পোহৰ প্ৰত্যাশী।

**অপেক্ষা+১নং মহেশ :** এক বেহু আৱদ্ধ --

**কোৰাচ :** একো একোটা অভিমন্যু, অন্ধকাৰৰ অভিমন্যু।

**(মঞ্চত পোহৰ নুমাই যাব। চৰিত্ৰ সমূহে বিভিন্ন অৱস্থান ল'ব।)**

**২নং মহেশ :** কি হ'ল? তহঁত আটাইবোৰ মৌন হৈ গ'লি যে?

**১নং মহেশ :** এৰা, মৌনতাৰ মাজত জীৱনৰ কোনো স্বাদ নেথাকে।

**অপেক্ষা :** ময়ো কওঁ, অন্ততঃ কিছু হুলস্থুল হৈ থাকিব লাগে।

**৩নং মহেশ :** ঠিক, কিছু হুলস্থুল হৈ থাকিলে অন্ততঃ আমি যে জীয়াই আছো, জীৱনটো যে আমাৰ চলমান তাৰ এটা

উমান পোৱা যায়।

**২নং মহেশ ঃ** তয়ো যে আৰু। কথাই কুথাই কাব্য কৰ অ'। চাওঁ চাওঁ, তোৰ মোনাত কেইখন কবিতাৰ কিতাপ আছে চাওঁ।

**৩নং মহেশ ঃ** এই খবৰদাৰ। (ক্ষণিক) নহয় অ' মহেশ, মই আচলতে এটা সত্য কথাৰ পুনৰ আবৃত্তিহে কৰিছো।

**১নং মহেশ ঃ** কিন্তু যধে মধে হুলস্থূল কৰাৰ অৰ্থতো এইটো নহয় যে জীৱনটো চলমান।

**অপেক্ষা ঃ** হ'লেও এটা চলমান, এটা তেজস্বী জীৱনৰ কামনা কৰিলে, আমি সঁচাই যুঁজিবই লাগিব। আপোচত আচলতে মৃত্যু আছে।

**২নং মহেশ ঃ** এয়া তোমাৰ ডাঙৰ ডাঙৰ সেই দড়ীয়া মানুহবোৰে লিখা কিতাপৰ Theory নেকি অপেক্ষা দেৱী?

**অপেক্ষা ঃ** নহয়, আচলতে মই কি ক'ব খুজিছো, তুমি বুজা উচিত মহেশ!

**২নং মহেশ ঃ** মই বুজা নাই।

**অপেক্ষা ঃ** চোৱা, এই যে আমি অলপ আগতে যিটো অফিচত interview দি আহিলো, এয়া তোমাৰ জীৱনৰ কিমান নম্বৰ interview?

**২নং মহেশ ঃ** খুব সম্ভৱ সোতৰ নম্বৰ।

**১নং মহেশ ঃ** মোৰ চৈধ্য নম্বৰ।

**৩নং মহেশ ঃ** মোৰ উনৈশ নম্বৰ।

**অপেক্ষা ঃ** আৰু মোৰ কিমান নম্বৰ জানা? দহ নম্বৰ। (ক্ষণিক ৰৈ) কিমান টকা খৰছ হ'ল এই interview ৰ বাবে?

**১+২+৩ ঃ** হিচাব ৰখা নাই?

**অপেক্ষা ঃ** কিয়?

**১+২+৩ ঃ** হিচাপ কৰিবলৈ ভয় লাগে।

**অপেক্ষা ঃ** পলাইছা। ইয়াকেই কয় আপোচ।

**১নং ঃ** নহয়। আচলতে মই এটা কথা ভাবিছো।

**১+২ নং ঃ** কি?

**৩নং মহেশ ঃ** ভাবিছো, এইটোৱেই মোৰ জীৱনৰ শেষ interview। আৰু মই কোনো interview ত নবহো।

**১নং মহেশ ঃ** তবে কি কৰিবি?

**২নং ঃ** কি? বৃক্ষৰ তলত বহি কবিতা লিখিবি?

**৩নং মহেশ ঃ** ঠাট্টা নকৰিবি।

**অপেক্ষা ঃ** তেন্তে কি কৰিবা মহেশ?

**৩নং মহেশ ঃ** একো ভবা নাই। কিন্তু মাজে মাজে এই যে paper বিজ্ঞাপন, interview ৰ দিনা লোকৰ পৰা ধাৰ কৰি অনা কাপোৰ পিন্ধি ডিঙিত টাই কচি May I get in sir কৈ চাহাবৰ কোঠাত চেল্যুট ঠুকি সোমোৱা— এইবোৰ এইবোৰ এক বিড়ম্বনা, মোৰ বাবে এক যন্ত্ৰণা, এক অপমান।

**২নং মহেশ ঃ** প্ৰতিটো interview ৰ বাবে ডিঙিত টাই কচি কচি মোৰ ডিঙিত এটা বিষ হৈ গৈছে জান?

**১নং মহেশ ঃ** চাল্লা মোৰ ডিঙিতো সেই একেই বিষ।

**অপেক্ষা ঃ** আচলতে এই গোটেই system টোৱেই মস্ত vague, মস্ত ভুৱাবাজি।

**৩নং মহেশ ঃ** Right! All these are vague. অ' কচোন (১নং কাষলৈ গৈ)আজিৰ interview সিহঁতে তোক কি সুধিছিল?

**১নং মহেশ ঃ** সুধিছিল "Lord Mountbattein" ক Indian people এ কিয় ইমান ভাল পায়? (আটাই কেইটাই উচ্চ স্বৰত হাঁহে)

**২নং মহেশ ঃ** আৰু মোক কি সুধিছিল জান? Lord Mountbatten ৰ মৃত্যুৰ দিনা তোমাৰ ঘৰৰ পতাকা অৰ্দ্ধনিৰ্মিত হৈছিল নে?

**৩নং মহেশ ঃ** Rubbish. এটা বৃটিছ সাম্ৰাজ্যবাদীৰ প্ৰতিনিধিৰ মৃত্যুত আমাৰ ঘৰৰ পতাকা কিয় অৰ্দ্ধনিৰ্মিত হ'ব? Lord Mountbatten ক প্ৰতিজন ভাৰতীয় নাগৰিকে ভাল পাই বুলি সিহঁতক কোনে ক'লে? যি বৃটিছ সাম্ৰাজ্যবাদীয়ে দুশ বছৰ ভাৰতৰ প্ৰতি বিন্দু মাটি লুণ্ঠিত কৰি গ'ল, ভাৰতৰ মানুহক কৰি থৈ গ'ল নগ্ন ক্ৰীত দাস, তেনে এটা অত্যাচাৰী জাতিৰ প্ৰতিনিধিক কেৱল এই দেশৰ সাম্ৰাজ্যবাদী দালাল বোৰেহে ভাল পাব পাৰে। কোনো খাটি খোৱা মাটিৰ মানুহে ভাল পাব নোৱাৰে।

**অপেক্ষা ঃ** মোৰ ফালে চোৱা। চোৱা, বৰ্ত্তমান মোৰ বয়স পচিশ বছৰ। এতিয়াও মই অবিবাহিতা। অথচ এটা চাকৰীৰ আশাত, জীয়াই থকাৰ আশাত সিহঁতৰ দুৱাৰ মুখত গৈ থিয় হ'লেই, বাৰে বাৰে মোৰ মুখলৈ চাই সিহঁতৰ একেই প্ৰশ্ন। (১+২+৩ নংৰ হঠাৎ পৰিবৰ্ত্তন হয়)

**১নং মহেশ ঃ** Lord Mountbatten কোন?

**২নং মহেশ ঃ** শান্তিৰ নোবেল বঁটা কি?

**৩নং মহেশ ঃ** ভাৰতৰ সৈতে মৈত্ৰীৰ চুক্তি লৈ ব্ৰেজনেভে কিমান চনত ভাৰত চফৰ কৰিছিল?

**১নং মহেশ ঃ** সাম্প্ৰদায়ীকতাবাদ কি?

**২নং মহেশ ঃ** বহিৰাগত নেখেদিলে অসমীয়া জাতি উদ্ধাৰ হ'বনে নহয়?

**৩নং মহেশ ঃ** নেহৰুৰ পঞ্চশীল নীতি কি?

**১নং মহেশ ঃ** তুমি ৰাজনীতি কৰা নেকি?

**২নং মহেশ ঃ** তুমি মাওবাদী নেকি?

**৩নং মহেশ ঃ** তুমি কোনোবা গোপন সন্ত্ৰাসবাদী দলত আছা নেকি?

**১নং মহেশ ঃ** তোমাৰ জাতি কি?

**২নং মহেশ ঃ** তোমাৰ বৰ্ণ কি?

**৩নং মহেশ ঃ** তোমাৰ ভাষা কি?

**১নং মহেশ ঃ** জাতি কি?

**২নং মহেশ ঃ** বৰ্ণ কি?

**৩নং মহেশ :** ভাষা কি?

**১নং মহেশ :** জাতি?

**২নং মহেশ :** বর্ণ?

**৩নং মহেশ :** ভাষা ?

**অপেক্ষা :** (কাণত দুয়ো হাতেৰে ঢাকি ধাৰি উচ্চ স্বৰত) আস্। এইবোৰ ঠগ। এইবোৰ প্ৰবঞ্চনা। কিয় সিহঁতে নোসোধে- - এইখন দেশত দৰিদ্ৰ সীমাৰেখাৰ তলত থকা শতকৰা ৭৮ ভাগ নিষ্পেষিত মানুহৰ প্ৰকৃত জীৱন চিত্ৰ খন কি? নোসোধে কিয়, এই খন দেশৰ মাটিত কিমান জন মানুহ বস্ত্ৰহীন নগ্ন?

**৩নং মহেশ :** কিয় নোসোধে, ভাৰতৰ ৰাষ্ট্ৰ যন্ত্ৰৰ প্ৰকৃত স্বৰূপ কি? কিমানজন পুঁজিপতি জমিদাৰৰ হস্তত এই দেশৰ চৰকাৰ নিয়ন্ত্ৰিত? কিয় নোসোধে, সাম্ৰাজ্যবাদী, আমেৰিকা, বৃটেইন, জাৰ্মান, ৰাচিয়াৰ কিমান শত কোটি লগ্নী পুঁজিৰ বিনিময়ত লুণ্ঠিত হৈছে ভাৰতৰ কিমান পৰিমাণৰ কেচাঁ সামগ্ৰী? কিয় নোসোধে, এই দেশৰ প্ৰতিজন আবাল বৃদ্ধ, যুৱক-যুৱতীৰ জীৱন কিমান টকাৰ বিনিময়ত বন্ধকী হৈ আছে সাম্ৰাজ্যবাদী দেশত?

**১নং মহেশ :** আৰে থ থ, এইবোৰ লাজ লগা কথা সিহঁতে কেতিয়াও নোসোধে।

**২নং মহেশ :** সেইবাবেইতো সিহঁতে সোধে - কোৱাচোন ভাৰতে স্বাধীনতা কেতিয়া পাইছিল?

**১নং মহেশ :** জন-গণ-মনটো কোনে লিখিছিল?

**২নং মহেশ :** ভাৰতৰ কোনটো উপগ্ৰহ আকাশত উৰি ফুৰিছে?

**১নং মহেশ :** সোধে, ভাৰতে স্বাধীনতা পোৱা কিমান বছৰ হ'ল?

**অপেক্ষা :** নহয়। আচলতে সিহঁতে সুধিব লাগিছিল স্বাধীনতাৰ নামত দেশে যি পৰাধীনতাৰ শৃংখল পিন্ধিলে তাৰ বয়স কিমান হ'ল?

**২নং মহেশ :** চাল্লা। এইবোৰ interview ৰ মুখত জোতা মাৰো মই।

**১নং মহেশ :** এইবোৰ যেন সিহঁতৰ প্ৰশ্ন নহয়। যেন ঘৰে ঘৰে পৰিয়াল পৰিকল্পনা কৰিবলৈ Radioত ঘোষণা কৰা একো একোটা ফাল্টু বিজ্ঞাপনহে।

**(আটাই কেইটাই উচ্চ স্বৰত হাঁহি পুনৰ মৌন হৈ যাব। আটাই কেইটা চৰিত্ৰ বিভিন্ন স্থানত বহি পৰিব। ১নং -এ হাতৰ ঘড়ী খুলি পৰীক্ষা কৰিব। কাণৰ ওচৰলৈ নি পৰীক্ষা কৰি দুপাক চাবি দিব।)**

**১নং মহেশ :** কি হ'ল? আটাইবোৰ মৌন হৈ গ'লি যে?

**২নং মহেশ :** আৰে ভাই দুই এটা কথা পাতি থাক।

**১নং মহেশ :** (৩নঙৰ প্ৰতি) অই মহেশ তই কি কৰিছ?

**৩নং মহেশ :** কিতাপ পঢ়িছো।

**১নং মহেশ :** মিছা কথা। তই কিবা এক ভাবনাত ডুবিছ।

**২নং মহেশ :** এই অপেক্ষা, তুমি কি ভাবিছা?

**অপেক্ষা :** একো ভবা নাই।

**১নং মহেশ :** একো নভবাকৈ মানুহ জীয়াই নেথাকে।

**অপেক্ষা :** কৈছো নহয় একো ভবা নাই।

**১নং মহেশ :** এটা কাম কৰা অপেক্ষা।

**অপেক্ষা :** কি?

**১নং মহেশ :** এটা গানকে গোৱা।

**অপেক্ষা :** গান? ( চক্ খোৱাৰ দৰে)

**২+৩ নং মহেশ :** সুন্দৰ প্ৰস্তাৱ। অন্ততঃ এই বিষণ্ণ সন্ধিয়াটো কিছু ভাল লাগিব।

**অপেক্ষা :** কি ভাল লাগিব?

**১নং মহেশ :** গান গালে আৰু'। কিয় পাহৰি গ'লা। সেইযে আমাৰ কলেজীয়া দিনবোৰত তুমি সদায় গীত আৰু আবৃত্তিত প্ৰথম হৈছিলা। তুমি বৰ সুন্দৰ গান গাব জানিছিলা। (অপেক্ষাই খিল খিলাই হাঁহে)

**১+২ নং মহেশ :** কি হ'ল? হাঁহিলা যে ?

**অপেক্ষা :** বেয়া লাগে। মনত পৰিলে ভালো লাগে। পুৰ্ণৌ হয় নিজৰ ওপৰত জানা?

**২নং মহেশ :** কিয়?

**অপেক্ষা :** সেইযে কলেজীয়া দিনবোৰত, এদিন, মই হাৰমনিয়ামৰ ৰীডত আঙুলি বুলাই গাইছিলো— "মুগ্ধ মোৰ মন যেতিয়া, মুগ্ধ মোৰ নয়ন। বতাহে তেতিয়া কঢ়িয়াই আনে তোমাৰ নিমন্ত্ৰণ। তোমাৰ নিমন্ত্ৰণ।"

**১নং মহেশ :** সেই গানটো সেই গানটো কাৰ আছিল মনত আছে?

**২নং মহেশ :** সেই গানটো . সেই গানটো ময়ো এদিন সঘনে শুনিছিলো। সেই গানটো সেই গানটো —

(৩ং হঠাৎ থিয় হ'ব)

**৩নং মহেশ :** মোৰ আছিল, সেই গানটো মই ৰচিছিলো। তহঁতে কি পাহৰি গ'লি? অপেক্ষা। তোমাৰ কি মনত নাই?

**অপেক্ষা :** নাই পাহৰা, কেনেকৈ পাহৰিম? মহেশ, তোমাৰ বাৰু মনত পৰেনে?

**৩নং মহেশ :** কি?

**অপেক্ষা :** যিটো গানেৰে সেই কলেজীয়া দিনবোৰত তুমি মোক প্ৰথম ভালপোৱা প্ৰকাশ কৰিছিলা। কি হ'ল, তুমি মৌন হৈ গ'লা যে? তুমি কি ভাবিছা?

**৩নং মহেশ :** নাই নাই অপেক্ষা। আজি তেনে কোনো সোৰ্বণীৰ মাজলৈ মই আৰু উভতি যাব নোখোজো। বৰ ৰূঢ় বাস্তৱৰ বুকুত আমি প্ৰত্যেকেই এতিয়া থিয়

হৈ আছো। আমি যে আমি যে আজি কেৱল জীয়াই থকাৰ সংগ্ৰামত লুতুৰি পুতুৰি হৈছোঁ। ধূলিময় হৈ গৈছো অপেক্ষা।

**অপেক্ষা ঃ** সঁচা মহেশ। তোমাৰ ভালপোৱা, মোৰ প্ৰতিশ্ৰুতি, এইবোৰ আজি অৰ্থহীন। মহেশ! মই বুজি পাইছো, যিটো সামাজিক ব্যৱস্থাত কেৱল জীয়াই থকাৰ সমস্যা, তাত ভাল পোৱাৰ যে কোনো স্বাধীন বিকাশ নাই.. প্ৰেমৰ কোনো সম্পূৰ্ণ ৰূপ নাই। ই অসম্পূৰ্ণ... অসম্পূৰ্ণ। (কান্দোনত ভাগি পৰে)

**১নং মহেশ ঃ** (চক্ খাই) কি হ'ল? অপেক্ষাই কান্দিছে যে?

**২নং মহেশ ঃ** অপেক্ষাই কান্দিছে কিয়?

**১নং মহেশ ঃ** অই মহেশ। দেখা নাই? অপেক্ষাই কান্দিছে।

**৩নং মহেশ ঃ** কান্দিছে? অপেক্ষাই কান্দিছে? এই কি হ'ল অপেক্ষা, তুমি কান্দিছা যে? (কাষলৈ আহি)

**অপেক্ষা ঃ** (হঠাৎ ক্ৰোধান্বিত বাঘিনীৰ দৰে) কান্দিছো। এইয়া কি কন্দা কয়? নহয় নহয় মহেশ (আবেগ সানি) এইয়া এক বাচি থকাৰ স্পন্দন। মই যে জীয়াই আছো এইয়া তাৰেই এক ঘোষণা।

**৩নং মহেশ ঃ** ঠিক! কন্দাৰ অৰ্থতো মৃত্যুৰ দৰে এক নিঠৰ স্থবিৰতা নহয়। কন্দাৰ অৰ্থ বাচি থকাৰ এক স্পন্দন। জীয়াই থকাৰ এক ঘোষণা। অই মহেশ তইত জীয়াই আছনে? (বাকী দুজন মহেশ নীৰৱ হৈ পৰিব)

**অপেক্ষা ঃ** (ক্ষণিক মৌন হৈ থাকি হঠাৎ Changed) এই চোৱা চোৱা আকাশত মেঘ জমি আহিছে। বৰষুণ আহিব পাৰে। নিশাও বহুত হ'ল যেন পাইছো। এটা কাম কৰো। আমি সোনকালে ইয়াৰ পৰা নহ'লে যাওঁগৈ ব'লা।

**৩নং মহেশ ঃ** ক'লৈ? ক'লৈ যাবা?

**অপেক্ষা ঃ** কিয় ঘৰলৈ আক'?

**১নং মহেশ ঃ** মানে অন্ধকাৰৰ বুকুলৈ?

**২নং মহেশ ঃ** মানে বিষণ্ণতাৰ মাজলৈ?

**৩নং মহেশ ঃ** মানে সেই একেই দুখ আৰু যন্ত্ৰণাৰ মাজলৈ?

**অপেক্ষা ঃ** (দৃঢ় ভাবে) অঁ ঘৰলৈ, অন্ধকাৰ আৰু বিষণ্ণতাৰ বুকুলৈ, দুখ আৰু যন্ত্ৰণাৰ মাজলৈ

**৩নং মহেশ ঃ** সেয়ে হওঁক, তেন্তে আহাঁ, আজি আমাৰ এই যাত্ৰাপথৰ শিৰোনাম হওঁক —

**অপেক্ষা ঃ** এক ভয়াবহ অন্ধকাৰৰ বুকুলৈ —

**১+২ ঃ** কেইজনমান লাঞ্চিত বঞ্চিত মুক্তিকামী অভিমন্যুৰ

**কোৰাচ ঃ** এইয়া এক পোহৰ প্ৰত্যাশী যাত্ৰা। (Freez হৈ ৰ'ব, পোহৰ কমি বাঢ়িব)

**৩নং মহেশ ঃ** দৰ্শকবৃন্দ! নাটকৰ প্ৰথম গল্পটো আমি এনেকৈয়ে শেষ কৰিলো। এয়া আছিল আজিৰ পৰা পাঁচ বছৰৰ আগৰ আমাৰ এই চাৰিজনৰ অতীত জীৱনৰ এটা গল্প। এইবাৰ আহক আমি নাটকৰ দ্বিতীয় গল্পৰ পটভূমিলৈ উভতি যাওঁ। এই গল্পটো কিন্তু আমাৰ বৰ্তমানৰ গল্প আৰু এই গল্পৰ পটভূমিও একেটাই। আজিৰ পৰা পাঁচবছৰ মানৰ আগতে বহু interview দি দি ক্লান্ত হৈ পৰি যিখন দেশভক্ত তৰুণৰাম ফুকন পাৰ্কৰ বুকুত আমি খন্তেক জিৰাইছিলোহি। ঘটনাক্ৰমে আজিও সেই একেখন পাৰ্কৰ বুকুতেই একেই এক মেঘালি সন্ধ্যা আমি এই চাৰিজন এদিনৰ সহপাঠী বন্ধু আকস্মিক ভাবে আহি লগ হৈছোহি আৰু সম্প্ৰতি আমি কেনেকৈ জীয়াই আছো তাকেই এপলক প্ৰত্যক্ষ কৰাৰ চেষ্টা কৰিছো আমাৰ পৰস্পৰে পৰস্পৰৰ মাজত। তেন্তে আহক আমি ওভতি যাও নাটকৰ দ্বিতীয় গল্পৰ পটভূমিলৈ। ঐ মহেশ আৰম্ভ কৰ নাটক।

**(চৰিত্ৰসমূহে মঞ্চৰ বিভিন্ন অৱস্থানত থাকিব)**

**২নং মহেশ ঃ** কি হ'ল? তইত আটাইবোৰ মৌন হৈ গলি যে?

**১নং মহেশ ঃ** এৰা মৌনতাৰ মাজত জীৱনৰ কোনো স্বাদ নাথাকে।

**অপেক্ষা ঃ** মইও কওঁ, অন্ততঃ কিছু হুলস্থূল হৈ থাকিব লাগে।

**২নং মহেশ ঃ** যধে-মধে হুলস্থূল কৰাৰ অৰ্থতো এইটো নহয় যে জীৱনটো চলমান ।

**অপেক্ষা ঃ** হ'লেও এটা চলমান, এটা তেজস্বী জীৱনৰ কামনা কৰিবলৈ আমি যুঁজিবই লাগিব জানা? আপোচৰ অন্য নাম মৃত্যু

**৩নং মহেশ ঃ** কিছু হুলস্থূল হৈ থাকিলে অন্ততঃ আমি যে জীয়াই আছো, জীৱনটো যে আমাৰ চলমান তাৰ এটা উমান পোৱা যায়।

**১নং মহেশ ঃ** নগ'ল। তোৰ আৰু অভ্যাসটো নগ'ল?

**৩নং মহেশ ঃ** কি?

**১নং মহেশ ঃ** তই কথাই কথাই কাব্য ক'ৰ অ'।

**২নং মহেশ ঃ** চাওঁ চাওঁ তোৰ মোনাত কেইখন কবিতাৰ কিতাপ আছে চাওঁ।

**৩নং মহেশ ঃ** (গভীৰ) নাই অ মহেশ, আজি কালি মোৰ মোনাত কোনো কিতাপ নাথাকে?

**২নং মহেশ ঃ** কিয়?

**৩নং মহেশ ঃ** নাজান? জীৱনটো আমাৰ লাহে লাগে গদ্য হৈ গৈছে, সঁচাই আমি এক কঠিন বাস্তৱৰ মুখামুখী হৈছো মুখামুখী হৈছো। (ফুচফুচাই কৈ কৈ এখন বেঞ্চত বহি পৰে)

**১+২ নং ঃ** ধেৎ তেৰি। ই কথাবাৰ বৰ চিৰিয়াচলি ললে অ'।

**অপেক্ষা ঃ** মহেশ, বহুত দিনৰ পিছত আজি তোমাক দেখি মোৰ কি ধাৰণা হৈছে জানা?

**৩নং মহেশ ঃ** কি?

**অপেক্ষা ঃ** তুমি সঁচাই বহুত সলনি হৈ গ'লা।

**৩নং মহেশ ঃ** কেনেকৈ?

**অপেক্ষা ঃ** তোমাৰ দুচকুত মই বহুত উজাগৰী নিশাৰ যন্ত্ৰণা দেখিছো। তুমি বহুত খীনাই গ'লা, কান্ধত এই মোনাটো ওলোমাই তুমি বাৰু আজিকালি দিনে নিশাই ক'ত ঘূৰি ফুৰা?

**৩নং মহেশ ঃ** অপেক্ষা। মানৱ ইতিহাসৰ ৰক্তাক্ত পথত এইয়া মোৰ এক দীৰ্ঘ পৰিক্ৰমা। মুক্ত আকাশৰ তলত মই এতিয়া এক অক্লান্ত পদাতিক। সম্প্ৰতি মোৰ কোনো অৱকাশৰ সুৰুঙা নাই অপেক্ষা।

**অপেক্ষা ঃ** তুমি কি কৈছা মই বুজা নাই মহেশ।

**৩নং মহেশ ঃ** বুজা নাই। মোৰ দুচকুৰ যন্ত্ৰণা মোৰ সহস্ৰ উজাগৰী নিশাৰ যন্ত্ৰণাৰ অৰ্থ তুমি বুজা নাই। এইয়া চোৱা। ইয়াতেই দেশৰ সহস্ৰজনী আইৰ মৃত্যুৰ সংবাদ আছে। সহস্ৰজন পিতৃৰ অশ্ৰু, ঘাম আৰু ৰক্তৰ সংবাদ আছে। বহু ভাই-ভনীৰ অপমান আৰু বঞ্চনাৰ খবৰ আছে। এই খবৰবোৰ, এই খবৰবোৰ অতিক্ৰম নকৰালৈকে মোৰ যে দুচকুত আৰু বহু উজাগৰী নিশাৰ যন্ত্ৰণাই চট ফটাই থাকিব (ফুচফুচাই) চট্‌ফটাই থাকিব অপেক্ষা। সেয়ে মই শুবনোৱাৰো। মই কেনেকৈ শুম অপেক্ষা?

**অপেক্ষা ঃ** এই মহেশ, তুমি বৰ আবেগিক হৈ পৰিছা?

**৩নং মহেশ ঃ** আবেগ? নাই নাই এইয়া কেনেকৈ আবেগৰ প্ৰশ্ন হ'ব পাৰে? এয়াইটো এক ——

**অপেক্ষা ঃ** কি ?

**৩নং মহেশ ঃ** (ক্ষণিক অপেক্ষালৈ চাই) এই অপেক্ষা, তোমাৰ চকুতো মই সেই একেই উজাগৰী নিশাৰ যন্ত্ৰণা দেখিছো, এই যন্ত্ৰণা কিহৰ অপেক্ষা?

**অপেক্ষা ঃ** (হঠাৎ সচকিত হৈ) নাই নাই মহেশ, মিছা কথা, মোৰ দুচকুত— মোৰ দুচকুত কোনো যন্ত্ৰণা নাই — কোনো বেদনা নাই, কোনো শোক নাই ( হঠাৎ বহি পৰি) মই সুখী, মই সুখী মহেশ— (কৈ কৈ উচুপি উঠে)

**১নং মহেশ ঃ** মোৰ চকুলৈ চা? একেই যন্ত্ৰণা মোৰ চকুতো আছে। অৰ্থনীতিত এম. এ. পাঁচ কৰালৈকে তইতো জানই, মোৰ বুঢ়া খেতিয়ক দেউতাৰ সকলো আৰ্জিত ধন, মাটিবাৰী, হালৰ গৰু চব বন্ধকত গ'ল, তাৰ পিছত চালা, ২০ নম্বৰ ইন্টাৰভিউটো দি হঠাৎ এটা অফিচৰ টাইপিষ্ট হৈ গ'লো। চালা দৰমহাৰ পইচাৰে ১৫ দিন খাবলৈ নাটে, অ'ক্ থু....

**২নং মহেশ ঃ** অই থুৱাইছ কিয়?

**১নং মহেশ ঃ** ক'ত থুৱাইছো। মুখৰ গেলা চাদা মূৰত ধৰিছে পেলাই দিছো। ঐ, বস্তু এটা দেখুৱাম চাবি?

**৩নং মহেশ ঃ** সেইখন কি?

**১নং মহেশ ঃ** হিচাবৰ খাটা? মাহৰ হিচাব, খৰিৰ পৰা খেৰলৈকে। চালা এদিন এটা দক্ষ অভিনেতাৰ সপোন দেখা এই মহেশ ডেকা এতিয়া চালা সমস্যাৰ কুঁজ ওলোৱা বলধ।

**১+২নং মহেশ ঃ** বিয়া??

**১নং মহেশ ঃ** অঁ। এতিয়া মই এটা ল'ৰাৰ বাপেক (বাকী সকলে হাঁহে)

**১নং মহেশ ঃ** খবৰদাৰ নাহাঁহিবি, কিয় হাঁহিছ, চালা তহঁতে হাঁহিছ? (অলপ ক্ৰন্দন মিশ্ৰিত কণ্ঠেৰে ভাগি পৰিব)

**৩নং মহেশ ঃ** আৰে এই মহেশ কি হৈছে তোৰ?

**অপেক্ষা ঃ** কান্দিছা কিয়,

**২নং মহেশ ঃ** তোৰ আক' কি হ'ল ঐ পাষণ্ড?

**১নং মহেশ ঃ** চালা তহঁতে মই এটা ল'ৰাৰ বাপেক হোৱা শুনি হাঁহিছ? কিন্তু যাচোন, চাগৈ ঘৰত, মোৰ কণমানি ল'ৰাটোৱে কান্দোনত তাল-ফাল লগাই আছে।

**২নং মহেশ ঃ** কিয়?

**১নং মহেশ ঃ** আজি তিনিদিন হ'ল, টকাৰ অভাবত মই তাক এটা বেবীফুডৰ টিন এটা কিনি দিব পৰা নাই।

**২ নং মহেশঃ** তইতো বেবীফুদৰ টিন কিনিব নোৱাৰি কান্দিছ। কিন্তু মই জান, মোৰ বহু সঞ্চিত শ্ৰম খৰচ কৰি লাভ কৰা সেই প্ৰেছৰ চাকৰিটোৰ পৰা বৰ্খাস্ত হোৱাৰ দিনাখনো হাঁহি আছিলো।

**১নং মহেশ ঃ** মিছা কথা... তই বীৰত্ব দেখুৱাইছ।

**২নং মহেশ ঃ** বীৰত্ব নহয় মহেশ, এটা সঁচা কথা।

**৩নং মহেশ ঃ** কেনেকৈ?

**২নং মহেশ ঃ** চা, একেটা প্ৰেছতে বহুদিন কাম কৰা এজনী বঙালী বিধবাক মালিকে বহিৰাগত বুলি কামৰ পৰা খেদি দিছিল; অথচ সেই একেটা প্ৰেছৰে সম্ভ্ৰান্ত বঙালী মেনেজাৰজনক কিন্তু বৰ্খাস্ত কৰা নাছিল। মই জ্বলি উঠিছিলো। মালিকৰ সন্মুখত থিয় হৈ এটা সিংহৰ দৰে গৰজি উঠিছিলো। ই অন্যায় মালিক চাহাব। ই আপোনাৰ অন্যায় ভূমিকা। লগে লগে বৰ্খাস্ত হৈছিলো মই। কাৰণ মই জানিছিলো কেতিয়াবা এজন সুদক্ষ বেটচ্‌মেনৰো মিড্‌ল ষ্টাম্প উফৰি যায় (হাঃ হাঃ হাঃ, কৈ কৈ সি কাঁহি কাঁহি মঞ্চত আঠু কাঢ়ি উচুপি উঠিব)

**অপেক্ষা ঃ** কি হৈছে? কি হৈছে তোমাৰ?

**৩নং মহেশ ঃ** অই মহেশ, তই ইমান কাঁহিছ কিয়?

**২নং মহেশ ঃ** টি বি। এইয়া টি. বি.ৰ যন্ত্ৰণা বন্ধু!

**কোৰাচ ঃ** টি. বি.???

**২নং মহেশ ঃ** অ' ভিতৰত— মোৰ বুকুৰ ভিতৰৰ কলিজাখন জান— তেনেই ফুটা ফুটা হৈ গৈছে।

**কোৰাচ ঃ** মহেশ !!

**২নং মহেশ ঃ** অ' মই আজিকালি খুব মদ খাওঁ। খুব নিচা কৰোঁ।

**১নং মহেশ ঃ** খবৰদাৰ। কথা বন্ধ কৰ! কথা কৈছে চালাই।

**অপেক্ষা ঃ** তুমি কথা নকবা মহেশ !

**৩নং মহেশ ঃ** চকু জপাই তই শুই পৰ মহেশ।

**২নং মহেশ ঃ** শুই পৰিম? নহয় নহয়, মই চকু মেলি থাকিম। মই চকু মেলি থাকিম। ঐ মহেশ, এটি কথা কম শুনিবি?

**৩নং মহেশ ঃ** কি?

**২নং মহেশ ঃ** আজিকালি তই কবিতা লিখনে নিলিখ? চাওঁ চাওঁ, তোৰ মোনাটো।

**৩নং মহেশ ঃ** কিয় ক'চোন।

**২নং মহেশ ঃ** ধৰি ল' - হঠাৎ মোৰ মৃত্যু হ'ল। ধৰি ল মই মৰি গ'লো। পাৰিবি তই মোৰ স্মৃতিক লৈ এটি কবিতা লিখিব? পাৰিবি মহেশ?

**কোৰাচ ঃ** মহেশ !!!

**২নং মহেশ ঃ** নহয় নহয়, ইতো এটা স্বাভাৱিক কথা। মৃত্যুতো কোনো অস্বাভাৱিক ঘটনা নহয়। মহেশ, সঁচাকৈ যদি তই মোৰ মৃত্যুত এটি কবিতা লিখ— তাৰ শেষ শাৰীটোত যেন লিখ— এই মহেশ— মহেশ দত্তই কোনো দিনে মৃত্যু কামনা কৰা নাছিল। সি যুঁজিছিল প্ৰতিনিয়ত মৃত্যুৰ বিৰুদ্ধে— কাৰণ সি যে জীৱনটোক ভাল পাইছিল- -বৰ ভাল পাইছিল।

**৩নং মহেশ ঃ** মহেশ, তই বলিয়া নহবি, তই এইবোৰ কি কৈছ, মই বুজা নাই। (১নংলৈ আঙুলিয়াই) তই বুজিছ মহেশ?

**১নং মহেশ ঃ** নাই বুজা।

**৩নং মহেশ ঃ** তুমি বুজিছা অপেক্ষা?

**অপেক্ষা ঃ** (বিষণ্ণ কণ্ঠৰে) বুজিছো, এটা কথা বুজিছো !

**৩নং মহেশ ঃ** কি বুজিছা?

**অপেক্ষা ঃ** মহেশে যে কৈছে, টি.বি.য়ে তাৰ কলিজাখন ফুটা ফুটা কৰি দিছে বুলি, জানা মহেশ, সেই বিষটো যে এতিয়া মোৰ কলিজাতো হৈছে, উস্! আমাৰ যেন প্ৰত্যেকৰে কলিজাবোৰ টি. বি. য়ে ফুটা ফুটা কৰি দিছে।

**১+২+৩ নং মহেশঃ** অপেক্ষা!!!

**অপেক্ষা ঃ** নহয় নহয়, জানা মহেশ, মোৰো বহু সঞ্চিত শ্ৰম খৰছ কৰি মাহৰ পোন্ধৰটা দিনতে শেষ হৈ যোৱা দৰ্মহাৰে এটা চাকৰি আজি ময়ো কৰি আছো, আজি কালি মই কি জানা? এজনী শিক্ষয়িত্ৰী। সৰু সৰু এজাক ল'ৰা-ছোৱালীক স্কুলত শিক্ষা দিওঁ মই। ভাল লাগে সিহঁতৰ পবিত্ৰ কোমল মুখ বোৰলৈ চাই, মোৰ বৰ ভাল লাগে। অথচ যি সিহঁতক জ্ঞান দিয়ে — সেই অপেক্ষা দেৱীয়ে এদিন কি কৰিছিল জানা? সেই চাকৰিটোৰ বাবে বাধ্য হৈ বিক্ৰী কৰি দিছিল তাইৰ এটা বৰ মূল্যৱান সম্পদ।

**১+২+৩ নং মহেশঃ** কি?

**অপেক্ষা ঃ** মোৰ নাৰীত্ব, মোৰ সততা, মোৰ দেহ (বেঞ্চত কান্দি কান্দি বহি পৰে)

**১+২+৩ নং মহেশ ঃ** আঃ

**৩নং মহেশ ঃ** অপেক্ষা!!! অপেক্ষা .. নাই নাই এয়া এক অন্যায় সংবাদ — এয়া এক অন্যায় সংবাদ।

**অপেক্ষা ঃ** মহেশ, তুমি ভাগি পৰিছা। ভাগি পৰি লাভ কি? এইটো বাস্তৱ। এইটো আমাৰ আটাইৰে এটা ক্ষয়িষ্ণু বাস্তৱ!

**৩নং মহেশ ঃ** এনেকৈ নহয়, আমি মানুহৰ দৰে জীয়াই থাকিবলৈ যুঁজিব লাগিব অপেক্ষা।

**অপেক্ষা ঃ** ময়ো ভাবো। কথাবোৰ ময়ো ভাবো। (ক্ষণিক ৰৈ) মহেশ মনত আছেনে?

**৩নং মহেশ ঃ** কি?

**অপেক্ষা ঃ** এদিন তুমি মোক প্ৰিয়তমাৰ দৰে ভাল পাইছিলা?

**৩নং মহেশ ঃ** অ' -সেয়াতো মোৰ বাবে এক মিঠা স্মৃতি অপেক্ষা।

**অপেক্ষা ঃ** কিন্তু ক'লৈ গ'ল সেই ভাল পোৱাবোৰ? ক'ত তাৰ পৰিপূৰ্ণতা? আমি যে কোনেও সুখী হ'ব নোৱাৰিলো মহেশ! আমি বৰ অসুখী হৈ ৰ'লো। (কৈ কৈ অপেক্ষাই কান্দোনত ভাগি পৰে)

**১নং মহেশ ঃ** (Change) কি হ'ল? অপেক্ষাই কান্দিছে যে?

**২নং মহেশ ঃ** (স্থিৰ হৈ কিছু মুহূৰ্ত চাই থাকি হঠাৎ)— অপেক্ষাই কান্দিছে কিয়?

**১নং মহেশ ঃ** ঐ মহেশ, দেখা নাই? অপেক্ষাই কান্দিছে?

**৩নং মহেশ ঃ** কান্দিছে? এয়া জানো কন্দা কয়? এয়াতো এক জীয়াই থকাৰ যন্ত্ৰণা ।

**১+২ নং মহেশ ঃ** নহয়, অপেক্ষাই কান্দিছে। তই দেখা নাই?

**অপেক্ষা ঃ** (খঙত) কান্দিছো? এয়া কি কন্দা কয়? (হঠাৎ আবেগ সানি) নহয় নহয় মহেশ, এয়া বাছি থকাৰ এক স্পন্দন। মই যে জীয়াই আছো, এয়া তাৰেই এক ঘোষণা।

**৩নং মহেশ ঃ** ঠিক, কন্দাৰ অৰ্থটো মৃত্যুৰ দৰে এক নিঠৰ স্থবিৰতা নহয়। কান্দোনৰ অৰ্থ বাচি থকাৰ এক স্পন্দন। জীয়াই থকাৰ এক ঘোষণা, ঐ, মহেশ, তহঁত জীয়াই আছনে?

**১+২ নং ঃ** আছো আছো? আমি জীয়াই আছো।

**১+২+৩+ নং ঃ** এদিনৰ আমি মহেশ ডেকা, মহেশ দত্ত আৰু মহেশ চৌধুৰী আজিও জীয়াই আছো- মৃত্যুক তুচ্ছ কৰি।

**অপেক্ষা ঃ** এই চোৰা চোৰা। আকাশত মেঘ জমি আহিছে, নিশা বহুত হ'ল যেন পাইছো, বৰষুণ আহিব পাৰে। আমি সোনকালে ইয়াৰ পৰা যাওঁগে ব'লা।

**৩নং মহেশ ঃ** ক'লৈ ? ক'লৈ যাবা?

**অপেক্ষা ঃ** কিয়? ঘৰলৈ আক',

**১নং মহেশ ঃ** মানে অন্ধকাৰৰ বুকুলৈ?

**২নং মহেশ ঃ** মানে বিষণ্ণতাৰ মাজলৈ

**৩নং মহেশ ঃ** অৰ্থাৎ সেই একে দুখ আৰু যন্ত্ৰণাৰ মাজলৈ?

**অপেক্ষা ঃ** (উচ্চ স্বৰত) অ' ঘৰলৈ, অন্ধকাৰ আৰু বিষণ্ণতাৰ বুকুলৈ, সেই একে দুখ আৰু যন্ত্ৰণাৰ মাজলৈ।

**৩নং মহেশ ঃ**(ক্ষণিক ভাবি) সেয়ে হওঁক তেন্তে। তেনে আহ, আজি আমাৰ এই যাত্ৰা পথৰ শিৰোনাম হওঁক –

**অপেক্ষা ঃ** এক গভীৰ অন্ধকাৰৰ বুকু ভেদিবলৈ —

**১+২ নং মহেশ ঃ** কেইজন মান লাঞ্ছিত, বঞ্চিত, মুক্তিকামী অভিমন্যুৰ-

**কোৰাচ ঃ** এয়া হওঁক এক পোহৰ প্ৰত্যাশী যাত্ৰা,

**(কৈ কৈ মঞ্চৰ বিভিন্ন অৱস্থানত still হ'ব. ক্ষণিক, হঠাৎ ৩নং এ স্বাভাৱিক ভাবে মঞ্চৰ সন্মুখ ভাগলৈ আহি)**

**৩নং মহেশ ঃ** দৰ্শকবৃন্দ। এয়াই হ'ল আমাৰ নাটক অভিমন্যুৰ মহাকাব্যৰ দ্বিতীয় আৰু শেষ গল্প। আজিৰ নাটকত আমি আপোনালোকক দুটা গল্প ক'লো। এটা আমাৰ অতীত জীৱনৰ আৰু আনটো আমাৰ বৰ্ত্তমানৰ। শুনক, গল্প দুটাৰ মাজেদি আমি ক'ব বিচাৰিছোঁ ভাৰতবৰ্ষৰ এই শতাব্দীৰ জীৱনৰ প্ৰতি গভীৰ মমতা থকা, বাচি থকাৰ স্বপ্নত মৃত্যুক তুচ্ছ কৰিও জীয়াই থাকিবলৈ বিচৰা আমি কেইটামান মহেশ আৰু অপেক্ষা কিম্বা এদল মুক্তিকামী অভিমন্যুৰ কথা। যি জীৱন আৰু জীৱিকাৰ সন্ধানত নিজে ৰাজপথলৈ ওলাই আহি ঘৰলৈ ঘূৰি যোৱাৰ নামত ক্ৰমে অন্ধকাৰলৈ ক্ৰমে বিষণ্ণতাৰ বুকুলৈ কিম্বা দুঃখ আৰু যন্ত্ৰণাৰ মাজলৈ গতি কৰে প্ৰতিদিন। (হঠাৎ শান্ত স্বৰত) এয়া শতাব্দীৰ অভিমন্যুৰ গল্প। এয়া ভাৰতবৰ্ষৰ গল্প। এয়া সহস্ৰ মহেশ আৰু অপেক্ষাৰ গল্প। আপোনালোকৰ প্ৰত্যেকৰে জীৱনৰ গল্প এয়া।

( হঠাৎ ১+২ নং মহেশ আৰু অপেক্ষাক উদ্দেশ্যি ৩নং মহেশৰ চিএৰ)— ঐ মহেশ, এই অপেক্ষা, কি চাই আছ? আহা আমি আমাৰ বৰ্তমানৰ এই গল্পটো সামৰো। আৰু অপেক্ষা কৰোঁ আমাৰ ভৱিষ্যতৰ এতিয়াও ৰচিত নোহোৱা সেই সপোনৰ সেউজৰঙী গল্পটোলৈ । —— (হঠাৎ ১+২নং মহেশলৈ চাই) – ঐ মহেশ, পেলাই দে কাৰ্টেন, নুমাই দে মঞ্চৰ লাইট।.

<u>জুৰণি– এই নাটকখনৰ ৰচনা কাল ১৯৮২ চন।</u>

<u>সমাপ্ত</u>

# কবৰ

নাট্যকাৰ # বলীন বৰগোহাঞি

চৰিত্ৰসমূহ ঃ

১। অপৰাধ - এজন যুৱক

২। বিবেক - আন এজন যুৱক

৩। স্মৃতি - এগৰাকী যুৱতী।

(আঁৰকাপোৰ খোলাৰ আগতে তলৰ গীতৰ কলিটো নেপথ্যৰ পৰা ভাহি আহিব)

হুঁ.... হুঁ... হুঁ হুঁ ... হুঁ হুঁ
স্মৃতি ... স্মৃতি.... স্মৃতি
(পাৰিলে প্ৰতিধ্বনিত কৰিব)
নীৰৱে নীৰৱে গোপনে গোপনে
তোমাৰ হৃদয়ৰ স্মৃতি মাথো মই।
স্মৃতি ... স্মৃতি ... স্মৃতি
জীৱন ঘড়ীৰ প্ৰতি পলে পলে
হাঁহি কান্দোন আৰু
আশা নিৰাশাৰ
স্মৃতি .... স্মৃতি ... স্মৃতি
মাথো স্মৃতি, স্মৃতি মই
হুঁ হুঁ .... হুঁ হুঁ.... হুঁ হুঁ

মাজে মাজে এখন ট্ৰেইন আহি থকাৰ শব্দ। মানুহৰ মুখৰ ফোঁপনি, এইফালে, সেইফালে, ব'ল ব'ল আদি শব্দ ভাহি আহিব।

এনেতে অপৰাধ সোমাই অহাৰ লগে লগে মঞ্চৰ আঁৰকাপোৰ খোল খাব। মঞ্চত ক্ষীণ নীলাভ পোহৰ। লাহে লাহে গানৰ কলি ভাঁহি আহিব। অপৰাধ ধীৰ গম্ভীৰ খোজেৰে সোমাই আহিব।

**অপৰাধ ঃ** (নেপথ্যৰ গীত শুনি শুনি ভয়াৰ্ত দৃষ্টিৰে ইফালে সিফালে চায়)

**স্মৃতি ঃ** কোন তুমি? কি মধুৰ কণ্ঠ! আহ! কোন তুমি ?

(এনেতে বিবেকে নেপথ্যৰপৰা মৰাশটো চোঁচৰাই মঞ্চলৈ লৈ আহে। মঞ্চত থৈ লাহে লাহে অপৰাধৰফালে চায়। মঞ্চৰ পোহৰ তীব্ৰ হয়।)

**বিবেক ঃ** অপৰাধ, অপৰাধ। (অপৰাধে নুশুনে) অপৰাধ.......।

**অপৰাধ ঃ** (শুনি পাই তৎক্ষণাৎ ঘূৰি চায়, ভয় আৰু শংকাৰে)।

**বিবেক ঃ** তই বুৰ্বক নেকি? ৰাজপথৰ কাষত মৰাশটো ৰাখি মৰিব খুজিছ নেকি?

**অপৰাধ ঃ** তথাপিও তই মৰাশটো ইয়ালৈ আনিব নালাগিছিল। মানে মই ইয়াৰ পৰা আঁতৰি অলপ শান্তি পাব বিচাৰিছিলো।

**বিবেক ঃ** সেইবোৰ আবোল-তাবোল বলকি লাভ নাই।

**অপৰাধ ঃ** নহয় বিবেক। মই এটা সুন্দৰ গীত শুনিব বিচাৰিছিলো কাৰোবাৰ এটা মধুৰ কণ্ঠ এইফালে ভাঁহি আহিছিল। অলপ কাণ দি শুনচোন।

**বিবেক ঃ** (কৰ্কশ হাঁহি মাৰি) হাতত এটা মৰাশ আৰু তই গীত শুনি আত্মহাৰা হৈ থাকিবি! কি পাগলামিখন কৰি আছ।

**অপৰাধ ঃ** নহয়, এনে মধুৰ প্ৰাণস্পৰ্শী এই গীত যেন....

**বিবেক ঃ** (জোৰেৰে) অপৰাধ, পাগলামি নকৰিবি। মৰাশটো সৎকাৰ কৰাৰ কিবা এটা ব্যৱস্থা কৰ। যিকোনো মুহূৰ্ততে পুলিচ আহিব পাৰে।

**অপৰাধ ঃ** নহয় মই নোৱাৰো।

**বিবেক ঃ** কি নোৱাৰ?

**অপৰাধ ঃ** মই এই শটো কবৰ দিব নোৱাৰো।

**বিবেক ঃ** তেন্তে হত্যা কৰিছিলি কিয়?

**অপৰাধ ঃ** মই হত্যা কৰা নাই?

**বিবেক ঃ** তেন্তে কোনে কৰিলে?

**অপৰাধ ঃ** কোনো এক আততায়ীয়ে।

**বিবেক ঃ** তেন্তে তই কিয় দায়িত্ব লৈছিলি।

**অপৰাধ ঃ** মোক দায়িত্ব লবলৈ জোৰ কৰা হৈছিল।

**বিবেক ঃ** কোনে জোৰ কৰিছিল?

**অপৰাধ ঃ** কোনো এক অদৃশ্য শক্তিয়ে।

**বিবেক ঃ** কি অদ্ভুত মূৰ্খ।

**অপৰাধ ঃ** নহয় ই সত্য।

**বিবেক ঃ** অপৰাধ, মিছা কথা কৈ একো লাভ নাই। চা, মই বাৰে বাৰে কৈছিলো যে তই এই মাৰাত্মক কামটো কৰিব নালাগে। তোৰ বিপদ হ'ব। আৰু তই নুশুনিলি আৰু এতিয়া দায়িত্ব এৰি পলাব খুজিছ।

**অপৰাধ :** (জোৰেৰে) বিবেক।

**বিবেক :** মই কৈছো, যদি পুলিচৰ পৰা হাত সাৰিবলৈ মন আছে তেন্তে সোনকালে শটোৰ কবৰ দিয়াৰ ব্যৱস্থা কৰ। নহ'লৈ বিপদ।

**অপৰাধ :** চা বিবেক আমি জীৱনত বহুতো কামেই কৰোঁ। কিন্তু সকলো কাম আমি স্বেচ্ছাই নকৰোঁ। কোনো এক অদৃশ্য শক্তিয়ে আমাক উচতাই দিয়ে। আৰু আমি ভুল কৰোঁ। গতিকে এই হত্যা মই কৰা নাই। কোনো অদৃশ্য আততায়ীয়ে কৰিছে।

**বিবেক :** কিন্তু সমাজ, আইনে সেই কথা স্বীকাৰ কৰিবনে?

**অপৰাধ :** সমাজক আমি স্বীকাৰ কৰিবলৈ বাধ্য কৰাব লাগিব।

**বিবেক :** কেনেকৈ কৰিবি তই?

**অপৰাধ :** শিক্ষাৰে। ইতিহাসৰ শিক্ষাৰে । চা বিবেক, কলিংগ বিজয়ৰ কাৰণে মহামতি অশোকে হাজাৰ হাজাৰজনক হত্যা কৰিছিল। ঠিক তেনেকৈ যুৱৰাজ অথেলোৱেও প্ৰেয়সী ডেচডিমনাক হত্যা কৰিছিল। কিন্তু তাৰ বিনিময়ত সিহঁত অপৰাধী বুলি গণ্য নহৈছিল। হৈছিল বিশ্ববিখ্যাত।

**বিবেক :** কিন্তু এই কথা মনত ৰাখিবি যে যিকোনো এটা অপৰাধ কৰাৰ আগতে বিবেকে মানুহক বাধা দিয়ে। যদি সেই বাধা নামানে তেন্তে তাৰপিছত ভুল কৰি অনুশোচনা কৰে। আৰু বহুতে অনুশোচনাও নকৰে। তদুপৰি দেশত আইন বুলি কথা এটা আছে।

**অপৰাধ :** (খঙেৰে) আইন, অপৰাধ, পাপ, মহাপাপ, এইবোৰ অৰ্থহীন কথা। কিমান মানুহে আজি দেশত এইবোৰ কথা মানি চলিছে। চাৰিওফালে কেৱল হত্যাকাণ্ড, দুৰ্নীতি, ব্যভিচাৰ, শোষণ, নিষ্পেষণ, কিমান বিচাৰ হৈছে।

**বিবেক :** অপৰাধ, মুখ চম্ভালি কথা কবি। পুলিচৰ নিৰ্মম অত্যাচাৰৰ কথা মনত পেলা। যিকোনো মুহূৰ্ততে আমাক বন্দী কৰিব পাৰে।

**অপৰাধ :** বিবেক তই এই মৰাশটো কেনিবা আঁতৰাই লৈ যা।

**বিবেক :** ক'লৈ নিম। হত্যা কৰিলি তই। আৰু এতিয়া মোৰ ওপৰত দায়িত্বভাৰ চমজাই দি তই হাত সাৰিবলৈ যত্ন কৰিছ?

**অপৰাধ :** বিবেক, বাৰে বাৰে মোক এইবোৰ কথা মনত পেলাই নিদিবি। মই জানো, মই খুনী, অপৰাধী। কিন্তু সেই বুলি মই অনবৰতে কেৱল শটোৰ কথা চিন্তা কৰি থাকিব নোৱাৰো। মোক অলপ তাৰ পৰা ৰেহাই দে বিবেক। মোক অলপ স্বাধীনভাৱে জীয়াই থকাৰ পথ দে। (আবেগেৰে) এই শটোৰ পৰা মোক আঁতৰি থাকিবলৈ দে বিবেক।

**বিবেক :** সকলো সমস্যা নিজে সমাধান কৰিব লাগিব, কৰ্মব্যস্ত আধুনিক এই যান্ত্ৰিক সমাজ ব্যৱস্থাত কোনেও কাকো সহায় নকৰে। মানুহ এতিয়া ভয়ানকভাৱে আত্মকেন্দ্ৰিক হৈ পৰিছে। দয়া- মমতা এইবোৰ এতিয়া ক্ৰমে মানুহৰ পৰা অন্তৰ্হিত হৈ যাব ধৰিছে। মানুহৰ নৈতিকতাৰ এক স্বাভাৱিক স্খলন ঘটিছে। মানুহ হৈ পৰিছে আতংকিত অসহায়। কিন্তু সেইবুলি আমি বাস্তৱ সমস্যাক ওলাই কৰিব নোৱাৰোঁ। গতিকে এই শটো সৎকাৰ কৰিবই লাগিব।

**অপৰাধ :** মই ভুল কৰিলো বিবেক। মই এনে এটা জঘন্য অপৰাধ কৰিব নালাগিছিল। কিন্তু মইতো জীৱনত বহুতো ভাল কামো কৰিছিলো, সেইবোৰ হিচাপ আজি সমাজে নকৰে কিয়?

**বিবেক :** মানুহৰ চিন্তা শক্তিবোৰ ক্ৰমে লোপ পাই আহিছে। সমাজৰ অধিকাংশ মানুহেই কেৱল মানুহৰ দোষ ক্ৰটিবোৰ খুচৰি ফুৰে। সুযোগ সুবিধা পালেই যিকোনো সময়তে বিষাক্ত ফেটীসাপৰ দৰে দংশন কৰে। আৰু তই যেতিয়া যন্ত্ৰণাত চাটিফুটি কৰিবি তেতিয়া সিহঁতে আঁতৰৰ পৰা ৰং চাই ভাল পায়, ফুৰ্তি কৰে। মানুহৰ ভদ্ৰ আৰু মাৰ্জিত স্বভাৱটোৰ অন্তৰালত এটা কুৎসিত মনোবৃত্তি লুকাই থাকে। সভ্য জগতৰ শ্ৰেষ্ঠতম প্ৰাণী মানুহ। আৰু এই মানুহ চিনাটোৱেই আটাইতকৈ জটিল কাম।

**অপৰাধ :** তেন্তে তেনে মানুহক হত্যা কৰাৰ অপৰাধ কি?

**বিবেক :** অপৰাধ একো নাই। কিন্তু এটা মানুহৰ হত্যাৰ বিনিময়ত একো লাভ নহয়। সেয়ে হোৱা হ'লে আজি দেশৰ ইমানবোৰ মানুহ হত্যাৰ বিনিময়ত নিশ্চয় কিবা এটা হ'লহেঁতেন।

**অপৰাধ :** মই ভুল কৰিলো বিবেক। ভুল কৰিলো। মোক সেই প্ৰাচীন স্মৃতিবোৰে খুলি খুলি খাব ধৰিছে। তই আৰু এইবোৰ কথা মোক নকবি বিবেক (এনেতে নেপথ্যৰ পৰা পুনৰ গানৰ কলি ভাঁহি আহিব, ট্ৰেইন অহাৰ শব্দ। অপৰাধ, বিবেক সচকিত হৈ উঠে। দুয়োটাই নেপথ্যলৈ কাণ দিয়ে)

**বিবেক :** সেয়া পুলিচৰ গাড়ী আহি পালেহিয়েই। কি কৰ এতিয়া? শটো কবৰ দিবলৈও কোনো নিৰাপদ ঠাই নাই।

**অপৰাধ :** ৰ', ৰ' পুলিচ নহ'বও পাৰে।

**বিবেক :** অপৰাধ, জুয়ে পুৰি হাত পালেও তই তললৈ নেনাম (ট্ৰেইনৰ শব্দ বেছি হৈ আহে) ব'ল এই শটো লৈ ইয়াৰ পৰা ভাগো।

**অপৰাধ :** ৰ' ৰ' মোৰ কিছু পুৰণা কথা মনত পৰিছে।

**বিবেক :** অপৰাধ (খঙেৰে) বিপদৰ সংকেত পায়ো সময়োচিত ব্যৱস্থা নকৰি তয়ো বিপদত পৰ আৰু মোকো পেলাব। বল আমি ইয়াৰ পৰা ভাগো।

**অপৰাধ :** উৎপাত নকৰিবি বিবেক। এক মধুৰ স্মৃতিয়ে মোক

আমনি কৰিছে?

**বিবেক** : সন্মুখত এটা মৰাশ লৈ এইবোৰ কি পাগলামি কৰি আছ? ব'ল পলাই যাওঁ, নহ'লে হাতে লুটে ধৰা পৰিম এতিয়া।

**অপৰাধ** : নাই মোক অলপ চিন্তা কৰিবলৈ দে।

**বিবেক** : কিন্তু মৰাশটো?

**অপৰাধ** : তই অলপ আঁতৰাই লৈ যা।

**বিবেক** : আ .. কি অলগদ্ধ। ব'ল ব'ল। পুলিচ আহি পাবহিয়েই এতিয়া। (ট্ৰেইনৰ শব্দ বেছি হয়) বল পলা সোনকালে। ( বিবেকে মৰাশটো টানি খৰধৰকৈ আধামান নেপথ্যলৈ সুমুৱায় আৰু নেপথ্যত বৈ থাকে)

**অপৰাধ** : (আত্ম প্ৰত্যয়ৰ ভাৱত) তই চিন্তা নকৰিবি বিবেক। এই শটোৰ দিহা লগাবই লাগিব। (বিবেক যোৱাৰ ফালে চাই ৰয়। নেপথ্যত গীত বাজি উঠে। লাহে লাহে স্মৃতি সোমাই আহে। মঞ্চত পোহৰ কমি নীলাভ হয়। নীলাভ বস্ত্ৰ পৰিহিতা স্মৃতিৰ মুখমণ্ডল অতি উজ্জ্বল হৈ থাকিব। অপৰাধে স্মৃতিৰ ফালে ঘূৰি চাব।) কোন তুমি ?

**স্মৃতি** : কিয় মোক তুমি চিনি পোৱা নাই? মই স্মৃতি ?

**অপৰাধ** : স্মৃতি।

**স্মৃতি** : ওঁ। মই স্মৃতি।

**অপৰাধ** : কিন্তু তুমি ক'ৰপৰা আহিলা এই ৰাতি কাল।

**স্মৃতি** : মোৰ আপোন দেশৰ পৰা।

**অপৰাধ** : কিন্তু তুমি আচলতে ক'ত থাকা?

**স্মৃতি** : মোৰ থকাৰ নিৰ্দিষ্ট ঠাই নাই। মোৰ কোনো স্থবিৰতা নাই। মই এক গতিশীল সত্বা। মই তোমাৰ বাল্যকালৰ ৰোমাঞ্চ ভৰা সংগী, তোমাৰ কৈশোৰৰ কল্পনা, যৌৱন হৃদয়ৰ ধুমুহা, ফুলনিৰ সৌৰভ, আকাশৰ তৰা আন্ধাৰ নিশাৰ জোনাকী, বৰ্তমানৰ অতীত আৰু অতীতৰ বৰ্তমান।

**অপৰাধ** : তোমাক দেখি মোৰ বৰ আনন্দ লাগিছে। কিন্তু আজি মোৰ সকলো আনন্দ মনৰ পৰা নাইকীয়া হৈছে। মই এক ভয়ানক বিপদৰ সন্মুখীন হৈছো। তুমি জানো বিপদ চিনি পোৱা?

**স্মৃতি** : ওঁ মই বিপদৰো সংগী। মই সকলোতে থাকো। মই থাকো আনন্দৰ কুহবাত, মেঘাচ্ছন্ন আকাশত, বিজুলীৰ চমকনিত মেঘৰ ভয়ংকৰ গৰ্জনত, নদীৰ বিশাল বক্ষত, আকাশত, বতাহত সকলোতে। মই আহো আৰু যাওঁ কালসন্ধিৰ প্ৰাচীৰ অতিক্ৰমি। মই আহো আৰু যাওঁ এক দুৰ্নিবাৰ গতিৰে।

**অপৰাধ** : কিন্তু তুমি জানো মোক বিপদৰ পৰা বচাব পাৰিবা?

**স্মৃতি** : ওঁ মই সকলো পাৰো।

**অপৰাধ** : তেন্তে মোৰ বিপদৰ কথা তোমাক ক'ব পাৰো।

**স্মৃতি** : বিনা দ্বিধাই।

**অপৰাধ** : কিন্তু তোমাৰ দৰে অচিনাকি.......।

**স্মৃতি** : মই কাৰো অচিনাকি নহয়। মনত পেলাবলৈ চেষ্টা কৰাচোন মই সকলোৰে চিনাকি।

**অপৰাধ** : চিনাকি..?

**স্মৃতি** : ওঁ .... । মই সকলোৰে সংগী, সকলো জীৱন্ত মানুহৰে মই এক অপৰিহাৰ্য্য সংগী। মানুহৰ মনৰ গহ্বন কোণত মই সদায় জাগ্ৰত। কেতিয়াবা সুন্দৰ ৰূপত, কেতিয়াবা আশা আৰু প্ৰাচুৰ্য্যৰে মানুহক কৰি তোলো উন্মনা। আৰু কেতিয়াবা বেদনাৰ ডাৱৰেৰে ঢাকি পেলাওঁ।

**অপৰাধ** : কিন্তু মই তোমাক কাবৌ কৰিছো তুমি মোক বিপদৰ পৰা ৰক্ষা কৰা। আমি আজি এক ভয়ানক বিপদৰ সন্মুখীন হৈছো স্মৃতি। এটা মৰাশই সকলো সময়তে মোক ব্যতিব্যস্ত কৰি তুলিছে। মৰাশটো সংকাৰ কৰিবলৈ মই সমস্ত নিশা সংগ্ৰাম কৰি কৰি ভাগৰি পৰিছো। মোক কিবা এটা উপায় দিয়া।

**স্মৃতি** : (হাঁহি) একেবাৰে সহজ কথা অপৰাধ।

**অপৰাধ** : তুমি মোৰ নামটোও জানা।

**স্মৃতি** : মই মানুহৰ নাম জানো, হৃদয়ৰ ভাষা বুজো। মই সুখী মানুহৰ সুখৰ স্মৃতি। মই বিষাদগ্ৰস্ত মানুহৰ বিষাদৰ স্মৃতি। মোৰ নাম স্মৃতি।

**অপৰাধ** : তেন্তে তুমি মোক এই মৰাশটোৰপৰা পৰিত্ৰাণ পোৱাৰ কিবা এটা উপায় দিবা?

**স্মৃতি** : একেবাৰে সহজ কথা, তুমি তোমাৰ কৈশোৰৰ সেই আনন্দ ভৰা দিনবোৰলৈ মনত পেলোৱাচোন।

**অপৰাধ** : (চিন্তা কৰি) মোৰ কৈশোৰ মোৰ যৌৱন (অলপ হাঁহে)

**স্মৃতি** : মনত পৰিছে?

**অপৰাধ** : অলপ অলপ (ক্ৰমে মুখমণ্ডলত আনন্দৰ অভিব্যক্তি প্ৰকাশ পায়)

**স্মৃতি** : খুউব আলফুলে ধৈৰ্য্যৰে মনত পেলোৱা।

**অপৰাধ** : মনত পৰিছে স্মৃতি ...।

**স্মৃতি** : নিশ্চয় পৰিব, কিয় নপৰিব? মই তোমাৰ সুৰহীন হৃদয়ৰ বীণাৰ ঝংকাৰ, লক্ষ্যহীন জীৱনৰ স্বপ্ন, নীলাভ আকাশৰ ৰং, স্থবিৰ জীৱনৰ গতি, বেদনা বিনাশিনী প্ৰিয়দৰ্শিনী স্নেহময়ী মাতৃ।

**অপৰাধ** : (মুখত হাঁহি) মনত পৰিছে মোৰ স্মৃতি। বহুত সুখৰ স্বপ্ন মনলৈ আহিছে। মই কৈশোৰত নাওঁ খেল খেলি আনন্দ কৰা মোৰ লগৰীয়া সকললৈ মনত পৰিছে।

**স্মৃতি** : ওঁ আৰু কি দেখিছা?

**অপৰাধ :** শৰতৰ জোনাকী আকাশত চোতালত আইতাৰ কোলাত বহি এপাচি এপাচি সাধু কথা শুনা, সেই আনন্দৰ কথা মনত পৰিছে।

**স্মৃতি :** আৰু সেই শেৱালী ফুলা বতৰতো কি সেই মধুৰ স্মৃতি ...।

**অপৰাধ :** ওঁ মনত পৰিছে, কোলা ভৰাই ভৰাই শেৱালি ফুল বুটলা সেই স্মৃতি মনলৈ আহিছে। (অলপ বিষণ্ণ হৈ) কিন্তু.....।

**স্মৃতি :** কোনো কিন্তু নাই। মনত পেলাই যোৱা ।

**অপৰাধ :** হঠাতে বেমাৰত মৃত্যু হোৱা মোৰ ভাইটোৰ স্মৃতি।

**স্মৃতি :** এৰা বৰ বেদনাগধুৰ।

**অপৰাধ :** (খণ্ডেৰে) স্মৃতি .....।

**স্মৃতি :** যেনে তেনে অতিক্ৰম কৰা।

**অপৰাধ :** কিন্তু তুমি যে কৈছিলা এতিয়াৰ পৰা মোৰ সকলো স্মৃতি আনন্দময় হ'ব।

**স্মৃতি :** বেদনাই মাজে মাজে খুন্দা মাৰি গ'লেও মই কোনো উপায় দিব নোৱাৰোঁ।

**অপৰাধ :** এইখিনি সময়তে মোৰ বিবেকৰ খুউব প্ৰয়োজন। বিবেক মোৰ প্ৰাণ। কিন্তু সিও বহু সময়ত উপস্থিত নাথাকে।

**স্মৃতি :** শুনা অপৰাধ, মোৰ উপস্থিতিত তুমি দ্বিতীয় ব্যক্তিৰ স্মৃতি মনলৈ নানিবা। মই স্মৃতি, হাঁহি কান্দোন, দুখ, বেদনাৰ সমষ্টি। মই এক গতিশীল চালিকা শক্তি।

**অপৰাধ :** কিন্তু তুমি মোৰ বেদনাক্ৰান্ত দিনবোৰৰ স্মৃতি মনলৈ নানিবা। মই শান্তিত থাকিব বিচাৰো। মই শান্তিপ্ৰিয়।

**স্মৃতি :** হাঁহি কান্দোন শান্তি অশান্তিৰ সমষ্টিয়েই হৈছে জীৱন। শুনা অপৰাধ, পৃথিৱীত এন্ধাৰ যদি নাথাকিলহেঁতেন তেন্তে পোহৰৰ মাধুৰ্য্য উপলব্ধি কৰিব পৰা নগ'লহেঁতেন। বাস্তৱ যদি নাথাকিলহেঁতেন তেন্তে কল্পনাৰ কোনো মূল্য নাথাকিলহেঁতেন। ঠিক তেনেকৈ জীৱনত অশান্তি যদি নাথাকিলহেঁতেন তেন্তে শান্তিৰ কোনো মূল্যবোধ নাথাকিলহেঁতেন। গতিকে তুমি পুনৰ অতীতলৈ ঘূৰি যোৱা।

**অপৰাধ :** অতীতলৈ।

**স্মৃতি :** ওঁ অতীতলৈ। বাস্তৱ যেতিয়া নিষ্ঠুৰ হয়, তেতিয়া অতীতলৈ মনত পেলাবা।

**অপৰাধ :** কিন্তু অতীতটো যে নিষ্ঠুৰ।

**স্মৃতি :** অপৰাধ (হাঁহি) ফুলৰ মাজত যেনেকৈ সৌৰভ লুকাই থাকে, ঠিক তেনেকৈ নিষ্ঠুৰতাৰ মাজতো আনন্দ লুকাই থাকে। নিষ্ঠুৰ মুহূৰ্তবোৰ ধৈৰ্য্যেৰে অতিক্ৰম কৰি সুখ আৰু আনন্দৰ স্মৃতিবোৰ মনলৈ আনা। দেখিবা তোমাৰ মনৰ বিষাদ আঁতৰি গৈছে।

**অপৰাধ :** স্মৃতি ....।

**স্মৃতি :** ওঁ সঁচা কথা। তুমি মনত পেলোৱা। তোমাৰ শৈশৱৰ, কৈশোৰৰ যৌৱনৰ ৰোমাঞ্চ ভৰা ছবিবোৰ মনলৈ আনাচোন। খুউব আলফুলে ধৈৰ্য্যেৰে।

**অপৰাধ :** মোৰ শৈশৱ ; মোৰ কৈশোৰ মোৰ যৌৱন।

**স্মৃতি :** ওঁ ..... ধৈৰ্য্যেৰে আলফুলে।

**অপৰাধ :** মোৰ শৈশৱ, মোৰ কৈশোৰ, মোৰ যৌৱন....।

**স্মৃতি :** ওঁ শৰতৰ সেই শেৱালিভৰা বতৰবোৰৰ দৰে শীত হেমন্ত আৰু বসন্তৰ সেই ৰংবিৰঙৰ স্মৃতিবোৰ , বাহ্ কি সুন্দৰ কি অপূৰ্ব।

**অপৰাধ :** সুন্দৰ অপূৰ্ব।

**স্মৃতি :** ওঁ। কেৱল সিমানেই নহয়, সেই স্মৃতি তোমাৰ জীৱনৰ সঞ্জীৱনী, তোমাৰ মান, তোমাৰ বিপদৰ তোমাৰ সম্পদৰ এক অপৰিহাৰ্য্য সংগী।

**অপৰাধ :** মোৰ বিপদৰ মোৰ সম্পদৰ।

**স্মৃতি :** সেই স্মৃতি বৰ মধুৰ, বৰ আনন্দৰ মনত পেলোৱাচোন।

**অপৰাধ :** এৰা (Direction) মনত পৰিছে।

**স্মৃতি :** বৈ নাযাবা মনত পেলোৱা।

**অপৰাধ :** (অলপ আত্মহাৰা হৈ) এখন সুন্দৰ অৰণ্যত এখন সেউজবুলীয়া ঠাইত।

**স্মৃতি :** মনত পেলাই যোৱা। সেই অৰণ্যৰ কিনাৰত এখন বিশাল নদীৰ পাৰত

**অপৰাধ :** ওঁ মনত পৰিছে তাৰ কিনাৰত এক বিস্তৃত অঞ্চল ৰূপালী বালিৰে পৰিপূৰ্ণ।

**স্মৃতি :** তেতিয়া ফাগুনৰ পচোৱা বতাহ বলিছিল।

**অপৰাধ :** নিয়ৰৰ টোপালবোৰ সোণালী আৰু ৰূপালী হৈ তিৰবিৰাই জিলিকিছিল।

**স্মৃতি :** বাহ কি অপূৰ্ব সেই মুহূৰ্ত।

**অপৰাধ :** তেতিয়া যৌৱনৰ দুৰাৰদলিত মই ভৰি দিছিলো।

**স্মৃতি :** তোমাৰ বিশাল কল্পনা ৰাজ্যত বহুৰঙী ফাকু ছটিয়াই সেই স্বপ্নীল সময়বোৰে তোমাক কৰি তুলিছিল উন্মনা।

**অপৰাধ:** মোৰ কলেজীয়া জীৱনৰ সেয়া আছিল প্ৰথম বনভোজ।

**স্মৃতি :** সেই আনন্দ তোমাৰ জীৱনৰ নিশ্চয় এক বিৰল স্মৃতি। তুমি বৈ গৈছা কিয় অপৰাধ?

**(অপৰাধ বিষণ্ণ হৈ যোৱা দেখি কয়)**

**অপৰাধ :** নাই .... (জোৰেৰে চিঞঁৰে) বৰ অসহ্য সেই স্মৃতি

**স্মৃতি :** অসহ্য?

**অপৰাধ :** ওঁ। তাই মোক বিশ্বাস ঘাটকতা কৰিলে-

**স্মৃতি :** কোনে?

**অপৰাধ :** মধুমিতাই ।

স্মৃতি : অ' সেয়া মানুহৰ জীৱনৰ এক গতানুগতিক ঘটনা।

অপৰাধ : ঘটনা নহয় সেইয়া দুৰ্ঘটনা জোৰেৰে।

স্মৃতি : যেনে তেনে পাৰ হৈ যোৱা।

অপৰাধ : নাই নোৱাৰি। সেই কৰুণ দুৰ্ঘটনা বৰ হৃদয় বিদাৰক।

স্মৃতি : তেন্তে তুমি অনুশোচনা কৰা, যন্ত্ৰণাত আৰ্তনাদ কৰা। এইয়া মানৱ জীৱনৰ এক স্বাভাৱিক পৰিণতি।

অপৰাধ : তুমি মোক চলনা কৰিছা স্মৃতি।

স্মৃতি : প্ৰয়োজন হ'লে চলনাও কৰিব পাৰো।

অপৰাধ : স্মৃতি ....। মই তোমাক এই মূহুৰ্ততে হত্যা কৰিম।

স্মৃতি : (ব্যংগাত্মক হাঁহি মাৰি) অপৰাধ, মোক হত্যা কৰিবলৈ চেষ্টা কৰা আৰু পৰ্বতত কাছ কণী বিচৰা একেই কথা।

অপৰাধ : স্মৃতি তুমি জানানে নাই যে মই এটা দুৰ্দান্ত খুনী আৰু অপৰাধী মানুহ। প্ৰয়োজন হ'লে তোমাকো হত্যা কৰিব পাৰো।

স্মৃতি : (পুনৰ হাঁহিৰে ব্যংগ কৰি) অপৰাধ, একেবাৰে অযুক্তিসংগত কথা। তুমি জানানে যে মোৰ মৃত্যু নাই খুব বেছি তুমি জোৰ কৰি মোৰ সান্নিধ্য কিছুসময়লৈ পৰিহাৰ কৰিব পাৰা।

অপৰাধ : তুমি কি? মানুহ নে কোনো প্ৰেতাত্মা?

স্মৃতি : মই একো নহয়। মানুহৰূপী এক সত্বা।

অপৰাধ : নাই মোৰ ওচৰত দম্ভালি প্ৰদৰ্শন কৰা কোনো শক্তিকেই মই ক্ষমা কৰা নাই।

স্মৃতি : মোকো ক্ষমা কৰিব নালাগে। তোমাৰ যি ইচ্ছা যায় তাকেই কৰিব পাৰা।

অপৰাধ : (খঙেৰে পকেটৰ পৰা অস্ত্ৰ উলিয়াই) স্মৃতি তোক মই যি হ'লেও হত্যা কৰিম।

(স্মৃতিক হত্যা কৰিবলৈ খেদি যায়। স্মৃতিয়ে হাতেৰে অংগী ভংগী কৰে নেপথ্যৰ গীত...... স্মৃতি... গোপনে গোপনে..... ভাহি আহে। স্মৃতি গীতৰ লহৰে লহৰে নাচে বা মুদ্ৰা দিয়ে। দুটামান পাক ঘূৰি নেপথ্যলৈ যায়। এনেতে নেপথ্যৰ পৰা জোৰেৰে বিবেক সোমাই আহে।)

বিবেক : (জোৰেৰে) অপৰাধ। (অপৰাধৰ হাতত ধৰে অপৰাধ সচকিত হৈ অস্ত্ৰ নিজৰ বুকুৰ ওপৰলৈ আনে। থৰ হৈ বৈ যায়।) - কি কৰিছ? অপৰাধ তই কি আত্মহত্যা কৰিবলৈ লৈছ? এটা মৰাশকো সৎকাৰ কৰিব পৰা নাই আৰু.....

অপৰাধ : নাই নাই মই আত্মহত্যা কৰিবলৈ ওলোৱা নাই। এনে জঘন্য কাম। তই কি পাগল হৈছ নেকি? মই আত্মহত্যা কৰিম?

বিবেক : তেন্তে তই বুকুৰ ওপৰত কিয় অস্ত্ৰ তুলি লৈছিলি?

অপৰাধ : মই এক অশৰীৰি প্ৰেতাত্মাক হত্যা কৰিবলৈ লৈছিলো।

বিবেক : মিছা কথা নকবি অপৰাধ। খালি হত্যা খুন আৰু আত্মহত্যা।

অপৰাধ : তই মিছা মাতিছ বিবেক।

বিবেক : মই যি কৈছো সেয়া সত্য।

অপৰাধ : মই কৈছো মিছা।

বিবেক : মনত ৰাখিবি অপৰাধ, বিবেকে কোনোদিন মিছা কথা নকয়। বিবেকে তোৰ মংগল কামনাই কৰি আহিছে।

অপৰাধ : বিবেক মই তোকো হত্যা কৰিম, সাৱধানে কথা কবি

বিবেক : মোক হত্যা কৰিবি?

অপৰাধ : প্ৰয়োজন হ'লে কৰিম।

বিবেক : অসম্ভৱ অপৰাধ। মোক হত্যা কৰা মানেই আত্মহত্যা আৰু আত্মহত্যা এক চৰম অপৰাধ।

অপৰাধ : মোক চালনা কৰিব খোজা যিকোনো অশুভ শক্তিকেই এৰি দিয়া নাই বিবেক।

বিবেক : তেন্তে যি ইচ্ছা যায় কৰ।

অপৰাধ : মোৰ ইচ্ছা গৈছে তোক হত্যা কৰিবলৈ।

বিবেক : কৰ

অপৰাধ : ওঁ (পকেটৰ পৰা অস্ত্ৰ উলিয়াই ক্ৰমে ওপৰলৈ তুলি ধৰি নিজৰ বুকুৰ ওপৰত থওঁতেই বিবেকে থাপ মাৰি ধৰে)

বিবেক : তোৰ হৈছে কি অপৰাধ?

অপৰাধ : (জোৰেৰে) নাই একো হোৱা নাই।

বিবেক : তই কি পাগল হৈছ নেকি?

অপৰাধ : নাই মই পাগল হোৱা নাই।

বিবেক : মই বাৰে বাৰে কৈছো আত্মহত্যা মহাপাপ।

অপৰাধ : নাই মই আত্মহত্যা কৰিবলৈ লোৱা নাই।

বিবেক : চা অপৰাধ, মানুহৰ জীৱনলৈ বহুতো ধুমুহা আহে দুৰ্য্যোগ আহে। কিন্তু সকলো সাহসেৰে অতিক্ৰম কৰিব পৰাটোহে আচল কথা। আচল পুৰুষ। ভাল কাম কৰিলে মানুহৰ মনলৈ আনন্দ আৰু বেয়া কামে মানুহক অনুতপ্ত কৰি তোলে। কিন্তু ভাল আৰু বেয়াৰ সমষ্টিয়ে জীৱন।

অপৰাধ : মই ভুল কৰিছো বিবেক (জোৰেৰে আবেগেৰে) মই ভুল কৰিছো (কান্দে)

বিবেক : অনুতাপ কৰি লাভ নাই অপৰাধ। যি ভুল হৈ গ'ল গলেই। এতিয়া আৰু নোহোৱা কৰিব নোৱাৰি।

অপৰাধ : এটা নিৰপৰাধী মানুহক মই হত্যা কৰিছো। মই খুনী, মই পাপী। মোক শাস্তি দে বিবেক। মোক তই শাস্তি

দে।

**বিবেক :** শাস্তি একো নাই অপৰাধ। যিটো মৰাশই তোক সকলো সময়তে চিন্তিত কৰি ৰাখিছে তোক আত্মহত্যা কৰিবলৈ উদ্যত কৰিছে সেই মৰাশটো কবৰ দিব পাৰিলেই তোৰ মনলৈ শান্তি ঘূৰি আহিব। গতিকে ব'ল, বেছি দেৰি কৰি লাভ নাই। ৰাতিপুৱাবলৈ বেছি সময় নাই তাৰ আগতেই শটো সৎকাৰ কৰিবই লাগিব। আনহাতে পুলিচৰ তলাচী অভিযানো চলিয়েই আছে।

**অপৰাধ :** কিন্তু ঠাই ক'ত? ক'ত কবৰ দিম তাক? চাৰিওফালে মানুহেই মানুহ।

**বিবেক :** কিন্তু এইদৰে বৈ থাকিলে জানো হ'ব? ঠাই আমিয়েই বিচাৰি উলিয়াব লাগিব।

**অপৰাধ :** ব'ল তেন্তে।

**বিবেক :** তই এইফালে ধৰ আৰু মই সিফালে ধৰোঁ।

**অপৰাধ :** হ'ব দে। (বিবেকে নেপথ্যৰফালে মৰাশটো চালে) আহ মই নোৱাৰোঁ বিবেক। বৰ গধুৰ হৈছে। শটো ভীষণ গধুৰ হৈছে।

**বিবেক :** জোৰ দে । (মৰাশটো অলপ লৰচৰ কৰে। নেপথ্যৰ পৰা পুনৰ এটা গীতৰ কলি ভাঁহি আহে। অপৰাধে পুনৰ শটো এৰি সেই ফালে কাণ দিয়ে) — অপৰাধ, কি হৈছে সোনকালে ধৰ। পুলিচ আহিব এতিয়া ।

**অপৰাধ :** নাই নাই মই নোৱাৰো , বিবেক.....।

**বিবেক :** অপৰাধ, মই বিবেকে কৈছো তই পাৰিবই লাগিব। (স্মৃতিৰ প্ৰৱেশ ... গান)

**স্মৃতি :** মই স্মৃতিয়ে কৈছো তুমি নোৱাৰা।

**বিবেক :** কোনো হৈ যোৱা ঘটনাক লৈ স্মৃতি ৰোমন্থন কৰি লাভ নাই।

**স্মৃতি :** (হাঁহি) কিন্তু স্মৃতিক হত্যা কৰাটো বৰ সহজ কথা নহয়।

**বিবেক :** স্মৃতি অতি খন্তেকীয়া। সমুদ্ৰৰ তৰংগৰ দৰে উঠে আৰু নামে।

**স্মৃতি :** নহয় অপৰাধ। স্মৃতি যুগমীয়া। ই শিলৰ ৰেখাৰ দৰে স্থায়ী।

**বিবেক :** বেয়া স্মৃতিবোৰ মনৰ পৰা আঁতৰাই পেলাব লাগে। ই মানুহক অনিষ্ট কৰে।

**স্মৃতি :** স্মৃতিয়ে মানুহক বিখ্যাত কৰি তোলে।

**বিবেক :** নহয় অপৰাধ, স্মৃতিয়ে মানুহক অনুতপ্ত কৰে।

**স্মৃতি :** স্মৃতিৰ কাৰণেই লিঅ'নাৰ্ড-দা-ভিঞ্চিয়ে মনালিছা আঁকি, চাহজাহানে তাজমহল নিৰ্মাণ কৰি আৰু স্বৰ্গদেউ ৰুদ্ৰ সিংহই সমুদ্ৰ সদৃশ জয় সাগৰ পুখুৰী খন্দি বিশ্ব বিখ্যাত হৈছিল।

**বিবেক :** স্মৃতিৰ নিৰ্মম আক্ৰমণৰ বাবেই যুৱৰাজ অথেলোৱে ডেচদিমনাক হত্যা কৰি সমস্ত জীৱন যন্ত্ৰণাত ছাটিফুটি কৰিছিল। মেকবেথে আত্মহত্যা কৰিছিল। হেমলেটে বিষপান কৰিছিল। সেয়ে স্মৃতি বৰ নিষ্ঠুৰ।

**স্মৃতি :** অপৰাধ তুমি মোৰ কথা শুনা। মই তোমাৰ কৈশোৰৰ কল্পনা, যৌৱন হৃদয়ৰ ধুমুহা, ফুলনিৰ সৌৰভ, আকাশৰ তৰা, এন্ধাৰ নিশাৰ জোনাকী।

**বিবেক :** কিন্তু এই কথা মনত ৰাখিবি যে যিকোনো এটা অপৰাধ কৰাৰ আগতে বিবেকে মানুহক বাধা দিয়ে আৰু যদি সেই বাধা নামানে, তেন্তে তাৰ পিছত ভুল কৰি অনুশোচনা কৰে। আৰু বহুতে অনুশোচনাও নকৰে। তদুপৰি দেশত আইন বুলিও কথা এটা আছে।

**অপৰাধ :** হাঁ হাঁ (কিংকৰ্তব্যবিমূঢ় হৈ) স্মৃতি, বিবেক...... মই কোনফালে যাম, কাৰ কথা শুনিম।

**স্মৃতি :** তুমি মোক অনুসৰণ কৰা মই তোমাৰ সুৰহীন হৃদয়ৰ বীণাৰ ঝংকাৰ, তোমাৰ আন্ধাৰ পথৰ আলোকদৰ্শিনী লক্ষ্যহীন জীৱনৰ স্বপ্ন

নীলা আকাশৰ ৰং
স্থবিৰ জীৱনৰ ৰং
বেদনা বিনাশিনী
মৃদুভাষিনী
স্নেহময়ী মাতৃ।

**বিবেক :** ভুল নকৰিবি অপৰাধ। মই তোৰ বিবেক। তোৰ যন্ত্ৰণা বিনাশ কৰি..... কৰোঁ।

**স্মৃতি :** তুমি মোক অনুসৰণ কৰা।

**বিবেক :** অপৰাধ তই মোৰফালে আহ।

**অপৰাধ :** জোৰেৰে চিঞৰি) নাই... নাই.... নাই। স্মৃতি বিবেক.... কি দুঃসহ যন্ত্ৰণা। এফালে স্মৃতি আনফালে বিবেক। এক অন্তহীন অন্তৰ্দ্বন্দ্বই মোক কৰি পেলাইছে ক্ষত বিক্ষত। মই আজি দিক্‌ভ্ৰান্ত। এটা মৰাশই যেন মোক হেঁচি ধৰিছে। ৰাতি পুৱাবলৈ আৰু বেছি সময় নাই। সমস্ত নিশাটো উজাগৰে গ'ল। স্মৃতি আৰু বিবেকে মোক কোনো পথ নিদিলে। মই এতিয়া ক'লৈ যাম। মই নিসংগ। এটা নিৰ্জন দ্বীপত মই আজি অকলশৰীয়া। সকলোৱে মোক আশা দিলে, মোৰ মনত জগাই তুলিলে সীমাহীন বাসনা। কিন্তু শেষত সকলোৱে মোক বিশ্বাসঘাটকতা কৰিলে। ভৈৰবী ৰাগ, অন্তমিত মূৰ্চ্ছনাই মোক কৰি তুলিছে আতংকিত। এক গতিশীল শূন্য চাকনৈয়াত মই পাকঘূৰণি খাব ধৰিছো। মই ক'লৈ যাম...।

(নেপথ্যত গীত ........................স্মৃতি ...................স্মৃতি ............ ট্ৰেইনৰ শব্দ.................লাহে লাহে আঁৰ কাপোৰ নামি আহে)

**সমাপ্ত**

# চিন্তানায়ক

সভ্যতাৰ দৌৰ আৰু গতিপথ

## নাট্যকাৰ # বলীন বৰগোহাঞি

**(১৯৭৮ চনৰ ১৭ আৰু ১৮ জুলাই তাৰিখে ডিব্ৰুগড় নগৰৰ মৌচাক নামৰ সাংস্কৃতিক অনুষ্ঠানটিৰ সৌজন্যত অনুষ্ঠিত হোৱা সপ্তম বাৰ্ষিক সদৌ ভাৰত শিশু একাংক নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ পাণ্ডুলিপি হিচাবে পুৰস্কৃত।)**

**চৰিত্ৰসমূহ ঃ-**

চিন্তানায়ক ঃ আমাৰ দেশৰ অৱক্ষয়মান সমাজখনৰ শোষক শ্ৰেণীৰ এক প্ৰতিভূ।

এক নম্বৰ প্ৰতিদ্বন্দ্বী ঃ শিক্ষিত নিবনুৱা যুৱক

দুই নম্বৰ প্ৰতিদ্বন্দ্বী ঃ কৃষক

তিনি নম্বৰ প্ৰতিদ্বন্দ্বী ঃ প্ৰতিভাবান বিজ্ঞানৰ ছাত্ৰ

চাৰি নম্বৰ প্ৰতিদ্বন্দ্বী ঃ বিপ্লৱী সমাজকৰ্মী যুৱক

**(নাটৰ কাহিনী আৰু চৰিত্ৰসমূহ প্ৰতীকধৰ্মী। গতিকে পৰিচালকৰ বলিষ্ঠ নিৰ্দেশনাৰ প্ৰয়োজন।)**

**(সংগীত। মঞ্চৰ সোঁ-মাজত আবেষ্টনীৰ মাজত চিন্তানায়কে এটা নিৰীক্ষক যন্ত্ৰ চকুত লৈ দূৰলৈ দৃষ্টি নিক্ষেপ কৰি থকা দেখা যায়। আবেষ্টনীৰ চাৰিওফালে দৌৰি থাকিব চাৰিজন প্ৰতিদ্বন্দ্বী।)**

**প্ৰতিদ্বন্দ্বী** ঃ (আটায়ে) আমি দৌৰিছোঁ এখন সভ্য জগতলৈ।

নেপথ্য ঃ দৌৰিব লাগিছে হেজাৰ হেজাৰ শ্ৰমিক, কৃষক, ছাত্ৰ, নিবনুৱা আৰু সমাজ কৰ্মী।

**প্ৰতিদ্বন্দ্বী** ঃ (আটায়ে) আমি দৌৰিছোঁ এখন সভ্য জগতলৈ।

নেপথ্য ঃ তুমিয়ে নিয়ন্ত্ৰণ কৰিছা সিহঁতৰ দৌৰৰ গতিপথ।

**প্ৰতিদ্বন্দ্বী** ঃ (আটায়ে) আমি দৌৰিছোঁ এখন সভ্য জগতলৈ।

নেপথ্য ঃ হে চিন্তানায়ক, তুমি মহান, সৰ্ব্বশক্তিমান আৰু সমগ্ৰ মানৱ জাতিৰ মেৰুদণ্ড স্বৰূপ।

**প্ৰতিদ্বন্দ্বী** ঃ আমি দৌৰিছোঁ এখন সভ্য জগতলৈ।

নেপথ্য ঃ তোমাৰ পৰা সিহঁতে আশা কৰিছে এখন মুক্ত আকাশ। য'ত দিগন্ত বিয়পা ৰঙীন স্বপ্নবোৰে সিহঁতক আঁকোৱালি ল'ব।

**প্ৰতিদ্বন্দ্বী** ঃ (আটায়ে) আমি দৌৰিছোঁ এখন সভ্য জগতলৈ।

নেপথ্য ঃ সাৱধান। চিন্তানায়ক, তুমি সিহঁতৰ গতিপথ ভুল নকৰিবা। (এতিয়া চাৰিওজন প্ৰতিদ্বন্দ্বীয়ে মঞ্চৰ চাৰিটা কোণত অৱস্থান কৰি দৌৰৰ ভংগীত ফ্ৰীজ হৈ ৰ'ব। নায়কে নিৰীক্ষক যন্ত্ৰ চকুৰ পৰা নমাই লৈ হাঁহি হাঁহি চাৰিওজনৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিব। ওপৰৰ সংলাপখিনি কোৰাছৰ সুৰত নেপথ্যৰ পৰাও ক'ব পাৰিব।)

**নায়ক** ঃ ১ নম্বৰ প্ৰতিদ্বন্দ্বী।

**এক** ঃ (নতশিৰে আঁঠু লৈ) কওক চিন্তানায়ক।

**নায়ক** ঃ তোমাৰ দাবী?

এক ঃ মই এজন শিক্ষিত নিবনুৱা যুৱক। মোক সভ্য জগতত জীয়াই থকাৰ পথ লাগে, চিন্তানায়ক।

নায়ক ঃ অতি সামান্য কথা। কোৱা, মোৰ নিৰ্দেশ মতে কাম কৰিবা?

এক ঃ কৰিম চিন্তানায়ক।

নায়কঃ কাম কৰিবৰ বাবে তোমাৰ হাত নাই?

এক ঃ আছে।

**নায়ক** ঃ তেন্তে নিবনুৱা বুলি দাবী কৰাৰ তোমাৰ যুক্তি কি ?

এক ঃ বৰ্ত্তমান প্ৰচলিত শিক্ষা ব্যৱস্থা।

**নায়ক** ঃ অমূলক কথা!

এক ঃ নহয় চিন্তানায়ক, এয়া সত্য। শিক্ষাই আমাক কিতাপৰ জ্ঞান দিলে, কিন্তু কৰ্মসংস্থাপনৰ দিহা নিদিলে।

**নায়ক** ঃ মূৰ্খ, সভ্য জগতৰ চিন্তানায়কৰ ওচৰত তেনে কোনো মিছা অপবাদৰ স্থান নাই। কোৱা দৌৰিবৰ বাবে তোমাৰ গাত শক্তি আছে?

এক ঃ আছে চিন্তানায়ক।

**নায়ক** ঃ অ' শুনা তেন্তে (নিৰীক্ষক যন্ত্ৰ চকুত লৈ) দূৰত এজোপা প্ৰকাণ্ড আঁহত গছ। সেই আঁহত গছ জোপাৰ ডাল-পাতবোৰত নিয়ঁৰৰ টোপালবোৰ সূৰ্য্যৰ ৰাঙলী পোহৰত সোণ-ৰূপৰ দৰে তিৰবিৰাই জিলিকি আছে। তাৰ তলত কিছুমান যুৱক, সিহঁতৰ চেহেৰাবোৰ অতি উজ্জ্বল। মুখমণ্ডলত হাঁহিৰ আভা। সিহঁতৰ কিছুমানে

গীত গাই গাই আনন্দ কৰিবলৈ ধৰিছে। বাহ! কি আনন্দ। উৎসৱ মুখৰ পৰিৱেশ (নিৰীক্ষক যন্ত্রটো একলৈ আগবঢ়াই দিলে।) তুমি লোৱা এই নিৰীক্ষক যন্ত্র। (এক নম্বৰে ভয়ত ইতস্ততঃ কৰে। এখোজমান চিন্তানায়কৰ ফালে আগবাঢ়ি আহি ৰৈ যায়।) লোৱা, সংকোচ নকৰিবা। (এক নম্বৰে আগবাঢ়ি আগবাঢ়ি আহি লয়) আৰু চোৱা, দূৰলৈ দৃষ্টি নিক্ষেপ কৰা। আৰু কোৱা, কি দেখিছা? (যিটো দিশত চিন্তানায়কে চাইছিল সেই দিশলৈ নিৰীক্ষক যন্ত্র চকুত থৈ এক নম্বৰে কয়।)

এক : দেখিছোঁ চিন্তানায়ক, আপুনি কোৱা দৰেই দেখা পাইছোঁ। কিন্তু তেওঁলোক কোন?

নায়ক : ওঁ মূৰ্খ যুবক, সেই বিলাকেই হৈছে সভ্য জগতৰ শিক্ষিত যুবক। সভ্যতাৰ দৌৰত সিহঁতৰ বিজয়ী প্রতিদ্বন্দ্বী। সিহঁতৰ জীয়াই থকাৰ কোনো সমস্যা নাই। সিহঁত মুক্ত। যাৰ দৌৰৰ গতিপথ মই অত্যন্ত নিখুতভাৱে নিয়ন্ত্রণ কৰিছোঁ।

এক : কিন্তু সেয়া কেনেকৈ সম্ভৱ হৈছে চিন্তানায়ক?

নায়ক : অ'! দিয়া মোক নিৰীক্ষক যন্ত্র।

**(এক নম্বৰে নিৰীক্ষক যন্ত্রটো চিন্তানায়কৰ হাতত দিলে চিন্তানায়কে নিৰীক্ষক যন্ত্র হাতত লৈ মাজে মাজে চকুত থৈ আৰু কেতিয়াবা হাতত লৈ কয়।)**

নায়ক : সেই গছজোপাৰ পৰা অলপ দূৰত আছে এটা প্রকাণ্ড অট্টালিকা, য'ত সভ্য জগতৰ চিন্তানায়কসকলে অগণন শিক্ষিত নিবনুৱা যুবকক কৰ্ম্মসংস্থানৰ দিহা দিছে। তেওঁলোকৰ সহায়-সহযোগ আৰু পৰামৰ্শমতে সেইসকল যুবকে দেশত নানা প্রকাৰৰ ক্ষুদ্র উদ্যোগ গঢ়ি তুলিছে। ব্যাপক নিবনুৱা সমস্যা সমাধান কৰাৰ ক্ষেত্রত সেইসকল চিন্তানায়কৰ বৰঙণি অভূতপূৰ্ব। ক্ষুদ্র উদ্যোগৰ যোগেদি দেশৰ লক্ষ লক্ষ যুবকে জীৱিকা নির্বাহৰ পথ প্রশস্ত কৰি তুলিছে। তাৰেই সত্য প্রতিচ্ছবি সেইসকল যুবক। তুমিও সেই ঠাইলৈকে দৌৰিব লাগিব। তোমাৰ গতিপথ ময়েই নিয়ন্ত্রণ কৰিছোঁ। তুমি এই মুহূৰ্ত্ততে দৌৰা। তোমাৰ কোনো অসুবিধা নহ'ব। পৰিষ্কাৰ গতিপথ। কোৱা, ৰাজী আছা?

এক : ৰাজী আছোঁ চিন্তানায়ক।

নায়ক : ওঁ। শুনা তেন্তে- মোৰ প্রথম সংকেত ধ্বনি বাজি উঠাৰ লগে লগে তুমি সাজু হ'বা আৰু দ্বিতীয় সংকেত ধ্বনি বাজি উঠাৰ লগে লগেই দৌৰ আৰম্ভ কৰিবা। (চিন্তানায়কে প্রথম সংকেত দিলে, এক নম্বৰ প্রতিদ্বন্দ্বী দৌৰিবলৈ সাজু হ'ল। চিন্তানায়কে দ্বিতীয় সংকেত বজালে। লগে লগে সি দৌৰিবলৈ আৰম্ভ কৰিলে। প্রথমতে লাহে লাহে মঞ্চত দৌৰাৰ ভঙ্গীত থাকি মঞ্চৰ বাহিৰ হৈ যায়। চিন্তানায়কে কিছু সময় সেইফালে চাই থাকে।)

নায়ক : (হাঁহে) মূৰ্খ। দুই নম্বৰ প্রতিদ্বন্দ্বী —

দুই : (আঁঠু লৈ) কওক চিন্তানায়ক।

নায়ক : তোমাৰ দাবী?

দুই : মই এজন শ্রমজীবী কৃষক। মোক সত্য জগতত জীয়াই থকাৰ পথ লাগে, চিন্তানায়ক।

নায়ক : (হাঁহে) তাৰ মানে তুমি এজন মান্ধাতা যুগৰ কৃষক। আজিৰ সভ্য জগতত তোমাৰ দৰে মূৰ্খ কৃষকৰ কোনো স্থান নাই। কোৱা, সভ্যতাৰ দৌৰত প্রতিদ্বন্দ্বিতা কৰিবৰ বাবে তোমাৰ দেহত শক্তি আছে?

দুই : আছে চিন্তানায়ক।

নায়ক : তেন্তে কোৱা, তুমি মোৰ নির্দেশমতে কাম কৰিবা?

দুই : কৰিম, চিন্তানায়ক।

নায়ক : ওঁ, শুনা তেন্তে-- (নিৰীক্ষক যন্ত্র চকুত লৈ মাজে মাজে চকুৰপৰা আঁতৰাই ৰাখি) দূৰত এখন প্রকাণ্ড কৃষি জগত। সকলো ধৰণৰ শস্যাৰে নদন-বদন হৈ পৰিছে সেই খন ৰাজ্য। পথাৰৰ মাজে মাজে জলসিঞ্চনৰ নৰ্দমা। কোনো কোনো ঠাইত দেখা গৈছে অত্যাধুনিক কৃষিৰ সা-সৰঞ্জাম। সভ্য জগতৰ চিন্তানায়কসকলে কৃষকসকলক নানা প্রকাৰৰ সহায়-সহযোগ আগবঢ়াই তেওঁলোকৰ সকলো ধৰণৰ উন্নতিৰ বাবে প্রচেষ্টা চলাইছে। সেই কৃষকসকল সঁচাই বৰ সুখী, সিহঁতৰ চেহেৰাবোৰ অতি উজ্জ্বল। তুমি চোৱা, তুমি চোৱা, এই নিৰীক্ষক যন্ত্র লৈ সেই দৃশ্য উপভোগ কৰা। (চিন্তানায়কে নিৰীক্ষক যন্ত্র আগবঢ়াই দিয়ে, দুই নম্বৰে ইতস্ততঃ কৰি লয় আৰু নিজৰ ঠাইলৈ গৈ চকুত নিৰীক্ষক যন্ত্র লৈ দূৰলৈ চায।)

নায়ক : কোৱা, কি দেখিছা?

দুই : এখন মৰিশালিৰ ওপৰত এজাক শগুণ।

নায়ক : মৰিশালিৰ ওপৰত এজাক শগুণ!

দুই : ঠিক তেনেকুৱাই।

নায়ক : (কৰ্কশ সুৰত) আহ! মূৰ্খ কৃষক ; তোমাৰ দৃষ্টি ঠিকেই আছেতো?

দুই : আছে, চিন্তানায়ক।

নায়ক : তেনে ভ্রম বকিছা কিয়?

দুই : ঠিক তেনেকুৱাই দেখিছোঁ।

নায়ক : মূৰ্খ; ভালদৰে লক্ষ্য কৰা। সভ্যজগতত তেনে কোনো হতাশজনক দৃশ্য নাই। (দুই নম্বৰে পুনৰ চকুত নিৰীক্ষক যন্ত্র লৈ লক্ষ্য কৰিলে) কোৱা, সঁচা কথা কোৱা, কি দেখিছা?

দুই ঃ বানপানীত বহুত মানুহ আৰু গৰু-ম'হ উটি গৈছে।

নায়ক ঃ আহ! সেই একেই মূৰ্খামি, একেই বলিয়ালি। তুমি সভ্যতাৰ দৌৰত প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাবে অসমৰ্থ। সভ্য জগতত জীয়াই থকাৰ বাবে তুমি অনুপযুক্ত। দিয়া মোক নিৰীক্ষক যন্ত্ৰ। যেতিয়ালৈকে তুমি শক্তি আহৰণ কৰিব নোৱাৰা তেতিয়ালৈকে তোমাক এই দৌৰত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সুবিধা দিয়া নহ'ব। গতিকে শক্তি আহৰণ কৰিবলৈ চেষ্টা কৰা, যোৱা। (দুই নম্বৰে নিৰীক্ষক যন্ত্ৰটো চিন্তানায়কৰ হাতত দিয়ে। পুনৰ আগৰ ঠাইলৈ যায় আৰু দৌৰৰ ভংগীত থিয় হৈ ৰয়।)

নায়ক ঃ তিনি নম্বৰ প্ৰতিদ্বন্দ্বী!

তিনি ঃ কওক চিন্তানায়ক।

নায়ক ঃ তোমাৰ দাবী?

তিনি ঃ মই এজন বিজ্ঞানপ্ৰেমী ছাত্ৰ, আধুনিক বিজ্ঞানৰ যোগেদি কেনেকৈ সভ্য জগতত স্বীকৃতি লাভ কৰিব পাৰি তাৰেই উপায় বিচাৰিছোঁ, চিন্তানায়ক।

নায়ক ঃ (হাঁহে) আহা, মোৰ ওচৰলৈ আহা। (তিনি নম্বৰে লাহে লাহে চিন্তানায়কৰ ওচৰ চাপে) লোৱা এই নিৰীক্ষক যন্ত্ৰ, দূৰলৈ লক্ষ্য কৰা। (তিনি নম্বৰে নিৰীক্ষক যন্ত্ৰ হাতত লৈ আগৰ ঠাইলৈ গৈ নিৰ্দিষ্ট দিশত দূৰলৈ লক্ষ্য কৰে) এতিয়া কোৱা, কি দেখিছা?

তিনি ঃ একো দেখা নাই চিন্তানায়ক।

নায়ক ঃ মূৰ্খ ছাত্ৰ। আহা, মোৰ ওচৰলৈ আহা। দিয়া মোক নিৰীক্ষক যন্ত্ৰ। (তিনি নম্বৰে নিৰীক্ষক যন্ত্ৰ চিন্তানায়কৰ হাতত দিয়ে আৰু চিন্তানায়কে লয়) এতিয়া চকু বন্ধ কৰা। (তিনি নম্বৰে চকু মুদে) আৰু মই যি কম সকলো ধৈৰ্য্য সহকাৰে শুনি যাবা। বুজিছা?

তিনি ঃ বুজিছোঁ চিন্তানায়ক।

নায়ক ঃ ওঁ শুনি যোৱা। শুনা; দূৰত এটা প্ৰকাণ্ড গৱেষণাগাৰ, য'ত বিজ্ঞানৰ চিন্তানায়কসকলে মানব জাতিৰ সৰ্ব্বাংগীন উন্নতিৰ বাবে দিনে-নিশাই কাম কৰিছে। তেওঁলোকে নিৰ্মাণ কৰিছে পোহৰৰ গতিতে দৌৰিব পৰা মহাকাশযান, আধুনিক জীৱন যাত্ৰাৰ সকলো ধৰণৰ আৱশ্যকীয় ব্যৱহাৰ্য সামগ্ৰী, যন্ত্ৰ-পাতি আৰু ৰোগৰ ঔষধ। আনকি তেওঁলোকৰ আঁচনিত অন্তৰ্ভুক্ত কৰা হৈছে কেনেকৈ এটি সামান্য প্ৰোটিন কণাৰ পৰা জীৱনৰ সৃষ্টি কৰিব পাৰি। চোৱা, তুমি চকু মেলি চোৱা, লোৱা এই নিৰীক্ষক যন্ত্ৰ। (চিন্তানায়কে নিৰীক্ষক যন্ত্ৰ প্ৰতিদ্বন্দ্বীৰ হাতত দিয়ে ) এতিয়া কোৱা কি দেখিছা?

তিনি ঃ (নিৰীক্ষক যন্ত্ৰ চকুত লৈ দূৰলৈ লক্ষ্য কৰে) হয়, হয় চিন্তানায়ক। সঁচাই সেই দৃশ্য দেখা পাইছোঁ।

নায়ক ঃ ওঁ সুযোগ্য প্ৰতিদ্বন্দ্বী। সেয়াই হ'ব তোমাৰ গন্তব্য স্থান। তুমি দৌৰিব লাগিব অবিৰাম সেই বিন্দুলৈ। মইয়ে তোমাৰ গতিপথ নিয়ন্ত্ৰণ কৰিছোঁ। দিয়া মোক নিৰীক্ষক যন্ত্ৰ। মোৰ প্ৰথম সংকেত ধ্বনি বাজি উঠাৰ লগে লগে তুমি সাজু হ'বা আৰু দ্বিতীয় সংকেত ধ্বনি বাজি উঠাৰ লগে লগে তুমি তোমাৰ দৌৰৰ গতি আৰম্ভ কৰিবা।

তিনি ঃ আপোনাৰ নিৰ্দেশ শিৰোধাৰ্য্য কৰিছোঁ।

নায়ক ঃ সেয়ে হওক তেন্তে। (চিন্তানায়কে প্ৰথমে সংকেত বজালে। প্ৰতিদ্বন্দ্বীয়ে সাজু হ'ল। দ্বিতীয় সংকেত বজালে আৰু তিনিও দৌৰ আৰম্ভ কৰি ওলাই গ'ল।)

নায়ক ঃ (যোৱাৰ ফালে কিছু সময় চাই থাকি দৃষ্টি আঁতৰাই আনে।) মূৰ্খ! চাৰি নম্বৰ প্ৰতিদ্বন্দ্বী।

চাৰি ঃ (নতশিৰে আঁঠু লৈ) কওক চিন্তানায়ক।

নায়ক ঃ তোমাৰ দাবী?

চাৰি ঃ মই পৰিবৰ্ত্তন বিচাৰিছোঁ চিন্তানায়ক, সভ্য জগতৰ বাবে উপযুক্ত হোৱাকৈ বিকলাংগ সমাজখনৰ মোক এটা আমূল পৰিবৰ্তন লাগে।

নায়ক ঃ সাৱধান। তেনে অযুক্তিকৰ কথা নক'বা। সভ্য জগতত তেনে কোনো বিকলাংগ সমাজ নাই। সমাজৰ কথা চিন্তা কৰাটো আমাৰ দায়িত্ব। এই ক্ষেত্ৰত মাত-মতা অধিকাৰ তোমালোকৰ নাই। আন কিবা যুক্তিসম্মত দাবী আছে যদি তুৰন্তে উত্থাপন কৰা।

চাৰি ঃ সমাজত বৰ্ত্তমান এক ভয়ানক বিশৃংখলা।

নায়ক ঃ আহ! সভ্য জগৰ চিন্তানায়কৰ ওচৰত এনে সমাজ বিৰোধী মন্তব্য। শুদ্ধ অন্তৰেৰে মোৰ উপদেশ মানি ল'বলৈ যত্ন কৰা। নহ'লে বিপদ অনিবাৰ্য্য । প্ৰতিবাদ নকৰিবা। (চিন্তানায়কে চকুলৈ নিৰীক্ষক যন্ত্ৰ তুলি লৈ ক'বলৈ ধৰিলে।) দূৰত এটা প্ৰকাণ্ড অট্টালিকা। তাৰ ওপৰত এজন মানুহ। সুন্দৰ সুশ্ৰী তেওঁৰ চেহেৰা। অগণন জনতাই দীক্ষা লৈছে তেওঁৰ ওচৰত। তেওঁক পিন্ধাই দিয়া হৈছে অসংখ্য ৰং-বিৰঙৰ মালা। তেওঁৱেই হৈছে আধুনিক বিশ্বৰ একমাত্ৰ আদৰ্শৱান পুৰুষ। তেওঁ বৰ মহান দূৰদৰ্শী আৰু দয়ালু। তেওঁৱেই বহন কৰি লৈ ফুৰিছে, অগণন জনতাৰ মুক্তিৰ বাণী। তুমিও সেই ঠাইলৈ দৌৰিব লাগিব। য'ত তুমি পাবা এক সু-মহান আদৰ্শ আৰু শুনিবলৈ পাবা সভ্য জগতৰ সমাজ ব্যৱস্থাৰ এক নিভাঁজ পবিত্ৰ বাণী। সভ্যতাৰ দৌৰত বিজয়ী হ'বলৈ হ'লে প্ৰতি মুহূৰ্ত্ততে তুমি মোৰ নিৰ্দেশ মানি চলিব লাগিব। লোৱা, এই নিৰীক্ষক যন্ত্ৰ। (চিন্তানায়কে নিৰীক্ষক যন্ত্ৰ আগ বঢ়াই দিলে। চাৰি নম্বৰে ল'লে) তুমি চোৱা, আৰু অতি সাৱধানে লক্ষ্য কৰা। (চাৰি নম্বৰে নিজৰ ঠাইলৈ গৈ নিৰ্দিষ্ট দিশলৈ চকুত

নিৰীক্ষক যন্ত্ৰ লৈ লক্ষ্য কৰিলে) এতিয়া কোৱা, কোৱা কি দেখিছা?

চাৰি : দেখা পাইছোঁ কিছুমান মৃত মানুহৰ কংকোলৰ ওপৰত কিছুমান দৈত্যকায় মানুহে তাণ্ডৱ নৃত্য কৰিব ধৰিছে।

নায়ক : হাঁ, কি ক'লা ? কিছুমান মৃত কংকোলৰ ওপৰত....।

চাৰি : কিছুমান দৈত্যকায় মানুহে তাণ্ডৱ নৃত্য কৰিব ধৰিছে।

নায়ক : আহ! বন্ধ কৰা। বুৰ্বক। সভ্য জগতৰ চিন্তানায়কৰ ওচৰত এইবোৰ একেবাৰে ভ্ৰান্তিমূলক কথা। মৃত্যুদণ্ডই হ'ব তোমাৰ এই প্ৰতিবাদৰ উপযুক্ত পুৰস্কাৰ। যোৱা, মৃত্যুৰ বাবে অপেক্ষা কৰা।

চাৰি : মোক ক্ষমা কৰক। মোক প্ৰাণদণ্ডৰ পৰা ৰেহাই দিয়ক.....।

নায়ক : অসম্ভৱ। এনে সমাজদ্ৰোহীলোকক ক্ষমা কৰা নাযায়। তোমাৰ প্ৰাণদণ্ড অনিবাৰ্য্য। যোৱা বন্দীশালত অপেক্ষা কৰা। (চাৰিয়ে লাহে লাহে মঞ্চৰ এটা কোণত গৈ স্থিৰ হৈ ৰয়) দুই নম্বৰ প্ৰতিদ্বন্দী!

দুই : কওক, চিন্তানায়ক।

নায়ক : এয়াই হ'ব তোমাৰ শেষ পৰীক্ষা; সভ্যতাৰ দৌৰত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ তোমাক দ্বিতীয় বাৰলৈ সুবিধা দিয়া হৈছে। কোৱা, মোৰ নিৰ্দেশমতে কাম কৰিবা?

দুই : কৰিম।

নায়ক : আহা, মোৰ ওচৰলৈ। (দুই নম্বৰ নায়কৰ ওচৰ চাপি আহে) চকু বন্ধ কৰা, আৰু মই যি কম ধৈৰ্য্য সহকাৰে শুনি যাবা। মই যি কম সকলো মাথোন সত্য আৰু সত্য। তুমি দেখা সেই মৰিশালিৰ পৰিৱৰ্ত্তে এতিয়া তাত দেখা গৈছে কিছুমান অত্যাধুনিক বৈজ্ঞানিক প্ৰণালী প্ৰয়োগ কৰি নিৰ্মাণ কৰা কৃষি-পথাৰ। আৰু সেই মৰাশবোৰৰ ঠাইত কিছুমান নিপোটল কৃষক। সমগ্ৰ ৰাজ্য মাথো খাদ্য শস্যৰে নদন-বদন হৈ পৰিছে। চোৱা, তুমি চকু মেলি চোৱা। লোৱা, এই নিৰীক্ষণ যন্ত্ৰ, আৰু ভালদৰে লক্ষ্য কৰা। মনত ৰাখিবা, কোনো ধৰণৰ ভ্ৰান্ত ধাৰণাৰ দ্বাৰা যুক্তি দি নিজৰ বিপদ মাতি নানিবা। (দুই নম্বৰে চিন্তানায়কৰ হাতৰপৰা নিৰীক্ষণ যন্ত্ৰ লয়) কোৱা কিয় দেখিছা? (দুইয়ে নিৰ্দিষ্ট দিশত নিৰীক্ষণ যন্ত্ৰৰ সহায়ত লক্ষ্য কৰে।)

দুই : দেখিছোঁ চিন্তানায়ক সঁচাই বৰ সুন্দৰ। চাৰিওফালে শইচেৰে নদন-বদন।

নায়ক : ওঁ! উপযুক্ত প্ৰতিদ্বন্দ্বী। দিয়া মোক নিৰীক্ষণ যন্ত্ৰ। সেয়াই হ'ব তোমাৰ গন্তব্যস্থান। নিজকে উপযুক্ত আৰু এজন আগশাৰীৰ কৃষক হিচাপে গঢ়ি তুলিবলৈ তুমি তাত পাবা এক অভূতপূৰ্ব উৎস আৰু অদম্য প্ৰেৰণা। শুনা, মোৰ প্ৰথম সংকেত ধ্বনি বাজি উঠাৰ লগে লগে তুমি তোমাৰ দৌৰৰ গতি আৰম্ভ কৰিবা।

দুই : আদেশ মতেই কাম কৰিম চিন্তানায়ক।

নায়ক : ওঁ! উত্তম কথা। (প্ৰথম সংকেত বাজিল। দুয়ো সাজু হ'ল আৰু দ্বিতীয় সংকেতত দৌৰ আৰম্ভ কৰি মঞ্চৰ বাহিৰ হৈ যায়।)

নায়ক : চাৰি নম্বৰ প্ৰতিদ্বন্দ্বী ?

চাৰি : কওক, চিন্তানায়ক।

নায়ক : প্ৰথম বাৰৰ বাবে তোমাক মৃত্যুদণ্ডৰপৰা ৰেহাই দিয়া হৈছে। যোৱা, তোমাৰ চৰিত্ৰ আৰু দৃষ্টিভঙ্গী সংশোধন কৰিবলৈ যত্ন কৰাগৈ। বুজিলা?

চাৰি : হয়।

নায়ক : এতিয়া যাব পাৰা। আৰু শুনা যেতিয়ালৈকে নিজকে এজন উপযুক্ত, প্ৰতিদ্বন্দ্বী হিচাবে গঢ়ি তুলিব নোৱাৰিবা তেতিয়ালৈকে এই সভ্যতাৰ দৌৰত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সুবিধা দিয়া নহ'ব। (চাৰিয়ে দুখেৰে লাহে লাহে মঞ্চৰ পৰা ওলাই যায়। চিন্তানায়কে খন্তেক সেইফালে চাই থাকি হাঁহি হাঁহি দৃষ্টি ঘূৰাই আনে।)

নায়কঃ এয়া আকাশবাণী, সভ্যজগত। বাতৰি কৈছোঁ চিন্তানায়কে। দেশৰ বাঢ়ি অহা নিবনুৱা সমস্যা সমাধানৰ বাবে এক বিস্তৃত আঁচনি গ্ৰহণ কৰা হৈছে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ উন্নতিকল্পে প্ৰায় দহ কোটি টকা ব্যয় কৰি এটা আধুনিক গৱেষণাগাৰ তৈয়াৰ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। ... দেশৰ সকলো শ্ৰেণীৰ নাগৰিকে যাতে সুবিধা পায়, তালৈ লক্ষ্য ৰাখি পৰিকল্পনা আৰু উন্নয়ন বিভাগে ৰাজ্যখনত সুলভ মূল্যত খাদ্য-সামগ্ৰী যোগানৰ ব্যৱস্থা লবলৈ এক আঁচনি লৈছে। ... এক সাংবাদিক মেলত ভাষণ দি প্ৰধানমন্ত্ৰীয়ে কয় যে, দেশৰ আইন-শৃংখলা ভংগ কৰা লোকৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰা হ'ব । (এনেতে ফোন বজা শব্দ, নায়কে ৰিচিভাৰ তুলি ল'লে। মাইমিঙৰ দ্বাৰা অভিনয় পৰিস্ফুট কৰিব) হেল্ল' — হেল্ল'— হা-হা কি কৈছে? ষ্ট্ৰাইক? সিহঁতক জেলত দিয়াৰ ব্যৱস্থা কৰক। (উত্তেজিত হয়) যদি নামানে কঠোৰ শাস্তি বুজিছে, অ' তাৰ বাবে সেনাবাহিনীক সক্ষম কৰি ৰাখক। (নেপথ্যৰপৰা জনতাৰ শ্লোগান ভাঁহি আহে। "আমাৰ দাবী মানিবই লাগিব।" "চিন্তানায়ক বৃত্তৰপৰা ওলাই আহক। ... নায়কে ইফালে সিফালে চাই পুনৰ ৰিচিভাৰ তুলি ল'লে) হেল্ল'- হেল্ল' সিহঁতৰ অনধিকাৰ প্ৰৱেশ বন্ধ কৰক। প্ৰয়োজন হ'লে, মৃত্যুদণ্ড। হয় ..হয়.. মই সাবধান হৈছোঁ। (পুনৰ নেপথ্যৰ পৰা ওপৰৰ শ্লোগান ভাঁহি আহে। নায়কে লগে লগে ৰিচিভাৰ থ'লে আৰু পুনৰ নিৰীক্ষণ যন্ত্ৰ লৈ দূৰলৈ লক্ষ্য কৰে। দৌৰৰ শব্দ। সংগীত, খন্তেক পিছতে এক, দুই আৰু তিনি নম্বৰ প্ৰতিদ্বন্দ্বী দৌৰি দৌৰি মঞ্চলৈ সোমাই আহে। মঞ্চত আহি ক্লান্ত হৈ কোঁপাই থাকে।)

নায়ক : (ভয়, শংকা আৰু চিন্তাত উদ্বিগ্ন হয়।) আৰে, তোমালোক কিয় উভতি আহিলা? তোমালোকক ইয়াত অনধিকাৰ প্ৰৱেশ কৰিবলৈ কোনে অধিকাৰ দিলে?

এক ঃ "আমাক অধিকাৰ দিলে অভিজ্ঞতাই ।"

নায়ক ঃ অভিজ্ঞতাই দিলে ? দৌৰিবৰ বাবে তোমালোকৰ দেহত কি শক্তি নাই ?

তিনি ঃ আছে চিন্তানায়ক। শক্তি, সাহস, ধৈৰ্য্য সকলো আছে।

নায়ক ঃ তেন্তে উভতি আহিলা কিয় ?

দুই ঃ আপুনি আমাক ভুল পথেৰে পৰিচালনা কৰিছে।

নায়ক ঃ ভুল পথ ? প্ৰমাণ ?

এক ঃ ইয়াৰ পৰা দেখা সেই উজ্জ্বল পথৰ পৰিবৰ্তে এক ভয়ানক অন্ধকাৰ পথত মোৰ যাত্ৰা আৰম্ভ হ'ল। সেই সোণালী আঁহত গছজোপাৰ পৰিবৰ্তে মই পালোগৈ এজোপা মৃতপ্ৰায় আঁহত গছ। বৰ ভয় লগা তাৰ চাৰিওফালৰ পৰিৱেশ। হাজাৰ হাজাৰ পংগু যুৱকে চিঞৰিব লাগিছে অবিৰাম ঃ " আমাক জীয়াই থকাৰ অধিকাৰ লাগে। অধিকাৰ লাগে।"

তিনি ঃ ইয়াৰপৰা দেখা সুন্দৰ গৱেষণাগাৰটো মই দেখা নাপালোঁ। তাৰ পৰিবৰ্তে মই দেখিলো এটা ভগ্নপ্ৰায় ঘৰ। বিজ্ঞানৰ নামত জয় ধ্বজা উৰুৱাই অগণন লোকে তাত শক্তি আৰু সময়ৰ অপচয় কৰিছে মাথোন।

দুই ঃ আৰু মই ? ময়ো দৌৰি দৌৰি ভাগৰি পৰিলোঁ। ইয়াৰপৰা দেখা সেই সোণালী শস্যবোৰ, মই তাত দেখা নাপালো। সুন্দৰ সুশ্ৰী চেহেৰাৰ কৃষকবোৰৰ পৰিবৰ্তে মই লগ পালো কিছুমান ৰুগ্ন হাড়ে ছালে লগা বিকলাংগ কৃষক। চাৰিওফালে মাথো ভোকাতুৰ নৰ-নাৰীৰ আৰ্ত্তনাদ। সেইবোৰ দেখি ভয় আৰু ভাগৰত মই ভাঙি পৰিলোঁ।

নায়ক ঃ তাৰ পিছত ?

দুই ঃ তাৰ পিছত মই উভতি আহিলোঁ।

নায়ক ঃ তোমালোকে, তোমালোকে, তোমালোকৰ গতিপথ ভুল কৰিছা।

এক ঃ কিন্তু সেই গতিপথটো আপুনিয়েই নিয়ন্ত্ৰণ কৰিছিল।

তিনি ঃ যাৰ বাবে আমি পথভ্ৰষ্ট।

দুই ঃ যাৰ বাবে আমি আমাৰ লক্ষ্যত উপনীত হ'ব নোৱাৰিলোঁ।

নায়ক ঃ বন্ধ কৰা। সভ্য জগতৰ চিন্তানায়কৰ ওচৰত কোনো মিছা অপবাদৰ স্থান নাই। (এনেতে চাৰি নম্বৰৰ প্ৰবেশ)।

চাৰি ঃ নাই, নাই আপুনি শুনিবই লাগিব। নেপথ্যৰ সেই আচল কাহিনী আপুনি শুনিবই লাগিব।

নায়ক ঃ আহ্। হুলস্থূল নকৰিবা। তোমালোকৰ দৰে পংগুলোকৰ দাবী শুনি মই মোৰ চিন্তাৰ গতিপথ পৰিবৰ্ত্তন কৰিব নোৱাৰোঁ। তোমালোক চকু থাকিও অন্ধ, ভৰি থাকিও পংগু, মূৰ থাকিও বুদ্ধিহীন। তোমালোক সভ্যতাৰ দৌৰত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অনুপযুক্ত, অসমৰ্থ।

চাৰি ঃ আমি কেতিয়াও স্থবিৰ হৈ যাব নোৱাৰোঁ। যেতিয়ালৈকে আপুনি সেই আবেষ্টনীৰ মাজৰপৰা ওলাই গৈ নিজ চকুৰে সেই ক্ষয়িষ্ণু সমাজখনৰ বিকলাংগ ৰূপ চাই নাহেগৈ তেতিয়ালৈকে আমি চিঞৰিয়ে যাম।

এক ঃ আমি চিঞৰিযে যাম সেই মুহূৰ্ত্তলৈকে , যেতিয়ালৈকে আপুনি সেই বৃত্তৰ মাজত থাকি লক্ষ লক্ষ নিবনুৱা যুৱকক ভুৱা দি ভুল পথেৰে পৰিচালনা কৰি থাকিব।

তিনি ঃ আমি চিঞৰিযে যাম যেতিয়ালৈকে আপুনি এই নিৰ্দিষ্ট আবেষ্টনীৰ মাজত থাকি আধুনিক বিজ্ঞানৰ প্ৰাপ্য পোহৰৰ পৰা আমাক বঞ্চিত কৰি ৰাখিব।

দুই ঃ দেশৰ সহস্ৰ কৃষকক প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত কৰি ৰাখি ভুৱা আঁচনিৰ জয়ধ্বজা উৰুৱাই যেতিয়ালৈকে জনসাধাৰণক প্ৰৱঞ্চনা কৰি মাথো নিজ স্বাৰ্থ সিদ্ধি কৰি থাকিব, তেতিয়ালৈকে আমি চিঞৰিযেই যাম।

নায়ক ঃ (উত্তেজিত হৈ) অসম্ভৱ। মই এই আবেষ্টনীৰ মাজৰপৰা কেতিয়াও ওলাই যাব নোৱাৰোঁ। যি আবেষ্টনীৰ মাজত থাকি মই মোৰ দায়িত্ব পালন কৰিছোঁ সেয়া অত্যন্ত নিভুল। যি আবেষ্টনীৰ মাজত থাকি মই এখন বিশাল ৰাজ্যৰ অগণন লোকৰ মঙ্গল কামনা কৰি সভ্যতাৰ ইতিহাস ৰচনা কৰি আহিছোঁ, সেই আবেষ্টনীৰপৰা মই কেতিয়াও ওলাই যাব নোৱাৰোঁ। এতিয়াও মই তোমালোকক পাঁচ মিনিট সময় দিছোঁ। সুস্থ মগজুৰে চিন্তা কৰা সেইখন সভ্য জগতলৈ দৌৰিবলৈ মই তোমালোকক দ্বিতীয় বাৰলৈ সুবিধা দিম। কোৱা, ৰাজী আছা ?

আটায়ে ঃ অসম্ভৱ।

নায়ক ঃ তেন্তে তোমালোক যাব পাৰা। মোক অধিক সময় আমনি নকৰিবা।

চাৰি ঃ তেন্তে আপুনি সেই বৃত্তৰ মাজৰপৰা ওলাই আহক।

নায়ক ঃ নাযাওঁ।

আটায়ে ঃ ওলাই আহক।

নায়ক ঃ নাযাওঁ।

চাৰি ঃ তেন্তে আমি নিজ হাতেৰেই সেই বৃত্ত ভাঙি দিওঁ আহা, আটায়ে আগবাঢ়ি আহা।

নায়ক ঃ নাই, নাই, তোমালোক নাহিবা, মৃত্যু বৰ যন্ত্ৰণাদায়ক। মৃত্যু বৰ ভয়াবহ, বৰ নিদাৰুণ। এই বৃত্ত স্পৰ্শ কৰিলে সেই মৃত্যু অনিবাৰ্য্য। তোমালোকৰ এই কণ্ঠ চিৰদিনলৈ ৰুদ্ধ হৈ যাব।

প্ৰতিদ্বন্দ্বী ঃ (সমস্বৰে) আজি আমাৰ কণ্ঠ ৰুদ্ধ হৈ যাব কিন্তু কালিলৈ আপোনাৰ কণ্ঠও ৰুদ্ধ হৈ যাব। আমি এই

বৃন্ত ভাঙি দিওঁ।

**( আটায়ে বৃন্তৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। এটা সময়ত সিহঁতে বৃন্তটো ভাঙি দিলে। আৰু প্ৰতিৰুদ্ধী আটায়ে মুষ্টিবদ্ধ হাত দাঙি শাৰী পাতি এটা ভংগীত বৈ যায়। নায়কে ভয়ত কোঁপাবলৈ ধৰে।)**

**নায়ক ঃ** (ভীত সন্ত্ৰস্ত হৈ) হাঁয়, ভগবান। অদৃষ্টৰ কি পৰিহাস!! যি আবেষ্টনীৰ মাজত থাকি মই আজি যুগ যুগ ধৰি শান্তিৰে দিন যাপন কৰিছিলোঁ, সেই আবেষ্টনী, সেই যাদুকৰী কবচ আজি, আজি ভাগি পৰিল। সৌৱা, এখন নহয়, দুখন নহয়, অজস্ৰ হাত আজি মোৰ ফালে আগবাঢ়ি আহিছে, (Direction)। এচামৰ মৃত্যু হৈছে, কিন্তু অন্য এচাম পুনৰ আগবাঢ়ি আহিছে। হে ভগবান! মোক ক্ষমা কৰা, এনে অস্বাভাৱিক অকাল মৃত্যু, কেনেকৈ সহ্য কৰা যায়..... ( নায়কে বৃন্তটোত সেপিয়াই সেপিয়াই ভয়ত ফোঁপাই ফোঁপাই এটা বিকট চিঞৰ মাৰি স্থবিৰ হৈ বৈ যায়। ৰণবিজয়ৰ সংগীত বাজি উঠে।)

<u>সমাপ্ত</u>

# আই ধলেশ্বৰীৰ আশীৰ্বাদ

**নাট্যকাৰ # বলীন বৰগোহাঞিঃ**

(এচাম সুবিধাবাদী দালাল আৰু দুৰ্নীতি পৰায়ণ আমোলা- বিষয়া, ঠিকাদাৰ মন্ত্ৰীয়ে আমাৰ সমাজত প্ৰতি বছৰে সৃষ্টি হোৱা প্ৰলয়ংকৰী বানপানীয়ে বানবিধ্বস্ত দৰিদ্ৰ কৃষকৰ জীৱনলৈ নমাই অনা অবৰ্ণনীয় দুখ-কষ্টৰ বিপৰীতে কেনেকৈ এই বানপানীক ধন লুট কৰাৰ এক আশীৰ্বাদ স্বৰূপ বছেৰেকীয়া উৎসৱ হিচাবে গণ্য কৰি আহিছে, তাৰেই এক প্ৰতীকধৰ্মী নাট্য মুহুৰ্ত্ত উপস্থাপন কৰিবলৈ যত্ন কৰা হৈছে।)

**চৰিত্ৰসমুহ ঃ**

১। হেড্‌ক্লাৰ্ক ২। পিয়ন ৩। ঠিকাদাৰ ৪। মন্ত্ৰী
৫। ইঞ্জিনিয়াৰ ৬। আই ধলেশ্বৰী ৭। মহৰী

(নাটখনৰ আঙ্গিক অভিনয়সমুহ মাইমিং (অৰ্থাৎ প্ৰকৃত দৃশ্য সজ্জাৰ পৰিবৰ্ত্তে প্ৰতীকি অভিনয় কৰি দৃশ্যসমুহ উপস্থাপন কৰিব।) ৰ দ্বাৰা পৰিস্ফুট কৰিব। মঞ্চত কেৱল বহাৰ সুবিধাৰ্থে এখন সাধাৰণ প্লেটফৰ্ম বা চালপীৰা জাতীয় আসন ৰাখিব। উক্ত আসনতে বহি চকী, টেবুলৰ দৃশ্য অৱতাৰণা কৰিব। মঞ্চৰ আঁৰ-কাপোৰ খোলাৰ লগে লগে দেখা যাব বান-নিয়ন্ত্ৰণ সংমণ্ডলৰ বৰবাবু অৰ্থাৎ হেড্ ক্লাৰ্কে এখন চকীত বহি টোপনিয়াই থাকিব। সন্মুখৰ টেবুলত ফাইলৰ দ'ম। খন্তেক পিছতে ঠিকাদাৰ আগৰৱালাৰ আগমন।)

**ঠিকাদাৰ** ঃ (নেপথ্যৰ পৰা) জয় ৰামজী, জয় যদুপতি, জয় ভোলানাথ । হেৰি বৰবাবু , বৰবাবু, (সোমাই আহে ) বোলো বৰবাবু আছে নে?

**হেড্‌ক্লাৰ্ক** ঃ (টোপনিত নিৰুত্তৰ)।

**ঠিকাদাৰ** ঃ বোলো বৰবাবু দিন দুপৰতে ইত্‌না টোপ্‌নি লাগিল না ?

**হেড্‌ক্লাৰ্ক** ঃ (চকামকাকৈ সাৰ পায়) অ' ঠিকাদাৰ বাবু , কেতিয়া আহিল?

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ দিন দুপ্‌ৰমে ইত্‌না ভাৰি টোপনি আহিল নে বৰবাবু ?

**হেড্‌ক্লাৰ্ক** ঃ এৰা, কি ক'ব আগৰৱালাবাবু।

**ঠিকাদাৰ** ঃ আপনাৰ ইত্‌না ভাৰি টোপ্‌নি কি ৰকম লাগিছে? বৰবাবু, হামালোকৰতো চকুত দিন-ৰাতি একেবাৰে টোপ্‌নি নাই। হেঃ হেঃ হেঃ। আচ্ছা বৰবাবু ইঞ্জিনিয়াৰ চাহাব অহা নাই নেকি?

**হেড্‌ক্লাৰ্ক** ঃ নাই অহা আগৰৱালা বাবু। ইঞ্জিনিয়াৰ চাহাব কোৱাৰ্টাৰৰ পৰাই অহা নাই। কি ক'ব ঠিকাদাৰ বাবু-- এমাহ দুমাহকৈ আজি বাৰিষাৰ বতৰ যাবৰেই হ'ল। কিন্তু আই ধলেশ্বৰীৰ আজিলৈকে কোনো খবৰ নাই? ঠিকাদাৰ, ইঞ্জিনিয়াৰ, অভাৰচিয়াৰ, আনকি মন্ত্ৰী মহোদয় পৰ্য্যন্ত কাৰোৱেই চকুত টোপনি নাই। আমাৰো চিন্তাতে চকুৰ টোপ্‌নি একদম আঁতৰি গৈছে। ৰাতভৰ শুব পৰা নাই। সেয়ে এতিয়া খন্তেক শুইছো।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ চব পণ্ড হৈ গৈছে বৰবাবু। হামাৰ লোকৰভি একেবাৰে টোপ্‌নি নাই। কিমান ৰাত দিন জ্যোতিষ গণনা কৰিছোঁ? আইৰ নামত পূজা-পাতলভি দিছোঁ? তাৰ কোনো হিচাব নাই। লেকিন এই ছাল আই হামাকে কি কাৰণে ধোক্কা মাৰি দিছে নাজানিছোঁ বৰবাবু। হেঃ হেঃ হেঃ কিবা একটা উপায় দিয়ক বৰবাবু।

**হেড্‌ক্লাৰ্ক** ঃ উপায় আমি কি দিম বৰবাবু। ডাঙৰ ডাঙৰ ইঞ্জিনিয়াৰ, অভাৰচিয়াৰ, মন্ত্ৰী মহোদয় পৰ্য্যন্ত সকলো হতাশ হৈ গৈছে। কিমান বামুণ গণকক, জ্যোতিষ চোৱাই টকা পানী কৰিছে তাৰ কোনো হিচাপ নাই। যি ৰাস্তাত আপোনালোকে কেৱল টকা বুটলিছিল তাত এতিয়া মাথো শিলগুটি।

**ঠিকাদাৰ** ঃ কি কম বৰবাবু, হামাৰলোকৰ বহু ভাৰি ভাৰি

আষ্টিমেট নষ্ট হৈ গৈছে। আইয়ে এই ছাল কি কাৰণে হামালোকৰ ওপৰত নাৰাজ হৈ গৈছে। এই ছাল হামালোকৰ পঞ্চাশ লাখ টকাৰ স্কীম আছিল। এশ পূৰা মাটিৰ, পূৰা পুৰি পট্টা লগাই নিয়া কথা আছিল। গাৱঁৰ মানুহ চব হামালোকৰ ওচৰত চব দিনেই আহে। কাতি মহিনাৰ দিনত হামালোকৰ টকাৰ বৰ জৰুৰত। পঞ্চাশ টকা দিলেই এক বিঘা মাটি পোৱা যায। লেকিন বৰবাবু কি হ'ব, চব পশু হৈ গৈছে। জয ৰামজী, জয় ভোলানাথ। ঠিকাদাৰ(এনেতে খৰখেদাকৈ ইঞ্জিনিয়াৰ সোমাই আহিল, হেড্‌ক্লাৰ্ক আৰু ঠিকাদাৰ সচকিত হ'ল)।

**ঠিকাদাৰ** ঃ (হাঁহে) হুজুৰ আহিলে, চাৰ নমস্কাৰ।

**ইন্‌জি** ঃ অ' আগৰৱালাবাবু নেকি? নমস্কাৰ, নমস্কাৰ।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ চাৰ, হুজুৰ।

**ইন্‌জি** ঃ হেৰি বৰবাবু, আপোনালোকে এটা খবৰ পাইছে নে নাই?

**হেড্‌ক্লাৰ্ক** ঃ এনো খবৰ পোৱা নাই চাৰ

**ইন্‌জি** ঃ ক'ত পাব আপোনালোকে? শুনক, আজি আমাৰ বান নিয়ন্ত্ৰণ মন্ত্ৰী মহোদয় আহিব।

**ঠিকাদাৰ আৰু হেড্‌ক্লাৰ্ক** মন্ত্ৰী মহোদয় আহিব?

**ইন্‌জি** ঃ অ' হয়, আহিব। পিছে আপুনি ইমান উচপ্ খাইছে কিয় বৰবাবু?

**হেড্‌ক্লাৰ্ক** ঃ মানে চাৰ হিচাপ নিকাচবোৰ ভালদৰে মিলা নাই চাৰ।

**ইন্‌জি** ঃ ইমান দিনেনো ক'ত শুই আছিল?

**হেড্‌ক্লাৰ্ক** ঃ মানে চাৰ এই কেইদিন আপোনাৰ দৰে মোৰো টোপনি অহা নাই। সেয়ে চাৰ দিনতে শুব লগা হয়।

**ইন্‌জি** ঃ হেৰা কোনে কৈছেহে মোৰ টোপনি নাহে?

**হেড্‌ক্লাৰ্ক** ঃ হয চাৰ, টোপনি নহাটোৱেই স্বাভাৱিক।

**ইন্‌জি** ঃ হেৰা কোনে কৈছে মোৰ চকুত টোপনি নাহে?

**হেড্‌ক্লাৰ্ক** ঃ হয় চাৰ, কাঞ্চাটোৱে কৈছিল চাৰ?

**ইন্‌জি** ঃ হঁ, কাঞ্চাটোৱে কৈছিল। এইবোৰ আল্টু ফাল্টু কথা নক'ব। আনৰ কি হৈছে নৈহেছে সেইবোৰ খবৰ ৰখাৰ আপোনাৰ কি প্ৰয়োজন আছে। শুনক, আজি এক বজাৰ আগতে সকলোবোৰ হিচাপ-নিকাচ ক্লিয়াৰ কৰি ৰাখক, নহ'লে বিপদ হ'ব।

**হেড্‌ক্লাৰ্ক** ঃ হয় চাৰ (হেড্‌ক্লাৰ্ক যাব খোজে)।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ। মন্ত্ৰী মহোদযে খাবৰ কাৰণে কি যোগাৰ কৰিম চাৰ?

**ইন্‌জি** ঃ (ঠিকাদাৰৰ কথাত কাণ নিদি) আৰু এই মহৰী, পিয়ন, ক'ত গ'ল?

**হেড্‌ক্লাৰ্ক** ঃ মহৰী চাৰ চাইডলৈ গৈছে আৰু পিযন ডাকঘৰলৈ গৈছে। মই এতিযা আহোঁ চাৰ, হিচাপ-নিকাচবোৰ ঠিক কৰোঁগৈ। (হেড্‌ক্লাৰ্কৰ প্ৰস্থান)

**ইন্‌জি** ঃ অ' সকলো ঠিক কৰক।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ। চাৰ আপুনি যে কৈছিল খালী পোষ্টটোত একটা গাৰ্লছ কেণ্ডিডেট ভৰ্ত্তি কৰিব।

**ইন্‌জি** ঃ ব'ব, ৰ'ব পিছত হ'ব। বৰ্তমান আমি মন্ত্ৰী মহোদযক আদৰি আনি এটা গৰম Reception দিব লাগিব বুজিছে। তেহে আমাৰ ৰাস্তা ক্লিযাৰ হ'ব।

**ঠিকাদাৰ** ঃ হয চাৰ এক নম্বৰ ব্ৰীজটো মোৰ নামত কৰি দিযাব চাৰ। ফিফটি পাৰ্চেন্ট আপ্‌নাৰ হ'ব আৰু ফিফটি পাৰ্চেন্ট মোৰ হ'ব।

**ইন্‌জি** ঃ হ'ব, হ'ব আগৰৱালা বাবু। আপুনি যিমান পাৰে খাতিৰ খাদ্য যোগাৰ কৰক। মন্ত্ৰী মহোদয়ক সন্তুষ্ট কৰিব পাৰিলে আমাৰ বাবে সদায়ে বানপানী থাকিব।

**ঠিকাদাৰ** ঃ সেই বানপানীৰ লগত অহা টকা পইচাবোৰ হামালোকৰে হ'ব।

**ইন্‌জি** ঃ এটা চাম লোক আমাৰ হাতত সদায় কাবু হৈ থাকিব।

**ঠিকাদাৰ** ঃ গাহিৰে হামি লাড্ডু, মাখন ক্ৰীম গাখীৰ আৰু মাংস যোগাৰ কৰোঁ। (এনেতে মহৰী আৰু পিযন সোমাই আহিল ইঞ্জিনিয়াৰ আৰু ঠিকাদাৰ অপ্ৰস্তুত হ'ল।)

**ইন্‌জি** ঃ অ' তোমালোক আহিলা?

**মহৰী** ঃ হয চাৰ।

**ইন্‌জি** ঃ পিছে এটা কথা গম পাইছা নে নাই?

**পিয়ন** ঃ কি কথা চাৰ?

**ইন্‌জি** ঃ আজি আমাৰ বান-মন্ত্ৰী মহোদয় আহিব।

**মহৰী** ঃ মন্ত্ৰী মহোদয়।

**ইন্‌জি** ঃ ওঁ। তেওঁত আহিব। অ' আগৰৱালাবাবু, আপোনাক আচল কথাটো কোৱা হোৱাই নাই। আচলতে মন্ত্ৰী মহোদয় আই ধনেশ্বৰীৰ নামত পূজা দিবৰ বাবেহে আহিব।

**ঠিকাদাৰ** ঃ মন্ত্ৰী মহোদয় পূজা দিলে আই বহুত খুঁচ হৈ যাব। হামিভি সমস্ত দিল খোলচা কৰি পূজা দিম চাৰ, হেঃ হেঃ হেঃ।

**ইন্‌জি** ঃ গতিকে মহৰী আৰু পিয়ন ।

**মহৰী** ঃ চাৰ ।

**ইন্‌জি** ঃ তোমালোকে অতি সোনকালে এটা মাইক যোগাৰ কৰা, বুজিছা। অ' আৰু এটা কাম কৰিবা, মন্ত্ৰী মহোদয়ক আদৰি আনিবৰ বাবে মৃদংগ, তাল আদি বাদ্য যন্ত্ৰৰো যোগাৰ কৰিবা বুজিছা?

**মহৰী** ঃ হয় চাৰ।

**ইন্‌জি** ঃ যোৱা, যোৱা, তুৰন্তে, পলম নকৰিবা।

**পিয়ন** ঃ হয় চাৰ।

**মহৰী** ঃ আহিছোঁ চাৰ ! (দুয়ো যায়।)

**ইন্‌জি** ঃ ব'লক আগৰৱালাবাবু আমিও যাওঁ। মন্ত্ৰী মহোদয় পাবহি এতিয়া।

**ঠিকাদাৰ** ঃ বলক হুজুৰ। জয় ৰামজী, জয় যদুপতি। (ইঞ্জিনিয়াৰ আৰু ঠিকাদাৰ যায়। কিবা এটা হিচাব কৰি কৰি হেড্‌ক্লাৰ্ক সোমাই আহে।)

**হেড্‌ক্লাৰ্ক** ঃ (আঙুলিৰ মূৰত হিচাপ কৰি মাজতে কেলকুলেটৰ ব্যৱহাৰ কৰে) এক লাখ, এক লাখ, দুই লাখ, দুই...। ছেহ্! এই ঠিকাদাৰবিলাকে সময়মতে কাম আদায় নকৰে আৰু বিপদত পেলাই মোক (ইফালে সিফালে চায়।) ছেহ! এই মহৰী আৰু পিয়নটোও আহি নেপালেহি (আকৌ হিচাপ কৰে) এক লাখ নহয় দুই লাখ নহয়, এক কোটি টকাৰ হিচাবৰ গণ্ডগোল। হে ভগবান! নাৰায়ণ, (পুনৰ কেলকুলেটৰ লৈ হিচাপ কৰে।) মহা মস্কিলখন লাগিল। এই কেল-কুলেটৰটোৰেও কাম নকৰা হ'ল। কি কৰা যায়। হে আই মাতৃদেৱী! সৰ্বস্বৰ্তা, মোক ৰক্ষা কৰা এতিয়া.. ।(এনেতে মহৰী আৰু পিয়ন সোমাই আহে।)

**মহৰী** ঃ অ' বৰবাবু, আপোনাৰ হিচাবৰোৰ মিলা নাই নেকি?

**হেড্‌ক্লাৰ্ক** ঃ নাই, নাই বৰ বিপদত পৰিলো অ' ভাই।

**মহৰী** ঃ আপুনি তেনেহ'লে লগাৰিথাম ব্যৱহাৰ কৰক বৰবাবু।

**হেড্‌ক্লাৰ্ক** ঃ নাই, নাই, লগাৰিথাম, এন্টি-লগাৰিথাম সকলো ব্যৱহাৰ কৰিলোঁ, কোনোপধ্যেই নিমিলে।

**মহৰী** ঃ এৰা, তেনেহ'লে কি কৰা যায় এতিয়া ?

**পিয়ন** ঃ তেনেহ'লে বৰবাবু এই বাৰংবাৰতা নে কি বুলি এবিধ অংক আছে নহয়, সেইটো নিয়মকে ।

**মহৰী** ঃ নহয় বৰবাবু , আপুনি চুটি নিয়মেৰে পূৰণ কৰি দীঘল নিয়মেৰে হৰণ কৰক।

**হেড্‌ক্লাৰ্ক** ঃ ধেৎতেৰি (এনেতে ফোন বাজিল। হেড্‌ক্লাৰ্কে ৰিচিভাৰ ধৰি) হয় চাৰ। হয়, হয়। হেৰা পিয়ন , মাইক আৰু অন্য বস্তুবোৰ পালা নে?

**মহৰী** ঃ পালোঁ বৰবাবু, সকলো ষ্টৰ'তে জমা কৰি থৈছোঁ। পিছে বৰবাবু মিনিষ্টাৰ আহি পালেহি নেকি?

**হেড্‌ক্লাৰ্ক** ঃ (পিয়নৰ কথাত গুৰুত্ব নিদি) হয় চাৰ, সকলো হৈ গৈছে। মাত্ৰ চাৰ.....। ভাল বাৰু চাৰ, মই পঠিয়াই দিছো (ৰিচিভাৰ থলে) হেৰা মহৰী আৰু পিয়ন ....।

**মহৰী-পিয়ন** ঃ বৰবাবু।

**হেড্‌ক্লাৰ্ক** ঃ তোমালোকে মৃদংগ আৰু তাললৈ আগবাঢ়ি যোৱা, মন্ত্ৰীমহোদয় আহি পালেহিয়েই।

**মহৰী** ঃ কি বৰবাবু, মিনিষ্টাৰ আহি পালেহি?

**হেড্‌ক্লাৰ্ক** ঃ ওঁ পালেহি, যোৱা যোৱা, পলম নকৰিবা।

**মহৰী** ঃ ব'ল পিয়ন ভাই ! তই তাল বজাবি আৰু মই মৃদংগ বজাম।

**পিয়ন** ঃ ওঁ ব'ল। (মহৰী আৰু পিয়ন যাব খোজে, এনেতে হেড্‌ক্লাৰ্কৰ মাতত ৰৈ যায়।)

**হেড্‌ক্লাৰ্ক** ঃ অ' হেৰা, তোমালোকে আৰু এটা দৰকাৰী কাম কৰিবা ভাই।

**মহৰী** ঃ কি কাম বৰবাবু?

**হেড্‌ক্লাৰ্ক** ঃ মানে মই এই হিচাপ-নিকাচবোৰ মিলাব নোৱাৰিলোতো, গতিকে মই ইয়াতে শুই থাকিম। তোমালোকে ক'বা যে বৰবাবুৰ জ্বৰ হৈছে। গতিকে আমনি নকৰি শুবলৈ দিয়ক। নহ'লে মোক আজি শুদাই নেৰিব। মোক তইঁতে বচাই দে ভাই। তইঁতক মই যি লাগে তাকে দিম। মোক বচাই দে ভাই।

**মহৰী** ঃ হয় বৰবাবু, আপুনি শুৱক, চিন্তা নকৰিব। আমাৰ পকেট গৰম কৰি ৰাখিব আৰু আমি আপোনাক কেতিয়াও বিপদত পৰিবলৈ নিদিওঁ। (মহৰী আৰু পিয়ন যায়।)

**হেড্‌ক্লাৰ্ক** ঃ (ইফালে সিফালে চাই পুনৰ হিচাপ কৰাত লাগে। এনেতে মৃদংগ আৰু তালৰ মাত শুনে।) অ' পালেহিয়েই বাপেকে। হে আই গোঁসানী ধলেশ্বৰী, তোমাৰ মহিমা! (এই বুলি শুৱাৰ ভাও ধৰি প্লেটফৰ্মৰ ওপৰত হালি পৰে। এনেতে ইঞ্জিনিয়াৰ, ঠিকাদাৰ, মহৰী আৰু পিয়নে দৰ্শকৰ মাজেদি মন্ত্ৰীক আদৰি আনে। মন্ত্ৰীয়ে দৰ্শকলৈ উদ্দেশ্য কৰি নমস্কাৰ দি আহে। মহৰী আৰু পিয়নে মৃদংগ আৰু তালৰ ঘাট মাৰি আহে। এইদৰে মঞ্চত উঠে। মহৰী আৰু পিয়নে মৃদংগ আৰু তাল থয়।)

**মন্ত্ৰী** ঃ (হেড্‌ক্লাৰ্কক দেখি) এওঁৰ আকৌ কি হৈছে?

**মহৰী** ঃ নহয় চাৰ, বৰবাবুৰ জ্বৰ হৈছে ।

**পিয়ন** ঃ হয় চাৰ, উৎপাত জ্বৰ।

**ইন্‌জি** ঃ জ্বৰ! (ওচৰলৈ গৈ হাত দিব খোজে। এনেতে মহৰীয়ে মাত দিয়ে।)

**মহৰী** ঃ চাৰ, বৰবাবুৰ গাত হাত নিদিব চাৰ।

**ইন্‌জি** ঃ কিয়?

**পিয়ন** ঃ মানে চাৰ আজিকালি এন্‌কেফেলাইট নে কিবা এবিধ দেওজ্বৰ ওলাইছে নহয়। সোঁচৰিব পাৰে চাৰ, ভয় লাগে।

**মন্ত্ৰী** ঃ হেৰি, জ্বৰ হৈছে যদি ডাক্তৰক দেখুওৱা নাই কিয়?

**ইন্‌জি** ঃ হেৰা মহৰী, যোৱাহে ডাক্তৰক মাতি আনা। (মহৰী যাব খোজে, এনেতে হেড্‌ক্লাৰ্কৰ মাত শুনি বৈ যায়।)

**হেড্‌ক্লাৰ্ক** ঃ (মূৰটো লৰচৰ কৰি) নহয় চাৰ, মই ঔষধ ব্যৱহাৰ কৰিয়েই আছো। কেৱল অলপ পৰিশ্ৰমহে বেছি হৈছে। হিচাপ-নিকাচবোৰ বেছি হ'লে মোৰ জ্বৰ উঠে চাৰ। সেয়ে মোক অলপ জিৰণি ল'বলৈ দিয়ক। এতিয়া ভাল পাইছোঁৱেই। (উঠিব খোজে)।

**ইন্‌জি** ঃ বাৰু বাৰু, আপুনি জিৰণি লওক। আমি কাম, আৰম্ভ কৰোঁহক। হেৰা মহৰী আৰু পিয়ন...।

**মহৰী - পিয়ন** ঃ চাৰ!

**ইন্‌জি** ঃ তোমালোকে সোনকালে ৰেডি কৰা। প্ৰথমে চাৰৰ বাবে অলপ চৰবৎ আৰু তাৰ পিছত মাইকটো লৈ আহা।

**মহৰী- পিয়ন** ঃ হব চাৰ ( দুয়োৰে প্ৰস্থান)।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ চাৰ, ৰাতিৰ খানাটো হামালোকৰ ঘৰতে যোগাৰ কৰিছোঁ চাৰ।

**মন্ত্ৰী** ঃ হ'ব, হ'ব আগৰৱালাবাবু। প্ৰথমে আমি মিটিঙৰ কাম শেষ কৰি লওঁ; তাৰ পিছত বাকীবোৰ কাম কৰিম।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ । চাৰ, জয় ৰামজী (মহৰী আৰু পিয়নে মাইক আৰু চৰবৎ আনে। মহৰীয়ে মন্ত্ৰীক চৰবৎ দিয়ে আৰু মন্ত্ৰীয়ে পি খায়।)

**মন্ত্ৰী** ঃ তেনেহ'লে আমি এতিয়া পলম নকৰি সভাৰ কাম আৰম্ভ কৰোঁহক।

**ইন্‌জি** ঃ হয় চাৰ! (কৰ্ম্মীসকলক উদ্দেশ্য কৰি) আচ্ছা তোমালোক বহা। আমি সভাৰ কাম আৰম্ভ কৰোঁহক। (আটায়ে বহে। মন্ত্ৰী প্লেটফৰ্মত বহে। ইঞ্জিনিয়াৰৰ ইংগিত মতে মহৰী আৰু পিয়নে অনুভাষ যন্ত্ৰ সজায়। ইঞ্জিনিয়াৰে স্পীকাৰৰ ওচৰলৈ গৈ ক'ব।) শ্ৰদ্ধেয় ৰাইজ, আৰু আমাৰ বান বিভাগৰ ত্ৰাণকৰ্ত্তাসকল, আমাৰ পৰম আৰাধ্যা আই গোসাঁনী ধলেশ্বৰীৰ নামত পূজা দিবৰ বাবে আমাৰ বান-মন্ত্ৰী মহোদয় আহি আমাৰ মাজত উপস্থিত হৈছেহি। (আটায়ে হাত তালি দিয়ে।) আপোনালোকে জানে যে আজি বহু বছৰ ধৰি আই গোসাঁনী ধলেশ্বৰীয়ে আমাৰ বহু উপকাৰ সাধন কৰি আহিছে। আইৰ আশীৰ্বাদত ক'ত গৰীব মানুহ ধনী হ'ল, ক'ত কৃষকৰ পথাৰ বলিয়া বানৰ লগত অহা পলসেৰে নদন-বদন হৈ পৰিল তাৰ কোনো হিচাব নাই। কিন্তু আই গোসানীয়ে হঠাতে কিয় তেওঁৰ বহুমূলীযা আশীৰ্বাদ দিবলৈ অমান্তি হৈছে, আমি ভাবি পোৱা নাই। এই বছৰ বাৰিষাৰ বতৰ অন্ত পৰিবৰে হ'ল। তথাপি দেৱী গোসাঁনী দেখোন নাহিল। আই ধলেশ্বৰীক পুনৰ কি প্ৰকাৰে নো সন্তুষ্ট কৰিব পাৰি তাৰেই উপায় বিচাৰি আজি এই মহাযজ্ঞৰ আয়োজন কৰিছোঁহক। আমাৰ আমন্ত্ৰণ ক্ৰমে ৰাজ্যৰ মাননীয় বান-মন্ত্ৰী মহোদয় আহি উপস্থিত হৈছেহি। তেখেতৰ সাৰুৱা উপদেশ আৰু বক্তৃতা শুনি আপোনালোক তথা দেশৰ অগণন ৰাইজেই উপকৃত হ'ব বুলি আশা ৰাখি মই মোৰ বক্তব্য সামৰণি মাৰিলোঁ। (আটায়ে হাত তালি মাৰে)। ইঞ্জিনিয়াৰ পূৰ্বৰ ঠাইলৈ যায়।)

**মন্ত্ৰী** ঃ শ্ৰদ্ধেয় ৰাইজ, মোৰ সহকৰ্ম্মীসকল আৰু দেশৰ বান-বিভাগৰ ত্ৰাণকৰ্ত্তাসকল, আপোনালোকক দঢ়াই কোৱাৰ প্ৰয়োজন নাই যে আজি বহু বছৰ ধৰি আই মাতৃদেৱী গোঁসানীয়ে আমাক আশীৰ্বাদ দি আহিছে। আইৰ আশীৰ্বাদত আমি অভাৱনীয়ভাৱে উপকৃত হৈছোঁ। 'কি শ্ৰমিক, কি কৃষক, কি ঠিকাদাৰ, কি মহৰী, কি পিয়ন, সকলো ৰাইজৰেই আজি আইৰ আশীৰ্বাদত জয়জয় ময়ময় অৱস্থা। আইৰ আশীৰ্বাদত ক'ত মানুহে হাবিয়ে-বননিয়ে বাকচে-তাকচে সোণ বুটলিলে, ক'ত কৃষকৰ পথাৰ পলসেৰে উপচি পৰিল, আৰু ক'ত কৃষকে বান পীডিত হৈ চৰকাৰী সাহায্যত বিদেশী পুষ্টিকৰ খাদ্য খাবলৈ পালে, তাৰ হিচাব নাই। যি খাদ্য মাদ্ৰাজৰ মানুহে খাবলৈ পোৱা নাই, যি খাদ্য আজি উৰিষ্যাৰ মানুহে খাবলৈ পোনা নাই, সেই খাদ্য খাবলৈ পাইছে আমাৰ দৰে এখন পিছপৰা অতি দৰিদ্ৰ দেশৰ জনসাধাৰণে। ৰাইজ, এইয়া জানো কম গৌৰৱৰ কথা। বানপানীৰ ফলত বানপানীত অহা ক'ত ডাঙৰ ডাঙৰ ৰৌ-বৰালি মাছো আপোনালোকে খাবলৈ পালে। সেইবোৰ মাছ খাই পোৱা তৃপ্তিৰ কথা বোধহয় এতিয়াও আপোনালোকৰ বাৰুকৈয়ে মনত আছে। কিন্তু অতি পৰিতাপৰ বিষয় যে, আজি এমাহ দুমাহকৈ বাৰিষা বতৰ যাবৰ হ'ল। তথাপি আই মাতৃ কিয় নাহিল। আমি তেওঁক কি দুখ লগালোঁ, কিয় তেওঁ আমাক ত্যজ্য পুত্ৰ কৰিব বিচাৰিছে (আবেগ) ৰাইজ; মই আৰু কথা ক'ব নোৱাৰা হৈ আহিছোঁ। মোৰ বুকুখনত শোকে খুন্দা মাৰি ধৰিছে (কান্দে। মন্ত্ৰীক কন্দা দেখি পিয়নৰ বাহিৰে আটায়ে কান্দিব ধৰে।)

**ঠিকাদাৰ** ঃ হামালোকৰ দিল পুৰা-পুৰি ভাঙি গৈছে। হামি কি ৰকম জিন্দা ৰহিম।

**পিয়ন** ঃ হেঃ হেঃ হেঃ। আপুনি চাৰ, কান্দিছে চাৰ।

**ইন্‌জি** ঃ হেৰা পিয়ন, তুমি ... তোমাৰ কি বেজাৰ লগা নাই নেকি হে?

**পিয়ন** ঃ নহয় চাৰ, কোৱা শুনিছো বোলে, ডাঙৰ মানুহবোৰে হেনো কান্দিব নেজানে।

**ইন্‌জি** ঃ অলগদ্ধ; মই তোক চাকৰিৰপৰা বৰ্খাস্ত কৰি দিম। অপমান কৰিবলৈ আহিছ। কান্দিবৰ সময়ত কি এইবোৰ

পেংলাই কৰি থাক।' ইমান এটা ডাঙৰ বিপদ হৈছে আৰু ......।

**পিয়ন ঃ** মোক ক্ষমা কৰক চাৰ! বৰ্খাস্ত নকৰিব। চাকৰিটো গ'লে (কন্দাৰ সুৰত) ল'ৰা-ছোৱালী কেইটা খাবলৈ নেপাই চাৰ.....।

**ইন্‌জি ঃ** বাৰু বাৰু। এইবাৰলৈ তোক ক্ষমা কৰি দিলোঁ, কিন্তু তই এটা কথা মনত ৰাখিবি যে, আমি যি কৰোঁ তয়ো তাকে কৰিব লাগিব, বুজিছ। আমি হাঁহিলে তয়ো হাঁহিবি আৰু আমি কান্দিলে তয়ো কান্দিব লাগিব, বুজিছ? এয়া ডিপাৰ্টমেন্টৰ নিয়ম।

**পিয়ন ঃ** হয় চাৰ। মই কান্দিছোঁ চাৰ (কান্দে)।

**মন্ত্ৰী ঃ** হেৰা পিয়ন, এতিয়া কন্দা-মেলা বাদ দিয়া।

**ইন্‌জি ঃ** হেৰা পিয়ন। কান্দিবলৈ বাদ দিয়া এতিয়া। কন্দাৰ সময় পাৰ হৈ গ'ল। (পিয়নে আৰু জোৰকৈ কান্দিবলৈ ধৰে।)

**ঠিকাদাৰ ঃ** হেঃ হেঃ হেঃ। আৰে পিয়ন ভাই, ৰোনা মত, ৰোনা মত, ৰোনা মত। ধৈৰ্য্য ধৰা। হামাৰভিতো ভাৰি বেজাৰ লাগিছে।

**মহৰী ঃ** বাদ দে, এই পিয়ন ভাই!

**হেড্‌ক্লাৰ্ক ঃ** হেৰা পিয়ন, তুমি ইমানকৈ নাকান্দিবা (পিযনে আৰু জোৰকৈ কান্দে)।

**ইন্‌জি ঃ** হেৰা পিয়ন, তুমি ইমানকৈ নাকান্দিবা (পিয়ন আৰু জোৰকৈ কান্দে)।

**ইন্‌জি ঃ** হেৰা পিয়ন, তুমি কি কথা নুশুনা নেকি হে?

**পিয়ন ঃ** নহয় চাৰ।। আপোনালোকে ভাবিছে নেকি মই কান্দিব নেজানোঁ বুলি?

**মন্ত্ৰী ঃ** জানা, জানা পিয়ন। কিয় নাজানিবা। তোমাৰ কিবা আৰু দুখ—বেজাৰ নাই নে? পিছে এতিয়ালৈ আৰু বাদ দিয়া (পিয়নে কন্দা সামৰি লাহে লাহে মৌন হয়।)

**ঠিকাদাৰ ঃ** জয় ৰামজী, জয় যদুপতি।

**মন্ত্ৰী ঃ** বাৰু ৰাইজ, পিয়ন বেজাৰত মৰ্মাহত হৈ পৰাৰ বাবে আমি মিটিঙৰ কাম ইমানতে সাময়িকভাৱে স্থগিত ৰাখিব লগা হ'ল, তাৰ বাবে ক্ষমা কৰিব। এতিয়া আমি আই ধলেশ্বৰীৰ অসন্তুষ্টিৰ কাৰণ সম্পৰ্কে বিশদভাৱে আলোচনা কৰোহঁক, আৰু মই এই কথাও আপোনালোকক জনাই থওঁ যে আই ধলেশ্বৰীৰ অসন্তুষ্টিৰ বাবে যদি আমাৰ বান-নিয়ন্ত্ৰণ সংমণ্ডলৰ কোনো লোক দোষী সাব্যস্ত হয়, তেন্তে তেওঁকো আমি শাস্তি বিধান কৰিবলৈ কুণ্ঠাবোধ নকৰিম। এতিয়া আপোনালোকে নিজৰ নিজৰ বক্তব্য ডাঙি ধৰিব পাৰে। ধন্যবাদ। (মন্ত্ৰীয়ে বহা ঠাইলৈ আহে। ঠিকাদাৰে ক'বলৈ উঠে।)

**ঠিকাদাৰ ঃ** হেঃ হেঃ হেঃ। চাৰ, হামালোকে একটা কাৰণ ভালদৰে গম পাইছোঁ চাৰ। যি কাৰণে আই ধলেশ্বৰী আহিবলৈ অমান্তি হৈছে। যদি চাৰ আপুনি অনুমতি দিয়ে হামালোকে সত্যে সত্যে কিছু কথা ক'ব পাৰিম।

**মন্ত্ৰী ঃ** আপুনি ক'ব পাৰিব আগৰৱালা চাহাব।

**ঠিকাদাৰ ঃ** এই চব সত্য কথা ক'বলৈ আমি অলপো ভয় নকৰোঁ চাৰ। (স্পীকাৰৰ ওচৰলৈ গৈ) সম্মানিত মন্ত্ৰী মহোদয় আৰু উপস্থিত ৰাইজ, হামালোকে চাৰা জীৱন আই ধলেশ্বৰীৰ আশীৰ্বাদ ক্ৰমে বানপানী নিয়ন্ত্ৰণ কৰি দেশৰ জনতাৰ সেৱা কৰি আহিছোঁ। সেই কাৰণে বানপানী সম্পৰ্কে হামালোকৰ বহুত ভাৰি জ্ঞান আছে। মথাউৰি আওৰ ৰাস্তা খুউব নৰম কৰি বনাব লাগে, কঠিন ৰাস্তাত আই আহা বহুত কষ্ট হয়। সেই কাৰণে মথাউৰি বনাওঁতে মাটিৰ তলত কিছু জংঘল দিব লাগে। এই ধৰক নল-গাছ, কল-গাছ, খাগ্ৰি গাছ ইত্যাদি। কিন্তু যোৱা ছাল হামালোকৰ দুই-চাৰিজন ঠিকাদাৰে চাৰা মথাউৰি মাটি আৰু পাথৰ দি বান্ধি দিলে। সেই কাৰণে আই ধলেশ্বৰী আহিব ন-পাৰিলে। গতিকে এই ৰকম লোকক মথাউৰি বান্ধা কাম ন-দিব লাগে। এই চব মানুহক হামালোকৰ ডিপাৰ্টমেন্টৰ পৰা বাহিৰ কৰি দিব লাগে। হেঃ হেঃ হেঃ ধন্যবাদ। (ঠিকাদাৰ আগৰ ঠাইলৈ আহে।)

**মন্ত্ৰী ঃ** ইয়াৰ পাছত কোনে ক'ব ?

**ইন্‌জি ঃ** মই উঠিছোঁ চাৰ।

**মন্ত্ৰী ঃ** বাৰু কওক (ইন্‌জিনিয়াৰ আহে)

**ইন্‌জি ঃ** শ্ৰদ্ধাস্পদ মন্ত্ৰী মহোদয় আৰু ৰাইজ, ৰামপ্ৰসাদ আগৰৱালাদেৱে যিটো বক্তব্য দাঙি ধৰিলে, তেনে লোক যদি আমাৰ ডিপাৰ্টমেণ্টত থাকে, তেন্তে দেশত বহুত অনিষ্ট হব। এনেলোকসকলক কামৰপৰা বৰ্খাস্ত কৰি উপযুক্ত শাস্তি বিধান কৰিবলৈ মন্ত্ৰী মহোদয়ক টানি অনুৰোধ জনালোঁ। (আটায়ে হাততালি মাৰে) লগতে এইটো কথাও জনাই থলোঁ যে, কোনো গৰীব কু-লক্ষণযুক্ত মানুহক আমাৰ বান-বিভাগৰ কাম কৰিবলৈ দিয়া নহব। কাৰণ উচ্চ বংশৰ কোটিপতি লোকৰ লগত হে লক্ষ্মী বাস কৰে। —যেনে ধৰক, এই ৰামপ্ৰসাদ আগৰৱালা দেৱৰ দৰে লোক। (ৰামপ্ৰসাদৰ ফালে আঙুলিয়ায়। ৰামপ্ৰসাদে আত্ম-তৃপ্তিৰ হাঁহি মাৰে আৰু মূৰ দোবায়।) গতিকে এনে লক্ষ্মীবান লোকক হে ৰাইজৰ তথা দেশৰ সেৱাৰ কামত নিযুক্তি দিব লাগে। ধন্যবাদ। মোৰ ক'ব লগা ইমানেই। (আটায়ে হাত তালি দিয়ে। ইন্‌জিনিয়াৰ আগৰ ঠাইলৈ আহে।)

**মন্ত্ৰী** ঃ আৰু কাৰোবাৰ ক'ব লগা আছে?

**হেডক্লাৰ্ক** ঃ হয় চাৰ, মোৰ দুবাষাৰ মান ক'ব লগা আছে।

**মন্ত্ৰী** ঃ সোনকালে কওক, পলম নকৰিব।

**হেডক্লাৰ্ক** ঃ হয় চাৰ (বহাৰ পৰা উঠিল) মাননীয় মন্ত্ৰী মহোদয় আৰু ৰাইজ, আপোনালোকৰ ওচৰত মোৰ এটাই মাত্ৰ অনুৰোধ, সেইটো হ'ল আই ধলেশ্বৰীৰ আশীৰ্বাদত আমি অজস্ৰ ধন-সোণ লাভ কৰোঁহক। এই ধনবোৰ হিচাপ কৰোঁতে মোৰ বৰ অসুবিধা হয়। বৰ্ত্তমান অংক শাস্ত্ৰৰ নিয়মবোৰো বৰ সুবিধাজনক নহয়। কেলকুলেটৰেও বহু সময়ত কাম নকৰে। গতিকে এই টকা-পইছাবোৰ হিচাপ কৰিবৰ বাবে এটা নতুন আৰু সহজ পদ্ধতি আবিষ্কাৰ কৰিবলৈ দেশৰ বৈজ্ঞানিকসকলক আহ্বান কৰিব লাগে। ধন্যবাদ।

**মন্ত্ৰী** ঃ ইয়াৰ পাছত কোনে ক'ব? আৰু কাৰোবাৰ অভিযোগ আছে?

**মহৰী** ঃ চাৰ, মোৰ অলপ আছে।

**মন্ত্ৰী** ঃ কোৱা, পলম নকৰিবা।

**মহৰী** ঃ মাননীয় মন্ত্ৰী মহোদয় আৰু ৰাইজ, বানপানী নাহিলে বানপানী আনিবৰ বাবে মই ৰাতি মথাউৰি কাটিবলৈ যাওঁতে বহুতো অসুবিধাৰ সন্মুখীন হ'ব লাগে। গতিকে এই সমূহ অসুবিধা দূৰ কৰি মোৰ পথ নিষ্কণ্টক কৰি দিবলৈ মন্ত্ৰী মহোদয়ক চানি অনুৰোধ জনালোঁ।

**পিয়ন** ঃ মোৰো অলপ আছিল চাৰ।

**মন্ত্ৰী** ঃ কোৱা পলম নকৰিবা।

**পিয়ন** ঃ চাৰ মোৰ যন্ত্ৰটোৰ ওচৰলৈ যাবলৈ ভয় লাগে চাৰ।

**মন্ত্ৰী** ঃ তেনেহ'লে তাৰপৰাই কোৱা, পিছে সময় কম, মাত্ৰ দুই মিনিট ক'বা।

**পিয়ন** ঃ মাননীয় মন্ত্ৰী মহোদয় আৰু ৰাইজ, বানপানী বেছি হ'লে আমাৰ গাৱঁৰ ৰাইজৰ অনেক কষ্ট হয়। মথাউৰি ভালদৰে নাবান্ধিলে ।

**ইন্‌জি** ঃ হেৰা পিয়ন, তুমি আলোচনাৰ পৰা আঁতৰি গৈছা।

**মন্ত্ৰী** ঃ বেছি দীঘলীয়া নকৰিবা।

**পিয়ন** ঃ হয় চাৰ, নাবান্ধিলে বানপানী আহি পথাৰৰ ধানবোৰ মাৰি পেলায়। তদুপৰি মানুহৰ আৰু ।

**ইন্‌জি** ঃ হেৰা পিয়ন, এইটো আলোচনাৰ বিষয় নহয়, বাদ দিয়া।

**মন্ত্ৰী** ঃ হেৰা পিয়ন, বহা বহা। সময় নাই। আমি এতিয়া সভাৰ কাম আৰম্ভ কৰিব লাগে।

**পিয়ন** ঃ চাৰ আৰু অলপ বাকী থাকিল চাৰ।

**মন্ত্ৰী** ঃ হ'ব হ'ব অন্য এদিন ক'বা, এতিয়া বহা। (পিয়ন বহিল।)

**মন্ত্ৰী** ঃ তেনেহ'লে এতিয়া গৃহীত প্ৰস্তাৱসমূহ মোৰ ওচৰত দাখিল কৰা। মই যিমান সোনকালে পাৰোঁ কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰিম। (হেডক্লাৰ্কে প্ৰস্তাৱসমূহ ইঞ্জিনিয়াৰৰ হাতত দিয়ে) এতিয়া আমি পূঁজাৰ কাম আৰম্ভ কৰোঁহক।

**ইন্‌জি** ঃ হয় চাৰ। হেৰা মহৰী আৰু পিয়ন। তোমালোকে এগছি বন্তি আৰু ধূপ-ধূনা জ্বলাই দিয়া।

**মহৰী** ঃ হয় চাৰ। (মহৰী আৰু পিয়নে ধূপ-কাঠি শলিতা আদি জ্বলায়।)

**মন্ত্ৰী** ঃ তেনেহ'লে মই শ্লোক লগাই যাম তোমালোকে ধৰিবা। (পূজাৰ বাবে আটায়ে বহিল) যা মাতৃ ধলেশ্বৰী লক্ষ্মী ৰূপেণ সংস্থিতা।

**আটায়ে** ঃ যা মাতৃ ধলেশ্বৰী লক্ষ্মী ৰূপেণ সংস্থিতা।

**মন্ত্ৰী** যা মাতৃ ধলেশ্বৰী বানপানী ৰূপেণ সংস্থিতা।

**আটায়ে** ঃ যা মাতৃ ধলেশ্বৰী বানপানী ৰূপেন সংস্থিতা।

**মন্ত্ৰী** ঃ নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোঃ নমঃ

**আটায়ে** নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোঃ নমঃ

**ঠিকাদাৰ** চাৰ এই ছাল বানপানী হ'লে দুই নম্বৰ চাইডৰ কামটো যেনে তেনে কৰি দিব চাৰ।

**মন্ত্ৰী** হ'ব হ'ব এইবোৰ পিছতো হ'ব। প্ৰথমে আমাৰ যজ্ঞৰ কাম শেষ হবলৈ দিয়ক। এইবাৰ অন্য এটা ধৰা—'পাৰে পৰি হৰি ৰ'বোঁহো কাতৰি প্ৰাণ ৰাখবি মোৰ।' (আটায়ে ধৰিলে কিছু সময় গাই থকাৰ পিছত টেলিফোন বাজিল ইঞ্জিনিয়াৰে ধৰিলে।)

**ইন্‌জি** হেল্লো। হয়, মই ইঞ্জিনিয়াৰ দাসে কৈছোঁ। হয়, হয় আচ্ছা। কি আই ধলেশ্বৰী আহিছে। (শুনি সকলো সচকিত হৈ উঠে)। আচ্ছা, আচ্ছা হয়। ধন্যবাদ।

**মন্ত্ৰী** কি হ'ল ইঞ্জিনিয়াৰ, আই ধলেশ্বৰী আহিছে?

**ইন্‌জি** হয়, হয় আহিছে, আমি এতিয়া ৰেডি হ'ব লাগে। হেৰা মহৰী আৰু পিয়ন তোমালোক ৰেডি হোৱা। আইক আদৰি আনিব লাগে।

**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ। চাৰ হামালোকৰ তগদীৰ আকৌ ফিৰি আহিল।

**মহৰী** আমি কি কি ৰেডি কৰিম চাৰ?

**ইন্‌জি** ঃ তোমালোকে এই ঠিকাদাৰ আগৰৱালাৰ লগত গৈ খানা যোগাৰ কৰা।

**ঠিকাদাৰ** ঃ খানাৰ বাবে কি কি যোগাৰ কৰিম চাৰ?

**মন্ত্ৰী** ঃ চব ফৰেইন খানা যোগাৰ কৰা, যাতে আই ধলেশ্বৰীয়ে এবাৰ খাই পালে তাক আৰু সতকাই নাপাহৰে বুজিছে।

**ঠিকাদাৰ** ঃ হয় চাৰ, একদম ফাৰ্ষ্টক্লাচ খানা যোগাৰ কৰিম চাৰ। চিন্তা নকৰিব।

**ইন্‌জি** ঃ যাওঁক, আপোনাৰ লগত মহৰী আৰু পিয়নক দিলোঁ।
**ঠিকাদাৰ** ঃ হেঃ হেঃ হেঃ। জয় ৰামজী, জয় ভোলানাথ (প্ৰস্থান) (মহৰী আৰু পিয়ন লগতে যায়।)
**ইন্‌জি** ঃ হেৰি বৰবাবু।
**হেডক্লাৰ্ক** ঃ চাৰ !
**ইন্‌জি** ঃ আপুনি হিচাপ-নিকাচবোৰ ঠিক কৰক আৰু খাদ্য আদিবোৰ যোগাৰ কৰি ৰাখিব।
**মন্ত্ৰী** ঃ এতিয়া আমি যাওঁ বলক।
**ইন্‌জি** ঃ ব'লক চাৰ (মন্ত্ৰী আৰু ইনজিনিয়াৰৰ প্ৰস্থান।)
**হেডক্লাৰ্ক** ঃ আকৌ লাগিল মস্কিলখন। যোৱা বছৰৰ হিচাপেই মিলাব পৰা নাই, আকৌ আহিল আই ধলেশ্বৰী। হিচাপ কৰি কৰি গাৰ কেঁচা ঘাম বাহিৰ হৈ গৈছে, তথাপিও ৰক্ষা নাই। (পুনৰ কিছু সময় হিচাপ কৰি থাকে, এনেতে মহৰী আৰু পিয়ন সোমাই আহে।)
**মহৰী** ঃ ঐ পিয়ন ভাই, আই ধলেশ্বৰী যেতিয়া আহিছে ৰাস্তাত বহুত টকা সিঁচি আহিব নহয়। বল যাওঁ, আমিও দুই এপইচা পাওঁ বা।
**পিয়ন** ঃ মোৰ হ'লে বৰ ভয় লাগিছে পায়।
**মহৰী** ঃ ভয় ! কিহৰ ভয়?
**পিয়ন** ঃ কোৱা শুনিছোঁ বোলে আই ধলেশ্বৰীয়ে হেনো খং খালে কেতিয়াবা মানুহৰ তেজো পান কৰে। (এনেতে ফোন বাজিল, হেডক্লাৰ্কে ধৰিলে।)
**হেডক্লাৰ্ক** ঃ (ৰিচিভাৰ লৈ) হয় চাৰ, হয় হয়, অমৃত, ক'ত পাম চাৰ? হয় চাৰ কৈছোঁ চাৰ (ৰিচিভাৰ থলে), হেৰা মহৰী আৰু পিয়ন।
**মহৰী** ঃ বৰবাবু।
**হেডক্লাৰ্ক** ঃ চাৰে কৈছে বোলে আই ধলেশ্বৰী একেবাৰে ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰি আহিছে। গতিকে আইক সন্তুষ্ট কৰিবৰ বাবে অমৃত যোগাৰ কৰিবই লাগিব।
**পিয়ন** ঃ অমৃত ক'ত পাম বৰবাবু?
**হেডক্লাৰ্ক** ঃ য'তেই নোপোৱা লাগে সেয়া তোমালোকৰ দায়িত্ব। যোৱা যোৱা, মই মোৰ কাম কৰোঁ। (হেডক্লাৰ্ক নেপথ্যলৈ যায়।)
**মহৰী** ঃ কি কৰ পিয়ন ভাই?
**পিয়ন** ঃ কিনো ক'ব এতিয়া মহৰী কাই ?
**মহৰী** ঃ মই এটা কথা ভাবি পাইছোঁ। আমাৰ শাস্ত্ৰত কোৱা আছে যে স্বৰ্গত হে অমৃত পোৱা যায়।
**পিয়ন** ঃ গতিকে আমি ইন্দ্ৰ দেৱতাক তুতি কৰোঁ দে।
**পিয়ন** ঃ (ভাওনাত বিলাপ কৰা সুৰত।) 'ৰাখা ৰাখা প্ৰভু মোক মায়া বাঘে খায়; আই ধলেশ্বৰীৰ হাতে প্ৰাণ মোৰ যায়..
**মহৰী** ঃ কিমতে ভকতি কৰিবো তোমাত হৰি এ.. ...............
**পিয়ন** ঃ কি লিখিলা কি লিখিলা প্ৰভু আমাৰ কপালে (এনেতে হেডক্লাৰ্ক সোমাই আহিল।)
**হেডক্লাৰ্ক** ঃ হেৰা মহৰী, হেৰা পিয়ন ( বিলাপ কৰিয়ে থাকে, নুশুনে।)
**মহৰী** ঃ বৰবাবু।
**পিয়ন** ঃ আমাক এটা উপায় দিয়ক বৰবাবু।
**হেডক্লাৰ্ক** ঃ তোমালোকে এইদৰে চিঞঁৰ-বাখৰ কৰি থাকিলে ন'ত অমৃত পাবাহে। দেৱতাৰো দুৰ্লভ অমৃত ইমান সোনকালে পাবা।
**মহৰী** ঃ তেনেহ'লে এতিয়া কি কৰোঁ বৰবাবু?
**হেডক্লাৰ্ক** ঃ হেৰা, তোমালোকে অমৃতৰ এটা চাবচটিটিউট মানে অৰ্থাৎ পঞ্চামৃত যোগাৰ কৰা।
**পিয়ন** ঃ পঞ্চামৃত মানে কিনো বৰবাবু।
**হেডক্লাৰ্ক** ঃ হেৰা, গাখীৰ, ঘীঁউ, দৈ, মাখন আৰু মৌ- বাচ হৈ গ'ল। যা যা পলম নকৰিবি। (দুয়ো যাব ধৰে, এনেতে ফোনৰ মাত শুনি ৰৈ গ'ল।)
**হেডক্লাৰ্ক** ঃ (ৰিচিভাৰ লৈ) হয় চাৰ। পাইছোঁ চাৰ। হয় কৈছোঁ চাৰ, হয় চাৰ (ৰিচিভাৰ থলে) হেৰা মহৰী আৰু পিয়ন।
**মহৰী, পিয়ন** ঃ বৰবাবু---
**হেডক্লাৰ্ক** ঃ তোমালোকে বস্তুবোৰ যোগাৰ কৰি সোনকালে যোৱাগৈ। আই ধলেশ্বৰী আহি পাইছে, আদৰি আনাগৈ। যোৱা, যোৱা খৰধৰ কৰা (মহৰী আৰু পিয়নৰ প্ৰস্থান।)
**হেডক্লাৰ্ক** ঃ সাধাৰণ এটা বুদ্ধিকে পাণ্ডিব নোৱাৰে, তাতে আকৌ চৰকাৰী চাকৰি কৰিবলৈ আহে। চালা অলগদ্ধ চব। (হেডক্লাৰ্কে অস্বস্তি বোধ কৰিলে। ইফালে সিফালে চাই পুনৰ হিচাপ কৰাত লাগিল।)
**হেডক্লাৰ্ক** ঃ মহা মস্কিলখন লাগিল। এই ঠিকাদাৰ আৰু অভাবচিয়াৰবিলাকে মোৰ কলিজা খাব এতিয়া। সময় মতে কাম আদায় নকৰে ; কি কৰা যায় এতিয়া। (মৃদংগ আৰু তালৰ মাত শুনা গ'ল। হেডক্লাৰ্কে ইফালে সিফালে চালে।) অ' পালেহিয়েই বাপেকে। সৰ্বনাশ হ'ল। (হেডক্লাৰ্কে ইফালে সিফালে ব্যস্ততাৰে চাই শেষত দৰ্শকৰ ফালে মুখ কৰি মঞ্চত হাতযোৰ কৰি দীঘল দি পৰিল। খন্তেক পিছতে মন্ত্ৰী, ইঞ্জিনিয়াৰ, ঠিকাদাৰ, মহৰী আৰু পিয়নে মঞ্চৰ এফালেদি আই ধলেশ্বৰীক আদৰি আনিলে। আটায়ে জয়ধ্বনি দিলে। হেডক্লাৰ্ক পৰি থকাৰ পৰা উঠিল। আই ধলেশ্বৰীক আগত লৈ আটায়ে মঞ্চত কিছু সময় ঘূৰিলে। আই ধলেশ্বৰীয়ে মঞ্চত টকা সিঁচিব ধৰিলে। আটায়ে লোলুপ দৃষ্টিৰে চাব ধৰিলে। ঠিকাদাৰে ভয়ে ভয়ে চুৰ কৰি টকা লব ধৰোঁতেই আই ধলেশ্বৰীৰ চকুৰে চকুৰে পৰিল। আৰু ভয়ত স্তম্ভিত হ'ল।)

আই : (ক্ৰোধান্বিত হৈ) ক্ষান্ত হোৱা। (আটায়ে ভয়ত কঁপি কঁপি হাতযোৰ কৰি ৰ'ল।)

আই : মোৰ পবিত্ৰ লক্ষ্মীৰ ওপৰত এইদৰে গোপনে হাত দিবলৈ তোমালোকক কোনে অনুমতি দিলে? (বিঃ দ্ৰঃ আই ধলেশ্বৰী এক প্ৰতিকধৰ্মী কাল্পনিক চৰিত্ৰ।)

ঠিকাদাৰ : আই মাতৃ, হামালোকক্ মাফ কৰি দিয়ক।

আই : ধন-সম্পত্তিৰ প্ৰতি তোমালোকৰ ইমান মোহ কিয়?

ঠিকাদাৰ : আই আমাৰ টকাৰ কাৰণে কোনো লোভ নাই।

আই : তেন্তে কিয় চুৰকৈ টকা বুটলিছিলা?

ঠিকাদাৰ : এইটো আমাৰ মুদ্ৰা দোষ আই মাতৃ।

আই : হাঃ হাঃ হাঃ । মন্ত্ৰীবৰ.....

মন্ত্ৰী : আই মাতৃ. .... .

আই : তোমালোকৰ গাত এই মুদ্ৰা দোষ কেনেকৈ লাগিল?

মন্ত্ৰী : ইঞ্জিনিয়াৰ, কেনেকৈ লাগিল এই মুদ্ৰা দোষ।

ইন্‌জি : বৰবাবু কেনেকৈ লাগিল?

মহৰী : পিয়ন কেনেকৈ লাগিল এই মুদ্ৰা দোষ?

পিয়ন : ৰাইজ কেনেকৈ লাগিল এই মুদ্ৰা দোষ?

আই : কি হ'ল মন্ত্ৰীবৰ, নীৰৱে ৰ'লা যে?

মন্ত্ৰী : কি হ'ল ইঞ্জিনিয়াৰ , নীৰৱে ৰ'লা যে?

ইন্‌জি : কি হ'ল বৰবাবু, নীৰৱে ৰ'লা যে?

আই : আহ্! মই প্ৰশ্ন কৰিছোঁ তোমাক (মন্ত্ৰীক)।

মন্ত্ৰী : মই উত্তৰৰ বাবে প্ৰশ্নটো ডিপাৰ্টমেন্টক দিছোঁ আই মাতৃ।

ঠিকাদাৰ : আই হামালোকে আপ্‌নাৰ কাৰণে কিছু ফৰেন খানা যোগাৰ কৰিছিলোঁ।

আই : ক্ষান্ত হোৱা । কোনো প্ৰকাৰৰ লোভ দেখুৱাই বা হাঁহিৰে মোক ভুলাব নোৱাৰিবা।

মন্ত্ৰী : আই ....

আই : মই আজি কিয় ইয়ালৈ আহিছোঁ তোমালোকে জানানে?

মন্ত্ৰী : নাজানোঁ আই মাতৃ!

আই : শুনা তেন্তে। মই তোমালোকৰ প্ৰাৰ্থনা শুনি সন্তুষ্ট হৈ ইয়ালৈ অহা নাই। তোমালোকৰ দুখত সমভাগী হৈ সমবেদনা জনাবলৈও অহা নাই। মই আহিছোঁ তোমালোকৰ কৃত পাপত ৰুষ্ট হৈ তোমালোকৰ প্ৰায়শ্চিত্ত কৰিবলৈ।

মন্ত্ৰী : আই মাতৃ! আমাক ৰক্ষা কৰক। আমি পাপ কৰা নাই, আমি দেশৰ জনসাধাৰণৰ সেৱাহে কৰিছোঁ। আমি আপোনাৰ কাৰণে কিছু পঞ্চামৃত...।

ঠিকাদাৰ : হামালোকে ফাৰ্ষ্টক্লাচ ক্ৰীম আৰু দহি আনিছোঁ।

আই : আহ! ক্ষান্ত হোৱা। মই আগতেই কৈছোঁ --কোনো প্ৰকাৰৰ খাদ্যৰ প্ৰতি মোৰ কোনো ৰুচি নাই। মই যি প্ৰশ্ন কৰোঁ ধৈৰ্য্য সহকাৰে উত্তৰ দিবলৈ চেষ্টা কৰা, নহলে বিপদ আসন্ন।

মন্ত্ৰী : আই মাতৃ, তেনেহলে আপোনাৰ ইচ্ছা।

আই : শুনা ; প্ৰতি বছৰে মোৰ আশীৰ্বাদত বানপানীৰ নামত তোমালোকে কোটি কোটি টকা লাভ কৰা। ইচ্ছা কৰা হ'লে সেই টকাৰে মই অহা ৰাস্তা সোণেৰে বন্ধাই দিব পাৰিলাহেঁতেন। কিন্তু নহ'ল। ক'ত খৰচ কৰিলা ইমানবোৰ টকা?

মন্ত্ৰী : ইন্‌জিনিয়াৰ, ক'ত খৰচ কৰিলে ইমানবোৰ টকা?

ইন্‌জি : বৰবাবু , ক'ত খৰচ কৰিলে ইমানবোৰ টকা?

আই : আহ! মই প্ৰশ্নটো কৰিছোঁ তোমাক?

মন্ত্ৰী : মই উত্তৰটো ডিপাৰ্টমেন্টৰ পৰা বিচাৰিছোঁ।

আই : আহ! ইমান স্পৰ্দ্ধা তহঁতৰ (তৰোৱাল উলিয়াই লয়। আটায়ে ভৰিত দীঘল দি পৰিল। লগতে স্তুতি কৰিবলৈ ধৰিলে।)

আটায়ে : "পাৰে পৰি হৰি , কৰোহোঁ কাতৰি প্ৰাণ ৰাখবি মোৰ।"

আই : অসম্ভৱ, কোনো প্ৰকাৰৰ স্তুতিৰেই মোক বিচলিত কৰিব নোৱাৰিবা। তোমালোকক মই ভালদৰে চিনি পাওঁ! কি মন্ত্ৰী, কি ইঞ্জিনিয়াৰ, কি ঠিকাদাৰ, কি হেডক্লাৰ্ক, কি মহৰী, কি পিয়ন সকলোকে মই ভালদৰে চিনি পাওঁ। তহঁতৰ পাপৰ স্বীকাৰোক্তিৰ বাবেই মই আজি ইয়ালৈ আহিছোঁ। এই মুহূৰ্ততে মই প্ৰচণ্ড বানপানীৰ সৃষ্টি কৰিলোঁ। (পানীৰ শব্দ শুনা যায়। ছাঁ--পোহৰৰ দ্বাৰা পানীৰ দৃশ্য সৃষ্টি কৰিব পাৰিলে ভাল।)

মন্ত্ৰী : আই মাতৃ আমাক ক্ষমা কৰক।

ইন্‌জি : আই আমি চৌত্ৰিশ কোটি দেৱতাৰ নামত শপত খাই কৈছোঁ, আমি ভাল কাম কৰিম।

ঠিকাদাৰ : আই মাতৃ, হামি অপ্‌নাৰ নামত ৰাত-দিন পূজা দিম। হামাক মাফ কৰি দিয়ক।

আই : তহঁতৰ দৰে পাপীষ্ঠবোৰক মাফ কৰি যোৱাৰ বাবেইতো দেশত আজি অন্যায়, অত্যাচাৰৰ সীমা পাৰ হৈ গৈছে।

" যদি যদাহি ধৰ্মস্য গ্লানি ভৱতি ভাৰতঃ
অভ্যুত্থানাং ধৰ্মস্যং তদাত্মহং
পৰিত্ৰানায়াং সাধনাং বিনাশয়ঃ দুষ্কৃতানাং
ধমং সংস্থাপনায়ঃ সম্ভবামি যুগে যুগে।"

পিয়ন : ঐ মহৰী কাই, পানী ঔ (আটায়ে ভয় খালে।)

ইন্‌জি : ঐ পিয়ন, নাও আন, নাও আন.....।

মন্ত্ৰী : সোনকালে কৰাহে ; নহলে উপায় নহব।

আই : সাৱধান। বানপানীৰ এই প্ৰচণ্ড সোঁতৰপৰা

তোমালোকে পলাই সাৰিবলৈ চেষ্টা নকৰিবা। যি বানপানীয়ে তোমালোকৰ অজস্ৰ ধন-সোণ কঢ়িয়াই আনে সেই পানীয়েই তোমালোকৰ কৃত পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ চাৰিও ফালৰপৰা দুৰ্বাৰ গতিৰে আগবাঢ়ি আহিছে। হাঃ হাঃ হাঃ। গতিকে পলম নকৰি তোমালোকৰ পাপকাৰ্য্যসমূহ স্বীকাৰ কৰা।

ইন্‌জি ঃ এৰা চাৰ। বানপানী বাঢ়িযেই আছে। স্বীকাৰ কৰাই ভাল হ'ব।

মন্ত্ৰী ঃ হেৰা ঠিকাদাৰ, কৰা, কৰা, স্বীকাৰ কৰা।

ঠিকাদাৰ ঃ নহয চাৰ, আপ্‌নিহে আগতে স্বীকাৰ কৰা ভাল হ'ব।

ইনজি ঃ হয চাৰ, আপুনিহে আগতে স্বীকাৰ কৰা ভাল হ'ব।

মন্ত্ৰী ঃ এৰা, কওঁ তেন্তে। হে সদাশয় ৰাইজ, মোৰ সহকৰ্মীসকল আৰু দেশৰ বান বিভাগৰ ত্ৰাণকৰ্ত্তাসকল মই আই ধলেশ্বৰীৰ আশীৰ্বাদ শিৰত লৈ কৈছোঁ যে, মই ইলেকচন খেলিবৰ বাবে বান-বিভাগৰ পৰা প্ৰতিবাৰতেই মুঠেই এক কোটি টকাকৈ খৰচ কৰোঁ।

ইন্‌জি মই ঠিকাদাৰৰপৰা ঘোঁচ লৈ একেটা মানুহৰ নামতে দহটা ঠিকা দিওঁ ৰাইজ! আৰু মোৰ ডিপাৰ্টমেন্টত যিবোৰ মানুহে ঘোঁচ খাই কাম কৰিবলৈ অমান্তি হয় তেওঁলোকক মন্ত্ৰী মহোদযৰ হতুৱাই কামৰপৰা বৰ্খাস্ত কৰোবাওঁ ৰাইজ।

হেডক্লাৰ্ক ঃ মই ঠিকাদাৰসকলক সময মতে চেক কাটি নিদি বহু দিন ঘুৰাই পকাই শলঠেকত পেলাই বছৰি এক লাখতকৈও বেছি টকা আত্মসাৎ কৰো ৰাইজ।

ঠিকাদাৰ ঃ ৰাইজ, মই বছৰি চৰকাৰক দুই কোটি টকাৰ কৰ ফাঁকি দিও ৰাইজ। তদুপৰি ব্লেকমানি কৰি দেশত মুদ্ৰাস্ফীতি ঘটাওঁ ৰাইজ, আৰু ৰাইজৰ কাম ভালদৰে নকৰি ফাঁকি দিওঁ। মোক ক্ষমা কৰক আই মাতৃ— জয ৰামজী, জয ভোলানাথ।

মহৰী ঃ মই বানপানী সৃষ্টি নহ'লে ডিপাৰ্টমেন্টৰপৰা ঘোঁচ খাই ৰাতি মথাউৰি কাটি দি বানপানীৰ সৃষ্টি কৰোঁ ৰাইজ।

পিয়ন ঃ মই অফিচৰ চাহ তামোল পাণ আদিৰ যোগান ধৰোঁতে বেছিকৈ বিল দি মাহিলি এশ টকা পাওঁ ৰাইজ। (পানী বাঢ়িল) ঔ মৰিলোঁ, ঔ মহৰী কাই (মহৰীৰ গাত ধৰে।)

মন্ত্ৰী ঃ পানী বাঢ়িযেই আছে। আই মাতৃ আমি স্বীকাৰ কৰিলোঁ। আমাক উদ্ধাৰ কৰা।

আই ঃ আৰু বাকী আছে, শেষ হোৱা নাই, সোনকালে স্বীকাৰ কৰা, নহ'লে মৃত্যু অনিবাৰ্য্য।

মন্ত্ৰী ঃ হেৰি ইঞ্জিনিয়াৰ, আপোনাৰ যদি কিবা বাকী আছে, স্বীকাৰ কৰক ভাই। নহ'লে মৰিম এতিয়া পানী একঁকাল হ'লেই।

ইন্‌জি ঃ হেৰি বৰবাবু আপোনাৰ যদি কিবা বাকী আছে

হেডক্লাৰ্ক ঃ হেৰি ঠিকাদাৰ ।

ইন্‌জি ঃ হেৰি ঠিকাদাৰ আপুনি মোৰ হৈ কিছু স্বীকাৰ কৰক না ।

ঠিকাদাৰ ঃ নাই নাই হুজুৰ, হামালোকৰ আপনা পাপেই বহুত বাকী আছে।

আই ঃ পলম কৰিছা কিয় ? বানপানীৰ প্ৰচণ্ড চাকনৈয়াত তোমালোকৰ প্ৰাণ বায়ু উৰি যাব এতিযা, স্বীকাৰ কৰা সোনকালে।

মহৰী ঃ ঐ পিযন ভাই, তই ইঞ্জিনিয়াৰৰ পৰা পকেট মৰাৰ কথাটো ক'লি জানো?

পিয়ন ঃ নাই কোৱা মহৰী কাই।

মহৰী ঃ ক, ক, মৰিবি এতিযা।

আই ঃ সাৱধান। আৰু বেছি সময নাই। মৃত্যু অনিবাৰ্য্য।

মন্ত্ৰী ঃ আই অলপ সময দিযক। আমি আলোচনা কৰিছোঁ।

আই ঃ নিজৰ পাপৰ কথা নিজেই জানে। আলোচনাৰ প্ৰযোজন কিয?

পিয়ন ঃ চাৰ আপোনালোকৰ যদি, তাৰ মানে এ এ ছোৱালী সম্বন্ধীয লেনদেন আছে যদি

ইন্‌জি ঃ ঐ পিযন সৰ্বনাশ কৰিছ। মনে মনে

আই ঃ কোনো পাপৰ কথা ক'বলৈ কুণ্ঠাবোধ কৰিলে নচলিব, মুক্ত কণ্ঠে স্বীকাৰ কৰা।

মহৰী ঃ চাৰ পলম কৰি লাভ নাই। পানী এডিঙি হ'বই এতিযা।

ইন্‌জি ঃ মোৰ হ'লে বৰ লাজ লাগিছে চাৰ।

মন্ত্ৰী ঃ এৰা, মহামস্কিলখন লাগিল।

মহৰী ঃ আপোনালোকৰ যদি লাজ লাগিছে অলপ আঁতৰি গৈ কওক চাৰ।

মন্ত্ৰী ঃ আঁতৰিনো কেনি যাম, গোটেইখন পানীযেই পানী।

পিয়ন ঃ সেই বিৰিণা জোপাৰ ফালে এজন যাওক।

মহৰী ঃ আৰু সেই খাগৰি জোপাৰফালে এজন যাওক চাৰ।

মন্ত্ৰী ঃ মই সেই বিৰিণা জোপাৰ ফাললৈকে যাওঁ।

ইন্‌জি ঃ মই খাগৰি জোপাৰ ফাললৈকে যাওঁ।

মন্ত্ৰী ঃ (অলপ আগবাঢ়ি গৈ) কোনোবাই দেখিছে বা

ইন্‌জি ঃ আও গোটেইখন মানুহেই মানুহ।

আই ঃ মোৰ অতি চেনেহৰ দেশৰ বান বিভাগৰ ত্ৰাণকৰ্ত্তাসকল, তোমালোকৰ বাবে আৰু মাত্ৰ দুই মিনিট সময় দিয়া হ'ল। উক্ত সময়ৰ ভিতৰত সকলো স্বীকাৰ কৰি পাপ মুক্ত হোৱা। নহ'লে মৃত্যু আসন্ন। সাৱধান।

পিয়ন ঃ চাৰ, আমি চাৰ কাণত ঠিলা মাৰি থাকোঁ, লাজ-কাজ নকৰিব চাৰ

**মহৰী :** হয় চাৰ, কওক চাৰ। নহ'লে মৰিম এতিয়া....।

**মন্ত্ৰী :** বাৰু বাৰু মই তিনি কোৱাৰ লগে লগে তোমালোকে কাণত হাত থবা।

*আটায়ে :* হয় চাৰ।

**মন্ত্ৰী** : এক-দুই তিনি হ'লনে ?

**পিয়ন** : হ'ল চাৰ?

**মন্ত্ৰী** : হেৰা, যদি কাণত ঠিলা মাৰিছিলাই শুনিলানে কেনেকৈ ?

**পিয়ন** : আপুনি চাৰ কাণত হাত থবলৈহে কৈছিল ?

**মন্ত্ৰী** : হেৰা মূৰ্খহঁত, মিছাতে পলম কৰিছা কিয় ? পানী এডিঙি হ'ল, মৰিবা এতিয়া। শুনা এইবাৰ তিনি কোৱাৰ লগে লগে কাণত জোৰেৰে ঠিলা মাৰিবা।

**আটায়ে** : হয় চাৰ –

**মন্ত্ৰী** : এক - দুই - তিনি । হ'লনে?

**পিয়ন** : হ'ল চাৰ।

**মন্ত্ৰী** : অলগদ্ধ পিয়ন। কাণত ঠিলা মাৰিব নাজান নেকি ?

**পিয়ন** : নহয় চাৰ, মোৰ কাণত এটা তিনি মহীয়া বেমাৰ আছে চাৰ। (এনেতে পানী আহিল। পিয়নে চিঞঁৰ-বাখৰ লগালে)

**আই** : সময় পাৰ হৈ গ'ল। তোমালোকে অভিষ্ট, দেৱতাক স্মৰণ কৰা। অন্যথাই কোনো বিকল্প পথ নাই।

**ঠিকাদাৰ** : বাবুজী বচাওক। হামালোকৰ জমিনৰ তলত থকা দশ কোটি টাকা মাৰা গ'ল। (আটায়ে পানীত হাবু-ডুবু খাব ধৰিলে।)

**মন্ত্ৰী** : হেৰা, হেৰা। ধৈৰ্য্য ধৰা, আইৰ নাম স্মৰণ কৰা।

**আই** : হাঁহি। (পিয়নে সাঁতুৰিব ধৰিলে। পিয়নৰ পিঠিত মহৰী, মহৰীৰ পিঠিত হেড্‌ক্লাৰ্ক, ঠিকাদাৰ, ইঞ্জিনিয়াৰ, মন্ত্ৰী ধৰা-ধৰিকৈ মঞ্চত ঘূৰিব ধৰে।)

**মন্ত্ৰী** : যা মাতৃ ধনেশ্বৰী শক্তি ৰূপেণ সংস্থিতা, যা মাতৃ ধনেশ্বৰী...।

**আই** : অজাত পৰ্য্যন্তং ভবান চিৰঃমৃত ভব্। (এটা সময়ত আটায়ে ফ্ৰীজ হৈ ৰৈ গ'ল।)

<u>**সমাপ্ত**</u>

# যুক্তি, তৰ্ক আৰু সত্য

নাট্যকাৰ # ড° অৰূপ বৰঠাকুৰ

"১৯৯১ চনত অসম সাহিত্য সভাৰ একাংক নাট-প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাটকৰ পুৰস্কাৰ প্ৰাপ্ত।"

**প্ৰথম অঙ্ক**

প্ৰথম দৃশ্য

(নিৰ্দেশনা ঃ মঞ্চ মুকলি হোৱাৰ প্ৰাকমুহূৰ্ত্তত নেপথ্যত এটা বিস্ফোৰণৰ শব্দ হয। লগে লগে শুনা যায় কিছুমান আৰ্ত্তনাদ পুলিচৰ গাড়ীৰ চাইৰেণৰ শব্দ। আবহ সঙ্গীতত পৰিবেশ সূচক ৰহস্যঘন সুৰ। Proscenium ত পোহৰ পৰে। এজন যুৱক দৌৰি আহি proscenium ৰ মাজ... ৈৰ কেউফালে চায। যুৱকৰ বাওঁহাতৰ বাউসীত তেজ ওলাইছে। বাউসীটো জোৰেৰে হেঁচি ধৰি ...ক্ষণাত যুৱকৰ মুখ বিকৃত হয। পুলিচৰ ... ীৰ চাইৰেণ আগবাঢ়ি আহে। যুৱকে দ্বিধাগ্ৰস্তভাবে চাৰিওফালে দৃষ্টি নিক্ষেপ কৰি দৌৰিবলৈ ধৰে। Proscenium ৰ পোহৰ কমি গৈ মূল মঞ্চ মুকলি হয।

দেখা যায মঞ্চৰ দৃশ্যসজ্জাত এখন মধ্যবিত্ত ঘৰৰ বহা কোঠা। Up ce..tre আৰু Mid left ত ভিতৰলৈ যোৱা দুখন দুৱাৰ। Down right ৰ দুৱাৰেদি বাহিৰৰ পৰা কোঠালৈ সোমোৱা বাট। Mid right ত এখন খিড়িকীৰ কাষত এখন কাঠৰ চকী পাৰি থোৱা আছে। কোঠাৰ ভিতৰত এটা সাধাৰণ Sofa set। বেৰত এখন ধুনীয়া Oil painting এটা পিচফালৰ দুৱাৰৰ কাষতে থকা এটা Bookself ৰ ওপৰত এটা Transistor Radio এটা সাধাৰণ অথচ মাৰ্জিত পৰিবেশ।

খিড়িকীৰ কাষৰ চকীখনত বহি, চেতনাই Violine বজাই আছিল। Down left ৰ দুৱাৰেদি ভিতৰ সোমাই আহে বাদল। বাদলৰ চাৰ্টৰ সোঁহাতটো amputed হাতখনৰ বাউসীৰ পৰা ওলমি থাকিব।

**বাদলই ঃ** ৰ'চোন একমিনিট ৰ ভন্টি। (চেতনাই bow ডাল Violine ৰ পৰা আঁতৰাই লৈ চায) কিবা শব্দ এটা শুনিছিলি?

**চেতনা ঃ** শব্দ? কিহৰ শব্দ?

**বাদল ঃ** এইযে এইমাত্ৰ গুৰুম্ কৈ এটা শব্দ হৈছিল?

**চেতনা ঃ** ক'ত? মইতো নুশুনিলো?

**বাদল ঃ** আস্ ইমান ডাঙৰ এটা শব্দ হ'ল। মোৰ কোঠাৰ খিড়িকীখন ১০ ছেকেণ্ডমানলৈ ঘৰ্ঘৰ্কৈ কঁপি আছিল।

**চেতনা ঃ** জানো মই Violine বজাই আছিলো যে ...শুনিলো।

**বাদল ঃ** প্ৰথমতে মই ভাবিলো আকাশৰ কিবা Supersonic air craft ৰ শব্দ হ'ব ছাগৈ। কিন্তু আকৌ একমিনিটমান পিছতে শুনিলো কিবা ফুটাৰ শব্দ। এবাৰ নহয় কেবাবাৰো।

**চেতনা ঃ** হ'ব ছাগৈ ক'ৰবাত 'ফটকা' ফুটোৱাৰ শব্দ।

**বাদল ঃ** ফটকাৰ শব্দ? কিন্তু ফটকা ফুটাব কিয় এই অসময়ত?

**চেতনা ঃ** আজিকালি নো ফটকা ফুটাবলৈ কিবা নিৰ্দ্দিষ্ট কাৰণ লাগেনে? গোবিনহঁতৰ Club ৰ ফুটবল Match আছিল। অলপ আগতে সৰু সৰু ল'ৰা এজাক চিঞৰ বাখৰ কৰি যোৱা দেখিছিলো। বোধহয় সিহঁত জিকিল।

**বাদল ঃ** (ক্ষন্তেক ভাবি) হ'ব পাৰে। (যাব খুজি পুনৰ ৰয) দেউতা ঘুৰি অহা নাই নেকি?

**চেতনা ঃ** এতিয়াই ক'ত ঘুৰিব? বাহিৰত ভালকৈ আন্ধাৰ হোৱাই নাই।

**বাদল ঃ** কিমান দিন যে দেউতাক কৈছো, আন্ধাৰ হোৱালৈ বাহিৰত ঘুৰি ফুৰিব নালাগে। এনেয়ে ভালকৈ চকুৰে নমনে। ৰাস্তাবোৰতো আজিকালি স্কুটাৰ-মটৰ চাইকেলৰ যিহে ভীৰ হয়। কথা ক'লে শুনিলেহে।

**(কৈয়েই ভিতৰলৈ যায়। চেতনাই Violine খন লৈ টেবুলত থকা caseটোত সযতনে সামৰি থয়। হঠাৎ হৃদমুৰকৈ যুবকজন সোমাই আহে। সৌহাতত এটা Revolver)**

**চেতনা** ঃ (চক খাই) কোন? কোন আপুনি? এনেকৈ কাকো নোসোধাকৈ

**যুবক** ঃ (Revolver টোৱাঁই লৈ) Shut up !!

**(যুবকৰ হাতৰ revolver টো দেখি চেতনা সচকিত হৈ লাহে লাহে পিচ হোইকে, এটা চেগত হঠাৎ ঘূৰি দৌৰিবলৈ উদ্যত হয়।)**

**যুবক** ঃ Don't move ! (চেতনা ৰৈ যায়)

**চেতনা** ঃ কি কি লাগে আপোনাক??

**যুবক** ঃ মোক একো নালাগে। মাত্র অলপ সময় মই ইয়াত লুকাই থাকিম। মোৰ পিচত পুলিচ লাগি আছে।

**চেতনা** ঃ পুলিচ? আপোনাৰ বাউসীত তেজ?

**যুবক** ঃ পুলিচৰ গুলী মোৰ বাউসীৰ ঠিক কাষেদি পাৰ হৈ গ'ল। ভাগ্য ভাল আছিল গুলিটো ভালকৈ নালাগিল।

**চেতনা** ঃ কিন্তু আপুনি কিয় পলাইছিল? পুলিচে আপোনালৈ কিয় গুলীয়াইছিল? কি কৰিছিল আপুনি? ডকাইতি? হত্যা?

**যুবক** ঃ নহয়। মই ডকাইতি কৰা নাই হত্যাও কৰা নাই।

**চেতনা** ঃ তেনেহ'লে পুলিচে আপোনাক খেদি ফুৰিছে কিয়?

**যুবক** ঃ বেচি প্রশ্ন নকৰিব।

**চেতনা** ঃ কিন্তু আপুনি মোৰ ঘৰত অনধিকাৰ প্ৰৱেশ কৰি ইয়াত আশ্রয় বিচাৰিছে। পুলিচৰ ভয়ত কিয় পলাই ফুৰিছে সেই কথা নক'লে কেনেকৈ হ'ব?

**যুবক** ঃ বেচি কথা জনাৰ চেষ্টা নকৰিব। মুঠতে ইমানেই জানি থওঁক- মই কোনো কু কাৰ্যৰ আচামী নহয়। মাত্র কেইমিনিটমানৰ কাৰণে মই ইয়াত লুকাই থাকিব বিচাৰিছো। মই আপোনাৰ কোনো অপকাৰ কৰিব নিবিচাৰো। (চেতনা যাব খোজে) I said, don't move! চালাকী কৰাৰ চেষ্টা কৰিলে মই গুলী চলাবলৈ বাধ্য হ'ম, পুলিচৰ গুলী লক্ষ্যভ্ৰষ্ট হ'ব পাৰে। কিন্তু মোৰ পিষ্টলৰ গুলী কেতিয়াও লক্ষ্যভ্ৰষ্ট নহয়।

**চেতনা** ঃ কি আচৰিত কথা! এইমাত্র আপুনি ক'লে যে মোৰ কোনো অপকাৰ কৰিবলৈ নিবিচাৰে।

**যুবক** ঃ কৈছিলো। যদিহে আপুনি মোক বিপদত পেলাবলৈ চেষ্টা নকৰে।

**চেতনা** ঃ তাৰ মানে মই আপোনাৰ সেই উদ্যত পিষ্টলটোলৈ চাই ইয়াত বহি থাকিব লাগিব?

**যুবক** ঃ অন্ততঃ মই ইয়াৰ পৰা ওলাই নোযোৱালৈকে আপুনি তেনে কৰাটোৱেই মই বিচাৰোঁ। (চেতনাই লাহে লাহ ঘূৰি আহি চকীৰ কাষত ৰয)

**চেতনা** ঃ ঠিক আছে বাৰু। মই ইয়াতেই আছো। কিন্তু আপুনি সেই কুৎসিত পিষ্টলটো মোৰ চকুৰ আগৰ পৰা আঁতৰাই থওক। সেইটো দেখিলেই মোৰ ঘিণ লাগে।

**যুবক** ঃ ঘিণ লাগে? পিষ্টললৈ আপুনি ভয় নকৰে?

**চেতনা** ঃ নকৰো। নহয় মানে ভয় কৰোঁ। কিন্তু আপোনাৰ দৰে মানুহৰ হাতত দেখিলে ভয় নকৰো।

**যুবক** ঃ তাৰমানে আপুনি ভাবিছে নেকি মোৰ হাতৰ এইটো এটা পুতলা revolver?

**চেতনা** ঃ নাই ভবা।

**যুবক** ঃ আপুনি জানেনে ইয়াত এতিয়াও চাৰিটা গুলী Load হৈ আছে।

**চেতনা** ঃ হযতো আছে।

**যুবক** ঃ তেনেহ'লে নিশ্চয় এইটোও জানে যে ইয়াত থকা প্ৰতিটো গুলীয়েই এটা মৃত্যু কঢ়িয়াই আনিব পাৰে।

**চেতনা** ঃ জানো।

**যুবক** ঃ অথচ আপুনি এই পিষ্টলটোলৈ ভয় কৰা নাই? কি আচৰিত ছোৱালী আপুনি?

**চেতনা** ঃ আপুনিওটো কম আচৰিত ব্যক্তি নহয়। প্ৰাণৰ ভয়ত আহি অচিনাকি মানুহ এঘৰত সোমাই আশ্ৰয় বিচাৰিছে। কিন্তু অনুৰোধ কৰাৰ পৰিবৰ্তে মোক ভয় দেখুৱাইছে?

**যুবক** ঃ অনুৰোধ কৰাৰ স্বভাব মোৰ নাই। অনুৰোধ কৰিবৰ সলনি এই পিষ্টলটো মই হাতত তুলি লোৱা নাছিলো। অধিকাৰ কেনেকৈ কাঢ়ি আনিব লাগে সেয়া মই জানো।

**চেতনা** ঃ অধিকাৰ। আনৰ ঘৰত এনেকৈ প্ৰৱেশ কৰাৰ অধিকাৰ নিশ্চয় আপোনাৰ নাই।

**যুবক** ঃ মোৰ লগত তৰ্ক নকৰিব।

**চেতনা** ঃ (হাঁহি) বাৰু বাৰু তৰ্ক কৰি আপোনাক মই আৰু অপদস্থ নকৰোঁ। কিন্তু সদাহতে আপুনি সেই যন্ত্রটো সোমাই থওঁক। আপোনাৰ বাউসীৰ পৰা তেজ বাগৰি আছে। এতিয়াই বান্ধি নিদিলে আপুনি দুৰ্ব্বল হৈ পৰিব। (অগ্ৰসৰ হয)

**যুবক** ঃ মোৰ ওচৰলৈ নাহিব। খবৰদাৰ!

**চেতনা** ঃ ভুল নুবুজিব। মই আপোনালৈ বা সেই পিষ্টলটোলৈ ভয় কৰা নাই। আপোনালৈ আচলতে মোৰ পুতৌ জন্মিছে।

**যুবক** ঃ মোক কোনো ধৰণৰ পুতৌৰ প্ৰয়োজন নাই। আৰু এক খোজো আগবঢ়াৰ চেষ্টা নকৰিব।

**( আচম্বিতে ভিতৰৰ পৰা বাদল সোমাই আহে। বাদলৰ বাওঁহাতত এটা সৰু First-aid box. )**

বাদল ঃ Hold on youngman, Hold on!!

যুৱক ঃ (Revolver টোৱাঁই) Stop where you are! (আৱহ সঙ্গীত) কোন আপুনি?

বাদল ঃ (হঠাৎ উচ্চস্বৰে হাঁহে) হাঃ হাঃ হা- .

যুৱক ঃ হাঁহিছে কিয়?

বাদল ঃ নাহাঁহিম? মোৰেই ঘৰত আহি আপুনি মোকেই প্ৰশ্ন কৰিছে 'কোন আপুনি' হাঃ হাঃ হাঃ.... আচলতে মইহে আপোনাক প্ৰশ্ন কৰিব লাগিছিল- আপুনি কোন ?

যুৱক ঃ মোৰ পৰিচয় জনাৰ...

বাদল ঃ বৃথা চেষ্টা মই নকৰো। কাৰণ মই জানো, নিজৰ সঁচা পৰিচয় দিয়াৰ সৎসাহস আপোনাৰ নাই।

যুৱক ঃ মোক উত্তেজিত কৰাৰ চেষ্টা নকৰিব।

বাদল ঃ (হাঁহি) হাতত অস্ত্ৰ তুলি লোৱা মানুহবোৰ ইমান সহজতে উত্তেজিত হৈ পৰিলে কেনেকৈ হ'ব?

**(যুৱকে কঠোৰ দৃষ্টিৰে চায়)**

বাদল ঃ ৰ'ব। মোক ক'বলৈ দিয়ক। আপুনি ইয়ালৈ কিয় আৰু কেনেকৈ আহিল সেই কথা মই নোসোধো। কাৰণ মই ভিতৰৰ পৰা আপোনালোকৰ কথাবোৰ শুনি আছিলো।

যুৱক ঃ (হঠাৎ সন্ত্ৰস্ত হৈ পৰে) ভিতৰত আৰু কোন আছে? ..মই সুধিছো ভিতৰত আৰু কোন আছে?

বাদল ঃ (হাঁহি) ভয় কৰাৰ কোনো কাৰণ নাই। ভিতৰত কেৱল মইহে আছিলো। অৱশ্যে ইচ্ছা কৰা হ'লে আপোনাৰ অলক্ষিতে গৈ পুলিচক খবৰ এটা দি আপোনাক ধৰাই দিব পাৰিলেহেঁতেন।

যুৱক ঃ (ভিতৰলৈ চাই) What do you mean?

বাদল ঃ ভয় নকৰিব। শাসনযন্ত্ৰৰ প্ৰতি আমাৰ ঘৰখনৰ কাৰো কোনো দৰদ নাই। আপোনাক ধৰিবলৈ সুবিধা কৰি দি পুলিচ বাহিনীক hero সজোৱাৰ হেঁপাহ মোৰ নাই। ...আচলতে মই অলপ আগতেই ওলাব খুজিছিলো। কিন্তু এই First aid box টো বিচাৰোতে অলপ পলম হ'ল। ( boxটো টেবুলত থয়।)

চেতনা ঃ এতিয়া আপুনি নিসন্দেহে ইয়াত বহক। মই আপোনাৰ বাউসীটো বান্ধি দিওঁ। (যুৱক অবাক হৈ দুয়োলৈকে চায়) কি হ'ল? সন্দেহ আঁতৰাই নাই হ'বলা? বহক, চিন্তা নকৰিব। ভুল দৰব নলগাওঁ। মই nurse ৰ training লোৱা ছোৱালী। (বাকচটো খুলি bandage ৰ কাপোৰ লয়।)

বাদল ঃ বহক young man . ৩.. .. কথা কোৱা নাই।

যুৱক ঃ কোনো প্ৰয়োজন নাই এইবোৰৰ।

চেতনা ঃ প্ৰয়োজন আছে। এই আহত অৱস্থাৰে বীৰত্ব দেখুৱাব নালাগে। বহক। (চেতনাৰ কণ্ঠত অনুৰোধ নহয় আদেশৰ সুৰ)

যুৱক ঃ মোৰ লগত কোনো চালাকী কৰাৰ চেষ্টা নকৰিব।

বাদল ঃ চালাকী কৰা হ'লে আপোনাক ইতিমধ্যে আমি পুলিচৰ ওচৰত চমজাই দিব পাৰিলোহেঁতেন। কিন্তু আশ্ৰয় বিচাৰি অহা মানুহক আশ্ৰয় দিয়াটো আমাৰ এটা মানবীয় কৰ্তব্য।

চেতনা ঃ আৰু আঘাত প্ৰাপ্ত মানুহক first aid দিয়াটো এগৰাকী Nurse ৰ নৈতিক কৰ্তব্য। গতিকে আপুনি নিশ্চিন্ত মনে বহক।

বাদল ঃ আপুনি ক'ত কি কৰি আহিছে , আমি জানিবলৈ চেষ্টা নকৰোঁ। বহক। (ক্ষন্তেক নীৰৱতা। যুৱক লাহে লাহে গৈ চকীৰ কাষত ৰয়) বহক। (ক্ষন্তেক পুনৰ দুয়োলৈ চায় যুৱক বহে। চেতনাই যুৱকৰ আঘাত প্ৰাপ্ত বাউসীটো চায়।)

চেতনা ঃ ইস্! তেজ কৰাল বান্ধি চোলাটো একেবাৰে গাত লাগি ধৰিছে। (ককায়েকলৈ চায়।)

বাদল ঃ পানী লাগিব? একমিনিট। (ভিতৰলৈ যায়।)

চেতনা ঃ খুউব বিষাইছে নেকি?

যুৱক ঃ (কৰ্কশভাৱে) গুলী লাগিলে বিষোৱাটো স্বাভাৱিক।

চেতনা ঃ ( first aid box ৰ পৰা কপাহ আৰু দৰৱ উলিয়াই) এৰা, গুলীৰ আঘাত সদায় যন্ত্ৰণাদায়ক হয়। সেই কাৰণেই এই কুৎসিত পিষ্টলবোৰক মই মনে প্ৰাণে ঘিণ কৰোঁ। (দৰৱৰ বটল খুলি কপাহত ঢালি লয়।)

যুৱক ঃ (ঘড়ী চায়) এতিয়া কেইটা বাজিল?

চেতনা ঃ আপোনাৰ হাততে দেখোন ঘড়ীটো আছে।

যুৱক ঃ ঘড়ীটো কেনেবাকৈ বন্ধ হৈ গ'ল।

চেতনা ঃ (অৰ্থপূৰ্ণ হাঁহিৰে) সময়ৰ গতি সলনি কৰিব খোজা মানুহৰ হাতৰ ঘড়ীতে সময় বন্ধ হৈ গৈছে? (যুৱকে কঠোৰ দৃষ্টিৰে ঘূৰি চায়) এতিয়া সন্ধিয়া ৬ বাজিছে। (যুৱকে খিড়ীকীৰে বাহিৰলৈ চায়)

যুৱক ঃ বাহিৰত এতিয়াও ভালদৰে আন্ধাৰ হোৱা নাই।

চেতনা ঃ আন্ধাৰ আপোনাৰ খুউব ভাল লাগে নেকি?

যুৱক ঃ ভাল নালাগে। কিন্তু আন্ধাৰ নহ'লে ইয়াৰ পৰা ওলাই যোৱাটো অসম্ভৱ।

চেতনা ঃ আন্ধাৰৰ আঁৰে আঁৰে এনেকৈ পলাই ফুৰি কেতিয়াবা পোহৰলৈ ঘুৰি আহিব পাৰিবনে? (যুৱকে খঙেৰে চায়) অ' আই ! তেনেকৈ খঙেৰে মোলৈ চাইছে কিয়?

**যুৱক** ঃ মোক বেচিকৈ প্ৰশ্ন নকৰিব। আপোনাৰ অবান্তৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মই ইয়ালৈ অহা নাই। (হাতত এটা সৰু চৰিয়াত পানী লৈ বাদল আহে। টেবুলৰ ওপৰত থয়।)

**বাদল** ঃ তই তেওঁক ওলোটা ওভোটা প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰি তুলিব নালাগে। নিজৰ কাম কৰ। (চেতনাই কপাহ অলপ পানীত তিয়াই যুৱকৰ বাউসীত লাহে লাহে লগায়। যুৱকৰ মুখত যন্ত্ৰণাৰ অভিব্যক্তি।)

**চেতনা** ঃ চাৰ্টৰ হাতটো অলপ ধৰি দে। আপুনি চাৰ্টৰ বুতাম কেইটা খুলি দিয়ক। (যুৱকে খোলে)

**বাদল** ঃ চাওঁ চাৰ্টটো খোলকচোন। (বাদলে এহাতেৰে যুৱকৰ চাৰ্টটো খোলাত সহায় কৰে। light compact হয় তিনিওৰে ওপৰত। বাদলৰ মুখ কঠোৰ হৈ পৰে। চেতনাই অভিজ্ঞ নাৰ্চৰ দৰে পানীত তিয়াই কপাহেৰে আঘাতখিনি ধুই লয়।)

গুলীটো আৰু এক ইঞ্চি ইফালেদি অহা হ'লে আপোনাৰ বাউসীটো হয়তো (নিজৰ কটা বাউসীটোলৈ চাই লাহে লাহে আঁতৰি আহি মঞ্চৰ সন্মুখত বহয়। ইয়াৰ মাজতে চেতনাই ককায়েকৰ নিৰীক্ষণ কৰে। দৰব লগোৱা কপাহকন আঘাতৰ ওপৰত লগাই দিয়াৰ লগে লগে যুৱকে যন্ত্ৰণাত চিঞৰি উঠে)

**যুৱক** আ আ

**বাদল** ঃ (নিজৰ কটা বাউসীটো বাওঁহাতেৰে খামোচ মাৰে।) Stop it ! Stop shouting like a child !

**যুৱক** ঃ(যন্ত্ৰণাত আৰ্তনাদ কৰে) আ আ

**চেতনা** ঃ (উত্তেজিত হৈ) নিচিঞৰিব চিঞৰিছে কিয়? ঘাঁত Iodine tincture লগালে অলপ বিষাবই।

**বাদল** সামান্য বিষ এটা সহ্য কৰিব নোৱাৰিলে হাতত পিষ্টল লৈ ঘূৰি ফুৰিছে কিয়? (বাদল অস্থিৰ ভাবে আঁতৰি খিড়িকীৰ কাষত ৰয়গৈ। চেতনাই হাতখনত কাপোৰেৰে মেৰিয়াই বান্ধি দিয়ে।)

**চেতনা** ঃ বাহিৰৰ দুৱাৰখন মাৰি দে। দেউতা আহি পাব কি কোনো মুহূৰ্ততে। আহিয়েই এওঁক এই অবস্থাত দেখা পালে (বাদল গৈ দুৱাৰখন বন্ধ কৰে। চেতনাই চৰিয়াৰ পানীত হাত ধুই বস্তুবোৰ first aid box ত সোমাই লয়।)

**চেতনা** ঃ মই ভালদৰে বান্ধি দিছো। তেজ ৰ'ব। আঘাত বেচি নহয়। কিন্তু বিষটো অলপ সময় থাকিব। (চৰিয়া লৈ চেতনা ভিতৰলৈ যায়। বাদলে First aid box টো ভালকৈ সামৰি লয়।)

**যুৱক** ঃ বাহিৰত আন্ধাৰ হৈছে - নহয়?

**বাদল** ঃ আৰু অলপ পিচতে সম্পূৰ্ণ আন্ধাৰ হ'ব।

**যুৱক** ঃ আপোনাৰ দেউতা ক'লৈ গৈছে? (ক্ষন্তেক নীৰৱতা। বাদলে box টো জপাই লয়।) মই সুধিছো আপোনাৰ দেউতা ক'লৈ গৈছে?

**বাদল** ঃ পুলিচৰ ওচৰলৈ।

**যুৱক** ঃ (থিয় হৈ) What?

**বাদল** ঃ হাঃ হাঃ হাঃ কি হ'ল? ভয় খাই গ'ল নেকি?

**যুৱক** ঃ এয়া ৰসিকতা কৰাৰ সময় নহয়।

**বাদল** ঃ এৰা এয়া ৰসিকতাৰ পৰিবেশো নহয়।

**যুৱক** ঃ মোৰ প্ৰশ্নৰ উত্তৰ নাপালোঁয়ে। মই সুধিছিলো আপোনাৰ দেউতাৰ কথা।

**বাদল** ঃ এজন ৭০ বছৰীয়া retired school মাষ্টৰ যাৰ জীৱনৰ শেষ ... নিজৰ পত্নীৰো মৃত্যু হৈছে। তেনে এজন মানুহৰ একোটা daily routine থাকে মোৰ দেউতাৰো আছে। দিনটো ঘৰতে বহি থাকে। কোনোবা কোনোবা আহিলে পুৰণা দিনৰ কথা কয়। বৃটিছৰ বিৰুদ্ধে ক'ত কি কৰিছিল --সেইবোৰ কথা কয়। আৰু কথা পাতিবলৈ কোনো লগ নাথাকিলে, একেখন গীতাৰ কাকতকে লুটিয়াই বগাই ইমূৰৰ পৰা সিমূৰলৈ ঘূৰাই ঘূৰাই পঢ়ি থাকে

**যুৱক** ঃ আপোনাৰ দেউতাই স্বাধীনতা সংগ্ৰামত অংশ লৈছিল?

**বাদল** ঃ (সন্দেহপূৰ্ণ দৃষ্টিৰে যুৱকলৈ চায়) অতি সক্ৰিয় ভাবে।

**যুৱক** ঃ নিশ্চয় গান্ধীৰ দলত সত্যাগ্ৰহ কৰিছিল। (যুৱকৰ কণ্ঠত শ্লেষ স্পষ্ট)

**বাদল** ঃ প্ৰথমতে গান্ধীজীৰ দলৰ লগত সত্যাগ্ৰহ। তাৰ পিছত ৪২ ৰ পৰা সুভাষ বসুৰ অনুগামীসকলৰ লগত।

**যুৱক** (উৎসাহেৰে) তাৰমানে আপোনাৰ পিতৃয়ে বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামত ভাগ লৈছিল?

**বাদল** বৃটিছৰ বিৰুদ্ধে কুটাঘাটমূলক কাৰ্য্যবোৰত লাইনৰ fish plate খুলি ৰেল বগৰাইছিল। দেউতাহঁতৰ এটা দলে অহৰ্নিশে কাম কৰিছিল। খাৰ-বাৰুদ কঢ়িয়াও ৰেলগাড়ী, ৰাব ডাক বাংলোত জুই দিছিল ক'ত যে কি নকৰিছিল।

**যুৱক** ঃ তাৰ পিছত?

**বাদল** ঃ তাৰ পিছত ভাৰতলৈ স্বাধীনতা আহিল। বৃটিছৰ ঠাইত দেশীয় গণতান্ত্ৰিক চৰকাৰৰ শাসন আৰম্ভ হ'ল। স্বাধীন ভাৰতৰ নাগৰিক হিচাবে দেউতাহঁতে কিছুদিন গৌৰব কৰিলে। দিন পাৰ হ'ল। এটা এটাকৈ চাৰিটা দশক পাৰ হৈ গ'ল। স্বাধীন দেশৰ ইতিহাসত অচিনাকি ব্যক্তি হৈ পৰি ৰ'ল মোৰ দেউতা আৰু তেওঁৰ দৰে বহুতো অখ্যাত

বিপ্লৱী। যৌৱনৰ সেই উত্তাল তেজ সময়ৰ আঁচোৰত বাৰ্দ্ধক্যৰ শীতল তেজলৈ পৰিণত হ'ল।

**যুৱক** ঃ তাৰমানে?

**বাদল** ঃ এতিয়া সেই দিনবোৰৰ ধুসৰ স্মৃতিৰ বাহিৰে দেউতাৰ ওচৰত একোৱেই নাই। তেওঁলোকৰ সোণৰ ভাৰত গঢ়াৰ সপোন লাহে লাগে ভাঙি-চিঙি চুৰমাৰ হৈ গ'ল। লগৰ প্ৰায়বোৰেই ইতিমধ্যে ঢুকাইছে। হতাশাৰ বোজা কঢ়িয়াই কঢ়িয়াই মোৰ দেউতায়ো এতিয়া অন্তিম দিনটোলৈ বাট চাইছে। ৰূপান্তৰৰ সেই ৰঙীন সপোনবোৰত তেওঁৰ আৰু এতিয়া কোনো আস্থা নাই। (ইতিমধ্যে যুৱকে চোলাটো গাত সোমাবলৈ যত্ন কৰিছিল। চেতনাই এহাতত এগিলাচ পানী আৰু আনটো হাতত এটা চাৰ্ট লৈ সোমাই আহে।)

**চেতনা** ঃ অ আই! কি আচৰিত মানুহ আপুনি? সেই তেজ লগা চাৰ্টটো কিয় পিন্ধিছে? খুলি পেলাওক সেইটো। এইটো লওক। (চোলাটো দলিয়াই দিয়ে। যুৱকে হাতত লৈ আচৰিত হৈ চায়) তেনেকৈ 'হাঁ' কৰি মোৰ ফালে কি চাইছে? তেজ লগা চাৰ্টটো সলাই সেইটো পিন্ধি লওক। কি অদ্ভুদ লেতেৰা মানুহ আপুনি?

(যুৱকে নিৰ্দেশ পালন কৰে) এই তেজ লগা চাৰ্টটো ক'ৰবাত লুকাই থব লাগিব। দেউতা আহি দেখিলে.....

**বাদল** ঃ চাৰ্টটো মোক দিয়ক। (যুৱকে দিয়ে। বাদলে চাৰ্ট আৰু first aid box লৈ ভিতৰলৈ যায়। চেতনাই হাতত থকা টেবলেট এটা আৰু পানী গিলাচ আগবঢ়াই দিয়ে।)

**চেতনা** ঃ এই টেবলেটটো খাই দিয়ক। বিষ কমিব। (যুৱকে টেবলেটটো হাতত লৈ নিৰীক্ষণ কৰে) তেনেকৈ চাব নালাগে। সেইটো আপোনাক বেহুচ কৰিবলৈ দিয়া নাই। যদি ইংৰাজী পঢ়িব জানে পঢ়ি লওক। সেইটো এটা pain killer হে। (যুৱকে পানীৰে সৈতে টেবলেট খাই গিলাচটো টেবুলত থয়।)

**যুৱক** ঃ আপোনাৰ দেউতা ক'লৈ গৈছে?

**চেতনা** ঃ ক'লৈ আৰু যাব। সদায় সন্ধিয়া এবাৰ ওলাই যায়। ৰেলৱে ষ্টেছনৰ কাষতে দেউতাৰ এজন পুৰণা বন্ধুৰ এখন কিতাপৰ দোকান আছে। মানুহজনৰ পুতেকে দোকানখন চলায়। তাতে বহি দুই বন্ধুয়ে গধুলি পৰত সদায় দুঘণ্টা মান সময় গল্প মাৰে।

**যুৱক** ঃ (কোঠাটো নিৰীক্ষণ কৰি) এই painting খন আপুনি কৰিছে? বৰ ধুনীয়া painting।

**চেতনা** ঃ আপুনি painting বুজি পায়।

**যুৱক** ঃ এসময়ত ময়ো ছবি আঁকিছিলো ? Oil painting .

**চেতনা** ঃ আচৰিত। হাতত তুলিকা লোৱা মানুহৰ হাতত এতিয়া বন্দুক?

**যুৱক** ঃ কিয়? বিষ্ণু ৰাভাৰো এহাতে তুলিকা আৰু আনটো হাতত বন্দুক আছিল।

**চেতনা** ঃ (হাঁহি) এৰা! .. বিষ্ণুৰাভা... এতিয়া কিমান ৰাতি? তুমি সাৰে আছা ... সাৰে আছো মই .. আৰু সাৰে আছে জাগ্ৰত জনতা — নিদ্ৰাবিহীন ৰাতি।"

(চেতনাই ক'ব নোৱাৰাকৈয়ে যেন হঠাৎ কবিতাটোৰ আবৃত্তি আৰম্ভ কৰে।)

**যুৱক** ঃ (আবৃত্তি কৰি) বন্দী শিল্পীৰ বেদনাত জাগে ৰঙা জীৱনৰ উন্মাদনা। সঁচা আবেগৰ ৰোল। (চেতনায়ো যুৱকৰে সতে কণ্ঠ মিলাই)

**চেতনা** ঃ মাজনিশা কোনে মৰিশালি জুৰি চিঞৰি উঠে—

**দুয়ো** ঃ কল্লোল বন্ধু — জীৱনৰ কল্লোল। (চেতনাই হঠাৎ অনাবিলভাৱে হাঁহিবলৈ ধৰে)

**যুৱক** ঃ হাঁহিলে যে?

**চেতনা** ঃ আপুনি তাৰমানে এজন শিল্পীও আছিল।

**যুৱক** ঃ কলেজীয়া জীৱনত।

**চেতনা** ঃ আপুনি কলেজত পঢ়িছিল?

**যুৱক** ঃ মই chemistry ত major লৈ graduation লৈছো। (চেতনাই আচৰিত হৈ চায়।)

**চেতনা** ঃ আচৰিত ! কোন কলেজত পঢ়িছিল আপুনি?

**যুৱক** ঃ (প্ৰসঙ্গ সলাই) আ.... আপুনি মোৰ প্ৰশ্নৰ উত্তৰ নিদিলে? এই পেইন্টিংখন আপুনি আঁকিছিল?

**চেতনা** ঃ নহয়, মই নহয় দাদাই আঁকিছিল। (বাদল আহি শুনি, ৰৈ যায়)

**যুৱক** ঃ দাদা মানে এইমাত্ৰ যে আহিছিল?

**বাদল** ঃ কিয়? আচৰিত হৈছে, নহয় young man! ভাবিছে নিশ্চয়, এটা হাতকটা পঙ্গুৱে কেনেকৈ এনে এখন ছবি আঁকিব পাৰিলে। (ছবিখনৰ কাষত গৈ চায়।) এই ছবিখন ময়ে আঁকিছিলো। কিন্তু মই বাওঁহতীয়া মানুহ নহয়। এতিয়া সোধক এই ছবিখন তেনেহ'লে মই কেনেকৈ আঁকিছিলো! এই ধুনীয়া ছবিখন মই (কটা হাতটোলৈ চায়) এইখন হাতেৰে আঁকিছিলো। (আৱহ সঙ্গীত)

**চেতনা** ঃ এতিয়া সেইবোৰ কথা বাদ দে ডাঙৰ দাদা।

**যুৱক** ঃ (আশ্চৰ্য্যত) তেনেহ'লে আপোনাৰ হাতখন..........

**বাদল** ঃ বৃটিছ শাসকৰ মুঠিৰ পৰা মোৰ দেউতাহঁতে সংগ্ৰাম কৰি স্বাধীন কৰা ভাৰতবৰ্ষৰ শাসন যন্ত্ৰৰ আঘাতত মই মোৰ সোঁহাতখন হেৰুৱাব লগীয়া হ'ল। অসমৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ ছবছবীয়া ইতিহাসৰ বুকুত মই এই সোঁহাতখন এৰি থৈ আহিলো। গণতান্ত্ৰিক দেশত নিজৰ সাংবিধানিক অধিকাৰ বিচৰাৰ ফল এয়া।

যুৱক : তাৰমানে....

বাদল : শান্তিপূৰ্ণ সত্যাগ্ৰহীৰ মাজলৈ মৰা পুলিচৰ গুলীয়ে মোৰ হাতখন পঙ্গু কৰি পেলালে। হাড়ৰ মাজত সোমাই থকা গুলীটোৱে মোৰ হাতখন নষ্ট কৰি পেলাইছিল। Doctor এ ক'লে Gangrene form হৈছে। হাতখন কাটি নেপেলালে হয়তো মোৰ জীৱনটো নাবাচিলহেঁতেন। গতিকে অৱশেষত মোৰ সোঁহাতখন........... যিখন হাতেৰে মই এসময়ত ছবি আঁকিছিলো, যিখন হাতেৰে violine ত bow ডাল লৈ সুৰ তুলিছিলো-- সেই হাতখন মোৰ শৰীৰৰ পৰা চিৰদিনৰ বাবে আঁতৰাই পেলোৱা হ'ল।

(চেতনাই উচুপি উঠে) কিন্তু কি পালো। মই এই হাতখনৰ বিনিময়ত? কি পালে মোৰ দেশৰ মানুহে মোৰ এই সোঁহাতখনৰ মূল্যৰে! আৰু এটা ৰাজনৈতিক প্ৰৱঞ্চনা??

যুৱক : ক'বচোন ক'ব। ক্ষমা কৰিব। যদি বেয়া নাপায়, আপোনাৰ নামটো জানিব পাৰোনে?

বাদল : (হঠাৎ হাঁহিবলৈ ধৰে) হাঃ হাঃ হাঃ ... যিদৰে স্বাধীন ভাৰতবৰ্ষৰ ৰাজনৈতিক প্ৰৱঞ্চনাৰ মাজত মানুহে মোৰ দেউতা ব্ৰজনাথ চৌধুৰীক পাহৰি গ'ল. .

যুৱক : ব্ৰজনাথ চৌধুৰী??

বাদল : ঠিক সেইদৰে মানুহে মোৰ নামো পাহৰি গ'ল। পাহৰি গ'ল পুলিচৰ গুলী খাই পঙ্গু হোৱা . . ..

যুৱক : বা দ ল চৌ ধু ৰী?

বাদল : (মুৰ দুপিয়াই) ধন্যবাদ। অন্ততঃ মোৰ নামটো আপোনাৰ মনত আছে।

যুৱক : (আশ্চৰ্যত) তাৰমানে যুগল আপোনাৰ.. ?

চেতনা : যুগল কিশোৰ চৌধুৰী আমাৰ সৰু ভাই।

যুৱক : What a surprise !

বাদল : মোৰ হাতখন কাটি মোক পঙ্গু কৰি পেলোৱাৰ দুদিন পিচতে heart stroke হৈ মাৰ মৃত্যু হ'ল। বোধকৰো চকুৰ আগতে নিজৰ প্ৰথম সন্তানক পঙ্গু অৱস্থাত চাই থাকিবলৈ মায়ে ইচ্ছা নকৰিলে।

চেতনা : ইয়াৰ পিচত এদিন ভাইটিও ঘৰ এৰি গুচি গ'ল।

বাদল : যাবৰ সময়ত দেউতাক কৈ গ'ল যে এইঘৰ ঘৰৰ চতুৰ্থ সন্তান ঠিক দেশৰ কাৰণে উচৰ্গা কৰা হ'ল বুলি সকলোৱে ভাবি লওক। তাৰপিচত যোৱা ৩ টা বছৰে তাৰ কোনো খবৰ নাই।

চেতনা : অলপ কেইদিনমানৰ আগতে তাৰ এখন চিঠি আহিছে। বাৰ্মাৰ সীমান্তৰ এটা post office ৰ পৰা পঠোৱা চিঠি। দুই এদিনতে হেনো সি তাৰ পৰা ঘুৰি আহিব।

যুৱক : দুই এদিন নহয়। যুগল আজি ঘুৰি আহিছে। (আৱহ সঙ্গীত)

চেতনা : আপুনি ভাইটিক চিনি পায়?

যুৱক : আপোনাৰ ভাইটি আমাৰ সংগঠনৰ এজন সক্ৰিয় সদস্য।

বাদল : Well young man তাৰমানে যুগল আপোনাৰ Comrade?

চেতনা : সি কলৈ আহিছে — ক'ত আছে? মই তাক এবাৰ চাব পাৰিমনে? কিমান দিনযে তাক দেখা নাই। শুনিছো বাৰ্মাৰ অটব্য অৰণ্যত সিহঁতৰ training চলিছিল!

বাদল : উত্তেজিত নহবি। সি ইয়ালৈ ঘুৰি আহিলেও ঘৰলৈ আহিব নোৱাৰে। তাৰ দৰে বিপ্লৱীৰ কোনো ঘৰ নাথাকে। . ......by the way, যুগল কলৈ আহিব, আপুনি নিশ্চয় জানে?

যুৱক : পৰহি আমাৰ মনিপুৰৰ base camp ৰ পৰা এটা message আহিল। আমাৰ সাতজন trained সদস্য আজি ইয়ালৈ আহিল। তাৰ মাজতে যুগলো আছে। আমি তেওঁলোক receive কৰাৰ বাবে সাজু হৈছিলো।

বাদল : তাৰপিচত?

যুৱক : কোনোবাকৈ information টো পুলিচৰ হাতত পৰিল! (আৱহ সঙ্গীত। দুয়োৰে দৃষ্টি বিনিময়)

চেতনা : পুলিচৰ হাতত? তাৰমানে. .......

যুৱক : চিন্তা কৰিব নালাগে। পুলিচৰ চকুত ধূলি দি তেওঁলোকক নিৰাপদে লৈ অহা হ'ল। কিন্তু পুলিচে সন্দেহক্ৰমে আমাৰ গাড়ীখন follow কৰিলে। উপায়হীন হৈ আমি বন্দুকৰ আশ্ৰয় ল'ব লগা হ'ল। পুলিচৰ লগত অলপ গুলীয়াগুলী হ'ল। গাড়ীখন তাতে এৰি আমি কোনোমতে পলাই সাৰিলো।

চেতনা : কিন্তু যুগলহঁতৰ কি হ'ল? ভাইটি পুলিচৰ হাতত ধৰা পৰা নাইতো? (দুৱাৰত knock হয়) বোধহয় দেউতা আহিল। (দুৱাৰৰ ফালে যাব খোজে)

বাদল : ৰবি! আন কোনোবাও হ'ব পাৰে। এওঁক লৈ তই ভিতৰলৈ যা। (চেতনা আৰু যুৱক ক্ষীপ্ৰতাৰে ভিতৰ সোমায়। বাদলে দুৱাৰ খুলি বাহিৰ ওলাই যায়। আৱহ সঙ্গীতৰ বহস্যময় সুৰ। ক্ষন্তেক পিচতে বাদল পুনৰ সোমাই আহে। মুখ চিন্তাক্লিষ্ট। এবাৰ কঠোৰভাৱে ভিতৰলৈ চায়। ক্ষন্তেক ভাবি অস্থিৰ ভাবে পাইচাৰী কৰে। ভিতৰলৈ চাই চিঞৰে) ভন্টি....। (চেতনা ওলাই আহে) তেওঁ ক'লৈ গ'ল? (যুৱক আহে।)

চেতনা : কোন আহিছিল? (বাদল চিন্তামগ্ন)। ডাঙৰ দা

**বাদল ঃ হোঁ? মোৰ এজন বন্ধু। মই অলপ ওলাই যাওঁ। ভিতৰৰ পৰা দুৱাৰখন জপাই থবি। মই অলপ পিচতেই আহিম।**

চেতনা ঃ কিন্তু হৈছে কি? নকৰ কিয়? ক'লৈ যাব তই?

বাদল ঃ একো হোৱা নাই। (যুবকৰ কাষলৈ গৈ) আপুনি মই নহালৈকে বাট চাব। মোৰ অলপ পলম হ'লেও আপুনি বহিব। দৰ্কাৰী কথা আছে। (কৈযেই খৰকৈ ওলাই যায)

চেতনা ঃ (বাদলৰ পিচে পিচে গৈ দুৱাৰখন জপাই থয়) হঠাৎ আকৌ কি খবৰ আহিল?

যুবক ঃ বাহিৰত সম্পূৰ্ণ আন্ধাৰ হ'ল। মই ভাবো, এতিয়া মই নিৰাপদে ওলাই যাব পাৰিম। বোধহয় মই সোনকালে যোৱাই ভাল হ'ব।

চেতনা ঃ কিয় যাব? দাদাই আপোনাক বাট চাবলৈ কৈ গৈছে। সি ঘূৰি নহালৈকে অন্ততঃ আপুনি ৰবই লাগিব।

যুবক ঃ আঞ্চলিক বাতৰিটোৰ সময় হ'ল নিশ্চয়।

চেতনা ঃ (ঘড়ী চাই) নিশ্চয় বাতৰি চলি আছে এতিয়া।

যুবক ঃ মই ৰেডিঅ'টো শুনিব খুজিছো অলপ।

চেতনা ঃ শুনক। সৌটো তাতে আছে। (যুবকে ৰেডিঅ'ৰ ওচৰলৈ গৈ ৰেডিঅ'টো On কৰে। চেতনা ভিতৰৰ কোঠালৈ যাব খুজি বাতৰি শুনি ৰৈ যায। ৰেডিঅ'ৰ বাতৰি শুনা যায়)

ৰেডিঅ' - (বাতৰি চলি আছিল) এইমাত্ৰ চহা বাতৰিত প্ৰকাশ যে যোৰহাটৰ ৰেলৱে ষ্টেছনৰ কাযত হোৱা এটা শক্তিশালী বোমা বিস্ফোৰণত তিনিজন মানুহৰ ঘটনাস্থলীতে মৃত্যু হয়। (আবহ সঙ্গীত, চেতনাই ঘূৰি চাই চকীৰ কাষলৈ আগবাঢ়ি আহি শুনে।)

বিস্ফোৰণৰ ফলত কমেও ২০ জন লোক গুৰুতৰভাৱে আহত হৈছে। আহত সকলক তৎকালীনভাৱে নিকটবৰ্ত্তী অসামৰিক চিকিৎসালযত ভৰ্ত্তি কৰোৱা হৈছে। আহত সকলৰ ভিতৰত তিনিজনৰ অৱস্থা সংকটজনক বুলি জনোৱা হৈছে। সেই একেটা বাতৰিতে প্ৰকাশ যে বোমা বিস্ফোৰণৰ ঘটনাৰ কেই মিনিটমানৰ পিচতে চহৰখনৰ উপকণ্ঠ অঞ্চলত কিছুমান দুবৃৰ্ত্তৰ সৈতে পুলিচৰ এক সশস্ত্ৰ সংঘৰ্ষত এজন পুলিচৰ লোক আহত হৈছে। দুৰ্বৃত্ত দলৰ আটাইকেইজনেই পলাই সাৰে। অপৰাধীক ধৰা পেলাবলৈ অঞ্চলটোত পুলিচৰ জোৰ অনুসন্ধান চলি আছে।

**(যুবকে radio টো off কৰি স্থিৰ দৃষ্টিৰে চেতনালৈ চায়। আবহ সঙ্গীত। চেতনাই হতবাক হৈ ৰৈ থাকে। যুবক তেওঁৰফালে অগ্ৰসৰ হয়)**

চেতনা ঃ (পিচ হোঁহকে) নাহিব। মোৰ ওচৰলৈ নাহিব। আপোনাক আশ্ৰয় দি মই এটা ডাঙৰ ভুল কৰি পেলালো। আপুনি হত্যাকাৰী --আপুনি সন্ত্ৰাসবাদী! কিয়? কি অপৰাধত আপোনালোকে নিৰ্দ্দোষ মানুহ বোৰক পাশৱিকভাৱে হত্যা কৰিলে? কি অপৰাধ কৰিছিল সেই নিহত মানুহ কেইজনে? তেওঁলোক কি আপোনালোকৰ সংগঠনৰ শত্ৰু আছিল? কি লাভ হ'ল এই অহৈতুক ৰক্তপাতৰ?

যুবক ঃ অৰ্থহীন ৰক্তপাত আমিও নিবিচাৰো। এয়া এটা দুৰ্ঘটনা। নিৰ্দ্দোষ মানুহকেইজনৰ মৃত্যু আমাৰ কাম্য নাছিল।

চেতনা ঃ তেনেহ'লে কি সেই বোমাটো দুৰ্ঘটনাবশতঃ তাত বিস্ফোৰিত হ'ল? আপোনালোকে ইচ্ছাকৃতভাৱে ৰেলৱে ষ্টেছনৰ ভিৰত মানুহৰ মাজত সেই বোমাটো ফুটিবলৈ এৰি দিয়া নাছিল?

যুবক ঃ তাৰ বাহিৰে আমাৰ উপায় নাছিল। সেই ৰেলখনতে যুগলহঁত আহিছিল। সিহঁতক নিৰাপদে তাৰ পৰা লৈ অনাৰ দায়িত্ব আছিল আমাৰ ওপৰত। পুলিচে আগতেই খবৰ পাইছিল। ৰেলৱে ষ্টেছনৰ চাৰিওফালে পুলিচৰ চোকা পহৰা আছিল। পুলিচক তাৰ পৰা আঁতৰ কৰাবৰ বাবে আমাৰ হাতত অন্য কোনো উপায় নাছিল। ঠিক সেই সময়তে বোমাটো বিস্ফোৰণ নোহোৱা হ'লে হয়তো আপোনাৰ ভাই যুগল আৰু তেওঁৰ লগত অহা ৬ জন সদস্য পুলিচৰ হাতত ধৰা পৰিলেহেঁতেন। তেওঁলোকৰ এই দুবছৰীয়া প্ৰস্তুতি অথলে গ'লহেঁতেন।

চেতনা ঃ কিন্তু কিন্তু তিনিজন নিৰীহ মানুহৰ প্ৰাণৰ বিনিময়ত

যুবক ঃ (উত্তেজিত হৈ) মই কৈছোৱেই -- নীৰিহ মানুহকেইজনৰ মৃত্যু আমাৰ কাম্য নাছিল। তেওঁলোকৰ মৃত্যু এটা দুৰ্ঘটনা মাত্ৰ। Time device থকা সেই বোমাটো যি সময়ত তাত ৰখা হৈছিল, সেইসময়ত তাত কোনো মানুহ নাছিল। আমি কেনেকৈ জানিম যে একেলগে ইমানবোৰ দুৰ্ভগীয়া মানুহ গৈ সেই ঠাইতে গোট খাবগৈ? আমাৰ উদ্দেশ্য আছিল ৰেলখন আহি ষ্টেচনত সোমোৱাৰ লগে লগে সেই ঠাইত পৰা নিৰাপদ দূৰত্বত এটা হুলস্থূলীয়া পৰিৱেশ সৃষ্টি কৰা। পুলিচৰ নিশ্চিদ্ৰ পহৰাক divert কৰাই আছিল আমাৰ উদ্দেশ্য। আমাৰ সাতজনকৈ trained সদস্যক লৈ কোনো ধৰণৰ risk ল'বলৈ আমি প্ৰস্তুত নাছিলো।

**চেতনা ঃ তাৰমানে সেই মানুহকেইজনৰ জীৱনৰ কোনো মূল্য নাই আপোনালোকৰ ওচৰত ?? সেই দুৰ্ঘটনাৰ বাবে আপোনালোক দায়ী নহয়??**

যুবক ঃ (অস্থিৰ হৈ) মই আপোনাক কেনেকৈ বুজাম যে আমি....

(ইতিমধ্যে ভিতৰৰ দুৱাৰেদি কোঠালৈ সোমাই অহা যুগলক দেখি যুবক হতভম্ব হৈ ৰৈ যায়। আবহ সঙ্গীত effect।) (আশ্চৰ্য্যত ) যু–গ–ল ??

(চেতনাই ক্ষীপ্ৰতাৰে ঘূৰি যুগলৰ মুখামুখি হৈ আগবাঢ়িব খুজি ৰৈ যায়)

**চেতনা** ঃ ভা– ই– টি–?? (প্ৰচণ্ড আবেগত চেতনা বিহ্বল হয়) তই ইয়াত??

**যুগল** ঃ (শীতল ভাবে) ভিতৰত কোনোবা থকাৰ উমান পাই মই পিচফালেদি আহি ঘৰত সোমালো। তহঁতৰ কথাবোৰ মই ভিতৰৰ পৰাই শুনিছো। (যুবকক) Thank you for saving us. আৰু একমিনিট দেৰি হ'লেই আমি আটাইবোৰ ধৰা পৰিলোহেঁতেন।

**যুবক** ঃ কিন্তু বাকীবোৰ? তেওঁলোক ক'ত?

**যুগল** ঃ Don't worry. All of us have safely arrived.

**যুবক** ঃ মই এটা আচৰিত সংযোগতে আহি এইখিনি পালোহি।

**যুগল** ঃ দাদাৰ কোঠাত তোমাৰ তেজ লগা চোলাটো দেখি আহিছো। কাষতে first aid box টোও পৰি আছে। গতিকে মই বুজিছো তুমি কেনেকৈ আহি এইখিনি পালাহি। গুলী ক'ত লাগিছিল?

**যুবক** ঃ বাউসীত। অকনমান চুই ওলাই গ'ল। Deep wound হোৱা নাই।

**যুগল** ঃ (নিৰ্বিকাৰভাৱে হাঁহে) গাড়ীখনৰ পৰা সিহঁতে একো clue উলিয়াব নোৱাৰিব। (যুগলে ক্ষন্তেক ভাবি মূৰ দু পিয়াই। ইমানপৰে চেতনাই যুগলৰ ফালে নিৰ্ব্বাক দৃষ্টিৰে চাই আছিল। যুগল ঘূৰি বায়েকৰ মুখামুখি হৈ ৰয়)

**যুগল** ঃ দেউতা ঘৰত নাই? (চেতনাই নীৰবে মূৰ জোকাৰে) আৰু দাদাহঁত? (চেতনাই নিৰ্ব্বাক হৈ চাই ৰয়) তেনেকৈ কি চাইছ মোলৈ? কি হ'ল? মোক একো নোসোধ? ইমানদিন ক'ত আছিলো –কি কৰি আছিলো – কেনেকৈ আছিলো– একো নোসোধ মোক?

**চেতনা** ঃ তই ইমান সলনি হ'লি ভাইটি। তোক কোনোবা আচিনাকি মানুহ যেন লাগিছে।

**যুগল** ঃ (বিষাদৰ হাঁহিৰে) এৰা। হয়তো সলনি হৈছো। দুটা বছৰৰ ব্যৱধানে বহুত কিবা কিবি সলাই দিব পাৰে।... মই তহঁতক এবাৰ চাই যাবলৈ আহিলো। (চেতনাই মুখ ঘূৰাই আবেগত ওঠ দুটা কামুৰি ধৰে। চকুত চকুলো বিৰিঙি উঠে। মুখত প্ৰচণ্ড অন্তৰ্দ্বন্দৰ অভিব্যক্তি)

মই ইমান দিনৰ পিচত ঘৰলৈ আহিছো। মোক দেখি তোৰ অলপো আনন্দ লগা নাই। (চেতনাই হঠাৎ ঘূৰি কিবা ক'ব খুজি ৰৈ যায়। ক্ষন্তেক স্থিৰ দৃষ্টিৰে ভায়েকৰ মুখলৈ চাই পুনৰ দৰ্শকৰ ফালে মুখ ঘূৰাই লয়। যুগলে বায়েকৰ বাহুত ধৰি মুখখন নিজৰ ফালে ঘূৰাই লয়। দুয়ো চকুৰে চকুৰে ক্ষন্তেক চায়।) তই কান্দিছ? কিয় কান্দিছ তই?

**চেতনা** ঃ ভাইটি, কিয় জানো? ইমান দিনৰ মূৰত তোক ইমান কাষত পাইয়ো মই সহজ হ'ব পৰা নাই। মনটো কিবা অস্থিৰ হৈ পৰিছে। কিয় জানো মোৰ ভাব হৈছে তই যেন আমাৰ পৰা লাহে লাহে বহুত আঁতৰলৈ গৈ আছ। . মোৰ কিবা এটা অদ্ভুত ভয় লাগিছে ভাইটি।

**যুগল** ঃ ভয়? ফিৰিঙ্গি চিপাহীৰ চকুত ধুলি দি বৃটিছৰ বাৰুদ কঢ়িওৱা ৰেলগাড়ী বগৰাবলৈ দুঃসাহস কৰা বিপ্লৱী ব্ৰজনাথ চৌধুৰীৰ ছোৱালী হৈ তোৰ মনত ভয়? এক প্লেটুন সশস্ত্ৰ পুলিচৰ উন্মত্ত বন্দুকৰ আগত সুদাহাতে বুকুপাতি থিয় হ'বলৈ সাহস কৰা সত্যাগ্ৰহী বাদল কিশোৰ চৌধুৰীৰ ভনী হৈ তোৰ মনত ভয়?? হাতত বন্দুক লৈ দেশৰ বাবে সংগ্ৰাম কৰিবলৈ ওলোৱা যুগল কিশোৰ চৌধুৰীৰ বায়েকৰ মুখত এই 'ভয়' শব্দটোৱে শোভা নাপায়।

**চেতনা** ঃ তই বুজিবলৈ চেষ্টা নকৰ কিয় ভাইটি - তহঁতৰ এটা সৰু ভুলৰ বাবে কিছুমান নিষ্পাপ মানুহ......

**যুগল** ঃ মৰক! তাৰ বাবে আক্ষেপ কৰি লাভ নাই। এটা বৃহত্তৰ স্বাৰ্থৰ বাবে আগবাঢ়োতে দুই এটা সৰু দুৰ্ঘটনা হোৱাটো স্বাভাৱিক। এইবোৰ ঘটনাক লৈ পিচলৈ ঘূৰি চালে আগবঢ়াৰ সময় পাৰ হৈ যাব। সংগ্ৰাম কৰিবলৈ ওলাইছো যেতিয়া মৃত্যুৰ খবৰ শুনি বিচলিত হ'লে কেনেকৈ হ'ব?

**যুবক** ঃ যুগল —, মই ইয়াত বহুত সময় ৰলো। এতিয়া মই নিশ্চয় গৈ থকাই ভাল হ'ব।

**যুগল** ঃ বহাঁ। ময়ো যাম।

**চেতনা** ঃ যাম মানে? তই আজি ঘৰত নাথাক?

**যুগল** ঃ (বিষাদগ্ৰস্ত হাঁহিৰে) ঘৰ? ঘৰৰ সৈতে সম্পৰ্ক ৰখাৰ সৌভাগ্য এতিয়া আৰু আমাৰ ক'ত হ'ব? বহুদিনৰ পিচত যোৰহাটলৈ আহিলো। ভাবিলো দেউতাক -দাদাহঁতক, তোক এবাৰ শেষবাৰলৈ চাই যাওঁ। ( আবহ সঙ্গীত)

**চেতনা** ঃ শেষবাৰলৈ?

**যুগল** ঃ ইয়াৰ পিচত কেতিয়াবা আকৌ ঘৰলৈ আহিব পাৰিম নে নোৱাৰিম ক'ব নোৱাৰো।

**চেতনা** ঃ (নীৰৱে এপলক যুগললৈ চায়) ভাইটি

**যুগল** ঃ হোঁ?

**চেতনা** ঃ তোক এটা কথা সোধো। সঁচা উত্তৰ দিবিনে?

**যুগল** ঃ কি কথা?

**চেতনা** ঃ তইঁতে যি কৰিবলৈ ওলাইছ - সেয়া সঁচাকৈয়ে শুদ্ধ বুলি তোৰ বিশ্বাস হয়নে?

**(যুগলে অন্যফালে মুখ ঘূৰাই)**

**যুৱক** ঃ Please don't mind. এটা বৰ আবেগিক বাৰ্তালাপৰ মাজতে মই অলপ interfere কৰিছো। আপোনাৰ প্ৰশ্নটো আচলতে এতিয়া এটা অৰ্থহীন প্ৰশ্ন। ইমান দূৰ অহাৰ পিচত শুদ্ধ অশুদ্ধৰ বিচাৰ কৰা অসম্ভৱ। এতিয়া আমাৰ সন্মুখত এটাই মাত্ৰ পথ। do or die (নীৰৱতা) come on যুগল, এতিয়া ইয়াৰ পৰা যোৱাৰ সময় হ'ল।

**যুগল** ঃ এৰা যাবৰেই হ'ল। (চেতনালৈ ক্ষীপ্ৰতাৰে ঘূৰি চায়)

**চেতনা** ঃ দেউতাহঁতক দেখা কৰি নাযাব এবাৰ?

**যুগল** ঃ ঘৰলৈ সেইকাৰণেই আহিছিলো। কিন্তু ইয়াত বৈ থাকিলে বহুত পলম হৈ যাব।

**চেতনা** ঃ আৰু অলপ সময় বাট চাব নোৱাৰনে? দেউতা কেতিয়াবাই আহি পাব লাগিছিল। ডাঙৰ দাদাও সোনকালে আহিম বুলি কৈ গৈছে। তিনিবছৰৰ মূৰত ঘৰলৈ আহিছ। তেওঁলোকক এবাৰ দেখা কৰি নগ'লে (আধাতে বৈ যায়) .. অৱশ্যে দেউতাই তোক দেখি আনন্দ পাব নে দুখ পাব ক'ব নোৱাৰোঁ। (ক্ষন্তেক বিৰতি) তইঁত বহ। মই চাহ বনাও।

**যুৱক** ঃ চাহ?

**চেতনা** ঃ আপোনাক বহুত সময় বহুৱাই ৰাখিলো। কিবা খাব নেকি সোধাৰ সৌজন্যতাখিনিও পাহৰি গৈছিলো। আপোনাৰ নিশ্চয় ভোক লাগিছে?

**যুৱক** ঃ (হাঁহি) ভোক সহ্য কৰাৰ অভ্যাস হৈ গৈছে। মোৰ কথা চিন্তা কৰিব নালাগে। (যুগললৈ চায়)

**যুগল** ঃ এৰা শান্তিৰে ইয়াত বহি একাপ চাহ খাবৰ মন গৈছে। যা বনাগৈ। কিন্তু পলম নকৰিবি। (চেতনা যায়। যুগলে লাহে লাহে গৈ চ'ফাত বহি আঁউজি লৈ চকু দুটা মুদি দিয়ে। এটা দীঘল হুমুনিয়াহ এৰে। যুৱকে নীৰৱে নিৰীক্ষণ কৰি থাকে।)

**যুৱক** ঃ ভাগৰ লাগিছে?

**যুগল** ঃ ভাগৰ? এৰা, যোৱা দুটা বছৰে হাবিয়ে - জংঘলে পাহাৰে - পৰ্ব্বতে ক্লান্তিহীনভাৱে ঘূৰি ফুৰিলো। কিমান দিন যে ভালকৈ শুবলৈ পোৱা নাই। কিন্তু ভাগৰ অনুভৱ কৰিবলৈ সময়কে নাপালো। আজি দুবছৰৰ মূৰত ঘৰলৈ ঘূৰি আহি একেলগে হেঁচা মাৰি ধৰিছেহি!

**যুৱক** ঃ যদি নগ'লেও হয়, আজি ইয়াতে জিৰাই লোৱাঁ।

**যুগল** ঃ নাই! জিৰোৱা নহ'ব। আজি ৰাতিয়েই গুৱাহাটীলৈ গৈ তাৰ পৰা তেজপুৰলৈ যামগৈ। ....তুমি ঘৰলৈ কিমান দিন যোৱা নাই?

**যুৱক** ঃ পাঁচবছৰেই হ'ল।

**যুগল** ঃ যাবলৈ মন নাযায়?

**যুৱক** ঃ যায়। কিন্তু ভয় লাগে। ঘৰখনৰ ভিতৰ সোমালেই যেন মনটোলৈ কিবা এটা দুৰ্ব্বলতা আহি পৰিব। স্বাধীন দেশৰ শান্তিৰক্ষকৰ হাতত ধৰ্ষিতা হৈ অকালতে মৰহি যোৱা মোৰ বাইদেউজনীৰ মুখলৈ চাবলৈ সাহস নহয় মোৰ। ঘৰলৈ গ'লেই যেন তাই মোক আহি সুধিব — ' কি কৰিলি ইমানদিনে? মোৰ ওপৰত হোৱা পাশৱিক অত্যাচাৰৰ কি প্ৰতিশোধ ললি?" ..... কি উত্তৰ দিম মই তাইক?

**যুগল** ঃ Don'ts be impatient দেশীয় মিলিটেৰীৰ হাতত ধৰ্ষিতা হোৱা তোমাৰ বাইদেউ, পুলিচৰ গুলী খাই পঙ্গু হোৱা মোৰ দাদা —এইবোৰেইতো শাসকৰ অত্যাচাৰৰ একো একোটা জলন্ত সাক্ষী। দিল্লীৰ ঔপনিবেশিকতাৰ একোটা জলন্ত প্ৰমাণ। ইইঁতেই হৈছে আমাৰ প্ৰেৰণাৰ উৎস। আমাৰ সংগ্ৰামৰ প্ৰস্তুতি এতিয়াও সম্পূৰ্ণ হৈ উঠা নাই। কিন্তু সময় আহিব। এদিন ইয়াৰ হিচাব সূতে-মূলে ঘূৰাই দিয়া হ'ব। কিছুমান opportunity hypocrate ৰ হাতত দেশখনৰ ভৱিষ্যত, জাতিটোৰ ভৱিষ্যত গটাই দি আমি শান্তিত বহি থাকিব নোৱাৰো। We need a permanent change. (বাহিৰৰ দুৱাৰত knock হয়। দুয়ো সচকিত হৈ উঠে। বাহিৰত কুশলৰ মাত শুনা যায়)

**কুশল** ঃ (বাহিৰত) ভন্টী-- ভন্টী, দুৱাৰখন খোল। মই কুশল।

**যুৱক** ঃ (চেঁপা কণ্ঠৰে ) কোন?

**যুগল** ঃ মোৰ সৰু দাদা। কুশল। (আগবাঢ়ি গৈ ক্ষন্তেক শুনি দুৱাৰ খোলে। এটা ডাঙৰ বস্তা চোঁচোৰাই মঞ্চলৈ পিঠি দি কুশল সোমাই আহে। বস্তাটো ভিতৰ সুমুৱাই কঁকাল পোনাই)

**কুশল** ঃ উস্ কি জঞ্জাল! (ঘূৰি চায়) আৰে? তই কেতিয়া আহিলি?

**যুগল** ঃ অলপ আগতে। কি আনিলি এইবোৰ?

**কুশল** ঃ সৰিয়হ। মোৰ খেতিৰ উৎপাদন। ধৰচোন অলপ। (দুয়ো ধৰি বস্তাটো ভিতৰ সুমাই থৈ পুনৰ দুয়ো ঘূৰি আহে।)

**যুৱক :** মই ....

**যুগল :** অ' এইজন মোৰ বন্ধু ! আৰু এয়া মোৰ সৰু দাদা কুশল কিশোৰ চৌধুৰী।

(দুয়ো পৰস্পৰক নমস্কাৰ কৰে)

**কুশল :** (যুৱকক এপলক নিৰীক্ষণ কৰি) বহক। (পুনৰ যুগললৈ চায়) সৰিয়হ অলপ লৈ আনিছিলো বেচিবলৈ। পিচে আহি দেখিলো গোটেই চহৰখন শ্মশানৰ দৰে পৰি আছে। নিজঞ্জাল জনশূণ্য। দোকান পোহাৰ চব বন্ধ হ'ল। কোনোমতে খাতিৰ বাতিৰ কৰি ৰিক্সাৱালা এটাক আনিলো। ঘৰ পালোহি। ৰেলৱে ষ্টেছনৰ কাষত হেনো এটা বোমা ফুটি ৩ টা মান মানুহ মৰিল। এসোপা ঘাইল হ'ল। চাৰিওফালে পুলিচবোৰে তহল দি ফুৰিছে। (যুৱকলৈ চাই) কি হ'ল? আপুনি থিয় হৈ থাকিল যে? বহক বহক। আপোনাৰ ঘৰ?

**যুৱক :** লক্ষীমপুৰত।

**কুশল :** লক্ষীমপুৰ। (যুৱক বহিব খোজে) এক মিনিট। (যুৱক থিয় হৈ ৰয়) মই আপোনাক সোধাই নাই। আপুনি ইয়াৰ বন্ধু মানে - কেনেকুৱা বন্ধু? মানে আপুনিও ইয়াৰ দৰে বিপ্লৱ চিপ্লৱ কৰি ফুৰে নেকি?

**যুগল :** আমি দুজন একে সংগঠনৰে সদস্য।

**কুশল :** অ' তোমালোক আহি এনেকৈ দুজনকৈ under ground rebel আহি আমাৰ ঘৰত আশ্ৰয় লৈ আছেহি। বাঃ ! এতিয়া যদি হঠাতে পুলিচ আহি আমাৰ এই ঘৰটো raid কৰি দিয়ে। (আৱহ সঙ্গীত। পৰস্পৰ দৃষ্টি বিনিময়।) হাঃ হাঃ হাঃ কালিলৈ বাতৰি কাগজৰ শিৰোনামাত প্ৰকাশ পাব— 'চহৰৰ উপকণ্ঠৰ নিজান ঠাইত আত্মগোপনকাৰী বিদ্ৰোহীৰ গোপন ঘাটি উদ্ধাৰ। পুলিচৰ তৎপৰতাত দুজন বিদ্ৰোহী ... নহয় দুজন নহয় তিনিজন বিদ্ৰোহী— নহয় দুৰ্ধৰ্ষ বিদ্ৰোহী গ্ৰেপ্তাৰ।" Oh what a wonderful scoop for the newspaper (যুৱকক) কি হ'ল বন্ধু ? মোক পাগল বুলি ভবা নাইতো আপুনি ভাৱে ভাৱে। সকলোৱে মোক পাগল বুলিয়েই ভাৱে। বহক ... এক মিনিট। এইযে চহৰত বোমাটো ফুটিল সেইটো আপুনি ফুটোৱা নাইতো? ( যুগলক চায়) বা তই?

**যুগল :** তোৰ এই স্বভাৱটো নগল আৰু ! কথা ক'বলৈ ললে অনৰ্গল কৈয়েই থাকিবি।

**কুশল :** Oh sorry ! I'm sorry মই পাহৰিয়েই গৈছিলো যে তই মোৰ এই স্বভাৱটো বেয়া পাৱ। I'm really very sorry. এই নতুনকৈ আমাৰ ঘৰলৈ অহা তোৰ বন্ধুৰ আগত মোৰ স্বভাৱটো প্ৰকাশ হৈ গ'লে তইতো বৰ লাজ পাই যাবি। বুজিছে বন্ধু। কথা মই অলপ বেচি কওঁ সঁচা। কিন্তু সেইবুলি কাকো কিন্তু কম নকৰো। (কিবা এটা মনত পৰে) এক মিনিট? ছেঃ! কথাবোৰ বৰ পাহৰা হৈছো অ'। আৰু এটা বস্তা বাহিৰতে ৰ'ল। (খৰকৈ বাহিৰলৈ ওলাই যায়।)

**যুগল :** (হাঁহি) আগতে আমাৰ ঘৰখনত এইটো এটা চৰিত্ৰ। তাৰ মুড আহিলে কেতিয়া কি কৰে ঠিক নাই। (অন্য এটা বস্তা টানি আনি কুশলে পুনৰ মঞ্চত সুমাইহি)

**কুশল :** ভয় নকৰিব বন্ধু, মোৰ কিন্তু এতিয়াও মুড অহা নাই। (যুগলক) ধৰিবি নেকি অলপ ?

**যুগল :** (আগবাঢ়ি গৈ বস্তাটো ধৰে) চাওঁ এৰি দে, মই সুমাই থওঁ। (যুগলে বস্তাটো দাঙিবলৈ সাজু হয়)

**কুশল :** অকলে পাৰিবি?

**যুগল :** ওই আঁতৰ চোন। (যুগলে বস্তাটো পিঠিত দাঙি লয়)

**কুশল :** চাবি লাহে লাহে। কঁকালত দুখ পাবি। বেচ্! পাৰিবি কিয় নোৱাৰিবি। এটা এক দুইকুইন্টলৰ বস্তা কটিয়াব নোৱাৰিলে সশস্ত্ৰ বিপ্লৱ কেনেকৈ কৰিবি। (যুগলে বস্তাটো লৈ ভিতৰ সোমায) আপোনাৰ যাবলৈ খুউব লৰালৰি হৈ আছে নেকি?

**যুৱক :** হোঁ? নাই নাই হোৱা।

**কুশল :** মই তিনিবাৰ বহিবলৈ কোৱাৰ পিচতো আপুনিযে থিয় হৈ থাকিল? (যুৱকে অপ্ৰস্তুতভাবে হাঁহি চকীত বহি পৰে।) মোৰ কাৰবাৰবোৰ দেখি আপুনি নিশ্চয আচৰিত হৈছে? আচৰিত নহ'ব। মই একো আচৰিত জিনিচ নহয়। মই এজন সহজ সৰল খেতিয়ক।

**যুৱক :** (আশ্চৰ্য্যত) খেতিয়ক?

**কুশল :** এইবাৰ নিশ্চয় আপুনি আচৰিত double হৈছে

**যুৱক :** (কিছু সাহস গোটাই) আ-আচলতে মই সঁচাকৈয়ে ...

**কুশল :** confused হৈ পৰিছে। নহয়জানো?

**যুৱক :** (মিচিকিয়াই হাঁহে) হয়। আপুনি বোধহয় ঠিকেই ধৰিছে।

**কুশল :** এইবাৰ মই এটা আচল -সঁচাকথা কওঁ বেয়া নাপাব।

**যুৱক :** কওক।

**কুশল :** আচলতে আপোনালোক আটাইবোৰেই কিছুমান... কিছুমান চূড়ান্ত confuseত ভুগি আছে?

**যুৱক :** কি ক'লে? তাৰমানে? ( ইতিমধ্যে যুগল আহে।)

**কুশল :** এইযে আজি টাউনত এটা বোমা ফুটিল — মানুহ মৰিল — কিছুমান অদৰকাৰীভাৱে জখম হ'ল, এইবোৰ এনে

কিছুমান confusion ৰেই প্ৰতিফলন। আপোনাৰ দৰে.... (যুগললৈ দেখুৱাই) ইয়াৰ দৰে কিছুমান ডেকা ল'ৰা, 'দেশৰ বাবে কিবা এটা কৰিম" বুলি ওলাই অহা কিছুমান প্ৰাণ চঞ্চল ডেকা ল'ৰা... 'কি কৰিম' 'ক'ৰ পৰা আৰম্ভ কৰিম' 'কেনেকৈ কৰিম' স্থিৰ কৰিব নোৱাৰোঁ কিছুমান confused ডেকা ল'ৰা— সিহঁতৰেই কাম এইবোৰ! (যুৱক এইবাৰ বিৰক্ত হয়)

**যুৱক ঃ** আপোনাৰ সৈতে তৰ্ক কৰাৰ সময় বা আগ্ৰহ বৰ্ত্তমান মোৰ এটাও নাই। কিন্তু এটা কথা আপোনাক কবৰ মন গৈছে।

**কুশল ঃ** নিসংকোচে কৈ পেলাওক। এটা কিয় -- বহুত যুক্তি দিয়ক। মই শুনিবলৈ সাজু আছো।

**যুৱক ঃ** আপুনি কথাবোৰ যিমান পাতলকৈ ভাৱিছে--- সিমান পাতল হোৱা হ'লে 'বিপ্লৱ" শব্দটোৰ কোনো অৰ্থই নাথাকিলহেঁতেন।

**কুশল ঃ** (শ্লেষ মিশ্ৰিত কণ্ঠৰে) বি-প্ল-ৱ ?? হাঃ হাঃ ...তাৰমানে জনসাধাৰণৰ মাজত এইদৰে কিছুমান সন্ত্ৰাস থেলি দিলেই বিপ্লৱৰ সূচনা হৈ যাব? বাঃ !!

**যুগল ঃ** জনসাধাৰণ মানে তই কি বুজাইছ? চহৰত বাস কৰা কিছুমান মধ্যবিত্ত মানুহ? Petty bourgeois মানসিকতাৰ কিছুমান মানুহ। কেৱল চহৰত বাস কৰা, মানুহখিনিয়েই তো জনসাধাৰণ হ'ব নোৱাৰে: আৰু সন্ত্ৰাসৰ কথাযে কৈছ, ক'তা? অসমৰ গাৱেঁ ভূঞে বাস কৰা, লক্ষ লক্ষ দৰিদ্ৰ খাটি খোৱা মানুহে-- কোনেওতো আমাৰ পৰা কোনো ধৰণৰ সন্ত্ৰাস অনুভৱ কৰা নাই!

**যুৱক ঃ** কোনো এজন প্ৰকৃত দেশপ্ৰেমিকেই আমাৰ পৰা কোনো সন্ত্ৰাস অনুভৱ কৰা নাই। যদি কোনোবাই কৰিছে - সেয়া হৈছে অসমৰ স্বাৰ্থবিৰোধী কিছুমান দুষ্ট দুৰ্নীতিপৰায়ন লোক। তেনে শ্ৰেণীৰ মানুহৰ মনত যদি আমি কিছু হ'লেও ভয়ৰ বীজ ৰোপন কৰিব পাৰিছো — সেয়া আমাৰ বাবে অতি গৌৰৱৰ কথা।

**যুগল ঃ** সন্ত্ৰাস সৃষ্টি কৰা আমাৰ উদ্দেশ্য নহয়। আমাৰ উদ্দেশ্য হ'ল ভাৰতবৰ্ষত এতিয়াও বৰ্ত্তি থকা সাম্ৰাজ্যবাদী শক্তিৰ শোষণ মুক্ত এখন নিকা অসম গঢ়ি তোলা। এখন শ্ৰেণীহীন অসম, য'ত আমাৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দৃঢ়ভাৱে প্ৰতিবিম্ব হ'ব।

**কুশল ঃ** সাম্যবাদ! হোঁ! কিছুমান ব্যৱসায়ী বা Corrupt officer ৰ পৰাহে ভীতি প্ৰদৰ্শন কৰি ধন দাবী কৰিলেই -- - ঠায়ে ঠায়ে কিছুমান বোমা ফুটিলেই – বা দুটামান nationalized bank লুট কৰিলেই – অথবা গাৱেঁ ভূঞে কিছুমান গৰম বিপ্লৱী শ্ল'গানেৰে Wall postering কৰিলেই অসমত সাম্যবাদ প্ৰতিষ্ঠা নহয়, আত্মনিয়ন্ত্ৰণৰ অধিকাৰ হাতলৈ নাহে।

**যুৱক ঃ** এয়া আমাৰ বিপ্লৱ নহয় – বিপ্লৱৰ প্ৰস্তুতিহে।

**যুগল ঃ** দুৰ্নীতিত আঁতৰ কৰিব নোৱাৰিলে বিপ্লৱৰ ভেঁটি সুদৃঢ় কৰি গঢ়ি তুলিব নোৱাৰি। গতিকে দুৰ্নীতিকাৰীৰ বিৰুদ্ধে আমি মৃত্যুৰ দূতৰূপে থিয় হম।

**যুৱক ঃ** আৰু বেংক ডকাইটিৰ কথাযে কৈছে - সেয়া হ'ল এটা কৌশল। সংগ্ৰামৰ বাবে অস্ত্ৰবল গোটোৱাৰ কৌশল।

**কুশল ঃ** একমিনিট। আপোনাৰ হাতত বন্দুক আছে? ... যদি এই মুহূৰ্ত্তত মই আপোনাৰ হাতত এটা বন্দুক তুলি দিওঁ ... সেইটো বাৰু আপুনি কাৰ বিৰুদ্ধে ব্যৱহাৰ কৰিব? কাৰ ফালে টোৱাই ল'ব?

**যুৱক ঃ** আমাৰ লক্ষ্যৰ সন্মুখত থিয় হোৱা সকলোৰে ফালে। আমাৰ শত্ৰু সেইবোৰ যিবোৰে আমাৰ উদ্দেশ্যত বাধাৰ

**কুশল** [illegible] অস্ত্ৰৰে আঁতৰ কৰিব পাৰিব সেইবোৰ শত্ৰুক?

**যুগল ঃ** অস্ত্ৰৰ অবিহনে এখন শ্ৰেণীহীন, স্বনিয়ন্ত্ৰিত সমাজ গঢ়িব পাৰি বুলি যদি কোনোবাই বিশ্বাস কৰে --- সি নিশ্চয় মূৰ্খৰ স্বৰ্গত বাস কৰিছে।

**কুশল ঃ** বুৰ্জোৱা বিশ্বৱিদ্যালয়ৰ পৰা ... বুৰ্জোৱা বিশ্বৱিদ্যালয়ৰ বৰ্তমানৰ কেতিয়াবা স্থায়ী সাম্যবাদ প্ৰতিষ্ঠা কৰিব বুলি যদি কোনোবাই বিশ্বাস কৰিছে --- সিও নিশ্চয় সেই একেই মূৰ্খৰ স্বৰ্গত বাস কৰিছে। (যুগল আৰু বন্ধুৰ পৰস্পৰ দৃষ্টি বিনিময়) বিদেশৰ পৰা লাখ লাখ শ্ৰমজীৱি মানুহ আহি খেতি নকৰিলে যিখন দেশত হাজাৰ হাজাৰ বিঘা উৰ্ব্বৰ মাটি অনাবাদী হৈ পৰি থাকে, যিখন দেশৰ বৃহৎ যুৱশক্তি শ্ৰমৰ ভয়ত অহৰহ গাৱঁৰ পৰা চহৰলৈ দৌৰিব লাগিছে---- খেতিৰ মাটি বিক্ৰী কৰি থৈ আহি, চৰকাৰী অফিচৰ পিয়ন চকীদাৰৰ চাকৰি বিচাৰি ৰাজনীতিৰ নেতা পালিনেতা – চেলা-চামুণ্ডাৰ ঘৰে ঘৰে ভিৰত কৰিছেহি সেইখন দেশত সাম্যবাদ? আত্মনিয়ন্ত্ৰণৰ অধিকাৰ -- হাঃ ! This is nothing but a utopia. এটা ভ্ৰান্ত সপোন!!

**যুৱক ঃ** তাৰবাবে কি হাত সাৰতি বহি থাকিম?

**কুশল ঃ** একমিনিট। হাত- সাৰটি বহি থকাৰ কথা মই কেতিয়া ক'লো?

**যুগল ঃ** তেনেহ'লে তইনো কি কৰাটো বিচাৰিছ?

**কুশল ঃ** মই কৈছো সঠিক সময়ত সঠিক পদক্ষেপ দিয়াৰ কথা।

এটা জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আহিব একমাত্ৰ এটা উপায়েৰে পৰিশ্ৰমৰ অভ্যাসেৰে। আৰু মানুহক শ্ৰমমুখী কৰি তুলিবলৈ অস্ত্ৰৰ প্ৰয়োজন নহয়। প্ৰয়োজন হয় উদ্যমৰ। ...মইতো হাত সাবটি বহি থকা নাই। ব্ৰহ্মপুত্ৰৰ বিশাল চাপৰিত পৰি থকা মাটি দখল কৰিছো - কৃষক সমবায় কৰি এজাক কৰ্মঠ ডেকা ল'ৰাক লৈ সেই মাটিত খেতি কৰিছো। খেতিৰ উৎপাদন সমানে ভগাই লৈছো। এইযে মই দুবস্তা সৰিয়হ আনিছো বেচিবলৈ — সেয়া মোৰ কষ্টৰ উপাৰ্জন। এম. কম্ পাচ কৰি খেতি কৰিবলৈ যোৱাৰ বাবে বহুতে মোক পাগল বুলি কৈছিল। কিন্তু মইতো তালৈ ভ্ৰুক্ষেপ কৰা নাই। অৱশ্যে ইচ্ছা কৰা হ'লে লগৰ মন্ত্ৰী এম. এল. এ. দুই এটাক কৈ চাকৰি এটা ময়ো লব পাৰিলোহেঁতেন — বাহিৰা পইচা থকা চাকৰি! নাইবা দুই এটা চৰকাৰী ঠিকাৰ ব্যৱস্থা কৰি লব পাৰিলোহেঁতেন- sixty forty systemত ধন ঘটিব পৰা ! কিন্তু এইচবৰ ওপৰত মোৰ কোনো আস্থা নাই। মোৰ এই হাত দুখনৰ ওপৰত মোৰ আটাইতকৈ বেচি আস্থা আছে। আৰু আস্থা আছে মোৰ শিক্ষাৰ ওপৰত। (চেতনা আহি শেষৰ কথাখিনি শুনে)

**চেতনা** ঃ সৰু দা! তই এইদৰে তৰ্ক কৰি লম্বা lecture জাৰি থাকিলে সময়বোৰ ৰৈ থাকিব নেকি? সিহঁত ইয়াৰ পৰা যাবগৈ লাগে।

**কুশল** ঃ Oh sorry again! মই পাহৰিয়েই গৈছিলো, ইহঁতৰ দৰে বিপ্লৱীৰ মূল্যবান সময়বোৰ নষ্ট কৰি মই নিশ্চয় বৰ অপৰাধ কৰিছো।

**চেতনা** ঃ যোৱাৰ আগতে অন্তত ঃ কিবা এটা খাই লবলৈ দে। চাহ হৈছে – ভিতৰতে দিছো। তেখেতক লৈ দুয়ো আহ। (যাব খুজি) ডাঙৰ দা এতিয়াও আহি নাপালে কিয়? আৰু চাচোন দেউতায়ো ইমান দেৰী কৰিব লাগেনে? অ' তই আহিলি? (বাহিৰৰ পৰা বাদল আহে। চুলি অবিন্যস্ত মুখ অভিব্যক্তিহীন। যন্ত্ৰৰ দৰে লাহে লাহে আহি মঞ্চৰ মাজত ৰয়হি। সকলোৱে অবাক হৈ চায়)

**কুশল** ঃ দাদা? সি হ'ল তোৰ? এনেকুৱা বিধ্বস্ত অৱস্থাৰে ক'ৰ পৰা আহিলি?

**(বাদলে এপলক একেথৰে যুগললৈ চায়)**

**বাদল** ঃ তই কেতিয়া আহিলি?

**যুগল** ঃ অলপ পৰ হ'ল অহা। তিনিবছৰৰ ভিতৰত এই প্ৰথম সুযোগ পালো যোৰহাটলৈ অহাৰ। ভাবিলো তহঁতক এবাৰ চাই যাওঁ। (বাদল গম্ভীৰ ভাৱে আঁতৰি গৈ খিড়িকীৰ কাষত ৰয়) কি হ'ল ? মই ঘৰলৈ অহা বাবে তই নিশ্চয় ভাল পোৱা নাই।

**কুশল** ঃ আৰে কৈছ কি তই? সি আকৌ বেয়া পাব কিয়? তোৰ দৰে এটা বিপ্লৱী ঘৰলৈ আহিছে — এই ঘৰখনৰ গৌৰৱৰ কথা! জাতিৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত গণতান্ত্ৰিক পন্থাৰে যুঁজিবলৈ গৈ সি এখন হাত হেৰুৱাব লগা হ'ল। এতিয়া সি নিশ্চয় তোৰ এই সশস্ত্ৰ সংগ্ৰামৰ পথকেই বিশ্বাস কৰে।

**বাদল** ঃ (উত্তেজিত হৈ তীব্ৰদৃষ্টিৰে ঘূৰি চায়) মিছা কথা!! (আবহ সঙ্গীত) মিছা কথা !! সাম্ৰাজ্যবাদী বৃটিছ শাসনৰ পৰা দেশখনক মুক্ত কৰিবলৈ দেউতাইয়ো এদিন অস্ত্ৰ তুলি লৈছিল। দেউতাহঁতৰ সেই ত্যাগৰ ফলতেই ভাৰত স্বাধীন হ'ল। গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল। কিন্তু কি পালে দেউতাই? কি দিলি তহঁতে দেউতাক?? সংগ্ৰামৰ নামত বন্দুক তুলি লোৱা হাতখনৰ পিচফালে যদি এটা চিন্তাহীন মস্তিষ্ক থাকে – তেনেহ'লে তাৰ প্ৰতিফল এনেকুৱাই হ'ব। কেৱল ৰক্তক্ষয়ৰ বাবে ৰক্তপাত কৰিব পাৰিবি। কিন্তু লক্ষ্যত উপনীত হ'ব নোৱাৰিবি। বহুত ভাল চিন্তা কৰিছো আমি ।

**বাদল** ঃ You are a bunch of hypocrates !

**যুগল** ঃ দা দা !! ( কুশলে ইংগিতেৰে যুগলক বাধা দিয়ে।)

**কুশল** ঃ কি হ'ল দাদা ?

**চেতনা** ঃ তোৰ হৈছে কি? কিয় এনেকুৱা কৰিছ?

**বাদল** ঃ যা যুগল – দেউতাক এবাৰ চাই আহগৈ। (আবহ সঙ্গীতত মৃদু effect)

**কুশল+চেতনা** ঃ কি হৈছে দেউতাৰ? মনে মনে আছ কিয়? দেউতা ক'ত??

**কুশল** ঃ (খঙত) মুখেৰে নামাত কিয়? হৈছে কি দেউতাৰ??

**বাদল** ঃ বোমাৰ আঘাতত দুইটা চকু হেৰুৱাই হস্পিতালৰ বাৰাণ্ডাত পৰি আছে।

**( আবহ সঙ্গীতত ভয়ানক effect)**

**চেতনা** ঃ (চিঞৰি) নাই – না–ই!! মিছা কথা!! দেউতাৰ একো হোৱা নাই। একো হোৱা নাই– একো হ'ব নোৱাৰে দেউতাৰ। (কুশলে চেতনাক সাবটি ধৰে। চেতনাই হুকহুকাই কান্দে)

**বাদল** ঃ (ক্ষোভ দুখ মিশ্ৰিত কণ্ঠৰে কৈ যায়) যা — !! তহঁত আটাইবোৰ যা। দেউতাৰ ওচৰলৈ যা। দেউতাক কবিগৈ

যে এয়া তোমাৰ দেশপ্ৰেমৰ **পুৰস্কাৰ**! আৰু কবিগৈ - যিখন শান্তিময় ভাৰতবৰ্ষ গঢ়িবলৈ তুমি চেষ্টা কৰিছিলা — যিখন শোষণহীন সমাজ নিজ চকুৰে চাই যাবলৈ তুমি চাৰিটা দশক অপেক্ষা কৰিলা সেইখন ভাৰতৰ ছবি সেইখন সমাজৰ ছবি আমি তোমাক চাবলৈ নিদিওঁ। তোমাৰ চকুৰ পৰা এটা ভ্ৰান্তিময় সপোন আমি চিৰদিনৰ বাবে কাঢ়ি আনিলো। যা— !! বৈ আছ কিয়???

**(ধীৰে ধীৰে মঞ্চলৈ আন্ধাৰ নামি আহে)**

<u>সমাপ্ত</u>

# ছন্দিত গদ্যত এপিয়লা মদ্য অথবা এটি পদ্য অথবা নৈবেদ্য

**নাট্যকাৰ # হেমন্ত বৰুপাত্ৰ গোঁহাই**

(নাটকৰ ভাৱৰীয়া দুজন বা ততোধিক। চৰিত্ৰসমূহ বয়স আৰু লিংগ নিৰ্বিশেষ। নাটকৰ পৰিস্থিতিৰ খাতিৰত মূল ভাৱৰীয়াজনৰ মুখত কিছুমান সংলাপ নিৰ্দিষ্ট কৰি দিয়াহৈছে। বাকী সংলাপসমূহ পৰিচালকে ভাৱৰীয়াসকলক সুবিধানুযায়ী ভগাই দিব। মূল ভাৱৰীয়াৰ আচুতীয়া সংলাপৰ বাদে দুই - এটা দীঘল সংলাপ প্ৰয়োজন সাপেক্ষে টুকুৰা টুকুৰ কৰিও ভগাই দিব পাৰে। ভাৱৰীয়াৰ সংখ্যা দুজনতকৈ অধিক হ'লে প্ৰবেশ-প্ৰস্থান পৰিস্থিতি অনুসৰি নিৰ্ধাৰণ কৰিব। মাথো দুজন ভাৱৰীয়া হ'লে মূল চৰিত্ৰটোৰ দৃশ্যৰ পিচৰছোৱা আনজনে অকলেই ৰূপায়ণ কৰিব।

পট উঠাৰ লগে লগে দেখা যাব এটা মাটিৰ ঢিপত এটা গছৰ ডাল গুজি থোৱা আছে। যেন এটা মথাউৰিৰ চেট তৈয়াৰ কৰিব পিচৰা হৈছিল। ঢিপটোৰ ওচৰতে এজন ভাৱৰীয়াই শৌচ কৰি উঠিছেনে শৌচ কৰিবলৈ বহিব লৈছে স্পষ্ট বুজা নাযায়। মূল ভাৱৰীয়াজন দৰ্শকৰ মাজৰ পৰা এপ্ৰনবগাই কষ্টেৰে উঠি আহিব।)

— (মূল ভাৱৰীয়াক দেখি) বাঃ। একেবাৰে দৰ্শক বিচাৰকৰ মাজৰ পৰা উঠি আহিলি যে?

**মূল ভাৱৰীয়া**- কটা নিধক। যতে-ত'তে হাগি-মুতি নুফুৰিবলৈ তোক কিমানবাৰ ক'ব লাগে?

— নাই ভাই, হগা নাই। মই মাথোন এই ঠাইডোখৰত সুবিধা হয় নে নহয় তাকে চাইছিলো। পিছে বৰ আওগৰীয়া। (বৈ)তইনো আহিলি ক'ৰপৰা?

— এনেকৈ মাজতে?

— এনেকৈ দৰ্শকৰ মাজেৰে?

**মূল ভাৱৰীয়া**— ওঁ এনেকৈ। এনেকৈয়ে আৰম্ভ হয় নাটক। হঠাতে, মাজতে, ঠিক মাজতে ..... যেনেকৈ জীৱন স্তব্ধ, যদিও স্থবিৰ, ক'ব পাৰি গতিশীল - কাৰণ সমুদ্ৰৰ বাহিৰত নেদেখি সোঁত।

— সাগৰ দেখিছ?

**মূল ভাৱৰীয়া**— নাই দেখা। দেখা নাই কেতিয়াও। কিন্তু শুনিছো তাৰ গম্ভীৰ সুগম্ভীৰ, গুৰু গুৰু গম্ভীৰ, চালে-বেৰে ওপৰে ওপৰে ..

— তলে তলে বয় কিন্তু ফল্গু নিৰৱধি; চঞ্চলা চপলা, ওখোৰা

— মোখোৰা, চণ্ড- প্ৰচণ্ড, অলস-নিৰলস, দুৰ্বাৰ -অনিৰ্বাৰ, বাৰ্ বাৰ বাৰ তেৰ চৈধ্য।চৈধ্য মাইলত মোৰ পেহীদেউৰ ঘৰ।

— তাত বানপানী নহয়?

**মূঃ ভাঃ** — হ'ব পাৰে। নহ'বও পাৰে। হয়ো নহয়ো। পিছে মই কি কৈ আছিলো?

— কি কৈ আছিলি?

**মূঃ ভাঃ** (মনত পেলায়)কৈছিলো কৈছিলো..... আচ্ছা.... নাটক। ওঁ নাটক। নাটক এনেকৈয়ে হয়। হঠাতে মাজতে আকস্মিক অথচ পৰিকল্পিত।

— যেনেকৈ আহে বান, মাৰে ধান। টকা আহে, মজা আহে, ভোক আহে, ৰিলিফ নাহে, মৃত্যু আহে,বোমা আহে, বন্দুক আহে, আলফা আহে ছালফা আহে, পুলিচ আহে, সেনা আহে, কংগ্ৰেছ আহে, কম্যুনিষ্ট আহে.....

— নাটক আহে দৰ্শক আহে, বিচাৰক আহে, নম্বৰ আহে।

— পুৰস্কাৰ বা আহে নে নাহে? (সামান্য বিৰতি)

— (মুল ভাবৰীয়াক) কচোন তই ক'ৰ পৰা আহিছিলি? এনেকৈ তিতি বুৰি? কঁপি জপি?

**(মূল ভাৱৰীয়াৰ মনত পৰে যে এতিয়া কঁপিব লাগে।)**

মূঃ ভাঃ - (কঁপি কঁপি) সৌ বান বিধ্বস্ত মানুহবোৰৰ ওচৰৰ পৰা। আঃ কি ভীষণ দুৰ্যোগত কক্বকাই ফুৰিছে মানুহবোৰ। মথাউৰিটো বুৰো বুৰো। অথচ মানুহবোৰ তাতে আশ্ৰয় লৈ আছেহি। উপায় নাই। মূৰৰ ওপৰত এখন চালি নাই.... আৰু যি গেৰ গেৰ বৰষুণ।

— হাঁ বৰষুণ? এতিয়া বৰষুণ দি আছে নেকি?

মূঃ ভাঃ — কণা নেকি? দেখা নাই মই কেনেকৈ তিতি বুৰি আহিছো?

— আৰু থকথককৈ কঁপিছও।

মূঃ ভাঃ - কিয় নৰ্কপিম মই ? বৰষুণত একেৰাহে কিমান তিতিব পাৰে মানুহে? তিতিছো, কেৱল তিতিছো। বৰষুণত তিতিছো, বানপানীত উটিছো; সেই মানুহবোৰৰ চকুলোৰে ভিজিছো, সৌ বাবুবোৰৰ মুতনিত বুৰিছো।

— তেনেহ'লে..... তেনেহ'লে আমিওতো তিতিব লাগে। মানে ... তিতি আছো। কাৰণ তোৰ দৰেই আমিওতো উন্মুক্ত আকাশৰ তলত পাৰ কৰি আছো একমঞ্চ সময়।

মূঃ ভাঃ – (ভেকাহি মাৰি) তইঁতক নিতিতিবলৈ কোনে কৈছে?

— অৱশ্যে। অৱশ্যে আমি তিতিছো। নাটক অনুসৰি, কাহিনীৰ ডিমাণ্ড অনুসৰি আমি তিতি তিতি কঁপিছো। (কঁপে)

— বানপানীৰ পৰা বহু আঁতৰত এই খৰালি কালত, পেট পুৰাই খাই উগাৰি উগাৰি (উগাৰ মাৰে)— আহ্ টেঙা টেঙা উগাৰ, জ্বলা জ্বলা উগাৰ— গেষ্ট্ৰাইটিছ, ক্ৰনিক ডিছেন্ট্ৰি। বুকু চমচমায়, মন হমহমায়। বিনামূলীয়া চিকিৎসা নাই, চিকিৎসাৰ বাবে টকা নাই। বুঢ়া দেউতাৰ উৰ্পাজনেৰে আৰু কিমান টানিম নিবনুবাৰ প্ৰানিময় জীৱন।

— অৰ্ধ পুঁজিতান্ত্ৰিক দেশত পুজি গঠনৰ বাবেও লাগে পুঁজি। ইফালে যাবা -দিয়া। সিফালে যাবা— দিয়া। চাকৰিৰ বাবেও টকা। স্ব-নিয়োজনৰ কাহিনী শুনিছো। ঋণ বিচাৰি যাবা- টকা।

— বোলে ৰিক্সাকে টানো- নাই কোনো শ্ৰমৰ মৰ্যাদা। বি এ,এম এ পাচ কৰি সেই আন্দাৰমেট্ৰিক ঠিকাদাৰ মহাজনৰ চৰটো সহিবা কেনেকৈ? - বোলো খেতি কে কৰো। মাটি নাই।

— কেৱল পানী। পৃথিৱীৰ তিনি পঞ্চমাংশই পানী।

— লাওপানী, ফটিকাপানী, ঘোলা ঘোলা বানপানী।

— নাই কেৱল খোৱাৰ বিশুদ্ধ পানী। (বিৰতি)

— এনেকৈ দিন গৈছে,ৰাতি আহিছে। আৰু আমি অভাৱগ্ৰস্ত ঘৰৰ পৰা কেৱল পলাবলৈ শিকিছো।

— নিজক ঠগিছো।

— শুকান উষ্ণ মঞ্চত বেচ্ আৰামেৰে তিতি- বুৰি কঁপিছো

— দৰ্শকৰ প্ৰশংসা বুটলি।

— বিচাৰকৰ নম্বৰ বিচাৰি

— আৰু পৰিচালকৰ ধমকনিত আমি তিতিছোঁ - কঁপিছো।

— থক্থক্থক্ (কঁপে)।

— থক্থক্থক্ (কঁপে)।

**(অভিনেতাসকলে বৰষুণ আৰু জাৰৰ পৰিৱেশ এটা ফুটাই তুলিবলৈ চেষ্টা কৰে। নিৰাশ হয়। চেষ্টা পৰিত্যাগ কৰে)।**

— নাই নহ'ব। নাটক এখন কৰাৰ কোনো সুবিধা নাই। দেধাৰ নৈতিক আৰু কাৰিকৰী অসুবিধা।

— (কল্পনাৰ আৱেশত হঠাৎ উৎফুল্লিত হৈ) আহ্। এই মঞ্চত যদি এটা বিশাল মথাউৰিৰ চেট থাকিলেহেঁতেন আৰু বিশেষ আলোকসজ্জা।

— আৰু বতাহৰ বাবে এটা ব্ল'ৱাৰ। চাউণ্ড এফেক্ট।

— (উত্তেজনা ক্ৰমে বৃদ্ধি পায়।)

— হুৰ হুৰ বতাহ বলিলেহেঁতেন; চিকমিক বিজুলী নাচিলেহেঁতেন আৰু নিৰাশ্ৰয় মানুহবোৰ ইতস্ততঃ দৌৰিলেহেঁতেন।

— গছৰ ডাল-পাত উৰি ফুৰিলেহেঁতেন সমগ্ৰ মঞ্চজুৰি আৰু যদি সেইবোৰ কাগজ হৈ গ'লহেঁতেন ।

— (শান্তভাৱে) কলিকতাত মূলাৰৰ নাটক এখন অঞ্জন দত্তই যিদৰে উপস্থাপন কৰিছে। মঞ্চত কাগজ আৰু কাগজ। মাজত এজন বিধ্বস্ত যুবক। (পুনৰ উত্তেজনা সৃষ্টি হয়।)

— তেনেকৈ উৰি ফুৰক কাগজ, কাগজ আৰু কাগজ। আমাৰ পৰোৱান, বেলট পেপাৰ, দেশক বন্ধকত থোৱাৰ খতপত্ৰ, শ্বেয়াৰ চাৰ্টিফিকেট, খৰ খঁজুৱতিৰ বিখ্যাত বৈদ্য মঃ চান্দামৰ

আগমন, পঞ্চবাৰ্ষিক আঁচনি, কবি পুলিত কেনেকৈ পানী দিব লাগে, প্ৰগতিৰ খতিয়ান, চাৰিজন আলফাৰ আত্মসমৰ্পণ, অসমে আকৌ হাঁহিছে ইত্যাদি ইত্যাদি।

— বচ্ হ'ব। বুজা গ'ল সুবিধা নাই। আৰু জন্মৰ দৃশ্য এটা মঞ্চস্থ কৰিব। নাই কোনো সামাজিক, শৈল্পিক আৰু আইনগত পৰিবেশ। গতিকে নাটকখন মঞ্চৰ বাহিৰতে ক'ৰবাত অভিনীত হৈছে, হৈ থাকক।

— তেনেহ'লে আমি ইয়াত, মঞ্চত কি কৰিছো?

— ইয়াত আমি কিবা কিবি কৰিছো।

— বাহিৰৰ নাটকখনৰ এটা আভাষ দিছো।

— আৰু সেই নাটক চলি থকা সময়খিনিত দৰ্শকক ব্যতিব্যস্ত কৰি ৰাখিছো।

— আচ্ছা। বাহিৰৰ নাটকখনত এতিয়া কি চলিছে?

— ধৰযুগ দিছে বতাহ বলিছে আৰু শিশুবোৰ কঁপিছে।

— ধৰযুগ দিছে, বতাহ বলিছে আৰু শিশুবোৰ কঁপিছে।

**(ভাৱৰীয়াসকলে বতাহ ধৰযুগৰ পৰিবেশ ৰচনাৰ চেষ্টা কৰে। এজনে গছৰ ডালটো জোকাৰে। জোকাৰি থাকোতে ডালটো পৰি যায়।)**

— দিলি পেলাই। মুৰ্খ ক'ৰবাৰ!

— নাই ভাই নিৰুপায়। দোষ কাৰ বুজা নাযায়।

— তবে অলপ একশ্যনতো কৰা যায়।

— তেনেহ'লে এতিয়া অলপ একশ্যন। গছডাল- মানে গছৰ ডালটো পুনৰ পুতিব লাগে। খাড়া কৰিব লাগে। মঞ্চ সজ্জাৰ বাবে।

— ৰেডি। একশ্যন্। ব্যক্তি একশ্যন, মাচ একশ্যন্, চিংগল একশ্যন্, জইন্টএকশ্যন্, চচিয়েল একশ্যন্, পলিটিকেল একশ্যন্, এডমিনিষ্ট্ৰিয়েল একশ্যন্, চেক্ৰেটাৰীয়েল একশান্, নেচেচেৰী একশ্যন্, ডিচিপ্লিনেৰী একশ্যন্, গভাৰ্ণমেন্টেল একশ্যন্, যোগাত্মক একশ্যন্, বিয়োগাত্মক একশ্যন্। একশ্যন্, একশান্, একশ্যন্।

— একশ্যন্, ভেশছ্যন্, কৰাপশান্,ডিজেকশ্যন্।

— মুঠতে গছজোপা তুলিব লাগে। ঢোকা দি হ'লেও খাড়া কৰি ৰাখিব লাগে।

— ই আমাৰ ইজ্জতৰ প্ৰশ্ন। নৈতিক দায়িত্বৰ প্ৰশ্ন।

— অধিকাৰহীন কৰ্তব্যৰ প্ৰশ্ন।

— (ভাৱৰীয়াসকলে ওপৰৰ সংলাপখিনি কৈ থাকোতে গছৰ ডালটো তুলিবলৈ চেষ্টা কৰে। নোৱাৰে।)

— নোৱাৰিলো। কাম কৰি কৰি ভাগৰি পৰিলো। মোমাইদেউ।

— ঘামেৰে জোল বৈ গ'ল। লাচিত আহি পাবৰে হ'ল।

— থ থ। ইমান ধৰযুগৰ মাজত ক'ৰ লাচিতডাল ওলাবহি।

— (কিছু আচৰিত হৈ হঠাতে মনত পৰাৰ দৰে) হাঃ। ধৰযুগ দিয়েই আছে নেকি?

— এৰা ক'ৰবাত, ঠিক ক'ৰ বাত, আমাৰ চিন্তা নে চেতনা নে স্মৃতিৰ মাজত, ইপুৰীত নে সিপুৰীত, সৰগত নে নৰকত, ধেমাজি নে পশ্চিম ধেমাজিত ক'ৰবাত যেন ধৰযুগ দিছে। জিৰ জিৰ, ঝিৰ ঝিৰ, জৰ জৰ, ঝৰ ঝৰ, হুৰ হুৰ, গুৰ গুৰ, ঘৰ ঘৰ, মৰ মৰ....

— আৰু আমি তিতিছো। মিছাকৈয়ে।

— আৰু আমি কঁপিছো। মিছাকৈয়ে। থক থক থক।

— খক খক খক। কেৱল প্ৰশংসাৰ খক। টকাৰ খক। নগৰৰ মাজ মজিয়াত ৰঙীন মঞ্চত আমি অভিনয় কৰিছো, ভোকৰ, জাৰৰ, আশ্ৰয়হীনতাৰ।

— আৰু উগাৰি উগাৰি টেঁটুলৈকে খাই আমাৰ দৰ্শকবৃন্দই অনুভৱ কৰিছে ভোকৰ যন্ত্ৰণা ঘৰলৈ গৈ কোমল শেতেলিত পৰি তৃপ্তিৰে পাগুলিব মথাউৰিত আশ্ৰয় লোৱা মানুহমখাৰ আশ্ৰয়হীনতাৰ দুখ। ভৰ আঘোনতে কাঁচি সামৰিবলগীয়া হোৱা দাৱনীজনীৰ দুখ।

— হিটলাৰেও হেনো কোনোবা নাটক চাই হুৰাওৰাবে কান্দিছিল।

— কোনোবাই যদি ইয়াতেই এটা হাইড্ৰ'জেন বোমা ফুটুবাই দিলেহেঁতেন।

— বন্ধ হ'লহেঁতেন য'তচব ভেকো-ভাওনা।

— ভেকো-ভাওনা, ভাওনা ভেকো, আম লেটেকু, কেকো-জেকোহেকো পেকো, গেকু গেকু......

— এই গেকু গেকু মানে কি?

— (থত মত খাই) নাই বিশেষ অৰ্থ নাই। কেৱল ছন্দ মিলাবলৈ লগাই দিছো। গেকু গেকু। পিছে মই ভাবো (ভাবে) ইয়াৰ এটা অৰ্থ থকা উচিত। ভৱিষ্যতে গেকু গেকুৰ এটা অৰ্থ নিশ্চয় ওলাব। (ভাবি) আচলতে ইয়াৰ এটা অৰ্থ আছেই। আমিহে নাজানো। (লজ্জিত হৈ হাঁহে)

— (সামান্য বিৰতি। ভাৱৰীয়াসকলে যেন পুনৰ কঁৰপৰা

আৰম্ভ কৰিব ধৰিব পৰা নাই।)

—— অচ্ছা গছজোপা আমি তুলিব নোৱাৰিলো

—— নোৱাৰিলো মানে নুতুলিলো।

—— আচ্ছা নুতুলিলো। কাৰণ এইটো আমাৰ কাম নহয়। এই কামৰ কাৰণে সুকীয়া মানুহ আঁৰকাপোৰৰ আঁৰত আছে। পৰিচালকৰ ইংগিত পালেই তেওঁলোক সোমাই আহিব। গছৰ ডালটো নি আমেৰিকাত পেলাই দিবগৈ।

—— অথবা ইয়াতে গুজি দিব। গছ হ'ব।

—— মই ভাবো ইয়াৰ বাবে নতুন মানুহ ওলাব। হয়তো অহা শতিকাতে। হয়তো ২০০১ চনৰ প্ৰথম চেকেণ্ডতে। মূল ভাৱবীয়া— সেই মানুহ জন্ম হৈছেই।

—— জন্ম হৈছে? ক'ত?

মূঃ ভাঃ — মথাউৰিটোৰ সৌখিনিত। এটা কেচুৱা জন্ম হৈছে। মই তাকে ক'বলৈ আহিছিলো। সেয়াই আমাৰ বাহিৰৰ নাটকখনৰ কাহিনী। (বৈ) মোৰ মুৰৰ পৰা এটা পোহৰ ওলাইছে নেকি অ'? (কেওজনে পুনৰ নিৰীক্ষণ কৰে)

—— ক'তা। নাই ওলোৱা।

মূঃ ভাঃ মানে এটা হেল' (helo) এই যে কৃষ্ণ, বুদ্ধ, নানক আদিৰ ছবিবোৰত থাকে?

—— (কেওজনে পুনৰ ভালদৰে চায়।)

—— ওঁহো নাই। তেনে কোনো পোহৰ তোৰ মূৰত নাই।

মূঃ ভাঃ — (অলপ হতাশ হৈ) কিন্তু ওলাব লাগিছিল। কাৰণ মই এটা অপাৰ্থিব দৃশ্য চাই আহিছো। কেচুৱাটো কেনেকৈ জন্ম হ'ল মই দেখিলো। (গোটেইকিজন অবাক আৰু আগ্ৰহান্বিত)

—— দেখিলি? তই নিজে?

—— মূঃ ভাঃ- অঁ অঁ নিজে। প্ৰথমে এটি ক'লা মূৰ। ধাৰাষাৰ বৰষুণৰ মাজত অকণমানি এটি মূৰ। ঠিক সূৰ্যোদয়ৰ দৰে। যেন পাহাৰ ফালি ওলাই আহিছে সূৰ্য। কেৱল প্ৰথমতে ক'লা। তাৰ সমস্ত জীৱন দানী পোষক পদাৰ্থৰে লেপথেপ। (ৰয়) মানুহৰ কৰণীয় তাত একোৱেই নাছিল। প্ৰকৃতিয়ে নিজ হাতে ধুৱাই দিছিল সেই নতুন মানুহক। ধাৰাষাৰ বৰষুণ দিছিল, বতাহ বলিছিল, আৰু সমগ্ৰ মানৱ জাতিৰ সমস্ত পাপৰ বোজা বহন কৰিবলৈ জন্ম হৈছিল এটি নিষ্পাপ শিশু।

—— (সংকোচেৰে) তাত কোনো আঁৰ-বেৰ নাছিল নেকি?

মূঃ ভাঃ — (ঈষৎ হাঁহি) নাছিল। আঁৰ কৰি ধৰিবলৈ মানুহবিলাকৰ হাতত কাপোৰ নাছিল। সময় নাছিল। আৰু প্ৰয়োজনো নাছিল। হৰ মুৰকৈ মথাউৰিটো ভাঙি হঠাতে পানী সোমাইছিল আৰু মানুহবোৰে আশ্ৰয় বিচাৰি তালৈ দৌৰিছিল। কোনেও একোকে অনা নাছিল। (নীৰৱ)

—— তাৰপাছত?

মূঃ ভাঃ — তাৰপাছত, ক্লান্ত অৱসন্ন আৰু বিধ্বস্ত মনৰ মানুহ গৰাকীৰ প্ৰসৱ বেদনা আৰম্ভ হৈছিল। সকলো মানুহ তাতেই থিয় দি আছিল। মতা মানুহবোৰ, সৰু সৰু ল'ৰা-ছোৱালীবোৰ, সকলো। তাত কোনো লাজ নাছিল। শংকা নাছিল, কামনা নাছিল। বিপুল বিস্ময় আৰু আবেগেৰে মানুহবোৰে প্ৰত্যক্ষ কৰিছিল প্ৰকৃতিৰ সেই চিৰন্তন আশ্চৰ্য। গভীৰ মমতা আৰু এক অবুজ উদাৰতাৰে মানুহবিলাকৰ মনবোৰ সমৃদ্ধ হৈছিল। (সুৰ সলনি কৰি) বুজিচ— তছলিমা নাচৰিণৰ মতে হেনো সকলো পুৰুষেই সন্তান জন্মৰ সময়ত উপস্থিত থকাটো বাধ্যতামূলক হোৱা উচিত। যাতে কি যন্ত্ৰণাৰ মাজেৰে নাৰীয়ে সন্তান জন্ম দিব লগা হয় পুৰুষে বুজি পাব পাৰে। কিন্তু মই ভাবো....।

—— কি ভাব?

মূঃ ভাঃ — (ভাবে) সকলো মানুহেই একাধিক জন্মৰ দৃশ্য চোৱা উচিত। আচলতে জীৱনত এশটা জন্ম চাবলৈ প্ৰতিজন মানুহকে চৰকাৰে বাধ্য কৰোৱা উচিত। উদাৰতাৰে সমৃদ্ধ হ'বলৈ।

—— মানৱতাৰ শিক্ষা পাবলৈ।

—— জন্ম যি দেখা নাই, দেখা নাই মৃত্যু, সি কিদৰে বুজি পাব জীৱনৰ মৰ্ম ?

—— কেনেকৈ বুজিব যে জীৱন এটা অস্তিত্বৰ নাম?

——যে জীৱন এটা সংগ্ৰাম?

—— জীৱন দুৰ্নিবাৰ গতি

—— মৃত্যু তাৰেই যতি।

—— যে জীৱন এটা ছন্দ।

—— মৃত্যু মানেই পশু।

(সামান্য হাঁহি আৰু বিৰতি)

মূঃ ভাঃ — অ'। তাৰ পাছতে সংঘটিত হৈছিল মানৱতাৰ চৰম কলংকৰ দৰে সেই অনিবাৰ্য ঘটনাটো। এক জীৱন্ত পাপৰ দৰে, অমোঘ মৃত্যুদূতৰ দৰে মানুহটো টুকটুক কৈ আহি উপস্থিত হ'ল। বোধহয় গাওঁবুঢ়া। হুটা মাতটোৰে সি চিঞৰিলে-"এই

কটা নিধকইত। মুখ হাঁ কৰি মাইকীয়ে ল'ৰা পোৱা চাই থাকিবলৈ তহঁতৰলাজ নেলাগিলনে? লাজৰ ভাগ নোপোৱাহঁত।" তাৰ পিছতে সকলো উলট-পালট হৈ গ'ল । যেন সাম্রাজ্যবাদে নিক্ষেপ কৰি গ'ল আণৱিক বোমা। ক্রুচবিদ্ধ হ'ল যীশু। মাইকীবোৰে কোঢ়াল জুৰিলে। প্রচণ্ড ধমকিত ল'ৰা-ছোৱালীবোৰ ফৰিং চিটিকা দিলে। মতা মানুহবোৰ হুৰহুৰ কৈ আঁতৰি পৰিল লাজত কুঞ্চিত হৈ অধোমুখে। যেন জঘন্যতম পাপৰ ঘটনাটো অলপতে সংঘটিত হ'ল। দৃশ্যটো হঠাতে হৈ উঠিল লজ্জাজনক, কলংকিত, পাপ সম্ভূত। কোনোবাই ক'ৰবাৰপৰা এখন কাপোৰ যোগাৰ কৰিলে আৰু সকলো আঁৰ কৰি দিলে।

(সকলো অভিভূত )

— কেচুৱাটো কেনেকুৱা ?

মৃঃভাঃ — সি একবিংশ শতিকাৰ প্ৰথম মানুহ। ক্ষুব্ধ, বিক্ষুব্ধ, দৃঢ়, সদৃঢ়, সংকল্পিত, পৰিকল্পিত,সংগ্রামী, অভিমানী, ভ্রমনশীল, গৰ্জনশীল, ঘটক, অনুঘটক, দ্রাৱক-দ্রৱিত, স্রাৱক-স্রৱিত ইত্যাদি।

— তাৰ জন্মত আৰু কি ঘটিছিল? ভূমি কম্প হৈছিল? নেজাল তৰা ওলাইছিল ?

মৃঃ ভাঃ — ওঁহো । অস্বাভাবিক একো ঘটা নাছিল। সি যেতিয়া পৃথিৱীৰ প্রথম বতাহৰ স্পৰ্শত থক্ থক্কৈ কঁপিছিল তাৰ মাক তেতিয়া তেজৰ ডোঙাত অচেতন হৈ পৰি ৰৈছিল। তাই হয়তো নাবাচিব। কেঁচুৱাটো দুদিনতে মাতৃহীন হ'ব। (বৈ) মাতৃ থাকিলেও অৱশ্যে এক হ'ব। বৰষুণত তিতি বজাৰত কঁপিব। (বৈ) জন্মৰ সময়ত সি চকু মেলা নাছিল ।

— কাৰণ গেৰ গেৰ বৰষুণ দি আছিল।

মৃঃভাঃ – সি কন্দা নাছিল?

— ওঁ। কান্দিবলৈ তাৰ গাত শকতি নাছিল।

মৃঃ ভাঃ— মাতৃৰ গৰ্ভত সি যেতিয়া এটা তিনিমহীয়া ভ্ৰূণ আছিল তেতিয়াৰে পৰা তাৰ মস্তিষ্কৰ বিকাশ ঘটিছিল। লাহে লাহে সি বুজি উঠিছিল যে সেই উদৰ - তাৰ মাতৃ গৰ্ভ- মাথো এক অন্ধকূপ; য'ত খাদ্য নাই, পানী নাই, ৰোগ-ব্যাধিৰ পৰা নিৰাপত্তা নাই, আশা নাই, ভৰষা নাই, আছে কেৱল হতাশা, অপুষ্টি আৰু দংশনত বীজাণুৰ দল। সি অৱশ্যে জনা নাছিল কাৰোবাৰ বাবে সেই অন্ধকূপেই হয় আৰাম আৰু বিকাশৰ নিশ্চিত স্থল। সি এতিয়াও জনা নাই সকলো মাতৃয়েই তাৰ মাকৰ দৰে অপুষ্টি আৰু এনিমিয়াত ভুগিব লগা নহয়।

— বৰং মেদ বাহুল্যই সৃষ্টি কৰে সুকিয়া সমস্যা।

— প্ৰায়ে চিজাৰিয়ান হয়।

— লাহে লাহে সি জানিব, সকলো বুজিব। এই পৃথিৱী, এই মানুহ, এই সভ্যতা আৰু প্ৰগতিৰ অৰ্থ কি সি যেতিয়া জানিব সি বিস্ফোৰিত হ'ব । তাৰ পুষ্টিহীন শুকান দেহটোত দপদপ অগনি জ্বলিব আৰু চাৰিওদিশে নিক্ষিপ্ত হ'ব মৃত্যুবাণ।

— সকলোলৈকে; যি তাৰ গেৰ গেৰ বৰষুণত জন্মৰ বাবে দায়ী। যি তাৰ অপুষ্টি আৰু অশিক্ষাৰ বাবে জগৰীয়া সকলোলৈকে।

— সেই মৃত্যুবাণে চেৰাই যাব সময়ৰ সীমা। অতীত বৰ্তমান। ভৱিষ্যতৰো সকলো দুষ্কৃতিকাৰীয়ে সমুচিত দণ্ড পাব। পুনৰ নিহত হ'ব হিটলাৰ। পুৰস্কৃত হ'ব স্পাৰ্টাকাছ।

— আৰু সিহঁতো দণ্ডিত হ'ব, যি আছিল নিৰ্বিকাৰ। সকলো দেখিও সকলো শুনিও কৰা নাই প্ৰতিবাদ। অতীত বৰ্তমানৰ সেইনপুংসকক দল নিহত হ'ব: ৰুদ্ধ হ'ব প্ৰজনন।

(সামান্য বিৰতি)

— ঠিক আছে। একবিংশ শতি কাৰ সমাজ গঢ়িবলৈ প্ৰয়োজন হিংসা নে অহিংসাৰ?

— নে অহিংসাত্মক হিংসাৰ?

— কিন্তু নেলাগে আমাক হিংসাত্মক অহিংসা। অ'ত বছৰে আমি দেখিলো শুনিলো।

— গালো বালো খোলাকটিৰ তাল।

— কটা-কটি, মৰা-মৰি, প্ৰতিৰোধ, প্ৰতিশোধ। স্বাধিকাৰ ৰক্ষাৰ বাবে।

— আমি পাহৰি গ'লো -কিয় হাজাৰ হাজাৰ বছৰ আগতে আমাৰ পূৰ্বপুৰুষে গঢ়ি তুলিছিল সমাজ।

— পাহৰি গ'লো- যে নিৰাপত্তাৰ বাবে, সহযোগিতাৰ বাবে: বিশ্বব্ৰহ্মাণ্ডত নিজৰ তুচ্ছ অস্তিত্ব বজাই ৰাখিবৰ কাৰণে আৰু তাৰ বিকাশৰ কাৰণে

— সৃষ্টি হৈছিল সমাজ, সভ্যতা , সংস্কৃতি ইত্যাদি।

— আজিও বৰ্তমান সমাজ, স ভ্যতা ইতাদি.

— কিন্তু হেৰুৱালো তাৰ এচেঞ্চ, সাৰবত্তা, মৌলিক লক্ষ্য আৰু উদ্দেশ্য ইত্যাদি।

— গতিকে মানুহে আকৌ শিকিব। ধ্বংসৰ মাজেৰে, হিংসাৰ

মাজেৰে, নৈৰাজ্য আৰু নিৰাপত্তাহীনতাৰ মাজেৰে।

— সমাজ মানে কি? সভ্যতা মানে কি আৰু মানুহেই বা কি?

— সেয়াও এক বেলেগ কাহিনী।

— (মনত পেলোৱাৰ দৰে।) এতিয়া কি কৰিছে সেই বালকে?

— (দূৰলৈ চাই, কিবা দেখাৰ দৰে) নিক্ষেপ কৰিছে মৃত্যু। অতীত বৰ্তমান আৰু ভৱিষ্যতৰো সেই সকললৈ, যি দুষ্কৃতিকাৰী, যি স্বয়ং অন্যায় আৰু ৰৌৰব নৰক।

— (দূৰত দেখাৰ দৰে) অথবা অমৃত হাতেৰে জীয়াই তুলিছে সকলোকে, প্ৰাগঐতিহাসিক জনকো- যি সৎ, যি সচেতক, মননশীল, সৃষ্টিশীল, আৰু মানুহ নামৰ দ্যোতক।

— (হঠাতে যেন গুলিবিদ্ধ হৈছে তেনেভাবে মূল ভাৱৰীয়াই বুকুত খামুচি ধৰি যন্ত্ৰণাৰ চিৎকাৰ কৰে। আনসকলেও অনুকৰণ কৰে। সকলো মৃত।)

সকলো — মৃত যে এতিয়া আমি
ভৱিষ্যতৰ পৰা বৰ্ষিত হৈছে
মৃত্যুবাণ কাৰণ নিৰ্বিকাৰ
আছিলো আমি,
কৰা নাই কোনো প্ৰতিবাদ।
চকু থাকিও অন্ধ আছিলো
কাণ থাকি ও যে কলা
নেমেলো বকলা তাৰ
বিষাব নিজৰহে গলা।

(সামান্য নীৰৱতা। এজন ভাৱৰীয়াই মৃতৰ অভিনয় এৰি কিবা ভাবে।)

— কিন্তু মই এটা কথা ভাবি পাইছো অ'।

(বাকী কিজনে মূৰ তুলি চায়।)

এয়াতো ভৱিষ্যতৰ গুলি। আৰু আমি বৰ্তমানৰ মানুহ তাতে আমিতো আৰু তেনে কোনো শোষক -তোষ ক পাপী-তাপী নহয়। মাথোন নৈতিক দায়িত্ব পালনৰ অপৰাগতাৰ দোষত দোষী। (বাকী কিজন উঠি বহে।) গতিকে আমাৰ এই মৃত্যু অপশ্যনেল(optional) নহয় জানো?

(মূল ভাৱৰীয়াৰ বাদে বাকীসকল থিয় হয়।)

— এই মৃত্যু অপশ্যনেল?

— অপশ্যনেল নহয় এডিশ্যনেল(Additional)। আমি মৰিবও পাৰো নমৰিবও পাৰো। অথবা মৰিও জীয়াই থাকিব পাৰো।

— বেচ মই তেনেহ'লে নমৰো। মই জীয়াই থকাটোকে ঠিক কৰিলো।

— ময়ো।

**মূল ভাৱৰীয়া**— কিন্তু মই মৰিলো। নেবাচিলো মই। কাৰণ মই নিবিচাৰো এনে এটা নপুংসক জীৱন। স্বাগতমি নতুন পুৰস্কক/মানি লৈ সিহঁতৰ শত গঞ্জনা/হাঁহিমুখে মৃত্যুক কৰিলো বৰণ। (পুনৰ মৰে, বাকীসকল ভাৱৰীয়াই পৰীক্ষা কৰি মৰিল বুলি নিশ্চিত হয়।)

— (হুমুনিয়াহ কাঢ়ি)বেচেৰা। সি সঁচাকৈয়ে মৰিল। তাৰ এখন নিভাঁজ অন্তৰ আছিল। কেৱল মস্কিল হ'ল সি বৰ ভীৰু আছিল। মুখ ফুটাই প্ৰতিবাদ কৰিবলৈ তাৰ সাহস নাছিল।

----- সঁচা ক'বলৈ হ'লে সি মৰিবহে জানিছিল, মাৰিব নেজানিছিল।

— আমি তাৰ অতৃপ্ত আত্মাৰ সদ্‌গতিৰ কাৰণে এক মিনিট মৌন প্ৰাৰ্থনাকে কৰো।

**সকলো**— (কোঢ়াল কৰি) ওম শান্তি শান্তি, ওম শান্তি শান্তি অউম হ্ৰীং ক্ৰিং ফট্ স্বাহা।

— হ'ব আৰু। নাটক শেষ হ'বৰ হ'ল। মূল ভাৱৰীয়াই যেতিয়া মৰিল অথবা মৰাৰ ভাও জুৰি পৰি থাকিল, আমাৰ আৰু সকাম কি?

— গতিকে নাটক শেষ হ'ল।

— এনেকৈয়ে শেষ হয় নাটক, বাহিৰৰ নাটক, ভিতৰৰ নাচক, নাটকৰ নাটক।

— হঠাতে মাজতে। আকস্মিক অথচ পৰিকল্পিত।

(সামান্য নীৰৱতা। ভাৱৰীয়াসকলে যেন অস্বস্তিবোধ কৰে।)

— (অপ্ৰতিভ হাঁহি) স্ক্ৰীন টনা মানুহটোৱে স্ক্ৰীন টানিবও পাৰে নেটানিবও পাৰে।সেইটো তাৰ কাম। অভিনেতাৰ তাত কৰিব লগা নাই।

— এনেকৈয়ে মঞ্চ থাকে খোলা। দৰ্শক থাকে আশা পালি কিবা ওলাব ওলাব বুলি।

— একোকে নোলায়। চিন টনা মানুহটোৱে গালি শপনি খায়

খায়।

—— কাৰণ , কামৰ সময়ত কাম এৰি সি চুলাই খাবলৈ যায়।

—— (হামিয়াই) হায় হায়।

—— এতিয়া বিদায়।

(ভাববীয়াসকল ওলাই যায়। স্ক্রীন নটনা দেখি মূল ভাববীয়াও উঠি গুছি যায়। মঞ্চ অলপপৰ খোলা থাকি পট পৰে; কিন্তু ৰচীত জোঁট লাগে। কোনোবা এজনে স্ক্রীনখন হাতেৰে টানি জপাই দিয়ে।)

<u>সমাপ্ত</u>

# স্বপ্ন আমাৰ সূৰ্যমুখী ফুল

## নাট্যকাৰ # হেমন্ত বৰপাত্ৰ গোহাঁই

**চৰিত্ৰসমূহ ঃ**

১। ১ম যুৱক (যুৱক)
২। ২য় যুৱক
৩। ৩য় যুৱক
৪। যুৱতী

(চহৰৰ উপকণ্ঠত এক সেমেকা সন্ধ্যা। বতাহত শীতৰ আভাস। এটা লাইট পোষ্টৰ তলত বৃত্তাকাৰে পোহৰবোৰ সিঁচৰিত হৈ পৰিছে। গুৰু গম্ভীৰ মাতেৰে নিৰ্দিষ্ট মাত্ৰাত এক পাৰ্কাচন বাদ্য বাজি থাকে। লাইট পোষ্টত বগাব খোজা ভংগীত যুৱকজন আৰু যুৱকজনলৈ দুহাত মেলি আমন্ত্ৰণ জনোৱাৰ ভংগীত যুৱতী গৰাকী বৈ থাকে। যুৱকৰ হাতত এডাল ৰচী। তেওঁলোকৰ গাত বৰষুণৰ দৰে পোহৰজাক পৰি থাকে।)

**নেপথ্য আবৃত্তি ঃ**

বৃদ্ধ চিৰ প্ৰাচীন আকাশৰ তলত
আমাৰ লম্বমান হৃদয় কৰুণালব্ধ।
হেনো ঘন কুঁৱলী সনা আন্ধাৰত বাউল চৰাইজাক
অজান কোঁৱৰৰ নিজান দেশত
স্বপ্নৰ পম খেদি খেদি জঁকো,
গছবোৰ মাথো সাৰে আছে
অথবা কোনে কব পাৰে সিহঁতো চাগে, টোপনি গৈছে
গছৰ তলত বহি সমাহিত বুদ্ধই কুৰুলীয়াই ৰৈছে।
নিয়ৰ সৰাই নিশাটি চলমান নিৰন্তৰ
নিসংগ মৌনতা ঘনীভূত হৃদয়ত
থাকি থাকি গুজৰিছে বিনাইছে আৰু.......
সৰ্পিল গতিত সময় যেন বিক্ষুব্ধ হৈ ৰৈছে।
এনে এটা মুহূৰ্তত (অথবা নিঃকৰুণ স্বচ্ছতাৰ সৰ্বক্ষণত)
প্ৰশ্ন হ'ল বৃক্ষৰ দৰে শাখা বিশিষ্ট
উত্তৰ হ'ল খৰাং কালৰ নদী

**যুৱতী ঃ** সেয়ে মই সাৰে আছো। অলেখ অযুত প্ৰশ্নৰ সমিধান বিচাৰি মই আন্ধাৰ চলাথ কৰিছো। মই ৰক্তজবা। অভিসাৰী নিশাৰ কামনা লোলুপ পুৰুষৰ দৃষ্টিত মই এপাহ এপাহকৈ দেহা উদঙাই ফুলি উঠো। এতিয়া চাৰিও দিশ নিমাত নিজান। শীৰ্তাত নিশাৰ ফেউৰাৰ আৰ্তনাদত কেৱল সাৰ পাই উঠো মই। স্মৃতিৰ গহ্বৰ খোল খায়, ইতিহাসৰ পাত মেল খায়। শুকাই থকা অসংখ্য তেজৰ চেকুৰাৰ বিভৎসতাত মই চিঞৰি উঠো।

**যুৱক ঃ** ময়ো সাৰে আছো। অলেখ অযুত প্ৰশ্নৰ সমিধান বিচাৰি স্থান আৰু কালৰ সম্পৰ্ক ছিন্ন ভিন্ন কৰি পেলাইছো। বন্ধ্যা আন্ধাৰৰ গৰ্ভ বিদীৰ্ণ কৰি আস্ফালন কৰিছো।

**যুৱতী ঃ** কিন্তু তুমি কোন?

**যুৱক ঃ** মই এজন হতাশাগ্ৰস্ত যুৱক। দাৰিদ্ৰৰ লগত, জীৱনৰ লগত যুঁজি যুঁজি মই হাৰ মানি গৈছো।

**যুৱতী ঃ** পিছে ইয়াত তুমি কি কৰিছিলা?

**যুৱক ঃ** মই আহিছিলো আত্মহত্যা কৰিবলৈ। জীৱনৰ পৰা পলাবলৈ।

**যুৱতী ঃ** (ঈষৎ হাঁহি) এই লাইটপোষ্টটোত?

**যুৱক ঃ** বোধহয় মই ইয়াতে ওলোমাৰ কথা ভাবিছিলো।

**যুৱতী ঃ** (শব্দ কৰি হাঁহি) আত্মহত্যা কৰি জীৱনৰ পৰা বাৰু পলাব পাৰিবা। পিছে মৃত্যুৰ পৰা পলাবা কেনেকৈ?

**যুৱক ঃ** (সন্দেহ কৰি) মানে?

**যুৱতী ঃ** মানুহে কোৱাৰ দৰে যদি তোমাৰ অতৃপ্ত আত্মাই এই লাইটপোষ্টতে চিৰকাল ঘূৰি ফুৰিব লগা হয়!

**যুৱক ঃ** (ভয়াৰ্ত আৰু সন্দিহান চাৱনিৰে এখোজ পিছুৱাই) তাৰ মানে? কোন তুমি? তোমালৈ মোৰ কিবা ভয় ভয় লাগিছে? আচলতে কোন তুমি? কোন তুমি?

**যুৱতী ঃ** মই?

**যুৱক ঃ** মানে .........মানে............ইমান ৰাতি ইয়াত.........

**যুৱতী ঃ** (হাঁহি) অঁতো। ৰাতিৰ নিৰ্জনতাতে আমাৰ ব্যৱসায়

চলে। (চকুৰ ঠাৰেৰে) বুজিলা ?

**যুৱক :** (কিছু আশ্বস্ত হৈ ) অঁ। আচলতে মই তোমাক আন কিবা বুলিহে ভাবিছিলো।

**যুৱতী :** যেনে ?

**যুৱক :** (অপ্রতিভ হৈ) যেনে ধৰা এই ভূত-প্ৰেত, ডাইনী-যখিনী বিপ্লৱী-তিপ্লৱী।

**যুৱতী :** অঁ ধৰা মই ভূত-প্ৰেত, ডাইনী-যখিনী নহ'লেবা বিপ্লৱী-তিপ্লৱী এই য'ত চব কিবা কিবি। (হাঁহি) তুমিও ভাল দিয়া। নগৰৰ ভদ্ৰলোক সকল থাকোতে এই নিশা বাৰ বজাত দেও ভূত থাকিবলৈ ঠাই ওলাব নেকি? (কৌতুকেৰে) আচলতে এই ৰাতি অকলে অকলে ঘুৰি ফুৰা দেখি মই তোমাক বেছ সাহসী ল'ৰা বুলিয়েই ভাবিছিলো। পিছে এতিয়া দেখিছো তুমি আত্মহত্যা কৰিবলৈ আহি বেছ ভয় খোৱা বিধৰ।

(যুৱতীয়ে যুৱকৰ হাতত থকা ৰচীডাললৈ চায়। যুৱকেও

চায়। ৰচী ডালত ফোকাচ আৰু ঈষৎ কঁপনি। সি সাপ এডালৰ দৰে দেখায়।)

**যুৱতী :** তুমি যে আত্মহত্যা কৰিবলৈ আহিলা, বেমাৰ-আজাৰ মাৰি মৰককবোৰে কিবা বিদ্ৰোহ ঘোষণা কৰিছে নেকি? (যুৱকে ৰচীডালেৰে ভিণ্ডিত চিপ দিয়ে কিন্তু কিবা ভাবি খৰকৈ খুলি পেলায়। যুৱতীয়ে কিছু হাঁহে।)

**যুৱক :** তুমি হয়তো কাহানিও কান্দি পোৱা নাই। জীৱনৰ তিক্ততাই যেতিয়া জীয়াই থকাৰ সকলো প্ৰেৰণাকে তিল তিলকৈ নিঃশেষ কৰি নিয়ে তেতিয়া বিতৃষ্ণ জীৱনৰ পৰা অব্যাহতি পাবলৈ মানুহে আত্মহত্যাৰ আশ্ৰয় লয়।

**যুৱতী :** জানো। (গহীন সুৰত) কিন্তু সেই পথ গ্ৰহণযোগ্য নহয়। আমি মানুহ; চিৰদিন আশাবাদী সেয়াই আমাৰ ধৰ্ম। যি ৰিক্ততাৰ পৰা আমাৰ জীৱন দুৰ্বিসহ হয় সেই ৰিক্ততাকে মহৎ প্ৰেৰণা ৰূপে গ্ৰহণ নকৰা কিয়? তোমাৰ দৰিদ্ৰতাই তোমাৰ জয়ৰ পথত প্ৰধান সহায়।

**যুৱক :** তোমাক মই বুজিব পৰা নাই। কি যেন কথাবিলাক কৈছা।

**যুৱতী :** আত্মগ্লানি আৰু ধিক্কাৰেৰে ভৰা হৃদয়ৰ গেলা ঘাঁবোৰত পোক লাগিছে। কিন্তু সেই কিলবিলনি মই নীৰৱে সহ্য কৰিছো। কিয় জানা? এদিন এই জ্বালাৰ অৱসান ঘটিব। মানুহৰ বিৰুদ্ধে মানুহৰ চক্ৰান্ত ধ্বংস হ'ব।

**যুৱক :** তুমি যি কৈছা সেয়াই হয়তো সত্য। হ'লেও মোৰ বাবে দুৰ্বোধ্য, সংশয় পূৰ্ণ। তুমি পোহৰলৈ বাট চাই আন্ধাৰত পৰি আছা। দিনৰ পোহৰত ৰাজবাটত ভৰি দিবলৈকে তোমাৰ আন্ধাৰ নিশাৰ অভিসাৰ। কিন্তু মানুহে জানো তোমাক স্বীকাৰ কৰিব?

**যুৱতী :** মোৰ প্ৰতি মানুহৰ মনোভাবক কেৰেপ কৰিবলৈ মই শিকা নাই। মই স্বয়েই আৰু মই হৈয়ে জীয়াই থাকিবলৈ বিচাৰো। কাৰণ মোৰ নিজস্ব চিন্তা প্ৰবাহৰ দ্বাৰাইহে মোৰ ব্যক্তিত্বৰ বিকাশ ঘটিব পাৰে আৰু ভাবৰ মৌলিকতাৰ সৃষ্টি হ'ব পাৰে।

**যুৱক :** (কৌতুহলেৰে) তোমাৰ এই অভিসাৰী জীৱনৰ বাবে জানো আক্ষেপ নাই?

**যুৱতী :** জীৱনটো উচ্ছৃংখল হোৱাৰ বাবে মোৰ কোনো আক্ষেপ নাই। মোৰ উচ্ছৃংখল জীৱনটোৱেই মোৰ জীৱনৰ কাৰণে মহৎ প্ৰেৰণা। (যুৱতীয়ে মিচিক-মাচাক হাঁহিব ধৰে। যুৱকে সংশয়পূৰ্ণ চাৱনিৰে চাই চাই পিছুৱায়।)

**যুৱক :** (সংশয় ভৰা কঁপা কঁপা কণ্ঠত) কিন্তু – কিন্তু তুমি হাঁহিছা কিয়? অৰ্থনিৰে পৰা তুমি কেৱল হাঁহিছা?

**যুৱতী :** হাঁহিয়েই মোৰ জীৱন।

**যুৱক :** মোৰ তোমালৈ ভয় লাগিছে।

**যুৱতী :** মোৰ তোমালৈ পুতৌ জন্মিছে।

**যুৱক :** কিন্তু কিয়?

**যুৱতী :** তোমাৰ অসহায়তা দেখি। (সংগীত। পোহৰ অৰ্থবহ)

**যুৱক :** (আহত আৰু হতাশ কণ্ঠত) মোক নজ্বলাবা, মই বৰ পৰিশ্ৰান্ত। মোক, মোক অলপ অকলে থাকিবলৈ দিয়া। অলপ জিৰণি লবলৈ দিয়া। আঁতৰি যোৱা। যোৱা আঁতৰি যোৱা। (যুৱকৰ কণ্ঠস্বৰ ফেঁকুৰী উঠা, কাতৰ সংগীত)

**যুৱতী :** তুমি কান্দিছা কিয়?

**যুৱক :** কান্দোন যে মোৰ জীৱনৰে নামান্তৰ।

**যুৱতী :** তোমাক বৰ আচৰিত লাগিছে।

**যুৱক :** তোমালৈ মোৰ ভয় লাগিছে।

**যুৱতী :** কিন্তু কিয়?

**যুৱক :** তোমাৰ নিৰ্ভীকতা দেখি।

(নীৰৱতা, যুৱতীয়ে আগবাঢ়ি গৈ যুৱকৰ মূৰটো কোলাত লৈ আলফুলে মোহাৰি দিয়ে। চকুত সহানুভূতিৰ চাব)

**যুৱতী :** অকণমান হাঁহিবা?

**যুৱক :** তুমি কেনেকৈ ইমান হাঁহিব পাৰা?

**যুৱতী :** কাৰণ মই বেশ্যা। আমি হাঁহিব জানিব লাগে। হাঁহিয়েই আমাৰ সম্পদ। কেৱল হাঁহোতে হাঁহোতে কান্দিবলৈ মই পাহৰিয়েই গ'লো। (বৈ) কিন্তু কেতিয়াবা অকণমান কান্দিবৰ মন যায়। নোৱাৰো। কান্দোন বিলাক দেখোন মনত পেলাবই নোৱাৰো। (অপ্ৰতিভভাৱে হাঁহে)।

যুৱক ঃ আচলতে ময়ো হাঁহিবলৈ পাহৰিলো। এটা সময়ত মই খুব হাঁহিছিলো। কিন্তু ঘটনা ক্ৰমে জীৱনলৈ নামি আহিল ঘন ঘোৰ অন্ধকাৰ। পোহৰৰ বিন্দু মাত্ৰ কণাও নিৰ্ব্বাপিত হ'ল। হেৰাই গ'ল য'ত চ ব মিঠা মিঠা হাঁহিৰ তৰংগ। আন্ধাৰৰ মাজত মাথোন মূৰ আফালি মৰিল শত শত মাউৰা কান্দোনৰ সমদল।

যুৱতী ঃ (কিবা যেন ভাবি) তেনেহ'লে এটা কাম কৰোঁ। মই তোমাক হাঁহিবলৈ শিকাম, তাৰ বিনিময়ত....

যুৱক ঃ মই তোমাক কান্দিবলৈ শিকাম।

যুৱতী ঃ খুব ভাল হ'ব। মই কান্দিম, কান্দিবলৈ শিকিম (হাঁহে)

যুৱক ঃ মই হাঁহিবলৈ শিকিম। মই হাঁহিম। (ক্ষন্তেক বিৰতি। দুয়ো যেন নিজৰ অতীত চোৱাৰ বিষয়ে পৰ্য্যালোচনা কৰি চায়।)

যুৱতী ঃ মই ভাৱিছো আমি পৰস্পৰৰ বিষয়ে কিছু জনা ভাল হ'ব। (হাঁহি) মানে এনেয়ে......... বিশেষকৈ তুমি এটা বিৰল চৰিত্ৰ আৰু এইযে আমি অদ্ভুত ধৰণে মিলিত হ'লো, নিজৰ জীৱন দৰ্শন চিন্তা ধাৰাৰ আদান প্ৰদান কৰিলো, তাৰ পৰাই আমাৰ মাজত এক ধৰণৰ আত্মীয়তা গঢ়লৈ উঠা নাই নে?

যুৱক ঃ খুউব সম্ভৱ।

যুৱতী ঃ সেয়ে মই নিশ্চয় তোমাৰ জীৱন কাহিনী জনাৰ দাবী কৰিব পাৰো?

(এতিয়া তেওঁলোকৰ সম্পৰ্ক সহজ আৰু সাৱলীল)

যুৱক ঃ মোৰ জীৱনটো মুঠেই আকৰ্ষণীয় অথবা মনোগ্ৰাহী নহয়।

যুৱতী ঃ কিন্তু উদ্ভট জীৱনৰ কিছুমান অদ্ভুত ঘটনাৰ বিষয়ে মানুহৰ কৌতুহল সহজাত।

(যুৱতীয়ে আগ্ৰহেৰে চায়। যুৱকে বিমোৰ ভাৱটো আঁতৰাবলৈ যত্ন কৰে। দুয়ো এটা দীঘলীয়া কাহিনী কোৱাৰ আৰু শুনাৰ বাবে প্ৰস্তুত হয়।)

যুৱক ঃ মোৰ জন্ম এটা অৱস্থাহীন পৰিয়ালত। হ'লেও মই কিছু পঢ়াশুনা কৰিছিলো। কিন্তু এটা সৰ্বগ্ৰাসী বিভীষিকাৰ লগত দিনে ৰাতিয়ে যুঁজ কৰি মই বোধহয় কিছু হতাশ, কিছু বিৰক্ত হৈ উঠিছিলো। জীৱন সম্বন্ধে এটা দৃঢ় সুস্থিৰ চিন্তাধাৰা নথকাৰ বাবে মই এটা বিপদজনক অসাধু পথতো পতিত হৈছিলো। অৰ্থাৎ মোৰ দৰেই দুজন ল'ৰাৰ লগত মাজে সময়ে সৰু সুৰা ডকাইতিতো লিপ্ত হৈছিলো। মোৰ উপাৰ্জনেৰে যিহেতু আমাৰ পৰিয়ালটোৰে সকাহ লাভ কৰিছিল সেয়ে বিবেক দংশনত জৰ্জৰিত হ'লেও তেওঁলোকে নীৰৱতা অৱলম্বন কৰিছিল। বিবেকে হয়তো মোকো জ্বলাইছিল। কিন্তু ক্ৰমবৰ্দ্ধমান হতাশা; পৰিবেশৰ ভ্ৰূকুটি আৰু সামগ্ৰীক ভাবে এক মূল্যবোধৰ নৈৰাজ্যই আমাক কিছু উদ্ভট কৰি তুলিছিল। বিবেক আৰু আস্থাহীনতাৰ দোদুল্যমান যুঁজখন চলি থকাৰ কালত......... সেয়া আজিৰ পৰা প্ৰায় ১৫ বছৰৰ আগৰ ঘটনা।

(সেই একেটা লাইটপোষ্টৰ তলত ১৫ বছৰৰ আগৰ পৰিৱেশ। তিনিজন কম বয়সীয়া যুৱকে থিয় দি বিড়ি হোপে। অন্যমনস্ক নহ'লেও তিনিজনৰ মুখভংগীত কি যেন এক খাপচৰা ভাব। এক অসহ্যকৰ নীৰৱতা। হঠাৎ ২য় আৰু ৩য় যুৱকে (১ম আৰু ২য় সংগী) আদিবাসী টোটেম উপাসনাৰ গীত গাই নাচিব ধৰে। যুৱকে (ইয়াত ১ম যুৱক)ৰ চকুত কৌতুকৰ তিৰ্‌বিৰণি। নৃত্যৰ ছন্দ উদ্দাম হৈ উঠে, নাচি থকা দুয়োজন যেন বাস্তৱৰ পৰা বিচ্ছিন্ন হৈ পৰে। ১ম যুৱকৰ মুখ ভংগীৰ পৰিৱৰ্ত্তন হয় , লাহে লাহে কঠোৰ আৰু ক্ৰোধ ঘৃণা মিশ্ৰিত চাৱনি ফুটি উঠে। হঠাৎ তেওঁৰ ভয়ংকৰ শব্দত পৰিৱেশটো ফাটি থানবান হৈ যায়)

১ম যুৱক ঃ আৰে চালা কুত্তাকা বাচ্ছা (নাচ বন্ধ হয়। নীৰৱতা। লাহে লাহে) বিশৃংখল শব্দ বিন্যাসতকৈ নীৰৱতাই ভাল।

২য় যুৱক ঃ দূৰ, বেচ দাৰ্শনিকৰ দৰে মন্তব্য।

৩য় যুৱক ঃ আচলতে পাগলৰ দৰে এজন দাৰ্শনিক অথবা দাৰ্শনিকৰ দৰে এজন পাগল।

১ম যুৱক ঃ কোন, মই?

৩য় যুৱক ঃ নহয় বুলি কৈছ নেকি?

২য় যুৱক ঃ নহয় তই চা, এইযে আমি এটা নাচ নাচিলো আদিম মানুহৰ এটা আদিম নাচ, স্বতঃস্ফুৰ্ত। এই নাচটোতেই কেৱল বিশৃংখল শব্দ বিন্যাস বুলি কব বিচাৰ নেকি? আচলতে ই হ'ল নীৰৱতাৰ এক ভিন্ন ৰূপ। প্ৰকৃতিত যি এক বিপুল শব্দময় নীৰৱতা বিৰাজ কৰিছে ই তাৰে এক মানবীয় প্ৰকাশ। কল্পনা কৰ-- এজুম আদিম মানুহে ............

৩য় যুৱক ঃ এটা চিকাৰ ধৰি আনিছে। একুৰা প্ৰকাণ্ড জুইৰ সন্মুখত সিহঁত ঘূৰণীয়াকৈ বহিছে আৰু চিকাৰটো জুইত তুলি দিছে। টোপ টোপ কৈ তাৰ পৰা তেল পৰি অগঠাবোৰ নুমুৱাই দিছে, পিছে মুহূৰ্ততে ভমককৈ জ্বলি উঠিছে।

২য় যুৱক ঃ জুইৰ উজ্বল ৰঙা পোহৰত গছবোৰ, মানুহ বিলাকৰ মুখবোৰ ৰক্তিম হৈ জিলিকিছে। সিহঁতৰ ওপৰত এখন বিৰাট আদিম আকাশ আৰু অলেখ অযুত বন্য তৰাৰ

বুটা।

**৩য় যুৱক :** তাৰ তলত সিহঁতে নাচিছে, গাইছে। সেই সুৰ, সেই শব্দ দিগ-দিগন্ত বিয়পি পৰিছে।

**২য় যুৱক :** অথচ কি যেন এক প্ৰাক ঐতিহাসিক নীৰৱতা বিৰাজ কৰিছে।

**১ম যুৱক :** অৰ্থাৎ

**২য় যুৱক :** অৰ্থাৎ ব্যাকৰণৰ সূত্ৰ ধৰি তৈয়াৰ কৰা হুলস্থুলতকৈ বিশৃংখল শব্দ বিন্যাসেই ভাল।

**৩য় যুৱক :** সেয়ে আহক আমি আদিম হৈ যাওঁ।

(আমন্ত্ৰণৰ ভংগীত দুহাত মেলি দিয়ে। বাকী দুজনে হঠাৎ হাঁহি উঠে, উচ্চ অবিশ্ৰান্ত হাঁহি। হাঁহি বন্ধ হয়।)

**২য় যুৱক :** (দুৰ্বল ভাৱে) হাঁহিছো। অথচ আমি আটায়ে জানো আমাৰ হাঁহিৰ কোনো দাম নাই। মুল্যহীন নিলাজ হাঁহি।

**১ম যুৱক :** বন্ধ কৰ। তহঁতৰ প্ৰলাপ শুনাৰ ধৈৰ্য্য মই হেৰুৱাই পেলাইছো।

**২য় যুৱক :** ইয়াৰ আজিকালি কি হৈছে অ'। আমাৰ পৰা যেন ই ক্ৰমান্বয়ে দূৰলৈ গৈ আছে বন্দৰ এৰা জাহাজৰ দৰে।

**৩য় যুৱক :** (হাঁহি) নহয়। আচলতে কোনোবা অদৃশ্য বাজিকৰৰ সুনিপুণ আঙুলিৰ ঠাৰত কিবা এটা ঘটিব ধৰিছে। মই ভাবিছো ই কাৰোবাৰ প্ৰেমত পৰিছে।

**২য় যুৱক :** প্ৰেম? (উচ্চস্বৰে হাঁহি) এই কি হৈছে তোৰ?

(ইমান সময়ে প্ৰথম যুৱকে নুমাই যোৱা বিড়িৰ টুকুৰাটো লক্ষ্য কৰি আছিল।)

**১ম যুৱক :** হুঁ। বিড়িটো নুমাই গৈছে।

(হঠাতে এটা থমথমীয়া ভাৱে পৰিৱেশটো গধুৰ কৰি তোলে। ২য় যুৱকে গভীৰ মমতাৰে জুইশলাটো লক্ষ্য কৰে।)

**২য় যুৱক :** জ্বলাই দিওঁ?

**১ম যুৱক :** নালাগে, নজ্বলে। ভিতৰত চাগে ধপাতৰ সঁচ নাই।

**৩য় যুৱক :** নাই? এৰা ভিতৰত ধপাত নাথাকিলে খোলাটো জ্বলিব কিয়?

**১ম যুৱক :** (বিৰক্তিৰে) ভাল নালাগে।

**২য় যুৱক :** কি ?

**১ম যুৱক :** এটা নুমাই যোৱা বিড়িৰ ওপৰত দাৰ্শনিকতা ভাল নালাগে।

**২য় যুৱক :** হ'লেও কৰিবই লাগিব। কিছুমান ধপাতহীন বিড়িৰ পেকেটৰ লেবেল।

**১ম যুৱক :** (ধীৰ ভাৱে) কি?

**২য় যুৱক :** আমি। আমি কিছুমান ধপাতহীন বিড়িৰ পেকেটৰ ৰঙচঙীয়া লেবেল।

**১ম যুৱক :** (জোৰে) অৰ্থহীন।

**২য় যুৱক :** (হতাশ কণ্ঠত) মই নিজেই হয়তো অৰ্থহীন।

**৩য় যুৱক :** দুখ নকৰিবি। যি পৰিস্থিতিয়েই আমি সৃষ্টি নকৰোঁ ইতিবাচক হোৱা ভাল। (চিন্তা কৰি) মানে ....

**২য় যুৱক :** (নিজে নিজে) লেবেল মানে আমি একোটা অস্তিত্ব। লেবেল মানে সমাজত আমি একোটা নিৰ্দ্দিষ্ট বিন্দু।

**১ম যুৱক :** সমানে অৰ্থহীন।

**২য় যুৱক :** (আহত আৰু ক্ষুন্ন হৈ) মই নিজেই বোধহয় এটা এবচাৰ্ড শূণ্য। (ভাগি পৰি) মই বোধহয় একো নোহোৱাই ভাল হ'ব।

(২য় যুৱকে এচুকত বহি লৈ কান্দিবলৈ ধৰে। প্ৰথমে লাহে লাহে পাছত শব্দ কৰি। বাকী দুজনে বিমোৰ ভাবে চাই ৰয়। বিষণ্ন সুৰত অৰ্থহীন সংগীত)

**১ম যুৱক :** (২য় যুৱকক উঠাই দি) নাকান্দিবি! আচলতে মই তোক দুখ দিওঁ বুলি কোৱা নাছিলো!

**২য় যুৱক :** কিন্তু তই জানই এইদৰে উপলুঙা কৰিলে মোৰ দুখ লাগে।

**৩য় যুৱক :** দুখ নকৰিবি। আমিও জানো একে পথৰে পথিক নহয়। হতাশা, এবচাৰ্ডিটি আৰু এক সৰ্বগ্ৰাসী মূল্যবোধৰ নৈৰাজ্যত আমি একে ভাবেই কক্‌বকাই ফুৰিছো। সেয়ে সকলো তথাকথিত ব্যৱধান জলাঞ্জলি দি আমি তিনিওটা একেটা প্লেটফৰ্মত থিয় দিছোহি।

**২য় যুৱক :** কিন্তু কিহৰ তাড়ণাত?

**১ম যুৱক :** পেটৰ। পেটৰ ভয়াল চক্ৰান্তৰ তাড়নাত।

**২য় যুৱক :** কিন্তু আন পথ জানো নাছিল?

**১ম যুৱক :** আন পথ? হয়তো নাই। লুটপাত, ডকাইতি, বিবেকৰ সতে ফলাফল নিশ্চিত নোহোৱা এখন অন্তহীন যুঁজ, এয়েই হয়তো আমাৰ নিয়তি।

**৩য় যুৱক :** এয়েই হয়তো আমাৰ নিয়তি। লুটপাত, ডকাইতি, বিবেকৰ সতে ফলাফল নিশ্চিত নোহোৱা এখন অন্তহীন যুঁজ।

**২য় যুৱক :** (উষ্মাৰে) মিছা, মিছা কথা।

**১ম যুৱক :** (আচৰিত হৈ) তেনেহ'লে ?

**৩য় যুৱক :** আৰু কি কৰা যাব পাৰে?

**২য় যুৱক :** (দৃঢ়ভাবে) প্ৰেম।

**১ম + ৩য় :** কি?

**২য় যুৱক :** অঁ প্ৰেম। সমগ্ৰ মানুহৰ লগত প্ৰেম। মানুহক বুজাৰ প্ৰয়াস, মানুহক চিনাৰ প্ৰয়াস।

**১ম+৩য় :** আৰু?

**২য় যুৱক :** নিজৰ প্ৰতি থকা সহজাত ভালপোৱাক সমাজলৈ বিস্তাৰ কৰাৰ প্ৰয়াস। আমাৰ দৰে মানুহবোৰৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থক বিলীন কৰি দিয়াৰ প্ৰয়াস।

**১ম+৩য় :** তাৰ পৰা আমাৰ লাভ?

**২য় যুৱক :** বহুত কিবা কিবি।

**১ম+৩য় :** কিন্তু স্বাৰ্থ ত্যাগ কৰিব লাগিব। নিঃস্বাৰ্থ হ'ব পাৰিব লাগিব।

**২য় যুৱক :** (ভয়ংকৰ ভাবে হাঁহিবলৈ ধৰে। বাকী দুজনে ভেবা লাগি চাই থাকে। হাঁহি বন্ধ হয়, গহীন শান্ত স্বৰত) স্বাৰ্থ? আমাৰ জানো কিবা স্বাৰ্থ আছে? হুঁ? অঁ আছে। এটা স্বাৰ্থই আছে। জীয়াই থকাৰ স্বাৰ্থ। পেটৰ জ্বালা নিবাৰণ কৰাৰ স্বাৰ্থ। এটুকুৰা বস্ত্ৰ এটা পঁজা নিজাকৈ পোৱাৰ স্বাৰ্থ। তাৰ বাহিৰে? আমি কি ইন্টাৰনেচনেল ডিছা বিচাৰিছা?

**১ম যুৱক :** নাই বিচৰা।

**২য় যুৱক :** সুদৃশ্য বঙলা বিচাৰিছো?

**৩য় যুৱক :** নাই বিচৰা।

**২য় যুৱক :** বিলাসী প্ৰমোদ যান বিচাৰিছো?

**১ম+৩য় :** নাই বিচৰা।

**২য় যুৱক :** তেনেহ'লে ? আমি মাত্ৰ জীয়াই থাকিব বিচাৰিছো।

**১ম যুৱক :** কিন্তু এতিয়াওতো আমি জীয়াই আছো।

**২য় যুৱক :** আছোঁ অৱশ্যে। (ভাবি) কিন্তু এনেদৰে নহয়।

**৩য় যুৱক :** কেনেদৰে থাকিব লাগিব?

**২য় যুৱক :** (কিছু উত্তেজনাৰে) প্ৰয়োজন হ'লে আমি প্ৰকাণ্ড এলচিচিয়ান কুকুৰে পহৰা দিয়া ঘৰ, ছাইৰঙী বিদেশী কাৰ, ৰঙীন টেলিভিছন, ফ্ৰীজ সমস্ত বিচাৰিব লাগিব। যদি ভবা যায় যে— আজিৰ সভ্যতাত মানুহ হিচাবে জীয়াই থাকিবলৈ কক্এই বিলাকেই প্ৰয়োজন।

**১ম যুৱক :** কিন্তু এই বিলাক জানো স্বাৰ্থ নহয়?

**২য় যুৱক :** (তীব্ৰভাবে) ডেম ইয়ৰ নিঃস্বাৰ্থ বাদ। স্বাৰ্থ নোহোৱাকৈ সংসাৰ চলিছে? স্বাৰ্থ নোহোৱাকৈ বিশ্ব-ব্ৰহ্মাণ্ড সৃষ্টি হৈছে। প্ৰট্ৰন ইলেক্ট্ৰন সমূহৰ যদি কোনো স্বাৰ্থই নাথাকিলহেঁতেন, কিয় পৰস্পৰক আকৰ্ষণ বিকৰ্ষণ কৰিলেহেঁতেন? কিয় বিশ্ব-ব্ৰহ্মাণ্ড সৃষ্টি কৰিলেহেঁতেন? (বৈ) স্বাৰ্থহীনতা এক শূণ্য। শূণ্যৰ অস্তিত্ব নাথাকে। শূন্যতাই একো সৃষ্টি নকৰে। নিজৰ স্বৰূপ ঢাকি ৰাখিবলৈ কৰা সেয়া শোষক শ্ৰেণীৰ অৰ্থহীন নৈতিকতাৰ ফুল— জাৰি। (পুনৰ উত্তেজিত ভাবে) নৰ-নাৰীৰ যদি কোনো স্বাৰ্থই নাথাকিলহেঁতেন কিয় বংশ বৃদ্ধি কৰিলেহেঁতেন? আমাৰ মা-দেউতাৰ যদি কোনো স্বাৰ্থই নাথাকিলহেঁতেন আমাক জন্ম দিলেহেঁতেন কিয়? একমাত্ৰ যৌন ক্ষুধা নিবাৰণৰ বাবেই আমাক কি জন্ম দিছিল? অথবা সিয়েই জানো এটা স্বাৰ্থ নহয়?

**৩য় যুৱক :** তই বৰ অশ্লীল হৈ পৰিছ। ভাল নহয়।

**২য় যুৱক :** হু তাৰ! অশ্লীল। কিন্তু অশ্লীল, সংজ্ঞা নিৰূপণ কৰা নাযায়। যদি যায়, তেনেহ'লে ক'ব লাগিব আমাৰ জন্মই এটা অশ্লীল ঘটনা আৰু তাৰ সম্যক পৰিচিতিও সমান ভাবে অশ্লীল।

**১ম যুৱক :** ঠিক আছে, এই চব বাদ দে। এইবাৰ ক, তই আচলতে কি ক'ব বিচাৰিছিলি।

**২য় যুৱক :** মই? অঁ। মই আচলতে ক'ব বিচাৰিছিলো আমি নিঃস্বাৰ্থ ভাবে জনতাৰ কাম কৰিব লাগিব।

**১ম যুৱক :** (জোৰেৰে) মানে? তই পাগল হোৱা নাইতো?

**২য় যুৱক :** পাগল? পাগল হ'বলৈ কিয় যাম। ক'ব খুজিছো, চা- আমাৰ স্বাৰ্থ জীয়াই থকাৰ স্বাৰ্থ। খুন-খাৰাবী চুৰি-ডকাইতি, এই চব ত্যাগ কৰি সহজ ভাবে জীয়াই থকাৰ স্বাৰ্থ। সভ্য সমাজৰ সকলো সুযোগ সুবিধাৰে আত্মনিবাশকৰ স্বাৰ্থ। তহঁতে দেখিবি ডিগ্ৰী বিভিন্ন হ'লেও আমাৰ দৰে মানুহ বিলাকৰ সেই একেই স্বাৰ্থ। আমি সেই স্বাৰ্থ বিলাক একীভূত কৰিব লাগিব। তোৰ স্বাৰ্থ, মোৰ স্বাৰ্থ, তেওঁৰ স্বাৰ্থ, তাইৰ স্বাৰ্থ মুঠতে স্বাৰ্থৰ এক অন্তঃহীন যোগফল। এই আমাৰ ব্যক্তিগত স্বাৰ্থৰ একক বিলাক গোট খুৱাই আমি সৃষ্টি কৰিম এক বৃহত্তৰ স্বাৰ্থ। উমৈহতীয়া স্বাৰ্থ। আমাৰ ব্যক্তিগত স্বাৰ্থসমূহ উমৈহতীয়া স্বাৰ্থটোত একাকাৰ হৈ পৰিব। যদিও এই ক্ষুদ্ৰ ক্ষুদ্ৰ একক সমূহেই বস্তুটো সৃষ্টি কৰিছে তথাপি এই একক সমূহ বস্তুটোৰ সামগ্ৰীক সত্তাৰ লগত এনেভাবে বিলীন হৈ পৰিব যে সিহঁতৰ যেন কোনো সুকীয়া অস্তিত্ব নাই। অৰ্থাৎ আমি এক প্ৰকাৰ নিঃস্বাৰ্থ একক হৈ পৰিম।

**৩য় যুৱক :** কিন্তু কথা হ'ল, কি পথ ? কি পথ যিহেৰে আমি চুড়ান্ত লক্ষ্যত উপনীত হ'ব পাৰো? কি সেই পথ? (প্ৰতিধ্বনি হয়— "কি সেই পথ")

**১ম যুৱক :** এটা মাত্ৰ পথ। (হাতত এখন চুৰি চিক্‌মিকায়) ধ্বংস। (প্ৰতিধ্বনিত হয়- ধ্বংস, ধ্বংস)

**২য় যুৱক :** পথ আমাৰ এটাই আছে। সৰ্বাত্মক বিপ্লৱৰ পথ।

**১ম যুৱক :** দূৰ। ইমান নিৰুদ্বেগ ভাবে, অৰ্থহীন ভাবে জীৱনটো আহুতি দিব পাৰিবি?

**২য় যুৱক :** পাৰিব লাগিব। আমাৰ বাবেতো জীৱন মৃত্যুও সমান ভাবেই অৰ্থহীন। (প্ৰতিধ্বনিত হয়- অৰ্থহীন.. অৰ্থহীন)

**১ম যুৱক :** জীৱন-মৃত্যু যদি সমান ভাবেই অৰ্থহীন মৰি নাযাব কিয় ?

**২য় যুৱক :** পৰীক্ষা কৰি চাব পাৰ।

**১ম যুৱক :** মৰিবি ? (প্ৰতিধ্বনিত হয়)

**২য় যুৱক :** মৰিম। (প্ৰতিধ্বনিত হয়)

**১ম যুৱক :** সঁচাকৈ মৰিবি (ম..ৰি...বি) ?

**২য় যুৱক :** অঁ, অঁ মৰিম (ম... ৰি.. ম) ?

(অকস্মাতে ১ম যুৱকে ২য় যুৱকৰ পেটত চুৰিখন বহুৱাই দিয়ে। এটা ভয়ানক চিঞৰ। তাৰ পাছত নিস্তব্ধতা।)

**১ম যুৱক :** মই তাক সঁচাকৈয়ে মাৰিলো। মই মই তাক...

**৩য় যুৱক :** তাক মাৰি পেলালি নহয় ? (দুৰ্বল কৰুণ ভাবে) সিটো আমাৰ শত্ৰু নাছিল।

**১ম যুৱক :** (দুৰ্বল আৰু কৰুণ ভাবে) মই তাৰ মানে তাক:.

(লাহে লাহে মঞ্চ আন্ধাৰ হৈ আহে। আন্ধাৰতে যুৱকৰ কণ্ঠ শুনা যায়। সংলাপৰ লগে লগে পোহৰ বাঢ়ি আহে)

**যুৱক :** তাৰ পাচত সুদীৰ্ঘ ১৫ বছৰ মই অতিবাহিত কৰিলো কাৰাগাৰ, ফুটপাথ আৰু হস্পিটেলত। মোৰ বন্ধুজনৰ দৰেময়ো ভাবিছিলো জন্ম মৃত্যু খুবেই সহজ ঘটনা আৰু জীৱন মৃত্যুৰ মাজত একো সীমাৰেখা নাই। তথাপি মই হাৰ মানি গলো। এতিয়াও অহৰহ মোৰ চকুত নাচিব লাগিছে, সেই ল'ৰাজনৰ, মোৰ একালৰ সগোত্ৰ জনৰ শব্দৰ অবয়ব সমূহ।

**যুৱতী :** তুমি ল'ৰাজনক কিয় হত্যা কৰিলা ?

**যুৱক :** নাজানো। মোৰ মূৰত এটা চয়তান আছিল। চয়তান সকলোৰে মূৰত থাকে, সেয়ে সি এটা কাৰণ হ'ব নোৱাৰে। প্ৰকৃততে হত্যাকাণ্ডটোৰ বাবে পৰিৱেশ পাৰ্কি উঠিছিল । আৰু ? আৰু মোৰ হাতত এখন চুৰি আছিল।

(দুয়ো কিছু সময় মৌন হৈ যায়। যুৱকে বিষন্ন গধুৰ ভাৱটো আঁতৰাবলৈ চেষ্টা কৰে। যুৱতী সমাহিত অবস্থাত।)

**যুৱক :** এইবাৰ তোমাৰ কাহিনী কোৱা।

**যুৱতী :** (কাহিনী শুনাৰ আবেশ জাৰি জোকাৰি অপ্ৰস্তুত ভাবে হাঁহে) মোৰ আৰু কি কাহিনী থাকিব পাৰে। সকলোবোৰ দেহোপজীৱিনীৰ যি কাহিনী মোৰো সেয়ে। উপন্যাসৰ পাততে তাক পাবা।

**যুৱক :** হ'লেও কব লাগিব। মই যেতিয়া কলো।

**যুৱতী :** ঠিক আছে। শুনা তেনেহ'লে (দীৰ্ঘ নিশ্বাস এৰি) মই তেতিয়া কলেজীয়া দিনবোৰৰ ফাকু সানি উত্ৰাৱল। অথচ আমাৰ দৰে নিম্ন মধ্যবিত্তৰ পৰিয়ালবোৰৰ ছোৱালী কলেজত পঢ়া কি কষ্টকৰ তুমি কি বুজিবা। কোনো ৰকমে জোৰা টাপলি মাৰি আমাৰ সংসাৰখন চলি আছিল। আৰু আমি নিজকে সুখী বুলিয়েই পতিয়ন নিয়াইছিলো। কিন্তু কিয়ে ভণ্ডামি কৰা নাছিলো। যেতিয়া লগৰ বহু ছোৱালীয়ে ৰঙ-চঙীয়া সাজ-পাৰ পিন্ধি কটাক্ষ বাণ এৰে, বুকুৰ নে মনৰ কোনোবাখিনিত বৰকৈ খোচা বিন্ধা কৰে। পুৰা গধূলি ৰুটিন অনুসৰি দুখীয়া সংসাৰৰ নৈমিত্তিক কাজিয়া-পেচালে বতাহ বিষাক্ত কৰে, মোৰ-উশাহ বন্ধ হৈ আহে। জানা চাগে-মনোজগতৰ সামান্য উত্থান পতনে আমাৰ গোটেই জীৱনলৈ কঢ়িয়াই আনিব পাৰে নতুন বাতাবৰণ। তেনে এটা দুৰ্বল মুহূৰ্ত্ততে মই উপলব্ধি কৰিলো মোৰ দেহৰ এক অনন্য আকৰ্ষণ আছে। মোৰ সেই ক্ষমতা পৰীক্ষা কৰি চাবৰ মন গ'ল। - নহয়, নিজৰ অদৃষ্টৰ ওচৰত বিদ্ৰোহ কৰিবৰ মন গ'ল।

(মঞ্চ আন্ধাৰ হৈ পৰে। লাহে লাহে কম পোহৰত এটা অস্পষ্ট নাৰী মূৰ্ত্তি। যুৱতীৰ কণ্ঠত বহু দূৰৰ পৰা আবৃত্তি) কালৰাত্ৰিৰ থিয় গৰাইদি নামি পৰিছিল জোন, আমাৰ জীৱনৰ জোন, বিষণ্ণ প্ৰাচীন, নিসংগ অস্তিত্বৰ চেতনাত বাজিল - নিযত দৈন্যৰ সুৰ।

(যুৱতীৰ মুখত স্পষ্ট পোহৰ। দেহৰ বাকী অংশ ক্ষীণ পোহৰত অস্পষ্ট। যুৱতীৰ চকুত চকুপানীৰ টোপাল।)

**যুৱতী :** সেইযে এবাৰ জীৱনৰ থিয় গৰাইদি নামি পৰিলো কাঁইটিয়া জোনৰ মৰম বিচাৰি, তাৰ পাছত আৰু কোনো দিন উঠি আহিব নোৱাৰিলো। লাহে লাহে পৃথিৱীৰ সীমা বহু আঁতৰি গ'ল। বেদনাবোৰ যেন জোণ্ডা কংক্ৰিট হৈ দীঘল দি পৰি ৰ'ল। (পোহৰ কমে। স্থিৰ কৰুণ দৃষ্টিৰে যুৱতী গৰাকী ওপৰলৈ চাই বহি পৰে।) (নেপথ্যত যুৱতীৰ কণ্ঠত.. )

মোক গ্ৰাস কৰে
নেবুলাৰ নিসংগতাই প্ৰতি প্ৰহৰে মোৰ
লুণীয়া স্বাদভৰা বুকুৰ ভিতৰখন।
ক'তেবা পাম স্মৃতিৰ গহ্বৰত কৰাল বন্ধা
চিনাকী বসন্তৰ তেজাল গোন্ধ ?

নিসংগতাত জাহ যায় জৰাসন্ধ প্ৰেম
বিয়লিৰ ক্ষীণপ্ৰভ স্বপ্নৰ চিনাকী সুবাস।
যেতিয়া সকলো আঁতৰি যায়
জীৱন প্ৰেম স্তনৰ সুগোল মাত্ৰাবোৰ
উজাই অহা ক'লা তেজৰ বন্যাত কুটা হৈ উটো।
যেতিয়া সকলো পাওঁ
জীৱন, কামনা, চুমাৰ নতুন ফৰ্ম (কান্দোন)
ভৰা নদীৰ মৰা তেজত পুনৰ বাৰ মই নিসংগ হওঁ।

**যুৱতী** ঃ আৰু এতিয়াও আন্ধাৰ ফালি ছিৰি মই পোহৰ বিচাৰি মৰিছো। সেই পোহৰ, যাক কোনো অতীততে এৰি আহিছিলো জলফাই গছৰ আগত।

(যুৱকৰ হাঁহি শুনা যায়। হাঁহিৰ শব্দ তীব্ৰ হৈ অহাৰ লগে লগে মঞ্চত পোহৰ বাঢ়ি আহে। আগৰ মঞ্চ সজ্জা দেখা যায়।)

**যুৱতী** ঃ (উত্তেজিত হৈ) হাঁহিছা কিয়? নাহাঁহিবা। (যুৱকক জোকাৰি দিয়ে) নাহাঁহিবা (ফেঁকুৰি উঠে)

**যুৱক** ঃ (হাঁহি বন্ধ কৰি) শান্ত হোৱা। চোৱা প্ৰথম যেতিয়া আমি লগ হৈছিলো আমি চুক্তি কৰিছিলো যে তুমি মোক হাঁহিবলৈ শিকাবা আৰু মই তোমাক.... (হাঁহি) অদৃষ্ট চোৱা। কাৰ্য্যতঃ আমি একোৱেই কৰিব লগা নহ'ল। অৱস্থাই সকলোবোৰ নিয়ন্ত্ৰণ কৰি ললে। (কিছু সময় বৈ দূৰলৈ চাই) আকাশত বাৰু জুই লাগিছে নেকি?

**যুৱতী** ঃ (যুৱকে চোৱাৰ ফালে চাই) ৰাতি পুৱাবৰ হৈছে। (উমান লৈ) বতাহজাক খুব মিঠা লাগিছে।

**যুৱক** ঃ (হাঁহি) এতিয়া দেখোন মোৰ মৰিবলৈ মন নোযোৱা হৈছে।

**যুৱতী** ঃ (মৃদু হাঁহিৰে মূৰ জোকাৰি) মই আহিছিলো গ্ৰাহকৰ সন্ধানত। কিন্তু কোনোবা এজন গ্ৰাহকৰ লগত এই অমূল্য ঘন্টা কেইটা দিব লগা হ'লে কি যে এটা সম্পদ হেৰুৱালোহেঁতেন। আমি হাঁহিব বা কান্দিব নাজানো বুলি আৰু নকবা। তুমি সদায় কান্দি আহিছিলা। কিন্তু কান্দোনৰ মাজেৰে তুমি জীৱনৰ প্ৰতি, এই বিশ্বৰ প্ৰতি, লুভীয়া মানুহ বিলাকৰ প্ৰতি তীব্ৰ ব্যংগ কৰা নাছিলানে? আৰু মই? মই সদায় হাঁহিছো। কাৰণ গ্ৰাহকে আমাৰ মুখত হাঁহি বিচাৰে। অথচ আমাৰ প্ৰতিটো হাঁহিৰ অন্তৰালত কি পুঞ্জীভূত ক্ষোভ, বেদনা আৰু হতাশা বিয়পি আছে।

**যুৱক** ঃ আমাৰ যেতিয়া দুখ লাগে, সুখী দুখী বহুত মানুহকে লগ পাওঁ। সুখীজনে ব্যংগ কৰে, দুখীজনে সহানুভূতিৰ ভাষা বিচাৰি নাপায়।

**যুৱতী** ঃ আচলতে দুখৰ মাজত যি তৃপ্তি আছে তাক উপলব্ধি কৰিব নোৱাৰাটোৱেই আমাৰ ট্ৰেজেদি। আমি দুখৰ সৌন্দৰ্য্য উপলব্ধি কৰিব নেজানো?

**যুৱক** ঃ দুখ হ'ল এজনী গৰ্ভিনী গাই। তেনে এজনী গাই পোহা। বিনিময়ত পাবা সম্ভাৱনা ৰূপী এটা নোদোকা পোৱালি আৰু আনন্দ ৰূপী অপৰ্য্যাপ্ত গাখীৰ।

**যুৱতী** ঃ ওঁহো, সম্ভাবনা হ'ল এজনী গৰ্ভৱতী গাই। তাইক নিতৌ এবোজা দুখৰ ঘাঁহ খাবলৈ দিয়া আৰু বিনিময়ত পাবা এটা সুন্দৰ সোণালী পুৱা আৰু কুহুমবুলীয়া একাজলী ৰ'দ।

**দুয়ো** ঃ সেয়ে আমি যি দুখ পালন কৰিছো, আমাৰ জীৱন ভৰা উপলব্ধিৰে পোষণ কৰিছো, সি হ'ল আমাৰ চালিকা শক্তি।

**যুৱক** ঃ এই দুখৰ মাজতে আমি ৰোপন কৰিছো। এজোপা স্বচ্চ হৃদয়ৰ গছ। যাৰ ডাল পাত হালি জালি আহি উন্মুক্ত হৈছে দুবাহুৰ দৰে আৰু আমাক আমন্ত্ৰণ জনাইছে।

**যুৱতী** ঃ যি দৰে প্ৰবাসী প্ৰিয়ক ঘূৰি অহা দেখি কামদগ্ধ কুল বধুৱে আদৰণি জনায়।

**দুয়ো** ঃ এতিয়া হৃদয়ৰ স্বচ্ছ গছজোপাই চিঞৰি চিঞৰি কৈছে -
"হে মানৱ সকল, হে দুখী সকল, আহাঁ, মোৰ বুকুত থিতাপি লোৱা, হে আৰ্ত সকল, আহাঁ, মোৰ বুকুলৈ আহাঁ। (দুয়ো দুয়োলৈ কিছু সময় চায়। লাইট পোষ্টৰ লাইটটোৰ বাদে মঞ্চ ক্ষীণ গোলাপী আভাৰে ভৰি পৰে।)

**যুৱক** ঃ আহাঁ আমি প্ৰাৰ্থনা গাওঁ।

**যুৱতী** ঃ নতুন প্ৰভাতৰ প্ৰাৰ্থনা।

**দুয়ো** ঃ এতিয়া ৰাতি পুৱাইছে
স্থিৰ আহত জোপাৰ পৰা কুহুমবুলীয়া বুদ্ধ
গছে বনে জপিয়াই ফুৰিছে।
এক নতুন গতত আমি জীৱন বান্ধিলো।
য'ত প্ৰজ্ঞা গভীৰ, হৃদয় স্তম্ভিত।
আৰু অনিবাৰ্য্য সময়ৰ চাকনৈয়াত
আমি প্ৰোজ্জ্বল হৈ ফুৰিবলৈ ললো।
যেতিয়া আশাৰ প্ৰতিটো অবয়ব গতিৰ উন্মাদনাত তন্ময়
এচিটা সোণালী ৰ'দৰ প্ৰেমত নিজকে আমি
হেৰাই পালো।

(মঞ্চৰ ৰঙা ৰঙটো কিছু স্পষ্ট হয়। নগৰৰ প্ৰাণ চাঞ্চল্যৰ

আভাস।)

**যুৱক ঃ** তোমাক লগ পাই বৰ ভাল লাগিল। সুপ্ৰভাত।

**যুৱতী ঃ** সুপ্ৰভাত বন্ধু। আশা কৰো নেপাহৰা।

(দুয়ো কিছু হাঁহে, বন্ধুত্বৰ হাঁহি)

**যুৱক ঃ** তেনেহ'লে এতিয়া বিদায়।

**যুৱতী ঃ** বিদায়।

(দুয়ো দুফালে আঁতৰি যায়।পুনৰ ঘূৰি চাই হাত জোকাৱে আৰু সেই অৱস্থাতে স্থিৰ হৈ ৰয়। প্ৰভাতী সংগীতৰ ধ্বনি শুনা যায়।)

<u>সমাপ্ত</u>

# সাক্ষ্য-আইন

নাট্যকাৰ # মনোৰঞ্জন ফুকন

চৰিত্ৰসমূহ ঃ

বাবা ঃ ২৬/২৭ বছৰীয়া ডেকা ল'ৰা।
ভাইটি ঃ বাবাৰ ভায়েক, ২০/২২ বছৰীয়া।
ভন্টি ঃ বাবাৰ ভনীয়েক, ১৭/১৮ বছৰীয়া।
দেউতা ঃ বাবা, ভাইটি, ভন্টিহঁতৰ দেউতাক।
প্ৰবীণ ঃ বাবাৰ বয়সৰ এজন বিদ্ৰোহী মনোভাবৰ ডেকা ল'ৰা।
স্বপ্নালী ঃ বাবাৰ প্ৰেয়সী, ২০/২২বছৰীয়া আৰু দুজন পুলিচ বিষয়া।

(মঞ্চত বিচনা এখন, এখন পঢ়া টেবুল, এখন চকী, নিম্ন মধ্যবিত্ত ঘৰৰ ল'ৰা বাবা আৰু ভাইটিৰ কোঠা। মঞ্চ পোহৰ হোৱাৰ লগে লগে ভন্টিয়ে বিচনা পাৰি থাকিব। ভাইটিয়ে তৃপ্তিৰ উগাৰ এটা মাৰি, গামোছা এখনেৰে মুখ মচি মচি মঞ্চলৈ সোমাই আহিব।)

ভন্টি ঃ সৰু দাদা।

ভাইটি ঃ হোঁ?

ভন্টি ঃ টকা কেইটামান লাগিছিল। ফিজ দিবলৈ আছিল। দিবি নেকি?

ভাইটি ঃ কেই টকা?

ভন্টি ঃ বিশ টকা।

ভাইটি ঃ ৰাতিপুৱা লবি।

ভন্টি ঃ আছে যদি এতিয়াই দে। মোৰ আঠ পঞ্চলিছতে ক্লাচ আছে। তই তেতিয়া নুঠিবিয়েই।

ভাইটি ঃ ল, ল।

(বাবা সোমায় আহে। টেবুলৰ পৰা এটা চিগাৰেট লৈ জ্বলাই। ভন্টি ওলাই যায়। দেউতাকে ভিতৰৰ পৰা কয়)

দেউতা ঃ (ভিতৰৰ পৰা) বাবা?

বাবা ঃ দেউতা?

দেউতা ঃ তোৰ কালিলৈ ইন্টাৰ্ভিউ আছে?

বাবা ঃ ওঁ।

দেউতা ঃ ক'ত?

বাবা ঃ নতুন কৰ্ট বিল্ডিঙত।

দেউতা ঃ কালিলৈ কাৰফিউ উঠাই দিব জানো?

বাবা ঃ (ভিতৰৰ পৰাই) শুই থাক, পুলিচ মিলিটেৰীবোৰে সন্ধিয়াৰ পৰাই পিতপিতাই ফুৰিছে।

ভাইটি ঃ দাদা, আজি তোৰ লগৰ আটাইকেইটাকে পুলিচে বিচাৰি ফুৰিছে।

বাবা ঃ (উৎকণ্ঠিত) মোৰ লগৰ?

ভাইটি ঃ অঁ, প্ৰবীণদাহঁতক।

বাবা ঃ (কিছু শান্ত হৈ) তই ক'ত খবৰ পালি?

ভাইটি ঃ দেউতাই ক'ৰবাত খবৰ পাইছে।

বাবা ঃ এই ঘটনাবোৰৰ লগত সিহঁত জানো জড়িত আছে?

ভাইটি ঃ জড়িত আছেনে নাই তইঁতে ভালদৰে জানিবি। যদি আছে, মোৰ মতে ভাল কৰিছে।

বাবা ঃ তইনো কেতিয়াৰ পৰা ভাল-বেয়া বিচাৰ কৰিব পৰা হ'লি? তই যিবোৰ কাম কৰে, সেইবোৰ কাম কৰি এইবোৰ লোকৰ ভাল-বেয়া বিচাৰ কৰিলে শোভা নেপায়। তোৰ

নিজৰেই বিচাৰ -- বুদ্ধি নাই, আনৰ বিচাৰ--বুদ্ধিৰ ওপৰত এনেকৈ ফট্‌কৈ মন্তব্য নিদিবি। (অলপ ব্যংগভাৱে কয়)

ভাইটি ঃ কথাবোৰ তেনেকৈ নকবি ককাইদেউ। অন্ততঃ তোৰ দৰে ডিগ্ৰী দুটামান লৈ অফিচে অফিচে চাকৰি বিচাৰি ফুৰা মানুহ এটাৰ বিচাৰ- বুদ্ধিতকৈ, মোৰ বিচাৰ- বুদ্ধিক মই ওপৰত স্থান দিওঁ।

বাবা ঃ কি কৰিব লাগে মই? তোৰ দৰে চোৰ এটাৰ ফিল'ছফী গ্ৰহণ কৰিব লাগে? ৰাতি ৰাতি তোৰ লগত চুৰ কৰিবলৈ ওলাই যাব লাগে?

ভাইটি ঃ (খ্ৰেষেৰে) নাই, নাই, নালাগে। কিয় লাগিছে তই চুৰ কৰিব? আজি ২৫/২৬ বছৰ খাই আছ দেউতাৰ ইনকমেৰে, দেউতাই কাম কৰিব নোৱাৰা হ'ল। ঘৰৰ ডাঙৰ ল'ৰাটো হৈ তই কি কৰিব লাগিছ।

(ভন্টিৰ প্ৰৱেশ)

ভন্টি ঃ দাদা পানী। (টেবুলত থয়) কথাবোৰ অলপ লাহে লাহে পাতিলে ভাল হয়। কাৰণ সিটো কোঠাত আমাৰ বেমাৰী দেউতা এতিয়াও সাৰে আছে। (ইতিকিঙৰ সুৰ।)

(ভন্টিৰ প্ৰস্থান)

ভাইটি ঃ (অলপ নিম্ন সুৰত কিন্তু একেই উস্মাৰে) এই ভন্টিজনীয়ে ভালদৰে পঢ়ি-শুনি জীৱনটো গৎ লগাম বুলি ভাবে। তই ডাঙৰ ককায়েকটো হৈ কি সহায় কৰিব পাৰিছ?

বাবা ঃ তই দিয়া পইচাৰে তাই নতুন কাপোৰ পিন্ধি ৰাস্তাই ৰাস্তাই যাৰ তাৰ লগত ঘূৰি ফুৰে।

ভাইটি ঃ তই তাইক নুবুজাব কেলেই? মানা নকৰ কেলেই?

বাবা ঃ তোৰ আৰু দেউতাৰ চল পাই পাই তাই যাৰে তাৰে লগত, য'তে ত'তে গান গাবলৈ যায়।

ভাইটি ঃ (হাঁহে চিগাৰেট এটা মুখত লয়) চাওঁ, মেছটো দে।

দাদা ঃ তইঁতে যে প্ৰবন্ধ নে গল্প কিবা লিখ, অপসংস্কৃতি নে সংস্কৃতি- তাৰে কিবা এটা কৰিবলৈ যায়। তইঁতে কাগজে-পত্ৰই কৰ, তাই যেনিবা অলপ প্ৰেক্টিকেল। তাত তই মুৰ গৰম কি লাভ নাই। (ভাইটিয়ে এটা বেগত ৰেঞ্চ, প্লাচ, হাত-মোজা ইত্যাদি ভৰাই ভৰাই কথা কৈ থাকে। বাবাই সেইখিনি সময়তে মেগাজিন, কিতাপ চাই চাই ভাইটিক নিৰীক্ষণ কৰি থাকে। ভাইটিয়ে আঁঠুৱা তৰিবলৈ লয়।

বাবা ঃ দেউতাই তোৰ কাণ্ড—কাৰখানা এদিন গম পাই যাব। তেতিয়া?

ভাইটি ঃ গম পাই যোৱাটো আচল কথা নহয়। আচল কথা কি জান? এই যে দেউতাই মোক কেতিয়াবা সোধে 'কি কৰ' বুলি আৰু মই যে 'কৰো কিবা এটা' বুলি কওঁ। তাৰ পিছত যে বকনি- চোৰ, ডকাইত, কিন্তু মোৰ ইন্‌কামেৰে অনা চাউল ভাত খাবলৈ কোনেও যে অলপো কুণ্ঠাবোধ নকৰে, সেইটোহে আচল কথা।

দেউতা ঃ (ভিতৰৰ পৰা) বাবা! খিৰিকী জপালিনে? লাইট্‌টো অফ্ কৰি থ— এতিয়া পঢ়া-শুনা কৰিব নালাগে।

ভাইটি ঃ আজিৰ এনাউন্‌চ্‌মেন্টটো শুনিলিনে নাই? ঘৰৰ ভিতৰৰ পোহৰ বোলে বাহিৰলৈ যাব নোৱাৰে। কাৰ্ফিউৰ ৰাতি। গতিকে বুঢ়াৰ ভয়। ঐ দাদা, লাইটটো অফ্ কৰি মম এডাল জ্বলাই ল—মই যাওঁ। (বাবাই খিৰিকীখন জপাবলৈ লওঁতে) সেইখন নজপাবি -- মই যাবলৈ ওলাইছোঁ নহয়!

বাবা ঃ আজি তই যাব নালাগে।

ভাইটি ঃ কেলেই?

বাবা ঃ কাৰ্ফিউ দিছে—জানই।

ভাইটি ঃ ভালহে! চোৰৰ কাৰণে কি কাৰ্ফিউ! বাদ দে! আচলতে কি জান দাদা? আমাৰ ঘৰৰ ওচৰৰ এই কাৰখানাটো, ইয়াত কিমান মানুহে কাম কৰে! আমাৰ দৰে পঢ়া-শুনা কৰা ডেকা ডেকা নিবনুৱা কিছুমানৰ দেউতাকে ইয়াৰ পৰা কেনেকৈ ঘৰ চলাই আছে। হঠাতে যদি কাৰখানটো বন্ধ হৈ যায় কেনেকৈ হ'ব। গতিকে কোনোবাই কিবা এটা উপায় বিচাৰি পাইছে, কাৰখানাটোক প্ৰাণ দিব বিচাৰিছে, সেয়া ভাল বুলি কবই লাগিব।

বাবা ঃ কিন্তু কিছুমান মানুহে যি উপায়েৰে কাৰখানাটো চলাবলৈ চেষ্টা কৰিছে, সেয়া ভুলনীতি!

ভাইটিঃ (বিতৃষ্ণাৰে) নীতিৰ কথা নকবি অ'! বমি আহিব খোজে! মোৰ নীতি মোৰ কাৰণে সদায় শুদ্ধ, ঠিক সেইদৰে প্ৰত্যেকজন মানুহৰ বাবে তেওঁৰ নীতি শুদ্ধ।

বাবা ঃ কিন্তু আচল কাৰণটো কি, সেইটো বিচাৰ কৰি চোৱাটো প্ৰথম কথা। (প্ৰায় চিঞৰি কয়)

ভাইটি ঃ (সন্ত্ৰস্ত হৈ) চু--উ- উ, দাদা, সেইটো চবেই জানে বুজিছ। কিছুমান গান্ধী আছে সিহঁতেও জানে, কিছুমান মাৰ্ক্স আছে সিহঁতেও জানে। আৰু জানিবি—অৰ্থনীতি, ৰাজনীতিৰ

কিতাপ আজিকালি চবেই পঢ়ে।

বাবা ঃ কিন্তু সেইবুলি চেয়াৰমেনৰ ঘৰত ব'ম দি বা গেটত বহি হাংগাৰ্ ষ্ট্ৰাইক্ কৰি একো নহ'ব।

ভাইটি ঃ (ব্যংগৰে) তাৰ মানে তয়ো নতুন নীতি ইতিমধ্যে সৃষ্টি কৰি দিলি।

বাবা ঃ চা, ভাইটি, আমাৰ ঠাইত থাকি আমি ন্যায় বিচাৰিলে ভুল কৰা হ'ব। মূৰ্খামি কৰা হ'ব। পাৱাৰ য'ত তাত আমাৰ স্থান নাই। মোক পাৱাৰ্ লাগে, শক্তি লাগে—এটা ভাল চাকৰি লাগে।

ভাইটি ঃ (মৃদু হাঁহি) সেইদিন বা আৰু' কেতিয়া আহে। দুদিন মানৰ পাছত তয়ো তোৰ ফৰ্ম চেঞ্জ্ কৰিব লাগিব। কাৰণ চাকৰিৰ বাবে লগা বয়স তোৰ কেইদিন বাকী আছে!!! তিনি-চাৰি মাহমানৰ পাছত ইন্টাৰভিউ দিব নোৱাৰা হ'বি। (কিছুসময় নীৰৱতা) নেমাতিলি যে? (আকৌ ৰয়) বাৰু মই যাওঁ! বেষ্ট্ উইচেচ্ মাই ব্ৰাডাৰ্। যাওঁ। তই পঢ়। ইন্টাৰ্ভিউত জয়ী হ তই! পাৱাৰ্ মিল্ জায়েগা তুমহে! (খিৰিকীৰে সন্তৰ্পণে পাৰ হয়। বাহিৰৰ পৰা মাত্ৰ খিৰিকীৰে মুখ উলিয়াই ভাইটিয়ে কয়)

ভাইটি ঃ (খিৰিকীৰে) মোক শুভেচ্ছা নজনাৱ? চা ভাই কালিলৈ ঘৰত খাবলৈ একো নাই। মই ফচিলে চব ফচিবি। ইন্টাৰ্ভিউলৈ খালি পেটে কেনেকৈ যাবি?

**(বাবাৰ মুখত খং আৰু বিতৃষ্ণা। ভাইটিৰ প্ৰস্থান। অলপ পাছতে বাবাই হঠাৎ উঠি গৈ খিৰিকি জপায়। লাইটৰ পোহৰ কমি আহে। বাবাৰ মুখত স্পট লাইট্)**

বাবা ঃ (স্বগতোক্তি) আৰু মাত্ৰ তিনি মাহ! আৰু মাত্ৰ তিনিমাহৰ পিছৰ পৰা মই চৰকাৰী চাকৰি এটালৈকো আবেদন কৰিব নোৱাৰা হ'ম। মাত্ৰ তিনিমাহ। কালিলৈৰ ইন্টাৰভিউত মই উত্তীৰ্ণ হ'বই লাগিব। মোক এটা চাকৰী লাগে। -- ভাল চাকৰি। শক্তিশালী চাকৰী। (উত্তেজিত হৈ পৰে) মই চব লণ্ড-ভণ্ড কৰি দিম। ভন্টি! নাই, নাই! ভাইটিত! নাই, নাই। তাক, ভাইটিক মানা কৰিব পৰাকৈ, তাৰ যুক্তিক কাটিব পৰাকৈ, দেউতাক অলপ আৰাম, অলপ শান্তি দিব পৰাকৈ মোক বহুত টকা লাগে। বহুত! মোৰ লেখাবোৰ,মোৰ আশাবোৰ বাস্তৱ কৰিব পৰাকৈ... (অধিক উত্তেজিত হৈ) স্বপ্নালী! স্বপ্নালী!! (কিবা এটা মনত পেলোৱাৰ দৰে বাৰে, বাৰে উচ্চাৰণ কৰে)

**(ফ্লেচ বেক বুজাবলৈ এটা সংগীত আৰও হয় আৰু স্বপ্নালীৰ মঞ্চৰ পৰা প্ৰস্থান নোহোৱালৈকে ? ৰ স্বৰত বাজি থাকিব। স্বপ্নালীক মঞ্চৰ এটা কোনত দেখা যাব। স্বপ্নালীৰ কেৱল মুখত স্পট্ লাইট্। মঞ্চৰ বাকী অংশৰ পোহৰ স্তিমিত। স্বপ্নালী থকা গোটেই সময়খিনি ভায়োলেট্ লাইটৰ সৈতে বিভিন্ন ৰঙৰ সংমিশ্ৰিত পোহৰৰ ব্যৱহাৰ )**

স্বপ্নালী ঃ শাৰদীয় সংখ্যাৰ আলোচনীত তোমাৰ কবিতা পঢ়িছোঁ।

বাবা ঃ অ'! (মৃদু হাঁহি) কবিতা!!

স্বপ্নালী ঃ ওঁ, খুব ভাল হৈছে।

বাবা ঃ ভাল হৈছে?

স্বপ্নালী ঃ তোমাৰ অনুভূতিখিনিক মিছা বুলি কোৱাৰ সাহস মোৰ নাই। সন্দেহো নাই। গতিকেই--

বাবা ঃ গতিকেই ভাল বুলি কোৱা হৈছে!! (কৃত্ৰিম গাম্ভীৰ্যৰে) মই বেয়া নিলিখোঁ।

স্বপ্নালী ঃ ঠাট্টা কৰিছা?

বাবা ঃ ওঁহো, কেতিয়াও নহয়। আৰু কিবা ? কিবা কম ক'ম কৰি থকা যেন লাগিছে।

স্বপ্নালী ঃ কবিতা ভাল লাগিছে--

বাবা ঃ আৰু যেন তাৰ লগত কিবা এটা--

স্বপ্নালী ঃ বেয়া নাপাবা-- এটা কথা কওঁ। তুমি আৰু বেছি প্ৰেক্টিকেল্ হ'ব লাগিব।

স্বপ্নালী ঃ অনুভূতিক বাস্তৱ কৰিবলৈ ব্যৱহাৰিকতাৰ বৰ প্ৰয়োজন।

বাবা ঃ মই পঢ়িছো, ভালকৈ পাছ কৰি ?? ইউনি ভাৰ্চিটিৰ ডিগ্ৰী লৈছো, চাকৰিৰ বাবে আবেদন কৰিছোঁ! ঠিক কথা, চাকৰি পোৱাত কিছু পলম হ'ব পাৰে-

স্বপ্নালী ঃ বাবা, নহয় চোৱা না--

বাবা ঃ মোৰ লিখাবোৰক তোমালোকে ভাল পোৱা কিয়? সঁচা কাৰণেহে। তেনেহলে সেয়া বাস্তৱ নহ'ব কিয়? স্বপ্নালী! মই মোক জীয়াই ৰাখিম পৰাকৈ এটা চাকৰি বিচাৰি উলিয়ামেই।

স্বপ্নালী ঃ মাত্ৰ তোমাক?

বাবা ঃ স্বপ্নালী চোৱা-

স্বপ্নালী ঃ বাবা, মই ঘৰৰ ডাঙৰ ছোৱালী।

বাবা ঃ কি হ'ল তাতে?

স্বপ্নালী ঃ সময় বৈ নাথাকে--

বাবা ঃ মই--

**স্বপ্নালী ঃ আজিলৈকেতো প্ৰতিশ্ৰুতি দিব নোৱাৰিলা।**

**(সংগীত উচ্চ স্বৰত বাজিবলৈ ধৰে--স্বপ্নালী আঁতৰি যায়। বাবাৰ মুখৰ স্পৰ্ট নাই কীয়া হয়। মঞ্চত সাধাৰণ পোহৰ)**

**বাবা ঃ** (স্বপ্নাবিষ্টৰ দৰে) স্বপ্নালীক প্ৰতিশ্ৰুতি দিব পৰাকৈ... (বন্ধ খিৰিকীত টোকৰ পৰে। বাবাই খিৰিকী খুলি দিয়ে, ভাইটিয়ে মুখ উলিয়াই।)

**ভাইটি ঃ** মাই ডিয়েৰ্ ব্ৰাদাৰ্। টৰ্চটো থাকি গ'ল। দেচোন ভাই। ডিষ্টাৰ্ব্ কৰিলো বেয়া নাপাবি। ইন্টাৰ্ভিউলৈ মাত্ৰ সাত ঘন্টাহে বাকী। ৰাতিপুৱা ন—বজাতেই নহয় জানো? (বাবাই টেবুলত থকা টৰ্চটো ভাইটিক দিয়ে।) শুই থাক, শুই থাক। চৰকাৰে নতুন নিয়ম উলিয়াইছে নহয়। ভিতৰৰ পোহৰ বাহিৰলৈ যাব নোৱাৰে। মানুহবোৰে লাইটবোৰ চব অফ্ কৰি থৈছে। টৰ্চটো নহ'লে বৰ দিগদাৰী হয়।

**(ভাইটিৰ প্ৰস্থান বাবাই খিৰিকী মাৰে। চকীত বহেহি। দেউতাকৰ প্ৰৱেশ পেং লৈ। দুই বজাৰ সংকেত শুনা যায়)**

**দেউতা ঃ** এতিয়ালৈকেনো কেলেই সাৰে আছ?

**বাবা ঃ** নাই অলপ কিতাপ কেইখন মান চাইছোঁ।

**দেউতা ঃ** তোৰ কাইলৈৰ ইন্টাৰ্ভিউ কেই বজাত?

**বাবা ঃ** ন' বজাত।

**দেউতা ঃ** (ব্যস্ততাৰে) শুই থাক শুই থাক। (খিৰিকী বন্ধ আছেনে নাই চাই চাই সংলাপ কয়।) কাৰ্ফিউৰ নিশা ক'ত কেতিয়া কি হয়, একো ঠিক নাই। ই (ভাইটিৰ বিচনালৈ দেখুৱাই) শুলে?

**বাবা ঃ** দেউতা, তুমি যোৱা শুই থাকাগৈ। বহুত ৰাতি হ'ল। ময়ো শোওঁ।

**দেউতা ঃ** শুম, শুম, নহলেনো কি কৰিম। (চকী টানি বহে।) আজি তোৰ লগৰ সেই প্ৰবীনক পুলিচে বিচাৰিছে বুলি শুনিছো। এই কাৰখানাটোত আন্দোলন—চান্দোলনবোৰ যে কি হৈ আছে, তই কি ভাব?

**বাবা ঃ** চোৱা দেউতা, কাৰখানাটোৰ লগত প্ৰত্যক্ষ ভাবে মোৰ কোনো সম্পৰ্ক নাই। তুমি তাত এসময়ত কাম কৰিছিলা--তাৰ পইচাৰে আমি পঢ়িলো-শুনিলো। গতিকে কাৰখানাটোৰ প্ৰতি মোৰ এটা ভাল ভাব আছে। এতিয়া আমাৰ দৰে বহুত ফেমেলি তাৰ পৰা চলি আছে।

**দেউতা ঃ** মই এই কাৰখানাতে কাম কৰি বুঢ়া হলো। কেতিযাবা আমাৰ মালিকে আমাৰ প্ৰাপ্য সমুদায় আদায় কৰা নাই। তেতিয়া আমি কি কৰিছিলো জাননে? মালিকৰ লগত কথা পাতিছোঁ। কিন্তু কামটো কোনো দিন বন্ধ কৰা নাই। উপাৰ্জন বঢ়াইছো আমি, কমোৱা নাই। দিন-ৰাতি। হোঃ আমাক আমাৰ প্ৰাপ্য দিবলৈ বাধ্য হৈ গৈছে। বুজা—পৰাহে আচল। তলা বন্ধ কৰি একো লাভ নাই। মালিকৰ জীয়েকক অপহৰণ — নাই, নাই এইবোৰ বৰ বেয়া কথা।

**বাবা ঃ** সেই নীতি কিন্তু এতিয়া নচলে?

**দেউতা ঃ** কি হ'ব ভৱিষ্যতটো?

**বাবা ঃ** মই কথাবোৰ অলপ বেলেগ ধৰণেৰে বিচাৰ কৰোঁ। কিছুমানে ধৰ্ণা দিছে। গেটত তলা লগাইছে। এই পন্থাৰে নহ'ব। কিমান দিন এনেকৈ চলাব আন্দোলন? অসম্ভৱ। মালিকে কোনো দিনেইটো নামানিব পাৰে।

**দেউতা ঃ** তেন্তে তয়ো মনে মনে গৈ চেয়াৰমেনৰ ঘৰত ব'ম দিয়া নীতিকেই মানিব বিচাৰ? ৰাস্তাত ধৰি গাড়ী ভঙাটো বিচাৰ?

**বাবা ঃ** নহয়। অৰণ্যৰ সিংহৰ লগত লাঠিৰে যুঁজ কৰি একো লাভ নাই। যদি যুদ্ধই কৰিব লাগে, প্ৰথমে ক্ষমতা লাগিব। ক্ষমতা পাবলৈকে মোক লাগে এটা ডাঙৰ চাকৰি। ক্ষমতা থাকিলে সকলোৱে ভয় কৰে। নহ'লে কি কৰে জানা দেউতা? এইদৰে প্ৰাপ্যৰ পৰা বঞ্চিত কৰে আৰু অন্তিম তেজটোপাৰো শ্ৰমখিনি আদায় কৰিব বিচাৰে?

**দেউতা ঃ** কি?

**বাবা ঃ** তোমালোকৰ দৰে শ্ৰমিকৰ শৰীৰৰ প্ৰতিবিন্দু শক্তি তেওঁলোকক লাগে। উপযুক্ত মজুৰি নিদিয়ে বাবেই তোমালোকে দিনে-নিশাই শ্ৰম কৰা, দেহাৰ ঘাম পেলাই কাম কৰা, মালিকৰ ভঁড়ালত ধান গোটোৱা আৰু বিনিময়ত মালিকে—-

**দেউতা ঃ** জীয়াই থাকিবলৈ হ'লে শ্ৰম নকৰিলে কেনেকৈ হ'ব?

**বাবা ঃ** মাত্ৰ গাৰ শক্তিখিনিয়েই সৰ্বস্ব শক্তি নহয়।

**দেউতা ঃ** তাৰ মানে?

**বাবা ঃ** সমানে মগজুত পৰিচালিত হ'ব লাগিব। কাৰখানাত তোমালোকে মাত্ৰ শৰীৰৰ শক্তি প্ৰয়োগ কৰা—

**(পুলিচৰ গাড়ী এখন পাৰে হৈ যোৱাৰ শব্দ হয়। দুয়ো সতৰ্ক হয়)**

**দেউতা ঃ** যাৰ যি কাম। আমিতো মন্ত্ৰী হ'ব নোৱাৰো।

**বাবা ঃ** সেয়াই। সেই নীতি অশুদ্ধ। সকলো মানুহ সমান। প্ৰত্যেকেই বুজিব লাগে তেওঁৰ শ্ৰমৰ মূল্য কিমান। নহ'লে শ্ৰম কোনোবাই কৰিব, মুনাফা কোনোবাই লুটিব।

**দেউতা ঃ** তই কিতাপ পঢ়ি পঢ়ি নিয়ম সৃষ্টি কৰিলেই জানো হ'ব। কাম কৰিবও পাৰিব লাগিব।

**বাবা ঃ** পাৰিম বুলি মোৰ বিশ্বাস আছে।

**দেউতা ঃ** চাকৰিৰ বয়স পাৰ হ'বলৈ তোৰ মাত্ৰ তিনি মাহ বাকী আছে। তাৰ পিছত তোৰ নীতিক কি দৰে কামত খটুৱাবি?

**বাবা ঃ** (খঙেৰে) সেইবুলি মই ভাইটিৰ দৰে চুৰ কৰিব লাগিব নেকি? সেইবোৰ পইচাৰে তোমাক পোহপাল দিব লাগিব নেকি?

**দেউতা ঃ** (কন্দাৰ দৰে) মই চব শুনিছো। কিন্তু--

**বাবা ঃ** সি আজিও ওলাই গৈছে।

**(দেউতাকে বিচনালৈ চায়। আঁঠুৰাখন দাঙি দিয়ে—লেপখন মানুহ এটাৰ দৰে হৈ আছে। লেপখনো দাঙি দিয়ে।)**

**দেউতা ঃ** (উত্তেজিত হৈ) তই তাক যাবলৈ দিয় কিয়?

**বাবা ঃ** মোৰ একো ইনকাম্ নাই বাবে।

**দেউতা ঃ** তই তাৰ ককায়েক নহ'ব?

**বাবা ঃ** তুমিওতো জানা সি কি কৰে। তুমি তাক বাধা নিদিয়া কিয়?

**দেউতা ঃ** মোৰ অৱস্থা তইঁতে নাজান? দেখা নাই?

**বাবা ঃ** তাৰ মানে দৰকাৰ হ'লে ভন্টীকো দেহা বিক্ৰী কৰিবলৈ পঠিয়াব পাৰিবা?

**দেউতা ঃ** চৰ মাৰি দিম বাবা—কথা কবলৈ শিকিছ। (সংগীত। দেউতাক চট্‌ফটাই ফুৰে। অলপ শান্ত হৈ ভগা ভগা মাতেৰে পুনৰ কয়) - একোটা একোটা চিন্তা লৈ তইঁত আটাইবোৰ বলীয়া। মোৰ কথা শুনিবলৈ কোনোবাই এবাৰো যদি যত্ন কৰিলেহেঁতেন।

**বাবা ঃ** কোনটো যুক্তিত মই তোমাৰ কথা মানো দেউতা? সেইদিনা কাৰখানাৰ শ-শ বছৰীয়া পুৰণি মেচিন ভাগি আহি তোমাৰ ভৰিত পৰিল। জীৱনটোলৈ তুমি ঘূণীয়া হ'লা- অথচ তুমি তাৰ বিনিময়ত পালা মাত্ৰ দুহাজাৰ টকা। চাকৰিটো গ'লেই। তোমাৰ লগৰ দুজন মানে 'মেচিন পুৰণা কাম নকৰো' বুলি ক'লত তেওঁলোকৰো অৱস্থা দেখিলাই। বাকীবোৰ ভয়তে মনে মনে থাকিল। তুমিও হস্পিতেলৰ পৰা ওলাই আহি ঘৰতে বহি থাকিলা। তোমাৰ নীতি মই কেনেকৈ মানো?

**(দুৱাৰত কোনোবাই জোৰকৈ টকিওৱাৰ শব্দ শুনা যায়)**

**বাবা ঃ** কোন?

**(বাহিৰৰ পৰা) ঃ** মই প্ৰবীণ। বাবা, মই প্ৰবীণ। (দুৱাৰ খুলি দিয়ে। এটা ভৰি তেজেৰে লুতুৰি-পুতুৰি অৱস্থাৰে কোনোমতে সোমাই আহি বিচনাত বহে। দেউতাকে অতি ব্যস্ততাৰে দুৱাৰ বন্ধ কৰে। নানা প্ৰশ্ন কৰে।)

**বাবা ঃ** কি হ'ল প্ৰবীন? কি হ'ল?

**প্ৰবীন ঃ** (অতি কষ্টেৰে) গুলী, গুলী।

**দেউতা ঃ** গুলী? ক'ত? কোনে?

**প্ৰবীন ঃ** চেয়াৰমেনৰ ঘৰত আজি আকৌ এটা ব'ম দিলোঁ।। ঘৈণীয়েকজনী গৈছে চাগে। (বেপেৰোৱা সুৰ)

**বাবা ঃ** (অতিশয় ব্যস্ততাৰে) তই শুই দে, শুই দে। দেউতা, ভন্টিক মাতা—

**প্ৰবীন ঃ** নালাগে বৰদেউতা, নালাগে। মোৰ পিছত পুলিচ আছে। বাবা, বৰ হাল্লা-গোল্লা নকৰিবি।

**দেউতা ঃ** কিন্তু গুলী কেনেকৈ লাগিল?

**প্ৰবীন ঃ** পহৰাদাৰ কেইটাই খেদি আহিছিল। মই ৰে'লৰে ব্ৰিজখনেদি দৌৰি আহিছিলো। পিছফালৰ পৰা গুলীয়াই দিলে- আঃ... (বিষত কেঁকাই উঠে) বাবা!

**দেউতা ঃ** মনে মনে, মনে মনে? মই কাপোৰ এখন আনিছোঁ ৰ'বা।

**প্ৰবীন ঃ** বৰদেউতা, চাওঁ পানী এগিলাচ—(দেউতাক ব্যস্ততাৰে ভিতৰলৈ যায়)

**বাবা ঃ** চাওঁ, তই দীঘল দি দেচোন।

**প্ৰবীন ঃ** নাই নালাগে, চব ঠিক আছে। তই মাত্ৰ কাপোৰ এখন আনি বান্ধি দে।

**বাবা ঃ** হ'ব হ'ব, ৰচোন। দেউতাই আনিছে।

**প্ৰবীন ঃ** কাফিৰ্উ, তাতে ঘৰৰ ভিতৰৰ পোহৰ চৰকাৰী ৰাস্তালৈ যাব নোৱাৰা নতুন নিয়ম উলিয়াইছে নহয় চৰকাৰে। বাঃ কি আন্ধাৰ। (প্ৰকৃতিস্থ হ'বলৈ চেষ্টা কৰে।) (দেউতাই ওলাই আহে।)

**দেউতা ঃ** চাওঁ এয়া লোৱা। পানী খোৱা। (প্ৰবীনে পানী খায়। বাবাই বান্ধি দিয়ে।)

**প্ৰবীন ঃ** বাবা।

**বাবা ঃ** কি?

**প্ৰবীন :** তোৰ কাইলৈ ইন্টাৰ্‌ভিউ আছে?

**বাবা :** ওঁ, কৰ্ট্-বিল্‌ডিঙত। তয়ো দিব লাগিছিল।

**প্ৰবীন :** নিদিওঁ, নিদিওঁ। ইন্টাৰ্‌ভিউৱে আমাৰ ৰাস্তা নিৰ্দ্ধাৰন কৰি দিব নোৱাৰে। অঁ' — সেই কাৰণে নিদিওঁ।

**দেউতা :** প্ৰবীন, তুমি শুই থাকা ইয়াতে। (আদেশৰ সুৰ)

**প্ৰবীন :** শুলে একোৱেই নহ'ব বৰদেউতা। আজি ৰাতি আমাৰ বহুত কাম বাকী আছে। কৰিবই লাগিব। কাকো শুদাই নেৰো বৰদেউতা।

**বাবা :** কিন্তু এইটো অৱস্থাৰে তই-

**প্ৰবীন :** মোৰ দেউতাই নিজৰ প্ৰাপ্য বিচৰাৰ কাৰণে পুলিচৰ মাৰ খাইছে। কামৰ পৰা অব্যাহতি দিছে। দেউতাই কাঢ়ি ল'ব নেজানে, কিন্তু মই কাঢ়ি আনি খাম।

**দেউতা :** কি কথাবোৰ কৈছা তুমি প্ৰবীন?

**বাবা :** তোৰ এই নীতি তই শুদ্ধ বুলি ক'ব নোৱাৰ প্ৰবীন।

**প্ৰবীন :** (শ্লেষ মিহলি হাঁহি) নীতিৰ কথা নকবি বাবা। পৃথিৱীত আজি বহুত নীতি। কিছুমান তই নামান, অথচ মই মানো। আৰু কিছুমান মই নামানো, অথচ তই মান। বৰদেউতাৰ ভৰি ভাঙোতে দুহেজাৰ টকাৰে তহঁতৰ মুখ বন্ধ কৰিলে, তোৰ নীতিৰে তই কি কৰিব পাৰিছিলি?

**বাবা :** তই কি কৰিবি?

**প্ৰবীন :** জ্বলাই দিম। চব জ্বলাই দিম। চিনি পোৱা নাই। আমি হেণ্ডেল নামাৰিলে গাড়ী নচলে-সেয়াই আমাৰ মূলধন।

**বাবা :** ক্ষমতা আচল বস্তু।

**প্ৰবীন :** ক্ষমতা? চুৰমাৰ কৰি দিম। আৰু বাবা, চব সময়তে তই মোৰ আগত লেকচাৰ মাৰি নুশুনাবি, তইতো পুৰা-পুৰি মিটিঙৰ মানুহ। মিটিঙত লেক্‌চাৰ মাৰিবি, নাম কৰিব পাৰিবি। নীতিৰ কথা কবি। ভায়েৰে গুদামৰ চাউল চুৰ কৰিছে। মই সহায় কৰিছো তাক। ভাল কৰিছে-লুটিছে।

**বাবা :** কিন্তু- ?

**প্ৰবীন :** কি কিন্তু? গান্ধীৰ কথা নে মাৰ্ক্সৰ কথা কবি? বাদ দে, বাদ দে। খাবলৈ নোপোৱা মানুহে এইবোৰ মন্ত্ৰ নুবুজে। সিহঁতক খাবলৈ লাগে। উঃ .

**দেউতা :** তোমাৰ কষ্ট হ'ব প্ৰবীন। মনে মনে অলপ পৰ শুই থাকা।

**প্ৰবীন :** (কিছু সময় ৰৈ) মই এইবিলাক একো নুবুজো। গাত ডেকা তেজ আছে। সেই কাৰণে যি খাবলৈ পায়ো বেছিকৈ সাঁচিছে, তাক মাৰধৰ কৰিছো বচ।

**দেউতা :** মনে মনে, মনে মনে।

**(পুলিচৰ চিগ্‌নেল দিয়া গাড়ী এখন পাৰ হৈ যোৱাৰ শব্দ, তিনিও মন কৰে। )**

**প্ৰবীন :** মই যাওঁ—

**দেউতা :** তুমি এইদৰে যোৱাটো বেয়া হ'ব।

**বাবা :** এই প্ৰবীন!

**(প্ৰবীন যাবলৈ ওলায়। কাৰো কথা নামানি খিৰিকীৰে পাৰ হৈ গুছি যায়। বাবাই খিৰিকীৰে কিছুসময় চাই থাকি খিৰিকী বন্ধ কৰে। )**

**দেউতা :** পুলিচবোৰ বৰকৈ অহা-যোৱা কৰি আছে। তই মমডাল নুমুৱাই শো, শুই থাক। (দেউতাকৰ প্ৰস্থান। বাবাই মঞ্চৰ মাজ ভাগ স্থান গ্ৰহণ কৰে। পোহৰ অলপ ক্ষীণ হ'ব। এটা স্পট্ বাবাৰ মুখত। )

**বাবা :** পোহৰ বাহিৰলৈ যাব নোৱাৰে। মমডাল জ্বলি জ্বলি এটা সময়ত শেষ হ'ব। তেতিয়া? (আবেগ আৰু উত্তেজনাৰে) বাহিৰত ৰু-ৰুৱাই এজাক বতাহ বলিছে। গছৰ পাতবোৰ শব্দ কৰি নাচিছে। এইমাত্ৰ বতাহৰ লগে লগে যদি মেঘে গৰজি উঠে। মেঘৰ গাজনিৰ লগে লগে যদি এজাক প্ৰচণ্ড বৰষুণ আহে। এই সান্ধ্য-আইনৰ ৰাতি, সান্ধ্য-আইন ভাঙি সঁচাকৈয়ে যদি এজাক বৰষুণ আহে। বৰষুণজাকক আমি নিমন্ত্ৰণ কৰিব লাগিব। (দৃঢ়তাৰে কয়) নিমন্ত্ৰণ কৰিবই লাগিব আৰু বৰষুণজাকক নিমন্ত্ৰণ কৰিয়েই... (লাহে লাহে স্বাভাৱিক অৱস্থালৈ আহে।) দেউতাই কাম কৰিছে দেউতাৰ নীতিত। প্ৰবীনে ব'ম দিছে। ভাইটিয়ে ফাৰ্ষ্ট ডিভিজনত প্ৰি-ডিগ্ৰী পাছ কৰি চুৰ কৰিছে ধনীৰ গুদামত। সেই পইচাৰে ঘৰ চলাইছে। কিন্তু মই? মোৰ নীতিৰ কথা সকলোকে কৈছো। কিন্তু বাস্তৱত? (কিবা এটা মনত পৰাৰ দৰে) স্বপ্নালী, স্বপ্নালীয়ে ঠিকেই কৈছিল-স্বপ্নালীয়ে ঠিকেই কৈছিল। স্বপ্নালী...।

**(স্বপ্নালী থকা মুহূৰ্ত্তত এটা সংগীত কম স্তৰত অনবৰতে বাজি থাকিব। পোহৰ ক্ষীণ হোৱাৰ লগে লগে স্বপ্নালী মঞ্চৰ প্ৰবেশ কৰিব। স্বপ্নালীৰ মুখত স্পট্। বাবাৰ মুখতো স্পট্ থাকিব)**

**স্বপ্নালী :** এজাক বৰষুণ... কবিতাটো ভাল হৈছে। মোৰ দেউতাই কালি মোক সুধিছে, "আলোচনীত লিখি বাবাই কিমান পইচা পায়?"

**বাবা :** তুমি কি ক'লা।

**স্বপ্নালী ঃ** কি কম। বেয়া লাগিল কথাটো শুনি। আচলতে মোৰ বেয়া লাগিবৰ বাবেই দেউতাই তেনেকৈ কৈছে।

**বাবা ঃ** হ'ব পাৰে।

**স্বপ্নালী ঃ** কি হ'ব পাৰে।

**বাবা ঃ** তোমাৰ বেয়া লাগক বুলিয়েই ক'ব পাৰে।

**স্বপ্নালী ঃ** (কিছু খঙেৰে) তুমি এইদৰে বাস্তৱৰ পৰা আঁতৰি থাকিব খুজিলে কেনেকৈ হ'ব?

**বাবা ঃ** স্বপ্নালী এটা কাম কৰোঁ—

**স্বপ্নালী ঃ** সদায়তো এনেকৈ নহ'ব।

**বাবা ঃ** স্বপ্নালী?

**স্বপ্নালী ঃ** মই লোন লৈ এখন চিলাই স্কুল খুলিম বুলি কওঁতে বাধা দিলা।

**বাবা ঃ** মই তোমাক বাৰে বাৰে কৈছো—

**স্বপ্নালী ঃ** মইনো কি বেয়া কামতো কৰিম বুলি কৈছিলো-

বাবা ঃ মইতো তোমাক বাৰে বাৰে কৈছো—মোৰ অক্ষমতাত আঘাত নকৰিবা। কিমান বাৰ কৈছো, মই এটা চাকৰি পাম, সকলোবোৰ দায়িত্ব মই ল'ব পাৰিম।

**স্বপ্নালী ঃ** কেতিয়াকৈ?

**বাবা ঃ** মোক আজিলৈকে কোনেও নুবুজিলে।

**স্বপ্নালী ঃ** তোমাৰ ভাইটিয়ে ইউনিভাৰ্চিটিলৈ যাবলৈ এৰি দিছে।

**বাবা ঃ** মই জানো, মই জানো।

**স্বপ্নালী ঃ** দেউতাই কৈছে।

**বাবা ঃ** কি হৈছে? কি কৈছে? (স্বপ্নালী মনে মনে থাকে) মই অপদাৰ্থ? মই অক্ষম? মোৰ শক্তি নাই? মোৰ চিন্তা নাই? মোৰ ইচ্ছা নাই? মোৰ ভৱিষ্যত নাই? মই—মই—

**(স্বপ্নালীৰ মুখৰ স্পট্ ক্ৰমে নাইকিয়া হ'ব। স্বপ্নালীৰ প্ৰস্থান। মঞ্চ সম্পূৰ্ণ আন্ধাৰ হৈ ক্ৰমে পোহৰ হ'বলৈ ধৰে। গাড়ী এখন আহি বাহিৰত ৰোৱাৰ শব্দ। বাবাই বৈ থকা ঠাইৰ পৰাই গম ল'বৰ যত্ন কৰে। কোনো অহাৰ সংকেত নেপাই মঞ্চৰ আন এটা চকুলৈ আহে।)**

**বাবা ঃ** স্বপ্নালীয়ে মোক কোনো দিনে একো বেয়া কথা কোৱা নাছিল। (বাহিৰত দুৱাৰত শব্দ) কোন? কোন?

**বাহিৰৰ পৰা ঃ** দুৱাৰ খোলক বুলিছো নহয়। (দুৱাৰ খোলে) (দুজন পুলিচ বিষয়া সোমাই আহে।)

**প্ৰথম বিষয়া ঃ** এৰেষ্ট হিম্।

**বাবা ঃ** মোক? মোৰ কিয় এৰেষ্ট ক[illegible] মই কি বেয়া কাম কৰিছোঁ? মইতো ইন্টাৰ্ভিউৰ কাৰণে পঢ়ি আছো আৰু মই কোনো আন্দোলন লগত জড়িত নহয়। মই ধৰ্মঘটো কৰা নাই, চেয়াৰমেনৰ ঘৰত মই ব'মো দিয়া নাই।

**দ্বিতীয় বিষয়া ঃ** আমাৰ ডিউটি আমি কৰিছো।

**বাবা ঃ** আপোনালোকৰ ডিউটি যাকে-তাকে য'ৰে-ত'ৰে পৰা এৰেষ্ট্ কৰা নেকি? (বিষয়া কেইজন কোঠাটো পৰীক্ষা কৰে। বিচনাৰ তুলি আদি দাঙি চায়।)

**বিষয়া ঃ** আজি ৰাতি সান্ধ্য-আইন চলি আছে বুলি আপুনি নাজানে নেকি?

**বাবা ঃ** সান্ধ্য—আইন হ'ল কি হ'ল? মই নিজৰ ঘৰত পঢ়ি আছো চৰকাৰী ৰাস্তাত তহল দি থকা নাই নহয়। মোৰ সেইকন স্বাধীনতাত আপোনালোকে কিয় হাত দিব?

**বিষয়া ঃ** আমি সেইবোৰ নাজানো। ওপৰৰ অৰ্ডাৰ--সান্ধ্য-আইনৰ ৰাতি চৰকাৰী ৰাস্তালৈ ঘৰৰ ভিতৰৰ পোহৰ যাব নোৱাৰিব।

**বাবা ঃ** দিনত কি কৰিব? বেলিৰ পোহৰ ঢাকি ৰাখিব পাৰিব?

**বিষয়া ঃ** মনে মনে থাকক। এইবোৰ নতুন নিয়ম। মানিবই লাগিব। নেমানিলে শাস্তি।

**বাবা ঃ** সাধাৰণ মম এডালৰ পোহৰে আপোনালোকক কি দিগদাৰ দিলে? আৰু...।

**বিষয়া ঃ** আপুনি আমাৰ লগত যাব লাগে। আপোনাৰ শাস্তি তিনিমাহ কাৰাদণ্ড।

**বাবা ঃ** তিনি মাহ?? তিনি মাহ কাৰাদণ্ড! কিন্তু মোৰ কাইলৈ ইন্টাৰ্ভিউ আছে আৰু চাকৰিৰ বয়স পাৰ হ'বলৈ তিনিমাহ আছে। এইখিনি সময় জেলতে কটাব লগ হ'লে মই...

**দুয়োজন বিষয়া ঃ** ব'লক দেৰি নকৰিব।

**(বাবাক ঠেলি বাহিৰলৈ উলিয়াই নিয়ে আৰু লগে লগে খিৰিকীৰ শব্দ হয়। লাহেকৈ খিৰিকী মেলি ভাইটি সন্তৰ্পণে সোমাই আহে। লৰালৰিকৈ খিৰিকী, দুৱাৰ বন্ধ কৰে। মঞ্চৰ মাজত স্থান লয়)**

**ভাইটি ঃ** তিনিমাহ কাৰাদণ্ড। দাদাৰ এটা নীতিৰ আজি ইমানতে অন্ত পৰিল। প্ৰবীনদাক গুলী খোৱা ভৰিটোৰে সৈতে এৰেষ্ট কৰিছে। প্ৰবীনদাৰ জেইল ছমাহ। তাৰ নীতিৰো অৱসান ঘটিল। মোৰ লগত দুটাক এৰেষ্ট কৰিছে। (গোটেইখিনি কথা

ঠাট্টাৰ সুৰত কৈ থাকে।) ময়ো কাইলৈ নাইবা পৰহিলৈ এৰেষ্ট্‌ হ'ম। ময়ো বিসৰ্জন দিব লাগিব মোৰ নীতিক। যাহওঁক, আমাৰ ফিলছফীবোৰ অন্তত জেলত হ'লেও একলগ হ'ব। তাত চাগে এটা মাত্ৰ নীতিৰ জন্ম হ'ব— এই নতুন নীতিৰ। চব লণ্ড-ভণ্ড কৰি দিব পৰাকৈ এটা নতুন নীতিৰ জন্ম হ'ব। চব লণ্ড-ভণ্ড কৰি দিব পৰাকৈ। আই হোপ্‌ চো।

<u>সমাপ্ত</u>

# এখন অসম্পূৰ্ণ নাটকৰ পাণ্ডুলিপি

**নাট্যকাৰ # মনোৰঞ্জন ফুকন**

**চৰিত্ৰসমূহ ঃ** (১) নাট্যকাৰ/শাসনকৰ্তা
(২) সাংবাদিক /চন্তৰী
(৩) কবি
(৪) খেলুৱৈ
(৫) শ্ৰমিক (একে ধৰণৰ পোছাক)

(মঞ্চৰ আগফালে সমান্তৰালকৈ থিয়হৈ)

**সাংবাদিক ঃ** নমস্কাৰ, আমি নাট্যগোষ্ঠীৰ এইকেইজন সভ্যই স্বৰ্গীয় "–"সৌৱৰণী একাংকিকা প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিবৰ বাবে বহুদিনৰে পৰা মন মেলিছিলোঁ। নাটকৰ পাণ্ডুলিপি বিচাৰি বিচাৰি আমি এখন অসম্পূৰ্ণ হৈ থকা পাণ্ডুলিপিকেই হাতত লৈ এই মঞ্চৰ অভিনয়ৰ বাবে উঠিছোঁহি। এই অসম্পূৰ্ণ পাণ্ডুলিপিটোৰ যিটো অংশৰ আমি অভিনয় কৰিম বুলি মনস্থ কৰিছোঁ, তাৰে সাংবাদিক নামৰ যিটি চৰিত্ৰ সেই চৰিত্ৰত অভিনয় কৰিম মই। মোৰ নাম " "।

**নাট্যকাৰ ঃ** নমস্কাৰ, মই এই অসম্পূৰ্ণ নাটখিনি নাট্যকাৰ নামৰ চৰিত্ৰত অভিনয় কৰি নাটখনক সফলতাৰে আগবঢ়াই নিম বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈছোঁ।

**কবি ঃ** নমস্কাৰ, কবি চৰিত্ৰত অভিনয় কৰিম মই। মোৰ নাম " ......."। কিমান দুৰ নাটখনি সফলতাৰে আগবঢ়াই নিয়াত মোৰ অভিনয়ে সহায় কৰে সেইকণ বিচাৰৰ ভাৰ আপোনালোকৰ ওপৰতে।

**শ্ৰমিক ঃ** মই "........"। বিশেষ ধৰণৰ অভিজ্ঞতা অৰ্জন কৰি মই অসম্পূৰ্ণ পাণ্ডুলিপিটোত শ্ৰমিকৰ চৰিত্ৰত অভিনয় কৰিবলৈ অহা নাই। সমল হিচাপে যিকণ আছে তাক লৈহে মই শ্ৰমিকৰ চৰিত্ৰত অৱতীৰ্ণ হৈছোঁ।

**খেলুৱৈ ঃ** মই "........."। মই অভিনয় কৰিম খেলুৱৈ নামৰ এটি চৰিত্ৰত। নাট্যকাৰ, সাংবাদিক, কবি, শ্ৰমিকক সহায় কৰিম। কিমানদূৰ সফলতাৰে অভিনয়ত আগুৱাই যাব পাৰিম সেই বিচাৰ দৰ্শকমণ্ডলীয়ে কৰিব বুলি আশা ৰ'ল।

**নাট্যকাৰ ঃ** দৰ্শকমণ্ডলী! মই এই নাটকৰ নাট্যকাৰ নামৰ এটি চৰিত্ৰহে। 'এখন অসম্পূৰ্ণ নাটকৰ পাণ্ডুলিপি'ৰ নাট্যকাৰ শ্ৰীমনোৰঞ্জন ফুকন।

**খেলুৱৈ ঃ** নমস্কাৰ।

**নাট্যকাৰ ঃ** আহক, আমি অভিনয় মঞ্চলৈ আগবাঢ়ি যাওঁ।

**(মঞ্চৰ এটা চুকত নাট্যকাৰ আৰু সাংবাদিক আনটো চকুত বৃত্তৰ ভিতৰত কবি, খেলুৱৈ আৰু শ্ৰমিক।)**

**সাংবাদিক ঃ** মই এজন সাংবাদিক। আমাৰ অঞ্চলৰ বিভিন্ন বাতৰি কাকত, আলোচনী আদিৰ উপৰিও অন্য অঞ্চলৰ পৰা প্ৰচাৰিত বিভিন্ন আলোচনী, বাতৰি-কাকতলৈ মই মোৰ সংবাদ পঠাওঁ। এইয়া মোৰ নিচাও, পেচাও।

**নাট্যকাৰ ঃ** মই এজন নতুন নাট্যকাৰ। মই ভাবো নতুন নাট্যকাৰসকলে নাটক ৰচনা কৰিবলৈ লোৱাৰ লগে লগে নাটকৰ বিষয়ে অধ্যয়ন কৰাৰ উপৰিও যিবিলাক সমস্যাৰ ওপৰত তেওঁৰ নাটক হ'ব, সেই সেই ঠাইলৈ গৈ তেওঁলোকৰ সমস্যাবোৰত অন্তৰ্নিহিত ভাবে সোমাই নাটক লিখিবলৈ লোৱা উচিত। তেহে তেওঁ এজন ভাল নাট্যকাৰ হ'ব পাৰিব। মই সমাজৰ দায়বদ্ধতাহীন নাট্যকাৰ হ'ব নোখোজো।

**সাংবাদিক ঃ** সংবাদ বিচাৰি বিচাৰি মই নানা ঠাই ঘুৰিছো। এডোখৰ ঠাইত লগ পাইছো এই নাট্যকাৰক। এডোখৰ ঠাই, . ধৰক ঠাই ডোখৰৰ নাম ডিব্ৰুগড়। তালৈ আমি গৈছো আমাৰ নিজৰ নিজৰ কামত। আমি তাত লগ পাইছো বিভিন্ন ধৰণৰ মানুহক। তাৰে কিছুমান শিক্ষক, কিছুমান শ্ৰমিক।

**নাট্যকাৰ ঃ** ব্যৱসায়ী, উকীল, খেলুৱৈ।

**সাংবাদিক ঃ** খেতিয়ক, সাহিত্যিকৰ ইত্যাদি, ইত্যাদি। সেই ঠাইৰ মুষ্টিমেয় কেইজনমান লোকে হেনো কিছুদিনৰ পৰা খেলুৱৈসকলক খেল পথাৰত খেলিবলৈ দিয়া নাই, ইত্যাদি।

কবিসকলক কোৱা হৈছে কবিতা লিখা বন্ধ কৰা। তেওঁলোকৰ ঠাইত বিদেশৰ বনুৱা, খেলুৱৈ, চাকৰিয়ালসকলক মকৰল কৰা হৈছে।

**নাট্যকাৰ :** সেইবোৰ কথা সেই ঠাইৰ সকলোৱে মানি ল'ব পৰা নাই। এইবিলাক কথাকে সামৰি আঘাত, যুক্তি আৰু অন্তৰ্দ্বন্দ্বেৰে মই এখন নতুন নাটৰ পাতনি মেলিছোঁ। মই এই ক্ষেত্ৰত সহায় পাইছো সাংবাদদাতা বন্ধুৰ পৰা। আহক-আমাৰ নাটৰ পটভূমিৰ মাজলৈ গৈ তেওঁলোকৰ সমস্যাৰ বিষয়ে বুজ লওঁ।

(কবৰত থেপা-থেপি অৱস্থাৰ পৰা)

**খেলুৱৈ :** ইমান সৰু ঠাইডোখৰত আমি তিনিওজন বাৰু কেনেকৈ থাকোঁ। মোৰ সৌভৰিটো একেবাৰেই জঠৰ হ'ল। মই বাৰু কিদৰে পুনৰ খেলিব পাৰিম?

**কবি :** মোৰ কবিতাৰ জোলোঙাটো তেজৰ ডোঙাটোত পৰি আহিল। মনটো বৰ কিবা-কিবি লাগিছে। কবিতা লিখা বগা কাগজবোৰত চাগে তেজৰ ৰঙা চেকুৰা বান্ধিলে।

**শ্ৰমিকক :** মোৰ পোনাটোৱে বাৰু এইকেইদিন কি খাইছে! অমলাৰ হাতত জানো পইচা আছে! কৰত, হাতুৰী, বটালিকেইটাও সিহঁতে কাঢ়ি নিলে-কি যে অসভ্য!

**সাংবাদিক :** নাট্যকাৰ, এওঁলোক মানে মৰিশালীৰ মাজৰ পৰা কবি, খেলুৱৈ আৰু শ্ৰমিকক বাৰু বাহিৰলৈ উলিয়াই আনিব পাৰি নেকি? এওঁলোকৰ চাগে বৰ কষ্ট হৈছে তাত।

**কবি :** কষ্ট হ'লেও যে থাকিবই লাগিব। আমাক আপোনালোকেইতো এই শ্মশানত একেলগে থৈ গৈছেহি।

**নাট্যকাৰ :** অলপ সময়ৰ বাবে জানো বাহিৰলৈ ওলাই অহাটো সম্ভৱ নহয়?

**খেলুৱৈ :** তাৰ পৰা আপোনালোকৰ লাভালাভ?

**সাংবাদিক :** আপোনালোকৰ পৰা পৰিস্থিতিৰ বুজ লৈ--

**শ্ৰমিক :** ইমান দিন ক'ত আছিল? আমাৰ আহ্বানৰ ধ্বনি ইমান দিনে আপোনালোকে শুনা নাছিল?

**নাট্যকাৰ :** এই ভুলৰ বাবে মই আৰু এই সংবাদদাতা আপোনাসবৰ ওচৰত লজ্জিত। আপুনি ক্ষন্তেক সময়ৰ বাবে তাৰ পৰা ওলাই আহক।

**কবি :** মোক এই বৃত্তৰ পৰা আপোনালোকেই উলিয়াই নিব লাগিব।

**নাট্যকাৰ :** (নাট্যকাৰ আৰু সংবাদদাতাই ধৰি কবিক ভিতৰত পৰা বাহিৰ উলিয়ায়) যি প্ৰশ্ন কৰিব লগা আছে, সোনকালে কৰক।

**সাংবাদিক :** আপুনি কেতিয়াৰ পৰা কবিতা লিখিবলৈ লয়? আৰু কবিতা আপুনি কাৰ বাবে লিখে?

**কবি :** মই কবি হ'লো কিয়? (ঈষৎ হাঁহি) (আবৃত্তিৰ সুৰত) 'মেণ্ডেলে' যেতিয়া বংশগতি তত্ত্বৰ সূত্ৰটোৰ আৱিষ্কাৰৰ বিষয়ে চিন্তাত নিমগ্ন আছিল। কবিতা লিখাত তেতিয়া মই ব্যস্ত আছিলো। "বাৰ্ণাড্ শ্ব" ই "আৰ্মচ্ এণ্ড ড্যা মেন্" নাটকৰ মধ্যাহ্ন বিৰতিৰ আবৃত্তি অনুষ্ঠানৰ বাবে বিচাৰিছিল মোৰ কবিতা। তেওঁলোককে মোক সুধিছিল--"আপুনি কবিতা লিখে কিয়?" মই কৈছিলো--"মই মোৰ বাবে কবিতা লিখো।" আৰু আজি কম-"শোষিত জনতাৰ ৰঙা তেজেৰে তেওঁলোকলৈ মোৰ কবিতা।"

**সাংবাদিক :** তেন্তে মোৰ আলোচনীৰ বেটুপাতত আপোনাৰ এখন ফটো ছপাম আৰু লিখিম কবি শ্ৰীযুত. . । আপোনাৰ নামটো? বাৰু, যিয়েই নহওঁক এওঁ আমাৰ কবি। মহোদয়ে কবিতা লিখে কিয় জানেনে ৰাইজ? ভিতৰত চাওক (মিচিকি হাঁহি) ষ্টেপল্ মেচিনেৰে আলোচনীৰ পাতবোৰ বন্ধ কৰি দিয়া হ'ব। বজাৰত লাখৰ হিচাবত আলোচনী বিক্ৰী হ'ব। আল্লা, ভগবান, গডৰ কৃপাত মোৰ আলোচনীৰ মানদণ্ড হাঃ... হাঃ. . ৰাইজ, দোকানৰ পৰা কিনি ভিতৰত লিখা পঢ়ি গম পাব আমাৰ স্বৰ্গত কবি মহোদয়ে কবিতা লিখে কিয়?

**খেলুৱৈ :** হাঃ, হাঃ হাঃ (কৃত্ৰিম হাঁহি)

**নাট্যকাৰ :** ব'লা ব'লা। সাংবাদদাতা, খেলুৱৈকো আমাৰ মাজলৈ লৈ আহোঁ। তেওঁৰ পৰাও সম্ভাৱনীয়, বহুতো কথাৰ ভু পোৱা যাব পাৰে।

**খেলুৱৈ :** হাঃ, হাঃ, হাঃ (হাঁহিৰ পিছৰখিনি বৃত্তৰ ভিতৰৰ পৰা উলিয়াই অনাৰ পিছত স্বাভাৱিক) সাংবাদিক, আপোনাৰ প্ৰশ্নটো হ'ব লাগিছিল এনে ধৰণৰ--ফুলৰ পাহিৰ দৰে কবি মহোদয় কবিতাবোৰ অকালতে মৰহি গ'ল কিয়? মৰিশালিতো নিজাকৈ অকণো ঠাই নেপায়, বৰষুণত তিতি, ৰ'দত ঘামি থাকিবলগীয়া হ'ল কিয়?

**শ্ৰমিক :** আৰু আমাৰ খেলুৱৈ মহোদয়কো প্ৰশ্ন কৰক--খেলৰ চিন্তাত নিমগ্ন হৈ নাথাকি কবিৰ লগত, এই শ্ৰমিকৰ লগত, মৰিশালিৰ বুকুত নোপোৱাৰ বেদনাত ফেঁকুৰি ফেঁকুৰি দিন নিয়াবলগীয়া হৈছে কিয়?

**সাংবাদিক :** ব'লক নাট্যকাৰ, শ্ৰমিককো আমাৰ মাজলৈ লৈ আহোঁ সেই মৰিশালিৰ পৰা।

**নাট্যকাৰ ঃ** ব'লক— (বাহিৰৰ পৰা শ্ৰমিককো লৈ আনি) এতিয়া চাওক কবি মহোদয়, খেলুৱৈ মহোদয় আৰু শ্ৰমিক মহোদয়—নাটকৰ প্লট বিচাৰি বিচাৰিহে আমি এইখিনি মানে শ্মশান পাইছোহি আৰু আপোনালোক তিনিওজন মৃত ব্যক্তিক লগ ধৰি আপোনালোকৰ জীৱিত কালৰ জীৱনৰ আভাসেৰে মোৰ নতুন নতুন নাটক সৃষ্টি কৰিম বুলি হাতত লৈছোঁ। এই নাটকৰ মুখ্য চৰিত্ৰ কাক কাক বাচি দিওঁ মই এতিয়াই নকওঁ। এইটো কথা ঠিক আপোনালোকৰ তিনিওজনৰে মাজৰ কাৰোবাক এই

**কবি ঃ** আপোনাৰ নাটকত যদি আমাৰ কথা লিখে তেন্তে আমি প্ৰত্যেকেই তাৰ মুখ্য চৰিত্ৰ হ'ব লাগিব। কাৰণ আমাৰ তিনিওজনৰে মৰণ কাহিনী একেটাই। তেনেস্থলত ।

**নাট্যকাৰ ঃ** চাওঁক কবি মহোদয, কাহিনীৰ অবিহনে এখন নাটক হ'ব নোৱাৰে। আৰু এই কাহিনীৰ বাবে মুখ্য চৰিত্ৰৰ প্ৰয়োজন অতি বেছি। তিনিওনজন মুখ্য চৰিত্ৰৰে নাই নাই ,

**সাংবাদিক ঃ** কাহিনী গঠন অনুযাযী নাটকৰ দুটা ভাগ—ৰোমান্টিক আৰু ক্লাচিকেল ড্ৰামা। ইয়াৰ ভিতৰত এটা ভাগতটো আমাৰ নাটক হ'বগৈ লাগিব।

**নাট্যকাৰ ঃ** আৰু আমাৰ নাটকৰ কাহিনী নিৰ্ভৰ কৰিব মৰম প্ৰেম আৰু ভালপোৱাৰ ওপৰত।

**কবি ঃ** কিন্তু মৰম, প্ৰেম আৰু ভালপোৱাৰ অৰ্থটো একেটাই সংবাদদাতা।

**শ্ৰমিক ঃ** যিদৰে অংশুমান, সূৰ্য, ভাস্কৰ বেলিৰেই নাম।

**খেলুৱৈ ঃ** সংগ্ৰাম, ধৈৰ্য, কষ্ট, পৰিশ্ৰম জীৱনৰেই নাম।

**নাট্যকাৰ ঃ** তেন্তে মোৰ নাটক?

**কবি ঃ** আপোনাৰ নাটক হ'ব লাগিব জনসাধাৰণৰ তথাকথিত যি ভাৱধাৰা তাৰ পৰা বহু নিলগত। আপোনাৰ নাটক বৰ্তমান ৰিয়েলিষ্টিক্ ড্ৰামাৰ পৰা নিলগত থাকিব লাগিব।

**খেলুৱৈ ঃ** এলিগৰিকেল্ এণ্ড চিম্বলিক্ ড্ৰামা।

**শ্ৰমিক ঃ** মানে ৰূপক আৰু প্ৰতীকধৰ্মী বা সাংকেতিক নাটক।

**সাংবাদিক ঃ** আপোনালোকে দেখিছো আমাৰ প্লেন্—প্ৰগ্ৰাম্ সকলো পণ্ড কৰি দিলে।

**খেলুৱৈ ঃ** নাট্যকাৰ, প্ৰথমে আপোনাৰ সেই ক'লা চোলাটো খুলি পেলাব লাগিব।

**খেলুৱৈ ঃ** মোকটো এই চোলাটো

**খেলুৱৈ ঃ** কোনে পিন্ধাইছে আমাৰ জনা আছে।

**কবি ঃ** খুলি পেলাওক। সমস্যা জৰ্জৰিত জনসাধাৰণক ভুৱা টেক্নিক ভৰা সংলাপেৰে নাটকৰ পৰিচালনা কৰিবলৈ শিকোৱা সেই ক'লা চোলা।

**শ্ৰমিকঃ** খুলি পেলাওক আপোনাৰ ক'লা চোলা, যি আপোনাৰ লগতে আজিৰ সমাজৰ দহজন নতুন নাট্যকাৰকো, দহজন নতুন অভিনেতাকো বিপথে পৰিচালিত কৰাইছে।

**শ্ৰ+খে+ক ঃ** খুলি পেলাওক এই ক'লা চোলা।

**সাংবাদিক ঃ** মই গম পাইছিলোৱেই যে, শোষণ আৰম্ভ হ'লে যে এদিন তাৰ শেষ হয়েই আৰু এই শোষণকৰ্তাসবে নেজানে যে, শোষণৰ শেষ পৰিণতিত বিপ্লৱৰ সূচনা হোৱা। **(নাট্যকাৰক তিনিও বেৰি)** নাট্যকাৰ, ক'লা চোলা খুলি পেলাওক - খুলি পেলাওক।

**নাট্যকাৰ ঃ** মই মোৰ ক'লা চোলা খুলি পেলালো।

**(খোলোতে কষ্টৰ অভিব্যক্তি। শান্তিৰ নিশ্বাস।)**

**কবি ঃ** ধন্যবাদ নাট্যকাৰ, এতিয়া আপোনাৰ প্ৰতিটো কথাৰে আমি উত্তৰ দিব পাৰিম। (শ্ল'গান) নাট্যকাৰ জিন্দাবাদ। নতুন নাট্যকাৰ জিন্দাবাদ।

**(সাংবাদিক পলাব খোজে। কৰবাত খুন্দা খোৱাৰ পজেৰে উফৰি পৰি মৰা ভয়ৰ হাঁহি সকলোৰে হাঁহিৰ লগত মিলি যাব।)**

**খেলুৱৈ ঃ** ধৰি লওক ফৰৱাৰ্ডত খেলা এজন প্লেয়াৰে বলটো কাটি—কুটি লৈ গৈ আছে। তেওঁ কোনো দিনে খেল—পথাৰত গ'ল দি পোৱা নাই। আগত ফ্ৰি নেট দেখি কণা মুনাকৈ ল'লে চট, কিন্তু পষ্টত লাগি বল ঘূৰি আহিল হাঃ হাঃ হাঃ, তেওঁ এজন অনভিজ্ঞ খেলুৱৈ।

**সাংবাদিক ঃ** খেলুৱৈ মহোদয় মোক

**শ্ৰমিক ঃ** আমাৰ সাংবাদিক তেনে এজন ব্যক্তি। পলাব নেজানে—পলাই সাৰিব বিচাৰে। আমি নাট্যকাৰৰ ক'লা চোলা খুলি পেলোৱাত তেওঁ ষ্টেপল্ মেচিনেৰে বন্ধ কৰি থোৱা নতুন আলোচনী আমি নিকিনাকৈ পঢিম বুলি ভয়তে পলাব খোজে।

**কবি ঃ** আমাৰ দেশত, আমাৰ ৰাজ্যত—বেছি দূৰলৈ নেযাওঁ, আমাৰ গাঁৱত এনে এচাম মানুহ আছে যি জানিও নজনাৰ ভাও ধৰিব বিচাৰে। শুল্ক বিভাগৰ অফিচাৰ অথচ ফৰেইন্ ষ্টেৰিঅ'ত গান শুনি টোপনি যায়। চকিদাৰ অথচ ৰাতি ১২ বজাত চিপৰাং লৈ ঘৰৰ পৰা ওলায়। চোৰ, ডকাইত ধৰিবলৈ চৰকাৰে দিয়া সাজ-পোছাক পিন্ধি দিনত টিঘিল--ঘিলাই ফুৰে অথচ নিশা মুখত ক'লা কাপোৰ বান্ধি নিজান ঠাইত বাটৰুৱাৰ বস্তু হস্তগত কৰে।

**সাংবাদিক :** কওঁক, মোক ক্ষমা কৰিব?

**খেলুৱৈ :** তেনেবোৰ ব্যক্তিৰ টোপনি নাই অথচ শোৱাৰ অভিনয় কৰে।

**শ্ৰমিক :** তেনে মানুহক সাৰ পোৱাবলৈ বৰ কঠিন। কিন্তু এচাম পুৰুষে এখন নতুন প্ৰাচীৰৰ সৃষ্টি কৰিছে।

**খেলুৱৈ :** যিখন বাধাৰ প্ৰাচীৰত খুন্দা খাই অলপ আগেয়ে আমাৰ সাংবাদিক উফৰি পৰিছিল।

**সাংবাদিক :** মই এতিয়া কি কৰিব লাগিব? আপোনালোকে মোক যিহকেই কৰিবলৈ কয় মই তাকেই কৰিবলৈ ৰাজী।

**খেলুৱৈ :** বিভিন্ন প্ৰান্তৰৰ পৰা আপুনি যিবোৰ সংবাদ নি বিভিন্ন কাকতত ছপাই সেইবোৰ প্ৰতিটোৱেই সত্য নে?

**সাংবাদিক :** সত্য বুলি মই কি দৰে ক'ম। কাৰণ কাকত, আলোচনীত বাতৰি ছপোৱাৰ কাম কৰে প্ৰকাশকে, সম্পাদকৰ কেচিতো আছেই।

**শ্ৰমিক:** আমাৰ শ্ৰমিকসকলৰ সাক্ষাৎকাৰ লওঁতে আপোনালোকে দেখোন আমাৰ দুখত দুখী হৈ আমাৰ সৈতে কান্দে, কিন্তু ক'তো আপোনালোকে আমাৰ দুখৰ কথা স্পষ্টকৈ নিলিখে। মাজে মাজে আপোনালোকে লিখে অমুক বিভাগৰ শ্ৰমিকসকলৰ বোনাচ, অমুক পাৰ্চেন্ট বঢ়াই দিয়াৰ ব্যৱস্থা কৰা হ'ব। কাগজৰ ব্যৱস্থা কাগজৰ ক'লা চিয়াঁহিৰ অবস্থাতেই কিন্তু থাকে।

**সাংবাদিক :** মানে–

**কবি :** মাজে মাজে পৰম পূজনীয় শাসনকৰ্তাসবৰ ফটো আদিও দেখো কোনোবা আলোচনীৰ পাতত। পথাৰলৈ গৈ খেতিয়কৰ সতে নাঙলৰ মুঠিত ধৰে খেতিয়কক উৎসাহ দিয়াৰ উদ্দেশ্যেৰে। এইবিলাকৰ ফটো তোলাৰ বাবে আপোনালোকৰ নিজা ষ্টুডিঅ' আছে নেকি? আৰু আপোনাৰ দৰে সাংবাদিকবোৰ ।

**সাংবাদিক :** নহ'লে যে আমাৰ পেট নচলে, মানে মিছা সংবাদ নোগোটালে ।

**খেলুৱৈ :** এটা কথা মন কৰিছেনে নাই যে অনতি পলমে আপোনালোকক আপোনালোকৰ পদৰ পৰা আঁতৰোৱাৰো ব্যৱস্থা তেওঁলোকে কৰিছে।

**সাংবাদিক :** তেনে কৰিব তেওঁলোকে কেতিয়াও নোৱাৰে।

**শ্ৰমিক :** তেনে কৰিছেই সাংবাদিক মহোদয়।

**সাংবাদিক :** তেন্তে মই

**শ্ৰমিক :** জনসাধাৰণৰ মাজত, শোষিত, আপোনাৰ দৰে সমস্যা জৰ্জৰিত মানুহৰ মাজত বিপ্লৱৰ সূচনা কৰক।

**সাংবাদিক :** কিন্তু?

**কবি :** চাওক, আমালৈ এবাৰ ঘূৰি চাওক। আমাৰ ঘৰৰ তিৰোতা, ল'ৰা-ছোৱালী, ভাই-ভনীবোৰ জানো আপোনাৰো

**সাংবাদিক :** সেই বিষয়ে মোক বুজাব নালাগে।

**কবি :** আমাৰ কাহিনী শুনিম বুলিয়েইতো মৰিশালিৰ মাজলৈ আপোনালোক আহিছে। এই নাট্যকাৰে আমাক লৈ নাটক লিখাতো প্ৰতিশ্ৰুতিবদ্ধ ইতিমধ্যে হৈছে। আমিও মৰিশালিৰ মাজৰ পৰা আপোনালোকৰ ওচৰলৈ আহিছো আমাৰ কথা ক'ম বুলি।

**শ্ৰমিক :** আৰু জানিব ইয়াৰ পৰা আমাৰ লাভালাভ একো নাই। আমাৰ মাত্ৰ এটাই ইচ্ছা, আমাৰ ঘৰঘৰতেই থাকি আমাৰ পিছৰ পুৰুষসকলে নতুন ইতিহাসৰ পাতনি মেলক।

**খেলুৱৈ :** আমাৰ নাট্যকাৰে বিজয়ৰ কাহিনীৰে নতুন নাটৰ সৃষ্টি কৰক। আপুনি, আপোনাৰ, আপোনাৰ ল'ৰা– ছোৱালীৰ, ভাই-ভনীৰ বিজয়ৰ সংবাদ গোটাওক।

**নাট্যকাৰ :** আপোনালোকে কিয় এই মৰিশালিৰ মাজত আজিও চিএৰিব লগীয়া হৈছে তাৰ উত্তৰতে জানো সকলোবোৰ কথাই লুকাই থকা নাই?

**কবি :** নিশ্চয়। দ্বেষমূলক, অভিমানমূলক কোনো চিন্তা বা কৰ্মৰ পথ আমি আজিৰ পুৰুষক দেখুৱাব খোজা নাই। আমাৰ উদ্দেশ্য আমাৰ আধাৰুৱা শ্ৰমেৰে নৱ–সংস্কৃতিৰ, সাহিত্যৰ সৃষ্টি কৰা। উখল-মাখল খেলপথাত বিজ্ঞানমূলক পাৰদৰ্শিতাৰে নতুন খেলৰ পাতনি তৰা। নতুন যন্ত্ৰৰ সৃষ্টি কৰা।

**সাংবাদিক :** বুৰ্জোৱা সমাজৰ ধ্যান-ধাৰণাৰ লগত আগন্তুক সাম্যবাদী সমাজৰ যি প্ৰচণ্ড সংঘাট তাৰ ফলত সৃষ্টি হোৱা অগনিৰ ফিৰিঙটিয়ে আমাক জানো নিঃশেষ কৰি নেপেলাব?

**নাট্যকাৰ :** সাংবাদিক, বুৰঞ্জীয়ে সেই কথাৰ উত্তৰ আমাক জানো দি যোৱা নাই? আৰু কু-সংস্কাৰ বিৰোধী আমাৰ দৰে নতুন মনত তেনে প্ৰশ্নৰ উদয় নোহোৱাটো অশোভনীয়।

**খেলুৱৈ :** মৰিশালিৰ মাজত আমিয়েইতো বুৰঞ্জীৰ হৈ চিএৰিছো পূৰ্বপুৰুষৰ সুৰেৰে।

**কবি :** যন্ত্ৰযুগৰ মোহন মন্ত্ৰ ল'ম
মন বিমানৰ মযেই সাৰথি হ'ম
বিজুলী ৰথৰ মহাৰথী মই
জীৱনৰ ৰণজিৎ
ৰচিত নতুন মানৱ তন্ত্ৰ
বিজ্ঞান স্বৰ্গজিৎ
মই জ্ঞানৰ ইন্দ্ৰজিৎ।

**শ্ৰমিক :** যন্ত্ৰযুগক, নতুনক, অনাগত কালক যিয়েই আদৰি ল'ব সিয়েই হ'ব মানৱপ্ৰেমী স্বদেশপ্ৰেমী।

**সাংবাদিক :** কবি, শ্ৰমিক আৰু খেলুৱৈ মহোদয়, নাট্যকাৰৰ সতে মইও আপোনালোকৰ পথেৰে আগবাঢ়িব সাজু। (শ্ল'গান)

আমাৰ সাংবাদিক জিন্দাবাদ।

আমাৰ সাংবাদিক জিন্দাবাদ।

**সাংবাদিক :** আপোনাৰ মৰণ কাহিনী?

**নাট্যকাৰ :** আমাৰ অসম্পূৰ্ণ নাটকৰ পাণ্ডুলিপি।

**কবি :** আহক ।

**নাট্যকাৰ আৰু সাংবাদিক :** কেনি?

**কবি :** আজিৰ পৰা আঠদিন আগৰ আমাক হত্যা কৰা সেই দিনটোলৈ আৰু ঠাইখনলৈ। (আঠ বাৰ হোৱা শব্দৰ তালে তালে ঘড়ীৰ কাটাৰ বিপৰীত দিশত সকলো ঘূৰে।) (নাট্যকাৰে শাসনৰকৰ্তাৰ আৰু সাংবাদিকে চন্তৰীৰ চৰিত্ৰত অভিনয় কৰে। )

**নাট্যকাৰ/শাসনকৰ্তা :** চন্তৰী, চন্তৰী!

**সাংবাদিক/চন্তৰী :** কওক শাসনাধিষ্ঠ পৰম পূজনীয় শাসনকৰ্তা মহোদয়, মই আপোনাৰ কি কামত সহায় হওঁ?

**শাসনকৰ্তা/নাট্যকাৰ :** মোৰ অঞ্চলত যে জনসাধাৰণ উত্তপ্ত হৈ পৰিছো, কাৰণ?

**চন্তৰী/সাংবাদিক :** বুজিছো মহোদয়, আমাৰ দাঁতিকাষৰীয়া মানে আপোনাৰ বন্ধু চৌধুৰী বাবুৰ অঞ্চলৰ পৰা যে অতীতৰ পৰা ভৱিষ্যতলৈ আমাৰ অঞ্চললৈ যিটো যাতায়তৰ পথ আছে..

**শাসনকৰ্তা/নাট্যকাৰ :** অঁ, কি হ'ল তাত?

**চন্তৰী/সাংবাদিক :** সেই পথটোৰেইতো আপোনাৰ অনুগ্ৰহত মানুহ আহিয়েই আছে, এটাও যোৱাগৈ নাই ।

**শাসনকৰ্তা/নাট্যকাৰ :** আহিবতো। সেইয়া মোৰ অনুপস্থিতিত আহিছে। তেওঁলোকৰ তাত মানে চৌধুৰীৰ অঞ্চলত সমস্যা বেছি। মানুহ বেছি খাদ্য কম, মোৰ অঞ্চলত সমস্যা কম, মানুহ কম, খাদ্য উভৈনদী।

**চন্তৰী/সাংবাদিক :** তথাপিও...

**শাসনকৰ্তা-নাট্যকাৰ :** তথাপিও? মানে। কি তথাপিও? তাৰ পৰা যদি মই মানুহ নানো মোক কোনে বেমাৰত ঔষধ দিব? ৰাজপথত কোনে চালাম কৰিব? ঘৰলৈ কোনে মাছ-মাংস আনিব?

**চন্তৰী/সাংবাদিক :** তাকে কওঁতে আমাৰ অঞ্চলৰ কেইজনমান জাগুৰ খাই উঠিছে। বাধাৰ প্ৰাচীৰ নে কি হৈ থিয় দিব বোলে। আপোনাৰ কামত। আমাৰ অঞ্চলৰ দোকানে-পোহাৰে, বেৰে-চালে কিবাবোৰ লিখিছে "আমাৰ দাবী মানিবই লাগিব" এইবোৰ। তাৰে কেইজনমানক মানে কেইটামান "বাধাৰ প্ৰাচীৰ" ফাইলক ধৰি আনিছো মহোদয়।

**শাসনকৰ্তা/নাট্যকাৰ :** লৈ আনা সিহঁতক মোৰ ওচৰলৈ।

**চন্তৰী/সাংবাদিক :** তেওঁলোক হাজিৰ মহোদয়।

**শাসনকৰ্তা/ নাট্যকাৰ :** আপোনালোকৰ পৰিচয়?

**কবি :** মই নতুন দিনৰ কবি।

**খেলুৱৈ :** মই স্বদেশপ্ৰেমী।

**শ্ৰমিক :** জাতি প্ৰেমেৰে পৰিপূৰ্ণ আমাৰ সমাজৰ শোষিত জনসাধাৰণৰ মৰুৰ দৰে হৃদয়ত মই এটোপাল পানী, মানে শোষিতৰ প্ৰতিনিধি।

**শাসনকৰ্তা/নাট্যকাৰ :** বাঃ বাঃ বঢ়িয়া ডায়লগ্। বাৰু কওক, এতিয়া আপোনালোক ইমান উগ্ৰ হোৱাৰ কাৰণ?

**কবি :** মোৰ কবিতাত কাৰো শাসন নচলিব।

**খেলুৱৈ :** কাৰোবাৰ চল–চাতুৰীত নিজৰ টিমত খেলি মই নিজৰ টিমকে মই হৰুৱাব নোখোজো।

**শ্ৰমিক :** শ্ৰমৰ মৰ্যাদা মই পোৱা নাই।

**কবি :** আপুনি আমদানি কৰি অনা কুকুৰৰ জাকক মোৰ কবিতাৰ উৎস মৰমৰ ধাননী পথাৰখন, সেউজীয়া গছ -- গছনি বিক্ৰী কৰিব নোখোজো। কাঢ়িব খুজিলে যুদ্ধ হ'ব।

**খেলুৱৈ :** নিজে কষ্ট কৰি গঠন কৰা মোৰ ফুটবল টিমত আপোনাৰ আমদানি অনভিজ্ঞ খেলুৱৈক স্থান দি মই বাউণ্ডেৰী লাইনৰ বাহিৰত থিয় হৈ থাকিব নোখোজো। কোনোবাই জোৰ-জবৰ কৰিলে মই কবিৰ সৈতে মিলি তেওঁলোকৰ বিপক্ষে যুদ্ধ ঘোষনা কৰিম।

**শ্ৰমিক :** নিজ অঞ্চলৰ ফৰেষ্টৰ কাঠৰ প্লাইউদ্ ফেক্টৰীৰ কামৰ পৰা খেদা খাই মোৰ ল'ৰা-ছোৱালীৰ ডিঙিত কলহ বান্ধি নদীত জাপ দিব মই নোখোজো। কবি, খেলুৱৈৰ ৰাস্তাই মোৰো ৰাস্তা। মোৰ হাতুৰী-বটালি আপোনালোকৰ দৰে শাসনকৰ্তা সেই কুকুৰহঁতৰ তেজেৰে ৰাঙলি কৰিবলৈও মই সাজু; যদি প্ৰয়োজন হয়।

**শাসনকৰ্তা/নাট্যকাৰ :** হাঃ ...... হাঃ .....(জোৰকৈ হাঁহে)

**চন্তৰি/সাংবাদিক :** মহোদয় বেছি জোৰকৈ নেহাঁহিব। বাহিৰত ঢেৰ জনতা।

**শাসনকৰ্তা/নাট্যকাৰ :** জনতা নহয়। খাবলৈ নোপোৱা কুকুৰৰ জাক। খুব বেছি ভুকিব, কামুৰিব নোৱাৰে।

**কবি ঃ** মুখ চম্ভালি কথা ক'ব। এইয়া সাময়িক আবেগেৰে ৰচা নাটৰ সংলাপ আমাৰ মুখৰ পৰা ওলোৱা নাই এইয়া আমাৰ আন্তৰিক প্ৰত্যয়।

**খেলুৱৈ ঃ** দুষ্কৃতিক দমন কৰিবলৈ খাৰ-বাৰুদৰ কুঠৰিলৈ যাতে যাবলগীয়া নহয় তাৰ বাবে আগেয়ে আমি আমাৰ ন্যায় দাবীপূৰণৰ বাবে আপোনালোক সোঁৱৰাই দিছোঁ।

**শ্ৰমিকঃ** সুদূৰত ৰাজকীয় শক্তিলৈ ভয় নকৰা আমাৰ জনশক্তিয়েই পৰ দি আছে।

**শাসনকৰ্তা/নাট্যকাৰ ঃ** চন্তৰী ।

**চন্তৰী/সাংবাদিক ঃ** বন্দুক নেকি মহোদয়?

**শাসনকৰ্তা/নাট্যকাৰ ঃ** তুৰন্তে, গুলি শেষ নোহোৱা পৰ্যন্ত।

(কবি, খেলুৱৈ, শ্ৰমিক গুলিবিদ্ধ হৈ উফৰি পৰে। )

**শাসনকৰ্তা/নাট্যকাৰ ঃ** আত্মচেতনা, স্বদেশপ্ৰেমৰ হাঃ হাঃ কি দৰে আত্মচেতনা, স্বদেশ প্ৰেমৰ মায়া ধূলিৰ লগত মিলাব লাগে তাৰ পথ আমিও জানো।

**(আঠ বাৰ বজা শব্দৰ তালে তালে ঘড়ীৰ কাটাৰ দিশত সকলো ঘূৰি)**

**কবি ঃ** মোৰ কবিতা লিখা, অকালতে মৃত্যু ঘটা এই অবুজ মনটোক মই শান্ত নকৰো যদিহে আমাৰ সংগ্ৰাম সঁচাই ধূলিৰ লগত মিলিবলগীয়া নহয়। আমাৰ খেলুৱৈ, যি যৌবনৰ দুৱাৰডলিৰ থিয় দিওঁতেই নিজকে ত্যাগ কৰিবলীয়া হ'ল নিজৰ মাতৃভূমিৰ বাবে। শ্ৰমিক, এগৰাকী তিনিটা সন্তানৰ মাতৃৰ বিধবা কৰি আহি ইযাত জানো শান্তিৰে থাকিব পাৰিব?

**(মৰিশালিত সোমাবলৈ গৈ)**

**খেলুৱৈ ঃ** যদি আমাৰ অবুজন সাংবাদিক, অবুজন নাট্যকাৰে মাথো কাৰোবাৰ পাকচক্ৰত পৰি দহজনক অপমৃত্যু ঘটোৱাৰ পথ দেখুৱাৰ উপৰি নিজেও

**সাংবাদিক ঃ** যদি আমাৰ অবুজন সাংবাদিকে, অবুজন নাট্যকাৰে মাথো কাৰোবাৰ পাকচক্ৰত পৰি দহজনক অপমৃত্যু ঘটোৱাৰ পথ দেখুৱাৰ উপৰি নিজেও ।

**সাংবাদিক ঃ** নাই, নাই—খেলুৱৈ, সেইয়া আমি কেতিয়াও হ'বলৈ দিব নোৱাৰো। তোমালোকে চিৰ-শান্তি লভা, আমি তোমালোকৰ সপোনবোৰ, আমাৰ কল্পনাবোৰ বাস্তৱত ৰূপ দিওঁ।

(মৰিশালিৰ ভিতৰত)

**নাট্যকাৰ ঃ** নাটকৰ কাহিনী বিচাৰি আমি এটা বেমাৰৰ বীজানুহে বিচাৰি পালো।

**সাংবাদিক ঃ** বেমাৰটো হৈছে এটা মাৰাত্মক বেমাৰ।

**নাট্যকাৰ ঃ** যাৰ নাম এমিবিক গ্ৰহণী। ই এজন মানুহ, এখন গাঁও

**নাট্যকাৰ ঃ** এখন চহৰকো ইয়াৰ সংক্ৰমণত শেষ কৰি পেলাব পাৰে।

**নাট্যকাৰ ঃ** বীজাণুটোৰ নাম —এন্টামিবা হিচটলাইটিকা্।

**সাংবাদিক ঃ** এটা পেৰাচাইট।

**নাট্যকাৰ ঃ** অঁ এটা পেৰাচাইট। যাৰ উপদ্ৰৱত আমাৰ নাটকৰো এমিবিক গ্ৰহণী হ'ল, সেয়ে আমাৰ নাটৰ পাণ্ডুলিপিটো অসম্পূৰ্ণ হৈয়ে ৰ'ল।

**সাংবাদিক ঃ** এই অসম্পূৰ্ণ পাণ্ডুলিপিটো সম্পূৰ্ণ কৰিব লাগিব নহ'লে মাৰিশালিৰ মাজৰ পৰা এই তিনিওজনে সদায় চিঞৰি চিঞৰি কান্দিব।

**নাট্যকাৰ ঃ** বিদায় দিয়াৰ পূৰ্বে আপোনালোকক এই অসম্পূৰ্ণ পাণ্ডুলিপি গটাই যাব খুজিছো নতুন পুৰুষে যাতে ইয়াক সম্পূৰ্ণ কৰিব পাৰে। আহক আহক ।

**সাংবাদিক ঃ** আহক পাণ্ডুলিপি গ্ৰহণ কৰি ইয়াৰ বাকী অংশ আপোনালোকেই সম্পূৰ্ণ কৰাৰ দায়িত্ব লওঁক। আহক ।

**সমাপ্ত**

(ডিব্ৰু মহাবিদ্যালয আলোচনী, ষষ্ঠ সংখ্যা, ১৯৮৩)

# কিবা এটা সোমাইছে

**নাট্যকাৰ # ড° অনিল শইকীয়া**

| চৰিত্ৰ সমূহ | বয়স | চাৰিত্ৰিক বৈশিষ্ট |
|---|---|---|
| বৰ্ণালী | ১৮-২২ | বুদ্ধিমতী ছোৱালী। |
| মাক | ৪০-৪৫ | বৰ্ণালী আৰু স্নিগ্ধাৰ মাক। |
| স্নিগ্ধা | ১৮-২২ | বুদ্ধিমতী ছোৱালী |
| সুৰভি | ২০-২২ | অভাৱ গ্ৰস্ত পৰিয়ালৰ ছোৱালী। |
| বেবী | ১৮-২২ | বৰ্ণালীহঁতৰ ঘৰত ফুৰিবলৈ অহা সাধাৰণ ছোৱালী। |
| নিজৰা | ১৮-২২ | সাধাৰণ ছোৱালী। বৰ্ণালীহঁতৰ ঘৰত ফুৰিবলৈ অহা |
| সেউতী | ৫০-৫৫ | গাওঁৰ বয়সস্থ মহিলা। সৰল, আঁকোৰগোজ। |
| জোনালী | ১৮-২২ | সেউতীৰ জীয়েক, সাধাৰণ ছোৱালী। |

(নাটকখনি মৰাণ মহাবিদ্যালয়ৰ ছাত্ৰীসকলে ক্ৰীড়া সপ্তাহত কেইবাবাৰো মঞ্চস্থ কৰি প্ৰথম, দ্বিতীয় স্থান পোৱাৰ যোগ্যতা অৰ্জন কৰিছে।)

**মঞ্চসজ্জা :** দুটামান বেতৰ মুঢ়া বা কেইখনমান বেতৰ পুৰণা চকী বা যিকোনো মানুহে বহিবৰ বাবে আসন থাকিব লাগে। গাওঁৰ মানুহৰ এটা সাধাৰণ চ'ৰাঘৰ। চ'ৰাঘৰ বুজাবলৈ এখন কেলেণ্ডাৰ আঁৰি থলেই হ'ব।

**(আঁৰ কাপোৰ আঁতৰাৰ লগে লগে বৰ্ণালী আৰু স্নিগ্ধাই উচপিচ কৰি থাকিব।)**

**মাক :** তহঁত দুজনী হ'বলা থম্ থম্কৈ বৈ আছ' (মাক ভিতৰলৈ সোমাই যাব খোজে)

**বৰ্ণালী :** ৰ'বা, ৰ'বা, ৰ'বা, ভিতৰলৈ নাযাবা। (দুয়োজনীয়ে মাকক আগচে)

**মাক :** আৰে কি হ'ল, সন্ধিয়া হ'বৰ হ'ল লেম্প চাকি জ্বলাব লাগে, কি ধেমালি কৰিবলৈ আহিছ।

**স্নিগ্ধা :** নোৱাৰা ভিতৰলৈ যাব।

**মাক :** কি ধেমালি কৰিবলৈ আহিছ। যাবলৈ দে। (যাবলৈ জোৰ কৰে)

**বৰ্ণালী :** ধেমালি নহয় মা, তুমি ভিতৰলৈ যাব নোৱাৰা।

**মাক :** এস্ ভিতৰলৈ আক' কিয় যাব নোৱাৰিম। (যাবলৈ জোৰ কৰে)

**স্নিগ্ধা :** আমাৰ কথা শুনাচোন।

**মাক :** শুনিম বাৰু, আগতে লেম্প, চাকিকেইটা জ্বলাই লওঁচোন। (ভিতৰলৈ যাবলৈ জোৰ কৰে।)

**বৰ্ণালী :** নোৱাৰা, ভিতৰলৈ যাব।

**মাক :** (বেগ দুটা এঠাইত থৈ লয়) তহঁত দুজনী পাগলী হ'লি নেকি?

**স্নিগ্ধা :** আমি দুজনী পাগলী হোৱা নাই। শুনিলে কিজানি তুমিহে পাগলী হ'বা।

**মাক :** ময়ো পাগলী হম, কিয় পাগলী হম আক'। কথা শুনিলে মানুহ পাগলী হয় নেকি?

**বৰ্ণালী :** পাগলী নোহোৱা যদি ভিতৰলৈ যোৱা।

**মাক :** কথাটো কি বুজাই কচোন আগতে।

**স্নিগ্ধা :** শুনা তেনেহ'লে। (ভিতৰত কিবা এটা শব্দ হয়)

**মাক :** কিহৰ শব্দ?

**বৰ্ণালী :** ভিতৰত মানে, ভিতৰত (আকৌ শব্দ হয়, টেবুলত ঢকিওৱাৰ শব্দ হয়)

**মাক :** কি হৈছে ভিতৰত, মোক যাবলৈ দে (যাবলৈ জোৰ কৰে, বৰ্ণালী আৰু স্নিগ্ধাই আগচি ধৰে, টেবুলত আকৌ ঢকিওৱাৰ শব্দ হয়)

**মাক :** কি আছে ভিতৰত, ঐ কোন কোন (ভিতৰলৈ চাই)

**স্নিগ্ধা :** নিচিঞৰিবা, মা, ভিতৰত কিবা এটা সোমাই আছে।

**মাক :** কিবা এটা সোমাই আছে?

**বৰ্ণালী :** অ' কিবা এটা সোমাই আছে।

**স্নিগ্ধা :** মানে মা, হেৰি মা, (মাকৰ কাণৰ ওচৰত গৈ ক'ব খোজে, টেবুলত আকৌ ঢকিওৱাৰ শব্দ হয়)

**মাক :** ঐ কোন কোন?

**বৰ্ণালী :** নিচিঞৰিবাচোনা

**মাক :** কি নিচিঞৰিবা, মোৰ ঘৰ, মোৰ কথা মোৰ বতৰা কিয় নিচিঞৰিম?

**স্নিগ্ধা :** চিঞৰিলে আমাৰ চবৰে অপকাৰ হ'ব।

**মাক :** অপকাৰ হ'ব, কি কথা কৈছ তঁহতে?

**স্নিগ্ধা :** ঠিকেই কৈছো মা

**মাক :** তেতিয়াহ'লে তহঁত চব এতিয়া বাহিৰতে থাকিবি?

**বৰ্ণালী :** দেউতা আৰু দাদা নোপোৱালৈকে বাহিৰতে থাকিম।

**মাক :** যদি (চিন্তা কৰে) তহঁতে বাৰু মোক কথাটো বুজাই দিব নোৱাৰিবিনে?

**বৰ্ণালী :** পাৰো।

**মাক :** ক' চোন কথাটো বুজাই।

**বৰ্ণালী :** (মাকৰ ওচৰলৈ আহে, ভিতৰলৈ চাই, মাকৰ ওচৰৰ পৰা আঁতৰি যায়।) ভিতৰত মানে ভিতৰত মা

**মাক :** ক' নকৰ কিয় ভিতৰত কি আছে।

**স্নিগ্ধা :** ভিতৰত মানে মা

**মাক :** মই এনেকৈ বৈ থাকিব নোৱাৰোঁ দেই। (হাতত বেগ দুটা লৈ) চাওঁ মই ভিতৰলৈ যাওঁ, (বৰ্ণালী আৰু স্নিগ্ধাই আগচি ধৰে)

**(বাহিৰৰ দুৱাৰত টোকৰ পৰে, টক্ টক্ টক্)**

**মাক :** যাচোন কোনোবা আহিছে, চাই আহ (বেগ দুটা আকৌ ক'ৰবাত থয়)

**(আকৌ দুৱাৰত শব্দ হয়, বৰ্ণালী বাহিৰৰকালে আগবাঢ়ে নিজৰা আৰু বেবী সোমাই আহে, দুয়োৰে হাতত এটাকৈ কাপোৰৰ বেগ)**

**নিজৰা :** (আনন্দেৰে) এয়া দেখোন চব ঘৰতে আছা, বাহিৰত ইমান 'নক' কৰিছোঁ, সোমাই আহা বুলিও ক'ব নোৱাৰা।

**স্নিগ্ধা :** বাঃ তোমালোক আহিছা, আহা আহা নিজৰা, বেবীও আহিলা বহা বহা।

**নিজৰা :** আমি বহিবলৈ অহা নাই, একেবাৰে থাকিবলৈ আহিছোঁ।

**বেবী :** লোৱা বেগটো লোৱা, বৰ ভাগৰ লাগি আহিছে পাই, (গাৰ কাপোৰ– কানিৰ ধূলি আঁতৰাই, হাতৰ বেগটো বৰ্ণালীৰ হাতত দিয়ে, নিজৰাৰ হাতৰ বেগটো স্নিগ্ধাৰ হাতত দিযে, বৰ্ণালী আৰু স্নিগ্ধাই বেগ দুটা লৈ মাকে আনি থোৱা বেগ দুটাৰ ওচৰত থৈ দিয়ে।)

**নিজৰা :** এনেকৈ বাহিৰত বৈ থাকিমনে এতিয়া?

**বৰ্ণালী :** কিয় থাকিবা বাহিৰত। বাহিৰত মানে তোমালোকতো এতিয়া ভিতৰতে আছা, কোৱাচোন প্ৰথমতে ঘৰৰ খবৰ বাতৰিবোৰ কোৱা। ইস্ ভাগৰ লাগিছে যেন পাইছোঁ বহাচোন বহা, ইয়াতে।

**বেবী :** তাৰমানে তোমালোকে আমাক আলহীৰ দৰে বাহিৰত বহুৱাইহে এৰিবা। নবহো বাহিৰত ভিতৰলৈকে যাম, ব'ল নিজৰা। (নিজৰাই নিজৰ বেগটো তুলি ল'ব খোজে, ওচৰত থকা বজাৰ কৰা বেগকেইটা চাই তাৰে এটা তুলি ল'ব খোজে।)

**নিজৰা :** অ' বজাৰ কৰা বস্তুবোৰ দেখোন ইয়াতে পেলাই থৈছা, মাছো আছে যেন পাইছো।

**মাক :** তাকেহে মই বজাৰৰ পৰা আহি ভিতৰলৈ যাবই পৰা নাই। ইহঁতৰ লগত কথা পাতি পাতি অথনিৰে পৰা ইয়াতে বহি আছোঁ।

**বেবী :** ইয়াতে বহি থাকিলে হ'বনে, গধূলি হ'বই এতিয়া লেম্প চাকি নজ্বলাই নেকি মা?

**মাক :** জ্বলাব লাগে। দেউতাক আহি পোৱাহি নাই কাৰণে ইয়াতে বৈ আছোঁ।

**নিজৰা :** দেউতা অহাৰ লগত আৰু' লেম্প–চাকিৰ কি সম্পৰ্ক আছে?

**মাক :** আছে, আছে। আমাৰ এইবোৰ গাৱঁলীয়া ঠাই নহয়, মতা মানুহ ন'হলে ভিতৰলৈ সোমাবলৈ ভয় লাগে।

**বৰ্ণালী :** মায়েও যে কথা কিছুমান কোৱা আৰু, ভিতৰলৈ সোমাবলৈ ভয় লাগিব কিয়? ঘৰত কেৰাচিন তেল নাই তাকে খুলি নোকোৱা কিয়?

**মাক :** তাকেহে, সেইটো কথানো কেনেকৈ খুলি কওঁহে।

**স্নিগ্ধা :** আমাৰ মায়ে মানে–ঘৰখনৰ অভাৱবোৰ মানে– মানে

**বেবী :** বুজিছোঁ দিয়া–কেৰাচিন তেল নথকাটো একো অভাৱৰ কথা নহয়, কিয় তোমালোকৰ ঘৰত ম'ম নাই?

**বৰ্ণালী :** ম'ম আনিবলৈ দাদা অথনিয়েই ওলাই গ'ল।

**মাক ঃ** হ'ল আৰু যে ম'ম আনিব, ঘৰ পোহৰ হ'ব, হৈ গ'ল।

**স্নিগ্ধা ঃ** কিয় তোমাকো কৈছিলোঁ নহয়, ম'ম আনিবলৈ -

**মাক ঃ** কেতিয়া কৈছিলি-?

**স্নিগ্ধা ঃ** নক'লেও তুমি জানিব লাগে-

**মাক ঃ** মনে মনে থাক।

**বৰ্ণালী ঃ** মনে মনে থাকিব বাৰু, পিছে দেউতাইঁত নহালৈকে আমি চব বাহিৰতে থাকিম।

**নিজৰা ঃ** মানে দেউতাইঁত নহালৈকে আমাৰ চাহ—তাহ খোৱা, কাপোৰ কানি সলোৱা এইবোৰ একো নহ'ব।

**স্নিগ্ধা ঃ** নহ'ব, একো নহ'ব।

**বেবী ঃ** তাৰমানে তইঁতৰ ঘৰলৈযে আমি আলহী আহছোঁ কথাটোও গুৰুত্ব দিয়া নাই নেকি?

**বৰ্ণালী ঃ** নাই দিয়া।

**বেবী ঃ** ধেমালি কৰিছনে চিৰিয়াচলি কৈছ?

**বৰ্ণালী ঃ** চিৰিযাছলি কৈছোঁ।

**নিজৰা ঃ** চিৰিয়াছলি কৈছ? আমি সত্তৰ মাইল দূৰ বাছত আহি প্ৰায় এক কিল'মিটাৰ খোজকাঢি আহিছোঁ, আৰু আমাৰযে ভাগৰ লাগিছে, ভোক-পিযাহ লাগিছে, খবৰ আছেনে নাই?

**বৰ্ণালী ঃ** আছে, খবৰ আছে, সেইকাৰণেই চিৰিযাচলি কৈছোঁ।

**বেবী ঃ** কথাটো বুজা নাই মই—

**মাক ঃ** ময়ো বুজা নাই, ইহঁত দুজনীয়ে মোকো ভিতৰলৈ সোমাবলৈ দিযা নাই, ভিতৰত বোলে এন্ধাৰ আৰু ভিতৰত এ মানে ভিতৰত কিবা

**স্নিগ্ধা ঃ** মা মনে মনে থাকা।

**নিজৰা ঃ** তইঁতে কিবা এটা লুকুৱাইচ' আমাৰ পৰা

**বৰ্ণালী ঃ** কিছুমান কথা কেতিযাবা লুকুৱাই থোৱাৰ আৱশ্যকতা আছে।

**বেবী ঃ** তেনেহ'লে ব'ল নিজৰা আমি ইযাৰ পৰা গুচি যাওঁ।

**নিজৰা ঃ** এস্ গুচি যাওঁ বুলিয়েই গুচি যাব নোৱাৰি নহয়, ক'ত যাবি এতিয়া গধুলিখন।

**বেবী ঃ** তেনেহ'লে বাহিৰতে ৰৈ থাকিবি।

**নিজৰা ঃ** পৰিস্থিতিযে বাধ্য কৰাইছে যেতিয়া, ৰৈ থকাৰ বাহিৰে কি উপায় আছে।

**বৰ্ণালী ঃ** নালাগে নহয় বেছি সময়, দেউতা বা ককাইদেউ আহিলেই আমি সকলো ভিতৰলৈ যাম।

**নিজৰা ঃ** ঠিক আছে—মই 'মাক' কথা এটা সোধো।

**মাক ঃ** সোধা নিজৰা।

**নিজৰা ঃ** আপুনি কৈছিল ভিতৰত মানে ভিতৰত .. ভিতৰত বুলি কিবা এটা ক'ব খুজিছিল।

**মাক ঃ** অ' ভিতৰৰ কথাটো ক'ব খুজিছিলোঁ। মানে এই চিনিক্ধাই ক'বলৈ নিদিলে।

**স্নিগ্ধা ঃ** কোৱাত আপত্তি আছে বাবেই কোৱা নাই।

**নিজৰা ঃ** হুঁ. (চিন্তা কৰে মৌন মুহূৰ্ত ) মোৰ কি অনুভৱ হৈছে জান'?

**বেবী ঃ** মোৰো এটা সন্দেহ হৈছে—

**নিজৰা ঃ** মোৰো —

**বেবী ঃ** ধেমালি কৰি কথা এটা কওঁ দেই বৰ্ণালী, বেয়া নাপাবি, মোৰ অনুমান হৈছে ভিতৰত কোনোবাই কাৰোবাক মানে হেৰি সাপ।

**নিজৰা ঃ** নহয় নহয় ভিতৰত বৰ দীঘল নাকৰ হেৰি

**মাক ঃ** বৰ বেছিকৈ অনুমান কৰি নাথাকিবা, মিলি যাব।

**নিজৰা ঃ** কি? কি মিলি যাব?

**মাক ঃ** ভিতৰত থকা বস্তুটো মিলি যাব।

**নিজৰা ঃ** তাৰমানে ভিতৰত কিবা এটা আছে?

**মাক ঃ** আছে—

**নিজৰা ঃ** কি আছে?

**মাক ঃ** কি আছে নকয ইহঁতে মোক।

**নিজৰা ঃ** ইহঁত দুজনীয়ে জানে নেকি ভিতৰত কি আছে?

**মাক ঃ** জানে।

**বেবী ঃ** ঐ বৰ্ণালী কথাটো কি অলপ বুজাই দিবিনে?

**বৰ্ণালী ঃ** বুজাই দিয়াত অসুবিধা আছে।

**বেবী ঃ** কাৰ অসুবিধা আছে।

**বৰ্ণালী ঃ** আমাৰ চববে।

**নিজৰা ঃ** তেনেহ'লে বাহিৰতে থাকিব লাগিব গোটেই ৰাতি।

**স্নিগ্ধা ঃ** নালাগে থাকিব, দেউতাহঁত আহিব নহয়।

**বেবী ঃ** দেউতাহঁত আহিলে কি হ'ব, ভিতৰত থকা বস্তুটোৰ কথা আমি জানিলে যদি অসুবিধা হয তেন্তে মা—দেউতা- - দাদা সকলোৰে অসুবিধা হ'ব, নে কি কোৱা মা?

**মাক ঃ** জানো পাই, মই একো বুজা নাই।

**বেবী ঃ** হেৰি নহয় বৰ্ণালী, তুমি বাৰু আমাক ক'ব নালাগে, নিজৰ মাকজনীকে কথাটো বুজাই নোকোৱা কিয়?

**বৰ্ণালী ঃ** নোৱাৰোঁ ক'ব, কেইবাবাৰো ক'বলৈ চেষ্টা কৰিও বিফল হৈছোঁ।

**বেবী ঃ** এই এবাৰ কি কথা কৈছাহে ?

**স্নিগ্ধা ঃ** তাই ঠিকেই কৈছে।

**বেবী ঃ** কথাবোৰ কিবা ৰহস্য ৰহস্য লাগিছে।

**বৰ্ণালী ঃ** ৰহস্য নহয়, কথাবোৰত বিপদৰ গোন্ধ আছে।

**নিজৰা ঃ** বিপদ কেনেকুৱা বিপদ?

**স্নিগ্ধা :** বিপদ মানে সাংঘাটিক বিপদ, আমি সকলো যিকোনো মুহূৰ্ত্ততে বিপদত পৰি যাব পাৰোঁ।

(খক্-খক্-খক্-খক্—টেবুলত চকিওৱাৰ শব্দ হয়।)

**বৰ্ণালী :** শুনিছানে বিপদৰ আগজাননী-

**বেবী :** মোৰ ভয় লাগিছে

**নিজৰা :** মোৰো ভয় লাগিছে-

(বাহিৰৰ পৰা সেউতী বাইৰে বৰ্ণালী, বৰ্ণালী বুলি মাতি মাতি সোমাই আহে— হাতত এটা কেৰাচিন তেলৰ বটল)

**সেউতী :** অ' চব দেখোন চ'ৰাঘৰতে থিয় হৈ আছা (নিজৰা আৰু বেবীলৈ চাই) এওঁলোক কোন?

**বৰ্ণালী :** কিয় আহিলি সেউতী বাই?

**সেউতী :** অ'আই বৰ কাঢাকে সুধিলিয়ে, আহিব নাপাই নেকি? হওঁতে আহিব নাপায়েই, গধুলিও হৈ আহিছে, বোলো এন্ধাৰ হোৱাৰ আগতেই গৈ আহোঁ, ঘৰত কেৰাচিন তেল এটোপালো নাই, দোকানতো নাপালোঁ।

**স্নিগ্ধা :** ভাল কৰিলে বাইটি, আমাৰ ঘৰতো তেল নাই সেইকাৰণে বাহিৰতে বহি আছোঁ। ভিতৰত এন্ধাৰ হ'লেই কিজানি?

**সেউতী :** 'কি কথা কয় অ' এইজনীয়ে, কিয় তহঁতৰ বাপেৰে কালি 'কনটল'ৰ দোকানৰ পৰা টিং এটাত এটিং তেল অনা নাইনে?

**বৰ্ণালী :** আনিছিল। বাটতে পৰিল নহয়, কালি মানে দেউতাই বাটৰ সেইখিনিতে পিছলখাই পৰিল। (নিজৰা আৰু বেবীয়ে নিজৰ বেগৰ বস্তুবোৰ চায)

**সেউতী :** কিহৰ পিছল খাই পৰিল অ', ৰ'দ নাই বৰষুণ নাই, কেনেকৈ পিছল খাব আৰু' (নিজৰাই বেগৰ পৰা শাৰী এখন উলিয়াই জাপে।

**স্নিগ্ধা :** পিছল খোৱা নাইহে বাই। চাইকেলৰ পৰা মানুহো পৰিল, তেলো গোটেই গিলান পৰিল।

**সেউতী :** হেৰ' আই, দিবলৈ মন নাই যদি নিদিও বুলি ক'বি। তহঁতৰ তেলৰ গিলানটো মই কিবা দেখা নাই নেকি? সেইটো চাহাবৰ দিনৰ গিলান, তাত যিটো সাঁফৰ লগাই নহয়, তেল ওলাবৰ সাধ্য নাই আৰু মানুহৰ ভৰি ভাগিলেও গিলান নাভাগে।

**স্নিগ্ধা :** নহযহে বাইটি, কালি সাঁফৰটো লগোৱা ভাল নহ'ল বাবে তেল পৰিল। (বেবী আৰু নিজৰাই বেগত কিবা বিচাৰে)

**সেউতী :** ঐ 'চিনিকথা', ডাল—পাত যোৰা দিয়া কথা এসোপা নক'বিদেই, এবাৰ বায়েৰে ক'ৰ বাটৰ সেইখিনিতে পিছলখাই পৰিল। এবাৰ কবি চাইকেল পৰা পৰিল, এবাৰ কবি গিলান ভাগিল, এবাৰ কবি সাঁফৰ খোল খালে— এইবোৰ কি কথা হে'ৰ। তঁহতৰ বাপেৰে যেনিবা কনট'লৰ দোকানৰ পৰা এক কিল'ৰ ঠাইত পাঁচ কিল' তেল আনিলেই আমিতো কাকো ক'বলৈ নাযাওঁ। (বেবীয়ে নিজৰ বেগৰ পৰা শাৰী এখন উলিযায়)

**বৰ্ণালী :** সেইবোৰ কথা নহয়, বাইটি আমাৰ ঘৰত তেল নাই, তেল পৰিল, গোটেইখিনি পৰি থাকিল, দেউতা আহিব এতিয়া, তেল আনিবলৈকে গৈছে। (বেবী আৰু নিজৰাই শাৰীখন দীঘলকৈ জাপে)

**সেউতী :** আকৌ তেল আনিবলৈ গৈছে? কালি সেইয়া এটিং তেল আনিছেই। আহকচোন বাৰু আজি তেল, চাবি আক' মোক আক' দোকানীয়ে দোকানত এটোপাল তেলো নাই বুলি কৈছিল। আজিহে ওলাব বিছু, ৰহ্ বাপেৰে তেল আনক। দোকানীক ধৰিমগৈ মই, আমাৰ বাবে হ'লে চৰু উদং আৰু তহঁতৰ বাবে গেলানে গেলানে তেল। আজি বাপেৰ নহালৈকে ইয়াতে বহি থাকিম।

**স্নিগ্ধা :** ভালেই হ'ব দিয়ক (অলপ হাঁহি) আমাৰ লগ এটাকে হ'ব আৰু দোকানত যদি আপুনি তেল নাপালে—আমাৰ দেউতায়ো তেল নাপাব, তেতিয়া আপুনি সুদা মুখে ঘুৰি যাব লাগিব।

**সেউতী :** সুদা মুখেৰে ঘূৰি যাব লাগিব? কথা ক'বলৈ আহিছ, বাপেৰ সুদা মুখেৰে ঘূৰি অহা মানুহ। ক'ৰবাত নহয়, ক'ৰবাত যোগাৰ কৰি আনিবই' (কিবা এটা মনত পেলাই) হেৰি নহয়, চাওঁ তহঁতৰ গেলানটো অকণমান চাওঁচোন।

**বৰ্ণালী :** আপুনিও ভালদেই সেউতীবাই। দেউতাই সেইটো লৈ গৈছে নহয়। (বেবী আৰু নিজৰাই ইংগিতেৰে কথা পাতে)

**সেউতী :** কেতিয়া লৈ গৈছে? ৰাতিপুৱা অফিচলৈ যাওঁতে বাপেৰটোক খালী চাইকেলখন লৈ যোৱাহে দেখিছিলোঁ।

**বৰ্ণালী :** তাৰ পাছত মাজতে এবাৰ আহিল নহয়।

**সেউতী :** কেতিয়া আহিল অ'— এইখন তোৰ চোতাল আৰু সেইখন মোৰ চোতাল আৰু বাপেৰে আহিলে সদায় দুবাৰ টিলিঙা বজাই আৰু দুবাৰ টিলিঙা বজালে তোৰ মাৰে যি দাও দাওকৈ ওলাই আহে নহয়, আজিতো সেইবোৰ হোৱা নাই।

**মাক :** হেৰা সেউতী, তুমিও কিন্তু ভাল কথা এসোপা কৈ আছা দেই, এটা কথা নহয়—

**সেউতী :** এটা নালাগে, দহটা কোবা, তথাপি তেল অকণ দিয়া।

**মাক :** হেৰি নহয়? (বেবী— নিজৰাই নিজৰ নিজৰ বেগবোৰ কান্ধত লয়, আকৌ নমাই থয়।)

**সেউতী :** কোবা-

**মাক :** তোমাক বাৰু আজিলৈকে; 'তোমাৰ আঁৰ হ'বলৈকে' কিবা বস্তু খুজিলে নিদিয়াকৈ আছোনে?

**সেউতী :** নাই নাই, যি খোজো, তাকে দিয়া, আজিনো কিয় নিদিবা, মই জানো আজিও দিবা।

**মাক :** দিবলৈ মানে.....দিবলৈ মানে হেৰি হ'ল নহয়-

**সেউতী :** কি হেৰি হ'ল নহয় গাবলৈ আহিছা, ব'লা তুমিয়ে, ব'লা তুমিয়ে ময়েই ভিতৰলৈ যাওঁ, এই বটলটোত ইমানলৈকে তেল দিবা (বটলটোত দেখুৱাই দিয়ে,) ব'লা ব'লা ভিতৰলৈ (হাতত ধৰি টানি লৈ যাব খোজে)

**বৰ্ণালী :** কি কৰে, কি কৰে সেউতী বাই (অতি খৰকৈ) চাওঁ, চাওঁ, চাওঁ, এৰি দিয়ক, এৰি দিয়ক, মাৰ হাতখন এৰি দিয়ক (এৰুৱাই দিয়ে) ইচ্ ইচ্ ইচ্ মায়ে হাতখন দুখ পাই আছে- ইচ ৰাম দুখ পোৱা হাতখনতে ধৰিলে। মা দুখ পালা নেকি?

**সেউতী :** অ', ক'ত দুখ পালা চাওঁ? (হাতত ধৰিব খোজে)

**মাক :** নালাগে দিয়া—এতিয়া ভাল পাইছো।

**নিজৰা :** অ' সেউতী বাইটি?

**সেউতী :** হঁা? কোনে মাতিলে মোক নাম কাঢ়ি।

**নিজৰা :** ময়ে মাতিছো।

**সেউতী :** নামটো কেনেকৈ জানিলাহে?

**নিজৰা :** কিয় অথনিৰে পৰা দেখোন এওঁলোকে আপোনাক সেউতী বাই বুলি মাতিয়ে আছে।

**সেউতী :** তুমিও বৰ টেঙৰী ছোৱালী দেই, কোবাচোন বাৰু কেলৈ মাতিলা-

**নিজৰা :** আপোনাৰ ঘৰ কোনটো?

**সেউতী :** সৌটো (আঙুলিয়াই দেখুৱাই) চোতালে চোতালে লাগি আছে; কিয় সুধিলা?

**নিজৰা :** মানে আমি দুজনী আপোনালোকৰ ঘৰলৈ যাব খুজিছোঁ।

**সেউতী :** যাবা আক'। নাযাবা কিয়? পিছে তোমালোকক চিনি জানিহে নাপাওঁ।

**বৌ :** আপোনালোকৰ ঘৰতে চিনাকী হ'মগৈ ব'লক।

**সেউতী :** তাৰ মানে মই যাব লাগে, ইয়াৰ পৰা, গৃহস্থৰ হৈ তোমালোকে মাত লগাইছা।

**বেবী :** সেউতীবাই (মৰমৰে) আপুনি ইয়াৰ পৰা কিয় যাব, আমাক আপোনালাকৰ ঘৰত থৈ আপুনি আকৌ ঘূৰি আহিব।

**সেউতী :** বুদ্ধিতো ভাল দিছা ব'লা দুয়োজনী মোৰ ঘৰলৈ ব'লা, তাতে চিনাকি হ'ম। ইহঁতেতো আমাৰ নিচিনা মানুহক, আলহীক চিনাকি কৰি নিদিয়েই, ব'লা। (বেবী আৰু নিজৰাই নিজৰ বেগ দুটা কান্ধত লয় আৰু দুখোজ আগবাঢ়ে)

**সেউতী :** ৰ'বা ৰ'বা, ৰ'বা, বটলটো ইয়াতে থৈ যাওঁ, মই আকৌ আহিম (চিন্তা কৰে) ও.....ও ... ও . . ।নাই, নাই, নাই, নাই, নাই, যাব নোৱাৰি - মই গ'লেই ইহঁতে কেৰাচিন তেলৰ গেলানটো লুকুৱাই থ'ব। 'ও' ভালেহে তোমালোকে মোক লগ ধৰিছা। অথনিৰে পৰা হ'বলা - - তাকে বুধি সাজি আছিলা— মই কিবা দেখা নাই নেকি? তোমালোক দুজনীয়ে ফুচ--ফুচকৈ কথা পাতি আছা? ন'হব। নাযাওঁ। (নিজৰাইঁতে বেগবোৰ কান্ধৰপৰা নমাই থয়)

**বেবী :** সেউতীবাই-আপুনি বৰ অঁকৰা-টেঙৰ মানুহ দেই—

**সেউতী :** 'অঁকৰা—টেঙৰ'--সেইটো কি বচন ক'লা?

**নিজৰা :** মানে সেউতীবাই, আপুনি ইয়াতে থাকক, আমাৰ খালি আপোনাৰ ঘৰতো দেখুৱাই দিয়ক।

**সেউতী :** হয় নেকি? সৌটো চোৱা . দেখিছানে?

**নিজৰা :** নাই দেখা, গছ—গছনি কিছুমানহে দেখিছোঁ।

**সেউতী :** এস্ গাঁৱত গছ থাকিবই, গছৰ তলে তলে ঘৰ, এই (বৰ্ণালীলৈ চাই) তইঁত কোনো ভিতৰলৈ নাযাবি, ফটকৈ আক' গেলানটো লুকুৱাই থৈ নাহিবিগৈ।

**নিজৰা :** আপোনাৰ যদি সিমান সন্দেহ আছে—তেন্তে এটা কাম কৰোঁ, ঐ বৰ্ণালী ব'ল তয়ে আমাক সেউতীবাইটিৰ ঘৰতো দেখুৱাই দিবি, ব'ল-

**সেউতী :** অ' সেইটোহে ভাল কথা, যা কোনোবা এজনী যা, আমাৰ জোনালীহঁত ঘৰতে আছে, চিনাকি কৰি দিবি, যা যা (যাব খোজে, কান্ধত বেগবোৰ লয়, জোনালী সোমাই আহে)

**জোনালী :** (চবৰে মুখবোৰ লক্ষ্য কৰি অলপ ফোপায়)

**বৰ্ণালী :** তই দৌৰি আহিছ নেকি?

**জোনালী :** ও দৌৰি আহিছোঁ, 'মা'ক বিচাৰি আহিছোঁ। গাওঁখনত ডাঙৰ ঘটনা এটা ঘটিছে।

**সেউতী :** কি হ'ল জোনালী?

**জোনালী :** তিনিআলিৰ মূৰত বোলে দুখন মিলিটেৰীৰ গাড়ী

ৰৈছেহি? আমাৰ গাৱঁত বোলে ঘৰে ঘৰে সোমাব।

**স্নিগ্ধা ঃ** তোক কোনে ক'লে?

**জোনালী ঃ** শৰৎ ককাইদেৱে।

**স্নিগ্ধা ঃ** তোক ক'ত লগ পালে?

**জোনালী ঃ** সেইবোৰ কথা পতাৰ সময় নহয় এতিয়া গধূলি হ'ব এতিয়া, 'মা' তই ঘৰলৈ ব'ল—

**সেউতী ঃ** কিহেনো পালে এই মেলেটাৰী সোপাক?

**জোনালী ঃ** মা অ' (মাকলৈ চাই) তই যধে-মধে কথাবোৰ নক'বিচোন, দেখা নাইনে? দেশখনত কি হৈছে, জীয়ৰী —বোৱাৰী কাকো সুদাই এৰা নাই।

**বৰ্ণালী ঃ** মিলিটেৰী অঁহাটো সঁচা নেকি?

**জোনালী ঃ** সঁচা মিছা নাজানো, কিন্তু অন্য এটা খবৰহে তইঁতক কওঁ

**বৰ্ণালী ঃ** ক'

**জোনালী ঃ** আমাৰ গাৱঁৰে বোলে কোনোবা এঘৰত কোনোবা আহি লুকাই আছেহি, তাকে গম পায়ে সেনাবাহিনী আহিছে।

**বৰ্ণালী ঃ** কি 'ই 'ই (বৰ্ণালী আৰু স্নিগ্ধা ইজনীয়ে সিজনীৰ মুখলৈ চাই, নিজৰা আৰু বেবীয়ে বেগবোৰ এবাৰ চপাই লয়, সকলোৰে মুখত আতংক, নিৰৱ মুহূৰ্ত)

**স্নিগ্ধা ঃ** কাৰ ঘৰত আছে সেই কথাও জানে নেকি?

**জোনালী ঃ** সেইবোৰ নাজানো, এতিয়া কথা হ'ল, আজি গাওঁখনত কি হয় ঠিক নাই, 'মা' ঘৰলৈ যাওঁ ব'ল।

**সেউতী ঃ** ঘৰতযে কেৰাচিন তেল নাই।

**জোনালী ঃ** হ'ব ব'ল, আজি হয়তো আমি ঘৰতো নাথাকো ব'ল। (সেউতী আৰু জোনালী যাব খোজে)

**নিজৰা ঃ** সেউতী বাই—

**সেউতী ঃ** কি কোৱা সোনকালে কোৱা।

**নিজৰা ঃ** আমিও যাওঁ আপোনালোকৰ ঘৰলৈ-

**জোনালী ঃ** এখেতসকল কোন বৰ্ণালী—

**বৰ্ণালী ঃ** এওঁলোক আমাৰ বান্ধৱী, বেবী আৰু নিজৰা।

**বেবী-নিজৰা ঃ** নমস্কাৰ।

**জোনালী ঃ** নমস্কাৰ। পিচে ক্ষমা কৰিব, আপোনালোক আমাৰ অচিনাকি। অচিনাকি মানুহ পালেই মিলিটাৰীয়ে ধৰিব। (ক্ষন্তেক ৰৈ) এটা কথা কওঁ......বেয়া নাপাব দেই। আপোনালোক আজি আমাৰ গাৱঁৰ কাৰো ঘৰত থাকিব নালাগে।

**নিজৰা ঃ** আমি এতিয়া তেনেহ'লে ক'লৈ যাম, আমি বহুত দূৰৰ পৰা আহিছোঁ।

**জোনালী ঃ** অতিথি হিচাপে আপোনালোকৰ কথা অন্ততঃ আজি চিন্তা কৰিব নোৱাৰোঁ বিশেষকৈ .. ঠিক আছে নালাগে থাকক, আপোনালোক সকলো এতিয়া ভিতৰত সোমাই থকাই ভাল হ'ব। আমি আহিছোঁ ব'লা মা- (দুয়ো ওলাই যায়)

(সকলোৱে সকলোৰে মুখলৈ চাই, বৰ্ণালীয়ে ভিতৰলৈ চাই থাকে, হাতেৰে মুখ ঢাকি মজুত থকা চকী এখনত বহি পৰে।)

**নিজৰা ঃ** আমি যাওঁগৈ বৰ্ণালী।

**বৰ্ণালী ঃ** ক'লৈ যাবি?

**নিজৰা ঃ** গাৱঁৰ কোনোবা এঘৰ মানুহে আজি ৰাতিটোৰ কাৰণে আমাক আশ্ৰয় নিদিবনে?

**স্নিগ্ধা ঃ** নাই, নাই, আজি তোমালোকক কোনেও আশ্ৰয় নিদিয়ে।

**বৰ্ণালী ঃ** ময়ো তাকে ভাবিছোঁ, আজি তোমালোকক সকলোৱে সন্দেহ কৰিব।

**বেবী ঃ** আমাক ছোৱালীকো সন্দেহ কৰিবনে?

**মাক ঃ** ল'ৰা—ছোৱালী বুলি কথা নাই আই, তোমালোক কোনো ওলাই যাব নোৱাৰা, ৰাস্তাত অচিনাকি মানুহ দেখিলে, কি হৈছে কাগজে পত্ৰই পাই আছা নহয়।

**বেবী ঃ** আপুনি ঠিকেই কৈছে। কিন্তু, আপোনালোকৰ ঘৰখন আজি আটাইতকৈ বিপদজনক। অকল আমাৰ বাবেই নহয়, আপোনালোকৰ বাবেও (বৰ্ণালীয়ে বাওঁহাতৰ উহংচৰ ফালে যায়)

**মাক ঃ** ক'লৈ যাব খুজিছ?

**বৰ্ণালী ঃ** দুৱাৰখন বন্ধ কৰিছোঁ।

**মাক ঃ** দুৱাৰখন কিয় বন্ধ কৰিছ'।

**বৰ্ণালী ঃ** আহিলে খুলি দিম।

**স্নিগ্ধা ঃ** দুৱাৰখন বন্ধ কৰি থোৱাই ভাল হ'ব মা। দেউতাহঁত আহিলে পিছফালেদি আহিব।

**নিজৰা ঃ** আহ্ এতিয়া দুৱাৰখনৰ কথা বাদ দিয়ক, বৰ্ণালী দুৱাৰখন খুলি দিয়া (বৰ্ণালীয়ে দুৱাৰখন খুলি দিয়ে, নীৰৱতা)

**বেবী ঃ** ওঁ, মই কি কৈছিলোঁ? এ মই কৈছিলো এই ঘৰখন আজি সকলোৰে বাবে বিপদজনক।

**মাক ঃ** আমি এতিয়া কি কৰিম। সেনাবাহিনী আহি পাওঁ পাওঁ, এই 'চিনকৃধা' দুৱাৰখন বন্ধ কৰি দে। (স্নিগ্ধাই ল'ৰালৰিকৈ গৈ দুৱাৰখন বন্ধ কৰে।)

**মাক ঃ** ব'ল আমি সকলো ভিতৰলৈ যাওঁ —

**বৰ্ণালী ঃ** নোৱাৰা তোমালোক কোনো ভিতৰলৈ যাব নোৱাৰা।

**মাক :** কিয়?

**বৰ্ণালী :** কাৰণ মই তেওঁক কৈছোঁ, আপুনি আমাৰ ঘৰৰ পৰা ওলাই নোযোৱালৈকে আমি ভিতৰ নোসোমাও।

**নিজৰা :** তুমি কাৰ কথা কৈছা?

**বৰ্ণালী :** এজন সন্ত্ৰাসবাদী যুৱকৰ কথা।

**বেবী :** মই জানো কথাটো—

**স্নিগ্ধা :** তুমি কেনেকৈ জানা?

**বেবী :** অলপ আগতে টেবুলত ঢকিয়াই তেওঁ আমাক সংকেত দিছিল' তেওঁৰ কথা একো নক'বলৈ।

**বেবী :** তুমি কেনেকৈ জানিলা?

**বৰ্ণালী :** জানিলো, কাৰণ মই সন্ত্ৰাসবাদীজনৰ কথা 'মা'ৰ আগত ক'ব খোজোতে তেওঁ টেবুলত ঢকিয়াইছিল, কিন্তু এতিয়াতো সেই শব্দ নাই, নিশ্চয় তেওঁ গুচি গৈছে —

**নিজৰা :** আচৰিত কথা তেওঁ সন্ত্ৰাসবাদী বুলি ক'ব খুজিলে টেবুলত ঢকিয়াই।

**বৰ্ণালী :** সেইটো কথা নহয়, তেওঁ আমাৰ ইয়ালৈ আহিছে এজন যুৱক হিচাপে ৰাতিটোৰ বাবে আশ্ৰয় বিচাৰিছে, কিন্তু মই তেওঁক পৰিচয় সোধাত ক'লে দেশৰ স্বাধীনতাৰ এজন সেনানী আছিল।

**বেবী :** তাৰ মানে এতিয়া নহয়?

**বৰ্ণালী :** এতিয়া হোৱা নোহোৱাৰ কথা নহয়, তেওঁৰ এতিয়া চিন্তাত আউল লাগিছে, কাৰণ তেওঁৰ বৃদ্ধ পিতৃক সেনাবাহিনীয়ে ধৰি নি সিদিনাখন হত্যা কৰিলে।

**বেবী :** হত্যা কৰিলে? তাৰ পাচত?

**স্নিগ্ধা :** তাৰ পাচত এতিয়া স্বাধীনতাৰ সপোন পাহৰি পেলাব বিচাৰিছে।

**নিজৰা :** তেওঁ কি আত্মসমৰ্পণ কৰিছে?

**বৰ্ণালী :** নাই কৰা, আঁতৰি আহিব খুজিছে, উচ্চ বিষয়াৰ পৰা অনুমতি বিচাৰিছে।

**বেবী :** অনুমতি পালেনে?

**বৰ্ণালী :** নাহ পোৱা—

**মাক :** তই ইমানবোৰ কথা কেনেকৈ জানিলি, কোনে ক'লে, কেতিয়া ক'লে?

**বৰ্ণালী :** তেৱে ক'লে, কথাবোৰ কৈ তেওঁ আমাৰ ঘৰত ৰাতিটোৰ বাবে থাকিব বিচাৰিলে।

**মাক :** তেতিয়া তই কি ক'লি?

**বৰ্ণালী :** মই থাকিব নোৱাৰিব বুলি ক'লো, তেতিয়া তেওঁ জোৰ-জুলুম ভিতৰলৈ সোমাই যাব খুজিলে, মই বাধা দিলো। নাই তেওঁ নামানিলে।

**বেবী :** তেতিয়া তইঁতে কি কৰিলি।

**স্নিগ্ধা :** তেতিয়া আমি ক'লো, আপুনি ভিতৰলৈ সোমালে আমি বাহিৰ ফালৰ পৰা দুৱাৰখন বন্ধ কৰি দিম।

**নিজৰা :** তেতিয়া তেওঁ কি ক'লে?

**স্নিগ্ধা :** তেতিয়া তেওঁ ক'লে, তেওঁ ভিতৰলৈ সোমাই আমাৰ পৰিয়ালৰ কোনোবা মানুহ আহিলে, তেওঁযে ভিতৰত আছে, প্ৰমাণ কৰিব।

**মাক :** কেনেকৈ প্ৰমাণ কৰিব?

**স্নিগ্ধা :** কিয় তুমি শুনা নাই নেকি? তেওঁ টেবুলত ঢকিয়াই বাৰে বাৰে প্ৰমাণ কৰিছে। ভিতৰত মানুহ আছে, তেওঁক চাবলৈ তেওঁৰ লগত কথা পাতিবলৈ আমি যাব লাগে।

**মাক :** তাক ভিতৰলৈ সোমাবলৈ দিলি কিয়?

**স্নিগ্ধা :** নাই দিয়া, জোৰ জুলুম কৰি সোমাই গ'ল।

**মাক :** বাধা নিদিলি কিয়?

**বৰ্ণালী :** বাধা কেনেকৈ দিম, হাতত অস্ত্ৰ থকা মানুহ। তেতিয়া মাথো আমি ক'লো,"আপুনি যদি মানুহ তেন্তে আমাৰ কথাও চিন্তা কৰক।" আপুনি যদি ভিতৰলৈ যায় আমি চব বাহিৰতে থাকিম।

**মাক :** তেতিয়া সি কি ক'লে?

**স্নিগ্ধা :** তেতিয়া সি ক'লে আপোনালোকৰ সিদ্ধান্ত আপোনালোকে লওঁক আৰু মোৰ সিদ্ধান্ত মই লৈছো।

**মাক :** তেতিয়া তই কি ক'লি?

**স্নিগ্ধা :** তেতিয়া মই একো নক'লো। তেওঁ ভিতৰলৈ সোমাই গ'ল। আৰু মই বাহিৰ ফালৰ পৰা দুৱাৰখন বন্ধ কৰি দিলো।

**বেবী :** ওঁ বুজিলোঁ, তেওঁ এতিয়া ভিতৰত নাই, ব'ল আমি সকলো ভিতৰলৈ যাওঁ।

**মাক :** নালাগে তইঁত যাব, প্ৰথমে মই চাম চাওঁ বেগ দুটাদে (মাকে বেগ দুটা লৈ ভিতৰলৈ সোমাই কিছুসময় নিৰব, সকলোৱে ভিতৰৰ ফালে চাই থাকে, বৰ্ণালী, নিজৰা আৰু বেবী চকীত বহী পৰে)

**নিজৰা :** উস্ বৰ ভাগৰ লাগিছে-

**বেবী :** মোৰো বৰ ভাগৰ লাগিছে।

**নিজৰা :** একাপ চাহ পোৱা হ'লে....

**বেবী :** ময়ো ...ময়ো পোৱা হ'লে—

**বৰ্ণালী :** যদি সি যোৱা নাই?

**স্নিগ্ধা :** তেতিয়া কি হ'ব?

**বৰ্ণালী :** গুচি যাবলৈ অনুৰোধ কৰিম (মাক বেগাবেগিকৈ ওলাই আহে)

**মাক :** (বৰ্ণালীৰ ওচৰলৈ গৈ) সি ওলাই যোৱা নাই, টোপনিত লালকাল।

**স্নিগ্ধা :** কাৰ বিচনাত শুলে?

**মাক :** দেউতাৰৰ বিচনাত, ভৰিত জোতা পিন্ধা অৱস্থাতে আছে।

**বৰ্ণালী :** পাচফালৰ দুৱাৰখন বন্ধ আছেনে?

**মাক :** বন্ধ আছে।

**বৰ্ণালী :** মই তেওঁক জগাই দিওগৈ (নিজৰা ওচৰলৈ আহে)

**নিজৰা :** জগাই দি কি কৰিবা।

**বৰ্ণালী :** ইয়াৰ পৰা গুচি যাবলৈ অনুৰোধ কৰিম।

**স্নিগ্ধা :** যদি নাযায়।

**বৰ্ণালী :** ক'ম, সেনাবাহিনীয়ে গাওঁ ঘেৰি ধৰিছে। আপুনি গুচি যাওঁক।

**মাক :** মোৰ বৰ ভয় লাগিছে। তাক আমাৰ ভাই বুলি ক'ব নোৱাৰিনে?

**বেবী :** সমূলি নোৱাৰি, তেতিয়াই বিপদ হ'ব—

**মাক :** কিয়? কিয় বিপদ হ'ব?

**বেবী :** তেওঁৰ বেগটো ক'ত আছে।

**মাক :** বেগটো কিয় লাগে।

**বেবী :** বেগটোত অস্ত্ৰ থাকে, পিস্তল থাকে, ডায়েৰী থাকে।

**বৰ্ণালী :** আ.. . ৰ'বা মই বেগটো আনো। (বৰ্ণালী ভিতৰলৈ সোমাই যায়)

**(নিৰৱ। হাতত এটা কলা বেগলৈ বৰ্ণালী সোমাই আহে)**

**বৰ্ণালী :** এইটো তেওঁৰ বেগ-

**বেবী :** নুখুলিবা।

**স্নিগ্ধা :** কিয়?

**বেবী :** ইয়াত বোমা থাকিব পাৰে , সিহঁতৰ হাতত হাতেৰে দলিওৱা বোমা থাকে।

**নিজৰা :** ঠিক কথা, বেগটো নুখুলিবা?

**স্নিগ্ধা :** মই অন্য এটা কথা ভাবিছোঁ—

**নিজৰা :** সি যদি সাৰ পাই ইয়ালৈ উঠি আহে?

**মাক :** মই তাক চাই থাকোগৈ।

**নিজৰা :** নালাগে মা। যদি সেনাবাহিনী আহে।

**মাক :** অ' তেতিয়া কি কৰিবি?

**বেবী :** বেগটো ক'ৰবাত থৈ আহোগৈ।

**নিজৰা :** ক'ত থবিগৈ। আমিতো একো চিনি নাপাওঁ।

**(....এন্ধাৰো হওঁ হওঁ)**

**বৰ্ণালী :** এৰা, বেগটো ক'ৰবাত পেলাই থৈ আহোঁ।

**স্নিগ্ধা :** তেওঁ যদি উঠি আহি বেগটো বিচাৰে?

**বৰ্ণালী :** বিচাৰিলে কৈ দিম অমুকতে আছে বুলি।

**স্নিগ্ধা :** বেগটো হাতত লৈ যাওঁতেই যদি সেনাবাহিনীয়ে লগ পায়।

**মাক :** তেনেহ'লে বেগটো ঘৰৰ ভিতৰত লুকুৱাই থ'।

**বৰ্ণালী :** ঘৰৰ ভিতৰত-? ঘৰৰ ভিতৰত সেনা—বাহিনীয়ে চব ওলট—পালট কৰি চাব।

**মাক :** তেনেহ'লে কি কৰিব এতিয়া?

**বৰ্ণালী :** তেওঁক জগাই দি ঘৰৰ পৰা ওলাই যাবলৈ কওঁ—

**মাক :** যদি নাযাও বুলি কয়?

**স্নিগ্ধা :** অনুৰোধ কৰিম ... ভৰিত ধৰি ক'ম।

**মাক :** সেইখিনি সময়তে যদি সেনা আহে।

**বৰ্ণালী :** এই মনে মনে, দুৱাৰখন বন্ধ আছে, বাহিৰত কোনোবা ৰৈ থাকি আমাৰ কথাবোৰ শুনি থাকিব পাৰে!

**স্নিগ্ধা :** বেগটো খুলি চাওঁ ইয়াত কি আছে।

**বেবী :** সাৱধান, নাচাবি— হাতেৰে দলিওৱা বোমা থাকিব পাৰে। অলপ হেঁচা পালেই ফুটি যায়।

**(দুৱাৰত শব্দ হয়)**

**মাক :** এতিয়া কি কৰোঁ (দুৱাৰত শব্দ হয়)

**নিজৰা :** এতিয়া।

**বৰ্ণালী :** বেগটো নি চকীৰ তলত লুকাই থওগৈ।

**মাক :** (দুৱাৰখনৰ ফালে আগবাঢ়ি যায়, সকলোৱে অৱস্থা গ্ৰহণ কৰে)

**(ধক্ ধক্ ধক্ ধক্ দুৱাৰত শব্দ বাঢ়ি আহে)**

(সকলোৰে মুখত আতংক ফুটি উঠে, ক্ৰমে দুৱাৰত শব্দ বাঢ়ি আহে)

(আঁৰ কাপোৰ)

<u>সমাপ্ত</u>

# অৰ্থ শিক্ষক সম্বাদ

**নাট্যকাৰ # ড° অনিল শইকীয়া**

**চৰিত্ৰ সমূহ ঃ**

| চৰিত্ৰ | বয়স | চাৰিত্ৰিক বৈশিষ্ট্য |
|---|---|---|
| মাষ্টৰ | ৪০-৪৫ | এজন আদৰ্শ শিক্ষক |
| মাক | ৩৫-৪০ | আদৰ্শ গৃহিনী |
| ভাইকণ | ১০-১৫ | মাষ্টৰৰ পুতেক সাধাৰণ ল'ৰা। |
| সুৰভি | ২০-২৫ | অভাব গ্ৰস্থ পৰিয়ালৰ ছোৱালী |
| নাৰায়ণ | ৩০-৩২ | দালাল |
| হীৰেণ | ২০-২৫ | সাধাৰণ ডেকা ল'ৰা, শিক্ষক |
| ৰাণা | ২০-২৫ | সাধাৰণ ডেকা ল'ৰা, শিক্ষক |

শিৱসাগৰ নাট্য মন্দিৰ, গোলাঘাট এমেচাৰ থিয়েটাৰ . নাজিৰা নাট্য মন্দিৰত অনুষ্ঠিত একাংক নাট প্ৰতিযোগিতাত 'মিলিত শিল্পী সমাজ' মৰাণে অংশ গ্ৰহণ কৰি শিৱসাগৰত দ্বিতীয় শ্ৰেষ্ঠ দল আৰু গোলাঘাটত দৰ্শকৰ পুৰস্কাৰ যোগ্যতা অৰ্জন কৰে।

**(মঞ্চত কাপোৰ মেলা—ডাং এডাল থাকে।)**

**মাষ্টৰ ঃ** কৃষ্ণৰাম (গুণগুণাই থাকে) (ভিতৰলৈ চাই হাতৰ কাপোৰখন ক'ৰবাত মেলিবলৈ চাই) ঐ ঐ, জনী আঠত্ৰিশ মাহ দৰ্মহা পোৱা নাই, আঠত্ৰিশ মাহ।

**মাক ঃ** কি হ'ল?

**মাষ্টৰ ঃ** ল, ক'ৰবাত মেলি দে।

**মাক ঃ** নিজে হ'ব পাই মেলিব নোৱাৰিলে।

**মাষ্টৰ ঃ** কেপ্‌কেপাই নাথাকিবি, যিটো কৈছো তাকে কৰি যাবি। চাহ হ'লনে নাই?

**মাক ঃ** হুঁ?

**মাষ্টৰ ঃ** অ', গৰুহাল গৰুহাল, এই গৰুটো ক'লৈ গ'ল? ঐজনী. .

**মাক ঃ** কোনটো গৰু? দুয়োটাই আছে দেখোন?

**মাষ্টৰ ঃ** মাত তাক।

**মাক ঃ** ভাইকণ...

**ভাইকণ ঃ** উ....

**মাক ঃ** অ' ভাইকণ? এইফালে আহ।

**ভাইকণ ঃ** গৈছো। (হাতত বেটখন লৈ সোমাই আহে) ক্যা। কিয়া মাতিছিলি?

**মাষ্টৰ ঃ** সৌ, গৰুহাল দেখিছোনে?

**ভাইকণ ঃ** গৰু? দেখিছো। (ক্ৰিকেট'ৰ বেটখনেৰে বল মৰা দেখুৱায)

**মাষ্টৰ ঃ** থহ্ সেইদাল। গৰুকেইটা গা-ধুৱাই দে।

**মাক ঃ** গা-ধুৱাই দিব লাগে? কি হ'ল আকৌ?

**মাষ্টৰ ঃ** আজি গ্ৰাহক আহিব।

**মাক ঃ** গ্ৰাহক আহিব?

**মাষ্টৰ ঃ** আহিব?

**মাক ঃ** তাৰ মানে বেচিব?

**ভাইকণ ঃ** বেচিলে ভালেই হ'ব। আজৰি, আজিৰপৰা আজৰি। একেবাৰে চিক্সাৰ। (বেটেৰে বল মৰা ভংগী)

**মাক ঃ** ঐ বুৰ্ব্বক- তই হ'বলা আজৰি হোৱাটোকে বুজি পালি?

**মাষ্টৰ ঃ** তই কি বুজি পালি?

**মাক ঃ** মই কি বুজিব লাগে? মাটি কেইডৰা বন্ধকত দি শেষ, লোকৰ আধি খেতি কৰিবলৈ যিবা গৰু এহাল আছিল তাকো

শেষ,ইয়াৰ পাছত কি কৰিব?

**মাষ্টৰ :** লোকৰ ঘৰত হাজিৰা কৰিম। ঐ গৰু, যান গৰুহাল ধুনীয়াকৈ গা -ধুৱাই থগৈ।

**ভাইকণ :** গৰু বেচিলে মোক হ'লে চোলাপেণ্ট এযোৰ লাগিব। চাচোন এই ফটা পেণ্টটোকে কিমান দিন।

**মাষ্টৰ :** হ'ব যা। ভাত কেইটাযে খাবলৈ পাই আছ, সিমানেই যথেষ্ট। অ' অ' হেৰি কচোন ভাইকণ, নাৰায়ণৰ ঘৰৰ পৰা আহগৈ যা। সেইয়ে নতুনকৈ অহা ডেকা মানুহজন মণ্ডলৰ ঘৰৰ কাষত থকাজন।

**মাক :** কৈলৈ সেইপাতক? ক'ৰ মানুহ কি কথা কোনো চিন শুৰি নাই।

**মাষ্টৰ :** চুপ। নাৰায়ণক মই মাতিছো বুলি কবি যা। যা যেনেকৈ আছ, তেনেকৈয়ে যা। (ভাইকণ ওলাই যায়)

**মাক :** হেৰি নহয়-

**মাষ্টৰ :** কি হেৰি হেৰি কৰিবলৈ আহিছ? চাহ নিদিয় নেকি?

**মাক :** চাহ দিবলৈ ঘৰত একো নাই।

**মাষ্টৰ :** সেই কাৰণেই গৰুহাল বেচিবলৈ ওলাইছো। আজি আঠত্ৰিশ মাহ দৰ্মহা নাই।

**মাক :** সেই বুলি গৰুহাল বেচিবনে? গৰুহালত হাত নিদিওঁ বুলি সিদিনা শপত খোৱা নাছিলেনে?

**মাষ্টৰ :** খাইছিলো, কিন্তু দুখীয়া মানুহৰ শপত চপতৰ একো মূল্য নাই।

**মাক :** টকা সোপা কি কৰিলে?

**মাষ্টৰ :** টকা? ক'ৰ টকা?

**মাক :** কৈলৈ কেন্দ্ৰ মিটিঙৰ টকা সোপা।

**মাষ্টৰ :** গ'ল চব জহন্নামে গ'ল।

**মাক :** গ'ল মানে?

**মাষ্টৰ :** গ'ল মানে গ'ল আৰু— এতিয়া ৰাতিপুৱাই ৰাতিপুৱাই সেইবোৰ কথা উলিয়াই মগজটো গৰম কৰি নলবি দেই।

**মাক :** গৰম কৰি নলবি মানে, মই ঘৰৰ মানুহজনী হৈ এইবোৰ কথাৰ ফুট এটাকে পাব নেলাগে নেকি?

**মাষ্টৰ :** কিহৰ ফুট এটাকে নাপাব বুলি ক'বলৈ আহিছ? হেৰ আঠত্ৰিশ মাহে যে দৰ্মহা পোৱা নাই সেইবোৰ কথাৰ ফুট পাবনে নাপাব? ঘৰখন কেনেকৈ চলিছে তই কি গম পাব?

**মাক :** এহ্ সব জানো দিয়ক, এসাজ খাইছো এসাজ লঘোনে আছো। হাতৰ কাণৰ সব, পিছে সিদিনাখনযে কেন্দ্ৰ মিটিঙৰ পৰা টকা দহ হাজাৰ আনিছিলে মাটি মোকলাম বুলি সেয়া কি কৰিলে?

**মাষ্টৰ :** বেপাৰত লগাইছো।

**মাক :** বেপাৰ?

**মাষ্টৰ :** অ বেপাৰ।

**মাক :** হায় মোৰ বিধি, মই গম নোপোৱাকৈ সেইবোৰ কিহৰ বেপাৰ?

**মাষ্টৰ :** দৰ্মহা পোৱাৰ বেপাৰ

**মাক :** দৰ্মহা পোৱাৰ বেপাৰ, সেইবোৰ আক' কেনেকুৱা বেপাৰ।

**মাষ্টৰ :** সেইবোৰ সব তোক ধুনীয়াকৈ বুজাই দিব, নাৰায়ণ আহিব এতিয়া।

**মাক :** তেনেহ'লে গৰুহাল বেচিব খুজিছে কিয়?

**মাষ্টৰ :** কিয় মানে, আমাৰ দেশত চাকৰিৰ দৰ্মহা পোৱাৰ যিখন বেপাৰ চলিছে মানে চলিয়ে আছে... চলিয়ে আছে তাত সবৰে , তোৰ 'ৰেট' আছে, বুজিছনে নাই? তোক নাৰায়ণে চব সল সলিযাকৈ বুজাই দিব।

**মাক :** আপুনি বুজাব নোৱাৰে হ'ব পাই?

**মাষ্টৰ :** কেলেই নোৱাৰিম, মই মাষ্টৰ মানুহটো, মোৰ মুখত সেইবোৰ কথাই শোভা নাপায়।

**মাক :** নাৰাযণৰ মুখত পাই হ'ব পাই? মই হ'লে কৈ দিছো, সি মানুহটো ভাল নহয়।

**মাষ্টৰ :** ধেৎ নহয় অ', নাৰায়ণে মানে, মিনিষ্টাৰ এম এল. এ ৰ লগত ঘুৰি ফুৰা মানুহটো, সি বুজাই দিলে তই সাউৎকৰে বুজিবি? মানে চাকৰিটো ৰেগুলাৰ কৰা আঠত্ৰিশ মাহৰ সমুদায টকা, উলিয়াই অনা, সেইবোৰত বহুত 'খৰচ' আছে।

**মাক :** শুনিছো বোলে, এইবোৰত বহুত গণ্ডগোল হৈছে। ধেৰ খবৰ ওলাইছে। চাকৰিবোৰ বোলে বন্ধ হৈ যাব।

**মাষ্টৰ :** তই ক'ত শুনিলি?

**মাক :** কাগজত ওলাইছে বোলে।

**মাষ্টৰ :** বাতৰি কাগজ?

**মাক :** অ' সিদিনা মণ্ডলৰ ঘৰত শুনি আহিছো।

**মাষ্টৰ :** ওলাবলৈ দে, বাতৰি কাগজৰনো আৰু কাম কি? লিখিবহে লাগে, এবাৰ ক'ব চাকৰি যাব, এবাৰ ক'ব চবকে চাতাই কৰিব, লিখিবলৈ দে-

**মাক :** জানো মই হ'লে ভাল দেখা নাই দেই।

**মাষ্টৰ :** হ'ব দে তই ভাল দেখিব নালাগে। হেৰি কৰচোন (হামিয়াই) চাহ অকণমান যেনেতেনে যোগাৰ কৰচোন,

সিহঁত কেইটাও পাবহি এতিয়া, মুঢ়া কেইটামান বাহিৰলৈকে উলিয়াই থ-চোন।

**মাক ঃ** সিঁহত মানে কোন আহিব? গৰুৰ গ্ৰাহক নেকি?

**মাষ্টৰ ঃ** নহয় অ' গৰুৰ গ্ৰাহক আজি চাৰিদিনৰ আগতে আহি গ'ল টকাও দহ হাজাৰ দি গ'ল।

**মাক ঃ** টকাও দি গ'ল, তাৰমানে আপুনি গৰুহাল বেচিলে?

**মাষ্টৰ ঃ** বেচিলোতো আক'

**মাক ঃ** অ' গোসাঁই, মইনো মৰি নাযাওঁ কিয়, টকাগাল কি কৰিলে?

**মাষ্টৰ ঃ** টকাগাল নাৰায়ণক.

**মাক ঃ** নাৰাযণক ?

**মাষ্টৰ ঃ** অঁ নাৰায়ণক।

**মাক ঃ** অঁ খালে ভাল খালে. সেই দালালটো....

**মাষ্টৰ ঃ** এ নহয় অ, তাৰমানে তাৰ স্কুল বিভাগৰ অফিচাৰৰ লগত একেবাৰে ডাইৰেক্ট যোগাযোগ। কেন্দ্ৰ সম্পাদকৰ লগত বিৰাট হলিগলি। সি মানে নাৰাযণ একেবাৰে ওস্তাদ মানুহ। সি মানে বহুতক চাকৰি দিয়ালে, বহুতৰ দৰ্মহা খালাচ কৰালে, মুঠতে মোৰ আঠত্ৰিশ মাহৰ দৰ্মহা একেলগে পাম। লাখৰ ওপৰ হবগৈ।

**মাক ঃ** হ'ব হ'ব। যিটোৰ পাল্লাত পৰিছেগৈ দেখিলেহে লেখিম।

**মাষ্টৰ ঃ** লিখিবলৈ নাপাব, ধাৰ মাৰোতেই সকলো শেষ হ'ব। মাটি কেইডৰা বন্ধকৰ পৰা মোকলাব লাগে, গৰুহাল আকৌ কিনিব লাগিব। আৰু তোৰ ঘোচ ঘাচৰ কথা আছেতো, ত্ৰিশহেজাৰ মান যাবগৈ। হ'ব হ'ব যা-চোন সাউৎকৰে চাহ অকণ কৰি আনগৈ।

**মাক ঃ** এহ্ কিনো চাহ চাহ কৰি থাকে, কোৱা নাই নেকি ঘৰত একো এটাও নাই।

**মাষ্টৰ ঃ** হ'ব যা- গৰম পানী এবাতিকে আন।

**নাৰায়ণ ঃ** ছাৰ আছেনে (বাহিৰৰ পৰা)

**মাষ্টৰ ঃ** অ' আছো আছো; (মাকলৈ চাই) যা, যা, তই মুঢ়া দুটামানে উলিয়াই আন। নাৰায়ণ আৰু সুৰভি সোমাই আহে, মাকে ভিতৰৰ পৰা মুঢ়া দুটা উলিয়াই থৈ ভিতৰলৈ যায়।

**মাষ্টৰ ঃ** বহা

**নাৰায়ণ ঃ** এতিয়া বহা বহি নকৰো, বস্তুখিনি দিয়ক আৰু যাওঁ

**মাষ্টৰ ঃ** যাবা, যাবা, (সুৰভিলৈ চাই) তুমি আইজনী কাৰ ঘৰৰ ছোৱালী। নাৰায়ণৰ লগত আহিছানে আমাৰ ঘৰলৈ বেলেগ কামত আহিছা।

**সুৰভি ঃ** মই মানে ইখন গাঁৱৰ। আপোনাৰ ঘৰলৈ এখেতেহে (নাৰায়ণক দেখুৱাই) লৈ আহিছে।

**মাষ্টৰ ঃ** হয় নেকি? নাৰায়ণৰ লগত যি ঘূৰে তাৰ আকৌ চাকৰি হয় বুলি শুনিছো। তোমাৰো তেনেকুৱা নেকি?

**সুৰভি ঃ** তেনেকুৱাই ছাৰ। কি হয়গৈ জানো।

**নাৰায়ণ ঃ** কি হ'বলৈ আছে আৰু যেনেতেনে চাকৰি এটা কিনি দিছো, মাষ্টৰনী চাকৰি।

**মাষ্টৰ ঃ** দৰ্মহা থকানে নথকা, বহাচোন বহা বহা (মুঢ়া কেইটা ল'ৰাই দিয়ে, দুয়ো বহে)

**নাৰায়ণ ঃ** এওঁ মানে ভাল চাকৰি এটা পাব, সেই যে আমাৰ বলোভদ্ৰ চাৰ, ৰিটায়াৰ হ'ল নহয় সেই চাকৰিটোৱে পাব।

**মাষ্টৰ ঃ** মানে বলোভদ্ৰ শৰ্মা পণ্ডিতৰ চাকৰিটো এওঁ পাব?

**নাৰায়ণ ঃ** পাব মানে পাবই, চাৰ পঞ্চাছ .....

**নাৰায়ণ ঃ** পঞ্চাচ কি?

**নাৰায়ণ ঃ** হেজাৰ ছাৰ, একেবাৰে ধুনীয়া চাকৰি। ননপ্লেনৰ দৰ্মহা পাতিৰ একো গোলমাল নাই, কমতে পাইছে ছাৰ।

**মাষ্টৰ ঃ** কেলেই ইণ্টাৰভিউ আবেদন, বিজ্ঞাপন এইবোৰৰ একো কাম নাই নেকি?

**নাৰায়ণ ঃ** সেইবোৰ আজিকালি একো নাই ছাৰ। কিবা কিবি কেতিয়াবা হৈছে যদিও চব ভেকো -ভাওনা।

**মাষ্টৰ ঃ** তুমি পিছে আইজনী, কিবা পৰীক্ষা দিছিলানে?

**সুৰভি ঃ** নাই দিয়া।

**মাষ্টৰ ঃ** কিমানলৈকে পঢ়িছিলা?

**সুৰভি ঃ** হাইস্কুল পাছ কৰিলো।

**মাষ্টৰ ঃ** কোন ডিভিজনত?

**নাৰায়ণ ঃ** ছাৰ আজিকালি ডিভিজন নাথাকে নহয়। একেবাৰে পাছ কৰাবোৰে বৰ বেচি কথা নাজানে নহয়। এবছৰতনো কেইটা কথা শিকিব? সেইবোৰ কথা আমাৰ চৰকাৰেও জানে। তিনিবাৰ চাৰিবাৰ পৰীক্ষা দি যিবোৰ কোনোমতে দেওনাখন খৰচি মাৰি পাছ হয় সেইবোৰেই ফাষ্ট চাঞ্চ পাই। পাবই চাৰ।

**মাষ্টৰ ঃ** ক'ৰবাত কিবা এটা গোলমাল হৈছে বুজিছা।

**সুৰভি ঃ** মোৰ ছাৰ কথাবোৰ বিশ্বাস হোৱা নাই।

**নাৰায়ণ ঃ** তোমাৰ আক' বিশ্বাস নহবলৈ কিহে পাইছে? তুমি চাকৰিটো পাবহে লাগে। ছাৰ, মই পিছে পলম নকৰো। অফিচাৰক লগ নাপামগৈ। টকাখিনি ৰেডি আছেনে ছাৰ?

**মাষ্টৰ ঃ** তুমি আৰু কিমান টকাৰ কথা কৈছিলা?

**নাৰায়ণ ঃ** ছাৰ আপোনাৰ কেচটো জটিল, খৰচ হ'ব, আপুনি মানে লাখৰ ওচৰ টকা পাবতো- বিশ হাজাৰ মান কাচা-কাচি খৰছা আছে। ছাৰ মই মুকলিকৈ কথা কোৱা মানুহ, বেয়া নাপাব, আগতে ছাৰ আপুনি পাঁচ দিলে এতিয়া আৰু পোন্ধৰ দিলেই হ'ব।

**মাষ্টৰ ঃ** হেৰা নাৰায়ণ সিমান নাই নহয়। গৰুহাল আধামূলীয়াকৈ বেচি টকা দহ হেজাৰ মান গোটাই থৈছো, তাৰে ঘৰখন চলিবলৈও এহেজাৰমান টকা লাগে, এতিয়ামানে ন হেজাৰ মান টকা দিলে নহ'বনে?

**নাৰায়ণ ঃ** টকা কম দিলে ছাৰ কামটো লেট হ'ব। মই ছাৰ বহুত খাটিব কৰি মিনিষ্টাৰৰ হতুৱাই ফোন কৰাই আপোনাৰ ফাইলটো ম'ভ কৰাইছো। এতিয়া মানে টকা আহি আপোনাৰ হাত পাবহি লাগিছিল। আমাৰ অফিচত থকা শগুণ কেইটাই নেৰে নহয়।

**মাষ্টাৰ ঃ** হেৰি কৰা, এতিয়া ন লৈ যোৱা, টকাটো পালেই বাকীখিনি দি আহিম গৈ।

**নাৰায়ণ ঃ** নহয় ছাৰ, ৰেট ৰেটেই আৰু আজিকালি ছাৰ, দহ বিশ হাজাৰ তেনেই সৰু কথা। এতিয়া ছাৰ কথাবোৰ লাখৰ হিচাবতহে চলে।

**মাষ্টৰ ঃ** যেনে-

**নাৰায়ণ ঃ** যেনে মানে? আজিকালি তিনিলাখত আৰম্ভ হয় গাড়ী মটৰ চেক কৰা চাকৰি, দুই লাখত আৰম্ভ হয় অফিচ শাসন কৰা চাকৰি, এক লাখত হিচাব পত্ৰ ৰখা চাকৰি, খালি মাষ্টৰৰ চাকৰিৰ ৰেট কমি আছে, ছাৰ মানে বজাৰত বস্তুৰ দাম উঠা নমা কৰাৰ দৰে চাকৰিৰ দামো উঠা নমা কৰে, মানে আজি আপোনাৰ যিটো কাম দহত হ'ব কালিলৈ বিশ লাগি যাব পাৰে।

**সুৰভি ঃ** অ', পিছে আজি মোৰ চাকৰিৰ কাগজখন হাতে হাতে পামনে নাপাম?

**নাৰায়ণ ঃ** কিয় নাপাব বিশ্বাস হোৱা নাই যদি ছাৰকে সোধা।

**মাষ্টৰ ঃ** হেই হেই মই একো নাজানো, মোক সুধিবলৈ কিয় কৈছা।

**নাৰায়ণ ঃ** নহয় মানে ছাৰ আপুনি সাক্ষী আছে, মই যে তেওঁৰ পৰা টকা লৈছো তেওঁক বোলে সাক্ষী এটা লাগে।

**মাষ্টৰ ঃ** মই টকা—চকা দিয়া এইবোৰ একো নাজানো। সাক্ষী হ'ম কেনেকৈ।

**সুৰভি ঃ** টকা দিলো ছাৰ, আজি ৰাতিপুৱাই আহি এখেতৰ হাতত দিছো। আপুনি কথাতো জানিব লাগে।

**মাষ্টৰ ঃ** নাই নাই এইবোৰৰ মই দায়িত্ব ল'ব নোৱাৰো।

**সুৰভি ঃ** নহয় ছাৰ, মোৰ মায়ে ঘৰতে কৈ পঠাইছিল কাৰোবাক সাক্ষী ৰাখিহে টকাখিনি দিবি।

**মাষ্টৰ ঃ** তেনেহলে তোমাৰ 'মা-ৰা' লগতে নাহিল কিয়?

**সুৰভি ঃ** মা অসুখীয়া ছাৰ, আহিব নোৱাৰে।

**মাষ্টৰ ঃ** ঘৰত আৰু কোনো নাই নেকি?

**সুৰভি ঃ** নাই ছাৰ- সৰুতে দেউতাও হানি হৈছে।

**মাষ্টৰ ঃ** ইমানখিনি টকা ক'ত পালা।

**সুৰভি ঃ** মা'ৰ হাতৰ, কাণৰ অলংকাৰ আৰু মাটি বেচি।

**মাষ্টৰ ঃ** ইচ্ ইচ্ ইচ্ - ভাল কামবোৰ কৰিছা।

**সুৰভি ঃ** নহ'লে আৰু উপায় নাছিল ছাৰ।

**মাষ্টৰ ঃ** শুনিছা নাৰায়ণ, এওঁৰ কামটো কিন্তু আজিয়ে হ'ব লাগিব।

**নাৰায়ণ ঃ** সোনকালে যাব লাগে ছাৰ, (ঘড়ী চাই) ....আপোনাৰ বস্তুটো লৈ, মই চিধা চিধি ইন্সপেক্টৰ অফিচ পামগৈ আৰু দুয়োটা কাম কৰাই দুই বজাত আহি আপোনাৰঘৰ পামহি, যাওঁতে ডেৰ ঘন্টা, অফিচত তিনিঘন্টা, ছয়ঘন্টাৰ কাম ছাৰ, ছাৰ আপোনাৰ বস্তুটো দিয়ক ।

**মাষ্টৰ ঃ** ৰ'বা তেনেহ'লে (মাষ্টৰ ভিতৰলৈ যায়)

**নাৰায়ণ ঃ** তুমি নহলে দুই বজালৈকে ইয়াতে থাকা, মিছাতে টাউনলৈ গৈ কষ্ট খাব লাগে কিয়?

**সুৰভি ঃ** মোক মায়ে চিঠিখন হাতে হাতে ল'বলৈ কৈছে।

**নাৰায়ণ ঃ** হাতে হাতেই পাবা। তালৈ গলেও পাবা, ইয়াত থাকিলেও পাবা। তালৈ গলে এই ৰ'দখনত মিছা মিছিকৈ কষ্টহে পাবা তাতকৈ ইয়াতে আৰামত থাকা। নহ'লে ঘৰলৈকে যোৱাগৈ।

**সুৰভি ঃ** নালাগে, ময়ো অফিচলৈ যাম।

**নাৰায়ণ ঃ** যাবাই তেনেহ'লে।

**সুৰভি ঃ** যামেই। (আকোৰগোজকৈ)

**নাৰায়ণ ঃ** ঠিক আছে যাবা বাৰু। মই ভাবিছিলো আক' আৰামতে কামটো হওঁক। এনেয়ে ডেকালৰা এটাৰ লগত ঘূৰি ফুৰি, বদনাম এটা হোৱাতকৈ।

**সুৰভি ঃ** কি ক'লে? বদনাম (চাদৰখন ভালকৰি লৈ নিজলৈ এবাৰ চাই) সেইবোৰ কথা নকব আৰু চাকৰিৰ বাবে গুৱাহাটীলৈ যাওঁতেই........নকওঁ আৰু (মাষ্টৰ ওলাই আহে লগে লগে মা-কো আহে)

**মাক ঃ** কি কৰিব খুজিছে, কি কৰিব খুজিছে (ভিতৰৰ পৰা কৈ আহে) মই হলে কথাবোৰ ভাল দেখা নাই (খঙেৰে)

**মাষ্টৰ ঃ** (টকাৰ পেকেটটো আগবঢ়াই) লোবা নাৰায়ণন)

**মাক ঃ** (চাদৰেৰে চকু মচি) আপুনি ভাল কাম কৰা নাই মাষ্টৰ হৈ

**নাৰায়ণ ঃ** কিমান আছে ছাৰ?

**মাষ্টৰ ঃ** যিমান আছে সিমানেই দিছো। ঘৰত আৰু একো নাই।

**নাৰায়ণ ঃ** আছে কিমান?

**মাষ্টৰ ঃ** পুৰা দহ।

**নাৰায়ণ ঃ** কম হ'ল। ছাৰ, ঠিক আছে বাছৰ ভাড়াটো মোৰ নিজৰ পৰাই দিব লাগিব। মই গৈ থাকো ছাৰ।

**সুৰভি ঃ** মযো যাওঁ।

**নাৰায়ণ ঃ** তুমি নহ'লে চাৰৰ ঘৰতে থাকা। মইটো ছাৰ আৰু তোমাৰ কামটো কৰি ঘুৰি ইয়ালৈকে আহিমেই, আপুনি এবাৰ কৈ দিযকচোন ছাৰ।

**মাষ্টৰ ঃ** এৰা থাকা, ইয়াতে থাকা। মিছাকৈ কষ্ট খাব লাগে কিয়?

**সুৰভি ঃ** আপুনি নিৰ্ভৰ দিলে থাকিব পাৰো। মই কিন্তু কাগজখন নোপোৱালৈকে এওঁক বিশ্বাসত লব পৰা নাই।

**মাষ্টৰ ঃ** বিশ্বাস অবিশ্বাস বুলিবলৈ কি আছে আৰু? ওপৰৰ জনৰ ওপৰত এৰি দিয়া।

**সুৰভি ঃ** ঠিক আছে ছাৰ। মই কৈ দিছো চাকৰিৰ কাগজখন হাতে হাতে লাগিব। আজিয়েই পাব লাগিব।

**নাৰায়ণ ঃ** অস স' তুমি চিন্তা নকৰিবা। সূৰ্য পশ্চিমফালে ওলালেও মোৰ কথাৰ কিন্তু লৰচৰ নাই। মই আহিছো, কামবোৰ আজিয়েই কৰিবলৈ চেষ্টাহে কৰিম। (ওলাই যায়)

**মাক ঃ** শুনিলেনে তাৰ কথা। কামবোৰ বোলে আজিয়েই কৰিবলৈ চেষ্টাহে কৰিব।

**সুৰভি ঃ** ময়ো লগতে যাওঁগৈ নেকি?

**মাক ঃ** তুমি গৈনো কি কৰিবা? অফিচৰ কোনোবা ঠাইত নাৰায়ণ হেৰাই থাকিলে কি কৰিবা। ফাঁকি দিয়া মানুহ ফাঁকি দি কেনেকৈ সাৰিব লাগে ভালকৈ জানে।

**মাষ্টৰ ঃ** অতি ফাঁকি দিলে কিন্তু এদিন ডিঙিত ফাঁচ জৰী লাগে।

**মাক ঃ** হ'ব বাৰু কাৰ ডিঙিত ফাঁচ জৰী লাগে আজি আবেলিহে চিন ওলাব।

**মাষ্টৰ ঃ** ঐ ঐ ঐ তেনেকুৱা অমঙ্গলীয়া কথা নকবিদেই, মোৰ লগৰ কেইজনমানে দৰ্মহা উলিওৱাৰ কিটিপটো নজনাৰ বাবে ডিঙিত ফাঁচ লগাই মৰিল, মই কিন্তু তেনেকুৱা কাপুৰুষ নহয়। দৰ্মহা উলিওৱাৰ নীতি নিয়ম পালন কৰিছো, দেশৰ নীতি বুলি কথা একোটা আছে বুজিছ। মই নীতি মতেহে চলিম।

**মাক ঃ** নীতি মতে চলিব? হালৰ গৰু বেচি, মাটি বন্ধকত থৈ দালাল লগাই দৰ্মহা লোৱা কোন দেশৰ নীতি? মাষ্টৰ মানুহ হৈ, শিক্ষক হৈ এনেবোৰ কাম কৰিবলৈ লাজ লগা নাই। কামবোৰ কিয় কৰিছে?

**মাষ্টৰ ঃ** ঐ তই দেখোন লাজত ধৰিলি?

**মাক ঃ** ধৰিমটো কিয় নধৰিম, লাজত ধৰিলে যদি লাজ পাই, লাজ নাইকিয়া কামবোৰ কিয় কৰিছে?

**মাষ্টৰ ঃ** লাজ নাইকিয়া কামবোৰ কিয় কৰিছো? হে, তই সেই অফিচত বহি থকা বাপেৰহঁতক ক'বগৈ পাৰিবি হঁা? এইবোৰ লাজ চৰমৰ কথা সিহঁতে বুজি পাই বুলি ভাবিছ নেকি? সিহঁতে দুখীয়াৰ টেটুত চেপা মাৰি ধৰি দুখীয়াক বুজিছ......নকওঁ আৰু কথা এই ছোৱালীজনীৰ আগত মই বৰ লাজ পাইছো, বুজিছ কলিজা ফাটি দুখ পাইছো, গৈছে মোৰ।

**মাক ঃ** কলিজা ফাটি গৈছে হঁা? কলিজা ফাঁটি গৈছে, কলিজা ফাটি যোৱাকৈ যদি বুকুত খং এসোপা আছে, য'ত খং কৰিব লাগে ত'ত খং নকৰেগৈ কিয়? ঘৰৰ মানুহজনীৰ ওপৰত বৰমতা ওলাইছে।

**মাষ্টৰ ঃ** ঐ ঐ মই অন্যায় কথা সহ্য নকৰো, অন্যায় সহ্য নকৰোঁ কিন্তু

**মাক ঃ** অন্যায় সহ্য নকৰে যদি -সেই চৰকাৰী অফিচবোৰৰ অন্যায়বোৰৰ সহ্য কৰি আছে কিয়? অকলে যদি নোৱাৰে গোটেই মাষ্টৰবোৰ এক হৈ নুযুঁজে কিয়?

**(হীৰেণ আৰু ৰাণা সোমাই আহে, মাকৰ শেষ সংলাপটো আহি শুনেহি)**

**হীৰেণ ঃ** কি যুজঁা নুযুঁজাৰ কথা ওলাইছে বাইদেউ?

**মাষ্টৰ ঃ** অ' তহঁত দুটা মাজতে ওলাই যে, কথাত ভাগ লবলৈ আহিলি?

**সুৰভি ঃ** মই যাওঁ নহলে ছাৰ।

**মাষ্টৰ ঃ** নোৱাৰা যাব, যিটো কামত আহিছা তাৰ খবৰটো লৈ যাব লাগিব।

**হীৰেণ ঃ** আমিও যাওঁৱেই ছাৰ, মানে কিবা খবৰ দিবলৈ

আহিছিলো।

মাষ্টৰ ঃ মোৰ খবৰনে লোকৰ খবৰ?

ৰাণা ঃ লোকৰ খবৰ।

মাষ্টৰ ঃ লোকৰ খবৰ যদি পাচত হব। অই (মাকলৈ চাই) তই চৰকাৰৰ লগত কি যুঁজ দিয়াৰ কথা কৈছিলি?

ৰাণা ঃ গোটেই মাষ্টাৰবোৰে একেলগে যুঁজাৰ কথা কৈছিল, ময়ে মনত পেলাই দিছো।

মাষ্টৰ ঃ একেলগে যুঁজা, ঠিক মনত পেলাই দিছা। দেখা নাই কিমানবোৰ যুঁজ লাগিল, কিমান আন্দোলন হ'ল, কিমানবাৰ পৰীক্ষা নচলাও বুলি ক'লে, কিমানবাৰ পৰীক্ষাৰ বহী নাচাও বুলি কৈছে আৰু ক'ত কি হুংকাৰ দিলে। চৰকাৰে কিমান আশ্বাস দিলে সেইবোৰ তইঁতে কিবা ভু পাবনে?

হীৰেণ ঃ ছাৰ, আমি যাওঁ নহ'লে।

মাষ্টৰ ঃ ৰ'বি ৰ'বি। তইঁতে থাকোতেই কিবা এটা মীমাংসা হওঁক ঐ নামাত কিয়?

মাক ঃ কি মাতিব লাগে, সেইবোৰ চব ফুটুকাৰ ফেন।

ৰাণা ঃ ঠিক বাইদেউ, সব ফুটুকাৰ ফেন, আমি মানে দৰকাৰী খবৰ

মাষ্টৰ ঃ ৰ'বি ৰ'বি লোকৰ খবৰহে, পাচত হ'ব। বুজিছ হীৰেণ- এতিয়া মানে গোটেই শিক্ষা বিভাগটোৱেই গৈলিছে, একেবাৰে মূৰৰ পৰা গেলিছে, দেশৰ বৰমুৰীয়া বিষয়াৰ পৰা কৰ্মধাৰলৈকে। সিহঁতৰ মুখৰ কথাবোৰ হ'লে ঠিক আছে। কামৰ বেলিকা হ'লে হেজাৰৰ লাখৰ হিচাব।

হীৰেণ ঃ তাকেহে ক'ব খুজিছো ছাৰ।

মাষ্টৰ ঃ ৰ'বি ৰ'বি মাজত কথা নকবি।

মাক ঃ দেশত কিবা আইন কানুন নাইকিয়া হ'ল নেকি?

মাষ্টৰ ঃ আইন? আইনৰ কথা কৈছ হঁা? আইনবোৰ চব সিহঁতে কিনি থৈছে। এতিয়া বুজিছ দোষীক শাস্তি দিয়া নহয়, দোষ দেখুৱাই দিয়া মানুহকহে শাস্তি দিয়া হয়, বজাৰত গৰু গাহৰি বিক্ৰী হোৱাৰ দৰে শিক্ষকৰ চাকৰি বিক্ৰি হৈছে, এইবোৰ— এইবোৰ কথা কৈ প্ৰতিবাদ কৰিলে মোৰ চাকৰি যাব, নিজৰ সন্মান ৰাখি আজি আঠত্ৰিশ মাহ দৰ্মহা নোপোৱাকৈ চাকৰি কৰি আছো।

মাক ঃ উঃ নিজৰ সন্মান ৰাখে, নিজৰ সন্মান ৰাখিবলৈ ঘৰখনত আজি অৰ্তদিনে যিবোৰ কৰিছে, ঠিকেই কৰিছে!

মাষ্টৰ ঃ কি ঠিক কৰিছো?

মাক ঃ কি ঠিক কৰিছো মানে? ঘৰৰ বস্তু বাহানি বেচি ঘৰখন উদং কৰিলে।

মাষ্টৰ ঃ কি উদং কৰিলো, মানুহৰ আগত কথা চণ্ডালি ক'বি।

মাক ঃ হঁা, মানুহৰ আগত কথা চণ্ডালি ক'ব লাগে। চণ্ডালি ক'বলৈ কিটো আছে। মোৰ হাতৰ কাণৰ কিবা অলংকাৰ আছেনে? চব সোণাৰিৰ ঘৰত বন্ধকত দিয়া নাইনে?

মাষ্টৰ ঃ ঐ ঐ ঐ চুপ থাক বুলিলো- চু উ উ উ প।

মাক ঃ নাথাকো চুপেৰে, চবেই জানক এইবোৰ কথা, নিজৰ সন্মান ৰাখে। লাজ নালাগে মাইকী মানুহৰ অলংকাৰ কেইপদ বন্ধকত থৈ চাউলৰ দোকানৰ ধাৰ মাৰিবলৈ।

মাষ্টৰ ঃ ঐ চাউল অকল ময়ে খাইছোনে তইঁত মাৰ পুতেৰেও খাইছ (নামাতে)

মাষ্টৰ ঃ নামাত কিয় ঐ গোলামৰ সচ।

মাক ঃ গোলামৰ সচ? মাষ্টৰ, মাষ্টৰ মানুহহে ভাল শব্দ মুখত ফুটাইছে, মাষ্টৰ হ'বলৈ আহিছে।

মাষ্টৰ ঃ ঐ কাৰ মুখে মুখে কথা কৈছ?

**(মাক সোমাই যায়)**

হীৰেণ ঃ ছাৰ বাদ দিয়ক হে বাদ দিয়ক-

মাষ্টৰ ঃ নহয় হে, তেজ একেবাৰে মূৰত উঠি যায়।

ৰাণা ঃ তেজ মানে ছাৰ, এইবোৰ কথাত তেজ মূৰত উঠিবই। মানে বেলেগ কথা এটা শুধিম বুলিহে আহিছো

মাষ্টৰ ঃ ৰবি অ' মূৰটো অলপ ঠাণ্ডা হ'বলৈ দেছোন

সুৰভি ঃ মই যাওঁ চাৰ, মোৰ বৰ ভয় লাগিছে, মই যাওঁ ছাৰ।

মাষ্টৰ ঃ যাব কিয় বহাচোন বহা, মোৰ মূৰতো ঠাণ্ডা হ'বলৈ দিয়াচোন, দেখিছানে কি ঘটিছে পৃথিৱীখনত। দেখিছো সবেই খালি দুখীয়াক শুহি শুহি খাইছে। দেখিছো, মানুহ যেতিয়া সৎ হয় তাক তেতিয়া মানুহে অকৰা বোলে। মোৰ লগৰ বহুতেই দৰ্মহা পালে। সিহঁত বোলে টেঙৰ মানুহ, মই জানো সিহঁত কেনেকুৱা টেঙৰ মানুহ। হুহ টেঙৰ মানুহ— অসৎ পথেদি গৈ অসৎ মানুহৰ ভৰিত পৰি নিজৰ স্বাৰ্থ সিদ্ধি কৰিবা- টেঙৰ মানুহ বোলাবা। মই তেনেকুৱা টেঙৰ মানুহ হ'ব নোৱাৰিলো।

**(মাক ওলাই আহে)**

মাক ঃ হেৰি নহয়।

মাষ্টৰ ঃ কি হ'ল।

মাক ঃ ভাইকণ দেখোন এতিয়াও নাহিল।

**মাষ্টৰ ঃ** ভাইকণ! আহিব, সি চাগে ক'ৰবাত বল মাৰি আছেগৈ, আহিব।

**মাক ঃ** আপুনিয়ে আগবাঢ়ি যাই নেকি?

**মাষ্টৰ ঃ** মই কিয় যাব লাগে।

**মাক ঃ** নহয় মানে আচল কথাটো মানুহৰ আগত ক'বলৈ বেয়া পাইছো।

**মাষ্টৰ ঃ** বেয়া পাব নালাগে, কৈ পেলা অলংকাৰ বন্ধকত দিয়াৰ্ নিচিনা গুপুত কথাবোৰ ক'লিয়ে যেতিয়া আৰু কি বাকী থাকিল।

**মাক ঃ** হয় নেকি, ঠিক আছে কৈছো তেনেহ'লে ঘৰত চাউল পাতি একোৱেই নাই। দোকানলৈ যাব লাগিছিল।

**মাষ্টৰ ঃ** কি ক'লি?

**মাক ঃ** এইবোৰ কথা সবেই জানিব লাগে। ইয়াত কথা পাতি থাকিলে নহয়। কিবা এটা কৰক লৰাটো লঘোনত মৰিব এতিয়া।

**মাষ্টৰ ঃ** নমৰে তোৰ লৰাটো, সি চাগে মোমায়েকৰ ঘৰত আছেগৈ, (আগফালে চাই) এটা দিন ধৈৰ্য ধৰিব নোৱাৰ।

**মাক ঃ** কি ' এটা দিন ধৈৰ্য ধৰিব নোৱাৰাৰ কথা কৈছে। আজি তিনিবছৰ -- আজি তিনিবছৰ কেনেকৈ কটাইছো।

**মাষ্টৰ ঃ** এহ্ একেডাল কথাকে চোবাই থাকে। হাতত ধন বিত নাথাকিলে মানুহৰ মন মেজাজ গৰম হৈ থাকে, নেজান নেকি? ভিতৰলৈ যা, ভিতৰলৈ যা বুলিছো। (মাক সোমাই যায)

**হীৰেণ ঃ** ছাৰ খবৰ এটা দিওঁ বুলি আহিছিলো।

**মাষ্টৰ ঃ** কি খবৰ, আৰু কোনোবা চল্লিছ হাজাৰ টকীয়া শিক্ষক আহিল নেকি আমাৰ স্কুললৈ?

**ৰাণা ঃ** নাই ছাৰ, চৰকাৰে চাকৰি দিয়া ছমাহলৈ বন্ধ কৰি ৰাখিছে নহয়।

**সুৰভি ঃ** কি? চাকৰি দিয়া বন্ধ আছে (চটফট কৰে)।

**হীৰেণ ঃ** বন্ধ আছেতো, আমি দুটাই লাষ্ট কোটাত পালো।

**মাষ্টৰ ঃ** তহঁত দুটাক দেখিলেই মোৰ গা গৰম হৈ যায, পুৰণৰ নেওঁতাখন নাজান, অসমীযাত দৰ্খাস্ত এখন লেখিব নাজান মাষ্টৰ বোলাবলৈ আহিছ।

**ৰাণা ঃ** ছাৰ এতিয়া খংটো আমাৰ ওপৰতে জাৰিছে।

**মাষ্টৰ ঃ** কি খং জৰাৰ কথা কবলৈ আহিছ। ল'ৰা ছোৱালীক সাতে পাঁচে তেৰ শিকোৱা মাষ্টৰ হে তই।

**হীৰেণ ঃ** ছাৰ আমাক আৰু লাজ নিদিব। নশ টকীয়া চাকৰি আজি যাওঁ কালি যাওঁ হৈ আছে। মুলটোকে উঠাগৈ নাই।

**মাষ্টৰ ঃ** যাওঁক তহঁতক চাকৰি আজিয়ে যাওঁক। দেশখন খাই দিবি তহঁতে। ভাল অকাল কুষ্মাণ্ড কিছুমানৰ জন্ম দিবি তহঁতে।

**ৰাণা ঃ** আমাৰ ওপৰত খংটো এৰকচোন, খবৰ এটা দিওঁ বুলিহে আহিছিলো।

**মাষ্টৰ ঃ** কি খবৰ দিও দিও কৰি আছ অ- ক তেনেহ'লে।

**(মাক ওলাই আহে)**

**মাক ঃ** হেৰি শুনকচোন

**মাষ্টৰ ঃ** কি হ'ল।

**মাক ঃ** মোনাটো লওঁক আৰু এইটোও লওঁক। (হাতেৰে আঙঠি এটা দিয়ে)

**মাষ্টৰ ঃ** এইটো কি? হঁা! 'দৰা' বৰণৰ আঙুঠিটো দেখোন। ক'ত পালি?

**মাক ঃ** সেইটোৰ কথাকৈ কিমান দিন কিমান কথা শুনালে মনত আছেনে?

**মাষ্টৰ ঃ** সেইবোৰ বাদ, এইটো আছিল ক'ত? মই ইমানদিনে বিচাৰি পোৱা নাছিলো কিয?

**মাক ঃ** কীৰ্ত্তন ঘৰৰ থাপনাৰ তলৰ মাটিত পুতি থৈছিলো।

**মাষ্টৰ ঃ** থাপনাৰ মাটি খান্দোতে পাপ লাগিব বুলি ভয় নকৰিলিনে?

**মাক ঃ** নকৰিলো, ঘৰৰ গিৰিহঁতৰ শেষ বস্তুটো বৰ নিৰাপদে ৰাখিছিলো, আজি আৰু পেটৰ ভোকে নসহিলে।

**মাষ্টৰ ঃ** হ'ব হ'ব দে কন্দা কটা কৰিব নালাগে। তই ভিতৰলৈ গৈ ৰন্ধা বঢাৰ যোগাৰ কৰ, মই দোকানৰ পৰা আহোগৈ, ব'ল হীৰেণ।

**হীৰেণ ঃ** কথাটো থাকি গ'ল নহয ছাৰ।

**মাষ্টৰ ঃ** অ কথাটো থাকি গ'ল, ক, কৈ পেলা।

**ৰাণা ঃ** নাৰায়ণৰ খবৰ এটা দিবলৈ আহিছিলো।

**সুৰভি ঃ** নাৰায়ণ, তেখেতৰ খবৰ কওকচোন কওক কি খবৰ আছে?

**ৰাণা ঃ** অ' সি ইয়ালৈ আহিছিল নেকি?

**মাষ্টৰ ঃ** আহিছিলে, কি হ'ল পিছে?

**হীৰেণ ঃ** নহয় মানে, আজি ৰাতিপুৱাৰে পৰা ল'ৰা দুটাই তলৈ থাপ পাতি ৰৈ আছিল।

**সুৰভি ঃ** তাৰ পাচত কি হ'ল?

**ৰাণা ঃ** তাৰ পাছত মানে, ল'ৰা দুটাৰ পৰা চাকৰি দিম বুলি ত্রিশহাজাৰ ত্রিশহাজাৰ ষাঠিহাজাৰ টকা লৈছিল। আজি ঘূৰাই দিয়াৰ কথা।

**মাষ্টৰ ঃ** তাৰ পাচত কি হ'ল মোটামোটিকৈ ক।

**ৰাণা ঃ** তাৰ পাচত খেলখননো কি হয় আমি চাই আছিলো, দেখিলো নাৰায়ণ আপোনাৰ ঘৰৰ ফালৰপৰা গৈ আছে, ধৰিলে ল'ৰা দুটাই। যিহে মদগজ ল'ৰা। আমিও কি হয় চাওঁ বুলি কায চাপি গলো। নাৰায়ণে জেপৰ টকা ওলিয়ালে। এটা পাঁচশ টকীয়া বান্দোল আৰু এটা এশটকীয়া বান্দোল।

**মাষ্টৰ ঃ** তাৰপাচত তাৰপিচত কি হ'ল।

**হীৰেণ ঃ** তাৰ পাচত আমাৰ সম্মুখতে সিহঁতক টকাখিনি ভগাই দিলে।

**সুৰভি ঃ** হে হেৰি, পাঁচশ টকীয়া বান্দোলটো মই দিছিলো সি জেপতে ভৰাই ইয়ালৈ আহিছিল।

**ৰাণা ঃ** আপুনিও তাক টকা দিছিল নেকি?

**মাষ্টৰ ঃ** ৰ'বা ৰ'বা পাচত ক'বা, তাৰপিচত কি হ'ল কৈ যাচোন।

**হীৰেণ ঃ** তাৰপাচত মানে সি নাৰায়ণৰ আপোনাৰ কথা কিবা এটা কৈছিল, বোলে আপুনিও হেনো তাক বিশ্বাস কৰে, আপোনাৰ কথা কিবা এটা শুনিয়ে দিলে নহয় তাক এগতা।

**মাষ্টৰ ঃ** হেৰৌ তহঁত ইয়ালৈ আহিযে এইবোৰ কথা কোৱা নাছিলি কিয?

**মাক ঃ** হেৰি মই আপোনাক মানা কৰা নাছিলোনে?

**হীৰেণ ঃ** কি হ'ল, ছাৰেও তাক টকা দিছিল নেকি?

**মাষ্টৰ ঃ** গ'ল, মোৰ চব গ'ল (কপালত চকিযাই)

**সুৰভি ঃ** মোৰ কি হ'ব এতিয়া। এটাক দুটকা নহয় উস পঞ্চাছ হাজাৰ টকা। সি বোলে আজি দুই বজাতে চাকৰিৰ চিঠিখন মোৰ হাতে হাতে দিবহি।

**ৰাণা ঃ** হৈ গ'ল আৰু। চাকৰি ছমাহলৈ বন্ধ আছে। আপুনি এইকণ খবৰো নাৰাখেনে। আপুনিনো কি বিশ্বাসত ইমানবোৰ টকা দিছিল সেই দালালটোক।

**সুৰভি ঃ** সি মানে মোক ছাৰৰ কথা কৈ পতিযন নিয়ালে। ছাৰকে সাক্ষী কৰিহে মই টকাখিনি দিছিলো।

**হীৰেণ ঃ** ঠিকেই সৎ মানুহৰ সুযোগ লৈ বহুতে অসৎ কাম কৰি আছে। এইবাৰ তাক এৰা নহ'ব। এই ব'ল, তাক ইয়ালৈ আনোগৈ।

**মাষ্টৰ ঃ** ৰ'বা তাক ক'ত পাবা এতিয়া।

**ৰাণা ঃ** পাম চাৰ, তাক চাগে মানুহে এতিয়া লপা থপা কৰি আছে, বহুতৰ পৰা সি টকা খাই থৈছে। চাকৰি খুলিলেই চাকৰি দিম বুলি বহুতক টু টুৰাই আছিল, আজি কিন্তু সি জালত পৰিল।

**হীৰেণ ঃ** হয় চাৰ, আজি সি যিখন জালত পৰিছে জীয়াই থাকিবনে নাথাকে তাৰো সন্দেহ আছে, বল।

**সুৰভি ঃ** মইও যাওঁ তেনেহ'লে, টকাখিনি ঘূৰাই লওঁগৈ।

**ৰাণা ঃ** আপুনি তেনেকৈ টকা নাপায, তাৰ জেপত হাত ভৰাব লাগিব। পাৰিব?

**(ভাইকণ খৰকৈ সোমাই আহে)**

**ভাইকণ ঃ** চব ইয়াতে আছে। সিফালে মাৰপিট, মৰামৰি, এইফালে আহি আছে হাতত ৰচি বন্ধা।

**মাক ঃ** কোন, ক'ত কাক?

**ভাইকণ ঃ** ধেৰ মানুহ গোট খাইছিল এতিয়া গ'লগৈ, পুলিচ আহিব বোলে।

**হীৰেণ ঃ** ব'ল ৰাণা তাক ইয়ালৈ লৈ আহোগৈ।

**ভাইকণ ঃ** তাক আমাৰ ঘৰৰ ফালে আনিয়ে আছে বেগেতে যাওঁক সৌ বা(বাহিৰৰ ফালে দেখুৱাই)

**হীৰেণ ঃ** ব'ল ব'ল তাক ইয়ালৈ লৈ আনোগৈ

**(হীৰেণ আৰু ৰাণা দুয়োজন ওলাই যায়)**

**সুৰভি ঃ** ছাৰ, মোৰ কি হ'ব এতিয়া? (উচুপে -মাষ্টৰে বাটৰ ফালে চাই- মাকেও বাটৰ ফালে চাই) ছাৰ মোৰ চব গ'ল চব গ'ল ছাৰ (উচুপে )

**ভাইকণ ঃ** অ' মা, অ' মা এই বা' জনীয়ে কান্দিছে কিয?

**মাক ঃ** যাচোন তই ভিতৰলৈ যা।

**ভাইকণ ঃ** (মাকৰ হাতত ধৰে) মা মোৰ বৰ ভোক লাগিছে। খাবলৈ কি আছে।

**মাক ঃ** যা চোন ভিতৰলৈ গৈ ঠাণ্ডা পানী এগিলাছ খাই লগৈ। যা- মই গৈ আছো

**(ভাইকণ সোমাই যায়)**

**সুৰভি ঃ** মই এতিয়া কি কৰো চাৰ (উচুপে উচুপি ভাগি পৰে)

**মাষ্টৰ ঃ** ৰ'বাচোন, ধৈৰ্য ধৰাচোন, কান্দিছা কেলেই, কান্দিলে হাতৰপৰা যোৱা টকাবোৰ ঘূৰি নাহে নহয়, নাকান্দিবা। (সুৰভিয়ে উচুপি উচুপি কান্দে, মাকে বাটৰ ফালে চাই)

**মাষ্টৰ ঃ** আকৌ কান্দিছা।

**মাক ঃ** আহিছে আহিছে, সেইটোক ধৰি লৈ আহিছে।

**মাষ্টৰ ঃ** বাটৰ ফালে চাই।

**নেপথ্য ঃ** ধৰ ধৰ ভালকে ধৰ নেৰিবি ইয়াক।

**(হীৰেণ, ৰাণা আৰু নাৰায়ণ সোমাই আহে নাৰায়ণৰ ডিঙিত এখন ডাঠ কাগজত প্ৰায় এক ডেৰ ফুট আকাৰৰ ফলক, তাত লিখা আছে "মই শিক্ষকৰ দালাল, মোৰ পৰা সাৱধান" নাৰায়ণৰ গাৰ চোলাটো ফটা আগতে পিন্ধি অহা চোলাটোৰেই পিন্ধি আছে। মুখত ক'লা ক'লা দাগ, ওঁঠৰ কাষত সামান্য তেজ বিৰিঙি আছে, হাত দুখনত পঘাৰে বন্ধা আছে। পঘাৰ এটা মূৰ ৰাণাই ধৰি আহিছে)**

**ৰাণা ঃ** এইটো ছাৰ, আমি ৰাতিপুৱা দেখা ল'ৰা দুজনে লৈ আহিছিল। আপোনাৰ কথা ক'লত ইয়ালৈ আনিবলৈ দিলে। ছাৰ ইয়াক প্ৰথমে দিয়ক দুচৰমান।

**মাষ্টৰ ঃ** নাই, সেইবোৰ কৰি একো লাভ নাই।

**হীৰেণ ঃ** তেনেহ'লে টকাখিনি কেতিয়া ঘূৰাই দিব সোধক।

**মাক ঃ** তুমিয়ে সোধা হীৰেণ তুমিয়ে সোধা।

**হীৰেণ ঃ** এই নাৰায়ণ, তই দালালি কৰিবলৈ আৰু ঠাই নাপালি, এই সৎ মানুহজনক ঠগিবলৈ তোৰ অন্তৰখন অকণো নকঁপিল নে? (নামাতে) নামাত কেলৈ?

**নাৰায়ণ ঃ** মই কাম কৰিবলৈ সুবিধাতো ক'ত পালো।

**হীৰেণ ঃ** সুবিধা পালি মানে? এতিয়া যদি তোক স্কুল ইন্সপেক্টৰৰ অফিচলৈ লৈ যাওঁ, আজিয়ে ছাৰৰ দৰ্মহাৰ অৰ্ডাৰ আৰু এই ছোৱালী জনীৰ চাকৰি এপইন্টমেন্ট খন উলিয়াই আনিব পাৰিবি? ক' পাৰিবিনে? সঁচা কথা ক, নহলে বুকুৰ হাড় এডালো নাথাকিব।

**নাৰায়ণ ঃ** সুবিধাতো পাব লাগিব।

**ৰাণা ঃ** কি সুবিধা লাগে ক- চব সুবিধা দিম।

**নাৰায়ণ ঃ** টকা লাগিব।

**ৰাণা ঃ** কিমান লাগিব ক'। দুয়োটা কাম হ'ব লাগিব।

**নাৰায়ণ ঃ** লাগিব বিশ ত্ৰিশ হাজাৰ টকা।

**মাষ্টৰ ঃ** এইটোক চকুৰ আগৰ পৰা আঁতৰাই নে। মিছলীয়া ঠগ, ইমান অপমান পায়ো তাৰ শিক্ষা হোৱা নাই।

**হীৰেণ ঃ** শিক্ষা হৈছে ছাৰ, ৰাতিপুৱা দুয়োটা কামৰ বাবে ষাঠি হাজাৰ লাগিছিল, এতিয়া শিক্ষা পাই বিশ ত্ৰিশ হাজাৰত কৰি দিম বুলিছে।

**মাক ঃ** হেৰা হীৰেণ, ই আৰু আমাৰ কাম কৰি দিব নালাগে, এই ছোৱালীজনীলে চোৱাচোন। তাইৰ টকাখিনিকে পাৰিলে আজিয়ে ঘূৰাই দিয়াৰ ব্যৱস্থাৰ কৰা।

**হীৰেণ ঃ** এই নাৰায়ণ, তই এই ছোৱালীজনীক চাকৰি দিব পাৰিবিনে?

**নাৰায়ণ ঃ** সেইটো কেনেকৈ ক'ম?

**ৰাণা ঃ** (বাউসীত ঠেলা মাৰি দি) সেইটো কেনেকৈ ক'ম, এতিয়াহে ইয়াৰ আচল কথা ওলাইছে।

**সুৰভি ঃ** তাৰমানে আপুনি মোক ফাঁকি দি টকা সৰকালে।

**নাৰায়ণ ঃ** (নামাতে)

**হীৰেণ ঃ** (বাউসীত হেঁচা মাৰি দি) নামাত কিয়? (আকৌ গতা মৰাৰ দৰে) ছোৱালীজনীক টকাখিনি ঘূৰাই দিবিনে নিদিয়?

**নাৰায়ণ ঃ** ক'ৰ পৰা দিম।

**সুৰভি ঃ** (উচুপে)

**ৰাণা ঃ** ক'ৰ পৰা দিয় নাজানো। ছাৰৰ টকা খিনিও আজিয়েই দিব লাগিব (ঠেলা মাৰি দি) শুনিছনে নাই?

**নাৰায়ণ ঃ** শুনিছো।

**মাষ্টৰ ঃ** আমাৰ কথা বাদ দিয়ক, এই ছোৱালীজনীয়ে মাটি বাৰী বেচি-

**ৰাণা ঃ** ৰ'ব ছাৰ- আজিয়েই টকাখিনি উলিয়াই দিবিনে নিদিয়।

**নাৰায়ণ ঃ** নাই নোৱাৰোঁ।

**হীৰেণ ঃ** কেতিয়া পাৰিবি?

**নাৰায়ণ ঃ** সেইটো ক'ব নোৱাৰোঁ।

**ৰাণা ঃ** একেবাৰে সঁচা কথা কৈ দিন বাৰ এটা দিব পাৰিবিনে?

**নাৰায়ণ ঃ** নোৱাৰোঁ।

**সুৰভি ঃ** নোৱাৰে?

**নাৰায়ণ ঃ** অ' নোৱাৰোঁ।

**সুৰভি ঃ** তাৰ মানে আপুনি মোক টকাখিনি ঘূৰাই নিদিয়ে।

**নাৰায়ণ ঃ** নিদিও বুলি কেতিয়া কৈছো, কিন্তু কেতিয়া দিম সেইটো কথা দিব নোৱাৰো। সঁচা কথা ক'বলৈ কৈছে, সঁচা কথা কৈছো।

**মাষ্টৰ ঃ** শুনিলা ইয়াৰ কথা, এই পাপীষ্ঠক মোৰ আগৰ পৰা আঁতৰাই নিয়া।

**হীৰেণ ঃ** নহ'ব ছাৰ- এই ৰাণা ধৰ ইয়াক- (দুয়োটাই নাৰায়ণক জোকাৰে), টকা কেতিয়া দিবি ক' সোনকালে— (নামাতে)

**মাক ঃ** হেৰা হীৰেণ, ৰাণা, তাক এৰি দিয়া, আমাৰ কেইহেজাৰমান টকা গ'ল গ'ল আৰু। একো ডাঙৰ কথা নহয়। আমাৰ আৰু কিছুদিন অসুবিধা হ'ব। হওঁক কিন্তু জাতিদ্ৰোহী এটাযে

চিনাক্ত হ'ল তাতে আমাৰ বহুত হেজাৰ টকাৰ শিক্ষা হ'ল।

**মাষ্টৰ ঃ** মই প্ৰতিবাদ কৰিম- মই যুঁজিম- শিক্ষা বিভাগত কলুসিত কৰা- জীয়া মানুহৰ গাৰ মঙহ খোৱা শগুণ কেইটাৰ বিৰুদ্ধে মই প্ৰতিবাদ কৰিম। নাৰায়ণ ..আৰু বহুত নাৰায়ণ আছে বহুত নাৰায়ণৰ জন্ম হ'ব, মই প্ৰতিবাদ কৰিম- আঠত্ৰিশ মাহ দৰ্মহা, আঠত্ৰিশ মাহ প্ৰাপ্যৰ পৰা বঞ্চিত কৰা, শিক্ষকৰ হৈ মই অকলে প্ৰতিবাদ কৰিম।

(সুৰভিয়ে উচুপে, ভিতৰৰ পৰা ভাইকণ ওলাই আহি দেউতাকলৈ চাই, কাষত থকা ক্ৰিকেটৰ বেটখনৰ নিচিনা কাঠৰ মাৰিডালেৰে নাৰায়ণক আক্ৰমণ কৰা ভংগী এটা লয়, নাৰায়ণৰ বুকুত আঁৰি থোৱা ফলকখন স্পষ্ট হয়।)

(পোহৰ কমি আহে)

<u>সমাপ্ত</u>

# দুঃসময় সময়

## নাট্যকাৰ # শিৱানন্দ কাকতি

চৰিত্ৰলিপি ঃ

১. প্ৰশান্ত
২. অনু
৩. মেনেজাৰ
৪. জীৱন
৫. সুনয়না
৬ হ'কাৰ

মেডিকেল কলেজ হস্পিটেল। প্ৰশান্তই অনুপমাক এখন টেক্সিত লৈ আহে। অনুপমা সন্তান সম্ভৱা। গাড়ীৰ পৰা নামে। প্ৰশান্ত বেচ সাৱধান আৰু কিছু চিৰিয়াচ। প্ৰবেশ।

প্ৰশান্ত ঃ খুব লাহে লাহে অনুপমা, লাহে লাহে, সাৱধানে, খুব সাৱধানে ...

অনু ঃ ও হ'ব। হ'ব ৰ'বা।

প্ৰশান্ত ঃ অ' অনু, এইবাৰ মোৰ হাতত ধৰি লাহে লাহে আহা, লাহে লাহে, সাৱধানে, সাৱধানে...

অনু ঃ (অলপ হাঁহি) হ'ব ৰ'বা, সাৱধান.... এই দুমাহত কিমানবাৰ যে 'সাৱধান' 'লাহে লাহে', 'আস্তে আস্তে', কৈছা তুমি কেতিয়াবা মন কৰিছানে? (ঈষৎ কেৰ্কনিৰে) ধৰাচোন হাতখনত ধৰা ও...ও...ও....। ৰ'বা, অকণমান ৰৈ কৰ্কালটো পোনাই লওঁ।

প্ৰশান্ত ঃ হ'ব, লাহে লাহে, মোৰ বাহুতে ধৰা।

অনু ঃ (অলপ ৰৈ) ব'লা এইবাৰ আৰু সাৱধান কৰাৰ শেষ পৰ্যায়। ব'লা, কেবিনটো ক'ত?

প্ৰশান্ত ঃ (গৈ গৈ) কেবিনটো ফাৰ্ষ্ট ফ্ল'ৰত আছে। আজি মই আহি ভালদৰে চাফা কৰি, তলামাৰি থৈ গৈছো। (অলপ ৰৈ) অনু, চিৰিয়েদি খোজ কাঢ়ি যাব নালাগে। লিফ্‌টখনে কাম কৰি আছেনে নাই চাই আহোঁ ৰ'বা।

অনু ঃ হ'ব পাৰিম দিয়া। খোজ কাঢ়িয়েই যাব পাৰিম। আৰুতো দুসপ্তাহ মানেই আছিল। তুমিহে ইমান উৎপাত কৰি লৈ আনিলা। ব'লা, চিৰি কেনি আছে?

প্ৰশান্ত ঃ একো অসুবিধা নহয়তো! নহ'লে মই এখন হুইল চেয়াৰকে' লৈ আহোঁ নেকি- লাহে লাহে ঠেলি ঠেলি আনটো চিৰিয়েদি উঠি যাওঁ।

অনু ঃ আস্ হ'ব দিয়া (অলপমান হাঁহি) মোৰ হ'লে বৰ আৰাম লাগিল দেই। হুইল চেয়াৰখন তুমি ঠেলি যাবা, মই উঠি যাম। চিৰিৰ পাকে পাকে ওপৰলৈ উঠি, মহলাৰ পিছত মহলা অতিক্ৰম কৰি.... অনন্ত কালৰ বাবে মই যেন গৈয়েই থাকিম.....

প্ৰশান্ত ঃ এতিয়া এটলিষ্ট কাব্য বাদ দিয়া.......তোমাৰ কিতাপ দুখনমান ভৰালানে বাৰু, মোৰ সুধিবলৈকে নহ'ল।

অনু ঃ বাদ দিয়া কিতাপ। এতিয়া কলেজত পঢ়ুৱাবো দৰকাৰ নাই, পঢ়াৰো দৰকাৰ নাই।

প্ৰশান্ত ঃ তথাপি মই অফিচৰ পৰা নহালৈকে, মানে মই ছুটী নোলোৱালৈকে... একোবাৰে তোমাৰ ওচৰত সম্পূৰ্ণভাৱে থাকিব নোৱাৰালৈকে.....

অনু ঃ পুৱা আৰু সন্ধ্যা যে দৌৰি দৌৰি খবৰ দি যায় সৰু সৰু ল'ৰাবোৰ, সিহঁতৰ আৰু এজন গ্ৰাহক বাঢ়িব দিয়া এইকেইদিন। (চিৰিয়েদি উঠে)

**প্ৰশান্ত** : লাহে লাহে অনুপমা, লাহে লাহে, সাৱধানে......খুব লাহে লাহে উঠিবা চিৰিয়েদি। এটা এটাকৈ খোজ পেলাবা প্লিজ! কোনো ৰিস্ক নল'বা, যিকোনো ৰিস্ক.....।

**অনু** : হ'ব হ'ব ব'লা, তুমি বৰ চিৰিয়াচহে থাকা। অ'ৰ'বা, আমাক কৈ আছিলোঁ। (চিৰি উঠি উঠি আগবাঢ়ে) দৌৰি ফুৰা খবৰ কাগজৰ হকাৰবোৰে কথা, এই হকাৰবোৰ ইমান দৌৰি দৌৰি গৈ কিয় খবৰ বিলায়!

**প্ৰশান্ত** : সিহঁতৰ দৌৰবোৰ মোৰ বৰ অপছন্দ। মইও ভাবোঁ আজিকালিতো সিহঁতে কোনো ভাল খবৰেই নিবিলায়। অথচ এই বেয়া খবৰবোৰ দিবলৈকে সিহঁতৰ ইমান দৌৰা দৌৰি, ইমান প্ৰতিযোগিতা! যেন কোনে কাৰ আগত খবৰবোৰ সোনকালে দিবগৈ পাৰে, এই সময়ৰ আটাইতকৈ ডাঙৰ দুঃসংবাদবোৰ।

**অনু** : আস্ একমিনিট ৰ'বা। মই অকণমান জিৰাই লওঁ এইখিনিতে।

**প্ৰশান্ত** : অ' অলপ বৈ লোৱা দিয়া। ৰ'ব পেপাৰ এখন পাৰি দিওঁ, অলপ বহিবা নেকি ইয়াতে?

**অনু** : হ'ব হ'ব, অলপ ৰৈছোঁ এনেয়ে বিশেষ একো হোৱা নাই, চিন্তাৰ কাৰণ একো নাই।

**প্ৰশান্ত** : সেইবাবেইতো কৈছিলোঁ লিফ্‌টেদি যাওঁ বুলি।

**অনু** : হ'ব বুজিছা, মোৰ বিশেষ একো হোৱা নাই। চিৰিয়েদি আহিলেচোন নৰ্মেল মানুহৰো ভাগৰ লাগে। তোমাৰ লগা নাই? মোৰো এটা নৰ্মেল ভাগৰেই লাগিছে।

**প্ৰশান্ত** : কিন্তু অনু, তোমাৰতো এয়া নৰ্মেল সময় নহয়! (প্ৰায় স্বগতঃভাবে) এই বাৰ বছৰ দীৰ্ঘদিনৰ অপেক্ষাৰ তুমি আৰু মই ব্যাকুলভাবে বৈ থকা, মোৰ পিতৃত্ব অংহকাৰৰ সপোনৰ ঈপ্সিত এই বৰ্তমানৰ সময় কি নৰ্মেল সময়। অত্যাধিক সাৱধান থাকিব লগা তুমি অনুপমা আজি কি নৰ্মেল অনুপমা, স্বাভাৱিক অনুপমা!!

দৃশ্যান্তৰ। হস্পিতেলৰ কেবিন। কোঠাটো চিজিল কৰি থাকে।

**প্ৰশান্ত** : আস্ এতিয়াহে বৰ স্বস্তি লাগিছে বুজিছা। চিৰিটো উঠি আহোঁতে মোৰ ভয়েই লাগিছে। তুমি এতিয়া দীঘল দি পৰি দিয়া। ডাঃৰ অলপ পিছত আহিব যদিও। সকলো ঠিকে থাকে যাব বুজিছা......(বৈ) তুমি কিবা অসুবিধা পাইছা নেকি?

**অনু** : নাই, অসুবিধা পাব লগা কিটো আছে!

**প্ৰশান্ত** : লাল চাহ একাপ খাবা নেকি? নহ'লে কফি একাপকে বনাওঁ, ব্লেক কফি...ফ্লাস্কত গৰম পানী আছেই।

**অনু** : বাকা নহ'লে, একাপ কফিকে বাক......

**প্ৰশান্ত** : মই জানিছিলোঁ তুমি কফিকেই পছন্দ কৰিবা।

**অনু** : কেনেকৈ জানিলা?

**প্ৰশান্ত** : কাৰণ কফি তোমাৰ ট্ৰেডিচনেলি প্ৰিয়।

**অনু** : কফিয়েই আছিল আমাৰ পৰিচয়ৰ অন্যতম বিনিময়, তোমাৰ মনত আছেনে....

**প্ৰশান্ত** : খুব ভালদৰে মনত আছে অনু। ইউনিভাৰচিটিৰ হোষ্টেললৈ তুমি গৈছিলা ৰূপাৰ লগত, ৰূপা বন্ধুৰ কোঠালৈ আহিছিল। মাত্ৰ কেইদিনমানৰ আগতেই হৈছিল আমাৰ চিনাকি।

**অনু** : হোষ্টেলৰ বহল সুদীৰ্ঘ বাৰাণ্ডাখনৰ সমানেই দীঘল ওৱালখনৰ এমুৰত তুমি বহি আছিলা- হাতকটা এটা গেঞ্জী পিন্ধি। তোমাৰ হাতত বোধহয় এখন কিতাপ আছিল।

**প্ৰশান্ত** : তোমাৰ বান্ধৱীয়ে তেওঁৰ বন্ধুক লগ পোৱা নাছিল, তুমি উভতি আহি মোৰ ৰুমৰ ঠিক কাষ পাইছিলাহি।

**অনু** : তুমি এইবাৰ দুৱাৰ মুখতে বৈ আছিলা- তোমাৰ ৰুমৰ দুৱাৰ খুলি ফিৰ্‌ফিৰিয়া পাতল হালধীয়া ৰঙৰ হাৱাইন চাৰ্ট এটা পিন্ধি, হয়তো মূৰটোও ভালদৰে আঁচুৰি....।

**প্ৰশান্ত** : মই অৱশ্যে আশাও কৰিছিলোঁ। এটা শিহৰণো ভিতৰি ভিতৰি অনুভৱ কৰিছিলোঁ। হয়তো তোমলোকক, বিশেষভাৱে তোমাক মোৰ ৰুমলৈ অহাটো আশা কৰিছিলোঁ।

**অনু** : তুমি মোৰ কথা পাতিছিলা, আমাক মাতিছিলা- কৈছিলা ৰুমত বহিবলৈ আৰু মনত আছেনে তোমাৰ, মোৰ কিন্তু স্পষ্ট মনত আছে তুমি কৈছিলা 'আহা একাপ নহ'লে কফিকে খাই যোৱা, ব্লেক কফি। মই অৱশ্যে কফি বেয়া নবনাওঁ'।

**প্ৰশান্ত** : ঠিক কোনো এখন ইংৰাজী বেষ্ট চেলাৰ উপন্যাসৰ নায়কৰ দৰে ক'ব নোৱাৰিলেও মই অৱশ্যে সঁচাকৈয়ে বনাব পাৰিছিলোঁ ভাল কফি, সেইটো অৱশ্যে ব্লেক কফি, কিন্তু তুমি হ'লে সেইদিনা মোৰ কফিৰ সোৱাদ নল'লা।

অনু : মই জানিছিলোঁ তুমি নিশ্চয় বেয়া পোৱা নাছিলা-।

প্ৰশান্ত : তুমি সেইদিনা নাইবা বাবেই বোধহয মোৰ গোটেই জীৱনলৈকে আহিলা।

অনু : সেইদিনাৰ নোখোৱা কফি কাপৰ আৰম্ভণিৰে আজি অত' বছৰৰ তোমাৰ সান্নিধ্যৰ আস্বাদন। এই সোৱাদ মই সকলো সময়ত পাওঁ আৰু সকলো সময়তে অনুভৱ কৰিব পাৰোঁ। আৰু যেন কেতিয়াও এৰিব নোখোজোঁ এই স্পৰ্শ অথবা এই উত্তাপ।

প্ৰশান্ত : সেইবাবেই অনুপমা মই অনবৰতে কওঁ অতি সাৱধানে লাহে লাহে সকলোবোৰ কৰিবলৈ। ইমানদিনৰ মূৰত এই এনে এটা কোঠালৈ আমি আহিব পাৰিছোঁ, ইমানদিনৰ মূৰত তুমি হযতো প্ৰসৱ যন্ত্ৰণাৰ আনন্দ লাভ কৰিবা। আৰু তুমিতো ভালদৰেই জানা আৰু বুজি পোৱা অনুপমা, তুমি কিমান সাৱধানে থাকিব লগা হৈছে! যদি কিবা কাৰণত তোমাৰ ।
(দুৱাৰত টক টক শব্দ)

অনু : চাওঁ হাত এৰি দিয়া, দুৱাৰখন খোলা। কোনোবা আহিছে, ডাঃৰ বা চিষ্টাৰ।
দৃশ্যান্তৰ। প্ৰশান্তৰ অফিচ। মেনেজাৰৰ চেম্বাৰ।

মেনেজাৰ : আহক আহক বৰুৱা, বহক। পুৱাই আপোনাৰ এটা ট্ৰাংককল আহিছিল আপুনি তেতিয়া অফিচ পোৱাহিযেই নাই।

প্ৰশান্ত : ট্ৰাংককল, ক'ৰ পৰা?

মেনেজাৰ : তেজপুৰৰ পৰা। আপোনাৰ ঘৰৰপৰা। আপোনাৰ ওৱাইফক হস্পিটেলাইজড্ কৰিছে নেকি সুধিছিল।

প্ৰশান্ত : মেডিকেল কলেজ হস্পিতেলৰ ভৰ্তি কৰিলোঁ। মোৰ কালিৰেপৰা লিভ্। বেচ দীঘলীয়া ছুটি লৈছোঁ। এপ্লিকেচন্ কৰাই আছে, আপুনিতো জানেই, স্যাংকচনও হৈ গৈছে। মই ইতিমধ্যে চক্ৰবৰ্তীক চাৰ্জ দি আছোঁ।

মেনেজাৰ : সেইবোৰ বাদ হৈ থাকিব। এতিয়া আপোনাৰ মিছেছৰ খবৰ কওঁক, ভালে আছেতো?

প্ৰশান্ত : ভালেই আছে। অৱশ্যে কাউন্ট-ডাউন ইতিমধ্যে চক্ৰবৰ্তীক চাৰ্জ দি আছোঁ।

মেনেজাৰ : কাউন্ট -ডাউন আৰম্ভ হৈছি? শব্দটো ঠিকেই কৈছে বৰুৱা, আচলতে গোটেই জীৱনটোৱেই যেন এটা অনন্ত কাউন্ট-ডাইন। কি কয় বৰুৱা?

প্ৰশান্ত : এইটো চাৰ একেবাৰে বকৰ প্ৰশ্নত যুধিষ্ঠিৰৰ শেষ উত্তৰ। আচলতে চাৰ, জীৱনটো বোধহয় এটা নিৰ্দিষ্ট কাউন্ট ডাউন নহয। ই যেন অনন্ত কাউন্ট ডাউনৰ সমষ্টিহে। যিমান দিনলৈকে গণনা থাকে সিমান দিনলৈকে এই জীৱন চলি থাকে।

মেনেজাৰ : আপোনাৰ উত্তৰ কিন্তু সাংঘাতিক দেই। অৱশ্যে আমি মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত সমূহৰ এই অনন্তটো ভাবিব নোৱাৰাকৈ অনন্তহে (হাঁহি হাঁহি শেষেই নহয চোন!)

প্ৰশান্ত : হয়, এতিয়া অৱশ্যে মই শেষ কৰোঁ, কালিৰ পৰা মোৰ ছুটী।

মেনেজাৰ : হেৰি আপুনিচোন পৰহিৰে পৰাই ছুটী ল'ব পাৰিলেহেঁতেন।

প্ৰশান্ত : হ'ব হ'ব। এদিনহে। বিশেষ একো নহয়। তাতে আজিকালিৰ এই বন্ধবিলাকৰ একো ধৰিব নোৱাৰি।

মেনেজাৰ : হয দেই বৰুৱা। কিযে এটা দিন আহি পৰিছে।

প্ৰশান্ত : হয়, চাৰ এইটোও অনন্ত কাউন্ট ডাউনৰ মাজৰে একোটা।

মেনেজাৰ : (হাঁহি হাঁহি) সঁচাকৈ আপোনাৰ সাংঘাতিক উত্তৰ দেই। অ'কে, মোৰ শুভেচ্ছা থাকিল। খবৰ দিব।

প্ৰশান্ত : ধন্যবাদ।
দৃশ্যান্তৰ। অফিচ। প্ৰশান্ত অফিচৰ পৰা যাব ধৰে। জীৱনৰ টেবুলৰ কাষত প্ৰশান্ত।

প্ৰশান্ত : জীৱন মই অলপ সোনকালে যাওঁ। মোৰ ঘৰলৈ কোনোবা আহিলে মেডিকেললৈকে পঠাই দিবি।

জীৱন : কোৱাৰ্টাৰ হৈ যাবিনে? নে ডাইৰেক্ট মেডিকেল?

প্ৰশান্ত : মেডিকেল।

জীৱন : অনুপমাৰতো কলেজ বন্ধই।

প্ৰশান্ত : বন্ধ, অৱশ্যে ছুটীও বেচ আগতীয়াকৈ লৈ তেজপুৰৰ পৰা আহি মোৰ লগত ৰাখিছোঁহি।

জীৱন : হওক দে, কিন্তুতো কেয়াৰফুল হ'ব লাগিবই।

প্ৰশান্ত : সাৱধানতা যথেষ্ট ভাৱেই লৈছোঁ। নিজৰ কৰিব পৰা সকলোবোৰেই কৰিছোঁ। কিন্তু কিছুমানতো নিজৰ কৰিব পৰা সকলোবোৰেই কৰিছোঁ। কিন্তু কিছুমানতো নিজৰ আয়ত্তৰ বাহিৰত। সেইবাবেই কেৱল আশা কৰিছোঁ সকলোবোৰ ভাল হওক, হ'পিং ফৰ দি বেষ্ট।

জীৱন : এগু প্ৰিপেৰিং ফৰ দি বাৰ্থ!

প্ৰশান্ত : আচলতে জীৱন, আমাৰ দুয়োৰে মাজত বয়সৰ যথেষ্ট ব্যৱধান আছে যদিও অন্তৰংগ বন্ধুৰ দৰেই দুয়ো দুয়োকে ব্যৱহাৰ কৰোঁ। তোৰ ল'ৰা ছোৱালী ইমান ডাঙৰ; কিন্তু মই এইমাত্ৰহে কিবা এটা আশা কৰিছোঁ, যিটো মই তোক বিনা দ্বিধাই ক'ব পাৰোঁ। দেখাত আচলতে কথাটো নিত্যন্তই সাধাৰণ আৰু নৈমিত্তিক। পৃথিৱীত প্ৰতি মিনিটত কিমানটাকে সন্তান হয় সেই সম্পূৰ্ণ পৰিসংখ্যা মই নাজানোঁ আৰু তেনেদৰেই এইকেইদিনতে তেনেকুৱা যি কোনো এটা মিনিটত মোৰো হয়তো যিকোনো এটা সন্তান হ'ব। বিশ্বৰ বৰ্দ্ধিত জনসংখ্যাৰ সিও এটা হ'ব। কিন্তু নিজৰ উপলব্ধিৰ বাবেই নেকি মোৰ বাবে কিন্তু জন্মৰ অৰ্থ এতিয়া দ্ব্যৰ্থক নহয়। ই একেবাৰেই নিৰাশাবাদীও নহয়। মোৰ বাবে ই হ'ব লগা এটা তাৎপৰ্যপূৰ্ণভাবে অৰ্থবহ ঘটনা। প্ৰতিটো জন্মৰে একোটা অৰ্থ থাকে। মাত্ৰ আজিৰ এই অৱস্থাত ই কেতিয়াবা প্ৰতিপালিত নহয়, আৰু সিয়েই দুৰ্ভাগ্য আৰু সেইবাবেই জীৱন, হয়তো স্বাৰ্থপৰতাৰে বা হয়তো নিস্বাৰ্থভাৱে মই এতিয়া কেৱল আশাবাদী। আৰু সেইকাৰণেই আজি বাৰ বছৰৰ বন্ধ্যাত্বৰ পিছতো আজি সকলোতকৈ বেষ্ট টোকেই আশা কৰিছোঁ কোনো বাৰ্থ বা বেয়াৰ বাবে প্ৰস্তুতি নাইত। কিবা বেয়া হ'লে কি হ'ব সেইবোৰে একেবাৰে ভৰা নাই; অন্ততঃ এই মুহূৰ্তত।

জীৱন : তই অলপতে চিৰিয়াছ হৈ যাব। ধেৎ মই সেইবোৰ মিন কৰা নাইতো......

প্ৰশান্ত : (স্বাভাৱিক হৈ) নাই অ'- আচলতে বৰ টেনচনত থাকোঁ...অথবা মই এতিয়াও আছোঁ।

জীৱন : মই গধূলি মানে মেডিকেললৈ যাম।

প্ৰশান্ত : আহিবি, মই থাকিমেই, ফাষ্ট ফ্ল'ৰ, কেবিন নাম্বাৰ চিক্সটিন। গৈয়েই বাওঁহাতে...(প্ৰস্থান)।

দৃশ্যান্তৰ। মেডিকেল কলেজ হস্পিতেলৰ লেবাৰ ৰূমৰ সন্মুখৰ কৰিডৰ'ৰ অনুপমা লেবাৰ ৰূমত, প্ৰশান্ত উৎকণ্ঠাৰে বাহিৰত।

জীৱন : প্ৰশান্ত, প্ৰশান্ত- কি হ'ল, একেবাৰে দুৱাৰখনলৈকে যে চাই ৰৈ আছ......!

প্ৰশান্ত : জীৱন, উস্ তই যে আহিলি। ইমান অকলশৰীয়া অনুভৱ কৰি আছোঁ অথনিৰে পৰা।

জীৱন : কি হ'ল।

প্ৰশান্ত : আবেলিৰ পৰাই মাজে মাজে ইষ্টাট-বিচাত কৰি আছিল অনুপমাই। সন্ধ্যা মানতে পেইন ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। লগে লগে লেবাৰ ৰূমলৈ অনা হ'ল। আৰু প্ৰায় এঘণ্টামানৰ পৰাই এনেদৰে ৰৈ আছোঁ সৌ বহল দুৱাৰখনলৈ চাই চাই।

জীৱন : (হঠাৎ হাঁহি) দুৱাৰখনলৈ, চিন্তাৰে মূৰ উলিওৱালৈ -এই সোবাদ মই ভালদৰেই বুজোঁ।

প্ৰশান্ত : কি যে এক ৰোমাঞ্চকৰ অভিজ্ঞতা। দুৱাৰ খোলাৰ লগে লগে আমি এই আটাইবোৰে, প্ৰায় দহ- বাৰজন আসন্ন বাৰজন আসন্ন বাপেক, সম্ভাব্য ককা-আইতাক, খুড়াক আদি সকলোৰে আগবাঢ়ি যাওঁ, কিজানি আমাৰ নাম কয়। এই সময়খিনিতে বিভিন্ন চিন্তাৰে বিভিন্নভাৱে দুৱাৰ ফাঁক কৰি কেৱল মূৰটো বাহিৰ কৰি খবৰ দি আছে, ল'ৰা অথবা ছোৱালী+মোৰ নাম এতিয়ালৈ পৰা নাই।

জীৱন : চিগাৰেট এটাকে ল।

প্ৰশান্ত : নালাগে। বৰ অকলশৰীয়া লাগি আছিল, কোনো মানুহেই আহি পোৱা নাই; ইমান ততাতৈয়াও কৰিব লগা আজি একা নাছিল। কাৰণ আজিতো ইমান আগতীয়াকৈ কোনেও একোকে আশা কৰি নাছিল!

জীৱন : ফোন এটাকে কৰিব পাৰিলিহেঁতেন শহৰৰ ঘৰলৈ।

প্ৰশান্ত : সময় ক'ত? যি গতিত সময়ৰ পৰিৱৰ্তন আহিছিল মই এইবোৰ এৰি একেবাৰে তলৰ ইমাৰজেন্সিৰ ৰূমলৈ কেনেকৈ যাওঁ ফোন কৰিবলৈ? তই আহিছে অলপ সকাহ দিলিহি। কেনে চলিছে অফিচ? (এনেতে দুৱাৰ মেলাৰ শব্দ)

জীৱন : এই, দুৱাৰচোন আকৌ খুলিছে- এই তইচোন দুৱাৰৰ ওচৰ পালিগৈয়ে!

নাৰ্চ : ল'ৰা হৈছে? (আনন্দ, উত্তেজনা) কি কৈছে, কি কৈছে ল'ৰা হৈছে সচাঁকৈয়ে ল'ৰা হৈছে? (কিন্তু চিএৰি) ভালে আছেনে?

জীৱন : এই প্ৰশান্ত, ৰ-না প্লিজ, ৰ-না। নাৰ্চজীয়ে ল'ৰা হৈছে বুলিয়েই দুৱাৰখনচোন জপাই দিলে, তই কাকা চিএৰি আছ? কাক কি সুধি আছ?

প্ৰশান্ত : (অলপ প্ৰকৃতিস্থ হৈ) এৰা, নাৰ্চজনীয়ে কৈ গ'ল ল'ৰা হৈছে! কিন্তু অনুপমা ভালে আছেতো? কিমান ঈপ্সিত এই সময় মোৰ আৰু অনুৰ বাবে; কিন্তু অনু ঠিকে আছেতো?

জীৱন : প্ৰশান্ত, অলপ নাৰ্মেল হ' কংগ্ৰেচুলেচনচ্ ভাই। সঁচাকৈয়ে ভাল খবৰ। (প্ৰশান্তৰ কাষ চাপি) প্ৰশান্ত, এই প্ৰশান্ত তই এইবোৰ কি কৰিছ! চাওঁ এনেদৰে দুহাতেৰে মুখ ঢাকি চকু চলচলীয়া কৰিব পায়নে? ইস্ প্ৰশান্ত উঠ, নাপায়।

প্ৰশান্ত : সিহঁত নিশ্চয় ভাল আছে নহয়।

জীৱন : ভালে নিশ্চয় আছে, কিয় নাথাকিব। তই ইমান শংকাত কিয় ভোগ? সকলোবোৰ ভালে ভালে হৈ গৈছে। সকলোবোৰ এইগুচ্ওৱেলা এতিয়া তোৰ জীৱনৰেই এটা গুৰুত্বপূৰ্ণ খবৰ। এটা নতুন প্ৰজন্মৰ অংশীদাৰৰ জন্মৰ খবৰ।

প্ৰশান্ত : সঁচাকৈ, সঁচাকৈ বৰ গুৰত্বপূৰ্ণ খবৰ।

জীৱন : অনুপমা ওলাবলৈ এতিয়াও কমে এঘন্টামান লাগিব। ব'ল তলৰ ইমাৰজেন্সিৰ পৰা ঘৰলৈ ফোন কৰি খবৰ দি আঁহোগৈ।

প্ৰশান্ত : হয়, কথাটো ভবাই নাছিলোঁ। ব'ল অনু ওলাইমানে খবৰটোকে দি আহোঁ।

দৃশ্যান্তৰ। প্ৰশান্ত আৰু জীৱন খৰধৰকৈ আহে।

জীৱন : আস্তে, প্ৰশান্ত আস্তে। এনেদৰে দুই তিনিজাপ মাৰি চিৰিৰ পৰা নামি এইদৰে দৌৰিলে তই নিজেওঁ এটা খবৰ হৈ পৰিবি।

প্ৰশান্ত : সোনকালে, ফোনটো কৰিয়েই লগে লগে আহিব লাগে। অনু ওলাই আহোঁতেই মই লগ ধৰিব লাগে।

(মানুহৰ গুমগুমনি শব্দ শুনা যায়)

প্ৰশান্ত : ইমান কিহৰ গুম গুমনি?

জীৱন : মানুহৰ শব্দ। সন্ধ্যা সময়ত ভিজিটৰ বাঢ়েতো তাৰেই শব্দ বোধহয়।

প্ৰশান্ত : নহয় জীৱন, চা চোন চা- কিমান মানুহ, ইমাৰজেন্সি বাৰ্ডৰ কৰিড'ৰৰ সন্মুখত। চাচোন, কিমান মানুহ আছে বাৰান্দাত। চাচোন, কিমানে দৌৰাদৌৰি কৰি ফুৰিছে গোটেই মেডিকেলখনৰ বাহিৰত।

জীৱন : সচাঁকৈয়ে বহুত মানুহ দেখোন।

প্ৰশান্ত : (এজন মানুহক) হেৰি, কি হৈছে? ইমান মানুহ, ক'ৰবাত কিবা হৈছে নেকি?

মানুহ : ক'ৰবাত কিবা মানে, বোমা ফুটিছে, বোমা, বজাৰত। ডাঙৰ বোমা, কিমান ডাঙৰ বোমা কোনেও কব নোৱাৰে, গোটেই গনেশগুৰি কঁপি গৈছে, গোটেই বজাওৰ যাহিছিটিকা দিছে।

জীৱন : কি, মানুহ কিমান মৰিছে; কিমানে আঘাত পাইছে?

মানুহ : কিমান মৰিছে ক'ব নোৱাৰো। কিন্তু মিনি বাছেৰে এতিয়ালৈকে আঠ দহবাৰ মান আহত মানুহ আনিছে। বাছবিলাকৰ মজিয়া তেজেৰে ৰাঙালী। আছে, চিঞৰি চিঞৰি গগন ফাটি আছে। (প্ৰস্থান)

প্ৰশান্ত : ইস্ কোনে বোমা দিলে। কিয় দিলে?

জীৱন : ধেৎ, কিযে এটা প্ৰশ্নৰ কৰ-।

প্ৰশান্ত : মানুহ বাৰু কিমান মৰিব পাৰে।

জীৱন : মানুহ মৰাৰ কি হিচাপ থাকিব। দহটা, বিশটা, পঞ্চাশ বা এশটা বা তাতকৈও বেছি।

প্ৰশান্ত : এশটাই হওক বা দুটাই হওক মানুহ কিন্তু মৰিছে, মানুহ মৰিছে।

জীৱন : কিন্তু তই এইবিলাক বাদ দে। তোৰ এতিয়া, এইমাত্ৰ এটা ল'ৰাহৈছে যা, পাৰিলে ফোনটো কৰিআহ।

প্ৰশান্ত : ফোনৰ কথাটো পাহৰিয়েই গৈছিলোঁ। এতিয়া ইমান ভিৰত কেনেদৰে কি কৰা যায়? এই গেটৰ এইখিনিতে তই অলপমান ৰ, মই পাৰিলে ভিৰ ফালি টেলিফোনৰ কাষ চাপোঁ।

জীৱন : যা পাৰিলে খবৰটো দি আহগৈ।

প্ৰশান্ত : খবৰটো দিওঁগৈ। খবৰটো? কোনটো খবৰ- আচলতে কোনটো খবৰ? এতিয়াতো মোৰ হাতত এটাই খবৰ নাই। এতিয়া দুটা খবৰ। এটা দীৰ্ঘ দিন শাৰীৰিক বন্ধ্যাত্বৰ যন্ত্ৰণাৰ পৰা পোৱা মুক্তিৰ সদা নব-জাতকৰ খবৰ আৰু আনটো সমাজিক বন্ধ্যাত্ব সূচনাৰ সন্ত্ৰাসবাদৰ ক্ৰীড়নক হৈ বলি হোৱা নিৰপৰাধ নিৰীহ সাধাৰণ মানুহৰ আহত আৰু নিহতৰ খবৰ। কোনটো আচলতে আচল খবৰ। কোনটো আচলেতে আচল খবৰ। কোনটো গুৰুত্বপূৰ্ণ।

দৃশ্যান্তৰ। অনুপমাৰ কেবিনৰ বাহিৰত বেঞ্চিত বহি প্ৰশান্ত।

জীৱন : তোক ইমান বিচাৰিছিলোঁ তলত, তই গালি কলৈ?

প্ৰশান্ত : (নিমাত)

**জীৱন** : গেটৰ ওচৰতে তই ৰ'বলৈ কোনো ঠাইতে মই বহুসময় ৰৈ আছিলোঁ। মানুহবোৰৰ প্ৰচণ্ড ভীৰ। তই মন কৰিছিলিনে- একেলগে তিনিখন ট্ৰাক আহি ৰৈছিলহি যে ঠিক গেটৰ সন্মুখতে।

**জীৱন** : ও, দেখিছিলোঁ, মইও দেখিছিলোঁ।

**প্ৰশান্ত** : কি দেখিছিল।

**জীৱন** : ট্ৰকা কেইখন।

**প্ৰশান্ত** : অকল ট্ৰাক কেইখনেই দেখিছিলিনে?

**জীৱন** : অকল ট্ৰাক কেইখন কোনে দেখা পাইছিল! কেৱল ট্ৰাক কেইখনকেই বা কোনো গুৰুত্ব দিছিল! মানুহৰ মৃতদেহেৰে ভৰি থকা ট্ৰাকবিলাকো মৃতদেহৰ দৰেই হৈ পৰিছিল।

**প্ৰশান্ত** : আৰু সেইসময়তেই মই টেলিফোনটোৰ কাষ চাপিছিলোঁৱেই, মোৰ সন্তান জন্মৰ খবৰটো দিবলৈ। কিন্তু মৃত্যুৰ ট্ৰাক কেইখনলৈ ঠেলি হেঁচি অহা গোটেই মানুহৰ ভিৰটোৱে মোক জন্মৰ খবৰ দিবলৈ নিদিলে, মই ক'ব নোৱাৰাকৈয়ে ভিৰৰ মাজত ঠেলা খাই একেকোষ মৃতদেহৰ ট্ৰাকৰ ওচৰ পাইছিলোহি।

**জীৱন** : তাৰ পিছত কি হ'ল।

**প্ৰশান্ত** : তাৰ পিছত কি হ'ব। মইও যেন গোটেই পৰিবেশৰ অঙ্গাঙ্গী হৈ পৰিলোঁ, কেৱল মৃতদেহৰ খবৰ বিচাৰি ফুৰা সধাৰণ মানুহ নহৈ মই যেন নিজৰ আত্মীয়, নিজৰ আত্মীয়, নিজৰ ভাই-ভনী, দেউতা-মা, বন্ধু বা নিজৰ সন্তানৰ লগৰ হৈ পৰিছিলোঁ। সামাজিকভাৱে মইও হাঁহাকাৰ কৰি ফুৰা মানুহবোৰৰ লগত মিলি গলোঁ।

**জীৱন** : ঘটনাটো অৱশ্যে বৰ কাৰুণ। কিন্তু প্ৰশান্ত, তই বৰ ইম'চনেল হৈ যাব।

**প্ৰশান্ত** : ইম'চন বোৰেই যদি এই মুহূৰ্তত সক্ৰিয় নহয়, তেনেহ'লে মানুহৰ সংবেদনশীলতা কিয়? তই মৃতদেহ বিলাক দেখিছিলিনে?

**জীৱন** : নাই চোৱা। আত্মীয় স্বজনৰ কান্দোন আৰু নিজ নিজ হেৰুৱা মানুহক উৎকণ্ঠান বিচাৰি ফুৰা বিচাৰি ফুৰা মানুহবোৰ দেখি মোৰ আৰু তাত ৰ'বৰ মন নগ'ল। মই গুচি আহিলোঁ। তই চালি নেকি?

**প্ৰশান্ত** : চালি মানে। গোটেই পৰিবেশটোৱেই মোৰ মৃত যেন লাগিছিল। ভিৰৰ ঠেলাই মোক ট্ৰাককেইখনৰ একেবাৰে কাষ পোৱাইছিলহি। সকলোৱেই ট্ৰাক কিখনৰ চকাত দোপ দি কাষবোৰত ধৰি হেতা-ওপৰা লগাইছে। কোনেও একো কথা ক'ব পৰা নাই। কেৱল ইস্ আস্। কোনোৱাই ভগৱানৰ নাম লৈছে, কোনোবাই উচুপি উচুপি কান্দিছে। (অলপ ৰৈ) মযো এসময়ত ক'ব নোৱাৰাকৈয়ে চকাটোত দোপ মাৰি ওপৰলৈ উঠিলোঁ। মোৰ সমগ্ৰ সত্তা শিলৰ দৰে জঠৰ হৈ পৰিল। বিস্তৃত ট্ৰাকৰ মজিযা ব্যাপী এইবোৰ কি পৰি আছে, এইবোৰ মানুহ নে- অলপ আগলৈকে এই মানুহবোৰেই এই পৃথিৱীত মোৰ দৰে জীৱন্ত আছিলনে? হাতত মোনা লৈ বজাৰ কৰি ফুৰা, ঘৰৰ পৰিযালৰ আহাৰ যোগোৱা এইবোৰৰ সঁচাকৈ জীযা মানুহ আছিলনে? মই চকুমুদি দিলোঁ। নামি আহিব খুজিও মই নামিব নোৱাৰিলোঁ। হঠাৎ চকু পৰিল ঠিক মোৰ ওচৰতে সৰু এটা শিশু। পুতলাৰ দৰেই থৰ লাগি হাত দুখন এতিয়া প্ৰসাৰিত হৈ আগবাঢ়ি আছে এক নিৰ্দিষ্ট ভংগীত। মোৰ বুকুখনত প্ৰচণ্ড এক খুন্দা অনুভৱ কৰিলোঁ। হাঁহাকাৰৰ ভংগীত হাত মেলি থকা, মই হাত মেলিযেই মৰম কৰিব পৰআ ঠিক মোৰ গাৰ ওচৰতে নিৰ্বোধভাৱে শুই থকা এই শিশুটো কাৰ? মই উঠি থকা ট্ৰাকখনত কঁকালৰ তলৰ অংশ নথকা এই শিশুটো কাৰ? মই উঠি থকা ট্ৰাকখনত কঁকালৰ তলৰ অংশ নথকা এই শিশুটোৱে তেতিয়াও চকু দুটা মেলিযেই আছিল। ক'ব নোৱাৰাকৈয়ে মোৰ হাতখন আগবাঢ়ি আহিছিল। শিশুটোৰ চকুযোৰ মই জপাই দি নামি আহিলোঁ।

**জীৱন** : তাৰ পিছত?

**প্ৰশান্ত** : তাৰ পিছত আহি আকৌ অনুপমাৰ ওচৰ পালোঁহি। অনুপমা তেতিয়াও লেবাৰ ৰুমত।

**জীৱন** : এতিয়া ক'ত?

**প্ৰশান্ত** : এতিয়া বেডলৈ অনা যথেষ্ট সময় হ'ল।

**জীৱন** : কি কৰি আছে?

**প্ৰশান্ত** : এই অলপ সময়ৰ আগেয়ে আকৌ শুই পৰিছে, মাক আৰু কেচুৱা দুয়ো। অনুৰ মাক ইতিমধ্যে পাইছেহি। লগতে আছে। মই সিইঁত শুই পৰা দেখি আকৌ আহি বহি আছোঁহি বাহিৰতে। তড়িৎ গতিত ঘটি যোৱা ঘটনাবোৰে মোক বৰ আমনি কৰি আছে। মই

এতিয়াও স্থিৰ হ'ব পৰা নাই.......।

জীৱন : আচলতে প্ৰশান্ত, এইবোৰ ঘটনা আজিকালিৰ প্ৰায় সাধাৰণ হৈ পৰিছেহি। ইমান চিৰিয়াচ্‌লি লৈ কৰিবি?

প্ৰশান্ত : অৱশ্যে হয়, ইমান চিৰিয়াচলি লৈ কি লাভ! যেতিয়ালৈকে নিজৰ বাবে এই সমস্যাবোৰে জীৱন্ত ৰূপত ধৰা নিদিব তেতিয়ালৈকে কোন কিমান চিৰিয়াচ হ'ব পাৰে বা এই চিৰিয়াচনেচ কিমান দ'লৈ শিপাব পাৰে!

জীৱন : সেইবোৰ এতিয়া বাদ দে! অনুপমা ঠিকে আছেতো! বেবী কেনে আছে, দেখিবলৈ কেনে হৈছে?? একেবাৰে চাগৈ ৰঙা, কোমল হৈ আছে!

প্ৰশান্ত : হয়তো আছে। গোটেই পৰিৱেশটো মোৰ মূৰত এনেদৰে সোমাই গৈছে, ঘটনাচক্ৰত মই এনেদৰে গাঢ় হৈ পৰিলোঁ, সকলোবোৰতে মই মোক দেখা পোৱা হলোঁ। সকলোতে, সকলোতে যেন মই, অনুপমা, তই, মোৰ সহকৰ্মী, মোৰ এইমাত্ৰ জন্ম হোৱা সৰু কেচুবাটোও..... আমি সকলোৱে যেন আজি ইমাৰজেন্সি ওৱাৰ্ডত চিঞৰি থকা মানুহবোৰৰ মাজত সোমাই আছোঁ। আহত যন্ত্ৰণাৰ চিঞৰ বাখৰ কৰি আছোঁ বা ট্ৰাক কেইখনৰ মজিয়াত নিঃসাৰ হৈ পৰি আছোঁ....

জীৱন : ধেৎ তই এইতেবাৰ কি বকি আছ......

প্ৰশান্ত : নহয় জীৱন, সময় হয়তো এনেদৰে আগবাঢ়িছে আমিও যিকোনো সময়তে যিকোনো পৰিস্থিতিৰ সন্মুখীন হ'ব লাগিব....।

জীৱন : কিন্তু আমি নতুন জন্মৰ বাবেও সাজু হ'ব লাগিব, তোৰ সন্তানক আদৰিব লাগিব।

প্ৰশান্ত : হয় জীৱন, সেই কাৰণেই মই বৰ আহত হৈছোঁ- শোক বা দুখত নহয়, এক অৱশ্যেম্ভাবী দুৰ্ভাগ্যৰ আশঙ্কাত। যিখন হাত আজি অতদিন উদ্যত আছিল মাত্ৰ দুখন সদ্যজাত তুলাৰদৰে কোমল গালত দুটা আঙুলিৰ আছিল মাত্ৰ দুখন সদ্যজাত তুলাৰ দৰে কোমল গালত আঙুলিৰ মৰমৰ বোল দিবৰ বাবে, তাৰ সদ্যজাত উত্তাপ আকুল আছিল যি কোলা, মোৰ, এই মানুহটোৰ, এই হাত দুখনেৰে এযুৰি বৰফ শীতল কোলা, মোৰ, এই মানুহটোৰ, এই দুখনেৰে এযুৰি বৰফ শীতল চকু এইমাত্ৰ জপাই থৈ আহিছোঁ। হয়তো সেইবাবেই এই খন হাতত এতিয়াই কোমল তুলাৰ দৰে গালৰ স্পৰ্শৰ উত্তাপ অনুভৱ কৰিব নোৱাৰিলোঁ। অনুৰ কাষতে শুই থকা মোৰ নিজৰ সন্তানটোক মই এইমুহূৰ্তত চুই চাব নোৱাৰিলোঁ.......।

দৃশ্যান্তৰ। তেজপুৰ। ৰাতি বিছনাত প্ৰশান্ত আৰু অনুপমা।

অনু : শুলানেকি তুমি।

প্ৰশান্ত : নাই, এনেয়ে চকুমুদি আছোঁ।

অনু : লাহে লাহে আমাৰ ল'ৰা ডাঙৰ হৈছেহি নহয়।

প্ৰশান্ত : আজি প্ৰায় চাৰিমাহেই হ'লহি। মোৰ ইমান দীঘলীয়া ছুটীও শেষ হ'লহি।

অনু : অহা সপ্তাহত ময়ো কলেজত জইন কৰিব লাগিব; কিন্তু ইয়াৰ যে নামেই ঠিক নহ'ল এতিয়াও!

প্ৰশান্ত : নাম, নামটো হ'ব দিয়া। নাম এটা এসময়ত দিলেই হ'ল।

অনু : যিকোনো এটা দিলেই হ'বনে? সেইটোৱেইচোন তাৰ প্ৰথম পৰিচয় হ'ব। তাৰ নামৰেই তাক জানিব মানুহে।

প্ৰশান্ত : (গহীন হৈ) অকল নাম কেনেকৈ প্ৰথম পৰিচয় হ'ব পাৰে অনু! তাৰ প্ৰথম পৰিচয় মানুহ। আচলতে মানুহৰ প্ৰথম পৰিচয় মানুহেই। তাৰ জন্মৰ দিনা যিবোৰ মানুহৰ মৃত শৰীৰ, যিবোৰ সৰু সৰু শিশুৰ নিষ্পাপ, নিস্পন্দ দেহ ট্ৰাক কেইখনৰ ওপৰত পৰি আছিল, যিবোৰ মৃতদেহ শাৰী শাৰীকৈ বাৰান্দাত পৰি আছিল, সিহঁতক কি নাম আছিল। সিহঁত কেৱল মানুহ আছিল- কেৱল মানুহ!

অনু : তোমাৰ যে কি হয়। অনবৰতে সুযোগ পালেই কেৱল মৃত্যুৰ কথা।

প্ৰশান্ত : মৃত্যুৰ বিভীষিকাৰ পৰা আঁতৰি থাকিব নোৱাৰোঁ বাবেই আমাৰ সন্তান জন্মৰে পৰা আজি চাৰিমাহে একেলগে আছোঁ। গোটেই ঘটনাটোৱে আৰু ঘটি থকা ঘটনাবোৰ মোক ইমান স্বাৰ্থপৰ কৰি তুলিছে মই যেন তোমালোকৰ কাকোৱেই এৰিব নোৱাৰোঁ এক মুহূৰ্তৰ বাবে হ'লেও। মই যেন এৰিব নোৱাৰোঁ তোমাক, মোৰ সন্তানক বা মোৰ পৰিয়ালক।

অনু : কিন্তু আমিতো প্ৰেক্টিকেল হ'ব লাগিব; জীৱনৰ সৈতে মুখামুখি হ'ব লাগিব। তোমাৰ লগতে একেলগে কাম

কৰা জীৱন হাজৰিকাৰ কথা মনত পেলোৱাচোন। তেওঁ কেনেদৰে কয়- এই বিভীষিকাৰ মাজতেইতো সংসাৰ। ঘটনা-দুৰ্ঘটনা সকলোবোৰ সমগ্ৰ স্থিতিটোৰে এটা অংশ?

প্ৰশান্ত : বাদ দিয়া। বাদ দিয়া তাৰ কথা। পৃথিৱীখন ইমান ভাবাবেগে নোহোৱাকৈ চাব পাৰিনে। সি এই প্ৰেক্টিকেল কথাবোৰ তেতিয়ালৈকে কৈ আছিল যেতিয়ালৈকে তাৰ ট্ৰান্সফাৰ হোৱা নাছিল তিনি চাৰিশ মাইল আঁতৰৰ ডিব্ৰুগড়লৈ।

অনু : এতিয়া কি কয় তেওঁ? মই কথাটো জনাই নাছিলোঁ। যিহওঁক মোৰ আৰু এজনী লগ ওলাইছে।

প্ৰশান্ত : কি কৰিব আৰু। ইমান সুন্দৰ তাৰ সংসাৰ। কলেজ, বিশ্ববিদ্যালয়ত পঢ়ি থকা ব্ৰিলিয়েন্ট ল'ৰা-ছোৱালী, ঘৈণীয়েকৰ ইমান ভাল চাকৰি গুৱাহাটীত, এইবোৰ সকলো এৰি ডিব্ৰুগড়ত কি অকলে থকা যায়? সেইবাবে শনিবাৰে ৰাতিৰ গাড়ীৰে সদায় গুৱাহাটী।

অনু : সেইটো আমি মানিয়েই ল'ব লাগিব যেতিয়া . ।

প্ৰশান্ত : মানি লোৱততো আপত্তি মোৰ নাছিল কেতিয়াও। সাধাৰণ অৱস্থাত মানি লোৱাত কি আপত্তি থাকিব পাৰে।

অনু : তেনেহ'লে তুমি ইমান চিন্তা কৰিছা কিয়? মোৰ জানো তোমাক এৰিবলৈ পাই বেয়া লগা নাই? মোৰ জানো তুমি অনবৰতে মোৰ ওচৰত, তোমাৰ সন্তানৰ ওচৰত, বা আমাৰ পৰিয়ালৰ ওচৰত থাকিলে বেয়া লাগে! নালাগে; খুব নিকট অৱস্থাক তোমাক অনুভৱ কৰিবলৈ সদায়েই মন যায়, সকলো সময়তে এনে হেন লাগে যেন তোমাৰ স্পৰ্শ মই অনুভৱ কৰিব পাৰোঁ যি কোনো মুহূৰ্ততে। গোটেই পৰিবেশ ব্যাপী থাকে তোমাৰ পৰিচিতি।

প্ৰশান্ত : কিন্তু আমাৰ পৰিচয়তো এতিয়া তোমাৰ মোৰ আয়ত্বত নাই। তোমাৰ কেতিয়াবা ভয় নেলাগেনে? এই সন্ত্ৰাসময় সময়ত যিকোনো পৰিবেশত, যিকোনো মুহূৰ্তত মই মৰি থাকিব পাৰোঁ। যিকোনো মুহূৰ্তত মই মৰি থাকিব পাৰোঁ। যিকোনো সময়ত, যিকোনো মুহূৰ্তত মই খবৰ পাব পাৰো কলেজৰ পৰা আহি থাকোতে তুমি ক'ৰবাত কেনেবাকৈ গুলিৰ আঘাত পালা!

অনু : প্ৰশান্ত, প্ৰশান্ত প্লীজ মনে মনে থাকা। অকস্মাৎ জিৰাই লোৱা। ইমান উত্তেজিত কিয় হৈছা। চাওঁ মোৰ সোণটো, মোৰ কাষলৈ আহা, আহাচোন মোৰ বুকুৰ মাজত সোমাই পৰা- কাইলৈ পুৱাই ইমান দিনৰ মূৰত যাবাগৈ, কিয় তেনে কথা কৈছা! আহা সোণটো, প্লিজ......

প্ৰশান্ত : আ..স্। আৰু জোৰে সাৱটি ধৰা অনু আৰু জোৰে। মোক যিমান পাৰা সিমান সোমাব দিয়া ভিতৰলৈ আৰু ভিতৰলৈ।

অনু : প্ৰশান্ত, প্ৰশান্ত মোৰ সোণ প্লিজ........

দৃশ্যান্তৰ। গুৱাহাটী। প্ৰশান্ত অফিচলৈ বুলি ওলাই আছে। জীৱন হাজৰিকাৰ ছোৱালী সুনয়নাই লগ পায়।

সুনয়না : অ' আঙ্কল দেখোন, কেতিয়া আহিল? ইস মানুহজনৰ একেবাৰে দেখাদেখিয়েই নাই।

প্ৰশান্ত : কালি পালোহি। মানে সন্ধ্যা।

সুনয়না : সন্ধ্যা? কিয় লাইট-চাইট জ্বলোৱা নাছিল নেকি? আমিতো কোনেও গন নাপালোঁ। আমাৰতো কোনোবা হ'লেও বেলকনিলৈ ওলাই আহে।

প্ৰশান্ত : নাই, আহি একেবাৰেই বিচনাত পৰি দিলোঁ।

সুনয়না : কিয়ে আপুনি আৰু; এনেদৰে মনে মনে আহি সোমাই পৰিব লাগেনে? আমাকতো এটা খবৰ দিব পাৰে।

প্ৰশান্ত : কিয় খবৰ নিদিন বাৰু।

সুনয়না : আহে আহে, সকলো শনিবাৰতো আহেই। কেতিয়াবা বুধবাৰেও গুচি আহে। আপোনাৰ কথা আহিলেই সোধে। আপুনি অহা বুলি জানিলেহে দেউতাই অলপ শান্তি পাব।

প্ৰশান্ত : কিয়?

সুনয়না : এনেদৰে আমাক এৰি দেউতা একেবাৰে থাকিব পৰা নাই। আমি যেন একেবাৰে আন্‌কেয়াৰড্ হৈ পৰিছোঁ দেউতাৰ এই অনুপস্থিতিত। আমিতো ডাঙৰ হৈছোঁ, এনেই চিন্তা কৰে দেউতাই.....।

প্ৰশান্ত : হ'ব দিয়া। মই আহিছোঁ নহয়, সকলো সুবিধা অসুবিধাত।

সুনয়না : আনৰ কি হয় নাজানো, আপুনি আহিল যেতিয়া মোৰ হলে চিনেমা চোৱা হ'ব। আপুনি খুড়ীৰ লগত ব্যস্ত হোৱা দিন ধৰি আৰু দেউতা বদলি হোৱাৰে পৰা ভি

চি আৰটো প্ৰায় এনেযে পৰি আছে।

**প্ৰশান্ত ঃ** কিয়?

**সুনয়না ঃ** চিনেমা কোনো চিলেক্ট কৰিব। আপুনিযে কি এটা টেষ্টগ্ৰ' কৰাকে আনকি মাযেও আপোনাৰ পছন্দৰ কেছেট হ'লেহে চাই ভাল পায়।

**প্ৰশান্ত ঃ** এইবাৰ এখন লিষ্ট দি দিম। তেনেদৰে চাই থাকিবা।

**প্ৰশান্ত ঃ** লিষ্ট দিব আৰু আপুনি নাহিব, সেইটো কেনেদৰে হ'ব। তাতে আজিকালি আপোনাৰ দীক্ষাৰে মযো দীক্ষিতা হৈছোঁ, মই ও আনকি চিনেমা চইচ্

**প্ৰশান্ত ঃ** বেচ ভাল কথা।

**সুনয়না ঃ** এই কেইদিনতে মোৰ টেষ্টৰ চিনাকি মই আপোনাক দিম।

**প্ৰশান্ত ঃ** বাৰু জীৱন আহক।

**সুনযনা ঃ** দেউতা আহিলে আকৌ চাম। কিন্তু দেউতা নাহিলেও চাম এইকেইদিনতে ।

**প্ৰশান্ত ঃ** হ'ব হ'ব বাৰু। সেইখন তোমাৰ ইউনিভাৰ্চিটিৰ বাছ নেকি?

**সুনয়না ঃ** অ' হয় হবলা। যাওঁ। কিন্তু আজিও ঘৰৰ লাইট অফ্ কৰি নাৰাখিব। দুখ কাৰ নালাগে। আমাৰ কিবা দুখ লগা নাই দেউতাক ইমান দুৰত ৰাখি, অকলশৰে ইযাত থাকি? সেইবাবে আমি কিবা লাইট অফ্ কৰি আছোনে?

দৃশ্যান্তৰ। মেনেজাৰ চেম্বাৰ।

**মেনেজাৰ ঃ** আহক বৰুৱা, আহক, বহক। লাহে লাহে নিশ্চয় চেটেল্ড হৈছে।

**প্ৰশান্ত ঃ** লাহে লাহে অৱশ্যে হৈছোঁ, কিন্তু মনটো বৰ স্থিৰ কৰিব পৰা নাই এতিয়াও।

**মেনেজাৰ ঃ** কোৱাইট নেচাৰেল, খুব স্বাভাৱিক কথা। লাহে লাহে সকলো ঠিক হৈ যাব। বলক, ইমান সন্ধ্যালৈকে কাম কৰেনে?

**প্ৰশান্ত ঃ** হ'ব চাৰ, ব'লক।

**মেনেজাৰ ঃ** বৰুৱা, আচলতে কি জানে, আপুনি আৰু আপোনাৰ বন্ধু জীৱন হাজৰিকাৰ লগত কথা পাতি মই ভাল পাওঁ, মনটো মুকলি হোৱা যেন অনুভৱ কৰোঁ। কিন্তু আপুনি ইমান দিনৰ ছুটীত আৰু হাজৰিকাৰ বদলি এইবোৰৰ পাছত এইকেইদিন কেৱল অফিচৰ কামৰ বাহিৰে আন একো নোহোৱাৰ দৰেই হৈ পৰিছিল।

**প্ৰশান্ত ঃ** অৱশ্যে হয, অকলে থাকিলে কেতিয়াবা অনুভৱ কৰা যায- মানে আন্তৰিক সঙ্গৰ অভাৱৰ।

**মেনেজাৰ ঃ** তাতে বৰুৱা, অফিচৰ কামৰ নুন্যতম আনুষ্ঠানিকতা বিলাকৰ বাহিৰে আপোনালোক দুযোজনৰ ওচৰতে মই ইনফৰমেলো চাগে।

**প্ৰশান্ত ঃ** থেঙ্ক ইউ চাৰ, অনেক ধন্যবাদ।

**মেনেজাৰ ঃ** এতিয়া অফিচ শেষৰ পিছত আৰু কোনো ফৰ্মেলিটি নাই। ন' থেঙ্ক ইউ, নাথিং। আচলতে মানে কি জানে এই আপোনালোক দুয়োজনৰ ওচৰতে মাজে মাজে কিছু কমপ্লে'ও অনুভৱ কৰোঁ, মানে হীনমন্যতাত ভুগো। আপোনাৰ অত্যন্ত সংবেদনশীল অথচ সুক্ষ্ম এনালাইটিক এ'প্ৰেচন আৰু জীৱন হাজৰিকাৰ পোন পটিযা তথা আৰ্টিকুলেট স্বভাৱ-ৰিয়েলি, মই বৰ উপভোগ কৰোঁ, হাজৰিকাক লগ পাইছেনে মানে জীৱন হাজৰিকাক?

**প্ৰশান্ত ঃ** নাই, সেই যোৱাৰে পৰা একেবাৰে লগ পোৱা নাই। শনিবাৰে সদায আহে, আৰু মই সেইদনাই গুচি যাওঁ তেজপুৰলৈ- মানে ঘৰলৈ। হাজৰিকাৰ ল'ৰা ছোৱালী আৰু মিছেছক অৱশ্যে প্ৰায়ে লগ পাওঁ। বিশেষ কোনো ব্যস্ততা নাথাকিলে তাতে অলপ বহোঁ, কিন্তু পৰিৱেশবোৰ কিবা ভাল নলগা হৈ আহিছে।

**মেনেজাৰ ঃ** হয দিযক, এই অলপ দিনতে গোটেই পৰিবেশৰ যথেষ্ট পৰিৱৰ্তন হৈ গৈছে।

**প্ৰশান্ত ঃ** পৰিবেশত পৰিৱৰ্তন সঁচাকৈ সকলো পিনৰ পৰাই আহিছে। মোৰ সন্তান হৈছে, জীৱনৰ ট্ৰান্সফাৰ হৈছে, সপ্তাহটোত এবাৰ বা দুবাৰকৈ নিজৰ ঘৰলৈ বুলি আহা-যোৱা কৰিছোঁ, নিজৰ নিজৰ পৰিয়ালৰ লগ লৈছোঁ।

**মেনেজাৰ ঃ** এইবোৰতো বৰুৱা স্বাভাৱিক পৰিৱৰ্তন। এই পৰিৱৰ্তনবোৰ আছে বাবেইতো বিকাশ আছে, বৃদ্ধি আছে।

**প্ৰশান্ত ঃ** কিন্তু এই অৱশ্যম্ভাৱী স্বাভাৱিক পৰিৱৰ্তন বোৰৰ লগে লগে বৌদ্ধিক অৱক্ষয়ৰ পৰিৱৰ্তনৰ যি বীজৰ সূচনা হৈছে এই একে সময়তে, সেইটো মন কৰিছেনে, কি এক সামাজিক সংকটৰ সন্মুখীন আমি হৈছোঁহি! (এনেতে- 'পেপাৰ-পেপাৰ, পেপাৰ' বুলি বিভিন্ন হ'কাৰৰ বিভিন্ন স্বৰত মাত শুনা যায়)

**হ'কাৰ১ ঃ** পেপাৰ, পেপাৰ, পেপাৰ। পেপাৰ, পেপাৰ, পেপাৰ। আজিৰ খবৰ, আজিৰ খবৰ, সন্ত্ৰাসবাদীৰ গুলিত পোন্ধৰজন নিহত।

(আবহ সংগীতৰ সুৰ)

**হ'কাৰ২ ঃ** পেপাৰ, পেপাৰ, পেপাৰ। আজিৰ খবৰ, তাজা খবৰ। ৰেলৰ ডবাত বোমা। পাঁচপন্নজনৰ মৃতদেহ উদ্ধাৰ।

(আবহ সংগীতৰ সুৰ)

**হ'কাৰ ঃ** পেপাৰ, পেপাৰ পেপাৰ। গৰম খবৰ, গৰম খবৰ। চিনেমা হলত মৃত্যু। সাতত্ৰিশ জন উদ্ধাৰ। দুবছৰৰ তলৰ শিশুৰ মৃতদেহ চিটৰ তলত উদ্ধাৰ।

(আবহ সংগীত)

**হকাৰ৪ ঃ** খবৰ, খবৰ, খবৰ, আজিৰ খবৰ। আলোচনা বিফল। যাত্ৰী বাছত শক্তিশালী বোমা... .

(আবহ সংগীত)

(হ'কাৰৰ চিএৰ লাহে লাহে কমি যায়)

**প্ৰশান্ত ঃ** এই দৌৰি দৌৰি যোৱা হ'কাৰবোৰ সিহঁতক দেখিলেই মোৰ ভয় লাগে। সিহঁতে যে নিতৌ কিমান পৰিবৰ্তনৰ খবৰ আনো নিতৌ কিমান দুসংবাদ দিব পাৰে। তাৰেই যেন দৌৰাদৌৰি লগাই ছে। প্ৰতিযোগিতা চলিছে কোনে কিমান সোনকালে পৌচাব পাৰে পৰিবৰ্তনৰ এই দুঃসংবাদবোৰ, হত্যাৰ নিৰ্লিপ্ত বাৰ্তা, মৃত্যুৰ সাধাৰণ সংবাদবোৰ।

**মেনেজাৰ ঃ** প্ৰতিদিনৰ এই খবৰ বিলাকে আজি আৰু কাকো বিশেষভাৱে অনুভৱ কৰাব নোৱাৰা হৈছে। মানুহৰ সংবেদনশীলতা যেন লাহে লাহে ইমিউনড্ গৈ গৈছে। একমাত্ৰ সংবাদ শিৰোনামা আৰু তাৎক্ষণিক শোক প্ৰকাশৰ বাহিৰে এই মৃত্যুয়ে কাৰোবাক আমনি দিয়েনে বৰুৱা?

**প্ৰশান্ত ঃ** মোক অন্ততঃ দিয়ে। কাৰণ মই সুখ বিচাৰোঁ। শান্তিৰ ভাগ-বতৰাৰে মই জীয়াই থাকিব বিচাৰোঁ। আৰু সেইবাবেই গভীৰ স্পৰ্শকাতৰতাৰে মই জীয়াই থাকিব খোজোঁ। কোনোবাই যদি নিৰবচ্ছিন্ন সুবিমল আনন্দ লাভ কৰে, কোনোবাই যদি জীৱনটোক আৰু দীঘলীয়া কৰাৰ চেষ্টা কৰে মই নিঃসন্দেহে তেওঁৰ আনন্দৰে। কিন্তু আজি এতিয়া এই পৰিবেশত এই সুযোগ আমি কোনোবাই পামনে?

**মেনেজাৰ ঃ** চৌদিশৰ বিভীষিকাত এতিয়া সকলোৱেই নিজক ৰক্ষা কৰাৰ বাহিৰে একো উপায় নেপোৱাৰ দৰেই হৈ পৰিছেহি।

**প্ৰশান্ত ঃ** সেই বাবেইতো নিজক জীয়াই ৰাখিব খুজিছোঁ আনৰ বাবে। গোটেই পৰিবেশটোত মৃত্যুভয়গ্ৰস্ততাই এনেদৰে আচ্ছন্ন কৰি ৰাখিছে যেন এই মাত্ৰ, এইমাত্ৰ যিকোনো এটা বুলেট মোৰ কপালৰ সোঁমাজেদি ওলাই যাব। মই উঠি অহা চিটিবাছখনত, কাম কৰি থকা অফিচটোত, মই বিলাহী কিনি থকা বজাৰখন, সকলো যেন যিকোনো মুহূৰ্ততে উৰি যাব। যিকোনো মুহূৰ্ততে যেন ক্ষীপ্ৰ গতিৰে একোটা স্প্লিন্টাৰ আহি মোৰ পেট ভেদ কৰি যাব আৰু মই অসহায় হৈ ৰাজ আলিত পৰি থাকিম, অনুপমাই সদায় লগত ৰাখিবলৈ দঢ়াই দঢ়াই কোৱা মোৰ আইডেন্টিটি কাৰ্ডখন চোলাৰ জেপতলৈ।

**মেনেজাৰ ঃ** বৰুৱা, আপুনি বৰ ভাবুক হৈ পৰিছে।

**প্ৰশান্ত ঃ** হয় বোধহয়। (বৈ, হুমুনিয়াহ এৰি) অনেক কথাইকৈ পেলালোঁ হঠাৎ। আচলতে মৰ্মে মৰ্মে অনুভৱ কৰোঁ মই। মোৰ সন্তান জন্ম হোৱা দিনা বা মোৰ সন্তানে মোৰ পত্নীৰ গৰ্ভত স্থিতি লোৱাৰ দিন ধৰি বা তাৰো অনেক আগৰে পৰাই বহুতো সুপৰিকল্পিত আঁচনি আছিল এইপৰিবৰ্তন সমূহৰ, এই সামাজিক অবক্ষয় বা বৌদ্ধিক ধ্বংসৰ সূচনাৰ। মোৰ সন্তানৰ জন্ম মোৰ বাবে এটা ডাঙৰ সামাজিক ক্ৰমবৰ্দ্ধমান শিশুটোৰ লগে লগে আনহাতে ক্ৰমবৰ্দ্ধিত হৈ আহিছে হত্যা আৰু মৃত্যুৰ পৰিবেশ আৰু এটা সময়ত নিশ্চিত ভাবে এইবোৰ হৈ পৰিব কেৱল এটা সাধাৰণ ঘটনা। চৌদিশে এসময়ত সকলোৰে নামত একো একোটা বুলেট উৰি থাকিব আৰু আমিবোৰ সকলো এই বুলেটৰ ফাঁকে ফাঁকে বুকুত বুলেট নলগাকৈ দৌৰি ফুৰিম। ফাঁকে ফাঁকে মৃত্যুৰ হাত সাৰি সাৰি।

<u>**দৃশ্যান্তৰ। প্ৰশান্তৰ ঘৰ। কলিং বেলৰ শব্দ। দুৱাৰ খোলে।**</u>

**সুনয়না ঃ** বাহ, আপুনি সঁচাই আচৰিত দেই। আজিও লাইট জ্বলোৱা নাই। দুখ এনেদৰেই লাগি আছেনে?

**প্ৰশান্ত ঃ** আহা সুনয়না, আহা। এই মাত্ৰ সোমাই আহি বহি লৈছিলোঁ। তোমালোকৰ ঘৰলৈকে যাম বুলি ভাবিছিলোঁ। মোৰ কিবা মেছেজ আছে নেকি? মানে

কোনোবা আহিছিল নেকি ?

**সুনয়না ঃ** নাইতো, কোনো অহা নাই , একোটো খবৰ নাই । কিয় ?

**প্ৰশান্ত ঃ** আজি মোক বিচাৰি এজন অচিনাকী মানুহ আহিছিল হেনো, তিনিবাৰমান অফিচলৈকে আহিছিল। মই আকৌ সেই সময়খিনিত নাছিলোঁ। দুবাৰমান ফোনও আহিছিল। মই আকৌ সেই সময়খিনিত নাছিলোঁ। দুবাৰমান ফোনও আহিছিল। কিন্তু একো খবৰ নাপালোঁ।

**সুনয়না ঃ** কোনো অফিচৰ কামতেই আহিছিল চাগৈ। মিছাতে এনেয়ে চিন্তা কৰিছে ।

**প্ৰশান্ত ঃ** অফিচৰ কামত মানুহজন বাৰে বাৰে কিয় আহিব । নিশ্চয় কিবা জৰুৰী খবৰ আছে । মই অফিচ ছুটীৰ পিছতো বহু সময় বৈ আছিলোঁ। ঘৰত কিবা হৈছে নেকি! নতুবা তেজপুৰত।

**সুনয়না ঃ** ক'তা, আজিতো পেপাৰত একো দিয়া নাই। সন্ধিয়াৰ বাতৰিতো বিশেষ একো কোৱা নাই

**প্ৰশান্ত ঃ** হ'ব পাৰে ! বাৰু সেইবোৰ বাদ দিয়া। কোৱা, খবৰ কোৱা তোমালোকৰ।

**সুনয়না ঃ** খবৰেই দিবলৈ আহিছিলোঁ আপোনাক, কিন্তু আপোনাৰ লোকৰ মুড্ দেখিয়েই বৈ গলোঁ।

**প্ৰশান্ত ঃ** হয় দিয়া, আজিকালি মন একেবাৰেই ভাল নাথাকে। টেলিফোন আহিলে, দুৱাৰৰ কলিং বেল বাজিলে সঁচাকৈয়ে ভয় লাগি যায়, কিজানি কিবা বেয়া খবৰেই আহিল!

**সুনয়না ঃ** আপোনাৰ এই মানসিক অবস্থাটো যেন মিনাল কুন্ডোৰ উপন্যাস এখনৰ নামটোৰ দৰেই- আনবিয়েৰেবল লাইটনেচ অব্ বিইং'।

**প্ৰশান্ত ঃ** অৱশ্যে কনটেন্টটো কিছু বেলেগ ধৰণৰ ।

**সুনয়না ঃ** কনটেন্টটো যিয়েই নহওঁক , নামটোৰ ভাবানুবাদ আপোনাৰ স্থিতিৰ লগত হুবহু মিলি যায়। কি হ'ব পাৰে অসমীয়া অনুবাদ 'আনৰিয়েবল লাইটনেচ অব্ বিইংৰ'?

**প্ৰশান্ত ঃ** অনুবাদ, ধৰিলোৱা 'বিয়িং' মানে এই ক্ষেত্ৰত অবস্থা বা স্থিতাবস্থা। 'আনবিয়েৰেবল' মানে অসহনীয়া আৰু থাকিল 'লাইটনেচ। এনেদৰেই কৰিব পাৰি। 'স্থিতাবস্থাৰ অসহনীয় ভৰশূন্যতা'। কিন্তু তুমি বেছ ডাঙৰ হৈ গৈছা দেই।

**সুনয়না ঃ** আৰু সেইবাবেই এনে জাতীয় চিনেমা আজিকালি ময়ো চিলেক্ট কৰিব পৰা হৈছোঁ।

**প্ৰশান্ত ঃ** কি আজি ভি চি আৰ দুয়োটাৰে। চিনেমা শ্যাম বেনেগ্যালৰ কন্দুৰা, স্পিলবাৰ্গৰ এখন হ'ৰৰ

**প্ৰশান্ত ঃ** আৰু কি?

**সুনয়না ঃ** আৰু, আৰু আনখন আপোনাৰ চিনেমা, আপোনাৰ 'আনবিয়েৰেবল লাইটনেচ অব্ বিইং', কি কৈছিল আপুনি স্থিতাৱস্থাৰ অসহনীয় ভৰশূন্যতা ।

দৃশ্যান্তৰ। ৰাতি দুপৰ টেলিফোনৰ ৰিং বহুসময় হৈ থাকে।

**মেনেজাৰ ঃ** হেল্লো'

**প্ৰশান্ত ঃ** চাৰ মই বৰুৱা, প্ৰশান্ত বৰুৱা।

**মেনেজাৰ ঃ** অ' বৰুৱা কওক, ইমান ৰাতি?

**প্ৰশান্ত ঃ** চাৰ কিবা গম পাইছে নেকি? এটা বেয়া খবৰ!

**মেনেজাৰ ঃ** অ' বৰুৱা কওক, ইমান ৰাতি?

**প্ৰশান্ত ঃ** চাৰ কিবা গম পাইছে নেকি? এটা বেয়া খবৰ!

**মেনেজাৰ ঃ** নাইতো, একো পোৱা নাই। কিবা হ'ল নেকি?

**প্ৰশান্ত ঃ** আজি সন্ধিয়াৰ বাতৰিত খবৰটো দিছিল আমি অৱশ্যে ক'ব নোৱাৰিলোঁ।

**মেনেজাৰ ঃ** অ' নিউজত মই শুনিছিলোঁ ডিব্ৰুগডত পুলিচ আৰু উগ্ৰপন্থীৰ গুলিয়াগুলীত কেইবাজনো সাধাৰণ মানুহৰ মৃত্যু হৈছে বুলি

**প্ৰশান্ত ঃ** হয় চাৰ, আমাৰ জীৱন- জীৱন হাজৰিকা।

**মেনেজাৰ ঃ** অ' মাই লৰ্ড।

**প্ৰশান্ত ঃ** হয় চাৰ, আমাৰ জীৱন- জীৱন হাজৰিকা।

**মেনেজাৰ ঃ** মই এতিয়াই ওলাইছোঁ, কোনখন শ্মশানত!

**প্ৰশান্ত ঃ** নৱগ্ৰহত চাৰ।

দৃশ্যান্তৰ। শ্মশান। প্ৰশান্ত আৰু মেনেজাৰ ওলাই আহে। নেপথ্যত জুই।

**মেনেজাৰ ঃ** মানুহবোৰ প্ৰায় সকলো গৈছেগৈ। বৰুৱা, আপুনি নাযায়- বলক, মোৰ গাড়ীতেই যাওঁ।

**প্ৰশান্ত ঃ** (হুমুনিয়াহ এৰি) বলক চাৰ .

**মেনেজাৰ ঃ** বৰুৱা ।

**প্ৰশান্ত ঃ** গোটেই ঘটনাটো আকৌ মোৰ সন্মুখতে ঘটি গ'ল। ইমান ক্ষীপ্ৰতাৰে হৈ গ'ল মই যেন ক'বই নোৱাৰিলোঁ। ইমান সময়লৈকে সকলো যেন যন্ত্ৰৰ দৰেই চলি

আছিল।

**মেনেজাৰ :** আপুনি তেতিয়া আছিল ক'ত?

**প্ৰশান্ত :** সন্ধ্যা সুনয়না আহি নিমন্ত্ৰণ কৰি গৈছিল ভাল চিনেমাৰ কেছেট চোৱাৰ। মইও আজি পুৱাৰে পৰা বৰ ডিষ্টাৰ্বড আছিলোঁ। সেয়ে অলপ পলমকৈ হ'লেও শেষত তেওঁলোকৰ ঘৰ পাই ছিলোগৈ। মোৰ বাবেই স্পিলবাৰ্গৰ এখন হ'ৰৰ.....

**মেনোজাৰ :** তাৰ পিছত.......

**প্ৰশান্ত :** খুব শান্ত পৰিবেশত টি ভি টোৰ পৰা নিৰ্গত স্পিলবাৰ্গৰ হ'ৰৰ মুহূৰ্ত বিলাকে সৃষ্টি কৰা কৃত্ৰিম ভয়াবহতাত ক্ৰমে আমি সকলো সোমাই পৰিছিলোঁ- জীৱনৰ মিছেছ, ছোৱালী দুজনী, ল'ৰাটো আৰু মই। এনেতে, হঠাৎ কলিংবেল বাজি উঠিল, প্ৰথমে এবাৰ আৰু তাৰ পিছত দুবাৰ। কোনো উঠিবলৈ হইচ্ছা কৰা নাছিল যদিও সুনয়নাই উঠি দুৱাৰ খুলিলে।

**মেনেজাৰ :** তাৰ পিছত, খবৰটো কোনে আনিছিল........

**প্ৰশান্ত :** ঠিক দুৱাৰৰ ওচৰতে মই। দুৱাৰ খুলি দিয়া সুনয়নাৰ সিপাৰে এজন পুলিচ অফচাৰ। আইডেন্‌টিটি কাৰ্ড এখন হাতত লৈ অস্বাভাৱিক, গহীন স্বৰেৰে পুলিচ অফিচাৰজনে সুধিছিল- মোৰ স্পষ্ট মনত আছে, 'এইটো জীৱন হাজৰিকাৰ ঘৰ নহয়? 'সুনয়নাৰ স্বাভাৱিক উত্তৰ হঠাৎ কঁপি উঠিছিল- 'হয়, হয়। অফিচাৰজনে আকৌ আই কাৰ্ডখন দেখুৱালে। এইখন তেখেতৰ ফটো? সুনয়নাই উত্তৰ দিবই নাপালো। মাক দৌৰি আহি আমাৰ মাজতে পৰিলহি। আৰু তাৰ পিছত প্ৰচণ্ড চিএৰ বাখৰেৰে গোটেই ঘৰ ভাঙি পৰিল। মাক দৌৰি গৈ পুলিচৰ ভানখনত পৰি থকা জীৱনৰ মৃতদেহটো সাবটি ধৰি বহুসময় পৰি থাকিল। চিনেমাখন তেতিয়াও চলি আছিল। মই গৈ ভি. চি. আৰটোৰ চুইচ্‌টো অফ্ কৰিলোঁ।

**মেনেজাৰ :** মই আপোনাৰ অৱস্থাটো বুজিব পাৰিছোঁ।

**প্ৰশান্ত :** গোটেই ঘটনাটোৰ সাক্ষী মই। আনন্দ ৰোমাঞ্চকৰ মুহূৰ্তৰ এই তাৎক্ষণিক পৰিবৰ্তনৰ সাক্ষীও মই।

**মেনেজাৰ :** অৱশ্যে তেওঁৰ আই কাৰ্ডখনে তেওঁক চিনাকি কৰাত খুব সহজ কৰি পেলালে।

**প্ৰশান্ত :** কিন্তু চাৰ, প্ৰকৃততে এই পৰিচয়টোৱেই এতিয়া এটা দুৰ্বিসহ যন্ত্ৰণা হৈ পৰিছে। যিটো পৰিয়ালে এই দুষ্প্ৰাপ্য হৈ পৰা সুখ বা আনন্দ আৰু কেইটামান ঘন্টা হ'লেও বেছিকৈ উপভোগ কৰিব পৰিলোহেঁতেন, যিটো পৰিয়াল হাঁহি-খিকিন্দালিৰে নিষ্পাপ সময় জীৱনটোৰ বাবে আধা ঘন্টা হ'লেও অধিক উপভোগ কৰিব পাৰিলোহেঁতেন, সাধাৰণ পৰিচয়- নামাখনে গোটেই অৱস্থাটোৰ ওলট পালট কৰি পেলালে। একেই সময়তে এক কদৰ্যৰূপ ধাৰণ কৰিলে।

**মেনেজাৰ :** বক্ষবা প্লিজ...... অলপ শান্ত হওক... ষ্টেবল্ হওক.....

**প্ৰশান্ত :** হয় চাৰ, মই ষ্টেবল্ হোৱা উচিত, মই শান্ত হোৱা উচিত। আৰু নিত্যন্তই স্থিৰ ভাৱে মই অনুভৱ কৰা উচিত চৌপাশৰ ভয়াবহতা আৰু মোৰ শাৰীৰিক পাৰ্থিব পৰিচয়ৰ যেন মোৰ পৰিয়ালৰ তাৎক্ষণিক দুখৰ কাৰম হৈ নুঠক। যিমান পাৰে সিমান পলমকৈ যেন মোৰ পৰিয়ালে গম পাওক মোৰ মৃত্যুৰ সংবাদ। সকলোৱে সুন্দৰভাৱে জীয়াই থাকিব পৰা অকণমান সময় - বহু সময়।

<u>**সমাপ্ত**</u>

# এখন সেউজীয়া খামৰ চিঠি

## নাট্যকাৰ # নৰেন পাটগিৰি

চৰিত্ৰসমূহ ঃ

১/ ধেনু. . চুলাই মদৰ বেপাৰী

২/ ঘটি ... চিপাহী

৩/ অৰুন্ধতী ... ডি, এচ পি

৪/ অম্লান ... আত্মগোপনকাৰী সংগঠনৰ সদস্য

৫/ পাৰ্থ.....ডি এচ.পি

৬/ ব্ৰহ্মা ... ৰাজনৈতিক নেতা।

**(ধেনুৱে সৰু ৰেডিঅ' এটা লৈ প্ৰৱেশ কৰে। ৰেডিঅ'ত ক্ৰিকেটৰ ধাৰাভাস্য শুনা যায়)**

ধেনু ঃ কাম অন ইণ্ডিয়া, জিতা দো ইণ্ডিয়া গোল্ড দিলাডো

**মেডাম নমস্কাৰ- আট্টা - ন' বল মেডাম ক'লৈ গ'ল? আবে- অই - ঘটি নামাত কিয় বে? ধান্দাৰ সময়ত থানালৈ মাতি থাকিবি আৰু হিচ্ছা আনিব দিয়াৰ সময়ত দুটকা কমকৈ দিলেও দেখাবি দাদাগিৰি "নেই চলেগা।" শচীন আউট ইণ্ডিয়া দিলাদো।**

ঘটি ঃ মালতী।

ধেনু ঃ আট্টা কি হৈছে তোৰ?

ঘটি ঃ চিন্তা— জীৱন মৰণৰ চিন্তা-

ধেনু ঃ আবে জিন্দেগী আউৰ মত কা সওৱাল ইণ্ডিয়া- পাকিস্থান কা ক্ৰিকেট খেল। আ্যাই চালা— জাদেজা মাৰো-

ঘটি ঃ আবে —এইখন নেহৰু ষ্টেডিয়াম নহয়-থানা হয়। সেইটো বন্ধকৰ। মই মৰিব ধৰিছো চিন্তাত আৰু সি ক্ৰিকেট শুনি বান্দৰ নাচ দিবলৈ আহিছে। বন্ধ কৰ। (বন্ধ কৰে)

ধেনু ঃ আবে দেচপ্ৰেম একদম নাই। কৰিছো বাবা কিন্তু মেডামে মোক থানালৈ মাতি নিজে এবচেন্ট্ মাৰিছে যে। আবে আমাৰ লৈ নিচিনা মক্কেল থানালৈ মাতিলে নিজে প্ৰেজেন্ট থাকিব লাগে। আমি লাল্লু-পানজু নহয়বে।

ঘটি ঃ তাৰ দেমাকী চা। আবে দুই নম্বৰ চুলাই বিক্ৰী কৰ আৰু লেকচাৰ দিছে লাল্লু— পানজু নহয়?

ধেনু ঃ আলবৎ নহয়। আবে তই ঘটিৰাম— চুলাই বেচাৰ কাৰণে মই মাজে মাজে জেলৰ হাবা খাওঁনে নাখাওঁ-

ঘটি ঃ খাব।

ধেনু ঃ মোৰ নিচিনাকৈ দেশৰ গুলাই গুলাই নেতা কিছুমানে হাৱালত হাবা খায় নে নাখায়—

ঘটি ঃ খায় ।

ধেনু ঃ আবে সিহঁতে যদি লাল্লু-পানজু নহয়, মই কেনেকৈ হ'লো বে!

ঘটি ঃ তাৰ কথা চা। টেমা গৰম নকৰিবি। থানাত ডিউটি লাগিলেই মাথাটোৱে চাই ৰণে বজাই থাকে। ফালি পেলাম। চাও চাৰমিনাৰ এটা দে।

ধেনু ঃ ল। (ৰেডিঅ'তো আকৌ বজায়)

ঘটি ঃ আকৌ আৰম্ভ কৰিছ। আবে তই ক্ৰিকেট নুশুনিলে দেশৰ কি লোকচান হ'বৰে—

ধেনু ঃ নিচা বে। আবে মানুহে মাল নাখালেওতো একো লোকচান নহয়। নিচা

ঘটি ঃ ধ্যেৎ। বন্ধ কৰ। এইফালে আহ। লাইফ ইনচিউৰেঞ্চ মালটো তই বুজি পাব নে নাপাব?

ধেনু ঃ লাইফ ইনচিউৰেঞ্চটো পাওঁ, মাৰ্কেটত ওলোৱা নতুন বিলাতী মালটো যে—

ঘটি ঃ নহয় বে-- লাইফ ইনচিউৰঞ্চ -- লাইফ ইনচিউৰেঞ্চ --

ধেনু ঃ ও লাইফ্ ইনচিউৰেঞ্চ্। পাওঁ। মোৰ দোকানলৈ তাকী মাষ্টাৰ লাইফ ইনচিউৰেঞ্চ্ এজেন্ট এজন আহি তাকিলা পাটিক এল. আই. চি খোলাৰ বাবে তামাম পাঠ পঢ়াই থাকে বে--

ঘটি ঃ আচ্ছা আচ্ছা - মেচটো দে - লাইফ ইনচিউৰেঞ্চত চিঙ্গল চিঙ্গল মানে পাৰ্ট পাৰ্টকৈ ইনচিউৰেঞ্চ কৰাৰ চিচটেম্ আছে নে নাই।

ধেনু ঃ মানে--

ঘটি ঃ মানে-- তোৰ ফুল বদি ইনচিউৰেঞ্চ্ নকৰি হাত ভৰি, মাথা এইবোৰ চিঙ্গল চিঙ্গুল, পাৰ্ট পাৰ্টকৈ ইনচিউৰেঞ্চ কৰিব পাৰিনে নোৱাৰি?

ধেনু ঃ আট্টা-- নাপিতৰ মালিচ টাইপ বস্তু। ফুল বদি এক্সট্ৰা চাৰ্জ, মাথা মালিচ এক্সটা, খালীহাত এক্সটা, -- আবে মাথা মাৰিছ বে-কিয়?

ঘটি ঃ কিয় মানে দেখা নাই। দিনে ৰাতিয়ে থিচাউ থিচাউ চলিয়েই আছে। কোনোবাদিনা হাত ভৰি উৰি যাব আৰু

ঘটি ঃ কি জান, গুলীয়াগুলিত আমাৰ চিপাহী বিলাকৰ বেচিভাগৰে হাত নহ'লে ভৰিত গুলি লাগে বে

ধেনু ঃ আচ্ছা আচ্ছা

ঘটি ঃ তামাম দুখ লাগি যায়। হাত ভৰিৰ ফালে চালেই কান্দি দিবৰ মন যায়। এই দুখন হাত আৰু এই দুখন ভৰিত মালতীয়ে কম মালিচ দিছে।

ধেনু ঃ মালতী। অ্যাই--

ঘটি ঃ আবে চুবৰৰ বাতচা-- নিজৰ ঘৈণী হয় বে।

ধেনু ঃ মই আকৌ আইটেম বুলিহে মজা পাইছিলো।

ঘটি ঃ ধোৎ। ঘৰত গ'লেই তাই হাত ভৰি কেইখন মালিচ কৰি কৰি কয়।"সেহাটোৰ নকৰে নাই, হাত ভৰি কেইখনৰ কাৰণে ইনচিউৰেঞ্চ এইবাৰ কৰাবই কৰাব।"সেইকাৰণে হাত ভৰি কেইখনৰ চিঙ্গল চিঙ্গল ইনচিউৰেঞ্চ কৰি থৈ দিব পাৰিলে আৰু চিন্তা নাই। ভঙা চিঙা বা ডেমেজ হ'লেও মালটোতো পাম।

ধেনু ঃ আচ্ছা-- এল.আই . চি এজেন্টটোক লৈ আহিম নেকি? মাল খুৱালে ফ্ৰিতে কৰাই দিব,গেৰান্টি.

ঘটি ঃ মালটো খুৱাই তই লৈ আহিবি।

ধেনু ঃ আট্টা। এতিয়া ক-- মেদামে মোক কিয় মাতিছে?

ঘটি ঃ তোৰ ধান্দাত লাল জাণ্ডা গাৰি দিবলৈ।

ধেনু ঃ আট্টা। সঁচাই কৈছ নে জমাইছ বে?

ঘটি ঃ মেদামক আহিবলৈ দে-- গম পাই যাবি।

ধেনু ঃ আট্টা। তাৰ মানে এল. বি. ডব্লিউ। (ফোন বাজে)

ঘটি ঃ মাৰদাৰ। ইয়েচ,থানা স্পিকিং। চালাম মেদাম। ঘটিচিপাহী ঘটিৰামে ক'লো-- ইয়েচ মেদাম--। অম্লান দত্ত। ইয়েচ, ইয়েচ ইয়েচ। এইবাৰহে মৰিলি।

ধেনু ঃ কি হ'ল?

ঘটি ঃ ফিনিচ। হাতভৰি কেইখন এইবাৰ গ'ল।

ধেনু ঃ আট্টা। কেছ কি?

ঘটি ঃ অম্লান দত্ত। ইছ গ'ল-- নহয় ফচ্‌কৈ মুখৰ পৰা ওলায়। মেদামে কাকো ক'বলৈ মানা কৰি দিছিল। তই কিন্তু কাকো নকবি। লেতেৰা সন্ত্ৰাসবাদী অম্লান দত্তক "চানৰাইজ হোটেলত" এৰেষ্ট্ কৰিছে। থানালৈ আনি আছে। ইফালে থানাত নাই এজনো চিপাহী। মেদাম নথকা দেখি চুবৰৰ বাতচাহঁতে ধান্দাত ওলাই গৈছে।

ধেনু ঃ ময়ো যাও নেকি?

ঘটি ঃ আবে বহি থাক। কি কৰা যায়- হুইচেলটোকে বজাই দিওঁ। অই ধেনু-- মাথাটোৰে কাম নকৰা হ'ল নহয়। মাল, একঢোক খাব পৰা হ'লে-- মেজাজটো ফিটিং হৈ গ'লহেঁতেন। আছে নেকি ষ্টকত?

ধেনু ঃ নাই বে। এটা কাম কৰো-- চাটকৈ গৈ লৈ আহো।

**(লাঠিৰ আগত টুপীতো লগাই)**

ঘটি ঃ আবে তাতকৈ মোৰ এইটোত এক লাঠি মাৰ। মেদাম আহি তোক কিবা কাৰণত বিচাৰিলে যদি নাপায়-- ছুবৰ দাহত বেৰক লথিয়াব। বহি থাক।

ধেনু ঃ অ' কে।

ঘটি ঃ আহি গ'ল? শ্বেৰণী আহি গ'ল। আবে ইয়াত থিয় দি কি ফালি আছ। সেই ফালে তাত বহি থাক।

ধেনু ঃ উফ্। বৰ কামোৰ। (চকীত বহে)

ঘটি ঃ আবে চকীত নহয়-- মাটিত বহ। তোৰ সেইটো ভাণ্ডি পেলাম। (বহি ৰেডিঅ'টো বজায় ধমক খাই বন্ধ কৰে।)

ধেনু ঃ আট্টা। (অৰুন্ধতীৰ প্ৰৱেশ- Music)

অৰু ঃ বাকীবোৰ ক'লৈ গ'ল?

ঘটি ঃ আছে মেদাম। (অম্লান সোমাই আহে)

ধেনু ঃ আছে। আট্টা-- তই দেখোন এইমাত্ৰ চব ধান্দাত ওলাই যোৱা বুলি।

অৰু ঃ এইজন কোন?

ঘটি ঃ ই কলনিত চুলাই বিক্ৰী কৰে মেদাম। মস্ত হাৰামী।

তাক বাৰে বাৰে মানা কৰা সত্বেও কথা শুনা নাই। কলনিৰ পৰিবেশটো ই একেবাৰে গেলাই দিছে। অহাকালি গৈ তাৰ ঘাটিটো ভাঙি থৈ আহিম নেকি মেদাম?

ধেনু : আট্টা!

অৰু : সেইবোৰ পিছত দেখা যাব। এতিয়া বাহিৰত,আউট। মই নোকোৱালৈকে কাকো ভিতৰ সোমাব নিদিবি। দিচ ইজ মাই অৰ্ডাৰ।

ঘটি : হ'ব মেদাম। অই ওলা। (অৰুন্ধতীয়ে ফোন কৰে)

অৰু : হেল্ল! এচ. পি. ছাৰ আছে? মই ডি. এচ. পি. অৰুন্ধতী চৌধুৰীয়ে কৈছো। — বৈছো— । ছাৰ, চৰি ছাৰ, এটা আৰ্জেন্ট্ মেচেজ্ আছে বাবে আপোনাক ডিচটাৰ্ব কৰিব লগা হ'ল। এক্সট্ৰা, ছাৰ, এক্সন গ্ৰুপৰ কামাণ্ডাৰ অম্লান দত্তক এৰেষ্ট কৰা হৈছে। ইয়েচ ছাৰ, ইট ইজ ট্ৰু-চানৰাইজ হোটেলৰ পৰা- - হঠাৎ ইনফৰমেশ্বন্ পাই অপাৰেশ্বন্ আৰম্ভ কৰিছিলো ছাৰ, এণ্ড অপাৰেশ্বন্ ইজ চাকচেচ্‌ফুল, নো কেজুয়েলটি্ ছাৰ, থানাত আছে ছাৰ, চিন্তা কৰিব লগা নাই। ছাৰ, ইট্ ইজ্ মাই ৰেচপন্‌চিবিলিটি্ ছাৰ, ইয়েচ, ইয়েচ ছাৰ। থেঙ্ক ইউ ছাৰ (Music)

অৰু : অম্লান দত্ত। নিষিদ্ধ সংগঠনৰ দুধৰ্ষ কামাণ্ডাৰ, বিপ্লৱ কিমান দূৰত সীমান্ত পাৰ হ'লনে?

অম্লান : অৰুন্ধতী!

অৰু : ন'! তুমি মোৰ নাম ধৰি নামাতিবা।

অম্লান : অৰুন্ধতী।

অৰু : ছিৎৎৎৎ.. ......। মাইন্দ ইয়োৰ লেঙ্গুয়েজ্। পাহৰি নাযাবা এইখন থানা আৰু মই তোমাৰ পৰা কোনো ধৰণৰ জবানবন্দী ল'ব নিবিচাৰো। যি ক'ব লগা আছে কৰ্টত ক'বা। দেটচ্ অল।

অম্লান : এইবাবেই হোটেলতে মই তোমাৰ সৈতে কথা পাতিব বিচাৰিছিলো। কিন্তু কথা পতাৰ তুমি কোনো সুযোগেই নিদিলা।

অৰু : হোৱাট। তুমি কি ক'বলৈ বিচাৰিছা?

অম্লান : তোমাক লগ কৰাৰ বাবে হোটেলৰ পৰা থানালৈ ময়েই ফোন কৰিছিলা।

অৰু : কি? ইউ মিন— মোক লগ কৰাৰ বাবে তুমি স্ব-ইচ্ছাই ধৰা দিছা?

অম্লান : তোমাক লগ কৰাৰ অন্য উপায় নাছিল?

অৰু : অ' মাই গড্। কিয় তুমিমোক লগ পাব বিচাৰিছা, কি দৰকাৰত?

অম্লান : দৰকাৰ আছে। তোমাক লগ পোৱাটো অত্যন্ত জৰুৰী। এটা বিশেষ কাৰণত তোমাৰ সহায় লাগে।

অৰু : সহায়! কি সহায় লাগে? কি সহায় বিচাৰি আহিছা মোৰ ওচৰলৈ?

অম্লান : কম। এটা গুৰুত্বপূৰ্ণ কথা ক'ব লগা আছে তোমাক।

অৰু : ষ্ট'প ইট। কিয় মোক জড়িত কৰিবলৈ আহিছা তোমালোকৰ নিষিদ্ধ কাৰ্য্য স'তে? কি অধিকাৰ আছে তোমাৰ? তুমি কিয় ভাবিছা যে তোমালোকৰ ভাবুকিত ভয় কৰি মই সহায় কৰিম। ষ্ট'প ইট অল দিজ ননচেঞ্চ্।

অম্লান : উত্তেজিত নহ'বা অৰুন্ধতী। কথাখিনি মোক আগতে ক'বলৈ দিয়া। পলম কৰিলে মই হয়তো কথাখিনি কোৱাৰ সুযোগ নাপাবও পাৰো। প্ৰচণ্ড ৰিস্ক লৈ বহুত চেষ্টাৰ মূৰত তোমাক লগ পাইছো। মোক সহায় কৰা অৰুন্ধতী।

অৰু : বাজে কথা নক'বা। তোমালোকৰ সংগঠন ইমান দুৰ্বল হৈ পৰিলে নে যে মোৰ দৰে পুলিচ অফিচাৰ এগৰাকীয়ে সহায় কৰিব লগা হ'ল? তোমাৰ লাজ লগা নাই?

অম্লান : অৰুন্ধতী।

অৰু : বৃথা চেষ্টা কৰি সময়বোৰ নষ্ট নকৰিবা। লেট মি ষ্টাৰ্ট মাই জব।

অম্লান : অৰুন্ধতী প্লিজ।

অৰু : হ। যিজন বিপ্লৱীয়ে চকুত স্বাধীনতাৰ ৰঙীন চশমা পিন্ধি পৰিয়াল, সকলো সম্পৰ্কক পাহৰি গৈছে, অস্ত্ৰৰ বীৰত্ব প্ৰদৰ্শনেৰে হেৰাই পেলাইছে, মানবীয় মৰ্য্যদাবোধ, সেইজন ডেকাক মোৰ সহায় কিয় লাগে জানিব পাৰোনে?

অম্লান : কাৰণ, মোৰ গোপন সিদ্ধান্তৰ কথা আন কাৰো ওচৰত মই ব্যক্ত কৰিব বিচৰা নাই, একমাত্ৰ তোমাকহে মই ভৰসা কৰিব পাৰো।

অৰু : চোৱা অম্লান দত্ত, মোক বিৰক্ত নকৰিবা। মই তোমাৰ সতীৰ্থ বা শুভাকাংক্ষী নহওঁ। তুমি সেইসকলক কোৱাগৈ যিসকলে তোমালোকৰ কুতাঘাটমূলক কাৰ্য্যক গোপনে উদগনি দিব বিচাৰে।

অম্লান : কিন্তু তোমাৰ স'তে মোৰ...

অৰু : এৰা, — মোৰ স'তে তোমাৰ এটা সম্পৰ্ক আছিল আৰু মোৰ সমস্ত যুক্তিক অস্বীকাৰ কৰি তুমি সংগঠনত যোগ দিয়াৰ দিনাই সেই সম্পৰ্কৰো মৃত্যু হৈছে। পুৰণি সম্পৰ্কৰ গাত ভেঁজা দি যদি তুমি ভাবিছা মোৰ পৰা সংগঠনৰ বাবে কিবা সহায় আদায় কৰিব পাৰিবা, ভুল কৰিছা।

অম্লান : মই ভুল কৰা নাই। তুমিহে মোক ভুল বুজিছা। ট্ৰাই টু

আগুৱাইছেঁও অৰুন্ধতী।

**অৰু ঃ** মোতকৈ আন কোনোবাই তোমাক বেছি বুজি পায়? তোমাৰ প্ৰতিটো আবেগ, প্ৰতিটো অনুভূতিক অন্তত মই বুজি পাওঁ। কিন্তু ভাবি আচৰিত হওঁ, যিজন অম্লান দত্তই কবিতা লিখিছিল, যিজন ল'ৰাই ৰাস্তাৰে লৈ যোৱা মৰাশ দেখিলে বাকৰুদ্ধ হৈ গৈছিল, ৰেল ষ্টেচনৰ বোমা বিস্ফোৰণৰ দৃশ্য দেখি এমাহ ভালদৰে শুব পৰা নাছিল, সেইজন ল'ৰাই কেনেকৈ মানুহ মাৰিব পৰা হ'ল? ক'ত হেৰাল তোমাৰ সৰলতা? কেনেকৈ হ'ব পাৰিলা ইমান নিষ্ঠুৰ? মোৰ সন্মুখত থকা এইজন অম্লান দত্তক মই বুজি নাপাওঁ।

**অম্লান ঃ** সময় অৰুন্ধতী। যিদৰে নদীয়ে সলায় গতিপথ, সমাজে সলনি কৰে মানুহক— এইয়াই সত্য।

**অৰু ঃ** সত্য! নিষ্ঠুৰতাই কোনো সত্যৰ সন্ধান দিব নোৱাৰে অম্লান। এটা ভুল বাটেৰে গৈ কোনেও সত্যৰ মুখামুখি হ'ব নোৱাৰে। তোমাক মই আগতে কৈছিলো আৰু আজিও কম- স্বৰ্গযাত্ৰাৰ স্বপ্ন চকুত লৈ তোমালোকে নৰকৰে বাট বুলিছা। যি যাত্ৰাৰ কোনো ভৱিষ্যত নাই ।

**অম্লান ঃ** কথাবোৰ মযো নভবাকৈ থকা নাই। কিন্তু এইবোৰ কথাতকৈ এই মুহূৰ্ত তোমাক মোৰ সিদ্ধান্তৰ কথাটো জনোৱাহে বেছি প্ৰয়োজন বুলি ভাবিছো। সময় নষ্ট নকৰিবা, মোক কবলৈ দিয়া ।

**অৰু ঃ** সময়! সময়ৰ প্ৰতি তুমি কেতিয়াৰ পৰা সজাগ হ'লা? ইতিমধ্যে তোমালোকে নষ্ট কৰিছা জীৱনৰ আটাইতকৈ সম্ভাৱনাময় বৰ্ত্তমান, নষ্ট কৰিছা জাতিটোৰ ভৱিষ্যত। তোমালোক আদৰ্শৰ নামত একো একোটা পুতলা। চাবি দিয়া পুতলাই জানো ক'ব পাৰে— সি কিয় নাচে?

**অম্লান ঃ** অৰুন্ধতী, মোৰ প্ৰতি থকা তোমাৰ বিশ্বাসৰ সীমা অতিক্ৰম নকৰিবা। মই কাৰো হাতৰ পুতলা নহয়। নিজৰ বিবেক বুদ্ধিক মই এতিয়াও বিসৰ্জন দিয়া নাই ।

**অৰু ঃ** বিবেক-বুদ্ধিক বিসৰ্জন দিয়া নাই বাবেইতো নিজৰ অস্তিত্বক জাহিৰ কৰিবলৈ তোমালোকে হত্যাৰ আশ্ৰয় ল'ব পাৰা, ৰেল লাইন উৰুৱাব পাৰা, নিৰীহ মানুহৰ জীৱনক লৈ হেতালি খেলিব পাৰা। কোৱা - স্বাধীনতা মানে কি, কেৱল ধন সংগ্ৰহ কৰি, অপহৰণ, হত্যা আৰু বিস্ফোৰণ? স্বাধীনতাৰ কোনো মহৎ অৰ্থ নাই?

**অম্লান ঃ** আছে। নিশ্চয় আছে?

**অৰু ঃ** যদি আছে আজিলৈকে তোমালোকে মানুহক দেখুৱাব পাৰিছানে? কেইজন ধুৰন্ধৰ নেতাক তোমালোকৰ সংগঠনে সামাজিক ভাবে বৰ্জন কৰাৰ আহ্বান দিছা? কেইজন দুৰ্নীতিগ্ৰস্থ বিষয়াক চুলি কাটি কপালত চূণৰ ফেঁটি দি ৰাস্তাই ৰাস্তাই ঘূৰাই লৈ ফুৰিছা? কেইজন লম্পট ব্যৱসায়ীক, কেইজন ৰাইজৰ ধন আত্মসাৎ কৰা ঠিকাদাৰক ৰাজহুৱা ভাবে শাস্তি প্ৰদান কৰিছা। এটা উদাহৰণ দিব পাৰিবানে? ইয়াৰ বিপৰীতে, এই সকলৰ পৰা মাহে মাহে পাপৰ ভাগ লোৱা বুলি তোমালোকৰ বিৰুদ্ধে হাজাৰটা অভিযোগ উত্থাপিত হৈছে আৰু এই অভিযোগবোৰৰ স্পষ্ট উত্তৰ তোমালোকে আজিও দিব পৰা নাই। কিমান ভুল কৰিবা তোমালোক?

**অম্লান ঃ** মানুহেইতো ভুল কৰে। ভুল কৰাটো অপৰাধ হ'ব নোৱাৰে।

**অৰু ঃ** কিন্তু একেটা ভুলকে বাৰে বাৰে কৰি থকাটোক কি বুলি ক'বা? তোমালোকৰ ডাঙৰ ভুলটো ক'ত জানা— তোমালোকে নিজকে নিৰ্ভুল বুলি ধৰি লৈছা।

**অম্লান ঃ** আমি কি কৰা উচিত কোৱা।

**অৰু ঃ** এই প্ৰশ্নটো মোক কিয় সুধিছা, ৰাইজক সোধা। সকলোৱে একেমুখে ক'ব, বহুত হ'ল। অস্ত্ৰ ত্যাগ কৰা। অন্তত এবছৰ বাবে অস্ত্ৰ ত্যাগ কৰা আৰু স্বাধীনতাৰ প্ৰস্তাৱ লৈ সাধাৰণ মানুহৰ ওচৰলৈ যোৱা। প্ৰমাণ চোৱা, সঁচাকৈ কিমান মানুহে তোমালোকক সমৰ্থন কৰে। এবাৰ চাই লোৱা। আবেগৰ চাকনৈয়াত উটি- বুৰি নিজেই হেৰাই নাযাবা।

**অম্লান ঃ** কিন্তু এইবোৰ কথা এতিয়া মোৰ বাবে অবান্তৰ অৰুন্ধতী।

**অৰু ঃ** এইবোৰ কথা অবান্তৰ নহয় অম্লান। মানুহক সুধি চোৱা।

**অম্লান ঃ** অৰুন্ধতী।

**অৰু ঃ** নিজকে আসাধাৰণ বুলি ভাবি থকাসকলে সাধাৰণ মানুহৰ বাবে একো কৰিব নোৱাৰে। অস্ত্ৰৰ প্ৰতি থকা অন্ধ মোহৰ পৰা নিজকে মুক্ত কৰি আগতে সাধাৰণ মানুহ হ'বলৈ চেষ্টা কৰা।

**অম্লান ঃ** অৰুন্ধতী তুমি... (ফোন বাজে)

**অৰু ঃ** হেল্ল! ছাৰ, ইয়েচ ছাৰ- ছাৰ, এতিয়া আহিব খুজিছে— ইয়েচ ছাৰ মই থানাত আছো, অ.কে.ছাৰ। এতিয়া তোমাক লৈ টনা-আজোৰা হ'ব। আৰম্ভ হ'ব ৰাজনৈতিক খেল।

**অম্লান ঃ** তুমি এইবোৰ কি কৈছা?

**অৰু ঃ** সাধাৰণতে যিবোৰ ঘটি থাকে তাকেই কৈছো।

**অম্লান ঃ** অসম্ভৱ, মই এই খেলত জড়িত হ'ব নিবিচাৰো।

অৰু : মিছা কথা। এই খেলত জড়িত হোৱাৰ বাবেই তুমি ধৰা দিছা, কাৰণ মূল মূৰ্তিলৈ ঘূৰি অহা সতীৰ্থ সকলৰ বিলাসী জীৱনে তোমাকো হাত বাউলি মাতিছে। আদৰ্শৰ নামত তোমালোকে আৰু কিমান ভণ্ডামী কৰিবা।

অম্লান : অৰুন্ধতী, মিছাতে তুমি মোক এইবোৰৰ মাজলৈ টানি নিনিবা। কথা নবঢ়াবা— ক'বলৈ মোক দিয়া।

অৰু : মই তোমাৰ কোনো কথাই শুনিব নুখোজো।

অম্লান : তুমি শুনিব নুখুজিলেও মই ক'ব লাগিব।

অৰু : কি কথা? কি কথা ক'বলৈ বাকী আছে তোমাৰ?

অম্লান : আছে, বহু কথাই ক'ব লগা আছে। মোৰ সিদ্ধান্তৰ কথা শুনা- (পাৰ্থৰ প্ৰৱেশ)

পাৰ্থ : কনগ্ৰেচুলেশ্বন মিচ অৰুন্ধতী। আপুনি অকলে অকলে চিকাৰ ধৰি প্ৰমোশ্বনৰ ৰাস্তাটো ক্লিয়াৰ কৰি ল'লে। বাট আই এম ডি.এচ. পি. পাৰ্থ সাৰথি। সহজে হাৰ মনা মানুহ নহয়।

অৰু : আপুনি কি কৈছে এইবোৰ? অৰুন্ধতী চৌধুৰীয়ে প্ৰমোশ্বনৰ আশাত ডিউটি নকৰে।

পাৰ্থ : দোণ্ট মাইণ্ড, বাই দা বাই এচ. পি. ছাৰে মোক আপোনাক সহায় কৰাৰ বাবে পঠালে। কাৰণ, অম্লান দত্ত সাধাৰণ চুৰ-ডকাইত নহয়— সন্ত্ৰাসবাদী সংগঠনৰ স্বনামধন্য নেতা, ব্লাদি বিট্‌চ। অপাৰেশ্বনটো মই চলোৱা হ'লে স্পটতেই হাঁ..হাঁ ...হাঁ

অৰু : পাৰ্থ।

পাৰ্থ : অ', আমি সেবি কথা উচিত নহয়। ৰাতি পুৱালেই উকীল আহি ওলাব। তাৰ পিছত কৰ্ট আৰু কৰ্ট পালেই ই ৰাহি যাব। ৰাতি চৌপনি খতি কৰি ইমান বিপ্ৰ লৈ ধৰি অনাৰ কোনো অৰ্থ নাথাকিব। লেট আচ গো কৰ ইণ্টাৰোগেশ্বন, বাই দা বাই, হোটেলত ইয়াৰ লগত নিশ্চয় কিবাকিবি ৰাল-অচলা পাইছে?

অৰু : মানি লেগ এটাৰ বাহিৰে একো নাই।

পাৰ্থ : হ'বই নোৱাৰে। আপুনি মোৰ জ'ক কৰিছে। নাই মোক ভাল নেলাগে মিছ—

অৰু : হোৱাট দু ইউ মিন্?

পাৰ্থ : ভেৰি চিম্পল— একলাখ্ প্ৰপৰ কামতাৰ এজনৰ লগত কমেও একলাখ টকা আৰু এটা দামী বিজ্জলতাৰ নথকা কথাটো অবিশ্বাস্যই নহয়, আশ্চৰ্যজনকো।

অৰু : কন্ ইয়ৰ ইনবকৰ্মেশ্বন— আপুনি কোৱা দুয়ো বিধৰ এবিধো পোৱা নাই। ইট্‌চ এ ফেক্ট।

পাৰ্থ : অ, কে। আপুনি অলপ ৰেষ্ট লওক, মই ইয়াক অকণমান বজাই চাওঁ।

অৰু : বজাই চাওঁ- মানে?

পাৰ্থ : আহা আপোনালোকৰ দৰে ধুনীয়া গাভৰু ছোৱালী এজনীয়ে ডেকা ল'ৰা এজনক মাৰপিট কৰিলে দেখাত বেয়া নেদেখিব জানো? দায়িত্বটো মোক দিয়ক। অম্লান দত্ত— প্ৰশ্নবোৰৰ পোনপটীয়া উত্তৰ দিলে এই ৰাতিখন থানাৰ ওচৰৰ মানুহ কেইঘৰে শান্তিত শুব পাৰিব নহ'লে....

অম্লান : কোনো প্ৰশ্নৰ উত্তৰ দিয়াৰ বাবে মই প্ৰস্তুত নহয়।

পাৰ্থ : হাঁ...হাঁ ....হাঁ.... জেৰাৰ আৰম্ভণিতে সাধাৰণ চোৰ ডকাইতেও তাকেই কয়। কিন্তু পুলিচে জানে অপৰাধীৰ মুখ কেনেকৈ খুলিব লাগে। তোৰদৰে বহুত দগাবাজৰ মই জিভা টানি উলিয়াইছো।

অম্লান : ডি. এচ. পি.

পাৰ্থ : হোই? ডি. এচ. পি. পাৰ্থ সাৰথিক ৰঙা চকু নেদেখুৱাবি।

অৰু : আপুনি এইবোৰ কৰাৰ জানো কিবা প্ৰয়োজন আছে?

পাৰ্থ : ৰ'ব। অঁহ, তোৰদৰে টেৰ'ৰিষ্ট এটাৰ মুখৰ পৰা কথা উলিয়াবলৈ মোৰ এঘণ্টা সময়ো নালাগে। সিহঁতৰ দ'ম মোৰ জনা আছে। পুলিচৰ এটা ধমকিত তহঁতৰ দৰে দুৰ্দ্ধৰ্ষ বিপ্লৱীয়ে পেচাব কৰি দিয়ে; একোটা কাণতলীয়া চৰত বমি কৰি দিয়ে সংগঠনৰ গোপন তথ্য। ক', সীমান্ত পাৰ হৈ আহি কি মতলবত হোটেলত চোপ লৈ আছিলি? জলদি ক' ক' ক'।

অৰু : ষ্টপ ইট। ষ্টপ ইট। দিচ ইজ নট দা অনলি ৱে টু দিল উইথ এ কনভিক্ট। (মাৰধৰ কৰে)

পাৰ্থ : উৱাও। এজন ডি.এচ.পিক আন এজনী ডি. এচ. পিয়ে সন্ত্ৰাসবাদী এজনক মাৰপিট কৰাত বাধা দিছে। ষ্ট্ৰেঞ্জ,দিয়াৰ ইজ চামথিং ৰং ইন দা ষ্টেট অফ্ ডেনমাৰ্ক।

অৰু : কণ্ট্ৰোল ইয়ৰ লেঙ্গুৱেজ পাৰ্থ, কি অৰ্থ কৰিব খুজিছে আপুনি?

পাৰ্থ : চামথিং— কিবা এটা গোলমাল আছে মিছ অৰুন্ধতী—

অৰু : অ', ইয়েচ্ অম্লান দত্ত মোৰ কলেজীয়া দিনৰ বন্ধু। কিন্তু সেইবাবে মই আপোনাক বাধা দিয়া নাই।

পাৰ্থ : কাৰণটো নিশ্চয় বেচ গভীৰ, নহয়নে মিছ—

অৰু : পাৰ্থ, সীমা অতিক্ৰম নকৰিব।

পাৰ্থ : হাঁ....হাঁ .....হাঁ এজন পুলিচ অফিচাৰ হিচাপে মই সন্দেহ

কৰিব পাৰোনে মিছ অৰুন্ধতী— অম্লান দত্তই আপোনাৰ হাতত ধৰা দি নিজে নিৰাপদ হোৱাৰ লগতে আপোনাৰ প্ৰমোচনৰ বাটটো মোকোলাই দিলে। দিচ ইজ ক্ৰিয়াৰ গেম, সুন্দৰ খেল। কাৰণ, আপুনি ভালদৰে জানে এডিচনেল এচ.পিৰ বাবে আমাৰ দুজনৰ নাম তালিকাভুক্ত হৈছে। কিন্তু পোষ্ট এটা আৰু আপুনি এই অম্লান দত্তক কৰায়ত্ত কৰি মোক লেং মাৰিব খুজিছে।

অৰু : ইমান নিকৃষ্ট ধৰণে চিন্তা কৰাৰ মানসিকতা মই কেতিয়াও অৰ্জন কৰা নাই মিঃ পাৰ্থ সাৰথি অথবা সংবাদ পত্ৰৰ শিৰোনামা দখল কৰি মই কেতিয়াও নিজকে দুৰ্নীতিগ্ৰস্থ পুলিচ অফিচাৰ হিচাপে নিজকে জাহিৰ কৰিব পৰা নাই।

পাৰ্থ : মই পাৰিছো— আই এম লাকি এনাফ্! কাকতৰ প্ৰথম পৃষ্ঠাত ছপা হৈছে ডি.এচ.পি পাৰ্থ সাৰথি ঘোচ খোৰ, দুৰ্নীতিগ্ৰস্থ আপুনি পুলিচৰ চাকৰি কৰাৰ কায়দাটো নাজানে। সংবাদ পত্ৰত মোৰ দুৰ্নীতিৰ খবৰ ছপা নহ'লে মই ওপৰ মহলক চকুত পৰিম কেনেকৈ? নিজে এক নম্বৰ হৈ থকাৰ বাবে ওপৰ মহলক আমাৰ দৰে দুই নম্বৰী অফিচাৰ লাগে। নহ'লে হিচ্ছা দি থাকিব কোনে? আপোনাৰ দৰে পুলিচ অফিচাৰ এজনকতো তেওঁলোকে বিশ্বাসত ল'ব নোৱাৰে। এইবাবেই মন কৰিব, আমি চাচ্পেন হোৱাৰ পিছত ভাল ঠাইত ট্ৰেঞ্চফাৰ হওঁ। এনে খবৰ ছপা হোৱাটো আমাৰ কাৰণে ভাগ্যৰ কথা।

অৰু : ছিঃ ছিঃ ছিঃ ..অনুগ্ৰহ কৰি আপুনি চোলাটো পিন্ধি লওক আৰু মোৰ কাম কৰিব দিয়ক।

পাৰ্থ : অ, কে। আপুনি আপোনাৰ কাম কৰক আৰু মই মোৰ দায়িত্ব পালন কৰোঁ।

অৰু : আকৌ কি কৰিব বিচাৰিছে?

পাৰ্থ : পুলিচে যি কৰে তাকেই কৰিব খুজিছোঁ।

অৰু : চাওক—

পাৰ্থ : দোন্ট ডিচটাৰ্ব মি প্লিজ।

ঘটি : মেডাম, মন্ত্ৰী ছাৰ আহিছে।

পাৰ্থ : মন্ত্ৰী ছাৰ। জাষ্ট এ মিনিট।

অম্লান : অৰুন্ধতী মোৰ কথাখিনি—

অৰু : এতিয়া তোমাৰ কথা শুনাৰ ধৈৰ্য্য মোৰ নাই। যেতিয়া মোৰ কথা তোমাৰ শুনাৰ প্ৰয়োজন আছিল, তেতিয়া তুমি নুশুনিলা। এতিয়া তোমাৰ কথা শুনি মোৰ কি লাভ হ'ব? মনে মনে থাকা।

অম্লান : কিন্তু—

অৰু : কোনো কিন্তু নাই। জাষ্ট কিপ্ ইয়োৰ মাউথ, চাইলেন্ট।

ব্ৰহ্মা : শান্তি, শান্তি ক'ত?

পাৰ্থ : ছাৰ আহক।

অৰু : ছাৰ, এই পুৰঁতি নিশাখন আপুনি—

ব্ৰহ্মা : শান্তি, শান্তিৰ স্বাৰ্থত সময়ৰ হিচাপ কৰি চলিলে নহ'ব। অহ্, কনগ্ৰেচুলেচন্ মাই ডিয়েৰ ইয়াং লেডি, ইউ আৰ গ্ৰেট।

অৰু : থেঙ্ক ইউ ছাৰ।

পাৰ্থ : ছাৰ বহক।

ব্ৰহ্মা : হ'ব। শান্তি স্থাপনৰ বাবে আমি বহি কথা পাতিব লাগিব বুলি কথা নাই। এইবোৰ পুৰণি অভ্যাস। এচ. পিৰ ফোন পোৱাৰ লগে লগে মই দৌৰি আহিছো। অম্লান দত্ত, খণ্ডাল ডেকা ল'ৰা। এওঁৰ একো অসুবিধা হোৱা নাইতো?

পাৰ্থ : নাই ছাৰ, এভৰি থিঙ্ক ইজ ফাইন

ব্ৰহ্মা : ঠিক আছে, এতিয়া আমি শান্তিত দুটামান ভাল কথা পাতিম। অহ্, মাই ডিয়েৰ ইয়ং লেডি্ তোমাক টেঞ্চনত থকা যেন লাগে। এনি প্ৰব্লেম?

অৰু : নো ছাৰ।

ব্ৰহ্মা : ৰিলেক্স মাই ডিয়েৰ শান্তি। আচ্ছা—

ধেনু : আবে অ'ই তই পেট্লা নহয়নে? আট্টা— আবে হয়, পেটত খৰচা। আবে চন্-মন্ত্ৰী হৈ গলি? তই মন্ত্ৰী এম. এল এ হোৱাৰ পিছত তোক ধৰিবলৈ মা-কচ্ছাম ফুল তাকিলা পাৰ্টিলৈ ৰাজধানীৰ গেটত পুৰা এক সপ্তাহ ধৰ্ণা দিছো বে। আবে— নো এন্ট্ৰি, সোমাবই নিদিয়ে চোন।

পাৰ্থ : অ'হ,

ধেনু : এক মিনিট ৰ'বনা। পুৰণা পাৰ্টনাৰ হয়। অ'ই পেটলা, গুলাই চেহেৰা বনাইছে বে? মাল খোৱা মক্কেলৰ দৰে লেতেৰা ফুলি গৈছে। পাব্লিকৰ ৰাস্তা-ঘাত দলং-চলং চব পেটত ভৰাই দিলি নেকি বে? তোৰ পেটৰ খৰ টুকুৰা ভাল হোৱাই নাই। আট্টা-মালটো ইলাষ্টিক হৈ গৈছে বে।

ব্ৰহ্মা : থাৰ্ড ক্লাচ।

ধেনু : অহ্ পেটলা, আবে এই থুলা পাৰ্টিয়ে তামাম জামেলা কৰি থাকে বে—, চুলাই মাল বিক্ৰী কৰা লাইচেঞ্চ এখন বনাই দে না। থুলা পাৰ্টিক গুগ্লি কৰি দিওঁ।

ব্ৰহ্মা : অশান্তি। থাৰ্ড ক্লাচ মদাহী বিলাকক তোমালোকে থানাত সোমাবলৈ দিছা কিয়? এইবোৰ কি?

অৰু : চিপাহী—

ঘটি ঃ মেদাম, ই আমাক নজনোৱাকৈ মনে মনে সোমাইছে।

ব্ৰহ্মা ঃ ইমান সোপা পুলিচ থাকোতে থানাতেই যদি মদাহী এজনে মনে মনে সোমাব পাৰে চোৰ ডকাইতৰ উৎপাতৰ পৰা তোমালোকে পাব্লিকক কেনেদৰে ৰক্ষা কৰিবাহে? থাৰ্ড ক্লাচ।

ধেনু ঃ আৰে— অনুৰাধাৰ থাৰ্ড ক্লাচত বহি এই পেট্‌লা আৰু মই কম চিনেমা চাইছো নহয়। পেটলা?

ব্ৰহ্মা ঃ থাৰ্ড ক্লাচ।

অৰু ঃ ইয়াক লৈ যা।

ঘটি ঃ ই বৰ হাঙ্গামা পাৰ্টি। ওলা—

ব্ৰহ্মা ঃ এই থাৰ্ড ক্লাচটোৱে অশান্তি কৰি দিলে। ঠিক আছে— হ'ব বাৰু। কোৱা অম্লান, খবৰ কোৱা।

অম্লান ঃ আপোনাক দিব পৰাকৈ মোৰ হাতত কোনো খবৰ নাই।

ব্ৰহ্মা ঃ হ'ৰা- খং কৰা কিয়,সহজে হোৱা।

পাৰ্থ ঃ ছাৰ, ই বৰ সহজে কথা নকয় ছাৰ। পেটৰ দুটামান গোৰ পৰিলে কথা ওলাই যাব ছাৰ।

ব্ৰহ্মা ঃ ডি এচ পি খুব বেয়া, বৰ বেয়া, ৰাজনীতি কৰা মানুহৰ বাবে আৰু বেয়া। ধীৰ — তেওঁ ক'ব। লাহে ধীৰে ক'ব। এয়া প্ৰাৰম্ভিক আলোচনাহে, নহয় জানো অম্লান।

অম্লান ঃ আপোনালোকৰ কিবা ক'ব লগা আছে যদি কৈ যাওঁক।

ব্ৰহ্মা ঃ মই কৈ গ'লে কেনেকৈ হ'ব, তুমি শুনিব লাগিব। একপক্ষীয় আলোচনা মই ভাল নাপাওঁ। কথা তুমি ক'ব লাগিব। কাৰণ, আমি ৰাজনীতি কৰা মানুহ, বেছি কথা ক'ব নোৱাৰোঁ।

অম্লান ঃ বেছি কথা ক'ব নোৱাৰে নে বেছি কথা নাজানে বাবে নকয়? কথা কোৱাৰ বাবে আপোনালোকৰ জ্ঞান-বুদ্ধি উপযুক্তনে?

পাৰ্থ ঃ ছাৰ,

ব্ৰহ্মা ঃ ক'বলৈ দিয়া। কান্দিলে দুখ কমে, গালি দিলে খং কমে। খঙটো কমাবলৈ দিয়া। আমাৰ গালি গাত নালাগে নহয়। গডৰ ছাল।

অৰু ঃ ছাৰ, এইবোৰ কথা আমি এতিয়া নপতাই ভাল হ'ব নেকি? কৰ্টত-

ব্ৰহ্মা ঃ কি কৈছা তুমি? দেশ আমি চলাওঁ, কৰ্টে নচলায় নহয়। কথা পাতিব লাগিব। নহ'লে দেশ চলাম কেনেকৈ। থাৰ্ড ক্লাচ কথা নক'বা।

পাৰ্থ ঃ ইউ আৰ কাৰেক্ট ছাৰ, মিছ অৰুন্ধতীয়ে ক'ব নিদিয়া অন্য কাৰণো থাকিব পাৰে।

অৰু ঃ হোৱাই দু ইউ মিন?

ব্ৰহ্মা ঃ চাইলেঞ্চ। শান্তি, অশান্তি নকৰিবা। এৰা ধৰা— তুমি কিছু এৰিব লাগিব, মই কিছু ধৰিব লাগিব। এয়াই ত্যাগ। আমাৰ ত্যাগ স্বীকাৰ কৰিবলৈ আগবাঢ়ি আহা।

অম্লান ঃ এই মিছা কথাবোৰ নিৰ্বাচনী সভাবোৰত ক'ব।

ব্ৰহ্মা ঃ নাপায় অম্লান, তেনেকৈ নক'বা। দেউতাই আমাক মিছা কথা ক'বলৈ শিকোৱা নাই। তুমি নাজানা, মোৰ দেউতা এজন আদৰ্শবান শিক্ষক আছিল, দৰিদ্ৰ শিক্ষক।

অম্লান ঃ সেই দৰিদ্ৰ শিক্ষকজনে কল- নাৰিকল বেচি আপোনাক স্কুলত পঢ়াইছিল আৰু আপুনি মন্ত্ৰী হোৱাৰ পিছত, গুৱাহাটীৰ তিনি ঠাইত বিশাল অট্টালিকা সাজিছে, গাওঁৰ শেলুৰে ধৰা চোতাল পৰ্যন্ত ম'জাইক কৰিছে। এ চি কাৰ, মাৰুতি জেন, বেংক বেলেঞ্চ, কি নাই আপোনালোকৰ, এইবোৰ কি ত্যাগ? মন্ত্ৰী বিধায়কৰ হাতততো আলাউদ্দিনৰ যাদু চাকি নাই, এয়া আত্মত্যাগ নে লুটপাত?

ব্ৰহ্মা ঃ থাৰ্ড ক্লাচ। অশান্তি নকৰিবা। অশান্ত পৰিবেশত দেশৰ প্ৰগতি অসম্ভৱ। তুমি জানো দেশৰ হিত চিন্তা নকৰা। এইবাবেই কৈছো। মৰা সুঁতিত নাও বাই লাভ নাই, বৰ কষ্ট। মূল সুঁতিত নাও মেলি দিয়া । কথা পাতা-

অম্লান ঃ আপোনালোকৰ দৰে ভণ্ড দেশপ্ৰেমিকৰ লগত জানো কথা পাতি কিবা লাভ হ'ব?

পাৰ্থ ঃ অই, মুখ চম্ভালি কথা কবি।

ব্ৰহ্মা ঃ আহ্‌হা, তুমি উত্তেজিত হৈছা কিয়, গালিবোৰ তোমাক দিয়া নাই নহয়। ইমান অধৈৰ্য্য হ'লে আমি ডুবি যাম। থাৰ্ড ক্লাচ।

পাৰ্থ ঃ চৰি ছাৰ,

ব্ৰহ্মা ঃ শুনা অম্লান, তোমাৰ ওচৰলৈ মই এটা বিশেষ প্ৰস্তাৱ লৈ আহিছো। আচলতে তোমাৰ জনপ্ৰিয়তা দেখি মোৰেই হিংসা লাগে। জনপ্ৰিয়তা আজিৰ দিনত বৰ মূল্যবান সম্পদ। জনপ্ৰিয়তাই তোমাক গাড়ী-বাৰী, টকা-পইচা চব দিব পাৰে। জনপ্ৰিয়তাক কামত লগোৱা। চাবেন্দাৰ কৰি দিয়া।

অম্লান ঃ মন্ত্ৰী মহাশয়, মোৰ জীৱনক লৈ ধেমালি কৰাৰ অধিকাৰ আপোনাৰ নাই। মোৰ ভৱিষ্যত মই ঠিক কৰিম।

ব্ৰহ্মা ঃ ধেমালি কৰাই নাই, চিৰিয়াচলি কৈছো। বিৰাট ধুম ধামেৰে পতা হ'ব তোমাৰ আত্মসমৰ্পণ অনুষ্ঠান নহয় জানো মাই ডিয়েৰ ইয়ং—

অৰু : নহয় মানে ছাৰ,

ব্ৰহ্মা : চোৱা, কনফিউজনত নাথাকিবা। আবকাৰী বিভাগটো কনফিউজনত থকাৰ বাবে আজি আমাৰ এই অৱস্থা। থাৰ্ড ক্লাচ। ডি. এচ. পি. তুমি আত্মসমৰ্পণ অনুষ্ঠানৰ আয়োজন কৰা।

পাৰ্থ : হ'ব ছাৰ আপুনি নিশ্চিন্ত থাকক।

ব্ৰহ্মা : আৰু তুমি মানসিক ভাবে প্ৰস্তুত হৈ লোৱা, মই আহোঁ।

অম্লান : ৰ'ব মই আত্মসমৰ্পণ নকৰোঁ।

ব্ৰহ্মা : নকৰা— কিয় ?

অম্লান : এটা বেহুৰ পৰা ওলাই আহি মই আন এটা বেহুত প্ৰবেশ নকৰোঁ। সাপে মোট সলোৱাৰ দৰে আকৌ বন্দুক বাৰুদৰ খেলাৰ মাজত আবদ্ধ হ'ব নিবিচাৰোঁ মই।

ব্ৰহ্মা : অবুজ নহ'বা। তুমি দেখা নাই, তোমাৰ একালৰ সতীৰ্থসকলো আত্মসমৰ্পণ কৰি কি মজাৰ জীৱন কটাইছে। গাড়ী, ফ্লেট, ঠিকা-ঠুকুলি, চিকিউৰিটি, দাদাগিৰি, জয়জয় নামময় অৱস্থা। হিংসা লাগে। মাজে মাজে ভাবোঁ, মই দিয়া তোমালোকৰ পাৰ্টিত যোগ নিদিলো, মালামাল হৈ গ'লোহেঁতেন।

অম্লান : নেকে, সিহঁতৰ গাড়ী, ফ্লেট, টকা সকলো আছে, কিন্তু এইবোৰেই জীৱনৰ একমাত্ৰ আকাংক্ষা হ'ব নোৱাৰে। সিহঁতে যেনেকৈ জীৱন কটাইছে , মই জানো। উত্তেজিত, সংশয় দুশ্চিন্তাৰে পাৰ কৰিছে প্ৰতিটো মুহূৰ্ত। এটা নিশাও শান্তিৰে শুব পৰা নাই। নিজৰ ছাঁটোকে আবকাৰী বুলি সন্ত্ৰাসিত হৈছে বাৰে বাৰে। আৰু নিজকে সন্ত্ৰাসমুক্ত কৰিবলৈ আশ্ৰয় লৈছে একেই সন্ত্ৰাসৰ। এয়া কি জীৱন ?

ব্ৰহ্মা : বাঃ তুমি বৰ গভীৰ চিন্তা কৰা ল'ৰাহে। ঠিক আছে, চাৰেন্দাৰ কৰিব নালাগে। এক কাম কৰা, তুমি আমাৰ লগত যোগ দিয়া। ন - দলৰ যোগ দিয়াত টেক্‌নিকেল অসুবিধা আছে। তুমি নিৰ্দলীয় হৈ মোৰ লগত থাকা। ধামাকা হৈ যাব। তুমি মোক চাবা, মই তোমাক চাম। আচলতে ৰাজনীতি হ'ল এটা ইমেজৰ খেলা, চাৰেন্দাৰ নকৰিলে তোমাৰ ইমেজটো আৰু বাঢ়ি যাব আৰু মোৰ কামত আহিব।

অম্লান : ওঁ, মোক জখলা হিচাপে ব্যৱহাৰ কৰি আপুনি ক্ষমতাৰ চাংঘৰত উঠিব খুজিছে। দেশৰ কৰ্ণধৰ এজন হৈ এইবোৰ কথা ক'বলৈ আপোনাৰ লাজ লগা নাই ?

ব্ৰহ্মা : থাৰ্ড ক্লাচ। আমি আলোচনাহে কৈছো। এয়া পাব্লিক টক্‌ নহয় নহয়। আৰু এই সকলতো আমাৰ নিজৰ মানুহ

অম্লান : আপুনি যাওক।

ব্ৰহ্মা : যাম মানে, তুমি কি কৰিবা কোৱা ?

অম্লান : মই কি কৰিম বা নকৰিম আপোনাৰ কিয় ক'ব লাগে ? আপুনি ভগৱান নেকি ? মই কিবা কৰিম কিন্তু কি কৰিম সেয়া আপোনাক কোৱাৰ প্ৰয়োজনবোধ কৰা নাই ?

পাৰ্থ : ছাৰ—

ব্ৰহ্মা : নৰম সুৰত কথা কৈ আছো কাৰণে তাও দেখুৱাইছা নহয় ? মোৰ বেক্‌গ্ৰাউণ্ড তুমি নাজানা।

অম্লান : জানো। এইমাত্ৰ মদাহীটোৰে কৈ গ'ল নহয়,

পাৰ্থ : চুপ, ছাৰ, ইয়াক চিধা বাস্তাৰে অনাৰ দায়িত্ব মোক দিয়ক।

ব্ৰহ্মা : পৰুৱাৰ পাখি গজে মৰিবলৈ, আওমৰণে নমৰিবা।

অম্লান : আপুনি কি মোক মৃত্যুৰ ভয় দেখুৱাইছে ? শুনক, মৃত্যু উপত্যকা অতিক্ৰমি অহা মানুহে মৰণক ভয় নকৰে।

ব্ৰহ্মা : কিন্তু মৃত্যুৰ ওচৰত বীৰত্ব দেখুৱাই কোনো লাভ নাই। মৃত্যু মানে শেষ থাৰ্ডক্লাচ।

অম্লান : আপোনাৰ উপদেশৰ বাবে অশেষ ধন্যবাদ।

ব্ৰহ্মা : তাৰমানে এয়াই কি তোমাৰ শেষ কথা ?

অম্লান : কথা বঢ়াই একো লাভ নহ'ব। ইতিমধ্যে মই মোৰ ভবিষ্যত নিৰ্ধাৰণ কৰি পেলাইছো।

ব্ৰহ্মা : থাৰ্ড ক্লাচ। কথা বঢ়াবলৈ আমিও ভাল নাপাওঁ। চোৱা, মই আহিলো।

অম্লান : যাওক।

ব্ৰহ্মা : থাৰ্ড ক্লাচ। ডি.এচ.পি.শুনা, (ব্ৰহ্মাই পিছে পিছে পাৰ্থক লৈ ওলাই যায়)

পাৰ্থ : ইয়েচ ছাৰ,

অৰু : অম্লান, তুমি কি কৰিব খুজিছা ?

অম্লান : মই কি কৰিব খুজিছো তাকেই ক'বলৈ বিচাৰিছিলো।

অৰু : তুমি এতিয়াও ভাবা, তোমালোকৰ পথটো নিৰ্ভুল ।

অম্লান : তুমি মোক বুজিবলৈ চেষ্টা কৰা অৰুন্ধতী।

অৰু : এই মুহূৰ্তত মই তোমাক বুজি নোপোৱা হৈছো অম্লান। তোমাৰ নিৰ্বুদ্ধিতা দেখি আচৰিত হৈছো।

অম্লান : তুমি ক'ব খোজা, মন্ত্ৰীৰ প্ৰস্তাৱত সম্মত হৈ আন দহজন আত্মসমৰ্পণকাৰীৰ দৰে ময়ো সমাজ বিচ্ছিন্ন আত্মসৰ্বস্ব জীৱন এটাক চিকাৰ কৰি ল'ব লাগে ?

অৰু : নাই কোৱা। কিন্তু তুমি উভতি অহাৰ অন্য পথবোৰ বন্ধ হৈ যোৱা নাই।

**অম্লান :** সেয়া মই জানো, কিন্তু তুমি মোৰ কথাখিনি শুনিবলৈ বিচৰা নাই কিয় ? (পাৰ্থৰ গোপনে প্ৰৱেশ)

**অৰু :** শুনি কি হ'ব ? কিছুমান অবাস্তৱ যুক্তিৰে তুমি মোক পতিয়ন নিয়াবলৈ চেষ্টা কৰিবা যে—

**অম্লান :** আহ্,

**পাৰ্থ :** চৰি, মিছ অৰুন্ধতী। চৰি টু ডিচটাৰ্ব ইউ। মিনিষ্টাৰ ছাৰে অম্লান দত্তক ইয়াত ৰখাটো নিৰাপদ নহয় বুলি বিবেচনা কৰিছে। তাক সদৰ থানালৈ লৈ যাব লাগে।

**অৰু :** সদৰ থানালৈ ? বাট হোৱাই ?

**পাৰ্থ :** ইয়াত চিকিউৰিটি প্ৰব্লেম আছে।

**অৰু :** কিন্তু মিনিষ্টাৰ ছাৰে এই বিষয়ে মোকতো একো নক'লে ?

**পাৰ্থ :** মোক কৈ গ'ল। এনি প্ৰব্লেম ?

**অৰু :** চাওক পাৰ্থ সাৰথি, এচ.পি. ছাৰৰ পৰা অৰ্ডাৰ নহা লৈকে মই অম্লান দত্তক থানাৰ পৰা যাব দিব নোৱাৰো। আফটাৰ অল, অম্লান দত্ত ইজ মাই কেছ।

**পাৰ্থ :** হঁা.... হঁা .... হঁা অৰ্ডাৰ পাই যাব। মিনিষ্টাৰ ছাৰে ইতিমধ্যে এচ. পি. ছাৰক (ফোন বাজে) উৰাও, আহিলেই, এয়া লওঁক এচ.পি. ছাৰৰ ফোন।

**অৰু :** হেল্ল ছাৰ, ডি.এচ.পি. অৰুন্ধতী চৌধুৰী স্পিকিং। ইয়েচ ছাৰ, ডি.এচ. পি. পাৰ্থ সাৰথিয়ে মোক কৈছে। ছাৰ কিন্তু ছাৰ, চৰি ছাৰ, অ.কে.ছাৰ। (অৰুন্ধতী হতাশ হৈ ফোন থয়)

**পাৰ্থ :** এম আই ৰাইট ? মৰম-চেনেহ বৰ বেয়া বস্তু মিছ অৰুন্ধতী- - বৰ কষ্ট দিয়ে। বাই দা বাই, অম্লান দত্তক আপোনাৰ জিম্মাৰ পৰা মই লৈ গ'লো।

**অৰু :** পাৰ্থ,

**পাৰ্থ :** অই, ব'ল।

**অম্লান :** মোৰ সিদ্ধান্তটোৰ কথা তোমাক কোৱাই নহ'ল অৰুন্ধতী।

**পাৰ্থ :** সদৰ থানাত মোক কবি।

**অম্লান :** অৰুন্ধতী -

**অৰু :** অম্লান—

(অম্লানে সেউজীয়া খামৰ চিঠি এখন উলিয়াই অৰুন্ধতীলৈ দিয়ে। অৰুন্ধতী আঁতৰি যায়। চিঠিখন সি তুলত থয় আৰু প্ৰস্থান কৰে। দূৰৈত গুলীৰ শব্দ।)

**অৰু :** অম্লান –

**(অৰুন্ধতীয়ে চিঠিখন হাতত লয়। নেপথ্যৰ পৰা অম্লানৰ কণ্ঠস্বৰ)**

চিঠি-

অৰুন্ধতী,

তোমাক লগ পোৱাৰ সুযোগ নাপাম বুলি এই চিঠিখন লিখিলো। চৰকাৰী পোছাকযোৰৰ মাজত তোমাৰ সহজ মানসিকতা আজিও বিলিন হৈ যোৱা নাই বুলি ধৰি লৈ কেইটামান গুৰুত্বপূৰ্ণ কথা তোমাক চিঠিৰে জনাব খুজিছো। আশা কৰোঁ, সহৃদয়তাৰে গ্ৰহণ কৰিবা। সংগঠনত যোগ দিয়াৰ সময়ত তুমি কৈছিলা- "ভীতি প্ৰদৰ্শনেৰে কেতিয়াও মানুহক পৰিবৰ্তন কৰিব নোৱাৰি, নোৱাৰি আনিব সামাজিক ৰূপান্তৰ, সন্ত্ৰাসে কেৱল সাময়িকভাবে মানুহৰ বাহ্যিক আচৰণহে সলনি কৰে।" তেতিয়ালৈকে পৃথিবীৰ ক'তো কোনো পৰিবৰ্তন অস্ত্ৰই আনিব নোৱাৰে। এয়া মোৰ সৰ্বশেষ বিশ্বাস। এইবাবেই মই উভতি অহাৰ সিদ্ধান্ত ল'লো। মোৰ প্ৰত্যাবৰ্তনে কাকো কোনো অসুবিধাৰ সৃষ্টি নকৰে বুলি মই ভাবো। কিন্তু মই ক'ত কিদৰে জীৱনটো পুনৰ নিৰ্মাণ কৰিম, কোনে মোলৈ আগবঢ়াব সহায়ৰ হাত ? পিঠিত চৰকাৰী চিল-মোহৰ মাৰি মই সম্ভ্ৰান্ত অথবা প্ৰাক্তন বিপ্লৱী হৈ জীয়াই থাকিব নিবিচাৰোঁ। সাধাৰণ মানুহৰ দৰে জীয়াই থাকিব বিচাৰোঁ মই। এটা সহজ-সৰল জীৱন। কিন্তু মোৰ সন্মুখত প্ৰায় সকলো পথেই বন্ধ। তথাপিও মই জানো পৃথিবীৰ সকলো পথ যেতিয়া বন্ধ হৈ যায়, বোধহয় প্ৰেমৰ সেই চিৰন্তন পথটো খোলা থাকে হৃদয়ৰ পৰা হৃদয়লৈ, তোমাৰ পৰা মোলৈ অথবা মোৰ পৰা তোমালৈ। এই আশাৰ জুমুঠি বুকুত লৈ উভতি আহিছো অৰুন্ধতী। মোক সহায় কৰা।

**অৰু :** অম্লান—।

<u>সমাপ্ত</u>

# বাক

নাট্যকাৰ # নৱেন পাটগিৰি

বাক হ'ল অসমীয়া জনবিশ্বাসত এবিধ পিশাচ। বাৰ হাত ওখ বাকৰ ৰং কলা। বাকে বাওঁহাতে জোলোঙা আৰু সোঁহাতে মাছ ধৰা সঁজুলি লৈ মাছ আৰু মাছুৱৈৰ খালৈৰ পৰা মাছ খায় টোকাল্লি কাঢ়ি।

মাছ আৰু মাছুৱৈৰ সন্ত্রাস বাক।

বাকক ৰূপক হিচাপে লৈ নাটখনৰ ৰাজনৈতিক নেতৃত্বৰ ছলনাক সন্নিবিষ্ট কৰা হৈছে।

অসমীয়া লোক জীৱনত মাছ ধৰা, মাছ মৰা. বৰশীবোৱাকে ধৰি সিচৰিত হৈ থকা নানা লোকগীত, সুৰ ফকৰাৰ ব্যঞ্জনাক নাটখনত ঠাই দিয়া হৈছে। নাটকখন লোকসুৰ আৰু লোককথাৰ পৰীক্ষামূলক অনুশীলন।

চৰিত্রসমূহ-

বাক ১ ঃ পিশাচ চলনাময়ী চৰিত্র
বাক ২ ঃ পিশাচ চলনাময়ী চৰিত্র
বাক ৩ঃ পিশাচ চলনাময়ী চৰিত্র
কেংবাপু ঃ দুতলীয়া চৰিত্র
মাগুৰা ঃ মাছ সাধাৰণ চৰিত্র
সেন্দুৰী ঃ মাছ - সাধাৰণ চৰিত্র

সাজপাৰ ঃ

গাত ৰাজনৈতিক দলবোৰৰ পতাকা আঁকা। কপালত একে ৰঙৰ ফোট । চকুৰ তলতো একে ৰং, আঁক -বাক, চুৰীয়াবোৰ সাদৃশ্য থকা ৰঙৰ চুটিকৈ পিন্ধা। জোলোঙাৰ একে ৰং, হাতত বৰশী,মূৰত জালৰ পাঁগুৰি । মাগুৰীৰ মাগুৰ বৰণৰ গা আৰু চুৰীয়া আৰু সেন্দুৰীয়া সেউজীয়া ব্লাউজ। মেখেলাৰ লগত ৰঙা পাৰিৰ চাদৰ।

পানীৰ শব্দ।

মাগুৰা আৰু সেন্দুৰীয়ে খেলি থাকে। পানীত নাচি বাগি ফুৰিছে শান্তমনে। মাজে মাজে খটলপ্ খটলপ্ কৰি কৰি উশাহ লয়। মাছৰ দৰে movement.

মঞ্চত পানীৰ ৰং

নীলা বোলা- Large spot

এটা সুমধুৰ সুৰ

খন্তেক পিছতে জঁপিয়াই জঁপিয়াই ভেকুলীৰ প্রবেশ।

বেং ঃ বেং বেং টোৰাত টোৰাত
খাব দিম নদীৰ গৰাত
শুব দিম চাঙৰ তলত
বেং বেং টোৰাত টোৰাত।

মাগুৰা ঃ সেইটো কোন ঐ

বেং ঃ বেংবেং টোৰাত টোৰাত।

সেন্দুৰী ঃ ও বেং বাপু

বেং/ভেকুলী ঃ বেং, বেং টোৰাত টোৰাতা
ঘেঁ ঘু-ঘেঁ ঘু।

সেন্দুৰী ঃ ওবেটো বছৰ নেদেখো ছাঁটি
বাৰিবা আহিলেই
বেঙে মাৰে নাচোনটি।

বেং : ঘেঁ ঘু-

সেন্দুৰী : চেপেটা মুখ শকত গা
সৰু দীঘল ঠেং
পানীত সাত জাপ মাৰে
নামটো ভেকুলা বেং

মাগুৰা : হে'ৰ -টোৰ টোৰাইছ কিয় ?
বেংৰ কথাত বাৰিষা নাহে।

বেং : ঘেঁ- ঘু
বেংৰ কথাত নহয় বাৰিষা
ই কথা সবে জানে
পিছে, বেঙে নামাতিলে বাৰিষা নাহে
কথাটো কিয় মানে ?

সেন্দুৰী : ও বাৰিষা তাৰমানে আহিল
আহক বাৰিষা কাটক পাত
বৈ যা ভিনিহি খাই যা ভাত

বেং : হে'ৰ মৰতী নকৰিবি ঠাট্টা
তাতকৈ তই দৰিকনা ৰ
বিয়ালৈ ওলাইছ খন্তেক
ৰহচোন ময়ো যাম
লগাম এষাৰ মাত
বেং বেং টোৰাত টোৰাত
দৰিকনাৰ বিয়াত
খাওগৈ মঙহ ভাত।

মাগুৰা-সেন্দুৰী : দৰিকনাৰ বিয়া।
দৰিকনাৰ বিয়া ধানত
পানী দিয়া সোণ ৰূপৰ
মেকুৰীটো উছৰ্গাত দিয়া।
(Direction) গান গাই নাচ

কোৰাচ : কাৰৈ মাছে বোলে বাপ
মোকে ঐ ঐ নে।
মই যাম কাকেফনী হৈ নাল ঐ
হায়ৰে শোভন দৰিকণাৰ বিয়া
ৰুনজুন জুন জুনুক জুন।
ৰুন জুন বৰযুণ।

মাগুৰা : মাগুৰ মাছে বোলে বাপ
মোকো নে ঐ
মই যাম মহাজন হৈ নাল ঐ

কোৰাছ : হায়ৰে শোভা দৰিকনাৰ বিয়া
ৰুনজুন জুনুক জুন
ৰুনজুন বৰযুণ ।

বেং-ভেকুলী : বেং বাপু ই বোলে বাপ।
মোকো নে ঐ
মই যাম ঢোল পেপা হৈ নাল ঐ

কোৰাছ : হায়ৰে শোভন দৰিকনাৰ বিয়া
ৰুনজুন জুনু জুনুক জুন
ৰুনজুন বৰযুণ।

**Direction : (অকস্মাত মঞ্চৰ Right Down part ত বাকৰ দলৰ জাপ মাৰি প্ৰবেশ। —**

বাক : (টোকালি তালত ) হাঃ —— (Music)

মা-সে : বাক! (Direction)

মা-সে : বাক- বাক - বাক

সেন্দুৰী : হেৰ পোনাৰ জাক
দৌৰ মাৰ দলনিলৈ মূৰ গুজি থাক।

মা- সে : বাক আহিছে বাক
সাবধানে থাক আহাহা বাক ঐ বাক।

বেং : চিঞৰ বাখৰ নকৰিবি
মনে মনে থাক
বাকে হেনো মাছ
হোলোঙাৰে খজুৱাই নাক।

বাক : হোঃ হোঃ হোঃ (মোহো হোৰ সুৰত)

বাক : হে জাল-জুলুকী বাও
বৰণীত টোপ দিওঁ
কেচাই খাওঁ পুৰি তিনি টোকালি কাঢ়ি
আমাৰ কথা নুশুনিলে
দিও ডিঙি মুচৰি
কিলা দিও -ডুম ডুমা ডুম
ভুকু দিও তাক ডুমা ডুম

বেং : বেং বেং টোৰাত টোৰাত।

বাক ১ : লোকে কয় আমি বাক
ভূত পিশাচৰ দল

বাক ২ : আমাৰ কথা নুশুনিলে
পায় বিষম ফল।

বেং : ঘেঁ ঘু- ২

বাক : জপং জপং জপং পং (মাছ বিচাৰে)

বাক ২ : কেনি গ'ল বেং।
পোৱা নাই চোন দেখা

বাক ৩ : মাছৰ জাকক ফুচুলাবলৈ আগতেই
পঠিয়ালো
কলৈ গ'ল দুষ্ট ভেঁকুলী
মাছবোৰ গ'ল কেনি?

বাক ১ : আছে কৰবাত ইয়াতে লুকাই
বৰ সিয়ান সিমাছে যদি গম পায়
হ'ব তাৰ এলাই এথানি
কোনেও নুশুনাকৈ
মাতচোন তাক লাহেকৈ

বাক ২ : (পানী ভাঙি যোৱাৰ দৰে শব্দ)
বেং বাপু ক'লৈ গলি
ঘৈণীয়েৰৰ মুৰ খালি।

বেং : ঘে ঘুঁ- টোৰাত টোৰাত।
আজি দুখ আছে যেন
পাও কপালত।

বাক : হে।

সেন্দুৰী : শুনিলিনে
বাকে তাক পঠাই দিছে ফুচুলাবলৈ আমাক
আগতেই মোৰ মনে চোবাইছিল
তাৰ দেখি হাব-ভাব।

বেং : বেং বেং টোৰাত টোৰাত
পৰিলোৰেই নেকি ধৰাত।

মাগুৰা : মনে মনে ৰই থাক চোন গতিবিধি
কিনো কৰে সি।
বাকৰ যদি কৰে দালালী
বাঘ বৰালি নহলেও মই
কাঁইটেৰে দিম বেটাৰ
বৰপেটতো ফালি।

বেং : বুজি পালেই নেকি
মোৰ আচল স্বৰূপ
তথাপিও লগাও মাত এবাৰি
ঐ মাগুৰা হে'ৰ সেন্দুৰী
মাতেচোন মোক নামকাঢ়ি

হো প্ৰভু মোকে খাব নেকি
আগে ধৰি।

সেন্দুৰী : ঘৰিয়াল কান্দে চকুত তেল সানি
যা বেগেতে
মুৰত দে এচলু পানী।

বাক ১ : বেং বাপু -

বেং : গৈছো দেউ
ঘে ঘু ঘে ঘু

(Direction : বাকৰ— লম্ফ জম্ফ নাচ?)

বাক ২ : মাছ ক'ত- মাছ কেনি?

বাক ৩ : দৰিকনাৰ বিয়াত মাছে আহিব জাত পাতি
পঠালো তোক আধাবাটতে ৰখাই থবি
আমি আহিম পুৱাৰাতি

বাক ২ : তোক বিচাৰোতে ওলাল বেলি
এটাও দেখোন মাছ নাই খাবি এতিয়া
কাণতলীয়া আৰু গালি

বেং : নধৰিবচোন - ৰণচালি
মাছ আছে চকুৰ আগত
কৰক ধেমালি
পাৰক টোকালি-

সেন্দুৰী : ইফালে চাইছে চা-চোন মাগুৰা
টেলেকাকৈ
ব'ল-
দৌৰ মাৰি গৈ দলনিত লুকাই থাকো গৈ

মাগুৰা : মানুহ মৰে কৈ বোলো পখী মৰে বৈ
নিতাল মাৰি বহি থাক নিচিন্তমনে ঐ

বেং : আপোনাসবক দেখি মাছে মাৰিছে টুপাই
বুৰ
ফুচুলাই মই আনো মাতি
খাব সিইতৰ মুৰ-

বাক ১ : আমি আছো ইয়াতে লুকাই
লৈ আহ তই বেগেতে ফুচুলাই
(বাকে লুকায়)

বেং : বিবা আজ্ঞা দেউ
আহে নে নাহে ক'বতো নোৱাৰো
চেষ্টা কৰি চাও

ঘে ঘু - ২
বেং বেং টোৰাত টোৰাত (মাছৰ ওচৰলৈ
যায়)
শুনচোন মাগুৰা
শুনাচোন সেন্দুৰী
বাকক দেখুৱালো মস্ত খং
বাকে দিলে পলাই পত্রং
ওলাই আহ গীতটি গাও
তিনিজাপ মাৰি খেলটি খাও
ধিনিকি ধিন দাও
ধিনিকি ধিন দাও
ঘে- ঘু

সেন্দুৰী : হ'ব হ'ব নধৰিবি চং

বেং : সেন্দুৰী তই কেলেই কৰ খং?

সেন্দুৰী : কিয় নকৰিম খং
বজালে কাহ পাত্র ভগা ভাল চিনি
সাক্ষী কলে চিনি পায় ক'তদুৰ জ্ঞানী
পুৰিলে চিনি পায় বেয়া ৰূপ সোণ
বিপদত চিনি মিত্র কেনে কৰে গুণ
তোক চিনিলো- হাড়ে হিমুজুবে
কথাবোৰ নহয় পোন ভালে ভালে
আঁতৰি যা নেমাতিবি মিঠামাত
থকনাত ভাণ্ডিম দাঁত (মুখত এখুন্দা দিয়ে)

বেং : আই ঐ -মৰিলো ঐ
মৰিলো ঐ

বাক ১ : কি হ'ল বেং বাপু

বেং : থকনা।

বাক : থকনা।

বেং : থকনাত ভাঙিলে দাঁত
কেনেকৈ খাম ভাঁত
বেং বেং টোৰাত টোৰাত

বাক ২ : হ'লনো কি বেগতে ক'

বেং : মাৰিলে থকনা ভাঙিলে দাঁত
সিহঁত দুটা আছে লুকাই তাত
বেং বেং টোৰাত টোৰাত

বাক : হয়।

বাক ৩ : ৰুদু দেখিছো ফান্দ দেখা নাই
পলাবানো ক'ত

বেং : আনক দেউ ধৰি আনক
জুতি লগাই খাওক।

বাক ২ : তই যা সেইফালে - তই যা সিটো ফালে
মই যাম এইফালে।
(বৰশী লৈ বাকে আগবাঢ়ে)

বাক : জপং জপং জপং পং
মাগুৰা মাছ চকুত দিয়া তৈলসমে ৰান্ধিয়া
ওলট পালট কৰিয়া পিঠি তেবেহে পাবা
ব্যঞ্জন মিষ্টি

বেং : ঘে ঘু-২
ওলাল জিভাৰ পানী।

বাক ৩ : চেঙ চেঙেলি জামিৰৰ ৰস
কষুলি দিয়া যেবে পৰশ
মুখৰ অৰুচি নাকলৈ যায়
আহোক নৰদেবে লোকে ভাল পায়

বেং : বেং বেং টোৰাত টোৰাত।
পকা তেতেলি বুঢ়া বৰালি
বিস্তৰ কৰিয়া কৰিবা পাগ
বাঢ়িবা টেঙাৰ জোল
খাবৰ পৰত মুৰ নোতোল (বেঙে লোভত
ঢোক গিলে)

বাক : জপং জপং জপং পং (সেন্দুৰীয়ে ভয়ত
ফুচুলাই কয়)

সেন্দুৰীয় : আহিলেই মাগুৰ ক'ৰ কি হেৰ
বুকুখনে মোৰ চিৰা খুন্দে
ভয়ত যে মোৰো

মাগুৰা : আহা ভয় নকৰিবি
ভয়ত বুদ্ধি নষ্ট
জ্ঞান বুদ্ধি ভ্রষ্ট

সেন্দুৰী : সম্মুখত সেয়া সাইলাথ যম
কলিজাটোনো ক'ত থম।

বাক ২ : হা!
নলৰ তলত কোনে ফুচফুচাই
শুনা নাইসে তহঁত যথাই

বাক ৩ : বৰশীৰ চিপেৰে কোব দুটা দে
লুকাই যদি আছে কোনোবাই
ভয়ও কৰিব।
বাক ২-৩ : ভেঃ ভেঃ
বাক ৩ : হে.....হে...হে....(হাঁহে)
সেন্দুৰী : এ- এ (কান্দে)
মাগুৰা : (সেন্দুৰীৰ মুখত ধৰি)-চে
বাক : (পানীত কোব ধৰে) হে...হে....
সেন্দুৰী : আই ঐ
বাক ২ : ওলাল চোৰা জোলোঙাৰ মেকুৰী
বেং : কান্দে মইনাই ফেঁকুৰী ফেঁকুৰী
বাক ২-৩ : আহা কি মজা
পেলা বৰশী।
Dir.বৰশীৰ আগৰে খোল কৰে। মোনাৰ
পৰা খলিহা উলিয়াই পানীত ছটিয়াই
বৰশীত টোপ গুঠি সেৱা কৰি লয়।
বাক : কৃষ্ণ কৃষ্ণ প্ৰভু তুমিহে জানা।
মাগুৰা : ভূতৰ মুখত ৰাম নাম শুনা
(বেঙে প্ৰত্যেকৰে কাষে কাষে জপিয়াই কাণ্ড
কাৰখানা চায়)
বাক : খোল কৰো খলিহা দিও
টোপটো পেলাও ওলাইছে জিভাৰ পানী
মাছলৈ বাট চাও
(বৰশীৰ চিপেৰে পানীত শব্দ কৰে )
খটলং-খটলং
বেং : গান গাওঁক গানে মন গলাই
বাক ১ : হয়।
চেঙেলী বাবা লৰি আহ
মোৰ বৰশীত ধৰহি আহ
ধৰ মাছ ধৰ একে খোটে তলকৰ
খুটলাং-২ (পানীত শব্দ কৰে)
বাক ২ : ধৰিছে- (বৰশী টানে) নাই-
একখোট মাৰি কৰলৈ গলি
ভায়েৰাহঁতৰ মুৰ খালি।
বাক ৩ : আনৰ বৰশী তিতা
মোৰ বৰশী মিঠা
আহ মাগুৰা লৰ মাৰি আহ
মাগুৰা : বাপেৰাৰ মুৰটো খা
বেং : ওমা গালি দিছে চা
বাক : কি?
বাক ১ : থুই থুই
আঠি গাঠি বৰশী মাছে আহিবি গাঠি
যাৰ যাৰ মুখ লাগিছে
তাক সাত কুৰি লাঠি (বেং লাঠি মাৰে)
বেং : (বিনা দোষত)।
বেং বেং টোৰাত টোৰাত।
বাক : মাছ বৰশীটো গিল
নহ'লে দিম ঔকিল।
মাগুৰা : নিগিলো নিগিলো তহঁতৰ টোপ
লাভ নাই দি বোন্দাপৰ চোপ
সেন্দুৰী : বাৰে বাৰে আহে বাক বৰশীৰ টোপ লৈ
ফুচুলাই ধৰি নিয়ে চলাহী কথা কৈ
বেং : ভেম নুজুৰিবি বৰশীত ধৰ
দেউহতৰ দেৰি হৈছে খৰ ধৰ কৰ।
মাগুৰা : তই চুপ থাক
বেটা দুতলীয়া উভচৰ
বেং : বেং বেং টোৰাত টোৰাত
বাক ১ : তাৰমানে তহঁতে টোপ নিগিল
মা-সে : নিগিলো
বাক : নিগিল?
বাক ১ : তহঁতক কণা মুচৰিয়ে খাব।
মাগু সে : খাওঁক।
বাক ২ : কেকোৰাই চেপিব।
মা-সা : চেপক।
বাক৩ : ঢোৰা সাপে গিলিব।
মা-সে : গিলক।
নিদিবি তহঁতে ভাওনাৰ ভাঁও
লাগিব তহঁতৰ আমাৰ শাও।
বাক : আও
বেং : শগুনৰ শাওত নমৰে গৰু
বহাহি থৈ আহিছো
আখলত চৰু।

সেন্দুৰী : তই এটা গাধা গৰু

বেং : ঘে ঘু- ২

মই এতিয়া কতে মৰো

কথা শুন মুখ পুৰীৰ আধে ফুটিছে

দেউ কৰক কিবা এটা

দুয়োৰে তেল পাখি গজিছে।

বাক : নিগিল- (মাছ-সেন্দুৰীয়ে জোকাৰে)

ৰহ (বাকে খেদা মাৰ মাছে দৌৰে) হেই

বাক ১ : আবু ঐ হাবাং

বাক ২ : চাউল দিম চবাং

বাক ৩ : পুঠি মাছৰ লেজখৰা

তাকে বোলে কবি কাৰা

বাক ১ : কবিকাৰাই মাইল্লা লৰ

বাক ২-৩ : ঘৈন্নাকে বোলে খৰ ধৰ

মা-সে : ৰক্ষা

বাক : উস।

দেখিছনে সিহঁতৰ লুকা ভাকুখন (বেং -কয়)

(গান) : লুগা ভাকু ভাল নালাগে

খেল কইনা দৰা

ও তুল তুল ও বুল বুল

ও সেউতী ভৰা

লুকা-ভাকু ভাল নালাগে

খেল কইনা দৰা

বাক : একদম ভাল নালাগে।

বেং : হতাশ নহ'ব ভাগি নপৰিব

তেহে লক্ষ্যত উপনীত হ'ব।

ঘে- ঘু- ২

সেন্দুৰী : দেখিছ বেং

ঐ বেটা বেং তোৰ কোবাই ভাঙিম ঠেং

লৈ ফুৰিবি পেং

মাগুৰা : বেটা খাইপাত ফলা

থাক পানীত খাব পানীত

কি দুখত টানিছ শত শতৰৰ ঘানী

সেন্দুৰী : তাক দেখি মোৰ এটি বিহু গাওঁ গাওঁ লাগিছে

(বিহু) : আঁহুতে সলালে পাত সমনীয়া

নাহৰে সলালে পাত

আমাৰে বেং বোপাইয়ে বৰলাটি সলালে

ললেনে চোলাটি গাত।

বেং : ঠেট্টা ঠেট্টা

কিবা এটা কৰক প্ৰভু

বাক ১ : আমি বাক নিশ্চয় কৰি মনে মনে থাক ।

বেং : আছো, বেং বেং টৌৰাত।

বাক ২ : হেৰ'মাছ

নহবি অবুজন

যোগ্য ভোগ্য বসুন্ধৰা

তেৰাৰ সৃজন

মাগুৰা : হৈছে হৈছে বুজাব নালাগে

জীৱহত্যা মহাপাপ

প্ৰভুৰ বচন।

সেন্দুৰী : পিশাচৰ দল তহঁতৰ মুৰ নাইকিয়া হ'ল

যাওঁ যদি তহঁতৰ পেটত

দলনিত মেলা পোনাজাকক

কৰিব কোনে ডাঙৰ দীঘল?

মাগুৰা : এই অত্যাচাৰীহঁতৰ উৎপাতত

দুৰ্বলবোৰে জীয়াই থাকিব নোৱাৰা হ'ল।

বাক ৩ : শুনিনিলে সিহঁতৰ কথা?

বলা বাপু বৃন্দাবন ঘটি বাতি থন থন।

বাক ১ : চব ইয়াৰ কাৰণে হ'ল

ইহে আথে বেথে মাতিছিলগৈ

বাক ২ : ভেকোলা দিম গোৰ মাৰি বেটা

উঠি যাবি পেটা।

বেং : ঘে-ঘু

মোৰ ওপৰতনো দেখাই কিয় বৰমতা

মোৰ মুখখন এনেই ফটা

হতাশ নহ'ব নিটিলাব মুঠি

ব্যৰ্থতাই হ'ল সাফল্যৰ চাবি-কাঠি

চেষ্টা কৰক -

বাক ২ : ই ঠিকেই কৈছে

চেষ্টা এবাৰ কৰি চোৱা ভাল।

বেং : চেষ্টা কৰক— দিয়ক মিঠামাত

বেং বেং টোৰাত টোৰাত

বাক : (আগবাঢ়ি আহি মাছক মাতে)

শাল পিঙ্খি মাগুৰা
নলৰ তলত হাগুৰা
আহ ঐ আহ
বৰশী পেলাইছে বৈ আছো।
আমাৰ মুখলৈ চা।

মা- সে ঃ নাচাও যা

বাক ঃ ভজা মাছটো খা।

বেং ঃ কথা কৈছে চা
ভালকৈ বুলিবি বাট
আচহুৱা পিছল ঘাট
ভৰি পিচলি পৰে জান ঐ
খোপনি নৰয়
আই ঐ চকু পানী বয়

মা - সে ঃ কেনে কৰে চা

বাক ৩ ঃ কথা নুশুনে

বেং ঃ খুৱাওক এইবাৰ ভয়
(বাকে তাণ্ডৱ নাচে, মাছে দুটাক যাঠিৰে খেদাৰ দৰে খেদিয়াব।
মাছ দুটাই, সিহঁতৰ ভৰিৰ তলেৰে সৰকি যাব)
হো- হো হো -(Music)

বাক ঃ হমু দুমু আকাল দুমু
মৌপৰে চিলা পৰে
আম গছৰ মকুৰা
মাৰিম তহঁতক ভুকুৱাই
নলে কৰে হৰ হৰ
কাবে কৰে ধৰফৰ
ঘৰিয়াল ভাই ঐ
খেদোতে খেদোতে আমি হ'লো বুঢ়া
কেচু কমুতিৰ মুৰা
পলাল পলাল ধৰ ধৰ (মুৰে কপালে হাত দিয়ে)

বেং ঃ এহে! অলপৰ কাৰণে সৰকি গ'ল
চেষ্টা কৰক কপাল খাব খোল
যে- খু
এজন এজনকৈ হাতত সাৰে
ভৰিত সাৰে

বাক ১ ঃ মাগুৰাই কয় নাখাও যা

বাক২-৩ ঃ নেজ পেলাই ঘৰলৈ যা

বাক ১ ঃ (বেং-কয়) ই মস্ত কুকফা
কাৰো নেকি ডিঙি মুচৰি
বেটাৰ ৰফা-দফা Dir

বেং ঃ বেং বেং টোৰাত টোৰাত
শতৰুক নহছৰাৰ
শুনক—
দুয়োকে ধৰিবলৈ নতুন বুধি চান্দো
মন ভুলাবলৈ চকুত তেল দি কান্দো
(বাঁহৰ চুঙাৰ পৰা তেল উলিয়াই চকুত দিয়ে।
মাছে দুয়োকে চায়)

সেন্দুৰী ঃ মাগুৰা- মই হাহিঁও মাৰি যাও

মাগুৰা ঃ চাই থাকচোন চুপ কৰি

বাক ১ ঃ শুনিছনে তহঁত দুয়ো
আমি পানীত ডুবি মৰো
দিব যদি দে ধৰা
নহ'লে আৰম্ভ কৰোঁ।

মাগুৰা ঃ কৰ আকৌ নকৰ কেলেই

সেন্দুৰী ঃ গোটেই মখাই পানীত ডুবি মৰ

বাক ঃ মৰো

মা-সে ঃ মৰ

বাক ঃ সঁচাই মৰো

বেং ঃ বেং বেং টোৰাত টোৰাত

বাক ঃ এক আঠু পানী

মা-সে ঃ গংগাৰাণী

বাক ঃ এক কঁকাল পানী

মা-সে ঃ গংগাৰাণী

বাক ঃ এক বুকু পানী

মা-সে ঃ গংগাৰাণী

বাক ১ ঃ ঐ দিব যদি দে ধৰা (পানীত ডুবাৰদৰে)

বাক ঃ পানী এডিঙি হ'ল

সেন্দুৰী ঃ পানী যদি এডিঙি হ'ল নমৰ কেলেই
কিয়নো আছ কথা চেলাই

বাক ঃ ধেৎ তেৰি

বাক ২ : মাৰিবলৈ অহা নাই নিম তইঁতক ধৰি
লোণ তেল সানি লৈ
খাম টোকালি কাঢ়ি
মা-সে : আমি যাওঁ কতে মৰি
বাক ৩ : দেখিছনে ইইঁতৰ মইমতালি
খণ্ডে মোৰ ধৰিছে ৰণচালি
বেং : খং নামে চণ্ডাল।
নকৰিবি গণ্ডগোল
যত্ন কৰিলে ৰত্ন পায়
তেহে লোকে লোণে মাছে খায়
বাক ২ : ঠিক আছে শেষ চেষ্টা এবাৰ কৰি চাও আহ
(বৰশী পেলাবলৈ আগুৱাই আহে)
বাক : থুই থুই থুই
বেঙৰ যদি মুখ লাগিছে
তাৰ মুখত লাগক জুই
থুই থুই থুই (বৰশী পেলাই )
আহ মাছ নি তলত
দেৰি হ'ল যাওঁ ঘৰত ।
সেন্দুৰী : বৰশীৰ টোপটো গোন্ধে আমোলমল
মাগুৰা
মোৰ জিভাখনে দেখোন কৰে লকলক
(বৰশীত ধৰিবলৈ যায় মাগুৰাই হাতত থাপ
মাৰি ধৰে। )
মাগুৰা : লোভেই পাপ পাপেই মৃত্যু জ্ঞানীজনে কয়
সেন্দুৰী : হয়?
বেং : সেন্দুৰী বাই নুশুনিবি মাগুৰাৰ কথা
টোপটো গিলি পাবি বৰ মিঠা
বাক ১ : খাব দিম থাকিব দিম
পিন্ধিব দিম ৰিহা
বাক ২-৩ : এবাৰ যদি গিল টোপ
লগাম তইঁতৰ দিহা
বাক ১ : মুড়ি দিম চিৰা দিম দিম আখৈ ভাজি
বাক ২-৩ : ভাবি গুণি সময় নষ্ট, নহব কিয় ৰাজি
বাক ১ : খাক দিম চক দিম
দিম টকা সিকা
বাক ২-৩ : বৰশী বাওঁতে আমাৰ
হ'লেযে কঁকাল বেকা
মা-সে : নধৰো নধৰো কাণত ধৰো
মিছলীয়া তইঁত নহব গন্ধ
সেন্দুৰী : বাৰে বাৰে পেলাব টোপ কৈ চলাহী কথা
ৰাৱণ বামুণৰ ভেশ
চিনিছো চিনিছো তইঁতৰ বেশ।
মাগুৰা : আঁতৰি যা নিদিবি দীক্ষা
তইঁতৰ পাল্লাত পৰি হৈছে আমাৰ শিক্ষা
বেং : বেং বেং টোৰাত টোৰাত
বাক ২ : কাম কম কথা বেছি ধুৰন্ধৰ বেটা।
চকুৰ পৰা আঁতৰ হ গছকত উঠিবি পেটা
বেং : পিশাচ ইইঁত মখা, বৰ মোটা
কথা বঢ়াই নানো বিপদ মাতি।
খোৱাই ভাল কাট্রি।
বাক ২ : গলিনে তই
তোকেই খাম মই
বেং : যাওঁ যাওঁ
ঘেঁ - ঘু
বেং বেং টোৰাত টোৰাত
মা-সে : কেনে মজা
শতৰুক ঘৰলৈ মাতি
খালিনে তিত্র মাত
বেং : বেং বেং টোৰাত টোৰাত (দূৰৰ পৰা চাই ৰয়)
বাক ১ : এৰ বৰশী ল জাল
ৰুদ্র মূর্তি ধৰ।
বাক ২-৩ : খৰ ধৰ কৰ হেৰ'
খৰ ধৰ কৰ (বৰশী এৰি জাল লয়)
মাগুৰা : মৰিলো মৰিলো আমি এইবাৰহে নিগমে
ঘেৰি ধৰি আমাক মাৰে
সাইলাখ যমে
সেন্দুৰী : বাৰে বাৰে আহে বাক বাৰে বাৰে খায়
আমাৰ যে পোৰা কপাল চাওতা কোনো নাই
বা-সে : হায় হায় হায়
সেন্দুৰী : মাগুৰা
মাগুৰা : সেন্দুৰী
বাক : হো -হো- হো -হো (Music -Dir)
(মাগুৰা -সেন্দুৰীক ঘেৰি ধৰে (সিইঁত ভয়াৰ্ত)

অণ্ডৰ গুৰ মাণ্ডৰ জালি
মাছৰ নাকত দিলে জৰী

বাক ১ : মাছ গ'ল দক্ষিণে
বাক ২-৩ : আমি দেখো উত্তৰে
বাক ১ : মাছ গ'ল উত্তৰে
বাক ২-৩ : আমি দেখা দক্ষিণে
মা-সে : আ -আ- আ (জালত মেৰ খোবাৰ দৰে ঘূৰে)
বাক ১ : পৰিল পৰিল
বাক ২-৩ : জালত পৰিল
বাক : (টোকালি পাৰি)

হে- হে-হে

Dir (বেঙে বেঙামেলি চাই থাকে। দুখন জালৰ সন্মুখৰখন দুইবাকে আঠু কাঢ়ি তলত ধৰিব। এজন বাকে পিছফালে থিয় হৈ জাল দাহি ধৰিব। মাণ্ডৰাই সন্মুখৰ জালখনেৰে মুৰ উলিয়াই চাব। সেন্দুৰীয়ে বিশেষভয়ার্ত্ত মুহূৰ্তত হাত মেলি থিয় হৈ ৰ'ব)

<u>সমাপ্ত</u>

# মেজিক অব্ ফৰ্টিচেভেন

নাটকখনৰ ৰচনা কাল - ১৯৭৯

## নাট্যকাৰ # লিয়াকৎ আলি

চৰিত্ৰসমূহ ঃ

১। লুই
২। ডাবোৰান
৩। নেহেৰু
৪। জিন্না

উকা মঞ্চৰ পিছপিনে লিখা থাকিব "দিল্লী, ১৯৪৭ চন" সোমাই আহিব লুই মাউন্ট বেটেন। বুকুত তেঁৰা আছে নাম ফলক।

লুই ঃ প্ৰিয় দৰ্শক। মই লুই মাউন্টবেতন, এয়া মোৰ বুকুত লিখা আছে। মই এজন ইংৰাজ। হাড়ে হিমজুৱে ইংৰাজ আৰু সাধাৰণ ইংৰাজ প্ৰজাও মই নহও; কেতিয়াও সূৰ্য অস্ত নোযোৱা মহামহিম বৃটিশ সাম্ৰাজ্যবাদৰ এজন প্ৰতিনিধি, ভাৰতবৰ্ষৰ শাসন কৰ্তা, ভাৰতবৰ্ষৰ গৱৰ্ণৰ। এইখিনিতে এটা কথা প্ৰিয় দৰ্শক। আজি আমাৰ নাটকত মোৰ সমূহ বচন, মই আচলতে ইংৰাজীতে আওৰাব লাগিছিল। কিন্তু আমাৰ নাট্যকাৰৰ ইংৰাজী ভাষাজ্ঞানৰ দৌৰ দুখলগা ধৰণে সীমিত বাবে ইংৰাজীত বচন মতা মোৰ নহ'ল। এতিয়া মই মোৰ বচন ভঙা ভঙা অসমীয়াত আওৰাম। ঠিক যেনেদৰে আপোনালোকৰ অসমীয়া নাটকবোৰত ইংৰাজ চৰিত্ৰবোৰে আওৰায়। ইয়াত মোৰ দৰে আৰু এটা ইংৰাজ চৰিত্ৰ আছে। তেওঁৰ নাম চাৰ চেৰিল ৰেড্‌ক্লিফ। তেৱোঁ মোৰ দৰেই বচন মাতিব। তেনেহ'লে ভুল-ক্ৰটিৰ মাৰ্জনা বিচাৰি আৰম্ভ কৰো আমাৰ অভিনয়।

(Direction:- চিন্তিত ভাবে পাইচাৰি কৰে। চিগাৰ উলিয়াই জ্বলায়। Phone ডাইল কৰে। সকলো অভিনয় মূক অভিনয়। নাটকখনত কোনো মঞ্চ সামগ্ৰী ব্যৱহাৰ কৰা নহয়)

লুই ঃ হেল্ল, লুই লুই মাউণ্টবেটেন স্পিকিং। চেক্ৰেটাৰী। একটা ... খবৰ আছে। লণ্ডন মে জনাই দিব লাগে। তুমি হামাকে লগ কৰিবে। হামিলোক ভাৰত বৰ্ষমে বেছিদিন নাই থাকিব পাৰিম এই দেশৰ মানুহ মুক্তি বিচাৰিছে। দে ৱাণ্ট ফ্ৰিডম। পুলিচ মিলিটাৰী লগাই মানুহকে বেছি দিন ঠাণ্ডা নাই কৰিব পাৰিম। একটা উপায় ভাবি লাগে।

(Phone থয়। ডাবোৰান আহে। চেলুট দিয়ে)

ডাবোৰান ঃ হে মহামহিম, দুজন জনসাধাৰণৰ প্ৰতিনিধি আপোনাক দেখা কৰিব খোজে।

লুই ঃ (উচাপ খাই) What? জনসাধাৰণ কে প্ৰতিনিধি ইয়াত? "ডেঞ্জাৰ ইলিমেন্ট"। এৰেষ্ট কৰিব লাগে। লেকিন জন

সাধাৰণৰ প্ৰতিনিধি আমাক কি কাৰণে লগ কৰিব। তুমি ভুল কৰিছে। যাও নাম সুধি আহিব লাগে।

(ডাবোৰান ওলায় যায়। লুই চিন্তিত। ডাবোৰান আকৌ আহে)

ডাবোৰান ঃ হে মহামহিম, নাম সোধোতে ক'লে, নেহেৰু আৰু জিন্না।

**লুই** ঃ (হাঁহিব) নেহেৰু আৰু জিন্না (হাঁহি) জনসাধাৰণৰ প্ৰতিনিধি। ইউ ফুল কংগ্ৰেছ আৰ লিগৰ প্ৰতিনিধি। দেশৰ জমিনদাৰ মাৰ্চেন্ট বিলাকৰ প্ৰতিনিধি যাও আহিব দিব লাগে।

(ডাৰোৱান যায়। অলপ পিছত বুকুট নামফলি লৈ সোমাই আহে নেহেৰু— জিন্না দুয়োৰো মুৰত টুপি, জিন্নাৰ ফেছটুপি আৰু নেহেৰুৰ কংগ্ৰেছ টুপি)

**নেহেৰু, জিন্না** ঃ- (প্ৰণাম কৰি) হে আমাৰ দেশৰ জনগণৰ মনৰ অধিনায়ক। হে ভাৰতৰ ভাগ্য, বিধাতা, আপোনাৰ জয় হওক।

**(লুইৰ ভাবিৰ ওচৰত শিৰ নত-কৰে)**

**লুই** ঃ ঠিক আছে উঠিব লাগে।

**(দুয়ো উঠে)**

**নেহেৰু** ঃ হে পঞ্জাব সিন্ধু গুজৰাঠা মাৰাঠা

**জিন্না** ঃ দ্ৰাবিড় উৎকল বঙ্গ

**নেহেৰু-জিন্না** ঃ- (একেলগে) গা হে তব জয় গাঠা।

**(প্ৰণাম কৰে)**

**লুই** ঃ- নেহেৰুজী জিন্না চাব কি খবৰ আছে?

**নেহেৰু** ঃ- খবৰ হওঁতে বেয়া নহয় চাৰ।

**জিন্না** ঃ- আপোনাৰ অনুমতি পালে অধমে এষাৰ কথা সুধিব খোজে।

**লুই** ঃ কি কথা ক'ব পাৰে।

**নেহেৰু** ঃ আমাৰ এটা আৰ্জ্জি আছে। আৰ্জ্জি মানে চাৰ (ভয়, সংকোচেৰে) আমি মানে আমাৰ দেশৰ মানুহে চাৰ।

**লুই** ঃ হা, আমি বুজি পাইছে। তুমিলোগ কি কথা ক'ব খুজিছে আমি বুজি পাইছে। তুমি ফ্ৰীডম আই মিন স্বাধীনতাৰ কথা ক'ব খুজিছে।

**জিন্না** ঃ হয় চাৰ, আপুনি ঠিক ধৰিছে।

**নেহেৰু** ঃ আমি স্বাধীনতা ভিক্ষা কৰিছো চাৰ।

**লুই** ঃ তুমিলোগ কি ৰকম স্বাধীনতা বিচাৰিছে ?

**জিন্না** ঃ মানে চাৰ- আমাৰ দেশত আমি শাসন কৰিব বিচাৰিছো।

**নেহেৰু** ঃ এই চকিখনত আমি বহিব খোজো।

**লুই** ঃ কোন লোকবিলাকক শাসন কৰিব বিচাৰিছে।

**জিন্না** ঃ আমাৰ দেশৰ প্ৰজা সাধাৰণক।

**নেহেৰু** ঃ আমাৰ দেশৰ খেতিয়কক।

**জিন্না** ঃ কাৰখানাৰ বনুৱাক।

**লুই** ঃ আমাৰ দেশৰ জমিনদাৰ, ইণ্ডাষ্ট্ৰিয়েলিষ্ট বিলাকক।

**জিন্না** ঃ মানে চাৰ মালিকেইটো বনুৱাক শাসন কৰে।

**নেহেৰু** ঃ ৰজা জমিদাৰেইটো খেতিয়কক শাসন কৰে। প্ৰজা সাধাৰণক হুকুম চলায়।

**লুই** ঃ বেল, বেল সুন্দৰ কথা কহিছে।এই ৰকম হ'লে আমি লোগ একটা আণ্ডাৰষ্টেন্দিঙত আহিব পাৰে।

**জিন্না** ঃ আণ্ডাৰষ্টেন্দিঙত আহিব নোৱাৰাৰ কোনো মানে থাকিব নোৱাৰে চাৰ।

**নেহেৰু** ঃ সঁচা কথা ক'ব গ'লে, আমি চাৰ সেই কাৰণেই আহিছো।

**লুই** ঃ নেহেৰুজী, জিন্নাচাব। আমাৰ কথা মাইন্দ (Mind) কৰিব। হামিলোগ এই দেশত কিয় আহিছিলে আপুনি ভালকৈ জানে।

**জিন্না** ঃ নজনাৰ মানে নাই চাৰ।

**নেহেৰু** ঃ আপোনালোকৰ শিক্ষাৰে ধন্য হৈ এই ফেৰা কথাও নেজানিম নে চাৰ।

**নেহেৰু** ঃ আপোনাসব বণিক দেশৰ মানুহ। আমাৰ দেশলৈ বণিজ কৰিবলৈ আহিছিল।

**জিন্না** ঃ আমাৰ দেশৰ সম্পদ লুট কৰিবলৈ। ছিঃ তৌবা তৌবা। কি শব্দযে মুখেৰে ওলায়। মানে চাৰ আমাৰ দেশৰ সম্পদৰ সৎব্যৱহাৰ কৰিবলৈ আহিছিল।

**লুই** ঃ ইয়েচ। আমি লোগ বিজনেচ কৰিব আহিছে। আমিলোকৰ বিজনেছ চলাবলৈ আমিলোগ এই দেশ শাসন কৰিছে। অভি যদি তোমালোকৰ দেশমে হামিলোগকা বিজনেছ কা কোই "হেম্পৰ" নেহী হোগা, কোই লোকচান নহি হোগা তো আমিলোগ তোমাৰ হাতত এই দেশৰ শাসন দিব পাৰে। আৰ এই দেশৰ পৰা গুচি যাব পাৰে। বুজি পাইছে।

**নেহেৰু** ঃ হয় চাৰ

**জিন্না** ঃ খুউব ভালকৈ।

**লুই** ঃ আমিলোগ গলেভী আমাৰ বিজনেছ এই দেশত থাকি যাব। আসাম কা "টি-গাৰ্ডেন" চাহ বগান কা মালিক আমিলোগ থাকিব। তেল আমিলোগ পাব। তোমাৰ দেশৰ ডাঙৰ ডাঙৰ মাৰ্চেন্টবোৰক আমিলোগ পইচা দিব। আৰ তাৰ প্ৰফিট আমিলোগ পাব।

**নেহেৰু ঃ** কোনো কথা নাই চাৰ।

**জিন্না ঃ** আমি সম্মত আছো।

**লুই ঃ** এগ্ৰি নাথাকিলে তুমি লোকৰ ভি মুস্কিল আছে। এই দেশৰ পিপুলচ্ ফ্ৰীডম বিছাৰিছে। হামিলোগ আৰ এই দেশত বেছিদিন নাই থাকিব পাৰিব। তুমিলোগ এই দেশত শাসন কৰিব। পিপলচ ভাবিব, আমাৰ মানুহ শাসক কৰিছে, আমিলোগ স্বাধীন হৈছো। তোমাৰ ডাম ভী হ'ব হামাৰ কামাভী হ'ব। আৰ এগ্ৰি নাই হ'লে পিপুলচ প্ৰজা তুমি লোকক ভী ধাক্কা মাৰি বাহিৰ কৰি দিব। এই কুৰ্চ্চীত প্ৰজা বহিব। তুমিলোকক শাসন কৰিব আৰু তুমি লোগ যাৰ প্ৰতিনিধি আছে এইবোৰক শাসন কৰিব ছু ইউ...

**নেহেৰু ঃ** বুজিছো চাৰ, বুজিছো।

**জিন্না ঃ** মানে চাৰ সাপো মৰক লাঠিয়ো নাভাঙক।

**নেহেৰু ঃ** মুঠৰ ওপৰত আপোনালোক আমাৰ দেশৰ পৰা যাব; কিন্তু আপোনালোকৰ বেপাৰ বণিজ চলি থাকিব।

**জিন্না ঃ** আৰু আমি সেইবিলাকৰ ৰক্ষণা-বেক্ষণ দিব লাগিব।

**লুই ঃ** ইয়েছ, কাৰেক্ট। এই ৰকম একটা আণ্ডৰষ্টেন্দিং মানে বুজাপৰা থাকিলে স্বাধীনতা তুমিলোগ পাই যাব।

**নেহেৰু ঃ** কিন্তু চাৰ, দেশৰ মানুহে জানিবই লাগিব যে আমি সম্পূৰ্ণ স্বাধীন হৈছো।

**জিন্না ঃ** সেইটো আৰু ক'ব লাগিছেনে? নহ'লে দেখোন আমাৰে বিপদ।

**লুই ঃ** এই সব তুমি লোগ মেনেজ কৰিবে। ধুম-ধামসে বছৰ বছৰ স্বাধীনতা দিবস পালন কৰিবে। পাবলিছিটি কৰিবে।

**নেহেৰু ঃ** হ'ব চাৰ হ'ব।

**জিন্না ঃ** তেনেহ'লে স্বাধীনতা।

**লুই ঃ** হা, হা, পাই যাব পাই যাব।

**নেহেৰু ঃ** (আনন্দেৰে) বাহ্ স্বাধীনতা পাম।

**জিন্না ঃ** আমি গাদীত বহিম।

**নেহেৰু ঃ** আমি শাসন কৰিম।

**নেহেৰু ঃ** (সক ল'ৰাৰ দৰে জপিয়াই কিৰিলি পাৰি)

**জিন্না ঃ** কি মজা। আমি স্বাধীনতা পাম।

**(দুয়ো কাল্পনিক চেয়াৰখন লিৰিকি-বিদাৰি চাব)**

**নেহেৰু ঃ** চেয়াৰখন কি ধুনীয়া। অলপ বহি চাবৰ মন গৈছে।

**জিন্না ঃ** এই চেয়াৰখনত কিন্তু মই বহিম।

**নেহেৰু ঃ** তই? তোৰ দেখিছো আশা কম নহয়। তই বহিব খোজ— এইখন চেয়াৰত?

**জিন্না ঃ** তেনেহ'লে কোন বহিব?

**নেহেৰু ঃ** তেনেহ'লে কোন বহিব ?

**নেহেৰু ঃ** কিয় মই।

**জিন্না ঃ** ক'লৈই হ'ব। তই কিয় বহিবি। মই বহিম।

**জিন্না ঃ** মই নামানো। বৃটিশৰ আগেয়ে এই দেশ আমি শাসন কৰিছিলো। গতিকে এতিয়াও মই বহিম।

**নেহেৰু ঃ** এই বিধৰ্মীৰ দেখিছো। সাহস কম নহয়। বৰ বৰ ঘোঁৰাই নেপায় ঘাহ বটুৱা ঘোঁৰাই বিচাৰে মাহ। এই দেশৰ সংখ্যা গৰিষ্ঠ আমি। সেয়ে মই বহিম।

**জিন্না ঃ** তই ক'লৈই হ'ব— মই বহিম।

**নেহেৰু ঃ** নহয় মই বহিম।

**জিন্না ঃ** মই বহিম।

**নেহেৰু ঃ** মই বহিম।

**(দুয়ো কাল্পনিক চিয়াৰখনৰ দুফালে কুকুৰৰ দৰে ভুকিব ধৰে।**

**লুই ঃ-** অহ ষ্টপ্ ষ্টপ্। তুমিলোগ কুত্তা কা মফিৰ ভৌ ভৌ কৰিছে। ঝগড়া নাই কৰিব লাগে, ঠিক আছে আমি দুইটা চিয়াৰ বনাই দিম। একটাতে তুমি বহিবে আৰ একটাতে তুমি বহিবে। থিক আছে।

**নেহেৰু**
**জিন্না** } ঃ হ'ব।

**লুই ঃ** জিন্না চাহাব। নতুন কুৰ্চীত আপনি ১৪ আগষ্ট কো বহিব। আৰ ১৫ আগষ্ট কো নেহেৰু জি এই কুৰ্চ্চী মে বহিব।

**জিন্না ঃ** (আগলৈ আহি) ৰাইজসকল, আমি এতিয়া স্বাধীন হ'ম। আগষ্ট তাৰিখৰ পৰা আমাৰ দেশৰ নাম হ'ব পাকিস্তান। পাকিস্তানৰ সিংহাসনত মই বহিম। সেইদিনা আপোনালোকে আনন্দ কৰিব, স্ফূৰ্তি কৰিব। চেক্ৰেটাৰী (ডাৱোৱানক) তুমি মনত ৰাখিবা ১৪ আগষ্টত এটা বিৰাট ৰাজহুৱা ভোজ দিয়া হ'ব। ভোজ খাই এই পবিত্ৰ সিংহাসনত বহিম। দেশৰ মানুহে সকলোৱে যেন সেই দিনা আনন্দ কৰে।

**ডাৱোৱান/চেক্ৰেটাৰী ঃ** চাৰ এইটো দেখোন পবিত্ৰ ৰমজান মাহ। উপবাসৰ দিন।

**জিন্না :** (থতমৎ খাই) ৰমজান মাহ ?

**ডাবোৱান :** হয় চাৰ আপুনি এজন মুছলমানহে ইছলামিক দেশ এখনৰ শাসন কৰ্তা হৈ ৰমজান মাহৰ কথা পাহৰিলে প্ৰজাই আপোনাক খং কৰিব। ৰমজান মাহত ৰোজা ৰাখিব এৰি ভোজ খোৱাৰ কথা জানিলে।

**জিন্না :** নহয়হে। মানে ৰাইজৰ চিন্তাত থাকোতো, সেয়ে মাহ বছৰৰ হিচাব ঠিক্ এটা মনত নাথাকে। থিক আছে ৰাইজ মই এনেয়ে মানে ভোজ নোখোৱাকৈয়ে সিংহাসনখনত বহিম। আপোনালোকে আনন্দ কৰক ৰাইজ, আনন্দ কৰক।

**(এইবাৰ নেহেৰু আগুৱাই আহে)**

**নেহেৰু :** দেশবাসী ৰাইজ, মোৰ হিয়াৰ আমঠু ৰাইজ, অহা ১৫ আগষ্ট তাৰিখৰ পৰা আমি স্বাধীন হ'ম। আপোনালোকৰ বহু আকাংক্ষিত স্বাধীনতা আপোনালোকে পাই যাব। ১৫ আগষ্ট তাৰিখৰ পৰা আমাৰ আৰু একোৰে অভাৱ নাথাকে। আমাৰ দেশৰ কোনো মানুহে আৰু খাবলৈ নাপ্যায় নমৰে। কোনো মানুহৰে অন্ন- বস্ত্ৰৰ অভাব নাথাকে। ৰাতিটোৰ ভিতৰতে আমি স্বাধীন হ'ম। ৰাইজ, আপোনালোকে খুউব স্ফূৰ্তী কৰক। আনন্দ কৰক।

**জিন্না :** তেনেহ'লে চাৰ আমাৰ ভাগ-বাটোৱাৰাখিনি কৰি দিয়ক।

**নেহেৰু :** হয় চাৰ। শুভস্য শীঘ্ৰম।

**লুই :** হা হা চব হৈ যাব। তুমি লোগ এতিয়া নাকত তেল লগাই শুই থাকিব পাৰে। হামি সব ব্যৱস্থা কৰিয়া দিব। ভাৰত পাকিস্তান কা সীমা ভাগ কৰি দিব।

**নেহেৰু / জিন্না :** তেনেহলে এতিয়া সেৱাহে। হে জনগণৰ মনৰ অধিনায়ক আপোনাৰ জয় হওঁক। হে ভাৰতব ভাগ্য বিধাতা আপোনাৰ জয় হওঁক।

**(মুৰ দোৱাই আঁতৰি যাব)**

**লুই :** (হাঁহিব )

**ডাবোৱান :** হে মহামহিম, আপুনি হাঁহিছে কিয় ?

**লুই :** ছাকছেছ, গ্ৰেট ছাকছেছ, আমাৰ আমাৰ প্লেন সফল হৈছে, এতিয়া আৰু এই দেশৰ পৰা গ'লেভী আমাৰ কোনো লোকচান নাই হ'ব। ছেক্ৰেটাৰী।

**ডাবোৱান :** ইয়েছ চাৰ।

**লুই :** লণ্ডনমে আৰজেণ্ট খবৰ দিব লাগে। আমাৰ প্লেনৰ কথা জনাই দিব লাগে, অৰ ৱান থিং। লণ্ডনৰ বেৰিষ্টাৰ মিষ্টাৰ চাৰ চেৰিল ৰেড্‌ক্লিফ জল্দি ইন্দিয়া আহিব লাগে। তেওঁ ভাৰত পাকিস্তান কা সীমা ভাগ কৰি দিব।

**ডাবোৱান :** কিন্তু চাৰ, চাৰ চেৰিল ৰেড্‌ক্লিফেটো ভাৰতবৰ্ষ কেতিয়াও দেখাই নাই। তেওঁ এই দেশৰ বিষয়ে ক'ব গ'লে একোৱেই নাজানে। তেওঁ কেনেকৈ সীমা ভাগৰ নিচিনা ইমান ডাঙৰ কাম এটা কৰিব।

**লুই :** দিছ ইজ দা মেইন থিং। মিষ্টাৰ ৰেড্‌ক্লিফ সীমা ভাগ কৰিব টো ইণ্ডিয়া পাকিস্তান কোনো দেশৰ মানুহ খুজি নাই হ'ব। নেহেৰু-জিন্না খুচি নাই হ'ব। তো দুই দেশৰ মাজত ঝগডা হৈ থাকিব তো আমাৰ মুনাফা হ'ব। দুই দেশ ঝগড়া কৰিব আৰ আমি সামাৰ বিজনেছ কৰিব।

**ডাবোৱান :** আইডিয়া চাৰ আইডিয়া।

**লুই :** নাও ইউ মে গ'। তুমি যাব পাৰে ।

**ডাবোৱান :** ইয়েচ চাৰ (যাব খোজে)

**লুই :** খবৰ জল্দি পঠাব লাগে।

(ডাবোৱান যায়)

**ডাবোৱান :** ইয়েছ চাৰ (যাব লুই পাইচাৰী কৰিব অ লপ পিছত সোমাই আহিব চেৰিল।

**চেৰিল :** হেল্ল' মিষ্টাৰ লুই।

**লুই :** হেল্ল' (দুয়ো কৰমৰ্দ্দন কৰিব)

**চেৰিল :** আমাক কি কাৰণে মাতি পঠিয়াইছে।

**লুই :** আপ্নি এক্‌টা কাম কৰিব লাগে। ভাৰত আৰ পাকিস্তানৰ সীমা ভাগ কৰি দিব লাগে।

**চেৰিল :** বাট্ আমিটো এই দেশ সম্পৰ্কে একদম অজ্ঞান আছে। আমি কি কৰি দেশ ভাগ কৰিব।

**লুই :** সেই কাৰণেইটো আপনাকে মাতি আনিছে। আমি পিছত আপনাকে চব ক্ৰিয়াবলি বুজাই দিব। এতিয়া (কলিং বেল বজাব ডাবোৱান আহিব)

**লুই :** যাও একটা মেপ আনিব লাগে।

**(ডাবোৱান গৈ এখন পূৰ্ণাঙ্গ মেপ আনিব আৰু পিছৰ পৰ্দাত লগাই দিব।)**

**লুই ঃ** দিছ ইজ দা ৱেপ। এতিয়া ইয়াকে আপুনি দুই ভাগ কৰিব লাগে।

**চেৰিল ঃ** অহ ছ বিগ। ইত্না ডাঙৰ দেশকো ভাগ কৰা প্ৰব্লেম আছে। ঠিক আছে আমি কৰি দিব। আই এম বাউণ্ড টু দু ইট্।

**লুই ঃ** তো আপ্‌নি আপনাৰ কাম আৰম্ভ কৰক। উইছ ইউ অল দা বেষ্ট। অ' কে । (প্ৰস্থান)

**চেৰিল ঃ** ডাৰোৱান যাওঁ, অস্ত্ৰপাতি লৈ আহিব লাগে। আমি আমাৰ কাম আৰম্ভ কৰিম।

(ডাৰোৱান ভিতৰলৈ যায় আহে)

**ডাৰোৱান ঃ** এয়া চাৰ কেঁচি আৰু চুৰি। আপুনি অস্ত্ৰ প্ৰচাৰৰ কাম আৰম্ভ কৰক।

**চেৰিল ঃ** (কেঁচি-চুৰি লৈ চোৱাৰ অভিনয়) কি আনিছে ইত্না ডাঙৰ দেশ একটা ভাগ কৰিব কেঁচি-চুৰিৰে। ন, নাই হ'ব, ডাঙৰ দা লাগিব বিগ চাইজ দা।

**ডাৰোৱান ঃ** চাৰ কচাইৰ দা হ'লে হ'বনে?

**চেৰিল ঃ** হা হা হৈ যাব তুৰন্ত লই আহিব লাগে।

**ডাৰোৱান ঃ** দৌৰি যায় আৰু প্ৰকাণ্ড দা এখন আনি দিয়ে।

**চেৰিল ঃ** (লিৰিকি বিদাৰি চায় মুখত সন্তুষ্টিৰ হাঁহি) হা গুদ্ গুদ্ বঢ়িয়া হ'ব। এতিয়া আমি দেশ ভাগ কৰিব।

(চেৰিলে শূণ্যতে দাৰে ঘপিয়াব নেপথ্যত ফ্ৰীজ বহু মানুহৰ আৰ্তনাদ পুনৰ এবাৰ ঘপিয়াব। আকৌ আৰ্ত্তনাদ এনেতে মাজৰ দৰ্শকৰ পৰা দুজন অভিনেতা সোমাই আহিব। এজন মুছলিম, এজনৰ হিন্দু বেশভূষা)

**মুছলিম প্ৰজা ঃ** ৰ'ব ৰ'ব আমাৰো কিছু কথা ক'ব লগা

**হিন্দু প্ৰজা ঃ** আছে।

**মুছলিম প্ৰজা ঃ** আপোনালোকে এয়া হিন্দুস্তান, পাকিস্তানৰ জন্মৰ ৰেখাচিত্ৰহে দেখুবালে।

**হিন্দু প্ৰজা ঃ** আমি তেজ মঙহৰ সঁচা ছবি দেখুবাব খোজো।

**(মঞ্চত উঠি গৈ)**

**হিন্দু প্ৰজা ঃ** প্ৰিয় দৰ্শক। আমাৰ কথা আপোনালোকে শুনিবই লাগিব। সেইদিনবোৰ আমাৰ জীৱনলৈ কি কঢ়িয়াই আনিছিল-— তাক আপোনালোকে জানিবই লাগিব।

**মুছলিম ঃ** আমাৰ বুকুৰ তেজেৰে ফাকু খেলি নেহেৰু—জিন্নাহঁতে ক্ষমতাৰ কুৰ্চীত বহিছিল। আৰু আমি হেৰুৱাইছিলো আমাৰ সৰ্ব্বস্ব।

**হিন্দু ঃ** মোৰ ঘৰ আছিল লাহোৰৰ সমীপৰ এখন গাঁওত। এজন সাধাৰণ খেতিয়ক মই। হিন্দু-মুছলমান কোনো ভেদাভেদ নাই। যুগ যুগ ধৰি আমি একেলগে বসবাস কৰি আহিছিলো। হঠাৎ জানো কি হৈ গ'ল। আমি ইজনে সিজনক চিনি নোপোৱা হ'লো। পৰস্পৰে পৰস্পৰক সন্দেহৰ চকুৰে চোৱা হ'লো। সেই দিনা আছিল ১৩ আগষ্ট —ৰাতি আমি শুই আছিলো। চিঞৰ বাখৰ হুলস্থূল সাৰ পাই দেখো চাৰিওফালে জুই। মানুহৰ আৰ্তনাদ। হিন্দু মানুহৰ ঘৰবোৰ জ্বলি উঠিছে। মাজে মাজে আক্ৰমণকাৰীহঁতৰ চিঞৰ— আল্লাহ আকবৰ। মোৰ পৰিয়ালৰ মানুহবোৰ যেনিয়ে পাৰিলো দৌৰিলো। কিছদুৰ যোৱাৰ পিছত হঠাৎ মোৰ ছোৱালীজনীৰ আৰ্তনাদ শুনিবলৈ পালো। তাইক পাষণ্ডহঁতে ধৰি পেলাইছিল। মই একোৱেই কৰিব নোৱাৰিলো। পিছদিনা তাইৰ ক্ষত বিক্ষত দেহ বিচাৰি পালো... পথাৰৰ মাজত...

**(কান্দোনত ভাঙি পৰে। মুছলমান প্ৰজাজনে কান্ধত হাত থয়)**

**মুছলমান প্ৰজা ঃ** স্বৰ্ণমন্দিৰৰ কাষৰ গাঁওখনতে আছিল আমাৰ ঘৰ। আগষ্ট মাহৰ প্ৰথম ফালে আমাৰ গাঁৱখনলৈয়ো অন্ধকাৰ নামি আহিছিল। জয় শ্ৰীৰাম ধ্বনিত আমাৰ অন্তৰ আত্মা কঁপি উঠিছিল আৰু এদিন ৰাতি আমাৰ ঘৰবোৰ দাউ দাউ কৈ জ্বলি উঠিছিল। দা, তৰোৱাল লৈ আমাক, মতা মানুহবোৰক এফালৰ পৰা কাটি গৈছিল। প্ৰাণৰ ভয়ত যিয়ে যেনি পাৰে দৌৰিছিল। মাইকী মানুহবোৰক লৈ যোৱা হৈছিল মন্দিৰলৈ। তাত সিহঁতক কৰিছিল উপযুপৰি ধৰ্ষণ। (কান্দে)

**হিন্দু প্ৰজা ঃ** আমাৰ স্বাধীনতাই— আমাক ইয়াকে দিছিলে ৰাইজ, ইয়াকে দিছিলে।

**মুছলমান প্ৰজা ঃ** আমাৰ সৰ্ব্বস্ব হেৰুৱাই আমাৰ স্বাধীনতাৰ মূল্য আমি এনেকৈয়ে দিব লগা হৈছিল ৰাইজ।

**(লুই হোৱা অভিনেতা জন নিজৰ নামফলক খুলি আওৱাই আহি)**

লুই ঃ প্ৰিয় দৰ্শক, আজিলৈ সময় হ'ল। আহক, আমি কিছু কথা পাহৰি যাওঁ আৰু কিছু কথা নতুনকৈ ভাবো, চিন্তা কৰোঁ। আহক, আমি ধৰ্মৰ উৰ্দ্ধত থাকি মানুহ হ'বলৈ শিকোঁ।

(সকলোৱে) - নমস্কাৰ।

<u>সমাপ্ত</u>

# অনৰ্থ

**নাট্যকাৰ # ভব পূজাৰী**

**চৰিত্ৰসমূহঃ**

১। কালিচৰণ ২। নমোৰাম ৩। দীননাথ
৪। অমূল্য ৫। বিদিশা ৬। বতাহী

(মঞ্চমুকলি হোৱাৰ পূৰ্বেই কালিচৰণে চোৰ, চোৰ, নিলে ঐ নিলে ধৰ ধৰ, আদি চিঞৰৰ বাখৰ কৰি থাকিব। মঞ্চ মুকলি হ'লে দেখা যাব - প্ৰথম শ্ৰেণীৰ দণ্ডাধীশ বিদিশা ফুকনৰ চৰকাৰী বাসভৱনৰ খটখটী। কালিচৰণে বতাহীক খেদি আনি ঠিক খটখটীৰ পৰা নামিব ধৰোতেই বাগৰাই পেলাই, বতাহী মঞ্চৰ মাজভাগত পৰি যায়। [DIR]

**কালি ঃ** ধৰিলো ঐ ধৰিলো। ঐ নমো, ঐ দীন দাইটি, চোৰ ঐ চোৰ, বেগাই আহক। আহক ঐ নমো (নেপথ্যৰ পৰা চিঞৰে- ঐ ধৰ ধৰ) ধৰিলো ধৰিলো কত সাৰিব। বনি বদমাচী মৰিবলৈ ঠাই নাপালি? একে মাৰে এতিয়া মূৰটো ভাঙি পেলাব পাৰো, নহয়, ভাঙিয়েই পেলাও। নেপেলাও— এইক বান্ধি থও ৰ ৰ কলৈ পলাবি? কালিচৰণৰ হাতৰ পৰা ক'ত পলাবি? নেচেল সেইটো নহব। ৰ, বৈ থাক ।

**বতাহী ঃ** (এহাতেৰে টোপালাটো ধৰি আনহাতে কালিক বাধা দিব ) ঐ-ঐ গাত হাত নিদিবি। আঁতৰ বুলিছো নহয় কথা বেয়া হ'ব কিন্তু।

**কালি ঃ** বনি চুৰুণী চুৰ কৰিবলৈ লাজ নাপাব, ধৰিলে লাজ পাব? (ধৰিবলৈ যতন কৰে। বতাহী পলাব খোজে) ঐ নমো আহ ঐ চোৰ পলাব এতিয়া। বেগাই আহ (নমোৰামে হাতত এদাল লাঠিলৈ খেদি আহে, কালিৰাম ওচৰ পাই কালিৰামক মাৰ মাৰি দিয়ে)

**কালি ঃ** উঃ উঃ উঃ উঃ ঐ নমো বেগাই আহ ঔ চোৰ এটা নহয় দুটা। মোক মাৰি পেলাব এতিয়া।

**নমো ঃ** দুটা? এটা এইটো আনটো ক'ত? ক'ত?

**কালি ঃ** উঃ উঃ কি কৰিল নমো ৰাম?

**নমো ঃ** আৰে এইটোচোন কালিচৰণ। তেনে চোৰ কোনটো?

**কালি ঃ** বনি দিনকণা তোৰ সন্মুখত এইজনী দেখা নাই? তই মানুহ মাৰিবি দেই।

**নমো ঃ** মোৰ গাত কি দোষ? তইহে চিঞৰিছ চোৰ চোৰ বুলি চুৰুণী বুলিতো চিঞৰা নাই ।

**কালি ঃ** বনি মহামূৰ্খ, সেইটো বুলি মোৰ মূৰত মাৰনে মাৰিব লাগেনে? (বতাহী আঁতৰিব খোজে) হেৰ ধৰ, পলাব এতিয়া। (নমো ৰামে আগচি ধৰে)

**বতাহী ঃ** খবৰ দাৰ গাত হাত নিদিবি। আইন নাই।

**নমো ঃ** তোক ধৰিবলৈ হ'লে গাতটো হাত দিবই লাগিব।

**বতাহী ঃ** কিয় হাত দিবি? কিয় হাত দিবি।

**নমো ঃ** তোক ধৰিবলৈ। চোৰ ধৰিবলৈ

**বতাহী ঃ** হ'লেও মাইকী মানুহৰ গাত হাত নিদিবি। আইন নাই।

**নমো ঃ** মাইকী হওক মতা হওক চোৰ পাইছো ধৰিমেই

**বতাহী ঃ** চোৰেই হওক বা সাধুৱেই হওক তই মতা মানুহ আৰু মই মাইকী মানুহ, মাত্ৰেই মোক চোৰ বা সাধু বুলি নেভাবে মাইকী বুলি।

**কালি ঃ** ঐ নমো কিহৰ আলোচনা, ধৰ এইক বান্ধ

**বতাহী ঃ** মাইকী মানুহৰ গাত হাত দিব তোৰ দেখিচো সাহটো কম নহয়। দেশত আইন কানুন নাই বুলি ভাবিছ ।

**কালি ঃ** এইচোন কম চুৰুণী নহয়, আইন কানুন সোপাকে জানে।

**নমো ঃ** নহ'লেনো মেজিষ্ট্ৰেটৰ ঘৰত চুৰ কৰেনে? বাৰু ঠিক আছে - বাইদেউ নহালৈকে তই বহি থাক। বহ বুলিছো

নহয়।

**বতাহী :** তোমাৰ ইয়াত বহি সাধু শুনিবলৈ মোৰ সময় নাই দেই।(যাব খোজে)

**কালি :** আৰে আৰে, কি কৰ, নোৱাৰা যাব, বহ।

**নমো :** কথা কিন্তু বেয়া হ'ব দেই, বহিলে বহ।

**বতাহী :** ক'ত বহিব লাগে? ইয়াত? নহ'ব দেই মই মাটিয়ে বালিয়ে বহিব নোৱাৰোঁ।

**কালি :** চেঃ কি বিপদ; ঐ নমো যা-যা মূঢ়া এটাকে আন। যি কোনো প্ৰকাৰে বাইদেউ অহালৈকে ৰাখ, ইঃ দেখা নাই বৰ চাহাবৰ বেটি মাটিত নবহে। তই আজি চুৰুণী নহৈ চোৰ হ'ব লাগিছিল খুন্দাত হাড় জোল কৰিলোহেঁতেন।

**বতাহী :** ঐ এতিয়ালৈকে মই চুৰুণী বুলি প্ৰমাণ হোৱা নাই বুলি কৈ নাথাকিবি। মোৰ কিবা নাম নাই নেকি?

(নমো ৰামে মূঢ়াএটা লৈ আহে)

**কালি :** তেনে তোৰ নামটো ক?

**বতাহী :** বতাহী।

**নমো :** বতাহী মহাৰাণী বহক। ইঃ ভেমটো চোৱা বোলো ভাল ভাল ঘোঁৰাই নাপাই ঘাঁহ বটুৱা ঘোৰাই বিছাৰে মাহ।

**কালি :** বাৰু বাইদেউ আহক তোৰ ব্যৱস্থা কৰি বহি।( ফোপাই জোপাই দীন সোমাই আহে। নেপথ্যৰ পৰাই চিঞৰে)

**দীন :** ক'ত ঐ ক'ত চুৰ? ক'ত কি হ'ল? ধৰিলিনে?

**কালি :** ইমানকৈ চিঞৰিলো দাইটি— সৌ খিনিৰ পৰা এইখিনি পাওঁতে ইমান পৰ লাগেনে?

**দীন :** তোৰ চিঞৰ শুনিয়েই মাৰিলো দৌৰ। পিছে পাচফালৰ পৰা বোৱাৰীজনীৰ চিঞৰ।তই চিঞৰিছে আহ ঐ বোৱাৰীয়ে চিঞৰিছে ঘুৰি আহ বোলো মেজিষ্ট্ৰেটৰ ঘৰলৈ সেইটো পথেৰে যাব নালাগে। গেঞ্জীটো পিন্ধোতেহে এইকণ পলম হ'লেও তহঁতৰ খবৰ লোৱা ময়েই প্ৰথম চুবুৰীয়া (বতাহীক) এখেতচোন মোতকৈও আগ।হ'লেওতো মই দ্বিতীয়।পিছে আপোনাক হ'লে চিনি পোৱা নাই নাই।

**দীন :** নাই দেই। বাৰু ক'ত? ক'ত চোৰ? কি চুৰ কৰিলে?

**নমো :** ৰ'ব দাইটি কথাটো কওঁ—

**দীন :** এ চুপটি নামাৰিবি— মিছাকৈ চোৰ চোৰ বুলি চুবুৰীয়া মাতি এদিন তহঁতৰ দশা সেই মিচলীয়া গৰখীয়াটোৰ দৰে হ'ব চাবি। (যাব ধৰে)

**কালি :** (আগচি ধৰি) দাইটি ৰ'ব চোন। আমাৰো এষাৰ শুনক। মিছাকৈয়ে কিয় খং কৰেহে।

**দীন :** হয়নে? এতিয়া মইহে মিছাকৈ খং কৰিলো? হেৰা মোৰ কথা বাৰু বাদ-এখেত? এখেতৰ দৰে ভদ্ৰমহিলা এগৰাকীক তহঁতে দালভাঙি দৌৰাব লাগেনে? (বতাহী) পিচে আপোনাক হ'লে মই চিনি পোৱা নাই দেই।

**নমো :** আপুনি ক'ত চিনি পাব? এই ভদ্ৰ মহিলাক চিনি পাবৰ আমাৰে সাধ্য হোৱা নাই।

**দীন :** নালাগে পাব। হেৰ তহতে যিমান চিঞৰিচ মানুহ আহিবই (বতাহীক) পিছে কৰপৰা বা আহিছে? হওঁক দিয়ক-আপোনাৰ দৰে সাহসী মহিলা সমাজত লাগে দেই। চোৰৰ নাম শুনিলেই শতকৰা ৮০ জনী মহিলা প্ৰাণলৈ পলায়-আপুনি যে সাহ কৰি এই বিপদগ্ৰস্ত লৰা কেইটাক মাত এষাৰ দিলে - ধন্যবাদ দেই।

**নমো :** দাইটি এখেতেৰ সাহ দেখি আমিও আচৰিত কেৱল সাহেই নহয় আইন কানুনো জানে।

**দীন :** জানে জানে জানিবই— কিয় নাজানিব? আজিৰ মহিলা আগৰ মহিলা হৈ থকা নাই। বহুত আগ বাঢ়িল তহঁতৰ মালিকনী যদি প্ৰথম শ্ৰেণীৰ দণ্ডাধীশ হ'ব পাৰে, এখেতেনো আইন কানুন জনাটো কি আচৰিত। (বতাহীক) পিছে আপোনাক হ'লে চিনি পোৱা নাই দেই।

**কালি :** দাইটি এখেতৰ চিনাকিটো ................

**দীন :** নালাগে, চিনাকি আনে কৰি দিয়াত মজা নাই মই নিজেই চিনাকি হ'ম— আপোনাক হ'লে— বাৰু চোৰ চোৰ ক'ত?

**কালি :** তাকেইতো ক'বলৈ লৈছো।

**দীন :** কৈ যা- কৈ যা (বতাহীক) শুনক আপুনিও শুনক মানুহৰ দুৰ্নীতি। এই দিন দুপৰতে চুৰ কৰি? তাকো মেজিষ্ট্ৰেটৰ ঘৰত? অ কৈ যা -

**কালি :** নমোৰাম আছিল বাগিচাত। মই আছো ভিতৰত। হঠাৎ কবা এটা খটংকৈ পৰাত মই ওলাই আহি দেখিলো- আনিলো খেদি-

**দীন :** বুজিলো?

**কালি :** কি বুজিলা ?

**দীন :** ধৰিব নোৱাৰিলি-দেবাল জপিয়াই পলাল একেবাৰে চিনেমাৰ কায়দাৰে।

**নমো :** (বিৰক্তিৰে) নহয়হে দাইটি কথাটো তেনে নহয়।

**দীন :** হয়। সেইটো হ'বই লাগিব। নহ'লে চোৰটো ক'ত?

**কালি :** কবক। পাচৰখিনিও আপুনিয়েই কল্পনা কৰি কওক।

দীন ঃ এ বাদদে অ' দুটাকৈ ডেকা ল'ৰা থাকিও চোৰটো ধৰিব নোবাৰিলি, বনি কাপুৰুষহঁত। যা যা ঐ কচুগছত চিপজ্জৰী লগে। মই পাব লাগিছিল দিন দুপৰত চুৰ কৰিবলৈ অহাটোক ধৰি তেনেই পদিনা বটাদি বাটি পেলালোহেঁতেন। এনেকুৱা অন্যায় সহিব পাৰিনেকি? (বতাহীক) নে কি কয় আপুনি? পিছে আপোনাক হ'লে চিনি পোৱা নাই দেই।

কালি ঃ বুইছ নমো, এইখন খেলি মেলিত লাগি থাকি আমাৰ কাম নকৰিলে বাইদেউ আহি যদি সোধে কি কি চুৰ কৰিলে, কি কম ব'ল ব'ল কি কি চুৰ কৰিলে চাওঁ।

নমো ঃ হয়তো। ব'ল চাওঁ।

দীন ঃ অ' তো কি কি নিলে?

কালি ঃ তাকো চোৱাই নাই নহয়।

দীন ঃ তহঁতে চাই আহ। আমি বহিছো।

নমো ঃ আহ আহ।

দীন ঃ আহমানে? হেৰ' কলৈ যাব? তহঁতৰ চোতালত এতেবেলি থিয়ই থাকিলো বহাৰ ব্যৱস্থা এটা কৰিব নোবাৰিলিহঁত? তহঁতো মানুহ দেই।

কালি ঃ (বিৰক্তিৰে) এ দাইটি আপুনি বাৰে বাৰে কথাটো কিবা লঘু কৰি পেলায়।

দীন ঃ হয় নে? তহঁতৰ বিপদত খবৰ এটা লবলৈ আহিলো তহঁতে আমনিহে পালি? হ'ব যাওঁ আহিবই নাপায়। মোৰে দোষ (যাবধৰে)। (কালি আৰু নমোৱে দীনক বুজায়)

কালি ঃ দাইটি আপুনি শুনক চোন।

নমো ঃ আপুনি আচলতে কথাটো বুজাই নাই।

দীন ঃ ইয়াত বুজিবলৈ কি বাকী থাকিল? তহঁতৰ ঘৰত চোৰ সোমাল তহত দুটাকৈ অপদাৰ্থ থাকিও ধৰিব নোবাৰিলি।

নমো ঃ ধৰিলো?

দীন ঃ ধৰিলি।

কালি ঃ ধৰিলো। ক'ত সাৰিব কালিচৰণৰ হাতৰ পৰা।

দীন ঃ ক'ত চোৰ? এতেবেলিয়েও কোৱা নাই কিয়? তাক দুখুন্দা মান দিওঁৱেই।

নমো ঃ তাকে ক'বলৈ আপুনি সুবিধা দিয়াই নাই আৰু'

দীন ঃ ক ক কৈ যা—

কালি ঃ শুনক।

দীন ঃ শুনক মানে। তহঁতৰ চোতালত মই থিয়ে থিয়ে চুৰৰ বৃত্তান্ত শুনিম? যা চকী এখন আন। হেৰ তহঁতক চাহ তামোল বিচৰা নাই নহয়, সামান্য, আসন এখনেই বোলে - "তৃণ শয্যা সমাদৰ আৰু জলভূমি সজ্জৰগৃহত এই তিনিওৰে নহয় নাটনি। (বতাহীক) নে কি কয় আপুনি? আপোনাক পিচে মই চিনি পোৱা নাই দেই।

(কালিয়ে চকী এখন আনে)

দীন ঃ ইয়াত ইয়াত (বতাহীৰ কাষত) দে। অ এতিয়া ক চোৰ ক'ত? ক'ত মানে ৰবি ডাঙৰ কথা এটা মনত পৰিছে। শুন। (বতাহীক) আপুনিও শুনক। মোৰ ঘৰত এবাৰ চোৰ সোমাল।

কালি ঃ আপুনি ছাগে চোৰটো ধৰি পদিনা বটাদি বাটি পেলালে।

দীন ঃ তই কেনেকৈ জানিলি?

কালি ঃ এঃ আপোনাৰ হাতত চোৰ পৰিলে কি হ'ব সেইটো নাজানিমনে?

দীন ঃ তোৰ জনাটোত অলপ খেলি মেলি হ'ল।

কালি ঃ খেলি মেলি? নাই হ'ব নোৱাৰে।

দীন ঃ হ'ল হ'ল চোৰ ধৰিলোহে পিছে মাৰিব কিলাব নোৱাৰিলো। আনকি চিএৰ এটাও মাৰিব নোৱাৰিলো।

নমো ঃ কিয়?

দীন ঃ এ শুনিলহকচোন।

নমো ঃ কওঁক কওঁক।

দীন ঃ চোৰ ধৰিলো বান্ধিলো, শেষত চোৰে বিচৰা বস্তুটো দি পঠাই দিলো।

কালি ঃ দি দিলে? কি আচৰিত? চোৰক ধৰি একো নকৰিলে?

নমো ঃ আকৌ যি বিচাৰিলে দিহে দিলে?

দীন ঃ চোৰ ধৰি বান্ধি কিলাও বুলি ভাবিছোহে মোৰ ভনীজনী আহি চোৰৰ গাতে ধাচ্‌কৈ পৰি কলে- বোলে ককাইদেউ মাৰ যদি মোকে মাৰ - তাক একো নকৰিবি-সি আচলতে মই মতাৰ বাবেহে আহিছিল।

কালি ঃ (নমোক) ইন্টাৰেষ্টিং দেই। তাৰ পিছত?

দীন ঃ তাৰ পিচত আৰু কি হ'ব। ৰাতিয়েই ঘৰ পৰিয়ালৰ মানুহ গোটাই উমনিত থকা হাঁহ এজনীকে মাৰি ভাত এসাজ খুৱাই চোৰক জোৱালী চমজাই দিলো- উপায় নাই। এতিয়া কচোন তহঁতৰ কি কি নিলে?

নমো ঃ আহ চাওঁ। (নমো আৰু কালি বতাহীৰ ফালে আহে)

বতাহী ঃ চো চোন বাৰু। মোৰ টোপালা চুই চা।

কালি ঃ চামেই। চাও টোপোলা খোল।

**বতাহী :** নোখোলো

**নমো :** খোল।

**বতাহী :** ঐ ৰচোন ৰ। কথা কি? মই চোন একো বুজা নাই। কিবা সাঁথৰ সাঁথৰ লাগিছে। মই হ'লে আপোনাক ...

**কালি :** চিনি পোৱা নাই নহয়? আৰু পাবও নোখোজে। শুনক এইজনীয়েই বস্তু চুৰ কৰিছিল।

**দীন :** হাঃ কি আচৰিত।

**নমো :** একো আচৰিত নহয়, ইহঁত এনেকুৱাই।

**দীন :** হে নাৰী তুমি চলনাময়ী, এজনী মাইকী মানুহহে এই দিন দুপৰত? আচৰিত! হেৰ 'তই জাননে নাজান এইটো কাৰ ঘৰ?

**কালি :** দাইটি এতিয়া চোৰ দেখিলে নহয় বাটক পদিনা বটাদি।

**দীন :** মই এতিয়া এই বয়সত মাইকী মানুহৰ গাত হাত দিম?

**নমো :** মাইকী মানুহ বুলিয়েই চুৰ কৰি সাৰি যাব? তাকো মেজিষ্ট্ৰেটৰ ঘৰত ? নহ'ব টোপোলা খোল।

**কালি :** খোল।

**(দুয়োটাই টোপোলাটো ধৰে বতাহীয়ে টোপোলাটো ধৰি বহি দিয়ে)**

**দীন :** হেৰ টোপোলাটো খুলি বস্তু কেইপদ দি তই যাগৈ যা- নহ'লে ঘৰৰ মালিকনী আহিলে মানেই তোৰ নিৰ্ঘাত জেল। হেৰ' কি দিন কাল পৰিল— ৰাম ৰাম ৰাম - কি চাই আছহঁত খোল টোপোলা কি কি চুৰি হ'ল তাৰটো এটা চয় নিশ্চয় হ'ব লাগিব ।

**নমো :** লাগিব, নিশ্চয় লাগিব আমি তিনিটাই মিলি টোপোলা খোলো ।

**দীন :** হ'ব তেনে আহ্ আহ।

**কালি :** আমি তিনিটা, তাই অকলে কি কৰিব আহ।

**বতাহী :** ঐ ঐ চোৰ পাইছ থান্যত চমজাই দে, টনা আজোৰা কৰিলে কথা বেয়া হ'ব কিন্তু।

**কালি :** কি কৰিবি? কি কৰিবি তই?

**দীন :** অ' কি কৰিবি? মেজিষ্ট্ৰেটৰ ঘৰ এইখন বুজিছনে নাই? একেবাৰে বাঘৰ নেগুৰেৰে কাণ খজুৱা? তোৰ সাহটো কম নহয় দেই।

**নমো :** তাৰোপৰিটে বাজিব লাগে তামি কটাৰী বাজিছে হাঁচটি। তাই বেটিৰ ডেমকিটো দেখিছনে? ধৰ এইক তালাচী কৰ।

**বতাহী :** খবৰদাৰ টোপোলাত হাত দিলে কিন্তু তহঁতৰ বিপদ হ'ব।

**তিনিও :** বিপদ? আমাৰ? (তিনিও হাঁহে)

**দীন :** তই আঠুৱা তলৰ মহ, কি কৰিবি?

**বতাহী :** মাত মানুহ মাত, সেই মানুহবোৰক মাতি মই কম যে- তহঁত তিনিটাই মোক ফুচুলাই কাম দিম বুলি মাতি আনি....... (কান্দে, হঠাৎ চিঞৰে) বচাওক বচাওক মোক বচাওক,কোন ক'ত আছে মোক বচাওক- ইহঁত তিনিটাই মোক সবৰ্বনাশ কৰিলে।

**দীন :** অ' আই তোৰ মই ভৰিত ধৰিছো, মৰিবলৈ দিন দুটা আছে সেইটো অপবাদ নিদিবি পো-বোৱাৰীৰ কাণত পৰিলে নাক উলিয়াব নোৱাৰা হম। তই মোৰ মুখলৈ চা-

**বতাহী :** এতিয়া লাইনত আহিছে। নাক কাণ কাটিবলৈ মন নাই যদি বহক। বহক।

**দীন :** বহিলো বাৰু কিন্তু নিচিঞৰিবি।

**বতাহী :** চিঞৰিম কিন্তু মানুহ আহিলে ইহঁত দুটা বুলি ক'ম। (চিঞৰে) বচাওক বচাওক -

**নমো :** নিচিঞৰিবি। হ'ব নাচাও টোপোলা। যা তই যা স-সন্মানে যাগৈ যা।

**বতাহী :** যাম? মই ইয়াৰ পৰা যাম? (হাঁহে)

**কালি+ নমো :** নাযাব? এতিয়া কি হ'ব?

**নমো :** যা হেৰ' নাযাব কিয়? বাইদেউ আহিলে কিন্তু পোনে পোনে ৰঙাঘৰ।

**দীন :** যা যা -জেলৰ ভাত খাবলৈ মন নাই যদি।

**বতাহী :** (উৎসাহেৰে) তেনে মোৰ জেল হ'ব ।

**কালি :** মেজিষ্ট্ৰেটৰ ঘৰত চোৰ কৰিছ আকৌ সুধিচ জেল হ'বনে?

**নমো :** জুইত হাতদি সোধে-পুৰিবনে?

**বতাহী :** (দীনক) কিমান দিন জেল হ'ব।

**কালি :** সেইটো তোৰ দোষৰ ওপৰতহে নিৰ্ণয় হ'ব। জানো কি কি চুৰি কৰিছ?

**বতাহী :** (টোপোলা খুলি) এইটো ।

**কালি :** এইটোচোন টিভিৰ ৰিমট

**বতাহী :** এইখন।

**কালি :** এইখন চোন বাইদেউৰ আইনৰ কিতাপ।

**বতাহী :** আৰু .....আৰু এইটো— জানো কি?

**নমো :** এইচোন বাইদেউৰ ম'বাইল ফোনৰ হেণ্ডচেট।

**দীন :** এইবোৰ বস্তুৰে তোৰ কি কামত আহিব?

**বতাহী :** মই কিবা কামত আহিবলৈ চুৰ কৰিছো নেকি? নালাগে এইসোপা ল। (কালিয়ে লবলৈ হাত মেলে)

**বতাহী :** ৰ'বি (দীনক) দীঘলীয়া জেল হ'বনে?

দীন ঃ নহয়।

বতাহী ঃ এইকেইটা চোৰ কৰাৰ বাবদ কিমান দিন জেল হ'ব।

দীন ঃ অতি কমেও চমাহ।

বতাহী ঃ ছমাহ। মাত্ৰ? দীঘলীয়া জেল হ'বলৈ হ'লে কি কৰিব লাগিব?

দীন ঃ কিমান দীঘলীয়া।

বতাহী ঃ এই ধৰক বিশ বছৰ।

দীন ঃ তেনে মানুহ মৰিব লাগিব।

বতাহী ঃ নোৱাৰো দেই— মই ইমান অধৰমী হ'ব।

দীন ঃ জানো! তই অধৰমীনে ধৰ্ম যুধিষ্ঠিৰ।

বতাহী ঃ তাৰ বাদে আন?

দীন ঃ কাৰোবাৰ ধনৰ বাকচত হাত দিব লাগিব।

বতাহী ঃ ঠিক আছে। তহঁত দুটাই মই এই ঘৰৰ ধনৰ বাকচত হাত দিওতে হাতেলোটে ধৰিছোবুলি ক'ব লাগিব। পাৰিবি?

কালি ঃ মই নোৱাৰো দেই।

বতাহী ঃ (নমোক) তই?

নমো ঃ মোৰ কি গৰজ?

বতাহী ঃ তেনে মই এতিযাই চিঞৰি মানুহ গোটাম। তহঁত তিনিটাই মোক মাতি আনি বচাওক, কোন ক'ত আছে মোক বচাওক

দীন ঃ কি চাই আছ কম বুলি ক।

কালি-নমো ঃ হ'ব হ'ব কম।

কালি ঃ তই যি কব তাকে কম মাত্ৰই নিচিঞৰিবি।

বতাহী ঃ মই মেজিষ্ট্ৰেটৰ ঘৰৰ ধনৰ আলমাৰী খোলোতে হাতে লোটে ধৰিছে।

কালি- নমো ঃ (দুয়োটাই বতাহীৰ কথা আওৰাই)

বতাহী ঃ বেচ এতিয়া এই কেইটা লৈ যা— (কালিয়ে লয়) আৰু শুন ভাললৈ চাহ একাপ আন। খালি চাহ কিন্তু নহ'ব।

দীন ঃ তেনে তুমি চাহ তাহ খাই লাহে ধীৰে আহা— মই উঠিলোহে।

বতাহী ঃ নহ'ব আপুনি যাব নোৱাৰে।

দীন ঃ কিয় নাযাম?

বতাহী ঃ আপুনি মোক অকণমান সহায় কৰি দিয়ক খুড়া ।

দীন ঃ হাঃ খুড়া? বাৰু কি সহায় ?

বতাহী ঃ মই এইখন ঘৰৰ ধন চুৰ কৰোতে হাতলোটে ধৰা পৰিছো আপুনিও সেই অপকৰ্মৰ এজন সাক্ষী।

দীন ঃ এইটোনো তোমাৰ সহায় কেনেকৈ হ'ল? তোমাৰ লোকচান হ'ব। বহুত লোকচান।

বতাহী ঃ আপুনি নুবুজে খুড়াদেউ। কিছুমান লোকচান লাভতকৈও লাভ।

দীন ঃ তোমাৰ বদনাম হ'ব। ডাঙৰ বদনাম।

বতাহী ঃ বদনাম (হাঁহে)

কালি ঃ চাহ।

বতাহী ঃ দে দে পুৱাৰ পৰা খোৱাই নাই। (দীনক) এখেতক ?

দীন ঃ নালাগে নালাগে মই চাহ খাই থাকোতে হুলস্থুল শুনি দৌৰি আহিছিলো।

বতাহী ঃ মই খাও।

দীন ঃ খোৱা খোৱা- (বতাহীয়ে ভোকাতুৰৰ দৰে খায়) এটা কথা নুবুজিলো।

বতাহী ঃ কি?

দীন ঃ আমি তিনিটাকৈ মানুহে তোমাৰ টোপোলাটো খুলিব নোৱাৰিলো পিচত নিজেই চুৰকৰা বস্তবোৰ ঘুৰাই দিলা কথাটো কি?

বতাহী ঃ (নমোক) কাপ প্লেটযোৰ লৈ যা।

নমো ঃ বৰ আদেশ চলিছে দেই খংটো ওপৰতে উঠিলেই কথাটো ভাল নহ'ব।

দীন ঃ এঃ মনে মনে থাকি গৈছে।

বতাহী ঃ আচলতে মোনাটো খোলাত মোৰ আপত্তি নাই। মোনাটো কাঢ়ি নিয়াৰ নামত ইহঁত দুটাই মোক যি খিনি নিৰ্য্যাতন দিব তাকলৈহে মোৰ আপত্তি।

দীন ঃ অশান্তি?

বতাহী ঃ চুৰ হ'লেও মই নাৰী, আৰু ইহঁত পুৰুষ। কোনো পুৰুষে এজনী নাৰীক,পৃথিৱীৰ কোনো ভাবেৰে নাভাবে মাত্ৰ ভাবে নাৰী বুলি।

দীন ঃ তোমাৰ কথাবোৰ বৰ বেকাবেকিহে।

বতাহী ঃ তেনে পোনকৈ কও শুনক! এঃ নালাগে দিয়ক যিমান হ'লেও আপোনাক খুড়া বুলি মাতিলো নহয়।

(এনেতে এখন গাড়ী আহি ৰোৱাৰ শব্দ হয়)

কালি ঃ বাইদেউ আহিল।

নমো ঃ কওঁনে কথাটো?

কালি ঃ মই কওঁ মোকহে বাইদেৱে দায়িত্বহীন বুলি গালি পাৰি থাকে। এইবাৰ বুজিব মই কিমান দায়িত্বশীল ছচিয়াৰ

নমো ঃ মই কওঁ।

কালি ঃ মই।

নমো ঃ মই। (বিদিশা ফুকন আৰু স্বামী অমূল্য সোমাই আহে)

অমূল্য ঃ কি হ'ল? কিহৰ হুলস্থুল। এইখন কি মাছৰ বজাৰ পাইছ?

বিদিশা ঃ কি হ'ল? কি হৈছে?

**কালি :** বাইদেউ কথাটো হ'ল—

**অমূল্য :** চুপ। বদমাচ চব। আমি অকণমান সময় নাথাকোতেই ঘৰখনত মজলিচ পাতিছ ?

**বিদিশা :** নমো। গাড়ীত মোনা এটা আছে লৈ আহ। (সোমাই যায়)

**অমূল্য :** তহঁত দুটাৰ দায়িত্বশীল কেতিয়া হবি ? বজাৰৰ মোনাটো আনিবলৈ তহঁতক কব লাগেযে ?

**কালি :** নহয় চাৰ। মানে এই খনৰ পৰা এৰাবই পৰা নাই নহয়।

**অমূল্য :** চুপ। মুখে মুখে কথা কব। (ভিতৰলৈ যায়)

**কালি :** চাৰ শুনক চোন।

**অমূল্য :** ৰাস্কেল চব ক'ৰবাৰ। (ভিতৰ সোমায়)

**কালি :** চাৰ ......চাৰ ........নুশুনে আমাৰ কথা কোনে শুনিব ? দাইটি এতিয়া কি ক'ৰো ?

**দীন :** কিনো কৰিবি, কথা যেতিয়া নুশুনেই, (বতাহীক) হে'ৰা তুমিও যোৱা আমিও যাওঁ

**বতাহী :** নোৱাৰে আপুনি বহক।

**কালি :** হেৰ' তই নুবুজ কিয় ? তোৰ মোৰ কথা এতিয়া চাৰ বা বাইদেৱে নুশুনে।

**বতাহী :** মই এতিয়াই শুনাৰ ব্যৱস্থা কৰিম।

**নমো :** ক'লো নহয় এতিয়া ওলাই নাহে।

**বতাহী :** উলিয়াই অনাটো মোৰ দায়িত্ব।

**দীন :** তেনে কি ক'ৰা কৰা ।

**বতাহী :** (ডাঙৰকৈ চিএঞৰে) বনি কুকুৰহঁত তহঁতৰ মাৰ চোৰ বাপেং চোৰ চৈধ্য গোষ্ঠী চোৰ। কি প্ৰমাণ আছে মই চোৰ কৰাৰ ?

**কালি :** তোক মই চোৰ কৰোতে হাতে লোটে ধৰিছো

**(খঙেৰে বিদিশা ওলাই আহে, পাচে পাচে অমূল্য)**

**বিদিশা :** কি হ'ল ? কি হৈছে ইয়াত ? (দীনক ) কি হ'ল ?

**দীন :** হ'বলৈ কি বাকী থাকিল ? দিন দুপৰতে আপোনাৰ ঘৰত চোৰ সোমাল। মই চিএঞৰ বাখৰ শুনিহে ইয়ালৈ আহিলো।

**বিদিশা :** চোৰ ?

**দীন :** হয়।

**বিদিশা :** ইয়াত ? আমাৰ ঘৰত ?

**দীন :** হয় হয়।

**বিদিশা :** (খঙেৰে) কালি নমো।

**কালি+নমো :** বাইদেউ।

**বিদিশা :** তহঁতক ক'ত মৰিছিলি ?

**নমো :** বাইদেউ মই বাগিচাত আছিলো।

**কালি :** মই বাইদেউ ভিতৰত আছিলো।

**বিদিশা :** ভিতৰত তই থাকোতেও চোৰ কেনেকৈ সোমাল? দুৱাৰ বন্ধ কৰি থবলৈ তোক কওঁনে নকওঁ ?

**বতাহী :** দুৱাৰ বন্ধ আছিল। মই নিজে খুলি সোমালো।

**বিদিশা :** চোৰ তেনে তয়েই।

**কালি :** হয় বাইদেউ এইজনীয়েই, সাংঘাটিক বস্তু দেই

**বিদিশা :** এইচোন গভাইত চোৰ।

**নমো :** সাংঘাটিক বাইদেউ, মই মানুহটো হুচিয়াৰ বুলিহে।

**বিদিশা :** কি কি চুৰ কৰিছিল। (নমো দৌৰি গৈ বস্তু আনে)

**বতাহী :** বস্তুকেইটা ঘুৰাই দিছো ।

**বিদিশা :** ঘুৰাই দিলেই তই পবিত্ৰ হৈ নাযাব। হেৰা শুনিছানে ?

**অমূল্য :** কি হ'ল ?

**বিদিশা :** ঘটনা শুনিছানে ?

**অমূল্য :** কি ঘটনা ?

**বিদিশা :** এইজনী আমাৰ ঘৰত সোমাই চুৰ কৰোতে ধৰা পৰিছে। কি কৰা এতিয়া ?

**অমূল্য :** এই ? (বতাহী আপাদ মস্তক চাই)

**কালি :** হয় চাৰ। উঃ তাইৰ কি দেমাকি।

**অমূল্য :** দেখাই শুনাই বৰ ধুনীয়া, স্বাস্থ্যবানো, ইমান সুন্দৰী ছোৱালী এজনীয়ে কিয় চুৰি কৰি কৰি খাব লাগে? কি প্ৰয়োজন ?

**বিদিশা :** ইহঁতৰ মেণ্টেলিটিটোৱেই ক্ৰিমিনেল।

**অমূল্য :** কাম কৰি নাখাব কিয় ?

**বতাহী :** কাম কৰিয়েইতো খাও– কিন্তু.......

**বিদিশা :** কিন্তু কি ?

**বতাহী :** কাম কৰি খোৱাটো অসুবিধা বাইদেউ, বহুত অসুবিধা।

**বিদিশা :** অসুবিধা ?

**বতাহী :** হয় বাইদেউ।

**অমূল্য :** হে'ৰা তুমিতো এজনী কাম কৰা মানুহৰ কথা কৈয়েই আছিলা। নহ'লে এইকেই ৰাখো। দেখাহ শুনায়ো ভাল।

**বিদিশা :** থাকিবিনে ?

**বতাহী :** থাকিব পাৰি, কিন্তু......

**বিদিশা :** ইয়াত তোৰ একো অসুবিধা নহয়।

**বতাহী :** মোৰনো কি অসুবিধা হ'ব বাইদেউ, হ'লে আপোনাৰহে হ'ব।

**অমূল্য :** থাক থাক এইবোৰ চুৰি-তাৰি, মাৰ-কিল, থানা পুলিচৰ ঝামেলাতকৈ ইয়াতে নিজৰ ঘৰ বুলি থাক বুজিছনে ?

**বতাহী :** বুজিছো।

**বিদিশা :** তেনে থাক নিজৰ ঘৰ বুলি এইবোৰ বদমাচী এৰিযে

**বতাহী ঃ** মইতো যতেই থাকো নিজৰ ঘৰ বুলিয়েই থাকো। কাম কাজতো মই পাকৈত; ঘৰুৱা কাম চব জানো।

**অমূল্য ঃ** গুদ। আমাক এনেকুৱা মানুহেই লাগে। দেখাতো যেতিয়া এই দেখনিয়াৰ, ৰাখো বুইছা।

**বিদিশা ঃ** থাকক ।

**বতাহী ঃ** এটা কথা বাইদেউ মই যতেই থাকো বাইদেউ আটায়ে মোক অতি সোনকালে দেখিব নোৱাৰা হয়।

**বিদিশা ঃ** চুৰতাৰি কৰ চাগে। সেইবোৰ কৰিলেনো কোনে ভাল পাব?

**বতাহী ঃ** কথাটো তেনে নহয় বাইদেউ ।

**বিদিশা ঃ** নহলেনো কিয় তোক বেয়া পাব ?

**বতাহী ঃ** বাইদেউবোৰে মোক দেখিব নোৱাৰাৰ কাৰণ চাৰবোৰে মোক ভালদেখে— মৰম চেনেহৰ মাত্ৰ বঢ়াই দিয়ে, মই নিৰাপত্তাৰ খাতিৰত বাইদেউইঁতক ক'লেই – চাৰহঁতক একো নকৈ মোক খেদাই দিয়ে।

**বিদিশা ঃ** হ'ব হ'ব মনে মনে থাক। হে'ৰা এইজনীক থানাতে চমজাই দিও। মিছাকৈ বাটৰ কচু গাত ঘঁহি লবৰনো কি প্ৰয়োজন?

**অমূল্য ঃ** নহয় বিদিশা। মানুহ এজনী হঠাৎ পাবলৈ অসুবিধা। পাৰিলে ৰাখি থলে বেয়া নহয়।

**বিদিশা ঃ** প্ৰয়োজন বুলি, বিপদ এটা চপাই ল'ব নোৱাৰি নহয়।

**অমূল্য ঃ** দুমাহ মান ৰাখি চাও বেয়া পালে পঠাই দিম।

**বিদিশা ঃ** (খঙেৰে) আঃ তুমি একেটা কথাতে লাগি আছা কিয়?

**বতাহী ঃ** (হঠাৎ ডাঙৰকৈ হাঁহি দিয়ে) তুমি থানালৈ এটা ফোন কৰা। (এনেতে নমোৱে চুৰ কৰা বস্তু কেইপদ আনে)

**নমো ঃ** এয়া চাওক চাৰ। এইবোৰ তাইৰ বেগৰ পৰা পাইছো। এইচোন এৰিষ্টক্ৰেট চুৰুণী ।

**বিদিশা ঃ** এইবোৰ বস্তু চুৰ কৰিব লাগে বুলি জানিছে যেতিয়া এইৰ লগত গভাইত্ মানুহ আছে। হেৰা কি কৰা ?

**অমূল্য ঃ** এইক দুমাৰ মান দি হাত ভৰি ভাঙি থানাত গটাই দিওঁ। কালি নমো - মাৰ এইক।

**বিদিশা ঃ** ৰবাচোন অধৈৰ্য নহ'বা। মাইকী মানুহজনীক মাৰ কিল কৰি বীৰত্ব দেখুৱাব নালাগে। জানানে মই আইনৰ ৰক্ষক। মোৰ ঘৰত এনে হ'ব নোৱাৰে। (বতাহীক) তোৰ নাম কি?

**বতাহী ঃ** বতাহী ।

**কালি ঃ** নাম কিন্তু উপযুক্ত দেই।

**নমো ঃ** একো উপযুক্তনহয়— এই ফেৰাৰ নাম ধুমুহা বা-বা মাৰলীহে হ'ব লাগিছিল। (দুয়ো হাঁহে )

**বিদিশা ঃ** কালি! নমো! বাৰু বতাহী তই সদায় চুৰ কৰ নেকি?

**বতাহী ঃ** নকৰো। চুৰ মই আজিয়েই প্ৰথম কৰিছো।

**বিদিশা ঃ** কিন্তু এই বস্তুবোৰেৰে তোৰ কি কামত আহিব?

**বতাহী ঃ** আচলতে মই টকা পইচা বিচাৰি সোমাইছিলো। এই অপ্ৰয়োজনীয় বস্তু কেইপদ এনেয়ে তুলি লৈছিলো

**বিদিশা ঃ** টকা পালিনে?

**বতাহী ঃ** নাই নাপালো। আপোনাৰ টকা থকা আলমাৰিটো খোলোতেই ই দেখি চিঞৰ বাখৰ কৰিলে।

**বিদিশা ঃ** (আচৰিত হৈ) তই আলমাৰিতো হাত দিছিলি।

**বতাহী ঃ** দিছিলো। (কালিহতঁক) নাই দিয়ানে?

**বিদিশা ঃ** তহঁত দুটাই কোৱা নাছিলি কিয়?

**কালি ঃ** ক'বলৈনো সময় পালো কেতিয়া?

**বিদিশা ঃ** হেৰা' এইক কি ক'ৰো ?

**অমূল্য ঃ** কিটো কৰিবা থানাত গটাই দিয়া।

**বিদিশা ঃ** অসুবিধা আছে ?

**অমূল্য ঃ** কি অসুবিধা ?

**বিদিশা ঃ** সেইখিনি তোমাক মই ইয়াত , এতিয়া ক'ব নোৱাৰো

**অমূল্য ঃ** তেনে ব'লা ভিতৰত কবা ।

**বিদিশা ঃ** মুঠতে জানি থোৱা "দৌৰাৰ যিমান ভাগৰ খেদাৰো সিমানেই ।

**অমূল্য ঃ** তেনে তুমি যি ভাল দেখা কৰা (ভিতৰ সোমায় )

**বিদিশা ঃ** কালি নমো— এইজনীক গেটৰ বাহিৰ কৰি উলিয়াই দে।)

(বতাহীয়ে কাও বাও কৰে)

**বতাহী ঃ** মোক দয়া কৰক বাইদেউ।

**বিদিশা ঃ** মোৰ ঘৰত চুৰ কৰা বুলি জানিও তোক মই এৰি দিলো— তাতকৈ দয়া আৰু কি কৰিব পাৰো?

**বতাহী ঃ** বাইদেউ আপুনি মোক দয়া কৰি অন্ততঃ কুৰি বছৰ জেলত থকাৰ ব্যৱস্থা কৰি দিয়ক। মোক দয়া কৰক।

**বিদিশা ঃ** জেলত? কুৰিবছৰ? তোৰ আকৌ এইটো কি চখ?

**বতাহী ঃ** চখ নহয় বাইদেউ প্ৰয়োজন। আজি দুবছৰ হ'ল মোৰ মানুহটো মৰিল। তাৰ পিচৰ পৰা মই এদিনলৈকো ক'তো নিৰাপত্তা পোৱা নাই। সকলোৱে মাত্ৰ মোৰ ৰূপৰ প্ৰশংসো কৰে। দুৰ্ব্বলতাৰ সুযোগ লব বিচাৰে। আপুনি যদি অন্ততঃ কুৰি বছৰ জেলত ৰাখে মোৰ এই যৌৱন ,ৰূপ, স্বাস্থ্যৰ অৱনতি হ'ব। মোৰ নিৰাপত্তা হ'ব। মই ইয়াত কাকো বিশ্বাস কৰিব নোৱাৰো, মোক দয়া কৰক বাইদেউ বিদিশাৰ ভৰিত

পৰি কান্দে)

**বিদিশা :** (নিজে নিজে আওৰাই) হেজাৰ দোষী সাৰি যাওক কোনো কথা নাই কিন্তু এজনো নিৰ্দোষীৰ যাতে শাস্তি নহয়। তই নিদোষ। যা তই যাব পাৰ।

**বতাহী :** কিন্তু মই আপোনাৰ ঘৰত চুৰ কৰিছো, ইহঁত সাক্ষী। তহঁতে নামাত কিয় ?

**বিদিশা :** তই যাব পাৰ ।

**বতাহী :** মোক কৰুণা কৰক বাইদেউ।

**বিদিশা :** (কালিহঁতক) কি চাই আছ? এইক বাহিৰ কৰি দে।

(কালি আৰু নমোৱে বতাহীক ধৰে)

**বতাহী :** মোক পঠাই নিদিব বাইদেউ। মোক এটা নিৰাপত্তা দিয়ক। (Direction) অ বাইদেউ শুনকচোন, মোৰ কিছু ক'বলগা আছে। শুনকচোন। (Direction)

<u>সমাপ্ত</u>

# মৎসন্যায়

## নাট্যকাৰ # ভব পূজাৰী

**চৰিত্ৰলিপি ঃ**

১। বিনন্দ - সাংবাদিক
২। সুনন্দা - সাংবাদিক।
৩। গিৰীধৰ - সম্পাদকৰ কাৰ্য্যালয় সহায়ক।
৪। সম্পাদক - দৈনিক জাগৃতিৰ সম্পাদক।
৫। নৰহৰি - এজন গওঁলা।
৬। শেৱালি - ঘটনাৰ নায়িকা।
৭। ইন্সপেক্টৰ - পুলিচ ইন্সপেক্টৰ।
৮। বিদ্যাধৰ - ৰাজনৈতিক নেতা।

(দৈনিক জাগৃতি নামৰ বাতৰি কাকতখনৰ সম্পাদকৰ কোঠা। মঞ্চ খোলাৰ লগে লগে এখন বেনাৰত পোহৰ পৰিব। লিখা আছে, অবাঞ্চিত বাতৰি প্ৰচাৰৰ বিৰুদ্ধে একঘণ্টীয়া মৌন প্ৰতিবাদ, লাহে লাহে পোহৰ গোটেই মঞ্চত পৰে, দেখা যায় সম্পাদকৰ মেজৰ সম্মুখত বিনন্দ কাকতি আৰু সুনন্দা দত্তই মুখত ক'লা কাপোৰ বান্ধি বহি আছে। গিৰিধৰ মঞ্চত প্ৰবেশ কৰে)

**গিৰিধৰ ঃ** হৰি মই কি দেখিলো যাদুৰ উদৰে- হিয়া মোৰ কম্পে থৰ থৰ হে মোৰ প্ৰাণ কম্পে ডৰে. ... হৰি মই কি দেখিলো.... (হঠাৎ সুনন্দাক দেখি) কি দেখিলো ... কি দেখিলো এয়া মই কি দেখিছো? ঐ কোন এই দুটা? কোন? কি অভদ্ৰামি? এইখন কি কেঁৰ্এঁৰ গোলা পাইছ? কথা নাই বতৰা নাই ঠেং ঠুং তুলি বহি যাবি। ইঃ ককাকৰ দিনৰ চামৰ বৰপিৰাত ডাঙৰীয়া সকলৰ পেখম চোৱা। নাম, নাম বুলিছো নহয়। (ওচৰ চাপি) আৰে আৰে এয়াচোন সুনন্দা দত্ত। আও এয়াচোন বিনন্দ কলিতা। কথা কি? ইমান দিনে এইটো অফিচত চাকৰি কৰিলো এনে সংস্কৃতিতো দেখা নাছিলো। অ' দত্ত। অ' কাকতি হেৰি নহয় কথাটো কি? (বিনন্দই হাতত থকা কাগজ এডোখৰ দিয়ে, গিৰিধৰে জুপি জুপি পঢ়িবৰ যত্ন কৰে) নহ'ব, মোৰ দ্বাৰা নহ'ব। (চশমা পিন্ধি চাই) হে হৰি, এনে পাক লগা আখৰ পঢ়াৰ শকতি থকা হ'লে মই গিৰিধৰে এইটো চাকৰি কৰি পেট প্ৰবৰ্ত্তালোহেঁতেন? অ' কাকতি, আপুনি বাৰু কথাটো বুজা নাইনে নে, নে কিবা তামাচাহে কৰিছে? এইবোৰৰ সাৰমৰ্ম্ম বুজিবলৈ মই এতিয়া কোনোবা ফাৰ্মাচীলৈ যোৱাৰ বাদে আন উপায় নাই।

(সম্পাদকৰ প্ৰবেশ)

**সম্পাদক ঃ** কি হ'ল অ' গিৰিধৰ? কি হ'লনো তোৰ? আহি পায়েই যে তোৰ ফাৰ্মাচিৰ চিন্তা।

**গিৰিধৰ ঃ** মোৰ মানে নহয় চাৰ....।

**সম্পাদক ঃ** নহ'বনে? হেৰ' তোৰ নহ'বনে? নখোৱা, বিয়া, শ্ৰাদ্ধ, অন্নপ্ৰাসন য'ত নিমন্ত্ৰণ ৰক্ষা কৰা হৈছেতো। মানুহৰ পেটহে, এতিয়া চাগৈ পেট গুচি কাৰ্গিল। নকৰ কিয়? কি হৈছে নকব কিয়?

**গিৰিধৰ ঃ** চাৰ আপুনি একো ক'বলৈ চাঞ্চেই দিয়া নাই দেখোন। মই এটা প্ৰশ্নৰে এতেবেলিয়েও উত্তৰ পোৱা নাই, আপুনি ইমানবোৰ প্ৰশ্নৰ উত্তৰ......

**সম্পাদক ঃ** তই বেচি কথা কব গিৰিধৰ। (হঠাৎ সুনন্দাক দেখি) আৰে... এয়া?

**গিৰিধৰ :** তাকেইতো চাৰ।

**সম্পাদক :** তাকেইতো মানে?

**গিৰিধৰ :** মানে সেয়াই চাৰ (বেৰত আঁৰি থোৱা বেনাৰ খনলৈ আঙুলিয়াই)

**সম্পাদক :** (পঢ়ে) অবাঞ্ছিত বাতৰি প্ৰচাৰৰ বিৰুদ্ধে একঘন্টীয়া মৌন প্ৰতিবাদ। অ' মৌন প্ৰতিবাদ। প্ৰতিবাদ কৰিছে কৰক, কিন্তু সেই বুলি এনেদৰে?

**গিৰিধৰ :** তাকেইতো চাৰ।

**সম্পাদক :** হেৰা সুনন্দা, হেৰা বিনন্দ, তোমালোকে শালিনতা শিষ্টাচাৰ সকলো পুৰি খালা নেকিহে? নামাতা কিয়? একো নোকোৱা কিয়?

**গিৰিধৰ :** চাৰ মৌন প্ৰতিবাদ কাৰীয়ে কথা নকয় নেকি? নিৰ্দিষ্ট ঘন্টাটোৰ শেষ নোহোৱালৈকে এখেত সকলক জড় বুলি ধৰক চাৰ।

**সম্পাদক :** এৰা হয়তো কথাটো। হ'লেও তই বেচি কথা কব গিৰিধৰ।

**গিৰিধৰ :** হয় চাৰ মোৰ এইটো ডাঙৰ দোষ।

**সম্পাদক :** এতিয়া যা.. দোলা কাযৰীয়াক মাতিছো বুলি কবি।

**গিৰিধৰ :** হ'ব চাৰ (যাব খুজি বৈ যায়) চাৰ।

**সম্পাদক :** আকৌ কি হ'ল?

**গিৰিধৰ :** চাৰ গোটেই প্ৰেছ কৰ্মচাৰী সম্থাই প্ৰতিবাদ কৰি দত্ত আৰু কলিতাক ইয়াত ইষ্টাব্লিছ কৰিছে, অফিচত কোনো নায়েই নেকি?

**সম্পাদক :** তই কেনেকৈ জানিলি?

**গিৰিধৰ :** নহ'লে চাৰ এতেবেলিয়েও কোনেও মোক কামৰ ফাই-ফৰমাইচ নিদিয়াকৈ থাকেনে? গিৰিধৰ মোৰ টেলিফোনৰ বিলখন দি দিবাচোন, গিৰিধৰ বজাৰলৈ যাব যদি মোলৈ জৰ্দা পাণ দুটা, গিৰিধৰ মোক স্কাইব্লু ৰঙৰ উল অলপ....

**সম্পাদক :** হ'ব হ'ব। ছেঃ বৰ সমস্যা হ'ল। এতিয়া কথাটো ভালকৈ জানিবলৈকো এই দুটাই মুখেৰে নমতা হ'ল নহয়। এতিয়া কাৰ পেটৰ কথা কেনেকৈ জানিবা, ইফালে কালিলৈ কাগজ নোলাব লাগিলে কি হ'ব বুজিছ। নুবুজ তইঁতে একো নুবুজ।

**গিৰিধৰ :** নহ'লে চাৰ ভেটেৰিনাৰী ট্ৰিটমেণ্ট চলাই দিয়ক।

**সম্পাদক :** মানে?

**গিৰিধৰ :** মানে চাৰ-ভেটেনাৰী ডাক্তৰে পেচেন্টৰ সৈতে কথা পাতে জানো? বেমাৰ কি, কেতিয়াৰ পৰা হৈছে জনাৰ একো উপায় নাই, তথাপি চিকিৎসা নকৰাকৈ থাকেনে?

**সম্পাদক :** ৰাইট। তই ঠিকেই কৈছ। তই এতিয়া এটা কাম কৰ।

**গিৰিধৰ :** কওক চাৰ।

**সম্পাদক :** ধৰি ল, আজিৰ কাৰণে তয়েই ৰিচিপচনিষ্ট, তয়েই সাংবাদিক, তয়েই এচিষ্টেণ্ট এডিটৰ মুঠতে তয়েই সকলো, বুজিলি?

**গিৰিধৰ :** চাৰে কিবা তামাছা কৰিছে যেনহে পাওঁ।

**সম্পাদক :** তামাচা নহয় অ' গিৰিধৰ ভৰচা, নহ'লে মোৰ এতিয়া একো উপায় নাই। যিকোনো প্ৰকাৰে কালিলৈ কাকত পাঠকৰ হাতত পৰিবই লাগিব। নহ'লে বজাৰত বাতৰি কাকতৰ যিহে ভিৰ— গ্ৰাহকে বেলেগ কাকত ল'ব। তেতিয়া তোৰো বিপদ, মোৰো বিপদ। যা তই বাহিৰতে বহ, কোনোবাই মোক বিচাৰিলে ব্যস্ত বুলি কবি।

**গিৰিধৰ :** হ'ব চাৰ সেইষাৰ কথা মোৰ মুখস্থই হৈ গৈছে। (যাব খোজে)

**সম্পাদক :** আৰু শুন। কোনোবা চেঙেলীয়া কবিৰ প্ৰেমৰ কবিতা, বিভিন্ন ঠাইৰ নাটকৰ বাতৰি, ৰাশিফল, সম্পাদকলৈ চিঠি, যি পাব গোটাই আন বিজ্ঞাপন সোপাৰ লগত সানিপুটুকি মেয়েই কিবা এটা কৰো।

**গিৰিধৰ :** ভাল হ'ব চাৰ, ভাল হ'ব — পাঠকেও নতুন জুতি এটা পাব।

**সম্পাদক :** ভাল নহ'লেও উপায় নাই। এইসকলে যেতিয়া অভিনৱ পদ্ধতিৰে গিনিজ বুকত নাম উঠাবৰ যত্ন কৰিলেই, এতিয়া বুঢ়া নলৰিলে নাতিৰ মুখ নেদেখো।

**গিৰিধৰ :** এইবোৰ কথা চাৰ। চাৰভিচ বুকতো উঠাব নেকি? ভালেই হ'ব দিয়ক, এদিনলৈ হ'লেও যে এই গিৰিধৰ লিগিৰা এচিষ্টেন্টৰ ইডিটৰ হৈছিল তাৰো ইতিহাস এটাও থাকি যাব। দিল্লীৰ সেই এদিনীয়া সম্ৰাট জনৰ দৰে।

**সম্পাদক :** ধেৎ তই বেচি কথা কব গিৰিধৰ।

**গিৰিধৰ :** হয় চাৰ কওঁ।

**সম্পাদক :** চাৰভিচ বুক নহয় অ। গিনিজ বুক গিনিজ বুক।

**গিৰিধৰ :** গিনিজ বুক। সেইখন বা কি আকৌ।

**সম্পাদক :** সেইখন এনে এখন কিতাপ য'ত অদ্ভুত মানুহৰ অদ্ভুত কামবোৰৰ কথা লিখা থাকে। বুজিলি?

**গিৰিধৰ :** অ' তেনে দুইখন একে নহয়। (যাব খোজে)

**সম্পাদক :** গিৰিধৰ,

**গিৰিধৰ :** চাৰ।

**সম্পাদক :** এইটোওটো এটা ভাল বাতৰি হয়।

**গিৰিধৰ :** হয় চাৰ। বাতৰি কাকতত যিয়েই দিয়ে সেয়ে বাতৰি। ঠিক যেনেকৈ সৈন্য বাহিনীত যিয়েই থাকে সিয়েই জোৱান, লাগিলে দাঁত সৰা বুঢ়াই হওক।

**সম্পাদক :** এৰা ভাল বাতৰি এটাই হয় —"সম্পাদকৰ সম্মুখত অভিনৱ প্ৰতিবাদ" ঠিক হ'ব। লগতে ৰঙীন ফটো এখনো দিম। যা ফটোগ্ৰাফাৰটো মাত।

**গিৰিধৰ :** কিন্তু চাৰ সিওতো প্ৰতিবাদ কৰিছে। আহিব জানো?

**সম্পাদক :** নাহে নাহে কোনো নাহে। গোটেই প্ৰেছ কৰ্মচাৰী সন্থাৰ মুখৰ ভাত ৰখাৰ দায়িত্ব কেৱল তোৰ আৰু মোৰ। ল কেমেৰাটো ল, ফটো এখন মাৰ। ল আকৌ, কি চাই আছ?

**গিৰিধৰ :** চাৰ কায়দা কিটিপবোৰ নাজানো নহয়।

**সম্পাদক :** এৰাতো, কেনেকৈনো জানিবি। আহ শিকাই দিও। শিকিলেহে পাৰিবি।

**গিৰিধৰ :** নালাগে চাৰ। সৰুৰে পৰা শিকোৱা মানুহ বহুত পালো, কিন্তু শিকিব হ'লে একো নোৱাৰিলো– ' ইটো মাথা গোট মোৰ ভৈল মহাভাৰ'।

**সম্পাদক :** চেঃ কি কৰো এতিয়া?

**গিৰিধৰ :** নহ'লে চাৰ আপুনিয়েই লওক।

**সম্পাদক :** এৰা হয় মানেই লওঁ (কিবাভাবি) মই যদি ফটো লওঁ মোৰ চকিখনত কোন বহিব?

**গিৰিধৰ :** সেইটো কাম চাৰ- মই কৰিব পাৰিম।

**সম্পাদক :** কি কলি?

**গিৰিধৰ :** চাৰ বাতৰি এখনেৰে মুখখন ঢাকি লম নহয়।

**সম্পাদক :** এৰা বেয়া নহ'ব। নালাগে বুজিছ। সেইটো আকৌ নতুন বাতৰি এটা হ'ব। নালাগে যা, কেৱল খবৰ টোকে বক্সত দি দিম। তই বাকীবোৰ গোটাই আন।

**গিৰিধৰ :** হ'ব চাৰ। (ওলাই যায়)

**(সম্পাদক চিন্তিত মনে চকিত বহি পৰে। বিনন্দ আৰু সুনন্দাই লাহে লাহে উঠি সম্পাদকৰ কাষ পায়)**

**বিনন্দ, সুনন্দা :** চাৰ। চাৰ। বোলো চাৰ।

**সম্পাদক :** (উচপ খাই) হোঃ

**বিনন্দ :** কিনো ইমান চিন্তা কৰিছে চাৰ।

**সম্পাদক :** চিন্তানো আৰু কি কৰিম? তোমালোকৰ মতি গতিবোৰ বুইছ্য়! কি হ'ল তোমালোকৰ প্ৰতিবাদ শেষ হ'ল নেকি? ভালেই হ'ল দিয়া। এতিয়া এই বেনাৰখন, আঁতৰাই কামত ধৰাগৈ।

**সুনন্দা :** আমাৰ কাৰ্যসূচীৰ এটা দফাহে শেষ হৈছে চাৰ।

**সম্পাদক :** মানে?

**বিনন্দ :** কাৰ্যসূচীৰ আৰু দফা বাকী আছে নহয় চাৰ।

**সম্পাদক :** কেতিয়া শেষ হ'ব তোমালোকৰ কাৰ্যসূচী ? চাকৰি শেষ হোৱাৰ আগতে তোমালোকৰ কাৰ্যসূচীখন শেষ হোৱা হ'লে ভাল আছিল।

**সুনন্দা :** আপুনি ইচ্ছা কৰিলে চাৰ এতিয়াই শেষ হয়।

**বিনন্দ :** আপুনি আমাৰ দাবীটো মানি লওক, আমি প্ৰতিবাদ উঠাই ল'ম।

**সুনন্দা :** চাৰ মাত্ৰ এটা দফাহে, কিমান দিন ধৰি আমি একেটা দাবীকে কৰি আহিছো।

**বিনন্দ :** আপুনি ইচ্ছা কৰিলে পাৰে চাৰ।

**সম্পাদক :** আঃ তোমালোকে নুবুজা কিয়? মইএই কাকত খনৰ এজন কৰ্মচাৰীহে, মালিক নহয় নহয়। আৰু মালিকে ভাবে বাতৰি খন তেখেতৰ ব্যৱসায়। আৰু ব্যৱসায় ভালকৈ চলিবৰ বাবে মচলাদাৰ বাতৰিৰ প্ৰয়োজন।

**সুনন্দা :** একো প্ৰয়োজন নাই চাৰ, তেনে বাতৰি নহ'লেও আমাৰ কাকতৰ একো ক্ষতি নহয়।

**বিনন্দ :** বহু পাঠকে এনে বাতৰি নিবিচাৰে। আৰু আমি ভাবো বাতৰি কাকত এখন সমাজৰ অভিভাৱক। সমাজৰ প্ৰতি বাতৰি কাকতৰ এটা দায়িত্ব আছে, ই কেৱল এটা ব্যৱসায় নহয় চাৰ।

**সম্পাদক :** কিন্তু মালিকৰ বাবে ই এটা ব্যৱসায়।

**সুনন্দা :** অন্ততঃ পৰীক্ষা মূলক ভাবে এবাৰ চাওক চোন চাৰ।

**সম্পাদক :** মালিক পক্ষই এইক্ষেত্ৰত কোনো কাৰণতেই পৰীক্ষা নিৰিক্ষা নিবিচাৰে। ইয়াত লাভ লোকচানৰ প্ৰশ্ন আছে তোমালোকে জানানে?

**সুনন্দা :** জানো চাৰ, আমিও এই ব্যৱসায়ৰ অংশীদাৰ। আৰু আমি এইটোও জানো যে ব্যৱসায়ত সাধুতা অবাঞ্চিত নহয়।

**সম্পাদক :** চোৱা সুনন্দা, চোৱা বিনন্দ, তৰ্ক নকৰিবা, আজিকালি সৰহ সংখ্যক পাঠকে বাতৰি কাকত দেশৰ খবৰ বা জ্ঞান লাভৰ বাবে নপঢ়ে, বাতৰি খন হাতত লৈ বহু পাঠকে

তোমালোকে কোৱা অবাঞ্চিত খবৰবোৰ পিত-পিত্কৈ বিচাৰে। পালেই গো-গ্ৰাসে গিলিব। মুখেৰে ক'ব— ছিঃ ছিঃ কি বীভৎস খবৰবোৰ। পাঠকেই যদি বিকৃত ৰুচিৰ আমি কি কৰিম? কোৱা। আমিতো ব্যৱসায় কৰিবই লাগিব।

**সুনন্দা :** পাঠকৰ বিকৃত ৰুচিক অবিহণা যোগোৱাটো উচিতনে চাৰ?

**বিনন্দ :** বাতৰি কাকত এখনক কেৱল ব্যৱসায় বুলি ধৰি লোৱাটো ভাল হ'বনে?

**সুনন্দা :** এনে বাতৰিয়ে কিশোৰ পাঠক সকলক অবাটে নিয়ে চাৰ।

**সম্পাদক :** তৰ্ক নকৰিবা বিনন্দ। মনত ৰাখিবা চানাচুৰ খাই কোনেও পেট নভৰায়, স্বাস্থ্যৰো একো উপকাৰ নহয়, কেৱল জিভাৰ জুতিৰ বাবেই বেচোতাই বেচে আৰু খাওঁতাই খাইতো।

**বিনন্দ :** ভাবি চাওক চাৰ, পৃষ্ঠাই পৃষ্ঠাই ধৰ্ষণৰ বাতৰি প্ৰচাৰ কৰি কাৰ লাভ হৈছে? ধৰ্ষণৰ ঘটনা কমিছেনে? কোনোবা ধৰ্ষণ কাৰীয়ে শাস্তি পাইছেনে? বাতৰিত প্ৰচাৰ হ'ল বুলি প্ৰশাসনৰ গা লৰিছেনে? ধৰ্ষিতাৰ মনোবেদনা হ্ৰাস হৈছেনে?

**সুনন্দা :** বৰঞ্চ ৰঙীন ফটোৰ সৈতে পৃষ্ঠাই পৃষ্ঠাই প্ৰচাৰ কৰা ধৰ্ষণৰ বাতৰিবোৰে ধৰ্ষণক যেন এটা ফেশ্বনত পৰিণত কৰিছে। প্ৰকৃততে এনে প্ৰচাৰে ধৰ্ষিতাৰ অধিক ক্ষতিহে কৰে।

**সম্পাদক :** হয় বাবা হয়। তোমালোকৰ মতেই মোৰ মত। কিন্তু সমস্যা হ'ল- এই কাকতৰ মালিকে কথাটো তুমি বা মই ভবাৰ দৰে নাভাবে।

**বিনন্দ :** কিন্তু এনে বাতৰি প্ৰচাৰ নহ'লেও আমাৰ একো ক্ষতি নহয় চাৰ। আপুনি আদৰ্শৰ খাতিৰতে আমাৰ দাবীটো মানি লওক।

**সুনন্দা :** বহু পাঠকে আমাক সমৰ্থন কৰিব। আমাৰ কাকত একক আৰু অনন্য হ'ব।

**সুনন্দা, বিনন্দ :** সেয়ে আপুনি মানি লওক চাৰ।

**সম্পাদক :** (চিন্তা কৰি) ঠিক আছে মই মঞ্জুৰ।

**সুনন্দা, বিনন্দ :** মঞ্জুৰ? চাৰ। সঁচানে?

**সম্পাদক :** অ' মই মঞ্জুৰ। কিন্তু এটা চৰ্তত।

**সুনন্দা :** কি চৰ্ত চাৰ?

**সম্পাদক :** চৰ্ত সাধাৰণ, অতি সাধাৰণ।

**বিনন্দ :** কওক চাৰ।

**সম্পাদক :** আজিৰ কাকতত এটা বিবৃতি দিম যে —" প্ৰশাসনৰ হেমাহিত বহুতো ধৰ্ষণকাৰীয়ে শাস্তি নোপোৱাৰ প্ৰতিবাদত আমাৰ কাকত অৰ্থাৎ দৈনিক জাগৃতিয়ে এনে ঘটনাৰ লগত জড়িত বাতৰি প্ৰচাৰ নকৰে। হবনে?

**সুনন্দা :** হ'ব চাৰ।

**সম্পাদক :** কিন্তু এটা কথা, কোনো বিশেষ ব্যক্তিৰ লগত জড়িত এনে বাতৰি কিন্তু ব্যতিক্ৰম হ'ব পাৰে।

**সুনন্দা :** মানে চাৰ

**বিনন্দ :** ইয়াত আকৌ সাধাৰণ বিশেষৰ বিভাজন এটা আহিল ক'ৰ পৰা?

**সম্পাদক :** নাই নাই অহা নাই, মানে আহিব পাৰেতো, সেই কাৰণে প্ৰতিজন এটা থকা ভাল।

**বিনন্দ :** নহ'ব চাৰ। নহ'ব।

**সম্পাদক :** তোমালোকে নুবুজা কিয়? মইতো সদায় তোমালোকৰ পক্ষতে। কিন্তু মালিক পক্ষৰ বাবে সকলো কথাতে সাধাৰণ বিশেষৰ বিভাজন এটা থাকেই নহয়।

**সুনন্দা :** আমি মালিকৰ সেই কথা নামানো।

**সম্পাদক :** মানিব লাগিব। যুগে যুগে সকলোৱে অন্নদাতাৰ স্বাৰ্থৰ খাতিৰত নিজৰখিনি বাদ দি আহিছে, আমি তাৰ ব্যতিক্ৰম হৈ ইমান মহান পৰম্পৰা এটা ভঙ্গ কৰিব নোৱাৰো নহয়, মানে ভঙাতো উচিতো নহয়।

**বিনন্দ :** তেনেহ'লে চাৰ আমি আকৌ প্ৰতিবাদৰ পথ ললো। আহা সুনন্দা ...

**সম্পাদক :** হেৰা শুনাচোন শুনা তোমালোক কেনে মানুহ হে জলত থাকি কুম্ভীৰৰ লগত মতান্তৰ - ভাল নহয় কিন্তু দেই।

**বিনন্দ :** চাৰ প্ৰয়োজন হ'লে আমি ৰাজহুৱা পদত্যাগ কৰিম, তথাপিও আমি আমাৰ দাবীত অচল অটল।

**সম্পাদক :** পদত্যাগ কৰিবা নে- কি লাভ হ'ব তোমালোকৰ, হেৰা দেশত যি গতিত নিবনুৱা বাঢ়িছে মালিকৰ এটা বিজ্ঞাপনত শ শ নিবনুৱা খালী ঠাই পুৰাবলৈ জপিয়াই পৰিব। কি লাভ হ'ব তোমালোকৰ? (বিনন্দ আৰু সুনন্দা থমকি ৰয়। Direction)

**সম্পাদক :** হেৰা তেনে বিশেষ কেচ আহিলেই আমাৰ মতান্তৰ হ'ব — নহ'লেকেতো একে পক্ষতে থাকি কাম কৰাত আমাৰ অসুবিধা নাই।

**বিনন্দ :** নাই ... মানে চাৰ....।

**সম্পাদক :** নাই নাই.. যোৱা কামত ধৰাগৈ।

**সুনন্দা :** হ'ব চাৰ— আজি আমি কাম কৰিম, কিন্তু মনত ৰাখিব আপোনাৰ সেই পাছৰ চৰ্তটো আমি মানি লোৱা নাই।

**সম্পাদক :** হ'ব হ'ব ....That's like a good boy. (প্ৰস্থান) ৰক্ষা তেও ..

**গিৰিধৰ :** বাহিৰত ভিজিটৰ, চাৰ পঠাওনে?

**সম্পাদক :** ইয়াঁলৈ আকৌ কিয় পঠাব লাগে? বাহিৰতে সমাধা কৰি পঠাই দে। ৰিচিপচনিষ্টৰ ওচৰলৈ পঠাই নিদিয় কিয়?

**গিৰিধৰ :** মই কৈছিলো— খবৰ- বাতৰি, গল্প, কবিতা, কি আছে তাতে দিয়ক, পিছে নাচোৰ বান্দা। আপোনাক বোলে লগ কৰিবই, জানো কি সোণৰ সোলেংটো আনিছে।

**সম্পাদক :** নহ'ব নহ'ব— এতিয়া মই কাকো লগ কৰিব পৰা অৱস্থাত নাই। দেখা নাই সেই চণ্ডমুণ্ড হালে ইমান সময় ধৰি মোক কি অৱস্থা কৰিছে। (ফোন বাজে) হেল্ল' হয়। মই সম্পাদকেই কৈছো, কোন বুলিলে? বায়ন? মানে আমাৰ বায়ন? কওক কওক বায়ন কিয় বা মনত পেলালে আজি। ঘটনা? কি ঘটনা? গুণধৰ কলিতাই ? কি কয়হে আপুনি? সঁচানে? অ- অ- অ-। সাংবাদিক পঠোৱাত অসুবিধা এটা হৈছে। নহয় আছে আছে সকলো আছে কিন্তু .. .. ৰাজহুৱা সভা পাতিছে ? ভাল হৈছে। ঠিক আছে মই নিজে যাম সভালৈ। অ'তাৰপৰাই সভাখনৰ বেলেগ কভাৰেজ এটাও দিব পাৰিম। হ'ব— ঠিকে আছে। হ'ব বাৰু (বিনন্দ সোমাই আহে, হাতত কেইটামান ফাইল) থৈছো বাৰু... ৰক্ষা তেও......

**বিনন্দ :** কি হ'ল চাৰ!

**সম্পাদক :** কি হ'ব আৰু, আকৌ সেই অবাঞ্ছিত খবৰ।

**বিনন্দ :** ঘটনাটো ক'ত চাৰ!

**সম্পাদক :** গুণধৰ কলিতাৰ ঘৰত। বনকৰা ছোৱালী।

**বিনন্দ :** গুণধৰ কলিতা? মানে সেই ৰিটায়াৰ্ড প্ৰিন্সিপাল?

**সম্পাদক :** হয়।

**বিনন্দ :** চাৰ মাজে মাজে যে লিখামেলা কৰে, সেইজন গুণধৰ কলিতা?

**সম্পাদক :** হয় হয়।

**বিনন্দ :** সেইযে চাৰ যোৱা বছৰ ..

**সম্পাদক :** হয়হে। কি একেটা কথাকে চেপেটা কৰি থাকা। তুমি ভবা জনেই। আটাইতকৈ ডাঙৰ কথা হ'ল, ঘটনাটোক লৈ বিদ্যাধৰ বায়নে হুলস্থুল কৰিছে

**বিনন্দ :** কৰিব। বায়নে হুলস্থুল কৰিবই, তেওঁ এনে সুবিধা কিয় এৰিব? তাতে অহা ইলেকচনত গুণধৰ কলিতা বায়নৰ প্ৰতিদদ্বিতো।

**সম্পাদক :** বিপদটো সেইখিনিতেই বুইছা বিনন্দ। বায়নে বিভিন্ন ক্ষেত্ৰত আমাক যিখিনি সহায় কৰি আহিছে, আমি যদি তেওঁক এই ক্ষেত্ৰত অকণমান সহায় কৰি নিদিওঁ অকৃতজ্ঞতাৰ দোষে চুব আমাক।

**বিনন্দ :** চাৰ এই ক্ষেত্ৰত আমাৰ সহায়?

**গিৰিধৰ :** চাৰ বাহিৰত ল'ৰা দুটা। পঠাওনে?

**সম্পাদক :** কিয় বিচাৰিছে? সুধিছিলিনে?

**গিৰিধৰ :** মতলব ভাল চাৰ। কিবা শাখা সাহিত্য সভাৰ অধিৱেশন, আপোনাক বিশিষ্ট অতিথি মাতিবলৈ আহিছে।

**সম্পাদক :** নালাগে নালাগে, বিশিষ্ট হোৱাৰ আৰু এতিয়া চখ নাই। অশিষ্ট মখাই মোৰ কি অৱস্থা কৰিছে দেখা নাই। যা কিবা এটা কৈ পঠাই দে যা।

**গিৰিধৰ :** হ'ব চাৰ (ওলাই যায়)

**সম্পাদক :** আপদবোৰ ক'ৰবাৰ। লাগিল নহয় আপদখন আকৌ, লৰিল নহয় পৰকিতি সেই গুণধৰ কলিতা বোলাটোৰ। এতিয়া কাক এৰো? কাক ধৰো?

**বিনন্দ :** চাৰ বিদ্যাধৰ বায়নক আমাৰ সিদ্ধান্তটো জনাই দিয়ক। কৈ দিয়ক আমাৰ কাকতত এনে বাতৰি প্ৰচাৰ নকৰো!

**সম্পাদক :** নোৱাৰি বুজিছা, নোৱাৰি!

**বিনন্দ :** কিয় নোৱাৰি?

**সম্পাদক :** এইখন কাকতৰ মালিকৰ লগত বায়ন অতি আত্মীয়। তাৰোপৰিও বায়ন এতিয়া অতি ক্ষমতাশালী মানুহ।

**বিনন্দ :** সাংবাদিকতাৰ নীতি শাস্ত্ৰত এনে কথা নাই চাৰ,

**সম্পাদক :** কেৱল নীতি-নিয়মেৰেই কাকত এখন চলাব নোৱাৰি, কাকত এখন চলিবৰ বাবে আৰু বহু কথাৰ প্ৰয়োজন! (বিনন্দৰ প্ৰস্থান)।

**গিৰিধৰ :** চাৰ বুঢ়া মানুহ আৰু ছোৱালী এজনী আহিছে, আপোনাক লগ কৰিব বিচাৰে। বিদ্যাধৰ বায়নে পঠাইছে বোলে।

**সম্পাদক ঃ** বিদ্যাধৰ বায়নে? কিয় পঠাইছে ইয়ালৈ?

**গিৰিধৰ ঃ** অ' সেইটো নাজানিম চাৰ। ৰ'ব সুধি আহো।

**সম্পাদক ঃ** নালাগে নালাগে পঠাই দে। (গিৰিধৰ ওলাই যায়, নৰহৰি আৰু শেৱালি আহে)

**নৰহৰি ঃ** আহ আক' নাহ কেলৈ? ইঃ বৰ মানুহৰ জীয়েকক আদৰি আনিব লাগে। (হাতত ধৰি আনে)

**সম্পাদক ঃ** কিয় বা আহিল?

**নৰহৰি ঃ** বাতৰি এটা কাগজত দিব লাগে।

**সম্পাদক ঃ** কেনেকুৱা বাতৰি?

**নৰহৰি ঃ** কিয়? বিদ্যাধৰ বায়নে একো কোৱা নাই।

**সম্পাদক ঃ** বিদ্যাধৰ বায়নে পঠাইছে?

**নৰহৰি ঃ** হয়। নহ'লেনো এইখিনি পাবহি পাৰোনে? তেখেতো আহিছে।

**সম্পাদক ঃ** বহক বহক, ভণ্টি বহা। বাতৰিটো লিখি আনিছে?

**নৰহৰি ঃ** নতুনকৈ লিখা নাই ডাঙৰীয়া, কপালত যি লিখা আছিল সেয়াই।

**সম্পাদক ঃ** হ'ব হ'ব চিন্তা নকৰিব। গিৰিধৰ।

**গিৰিধৰ ঃ** চাৰ—

**সম্পাদক ঃ** বিনন্দক মাতচোন। (নৰহৰি) এৰা কি কৰিব, মানুহবোৰৰ মতিগতি যে কি হৈছে।

**নৰহৰি ঃ** লিখা আছিল কপালত। ঘৰে ঘৰোৱাহে সাতোটা প্ৰাণী চম্ভালিব নোৱাৰো, ডাঙৰজনী ছোৱালী গুণধৰ কলিতাই খুজিলে— মাকৰ মন নাছিল মইহে বোলো মান্যবন্ত মানুহ, যাওক তাইৰ ভাল হ'ব মোৰো পেট এটাৰ চিন্তা মৰিব, দিলো— এতিয়া এয়া কি কৰিব ডাঙৰীয়া মোৰ কপালেই উদি।

**সম্পাদক ঃ** হ'ব হ'ব দুখ নকৰিব।

**বিনন্দ ঃ** চাৰ মোক মাতিছিল?

**সম্পাদক ঃ** অ বিনন্দ বহা বহা, এই নিউজটো লিখা। হ'ব হ'ব আপুনি দুখ নকৰিব।

**নৰহৰি ঃ** দুখ নকৰিম? কি কয়হে আপুনি? এনে এটা ঘটনাৰ পিচতো মই দুখ নকৰিম? গুণধৰ কলিতাৰ দৰে এজন মানুহে যদি এনে কাম কৰে, তাকো নিজৰ নাতি বয়সৰ ছোৱালীজনীক, কি থাকিল জগতত? কি থাকিল বাকী?

**সম্পাদক ঃ** হ'ব বাৰু হ'ব। আপুনি এতিয়া ঘটনাতো কওক। বিনন্দ লিখা।

**নৰহৰি ঃ** ঐ নকব কিয়? ব্ৰহ্মতালুতে সাপে খুটিলে এতিয়া ধৰণী ধৰাৰ ঠাই নাই। লাজ কৰি কি লাভ? যিবোৰৰ লাজ থাকিব লাগে সিহঁতৰে নাই— কৈ পেলা, কথাবোৰ কৈ পেলা।

**শেৱালী ঃ** মই হ'লে এইবোৰ ভাল দেখা নাই পিতাই। এইবোৰ কথা গাই ৰাই ফুৰিলে কি লাভ? বাতৰি কাকতত এইবোৰ প্ৰচাৰ কৰিলেনো কি হ'ব?

**নৰহৰি ঃ** আও এইচোন বিদ্যাধৰ বায়নতকৈও বেচি জনা ওলাইছে। হেৰ' দেশৰ নেতা এজনে কথা এষাৰ কৈছে আমাৰ ভালৰ বাবেহে।

**শেৱালী ঃ** নালাগে পিতাই, এইবোৰ বৰ মানুহৰ চেনেহৰ চুমাই আমাৰ নাকতি ভাঙিব। নিজৰ কপালকে থিয়াই ঘৰলৈ যোৱাই ভাল হ'ব। এইবোৰ কথাৰ পোহাৰ মেলি একো নাপাও পিতাই।

**নৰহৰি ঃ** হেৰ' বায়েন চাৰে বেয়া নাপাবনে? সাহ দিছে যেতিয়া যুঁজি চাওঁ – মাছ নেপালেওতো পানী ঘোলা হ'ব।

**বিনন্দ ঃ** একো লাভ নাই দেউতা, একো লাভ নাই। সেইবোৰ ঘোলা পানীৰ মাছেই। পানী ঘোলা হ'লেও তেওঁলোকৰ একো আমনি নহয়। বৰঞ্চ পানীৰ তলৰ কাঁইটে ভৰি ফুটাই আপোনাৰ চলি কৰি খোৱাৰ মুদা মাৰিব।

**শেৱালী ঃ** হয় পিতাই এইবোৰ চলাহিত ভোল গৈ, আমাৰ আকৌ সৰ্বনাশ হ'ব। ব'ল ঘৰলৈ যাওঁ।

**বিনন্দ ঃ** ঠিকেই কৈছা, কি লাভ হ'ব তোমাৰ? এনে প্ৰচাৰৰ পৰা সৰ্বশ্ৰান্ত হোৱা সকলে কি পাইছে? পাৰা যদি নিজৰ প্ৰতিশোধ নিজে লোৱাৰ ব্যৱস্থা কৰা, আনৰ পৰা বেচি আশা কৰিব নাপায়।

**সম্পাদক ঃ** আনৰ কথাৰ মাজত অনাধিকাৰ হস্তক্ষেপ কৰাৰ লেতেৰা স্বভাৱটো তোমাৰ নগ'ল আৰু!

**বিনন্দ ঃ** Sorry Sir' ছোৱালীজনী সাম্ভাব্য লটিঘটি খনৰ কথা ভাবি মানৱতাৰ খাতিৰত কথাষাৰ ক'লো।

**সম্পাদক ঃ** বেয়া স্বভাৱ, বেয়া স্বভাৱ।

**বিনন্দ ঃ** চাৰ এনে বাতৰি প্ৰচাৰ নকৰো বুলি বিবৃতিটো তৈয়াৰ হ'লেই গতিকে এই বাতৰি প্ৰচাৰ কৰাত আমাৰ আপত্তি আছে।

**সম্পাদক ঃ** হ'লেইনে? হ'লেইনে তোমাৰ আজল মখালিখন আৰম্ভ? জানানে বাতৰিটো কোনে প্ৰচাৰ কৰোৱাইছে?

**বিনন্দ ঃ** জনাৰ প্ৰয়োজন নাই, সম্পাদক সিদ্ধান্ত এনে বাতৰি আমাৰ কাকতত প্ৰচাৰ নকৰে।

গিৰিধৰ : চাৰ, চাৰ, বায়ন চাৰ আহিছে।

সম্পাদক : হেৰা বিনন্দ, মই তোমাক কাবৌ কৰিছো, তুমি এই বাৰলৈ এইটো কথাত আপত্তি নকৰিবা— (গিৰিধৰক) যা চাৰক পঠাই দে। হেৰা হেৰা বিনন্দ, এইটো মানুহৰ লগত আমাৰ খাতিৰ আছে, মোৰ আছে গতিকে তুমি এতিয়া যোৱা, তোমাৰ লগত পাচত কথা পাতিম। অন্ততঃ চৰকাৰী বিজ্ঞাপন কেইটাৰ খাতিৰতে তুমি যোৱা। (বিনন্দ ওলাই যায়। বিদ্যাধৰ সোমাই আহে)

বিদ্যাধৰ : কি খবৰ চৌধুৰী?

সম্পাদক : ভাল চাৰ, বহক বহক।

বিদ্যাধৰ : গম পালে, কথাবোৰ?

সম্পাদক : পালো চাৰ।

বিদ্যাধৰ : ঘোৰ কলিকাল, বুইছে ঘোৰ কলিকাল, কি হৈছে মানুহবোৰৰ বাৰু? নৈতিকতা বোলা কথাটো সমাজত নোহোৱা হ'ল— আকৌ সেইবোৰ মানুহে নিজকে শিক্ষিত বুলি গৰ্ব্ব কৰে? অহা ইলেকচনত এইটো সমষ্টিৰ পৰা মোৰ প্ৰতিদন্দ্বী, ভগবানৰ কৃপাত ৰাইজে মোক নেৰে।

সম্পাদনা : হয চাৰ। কিন্তু চাৰ ছোৱালীজনীক ইয়ালৈ পঠালে যে, মইতো সভালৈ গ'লোৱেহেঁতেন।

বিদ্যাধৰ : মইহে পঠালো, মোৰ উপায়ুক্তৰ অফিচত কাম এটা আছিল— 'ল এণ্ড অৰ্ডাৰ' সন্দৰ্ভত, ভাবিলো আপোনাৰ ইন্টাৰ্ভিউটোও হ'ব আৰু তাইৰো চেলটাৰ এটা হ'ব। এতিয়া চৌধুৰী কথাবোৰ প্ৰচাৰ হ'ব লাগে ( নৰহৰিক) আপোনালোকে কথাবোৰ ভালদৰে কওক, চৌধুৰী মোৰ নিজৰ মানুহ। চৌধুৰী মই এতিয়া যাওঁ, সভাখন আছে নহয়, আহিম আকৌ,

সম্পাদক : চাব . . অকণমান অসুবিধা এটা হৈছে ।

বিদ্যাধৰ : অসুবিধা? মই থাকোতে আপোনাৰ? কওক কওক কি অসুবিধা?

সম্পাদক : অসুবিধা মানে চাৰ আমাৰ প্ৰেচ কৰ্মচাৰী সম্বাই সিদ্ধান্ত কৰিছে— যে এনেকুৱা বাতৰিবোৰ আমাৰ কাকতত প্ৰচাৰ নকৰে।

বিদ্যাধৰ : (হাঁহি) চৌধুৰী এইটো বাতৰি কাকতৰ অফিচ, ধৰি লওক এটা ব্যবসায়িক প্ৰতিষ্ঠানৰ অফিচ।

সম্পাদনা : নুবুজে চাৰ নুবুজ সম্বাৰ সম্পাদক অহমক।

বিদ্যাধৰ : হয়নে? মাতকচোন, মই কথা পাতি চাও।

সম্পাদক : ৰ'ব চাৰ, মাতিছো -গিৰিধৰ- গিৰিধৰ-

বিদ্যাধৰ : চৌধুৰী, সম্পাদক মহোদয়ৰ নাম কি?

সম্পাদক : সম্পাদক নহয় চাৰ সম্পাদিকাহে, সুনন্দা দত্ত।

গিৰিধৰ : চাৰ--

সম্পাদক : সুনন্দা দত্তক মাত

বিদ্যাধৰ : চৌধুৰী কৰ্মচাৰী সকলক পৰিচালনা কৰাৰ কৌশল আপুনি পাহৰিছে নেকি?

সম্পাদক : নুবুজিলো চাৰ।

বিদ্যাধৰ : এই সাধাৰণ কথাটোত মইযে সোমাব লগা হ'ল।

সম্পাদক : নোৱাৰি চাৰ বৰ আকোৰ গোজ।

বিদ্যাধৰ : ঠিক আছে চাওক আকোৰগোজ মানুহক কেনেকৈ সৈমান কৰাব লাগে।

**(সুনন্দা সোমাই আহে)**

সুনন্দা : মোক মাতিছিল চাৰ।

বিদ্যাধৰ : মাতিছো মই, তোমাৰ নাম সুনন্দা নহয জানো?

সুনন্দা : হয চাৰ, সুনন্দা দত্ত।

বিদ্যাধৰ : সুনন্দা দত্ত, মই তোমাক লগ পাবলৈহে আহিছো।

সুনন্দা : কওকচোন মই আপোনাক কি সহায় কৰিব পাৰো।

বিদ্যাধৰ : সহায় মানে, মইতো যিকোনো মূহুৰ্তত তোমালোকৰ পৰা পাযেই আছো। ভাবিলো এইবাৰো বিমুখ নহওঁ।

সুনন্দা : কওক চাৰ কৰিব পৰা সহায হ'লে মই নিশ্চয় কৰিম।

বিদ্যাধৰ : পাৰা পাৰা কিয নোৱাৰা - মানে কথাটো হ'ল অহা মাহত বিদেশ ভ্ৰমণ এটাৰ দায়িত্ব পৰিছে, অফিচিয়েল টুৰ, কেইখনমান মিটিঙো আছে। এই বিদেশ ভ্ৰমণটোৰ বাবে মোক কেইজনমান সৎ নিৰ্ভীক আৰু নিষ্ঠাবান সাংবাদিকৰ প্ৰযোজন, টকা পইচাৰ চিন্তা তুমি কৰিব নালাগে। মাত্ৰ সম্মতি লাগে।

সম্পাদক : না নকৰিবা সুনন্দা এনে সুবিধা বাৰে বাৰে নাহে।

বিদ্যাধৰ : তেনেহ'লে মই হ'ব বুলি ধৰো, নে কিবা কৰা?

সুনন্দা : হ'ব চাৰ-

বিদ্যাধৰ : ঠিক আছে মই আহিলো (হঠাৎ ৰৈ যায়) তুমি মোক আৰু এটা কাম কৰি দিয়া সুনন্দা।

সুনন্দা : কি কাম চাৰ।

সম্পাদনা : তুমি চাগৈ এই কথাটো শুনিছাই, How Shameful, এজন শিক্ষিত ব্যক্তি হৈ গুণধৰ কলিতাই এই কামটো কৰিব লাগেনে? এইবোৰ মানুহৰ মুখা খুলি দিব লাগে। তুমি পাৰিবা; গোটেই ঘটনাটোলৈ এটা Sensitive News

তৈয়াৰ কৰা, তুমি ছোৱালী মানুহ যেতিয়া ছোৱালীজনীৰ দুখ বুজিব পাৰিছা। লিখা, লিখা -

**সুনন্দা ঃ** কিন্তু চাৰ...

**বিদ্যাধৰ ঃ** কোনো কিন্তু নাই। তুমি পাৰিবই লাগিব। কাৰণ এই কাকতখনো মোৰ, তোমালোকো মোৰ, নে কি কয় চৌধুৰী?

**চৌধুৰী ঃ** হয় চাৰ

**সুনন্দা ঃ** হ'লেও চাৰ..

**বিদ্যাধৰ ঃ** চোৱা সুনন্দা, তুমি নকৰিলেও মোৰ কাম কৰিবলৈ গণ্ডাই গণ্ডাই সাংবাদিক আছে। কিন্তু মই তোমাক এই কাৰণেই দিছো যে মই চাব খোজো যে মোৰ বিদেশ ভ্ৰমণৰ সতীৰ্থ সাংবাদিক জন কিমান দক্ষ। Ok ! মই এতিয়া আহিলো, তোমাক লগ পাম।

**সুনন্দা ঃ** চাৰ মই এই কামটো কৰা উচিত হ'বনে?

**সম্পাদক ঃ** তুমি কৰিব লাগিব সুনন্দা, তুমি যদি ৰাজী হোৱা বাকী কৰ্মচাৰী গোটক মই বুজাব পাৰিম। তাৰোপৰি তুমি নকৰিলেও অন্য কাকতে এই সুবিধাটো এৰিবনে? যোৱা যোৱা পলম নকৰিবা।

**(সুনন্দাই অনিচ্ছা স্বত্তেও শেৱালীৰ কাষলৈ যায়)**

**সুনন্দা ঃ** তোমাৰ নাম? তোমাৰ নাম?

**শেৱালী ঃ** (খঙেৰে চাই, একো উত্তৰ নিদিয়ে)

**নৰহৰি ঃ** ঐ নেমাত কিয়? কিবা এটা যে সুধি আছে শুনা নাই জানো।

**শেৱালী ঃ** পিতাই কৈ দে— মই এওঁৰ কোনো কথাৰে উত্তৰ নিদিওঁ। স্বাৰ্থপৰ চব স্বাৰ্থপৰ।

**নৰহৰি ঃ** জানো, তোৰ কথা তইহে জান, (শেৱালীক) ময়েই কৈছো, লিখক, ঘৰত বৰছোৱালী বুলি মাতো, ভাল নামটো শেৱালী।

**সুনন্দা ঃ** কিমান দিন হ'ল — গুণধৰ কলিতাৰ ঘৰত থকা?

**নৰহৰি ঃ** দিনলেখে চাৰি বছৰেই হ'ল।

**সুনন্দা ঃ** কওকচোন ঘটনাটো কেনেকৈ হ'ল - কি হ'ল?

**নৰহৰি ঃ** মই শুনামতে...

**সুনন্দা ঃ** এইখিনি কথা এওঁৰ মুখেৰে শুনিলে ভাল হয়, কোৱা ভন্টী।

**সম্পাদক ঃ** কোৱা, কথাখিনি খোলা খুলিকৈ কৈ পেলোৱা। অ' বুজিছো- (নৰহৰিক) আপুনি অকণমান বাহিৰতে বহকগৈ। (শেৱালীক) কোৱা

**সুনন্দা ঃ** কোৱা ভন্টি,

**সম্পাদক ঃ** কোৱা, নহ'লে বায়ন চাৰে বেয়া পাব নহয়, কৈ যোৱা।

**শেৱালী ঃ** নকওঁ নকওঁ নকওঁ। কিয় কম? কিয় ক'ব লাগে?

**সুনন্দা ঃ** নক'লে আকৌ বাতৰিটো কেনেকৈ হ'ব?

**শেৱালী ঃ** নেলাগে বাতৰি, কি লাভ হ'ব মোৰ?

**সুনন্দা ঃ** বাতৰিত তোমাৰ দুৰ্ভাগ্যৰ কথা প্ৰচাৰ হ'ব।

**শেৱালী ঃ** লগত চাগৈ ফটোও

**সম্পাদনা ঃ** ফটো ফটো, একেবাৰে ৰঙীন ফটো।

**শেৱালী ঃ** কি লাভ হ'ব মোৰ? (নৰহৰি সোমাই আহে)

**সুনন্দা ঃ** চোৱা ভন্টি তুমি জানো সেই ভণ্ড প্ৰতাৰকটোৰ কথা প্ৰচাৰ কৰাৰ কথা, এসেকা দিয়াৰ কথা নাভাবা।

**নৰহৰি ঃ** কিয় নাভাবিবহে— উঃ মই যদি তাক পালোহেঁতেন একেবাৰে চোবাই পেলালোহেঁতেন। সি নৰহৰি গায়নক চিনি পোৱা নাই। ধন নাথাকিলেও সন্মান আছে অমুকাৰ।

**শেৱালী ঃ** নালাগে পিতাই ঘৰলৈ ব'ল। একো লাভ নাই- এতিয়াহে বুজিছো সকলো একে। কোনোবাই ম্লেচ্ছ ভোগৰ মাধ্যম কৰিলে, কোনোবাই ভোটৰ মাধ্যম, কোনোবাই বিদেশ ভ্ৰমণৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰিবলৈ বিচাৰিছে। চবেই লুভীয়া, ব'ল পিতাই ঘৰলৈ গৈ হিয়া ধাকুৰি কান্দিম, এসময়ত নিজেই শাঁত পৰিম। ব'ল।

**সুনন্দা ঃ** তুমি এনেদৰে গুচি গ'লে— লোকচান তোমাৰহে হ'ব। তুমি বাৰু ঘটনাটো কিয় লুকুৱাব বিচাৰিছা?

**শেৱালী ঃ** (সুনন্দাৰ কাষ চাপি তীক্ষ্ণ দৃষ্টিৰে চায়, সুনন্দাই তলমূৰ কৰে) চাওক, মোৰ চকুলৈ চাওক— কিয় তলমুৰ কৰিছে। চাওক। দেখিছেনে কিবা? নাই দেখা নহয়। নেদেখে, কিয় দেখিব? কাৰণ আপোনালোকৰ বাবে মই এটা খবৰ কেৱল খবৰ। আপুনিওতো এজনী ছোৱালী, তেনে কিয় বুজা নাই? ধৰক এই দুৰ্ঘটনা আপোনাৰ হ'ল- আপুনি আপোনাৰ দুৰ্দশাক ৰাজহুৱা প্ৰদৰ্শন কৰিব? আৰু কৰিলেই যেনিবা, কি লাভ হ'ব আপোনাৰ? (সম্পাদকক) আপোনালোকৰ প্ৰত্যেকৰে সহানুভূতিৰ অন্তৰালত মই কিবা এটা স্বাৰ্থ দেখিবলৈ পাইছো? সেয়ে মই ভাবিছো আপোনালোকৰ বাবে মই কেৱল এটা লাভজনক খবৰ।

**সুনন্দা ঃ** নহয় কথাটো। তুমি ভবাৰ দৰে আমি ভবা নাই।

**শেৱালী ঃ** আঁতৰি যাওক আপুনি আঁতৰি যাওঁক। বল পিতাই

এজনে মোক শাৰীৰিক ভাবে উলঙ্গ কৰিলে, এতিয়া কোনোবাই নিজৰ লাভৰ বাবে সামাজিক ভাবে উলঙ্গ কৰিব খুজিছে, বল - (নৰহৰি আৰু শেৱালী যায়)

**সম্পাদক :** উঃ কি বিপদ, বোলে— 'নাখাওঁ ভাত খুৱালি নোধোওঁ গা ধুৱালি, নিগিলো কি কৰ কৰ। (নেপথ্যত ইন্সপেক্টৰ) ৰবি ক'ত যাব। ব'ল ব'ল। কথা আছে মোৰ। বল বল। (নৰহৰি আৰু শেৱালী পুনৰ সোমাই আহে)

**ইন্সপেক্টৰ :** Good Morning Sir!

**সম্পাদক :** একো Good Morning নহয়। (ইন্সপেক্টৰক দেখি) অ' আপুনি বহক।

**ইন্সপেক্টৰ :** এটা জৰুৰী কামত আপোনাক আমনি দিব লগা হ'ল।

**সম্পাদক :** একো আমনি নাপাওঁ, কৈ যাওক কৈ যাওক— আমনি পাওঁতে পাওঁতে সেই আমনি পোৱা যন্ত্ৰটো বিকলেই হ'ল। কৈ যাওক— গল্প কবিতা আমাৰ কাকততপ্ৰচাৰ কৰো।

**ইন্সপেক্টৰ :** নহয় মানে....

**সম্পাদক :** আপুনি নতুন লিখক সেয়াইতো। একো চিন্তা নকৰিব, লিখাখিনি অফিচত দি যাওক, পিচত চাম, মই এতিয়া বৰ ব্যস্ত, আপুনি যাওঁক।

**ইন্সপেক্টৰ :** নহয় আপুনি মোৰ কথাটো শুনক।

**সম্পাদক :** কথা? আচ্ছা চমুৱাই কওক।

**ইন্সপেক্টৰ :** এটা বিশেষ সূত্ৰৰ পমখেদি এইখিনি পালোহি, এই ছোৱালীজনীৰ লগত মোৰ এটা বিশেষ কথা আছে। পাতিব পাৰোনে?

**সম্পাদক :** বিশেষ কথা যদি পাতক। তাকে চমু হ'লে ভাল হয়।

**ইন্সপেক্টৰ :** তোমাৰ নাম?

**শেৱালী :** শেৱালী, শেৱালী গায়ন।

**ইন্সপেক্টৰ :** পিতাৰ নাম- নৰহৰি গায়ন?

**শেৱালী :** হয়,

**ইন্সপেক্টৰ :** গাওঁ জালুকনি, মৌজা-জোৰাবন্ধা?

**শেৱালী :** হয় হয় কিন্তু.....

**ইন্সপেক্টৰ :** তুমি গুণধৰ কলিতাৰ ঘৰত আছিলা?

**শেৱালী :** হয়

**ইন্সপেক্টৰ :** মিলি গৈছে -

**সম্পাদক :** কি মিলি গৈছে? হেৰি মইহে একো মিলাব পৰা নাই।

**ইন্সপেক্টৰ :** এইজনীয়েই ছোৱালী।

**শেৱালী :** কিন্তু আপুনি মোক কেনেকৈ চিনি পায়?

**ইন্সপেক্টৰ :** কাৰণ মই পুলিচ। তুমি এতিয়া মোৰ লগত বলা।

**নৰহৰি :** হেৰা, হেৰা পুলিচ। তুমি তাইৰ ওৱাৰিচ নাই বুলি ভাবিছা নেকি?

**ইন্সপেক্টৰ :** ওৱাৰিচ? আপুনি এইৰ?

**নৰহৰি :** বাপেক।

**ইন্সপেক্টৰ :** তেনে ভালেই হ'ল, বলক আপুনিও যাব লাগিব।

**নৰহৰি :** ক'লৈ?

**ইন্সপেক্টৰ :** থানালৈ ।

**নৰহৰি :** থানালৈ ? কিন্তু কিয়?

**ইন্সপেক্টৰ :** কাৰণ আপোনাৰ ছোৱালী গুণধৰ কলিতাৰ ঘৰত থাকি কালি পুৱতি নিশা সোণৰ গহণা আৰু টকা-পইচা চুৰ কৰি পলাই আহিছে।

**শেৱালী :** গহনা? মই? অ' পিতাই মই একো অনা নাই অ' ।

**নৰহৰি :** ছোৱালী তুলি মই এয়াই সুখ পাইছো।

**শেৱালী :** মই একো নাই অনা পিতাই । এয়া মিছা।

**ইন্সপেক্টৰ :** আনিছ, নাই অনা থানাত কবি, হ'ল। কিন্তু তোৰ ওপৰত চুৰিৰ গোচৰ আছে।

**নৰহৰি :** হে হৰি, পৃথিবীত ধৰ্ম্ম অধৰ্ম্ম একো নাইকিয়া হ'ল।

**ইন্সপেক্টৰ :** ব'ল ব'ল মই বৈ থাকিব নোৱাৰো, ক'ত আছে গহণা? ক'ত থ'লি।

**সম্পাদক :** হেৰি হেৰি ইন্সপেক্টৰ সেইবোৰ সোধপোচ থানাত কৰিব। ইয়াত নহয়। এইটো বাতৰি কাকতৰ অফিচ। মই সোধপোছ কৰাব পাচতহে আপুনি কি কৰে কৰি থাকিব।

**ইন্সপেক্টৰ :** চোৰ পাইছো থানালৈ নিম, আপুনি হকা-বাধা কৰিবলৈ কোনহে?

**সম্পাদক :** বাতৰি পাইছো প্ৰচাৰ কৰিম, আপুনি হকা-বাধা কৰিবলৈ কোনহে?

**ইন্সপেক্টৰ :** ঐ ব'ল ব'ল—

**সম্পাদক :** কিয় যাব? কিয় যাব মোৰ কাম নোহোৱাকৈ।

**ইন্সপেক্টৰ :** এই অপৰাধীবোৰে আপোনালোকৰ কাকত বোৰৰ পৰাই লাই পায়।

**সম্পাদক :** এঃ নহ'লে আপোনালোক পুলিচবোৰে ৰামৰাজ্য পাতিলেহেঁতেন।

**ইন্সপেক্টৰ :** হেৰি আপুনি বেচি কথা কৈছে।

**সম্পাদক :** আপুনিও বেচি কথা কৈছে।

**ইন্সপেক্টৰ :** আপুনি

**সম্পাদক :** আপুনি (বিদ্যাধৰ বায়ন সোমাই আহে Direction)

**বিদ্যাধৰ :** বেয়া কথা, বৰ বেয়া কথা।

**ইন্সপেক্টৰ :** (চাৰ বুলি পুলিচি কায়দাত সম্মান জনায়)

**সম্পাদক :** চাৰ বহক বহক ।

**বিদ্যাধৰ :** ন্যায় প্ৰতিষ্ঠা কেতিয়া হয়? যেতিয়াই কাৰো কামত কোনেও হস্তক্ষেপ নকৰে, তেতিয়াই ন্যায় প্ৰতিষ্ঠা হয়। হয়নে নহয়?

**ইন্সপেক্টৰ :** হয় হয়, মই তাকেই এখেতক বুজাইছো।

**বিদ্যাধৰ :** ৰ'ব-- সকলোৰে লাভ কেতিয়া হয়? যেতিয়া পৰস্পৰৰ মাজত বুজাবুজি হয়। এইক্ষেত্ৰতো আমি সকলোৱে যদি বুজাপৰা হওঁ আমাৰ লাভেই লাভ। ছোৱালীজনী সৰ্ব্বশ্ৰান্ত হ'ল-- তাইৰ লাভ হ'ব লাগিব--- তাৰোপৰিও তোমাৰ কষ্টৰ বাবে তোমাৰ, এখেতৰ কষ্টৰ বাবে এখেতৰ লাভ হ'ব লাগিব। গতিকে আমি সকলো এক হওঁ (সম্পাদক) বাৰু আপোনাৰ কাম হ'লনে?

**সম্পাদক :** তাকেই চাৰ, নাই হোৱা নহয়।

**বিদ্যাধৰ :** তেনেহ'লেনো ইমানপৰে কি কৰিলে? আপুনি একেবাৰেই অকাজভাগীহে।

**সম্পাদক :** নহয় চাৰ, মানে কথাটো হ'ল....

**বিদ্যাধৰ :** নালাগে, নালাগে আপুনি মোক কৈফিয়ৎ দিব। মই কামৰ মানুহ, মোক কাম লাগে। আপোনাৰ ওপৰত ভৰসা কৰি লাভ নাই। ঠিক আছে ৰাজহুৱা সভাতেই ছোৱালীজনীয়ে নিজমুখে ক'ব-- ৰাইজে বুজিব হ'ব লগা দেশৰ নেতাজনৰ স্বৰূপ। বলা আইজনী যাওঁ বলা।

**ইন্সপেক্টৰ :** চাৰ, ছোৱালীজনী আচলতে থানালৈ নিব লাগে।

**বিদ্যাধৰ :** কিন্তু, কিয়?

**ইন্সপেক্টৰ :** তাইৰ বিৰুদ্ধে চুৰিৰ গোচৰ আছে।

**বিদ্যাধৰ :** কথা কি? এই অভিযোগ সঁচানে?

**নৰহৰি :** মিছা, মিছা একেবাৰে মিছা, উভতি চোৰে গিৰিহঁতকে বান্ধে ক'ত শুনিছ।

**বিদ্যাধৰ :** সেই কাৰণেই কওঁ ব'লক ব্'লক সভালৈ ব'লক ৰাইজক ক'ব-- ব'লা ব'লা মাজনী--

**ইন্সপেক্টৰ :** কিন্তু তাইৰ ওপৰত থকা গোচৰটো?

**বিদ্যাধৰ :** মিছা, মনে সজা অভিযোগ, তুমি যোৱা। ধৰা তুমি আচামী বিচাৰি নাপালা।

**ইন্সপেক্টৰ :** হয় চাৰ, মই আছামী বিচাৰি নাপালো। (যাব খোজে)।

**শেৱালী :** ইন্সপেক্টৰ : মই চুৰি কৰিছো। মোক থানালৈ লৈ ব'লক।

**বিদ্যাধৰ :** তুমি চোৰ নহয় মাজনী-- অন্ততঃ মোৰ ৰাজহুৱা সভাখনৰ খাতিৰত তুমি চোৰ নহয়, হ'ব নোৱাৰা।

**শেৱালী :** হয় মই চোৰ হয়। মই চুৰ কৰিছো, মই স্বীকাৰ কৰিছো আৰু এতিয়া ইন্সপেক্টৰ আপুনি মোক থানালৈ লৈ বলক।

**ইন্সপেক্টৰ :** চাৰ কথা কি? থানালৈ ইমান সহজে দোষী যোৱা মোৰ চাকৰি কালত এয়ে প্ৰথম। সকলো দোষী এনে হ'লেচোন আমাৰ বিপদেই।

**বিদ্যাধৰ :** উঃ উঃ উঃ কম দুখতনো তাই তেনেকৈ ক'ব লগা হৈছেনে? দুখ নকৰিবা মাজনী মই আছো, ৰাইজ আছে, তুমি চিন্তা নকৰিবা।

**শেৱালী :** পিতাই বল থানালৈ। ইন্সপেক্টৰ বলক।

**ইন্সপেক্টৰ :** থানালৈ যোৱা মানে কি তুমি বাৰু বুজা নাই নেকি?

**শেৱালী :** বুজিছো মোৰ বিচাৰ হ'ব? আৰু বিচাৰত যদি মোৰ জেল হয় ভালেই হ'ব। অন্ততঃ কিছুদিন এই লুভীয়া মানুহবোৰৰ চকুৰ পৰা আঁতৰত থাকিম আৰু মৃত্যুদণ্ড হ'লেতো আৰু ভাল পাওঁ, তেতিয়া আত্মহত্যাৰ বদনামটোৰ পৰা বাচিম। এনেয়েও ইয়াৰ পৰা গৈ আত্মহত্যা কৰাৰ বাদে মোৰ একো উপায় নাথাকিব।

**বিদ্যাধৰ :** ইঃ ইঃ দেহি ঐ যিটো পাষণ্ডই উঠি অহা ছোৱালীজনীৰ এই দশা কৰিলে আমি এৰি দিম? ৰাইজে এৰিব সুদাই? ব'ল আই ৰাইজৰ মাজলৈ ব'ল- ৰাইজৰ মৰম চেনেহে তোক সকলো পাহৰাই দিব।এনেয়ে কয়নে- বোলে ৰাইজেই ৰজা জ্ঞাতিয়েই গঙ্গা।

**শেৱালী :** ইন্সপেক্টৰ আপুনি নাযায় কিয়?

**ইন্সপেক্টৰ :** মই মানে তোমাক নিমেই বুলি কোৱা নাই নহয়। কিবা এটা বুজাবুজি হ'লে মই দোষীক বিচাৰি নাপালো বুলি কোৱাত আপত্তি নাই নহয়। ইঃ যেন আইদেউ শহুৰৰ ঘৰলৈহে যায়-- গাত ত'তেই নাই।

**শেৱালী :** আপোনাৰ নিয়াৰ প্ৰয়োজন নাই যদি আমি আহিলো-

**ইন্সপেক্টৰ :** হেৰায় যায়েই মানে? তোমাক এনেকৈ যাবলৈ দিব নোৱাৰো।

**শেৱালী :** পিতাই ব'ল নহ'লে সকলোৱে নিজ নিজ লাভৰ বাবে টানি আজুৰি মোক শেষ কৰিব। শুহি শুহি তেজ,

কৰি কৰি মাংস খাব, ব'ল।

**সম্পাদক ঃ** চাৰ এই কান্দি থাকোতেই ফটো এখন মাৰো।

**বিদ্যাধৰ ঃ** ভাল হ'ব মাৰক মাৰক-

**সম্পাদক ঃ** (সন্মুখলৈ আহি কেমেৰা পোনাই) অ কান্দি থাক, এক, দুই,.. (শেৱালীয়ে থৰ হৈ চাই থাকি ঢেক্ ঢেক্কৈ হাঁহে)

**সম্পাদক ঃ** হেঃ এয়া কি? কি হ'ল? বলিয়া হ'ল - বুজিছে, চাৰ এইজনী খাটাং বলিয়া হ'ল। চেঃ কি বিপদত পৰিলো।

**ইন্সপেক্টৰ ঃ** এৰা কেচটো মোৰ হাতৰ পৰা এতিয়া মানসিক চিকিৎসাৰ হাতলৈ যাব।

**নৰহৰি ঃ** আই অ' কি হৈছে তোৰ ? কিয় এনে কৰিছ ? মই আছো নহয়।

**সম্পাদক ঃ** নহ'ব চাৰ — এইজনী। পঠাই দিয়ক।

**বিদ্যাধৰ ঃ** কি অবুজৰ দৰে কথা কয় — পঠাই দিয়াটো সহজ কিন্তু গুণধৰ কলিতাৰ বিৰুদ্ধে ইমান এটা ষ্ট্ৰং ইচ্যু কামত খটুৱাব নোৱাৰিলে মই ডুবি যাম.... ....

**ইন্সপেক্টৰ ঃ** নহ'লে চাৰ— মযেই লৈ যাওঁ থানালৈ।

**বিদ্যাধৰ ঃ** কিন্তু ৰাজহুৱা সভাখন, তাৰ পিছত তাইক লৈ শোভা যাত্ৰা, এইবোৰ কি হ'ব? ইমান পৰিকল্পনা অথলে যাব- হেৰা ইন্সপেক্টৰ কিবা এটা কৰা, যিকোনো প্ৰকাৰে তাইক মিটিঙত থৈ আহা।

**সম্পাদক ঃ** ব'লক আটাই কেইজনে ধৰো -

**ইন্সপেক্টৰ ঃ** ব'লক ব'লক (Direction)

**শেৱালী ঃ** পিতাই চা - এইজন নেতা, এইজন পণ্ডিত, এইজন শান্তি ৰক্ষক, ইহঁত এতিয়া প্ৰত্যেকেই একোটা গেলা ঘাঁত পৰা মাখি। মোৰ শৰীৰৰ গেলি থকা ঘাঁ ডোখৰ ইহঁতৰ টনা আজোৰত বহল হোৱাৰ আগতে বল পিতাই আমি যাওঁ।

**বিদ্যাধৰ ঃ** হেৰা, কি চাই আছা ধৰা এইক- মোৰ গাড়ীত তুলি দিয়া -

**শেৱালী ঃ** খবৰদাৰ, ইন্সপেক্টৰ মোক থানালৈ নিলে যাম- কাৰণ মই চোৰ, মই চুৰ কৰিছো।

**বিদ্যাধৰ ঃ** নহয়, মাজনী তুমি চুৰ কৰা নাই— অন্ততঃ মোৰ ৰাজহুৱা সভা খনৰ খাতিৰত তুমি শোষণ নিপীড়নৰ প্ৰতীক। ব'লা ৰাইজে তোমালৈ বাট চাই আছে।

**শেৱালী ঃ** পিতাই মোক বচা, ৰাইজে মোক ন্যায় দিব নোৱাৰে — কাকো দিয়া দেখা নাই। কাৰণ ৰাইজৰ নামত ন্যায়ৰ ৰক্ষক এই সকল।

**সম্পাদক ঃ** অবুজ নহ'বাচোন তুমি চাৰৰ লগত যোৱা।

**শেৱালী ঃ** নাযাওঁ মই নাযাওঁ।

**ইন্সপেক্টৰ ঃ** ব'ল ব'ল তোক সভাত থৈ আহো।

**শেৱালী ঃ** নাই মই নাযাওঁ।

**বিদ্যাধৰ ঃ** তোমাৰ কল্যাণৰ বাবেই ব্যৱস্থা কৰিছো।

**শেৱালী ঃ** পিতাই মই এই লুভীয়া বোৰৰ লগত নাযাওঁ (Direction)

**নৰহৰি ঃ** খবৰদাৰ (লাঠি দাণ্ডি) তহঁতে মোৰ ছোৱালীৰ কল্যাণ চিন্তা কৰিব নালাগে। (Direction Light)

**(গিৰিধৰ সোমাই আহে)**

**গিৰিধৰ ঃ** এয়া মই কি দেখিছো কি দেখিছো মই? এইটোচোন আকৌ নতুন বাতৰি এটা হ'ল।

<u>**সমাপ্ত**</u>

# বিয়াত এৰাতি

**নাট্যকাৰ # অজিত বৰঠাকুৰ**

**চৰিত্ৰসমূহ ঃ**

১। বৰদেউতা
২। দ্বিগেন
৩। ভূমি
৪। মইনা
৫। বাইদেউ।

**(মঞ্চ এটা কমৰ ভিতৰৰ চ'ৰা। এখন বিছনা, দুখনমান চকী।)**

**বৰদেউতা ঃ** হেৰা, কম কথা পাতিছোনে বাৰু?

**দ্বিগেন ঃ** হয়, গোটেই ৰাতিটো? চাওক (হাতৰ ঘড়ী দেখুৱাই) এতিয়া ২টা বাজিবৰ হ'ল। আচলতে আপোনাক কিন্তু মানিছো দেই।

**বৰদেউতা ঃ** কি হ'ল?

**দ্বিগেন ঃ** কি হ'ল মানে? আপুনি বৰযাত্ৰীত নগ'ল কিয়?

**বৰদেউতা ঃ** হেৰা, দিনৰ পৰাই দহ-পোন্ধৰ মিনিটৰ পাছে পাছে অহা যোৱা, লেট্ৰিন। তাৰ পিছত যদি বৰযাত্ৰীলৈ যাওঁ গৈ, কি হ'ব সেইটো আৰু কব লাগিছেনে?

**দ্বিগেন ঃ** বৰযাত্ৰী নগ'ল ঠিকেই আছে। কিন্তু সেই বৰযাত্ৰী যোৱাৰ পৰা এতিয়ালৈকে অনৰ্গল কথা পাতিয়েই আছে, পাতিয়েই আছে, সেইটোতহে আচৰিত হৈছো।

**বৰদেউতা ঃ** কি তুমি বেয়া পাইছা?

**দ্বিগেন ঃ** বৰতা, বেয়া পোৱা হ'লে নিজেই গৈ শুই থাকিলোহেঁতেন।

**বৰতা ঃ** অ' দুয়োটাই অন্তৰৰ কথা পাতিছো। কিন্তু আচল কথাটো হ'ল মই শুব নোৱাৰো। দহ-পোন্ধৰ মিনিটৰ পাছে পাছে, অহা যোৱা...

**দ্বিগেন ঃ** অহা- যোৱা...

**বৰতা ঃ** লেট্ৰিন (হাঁহে)। গতিকে লেক্‌চাৰকে মাৰি আছো, হয়নে নহয়? (ভূমিলৈ চায়, ভূমি টোপনী) হেৰা জোঁৱাই?

**ভূমি ঃ** আঃ (সাৰ পায়)।

**দ্বিগেন ঃ** হেৰি ভিনিদেউ, আপুনি বহি বহিয়েই টোপনীয়াই আছে?

**ভূমি ঃ** ৰাতিপুৱালৈ গৈ নামঘৰত নাম লব লাগিব।

**বৰতা ঃ** নামঘৰৰ পাল পৰিছে নেকি? আজিৰ পৰা ছাগৈ তোমাৰ পাল?

**ভূমি ঃ** পাল পাতিব লগীয়া নহয়। ৫ বছৰৰ পৰা মইয়েই আছো। যোৱা দুদিন বেলেগ এজন আছিল। মানে বিয়াৰ ছুটী। আজিৰ পৰা আকৌ মই।

**বৰতা ঃ** এইটো নাম সাংঘাটিক ভাল কাম কৰিছা। অন্য মানুহৰ কথা বাদ দিছো, কিন্তু মোৰ মতে খুউব ভাল কাম কৰিছা।

**ভূমি ঃ** আজিকালি নামঘৰ বাদেই দিছে। আজিকালি এফালে বামুণীয়া, ইফালে হৰিধনীয়া, সিফালে নাম কীৰ্তনীয়া। এতিয়া আৰু কেইজনে গৈ নামঘৰত নাম লব কোনে জানে? (ইতিমধ্যে মইনা সোমাই কথা শুনি আছে।)

**মইনা ঃ** অ' বৰতা, কথা এটা শুনক। আপোনাৰ ঘৰ ওঁতৰতহে। এই ইয়াৰ ঘৰৰ ওচৰৰ দুজন ককাই- ভাই। দুয়োৰে ঘৰ বেলেগ বেলেগ।

**দ্বিগেন ঃ** অ' বৰতা এইটো এটা সাংঘাটিক ঘটনা। আজিৰ পৰা ডেৰবছৰমানৰ আগৰ কথা।

মইনা ঃ অ বৰতা নকওঁ .. নকওঁ....

দ্বিগেন ঃ হ'ব হ'ব তই ক... তই ক...

মইনা ঃ অ' শুনক, ডাঙৰজন বামুণীয়া, সৰুজন হৰিধনীয়া। তাৰ পিছত ডাঙৰজন সদায় দিনত গোঁসাই ঘৰ সোমায় আৰু লগে লগে সৰুজনেও বৰতাল লৈ নাম গায়। যিমানে ডাঙৰজনে ঘন্টা বজাই পূজা কৰে, সিমানে সৰুজনেও তাল বজাই নাম গায়। এদিন, দুদিন, তিনিদিন। চতুৰ্থ দিনাও একেই কাম। লগে লগে ডাঙৰজনে দা এখন লৈ গৈ ধাচ্। সৰুজন লগে লগে দুচেও। ডাঙৰজন জেলত। সেইদিনাৰ পৰা ঘন্টাৰ শব্দও নাই বৰতালো নাই।

বৰতা ঃ আচলতে য'ত খামখেয়ালী এই অসমীয়া জাকৰহে, অসমীয়া জাকৰ।

ভূমি ঃ সেই কাৰণে মই যাবই লাগিব। ৰাতিপুৱা ৮-৯ টা মান বজাত গৈ পাবই লাগিব।

বৰতা ঃ কমিটিযে মাহে মাহে Fixed কৰি অলপ পইচা দিয়ে।

ভূমি ঃ (হাতেৰে) অলপ মান আৰু

বৰতা ঃ আপোনাৰ উপাধি?

ভূমি ঃ ভট্ট। ভূমি ভট্ট। (বাইদেউ সোমাই আহে খৰকৈ)

বাইদেউ ঃ মইনা, অ' মইনা (দেখে) হেৰা মইনা পেন্দেলৰ পৰা বস্তুখিনি লৈ আনিব লাগে নহয়?

মইনা ঃ ক'তা পেন্দেলৰ পৰা গোটেই বস্তু লৈ আনিলো।

বাইদেউ ঃ দুই তিনিবিধ মান পেন্দেলতে আছে। কঠ আৰু কিবাকিবি আছে, আহা।

মইনা ঃ অ' বাইদেউ এতিয়া ৰাতি কেইটা বাজিছে। পেন্দেলৰ বস্তু এতিয়ালৈকে আছে?

বাইদেউ ঃ গোটেইখিনি তুমিয়েই আনিছিলা। দুই-তিনিবিধ মান আছে এতিয়াও, আহা।

মইনা ঃ থাওক দিয়ক। কালিলৈ খুৱা-খুৱী, গতিকে ভালেই হ'ব।

বাইদেউ ঃ আহা মইনা...

মইনা ঃ মইহে কাম কৰিব লাগে নেকি? বেলেগ মানুহ নাই।

বাইদেউ ঃ হ'ব হ'ব আহাচোন (যাবলৈ গৈ বৈ) অ' দ্বিগেন তোমালোক শোৱাই নাই? কি কথা পাতি আছা? তুমি দেখোন ঘৰতে গৈ শুই থাকিব পাৰা? অ' ৰ'বাচোন ৰ'বা তুমি বৰযাত্ৰী নগ'লা কিয়?

দ্বিগেন ঃ এ নগ'লো আৰু, আপুনি শোৱা নাই?

বাইদেউ ঃ শুবলৈ জেগাই নাই। আইতা দুগৰাকী একেলগে শুই আছে। ময়ো কাষতে অকণমান শুবলৈ চেষ্টা কৰিছিলো নোৱাৰিলো।

দ্বিগেন ঃ অ' বাইদেউ আপুনি বৰতাক চিনি পোৱা নাই?

বাইদেউ ঃ আপোনাক দেখি আছো, কিন্তু মাতবোলহে কৰা নাই।

বৰতা ঃ নমস্কাৰ।

বাইদেউ ঃ নমস্কাৰ।

বৰতা ঃ আপোনাকো দেখি আছো, কাম-বন কৰি আছে। কিন্তু কথা পাতিবলৈ আপোনাৰ সময়েই নাই।

বাইদেউ ঃ আপুনি বৰযাত্ৰীলৈ কিয় যাব নোৱাৰিলে, সেইতো মই জানো।

বৰতা ঃ আকৌ আপুনি বৰযাত্ৰী যোৱাতকৈ বন্ধুৰ পৰিবাৰৰ দায়িত্ব পালন কৰি ঘৰৰ সকলো কাম চাব লাগিব সেইটোও জানো।

বাইদেউ ঃ তাৰমানে আপুনি মোৰ আৰু মই আপোনাৰ সকলো কথাই জানো।

বৰতা ঃ কিন্তু কথা পাতিব নোৱাৰো (হাঁহে)।

মইনা ঃ অ বৰতা বাইদেউ সভানেত্ৰী নহয়।

বৰতা ঃ সভানেত্ৰী মানে? পঞ্চায়তৰ?

মইনা ঃ নহয় আঞ্চলিকৰ।

বাইদেউ ঃ (নমস্কাৰ জনাই) হয় গোটেই আঞ্চলিকতে আছো আৰু।

বৰতা ঃ ভাল কাম, ভাল কাম কৰিছে।

বাইদেউ ঃ মই মানে এই অঞ্চলৰ মহিলাসকলক পাকঘৰৰ পৰা বাহিৰলৈ উলিয়াই অনাৰ ব্যৱস্থা কৰিছো। দৰকাৰ হ'লে ইয়াৰ ওপৰত আন্দোলন কৰিম।

বৰতা ঃ ৰ'ব ৰ'ব মহিলাসকলক পাকঘৰৰ পৰা বাহিৰলৈ উলিয়াই অনাৰ ব্যৱস্থা কৰিছে। তেতিয়া হ'লে পাকঘৰ বন্ধ কৰি হোটেলত ভাত খাব লাগিব? ৰ'ব ৰ'ব নহ'লে মতা মানুহে ভাত বনাব লাগিব। মাইকী মানুহে বজাৰ সমাৰ কৰি আনিব... হ'ব হ'ব এটা নতুন ষ্টাইল হ'ব।

বাইদেউ ঃ নহ'লে আমাৰ মহিলাসকল সদায় পুৰুষসকলৰ দ্বাৰা নিৰ্যাতিতা হৈয়ে থাকিব।

বৰতা ঃ ভাল হ'ব, ভাল হ'ব। কিন্তু এটা কথা....

সকলোৱে ঃ কি কথা?

**বৰতা :** বাচন ধুব কোনে? মতাই নে মাইকীয়ে? (সকলোৱে হাঁহে, বাইদেউ অপ্রস্তুত)

**বাইদেউ :** দৰাৰ দেউতাক মানে খুৰাৰ আপুনি বন্ধু?

**বৰতা :** বন্ধু মানে? সাংঘাতিক বন্ধু, মানে নলে-গলে। বাৰু আপোনাৰ ঘৰ?

**বাইদেউ :** দুই কিলোমিটাৰ মান আঁতৰতে। খুৰা আৰু আমি একেটা বংশৰ।

**বৰতা :** আপোনাৰ ল'ৰা-ছোৱালী?

**বাইদেউ :** মই অবিবাহিতা?

**বৰতা :** অ' মইনা যোৱাচোন পেন্দেলত কি ক'ত বস্তু আছে লৈ আনাগৈ যোৱা।

**বাইদেউ :** অ' মইনা আঁহাচোন আঁহা.......

**বৰতা :** ছেঃ বৰ বেয়া কথা হ'ল নহয়। তেখেতে ছাগৈ বেয়াই পালে.....

**দ্বিগেন :** নাই বৰতা বাইদেউৱে বেয়া নাপায়। আপুনি চিন্তা কৰিব নালাগে।

**বৰতা :** ছেঃ হ'লেও বৰ বেয়া হ'ল নেকি জোৱাই?

**ভূমি :** নহয় বৰতা ভালেই হৈছে। তিৰোতা সদায় তিৰোতা হৈ থাকিব লাগে। মহিলাসকলক পাকঘৰৰ পৰা উলিয়াই আনিব। লাও যিমানেই ডাঙৰ নহওঁক সি পাতৰ তল। ভাল হৈছে, খুউব ভাল হৈছে।

**বৰতা :** হ'লেও অবিবাহিতা তিৰোতা.... ই দেউলীয়া। দেউলীয়া বুজিছা।

**দ্বিগেন :** কি দেউলীয়া?

**বৰতা :** Electricity দেউলীয়া...

**দ্বিগেন :** অ' এইটোতো সদায়েই হৈ থকা কথা।

**বৰতা :** নহ'ব বুজিছা এনেকৈ আৰু নহ'ব। ৰাতিপুৱাবৰো সময় হৈছেই......

**ভূমি :** অকণমান শুব পাৰিলেই হ'ল আৰু....

**দ্বিগেন :** অ মইনা, মইনা লেম্প এটা জ্বলাই দেচোন। অ' মইনা, মইনা.... (মইনাই বাহিৰৰ পৰা কব)

**মইনা :** এ কি হ'ল?

**দ্বিগেন :** লেম্প এটা লৈ আহ

**মইনা :** ৰাতিখন শুই থাক নেলাগে লেম্প।

**দ্বিগেন :** লেম্প এটা লৈ আহ।

**মইনা :** ৰ, লেম্প এটা ক'ত পাম। অন্ধকাৰত এতিয়া লেম্প এটা। উস্ ৰাম পালো নহয় এক খুন্দা, উস্ উস্।

**ভূমি :** লেম্প এটা লৈ আহা মইনা। কাপোৰখিনি আঁতৰাই থওঁ। লেম্পটো আকৌ লৈ যাবা। মই ৰাতিপুৱাই যাবগৈ লাগিব নহয় বুজিছে বৰতা।

**বৰতা :** খুবা-খুবীৰ পিছতে যাবা দিয়া।

**ভূমি :** নোৱাৰিম নহয়, লেঠা আছে। (মইনাই লেম্প এটা আনি থয়)

**বৰতা :** ঠিক আছে বাৰু। ৰ'বাচোন তোমাৰ নাম মইনা। আচলতে তোমাৰ নামটো ল'ৰাৰ নে ছোৱালীৰ?

**মইনা :** মোৰ নাম?

**বৰতা :** অ' তোমাৰ নাম?

**মইনা :** বাহিৰত কাম কৰিলে ল'ৰা আৰু ভিতৰত কাম কৰিলে ছোৱালী।

**দ্বিগেন :** বাহিৰত কাম কৰিলে ল'ৰা আৰু ভিতৰত কাম কৰিলে ছোৱালী। তাৰ মানে, তাৰ মানে সি হিজিৰা (বৰতাই হাঁহে)।

**মইনা :** ৰ'ব বৰতা, ই বৰযাত্রী নোযোৱাৰ কাৰণটো জানে জানো? (ইংগিতেৰে নাজানো)

**মইনা :** শেৱালীও নগ'ল তাৰ দুখতে। (দ্বিগেনে মইনাক খেদি যায়। বৰতাই হাঁহে। মইনা গুচি যায়। বৰতাই চিএৰি ক'ব...)

**বৰতা :** হেৰা মইনা, মেন্টল লাইটটো জ্বলি আছেনে?

**মইনা :** (বাহিৰৰ পৰা ) অ' জ্বলি আছে।

**বৰতা :** হেৰা, পেন্দেলতে বহি চাহ একাপ খাবলৈ ভাল হ'ব। হেৰা জোৱাই, তুমি শুই থাকা। এ ৰবাহে মোৰ আকৌ .. অহা-যোৱা। (ইতিমধ্যে বৰতা আৰু দ্বিগেন যায়) (ভূমিয়ে চুলি খুলি শোৱাৰ ব্যৱস্থা কৰে।)

**ভূমি :** ৰাম, ৰাম ....। ৰাতিপুৱাবৰ সময় হৈছেই। অলপসময় শুব পাৰিলেই ঘৰলৈ যাবগৈ পাৰিম। এই দুদিন বেলেগ এজনেহে নাম ল'লে। পিছে তেওঁকো ক'বলৈ নহ'ল। কৃষ্ণ, কৃষ্ণ, ৰাম, ৰাম। (ভূমি শুই যায়) (মইনা আহি দৰ্জা বন্ধ কৰি বিচনাত ভূমিৰ লগত শুবলৈ ধৰে।)

**মইনা :** অ' সৰ্বনাশ। হে ভগৱান মই ভাবিছো ল'ৰা। কৃষ্ণ, কৃষ্ণ। ধেৎতেৰি শোবলৈ জেগাই নাই নহয়। (বাইদেউয়ে আহি চায়, দেখে বয়সস্থ মাইকী মানুহ। দৰ্জা বন্ধ কৰি শুবলৈ ধৰে। এনেতে মইনা আহি মাত দিয়ে )

মইনা ঃ হেৰি কোন আছে? শুনিছেনে হেৰি....

বাইদেউ ঃ কোন?

মইনা ঃ অ' বাইদেউ। অকণমান খোলকচোন.. (বাইদেউৱে খুলি দিয়ে, মইনাই বস্তু বিচাৰে)

মইনা ঃ হ'ব বাইদেউ বন্ধ কৰি শুৱক।

বাইদেউ ঃ আৰু নেলাগে?

মইনা ঃ নেলাগে বাইদেউ। আপুনি শুই থাকক। মোৰো খুউব টোপনি ধৰিছে। যোৱা কালিৰ পৰা এতিয়ালৈকে খালী কাম। শুবলৈ ল'লেই মইনা ইটো লাগে, মইনা অমুকটো ক'ত। ময়ো মানুহহে. ..( বৰতাই চিঞৰে- - - - মইনা পালানে? )

মইনা ঃ শুনিছে , শুনিছে টেটু শুনিছে। বাইদেউ দৰ্জা বন্ধ কৰি শুব দেই ।(বাইদেউ দৰ্জা বন্ধ কৰি শুবলৈ যায়।)

বাইদেউ ঃ লেম্পটো নুমায়ে থও। ওহো নালাগে। ৰাতি-বিয়লিৰ কথা জ্বলিয়েই থাকক।(একেখন কম্বলতে ভূমিৰ লগত শুৱে।) (ইতিমধ্যে ভূমিয়ে কাহ মাৰে )

বাইদেউ ঃ হেৰি আপুনি মতা মানুহ?

ভূমি ঃ মোৰ লগত আপুনি একেলগে শুইছে। ৰাম, ৰাম. .. থুই, থুই ।

বাইদেউ ঃ অ মোৰ গালৈ থু পেলাইছে। ধেমালি পাইছে।ৰ'ব সকলো মানুহকে এইবোৰ ক'ব লাগিব। (যাব ধৰোতেই বাহিৰৰ পৰা)

দ্বিগেন ঃ অ' বাইদেউ কাজিয়া কৰিছে নেকি ? (ভূমিয়ে বাইদেউৰ মুখত সোপা মাৰি ধৰে)

ভূমি ঃ মনে মনে।

দ্বিগেন ঃ অ' বাইদেউ টোপনি ছাগৈ, যাওঁগৈ। (দ্বিগেনে মনে মনে ৰৈ থাকে)

বাইদেউ ঃ নহ'ব, নহ'ব, মনে মনে নহ'ব। মই সভানেত্ৰী। নহ'ব এইদৰে নচলিব। বিয়াৰ গোটেই মানুহখিনিকে ক'ব লাগিব। মই যাওঁ (যাব ধৰে)

ভূমি ঃ (দৰ্জাৰ সন্মুখত) হেৰি সেৱা কৰিছো। মানুহক নক'ব হেৰি। লাজ লাগিছে, থুই - থুই।

বাইদেউ ঃ আকৌ থুই।

ভূমি ঃ নহয়, নহয় থুই নহয়। হেৰি আপোনাতকৈ মোৰহে খং উঠিব লাগিছিল। প্ৰথম মইহে শুই আছিলো, আপুনিহে আহি মোৰ লগত একেলগে শুইছে। গতিকে মোৰহে খং উঠিব লাগিছিল। থুই, থুই, নহয় থুই নহয়।

বাইদেউ ঃ ঠিক আছে আপুনি শুইছে কিন্তু মই শুবলৈ আহোঁতেই আপুনি ক'ব লাগিছিল যে মাইকী মানুহ নুশুব। সেইটোহে কথা, কিন্তু তাকে নকৰি মই মাইকী মানুহগৰাকীক বলাৎকাৰ কৰাৰ অভিসন্ধি কৰিছে। সেইটো কথা নহ'ব দেই। মই গোটেই মানুহখিনিৰ আগত বিচাৰ দিব লাগিব।

ভূমি ঃ হে ভগবান, হে ভগবান। মই মৰিবই লাগিব প্ৰভু। ধিক্কাৰ ধিক্কাৰ। থুই, থুই অ' নহয় নহয় থুই নহয়, থুই নহয়।

বাইদেউ ঃ আঁতৰ হওঁক, আঁতৰ হওঁক। মানুহ মাতি এতিয়াই সিদ্ধান্ত ল'ব লাগিব। চাওঁ আঁতৰ হওঁক। (সিফালৰ পৰা মইনা আহি মাতিব ধৰে আৰু দ্বিগেনে মুখ বন্ধ কৰিবলৈ কয়)

দ্বিগেন ঃ মনে মনে। কথা নক'বি। কথা শুন। ধান্দা কৰিছে, শুনি থাক।

মইনা ঃ কোন কোন আছে?

দ্বিগেন ঃ মনে মনে, লাহে লাহে।

মইনা ঃ বাইদেউ আৰু ইগৰাকী ক'ৰ মাইকী মানুহ।

দ্বিগেন ঃ ইস্ মাইকী মানুহ। ইজন মতা মানুহ। ভিনদেউ, ভিনদেউ। ভন্টী বাইদেউৰ গিৰিয়েক।

মইনা ঃ ভন্টী বাইদেউ বৰযাত্ৰী গৈছে। ভূমি ভিনদেউ নগ'ল।

দ্বিগেন ঃ ভিনদেউৰ সেইটোৱেই ধান্দা। (মইনাই জোৰকৈ হাঁহিবলৈ ধৰে। দ্বিগেনে মইনাৰ মুখ বন্ধ কৰে।)

বাইদেউ ঃ ও, আঁতৰ হওঁক।

ভূমি ঃ হেৰি আপুনি অবিবাহিতা, কিন্তু মই বিবাহিত। অ' এতিয়া চাবক মই যদি অবিবাহিত হ'লোহেঁতেন কোনো কথাই নাছিল। দুয়োটা বয়সস্থ অবিবাহিত আছিলো। দুয়োটাই বিয়া হওঁ। কিন্তু এতিয়া হেৰি সিজনী বৰযাত্ৰীলৈ গৈছে, তেনেস্থলত সিজনীয়ে আহি শুনিলে— কান্দিবহে হিয়ালী জিয়ালীকৈ।

বাইদেউ ঃ অ' এইটো সুযোগতে যদি মই বিয়াখন হৈ লব পাৰো। চেষ্টা এটাকে কৰো।

বাইদেউ ঃ হেৰি আপোনাৰ বয়স কিমান?

ভূমি ঃ মোৰ?

বাইদেউ ঃ অ' আপোনাৰ।

ভূমি ঃ ৫০ বছৰ হৈছে।

বাইদেউ ঃ অ' ৫০ বছৰত বিয়া পাতিব পাৰে। মোৰতো সিমান বয়স হোৱা নাই। ৪৫বছৰহে হৈছে। উপযুক্ত সময়। অ' কথাটোহে কৈছো দেই, মই কিন্তু বিয়া নহওঁ। আপুনি বিয়া পাতিব নেকি?

ভূমি ঃ আ......... তেখেতৰ ৪৫ বছৰ– মোৰ ৫০ বছৰ। অ' উপযুক্ত সময়। তেওঁ ভাত বনাব। দুয়ো হাঁহি হাঁহি কথা পাতিম। তেওঁ ভাত বাঢ়ি দিব, মই খাম, তেওঁ হাঁহি হাঁহি চাই থাকিব।

বাইদেউ ঃ মই সভানেত্ৰী হৈ বিভিন্ন মানুহৰ লগত বিভিন্ন ঠাইলৈ যাব লাগিব। সিজনে ভাত বনাব। ভাত বনাই বৈ থাকিব, বৈ থাকিব। মই আহি তেখেতক ভাত বাঢ়িবলৈ ক'ম। তেখেতে ভাত বাঢ়ি দিব, মই ভাত খাম।

ভূমি ঃ মই ভাত খাই বহিম। সিজনীয়ে ভাত খাই আহিব। দুয়োটাই আহি একেলগে শুম। আ-হা-হা - কিন্তু আচলজনীৰ কি হ'ব? হেৰি নহ'ব নহ'ব।

বাইদেউ ঃ কি নহ'ব, নহ'ব ?

ভূমি ঃ হ'ব, হ'ব। আ নহ'ব নহ'ব (দৰ্জা খুলিবলৈ ধৰে)

বাইদেউ ঃ হেৰি ক'লৈ যায়?

ভূমি ঃ মনে মনে। মই মনে মনে দুৱাৰ খুলি ওলাই যাওঁ।

বাইদেউ ঃ ৰ'ব ৰ'ব নেযাব।

ভূমি ঃ সেৱা কৰিছো, সেৱা। মনে মনে থাকক। মই মনে মনে দুৱাৰ খুলি ওলাই যাওঁ।

বাইদেউ ঃ হেৰি- হেৰি-

ভূমি ঃ মনে - মনে (দুৱাৰ খুলিবলৈ ধৰে, লগে লগে দ্বিগেনে মাতে)

দ্বিগেন ঃ বাইদেউ কাৰ লগত কথা পাতিছে?

মইনা ঃ অ' ভিনদেউ অ নহয় বাইদেউ ... (দ্বিগেনে মইনাৰ মুখ বন্ধ কৰে। ভূমিয়ে ভয়তে বিছনাৰ তলত সোমায় আৰু বাইদেউকো শুবলৈ ইংগিত দিয়ে।)

দ্বিগেন ঃ বাইদেউ চোৰ নেকি? আপুনি উঠকচোন।

মইনা ঃ বাইদেউৱে দৰ্জা ভিতৰৰ পৰাহে বন্ধ কৰিছে আৰু চোৰ ইয়াত নাই।

দ্বিগেন ঃ অ' মইনা, বৰতা পেন্দেলতে বহি আছে। যা মাতিদেগৈ যা।

মইনা ঃ অ' মাতোগৈ।

দ্বিগেন ঃ বেগেতে, বেগেতে যা। (ভূমিয়ে বাইদেউক মনে মনে নালাগে বুলি কয়)

দ্বিগেন ঃ বাইদেউ, অ' বাইদেউ... (শুৱাৰ পৰা উঠাৰ দৰে)

বাইদেউ ঃ কোন?

দ্বিগেন ঃ মই বাইদেউ, এইমাত্ৰ চোৰে সিন্ধি খান্দিছে নেকি?

বাইদেউ ঃ ক'ত চোৰ?

মইনা ঃ এইমাত্ৰ মনে মনে যে কথা পাতিছে।

বাইদেউ ঃ মোৰ ৰুমৰ ভিতৰত? কোনো চোৰ নাই। মানুহো নাই।

দ্বিগেন ঃ আপোনাৰ লগত আৰু কোন মানুহ আছে?

দ্বিগেন ঃ অ' বাইদেউ, বাইদেউ?

বাইদেউ ঃ কি হ'ল অ'?

দ্বিগেন ঃ কোন শুই আছে?

বাইদেউ ঃ সৰু ল'ৰা এটা শুই আছে।

মইনা ঃ সৰু ল'ৰা এটা শুই আছে।

মইনা ঃ ক'ৰ সৰু ল'ৰা। বয়সস্থ বাইদেউ এগৰাকী হে শুইছিল?

বাইদেউ ঃ (চিন্তা কৰি) অলপ হাঁহি কয়, অ' অ' খুৰী খুৰী শুই আছে।

দ্বিগেন ঃ অ' মইনা তই গৈ পেগুলৰ মানুহ কেইজনক মাতগৈ।

মইনা ঃ হেই নালাগে, নালাগে .....

দ্বিগেন ঃ কিয় নালাগে, লাগে। তই যা পেগুলৰ গোটেই কেইজনক মাতি লৈ আঁহ।

মইনা ঃ ধেৎ নালাগে। মনে মনে থাক। বাইদেউ অবিবাহিতা। ভিনদেউৰ লগত অলপ ধেমালি কৰিছে আৰু।

দ্বিগেন ঃ ধেমালি কৰিছে? ভূমি ভিনদেৱে নাম ঘৰত নাম লয়। এতিয়া সেয়াহে ধান্দা।

মইনা ঃ ধেৎ তেৰি নাপায় অ'।

দ্বিগেন ঃ আজি বাইদেৱে কিমান বাৰ কৈছিল যে বৰযাত্ৰী যাবই লাগিব। এটাই ল'ৰা। ভিনদেউৱে ক'লে - "তুমি যোৱা। মই কালিলৈ নামঘৰত নাম লবই লাগিব।" বাইদেউ

হোলাৰ ভাই মোলা গ'ল বৰযাত্ৰী। এতিয়া ভিনদেউৰ সেইটো ধান্দা।

মইনা ঃ ঠিকেই আছে, ভিনদেউৰ বাৰু ধান্দা। কিন্তু বাইদেউৰ। বাইদেউ অবিবাহিতাহে। গতিকে একো নহয়, মনে মনে থাক।

দ্বিগেন ঃ তই গৈ বৰতা আৰু যি য'ত আছে পেগুেলৰ গোটেই কেইজনকে মাতি দেগৈ যা।

মইনা ঃ হেই নামাতো।

দ্বিগেন ঃ নামাত।

মইনা ঃ নামাততো? (মইনাই মুখেৰে নামাতে)

দ্বিগেন ঃ ঠিক আছে ( যায় গৈ)

ভূমি ঃ সৰ্বনাশ, সৰ্বনাশ শুনি আছে। হে ভগৱান, কি কৰিম এতিয়া? হে হৰি আপোনাক সঁচাকৈ দুচাটমান দিবলৈহে মন গৈছে ...

বাইদেউ ঃ আপুনি মোক মাৰিবলৈ আহিছে। আপোনাৰ ইমান সাহস। মাইকী মানুহৰ গাত হাত তোলে মাৰক, মাৰক।

ভূমি ঃ হে ভগৱান, সেৱা কৰিছো। হে হৰি, কি কৰিম খণ্ডতেহে....

বাইদেউ ঃ খণ্ডতেহে, মাৰক - মাৰক।

ভূমি ঃ হে হৰি। আপুনি মোৰ লগত কাজিয়া কৰাৰ আগতেই সিহঁতে পেগুেলৰ গোটেই মানুহখিনিকেই মাতি আনিছে।

মইনা ঃ হেৰি ভিনদেউ .......

(ভূমি আৰু বাইদেউৰ Reaction)

মইনা ঃ ভিনদেউ, অ' ভিনদেউ। পেগুেলৰ গোটেই মানুহ কেইজন মাতি আনিবলৈ গৈছে। আপুনি ইয়াৰ পৰা ওলাই যাওক।

বাইদেউ ঃ কলৈ যাব। নালাগে ইয়াতে থাকক। নোৱাৰে যাব।

ভূমি ঃ এ কি কৰিম এতিয়া.....

মইনা ঃ নালাগে, ইয়াৰ পৰা ওলাই যাওক। পেগুেলৰ পৰা বৰতা আৰু গোটেই কেইজন আহিব এতিয়া।

ভূমি ঃ আ— আ— আ.. (ভগৱান)

বাইদেউ ঃ নোৱাৰে। কিয় যাব? পেগুেলৰ মানুহ আহি কিবা এটা হেষ্ট-নষ্ট কৰিব। তাতে কি হ'ল? নোৱাৰে যাব ইয়াতে থাকক।

ভূমি ঃ আ .... কি কৰোঁ?

মইনা ঃ নালাগে পিছফালে গৈ বৈ থাকক। অলপ পাছতে সব্ ফুচ্-ফাচ হৈ যাব। ও — ও— সোনকালে যাওক।

বাইদেউ ঃ নালাগে, নালাগে কিয় যাব?

মইনা ঃ কি কৰে, সোনকালে যাওক।

বাইদেউ ঃ খবৰদাৰ, একখোজো আগনাবাঢ়িব। গ'লেই কিন্তু...

ভূমি ঃ চুপ (খণ্ডেৰে চিএঞৰে) একো কথা নকব। যি কৰো মই কৰিম। একো কথা নকব (কান্দি) কি সমস্যাত পেলালে মোক। হেৰি জীৱনত একো বেয়া কাম কৰা নাছিলো, তথাপিও শেষ বয়সত এয়াহে হ'ল। যি আছে কঁপালত শেষ চেষ্টা এটা কৰি চাওঁ।

বাইদেউ ঃ কি কৰে?

ভূমি ঃ সেৱা এটা কৰিছো আপোনাক (সেৱা কৰে) সিজনী বৰযাত্ৰীৰ পৰা আহিব এতিয়া। সিজনীক কব মই গলোগৈ। সিজনীয়ে মোৰ কাপোৰ কানি লৈ যাব। আহিলো। (দৰ্জা খোলে)

বাইদেউ ঃ হেৰি, হেৰি শুনকচোন .....

ভূমি ঃ সেৱা— সেৱাহে। অলপ পিছতে বাছত উঠি ঘৰলৈ যামগৈ, সেৱা — সেৱাহে। (ভূমিয়ে দুৱাৰ খুলি যায়। মইনাক দেখি হাতেৰে মুখ ঢাকে। (current আহে।)

মইনা ঃ অ' বাইদেউ, ভিনদেউ ওলাই গ'ল। এতিয়া আপুনি দৰ্জা বন্ধ কৰি শোৱক। পেগুেলৰ পৰা গোটেই মানুহখিনিক মাতিবলৈ গৈছে। মই লেম্পটো নুমুৱাই দিওঁ। (বাইদেউৱে দৰ্জা বন্ধ কৰে, মইনা ৰুমৰ পৰা ওলায় যায়। বাইদেউ অৱশ হৈ বিছনাত বহে। ভূমি আৰু দ্বিগেনৰ কথা বিলাক বাইদেউৰ কাণত আহে।) (মঞ্চৰ বাহিৰৰ পৰা)

দ্বিগেন ঃ মইনা, তই যা পেগুেলৰ পৰা বৰদেউতাহঁতক মাতি আনগৈ।

ভূমি ঃ হেৰি আপুনি অবিবাহিতা, কিন্তু মই বিবাহিত। তেনেস্থলত .... সিজনী বৰযাত্ৰী গৈছে আহি শুনিলে।"

মইনা ঃ ভিনদেউ বা ক'লৈ গ'ল? লুকাই আছে নে কি কৰিছে?

(দ্বিগেন সোমায়)

দ্বিগেন ঃ আহক বৰতা, আহক।

মইনা ঃ কোন কোন আহিছে?

দ্বিগেন ঃ বৰতা। আহক বৰতা (বৰতা সোমাই) বৰতা আপুনি মাতক।

বৰতা ঃ আচল কথাটো কি হ'ল সেইটো কোৱা।

দ্বিগেন ঃ আচল কথাটো হ'ল ভিনদেউৰ লগত বাইদেউ একেলগে

শুইছে।

**বৰতা ঃ** বাইদেউ আৰু ভিনদেউ। মতা-তিৰোতা একেলগে শুৱেই। সেইটোতে কি হ'ল?

**দ্বিগেন ঃ** নহয় মতা - তিৰোতা নহয় নহয়। ভূমি ভিনদেউ আৰু অবিবাহিতা বাইদেউ। দৰ্জা বন্ধ কৰি একেলগে শুইছে। মাতক বৰতা, মাতক।

**বৰতা ঃ** সেইটো কথা ক'বলৈকে লৈ আনিছা আৰু কথা নাই। কোনোৱাই কথা পাতিলে মনে মনে শুনি থাকা সেয়াহে কাম নহয় জানো?

**দ্বিগেন ঃ** নহয় মানে বৰতা ....

**বৰতা ঃ** নহ'বলৈ কিটো আছে? হয়। তুমি মনে মনে যিটো শুনিছা, সেইটো নহ'বও পাৰে আচলতে যি আনৰ দোষ দেখি ফুৰে, মনে মনে লোকৰ বেয়া চৰ্চা কৰে, সি নিজেহে বেয়া মানুহ। তুমি ডেকা ল'ৰাটোহে পৰচৰ্চা কৰা। ধেৎ তুমি বৰ অভদ্ৰ। আচলতে তোমাৰহে সেইটো ধান্দা। মই আহিলো। (বৰতা যাব ধৰে, বাইদেৱে মাত দিয়ে।)

**বাইদেউ ঃ** বৰতা সোমায় আহকচোন। (বৰতা সোমাই আহে।) ঘটনা এটা শুনক। এতিয়াৰ পৰা আধা ঘন্টাৰ আগৰ কাহিনী। এইখন বিচনাতে বয়সস্থ বাইদেউ এগৰাকী শুই আছিল। মই ভাবিলো কাষতে অকণমান শোও। মই দৰ্জাখন বন্ধ কৰি শুবলৈ লৈছোহে মাত্ৰ, দেখিলো মতা মানুহ। ভিনদেউ, ভন্টী বাইদেউৰ গিৰিয়েক, ভূমি ভিনদেউ।

**বৰতা ঃ** অ' সাংঘাতিক ঘটনাহে। হেৰা তোমালোক দুটাও আহাহে।

**মইনা ঃ** অ' বৰতা এইটোৱে গৈ আকৌ আপোনাকহে মাতি লৈ আহিছে।

**বৰতা ঃ** ৰ'বা, ৰ'বা আচল কথাটো শুনা। অ' তাৰ পাছত?

**বাইদেউ ঃ** ময়ো খঙতে বেয়াকৈ ক'লো। ভিনদেউয়েও ক'লে। ইতিমধ্যে কাজিয়া আৰম্ভ। এনেতে বাহিৰৰ পৰা কোনোবা এজনে মাত লগালে।

**দ্বিগেন ঃ** মই মই মাতিছো। কিন্তু মাজতে মাতবোল নাই।

**বাইদেউ ঃ** ভিনদেউ, ভিনদেৱে মোৰ মুখখন বন্ধ কৰি কথা নক'বলৈ ক'লে।

**দ্বিগেন ঃ** সেই কাৰণেই সন্দেহ হ'ল।

**বৰতা ঃ** ৰ'বা ৰ'বা তাৰ পাছত?

**বাইদেউ ঃ** দুয়োটাই মনে মনে কাজিয়া লাগি আছো, ভিনদেউৱে ভাবিলে এনেকৈ থকাতকৈ পলায়ে যাওঁ।

**বৰতা ঃ** পলাই যাব ক'লৈ?

**বাইদেউ ঃ** ঘৰলৈ যাবগৈ বোলে।

**বৰতা ঃ** ঘৰলৈ যাবগৈ, খোজকাঢ়ি?

**বাইদেউ ঃ** নাজানো নহয় ইয়াৰ পৰা ওলাই গৈছে।

**মইনা ঃ** এ ৰ'ব। ভিনদেউ ৰাতিখন কলৈকো যাব নোৱাৰে নহয়।

**সকলোৱে ঃ** কিয়?

**মইনা ঃ** এ ভিনদেউৱে ৰাতি চকুৰে নেদেখে নহয়।

**সকলোৱে ঃ** মানে?

**মইনা ঃ** কুকুৰীকণা।

**বৰতা ঃ** মইনা, যোৱাচোন যোৱা। মানুহটো ক'ৰবাত খাল-দোঙত সোমাবগৈ। (মইনা যায়)

**বৰতা ঃ** এইটো এটা সাংঘাতিক ঘটনাহে। মানে জোঁৱাই প'লাই গ'ল। (হাঁহে) ৰ'বা ৰ'বা পলাই যোৱাতো বাদ দিয়া। আচল কথাটো হ'ল, চুলি। চুলি দীঘল কাৰণেহে তুমি ভাবিছিলা মাইকী মানুহ (হাঁহে) ৰ'বা ৰ'বা তেতিয়াহ'লে মতা মানুহৰ মানে সি সৰুৱেই হওঁক বা ডাঙৰেই হওঁক চুলি কোনো কাৰণতেই দীঘল হ'ব নোৱাৰিব। (হাঁহে)

**মইনা ঃ** (বাহিৰৰ পৰা) অ' বৰতা নাপালো নহয়। দুইটা দুফালে যোৱা ....... ছেঃ বৰ বেয়া কথা হ'ল নহয়। যদি ক'ৰবাত খালে দোঙে সোমায়গৈ, কি হ'ব?

**মইনা ঃ** বৰতা, পালো পালো। গা-ধোঁৱা ঘৰত সোমায় আছিল।

**বৰতা ঃ** হেৰা জোঁৱাই, তুমি কিন্তু আঠু কাঢি ক্ষমা খুজিব লাগিব।

**ভূমি ঃ** হ'ব দিয়ক।

**বৰতা ঃ** (হাঁহি) ধেৎ তেৰি ধেমালিহে কৰিছো। তোমাৰনো কি দোষ। তুমি চুলি মেলি শুই আছিলা। এওঁ আহি ভাবিলে মাইকী মানুহ, লগতে অকণমান শোওঁ। সেইটো কাৰণতে তুমি পলাই যাব লাগেনে? আচলতে দোষ চুলিৰহে তেতিয়াহ'লে আজিৰ পৰা এটা নিয়ম কৰা যাওঁক। আজিৰ পৰা ল'ৰাৰ চুটী হ'ব লাগিব আৰু ছোৱালীৰ চুলি দীঘল হ'ব লাগিব। কিন্তু ষ্টাইলত কেতিয়াবা ছোৱালীয়ে চুলি চুটি কৰে, কিন্তু আজিৰ পৰা নহ'ব। নে কি কয় সভানেত্ৰী বাইদেউ। দৰকাৰ হ'লে আজিৰ পৰা আমি আন্দোলন কৰিম।

(Direction)

সমাপ্ত

# ৰঙ 'বে'ৰঙ

**নাট্যকাৰ # অজিত বৰঠাকুৰ**

**চৰিত্ৰসমূহ ঃ**

১। আৰতি (সত্যপ্ৰসাদৰ ঘৈণীয়েক) ২। সত্য (প্ৰফেছৰ)
৩। পবিত্ৰ (ল'ৰা) ৪। হকাৰ
৫। কটকী ৬। পেইন্টাৰ

বিঃ দ্ৰঃ "নাট্যকাৰৰ অনুমতি অবিহনে নাটখনি মঞ্চস্থ নকৰে যেন।"

## Direction

(গোটেই ৰূমটো খেলি মেলি। কাগজ, পেপাৰ আদি য'তে ত'তে পৰি থাকে। সময় পুৱা। সত্য চকীত বহী মিক্‌চাৰ পকাই থাকে। আৰতিয়ে কাগজবোৰ ঠিক ঠাক কৰি থাকে। কিছুমান চেল্‌ফত থয়? কিছুমান ভিতৰলৈ নিয়ে। ক্লান্ত হৈ পৰিছে আৰতি। সত্যই মিক্‌চাৰটো জ্বলাবলৈ মেচ মাৰে। আৰতিয়ে মেচৰ কাঠিটো নুমুৱাই দিয়ে।)

**আৰতি ঃ** ডাক্তৰে চিগাৰেট খাবলৈ মানা কৰিছে, আপুনি বেছিকৈহে খাইছে। খোৱা বোৱাত যিমান ৰেগুলাৰ হ'ব দিছে, সিমান ইৰেগুলাৰ হৈছে।

**সত্য ঃ** এতিয়া মোক যিমানবোৰ সমস্যাই হেঁচা মাৰি ধৰিছে, সেই সকলোবোৰ যদি তোমাৰ ডাক্তৰে সমাধান কৰি দিয়েহি, তেন্তে মই গোটেই জীৱনটো তোমাৰ ডাক্তৰৰ মতেই চলিম।

**আৰতি ঃ** সমস্যা সমস্যা বুলি অনবৰতে উত্তেজিত হৈ থাকিলে জানো সমাধান হ'ব।

**সত্য ঃ** তেন্তে কি, মই হাত সাবটি, ভৰিৰ ওপৰত ভৰি তুলি বহি থাকিব লাগে।

**আৰতি ঃ** সেয়া আহিলেই নহয়।

**সত্য ঃ** পেক্‌পেকাই থাকি মোক পাগল নকৰিবা।

**আৰতি ঃ** নিজেই হৈছে পাগল। (আৰতি কামত লাগে)

**সত্য ঃ** কি, মই.... তুমি মোক ....।

**আৰতি ঃ** মই আপোনাক একো বুলি কোৱা নাই, ডাক্তৰে কোৱা কথাখিনিহে কৈছো। আপুনি মনে মনে থাকক।

(সত্যই উঠি গৈ আৰতিয়ে ঠিক কৰি থোৱা কাগজবোৰত বিচাৰি হিচাপৰ বহি উলিয়ায়। চেলফৰ কাগজবোৰ পৰে। আৰতিয়ে বিৰক্তিৰে পুনৰ তুলিব ধৰে।)

**সত্য ঃ** (বহি মেলি) ব্লেক এণ্ড হোৱাইট পোষ্টাৰৰ বাবে দিব লাগে ১০ হাজাৰ, গাড়ীৰ বাবদ দিব লাগে ১৫ হাজাৰ, কালাৰড পোষ্টাৰৰ বাবে ৩৫ হাজাৰ, আৰু সহায় কৰি দিয়া বাবে কটকী দালালক দিব লাগে ১৫ হাজাৰ টকা। পাৰিব? পাৰিব তোমাৰ ডাক্তৰে ইমানবোৰ সমস্যা সমাধান কৰিব? মুঠতে, মুঠতে মোক ৭৫ হাজাৰ টকাৰ প্ৰয়োজন। শুনিছা...। আৰু মোক ৭৫ হাজাৰ টকা লাগে। শুনিছানে নাই....।

**আৰতি ঃ** মই কাম কৰি আছো এতিয়া একো শুনিব নোৱাৰো।

**সত্য ঃ** (খঙত) নেলাগে তুমি এইবোৰ ঠিক কৰিব। (হাতত ধৰি) কোনো প্ৰয়োজন নাই এইবোৰৰ। উঠা উঠা।

**আৰতি :** কি হৈছে আপোনাৰ, এনেকৈ টানিছে কিয় ?

**সত্য :** মোৰ লগত বহি হিচাপ কৰি থাকিব নালাগে নহয়। অন্ততঃ মোৰ কথাখিনিত এটা চাৰ্পেটি দিয়া।

**আৰতি :** ৰুমটো পৰিস্কাৰ কৰি থকা দেখা নাই জানো ? সেই ৰাতিপুৱাৰে পৰা কৰি কৰি শেষ কৰিব পৰা নাই। আপুনিয়েটো ধাৰ বিচাৰি অহা মানুহবোৰৰ লগত পাগলামি কৰি ৰাতি এইবোৰ থান-বান কৰিছিল। এইবোৰ কি আপোনাক চাৰ্পেটি দিয়া নহয় ?

**সত্য :** মোৰ অবিহনে ঘৰখনত তোমাৰ সেইটো কৰ্তব্য।

**আৰতি :** কিন্তু আপুনি কি দিছে· ??

**সত্য :** তাৰমানে, ঘৰখনতে এইবোৰ কৰাৰ বিনিময়ত তোমাক কিবা দিব লাগে।.... নালাগে, তুমি একো কৰিব (কাগজবোৰ লৈ) দিয়া, দিয়া, মই ঠিক কৰিম, তুমি আঁতৰি যোৱা।

**আৰতি :** কিমান ঠিক কৰিছে দেখিছো নহয়। এই মুহূৰ্ততে ঘৰখনলৈ মানুহ এজন আহিলে কি ভাবিব ?

**সত্য :** এতিয়া তোমাৰ ঘৰলৈ কোনো নাহে। যি কেইটা আহিব ধাৰ বিচাৰিহে আহিব। আৰু সিহঁতক ঘৰ পৰিস্কাৰ কৰি দেখুৱাৰ কোনো দৰকাৰ নাই।

**আৰতি :** আপোনাৰ ধাৰ বিচাৰি অহা মানুহক দেখুৱাবলৈ মই ঘৰ পৰিস্কাৰ কৰা নাই। মই মোৰ আলহীৰ বাবেহে কৰিছো।

**সত্য :** তোমাৰ আলহী ? কোন কোন আহিব আ...।

**আৰতি :** কিয়, ভনীজনী আৰু ভনীজোঁৱাই জন এইকেইদিনতে আহিম বুলি খবৰ দিয়া নাছিল জানো ?

**সত্য :** অ, মানে মোৰ খুলশালী আৰু খুলশালী জোঁৱাই ? (চেঞ্জ) এখন ব্লেংক পেপাৰ আনা (বহে)

**আৰতি :** কিয় ???

**সত্য :** আনিবলৈ কৈছো আনা। (আৰতিয়ে আনে) পেনটোও আনিবা। বহা। (আৰতি বহে) লিখা...। লিখা...

**আৰতি :** কি লিখিম ... ?

**সত্য :** লিখা, এতিয়াৰ পৰা এবছৰলৈ এইখন ঘৰলৈ কোনো ধৰণৰ আলহী অহাটো নিষেধ। গতিকে, তোমালোক নাহিবা। লিখি দিয়া..। (উঠি পাইচাৰি কৰে, আৰতিয়ে মুখলৈ চাই থাকে) অ, আৰু যদি আহাওঁ, তেনেহ'লে কেইসাজ খাবা, কি কি খাবা সকলো বজাৰ পাতি কৰি লৈ আনিবা। ...লিখি দিয়া...।

**আৰতি :** (কান্দে) আপোনাৰ কি হৈছে বাৰু ?? কিয় এনেকুৱাবোৰ কৰিছে?

**সত্য :** কান্দিছা ? তোমাৰ দেউতাৰাক কিমানবাৰ ক'লো, যে মোৰ ইলেকচনটোৰ আগত বিয়াখন পাতিব নালাগে। মোক কিছু টকা দি সহায় কৰক। মোৰ কথাত, এই ডাঙৰ জোঁৱায়েকৰ কথাত কোনো গুৰুত্বই নিদিলে।

**আৰতি :** দেউতাক আকৌ দোষ দিবলৈ কি হ'ল। ৰাজনীতি কৰা মানুহক দেউতাই ভাল নাপায়।

**সত্য :** কিন্তু ইলেকচনত যদি মই জিকিলোহেঁতেন, যদি আজি মই মিনিষ্টাৰ হ'লোহেঁতেন, তেতিয়া মোৰ পাছে পাছে ফুৰিলেহেঁতেন। মানুহক কৈ গৰ্ব কৰিলেহেঁতেন, যে মোৰ জোঁৱাই মিনিষ্টাৰ।

**আৰতি :** দেউতাৰ বিষয়ে কিন্তু যা-তা কথা কৈ নাথাকিব।

**সত্য :** ইলেকচন হৈ যোৱা আজি এমাহ হ'ল। ৰাজনীতি কৰা মানুহক বেয়া পায়, দেউতাই মোৰ খবৰ লব-নালাগে। কিন্তু তোমাৰ ... ? দুই তিনিটা ককায়েৰে ডাঙৰ ডাঙৰ চাকৰি কৰে নহয় ? টকা ২০ হাজাৰ দি সহায় কৰাটো দূৰৰে কথা খবৰ এটাকে নকৰিলে...। আলহী খাবলৈ আহে। ৭৫ হাজাৰৰ লগত আৰু ১ হাজাৰ যোগ কৰিবলৈ আহে। লিখি দিয়া . আৰু মইযো আজি গেটত লিখি দিম সত্য প্ৰকাশৰ ঘৰত আলহীৰ প্ৰবেশ নিষেধ।

**আৰতি :** চিঞৰিছে কিয় ? ওচৰৰ মানুহে শুনিলে কি ভাবিব।

**সত্য :** শুনক মানুহে। মই কালৈকো ভয় নকৰো।

**আৰতি :** ভয় কৰিব নালাগে। কিন্তু ঘৰখনৰ ভিতৰৰ কথাবোৰ ওচৰৰ মানুহবোৰে শুনিলে আপোনাৰ সন্মান নাযাব ?

**সত্য :** সন্মান ? সন্মান ?? হোঃ কলেজৰ চাকৰি বাদ দি ইলেকচনত উঠিলো। উঠাৰ সময়ত সিহঁতৰ কি উৎসাহ। ভোট দিম বুলি কৈ শ শ টকা নি খালে.... (উঠি বাহিৰলৈ চাই) ইহঁত.. ইহঁত এটায়ো মোক... (দুৱাৰত বেল বাজে) কোন ??? শুনা কোন আহিছে চাই লবা। আৰু মই নাই বুলি কৈ দিবা। (বেডৰুমলৈ যায়)

**আৰতি :** হ'ব। এতিয়া মনে মনে থাকক। (বাহিৰলৈ চাই) কোন ?

(বাহিৰত পবিত্ৰ)

**আৰতি ঃ** অ পবিত্ৰ...।আহা...।(পবিত্ৰ সোমাই আহে)

**পবিত্ৰ ঃ** বাইদেউ, কালিৰ ট্ৰিবিউনখন আছেনে?

**আৰতি ঃ** নাই।

**পবিত্ৰ ঃ** আচ্ছা, দৈনিক বাতৰিখন ....।

**আৰতি ঃ** নাই আজি কালি আমি পেপাৰ নলওৱা নহয়।

**পবিত্ৰ ঃ** কিয়? আপোনালোকেতো সব পেপাৰেই লয়। ছেঃ চাকৰি খালীৰ এডভাৰটাইজ এটা আছিল....।আচ্ছা, পেপাৰ লোৱাটো আপোনালোকে বন্ধ কৰিলে কিয়? বিশেষ কৈ আপোনালোককটো পেপাৰৰ খুউব প্ৰয়োজন।

**সত্য ঃ** কিয় ? কি পঢ়িবলৈ। ক'ত কিমানটা কেণ্ডিডেত আছিল? কোন হাৰিলে, কোন জিকিল, কাৰ আমানতৰ বন বাজেয়াপ্ত হ'ল, সেইবোৰ সেইবোৰ পঢ়িবলৈ? নালাগে সেইবোৰ।

**পবিত্ৰ ঃ** পেপাৰত অকল সেইবোৰ কথাই দিয়ে বুলি কিয় ভাবিছে? বিভিন্ন ধৰণৰ কথা থাকে। অৱশ্যে আপুনি হাৰিছে কাৰণে সেইবোৰ কথা পঢ়িবলৈ বেয়া পাব। কিন্তু কাৰোবাৰ কাৰণে প্ৰয়োজনটো হ'ব পাৰে।

**সত্য ঃ** মোক নীতি শিক্ষা দিব নালাগে। যোৱা, নিজে কিনি কিনি আনি পঢ়ি থাকাগৈ।

**পবিত্ৰ ঃ** কিন্তু চাৰ...।

**আৰতি ঃ** পবিত্ৰ, তুমি মনে মনে থাকাচোন।

**পবিত্ৰ ঃ** চাৰ, আপুনি এইটো মানসিকতা লৈ দেশ শাসন কৰিবলৈ আহিছিল।

**আৰতি ঃ** হ'ব। তুমি এতিয়া যোৱাগৈ....।(ঠেলে)

**সত্য ঃ** ওলাই যোৱা.... ননচেন্স।

**পবিত্ৰ ঃ** যি জন মানুহে নিজক নিজে শাসন কৰিব নোৱাৰে তেওঁ দেশ বা ৰাইজক শাসন কৰিবলৈ যোৱাতো অসভ্যালি।

**সত্য ঃ** get out.... (আৰতিয়ে পবিত্ৰক ঠেলে)

**পবিত্ৰ ঃ** প্ৰথমে নিজক শাসন কৰক। তাৰ পিছত দেশ বা ৰাইজৰ কথা চিন্তা কৰিব। মোৰ ওচৰলৈ আহিব মই শিকাই দিম মানসিকতা (যায়)

**আৰতি ঃ** হ'ব। আপুনি মনে মনে থাককচোন।

**সত্য ঃ** ৰ'বাহে.....!(বাহিৰলৈ) অই ... তইঁতক মই ..... এইবাৰ জিকি লবলৈ দে...। তেতিয়া তইঁতক...।

**আৰতি ঃ** (বাধা দি) এইবাৰ জিকিবলৈ এতিয়া ৫ বছৰ বাকী। সেইবোৰ কথা এতিয়াই চিন্তা কৰিব নালাগে নহয়।

**সত্য ঃ** হেৰা ...ইলেকচন ৫ বছৰৰ মূৰতহে হ'ব বুলি কোনো কথা নাই। যোৱাবাৰ ইলেকচন তেৰ মাহৰ পিছতে হোৱা নাছিল। গতিকে ইলেকচন কৰা মানুহে প্ৰতিটো সময়তে ইলেকচন খেলিম বুলি সাজু হৈ থাকিব লাগিব। আৰু এইবাৰ মই জিকিমেই....।

**আৰতি ঃ** ইলেকচনলৈ সাজু হোৱাৰ আগতে, আজি ধাৰ বিচাৰি কোন কোন মানুহ আহিব, তাৰ বাবে সাজু হওঁক। (সত্য চিন্তা কৰি গৈ চকীত বহেগৈ। আৰতীয়ে থকা কাগজবোৰ সামৰি ভিতৰলৈ নিয়ে। বাহিৰত চাইকেলৰ বেল।

**হকাৰ ঃ** (বাহিৰত) বাইদেউ.. বাইদেউ...। ( আৰতীয়ে দুৱাৰ খুলি দিয়ে)

**আৰতি ঃ** অ, তুমি .. পেপাৰ নালাগে নহয় ... ?

**হকাৰ ঃ** (বাহিৰত) বাকীখিনি আছিল নহয়.. .?

**আৰতি ঃ** বাকীখিনি.. ।হ'ব বাৰু... পিচত আহিবা যোৱা।

**হকাৰ ঃ** নাই আজি পইচাতো লাগিবই। (সোমাই ) এনেকৈ পইচা কচি থাকিলে আমি বেপাৰ কেনেকৈ চলাম?

**আৰতি ঃ** (চিন্তা কৰি সত্যৰ ওচৰলৈ গৈ) হেৰি, পেপাৰৰ বাকীখিনি ...।

**সত্য ঃ** অই কিমান পাব অ?

**হকাৰ ঃ** আঢ়ৈ মাহৰ এক পইচাও পোৱা নাই।

**সত্য ঃ** তোক মই কেইমাহৰ পোৱা নাই সেইটো সোধা নাই। মুঠ টকা কিমান পাব?

**হকাৰ ঃ** (বহি চাই) ৭২৫ টকা।

**সত্য ঃ** অ' কেইদিনমানৰ পিছত লৈ যাবি।

**হকাৰ ঃ** নাই চাৰ, আজিয়েই দিয়ক। ইমান দিন হৈ গ'ল।

**সত্য ঃ** তোক মই নিদিও বুলি কোৱা নাই নহয়। কেইদিনমান পিচত পাবি যা।

**হকাৰ ঃ** এনেকৈ কৰিলে কেনেকৈ হ'ব। আমিতো চলিব লাগিব।

**আৰতি ঃ** (হকাৰক) শুনা। তুমি - আজি সোমবাৰ নহয়। (চিন্তা কৰি) আহা শুক্ৰবাৰে আহি পইচাখিনি লৈ যাবা। মই দিম যোৱা।

**হকাৰ ঃ** ইজনে দিম, সিজনে দিম বুলি কৈয়েই আজি ইমান দিন গ'ল। পইচা দিব নোৱাৰিলে মানুহক দেখুৱাই পেপাৰ

লগ নেলাগে নহয়।

সত্য : অই..... তইচোন.... ৰ ৰ এক মিনিট ৰ ৰ....। (সত্যই পুৰণা পেপাৰ অলপ আনি হুকাৰক দিয়ে) হোঃ লৈ যা.... লৈ যা- তোৰ পেপাৰ।

হকাৰ : এইবোৰ মই কি কৰিম। পুৰণা পেপাৰৰ কাম নাই।

সত্য : লৈ যা তোৰ পেপাৰ... লৈ যা...।

হকাৰ : পইচা দিবলৈ মন নাথাকিলে নিদিও বুলি কৈ দিয়ক। এইবোৰ মোৰ কোনো প্ৰয়োজন নাই। ইলেকচনত হৰা মানুহৰ যেনেকৈ কোনো মূল্য নাই। পুৰণা পেপাৰৰো আমাৰ ওচৰত কোনো মূল্য নাই। (কৈ কৈ গুচি যায়) (সত্যৰ একচন) আৰতিয়ে পৰিবেশটো আয়ত্বলৈ আনিবলৈ চেষ্টা কৰে।)

সত্য : কি ক'লে... কি ক'লে ই? পুৰণা পেপাৰ.... ইলেকচনত হৰা.... সি মোক পুৰণা পেপাৰৰ লগত কম্পেয়াৰ কৰে...। তাক মই....।

আৰতি : (বাধা দি) ৰ'ব...। হকাৰ এটাক মাৰিলে কি লাভ হ'ব।

সত্য : লাভ লোকচানৰ কথা নহয়। ইয়াত মোৰ মান-সন্মান কথা জড়িত আছে। (চেঞ্জ) নাই, নাই, মই তাক চুট কৰিম। (সত্য ভিতৰলৈ যায়, আৰতি দৌৰি গৈ)

আৰতি : কি কৰে, কি কৰে আপুনি....?

সত্য : মই তাক গুলিয়াই মাৰিম।

আৰতি : নহয় নহয় ... আপুনি বন্দুক উলিয়ালে বিপদত পৰিব। কিয় সিদিনা ল'ৰাবোৰে বিচাৰি আহোতে পুলিচে লৈ গ'ল বুলি আকৌ পুলিচে বিচাৰি আহোতে ল'ৰাবোৰে লৈ গ'ল বুলি জানো কোৱা নাছিল। (আৰতিয়ে এটা টেবলেট লৈ)

সত্য : কিন্তু সি যে মোক ঘৰত অপমান কৰি থৈ গ'ল।

আৰতি : ভালহে হৈছে। ৰাস্তাত নকৰি যে ঘৰতে কৰিছে। আৰু ধৰুৱা হৈ থাকিলে মানুহে দুই এটা কথা কবই।

সত্য : হ'লেও— এটা হকাৰে মোক অপমান কৰিব....। সি জানে নে নাজানে যে মই এজন কলেজৰ লেকচাৰাৰ।

আৰতি : এতিয়াতো নহয়। চাওঁ মুখখন মেলকচোন (মৰমেৰে)

সত্য : কিয়?

আৰতি : টেবলেটতো খাই লওঁক...। ওঁ মেলক...।

সত্য : নাই নাই, মই সেইবোৰ নাখাওঁ। সেইবোৰ খালে মোৰ টোপনি আহে। আৰু টোপনি আহিলে মই সপোন দেখো...।

আৰতি : আপুনি দুৰ্বল। তাতে অনবৰতে এইবোৰ কথা চিন্তা কৰি থাকে। এই কেইদিন চাওঁক... দিনটোত দুমুঠাও খোৱা নাই। ভালকৈ হোলে দেহতো সবল হ'ব। চাওঁ .. মুখখন মেলক.. মেলক আকৌ....। ডাক্তৰে ৰেগুলাৰ টেবলেট খাই থাকিবলৈ কৈছে নহয়।

সত্য : বাদ দিয়া তোমাৰ ডাক্তৰ.......।

আৰতি : নহয়, ময়ে কৈছো বাৰু....। ওঁ ... (আৰতিয়ে টেবলেট খুৱাই দিয়ে, পানী অলপ আনি দিয়ে) ওঁ ..... এতিয়া টোপনি যাবলৈ যত্ন কৰক।

সত্য : (পানী খাই) সি মোক পুৰণা পেপাৰৰ লগত তুলনা কৰে।

আৰতি : সেইটোনো কি কথা। ভাল কথা থাকিলে আমি জানো পুৰণা পেপাৰো বিচাৰি বিচাৰি নপঢ়ো।

সত্য : দেখিছা...। মাত্ৰ ৭২৫ টকাৰ বাবে এটা হকাৰৰ ওচৰত মোৰ ব্যক্তিত্ব বিক্ৰী কৰিব লগা হৈছে। মোৰ বাবে ইয়াতকৈ আৰু...।

আৰতি : মিছাতে সেইবোৰ কথা চিন্তা কৰি আছে। টোপনি আহিছেনে? (সত্যৰ লাহে লাহে টোপনি আহে)

সত্য : তুমি কিন্তু মোৰ ওচৰতে থাকিব লাগিব। নহ'লে মই সপোন্ দেখো আৰু সপোন দেখিলে মোৰ বৰ ভয় লাগে।

আৰতি : হ'ব মই আপোনাৰ ওচৰতে থাকিম। (সত্যৰ টোপনি আহে। আৰতীৰ মুখত বিষাদ। হুমুনিয়াহ। লাহে লাহে আঁতৰি আহি।) কিমান সহ্য কৰিম আৰু। ইমান ধুনীয়াকৈ সংসাৰখন চলি আছিল, কোনেনো ঘৰত এই ৰাজনীতিডাল সুমুৱাই দিলেহি। মাহে ১৩-১৪ হাজাৰ টকাৰে পাৰিম জানো জীৱনটো উপভোগ কৰিব। জিকিলেই মেজৰিটি পোৱা সকলক চাৰ্পেট কৰি দিম। বচ.... তেতিয়া চাবা মোৰ ক্ষমতাই ক্ষমতা। টকা, পইচা, গাড়ী, সম্পত্তি... বাঃ .... (লাহে লাহে প্ৰফাইল হৈ থাকি মুখখন Front লৈ ঘূৰাই মুখখন মচি) আৰু নিজিকিলেও নাই। মই যদি জোৰদাৰ কেম্পেইনিং কৰি হাল্লা কৰি দিওঁ ..... ডাঙৰ ডাঙৰ পাৰ্টিবোৰে মোক ঘৰত টকা দি বহি যাবলৈ ক'ব। তেৰ

লাখ খৰচ কৰি ৪/৫ লাখ টকা লৈ মই বহি যাম। ইয়াকে কয় পলিটিক্চ আৰু এতিয়া ইয়াকে কয় পলিটিক্চ্.. (বন্দে, ড'ৰবেল বাজে। আৰতিয়ে দুৱাৰখন খুলি দিয়ে/সোমাই আহে কটকী। সত্য শুই থাকে।)

কটকী ঃ আছেনে?

আৰতি ঃ শুই আছে। আহক সোমাই আহক। গাটো ভাল নহয়। বহক। ( কটকীয়ে চিগাৰেট উলিয়াই) অনুগ্ৰহ কৰি চিগাৰেটতো বাহিৰত খাওঁক। বেয়া নাপাব শৰীৰটো খুউব বেয়া। ডাক্তৰে চিগাৰেট বেয়া বুলি কৈছে।

কটকী ঃ Ok No problem। (কটকীয়ে চিগাৰেট সুমুৱাই থয়। সত্যই বাগৰ সলায়। আৰতীয়ে গৈ চায়) আৰু এটা অনুৰোধ কৰিব পাৰোনে? আপুনি বাৰু তেখেতক আজি লগ নাপালে নহয় নেকি?

কটকী ঃ কিয় সুধিলে?

আৰতি ঃ মানে, আজিকালি তেখেত অনবৰতে উত্তেজিত হৈয়ে থাকে। ডাক্তৰে কৈছে, এইটো অবস্থাত যদি আৰু কেইদিনমান থাকে, হয়তো তেখেতৰ মগজু সুস্থ অৱস্থালৈ নাহিবও পাৰে।

কটকী ঃ হ'ব কিমান টকা দিবলৈ আছে, দি নিচিন্ত ভাবে থাকিব পাৰে।

আৰতি ঃ টকা থাকিলে জানো নিদিয়াকৈ থাকো।

কটকী ঃ চাওঁক, মই তেখেতৰ কাৰণে মানুহৰ কথা শুনি থাকিবতো নোৱাৰোঁ। আজি যি কোনো প্ৰকাৰে Solve কৰিবই লাগিব।

আৰতি ঃ নহয়, আপুনি মোৰ মুখলৈ চাই.... ।

কটকী ঃ কি কথা কয়হে। এইবোৰ টকা পইচাৰ কথা, মুখলৈ চোৱা-চিতা কথা নহয়তো।

আৰতি ঃ মই আপোনাক request কৰিছো।

কটকী ঃ নাই নাই, request ৰ কথা নহয়। request মানুহে এবাৰ বা দুবাৰহে কৰে। তেখেতে মোক কেইটা date দিলে জানে জানো? তিনিটা। আজি আৰু request ৰ স্থান নাই।

আৰতি ঃ টকা কিমান পাবলৈ আছেনো?

কটকী ঃ ওঁ... কালাৰড পোষ্টাৰৰ বাবে প্ৰেছত দিবলৈ আছে ৩৫ হাজাৰ টকা। আৰু .... ।

আৰতি ঃ (আচৰিত) আৰু ৩৫ হাজাৰ?

কটকী ঃ অ, সেইখিনি মোৰ নামত বাকী আছে।

আৰতি ঃ Black and white পোষ্টাৰবোৰ থাকোতেই এই coloured পোষ্টাৰবোৰ বনোৱাৰ কি প্ৰয়োজন আছিল?

কটকী ঃ এইটো এটা ইলেকচনৰ প্ৰক্ৰিয়া। ইলেকচন বস্তুটোৱেই হৈছে কালাৰড, ৰঙীন...।

আৰতি ঃ আৰু কিমান পাব?

কটকী ঃ মই পাব লাগে ১৫ হাজাৰ?

আৰতি ঃ পোন্ধৰ হাজাৰ।

কটকী ঃ তেখেতক সহায় কৰি দিয়াৰ বাবে।

আৰতি ঃ সহায় কৰি দিয়াৰ বাবে... মানে আপুনি ইলেকচনৰ দালাল।

কটকী ঃ ওঁ ভাবিব পাৰে।

আৰতি ঃ কিয়?

কটকী ঃ সেইটো হৈছে বৰ্তমানৰ ৰাজনৈতিক প্ৰক্ৰিয়া। অৰ্থাৎ টকা দিলে মই ইলেকচনত সহায় কৰি দিম। ইলেকচন হৈছে এটা আইন সন্মত সিদ্ধান্ত। এইবোৰ আইন সন্মত নহয়। কিন্তু সকলোৰে জ্ঞাত। (সত্যই টোপনিত মাতে) সত্য ঃ কটকী .. কটকী... (কটকী ওচৰলৈ যাব ধৰে)

আৰতি ঃ কলৈ যায়?

কটকী ঃ মোক মাতিছে ....।

আৰতি ঃ সেয়া টোপনিত।

সত্য ঃ (টোপনিত) বুজিছে কটকী, গোটেই মানুহবোৰে আগুৰি ধৰিছে। নহয় ..... খুৱাব লাগে.... খুৱাব লাগে। খাওঁক যিমান পাৰে সিমান খাওঁক আৰু খাওঁক.. (হাঁহে) আৰতীয়ে গৈ জোকাৰি দিয়ে। (সাৰ পাই উঠে) খোৱা... খোৱা...... খাওঁক আপুনিও... (চেঞ্জ) (হঠাৎ বাস্তৱলৈ ঘূৰি আহি থৰ হৈ ৰয়। লাহে লাহে চকীত বহি লৈ, চিগাৰেট পেকেটৰ পৰা চিগাৰেট উলিয়াই লয়। আৰতিয়ে খায় বুলি চিন্তা কৰে)

আৰতি ঃ আপুনি ?

সত্য ঃ নাখাওঁ। অভ্যাসৰ বাবে হাতত লৈ থাকিলে আৰাম পাওঁ।

আৰতি ঃ চাহ একাপ খাব নেকি?

**সত্য :** কটকী, আপুনি আহিলে...।

**কটকী :** ১৯ তাৰিখ...... আজি....।

**সত্য :** কটকী, ৰাজনীতিৰ প্ৰতি মোৰ সঁচাকৈ ঘৃণা উপজিছে।

**কটকী :** আপুনি এবাৰহে ইলেকচন খেলিছে।

**সত্য :** এবাৰতে মই ভালদৰে বুজিছো ৰাজনীতি কিমান লেতেৰা বস্তু।

**কটকী :** ৰাজনীতি নহয়। বৰ্তমানৰ প্ৰক্ৰিয়াটো।

**সত্য :** চাওঁকচোন, এখন দেশৰ নাগৰিক হৈয়ো, দেশখনৰ শাসনত অংশ লবলৈও লাখ লাখ টকা খৰচ কৰিব লাগে।

**কটকী :** ঘটনা সেইটোৱেই। বৰ্তমান দেশ সেৱা কৰা মানুহতকৈ দেশ শাসন কৰিবলৈহে সকলোকে ইচ্ছা। দেশ শাসন কৰিবলৈ হ'লে ইলেকচন খেলিবই লাগিব। আৰু সকলোৱে ইলেকচন খেলিলে তীব্ৰ প্ৰতিযোগিতা হ'বই। আৰু তেতিয়া টকা পইচাৰ খেল হ'বই। আপোনাৰ কথাকে চাওঁক।

**সত্য :** মই আচলতে বৰ্তমান, দেশৰ ৰাজনীতিৰ যিটো বিশৃংখলা শাসক সকলৰ যিটো উশৃংখলতা তাৰ এটা পৰিৱৰ্তনৰ বাবেহে ইলেকচনত উঠিছিলো।

**কটকী :** আৰু জিকাৰ পাছত খৰচ কৰা দুই লাখ টকাৰ লগত আৰু চাৰি লাখ পাবলৈ, কেইটামান বেয়া কাম কৰিবলৈ গৈ বিশৃংখল হ'ব। ফলত উশৃংখলাই দেখা দিব ।

**সত্য :** আপুনি কি ক'ব বিচাৰিছে ....।

**কটকী :** নাই নাই, মই বৰ্তমান প্ৰক্ৰিয়াটোৰ কথাহে কৈছো আমিতো ভালেই পাওঁ দিয়কচোন। পাঁচ বছৰৰ সলনি যিমান সোনকালে ইলেকচন হ'ব সিমান বেচি কেণ্ডিডেট উঠিব, সিমানেই আমাৰ লাভ। কাৰণ.....। (চিগাৰেট সুমুবাবলৈকে চাই থাকিব লাগে। আৰতিয়ে পানী আনি দিয়ে)

**কটকী :** (ঘড়ী চাই) মই দেৰি নকৰো।

**আৰতি :** আপুনি এতিয়া বেছি কথা কৈ নাথাকিব। অলপ আৰাম কৰিবলৈ যত্ন কৰক।

**সত্য :** তুমি ভিতৰলৈ যোৱা।

**আৰতি :** (গিলাচতো লৈ) আপুনি বাৰু black and white পোষ্টাৰবোৰৰ উপৰিও coloured পোষ্টাৰবোৰ উলিওৱাৰ কি প্ৰয়োজন আছিল?

**কটকী :** মানে এইটো ৰাজনৈতিক প্ৰক্ৰিয়া।

**সত্য :** (খঙেৰে) তোমাক ভিতৰলৈ যাবলৈ কৈছো।

**আৰতি :** নিজকে ৰঙীন কৰিবলৈ গৈ এতিয়া... । (সত্যই খঙেৰে থিয় হৈ চাই। আৰতি সোমাই যায়)

**কটকী :** (পৰিৱেশ চম্ভালি) বাদ দিয়ক... মাইকী মানুহতো (হাঁহে)

**সত্য :** (চেঞ্জ) কটকী...। আপুনি মোৰ অৱস্থাটোৰ কথা জানিছেই। জিকিবলৈ চেষ্টা কৰিছিলো, নোৱাৰিলো। বহুত ধাৰ হৈ গ'ল। ধাৰবোৰ মাৰিবলৈ এতিয়া চেষ্টা কৰি আছো কিন্তু....।

**কটকী :** চাওঁক, চেষ্টা কৰিবলৈকে আপুনি তিনিটা ডেট ল'লে। মইয়ো মানি লৈছো। কিন্তু আজি আৰু নহ'ব।

**সত্য :** নহয় আপুনি মোৰ কথাটো শুনক।

**কটকী :** মই কোনো কথা নুশুনো।

**সত্য :** নহয় আৰু কেইদিনমানে ধৈৰ্য্য ধৰক....।

**কটকী :** মূৰ্খ পাইছে মোক। কথা হ'ল, আজি যিকোনো প্ৰকাৰে মোক টকা লাগিবই।

**সত্য :** (একচন) মোৰ হাতত বৰ্তমানটো টকা নাই।

**কটকী :** সেইবোৰ মই নাজানো।

**সত্য :** নাথাকিলে মই ক'ৰ পৰা দিম?

**কটকী :** ক'ৰ পৰা দিয়ে সেইটো আপোনাৰ কথা।

**সত্য :** আজি নোৱাৰিম।

**কটকী :** মোক আজিয়েই লাগিব। (সত্যৰ পাইছাৰি)

**সত্য :** প্ৰেছৰ খিনি মই নিজেই দিম।

**কটকী :** মোক দিব লগাখিনি (সত্যৰ পাইচাৰি) আৰু মই পাব লগাখিনি।

**সত্য :** (গহীন) নিদিওঁ।

**কটকী :** কিয়?

**সত্য :** আপোনাক কৈছোৱেই। মই বৰ্তমান উশৃংখল ৰাজনীতিৰ এটা পৰিৱৰ্তনৰ বাবেহে ইলেকচন খেলিছিলো। গতিকে এনেকুৱা ইলেকচনক লৈ কৰা দালালক টকা মই নিদিওঁ।

**কটকী :** কিন্তু আপুনি ইলেকচনত মোক ব্যৱহাৰ কৰি প্ৰথমেই সেই উশৃংখলতাকে ঠাই দিলে। এতিয়া কথা হ'ল মই উপযাচি অহা নাছিলো। ভোটৰ আগত ... আপুনিহে মোক মাতি আনিছিল।

**সত্য :** টকা দিম বুলি মই ক'তো লিখি দিয়া নাছিলো।

**কটকী ঃ** ঠিক আছে ...আপুনি ইলেকচন খেলিছে আৰু মই খেলোৱাইছো। (বাহিৰত পেইন্টাৰৰ মাত। আৰতি বেডৰুমৰ দুৱাৰত)

**পেইন্টাৰ ঃ** (বাহিৰত) চাৰ, চাৰ আছেনে? (সত্যই দুৱাৰ খুলি দিয়ে। পেন্টাৰ আহে। হাতত ৰঙৰ টেমা)

**পেইন্টাৰ ঃ** চাৰ...। (চেঞ্জ) কটকীক দেখি ) সেইয়া — আপুনি ইয়াত আছেহি। মই আপোনাক বিচাৰি বিচাৰি...।

**সত্য ঃ** হেৰা, তুমি মোক লগ কৰিবলৈ আহিছানে আন কাৰোবাক?

**পেইন্টাৰ ঃ** ছাৰ এখেতক নাপায়..... আপোনাক....।

**সত্য ঃ** এতিয়া পালা নহয়। যোৱা বাহিৰত কথা পাতাগৈ।

**পেইন্টাৰ ঃ** নাই ছাৰ, অলপ কথা আছিল।

**সত্য ঃ** মোৰ এতিয়া কোনো কথা শুনিবলৈ সময় নাই। যোৱা?

**পেইন্টাৰ ঃ** ছাৰ, ইলেকচনত যে ।

**সত্য ঃ** কি হ'ল।

**পেইন্টাৰ ঃ** ছাৰ, আপুনি ৱালত লিখিবলৈ কৈছিল, আৰু টকা, পইচা সকলো এখেতে দিব বুলি কৈছিল। কিন্তু, আমি চাৰ ২০০ টকা এতিয়াও পোৱা নাই।

**সত্য ঃ** মই সেইবোৰ নাজানো। যাৰ পৰা পোৱা তেওঁৰ ওচৰলৈ যোৱা।

**কটকী ঃ** মই যদি টকা দিব লাগে, তেন্তে মই পাব লগাখিনি দিয়ক।

**পেইন্টাৰ ঃ** হয় চাৰ, আমাৰ পইচা খিনি দি দিয়ক। আমি সাধাৰণ মানুহ ছাৰ।

**সত্য ঃ** মই কাকো টকা দিব নোৱাৰো। কাকো দিব নোৱাৰো।

**কটকী ঃ** টকা আপুনি দিব লাগিব।

**সত্য ঃ** নিদিওঁ। মই হৰাৰ মূল কাৰণ আপোনালোক।

**কটকী ঃ** কেনেকৈ।

**সত্য ঃ** মোৰ চিম্বল গাধ নাছিল। যাৰ ফলত মানুহৰ মাজত মোৰ ইমেজ চেঞ্জ হৈ গ'ল। গতিকে আপোনালোকে মোক ইলেকচনত খৰচ হোৱা সকলোবোৰ টকা ঘুৰাই দিব লাগিব।

**পেইন্টাৰ ঃ** টকাখিনি নাপালে চলিবলৈ অসুবিধা হ'ব ছাৰ

**সত্য ঃ** তোমালোকে কোনেও মোক ভোট দিয়া নাই। কোনেও ভোট দিয়া নাই।

**পেইন্টাৰ ঃ** ভোট কাক দিছো, সেইটো আমাৰ কথা।

**সত্য ঃ** তেতিয়াহ'লে টকা দিও নিদিও সেইটো মোৰ কথা।

**পেইন্টাৰ ঃ** (কটকীক) হেৰি, দিয়ক মোৰ পইচা দিয়ক।

**কটকী ঃ** মোক নিদিলে মই ক'ৰপৰা দিমহে।

**পেইন্টাৰ ঃ** সেইটো আপোনালোকৰ কথা, মোক কিন্তু আজি লাগিবই। (বহে)

**কটকী ঃ** (সত্যক) হেৰি শুনিছেনে নাই।

**সত্য ঃ** মই একো শুনা নাই।

**কটকী ঃ** আপুনি কিন্তু পৰিস্থিতিটো বেয়ালৈ নি আছে। (সত্যৰ পাইচাৰি) আপোনাক কৈছো, আজিৰ ভিতৰৰ যদি টকা নিদিয়ে নহয়।

**সত্য ঃ** আপুনি মোক ভয় খুৱাইছে।

**কটকী ঃ** আপুনি ভয় খাইছে নেকি? আপোনাৰটো এখন সংসাৰ আছে। এটা সপোন আছে, ৰঙীন সপোন, জীয়াই থকাৰ.. ।

**সত্য ঃ** কিমান টকা লাগে আপোনাক?

**কটকী ঃ** বেচি নালাগে। পাব লগাখিনি দিলেই হ'ব। (সত্যই চিন্তা কৰি ভিতৰলৈ সোমাই যায়)

**পেইন্টাৰ ঃ** মই যাওঁ।

**কটকী ঃ** ৰ'বা। (ভিতৰত হুলস্থূল। সত্যই এখন দলিল লৈ আহে। পিছে পিছে আৰতি)

**আৰতি ঃ** কি কৰে, কি কৰে আপুনি সেইখন।

**সত্য ঃ** আঁতৰ হোৱা, আঁতৰি যোৱা।

**আৰতি ঃ** দলিলখন কি কৰে?

**সত্য ঃ** নতুন বজাৰৰ মাটিখিনি বেছি দিওঁ। (ডাউন ষ্টেজ পাইহি। পিছে পিছে আৰতি)

**আৰতি ঃ** এইবোৰ কি কৰিবলৈ ওলাইছে আপুনি। দিয়ক, কাগজখন দিয়ক।

**সত্য ঃ** তুমি, তুমি মই মৰি যোৱাটো বিচৰা নেকি? সৌৱা দেখা নাই— ভিক্ষাৰীবোৰে কেনেকৈ ভিক্ষা লবলৈ মোৰ ঘৰত ৰৈ আছেহি। (কটকীয়ে হাঁহে। পেইন্টাৰ চিৰিয়াচ)

**পেইন্টাৰ ঃ** (খঙত) হেৰি, কথা অলপ চাই চিতি ক'ব দেই সাধাৰণ মানুহ দেখি যিকোনো কথা নক'ব। মই কামৰ

মূল্য বিচাৰিহে আহিছো।

**কটকী ঃ** তুমি মনে মনে থাকা।

**পেইন্টাৰ ঃ** কিয় মনে মনে থাকিম। আমাৰ মান সন্মান নাই বুলি ভাবিছে নেকি?

**সত্য ঃ** অই .. ওলাই যোৱা, ওলাই যোৱা মোৰ ঘৰৰ পৰা।

**পেইন্টাৰ ঃ** এ আপোনাৰ ঘৰত থাকিবলৈ অহা নাই ভিক্ষাৰী নহয় বুজিছে। আমি কাম কৰি খাওঁ। আপোনাৰ যদি ইমান টকাৰ প্ৰয়োজন হৈছে। বাতি এটা লৈ ওলাই যাওঁক মই ভিক্ষা দিম, অ, মই দিম।

**সত্য ঃ** কি.... (পেইন্টাৰক ধৰি মাৰে) কি মই ভিক্ষা কৰিব লাগে.. মই ভিক্ষা কৰিব লাগে। (পেইন্টাৰৰ ৰংবোৰ পৰি যায়।)

**পেইন্টাৰ ঃ** (ক্ষোভত) মানুহক মাৰিব পাৰিলেই ডাঙৰ মানুহ হ'ব নোৱাৰে। প্ৰফেচৰ হ'লেই মানুহ নহয়। ইলেকচন খেলে, মানুহক শাসন কৰিবলৈ যায়।

**সত্য ঃ** get out. I say get out। (আৰতিয়ে ধৰে।)

**আৰতি ঃ** আপুনি ধৈৰ্য ধৰকচোন।

**পেইন্টাৰ ঃ** (ৰংবোৰ হাতেৰে তুলি থাকে) ৰঙা, নীলা, সেউজীয়া ৰঙেৰে নামটো লিখি মানুহক নিজকে গহীন কৰি দেখুৱাই। আচলতে আপোনালোকৰ কোনো ৰঙেই নাই।

**আৰতি ঃ** মনে মনে থাকা।

**পেইন্টাৰ ঃ** (ক্ষোভত) ভাৱৰীয়া, সব ভাৱৰীয়া। আচলতে আমি ৱালত ৰং কৰা নাই। কৰিছো আপোনালোকৰ মুখত, গোটেই গাত। চাওঁক, ভালদৰে চাওঁক। আমি কৰা ৰঙেৰে ৰঙীন হৈ ভাৱৰীয়া হৈ নাচিছে। বাঃ বাঃ লৈছে। সেইয়া ৰঙা, সেইয়া নীলা, সেউজীয়া ভালদৰে চাওঁক, এতিয়াও আছে আৰু সদায় থাকিব। যেতিয়ালৈকে আমাৰ পইচা নিদিব, তেতিয়ালৈকে থাকিব।

**কটকী ঃ** তুমি কোৱাচোন। ( আৰতীয়ে পৰিস্থিতি চম্ভালিব লৈ যত্ন কৰে)

**পেইন্টাৰ ঃ** নালাগে পইচা, খাবলৈ নাপায় মৰিব পাৰো কিন্তু ভিক্ষা কৰিবলৈ তথাপি নাযাওঁ। (পেইন্টাৰ যায়গৈ, সত্য অস্থিৰ, যেন গাত ৰঙ আছে। চাই বিভিন্ন ধৰণেৰে। আৰতি উত্তাৱল।)

**সত্য ঃ** (আৰতিক) মোৰ মুখত ৰঙ আছে নেকি?

**আৰতি ঃ** ওঁহো নাই।

**সত্য ঃ** (কটকী) আছে নেকি বাৰু, মুখত, হাতত, গোটেই গাত ৰঙা, নীলা, সেউজীয়া আছে নেকি? আছে নেকি বাৰু?

**কটকী ঃ** আপোনাৰ আছে যেন লাগিছে নেকি?

**সত্য ঃ** (গোটেই দেহটো চাই) যেন ৰঙা, নীলা, সেউজীয়া, আইনাখন ... আইনাখন আনাচোন..।

**আৰতি ঃ** কিয়?

**সত্য ঃ** তোমালোকে মোক মিছাকৈ কৈছা মোৰ গাত ৰং আছে

**আৰতি ঃ** নাই বুলি কৈছো নহয়।

**সত্য ঃ** নাই নাই, মই কাকো— বিশ্বাস নকৰো। যোৱা লৈ আনা। যোৱা (কটকীয়ে চিগাৰেট জ্বলাই)

**আৰতি ঃ** আইনাখন যোৱা কালি আপুনি নিজে ভাঙি পেলোৱা নাই।

**সত্য ঃ** আস্ — যোৱা তাকে লৈ আনা। (আৰতি যায়। সত্য অস্থিৰ। কটকীৰ মুখত হাঁহি। আৰতিয়ে আনি দিয়ে সত্যই লৈ চায়)

**সত্য ঃ** আৰে। ইয়াত দেখোন বহুত প্ৰতিবিম্ব। এটা, দুটা, তিনিটা (আইনাখন আঁতৰাই আকৌ চাই) কিন্তু প্ৰকৃত প্ৰতিবিম্ব কোনটো প্ৰকৃতপ্ৰতিবিম্ব?

**আৰতি ঃ আইনাখন ভঙা।**

**সত্য ঃ ইয়াতচোন বহুত ৰং। এইটো ৰঙা, এইটো নীলা, এইটো সেউজীয়া..**

**সত্য ঃ ইয়াতচোন বহুত ৰং। এইটো ৰঙা, এইটো নীলা, এইটো সেউজীয়া...। আৰু এইটো হালধীয়া। বহুত ৰং কিন্তু মোৰ প্ৰকৃত ৰং কোনটো? মোৰ প্ৰকৃত প্ৰতিবিম্ব .. প্ৰকৃত ৰং....। ইয়াত বহুতো প্ৰতিবিম্ব। এটা, দুটা, তিনিটা। প্ৰকৃত প্ৰতিবিম্ব কোনটো। (ভয়ত আইনা আঁতৰাই) আকৌ চাই। বিভ্ৰান্ত। আৰতিয়ে এটা টেবলেট আনি খুৱাই চকীত বহোৱাই দিয়ে। সত্য অস্থিৰ। লাহে লাহে কিবা কয়। টোপনি আহে।**

আৰতীয়ে ভালকৈ টোপনি যোৱাবলৈ চেষ্টা কৰে। সত্যাই আইনাখন চায়। আৰতিয়ে আঁতৰাই দিয়ে আইনা চায়। আৰতিয়ে আঁতৰাই দিয়ে। আঁৰতীয়ে চেষ্টা কৰাত সত্যাৰ লাহে লাহে টোপনি আহে। আঁৰতিও ভাগাৰি পৰে।)

সমাপ্ত

# বোবানিশাৰ কথা

**নাট্যকাৰ # সপোনজ্যোতি ঠাকুৰ**

চৰিত্ৰসমূহ ঃ

| | |
|---|---|
| ১। নমিতা | ২। হৰিমন |
| ৩। সব্যসাচী | ৪।প্ৰহ্লাদ |
| ৫। ঈশ্বৰ | ৬। বাবা |

এটা ড্ৰইংৰুম। তাত এফালে আছে হাৰমনিয়াম এটা। টেপৰেকৰ্ডাৰ এটা। এডাল জখলাত এডাল লতা বগাই এপাহ ফুল ফুলি আছে। বাকী বিলাক সজ্জা পৰিচালকৰ নিজা। নমিতা সাজি কাছি ওলাই আহে। গীত এটা গুণ্‌গুণায়। বাহিৰলৈ যায়।

**নমিতা ঃ** হৰিমন— হ'লনে তোৰ?

**হৰিমন ঃ** (ভিতৰত হৰিমন) হৈছে বাইদেউ।

**নমিতা ঃ** পানীখিনি দিলি

**হৰিমন ঃ** দিলো দিলো-

**নমিতা ঃ** চাম্বাৰখিনিত টেঙা বেচি দিলি নেকি?

**হৰিমন ঃ** নাই দিয়া।

**নমিতা ঃ** খোৱাবস্তুখিনি তই দাদাৰ অহাৰ আগতেই মোৰ কোঠাত থৈ আহিবঁগৈ।

**হৰিমন ঃ** কিয়, ডাইনিং ৰুমত নাখাই নেকি

**নমিতা ঃ** নেখায়। আজি দিনটো স্পেচিয়েল। ভেৰি ভেৰি স্পেচিয়েল। জীৱনত প্ৰথম বাৰলৈ আহিছে এই দিনটো।

**হৰিমন ঃ** কি দিন বাইদেউ। (হৰিমন ওলাই আহে) আঃ বাইদেউ নতুন ড্ৰেচ। চুলিতো নতুন বগা ফুল-কেনিবা যাব নেকি-

**নমিতা ঃ** ওঁহো-

**হৰিমন ঃ** কেচ কি?

**নমিতা ঃ** আজি স্পেচিয়েল।

**হৰিমন ঃ** কি জানো কৈছে।

**নমিতা ঃ** আজি, মোৰ আৰু দাদাৰৰ বিয়া হোৱাৰ এবছৰ হ'ল।

**হৰিমন ঃ** সেইটো কথা।

**নমিতা ঃ** যোৱাবছৰ আজিৰ দিনটোতে ঈশ্বৰ প্ৰসাদে এই নমিতাক

**হৰিমন ঃ** সব্যসাচী দাদা থাকোতেই ঈশ্বৰ দাদাই লাইন ক্ৰছ কৰি আপোনাক, কিহত বাৰু মোহ গ'ল হয় —

**নমিতা ঃ** মোক দেখি মোহ গ'ল? মই তেওঁক দেখি মোহ গ'লো। তেওঁৰ মাতত মোহ গ'লো- মোৰ মাতত তেওঁ মোহ গ'ল--- হৰিমন মোৰ গান এটা গাবলৈ মন গৈছে- হৰিমন গাওঁনে?

**হৰিমন ঃ** ঔ আই। আপোনাৰ ঘৰ, আপোনাৰ ডিঙি, আপোনাৰ মন— গাবলৈ মন গৈছে নাগাবলৈ কবলৈ মই কোন।

**নমিতা ঃ** গাওঁ নহয়? মই বিয়াৰ আগতে খুউব গান গাইছিলো নহয়— ৰহ গান এটা গাওঁ (হাৰমনিয়াম লৈ গীত গায়)

**(হৰিমন ভিতৰলৈ যায়)**

গীত এটি গাওঁনে গুণ গুণ গুণ
মন বাৰু কিয় হয় উতলা ফাগুন

**নমিতা ঃ** হৰিমন ভাল হৈছে নহয়—

**(ভিতৰত) হৰিমন ঃ** মই টেষ্ট কৰি চাইছো— ভাল হৈছে।

**নমিতা ঃ** নহয় অ' মই গানৰ কথা কৈছো।

**হৰিমন ঃ** অ' সেইটো কথা— ভাল হৈছে (আহি) তেনে খোৱাবস্তুখিনি মই ওপৰৰ কোঠাত থৈ আহোগৈ।

**নমিতা ঃ** মই গানটো ৰেকৰ্ড কৰি থওঁ নহয়নে —

হৰিমন ঃ কিযে কয়। আপোনাৰ টেপ, আপুনি গাব, আপুনি ৰেকৰ্ড কৰিব, মই নকৰিবলৈ কৰলৈ কোন? কৰক। (বস্তু থবলৈ যায়।নমিতাই গান ৰেকৰ্ড কৰিবলৈ টেপ ৰেকৰ্ডাৰত সকলো ব্যৱস্থা কৰে।গান গাবলৈ আৰম্ভ কৰোতেই বাহিৰত স্ল'গান শুনা যায়। এটা সমদল পাৰ হৈ যায়। নমিতাই বাহিৰলৈ চায়। হৰিমনো আহি চায়। নমিতাই টেপটো Rewind কৰি বজায়। স্ল'গান বাজি উঠে।)

হৰিমন ঃ হাঃ হাঃ বাইদেউ, আপুনি গান ৰেকৰ্ড কৰিব খুজিলে হৈ গ'ল স্ল'গান ৰেকৰ্ড।

নমিতা ঃ মনটো বেয়া লাগি গ'ল অ'। ৰেকৰ্ড কৰিব নোৱাৰিলো গানটো। ঈশ্বৰ প্ৰসাদক অফিচৰ পৰা সোনকালে আহিবলৈ কৈছিলো।

হৰিমন ঃ আহিব।

নমিতা ঃ এতিয়া সোনকালে হৈ আছেগৈ নেকি আৰু। অলপ পাছতে, প্ৰহ্লাদ আহিব, সব্যসাচী দাদাও আহিব, তাৰ পাছত আৰু এইখন ঘৰ হৈ থাকিবনে।

হৰিমন ঃ অ' সেইটো কথা -

নমিতা ঃ একোতে মন বহুৱাব পৰা নাই অ' (সব্যসাচী আহে)

সব্যসাচী ঃ পাৱাৰ লাগে বুজিছ হৰিমন, পাৱাৰ লাগে

হৰিমন ঃ কি লাগে দাদা—

সব্য ঃ পাৱাৰ

হৰিমন ঃ সেইটো কি ?

সব্য ঃ ক্ষমতা, ক্ষমতা। পাৱাৰ (মাচুল দেখুৱাব)

হৰিমন ঃ অ' সেইটো কথা

সব্য ঃ যা আন। মোৰ ডামবেল কেইডাল আন।

হৰিমন ঃ ডামবেল মানে, সেই কপাহ ধূনা গধুৰ মাৰিকেইডাল

সব্য ঃ অ'

হৰিমন ঃ এতিয়া কেলেই সেই কেইডাল?

সব্য ঃ প্ৰেক্টিছ

হৰিমন ঃ এতিয়া প্ৰেক্টিছ? যেতিয়াই তেতিয়াই কৰে জানো—

সব্য ঃ কৰিব লাগিব। পাৱাৰ বঢ়াব লাগিব। তই বুৰ্বক, নেজান। মই পাঞ্জা প্ৰতিযোগিতাৰ ফাইনেলত হাৰি আহিছো। জিকাৰ একমাত্ৰ ৰহস্য প্ৰেক্টিছ। আজিৰ পৰা হব কেৱল পাৱাৰ প্ৰেক্টিছ।

হৰিমন ঃ খোৱা বোৱা....

সব্য ঃ আগৰ দুগুণ হ'ব। যা ডামবেল লৈ আহ (হৰিমন যায়। ডামবেল আনে) ভাইবোৱাৰী, বাহিৰলৈ কি চাই আছা। গা-মুৰ ভালনে তোমাৰ?

নমিতা ঃ ভাল। (দুমদুমাই ভিতৰলৈ সোমাই যায়)

হৰিমন ঃ অ' সব্যসাচী দাদা- পাৱাৰনো কিহলৈ

সব্য ঃ পাঞ্জাত জিকিবলৈ। ডামবেল লয়। (প্ৰেক্টিছ কৰে)

হৰিমন ঃ পাঞ্জাত জিকিলেনো কি হয়-

সব্য ঃ সকলো হয়। চেম্পিয়ন হয়। চেম্পিয়ন ইজ চেম্পিয়ন। তাৰ ওপৰত একো নাই।

প্ৰহ্লাদ ঃ (আহি) হৰিমন হৰিমন, বেগাই আহ। হৰিমন ক'ত গলি তই—

হৰিমন ঃ এইয়া মই। কি হ'ল কোৱা....

প্ৰহ্লাদ ঃ তই ইয়াতে আছ।

হৰিমন ঃ অঁ। কিহ'লে মাতিছিলা ।

প্ৰহ্লাদ ঃ কিয় মাতিছিলো? কিয় মাতিছিলো...। এনেয়ে মাতিছিলো। মই এইঘৰৰ এজন মালিক। তোক এনেয়ে মাতিব নেপায় নেকি? এনেয়ে মাতিছিলো।

হৰিমন ঃ চাহ একাপ খাবা নেকি।

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নেপাই কিয় -

হৰিমন ঃ চাহ একাপ খোৱা গৰম গৰম। ভাল লাগিব।

প্ৰহ্লাদ ঃ চাহ একাপ। খাম আকৌ, আন আন। চাহ একাপৰ কথা সুধিব লাগে নেকি। আন যা।

হৰিমন ঃ লগত কিবা খাবা নেকি?

প্ৰহ্লাদ ঃ আনিবি। বিস্কুট, দুখন। নিমখীয়া, বচ।

হৰিমন ঃ ঠিক আছে। (যায়)

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নেপায় কিয়?

সব্য ঃ দেহত মঙহ অকণ নাই। গেঞ্জী খুলিলেই দেখিবা চাইকেলৰ চকাত স্পকে জকজক কৰাৰ দৰে বুকুত কামিহাড় জগজগাই থাকে। চেপ্ বুলিবলৈ নাই। সেইটো দেহত কলিজা এটা সোমাই কেনেকৈ যে নিৰাপদে ঢপঢপাই আছে ঐ। আৰু খানা। হাঃ হাঃ হাঃ। ক'ত মঙহ হোৱা খানা এটা খাব। বিচাৰিছে কি শুনা। ৰঙা চাহ একাপ, নিমখীয়া বিস্কুট দুখন। হেৰৌ, এইটো বাৰু জীয়া মানুহে খোৱা খাদ্য হ'লনে? মৰা মানুহৰ মুখতো এই দুটা খাদ্য দি

দিলে টপকৈ খাই পেলাব। জীয়া মানুহে খোৱা কিবা এটা খাচোন। কল দুটা-গাখীৰ এগিলাচ, বুটমাহ এবাটি খা। হজমেই কৰিব নোৱাৰ নেকি এইবিলাক। হেঃ হেঃ লিভাৰ নামৰ বস্তুবিধ দেহত আছে নে নাই জানো। থাকিলেও ৰঙা চাহে নিমখীয়া বিস্কুটে মিলি কিবা কামৰ যে কৰি থৈছে সন্দেহ।

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নেপাই কিয়।

হৰিমন ঃ (চাহ লৈ আহি) লোৱা প্ৰহ্লাদ

প্ৰহ্লাদ ঃ (অন্যমনস্ক) কি, কি আনিলি?

হৰিমন ঃ চাহ আকৌ -

প্ৰহ্লাদ ঃ নেখাওঁ নেখাওঁ। মই যেতিয়াই তেতিয়াই চাহ নেখাও-

হৰিমন ঃ খাম বুলিছিলা এই মাত্ৰ—

প্ৰহ্লাদ ঃ খাম বুলিছিলো—

সব্য ঃ মাথা জিভা আৰু পেটৰ মাজত সংগতি নাইকিয়া হৈছে। খা অ' খা- খা—। ৰঙা চাহ লিভাৰলৈ ভাল, খা।

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নেপাই কিয় - (প্ৰহ্লাদৰ হাতত চাহ কাপ দি হৰিমন গুচি যায়)

সব্য ঃ মোলৈ কিবা এটা নানিলি হৰিমন?

হৰিমন ঃ (ভিতৰৰ পৰা) আপোনাৰ ইমানবোৰ খানা মই তালৈ নিব নোৱাৰো দেই। ইয়াতে বহি খাই লওকহি।

সব্য ঃ সেইয়াটো জীয়া মানুহৰ লক্ষণ। পাবাৰ বুজিছ হৰিমন পাবাৰ- শক্তি- ক্ষমতা... উলিয়া ভাল খানা এটা—

হৰিমন ঃ (আহি) খানা ৰেডি। আপুনি মুখহাত ধুই খানাৰ ওপৰত প্ৰেক্টিছ চলাই দিব পাৰে।

সব্য ঃ অকে অকে। ৰ'বি অলপ মাৰি লওঁ।

হৰিমন ঃ দাদা চাৰ্কাচৰ পালোৱানৰ দৰে আপুনি গধুৰ বস্তু পিঠিত পেলাব পাৰিব?

সব্য ঃ চাৰ্কাচৰ পালোৱান। মোৰ লগত এবাৰ পাঞ্জাত বহিবলৈ কবি।

হৰিমন ঃ মই পালোৱান এটা ক'ত পাওঁ। মই পিছে সেইবোৰ খেল ভাল নেপাওঁ। ফিটা ঘুৰোৱা খেলটোহে ভাল পাওঁ।

সব্য ঃ কি ফিটা ঘুৰোৱা খেল

হৰিমন ঃ আছে এটা। ফিটাডাল দুৰলৈ যিমানেই দলিমাৰি দিয়ক লাগিলে, ঘুৰাবলৈ আৰম্ভ কৰিলেই নিজৰ চাৰিওফালে ঘুৰিবলৈ লাগে।

সব্য ঃ কেনেকৈ?

হৰিমন ঃ ৰচী এডাল পালে দেখুৱাম বাৰু।

সব্য ঃ নিশকতীয়া মানুহৰ খেল

হৰিমন ঃ নহয় দাদা পুৰা শক্তি লাগে—

সব্য ঃ তই দেখিছো মৰিবলৈও শক্তি লাগে বুলি কবি।

প্ৰহ্লাদ ঃ মানুহে মোক বুজি নাপায় কিয়—

(ঈশ্বৰ প্ৰসাদ আহে। কপাল ফাটি তেজ ওলাই আহিছে)

ঈশ্বৰ ঃ আনন্দৰ দিন বুজিছা নমিতা, আজি বৰ আনন্দৰ দিন। অ' নমিতা নাই। জান হৰিমন। আজি বৰ আনন্দৰ দিন। মোৰ বৰ আনন্দ হৈছে।

হৰিমন ঃ টমেট, চচৰ দৰে কঁপালৰ পৰা ধাৰাবাৰ তেজ বৈছে আৰু কৈছে বোলে আনন্দ হৈছে। অ' বাইদেউ, ঈশ্বৰ দাদা আহিল।

ঈশ্বৰ ঃ তেজতো দেখিছ। আনন্দটো দেখা নাই। তেজটো কোনো কথা নহয়। কথা হ'ল আনন্দ। তেজ ওলাওক। কিন্তু আনন্দ য'তে ত'তে পোৱা নাযায়। এই আনন্দৰ মূল্য বেলেগ।

প্ৰহ্লাদ ঃ মানুহে মোক বুজি নাপায় কিয় -

ঈশ্বৰ ঃ তোকে নহয় অ'। মোৰ আনন্দৰ এই সামান্য কথাটোও বুজি নাপায়। এইবোৰ কথা বুজি পাবলৈ হ'লে....

নমিতা ঃ (আহি) একো কথা নকবাচোন, কোনো কথা মই শুনিবলৈ প্ৰস্তুত নহওঁ... নেমাতিবা।

ঈশ্বৰ ঃ অ' আই মই দেখোন একো কথা কোৱাই নাই।

হৰিমন ঃ অ' বাইদেউ। দাদাই একো কথা কোৱাই নাই আপোনাক

নমিতা ঃ ক'ত ক'ব ক'ত ক'ব মোক। মোৰ কথা মনত থাকিলেহে— অ' তোমাৰ কঁপালত কি হ'ল হয়নে, কি হৈছে নোকোৱা কিয়, হৈছে কি ?

সব্য ঃ আনন্দ হৈছে -

নমিতা ঃ আনন্দ হৈছে - কি ধেমালি কৰিবলৈ আহিছা।

হৰিমন ঃ হয় দাদা ঈশ্বৰ দাদাৰ আনন্দ হৈছে -

নমিতা ঃ মনে মনে থাকক। হয়নে কি হ'ল— যাচোন যা। যা বেণ্ডেজ আন দৰব আন যাচোন।

হৰিমন ঃ আনোনে ঈশ্বৰ দাদা, দৰব বেণ্ডেজ এইবোৰ আনোনে।

নমিতা ঃ আন আৰু, উপায় নাই। কি হ'ল হয়নে?

প্ৰহ্লাদ ঃ মোক কোনেও বুজি নাপায় কিয়—

ঈশ্বৰ ঃ উপায় নাই বুজিছা, তোমালোকৰ পৰা কোনো উপায় নাই— এটা আনন্দ উপভোগ কৰাৰ উপায় নাই।

নমিতা ঃ মোৰ আনন্দৰ কথা মনত আছে— মই তোমাক সোনকালে মাতি পঠোৱা মনত আছে— আহি ছিলা সোনকালে আহিছিলা?

ঈশ্বৰ ঃ আহিছিলো —

নমিতা ঃ আহিছিলা? আহিছিলা যদি নেপালাহি কিয়, আৰু তোমাৰ কঁপালত কি হ'ল —

হৰিমন ঃ এইয়া আনিছো। দৰব লগাওঁনে দাদা —

ঈশ্বৰ ঃ লগা (হৰিমনে দৰব লগায় বেগুেজ বান্ধি কঁপালত)

নমিতা ঃ কি হ'ল কোৱা -

ঈশ্বৰ ঃ ওলাই আহিলো অফিচৰ পৰা, ঘৰ পাওঁ পাওঁ হ'লো, দেখিলো.....

হৰিমন ঃ নিশ্চয় দোকানত কিবা ভাল বস্তু ওলোমাই থোৱা দেখিলে, তাতে আজি আপোনালোকৰ ....

নমিতা ঃ কি দৰকাৰ, দোকানত সোমোৱাৰ কি দৰকাৰ, মই কৈছো সময়ত আহিবা— দোকানৰ বস্তুৰ দৰকাৰ নাই। তুমি কিয় চাইছিলা দোকানলৈ.....

ঈশ্বৰ ঃ দোকানলৈ নাই চোৱা—

নমিতা ঃ নাই চোৱা। তেনে কিহলে চাইছিলা?

ঈশ্বৰ ঃ মই নাইচোৱা— নিজে নিজেই মোৰ সন্মুখত ওলাল ।

নমিতা ঃ কি ওলাল?

হৰিমন ঃ সাপ বাবা নেকি?

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নাপায় কিয়.. (যায়)

ঈশ্বৰ ঃ এটা সমদল ওলাল— মোৰ সন্মুখত

নমিতা ঃ কি?

ঈশ্বৰ ঃ অঁ সমদল— প্ৰচেশ্যন।

হৰিমন ঃ প্ৰচেশ্যন— মানে জিন্দাবাদ , জিন্দাবাদ।

ঈশ্বৰ ঃ অঁ স্মাৰক পত্ৰ দিবলৈ গৈছে।

হৰিমন ঃ কিহৰ স্মাৰক পত্ৰ

ঈশ্বৰ ঃ নেজানো

নমিতা ঃ আৰু তুমি .....

ঈশ্বৰ ঃ আৰু মই তাত জইন কৰিলো। চোৱা, চোৱা তুমি, স্মাৰক পত্ৰ দিবলৈ গৈছে এটা সমদল, মোৰ সন্মুখেদি, সেই সমদলত মই নাই; সেই কথা সম্ভৱ হ'ব পাৰেনে? মই নোৱাৰিলো, মনটো বান্ধি ৰাখিব নোৱাৰিলো। মই সকলো পাহৰি গ'লো। স্মাৰক পত্ৰ দিবলৈ বুলি সমদলৰ লগত মই ওলালো। সকলোৰে আগত মই স্থান ললো। উপায়ুক্তৰ কাৰ্য্যালয় পাইছো— পুলিচৰ বাধা; সোমাবলৈ নিদিয়ে লাঠী চাৰ্জ। তিনিকোব মোৰ পিঠিত, একোব মূৰত। মূৰ ফাটি তেজ ওলাল। কিন্তু হঠাৎ কায়দা কৰি মই কেইজনমানক সৰকাই লৈ গৈ কাৰ্য্যালয়ৰ ভিতৰলৈ সোমাই গ'লো। বুজিছা, ইমান দিন স্মাৰক পত্ৰ দি দি কেনেকৈ সৰকিব লাগে মই জনা হৈ গৈছো। শেষত হৈ গ'ল জানিছা, স্মাৰক পত্ৰ দিয়াৰ দৰে মহান কাম এটা হৈ গ'ল।

হৰিমন ঃ মোৰো হৈ গ'ল বন্ধা -

নমিতা ঃ আজিৰ দিনটোতহে ... (যায়)

ঈশ্বৰ ঃ তুমি নুবুজা কিয়— স্মাৰক পত্ৰ দিবলৈ যোৱা দল দেখিলে মই ৰৈ থাকিব নোৱাৰো- এবাৰ মই স্মাৰক পত্ৰ দিবলৈ যোৱা দল দেখি ভুলতে লোকৰ একাউন্টত নিজৰ পইচা থৈ আহিছিলো মনত নাই, ভাগ্য ভাল বেংকে.. (যায়)

হৰিমন ঃ অ' সব্যসাচী দাদা ... এনেকৈ চাওক।

সব্য ঃ কি -

হৰিমন ঃ চাৰ্কাচত যে ৰচী ঘুৰায় (হাতত বাকী থকা বেগুেজ খিনিৰে ৰচীৰদৰে ঘুৰাই দেখুৱায়)

সব্য ঃ মোৰ খোৱাবস্তু ...

হৰিমন ঃ টেবুলত নাচি আছে।

সব্য ঃ তই ৰচীৰ লগত নাচি থাক। মই হাতমুখ কেইটা ধুই ড্ৰেচটো সলাই কাম চফা কৰি আহো। (যায়)

(হৰিমনে ৰচী ঘুৰাই থাকে। সব্য আৰু সাদৰ আহে)

সব্য ঃ হৰিমন অ'

হৰিমন ঃ আঁ। অঁ তুমি সব্য কাই দেখোন। কৰ পৰা কেনেকৈ? ৰাম ৰাম ৰাম। একেবাৰে ভিতৰত

সব্য ঃ বেৰত টিপামাৰি মানুহ মতা চুইচটো বিচাৰি থাকোতেই খিৰিকীৰ আয়নাৰে তোক কিবা এডাল ঘুৰাই থকা দেখিলো। ভাবিলো সোমায়েই মাত দিওঁ চুইচ কেলেই।

হৰিমন ঃ হেঃ হেঃ হেঃ ।

সব্য ঃ হেৰি হ'ল অ' হৰিমন।

হৰিমন : কি হ'ল? অ' এইজনী কোন

সব্য : কেলেই সাদৰ। মোৰ ছোৱালী—

হৰিমন : সাদৰ মানে সেই সাদৰ। হাঃ হাঃ হাঃ নাকৰ সেই দুধাৰি পানীৰ নিজৰ, মূৰত এযোৰ কুটকুৰা চুলি, ৰঙাচুবা- সেই সাদৰ ইমানজনী হলি— ৰাম ৰাম

সব্য : অঁ।

হৰিমন : পাচে আহিছিলা কলৈ?

সব্য : আহোতে টাউনলৈ বুলি আহিছিলো। পিছে ঘুৰি যোৱাৰ অসুবিধা হ'ল অ' সেয়ে. ....

হৰিমন : কেলেই? ঘুৰি যোৱাৰ ভাড়া শেষ হ'ল? হ'ব, একো চিন্তা নাই মই দিম—

সব্য : নহয় অ' ভাড়া আছে গাড়ীহে নাই —

হৰিমন : এতিয়াই গাড়ী নাইকিয়া হ'লনে? ৰাতিলৈকে গাড়ী গৈয়েই থাকে —

সব্য : আনকালে যায়.. আজিহে নাই —

হৰিমন : কিয়-

সব্য : আমাৰ গাৱঁৰ ফালে কিবা গুলীয়া গুলী হ'ল - পুলিচ মেলেটৰীয়ে খেদা লৈছে— এইবেলা বাচ সোমাবলৈ ভয় খাইছে সেইফালে —

হৰিমন : অ, সেইটো কথা—

সব্য : এৰা অ' বৰ বিপদত পৰিলো —

হৰিমন : মইনো কি কৰি দিব লাগে কোৱা।

সব্য : মই যেনে তেনে যাম। কষ্ট অলপ হ'ব, হ'লেও পাৰিম। হাতত এইৰ মাকৰ দেৱাই আছে। মাকৰে অবস্থা নাই। যাবই লাগিব। কিন্তু ছোৱালীজনী ইমানখন দূৰ কেনেকৈ খোজকাঢ়ি যাব। আৰু যাব পাৰিলেও পুলিচ মেলেটৰী ক'ত বা কি আছে- সেইবোৰৰ মুখৰ আগেদি লৈ যাওঁ কোনটো সাহেৰে। ভয় লাগে নহয়। মই ভাবিলো - তই গৃহস্থী মানুহ এঘৰত থাক যেতিয়া সাদৰক যদি ইয়াতে ৰাতিটো থাকিবলৈ কিবা এটা বন্দবস্ত কৰি দিয় তেনে .... ৰাতিপুৱাই আহি লৈ যামহি।

হৰিমন : অ' সেইটো কথা —

সব্য : ক'বলৈ বেয়াও লাগিছে। তোক দিগদাৰী দিয়াৰ লেখীয়া হয় - কিন্তু উপায়ো নাই। তোৰ বাহিৰে চিনাকি মানুহো নাই মোৰ এইখন চহৰত। লাগিলে খাবলৈকে নিদিবি। ৰাতিটো ৰাখ। কিবা অসুবিধা চসুবিধা হ'লে ....

হৰিমন : অসুবিধা নহয়। ইমান ডাঙৰ ঘৰ। এটা মানুহ থাকিলে একো নহয়। এজনী মানুহেনো খাই কি ঢুকাব। ইয়াত অভাব নাই। থাকিব সেইফালে আলহী কোঠা এটাত। মইয়ে ৰন্ধা বঢ়া কৰো- খাবলৈ কি দিগদাৰী হ'ব?

সব্য : বৰ সুখ পালো অ' বোপাই। বৰ সুখ পালো। মনত এটা সন্দেহ আছিল। তোৰো লোকৰ মোৰো লোকৰ - তই ৰাখিব পাৰিবিনে নোৱাৰ। তই এৰি নিদিয় বুলি মনতে ভাব এটা আছিল। মালিকহঁতক সুধিব লাগিব নেকি?

হৰিমন : মই কম, সেইবোৰ হ'ব। মোৰনো আপোন বুলিবলৈ কোন আছে। তোমাৰ লগতহে যি দেখা দেখি হয়। গাৱঁৰ চিন তুমিহে ৰাখিছাগৈ। বহা, চাহ-তাহ এটোপা খাই যোৱা।

সব্য : নেলাগে চাহ-তাহ অ বোপাই। এইৰ গত এটা লাগিল যেতিয়া মই নৰও আৰু। খোজকাটি অতখন যাবগৈ লাগিব। চাহ তাহ এইকে খুৱা। মই যাওঁ। পুৱাই আহিম, সাদৰ অ মই যাও জানিছ। ই তোক ৰাখিব ভালেৰে। নিচিন্তে থাক। ৰাতিটোহে। দেই। ভয় নাই। যাওঁ (সব্য যায়)

হৰিমন : আহ সাদৰ আহ। দিনটো খোৱা বোৱা কিবা হ'ল জানো ব'ল খাবলৈ দিম ব'ল। এইখন তেনেই উভৈনদী। ধন ক'ৰ পৰা আহিছে? কেনেকৈ বস্তু আহিছে হিচাপেই নাই। আহ খাবি।

সব্য : দে- খাবলৈ দে। অ' এইয়া কোন? হৰিমন এইয়া কোন।

হৰিমন : অ' এইয়া সাদৰ?

সব্য : কোন সাদৰ—

হৰিমন : আমাৰ গাৱঁৰ। ছোৱালীজনী এইমাত্ৰ থৈ গ'লহি।

সব্য : থৈ গ'লহি মানে।

হৰিমন : নহয় মানে, পুৱাই লৈ যাবহি।

সব্য : ভালকৈ কচোন কি কথা।

হৰিমন : নহয় মানে, আমাৰ গাৱঁৰ ফালে গুলীয়াগুলী হ'ল বোলে। টাউনৰ পৰা গাড়ীবোৰ নোযোৱা হ'ল। ছোৱালীজনী লৈ যজ্ঞকাই মানে এইৰ বাপেক কেনেকৈ যাব? গতিকে হেৰি ইয়াতে ৰাতিটো থাকিব পাৰিব নেকি সুধিলে- মই বোলো- দাদাইঁতৰ ইমান ডাঙৰ ঘৰ, এজনী ছোৱালী থাকিব

পাৰিব।

সব্য ঃ তোৰ চিনাকি হয়তো?

হৰিমন ঃ এ একেবাৰে চিনাকি। মই বাপেকক চাহ-তাহ খাই আপোনালোকক মাত লগাই যাবলৈ কৈছিলো, বেলি নকৰো বুলি কৈ গ'লগৈ। কালিলৈ পুৱা আহিলে বাৰু লগ লগাই দিম।

সব্য ঃ তোৰ চিনাকি যেতিয়া কথা নাই- অচিনাকি মানুহ ঘৰত এনেকৈ ৰখা ঠিক নহয়তো—

হৰিমন ঃ মই জানি বুজি বিপদ চপাই লমনে?

সব্য ঃ কি নাম তোমাৰ ভন্টি-

হৰিমন ঃ তাইৰ নাম সাদৰ —

সব্য ঃ পঢ়ি আছানে—

হৰিমন ঃ নাই নাই

সব্য ঃ মই তেওঁকহে সুধিছো, উত্তৰবোৰ তই দিছ কিয়? (চিত্ৰৰ বাখৰ কৰি ঈশ্বৰ আৰু নমিতা আহে)

ঈশ্বৰ ঃ একো বুজি নোপোৱা তুমি, একো বুজি নোপোৱা।

নমিতা ঃ নেপাওঁ, মই নেপাওঁ, একো বুজি নেপাওঁ।

ঈশ্বৰ ঃ কোন সেইয়া কোন, কৰ পৰা আহিছে এখেতে?

প্ৰহ্লাদ ঃ (কাঁহী এখন বজাই বজাই আহে) শুন হৰিমন শুন, মই এটা সুৰ সৃষ্টি কৰিছো, এই কাঁহীখনত মই এটা সুৰ সৃষ্টি কৰিছো শুন— শুন না ...

সব্য ঃ তোমাৰ কি নাম বুলি কৈছিলা

ঈশ্বৰ ঃ ঘৰ ক'ত, ঘৰ ক'ত..

নমিতা ঃ কেতিয়া আহিলা কৰ পৰা আহিলা—

প্ৰহ্লাদ ঃ শুনা, মোৰ সুৰটো শুনা। নতুন ছোৱালী, ভাল শুনিছানে... শুনা.....

হৰিমন ঃ তাই কি কথা কব — তাই জন্মৰ পৰা বোবা

সব্য ঃ What!

প্ৰহ্লাদ ঃ মোৰ কথাবোৰ মানুহে বুজি নেপায় কিয়? (প্ৰহ্লাদ সোমাই যায়)

ঈশ্বৰ ঃ বোবা জন্মৰ পৰা - এও

নমিতা ঃ বোবা ছোৱালী এজনী কেনেকৈ আহিল ইয়ালৈ।

হৰিমন ঃ আমাৰ গাৱঁৰ ছোৱালী। এটা বিপদত পৰি বাপেকে থৈ গৈছেহি ইয়াত। কালিলৈ পুৱাই লৈ যাবহি। ৰাতিটো আজি অতিথি

ঈশ্বৰ ঃ অতিথি। তোৰ অতিথি মানে আমাৰ ঘৰখনৰে অতিথি। শুনিছা নমিতা শুনিছা এইয়া অতিথি- আজিৰ নিশাৰ অতিথি। আজি নিশা আমাৰ ঘৰত এই ছোৱালীজনী থাকিব।

সব্য ঃ কিবা খাবলৈ দিলি

হৰিমন ঃ নাই দিয়া...

সব্য ঃ মূৰ্খ। যা ভালকৈ খাবলৈ দে—

হৰিমন ঃ আহ সাদৰ কিবা এটা খাই লবি। আহ।

ঈশ্বৰ ঃ সাদৰ। তোমাৰ নাম সাদৰ। শুনিছা নমিতা এই ছোৱালীজনীৰ নাম সাদৰ। নামটোত বাৰু এটা গ্ৰাম্য কাব্যিকতা নাইনে? নাইনে বাৰু। ( নমিতা খণ্ডত গুচি যায়) যোৱা সাদৰ-আইজনী কিবা এটা খাই লোৱা (সাদৰক হৰিমনে লৈ যায়)

সব্য ঃ কিহৰ কাব্যিকতা। হা ছোৱালীৰ লগত কিহৰ কাব্যিকতা। লৰাৰ নামত তই কাব্যিকতা দেখিলিহেঁতেননে?

ঈশ্বৰ ঃ তুমি কিহৰ কাব্যিকতা বুজি পোৱা। লোহা লক্কৰ ভাঙি ফুৰিবা, হাতীয়ে খোৱাদি খাবা। তাৰ পাছত কাব্যিকতা কি বুজি পাবা।

সব্য ঃ হিংসা নেদেখিব। ইচ্ছা কৰিলেই যেনিতেনি ফুলাই দিব পৰা মাচুল কেইটা দেখি হিংসা নেদেখিব। তই মোৰ সমানেই খাব নেখালেও আধা খাব— চাৰিভাগৰ এভাগ খাব যেনিবা মোৰ চাৰিভাগৰ এভাগ উৱেইট ভাঙি দেখুৱাচোন।

ঈশ্বৰ ঃ উৱেইটৰ কথা নকবা- উৱেইটৰ কথা নকবা —

সব্য ঃ কম। দস্তুৰ মত কম। যদি উৱেইট থাকিলহেঁতেন, তোক এজনী ছোৱালীয়ে এনেকৈ বতাহে ফটা কাগজ উৰুৱাই নিয়াদি উৰুৱাই নিব নোৱাৰিলেহেঁতেন। মই ককায়েকটো থাকোতেই তই বিয়া পাতি নেপেতালিহেঁতেন। তোৰ উৱেইট নাই।

ঈশ্বৰ ঃ সেইটো কথাকেনো আৰু কিমান কৈ থাকা—

সব্য ঃ দুইশ বাৰ কম। মোৰ ইজ্জতত লাগে। মোৰ সন্মুখত মোৰ ভায়ে ভাই বোৱাৰীয়ে বিস্নাত উঠি ফুৰিবলৈ যায়- — সেইয়া দেখি ইজ্জতত লাগে মোৰ। ছোৱালীলৈ তোৰ ইমান লিলা। আৰু এই ছোৱালীজনী আহি ঘৰ সোমাইছেহিহে

মাত্র সি গ্রাম্য কাব্যিকতা দেখিলেই। সিমানেই তোৰ উৱেইট?

ঈশ্বৰ ঃ কিহৰ উৱেইট। উৱেইট চুৱেইটৰ লগত মোৰ সম্পর্ক নাই সেই বচ কৈ দিলো। উৱেইট ডাঙিবলৈ মোৰ প্রয়োজন নাই তোমাৰদৰে

সব্য ঃ উৱেইট নাডাঙিবা আৰু পাৱাৰো লাগিব, নহয়।

ঈশ্বৰ ঃ পাৱাৰ, পাৱাৰৰ লগত মোৰ সম্পর্ক কি। মই প্রতিবাদী মানুহ।

সব্য ঃ কি মানুহ; প্রতিবাদী মানুহ। চৰকাৰৰ প্রতিবাদী ডিপার্টমেন্টত তই চাকৰি কৰ নেকি?

ঈশ্বৰ ঃ তুমি ধেমালি নকৰিবা দেই। চৰকাৰৰ যিকোনো নীতিকে মই সদায় প্রতিবাদ কৰো— বিৰোধিতা কৰো। আৰু সেইবাবেই স্মাৰক পত্র দিবলৈ যোৱা দল দেখিলে মই ৰ'ব নোৱাৰো। প্রতিবাদ কৰোতে কৰোতে মই চাকৰিত চহী কৰিবলৈ সময় নাপাওঁ। মোৰ গাত যিমানবিলাক পুলিচৰ লাঠীৰ দাগ আছে — সেই সকলোবিলাকেই মোৰ প্রতিবাদী সত্বাৰ চার্টিফিকেট। তাৰ পাছত মোৰ প্রতিবাদ সম্বন্ধে সন্দেহ কৰিবলগীয়া কিবা আছে।

সব্য ঃ আছে। হেবৌ ভাল কুকুৰেও আঁডসী - একাদশীত ভাত নেখায়। কিন্তু তই এনে অসজাতি যে কাম নকৰাকৈ থাকিয়েই দৰমহা লবৰ দিনটোতো তই প্রতিবাদ কৰিবলৈ নেৰ। দৰমহা লোৱা দিনটোত তই প্রতিবাদ কৰিবলৈ এৰচোন তেতিয়াহে চাও তোৰ উৱেইট।

ঈশ্বৰ ঃ তুমি যা তা কথা কৈছা কিন্তু দেই যা-তা কথা কৈছা। তুমি জানানে এগৰাকী অতিথি আছে আমাৰ ঘৰত। মহিলা অতিথি। সেই মহিলা গৰাকীক এগৰাকী বিপদগ্রস্ত পিতৃয়ে আহি আমাৰ ঘৰত থৈ গৈছে। আমাৰ দায়িত্ব আৰু কর্ত্তব্য হোৱা উচিত সেই ছোৱালীজনীক নিৰাপত্তা প্রদান কৰা। কিন্তু আমি কৰিছো কি, নিজৰ মাজত ইজনে সিজনক বোকা চটিয়াইছো — দুর্নীতিগ্রস্ত চৰকাৰে বিৰোধী পক্ষলৈ বোকা চটিউৱাদি —

সব্য ঃ এই ঘৰটোৰ চালখন জকৰাকৈ তললৈ সৰি পৰিব নেকি যে ছোৱালীজনী বিপদত পৰিব। আমি ইমানবিলাক মানুহ এই ঘৰটোত থাকিব পাৰো তেনে এজনী চল্লিশ কেজি ওজনৰ ছোৱালী থকাত নিৰাপত্তাৰ অভাৱ ক'ত?

ঈশ্বৰ ঃ লোহা ভাঙি ভাঙি তোমাৰ মাথাটোত একো কোমল কথা নোসোমোৱা হ'ল। আমি এনে পৰিবেশ ৰচনা কৰিব লাগিব যে ছোৱালী জনীয়ে যাতে নিৰাপদ ফিল কৰে।

সব্য ঃ বুজিছো।

ঈশ্বৰ ঃ এতিয়া বুজিছে। ইমান কোঢ়াল কৰাৰ পাছত বুজিছে তেওঁ। অদৰকাৰত ইজনে সিজনৰ গালৈ বোকা চটিয়াই চিএৰ বাখৰ কৰিলে অতিথিয়ে ভয় খাব পাৰে। আমাৰ সম্মান যাব পাৰে। গতিকে মূল কথা হ'ল নিৰাপত্তা আৰু ঠাণ্ডা পৰিৱেশ —

সব্য ঃ That's the point. নিৰাপত্তা আৰু ঠাণ্ডা পৰিবেশ।

(প্রহ্লাদ ঢেংকৈ কাঁহীখন পেলাই দিয়ে। তাৰ পাছত সেইখন তুলি লৈ বজাবলৈ ধৰে)

প্রহ্লাদ ঃ ধিন তাকি নাকি ধিন.... শুনা শুনা সুৰ এটা বাজিছে — বাজি উঠিছে ধিন তাকি নাকি ধিন....

ঈশ্বৰ ঃ ভগবান ৰক্ষা কৰা। পৃথিৱীত সুৰ তুলিবলৈ আৰু ভাণ্ডৰ কাঁহীহে বাকী আছিল গৈ নে। অ' বোপাই প্রহ্লাদ অ' সুৰ তোলাৰ নামত তই কিয় ইমান অসুৰ হৈ পৰিছ বাৰু

প্রহ্লাদ ঃ কাঁহীত মোৰ সুৰ বাঁজিছে -শুনা শুনা —

সব্য ঃ কাঁহীত সুৰ তুলিব নেলাগে ভিতৰলৈ যা।

প্রহ্লাদ ঃ কিয় যাম। এইটো মোৰ ঘৰ। এইটো মোৰো ড্রইং ৰুম। ইয়াত তোমালোকে যদি কিবা কৰিব পাৰা মইয়ো কৰিব পাৰো -

ঈশ্বৰ ঃ সুৰ তোল ভাই — কিন্তু কাঁহীত কিয় তুলিছ

প্রহ্লাদ ঃ সব্যসাচী দাদা যদি পাৱৰ বাবে উপযুক্ত, তুমি যদি প্রতিবাদৰ বাবে উপযুক্ত, তেনে মোৰ কাঁহীত সুৰ তুলিবলৈ উপযুক্ত। মোৰ কাঁহীত সুৰ উঠিছে।

ঈশ্বৰ ঃ চোৱা দাদা, আজি এই লতাডালত এটা ধুনীয়া কলি পেলাইছে — ফুলিবই আৰু —

প্রহ্লাদ ঃ প্রসংগ সলাবলৈ যত্ন নকৰিবা

ঈশ্বৰ ঃ আমি আমাৰ ঘৰৰ ভিতৰত যিকোনো বিষয়ৰ ওপৰত কথা পাতিম। এটা ৰঙা ফুল —

প্রহ্লাদ ঃ তোমালোকে ফুলৰ কথা পাতা মই সুৰৰ কথা পাতো— — ধিন নাকি নাকি ধিন....।

ঈশ্বৰ ঃ শুন প্ৰহ্লাদ আমাৰ ঘৰত এগৰাকী অতিথি আছে— ছোৱালী।

প্ৰহ্লাদ ঃ ছোৱালী — আই আও ( কাঁহী বজায়)

সব্য ঃ অসভ্যালি নকৰিবি। ছোৱালীজনীয়ে কি বুলিব,

ঈশ্বৰ ঃ তাই অন্যক গৈ কি ক'ব।

প্ৰহ্লাদ ঃ কি ক'ব। অন্যক কি ক'ব। অন্যক কি ক'ব সেইটো মোৰ লুক আউট নহয়, ছোৱালী বুলি কওঁতে মোৰ কেনে লাগিল সেইটোহে গুৰুত্বপূৰ্ণ কথা।

ঈশ্বৰ ঃ ছোৱালীজনীক এজন বিপদগ্ৰস্ত পিতৃয়ে নিৰাপত্তাৰ আশ্বাস বিচাৰি ইয়াত থৈ গেছেহি। তাইক নিৰাপদে ৰখাটো আমাৰ দায়িত্ব তথা কৰ্তব্য।

সব্য ঃ ছোৱালীজনী কালিলৈ বাপেকে লৈ যাবহি। তাই যদি বাপেকক কয় আমি তাইক নিৰাপদে ৰাখিব নোৱাৰিলো, তেন্তে অলপ লাজৰ কথা নহ'বনে? হৰিমন হৰিমন (হৰিমন আহে) ছোৱালীজনীক ভালদৰে সোধ পোছ কৰ ভালকৈ খাবলৈ দে, ভালকৈ বিচনা পাৰি দে - শুন মাংস পেলোও ৰান্ধ পালেং পনিৰ ৰান্ধ আৰু তাইক ভালকৈ খাবলৈ দে। তাই যাতে আমাৰ ঘৰৰ বিষয়ে একো বেয়াকৈ কব নোৱাৰে কাকো - বুজিলি

হৰিমন ঃ হেঃ হেঃ হেঃ

ঈশ্বৰ ঃ হাঁহিছ যে-

হৰিমন ঃ তাইনো কি ক'ব। তাইতো বোবা। তাই যি পাব বা নেপাব সেইয়া কালিলৈ বাপেকৰ ওচৰত আমি নিজেহে ক'ব লাগিব। আজি ৰাতিটো বোবা ৰাতি— যি হ'ব বা নহ'ব তাই একো ক'ব নোৱাৰে। আপোনালোকে বা মই কম বাপেকক, কালিলৈ পুৱা, বোবা নিশাৰ কথা। (ভিতৰলৈ যায়)

প্ৰহ্লাদ ঃ বোবা ছোৱালীজনী বোবা

সব্য ঃ তাই কথা ক'ব নোৱাৰে (যায়)

ঈশ্বৰ ঃ হয় হয় তাই বোবা ( যায়) (হৰিমনে সাদৰক লৈ আনে।)

হৰিমন ঃ সাদৰ তই ইয়াতে বহ। মই ৰন্ধা বঢ়া কৰোঁগৈ, একো দিগদাৰী নাপাব। দেই। (যায়)

প্ৰহ্লাদ ঃ ঐ ছোৱালী। শুন শুন। মই কিবা এটা বজায় শুনাও। (কাঁহীখন বজাম) শুনিছনে নাই। শুন শুন । (নাচি নাচি বজায় - সাদৰে হাঁহে) ৰাতি হ'ল ক'ব পাৰ। তই হাঁহিবলৈ আহিছ। ছোৱালী তই হাঁহিছ। হাঁহ হাঁহ। হাঁহ। (সাদৰে ভয়েৰে চায়)

প্ৰহ্লাদ ঃ মানুহবোৰে মোক বুজি নেপায় কিয়। এই ছোৱালী গান এটা গা। তই বোবা। ফাকি। তই গান গাব পাৰিবি গা। কথা কব নোৱাৰিলেও গান গাব পাৰিবি গা। (সাদৰে হাঁহে) তই হাঁহিব পাৰ। গানো গাব পাৰিবি গা। মই বজাও তই গা। (নাচি নাচি বজায়) তই হাঁহিছ - হাঁহিছ তই। মোক ইনচান্ট কৰিছ। তোক ৰবি ৰবি তোক। তোক মই কি কৰো চাবি। (তাইক খেদি ফুৰে) গা-গান গা কি গান নেগায়। তেনে নাচ। নাচ। নেনাচ নেনাচ যদি মোক মৰম কৰ। দুয়োখন হাতেৰে মোক মৰম কৰ। নকৰ। কেনেকৈ নকৰ চাম ৰহ। ৰহ ছোৱালী ৰহ। তোক আজি মই। (ভিতৰলৈ গৈ ৰচী এডাল লৈ আহে — তাইৰ দুয়োখন হাত বান্ধে) ব'ল ওপৰলৈ ব'ল। মোৰ কোঠালৈ বল। তাত মোক মৰম কৰিবি ব'ল। ব'ল। (টানি টানি নি থাকে। হৰিমন আহে হাতত এডাল লাঠী)

হৰিমন ঃ এই। তাই মোৰ জিম্মাত আছে। মই তাইৰ ৰখীয়া। কোনো কাৰণতে তাইৰ গাত আঁচোৰ লাগিবলৈ মই দিব নোৱাৰো। এৰিদে

প্ৰহ্লাদ ঃ এই কি কলি কি কলি তই মোক। লাঠী দেখুৱাইছ। মোক লাঠী দেখুৱাইছ। (খেদি আহে। হৰিমনে তাক লাঠীৰে মাৰ দিয়ে — প্ৰহ্লাদ বাহিৰলৈ যায়)

প্ৰহ্লাদ ঃ মানুহে মোক বুজি নেপায় কিয় (যায়)। কাৰো পৰা একো বিপদত পৰিবলৈ নিদিও। (ৰচীৰ বান্ধ খুলি ৰচীডাল তাতে পেলাই থৈ দিয়ে)

হৰিমন ঃ চিন্তা নকৰিবা। তোক মই নিৰাপদে ৰাখিম।

সব্য ঃ (আহি) কোনে চিঞৰ বাখৰ কৰিছিল - হৰিমন ।

হৰিমন ঃ প্ৰহ্লাদে। মই বোলো ঘৰখনত অশান্তি কৰি নেথাকিব। অলপ ওলাই যোৱা ফুৰি আহাগৈ। তাতে চিঞৰ দুটামান মাৰি ওলাই গৈছে —

সব্য ঃ ওলাই গৈছে কলে ওলাই গৈছে। (বাহিৰলৈ চায়) হৰিমন সৌৱা ৰাস্তাৰ কাষত গছজোপাৰ তলত কি জ্বলাইছে অ' যোৱা দেখিছো

হৰিমন ঃ দুদিনমানৰ পৰা এজন বাবা আহি বহিছেহি মন কৰা নাই আপুনি। তাতে ধুনা জ্বলাইছে।

সব্য ঃ বাবা। ধুনা জ্বলাইছে। বাবা বিলাকে ভূত ভৱিষ্যত গণনা কৰিব পাৰে নহয়নে।

হৰিমন ঃ ঔ আই। ভূত ভৱিষ্যত গণনা কৰিব নোবাৰিলে বাবা কিহৰ। আপুনি হাত দেখুৱাব নেকি ?

সব্য ঃ দেখুৱাব লাগিব। ইমান শক্তি থকাৰ পাছতো ফাইনেলত মই হাৰি যাওঁ কিয় সদায়। চেম্পিয়ন নহওঁ — নিশ্চয় কিবা দোষ আছে —

হৰিমন ঃ আপোনাৰ যিটো খাদ্য ভাণ্ডাৰ, সেইটো দেখিতো মই সদায়েই চেম্পিয়ন বুলি মানি আহিছো। কিন্তু খেলত কিয় চেম্পিয়ন হোৱা নাই জানো।

সব্য ঃ নিশ্চয় গ্ৰহৰ দোষ আছে। অদৃশ্য শক্তিৰ হাত আছে। মোৰ হাতখন দেখুৱাব লাগিব। হাতৰ ৰেখা। হাতৰ ৰেখা পৰীক্ষা নকৰাকৈ আৰু প্ৰতিযোগিতাত নেনামো লাভ নাই। (সাদৰক দেখে) সাদৰ তোমাৰ হাতখন দিয়াচোন। চাও। মোৰ খুউব ইচ্ছা হয় জানা। হাতৰ ৰেখাবিলাক গৱেষণা কৰিবলৈ। হাতৰ ৰেখাতে নিহিত হৈ থাকে মানুহৰ ব্যক্তিত্ব। দিয়াচোন তোমাৰ হাতখন। দিয়া। ইচ তুমি লাজ কৰিছা। নকৰিবা আকৌ। (হৰিমনে কাণ্ড দেখি বাহিৰলৈ দৌৰ মাৰে) আচলতে তুমি ইমান ডাঙৰ কোঠা এটাত মোক হাত দেখুৱাবলৈ লাজ কৰিছা। ব'লা মোৰ কোঠালৈ যাওঁ। মোৰ কোঠালৈ যাবা। লাজ নকৰিব ব'লা। (হাতত ধৰে সাদৰে ওভোটাই টানে) আস। তুমি যিমান লাজকুৰীয়া সিমান অকৰাও। তুমি কাৰ ওচৰত শক্তি দেখুৱাইছা জানা। হাঃ হাঃ হাঃ সম্ভৱ জানো। মোৰ উৱেইট জানা। তুমি এজনী লাজকুৰীয়া চল্লিশ কেজি ওজনৰ ছোৱালী। তুমি জোৰ কৰি কি লাভ। মই চেম্পিয়ন হোৱাৰ যোগ্য মানুহ গতিকে অযথা জোৰ নেদেখুৱাবা হা। (বাবা এজন আহে)

বাবা ঃ জয় বাবা ত্ৰিলোকনাথ। জয় বাবা ত্ৰিলোকনাথ।

সব্য ঃ বাবা। আপুনি নমস্কাৰ।

বাবা ঃ অথিৰ। জন ধন সকলো অথিৰ। এই জগতত একো নাই। দুদিনৰ অতিথি। এই জগতত সকলো দুদিনৰ অতিথি।

সব্য ঃ আপোনালোকে হাত চাইনে —

বাবা ঃ হাতৰ ৰেখাত নিহিত থাকে ভৱিষ্যতৰ।

সব্য ঃ মোৰ ভৱিষ্যত বৰ্ণনা কৰক। অদৃশ্য শক্তিয়ে কোন ঠাই আস্থান লৈ মোক চেম্পিয়ন হোৱাৰ পৰা বিৰত ৰাখিছে কওঁক।

বাবা ঃ অসাৰ সংসাৰত এই বিলাকৰ কি মূল্য। (প্ৰেচাৰ কুকাৰৰ হুইচেল বাজে) চৌপাশত গৰম মছলাৰ গোন্ধ। নিশ্চয় আমিষ পকোৱা হৈছে।

সব্য ঃ মোৰ হাত চাওক বাবা- চেম্পিয়ন হোৱাত বাধা ক'ত কওঁক বাবা (হাত চায়)

বাবা ঃ আপোনাৰ বৃহস্পতি স্থানত এটি দোষ আছে বৃহৎ গ্ৰহ। চন্দ্ৰ ভাল সুখ্যাতি আছে, কিন্তু ।

সব্য ঃ কিন্তু কি —(বাবাই সব্যসাচীৰ হাত ধৰি আগবাঢ়ি যায়— আচম্বিতে সব্যসাচীৰ হাতখন খোলখাই বাবাৰ হাতত গুচি যায়। বাবাই কৈ কৈ গৈ থাকে অলপ পাছে পাছে সব্যসাচী গৈ বাহিৰ হৈ যায়)

বাবা ঃ কিন্তু সামান্য অসুবিধা আছে। শেষ মুহূৰ্ত্তত আপোনাৰ কীৰ্ত্তি ম্লান হৈ যায়- এটি গ্ৰহৰত্ন ধাৰণ কৰিব লাগিব। (যায়)

হৰিমন ঃ (আহি) আহ আহ। নিশ্চিন্তে থাক। মই ৰথীয়া। তইয়ে মইয়ে একে গাৱঁৰ একে ঢাপৰ মানুহ। মই আছো। নিশ্চিন্তে থাক। সিহঁতৰ লগত থাকিলো বুলিয়েই মই একে হৈ যোৱা নাই। (প্ৰেচাৰ কুকাৰৰ হুইচেলৰ শব্দ)

হৰিমন ঃ অ' সেইসোপা চাগৈ সোপাই পিঠা হ'ল। (ভিতৰলৈ যায় হৰিমন। ঈশ্বৰ আহে)

ঈশ্বৰ ঃ আচলতে বোবা কলা বিলাকৰ এটা সংগঠন থাকিব লাগে। সেই সংগঠন বিলাকৰ কিছুমান গেষ্ট হাউচ থাকিব লাগে। সেই গেষ্ট হাউচ বিলাক সম্পূৰ্ণ সুবিধাৰে পূৰ্ণ থাকিব লাগে। এনে অসুবিধা হ'লে তাত তোমালোক থাকিব পাৰিবা। আচ্ছা। এনে এটা গেষ্ট হাউচৰ দাবীত তোমালোকে উপায়ুক্তক এখন স্মাৰক পত্ৰ দিব পাৰা। স্মাৰক পত্ৰ কেতিয়াবা দিছানে ? সোনকালেই দিব লাগিব জানা সাদৰ। মই লিখি দিম। ৰ'বা মই লিখি দিম। (কাগজ উলিয়াই) ৰ'বা মই লিখিম। স্মাৰক পত্ৰ লিখি লিখি মোৰ অভ্যাস হৈছে। মোৰ মুখতে থাকে সেই ভাষা। ৰবা লিখি লৈছো। স্মাৰক

পত্ৰ দিবলৈ চৰকাৰৰ প্ৰতি এটা ঘৃণা- এটা বিদ্বেষ সোমাই গৈছে...। ওঁ হে গ'ল। ইয়াত চহী কৰা। চহী কৰা। তোমাৰ হাতেৰে, ধৰা আকৌ কলমটো। অ' মাই গড, তোমাৰ হাত দুটা ইমান কোমল।

নমিতা ঃ ৰাক্ষসিনী। মোৰ ঘৰ ধ্বংস কৰিবলৈ আহিলি। ওলাই যা ওলাই যা। প্ৰথম বিবাহ বাৰ্ষিকীৰ দিনাই তই মোক ইমান জ্বালা দিছ। তই ৰাক্ষসিনী। মোক এনেদৰে বান্ধি ঈশ্বৰ তোৰ ওচৰলৈ গৈছে– তই ৰাক্ষসিনী... (হৰিমন ওলাই আহে। আহি Tape recorder অন কৰে। গ্ল'গান বাজি উঠে।)

ঈশ্বৰ ঃ ক'ত শোভাযাত্ৰা, ক'ত। ইমান ৰাতি .

হৰিমন ঃ সৌৱা। ৰাস্তাইদি পাৰ হৈ গৈছে। বহুত দীঘল শাৰী। স্মাৰক পত্ৰ দিবলৈ গৈছে।

ঈশ্বৰ ঃ স্মাৰক পত্ৰ দিবলৈ গৈছে আৰু মই আৰামত চোফাত বহি আছো। ধিক্কাৰ। (ঈশ্বৰ যায়। নমিতা যায়। হৰিমন আহে)

হৰিমন ঃ নাই নাই নাই। সকলো শত্ৰু শেষ। হৰিমন আৰু তই সাদৰ। খোৱা বোৱাৰ বন্দবস্ত কৰো নহয় জানো। যাওঁ। আৰে। আৰে। সাদৰ, মোৰ জিভাখনৰ কি হৈছে বাৰু। মোৰ জিভাখনৰ কি হৈছে বাৰু। এনে ইচ্ছা হৈছে যেন সৌ জখলাদালেদি বগাই ওপৰলৈ উঠি যাব আৰু ৰঙা ফুলপাহ চেলেকি পেলাব। জিভাখন যেন মোৰ দীঘল হ'ব লাগিছে। ঈশ্বৰ সব্যসাচীহঁতৰ লগত থাকি মোৰ জিভাই জুতি সলায়েই পেলালে হবলা। মোৰ জিভাখন মোৰ জিভাখন .... (হৰিমনে সাদৰৰ হাত দুখন বান্ধে আৰু জিভা মেলি জখলা বগায়। সাদৰে ভংগী দিয়ে অকলে। Direction এটা সামৰণি যেন হয়। পুনৰ যেতিয়া আৰম্ভ হয় তেতিয়া দেখা যায় সাদৰ এঠাইত পৰি আছে হৰিমন বহি আছে। সব্য আহে।)

সব্য ঃ অহাযোৱাহে হ'ল অ' ৰাতিটোত দেৱাই দুটা দি ৰাতিয়েই আকৌ উভতি খোজ ললো। পুৱাই বোলো ছোৱালীজনী লৈ যাওঁ। আৰে সাদৰ আৰে সাদৰ .. সাদৰ.... তোৰ কি হ'ল? সাদৰ তোৰ কি হ'ল?

হৰিমন ঃ মই নোৱাৰিলো সব্য কাই। মই নোৱাৰিলো। মই প্ৰহ্লাদৰ পৰা ৰক্ষা কৰিলো, ঈশ্বৰ প্ৰসাদৰ পৰা ৰক্ষা কৰিলো, আনকি সব্যসাচীৰ শক্তিৰ পৰাও ৰক্ষা কৰিলো, কিন্তু মই সাদৰক নিজৰ পৰা ৰক্ষা কৰিব নোৱাৰিলো... নোৱাৰিলো সব্য কাই। ঈশ্বৰ প্ৰসাদ সব্যসাচীহঁতৰ ঘৰত থাকি থাকি হৰিমনৰ মন বহু সলনি হ'ল সব্য কাই। সাদৰ মোৰ ওচৰত নিৰাপদে নেথাকিল। মই সাদৰক ৰক্ষা কৰিব নোৱাৰিলো।

<u>সমাপ্ত</u>

# গণতন্ত্ৰত এদিন গধূলি

**নাট্যকাৰ # সপোনজ্যোতি ঠাকুৰ**

**চৰিত্ৰসমূহ—**

১. তৰুলতা ২.ৰাজখোৱা । ৩. কাঠ বৰুৱা।
৪. শেখৰ। ৫. মহন্ত।

**(মঞ্চ ইমান আন্ধাৰ যে কি কি আছে ধৰিব নোৱাৰি। এটা নাৰী মূৰ্ত্তি বুলি মাত্ৰ ধৰিব পৰাকৈ নিজৰ বাওঁফালৰ পৰা তৰুলতা আহে)**

**তৰুলতা :** দাদা অ দাদা; নাই নেকি ক'ত গ'ল? দাদা কেনিবা গ'ল নেকি? নাযায় নহয় দাদা অ' দাদা

**ৰাজখোৱা :** (অদৃশ্য) কোন তৰুলতা নেকি?

**তৰুলতা :** অ' আপুনি আন্ধাৰে মুন্ধাৰে কি কৰিছে।

**ৰাজখোৱা :** কিবা এটা বিচাৰি আছো।

**তৰুলতা :** এই আন্ধাৰত কি বিচাৰি আছে।

**ৰাজখোৱা :** বিচাৰিবলৈ আৰম্ভ কৰোতে লাইট আছিল, হঠাৎ ল'ড শ্বেডিং, এন্ধাৰতে বিচাৰি আছো।

**তৰুলতা :** কিন্তু বিচাৰিছে কি এই এন্ধাৰত।

**ৰাজখোৱা :** যিটো বস্তু বিচাৰিছো সেইটো আন্ধাৰতে লাগে। তৰুলতা নিজৰ সোঁফালে সোমায় যায়, শকত মম এডাল জ্বলাই সোমাই আহে মঞ্চত পোহৰ হয় মঞ্চৰ মাজত এখন টেবুল, টেবুলৰ ওপৰত কলম কাগজ। পিছফালে মাজত দৰ্জা থকা এটা পাৰ্টিশ্যন এখন ফলি লিখা আছে "গণতন্ত্ৰ ছপাশাল" অন্য এখন ফলিত লিখা আছে "ভাৰতীয় ষ্টেট বেংকৰ ওচৰত ঋণবদ্ধ" চকী দুই এখন। মম আনি টেবুলৰ ওপৰত থয়)

**তৰুলতা :** দাদা (টেবুলৰ কাষৰ পৰা ৰাজখোৱা উঠে)

**ৰাজখোৱা :** এৰাহে মই এই মমডালকে বিচাৰি আছিলো। লাইট যাব বুলি আগতে সাবধান হ'ব খোজোতেই গ'লেই লাইট। তুমি আন্ধাৰে মুন্ধাৰে মমডাল ক'ত পালা।

**তৰুলতা :** মেচিনৰ ওচৰৰ টাইপৰ টেবুলখনৰ কাষতে জুইশলাটোৰ সৈতে দেখা মনত আছিল।

**ৰাজখোৱা :** অ'.... পাছে এটা কথা নহয়,তুমিনো কি মন কৰি আহিলা এন্ধাৰে-মুন্ধাৰে . . কিবা এৰি গৈছিলা নেকি?

**তৰুলতা :** কেলেই দাদাই পাহৰিলেনেকি ? মোক আজি সন্ধ্যা মাতি পঠাইছিলে আজিয়েই দিয়াৰ কথা নাছিল জানো?

**ৰাজখোৱা :** কি তাৰিখনোহে আজি?

**তৰুলতা :** ক'ব নোৱাৰো। আপুনি ৰাতিপুৱাই কৈছিল, সেয়েহে মই আহিলো।

**ৰাজখোৱা :** অ'।

**তৰুলতা :** দাদা সোনকালে দিয়ক।মোৰ দেৰি হৈছে যাওঁগে।

**ৰাজখোৱা :** দেৰি হৈছে নহ'বনে। ছোৱালী মানুহ এন্ধাৰে-মুন্ধাৰে যাবাগৈনো কেনেকৈ। উভতি যাব পাৰিবা অকলে।

**তৰুলতা :** জানো পাৰিম চাগৈ। সোনকালে কৰক।

**ৰাজখোৱা :** তোমাকনো কিমান দিবলৈ আছেহে।

**তৰুলতা :** বহীত নাই জানো লিখা।

**ৰাজখোৱা :** বহীত আছে। কিন্তু বহীখন বা ক'ত আছে। সেইখন বিচাৰি ক'ত পাওঁ এতিয়া এন্ধাৰে-মুন্ধাৰে।

**তৰুলতা :** দাদা দিয়ক সোনকালে যাওঁ।

**ৰাজখোৱা :** কিমাননো দিবলৈ আছেহে?

**তৰুলতা :** আজিলৈকে দুমাহৰ দৰ্মহাহে দিছে চাৰিশকৈ দিম বুলি কৈছিল। আজি চাৰি মাহৰ দৰ্মহা দিয়াৰ কথা,সেই হিচাবত ১৬০০ টকা দিব লাগে।

**ৰাজখোৱা :** যোল্লশ টকা নহয়? দিম ৰবা দিম। মানে কথা হ'ল কি তোমাক যে মাতিলো এই সময়তে তাৰো কাৰণ আছে। মানুহ এজনে কিছু টকা দিয়াৰ কথা আছিল এই সময়তে দিয়াহি নাইহে। দিবহি ৰ'বা অকণমান, দিলেই মই তোমাক দিব পাৰিম।

**তৰুলতা :** দাদাই সেইদৰে সদায় সদায় কৈ থাকে। আজি নিদিলে নহব কিন্তু।

**ৰাজখোৱা :** অ– দিম। আজিয়েই দিম অকণমান ৰ'বা। তেওঁ মোক দিব। মই তোমাক দিম। ব্যৱসায় তেনেকুৱাই। এইফালে আমি লওঁ, সেইফালে আমি দিওঁ।

**তৰুলতা :** আপুনি মোক ব্যৱসায় শিকাব নালাগে দিয়ক। সোনকালে যাওঁ।

**ৰাজখোৱা :** হেৰা কিহৰ গৰজ পৰিছেহে নিজৰ খাই লোকক কথা শিকাবলৈ তথাপি নিজৰে মানুহ এজনী দিয়াচোন......

**তৰুলতা :** কি?

**ৰাজখোৱা :** এৰা দিয়াচোন নিজৰ প্ৰেছৰ ছোৱালী এজনীক দুই এটা কথা শিকাই ললে নিজৰে সুবিধা হব দিয়াচোন।

**তৰুলতা :** সেইবোৰ পাছত শিকাব। এতিয়া মোক দিব খোজা টকা কেইটা দিয়ক? মই যাওঁ।

**ৰাজখোৱা :** অ' ৰ'বা আক' মোক দিয়ক মইয়ো দিম।

**তৰুলতা :** কিমান বৈ থাকিম ইফালে ৰাতি হৈ আহিছে।

**ৰাজখোৱা :** তেন্তে এতিয়া যোৱা। কাইলৈ পুৱা নিবা (Pause) অ' নেলাগে নেলাগে মোক পইচা দিয়েহি যদি মই আক' কৰবাত খৰচ কৰি পেলাম তোমাক দিব লগীয়া কেইটা।

**তৰুলতা :** কিমান সময় বৈ থাকিম ইফালে ৰাতি হৈ আহিছে।

**ৰাজখোৱা :** মই কিবা জানোনে? কেতিয়া দিবহি। দিব আৰু মইয়ো তোমাক দিম।

**তৰুলতা :** তেনে এতিয়া বৈ থাকিব লাগিব।

**ৰাজখোৱা :** লাগিব ছাগে।

**তৰুলতা :** (বাহিৰলৈ চায়) ৰাতিও হৈ আহিছে। বতৰো ভাল নহয়। বতাহ মাৰি আছে। বৰষুণো দিব হ'বলা। চাওক বতাহো মাৰিছে। (বতাহ মাৰে, মমৰ শিখাডাল কঁপি উঠে। ৰাজখোৱা দৌৰি আহে)

**ৰাজখোৱা :** আনাচোন আনা কিবা এখন বতাহত মমডাল নুমাব এতিয়া।

**তৰুলতা :** ৰ'ব। (দুয়ো বিচাৰি দুখন ডাঠ কাগজ আনি মমডাল ঢাকি ধৰি বৈ থাকে)

**ৰাজখোৱা :** বৰষুণ দিবনেকি?

**তৰুলতা :** অ' মই কেনেকৈ ঘুৰি যাম?

**ৰাজখোৱা :** তোমাৰ ঘৰত কোন কোন আছে?

**তৰুলতা :** ভাই এটা আছে থকা নথকা একে কথা। পংগু উঠিবই নোৱাৰে।

**ৰাজখোৱা :** ছেঃ বতাহ বেছিকৈহে মাৰিছে। বৰষুণ দিবই হ'বলা।

**তৰুলতা :** টেবুলখনৰ ওচৰত পানী নপৰে জানো?

**ৰাজখোৱা :** পৰে, অঁ তাত কিবা এটা পাতিব লাগিব।

**তৰুলতা :** সদায়ে পাতে যে প্লাষ্টিকৰ চৰিয়াটো ক'ত আছে।

**ৰাজখোৱা :** বাহিৰলৈ নিছিলো কিবা পেলাবলৈ বাহিৰত থাকিল হ'বলা।

**তৰুলতা :** মই কিন্তু এতিয়া আন্ধাৰত আনিবগৈ নোৱাৰোঁ।

**ৰাজখোৱা :** (Pause) তুমি ঘৰত অকলে থাকিবলৈ ভয় নকৰানে।

**তৰুলতা :** কৰিলে জানো চলিব।

**ৰাজখোৱা :** অ' (বুজে Direction, music)

**তৰুলতা :** মই কিমান সময় বৈ থাকিম অ' দাদা ।

**ৰাজখোৱা :** বতাহটো অকণমান কমিছে কাগজখন এৰি দিয়া (দুয়ো কাগজখন এৰি আঁতৰি আহে)

**তৰুলতা :** অ' দাদা বতৰটো বেয়া আপোনাক পইচা দিবলৈ থকা মানুহজন নাহিবও পাৰে নেকি?

**ৰাজখোৱা :** আহিবও পাৰে। (কিবা টেবুলত বিচাৰি থাকে)

**তৰুলতা :** একো নকৰাকৈ এনেকৈ বৈ থাকিবলৈ বৰ আমনি লাগে।

**ৰাজখোৱা :** ক'ত থ'লো জানো অ' এইখন- (কাগজ এখন বিচাৰি লয়)

**তৰুলতা :** কি?

**ৰাজখোৱা :** (পঢ়ে) শ্ৰী শ্ৰী প্ৰজা পতয়েঃ নমঃ সবিনয় নিবেদন কমা অহা চাৰি বহাগ শুকুৰবাৰে - হেৰা তৰুলতা চাৰি বহাগ শুকুৰবাৰ হয় জানো চোৱাচোনহে (তৰুলতাই কেলেণ্ডাৰ চায়)

**তৰুলতা :** নহয়, বৃহস্পতিবাৰ।

**ৰাজখোৱা :** এতিয়া মই যদি নেচালোহেঁতেন, যদি

নেচাপোহেঁতেন দিয়াৰ দৰে যদি মই ছপা কৰি দিলোহেঁতেন।

**তৰুলতা ঃ** কাৰ চিঠি চিনাকি মানুহ নেকি?

**ৰাজখোৱা ঃ** চিঠিৰে নিমন্ত্ৰণ কৰা বাবে ত্ৰুটী মাৰ্জনা কৰে যেন। ইতি বিনয়াৱনত শ্ৰীসুৰ্দশন ভৰদ্বাজ, ভৰদ্বাজ কাশ্যপ। – আজিকালি নতুনকৈ আমদানি কৰা উপাধি নহয় নে তৰুলতা।

**তৰুলতা ঃ** অ' হয় ক'ৰ মানুহনো?

**ৰাজখোৱা ঃ** ভৰদ্বাজ ভৰদ্বাজ ঠিকেই আছে। দঁ" ই বঁ " দ্ব। ঠিকেই আছে। বিবাহৰ স্থান সেউজপুৰ চাৰি আলি তাৰিখ-হেৰা তাৰিখটো যিদিনা ছপা কৰা সেইদিনাৰ দি দিবা।

**তৰুলতা ঃ** কাহানিকৈ লাগিব।

**ৰাজখোৱা ঃ** পৰহিলৈ পাছবেলা নিবলৈ আহিব বুলি কৈছে।

**তৰুলতা ঃ** বৰষুণ দিব এতিয়া যাম কেনেকৈ বৰষুণ দিয়াৰ আগতে এতিয়াই গুচি গ'লেও মোৰ দিগদাৰ হ'ব। দাদা কোনোবা এজন আহিছে নেকি।

**ৰাজখোৱা ঃ** তুমি ভবাজন নহয়। (কাঠবৰুৱা আহে। হাতত এমুঠি ৰচিদৰ কাগজ) অ' কাঠবৰুৱা আহক আহক।

**কাঠবৰুৱা ঃ** এইবোৰ কি?

**ৰাজখোৱা ঃ** এইবোৰ মোক দেখুৱাইছে কিয়?

**কাঠবৰুৱা ঃ** এইবোৰ দেখুৱাবলৈ উপযুক্ত মানুহ অন্য মানুহ আৰু বিচাৰি পোৱা নাই।

**ৰাজখোৱা ঃ** এইবোৰ দেখোন বেলেগ বেলেগ সংগঠনৰ ৰচীদ।

**কাঠবৰুৱা ঃ** অ' বেলেগ বেলেগ সংগঠনৰ। চাওঁক। ভালকৈ চাওঁক। মোৰ সম্মুখতে নামবোৰ ডাঙৰকৈ পঢ়ক।

**ৰাজখোৱা ঃ** হেৰি, মোক আদেশ দিয়াৰ নিচিনা কৰিছে দেখোন।

**কাঠবৰুৱা ঃ** কি ক'লে,মই আদেশ দিছো আৰু আপুনি কৈছে আদেশ দিয়াৰ নিচিনা কৰিছো।

**ৰাজখোৱা ঃ** কি কৈছে পোনাই কওঁকচোন আপোনাৰ কথাবোৰ সদায় বেকা বেকা।

**কাঠবৰুৱা ঃ** শুনক তেনে এই....

**তৰুলতা ঃ** হেৰি নহ'লে মই......

**কাঠবৰুৱা ঃ** অ' মই দেখাই নাই, এইজনী কোন। বিয়া বাৰু কৰালে নেকি? ক'তা কপালত....

**ৰাজখোৱা ঃ** ছিঃ ছিঃ কথাবোৰ কয়- এইগৰাকী মোৰ এমপ্লয়ী। ছিঃ ছিঃ

**কাঠবৰুৱা ঃ** এই তিনি সন্ধ্যাৰ এসন্ধ্যা ইয়াত কি কৰিছা। Day and night কাম চলে নেকি আপোনাৰ গণতন্ত্ৰ প্ৰিণ্টাছত। ইফালে দেখোন ইলেকট্ৰি-চিটিও নাই।

**তৰুলতা ঃ** হে'ৰি নহলে দাদা।

**কাঠবৰুৱা ঃ** কি হ'ল? অ' তোমাৰ বৈ থাকি আমনি লাগিছে নহয়। এটা কামকে কৰা তুমি গুচি যাব নেলাগে। আহিলেই তোমাক দিব পাৰিম। এনেয়ে থাকি ব'ৰ হৈছা। তেনেহ'লে এটা কামকে কৰা এই বিয়াৰ চিঠিখনকে কম্প প'জ কৰাগৈ যোৱা।

**তৰুলতা ঃ** এন্ধাৰে -মুন্ধাৰে কেনেকৈ কৰিম মই।

**ৰাজখোৱা ঃ** এই মমডাল লৈ যোৱা ।

**তৰুলতা ঃ** মমডাল লৈ গ'লে ইয়াত এন্ধাৰ নহ'ব....

**ৰাজখোৱা ঃ** একো নহয়। ইয়াত আন্ধাৰ হলেও একো নহয়। এখেতে মোক কিবা কবহে? কথাবোৰ মই শুনিবহে লাগিব। মই এখেতৰ মুখখন দেখি থকাৰটো কোনো দৰকাৰ নাই- মই ৰেডিঅ'ত শুনাদি শুনিম।

**কাঠবৰুৱা ঃ** আপোনাৰ মুখখন মই দেখি থকাৰ দৰকাৰ আছে। মই টিভিত চোৱাদি চাম।

**ৰাজখোৱা ঃ** ধেৎ তেৰি। বিপদত পৰি গলো নহয়। কি কৰা যায়। অ' ৰ'বা ৰ'বা এই মমডাল এইখিনিতে থও। কষ্ট হ'লেও তুমি পোহৰ পাই থাকিবা, মোৰ মুখখনো এখেতে দেখি থাকিব। হেৰি কাঠবৰুৱা Manage হৈছে বুজিছা। মোৰ মুখখনৰ Profile দেখি থাকিলেই বাৰু আপোনাৰ হ'বনে?

**কাঠবৰুৱা ঃ** উস হ'ব হ'ব। যেনে তেনে শ্ৰীমুখখনৰ এচোৱা দেখিলেই হ'ব।

**ৰাজখোৱা ঃ** ধন্যবাদ। ৰ'বদেই (মমডাল ওপৰৰ অংশলৈ নিয়ে) যোৱা তৰুলতা এইখিলা লৈ যোৱা।

**তৰুলতা ঃ** কি টাইপ দিম।

**ৰাজখোৱা ঃ** বিয়াৰ কথা। কি টাইপ দিলে ভাল লাগে দিবা। ৰ'বা ৰ'বা এইখিনিতে এটা পখিলা দি দিবা। পখিলা, শ্ৰী শ্ৰী প্ৰজা পতয়ে নমঃ। ভাল লাগিব। চিয়াঁহীটো সোণালী দিব লাগিব। মনত ৰাখিবা দেই। ভাল লাগিব বিয়াৰ কথা।

**কাঠবৰুৱা ঃ** এখেতে ইয়াত কিমান দিন হ'ল?

**ৰাজখোৱা ঃ** হ'ল হ'ল দিন হ'ল? অভিজ্ঞতা সম্পন্না ।

**কাঠবৰুৱা ঃ** তেনেহ'লে এইবোৰ কিহৰ ট্ৰেইনিং হে এই তিনিসন্ধ্যাৰ এসন্ধ্যা।

**ৰাজখোৱা ঃ** কওঁক কওঁক তৰুলতা যোৱা মোৰ মুখখনলৈ চাওঁক আৰু কওঁক কি কয়।

**কাঠবৰুৱা ঃ** এইবোৰ এই ৰচিদবোৰ....

**ৰাজখোৱা ঃ** মোৰ প্ৰেছত ছপা হোৱা নাই হ'বলা। কিবা বানান-তানান বা ব্যাকৰণ ভুল থাকিব পাৰে।

**কাঠবৰুৱা ঃ** আজিকালি বিনামূলীয়া পাঠ্যপুথিৰ বাহিৰে অন্যত এনেবোৰ ভুল থাকিলে গ্ৰাহকে নিনিয়েহে। বানান ভুল নথকা বাবেহে আহিব লগা হ'ল। পঢ়ক। নেলাগে মই খোদ পঢ়িছো। এইখন সদৌ অসম মহিলা সন্মিলন বৰঙণি এশ টকা, এইখন ৰঙাখন মধুপুৰ আঞ্চলিক যুবক সংঘ বৰঙণি তিনিশ এটকা। ৰাজখোৱা দুৰ্গোৎসব বৰঙণি একাৱন টকা। সদৌ অসম নিবনুৱা যুৱতী সন্মিলন দুশ একাৱন টকা আৰু এইবোৰ এই আটাইবোৰ চাওঁক ।

**ৰাজখোৱা ঃ** কি চাব লাগে।

**কাঠবৰুৱা ঃ** ইয়াত সকলোতে বানান-তানান ভুল নথকা এটা নাম চিয়াঁহীৰে লিখা আছে চাওঁক (দেখুৱাই)

**ৰাজখোৱা ঃ** দিয়ক। আৰে আপত্তিজনকটো একো নাই ইয়াত। চিয়াঁহীৰ মোৰ নামটো লিখা আছে। মই বৰঙণি দিছো তাত আপোনাৰ আপত্তি কৰিব লগা কি আছে।

**কাঠবৰুৱা ঃ** কি মোৰ আপত্তি কৰিব লগা নাই– তেনে কাৰ আছে– ?

**ৰাজখোৱা ঃ** মই বৰঙণি দিলো তাত আপোনাৰ আপত্তি কৰিব লগা কি আছে। চাওক আন সকলোবোৰ অধিকাৰৰ লগতে ভাৰতীয় গণতন্ত্ৰই মোক দান বৰঙণি দিয়াৰ অধিকাৰটো দিছে।

**কাঠবৰুৱা ঃ** অধিকাৰৰ প্ৰশ্ন নুতুলিব ৰাজখোৱা, অধিকাৰৰ প্ৰশ্ন নুতুলিব।

**ৰাজখোৱা ঃ** কিয়, অলবৎ তুলিম।

**কাঠবৰুৱা ঃ** তেনে মইও তুলিম অধিকাৰৰ প্ৰশ্ন। দিয়ক মোকো দিয়ক।

**ৰাজখোৱা ঃ** কি?

**কাঠবৰুৱা ঃ** ভাড়া। আজি ছমাহৰ ঘৰ ভাড়া দিয়া নাই মোক। গণতন্ত্ৰই মোকো অধিকাৰ দিছে আজি আপোনাৰ পৰা ভাড়াকেইটা নিবলৈ। দিয়ক। মোৰ ধনেৰে নিৰ্মিত ঘৰত আপুনি গণতন্ত্ৰ প্ৰিন্টাৰ্ছ খুলিছে। ভাল কথা। তাৰে এটা কমত নিজেও থাকিবলৈ লৈছে, ভাল কথা, লেট্ৰিন, বাথৰুম যি পাৰো মই সুবিধা দিছো

**ৰাজখোৱা ঃ** ভাল কথা।

**কাঠবৰুৱা ঃ** মনে মনে থাকক। ইমান ডাঙৰ ইণ্ডাষ্ট্ৰি এটা খুলি লৈ মহা আৰেমেৰে বহি আছে আৰু মোৰ ঘৰৰফালে মূৰ কৰিবলৈ সময় নাই। দিয়ক আজি ভাড়া নিদিয়ালৈকে মই ইয়াৰ পৰা নোলাম আৰু আপুনি যদি কেনেবাকৈ সৰকি ওলাই যায় কালিলৈৰ পৰা ইয়াৰ মালিক মই হৈ যাম।

**ৰাজখোৱা ঃ** ধেমালি নকৰিবচোন।

**কাঠবৰুৱা ঃ** নাম দিছে গণতন্ত্ৰ প্ৰিন্টাৰ্ছ আৰু অৱস্থা চোৱা ভাড়া নিদিয়েচোৱা, গণতন্ত্ৰ একেবাৰে।

**ৰাজখোৱা ঃ** চাওক কাঠবৰুৱা, অন্য যিয়েই নহওক ভাৰতীয়? গণতন্ত্ৰৰ ওপৰত এটা মোৰ অপৰিসীম বিশ্বাস আৰু আস্থা আছে আৰু সেয়ে মোৰ প্ৰেছৰ নাম গণতন্ত্ৰ প্ৰিন্টাৰ্ছ। মোৰ এই বিশ্বাসত, আৰু আস্থাত আঘাত হনাটো মই ভাল নাপাওঁ

**কাঠবৰুৱা ঃ** মোৰ কিন্তু আপোনাৰ ওপৰত বিশ্বাস আৰু আস্থা নাইকিয়া হৈ আহিছে।

**ৰাজখোৱা ঃ** ধেৎতেৰি, কি ধেমালি কৰে জানো।

**কাঠবৰুৱা ঃ** ধেৎতেৰি, কি ধেমালি কৰিছো, নহয় মই বৰ কষ্টৰে সংগ্ৰহ কৰিছো, এই ৰচিদবোৰ।

**ৰাজখোৱা ঃ** মইও আচৰিত ক'ত পালে এইবোৰ....

**কাঠবৰুৱা ঃ** কৈছোৱেই বৰ কষ্টৰে সংগ্ৰহ কৰিছো। যিটো মানুহে মোক ছমাহৰ ভাড়া দিয়া নাই সেইটো মানুহে ইমানবোৰ ডনেশ্যন দিয়ে কি যুক্তিত।

**ৰাজখোৱা ঃ** কি যুক্তিত? ডনেশ্যন দিবলৈ যুক্তি লাগে।

**কাঠবৰুৱা ঃ** দস্তুৰমত লাগে। (তৰুলতা আহে)

**তৰুলতা ঃ** দাদা বিয়াৰ চিঠি বুলি ভাল লগা টাইপ এটা দিবলৈ ল'লো এতিয়া দেখিছো সেইটো টাইপৰ "ব" বোৰ নাই। এতিয়া কি কৰিম।

**ৰাজখোৱা ঃ** কি"ব"বোৰ নাই।

**কাঠবৰুৱা ঃ** গণতন্ত্ৰ প্ৰিন্টাৰ্ছত "ব" নাই।

**ৰাজখোৱা ঃ** ৰ'বচোন, ধেমালি কৰি নাথাকিব। কি কৰিবা-কি কৰিবা এতিয়া?

**তৰুলতা ঃ** দাদা ভাঙি পেলাই অন্য টাইপকে লগাই দিওঁ নেকি?

**ৰাজখোৱা ঃ** কিয় ভাঙিবা। এটা কাম কৰা অন্য টাইপৰ 'ব' লগাই দিয়া।

**তৰুলতা ঃ** দেখিবলৈ কেনেকুৱা হ'ব।

**ৰাজখোৱা ঃ** একো নহয়। অন্য টাইপৰ 'ব' বোৰ দিয়াৰ বাবে যদি বিয়া নহয় দৰালৈ ছোৱালী নাহো বুলি কয় কওঁক যোৱা (তৰুলতা যায়)

**কাঠবৰুৱা ঃ** মই পুনৰ কিবা কম জানো।

**ৰাজখোৱা ঃ** বুজিছে, বিজনেছটো এনেকুৱা বস্তুবেই। মোকো কোনোবাই দিবলৈ আছে মইয়ো কাৰোবাক দিবলৈ আছে।

**কাঠবৰুৱা ঃ** আপুনিও কাৰোবাৰ পৰা পাবলৈ আছে হ'বলা?

**ৰাজখোৱা ঃ** উ বহুতৰ পৰা। ৰ'ব এইয়া চাওঁক মই টকা পাবলৈ আছে। (বহী দেখুৱাই) চাওঁক এইখন গণতান্ত্রিক দেশ। ইয়াত যেনেকৈ টকা ধাৰে লোৱাৰ অধিকাৰ আছে ধাৰে লৈ ঘূৰাই নিদিয়াৰো অধিকাৰো আছে। মই কিবা আপোনাৰ দৰে টানি ধৰিছোনে সেইবোৰক?

**কাঠবৰুৱা ঃ** আপুনি নাই ধৰা। আপুনি নাই ধৰা। আৰু নাই ধৰা বাবেই আজি আপোনাৰ চাৰিওফালে ধাৰেই ধাৰ। মোক ছমাহৰ ভাড়া দিয়া নাই।

**ৰাজখোৱা ঃ** আজিয়েই এজনে দিয়াৰ কথা সন্ধিয়া তেওঁ দিব বুলি ভাবিয়েই এই তৰুলতাকো মাতি পঠালো— তৰুলতাকো দিবলৈ আছে যোল্লশ টকা ।

**কাঠবৰুৱা ঃ** হেঃ হেঃ আপোনাক দিলেই কিন্তু মই ফাষ্ট চাঞ্চ লম। মই সুদাই এৰা বিধৰ মানুহ নহয়! আপোনাৰ ওপৰত মোৰ লাহে লাহে এনেয়ে বিশ্বাস হেৰাই আহিছে।

**ৰাজখোৱা ঃ** হেৰি চাওঁকচোন ধাৰনো কাৰ নাথাকে। কাৰ নেথাকে। এতিয়া ভাৰত চৰকাৰৰে বিদেশত কোটি কোটি টকা ধাৰ। তথাপি জানো অন্য দেশে ভাৰতক সহায় কৰিবলৈ এৰিছে। বিশ্বাস হেৰুৱাই পেলাইছে ভাৰতৰ ওপৰত।

**কাঠবৰুৱা ঃ** ধাৰ, ভাৰত চৰকাৰৰ হেঃ বন্ধকত দিবলৈ মানুহৰ শেষ আশ্ৰয়স্থল মাকৰ কাণৰ ঠুৰীয়াযোৰৰ দৰে ভাৰতবৰ্ষৰ ৰিজাৰ্ভ বেঙ্কত এতিয়াও কেইটুকুৰামান সোণ জমা আছে। সেইবাবে অন্য দেশে সহায় কৰি আছে। কিন্তু আপোনাৰ কিটো আছেহে। আছে কিটো। সৌখন তাত কি ওলোমাই ৰাখিছে "ভাৰতীয় ষ্টেট বেঙ্কৰ ওচৰত ঋণবদ্ধ" এৰ মানে আপোনাৰ গোটেই বিজনেছৰ ফাউণ্ডেশ্যনটোৱেই ধাৰত। লাভৰ মুখ কেতিয়াবা দেখিছে। নে দেখাৰ আশা কৰে এতিয়াও? .

**ৰাজখোৱা ঃ** হেৰি মোৰ ভতিজা বুজিছে, সি এম. কম. পাছ কৰি বহি আছিল। তাকে এডভাইচাৰ পাতিছিলো প্ৰেছৰ। সি দেখোন যিমানেই হিচাব কৰি দিয়ে লাভহে ওলায়। ৰ'ব মই বহী দেখুৱাইছো। হিচাবমতে মোৰ কিমান লাভ হ'ব লাগে।

**কাঠবৰুৱা ঃ** নালাগে দেখুৱাব সেইবোৰ। মই বিজিনেছ ভালদৰে বুজি পাওঁ। হিচাব মই খুব ভালদৰে বুজো। আপোনাৰ হিচাববোৰ দেশৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ লগত বস্তু কাগজে পত্ৰই লাভেই লাভ; পাছত ধাৰ ঘৰৰ ভাড়া দিব নোৱাৰে, এমপ্লয়ীৰ দৰমহা দিব নোৱাৰে যোল্লশ টকা।

**ৰাজখোৱা ঃ** লাভ হ'ব ৰ'বচোন এদিন....

**কাঠবৰুৱা ঃ** ক'ৰ পৰা লাভ হ'বহে। বিদেশৰ পৰা ধাৰ আনি চৰকাৰে কেৱল ইলেকশ্যন পতাদি ডেকা ল'ৰাক হিৰ'হোন্দা কিনিবলৈ ঋণ দিয়াদি আপুনি ষ্টেট বেংকৰ পৰা ধাৰ আনি সদৌ অসম যুৱতী সম্মিলন পতাইছে, ৰাজহুৱা দুৰ্গোৎসৱ পতাইছে। লাভ হ'ব কাহানিবা। হেৰি বিশ্বকৰ্মাত কিমান খৰচ কৰিলে আপুনি

**ৰাজখোৱা ঃ** আপুনি এখন গণতান্ত্রিক দেশক এনেদৰে ধিক্কাৰ কিয় দি আছে বাৰু হয় মোৰ কিন্তু ভাল নালাগে।

**কাঠবৰুৱা ঃ** কি গণতান্ত্রিক অধিকাৰ ভাল আছেহে আপোনাৰ কওকচোন।

**ৰাজখোৱা ঃ** উৱা, সেই অধিকাৰতেইটো আপুনি মোক কথা শুনাই আছে, মই ও শুনি আছো।

**কাঠবৰুৱা ঃ** যদি আপোনাৰ কিবা গণতান্ত্রিক অধিকাৰ আছে বুলি ভাবেও সেইটোকো মই চাবি মাৰি লক কৰি আহিছো।

(চাবি দেখুৱাই)

**ৰাজখোৱা ঃ** কিহৰ চাবি কি লক কৰিলে।

**কাঠবৰুৱা ঃ** আপোনাৰ একমাত্ৰ গণতান্ত্রিক অধিকাৰ লেট্ৰিনটো

লক কৰি আহিছো।

ৰাজখোৱা : কি?

কাঠবৰুৱা : ও ঘৰৰ ছমাহৰ ভাড়া দিব। লেট্ৰিনটো লক কৰি আহিছো।

ৰাজখোৱা : কি ধেমালি কৰে জানো।

কাঠবৰুৱা : ধেমালি? নাই কৰা। ঘিউ উলিয়াবৰ বাবে মই আঙুলি অকণমান বেকা কৰিছো।

ৰাজখোৱা : বৰ আচৰিত মানুহ হে আপুনি। মই কিবা নিদিও বুলি কৈছোনে ।

কাঠবৰুৱা : নাই কোৱা, নিদিও বুলি কোৱা নাই,দিয়াও নাই টু টুৱাই আছে।

ৰাজখোৱা : ছেঃ নহা হ'ল নহয়– আহিব লগা জন। লেঠাতো মাৰি দিলোহেঁতেন। কোন সেইয়া।

কাঠবৰুৱা : ক'ত কেনি কেনি।

ৰাজখোৱা : সেইয়া দৰ্জামুখত, কাক বিচাৰিছে (পাছলৈ চাই চাই শেখৰ সোমাই আহে) কাক বিচাৰিছে দৰ্জামুখত ভালেমান সময় ৰৈ আছিল হ'বলা।

শেখৰ : ইয়াত তৰুলতা বোলা এজনী ছোৱালীয়ে কাম নকৰে জানো।

ৰাজখোৱা : কৰে কৰে।

শেখৰ : মই তেখেতক লগ পাব খোজো।

ৰাজখোৱা : আপুনি তেখেতৰ কিবা সম্পৰ্কীয় নেকি?

শেখৰ : মাতি দিয়কচোন তেখেতক ।

ৰাজখোৱা : ৰ'ব ৰ'ব মাতি আহিছো কাম এটাত লাগি আছে। (যায়)

কাঠবৰুৱা : আপোনাৰ ঘৰ....

শেখৰ : চাবি থওঁক ।

কাঠবৰুৱা : কি?

শেখৰ : চাবিটো টেবুলৰ ওপৰত থৈ আহক।

কাঠবৰুৱা : কি চাবি?

শেখৰ : ৰাজখোৱাৰ লেট্রিনৰ চাবি।

কাঠবৰুৱা : আপুনি কোনহে, আপুনি কোন মোক চাবি থবলৈ ক'বলৈ?

শেখৰ : থবনে নথয় (শেখৰে নিজৰ ককালত এনেদৰে ধৰে, যেন কিবা অস্ত্ৰ উলিয়াই খুজিছে)

কাঠবৰুৱা : আঁ-আঁ আঁ। থৈছো, থৈছো (ভয়ে ভয়ে চাবিটো টেবুলৰ ওপৰত থয়)

ৰাজখোৱা : ৰ'বদেই (আহ) আহিছেহে। এৰাব নোৱাৰো কাম এটাত লাগি আছে। আপোনাৰ ঘৰ (শেখৰে প্ৰশ্নবোধক চাবনিৰে চায়) নহয় তাৰমানে আজিলৈকে তৰুলতাক লগ ধৰিবলৈ কোনো অহা নাইতো।

শেখৰ : সেইবোৰ পাছত।

কাঠবৰুৱা : সেইবোৰ পাছত জানিবহে ৰাজখোৱা মই যাওঁগৈ?

ৰাজখোৱা : ৰ'ব একেবাৰে যাব। বাহিৰত বৰষুণো আৰম্ভ হৈছে।

কাঠবৰুৱা : মই বৰষুণতো পাৰো আৰু ৰৈ থাকিলে বৰষুণ বেছিহে হ'বগৈ।

শেখৰ : ৰ'ব মই ইয়াত থকালৈকে আপুনি নেযাব কলৈকো।

ৰাজখোৱা : অ' আপোনাৰ চাবিকোচা। কাঠবৰুৱা লওক ইয়াত থলে কোনে (চাবিকোচা কাঠবৰুৱাৰ হাতত দিব খোজে।)

কাঠবৰুৱা : ইচ ৰবচোনহে (চাবিকোচা নি টেবুলত থয়)

ৰাজখোৱা : নহয় আপুনি গুচি যাব খুজিছে ইফালে চাবিকোচা এৰি গ'লে মোৰো বেয়া লাগিব লওঁক লওঁক। কাঠবৰুৱা কিনো কয়হে। থাককচোন থাকক। চাবিকোচা য'তে আছে ত'তে থাকক ইফালে মোৰ ওপৰত এনেয়ে শনিদশা ...(মহন্ত আহে। হাতত এটা জ্বলোৱা লেম। আহিয়েই মমডাল টেবুলৰ ওপৰত থয়হি)

মহন্ত : ৰাজখোৱা ভালেমান সময় ৰ'লো অ' তোৰ প্ৰেছৰ মুখত। বোলো মানুহ কমিব সোমাম। পিছে দেখোন মানুহ কমাৰ নাম নাই। বাঢ়িছেহে। সিফালে বৰষুনো দিবলৈ আৰম্ভ কৰিছে। শেষত সোমায় আহিলো। পাছে হেৰি হ'ল অ' আজি হ'লে মোৰ হাতত নাই দেই, তোৰ আছেনে নাই।

ৰাজখোৱা : ৰবি মানুহ এজন অহাৰ কথা।

মহন্ত : আৰু এজন আহিবলৈকে আছে।

ৰাজখোৱা : এৰা অ' আহিলেই।

কাঠবৰুৱা : এখেতক কিবা পা-পইচা দিবলগীয়া আছে হবলা।

ৰাজখোৱা : নহয় মানে হেৰি, আমি কেতিয়াবা...

মহন্ত : কেতিয়াবা নহয় প্ৰায়ে গধূলি হ'লে ইয়াত বহো। গধূলি

মানুহ-দুনুহ কোনো নাহেতো ভাল। আৰু হেঃ মইনা পোৱালী এটা আনো আৰু খাওঁ

**কাঠৰুৱা :** মইনা পোৱালী ?

**মহন্ত :** চিনি নাপায়,সৰুবটল মদৰ।

**শেখৰ :** কি মদ ?

**মহন্ত :** এৰা অকল মদ খাওঁ। মোৰ হাতত পইছা নাই আজি। ইয়াৰ হাতত আছেনে নাই সুধিছো বতৰটোও জোখৰ।

**কাঠৰুৱা :** অ' তাৰমানে গণতন্ত্ৰত ভিতৰি মদ চলে।

**শেখৰ :** মদ মানে ?

**ৰাজখোৱা :** নহয় ৰাতি পুৱাৰ পৰা গধূলিলৈকে কামত থাকো। মনটো দেহটো ভাগৰুৱা হৈ পৰেটো মানে অলপ ৰিলেক্স কৰো।

**মহন্ত :** I will avoid your company মই তোৰ সংগ ত্যাগ কৰিম।

**ৰাজখোৱা :** কিয় ?

**মহন্ত :** মদ কেতিয়া ইমান যুক্তি সহকাৰে খাইছিলি।হেৰি ফাঁকি ইয়াৰ কথা। আমাৰ মন যায় আৰু মদ খাওঁ।

**শেখৰ :** মই বৰ অস্বস্তি পাইছো - অন্য সময়ত হোৱা হ'লে- যাওঁক মাতি দিয়ক।

**ৰাজখোৱা :** ৰ'ব, ৰ'ব আহিব। হেৰা তৰুলতা (যায়)

**শেখৰ :** আপুনি অকণমান ভিতৰলৈ যাওঁক ।

**মহন্ত :** কিয়, ভিতৰলৈ কিয় ?

**শেখৰ :** নহয় তৰুলতা আৰু মোৰ অলপ বিশেষ কথা আছে। সেইখিনি কথা মই আনে শুনাটো বিচৰা নাই।

**মহন্ত :** আনে নুশুনাকৈ কথা পাতিব পাৰি হ'বলা।

**শেখৰ :** কিয় ?

**মহন্ত :** এই মমডাল, ইয়াৰ চাৰিওফালে ঘুৰি ফুৰা ফুটি, পোক, চৰ্গা, এই টেবুলখন, দৰ্জা এইবোৰে নুশুনিব হ'বলা ?

**শেখৰ :** এইবিলাকে কথা শুনে নেকি ?

**মহন্ত :** তেনে মই শুনিম বুলি কেনেকৈ জানিলে, সেইবোৰে যদি মইও নুশুনো,মোকো বেহাই দিয়ক শুনাৰ পৰা- এন্ধাৰে,মুন্ধাৰে সিটো কোঠাত থাকিবও নোৱাৰো।

**শেখৰ :** আপোনাৰ হাতৰ এই লেমটো জ্বলাই ।

**মহন্ত :** এইটো জ্বলোৱা নিষেধ।

**শেখৰ :** কিয় ?

**মহন্ত :** এই লেমটো এটা জীৱন্ত বিৰক্তি।

**শেখৰ :** বিৰক্তি, জীৱন্ত, লেমটো

**মহন্ত :** ৰাতিপুৱা যেতিয়া মই ইয়াক লৈ ওলাওঁ তেতিয়া মানুহে এইটো ওচৰত দেখিলে বৰ বিৰক্তি হয় কাৰণ দিনত দৰকাৰ নাই ইয়াৰ। ৰাতি এন্ধাৰত যেতিয়া মই ইয়াক নজ্বলোৱাকৈ ওলাওঁ তেতিয়া মানুহ সমানেই বিৰক্তি হয়। কাৰণ সকলোৰে ইয়াৰ অকণ পোহৰ বিচাৰে, কিন্তু মই হিচাবী মানুহ, মই ইয়াক নজ্বলাও কাৰণ দেশত তেলৰ বৰ নাটনি।

**শেখৰ :** এতিয়া লেম্‌টোত পিছে তেল আছেনে নাই ?

**মহন্ত :** Please, সেইটো নুসুধিব। কাৰণ মই ভয় কৰো একমাত্ৰ সেই প্ৰশ্নটোক। লেমটোত তেল আছেনে নাই। ইয়াত তেল ভৰোৱা নাই ভালেদিন, অতি বিপদৰ সময়ত জ্বলাম বুলি ভাবি আছো। যিকোনো বিপদ আহিলে ভাবো ইয়াতকৈও ডাঙৰ বিপদ আহিব পাৰে তেতিয়া জ্বলাম। মনত এটা সাহস পাই থাকো। কাৰণ লেমটো বিপদৰ সময়ত জ্বলিব বুলি ভাবি মই ভাল পাওঁ, কিন্তু মই যদি আগত গম পাই থাকো লেমটোত তেলতুপি নাই তেতিয়া আপোনাৰ বাৰু সাহ হবনে ? তেতিয়া

**শেখৰ :** আচৰিত। একো উত্তৰ নাই শুনি থাকিবলৈ বাধ্য আপোনাৰ কথা।

**মহন্ত :** হাঃ হাঃ হাঃ

**শেখৰ :** Please, অকণমান ভিতৰলৈ যাওঁকনা— সেইয়া তৰুলতা আহিছে।

**মহন্ত :** মই যাওঁ বাৰু, কিন্তু সাৱধান কথা পাতিব, পুনৰ কেতিয়া সোমাই আহো মই কব নোৱাৰো, Good luck (যায়)

**(শেখৰে মমডাল আনি পাৰ্টিশ্যনখনৰ মাজৰ ৰাস্তাটোৰ পাচফালে থৈ নিজে পোহৰটোৰ আগত বৈ থাকে। তৰুলতা আহে)**

**তৰুলতা :** কোন ?

**শেখৰ :** মই ?

**তৰুলতা :** মমডাল তাত থৈছে কিয়। ইয়ালৈ আনক।

**শেখৰ :** তুমিয়েই আনা (তৰুলতাই মম আনি টেবুলত থয়)

**তৰু :** তুমি।

**শেখৰ :** (মুৰ জোকাৰে 'হয়' বুলি)

তৰু ঃ তুমি?

শেখৰ ঃ অঁ অঁ মই, মই শেখৰ।

তৰু ঃ তুমি মোক ইয়াত কেনেকৈ বিচাৰি পালা।

শেখৰ ঃ বৰ কষ্টৰে বিচাৰি উলিয়াইছো।

তৰু ঃ ইয়ালৈ মোক কিয় বিচাৰি আহিলা?

শেখৰ ঃ কিয়? কিয় কিয় এনেকুৱা হয়?

তৰু ঃ কি হ'ল?

শেখৰ ঃ মিতালীয়ে চুইচাইড কৰিলে।

তৰু ঃ মিতালীয়ে???

শেখৰ ঃ অঁ অঁ মিতালীয়ে। কলেজত যে আমি দুয়োটা একেলগে ঘুৰি ফুৰাৰ বাবে যে তোমালোকে জোকাইছিলা, সেইজনী মিতালীয়ে ...

তৰু ঃ কেতিয়া?

শেখৰ ঃ যোৱা বুধবাৰে। মই পৰহি খবৰটো পাইছো।

তৰু ঃ তাই কিয় চুইচাইড কৰিলে। তুমি এনে এটা পথ লোৱাৰ কথা মোক তাই চিঠিৰে জনাইছিল।

শেখৰ ঃ তাই তোমাক জনাইছিল, তাইৰ বাবেইতো মই এই পথ ললো।

তৰু ঃ তাই তোমাক এই পথ লোৱাৰ বাবে উদ্‌গনি দিছিল। এইবোৰ কথাটো মই একো নাজানো।

শেখৰ ঃ তুমি একো নাজানা।

তৰু ঃ অঁ মোৰ কলেজ আধাপঢ়া হ'ল। জীৱনে আনি গণতন্ত্ৰ প্ৰিন্টাৰ্ছ পোৱালেহি তাৰ পিছত কি হ'ল।

শেখৰ ঃ চাওঁ মোৰ এই পেকেটটো উলিওৱা (পিঠিত বান্ধি অনা পেকেট এটা উলিয়াই)

শেখৰ ঃ চোৱা, এইবোৰ মিতালীয়ে লিখা চিঠি, এইখন কবিতা থকা চিঠি। ল'ৰাটোক মই ভাল পাওঁ, ঋতুৱে ঋতুৱে খবৰ পাওঁ, বসন্তই দিলে প্ৰথম খবৰটো— চোৱা কিমান চিঠি তাইৰ আৰু মোৰ মাজত থকা সম্পৰ্কত সন্দেহ কৰিব লগা কিবা আছিল জানো।

তৰু ঃ কিন্তু তাই চুইচাইড কিয় কৰিলে?

শেখৰ ঃ তাই হঠাৎ মোলৈ আকৰ্ষণ হেৰুৱাই পেলালে। মোক আঁতৰি যাবলৈ ক'লে। কিয় ক'ব মোক সেইদৰে।

তৰু ঃ তুমি কলেজত যিবোৰহে কৰি আছিলা। ইটোক মৰিয়াবা, সিটোৰ পৰা স্কুটাৰ কাঢ়ি লৈ জোৰেৰে চলাবা। সেইবোৰ কাৰণে তাই তোমাক বেয়া পালে চাগৈ।

শেখৰ ঃ তাইক দেখুৱাবৰ বাবেহে মই সেইবোৰ কৰি আছিলো তুমি নেজানা।

তৰু ঃ তাইক দেখুৱাবৰ বাবে..

শেখৰ ঃ মইও কিবা কামৰ কাৰণে উপযুক্ত তাই বুজক। সেইবাবেহে...

তৰু ঃ কিন্তু তাই চুইচাইড কিয় কৰিলে? — তোমালোকৰ সম্পৰ্ক

শেখৰ ঃ তাই মোলৈ এখন চিঠি দিলে। তাই মোক চিৰদিনৰ বাবে পাহৰি যাবলৈ ক'লে কিন্তু সেইয়া জানো সম্ভৱ, কোৱা, তাইক পাহৰা জানো সম্ভৱ।

তৰু ঃ কিয় পাহৰি যাবলৈ ক'লে. .

শেখৰ ঃ তাই যিবোৰ কাম বিচাৰে সেইবোৰহেনো মই কৰিব নোৱাৰোঁ। মই কোনো ডাঙৰ কামৰ বাবে উপযুক্ত নহয়হেনো। তাই বিচৰা কামবোৰ মই কৰি থকা কামতকৈহেনো বহুত বেলেগ....

তৰু ঃ তাইনো কেনেকুৱা কাম বিচাৰিছিল?

শেখৰ ঃ আৰে চালা মই জানো নেকি কিবা তাই কি বিচাৰিছে। নক'লে মই কেনেকৈ জানো মুখফুটাই ক। মই অন্তৰ্যামী ভগবান নেকি?

তৰু ঃ কিন্তু তাই চুইচাইড কিয় কৰিলে?

শেখৰ ঃ তুমি কিয় কিয়, কৈ আছা। মই জানো নেকি কিবা? তাই যেতিয়া একো ডাঙৰ কাম কৰিব নোৱাৰো বুলি ক'লে তেতিয়াই মই ঠিক কৰিলো যে মই এটা ডাঙৰ কাম কৰি দেখুৱাম। এটা বহুত ডাঙৰ কাম।

তৰু ঃ তাৰ পাছত?

শেখৰ ঃ তাৰ পাছত এই পথ। সঁচা কৈছো মই কোনো অন্য কাৰণত সংগঠনত যোগ দিয়া নাছিলো। যোগ দিছিলো কেৱল মিতালীৰ সেই কথা কেইটাৰ বাবে। "তুমি একো ডাঙৰ কাম কৰিব নোৱাৰা" এতিয়া আনক হয়তো আদৰ্শৰ কথা কৈছো কিন্তু প্ৰকৃত সত্যটো তোমাক কৈছো।

তৰু ঃ শেখৰ মই...

শেখৰ ঃ আৰু কি জানা?

তৰু ঃ কি?

শেখৰ ঃ মিতালীৰ ঘৰৰ পৰা বিয়া ঠিক কৰিছিল।

**তৰু ঃ** সঁচা।

**শেখৰ ঃ** অঁ। তাইৰ বিয়া ঠিক হোৱা বুলি জানি মই অকণো উত্তেজিত হোৱা নাছিলো। বহুদিন আগতেই তাইক মই চিঠিৰে জনাইছিলো তই যি ইচ্ছা কৰ। এতিয়া মই বেলেগ মানুহ। বহুত বেলেগ তেনে তাই চুইচাইড কিয় কৰিব। বিয়া কৰাওক, সুখেৰে জীয়াই থাকক। চুইচাইড কিয় কৰিব?

**তৰু ঃ** তুমি সংগঠনত সোমোৱা দেখি কিজানি ভয়তে....

**শেখৰ ঃ** ভয় কিয় কৰিব। মইতো তাইক হত্যা কৰিবলৈ সংগঠনত সোমোৱা নাই।

**তৰু ঃ** কিন্তু তোমালোকেতো মানুহ হত্যা কৰা।

**শেখৰ ঃ** যিবোৰ মানুহ হত্যা কৰোঁ, সেইবোৰ দোষী।

**তৰু ঃ** তোমালোকে কি কেৱল দোষী মানুহকহে হত্যা কৰা

**শেখৰ ঃ** নাজানো, তুমি নুসুধিবা।

**তৰু ঃ** কি যে এক বিপৰীত "সম্বন্ধ" তুমি তাইক ভালপোৱা, তাই তোমাক ভয় কৰে....

**শেখৰ ঃ** মই তাই চুইচাইড কৰি লোৱাটো মানি ল'ব পৰা নাই। মোৰ ওপৰত কেইবাহাজাৰ ব্যক্তিক চুড়ান্ত শাস্তি বিহাৰ আদেশ হৈছে; নিষ্ঠাৰে পালন কৰিছো। সেইবোৰ। কিন্তু এটা চুইচাইড সহ্য কৰিব পৰা নাই— কিয়?

**তৰু ঃ** তাইৰ মাক দেউতাকেতো জানে, তোমাৰ সৈতে থকা তাইৰ সম্পৰ্কৰ কথা, তেনে তাইৰ বিয়া কিয় ঠিক কৰিছিল।

**শেখৰ ঃ** নক'বা সেই ৰাচকেল কেইটাৰ কথা, সিহঁতে জানে ছোৱালীৰ কিবা খবৰ ৰাখিব লাগে বুলি। গুলীয়াই দিম, সবকে গুলীয়াই দিম।

**তৰু ঃ** তুমি ঠাণ্ডা হোৱাচোন?

**শেখৰ ঃ** ঠাণ্ডা হ'ব লাগে— মই ঠাণ্ডা হব লাগে— এই শেখৰ

**তৰু ঃ** মোৰ বৰ ভয় লাগিছে, তুমিটো অন্য কাৰণে সংগঠনত যোগ দিয়া নাছিলা; কেৱল মিতালীক দেখুৱাবৰ বাবেহে যোগ দিছিলা। এতিয়া মিতালীয়েই মৰি থাকিল। তোমাৰ পৰা যে কি ঘটনা নঘটিব, তুমি এতিয়া কি কৰিম বুলি ভাবিছা?

**শেখৰ ঃ** (পেকেট এটা দেখুৱাই) এইয়া দেখিছা

**তৰু ঃ** কি?

**শেখৰ ঃ** দৰৱ

**তৰু ঃ** কি দৰৱ লৈ ফুৰিছা তুমি ....?

**শেখৰ ঃ** মগজ ঠাণ্ডা ৰখাৰ হেমিঅপেথিক দৰৱ। নাম কেলিফচ...

**তৰু ঃ** কি যে হৈ গ'ল গোটেইখন, তোমাৰ পৰা যে কি নহ'ব। তুমিটো ওলায়ো আহিব নোৱাৰা, আহিলেও তুমি কিমান ঘটনাৰ সন্মুখীন হ'বা। সেইবোৰৰ প্ৰতি তোমাৰ বা প্ৰতিক্ৰিয়া কেনেকুৱা হয়— তাৰ ঠিক নাই...

**শেখৰ ঃ** হয় ভাই, অনবৰত মূৰটো ভমভমাই থাকে। কি কৰিম। সিদিনা এজনক মোৰ হাত দেখুৱাইছো জানা। তেওঁলোক এইটো গ্ৰহ ৰত্নৰ আঙঠি দিছে চোৱা। কৈছে কেইবাটাও গ্ৰহৰ বোলে অৱস্থান বেয়া আৰু দুটা বহুত দামী পাথৰ লব লাগিব জানা (তৰুলতা ভাগৰি পৰে)

**তৰু ঃ** মই একো ভাবি পোৱা নাই কি হ'বলৈ গৈ আছে। আজি মিতালীৰ মৃত্যুত মই কান্দিবও পৰা নাই। জীৱনত হাজাৰটা কষ্ট সহিব লগা হোৱা বাবে আজি মোৰ চকুপানীও ওলোৱা নাই। যদিও মিতালী আৰু মোৰ মাজত চিঠিৰ বাহিৰে অন্য কোনো যোগাযোগ নাছিল। তথাপি যেন আজি মই সকলো হেৰুৱাই পেলাম। সকলো। তুমি ইমান দিনৰ মূৰত আহিলা ইমান এটা সাংঘাটিক খবৰ লৈ.....

**শেখৰ ঃ** তোমাৰ খবৰ মই— একো নাপাওঁ, ইয়াত কাম কৰা কিমান দিন হ'ল ....

**তৰুলতা ঃ** নহয় আজি সন্ধ্যা প্ৰেছৰ ৰাজখোৱা দাদাই মোক অলপ পইচা দিয়াৰ কথা আছিল। মই নিবলৈ আহিছিলো মানুহ- এজনে পইচা দিয়াৰ কথা আছিল ৰাজখোৱা দাদাক দিয়াই নাই, ৰৈ থকা সময়ছোৱাত দাদাই ক'লে কাম এটা কৰিবলৈ, কৰি আছিলো, বহুত দিন পইচাই দিয়া নাই মোক

**শেখৰ ঃ** কি? (খঙত) পইচা নিদিয়ে। তোমাক খটুৱাই থাকে ... মই ....

**তৰুলতা ঃ** একো নকবা মানুহজন বেয়া নহয়? তেওঁ যদি মোক পঠাই দিয়ে— মই কি কৰিম ঘৰত একমাত্ৰ পংগু ভাইটো

**শেখৰ ঃ** পঠাব কেনেকৈ? তোমাক ৰাখিবও লাগিব, পইচাও দিব লাগিব হিচাব মতে, ৰ'বা ।

**তৰুলতা ঃ** Please একো নকবা। এই গণতন্ত্ৰ লাহে লাহে মোৰ.....

**শেখৰ :** মই বুজি নাপাওঁ কিয় তোমালোকে এনেকুৱা কৰা কিয়— কিয়?

**তৰুলতা :** নাজানো।

**শেখৰ :** মই তোমাৰ ওচৰলৈ অহাত তোমাৰ ভয় লাগিছে নেকি?

**তৰুলতা :** জানো লাগিছে নেকি?

**শেখৰ :** কিয় ভয় লাগিছে?

**তৰু :** তুমি কোন সকলোৱে জানি যাব। সকলোৱে সন্দেহ কৰিব পাছত।

**শেখৰ :** মই অহাত তোমাৰ অকণো ভাল লগা নাই নেকি?

**তৰুলতা :** লাগিছে হ'বলা অঁ, লাগিছে - ভাল লাগিছে।

**শেখৰ :** আচ্ছা মই যাওঁ। শুনা এই চিঠি, কবিতা এইবোৰৰ টোপোলাটো তুমি ৰাখা। এইবোৰ দিবলৈহে মই আহিলো।

**তৰুলতা :** মই মই।

**শেখৰ :** ৰাখি থবা মোৰ ওচৰত আথানি হব। তুমিহে ভালদৰে সাঁচি থব পাৰিবা বুলি থিৰাং কৰিলো, লোৱা মই যাওঁ (তৰুলতাই বেগত টোপোলাটো ভৰায়) (শেখৰ যাব খোজে)

**তৰুলতা :** শেখৰ ৰ'বা, বাহিৰত বৰষুণ।

**শেখৰ :** বৰষুণ, আমাৰ ওপৰত এতিয়া গুলীৰ বৰষুণ, যাওঁ

**তৰুলতা :** Please

**শেখৰ :** (উভতি আহি) কিয়, মানুহবোৰে এনেকুৱা কৰে কিয?

**(মহন্ত আৰু কাঠবৰুৱা আহে)**

**মহন্ত :** কলিজাত হাড নাথাকে কব পাৰে কাঠবৰুৱা। কালি মই এটা পাৰৰ কলিজা। চোবালে, তেতিয়া গম পালো যে নাই নাই কলিজাত হাড নাই। (শেখৰক) হেৰি মই গুচি আহিলো।

**কাঠবৰুৱা :** মই নিজেও টেণ্ডাৰ দিছিলো বুজিছা। পাছে অফিচাৰে ঘোচখাই সেইটো দিলেগৈ বুঢ়া পূজাৰীক। পাচে, লাভৰ মূৰত কি হ'ল, সেই মদৰ মহলটো দিলেগৈ নহয় স্কুলৰ সন্মুখতে পাতি। ফুলকুমলীয়া স্কুলৰ ল'ৰা-ছোৱালী বিলাকে এতিয়া মদৰ মহলটো দেখি থাকক।

**শেখৰ :** মনে মনে থাকক।

**তৰু :** তুমি পানী খাম বুলি কৈছিলা নহয়...

**শেখৰ :** মই মই পানী।

**তৰুলতা :** ৰ'বা, আনিছো— (যায়)

**মহন্ত :** ভাল হৈছে। মদৰ মহলটো স্কুলৰ সন্মুখত পতাটো ভাল হৈছে।

**কাঠবৰুৱা :** ভাল হৈছে।

**মহন্ত :** উত্তম হৈছে। অন্ততঃ স্কুল চলি থাকোতে স্কুলৰ ল'ৰা-ছোৱালী বিলাকে সেইটো মহলত মদ নাখায়।

**কাঠবৰুৱা :** হেৰি মহন্ত আপুনি কয় কিহে। এবাৰ ক'লো বোলো— শিঙৰিটোলত দুজন যুবনেতাই কিশোৰী ধৰ্ষণ কৰিলে, আপুনি ক'লে ভাল হৈছে।

**মহন্ত :** কি বেয়াটো হৈছে। ডেকা ল'ৰা-বিলাক কিবা এটা কামত ব্যস্ত আছে। চাকৰি কৰিছেনে, ব্যৱসায় কৰিছেনে, কিন্তু কিবা এটা কৰি আছে, ব্যস্ত হৈ আছে।

**কাঠবৰুৱা :** নোৱাৰি নোৱাৰি, এৰক এৰক এই ভালদেখা অভ্যাসটো এৰক।

**মহন্ত :** আপুনিও য'তে ত'তে বেয়া দেখাৰ অভ্যাসটো এৰক। এবাৰ ক'লে কি নামটো সাংস্কৃতিক অনুষ্ঠানত গুৰি ধৰে যে কি নাম, ছেঃ পাহৰিলো নহয়।

**কাঠবৰুৱা :** অসম সাংস্কৃতিক সংঘ।

**মহন্ত :** অঁ সেইটো অনুষ্ঠান এখন মিটিং পাতি চাহখোৱা কাপপ্লেট ভগাৰ বিল দেখুৱালে ডেৰ লাখ টকা। দেখুৱালে, দেখুৱালে। কাৰোবাক টকা লাগে দিলে বিল, কি বেয়াটো হ'ল।

**কাঠবৰুৱা :** কেনেকৈ ভাল হৈছেহে এইবোৰ।

**মহন্ত :** এই যে গোল, গোল যে মনটো কি নাম ছেঃ পাহৰিলো নহয়, এই যে গোল যে মালটো, দুইমূৰ চেপেটা যে কি নাম— গোলটো (শেখৰক) কি নাম।

**শেখৰ :** গোল, দুই মূৰ চেপেতা।

**মহন্ত :** মানুহে চিনি পায়হে— ছেঃ গোল দুইমূৰচেপেতা।

**শেখৰ :** কিমান গোল বস্তু আছে এই পৃথিৱীত।

**মহন্ত :** সেইটোৱেই পৃথিৱী, গোল পৃথিৱীৰ নামটোক পাহৰিছিলো, যদি পৃথিৱী নামৰ গোল মালটো এদিন ধুমকৈ ফুটি থাকে, তেতিয়া কি হ'ব?

**কাঠবৰুৱা :** হেৰি মানুহৰ হাৰ্ট তাৰ্টৰ কথাবোৰ অলপ বুজিবচোন, ইমান নিৰ্দ্দয় নহ'ব।

**মহন্ত :** সেইয়াই কলিজাত হাড় নাথাকে। মানুহবোৰে এই গোল মালটো ফুটি থাকিলে কি হ'ব বুলি এবাৰ ভাবিলেই আৰু ডেৰ লাখ টকাৰ বিল দিব নোৱাৰে (তৰুলতা আহে, শেখৰে পানী খায়)

**শেখৰ :** তৰুলতা, মই বৈছো বাৰু বৰযুণ এবাৰলৈ দৰকাৰ হ'লে যাব পৰাকৈ ভিতৰ ফালে ৰাস্তা আছে নহয়।

**তৰুলতা :** ব'লা চাই আহিবা। (দুয়ো-ভিতৰ সোমাই যায়)

**কাঠবৰুৱা :** অলপো সংশয় নাইনেকিহে প্ৰাণলৈ।

**মহন্ত :** কেলেই?

**কাঠবৰুৱা :** এইটি কোন চিনি পোৱা নাই। মৰিব মৰিব। অলপ ভাল ভাল কথা কৈ শুনাইছো। আপুনি চব বৰবাদ কৰি দিয়ে। নিজেও মৰিব আনকো মাৰিব।

**মহন্ত :** আঠুৱাৰ তলৰ মহ বুজিছে। ঘৰ ভাগিও মৰিব পাৰে, বুলেটেও মাৰিব পাৰে। বাচো বুলিলেও বাচি থাকিব নোৱাৰে।

**কাঠবৰুৱা :** কি আচৰিত কথাবোৰ কয়হে।

**মহন্ত :** মোৰ প্ৰিয় হবিটো কি জানে?

**কাঠবৰুৱা :** কি?

**মহন্ত :** ঘৰত অকলে থাকোতো বুজিছে, দৰ্জা খিৰিকী খুলি মই কিছু সময় উলংগ হৈ থাকো...মন গ'লেই...

**কাঠবৰুৱা :** হেই... হেই... হেই... হেই...(তৰুলতা, শেখৰ আহে)

**তৰুলতা :** দাদা ক'ত গ'ল?

**মহন্ত :** বৰযুণ দি আছে নহয় ডাঙৰকৈ দিলে পানী নপৰিব জানো ভিতৰত। গতিকে বাহিৰৰ পৰা চৰিয়াটো আনিবলৈ গৈছে। আহিছে ৰ'বা (হাতত প্লাষ্টিকৰ চৰিয়াটো লৈ ৰাজখোৱা আহে এঠাইত পাতে)

**ৰাজখোৱা :** ছেঃ পানী পৰিলেই (শেখৰক) হেৰি শুনক শুনক। গণতন্ত্ৰত কিয় সোমাইছেহি ধৰিব পৰা নাই, কিন্তু কথা হ'ল আপোনাৰ আৰু মোৰ মাজত এটা আলোচনা হোৱা দৰকাৰ।

**শেখৰ :** আপুনি কি কৈছে এইবোৰ...

**ৰাজখোৱা :** চাওঁক আলোচনা-বিলোচনাৰ মাজেদি আমাৰ বিৰোধটো নাইকিয়া কৰিব লাগিব। (মেঘে গাজে)

**কাঠবৰুৱা :** বিৰোধ কি?

**মহন্ত :** ডাঙৰ বৰযুণ দিব এতিয়া মেঘে গাজিছে।

**ৰাজখোৱা :** চাওঁক আপুনি যি বিচাৰিছে মোক কওক। মই যদি পাৰো আপুনি যি বিচাৰিছে দিবলৈ চেষ্টা কৰিম। কেৱল আলোচনা বিলোচনাৰ মাজেদি (মেঘে গাজে, বৰষুণ দিয়ে, কোনেও কাৰো মাত নুশুনা হয়। তৰুলতাই বতাহে যাতে মমডাল নুমাব নোৱাৰে তাৰ বাবে এখন ডাঠ কাগজে ঢাকি ধৰে। ৰাজখোৱা আৰু শেখৰে অংগী ভংগীৰে দেখুৱাই খং- বিৰক্তি প্ৰকাশ কৰে। মহন্তই পানীৰ চৰিয়াতো এবাৰ এঠাইত এবাৰ সিঠাইত পাতি থাকে। কাঠবৰুৱাই সকলোকে পৰ্য্যবেক্ষণ কৰি থাকে। অসময়ত ৰাজখোৱা বহি পৰে অৱশেষে হৈ। বাকী কেইজনো লাহে লাহে...)

**মহন্ত :** চাচোন বতৰটো ইমান ভাল। অকণ মদ হোৱাহেঁতেন কিমান জমিলহেঁতেন।

**ৰাজখোৱা :** নাহিলেই নহয় লাও মূৰাটো। অকণ আনন্দ তামাচা কৰাৰ উপায় নাই। অ' সেই খিৰিকীখন কোনে খুলিলে মই বন্ধ কৰি থৈ গৈছিলো।

**শেখৰ :** কিয়? মই।

**ৰাজখোৱা :** ছেঃ ছেঃ পানী সোমাল চাগৈ দেই, ভিতৰত বস্তু

**(খৰকৈ সোমায় যায়)**

**শেখৰ :** তুমিটো ক'ব পাৰিলাহেঁতেন খিড়িকীখনৰ কথা তেতিয়া

**তৰুলতা :** বৰযুণ ডাঙৰকৈ দিব বুলি মই জানো নেকি?

(Music)

**কাঠবৰুৱা :** মানুহটো অহা হ'লেই ভাল আছিল। মই মোৰ পাবলগীয়াটো লৈ গুচি গ'লোহেঁতেন মিছামিছি বিপদত

**মহন্ত :** ৰ'বহে থৈ দিয়ক, ডিঙিটো তেনেই শুকাই আছে। (ভিতৰত এটা ধুমকৈ শব্দ হয়। ৰাজখোৱা চিৎকাৰ। তৰুলতা সোমাই গৈ 'দাদা' বুলি আৰ্ত্তনাদ কৰে। মঞ্চত আতংক। লাহে লাহে ধৰি ধৰি তৰুলতাই ৰাজখোৱাক উলিয়াই আনে। ৰাজখোৱাৰ মূৰৰ আগৰ পৰা চোলাৰ মাজলৈকে তেজৰ দৰে ৰঙা— অৱশ ৰাজখোৱা)

**মহন্ত :** খুন-তেজ।

**কাঠবৰুৱা :** গুলী কৰিলে।

**মহন্ত :** গুলি নে চুৰী।

**কাঠবৰুৱা ঃ** কোনে?

**(শেখৰ ভিতৰৰ পৰা ওলাই আহি নিজৰ হাতত লাগি থকা ৰঙা চিয়াহী চায় থাকে)**

**ৰাজখোৱা ঃ** (Pause) ৰঙা চিয়াঁহীটো বৰ Problem making বস্তুহে। খিড়িকীখন বন্ধ কৰোঁতে প্ৰকাণ্ড বটলটো মূৰত পৰিল, চোৱাচোন অৱস্থাতো। বৰ দুখ পালোহে।

**শেখৰ ঃ** ৰঙা চিয়াঁহী??

**ৰাজখোৱা ঃ** এই ৰঙা চিয়াহীটোৱে মোৰ জীৱনত কেইবাটাও দীঘল দীঘল আণ্ডাৰ লাইন কৰি থৈ গৈছে। দুটা চাকৰি খাইছে এই ৰঙা চিয়াহীটোৱে। আজি চোৱাচোন এই সময়ত কি বিপদত পেলাইছে।

**মহন্ত ঃ** পইচা পাতি নাহিব নেকি অ' তোৰ।

**কাঠবৰুৱা ঃ** মোৰো কিবা এটা কৰক ৰাজখোৱা।

**ৰাজখোৱা ঃ** বৰষুণ কমিছে ওলাবহি পাৰে। Silent

**তৰুলতা ঃ** দাদা মোৰ যোল্লশ টকা কি হ'ব দেৰি হৈছে।

**(ৰাজখোৱাই কিছু সময় তৰুলতালৈ চায় থাকে। এবাৰ নিজৰ বুকুৰ ৰঙা চিয়াঁহীত নিজৰ বুঢ়া আঙুলিটো ঘঁহাই ৰং লগাই আৰু তৰুলতাৰ কঁপালত শিৰত ফোঁট দি দিয়ে)**

**ৰাজখোৱা ঃ** যোল্লশ টকা ধাৰ মাৰি দিলো যা। (ভাগৰত ৰাজখোৱা বহি পৰে)

**মহন্ত ঃ** হেঃ হেঃ বঢ়িয়া এক্সচেলেন্ট।

**কাঠবৰুৱা ঃ** সব কথা ভাল দেখাৰ অভ্যাসটো এৰকচোন।

**মহন্ত ঃ** এনে সৰ্বাংগ সুন্দৰ বিয়া কৰবাত দেখিছে, এতিয়া মালা আনিব লাগে আৰু তৰুলতাই ইয়াক সেৱা কৰিব লাগে। নে কি কয় ( শেখৰক)

**ৰাজখোৱা ঃ** (জাপ মাৰি) নাই নাই মালা, মহিলা আৰু সেৱা। এই তিনিটা বস্তুলৈ মোৰ বৰ ভয়।

**শেখৰ ঃ** কিয়?

**ৰাজখোৱা ঃ** স্বয়ং ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীক এই বস্তু তিনিটাই বিট্ৰে কৰি থৈছে। আমিবোৰ কোন কুটা। নহ'ব নহ'ব সেৱা এইবোৰ নহব।

**কাঠবৰুৱা ঃ** এটাহে লেঠা মৰিল। বাকীবোৰৰ কি হ'ব?

**মহন্ত ঃ** এৰা মাল - তাল অকণ

**শেখৰ ঃ** ৰ'ব মনে মনে থাকক।

**ৰাজখোৱা ঃ** ৰঙা চিয়াঁহীটো বৰ Problem making বস্তুহে। মোৰ জীৱনত কেইবাডালো ডাঙৰ ডাঙৰ আণ্ডাৰ লাইন কৰি থৈছে।

<u>সমাপ্ত</u>

# অৰ্জুন হেৰাওঁতে

## নাট্যকাৰ # দীপক কুমাৰ গগৈ

**চৰিত্ৰসমূহ ঃ**

| | |
|---|---|
| ১। মামণি | ২। ধন |
| ৩। তোলন | ৪। বীণা |
| ৫। যতীন | ৬। দেউকণ |

**(মামণিয়ে টেবুলত থকা ফুলখিনি ঠিক কৰি যাব আৰু ধনে বল খেলি থাকিব)**

**মামণি ঃ** মই তোক এতিয়া কি কৰিবলৈ কৈছিলো ?

**ধন ঃ** নাই পাহৰা দে, কি কি আনিব লাগে ?

**মামণি ঃ** এক পেকেট গুটখা।

**ধন ঃ** এটকা।

**মামণিঃ** দুই পেকেট Sweet চুফাৰী।

**ধন ঃ** দুটকা।

**মামণিঃ** মহালেক্ষ্ট' পাঁচটা।

**ধন ঃ** দুই পঞ্চাশ।

**মামণিঃ** কিমান হ'ল ?

**ধন ঃ** Total দহ টকা দে।

**মামণিঃ** কেনেকৈ ইমান হ'ল ?

**ধন ঃ** বেছি নহয়, মাত্ৰ চাৰে তিনি টকাহে কমিছন লৈছো।

**মামণিঃ** সৌ খিনিতে দোকান, এইকণ দূৰ যাওঁতে চাৰে তিনি টকা কমিছন ল'ব লাগে নেকি ?

**ধন ঃ** আৰে এইটো মোৰ ৰেটেই। ভোলাদাৰ দোকান তাতকৈও ওচৰ হয়নে নহয় ?

**মামণি ঃ** হয়।

**ধন ঃ** বুঢ়াই মোক তাৰ পৰা বস্তু আনিবলৈ দিয়ে নে নিদিয়ে ?

**মামণি ঃ** দিয়ে।

**ধন ঃ** বুঢ়াৰ পৰা দেখোন প্ৰতি বাৰতেই চাৰি টকাকৈ কমিছন মাৰোয়েই।

**মামণি ঃ** সেই কাৰণে তোৰ পকেট জনজনাই থাকে। আজি দেউতাক কওঁনে নকওঁ চাই থাক।

**ধন ঃ** তোৰ কথাবিলাক কাৰ আগত কম ?

**মামণিঃ** মোৰ আৰু' কি কথা ?

**ধন ঃ** তোৰ যে সেই দুই নম্বৰী বিলাক।

**মামণিঃ** মই আৰু' কি দুই নম্বৰী কৰা দেখিলি ?

**ধন ঃ** অ' তই দুই নম্বৰী নকৰ ?

**মামণিঃ** আৰে বিশ্বাস কৰ। যতীন চাৰৰ শপত।

**ধন ঃ** যতীন চাৰৰ শপত, তই দুই নম্বৰী নকৰ, সিদিনা আমাৰ ঘৰৰ পুৰণি লোহাৰ টুকুৰাবিলাক কোনে বিক্ৰী কৰিছিল অঁ ?

**মামণিঃ** মই বিক্ৰী কৰিছিলো। আৰু মই মাক সুধি লৈছিলো।

**ধন ঃ** সেই পুৰণি লোহাৰ ওজন বঢাবলৈ যে তই গৰু গাড়ীৰ শ'ল মাৰি দুডাল, বুঢ়ীকোৰ দুখন, ঠাণ্ডা দিনত জুই ধৰা কেৰাহীটো বেচি দিলি মই কি নাজানো বুলি ভাবিছ।

**মামণি ঃ** তেতিয়া হ'লে তই চোৰ হাতে হাতে নধৰিলি কিয় ?

**ধন ঃ** কিয় ধৰিম ? মই হৈছো কমিছন খোৱা মানুহ। কমিছন দিবি মনে মনে থাকিম।

**মামণিঃ** তোক মই নাজানো বুলি ভাবিছ।

ধন : বাদ দে। আচল পইন্টত ধৰিলোতো।

মামণিঃ মোৰো দুটা চকু আছে নহয়। মৰণা তলৰ ধান লেচেৰীৰ লগত মিলাই কোনটো বাটেৰে নি তেলীক বেচা হ'ল। সেইটো টকাৰে কাক গৰম পিয়াজী খুউৱা হ'ল। মই নাজানো বুলি ভাবিছ।

ধন : ঐ মিছামিছি কথাবোৰ কৈ মোৰ মূৰটো গৰম কৰি নলবি দেই। পিঁয়াজী পকৰীৰ দৰে ভাল ভাল বস্তুবোৰ নিজে নাখাই আনক খুৱাম হঁা? ঠিক আছে, আজিৰ পৰা কাণত ধৰিছো, তোৰ লগত কোনো লেনদেন নকৰো। আৰু যদিও কৰোঁ, দহ টকা লৈও কোনো কাম কৰি দিয়া নহব। লগা বুলিছো, লগা বুৰা লগা।

মামণিঃ শুনচোন। ঠিক আছে। দহ টকাই লবি বাৰু। কিন্তু সোনকালে আনিবি।

ধন : দে দে।

মামণিঃ আৰে সেয়া ফুল সজাবলৈ থোৱা পানীহে।

ধন : এ আনি লবি।

মামণি ঃ ৰুমটো সজাম বুলি ভাবো, তোৰ পৰাই সজাব নোৱাৰোঁ।

ধন : এ থ থ। দেখিছো কম ৰুমডাল সজাইছে।

মামণিঃ ল।

ধন : দে, তই এইটো ধৰচোন।

মামণিঃ কি কৰিব লাগে।

ধন : (ক্রিকেট খেলে। ভিতৰত তোলনৰ মাত)।

তোলন ঃ ঐ কোন। এইখন কি তহঁতে ঔ খোৱা বাকৰি বুলি ভাবিছ নেকি। সেইখন পালে সংসাৰৰ কথা চব পাহৰি যাব। ঘূৰি আহি যদি ঘৰত নেপাওঁ চোবাই পেলাম। কি কৰি আছিলি? কি কৰি আছিলি? নেমাত কিয়? হাতত সেইখন কি?

মামণি ঃ কিতাপ।

তোলন ঃ কি কৰিবলৈ আনিছ?

মামণি ঃ পঢ়িবলৈ।

তোলন ঃ মোৰ লাওখোলাতো কৰিবলৈ আনিছ। মাৰে পঢ় পঢ় বুলি খতিয়াই থাকোতেই বছৰটো যায়। ৰাতিপুৱা কেইটা বজাত উঠি পঢ়িলে পঢ়া মনত ৰয়, আজিলৈকে নিশিকিলি। পৰীক্ষাত যি কেইটাহে নম্বৰ পাব লাজতে মাৰ বাপেৰক দেখুৱাবলৈ টান পাব। এতিয়া অৰ্জুনৰ চিন্তাত বাপেৰৰ পেটলৈ ভাত নোযোৱা হৈছে নহয়, সেই কাৰণে পঢ়াৰ ধাউতিটো বেছি হৈছে? ভাল হৈছে, খুব ভাল হৈছে। উঠ যা ভিতৰলৈ যা। ঐ মোৰ আগত কান্দি দেখুৱাব নেলাগে। (বীণা আহে)

বীণা ঃ আপুনি তাৰমানে ওলোৱাই নাই।

তোলন ঃ বেলেগে আৰু ওলাবলৈ কি আছে।

বীণা ঃ কিবা খালেনে?

তোলন ঃ নেখালো।

বীণা ঃ কিয়?

তোলন ঃ কেনেকৈ খাবি? কি বুলি খাবি।

বীণা ঃ হ'লেও কিবা এটা খাব লাগিছিল।

তোলন ঃ মোৰ কাৰণে চিন্তা কৰিব নেলাগে। যদুৱে কি ক'লে? সেইটো কি?

বীণা ঃ অ' সেইটো।

তোলন ঃ কিমান দিলে?

বীণা ঃ পঞ্চাশ টকা। দুসপ্তাহৰ ভিতৰত ঘূৰাই দিব লাগিব।

তোলন ঃ আৰু?

বীণা ঃ সুত বুলি একো নেলাগে। বাপেকৰ শ্ৰাদ্ধত নাৰিকল এযোৰ দিলেই হ'ব।

তোলন ঃ তেতিয়া হ'লে এইটোকে বিপিনক হাত খৰচ দি বৰ ভেটিলৈ পঠাওঁগে।

বীণা ঃ তাক বৰভেটিৰ কাষৰ গাঁৱখনতো খবৰ লবলৈ কব।

তোলন ঃ হ'ব। দেউকণক লগ পালিনে নাই?

বীণা ঃ পালো। মোৰ লগতে আহিছিল। হৰিহঁতৰ ঘৰত সোমাইছে। আহিব।

তোলন ঃ আহিব? মই তেতিয়া হুঁলে যাওঁ।

বীণা ঃ শুনকচোন।

তোলন ঃ কি হ'ল?

বীণা ঃ আপুনি বিপিনৰ হাত খৰচৰ কাৰণেহে টকা ধাৰ কৰিলে নেকি?

তোলন ঃ হাত-খৰচতো দিবই লাগিব।

বীণা ঃ তাৰ হাত খৰচ লবলৈ বেয়া নালাগিল।

**তোলন** : আজি কালি মানুহক তই কি বুলি ভাবিছ? আৰু বিপিন আজিৰ ল'ৰাহে।

**বীণা** : সেইটো বিপিনেই মাকৰ দহাকাজ আমাৰ ঘৰৰ ধান মাহেৰে পাতিছিল। তাৰ বিয়াৰ দৈ গাখীৰৰ ধনো জানো আপোনাৰ পকেটৰ পৰাই দিয়া নাছিল?

**তোলন** : সেইবোৰ কথা বাদেই দে। যিকেইটা মানুহে মোৰ ঘৰৰ তামোল পাণ নেখালে ভাত খোৱাৰ মুখদি নহয়, মোৰ ঘৰৰ বিছনা চাদৰ নহ'লে সিহঁতে ঘৰত আলহী শুৱাব নোৱাৰে, এতিয়া বিপদৰ সময়ত সেইবোৰ মানুহৰ ছাঁটোকে দেখিলিনে? লৈছেনে কোনোবাই অৰ্জুনৰ খবৰ?

**বীণা** : অৰ্জুনক হেৰুৱাই আমি কি অশান্তিত দিন কটাইছো সিহঁতে আহি এবাৰ খবৰ লওকচোন।

**তোলন** : মোৰ ঘৰৰ তামোলেৰে মোৰ বেৰত পিকাই থৈ যোৱা সিহঁতক ভালদৰে চিনি পাবলৈ শিক।

**বীণা** : বিপিনক হাত খৰচ দিয়েই যদি তাক ভালদৰে ঘুৰি পকি আহিবলৈ ক'ব।

**তোলন** : তই মোক শিকাব নেলাগে। অৰ্জুনক অলি-গলি পথাৰ সমাৰ সকলোতে একেবাৰে কৰি বিচাৰিব লাগিব। তোৰ লগত এইবোৰ কথা পাতি লাভ নাই। মই বিপিনক লগ পাব লাগিব। মই যাওঁ।

**বীণা** : শুনকচোন।

**তোলন** : তোৰ আক' কি হ'ল?

**বীণা** : মোৰ মনটোৱে কি কৈছে জানে?

**তোলন** : কি কৈছে?

**বীণা** : আমাৰ অৰ্জুন বোলে আকৌ উভতি আহিব।

**তোলন** : নাহিব? অৰ্জুন কিয় নাহিব? সি নাজানে নেকি ৰাতি শোৱাৰ আগতে তাৰ মুখখন নেচালে আমাৰ ভাগৰুৱা দেহাতো শাঁত নপৰে বুলি। এইবোৰ বাদ দে। তই গামোছা এখন আন, মই বিপিনৰ ওচৰৰ পৰা আহোঁগৈ। তহঁতে এতিয়া বহি থাকিব নেলাগে। ধনক কবি ৰমেনৰ চাইকেলখন লৈ এপাক চাই আহিবলৈ। (বাহিৰত দেউকণৰ মাত)

**দেউকণ** : ককাইদেউ আছ?

**তোলন** : অ দেউকণ আহ।

**দেউকণ** : নবৌক কেচটো ক'লে ?

**তোলন** : তইতো কেচটো বুজি পালিয়েই। তই একেবাৰে নিজৰ নিচিনাকে কামটো কৰি দিবি দেই। সেই অৰ্জুনটো নোহোৱাত মোৰ মানে মূৰটোৱে একেবাৰে কাম নকৰা হৈছে।

**দেউকণ** : তই চিন্তাই নকৰিবি।

**তোলন** : মই যাওঁ, তই দেউকণক যোগাৰ পাতিবোৰ কৰি দে। দেউকণ তই বহ। মই যাওঁ।

**দেউকণ** : হ'ব যা। তই চিন্তাই নকৰিবি, মই আছো নহয়।

**বীণা** : দেউকণ তই বহ। মই যোগাৰটো আনো।

**দেউকণ** : হ'ব যোৱা।

**বীণা** : হো, এইয়া পানী, মিঠাতেল, কলপাত আৰু.....

**দেউকণ** : হ'ব হ'ব। এতিয়া মই বহো আৰু পঢ়ো। নবৌ যোৱা এভাগ কৰা। অন্তৰত ভক্তি ৰাখি কৰিবা দেই।

**বীণা** : কিয় নকৰিম।

**দেউকণ** : বৰ জয়াল পুথি বুজিছা। কেনেবাকৈ দায়-দোষ লাগে বুলিহে ভয় লাগে। (মামণিয়ে চাহ দিয়ে) কি হ'ল?

**বীণা** : বাপেকে গালি পাৰিলে।

**দেউকণ** : ককাইদেউৰ কথাৰে ঠিক নাইকীয়া হৈছে নহয়?

**বীণা** : অৰ্জুনৰ চিন্তাতে গোটেই মানুহটো জেৰেলা খাই আছে। কালিৰ পৰা মানুহটোৰ পেটত ভাত এগৰাহ পৰা নাই।

**দেউকণ** : ৰ'বা ৰ'বা চিন্তা কৰিব নেলাগে। ইয়াতেই জল জল পট পট কৈ দেখিবলৈ পাম।

**বীণা** : সঁচানে? পামনে দেউকণ?

**দেউকণ** : অ' নবৌ নেপাম মানে? মোৰ পুথি কি পথাৰলৈ গুৰ বান্ধি নিয়া কাগজ বুলি ভাবিছা নেকি? মহাত্ম্য আছে বুজিছা মহাত্ম্য।

**বীণা** : জানো কি হব ক'ব পৰা নাই।

**দেউকণ** : তুমি তাৰমানে বিশ্বাসেই কৰা নাই। নৰেনৰ পুতেক বাপ আৰু ঘন ভিনিহীৰ জীয়েক পদুমী ভাওনা চাই থকাৰ পৰাই যে ভুৰুং কৰিছিল মনত নাই?

**বীণা** : আছে।

**দেউকণ** : কম ভয়ানক কেচনে?

বীণা ঃ লাঠি টাঙোন লৈ আমাৰ ধনৰ বাপেকহঁতো গৈছিল নহয়।

দেউকণ ঃ পিছে তাৰ পিঠিখন বখলিয়াব পাৰিলে জানো?

বীণা ঃ তাৰ ছাঁটোকে বিচাৰি পালেনে নাই।

দেউকণ ঃ কিন্তু এই পুথিৰ বলত তাৰ সন্ধান পাই গ'লো।

বীণা ঃ সঁচানে?

দেউকণ ঃ অঁ পদুমীৰ মাক সৰলা বায়ে এদিন মোৰ ওচৰলৈ আহি ক'লে বোলে দেউকণ, তইয়ে মোৰ আচল ভৰসা। তই মোৰ ছোৱালীজনীক উলিযাই দে। শালত থকা এৰি চাদৰখনকে তোলৈ বুলি আগবঢ়ালো।

বীণা ঃ এইবোৰৰ ৰহস্য আজিহে শুনিছো।

দেউকণ ঃ বেয়া লাগে বুজিছা। মেলিলো পুথি, ক'লো মঙ্গল ওলাল পদুমী আৰু বাপ ক'লো সৰলা বাইক।

বীণা ঃ তাৰ পাছত?

দেউকণ ঃ তাৰ পাছৰ খিনি চিনেমা আৰু। বাপৰ মোমায়েকৰ পুতেকৰ ভাড়া ঘৰৰ পৰা সিহঁত হালক বায়ে উলিযাই আনিলে। ল'ৰা এটাও হ'ল। এতিয়া ৰহৌ ৰমলা।

বীণা ঃ তই যেনে তেনে কিবা এটা কৰ।

দেউকণঃ ৰ'বা এইফালে চোৱা। সৌখন কি গৈছে?

বীণা ঃ জানো, ক'ত?

দেউ ঃ সেইখন। গৰুগাড়ীৰ পিছফালে দেখোন সেইখন Hero Honda। তাৰ পাছত দেখোন সৌটো তোমালোকৰ অৰ্জুন। ভাগ্য ভাল এতিয়ালৈকে কোনো বেয়া শক্তিৰ হাত পৰা নাই।

বীণা ঃ মই তেন্তে ধনৰ বাপেকক কি বুলি কম?

দেউ ঃ কবা চিন্তাৰ নাহি প্ৰয়োজন। পুব দিশে গৈলে হ'ব অৰ্জুনৰ মিলন।

বীণা ঃ আৰু যদি নাপায়?

দেউকণ ঃ কুকুৰহে।

বীণা ঃ কি?

দেউকণ ঃ মোৰ নামত কুকুৰ পুহিবাহে। আৰু এটা কথা। ককাইদেউৰ বৰ বেয়া দশা চলিছে। মন্ত্ৰ এভাগ মাতি মই দোল এডাল জাৰি দিম ডিঙিত আঁৰি দিব লাগিব। আহিছো দেই।

বীণা ঃ ৰ তোলৈ মই বস্তু এটা থৈছো।

দেউকণ ঃ কি?

বীণা ঃ পচলা এডোখৰ।

দেউকণ ঃ বোলো মামণি অ'। তই দুখ নকৰিবি। বাপেৰৰ এতিয়া এনেকুৱা হ'বই। বেটি কেটেৰো জেঙেৰা কৰি থাকিলে মোক কৈ দিবি। ভোল এডাল দি দিম। বাপেৰে তাক দেখিলে হাঁহি থাকিব।

বীণা ঃ হুঁ, ভীম কলৰ পচলা।

দেউ ঃ হয়, আৰু এটা কথা। নোমল ককাইদেউৰ ল'ৰাটোৰ কি নাম আছিল তাৰ?

বীণা ঃ যতীন।

দেউ ঃ সি আজি মামণিক পঢ়াবলৈ আহিবনে নাহে অ'?

বীণা ঃ আহিব।

দেউ ঃ তাৰ বোলে অসুখ এটা হৈছে?

বীণা ঃ কি অসুখ?

দেউ ঃ ভালদৰে বোলে টোপনি নাহে। খাবলৈ ববলৈ মন নাযায। কিচিম কিচিম চিন্তা বিলাক মনলৈ আহি থাকে।

বীণা ঃ তই কি কৰিবি।

দেউকণ ঃ জাৰি দিব লাগিব আকৌ বাপেকে। Advance ডাল দিয়েই থৈছে নহয়। আজি মঙ্গলবাৰটো গ'লে গ'লেই আৰু (যায় মামণি আহে)।

বীণা ঃ এতিয়া সোত সোতাই থাকিব নেলাগে। নিজৰ কামত ধৰ।

মামণি ঃ এনেকৈ নিজৰ কামত ধৰিব পাৰি নেকি?

বীণা ঃ বাপেৰে কিবা এটা ভাবি কিবা এটা ক'লে। এতিয়া মনে মনে থাকিব নোৱাৰ।

মামণি ঃ তহঁতে এতিয়াও মোক ছোৱালী বুলি ভাবি আছ নেকি? ভাগ্য ভাল। দেউতাৰ এইটো মূৰ্ত্তি যতীন চাৰে নেদেখিলে।

বীণা ঃ হেৰ' এতিয়াতো ভালেই, সামান্য ধমকি এটা খাই পঢ়া টেবুলত বহিবলৈ পাইছ, আমাৰ দিনত আই বোপাইৰ ঔ কিল সোপা খায়ো এটিং ধান খুন্দিব লাগিছিল।

মামণি ঃ থ, থ, সেইবোৰ বুৰঞ্জী আমাৰ আগত নুলিয়াবি। কিবা ফাঁই উঠিব, ৰেলৰ উকীটোৰ দৰে ক'ৰবাৰ পৰা ক'ৰবাত নোহোৱা হৈ যাম।

বীণা ঃ এনেকুৱা আজলি নাথলিখন কৰ যদি যতীন চাৰে

আহি কি বুলি ভাবিব।

**মামণি :** যি বুলি ভাবে ভাবক।

**বীণা :** চুলি কেইডাল ঠিক কৰি ল।

**মামণিঃ** নকৰো, যি হয় হওঁক।

**বীণা :** আৰে তই কি এনেৰ মতেই কৰি থাকিবি নেকি?

**মামণি :** অ' মোক মোৰ মতেই কৰি থাকিবলৈ দে।

**বীণা :** তইঁতে মোৰ মূৰতো চোবাই খাম বুলি ভাবিছ নেকি? বাপেৰৰ অৱস্থা হৈছে সেইয়া। ইফালে অৰ্জুন নাই। এতিয়া তই জ্বলা জুইত ঘিউ ঢালিবলৈ আহ। তাতকৈ মোক চোতালত পেলাই মৰিয়াই মৰিয়াই মাৰি নেপেলাব কিয়? (যতিন আহে)

**যতিন :** খুৰী অ' খুৰী।

**বীণা :** আহা বহা।

**যতিন :** কিবা হৈছে নেকি?

**বীণা :** কিবা দুখ লগা কথা এটা পাতি আছিলোঁ অ'। তুমি বহা দেই যতীন। (যায়)

**যতীন :** আজি পঢ়াবলৈ মনেই যোৱা নাই। তোমালোকৰ ঘৰত কিবা হৈছে নেকি? এই নোকোৱা কিয়? মই কি সুধিছো।

**মামণিঃ** এই প্ৰশ্ন আমাৰ কিতাপতে নাই।

**যতিন :** দুষ্ট।

**মামণিঃ** নিজে বা কি?

**যতিন :** কথা ক'বলৈ শিকিছা। চাৰক তেনেকৈ কব পায়? (কাণত ধৰে)

**মামণিঃ** আঃ দুখ পাইছো এৰি দিয়ানা।

**যতিন :** কি?

**মামণিঃ** এৰি দিয়ানা।

**যতিন :** তোমাৰ পঢা শুনাত একেবাৰে মন নবহা হৈছে। মই গম দি আছো নহয় ব'বা।

**মামণিঃ** ইমান সহজ।

**যতিন :** চাই থাকিবা, আগতে ভিতৰলৈ গৈ লবলৈ দিয়া।

মামণিঃ এইটোত কি পঢ়াব নোৱাৰাঁ নেকি?

যতিন : এইটো আৰু পঢ়া কোঠা হ'লনে? ৰাজহুৱা সভা হোৱাদি হৈ থাকে।

মামণি : কি কৰিব, দুখীয়া ঘৰৰ মানুহৰ ছোৱালীক পঢ়ালে এনেকুৱা হ'বই।

**যতিন :** বেছি নককৰিবা দেই। কি হ'ল? কিতাপ জপাই দিলাযে?

**মামণিঃ** নপঢ়ো।

**যতিন :** সঁচাকৈ নপঢ়া?

**মামণিঃ** পঢ়িবলৈ মন যোৱা নাই।

**যতিন :** মোৰ শপত।

**মামণি :** পঢ়িম।

**যতিন :** কিতাপ মেলা। আমনি নকৰিবা দেই। বিষয়টো কি পঢ়াম মোক এবাৰ চাবলৈ দিয়া।

**মামণি :** নেদেখুৱাওঁ।

**যতিন :** পাগল নেকি? কি পঢ়াম মই?

**মামণি :** একো পঢ়াব নেলাগে।

**যতিন :** ঠিক আছে, মই যাওঁ তেন্তে। (তাই হুহুঁৱাই দিয়ে) কি বিপদ। এতিয়া তুমি কোৱা পঢ়িবানে নপঢ়া।

**মামণিঃ** তাৰ আগতে মোৰ এটা কথা শুনিব লাগিব।

**যতিন :** কি কথা?

**মামণি :** শেৱালীহঁতে আমাৰ কথাবোৰ কেনেকৈ জানিলে?

**যতিন :** সেয়া মই কৈছো বুলি ভাবা নেকি?

**যতিন :** নেভাবো।

**যতিন :** তেতিয়া হ'লে।

**মামণিঃ** তাইতো য'ত ত'ত আমাৰ কথা বোৰ উলিয়াই ফুৰিছে।

**যতিন :** কি উলিয়াব তাই? তুমিতো জানাই? তাই মোৰ ভন্টিৰ নিচিনা ছাত্ৰী।

**মামণি :** ভন্টিৰ নিচিনা ছাত্ৰী তাই। সেই কাৰণে কৈ ফুৰিছে বোলে মই আপোনাক দেখিলে পাগল হৈ যাওঁ।

**যতিন :** কিনো মিছা কথাটো ক'লে।

**মামণি :** আপোনাৰ নোট বুক বোলে মোৰ ওচৰতহে থাকে।

**যতিন :** কিয়? নাথাকে নেকি?

**মামণি :** সেই কাৰণে আজিলৈকে ৰচনা এখনকে লিখাব নোৱাৰিলে।

**যতিন :** কথাবোৰ যে মিছাই, গম পালাই দেখোন।

**মামণি :** মই কিন্তু কৈ দিছো, শেৱালীহঁতক এইদৰে সদায় সহায় কৰাটো নচলিব।

**যতিন :** নুবুজা কিয়? তুমি কথাবোৰ এবাৰ বুজিবলৈ চেষ্টা

কৰাচোন।

(বীণা আহে)

বীণা : তাই একো বুজা নাই নেকি যতীন ?

যতিন : বুজাবলৈ চেষ্টা কৰি আছো?

বীণা : চাহ টোপা খাই তাইক ভালদৰে বুজাবলৈ লাগি যোৱা (বীণা যায়)

যতিন : খুৰীয়ে কি ক'লে শুনিলাতো? বিস্কুটটো কি কৰা?

মামণিঃ মই খুৱাই দিম। (ধন আহে) আৰু পেকেট কি কৰিলি।

ধন : ৰ' দি আছো নহয়, ল'?

মামণিঃ মৰটন?

ধন : দোকানত নাই।

মামণিঃ পইচা কি কৰিলি?

ধন : পইচা মোৰ।

মামণিঃ কেনেকৈ তোৰ? চাওঁ পকেট চাওঁ?

ধন : সেই কাৰণে তহঁতৰ কাম কৰিবলৈ টান পাওঁ। বস্তু বিলাকৰ ওপৰত যে টেক্সৰ ওপৰত টেক্স লগাই আছে; তহঁতে গম পাব। (বহে)

মামণিঃ আৰে উঠ, ক'ত বহিছ।

ধন : ভাগৰ লাগিছে ৰ।

মামণিঃ মই পঢ়িব নেলাগে নেকি?

ধন : দেখিছো ক'ত পঢ়িছ?

মামণিঃ মাৰ আগত ক'ব লাগে নেকি?

ধন : পাঁচ টকা এটা দে।

মামণি : টকাৰ গছ আছে নেকি মোৰ!

ধন : বিনা পইচাত এইখন চকী এৰি দিব পাৰি নেকি?

যতিন : হোৱা, মোৰ পৰাই লোৱা।

মামণি : আপুনি দিব?

ধন : আপুনি দিব। তেতিয়া হ'লে দহ টকাটোকে দিয়ক। ধাৰ মাৰি দিম।

মামণি : আৰে চাবৰ পৰা পইছা লবলৈ তোৰ লাজ নালাগিল।

ধন : ঘূৰাই দিম নহয়। ইহঁতে কোনেও মোৰ কথা বুজি নাপায়। মই বাৰু দিনে দুই তিনিটাকৈ ডিম নেখালে কেনেকৈ ক্রিকেট খেলিম। Tendulkar হঁতে পেভেলিয়ানত বহি কত কিখায়। (বাহিৰত তোলন আৰু দেউকণৰ মাত) বচ আহি গ'ল।

যতিন : তুমি শুনা। মহা প্রতাপী ৰজা ভাস্কৰ বৰ্মনৰ মৃত্যুৰ পাছত কামৰূপত বৰ্মন বংশৰ পতন হয়। বৰ্মন বংশৰ পিছত শালস্তম্ভ দেশৰ. ..

তোলন : আহচোন তই মোক কথাটো এবাৰ বুজাই দেচেন।

দেউকণ : কম নহয় এৰি দে।

তোলন : এতিয়াই ক'ব লাগিব।

দেউকণ : মোৰ দেৰি হৈছে। আচল ঠাই নাপালোৱেই নহয়।

(যতিনে পঢ়াই থাকে।)

তোলন : মনে মনে থাক।

দেউকণ : তোলনী বিয়া খাবলৈ...

তোলন : তোলনী বিয়া খাবলৈ গৈছিলি?

দেউকণ : নহয় মানে তোলনী বিযা চাবলৈ গৈছিলো।

তোলন : ক'ত?

দেউকণ : ফটিকা বস্তিত।

তোলন : তাৰ পাছত।

দেউকণ : তাতে লগ পালো মদনক।

তোলন : কোন মদন অ'।

দেউকণ : সেই যে গেৰেলাটো।

তোলন : অ' তাৰ পাছত ?

দেউকণ : সি ক'লে বোলে, সি অৰ্জুনক ক'ৰবাত দেখিছে ।

তোলন : অৰ্জুনক! তহঁতৰ অৰ্জুনক?

দেউকণ : অ' তহঁতৰ অৰ্জুনক।

তোলন : ক'ত দেখিছিল অ'?

দেউ কণ : সেই কথাটোকে সুধিবলৈ নাপালো। চাইকেলত যিটো কোবতহে উঠিল।

তোলন : ধেৎ মই তেতিয়া হ'লে আকৌ মদনৰ ওচৰলৈ যাব লাগিব।

দেউকণ : মদনৰ ওচৰলৈ আকৌ কিয়?

তোলন : কিয় তই কোৱা নাছিলি মদনে বোলে আমাৰ অৰ্জুনক দেখিছে বুলি।

দেউকণ : জানো দৌ। সি মানে আকাশবাণীহে দিলে। দিলে আৰু গ'ল।

তোলন : সেইটো মদনে মোৰ পকেটৰ দুটকা নহ'লে চাইকেলৰ চলিচন মাৰিব নোৱাৰে। সি এতিয়া মোক শতক শালে। তই আকৌ এইখন কি কৰিছ?

**দেউকণ :** ককাইদেউ, বিশটা। এই ২০ টা আঙুলি ফুটাই শাও দিছোঁ। তাৰ চাইকেলৰ দৰবল চলিচন হব। তহঁতৰ বাহীত বিহলগুনি আছেনে?

**তোলন :** বিহলগুনি আকৌ কিয়?

**দেউকণ :** তই আছেনে নাই মাত্র ক।

**তোলন :** আছে যা। (দেউ যায়) কি হ'ল? অৰ্জুন হেৰোৱাৰ দুখ মোৰ বাহিৰে কাৰো গাত লগা নাই হ'বলা। জোন বেলি তৰা ওলোৱাদি সকলো বোৰ চোন ঠিকেই চলি আছে। নালাগে, অৰ্জুনৰ কাৰণে কোনেও একো কৰিব নেলাগে। যি কৰিব লাগে ময়ে কৰিম।। তহঁতে পেটত একাহী একাহী পেলাই পদুলি মুৰত নাচি থাকগৈ। (বীণা আহে)

**বীণা :** আপুনি ইমানকৈ চিঞৰিছে কিয়? ছোৱালীজনীয়ে মানোযোগেৰে পঢ়ি থকা দেখা নাই?

**তোলন :** ইহঁতৰ মনোযোগেৰে পঢ়িবলৈ এতিয়াহে সময় ওলাল।

**বীণা :** আক' কেতিয়া পঢ়িব। কত ভাগ্যৰ মুৰত মাষ্টৰ এটা ঘৰলৈ আহিছে।

**তোলন :** থৈ দে তোৰ ভাগ্য। ভাগ্য ভালে থকা হ'লে তিনি বছৰ ধৰি একেটা পৰীক্ষাতে কলম ঘহাঁব নালাগিল হেঁতেন।

**মামণি :** থাকক নপঢ়ো মই। আজিৰ পৰা তহঁতে কোনো দিনে পঢ় পঢ় কৈ খতিয়াই নাথাকিবি। তহঁতেহে মোক পঢ়িবলৈ ভৰিত তেল মালিচ কৰি থাক।

**বীণা :** তই কিয় উঠি আহিলি?

**মামণি :** কিয় নুঠিম? মোক কিয় চাৰৰ সন্মুখত তেনেকৈ ক'ব। মই কি কৰিব লাগে।

**তোলন :** একো কৰিব নেলাগে, অৰ্জুন হেৰোৱাত ফুৰ্তি পাইছ নহয়। মাছে খণ্ডহে খাই পঢ়ি থাক।

**যতিন :** ৰবচোন। আপুনি বাৰু মোক বেয়া পাইছে নেকি?

**তোলন :** পাইছো।

**যতিন :** কিয় পাইছে?

**তোলন :** কিয় নাপামহে। কামৰ কটোকে নজনাকৈ তিনিবছৰ ধৰি তাই সেইখন টেবুলত বহি কলম পিহিলে নহয়, পৰীক্ষাত পাছ নকৰিলে কিয়? বাৰু পাছ নকৰিলে নাই। ঘৰখনৰ কামত অহা শিক্ষা এটাকে তুমি তাইক নিদিলা কিয়?

**যতিন :** মই কি কৰিব পাৰো? পঢ়াবহে পাৰো।

**তোলন :** কথা কবলৈ আহিছা। পঢ়াবহে পাৰা। অ' তুমি পঢ়াই থাকিবা তাই পঢ়ি থাকিব। বছৰৰ পাছত বছৰ ফেল কৰিয়েই থাকিব। আৰু তুমি মোৰ ঘৰত বহি তামোলৰ জুতি লৈয়েই থাকিবা। সেইটো কেনেধৰণৰ শিক্ষাহে? অৰ্জুনৰ প্ৰতি ঘৰখনত যেন কাৰো দায়িত্বই নাই।

**বীণা :** তুমি বেয়া নাপাবা যতীন।

**যতিন :** ইয়াত ভাল পোৱা বেয়া পোৱাৰ কি কথা আছে। মইতো নিজে অহা নাই। আপোনালোকে মতাৰ কাৰণেহে আহিছো।

**বীণা :** সেই কথাটোকে মানুহটোৱে নুবুজে নহয়।

**মামণি:** নেলাগে, আপুনি ইয়ালৈ কোনোদিন আহিব নেলাগে, মোৰ যি হয় হ'ব।

**বীণা :** তই কিয় তেনেকৈ কৈছ।

**মামণি :** আৰু কেনেকৈ কম। আজিৰ পৰা পঢ়াশুনা সকলো এৰিলো।

**যতিন :** এনেকুৱা অপমান মোৰ জীৱনত প্ৰথম ঘটনা।

**বীণা :** তুমি অকণো বেয়া নাপাবা।

**যতিন :** যতীন আত্ম সন্মান থকা ল'ৰা। যতীনৰ টিউচন নকৰা কৈয়ো চলিব পৰা ক্ষমতা আছে। মামণি দৰকাৰ হ'লে যাবা। সহায় কৰি দিম। আহোঁ। কিবা থাকিলে ভন্টিকণৰ হাততে দিবা। (যায়)।

(এনেতে বিহলগুনি লৈ দেউকণ আহে)

**দেউকণ :** যতীন শুনি যাচোন। ধেৎ তেৰি কামতো ইয়াতে হৈ গ'লহেঁতেন নহয়। নবৌ, ইয়ে গুচি গ'ল?

**বীণা :** ঘৰখনত ভাল কালিকা লাগিছে।

**মামণি:** এই সোপা পুৰণি কিতাপ বেচা মানুহক দি দিবি। মই চব বুজি পাইছো। লাহে লাহে মই যেন তহঁতৰ বোজা হৈ আহিছো।

**বীণা :** তোৰ মুখখন বন্ধ কৰিলিনে নাই।

**মামণি:** হ'ব তহঁতে বিচৰাটোৱেই হ'ব। তেতিয়া খুউব শান্তি পাবি।

**বীণা** ঃ যি কৰ কৰি থাক। এইবোৰ দেখুৱাবলৈকে যদি ভগৱানে জীয়াই ৰাখিছে ৰাখক।

**দেউকণ** ঃ নবৌ কি হৈছে, মই একো ধৰিব পৰা নাই।

**বীণা** ঃ এতিয়া সকলো দোষ মোৰ ওপৰত। মানুহটোৱে ভাবে অৰ্জুন হেৰোৱাৰ পাছত মই যেন ঘৰখনত বিহু নাচিহে পাৰ কৰিছো। মনৰ দুখটো কি বুকু ফালি দেখুৱাই দিব পাৰি নেকি?

**দেউকণ** ঃ ইচ্ ৰাম, তোমালোকৰ মাজত ইমান যোগাযোগ নাইনে? বেল হোৱা হ'লে বাগৰ খাইয়ে পৰিলাহেঁতেন।

**বীণা** ঃ তোৰ চকুৰ আগেদিয়েই যতীনটো কোঁ-কোঁৱাই ওলাই গ'ল নহয়। তাক আৰু এইখন ঘৰলৈ ঘূৰাই আনিব পাৰিমনে ?

**দেউকণ** ঃ এটা তাবিজত এই বিলাক কেছ্ ঠিক হৈ যাব। (তোলন আহে)

**তোলন** ঃ তই এতিয়া কন্দা কটা খন কৰি থাকিব নেলাগে। দেউকণক কিবা এটা খাবলৈ দে। তই এটা কথা মন কৰিছনে দেউকণ?

**দেউকণ** ঃ কি?

**তোলন** ঃ এইযে শালি খেতি ডৰা কৰিবলৈ পথাৰত ভাগ ভাগ কৰি আলি দিয়া হয়। সেই আলি ভাঙি পানী আহিব পাৰেনে?

**দেউকণ** ঃ নোৱাৰে।

**তোলন** ঃ আজিকালি মানুহৰ মনবোৰো পথাৰৰ সেই আলিৰ দৰে ।

**দেউ** ঃ মানে?

**তোলন** ঃ ইজনে সিজনৰ খবৰ লবলৈ মানুহে মনৰ ভেটা ভাঙি ওলাব নোৱাৰে।

**দেউ** ঃ মানুহ বোৰ আজি কালি উখোৱা চাউলৰ নিচিনা। ওচৰা ওচৰিকৈ থাকে। অথচ সুকীয়া সুকীয়া।

**তোলন** ঃ মই বৰ হতাশ হৈ পৰিছো অ'।

**দেউকণ** ঃ হতাশ হ'বৰ দৰকাৰ নাই। গ্ৰহদোষ কাল-দোষৰ মাদলি এডাল ডিঙিত আঁৰি দিম। ৰহৌ ৰমলাকে চলি থাকিব পাৰিবি। তোৰ হাতখন এবাৰ চাই দিওঁ দে। (গাত বল পৰে) উস্ কি পৰিল, কেনি পৰিল? বম নেকি? (বাহিৰত How's is that )

**তোলন** ঃ এই, বল মাৰিবলৈ ঠাই বিচাৰি নাপালি? সেইযা কাম পাইছ? এইফালে আহ।

**ধন** ঃ কি হ'ল?

**দেউকণ** ঃ উখহাই দিলে অ' ককাইদেউ।

**তোলন** ঃ তোক মই বদনৰ চাইকেল খনৰ ওচৰলৈহে পঠাইছিলো। গলিনে?

**ধন** ঃ বদন ঘৰত নাই।

**তোলন** ঃ ক'ত গল সি ?

**ধন** ঃ সি ক'ত চেঞ্চুৰী মাৰি আছে, মই কেনেকৈ জানো ।

**তোলন** ঃ মোৰ পুত্ৰৰ কীৰ্তি দেখিলি? বৰঘৰে চৰাঘৰে ক্ৰিকেট খেলিবলৈ সময় ওলায়, মোৰ কাম এটা কৰিবলৈ সময় নোলায়।

**বীণা** ঃ মই, লগৰ কাম অফত আৰু অফৰ কামে লগত কৰিব নোৱাৰো নহয়।

**তোলন** ঃ মূৰ্খ, অৰ্জুন যে ঘৰত নাই। জাননে নাই।

**ধন** ঃ সিয়ে তেনেকৈ Run out হ'ব মই কেনেকৈ জানো?

**তোলন** ঃ তই একো নজনাই হ'লি? পিঠি বখলিয়াই পেলাম চিনি পোৱা নাই।

**ধন** ঃ মিছামিছি আপিল কৰি নাথাকিবি দেই।

**দেউকণ** ঃ বাপেৰে আপেল নাখাই অ'। তহঁতৰ ভালৰ কাৰণেহে কৈছে।

**তোলন** ঃ চেনি আনোতে ঘূৰি অহা পইচা কি কৰিলি? ঘূৰা, পইচা ঘূৰা।

**ধন** ঃ এটকাৰ কাৰণে Out Declare নকৰিবি দেই। তহঁতৰ আজিৰ পৰা কিবা বস্তু আনি দিওঁ নেকি কবি। তোৰ এটকা নহ'লেও হ'বলৈ যা। (টকাটো দলিমাৰি দিয়ে) চেধাৰ টেমা, চিগাৰেটৰ পেকেট ওলাই পৰে, সি ভয় খায়। তোলন আৰু দেউকণে বুটলি লয়, দুয়োৰে Action, বীণাই চাহ আনে।)

**তোলন** ঃ হোঁ, পুতেৰৰ পকেটৰ পৰা পোৱা এইবোৰ ল। কামত আহিব। পুতেৰৰ বেয়া কীৰ্তি কলাপবোৰ জমা কৰি থৈ প্ৰদৰ্শনী পাতি মানুহক দেখুৱাব পাৰিবি।

**দেউকণ** ঃ কথাবোৰ দেখিছো খাৰাপৰে পৰা খাৰাপ হৈ গৈ আছে। অ' ককাইদেউ।

**তোলন** ঃ তোৰ পুথি পাজিয়ে তইঁতৰ বাট দেখুৱাব পাৰিব নেকি?

**দেউকণ** ঃ মোৰ পুথি পাঁজী ইইঁতৰ ওচৰত অসহায়। একো কৰিব নোৱাৰি। যাওঁ দে ।(যায়)

**বীণা** ঃ চাহ নেখালে যে দেউকণে।

**তোলন** ঃ ময়ো নেখাওঁ।

**বীণা** ঃ ইমানকৈ ভাগি পৰিলে কেনেকৈ হব। চাহ খাওক।

**তোলন** ঃ কেনেকৈ খাবি? কি বুলি খাবি? অৰ্জুন হেৰোৱাৰ পাছত পুতেৰৰ পকেটৰ পৰা ওলোৱা এই বস্তুবিলক, দেখাৰ পাছত ধুনতি জীয়েৰৰ পঢাৰ ধাউতিয়ে সৰস্বতীকো চেৰ পেলোৱাৰ পাছত মই মানুহটো গেলিপচি যাব লাগিছিল। আৰু পচা দুৰ্গন্ধৰ মাজত তইঁত বিলাকক সুমুৱাই ৰাখিব লাগিছিল। কিন্তু মই তইঁতক তেনেকুৱা হবলৈ দিয়া নাই।

**বীণা** ঃ হ'ব, চব ঠিক হৈ যাব। আপুনি অকমান জিৰণি লওকচোন, এইবোৰ কি কথা কৈছে? আমি আপোনাক পচি যাবলৈ এৰি দিমনে? বহক, জিৰণি লওকচোন। (যায়)

**তোলন** ঃ মই অকলে অকলে এই পচা দুৰ্গন্ধৰ মাজৰ পৰা তইঁতক কিমান দিনলৈ ৰক্ষা কৰিম। মই বৰ অকলশৰীয়া হৈ পৰিছো। মোৰ বুকুৰ এই হা-হুমুনিয়াহ বিলাক শুনিবলৈ ঘৰখনত অৰ্জুনটো থকাহেঁতেন। আৰে, সেইটো আমাৰ অৰ্জুন নহয়নে? এই শুনিছনে নাই। অৰ্জুন আহিছে সৌটো। সি মোৰ ওচৰলৈ ঘূৰি আহিছে। এই ইমান দিন ক'ত সোমাই আছিলি? চা-চোন আমাৰ অৱস্থাটো চা।

**(ভিতৰৰ পৰা দানাৰ পাত্ৰ, পঘা আদি লৈ বীণা, ধন সোমাই আহে)**

<u>সমাপ্ত</u>

# কম্পিউটাৰ ৰজনী

ৰচনাকাল—২০০৫

**নাট্যকাৰ # দীপক কুমাৰ গগৈ।**

**চৰিত্ৰ ঃ**

১/ **পদ্ম**—৭০ বছৰ।
২/ **ৰুদ্ৰ** –২৫ বছৰ।
৩/ **অৰুণিমা**–৯ বছৰ।
৪/ **গুণাভিৰাম** –৪৫ বছৰ।
৫/ **উৰ্মিলাৰ**–২৮ বছৰ।
৬/ **জয়ন্ত** –৪০ বছৰ।

মঞ্চৰ আৰ কাপোৰ আতৰে পদ্মকান্ত শইকীয়াই কিবা পুথি এখন মেলি ভুন-ভুনাই পঢ়ি আছিল। ভিতৰত বাচন-বৰ্তন পৰাৰ শব্দ এটা হয়। পদ্মকান্ত শইকীয়া উচপ খাই উঠে।

**পদ্ম** ঃ কি পৰিল, ঐ ৰুদ্ৰ ভিতৰত কি পেলালি? ইমান উৎপাত হ'লে কেনেকৈ হ'ব। ই কোন বিধৰ ল'ৰা এই দুদিনতে শিকি গৈছো। সি মোক ঘাটে ঘাটে পানী খুৱাই হে এৰিব। সি যেন খোজ নেকাটি ব্ৰডগজ ৰেলগাড়ীহে চলাইছে। ঐ ৰুদ্ৰ, কি পেলালি?

**(ৰুদ্ৰই ভৰিত দুখ পায়। দুপিয়াই আহে। হাতত কাৰ্টুন এটা। পকেটত pain killer spray এটা)**

Direction

**পদ্ম** ঃ কি হ'ল?

**ৰুদ্ৰ** ঃ এক্সিডেন্ট। দুখ পালো।

**পদ্ম** ঃ ক'ত উঠিছিলি?

**ৰুদ্ৰ** ঃ কাঞ্চন জংঘাৰ পৰা জাপ মাৰি এভাৰেষ্ট শৃংগত।

**পদ্ম** ঃ হাতত এইটো কি?

**ৰুদ্ৰ** ঃ এই ডালেইটো আচল ডাল। ওপৰত থ'ম বুলি ভাবিছিলো। পিচল খাই গ'লো।

**পদ্ম** ঃ কি আছিল ইয়াৰ ভিতৰত। বৰ ভাল দেখোন।

**ৰুদ্ৰ** ঃ কম্পিউটাৰ কম্পিউটাৰ। মইনাৰ বাবে চাৰে আনিছে। আপুনি বুজি নেপায়।

**পদ্ম** ঃ তই হ'বলা বুজিছ?

**ৰুদ্ৰ** ঃ কিয় নুবুজিম। চুইচ টিপিব লাগে।

**পদ্ম** ঃ বৰ ভাল বস্তু অ' এইটো। ভালদৰে থৈ দে। ঘৰলৈ যাওঁতে লৈ যাম। গাঁৱৰ ঘৰত বৰা ধান থৱলৈ ভাল হ'ব

**ৰুদ্ৰ** ঃ যিহকে দেখে তাকে লাগে। তাতকৈ কম্পিউটাৰ টোকে লৈ যাওঁ বুলি নক'লে কিয়? দিনে ৰাতিযে খট খট খট খট্

**পদ্ম** ঃ ধেৎ

**ৰুদ্ৰ** ঃ দেউতা এইফালে আহক। ভৰিতো লাগিল নেকি পৰীক্ষা কৰক।

**পদ্ম** ঃ ক'ত দুখ পালি চাওঁ।

**ৰুদ্ৰ** ঃ আস্–

**পদ্ম** ঃ বিষাইছে?

**ৰুদ্ৰ** ঃ নিবিখাবনে? ধৰক

**পদ্ম** ঃ এইটো কি ?

**ৰুদ্ৰ** ঃ ৰ'ব। এক মিনিট। এনেকৈ হেঁচা মাৰি ইয়াত লগাই দিয়ক। (spray টো) [Direction] বচ ভাল হৈ গ'ল।

**পদ্ম** ঃ ভাল হৈ গ'ল, কি এইটো।

**ৰুদ্ৰ** ঃ খেলুৱৈবিলাকে লগায়।

**পদ্ম** ঃ তই বৰ সাংঘাটিক মানুহ দেই।

**ৰুদ্ৰ** ঃ দেউতা। সেইটো কথা কিন্তু মোক চবেই কয়। আচ্ছা। আপুনি এতিয়াতো অলপ শুব' ইয়াতে শুবক। আহক

**পদ্ম** ঃ আৰে মই এতিয়া শুম বুলি তোক কোনে ক'লে? দিনত কি মানুহ শোৱে?

ৰুদ্ৰ ঃ চাঞ্চ পাওতেই শুই লওক। চিন্তা কৰিব নালাগে চাৰ বাইদেউহঁত নিশা দহটাৰ আগতে এইখন ঘৰলৈ নাহে।

পদ্ম ঃ মোক শুৱাই থৈ তই ঘৰখনত কি কৰি থাকিবি বুজা গৈছে। ময়ো নোশুওঁ, তোকো উৎপাত কৰিবলৈ সুবিধা নিদিও। এই টকা কেইটা ধৰ।

ৰুদ্ৰ ঃ পুৰস্কাৰ নেকি?

পদ্ম ঃ নহয়। কল্প একাসীয়ে নাৰিকল এটাই আনি দে।

ৰুদ্ৰ ঃ আপুনি তাৰ মানে সকামটো সঁচাকৈয়ে পাতিব?

পদ্ম ঃ বুট মগুখিনি তই নিজে তিয়াই থোৱা নাছিলি জানো?

ৰুদ্ৰ ঃ ভকত নিমন্ত্ৰণ?

পদ্ম ঃ তই থাকোতে মোক বেলেগ ভকত লাগেনে? (Change) কি কৰিবি। মই ইয়াত থাকোতেই তোৰ চাৰৰ মাকৰ শ্ৰাদ্ধতো পৰিল।

ৰুদ্ৰ ঃ তাৰ মানে আপোনাৰ wife ৰ।

পদ্ম ঃ কথাটো পুত্ৰ-বোৱাৰী দুইটাকে ক'লো। কোনো গুৰুত্বই নিদিলে।

ৰুদ্ৰ ঃ কি কৰিব। চাৰ বাইদেৱে সৰু-সুৰা কথাবিলাক কম্পিউটাৰৰ কাৰ্টুনটোৰ দৰে য'ত ত'ত পেলাই থব পাৰি বুলি ভাবে।

পদ্ম ঃ মইতো সেইটো কৰিব নোৱাৰো। বছৰটোৰ এটা দিন মই মানুহজনীৰ আত্মাটোক নিদিয়াকৈ থাকিব নোৱাৰো। হয়নে নহয়?

ৰুদ্ৰ ঃ মই বিয়াই পতা নাই। ক'ত বুজি পাম। এক মিনিট মোনাতো আনি লওঁ।

Direction

পদ্ম ঃ ঘৰ এৰি পুত্ৰৰ ভাড়া ঘৰত আছো, বুলিয়েই মানুহজনীৰ স্মৰণ নকৰাকৈ থাকিম নে? ভকত বৈষ্ণৱ গোটাই এগালমান খুৱাব নোৱাৰিলো নাই। কি কথা আছে। মানুহজনীৰ প্ৰতি মোৰ ভালপোৱাখিনিতো আগৰ দৰেই আছে। মই, ৰুদ্ৰ আৰু মোৰ নাতিনীজনী। হৈ যাব। তিনিজন য'ত—নিৰঞ্জন ত'ত।

**(Effect of Music. বাহিৰত অৰুণিমাৰ মাত )**

অৰু ঃ ককা।

পদ্ম ঃ কোন (আগবাঢ়ি যায়) (অৰুণিমা সোমাই আহে)

Direction

অৰু ঃ মই আহিলো, ককা।

পদ্ম ঃ আৰে, সোনকালে আহিলা যে। স্কুল?

অৰু ঃ Principal চাৰক অসুখ বুলি ক'লো।

পদ্ম ঃ কিয়?

অৰু ঃ আজি আইতাৰ শ্ৰাদ্ধ বুলি তুমিয়েই দেখোন কৈছিলা। কাম কৰিব নেলাগিব?

পদ্ম ঃ কিন্তু তুমি Principal ক ফাঁকি দিব নেলাগিছিল নহয়।

অৰু ঃ কিযে কোৱা ককা, ফাঁকি নিদিলে মই কেনেকৈ আহিম। তুমি বেয়া নেপাবা ককা। আজিৰ দিনটোও আইতাৰ শ্ৰাদ্ধৰ কাৰণে, যাক যিমান ফাঁকি দিব লাগে মই দি থাকিম। (ভিতৰত ৰুদ্ৰৰ মাত)

ৰুদ্ৰ ঃ দেউতা ক'ব বিচাৰিছো।

অৰু ঃ সৰ্বনাশ ।

পদ্ম ঃ কি হ'ল?

অৰু ঃ ৰুদ্ৰ দা ভিতৰতে আছে?

পদ্ম ঃ অ'

অৰু ঃ তেতিয়া হ'লে মোৰ জ্বৰ, কাহ। আহা মূৰতো মোৰ পিটিকি থাকাহি।

পদ্ম ঃ সঁচাকৈ জ্বৰ নেকি।

অৰু ঃ ভিক্সটো আনা। কি কৰি আছা?
(ৰুদ্ৰ সোমাই আহে।)

ৰুদ্ৰ ঃ মানুহটো আহিল আহিলেই। বাংলাদেশৰ পৰা নিগনিবোৰো আহিল যেন পাওঁ।

পদ্ম ঃ কি হ'ল, কি কৰিলে নিগনিয়ে?

ৰুদ্ৰ ঃ চাওক, আপুনি বজাৰ কৰা মোনাটোৰ অৱস্থা চাওক।

অৰু ঃ উস। বিষাইছে।

ৰুদ্ৰ ঃ অৰুণিমা।

অৰু ঃ জ্বৰ। মূৰৰ বিষ। ককা Vicksটো কি কৰিলা আনা (পদ্ম যায়)

ৰুদ্ৰ ঃ আৰে। গাত তোমাৰ জ্বৰ। এতিয়াও এনেকৈ আছা। উঠা।

অৰু ঃ ক'লৈ ।

ৰুদ্ৰ ঃ বে'ড ৰেষ্ট।

অৰু ঃ নেলাগে। Vicks সানিলেই ভাল হৈ যাব।

কন্দ্ৰ : যদি নহয়। মোক কঁচাই মৰিব খুজিছা। over duty পৰিলেই। চাৰৰ officeৰ ফোন নাম্বাৰটো কিমান আছিল। ফোন এটা কৰা চোন।

(পদ্ম আহে)

পদ্ম : ফোন ? ফোন কালৈ কৰিব লাগে।

কন্দ্ৰ : চাৰলৈ।

পদ্ম : নেলাগে। নিজে নিজে জ্বৰ ভাল হৈ যাব।

অৰু : অলপ ভাল ভাল লাগিছেই। আহাচোন। মূৰতো চুই থাকাহি।

(Direction)

পদ্ম : কি কৰি আছ। যা। বস্তু কেইটা আন।

কন্দ্ৰ : ঘৰত এজনীৰ জ্বৰ। তাতে পাতিব সকাম। তাই প্ৰসাদেই খাব নে জ্বৰৰ টেবলেটেই খাব।

পদ্ম : কি খায়। সেইটো আমি পিছত ঠিক কৰিম ।

কন্দ্ৰ : TA কিন্তু ১০ টকা ল'ম। কৈ থ'লো।

(সি যায়)

পদ্ম : তোমাৰ সঁচাকৈ জ্বৰ উঠা নাইতো।

অৰু : তুমি মোৰ কপালখন চোৱা। ঠাণ্ডা হয়নে নহয়।

পদ্ম : বেমাৰৰ আপদ চপাই লোৱাতো বেয়া কথা।

(এনেতে অৰুণিমাৰ স্কুলৰ বেগটোৰ ভিতৰত থকা Mubil phone টো ৰিং হয়। (direction) বুঢ়া যথেষ্ট পৰিমানে আচৰিত হয়। অৰুণিমাই ফোনত কথা পাতে।) Direction

অৰু : মা। কোৱা। জ্বৰ ? অ' অলপ অলপ উঠিছে। কিন্তু তুমি কেনেকৈ জানিলা ? চাৰে তাৰমানে তোমালোকক ক'লেই। কি ক'লা ? নাইনাই। বেছি হোৱা নাই। তোমালোকে চিন্তা কৰিব নালাগে। মই দেখোন তোমাৰ লগত কথা পাতিয়েই আছো। কোন ? ককা ? মোৰ ওচৰতে আছে। (direction ককাকক বহিবলৈ ইঙ্গিত দিয়ে।)

অ' মা। আজি চাৰহঁতক আহিবলৈ মানা কৰি দিয়ানা। মানে বহুত কথা আছে। যোৱা, তোমাক মই নেমাতো। ককাই বেয়া নেপাব নেকি কিবা—।

direction অৰুণিমাই ফোনত কথা পাতি পাতি তাইৰ নিজৰ কোঠাৰ ফালে গৈ থাকে। পদ্মকান্ত শইকীয়া যথেষ্ট পৰিমাণে আচৰিত হয়।

পদ্ম : মাজনী। ফোনত তুমি, মই বেয়া পোৱাৰ কথাতো ক'লা যে। কাক ক'লা।! কিয় ক'লা।! চেঃহ। অকণমান ছোৱালীজনীয়ে ফোনত কথাবোৰ বুজাব পাৰিছেইনে, নাইপৰাইনে— (ঠিক সেই মুহূৰ্ততে সোমাই আহে অৰুণিমাৰ ঘৰুৱা শিক্ষক গুণাভিৰাম দাস)।

গুণ : শুনকচোন

পদ্ম : (চায়)

গুণ : নমস্কাৰ।

পদ্ম : প্ৰতি নমস্কাৰ দিয়ে।

গুণ : ঘৰত আপোনাৰ বাহিৰে আন কোনোবা আছেনে ?

পদ্ম : মোৰ বাহিৰে আন কোনোবা মানে ? কিয় সুধিলে ?

গুণ : এইটো বাক্য প্ৰশ্নবোধক অব্যয়ত পৰে।

পদ্ম : মানে

গুণ : মানে কোনো কথা সোধা বা প্ৰশ্ন কৰাত যিবোৰ অব্যয় ব্যৱহাৰ কৰা হয় সেইবোৰক প্ৰশ্নবোধক অব্যয় বোলে। যেনে নে, নেকি, কি, ইত্যাদি।

পদ্ম : আপুনি তাৰ মানে ?

গুণ : হয়। আৰুণিমাৰ ঘৰুৱা শিক্ষক গুণাভিৰাম দাস।

পদ্ম : পঢ়াই চাগে ?

গুণ : অসমীয়া ব্যাকৰণ। সৰুতেই ব্যাকৰণৰ প্ৰতি মোৰ দুৰ্বলতা দেখি আই মোৰ বোপায়ে মোৰ নামটোও বহুব্ৰীহি সমাসত দিলে। গুণ+অবিৰাম= গুণাভিৰাম।।

পদ্ম : আপোনাৰ নামতো ব্যাকৰণৰফালৰ পৰা গুণাভিৰাম হ'লনে অসমীয়া সাহিত্যিকৰ শাৰী পূৰাবলৈ গুণাভিৰাম হ'ল, সেইতো আপোনাৰ মাক-বাপেকেহে ভালদৰে ক'ব পাৰিব।

গুণ : আপুনি ঠিক কৈছে।

পদ্ম : আপুনি মোৰ নাতিনীজনীক ব্যাকৰণৰ দৰে বিষয় এটা ইমান সময় খৰছ কৰি ঘৰত পঢ়াব লগা হ'ল যে.. ।

গুণ : তৃতীয় বিভক্তিৰ কাৰণে।

পদ্ম : মানে ?

গুণ : ৰে, দি, দ্বাৰা। এইবোৰ হ'ল তৃতীয় বিভক্তিৰ উদাহৰণ। মানুহৰ দ্বাৰা মানুহ নষ্ট হোৱাৰ কাৰণে...।

পদ্ম : একো বুজা নাই।

গুণ : মানে Shortcut মানুহে নতুন বাহন এখন লৈ ছয় ঘণ্টাৰ ৰাস্তা দুঘণ্টাতে অতিক্ৰম কৰিছে কবক, কিন্তু ভাষাৰ দৰে বিষয় এটাত বিভক্তি, সমাসক গণ্য নকৰাকৈ Short cut কৰি পেলালে কি হ'ব কওকচোন।

পদ্ম : কি হ'ব আৰু। ভাষাৰ বিপৰ্যয় হ'ব।

গুণ : আৰু এতিয়া দেহী ঐ, ভাববোধক অব্যয়ত ক'লো সৰু সৰু বোৰৰতো ভাষাৰ জ্ঞান মুঠেই নাই। গণ্ডগোল লগাই কয়- জেং লাগিব, যিহকে তিহকেক কয়- যা তা, কি শুনিব। অৰুণিমা।

পদ্ম : তাই স্কুলৰ পৰা সোনকালে আহিল বুলি আপোনাক কোনে ক'লে?

গুণ : দেউতাকে ফোন কৰি ক'লে। ভালেই হ'ল দিয়ক। দিনটোলৈ advance হৈ থাকিম।

পদ্ম : কিন্তু তাই আজি নপঢ়ো বুলি কৈছে।

গুণ : কিয়?

পদ্ম : তাইৰ গাটো সিমান ভাল নহয়।

গুণ : সেইটো কেনেকৈ হ'ব। ভাষাৰ সমৃদ্ধিৰ কাৰণে স্কুলত এটা মোটা নম্বৰ দখল কৰিবৰ কাৰণে অলপ অলপ ত্যাগ কৰিব লাগিবই। আনুষঙ্গিক অধ্যায়ত ক'লো। (এনেতে অসুস্থ দেহাৰ ভাও লৈ অৰুণিমা সোমাই আহে।)

অৰু : ককা। মূৰতো অলপ মালিচ কৰি দিয়ানা। আকৌ বিষাইছে। উস ।

পদ্ম : হেৰি, আজি থাকক নহলে। তাই নিজেই মন কৰা নাই।

গুণ : সম্বোধন সূচক অব্যয় দিলেই নহয় ব্যৱহাৰ কৰি।

অৰু : চাৰ একো নহয়। আজি মোৰ পঢ়িবলৈ মন যোৱা নাই। অসুখ বেছি হৈ যাব।

গুণ : সাধাৰণ অসুখ এটাত এইদৰে tution ক্ষতি কৰাতো এটা সুস্থ জাতিৰ লক্ষণ হ'ব নোৱাৰে। আহা।

অৰু : চাৰ চাওক চোন, নাকৰ পৰা এতিয়াও পানী ওলায়েই আছে।

গুণ : ভালহে। আন নহ'লেও নাকৰ পৰা উচ্চাৰণ কৰা অনুনাসিক বৰ্ণৰ কথা আলোচনা কৰিব পাৰিম, আপুনি ৰ'ব দেই। মাত্ৰ বিশ মিনিট।

(সিহঁত যায়।)

পদ্ম : যাওঁক যাওঁক। পাৰিলে গোটেই ব্যাকৰণখনকে মুখস্থ কৰাই থাককগৈ। এইজনী ছোৱালীক এইটো বয়সতে এতিয়াই ইমানবোৰ বিভক্তি, সমাস, অব্যয়ৰ যোগ বিয়োগ কৰাই থাকিলে পিছলৈ অইহ মগজুতো আখৰ নধৰা চিলত হৈ নপৰেগৈতো। ইমান আশা কৰি ছোৱালীজনীয়ে মোৰ কাৰণেই স্কুলৰ পৰা সোনকালে আহিছিল। আজি নপঢ়া হলে কি ক্ষতিতো হ'লহেঁতেন।। (এনেতে সোমাই আহে কমু)

কমু : বাইদেউ আহক। আজি অৰুণিমাৰ জ্বৰ। তাই ক'ত আছে চাই লওঁ। আপুনি বহক।

(Direction)

পদ্ম : তই আহিলি?

কমু : অ। এইয়া আপোনাৰ বস্তু। লওক।

পদ্ম : সকলো ঠিকে ঠাকে পালিনে?

কমু : পালো। কিয় নেপাম।

পদ্ম : এনেই থাকিব নেলাগে। নাৰিকলৰ বাকলি গুচাগৈ যা।

কমু : হ'ব। (সি যাবখোজে।)

পদ্ম : শুন

কমু : কি হ'ল?

পদ্ম : তোক কথা এটা কবলৈ পাহৰিলো নহয়।

কমু : কি কথা?

পদ্ম : তোক ধূপৰ কথা কবলৈ পাহৰিলো।

কমু : এতিয়াতো উপায় নাই। এটা কামকে কৰো দিয়ক

পদ্ম : কি কাম?

কমু : ধূপৰ ঠাইত কচুৱাকে লগাই দিও।

পদ্ম : কচুৱা মানে

কমু : ম'হ দূৰকাৰী ধূপ যে।

পদ্ম : সেইতো কেনেকৈ হ'ব। ৰামায়ণৰ সীতা যুধিষ্ঠিৰৰ ওচৰলৈ আহিবনে?

কমু : তেতিয়া হ'লে যি কৰে কৰি থাকক। (Direction) (উৰ্মিমালাই অৰুণিমাৰ কোঠাৰ পৰা হাৰমনিয়ামখন আনি বজাবলৈ লয়। হঠাৎ হাৰমনিয়ামৰ মাত শুনি পদ্মই উভতি চায়।)

**ৰুদ্ৰ :** আপুনি চিনিয়েই পোৱা নাই হ'বলা। উৰ্ম্মিমালা বাইদেউ। গান শিকায়। আহক। (সি যায়) (Direction)

(উৰ্ম্মিমালাই বজাই থাকে। পদ্মই উৰ্ম্মিমালাক কিবা এটা কবলৈ গৈ একো নোকোৱাকৈ উভতি আহে। ভিতৰলৈ যায়। উৰ্ম্মিমালাই ঘনে ঘনে হাতৰ ঘড়ীটোলৈ চায়।)

**উৰ্ম্মি :** এখেতে আজি সঁচাই ব'ৰ কৰিছে দেই। অৰুণিমা যেনিবা কিবা কাৰণত স্কুলৰ পৰা দুঘন্টা সোনকালেই আহিল। সেই বুলিয়েই কিয় চাৰুটো ল'বহি লাগেনে? এতিয়াতো মোৰ সময়। My god। দহ মিনিট over হ'লেই। (তাই কোঠাৰ ওচৰলৈ যায়।) হেৰি দাস ডাঙৰীয়া। আপুনি আজি নোলাব নেকি? ঘড়ীৰ কিমান বাজিছে এবাৰ চাওকচোন। মানুহৰ সময়ৰ কিছু জ্ঞান থাকিব লাগে। আপোনাৰ বাবে মই মোৰ সময় নষ্ট কৰিব নোৱাৰো নহয়।

(Direction)

কি কৰা যায়। খঙত আকৌ হাৰমণিয়ামৰ ওচৰত ৰয়হি। ৰুদ্ৰই আগৰ কাপোৰ সলাই বেছ সাত্বিক ভাৱত উৰ্ম্মিমালাৰ ওচৰলৈ আহে।

**ৰুদ্ৰ :** বাইদেউ বহক। দেউতাই special dutyত লগাইছে।। ভকত ভকত লাগিছেনে বাৰু।

**উৰ্ম্মি :** ৰুদ্ৰ।

**ৰুদ্ৰ :** কওক।

**উৰ্ম্মি :** এইবোৰ কি হৈছে?

**ৰুদ্ৰ :** কোনবোৰ?

**উৰ্ম্মি :** এইযে ইয়াত মিছামিছি ফঁচিব লগা হ'ল ।

**ৰুদ্ৰ :** মানে?

**উৰ্ম্মি :** তুমি দেখাই নাইনে?

**ৰুদ্ৰ :** নাই দেখাতো।

**উৰ্ম্মি :** দাসক মোৰ সময়ত ক্লাছ লবলৈ কোনে permission দিছিল?

**ৰুদ্ৰ :** তেখেত ওলোৱাই নাই নেকি? ভাবি মচ্ছিল।

**উৰ্ম্মি :** মই কি কৰো কোৱা। ক্লাছ নকৰাকৈ গুছি যাওঁনে, ৰও।

**ৰুদ্ৰ :** ব'ব, কিয় গুছি যাব। দৰকাৰ পৰিলে ঘন্টা বজাব লাগিব। এক মিনিট।

(ৰুদ্ৰই ভিতৰৰ পৰা ঘন্টা আনিবলৈ যায়।)

**উৰ্ম্মি :** হেৰি দাস ডাঙৰীয়া। মই আপোনাৰ ক্লাছত অনধিকাৰ প্ৰৱেশ কৰিব খোজা নাই। আপোনাৰ ঘড়ীত কেই বাজিছে চাওক আৰু ভালে ভালে ওলাই আহক। (direction)

(ৰুদ্ৰই কাঁহী এখন আনি কোঠাটোৰ সন্মুখত বজাবলৈ লয়। কাঁহীৰ মাত শুনি পদ্ম ওলাই আহে আৰু কোঠাৰ পৰা অৰুণিমাও পৰম বিৰক্তিৰে ওলাই আহে, তাইৰ পিছে পিছে গুণ ওলাই আহে।) (direction)

**গুণ :** শুনা অৰুণিমা। তুমি মাত্ৰ পাৰ্থক্যতো বুজি লোৱা। এটা কথা সদায় জানিবা কৃৎ-প্ৰত্যয় ধাতুৰ পিছত যোগ হৈ নতুন শব্দৰ সৃষ্টি কৰে, তদ্ধিত প্ৰত্যয় আকৌ প্ৰতিপাদিকৰ পিছত যোগ হৈ নতুন শব্দৰ সৃষ্টি কৰে। যেনে বন+অনি=বননী। বাহ + ই = বাঁহী (অৰুণিমা ককাকৰ কোলাত সোমায়।)

**পদ্ম :** হ'ব হ'ব। আজিলৈ সামৰক।

**গুণ :** আৰু আছে। কৃৎ প্ৰত্যয়ৰ কৰ্তা কৰ্মকে ধৰি ছয়টা কাৰক বাচ্য আৰু ভাৱ বাচ্য আছে। মনত ৰাখিবা তদ্ধিত প্ৰত্যয়ৰ কোনো বাচ্য নাই।

**পদ্ম :** ৰ'ব—

**গুণ :** কি হ'ল?

**পদ্ম :** আপুনি ছোৱালীজনীক অত্যাচাৰ কৰিছে কিয়?

**গুণ :** মই অত্যাচাৰ কৰিছো? ব্যক্তিবাচক সৰ্ব্বনাম পদৰ বাক্য প্ৰয়োগ নকৰিব দেই। সৰ্ব্বনাম পদৰ পুৰুষ কেইটা আপুনি জানে? তিনিটা। প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষ। প্ৰথম পুৰুষ মই, আমি, মোক....

**উৰ্ম্মি :** ৰ'ব। অত্যাচাৰ আপুনি অকল অৰুণিমাকে কৰা নাই— আমাকো কৰিছে।

**গুণ :** আপোনালোকক কৰিছো?

**উৰ্ম্মি :** দস্তুৰমত কৰিছে। আপোনাক কোনে কৈছিল মোৰ সময়খিনিত ব্যাকৰণৰ জ্ঞান দিবলৈ।

**গুণ :** একেই কথা।

**উৰ্ম্মি :** কেনেকৈ একেই কথা?

**গুণ :** সামান্য গানৰ কাৰণে এই ব্যৱহাৰ? আপুনি নুবুজে কিয়, আগতে ব্যাকৰণ, তাৰ পিছতহে গান। ভালকৈ ব্যাকৰণ

জানিলেহে গান লিখিব পাৰিব।

**উৰ্ম্মি ঃ** কথা কয় চোৱা। গান হ'ল আবেগ- অনুভূতিৰ শিহঁৰণ এটা। আবেগে হৃদয়ক আলোড়িত কৰিলে স্বতঃস্ফূৰ্ত ভাৱেই জন্ম হয় গীতৰ। যেনেকৈ শৰবিদ্ধ পক্ষীৰ ক্ৰন্দনত বাল্মীকিৰ মুখৰ পৰা নিগৰি আহিছিল নিষাদ।

**গুণ ঃ** মোক ব্যাখ্যা শুনাব নেলাগে। বাক সংহতিত কথা কবলৈ শিকক আনৰ ভাল দেখিব নোৱাৰা-চকু চহৰা। যি মাটিত সাৰ নাই— অসাৰুৱা, যি পথৰ পৰা বিচলিত - পথ ভ্ৰষ্ট। ঠিক আছে যাওঁ।

**ৰুদ্ৰ ঃ** চাৰ আৰু আছে। খাবলৈ অনা কলপুলি।

**গুণ ঃ** পচলা

**ৰুদ্ৰ ঃ** যি কাণেৰে নুশুনে?

**গুণ ঃ** কলা

(গুণ যাব খোজে)

**ৰুদ্ৰ ঃ** যি যাবলৈ হাত জোকাৰে?

**গুণ ঃ** বাই বাই।

(গুণ-খণ্ডত ওলাই যায়।)

**উৰ্ম্মি ঃ** যাওঁক যাওঁক। আপুনি কাৰ খং কাৰ ওপৰত জাৰিছে আমাৰ জানিবলৈ বাকী নাই। উস। পঢ়াবলৈ মুডটো একেবাৰে নষ্ট কৰি দিলে চোৱাচোন।

**ৰুদ্ৰ ঃ** এইকণ কথাত ইমান ভল্টেজ কমিলে কেনেকৈ হ'ব কওকচোন?

**উৰ্ম্মি ঃ** কিয় নকমিব ভল্টেজ? electricity ৰো নিজৰ এটা Capacity থাকে। জোখতকৈ বেছি খৰছ কৰিলে voltage কমিবই।

**পদ্ম ঃ** অৱশ্যে কমিব। আপুনি ঠিক কথা কৈছে। এই ছোৱালীজনীলৈ চাওকচোন। নিজৰ আয়েকৰ শ্ৰাদ্ধ পাতিবলৈ, হেঁপাহেৰে, অতি হেঁপাহেৰে স্কুলৰ পৰা সোনকালে গুচি অহা ছোৱালীজনীক যদি জ্ঞান দিয়াৰ নামত শৰীৰৰ প্ৰতি ইঞ্চি মাংসপিণ্ড চেপি খুন্দি সৰিয়হৰ চাটনী কৰিবলৈ চেষ্টা কৰা হয় তেন্তে কেনেকৈ হ'ব?

**ৰুদ্ৰ ঃ** দেউতা। সৰিয়হৰ চাটনী বোলোতেই ফটকৈ মনত পৰি গ'ল। মাছৰ চোকোৱাখিনি গুচ্ছাবলৈ থাকিলেই নহয়। আপুনি আহি থাকক। (সি যায়) অৰুণিমাই উচুপি উঠে। (direction)

**উৰ্ম্মি ঃ** Sorry, I am very sorry মই দুঃখিত অৰুণিমা। আজি theory ক্লাছ বন্ধ। আহিলো যেতিয়া এটা ৰাগকে শিকোঁগে।

**পদ্ম ঃ** আপোনালোকক মই বাৰে বাৰে হাতজোৰ কৰি কৈ থাকিব লাগিব নেকি?

**উৰ্ম্মি ঃ** কি কথা?

**পদ্ম ঃ** তাই কষ্ট পোৱাৰ কথাতো।

**উৰ্ম্মি ঃ** গান শিকিলে কষ্ট পাব?

**পদ্ম ঃ** ভীষণ কষ্ট পাব। আপুনি বিশ্বাস কৰক— মাক দেউতাকে ক'ব, পিঞ্জৰাটোত সোমাই তাইয়ে মইয়ে আয়েকৰ শ্ৰাদ্ধ পাতিম বুলি ভাবিছিলো। তাই সেই কাৰণেহে স্কুলৰ পৰা সোনকালে আহিছিল।

**উৰ্ম্মি ঃ** সঁচা অৰুণিমা?

**অৰু ঃ** (মূৰ দুপিয়ায়)

**পদ্ম ঃ** ভাবিছিলো মানুহজনীৰ হৈ দুটামান ভগৱানৰ গীতো গাম আৰু প্ৰসাদো খাম।

**উৰ্ম্মি ঃ** আপোনালোকে সঁচাকৈ গীত গাব?

**পদ্ম ঃ** নেলাগে কেনেকৈ হ'ব?

**অৰু ঃ** বাইদেউ। গাঁৱৰ ঘৰত আমাৰ ককাই সদায় ভগবানৰ নাম গায়।

**উৰ্ম্মি ঃ** হয়নে? ঠিক আছে। ককা, ঠিক তেনে এটি ঘোষাৰেই মই মোৰ ক্লাছটো আৰম্ভ কৰো।

(Diréction) উৰ্ম্মিমালাই এটি ঘোষা গায়। কিমতে ভকতি....

**পদ্ম ঃ** পদ্মই সেৱা কৰে। আপোনাক ভগৱানেহে মোৰ ওচৰলৈ আনিলে যেন পাওঁ। এই ঘোষাটিৰেই মই নামঘৰৰ থাপনাত সেৱা এভাগ কৰি যেন এইখিনি পাইছোহি।

**উৰ্ম্মি ঃ** অৰুণিমা। এইয়া হ'ল কাকুতি ঘোষা। এই গীতৰ ৰাগ আৰু তালৰ জ্ঞান theory ক্লাছত পাবা। আজিলৈ আহো।

**পদ্ম ঃ** বেছি সময় নাই। প্ৰসাদ খাবই পাৰিলেহেঁতেন।

**উৰ্ম্মি ঃ** দেৰী হ'ব আৰু দুঠাইত আছে। প্ৰসাদ ৰুদ্ৰৰ হাততে পঠাই দিব। মই আকৌ প্ৰসাদৰ ফ্ৰাই খাইহে ভাল পাওঁ। আহো দেই।

**পদ্ম ঃ** মাজনী

অৰু ঃ ককা

পদ্ম ঃ তোমাৰ খোৱা ফাঁকি মনত ৰ'লনে?

অৰু ঃ হ'বা। আজি শিকিছোহে।

পদ্ম ঃ শিকা শিকা। এইবোৰ গীতে গা-মন জুৰ পেলায়। মনটোকো শান্ত কৰে।

ৰুদ্ৰ ঃ তোৰ আৰু কিমান দেৰি আছে?

অৰু ঃ তুমি কি দেৰী হোৱাৰ কথা কৈছা?

পদ্ম ঃ প্ৰসাদৰ কাম। এমুঠি লাগিব নহয়।

অৰু ঃ অ' হ'ল।

পদ্ম ঃ কি?

অৰু ঃ মই পাহৰি গ'লো নহয়।

পদ্ম ঃ কি পাহৰিলা?

অৰু ঃ বান্ধৱী এজনীক আইতাৰ শ্ৰাদ্ধৰ কথা ক'বলৈ।

পদ্ম ঃ তাইৰ ঘৰ ক'ত?

অৰু ঃ আমাৰ ঘৰৰ বালখনৰ সিপাৰে—

পদ্ম ঃ কেনেকৈ যাবা?

অৰু ঃ তালৈ গ'লে দেখোন মাইঁতে মাৰিব। ওৱালত উঠি কথাহে পাতিম—

পদ্ম ঃ সেইতো কেনেকৈ হ'ব? এই ভকতহে আচল ভকত। আহা। মাতি থৈ আহা।

অৰু ঃ ককা। সিহঁতৰ লগত অলপ খেলিবলৈ দিবা।

পদ্ম ঃ কিয় নিদিম, আহা। এনেতে সোমাই আহে ৰুদ্ৰ। (হাতত প্ৰসাদ কল)

ৰুদ্ৰ ঃ কেনিবাহে ওলাল যে।

পদ্ম ঃ প্ৰসাদ ইয়াত নহয়। মোৰ কোঠালৈ নে। মজিয়া মছি থৈছো। ভকত নিমন্ত্ৰণলৈ যাওঁ। আহা।।

(যায়।)

ৰুদ্ৰ ঃ অ'। কথা এতিয়া সেইটোহে হ'লগৈ নে। প্ৰসাদৰ বোজা এনেকৈ মূৰত লৈ থাকিবলৈ মই কিবা পাব্লিক বাছ নেকি? ককা দেউতাতো কেনেকুৱা মানুহ ধৰিবই নোৱাৰি নহয়। আচলতে মানুহতো অলপ অলপ হেবাং। ককাই ইমানবোৰ আয়োজন যদি কৰিবই পাৰে তেন্তে মাইক এটাৰো ব্যৱস্থা কৰিব পাৰিলেহেঁতেন। VCD cassattee দুটামান আনি ৰাতিতো জমাই থাকিলো হেঁতেন। ওচৰ চুবুৰীয়াক পিন্ধিনা বুকু ফিন্দাই ক'লোহেঁতেন— বেয়া নেপাব দেই আইতাৰ শ্ৰাদ্ধ আছিল। অলপ স্ফুটি হ'ল আৰু। (এনেতে গাড়ীৰ শব্দ হয়। সি ভয় খায়।)

ৰুদ্ৰ ঃ সৰ্বনাশ। চাৰেই আহিল নেকি? এইবোৰ কি কৰোঁ। বিচনাৰ তলতে থওঁ। (সি কম্পিউটাৰৰ কাৰ্টুনত প্ৰসাদ ভৰায়। বিচনাৰ তলত থয়। সেৱা কৰে। জয়ন্ত সোমাই আহে।)

জয়ন্ত ঃ ৰুদ্ৰ।

ৰুদ্ৰ ঃ চাৰ

জয়ন্ত ঃ তই কি কৰি আছ?

ৰুদ্ৰ ঃ একো কৰা নাই।

জয়ন্ত ঃ এইখন কি?

ৰুদ্ৰ ঃ ধুতি।

জয়ন্ত ঃ কিয় পিন্ধিছ?

ৰুদ্ৰ ঃ ঠাণ্ডা লাগিছে কাৰণে?

জয়ন্ত ঃ ঠাণ্ডা লাগিলে ধুতি পিন্ধে নেকি? খোল।

(সি খোলে)

জয়ন্ত ঃ অৰুণিমাৰ জ্বৰৰ কাৰণে officeৰ পৰা বাহিৰে বাহিৰে আহিব লগা হ'ল। ক'ত আছে তাই?

ৰুদ্ৰ ঃ সেই ফালে।

জয়ন্ত ঃ সেইফালে ক'ত?

ৰুদ্ৰ ঃ মানে ককাৰ লগত ফুৰিবলৈ—

জয়ন্ত ঃ কি? জ্বৰীয়া ছোৱালীজনীক ফুৰাবলৈ নিছে। তই কি কৰি আছিলি?

ৰুদ্ৰ ঃ মোৰ কথা নুশুনিলে নে শুনিলে ঠিকেই নাই।

জয়ন্ত ঃ যা তাইক মাতি আন। (ৰুদ্ৰ অৰুণিমাক মাতিবলৈ যায়।) দেউতাতো, কি কৰিবলৈনো গাঁৱৰ ঘৰখন এৰি ইয়াত থাকিবলৈ আহে। আহিবই নেলাগে নহয়। ইয়াত আমাৰ এখন নিৰ্দিষ্ট Routine আছে। সেইমতে আমি চলিব লাগিব। কোনো কাৰণতে এই Routineৰ নিয়ম ভঙ্গ হোৱাতো মই নিবিচাৰো।( অৰুণিমা দৌৰি জয়ন্তৰ ওচৰলৈ আহে)

অৰু ঃ পাপা—

জয়ন্ত ঃ চুপ। ক'লৈ গৈছিলা?

অৰুণ : খেলা চাবলৈ

জয়ন্ত : কিয় গৈছিলা, কিয় গৈছিলা? তোমাক মই এটা কম্পিউটাৰ আনি দিয়া নাই। তাত কি খেলিব নোৱাৰি? তাত নেখেলিলা কিয়? এজন out dated বৃদ্ধ মানুহৰ লগত খেলা-ধুলা কৰি তুমি কি নিজেই out dated হৈ যাব খুজিছা। অযথা সময় নষ্ট কৰাৰ ব্যৱস্থা। হোৱা। এইয়া তোমাৰ ঔষধ। prescription ৰ মতে খাবা। এইখন কিতাপ। ইয়াৰ প্ৰতিখিলা পাতৰ কথা কালিলৈ tution মাষ্টাৰক বুজাব লাগিব। থাৰ্মমিটাৰেৰে জ্বৰটো কিমান উঠিছে চাবা (জয়ন্ত যায়। effect of Music) অৰুণিমাই কিতাপখনৰ পাত লুটিয়ায়। এটা গম্ভীৰ দুখবোধে তাইক যেন হেঁচা মাৰি ধৰে। ]

(Direction)

(এনেতে ৰিণিকি-ৰিণিকি ভাঁহি আহে অৰুণিমাৰ বান্ধৱীহঁতে চোতালত খেলি থকা খেলাৰ গীত এটি—

ৰজাই হুকুম দিছে এদিম ছেদিম বাই।
কি হুকুম দিছে এদিম ছেদিম বাই।
ছোৱালী এজনী খুজিছে এদিম ছেদিম বাই।
কোন ছোৱালী খুজিছে এদিম ছেদিম বাই।
যোৱা ছোৱালী যোৱাগৈ, ৰজাৰ ৰাণী হোৱাগৈ।

(অৰুণিমাৰ সেই প্ৰাপ্তি—অপ্ৰাপ্তিৰ দোমোজাত মঞ্চ লাহে লাহে আন্ধাৰ হয়।)

সমাপ্ত

# প্ৰত্যাৱৰ্তনৰ পথত "সত্য"

নাট্যকাৰ#পংকজ জ্যোতি ভূঞা

**চৰিত্ৰসমূহ :**

১। সত্য ২। চৌধুৰী

৩। বাটৰুৱা ৪। ধৰুণী

৫। ভাস্কৰ

(মঞ্চত পোহৰ হোৱাৰ লগে লগে দেখা যায় সত্যপ্ৰসাদে সাধাৰণভাৱে অফিচৰ সন্মুখত বহি থাকে। চৌধুৰীৰ অস্থিৰ পদ- চালনা- — সত্যপ্ৰসাদে তেওঁলৈ চায়)

(Direction)

**সত্য :** তুমি ধীৰ স্থিৰ ভাবে বহি থাকা। অফিচটো খুলিলা? খুলিলা যদি মানুহৰ বাবে বৈ ভিতৰত বহি থাকা।

**চৌধুৰী :** আপুনি এইবোৰ কি কাম কৰিবলৈ ওলাইছে জানেনে?

**সত্য :** জানো জানো ভালদৰে জানো।

**চৌধুৰী :** এইটো কাম কৰিবলৈ আপোনাৰ কেনেকৈ ইচ্ছা হ'ল বাৰু?

**সত্য :** মই অনিচ্ছা স্বত্বেও কৰিবলৈ বাধ্য হৈছো চৌধুৰী।

**চৌধুৰী :** তেনেহ'লে বাদ দিয়ক আকৌ;

**সত্য :** শুনা, মানুহে জীৱনত যিবোৰ কাম কৰে তাৰ বেছি ভাগেই অনিচ্ছা স্বত্বেই কৰে।

**চৌধুৰী :** কিন্তু এইটো আপোনাৰ...

**সত্য :** এইটো মোৰ জীৱনৰ অন্তিম কাম।

**চৌধুৰী :** কিন্তু...।

**সত্য :** কোনো কিন্তু নাই। কিয় জীয়াই থাকিম হে। আজি তিনিবছৰৰ আগতে এইটো অফিচতে কাম কৰি অৱসৰ লোৱাৰ পাছত সেই পেঞ্চন অফিচলৈ কিমান অহা-যোৱা কৰিলো। তুমি নিজে দেখি আছা।

**চৌধুৰী :** হ'ব; আপোনাৰ পেঞ্চন। (বেঞ্চ এখন আনে)

**সত্য :** নালাগে - হাতত থকা পইচা কেইটা শেষ হোৱাৰ পাছত মই কি খাই জীয়াই থাকিম কোৱা?

**চৌধুৰী :** কিন্তু আপোনাৰ সিদ্ধান্তটোত মোৰ বৰ ভয় লাগিছে। মই আপোনাক বাধা দিব বিচাৰিছো।

**সত্য :** মোৰ সিদ্ধান্ত মৰ্মেহি মই আজিৰ দিনটোত জীৱনৰ অন্ত পেলাব খুজিছো।

**চৌধুৰী :** কিন্তু আপোনাৰ দৰে বিখ্যাত নাট্যকাৰ এজনে এইদৰে জীৱনৰ অন্ত পেলালে আৰু বহুত ক্ষতি হ'ব।

**সত্য :** হেৰা, তোমালোকৰ লগতে এইটো অফিচতে বহি Bill challan- ৰ লগতে কিমান নাটক লিখিলো। তাৰ পৰা কি লাভ হ'ল?

**চৌধুৰী :** আহিব আহিব ঘূৰি আহিব। সকলো ঘূৰি আহিব। সুখ-শান্তি সমৃদ্ধি সকলো ঘূৰি আহিব।

**সত্য :** আহিব??? মই মৰাৰ পাছত ঘূৰি আহিব। চৌধুৰী তুমি

চাই থাকা; জেৰালীকেইজনীও পলাই গ'ল— মানুহজনীয়েও এৰি থৈ গ'ল। ল'ৰাটো দেশ উদ্ধাৰত লাগিল। গতিকে বহুত চিন্তা কৰি আজিৰ দিনটোকে মোৰ জীৱনৰ অন্তিম দিন হিচাবে নিৰ্দ্ধাৰণ কৰি ইচ্ছা মৃত্যুবৰণ কৰিম। তুমি এইটোক প্ৰতিবাদ মৃত্যু বুলিও ক'ব পাৰা। মই মোৰ মৃত্যুৰ প্ৰতিবাদ কৰিম। এয়া প্ৰতিবাদ চৌধুৰী।— প্ৰতিবাদ।

**চৌধুৰী :** দাদা ... ( কান্দোনৰ উৎকণ্ঠাৰ সুৰ)

**সত্য :** তেতিয়া হ'লে চৌধুৰী মই পলম কৰি নাথাকো। মই মৰিম। তিনিবছৰে পেঞ্চন নোপোৱাৰ প্ৰতিবাদ কৰি মই মোৰ অফিচৰ চৌহদত প্ৰতিবাদ মৃত্যু বৰণ কৰিম। গণতান্ত্ৰিক দেশতএইয়া পেঞ্চন নোপোৱাৰ প্ৰতিবাদ।

**চৌধুৰী :** মই এতিয়া কি কৰো বাৰু দেখিছেনে? চেহ, মানুহবোৰো নাহিল।

**সত্য :** তুমি কৰিবলগীয়া একো নাই। চাঙীএখনৰ ব্যৱস্থা কৰিছা নহয়?

**চৌধুৰী :** আপুনি দাবী কৰা মতে কালিয়ে মই অফিচৰ ষ্টাফৰ ফালৰ পৰা চাঙী, কাপোৰ, ফটো আৰু মালাৰ লগতে অন্যান্য সকলো বস্তু যোগাৰ কৰি থৈছো।

**সত্য :** চাওঁ ফটোখন আৰু মালাডাল দিয়া।(চৌধুৰীয়ে মোনাৰ পৰা ফটো আৰু মালা দিয়ে। সত্যই ওচৰত থকা লেক্‌চাৰ ষ্টেণ্ডটোত ফটো সজায় ) (Direction)ঠিক আছে তেতিয়া হ'লে ৰ'বৰ সময় নাই— বিদায় চৌধুৰী বিদায়। হে মোৰ দেশৰ ৰাইজ, মই সত্য প্ৰসাদে আজি তিনি বছৰে পেঞ্চন নোপোৱাৰ বাবতে মই কাম কৰা এই অফিচৰ চৌহদত আজি প্ৰতিবাদ মৃত্যু বৰণ কৰিছো। বিদায় ৰাইজ বিদায়।

**(লাহে লাহে শুই পৰে। চৌধুৰীয়ে মোনাৰ পৰা কাপোৰ উলিয়াই ঢাকি দিয়ে। ধূপ জ্বলাবলৈ লওঁতে বাটকৰাৰ প্ৰবেশ)**

**বাটকৰা :** অ'....আৰে.... কোন..... অ' কি হ'ল এইখন ..... অ' কোন গ'ল অফিচৰ কোনোবা নেকি? কোন অ' কোন গ'ল অ' চৌধুৰীদা এইয়া অফিচৰ সন্মুখত কি দেখিলো? কিন্তু ..... কোন গ'ল?

**চৌধুৰী :** মাৰক।

**বাটকৰা :** কাক মাৰিম?

**চৌধুৰী :** জুইশলা মাৰক।

**বাটকৰা :** (জুইশলা মাৰে। চৌধুৰীয়ে ধূপ জ্বলায়) অ' চৌধুৰী মই হ'লে একো ধৰিব পৰা নাই।

**চৌধুৰী :** ধৰক।

**বাটকৰা :** কি?

**চৌধুৰী :** এইটো (জুইশলাটো দিয়ে। চৌধুৰীয়ে ফটোৰ ওপৰত ধূপ জ্বলায়) কিয়। খবৰ পোৱা নাই? আমি কালিয়েই জানো।

**বাটকৰা :** কালিয়েই ? হে হৰি ধন জন, জন- গণ, মন অধিনায়ক মানে কিবা খেলি-মেলি হৈছে দেই, অ' চৌধুৰীদা।

**চৌধুৰী :** (সেৱা কৰে)

**বাটকৰা :** কালিয়েহে অফিচলৈ আহিছিলো। কিন্তু চৌধুৰীদা কোন গ'ল?

**চৌধুৰী :** (কান্দে)

**বাটকৰা :** বেগেতে কওঁকচোন কোন গ'ল।

**চৌধুৰী :** আমাৰ সকলোৰে পৰম আদৰৰ (বৈ) অতি চেনেহৰ।

**বাটকৰা :** হেৰি নকয় কিয়? হাৰ্টফেইল হৈ যাব।

**চৌধুৰী :** অতি মৰমৰ সত্যদা।

**বাটকৰা :** হা কি শুনিছো। মোৰ বিশ্বাস হোৱা নাই দেই।

**চৌধুৰী :** কিন্তু হয়। আগতে আছে এয়া দেখা নাই। (Direction)

**বাটকৰা :** কি কয় হেৰি .... কালি অ' কালি বজাৰত জানে ১০০ টকা দৰত এটা বৌমাছ ভাগ কৰি আগটুকুৰা তেখেতে আৰু পাছ টুকুৰা মইয়ে নিলো। আৰু আজি দেখিলেনে কি হ'ল।

**চৌধুৰী :** তাৰ মানে সেই বৌমাছৰ এটুকুৰা তোমাৰ পেটত বাকীখিনি তেখেতৰ পেটত? ইচ্—ইয়াতকৈ আৰু কি ট্ৰেজেদি থাকিব পাৰে।

**বাটকৰা :** মই একেবাৰে বিশ্বাস কৰিব পৰা নাই। কালি গধূলি লগ পোৱা মানুহজন দেখিলে নে কি হ'ল? কিন্তু ইয়াত? মানে ইয়ালৈ কেনেকৈ আহিল?

**চৌধুৰী :** সেইবোৰ বহুত কাহিনী (Direction) আপোনাৰ হৈ এই মালাডালকে দি দিয়কচোন।

**বাটকৰা :** (Direction) এতিয়া ইয়াত এইবোৰ কি হ'ব?

চৌধুৰী : হোৱাতো বহুত আঁচনিয়েই আছিল। কিন্তু অফিচৰ মানুহ বুলিবলৈ থাকিলো অকল মই। কোনো নাছিল। এতিয়া শটো নিবলৈকে অসুবিধা হ'ব।

বাটৰুৱা : হ'ব, তাৰ মানে ইয়ালৈ অহাৰ পাছত ঢুকাল নেকি?

চৌধুৰী : আজি দহ বজাত ইয়ালৈ আহি পেঞ্চন নোপোৱাৰ প্ৰতিবাদত সত্যপ্ৰসাদে প্ৰতিবাদ মৃত্যু বৰণ কৰিলে। শুলে আৰু মৰিল।

বাটৰুৱা : একেবাৰে নোহোৱা নোপজা কাম হ'ল দেখোন। চুইচাইড্ জাতীয় নহয়তো?

চৌধুৰী : প্ৰতিবাদ হে প্ৰতিবাদ।

বাটৰুৱা : এতিয়া বাকী কাম খিনি? খবৰি দিয়াৰ ব্যৱস্থা।

চৌধুৰী : তাকেইতো মই মানুহক কেতিয়াবাই খবৰ দিলো। দুঘন্টামানেই হ'ল। আপুনি আহি ভালেই কৰিলে। অকণমান ৰ'ব, আৰু দুজনমান আহিছে নেকি?

বাটৰুৱা : ইমান বিখ্যাত মানুহ জনৰ দুৰ্গতিতো দেখিলে নে?

চৌধুৰী : হয়, হয়।

(বাহিৰৰ পৰা সাংবাদিক ধৰণী ডেকাৰ আগমন হয়। কান্ধত কেমেৰা হাতত বহী কলম। ব্যস্ত পদক্ষেপ)

ধৰণী : চাওঁ ক'ত ক'ত? অ' ইয়াত। সত্যপ্ৰসাদ নহয় জানো?

চৌধুৰী : খবৰটো পালা!

ধৰণী : হেৰি কাপোৰখন অকণমান দাঙি দিব নেকি? (Direction) ধুনীয়া হৈছে হ'ব (ফটো তোলে) ঢাকি দিয়ক। হেৰি নহয়, এখেত কিমান সময়ত ঢুকাল বাৰু এবাৰ ক'ব নেকি?

চৌধুৰী : পুৱা ১০ বজাত। মই ঘড়ী চাই আছিলো।

ধৰণী : বয়স কিমান বাৰু জানে নেকি?

চৌধুৰী : বয়স? ৰ'বা মোৰ এতিয়া ৫৬ বছৰ চলি আছে। মোতকৈ দুটা বছৰৰ ডাঙৰ ৫৮ত তোমাৰ পেঞ্চন নহয় জানো? হেৰা ৬১ বছৰ লিখা। আজি তিনিবছৰেই হ'ল নহয় সেই পেঞ্চন অফিচলৈ তাঁত বাতি কৰা।

ধৰণী : হয় ৬১ বছৰেই দিলো, কিতাপৰ নাম মানে কি কি কিতাপ লিখিছিল এবাৰ ক'ব নেকি?

চৌধুৰী : নাটকহে লিখিছিল।

ধৰণী : নাটক ন? কিবা পুৰস্কাৰ পাইছিল নেকি?

চৌধুৰী : পুৰস্কাৰ!

বাটৰুৱা : হেৰা স্কুলত নেকি?

ধৰণী : নহয় নহয় মানে পুৰস্কাৰ —

চৌধুৰী : শৰাই?

বাটৰুৱা : গামোছা?

ধৰণী : অ' অ'।

চৌধুৰী : পাইছিল। পিছে পেঞ্চন নোপোৱাৰ বাবদ সেইবোৰ বেচি বেচি খালে।

ধৰণী : ইয়াতকৈ ডাঙৰ— মানে সাহিত্য অকাডেমী জাতীয়?

চৌধুৰী : নাই নাই সেইবোৰ একো পোৱা নাই।

ধৰণী : হৈ গ'ল বুলিয়েই ধৰক (পঢ়ে) অসমৰ বিশিষ্ট সাহিত্যিক নাট্যকাৰ সত্যপ্ৰসাদৰ আজি পুৱা ১০ বজাত মৃত্যু হয়। ৬১ বছৰ বয়সত নিজা বাস ভৱনত— অ' নিজা বাসভৱনত নহয় জানো?

চৌধুৰী : হেৰি আপুনি কি সান্দহ খোৱাৰ। সাংবাদিক হে। কোনো আগ নাই গুৰি নাই চিধাই লিখি পেলালে।

বাটৰুৱা : অ' আচল কথাটোকে বাদ দি দিলে দেখোন ?

চৌধুৰী : এই মানুহজন নিজা ঘৰত ঢুকাল বুলি কেনেকৈ গম পালে?

ধৰণী : সাধাৰণতে যিটো হয় আৰু .. .....

চৌধুৰী : কিন্তু এইটো ক্ষেত্ৰত সেইটো হোৱা নাই... আৰু

বাটৰুৱা : আৰু সেই যে ব্যতিক্ৰম এটা ঘটিল সেই কথাটোহে কাকতত লিখিবলগীয়া কথা।

চৌধুৰী : আজি পুৱা ১০ বজাত সত্যপ্ৰসাদে এই খিনিতে থিয় হৈ ৰাইজক উদ্দেশি মস্ত এটা দীঘলীয়া ভাষণ দি ক'লে- ৰাইজ, মই সত্যপ্ৰসাদে, আজি তিনিবছৰে পেঞ্চন নোপোৱাৰ বাবে এই অফিচৰ চৌহদত প্ৰতিবাদ মৃত্যু বৰণ কৰিলো।

ধৰণী : (Action)

বাটৰুৱা : আগতে এনেকুৱা খবৰ শুনাই নাই চাগে। দৰমহা নাপাই কেৰাচিন ঢালি শিক্ষকৰ মৃত্যুতো চাগে পুৰণা খবৰেই হ'ল। হেৰা, কালি ১০০ টকা দৰত এটা বৌমাছ ভাগ কৰি আগটুকুৰা তেখেতে আৰু পাছ টুকুৰা মযে নিছিলো। সেই

একেটা বৌমাছুৰ আধাখিনি তেখেতৰ পেটত আৰু আৰু আধা খিনি কাৰ পেটত জানে— মোৰ পেটত।

**ধৰণী :** ৰ'ব ৰ'ব। এইটো Head line ত ওলাব লগীয়া খবৰ।

**বাটকৰা :** মোৰ বৌমাছুৰ কথাটো লিখা নেকি?

**ধৰণী :** মৰাৰ সময়ত তেওঁৰ কাষত

**চৌধুৰী :** কোনো নাছিল। পুতেক যি এটা আছে সিও নাথাকে। দেশৰ মুক্তিৰ বাবে ওলাই গ'ল, নহাই হ'ল। ঘৈণীয়েক জনী আকৌ নেথাকেই জী-জোৱায়েৰ লগতে থাকে।

**ধৰণী :** হ'ব এইবাৰ হ'ব এটা সাংঘাটিক News (পঢ়ে) তেখেতৰ মৃত্যুৰ সময়ত কোনো নাই যদিও এক কন্যা এক পুত্ৰ সন্তান সহ পত্নীক এৰি থৈ যায়, তেখেত আজীৱন সাহিত্য সেৱাৰ লগত জড়িত হৈ থকাৰ লগতে কেৰাণী কামো কৰিছিল। এই কেৰাণী কামৰ পৰা তিনিবছৰৰ আগত অৱসৰ লৈছিল যদিও পেঞ্চন নোপোৱাৰ প্ৰতিবাদ স্বৰূপে অফিচৰ সন্মুখৰ বাৰান্দাত অৱস্থান কৰি প্ৰতিবাদ মৃত্যুবৰণ কৰে। তেখেতৰ মৃত্যুত অফিচৰ হৈ আপোনাৰ নামটো

**চৌধুৰী :** উগ্ৰকান্ত চৌধুৰী

**ধৰণী :** শ্ৰদ্ধা তৰ্পণ কৰে।

**চৌধুৰী :** নামটো বাতৰি কাকতত দিব যেতিয়া মই এটা কথাতো ক'ব লাগিব নে কি কয়? মই শোক প্ৰস্তাৱ এটা লিখাই আনিছো।

**ধৰণী :** পঢ়ক।

**চৌধুৰী :** হে পূজ্য সত্য প্ৰসাদ দেউ

**বাটকৰা :** (কাটি নিয়ে) Head line তো পৰিয়াল বৰ্গলৈ হ'ব লাগিছিল নেকি?

**চৌধুৰী :** এইবোৰ একো নাই বুজিছে, সাধাৰণ কথা। হেৰি, তেখেতৰ লগত মই একেলগে ১২ বছৰ কাল কাম কৰিছো। সাহিত্য আৰু বানান সম্পৰ্কে আমাৰ ভাল জ্ঞান হৈছে বুজিছা (পঢ়ে) সত্যৰ পূজাৰী সত্যৰ আধাৰত সত্যপ্ৰসাদ আজি আমাৰ মাজত নাই। জীৱন কালত আপুনি সাহিত্যৰ সেৱাৰে যি ভেটি গঢ়িলে সেই ভেটিত

**ধৰণী :** (কাটি নিয়ে)

**চৌধুৰী :** (কাগজ খনলৈ চায়) কি হ'ল আকৌ?

**ধৰণী :** সেই যে ভেটি মানে সাহিত্যৰ ভেটি শংকৰ মাধৱেহে গঢ়িছিল।

**বাটকৰা :** অ' হয়তো আকৌ

**চৌধুৰী :** ইয়াত বেলেগ এটা শব্দহে বহিব বুজিছা সাংবাদিক। (পঢ়ে) আপোনাৰ সাহিত্য সেৱাৰে যি হেৰি গঢ়িলে সেই হেৰিটো এতিয়া ফলে-ফুলে জাতিষ্কাৰ হৈ সাহিত্যৰ ফুলনীত বহু সাহিত্যিক ৰূপী ভোমোৰাৰ আগমন ঘটিছে (বাকী দুজনলৈ চায়)

**বাটকৰা :** সঁচাই অতি উচ্চমানৰ সাহিত্য হৈছে।

**চৌধুৰী :** ধন্যবাদ। আমি সদৌৰাইজ মিলি গভীৰ উদ্বেগ প্ৰকাশ কৰিছো আৰু বিভাগীয় কৰ্তৃপক্ষক তীব্ৰ নিন্দা আৰু তিৰস্কাৰ কৰিছো। আপোনাৰ আত্মাই পৰম শান্তি লাভ কৰক। এয়াই মোৰ প্ৰস্তাৱ।

**বাটকৰা :** উক্ত প্ৰস্তাৱটো মই সমৰ্থন কৰিছো। (হাত চাপৰি মাৰে।)

**চৌধুৰী :** হাত চাপৰি কোনে বজালে? (Direction) এইযা মৃতকৰ আত্মাৰ সংগতিৰ কাৰণে পতা অনুষ্ঠান হয়নে নহয়?

**বাটকৰা :** ভাষণ দিলে হাত চাপৰি বজাযেই

**চৌধুৰী :** কি ক'লে এযা ভাষণ?

**ধৰণী :** হ'ব হ'ব ইমান তৰ্ক কৰিবলৈ কিটো আছে এতিয়া কাগজখন।

**চৌধুৰী :** এখন পৰিয়াল বৰ্গলৈ দিবতো লাগিছিল। কাগজখনৰ কথা বাদ দিযক। এতিয়া মৰাশটোৰ কি হ'ব? এতিযালৈকে কোনো খবৰেই নাই।

**বাটকৰা :** বোন্দাপৰ দিয়াৰ বাহিৰেতো অন্য কাম নাই।

**ধৰণী :** হেৰি নহয়।

**চৌধুৰী :** কি হ'ল?

**ধৰণী :** শোক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পাছত একমিনিট সময় মৌন হৈ থাকিব লাগে নহয়, সেইটো কৰাই নহ'ল, তাকে কৰো দিযক।

**চৌধুৰী :** এৰা এক মিনিট সময গ'লেও বহুত হয়

(Direction)

**ধৰণী :** হেৰি, হেৰি সেইজন কোন দেখিছেনে নাই? কি কৰি

আছে?

**চৌধুৰী :** ৰ'বা, সেইজন সত্যপ্ৰসাদৰ ল'ৰা নহয়নে? হয়, বাচিলো বুজিছা।

**বাটৰুৱা :** পৰিয়ালৰ এজনেই আছিল।

**চৌধুৰী :** হেৰি তাক...

**ধৰণী :** বুজাব লাগিব। (ভাস্কৰৰ প্ৰবেশৰ ধৰণ কৰণত অভিনেতা, সকলোৱে চায়) (Direction)

**চৌধুৰী :** বাপু .. ....

**বাটৰুৱা :** দুখ নকৰিবা দেই ভাইটি, নেকান্দিবা বুজিছা। ১০০ টকা দৰৰ এটা বৌমাছৰ আধাখিনি তেখেতৰ পেটত বাকীখিনি মোৰ পেটত। মইহে কন্দা নাই। ভাইটি কান্দিব নালাগে।

**ভাস্কৰ :** কান্দিছো কি বাৰে বাৰে কন্দাৰ কথা কৈ আছে। চাওঁক ভালকৈ চাওঁক মই কান্দিছো নেকি? কিয় কান্দিমহে?

**চৌধুৰী :** হেৰি নহয়, কেতিয়াবা শোকে খুন্দা মাৰি ধৰিলেও কান্দিব নোৱাৰা হৈ যায়।

**বাটৰুৱা :** তেনেকুৱাও বেয়া ।

**ধৰণী :** পাৰিলে কান্দি দিব লাগে।

**ভাস্কৰ :** কিয় কন্দাৰ কথা কৈছে, কি যুক্তিত মই কান্দিব লাগে?

**ধৰণী :** দাদা মই বুজা নাই দেই কথাবোৰ।

**চৌধুৰী :** বুজিছা ভাইটি, মানে তোমাৰ পিতৃ আৰু এই সংসাৰত নাই।

**বাটৰুৱা :** ল'ৰাটোক মুখখনকে দেখুৱাই দিয়ক নহ'লে।

**ভাস্কৰ :** মুখ চাই কি হ'ব?

**চৌধুৰী :** হেৰি ল'ৰাটোৱে বৰ কষ্ট পাইছে।

**ধৰণী :** হাজাৰ হওঁক পিতৃ জীৱনত এজনেই থাকে।

**ভাস্কৰ :** মনে মনে থাকক। মোৰ এজন পিতৃ মৰিছে। কিন্তু মোৰ এতিয়াও হাজাৰ জন পিতৃ জীয়াই আছে। মই এজন পিতৃৰ আশীৰ্বাদৰ পৰা বঞ্চিত হৈছো। কিন্তু মোৰ সহস্ৰজন পিতৃ আছে।

**চৌধুৰী :** ল'ৰাটো বলীয়া যেন পাওঁ (Direction)

**ভাস্কৰ :** কোনে কৈছে মই বলীয়া বুলি?

**বাটৰুৱা :** চৌধুৰীয়ে কৈছে।

**ভাস্কৰ :** কি হ'ল মই বলীয়া হ'লো। সৰ্বসাধাৰণৰ কাৰণে চিন্তা কৰোতে মই বলীয়া হ'লো।

**ধৰণী :** আপোনালোকে যি তি কথা কিয় ক'ব লাগে বাৰু? আপোনালোকৰ বাপেক ঢুকুৱা নাই নহয়? ভাইটি হেৰি কৰা— আমি সকলোমিলি চাৰিজন হ'লো। আমি নহ'লে শ্মশানলৈকে লৈ যাওঁ বলা।

**ভাস্কৰ :** মই শ্মশানলৈ গৈ কি কৰিম।

**চৌধুৰী :** মুখাগ্নি কৰিব লাগিব, আত্মাৰ শান্তিৰ কথা আছে।

**ভাস্কৰ :** আত্মা! চব ফাকি! দেখিছে আপুনি আত্মা?

**বাটৰুৱা :** আত্মা দেখা বস্তু নহয়।

**ভাস্কৰ :** তেনেহ'লে শান্তিওটো এটা দেখা বস্তু নহয়। গতিকে নেদেখা নজনা বস্তু এটিৰ বাবে কিহৰ ইমান খেদা কৰা। আপোনালোকে যি কৰে কৰি থাকক, মই মোৰ হৈ এইয়া সেৱা এটা কৰি দিলো। (Direction)

**বাটৰুৱা :** হেৰা ৰ'বা। তোমাৰ মানে খংটো অলপ বেছি। অলপ কমাই লোৱা।

**ভাস্কৰ :** মই জ্বলাই দিম, চব জ্বলাই দিম। সন্মুখত থকা সকলো বস্তু জ্বলাই দিম।

**চৌধুৰী :** হেৰা, আগতে দেউতাৰাৰ চিতাখনকে জ্বলাই দিয়া নহ'লে।

**ভাস্কৰ :** মই শোষিত, নিপীড়িত সকলৰ উদ্ধাৰৰ বাবে বাধা হৈ থকা সকলো বস্তু জ্বলাই দিম। মোক ঠাট্টা নকৰিব।

**বাটৰুৱা :** হেৰা; সেই জুই অকণমান চিতাখনতে দি আৰম্ভ কৰি দিয়া।

**ভাস্কৰ :** চিতা জ্বলোৱাৰ কথা কৈ মোক অপমান কৰি আছে। আপোনালোকে জানে মোৰ বুকুৰ মাজত এখন চিতা অহৰহ জ্বলি আছে। সেইখনৰ কথা আপোনালোকে নাভাবে কিয়? যেতিয়ালৈকে শোষিত নিপীড়িত সকলক, উদ্ধাৰ কৰিব নোৱাৰো সেই জুই নুনুমাই। মোৰ বহুত কাম; চিতা জ্বলাই থাকিলেই নহ'ব। ৰ'ব, এইটো জুইশলা মোৰ হৈ জ্বলাই দিব। মই আহিলো। (Direction)

**চৌধুৰী :** হেৰা সাংবাদিক। এইবোৰ কি হৈছে দেখিছানে নাই?

**বাটৰুৱা :** যাওঁ বুলিয়েই সঁচাকৈ গ'লগৈ দেখোন?

**ধৰণী :** সেয়া ........... আকৌ ঘূৰি আহিছে (Direction) ঘূৰি আহি ভাল কৰিলা।

**বাটকৰা :** দুখ নকৰিবা। একেটা বৌমাছৰ আধাখিনি মোৰ পেটত, মইহে দুখ কৰিব লাগে।

**ভাস্কৰ :** (Direction) নাই দেখোন?

**চৌধুৰী :** কি?

**ভাস্কৰ :** ঘৰৰ চাবি।

**বাটকৰা :** ঘৰৰ চাবি।

**চৌধুৰী :** ঘৰ কিজানি খোলাই আছে বাপু।

**ভাস্কৰ :** তেতিয়া হ'লে মই আহিলো। (পিষ্টল উলিয়াই) এইটো দেখিছে? জ্বলাই দিম। চব জ্বলাই দিম। (ওলাই যায়)

**বাটকৰা :** অ' চৌধুৰীদা বতাহ বৰ গৰম দেই।

**চৌধুৰী :** এই গৰমে গৰমে মৰাশটোৰো কিবা এটা গতি লাগিলহেঁতেন, কিন্তু মই মাতি পঠিওৱা মানুহ এটাও নাহিল।

**ধৰণী :** হেৰি, অফিচৰ মানুহ নাহিল কিয়?

**চৌধুৰী :** আজিকালি সুবিধাহে লাগে।

**বাটকৰা :** আজিকালি কাৰ্যসূচীৰ ঘোষণা হ'লেই হ'ল। বন্ধ নিজে নিজে হৈ যায়।

**চৌধুৰী :** ৰ'ব, সেইয়া ৰিক্সাত উঠি সাহিত্য পৰিষদৰ সভাপতি বিভূতি ৰঞ্জন লেখাৰু আহি থকা যেন লাগিছে।

**বাটকৰা :** হাতত ফুলৰ মালা।

**ধৰণী :** হয় হয় মই ফটো একপিকে ল'ব লাগিব। (বিভূতিৰ প্ৰবেশ) (Direction) দাদা এটা Snap লওঁ দেই। (Direction)

**চৌধুৰী :** হেৰি, কি কৰে।

**বিভূতি :** অ' ক্ষমা কৰিব দেই।

**ধৰণী :** দাদা আপুনি সত্য প্ৰসাদৰ মৃত্যুত গভীৰ শোক মানে আঘাত পাইছে নিশ্চয়।

**বিভূতি :** মই মোৰ বাওঁহাতখন, নহয় মোৰ সোঁ-হাতখন হেৰাই যোৱা যেন লাগিছে।

**ধৰণী :** আপুনি তেখেতৰ লগত একেলগে লিখা মেলা আৰম্ভ কৰিছিল।

**বিভূতি :** এই বিভূতি ৰঞ্জন লেখাৰু সত্যপ্ৰসাদৰ এজন সুযোগ্য সহকৰ্মী আছিল। আমাৰ বহুত ক্ষতি হ'ল। আমাৰ জাতীয় সাহিত্যৰ বিভূতি যুগৰ তেখেত এজন দ্বিতীয় বিভূতি আছিল।

**ধৰণী :** আপুনি তেখেতৰ মৃত্যুত কিবা বাণী নিদিয়ে?

**বিভূতি :** মোৰ কণ্ঠ ৰুদ্ধ হৈ গৈছে।

**ধৰণী :** তথাপি কিবা অলপ —।

**বিভূতি :** তথাপি সত্যপ্ৰসাদক এইদৰে ফুলৰ মালা দিলে লাভ নাই। (Direction) আমি তেখেতৰ ৰচনাৰ পাছত দৌৰিব লাগিব। নতুন চাম লিখকে তেখেতৰ পৰা বহুত অনুসৰণ কৰি শিকিব পাৰিব। আনক নকল কৰা, ৰচনা চুৰ কৰা, আনৰ সৃষ্টি নিজৰ নামত প্ৰকাশ কৰিবলৈ চেষ্টা কৰা সকলেও সত্য প্ৰসাদৰ জীৱনৰ পৰা শিকিব লগীয়া বহুখিনি আছে (বৈ) এই খিনিয়েই; ধন্যবাদ (Direction) এতিয়া শ্মশানলৈ নিয়াৰ ব্যৱস্থাটো মই আকৌ কোনোবা ডেকা ল'ৰা এজনে দিয়া চিঠি পঢ়িহে গম পালো। প্ৰথমে মই বিশ্বাসেই কৰা নাছিলো।

**বাটকৰা :** মইতো নজনাকৈয়ে, অথচ কালি বজাৰত এটা বৌ মাছ।

**বিভূতি :** বৌ মাছ ?

**বাটকৰা :** অ' এশ টকা দৰত লৈ আগটুকুৰা তেখেতে আৰু পাছ টুকুৰা মই নি খালো। চাওঁকচোন

**ধৰণী :** ৰ'বচোন, মোৰ প্ৰশ্ন সুধি হোৱাই নাই। তেখেতৰ ৰচনাবোৰ প্ৰকাশ কৰাৰ দায়িত্ব আপোনালোকে ল'বনে মানে তেখেতৰ বহু অপ্ৰকাশিত নাটক আছে সেইবোৰ?

**বিভূতি :** কিয় নাথাকিব। থাকিবতো লাগে।

**চৌধুৰী :** অফিচত বহি বহি কিমান লিখিলে মোক সোধক।

**বিভূতি :** ঠিক কথা তেখেতৰ তাত বহুত এনেকুৱা বহুমূলীয়া সামগ্ৰী থাকিব। আমি সাহিত্য পৰিষদে সেইবোৰ যত্নেৰে ৰাখিম। মই কথা দিছো সত্য প্ৰসাদৰ স্মৃতি আমি আমাৰ বুকুৰ মাজত ৰাখিম।

**ধৰণী :** বুকুৰ মাজত কিয় কওঁকচোন ?

**বিভূতি :** বুকুৰ মাজত। অ' ৰ'বচোন কোনোবাই কান্দিছে। (অনিমাৰ প্ৰৱেশ) (Direction)

**অনিমা :** হায় অ' মোৰ কিনো কপাল। এতিয়া মই অকলে অকলে কেনেকৈ থাকিম।

**চৌধুৰী :** বুজাওক।

**বিভূতি :** মই?

**চৌধুৰী :** অ' বুজাওক। কথাটো বেয়া হৈছে বিলাই মানে ধৰক হে ধৰক।

**অনিমা :** মোকো লগত লৈ নগ'ল কিয়? এতিয়া মই কি কৰিবলৈ পৃথিবীত থাকিলো। অকলে মই ইমিয়ৰৰ টকাখিনি কেনেকৈ শেষ কৰিম। এতিয়া সেইবোৰ কেনেকৈ চম্ভালি থাকিম।

**বাটৰুৱা ঃ** ইণ্ডিয়াৰ পইছা এজন মৰিলেহে আন জনে পায়। সুখ নকৰিব।

**অনিমা ঃ** এতিয়া মই অকলে অকলে এয়া (Direction)আপুনি মোক কিম্যান আশা দিছিল। মই মৰাৰ পিছত বোলে আপুনি যাব... ক'অা মোক কিয় এৰি থৈ গ'ল। ইমান গাভৰু বয়সতে মোক বিধৱা কৰি থৈ গ'ল। অ... । এতিয়া মোক কোনে নাটকৰ Dialouge মাৰি পাকঘৰত আমনি কৰিব। কোনে মোক নাটকৰ Script copy কৰিবলৈ লগাব অ' মই কিয় লগতে নগ'লো। কিয় আঁতৰত থাকিলো।

**বাটৰুৱা ঃ** যি হ'ব লগা আছিল হৈ গ'ল।

**বিভূতি ঃ** উঠক মই আছো নহয়।

**চৌধুৰী ঃ** মানে ....... ...

**বিভূতি ঃ** মানে আছো নহয়। আমিতো আজিৰ পৰা অকলশৰীয়া হৈ গ'লো।

**বাটৰুৱা ঃ** হয় চাওঁকচোন কি সুন্দৰ হাঁহি। এনেকুৱা এটা হাঁহি মাৰিয়েইতো কালি বজাৰত এশ টকা দৰৰ এটা বৌ মাছ কিনিছিল আৰু আজি সেই বৌমাছৰ আগটুকুৰা তেখেতৰ পেটত।

**চৌধুৰী ঃ** ৰ'বা হে, বাকী খিনি আপোনাৰ পেটত ।

**অনিমা ঃ** এতিয়া আপোনালোকে মাছ খোৱাৰ কথা কৈছে পেঞ্চনখিনিৰ কি ব্যৱস্থা হ'ব?

**চৌধুৰী ঃ** সেইটোৱেইতো সমস্যা।

**ধৰণী ঃ** আপুনি ধৈৰ্য্য নেহেৰুৱাব। আমি পেপাৰত লিখিম। চাওক মানুহ জানো সদায় থাকিব।

**অনিমা ঃ** নাথাকে। কিন্তু পেঞ্চনটো পোৱা হ'লে মই কিমান সুখত অ' নহয় মানুহজন কিমান সুখত মৰিব পাৰিলেহেঁতেন।

**চৌধুৰী ঃ** আপুনি কথাটো বুজাই নাই। পেঞ্চন পোৱা হ'লো তেখেত নমৰেই নহয়। প্ৰতিবাদ মৃত্যুহে।

**অনিমা ঃ** অ' হয় নেকি, মই পাপী। পানী এচামুচো মুখত দিব নোৱাৰিলো। পেঞ্চন পেঞ্চন বুলি মানুহজন গ'লগৈ।

**বিভূতি ঃ** আমি এতিয়া প্ৰতিবাদ কৰিম। আপুনি পেঞ্চন পাব।

**ধৰণী ঃ** আমি পেপাৰত লিখিম

**অনিমা ঃ** পেঞ্চন? মই পেঞ্চন পাম? অ' মই কিয় একেলগে গুচি নগ'লো। (কান্দে)

**চৌধুৰী ঃ** হেৰি আপুনি নহ'লে এখেতক ঘৰলৈকে লৈ যাওঁক।

**বিভূতি ঃ** মই? কাৰ ঘৰলৈ?

**চৌধুৰী ঃ** আপোনাৰ ঘৰলৈ নহয়। এখেতৰ নিজা ঘৰলৈ। উঠক, ধৈৰ্য্য ধৰক। আমাক বাকী কামখিনি কৰিবলৈ সুবিধা দিয়ক। ব'লক ঘৰলৈ ব'লক।

**বিভূতি ঃ** উঠক।

**অনিমা ঃ** মই ঘৰত কেনেকৈ থাকিম। মোকো লগত লৈ নগ'ল কিয়। এচামোচ পানী মুখত দিবলৈ নাপালো। আপোনালোকে মানুহজনক জীয়াই দিয়ক। মই কেনেকৈ থাকিম। এৰি দিয়ক। মোকো লগত লৈ নগ'ল কিয়? (বিভূতি+ অনিমাৰ প্ৰস্থান) Direction

**ধৰণী ঃ** মোৰ ৰিপৰ্টটো দেখিছো সাংঘাটিক ৰিপৰ্ট হৈ গৈ আছে। ছেহ কলমটোৱেও বৰ আমনি কৰিছে।

**চৌধুৰী ঃ** হেৰা সান্দহখোৱা সাংবাদিক ভাল কলম এটা ৰাখিব পৰা নাই। লোৱা (দিয়ে )

**ধৰণী ঃ** আপুনি মোক সেইটো নামেৰে কিয় মাতে? (ফনীন্দ্ৰৰ প্ৰৱেশ) Direction

**ফণিন্দ্ৰ ঃ** হেৰি কিহৈছে? চৌধুৰীদা এইয়া কন্দা কটা? ৰিম্লাত কোন?

**চৌধুৰী ঃ** দেখা নাই কি হৈছে?

**ফনিন্দ্ৰ ঃ** আ কি হ'ল অ'। এইয়া কোন? কোন গ'লহে? ভগবান, কিবা এক্সিডেন্ট নেকি?

**চৌধুৰী ঃ** সত্যপ্ৰসাদ।

**ফনিন্দ্ৰ ঃ** সত্যপ্ৰসাদ মানে সত্যদা

**চৌধুৰী ঃ** পুৰা ১০ বজাত গ'ল।

**ফনিন্দ্ৰ ঃ** গ'ল মানে?

**চৌধুৰী ঃ** ওপৰলৈ।

**ফনিন্দ্ৰ ঃ** একেবাৰে?

**চৌধুৰী ঃ** একেবাৰে।

**ফনিন্দ্ৰ ঃ** হায় হায় মোৰ পোৰা কপাল। দেখিলে সঁচাকৈ সত্যপ্ৰসাদটো মানে আপোনালোকৰ অফিচৰ সত্যদাটো...

**চৌধুৰী ঃ** অ'।

**ফনিন্দ্ৰ ঃ** মই এতিয়া কি কৰো? মই ক'ত মৰো? মোৰ কি হ'ব? ধৰক হে ধৰক।

**ধৰণী ঃ** কি হৈছে হেৰি?

**বাটৰুৱা ঃ** আপুনিও মোৰ দৰে একেটা বৌমাছকে দুভাগ কৰি খোৱা নাইতো?

**ফনিন্দ্ৰ ঃ** কপাল। মানুহৰ কপাল দেখিলা? মানুহটো আজি তিনি বছৰে পেঞ্চনৰ কাৰণে আমাৰ অফিচলৈ অহাযোৱা কৰিলে। তথাপি পেঞ্চন নাই। মই কিমান চেষ্টা কৰিলো, মইনো আৰু কি কৰিব পাৰো। মই পেঞ্চন অফিচৰ কেৰাণীহে। আজি কিনো দিম চাওঁক ৰাইজ। মানুহটোও

গ'ল আৰু পেঞ্চনৰ কামটোও হ'ল। অহা মাহৰ পৰা পেঞ্চন পালেহেঁতেন । মই কাগজখন বোলো ঘৰতে সোমাই দি থৈ যাওঁ। এইয়া চাওঁক এইখন পেঞ্চনৰ কাগজ আৰু এইফালে....(Direction সত্যপ্ৰসাদ উঠি) কাগজখন লয়।

**সত্য** ঃ তেতিয়াহ'লে এইখনেই সেই কাগজখন (ফনীন্দ্ৰৰ Action ) এইখনৰ কাৰণেই আজি তিনিবছৰে মই দৌৰিব লগা হৈছে। এইখন এইখন এইখনৰ কাৰণেই তোৰ ইমান ফুটনি। মোৰ মুখলৈ চাই থাকিবলৈ তোৰ কি হ'ল ? এইখন নিলে পেঞ্চন পামনে নাপাম ?

**ফনিন্দ্ৰ** ঃ পা পা পে পে পেঞ্চন .. ..

**সত্য** ঃ ঐ পামনে নাপাম নকৱ কিয় ?

**ফনিন্দ্ৰ** ঃ পাব পাব । কিয় নাপাব। এইখনেই সেই কাগজখন।

**সত্য** ঃ ইমান চিঞৰিছ কিয় ?

**ফনিন্দ্ৰ** ঃ নহয় পাব পাব।

**সত্য** ঃ মই মৰিছো বুলি ভাবিছ নেকি ? চা চুই চা নেচাৱ কিয়- বুৰ্বক চিকুটি চা। ভয় কৰিছ ?

**ফনিন্দ্ৰ** ঃ নাই কৰা। (Direction)

**সত্য** ঃ ঐ হেঁচিছ কিয় ?

**ফনিন্দ্ৰ** ঃ নহয় মানে আপোনাৰ গাৰ মাজেদি পাৰ হৈ যায় নেকি চাইছো। ভুতৰ আকৌ পাৰ হৈ যায় ।

**সত্য** ঃ ভুত মই ভুত ?

**ফনিন্দ্ৰ** ঃ নহয় মই ভুত। আপুনি জীয়াই আছে।

**সত্য** ঃ কিন্তু এইখনৰ অবিহনে মই মৰি আছিলো। অত দিনে দিয়া নাছিলি কিয় ?

**ফনিন্দ্ৰ** ঃ আজি ওলাল নহয়।

**সত্য** ঃ যেতিয়া গম পালি মই মৰিলো বুলি।

**ফনিন্দ্ৰ** ঃ নহয় মই গম পোৱা নাই।

**সত্য** ঃ চুৰ কেৰাণী ক'ৰবাৰ। ফাকি দি দি মাৰিবি। হেৰা চৌধুৰী ইয়াক খবৰটো দিছিলানে নাই - কৈ দিয়া।

**চৌধুৰী** ঃ মই ৰাতি পুৱাই খবৰ দিয়াই দিছো সত্যদা। আপুনি কোবামতেই।

**সত্য** ঃ লাজ পাইছ। তুমিও কিন্তু মানুহে দেখাকৈ সাংঘাটিক Acting কৰিলা দেই।

**ধৰণী** ঃ তাৰ মানে এই বিলাক চব ফাকি।

**সত্য** ঃ তুমি এতিয়াহে সাৰ পাইছা হব পায়।

**ধৰণী** ঃ নহয় মই গম পাইছো। এইটো এটা সাংঘাটিক বাতৰি ওলাব। ৰ'ব মই এখন ফটো তুলি লওঁ।

**সত্য** ঃ ফটো ? মাৰি মাৰি ভাঙি পেলাম কেমেৰা; জীয়াই থাকোতে তহঁতে ফটো এখন উলিয়াব নোৱাৰিলি। গাৱেঁ গাৱেঁ কিমান শিল্পী কেলটুপ কেলটুপ কৈ জীয়াই আছে তাৰ খবৰ আছে। আজি মৰাৰ খবৰ পাই বাঃ বাঃ ল'ব খুজিছ। অতদিনে লিখিলো নহয় সেইবোৰ ভালেই হ'লনে বেয়াই হ'ল তাৰ কেতিয়াবা নিৰপেক্ষ ভাৱে কিবা এটা লিখিলিনে ? মোক তহঁতৰ একো নালাগে। এইখন পালো যেতিয়া হৈ যাব।

**বাটৰুৱা** ঃ দাদা বৌমাছৰ আগটুকুৰা আপুনি কালি নিছিল মনত আছেনে ?

---

✱-" সংগ্ৰামহীন জীৱন জীৱনেই নহয়, সংগ্ৰাম বা সংঘাটে মানুহক প্ৰেৰণা যোগায়, সেই প্ৰেৰণাৰেহে মানুহক অসাধ্য সাধন কৰে।" — নেপোলিয়ন ।

✱-"এজন অবিশ্বাসী বন্ধুতকৈ এজন বিশ্বাসী শত্ৰু বহুগুণে ভাল।" — নেপোলিয়ন ।

✱-" যি মানুহে শত্ৰুৰ মুখা-মুখীহৈ নাপায়, তেনে মানুহৰ জীৱনত একোৱেই নাপায়।" — হিটলাৰ ।

✱-" শিক্ষা নহয়, বৰং চৰিত্ৰহে মানুহৰ সবাতোকৈ প্ৰয়োজনীয় আৰু ৰক্ষাকৱচ।" — হাৰ্বাট পেঞ্চা।

✱-" স্বাস্থ্য অৰ্থ আৰু চৰিত্ৰৰ ভিতৰত চৰিত্ৰই সবাতোকৈ ডাঙৰ, কাৰণ চৰিত্ৰই মানুহক দেৱত্ব প্ৰদান কৰে।" — চক্ৰেটিছ।

**সত্য ঃ** আছে আছে বহুত কথাই মোৰ মনত আছে। এতিয়া ঘৰলৈ যাওঁ বুজিছা চৌধুৰী। নহ'লে বিপদ চব আউট। যিজনী মানুহে পানী। গিলাছটো এফুট থয় ওপৰৰ পৰা থয় এতিয়া দেখিলা পেঞ্চনৰ কাৰণে কি ৰাওঁচালি ধৰিলে দেখিলা। ঐ দগাবাজ পেঞ্চন পাম নহয়।

**ফনিন্দ্ৰ ঃ** পাব পাব।

**চৌধুৰী ঃ** পেঞ্চন হ'লেই যেতিয়া ঘৰলৈ যাওঁ বলক।

**সত্য ঃ** হয়, ঘৰলৈ যাওঁ। মানুহ খেদা পৰ্ব্বৰ আছে। এতিয়া চাগৈ চহৰৰ মানুহে মই মৰিলো বুলি গম পালেই।

**সত্য ঃ** এতিয়া ৰাস্তাইদি সৌশৰীৰে গ'লে ডাঙৰ ভূমিকম্পৰ সৃষ্টি হ'ব নহয় জানো?

**বাটৰুৱা ঃ** বেয়া নাপায় যদি আপুনি চাঙি খনতে শুই দিয়ক। আমি লৈ যাওঁ। (চৌধুৰীয়ে চাঙি আনে)

**সত্য ঃ** আকৌ এবাৰ? এ পাৰি পাৰি। ঐ দগাবাজ পাৰিবিনে নাই? পাৰিবি পাৰিবি, বহুত ঘোচ খালি নহয় উঠা।

**ফনিন্দ্ৰ ঃ**- পাৰিম পাৰিম (Direction)।

**সত্য ঃ** হেৰা সাংবাদিক। পেপাৰততো ফটো নুঠালায়ে- এতিয়া চাঙিতে উঠোৱা। হেৰা চৌধুৰী ফুলৰ মালাৰ বাবে ধন্যবাদ।

**চৌধুৰী ঃ** কেনে লাগিছে। বেয়া লগা নাই যদি এপাক। ঘূৰি চাওঁ নহ'লে। Direction

**সত্য ঃ** এপাক মাৰি ব'লা ব'লা। হয় ভাল লাগিছে দেই। ৰ'বা অলপ বেগা বেগিকৈ যাওঁ বুজিছা।

**চৌধুৰী ঃ** কিয়?

**সত্য ঃ** কিয় জানা, ল'ৰাটোৱে চাগৈ ঘৰদুৱাৰ বেচিবলৈ মানুহ ঠিক কৰিলেই আৰু সাহিত্য পৰিষদৰ বিভূতি যোৱাতহে মোৰ বেছি ভয় লাগিছে।

**চৌধুৰী ঃ** কিয় দাদা?

**সত্য ঃ** এ মই ঘৈণী জনীৰ কথা চিন্তা কৰা নাই। জানে নতুনকৈ লিখা নাটক চাৰিখনমান আছে। দুবছৰৰ পাছত দেখিবা সেইবোৰ তাৰ নামত প্ৰকাশ হৈ গৈছে। এ ধৰিবা দেই। (বহে) ৰাম-নাম

**সকলোৱে ঃ** সত্য হে।

**সত্য ঃ** এ ৰ'বা ৰ'বা

**চৌধুৰী ঃ** কিয় দাদা?

**সত্য ঃ** এইতো, তোমাৰ সত্য। ইয়াৰ ঠাইত সত্যপ্ৰসাদ হ'লে ভাল হয়। চোৱা এই যে ৰাতিপুৱা তোমাক আহি কৈছিলো যে এইটো বাটেৰে গ'লে প্ৰত্যাবৰ্তনৰ কোনো আশা নাই।

**চৌধুৰী ঃ** কৈছিল।

**সত্য ঃ** এতিয়াহে উপলব্ধি হৈছে যে ভালকৈ নাটক কৰিবলৈ অৰ্থাৎ তোমাৰ মোৰ নিচিনাকৈ অভিনয় কৰিবলৈ সত্যপ্ৰসাদ আকৌ ঘূৰি আহিব পাৰে অৰ্থাৎ প্ৰত্যাবৰ্তনৰ পথত সত্য। গতিকে ৰাইজ ক'ৰবাত বাটে পথে চুকে-কোণে বৈ আছে যদি নমস্কাৰ, মই ওলালো। আকৌ লগ পাম এ ধৰিবা দেই? ৰাম নাম Direction

**সকলোৱে ঃ** সত্য হে

**<u>সমাপ্ত</u>**

# অন্য এক জাতিংগা

**নাট্যকাৰ # জ্যোতি প্ৰসাদ দাস**

**চৰিত্ৰসমূহ ঃ -**

| | | |
|---|---|---|
| (১) দিবাকৰ | (২) আংকল | (৩) মৃগাংক শৰ্মা |
| (৪) ৰতন | (৫) চন্দন | (৬) মধুবাবু |
| (৭) পৰমেশ্বৰ | (৮) ভাস্কৰ | (৯) বিনন্দ |
| (১০) ৰাতুল | (১১) জগৎ | (১২) বাৰ্তাবাহক |

(১৩) সূত্ৰধাৰ ১ম/২য়/৩য়/৪ৰ্থ

(১৪) কোৰাচ - নাটকৰ চৰিত্ৰসমূহৰ প্ৰতিজনে কোৰাচৰ সদস্য।

(১) দিবাকৰ/বিপুল/১ম সূত্ৰধাৰ/৩য় সূত্ৰধাৰ

(২) আংকল/ভাস্কৰ/বাৰ্তাবাহক

(৩) মৃগাংক/পৰমেশ্বৰ/জগৎ/২য় সূত্ৰধাৰ

(৪) ৰতন/মধুবাবু/ৰাতুল

(৫) চন্দন/বিনন্দ/৪ৰ্থ সূত্ৰধাৰ

(নাটকৰ আটাইকেইটা চৰিত্ৰ মুঠ ৫ জন অভিনেতাৰ দ্বাৰা অভিনীত কৰা হ'ব)

**পৰিকল্পনা ঃ**

'শুৰু ঘাটি'ৰ একাংশে খোলত বজাই নাটৰ সূচনা কৰা হ'ব। পাঁচজন অভিনেতাই একেলগে খোল বজাব। তাৰ পিচত সূত্ৰধাৰে নাটৰ বিষয়বস্তু দাঙি ধৰিব।

**সূত্ৰধাৰ ঃ** নতুন পুৰুষে জীৱনৰ চালিকা শক্তি তথা আদৰ্শৰ সন্ধান কৰে অহৰহ। কেৱল ৰাজনৈতিক মতবাদেই জীৱনৰ চালিকা শক্তি তথা আদৰ্শৰ সন্ধান দিব নোৱাৰে। শ শ বছৰৰ পুঞ্জীভূত সংস্কাৰ, সমসাময়িক মূল্যবোধ আৰু আৰ্থ সামাজিক-ৰাজনৈতিক কাৰকে নতুন পুৰুষক বাৰুকৈয়ে প্ৰভাৱিত কৰে।

জীৱনৰ এই চালিকা শক্তি তথা আদৰ্শৰ সন্ধান কৰোতে নতুন পুৰুষক এক ৰহস্যময় শক্তিয়ে প্ৰবলভাৱে আকৰ্ষণ কৰে আৰু তেওঁলোক লক্ষ্যভ্ৰষ্ট হৈ সেই ৰহস্যময়

শক্তিৰ বুকুত জাহ যায়।

কি সেই ৰহস্য ? কি সেই ৰহস্যৰ স্বৰূপ ?

সূত্ৰধাৰে নৃত্য আৰম্ভ কৰিব। নৃত্যৰ ভংগীমাত তেওঁ ক্ৰমশঃ একুৰা জুইত পৰিণত হ'ব। জুইকুৰাৰ ফালে এজাক চৰাই উৰি আহিব। জুইত চৰাইজাক জাহ্ যাব।

গোটেই দলটোৱে নৃত্য আৰু গীত আৰম্ভ কৰিব।

নিৰ্দেশনা/

সংগীত/নৃত্য ঃ

গুৰু মোৰ কৃষ্ণ ক'ত
সাহস কৃষ্ণ ক'ত
গুৰু মোৰ কৃষ্ণ ক'ত ক'ত গুৰু ক'ত
মনত সংশয় জাগে
ধৈৰ্য্যৰ বান্ধ চিগে
ক'ত ৰাখো ভৰসা
কোনে দিব আশা
গুৰু মোৰ কৃষ্ণ ক'ত
সাহস কৃষ্ণ ক'ত
গুৰু মোৰ কৃষ্ণ ক'ত ক'ত গুৰু ক'ত

পৰিকল্পনা/নিৰ্দেশনা ঃ

(ক)

দিবাকৰে ভাবি-চিন্তি বহি আছে। সি যেন আংকলৰ লগত কথা পাতিছে।

**দিবাকৰ ঃ** মোৰ নাম দিবাকৰ দাস। ঘৰ মিৰ্জাত। ব্যৱসায় কৰো।

**আংকল ঃ** বাৰু কলিজা, problem টো কি?

**দিবাকৰ ঃ** চাৰ মই বৰ দুখীয়া ঘৰৰ ....

**আংকল ঃ** চাৰ! (হাঁহে) চাৰ তাৰ নকবি— মাষ্টৰ মাষ্টৰ লাগি যায়। অলপ ডাঙৰ অফিচাৰে চাৰ বুলিলে অৱশ্যে বাধা নিদিও-তেতিয়া minister যেন লাগেতো! (হাঁহে) কলিজা, মোক আংকল ক'বি।

**দিবাকৰ ঃ** চাৰ- নহয়- মানে আংকল - মই বৰ দুখীয়া ঘৰৰ...

**আংকল ঃ** আৰে কলিজা - ইয়াত ভিক্ষা দিয়া নহয়। কামৰ কথা ক, নহ'লে যা ফুট —

**দিবাকৰ ঃ** নহয় আংকল - আপুনি মোক সহায় কৰিবই লাগিব-

**আংকল ঃ** টকা লাগে? সাহাৰ্য লাগে? মোকও লাগে।

**দিবাকৰ ঃ** নহয় আংকল - মানে

**আংকল ঃ** ইমান সংকোচ কিয় কলিজা? চা, মই একো principleত নথকা মানুহ— পাপ-পূণ্যত মই বিশ্বাস নকৰো, ন্যায়-অন্যায়ত মই বিশ্বাস নকৰোঁ। মই জানো সকলোৰে লগত link maintain কৰিব লাগে। বচ-সংকোচ কিহৰ কলিজা?

**দিবাকৰ ঃ** সংকোচ নহয় - হয়তো অলপ দ্বিধা। অলপ শংকাও।

**আংকল ঃ** আৰে কলিজা, মই সবকে সহায় কৰো। জনতাৰো মানুহ, অফিচাৰ মিনিষ্টাৰও বুকুৰ কুটুম আৰু ডকাইত-উগ্ৰপন্থীৰো বন্ধু। কেতিয়াবা দালালী কৰোঁ, কেতিয়াবা ৰাজনীতি, কেতিয়াবা গুণ্ডাগিৰি। মোৰ সবৰ লগত লিংক- সেই কাৰণে মই সবকে সহায় কৰিব পাৰো। ক- ক- সময় নষ্ট নকৰিবি।

**দিবাকৰ ঃ** সঁচা কথা ক'বলৈ গ'লে দালালী কৰা, গুণ্ডাগিৰি কৰা মানুহক মই ঘৃণা কৰো। (আংকলে গৈ দিবাকৰক এক চৰ মাৰে)

**আংকল ঃ** তেনেহ'লে তই মোৰ ওচৰলৈ কিয় আহিছ?

**দিবাকৰ ঃ** কামৰ মোৰ অন্য সকলো ৰাস্তা বন্ধ হৈ গৈছে। মোক সাহসৰ প্ৰয়োজন।

**আংকল ঃ** কৈ যা - কৈ যা কলিজা

**দিবাকৰ ঃ** চাকৰি নাপাই - দুজনমান বন্ধুৰ সৈতে অশেষ কষ্ট-পৰিশ্ৰমেৰে, সম্পূৰ্ণ সৎ পথেৰে সৰু ব্যৱসায়ত লাগিছিলো। খেতিৰ মাটি বিক্ৰী কৰি মূলধন গোটাইছিলো। কেতিয়াও জীৱনত দুই নম্বৰী কাম কৰা নাই- আনকি আজি যে মই আপোনাৰ ওচৰলৈ আহিছো- তাৰ বাবে মোৰ বিবেক দংশন হৈছে। কিন্তু মোৰ.........

**আংকল ঃ** উপায় নাই। কৈ যা।

**দিবাকৰ ঃ** পুলিচে মোক security নিদিয়ে। কাৰণ মই দুৰ্বল আৰু সিহঁত powerful কাৰণে সিহঁতক ভয় কৰে। মই অসহায় অনুভৱ কৰিছো। মইতো মাৰপিট কৰিব নোৱাৰো- মোৰ কিবা এটা হ'লে ঘৰখন কোনে চাব? মোৰ বাই-ভনী কেইজনীৰ প্ৰতি মোৰ বহুত দায়িত্ব আছে।

**আংকল ঃ** আৰে কলিজা— তোৰ senti বন্ধ কৰ- আচল কথা ক।

**দিবাকৰ ঃ** United Vegetable Chamberৰ লগত মোৰ Clash হৈছে।

**আংকল :** আচ্ছা— মোৰ ল'ৰা বিদ্যুতৰ Organisation- United Vegetable Chamber-ৰ কথা কৈছ—নহয় জানো? কেনেকুৱা clash?

**দিবাকৰ :** আমাৰ vegetable supplyত tax বহুৱাইছে। মাহে এই গুণ্ডাকৰ দিব লাগিব ১৫ হাজাৰকৈ। এইটো কি সম্ভৱ? অমান্তি হোৱাত এবাৰ আমাৰ মালভৰ্ত্তি ট্ৰাক লুট কৰিলে। এবাৰ বজাৰ লণ্ড ভণ্ড কৰিলে আৰু অলপতে আমাৰ মাল কঢ়িওৱা মিনিট্ৰাক এখন জোৰ-জবৰদস্তি ৰাখি থৈছে। পুলিচত জনাওঁতে মোকহে ওলোটাই দাবি-ধমকি দিলে পুলিচে। এতিয়া সিহঁতে মোক প্ৰাণে মৰাৰ ভাবুকি দিছে।

**আংকল :** চা কলিজা— case জটিল। শত্ৰু ডাঙৰ আৰু শক্তিশালী ঠিক আছে মই বাৰু compromise কৰি দিম। তই যাতে ভালদৰে ব্যৱসায় কৰিব পাৰ - তাৰ ব্যৱস্থা মই কৰি দিম। কিন্তু তোক মই protection দিলে তই মোক কি দিবি?

**দিবাকৰ :** আপোনাক দিবলৈ মোৰনো আছে কি? বৃদ্ধ মা-দেউতা, চাৰিজনী বাই-ভনীক লৈ আমাৰ মধ্যবিত্তীয় পৰিয়াল, সীমাহীন আশা-আকাংক্ষাৰ বাহিৰে আমাৰ একো নাই। মোৰ উপাৰ্জনো তেনেই সীমিত...

**আংকল :** সাধাৰণতে, মই লোকক কৰা সহায়ৰ বিনিময়ত টকা লওঁ— খাবলৈ, পিন্ধিবলৈ, ফুৰিবলৈ, স্ফুৰ্তি কৰিবলৈ টকা নালাগে জানো? কিন্তু অন্য ব্যৱস্থাও আছে— যেনে সহায়ৰ সলনি সহায়। তোৰ নিচিনা ডেকা উদ্যমী ল'ৰা মোক প্ৰয়োজন—

**দিবাকৰ :** আপুনি মোক আপোনাৰ শিষ্য কৰি ল'ব? মই আপোনাৰ সব কাম কৰি দিম। আপোনাৰ এই কামবোৰৰ পৰা সিহঁতক প্ৰত্যাহ্বান জনোৱাৰ শক্তি মই আহৰণ কৰিম। আপুনি মোৰ বাবে এক অপূৰ্ব জ্যোতি - আপুনি মোৰ গুৰু!

**আংকল :** ঠিক আছে কলিজা— তোৰ ভৱিষ্যত আজিৰ পৰা মোৰ হাতত। তই মোৰ নতুন শিষ্য।

**দিবাকৰ :** আজিৰ পৰা মই আপোনাৰ গোলাম হ'ম — আপুনি যি আদেশ দিয়ে তাকেই কৰিবলৈ মই বাধ্য থাকিম। (দিবাকৰে চিঞৰিব ধৰে। সম্বিৎ ঘূৰাই পায়। আংকল আৰু মৃগাংক ভিতৰৰ পৰা দৌৰি আহে।)

**আংকল :** কি হ'ল? কি হ'ল তোৰ?

**দিবাকৰ :** চবজি ভৰ্তি ট্ৰাক এখন লুটি খাই পৰিল - লেতেৰা খাল এটাত।

**আংকল :** পাগল হৈছ নেকি?

**দিবাকৰ :** সপোন চাগে। (এনেতে ৰতনে চিঞৰি চিঞৰি সোমাই আহে।)

**ৰতন :** আংকল, আংকল— চাকৰি হৈ গ'ল। মোৰ চাকৰি হৈ গ'ল।

**আংকল :** তই কি হাল্লা কৰিছ? কি চাকৰি?

**ৰতন :** আংকল, সঁচাই মোৰ চাকৰি হৈ গ'ল?

**আংকল :** তোৰ চাকৰি হ'ল মানে? তই কৈছ কি? কি চাকৰি?

**ৰতন :** Tax Superintendent.

**আংকল :** কলিজা— তই আজিহে গম পালি?

**ৰতন :** আজিহে গম পালি মানে— আজিহে ৰিজাল্ট দিছে আংকল।

**আংকল :** কলিজা APSC ৰ member জনৰ ওচৰলৈ যাওঁতে তই মোৰ লগত আছিলি নে নাই?

**ৰতন :** আছিলো।

**আংকল :** তোৰ দেউতাই দিয়া একলাখ টকা মই তাৰ মুখত দলিয়াই দিওতে তই আছিলি নে নাই?

**ৰতন :** আছিলো।

**আংকল :** সি মান্তি হোৱা নাছিল আৰু অলপ পিছত minister ৰ ফোন আহিল। তেতিয়া সি কৈছিল Political pressure ক ভয় কৰা মানুহ সি নহয়। শুনিছিলি নে নাই?

**ৰতন :** শুনিছিলো।

**আংকল :** তাৰ পিছত.... (হাঁহে) তাৰ পিছত দুটামান বেয়া মাত মাতি তাক ধমকটো দিওতে তাৰ মুখখন তই দেখিছিলি নে নাই? (হাঁহে)

**(ৰতনেও হাঁহে। আংকলে তাক এক চৰ মাৰে।)**

**আংকল :** চুপ। হাঁহিছে! মোৰ ওপৰত তোৰ বিশ্বাস নাই? ভৰসা নাই? সেইদিনা সেই তেতিয়াই তোৰ চাকৰি হোৱা বুলি গম পোৱা নাছিলি যেতিয়া মই তেওঁক কৈ থৈ আহিছিলো যে তেওঁৰ tax consultant বৰঠাকুৰ মোৰ

বিশ্বস্ত শিষ্য!!

**ৰতন ঃ** নহয়.... মানে

**আংকল ঃ** কলিজা - তই সঁচাই ডাঙৰ মানুহ হৈ গলি বে-একেবাৰে tax superintendent। চাওঁ চাওঁ কলিজা তোক চুমা এটা খাওঁ - মোৰ কলিজাটো (হাঁহে) আহ আহ দিবাকৰ - স্ফূৰ্তি কৰো, নাচো।

**(ৰতন আৰু আংকলৰ সৈতে দিবাকৰেও স্ফূৰ্তি কৰে যান্ত্ৰিকভাবে। মৃগাংক যেন upset)।**

**মৃগাংক ঃ** আংকল, মই যাব খোজো।

**আংকল ঃ** আৰে কলিজা - মই পাহৰিয়ে গৈছো! এক মিনিট

**(ভিতৰলৈ সোমাই যায়)**

**ৰতন ঃ** মৃগাংক শৰ্মা— আই. এ. এচ। প্ৰতিবেশী, পুৰণি বন্ধু- তথাপি মোৰ এই সাফল্যত মোৰ স'তে হাত মিলাই শুভেচ্ছা জনাবলৈ আগ্ৰহ নাই- understandable! কিন্তু আংকলৰ সৈতে contact কৰাই ইমানদিনে transfer posting কৰাই যিমান উপকাৰ কৰিলো, তৰ বাবেইতো.. .

**মৃগাংক ঃ** মই যাৰে তাৰে লগত হাত নিমিলাও!

**ৰতন ঃ** জানো জানো ঈৰ্ষা হৈছে তোৰ, জ্বলন।

**মৃগাংক ঃ** এজন tax superintendent মোৰ বাবে মামুলি person- আ মই কিন্তু শংকিত হৈছো, concern হৈছো কাৰণ তোৰ দৰে ordinary family back groundৰ তেনেই ordinary merit ৰ ল'ৰা এটা, মামুলি post এটাৰ পদমৰ্য্যাদাও চম্ভালিবৰ বাবে যোগ্য নহব। এইয়া সত্য সমাজৰ কাৰণে বিপদজনক।

**ৰতন ঃ** এৰা, তইতো বেচ নামজ্বলা পৰিয়ালৰ ল'ৰা, বহুত কষ্ট কৰি পঢ়া-শুনা কৰি সুখ্যাতিৰে বিভিন্ন পৰীক্ষাত উত্তীৰ্ণ হৈ আই. এ. এচ. পাইছ। তই কেনেকৈ তোৰ পদমৰ্য্যাদা চম্ভালিচ- -মই দেখিছো নহয়। সেয়াই মোৰ আদৰ্শ—তই DRDAত posting লৈ কৌটি কৌটি টকা লুটিছ—সুদৃশ্য অট্টালিকা, বিদেশী কাৰ ...

**মৃগাংক ঃ** সেইয়া দেখি তোৰ ঈৰ্ষা হৈছে? জ্বলন? সেইয়া মোৰ প্ৰাপ্য।

**ৰতন ঃ** প্ৰাপ্য? তোৰ কষ্টোপাৰ্জিত ডিগ্ৰী, পদমৰ্য্যদাই তোক কৌটি কৌটি টকা লুট কৰিবলৈ অধিকাৰ দিয়ে? তেনেহ'লে শুন, সেইবোৰ দেখি আমাৰো সেইবোৰ পাবলৈ ইচ্ছা হয়- -নাপালে ঈৰ্ষা, জ্বলন, হতাশাত সেইবোৰত আঘাত কৰো।

**(হঠাৎ দিবাকৰে আকৌ চিঞৰিব ধৰে। আংকল সোমাই আহে)**

**আংকল ঃ** কি হৈছে? কি হৈছে?

**দিবাকৰ ঃ** বন্ধ - সব ৰাস্তা বন্ধ। ইমানদিনে এনেকৈ ৰাস্তাৰ ওপৰত বহি থাকিব পাৰি? চবজিবোৰ গেলি-পচি গ'ল।

**আংকল ঃ** কি হৈছে তোৰ?

**দিবাকৰ ঃ** এক্সিডেন্ট। দুখন তীব্ৰ বেগত অহা গাড়ীৰ সংঘৰ্ষ। এতিয়া ৰাস্তা বন্ধ।

**আংকল ঃ** চুপ।

**মৃগাংক ঃ** আংকল

**আংকল ঃ** কথা পাতিলো। Minister এ খং কৰি থকা নাই। Stay কৰি দিব। আপুনি এতিয়া তেওঁক লগ কৰিব পাৰে।

**মৃগাংক ঃ** Thanks

**আংকল ঃ** কলিজা— thanks ৰে পেট নভৰে।

**মৃগাংক ঃ** পিচত কথা পাতিম। আহো। (গুচি যায়)

**ৰতন ঃ** আংকল— মই অলপ আহো, কাম এটা আছে।

**আংকল ঃ** যা— ঐ শুন- কাম এটা কৰিবি- P.W.D. ৰ Engineer শইকীয়াক আজি অলপ উত্তম-মাধ্যম দিয়াৰ ব্যৱস্থা কৰা হৈছে। Fales Bill ত হেনো তাক ৭৫% লাগে। কমলহঁতে এই কামৰ বাবে Student body এটাক manage কৰিছে। বাট পথৰ দুৰৱস্থাৰ কাৰণে ধৰ্ণা দিব আৰু লগতে... (হাঁহে) তই এবাৰ কমলহঁতক লগ ধৰিবি। যা।

**ৰতন ঃ** হ'ব আংকল। (গুচি যায়)

**আংকল ঃ** দিবাকৰ... তোৰ হৈছে কি?

**দিবাকৰ ঃ** একো হোৱা নাই।

**আংকল ঃ** হৈছে কলিজা। তোৰ এই sentiment বোৰে তোক খাব। তোৰ বাই-ভনীকেইজনীৰ বিষয়ে তই বাৰু বেছিকৈ

চিন্তা কৰ নেকি অ'— তোৰ সৰুভনীজনী কিন্তু বেচ স্মার্ট আছে দেই। মোৰ ল'ৰা বিদ্যুতক তাই পতাইছে যেন পাইছো।

(চন্দন দৌৰী সোমাই আহে)

**চন্দন ঃ** আংকল, বিদ্যুতক পুলিচে এৰেষ্ট কৰিছে।

**আংকল ঃ** কলিজা, ইমান tension খাইছ কিয়? মোৰ ল'ৰা বিদ্যুতক পুলিচে ধৰিছে, এৰি দিব।

**চন্দন ঃ** নহয়— মানে — কেচটো অলপ... আপুনি সোনকালে ব'লক।

**আংকল ঃ** কি কেচ? ক।

**চন্দন ঃ** ভিতৰলৈ ব'লক।

**আংকল ঃ** ইয়াতে ক

**চন্দন ঃ** মানে মাইকীৰ কেচ!

**আংকল ঃ** মই জানিছোৱে। কুট্টা চালা! হাৰামী! Heat আহিছে তাৰ। সিদিনা এই দিবাকৰ বায়েকৰ গাত সি হাত দিলে। মই compromise কৰিলো কাৰণেহে। ই দিবাকৰে মোকতো বেয়াই পাইছে - তাৰ মুডেই off! মৰক জেলত পচি। চালা মাইকীৰ ...

**চন্দন ঃ** নহয় - মানে - কেচটো - আপুনি অলপ আহকচোন।

**আংকল ঃ** মৰক চালা! সেইবাৰ সেই College electionতে একেবাৰে পাগল হৈ বাতৰি কাকতৰ Editor ৰ ভতিজাটোক দিলে পেটত চুৰি সুমুৱাই। তইও সেই একেহে! তই তাৰ লগত নাচিলি জানো? মইহে তইঁতহালক উদ্ধাৰ কৰিলো। নহ'লে মৰিলিহেঁতেন জেলত পচি! কোনে এইবোৰ বুদ্ধি দিয়ে? পেটত চুৰি বহাব কোনে কৈছিল?

**চন্দন ঃ** আপুনি কৈছিল কাৰণেহে— সেই editor টোৱে আপোনাক মাফিয়া বুলি লিখা নাছিল।

**আংকল ঃ** ঠিক কৈছ কলিজা— সি বেটাই মোক মাফিয়া বুলিছিল। ঠিক কৰিছিল। হ'ব যা— মই বিদ্যুতক এতিয়া গৈ লৈ আহিম।

**চন্দন ঃ** কথাটো ইমান সহজ নহ'ব — মানে murder কেচ।

**আংকল ঃ** murder? বিদ্যুতে কৰিছে? কাক?

**চন্দন ঃ** ছোৱালী এজনীক। আপুনি মোৰ লগত আহক।

**আংকল ঃ** Rape কৰিছিল নেকি?

**চন্দন ঃ** অ'!

**আংকল ঃ** ছোৱালীজনী কোন?

**চন্দন ঃ** মই নাজানো.... (হঠাৎ দিবাকৰে দৌৰী গৈ চন্দনৰ বুকুত ধৰে)

**দিবাকৰ ঃ** ক— কোন ছোৱালীক— তই জান— ক

**আংকল ঃ** দিবাকৰ— এৰি দে

**দিবাকৰ ঃ** মই তোৰ জান শেষ কৰি দিম - মোৰ ভন্টী নেকি? মোৰ ভন্টী নেকি?

**আংকল ঃ** কোন ছোৱালী? দিবাকৰৰ ভন্টী নেকি? ক-

**চন্দন ঃ** অ'! (দিবাকৰে অসহায় হৈ কান্দিব ধৰে)

**আংকল ঃ** এইবাৰৰ কাৰণে বাচিল বেটা।

**নির্দেশনা ঃ**

সংগীত/নৃত্য

গুৰু মোৰ
কৃষ্ণ ক'ত কৃষ্ণ ক'ত
হৃদয় কৃষ্ণ ক'ত
চলাথ কৰো জীৱন
জানিবলৈ কপালৰ লিখন
কেনি যাওঁ ক'ত পাওঁ
নির্মল কিৰণ
গুৰু মোৰ
কৃষ্ণ ক'ত কৃষ্ণ ক'ত
হৃদয় কৃষ্ণ ক'ত !!

**পৰিকল্পনা/নির্দেশনা ঃ**

(খ)

সময় ৰাতি। নিজৰ ঘৰৰ বাৰান্দাত মধুবাবুৱে এটা ভজন আওঁৰাই অস্থিৰভাৱে পায়চাৰি কৰি আছে। মধুবাবুৰে গোৱা ভজনৰ আঁত মাজে মাজে হেৰাই গৈছে।

**পৰমেশ্বৰ ঃ** মধুবাবু— মধুবাবু — মোৰ ভাগ্য গণনা...

**মধুবাবু ঃ** অ' তুমি। কিন্তু আকৌ ইমান ৰাতি? সন্ধিয়াৰ পিচত মই কাৰো ভাগ্য গণনা নকৰো বুলি তুমি জানা।

**পৰমেশ্বৰ ঃ** কিন্তু মই বৰ অনিশ্চয়তাত ভুগিছো। অহৰহ মই উৎকট কামনা-বাসনাৰ সপোন দেখো। মোৰ বৰ বিপদ...

**মধুবাবু ঃ** ভগৱানৰ ওচৰত প্রার্থনা কৰাগৈ। বিপদ আঁতৰি যাব। অন্য দর্শনার্থীসকল অহাৰ দৰেই তুমিও দিনত আহিবা।

**পৰমেশ্বৰ ঃ** এই কথা মই আপোনাক বহুতদিন কৈছোঁ, দিনৰ ভাগত ইমান মানুহৰ মাজত মই মোৰ ব্যক্তিগত কথা পাতিব নোৱাৰোঁ। আপুনি মোক অকলেও লগ নধৰে। তাৰোপৰি মানুহৰ সমাগম ভাল নালাগে। ...আৰু আপোনাৰ ওচৰলৈ অহা মানুহবোৰৰ সেই শুকান, উৎকণ্ঠিত আৰু বিষাদগ্ৰস্ত মুখকেইখন দেখিলে মই আৰু তাত ৰৈ থকাটো সম্ভৱ নহয়।

**মধুবাবু ঃ** কিন্তু মই কি কৰিব পাৰো? এতিয়া ৰাতি তোমাৰ ভাগ্য গণনা নহয়।

**পৰমেশ্বৰ ঃ** আপুনি মোৰ সমস্যাৰ গুৰুত্ব উপলব্ধি কৰা নাই। দিনৰ পোহৰ মোৰ ভাল নালাগে। একো সিদ্ধান্তই মই ল'ব নোৱাৰোঁ। খাম নে শুম? যাম নে নাযাম? কম নে নকম?

**মধুবাবু ঃ** কিন্তু ৰাতি মোৰ নিজৰ ওপৰত নিয়ন্ত্ৰণ নাথাকে- মই অবাধ্য আৰু বিপদজনক হৈ পৰো।

**পৰমেশ্বৰ ঃ** আপোনাৰ ওপৰত মোৰ অগাধ বিশ্বাস আছে মধুবাবু। আপুনি মোৰ বাবে কেৱল এজন সাধাৰণ জ্যোতিষী নহয়, কেৱল এজন আধ্যাত্মিক গুৰু নহয়— আপুনি মানুহৰ জীৱন পোহৰাই তোলা এচমকা স্বৰ্গীয় জ্যোতি।

**মধুবাবু ঃ** তোমাৰ হৃদয়ত বলা ধুমুহাজাকৰ উমান মই পাইছো, কিন্তু ৰাতি মই কাৰো ভাগ্য গণনা নকৰো। এই সময়খিনি মই নিজৰ বাবে ৰাখিছো, কেৱল মোৰ বাবে।

**পৰমেশ্বৰ ঃ** আপোনাৰ অলপ সময় মোক দিয়ক।

**মধুবাবু ঃ** মোক এনেদৰে সদায় আমনি কৰি থকাৰ অৰ্থ কি?

**পৰমেশ্বৰ ঃ** আকৰ্ষণ— লোহাক চুম্বকে কৰা আকৰ্ষণৰ দৰে আমাৰ মাজৰ পাৰস্পৰিক আকৰ্ষণ।

**মধুবাবু ঃ** কি ?

**পৰমেশ্বৰ ঃ** আপুনি এবাৰ মোৰ ফালে চাওঁক —

**মধুবাবু ঃ** তুমি কোৱা নাছিলা যে কোনো মানুহৰ মুখত দেখা উৎকণ্ঠা, উত্তেজনা, বিষাদে তেনে মানুহৰ পৰা তোমাক আঁতৰাই নিয়ে? মই যদি তোমাৰ ফালে চাওঁতে ...

**(মধুবাবু আৰু পৰমেশ্বৰ পৰস্পৰৰ পিনে চায়)**

**পৰমেশ্বৰ ঃ** এইয়া কি মধুবাবু? এইয়া লোক আঁতৰাই পঠোৱাৰ ষড়যন্ত্ৰ নহয়তো? মধুবাবু আপোনাৰ চকুৱে মুখে ইমান বিষণ্নত্ৰ- ইমান অনিশ্চয়তা- আপুনি কি ভীষণ অকলশৰীয়া? মোৰ দৰে..

**মধুবাবু ঃ** কিমান দিনৰ মূৰত মোক কোনোবাই মোৰ মনৰ খবৰ সুধিছে! তাকো ইমান সহানুভূতিৰে! কোনেওতো মোক এইবোৰ কথা নোসোধে। এওঁ কিয় সুধিছে — কিয়?

**পৰমেশ্বৰ ঃ** মধুবাবু !

**মধুবাবু ঃ** হু! অ - তোমাক কিন্তু সঁচাই বিধ্বস্ত যেন লাগিছে। তোমাৰ আত্মাক সান্ত্বনাৰ প্ৰলেপৰ প্ৰয়োজন।

**পৰমেশ্বৰ ঃ** মই হায়ৰান হৈ গৈছো। তিনিবাৰ আত্মহত্যাৰ চেষ্টা কৰিও সফল নহ'লো। মোৰ ওপৰত গ্ৰহ-নক্ষত্ৰৰ সুদৃষ্টি পৰাৰ বিধান দিয়ক মধুবাবু। (এনেতে ভাস্কৰ দৌৰি সোমাই আহে)

**ভাস্কৰ ঃ** পৰমেশ্বৰ তই ইয়াত! গুচি যা- ভাগ্যক বিশ্বাস নকৰিবি, ঈশ্বৰক বিশ্বাস নকৰিবি— জ্যোতিষ চব অনৰ্থৰ মূল! বৰবাদ হৈ যাবি। মই তোক warning দিলো। আমাৰ কিন্তু উপায় নাই। ঈশ্বৰতে ভৰসা— ভাগ্যত যি লিখা আছে সেয়াহে পাম। প্ৰভু মোক আশীৰ্বাদ কৰক। **(মধুবাবুৱে ভাস্কৰৰ পিনে চাই ৰৈ থাকে)**

**পৰমেশ্বৰ ঃ** আপুনি মোৰ দৰে আত্মহত্যাৰ চেষ্টা কৰিছিলনে?

**ভাস্কৰ ঃ** বহুতবাৰ। তই নাজান?

**পৰমেশ্বৰ ঃ** মোৰ জানিবৰ মন যায়, আপুনি জীৱনত মোৰ দৰে বাৰে বাৰে বিফলতাৰ মুখামুখি হৈছিলনে?

**ভাস্কৰ ঃ** জীৱনৰ প্ৰতিটো খোজতে।

**পৰমেশ্বৰ ঃ** মোৰ এইয়াও জানিবৰ মন যায়, আপুনি উৎকট কামনা-বাসনাৰ সপোন দেখে নে নাই?

**ভাস্কৰ ঃ** অহৰহ— প্ৰতি মূহুৰ্ত্ততে!!

**মধুবাবু ঃ** তোমালোকে এইবোৰ বন্ধ কৰিবানে?

**ভাস্কৰ ঃ** হে প্ৰভু, দায় দোষ নধৰিব। কথা এটা কৈ যাম বুলি আহিলো — আপুনি গণনা কৰি কোৱা মতেই কেন্সাৰত ভুগি থকা মোৰ মাইকীজনী যোৱা পৰহি ঢুকাল! আপোনাৰ কথা ফলিয়ালে। (গুচি যায়)

**পৰমেশ্বৰ ঃ** মধুবাবু, সকলোৰে অতীত ভৱিষ্যত আপোনাৰ

নখ দৰ্পণত। এই কঠোৰ সাধনাৰ বাবেই আপুনি বিয়া নকৰালে নে কি? নে আপুনি সমকামী? আপুনি কি হতাশাত উপৰ্যুপৰি হস্তমৈথুন কৰে? মই আপোনাৰ স'তে ইমান আত্মীয়তা অনুভৱ কৰো কিয়?

**মধুবাবু ঃ** বন্ধ কৰা— বন্ধ কৰা !

**পৰমেশ্বৰ ঃ** কওঁক— পিতৃ সূত্ৰে পোৱা অগাধ সা-সম্পত্তি ত্যাগ

কৰি আপুনি সন্ন্যাসীৰ দৰে মানুহৰ ভাগ্য গণনা আৰু ৰহস্যবাদৰ অধ্যয়নত ব্ৰতী হ'ল কিয়? জানে মধুবাবু, এই যে আপোনাৰ শৰীৰৰ চৌপাশে এক অনিৰ্বচনীয় শোভাই বেৰি আছে— সেই শোভাৰ আৱৰণ ফালি মোৰ মন যায় চুই চাবলৈ আপোনাৰ শৰীৰ, মন, আত্মা ! কিয় জানো , মোৰ এনেকুৱা অনুভৱ হয় — মোৰ বিষণ্ণতাৰ, অনিশ্চয়তাৰ, একাকীত্বৰ আৱৰণ ভেদি আপুনিও চুই চাব খোজে মোৰ শৰীৰ, মন, আত্মা...

**মধুবাবু ঃ** তুমি আৰু মোক এনেদৰে কিমান দিন অত্যাচাৰ কৰিবা— মোৰ নিয়ন্ত্ৰণ হেৰুৱাই পেলোৱাৰ উপক্ৰম হৈছে!

**পৰমেশ্বৰ ঃ** কিজানি মোৰ দৰে আপোনাৰ আত্মাকো সান্ত্বনাৰ প্ৰলেপৰ প্ৰয়োজন!

**মধুবাবু ঃ** কিয় ক'লা?

**পৰমেশ্বৰ ঃ** মোৰ দৰে আপুনিও যন্ত্ৰণাত চটফটায়। পাৰ্থক্য এইখিনিতে যে মই সেই যন্ত্ৰণাত অহৰহ ভুগি থাকো আৰু আপুনি সেই যন্ত্ৰণাপায় মানুহৰ পৰা বিচ্ছিন্ন, ৰাতিৰ কেইটামান অকলশৰীয়া মুহূৰ্তত। মই আপোনাৰ যন্ত্ৰণা অনুভৱ কৰিব পাৰো। আপুনি মোৰ যন্ত্ৰণা অনুভৱ কৰিব নোৱাৰেনে?

**মধুবাবু ঃ** পাৰো পাৰো। কাৰোবাৰ স'তে অন্তৰংগভাবে কথা পতাৰ বাবে মোৰ প্ৰচণ্ড ইচ্ছা যায়। এই সুযোগটো মই নাপাওঁ। দিনৰ দিনটো ব্যস্ত থাকো লোকৰ ভাগ্য গণনা, সমস্যা, তত্ত্বদৰ্শনৰ আলোচনাত...

**পৰমেশ্বৰ ঃ** তুমি সদায়, এনেদৰে মোৰ স'তে কথা পাতি, মোৰ ভিতৰৰ মানুহজনৰ কাৰোবাৰ স'তে অন্তৰংগভাবে কথা পতাৰ স্পৃহাক ইতিমধ্যে জগাই তুলিছা। কিন্তু তুমিতো মোৰ স'তে কথা পাতিব অহা নাই। তুমি আহিছা ভাগ্য গণনা কৰিবলৈ —

**পৰমেশ্বৰ ঃ** নহয়— নহয় কওঁক— আপুনি ক'ব পাৰে— আপুনি আপোনাৰ জীৱনৰ কিবা অপ্ৰকাশিত কথা ক'বলৈ চটফটাই আছে- আপুনি হয়তো সেইবোৰ কৈ আপোনাৰ অসহনীয় যন্ত্ৰণা লাঘৱ কৰিব খুজিছে।

**মধুবাবু ঃ** ঠিক যন্ত্ৰণা নহয়— ৰহস্য! ৰহস্যৰ মায়াত ওপঙি থকা যন্ত্ৰণা! ভাগ্যচক্ৰৰ চমৎকাৰ খেল। ৰাতিৰ চিৰন্তন ৰহস্য উদঘাটনৰ কাহিনী -

**পৰমেশ্বৰ ঃ** মই শুনিবলৈ ব্যগ্ৰ হৈ পৰিছো.....

**মধুবাবু ঃ** শুনিবা? শুনা। এইয়া বহুবছৰ আগৰ কথা। এদিন মাজৰাতি এজন মদাহীয়ে তেওঁৰ পত্নীক লৈ এজন জ্যোতিষীৰ ওচৰলৈ ভাগ্য গণনা কৰিব আহিছিল। প্ৰথমে তেওঁ মান্তি হোৱা নাছিল। কিন্তু তেওঁৰ ৰূপহী আৰু কামাতুৰ পত্নীৰ আবদাৰত অৱশেষত তেওঁ মান্তি হৈছিল। (ভাবত মগ্ন হৈ ৰৈ যায়)

**পৰমেশ্বৰ ঃ** তাৰ পিছত কওঁক মধুবাবু।

**মধুবাবু ঃ** (ভাবৰ আঁত হঠাৎ চিগি যায় আৰু ক'ব ধৰে) মই মদাহীজনৰ জন্মকুণ্ডলী বনাই থাকোঁতে মদাহীজনে জন্মকুণ্ডলীৰ ওপৰতে বমি কৰি বেহুচ হৈ ওৰে পৰি গৈছিল। মই বহুত দিনৰ মূৰত কাৰোবাৰ স'তে অন্তৰংগভাবে কথা পাতিছিলো তেওঁৰ পত্নীৰ সৈতেই। আৰু সেই নিশা চেগ বুজি আমি দুয়ো উন্মুক্ত যৌনাচাৰত লিপ্ত হৈছিলো।

**পৰমেশ্বৰ ঃ** আপুনি কি হৈছে মধুবাবু ?

**মধুবাবু ঃ** (খৰ ধৰকৈ) নহয় - নহয় - মই নহয় সেই জ্যোতিষীজনে। এৰা সেইয়া তেওঁ যৌনক্ষুধাত আতুৰ হৈ পৰে ৰাতি চটফটাই কটোৱা বয়সৰ কথা। সেই ৰাতি তেওঁৰ কি হৈছিল ক'ব পৰা নাছিল। মদাহীজনে চেতনা ঘূৰাই পোৱাৰ পিছত তেওঁৰ ভাগ্য গণনা কৰিবলৈ তেওঁ উত্ৰাৱল হৈ উঠিছিল আৰু তেওঁৰ জন্মকুণ্ডলী বিশ্লেষণত তেওঁৰ সমস্ত শক্তিৰ অভূতপূৰ্ব সংযোগ ঘটাইছিল। তেওঁ অনিয়ন্ত্ৰিত হৈ পৰিছিল, বিপদজনক হৈ উঠিছিল। জ্যোতিষীজনে

তেওঁক কৈছিল - তেওঁৰ পত্নীয়ে তেওঁক পৰিত্যাগ কৰিব, তেওঁৰ ভীষণ চাৰিত্ৰিক অধঃপতন ঘটিব, পেটৰ ভয়ংকৰ ৰোগত আক্ৰান্ত হ'ব!!!

**পৰমেশ্বৰ ঃ** সেইবোৰ ফলিয়াইছে নে ?

**মধুবাবু ঃ** প্ৰত্যেকটোৱে ফলিয়াইছে। কিছুদিনৰ মূৰে মূৰে তেওঁ জ্যোতিষীজনৰ ওচৰলৈ আহে। পিছত তেওঁৰ ভাগ্যকুণ্ডলীৰ বিশ্লেষণ কৰি তেওঁ আৰু এটা ভয়ংকৰ কথা গম পাইছে কিন্তু সেই কথা তেওঁক এতিয়াও কোৱা নাই।

**পৰমেশ্বৰ ঃ** কি কথা ?

**মধুবাবু ঃ** তেওঁ এদিন নৰহত্যাত জড়িত হ'ব। উন্মাদ হ'ব !!

**পৰমেশ্বৰ ঃ** কি ?

**মধুবাবু ঃ** অ! আৰু সেই মদাহীজনৰ এটা উন্মাদ ৰূপে মোক অহৰহ খেদি ফুৰে — মই শংকিত আতংকিত..

(বাহিৰত শুনা যায় মদাহী বিনন্দৰ মাত। মধুবাবু ..মধুবাবু ..। অলপ পিছত সোমাই আহে)

**বিনন্দ ঃ** মধুবাবু - খবৰ কেনে ? (পৰমেশ্বৰক) আৰু আপোনাৰ খবৰ ? বেয়া! নহ'লে আপুনি ইয়ালৈ কিয় আহিব! কিন্তু মই আপোনাক আগতে ক'ৰবাত দেখিছো। মোৰ খবৰ কিন্তু ভাল। অৱশ্যে উৎকট পেটৰ বিষ!

**পৰমেশ্বৰ ঃ** পেটৰ বিষ — উৎকট পেটৰ বিষ —

**বিনন্দ ঃ** কিন্তু আপোনাৰ মনৰ বিষ— কলিজাৰ বিষ! ৰাতি জন্মকুণ্ডলী বনাব আহিছে কিয় ? মই জানো, দিনত আহিবলৈ লাজ, সংকোচ। মোৰো লাজ লাগিছিল, সংকোচ লাগিছিল। কিয় ? নীচাত্মিকতা বোধ! জীৱনৰ poor performance! অ' মধুবাবু—কওকচোন মৃত্যু নোহোৱাকৈ আত্মা দেহৰ পৰা কেনেকৈ মুকলি হয় ?

**মধুবাবু ঃ** আপুনি বহি লওঁকচোন। আপোনাক অলপ জিৰণীৰ প্ৰয়োজন।

**বিনন্দ ঃ** আপোনাক কিন্তু পবিত্ৰ সমাধি প্ৰাপ্তিৰ প্ৰয়োজন। সিদিনা আপুনি কৈছিল নহয় মধুবাবু - যোগী সন্ন্যাসীৰ পবিত্ৰ সমাধি প্ৰাপ্তিৰ বিষয়ে- কওঁকচোন- বুজাই দিয়ক এওঁকো - অ' মনত পৰিছে — আপোনাক এদিন মই বেশ্যালয়ত লগ পাইছিলো।

**পৰমেশ্বৰ ঃ** নাই নাই ! মোক বেশ্যালয়ত ...

**বিনন্দ ঃ** এজনী বেশ্যাই আপোনাক গালি পাৰিছিল — আপুনি হাল্লা কৰিছিল! একো নহয় - আমাৰ দুয়োৰে সমস্যা একে poor performance! লাজ পাইছে ? মই জীৱনৰ আধা দিন বেশ্যালয়ত কটোৱা মানুহ....

**পৰমেশ্বৰ ঃ** বেশ্যালয়ত ? জীৱনৰ আধা দিন ?

**বিনন্দ ঃ** আচৰিত হৈছে ? তাতোকৈ আচৰিত কথা আজি এখন বেশ্যালয়ত হঠাৎ লগ পাই গ'লো মোৰ পত্নীক—মোক পৰিত্যাগ কৰা মোৰ পত্নীক। দেহ বিচাৰি গৈছিলো কিন্তু তাইৰ দেহ বুলিবলৈ মাথো জঁকা এটাহে আছিল। মৃতপ্ৰায় অৱস্থা! লগ পালো তাইৰ দেহৰ পৰা মুক্ত মনটোক - কাৰণ তাইৰ পবিত্ৰ সমাধি প্ৰাপ্তি ঘটিছে। পবিত্ৰ সমাধি প্ৰাপ্তি মানে আপুনি কি বুলি কৈছিল মধুবাবু ?

**মধুবাবু ঃ** মই আপোনাক কৈছিলো, ব্ৰহ্ম চিন্তাৰ সকলো পদ্ধতি সঠিক ৰূপত পালন কৰিলে যোগীসকলে পবিত্ৰ সমাধি প্ৰাপ্ত অৱস্থা লাভ কৰে। এনে অৱস্থাত ধমনী আৰু হৃৎপিণ্ডৰ কাৰ্য্যকলাপ বন্ধ হৈ যায়। তেজৰ চলাচলো বন্ধ হয়। এইদৰে তেওঁলোকে দেহৰ পৰা নিজৰ মনটো উলিয়াই দিয়ে আৰু মনে চিৰমুক্তি লাভ কৰে। দেখাত মৃত বা নিদ্ৰিত যেন লাগিলেও তেওঁলোক সদাজাগ্ৰত। পবিত্ৰ সমাধি প্ৰাপ্ত অৱস্থাত মৃত্যু অসম্ভৱ।

**(হঠাৎ এক প্ৰচণ্ড চিঞৰ মাৰি বিনন্দই চুৰি এখন উলিয়াই লয়।)**

**বিনন্দ ঃ** সম্ভৱ। তোৰ জন্মকুণ্ডলী ক'ত ? ক'ত ?

**মধুবাবু ঃ** এইয়া কি ? আপোনাৰ ....

**পৰমেশ্বৰ ঃ** আপুনি তাৰমানে

**বিনন্দ ঃ** মধুবাবু — তোৰ জন্মকুণ্ডলী আঁক - মই তোৰ ভৱিষ্যত গণনা কৰিম!

**মধুবাবু ঃ** আপুনি ... চুৰিখন

**বিনন্দ ঃ** চালা পাপী ... নৰকৰ কীট! তাই আজি মোক সকলো কৈছে। মই অক্ষম আছিলো। সেইবাবেই তাই আছিল

অপৰিতৃপ্ত। কিন্তু তইয়ে প্ৰথমে তাইক তাইৰ অপূৰ্ণ বাসনাক চৰিতাৰ্থ কৰাৰ পথ দেখুৱাই দিছিলি, উন্মুক্ত কামনাৰ মাদকতা পান কৰোৱাইছিলি -- তাইৰ সমস্ত সংস্কাৰ ভাঙি-চিঙি চূৰ্ণ-বিচূৰ্ণ কৰিছিলি ... হঠাৎ বিনন্দই গৈ মধুবাবুক চুৰিকাঘাত কৰে। আঁতৰি যায়।

**পৰমেশ্বৰ ঃ** হে ঈশ্বৰ- এইয়া তোমাৰে লীলা। ভাগ্যৰ পৰিহাস।

(দৌৰী সোমাই আহে ভাস্কৰ।)

**ভাস্কৰ ঃ** পৰমেশ্বৰ - হাৰে- মধুবাবু - কি হ'ল? তেজ!! পৰমেশ্বৰ তই!!

**পৰমেশ্বৰ ঃ** মই নহয় -

**ভাস্কৰ ঃ** খুন-- খুন -- পৰমেশ্বৰে মধুবাবুক খুন কৰিলে!!

**সংগীত/নৃত্য**

**নিৰ্দেশনা ঃ**

গুৰু মোৰ কৃষ্ণ ক'ত
ক'ত গুৰু ক'ত
জীৱন কৃষ্ণ ক'ত গুৰু জীৱন কৃষ্ণ ক'ত
বাহিৰে ভিতৰে মহা কুৰুক্ষেত্ৰ
কোন হ'ব সাৰথি
কোন হ'ব মিত্ৰ
কোনে খুলি দিব
দীপ্ত প্ৰদীপ্ত জ্ঞাননেত্ৰ
গুৰু মোৰ কৃষ্ণ ক'ত
ক'ত গুৰু ক'ত
জীৱন কৃষ্ণ ক'ত গুৰু জীৱন কৃষ্ণ ক'ত

**পৰিকল্পনা/নিৰ্দেশনা ঃ**

(গ)

বাতুল আৰু বিপুলে ভাৰত নাট্যমৰ আখৰা কৰিছে। বাহিৰত দৰ্জাত নক্ কৰাৰ শব্দ। দুয়ো বৈ যায়। অলপ সময় নিৰব। এক নিৰ্দিষ্ট ছন্দত নক্ কৰাৰ শব্দ।

**বাতুল ঃ** কোন?

(বাহিৰৰ পৰা ভাঁহি আহেঃ মই। জগত।)

**বাতুল ঃ** (বিপুলক) চাৰ! ৰ মই খুলি দিছো।

**(বাতুল ওলাই যায় আৰু অলপ পিছত সি আৰু জগত সোমাই আহে। বিপুল অন্যমনস্ক হৈ থাকে)**

**জগত ঃ** বাপৰে- বহুতদিনৰ মূৰত লগ পালো নহয় তোমালোকক। কোৱা, কোৱা খবৰ কোৱা। (জগতে বহি লয়)

**বাতুল ঃ** একদম বঢ়িয়া চাৰ।

**জগত ঃ** ভাৰত নাট্যমৰ practice কেনে চলিছে?

**বাতুল ঃ** মাৰমাৰ চলিছে চাৰ! চাৰ আমি অহামাহত ৰবীন্দ্ৰ ভৱনত এটা Dance Programme কৰিম বুলি ভাবিছো। আমাৰ স্কুলৰ ভিতৰত মোৰ আৰু বিপুলৰ performance য়েই আটাইতকৈ ভাল।

**জগত ঃ** হয়? বঢ়িয়া Keep it up - বিপুলৰ খবৰ কি?

**বিপুল ঃ** চাৰ - অনিলদাৰ হত্যাৰ খবৰ আপুনি পায়নে?

**জগত ঃ** অনিলৰ হত্যা? অনিলে আত্মহত্যা কৰিছে! প্ৰচণ্ড হতাশাত সি....

**বিপুল ঃ** আত্মহত্যা নহয় -- Deputy Chief ৰ সৈতে মতভেদ হোৱা কাৰণে প্ৰদ্যুৎ বৰাৰ হতুৱাই অনিলদাক হত্যা কৰা হৈছে।

**জগত ঃ** সেইয়া মিছা প্ৰচাৰ। ৰাষ্ট্ৰযন্ত্ৰৰ ষড়যন্ত্ৰ ...

**বিপুল ঃ** নহয়। সংগঠনৰ যিসকলে ভাবে আমি জনসাধাৰণৰ পৰা আঁতৰি গৈছো, আমাৰ কাম-কাজ হত্যা-লুণ্ঠন সৰ্বস্ব হৈ পৰিছে -- সেইসকলৰ মুখ বন্ধ কৰাৰ কৌশল।

**জগত ঃ** তুমি মনে মনে থাকিবানে?

**বিপুল ঃ** নাথাকো। তেওঁ কি আমাৰ বাবে একো নহয়- তেওঁ আপোনাৰ নিজৰ ভাইতকৈও আপোন আছিল - অভিন্ন হৃদয়ৰ বন্ধু আছিল।

**জগত ঃ** তেনেহ'লে-- মই যদি উত্তেজিত হোৱা নাই, ভাঙি পৰা নাই তুমি হৈছা কিয়? কোনো কথাই আমাক আমাৰ পথৰ পৰা লক্ষ্যভ্ৰষ্ট কৰাৰ সুযোগ পাব নালাগে।

**বিপুল ঃ** কিন্তু

জগত ঃ তুমি জানা, মই কঠোৰ শৃংখলাত বিশ্বাস কৰা মানুহ। নিজৰ কাম কৰি যোৱা। মই তোমাক সতৰ্ক কৰি দিছো - সংগঠনত কথা কোৱাৰ যি নিয়ম তাক অমান্য নকৰিবা।

ৰাতুল ঃ বাদ দিয়ক চাৰ। কথাটো বেছি চিৰিয়াচ হৈ গ'ল। কওঁক - আপোনাৰ খবৰ কওঁক চাৰ।

জগত ঃ আছো - গৈ আছো — সমুখৰ ফালে - গতিকে ভালেই।

বিপুল ঃ কিবা message দিব? Operation Express High way ৰ সন্দৰ্ভত ...

জগত ঃ এৰা, সেই উদেশ্যৰেই মই আহিছো। গুৰুদেৱে এতিয়াও green signal দি যা নাই। এই অপাৰেচনৰ ইনচাৰ্জ হিচাপে মই ক'ব পাৰো সকলো প্ৰস্তুতি সম্পূৰ্ণ প্ৰায়। মাত্ৰ দুটা কাম বাকী - গুৰুদেৱৰ চূড়ান্ত আদেশ আৰু চুইচাইড স্কুৱাৰ্ডৰ সদস্যজনৰ চূড়ান্ত নিৰ্বাচন। পিছে তোমাৰ মানসিক অৱস্থা দেখি মই হতাশ হৈছো।

বিপুল ঃ মোৰ মানসিক সুস্থতাৰ ওপৰতে যদি সন্দেহ মোক অব্যাহতি নিদিয়ে কিয়?

জগত ঃ কথাটো ঠিক তেনেকুৱা নহয়।

বিপুল ঃ হয়! এজন বিপ্লৱীৰ বাবে তেওঁৰ দায়বদ্ধতাক সন্দেহ কৰা মানে তেওঁক উপলুঙা কৰা - মই এইবোৰ সহ্য কৰি থাকিব নোৱাৰোঁ!!

জগত ঃ তোমাৰ এনে কথা- বতৰাই কেতিয়াবা তোমাৰ সৰ্বনাশ মাতি আনিব। অথচ মই জানো তোমাৰ নিচিনা সৎ আৰু সাহসী কৰ্মী সংগঠনত বৰ বেছি নাই।

বিপুল ঃ হয়তো আছে — মোৰ প্ৰতি থকা অফুৰন্ত ভালপোৱাৰ বাবেই হয়তো আপুনি তেনেকৈ ভাবিছে!

ৰাতুল ঃ সঁচাকৈয়ে আপোনাৰ ভাতৃসুলভ মৰম আমি পাহৰিব নোৱাৰোঁ। আপুনি আমাৰ আপোন ভাতৃতকৈও আপোন।

জগত ঃ মই জানো। তোমালোকৰ মনত আছেনে তোমালোকে প্ৰথম বাৰ যেতিয়া মোক লগ পাইছিলা? তেতিয়া আন শতসহস্ৰ যুৱকৰ দৰেই তোমালোকেও হতাশা, ক্ষোভত এটা সঠিক পথৰ সন্ধানত আন্ধাৰতে খেপিয়াই ফুৰিছিলো। তেতিয়া মই তোমালোকক সংগঠনলৈ আনিলো।

ৰাতুল ঃ এৰা, আপুনি আমাৰ বাবে দীপ্ত প্ৰদীপ্ত চেতনাৰ পোহৰ! আপোনাৰ সেই গানটো- দীপ্ত-প্ৰদীপ্ত চেতনা - জীৱনৰ সাধনা - নাশিবলে জীৱনৰ যাতনা!!

ৰাতুল ঃ সেইয়া যদি সঁচা হয়, সেয়া আপোনাৰ কৃতিত্ব।

জগত ঃ ন্যায় আৰু অধিকাৰ প্ৰতিষ্ঠাৰ বাবে হাতত অস্ত্ৰ তুলি লৈ তোমালোকে সাহস আৰু বীৰত্বৰ অনবৰ্দ্য স্বাক্ষৰ ৰাখিছা।

বিপুল ঃ আৰু যদি সঁচা নহয়, আমাৰহে বিফলতা। মোৰ বিফলতাৰ ভিতৰত মোৰ মানসিক সুস্থতা ...

ৰাতুল ঃ বাদ দে না— অভিমানবোৰ বাদ দে চোন। চাৰ কওঁক আপোনাৰ বিশেষ খবৰ বিলাক কওঁক - ৰীতা বৌৰ খবৰ! ৰোমাঞ্চ কেনে চলিছে। মাজে মাজে কেতিয়াবা লগ পায়নে? বিয়া নাপাতে?

জগত ঃ তোমালোকে চাগে গম নোপোৱা- ৰীতাই বিয়া পাতিলে - এজন ডাক্তৰৰ লগত। তাইৰ বিয়াৰ দিনা হঠাৎ মই শ্ৰীলংকাৰ পৰা আহি পাইছিলো। সেই দিনাই একো নাজানি মই তাইক লগ কৰিব গৈছিলো— তেতিয়া ৰভাৰ তলত চেহনাই বাজিছিল- কৰুণ অথচ বৰ মিঠা আছিল সেই সুৰ!

বিপুল ঃ আৰু আপুনি গুচি আহিল? তেওঁক আপুনি গুলীয়াই থৈ নাহিল কিয়? তেওঁৰ সেই মাৰাত্মক অসুখৰ সময়ত সহায়ৰ হাত আগবঢ়াবলৈ গৈ আপুনি আৰ্মিৰ গুলিত আপোনাৰ ভৰি এখন হেৰুৱা নাছিল - তেওঁৰ বাবেই

জগত ঃ নহয় - নহয় - তেওঁৰ বাবে নহয় - প্ৰেমৰ বাবে। আমি যে মৃত্যুবৰণ কৰিবলৈ সাজু হৈছো কিহৰ কাৰণে? প্ৰেমৰ বাবে। জীৱনৰ প্ৰতি থকা প্ৰগাঢ় ভালপোৱাৰ বাবে।

(এনেতে দৰ্জাত নক্ কৰাৰ শব্দ হয়। সকলোৰে দৃষ্টি সেইফালে যায়।)

ৰাতুল ঃ কোন?

**(বাহিৰৰ পৰা মাতি আহে- মই অৰূপ)**

জগত ঃ খুলি দিয়াগৈ (ৰাতুল ওলাই যায়)

**(অলপ পিছত অৰূপ সোমাই আহে। সি এখন চিঠি আৰু এটা টোপোলা জগতৰ পিনে আগবঢ়াই দিয়ে।)**

জগত ঃ গুৰুদেৱে পঠিয়াইছে?

**(মূৰ দুপিয়াই অৰূপ গুচি যায়। জগতে চিঠি পঢ়ে। ৰাতুলে গৈ দৰ্জা**

বন্ধ কৰে।)

**জগত :** আমি সাজু হ'বৰ হ'ল। গুৰুদেৱে operation টোৰ বাবে সন্মতি দিছে। এতিয়া মই Suicide Squade ৰ সদস্যজন বাচনি কৰিব লাগে। মই ভৰসা কৰিব পৰা বিকল্প বেচি নাই। তোমালোক দুজনৰ যিকোনো এজন

**বিপুল :** এই দায়িত্ব মই পাব লাগিব। (কেইটামান নিৰৱ মুহূৰ্ত পাৰ হৈ যায়)

**জগত :** বিপুল

**বিপুল :** মই সাজু

**জগত :** এইয়া লোৱা - ৰাতুলৰ শৰীৰ তেওঁৰ শেষযাত্ৰাৰ বাবে সজোৱা।

**বিপুল :** নহয় - এই দায়িত্ব মই পাব লাগিব। আপুনি পক্ষপাতিত্ব কৰিছে.

**ৰাতুল :** ধন্যবাদ চাৰ। আহ বিপুল।

**জগত :** যোৱা বিপুল- দেৰী নকৰিবা। গুৰুদেৱ বৈ আছে- final brieefing তেওঁ তোমাক নিজে কৰিব। শুনা ঠিক ছয় বজাত তুমি গুৰুদেৱক ভাৰত ডান্স একাডেমীত লগ কৰিবা। তোমাৰ দেহত বোমা-বাৰুদ সংস্থাপিত কৰি তুমি আহি থাকা। বিপুল সোনকালে কৰা।

**ৰাতুল :** আহ বিপুল- মোৰ আৰু লক্ষ্যপ্ৰাপ্তিৰ চৰম আনন্দ উপভোগ কৰিবলৈ বাট চোৱাৰ ধৈৰ্য্য নোহোৱা হৈ আহিছে।

**জগত :** তৎক্ষণাৎ কানেকচনবোৰ কৰি লোৱা- কুইক।

**(বিপুলে ৰাতুলৰ দেহত বোমা সংস্থাপন কৰে। জগতে গায় দীপ্ত-প্ৰদীপ্ত চেতনা..)**

**জগত :** মই গৈ থাকো। spot ৰ আশে-পাশে মই নজৰ ৰাখিব লাগে। বিদায় বন্ধু - তোমাৰ এই মহান ত্যাগ চন্দ্ৰ সূৰ্য্য থাকে মানে এই পৃথিৱীত স্মৰণীয় হৈ থাকিব। বিদায়।

**(গুছি যায়। ৰাতুলে জগতৰ পিনে চাই থাকে।)**

**বিপুল :** ৰাতুল - তই যোৱাৰ আগতে একেলগে এবাৰ নাচো আহ - নহ'লে নদীপৰীয়া মানুহে গোৱা দুখৰ ভটিয়ালীটোকে গা- নহ'লে মোক গুলিয়াই থৈ যা ।।

**ৰাতুল :** পাগলামি নকৰিবি - দৰ্জা খোলা আছে -

**(বিপুলে দৰ্জা বন্ধ কৰি পুনৰ সোমাই আহে)**

**বিপুল :** তই যোৱাৰ পিছত মই কি কৰিম? মৃত্যুৰ বাবে অকলে অকলে বৈ থাকিম? মৰি মৰি? মইতো জানো এই আত্মত্যাগ অৰ্থহীন।

**ৰাতুল :** অৰ্থহীন নহয় বিপুল। জগত চাৰৰ পৰা আমি কি শিকিছিলো - কিহৰ বাবে আমি জীৱন উছৰ্গা কৰিছিলো - অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিবলৈ, অন্যায় অথবা অন্যায়ত লিপ্ত দুষ্কৃতিকাৰীক ৰক্ষণাবেক্ষণ দিয়া সকলক মৃত্যুদণ্ড দিবলৈ। নহয়?

**বিপুল :** জগত চাৰৰ কথা সুকীয়া। কিন্তু আমাৰ বেছিভাগ সতীৰ্থ আজি লক্ষ্যভ্ৰষ্ট। নেতৃবৰ্গ নিজেই দুষ্কৃতিকাৰী। আমি মাথোঁ তেওঁলোকৰ হাতিয়াৰ। মই কেতিয়াবা ভাবো, এনেদৰে মৃত্যুবৰণ কৰাতকৈ আমি এই পথ এৰি উভতি নাযাওঁ কিয়?

**ৰাতুল :** নাযাওঁ - নাযাওঁ। কিয় যাম? কাৰ ওচৰলৈ যাম? আমাক কুকুৰ - মেকুৰীৰ দৰে গুলিয়াই মাৰিলেও এই মানুহবোৰ একো নীমাতে। বৰঞ্চ তেতিয়া শাসকক সিহঁতে চাবাচ বুলি কয়। কিন্তু আমি উত্থাপন কৰা প্ৰশ্নবোৰ সমস্যাবোৰ যে শাসকে সমাধান নকৰে তাৰ কাৰণে শাসকক গৰিহণা দিবলৈ সিহঁতৰ সময় নাই। আৰু মই উভতি নাযাওঁ কাৰণ মই জীয়াই থাকোতে জগতদাক পৰিত্যাগ কৰিব নোৱাৰো।

**বিপুল :** তেনেহ'লে ?

**ৰাতুল :** মই মোৰ কৰ্তব্য ঠিৰাং কৰিছো। মই যিহৰ বাবে মৃত্যুবৰণ কৰিম।

**বিপুল :** কিন্তু কি লাভ হ'ব? মৃত্যুৰ অটল গহ্বৰত তই হেৰাই যাবি।

**ৰাতুল :** মৃত্যুৰ এটা জীৱন থাকিব পাৰে- এটা ভৱিষ্যত অথবা সূৰ্য্যোদয়। আহ মোক বিদায় নিদিয়।

**(বিপুলে আগবাঢ়ি আহি তাক সাৱটি ধৰিব খোজে। ৰাতুলে বাধা দিয়ে। দুয়ো হাতত ধৰি নৃত্যৰ ভংগীমাত বৈ যায়। বিপুলৰ চকুত চকুলো। ৰাতুলৰ দুচকুত হাঁহি।)**

**ৰাতুল ঃ** তই দুখ নকৰিবি— ৰাতুল নামৰ এই মানৱ বোমাটো এইবাৰ express highway ত ফুটি কোনো আন মানুহক হত্যা নকৰে - for a change— এইবাৰ ফুটিব আমাৰ গুৰুদেৱ থকা কোঠাটোত। টুকুৰা টুকুৰ হ'ব গুৰুদেৱৰ দেহ...

**পৰিকল্পনা/ পৰিচালনা ঃ**

এজনৰ বাহিৰে বাকী গোটেই দলটোৱে খোলৰ শব্দৰ তালে তালে নাচি একুৰা জুইত পৰিণত হ'ব। জুইৰ ফালে এজনী চৰাই উৰি আহিব। চৰাইজনীয়ে নৃত্যৰ তালে তালে সেই জুইকুৰা হুৰাই দি, উৰুৱাই দি তাৰ মাজেৰে বাট উলিয়াই সমুখৰ ফালে সাহস আৰু প্ৰত্যয়েৰে উৰি যাব।

গোটেই দলটোৱে "থাউনিমান ঘাটা"ৰ একাংশ বজাই নাটৰ সামৰণি মাৰিব।

<u>সমাপ্ত</u>

# চিৰপ্ৰৱাহমান চেতনাৰ উকি

**নাট্যকাৰ # জ্যোতি প্ৰসাদ দাস**

**চৰিত্ৰসমূহ ঃ-**

১। হৰেন ঃ গেঙৰ মালিক, ৫০-৫৫ বছৰ
২। উৎপল ঃ যুৱক, খোৰা
৩। অনিল ঃ যুৱক, অন্ধ
৪। মুন্না ঃ চেমনীয়া, বোবা

এটা জংচনৰ কাষৰ বস্তি এলেকা। জংচনত আহি সোমোৱা তথা জংচনৰ পৰা ওলাই যোৱা ৰেলগাড়ীৰ শব্দ, উকি আদি প্ৰায় স্পষ্টকৈ আৰু জংচনত পি এ এছ্ যোগে দিয়া ঘোষণাসমূহ অস্পষ্টকৈ শুনা যায়।

সময় আবেলি। বস্তিবাসী অনিল আৰু উৎপলে নিজৰ কোঠাত অলসভাবে গান গাইছে। তথাপি অনিলৰ কণ্ঠত আৰু তবলা বজোৱা উৎপলৰ তবলা বাদনত প্ৰাণ সঞ্চাৰ হৈছে। 'কোনে জানে আকাশতে থকাজনে লিখে কপালৰ লিখন।' বেগাই হৰেণ সোমাই আহে।

**হৰেন ঃ** এই বন্ধ কৰ। চালা হাবামজাদা - ইযাত গান গাই কি ফলাইছ? 'ৰাজধানী' আহি পাব হৈছে - খবৰ নাই? ব'ল জলদি-ব'ল। (দুযো নিমাতে থকা ঠাইতে লৰচৰ নকৰাকৈ বহি থাকে।) আৰে কুত্তা চালা তহঁতচোন বহি থাকিলি? ষ্টেচনত সেইযা মানুহেই মানুহ, তাকো চালা ফাৰ্ষ্ট ক্লাচ আদমি -- স্বধানীত চফৰ কৰা মানুহ এপাক ঘূৰিলেই তিনশ ৰুপাযা গেৰান্টি আৰু তহঁতে ইয়াত মায়েৰ বাপেৰৰ (বৈ যায়। সিহঁত দুযোলৈ অতিষ্ঠ হৈ চায় নাই। সিহঁত শিলৰ মূৰ্তিৰ দৰে বৈ আছে। মুখ প্ৰায় ভাৱলেশহীন।) কি হ'ল? হা- কি হ'ল? ঐ চুৱাৰ চালা- মই যে কিবা কৈছো তহঁতৰ কাণত সোমাইছে নে নাই? নামাত কিয়? মোক কি পাগলা বুলি ভাবিছ? হা মই কি পাগলা?

**অনিল ঃ** (স্বকীয় ভংগিমাৰে) হিঃ হাঃ। (ৰয) চাওঁ বিড়ি এটা দে।

**হৰেন ঃ** চালা বিড়ি লাগে

**উৎপল ঃ** (তপৰাই) বিড়ি নাই যদি চিগাৰেট এটাকে দে।

**হৰেন ঃ** কুত্তা চালা চিগাৰেট খায়। যা- বাপেৰৰ

**অনিল ঃ** হিঃ হাঃ, হিঃ হাঃ!

**(উৎপলে আকৌ তবলা বজাবলৈ আৰম্ভ কৰে।)**

**হৰেন ঃ মই** বহুত সহ্য কৰিছো - যোৱা এসপ্তাহ-দহদিনে বহুত সহ্য কৰিছো। তহঁতে এই বুঢ়াক চিনি পোৱা নাই - মৰম কৰা যেন পাইছ। ভাবিছ বুঢ়াই কি কৰিব? ভাবিছ - বুঢ়া মালিক, গেঙ দুৰ্বল হৈ গৈছে। তহঁতৰ বাহাদুৰ চলিব। (উৎপলক) এই চালা বেইমান-বন্ধ কৰ। (এখন ট্ৰেইন দ্ৰুতগতিত উকি মাৰি আহে। হৰেণ অস্থিৰ হৈ উঠে।) আৰে উঠ বে- শুনা নাই - সেইয়া ৰাজধানী আহি গ'ল- ৰাজধানী

আহি গ'ল। ধেৎতেৰী কি কৰ বে- লেট নকৰিবি-৩ নম্বৰত লাগিব - ব্ৰীজৰ ওচৰৰ কোনোবাখিনিত পজিচন লবি - আহ- হ্ৱাৰে-সব পেচেঞ্জাৰ বিজি মানুহ- যোৱা মানুহবোৰতো জঁপিয়াই উঠিলেই- নমাবোৰেও ষ্টেচনত নামিয়ে বতাহত মিলি যাব উঠ উঠ দৌৰ - দেখিছ বহুত মানুহ নামিছে (বেগাই ওলাই যায়) আহ আহ (ষ্টেচনৰ হাই - উৰুমি ভাঁহি আহে অনুচ্ছ স্বৰত। হৰেণে বাহিৰত চিএঞৰে) ঐ মৰিবি কুত্তা চালা-চাহৰ প্ৰকাণ্ড কেটলি দুটা লৈ দৌৰিছে চা। (অনিলইঁতক) ঐ তহঁত নাহিলিচোন- (এনেতে আকৌ ট্ৰেইনৰ উকিৰ শব্দ - 'ৰাজধানী' ষ্টেচন এৰাৰ সংকেত। লাহে লাহে হৰেণ সোমাই আহে।)

**অনিল ঃ** হিঃ হাঃ! গ'ল গ'ল - আহিল আৰু গ'ল।

**উৎপল ঃ** ইয়াৰ পিচত আহিব বিকেনাৰৰ আপ, তাৰ পিচত বাংগালোৰ ডাউন, তাৰ পিচত কামৰূপ ডাউন - আহি থাকিব গৈ থাকিব - আহি থাকিব, গৈ থাকিব আৰু তই আহি ইয়াত টেটুফালি চিএঞৰিবি, ব'ল ব'ল- ভিক্ষালৈ ব'ল গান গা গৈ ব'ল উঠ- জলদি!

**অনিল ঃ** কিন্তু আমি নাযাওঁ!

**হৰেন ঃ** নাযাওঁ! বেইমান চালা। মই নাথাকোতে তহঁতে দুদিনও ভিক্ষা কৰি আহিছ ষ্টেচনত!

**উৎপল ঃ** ভাত মুঠিতো যোগাৰ কৰিবই লাগিব। কিন্তু তোৰ লগত আমি আৰু নাযাও।

**হৰেন ঃ** সঁচাই নাযাব?

**উৎপল ঃ** নাযাওঁতো।

**হৰেন ঃ** সঁচাই?

**অনিল ঃ** মুন্না ঘূৰি নহালৈকে আমি ভিক্ষা কৰিবলৈ নাযাওঁ। বাচ্।

**হৰেন ঃ** মুন্না- মুন্না- মুন্না। মুন্না নাথাকোতে কি কৰিছিল?

**উৎপল ঃ** মুন্না নাথাকোতেও ইন্কামও সেইডালহে আছিল- দিনৰ দিনটো গেবেৰা খাটি- ৰাতি ৰাতি শুকান ৰুটি।

**অনিল ঃ** হিঃ হিঃ!

**হৰেন ঃ** চুপ থাক - ফটুবামি নকৰিবি। মুখ ভাঙি দিম-

**অনিল ঃ** আৰে মালিক, তই নিজে কচোন-মুন্নাৰ ডেন্স নাথাকিলে আমাৰ গান শুনি মানুহে কিমান পইচা দিয়ে? আমাৰ নিচিনা গান গাই ভিক্ষা মাগি ফুৰা কিমান পাৰ্টি আছে! মুন্না আমাৰ দলত অহাৰ পৰা ইনকাম চাৰিগুণ হ'ল। মুন্নাই ডেন্স মাৰিলে মানুহ জাম লাগি যায়— চটাচট্ পাঁচটকীয়া দহটকীয়া জাম হৈ যায়- কি লয়লাস কি লহৰ- কি চেন্সী! আৰু মুন্নাৰ হাতৰ কামাল...

**হৰেন ঃ** আৰে বাদ দে - তই দেখিছ জানো মুন্নাৰ ডেন্স।

**অনিল ঃ** চকু নাথাকিলে কি হ'ল মালিক? মই আচমানৰ সূৰ্য্যও দেখা নাই চন্দ্ৰও দেখা নাই কিন্তু মেহচুচ কৰিবতো পাৰো। কি গানা-বাজনা, কি লহৰ, কি ৰশ্মি - উশাহ নিশাহ, ভোক পিয়াহৰ দৰেই চিনাকী মালিক। তোৰ চকুত ৰশ্মি থাকিলে কি হ'ব — আচল জিনিচেই নাই।

**হৰেন ঃ** কি আচল জিনিচ নাই ঐ কুকুৰ -চালা (অনিলক মাৰিবলৈ হাত দাঙে - খেদি যায়। উৎপলে বাধা দিয়ে।)

**উৎপল ঃ** ধেৎ - অনিলে সেইয়া বুজোৱা নাই নহয়।

**হৰেন ঃ** হ'ব হ'ব তই ওস্তাদি কৰিব নালাগে বেইমান। (ঠেলি পঠিয়ায়)

**উৎপল ঃ** অ' অনিলে তাৰমানে সেইয়াহে বুজাইছে। ধেৎ আছে আছে। মালিকৰ ঘৈণীয়েক তিনিজনী বুলি নাজান। ঘূৰি ফুৰে।! (অশ্লীল হাঁহি মাৰে - হৰেণে খেদি যায়)

**হৰেন ঃ** চুপ কৰ। চালা তহঁতে মুন্নাৰ লগত ৰাতি শুবৰ কাৰণে হেঁতা ওপৰা কৰা মই নাজানো বুলি ভাবিছ? অসভ্য চালা। আৰু তই লেঙেৰা- তই মৰিবি— এইডচ্ হৈ মৰিবি - তোৰ চৰিত্ৰ .

**অনিল ঃ** (গহীন হৈ) মালিক... (ৰয়) কাইলৈ আমি যামগৈ।

**হৰেন ঃ** কি?

**উৎপল ঃ** উপায় নাই। তোৰ গেঙত আৰু কাম নকৰো। আজি পোন্ধৰ দিন হ'ল - মুন্নাক তই ঘূৰাই আনিব নোৱাৰিলি। আমি তোৰ গেঙত কাম কৰো— তই আমাক চিকিউৰিটি দিবই লাগিব। তই কৈছ -মুন্নাই পেছেঞ্জাৰৰ মাল চুৰি কৰি পুলিচৰ হাতত ধৰা পৰিছে। মুন্নাক পুলিচৰ পৰা মোকলাই অনাৰ দায়িত্ব তোৰ আছিল। তই নোৱাৰিলি।

**হৰেন ঃ** তহঁতে কি একে কথাকে কৈ থাক! মুন্নাৰ বয়স কম কাৰণেহে লেঠা হ'ল — তহঁতে বুজি নাপাব কিয়? থানাৰ পৰা মুন্নাক লৈ আনিব ওলাইছো-পালেহি নহয় নতুন এচ. পি জন! চালা দিনেই বেয়া। এচ. পি. য়ে মুন্নাক ডাইৰেক্ট জুভেনাইল জেল পঠাই দিলে।

**অনিল ঃ** কি জুভিনাইল - মানে?

**হৰেন ঃ** জুভেনাইল অ। ১৮ বছৰৰ কম বয়সীয়া ল'ৰা ছোৱালীয়ে অপৰাধ কৰিলে তাত যায়। ঘৰৰ নিচিনাই! আচলতে মুন্নাৰ ভাগ্য ভাল। আৰামত আছে- ফন্তি মাৰি খাই বৈ আছে। তইঁতে মিছাই....

**উৎপল ঃ** কি মিছাই কি মিছাই? টেটুফালি গান গাই ভাগৰত লেবেজান হৈ নাচি নাচি পোৱা ভিক্ষাৰ টকাৰ তিনিভাগৰ এভাগ কোনে নিয়ে? চুৰ কৰি পকেটমাৰি পোৱা টকাৰ ডাইৰেক্ট আধা কোনে নিয়ে? তই নিনিয়?

**হৰেন ঃ** নিও। পিছে থাকিবলৈ ঘৰ কোনে দিছে? ইষ্টেচনত- ঘূৰা-ফুৰাৰ ব্যৱস্থা কোনে কৰি দিছে? কুত্তা হাৰামী চালা, এইবাৰহে মুন্নাক আনিব পৰা নাই - তই পকেট মাৰি ধৰা পৰোতে ৰাতিটোৰ ভিতৰতে তোক মই পুলিচৰ হাতৰ পৰা মোকলাই অনা নাই?

**উৎপল ঃ** আনিছ— তোক কিমান ইনকাম দিছো— নানিলে হ'ব নে। (হৰেণৰ 'মোবাইল'ত ৰিং হয়। সি দৌৰা দৌৰিকৈ নম্বৰটো চাই অলপ আঁতৰলৈ গৈ ফোন ৰিচিভ কৰে।)

**হৰেন ঃ** চালাম ভাই। কওঁক - হু নাই তেনেকুৱা ইনফৰমেচনতো নাই। হু? ঠিক আছে - ঠিক আছে ! হা? চাম চাম -খবৰ থাকিলে ৰাতি দহটাৰ ভিতৰত পাই যাব -ঠিক আছে - হা- ভাই চালাম ভাই চালাম। (শেষ কৰাৰ সময়ত হৰেণে উৎপল আৰু অনিলৰ পিনে চায়-ইতিমধ্যে ফোন অফ হয়, হঠাৎ সি ফোনত চিঞৰি উঠে) চালাম ভাই একমিনিট- মুন্নাৰ কেছটো কি হ'ল - সেই যে মই কৈছিলো, হা- হা- হা- সোনকালে কিবা এটা কৰকনা- বৰবাদ হৈ গৈছো চালাম ভাই-দুই এদিনতে? ঠিক আছে -হা-ভাল- চাল চালাম ভাই। (উৎপল আৰু অনিলক ) ঐ কালি- পৰহিৰ ভিতৰত মুন্না আহি আছে।

**অনিল ঃ** (উৎসাহেৰে) হয়?

**হৰেন ঃ** নহয় কি? চালাম ভাইৰ কথা শিলৰ ৰেখা।

**অনিল ঃ** মালিক-কথা এটা সোধো?

**হৰেন ঃ** ঐই চুতীয়া— থাম্বৰ দিম— পাৰমিচন লৈছে চা !

**অনিল ঃ** তই বোলে পুলিচৰ ইনফৰ্মাৰৰ কাম পাইছ?

**হৰেন ঃ** চা চা চা— মই জানিছো নহয়। মোৰ গেঙ ভাঙিবলৈ এইবোৰ অপপ্ৰচাৰ কোনে কৰিছে- এইবোৰ সব মুস্তাকহঁতৰ কাম। আৰু তহঁতে সেইবোৰেই বিশ্বাস কৰিছ। এই চালাম ভাই কোন জান? ক'ত জানিবি বাদ দে সেইবোৰ। সঁচা কথা ক - কোনে কৈছে তহঁতক, মুস্তাকে— নহয়নে?

**অনিল ঃ** কোনে কৈছে কিয় লাগে - আমাক ক - কথাটো সঁচা নে মিছা?

**হৰেন ঃ** আলবৎ মিছা। কিন্তু পুলিচৰ লগত মোৰ জবৰদস্ত কানেকচন দেখি হিংসাতে সিহঁতে এইবোৰ মিছা কথা উলিয়াইছে। চালা মুস্তাকৰ গোটেই গেঙ পাঁচমিনিটত মই থানা পৌচাই দিব পাৰো।

**উৎপল ঃ** কিন্তু পোন্ধৰ দিনত্ৰে তই মুন্নাক জেলৰ পৰা ওভতাই আনিব নোৱাৰ?

**হৰেন ঃ** আকৌ সেই একেই কথা। তহঁতে মোক বিশ্বাসেই নকৰ। ইমানদিনে তহঁতে মোক পালি—

**উৎপল ঃ** পুলিচত ধৰাই দি মুন্নাক বাহিৰে বাহিৰে বিক্ৰী কৰি দিয়াতো- মানে কথাবোৰ ওলাইছে...

**হৰেন ঃ** বিক্ৰী? কি কথা কৱ তহঁতে? বিশ্বাস নকৰ যদি ব'ল, কাইলৈ গৈ জুভেনাইলত মুন্নাক লগ কৰি আহিবি - যাবি? তাৰ কেছৰ কানেকচনত যদি পুলিচে আৰু তহঁতক জেৰা কৰিব ধৰে - মোক দোষ নিদিবি কিন্তু।

**অনিল ঃ** আমাক দুই এজনে খবৰ দিছে নহয় - মুন্না জেলত, জুভেনাইলত কতো নাই!

**হৰেন ঃ** তহঁতক কোনে খবৰ দিলে নাই বুলি? মুস্তাকে! মিছাই কৈছে স্নি। সি মোৰ ৰাইভেল নহয় - কবই। গেঙৰ পলিটিক্স তহঁতে কি বুজিবি। আৰু তহঁতে যদি মোক, তহঁতৰ মালিকক বিশ্বাসেই নকৰ....

**অনিল ঃ** তোক বিশ্বাস কৰা নকৰাৰ কথা নাই। আমিতো বহুত কথাই শুনো, চাফ চাফ কওঁ - মাজে মাজে তইয়ে হেনো চোৰ পকেটমাৰ ধৰাই দিয় পুলিচক-পুলিচৰ ৰেকৰ্ড ভাল কৰিবলৈ - সেইয়া হেনো পুলিচৰ লগত তোৰ চুক্তি ! আমিতো জানো দেচোন তই পুলিচক হাফ্টা দিব লাগে। কিন্তু পুলিচৰ ইনফৰ্মাৰ..

**হৰেন ঃ** আকৌ.. কোনোবাই তহঁতৰ খুপ্ৰী ঘোলা কৰিছে! আৰু তহঁত হৈছ মহাবুৰ্বক...

**উৎপল ঃ** সেইবোৰ বাদ দে। মুন্না নাই ইনকাম বেয়া। তাতে

আকৌ মুন্না নাথাকিলে ভাল নালাগে। গেঙত চোন মানুহ নোহোৱাই হ'ল। সেইদিনা হাচিনা, - ফেৰীৱালাটোৰ লগত গ'ল পলাই। কি কৰিলি? যাদৱক মুস্তাকহঁতে কাঢ়ি নিলে পিছত কিয় আপোচ কৰিলি?

**হৰেন ঃ** সেইবোৰ মোৰ কথা - মই জানো নহয়। লেকচাৰ দিছে চা।

**উৎপল ঃ** ঠিক আছে - তোৰ গেঙত আমি কাম নকৰো। তই বেয়া নাপাবি। আমাৰ মন ভাগি গৈছে। কালি ৰাতিপুৱা আমি যামগৈ। ই যাব ইফালে- মই যাম আনফালে।

**হৰেন ঃ** ইফালে সিফালে কি বেইমান? মুস্তাক ভিনিয়েৰৰ তালৈ যা।

**অনিল ঃ** দেখিবি নহয় ! গেঙৰ হাতোৰাৰ পৰা সাৰি থাকিবলৈ অকলশৰীয়া হ'ব খুজিছো! পলাই ফুৰিব নালাগিব? এই কাম আৰু নকৰো। চালা - আমাৰ কাৰণেই মুন্না -

**উৎপল ঃ** মইহে মুন্নাক ট্ৰেইনিং দিছিলো। ঠেঁটুৰৈ লগা শীতত উদং গাৰে ষ্টেচনত বীৰদৰ্পে ঘূৰি ফুৰা মুন্নাক, মালিকে ধৰি আনি আমাক গতাই দিয়াৰ দিনাই মই ঠিক গম পাইছিলো - ই বেলেগ বস্তু। প্ৰথমে মুন্নাই কিটিপ শিকিব খোজা নাছিল— মুন্নাই কৈছিল - কলাকাৰ হ'ব - হিন্দী চিনেমাত ঋত্বিক ৰোচন - কৰীনা কাপুৰহঁতৰ লগত ডেন্স কৰিব! আমিহে মুন্নাক জোৰ কৰি এস্কপাৰ্ট পকেটমাৰ বনালো।

**অনিল ঃ** সিদিনাও— সিদিনাও মুন্নাই আমাক বুজোৱা নাছিল? নাপায় নাপায় - মানুহে আমাক কণা-খোৰা - বোবা বুলি মৰম কৰে ৰহম কৰে আৰু আমি চল চাই সেই মানুহৰে পকেট মাৰো, চুৰ কৰো! আমি পিচে নুশুনিলো - ওলোটাই ধমকহে দিলো। আৰু এতিয়া পুলিচৰ মাৰ খাইছে কোনে? মুন্নাই।

**উৎপল ঃ** মাৰ খাইও আছে যদি ভালেই, যদি জান যোৱা নাই। পকেটমাৰৰ কিটিপবোৰ শিকোতেও মুন্নাই কম মাৰ খাইছে নে? এই দুখন হাতৰ - কেতিয়াবা মই তবলা বজাওতে বোলবোৰত মুন্নাৰ গেঙৰণি শুনো!

**অনিল ঃ** পুলিচে গেঙৰ কথা সুধি সুধি মুন্নাৰ মুখৰ মাত নাপাই যদি মাৰি পেলাইছে ?

**হৰেন ঃ** তহঁত পাগল হৈছ নেকি? হা পাগল হৈছ?

**উৎপল ঃ** অ অ পাগল হৈছো। মুন্না গ'ল ক'ত? তই আজিলৈ কিমান মিছা কথা কলি - মুন্না অ'ত আছে ত'ত আছে, আজি আহিব, কালি আহিব, পৰহি আহিব। আজিকালি তইহে টকাৰ কাৰণে পাগলৰ দৰে হৱ! টকাৰ লালসাত তই কৰিব নোৱাৰা কাম একো নাই!

**হৰেন ঃ** (খঙত একো নাই হৈ) এই হাৰামজাদা - বহুত হৈছে। বচ্! দুয়োকে এতিয়াই পুলিচত গতাই দিব পাৰো - আৰু হাল্লা নাই - চুপ চাপ বহি থাক। মোৰ পাৰমিচন নোহোৱাকৈ ইয়াৰ পৰা এখোজো লৰচৰ কৰাৰ কথা নাভাবিবি। (এখন ট্ৰেইন তীব্ৰ বেগে ষ্টেচনত নৰখোৱাকৈ গুচি যায়। হৰেণ ওলাই যায়। দুটামান মুহূৰ্ত দুয়ো নিঃশব্দে বৈ থাকে। সকলো জাৰি জোকাৰি উৎপলে এটা গান গুণগুণাব ধৰে।)

**অনিল ঃ** এই কেইদিন প্ৰায়ে সপোনত মই কি দেখো জান- এখন ধুনীয়া পুতলা ট্ৰেইন! ইখন প্লেটফৰ্মৰ পৰা সিখন প্লেটফৰ্মলৈ জঁপিয়াই যায়! ড্ৰাইভাৰ কোন জান- আমাৰ মালিক। তই হলি টি টি। মই, হাচিনা, মুস্তাকৰ, গেঙৰ আবুল চন্দ্ৰহঁত, ফেৰীৱালা হৰি, সুবলহঁত, আমি হ'লো যাত্ৰী! ট্ৰেইনখনৰ উকিটোৱেই ইমান ধুনীয়া— কিবা বেলেগ ধৰণৰ! এবাৰ ড্ৰাইভাৰৰ কেবিনত সোমাই মই অবাক - ট্ৰেইনখনৰ উকিটো কোনে মাৰে জান - আমাৰ মুন্নাই!

**উৎপল ঃ** ধেৎ মুন্নাই আকৌ কেনেকৈ উকি মাৰিব? সেইবোৰ বাদ দে। আমাৰ পিচে কি কৰিবি? আমাক যে মালিকে সহজতে এৰি দিব - মই কিন্তু আশা কৰা নাই।

**অনিল ঃ** তই পলাবলৈ সাজু হ।

**উৎপল ঃ** আৰু তই?

**অনিল ঃ** মই তোৰ লগত পলালে তোৰ জেং হ'ব - মই মোৰ নিজৰ ব্যৱস্থা কৰিম যা। তই পলা।

**উৎপল ঃ** পলাম? পলাই যাম ক'ত ? কি কৰিম? সেই একেহে। কিমানবাৰ পলালো। সেই ফাৰ্ষ্ট, ১২ বছৰ বয়সতে ঘৰৰ পৰা পলালো— আজাদী লাগে - ঘৰ

আৰু স্কুলৰ শাসনৰ পৰা আজাদী। ট্ৰেইনৰ বাগী চাফাই কৰা কাম কৰি দুবছৰ কটালো। আজাদী, কিন্তু ভীষণ কষ্ট। তথাপি গৰাখহনীয়াত যাযাবৰী জীৱন কটোৱা পৰিয়ালটোক বিচাৰি উভতি নগ'লো। ট্ৰেইনতে চুৰ কৰি এদিন ধৰা পৰোতে পলালো- পুলিচে খেদিলে- — ট্ৰেইনৰ পৰা জপিয়াই লেঙেৰা হ'লো। চিকিৎসাধীন অৱস্থাতে হস্পিতালৰ পৰাও পলালো - আকৌ ট্ৰেইনতে ফেৰীৱালা হ'লো— দুই নম্বৰী মালৰ ধাণ্ডা। পোন্ধৰ বছৰ মান বয়সৰ পৰাই হিন্দী চিনেমা চাই চাই বহুত টকা, দামী গাড়ী, ধুনীয়া ধুনীয়া মাইকীৰ সপোন দেখিবলৈ ধৰিলো। কালা ধাণ্ডা, ডাউদ হম, ডাউদ। এদিন লগৰবোৰৰ লগত ষ্টেচনৰ কাযত গানা-বাজনা কৰি আছিলো। ওচৰৰে কালী মন্দিৰৰ পূজাৰীজন আছিল সংগীত সাধক - মোৰ বাজনা শুনি - টিঙত বজোৱা বাজনা পূজাৰীয়ে মন্দিৰত মোক আশ্ৰয় দিলে, বহুত কষ্ট কৰি তবলা শিকালে। পূজাৰীৰ বাকী সব ভাল কিন্তু চৰিত্ৰ বেয়া - ৰাতি ৰাতি মোক ডিষ্টাৰ্ব কৰা কৰিলে- এদিন খঙতে পূজাৰীক খুউব পিটি পলালো। তাৰ পৰা আহি আমাৰ মালিকৰ গেঙত সোমালো।

**(অনিলৰ ফালে ঘুৰি চাই দেখে সি অন্যমনস্ক হৈ আছে।)**

**উৎপল ঃ** ঐ অনিল — মই যে তোক কিবা কৈ আছো শুনি আছনে নাই?

**অনিল ঃ** উম্ শুনিছো আকৌ - পিছে এইবাৰ নহয় - আগতে বহুতবাৰ শুনিছো নহয় - একেহে। এইখিনি সময় অলপ টোপনি মাৰি ল'লো। হিঃ হাঃ

**উৎপল ঃ** ফটুৱামি নকৰিবি — মই চিৰিয়াচলি কৈছো - এইবাৰ আৰু মই নপলাও। লাগিলে খুন কৰি জেলত সোমাম।

**অনিল ঃ** অ'অ' - ডাউদ হ'বলৈ জেলৰ অভিজ্ঞতাও লাগে।

**উৎপল ঃ** ফটুৱামি নকৰিবি বুলি কৈছো নহয়।

**অনিল ঃ** ফটুৱামি নকৰো— চিৰিয়াচলি কৈছো— তই শুন- তই ইয়াৰ পৰা পলা।

**উৎপল ঃ** আৰু তই?

**অনিল ঃ** মই আৰু কি কৰিম— মইতো পলাব নোৱাৰো— এই ষ্টেচনৰ ওচৰে পাজৰেই থাকিব লাগিব- মা বাবা মৰিলে মই মুখাগ্নি কৰিব নালাগিব? পিণ্ড দান, অস্থি বিসৰ্জন ক'ত কাম আছে! আৰু ....

**উৎপল ঃ** আৰু কি?

**অনিল ঃ** মা - বাবাই মোক জন্মতে চকুহাল দিব নোৱাৰিলে কি হ'ল - উপাৰ্জন কৰি খাব পৰাকৈ গলা এটাতো দিছে! গতিকে মই ইমান বেইমান হ'ব নোৱাৰো।

**উৎপল ঃ** তাৰমানে মই কি বেইমান?

**অনিল ঃ** কোনে ক'লে তোক বেইমান বুলি—

**উৎপল ঃ** বেঁকা কথা নকবি বুজিছ - মোৰ কি ঘৰৰ কাৰণে একো কৰিব মন নাযায়?

**অনিল ঃ** হাৰে - মই ক'ত .. কলো...

**উৎপল ঃ** বাচ্ বাচ্— এদিন ভাবিছিলো— কালা ধাণ্ডা কৰি মালদাৰ বনি যাম। গাওঁলৈ ঘূৰি গৈ ঘৰৰ মানুহ গাওঁৰ মানুহক চালা দেখাই দিম - সোণৰ ভাৰী চেইন, দামী চান গ্লাচ পিন্ধি লাখটকীয়া গাড়ীৰ পৰা নানিম— সবৰে চকু চাট মাৰি ধৰিব — বুঢ়া বুঢ়ী হালক নতুন ঘৰত আৰামত ৰাখিম!! চালা এতিয়া কি হ'লো- এই বুঢ়াৰ ভয়ত কঁপি থকা এটা ভিক্ষাৰী তবলিচ্। খুন কৰি দিম চালা!

**অনিল ঃ** কাক? কাক খুন কৰ?

**উৎপল ঃ** তোক— বুঢ়াক— সবকে।

**অনিল ঃ** নোৱাৰ। কাকো নোৱাৰ। তোৰ মাথাটো গৰম হৈ আছে— সেই কাৰণে মোৰ কথাখিনি নিজেই গাত সানি ললি। ভুল নুবুজিবি। বাদ দে সেইবোৰ। (ৰয়) সঁচাকৈ কৈছো তই যা মই যাব নোৱাৰো। তোৰ ভৱিষ্যত আছে - মোৰ কি আছে? এই বুঢ়াৰ গেঙ আৰু কিমানদিন চলিব? নতুন মানুহতো নাহে পুৰণাবোৰও গৈ গৈ শেষ। মই থাকিম— বুঢ়াক ভাল পাই নহয়— আধা পাগল মা-বাবাৰ মৃত্যুৰ অপেক্ষাত। সিহঁতৰ মুখাগ্নি কৰিব নালাগিব? পিণ্ডদান, অস্থি বিসৰ্জন, সাত পুৰুষৰ শ্ৰাদ্ধ...

**উৎপল ঃ** বকবাচ বন্ধ কৰ !

**অনিল ঃ** কিয় ? তোৰ কথা মই সদায় শুনিব লাগে ? মোৰ কথা এদিনও শুনিব নোৱাৰ ? শুন- এটা নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ ল'ৰা মই, সংস্কাৰ - ৰীতি-নীতি নিয়ম পূজা - অৰ্চনা- বেদ-স্তুতি-মন্ত্ৰ-ওঁম ধায়ত সত্যং... ! মোৰ বাবা এটা জহি খহি যোৱা, ছাত্ৰ-ছাত্ৰীবিহীন, বেচৰকাৰী সংস্কৃত টোলৰ আজীৱন নিষ্ঠাৱান আচাৰ্য-দুজনীকৈ বাইদেউ বিয়াৰ বাবে বৈ বৈ পলাই গ'ল - ক'লৈ জান ? ডাঙৰজনী এজন মুছলমান কচাইৰ লগত আৰু সৰু জনীযে বহু ব্যভিচাৰৰ পিচত তাইতকৈ বহুত সৰু এজন ৰিক্সাৱালাৰ লগত। সংস্কৃত টোলৰ আচাৰ্যৰ ঘৈণীযেকে মানুহৰ ঘৰত কাম কৰে। ঘৰ মোচে— বাঁহি বাচন ধোৱে! দুযোটাই পাগল হ'ল— অবিৰাম সংস্কৃত মন্ত্ৰ জপি থাকে— ওঁম ধাযত সত্যং ।(ৰয, চকু পানী মচে) সাধুটো কেনে পালি ? হিঃ হাঃ ।। হিঃ হা।। ( এনেতে দৌৰী সোমাই আহে মুন্না। তাক দেখি উৎপলে আনন্দত চিঞৰি উঠে - মুন্না।অনিলেও জপিযাই উঠে— মুন্না ? মুন্না তই আহিলি । আনন্দতে মুন্নাই বহুত কিবা-কিবি কব চেষ্টা কৰে তাৰ অংগি ভংগি আৰু বিকৃত স্বৰেৰে। সি আবেগক নিযন্ত্ৰণ কৰিব পৰা নাই আৰু কথাবোৰ থান থিত লগা নাই।)

**উৎপল ঃ** বাকী কথা পিচত— তোক পুলিচে পিটিছে নেকি ?

**(মুন্নাই অংগি ভংগিৰে বুজালে - পুলিচে ? পুলিচে আকৌ মোক কিয় পিটিব ?)**

**অনিল ঃ** মাৰ পিট কৰা নাই ? সঁচাই ? তেনেহ'লে মাৰ চালা

**উৎপল ঃ** কি ?

**অনিল ঃ** এক গানা- বজনা ঐ উৎপল (উৎপলে বজায। অনিলে গায। মুন্নাই নাচে। আটাইকেইটা স্ফুৰ্তিত আত্মহাৰা হয।)

**অনিল ঃ** হ'ল হ'ল। এতিয়া ক- কেছ কি ? ইমান দিন জেলত ফচিলি কেনেকৈ ? (মুন্নাই অংগি ভংগিৰে বুজায়— জেলত কি হ'ল ? কাৰ কথা কৈছ ? )

**উৎপল ঃ** তই জেলত নাছিলি ? তেনেহ'লে

**অনিল ঃ** কি কৈছে অ উৎপল— মোক নকব কিয় ?

**(মুন্নাই অংগি ভংগিৰে বুজায়)**

**উৎপল ঃ** সি বোলে জেলত নাছিল। (মুন্নাক) ক'ত আছিলি ?

**অনিল ঃ** ক'ত আছিলি অ' মুন্না ? (মুন্নাই অংগি ভংগিৰে উত্তৰ দিয়ে, মালিকে একো কোৱা নাই ? )

**উৎপল ঃ** নাই কোৱা।

**অনিল ঃ** কি কৈছে ?

**উৎপল ঃ** সি আকৌ আমাক সুধিছে, মালিকে আমাক একো কোৱা নাই নেকি।

**অনিল ঃ** ধেৎতেৰী— মালিকে কোৱা নাই কাৰণেহে সুধিছো।

**উৎপল ঃ** (মুন্নাক) তাৰমানে মালিকে তই যে জেলত থকা নাছিলি আৰু বেলেগত ক'ত আছিলি – সেইয়া সব জানো ? (মুন্নাই অংগি ভংগিৰে সংকোচেৰে সৈতে 'হয হয ' বুলি কয়।)

**উৎপল ঃ** আচৰিত।

**অনিল ঃ** মালিকেতো আমাক কৈছিল পেচেঞ্জাৰৰ মাল চুৰি কৰি পুলিচৰ হাতত ধৰা পৰা বুলি। (মুন্নাই অংগি ভংগিৰে বুজায ঃ মিছা কথা।)

**উৎপল ঃ** মিছা কথা। তেনেহ'লে তোক কি কৰবাত বিক্ৰী কৰি দিছিল নেকি ? ( মুন্নাই অংগি ভংগিৰে সজোৰে প্ৰতিবাদ কৰে ঃ নহয নহয।)

**অনিল ঃ** তেনেহ'লে সঁচা কথাটো নকব কিয ? (মুন্নাই খঙ কৰে। সি অংগি ভংগিৰে বুজায ঃ 'ধৈৰ্য্য ধৰ -কম নহয়। ইমান অধৈৰ্য্য হৈছ কিয ?' অলপ সময় বৈ - 'তহঁতে কিন্তু মোক বেয়া নাপাবি।')

**উৎপল ঃ** বেযা ? নাপাওঁ দে বেযা। কচোন আগতে (মুন্নাই অংগি ভংগিৰে কাহিনীটো কব ধৰে আৰু উৎপলে সদায় কৰাৰ দৰে, অনিলে বুজি পাবৰ বাবে শব্দৰ মাধ্যমত কৈ যায।)

**মুন্না ঃ** (অংগি ভংগিৰে) তহঁতৰ মনত আছেনে - মই গুচি যোৱা দিনটোৰ কথা - সিদিনা সেই সময়ত আমি ষ্টেচনত চাহ খাই আছিলো - (উৎপলে মনত পেলাবলৈ চেষ্টা কৰে)

**অনিল ঃ** মোক কচোন- মোক কৈ যাবি।

**উৎপল ঃ** সি সুধিছে সি যোৱা দিনটোৰ কথা মনত আছে নে

নাই।

**অনিল ঃ** আছে আছে— মনত আছে!

**মুন্না+উৎপল ঃ** সেই সময়ত আমি ষ্টেচনত চাহ খাই আছিলো। কামৰূপ যাবৰ চিগনেল হৈছে। তেনেতে মালিক মোৰ ওচৰলৈ দৌৰি আহিছিল।

**উৎপল ঃ** ৰ'ৰ' মালিকে তোক আঁতৰলৈ মাতি নি ফুচ ফুচাই কিবা কৈছিল...

**অনিল ঃ** তাৰ পিচতেইতো মালিক আৰু তই 'কামৰূপ' ত উঠি গুচি গৈছিলি।

**মুন্না+উৎপল ঃ** ইনফৰমেচন আছিল। এজন বুঢ়ীৰ এটা সৰু বেগত বেগভৰ্ত্তি টকা! বুঢ়ী থকা 'কামৰূপ'ৰ সেই বাগীটোত আমি গৈ বহিলৈ টাৰ্গেট পিচা কৰি গৈ থাকিলো। বুঢ়ীয়ে বুকুৰ মাজৰ পৰা বেগটো নথয়হে নথয়। নথয়হে নথয়।

**অনিল ঃ** বাগীটোত অন্য কোনো পেচেঞ্জাৰ নাছিল?

**মুন্না+উৎপল ঃ** 'কামৰূপ'ত আৰু মানুহ নাথাকিব নে? ভীৰ, হাল্লা, কাজিয়া...

**অনিল ঃ** তাৰপিচত তাৰপিচত.....।

**মুন্না ঃ** ৰঙিয়াত বুঢ়ীৰ বেগ মোৰ কবজালৈ আহি গ'ল। নাতিয়েক টোপনিত এবাৰ পৰি যাব ওলাইছিল - নাতিনীয়েকক বুকুৰ মাজত লবলৈ এটা মুহূৰ্তৰ বাবে বুঢ়ীয়ে বেগখন এৰিছিল - কাম হাচিল!

**উৎপল ঃ** বঢ়িয়া !

**অনিল ঃ** মোক নকৱ কিয়?

**উৎপল ঃ** ইহঁতে ৰঙিযাত বুঢ়ীৰ বেগ কবজালৈ আনিলে।

**অনিল ঃ** কেনেকৈ?

**উৎপল ঃ** নাতিনীয়েক টোপনিত পৰি যাব ওলাইছিল। তেতিয়া বুঢ়ীয়ে বেগখন হাতৰ পৰা এৰি নাতিনীয়েকক বুকুৰ মাজত সোমাই লৈছিল। সেই সুবিধাতে বেগখন ফাক্কা!

**মুন্না+উৎপল ঃ** তাৰ পিচত মই আৰু মালিক উভতি আহিবলৈ 'বাংগালোৰ'ত উঠি দিলো। মালিকৰ কি টেনচন্।

**অনিল ঃ** কিয়? কোনোবাই গম পালে নেকি?

**মুন্না+উৎপল ঃ** না - না - ইনফৰমেচন আছিল বেগ ভৰ্তি টকা! বেগৰ এটা পকেটৰ অকণমান চেইন খুলি দেখো— সঁচাই টকাৰে ভৰ্তি।

**উৎপল ঃ** টকাবোৰ কি কৰিলি?

**অনিল ঃ** তাক কব দেচোন!

**মুন্না+উৎপল ঃ** তাৰ পিচত- বেগটো মই এৰি দিয়া নাই। মালিক মোৰ লগত কুইক ফিক্স লগা দি লাগি আছে। ইমান টকা- এবাৰ নিজ চকুৰে চাবৰ ইচ্ছা! কিন্তু চাৰিওফালে মানুহ। চেগ বুজি দুয়ো সোমালো ট্ৰেইনৰ টয়লেটত। তাৰ পিচত ইখনৰ পিচত সিখন মোনা— ইডালৰ পাছত সিডাল চেইন খুলিলো —

**মুন্না ঃ** (অংগি ভংগিৰে) নাই আৰু টকা নাই!

**উৎপল ঃ** কি হ'ল?

**অনিল ঃ** কি হ'ল?

**উৎপল ঃ** বাকী মোনা কেইখনত টকা নাই হেনো।

**অনিল ঃ** কি আছিল তেনেহ'লে তাত?

**মুন্না+উৎপল ঃ** মেডিকেলৰ কাগজ। ঔষধ। এখন মোনাৰ বাহিৰে গোটেই বেগখনত ভৰ্তি। ইখন মোনাত টকা কম নাছিল— প্ৰায় দহহেজাৰ !

**উৎপল ঃ** দহ-হেজাৰ! বাপৰে! মালিকে কিমান নিলে - সঁচা কথা ক'বি।

**মুন্না ঃ** (অংগি ভংগিৰে) মালিকে নিয়া নাই অ।

**অনিল ঃ** মোক নকৱ কিয়?

**উৎপল ঃ** মালিকে নিয়া নাই হেনো। (মুন্নাক) গোটেইখিনি তাৰমানে আমাৰ?

**মুন্না ঃ** (অংগি ভংগিৰে) ধেৎতেৰী— আগতে শুনি লচোন।

**উৎপল ঃ** ঠিক আছে— ক বাৰু।

**মুন্না+উৎপল ঃ** বেগখনৰ ভিতৰৰ ঔষধ কাগজৰ মাজত টকা বিচাৰি থাকোতে, হঠাৎ মালিকে এটা টেবলেট চাই বৈ গ'ল। তাৰ পিচত বাকী ঔষধবোৰও ভালদৰে চাব ধৰিলে - ডাক্তৰৰ কাগজ পত্ৰবোৰ পঢ়ি চাব চেষ্টা কৰিলে — মানুহজন কিবা গহীন হৈ গ'ল।

**অনিল ঃ** এইবোৰ কথাৰ লগত তই ইমানদিন নোহোৱা হৈ ক'ত গৈছিলি তাৰ লগত কিবা সম্পৰ্ক আছে নে?

**উৎপল ঃ** চুপ কৰ! এনেয়ে বেলেগৰ ঘটনা কৈ কৈ মোৰ মুখ বিষাইছে।

**মুন্না+উৎপল ঃ** মই ক'লো, সেইবোৰ টয়লেটত দলিয়াই

টকাখিনি পকেটত সোমাও— মালিকে উভতি আকৌ মোকহে ধমক দিলে। বেগটো মোৰ পৰা আজুৰি টয়লেটৰ পৰা বাহিৰ ওলাল। তেতিয়া আমি বৰপেটাৰোড পাওঁ পাওঁ হৈছো। মালিকে ক'লে— আমি বৰপেটাৰোডত নামি দিম।

**অনিল ঃ** কিয় ? কিয়?

**মুন্না+উৎপল ঃ** ইতিমধ্যে মালিকে মোবাইলত ফোন কৰিলে গুৱাহাটী ষ্টেচনৰ কোনোবা 'চেনেল'ক। বেগটোৰ কথা ক'লে আৰু বুঢ়ীক ষ্টেচনত ৰখোৱাৰ ব্যৱস্থা কৰিলে।

**উৎপল ঃ** বাকীখিনি মইয়ে কৈ দিছো— মেডিচিন কাগজ আদি ওভতাই দিবলৈ।

**মুন্না+উৎপল ঃ** বুৰ্বক! (উৎপলৰ প্ৰতিক্ৰিয়া)

**মুন্না+উৎপল ঃ** মেডিচিন। ডাক্তৰৰ কাগজ। টকা। সকলো।

**অনিল ঃ** ফাকি কথা।

**উৎপল ঃ** আমাৰ ভাগ আমাক দিব লাগিব। ফাকি কথা নচলিব।

**অনিল ঃ** দিব লাগিব। দিব লাগিব। আমাক বুৰ্বক বনাব আহিছে।

**মুন্না ঃ** (অংগি ভংগিৰে বুজায়) দিম দিম শুনি লচোন আগতে।

**(হৰেণ সোমাই আহি হস্তক্ষেপ কৰে)**

**হৰেন ঃ** ৰচোন ৰ। মোক কব দে। মই ইমানপৰে বাহিৰত ৰৈ সকলো শুনি আছিলো। শুন আমি বৰপেটাৰোডত গুৱাহাটীলৈ বুলি 'ডাডৰা'ত ৰাতি ১১-৩০ মান বজাত উঠিলো। কি বিড়ম্বনা! সেই নিশাই নলবাৰীৰ ৰেল ষ্টেচনত হাড়চা- ট্ৰেইন পাল্টি খালে। আমি পাঠশালাত ফচি থাকিলো গোটেই ৰাতিটো। ৰাতিপুৱাৰে পৰা আকৌ অসম বন্ধ। গতিকে বাছো নাই। কোনোমতে এখন বাছেৰে গৈ আমি গুৱাহাটী ষ্টেচন পাওঁ মানে পিচদিনা নিশা ৮ বাজিল!

**অনিল ঃ** চব্বিশ ঘন্টা ধৰি বুঢ়ীয়ে ষ্টেচনতে তহঁতৰ কাৰণে ৰৈ আছিল?

**হৰেন ঃ** সব কথাতে তহঁতৰ ইমান অবিশ্বাস কিয়? আগতে কথাটো শুনি ল'চোন।

**মুন্না ঃ** (অংগি ভংগিৰে) ষ্টেচনত গৈ আমি যি শুনিলো সেয়া বৰ দুখ লগা কথা !

**উৎপল ঃ** কি দুখ লগা কথা?

**হৰেন ঃ** এনে বেমাৰী ল'ৰাটোক লৈ বুঢ়ীয়ে ষ্টেচনত চব্বিশ ঘন্টা কেনেকৈ ৰৈ থাকিব— তাতে ল'ৰাটোৰ শেষ অৱস্থা- বুঢ়ীয়ে নাতিনীয়েকক লৈ নাৰ্চিং হোমে নাৰ্চিং হোমে ঢপলিয়াই ফুৰিব ধৰিলে— এডভান্স জমা নিদিলে এনে ৰোগীক কোনেও ৰাখিব নোখোজে - অৱশেষত মেডিকেল কলেজ হস্পিতালৰ বাৰান্দা। তাতেই ল'ৰাটোৰ জীউটো গ'ল। মোৰ ল'ৰাটোৰ দৰে বুঢ়ীৰ নাতিয়েকৰও ব্লাড কেন্সাৰ হৈছিল। (এখন ট্ৰেইন ষ্টেচনত নৰখাকৈ তীব্ৰ বেগে গুচি যোৱাৰ শব্দ। ) অ মোৰ ল'ৰাটোৰো— তহঁতক কোৱাই হোৱা নাই - ছয়মাহ মান হ'ল! মোক মোৰ বন্ধু আমজাদে যেতিয়া এইখিনি কথা ক'লে — মই পাগলৰ দৰে হ'লো। আমজাদেই বুঢ়ীক বেগখনৰ কথাকৈ কিছু সময় ৰখাইছিল। ল'ৰাটোৰে অৱস্থা বেয়া হোৱাত বুঢ়ী গুচি আহিল। আমি মেডিকেললৈ আহি সকলো গম পালো। বেগখন ওভতাই দিবলৈ বুঢ়ীৰ ওচৰলৈ যোৱাৰ সাহস মোৰ নহ'ল। মুন্নাই গ'ল।

**মুন্না ঃ** (অংগি ভংগিৰে ) বুঢ়ীক মিছা কথা ক'লো— কণীৰ এটা চুকত বেগখন পৰি থকা বুলি। সহজ সৰল বুঢ়ীয়ে বিশ্বাস কৰিলে। মোক বহুতত আৰ্শীবাদ দিলে। আজিৰ যুগত ইমান সৎ মানুহ বিচাৰি পোৱা টান। ক'লে - ইমান কষ্ট কৰি যোগাৰ কৰা টকাখিনি কামত নাহিল। ব্লাড কেন্সাৰ- বেছিদিন বাচি নাথাকে বুলি জানে- তথাপি- আৰু কেইটামান দিন নাতিনীয়েকৰ মুখখন চাব পাৰিব - সেইয়াই আশা কৰিছিল।

**হৰেন ঃ** মই দূৰৈত ৰৈ আছিলো। মুন্নাই আহি যেতিয়া কথাবোৰ ক'লে, মই আগবাঢ়ি গৈ মৃতদেহ চমজি লোৱাৰ ব্যৱস্থা কৰিলো। মই বুঢ়ীক সুধি গম পালো, তেওঁলোকৰ আন কোনো নাই। নাতিনীয়েকও কব্বৰাৰ পৰা নি তুলি ডাঙৰ দীঘল কৰাহে! গতিকে মৃত দেহটো এখন ভেনত উঠাই বুঢ়ীৰ লগতে আমিও বুঢ়ীৰ ধুবুৰীৰ ঘৰ পালোগৈ।

**উৎপল ঃ** তাৰ পৰা তই আহিলি ইয়ালৈ। মুন্না গ'ল ক'লৈ?

**হৰেন ঃ** বুঢ়ীৰ মুন্নাৰ প্ৰতি কিবা মায়া লাগিল— ইমান সৎ ল'ৰা। ইমান হাজাৰ টকা ওভতাই দিছে। মইয়ে বুঢ়ীক কলো— ইও কেওঁ কিছু নথকা ল'ৰা! সেইয়া শুনি বুঢ়ীয়ে তাক নেৰা হ'ল - ইয়াতে থাক মোৰ লগত থাক। তোক মই

হেৰাই পাইছো। থাক্ থাক্।

**অনিল ঃ** মালিক, এইবোৰ কথা তই আমাক কিয় কোৱা নাছিলি?

**হৰেন ঃ** কি কৰো একো ভাবি পোৱা নাছিলো। সংসাৰো ভালকৈ চলা নাই, গেণ্ডো ভাণ্ডো ভাণ্ডো। এটা সন্তানৰ বাবে এজনী নহয় দুজনী নহয় তিনিজনী চপালো— শেষত পালো কিন্তু সিও আহিল ব্লাড কেন্সাৰৰ অভিশাপ হৈ। মুন্না নথকা বুলি শুনিলে তইঁতেও যদি ঘপহকৈ গুচি যাব— তাকো মোৰ এই বিপদৰ সময়ত। তাতে মোক তইঁতে বিশ্বাসো নকৰ— মই মুন্নাক কৈ আহিছিলো— এদিন তয়ে আহি বুজাই থৈ যাবিগৈ।

**অনিল ঃ** তাৰমানে মুন্না, তই আৰু তাতেই থাকিবি?

**উৎপল ঃ** তাতে থকাই ভাল হ'ব— ঠিকেই আছে। নহয়নে মালিক?

**হৰেন ঃ** অ'। তাৰ জীৱনৰ গতি লাগিব।

**(মুন্নাই মন মাৰি আছে। মাজে মাজে সকলোঁৰে মুখৰ ফালে চায়।)**

**অনিল ঃ** মুন্না - আজি থাকিবি নে যাবি?

**হৰেন ঃ** নাই নাই - যাব লাগিব। বুঢ়ীয়ে চিন্তা কৰি থাকিব নহয়।

**উৎপল ঃ** তেনেহ'লে মুন্না, তই যা— দেৰি কৰিব নালাগে।

**অনিল ঃ** কেতিয়াবা আহিব পাৰ যদি আহিবি।

**উৎপল ঃ** নালাগে — আমাক পাহৰি যাবি।

**মুন্না ঃ** (অংগি ভংগিৰে) পাৰ যদি তইঁতে চুৰ পকেটমাৰ কাম আৰু নকৰিবি।

**উৎপল ঃ** নকৰো যা।

**অনিল ঃ** কি ?

**উৎপল ঃ** মুন্নাই আমাক চোৰ পকেটমাৰৰ কাম নকৰিবলৈ কৈছে।

**মুন্না+উৎপল ঃ** বুঢ়ীয়ে মোক কৰা বিশ্বাসৰ শপত। (মুন্না গুচি যায়। তিনিও স্তব্ধ হৈ বৈ থাকে। দীঘলীয়া উকি মাৰি এখন ট্ৰেইন আহি জংচনত ৰয়)

**হৰেন ঃ** ব'ল — কাম আৰম্ভ কৰো।

**উৎপল ঃ** আজি আৰু নাযাওঁ।

**অনিল ঃ** কালিৰ পৰা নতুনকৈ আৰম্ভ কৰিম। (হৰেণ যাবলৈ ওলাই সংকোচেৰে)

**হৰেন ঃ** তইঁতৰ হাতত আছে যদি মোক অলপ টকা ধাৰলৈ দিবি নেকি? ল'ৰাটোৰ বাবে আজি কেইবাটাও ঔষধ নিকিনিলেই নহয়—

**অনিল ঃ** থাকিলেও নিদিও। তই আমাক নিজৰ বুলি ভাব জানো? তোৰ ইমান বিপদ অথচ আজিলৈকে—

**উৎপল ঃ** হয়— আমি ইমান বেয়া মানুহ নহয় দেচোন। আমাৰ আপদ বিপদত ইজনে সিজনক সহায় নকৰিলে কেনেকৈ হ'ব? ৰ— যি আছে গোটেইখিনি লৈ যাবি।

**(হৰেনে মোবাইলত ফোন কৰে)**

**হৰেন ঃ** চালাম ভাই। মই হৰেণে কৈছো। হা ? নাই .. মানে আপুনি কৰিব দিয়া খবৰটো কৰা নহ'ল। ..চালাম ভাই কথা এটা কওঁ। মই এই কাম আৰু নকৰো...। নহয় নহয় চালাম ভাই বেয়া নাপাব। আপুনি দিয়া মোবাইলটো মই আজিয়ে মুস্তাকক পৌচাই দিম।... খণ্ড নকৰিব চালাম ভাই। ... আপুনি যি কৰে . আল্লাৰ ৰহম .... ঈশ্বৰৰ ইচ্ছা -নাই মই এই কাম নকৰো। (দুবৈৰ পৰা এখন ট্ৰেইন আহি গুছি যোৱাৰ শব্দ বহু সময় ধৰি ভাঁহি আহি থাকে।)

<u>সমাপ্ত</u>

# মা-অ' মা

## নাট্যকাৰ # জ্যোতি প্ৰসাদ দাস

**চৰিত্ৰ সমূহ ঃ**

(১) মা - বয়স ৫০বছৰৰ ওচৰা-ওচৰি। মানসিক ভাৰসাম্য অস্থিৰ
(২) অনিতা - বয়স প্ৰায় ৩২ বছৰ । অৰ্দ্ধশিক্ষিতা
(৩) ধনিতা - বয়স প্ৰায় ৩০ বছৰ। অৰ্দ্ধশিক্ষিতা
(৪) বিনীতা - বয়স প্ৰায় ২৭ বছৰ। শিক্ষিতা

(গভীৰ ৰাতি। এটা পৰিত্যক্ত ঘৰৰ এটা কোঠালী। কোঠালীটোৰ বেৰ, দুৱাৰ খিৰিকীৰ অৱস্থা জৰাজীৰ্ণ। এই কোঠালীটোতে এটা পৰিয়ালৰ মাক আৰু তিনিজনী জীয়েকে আশ্ৰয় লৈ আছে। তেওঁলোকে তাত শোৱে আৰু ৰন্ধা-বঢাও কৰে।

চাৰিওফালে দৰিদ্ৰতাৰ চিন প্ৰকট।

কোঠাত তিনিখন বিচনা। এখন কাঠৰ খাট, এখন কেম্পখাট আৰু এখন বিচনা মাটিত। সাধাৰণতে এখনত মাক, এখনত বিনীতা আৰু আনখনত অনিতা আৰু ধনিতাই একেলগে শোৱে। এটা কোণত এখন ভগা চকী- চকীৰ ওপৰত এটা জাগত পানী আৰু গিলাচ।

অনিতা বিচনাত বহি আছে। গভীৰ চিন্তাত মগ্ন। কাষত ধনিতা শুই আছে। অইন এখন বিচনাত মাক শুই আছে। মাটিত পৰা বিচনাখন খালী।

জাৰৰ দিন পৰ্যাপ্ত গৰম কাপোৰৰ অভাৱ। মাকে লাহে লাহে খুউব সন্তৰ্পণে বিচনাৰ পৰা উঠিল। ক্ৰমশঃ অনিতাৰ পিচফাললৈ আহি ৰ'ল আৰু হঠাৎ প্ৰচণ্ড জোৰে চিঞৰি দিলে। অনিতাক ভয় খুৱাবলৈ কৰা নিজৰ এই কামত নিজে আনন্দ পাই তেওঁ হাঁহিব ধৰিলে। অনিতাই কিন্তু ভয় নাখালে, কেৱল বিৰক্তিৰে মাকৰ ফালে চালে।

মাকে লাহে লাহে অন্য ফালে আঁতৰি গৈ এঠাইত ৰ'ল আৰু তাৰ পৰা পুনৰ চিঞৰিব ধৰিলে। )

**মা** ঃ ভূত! ভূত! ভূত! মই ভূত — মই কমল ঠিকাদাৰৰ ফাঁচি দি মৰা ঘৈণীয়েক।

**অনিতা** ঃ স্ফূৰ্তি লাগিছে ! ভূতুনী!!

**ধনিতা** ঃ আমি ও ভূতুনীয়ে দে! ভূতুনীক ভয় কৰিহে কমল ঠিকাদাৰে এই ঘৰটো এৰি থৈ গৈছিল। এই জয়াল, এৰাবাৰীৰ নিচিনা ঠাই খনত ভূতুনীৰ বাহিৰে আন কি থাকিব পাৰে?

**অনিতা** ঃ পিছে আমাৰেই সৌভাগ্য — এই ঘৰটো নাপালে আমি যে ক'ত থাকিলোহেঁতেন।

**মা** ঃ চিঞৰ-- চিঞৰ ভূত! ভূত!

**ধনিতা** ঃ মোৰ ভোক ভোক বুলিহে চিঞৰিব মন গৈছে!

**অনিতা** ঃ আমি যে ভোকত মৰিব লাগিছো, গাভৰু জীয়েক এজনী যে ঘৰত নাই-- তিনি চাৰি দিন ধৰি ক'ৰবাত ঘূৰি ফুৰিছে-- এইবোৰ চিন্তা তাই কৰিব পাৰে নে !

**মা** ঃ তাই চোন মোক তাইৰ কথা চিন্তা কৰিবলৈ মানা কৰিছে। তাই বহুত কথা চিন্তা কৰিব পৰা ছোৱালী-- তাই চোন দেশৰ কথা কয়, সব মানুহৰ কথা! আৰু মইনো তহঁতৰ কথা কি চিন্তা কৰিম অ।

**অনিতা** ঃ অ- তোৰ চিন্তা কৰিব লগীয়া একো নাই। তোৰ ৰং লাগিছে-- মহা আনন্দ!!

**মা** ঃ কিয় খঙ কৰা অ? অ বেটি ৰং কৰোতে খঙ কৰা তই?' ( সুৰ লগাই গায়)

**অনিতা** ঃ গলি নে বিচনালৈ - বন্ধ কৰ পাগলামি।

**মা** ঃ কিয় খঙ কৰা অ'? অ বেটি ৰং কৰোঁতে খং কৰা তই! (মাকে গাই গাই নাচিব ধৰে)

**ধনিতা** ঃ কি হৈছে অ এইজনীৰ -

**অনিতা** ঃ কেনেকুৱা কৰে অ! (দুয়োৰে হাঁহি উঠে। মাকৰ কামত দুয়ো হাঁহিব ধৰে। মাকে গৈ বিচনাত দীঘল দি পৰে। অনিতা আৰু বিনীতাই ও বিচনাত শুই দিয়ে। কিছু

সময় নিস্তব্ধ। মাজে মাজে কেৱল মাকৰ কাহৰ শব্দ। বাহিৰত দৰ্জাত শব্দ হয়। বিনীতাই মাতে ঃ মা অ মা )

**ধনিতা ঃ** বিনি আহিছে।

**অনিতা ঃ** আহিছে অ' তোৰ জীয়েৰ। মই আকৌ তাইক নন্দ লেঙেৰাই বিয়া কৰি ৰাখি থোৱা বুলিয়ে ভাবিছিলো। (মাকে উঠি গৈ দৰ্জাখন খুলি দিয়ে। নিশব্দে পুনৰ আহি বিচনাত পৰে। নিৰ্বিকাৰ ভাব। অলপ পিচত বিনীতা সোমাই আহে। চাৰিওফালে এবাৰ চাই লয়। কাৰো মাতবোল নাই। তাই কাপোৰ খোলে। কোঠাৰ এমুৰত থকা জুইশালৰ কেৰাহী, সাঁজ-বাচনৰ পিনে চাই অনুমান কৰে কোনেও একো খোৱা নাই - তাইৰ কাৰণেও খাবলৈ একো নাই। জাগৰ পৰা পানী এগিলাচ বাকি লৈ খায়। বিচনালৈ আহি এটা মূহুৰ্ত বিচনাত বহে। তাৰপিচত আধা শোৱা অৱস্থাত কব ধৰে।)

**বিনীতা ঃ** মা অ' মা। ( খিৰ্বতি) মা অ' মা— নামাত কিয় ? অ' মা-মা

**ধনিতা ঃ** তই মনে মনে থাকিলি নে? শুই থাক।

**(ধনিতাই বিচনাৰ পৰাই জাগৰ পৰা পানী এগিলাচ লৈ খায়। অনিতাইও খায়। দুয়ো পুনৰ বিচনাত পৰে।)**

**বিনীতা ঃ** ইমান ভোকত, চিন্তাত মানুহৰ টোপনি আহে নে? কিমান আৰু পানী খাই খাই পেটৰ পোৰণি মাৰিবি?

**অনিতা ঃ** অভ্যাস হোৱাই নাই নে! (হঠাৎ মাকে আকৌ চিএঞৰিব ধৰে)

**মা ঃ** ভূত। ভূত। ভূত। (অনিতাহঁতক কয়) আটাহ পাৰ। চিএঞৰ। মানুহে ভাবক ভূত ওলাইছে বুলি। কমল ঠিকাদাৰে হেনো এই ঘৰ মাটি বিক্ৰী কৰিবলৈ ওলাইছে। গ্ৰাহকো পাইছে। কোনোবাই হেনো হোটেল সজাব। তেতিয়া ক'ত থাকিবি? চিএঞৰ! চিএঞৰ - আটাহ পাৰ!

**ধনিতা ঃ** চিএঞৰি থাকিলে ভোক বেছিকৈ লাগিব।

**বিনীতা ঃ** মা অ' মা- মা- নামাত কিয়?

**অনিতা ঃ** আমি শুব নালাগে নেকি?

**বিনীতা ঃ** তহঁতে কোনেও শোৱা নাই। বিচনাত পৰি চকু দুটা মেলি চিলিঙৰ পিনে ট ট কৈ চাই আছ। মই নাজানো নে! তহঁতে শোৱা বুলি কলেই হ'ব? (অলপ ৰৈ ) ধনিবা - অ ধনি বা- ধনি বা

**অনিতা ঃ** তোক কিন্তু টেঁটুত চেপি ধৰিম!

**বিনীতা ঃ** আহ— নধৰ কিয় টেঁটুত চেপি! মোক মাৰি পেলা। মৰাও ভাল। আহ আহ— মোক মাৰি পেলা। (অলপ ৰৈ) অনি বা— অ অনি বা - অনি বা অ' -

**ধনিতা ঃ** বাপ্‌ৰে। এইজনীয়ে কাকো শান্তিত থাকিব নিদিয়ে অ'। ক- কি ক'ব লগা আছে ক— নন্দ লেঙেৰাই তোক বিয়া কৰাব তাকেই কবিতো— তোৰ বিয়া হবৰ মন- দুজনীকৈ বায়েৰ থাকোতে তেনে কথা ভাবিবলৈও তোৰ লাজ লাগিব লাগিছিল।

**অনিতা ঃ** যাব দে অ তাইক— যাব নিদিয় কিয়— মৰক দে। তাই ভাবিছে নন্দ লেঙেৰাই তাইক সোণৰ চেইন পিন্ধাব— যোৱাই যোৱাই পাটৰ মুগাৰ চেট দিব - ভমকা ভমকা ফুল থকা - গম পাবি ৰ বাঁহৰ চেকনিৰ যেতিয়া কোব খাবি -

**বিনীতা ঃ** তহঁত দুজনীৰ কি হৈছে? কেৱল তাৰ কথা, তাৰ কথা! কোনে ক'লে মই বিয়া হ'ব খুজিছো বুলি - মই কিবা এটা কব ওলালেই তহঁতে তাৰ কথা কব কিয়? আৰু শুন - মই নন্দৰ লগত মিলা-মিছা কৰাটো সঁচা...

**অনিতা ঃ** ছিঃ নিলাজী! লাজও নাই— মাৰ বায়েৰৰ আগত তেনে কথা কবলৈ তোৰ লাজ নালাগে নে? (মাকে কাহিব ধৰে)

**ধনিতা ঃ** ভাল কথা কৈছ দে তই। তাইৰো কিবা লাজ আছে! সিদিনা পৰেশদাহঁতৰ আইতাই কোৱা নাই? পৰেশে নিজ চকুৰে তাইক নন্দ লেঙেৰাৰ চাহৰ দোকানৰ সেই পৰ্দা থকা ৰুমটোৰ ভিতৰত তাৰ সতে বহি থকা দেখিছে। তাকো ৰাতি ন মান বজাত।

**অনিতা ঃ** সেই আন্ধাৰ ৰুমটোত— নন্দ লেঙেৰাৰ লগত অকলে!

**বিনীতা ঃ** কোন দিনা অ'। তহঁতে যি তি কথা কব কিয়? পৰেশহঁতৰ আইতাক মই নিজে সুধিম নহয় —

**অনিতা ঃ** হয়— হয়— হয় তই নন্দ লেঙেৰাৰ দোকানলৈ গৈযে পোৱা নাই।

**বিনীতা ঃ** কিয় নাযাম? কাম থাকিলে কিয় নাযাম? যামেই। কিন্তু তহঁতে ইয়াৰ অশ্লীল অৰ্থ কৰিছ কিয়? আৰু কোনদিনা মই তাৰ লগত বিয়া হম বুলি কৈছো?

**ধনিতা ঃ** ক'ব লাগে নে! ধৰণ কৰণতে বুজা যায় নহয়!

**অনিতা ঃ** স্বভাৱ-চৰিত্ৰই কয় নহয়!

**বিনীতা ঃ** শুন তেনেহ'লে— মোৰ বিয়া কোনোদিনে নহয়। মই জীৱনত বিয়া নহওঁ। শুনিছ নে— আৰু কেতিয়াও সেই কথা নুলিয়াবি। আৰু শুন— তাক তহঁতে নন্দ লেঙেৰা নুবুলিবি। সি মোৰ— তাৰ আৰু মোৰ মাজত কি সম্পৰ্ক আছিল মোক নুসুধিবি। আজি তাৰ লগত মোৰ কি সম্পৰ্ক সেয়া জানি তহঁতৰ একো লাভ নহব। তহঁতে তাক দাদা, মামা, খুড়া আদি সম্বোধনেৰে সম্বোধন কৰ বা নকৰ—

সেয়া তইঁতৰ কথা। কিন্তু মানুহৰ দৈহিক অসমৰ্থতা বা ঘাটিক লৈ তাচ্ছিল্য কৰাটো বেয়া কথা-- বৰ বেয়া কথা।

**অনিতা ঃ** নকৰো দে। সি মানুহটোও অৱশ্যে বেয়া নহয় ।

**ধনিতা ঃ** সেইটো বাদ দে চোন - এইজনীৰ আকৌ বিয়া নহ'বলৈ হ'ল কি?

**অনিতা ঃ** আমাৰ দুয়োৰে বিয়া হোৱাৰ পিচত হ'ব! কিয় নহ'ব?

**ধনিতা ঃ** ৰ চোন--- মই কথাটো অলপ গণ্ডগোলীয়া যেন পাইছো বিনী, সি তোৰ গা চুইছিল নেকি অ?

**বিনীতা ঃ** কিয় সুধিলি?

**ধনীতা ঃ** সি তোক শেষ কৰি পেলোৱা নাইতো? তোক ঠগোৱা নাইতো?

**বিনীতা ঃ** কি শেষ কৰাৰ কথা কৈছ-- কি ঠগোৱাৰ কথা কৈছ?

**ধনিতা ঃ** এই পুৰুষ জাতিটোৱে বিয়াৰ আগতে এবাৰ গা চুব পালে আৰু বিয়া কৰোৱাৰ নাম নলয়। সি মোকো বিয়া কৰোৱাৰ কথা কৈছিল - মোৰ গা চুব খুজিছিল- সি মোক .. (হঠাৎ ৰৈ যায়, অলপ পৰ নিৰৱতা) কি হ'ল - অ বিনী - তই দেখোন একো নক'লি - কথাটো কি?

**অনিতা ঃ** তইনো তাইক এই ৰাতিখন কি জেৰা কৰিব ধৰিলি অ! তাইচোন নন্দৰ লগত বিয়া নহওঁ বুলি কৈছে ; তাৰ লগত একো সম্পৰ্কও নাই বুলি কৈছে। (ৰয়) কমলৰ ভনীয়েক লাতুকীক সিদিনা নন্দই কি কৈছে জান নে-- মোৰ চকুহাল হেনো তাৰ খুউব ভাল লাগে !

**ধনিতা ঃ** কাৰোবাৰ চকু, কাৰোবাৰ হাত, কাৰোবাৰ ওঁঠ- সেইবোৰ চাই ফুৰাই তাৰ কাম!

**অনিতা ঃ** ৰ' চোন। তই হিংসাত জ্বলি-পুৰি মৰিব নালাগে।

**ধনিতা ঃ** মই জ্বলি পুৰি মৰিব লগা একো হোৱা নাই। কিন্তু সি তোক বিয়া নকৰে--- সেয়া জানি থ!

**অনিতা ঃ** তই কেনেকৈ জানিলি? নিজে একেবাৰে এনে ৰূপেশ্বৰী-- গুণেশ্বৰী ওলাইছে! তই ভাবিছ -- তোক সেই উইভিঙৰ মাষ্টৰটোৱে বিয়া কৰাব? শুৱালকুছিত তাৰ কেইজনী মাইকী আছে জাননে? মই শুনিছো, চাৰিটা ল'ৰা-ছোৱালীও আছে হেনো!!

**ধনিতা ঃ** এইজনীৰ আকৌ আজি কি হ'ল? নন্দে কিমানক ঠগাইছে তই নাজান নেকি? সেইকাৰণেহে কৈছো। তই আকৌ এইবিলাক কি প্ৰলাপ বকিব ধৰিছ?

**অনিতা ঃ** নন্দক অলপ ধৰি-মেলি বুজালে, সি মোক বিয়া কৰাব। মই অলপ গম পাওঁ দেচোন। (ৰয়) আমিতো আৰু ৰভা পাতি, বেণ্ড পাৰ্টি বজাই বিয়া পাতিব নোৱাৰো! সোণৰ গহনা, পাট-মুগা কাপোৰৰতো প্ৰশ্নই নুঠে। দৰা-পাৰ্টিক চাহ জলপান খুৱাবৰ বাবেও যদি দুটামান সাঁচতীয়া টকা থাকিলহেঁতেন! (ৰয়) কোনে বুজাব যাব আমাৰ হৈ--- তাৰ মন আছিল-- অলপ ধৰিলে মেলিলে সি মোক বিয়া কৰালেহেঁতেন!

**ধনিতা ঃ** তই নন্দৰ কথা কৈ আছ নে? সি তোক বিয়া নকৰে। মিছামিছি।

**অনিতা ঃ** কিয় নকৰিব? তোৰ নিচিনা মোক চৰিত্ৰহীন বুলি ভাবিছ? উইভিঙৰ মাষ্টৰটোৱে ভাড়াঘৰত তোক সোমাই থকা কিমান দিন মানুহে দেখিছে। তাৰ লগতে নে অকল- গধূলি গধূলি হৰি মহাজনৰ পুতেকৰ সৈতে শিৱ মন্দিৰৰ আন্ধাৰ গলিটোত জট-পট লাগি থকা অৱস্থাত তোক মই নিজ চকুৰে কিমান দিন দেখিছো!

**বিনীতা ঃ** বন্ধ কৰ। বন্ধ কৰ। (তাৰ পিছত সুদীৰ্ঘ নিৰৱতা। কোনেও কথা কোৱা নাই। বিনীতাৰ বাহিৰে সকলোৱে বিচনাত দীঘল দি আছে। অলপ পিচত তাইও বাগৰি দিয়ে বিচনাত।

মাকে এটা বিয়াৰ গীত গুণগুণাব ধৰে। প্ৰথমে লাহে লাহে, তাৰপিচত স্পষ্টকৈ আপোন ভাৱত বিভোৰ হৈ গাব ধৰে। আটাইকেইজনীয়ে মাকক চাব ধৰে। মাকে এবাৰ এবাৰকৈ আটাইকেইজনীৰ ওচৰলৈ গৈ মূৰত ওৰণি দি কইনা সজাব ধৰে। অনিতা আৰু ধনিতাই মাকক সিমান গুৰুত্ব নিদি আঁতৰাই পঠায়। বিনীতাই মাকৰ চকুৰ পিনে চাই ৰয়। মাকে তাইক আগ্ৰহেৰে কইনা সজায়--- ফটা কাপোৰেৰে। আলফুলে তাইৰ কঁপালত চুমা খায়। নিঃশব্দে কান্দে। লাহে লাহ গৈ মাক পুনৰ শুই পৰে।)

**বিনীতা ঃ** মা অ' মা - (বিৰাম)

**ধনিতা ঃ** বিনী - তই দেখোন একো নক'লি? নন্দই তোৰ সকলো লুটি নিলে নেকি? (পুনৰ বিৰাম)

**অনিতা ঃ** অলপ চেষ্টা কৰিলে, বুজালে - বঢ়ালে নন্দই মোক বিয়া কৰাব! হয়নে? (ঘৰৰ ভিতৰত হঠাৎ মাকে হাঁহিব ধৰে- বাধা নমনা, উশৃংখল হাঁহি। অলপ পিচত তেওঁৰ কাহ উঠে - শুকান আৰু কষ্টদায়ক কাহ! বিনীতাই লৰি আহি মাকৰ পিঠিত পিহি সকাহ দিয়ে আৰু মাকক শুৱাই থয়। একো যেন হোৱাই নাছিল এনে ভাৱত মাক শুই পৰে।)

**অনিতা ঃ** এই পাগলীজনীয়ে আমাৰ জীৱন খালে! পাগলীৰ জীয়েকক কোনে বিয়া কৰাব? ভাল ঘৰৰ, ধনী পৰিয়ালৰ ছোৱালীৰে বিয়াৰ কিমান সমস্যা আজিকালি! আৰু আমি!! আমি ঘৰতে বুঢ়ী হ'ব লাগিব। ছালচিগা কুকুৰৰ দৰে এদিন দেহৰ মাংসখিনি লেৰেলি ওলমি পৰিব, তাৰপিচত হয়তো নৰকংকালৰ দৰে এদিন দেহৰ হাড়কেইডাল জলজল পট্ পট্ হৈ পৰিব আৰু সেইয়া

চাই মানুহে থু পেলাই যাব।

**ধনিতা ঃ** উইভিঙৰ স্কীমখনো হেনো বন্ধ হ'ব। কি খাবি তেতিয়া? এতিয়াতো অন্তত ঃ এসাজ খাইছু! আৰু দিনৰ দিনটো উইভিঙত কাপোৰ বৈ এসাজহে খালে দেহ আৰু দেহ হৈ থাকিব নে? বিয়াৰ কথা আৰু কি চিন্তা কৰ— বাচি থাকিব পাৰ নে নাই চা। ভোকত ৰাতি ৰাতি উজাগৰে কটাই চকুৰ তলবোৰ এঙাৰ যেন ক'লা হোৱা নাই নে? (সকলোৱে এটা মুহূৰ্ত নীৰৱ হৈ ৰয়।)

**অনিতা ঃ** বিনী, তই সিদিনা নন্দৰ সৈতে কৃপা দালালৰ ওচৰলৈ গৈছিলি নহয়— কি ক'লে অ— চাকৰিটো হ'ব নে? একো নকৰ দেখোন? তোৰ নিচিনা বি. এ. পাচ কৰিব পাৰিলে মই কিন্তু ঘৰত বহি নাথাকিলোহেঁতেন!

**বিনীতা ঃ** বি. এ. পাচ কৰিলেই চাকৰি পায় নে? পিয়নৰ চাকৰিটো এটা পাবলৈ হ'লেও মিনিমাম ত্ৰিছ-চল্লিছ হেজাৰ টকা লাগিব। সপোনতো দেখা নাই, কোনেদিনে ইমান টকা! আৰু—

**ধনিতা ঃ** আৰু কি? (মাকে লাহে লাহে কাহিব ধৰে)

**বিনীতা ঃ** ছোৱালীয়ে চাকৰি বিচাৰি যোৱা দেখিলেই সিহঁতে ধৰি লয় যে তাইৰ পৰা সিহঁতে সৰ্বস্ব শুহি লব পাৰিব। টেলেকা টেলেকা চকুৰ যি চাৱনি— যি অসভ্য অংগি— ভংগি - সিহঁতৰ ওচৰৰ পৰা উভতি অহাৰ পাচত নিজৰ দেহটোকে ঘৃণা লাগে!

**অনিতা ঃ** বাদ দে সেইবিলাক। তেওঁ কি কলে? চাকৰিটো হ'ব নে? টকা দিব নোৱাৰিলেও কেতিয়াবা চাকৰি হয় দেচোন!

**বিনীতা ঃ** কি কৰ অ? তাৰ মানে - তাৰমানে তই কব খুজিছ -

**অনিতা ঃ** চাকৰি এটা পাব লাগিলে কিবা কিবিতো দিবই লাগিব।

**বিনীতা ঃ** তাৰ মানে? তাৰ মানে? তাৰ মানে মই মোৰ দেহটো যাকে তাকে খচিব দিব লাগে? খাব নোপোৱা হ'লো কাৰণেই নিজৰ মান— সন্মান, অহংকাৰ— অভিমান একো নাই নেকি? খাব নেপাই মৰি থাকিম, তথাপি নিজক বিক্ৰী কৰিবলৈ নাযাওঁ!

**ধনিতা ঃ** বাদ দে অ তোৰ লেকচাৰ। দিন ৰাতি ঘূৰি ফুৰা নন্দ লেণ্ডেৰাৰ লগত— সি তোক সাৰি যাব দিছে নে— ক'ত ছোৱালীক সি শেষ কৰিলে।

**বিনীতা ঃ** চুপ— মনে মনে থাক। তাৰ নাম নল'বি— মই কিন্তু সহ্য নকৰিম।

**অনিতা ঃ** এইজনীয়ে চোন আমাক ধমক দিব পৰা হ'ল!

**ধনিতা ঃ** গাৰ তেজ গৰম হৈছে— নন্দৰ তেজ সোমাইছে চাগে তাইৰ গাত!

**বিনীতা ঃ** নাই সোমোৱা— সোমোৱা নাই। সোমাব নোৱাৰে- কাৰণ মই কাৰো ওচৰত নিজৰ দেহ বেচিব নাযাওঁ। দৰকাৰ হ'লে নিজৰ তেজ বেচিম কিন্তু দেহটো কাৰো ওচৰত সমৰ্পন নকৰো! কিন্তু .. কিন্তু.. (কান্দে)

**অনিতা ঃ** কি কিন্তু.. কি হ'ল? তই চোন কান্দিব ধৰিলি!

**ধনিতা ঃ** তোৰ কি হৈছে অ বিনী? ( অলপ সময় নীৰৱ।)

**বিনীতা ঃ** মই ভাবিছিলো নিজৰ দেহটোক বচাই ৰখাৰ শক্তি মোৰ আছে। মোৰ নিজৰ ইচ্ছা নাথাকিলে মোৰ দেহ কোনেও চুব নোৱাৰে।

**ধনিতা ঃ** তাৰ মানে?

**বিনীতা ঃ** কৈছো ৰ - শুন

**অনিতা ঃ** ক - ক ( আকৌ অলপ সময় নীৰৱ)

**ধনিতা ঃ** কি হ'ল? মনে মনে থাকিলি যে?

**বিনীতা ঃ** মই কাৰো খেলৰ পুতলা হ'ব নোখোজো। মই কেতিয়াও নিজক মোৰ ভিতৰৰ মানুহজনীক বিক্ৰী নকৰো। মোৰ মন গ'লে, মোৰ দেহৰ প্ৰয়োজনত মোৰ মনে বিচৰা মানুহৰ লগত মই সকলো কৰিব পাৰো - স্ফুৰ্ত্তি, আনন্দ আৰু... আৰু

**অনিতা ঃ** আৰু কি?

**ধনিতা ঃ** আৰু কি অ'?

**বিনীতা ঃ** মোৰ মনৰ, ইচ্ছাৰ বিৰুদ্ধে যদি মই কেতিয়াবা নিজক বিক্ৰী কৰিবলৈ বাধ্য হওঁ। তেতিয়া হ'ব এক প্ৰলয়! (লাহে লাহে মাকৰ কাঁহ তীব্ৰ হয়। উঠি বহে। বিনীতা দৌৰী যায়। মাকক ধৰে। ধনীতাই পানী এগিলাচ আনি দিয়ে। বিনীতাই খুৱাই দিয়ে। সকলো আকৌ স্বাভাৱিক হয়।)

**ধনিতা ঃ** বৰ ঠাণ্ডা লাগিছে অ!

**অনিতা ঃ** কম্বলখনৰ একো উম নাই। খিৰিকীৰ ফ্ৰেমত লগাই থোৱা ডাঠ বকলা কেইটুকুৰা ফাটি গৈছে -

**ধনিতা ঃ** সেইফালেদিয়ে ফেব্ৰ্ফেৰীয়া বতাহ মাৰিছে।

**অনিতা ঃ** ঘৰৰ ভিতৰতে আছো নে পথাৰৰ মাজত পৰি আছো কবই পৰা নাই। মোৰ কঁপনি উঠিছে।

**ধনিতা ঃ** মোৰ অ! মোক সাৱট মাৰি ধৰচোন বাইদেউ

**অনিতা ঃ** আহ !

**ধনিতা ঃ** জোৰে ধৰ।

**অনিতা ঃ** ধৰিছো দে।

**ধনিতা ঃ** আৰু জোৰে ধৰ।

**অনিতা ঃ** বিনী— তই মাৰ লগত নোশোব কিয়? তোৰ ঠাণ্ডা লগা নাই?

**ধনিতা ঃ** সাৱটা-সাৱটি কৰি শুই থাকিলে গৰম উঠিব দে।

**অনিতা ঃ** মাৰ বৰ ঠাণ্ডা লাগিছে যেন পাইছো। কেনেকৈ কঁপিছে চা —

**ধনিতা ঃ** দুয়োৱে সাৰ-সুৰ নাই দেখোন-টোপনি আহিল যেন পাইছো।

**অনিতা ঃ** বিনী -

**ধনিতা ঃ** নামাতিবি অ - শুব দে।

(অলপ সময় নিৰব। দুয়ো দুয়োৱে গাত লাগি শুই থাকে।)

**অনিতা ঃ** বৰ ভাল লাগিছে নহয় নে?

**ধনিতা ঃ** তই দেখোন মোৰ ভিতৰলৈ সোমাই যাব খোজ!

(ধনিতাই লাহে লাহে অনিতাক দাঙি ধৰে। দুয়ো দুয়োকে সাৱটি ধৰি থাকিয়েই বহাৰ ভংগীত মুখামুখি হয়।)

**অনিতা ঃ** এনেকৈ কি চাইছ?

**ধনিতা ঃ** তই মোক কিমান দিন মৰম কৰা নাছিলি

**অনিতা ঃ** তই মোৰ ভনী নহয়- তোক মই কিয় মৰম নকৰিম সদায় কৰো!

**ধনিতা ঃ** আগতে, মই সৰু থাকোতে, মই যেতিয়া স্কুললৈ গৈছিলো তই মোক কিমান মৰম কৰি গা ধুৱাই দিছিলি, চুলি ফনিয়াই বেনী গুঠি দিছিলি, আনকি তোৰ ভাগৰ পইতা ভাতখিনিও মোকে খুৱাই দিছিলি- তোৰ সৰু সৰু মৰম লগা, ধুনীয়া কিন্তু কঠিন টান হাত দুখনেদি - তোক কিবা মোৰ এজনী কণমানি মা যেন লাগিছিলি!!

**অনিতা ঃ** লগৰ ছোৱালীবিলাকে মাৰ কথা কৈ আমাক জোকাইছিল আৰু আমি যে দুয়ো লগ হৈ সিহঁতৰ সৈতে কাজিয়া কৰিছিলো স্কুলত, ৰাষ্টাত! আৰু .. আৰু ঘৰলৈ আহি আমি দুয়ো দুয়োকে সাবটি ধৰি অসহায়ভাৱে কান্দিছিলো।

**ধনিতা ঃ** এনেকৈ সাবটা-সাবটি কৈ কিমান দিন-ৰাতি পাৰ কৰিছো গছৰ তলত, স্কুলৰ দোকানৰ বাৰাণ্ডাত, ৰাস্তাৰ কাষত। কিমানে বাৰাণ্ডাৰ পৰা খেদি পঠিয়াইছে - পুলিচৰ কিমান খেদা খাইছো! কমল ঠিকাদাৰৰ ঘৈণীয়েকে ফাঁচি নল'লে আমি ক'ত আশ্ৰয় পালোহেঁতেন!

**অনিতা ঃ** বিনীৰ ভাগ্য ভাল আছিল। তাইক গোপাল মাষ্টৰে অনাথ আশ্ৰমত থকাৰ ব্যৱস্থা কৰি দিয়াৰ কাৰণেহে তাই কলেজত পঢ়িব পাৰিলে। তাইৰ অৱশ্যে মনৰ জোৰো আছে। তাই কিবা এটা কৰিব পাৰিব। আমাৰ একো নহ'ব। এতিয়া কমল ঠিকাদাৰৰ ঘৈণীয়েকে ভুতুনী হৈ আহি মাৰ লগতে আমাৰ দুয়োজনীৰে গাত লম্ভিছে।

**ধনিতা ঃ** বিনীয়ে কিন্তু আশ্ৰমৰ পৰা গুচি আহি নিজৰ ভাগ্য নিজে খালে। তাই যদি আমাক পাহৰিব পাৰিলেহেঁতেন তাই আজি এই বিপদত নপৰে। তাই কিন্তু অকল নিজৰ কথা চিন্তা নকৰে। তাই চাগে সকলোৱে কথা ভাবে- আমাৰ কথা, সমাজখনৰ কথা— সকলো দুখীয়া মানুহৰ কথা!! জানো— তাইক মই বুজিয়ে নাপাওঁ। (কিছুসময় নিৰব। মাক লাহে লাহে বিচনাৰ পৰা উঠি আহে।)

**মা ঃ** মই বুজি পাওঁ— সকলোকে বুজি পাওঁ। নন্দহঁতে এখন নতুন সমাজ গঢ়িব। নন্দৰ চাহৰ দোকানৰ সেই পৰ্দা থকা সৰু আন্ধাৰ কমটোত ডেকাবোৰে লগ হৈ কথা পাতে। এই দেশৰ সকলো অন্যায় শেষ কৰি পেলোৱা হ'ব - এই বুলি কৈ এজনে এদিন কঁকালৰ পৰা পিস্তল এটা উলিয়াই আন্ধাৰ কমটোৰ টেবুলখনত থওঁতে ' খটাক' কৈ এটা শব্দ হ'ল। আন্ধাৰতে সেই পিস্তলটোক বাকী কেইজনে গাভৰু ছোৱালীৰ উদং শৰীৰ চোৱাৰ দৰে চাব ধৰিলে- তন্ন তন্ন কৰি, চকুৰে ৰেপি ৰেপি- আহ্ কেনে উত্তেজনা। এবাৰ চুব পাৰিলে— এবাৰ চুব পাৰিলে! এদিন নন্দৰ হাততো পৰিল তেনে এটা পিস্তল। কঁকালত খুচি লৈ সি ঘূৰি ফুৰে— যেন তাৰ কঁকালত খামুচি ধৰি আছে তাৰ প্ৰেমিকাই। ৰাতি হ'লে বুকুৰ মাজত লৈ শুই থাকে। পিস্তলটোৰ নিমজ আৰু আটিল শৰীৰটোৰ লগত খেলা কৰি সি বৰ মজা পায়। আৰু পিস্তলটোৱে? পিস্তল ...

**বিনীতা ঃ** মা!

**মা ঃ** এদিন সকলো অন্যায় শেষ হ'ব। সকলো দুখৰ অন্ত পৰিব। মহাসুখ নামি আহিব। নন্দহঁতে কোৱা নতুন সমাজৰ প্ৰতিষ্ঠা হ'ব। পিস্তলটোৱে আশা কৰি থাকে।

**বিনীতা ঃ** তই মনে মনে থাক মা— তই মনে মনে থাক।

**মা ঃ** নাথাকো মনে মনে— নাথাকো। এদিন নন্দৰ ভৰিত পুলিচৰ গুলী লাগিল। নন্দ লেঙেৰা হ'ল। পুলিচে ধৰি নিলে নে সি নিজে পুলিচৰ হাতত ধৰা দিলে নাজানো। কিন্তু নন্দ হঠাৎ ৰাতিটোৰ ভিতৰতে লাখপতি হ'ল! আৰু পিস্তলটোৱে-

**বিনীতা ঃ** আশা বাদ দিলে মৰি থাকিব লাগিব। আশা নাথাকিলে কেনেকৈ জীয়াই থাকিব পাৰি?

**ধনিতা ঃ** বিনী,পগলা মানুহজনীৰ লগত তইনো এই ৰাতিখন কি কথা পাতিব ধৰিলি?

**অনিতা ঃ** তাইও পগলা হৈছে!

**বিনীতা ঃ** পগলা কিয় হম? কিন্তু মই একো সঠিককৈ ধৰিব

পৰা নাছিলো ভালকৈ বুজি পোৱা নাছিলো। কেৱল বহুত আশা কৰিছিলো। অসম্ভৱ ভাল পাইছিলো।

মা : ক ক— তোৰ ভুল হৈছিল। নকৱ কিয়— তোৰ ভুল হৈছিল।

বিনীতা : হোৱা নাই মোৰ ভুল। ভালপোৱাত একো ভুল হ'ব নোৱাৰে। কাৰণ মই সম্পূৰ্ণ বিশুদ্ধ মনেৰে ভাল পাইছিলো।

মা : মই জানো— তই জানো মোৰ পেটৰ পোৱালী নহয়? তই কেতিয়াও নকৱ তোৰ ভুল হোৱা বুলি। কাৰণ মইও কোনোদিনে নক'লো। তিনিটাকৈ জাৰজ সন্তান জন্ম দিলো- ক'লো নে কোনোবাদিনাখন নিজৰ ভুল হোৱা বুলি? নক'লো। সিহঁতে দোষ কৰিছে। সিহঁতে অপৰাধ কৰিছে? মোৰ ভুল কিয় হব? ভালপোৱাটো কি ভুল? আশা কৰাটো কেনেকৈ দোষ হব পাৰে? ( উত্তেজিত হৈ উঠে। কান্দিব ধৰে?) মই কোৱা নাছিলো- বিশ্বাস নকৰিবি। কোৱা নাছিলো- নুশুনিলি মোৰ কথা। নিজে নিজৰ সৰ্বনাশ কৰিলি। এতিয়া কি চাই আছ তেনেকৈ- এই ছোৱালী কি চাইছ এনেকৈ- ট ট কৈ আশাৰ মৰাশবোৰ বুকুৰ মাজত লৈ চাই থাকিলে কি হব? (কান্দি দিয়ে) (কিছু সময় কোনেও কথা নকয়। লাহে লাহে বিনীতাই ক'ব ধৰে।)

বিনীতা : সিদিনা নন্দৰ চাহৰ দোকানৰ পৰ্দা থকা কমটোত মই বৈ আছিলো। বহুত ৰাতি হৈছিল। নন্দ অহাৰ কথা আছিল। মই আগে পিছে কেতিয়াবা তাত নন্দক লগ কৰাৰ কাৰণে গৈছিলো। মই বাৰে বাৰে পৰ্দাৰ ফাঁকেৰে বাহিৰলৈ চাই ছিলো। বৈ বৈ আমনি লাগি উভতি আহিব ওলাইছিলোৱেই ... হঠাৎ দেখিলো দোকানৰ সমুখত এখন মিলিটাৰীৰ জীপ আহি ৰ'ল। জীপৰ পৰা দুজন মিলিটাৰী জঁপিয়াই নামিল আৰু সিহঁতে আহি পৰ্দা থকা কমটোৰ সন্মুখত এটা মুহূৰ্ত ৰ'ল। হঠাৎ পৰ্দাখন গুচাই সিহঁত দুয়োটা মোৰ ওপৰত জপিয়াই পৰিল। দুটা মদমত্ত প্ৰকাণ্ড পুৰুষ- মই কি কৰিব পাৰো? মই কি কৰিব পাৰো? সেই যে পৰ্দাখন থকা কমটোৰ টেবুলত প্ৰথমবাৰৰ বাবে পিস্তলটো থওঁতে এটা খট্‌কৈ শব্দ হৈছিল- সেই শব্দটোৱে আকৌ এবাৰ হ'ল— তাতকৈ বহুত ডাঙৰ আৰু বিকৃত স্বৰত— যেতিয়া আমাৰ তিনিওটাৰ ভৰত টেবুলখন ভাঙি পৰিল। ভাঙি গ'ল- সব ভাঙি গ'ল- চূৰ্ণ বিচূৰ্ণ হ'ল- চকী, টেবুল, হাতৰ খাৰু আৰু... আৰু..। মাজতে এবাৰ নন্দই আহি পৰ্দাখন দাঙি চাই গৈছিল। আচৰিত। আচৰিত। মই তাৰ মুখত একো প্ৰতিক্ৰিয়াই দেখা নাপালো। সি হাঁহিছিল নে কান্দিছিল? সি দুখ পাইছিল নে সুখ? এইয়া তাৰ অভিসন্ধি নে কাৰোবাৰ অভিসন্ধিত বাধ্য হৈ...। নাজানো মই নাজানো। তাৰপিচত সি কেইজনৰ লগত জীপখনত উঠি ক'ৰবালৈ গুচি গৈছিল। মই গোটেই ৰাতি পৰ্দা থকা কমটোৰ মজিয়াত বহি আছিলো- সেই ধ্বংসস্তূপৰ মাজত। পুৱাই উঠি মই গুৱাহাটীলৈ গুচি গৈছিলো। (মাকে আহি বিনীতাৰ গাটো চুই চাব ধৰে। তেওঁ যেন কিবা পৰীক্ষা কৰিছে, কিবা উমান লব চেষ্টা কৰিছে।)

মা : অ। তাৰমানে তইও মোৰ পথেৰেই আগবাঢ়িছ। চাব্বাচ বেটি—চাব্বাচ— এইয়াহে মোৰ ছোৱালী। ক ক জাৰজ সন্তানৰ মাক তই কেতিয়া হ'বি? তই কৈছিলি নহয়— তোৰ মনৰ ইচ্ছাত, দেহৰ প্ৰয়োজনত তই সকলো কৰিব পাৰ— স্ফূৰ্তি, আনন্দ ... আৰু আৰু

বিনীতা : তই ভয় কৰিব নালাগে— মোৰ বিপদ নোহোৱাৰ ব্যৱস্থা মই কৰিছো। মই কোনো জাৰজ সন্তান প্ৰসৱ নকৰো। (হঠাৎ মাকে হাঁহিব ধৰে। সেই একে বাধা নমনা হাঁহি।)

বিনীতা : মা—

অনিতা : মা— কি কৰ— হাৰে এই ৰাতিখন

ধনিতা : এই বুঢ়ী— মনে মনে থাকিলি নে

অনিতা : তাইক টানি উলিয়াই দে ঘৰৰ পৰা।

বিনীতা : চুপ— তই মনে মনে থাক।

ধনিতা : চালা— কি জীৱন পাইছিলো আমি !

অনিতা : আমি মৰি নাযাওঁ কিয়!

(হঠাৎ চালত শিল পৰাৰ শব্দ। আটাইকেইজনী সচকিত হয়।)

বিনীতা : কি অ?

অনিতা : কোনোবাই চালত শিল দলিয়াইছে।

ধনিতা : এই মাজৰাতিখন ইমান গণ্ডগোল কৰি থাকিলে শিল নদলিয়াই কি কৰিব?

অনিতা : কুকুৰহঁতৰ কি হৈছে নো? সকলোৱে কেৱল আমাৰ ওপৰতহে গুণ্ডামি কৰিব পাৰে!

ধনিতা : মনে মনে শুই থাকে— নহ'লে কেতিয়াবা ঘৰতে জুই জ্বলাই দিব! (আটাইকেইজনী আকৌ বিচনাত বহে। অলপ পিচত শুই পৰে।)

বিনীতা : মা অ মা (হঠাৎ মাক উৎকণ্ঠাৰে দৌৰী আহে।)

মা : ক ক— আৰু কি কব খুজিছ ক— সোনকালে ক

বিনীতা : আমি আৰু কিমান দিন এনেকৈ অনিশ্চয়তাৰ,

দুঃচিন্তাৰ ৰাতি উজাগৰে কটাব লাগিব? কোনোবাই আহি আমাক বিয়া কৰাব, তেতিয়া হঠাৎ ভাগ্য আমাৰ প্রতি সুপ্রসন্ন হ'ব-- সেই দিনটোলৈ আৰু কিমান অপেক্ষা কৰিম? কিমান ঠগ খালো, কিমান আশা ভংগ হ'ল! কিন্তু জীয়াইতো থাকিব লাগিব।

মা : কৈ যা কৈ যা-- নৰ'বি।

বিনীতা : মই সকলো বন্দবস্ত কৰি থৈ আহিছো। এই কেইদিন মই গুৱাহাটীতে আছিলো-- এখন নার্চিং হোমত।

ধনিতা : নার্চিং হোমত আছিলি? কিয়-- তোৰ গাত কিবা লেঠা...

বিনীতা : ৰ'চোন-- পোনে পোনে বেয়াটো ভাবিব নালাগে! (ৰয়) মই এটা চাকৰি পাইছো।

অনিতা : চাকৰি?

ধনিতা : ইমান সময় আমাক ভাল খবৰটো কিয় দিয়া নাছিলি?

বিনীতা : ঠিক চাকৰি নহয়। জীৱিকা। ভাল উপার্জন! (ৰয়) তহঁতেও কৰিব পাৰ!

ধনিতা : ক চোন ক কি চাকৰি-- মই কৰিম দে।

বিনীতা : (হঠাৎ মনত পৰাৰ দৰে) কমল ঠিকাদাৰে এই ঘৰ মাটি নন্দৰ 'বচ' কুশল গোস্বামীৰ তাত বিক্রী কৰিছে। এক সপ্তাহৰ ভিতৰত নন্দই আমাক এই ঘৰ খালী কৰি দিব কৈছে।

অনিতা : কি? তই নন্দক নক'লি কিয়-- আমি ক'ত যাম? আমাৰ কি অৱস্থা হ'ব? তই তাক নক'লি কিয়?

বিনীতা : নক'লো-- কিয় ক'ম? ইমানৰ পিচতো তাৰ ওচৰত আকৌ হাতজোৰ কৰি ভিক্ষা কৰিম? ভালপোৱাৰ বহুত দাম দিলো। মায়ে দিছে, তহঁতে দিছ, মই দিছো

ধনিতা : চাকৰিটোৰ কথা কচোন-- কি চাকৰি? ক'ত থাকিব লাগিব?

বিনীতা : থকা মেলাৰ ব্যৱস্থা হব।

অনিতা : সঁচাই নে? একদম পাক্কা?

বিনীতা : অ'। মই সকলো বন্দবস্ত কৰি আহিছো। কিন্তু তহঁতে বা কৰিবলৈ ইচ্ছা কৰ নে নকৰ

ধনিতা : কিয় নকৰিম? ক চোন দৰমহা কিমান দিব?

অনিতা : আমি তিনিও পাম চাকৰি? মোৰ চোন কিবা বিশ্বাসেই হোৱা নাই।

ধনিতা : ক' চোন আমি কি কৰিব লাগিব? (বিনীতাই ক'বলৈ সাজু হয়। অলপ ৰয়।)

বিনীতা : শুন। প্রথম চর্ত-- আমি কোনো দিন বিয়া হ'ব নোৱাৰোঁ।

ধনিতা : কিয়?

অনিতা : এইটো আৰু কেনেকুৱা কথা?

ধনিতা : এইটো আৰু কেনে চাকৰি অ?

বিনীতা : ভালদৰে খাই বৈ থকাটোৱে যথেষ্ট নহয়? চাকৰিলৈ বিয়া হ'বৰ মন? ইমানদিনে ভোক-পিয়াহ, দুখ-যন্ত্রণাত জীয়াতু ভুগি আছ-- আহিছে কোনোবাই বিয়া কৰাব? ইজনৰ পাচত সিজনে চোন আমাৰ সতে খেলিছে -- এই তেজ মঙহৰ দেহটোৰ ভিতৰত যেন প্লাষ্টিকৰ হৃদয় এখনহে আছে! মানুহ বুলি কোনোবাই আমাৰ কিবা মূল্য থকা বুলি ভাবে নে?

ধনিতা : চিধা চিধি কথাবোৰ নকব কিয়?

অনিতা : মইও একো বুজা নাই।

বিনীতা : আমাৰ দেহটোৰ প্রতিহে সকলোৰে লোভ। মনটো কোনোবাই বুজিবলৈ চেষ্টা কৰিছেনে আজিলৈকে? আৰু বিয়াৰ বজাৰত পণ্য হিচাপে বিক্রী হবলৈ আমাৰ একোকে নাই। তাতে আমি জাৰজ। কিন্তু জাৰজ হ'লেওতো আমি মানুহ! আমাৰ আশা আছে। ইচ্ছা আছে। আছে কামনা-বাসনা ! নে আমাৰ আশা জাৰজ? ইচ্ছা জাৰজ? কামনা-বাসনা...

অনিতা : আৰু মোৰ ধৈৰ্য্য নাই

ধনিতা : তই চাকৰিটো কি নকব কিয়?

বিনীতা : কোনোবা এজন মানুহৰ সৈতে বিয়া হৈ, নিজৰ ভয়ংকৰ অতীতটো পাহৰি, এটা নতুন জীৱন আৰম্ভ কৰাৰ সপোন থানবান হৈ গৈছে। নিজৰ ভৰিৰ ওপৰত নিজে থিয় দিব পৰাও নহ'লো যাতে আত্মসন্মান বজাই ৰাখি জীয়াই থাকিব পাৰো (ৰয়) মানুহে কৰা দয়া আৰু করুণাৰ ভিতৰত কি যে এক অসহ্যকৰ ঘৃণা লুকাই থাকে। সেই ঘৃণাৰ উপলব্ধিয়ে আগবাঢ়িব খোজা হাত ভৰি মন সকলোকে পিচ হোহকাই দিয়ে। মানুহৰ দয়া আৰু করুণা মোক আৰু নালাগে। (ৰয়) তহঁতে মোক কচোন - এটা বস্তু বিক্রী কৰা আৰু ভাড়া দিয়াৰ মাজত পার্থক্য আছে নে নাই?

অনিতা : কিনো সোধে অ! চাকৰিৰ কথা ক-

বিনীতা : আগতে ক-- পার্থক্য আছে নে নাই?

ধনিতা : আছে। কিয় নাথাকিব?

বিনীতা : কি?

ধনিতা : বিক্রী কৰিলে সকলো সম্পর্ক শেষ। তাত আৰু মালিকৰ একো অধিকাৰ নাথাকে। কিন্তু ভাড়া দিলে- সেয়া নির্দিষ্ট সময়ৰ বাবে। চৰ্ত সাপেক্ষেহে ভাড়া দিয়া হব। মালিকৰ অধিকাৰ থাকে-- ভাড়া লোৱা হ'লে বস্তুটোৰ দায়িত্ব লয়। কিয় সুধিলি?

বিনীতা : ঠিকে আছে। জীয়াই থকাৰ কাৰণে অলপ এৰি দিব

লগা হৈছে- কিন্তু গোটেইখিনি এৰি দিব নোৱাৰি। আৰু ...আৰু বিয়া। এই মানুহবিলাকৰ লগত বিয়া হৈ কৰিলোহেঁতেননো কি? আমাক সন্তান জন্ম দিয়া যন্ত্র বুলিহে ভাবে— সিহঁতৰ বিচনাত পাৰি লোৱা ৰবৰৰ আমোদ-প্ৰমোদৰ আহিলা বা সংসোৰৰ যাৱতীয় কাম-কাজ কৰা এটা যন্ত্ৰ।।

মা : কি চাকৰি? ক ? কি চাকৰি?

বিনীতা : আমি আমাৰ গৰ্ভ ভাড়া দিব লাগিব।

ধনিতা : কি গৰ্ভ ভাড়া অ?

বিনীতা : অ গৰ্ভ ভাড়া। বন্ধ্যা নাৰীৰ স্বামীৰ বীৰ্য ধাৰণ কৰাৰ বিনিময়ত ভাড়া। সন্তান জন্ম দিব খোজা কোনোবা পুৰুষৰ বীৰ্য আমি গৰ্ভত ধাৰণ কৰিব লাগিব আৰু সন্তান জন্ম হোৱা পিচত সন্তানটো সেই পুৰুষে লৈ যাব। আমি লগে লগে স্বাধীন - কাৰো তলত থাকিব নালাগে। (ৰয়)

তহঁতে দেখোন মনে মনে থাকিলি? বহুত টকা— খোৱা লোৱা থকা ফ্ৰি। আমি গোটেই কেইজনীয়ে কামটো কৰিলে উপাৰ্জন বহুত হব। আৰু - আৰু গাৱঁত এটুকুৰা মাটি কিনি এটা জুপুৰী ঘৰ বান্ধিবলৈ বেছি দিন নালাগিব। কি হ'ল? মনে মনে থাকিলি যে?

নিজৰ তেজেদি বান্ধো আহ ঘৰ এটা মনৰ ভিতৰত মানুহৰ কামনা-বাসনাৰে বান্ধো আহ জুপুৰী এটা তাৰ পিচত আৰম্ভ কৰিম— নতুন জীৱন এটা।। (মাক স্তব্ধ হৈ ৰৈ থাকে)

অনিতা : মা (মাকৰ কোনো সাৰ-সুৰ নাই)

ধনিতা : অ' মা (মাকে নিঃশব্দে স্তব্ধ হৈ ৰৈ থাকে)

বিনীতা : মা অ' মা

**(সিহঁতে মাতি থাকে। মাক ৰৈ থাকে। কেৱল ৰৈ থাকে।)**

বিঃ দ্রঃ

" নাট্যকাৰৰ অনুমতি অবিহনে নাটখন পৰিবেশন নকৰে যেন।"

<u>সমাপ্ত</u>

# বগলি এ সবাহলৈ নগলি কিয় ?

**নাট্যকাৰ # প্ৰশান্ত কুমাৰ দাস**

**চৰিত্ৰসমূহ ঃ**

১। আকাশ ২। প্ৰকৃতি
৩। কুলি ৪। বৰটোটোকোলা
৫। শগুন ৬। কাউৰী
৭। ভাটৌ ৮। কণালী

(বিদ্যালয় বন্ধৰ বাৰ। প্ৰকৃতি আৰু আকাশ ১৩/১৪বছৰ বয়সৰ ল'ৰা –ছোৱালী। পুৱাতে জাঁজীমুখৰ বিলৰ কাষলৈ পক্ষী চাবলৈ যাব। সেয়ে প্ৰকৃতি পুৱা ৬ বজাতে আহি জাঁজীমুখৰ তিনিআলিত ৰৈ আছে। কিন্তু আকাশ তেতিয়াও আহি পোৱাহি নাই।)
প্ৰকৃতিঃ ছেঃ ৬ বাজি গ'লেই। আকাশটো ইমানপৰে আহি নাপালেহি দেখোন। আকাশৰ বাৰু ৰাস্তাত কিবা হ'ল নেকি? (দূৰত আকাশক দেখি ) অ' সৌৱা আকাশ আহিছে।

**আকাশ ঃ** প্ৰকৃতি, তুমি কেতিয়াবাই পালাহি নেকি ?

**প্ৰকৃতি ঃ** অ'তো। কালি জানো কোৱা নাছিলোঁ পুৱা ৬ বজাতে লগ হ'ম বুলি ? সময় আৰু সময়। সময় দিলে সময় ৰাখিব পাৰিব লাগে। (প্ৰকৃতিয়ে অলপ খঙেৰেই ক'লে)

**আকাশ ঃ** প্ৰকৃতি, বেয়া নাপাবা। আচলতে মই ইচ্ছা কৰি পলমকৈ অহা নাই। ৰাষ্টাতে মনোজে পাই ক'লে বোলে বলিয়া কুকুৰ এটা ওলাইছে। সেয়েহে ভয়ে ভয়ে আহিছোঁ।

**প্ৰকৃতি ঃ** কিয় বেয়া পাম। বন্ধু বুলিহে কৈছো। ব'লা ইয়াত কথাৰ মহলা মাৰি থাকিলে আমি চৰাই দেখিবলৈকে নাপাম। (দুয়োটাই গীত গাই গাই গৈ থাকে) বগলী এ, সবাহলৈ নগলি কিয় ? গৈছিলোঁ গৈছিলোঁ বাটিতে বৰষুণে পালে। চেংদৈৰ ঘৰতে সোমাব খুজিলো পখৰা কুকুৰে পালে।

**আকাশ ঃ** ছেই কুকুৰ চেই নাহিবি জপনা দেই। বাঁহৰ মুঢ়া, বগৰীৰ গুঢ়া, ক'ৰপৰা আহিছা চকু চেলোৱা বুঢ়া...।

**প্ৰকৃতি ঃ** শালিকি এ...।

**আকাশ ঃ** (বিলৰ কাষ পাই) ঐ প্ৰকৃতি বিলত দেখোন এটাও চৰাই নাই ? চৰাইবোৰ কেনি গ'ল অ' ?

**প্ৰকৃতি ঃ** চৰাইবোৰ কি হ'ল আকৌ ? মোৰ মনটো বেয়া লাগি গৈছে পায়। তুমি দেৰি কৰা কাৰণেহে আমি চৰাই দেখিবলৈ নাপালোঁ।

**আকাশ ঃ** নহয় অ'। চৰাইবোৰতো বিলখনত গোটেই দিনটোৱেই থাকে। মোৰ দেউতাই কৈছে নহয়। এতিয়াটো ৬-৩০ বাজিছেহে!

**প্ৰকৃতি ঃ** ছেঃ বৰ বেয়া কথা হ'ল দেই। আজি আমাৰ পক্ষী চোৱাও নহ'ব। ফটো তোলাও নহ'ব।

**আকাশ ঃ** আহাঁ, সৌ গছজোপাৰ ওচৰতে অকণমান বহোঁ।

চৰাইবোৰ আহে কিজানি? (বিলৰ পাৰলৈ কুলি, বৰটোকোলা, শগুণ আহে)

**কুলি ঃ** হে'ৰা বৰটোকোলা খুৰা, দেখিছানে নাই? সৌ মানুহ দুটা আমাৰ ওচৰলৈ আহিছে। ডিঙিত সিহঁতে কিবা দুটা ওলোমায়ো আনিছে।

**বৰটোকোলা ঃ** এৰা, মোৰ দীঘল ডিঙিৰ বাবে বৰ অসুবিধা হয় বুজিছা! মানুহৰ পৰা লুকাই থাকিবও নোৱাৰোঁ। চাওঁ, জোপোহাটোৰ আঁৰত মোক ৰ'বলৈ দিয়া।

**শগুণ ঃ** হে'ৰা, তোমালোকেনো ফুচ ফুচাই কি কথা পাতিছাহে?

**কুলি+বৰটোকোলা ঃ** মনে মনে থাকক গাঁওবুঢ়া দেউতা। সৌ দুটা মানুহ। দেখা নাই জানো?

**শগুন ঃ** সেই দুটা সৰু ল'ৰা- ছোৱালীহে। একো নহয় অ'। ভয় নকৰিবা। (এনেতে কাউৰীয়ে কা কা উৰি আহে)

**কুলি ঃ** হেই হেই কাউৰী মাহী, মনে মনে আহাচোন। কাউৰী মাহীয়ে যে অনবৰতে চিঞৰ-বাখৰখন কৰি আঁহিহে ভাল পায়!

**বৰটোকোলা ঃ** এৰা, এইজনীৰ কুলক্ষণীয়া মুখখনেই আমাৰ বিপদ মাতি আনিব যেন পাওঁ।

**কাউৰী ঃ** কি হ'লনো? কথা নাই, বতৰা নাই তোমালোকে মোক মিছাতে কিয় গালি পাৰিছা? মইনো ইমান হাঁহিয়াতৰ পাত্ৰ হ'লোঁনে?

**কুলি ঃ** পেক্ পেকাই নাথাকিবাহে কাউৰী মাহী। মনে মনে থাকাচোন।

**কাউৰী ঃ** মনে মনে বাৰু আছোঁ বাৰু। কোৱাচোন কি হ'লনো?

**শগুন ঃ** একো হোৱা নাই। গছজোপাৰ তলত সৌ দুটা মানুহ দেখা নাই? বুঢ়া হৈ আহিছো। আগৰ দৰে দৃষ্টি শক্তি নাই নহয়। কুলি এবাৰ দেখুৱাই দিয়াচোন।

**কুলি ঃ** চোৱা কাউৰী মাহী, সৌফালে চোৱা। সৌ দুটা। তুমি চকুকেইটা যেনি-তেনি পিৰিক্ —পাৰাক কৰি থাকাহে। সেই স্বভাৱটো নেৰিলা আৰু! আমাৰ দৰে স্থিৰ দৃষ্টিৰ হ'ব লাগে বুজিছা!

**কাউৰী ঃ** অ' দেখিছো। হ'ব হ'ব।

**কুলি ঃ** কাউৰী মাহী, ইমানপৰে তুমি কেইঘৰত কথাৰ মহলা মাৰিলা?

**কাউৰী ঃ** মনে মনে থাকহে! কি পেংলাই কৰিছ। আনৰ দোষ খোচৰাত ওস্তাদ একেবাৰে। তোৰ দৰে ডলাৰ বগলী নহয় বুজিছ!

**কুলি ঃ** কি ক'লা? মই ডলাৰ বগলী ? তোমাৰ দৰে মানুহৰ চুৱা পাতনি চেলেকি ফুৰা নহয় দেই আমুকা!

**কাউৰী ঃ** কি? মোক মানুহৰ চুৱা চেলেকা বুলিছ? তোক আজি মই সুদাই নেৰোঁ। তোৰ পাখি ছিঙি ডাল ডাল কৰিম। চিনি পাবি বুঢ়ীমাৰক।

**কুলি ঃ** মোক তোমাতকৈ ক্ষীণ দেখি বলে পাৰিম বুলি ভাবিছ নেকি? ময়ো সুদাই এৰাবিধৰ ভকত নহয় দেই! সঁচা কথা ক'লে লাজ পায়েই।

**কাউৰী ঃ** তুমিহে ক'লি, চট্ ফটি— লচ্‌পচী নাচনী ক'ৰবাৰ। একেঠাইতে থাকিবই নোৱৰা।

**শগুন ঃ** মনে মনে থাকাহে।

**বৰটোকোলা ঃ** কাউৰীয়ে মানুহৰ এৰেহা চুৱা পাতনিবোৰ পৰিষ্কাৰ নকৰাহেঁতেন দুৰ্গন্ধময় পৰিৱেশত মানুহজাতিৰ লগতে আমিও প্ৰদুষণৰ বলি হ'লোঁহেঁতেন। বুজিছা?

**শগুন ঃ** ঈশ্বৰে পৃথিৱীত কোনো জীৱকে অদৰকাৰী কৰি সৰজা নাই। সকলোৰে কিবা নহয় কিবা নিজৰ নিজৰ কাম আছে। (এনেতে আকাশ আৰু প্ৰকৃতি ওচৰ চাপি আহে)

**আকাশ ঃ** পক্ষীবৃন্দ, আমি তোমালোকৰ ওচৰলৈ আহিছিলোঁ। কিন্তু তোমালোকে আমাক দেখি লুকুৱা দেখিহে আচৰিত হৈছোঁ।

**প্ৰকৃতিঃ** আমিতো তোমালোকৰ শত্ৰু নহওঁ। আমি তোমোলোকক নয়ন ভৰি চোৱাৰ হেঁপাহেৰে ইয়ালৈ আহিছোঁ।

**আকাশ ঃ** তোমালোকৰ সুখ-দুখৰ খা-খবৰ ল'বলৈহে আমি ইয়ালৈ আহিছোঁ।

**কুলি ঃ** তোমালোকৰ ওপৰত আমাৰ বিশ্বাস নাই। যিহেতু তোমালোক মানুহ।

**কাউৰী ঃ** তোমালোকৰ ডিঙিত সেইকেইটা কি ওলোমাই আনিছা?

**কুলি ঃ** আমাক বধিবলৈ অনা হাথিয়াৰ নহয়তো?

**কাউৰী ঃ** এইবোৰেৰে আমাৰ লগৰ শৰালি হাঁহ, কাম চৰাই, ঢেঁকী, ৰাজহাঁহবোৰ মাৰে। ধিচুম্‌কৈ শব্দ এটাহে হয়। তাৰপাছত শেষ।

**আকাশ ঃ** এইটো কেমেৰাহে। তোমালোকৰ ফটো তুলিবলৈ আনিছোঁ।

**প্ৰকৃতি ঃ** এইটো বাইন'কুলাৰ। দূৰত থকা পক্ষীবোৰ ওচৰতে চাব পাৰি। তাৰ বাবেহে আনিছোঁ।

**কুলি ঃ** তোমালোকৰ মানুহবোৰৰ কোনো বিশ্বাস নাই। মুখেৰে কোৱা এটা আৰু হাতেৰে কৰা কিবা এটা। তোমালোক আমাৰ ওচৰলৈ নাহিবা।

**কাউৰী ঃ** ঠিক নাই। তোমালোক বুদ্ধি কৰি ওচৰলৈ আহি সেইটো ধিচুম্‌কৈ মাৰি দিয়া কিজানি ?

**আকাশ ঃ** ঠিক আছে। তোমালোকৰ বিশ্বাসৰ বাবে আমি এইবোৰ ইয়াতে থৈ যাম। হ'বতো ?

**শগুন ঃ** হ'ব বাৰু। তথাপি তোমালোকে তিনি সইত খাব লাগিব।

**আকাশ+প্ৰকৃতি ঃ** সইত, সইত, সইত তিনি সত্য খাই কৈছোঁ। আমি তোমালোকৰ একো অপকাৰ নকৰোঁ, উপকাৰহে কৰিম।

**বৰটোকোলা ঃ** (সকলোলৈকে চাই) তেতিয়াহ'লে এই মানুহ দুটাক আমাৰ ওচৰলৈ আহিব পাৰিব বুলি অনুমতি প্ৰদান কৰিব পৰা হ'লোঁ।

**সকলোৱে ঃ** হয়, আহিব পাৰিব। পাৰিব।

**শগুন ঃ** এতিয়া তোমালোক আমাৰ ওচৰলৈ আহিব পাৰিবা। কিন্তু আমাৰ মানে পক্ষীকুলৰ এতিয়া এখন গুৰুত্বপূৰ্ণ আলোচনা সভা হ'ব।

**আকাশ ঃ** ভালেই হ'ব। আমিও তোমালোকৰ সমস্যাসমূহৰ বিষয়ে জানিব পাৰিম।

**প্ৰকৃতি ঃ** তোমালোকৰ সমস্যাবোৰৰ কথা আমি গৈ তেওঁলোকক বুজাই দিবলৈও সুবিধা হ'ব। বাৰু, আলোচনাৰ প্ৰধান বিষয়নো কি ?

**বৰটোকোলা ঃ** কোৱাহে কুলি, তোমাৰ মাতটোও ভাল।

**কুলি ঃ** কুউ কুউ কুউ, ঈশ্বৰৰ সৃষ্টি উৰণ, বুৰণ, গজন, ভ্ৰমণ- এই চাৰিমুঠি জীৱৰ আমি প্ৰথম শ্ৰেণীৰ জীৱ। মানুহে মাংসৰ লোভত আমাৰ পক্ষীকুল ধ্বংস কৰি আমাক পৃথিৱীৰ পৰা নিঃশেষ কৰাৰ দিহা কৰিছে। এয়ে আমাৰ আজিৰ আলোচনাৰ প্ৰধান উদ্দেশ্য।

**শগুন ঃ** মইতো মৰা জীৱ—জন্তু, শ আদি ভক্ষণ কৰি প্ৰকৃতিত ঘটা প্ৰদূষণ ৰোধ কৰোঁ। মোকতো কিছুমানে 'প্ৰকৃতিৰ হৰিজন' বুলিও কয়। আমাৰ শগুণীহঁতে কণীৰ পৰা একমাত্ৰ স্থান ওখ গছবোৰ মানুহে কাটি তহিলং কৰাৰ কাৰণে এতিয়া ইয়াত আমাৰ বংশধৰসকল নাই। এইদৰে থাকিলে আমাৰ জাতিটো অচিৰেই পৃথিৱীৰ পৰা বিলুপ্ত হ'ব।

**বৰটোকোলা ঃ** মই প্ৰকৃতিত বৃদ্ধি পোৱা সাপ, বেং, মাছ আদি ভক্ষণ কৰি প্ৰাকৃতিক ভাৰসাম্য ৰক্ষা কৰি আছোঁ।

**কুলি ঃ** মইতো মানুহৰ প্ৰাণস্বৰূপ। বসন্ত ঋতু অহাৰ আগজাননী দিওঁ। মানুহে গছ—গছনিবোৰ কাটি পেলোৱাৰ ফলত আমাৰ খাদ্যবস্তু, ফল—মূল, গছৰ গুটি আদি লোপ পাই আহিছে। খাদ্য নহ'লে বাৰু আমি কেনেকৈ জীয়াই থাকিম ? ঢোলৰ মাতত, পেঁপাৰ মাতত মতলীয়া ল'ৰা—বুঢ়াক প্ৰেৰণা যোগাবলৈ আমি হয়তো পুনৰ মানুহৰ মাজলৈ আহিব নোৱাৰিম। (এনেতে ভাটৌ চৰাই এটা কান্দি কান্দি আহি সেইঠাইত)

**কাউৰী ঃ** কি হ'ল ভাটৌ আইতি ? তোমাৰ আকৌ কি হ'ল ? কিয় কান্দিছা ? তোমাক মানুহে লেই লেই চেই চেই নকৰেচোন।

**শগুন ঃ** এৰা, আমাৰ কাউৰী আৰু মোৰ দৰে শগুনবোৰক মানুহে অস্পৃশ্য জ্ঞান কৰে।

**ভাটৌ ঃ** অকল ধুনীয়া সজা এটাত থাকি ভালকৈ খাবলৈ— শুবলৈ পোৱাতে সুখ—শান্তি নাথাকে নহয়। মানসিক শান্তি বুলিওটো কথা এটা আছে। মনৰ শান্তি নহ'লে ৰাজপ্ৰসাদ আৰু ৰাজভোগেও একো কৰিব নোৱাৰে।

**বৰটোকোলা ঃ** এৰা, স্বাধীনতা বোলা কথা এষাৰ আছে। ভাটৌক মানুহে পৰাধীন কৰি সজাত বন্দী কৰি ৰাখে।

**কুলি ঃ** ভাটৌৰ মাত শুনি ভাল পায়। মানুহৰ দৰে কথা ক'বলৈ শিকায়।

**কাউৰী ঃ** আমাৰ মাত শুনিলে মানুহৰ খং গৈ একেবাৰে চুলিৰ আগ পায়গৈ।

**কুলি ঃ** হে'ৰা কাউৰী মাহী। তোমাৰ যিহে কৰ্কশ মাত। কোনেনো ভাল পাবহে তোমাক!

**ভাটৌ ঃ** আমি মুকলি পক্ষী। আমাৰটো মুকলিমূৰীয়াকৈ থকাৰ অধিকাৰ আছে। আমাৰ নিজৰ চিন্তা—চৰ্চা আছে নহয়।

**শগুন ঃ** পিছে তোমাৰ পৰিয়ালৰ সদস্যবোৰক লগ পালানে নাই?

**ভাটৌ ঃ** কেনেকৈ লগ পাম? মানুহৰ সজাত বন্দী হৈ থকা এবছৰ হ'ল। আজি এবছৰ আগতে পোনাকেইটা সৰু হৈ থাকোঁতেই গিৰিহঁতৰ অনুপস্থিতিত মোক নিষ্ঠুৰ মানুহে অপহৰণ কৰি নি সজাত বন্দী কৰি ৰাখিলে। কি কৰিবা! লোহাৰ সজাৰ পৰা ওলাই অহাৰ কোনো উপায় নাছিল। (কান্দে)

**বৰটোকোলা ঃ** পিছে তুমি সজাৰ পৰা কেনেকৈ ওলাই আহিলা?

**ভাটৌ ঃ** গৃহস্থই মোক খাবলৈ দুৱাৰ খুলি খোৱা বস্তু থকা বাতিটো সজাৰ ভিতৰলৈ ভৰাই দিওঁতেই ওলাই আহিলোঁ। (কান্দে)

**কুলি ঃ** তোমাৰ ডেউকাত সেইবোৰ তেজ ক'ৰপৰা লাগিল?

**ভাটৌ ঃ** সজাৰ পৰা ওলাই আহিব খোজোতে গৃহস্থই ডেউকাতে থাপ মাৰি ধৰিছিল। এমুঠি পাখি উঘাল খাই গ'ল। সেইবোৰ পাখি উঘল খোৱাৰ কাৰণে ওলোৱা তেজ। (কান্দে)

**শগুন ঃ** নাকান্দিবা, নাকান্দিবা। তুমি যে মানুহৰ হাতৰ পৰা বাচি আহিলা সেইটো কিন্তু ডাঙৰ কাম কৰিলা।

**কাউৰী ঃ** ভালেই কৰিলা ইয়ালৈ আহি।

**ভাটৌ ঃ** মোৰ অনুৰোধ, মোক মোৰ পোনাকেইটাৰ ওচৰলৈ লৈ যাওঁক। মই হয়তো আৰু বেছি সময় জীয়াই নাথাকিম। মোৰ গাটো একেবাৰে অৱশ অৱশ লাগিছে।

**বৰটোকোলা ঃ** হ'ব, তোমাক তোমাৰ পৰিয়ালৰ ওচৰলৈ লৈ যাম।

**কুলি ঃ** তুমি এইখিনিতে লাহেকৈ শুই দিয়া। কিছু আৰাম পাবা।

**শগুন ঃ** এৰা, মানুহৰ উপকাৰৰ কাৰণে আমাৰ লগৰ বহু চৰায়ে খেতি পথাৰৰ অনিষ্টকাৰী পোক—পতংগ, কেঁচু, কুমতি ভক্ষণ কৰে।

**কুলি ঃ** অকল সেয়ে নহয়। গছৰ গুটি খোৱা আমাৰ লগৰ বহু পক্ষীয়ে বিভিন্ন ঠাইত গছৰ বংশ বৃদ্ধি কৰাত অৰিহণা যোগাইছে।

**বৰটোকোলা ঃ** জাল আৰু চিটিকা পাতি, খাদ্যৰ লগত বিহ মিহলাই কিছুমানে পক্ষী হত্যা কৰে। চিটিকা পাতি ধৰাৰ কাৰণে মাটিত বিচৰণ কৰা অন্যতম বতা চৰাই আজি নাইকিয়াই হ'ল।

**কুলি ঃ** হুৰ্ হুৰ্ বতা চৰাই মোৰ ধান নাখাবি তোক দিম গোটা কৰাইৰ দৰে গোৱা পক্ষী প্ৰেমৰ গীতবোৰো শুনিবলৈ পোৱা নাযায়।

**কাউৰী ঃ** আজি আৰু মানুহৰ মাজলৈ গোটা কৰাই খাবলৈ বতা চৰাই নাহে।

**শগুন ঃ** গাৱঁত আজিকালি ডাল ভৰি ভৰি লগা ফল-মূলো পাবলৈ নাই। তামোল গছো নাইকিয়া হৈ আহিছে। সেইবাবে আমাৰ পক্ষীকুলৰ গৃহ নিৰ্মাণৰ আধাৰ স্বৰূপ টোকোৰা চৰাই আৰু ঘৰ চিৰিকাৰো বিপদ হৈছে; যি ঘৰচিৰিকা, টোকোৰা চৰায়ে শাক-পাচলিৰ অনিষ্টকাৰী পোক—পতংগ ভক্ষণ কৰি মানুহৰ উপকাৰ সাধন কৰে।

**বৰটোকোলা ঃ** কোৱা শুনিছোঁ, কিছুমান মানুহে বোলে চৰাই নিধনৰ প্ৰতিবাদ কৰি চৰাই সংৰক্ষণ কৰিবলৈ আমেৰিকা নামৰ ঠাইডোখৰত ১৮৮৬ চনতে বোল এখন আইনো ৰচনা কৰিছে।

**বৰটোকোলা ঃ** আমাৰ ইয়াতো বোলে বহুতো পৰিবেশ সংৰক্ষণকাৰী অনুষ্ঠান গঢ়লৈ উঠিছে।

**কুলি ঃ** এৰা, এফালে পক্ষী সংৰক্ষণৰ ব্যৱস্থা কৰিছে আৰু

আনফালে পক্ষী নিধনৰ যজ্ঞ চলিয়েই আছে। আমাৰ দৰে বহুতো পক্ষী কিন্তু... (বন্দুকৰ শব্দ। সকলো নিস্তব্ধ। গুলীবিদ্ধ বগলী আহে)

**বগলী ঃ** মৰিলোঁ, মৰিলোঁ ঐ। মোৰ গাত বন্দুকৰ গুলী লাগিছে। মই ইয়ালৈকে আহিছিলোঁ। চিকাৰীৰ বন্দুকৰ গুলীয়ে মোৰ বুকু ভেদ কৰিলে।

**বৰটোকোলা ঃ** প্ৰকৃতিৰ পৰা নিজে খাদ্য আহৰণ কৰি স্বাধীনভাৱে জীয়াই থকা এই পক্ষীবোৰক হত্যা কৰাৰ অধিকাৰ মানুহৰ নাই।

**শগুন ঃ** ইচ্ ইচ্। চোৰাচোন চোৱা, মানুহবোৰ বাৰু ইমান দয়াহীন হ'ব লাগেনে ? অনাহকতে নিৰ্দোষী এই বগলীটোক হত্যা কৰিলে।

**বগলী ঃ** পক্ষী সমাজ, মই আৰু বেছিপৰ জীয়াই নাথাকোঁ। মানুহৰ পৃথিৱীত চৰাইৰো এক বিচিত্ৰ জগতে বিৰাজ কৰি আছে। আমি মানুহৰ আকৰ্ষণৰ কেন্দ্ৰ বিন্দু। তথাপি মোৰ আজি এনে অৱস্থা। আহ আহ মোৰ অণ্ঠ—কণ্ঠ শুকাই গৈছে (সেহাই সেহাই ক'ব)

**কাউৰী ঃ** বগলী, তোমাৰ অৱস্থাই আমাক হতাশ কৰিছে।

**বগলী ঃ** শ্ৰদ্ধাৰ পক্ষী সমাজ, আপোনালোকে মানুহবোৰক কিবা উপায়েৰে মনত পেলাই দিব-পক্ষী-পশু, গছ, তৃণ, লতা, মাছ, কাছ আদি জীৱবোৰ পৃথিৱীত পৰা এদিন বিলুপ্ত হ'ব। গতিকে আপোনালোকে নিজৰ হাতৰ কুঠাৰ নিজৰ ভৰিত নামাৰিব। আহ আহ মই আৰু কথা ক'ব নোৱৰা হৈ আহিছোঁ। আহ আহ (মৃতপ্ৰায় অৱস্থা)

**কুলি ঃ** বগলী, তোমাৰ মৃত্যুৰ সময়ত তোমাৰ এটি প্ৰিয় গীত গাই শুনাব বিচাৰিছোঁ। শুনিবানে ?

**বগলী ঃ** শুনোৱা কুলি। গোৱা, গোৱা। তোমাৰ সমধুৰ কণ্ঠত সেই গীতটো শুনিবলৈ খুউব মন গৈছে।

**কুলি ঃ** কিন্তু বগলী, তোমাৰ সেই প্ৰিয় গীতটি আগৰ দৰে হৈ থকা নাই। ইয়াৰ শব্দ আৰু অৰ্থ সম্পূৰ্ণ সলনি হ'ল। সুৰটোহে আগৰ দৰে আছে।

**কাউৰী ঃ** কুলি মই গাম। তুমিও গাবা দেই। 'বগলী এ সবাহলৈ নগ'লি কিয় ?

**(কাউৰীয়ে গায়)**

**কুলি ঃ** তেনেকৈ নহয় কাউৰী মাহী। মই গাইছোঁ, তুমিও মোৰ লগতে গাব- 'বগলী এ সভালৈ নাহিলি কিয় ? আহিছিলোঁ আহিছিলোঁ বাটতে চিকাৰীয়ে পালে। গছৰ আঁৰত লুকাব খুজিলোঁ গছবোৰো মানুহে কাটি নিলে। হাই, হাই, হাই, কোনো উপায় নাই বন্দুকৰ গুলীয়ে বুকু ভেদি যায়। মৃত্যুৱে হ'ল মোৰ শেষ আশ্ৰয়।'

**(বগলীৰ মৃত্যু হ'ল। সকলোৱে কান্দে)**

**আকাশ ঃ** প্ৰকৃতি দেখিলানে ? আমাৰ মানুহবোৰৰ এনে নিষ্ঠুৰ কাণ্ড।

**প্ৰকৃতি ঃ** সঁচাকৈয়ে, নিজকে জীৱ শ্ৰেষ্ঠ মানুহ বুলিবলৈ লাজ লাগিছে।

**আকাশ ঃ** প্ৰকৃতি, দুৰ্ভগীয়া বগলীৰ সদ্‌গতিৰ কামনা কৰি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই সমাধি দিওঁ আহাঁ।

**প্ৰকৃতি ঃ** ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাও যে, আমাৰ মাজৰ এই দয়াহীন মানুহবোৰক সুমতি দিয়ক। (আকাশে গেঞ্জী খুলি বগলীৰ গাত ঢাকি দি সমাধি থলীত প্ৰাৰ্থনা কৰে)

**প্ৰকৃতি ঃ** হে মানৱ জাতি, আপোনালোকে মনত পেলাওক, দস্যু ৰত্নাকৰৰ হৃদয়ৰ অনুভূতি। ব্যাধৰ শৰত শৰবিদ্ধ কপৌটোৰ দৃশ্যই কেনেকৈ দস্যু ৰত্নাকৰৰ হৃদয়ত সৃষ্টি কৰিছিল জীৱৰ প্ৰতি প্ৰেমভাৱ। মুখৰ পৰা ওলাই আহিছিল 'মা নিষাদ' যুগান্তকাৰী সেই শ্লোক। জন্ম হ'ল

দস্যু ৰত্নাকৰৰ পৰা মহাজ্ঞানী আদিকবি বাল্মিকীৰ।

**শ্লোক ঃ** মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ

শ্বাশ্বসী সমাঃ

যত্ কৌঞ্চমিথুনাদে কমবধীঃ

কাম মোহিতম্।।

**(শ্লোকটো গম্ভীৰ আৰু ধীৰ গতিৰে গাব লাগিব। শ্লোকৰ শেষৰ কালে 'বগলী এ সভালৈ নাহিলি কিয় ? গানটো কৰুণ সুৰত বাজি থাকিব)**

<u>সমাপ্ত</u>

শিশু একাংকিকা নাটক

# আমি আখৰা কৰিছোঁ

**নাট্যকাৰ # শ্ৰী প্ৰশান্ত কুমাৰ দাস**

**চৰিত্ৰলিপি -**

| | |
|---|---|
| ১। মানস | ২। অনুপম |
| ৩। মনোজ | ৪। মৈত্ৰেয়ী |
| ৫। নাজিতৰা | ৬। হিমাদ্ৰী |
| ৭। অমৃত | ৮। কাঞ্চন |

**মঞ্চ নিৰ্দেশনা ঃ** বিদ্যালয়ৰ সমুখত থকা এখন ফুলনি বাগিছা। মাজত স্থায়ী বেঞ্চ এখন। এটুকুৰা সৰু মুকলি ঠাই। বিদ্যালয়ৰ নাম ফলক খন দেখা যাব। "আদৰ্শ মধ্য ইংৰাজী বিদ্যালয়", আদৰ্শ গাওঁ অসম।

**চৰিত্ৰ সমূহ ঃ** ১৩–১৪বছৰ বয়সৰ ৪ জন ছাত্ৰ আৰু চাৰিগৰাকী ছাত্ৰী। পিন্ধনত বিদ্যালয়ৰ ইউনিফৰ্ম, স্কুল বেগ, ফ্লাস্ক ইত্যাদি। আঁৰ কাপোৰ আঁতৰাৰ লগে লগে এজন এজনকৈ ছাত্ৰ–ছাত্ৰী বাগিছাত প্ৰৱেশ কৰিব। নিৰ্দিষ্ট তালত এটা সংগীত চলি থাকিব। সংগীত ক্ষীণ হ'ব আৰু সংলাপ আৰম্ভ হ'ব। (Direction)

**মানস ঃ** মই আজি ফাৰ্ষ্ট বেঞ্চত বহিম। তঁহত চেকেণ্ড বেঞ্চত বহিব লাগিব।

**অনুপম ঃ** এইটো কেনেকৈ হ'ব। আজি আমি বহিম। কালি আমি লাষ্ট বেঞ্চত বহা নাছিলোনে?

**মনোজ ঃ** মানসে ঠিকেই কৈছে— আমিহে ফাষ্ট বেঞ্চতবহিম।

**মৈত্ৰেয়ী ঃ** তোমালোকে ডাঙৰকৈ কলেই হব নেকি? নীতি নিয়মো নাজানা- কালি লাষ্ট বেঞ্চত বহা কেইজন আজি ফাষ্ট বেঞ্চত বহিব। নহয়নে নাজিতৰা?

**নাজিতৰা ঃ** হয়তো। মৈত্ৰীয়ে ঠিকেই কৈছে। ৰতেশ্বনৰ নিয়ম মতেহে হ'ব।

**হিমাদ্ৰী ঃ** অ' ল'ৰাবোৰেহে নীতি নিয়ম ভাঙি অবাবত হুলস্থুল খন কৰে।

**মানস ঃ** তই তেনেকৈ নকবি দেই।

**মনোজ ঃ** এই হিমাদ্ৰী, চা ল'ৰাবোৰ বুলি তেনেকৈ নকবি। আজি কালি কি নীতি নিয়মবোৰ চলে অ'। এই বিলাক এতিয়া কোনে মানি চলেনো?

**নাজিতৰা ঃ** এই মানস তইঁতে নামানিব পাৰ আমি কিন্তু মানি চলো। অনুপম হঁতেও নীতি নিয়ম মানিহে কৰিছে।

**হিমাদ্ৰী ঃ** মই সকলো ল'ৰাৰ কথা কোৱা নাই নহয়।

**মৈত্ৰেয়ী ঃ** আমাৰ শ্ৰেণীকোঠাত কি লিখা আছে দেখা নাই জানো?

**নাজিতৰা ঃ** অ' তোমালোকে ভালকৈ পঢ়ি চোৱা নাই হ'বলা।

**মনোজ ঃ** লিখাটো বাদ দে। আমাৰ ঘৰত শংকৰদেৱ, মহাত্মা গান্ধী, জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ, আইনষ্টাইনৰ ডাঙৰ ডাঙৰ ফটো আছে। ক'তা আমাৰ ঘৰত দেখোন কোনেও তেওঁলোকৰ বিষয়ে একো কোৱা শুনা নাই।

**মানস :** সেই ডাঙৰ মানুহৰ ফটোবোৰ থাকিলে দেখিবলৈ ভাল লাগে কাৰনে আঁৰি থয় নহয় জানো মনোজ?

**মানোজ :** অ' সেই কাৰণে হ'ব পায়। মোৰ কিন্তু জাদেজা, গাঙ্গুলী, তেণ্ডুলকাৰৰ ফটোহে ভাল লাগে। (মনোজে বগৰী এটা পকেটৰ পৰা উলিয়াই খাই, এটা ক্রিকেট বল দলিওৱাৰ দৰে মানসলৈ দিয়ে) ধৰ মানস গৈছে (মানসে কেচ্ ধৰে)

**হিমাদ্রী :** মোকো এটা দে মনোজ।

**মনোজ :** তোক নিদিও। তই কিয় আমি ফাষ্ট বেঞ্চত বহিবলৈ লওতে নীতি নিয়মৰ কথা কৈছিলি।

**হিমাদ্রী :** ঠিক আছে এইবাৰৰ পৰা নকওঁ বাৰু। দেনা ভাই এটা।

**মনোজ :** হো ল' তেতিয়াহলে। এইবাৰ তই আমাৰ লগত থাকিব লাগিব, নাজিতৰাইঁতক নিদিও কিন্তু।

**নাজিতৰা :** তোমাৰ বগৰী নাখাইহে পাৰিছো।

**মৈত্রেয়ী :** আমাৰ বাৰীত ধেৰ বগৰী আছে। তোক কিমান লাগে কালিলৈ দিম নাজিতৰা চিন্তা নকৰিবি।

**মনোজ :** ধেৰ আছে কাৰণেহে আমাৰ মুখলৈ চাই জিভাৰ পানী পেলাইছ।

**নাজিতৰা :** অই চা তেনেকৈ লাজ নিদিবি। ছোৱালীয়ে বগৰী খাই ভাল পায় বুলি সকলোৱে জানে। কিন্তু লৰাই ছোৱালীৰ দৰে বগৰী খাই থাকিলে বৰ ভাল নেদেখি। কি কব মৈত্রেয়ী?

**মানস :** বগৰী অকল ছোৱালীবোৰৰ কাৰণে বুলি ক'ত লিখা আছে। হয়নে মনোজ?

**মনোজ :** অতো তাৰ কি প্রমাণ আছে।

**মৈত্রেয়ী :** তোমালোকে চোন লিখা কথা নামানায়েই। তোমালাকৰ বাবে এইবোৰ কথা লিখি কি লাভ।

**অনুপম :** হ'ব হ'ব তইঁতৰ তৰ্ক যুদ্ধখন ইমানতে সামৰিবৰ হ'ল। (দহ বজাৰ বেল পৰে) শুনিছ এল. পি. স্কুলত দহ বজাৰ বেল দিলে। এতিয়ালৈকে আমাৰ চাৰ এজনো নোলালহি, চকিদাৰ দাইও নাহিল। আজি দুৱাৰৰ তলা খোল নাখাব নেকি?

**নাজিতৰা :** শিক্ষকৰ আন্দোলন আছে হ'ব পায়।

**মৈত্রেয়ী :** আমাৰ চাৰ সকলে আৰু' মাহেকৰ দৰমহা নাপায় নহয়। ছমাহ এবছৰ লাগে বোলে।

**মনোজ :** চাৰইঁতেহে মাহেকত দৰমহা নাপায়। আমাৰ দেউতাই কিন্তু এক তাৰিখৰ আগতেই দৰমহা পায়।

**নাজিতৰা :** তঁহতৰ দেউতাৰৰ কথাই বেলেগ। কোৱা শুনিছো বোলে তঁহতৰ দেউতাৰৰ ধেৰ বাহিৰা পইছা। দৰমহা নাপালেও চিন্তা নাই।

**মনোজ :** অতো আমাৰ ঘৰত কি নাই। ফ্রিজ, কালাৰ টি.ভি. ডি. ভি. ডি চব আছে। সিদিনা দেউতাই আগৰ মাৰুতি জেনখন বিক্রী কৰি এইবাৰ বেলেগ দামী গাড়ী এখন আনিছে। মাইয়ে ক'লে মাৰুতি কাৰ, জেন, এলট্রো, চেন্ট্রো, এইবাৰ আউট ডেতেদ হ'ল। মই কিন্তু বৰ ভাল পাইছো। আৰু কি জান?

**মানস :** কি?

**মনোজ :** মোকহেনো এইবাৰ এই স্কুলৰ পৰা নি টাউনৰ ভাল স্কুলত নাম লগাই দিব।

**মানস :** বৰ ভাল হ'ব। মই টাউনলৈ গ'লে তোৰ ওচৰলৈ যামেই কিন্তু।

**নাজিতৰা :** হ'ব বাৰু থোৱা। তুমিয়েই দামী গাড়ীত উঠি টাউনৰ স্কুলত পঢ়ি ডাঙৰ মানুহ হ'বা।

**অনুপম :** আমাৰ চাৰ এতিয়ালৈকে নাহিল। কি ক'ৰ এতিয়া?

**মৈত্রেয়ী :** অ' পাহৰিছিলোৱেই পায়। আজি ছাত্র আন্দোলন আছে নহয়, আমাৰ দাদাই কৈছিল।

**নাজিতৰা :** সেই কাৰণেই আমাৰ চাৰসকল অহা নাই।

**হিমাদ্রী :** ছাত্রইহে আন্দোলন কৰিছে। চাৰইঁত আৰু' কিয় নাহিব।

**মানস :** এইকেইজনী বৰ আকৰী দেই। আমাৰ চাৰইঁতে এইবোৰ ভালেই পায়। মই কিন্তু আগলৈ চৰকাৰী স্কুলৰহে মাষ্টৰ হ'ম। মন গ'লেহে স্কুললৈ যাম। আমাৰ অমৃতৰ দেউতাকলৈ দেখা নাই জানো।

**হিমাদ্রী :** অ' হয়। অমৃতৰ দেউতাকক স্কুললৈ যোৱা নেদেখোৱাই, কোৱাহে শুনিছো তেখেত বোলে চৰকাৰী স্কুলৰ শিক্ষক।

**মনোজ :** যায়, কিয় নাযায়। স্কুললৈ যায় দেৰিকৈ, আহে সোনকালে। তইঁতে ক'ত দেখিবি।

**অনুপম :** লোকৰ কথা ইয়াত আলোচনা কৰাতো ভাল হোৱা নাই দেই। অমৃতে শুনিলে বেয়া পাব।

**মনোজ ঃ** সিও তেনেকুৱাই দে, বাপেকৰ দৰেহে, এতিয়াই নাহে।

**মানস ঃ** অমৃতো আন্দোলনত লাগিল হ'ব পায়।

**মনোজ ঃ** আমিও আন্দোলন কৰো তেতিয়াহলে। আমাৰ দাবী মানি লওঁক। (Direction) (এনেতে নেপথ্যত শ্ল'গান শুনা যাব। আমাৰ দাবী মানি লওক-ছাত্ৰ সমাজ জিন্দাবাদ জিন্দাবাদ।) (শ্ল'গান কমি যাব)

**অনুপম ঃ** আন্দোলন কৰি কি লাভ হ'ব। ছাত্ৰই আন্দোলন কৰিলে পঢ়া শুনাত ক্ষতিহে হ'ব।

**মনোজ ঃ** মস্ত লাভ হ'ব। ডাঙৰ লাভ হ'ব– নাজান' বুৰ্বক, আঁকৰা এতিয়া আন্দোলন কৰি ছাত্ৰ নেতা হ'ব, তাৰ পাছত এম. এল. এ. মন্ত্ৰী, ৰজা হ'ব।

**হিমাদ্ৰী ঃ** অ' তাৰ মানে এইয়া ৰজা মন্ত্ৰী হোৱাৰ প্ৰেক্টিচ।

**নাজিতৰা ঃ** হয়। দেউতা মায়ে কোৱা শুনিছো নহয় এতিয়া আন্দোলন কৰিলে পাছলৈ মন্ত্ৰী হয বোলে। (সকলোৱে ৰজাৰ দ'ল খেলে)

**অনুপম+ মৈত্ৰেয়ী ঃ** এইটো কাৰ দ'ল।

**সকলোৱে ঃ** ৰজাৰ দ'ল। ভাঙিবলৈ দিবানে?

**অনুপম+মৈত্ৰেয়ী ঃ** নিদিও

**সকলোৱে ঃ** কলিঅ'চ, বগিঅ'চ ধ্ৰেকেচ।

**নাজিতৰা ঃ** অ' ছাত্ৰৰ পৰা পোনে পোনে গৈ ৰজা মন্ত্ৰী হোৱা সকলো ধেকেচ।

**মনোজ ঃ** এইবোৰ সৰু ল'ৰা ছোৱালীৰ খেলহে। আমি বেলেগ খেল খেলিলে কেনে হ'ব।

**সকলোৱে ঃ** (অনুপম বাদে) ঃ বৰ ভাল হ'ব, বৰ ভাল হ'ব।

**অনুপম ঃ** আজি ক্লাছ নহয় যেতিয়া ঘৰলৈ যোৱাতোহে ভাল হ'ব। ব'লা আমি ঘৰলৈ যাওঁ।

**মনোজ ঃ** এওঁ ওলাল আক'। এই সুবিধাত খেলি লওঁ বুইছ। আমি আজি ঘৰলৈ নাযাওঁ, তুমিও যাব নোৱাৰা। কি কৰ' তইঁতে?

**সকলোৱে ঃ** ঠিক কৈছ'। খেলাটোহে ভাল হ'ব।

**মৈত্ৰেয়ী ঃ** একো নহয় অকণমান দেৰি খেলো আহা।

**অনুপম ঃ** হ'ব তেতিয়াহলে। বেছি দেৰি নহয় কিন্তু।

**(মিউজিক চলি থাকে, মিউজিকৰ তালে তালে ফুলনি বাগিচাৰ ভিতৰত থকা কাগজৰ টুকুৰা, গছৰ পাত, শিলিখা, বগাৰী গুটিবোৰ আঁতৰায়। এনেতে অমৃত আৰু কাঞ্চন সোমাই আহে।)**

**মনোজ ঃ** এই দুজন। এতিয়া...। ক'ৰ পৰা ওলালহি.. .।

**হিমাদ্ৰীঃ** অ' আমাৰ স্কুল চুটি হ'ল।

**অমৃত ঃ** অহা কথা নাছিল। আমাৰ দেউতাও স্কুললৈ যোৱা নাই। মায়ে ক'লে, তঁহতৰ স্কুল হ'ব পাৰে যা। সেয়েহে আহিলো।

**কাঞ্চন ঃ** আজি আমাৰ ঘৰৰ ওচৰৰ কোনো ল'ৰা–ছোৱালী স্কুললৈ যোৱা নাই। ময়ো নাহো বুলিহে ভাবিছিলো। অমৃতক অহা দেখিহে লৰালৰিকৈ আহিলো।

**মৈত্ৰেয়ী ঃ** চাৰহঁত নাই। ক্লাচ নহয়। গতিকে আমি এতিয়া খেলিম।

**হিমাদ্ৰী ঃ** তোমালোকেও আমাৰ লগত লগ হোৱা।

**কাঞ্চন ঃ** ইয়াত খেলাতো ভাল হ'ব জানো। স্কুল ন'হল যেতিয়া ঘৰলৈ যোৱাতোহে উচিত হ'ব।

**মনোজ ঃ** উচিত- অনুচিত বিচাৰ কৰিব নালাগে ঘৰতটো আমি সদায়েই থাকো। আজি আমি ঘৰলৈ নাযাও খেলিম।

**সকলোৱে ঃ** অ' খেলিম।

**অমৃত ঃ** বাৰু, কি খেলিম বুলি ভাবিছনো?

**কাঞ্চন ঃ** ৰজা–ৰাণী, কাবাদী, লুকা– ভাকু, ক্ৰিকেট।

**মনোজ ঃ** ধ্যেৎ, তেৰি। ক্ৰিকেট। ইয়াত। এনেকৈ ক্ৰিকেট খেলিব পাৰে নেকি?

**কাঞ্চন ঃ** নহয় অ' মুখতেআহিল কাৰণে ক'লো। আজি কালি দেখোন ক্ৰিকেটৰ বাহিৰে অন্য খেলৰ কথা (নাম) নুশুনাই হ'লো।

**মনোজ ঃ** অ' বুজিছ কাঞ্চন। ক্ৰিকেট খেলাৰ কাৰণে ঘৰত কিমান যে গালি খাব লগা হৈছে।

**অমৃত ঃ** স্কুলৰ পৰা গৈ ক্ৰিকেট খেলাৰ পিছত পঢ়িবলৈ মন নাযায়। দেখিছই নহয়,(Home-Work) নকৰাৰ বাবে। (Class)ত কি শাস্তি। [Direction)

**মনোজ ঃ** ময়ো। স্কুলৰ চুটিৰ পিছত ক্ৰিকেট খেলি আকৌ টি. ভি. খেল চাওঁ। কিমান যে ভাল লাগে। টেণ্ডুলকাৰ, গাংগুলী, আজাহাৰ, জাদেজা, বা; ৰাতি সপোনতো খেলি থকাই দেখো ভাই।

**হিমাদ্ৰী ঃ** ইণ্ডিয়া, পাকিস্থান, দক্ষিণ আফ্ৰিকা, অষ্ট্ৰেলীয়া,

নিউজিলেণ্ড, বেষ্ট ইণ্ডিজৰ খেল চাই থাকিলে মোৰ ভোকেই নালাগে।

**নাজ্জিতৰা :** মই কিন্তু এই বোৰ একো বুজি নাপাওঁ। চাৰি মাৰিলে, ছয় মাৰিলে। ইমান উইকেট, ইমান অভাৰ, ইমান ৰাণ মানুহবোৰে কৈ থকাহে শুনো।

**হিমাদ্ৰী :** তইতো ভাল বুৰ্বক। আজি কালি ক্ৰিকেট খেলৰ বিষয়ে নজনা মানুহ নাই। মানুহে শুনিলে হাঁহিবহে পাই।

**নাজ্জিতৰা :** হাঁহি থাকক। ক্ৰিকেট জানিনো কি লাভ হৈছে। অবাবত সময় নষ্ট কৰাৰ দৰে একো নহয়।

**মনোজ :** ঐ নাজ্জিতৰা, তেনেকৈ নকবি দেই, এবাৰ ক্ৰিকেটৰ সোৱাদ পালে নেৰিবি।

**নাজ্জিতৰা :** নালাগে সোৱাদ। ক্ৰিকেট সোৱাদে কি কৰিছে দেখিছো নহয়।

**সকলোৱে :** কি কৰিছে অ', কি কৰিছে।

**নাজ্জিতৰা :** মানসৰ অৱস্থা কি হ'ল, দেখা নাই।

**মনোজ :** ক'তা মানসটো ঠিকেই আছে। (Direction)

**নাজ্জিতৰা :** এইদৰে ঠিকেই থকাতো মই কোৱা নাই।

**সকলোৱে :** তেনেহ'লে কি হৈছে।

**নাজ্জিতৰা :** সিটো আমাৰ শ্ৰেণীৰ প্ৰথম ল'ৰা আছিল। মানে প্ৰথম এতিয়া তাৰ স্থান দশম। হিমাদ্ৰীও ২য় ৰপৰা গৈ অষ্টম স্থান পালেগৈ।

**কাঞ্চন :** তাৰ ঠাইত অনুপম হ'লহি প্ৰথম। কিন্তু অনুপমে ক্ৰিকেটৰ বিষয়ে জানে আৰু ভাল পায়। নহয়নে অনুপম।

**অনুপম :** হয় জানো। ভালো পাওঁ আৰু মাজে সময়ে খেলো।

**নাজ্জিতৰা :** তঁহতৰ দৰে অনুপম ক্ৰিকেটৰ বলিয়া নহয়।

**মনোজ :** ঐ নাজ্জিতৰা তেনেকৈ বলিয়া বুলি নক'বা কিন্তু।

**নাজ্জিতৰা :** অকল তোমালোকক কোৱা নাই, আৰু বহুত আছে।

**মনোজ :** তই পিছে কিমান পজিচন পালি? (তাচ্ছিল্য) মুখত যি আহে তাকে নকবি, কথা বেয়া হ'ব কিন্তু।

**নাজ্জিতৰা :** কি কথা বেয়া হ'ব। তুমি ডাঙৰকৈ ক'লেই আমি ভয় কৰিম বুলি ভাবিছা নেকি?

**অনুপম :** তোমালোকৰ কাজিয়াখন বন্ধ কৰা। ঘৰলৈ যাবৰ সময়ে হ'ব এতিয়া। কি যে তোমালোকে সাধাৰণ কথাতেই কাজিয়াখন কৰা।

**মানস :** ঠিক আছে তেনেহলে। খেল আৰম্ভ কৰোঁ।

**অমৃত :** মই কিন্তু ক্ৰিকেটৰ বাহিৰে বাকী খেল ভাল নাপাওঁ। গতিকে খেলৰ সিদ্ধান্ত তঁহতি লব লাগিব।

**অনুপম :** খেলাতকৈ নাটক এখনকে কৰোঁ, ধৰ কেনে হ'ব।

**মৈত্ৰেয়ী :** নাটক। নাটক নাই নহয় এতিয়া। কি নাটক কৰিবা?

**অনুপম :** কৰিম আৰু মনত থকা কিবা নাটক এখন। কি কৱ মনোজ, মানস।

**নাজ্জিতৰা :** বেয়া নহব। ধৰ আমি কৰিব লগা নাটক এখনৰ আখৰা।

**কাঞ্চন :** অ, আখৰা কৰিলেহে নাটক কৰিব পৰা হ'ব।

**মানস :** ভাওনা ভাল নালাগে। এইবোৰ পুৰণি হ'ল।

**মনোজ :** বাদ দিয়াহে ভাওনা। চিনেমাৰ Acting কৰিব লাগে, ধিচুম ধাচাম। (Direction)

**হিমাদ্ৰী :** এৰা ভাওনা নেলাগে দে। আজিকালি মানুহবোৰে ভাওনা চাই ভাল নাপায় দেখোন।

**কাঞ্চন :** ভাওনা নেচাই কি হ'ল। টি. ভি. ত দিয়া মহাভাৰত, শ্ৰীকৃষ্ণ, জয়—হনুমান, ওমঃ নমঃ শিৱায়, চাবলৈ ভিৰ হয়। লৰা —ছোৱালী, ডেকা—গাভৰু, বুঢ়া—বুঢ়ী কোনো বাকী নাথাকে।

**মনোজ :** হ'ব হ'ব। ভাওনা নে নাটক কৰা হ'ব ঠিক কৰা।

**মৈত্ৰেয়ী :** অনুপমে যেতিয়া কৈছিল, তুমিয়েই কোৱা কি কৰিলে ভাল হ'ব।

**অনুপম :** আচলতে সেইখন নাটকেই। নাম ঘৰতো পাতিব পাৰি আৰু মঞ্চতো পাতিব পাৰি। নাটকৰ নাম "শকুনিৰ প্ৰতিশোধ"।

**সকলোৱে :** বৰ ভাল হ'ব। বৰ ভাল হ'ব।

**মানস :** মই পঢ়িছিলো এইখন নাটক কিন্তু শকুনিৰ ভাওহে লম (শকুনিৰ অভিনয়) ইমান চেষ্টা কি অথলে যাব পাৰে। ইমান পাপ কি পৃথিৱীয়ে সহ্য কৰিব পাৰে। মোৰ আজন্ম সাধনাৰ সফলতা সৌ অদূৰত.......।

**সকলোৱে :** হ'ব। হ'ব। তোমাৰ সাধনাৰ ফলাফল বহুত দেৰিকৈ ওলাব। এতিয়া মনে মনে থাকাচোন।

**মনোজ :** মই কিন্তু এইখন নাটক। চাইছো। শকুনিৰ আগত শ্ৰীকৃষ্ণহে ওলায়। (শ্ৰী কৃষ্ণৰ অভিনয়) 'যদা যদাহি ধৰ্ম্মস্য গ্লানি ভৱতি ভাৰতে...." যেতিয়াই ধৰাত ধৰ্মৰ গ্লানি হয়।

অৰ্ধমৰ পাদুৰ্ভাব বাঢ়ে তেতিয়াই সাধুসকলৰ পৰিত্ৰাণ আৰু দুস্কৃতি কাৰি সকলৰ বিনাস সাধন কৰি ধৰ্ম সংস্থাপন কৰিবলৈ মই যুগে যুগে অৱতাৰ ধৰো।

**অমৃত ঃ** হেৰৌ, তই এতিয়া অৱতাৰ ধৰিলিয়েইনে? থ।

**মনোজ ঃ** মই কিবা সঁচাসচিঁকৈ অৱতাৰ লৈছো নেকি? কৈছোহে।

**অমৃত ঃ** নহয় কৃষ্ণ আগত সূত্ৰহে ওলায়। 'ভো ভো সভাসদ— শকুনি প্ৰতিশোধ নাটক দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰিবোল।

**মৈত্ৰেয়ী+সকলোৱে ঃ** তোমালোকে এইদৰে নাটক আৰম্ভ কৰিলে আমালৈ কি থাকিব।

**অনুপম ঃ** হ'ব বাৰু মানসে শকুনি ল'ব।

**মানস ঃ** বাৰু শকুনিয়ে কি কি কৰিব লাগিব। মই আগতে এনেয়ে পঢোহে।

**অনুপম ঃ** আমাৰ গাৱঁৰ সেই টেপুৰাম মাষ্টৰৰ দৰে হ'ব লাগিব। ইঘৰৰ বদনাম সিঘৰত কৈ। কোনে কাৰখেলত মানে, কোনে নামানে। টেপুৰাম মাষ্টৰৰ সাইলাখ অভিনয়টো কৰিব পাৰিলেই হ'ল।

**মৈত্ৰেয়ী ঃ** মনোজক দুৰ্যোধনতো দিলে ভাল হ'ব।

**সকলোৱে ঃ** ভাল হ'ব। ভাল হ'ব।

**অনুপম ঃ** ঠিক আছে। মনোজেই দুৰ্যোধন ল'ব।

**মনোজ ঃ** দুৰ্যোধন কেনেকুৱা হ'ব লাগিব।

**মানস ঃ** ৰজা। মহাৰাজ। কৌৰৱৰ ৰজা।

**অনুপম ঃ** নহয়? মানে আমাৰ গাৱঁৰ যজ্ঞেশ্বৰ বৰদেউতাৰ নিচিনা হ'ব লাগিব। ৰাইজে ৰাস্তাৰ কাৰণে মাটি এধানমান বিচাৰিছিল। ৰাইজক কিমানযে গালি পাৰিলে, মাটি একন নিদিলে। মানে মহা চিপচ।

**কাঞ্চন ঃ** ইপিনে আকৌ তেওঁ বোলে ৫০ বিঘা মান মাটি আছে।

**নাজ্জিতৰা ঃ** 'ঘৰলৈ কি চাবা যিহে অট্টালিকা। সোমাবলৈকে ভয় লাগে।'

**মৈত্ৰেয়ী ঃ** মোৰ আকৌ মানুহটো দেখিলেই ভয় লাগে।

**অনুপম ঃ** ঠিক তেনেকুৱা হ'ব লাগিব।

**মানস ঃ** অমৃত ধৃতৰাষ্ট্ৰহে ভাল হ'ব।

**অমৃত ঃ** তেওঁতি ভাল দেখি যি দিয় তাকে লম।

**মানস ঃ** তই চকু থাকিও কণা মানে অন্ধ হ'ব লাগিব।

**হিমাদ্ৰী ঃ** চকুমুদি থাকিব লাগিব। লগতে গান্ধাৰী আমাৰ মৈত্ৰেয়ী ভাল হ'ব।

**মৈত্ৰেয়ী ঃ** গান্ধাৰীয়ে কি কৰিব লাগিব।

**হিমাদ্ৰী ঃ** ধৃতৰাষ্ট্ৰৰ লগত গান্ধাৰীও চকু বান্ধি থাকিব লাগিব।

**অনুপম ঃ** তোমালোকে দেখা নাই জানো? আমাৰ গাৱঁৰ ধনঞ্জয় বৰদেউতা আৰু বৰমায়ে চকুমুদি থকাৰ কাৰণে ৰিপু আৰু দিপুদাই পঢ়াশুনা এৰি অৱস্থা কি হ'ল।

**কাঞ্চন ঃ** ৰিপুদা হেনো বৰ্তমান জেলত আছে। কৰবাত ডকাইত কৰিছিল হেনো।

**নাজ্জিতৰা ঃ** দিপুদাই মদ খাই য'তে ত'তে পৰি থাকে। ঐ অনুপম ধনঞ্জয় বৰদেউতা আৰু বৰমায়ে সঁচাকৈ চকুমুদি থাকে নেকি?

**অনুপম ঃ** নহয় অ' আঁকৰি ক'ৰবাৰ, পুতেকহঁত ক'লৈ গৈছে কি কৰিছে একো মন কাণ নিদিয়ে। সেইতোহে কৈছে।

**হিমাদ্ৰী ঃ** কাঞ্চন কুন্তি হ'ব।

**সকলোৱে ঃ** বঢ়িয়া হ'ব। বঢ়িয়া হ'ব।

**কাঞ্চন ঃ** ঠিক আছে মই কুন্তি হ'ম।

**হিমাদ্ৰী ঃ** তই ঠিক লক্ষিমী খুড়ীৰ দৰে হ'লেই হ'ব।

**অনুপম ঃ** কোন লক্ষিমী খুড়ী।

**হিমাদ্ৰী ঃ** কেলেই তোমাৰ 'মা' আকৌ।

**অনুপম ঃ** নাই নাই আমাৰ 'মা' কুন্তীৰ দৰে নহয়।

**হিমাদ্ৰী ঃ** কিয় নহয়। তোমাক কিমান মৰম কৰে। পঢ়াশুনা গুৰুত্ব দিয়ে।

**নাজ্জিতৰা ঃ** সেই কাৰণে তুমি ১ম বিভাগ পাইছা।

**অনুপম ঃ** তোমালোকে মই কি লম এতিয়ালৈকে বাচি দিয়া নাই দেখোন।

**সকলোৱে ঃ** তুমি সহদেৱ লোৱা।

**সকলোৱে ঃ** অ, বৰ ভাল হ'ব।

**অনুপম ঃ** বাৰু মই সহদেৱ লম। কিন্তু নাজ্জিতৰা আৰু হিমাদ্ৰী।

**নাজ্জিতৰা ঃ** আমাক নালাগে। আজিলৈ আমি দৰ্শক। নহ'লে নাটক কোনে চাব।

**অনুপম ঃ** পিচে আজি আমাৰ আখৰা নহ'ব। সময় বহুত হ'ল। মায়ে গালি পাৰিব। মোক খুব বেয়া পাব। মই মাৰ কথা নুশুনাকৈ থাকিব নোৱাৰোঁ। মা অকলশৰে থাকে নহয়।

মই নহালৈকে বাট চাই থাকে।

**মানস ঃ** বাদ দিয়া তোমাৰ কথা। ইমানবোৰ হ'ল যেতিয়া শকুনি আৰু সহদেৱৰ যুদ্ধখনকে কৰি যাওঁ।

**সকলোৱে ঃ** অ, শকুনি আৰু সহদেৱৰ যুদ্ধ মনতেই সামৰিম।

**মনোজ ঃ** যুদ্ধ আৰম্ভ। তঁহতি এইফালে যা।

**অমৃত ঃ** মনোজ ঃ (মুখত খোলৰ যুদ্ধ বাজনা)

**(অনুপম মানসে যুদ্ধ কৰে, যুদ্ধত অনুপম উইংছৰ ভিতৰত লুটিখাই পৰে। সকলোৱে চাই হাঁহে)**

**হিমাদ্ৰী ঃ** শকুনিহে মৰে যুদ্ধত। সহদেৱ মৰিল দেখোন।

(সকলোৱে হাঁহে। হয়, হয় সহদেৱহে মৰিল)

**অনুপম ঃ** (আঠুত ধৰি লেঙেৰাই লেঙেৰাই উঠি আহে। তেজ ওলাই, হাতেৰে টুই কান্দে)

**মানস ঃ** ভাল হৈ যাব। চিন্তা কৰিব নালাগে।

**অনুপম ঃ** (কান্দি, কান্দি) মাক মই কি বুলি ক'ম। (কৰুণ সুৰ বাজি থাকিব)

**মনোজ ঃ** মাক ক'বা। ৰাস্তাত উজুটি খাই পৰিলো।

**অনুপম ঃ** মই মিছা কথা ক'ব নোৱাৰোঁ। মই আজিলৈকে মাক মিছা কথা কৈ পোৱা নাই। (কান্দে, তেজ ওলাই) মায়ে আজি মোক কি বুলি ক'ব। মায়ে মোক বেয়া পাব। ঘৰখনত মই একমাত্ৰ ল'ৰা। দেউতা ঢুকুৱাৰ পাছৰ পৰা অশেষ কষ্ট কৰি মায়ে মোক পঢ়া-শুনাৰ ব্যৱস্থা কৰি দিয়ে। সৰুতেই দেউতাই কৈছিল পিতৃ—মাতৃৰ অবাধ্য হ'ব নালাগে, সৰুক মৰম আৰু ডাঙৰক শ্ৰদ্ধা ভক্তি কৰিব লাগে। তই ভাল মানুহ হ'ব লাগিব। মই আজি কি কৰিলো। মাৰ ওচৰত ডাঙৰ অপৰাধ কৰিলো। (কান্দে) (Direction)

**সকলোৱে ঃ** (অনুতপ্ত হৈ) অপৰাধ তই কৰা নাই অনুপম। (নাজিতৰাই **ৰুমাল এখনেৰে অনুপমৰ ভৰিত তেজ** ওলোৱা অংশটো বান্ধি দিয়ে) আজিৰ পৰা আমিও মা দেউতাৰ অবাধ্য নহওঁ। সময় মতে পঢ়াশুনা কৰিম, খেলা ধূলা কৰিম। চাৰ, বাইদেউ আৰু জ্যেষ্ঠ সকলক শ্ৰদ্ধা ভক্তি কৰিম। পৃথিৱীত মানুহ হিচাপে জীয়াই থাকিম। আমি মানুহ হ'ম। প্ৰকৃত মানুহ হ'ম। (Direction)

(পট পৰে)

<u>সমাপ্ত</u>

পৰিবেশ সংৰক্ষণ ভিত্তিক শিশু একাংকিকা নাটক

# আমাকো জীয়াই ৰাখা

**নাট্যকাৰ # প্ৰশান্ত কুমাৰ দাস**

**চৰিত্ৰলিপি ঃ**

১। চেতনা
২। মানৱ
৩। শিয়াল
৪। বাঘ
৫।হাতী
৬।সিংহ
৭। কেতেকী

(বিদ্যালয়ৰ ছাত্ৰ- ছাত্ৰীৰ এটা পিক্‌নিকৰ দল। (ষষ্ঠ, সপ্তম আৰু অষ্টম শ্ৰেণী পৰ্যায়ত) টেপত চিনেমাৰ গীত বাজি থাকিব। পিক্‌নিকৰ স্থান- অভয়াৰণ্য, পাহাৰ,জান জুৰি এক সম্পূৰ্ণ প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ ঠাই। পিক্‌নিকৰ দলৰে এগৰাকী ছাত্ৰী চেতনা আৰু ছাত্ৰ মানৱৰ মাজত আলোচনা)

সেউজী সেউজী সেউজী ধৰণী ধুনীয়া (গীত)

**চেতনা ঃ** মানৱ, সৌ পাহাৰটোলৈ চোৱাঁচোন, কিমান যে ধুনীয়া লাগিছে।

**মানৱ ঃ** অঁ, সঁচাই বৰ ধুনীয়া লাগিছে। কাষেদি জুৰি এটাও বৈ গৈছে।

**চেতনা ঃ** ব'লাচোন, আমাৰ পিক্‌নিকৰ খোৱা-বোৱাৰ আয়োজন হয় মানে পাহাৰটো আৰু জুৰিটো এবাৰ ওচৰৰ পৰা চাই আহোঁগৈ।

**মানৱ ঃ** ব'লা। প্ৰাকৃতিক সৌন্দৰ্যকে আমি উপভোগ কৰোঁ। আমাৰ স্কুলতো ছাৰ -বাইদেউসকলে পশু-পক্ষী,গছ-গছনি, জান জুৰি আদিৰ বিষয়ে আমাকতো কৈয়ে থাকে। ঠিক আছে, আজি আমি নিজে গৈ চাই আহিম। (কিছুদূৰ আগবাঢ়ি)

**চেতনা ঃ** কিযে মনোৰম দৃশ্য!

**মানৱ ঃ** মনোৰম দৃশ্যই নহয়। মনোৰম শান্তিৰ পৰিৱেশো। (এনেতে শিয়াল এটা লেঙেৰাই লেঙেৰাই আহি সিহঁতৰ আগতে উপস্থিত হ'লহি।)

**চেতনা ঃ** শিয়াল ককাই, কেনি যোৱানো?

**শিয়াল ঃ** এৰা, তোমালোকক দেখিহে এইফালে আহিলোঁ।

**মানৱ ঃ** শিয়াল ককাই, আমি প্ৰাকৃতিক দৃশ্য উপভোগ কৰিবলৈ আহিছোঁ।

**শিয়াল ঃ** বৰ ভাল কৰিলা। মই আকৌ তোমালোকক দেখি নিমন্ত্ৰণ জনাবলৈহে আহিলোঁ।

**চেতনা ঃ** কিহৰ নিমন্ত্ৰণ?

**শিয়াল ঃ** আমাৰ এই অৰণ্যখনৰ পশু-পক্ষী, গছ -লতা, জান-জুৰীবোৰ একগোট হৈ এখন ৰাজহুৱা সভাৰ আয়োজন কৰিছে।

**মানৱ ঃ** সভা! কেতিয়া হ'ব তোমালোকৰ সভা?

**শিয়াল ঃ** আজিয়েই, আৰু কিছু সময়ৰ পাছতেই হ'ব। মোক আকৌ সকলোকে নিমন্ত্ৰণ কৰিবলৈ দায়িত্ব দিছে ।ৰাইজে দিয়া দায়িত্বনো বাৰু কেনেকৈ পালন নকৰাকৈ থাকোঁ? সেয়েহে এফালৰ পৰা খবৰ দি আহি আছোঁ।

**চেতনা ঃ** শিয়াল ককাই, সভাখন ক'ত হ'ব?

**শিয়াল ঃ** (জুৰি এটাৰ ফালে আঙুলিয়াই, সৌ জুৰিটো যে দেখিছা, তাৰ সিপাৰে থকা পাহাৰটো কাষতে হ'ব। সেয়েহে এফালৰ পৰা খবৰ দি আহিছোঁ। মানুহে যাতে সহজে গম নাপায়।

**মানৱ ঃ** আমিতো মানুহ?

**চেতনা ঃ** অ', আমাক যদি তোমালোকৰ জন্তুবোৰে মাৰি পেলায়।

**শিয়াল ঃ** বাইদেউ, আমাৰ জন্তুবোৰ তোমালোকৰ মানুহবোৰৰ দৰে বিচাৰ বিবেচনা নকৰাকৈ একো কামেই নকৰে বুজিছা। মোৰ এই ভৰিটো দেখিছা। মোৰ ভৰিটো কিয় লেঙেৰা জানা?

**চেতনা ঃ** অ' মই কথাটো সুধিম বুলি ভাবিছিলোঁৱেই।

**মানৱ ঃ** কেনেকৈ, ক'ত দুখ পালা শিয়াল ককাই?

**শিয়াল ঃ** সমাজত মোৰ এটা, বদনাম আছে হাঁহচোৰ বুলি। অন্যহাতে মোৰ এটা ভাল নাম আছে ধূৰ্ত হিচাপে আৰু সকলোকৈ বুদ্ধিমান প্ৰাণী হিচাপে মানে এজন সুদক্ষ বুদ্ধিজীৱি হিচাপে।

**চেতনা ঃ** তোমাৰ আচল কথাটো কোৱা ।

**শিয়াল ঃ** অ' আচল কথাটো পাহৰিছিলোঁৱেই। সিদিনা গাঁও এখনৰ কাষত হাবি এখনত চিকাৰ বিচাৰি গৈছিলোঁ। চিকাৰ বিচাৰি বিচৰণ কৰি ভাগৰ লগাত গছ এজোপাৰ তলতে জিৰাও বুলি বহিলোঁ। টোপনি অহাত তাতে শুলোঁ। পিছে কেতিয়ানো ৰাতি পুৱাল গমকে নাপালোঁ। ৰাতিপুৱা ফুৰিবলৈ অহা মানুহ কিছুমানে খেদা -কুৰা কৰি অনাহকতে ফৰ্মুতিয়াই মোৰ এই ভৰিটো লেঙেৰা কৰিলে। সেইদিনা কথমপিহে মই প্ৰাণ লৈ পলাই সাৰিলোঁ।

**চেতনা ঃ** এৰা পাই, আমাৰ মানুহবোৰ বৰ নিষ্ঠুৰ।

**মানৱ ঃ** অনাহকতে শিয়াল ককাইক পংগু কৰিলে।

**শিয়াল ঃ** মই তোমালোকৰ কথা বতৰাৰ পৰা বুজিছোঁ, তোমালোকে আমাৰ সভাত প্ৰতিনিধিত্ব কৰিব পাৰিবা। তোমালোকৰ এখন দয়া-মমতাৰে ভৰা অন্তৰ আছে। এতিয়া মোৰ লগত ব'লা। আমাৰ সভালৈ যাওঁ।

**মানৱ-চেতনা ঃ** ব'লা তেন্তে। (তিনিও গৈ সভাস্থলীৰ ওচৰ পায়গৈ। বাঘ, সিংহ, ভালুক আদিয়ে গোজৰণি মাৰি মানৱ আৰু চেতনাক নিৰীক্ষণ কৰি আছিল)

**বাঘ ঃ** অ', আমাৰ শিয়াল ভাগিনে মানুহ-দুনুহ ইয়ালৈকে লৈ আহিছে দেখোন।

**শিয়াল ঃ** (আঁতৰৰ পৰা নমস্কাৰ জনায়) নমস্কাৰ সিংহ বৰদেউতা, বাঘ মামা, হাতী পেহা আৰু মোৰ বন্ধুসকল।

**বাঘ ঃ** ভাগিন, ইহঁতক ইয়ালৈ কিয় আনিছা? আমাৰ সভাত মানুহৰ স্থান যে নাই, তুমি নাজানা নেকি? কথাটো বিবেচনা কৰি নাচালে কিবা বিপদ হ'ব পাৰে নেকি?

**হাতী ঃ** ইয়াৰ উদ্দেশ্য, শিয়াল কটকীয়েহে বুজাই ক'ব পাৰিব। আমি অনাহকতে হুলস্থূল কৰি লাভ নাই।

**শিয়াল ঃ** (হাতযোৰ কৰি) এই অধমৰ দোষ ক্ষেমিব। মই বাকীবোৰ পশু-পক্ষীক আমন্ত্ৰণ জনাই আহোঁতে বাটতে এওঁলোক দুয়োকো লগ পালোঁ। এওঁলোকৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰাৰ পৰা মোৰ ভাব হ'ল— এওঁলোকে আমাৰ উপকাৰ সাধন কৰিব পাৰিব।

**সিংহ ঃ** শিয়াল ভতিজা, কোৱাচোন তুমি ইহঁতক আমাৰ সভালৈ অনাৰ আচল উদ্দেশ্য কি?

**শিয়াল ঃ** ভাবিলোঁ আমাৰ সভাৰ প্ৰস্তাৱ সমূহ যদি মানুহলৈ প্ৰেৰণ কৰিব নোৱাৰোঁ, তেতিয়াহলে আমাৰ শ্ৰম অথলে যাব। সকলো গালো- বালো খোলাকটিৰ তাল হ'ব। নহয় জানো সিংহ বৰদেউতা?

**সিংহ ঃ** হয়, তুমি ঠিকেই কৈছা ভতিজা।

**শিয়াল ঃ** সেয়েহে আমাৰ সভাত মানুহৰ প্ৰতিনিধিত্বৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰি এওঁলাকৰ ওপৰত বিশ্বাস ৰাখি সভালৈ মাতি আনিছোঁ।

**হাতী ঃ** তেতিয়াহ'লে আমাৰ প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰিবৰ বাবে মানুহলৈ প্ৰেৰণ কৰাৰ দায়িত্ব ইহঁতৰ হাততে দিব লাগিব।

**শিয়াল ঃ** আমাৰ হাতী পেহাইহে আচল কথাটো কৈছে।

**সিংহ ঃ** (মানৱ-চেতনাক উদ্দেশ্যি) তোমালোকৰ আমাৰ সভাৰ গোপনীয়তা ৰক্ষা কৰি প্ৰস্তাৱসমূহ মানুহক দিব পাৰিবানে?

**মানৱ-চেতনা ঃ** হয় পাৰিম। আমি তোমালোকে সমস্যাৰ বুজ ল'বলৈকে ইয়ালৈ আহিছোঁ।

**চেতনা ঃ** শিয়াল ক'কায়ে ক'লে তোমালোকে বোলে বিনা কাৰণত আমাক অন্যায় নকৰা। সেয়েহে নিৰ্ভয়ে আহিছোঁ।

**বাঘ ঃ** আমি তোমালোকক নামাৰোঁও আৰু নাখাওঁ। তোমালোকে আমাৰ সমস্যাবোৰ মানুহক জনাই এটা সু-মীমাংসা কৰি দিব লাগিব।

**সিংহ ঃ** শিয়াল ভতিজা, গঁড় বন্ধুক খবৰ নিদিলা নেকি?

**শিয়াল ঃ** দিছিলোঁ বৰদেউতা। তেওঁ কিবা কামত ব্যস্ত থাকিব লগা হোৱাত সভালৈ আহিব নোৱাৰিবও পাৰে বুলি কৈছিল। সময় পালে পলমকৈ হ'লেও আহি দেখা দিবহি বুলি কৈছে।

**হাতী ঃ** তেতিয়াহ'লে সভাৰ কাম আৰম্ভ কৰিব পৰা হ'লোঁ?

**বাঘ ঃ** অ' আৰম্ভ কৰিব লাগে। সভাপতি আমাৰ সিংহ দাদায়েই ভাল হ'ব।

**সিংহ ঃ** মোক নালাগে অ'। চেহেৰাই পাতিয়ে,শকতে আবতে একেবাৰে সভা শুৱনি সভাপতিৰ যোগ্য হাতীহে। গতিকে হাতীয়েই ভাল হ'ব। মই বাৰু থাকিম লগতে। হাতীকে

সভাপতি পাত।

**শিয়াল ঃ** এৰা আমাৰ হাতী খুৰাইদেউৰ মাতটোও ডাঙৰ। মাইক-চাইক নোহোৱাকৈ সভা ৰজন-জনাই থাকিব। একেবাৰে বঢ়িয়া হ'ব দেই। (সকলোৱে সমৰ্থন কৰে)

**কেতেকী ঃ** শ্ৰদ্ধেয় পশু-পক্ষী, গছ-লতা, জান-জুৰি, বন্ধু-বান্ধৱীসকল, আজিৰ সভাখনত সভাপতিত্ব কৰিবৰ বাবে সকলোৰে পৰিচিত সু-স্বাস্থ্যবান মাননীয় দতাল হাতীদেৱৰ নামটো প্ৰস্তাৱ কৰিলোঁ।

**শিয়াল ঃ** উক্ত প্ৰস্তাৱটি মই সাদৰেৰে সমৰ্থন কৰিলোঁ।

**কেতেকী ঃ** লগতে স্বনামধন্য সুন্দৰ কেশৰী সিংহদেৱক সভাপতিৰ কাষতে আসন গ্ৰহণ কৰিবলৈ অনুৰোধ জনালোঁ।

**হাতী ঃ** প্ৰস্তাৱ আৰু সমৰ্থন অনুযায়ী মই সভাপতিৰ আসন গ্ৰহণ কৰিছোঁ। লগতে আপোনালোকৰ একান্ত দিহা-পৰামৰ্শ আৰু সহায়-সহযোগিতা কামনা কৰিলোঁ। কাৰ্যসূচীমতে এতিয়া আছে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিব বিভিন্ন ঠাই ভ্ৰমণ কৰি অভিজ্ঞতাপুষ্ট সুন্দৰ- কণ্ঠী কেতেকী চৰায়ে।

**কেতেকী ঃ** পৰম শ্ৰদ্ধাভাজন সভাপতি মহোদয়,সমবেত পশু-পক্ষী, গছ-তৰু-লতা, জান-জুৰি -আজিৰ সভাৰ উদ্দেশ্য হৈছে- আমি জীৱ হিচাপে মানুহৰ পৰা যি অত্যাচাৰ-উৎপীড়ন ভোগ কৰি আহিছোঁ এনেদৰেই থাকিলে পৃথিৱীৰ পৰা আমি অচিৰেই লোপ পোৱাটো নিশ্চিত। জীৱ শ্ৰেষ্ঠ হিচাপে মানুহে সুবিধাটো গ্ৰহণ কৰি সিংহভাগটো তেওঁলোকৰ কৰাৰ মানসেৰে আমাৰ বাসস্থান আৰু হাবি জংঘলসমূহ কাটি মষিমূৰ কৰাৰ লগতে জীৱ হত্যা কৰি নিঃশেষ কৰাত উঠি -পৰি লাগিছে। গতিকে আমাৰ ভৱিষ্যতৰ কথা চিন্তা কৰি পৰিত্ৰাণ পোৱাৰ উপায়েৰে মানুহৰ লগত বুজাবুজি কৰিবলৈ এই সভাখনৰ আয়োজন কৰা হৈছে। সভাৰ উদ্দেশ্য ব্যাখ্যা ইমানেই।

**হাতী ঃ** সভাৰ উদ্দেশ্য আপোনাসবে ইতিমধ্যে গম পাইছে। এতিয়া আছে পক্ষীকুলৰ সমবেত সংগীত পৰিবেশন।

বনৰ চৰাই আমি বনকে সজাও
ৰঙতে আকুল হৈ বনগীত গাওঁ
সেউজীয়া বসুন্ধৰা
কিনোৰূপে মোহনীয়া
অ' সখি আহা আমি
ৰঙৰে ফাকু ছটিয়াও
বনৰ চৰাই..

**হাতী ঃ** (সভাপতিয়ে ধন্যবাদ জনাই পাছৰ কাৰ্যসূচী ঘোষণা কৰে) এতিয়া আছে উদ্দেশ্যৰ ওপৰতে আলোচনা। প্ৰথমে মোৰ কাষতে থকা বন্ধুবৰ সিংহদেৱক দুআষাৰ ক'বৰ বাবে আহ্বান জনালোঁ।

**সিংহ ঃ** (সম্বোধন কৰি) মানুহে এইটো কথা পাহৰি গৈছে যে, তেওঁলোকৰ আদিম বাসস্থান আছিল এই বনাঞ্চলসমূহ। মানুহক খাদ্য, আশ্ৰয় আৰু বিভিন্ন অভিজ্ঞতা আৰু প্ৰাকৃতিৰ লগত নিবিড় সম্পৰ্ক স্থাপন কৰিছিল এই অৰণ্যসমূহে। কিন্তু বৰ্তমান মানুহৰ অত্যাচাৰ চলিছে আমাৰ ওপৰত। এই গছজোপাই ক'ব আজি তাৰ কি অৱস্থা।

**গছ ঃ** (কান্দি কান্দি) ঃ সভাপতি মহোদয়, পশু-পক্ষী বন্ধুসকল, মোৰ আজি কেনে অৱস্থা চাওঁকচোন। এইবোৰ কুঠাৰৰ ঘাপ। চকলা-চকল কৰিলে। মোৰ সন্মুখতে গছ পুলিবোৰ টুকুৰা-টুকুৰীকৈ কাটি লৈ গ'ল। এইদৰে আমাক অধে-মধে কাটি আমাক সৰ্বনাশ কৰাৰ লগতে মানুহে নিজৰো ধ্বংস মাতি আনিছে। কি কৰিম, আমাৰতো উপায় নাই। আপোনালোকৰ পশু-পক্ষীৰ দৰে চলনৰ সেই সৌভাগ্য ভগৱানে আমাক নিদিলে, আত্মৰক্ষা কৰিবলৈ। মৃত্যুক মূৰ পাতি লৈছোঁ। আমাৰ কি দুৰ্ভাগ্য।

**কেতেকী ঃ** সভাপতি মহোদয়, চোৰাং কাঠৰ বেপাৰীয়ে দিনে-নিশাই কাঠ চোৰাংকৈ কাটি বননি উদং কৰি বহুতো মূল্যবান কাঠৰ বিলোপ ঘটাইছে।

**বাঘ ঃ** আমাৰ পশু-পক্ষীৰ আশ্ৰয় আৰু বিচৰণভূমি ঠেক কৰি পেলাই নিজৰ বিপদ নিজে চপাই লৈছে।

**কেতেকী ঃ** সভাপতি মহোদয়, মই কেইদিনমানৰ আগতে চিৰিয়াখানালৈ গৈছিলোঁ। মানুহে নিজৰ গা বচাই আমাৰ দৰে জন্তুৰ আকৃতি-প্ৰকৃতি, চলন-ফুৰণ চাই আমোদ লাভ কৰে। কিন্তু আপোনালোকে দেখিলে চকুৰ পানী ওলাব যে পশু-পক্ষীসমূহে তিল তিলকৈ কেনেকৈ মৃত্যুৰ ক্ষণ গণিছে। গুৰুদোষৰ অপৰাধী জে'লৰ কয়দীৰো এনে দশা নহয়। পৰিচালনা, অভাৱত, উপযুক্ত খাদ্যৰ অভাৱত গোটেইবোৰ শুকাই-ক্ষীণাই অৱস্থা নাইকিয়া হৈছে।

**হাতী ঃ** বাৰু আমি সকলো সমস্যা বুজিলোঁ। এতিয়া আছে সভাপতিৰ ভাষণ।

এইটো স্পষ্ট যে, আমি যুগ যুগ ধৰি মানুহৰ প্ৰতাৰণাৰ বলি হৈ আহিছোঁ। খড়গৰ বাবে গড়, দাতৰ বাবে হাতী, মাংস আৰু শিঙৰ বাবে হৰিণ, মাংস, পাখি, ঠোঁট আদিৰ বাবে পক্ষীৰ ছাল, নখ আদিৰ বাবে বাঘ, চোৰাং কাৰবাৰীৰ ধনৰ বিলাসিতাৰ বাবে গছ হোৱাৰ খাতিৰতেই আমি জীয়াই থাকিব নিবিচাৰোঁ। মানুহৰ অজ্ঞতাৰ কথা অন্যায়ৰ কথা, নিষ্পেষণৰ কথা, ভুলৰ কথা, সঁকীয়াই দি প্ৰাকৃতিক ভাৰসাম্য ৰক্ষা কৰি মানুহৰ জীয়াই ৰখাৰ

জগতে আমিও জীয়াই থাকিব বিচাৰোঁ। এই সকলো কাৰণ দৰ্শাই মানুহলৈ এটা প্ৰস্তাৱ প্ৰেৰণ কৰা হওক যে তোমালোকৰ মংগলৰ বাবে আমাকো জীয়াই ৰাখা।

সিংহ ঃ অ' সুন্দৰ হৈছে প্ৰস্তাৱটো। বৰ সুন্দৰ হৈছে।

সকলোৱে ঃ (চিএঞৰি আৰু হাত চাপৰিৰে সমৰ্থন জনায়) আমাকো জীয়াই ৰাখা।

চেতনা ঃ (হাত চাপৰি)আমি সকলো কথা বুজিলোঁ। তোমালোকক আমাৰ মানুহে যে অত্যাচাৰ -উৎপীড়ন কৰিছে এইকথা আমি উপলব্ধি কৰিছোঁ।

মানৱ ঃ আমি তোমালোকৰ এই প্ৰস্তাৱ লৈ গৈ মানুহবিলাকক চিএঞৰি-চিএঞৰি ক'ম---হে, আমাৰ বংশধৰ মানুহবিলাক, তোমালোকে ভৱিষ্যৎ জীৱনৰ পথ কিয় বন্ধ কৰিবলৈ বিচাৰিছা, জীৱ জন্তু,গছ -গছনি ধ্বংস কৰি। (এনেতে গুলীৰ শব্দ হয়-গড়ঁ সভালৈ আহোঁতে চোৰং চিকাৰীয়ে গুলী কৰে)

নেপথ্যত গঁড় ঃ (মৃত্যুৰ যন্ত্ৰণাত চিএঞৰি দৌৰি আহি) মোক বচোৱা, বন্দুকৰ গুলী মোৰ গাত লাগিছে। মই সভালৈ আহিছিলোঁ ভয়ে ভয়ে। মোৰতো আৰু দেহৰক্ষী নাই। আজি মই চোৰাং চিকাৰীৰ বলি হ'লোঁ। এইদৰে মোৰ সতীৰ্থ আৰু স্থানীয় বাসিন্দাসমূহ নিঃশেষ হ'ব লাগিছে। আঃ মই আৰু বেছিপৰ জীয়াই নাথাকোঁ। সতীৰ্থসকল, আমাৰ উত্তৰ-পুৰুষৰ ভৱিষ্যৎ নিৰাপত্তাৰ দায়িত্ব তোমালোকক চমজালোঁ। বিদায়....বিদায়....।

মানৱ ঃ গঁড় গঁড়। চোৱা চেতনা, চাই থাকোঁতেই গঁড়ে কেনেদৰে চিৰদিনৰ কাৰণে চকু মুদিলে।

চেতনা ঃ এৰা, মানুহবোৰ বৰ নিষ্ঠুৰ। কি দোষ কৰিছিল গঁড়ে? নিৰীহ প্ৰাণীটোৰ ওপৰত মানুহৰ এনে নিৰ্মম অত্যাচাৰ নহয়নে? দিয়া, দিয়া মানৱ, তাক শান্তিৰে শুবলৈ দিয়া। আজিৰে পৰা সি আৰু ভয়ে ভয়ে থাকিব নালাগে। কিন্তু এই অত্যাচাৰ নীৰৱে সহ্য কৰি থাকিবানে?

মানৱ ঃ আমি মানুহবোৰক চিএঞৰি চিএঞৰি ক'ম--- 'তোমালোকে প্ৰকৃতি জগতৰ সকলোকে শান্তিৰে জীয়াই থাকিবলৈ দিয়া। শান্তিৰে জীয়াই থাকিবলৈ দিয়া। আমাকো জীয়াই ৰাখা'।

শেষত এই সমবেত সংগীতটো শুনা যাব-

অ' আকাশ অ' বতাহ
আমাকো জীয়াই ৰাখা,
দিয়া দিয়া আমাক দিয়া
সেউজী সুবাস দিয়া।
বনৰ পশু বনৰ পক্ষী
তৰু-লতা জান -জুৰি
কিয়ে মোহনীয়া ধৰণী,
সেউজী পাহাৰৰ বুকুতে শুনো
পখীৰ মিঠা গুণ-গুণনি।
দিয়া দিয়া আমাক দিয়া।
সেউজী সুবাস দিয়া।
শ্যামলি বননি ক'ত যে প্ৰাণী
আহা ৰাখোঁ কৰি শুৱনি
আন্ধাৰ নাশি পোহৰ আনি
উজ্জ্বলাই তোলো আমি প্ৰকৃতিৰাণী
আমাৰ এই পুণ্যভূমি।

সমাপ্ত

# অন্তঃসলিলা

## নাট্যকাৰ # ভূপেন্দ্ৰনাথ হাজৰিকা

**চৰিত্ৰলিপি ঃ**

অনুজ দুৱৰা ঃ বয়স-২৫ পেছাত পুলিচ অফিচাৰ
নন্দিতা বৰুৱা ঃ বয়স - ২১/২২ খেয়ালী মনৰ ছোৱালী
ৰঘু ঃ বয়স - ৪০, নন্দিতাৰ ঘৰৰ কামকৰা মানুহ

এটা পৰিপাটি কোঠালি। এটা বুক চেল্‌ফ, এখন ডিভান, এখন পঢ়া টেবুল, চকী, এটা টেপ ৰেকৰ্ডাৰ দেখা যায়। ডিভানখনত কেইবাটাও পুতলা সজাই থোৱা দেখা যায়। কোঠাটোত টেপ ৰেকৰ্ডাৰত এটা কবিতাৰ কেছেট বাজি থাকে। নন্দিতাই একান্ত মনে শুনি থাকে। ৰঘু সোমাই আহে। নন্দিতাক কিবা কয়। নন্দিতা আৰু ৰঘু দুয়ো ওলাই যায়। টেপটো বাজি থাকে।

খন্তেক পাছতে কোঠাটোলৈ অনুজ সোমাই আহে। কোঠাটোৰ পৰিবেশত যেন অনুজ মুগ্ধ। বুক চেল্‌ফৰ কিতাপখিনি একান্ত মনে চায়। এখন সৰু কিতাপ দেখি চমকি উঠে। কিতাপখন মেলি লৈ খিৰিকিয়েদি বাহিৰলৈ চাওঁতেই নন্দিতা সোমাই আহে। নন্দিতাক দেখি অনুজ বিব্ৰত হয়। টেপটো বন্ধ কৰি দিয়ে।

**অনুজ ঃ** আপুনি।

**নন্দিতা ঃ** প্ৰশ্নটো মইহে আপোনাক কৰিম বুলি ভাবিছিলো। কাৰণ এইটো মোৰ ৰূম।

**অনুজ ঃ** মই .....

**নন্দিতা ঃ** চাওক, আপুনি কোন, আপোনাৰ নাম কি - এইবোৰ বিষয়ত মোৰ কোনো ইন্টাৰেষ্ট নাই।

**অনুজ ঃ** প্লিজ বহক।

**নন্দিতা ঃ** আপুনি মোক কিন্তু দ্বিতীয়বাৰ অপমান কৰিছে।

**অনুজ ঃ** মই!

**নন্দিতা ঃ** হয়, আপুনি।

**অনুজ ঃ** মই অপমান কৰিলো আপোনাক?

**নন্দিতা ঃ** এইখন মোৰ ঘৰ, এইটো মোৰ ৰূম, ইয়াৰ প্ৰত্যেকটো বস্তুৰ ওপৰত মোৰ অধিকাৰ আছে। অথচ মোৰ ৰূমটোতে আপুনি মোক বহিবলৈ কৈছে। এইটো কি অপমান নহয়?

**অনুজ ঃ** (আচৰিত হৈ ৰৈ থাকে) (ৰঘু সোমাই আহে)

**ৰঘু ঃ** মাজনী, চাহ খোৱাহি।

**নন্দিতা ঃ** এখেতে?

**অনুজ ঃ** মই কেতিয়াবাই খালো।

**ৰঘু ঃ** (বিতত হৈ) নাই, নাই, তেখেতে নাই খোৱা।

**অনুজ ঃ** তুমি পাহৰিলা নেকি ৰঘু, মইতো চাহ খোৱা এঘন্টাই হ'ল।

**নন্দিতা ঃ** (খঙত) ৰঘু দা, কি হৈছে এইবোৰ? কি হৈছে এইবোৰ এইখন ঘৰত? মোৰ প্ৰেজেন্টত এজন বাহিৰা মানুহে ৰাতিপুৱাৰ চাহ খালে, অথচ মই গম নাপাওঁ।

**ৰঘু ঃ** অকণমান ৰ'বাচোন মাজনী।

**নন্দিতা ঃ** মনে মনে থাকা।

**অনুজ ঃ** আচলতে দোষটো মোৰেই। মইহে চাহকাপ সোনকালে দিবলৈ ক'লো।

**নন্দিতা ঃ** আপুনি চাহকাপ খোৱাৰ কাৰণে মোৰ অকণো খং উঠা নাই। কিন্তু এইখন ঘৰৰ এটা নিয়ম আছে। এইখন ঘৰত মই যেতিয়া থাকো পুৱাৰ চাহকাপ সকলোকে মই কৰি খুৱাওঁ।

**অনুজ ঃ** ভালেই কৰে, সেইটো আপোনাৰ কৰ্তব্য।

**নন্দিতা ঃ কি ক'লে? কৰ্তব্য। মই এইবোৰ বুজি নাপাওঁ। কৰ্তব্য নহয়, অধিকাৰ। এইখন ঘৰত সেইটো মোৰ অধিকাৰ, বুজিলে?**

**অনুজ ঃ** বুজিলো মানে ঠিক—

**ৰঘু ঃ** উস্ ৰাম, আপুনি বুজিলো বুলি কওকচোন। .. বুইছা মাজনী, এখেতে সকলো বুজিছে। যোৱা চাহকাপ খোৱাগৈ। চেঁচাই হ'ল চাগৈ।

**নন্দিতা ঃ** ডেম ইয়ৰ চাহ। (খঙেৰে ওলাই যায়)

**অনুজ ঃ** হেৰি মানুহ নে বাঘহে?

**ৰঘু ঃ** হেৰি আপুনি বাৰু মোক মাৰিবলৈ ওলাইছে নেকি?

**অনুজ ঃ** কিয় কি হ'ল?

**ৰঘু ঃ** এইষাৰো কেনেবাকৈ শুনক।

**অনুজ ঃ হেৰি ছোৱালীজনীৰ (মূৰটো দেখুৱাই) এইটো অকণমান টিলা নেকি বাৰু?**

**ৰঘু ঃ** উস্, অকণমান মনে মনে থাককচোন।

**অনুজ ঃ** নহয়, মই ভাবিছো কি টাইপৰ মানুহ বাৰু।

**ৰঘু ঃ** টাইপটো ভালেই, মৰমিয়াল - সৰুৰেপৰা খুউব আদৰত উঠিল যে; তাতে সৰুতে মাক মৰা ছোৱালী।

**অনুজ ঃ** মই সোনকালে যামগৈ।

**ৰঘু ঃ** কিয় চাৰে ৰাতিহে যাবলৈ কৈ গৈছে।

**অনুজ ঃ** নাই মোৰ কথা এটা মনত পৰিল।

**ৰঘু ঃ** আপুনি চাগে ভয় খাইছে।

**অনুজ ঃ** নাই, আমোদহে পাইছো।

ৰঘু ঃ ছোৱালীজনী বৰ ভাল, মৰমিয়ালো।

**অনুজ ঃ** প্ৰমাণতো পাইছোৱেই।

**ৰঘু ঃ** এইজনী আচল নহয়, বুজিছে?

**অনুজ ঃ** কোনজনীনো আচল?

**ৰঘু ঃ** অলপ পাছতে দেখিব হাতত বৰশী লৈ গাৱঁৰ ল'ৰা - ছোৱালীগালৰ লগত ঘুৰি ফুৰিছে।

**অনুজ ঃ** পিছে থাকে বা ক'ত?

**ৰঘু ঃ** ছিলঙত। চাৰে তাইৰ কাৰণে গুৱাহাটীতো ঘৰ কিনি থৈছে- পিছে তাই গাৱঁলৈহে আহে। কালি মন গ'ল গুচি আহিল। (নন্দিতা সোমাই আহে)

**নন্দিতা ঃ** কি কথা পতা হৈছিল?

**ৰঘু ঃ তোমাৰ কথা নাই পতা দেই?**

**নন্দিতা ঃ** মোৰ কথা পাতিছা বুলিনো তোমাক কোনে ক'লে? অ' তাৰ মানে মোৰ এবছেন্সত হ'লেও মোৰ কথা পতা হৈছিল।

**অনুজ ঃ** বিশ্বাস কৰক আপোনাৰ কথা আমি একোৱেই পতা নাই।

**নন্দিতা ঃ** বিশ্বাস কৰক মযো কাকো কোৱা নাই। (ব্যঙ্গ কৰি)

**ৰঘু ঃ** মাজনী তুমিতো এখেতৰ বিষয়ে জনাই নাই।

**অনুজ ঃ** কালি মই আমাৰ চাৰ, মানে আপোনাৰ দেউতাকৰ লগত আহিলো।

**নন্দিতা ঃ** কি ক'লে? দেউতা! (ব্যগ্ৰভাৱে)..... মানে আমাৰ দেউতা আহিছে ৰঘু দা! মোক ইমান পৰ কোৱা নাছিলা কিয়?

**ৰঘু ঃ** মই মানে... ক'বলৈ সুবিধাই পোৱা নাই।

**নন্দিতা ঃ** সুবিধা লাগে? এজন বাহিৰা মানুহৰ লগত লাগি থাকিবলৈ সুবিধা কেনেকৈ পালা?

**ৰঘু ঃ** ৰ'বাচোন মাজনী।

**নন্দিতা ঃ** দেউতা ক'লৈ গ'ল?

**ৰঘু ঃ** নাই।

**নন্দিতা ঃ** নাই, নাই মানে....

**ৰঘু ঃ** কালি দেউতাহঁত আবেলিয়েই পালেহি। গধূলি আক' খবৰ আহিল যোৰহাটৰ তামুলী আংকলৰ অসুখ, দেউতা তালৈ গ'ল। তুমি আহি পাওঁতে ৰাতি হ'লতো সেই কাৰণে নক'লো।

**নন্দিতা ঃ** পুৱা কিয় নক'লা?

**ৰঘু ঃ** ক'ম বুলি ভাবিছিলো ...

**নন্দিতা ঃ** ভাবিলেই হ'বনে?

**অনুজ ঃ** (ওলাই যাবলৈ ধৰে)

**নন্দিতা ঃ** আপুনি ক'লৈ যায়?

**অনুজ ঃ** বাহিৰলৈ।

**নন্দিতা ঃ** বাহিৰলৈ!

**অনুজ ঃ** হয়।

**নন্দিতা ঃ** আপুনি যাওঁ বুলি ক'লেই যাব পাৰিব নেকি?

**অনুজ ঃ** কি ক'লে, আপুনি? যাব নোৱাৰোঁ। কিয়? কিয় যাব

নোৱাৰিম ?

**নন্দিতা :** মই কৈছো নহয় নোৱাৰে বুলি।

**ৰঘু :** ৰ'বাচোন মাজনী।

**নন্দিতা :** আউট, ওলোৱা, ওলোৱা। (ৰঘু ওলাই যায়)

**অনুজ :** (আচৰিত হৈ) মই কিয় যাব নোৱাৰোঁ।

**নন্দিতা :** মই কৈছো নহয় নোৱাৰে বুলি।

**অনুজ :** যাব নোৱাৰাৰ কাৰণ এটাতো লাগিব ?

**নন্দিতা :** লাগিব। নিশ্চয় লাগিব। ভাবকচোন কাৰণ এটা।

**অনুজ :** চাওক। (কৰ্কশভাবে) মই আপোনাৰ তলতীয়া কৰ্মচাৰী নহয় যে মই আপোনাৰ অৰ্ডাৰ মতে চলিম।

**নন্দিতা :** কি ক'লে? কৰ্মচাৰী! তলতীয়া কৰ্মচাৰী!! যাওক। আপোনাৰ য'লৈকে ইচ্ছা ত'লৈকে যাওক।

**অনুজ :** (লজ্জিতভাৱে) আপুনি বাৰু বেয়া পালে নেকি ?

**নন্দিতা :** (নিমাত)

**অনুজ :** মই বাৰু আপোনাক টানকৈ ক'লো নেকি ?

**নন্দিতা :** নাই কোৱা। শুৱলাকৈ কৈছে। আপোনালোকে কথাবোৰ বাৰু কিয় ইমান ঠেককৈ চিন্তা কৰে? আপুনি আপোনাৰ দেউতাকক কিয় সন্মান কৰে? আপোনাৰ ওপৰৱালা অফিচাৰ কাৰণে ?

**অনুজ :** মোৰ ভুল হৈছিল, মাফ কৰিব।

**নন্দিতা :** চাওক, এইবিলাক ফৰমেলিটিজ মই বেয়া পাওঁ। শুনক পৃথিৱীত মই দুটা বস্তুৱেই বেয়া পাওঁ- পুলিচ আৰু ফৰমেলিটিজ।

**অনুজ :** হোৱাট ?

**নন্দিতা :** বাৰু বাদ দিয়ক সেইবোৰ। আপুনি মোৰ আলহী, ইয়াত আপুনি মোৰ কথামতে চলিব লাগিব।

**অনুজ :** আপোনাক এটা কথা সুধিব পাৰিমনে ?

**নন্দিতা :** কি ক'লে? আপুনি মোক এটা কথা সুধিব ?

**অনুজ :** হয়।

**নন্দিতা :** তাৰ কাৰণে আপুনি মোৰ পাৰমিচন বিচাৰিছে।

**অনুজ :** হয়।

**নন্দিতা :** আপুনি মোক ঠাট্টা কৰা নাইতো ?

**অনুজ :** নাই, নাই মই আপোনাৰ পাৰমিচন বিচাৰিছো।

**নন্দিতা :** সোধক। কি সুধিব।

**অনুজ :** আপুনি বাৰু পুলিচক কিয় বেয়া পায় ?

**নন্দিতা :** বেয়া পাওঁ। মই বেয়া পাওঁ। মই তেনেদৰে কৈছিলো নেকি? (কিঞ্চিত বৈ) সম্ভৱতঃ মই ভুলকৈ কৈছিলো।

**অনুজ :** তাৰমানে ?

**নন্দিতা :** পুলিচক মই বেয়া নেপাওঁ, ঘিণ কৰোঁ।

**অনুজ :** হোৱাট!!

**নন্দিতা :** এই ফটোখন দেখিছে? এই ফটোখনৰ মানুহগৰাকীয়ে মোক পুলিচক ঘিণ কৰিবলৈ শিকাইছে। (ক্ষোভেৰে) যিমানেই এই ফটোখন দেখো সিমানেই মোৰ এই প্ৰফেচনটোৰ প্ৰতি ঘৃণা বাঢ়ি যায়। (নন্দিতা বেগেৰে ওলাই যায়)

**অনুজ :** শুনকচোন... শুনক। (ৰঘু সোমাই আহে)

**ৰঘু :** কি হ'ল? আপুনি বাৰু কিবা...

**অনুজ :** নাই, নাই মই একো কোৱা নাই।

**ৰঘু :** বুইছে, এইকেইটা দিন ঘৰত থকাই মস্কিল হ'ব।

**অনুজ :** কিয় ?

**ৰঘু :** ক'ব নোৱাৰি নহয় ক'ত বা কি কেন্না লাগে।

**অনুজ :** আচলতে ছোৱালীজনীক মই একো ধৰিব পৰা নাই।

**ৰঘু :** আপুনি কি ধৰিব এদিনত, মই জন্মৰ পৰা পায়ো ধৰিব পৰা নাই তাইক।

**অনুজ :** সম্ভৱতঃ বুজিবলৈ কোনেও যত্ন কৰা নাই।

**ৰঘু :** যত্ন কৰিবনে কি অকণমান ?

**অনুজ :** আপত্তি নাই।

**ৰঘু :** সাৱধান। বেগেজ কাপোৰ, ডেটল গোটাই থ'ব, কেতিয়া কি দলিয়াই একো ঠিক নাই। (নন্দিতা সোমাই আহে)

**নন্দিতা :** (ৰঘুৰ প্ৰতি) ভাত হ'ল ?

**ৰঘু :** নাই, বঢ়াইছোহে।

**নন্দিতা :** যোৱা। (ৰঘু ওলাই যায়)

**নন্দিতা :** সি কি কৈছিল মোৰ কথা আপোনাৰ আগত ?

**অনুজ :** নাই, একো কোৱা নাই।

**নন্দিতা :** নাই কোৱা ?

**অনুজ :** নাই, নাই কোৱা।

**নন্দিতা :** আপোনাৰ বাৰু জানিবৰ মন যোৱা নাইনে কিয় এই প্ৰফেচনটো মই বেয়া পাওঁ।

**অনুজ ঃ** (নিমাত)

**নন্দিতা ঃ** সৌ শেৱালিজোপা দেখিছে? (খিৰিকিখনৰ কাষলৈ টানি নিয়ে)

**অনুজ ঃ** আপুনি অলপ এক্সাইটেড হৈছে।

**নন্দিতা ঃ** মোৰ কথা শুনক।.. জানে, সেই শেৱালিজোপাৰ তলত মোৰ মা শুই আছে। (ক্ষোভেৰে) যি সময়ত মোৰ মা মৃত্যু-যন্ত্ৰণাত ছটফটাই দেউতাক বিচাৰি আছিল সেই সময়ত মোৰ দেউতাই কি কৰিছিল জানে? টকাৰ কাৰণে দেশপ্ৰেম বিক্ৰী কৰিব পৰা কোনোবা মন্ত্ৰীক চেলুট মাৰিবলৈ ৰাস্তাৰ কাষত নিৰ্জীৱ লাইট পোষ্ট ৰোৱা দি ৰৈ আছিল।

**অনুজ ঃ** শুনক.. প্লিজ.... মই....

**নন্দিতা ঃ** জানে, ডিউটি শেষ কৰি দেউতা যেতিয়া ঘৰলৈ আহিছিল মোৰ মা সৌ শেৱালিজোপাৰ তলত গাত বগা কাপোৰ এখন লৈ শুই আছিল। (কান্দে)

**অনুজ ঃ** শুনকচোন, প্লিজ নাকান্দিব।

**নন্দিতা ঃ** তেতিয়াৰ পৰাই ঘিণ কৰিবলৈ ল'লো এই প্ৰফেচনটোক। বুকুৰ ভাষা নুবুজা এটা চাকৰি ...।

**অনুজ ঃ** আপুনি ভুল কৰিছে। পুলিচৰ আন এটা নাম ত্যাগো হ'ব পাৰে।

**নন্দিতা ঃ** আপুনি আমনি পাইছে নহয়? আপুনি বাৰু পুলিচ খুউব ভাল পায় নেকি?

**অনুজ ঃ** কোনে ক'লে?

**নন্দিতা ঃ** নহয়, মই মন কৰিছো পুলিচৰ প্ৰতি যেন আপোনাৰ এটা দৰদ আছে।

**অনুজ ঃ** দৰদ নহয়, আচলতে ক'ব পাৰে অহৈতুক প্ৰীতি বুলি। (সুৰ সলাই) এই কিতাপবোৰ আপোনাৰ।

**নন্দিতা ঃ** কিয় কিবা সন্দেহ হৈছে নেকি?

**অনুজ ঃ** প্ৰায়বিলাকেই কবিতাৰ কিতাপ।

**নন্দিতা ঃ** মোক দেখিলে সম্ভৱতঃ কবিতা পঢ়া, কবিতা ভালপোৱা ছোৱালী যেন নালাগে নহয়?

**অনুজ ঃ** নাই, নাই কিয় হ'ব। আচলতে আপোনাৰ লগত কথা পাতিলে আপোনাকে এটা কবিতা কবিতা লাগে।

**নন্দিতা ঃ** হ'ব, হ'ব। মই কবিতাৰ মাজত মাক বিচাৰি পাওঁ।

**অনুজ ঃ** (আচৰিত হৈ চাই থাকে)

**নন্দিতা ঃ** মোৰ মাৰ অস্বাভাৱিক মৃত্যুৰ পাছত মোক সহানুভূতি জনাবলৈ অহা এজন চাৰে ৰবীন্দ্ৰনাথৰ এফাঁকি কবিতা গাইছিল- "মৰণ ৰে তুহু শ্যাম সমান....'

**অনুজ ঃ** পিছে সেইজন ৰবীন্দ্ৰনাথেই কি কৈছে জানে - "মৰিতে চাহিনা এই সুন্দৰ ভুৱনে।"

**নন্দিতা ঃ** (আচৰিত হৈ) আৰে আপুনিও কবিতা পঢ়ে। আপোনাক দেখিলে কিন্তু ...

**অনুজ ঃ** কোনোবা দোকানৰ আগত প্ৰেমিকালৈ অপেক্ষা কৰি থকা ৰোমিঅ' যেন লাগে নহয়?

**নন্দিতা ঃ** নিলাজ! (অন্তৰঙ্গ ভাৱে) জানে, এই ৰুমটোত ৰঘুদা আৰু দেউতাৰ বাহিৰে মই কাকো সোমাবলৈ নিদিওঁ। এইখন মোৰ নিজা পৃথিৱী। ইয়াত কেৱল মই থাকোঁ।

**অনুজ ঃ** (ঈষৎ হাঁহি) আপোনাৰ পৃথিৱীখনত কিন্তু এইবাৰ ময়ো অনুপ্ৰৱেশ কৰিলো।

**নন্দিতা ঃ** (ব্যঙ্গভাৱে) তাৰ কাৰণে ইমান সুখী হোৱাৰ কোনো প্ৰয়োজন নাই।

**অনুজ ঃ** চাওক মিছ, মোক সুখী হ'বলৈ আনৰ পৃথিৱী এখনৰ প্ৰয়োজন নাই। মোক সুখী কৰিব পৰাকৈ মোৰো এখন নিজা পৃথিৱী আছে।

**নন্দিতা ঃ** থাকিব পাৰে। (হঠাৎ আন্তৰিকতাৰে) আপুনি কাৰোবাক ভাল পায়?

**অনুজ ঃ** পাওঁ।

**নন্দিতা ঃ** পায়?

**অনুজ ঃ** মোৰ মা দেউতা ..ঘৰখন।

**নন্দিতা ঃ** (উৎসুক হৈ ) আৰু? আৰু কাক ভাল পায়?

**অনুজ ঃ** পাহাৰ, নদী...

**নন্দিতা ঃ** (অধিক ব্যগ্ৰতাৰে) আৰু, আৰু কাক ভাল পায়?

**অনুজ ঃ** এতিয়াও পোৱা নাই — এইবাৰ পাম।

**নন্দিতা ঃ** (অনুজৰ মুখলৈ চাই থাকে) ভাল পাব ? কাক?

**অনুজ ঃ** ধৰি লওক... আপোনাক।

**নন্দিতা ঃ** (ৰুমটোত সজাই থোৱা পুতলাবোৰ পাগলৰ দৰে অনুজৰ গালৈ দলিয়াই ) ৰঘু দা, ৰঘু দা.....

**অনুজ ঃ** প্লিজ, প্লিজ আপুনি মোৰ কথা শুনকচোন।

**নন্দিতা ঃ** (চিঞৰি) ৰঘু দা, ৰঘু দা....

**অনুজ ঃ** আপুনি মোৰ কথাতো.....

**নন্দিতা ঃ** (চিএঞৰি) ৰঘু দা, ৰঘু দা... (খৰখেদাকৈ ৰঘু সোমাই আহে)

**ৰঘু ঃ** মাজনী।

**নন্দিতা ঃ** (খঙত ) কি হৈছে, কি হৈছে এইবোৰ..

**ৰঘু ঃ** কোনবোৰ?

**নন্দিতা ঃ** মোক সুধিছা কোনবোৰ! এইখন ঘৰত দুটা গেষ্ট ৰুম নাই?

**ৰঘু ঃ** আছে।

**নন্দিতা ঃ** তেনেহ'লে এই মানুহজন মোৰ ৰুমত কেনেকৈ সোমাল?

**ৰঘু ঃ** ৰ'বাচোন মাজনী।

**নন্দিতা ঃ** কিয় ৰ'ব লাগে, চব অপদাৰ্থ.... তোমালোক চব। (নন্দিতা বেগেৰে ওলাই যায়)

**ৰঘু ঃ** হেৰি আপুনি বেয়া নাপাব বুইছে।

**অনুজ ঃ** হেৰি মনে মনে থাককচোন। ...একেবাৰে চিৰিয়াখানাত থকাৰ নিচিনা লাগিছে।

**ৰঘু ঃ** মৰিবও, মাৰিবও বুইছে। নিজেও মৰিব, মোকো মাৰিব।

**অনুজ ঃ** ধেৎ এনেকে মানুহ থাকিব পাৰেনেকি? ভাত নাখাওঁ। যাওঁগৈ। চাৰক আহিলে ক'ব। নমস্কাৰ। (যাবলৈ ধৰে) (নন্দিতা সোমাই আহে)

**নন্দিতা ঃ** ৰঘু দা, তোমাৰ এই স্বভাৱটো কেতিয়া যাব?

**ৰঘু ঃ** স্বভাৱ। কোনটো?

**নন্দিতা ঃ** তোমাৰ এই লেক্‌চাৰ মৰা স্বভাৱটোৰ কথা কৈছোঁ।

**ৰঘু ঃ** এখেতে ৰ'বলৈ কোৱাতহে ৰ'লো।

**নন্দিতা ঃ** আপুনি ৰ'বলৈ কৈছিল ! অ' তাৰমানে মোতকৈ তাৰ লগত কথা পাতিহে বেছি ভাল লাগে। ( অভিমান কৰি) ঠিক আছে, তাৰ লগতে কথা পাতক। (হঠাৎ ৰঘুক) মোৰ বিষয়ে কি কৈছিলা কোৱা।

**ৰঘু ঃ** মই কোৱা নাই, তেখেতেহে..

**নন্দিতা ঃ** যোৱা। ( ৰঘু ওলাই যায়)

**অনুজ ঃ** মই আপোনাৰ ওচৰত ক্ষমা বিচাৰিছো।

**নন্দিতা ঃ** কিয়?

**অনুজ ঃ** অথনি মই আপোনাক তেনেকৈ ক'ব নালাগিছিল।

**নন্দিতা ঃ** কেনেকৈ? ... অ' ভালপোৱা হাঃ হাঃ (খিল্‌খিল্‌াই হাঁহি থাকে)

**অনুজ ঃ** আপুনি বাৰু কিয় হাঁহিছে?

**নন্দিতা ঃ** বহুত দিনৰ মূৰত হাঁহিছো বুজিছে। মই জানো, আপুনি মোক বেয়া পাইছে...

**অনুজ ঃ** নাই, নাই।

**নন্দিতা ঃ** আপুনি অস্বীকাৰ কৰিলেও জানো, ফাকি দি লাভ নাই।

**অনুজ ঃ** আপুনি মোক সোধা কথাখিনি মই আপোনাক সুধিব পাৰোনে?

**নন্দিতা ঃ** কি কথা?

**অনুজ ঃ** আপুনি কাৰোবাক ভাল পাইনে বুলি?

**নন্দিতা ঃ** নোৱাৰে।

**অনুজ ঃ** কিয়?

**নন্দিতা ঃ** প্ৰয়োজন নাই।

**অনুজ ঃ** আছে। মোৰ আছে।

**নন্দিতা ঃ** কি? আপোনাৰ আছে? কিয় থাকিব? আপুনি কি বিশেষ মানুহ?

**অনুজ ঃ** এক মিনিট মিছ, আপুনিও কোনো বিশেষ নাৰী নহয়, যাক পৃথিৱীৰ কোনো পুৰুষে বুজিব নোৱাৰিব।

**নন্দিতা ঃ** (খঙত) আপুনি সীমা পাৰ হৈ গৈছে।

**অনুজ ঃ** আপুনি কিহৰ সীমাৰ কথা কৈছে?

**নন্দিতা ঃ** আপোনাৰ ব্যৱহাৰৰ।

**অনুজ ঃ** ধন্যবাদ। মই এতিয়া যাব পাৰো।

**নন্দিতা ঃ** ক'লৈ?

**অনুজ ঃ** বাহিৰলৈ।

**নন্দিতা ঃ** আপুনি মোক বেয়া পাইছে ?

**অনুজ ঃ** মোৰ ব্যৱহাৰৰ ওপৰত কোনোবাই সন্দেহ প্ৰকাশ কৰিলে তেনে ঠাইত মই নাথাকো।

**নন্দিতা ঃ** ঠিক আছে, কথাযাৰ উঠাই লৈছো, হ'লতো।

**অনুজ ঃ** আপোনাৰ বাৰু ইমান খং কিয় উঠে?

**নন্দিতা ঃ** খং মোৰ বন্ধু।

**অনুজ ঃ** হোৱাট? আজি এটা নতুন কথা শুনিলো।

**নন্দিতা ঃ** কিয় সাপো জানো মানুহৰ বন্ধু নহয়?

**অনুজ ঃ** হয়।

**নন্দিতা ঃ** সাপ যদি মানুহৰ বন্ধু হ'ব পাৰে, খং কিয় নোৱাৰিব?

**অনুজ ঃ** সকলো কথা যুক্তিৰে বিচাৰ কৰিবলৈ নাযাব।

**নন্দিতা ঃ** ময়ো জানো। সম্ভৱতঃ সেইবাবেই মোৰ খং উঠে।

**অনুজ ঃ** আপোনাক মই বুজিব পৰা নাই।

**নন্দিতা ঃ** হিমালয় পৰ্বত দেখিছে?

**অনুজ ঃ** হয়।

**নন্দিতা ঃ** তাত মানুহ উঠা নাই?

**অনুজ ঃ** উঠিছে।

**নন্দিতা ঃ** তাৰ ৰহস্য উদ্‌ঘাটন কৰা নাই?

**অনুজ ঃ** কৰিছে।

**নন্দিতা ঃ** মইতো এজনী মানুহহে, সাধাৰণ মানুহ। অথচ আপুনি কৈছে মোক বুজিব পৰা নাই।

**অনুজ ঃ** আচৰিত!

**নন্দিতা ঃ** কি?

**অনুজ ঃ** আপুনি, ... আপোনাৰ কথাবিলাক।

**নন্দিতা ঃ** আপোনাৰ দৃষ্টিৰে যদি কাৰোবাক আপুনি আচৰিত দেখে, বেলেগ দেখে, মোৰ ক'ব লগা একো নাই।

**অনুজ ঃ** বাদ দিয়ক, বাদ দিয়ক। এই কিতাপবোৰ, এই গোটেইবোৰ কিতাপ...

**নন্দিতা ঃ** হয়, সেই গোটেইবোৰ মোৰ।

**অনুজ ঃ** নাই, সেইটো কোৱা নাই, মই সেইটো বুজিছো। এই গোটেইবোৰ কিতাপ আপুনি পঢ়িছে?

**নন্দিতা ঃ** (ব্যঙ্গ কৰি) নহ'লে কি এই কিতাপবোৰ মই সজাই থ'বলৈ আনিছো বুলি ভাবিছে নেকি?

**অনুজ ঃ** মইতো তেনেদৰে কোৱা নাই।

**নন্দিতা ঃ** নক'লেওতো ভাবিছে।

**অনুজ ঃ** আপোনাৰ এই গোটেই কিতাপবোৰৰ মাজত কিন্তু এজন নতুন কবিৰ কিতাপেই বেছি। সম্ভৱতঃ তেখেত আপোনাৰ প্ৰিয় কবি?

**নন্দিতা ঃ** কাৰ কথা কৈছে?

**অনুজ ঃ** এই যে অনুজ দুৱৰা।

**নন্দিতা ঃ** অ' আছিল, এতিয়া নহয়।

**অনুজ ঃ** তাৰ মানে!

**অনুজ ঃ** মানে এসময়ত তেওঁ মোৰ প্ৰিয় কবি আছিল, এতিয়া নহয়।

**অনুজ ঃ** কাৰণ?

**নন্দিতা ঃ** কাৰণ তেওঁ পুলিচত চাকৰি কৰে।

**অনুজ ঃ** কি? এজন পুলিচ হ'লেই কি তেওঁ কবিতা লিখিব নোৱাৰিব?

**নন্দিতা ঃ** সেইটো আপোনাক কোনে ক'লে?

**অনুজ ঃ** তেনেহ'লে আপুনি তেওঁক অস্বীকাৰ কৰিব কিয়?

**নন্দিতা ঃ** কাৰণ তেওঁ এজন ঘোচখোৰ পুলিচ অফিচাৰ হ'ব পাৰে।

**অনুজ ঃ** নোৱাৰে।

**নন্দিতা ঃ** আপুনি কেনেকৈ ক'লে নোৱাৰে বুলি?

**অনুজ ঃ** আপুনি কেনেকৈ ক'লে পাৰে বুলি?

**নন্দিতা ঃ** সাধাৰণতে পুলিচৰ ওপৰত মানুহৰ তেনেকুৱা ধাৰণা এটা আছে।

**অনুজ ঃ** কি ক'লে, ধাৰণা? ধাৰণা কি যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত।

**নন্দিতা ঃ** নাজানো। মুঠতে এই বিষয়ৰ ওপৰত মই কোনো কথা পাতিব নিবিচাৰোঁ।

**অনুজ ঃ** তাৰ মানে আপুনি পলাব বিচাৰিছে।

**নন্দিতা ঃ** মই? শুনক পলায়ন বুলি কোনো শব্দ মোৰ অভিধানত নাই।

**অনুজ ঃ** আপুনি পলাইছে, আপুনি আপোনাৰ জীৱনৰ পৰা পলাইছে।

**নন্দিতা ঃ** হোৱাট! তাৰমানে মই কি মৃত?

**অনুজ ঃ** য়েছ, শাৰীৰিকভাৱে জীৱন্ত হ'লেও মানসিকভাৱে আপুনি মৃত।

**নন্দিতা ঃ** কি? কি ক'লে আপুনি?

**অনুজ ঃ** আপুনি যি শুনিছে।

**নন্দিতা ঃ** ষ্টপ্ ইট।

**অনুজ ঃ** অ' আপুনি নিজকে আনৰ পৰা বিচ্ছিন্ন কৰি জীয়াই থাকিব খোজা এটা মৃত মনৰ জীয়া শৰীৰ। (নন্দিতা খঙেৰে ওলাই যাবলৈ ধৰে)

**অনুজ ঃ** ৰ'ব, আপোনাক মই দুটামান কথা ক'ম।

**নন্দিতা ঃ** মই শুনিব নোখোজো।

**অনুজ ঃ** আপুনি শুনিবই লাগিব।

**নন্দিতা ঃ** আপুনি মোক কি বুলি ভাবিছে?

**অনুজ ঃ** যি কোনো চুইচত হাত দিলেই চৰ্ট কৰিব পৰা এখন নেকেদ চুইচ ব'ৰ্ড বুলি।

**নন্দিতা ঃ** কি?

**অনুজ ঃ** নিচিএৰিব। বহক। আপুনি, আপুনি অনুজ দুৱৰাক... আই মিন, কবি অনুজ দুৱৰাক চিনি পায়?

**নন্দিতা ঃ** নাপাওঁ।

**অনুজ ঃ** চিনি পোৱাই নহয়, তেওঁক আপুনি ভালো পাইছিল।

**নন্দিতা ঃ** নাই, নাই... মিছা কথা।

**অনুজ ঃ** অনুজ দুৱৰালৈ আপুনি সপ্তাহে সপ্তাহে এখনকৈ চিঠি লিখিছিল....

**নন্দিতা ঃ** (আচৰিত হৈ) আপুনি, আপুনি কেনেকৈ জানিলে?

**অনুজ ঃ** মই অনুজৰ বন্ধু, ধৰি লওঁক তাৰ মই ছাঁ। তাৰ সকলো কথা মই জানো।

**নন্দিতা ঃ** কি? মিছা। মিছা কথা।

**অনুজ ঃ** সঁচা কথা, আৰু ইয়াৰ বাবে দায়ী আপুনি। যিদিনাই আপুনি তাৰ ভালপোৱাক প্ৰত্যাখ্যান কৰিলে....

**নন্দিতা ঃ** নাই কৰা, নাই কৰা, মই মাত্ৰ অভিমান কৰিছিলো...

(অনুজে আচৰিত হৈ চাই থাকে)

নন্দিতা ঃ মই তেওঁৰ কবিতাৰ যোগেদি তেওঁৰ প্ৰেমত পৰিছিলো। তেওঁক কিন্তু মই কোনোদিন দেখা নাছিলো। এদিন তেওঁ মোলৈ লিখিছিল, তেওঁ বোলে পুলিচৰ চাকৰি পাইছে। মই হাক দিলোঁ। এদিন গম পালো তেওঁ চাকৰিত জইন কৰিলে। অভিমানত তেওঁলৈ মই লিখিলো তেওঁ যেন মোৰ জীৱনৰ পঁৰা আঁতৰি যায়।

অনুজ ঃ ... আৰু সি তাৰ কথা ৰাখিলে। এদিন সি আপোনালৈ এটা কবিতা পঠিয়ালে - " হৃদয় যেতিয়া নদী হয়/ তাত প্ৰেমবোৰ ঢৌ হৈ বয়/কবিতাৰ নাৱত বহি/দুয়ো তাত উটি ফুৰো/গীত গাই যোৱা চৰাইজাকে সোধে/ধুমুহা আহিছে নেকি/তহঁতৰ হৃদয় নদীতো।"

নন্দিতা ঃ এইবোৰ আপুনি কেনেকৈ জানিলে?

অনুজ ঃ তাৰ মই বৰ ভাল বন্ধু আছিলো। ... মিছ বৰুৱা, অনুজ নামৰ সেই ল'ৰাটোক আপুনি নুবুজিলে, সি কিয় পুলিচৰ চাকৰি কৰিলে তাকো নাভাবিলে। তাৰ শৈশৱত সি হয়তো কোনোদিন দুয়ো সাজ ভাত খাই নাপালে। জীৱনত সি ডাঙৰ উৎসৱ এটাই পায়- বানপানী। আৰ ঘৰে, তাৰ ঘৰে ডাঙৰ হৈ সি গ্ৰেজুৱেচন ল'লে। কবিতাৰ পোক অনুজে এদিন কবিতা ভালপোৱা এজন পুলিচ অফিচাৰৰ অনুগ্ৰহত এটা চাকৰিও পালে— কিন্তু সি...

নন্দিতা ঃ প্লিজ আৰু নক'ব।

অনুজ ঃ সৰুৰে পৰা কাৰো মৰম নোপোৱা অনুজে আপোনাৰ মৰমবোৰ পাই সকলো পাহৰি পেলাই ছিল। কিন্তু আপোনাৰ চিঠিখন পাই..... জানে, সি বৰ জেদী আছিল।

নন্দিতা ঃ ময়ো বৰ অভিমানী আছিলো।

অনুজ ঃ তাৰ আত্মহত্যাৰ কাৰণো সেইটোৱেই। (অনুজ ভিতৰলৈ সোমাই যায়)

নন্দিতা ঃ ৰঘু দা, ৰঘু দা। (ৰঘু সোমাই আহে) গোঁসাই ঘৰত এগছ চাকি দিব লাগিব।

ৰঘু ঃ চাকি। কিয় মাজনী?

নন্দিতা ঃ মোৰ এজন বৰ আপোন মানুহ ঢুকোৱাৰ বাবে অ'।

ৰঘু ঃ তোমাৰ লগৰতো মই চবকে চিনি পাওঁ। কোন?

নন্দিতা ঃ তেওঁৰ নাম তুমি জানিব নালাগে। শুনাচোন, এখেত ক'লৈ গ'ল?

ৰঘু ঃ গেষ্ট ৰুমত সোমাইছে। তেওঁৰ কাপোৰ-কানিবোৰ তাতহে আছে। কাপোৰ সলাইছে নেকি?

নন্দিতা ঃ তেখেতক ভাত খাই যাবলৈ ক'বা।

ৰঘু ঃ তুমিনো নোকোৱা কিয়?

নন্দিতা ঃ মই ক'ব নোৱাৰিম। (কান্দে)

ৰঘু ঃ আৰে তুমি দেখোন কান্দিছা।

নন্দিতা ঃ তুমি যোৱাচোন ৰঘুকাই। (ৰঘু ওলাই যায়। পুলিচ ইউনিফৰ্মত অনুজ সোমাই আহে।)

অনুজ ঃ মই যাওঁ।

নন্দিতা ঃ (খং আৰু আচৰিত হৈ) আপুনি!

অনুজ ঃ মাফ কৰিব, ময়ো আপোনাৰ দেউতাকৰ দৰেই এজন পুলিচ অফিচাৰ। আপোনাক মই এটা ৰিকুৱেষ্ট কৰিছো। মিছ বৰুৱা, পুলিচৰ প্ৰতি থকা মনোভাবতো সলনি কৰক। এই খাকী কাপোৰৰ তলতো পুলিচবোৰৰ যে এখন অন্তৰ থাকে সেই সত্যটো মানি লওক। অনুজৰ যি দৰে... ( এই সংলাপটি অনুজে নন্দিতালৈ পিঠি দি কয়? নন্দিতাই যেন অনুজৰ কথাবোৰ অনুধাৱন কৰিব পাৰিছে তেনে ভাব ফুটি উঠিব)

নন্দিতা ঃ প্লিজ অনুজৰ কথা আৰু নুলিয়াব।.... আকৌ কেতিয়া আহিব?

অনুজ ঃ আহিম জানো?

নন্দিতা ঃ আহিব। প্লিজ, মোৰ বৰ খং উঠিছে অনুজৰ ওপৰত। কিয় মোৰ অভিমানখিনি বুজিবলৈ যত্ন নকৰিলে।

অনুজ ঃ মোৰ এটা অনুৰোধ ৰাখিব?

নন্দিতা ঃ কওক।

অনুজ ঃ অনুজৰ কিতাপখিনি মোক দি দিয়ক। তাৰ বস্তুবোৰ কোনোবাই এনেদৰে অৱজ্ঞা কৰিলে মোৰ বৰ দুখ লাগে।

নন্দিতা ঃ আপুনি অনুজক ইমান ভাল পায়? (অনুজ ঘূৰি দিয়ে। তাৰ নামটো দেখি উচপ খাই উঠে।)

নন্দিতা ঃ আপুনি, আপুনি অনুজ দুৱৰা। আপুনি...

অনুজ ঃ প্লিজ, মই অনুজ দুৱৰা হয়, কিন্তু আপুনি ভালপোৱা অনুজ দুৱৰাজন নহয়। মই পুলিচ অনুজ দুৱৰা। কবি অনুজ দুৱৰাৰ কেতিয়াবাই মৃত্যু হৈছে।

নন্দিতা ঃ নাই তেনেকৈ নক'বা। তুমি লিখিব লাগিব। তুমি মৰিব নোৱাৰা।

অনুজ ঃ নাই নন্দিতা, মই যিকোনো এজন হৈহে জীয়াই থাকিব পাৰিম।

নন্দিতা ঃ তুমি মোৰ ওপৰত অভিমান কৰিছা।

অনুজ ঃ নাই, অভিমান কৰিব নাজানো কাৰণেইতো মই নিজেই মোৰ পৃথিবীখনৰ পৰা আঁতৰি গৈছো।

নন্দিতা ঃ আৰু যোৱাৰ লগে লগে মোৰ পৃথিবীখনৰো সমস্ত সেউজীয়াখিনি যে শেষ কৰি থৈ গৈছা তুমি জানা?

অনুজ ঃ নন্দিতা, মই যাওঁ। যাত্ৰাকালত আমি বহু যাত্ৰীকেই লগ

পাওঁ। কিন্তু সকলোকে জানো মনত ৰাখিব পাৰো। ধৰি লোৱা তোমাৰ যাত্ৰাকালত লগ পোৱা মই তেনেকুৱা এজন যাত্ৰীয়েই আছিলো।

নন্দিতা : নাই নাই, তেনেকৈ নক'বা.. গন্তব্য স্থানলৈকে একেলগে যোৱা এজন যাত্ৰী হিচাপে মই তোমাক বিচাৰো অনুজ।

অনুজ : মই যাওঁ, নন্দিতা।

নন্দিতা : ক'লৈ?

অনুজ : ঘৰলৈ।

নন্দিতা : ঘৰ।

অনুজ : ওঁ, মোৰ নিজৰ ঘৰলৈ।

নন্দিতা : কিমান দূৰ?

অনুজ : বহুদূৰ। কিছু দূৰ গাড়ীৰে..... তাৰ পিছত নাৱেৰে... তাৰ পিছত খোজকাঢ়ি....

নন্দিতা : ভাগৰ নালাগিব?

অনুজ : ওঁহো।

নন্দিতা : আকৌ কেতিয়া আহিবা?

অনুজ : আহিম জানো?

নন্দিতা : তুমি আহিবই লাগিব, অনুজ। কোৱা কেতিয়া আহিবা?

অনুজ : কাকো সোমাবলৈ অনুমতি নিদিয়া তোমাৰ অকলশৰীয়া এই পৃথিৱীখনত যিদিনা তুমি মোক বিচাৰিবা।

(অনুজ আৰু নন্দিতা ক্ৰমশঃ কাষ চাপি আহে। বন্ধু সোমাই আহে। দুয়োকে তেনেদৰে দেখি হাঁহে। টেপ ৰেকৰ্ডাৰটো লগাই দিয়ে। কবিতাটো পুনৰ বাজে।)

<u>সমাপ্ত</u>

# একোৱেৰিয়ামৰ মাছ

**নাট্যকাৰ # দেৱজিৎ গগৈ**

**চৰিত্ৰসমূহ ঃ**

১। তগৰ ঃ মনবৰৰ বিধৱা পত্নী , বয়স : ৪১ বছৰ।
২। ধন ঃ তগৰৰ পুতেক , বয়স : ১০ বছৰ।
৩। পাভৈ ঃ বাখৰৰ পত্নী : বয়স ৩৫ বছৰ।
৪। বাখৰ ঃ তগৰৰ দেওৰেক, পাভৈৰ পতি, হোজা-সৰল খেতিয়ক, বয়স · ৩৮ বছৰ।
৫। গাঠী মহাজন ঃ সুৱাগপুৰ গাঁৱৰ ধনী ব্যৱসায়ী, বয়স : ৬৫ বছৰ।
৬। কণ্ঠীৰাম গাওঁবুঢ়া ঃ সুৱাগপুৰ গাঁৱৰ গাওঁবুঢ়া, বয়স: ৬৪ বছৰ।
৭। ভোদাই ঃ বাখৰৰ বন্ধু তথা এজন সমাজ সচেতন যুৱক, বয়স : ৩৭ বছৰ।
৮। গোলাপ মাষ্টৰ ঃ সুৱাগপুৰ গাঁৱৰ এম. ভি. স্কুলৰ শিক্ষক (চহৰৰ পৰা অহা), বয়স : ৪৩ বছৰ।

**(সময় - আহাৰ মাহ, সাঁজ লাগি ভাগিবলৈ তেতিয়াও ভালেখিনি সময় বাকী, তগৰে চোতাল সাৰি থাকে, পুতেক, ধন খেলা- ধুলা কৰি বাহিৰৰ পৰা আহে, আহিয়েই সি মাকক খাবলৈ দিবলৈ কয়...)**

ধন ঃ মা, অ' মা, মোৰ বৰ ভোক লাগিছে, কিবা এটা খাবলৈ দেচোন।

তগৰ ঃ বাপেৰে ঘৰৰ আগফালে এটা, পিছফালে এটা গুটি ধানৰ ভঁড়াল তোৰ কাৰণে যোগাৰ কৰি থৈ গৈছে নহয়? কেবল খাবি, পঢ়া-শুনা বাদ দি টলৌ টলৌকৈ দিনটো ঘুৰি ফুৰিবি, মই মৰাৰ পিছত তোৰ কি দশা হ'ব চাবি।

ধন ঃ মই সেইবোৰ নাজানো, খাবলৈ দে বুলি কৈছো নহয়?

তগৰ ঃ ঐ জহনীত যোৱা তই মৰি নাথাক কিয়? কি মাৰৰ মূৰটো চুবাবলৈ বাচি আছ?

ধন ঃ খাবলৈ নিদিয় তেতিয়াহ'লে?

তগৰ ঃ পাৰ যদি মোৰ মূৰটোকে চুবা। হতশ্ৰীত যোৱাটো মৰিও নাথাকে।

ধন ঃ খাবলৈ নিদিলে মই ক'ৰবালৈ গুচি যামগৈ।

তগৰ ঃ যা ক'ত মৰ মৰগৈ, কোন বাপেৰে তোক খুৱাই থাকে থাকক, নৰকি।

**(পাভৈ বাহিৰৰ পৰা আহে, ধনে কাঠৰ টুকুৰা এটা মাকৰ গালৈ মাৰি পঠিয়ায়, কাঠৰ টুকুৰাডোখৰ মাকৰ গাত নালাগি দুৰ্ভাগ্যক্ৰমে পাভৈৰ গাত লাগে, তাই চাটি-ফুটি কৰে, ধনে পলাবলৈ চেষ্টা কৰে, তগৰে তাক খেদি গৈ ধৰে আৰু মাৰপিট কৰে — বহ, তোক আজি মই শেষ কৰিম, নিজেও মৰিম, বাপেকটো মৰি মোৰ ডিঙিত ভাল গলগ্ৰহ এটা লগাই থৈ গ'ল। পঢ়া-শুনা বাদ দিলি, কটা নিধক, খাবৰ সময়ত আহিবি, আকৌ ওলাই গুচি যাবি, বাপেৰে বৰ-চাহাব আছিল নহয়? চাকৰে -বাকৰে, ধনে-ধানে তোৰ কাৰণে এগালমান ঘটি থৈ গৈছে নহয়?)**

ধন ঃ নামাৰিবি মা, নামাৰিবি মা, আজিৰ পৰা আৰু মই তেনে কাম নকৰোঁ মা, কাণত ধৰিছো।

তগৰ ঃ কাণত ধৰিছ হাৰামি, তই মৰি নাথাক কিয়, তোক লৈহে মোৰ হাড়মাল হ'ল, তই নহ'লে মোৰ গতি লাগিব বুজিছ, ক'বলৈ হ'ব, বুকুখন পূৰাই এটা আছিল, কালে তাকো হৰি নিলে।

ধন ঃ মৰিলো মা, মৰিলো আৰু নামাৰিবি।

তগৰ ঃ মৰিঁযা তই, বাচি থাকি তই মোক কি সোণৰ সংসাৰখনত থ'বি। (পুনৰ মাৰিবলৈ লওঁতে ধন মাকৰ হাতৰ পৰা পলায়, তাই পুনৰ গালি পাৰে) হাৰামি তই আকৌ ঘুৰি নাহিবি, য'তে মৰ মৰগৈ, যিমান সোনকালে হয় কণা

নৰকি ঈশ্বৰে তোক মাৰি নিয়ক, মই তাকেহে খাটিছো। (তাই লাঠিডাল পেলাই দিয়ে, তগৰ পাভৈৰ ওচৰলৈ আহি পাভৈৰ দুখপোৱা ঠাইডোখৰ চাবলৈ বিচাৰে) চাওঁ পাভৈ, ক'ত দুখ পালি?

**পাভৈ ঃ** এতিয়া লেৰেলা সাদৰ দেখুৱাব নেলাগে; ল'ৰা তুলিছে? মোৰ ল'ৰা হ'ব লাগিছিল, হাঁহ-পাৰৰ দৰে নেলু চেপি মুচৰি মাৰিলোহেঁতেন বাপেকে ; নহ'বনো কে'লৈই , ল'ৰাক শাসন কৰিলেহে? পিছে নিজে ৰচকী-পচকী হৈ আনৰ মন ভুলাবলৈ গ'লে ল'ৰাক শাসন কৰিবলৈ সময় পায়ে বা ক'ত? লেঠা তাতহে।

**তগৰ ঃ** পাভৈ, তই কি ক'বলৈ বিচাৰিছ? মই কাক মন ভুলাবলৈ গৈছো?

**পাভৈ ঃ** আই ঐ দেহি, এতিয়া একো নজনাই হ'ল ; ভেলেঙীৰ ভাও জুৰিব নালাগে; মই নক'লেও আনে দেখিছে নহয়, দুদিনমানৰ পিছত গাৱঁত মুখ উলিয়াব নোৱাৰিম, নিজে আসৈ নিদিলে পৰৰ পুৰুষে তেনে কাম কৰিবলৈ সাহস কৰেনে? ছিঃ ছিঃ লাজ বিজৰ কথা, কালিলৈ পৰহিলৈ ল'ৰা ডেকা হ'ব, বোৱাৰী আনিব, পো-নাতিৰ মুখ দেখিব- - মান সন্মান চববোৰ খালে, ছিঃ ছিঃ শুনিবই নাপায় তেনে কথা।

**তগৰ ঃ** পাভৈ, অ বুজিলো, গোলাপ মাষ্টৰৰ সতে মোক জোৰা দিছ নহয়, তই মোৰ ভনীৰ দৰে হৈয়ো ইমান নীচ চিন্তা মোৰ সমন্ধে কৰিব পাৰনে?

**পাভৈ ঃ** সেইবুলি মই চকু-কাণ মুদি থাকিলেহে হ'ব? মই বাৰু চকু -কাণ মুদি থাকিম, গাৱঁৰ বাকী ৰাইজে চকু মুদি থাকিব জানো? বৌ, তইযে এইদৰে....।

**তগৰ ঃ** পাভৈ, মৃত স্বামীৰ নামত ধৰি শপত খাইছো, ল'ৰাৰ মূৰত ধৰি শপত খাই কৈছো — তই ভবাৰ দৰে গোলাপ মাষ্টৰৰ সৈতে মোৰ একো সম্বন্ধ নাই।

**পাভৈ ঃ** বৌ, এতিয়া মৰা মানুহৰ নামত ধৰি শপত খাই, পুতেকৰ নাম ধৰি শপত খাই চকুপানী টুকি কান্দিকাটি আউলী-বাউলী হৈ দেখুৱালে কিডাল হ'ব? জনাই জানিছে নহয়, দেখাই দেখিছে নহয়, সোধাই সুধিছে নহয় — গোলাপ মাষ্টৰ এই ঘৰলৈ ইমান সঘনে কিয় আহি থাকে?

**তগৰ ঃ** গোলাপ মাষ্টৰে নিজে গাত পাতি ধনক পঢ়াবলৈ লৈছিল, মই মাষ্টৰক এই ঘৰলৈ আদৰি অনা নাছিলো, মই নিজে লিখা-পঢ়া জনা হ'লে মাষ্টৰক পঢ়াবলৈ দিওঁনে?

**পাভৈ ঃ** নিজেহে জানে ল'ৰাক পঢ়াবলৈ দিয়ে নে নিদিয়ে, মই কেনেকৈ ক'ম? প্ৰথমে ময়ো ল'ৰাক পঢ়াবলৈ আহিছিল বুলিয়েই ভাবিছিলো, পিছে কথা ক'ৰবাতহে; ছিঃ ছিঃ এনেবোৰ কথা শুনিলেই গা-ধুব লাগে। সাত-শতৰুৰ ঘৰতো এনে ঘটনা নহওক।

**তগৰ ঃ** পাভৈ, আনক চোভা দেখাটো এচাম মানুহৰ পুৰণি বেমাৰ, তয়ো সিহঁতবোৰৰ লগৰে এজনী।

**পাভৈ ঃ** এতিয়া মইহে চোভা দেখা হ'লো, পুৰণি বেমাৰী হ'লো, নিজে বা কিহৰ বেমাৰী? দেহৰ নে মনৰ?

**তগৰ ঃ** মুখখন আছে বুলি যিহকে তিহকে বলকি নাথাকিবি পাভৈ।

**পাভৈ ঃ** মই বলকি নাই থকা, কথা কৈছো, উচিত কথাকে কৈছো।

**তগৰ ঃ** হ'লা গছত বাগি কুঠাৰ মাৰিবলৈ ঘৰৰ - পৰৰ মানুহৰ অভাব নহয়, আগলেও নহ'ব বুজিছ পাভৈ — আজি মোৰ মানুহটো নাই বুলি তহঁতে তেনে কথা উলিয়াইছ, কিন্তু মই তহঁতে ভবাৰ দৰে দুৰ্বল নহয়।

**পাভৈ ঃ** সবল-দুৰ্বলৰ কথা কোৱা নাই, দেখোতা শুনোতা আছে নহয়? আনক ফাকি দিলেও নিজক ফাকি দিব পাৰিব জানো?

**তগৰ ঃ** পাভৈ, কথা বেয়ালৈ গৈছে কিন্তু?

**পাভৈ ঃ** এতিয়াও বেয়ালৈ যাবলৈ কিবা বাকী আছে নে? এতিয়া বহুতেই কোৱা শুনিছো, কথাও ওলাইছে, এতিয়া থকা পুতেক, ধনও বোলে অন্য কাৰোবাৰ ফালৰহে, কিবা গম-গতি নাপালে মানুহে এনেয়ে ইমান ডাঙৰ কথা এষাৰ উলিয়াব পাৰেনে?

**তগৰ ঃ** পাভৈ, পাভৈ, তই.....?

**পাভৈ ঃ** চিএৰ -বাখৰ কৰি ক'লৈই সঁচা কথাবোৰ মিছা হৈ নাযায়, হোৱাহেঁতেন সকলোৱে চিএৰ বাখৰ কৰি সঁচাক মিছা, মিছাক সঁচা কৰিলেহেঁতেন। (পাভৈৰ প্ৰস্থান)

**তগৰ ঃ** (স্বৰ্গতোক্তি) হে' ভগবান মই এইবোৰ কি শুনিছো? এইবোৰ শুনিবলৈকে তুমি মোক ইমান দিনে জীয়াই ৰাখিলা? বোৱাৰী হ'বৰ দিনধৰি কাউৰী পুৱাতে উঠি এই ঘৰখনৰ কাৰণে দেহা মাৰি খাটিছো, তথাপি আজি মই এইবোৰ কি শুনিব লগা হৈছে? প্ৰভু মোক মাৰি নিয়া।

**(তগৰ খং-দুখত ভাগি পৰে, বাখৰ-পথাৰৰ পৰা আহে, এচাৰি -জাপি নাল ভঙা কোৰখন নি পিৰালিত থয়, বৌৱেক তগৰক মাত লগায়, তাই উচুপি থাকে, ঘৰৰ ভিতৰলৈ ভুমুকি মাৰে, পুনৰ বৌৱেকক মাত লগায়)**

**বাখৰ ঃ** কি হ'ল বৌ? কন্দা-কটাখন কৰিছ যে? কোনোবাই

তোক কিবা কৈছে নেকি?

**তগৰ ঃ** বাখৰ, মই তোক কথা এটা ক'ম।

**বাখৰ ঃ** কি কথানো?

**তগৰ ঃ** বাখৰ, ইমান দিনে মই তহঁতৰ বোজা হৈ থাকিলো, এতিয়া আৰু মই তহঁতৰ পৰা আঁতৰ হৈ যাম, গাৱঁত নহ'লেও ক'ৰবাত চুৰা -ধুই, দিন-হাজিৰা কৰি দুটা পেট মই চলাব পাৰিম, মোৰ কাৰণে তহঁতৰ গাৱঁত মান-সন্মান নাইকিয়া হ'ল, মই যাওঁ। (তগৰে কান্দে)

**বাখৰ ঃ** কি হ'ল বৌ, নকৰ কিয় কি হৈছে? তই কি পাগলামিখন কৰিবলৈ ওলাইছ? তই এইখন ঘৰৰ পৰা গুচি যোৱা বুলি শুনিলে গাৱঁৰ মানুহে মোক কি ভাবিব বাৰু? আই-বোপাইৰ মৰম নাপালো, তয়ে মোৰ আই-বোপাই আছিলি, ককাইদেউ ঢুকাল তেতিয়াও তই ইমান ভাগি পৰা নাছিলি ; আজি হঠাতে তই কি কৰিবলৈ ওলাইছ? কোনোবাই কিবা ক'লে নেকি তোক?

**তগৰ ঃ** বাখৰ, এইবোৰ মোৰ ভাগ্যৰ লিখন বুজিছ, মই নহ'লেও তহঁতৰ একো ক্ষতি নহয়, তহঁতে মোৰ কথা এতিয়াৰ পৰা আৰু ভাবিব নালাগে, মই যাওঁ।

**বাখৰ ঃ** বৌ, তই যাম বুলি ক'লেই তোক যাবলৈ দিম নে? কোনোবাই কিবা ক'লে বুলিয়েই তই এইখন ঘৰ এৰি যাবিনে? যাব নোৱাৰ, আহ- ভিতৰলৈ যাওঁ।

**তগৰ ঃ** মোক জোৰ নকৰিবি বাখৰ, তই পথাৰৰ পৰা কাম-বন কৰি ভাগৰে-জোগৰে আহিছ, জিৰাই শতাই ল, মোৰ লগত লাগি থাকিলে তোৰ খেতি-বাতি নষ্ট হ'ব ; তাকো আধি খেতিহে কৰিছ? মহাজনে জানো তোক মাটিকেইডৰা এলাই-এথানিকৈ পেলাই থ'বলৈ দিব? মোৰ কথা ভাবিব নালাগে তই যা, মই আহিলো। (বাখৰৰ বাধা নেওচি তগৰ ঘৰৰ বাহিৰ হয়, বৌ বৌ বুলি পিছফালৰপৰা কেই বাবাৰো চিঞৰিও বাখৰে তগৰক ধৰি ৰাখিব নোৱাৰিলে, সি ঘূৰি আহে, পাভৈক পানী আনিবলৈ কয়)

**বাখৰ ঃ** পাভৈ, ঐ পাভৈ, ক'ত মৰিলিগৈ, পানী এঘটি আন। (সি চোতালত পায়-চাৰি কৰি থাকে, পাভৈ ওলাই আহে, বাখৰক পানী দিয়ে)

**পাভৈ ঃ** শুনিছো নহয় মই, ইমানকৈ মৰ-চিঞৰ জুৰিব নালাগে, মই কলা নহয় বুজিছে? সববোৰ বুজি পাওঁ।

**বাখৰ ঃ** ক'লা নহয় যদি তই ইমানপৰে ঘৰৰ ভিতৰত কি বাপেৰ-মাৰৰ মূৰটো কৰিছিলি?

**পাভৈ ঃ** মোৰ আই-বোপাইৰ মূৰত ধৰি কথা নক'ব কিন্তু।

**বাখৰ ঃ** বৌৰ কি হ'ল? তই কিবা ক'লিনেকি? তেওঁযে ঘৰৰ পৰা ওলাই গৈছে?

**পাভৈ ঃ** চেনেহী বৌৱেকৰ কি হৈছে, মোক কিয় সুধিছে আপুনি? নিজে সুধিব লাগিছিল বৌৱেক কিয় ঘৰৰ পৰা ওলাই গ'ল?

**বাখৰ ঃ** মাইকী মানুহৰ লক্ষণ তোৰ গাত থাকিলেহে?

**পাভৈ ঃ** মাইকী মানুহৰ লক্ষণ থকাবোৰক দেখিছো নহয় কি কৰি ফুৰিছে? ঘৰখনে লুকুৱালে কি হ'ব, সংসাৰখনে দেখিছে নহয়? সময়ত সব গম পাব।

**বাখৰ ঃ** কি লুকুৱাৰ কথা কৈছ?

**পাভৈ ঃ** ঘৰে লুকুৱাব পাৰিব, পিছে সূৰ্য্যটো ওলালে ঢাকি ৰাখিব পৰা যাব জানো?

**বাখৰ ঃ** মৰতী, কি হ'ল খোলা-খোলিকৈ নকৰ কিয়? মাৰত মৰিবি কৈ থ'লো তোক।

**পাভৈ ঃ** মোৰ ওপৰতহে বৰমতা দেখুৱাব পাৰিব, মাৰিব পাৰিব, কাটিবও পাৰিব ; পিছে আনে যে চুকত থাকি বুকুত কামুৰিছে তাৰহে খবৰ নাই।

**বাখৰ ঃ** কাৰ কথা কৈছ তই?

**পাভৈ ঃ** কাৰ কথানো ক'ম, আপোনাৰ চেনেহী বৌৱেকৰ কথা কৈছো।

**বাখৰ ঃ** তেওঁ মোৰ মাতৃতুল্য, তই তেওঁক লগ পোৱা কেইদিন হৈছে?

**পাভৈ ঃ** মানুহক চিনি পাবলৈ সৰহ দিন নালাগে।

**বাখৰ ঃ** বৌৱে কি কৰিলে?

**পাভৈ ঃ** ছিঃ ছিঃ লাজ-বিজৰ কথা, মুখলৈকে নাহে।

**বাখৰ ঃ** তই ৰামায়ণখন মেলিব নালাগে, আচল কথা কব , কি হ'ল?

**পাভৈ ঃ** বাহিৰত দেখিবলৈহে আপোনাৰ বৌৱেক ভেলেণ্ডী, নিমাতী কন্যা; ভিতৰি ভিতৰি কিযে পাপ কৰ্ম কৰি থৈছে, জনাইহে জানে, ময়ো প্ৰথমে ভাল বুলিয়েই ভাবিছিলো। পিছে পাপ জানো লুকাই থকা বস্তু, এদিন নহয় এদিন ধৰা পৰিবই, এনেয়ে বুঢ়া-মেথাসকলে কোৱা নাই নহয় — 'নিবোকা বাঘে গৰু খায় বুলি'। শুনক — আপোনাৰ চেনেহী বৌৰ গোলাপ মাষ্টৰৰ সৈতে গোপন প্ৰেমৰ লীলা-খেলা গাৱঁৰ ৰাইজে গম পাইছে।

**বাখৰ ঃ** তই বৌক মিছাতে বদনাম নিদিবি। আনে ক'লেও মই নামানো নহয়? তই বুজিছ নাই?

**পাভৈ ঃ** সঁচাকৈয়ে নামানে নে? সুবাগপুৰ গাৱঁৰ ৰাইজে যেতিয়া আহি ঘৰ ঘেৰাও কৰিব, আমাক এঘৰীয়া কৰিব, তেতিয়াও আপুনি নামানিবনে?

**বাখৰ ঃ** পাভৈ, গাৱঁৰ মানুহে মিছাতে বৌৰ বিষয়ে বদনাম উলিয়াইছে, বৌৰ দৰে গাৱঁৰ কোনজনীয়ে ঘৰুৱা কামবনত পাকৈত? ঘৰত কুটা এগছো কাম-বন নকৰি আনৰ ঘৰে ঘৰে চাহ-তামোলৰ জুতি লৈ, আৰ ঘৰৰ তাৰ ঘৰৰ কথা উলিয়াই ফুৰাটো এচাম মানুহৰ কামেই বুজিছ, তাকে নকৰিলে সিহঁতৰ পেটৰ ভাতকেইটা হজম নহয় তোক কৈ থ'লো।

**পাভৈ ঃ** আপুনিহে ভাবিছে তেনেকৈ, পৰে আকৌ আপোনাৰ দৰে নাভাবে নহয়?

**বাখৰ ঃ** আনে কি ভাবিছে নাই ভবা মোৰ সেইবোৰক লৈ মূৰ ঘমোৱা দৰকাৰ নাই।

**পাভৈ ঃ** আপুনি মূৰ নঘমালে কি হ'ব, মূৰ ঘমোৱা মানুহ আছে নহয়?

**বাখৰ ঃ** কোনে মূৰ ঘমাইছে?

**পাভৈ ঃ** গাৱঁত মেল চপাব — গাঠি মহাজন, কণ্ঠীৰাম গাওঁবুঢ়াই।

**বাখৰ ঃ** তোক কোনে ক'লে? তই ক'ত শুনিলি সেইবোৰ কথা?

**পাভৈ ঃ** সিদিনা মোক পেটুৱা ভকতৰ পুতেক চিক্কনে ৰঙিলী আইতাৰ ঘৰত কৈছিল।

**বাখৰ ঃ** ঘৰৰ কাম-বন পেলাই থৈ আনৰ ঘৰে ঘৰে কথাৰ মালিহা মাৰি ফুৰ নহয়? আজিৰ পৰা তই কেনেকৈ ঘৰৰ বাজ হ'বি চাম নহয় তোক ?

**পাভৈ ঃ** মই আনৰ ঘৰে ঘৰে কথাৰ মালিহা মাৰি নুফুৰিলেও ৰাস্তাই ঘাটে গ'লে আপুনিও শুনিব নহয়। কিমান দিননো কাণত সোপা দি থাকিব পাৰিব? বাহিৰলৈ নোযোৱাকৈ থাকিব পাৰিবনে? সঁচা কাৰণেহে উলিয়াব পাৰিছে? কিবা এটা গম-গতি নাপালে বাহিৰৰ মানুহে বৌৰ বিষয়ে উলিযাব পাৰেনে কিবা?

**বাখৰ ঃ** অ' বৌৰ কথা উলিয়াই তই মনত বৰ সন্তোষ পাইছ নহয়? তয়ে যত কূটৰ শনি বুজিছ?

**পাভৈ ঃ** আও, এতিয়া মইহে জগৰীয়া হ'লো, অন্যবোৰ ধোৱা তুলসীৰ পাত।

**বাখৰ ঃ** চুপ থাক তই, মুখত যি ওলায় তাকে বলকি নাথাকিবি। গৈছনে তই মোৰ সমুখৰপৰা? (বাখৰে পাভৈক মাৰিবলৈ খেদি যায়, তাই দৌৰি ঘৰৰ ভিতৰত সোমায়। সি নালভঙা কোৰখন শালিবলৈ উলিয়াই লয়, মহাজন, গাওঁবুঢ়া তাৰ ঘৰলৈ আহে, সি খুব জোৰেৰে হাতুৰিৰে কোব মাৰি কোৰশলাত লাগে। মহাজন, গাওঁবুঢ়াৰ উপস্থিতি সি গমকে নাপায়। কোৰশলা হ'লত সি মূৰ তুলি সমুখলৈ চাওঁতে গাওঁবুঢ়া, মহাজনক দেখা পায়।)

**গাঠি মহাজন ঃ** বাখৰ, ইমান একাপতীয়াকৈ কি কামনো কৰি আছ? আমি দুজন লোকে যে তোক অথনিৰেপৰা মাতিও মাত এবাৰ পোৱা নাই? নে শুনিও নুশুনাৰ ভাও জুৰিছ হা? অ' কোৰ শালিছ, ক'ৰবাত মূঢ়াত মাৰি কোৰখনৰ নালটো ভাঙিলি হ'বলা?

**বাখৰ ঃ** নক'ব দেউতা, বহুদিনীয়া পুৰণা গছৰ মূঢ়া এটা আপোনাৰ ঔতলৰ দ-মাটিডৰাতে আছিল, আজি তাকে উলিয়াও বুলি কোৰৰ চাবটো মাৰোতে অকস্মাতে কোৰখন অন্য ঠাইত লাগিল। টনা-আজোৰা কৰোঁতে নালটো ভাঙিল, এতিয়া তাকে শালিছো।

**কণ্ঠি গাওঁবুঢ়া ঃ** নালটো পুৰণা আছিল হ'ব পায়?

**বাখৰ ঃ** নহয় গাওঁবুঢ়া কাই, নতুনেই আছিল, কি কৰিব ভাগিল, কালিলৈ আকৌ কোৰখন মোক লাগিব নহয়, গতিকে আজিয়েই কোৰখন শালিছো।

**মহাজন ঃ** গাওঁবুঢ়া , তুমি কি ল'ৰা মানুহৰ লেখিয়া প্ৰশ্ন কৰিছা হে? নভবা নিচিন্তাকৈ কাম কৰিলে নতুন কি পুৰণা কি সব বস্তুৱেই ভাঙিব, বুজিছা।

**গাওঁবুঢ়া ঃ** হয়, হয় মহাজন, আপুনি ঠিক কথাই কৈছে। (বাখৰে মহাজনহঁতক বহিবলৈ দিয়ে)

**বাখৰ ঃ** বহকচোন মহাজন দেউতা, গাওঁবুঢ়াকাই, কিবা সকামত আহিল নেকি?

**মহাজন ঃ** বাখৰ, সকামত বুলিয়েই ধৰিব পাৰ, পিচে আমি তোৰ ইয়াত বহি থাকি মেল মাৰিবলৈ অহা নাই।

**বাখৰ ঃ** পাভৈ, মহাজন দেউতাহঁত আহিছে— তামোলৰ বঁটাটো আনচোন।

**মহাজন ঃ** বাখৰ, নালাগে, নানিবি-নানিবি - এতিয়া আমি তোৰ ঘৰত বহি চাহ-তামোলৰ জুটি ল'ব নোৱাৰো। কথাটো তই ধৰিব পাৰিছই ছাগৈ? সমাজখনত নীতি-নিয়ম অতীতৰপৰা চলি আছে, চলিও থাকিব, তাক কোনেও ভাঙিব নোৱাৰে — কি কয় গাওঁবুঢ়া?

**গাওঁবুঢ়া ঃ** হৰি, হৰি ক'ব লাগিছেনে? সমাজত নীতি-নিয়ম নথকা মানে মানৱ জীৱন দিনতে অন্ধকাৰ।

**মহাজন ঃ** বাখৰ, এতিয়া আচল কথালৈ আহোঁ।

**বাখৰ ঃ** কি কথানো মহাজনদেউতা?

**মহাজন ঃ** শুন বাখৰ, তোক ইমানদিনে মোৰ মাটিখিনি আধিলৈ খেতি-বাতি কৰি খাবলৈ দিলো, এইবাৰৰ পৰা তোক আৰু মই আধিলৈ খেতি কৰিবলৈ মাটি দিব নোৱাৰোঁ।

**বাখৰ ঃ** কিয় মহাজন দেউতা? মোৰ দোষ কি? পিতাই জীৱিত থকাৰ পৰাই আমি আপোনাৰ মাটিতে আধি-খেতিৰে চলি

আছো, নিয়মীয়াকৈ আপোনাৰ পাওনা ধান দি আছো, অন্যায় কৰা নাই, মোৰ পৰিয়ালটোক এইদৰে দলনিত পোনা মেলাদি এৰি নিদিব। ৰক্ষা কৰক দেউতা — আপুনি আধি মাটি নিদিলে, মই খেতি কৰিবলৈ নাপালে মোৰ পৰিয়ালটোৱে খাবলৈ নাপাই নিগমে মৰিব। দয়া কৰক দেউতা।

**গাওঁবুঢ়া ঃ** বাখৰ, মহাজনে তোক মাটি দিবলৈ বিচাৰে, পিছে গাৱঁৰ ৰাইজহে তোৰ ওপৰত নাৰাজ বুজিছ। (পাভৈয়ে তামোলৰ বঁটা আনি মহাজন, গাওঁবুঢ়াৰ সন্মুখত ৰাখে)

**মহাজন ঃ** নেলাগে, নেলাগে — কৈছো নহয় তইঁতৰ ঘৰত আমি এতিয়া মুখত একো এটাকে দিব নোৱাৰো, ৰাইজখন আছে নহয়? পাভৈ! সমাজত নিয়ম-নীতি বোলা কথা এযাৰ নাই জানো? তয়ে কচোন।

**পাভৈ ঃ** কিয়নো নেথাকিব দেউতা? পিছে মই তেখেতক বৌৰ কীৰ্ত্তি কাহিনীৰ কথা ক'বলৈহে পালো, তেখেতে মোক কিলাবলৈহে বাকী থাকিল।

**গাওঁবুঢ়া ঃ** বাখৰ, আমি পলম নকৰো, যাওঁ। (দুয়ো যাবলৈ লয়)

**বাখৰ ঃ** গাওঁবুঢ়া ককাই, মহাজন দেউতাক আপুনিহে সৈমান কৰি মোক এই বিপদৰ পৰা ৰক্ষা কৰিব পাৰিব।

**গাওঁবুঢ়া ঃ** বাখৰ, সববোৰ মহাজনৰ হাতত। মই একোকে কৰিব নোৱাৰো বুজিছ? কথাটো তয়ো ছাগৈ নুবুজাকৈ থকা নাই।

**মহাজন ঃ** বাখৰ, কথা এটা নহয়।

**বাখৰ ঃ** কি দেউতা ? কিবা ক'ব নেকি মোক?

**মহাজন ঃ** তই পুনৰ মোৰ মাটিত আধি খেতি কৰিব পাৰিবি, কিন্তু এটা চৰ্ত্ততহে।

**বাখৰ ঃ** সেইটোনো কি দেউতা ?

**মহাজন ঃ** তই তোৰ বৌৱেৰাক তোৰ ঘৰৰ পৰা খেদিব লাগিব, তই নেখেদিলেও তইঁতক ইতিমধ্যে গাৱঁৰ ৰাইজে এঘৰীয়া কৰিছে। এতিয়া তোৰ ঘৰলৈ গাৱঁৰ ৰাইজৰ অহা-যোৱা, খোৱা-বোৱা সববোৰ বন্ধ হ'ব। তই বৌক ঘৰত ঠাই দিলে কিন্তু তোক আধিলৈ খেতি কৰিবলৈ মই মাটি দিব নোৱাৰোঁ। দিলে গাৱঁৰ ৰাইজে মোকহে দোষিব, কাৰণ সমাজৰ নিয়ম-নীতি তয়ো মানিব লাগিব, ময়ো মানিব লাগিব। কি কৱ বাখৰ?

**বাখৰ ঃ** বাখৰ নিমাত।

**গাওঁবুঢ়া ঃ** মহাজন, বাখৰক সুধিনো মিছাতে আপুনি কেলেই লাজ দিছে? কি কৱ বাখৰ, মই মিছা মাতিছো জানো? বেচেৰাই বৌৱেকৰ কেলেংকাৰীৰ কাৰণে মাটি-বাৰী, গাৱঁৰ ৰাইজ সকলোকে হেৰুৱালে এতিয়া।

**মহাজন ঃ** বাখৰ, গোলাপ মাষ্টৰ চহৰৰ পৰা পঢ়ি-শুনি, ডিগ্ৰী লৈ আহি আমাৰ গাৱঁত শিক্ষকতা কৰিছে, তাত আমি বেয়া পাবলৈ নাই, পিছে তোৰ বৌকে লগত এজন শিক্ষক হৈ যি নাৰকীয় প্ৰেমৰ লীলা-খেলা পাতিলে তাক গাৱঁৰ ৰাইজে দেখিছে, শুনিছে, গতিকে বাধা দিবই। তাকে নকৰিলে সুৱাগপুৰ গাৱঁৰ ৰাইজক অন্য ঠাইৰ মানুহে নাহাঁহিবনে? আমাৰ উঠি অহা ল'ৰা-ছোৱালী সোপাই গোলাপ মাষ্টৰৰ, তোৰ বৌৱেৰৰ পথকে ন'লবনে? আমাৰ মান-সন্মান তেতিয়া ক'ত থাকিব? বাখৰ, তয়ে কচোন?

**বাখৰ ঃ** মহাজন দেউতা, গাওঁবুঢ়াকাই, মই নিজ চকুৰে একোকে দেখা নাই, বৌক সেইবোৰ কথা মই কেনেকৈ সুধিম বাৰু। তেওঁ মোৰ মাতৃতুল্য। আই-পিতাই ঢুকুৱাৰ পিছত, ককাইদেউ ঢুকুৱাৰ পিছত বৌৱে মোৰ বাবে সকলো, তেওঁকনো কোনসতে মই এইখন ঘৰৰ পৰা খেদি উলিয়াই দিব পাৰিম?

**গাওঁবুঢ়া ঃ** মহাজন, উঠক— উঠক ঃ এই টোকোনাবোৰৰ লগত অবাবত সময় খৰছ কৰি লাভ নাই; ই বৌৱেক জনীকে বুকুত সাৰতি লৈ থাকক।

**(দুয়ো উঠিব খুজে, বাখৰে মহাজনৰ ভৰিত পৰি প্ৰাণভিক্ষা কৰে)**

**বাখৰ ঃ** মহাজন দেউতা, মোক এইদৰে আপোনালোকে অথাই সাগৰত পেলাই থৈ নাযাব।

**মহাজন ঃ** হেৰৌ বাখৰ, এতিয়া তই এইবোৰ চং দেখুৱাই লাভ নাই, আমাৰ কথা নুশুন, থাক বৌৰকে লৈ, আমি যাওঁ। পিছে গাৱঁত এঘৰীয়া হ'লিয়েই, ডাঙৰে ভাল কথা ক'লে নুশুন — আধি খেতি কৰিবলৈ মাটি পালিহেঁতেন, টানে-আপদে গাৱঁৰ মানুহে চালে হয়, পিছে এতিয়া এঘৰীয়া হৈ মৰি থাক, তাক বৌৱেৰেকে তৰাব, তৰাই থাকক, তাইকে পুৱা-গধূলি ধূপ-ধুনা জ্বলাইলৈ পূজা-পাতল কৰি থাক। তেতিয়া সকলোবোৰ পাবি বুজিছ। সি বৌৱেকক ঘৰৰ পৰা খেদি উলিয়াই দিব নোৱাৰে, মাষ্টৰকে খেদি উলিয়াই গাওঁ বাজ কৰি দেছোন, আমিবোৰ আছো নহয় তোৰ পিছত। নহ'লে স্কুলটোকে জ্বলাই দে, গাৱঁৰ ৰাইজক মই, গাওঁবুঢ়াই বুজাম নহয়, তই ভয় খাবৰ সকাম নাই, পিছে সি বৌৱেকক খেদিব নোৱাৰে, মাষ্টৰক খেদিব নোৱাৰে, স্কুলঘৰটোও জ্বলাব নোৱাৰে — মৰ এতিয়া

বাপেকে। ব'লা গাওঁবুঢ়া যাওঁ, এই অজ্ঞানীবোৰক কি বুজাবা হে'।

**(বাহিৰত ভোদাইৰ মাত শুনা যায়, মহাজন- গাওঁবুঢ়াই খৰখৰকৈ যাবলৈ সাজু হয়, ভোদাইক দেখা পায়, তেওঁলোকে দুয়ো ভোদাইক কোনো কথা ক'বলৈ সুবিধা নিদি বাখৰৰ ঘৰৰ পৰা বাহিৰ হয়।)**

**ভোদাই ঃ** বাখৰ, গা-মূৰ ভাল নহয় নেকি? একেবাৰে জলকা লাগিলি যে? খেতি-বাতি তইহে কৰিছ দেই, দাড়ি- চুলি কাটিবলৈ এৰি একেবাৰে সন্যাসী হ'লি দেখোন?

**বাখৰ ঃ** নিমাত।

**পাভৈ ঃ** ভোদাই, আমাৰ তেখেত সন্যাসী হ'বলৈ বাকী নাই, ময়ো এতিয়া মৰিম যেনহে লাগিছে বুজিছ, ভাল গলগ্ৰহসোপা মানুহটোৰ টেটুত ওলমিল।

**ভোদাই ঃ** কাৰ কথানো কৈছ, পাভৈ?

**পাভৈ ঃ** জানো পায় ! তই কোনখন পৃথিৱীত আছগৈ, শুনা নাই জানো— তগৰ বৌৰ কীৰ্ত্তি কাহিনীৰ কথা ।গাৱঁৰ ৰাইজে মেল চপাইছে।

**ভোদাই ঃ** মই আকৌ গমকে নাপাওঁ নহয়, আজি টাউনৰ পৰা আহিছোহে, কিনো হ'ল?

**পাভৈ ঃ** কিবা হ'বলৈ এতিয়াও বাকী আছেনে? গোলাপ মাষ্টৰৰ সতে বৌৰ প্ৰেম লীলাৰ কাহিনী গাৱঁৰ ৰাইজে গম পাই মেল চপাইছে। মহাজন, গাওঁবুঢ়াক এতিয়া দেখিছিলিচোন, তাকে ক'বলৈ তেওঁলোক আমাৰ ঘৰলৈ আহিছিল।

**বাখৰ ঃ** পাভৈ, চুপ থাক বুলিছো নহয় তোক।

**পাভৈ ঃ** আও বালক, ইমানখন হোৱাৰ পিছতো মানুহটো সলনি নহ'ল। নিজেতো মৰিবই, এতিয়া মোকো মাৰিব।

**বাখৰ ঃ** আৰু এটা কথাও তই মুখলৈ আনিবি, কাটি দুছেও কৰিম বুজিছ।

**পাভৈ ঃ** মোক মাৰিলে, কাটিলে সঁচা কথাবোৰ মিছা হৈ নাযায়।

**(দা লৈ বাখৰে পাভৈক কাটিবলৈ যায়, ভোদায়ে বাধা দিয়ে)**

**ভোদাই ঃ** কি কৰিছ বাখৰ? শান্ত হ - শান্ত হ। অ' এতিয়াহে বুজিলো, কি কাৰণে বুঢ়া শগুণ দুটা তইঁতৰ ঘৰলৈ আহিছিল। এনেয়ে তোৰ-মোৰ দৰে মানুহৰ ঘৰত সিহঁতে ভৰিকে নিদিয়ে বুজিছ পাভৈ, মহাজন, গাওঁবুঢ়া ইহঁত দুটাই গাওঁখনৰ যত কুটৰ মূল। মোৰ মতে মেল চপাই সিহঁতকহে গাৱঁৰ ৰাইজে এঘৰীয়া কৰিব লাগে।

**পাভৈ ঃ** তেখেতসকল জ্ঞানী, মানী, ডাঙৰ মানুহ বুজিছ, তেনেকৈ নক'বি।

**ভোদাই ঃ** কিহৰ ডাঙৰ মানুহ অ' সিহঁত দুটা? সিহঁত গাৱঁৰ ৰাইজক লুটি-পুটি খোৱা দুটা দস্যু বুজিছ। সিহঁতক কোনে ডাঙৰ মানুহ কৰিছে, তই আমিবোৰে কৰা নাইনে?

**বাখৰ ঃ** মোৰ এতিয়া কি হ'ব ভোদাই? আধি খেতি কৰিবলৈও মাটি নোপোৱা হ'লো, বৌ গ'ল, ধনো গ'ল।

**ভোদাই ঃ** দেহত শক্তি আছে, দিন হাজিৰা কৰি খাবি, বাদদে মহাজনৰ মাটি, ধন-বৌক আনিবিগৈ।

**পাভৈ ঃ** ভোদাই, মহাজন- গাওঁবুঢ়াই গাৱঁৰ ভালৰ কাৰণেহে চিন্তা কৰিছে। তেনে কৰিলেহে গাৱঁত অপকৰ্মবোৰ নাইকিয়া হ'ব।

**ভোদাই ঃ** পাভৈ, সিহঁতে সময়ত সাপ হৈ খোটে আৰু বেজ হৈ জাৰে, মনত ৰাখিবি।

**পাভৈ ঃ** এতিয়া আনৰ কাৰণে আমিও মৰিব লাগিব মিছাতে, আধি মাটি গ'ল, কি কালসোপা চপাই ল'লে জানো মানুহটোৱে?

**বাখৰ ঃ** পাভৈ, তোক মই চুপ থাকিবলৈ কৈছো নহয়? যা, মহাজন গাওঁবুঢ়াৰ লগতে থাক গৈ, সিহঁতে তোক ৰাণীৰ দৰে ৰাখিব।

**পাভৈ ঃ** মোৰ লাজ-মান নথকা নহয়, আপোনাৰ লগতে আহিছো, আপোনাৰ লগতে থাকিম, কিয় আনৰ দৰে ব্যভিচাৰ কৰিম?

**বাখৰ ঃ** তই বৌ বৌ নৰকত পচি মৰিবি বুজিছ।

**পাভৈ ঃ** মই আকৌ কিহৰ দোষত নৰকত পৰিম? যি দোষ কৰিছে সিহে ভুগিব। কথাতে কয় নহয়- আৰ্জিলে ভুঞ্জিবলৈ পায় বুলি। ভগৱান নথকা নহয়, পাইছে মজা এতিয়া।

**বাখৰ ঃ** তয়ে সুখত থাক মৰতিজনী।

**ভোদাই ঃ** বাখৰ, এই অবুজনৰ লগত থাকি মিছাতে তোৰ মূৰটো গৰম কৰি নল'বি। বৌক ঘূৰাই আন, মই দেখাৰ দিন ধৰি বৌৱে ঘৰখনৰ কাৰণে কম কৰা নাই।

**পাভৈ ঃ** অ' মই হ'ব পায় বহি বহি খাইছো।

**বাখৰ ঃ** তই বৌৰ লগত ফেৰ মাৰিবলৈ যাব? পাৰিবি জানো?

**পাভৈ ঃ** মানুহটোক বৌৱেকজনীয়ে কিবা যাদু-মন্ত্ৰ কৰিলে দেই, অন্য কোনোবা হোৱা হ'লে কোন কাহানিয়েই বৌৰ দৰে তিৰোতাক ঘৰৰ চাৰিসীমাৰ বাজ কৰি দিলেহেঁতেন বাপেকে।

**বাখৰ ঃ** আৰু এটা কথা ক'বি তই, তোক শুদাই নেৰিম।

**ভোদাই ঃ** বুজিছ বাখৰ, গোলাপ মাষ্টৰৰ দৰে লিখা - পঢ়া মানুহ থাকিলে মহাজনহঁতৰ দৰে মানুহবোৰৰ বিপদ হয়,

সেইকাৰণে মাষ্টৰক খেদিব বিচাৰিছে। গোলাপ মাষ্টৰক মই বহুদিন পাইছো, কথা বতৰা হৈছো — তেখেতৰ চিন্তাধাৰা বেলেগ। পিছে গাৱঁৰ মূৰ্খ এসোপাই মহাজনহঁতৰ চোৰা চেলেকিবলৈ পাই সিহঁতৰফলীয়া হৈছে। এদিন চকু মেল খাব, তোক কৈ থলো এতিয়াই।

**পাভৈ ঃ** তয়ো এতিয়া মাষ্টৰৰ ফলীয়া হৈছ দেখিছো। তোৰো লাজ-মান নাইকিয়া হ'ল।

**ভোদাই ঃ** পাভৈ, নদীতে থাকক, সাগৰতে থাকক, সৰু মাছবোৰক খাইহে ডাঙৰ মাছবোৰ বলৱন্ত হয়। সেইদৰে মাহজনহঁতৰ দৰে মানুহে আমাৰ দৰে দুখীয়া মানুহবোৰক লুটি-পুটি খাইহে বলৱন্ত হৈছে।

**(বাখৰ ধপচকৈ মাটিত বাগৰি পৰে, পাভৈয়ে চিঞৰ- বাখৰ - লগায়)**

**পাভৈ ঃ** ভোদাই, মানুহটোৰ কি হ'ল চাচোন-চা, সেই কুলক্ষণীজনীয়ে মোৰ মানুহটোক জীয়াই জীয়াই খালে ঐ।

**ভোদাই ঃ** পাভৈ, ঘৰখনৰ চিন্তা কৰি বাখৰ দুৰ্বল হৈছে, মগজুৱে কাম কৰিবলৈ টান পাইছে।

**পাভৈ ঃ** আজি মানুহটোক মই হেৰুৱাম ভোদাই, কি কালগ্ৰহবোৰে মোৰ মানুহটোক পালে। জহনীত যোৱাবোৰ মৰি নাথাকে কিয় ঐ ভোদাই? মই মৰিলো ঐ ভোদাই, মানুহটোৱে এই আপদবোৰ কিয় চপাই ল'লে ঐ? এটা মানুহে খেতি-বাতিয়ে কৰিবনে, সেই নৰকিসোপাকে চাব? সেই নাটেশ্বৰীজনীয়ে এতিয়া মোৰ মানুহটোক চুবাই খাব ভোদাই। মৰি নাথাকে কিয় অ' সেই মাক-পুতেকহাল? সিহঁতৰ কাৰণে মোৰ মানুহটোৰ এই দশা হ'বলৈ পালে ভোদাই।

**ভোদাই ঃ** পাভৈ কন্দাকটাখন নকৰিবি, ধৈৰ্য্য ধৰ।

**পাভৈ ঃ** সেই কুলক্ষণীজনীয়ে মোৰ মানুহটোক মাৰিহে এৰিব ঐ ভোদাই। **(ঘপককৈ বাখৰ মাটিৰ পৰা উঠে)**

**বাখৰ ঃ** পাভৈ, দা-খন দেচোন।

**পাভৈ ঃ** কি হ'ল, দাখন কিয় লাগে? মানুহটো বলীয়া হ'ল যেন পাওঁ।

**বাখৰ ঃ** হয়, মই বলীয়া হ'লো।

**পাভৈ ঃ** সেই সোপাই জুৰিছে, আকৌ এখন নতুনকৈ যুদ্ধ চপাই ল'ব নালাগে।

**বাখৰ ঃ** মাষ্টৰৰ কাৰণে আজি বৌৰ এই অৱস্থা, আধি মাটি গ'ল, তাক আজি মই শেষ কৰিহে এৰিম।

**পাভৈ ঃ** আনক মই দোষ দিবলৈ নাযাও, নিজে সাৱধান হ'ব লাগে। গৰাকীয়ে চল নিদিলে কুকুৰে গলনৈ জপিয়াবলৈ চল পায়নে? মই মাষ্টৰক দোষ নিদিও, আপোনাৰ নিজৰ বৌয়েকৰ গাতহে দোষ।

**বাখৰ ঃ** তই কি আবোল-তাবোল বলকিছ? মাষ্টৰক শেষ নকৰিলে মোৰ শান্তি নাহে। মোৰ সাদৰী বৌজনীক সি কলংক সানিছে, তাক মই আজিয়ে শেষ কৰিম।

**পাভৈ ঃ** মই আপোনাৰ ভৰিত ধৰিছো, সেইবোৰ নকৰিব। আপোনাৰ কিবা অঘটন হ'লে মোৰ কি হ'ব? এবাৰ ভাবি চাইছেনে?

**বাখৰ ঃ** পাভৈ, কি চাই আছ, দাখন আন বুলি কৈছো নহয় তোক।

**পাভৈ ঃ** হে' ভগৱান! তুমি মোৰ মানুহটোক বচোৱা।

**(বাখৰে ঘৰৰ ভিতৰৰ পৰা নিজে দাখন আনে, পাভৈয়ে তাক বাধা দিয়ে)**

**বাখৰ ঃ** তই মোক বাধা নিদিবি, মোৰ মূৰত এতিয়া জুই জ্বলিছে। মাষ্টৰক শেষ কৰিলেহে সেই জুই নুমাব।

**পাভৈ ঃ** নহয়, নহয়, বাদ দিয়ক সেইবোৰ জুই বেছিকৈহে জ্বলিব, নকৰিব তেনে কাম। আপুনি নহ'লে মোৰ কি গতি হ'ব?

**বাখৰ ঃ** বাদ দিম? মোৰ মাতৃতুল্য বৌক সাদৰী পাই সি শেষ কৰিলে, তাৰ কাৰণে ঘৰ-দুৱাৰ এৰিব লগা হ'ল মানুহজনীয়ে।

**পাভৈ ঃ** ভোদাই, তই কি চাই আছ? মানুহটোক ধৰ, বাধা দে, মই মৰিলো ঐ ভোদাই, সেই কালসোপাই মোৰ মানুহটোক বলীয়া কৰিলে।

**(তাই বেহুচ হৈ মাটিত ঢলি পৰে, বাহিৰৰ পৰা ধন আহে, বাখৰক খবৰ দিয়ে গোলাপ মাষ্টৰ আহিছে বুলি, মাষ্টৰৰ নাম শুনি বাখৰ খঙত টিঙৰিতুলা হৈ উঠে। পাভৈ উঠি এবাৰ ভোদাইৰ মুখলৈ চায়, এবাৰ ধনৰ মুখলৈ চায়)**

**ধন ঃ** বাখৰ - দাই, আমাৰ ঘৰলৈ চাৰ আহিছে।

**বাখৰ ঃ** কিয় আহিছে কুলাঙ্গাৰ গোলাপ মাষ্টৰ মোৰ ঘৰলৈ? সি মোৰ ধ্বংস কৰিলে, আজি তাক মই শেষ কৰিম তহঁতে চাই থাকিবি।

**ভোদাই ঃ** বাখৰ, প্ৰকৃত শত্ৰুক চিনাক্ত নকৰি তই ভুল কৰিবলৈ ওলাইছ। প্ৰথমে তই নিজকে সোধ, তই যি পন্থাৰে আগবাঢ়িছ সি তোৰ ঘৰলৈ শান্তি মাতি আনিব নে অশান্তি?

**বাখৰ ঃ** মই তহঁতৰ কাৰোৱে কথা শুনিব নিবিচাৰো। (বাখৰ

ঘৰৰ ভিতৰত সোমাল)

**পাভৈ :** ভোদাই, মাষ্টৰ আকৌ কিয় আহিছে এই ঘৰলৈ?

**ভোদাই :** মই ভাবো মাষ্টৰ সাহসী মানুহ, সাহসী নহ'লে কিয় আহিব? যদি তেওঁ ভুল কৰিছিল তেওঁ পলালেহেঁতেন। তেওঁ নির্ভুল, গতিকে আহিছে। পাভৈ, সাহসী মানুহে বিপদৰ সন্মুখীন হ'বলৈ ভয় নকৰে।

**পাভৈ :** হে' ভগৱান, আকৌ যেন একো অঘটন নঘটে, মোৰ মানুহটোক বচোৱা।

**ভোদাই :** পাভৈ, দুৰ্বল মানুহে সত্যৰ সতে মুখামুখি হ'বলৈ সাহস নকৰে। সত্যৰ প্ৰতি একান্তই নিষ্ঠা থকা মানুহেহে নিজৰ জীৱনক তুচ্ছ জ্ঞান কৰে, কাৰণ, সত্যই তেওঁলোকৰ বাবে এপাট শক্তিশালী অস্ত্ৰ।

**পাভৈ :** জানো পায় ভোদাই, মোৰ হ'লে বৰ ভয় লাগিছে।

**ভোদাই :** তই নিশ্চিন্ত হৈ থাক, মাষ্টৰক মই চিনি পাওঁ, তেওঁ পোহৰৰ সন্ধান দিওঁতা, যদিও তেওঁ দেৱতা নহয়। (মাষ্টৰ আহে, ভোদাইক দেখে)

**গোলাপ মাষ্টৰ :** ভোদাই, তুমি ইয়াত যে?

**ভোদাই :** হয় ছাৰ। বহকহি।

**মাষ্টৰ :** বাখৰ নাই নেকি ঘৰত?

**ভোদাই :** আছে। পাভৈ, বাখৰক মাতগৈচোন ছাৰ আহিছে বুলি ক'বি। (পাভৈয়ে ভিতৰৰফালে চাই গিৰিয়েকক মাতে)

**পাভৈ :** হে'ৰি, ওলাই আহকচোন, ছাৰ আহিছে। (বাখৰ ওলাই আহে)

**বাখৰ :** আপুনি কিয় আহিছে মোৰ ঘৰলৈ?

**মাষ্টৰ :** তোমাক লগ পাবলৈ।

**বাখৰ :** আপুনি মোৰ ঘৰ ধ্বংস কৰিলে, বৌৰ জীৱনটো ধ্বংস কৰিলে, এতিয়া আপোনাক আৰু কি লাগে?

**মাষ্টৰ :** একো নালাগে। মাথোন দুটামান কথা তোমাক কৈ যাবলৈ বুলি আহিলো।

**বাখৰ :** আপুনি ঘুৰি যাব নোৱাৰে মনত ৰাখিব।

**মাষ্টৰ :** বাখৰ,তোমালোক আনৰ বুদ্ধি, নির্দেশত চলা মানুহ। আনে কাৰোবাৰ ঘৰত জুই জ্বলাবলৈ ক'লে জুই জ্বলোৱা, কিন্তু কিয় জুই জ্বলাবলৈ কৈছে, কিয় জ্বলাইছা নিজক নোসোধা। চাৰ্কাচৰ জন্তুবোৰক মালিকে যিদৰে শিকনি দিয়ে, সিহঁতে শিকে, কিন্তু লাভ হয় মালিকৰ - জন্তুবোৰৰ নহয় মনত ৰাখিবা। তোমাৰ বৌক মোৰ সতে জড়িত কৰি এখিনি মানুহে বদনাম গাই ফুৰিছে, বদনাম গাই ফুৰা মানুহখিনিৰ লাভ হোৱা নাই। বদনাম গাবলৈ উচতোৱা, শিকাওঁতাৰহে লাভ হৈছে। আৰু এটা কথা, মোক হত্যা কৰি যদি তোমাৰ বৌক দিয়া মিছা কলংক মছ খাই যায় তেতিয়াহ'লে মোক হত্যা কৰা, মোৰ কোনো আপত্তি নাই, আক্ষেপ নাই। এটা দুৰ্ঘটনাৰপৰা কাৰ লাভ হয়— দুৰ্ঘটনাত পতিতজনৰ নে দুৰ্ঘটনা সংঘটিত কৰা জনৰ?

**ভোদাই :** বাখৰ, ছাৰে ঠিক কথাই কৈছে — আমি শত্ৰুক বিচাৰি উলিওৱাত ভুল কৰিব নালাগিব, ছাৰক হত্যা কৰি তই তোৰ ঘৰলৈ আকৌ অন্ধকাৰ নমাই আনিবি? বৌৰ দৰে হেজাৰজনী নাৰীয়ে মিছাতে দুৰ্য্যোগ ভুগিব। কিন্তু লাভৱান হ'ব মহাজন, গাওঁবুঢ়াৰ দৰে মানুহেহে।

**(ভোদায়ে বাখৰৰ হাতৰ পৰা দা-খন পেলাই দিয়ে)**

**মাষ্টৰ :** ভোদাই, আজিৰ মানুহৰ আটাইতকৈ ডাঙৰ শত্ৰু কি জানা?

**ভোদাই :** ৎকা -পুৰুষালি।

**মাষ্টৰ :** তুমি ঠিক কথাই কৈছা ভোদাই, সৰহ সংখ্যক মানুহৰ সৎ-সাহস নথকাৰ সুযোগ লৈ আজি এচাম দুষ্কৃতিকাৰীয়ে মানৱ জীৱন, সমাজ জীৱন বিষময় কৰি তুলিছে। যেতিয়ালৈকে এই ৰোগ চিনাক্ত কৰিব নোৱাৰা, তেতিয়ালৈকে বাখৰৰ দৰে হেজাৰ হেজাৰ বাখৰে নিজৰ ভিতৰতে কটাকটি-মৰামৰি কৰি ধ্বংস হ'ব। সমাজৰ দুৰ্নীতিগ্ৰস্ত ধনীক শ্ৰেণীটোৱে তাৰে গইনা লৈ নির্বিবাদে দুৰ্বল চামটোক শোষণ কৰি যাবলৈ সুবিধা পাব। মই যাওঁ।

**(মাষ্টৰ যায়, মাষ্টৰ যোৱাৰফালে বাখৰে চাই থাকি কিছু সময়ৰ পিছত বাখৰ ঘৰৰ ভিতৰলৈ সোমাব খোজে তেনে সময়তে ধনে মাত লগায়)**

**ধন :** বাখৰ-খুড়া , খুড়ী মই মাক বিচাৰি যাওঁ।

**বাখৰ :** ৰবি, ময়ো যাম।

**ভোদাই :** ৰহ, ময়ো যাম তহঁতৰ লগতে। (ধনৰ পিছে পিছে বাখৰ যায় লগতে ভোদায়ো যায়, পাভৈয়ে সিহঁত তিনিও যোৱাৰ ফালে চাই ৰয়।)

পট পৰে

<u>সমাপ্ত</u>

# প্ৰমিথিয়াচ আৰু এটা মামৰে ধৰা বন্দুক

**নাট্যকাৰ # দেৱজিৎ গগৈ**

চৰিত্ৰসমূহ ঃ

১. দীনবন্ধু চৌধুৰী ঃ অৱসৰপ্ৰাপ্ত স্কুল শিক্ষক , বয়স-৬০-৬২
২.ভাগ্যদেৱী ঃ দীনবন্ধু চৌধুৰীৰ পত্নী,বয়স-৫১.৫২
৩.পৱন ঃ দীনবন্ধু পুতেক,বয়স -৩৫ বছৰ
৪. সুজাতা ঃ দীনবন্ধু ডাঙৰ জীয়েক, বয়স২৮ বছৰ।
৫. অলকা ঃ দীনবন্ধুৰ সৰু জীয়েক বয়স-২২ বছৰ
৬. দীপু ঃ দীনবন্ধুৰ মৃত ভায়েক- বোৱাৰীয়েকৰ একমাত্ৰ জীৱিত পুতেক, দীনবন্ধু ঘৰত থাকে। (বয়স- ৭)
৭. মাধুৰ্য ঃ দীনবন্ধু চৌধুৰীৰ সৰু জীয়েক অলকাৰ বন্ধু।
নাচ -গান নাট আদিত ৰাপ থকা যুৱক,বয়স- ২৩ বছৰ।

**এটা মধ্যবিত্ত পৰিয়ালৰ ড্ৰয়িং ৰূম**

**দৃশ্যসজ্জাঃ** এটা চ'ফা -চেট্, এখন চেন্টাৰ টেবুল, এডাল ষ্টেণ্ড ফুলদানীৰ সৈতে, বেৰত এটা ৱাল ক্লক আৰু এখন এব্ষ্ট্ৰেক্ট" তৈল চিত্ৰ (এজন ৬০/৬২ বছৰীয়া লোকে কাৰোবাক গালি পাৰি পাৰি ঘৰৰ ভিতৰলৈ সোমায় আহে। মানুহজনৰ পিন্ধনত ধুতি-পাঞ্জাবী, তেওঁ ঘৰৰ গৰাকী, দীনবন্ধু চৌধুৰী। তেওঁৰ এহাতে বজাৰৰ শাক পাচলিৰ বেগ, অন্যহাতত এটা ছাতি)

**দীনবন্ধু চৌধুৰী ঃ** খালে ঐ খালে, খাই শেষ কৰিলে কল পুলিকেইটা ।ইমান লহ-পহকৈ বাঢ়ি অহা কলপুলিকেইটা গৰুৱে খাই শেষ কৰিলে। ইচ্ ইচ্ ইচ্। এইখন ঘৰত আৰু একোকে নহ'ব। খন্তেক সেই বজাৰলৈ বুলি ওলাই যাওঁতেই কাৰোবাৰ উদণ্ডীয়া গৰুৱে আটাইকেইটা কলপুলি খাই শেষ কৰিলে। ইচ্ ইচ্। ঘৰৰ মানুহসোপা আছেনে নাই বাৰু হাঁ? অ বোলো হেৰা শুনিছানে? ক'তনো থাকেগৈ জানো?

**(ভিতৰৰপৰা তেওঁৰ পৰিবাৰ ভাগ্যদেৱী ওলাই আহে।)**

**ভাগ্যদেৱী ঃ** কি হ'লনো, ইমান টেটুফলা চিঞৰ ধৰিছে।

**দীনবন্ধু ঃ** ইমানকৈ চিঞৰিলেও নুশুনা যে, আকৌ টেটুফলা চিঞৰ ধৰিছে।

**ভাগ্যদেৱী ঃ** হ'ব হ'ব, কিনো কুৰুক্ষেত্ৰৰ যুদ্ধখন জয় কৰি আহিছে হে?

**দীনবন্ধু ঃ** মোক কুৰুক্ষেত্ৰ জয়ৰ কথা ক'ব নালাগে। ঘৰত ইমানসোপা মানুহ থাকোঁতেও বাৰীৰ কলপুলি কেইটা কাৰোবাৰ গৰুৱে খাই শেষ কৰিলে, তাৰ হে খবৰ নাই। ইফালে মোকহে ওলোটাই কুৰুক্ষেত্ৰ জয়ৰ কথা কয়।

**(দীনবন্ধুৱে ভাগ্যদেৱীক বেগ আৰু ছাতি হাতত দিয়ে।সুজাতাই মাক-দেউতাকৰ চিঞৰ বাখৰ শুনি ভিতৰৰপৰা ওলাই আহে)**

**সুজাতা ঃ** মা-দেউতা- তোমালোকে কিয় বাৰু ইমানকৈ চিঞৰ —বাখৰখন কৰিছা? নিজেতো শান্তিত নাথাকেই, আনকো শান্তিত থাকিবলৈ নিদিয়ে। কিহে পালে বাৰু এই ঘৰৰ মানুহবোৰক। ওচৰ চুবুৰীয়া মানুহবোৰে তোমালোকক কি বুলি ভাবিছো বাৰু?

**ভাগ্যদেৱী ঃ** কি ভাবিছে আৰু! ভাবিছে তোৰ দেউতাৰাই এসময়ত স্কুলৰ ছাত্ৰ-ছাত্ৰীক পঢ়াওতে চিঞৰিছিল, এতিয়া চাকৰিৰ অৱসৰৰ পিছত তেওঁ ঘৰত চিঞৰিছে।

**দীনবন্ধু ঃ** অ' ঠাট্টা কৰিছা, কৰি থাকা।

**(ভাগ্যদেৱীয়ে সুজাতাক বেগ আৰু ছাতি দি ভিতৰলৈ পঠিয়াই নিজেও যাবলৈ লয়, দীনবন্ধুৰ মাত শুনি ভাগ্যদেৱী ৰৈ যায় ।)**

**দীনবন্ধু :** বাৰু ভাগ্য, মোক এটা কথা কোৱাচোন,তোমাৰ পুত্ৰধৰ পৱন এতিয়া ক'ত আছে, কি কৰিছে, তুমি জানানে?

**ভাগ্যদেৱী :** আও, পৱনক কেৱল মোৰেই পুত্ৰ বুলি কৈছে যে? সি কি আপোনাৰো পুত্ৰ নহয়?

**দীনবন্ধু :** আছিল।

**ভাগ্যদেৱী :** তাৰ মানে?

**দীনবন্ধু :** এতিয়া তাক মোৰ পুত্ৰ বুলি চিনাকি দিবলৈ লাজ লাগে। এই বৃদ্ধ বাপেকটোৱে তাক লৈ কিমান আশা কৰিছিল।

**ভাগ্যদেৱী :** আপুনি যে পৱনক নিজপুত্ৰ বুলি চিনাকি দিবলৈ লাজ পাইছে সিনো এনে কি কাম কৰিলে যে মহাভাৰতখন অশুদ্ধ হ'ল?

**দীনবন্ধু :** মহাভাৰতখন শুদ্ধ-অশুদ্ধ কৰাৰ কথা তুমি মোক নুসুধিবা। সি কি নাই কৰা তাক সোধা। আজিও সি লগৰ কেইটামানৰ লগত দোকানে দোকানে ডকা- হকা দি দোকানীবোৰৰ পৰা টকা পইচা তুলিছিল, যি নিদিছিল সিহঁতক পিষ্টলেৰে ভাবুকি দিছিল। আজি ঘৰলৈ আহক সি মই তাক.........।

**ভাগ্যদেৱী :** আপুনি কেৱল নিজৰ ল'ৰাৰহে দোষ দেখে, মোৰ মতে সি যি কৰিছে ভালেই কৰিছে।

**দীনবন্ধু :** কি ক'লা তুমি? ভালেই কৰিছে? কি যুক্তিত তুমি তাক ভাল কাম কৰা বুলি ক'লা?

**ভাগ্যদেৱী :** এই দোকানীবোৰো একো একোটা ডকাইতহে, ইহঁতবোৰকো মাজে সময়ে শিক্ষা দিব লাগে।

**দীনবন্ধু :** বাঃ কি সুন্দৰ যুক্তি। তেতিয়াহ'লে কোৱাচোন তোমাৰ পুত্ৰ পৱন আৰু ডকাইত এটাৰ মাজত পাৰ্থক্য ক'ত থাকিল?

**ভাগ্যদেৱী :** নাই নাই সি ডকাইত হ'বই নোৱাৰে। কোনোবাই ক'লে বুলিয়েই মই মানি ল'মনে? যদি সি কেনেবাকৈ শুনে.......

**দীনবন্ধু :** তেতিয়া কি হ'ব? কি কৰিব সি? আনে ক'ব নালাগে, মই নিজ চকুৰে সিহঁতৰ কাণ্ড- কাৰখানা দেখি আহিছোঁ বুজিছা।

**(দীনবন্ধু ভিতৰলৈ সোমায় যায়, ভাগ্যদেৱীয়ে দীনবন্ধু যোৱাৰ ফালে চাই থাকোতে বাহিৰত কাৰোবাৰ মাত শুনি বাহিৰলৈ চায়। খুড়ী খুড়ী বুলি মাতি মাধুৰ্য্য সোমায় আহে)**

**মাধুৰ্য :** খুড়ী আছেনে?

**ভাগ্যদেৱী :** অ' মাধুৰ্য, আহা বহাহি। ভাল তোমাৰ? ঘৰত মা-দেউতাৰ ভাল নে?

**মাধুৰ্য :** ভালেই।

**ভাগ্যদেৱী :** অ মাধুৰ্য,তুমি আমাৰ পৱনক কৰবাত দেখিছিলা নেকি?

**মাধুৰ্য :** নাই দেখা খুড়ী। কিয়? কিবা হ'ল নেকি পৱনদাৰ?

**ভাগ্যদেৱী :** নাই নাই, এনেই তোমাক সুধিছো। ৰাতিপুৱাতে গৈছিল চাহ একাপ খাই। এতিয়ালৈকে ঘূৰি আহি ঘৰ পোৱাহি নাই। চোৱাচোন ইমানদেৰিলৈকে ভাত খাবলৈ অহা নাই। তুমি ক'ৰবাত দেখিছিলানেকি তাকহে সুধিছিলো।

**(ভাগ্যদেৱী ভিতৰলৈ সোমাবলৈ লওঁতেই দীনবন্ধুক ভিতৰৰ পৰা আহি থকা দেখি ৰৈ দিয়ে)**

**মাধুৰ্য :** খুড়া (দীনবন্ধুক দেখি বহাৰপৰা উঠিব খোজে)

**দীনবন্ধু :** অ, মাধুৰ্য, বহা বহা, ভালে আছানে?

**মাধুৰ্য্য :** খুড়া, মোৰ ভালেই। আপোনাকহে বৰ চিন্তিত যেন দেখা গৈছে, শৰীৰ ভাল নহয় নেকি?

**দীনবন্ধু :** মাধুৰ্য, বুজিছা যিকোনো ৰোগৰ এটা কাৰক থাকে।

**মাধুৰ্য :** হয়।

**দীনবন্ধু :** তোমালোকে জনগণৰ মংগলৰ বাবে সৃষ্টি কাৰ্যত ব্ৰতী হৈ নাট, গান আদিৰ সাধনা কৰিছা, এচামে আকৌ ধ্বংসকাৰ্যত লিপ্ত হৈ হত্যা, লুণ্ঠন, অপহৰণ আদি কাৰ্য কৰি ফুৰিছে। সিহঁতে দেশখনক কোন দিশে নিছে বাৰু? ধ্বংসৰ মুখলৈ নিয়া নাইনে? তুমিয়ে কোৱাচোন সিহঁত জানো ক্ষমাৰ যোগ্য। সিহঁতক ক্ষমা কৰিব পাৰিনে?

**ভাগ্যদেৱী :** মাধুৰ্য, তোমাৰ পলম হৈছে ছাগে? মই অলকাক মাতিছো ৰ'বা ।

**দীনবন্ধু :** সৃষ্টিৰ সাধনা কৰা ব্যক্তিৰ সময় বৰ তাকৰ।

**ভাগ্যদেৱী :** মই আপোনাক সোধা নাই, মাধুৰ্যক সুধিছো।

**দীনবন্ধু :** যাকেই নোসোধা কিয়, উত্তৰ কিন্তু এটাই পাবা। বুজিছা মাধুৰ্য, এচামে আৰম্ভ কৰে জগতৰ মংগলৰ বাবে সৃষ্টিৰ সাধনা,আনচামে ধ্বংসৰ।

**ভাগ্যদেৱী :** আপোনাৰ সাধনা কি। মোৰ সৈতে,লৰাৰ সৈতে কেৱল ঘৰখনত তৰ্ক কৰাই নহয় জানো?

**দীনবন্ধু :** মই এতিয়াও পাগল হোৱা নাই যে, বাটৰ কচু গাত ঘঁহি ল'ম। উচিত কথা ক'লেই মই তৰ্ক কৰা হয়।

**ভাগ্যদেৱী :** নলয় কিয়? আপোনাক কোনে মানা কৰিছে?

**দীনবন্ধু :** শুনা মাধুৰ্য্য, আমি কৰা সকলোবোৰ কামকে কৰ্ম বুলি নকয়। যিবোৰ কামে ধ্বংস মাতি আনে সেইবোৰ অপকৰ্ম, তাত সৃষ্টিৰ বীজ নাথাকে, থাকে মাথোন ধ্বংসৰ বীজ।

**ভাগ্যদেৱী :** চাকৰিৰপৰা অবসৰ কেৱল আপুনিয়েই লোৱা নাই। সৌ মহেশ শইকীয়া, অশ্চিনী বৰুৱাই লৈছে। তেওঁলোকে কিন্তু পুনৰ প্ৰাইভেট একাডেমিত চাকৰি কৰিছে। আপোনাৰ দৰে ঘৰতে খাই বৈ-শুই-মেলি অনাহকতে ল'ৰাৰ লগত কাজিয়া-পেচাল কৰি জীৱনটো পাৰ কৰা নাই।

**দীনবন্ধু :** অ' এতিয়া মই খাই-বই শুই থকাহে হ'লো। অনাহকতে ল'ৰাৰ স'তে কাজিয়া কৰা হ'লো। পুনৰ প্ৰাইভেট একাডেমিত চাকৰি কৰিব লাগে? কিন্তু কাৰ বাবে? তোমাৰ সেই জহন্নামে যোৱা পুত্ৰৰ বাবে?

**ভাগ্যদেৱী :** তাকে নকৈ আপুনি কি ক'ব?

**দীনবন্ধু :** ফুটা কলহত পানী ভৰাই লাভ হ'ব জানো? কোৱা তুমি?

(সুজাতা ভিতৰৰ পৰা ওলাই আহে)

**সুজাতা :** মা-দেউতা, তোমালোকে যে একেবাৰে লাজ-মান বেচি খালা দেই। মাধুৰ্যই বাৰু কি ভাবিছে? তোমালোকে মাছৰ বজাৰৰ দোকানীৰ স'তে কাজিয়া কৰাৰ দৰে কৰিছা যে?

**ভাগ্যদেৱী :** কাজিয়াৰ বাহ মই উলিয়াই লৈছো নে তোৰ দেউতাৰে উলিয়াইছে, তই দেখিছ নহয় নিজ চকুৰে?

**দীনবন্ধু :** মাধুৰ্য্য, তুমিয়েই কোৱাচোন নিজ হাতে তুলি-তালি ডাঙৰ-দীঘল কৰা বস্তু এটাক এইদৰে গৰু-ছাগলীয়ে খাই অনিষ্ট কৰিলে কাৰ খং নুঠিব?

**সুজাতা :** হ'ব আৰু। বাদ দিয়া মা। আৰু দেউতা, তুমিও মনে মনে থাকা। মিছাতে কাজিয়াখন বঢ়াই লৈ ঘৰখনত অশান্তি চপাই ল'ব নালাগে।

**দীনবন্ধু :** মাধুৰ্য্য, তুমি অলপ বহাচোন। মই গৰুৱে খোৱা কল পুলিকেইটাকে ঠিক কৰোঁগৈ। সময়ত আকৌ কলপাত কেইখিলা মইহে বিচাৰি হাবাথুৰি খাব লাগিব।

**মাধুৰ্য্য :** ভাল বাৰু। (দীনবন্ধু বাহিৰলৈ ওলাই যায়গৈ) সুজাতা-বা আমাৰ নাটক চাবলৈ আহিবা কিন্তু। (মাধুৰ্যই হাতৰ ঘড়ীলৈ চায়) মাধুৰ্য, তোমাৰ পলম হৈছে ছাগৈ। ৰ'বা, মই অলকাক মাতি দিছো। অলকা, মাধুৰ্য পলম হৈছে, তই অলপ সোনকাল কৰ। বুজিছা, এই ছোৱালীজনীয়ে আজিলৈকে কোনো এটা কামতে খৰ ধৰ কৰিবলৈ নিশিকিলে। তুমি তাইক টানকৈ ক'বাচোন, তোমাৰ কথা শুনিব। মা-দেউতাৰ কাজিয়া এৰোৱাওঁতে তোমালৈ চাহ কৰিবলৈকে পাহৰিলো। ৰ'বা, চাহ কৰোঁগৈ। ফটকৰে হ'ব।

**মাধুৰ্য :** নাই, নালাগে চাহ।

**সুজাতা :** ৰ'বা হে, বাইকতহে যাবা তোমালোক। দেৰি নহয়।

(সুজাতাৰ প্ৰস্থান)

**অলকা :** মাধুৰ্য, আহিলা? তোমাৰ খং উঠিছে ছাগৈ।

**মাধুৰ্য্য :** খং উঠাৰ কাম কৰিলে খং উঠিবই।

**অলকা :** চ'ৰি।

(সুজাতাই চাহ আনি মাধুৰ্যক দিয়ে)

**সুজাতা :** মাধুৰ্য, চাহ খোৱা।

**অলকা :** বাইদেউ, কেনে লাগিছে মোক?

**সুজাতা :** ভাল লাগিছে। পিছে ভাল দেখিলেই নহ'ব, নাটকো ভালকৈ কৰিবি যাতে মাধুৰ্যহঁতৰ বদনাম নহয়।

**অলকা :** বাইদেউ, তুমি এ-ক-দ-ম চিন্তা নকৰিবা। যাওঁদেই। মাক ক'বা আমি আহিলো বুলি। ব'লা মাধুৰ্য্য।

(সুজাতাই চকী -মেজ ঠিক কৰে)

**সুজাতা :** মা, অ' মা। ঝাডুটো লৈ আনাচোন।

(ভাগ্যদেৱীয়ে ঝাৰুটো সুজাতাক আনি দিয়ে)

**ভাগ্যদেৱী :** হঁ ল এইটো- সুজাতা, অলকাহঁত গ'লেই নেকি অ'?

**সুজাতা :** গ'ল (সুজাতাই কোঠাটো চাফা কৰি থাকে) তোমালোকৰ কুৰুক্ষেত্ৰৰ যুদ্ধখন চাই থাকিলে সিহঁতৰ নাটকৰ ৰিহাৰ্চেল নহ'ব নহয়। তাতে সিহঁতৰ নাটকলৈ বেছি দিন নাই।

**ভাগ্যদেৱী :** তই দিনে দিনে মোৰ মুখে মুখে কথা ক'ব পৰা হ'লি? নহ'বিনো কিয়। বাপেৰক সদায় দেখি আহিছ নহয়।

**সুজাতা :** মা.....দেউতাক মিছাতে তুমি দোষ নিদিবা। পৰনদাৰ কাণ্ড- কাৰখানাবোৰ দেখি আহিছে কাৰণেহে কৈছে, সি যে বেয়া ল'ৰা আমাৰ অঞ্চলৰ বহুতেই জানে। ভয়তহে নকয়।

**ভাগ্যদেৱী :** তই নিজৰ ককায়েৰৰ বিষয়ে......।

**সুজাতা :** সি মোৰ ককাকেই হ'ল বুলিয়েই মই চকু মুদি থাকিমনে? মই নক'লেও বাহিৰৰ মানুহে গম পাইছে নহয়?

**ভাগ্যদেৱী ঃ** আও এইজনীৰ মুখখন চাচোন। কি লাও পাত কচু পাত। কোন ল'ৰাই তহঁতৰ দৰে ছোৱালীক বিয়া কৰাব ?

**সুজাতা ঃ** মোৰ বিয়া নহয় যদি তোমাৰ পুত্ৰৰ বদ্ গুণৰ বাবেহে নহ'ব, কৈ থ'লো তোমাক এতিয়াই।

**ভাগ্যদেৱী ঃ** চুপ্ থাক এইজনী। দিনে দিনে বাঢ়ি গৈছে।

**সুজাতা ঃ** তাকে নকৈ তুমি আৰু কি ক'বা। মা, নিজৰ পুতেকক তেনেকৈ ক'ব পাৰিবানে?

**(সুজাতাই ঝাড়ুটো লৈ ভিতৰলৈ যায়। মাকেও তাইৰ পিছ ল'ব খোজে। এনেতে কিবা ভাবি তেওঁ বাহিৰৰ ফালে আত্মবিভোৰ হৈ চাই থাকে। দীপুৱে আপোন ভাবত গান · গাই গাই বাহিৰৰ পৰা আহে)**

**দীপু ঃ** টেনচ্‌ন বাঢ়ি গ'লে চুলাই খাবা।
চুলাই খাই হ'লে বমি নকৰিবা ।

**ভাগ্যদেৱী ঃ** দীপু

**দীপু ঃ** কি হ'ল বৰমা ?

**ভাগ্যদেৱী ঃ** কি গান গাইছ এইবোৰ, ক'ত শিকিলি তই ?

**(দীনবন্ধু ঘৰৰ ভিতৰলৈ সোমায় আহে)**

**দীনবন্ধু ঃ** হে'ৰা তোমাৰ ঘৰত শিকিছে।

**ভাগ্যদেৱী ঃ** মোৰ ঘৰত শিকিছে?

**দীনবন্ধু ঃ** কিয়, লাজ পালা নেকি?

**ভাগ্যদেৱী ঃ** আপুনি আচলতে কি ক'বলৈ বিচাৰিছে?

**দীনবন্ধু ঃ** সি সৰু ল'ৰা, কি গাইছে সি নিজেই নাজানে। কিন্তু ডাঙৰে যেতিয়া হাটে-বজাৰে গুণ্ডাগিৰি কৰি ফুৰে, এক শ্ৰেণীৰ মাক-দেউতাকে তেতিয়া কিন্তু তাত উৎসাহহে দিয়ে।

**ভাগ্যদেৱী ঃ** আপুনি কাক উদ্দেশ্য কৰি এই কথা কৈছে?

**দীনবন্ধু ঃ** তোমাক, তোমাক কৈছো বুজিছা। কাক কৈছো আকৌ সুধিবলৈ আহিছা মোক।

**ভাগ্যদেৱী ঃ** মই কাক উৎসাহ দিছোঁ?

**দীনবন্ধু ঃ** ঠাণ্ডা মগজুৰে নিজক সোধা।

**ভাগ্যদেৱী ঃ** মই দীপুৱে গোৱা গানটোৰ বিষয়েহে সুধিছো, তাতে কি অপৰাধ হ'ল?

**দীনবন্ধু ঃ** কিয় সুধিলা?

**ভাগ্যদেৱী ঃ** এনেয়ে।

**দীনবন্ধু ঃ** নহয়, তুমি নিজক ফাকি দিছা, তুমি গানৰ অৰ্থ বুজিছা, সেই বাবেইটো সুধিছা।

**ভাগ্যদেৱী ঃ** (দীপু যোৱাৰ পিনে চাই) ৰ, তোক মই আজি ....(ভাগ্যদেৱী ভিতৰলৈ সোমাবলৈ লয়, দীনবন্ধু মাত শুনি ৰৈ যায়)

**দীনবন্ধু ঃ** ৰ'বা সৰু ল'ৰাটোৱে নাজানি গালেই, তাতে ইমান খং যে? কিন্তু জনা-বুজাই গুণ্ডাগীৰি কৰি পিতৃসম ব্যক্তিক দিন দুপৰতে ৰাজআলিত লপা-থপা দিয়া কলংক জানো মচ খাব?

**ভাগ্যদেৱী ঃ** আপুনি কি ক'ব বিচাৰিছে, খোলা খুলিকৈ নকয় কিয়?

**দীনবন্ধু ঃ** খোলা খুলিকৈ ক'বলৈ কিটো আছে?

**ভাগ্যদেৱী ঃ** পাকে প্ৰকাৰে পৱনৰ কথাই কৈছে নহয়?

**দীনবন্ধু ঃ** ভাল ধৰিব পাৰিছা তেন্তে ।

**ভাগ্যদেৱী ঃ** মিছা কথা।

**দীনবন্ধু ঃ** নিজৰ পুত্ৰ সন্তানৰ প্ৰতি মাতৃৰ মৰম থকাটো স্বাভাৱিক। কিন্তু সেই পুত্ৰ সন্তানৰ মৰম চেনেহত অন্ধ হ'ব নালাগে।

**ভগ্যদেৱী ঃ** আপুনিয়ে ধৰ্মাৱতাৰ হৈ জগতৰ সকলোকে বুকুত সাৱতি লৈ থাকক। বুঢ়া বয়সত পুণ্য হ'ব কাশী-গয়ালৈ নগ'লেও হ'ব বুজিছে।

**দীনবন্ধু ঃ** এদিন তুমিয়েই তোমাৰ পুত্ৰৰ কৃতকৰ্মৰ বাবে কাশী-গয়ালৈ যাব লাগিব বুজিছা। মনত ৰাখিবা।

**ভাগ্যদেৱী ঃ** এইবোৰৰ লগত কোনো চুপতি মাৰি থাকে অ'। (ভাগ্যদেৱী খঙেৰে ভিতৰলৈ সোমাই যায। দীনবন্ধু বাতৰি কাকত পঢ়িবলৈ বহে, পুনৰ গৰুৰে জপনা খোলাৰ শব্দ হয)

**দীনবন্ধু ঃ** ঘূৰ ঘূৰ গৈছনে তহঁত। ৰহ, গৈছো মই (দীনবন্ধু গৰু খেদেগৈ। পৱন সোমাই আহে। পৱনে মাকক মাতে। সহাৰি নাপায় ড্ৰয়িং ৰুমতে পায়চাৰি কৰি থাকে। দীনবন্ধু আহে)

**পৱন ঃ** মা, অ' মা তুমি ক'ত আছা? মোৰ এফালে যাবলগা আছে, সোনকালে ভাত দিয়া।

**দীনবন্ধু ঃ** এইখন হোটেল নহয়।

**পৱন ঃ** দেউতা, তুমি কি ক'ব বিচাৰিছা?

**দীনবন্ধু ঃ** এইখন দীনবন্ধু চৌধুৰীৰ ঘৰ। এই ঘৰৰ সকলো কাম কাজ আজিৰেপৰা মোৰ নিৰ্দেশমতেই হ'ব লাগিব। চোৰ-বদমাচ-গুণ্ডাৰ বাবে এই ঘৰখনত স্থান নাই?

**পৱন ঃ** দেউতা তুমি কাক চোৰ বদমাচ বুলি কৈছা?

**দীনবন্ধু ঃ** কাক কৈছো তই এতিয়া বুজা নাই পাষণ্ড? তোক আৰু তোৰ লগবোৰক কৈছো।

**পৱন ঃ** তুমি ক'ত দেখিলা মই বদমাচি কৰা, গুণ্ডামি কৰা?

**দীনবন্ধু ঃ** অকল ময়েই নহয়, অনেকে দেখিছে। তই ক'ত দেখা

**বুলি সুধিছ— বজাৰত, বুজিছ বজাৰত ।**

**(দেউতাক আৰু পৱনৰ তৰ্কা তৰ্কি শুনি সুজাতা ভিতৰৰ পৰা ওলাই আহে)**

**সুজাতা ঃ** পুনৰ আৰম্ভ হ'ল নহয়?

**দীনবন্ধু ঃ** সুজাতা, তই একো নামাতিবি।

**সুজাতা ঃ** কিয় নামাতিম মই?

**দীনবন্ধু ঃ** বিষয় এটা সম্পূৰ্ণকৈ নেজানি মতামত দিয়াটো অজ্ঞতা, বুজিছ।

**সুজাতা ঃ** দেউতা, মই মানি ল'লো একো নাজানো, সেইবুলি ঘৰখনত কি ঘটিছে মোৰ জানো জনাৰ অধিকাৰ নাই?

**দীনবন্ধু ঃ** কিয় নাই, আছে, নিশ্চয় আছে। শুন, ই-তোৰ ককায়েৰ পৱনে আজি বজাৰত যিবোৰ কাণ্ড কৰিছে, এজন বিবেকবান পিতৃ হিচাপে মই তাক কেতিয়াও ক্ষমা কৰিব নোৱাৰোঁ। (পিতা-পুত্ৰৰ তৰ্কা তৰ্কি শুনি ভাগ্যদেৱী খৰধৰকৈ ভিতৰৰপৰা ওলাই আহে)

**ভাগ্যদেৱী ঃ** হেৰি, আপোনাৰ আজি কি হৈছে? কি ধৰণৰ মানুহ জনৰ লগত যে মোৰ সংগ হ'ল। একেঁবোৰ কথাকেই কিয় পাগুলি থাকিব লাগে বাৰু?

**দীনবন্ধু ঃ** কিয়, কিয় ক'লা তেনেকৈ?

**ভাগ্যদেৱী ঃ** কৈছো নহয়, হৈ যোৱাবোৰ হৈ গ'ল তাক নোহোৱাতো কৰিব নোৱাৰি।

**দীনবন্ধু ঃ** দৰব তিতা বুলি ৰোগীয়ে নোখোৱাকৈ থাকিলে ৰোগ নিৰাময় হ'ব জানো?

**সুজাতা ঃ** দেউতাই ঠিক কথাই কৈছে।

**ভাগ্যদেৱী ঃ** সুজাতা, বাপেৰৰ হৈ তই ওকালতি কৰিব নালাগে বুজিছ। তই ভালে ভালে ইয়াৰ পৰা আঁতৰ হ।

**সুজাতা ঃ** সঁচা কথা ক'লে মানুহে লাজ পায়েই।

**পৱন ঃ** সুজাতা। তই ভালে ভালে ইয়াৰ পৰা আঁতৰ হ।

**সুজাতা ঃ** অ, দেউতাই তোৰ সঁচা কথাবোৰ কৈছে কাৰণে লাজ পাইছ নহয়?

**পৱন ঃ** ৰহ, তোক আজি মই....

**(পৱনে সুজাতাক মাৰিবলৈ খেদি যায়, সুজাতাই ভয়তে দেউতাকৰ পিছ ফালে আশ্ৰয় লয়)**

**দীনবন্ধু ঃ** এইখন দীনবন্ধু চৌধুৰীৰ ঘৰ, গুণ্ডা-বদমাচৰ আশ্ৰয়স্থলী নহয়।

**ভাগ্যদেৱী ঃ** পুত্ৰ হিচাপে পৱনৰো এই ঘৰত অধিকাৰ আছে।

**দীনবন্ধু ঃ** অধিকাৰ থাকিলেই নহ'ব, বজাই ৰাখিবলৈকো জানিব লাগিব।

**পৱন ঃ** দেউতা, তোমাৰ চিন্তা-ধাৰা এতিয়া অচল।

**দীনবন্ধু ঃ** কি ক'লি তই কোলাঙ্গাৰ?

**পৱন ঃ** ঘোঁৰাৰ মালিকে নিজৰ ঘোঁৰাটোক বোজা কঢ়িয়াব পৰালৈকেহে ৰাখে, বুঢ়া হ'লে মালিকৰ ওচৰত সি গুৰুত্বহীন হৈ পৰে।

**দীনবন্ধু ঃ** শুন— তই, এবাৰ মানুহে কাপোৰ পিন্ধিবলৈ শিকাৰ পিছত পুনৰ উলংগ হ'বলৈ নাযায়।

**(অলকা সোমাই আহে, ঘৰৰ সকলোকে চায়)**

**অলকা ঃ** মা, অ' মা ..... । আৰে, সকলোবোৰ দেখোন ইয়াতেই। কাৰো মুখত মাত কথা নাই যে?

**দীনবন্ধু ঃ** অলকা, তই সোনকালে গুচি আহিলি যে?

**অলকা ঃ** মাধুৰ্য্যদাই বিশেষ এটা এৰাব নোৱাৰা কামত এফালে যাব লগা হ'ল। সন্ধিয়া তেওঁ আমাৰ ঘৰলৈ আহি মোৰ লাষ্ট চিনটো ঘৰতে শিকাই থৈ যাব। তোমালোকেতো নাজানা নাটকৰ সমস্ত বোজা মাধুৰ্যদাৰ ওপৰত।

**পৱন ঃ** অলকা, তোক কৈ থ'লো, তোৰ আজিৰপৰা এইবোৰ নাটক-চাটক কৰা বন্ধ।

**অলকা ঃ** মই আৰু' কেলেই নাটক কৰা বন্ধ কৰিম?

**দীনবন্ধু ঃ** অলকাই সৃষ্টিশীল কামত ব্ৰতী হৈছে, তাত আনন্দ আছে, সৌন্দৰ্য আছে, সন্তুষ্টি আছে। য'ত সৃষ্টিৰ বীজ নাই তাত আনন্দ নাথাকে, থাকে কেৱল ধ্বংস।

**পৱন ঃ** অলকা, তই আজিৰপৰা এইবোৰ বন্ধ নকৰিলে কিন্তু....

**দীনবন্ধু ঃ** তাই আগৰ দৰেই নিজ কৰ্ম কৰি যাব।

**পৱন ঃ** চাম নহয় তাই কেনেকৈ নাটক কৰে।

**সুজাতা ঃ** তাইতো একো বেয়া কাম কৰা নাই। তাই এতিয়া নিজে নিজৰ বাবে চিন্তা কৰিব পৰা হৈছে।

**পৱন ঃ** তাই অকলেই চিন্তা কৰিলে নহ'ব।

**দীনবন্ধু ঃ** কিয়, তই তাইৰ ককায়েক, সেই বুলিয়েই নেকি.....?

**পৱন ঃ** অ' মই তাইৰ ককায়েক লগতে.....

**দীনবন্ধু ঃ** লগতে কি?

**পৱন ঃ** মই মাধুৰ্যহঁতৰ নাচ-গান-নাটক আদি ভাল নাপাওঁ।

**দীনবন্ধু ঃ** আৰু তোৰ কু-কীৰ্তিবিলাক মই ভাল পাওঁ বুলি ভাবিছ নেকি?

**পৱন ঃ** আপুনি তাইক বেছিকৈ লাই দিছে।

**দীনবন্ধু ঃ** তোকতো মই লাই দিয়া নাছিলো।

**ভাগ্যদেৱী ঃ** সি ল'ৰা মানুহ। তই ছোৱালী। মনত ৰাখিবি।

**দীনবন্ধু ঃ** তুমি আইনজ্ঞ হ'ব লাগিছিল, কিন্তু হ'লা এটা কুলাঙ্গাৰৰ

মাক।

**সুজাতা :** মা, তুমিয়ে দাদাক কোৱাচোন কিবা এটা।

**ভাগ্যদেৱী :** তইঁতে মোক আজিৰপৰা একোকে নুসুধিবি। যি ইচ্ছা কৰি থাকিবি।

**(ভাগ্যদেৱী ভিতৰলৈ সোমাই যায়)**

**পৱন :** অলকা, তোক মই শেষবাৰলৈ সোঁৱৰাই দিলো, এইবোৰ বন্ধ কৰিবি। নহ'লে..

**অলকা :** নকৰোঁ যা। তই যি কৰ কৰি থাকিবি। নাটক মই কৰিমেই তয়ো চাই থাকিবি।

**(অলকাই উচাট মাৰি ভিতৰলৈ যায়)**

**দীনবন্ধু :** দুৰ্বল মানুহে ভয় খুৱাবহে পাৰে, কাকো আশ্ৰয় দিব নোৱাৰে।

(খঙতে পৱন ঘৰৰপৰা বাহিৰলৈ ওলায় যায়)

**সুজাতা :** দেউতা,তুমি নিজৰ কথা চিন্তা কৰা'। মৰিবলৈ খোজাবোৰক মৰিবলৈ দিয়া।

**দীনবন্ধু :** জুঁই জ্বলিলে নিজে নিজে নুমায় নাযায়, সুজাতা, তাক নুমুৱাব লাগিব।

**সুজাতা :** কিন্তু দেউতা, জুইয়েতো কেঁচা-পকা চিনি নাপায়।

**দীনবন্ধু :** মানে, তই কি ক'ব বিচাৰিছে?

**সুজাতা :** মই ক'ব বিচাৰিছো আপুনি এইবোৰৰপৰা আঁতৰত থকাই ভাল হ'ব।

**দীনবন্ধু :** যুদ্ধত হৰা-জিকা থাকেই, তাৰ অৰ্থ এইটো নহয় যে যুদ্ধ কৰিব নালাগে। কিন্তু এটা কথা সুজাতা.......

**সুজাতা :** দেউতা, সেইটোনো কি?

**দীনবন্ধু :** যুদ্ধৰ তাৎপৰ্য উপলব্ধি কৰিব পৰা মানুহেহে যুদ্ধ কৰাটো উচিত।

**সুজাতা :** তথাপি দেউতা, মোৰ ভয় লাগে কেতিয়াবা আপোনাক আমি অকালতে হেৰুৱাব লগীয়া হয় বুলি।

**দীনবন্ধু :** সুজাতা, সদায়ে আনৰ কান্ধত ভৰ দি খোজ কঢ়া মানুহজনে নেজানে তেওঁ কিয় খোজ কাঢ়িছে, কিন্তু নিজে খোজ কাঢ়ি গৈ থাকোতে যদি কেতিয়াবা গাঁততো সোমাই পৰে, তাতো আনন্দ আছে। কাৰণ তেওঁ বুজি উঠিব তেওঁ নিজে খোজ কাঢ়িছে।

**(দীনবন্ধু চৌধুৰী ভিতৰলৈ সোমাই যায়)**

**সুজাতা :** দীপু, অ' দীপু। (সুজাতাৰ মাত শুনি দীপু ওলাই আহে)

**দীপু :** কি হ'ল সুজাতা বা? মোক মাতিছিলা নেকি?

**সুজাতা :** বহী— কিতাপবোৰ ক'ত থ'ব লাগে তই নাজান? যা, এইবোৰ পঢ়া টেবুলত ভালকৈ সামৰি থগৈ। (দীপুৱে কিতাপ সামৰে,সুজাতাই তাক কাণ চেপা দিয়ে, দীপুৱে সুজাতাক ভেঙুচালি কৰে, সুজাতাই তাক খেদি যায় দীপু ভিতৰলৈ ল'ৰ মাৰে।) ৰহ তোক আজি.....

**(অলকাই মাধুৰ্যৰ অপেক্ষাত চট্‌ফটাই থাকে। সুজাতা আহে)**

**সুজাতা :** অলকা, কি ভাবিছা?

**অলকা :** নাই, একো ভবা নাই।

**সুজাতা :** অলকা, জীৱনটোক দিনে দিনে মোৰ তিতা লগা হৈ আহিছে।

**অলকা :** কিয়?

**সুজাতা :** ঘৰখনৰ অশান্তিবোৰ তই দেখা নাই নেকি?

**অলকা :** হয় পায়। মোৰো মনটো দিনে দিনে ভাল নলগা হৈ আহিছে।

**সুজাতা :** কেনেকৈনো ভাল লাগিব? মাধুৰ্য্য আহোতে মা-দেউতাই কাজিয়া কৰা দেখি মোৰ যে ইমান লাজ লাগিছিল। ক'ৰবাত আপোন ঘাটি হৈ মৰিম যেন লাগিছিল। সব পুতেকৰ বাবে হৈছে। দেউতাক মই দোষ নিদিও। মায়ে লাই দিয়াৰ বাবেহে দাদা দিনে দিনে বাঢ়ি গৈছে। মাধুৰ্যই তোক আজি আমাৰ ঘৰৰ কাজিয়াৰ বিষয়ে সুধিছিল নেকি?

**অলকা :** নাই সোধা। বাইদেউ, মাধুৰ্য বৰ বহল মনৰ ল'ৰা। আমাৰ ঘৰৰ কথা বুলিয়েই নহয়, পৰৰ চৰ্চা বুলি ক'লে সি একেবাৰে বেয়া পায়। কোনোবাই পৰৰ কথা উলিয়ালেও সি তাৰপৰা আঁতৰিহে থাকে। মই তাক ভালকৈ জানো নহয়।

**সুজাতা :** অলকা মায়ে আজি মোক বৰ দুখ লগা কথা এটা ক'লে।

**অলকা :** কি কথা?

**সুজাতা :** আমি বোলে দন্দুৰী। কোনেও বোলে আমাৰ দৰে ছোৱালীক বিয়া নকৰায়। মাকজনী হৈনো তেওঁ তেনে কথা ক'ব লাগেনে? কেতিয়াবা ক'ৰবালৈ গুচি যাম যেন লাগে।

**অলকা :** মোৰো মাজে মাজে তেনে ভাব হয়। য'ত থাবলৈ নেপালেই মনত শান্তি পাম, হৃদয়ৰ গোপন কথাবোৰ কাৰোবাক হিয়া উজাৰি খুলি ক'ব পাৰিম। সুজাতা বা,

আমাৰ জীৱনলৈ কেতিয়াবা তেনে দিন আহিব জানো?

**সুজাতা ঃ** নাজানো। জনাহঁতেন কেতিয়াবাই .....

**(বাহিৰত কাৰোবাৰ জোতাৰ শব্দ শুনা যায়। সিহঁত দুয়োজনীয়ে সেইফালে চায়। অলকা ভিতৰলৈ সোমাই যায়)**

**সুজাতা ঃ** অ' মাধুৰ্য, তুমি। মই আকৌ অন্য কোনোবা আহিছে বুলিহে ভাবিছিলো।

**মাধুৰ্য ঃ** কোনোবা অহাৰ কথা আছিল নেকি?

**সুজাতা ঃ** নাই ,নাই।

**মাধুৰ্য ঃ** অলকা নাই নেকি?

**সুজাতা ঃ** আছে আছে। মই মাতি দিওগৈ। তুমি বহাচোন। (মাধুৰ্য বহে অলকা আহে)

**অলকা ঃ** ইমান দেৰি কৰিলা যে?

**মাধুৰ্য ঃ** অলপ পলম হ'ল।

**অলকা ঃ** তুমি অলপ পলম হৈছে বুলি কৈছা। বাটলৈ চাওঁতে চাওঁতে মোৰ কি অৱস্থা হ'ল তুমি জানা? নামাতিবা মোক।

**মাধুৰ্য ঃ** ইমান অভিমান ভাল নহয়। বিশেষকৈ নাট, গান কৰা মানুহৰ। ধৈৰ্য্য ধৰিব লাগিব। অধৈৰ্য হ'লে নাট-গান শিকিবা কেনেকৈ? জীৱনটোৱেই জানো এটা ধৈৰ্যৰ পৰীক্ষাগাৰ নহয়? নহয় বুলি কোৱা তুমি?

**অলকা ঃ** বাৰু হ'ব হ'ব। বেছি লেক্‌চাৰ নিদিবা, মোৰ ভাল নালাগে।

**অলকা ঃ** জানা মাধুৰ্য, অপেক্ষাবোৰ বৰ অসহনীয়।

**মাধুৰ্য ঃ** ভৱিষ্যতে আৰু এনে নহয়।

**অলকা ঃ** Promise.

**মাধুৰ্য ঃ** Promise, Now,Cheer-up.অলকা, তোমাৰ কিন্তু শেষ দৃশ্যটোৰ ওপৰতে আমাৰ নাটকখনৰ সফলতা নিৰ্ভৰ কৰিছে।

**অলকা ঃ** চেষ্টা কৰিম। তুমিতো আছাই।

**মাধুৰ্য ঃ** অলকা, তুমি পাৰিবা বুলি মোৰ বিশ্বাস আছে। মই মাথো তোমাক দুটামান লাগতিয়াল কথা কৈ যাম বুলি আহিলো।

**(দুয়ো অন্তৰঙ্গ হৈ ওচৰ চাপি যায়। বাহিৰৰ পৰা পৱনে কাৰোবাৰ গালি পাৰি পাৰি আহে)**

**অলকা ঃ** চাওঁ,পৱনদা আহিছে। তুমি বহা।

**(অলকা ভিতৰলৈ সোমাই যায়। বাটত পৱনৰ মুখা- মুখি হয়। পৱনে মাধুৰ্যক দেখে)**

**পৱন ঃ** অ, সংস্কৃতিৰ বেপাৰী?

**মাধুৰ্য ঃ** কোন সংস্কৃতিৰ বেপাৰী?

**পৱন ঃ** বৰ চালাক নোলাবি।

**মাধুৰ্য ঃ** মানে?

**পৱন ঃ** অকবাৰ ভাও নধৰিবি বুজিছ, তোক কৈছো আৰু তোৰ লগৰবোৰক কৈছো।

**মাধুৰ্য ঃ** আমি সুন্দৰৰ পূজাৰী।

**পৱন ঃ** বেছি কথা নক'বি। (পিষ্টলটো দেখুৱাই) এইটো চিনি পাব?

**মাধুৰ্য ঃ** পাওঁ। তোমালোকৰ অস্ত্ৰেৰে পৃথিৱীখনক ধোঁৱাময় কৰিব পাৰে, কিন্তু পোহৰ বিলাব নোৱাৰে। মনত ৰাখিবা।

**পৱন ঃ** নতুনক গঢ়িবলৈ পুৰণিক ভাঙিবই লাগিব। তাৰ বাবে অস্ত্ৰৰ প্ৰয়োজন;

**মাধুৰ্য ঃ** মানি ল'লো পুৰণিক ভাঙি নতুনক গঢ়িবলৈ অস্ত্ৰৰ প্ৰয়োজন; যদি অস্ত্ৰৰ সু-প্ৰয়োগ নহয় তেতিয়া.......?

**পৱন ঃ** চুপ থাক। আমাৰ অস্ত্ৰৰ আঘাতে আনিব সৃষ্টিৰ নতুন বীজ, আমি জনগণৰ হাতে হাতে অস্ত্ৰ তুলি দিম, জনগণে তাক ব্যৱহাৰ কৰিবলৈ বাধ্য হ'ব।

**মাধুৰ্য ঃ** তোমালোকৰ অস্ত্ৰৰ চিক্‌মিকনি এদিন নাইকীয়া হ'ব।

**পৱন ঃ** তহঁতে সংস্কৃতিৰ নামত মানব জাতিক ঠগিছ, তহঁত ঠগ, প্ৰৱঞ্চক।

**মাধুৰ্য ঃ** যদি মই কওঁ– বিপ্লৱৰ নামত তোমালোকে জনগণক ঠগিছা। নিজৰ সুবিধা আদায় কৰিছা, জনগণক ৰাষ্ট্ৰ সন্ত্ৰাসৰ নামত বলিৰ পঠা সজাই নিজে নিৰাপদ দূৰত অৱস্থান কৰিছা আৰু তাৰেই গইনা লৈ ৰাষ্ট্ৰ ব্যৱস্থাৰ স'তে জড়িত শ্ৰেণীটোৱে ৰাষ্ট্ৰৰ সম্পদ লুটি-পুতি জনগণক শোষণ কৰিছে। জনগণৰ কণ্ঠ ৰোধ কৰিছে, তোমালোকে কি কৰিছা?

**পৱন ঃ** চুপ থাক তই।

**মাধুৰ্য ঃ** আমি জোনাক, গতিকে সুন্দৰ।

**পৱন ঃ** শুন মাধুৰ্য, তোক শেষবাৰলৈ সাৱধান কৰি দিলো।

**মাধুৰ্য্য ঃ** মস্তিষ্কৰ বিকৃতি ঘটা মানুহে আস্ফালন কৰে, চিঞৰে।

**পৱন ঃ** মনে মনে থাক বুলি কৈছো নহয় তোক ।

**মাধুৰ্য ঃ** আমি জনগণৰ মুখত হাঁহি বিৰিঙাইছো।

**পৱন ঃ** মিছা কথা।

**মাধুৰ্য ঃ** তোমালোকে জনগণৰ মাত গঢ়ি নিছা। সেয়ে জনগণ আজি তোমালোকৰ পৰা বিচ্ছিন্ন।

**পৱন ঃ** তোক এতিয়া মই.......।

**মাধুৰ্য ঃ** তোমালোকৰ ভিতৰৰ পশুটোক সুন্দৰ কৰিবলৈ আমাৰ

জন্ম।

পৱন ঃ কি কলি তই?

মাধুৰ্য ঃ জগতত সুন্দৰৰ কোনোকালেই মৃত্যু নহয়, মাৰা মোক, হত্যা কৰা, ৰ'লা কিয়?

পৱন ঃ বন্ধ কৰ তোৰ মুখ।

মাধুৰ্য ঃ যি সুন্দৰ সি কোনোকালেই তহঁতৰ দৰে পশুৰ সৈতে আপোচ নকৰে। (খন্তত মাধুৰ্যলৈ পিষ্টল টোঁৱায়) তোক আজি মই.....

মাধুৰ্য ঃ কি কৰিবা? হত্যা? কিমানক হত্যা কৰি মুখ বন্ধ কৰিবা ?

(হুলস্থুল শুনি অলকা ঘৰৰ ভিতৰৰ পৰা ওলাই আহি কৰায়েকক বাধা দিয়ে)

অলকা ঃ দাদা,কি কৰিছা এইবোৰ। মা .. .দেউতা এইফালে সোনকালে আহাচোন।

(চিঞৰৰ শুনি মাক ওলাই আহে)

ভাগ্যদেৱী ঃ পৱন, তই অলপ ঠাণ্ডা হচোন। মাধুৰ্য তুমি পলাই গুছি যোৱা। মই তোমাৰ ভৰিত ধৰিছো, কাবোঁ কৰিছো, তুমি গুছি যোৱা।

মাধুৰ্য্য ঃ খুড়ী, মই এজন সত্যৰ পূজাৰী, ন্যায় আৰু সততা মোৰ ধৰ্ম। যদি ন্যায় আৰু সততাৰ কাৰণে মোৰ প্ৰাণ যায় তাৰ বাবে মোৰ কোনো আক্ষেপ নাই। পৃথিৱীত যুগ - যুগান্তৰ অশুভ শক্তিক বিনাশ কৰিবলৈ মোৰ দৰে চিৰসুন্দৰৰ পূজাৰী জন্ম হৈ থাকিব। কাপুৰুষৰ দৰে মই মৰিব নিবিচাৰো। সত্য-সুন্দৰৰ কোনোকালেই মৃত্যু নহয়। সাক্ষী থাকিব পৃথিৱী, জোন, বেলি, তৰা।

ভাগ্যদেৱী ঃ মাধুৰ্য, এতিয়া তুমি সেইবোৰ বাদ দিয়াচোন। তুমি পলাই যোৱা।

মাধুৰ্য ঃ কাপুৰুষে নিজৰ মৃত্যুৰ কবৰ নিজে খান্দে। সিহঁতে মানুহক হত্যা কৰিব পাৰে, মানৱতাক নহয়। মানৱতা চিৰ উজ্বল, কাৰণ ই সুন্দৰ।

(কৈ থাকোতেই পৱনে মাধুৰ্যক গুলীৰে থকা-সৰকা কৰে। শব্দ হয়। ঘৰৰ বাকীবোৰ সদস্য এজন এজনকৈ ওলাই আহে। সৰ্বশেষত দীনবন্ধু আহে। তেওঁৰ মুখৰ পৰা মাত্ৰ কেইটামান শব্দ নিৰ্গত হয়)

দীনবন্ধু ঃ মাধুৰ্য, তুমি অমৰ। তুমি অশুভ শক্তিৰ বিৰুদ্ধে যুজা এজন প্ৰকৃত যোদ্ধা। তুমি প্ৰমিথিয়াচ। তোমাক শতকোটি প্ৰণাম।

ঃঃ যৱনিকা পৰে ঃঃ

সমাপ্ত

# কম্প্ৰমাইজ

ৰচনা কাল ঃ ১৯৮৭ চন।

**নাট্যকাৰ # জেতবৰ্ন বৰুৱা**

**চৰিত্ৰসমূহ ঃ**

(১) পুৰুষ (২) নাৰী

অসম নাট্য সম্মিলনৰ দুলীয়াজান অধিবেশনৰ প্ৰতিযোগিতা আৰু সাহিত্য সভাৰ প্ৰীতম দত্ত সোঁৱৰণী নাট্য পাণ্ডুলিপি প্ৰতিযোগিতাত শ্ৰেষ্ঠ পুৰস্কাৰ পোৱাৰ লগতে অসমৰ বিভিন্ন নাট প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ পাণ্ডুলিপিৰ পুৰস্কাৰ প্ৰাপ্ত।।

**(পুৰুষ চৰিত্ৰটোৱে লৰচৰ কৰি থকা টেবুলখন লৰচৰ নোহোৱা কৰিবলৈ যত্ন কৰি থাকিব। খন্তেক পিছতে হঠাৎ সন্মুখলৈ চাই আচৰিত হয়)**

**পুৰুষ ঃ** ধেৎতেৰি ,আপোনালোক কোনো কামৰ মানুহ নহয় দেই। চেটিংচটো হোৱাই নাই, দিলে ফটক্কে স্ক্ৰীনখন খুলি। ধেৎতেৰি দৰ্শক মণ্ডলীয়েবা ভাবিছে কি? (ভিতৰলৈ চাই) এই, চকী এখন এতিয়াও বিচাৰি পোৱা নাই। সেইখন আন। ইখন নহয়, সেইখন। ধেৎতেৰি,সেই মাইকমেনজন বহি থকাখন। অঁ সেইখন। আন.... আন...আন....। হেৰি, দিয়কচোন দিয়ক।দিয়কনা ভাই।নাটক শেষ হ'লেই পাই যাব। থেংকিউ, থেংকিউ। আন, আন, ফটাফট্ আন। ডাণ্ডৰীয়া,বেয়া নেপাব দেই। (স্ক্ৰীনখন বন্ধ হ'ব খোজে) আৰে,আৰে ,আৰে... কি কৰিছে। মানুহ মাৰিব দেই। টানক, টানক, স্ক্ৰীনখন টানক।এনেই মৰিছো, ঋষিৰ শাপত, তাতে দিছে ধানৰ ভাপত। (নাৰী চৰিত্ৰটো কান্ধত বেগ, হাতত চকী এখন লৈ সোমাই আহে) থ,থ, সেইখিনিতে থ।তাত নহয়, তাত নহয়।ইয়াত থ। হে দৰ্শক মণ্ডলী, ক্ষমা কৰিব। এই দুকাষে বহি থকা স্ক্ৰীনৰ মানুহ দুজনে চব পণ্ড কৰি দিলে আজি। বাৰু, বাৰু এতিয়া আচল কথালৈ আহোঁ। অই, তই মোৰ মুখলৈ কি ডাল চাই আছে? ওচৰলৈ নাহ কিয়? (নাৰী চৰিত্ৰই হাঁহিব) অই হাঁহিছ কিয়? দাঁত চেলাই নেথাকিবি কিন্তু.........

**নাৰী ঃ** অ' আই। মোক আকৌ কিয় দম দিছা। তোমাৰ দোষতেই হৈছে এইবোৰ।

**পুৰুষ ঃ** কি!

**নাৰী ঃ** মই অথনি বাৰে বাৰে তোমাক কৈছিলো, চিগাৰেটৰ ভিতৰত ভৰাই খোৱা, সেই পুৰীয়ানে-চুৰীয়া এতিয়া নাটক কৰাৰ আগতে খাব নেলাগে। নাই,মোৰ কথা নুশুনি ওপৰাওপৰিকৈ তিনিটা টানি দিলা। আৰু এতিয়া নিচাত, এবাৰ গালি পাৰিছা স্ক্ৰীনখনক...এবাৰ গালি পাৰিছা মোক.......!

**পুৰুষ ঃ** অই, বন্ধ কৰ তোৰ লেক্চাৰ। তই ইয়াত নাটক কৰিবলৈ আহিছ, নে অতবোৰ নাট্যপ্ৰিয় মানুহৰ আগত মোৰ বদনাম গাবলৈ আহিছ! আৰে ভাই, ছোৱালীবোৰে এটা ভাল ল'ৰা মিলক বুলি শিৱক পূজা কৰিব পাৰে, আৰাধানা কৰে......তই আকৌ আহিছ, সেই সদাশিৱৰ আৰ্হি লোৱা এই ভকতক ৰাইজৰ আগত ইনচাল্ট কৰিবলৈ....। চাবি, তই মোক অতবোৰ নাট্যপ্ৰিয় লোকৰ আগত ইনচাল্ট কৰাৰ পৰিণাম পাবিয়েই।

**নাৰী ঃ** কি পাম অ' কি পাম?

**পুৰুষ ঃ** ভাবিছ নেকি, তই ভাল মতা পাবি বুলি।

**নাৰী ঃ** কি....!

**পুৰুষ ঃ** তোৰ মানুহটো কেনেকুৱা হ'ব জান?

**নাৰী ঃ** কেনেকুৱা।

**পুৰুষ ঃ** কেনেকুৱা আৰু ... এনেকুৱা

**(চকু কেৰা কৰি দেখুৱায়)**

**নাৰী ঃ** ছিঃ ছিঃ। তুমি কিন্তু ভদ্ৰতাৰ সীমা একেবাৰে চেৰাই গৈছা।

**পুৰুষ ঃ** তই মোৰ ভদ্ৰতাত ধৰি কথা ক'লি।

**নাৰী ঃ** তুমি এতিয়া নাটক কৰিবানে, এইবোৰ পেনপনীয়া কথাৰে মোক আটক কৰি ৰাখিবা ?

**পুৰুষ ঃ** কি ক'লি, পেনপেনীয়া।

**নাৰী ঃ** অঁ পেনপেনীয়া।

**পুৰুষ ঃ** তই মোৰ কথাক পেনপেনীয়া বিশেষণেৰে বিভূষিত কৰিলি।

**নাৰী ঃ** অঁ, কৰিলো। তোমাৰ কথা পেনপেনীয়া নে ফট্‌ফটীয়া, সেইটো দৰ্শকৰ মাজৰ পৰা জোতা চেণ্ডেল আহি মঞ্চত পৰিলেহে গম পাবা।

**পুৰুষ ঃ** মতা- মাইকীৰ মাজত কাজিয়া লাগিলেহে আজিকালি মাইকীয়ে মতালৈ জোতা -চেণ্ডেল, বাচন-বৰ্তন মাৰি পঠিয়ায়।

**নাৰী ঃ** মই কিন্তু, তোমাক শেষবাৰলৈ ক'লো .......এতিয়া তুমি নাটক কৰিবানে, মই যাওঁ।

**(যাবলৈ উদ্যত হয়। পুৰষে নাৰীক হাতখোৰ কৰি টানি আনে)**

**পুৰুষ ঃ** অই, অই, নেযাবি, নেযাবি। এমহীয়া প্ৰস্তুতি অথলে যাব।

**নাৰী ঃ** আৰম্ভ কৰা তেন্তে ভালে ভালে।

**পুৰুষ ঃ** বাপৰে বাপ ! এনেকুৱা জনা হ'লে মই কাহানিও তোক ভন্টী পাতি নল'লোহেঁতেন।

**নাৰী ঃ** কি ক'লা ? (পুনৰ যাবলৈ উদ্যত হয়)

**পুৰুষ ঃ** নাই, নাই তোক কোৱা নাই। তোক কোৱা নাই।

**নাৰী ঃ** শ্ৰদ্ধেয় দৰ্শক মণ্ডলী। ইমানপৰে ককাইদেৱে, আপোনালোকৰ আগত কৰা অভদ্ৰামীৰ বাবে মই জয়জয়তে ক্ষমা বিচাৰিছো। অৱশ্যে আজিকালি ককাইদেউৰ দৰে প্ৰায়ভাগ শিল্পীয়েই মাদকদ্ৰব্য সেৱন নকৰি মঞ্চত নুঠে। এই কথা আপোনালোকেও স্বীকাৰ কৰিব লাগিব। বাৰু দৰ্শকমণ্ডলী, আহকচোন এইবাৰ আমি আচল কথালৈ আহোঁ। এওঁক চিনাকি কৰি দিছো। এওঁ জেতবন বৰুৱা।

**পুৰুষ ঃ** নমস্কাৰ । তাই, নন্দিতা হাজৰিকা।

**নাৰী ঃ** নমস্কাৰ। এওঁ মোক ভন্টী পাতি লৈছে।

**পুৰুষ ঃ** মই তাইৰ ককাইদেউ।

**নাৰী ঃ** আজি আমি যিখন নাটক মঞ্চস্থ কৰিম বুলি ভাবিছো.......

**পুৰুষ ঃ** সেইখন নাটকৰ নাট্যকাৰ সঁচা কথা ক'বলৈ গ'লে, ময়েই।

**নাৰী ঃ** নাটকৰ নাম 'কম্প্ৰমাইজ'।

**পুৰুষ ঃ** নাটকখনৰ চৰিত্ৰ মাত্ৰ দুটা। ইয়াৰে পুৰুষ চৰিত্ৰটো ৰূপায়ণ কৰিম মই।

**নাৰী ঃ** মই ৰূপায়ণ কৰিম নাৰী চৰিত্ৰটো

**পুৰুষ ঃ** ধৰি লওক, মই এজন মুছলমান ল'ৰা।

**নাৰী ঃ** আৰু মই এজনী হিন্দু ছোৱালী।

**পুৰুষ ঃ** কলেজত পঢ়ি থাকোতে আমাৰ মাজত আন্তৰিক সম্পৰ্ক গঢ়ি উঠিছিল।

**নাৰী ঃ** আৰু পিছলৈ ঘৰখনৰ, সমাজখনৰ বাধা সত্বেও আমি বিবাহ পাশত আবদ্ধ হ'লো।

**পুৰুষ ঃ** ঘৰখনে, সমাজখনে, তথা আপোনালোকে আমাৰ মৰম-ভালপোৱাক স্বীকৃতি দিয়ক বা নিদিয়ক সেয়া আমাৰ বিচাৰ্যৰ বিষয় নহয়। কিন্তু, আমি আমাৰ মৰম -ভালপোৱাক পবিত্ৰতাৰে স্বীকৃতি দিছো।

**নাৰী ঃ** এজনী হিন্দু ছোৱালীক এজন মুছলমান ল'ৰাই বিয়া কৰোৱাটো, এজনী মুছলমান ছোৱালীক এজন হিন্দু ল'ৰাই বিয়া কৰোৱাটো যি এটা সমস্যা-তাতোতকৈও ডাঙৰ সমস্যা হৈছে বিবাহিত এই হিন্দু-মুছলমান চৰিত্ৰ দুটিয়ে তেওঁলোকৰ বৈবাহিক জীৱনটোক কেৰোণবিহীন কৰাটোহে।

**পুৰুষ ঃ** কাৰণ বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী এই দুটি প্ৰাণীয়ে একো এটা সংস্থাপন নৌহওঁতেই বিবাহপাশত আবদ্ধ হ'ল আৰু দুয়োৱে দুয়োৰে ঘৰখনৰ অপ্ৰিয়ভাজন হৈপৰাত আকস্মিকভাবে জীৱন যুঁজত লিপ্ত হ'ল।

**নাৰী ঃ** মই হ'লো এগৰাকী প্ৰগতিশীল কবি, শব্দৰে আঁকো নিস্পেষিত নিপীড়িতৰ দুখৰ ছবি।

**পুৰুষ ঃ** ময়ো তেওঁৰ নিচিনা আছিলো যদিও দুটি পেটৰ ক্ষুধা নিবাৰণৰ বাবে গ্ৰহণ কৰিলো অন্য এটা পথ।

**নাৰী ঃ** যি পথৰ যাত্ৰী মই কোনো পধ্যেই হ'ব নোখোজে। আৰু যি সেই পথৰ যাত্ৰী তেওঁক মই দিনে-নিশাই অনুৰোধ কৰি আহিছো, পথ পৰিৰ্বতনৰ বাবে।

**পুৰুষ ঃ** যাৰফলত আমাৰ বৈবাহিক জীৱনক শান্তিৰ পৰিবৰ্তে অশান্তিৰ কলীয়া ডাৱৰে ছানি ধৰিছে।

**নাৰী ঃ** যাৰফলত আমাৰ বৈবাহিক জীৱন আনন্দময় হোৱাৰ পৰিৰ্বতে অশ্ৰুময় হৈ পৰিছে দিনকদিনে।

**পুৰুষ ঃ** দৰ্শকমণ্ডলী, ইমানপৰে আমি আপোনালোকক আমাৰ নাটকৰ এটি চমু আভাসহে দিলো। আহকচোন, এইবাৰ

আমি আমাৰ নাটকৰ প্ৰকৃত অৱস্থালৈ যাওঁ। আপোনালোকৰ সন্মুখত বৈ থকা এই বিবাহিত হিন্দু-মুছলিম চৰিত্ৰ দুটিয়ে তেওঁলোকৰ নিজ নিজ ধৰ্মীয় প্ৰাৰ্থনাৰে খন্তেক পাছতেই 'কম্প্ৰমাইজ' নাটকৰ পাতনি মেলিব।

(দুয়োৱে পিঠিয়া-পিঠিকৈ বহি প্ৰাৰ্থনা কৰে ††† প্ৰাৰ্থনাৰ শেষত 'নাৰী' য়ে ভিতৰলৈ গৈ চাহ একাপ আনি 'পুৰুষ'ক দিয়ে†††পুনৰ ভিতৰলৈ গৈ হাতত বেগ এটা লৈ ওলাই আহে †††)

(পুৰুষ চৰিত্ৰটোৱে কিবা লেখাত ব্যস্ত থাকে)

**নাৰী ঃ** হৈৰা সাহিত্যিক, বোলো সাহিত্যিক।

**পুৰুষ ঃ** কি হ'লহে....!

**নাৰী ঃ** তোমাক মই কেইবাবাৰো কৈছো নহয়, এইটো ড্ৰেছ চেইঞ্চ কৰিবলৈ

**পুৰুষ ঃ** থোৰা হে....।

**নাৰী ঃ** প্ৰথমে চেঞ্জ কৰিলা, নিজৰ চিন্তা- চৰ্চা, ধ্যান-ধাৰণাৰ সাজপাৰ। আৰু এতিয়া চেঞ্চ কৰিবলৈ ল'লা। শাৰীৰিক লজ্জা নিবাৰণৰ সাজপাৰ। সাহিত্যিক মানুহে এনেকুৱা ডিস্ক' ড্ৰেছ পিন্ধিলে একদম বাজে দেখি দেই।

**পুৰুষ ঃ** হেৰা চোৱা, টেঙেচুৰা কথাবোৰ বলকি নাথাকিব দেই। এনেই দেখোন মোৰ সাহিত্য-চৰ্চাক বাজে সাহিত্য-চৰ্চা বুলি কৈয়েই তুমি থাকে। গতিকে বাজে সাহিত্য চৰ্চা কৰা এই বাজে সাহিত্যিকে বাজে ড্ৰেছ পিন্ধিলে হ'লেইবা কি?

**নাৰী ঃ** নাই, নাই নাই। হওঁতে তেনে একো হোৱা নাই। আচলতে অলপ বেয়া দেখি।

**পুৰুষ ঃ** বেয়া দেখি...

**নাৰী ঃ** এনেকুৱা ড্ৰেছ পিন্ধা মানুহক মোৰ কেনে লাগে জানা?

**পুৰুষ ঃ** কেনে লাগে .....

**নাৰী ঃ** একদম চোৰ আৰু ব্ৰেকাৰৰ নিচিনা

**পুৰুষ ঃ** তাৰমানে, আকাৰে ইংগিতে তুমি মোক চোৰ আৰু ব্ৰেকাৰ আখ্যা দিলা।

**নাৰী ঃ** নাই, নাই নাই। ডেফিনিটলী মই তোমাক চোৰ আৰু ব্ৰেকাৰ বুলি ক'ব খোজা নাই। আচলতে চোৰ আৰু ব্ৰেকাৰৰ নিচিনাহে লাগে। নিচিনাহে......।

**পুৰুষ ঃ** নিচিনাহে! তেন্তে, কেনেকুৱা ড্ৰেছ পিন্ধিলে মোক চোৰ আৰু ব্ৰেকাৰৰ নিচিনা নেলাগিব?

**নাৰী ঃ** পায়জামা- পাঞ্জাবী পিন্ধা। নতুবা চুৰীয়া -পাঞ্জাবী পিন্ধা। বৃদ্ধ, এল-পি স্কুলৰ মাষ্টৰৰ দৰে।

**পুৰুষ ঃ** বৃদ্ধ ..এল পি...স্কুলৰ মাষ্টৰৰ দৰে

**নাৰী ঃ** বাৰু বাৰু,চুৰীয়া পিন্ধা মানুহ চাইকেলত উঠা দেখিছা?

**পুৰুষ ঃ** দেখিছো।

**নাৰী ঃ** কেনেকৈ উঠে?

**পুৰুষ ঃ** কেনেকৈ উঠিব আৰু.... চাইকেলত উঠা মানুহৰ দৰেই উঠে।

**নাৰী ঃ** ধেৎ তেৰি, 'চাইকেল চলোৱা মানুহৰ দৰেই 'বুলি বুজিছো। কিন্তু, চুৰীয়া পিন্ধা মানুহৰ ক্ষেত্ৰত, বিশেষ এটা বৈশিষ্ট্য আছে।

**পুৰুষ ঃ** কি বৈশিষ্ট্য হে!

**নাৰী ঃ** দেখুৱাইছো ৰ'বা।

(নাৰীয়ে চুৰীয়া পিন্ধা মানুহে চাইকেলত উঠাৰ অভিনয় কৰি দেখুৱায়। এইক্ষেত্ৰত নিজাববীয়া সংলাপ ব্যৱহাৰ কৰিব)

(দুয়ো হাঁহে)

**পুৰুষ ঃ** হ'ব হ'ব,হেৰা হ'ব। মই আৰু হাঁহিব নোৱাৰোঁ। তুমি এতিয়া য'লৈ যাব খুজিছা যোৱা। মোক ডিষ্টাৰ্ব কৰি নাথাকিবা।

**নাৰী ঃ** অ' মই বজাৰৰ পৰা আহোঁ।

**পুৰুষ ঃ** এই চাওঁ, মোৰ কিতাপৰ লিষ্টিখন ল'লা।

**নাৰী ঃ** অঁ ল'লো।

(নাৰী, ওলাই যায়††† পুৰুষে জেকেটৰ পকেটৰ পৰা মদৰ বটল উলিয়াই ট্ৰফী এটাত বাকে†† ধুপ জ্বলায়††এনেতে দৰজাত কোনোবাই 'নক' কৰে ††† 'পুৰুষে 'হাতত কেইখনমান চিঠি লৈ বাহিৰৰ পৰা ভোৰভোৰাই সোমাই আহে †††)

**পুৰুষ ঃ** ভগবান বুদ্ধদেৱে সিদ্ধিলাভৰ বাবে ধ্যানত যেতিয়া বহিছিল, তেতিয়া অজস্ৰ মাৰ সৈন্যই হেনো তেওঁৰ ধ্যানৰ ব্যাঘাত জন্মাবলৈ চেষ্টা কৰিছিল। ঠিক সেইদৰে মোৰ মানুহজনীয়ে আৰু এই পোষ্টমেনজনে ঘনে ঘনে, ক্ষণে-ক্ষণে মোক ডিষ্টাৰ্ব কৰি মোৰ সাহিত্য সাধনাত ব্যাঘাত জন্মাই আহিছে। (মদ খায়) অলপ পৰ আগতে মোক ডিষ্টাৰ্ব কৰি গ'ল মোৰ মানুহজনী, তাৰপিছত আহিলে মামৰে ধৰা এই পোষ্টমেনটো। তাৰপিছত আহিব ইলেকট্ৰিচিটী বোৰ্ডৰ মানুহ, মিউনিচিপেলটি বোৰ্ডৰ মানুহ, মেগাজিনৰ এডিটৰিয়েল বোৰ্ডৰ মানুহ। এনেকৈয়ে যদি মোৰ মানুহজনীৰ লগতে, সিটোত ইটো বোৰ্ডৰ মানুহ, সিটো বোৰ্ডৰ মানুহে মোক ডিষ্টাৰ্বেই কৰি থাকে তেন্তে মই সাহিত্য-চৰ্চা কৰিম কেতিয়া? ৰাতিও সেই একেই কথা।

লিখিবলৈ বহিলাহে, আৰম্ভ হ'ল লাইটৰ উৎপাত। মহৰ উৎপাত। মহৰ উৎপাতটো বাৰু ঠিকেই আছে। সেইটো মিউনিচি পেলটি বোৰ্ডৰ ক্ৰেডিট। কিন্তু, আমাৰ ইলেক্‌ট্ৰিচিটি বোৰ্ডৰ আকৌ সন্ধিয়া হোৱাৰ লগে লগে কিহৰনো লিলিমাইখন লাগে? ছাত্ৰ সন্থাইতো এতিয়া তাহানিৰ দৰে ব্ৰেকআউট কাৰ্যসূচী ঘোষণা কৰি থকা নাই। পিছে ইলেকট্ৰিচিটি বোৰ্ডে অনৰ্থক ব্ৰেকআউট কাৰ্যসূচী পালন কৰাৰ কাৰণ কি? (এখন চিঠি পঢ়ে) প্ৰিয় ৰহমান, আশাকৰো তোৰ ভাল। এহ, তই আশা নকৰিলেও মোৰ ভাল। তৌলৈ আৰু তোৰ মিছেচলৈ ভোগালী বিহুৰ ওলগ জনালো। শেহত বহুত মৰমেৰে তোৰ বন্ধু 'দীনবন্ধু'। কিন্তু, বন্ধু দীনবন্ধু ৰঙালী বিহুলৈ মাত্ৰ আছে তিনিটা দিন বাকী। আৰু তোৰ ভোগালী বিহুৰ ওলগ পাইছো মই আজি। স্বাভাবিক, কিয়নো যোৱাবছৰ তই ২৬ জানুৱাৰী আগদিনা পঠোৱা ৰেজিষ্ট্ৰী- চিঠিখন মই পাইছিলো ১৫ আগষ্টৰ আগদিনা। গতিকে ভোগালী বিহুৰ ওলগ জনাই পঠোৱা তোৰ সাধাৰণ ডাকৰ চিঠিখন মই ৰঙালী বিহুৰ সময়ত পোৱাটোনো কি ডাঙৰ কথা! একো নাই, একোৱেই। ভোগালী শব্দটো মই ৰঙালী কৰি লৈছো। জয়তু পোষ্ট এণ্ড টেলিগ্ৰাফ ডিপাৰ্টমেণ্ট। (দ্বিতীয় চিঠিখন পঢ়ে) মৰমৰ ৰহমান, মৰম ল'বি। ল'লো। তই বিয়াপতাৰ খবৰ পালো। সেইটোনো কি ডাঙৰ কথা? আশাকৰো তই তোৰ বেগম চাহেবাৰ পৰা ভবামতেই মৰম-শুশ্ৰুষা আদায় কৰিব পাৰিছ। এই মোৰ মানুহজনীৰ পৰা কি পাইছো, কি নাই পোৱা, তোক কেলৈ? যদি মই কওঁ মৰম শুশ্ৰুষা পাইছো, তই সুধিবি নেকি কিয়, কিমান, কেতিয়া কেনেকৈ কোন মুহূৰ্তত, কিমান চেণ্টিমিটাৰ কিমান কিলোমিটাৰ পাইছো? যদি মই কওঁ মৰম-শুশ্ৰুষা পোৱা নাই। তই মোক প্ৰশ্ন কৰিবি নেকি, কিয় মই তাইক বিয়া কৰাইছিলো? তই ক'বি নেকি তাইক ডাইভোৰ্চ কৰিবলৈ? নে মৰম শুশ্ৰুষা কৰিবলৈ তোৰজনীক জন-শতাব্দীত পঠিয়াই দিবি? মোৰ সুখ-দুখৰ বতৰা ল'বলৈ আহিছ। এনেই দেখোন, মোৰ সাহিত্য-চৰ্চাক সমালোচনা কৰিবাতৰি কাকতৰ সম্পাদকীয় চিঠি শিতানত মাহটোত দহখনকৈ চিঠি লিখ। চাল্লা, সাপ হৈ খুটি, বেজ হৈ জাৰিবলৈ আহিছ!

(তৃতীয়খন চিঠিখন পঢ়ে)

বন্ধু ৰহমান। নিৰুপায় হৈ তৌলৈ লিখিছো। ভালেই হ'ল। নিৰুপায় নোহোৱা হ'লেতো নিলিখিলিহেঁতেনেই। আজি পাঁচদিনমান হ'ল মোক ডিব্ৰুগড়ৰ অফিচৰ পৰা গুৱাহাটীৰ অফিচলৈ ট্ৰেন্সফাৰ কৰিছে। তই কিবা এটা কৰ। মোৰ কৰিবলৈ কিটো আছে? ভালেই হ'ল। তোৰ দৰে চৰিত্ৰহীন এটাক ট্ৰেন্সফাৰৰ মালা নিপিন্ধাই কি পাৰিজাত ফুলৰ মালা পিন্ধাব? নিজৰ মানুহজনী থাকোতে আন দহজনীৰ লগত লিলিমাই কৰিলে এনেকুৱা হ'বই। দিনত এটা ৰাজনৈতিক দল, ৰাতি এটা ৰাজনৈতিক দলৰ লগত মিতিৰালি কৰিলেও এনে দশা হানড্ৰেড পাৰ্চেণ্ট হ'বই। যেনে কৰ্ম, তেনে ফল। গুডবাই।

(চতুৰ্থ চিঠিখন চিঠি পঢ়ে) শ্ৰদ্ধেয় ৰহমান, নতুন বছৰৰ ওলগ জনাই আপোনাক এটা নতুন খবৰ দিব খুজিছো। আমাৰ কেন্দ্ৰই অতদিনে আপুনি আপোনাৰ মূল্যবান লিখনিৰে আমাৰ আলোচনীৰ সৌষ্ঠব বৃদ্ধি কৰাৰ লগতে আমাৰ উদ্দেশ্যত অৰিহণা যোগাৱাৰ বাবে আপোনালৈ বিশেষ নগদ টকা এটা ডাঙৰ টোপোলা আগবঢ়াব খুজিছে। দ্বিতীয়তে আপোনাৰ চহৰৰ পৰা নিজৰ নামত এখন সচিত্ৰ আলোচনী প্ৰকাশ কৰাৰ গুৰু দায়িত্বও কেন্দ্ৰ আপোনাক অৰ্পণ কৰিব খুজিছে। আপুনি কেৱল নজৰ ৰাখিব লাগিব সম্পাদনা আৰু মেনেজমেণ্টত। এই সপ্তাহতে আপুনি এবাৰ আমাৰ মুখ্য কাৰ্য্যালয়লৈ আহক। আশা কৰোঁ কেন্দ্ৰই আগবঢ়োৱা এই সম্মানীয় দায়িত্ব গ্ৰহণ কৰি সম্পদশালী হোৱাৰ সুযোগফল নেহেৰুৱাব। দেখিলা, ইয়াকেই কয় লাক, ভাগ্য।

আজিৰ দিনত ব্ৰেকাৰ, ধুবী মুচীৰ পৰা গৈ কোনোবাই এচেম্বলী, পাৰ্লিয়ামেণ্টৰ মেম্বাৰ হ'ব পাৰে, তেন্তে মইনো কিয় এজন লেখকৰ পৰা গৈ মেগাজিনৰ এডিটৰ হ'ব নোৱাৰিম! এক্সিলেণ্ট... বিউটি, বিউটি ...বিউটি । (নাৰী সোমাই আহে)

**নাৰী :** কি হ'ল? কোৱাচোন। ওচৰতে আছো। কোৱাচোন হ'ল কি?

**পুৰুষ :** ধেৎ তেৰি! চিঠি পঢ়ি আপ্লুত হৈ মই বিউটি বিউটি বুলি স্ফুৰ্তি কৰিছো। তুমি মিছাতে আকৌ টেটুফালি চিঞৰিছা কিয়?

**নাৰী :** হয় নেকি? মই মোক মতা বুলি ভাবিছিলো?

**পুৰুষ :** হেৰা, তুমি বলিয়া হ'লা নেকি? তুমি ঘৰত নাচিলাই। তোমাক আকৌ মই মাতি মৰিম কিয়?

**নাৰী :** এৰা। পাহৰিছিলোৱেই.........

**পুৰুষ :** বিউটি, বিউটি, বিউটি (নাৰীয়ে নামাতে) কি হ'ল বিউটি! তোমাক মাতি আছো, তুমি শুনা নাই?

**নাৰী :** মোক মাতিছিলা। ধেৎতেৰি, মই আকৌ তুমি আগৰদৰে,

চিঠি পঢ়ি আবৃত হৈ বিতাত্তি, ৰিতাত্তি বুলি আনন্দ কৰিব বুলিহে ভাবিছিলো। বোবাচোন। (মদৰ গোন্ধ পায়)

পুৰুষ : (লাজ পায়। অপ্ৰস্তুত হয়) নাই নাই। এনেয়েই মাতিছিলো। যোৱা, যোৱা ভিতৰলৈ যোৱা।

নাৰী : ব'বাচোন। পিছে মই কিহবাৰ গোন্ধ পাইছো।

পুৰুষ : গোন্ধ, গোন্ধ......ধূপকাঠি জ্বলাৰ নেপায় নেকি?

নাৰী : পায় পায়.. কিন্তু.......

পুৰুষ : কি কিন্তুহে? তুমি মোক নাস্তিক বুলি ভাবা নেকি?

নাৰী : নাই নাই। নাস্তিক কিয় হ'বা। মই গোন্ধটোৰ কথাহে ক'ব খুজিছো। তাতে ইমান চিঞৰিয়াছ হৈছা কিয়?

পুৰুষ : গোন্ধ গোন্ধ ..... ভেজাল ... ভেজাল। মোৰো গোন্ধটো পৰা বৰ কিবাকিবি লাগি আছে।

নাৰী : ধূপকাঠিতো ভেজাল! তাকো মদৰ গোন্ধ?

পুৰুষ : কিয়? ধূপকাঠি ভেজাল হোৱাটো কি ডাঙৰ কথাহে? কি নীতি বিৰুদ্ধ কথা। যদিহে পূজাথলীত ডেকা গাভৰুৱে ডিস্ক' পেন্ট—চাৰ্ট পিন্ধি নাচিব পাৰে, মদ খাই কিৰিলি পাৰিব পাৰে, মাইকত হিন্দী গান বাজিব পাৰে, তেন্তে, ওপৰবালাৰ উদ্দেশ্যে জ্বলোৱা ধূপকাঠিত মদৰ গোন্ধ থকাটো কিনো ৰামায়ণ-মহাভাৰত অশুদ্ধ হোৱা কথাহে? কেনে পালা মোৰ এই সংলাপ?

নাৰী : বন্ধ কৰা তোমাৰ সংলাপ। কালি মই জ্বলোৱা পেকেটটোৰ পৰাই তুমি ধূপ জ্বলাইছা?

পুৰুষ : নিঃসন্দেহে তাৰ পৰাই জ্বলাইছো।

নাৰী : কিন্তু, মই জ্বলোৱা ধূপকাঠিৰ এটা গোন্ধ, একেটা পেকেটৰ পৰা তুমি জ্বলোৱা ধূপকাঠিৰ বেলেগ এটা গোন্ধ। তুমি কিবা কিবি ধৰা নাইতো?

পুৰুষ : মই, কি ধৰিম........ কি ধৰিম... কলম কলম......কলম ধৰিছিলো। সাহিত্যিক মানুহ, লিখি আছিলো।

নাৰী : সেই কাপটো ইয়ালৈ কোনে আনিলে?

পুৰুষ : মই, মই আনিছিলো.......

নাৰী : কাৰণ?

পুৰুষ : কাৰণ, কাৰণ তাতেই সোমাই আছে তোমাৰ— মোৰ প্ৰেমৰ চিৰউজ্জ্বল 'মেমৰি'। তাতে আছে সোমাই আমাৰ প্ৰেমৰ চিৰজ্যোতিষ্মান 'থিয়ৰী'। কেনে পালা মোৰ এই সংলাপ।

নাৰী : বন্ধ কৰা তোমাৰ সংলাপ। মোক আঁকৰী বুলি ভাবিছা? লাজ নাই তোমাৰ। ঘিণ নাই তোমাৰ?

পুৰুষ : হেৰা, ভালে ভালে বন্ধ কৰা তুমি তোমাৰ মুখৰ ঢাকোন। জানো তুমি বেষ্ট এক্টৰ আছিলো, কলেজীয়া জীৱনত। কিন্তু, এইটো মঞ্চ নহয়, আৰু মই নাটকৰ নায়কো নহয়। তুমি মোৰ পত্নী, মই তোমাৰ স্বামী। এগৰাকী পত্নীয়ে এজন স্বামীক কিদৰে ব্যৱহাৰ কৰিব লাগে, ঠিক সেইদৰে ব্যৱহাৰ কৰিবলৈ শিকা। কেনে পালা, মোৰ এই সংলাপ?

নাৰী : সংলাপ হিচাপে এক সুন্দৰ, সফল সংলাপ বুলিয়েই ক'ব পাৰি। তুমি তোমাৰ মুখত তেনে সুন্দৰ, সফল সংলাপ শোভা নাপায়।

পুৰুষ : কি ক'লা?

নাৰী : ৰ'বা, শেষ হোৱা নাই। কাণপাতি শুনি যোৱা। এগৰাকী উৎকৃষ্ট পত্নীৰ উৎকৃষ্ট ব্যৱহাৰ পাবলৈ বাধ্য কৰাৰ আগতে নিজে এজন উৎকৃষ্ট স্বামী হ'বলৈ চেষ্টা কৰা। কিমান, আৰু কিমান জ্বলাবা? জ্বলি জ্বলি নিঃশেষ হৈ যোৱা ছাঁইকো তুমি জ্বলোৱানে? স্বামীৰ যুক্তিহীন কথা মতে যি পত্নীয়ে উঠা—বহা কৰিব পাৰে, তোমাৰ দৃষ্টিত সেই পত্নী ভাল। স্বামীক ভুল বাটেৰে যোৱাত যি পত্নীয়ে বাধা আৰোপ নকৰিব পাৰে, তোমাৰ দৃষ্টিত সেই পত্নী ভাল। স্বামীক যি পত্নীয়ে বটলৰ পৰা মদ বাকি উদগনি দিব পাৰে তোমাৰ দৃষ্টিত সেই পত্নী ভাল। স্বামীৰ কু- ৰুচিবোধৰ বিপৰীতে যি পত্নীয়ে নিৰৱে সহি থাকিব পাৰে, তোমাৰ দৃষ্টিত সেই পত্নী ভাল। তুমিতো তাকেই বিচাৰা। কিন্তু মই, মই সেয়া নিবিচাৰো। মোৰ বাবে, মোৰ স্বামী হ'ব লাগিব দেৱতা স্বৰূপ। আৰু সেই দেৱতা স্বৰূপ স্বামীৰ বাবে মই হ'ব বিচাৰো এগৰাকী দেৱী স্বৰূপ স্ত্ৰী। বিকৃত, অশ্লীল সাহিত্য চৰ্চা কৰি কৰি, তোমাৰ মস্তিষ্ক তথা কাৰ্যকলাপো বিকৃত আৰু অশ্লীল হৈ পৰিছে। চেষ্টা কৰা, তোমাৰ সেই বিকৃত মানসিকতাক অবিকৃত আৰু অশ্লীল কৰিবলৈ। কেনেপালা মোৰ এই দীঘলীয়া সংলাপ? সংলাপ নহয় বক্তব্য।

দ্বিতীয়বাৰ যদি তুমি জ্বলোৱা ধূপকাঠিত মই মদৰ গোন্ধ পাঁও, তেন্তে তোমাৰ শপত, কেৰাচিন তেল ঢালি জ্বলাই দিয়া মোৰ এইশৰীৰৰ পৰা সুগন্ধি ধূপৰ গোন্ধ ওলাব। (ভিতৰলৈ যায়)

পুৰুষ : খালোৱেই যেনিবা দুটা পেগ। তাতে ইমান কথা শুনাব লাগেনে? বাপেৰেই, যিহে তত্ত্বগধুৰ লেকচাৰ। এনেকুৱা লেকচাৰ কলেজবোৰত যদি প্ৰফেচাৰসকলে দিলেহেঁতেন, তেন্তে আমাৰ ইউনিভাৰচিটীৰ আওতাত থকা কলেজ বোৰৰ ৰিজাল্ট ইণ্ডিয়াৰ সকলোবোৰ কলেজৰ ৰিজাল্টৰ

সেৰ্কিত ব্ৰেক কৰি দিলেহেতেঁন। অৱশ্যে ৰাতকনাত সেকতাৰ ওলিৱলৈ ষ্টুডেন্ট থাকেইহবা যেতো। কেতিয়াবাসে তঁগেৱহ। (ভিতৰলৈ চাই) (মৰমেৰে মাতে) হেৰা, হেৰা চাওঁ। যেথতেৰি গ'লা ক'ত? হেৰা, চাওঁ এইফালে আহাচোন। (নাৰী আহে) কি হ'ল আই? বেয়া পালা নেকি? যেথতেৰি, তেনেকৈ মনটো মাৰি নেথাকিবাচোন। মোৰ বৰ বেয়া লাগে।

নাৰী : বেয়া যদি লাগেই, এনেবোৰ বেয়া পৰিস্থিতিৰ সৃষ্টি কৰাসো কিয়?

(যাবলৈ উদ্যত হয়)

পুৰুষ : ৰ'বাচোন ৰ'বা। ক'লৈ যোৱা?

নাৰী : মোৰ ভিতৰত কাম আছে।

পুৰুষ : আজিৰ পেপাৰখন আনিলা নেকি?

নাৰী : নাই অনা। যাতৰি আজি নোলায়। প্ৰেছৰ মেচিনৰ যান্ত্ৰিক বিভ্ৰুতি ঘটিছে। (নাৰী যায়)

পুৰুষ : (হাঁহে) যান্ত্ৰিক বিভ্ৰুতি। হেৰৌ, দেশখনৰ গণতান্ত্ৰিক বিভ্ৰুতিয়েই যেতিয়া ঘটিছে, যাতৰি প্ৰতিষ্ঠানৰ যান্ত্ৰিক বিভ্ৰুতি, আকাশবাণীৰ যান্ত্ৰিক বিভ্ৰুতিৰ দৰেই অন্যান্য খুচুৰা। কিমাকিমিৰ যান্ত্ৰিক বিভ্ৰুতি ঘটাটোনো কি ডাঙৰ কথা? হ'ব। হ'ব যাতৰি কাকতনো কি পঢ়িবা'? দুই এখনৰ বাদে আটাইকেইখন সংবাদ পত্ৰ নামতহে সংবাদ পত্ৰ। নিতাঁজ ভাবে ক'বলৈ গ'লে প্ৰায়কেইখন সংবাদ পত্ৰই বিজ্ঞাপন পত্ৰহে। ওপৰত লিখা থাকিব, ডাঙৰ ডাঙৰ হৰফেৰে নিৰ্ভীক নিৰপেক্ষ যাতৰি কাকত বুলি। ভিতৰখনত চকু ফুৰাই চালে দেখিবা তাত নিৰপেক্ষ বাতৰিৰ পৰিবৰ্তে, ক'ৰবাত অধ্যক্ষ--কোৰাণ্ডক বিচৰা বিজ্ঞাপন। নতুবা কোনোবা সেনাধ্যক্ষক গুলীয়াই মৰা সংবাদ।

(নাৰীয়ে বজাৰৰ পৰা অনা কিতাপৰ টোপোলাটো খুলি চাই খঙেৰে নাৰীক মাতিব)

হেৰা, ক'ত গ'লা? হেৰা, সোনকালে আহোচোন এইফালে। (নাৰী আহে)

নাৰী : কি হ'লনো?

পুৰুষ : হ'বলৈ কিটো আছে? মোৰ কিতাপ ক'ত?

নাৰী : তাত থকাকেইখনেই।

পুৰুষ : তাত থকাকেইখনেই মানে।

নাৰী : অঁ, তাত থকাকেইখনেই।

পুৰুষ : এয়াতো, কেইখনমান সাহিত্য সংস্কৃতি সম্পৰ্কীয় আলোচনী। মইতো তোমাক এইকেইখন আনিবলৈ কোৱা

নাছিলো।

নাৰী : আৰু মযোতো তোমাক, তুমি লিষ্টত লিখি দিয়া সৰ্বনাশী আলোচনী— কিতাপবোৰ কিনি আনিম বুলি কৈ যোৱা নাছিলো।

পুৰুষ : তুমি নোৱাৰা যদি মোক নক'লা কিয়? মই নিজে গৈ আনিলোহেতেঁন।

নাৰী : মই এইকাৰণেই নক'লো, কিয়নো যি কাম মই ঘিণ কৰোঁ, বেয়া পাওঁ সেই কাম মোৰ স্বামীয়েও বেয়া পোৱা আৰু ঘিণ কৰাটোকে মই কামনা কৰো।

পুৰুষ : যিটো কাম তুমি বেয়া পোৱা, ঘিণ কৰা, সেইটো তুমি বেয়া পালে, ঘিণ কৰিলে চলিব। কিন্তু, যদি মইও বেয়া পাওঁ, ঘিণ কৰো তেন্তে দুয়োয়ে পেটত গামোচা বান্ধিব লাগিব। নহ'লে কান্ধত বেগ ওলোমাই লৈ ফুটপাথে— ফুটপাথে ভিক্ষা মাগিবগৈ লাগিব।

নাৰী : মাগিব লাগিব। প্ৰয়োজন হ'লে মাগিবগৈ লাগিব। কিন্তু, সেইবুলি তোমাক মই অশ্লীল সাহিত্যৰ, অশ্লীল কিতাপ আলোচনীৰ পূজাৰী হৈ নিজকে ধ্বংস কৰাৰ লগতে অগণন্ কিশোৰ— কিশোৰী, যুৱক—যুৱতীৰ জীৱন ধ্বংস কৰিবলৈ কাহানিও নিদিওঁ।

পুৰুষ : বন্ধ কৰা তোমাৰ প্ৰগতিশীল বক্তৃতা। প্ৰগতিশীল বক্তৃতা দি, প্ৰগতিশীল সাহিত্য চৰ্চা কৰি আজিলৈকে কেইট পইচা ঘটিছা? বৰং পইচা নষ্ট কৰিছা। পাইছানে কেতিয়াবা তুমি এটা কবিতা প্ৰকাশ পোৱাৰ বিনিময়ত কিনামূলীয়াকৈ এখন আলোচনী? নাই পোৱা। বৰং নিজে কিনিহে লৈছা। কিন্তু, মই? মই কি কৰিছো? মোৰ এটা অশ্লীল কবিতাৰ দাম দুশ টকা। মোৰ এটা অশ্লীল গল্পৰ দাম পাঁচশ টকা। মোৰ এখন অশ্লীল উপন্যাসৰ দাম কামও পাঁচ হেজাৰ টকা। বৰ্তমান কেৱল নামেৰে একো কৰিব নোৱাৰি। দামৰ প্ৰয়োজন, দাম। মোক নাম নেলাগে। দামহে লাগে, দাম। সাহিত্য আচাৰ্য

উপাধি মোক নেলাগে, অৰ্থ আহৰণৰ উপাধি মোৰ প্ৰয়োজন। সাহিত্যৰত্ন উপাধি মোক নেলাগে, ধনৰত্ন উপাধি মোৰ প্ৰয়োজন। কবিতাকৌৰৱ উপাধি নেলাগে মোক। মোক লাগে সম্পদ কৌৰৱ উপাধিহে।

নাৰী : বন্ধ কৰা, বন্ধ কৰা। টকা, টকা, টকা। তোমাক টকা লাগে? টকা উপাৰ্জন কৰাৰ পথ জানো আৰু নাই? কিয়? কিয় এৰিলা তুমি সাংবাদিকতা? সাংবাদিকতাত টকা নাই? সন্মান নাই?

পুৰুষ : আছে আছে। নাই বুলি মই কোৱা নাই। কিন্তু, স্বাধীনতা নাই। কিয় কৰিম মই সেই সাংবাদিকতা? যদিহে অতি কষ্টেৰে যুগুত কৰা এটা সুস্থ—সবল সত্য সংবাদ মই প্ৰকাশ কৰিব নোৱাৰো। ধাৰে কৰা সংবাদেৰে সংবাদসেৱা কৰাৰ পক্ষপাতী মই নহওঁ। কোনোবা পুঁজিপতি, কোনোবা দুৰ্নীতি পৰায়ণ, কোনোবা ৰাজনৈতিক দলৰ কিম্বা কোনো প্ৰকাশন, চৰকাৰৰ আঙুলিৰ ইংগিতত উঠা—বহা কৰা সাংবাদিক মই নহওঁ। মোক লাগে স্বাধীনতা। এখন গণতান্ত্ৰিক ৰাষ্ট্ৰৰ নাগৰিক হিচাপে প্ৰত্যেকজন ব্যক্তিৰে যিৰূপ স্বাধীনতা থাকিব লাগে, সেইৰূপ স্বাধীনতা ময়ো বিচাৰোঁ।

নাৰী : কিন্তু, এখন গণতান্ত্ৰিক ৰাষ্ট্ৰৰ নাগৰিক হিচাপে বৰ্তমান যি কাৰ্যকলাপৰ নমুনা তুমি দেখুৱাইছা, সেইবোৰতো এখন গণতান্ত্ৰিক ৰাষ্ট্ৰৰ ভেঁটি কাহানিও টনকিয়াল নকৰে। তুমি হ'লা বজাৰবীয়া আৰু ধনীক শ্ৰেণীৰ পৃষ্ঠপোষকতাত গঢ় লৈ উঠা অশ্লীল সাহিত্য মন্দিৰৰ একান্ত পূজাৰী।

পুৰুষ : বজাৰবীয়া আৰু ধনীক শ্ৰেণীৰ পৃষ্ঠপোষকতাত! নাই নাই, মিছা কথা। এয়া অসম্ভৱ।

নাৰী : তোমাৰ সেই অনুসন্ধান কেন্দ্ৰিক সুস্থ মস্তিষ্কৰে তুমিও এবাৰ সূক্ষ্মভাৱে অনুসন্ধান আৰু বিশ্লেষণ কৰি চোৱা। দেখিবা, মোৰ কথা অসত্যও নহয়, অসম্ভৱো নহয়।

পুৰুষ : কিন্তু, এইক্ষেত্ৰত বজাৰৰ কিম্বা ধনীক শ্ৰেণীৰ পৃষ্ঠপোষকতাৰ কাৰণ?

নাৰী : কাৰণ নতুন পুৰুষৰ বিদ্ৰোহ, বিপ্লৱ কিম্বা আন্দোলনৰ প্ৰতি বজাৰৰ সদায়েই সজাগ। বিশেষকৈ অনগ্ৰসৰ দেশবোৰত। গতিকে নতুন পুৰুষক এইবোৰৰ পৰা বিৰত কৰাই এনে পৃষ্ঠপোষকতাৰ মূল কাৰণ।

পুৰুষ : ইমানবোৰ কথা জানি-শুনিও অ'তদিনে তুমি মোক কোৱা নাছিলা কিয়?

নাৰী : নিজ ঘৰখনৰ, সমাজখনৰ কু-সংস্কাৰ তথা জাতি-ধৰ্ম-বৰ্ণ বৈষম্যৰ বিপৰীতে এসময়ত যুক্তিৰে যুঁজ দিয়া এজন স্বামীৰ অস্বাভাৱিক পৰিৱৰ্তনে মোক তেনে অধিকাৰৰ পৰা বঞ্চিত কৰিছিল।

পুৰুষ : সংঘাতে মোক দুৰ্বল কৰি তুলিছিল বিউটি। এসময়ত ধনে, ধনৰ লাভে মোক পুনৰ সবল কৰি তুলিলে। কিন্তু, দহকে চিন্তা কৰাৰ মানসিকতা, বহুতৰ বাবে চিন্তা কৰাৰ মানসিকতা মোৰ সমূলি নাইকিয়া হৈ গ'ল। চকু থকা সত্বেও মই অন্ধ হৈ পৰিছিলো। কাণ থকা সত্বেও মই নুশুনা হৈ গৈছিলো। প্ৰাণ থকা সত্বেও পৰিছিলো নিষ্প্ৰাণ। এনেকি মোৰ জীৱনৰ সৰ্বস্ব, মোৰ মানুহজনীতো মই পাহৰি যোৱাৰ উপক্ৰম হৈছিলো।

নাৰী : মোৰ কথা বাদ দিয়া। চিন্তা কৰা জন্মৰ অপেক্ষাত থকা সন্তানটোৰ কথা। দুদিনমানৰ পিছত যদি, তোমাৰ সন্তানেও তোমাৰ পথকেই অনুসৰণ কৰে, তুমি জানো বাধা দিব পাৰিবা? তোমাৰ বাধা জানো মানিব? নে তোমাৰ সন্তানৰ মূৰতো অশ্লীল সাহিত্যৰ বীজানু সুমুৱাই দি পংগু কৰি তুলিবা? নোকোৱা কিয়?

পুৰুষ : নাই নাই! মোৰ সন্তানক কিয় মই বিপথে যাবলৈ দিম? পিতৃ হিচাপে মোৰ পবিত্ৰ দায়িত্ব থাকিব। পবিত্ৰ কৰণীয় থাকিব।

নাৰী : তোমাৰ সন্তানক যদি তুমি বিপথে যাবলৈ নিদিয়া, তেন্তে দেশখনৰ অগণন পিতৃ-মাতৃৰ অগণন সন্তানকো বিপথে পৰিচালিত কৰাৰ অধিকাৰো তোমাৰ নাই। বাদ দিয়া, দলিয়াই দিয়া, জ্বলাই পেলোৱা তোমাৰ সেই অশ্লীল সাহিত্যৰ ভাণ্ডাৰ। যি সাহিত্যই নিজক ধ্বংস কৰাৰ লগতে আনকো ধ্বংস কৰিব পাৰে তেনে সাহিত্য চৰ্চা তুমি যিমানেই নকৰা কিয়-সকলো মিছা, সকলো বৃথা (কান্দি ভাগি পৰে) চোৱা, তুমি মোক স্কুলৰ চাকৰিটোত যোগ দিবলৈ অনুমতি দিয়াচোন। তোমাৰ অলপো কষ্ট নহয়। ঘৰখন চলোৱাৰ দায়িত্ব মই ল'ম। প্লিজ, অনুমতি দিয়া।

পুৰুষ : তুমি মোক নতুন জীৱন দিলা বিউটি। অ'তদিনে এই অশ্লীল সাহিত্য চৰ্চা কৰাৰ বাবে তোমাৰ—মোৰ মাজত বিবাদ, মনোমালিন্য আৰু অন্তৰ্দ্বন্দ্ব সৃষ্টি হৈছিল তাৰ বাবে মই

দুঃখিত। মই ক্ষমা বিচাৰিছোঁ। মোক ক্ষমা কৰি দিয়া। চোৱা, আজিৰে পৰা এই সাহিত্যচৰ্চা মই এৰি দিছোঁ। নিঃকিন হ'লেও এটা সৎ চাকৰি মই বিচাৰিম। চাওঁ হাত দিয়া। আজি ইয়াতেই হওঁক আমাৰ সকলো মনোমালিন্য আৰু গৃহকন্দলৰ কম্প্ৰমাইজ। জগতে প্ৰতিশ্ৰুতিবদ্ধ হওঁ আহাঁ.. বজাৰৰ আৰু ধনীক শ্ৰেণীৰ পৃষ্ঠপোষকতাত গঢ়লৈ উঠা সকলো সস্তীয়া বিষয়বস্তুৰ বাহক, ধাৰক আৰু উৎসক আমি দুয়ো মিলি ধ্বংস কৰিম।

(খন্তেক দুয়ো ফ্ৰিজ হয়)

পুৰুষ : শ্ৰদ্ধেয় দৰ্শক মণ্ডলী, আমাৰ নাটক 'কম্প্ৰমাইজৰ' যৱনিকা ইয়াতেই পৰিল।

নাৰী : 'কম্প্ৰমাইজ'ৰ পৰিচালনা আছিল জেতখন বৰুৱাৰ।

পুৰুষ : নমস্কাৰ!

(পুনৰ দুয়ো ফ্ৰিজ হয়)

সমাপ্ত

# আবেলিৰ কবিতা

**নাট্যকাৰ # জয়ন্ত ৰাজগুৰু**

**চৰিত্ৰলিপি ঃ**

১। মন্টু
২। মালি
৩। অনিমেশ
৪। দীপাংকৰ
৫। কাঞ্চন

এটা যুবজী প্ৰসিদ্ধ পুখুৰীৰ পাৰৰ এখন পাৰ্ক। পুখুৰীটোৰ নাম "ৰাজমাও"। মধ্যাহ্নৰ পৰা সন্ধ্যালৈকে দৃশ্য বজিৰ সময়। মঞ্চৰ মাজত বেঞ্চ। বেঞ্চত বহি মন্তুৱে দোকানৰ হিচাপ কৰে মাজে মাজে পুখুৰী মাছৰ খলকনি ৰিব্ ৰিব্ বতাহত গুণ গুণ কৈ গাইছে— নিচুল তানাৰে প্যাৰকা মৌচম আয়া .....দোকানীঃ বাকী বহি এখন হাতত লৈ মাজে মাজে হিচাব কৰে। — এবাৰত ভৱানী' বোলা মানুহ এজনৰ নামত অধিক বাকী হোৱাত অধৈৰ্য্য হৈ পৰে।

মন্টু ঃ মালিকাই, অ' মালিকাই এই বুঢ়াটোৱে কাম কৰি কৰি মাৰিব আৰু এই মালিকাই।

**(নেপথ্যত মালিকাই— কি অ' মন্ত)**

মন্টু ঃ চাওঁ এইফালে আহাচোন (মালি আহে) মোৰ নিচিনা ঘুমটি এখনত দিনটোত এজন মানুহে ৩২ টকা বাকী খাই তেনেহ'লে মই খাম কি।

মালি ঃ মন্ত। (মালিৰ আঠুৰ মুৰত চুৰীয়া, হাতত খন্তি, কান্ধত গামোচা, গাত এটা হলৌ চোলা)

মন্টু ঃ এক মিনিট বহাচোন বহা। (মন্তৱে নেপথ্যৰ তিনিটা বিশেষ বিশেষ কোণলৈ মাজে মাজে চাই)

মালি ঃ আজি কিমান হ'ল অ' মন্ত? (মন্তৱে হিচাবৰ খাটা বেগত ভৰাই)

মন্টু ঃ নাই হে মালিকাই ক'ত হ'ব হে। আজি 2nd saturday নহয়। অফিচ বোৰ বন্ধ, তাতে বাল্যভৱন half হোৱা দেখি দোকান বন্ধ কৰি গুচি আহিলো বুজিছা।

মালি ঃ কেলেই গৰ্মেণ্টি স্কুলখনটো ছুটি হোৱা নাছিল।

মন্টু ঃ এ থৈ দিয়াহে, গৰ্মেণ্টি স্কুলত পঢ়ি পঢ়ি সেইবোৰ ল'ৰা ডাঙৰ মানুহ হ'ল। এই মন্তক নোপোচেই, মানুহ বুলিয়েই নাভাৱে, গণ্যই নকৰে।

মালি ঃ কেলেই?

মন্টু ঃ কেলেই মানে নকৰে আৰু। হেৰা ক্লাচ এইটত পঢ়া ল'ৰা এটাই যদি কান্ধত থপৰিয়াই থপৰিয়াই কয়—এই মন্ত ভাই দিয়ানা ভাই আৰে এটা দিয়ানা—

মালি : কি?

মণ্টু : চিগাৰেট পাকিবা দিব, পাকিবানে নোৱাৰা নে এই মনটোৱে নকয়— সহ্য নকৰে। হেৰা দুটা কালতলীয়া চৰ মাৰি দিবলৈকে যিটো লবাক বেয়া লাগে সি আকৌ চিগাৰেট খোজে হয়ঃ ধুইত—চাহ্মা দোকান বন্ধ কৰি গুচি আহিলো।

মালি : এৰা, কিনো শিক্ষা পাইছে এই লবাইতে।

মণ্টু : শিক্ষা ঠিকেই পাইছে দেখিবা দুদিন মানৰ পাছত এইবোৰ ল'ৰাৰ কাগজত ফটো ছপা হৈছে, ষ্টেচন কৰিছে। পিছে কি হ'ব আচল মামলা থকা কলহটোৰ তলীটো ফুটা।

মালি : হে হে.....এইবোৰে আকৌ এসময়ত দেশৰ গুৰি ধৰিবগৈ নহয়—

মণ্টু : সেয়া আকৌ দেশৰ গুৰিটো। হেৰা মালিকাই, এই দেশৰ গুৰিটো ক'তহে? তুমিটো সদায় কোৱা দেশৰ গুৰি দেশৰ গুৰি। সেই গুৰিটো ক'তহে? শদিয়াতনে ধুবুৰীত নে দিছপুৰত নে শিলঘাটত। আচল কথা কি জানা মালিকাই সকলোৱে যদি একেলগে দেশখন ধৰে নহয় তেতিয়া যেনেগকৈ কোনোবাই দেশৰ গুৰিটো ধৰিবগৈ নালাগে দুয়ো হাঁহে) হেৰা মালিকাই এটা ইন্টাৰ্চটিং কেচ শুনা।

মালি : কি কেচ?

মণ্টু : ইন্টাৰ্চটিং

মালিক : কি টেটিং হ

মালি : ধুইত মালিকাই তুমি যদি এই টাউনৰ মাজ মজিয়াত থাকি ইন্টাৰ্চটিং শব্দটোৰ অৰ্থ নাজানা কেনেকৈ হ'ব হে? এটা কাম কৰিবা, কাইলৈৰ পৰা তুমি দুপৰীয়া দুপৰীয়া লে মোৰ দোকানলৈ এপাক মাৰিবাচোন।

মালি : এপাক মাৰিলেনো কি হ'ব?

মণ্টু : কিবা হোৱা নোহোৱাটো পাচৰ কথা। দুপৰীয়া D.I. অফিচৰ মানুহবোৰ মোৰ দোকানলৈ আহে নহয়। ফৰ্ফৰাই দুই এটা ইংৰাজী শব্দ শিকিব পাৰিবা।

মালি : অ' ইংৰাজী হে, হে........কিন্তু মই ইংৰাজী শিকিলে কি হ'ব। অ' মণ্টু মোৰ ল'ৰা ছোৱালীবোৰেটো ইংৰাজী নাজানে। মই আকৌ কাৰ লগত ইংৰাজীত কথা পাতিম।

মণ্টু : তোমাৰ ল'ৰা—ছোৱালীয়ে কথা ক'ব জানিলেহে ইংৰাজী ভাষা ক'ব।

মালি : জানে (Effect) ল'ৰা—ছোৱালীয়ে কথা ক'ব নাজানে বুলি তোক কোনে ক'লে হা-সিহঁতে মোৰ লগত কথা পাতে (মালিয়ে গুচৰতে থকা গোলাপ ফুলৰ পুলি এটা খটি খনেৰে খোচৰাত লাগে) মই সিহঁতৰ সুবিধা—অসুবিধাৰ বুজ ল'ব জানো। মই সিহঁতৰ দেউতাক তেজ মঙহৰ জীৱিত মানুহতকৈ সিহঁত বহুত উচ্চ সিহঁতৰ ভাষা, শুদ্ধ সিহঁতৰ মৰমত কোনো ভেজাল নাই। (M. Pathetic)

মণ্টু : আৰু মোৰ ভাষা কি অশুদ্ধ মালিকাই। এই বিৰাট সংসাৰ খনত একমাত্ৰ তুমি আছা। তুমি— এই মণ্টুৰ ভাষা বুজিব পৰা মানুহ। মালিকাই তোমাৰ প্ৰতি মোৰ মৰমত কোনো ভেজাল নাই মালিকাই। কোনো ভেজাল নাই। চাবা চাবা মালিকাই এই মণ্টুৰ ভেজাল নোহোৱা মৰমকণ চাবা, লোৱা (এমুঠি বিড়ি দিয়ে) বিড়ি, বাত্তিপুৱাই দোকানলৈ আহিয়েই এমুঠি বিড়ি পকেটত নভৰোৱাকৈ মণ্টুৱে দোকানৰ কোনো কাম আৰম্ভ নকৰে জানা? মোৰ সমগ্ৰ মৰমৰ এটা মুঠা বিড়ি মই তোমাক দিছো মালিকাই সদায়ে দিছো। তুমি মোৰ বন্ধু, তুমি মোৰ দেউতা, এই.....দোকানী মণ্টুৰ তুমিয়েই সকলো মালিকাই। (মণ্টুৱে বাহিৰৰ নিৰ্দিষ্ট এটুকুৰা ঠাইলৈ চাই থাকে)

মালি : এই মণ্টু, তই দেখোন বেয়াই পাই গ'লি; এই চা; চা তই বৰ কেঁচুৱা হৈ আছ অঁ - এই চা, চা এই মণ্টু ইংৰাজী ইংৰাজী মণ্টু।

মণ্টু : অ' মালিকাই ইংৰাজী।

মালি : কিন্তু তই যে ইংৰাজী অ মন্তু, চাহাবৰ ভাষা।

মণ্টু : হওঁক চাহাবৰ ভাষা। এই সংসাৰৰ মানুহে নুশুনাকৈ তুমিয়ে ময়েই পাতিম চাহাবৰ ভাষা, মনে মনে পাতিম, ইংৰাজী ভাষা (দুয়ো হাঁহে)

মালি : এই মণ্টু তোৰ কেচ্‌টো ক'চোন।

মণ্টু : অ' মোৰ ইন্টাৰ্চটিং কেচটো শুনা— আজি কি হ'ল জানা। বাল্যভক্তনৰ ল'ৰা—ছোৱালীয়ে এক পাচি কেঁচা বুট খাই শেষ কৰি দিলে। গৰ্মেন্ট স্কুলখনলৈ নাথাকিলে বাপেকে। দোকান বন্ধ কৰি গুচি আহিলো (মালিয়ে হাঁহে) এই মালিকাই এই পৃথিৱীৰ পাৰলৈ সদায় অহা মানুহ কেইজন আজি অহা নাই নেকি?

মালি ঃ এবা দেখা নাই দেখোন— অৱশ্যে মন কৰিবলৈ সময়ো পোৱা নাই নহয়। (ইফালে সিফালে চাই) M/ off

মণ্টু ঃ কেলেই কেলেই মালিকাই।

মালি ঃ এই মণ্টু পৰাই দিনা মই এটা কেচুৰা আনিলো তাৰ লগত লাগি থাকোতেই গৈছে। M/Romantic

মণ্টু ঃ হয় নেকি? কেনেকুৱা কেনেকুৱা কেচুৰা মালিকাই।

মালি ঃ বৰ সুন্দৰ অ' আজি ৰাতিপুৱা শুই উঠি দেখিলো তাই হাঁহিছে বতাহ বলিলে তাই সুন্দৰকৈ হালিজালি উঠে সাম্প্ৰতি ল'বৰ মন যায় অ'..........

মণ্টু ঃ বাৰটো, পিচে কোনবিধৰ গোলাপ নে তগৰ?

মালি ঃ গোলাপ গোলাপ।

মণ্টু ঃ সেইয়া মই জানিছো নহয় গোলাপেই হ'ব— হাঃ হাঃ হাঃ (M - suspense আহিছে।) (মন্তুৰ কিবা এটা কৰিবলৈ যেন লৰালৰি লাগে)

মালি ঃ আহিছেনে?

মণ্টু ঃ আহিছে মানে বৈ আছে, চাই আছে।

মালি ঃ কলে, সেই চাৰ্কিট হাউচৰ বাউণ্ডাৰীৰ কাষলে চাই আছে নেকি?

মন্তু ঃ অ' চাৰ্কিট হাউচৰ বাউণ্ডাৰীৰ কাষলৈই চাই আছে হে'বা আহিব বুজিছা ইয়ালৈকে আহিব।

মালি ঃ ইজন আকৌ আহিবনে নাই?

মণ্টু ঃ আহিবহে, সন্নয়হে আহিছে সিজনো ই.....য়া ....লৈ ....কে এই আহিলেই।

মালি ঃ আহিলেই যে?

মণ্টু ঃ আহিলে মানে বৈ আছে চাই আছে।

মালি ঃ কি চাই আছে? মোৰ ফুলনিখনৰ ফাললৈকে চাই আছে নেকি?

মণ্টু ঃ অ' একদম ফুলনিখনৰ ফাললৈকে চাই আছে। আহিব আহিব বুজিছা অলপ পাছত ইয়ালৈকে আহিব।

মালি ঃ এই মণ্টু মানুহজনী এক আহিবনে নাই?

মণ্টু ঃ কেলেই নাহিব হে, সদায় আহি থকা মানুহ গৰাকী নাহিব কেলেই। সেই মানুহ গৰাকী ইয়ালৈকে আহিব Direct আৰু তোমাৰ ফুলনি খনৰ চাল চাই থাকিব Direct একান্ত মনে তিনিওজন একে সময়তে ইয়ালৈকে আহিব, একে ঠাইতে বৈ থাকিব অথচ কাৰো মুখত মাত বোল নাই। কিবা মৰা মানুহ যেন লাগে (হাঁহে)

মালি ঃ এই ভদ্ৰ মানুহক মৰা মানুহ বুলিব নেপায়।

মণ্টু ঃ থৈ দিয়াহে ভদ্ৰ মানুহ, ভদ্ৰ মানুহে কি কথা পাতিব নোৱাৰে নেকি? ইজনে সিজনৰ লগত চিনাকী হ'ব নোৱাৰে নেকি? পাৰে যেনেকৈ তুমিয়ে ময়ে অভদ্ৰ মানুহ নহয়। হে.....হে ভদ্ৰ মানুহ।

মণ্টু-মালি ঃ এই আ—হি —হে।

মণ্টু ঃ ধুইত। একেলগে কৈছো অ'। এইজনো আহিছে। অ' মালিকাই এইজনো আহিছে, আবেলি সময়টো কিন্তু এই কি জনক চাৰেই সময় বেচ পাৰ কৰি দিব পৰা যায়।

মালি ঃ এই মণ্টু ব'ল ব'ল আমি ইয়াৰ পৰা যাওঁ ব'ল।

মণ্টু ঃ এই মালিকাই ব'বাচোন ব'বা। মই এটা কথা ভাবিছো হে।

মালি ঃ এই মালিকাই ব'বাচোন ব'বা। মই এটা কথা ভাবিছো হে।

মালি ঃ কি?

মণ্টু ঃ আজি তেখেত সকলৰ লগত চিনাকীকে হওঁ।

মালি ঃ যেৎতেবি তেখেতসকল ডাঙৰ মানুহ।

মণ্টু ঃ থৈ দিয়াহে ডাঙৰ মানুহ এনেকুৱা বহুত ডাঙৰ মানুহে মোৰ ঘুমটিত পান চিগাৰেট খায় বায়হি জানা?

মালি ঃ কিন্তু তেখেত সকলক অশান্তি দিয়াৰ অধিকাৰ আমাৰ হ'লে নাই।

মণ্টু ঃ অশান্তি, হেৰা আমি ইয়াত থাকিলে তেখেত সকলে অশান্তি পাব নেকি হে।

মালি ঃ পাব পাবে পাব পাবে— এই মণ্টু ব'ল ব'ল ইয়াৰ পৰা ব'ল

মণ্টু ঃ বাৰু তুমি যোৱাচোন মই গৈ আছো।

মালি ঃ অ' আহ সোনকালে আহ (মালি যায়। মণ্টুৱে ইফালে সিফালে চায়। ৰুমাল খন থৈ গুচি যায় (Effect-মাছৰ খলকনি, বতাহ) দিপাংকৰ আৰু অনিমেশ সোমায় আহে। দিপাংকৰে ইফালে সিফালে চাই হঠাৎ ৰুমাল খন দেখি তুলি ল'ব খোজে)

অনিমেশ ঃ ভুল ভুল কৰিছে মিঃ দিপাংকৰ চলিহা। দুৰ্ভাগ্য বশত, আপুনি কি ভাবি ৰুমালখন তুলি ল'ব বিচাৰিছে মই নুবুজিলো।

দিপাংকৰ : হাঃ হাঃ মিঃ অনিমেশ চৌধুৰী। আপোনাৰ ভাবাত আহি মিন দুৰ্ভাগ্য বশতঃ এই কমাল খন অলপ সময়ৰ আগতে ময়েই ইয়াত এৰি থৈ গৈছিলো।

অনিমেশ : কিবা নতুন কল্পনা?

দিপাংকৰ : এই কমালখন পাই মই কোনো নতুন কল্পনাৰ আশ্ৰয় লোবা নাই চৌধুৰী এই খন মোৰ চিৰ লগৰী।

অনি : এখন বজকৰা কমাল?

দিপাংকৰ : Shut up (কিছু সংযম হয়) এই কমাল খনক আপোনাৰ বুলি কোৱাৰ আগতে আপুনি যে এইখনক বজকৰা বুলি ক'লে মই তাতেই সন্তুষ্ট (কমালখন তুলিবলৈ যায়)

অনি : No, No মিঃ দিপাংকৰ চলিহা কমালখন তুলি ল'ব পৰা কোনো ধৰণৰ অধিকাৰ আপোনাৰ এই মুহুৰ্তত নাই বুলি মই ভাবো।

দিপাংকৰ : মই ঠিক বুজিব নোৱাৰিলো।

অনি : এই কমাল খন আমাৰ দুয়োজনৰে একে সময়তে দৃষ্টিগোচৰ হৈছিল। Am I right মাত্ৰ আপুনি প্ৰথমতে হাতটো আগবঢ়াইছিল আৰু দ্বিতীয়তে মই গতিকে কমাল খন মোৰ মিঃ চলিহা।

দিপাংকৰ : Never এই কমালখন আপোনাৰ কেতিয়াও হ'ব নোৱাৰে।

অনি : হাঃ হাঃ হাঃ কাঞ্চন বৰুৱা অহাৰ আগতে আমাৰ তৰ্ক যুদ্ধখন সামৰণি পৰাটো মই বাঞ্ছা কৰোঁ।

দিপাংকৰ : আপোনাৰ যুক্তি এনে ধৰণৰ সবল নহয় যে ইয়াত এখন তৰ্ক যুদ্ধ আৰম্ভ হ'ব।

অনি : আৰম্ভ নোহোৱা যুদ্ধ সমাপ্ত কৰিবলৈ টান বাবেই মই আপোনাক কৈছো— কমালখন মোক দি দিয়ক যুদ্ধখন শেষহে থাকক। অদৰকাৰত এটা টান কাম কৰি থকাটো কি দৰকাৰ মিঃ দিপাংকৰ চলিহা। (কাঞ্চন আহে)

দিপাংকৰ : শুনি সন্তোষ পালো যে আপুনি টান কাম কৰিবলৈ কষ্ট পায়।

অনিমেশ : কিন্তু কমালখন মোৰ।

দিপাংকৰ : কিবা প্ৰমাণ।

কাঞ্চন : আচৰিত কথা প্ৰমাণ কেনেকৈ দিব।

অনি-দিপা : Miss বৰুৱা।

কাঞ্চন : Yes kanshan Baruah here. The only third namber of this particular parliament আপোনালোকে কথা পতা শুনি ইয়ালৈ আহিলো শুনিলো, এই কমাল খনৰ বিষয়ে কথা পাতিছে বেয়া নাপায় যদি এটা কথা কওঁ, প্ৰমাণ মিঃ অনিমেশ চৌধুৰীয়ে কেনেকৈ দিব কাৰণ কমালৰ গৰাকী স্বয়ং মই ইয়াতে উপস্থিত।

দিপাংকৰ : What.

কাঞ্চন : Yes I am the wones of this hamkasshief

অনিমেশ : Impossible (দিপাংকৰে কমালখন তুলি ল'বলৈ যায়)

কাঞ্চন : এক মিনিট, কমালখন পৰি থাকিবলৈ দিয়ক। আমি তিনিও জনে যেতিয়া কমালখনৰ ওপৰত চৰ্ত আৰোপ কৰিছো। তেনে ক্ষেত্ৰত আমাৰ মাজৰ কোনোবা এজনৰ হাতত এই কমালখন থকাতো মই পছন্দ নকৰো।

অনিমেশ : আপোনাৰ পছন্দৰ বিপৰীতে যোৱাটো, মই বাঞ্ছা কৰা নাই মিচ বৰুৱা।

দিপাংকৰ : ok, ok আপোনাৰ মতেই হ'ল কিন্তু এতিয়া আমাৰ কৰণীয়খিনি কি অনুগ্ৰহ কৰি ক'বনে মিচ্ বৰুৱা।

কাঞ্চন : ইমান অধৈৰ্য্য হৈছে কিয়। হাজাৰ হওক এখন কমাল ক ..মা...ল... শব্দটো ধৰম নালাগেনে?

দিপাংকৰ : এইটো শব্দ বাচনিৰ সময় নহয়।

কাঞ্চন : নহ'লেও এখন মৰম লগা কমাল এইদৰে আমাৰ তিনিও জনৰ সন্মুখত মাটিত পৰি থকাটো মই সহ্য কৰিব পৰা নাই।

অনিমেশ : কিন্তু সহ্য কৰি থকাৰ বাহিৰে অন্য উপায় নাই মিচ বৰুৱা।

কাঞ্চন : আছে সৌ বেঞ্চ খনৰ ওপৰত টো এইখন তুলি থ'ব পাৰি (তুলিব খোজে)

দিপাংকৰ : নাই নুচুব মিচ বৰুৱা এই কমাল খনৰ যেন কিবা এটা এক অদ্ভুত শক্তি আছে, মই বুজা নাই কিয় এই কমাল খনে আমাৰ তিনিও জনকে ইমান আকৃষ্ট কৰিছে।

অনি : আচলতে ময়ো বুজা নাই কিয় এই কমাল খনে আপোনালোক দুয়োকে ইমান আকৃষ্ট কৰি পেলাইছে।

দিপাংকৰ : What--

কাঞ্চন : সঁচা কথা, এই কমালখন দেখাৰে পৰা মোৰ যে কি হৈ গ'ল মই নিজেও নাজানো এই কমালখন যেন মই

ক'ৰবাত দেখিছো মই যেন এইখন চিনি পাইছো

অনি : আচৰিত কথা।

দিপাংকৰ : মিচ বৰুৱা কমালখন চিনি পাইছো বুলিকৈ আপুনি নিজকে উদঙাই দিব বিচাৰিছে কিয়।

কাঞ্চন : কাৰণ মই সহ্য কৰি থাকিব পৰা নাই, মোৰ ধৈয্যৰ বান্ধ হেৰাই গৈছে মিঃ দিপাংকৰ চলিহা।

অনি : এই কমালখনৰ কাৰণে আপুনি ধৈয্যৰ বান্ধ হেৰুৱাই পেলোৱাত মই অতিশয় দুঃখিত।

দিপাংকৰ : চৌধুৰী।

অনি : ক্ষমা কৰিব, বয়সত মই আপোনালোক সৰু হ'ব পাৰো কিন্তু এই সময়ত মোৰ আপোনালোকৰ ওপৰত কথা কোৱাৰ সম্পূৰ্ণ অধিকাৰ আছে কাৰণ কমালখন কিবা এটা মোৰো ভাল লাগিছে।

দিপা-অনি : আপোনাৰ।

অনি : হাঃ হাঃ ইয়াত আচৰিত হ'ব লগা একো নাই, কেতিয়াবা কিবা কাৰণত কাৰোবাৰ কিবা বস্তু ভাল লাগি যায়েই তাত আচৰিত হ'ব লগা একো নাই।

কাঞ্চন : কিন্তু ঠিক এই কমালখন আপোনাৰ ইমান ভাল লাগি যোৱাত আচৰিত নহৈ নোৱাৰিলো।

অনি : What, মই যদি আপোনালোকক কওঁ— এই ৰাজমাওঁ পুখুৰীৰ পাৰলৈ আপোনালোক সদায় আহি সৌফুলনি খনৰ মালিটোৰ ঘৰখনৰ ফাললৈ নিস্পলক দৃষ্টিৰে চাই থকাত মইয়ো অতিশয় আচৰিত হৈছো।

দিপাংকৰ : ভুল ভুল কৰিছে মিষ্টাৰ চৌধুৰী, এখন সাধাৰণ কমালৰ বাবে আপুনি বহুত কিবা কিবি চিন্তা কৰি পেলাইছে, আপুনি মোক মানসিক ভাৱে আঘাত কৰিছে। আপোনাৰ যদি কমালখন নিবলৈ ইমানেই ইচ্ছা হৈছে তেনেহ'লে লৈ যাওঁক লৈ থওঁক চৌধুৰী (অনিমেষে কমালখন ল'ব খোজে)

কাঞ্চন : ৰ'ব ৰ'ব মিষ্টাৰ চৌধুৰী আপোনাৰ এটা ভুল শুধৰাই দিব খোজাৰ বাবে মোক ক্ষমা কৰিব। এজনৰ অন্তৰত দুখ দি আপুনি আপোনাৰ স্বাৰ্থ সিদ্ধি কৰিব খুজিছে, ই নিত্যান্তই ভুল কাম হৈছে।

অনি : ঠিক আছে ঠিক আছে ভুলে হৈছে মই মানি লৈছো। কিন্তু এটা চৰ্তত। এখন সাধাৰণ কমালৰ কাৰণে যিজনে অন্তৰত আঘাত পাব পাৰে কষ্ট পাব পাৰে সেইজনৰ অন্তৰত এই কমাল খনৰ কাৰণে কিছু মৰম নিশ্চয় আছে, আৰু সেই মৰমৰ অন্তৰালত কি আছে আমাক যদি জানিবলৈ দিয়ে।

দিপাংকৰ : আৰু বেছি জানিবলৈ বিচৰাৰ প্ৰয়োজন নাই, আপোনাৰ নিচিনা মানুহে যিমানখিনি জনাৰ প্ৰয়োজন তাতকৈ আপুনি বেছি জানিছে, চৌধুৰী মনত ৰাখিব— বয়সত মই আপোনাৰ দেউতাকৰ লগৰ। কৰ্ম জীৱনত মই আপোনাতকৈ উচ্চ পদস্থ। মোৰ সম্মানত এইদৰে আঘাট হানিবলৈ বিচৰাতো আপোনাৰ ভুল হৈছে।

কাঞ্চন : আৰু আপোনাৰো একো শুদ্ধ হোৱা নাই।

দিপাংকৰ : What?

কাঞ্চন : Yes you are wrong Too. এই ৰাজমাওঁ পুখুৰীৰ পাৰত থকা সময়চোৱাত আমাৰ মাজত কেনো ধৰণৰ পদবীৰ সম্মান নাই।

দিপাংকৰ : Sorry Sorry every body. I beg apology to all of you মোৰ ভুল হৈ গৈছে। মোক ক্ষমা কৰিব। (ক্ষন্তেক সকলো নিৰব)

অনিমেশ : আমি মাত্ৰ এঘন্টা সময়ৰ বাবে এই ৰাজমাওঁ পুখুৰীৰ পাৰলৈ সদায় আহো। মুক্ত আকাশৰ তলত নিজকে কিছু সময় বিলাই দিওঁ। আমি একেটা অফিচতে চাকৰি কৰো। ইজনে সিজনক চিনি পাওঁ। কিন্তু এই ৰাজমাওঁ পুখুৰীৰ পাৰত থকা সময়চোৱাত আমাৰ মাজত কোনো ধৰণৰ কথা বতৰা কেতিয়াও হোৱা নাই। কিবা এক নিবিৰ চিন্তাৰ মাজত আমি কিছু সময় আবদ্ধ হৈ থাকো। কিন্তু আজি যিখন কমালে আমাৰ তিনিওজনৰ সেই নিয়ম ভঙ্গ কৰি দিলে, যিখন কমালে আমাৰ মনবোৰত মৰমৰ কিছু ধুলিকণা ছটিয়াই থৈ গ'ল যিখন কমালে এই উদাৰ আকাশৰ তলত আমাক পদবীৰ কথা সোঁৰৰাই দিলে সেই কমালখন মই এবাৰ চুই চাব বিচাৰো, মাত্ৰ এবাৰ। আপোনালোকে মোক অনুমতি দিয়ক মাত্ৰ এবাৰ। এই অনিমেশ চৌধুৰীৰ সমস্ত মৰমৰ ভাণ্ডাৰ নিহিত হৈ থকা এই কমালখন মই মাত্ৰ এবাৰ চাই চাব বিচাৰোঁ মাত্ৰ এবাৰ আপোনালোকে মোক অনুমতি দিয়ক মাত্ৰ এবাৰ এবাৰ। (হতাশ হৈ পৰে)

দিপাংকৰ : আচৰিত কথা। মানুহৰ মৰম মানুহে নুবুজে, অথচ বুজি পায়, মৰম ল'ব জানে, লওঁক চৌধুৰী কমালখন তুলি

লওঁক। (অনিমেশ স্তম্ভিত)

দিপাংকৰ : লওঁক চৌধুৰী কমালখন তুলি লওঁক।

অনি : কিন্তু হঠাৎ আপোনালোক...?

দিপাংকৰ : আপোনাৰ সমস্ত মৰমৰ ভাণ্ডাৰ নিহিত হৈ থকা এই কমালখন আপোনাৰ হাতৰ স্পৰ্শৰ পৰা বঞ্চিত নকৰিব। লওঁক তুলি লওঁক তুলি লওঁক। (অনিমেশ কমাল থকা ফালে আগবাঢ়ে)

কাঞ্চন : লওঁক কমালখন তুলি লওঁক।

দিপাংকৰ : তুলি লওঁক।

অনি : নাই মই তুলি নলওঁ। এখন সাধাৰণ বজৰুৱা কমাল মই হাতেৰে স্পৰ্শ নকৰো।

দিপাংকৰ : চৌধুৰী।

অনি : Yes, যিখন কমালৰ কোনো গৰাকী নাই, যিখন কমালৰ কোনো পৰিচয় নাই সেইখন তুলি নলওঁ। মই মহাৰাজ বিৰাজ মোহন চৌধুৰীৰ একমাত্ৰ পুত্ৰ। আজিৰ সমাজত মোৰ এটা সম্মান আছে। মই পাহৰি যোৱা নাই, মই অনিমেশ চৌধুৰী। এইখন চহৰৰ একমাত্ৰ প্ৰতিপত্তিশীল ব্যক্তিজনৰ মই একমাত্ৰ পুত্ৰ। এজনী সামান্য পিতৃ—মাতৃ পৰিচয়হীনা ছোৱালীৰ লগত মোৰ কোনো ধৰণৰ সম্পৰ্ক থাকিব নোৱাৰে। কেতিয়াও নোৱাৰে Never--

দিপাংকৰ : মিষ্টাৰ অনিমেশ চৌধুৰী— You have blundred আপুনি ভুল কৰিছে।

কাঞ্চন : এটা সাধাৰণ কাপোৰৰ টুকুৰাৰ লগত এজনী তেজ মঙহৰ ছোৱালীক আমাৰ কথাৰ মাজলৈ টানি আনি আপুনি ভুল কৰিছে।

অনি : নাই কৰা, মই যে ভুল কৰা নাই। তাৰ প্ৰমাণ আছে। এই বেঞ্চখন, সৌ বাস্তাটো, যিটো বাস্তাই দি মই সদায় কলেজলৈ অহা যোৱা কৰিছিলো, যিখন বেঞ্চত বহি প্ৰতিদিনে মোলৈ বাট চাই আছিল এজনী পিতৃ—মাতৃ পৰিচয় বিহীন ছোৱালীয়ে, যিখন বেঞ্চন বহি এদিন তাই মোক এখন কমাল উপহাৰ দিছিল আৰু যিখন বেঞ্চত বহি মই চিৰদিনৰ বাবে তাইৰ সেই উপহাৰ প্ৰত্যাখ্যান কৰিছিলো, কাৰণ মই এই অনিমেশ চৌধুৰীৰ সামাজিক সম্মানত কোনো কলঙ্কৃত নকৰাই আঘাত হানিব নোৱাৰে।

দিপাংকৰ : আপুনি স্বাৰ্থপৰ।

কাঞ্চন : আপুনি নিষ্ঠুৰ।

অনিমেশ : তথাপিও মই মৰমীয়াল মোৰ অন্তৰত চিৰ সঞ্চিত মৰমবোৰ মই সেই ছোৱালীজনীক চিৰদিনৰ বাবে অৰ্পণ কৰিছিলো মাত্ৰ এই কমালখন গ্ৰহণ কৰিব পৰা শক্তি আৰু সাহস সেই সময়ত মোৰ নাছিল। কাৰণ মই এইখন চহৰৰ একমাত্ৰ প্ৰতিপত্তিশীল ব্যক্তি মহাৰাজ বীৰাজ মোহন চৌধুৰীৰ একমাত্ৰ পুত্ৰ অনিমেশ চৌধুৰী। (প্ৰস্থান)

দিপাংকৰ : চৌধুৰী, চৌধুৰী।

কাঞ্চন : অনিমেশ অনিমেশ, দিপাংকৰ কৈ দিয়া দিপাংকৰ সেই ছোৱালীজনী আমাৰ সন্তান বুলি কৈ দিয়া দিপাংকৰ। চিঞৰি চিঞৰি অনিমেশক কৈ দিয়া সেই হতভগীয়া ছোৱালীজনী আমাৰ সন্তান বুলিকৈ দিয়া দিপাংকৰ।

দিপাংকৰ : কাঞ্চন আজি মাত্ৰ জানিব পাৰিলো, আমাৰ সন্তানটিক জীয়াই আছে।

কাঞ্চন : বোধকৰো আছে !

দিপাংকৰ : বোধকৰো নহয় কাঞ্চন, জীয়াই আছে। অনিমেশ চৌধুৰীয়ে আমাৰ সন্তানটিক লগ পাইছিল কাঞ্চন।

কাঞ্চন : কিন্তু সেই অনিমেশ চৌধুৰীক আমি কিয় ক'ব নোৱাৰিলো সেই ছোৱালীজনী আমাৰ সন্তান বুলি? কিয় ক'ব নোৱাৰিলো—এইখন সমাজৰ কিছুমান বাহ্যিক নীতি-নিয়মে ঠনধৰি উঠিব খোজা আমাৰ সংসাৰখন খেলিমেলি কৰি দিলে বুলি কিয় দিপাংকৰ কিয়? কাৰণ পিতৃ-মাতৃ হিচাবে সেই সন্তানটিৰ ওপৰত আজি আমাৰ কোনো অধিকাৰ নাই।

দিপাংকৰ : কাঞ্চন তুমি মাতৃ, মাতৃহৈ সন্তানৰ ওপৰত অধিকাৰ নাই বুলি ক'বলৈ তোমাৰ লাজ লগা নাই।

কাঞ্চন : লাজ— কিহৰ লাজ? এইখন সমাজৰ আগত নিজৰ লাজ মান ৰক্ষা কৰিবলৈ যি দিনা নিজৰ সন্তানক বুকুৰ মাজৰ পৰা দলিয়াই দিছিলো সেই দিনাই সেই সন্তানৰ ওপৰত আমাৰ অধিকাৰ শেষহৈ গৈছে, আৰু আজি সেই সন্তানৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিবলৈ পিতৃ হিচাপে তুমিও অসমৰ্থ।

দিপাংকৰ : অকল মোক অসমৰ্থ বুলিকৈ তুমি নিজেই নিজৰ মাতৃ হৃদয়ত আঘাট হানিছা কিয়? কোৱা কাঞ্চন তুমিও অসমৰ্থ বুলি কোৱা, কোৱা কাঞ্চন ক'ত মোৰ মাজনী বুলি

ৈয়া থাকুৰি কান্দি দিয়া। কোৱা কাঞ্চন।

কাঞ্চন : ক'ম দিপাংকৰ, মযো ক'ম, এইখন সমাজে মই নিজকে মাতৃ বুলি কোৱাৰ পৰা বঞ্চিত কৰিছে। (ক্ষন্তেক নিৰৱতা)

(দিপাংকৰ কমালখনৰ ওচৰত বহি পৰে)

দিপাংকৰ : কাঞ্চন এই কমালখনৰ কথা তোমাৰ বাৰু মনত পৰেনে?

কাঞ্চন : এই কমালখনৰ কথা মই কেনেকৈ পাহৰিম। দিপাংকৰ সেইযে কালসন্ধিয়াটোত তুমি এই কমালখন সন্তানটি বুকুৰ ওপৰত দি কৈছিলা।

দিপাংকৰ : যা যা মোৰ আইজনী পিতৃ—মাতৃৰ সমস্ত মৰম এই কমালখনতেই বান্ধি দিছো। নিয়তিয়ে যদি তোক ৰক্ষা কৰে তেনেহ'লে এই কমাল খনেই হ'ব তোৰ একমাত্ৰ পৰিচয়। যা যা মোৰ আইজনী। এই কাঞ্চন অন্তৰৰ মৰমখিনি যেন নিমিষতে শুকাই পৰিছিল। আজি পুনৰ এই কমালখন দেখি অন্তৰৰ মৰমবোৰে যেন জিপ পায় উঠিছে। এই কাঞ্চন এই কমালখন মোক লৈ যাবলৈ দিবা, দিবানে কাঞ্চন?

কাঞ্চন : লৈ যাব? ক'লৈ লৈ যাবা আমাৰ সন্তানটিৰ একমাত্ৰ পৰিচয় এই কমালখন তুমি ক'লৈ লৈ যাবা? ক'ত থবা এইখন, কাৰ আগত এই কমাল খনৰ পৰিচয় দাঙি ধৰিবা?

দিপাংকৰ : সোধা সোধা কাঞ্চন, এই ৰাজমাওঁ পুখুৰীৰ মাছ বিলাক সোধা এই কমালখন নিবলৈ সেইখনৰ একমাত্ৰ গৰাকী সেই ছোৱালীজনী ইয়ালৈ কেতিয়া আহিব, কোনে জানে সোধাচোন এই কমাল খনৰ গৰাকী আমাৰ সন্তানটি এতিয়া ক'ত আছে।

(অনিমেশ আহে)

কাঞ্চন : কাৰোবাক সোধাৰ আগেয়ে আমি তাইক নিজে বিচাৰি যাওঁ ব'লা, যাবা যাবা দিপাংকৰ?

অনিমেশ : কিন্তু ক'ত বিচাৰি যাব মিচ্ বৰুৱা?

কাঞ্চন-দিপাংকৰ : আপুনি?

অনিমেশ : মই শুনিলো এই বিশাল জনসমুদ্ৰৰ মাজত এই কমাল খনৰ গৰাকী আপোনালোকৰ একমাত্ৰ সন্তানটিক ক'ত বিচাৰি যাব? কোনে দিব তাইৰ বতৰা এই পুখুৰীৰ পাৰলৈ আহি সদায় তাকেই ভাবিছো ক'লৈ গ'ল সেই পৰিচয় বিহীন ছোৱালীজনী।

কাঞ্চন : অনিমেশ চৌধুৰী, আপুনি আমাৰ সন্তানটিক লগ পাইছিল?

অনি : পাইছিলো, পাইছিলো মিচ্ বৰুৱা, কিন্তু দিপাংকৰ চলিহা আৰু কাঞ্চন বৰুৱাৰ সন্তান হিচাপে নহয়, পাইছিলো এখন মৰমীয়াল হৃদয়ৰ অধিকাৰী হিচাবে যাৰ পিতৃ-মাতৃৰ কোনো পৰিচয় নাছিল।

দিপাংকৰ : Oh Stop it মিঃ চৌধুৰী, মই আৰু সেই ব্যাখ্যা শুনিব নিবিচাৰো। মই মাত্ৰ আপোনালোকক এটাই অনুৰোধ কৰিছো এই কমালখন মোক লৈ যাবলৈ দিয়ক...... Please....

অনি : এই কমালখনৰ লগত আমাৰ তিনিওজনৰ এক নিবিড় সম্পৰ্ক আছে সঁচা কথা। কিন্তু সেই সম্পৰ্কই এই কমালখন লৈ যাবৰ বাবে যথেষ্ট নহয়। কাৰণ সেই সম্পৰ্কৰ মূল্য এই কমালখনক আজিও আমি দিব পৰা নাই।

দিপাংকৰ : তেনেহ'লে এইখন কি ইয়াতে এনেদৰে পৰি থাকিব? এইখন কোনে লৈ যাব কোনে? (মন্তু আহে)

মন্টু : মই, মই লৈ যাম, মই

অনি : কোন তুমি?

মন্টু : মই মন্তু সেইযে চৰকাৰী স্কুলৰ মুখত দোকানখন আছে, সেইখন মোৰ দোকান। বহুত দিনৰ আগৰ পৰা আপোনালোকৰ লগত চিনাকী হ'ম বুলি ভাবি আছিলো। নমস্কাৰ হে...হে...আপোনালোকক অশান্তি কৰিলোনেকি? বাৰু ঠিক আছে আপোনালোকে কথা বতৰা পাতক মই এই কমালখন লৈ যাওঁ।

অনি : খবৰদাৰ, সেইখন নুচুবা—

মন্টু : কিন্তু এইখন মোৰ দাদা-

কাঞ্চন : কমালখন আমাৰ।

মন্টু : অ' নহয় বাইদেউ, এইখন মোৰ কমাল। সেইযে বুঢ়াটো পাৰ্কখনৰ মালিটো যে, সি কৈছিল এইখন মোৰ; এইখন মোৰ বাইদেউ, মই এইখন লৈ যাওঁ-

দিপাংকৰ : কমালখন তোমাৰ হ'ব নোৱাৰে।

মন্টু : আপোনালোকৰ কিবা এটা ভুল হৈছে।

দিপাংকৰ : ভুল?

**মন্টু :** নহয় মানে, মই ক'ব খুজিছো যে মোৰ কমালখনক আপোনালোকে আপোনালোকৰ কমাল বুলি ভুল কৰিছে।

**দিপাংকৰ :** তোমাৰ হাঃ...হাঃ...হাঃ।

**মন্টু :** আপুনি আকৌ মোক ঠাট্টা কৰিছে, মই সঁচাকৈ কৈছো এইখন মোৰ।

**দিপাংকৰ :** এটা সাধাৰণ ল'ৰা হৈ এই কমালখন তোমাৰ বুলি কোৱাতো তোমাৰ ভুল হৈছে জানানে?

**অনি :** মিঃ দিপাংকৰ চলিহা আপুনিও নিজকে অসাধাৰণ বুলি ভাবি থকাতো একো শুদ্ধ হোৱা নাই।

**মন্টু :** আৰু আপোনালোকে এই কমালখন নিজৰ বুলি ভাবি থকাটোও একো শুদ্ধ হোৱা নাই।

**দিপাংকৰ :** মিঃ চৌধুৰী এই ল'ৰাটোৱে মোৰ মুৰটো গৰম কৰি দিছে।

**মন্টু :** আপোনালোকে মোক বৰ কষ্ট দিছে।

**দিপাংকৰ :** মোৰ ধৈৰ্যৰ বান্ধ হেৰাই গৈছে।

**মন্টু :** ময়ো শান্তি পোৱা নাই।

**দিপাংকৰ :** মই তোক (মাৰিবলৈ হাত ডাঙে)

**মন্টু :** কিন্তু এই কমালখন মোৰ, এইখন মোৰ বাইদেউ সেইযে মালিকাই, সেই যে বুঢ়াটো, সেই যে ফুলবোৰৰ দেউতাকটো, সি মোক দিছিল, এই কমালখন, মোক সি বৰ মৰম কৰে। নিজৰ ল'ৰাৰ দৰে আপোনালোকে বিশ্বাস কৰা নাই নহয়জানো? ঠিক আছে ঠিক আছে অ' মালিকাই মালিকাই

**মালি :** (নেপথ্যত) কি অ' মন্টু ইমানকৈ চিঞৰিছ কিয়?

**মন্টু :** চাওঁ মালিকাই এই ফালে আহাচোন। (মালিকাই আহে)

**মালি :** কি হ'ল মন্টু? তই কান্দিছ কিয়?

**মন্টু :** চোৱাচোন মালিকাই তুমিযে মোক দিছিলা এই কমালখন এখেতসকলে মোৰ নহয় বুলি কৈছে। তুমি কৈ দিয়াচোন মালিকাই, সেইখন মোৰ বুলি।

**মালি :** ধ্যেৎ তেখেত সকলৰ কিবাএটা ভুল হৈ গৈছে—সেই বুলি তই ইমানকৈ কন্দা— কটাখন কৰিব লাগেনে। নেপায় নেপায়।

**দিপাংকৰ :** ভুল আমাৰ হোৱা নাই, ভুল হৈছে আপোনাৰ।

**অনিমেশ :** আমি এই কমালখন চিনি পাইছো।

**কাঞ্চন :** এই কমালখনৰ ওপৰত আমাৰ সম্পূৰ্ণ অধিকাৰ আছে।

**মালি :** বোধকৰো আগতে আছিল।

**দিপাংকৰ :** এতিয়াও আছে.....

**মালি :** নাই, এই কমালখনৰ গৰাকী মোৰ মাজনী, মোৰ ফুলকুঁৱৰী জনী

**দিপাংকৰ :** আপোনাৰ মাজনী মানে?

**মন্তু :** মানে যিজনী ছোৱালীয়ে আজি বহুতদিনৰ আগতে মালিকাইক এৰি থৈ ক'ৰবালৈ গুচি গ'ল। আচলতে এই কমালখনৰ গৰাকী মালিকাইৰ সন্তানটি।

**দিপাংকৰ :** Never এই মানুহজন এই কমালখনৰ গৰাকী ছোৱালীজনীৰ দেউতাক হ'ব নোৱাৰে।

**মালি :** পৃথিৱীত জন্ম গ্ৰহণ কৰাৰ পিচৰে পৰা এটি সন্তানক তুলি তালি ডাঙৰ-দীঘল কৰালৈকে মাক বাপেকৰ যিখিনি কৰ্তব্য সেই কৰ্তব্য পালন কৰিলেই যদি প্ৰকৃত দেউতা আখ্যা পাব পাৰি, তেনেহ'লে মই তাইৰ দেউতাক, অ' মই তাইৰ দেউতাক।

**কাঞ্চন :** কিন্তু ......

**মালি :** কিন্তু তাই মোৰ সন্তান নহয়।

**মন্তু :** মালিকাই।

**মালি :** অ' মন্টু তই মোৰ সন্তান নহয়।

**অনিমেশ :** তেনেহ'লে কাৰ সন্তান, কাৰ সন্তান, সেই ছোৱালীজনী।

**মালি :** জানো। নাজানো, নাজানো কাৰ সন্তান। কোনো এক কাল সন্ধিয়া মোৰ ফুলনিখনৰ মাজত মোৰ মাজনীক এটি সদ্য প্ৰস্ফুটিত ফুলৰ কলি হিচাবে পাইছিলো। পৰিচয়বিহীন এটি ফুলৰ কলিক মই তুলি—তালি এপাহ পূৰঠ ফুলত পৰিণত কৰিছিলো, মোৰ ফুলনিখনৰ গোলাপ তগৰ ফুলৰ মাজত মোৰ মাজনীৰ লুকা ভাকু চাই সেই ৰাষ্টাটোৰ মানুহ থৰ হৈ গৈছিল। কোনো নিষ্ঠুৰ পিতৃ-মাতৃয়ে মোৰ ফুলনিখনৰ মাজত মোৰ মাজনীক অকলশৰে এৰিথৈ গুছি গৈছিল। বুকুৰ ওপৰত এখন কমাল থৈ সন্তানৰ প্ৰতি থকা সকলোখিনি কৰ্তব্য তেখেত সকলে শেষ কৰি দিছিল। এইখন এইখনেই সেই কমাল খন। মোৰ মাজনীৰ কমাল, মোৰ ফুলকুঁৱৰীৰ কমাল। মই কিন্তু মোৰ মাজনীৰ পৰা কোনো কথা লুকুৱাই ৰখা নাছিলো। সকলো খিনি কৈ দিছিলো। তাই যে মোৰ সন্তান নহয় সেই কথা কৈ তাইৰ একমাত্ৰ

পৰিচয় এই ৰুমালখন মই তাইক দি দিছিলো। কিন্তু তাৰ কিছু দিনৰ পাছত পুনৰ এই ৰুমালখন মোৰ হাতত দি কৈছিল দেউতা দেউতা এই ৰুমালখনেই মোৰ একমাত্ৰ পৰিচয় হ'ব নোৱাৰিলে দেউতা, গুচি গ'ল গুচি গ'ল। মই তাইক ধৰি ৰাখিব নোৱাৰিলো মই এই মালিৰ হৃদয় উকা কৰি থৈ তাই তাই গুচি গ'ল ।

মন্টু : এই এই মালিকাই নাকান্দিবা। নেকান্দিবা মালিকাই হাজাৰ হাজাৰ ফুলে হাঁহি থকা এখন ফুলনিৰ মালিক হৈ, পিতৃ হৈ তুমি কান্দিছা মালিকাই। ধ্যেৎ নাপায় নহয়।

মাখি : মন্তু মোৰ মাজনীৰ সন্দৰ্ভতে কিতাপত পঢ়া শুনিছিলো আনৰ কাৰণে কান্দিবা পাৰিলে কান্দোনতো সুখ পায় এই মন্তু , এখেতসকলক সোধচোন? এখেত সকলে বাৰু কেতিয়াবা আনৰ কাৰণে কান্দি পাইছেনে? যদি পাইছে এই ৰুমালখন তেখেতেসকলে দি দে অ' দি দে।

অনিমেশ : নাই এই ৰুমালখন মোক নালাগে। ৰুমালখন যদিও মোৰ চিনাকি তথাপিও এইখন মোৰ ৰুমাল নহয়। এইখন সেই সন্তানটিৰ ৰুমাল, এইখনৰ ওপৰত মোৰ কোনো অধিকাৰ নাই।

দিপাংকৰ : Now you are right চৌধুৰী, কোনো অধিকাৰ নাই। এই ৰুমালখনৰ পৰিচয় যেনেকৈ হেৰাই গৈছে, ঠিক তেনেকৈ এই বিশাল জন সমুদ্ৰৰ মাজত আমিও হেৰাই গৈছো। আজি এই ৰুমালখনৰ ওপৰত চৰ্ত আৰোপ কৰিবলৈ আমাৰ কোনো অধিকাৰ নাই , yes কোনো অধিকাৰ নাই।

কাঞ্চন : পিতৃ মাতৃ পৰিচয়বিহীন এটি সন্তান অহৰহ বিচাৰি ফুৰিছে। তাইৰ একমাত্ৰ পৰিচয়। কিন্তু আমি পলাই ফুৰিছো। পিতৃ মাতৃ হিচাবে সেই সন্তানটিৰ আগত ধৰা দিবলৈ আজি আমি অসমৰ্থ। কাপুৰুষ হৈ এই ৰুমালখন আমি তুলি ল'ব বিচৰা নাই মালিকাই।

মালি : মন্টু, এখেতসকলক সোধ মোৰ মাজনী কি অস্পৃশ্য। এইখন সমাজত জন্ম গ্ৰহণ কৰাটো কি তাইৰ পাপ হৈছে। যদি পাপ হৈছে তেনেহ'লে ক'ত আছে বিচাৰি আনি মাৰি পেলাওঁক, অ' তাইক মাৰি পেলাওঁক।

মন্টু : মালিকাই—

মালি : অ' মন্টু মাৰি পেলাওঁক, যাতে ভৱিষ্যতে এমুঠি আহাৰৰ বাবে তাই চটফটাই থাকিব নেলাগে, কাৰোবাৰ কদৰ্য্য আকাংক্ষাৰ বলি হ'ব নালাগে, তাৰবাবে মাৰি পেলাওঁক, মাৰি পেলাওঁক, তাইক, পূণ্য হ'ব আপোনালোকৰ পূণ্য হ'ব (প্ৰস্থান)

মন্টু : এই এই মালিকাই মালিকাই ধ্যেৎতেৰী, আপোনালোকে বেয়া—চেয়া নাপাব, এই মালিকাই মানুহটো মানে এনেকুৱাই। (অনিমেশৰ প্ৰস্থান) দাদা আপুনি গ'লগৈ দেখোন, মানে বাইদেউ মোনুহটো বুঢ়া হৈছেটো (দিপাংকৰৰ প্ৰস্থান) দাদা আপুনিও, মানে চাৰ গ'লগৈ, মানে যায়গৈ নেকি? বাইদেউ আপুনি নিশ্চয় বুজিছে এই মালিকায়ে মানে (কাঞ্চন প্ৰস্থান) বাইদেউ আপুনিও গ'লগৈ, বাইদেউ। ধ্যেৎতেৰী এই মালিকাই চব পণ্ড কৰি দিলে, চেঃ বেয়াই পালে নেকি, তিনিওজনে চেঃ .....হেঃ হেঃ হেঃ হাঃ হাঃ হাঃ (স্বগত) তোমাৰ হাঃ হাঃ হাঃ, আপুনি মোক ঠাট্টা কৰিছে মই সঁচাকৈ কৈছো এইখন মই এটা সাধাৰণ ল'ৰাহে এই ৰুমালখন বিচৰাটো ভুল হৈছে বুলি তুমি জানানে? মিষ্টাৰ দিপাংকৰ চলিহা আপুনিও নিজকে অসাধাৰণ বুলি ভাবি থকাটো একো শুদ্ধ হোৱা নাই, আৰু আপোনালোকে এই ৰুমালখনক নিজৰ বুলি ভাবি থকাটোও একো শুদ্ধ হোৱা নাই। মিষ্টাৰ চৌধুৰী এই ল'ৰাটোৱে মোৰ মুৰটো গৰম কৰি দিছে আপোনালোকে মোক বৰ কষ্ট দিছে— মোৰ অসহ্য হৈ গৈছে,ময়ো শান্তি পোৱা নাই— মই তোক ক্ষমা নকৰোঁ; কিন্তু এই ৰুমালখন মোৰ, এইখন মোৰ দাদা এইখন মোৰ বাইদেউ এ—ই-খ-ন ধ্যেৎতেৰি— এই ৰুমালখনৰ কাৰণে মই কান্দি দিলো নেকি হাঁ? কি আছেনো এই ৰুমালখনত? আছে আছে মৰম আছে। মালিকাইৰ অজস্ৰ মৰমৰ চুমাবোৰ ইয়াতেই লাগি আছে— এই নাই নাই— এইখনৰ মই অকলে গৰাকী কেতিয়াও নহওঁ। এইখন আচলতে মালিকাইৰ ছোৱালীজনীৰ ৰুমাল, নহয় নহয়, এইখন আচলতে ইয়ালৈ অহা সেই তিনিওজনৰ ৰুমাল আমাৰ চবৰে ৰুমাল, কিন্তু এইখন এতিয়া দিওঁ কাক, চেহ এই মালিকায়েই চব পণ্ড কৰি দিলে, ৰুমালখন মোৰ হাত চমজাই সকলো উধাও, এই মোহন মোহন ওলাই আহাচোন ওলাই আহ এই সুন্দৰ আবেলিতোনো তই ক'ৰ পানীৰ তলত সোমায় আছঅ' এই ওলাই আহাচোন ওলাই আহ। এইটো এই চা মোহন

# ৰাজকাৰেঙৰ সাধু

**নাট্যকাৰ # মৃনাল কুমাৰ বৰা**

**চৰিত্ৰসমূহঃ**

| | | |
|---|---|---|
| ১. মহাৰাণী | ২.মহামন্ত্ৰী | ৩.লিপিকী |
| ৪. প্ৰহৰী | ৫.চন্তৰি | ৬.তিৰোতা |
| ৭.ৰাজশ্ৰী | ৮.সংবাদদাতা | |

(মহাৰাণী মহাৰাজাৰ ৰাজসভা। সভাত ৰাণী, মহামন্ত্ৰী, প্ৰহৰী, আৰু লিপিকী থাকে। ৰাণীৰ ককাল বান্ধনীত এখন তৰোৱাল, প্ৰহৰীৰ হাতত যাঠী, মহামন্ত্ৰীৰ হাতত মোবাইল ফোন আৰু তৰোৱাল। সভাত ৰাণীৰ ৰাজসিংহাসন আৰু মন্ত্ৰীৰ আসন থাকে। সভাৰ একোণত সিংহদুৱাৰৰ আংশিক দেখা যাব। ৰাণীক উত্তাৰুল হৈ ৰাজসভাত প্ৰৱেশ কৰা দেখা যায়। লিপিকীৰ হাতত কিতাপ থাকে।)

মহাৰাণী : মহাৰাজ।

সকলো : মহাৰাণী।

মহাৰাণী : মহাৰাজ!!

সকলো : মহাৰাণী!!!

মহাৰাণী : মহাৰাজ, এয়া মোৰ কি গতি হ'ল। আপোনাৰ অবিহনে ৰাজপাট সুন্দৰকৈ চলাম বুলি আপোনাক প্ৰতিশ্ৰুতি দিয়াৰ পাছতো, আপুনি মোক আপোনাৰ মৃত্যুৰ আগে আগে অতি যতনেৰে দিছিলহি থৈ যোৱা সোণৰ হাৰডাল, আজি ৰাজকাৰেঙৰ পৰাই কোনোবা মহা চোৰে চুৰ কৰি লৈ গ'ল।

সকলো : হয় মহাৰাণী।

মহাৰাণী : মহাৰাজ, আপোনাৰ অবিহনে এই সোণৰ হাৰডালকে লৈ সুখে শান্তিৰে ৰাজ্য চলাই দিন কটাম বুলি আপোনাক কথা দিছিলোঁ। কিন্তু এতিয়া, হাৰডালৰ অবিহনে মোৰ উশাহ নিশাহ বন্ধ হৈ যাব খুজিছে। মই আৰু নোৱাৰোঁ মহাৰাজ, মোকো আপোনাৰ কাষলৈ লৈ যাওক।

সকলো : নাকান্দিব মহাৰাণী, নাকান্দিব।

মহাৰাণী : তোমালোক, তোমালোক সকলো মনে মনে থাকা। ৰাজকাৰেঙৰ ভিতৰৰ পৰা ৰাজৰাণীৰ একাল অতি মৰমৰ সোণৰ হাৰ চোৰে চুৰ কৰি নিলে আৰু তোমালোকে নাক বজাই শুই থাকিলা? এতিয়া মোক কিহৰ সান্ত্বনা দিবলৈ আহিছা?

মহামন্ত্ৰী : নহয় মহাৰাণী, কাগজে- কলমে কথাই বাৰ্তাই হাৰডাল দুৰন্ত গতিৰে বিচাৰি থকা হৈছে।

মহাৰাণী : কি?

মহামন্ত্ৰী : হয় মহাৰাণী। অ নহয়, নহয় দুৰন্ত, দুৰন্ত দ্ৰুত গতিৰে হাৰডাল বিচাৰি থকা হৈছে।

মহাৰাণী : তেনেহলে আৰ পাচতো হাৰডাল বিচাৰি পোৱা নাই কিয়? ৰাজকাৰেঙত ইমানবোৰ প্ৰহৰী ইমানবোৰ চন্তৰী, ইমানবোৰ লওৱা-লিকচা-লিপিকী থকাতো চোৰে মোৰ শয়ন কক্ষত প্ৰৱেশ কৰি মোৰ অলংকাৰৰ বাকচটো খুলি হাৰডাল নিবলৈ পালে কেনেকৈ প্ৰহৰী।

প্ৰহৰী : মহাৰাণী, আমি আমাৰ দায়িত্ব নিয়মমতেই পালন কৰি আছোঁ। ভাগৰত কেতিয়াবা দুৱাৰ মুখতে থিয়ে থিয়ে টোপনীয়াহিছোঁ তথাপি মহাৰাণীৰ ঠাই এৰা নাই।

লিপিকী : মইতো উঠোতে বহোতে খাওঁতে শোওঁতে মহাৰাণীৰ লগতে ছাঁটোৰ দৰে আছোঁ। মহাৰাণী শুলে ময়ো শুইছোঁ। আকৌ মহাৰাণী জাগি থাকিলে ময়ো জাগি আছোঁ। মহাৰাণী, মই শুনে যে আপুনিও শোৱে সেই সময়ত কোনোবাই যদি এই দুঃসাহস কৰিছে নাজানো।

মহামন্ত্ৰী : মইতো ভাবি পোৱা নাই। ভাবি অন্ত কৰিব পৰা নাই। শুই শুই ভাবিছো, বহি বহি ভাবিছো, হাঁহি হাঁহি ভাবিছো, কান্দি কান্দি ভাবিছো, মন মাৰি ভাবিছো খং কৰি কৰি ভাবিছো যে ইমানবোৰ ৰাজকৰ্মী থকাতো চোৰ ৰাজকাৰেঙত সোমাল কেনেকৈ? সোমালেই

যেনিবা কিন্তু হাৰডাল চোৰ কৰিলে কেনেকৈ? চোৰ কৰিলেই যেনিবা, চোৰ পলাল কেনেকৈ?

**মহাৰাণী :** সকলোকে পোতাশালত দিম। ৰাজকৰ্তব্যৰ প্ৰতি অবহেলা কৰ।

**মহাৰাণী :** মহাৰাণী, এই চোৰতোৰ কিন্তু বহুত সাহস থাকিব লাগিব। মই কিন্তু তেনে কাম কেতিয়াও কৰিব নোৱাৰিম। লাখ টকা পালেও কৰিব নোৱাৰিম। সেয়ে লিগিৰীক বলো'.........

**লিগিৰী :** (হঠাৎ সচকিত হোৱা যেন হয়) হয় মহাৰাণী, এনে চুৰিকাৰ্য কৰাজনেহে জানিব কিমান কষ্ট সাধ্য এই হাৰ চুৰি কাম ।

**প্ৰহৰী :** হয়, মহাৰাণী মাজে মাজে চকুৰে আন্ধাৰ মুদ্ধাৰ দেখি যায়, ভয়ত উশাহ নিশাহ বন্ধ হৈ যাব খোজে।

**মহাৰাণী :** ৰ'বাচোন, ৰ'বা ৰ'বা। তোমালোকে কথাবোৰ ইমান নিখুঁতকৈ কৈছা যেন তোমালোকৰ মাজতে কোনোবাই হাৰডাল নিছা।

**সকলো :** নাই নাই, নহয় মহাৰাণী।

**মহামন্ত্ৰী :** মানে ইমান ডাঙৰ চুৰি কাৰ্য্য এটা আমি অনুমান কৰিহে চাইছো। নহয়নে ?

**লিগিৰী :** হয় হয়। ধেমালি নেকি মহাৰাণীৰ হাৰ চুৰি কৰাতো।

**প্ৰহৰী :** অলপ সাহসৰ কথানে? আমাৰ হ'লে পেটতে হাত ভৰি লুকাব।

**মহামন্ত্ৰী :** মহাৰাণী, এই পাকৈত চোৰৰ হাতৰ পৰা হাৰডাল ঘুৰাই অনাতো ইমান সহজ নহ'ব। ইতিমধ্যে হাৰ গৈ চাগে কোনোবাখিনি পালেগৈ। নহয়নে?

**লিগিৰী+প্ৰহৰী :** হয় হয়। (ৰাণীক দেখি ) নহয় মানে আমি অনুমান কৰি চাইছোহে।

**মহামন্ত্ৰী :** গতিকে আপুনি হাৰৰ আশা ত্যাগ কৰি ৰাজকাৰ্য্যত মন দিয়ক। নহ'লে ৰাজকাৰ্যৰ প্ৰতি অবহেলা কৰা বুলি প্ৰজাবোৰে বিদ্ৰোহ কৰিব।

**মহাৰাণী :** ত্যাগ কৰা ৰাজকাৰ্য কথা। মোক অতি সোনকালে সোণৰ হাৰডাল লাগে। নহ'লে ৰাজকাৰেঙ জ্বলায় দিম মই, গোটেই ৰাজ্য চাৰখাৰ কৰি দিম।

**মহামন্ত্ৰী :** শান্ত হওক মহাৰাণী। এনে বাক্য নুবুলিব। মহাৰাজৰ আত্মাই কষ্ট পাব।

**মহাৰাণী :** পাওক,তথাপি মোক হাৰডাল লাগিবই।এই হাৰডাল মহাৰাজে ........... ....

**লিগিৰী :** মহাৰাজ হোৱা হ'লে হেৰোৱা বস্তু কেতিয়াও নিবিচাৰে। ৰাজভঁৰালত কি ধন সোণৰ অভাৱ হৈছে। সেই বুলি চোৰৰ হাতলগা হাৰডাল পিন্ধাতকৈ, প্ৰয়োজন হ'লে নতুন এডাল বনাই ল'ব।

**মহামন্ত্ৰী :** আপুনিও নহ'লে সেইটোকেই কৰক মহাৰাণী। নতুন অলংকাৰে বাইবা আগৰডালৰ দৰে একেই হাৰ এডাল গঢ়াবলৈ সোণাৰীক আদেশ দিয়ক।

**মহাৰাণী :** নহ'ব মোক সেই হাৰডালেই লাগিব। চোৰক বিচাৰি উলিয়াবই লাগিব। সেইটোহে মোৰ আদেশ।

**মহামন্ত্ৰী :** হ'ব মহাৰাণী।

**মহাৰাণী :** তোমালোকে জানা— কিমান মৰমেৰে, কিমান হেঁপাহেৰে, কিমান আশাৰে মহাৰাজে মোৰ বাবে হাৰডাল গঢ়াইছিল?

**সকলো :** আপুনি কওঁতেহে জানিছো মহাৰাণী।

**মহাৰাণী :** মহাৰাজে তেওঁৰ অতি মৰমৰ সাচতিয়া ধনেৰে হাৰডাল গঢ়াই আনি মোক কৈছিল — ৰাণী, ৰাজ সম্পত্তিৰ ভোগ বিলাসৰ প্ৰতি আৰু মোৰ হেঁপাহ নোহোৱা হ'ল। প্ৰজাৰ হিতৰ বাবে মই বহুত কাম কৰিলোঁ। অথচ প্ৰজাই মোৰ অগুণ গায়, কটু- সমালোচনা কৰে। এনে অকৃতজ্ঞ প্ৰজাৰ ৰজা হৈ মই ৰাজ্য শাসন নকৰোঁ। মই অতি নিকা চৰিত্ৰৰ মানুহ। সেয়ে প্ৰজাৰ গ্লানি সহ্য কৰিব নোৱাৰি মই যাবলৈ ওলালোঁ। (কান্দে)

**সকলো :** মহাৰাজ (ফেঁকুৰি উঠে)

**মহাৰাণী :** ছাহাজাহানে যদি সুন্দৰী পত্নীক চিৰযুগমীয়া কৰিবৰ বাবে তাজমহল বনাবলৈ কোটি কোটি টকা খৰচ কৰিব পাৰে আৰু এই খৰচৰ বাবে প্ৰজাৰ ওপৰত কৰৰ উপৰি কৰৰ বোজা জাপি দিব পাৰে, মইনো আমাৰ এই প্ৰেম-ভালপোৱাক সদায় জীয়াই ৰাখিবলৈ আমাৰ প্ৰজাৰ পৰা কৰ কাটিল নোলোৱাকৈ কেৱল মোৰ সাঁচতীয়া ধনেৰে কেই লাখ মান টকা খৰচ কৰিব নোৱাৰিমনে। সেয়ে মই যোৱাৰ আগে আগে তোমাৰ ডিঙিৰ এই সোণৰ হাৰডাল থৈ গলোঁ। মোৰ অবিহনে তাকেই মৰম কৰিবা। তাতেই মোৰ উপস্থিতিৰ উমান পাবা। মই যেন তোমাৰ বুকুৰ উমতে শুই থাকিম অনন্ত কাল।

**সকলো :** মহাৰাজ।

**মহাৰাণী :** আৰু তেতিয়াই, তেতিয়াই মই মহাৰাজক ক'লো- নালাগে, মহাৰাজ নালাগে। ইমান নিকৃষ্ট প্ৰজাৰ ৰজা হৈ আপোনাৰ দৰে মহাত্মা জীয়াই থাকিব নালাগে। আপোনাৰ অবিহনে ৰাজৰাণী হৈ মই ৰাজ্যশাসন কৰি আপোনাৰ সপোনৰ ৰামৰাজ্য পাতিম। মোৰ হেঁপাহৰ সোণৰ হাৰডাল পালো যেতিয়া আপুনি লাহে লাহে, লাহে লাহে, তীব্ৰ গতিৰে যাওঁকগৈ যাওঁক। তেতিয়া মহাৰাজে

দুখমনেৰে মোৰ ফালে চাই লাহেকৈ চকুটিপ এটা মাৰি ধাচ্ কৰি দেহত্যাগ কৰিলে।

**সকলো ঃ** মহাৰাজ!

**মহাৰাণী ঃ** মহাৰাজৰ মৃত্যু পাছত ৰাজৰাণী হৈ মই ৰাজ্যৰ শাসন ব্যৱস্থাৰ আমূল পৰিবৰ্তন আনিছো। মোৰ সুবিধাৰ বাবে সকলো বিভাগতে মোৰ সম্বন্ধীয়, বিশ্বাসী মানুহ নিয়োগ কৰিছো। তাৰ পাছতো স্বয়ং মহাৰাণীৰ হাৰ চোৰ কৰিবলৈ কাৰ মন গ'ল, কোনে সাহস কৰিলে? আৰু তোমালোক থাকোতেই কেনেকৈ সম্ভৱ হ'ল? বৰ ডাঙৰ, বৰ অসম্ভৱ কাম হৈছে এয়া।

**মহামন্ত্ৰী ঃ** হয় মহাৰাণী, চোৰো অসম্ভৱ পাকৈত আৰু কামো অসম্ভৱ পৈণত। সেয়ে মহাৰাণী, হাৰডাল ঘূৰাই পোৱাৰ আশা বাদ দি নতুন এডালকে বনোৱাটোহে সম্ভৱ।

**মহাৰাণী ঃ** নহ'ব। মোক সেই ডালকেই লাগিব। কিমান বাৰ ক'ব লাগে যে মহাৰাজে মোক অতি মৰমেৰে দিয়া উপহাৰ, সেয়া তাত মহাৰাজৰ হাতৰ পৰশ লাগি আছে। নতুন এডাল গঢ়ালে পামনে সেই পৰশ। মহামন্ত্ৰী।

**মহামন্ত্ৰী ঃ** মহাৰাণী ।

**মহাৰাণী ঃ** তুমি অতি শীঘ্ৰে ৰাজ্যৰ প্ৰশাসন বিভাগলৈ আদেশ পঠোৱা যে— অহা চব্বিশ ঘণ্টাৰ ভিতৰত মহাৰাণীয়ে যাতে হাৰডাল পুনৰ হাতত পায়। নহ'লে সকলোকে নিলম্বিত কৰা হ'ব। হাৰডাল বিচৰাৰ নামত যিমান খৰচ হয়, সকলো ৰাজভঁৰালৰ পৰা সংগ্ৰহ কৰা। কৰ বঢ়াই দিবলৈ বিত্ত মন্ত্ৰীক আদেশ দিয়া।

**মহামন্ত্ৰী ঃ** ভাল মহাৰাণী।

**মহাৰাণী ঃ** লগতে এইটোও ঘোষণা কৰা যে যিজনে চোৰটোক ধৰিব পাৰিব, তেওঁক দহলক্ষ্য সোণৰ মুদ্ৰা মহাৰাণীয়ে নিজ হাতে প্ৰদান কৰিব।

**মহামন্ত্ৰী ঃ** তাতকৈ মহাৰাণী নতুন বনালে পুৰস্কাৰৰ আধা টকাও খৰচ নাযায় প্ৰজাও কৰ বোজাৰ পৰা ৰক্ষা পাব আৰু আমিও শান্তিত থাকিব পাৰোঁ।

**মহাৰাণী ঃ** নহ'ব। ৰাজ ভঁৰালত কি ধন সোণৰ অভাৱ হৈছে। মহাৰাজে প্ৰজাৰ পৰা লোৱা ক'ৰ— ৰাজহ আৰু বিভিন্ন উন্নয়ন বিভাগৰ আঁচনিৰ ধনেৰে ৰাজভঁৰাল উভৈনদী কৰি পূৰ্ণ কৰি থৈ গৈছে। অথচ মহাৰাজৰ মৰমৰ উপহাৰটো হেৰাওতে, তাক বিচাৰিবলৈ মই অলপো খৰচ নকৰি যদি হাত সাৱতি বহি থাকো, মহাৰাজৰ আত্মাই শান্তি পাবনে? মহাৰাজ।

**মহামন্ত্ৰী ঃ** (বিপদত পৰাৰ দৰে) সেই ধনেৰে দেখোন প্ৰজাৰ উন্নতিৰ বাবে কাম কৰিব পাৰে। তেতিয়া মহাৰাজৰ আত্মায়ো শান্তি পাব।

**মহামন্ত্ৰী ঃ** প্ৰজাৰ উন্নতিৰ বাবে মহাৰাজে বহুত কৰিলে। বান আক্ৰান্ত অঞ্চলত বান্ধ দিয়া বাবে ডাঙৰ ডাঙৰ মথাউৰি বান্ধিলে, প্ৰকাণ্ড বানপানী আহি সেইবোৰ ভাঙিলৈ গুছি গ'ল। আকৌ খৰাং পীড়িত অঞ্চলত নৈৰ বুকুৰ পৰা পানী আনি জলসিঞ্চনৰ ব্যৱস্থা কৰিলে। সূৰ্যৰ প্ৰখৰ তাপত নদীৰ পানীকে শুকাই থাকিল। এয়া কি মহাৰাজৰ দোষ আছিলনে? প্ৰজা সদায় প্ৰজাই। (হঠাৎ স্বপ্নাতুৰ হৈ) সৌৱা সৌৱা মহাৰাজ আহিছে। মহাৰাজ। তোমালোকে দেখিছানে, মহাৰাজ কেনেকৈ মোৰ কাষলৈ আহি আছে সৰগৰ পৰা?

**সকলো ঃ** ক'তা আমি যে মহাৰাজক দেখা নাই ?

**মহাৰাণী ঃ** আস। পাপী নেকি তোমালোক? সৌৱা নীলা আকাশৰ বগা ডাৱৰ ফালি ফালি মহাৰাজ আহি আছে।

**মহামন্ত্ৰী ঃ** (নেদেখাকৈ মিছামাতে) অ'হয় হয়, সৌৱা নীলা আকাশৰ বগা ডাৱৰ ফালি ফালি মহাৰাজ আহি আছে।

**লিগিৰী+প্ৰহৰী ঃ** মহামন্ত্ৰী ডাঙৰীয়া, আমি কিয় দেখা নাই মহাৰাজক?

**মহামন্ত্ৰী ঃ** আস্। পাপীষ্ঠ নেকি তোমালোক?

**মহাৰাণী ঃ** আহক মহাৰাজ! সোনকালে আহক। মোক লৈ যাওকহি আপোনাৰ কাষলৈ।

**প্ৰহৰী+লিগিৰী ঃ** অ' হয় হয়,এতিয়াহে দেখিছো। মহাৰাজ ডাৱৰৰ মাজে মাজে উৰি উৰি আহি আছে।

**মহামন্ত্ৰী ঃ** অ' অ'।

**মহাৰাণী ঃ** মহাৰাজ শুকুলা ঘোঁৰা এটাত উঠি খট্‌লক্ -খট্‌লককৈ দুৰন্ত গতিৰে আহি আছে।

**লিগিৰী ঃ** তেওঁ মোৰ ফালে চাই হাঁহিছে মহাৰাণী।

**মহাৰাণী ঃ** কি?

**মন্ত্ৰী+প্ৰহৰী ঃ** হয় মহাৰাণী, তেওঁ লিগিৰীলৈ চাই হাঁহিছে।

**মহাৰাণী ঃ** মই কিয় দেখা নাই তেনেহলে?

**সকলো ঃ** মহাৰাণী পাপীয়েহে নেদেখে ।

**মহাৰাণী ঃ** (সচকিত হৈ) অ' এতিয়াহে দেখিছো। চোঁৱা তেওঁ মোৰ ফালে চাই হাঁহিছে। নহয় নহয়সেয়া তেওঁ মোৰ ডিঙিত হাৰডাল দেখা নাপাই বেজাৰ মুৰাহে উচুপিবলৈ ধৰিছে।

**সকলো ঃ** নহয় মহাৰাণী সেয়া মহাৰাজে আপোনাক খং কৰিছে।

**মহাৰাণী ঃ** আহ। অ' অ' তাকেইটো।তেওঁ মোৰ ডিঙিত হাৰডাল দেখা নাপাই খঙত কান্দিছে । নহ'ব নহ'ব মোক হাৰডাল

লাগে। মহামন্ত্ৰী আদেশ দিয়া। ঘোষণা কৰা যে অহা চৌবিশ ঘন্টাৰ ভিতৰত ........ মহাৰাজ। (ৰাণী মূৰ্চ্ছা যায় লিগিৰীয়ে বিছি দিয়ে)

**মহামন্ত্ৰী :** মহাৰাণী, ইতিমধ্যে ৰাজ্যৰ সকলো পহৰা চকীলৈ কট কটিয়া নিৰ্দেশ প্ৰদান কৰা হৈছে। ৰাজ্যৰ সকলো মুখ্য বাতৰি কাকতৰ লগতে দূৰদৰ্শন আৰু অনাতাৰ কেন্দ্ৰৰ যোগেদিও দেশে-বিদেশে খবৰটো প্ৰচাৰ কৰি দিয়াৰ ব্যৱস্থা কৰা হৈছে। তথাপি শেহতীয়া খবৰ এটা লোৱা যাওঁকচোন। (ফোন কৰে) হেল্ল' প্ৰশাসন বিভাগৰ মুৰব্বী? হয়, মই ৰাজকাৰেঙৰ পৰা মহাৰাণীৰ মহামন্ত্ৰীয়ে কৈছো। অ' অ'। মই কৈ থকাৰ দৰে মহাৰাণীৰ হাৰডালৰ তদন্ত চলাই থকা হৈছেনে? .........অ অ, শুনক ৰাজ্যৰ স্থলপথ, জলপথ আৰু আকাশীপথৰ সকলো পহৰা চকীতে ইমান কটকটীয়া তালাচী চলোৱা যাতে কোনো কাৰণতে হাৰডাল বিচাৰি পোৱা নাযায়। (মহাৰাণীৰ পৰা সাৱধান)

**(প্ৰহৰী আৰু লিগিৰীয়ে চোৱা চুই কৰে)**

**মহাৰাণী :** পাব লাগিব। মই হাৰ পাব লাগিব।

**(টোপনিত)**

**মহামন্ত্ৰী :** অ, মহাৰাণীয়ে হাৰ পাব লাগিব আৰু লগতে ঘোষণা কৰক যে চোৰৰ সন্ধান দিওঁতা জনক মহাৰাণীয়ে দহ লক্ষ সোণৰ মুদ্ৰাৰে পুৰস্কৃত কৰি অলংকৃত কৰিব।

**প্ৰহৰী :** মহামন্ত্ৰী ডাঙৰীয়া। আমিয়েই যদি চোৰ ধৰা পেলাব পাৰে তেনেহ'লে দহ লক্ষ সোণৰ মুদ্ৰা দেখোন আমিয়েই পাব পাৰো।

**মহামন্ত্ৰী :** কি?

**লিগিৰী :** হয় মহামন্ত্ৰী, আমিয়েই চোৰ ধৰা পেলাই দিওনেকি?

**মহামন্ত্ৰী :** চুপ।

**প্ৰহৰী+লিগিৰী :** দহ লক্ষ সোণৰ মুদ্ৰা, মন্ত্ৰী মহোদয়।

**মহামন্ত্ৰী :** বিপদ মাতি আনিব খুজিছ। জালপাতি লৈ নিজে বন্দী হ'ব খুজিছ। এতিয়া দেখিছো চোৰ কৰোতাতকৈ চোৰ ধৰোতাৰহে লাভ হ'ব বেছি।

**প্ৰহৰী :** হে প্ৰভু। সেইজন ভাগ্যবান কোন হ'ব, যি সহজতে চোৰ ধৰি দহ লক্ষ সোণৰ মুদ্ৰা হাততে পাব ।

**লিগিৰী :** মহাৰাণীৰনো কি হৈছে ইমান পুৰস্কাৰ দিবলৈ? এই বুলি জনা হ'লে মই কেতিয়াও ইমান কষ্ট কৰি ........।

**মহাৰাণী :** চুপ। মনে মনে থাক। মহাৰাণী সাৰ পাব।

**লিগিৰী+প্ৰহৰী :** সকলো আপোনাৰ কাৰণেই হ'ল। এতিয়া কোনোবাই লব এই পুৰস্কাৰ.....।

**মহামন্ত্ৰী :** মনে মনে থাক। মই জানো নেকি মহাৰাণীয়ে .......।

**মহাৰাণী :** (টোপনিত) পালো মহাৰাজ পালো। আপোনাৰ মৰমৰ উপহাৰ মই ঘুৰাই পালো। এইডাল মই পিন্ধি আছো। ইমান উজ্জ্বল সোণ।

**লিগিৰী :** মহাৰাণী দেখিছো হাৰডাল নাপালে পাগলী হৈ যাব।

**প্ৰহৰী :** আৰু আমাকো শুদায় নেৰিব। কি বিপদত সোমালো প্ৰভু। (বাহিৰত "চোৰ চোৰ" "চোৰ ওলাল" চোৰ ধৰা পৰিল আদি চিঞৰৰ বাখৰ হয়।) (মন্ত্ৰী, প্ৰহৰী আৰু লিগিৰীয়ে ভয়তে উৰাদিশ নাপাই পলাবলৈ ধৰে।)

**মহামন্ত্ৰী :** চোৰ, চোৰ। নহয় নহয়। ৰক্ষা কৰা প্ৰভু ৰক্ষা কৰা।

**প্ৰহৰী :** কোন চোৰ। ক'ত চোৰ ।

**লিগিৰী :** কোন ফালে যাম এতিয়া? চোৰ চোৰ।

**মহাৰাণী :** (হঠাৎ চিঞৰত সাৰ পায়) মহাৰাজ।

**মহাৰাণী :** চোৰ, চোৰ আহিছে মহাৰাণী।

**মহাৰাণী :** মহাৰাজ আহিছে ।

**মহামন্ত্ৰী :** নহয় মহাৰাণী। চুৰি ওলাল মহাৰাণী চোৰ।

**মহাৰাণী :** (হঠাৎ চ্চ আহি হাতত তৰোৱাল লৈ) চোৰ! (মন্ত্ৰী প্ৰহৰী,আৰু লিগিৰীক আগভেটি ) ক'ত পলাবি। মোৰ হাৰ চুৰ কৰাৰ ফল ল এয়া। (কাটিবলৈ যায় )

**সকলো :** মহাৰাণী। আমি নহয়। চোৰ চোৰ বুলি বাহিৰত চিঞৰিছে।

চোৰ বাহিৰতে আছে নে ভিতৰতে আছে ক'ব পৰা নাই।

**মহাৰাণী :** চোৰ? কোন চোৰ? চোৰ বাহিৰত আছে। লৈ আন তাক লৈ আন। তাৰ হাত কাটি উচিত শাস্তি দিম।

**চন্তৰি :** মহাৰাণী, বহু কষ্ট কৰি এই তিৰোতাজনীক আপোনাৰ মৰমৰ সোণৰ হাৰডালৰ সৈতে ধৰি আনিছো। এয়া আপোনাৰ হাৰডাল গ্ৰহণ কৰক। (ৰাণীয়ে হাৰ লৈ ফেঁকুৰে)।

**মহাৰাণী :** মহাৰাজ।

**তিৰোতা :** মই কিন্তু চোৰ কৰা নাই দেৱী।

**চন্তৰি :** মহাৰাণী, এতিয়া আপুনি ঘোষণা কৰা দহ লক্ষ সোণৰ মুদ্ৰা মোৰ প্ৰাপ্য।

**মহাৰাণী :** হ'ব চন্তৰী। ৰাজভঁৰালৰ পৰা দহ লক্ষ্য সোণৰ মুদ্ৰা তোমাক আজি এই সভাতে প্ৰদান কৰা হ'ব।

**(তিৰোতাজনীয়ে কিবা ক'বলৈ বিচাৰে কিন্তু চন্তৰিয়ে মনে মনে থাকিবলৈ ইঙ্গিত দিয়ে)**

**মহামন্ত্ৰী :** কিন্তু এই তিৰোতাজনীয়েটো হাৰ ডাল প্ৰেৰ কৰা

নাছিল?

**মহাৰাণী :** তেনেহ'লে কোনে কৰিছিল?

**মহামন্ত্ৰী :** মই নাজানো মহাৰাণী। তাইহে কৈছে।

**মহাৰাণী :** তই চুৰুণী মোৰ দেশৰ প্ৰজা হৈ ৰাজকাৰেঙত চোৰ কৰিবলৈ সাহস ক'ত পালি? তোৰ যদি কিবা অভাৱ আছিল, মোক নক'লি কিয়? সেই বুলি মহাৰাজ ....

**তিৰোতা :** নহয় মহাৰাণী, মইকেতিয়াও চোৰ কৰা নাই। আপুনি আমাৰ বাবে সাক্ষাৎ দেৱী। আপোনাৰ আগত মিছা মাতিলে ৰৌ ৰৌ নৰকত পৰিম।

**মহাৰাণী :** চুৰ হ'বলা স্বৰ্গলৈ যায়?

**তিৰোতা :** চুৰ নুবুলিব মহাৰাণী। চুৰিৰ নামত অমুকীয়ে আজিলৈকে আনৰ বাৰীৰ জলকীয়া, বেঙেনা এটাও চোৰ কৰি পোৱা নাই। চুৰি বুলিলে ভয়ত ভগৱন্ত পলায়।

**মহাৰাণী :** তেনেহ'লে মহাৰাণীৰ হাৰ চুৰ কৰিবলৈ কোন দেৱতাইনো সাহস দিলে।

**মহামন্ত্ৰী :** মহাৰাণী, আপোনাৰ আদেশ পালে চন্তৰিক মই প্ৰশ্ন এটা সোধো?

**মহাৰাণী :** চন্তৰি, তুমি হাৰডাল তিৰোতাজনীৰ হাতত পোৱাটো সত্য নে?

**চন্তৰি :** হয় মহামন্ত্ৰী ।

**মহামন্ত্ৰী :** কিন্তু তিৰোতাজনীয়েটো হাৰডাল চোৰ কৰা নাছিল।

**মহাৰাণী :** তুমি কেনেকৈ জানিলা?

**মহামন্ত্ৰী :** তাই দেখোন কৈয়ে আছে মহাৰাণী। বাৰু তাই চুৰ কৰা নাই অথচ হাৰডাল তাইৰ হাততে ওলাইছে। তাৰমানে কোনোবাই চুৰ কৰি হাৰডাল তাইক দিছে ।

**তিৰোতা :** হয় হয়। সিদিনা ৰাতি আপোনালোকৰ ৰজাঘৰীয়া মানুহ এজনে মোৰ ঘৰলৈ গৈ মোক টোপোলা এটা দি মনে মনে লুকুৱাই থ'বলৈ কৈছিল। পিছত আকৌ আহি লৈ যাম বুলি কৈ, মই কথাটো কাৰোবাক ক'লে মোক মাৰি পেলাব বুলি ভয় দেখুৱাইছিল।

**মহামন্ত্ৰী :** মহাৰাণী, প্ৰকৃত চোৰ মইহে ধৰিম এতিয়া- গতিকে সম্পূৰ্ণ দহ লক্ষ সোণৰ মুদ্ৰা মই পাব লাগিব।

**মহাৰাণী :** এই মহাৰাণী মহামায়াৰ মানুহে?

**তিৰোতা :** হয় মহাৰাণী।

**চন্তৰি :** মহাৰাণী, চোৰ গতালো যেতিয়া যাব পাৰোনে?

**মহাৰাণী :** যোৱা। নহ'ব আৰু কিছু সময় ৰ'বা।

**তিৰোতা :** সেই টোপোলাটোত যে সোণৰ হাৰডাল আছিল মই অকো নাজানো। ৰজাঘৰীয়া মানুহজনে মোক কোৱামতে ভয়তে মই লুকুৱাই থৈছিলো। মই নজনাকৈ মোৰ ল'ৰা-ছোৱালী কেইটাই সেই হাৰডাল টোপোলা খুলি আনি বাহিৰত খেলি আছিল। সেই সময়তে ৰজাঘৰীয়া মানুহজনে মোক চুৰ সজাই ইয়ালৈ আনিছে।

**মহাৰাণী :** বুজিলো। কিন্তু মহাৰাণীৰ মানুহে তোক কেতিয়াও দিয়া নাই। তই মিছা মাতিছ। তোৰ গাৱঁত, তোৰ পৰিয়ালত কোন এনে বিখ্যাত চুৰ আছে ক, যি ৰাণীৰ হাৰ চুৰ কৰিবলৈ দুঃসাহস কৰিব পাৰে। তাক মই সমগ্ৰ প্ৰজাৰ আগত ফাঁচি কাঠত ওলমাম।

**তিৰোতা :** নাই, মহাৰাণী সঁচাকৈ কৈছো। আমি দুখীয়া-নিচলা গাৱঁৰ মানুহ। এসময়ত আমিবোৰো পেটে ভাতে খায় বৈ থাকিব পৰা আছিলো। কিন্তু চাৰি-পাঁচটাকৈ বানপানীয়ে গাওঁ, পথাৰ সকলো ধুই লৈ যোৱাত আমাৰ আজি লাওলোৱা অৱস্থা। এসাজ খায়, এসাজ নাখাই দিন কটাইছো আমি। তথাপি কোনেও কাৰো কুটা এগছো ডাঙি নধৰে। তেনেক্ষেত্ৰত ৰাজকাৰেঙত চুৰ— এয়া আমাৰ বাবে ভাৱিব নোৱাৰা কথা । মহাৰাণী মোক হাৰডাল দিয়া মানুহজন ৰজাঘৰীয়া মানুহহে, আৰু তেওঁ ইয়াতে আছে।

**মহাৰাণী :** কোন সেই মানুহ তই দেখুৱাই দিব পাৰিবি?

**তিৰোতা :** কিন্তু তেওঁ মোক কথাটো ক'লে মাৰি পেলাব।

**মহাৰাণী :** আৰু কথাটো নক'লে, মই তোক মাৰি পেলাম।

**তিৰোতা :** আপোনাৰ এই চন্তৰিজনে সিদিনা ৰাতি মনে মনে মোক সেই টোপোলাটো দি আহিছিল।

**মহাৰাণী :** চন্তৰিয়ে ?

**তিৰোতা :** হয় মহাৰাণী।

**মহাৰাণী :** চন্তৰি তুমি ৰাজকাৰেং ৰখীয়া হৈ মহাৰাণীৰ হাৰ চুৰ কৰিলা?

**চন্তৰি :** চুৰ কৰা নাই মহাৰাণী, মই চুৰ ধৰিছোহে।

**তিৰোতা :** তেনেহ'লে মহাৰাণীৰ হাৰডাল মোক দিবলৈ ক'ত পালা? মহাৰাণী, এতিয়া আপুনি চোৰ ধৰোতাক দহ লক্ষ সোণৰ মুদ্ৰাৰে পুৰস্কৃত কৰিব বুলি গম পায়, মোক চোৰ সজাই সেই পুৰস্কাৰ ল'ব খুজিছে আৰু মই যদি চোৰ বুলি স্বীকাৰ কৰো, পুৰস্কাৰ এটা ভাগ মোকো দিব বুলি শপত খাই মোক ফাঁকি দিবলৈ বাধ্য কৰাইছে।

**মহাৰাণী :** সঁচানে চন্তৰি?

**চন্তৰি :** মিছা মহাৰাণী।

**তিৰোতা :** থিয়ৈ থিয়ৈ মিছা। সকলো চন্দ্ৰ সূৰ্যৰ দৰে সঁচা যোৱাটো বানত মোৰ মতা মানুহটো উটি গ'ল, তিনিটা ল'ৰা-ছোৱালীৰে জীয়াতু ভুগি যেনে তেনে জীয়াই আছো। মোৰ মানুহটোৰে আৰু এটা সন্তান বিচৰাত, এয়া মোৰ

গৰ্ভত এতিয়া আমাৰ চতুৰ্থটো সন্তান। ইয়াক জন্ম দিবলৈ, আৰু ইয়তক ডাঙৰ কৰিবলৈ মই কেতিয়াও মিছা মাতিব নোৱাৰোঁ। মোক মিছা ধন নালাগে। চুৰ কৰাটো দুৰৰে কথা। মহাৰাণী ৰাস্তাৰে চোঁচোৰাই আনোতে বৰ কষ্ট পাইছো, মোক যাবলৈ দিবনে?

**মহাৰাণী :** বিচাৰ শেষ নোহোৱালৈকে কোনো যাব নোৱাৰে। চন্তৰি তুমি এই কাম কৰিলা। তোমাক ৰাজভঁৰালৰ পৰা বেতন দিয়া হোৱা নাই নেকি?

**চন্তৰি :** মহাৰাণী মই তাইক হাৰডাল দিছো হয়, কিন্তু মোকো কোনোবাই চুৰ কৰি আনিহে দিছে।

**মহাৰাণী :** কি?

**চন্তৰি :** হয় মহাৰাণী। মোৰ গাত একো দোষ নাই।

**মহাৰাণী :** কোনে দিছে তোমাক?

**চন্তৰি :** ক'লে যে মোৰ মৃত্যু নিশ্চিত।

**মহাৰাণী :** নক'লেও মৃত্যু নিশ্চিত?

**চন্তৰি :** প্ৰহৰীয়ে দিছে মহাৰাণী।

**মহাৰাণী :** প্ৰহৰী?

**প্ৰহৰী :** হয় মহাৰাণী।

**মহাৰাণী :** তই মোৰ শয়ন কক্ষত প্ৰৱেশ কৰিলি কেনেকৈ?

**প্ৰহৰী :** ময়ো নিজে চুৰ কৰা নাই মহাৰাণী। মোক আনিহে দিছে, লিগিৰীয়ে।

**মহাৰাণী:** লিগিৰী।

**লিগিৰী :** মোৰ আনিবলৈ একেবাৰে মন নাছিল মহাৰাণী। আদেশ দিয়াত, ভয়তে কৰিছোঁ।

**মহাৰাণী :** মই থাকোতে মোৰ, এই ৰাজৰাণীৰ হাৰ চুৰ কৰিবলৈ তোক কোনো আদেশ দিছে ক'। তাক আজি মই নিজ হাতে .....।

**লিগিৰী :** এইজন। মহামন্ত্ৰী ডাঙৰীয়াই।

**মহাৰাণী :** মহামন্ত্ৰী। হে প্ৰভু মই আৰু কাক বিশ্বাস কৰিম।

**মহামন্ত্ৰী :** বিশ্বাস কৰক মহাৰাণী। মোকো আপোনাৰ ভনীয়েক স্বয়ং ৰাজশ্ৰীদেৱীয়ে কঠোৰ আৰু নিৰ্মম আদেশ দিয়াতহে।

**মহাৰাণী :** মোৰ ভনী ৰাজশ্ৰীয়ে?

**মহামন্ত্ৰী :** হয় মহাৰাণী।

**মহাৰাণী :** মই কেতিয়াও বিশ্বাস নকৰোঁ। তুমি আমাৰ ৰাজ পৰিয়ালক প্ৰজাৰ ওচৰত হেয় কৰি নিজে ৰাজপাট খোৱাৰ ষড়যন্ত্ৰ কৰিছা। প্ৰকৃততে তুমিহে হাৰৰ আচল চোৰ।

**মহামন্ত্ৰী :** মহাৰাণী, বিশ্বাস নহ'লে ৰাজশ্ৰীদেৱীক ৰাজ সভালৈ মাতি আনি আমাৰ আগতে সোধ-পোছ কৰক। তেৱেঁই প্ৰকৃততে হাৰডাল মোৰ দ্বাৰাই হাত কৰাব খুজিছে।

**মহাৰাণী :** প্ৰহৰী।

**প্ৰহৰী :** মহাৰাণী।

**মহাৰাণী :** অতিথি গৃহলৈ গৈ মোৰ ভনী ৰাজশ্ৰীদেৱীক মহাৰাণীয়ে ৰাজসভালৈ মাতিছে বুলি কোৱাগৈ।

**মহাৰাণী :** ভাল মহাৰাণী।

**মহাৰাণী :** ই মোৰ কঠোৰ আদেশ। যোৱা। (প্ৰহৰী বেগাই প্ৰস্থান) সকলোকে মৃত্যুদণ্ড দিম। এই মহাৰাণী মহামায়াৰ তয়াময়া ৰূপ দেখা নাই। আজি চাই লবিহঁত। মোৰ ৰাজ্যত চোৰৰ কোনো ক্ষমা নাই।

**লিগিৰী :** আমি নিমাখিত প্ৰাণী দেৱী।

**চন্তৰি :** আমাক কোৱামতেহে কৰিলো।

**মহামন্ত্ৰী :** আমাক প্ৰলোভন দিছে মাত্ৰ। (ৰাজশ্ৰীক লৈ প্ৰহৰীৰ প্ৰৱেশ)

**প্ৰহৰী :** মহাৰাণী,এয়া আপোনাৰ ভনী ৰাজশ্ৰীদেৱী উপস্থিত।

**ৰাজশ্ৰী :** চুৰ কৰোৱা নাই। মোৰ হেৰোৱা হাৰডাল মন্ত্ৰীৰ দ্বাৰা উদ্ধাৰহে কৰাইছো। সেইডাল প্ৰকৃততে মোৰ হাৰ।

**সকলো :** কি?

**মহাৰাণী :** কেনেকৈ?

**ৰাজশ্ৰী :** সকলো ক'ম ৰবি। মহামন্ত্ৰী, তোমাক মই এই কাম কৰাৰ বাবে এক লক্ষ সোণৰ মুদ্ৰা দিয়া নাছিলোনে? তাৰ পাছতো তুমি কথাটো গোপনে ৰাখিব নোৱাৰিলা কিয়?

**মহাৰাণী :** চোৰক চুৰ কৰাৰ বাবে পুৰস্কাৰ! কি অন্যায় এয়া?

**মহামন্ত্ৰী :** মহাৰাণী, গোটেই এক লক্ষ মই অকলেই লোৱা নাই। পঞ্চাছ হাজাৰ মোৰ বাবে ৰাখি বাকী এটা মুদ্ৰাও হৰণ- ভগন নকৰাকৈ, সম্পূৰ্ণ পঞ্চাশ হাজাৰ লিগিৰীক দিছো।

**মহাৰাণী :** লিগিৰী।

**লিগিৰী :** হয় মহাৰাণী। কিন্তু মহামন্ত্ৰীয়ে বিনা কষ্টে ওপৰতে পঞ্চাশ হাজাৰ মুদ্ৰা আত্মসাৎ কৰিলে কিয়? কিমান কষ্টৰে মই হাৰডাল চুৰ কৰিছিলো। আপোনাৰ মনত আছেনে মহাৰাণী?

**মহাৰাণী :** কি ?

**লিগিৰী :** সেই দিনাযে পূৰ্ণিমাৰ নিশা আপোনাৰ টোপনি অহা নাছিল আৰু মই যে আপোনাক বিচি বিচি টোপনি নিয়াব বিচাৰিছিলো। কিন্তু আপোনাৰ টোপনি অহা নাছিল। শেষত মই নিচুকনি গীত গোৱাতহে আপোনাৰ যে টোপনি আহিছিল। এই সুযোগতে মই আপোনাৰ হাৰডাল লৈ

আনিছিলো, এই মহামন্ত্ৰীৰ আদেশত।

**প্ৰহৰী :** কিন্তু তুমি মোক মাত্ৰ ত্ৰিশ হাজাৰ মুদ্ৰাহে দিলা। ৰাজকাৰেঙৰ পৰা মনে মনে চন্তৰিক দিয়ালৈকে মই কিমান কষ্ট কৰিব লগা হৈছিল।

**চন্তৰি :** তোমালোকতো ৰাজকাৰেঙতহে ইহাত -সিহাত কৰিছা। মই ৰাতিৰ আন্ধাৰ নথকা স্বত্বেও জোনাকতে এই তিৰোতাজনীক দিয়ালৈকে কিমান জীৱন মৰণৰ মুখা মুখি হ'ব লগা হৈছিল, আচলতে সম্পূৰ্ণ একলক্ষ সোণৰ মুদ্ৰা মইহে পাব লাগে।

**মহাৰাণী :** চুপ। ৰাজকাৰেঙৰ বিষয়া হৈ মহাৰাণীৰ অলংকাৰ চুৰ কৰি উৎকোচ লৱ। ৰাজশ্ৰী সেই হাৰডাল মোলৈ বনাইছিল। (সকলো আচৰিত হয়)

**মহাৰাণী :** কিন্তু মহাৰাণীয়ে কোৱা মতে সেইডাল মহাৰাজে মহাৰাণীলৈহে বনাইছিল।

**প্ৰহৰী+চন্তৰি+লিগিৰী :** অ!

**ৰাজশ্ৰী :** সেই গুপুত অধ্যায়কে আজি ৰাজসভাত সকলোৰে আগত মই প্ৰকাশ কৰি দিম।

**মহাৰাণী :** মোৰ সপোনৰ ৰাম ৰাজ্যত কি এনে গুপুত অধ্যায় আছে ক'।

**ৰাজশ্ৰী :** জান বাইদেউ, মহাৰাজ তোৰ প্ৰেমত পৰি তোক যেতিয়া বিবাহ কৰায়, তেতিয়া তোৰ লগত ৰাজকীয় মৰ্যদা অক্ষুন্ন ৰাখিবলৈ গৈ আমাৰ পিতৃ দেৱতাই ৰাজ ভঁৰাল তোলাং কৰি ধন-সোণ যৌতুক দিয়ে। বিনিময়ত সৎ ভাৱে প্ৰজা শাসন কৰা পিতৃ মহাৰাজ প্ৰজাৰ বোযত পৰে। আৰু আমাৰ এই দৰিদ্ৰতাৰ সুযোগলৈ ভিনদেউৱে তোৰ অজ্ঞাতে মোক প্ৰেম নিবেদন কৰিবলৈ ধৰিলে।

**মহাৰাণী :** মহাৰাজ এয়া মই কি শুনিছো।

**মহামন্ত্ৰী :** ধৈৰ্য্য ধৰক মহাৰাণী। বাকীখিনি শুনক ।

**লিগিৰী :** তাৰ পাছত কি হ'ল?

**ৰাজশ্ৰী :** মহাৰাজ মানে মোৰ ভিনদেউ, মানে মোৰ প্ৰিয়তমে ক'লে-- প্ৰিয়তমা, তোমাৰ আৰু মোৰ প্ৰেমৰ প্ৰথম সাক্ষীৰূপে তোমাক এডাল সোণৰ হাৰ গঢ়াই দিম। এভৰি নহয়, দুভৰি নহয়, ভৰিয়ে, ভৰিয়ে সোণ দি সেই হাৰ বনাম। আৰু তাৰ পাছত তোমাৰ বাইদেউক এলাগী কৰি তোমাক ৰাজৰাণী কৰি সিংহাসনত বহুৱাম।

**মহাৰাণী :** নহ'ব, এই সিংহাসন মোৰ।

**ৰাজশ্ৰী :** ৰাজ্যত বানপানী, খহনীয়া, দুৰ্ভিক্ষ-মহামাৰীয়ো প্ৰজাক যেতিয়া জুৰুলা কৰিছিল, তেতিয়া প্ৰজাৰ আৰ্থিক সাহাৰ্য্যৰ পৰা এটা শকত অংশ মহাৰাজে নিজে হাত কৰি মোৰ বাবে সেই হাৰডাল বনাইছিল। আৰু সেই হাৰডাল মোক মহাৰাজে পিন্ধাবলৈ নাপাওঁতেই তই তই পিশাচিনীয়ে আগদিনা ৰাতি মনে মনে চুৰ কৰিছিলি। (সকলো আচৰিত হয়।)

**সকলো :** মহাৰাণী।

**মহাৰাণী :** মিছা। মিছা।। মহাৰাজে সেইডাল মোৰ বাবে বনাইছিল।

**ৰাজশ্ৰী :** কেতিয়াও নহয়। আৰু সেই হাৰডাল মোক, মহাৰাজৰ প্ৰিয়তমা সুন্দৰীক পিন্ধাবলৈ নোপোৱাৰ দুখত আক্ৰান্ত হৈ, মোক ৰাজৰাণী কৰিম বুলি প্ৰতিশ্ৰুতি দিয়া প্ৰাণনাথ মহাৰাজৰ মৃত্যু হ'ল।

**মহামন্ত্ৰী :** মহাৰাজৰ অবৈধ প্ৰেমৰ কাহিনী আমিতো গমকে নাপাওঁ।

**মহাৰাণী :** ময়েই নাজানিলো মহামন্ত্ৰী। এই যে মোৰ চুকতে থাকি বুকুত কামুৰিলে।

**ৰাজশ্ৰী :** ৰাজ্যৰ সকলো প্ৰজাই জানিলে- ৰাজ্যত দেখা দিয়া দুৰ্যোগ সহ্য কৰিব নোৱাৰি মহাৰাজৰ আকস্মিক ভাৱে মৃত্যু হ'ল।

**সকলো :** আমিতো সেই বুলিয়ে জানো।

**ৰাজশ্ৰী :** প্ৰকৃততে মহাৰাজৰ মৃত্যুৰ কাৰণ এই মহাৰাণী।

**মহাৰাণী :** হয়, সেই হাৰডাল মই নিজে মহাৰাজৰ পৰা লৈ আহিলো মই লক্ষ্য কৰিছিলো, মহাৰাজক বাৰে বাৰে প্ৰশ্ন কৰিছিলো, মোৰ প্ৰতি হঠাৎ এই অনিচ্ছা কিয়? যেতিয়া মই তেওঁৰ হাতত মই নজনাকৈ বনোৱা সোণৰ হাৰডাল দেখিলো মোৰ সহ্য নহ'ল।

**ৰাজশ্ৰী :** ফলত মহাৰাজৰ মৃত্যু হ'ল। মহাৰাজে সদায় মোক সপোনত কৈ থাকে-প্ৰিয়তমা তুমি তোমাৰ হাৰডাল লৈ আনা। তোমাৰ হাৰ দেখিলে মই স্বৰ্গৰ পৰাই শান্তি পাম। সেয়ে মই হাৰডাল লৈ অনাইছো।

**লিগিৰী :** মহাৰাজক ময়ো মাজে মাজে সপোনত দেখো। তেওঁ কিন্তু মোক কোৱা নাই?

**ৰাজশ্ৰী :** মহাৰাজে সিদিনা সপোনতে মোক কৈছিল-তুমি তোমাৰ বাইদেউক হত্যা কৰি ৰাজৰাণী হৈ ৰাজ্যশাসন কৰা। পাপৰ মষিমুৰ কৰা।

**মহাৰাণী :** কি?

**মহামন্ত্ৰী :** হয় মহাৰাণী, আমাকো কৈছে সেই বুলি। তেওঁৰ বুদ্ধি মতে আমি হাৰ চুৰ নকৰিলে, তেওঁ আমাক ৰাণী হোৱাৰ পাছত পোতাশালত অনাহাৰে মৰিব বুলি ভয় দেখুউৱাতহে আমি..

**লিপিকী :** আমি সেই কাম কৰিছো মহাৰাণী।

**প্ৰহৰী-চন্দ্ৰবি :** আমাৰ বিষয় বাব খেদাৰ ভয়তে আমি তেনে বিশ্বাসঘাটক কাম কৰিছো মহাৰাণী।

**ভিৰোতা :** হাৰডালৰ সঁচা চুৰ ওলালেই যেতিয়া মই যাব পাৰোনে? ল'ৰা-ছোৱালী কেইটাই বাটলৈ চাই আছে চাগে। মানুহবোৰে মোকেই সঁচা চোৰ বুলি বৰকৈ কোবালে। পেটৰ কেঁচুৱাটোৱে কষ্ট পাইছে। মহাৰাণী নিজেই চোৰ যেতিয়া বিচাৰনো কোনে কৰিব এতিয়া। ৰাজকাৰেণ্ডত এনেকুৱা হয় বুলি আগতে জনা নাছিলো।

**মহাৰাণী :** ৰহি থাক। আৰু কি হ'ব পাৰে ইয়াত চাই যা।

(সংবাদদাতাৰ প্ৰৱেশ)

**সংবাদদাতাৰ :** মহাৰাণীক দেখা কৰিবলৈ সংবাদদাতা আহিছো। দেখিলে মহাৰাণী, ৰাজকাৰেণ্ডৰ পৰা মহাৰাণীৰ সোণৰ হাৰ হেৰোৱা বুলি খবৰ পায়, মই ৰাজ্যৰ সকলোবোৰ বাতৰি কাকতে তে ডাঙৰ আখৰৰ শিৰোনামাৰে বাতৰি প্ৰকাশ কৰি, সমগ্ৰ ৰাজ্যতে খবৰটি প্ৰচাৰ কৰি দিছো। আৰু আপুনি চুৰ ধৰোতাক দহলক্ষ সোণৰ মুদ্ৰাৰে পুৰস্কৃত কৰিব বুলি শুনাৰ লগে লগে আমি আমাৰ সকলো কাম ত্যাগ কৰি, প্ৰশাসন বিভাগে চোৰ ধৰা আশা ত্যাগ কৰি, মই নিজেও এই চোৰ বিচৰা কামত আত্মনিয়োগ কৰিছো। আৰু মোৰ অনুসন্ধানৰ পম খেদিয়েই এওঁ নিশ্চয় এই চুৰুণীজনীক ধৰিছে। ৰ ৰ বাতৰিৰ বাবে ফটো এখন লওঁ

(কেমেৰাৰে ফটো এখন লয়)

**ভিৰোতা :** চোৰ মই নহয়। স্বয়ং মহাৰাণীহে চোৰ।

**সংবাদদাতা :** কি কলি তই?

**ভিৰোতা :** বিশ্বাস ন'হলে সোধক সকলোকে।

(সাংবাদদাতাই সকলোলৈ চায়। সকলো নিমাত)

**সম্বাদদাতা :** মহাৰাণী, আপুনি চোৰ। তেনেহ'লে মই বাতৰিটো এতিয়া প্ৰকাশ কৰিম কি বুলি? (যেন ৰাণীক বিপদত পেলোৱাৰ উপাই পায়।)

**ভিৰোতা :** (সকলো নিমাতে থকা দেখি) প্ৰজাৰ দুৰ্যোগৰ সময়ত ঘোষণা কৰা ৰাজ সাহাৰ্য্যৰ ধনৰ এটা শকত অংশ হাত কৰি মহাৰাজে নিজৰ খুলশালীয়েকক প্ৰেমৰ প্ৰথম প্ৰমাণ ৰূপে দিবলৈ সোণৰ হাৰডাল বনায়। মহাৰাণীয়ে কথাটো সহ্য কৰিব নোৱাৰি নিজে হাৰডাল চুৰ কৰে। আৰু সেই দুখতে মহাৰাজৰ মৃত্যু হয়। মহাৰাজে সপোনত হাৰডাল মহাৰাণীৰ পৰা লৈ আনিবলৈ কোৱাত মহাৰাণীৰ ভনীয়েকে এওঁলোকক এক লক্ষ মুদ্ৰা উৎকোচ দি চুৰ কৰায়। চন্দ্ৰবিজনে লুকুৱাই ৰাখিবৰ বাবেহে মোৰ ঘৰত মই নজনাকৈ ৰাখিছিল। ইয়াত মোৰ দোষ একো নাই - এই বুলি লিখি দিয়ক।

**সংবাদদাতা :** বাঃ বৰ সুন্দৰ সংবাদ হ'ব। ৰাজ্যৰ সকলো প্ৰজাই হাৰ চুৰৰ বাৰ্তা শুনিবলৈ অধিৰ আগ্ৰহৰে বাট চাই আছে। গতিকে মহাৰাণী মই প্ৰকাশ কৰি যে ......

**মহাৰাণী :** (হঠাৎ বুদ্ধি পাণ্ডে) ৰ'ব ৰাজ সংবাদদাতা। হাৰডাল যদিও মই মহাৰাজৰ পৰা নিজ হাতে আনিছো, তথাপি দেখা গ'ল যে সমগ্ৰ হাৰ চুৰি ঘটনাটোৰ সৈতে ইয়াত উপস্থিত সকলো জড়িত। সকলোৰে হাৰডালৰ প্ৰতি এটা লোভ আছে। সেয়ে মই হাৰডাল সকলোকে ভাগ কৰি বিলাই দিম।

**ৰাজশ্ৰী :** কিন্তু হাৰডাল মোৰহে।

**মহাৰাণী :** লোভ কিন্তু প্ৰত্যেকৰে। ৰাজশ্ৰীদেৱীক সৰহ ভাগ দিয়াৰ লগতে আমাৰ সংবাদদাতাকো এটা ভাগ দিব খুজিলে দয়া কৰি ল'বনে?

**সংবাদদাতা :** মহাৰাণীৰ দয়াক কেনেকৈনো উপেক্ষা কৰো।

**মহাৰাণী :** তেন্তে বাতৰিত এইটোও প্ৰকাশ কৰিবলৈ যে হাৰৰ ভাগ আমাৰ লগতে আপুনিও গ্ৰহণ কৰিছে। কওঁক।

**সংবাদদাতা :** হ'ব মহাৰাণী, কালিলৈ বাতৰি কাকতত প্ৰকাশ কৰা হ'ব যে হাৰডাল এতিয়াও বিচাৰি পোৱা নাই। তাৰ বাবে জোৰদাৰ তদন্ত চলাই থকা হৈছে আৰু এনেকৈ কেইদিনমান বাতৰিটো প্ৰকাশ হৈ থকাৰ পাছত ঘটনাটো প্ৰজাৰ মাজৰ পৰা লাহে লাহে আঁতৰি যাব। প্ৰয়োজন হ'লে এমাহ-দুমাহৰ মুৰে মুৰে বাতৰিটো প্ৰকাশ হৈ থাকিব যে হাৰ চোৰৰ সন্ধান এতিয়াও চলিয়েই আছে।

**ভিৰোতা :** অ' আচল কথাটো চোন কিবাহে হ'লগৈ। মই গাৱঁত গৈ কৈ দিমগৈ যে হাৰডালৰ আচল চোৰ ধৰা পৰাত মহাৰাণীয়ে ঘটনাটো ওলোটা কৰি পেলালে।

**মহাৰাণী :** কি?

**ভিৰোতা :** হয় মহাৰাণী। নহ'লে গাৱঁৰ মানুহবোৰ মোকহে চোৰ সজাব। আৰু ৰাজকাৰেণ্ডৰ চুৰ বুলি সাত গাৱঁৰ ৰাইজে মোক জুইয়ে পানীয়ে নিষেধ কৰিব। তেতিয়া মোৰ লৰা ছোৱালী কেইটাৰ লগতে পেটত থকা সন্তানটিৰ কি অৱস্থা হ'ব মহাৰাণী।

**মহাৰাণী :** তেনেহ'লে এই হাৰৰ ভাগ তয়ো ল'। গাৱঁত গৈ কবি গৈ যে তোক মিছাতে সন্দেহ কৰি সোধ পোছৰ

বাবেহে ৰাজকাৰেঙলৈ অনা হৈছিল। উপযুক্ত প্ৰমাণ নোপোৱাত তোক আকৌ এৰি দিয়া হৈছে। হো ল'

(হাৰৰ কিছু অংশ দিয়ে)

**তিৰোতা :** নালাগে মহাৰাণী, মোক এই হাৰৰ ভাগ নালাগে। আমি গাৱঁৰ সাধাৰণ মানুহ। পাপলৈ বৰ ভয় কৰোঁ। মন মেলা নাই। মোৰ সন্তানৰ শপত এই হাৰৰ ভাগ লৈ ময়ো চুৰ হ'ব নোৱাৰোঁ। আমি গঢ়া পাপৰ পৃথিৱীত সিহঁতক থৈ যাব নোখোজোঁ।

**মহামন্ত্ৰী :** আমি সকলোৱে ল'ম বুলিছো দেখা নাই। একো নহয়। ভয় কৰিব নালাগে ল'।

**তিৰোতা :** নালাগে মোক, নলওঁ।

**মহাৰাণী :** তই নলব?

**তিৰোতা :** নালাগে মহাৰাণী। (মহাৰাণীয়ে বিপদৰ অনুমান কৰে)

**মহাৰাণী :** বাৰু, নালাগে ল'ব। তই গাৱঁলৈ নগৈ মোৰ ৰাজকাৰেঙতে বান্দী হৈ থাকিলে বহুত সুখত থাকিব পাৰিবি। তোৰ ল'ৰা-ছোৱালী কেইটাৰ ভৰণ -পোষণ ময়ে দিম। তেতিয়া তই কথাটো গোপন ৰাখিবিনে?

**তিৰোতা :** মোক এই বোৰ একো নালাগে দেৱী। যি সময়ত ৰাজ্যত বান, খৰনীয়া, মহামাৰীত প্ৰজাৰ প্ৰাণ যায় যায়, তেতিয়া মহাৰাজে অবৈধ প্ৰেমত মত্ত হৈ, প্ৰজাৰ বাবে মুকলি কৰা ৰাজ সাহাৰ্যৰ ধন আত্মসাৎ কৰি এই হাৰ বনাইছে অথচ বহুত মানুহ খাবলৈ নাপায়, চিকিৎসা নাপায় অকালতে মৰি থাকিল। মোৰ মানুহটোৱে মোৰ চকুৰ আগতে বাঢ়নী পানীত পাক খায় খায় উটি গুচি গ'ল। আমাৰ গাৱঁৰ বহুত মানুহ মথাউৰিৰ কাষতে, মুকলি আকাশৰ তলতে, জাৰে ভোকে পৰি আছে। মোক ৰাজসুখ নালাগে। এই হাৰৰ ভাগ ল'লে বহুতো আত্মাৰ শাও লাগিব।

**মহাৰাণী :** তেনেহ'লে এই কথাটো কাকো ক'ব নোৱাৰিবি।

**তিৰোতা :** মোক বাধ্য নকৰিব মহাৰাণী। মই চুৰৰ বদনাম ল'ব নোৱাৰো

**মহাৰাণী :** যদি তোক ৰাজদণ্ড বিহা হয়?

**তিৰোতা :** মোৰ অপৰাধ কি?

**মহামন্ত্ৰী :** তই যে গাৱঁলৈ গৈ ৰাজকাৰেঙৰ এই ঘটনাটো বনজুইৰ দৰে প্ৰচাৰ কৰি দিবি।

**ৰাজমন্ত্ৰী :** বাইদেউ এই সাধাৰণ মানুহবোৰৰ কোনো বিশ্বাস নাই। কঠোৰ সিদ্ধান্ত নল'লে এই বিপদ ঘটাব। প্ৰজাৰ বিদ্ৰোহত আমি ৰাজকাৰেঙ এৰি পলাব লাগিব। আজি তাই বজাৰ বিৰুদ্ধে চিঞৰিছে, কালিলৈ তাই পেটৰ সন্তানটোৱে চিঞৰিব। এনেকৈয়ে এদিন সকলোৱে চিঞৰিব। এনেকৈয়ে এদিন সকলোৱে চিঞৰিব।

**মহাৰাণী :** সংবাদদাতা।

**সংবাদদাতা :** মহাৰাণী

**মহাৰাণী :** আপুনি কালিলৈ বাতৰিত লিখিব যে মহাৰাণী হাৰ চুৰ কৰা চুৰ ধৰা পৰিছে। চুৰ এই তিৰোতাজনী।

**তিৰোতা :** মহাৰাণী এয়া আপোনাৰ কেনে বিচাৰ?

**সংবাদদাতা :** হ'ব মহাৰাণী। মই লিখি দিম যে এজনী গাৱঁলীয়া তিৰোতাই সন্ন্যাসীৰ বেশেৰে মহাৰাণীক ভয় দেখুৱাই তেওঁৰ শয়ন কক্ষত প্ৰৱেশ কৰি সোণৰ হাৰডাল চুৰ কৰে। সেই সময়ত মহাৰাণী ভয়ত মূৰ্চ্ছা যোৱাত তেওঁ এই কথা গম নাপালে। এনেকৈ কাহিনী এটা তৈয়াৰ কৰি প্ৰকাশ কৰি দিম।

**তিৰোতা :** এই কাম মই কেতিয়াও কৰা নাই।

**মহাৰাণী :** আৰু এই অপৰাধৰ বাবে এইক আজীৱন কাৰাদণ্ড বিহা হ'ল।

**তিৰোতা :** মহাৰাণী আপুনি ন্যায়ৰ আসনত বহি আমাক শাসন কৰি এই পাপ, এই অন্যায় কেতিয়াও নকৰিব ।

**মহামন্ত্ৰী :** মহাৰাণী আজীৱন কাৰাদণ্ডৰ পাছতো তাই কেনেবাকৈ যদি কথাটো কাৰোবাৰ কৰ্ণ গোচৰ কৰি, প্ৰজাক উচতাই বিদ্ৰোহ কৰে? মহাৰাণী বিচাৰটো শেষ কৰিয়ে থওঁক নেকি।

**মহাৰাণী :** (কিছুসময় চিন্তা কৰি) প্ৰহৰী।

**প্ৰহৰী :** মহাৰাণী।

**মহাৰাণী :** কটোৱালক কোৱাগৈ চুৰ কৰাৰ অপৰাধত এই চুৰুনী তিৰোতা জনীক মৃত্যুদণ্ড বিহা হ'ল ।

**প্ৰহৰী :** ভাল মহাৰাণী।

**সংবাদদাতা :** মই প্ৰকাশ কৰি দিম মহাৰাণী।

**মহামন্ত্ৰী, প্ৰহৰী, চন্তৰি, লিগিৰী :** মহাৰাণী জয় হওঁক।

(প্ৰহৰী বাহিৰলৈ আৰু বাকী সকলো মহাৰাণীৰ লগত ভিতৰলৈ প্ৰস্থান)

**তিৰোতা :** মহাৰাণী। বৰ অন্যায় কৰা হৈছে এয়া। বৰ অন্যায়। কোনে দেশৰ ন্যায় বিচাৰ কৰিব। মোৰ সন্তানটো জন্ম দিব পৰা হ'লে। ক'ত থাকিবি বাচা, বৰ আন্ধাৰ ইয়াত।

(হঠাৎ তাই যেন দেখা পায় বহুত যাঠিয়ে তাইক ঘেৰি আনিছে) পোহৰ অকণমান, পোহৰ দিয়া আমাক জীয়াই থাকিবলৈ (যাঠিবোৰ তাইক খুচিবলৈ ধৰে) ক'ত আছে মোৰ গাওঁ। মোৰ নৈ। মোৰ মানুহ। মোৰ পথাৰ। পাপ, পাপ, এয়া যে ভীষণ অন্যায়। মহাৰাণী। (আতুৰত চিঞৰি চিঞৰি কান্দে তাই। তাইৰ কান্দোনৰ লগতে আৰহত এটি নৱজাত শিশুৰ যন্ত্ৰণা কাতৰ কান্দোন শুনা যাব)

<u>সমাপ্ত</u>

# মনৰ মৰম

নাট্যকাৰ#নিৰ্মল দাস

চৰিত্ৰসমূহ ঃ

১। দেউতা
২। মৃণ্ময়
৩। কহুৱা
৪। নীলাভ

(নিৰ্দেশনা)

কবিতা
মন নগ্ন
নগ্ন সময়
নগ্ন মৰম
ভগ্ন হিয়াত
মনৰ মৰম
স্বপ্ন দিঠক
সঁচা প্ৰেমত

(নিৰ্দেশনা)

*নিৰ্দেশনা ঃ কহুৱাই গীত গাই আছে। মৃন্ময়ে ফটো তুলি আছে। দেউতাক সোমাই আহে - হাতত বজাৰৰ মোনা।*

দেউতা ঃ বৰ বেয়া কথা, বৰ বেয়া কথা। বোলো আজিৰ দিনটোতো এনেকৈ গীত গাই থাকিব পাৰনে? এইফালে মই যোগাৰ কৰি বজা পোৱা নাই। (নিঃ) আৰু মানুহবোৰ আহি পোৱাৰ আগতেই বিলটো শেষ কৰিবলৈ লৈছ কিয়?

মৃন্ময় ঃ খুড়া আপুনি বুজা নাই। এই বিলতে আবদ্ধ হৈ থাকিব কহুৱাৰ স্মৃতি। কহুৱাই যেতিয়া বিয়াৰ বহুদিন পিছত এই ফটোবোৰ চাব যেতিয়া মনত পৰি যাব যে কহুৱাই এদিন গীতো গাইছিল।

কহুৱা ঃ কি ক'লি? কি ক'লি? তাৰ মানে মই বিয়াৰ পিছত গীত গাব নালাগে নে কি?

দেউতা ঃ বিয়াৰ পিছত গীত। ঐ বিয়াৰ আগৰ আৰু পিছৰ জীৱন দুটাৰ পাৰ্থক্য নাজান নেকি? আশা কৰিবলৈ আৰু বেলেগ একো বিচাৰি নাপালি। বাপৰে বিয়া সাংঘাটিক বস্তু। য'ত ছোৱালীজনীৰ মন আৰু ইচ্ছাৰ লগত সমস্ত পৰিয়ালটোৰ শান্তি-অশান্তি নিৰ্ভৰ কৰিব। বিয়া হৈ যোৱা ছোৱালীজনীয়ে যদি ভাবে যে পৰিয়ালটোক মই ইহঁতৰাই ৰাখিম তেতিয়া

পৰিয়ালটোৱে হাঁহিব। আৰু যদি ছোৱালীজনীয়ে ভাবে যে মই গোটেই পৰিয়ালটোকে অশান্তিত ৰাখিম তেতিয়া পৰিয়াল অশান্তিত কটাব। গতিকে বুজিলি — বিয়াৰ পিছত এই গীতটিয়ে অশান্তিও আনিব পাৰে। সেয়ে গীত বন্ধ।

কন্দ্ৰা ঃকথা সেইটো নহয় দেউতা। মইটো গীত নাগায়ো পৰিয়ালটোক অশান্তি দিব পাৰো। নতুবা গীত গায়ো পৰিয়ালটোক সুখেৰে-শান্তিৰে হঁহুৱাই ৰাখিব পাৰো। তেতিয়া জানো গীত গোৱাৰ ক্ষেত্ৰত বাধা থাকিব পাৰে?

দেউতা ঃগীত জীৱনৰ এটা এৰিব নোৱাৰা বিষয় নহয় নহয়। আচ্ছা ইমান বছৰে মানে স্কুলত পঢ়া দিনৰে পৰা আজিৰ তাৰিখলৈ কত ৰাগ তানিলি- কি পালি? গীত গাই গাই ঘৰলৈ ধনেই আনিলি নে? চাৰ্টিফিকেট সোপাৰে চাকৰিয়ে পালি? পালি কি?

কন্দ্ৰা ঃএটা সামাজিক পৰিচয়। মান-যশ। মঞ্চত উঠিলে হাত চাপৰিৰে দিয়া আশীৰ্বাদ। মৃন্ময় (খুউব হাঁহে) এই সকলোবোৰ বিয়াৰ পিছত ৰূপান্তৰিত হ'ব— ড্ৰাইভাৰলৈ।

কন্দ্ৰা ঃমানে?

মৃন্ময় ঃপাকঘৰৰ ড্ৰাইভাৰ। মুঠতে ছোৱালীয়ে যিমানে পঢ়া-শুনা, গান-বাজনা নকৰক কিয় শেষটো কিন্তু পাকঘৰৰ ড্ৰাইভাৰ। (হাঁহে)

কন্দ্ৰা ঃসেইটো কি ডাঙৰ কথা। সময়মতে পাকঘৰৰ কামখিনি চম্ভালি লোৱাটো ছোৱালীৰ কৰ্তব্য। তাকে লৈ পুৰুষডাল দেখুৱাই হাঁহিব নালাগে। বহুত পুৰুষ দেখিছো নিজে নিজেই পাকঘৰৰ ড্ৰাইভাৰ হৈ যায়। আৰু নিজৰ বেলিকা দেখিম নহয়— বিয়া দিবই লাগে নে, বিয়া কৰাই আন।

মৃন্ময় ঃ(খুউব হাঁহে) কন্দ্ৰা, ল'ৰাক বিয়া দিয়া ক'ত দেখিলি বাৰু?

দেউতা ঃতেনে বিয়া খোৱাৰ কথা দেখোন মোৰো মনত নপৰে। কিবা ওলোটা কথা।

কন্দ্ৰা ঃওলোটা নহয় দেউতা। ছোৱালীবোৰক ইহা ল'ৰাবোৰৰ নিজৰ বেলিকা বিয়া দিয়াৰ নিচিনাই হ য়। তে নেকু বা ল'ৰাই আনক হাঁহি হাঁহি বিয়াৰ পিছত কিন্তু ঘৈণীয়েকে কষ্ট পোৱাৰ ভয়ত প্ৰথমতে ঘৰৰ পৰা নোহোৱা হৈ আলুৰ বাকলি গুচোৱা আৰম্ভ কৰিব। কেইদিনমান তেনে কৰাৰ পিছত ক'ব আজি অলপ বেলেগ ধৰণে, ভাজিখন ময়ে বনাও দিয়া। তাৰ পিছত দেখিবি চাউল ধুব। শেষত ক'ব মই বৰ ধুনীয়া মাংস ৰুনাব জানো— আজি তোমাক শিকাই দিম। বাপুৰ পাকঘৰত কাম কৰাৰ নিচা যিমানে বাঢ়ি আহিব তিমানে কইনাৰ Nail Polish, Body Lotion দিয়াৰ উৎপাত বাঢ়ি আহিব। এটা সময়ত কইনা STAR PLUSত ব্যস্ত আৰু দৰা পাকঘৰৰ ড্ৰাইভাৰ। (হাঁহে)

দেউতা ঃহৈছে - হৈছে। এতিয়া এইচব ধেমালি এৰ। ঐ তোক যে দৈ আনিব দিছিলো — আনিলি?

মৃন্ময় ঃ নাই নাপালো।

দেউতা ঃনাই নাপালো। আৰু এইফালে গীতৰ তালে তালে কিলিপ্ কিলিপ্ কৰি ফটো তুলি চুটিং কৰি আছ। তই কন্দ্ৰাৰ বন্ধু নে শত্ৰু হা। তপ্ কৰি যে ক'লি, দৈ নোপোৱা বুলি— আলহীক খুৱাম কি?

মৃন্ময় ঃঘোষৰ দোকান, খানৰ দোকান— ক'তো দৈ নাই। আনো ক'ৰ পৰা?

দেউতা ঃপাঠকৰ দোকানলৈ নগ'লি কিয়?

মৃন্ময় ঃতাৰ দোকানত দাম বেছি।

দেউতা ঃকিন্তু আচ্লি। ঘোষৰ দোকানৰ পৰা পাঁচ টকা কমকৈ দি ভেজালী দৈ অনাতকৈ পাঁচ টকা বেছিকৈ দি আঁচ্লি দৈ আনিব লাগে। হ পাঠকৰ দোকানত দাম বেছি, ঘোষ-খানৰ দোকানত দাম কম। কথা ক'ব আহিছ। শ্ল'গান দিবহে জান। আচলত ফাঁকি। এয়া চা, আমাৰ পাঠকৰ দোকানৰ দৈ। ঢালি দিলেও নপৰিব।

কন্দ্ৰা ঃদেউতা, ইমান জোগাৰ কৰিবলৈনো কিহে পাইছে?

দেউতা ঃআওঁ। তাইৰ কথা শুন। আজি প্ৰথম আনুষ্ঠানিকতা সম্পন্ন হ'ব আৰু প্ৰশ্ন কৰিছ ইমান জোগাৰ কিয়? হাৰে ল'ৰা আহি পাবৰ হ'ল তই পিন্ধি-উৰি কইনাজনী হৈ সাজু হৈ নাথাক কিয়?

কন্দ্ৰা ঃমই যেনিবা পিন্ধি-উৰি কইনাজনী হৈ থাকিলোৱেই। মানুহবোৰক দৈৰ বাতি কোনে সজাই দিব। মাহীদেউ দেখোন আহিয়েই নাপালে?

দেউতা ঃহিংসা। তোক ভাল ল'ৰা এজনে আঙুঠি পিন্ধাব। সিহঁতে সহ্য কৰিব পৰা নাই। কোনো দৰ্কাৰ নাই তোৰ মাহীয়েৰক। মোৰ হাত দুখন কিবা নাই নেকি? (নিৰ্দেশনা) মাৰা ঢুকোৱাৰ পাঁচ বছৰ হ'ল। ঘৰখনৰ আধা কাম দেখোন ময়ে কৰি আহিছো। যা যা তই সাজু হ। আৰু কচোন— তই ক Special খুওৱাটো ৰিচাৰিছ।

কহুৱা ঃইমান ভাবিছ কিয় দেউতা।নীলাভ Very Simple ল'ৰা। খোৱা-পিন্ধাক লৈ ইমান গুৰুত্ব দিয়া ল'ৰা নীলাভ নহয়। তই কিবা এনেয়ে চিন্তা কৰিছ।

মৃন্ময় ঃ কথা নক'বি — হোষ্টেলত মই তাক পোৱা নাইনে? হোষ্টেলত মাছ দিয়াৰ দিনা সিয়ে নিৰামিষভোজী মাৰোৱাৰীটোৰ কাষত বহিছিল— আঙুলিৰ আগৰ দৰে মাছৰ টুকুৰাৰ লোভত। আজি ক'ব আহিছে Very Simple। খুড়া সি এটা ৰাক্ষস। মইতো ভাবো, জীৱনৰ লক্ষ্য ৰচনা লিখোতে সি চাগে জীৱনৰ লক্ষ্য— 'খাদ্য' বুলি লিখিছিল। (আটায়ে হাঁহে)

কহুৱা ঃআৰু মই কওঁনে? তোৰ কথা।

মৃন্ময় ঃ মোৰনো কি? মৃদুভাষী, মৃদুভোজী— শান্ত এটা ল'ৰা।

কহুৱা ঃHostel Supperৰ ঘৰৰ মুৰ্গী কোনে চুৰ কৰিছিল? সেই মুৰ্গী শৰ্মাৰ দোকানত কোনে বনাই খাইছিল?

মৃন্ময় ঃমই কিবা অকলে খাইছিলো নেকি? চুৰ কৰোতেও নীলাভ আছিল আৰু মাংস বনোৱাটোত নীলাভ আছিল। দুটুকুৰমান তইও খাইছিলি নেকি?

কহুৱা ঃ খোৱাৰ পিছতহে কৈছিলি চুৰ কৰা মুৰ্গী বুলি। নহ'লে কিবা খালোঁহেঁতেন নে?

দেউতা ঃঐ ৰচোন। তহঁতৰ কাজিয়াৰ মাজতে এটা নতুন কথা গম পাই গ'লো নহয়। নীলাভ অৰ্থাৎ মোৰ হ'বলগা জোঁৱাইয়ে তাৰ মানে মুৰ্গীৰ মাংস খাই ভাল পায়। ঐ তই ওলাই মেলি সাজু হ, মই সাউৎ কৰি গৈ মুৰ্গী এটা বাচি-কাটি লৈ আনো।

কহুৱা ঃ দেউতা - তেওঁলোক আহি পাবৰ হ'ল, কোনে কেতিয়া বনাব?

দেউতা ঃঅ' হয়তো। আহি পাবৰে হ'ল দেখোন। নহ'লে এটা কাম কৰচোন মৃন্ময়। হোটেলৰ পৰা বনোৱা মুৰ্গীকে সৰহকৈ লৈ আন।

মৃন্ময় ঃনালাগে— আজি পবিত্ৰ দিনটোত জীৱ বধ কৰি খাদ্য খুৱাব নালাগে। পাঠকৰ দোকানৰ অমৃতসম দৈ জিভাত লগাই দিয়াৰ লগে লগে পাহৰি যাব পৃথিবীত যে অন্য ভাল খাদ্য কিবা আছে।

দেউতা ঃভাল কথা কৈছ।

কহুৱা ঃএকো ভাল কথা কোৱা নাই দেউতা। আচলতে তাৰ যাবলৈ এলাহ।

দেউতা ঃকি? এলাহ? ঠিক আছে নালাগে যাব। সি তোৰ বন্ধুহে — ককায়েৰটো নহয়। হোৱাহেঁতেন দৌৰি গ'লহেঁতেন। তাক কোনে খাতিৰ কৰে মই নিজেই আনিম। মুঠতে মই মোৰ জোঁৱাইক ভালপোৱা খাদ্য খুৱামেই। (নিঃ)

কহুৱা ঃ দেউতা নালাগে। কি দৰ্কাৰ কষ্ট কৰিবলৈ। (নিঃ)

দেউতা ঃমই ভাবো তেওঁলোক সন্তুষ্ট হৈ যাওঁক সকলোতে। মই ভাবো — ইয়াত পাই যোৱা মৰম, আতিথ্যখিনিৰ কথা ভাবি তেওঁলোকে ভাবক এই মৰমভৰা পৰিয়ালটোৰ কহুৱাজনীক মৰমৰ অভাৱ অনুভৱ কৰিবলৈ নিদিওঁ। মই আশা কৰো মোৰ মৰমৰ কহুৱাজনীক কোমল কহুৱাৰ দৰে ৰাখক তেওঁলোকে। তই তোৰ মৰম আৰু শ্ৰদ্ধাৰে উপচাই দে তেওঁলোকৰ পৰিয়ালটোক। মই দূৰে দূৰে চাই ৰ'ম তহঁতৰ পৰিয়ালটোৰ ৰং, তহঁতৰ পৰিয়ালটোৰ তোক লৈ কৰা গৌৰব। তেওঁলোক অহংকাৰী হওঁক তোক লৈ।

*নিৰ্দেশনা ঃ গীতৰ কলি— সোণৰ খাৰু নেলাগে মোক বিয়াৰ বাবে আই ...*

*নিৰ্দেশনা ঃ এখন গাড়ী আহি ৰোৱাৰ শব্দ।*
*নীৰৱতা — মাহী সোমাই আহে।*

মাহী ঃভিনদেউৰে চাগে ভাবিছিল— দৰা আহিল আঙুঠি পিন্ধাবলৈ।

দেউতা ঃ(চকুপানী মচে)

মাহী ঃভিনদেউ। আজি ইমান ভাল দিনটোত কন্দা-কটা কিয়?

দেউতা ঃমনত বেছি ৰং লাগিলেও চকুপানী ওলাই নহয়। পিছে অকলে আহিলা যে শালপতি ক'ত?

মাহী ঃ কেনেকৈ আহে, Electionৰ সময় নহয় জানো? এতিয়াহে Minister বোৰে পদূলি গুণ্ডা কামটো আৰম্ভ কৰি দিছে। আৰু লগে লগে আমাৰ ঠিকাদাৰৰো গাত তৎ নাইকীয়া হৈছে। এতিয়া খালৰ ওপৰত থকা ৰাষ্টাবোৰ ভাল কৰাত ব্যস্ত।

মৃন্ময় ঃখালৰ ওপৰত থকা ৰাস্তা মানে?

মাহী ঃ হে হৰি। বুজা নাই? ৰাস্তানো আছে ক'ত? মাছ জীয়াব পৰা খালৰ মাজে মাজেহে অলপ ৰাষ্টা। সেই খালবোৰ মাৰি আছে। মই হ'লে কৈছো খালসোপাতনো কি মাটি দি থাকে তাতকৈ যি অকণ ৰাস্তাৰ নমুনা আছে তাকেই খান্দি

যি খালৰ সমান কৰি দিয়ক। (আটায়ে হাঁহে)

কহুৱা : মাহীৰ কথাবোৰ কিন্তু একদম ঠিকাদাৰৰ ঘৈণীয়েকৰ দৰে হৈছে দেই।

মাহী : এ থ' সেইবোৰ। পিছে যা-যোগাৰ কেনেকুৱা? মানুহ কিমান আহিব?

দেউতা : মানুহ বোলে বেছি নাহে। আৰু ডেৰ/দুশ কিলোমিটাৰ দূৰৰ পৰা ইমান মানুহনো আহিব কিয়? ল'ৰাৰ লগতে মাক-দেউতাক আহি বোলে আঙুঠিটো পিন্ধাই নিয়মটো কৰি যাব।

মাহী : মোৰো বৰ ভাগ্য তেনেহ'লে। ল'ৰাক দেখাওঁ পাম লগো পাম। অ' তুমি পিছে লাগি আছা বাল্যবন্ধু।

মৃন্ময় : আছো মাহী।

মাহী : ভাল ভাল বৰ ভাল। সৰু কালৰে পৰা কহুৱাৰ ইমান বন্ধু। নালাগিলে হ'বনে? পিছে আহি পাব কেতিয়া?

কহুৱা : পাবই চাগে।

মাহী : আই ঐ দেহী। এইজনীক দিলে ঘৰখন কিন্তু বৰ খালি খালি লাগিব দেই।

দেউতা : এখন ঘৰক খালি কৰি আন এখন ঘৰক পূৰাবৰ বাবেইটো ছোৱালীৰ জীৱন।

মাহী : হেৰি নহয় কহুৱা, আ-অলংকাৰ পিছে কি পিন্ধিবি? তোৰ যদি বনোৱা সাজু হোৱা নাই, মোৰ Extra Set টো লৈ আহিছো, পিন্ধিব পাৰিবি।

কহুৱা : হ'ব মাহী। আগতে হাত-মুখ ধুই কিবা অলপ খাই লওঁক।

মাহী : অ' কথা এটা হ'ল নহয়। মই আকৌ বেছি মানুহ হ'ব বুলি ভাবি সৱহকৈ মিঠাই লৈ আহিছো। এই ড্ৰাইভাৰটোৰ লগত আৰু নোৱাৰিছো। বস্তুবোৰনো নমাই আনিব নোৱাৰেনে?

মৃন্ময় : হ'ব মাহী, ময়েই আনিছো বাৰু। (যায়)

দেউতা : মিঠাইযে সৱহকৈ আনা বুলি ক'লা— কিমাননো আনিলা?

মাহী : দহটা।

দেউতা : মানুহ তিনিজনহে আহিব — মিঠাই হ'ল দহটা। সাতটামান দেখোন বৈয়ে যাব। এ একো নহয়, লৈ যাব পাৰিবা। গুৱাহাটীত আলহী-অতিথিও বেছি। আৰু গুৱাহাটীৰ মানুহৰ এটা বদনামো আছে নহয়।

মাহী : কাহিনী নেকি? নালাগে নেকি এতিয়া।

দেউতা : কাহিনী নহয় ব'বা - সঁচা কথা। গুৱাহাটীৰ মানুহবোৰে আলহী গ'লে এখন উচিত দেখিবলৈ বহুত যেন দেখাকে পাপৰ ভাজি চাহ দিয়ে। এতিয়া দুদিনমানৰ কাৰণে অন্ততঃ পাপৰৰ কাষত মিঠাইও দেখিব কোনোবা ভাগ্যবান আলহীয়ে। (হাঁহে)

মাহী : আমি পিছে তেনে নহয় দেই — আলহীৰ চেহেৰাই বদলাই দিওঁ দুদিনমান থাকিলে।

কহুৱা : অ' বুজিছো দেউতা। মাহীহঁতৰ ঘৰত দুদিনমান আলহী থাকিলে চেহেৰা সলনি হোৱা মানে আলহী ক্ষীণোৱাৰ কথাটোকে কৈছে। (মৃন্ময় সোমাই আহে)

মৃন্ময় : এ মিঠাইবোৰ দেখোন বেগৰ তলত পৰি চেপেটা হৈ গ'ল।

দেউতা : একো নহয়। শুদ্ধ মনে আনিছে যেতিয়া নতুন ডিজাইনৰ মিঠাই বুলি খাব দিম বাপেকে। খুলশালীয়ে অনা নতুন মিঠাই... (আটায়ে হাঁহে) এতিয়া মাহী পৰ্ব শেষ। মাহীদেউৱে এতিয়া ধুনীয়াকৈ কইনা সজাব লাগে।

কহুৱা : দেউতাৰো যে কথা— আজিনো মই কইনা সাজিম কিয়?

মৃন্ময় : সাজিব লাগিব। কইনা সাজি ওলাই আহি দৰাৰ সন্মুখত কান্দিব লাগিব। আৰু তেতিয়া দৰাই চকুপানী মচি দি গাব — নেকান্দিবা নেকান্দিবা ... (নিঃ)

দেউতা : চাও উঠ।

মৃন্ময় : (উঠে)

দেউতা : ধৰ এইখনত। মই নিজে নকৰিলে তহঁতৰ চকুত নপৰে। চাচোন চা — গীত গাই, ফটো উঠি এইবোৰ অৱস্থা কিটো কৰিছ।

মৃন্ময় : হ'ব খুড়া — এইবোৰ ময়ে কৰিম।

দেউতা : দৰ্কাৰ নাই হোষ্টেল সজাবলৈ। (নিৰ্দেশনা) তহঁত হোষ্টেলত থকা ল'ৰা-ছোৱালীবোৰক লৈ এইটোৱেই বিপদ। পঢ়া-শুনা ঠিকেই কৰ — কিন্তু দুই এজনৰ বাহিৰে বেছিভাগেই জংঘলী হৈ আহ। কি ল'ৰা— কি ছোৱালী, সকলো একে। এতিয়া চা দেখিবলৈ কি সুন্দৰ হ'ল। (মোনাখন দেখি) এনেয়ে কওঁনে জংঘলী বুলি। মোনাখনযে লগত লৈ যাব লাগে হিচাবেই নাই।

মৃন্ময় : ময়েই থৈ আহিছো। (নিঃ)

দেউতা : সাৱধানে — দৈৰ সাজটো ভাঙিলে সৰ্বনাশ হ'ব।

মৃন্ময় : একো নহয়। Test কৰিব পাৰিম নহ'লেটো আমি

Chance য়ে নাপাম খাৱলৈ।

দেউতা : বাকচ। (নির্দেশনা : পকেটৰ পৰা লিষ্ট উলিয়াই) দৈ, কোমল চাউল, মিঠাই, মালভোগ কল। মৃন্ময়, মোনাৰ ভিতৰত কোমল চাউলৰ পেকেট দুটা আছিল নে নাইচাচোন। চার্টৰ পিচ্ - পেন্টৰ পিচ্। আনিছো।

মৃন্ময় : (ভিতৰৰ পৰা) আছে খুড়া।

দেউতা : উঃ ৰক্ষা। বৈ যোৱা যেন পালো। মিঠাই এবিধ-দুবিধ-তিনিবিধ। আৰু দুবিধমান লাগিছিল নেকি?

(মৃন্ময় ওলাই আহে)

মৃন্ময় : খুড়া, চার্টৰ পিচ্‌টো কিন্তু লেটেষ্ট।

দেউতা : এ লেটেষ্ট-ফেটেষ্ট বাদ দে। তই পিছে সেই দীঘল চুলি -- চুটি ব্লাউজৰ দৰে চোলা পিন্ধি Joker টোৰ দৰে আলহীৰ সম্মুখত ওলাবি নেকি?

মৃন্ময় : আজিকালি এইবোৰেই চলে।

দেউতা : তোৰ মূৰটো। এই আজিকালি শব্দটোৱে সমাজখন খালে। শুন, আলহী বহাৰ লগে লগে চৰবত দিব লাগিব।

মৃন্ময় : কি? অহাৰ লগে লগে টেঙা। নহ'ব।

দেউতা : তেন্তে?

মৃন্ময় : প্ৰথমতে নমস্কাৰৰ স'তে এটা মিঠা হাঁহি।

দেউতা : হ মই যেন নাজানোহে -- নমস্কাৰ দি হাঁহিবলৈ।

মৃন্ময় : নহয় মানে, সময়ত নাৰ্ভাচ হোৱা যায় যে। সেইবাবে মনত পেলাই দিছো। নহ'লে আকৌ তেওঁলোকে ভাবিব নহয় -- ৰং নথকা মানুহ বুলি।

দেউতা : ৰ' হেৰৌ। মোক ক'বলৈ দে। প্ৰথমতে চৰবত। তাৰ পিছত কোমল চাউল, দৈ, মিঠাই। আৰু শেষত লুচি-ভাজিৰ লগত দুটা মিঠাই। হ'ব?

মৃন্ময় : কথাখিনি মাহীক বুজাই দিব লাগিব নেকি?

দেউতা : নালাগে। হিংসুক। বস্তুবোৰ সাজোতে তইয়ো লগত থাকিবি। পাহৰাৰ ভাও জুৰি কিবা নিদিবও পাৰে। আগতে প্ৰমাণ পাই থৈছো।

মৃন্ময় : হয় নেকি? বেছি পচা তেনেহ'লে।

দেউতা : ভাল নহয়। নহা হ'লেই ভাল পালোহেঁতেন।

মৃন্ময় : আহিল যেতিয়া উপায়তো নাই। নজৰবন্দিত ৰাখি থ'ব লাগিব। এতিয়া পিছে কি কৰে। কাপোৰযোৰ সলাই লওঁক। নতুন কাপোৰ আনিছেনে নাই?

দেউতা : নতুন মানে -- গাত দিলে পূজাৰ পেণ্ডেলৰ দৰে দেখিব। চিক্ চিক্ - চিক্ চিক্। ল'ৰাৰ দেউতাকে ভাবিব বুঢ়া বৰ চিকুণ। হাঃ হাঃ হাঃ .... (মাহী আহে)

মাহী : ভিনদেউৰ দেখোন বৰ হাঁহি। মোৰ পিছে কইনা সজোৱা হ'ল।

দেউতা : কইনা সজালানে, তুমি নিজে সাজিলা?

মাহী : সমানে। ভাল দেখিছেনে ভিনদেউ?

মৃন্ময় : মই কওঁনে?

মাহী : কোৱা কোৱা, ডেকা ল'ৰা তুমি জানিবা।

মৃন্ময় : কাপোৰযোৰৰ ৰংটো ... (নিঃ)

মাহী : বৰ ধুনীয়া নহয়।

মৃন্ময় : ৰংটো ধুনীয়া -- এই ধুনীয়া ৰংটোৱে ...

মাহী : মোক ধুনীয়া দেখাইছে নহয়?

মৃন্ময় : অলপ বয়স হোৱা যেন দেখিছে।

দেউতা : ময়ো তেনেই দেখিছো।

মাহী : চকুৰ ডাক্তৰক দেখুৱাব লাগিব। চকুৰ বেমাৰ হৈছে।

(নিঃ -- যাব খোজে। কন্থৰা সোমাই আহে)

দেউতা : কন্থৰা।। ঐ মৃন্ময়- চাচোন কন্থৰাক। কন্থৰা বনে পথাৰখনত ৰূপৰ জেউতি চলাৰ দৰে মোৰ কন্থৰাৰ ৰং- ভাবিছিলো শৈশৱৰ পৰা আজিৰ দিনটোলৈ। পাৰ হৈ যোৱা আৰু আহি থকা জীৱন দুটাৰ কথা ভাবি মই ভয় খাইছো দেউতা।

মাহী : এনেকুৱা সময়ত সকলো ছোৱালীৰ মনত ভয় হয়েই।

দেউতা : জীৱন তেনেকুৱাই। Life is a journey complete it.

(এখন গাড়ী আহি ৰখাৰ শব্দ) (নির্দেশনা)

দেউতা : আহিল আহিল। তুমি যোৱা, খোৱাৰ যোগাৰ কৰাগৈ।

মৃন্ময় : লগত মই যাওঁনে?

দেউতা : তই মোৰ লগত থাক। কন্থৰা তই ভিতৰলৈ যা। হেহ, কাপোৰযোৰ সলাবই নাপালো।

মৃন্ময় : (ফণী আগবঢ়াই দি) মূৰটো ফণিয়াই লওঁক।

দেউতা : বৰ আগতীয়াকৈ আহিলে। লুচি-পনিৰ বনাওঁতে সময় লাগিব নহয়!

(নির্দেশনা) (নীলাভ সোমাই আহে)

দেউতা : আহা - আহা। বহা। বিয়ে-বিয়েনী ক'ত? ঠিয় হৈ থাকিলা যে বহা।

নীলাভ : (বহে)

দেউতা : বিয়ে ... (ওলাই যায়)

মৃন্ময় : বেছি লাজ দেখুৱাইছ নেকি — মূৰ্খী চোৰ।

নীলাভ : (তলমূৰ কৰে)

দেউতা : (সোমাই আহে) অকলে আহিলা যে। মা-দেউতা নাহিল দেখোন। কিবা অসুবিধা হ'ল? কিবা বেমাৰ নেকি?

নীলাভ : বেমাৰ। মনৰ বেমাৰ।

দেউতা : মনৰ বেমাৰ? কথাটো মই ঠিক বুজিব পৰা নাই।

মৃন্ময় : নীলাভ তোৰ মা-দেউতা কিয় নাহিল? আৰু তই কি মনৰ বেমাৰৰ কথা কৈছ?

নীলাভ : Reaction.

দেউতা : আজি যে কহুৱাক আঙুঠি পিন্ধোৱা দিন। আৰু তাৰিখটো তোমাৰ মা-দেউতাৰ সুবিধা মতেই ঠিক কৰা হৈছিল। আজি অকলেই যে তোমাক আঙুঠি পিন্ধাবলৈ পঠালে। আমি কিবা দোষ কৰিলো নেকি? মন নষ্ট কৰিবলৈ। মনত বেজাৰ জাপি দিবলৈ।

নীলাভ : মোক আঙুঠি পিন্ধাবলৈ পঠিওৱা নাই।

দেউতা : তেনেহ'লে?

মৃন্ময় : ৰহস্যৰ মাজত ৰাখিছ কিয়?

নীলাভ : ৰহস্য ভেদ হোৱাৰ পিছত ৰহস্যৰ মাজত ৰাখি জানো কিবা লাভ আছে?

মৃন্ময় : কথাটো খুলি নকৱ কিয়? জীৱনক লৈ কি ধেমালি কৰিছ?

নীলাভ : কহুৱা ক'ত?

দেউতা : কইনা সাজি বহি আছে। মাতি দিম?

নীলাভ : নালাগে। আজি আঙুঠি পিন্ধোৱা নহয়।

দেউতা : তাকেই কোৱা - একো নহয়। হয়তো আজিৰ তাৰিখত কিবা অসুবিধা হ'ল। হ'ল হ'ল, অন্য এটা তাৰিখ ঠিক কৰি ল'লেই হ'ল।

নীলাভ : আৰু তাৰিখ ঠিক কৰিব নালাগে।

দেউতা : মানে?

নীলাভ : কহুৱাৰ অতীতৰ ঘটনাটোৱে আমাৰ ঘৰখনত ভীষণ অশান্তিৰ সৃষ্টি কৰিছে। যোৱাৰাতি কোনোবাই টেলিফোন কৰি দেউতাক জনালে— কহুৱাৰ অতীতৰ ঘটনাটো। তাৰ পাছত সকলো বহি বিৰাট আলোচনা। সকলো ওলট-পালট হৈ গ'ল। মাই মোক মাতি নিলে আৰু ক'লে— মই যদি কহুৱাৰ দৰে অপবিত্ৰ ছোৱালী এজনীক বিয়া কৰাওঁ মা হেনো জীয়াই নাথাকে। (নিৰ্দেশনা)

দেউতা : এই কথাটোকে তুমি যুদ্ধ জয় কৰা সৈনিকৰ দৰে ক'বলৈ আহিছা? অকলে কিয় আহিছা — বেণ্ডপাৰ্টি লগত লৈ আহিব লাগিছিল — বেণ্ডপাৰ্টি। (নিৰ্দেশনা : কহুৱাৰ প্ৰতিক্ৰিয়া) তোমাৰ মা-দেউতাৰ স'তে তুমি নিজেও নাচি নাচি আহি ক'ব লাগিছিল— আমি কহুৱাক আঙুঠি পিন্ধাবলৈ অহা নাই— আঙুঠি পিন্ধোৱা কথাটো নাকচ কৰিবলৈ আহিছো — কাৰণ তাইৰ জীৱনত এটা দাগ আছে — দাগ। (সংগীত) এটা বিকলাংগ মন লৈ কহুৱাৰ জীৱনটোক মৰম কৰাৰ কথা দি আজি সেই মনৰ মৰম থানবান কৰিবলৈ আহিছা নহয় — নীলাভ। তোমাক কি বুলি গালি দিও, পশু — পিশাচ - এজন নিজস্ব নোহোৱা ভীৰু নে - কাপুৰুষ বুলি। এই মুহূৰ্তত তোমাক বেয়াকৈ ক'ব পৰা উচিত শব্দ মই বিচাৰি পোৱা নাই। কেৱল অভিশাপৰ কথা মনলৈ আহিছে। কি বুলি অভিশাপ দিও? তুমি মৰি থাকা। তোমাৰ জীৱনত কাল এন্ধাৰ নামক। তোমাৰ মা-দেউতাৰ একান্ত মনৰ মৰমৰ ল'ৰাটো হেৰাই থাকক। কি বুলি অভিশাপ দিওঁ? নিদিওঁ। একো অভিশাপ নিদিওঁ। কাৰণ তোমাক অভিশাপ দিয়াৰ জোখাৰে মোৰ মনটো অপবিত্ৰ নহয়। মাথো কওঁ — তুমি এজন কাপুৰুষ। পুৰুষত্বহীন এটা অপদাৰ্থ জীৱ।

নীলাভ : মই মোৰ মাৰ কথা পেলাওঁ কেনেকৈ?

(নিৰ্দেশনা)

কহুৱা : তোমাৰ মা জীয়াই থাকক। তোমাৰ পবিত্ৰ মাক জীয়াই ৰাখা। তুমি তোমাৰ মাক জীৱনৰ মূল্য দিয়া। মোক নালাগে। (নিৰ্দেশনা) তুমি মোক ভাল পাব বিচৰাত তোমাক কহুৱাৰ কৈছিলো— মোৰ জীৱনত এটা দাগ আছে। মোক ভাল পাব নালাগে। তুমি মোক বিয়া কৰাব নোৱাৰিবা। সময়ত মোক বিয়া কৰাবলৈ তোমাৰ সাহস নহ'ব। আৰু আজি সেই কথাটোকে ক'বলৈ আহিছা।

দেউতা : (প্ৰতিক্ৰিয়া)

কহুৱা : দেউতা, নাকান্দিবি। দৈ-মিঠাই-কোমল চাউল বাতি ভৰাই খাবলৈ দে। তোৰ জোঁৱাই আহিছে, মৰমৰ জোঁৱাই। আঙুঠি পিন্ধাবলৈ নহয়, মোক বিয়া নকৰোৱাৰ উৎসৱ পাতিবলৈ আহিছে। (নিৰ্দেশনা) তুমি ভাবিছা নেকি, তুমি মোক বিয়া নকৰালে মই কান্দিম? হাত যোৰ কৰি কাকুতি কৰি ক'ম — তুমি মোক বিয়া কৰোৱা, নহ'লে মই বদনামী হ'ম — আত্মহত্যা কৰিম। নাই। ইমান দুৰ্বল মই নহয় — তোমাৰ দৰে।

নীলাভ : কথাবোৰ তুমি বুজিবলৈ ...

কহুৱা : একো বুজিবলৈ নাই। আজি চাৰি বছৰে তোমাক বহুত বুজিলোঁ। বহুত নাটক দেখুৱালা। আজি মোৰ নাটকখনকে

চোৱা। কইনা হোৱাৰ সপোন থানবান কৰাৰ নাটক।

(নির্দেশনা) থাক ভঙা শব্দটোৱে তোমাৰ হৃদয়ত বিন্ধিছেনে?

নীলাভ : কহুৱা প্লিজ।

কহুৱা : প্লিজ। অনুগ্ৰহ। আৰু আছে, এয়া নাটকৰ আৰম্ভণিহে। (নির্দেশনা)

মৃন্ময় : কহুৱা।

কহুৱা : মৃন্ময়, তই মৃন্ময় মূর্তি হৈ থাক। মোক বাধা নিদিবি। মোক, মোৰ এই হৃদয়ৰ প্ৰেমিকজনৰ প্ৰতি থকা প্ৰেম - সপোন - আকাঙ্খা ভাঙিচিঙি থানবান নকৰা পৰ্য্যন্ত মোক মোৰ কাম কৰি যাবলৈ দে। তেখেতে বুজক সপোন দেখুওৱা নাৰীৰ সপোন ভঙাৰ মুহূৰ্ত। অনুভৱ কৰক — নাৰী কিমান জেদি, কিমান সাহসী। (নির্দেশনা) ৰংহীন উকা কপালখনৰ অৰ্থ বুজি পোৱা নহয়? হৃদয়ত সাহস নথকা মানুহ এজন হৈ প্ৰেম কৰি সপোন দেখুওৱাৰ অধিকাৰ কোনে দিছিল? হা? এই— মোৰ অতীতৰ দাগটো মচি দিয়াৰ কথা কৈছিলা নহয়? আজি তুমি যিটো দাগ দিলা — তোমাৰ দৰে কোন কাপুৰুষে মচি দিয়াৰ প্ৰতিশ্ৰুতি দিব? পু-ৰু-ষ! তোমালোক পুৰুষবোৰৰতো কাঙ্খিত অনাকাঙ্খিত একো কলঙ্কৰ দাগেই গাত লাগি নাথাকে। সেয়াই তোমালোকৰ অহংকাৰ। আৰু সেই অহংকাৰৰ বলতেই নাৰীক কলংকৰ দাগ দি ভালপোৱা, ৰং পোৱা। এখন বিৰাট যুদ্ধজয়ৰ আনন্দত মতলীয়া হোৱা। (নির্দেশনা) শিশু অৱস্থাত সেই পিশাচ শিক্ষকজনে মোক ধৰ্ষণ কৰা ঘটনাটোত মোৰ দোষ কি? মই কাৰোবাৰ পৈশাচিক কামনাৰ বলি হোৱাটো মোৰ অপৰাধ হ'ব পাৰে কেনেকৈ? (নির্দেশনা) যিখন মুখ এদিন নেদেখিলে এখন্তেকৰ বাবে চোৱাৰ আশাত উন্মাদ হৈ পৰিছিলো — আজি এই মুহূৰ্তত সেই মুখখন চাই ঘৃণাৰে থুৱাই দিবলৈ দিগদাৰী পাইছো। যোৱা, তোমাৰ মাৰ বুকুৰ মাজত শুই শুই সাধু শুনা — নিচুকনি গীত শুনা। প্ৰেম শব্দটোৰ স'তে চিনাকি হোৱাৰ বয়স তোমাৰ হোৱা নাই। মাথো মনত ৰাখিবা, মোক আজি তুমি পুনৰবাৰ ধৰ্ষণ কৰিলা — মানসিক ধৰ্ষণ। যি ধৰ্ষণৰ যন্ত্ৰণা শৈশৱৰ সেই শাৰীৰিক ধৰ্ষণৰ যন্ত্ৰণাতকৈ বহুত বেছি কষ্টদায়ক-- বহুত বেদনাদায়ক।

নীলাভ : মোক ...

দেউতা : তাক ওলাই যাবলৈ দে।

মৃন্ময় : ৰ। কহুৱা, তই মোক মৃন্ময় মূৰ্তি হৈ থাকিব কৈছিলি নহয়? আৰু থাকিব নোৱাৰো। কোনো কাপুৰুষে যদি হৃদয়ৰ সম্বন্ধক, প্ৰেমৰ সম্বন্ধক নিঃশেষ কৰিব পাৰে, আন কোনোবাই কিয় সম্বন্ধৰ ৰূপ সলাই নতুন সম্বন্ধ গঢ়িব নোৱাৰে? এই মুহূৰ্তত মোৰ বিবেকৰ নিৰ্দেশত, হৃদয়ৰ তাগিদাত তোৰ আৰু মোৰ বন্ধুত্বৰ সম্বন্ধটো সলনি কৰিলো। কহুৱা, মানুহেতো মৃন্ময় মূৰ্তিকে পূজা কৰে। কিন্তু তোৰ হৃদয়ৰ পূজাভাগ যদি মই জীৱন্ত মৃন্ময়ে গ্ৰহণ কৰো... (নির্দেশনা) তই যা, কহুৱাই কোৱাৰ দৰে তোৰ মাতৃদেৱীৰ বুকুৰ মাজত সোমাই সাধু শুনি, নিচুকনি গীত শুনি শুই থাকিবি। শেষত শুনি যা, প্ৰেম- সঁচা প্ৰেম পুৰুষৰ হৃদয়ত জন্ম হয় - কাপুৰুষৰ হৃদয়ত নহয়। (নির্দেশনা)

**সমাপ্ত**

# সৃষ্টি

**নাট্যকাৰ # নিৰ্মল দাস**

**চৰিত্ৰসমূহ ঃ**

১। **উজ্জ্বল**
২। **অনুভৱ**
৩। **পংখী**
৪। **হিমন্ত**
৫। **ৰবষা**

**(নিৰ্দেশনা)**

**(এটা ভাড়াঘৰৰ সাধাৰণ কোঠা। উজ্জ্বলে Mouth oragan বজাই আছে। অনুভৱে ছবি আঁকি আছে।)**

**উজ্জ্বল ঃ** অনুভৱ। এই অনুভৱ। (অনুভৱে একান্ত মনে আঁকি আছে।)

**উজ্জ্বল ঃ** (আকৌ বজাই) (নীৰৱতা)

**অনুভৱ ঃ** কি হ'ল? বজোৱা বন্ধ কৰিলি যে?

**উজ্জ্বল ঃ** আঁকি থাক। বিখ্যাত হ'ব পাৰিবি।

**অনুভৱ ঃ** বজাই থাক। তইতো বিখ্যাত হ'বি।

**উজ্জ্বল ঃ** অৰ্থহীন কথা। নিচাৰ কাৰণে, ভালপাও কাৰণে বজাওঁ। বেসুৰীয়া জীৱন —সুৰীয়া গীত বজাই লাভ নাই।

**অনুভৱ ঃ** প্ৰেমেৰে ভৰা জীৱন এটাই তেনেকুৱা কথা ক'লে কিবা চিন্তা কৰাৰ অৱকাশ থাকি যায়। চিগাৰেট আছে?

**উজ্জ্বল ঃ** মেচটো দে।

নিৰ্দেশনা—

**অনুভৱ ঃ** কেনেকুৱা হ'ব ছবিখন?

**উজ্জ্বল ঃ** অৰ্থ বিচাৰি পোৱা নাই।

**অনুভৱ ঃ** ভালদৰে চা- অৰ্থ বিচাৰি পাবি।

**উজ্জ্বল ঃ** এটা কান্দি থকা চকু - এটা নিজৰা হয়নে?

**অনুভৱ ঃ** আৰু?

**উজ্জ্বল ঃ** আৰু ...... এডাল কেক্টাছ —হয়?

**অনুভৱ ঃ** আৰু কিবা?

**উজ্জ্বল ঃ** কেক্টাছডালৰ একাষে চকুটো আনটো কাষত এজন ডেকা...... হয়?

**অনুভৱ ঃ** হয়।

**উজ্জ্বল ঃ** তাৰ অৰ্থ?

**অনুভৱ ঃ** যৌৱন - যৌৱনৰ যন্ত্ৰণা
প্ৰেম — প্ৰেমত সংঘাত
আশা — মাজত নিৰাশা
জীৱনৰ বাটত কেক্টাছ
নিজৰাৰ দৰে বৈ থাকে চকুপানী-
অহৰহ।
আন্যহাতে
জীৱনে গতি কৰে নিজৰাৰ দৰে ঠেকা খাই খাই
একাবেঁকা বাটে।

**উজ্জ্বল ঃ** ল'ৰালিৰ ছবি আঁক অনুভৱ।
ল'ৰালি।
যৌৱন মানেই সুখ-অসুখৰ খেলা
যৌৱন মানেই হিয়াদি
সুখ অথবা দুখ বুটলা মেলা

আজিকে ল'ৰালিয়ে ভাল।
য'ত থাকে বালিঘৰ সাজি ভাঙি দিয়াৰ
কষ্টেকীয়া দুঃখ
তাতো মাদকতা।
লেজাৰত -স্কেলডাল হাত লৈ
এখন ঠেং দাঙি দাঙি জপিয়াই জপিয়াই
ঘৰলৈ অহাৰ মিঠা সময়ৰ কথা।
ফাগুন বাটত ধূলি উৰুৱাই
ৰঙা-নীলা চিলা উৰুওৱাৰ কথা
আৰু যে কত মিঠা কথা
ল'ৰালিয়ে ভাল অনুভৱ
যৌৱনে মানেই সুখ অসুখৰ খেলা।

**অনুভৱ :** সঁচা উজ্জ্বল।
ল'ৰালি কালৰ ৰঙা নীলা চিলা, বালিঘৰ,
বকুল বোটলা দিনৰ সোণালী সুদিনবোৰ যে
ক'ত হেৰাই থাকিল।
আমাৰ জীৱন : আমাৰ যৌৱন!!
জীৱন — যৌৱনত উজ্জলিব লগা ৰংবোৰ ক'ত
কেনেকৈ যে অন্তৰ্ধান হ'ল।
আতংকিত সময়।
মাঘত মেজিৰ জুই পুৱাব নোৱৰা দুপৰ
ওলাই আহি উভতি যোৱাৰ অনিশ্চয়তাত
এই উজ্জ্বল , —বিজাই চাচোন ল'ৰালিৰ
স'তে
আমাৰ যৌৱন — আমাৰ বৰ্তমান।

**অনুভৱ :** ভাবিছো — এতিয়াই কিয় ঘূৰি চাও
ল'ৰালিলৈ।
সিটো সজীৱ স্মৃতি হৃদয়ৰ।
ভৱিষ্যতৰ পিনে নাচাব কিয়? কেনেকুৱা এখন যুদ্ধৰ ফালে আগবাঢ়িছো আমি প্ৰতিজনে। অনুভৱ, অনুভৱ কৰচোন, কাৰো প্ৰতি কাৰো সহানুভূতি নথকা— মৰম নথকা এখন হিংস্ৰ দেশৰ কথা। অন্তৰ-আত্মা কঁপি উঠিব। হৃদয়বোৰ সোলোকাই থৈ মানুহে মানুহৰ ৰক্তপান কৰাৰ কথা ভাবচোন। আৰু ভাবচোন আজি জন্ম লোৱা শিশুটিৰ ল'ৰালিৰ স্মৃতিত কি সজীৱ হৈ থাকিব। তেজ—পিষ্টল। একো চিন নাথাকিব আত্মীয়ৰ। উন্মাদনা। —কেৱল উন্মাদনাৰে ভৰি পৰিব দেশ। ধ্বংসস্তূপত প্ৰতিধ্বনিত হ'ব এটা অভিশপ্ত শব্দ স্বাধীনতা।

নিৰ্দেশনা—

(বেসুৰীয়াকৈ উজ্জ্বলে Organ বজাবলৈ লয়।)

**অনুভৱ :** আবেগিক হৈ সুৰবোৰ বেসুৰীয়া কৰিছ কিয়?

**উজ্জ্বল :** জীৱনবোৰেই দেখোন বেসুৰীয়া হৈছে। ছন্দ হেৰাই গৈছে। এতিয়া ক'ত জীৱনত ছন্দোময় সুৰৰ জলতৰংগ বাজিব।

**অনুভৱ :** বজাব লাগিব। আঁকিব লাগিব মনত, জীৱনৰ আশাৰ ছবি। আকাশৰ বুকুৰ পৰা আশাৰ সুৰবোৰ বিচাৰি অৰ্গেনত তুলি লাগিব। তেতিয়া অনুভৱ কৰিবি ইমান ধ্বংসৰ মাজতো জীৱনে বিচাৰি পাইছে জীৱনৰ অৰ্থ। ধ্বংসক ধ্বংস কৰি এটা জীৱনে আন এটা জীৱনক প্ৰাণ দিছে। তই মই কিয় জানি বুজিও ধ্বংসৰ স'তে খোজ পেলাম। প্ৰতিবাদ কৰিবলৈ শিক। আবেগিক হৈ নিজক শেষ কৰি লাভ কি? জীয়াই থকা দিন কেইটাত কিবা কৰ— সাহসেৰে। এটা নতুন সুৰ বজা — (নি) বজাচোন বজা (Organ টো তুলি দিয়ে) উজ্জ্বলে বজায়)

নিৰ্দেশনা —

(পংখী সোমাই আহে)

**পংখী :** ইচ্ছা কৰিয়েই মই বজাই থকাৰ মাজতে সোমাই অহা নাই। Organ ৰ ইমান ধুনীয়া সুৰটো মাজতে সোমাই আহি চিঙি নিদিলো। কিবা নতুন সৃষ্টি?

**উজ্জ্বল :** ইমান ধ্বংসৰ মাজত সৃষ্টি পাবা ক'ত?

**পংখী :** মানে। .......ইমান ধ্বংস .....সৃষ্টি। কি বুজাইছা উজ্জ্বল মোৰ। ইয়াততো ধ্বংস নাই। কেৱল সৃষ্টিহে আছে। এইয়া জীৱনৰ ছবি —তোমাৰ Organ ত জীৱনৰ গান। আৰু কি লাগে?

**অনুভৱ :** ইকোঠাটোৰ ভিতৰত কথা কোৱা নাই। উজ্জ্বলে বাহিৰৰ পৃথিৱীৰ কথা কৈছে।

**পংখী :** Oh God! .......You চোৱা, মই বৰ্তমানক গুৰুত্ব দিও। যিটো এই মুহূৰ্তত মই প্ৰত্যক্ষ কৰিছো তাকহে হৃদয়ৰ সমস্ত অনুভৱেৰে অনুভৱ কৰিব বিচাৰো। বাহিৰৰ পৃথিৱীখনৰ কথা এই মুহূৰ্তত ভাবি মনটোক নিৰাশ কৰিম কিয়?

**উজ্জ্বল :** কিন্তু বাহিৰৰ ধুমুহাজাকৰ কোবে তোমাৰ মনটোক

আতংকিত নকৰে নে? ধূলিবোৰ উৰি আহি চকুযোৰ আমনি নকৰে নে? সেই ধূলিবোৰ ছবিৰ নিজৰাৰ পানীবে ধুব পাৰিবনে? সে সুৰেৰে ধুৱাই আঁতৰাব পাৰি?

**পংখী :** মই কিয় আহিছিলো? কিয় আহিছিলো মই ইয়ালৈ? ভাল লাগে। বাহিৰৰ পৃথিৱীখনৰ কথা পাহৰি থাকিব পাৰি— সেইবাবে। ইয়াত আকৌ সেইবোৰ। Absurd ছবিৰ দৰে বুজিব নোৱাৰা কথা — বাহিৰৰ ধুমুহা, ধূলি! Bore.

**অনুভৱ :** আচলতে কি জানা — মই উজ্জ্বলক তাৰ যৌৱনকালৰ যন্ত্ৰণাৰ মাজতে ল'ৰালিৰ ছবিখনৰ কথালৈ উভতি যাবলৈ কৈছিলো। প্ৰথমতে নিজেই ক'লে ছবিখন উপলব্ধি কৰি- ল'ৰালিৰ ছবি আঁকিবলৈ। কিন্তু পিছমুহূৰ্ততে দুৰ ভৱিষ্যতৰ এখন কুৎচিৎ স্কেচ মনলৈ আনি আবেগিক হ'ল — আতংকিত হ'ল।

**পংখী :** ভৱিষ্যতটোক বাদ দিব নোৱাৰো। কিন্তু তাকে ভাবি বৰ্তমানটোকো আমনি নকৰো। আজিৰ বৰ্তমানটো কাইলৈ অতীত হ'ব। সেয়ে অনাগত ভৱিষ্যতৰ ভাবি ভাল লগাকৈ বৰ্তমানটোক সজাই ৰাখিলেহে মানুহ সুখী হ'ব পাৰি।

**উজ্জ্বল :** সুখবোৰ বতাহ নহয় যে বলিলেই আপোনা-আপুনি গা চুই যাব।

**পংখী :** তেনে এজাক বতাহ বলাবলৈ যত্ন নকৰা কিয়?

**উজ্জ্বল :** উৎস বিচাৰি নাপাওঁ। দেহ—মন পুৰি নিয়া এজাক এছিড বতাহ দেশখনত ইমান প্ৰবল বেগেৰে বৈ আছে যে তাক অনুধাৱন কৰিলেই এক বুজাব যন্ত্ৰণাত মনটো উন্মাদ - আতংকিত হৈ উঠে।

**অনুভৱ :** দেশখনৰ কথা কিয় লাগিছে উজ্জ্বল। প্ৰত্যেকে প্ৰত্যেকৰ মুক্তিৰ বাবে যুঁজিলে— যুঁজি মুক্তি পালে অনিশ্চয়তাৰ দিনবোৰ আঁতৰি নাযাব? কথা পাতা। তাক বুজোৱা, জীৱন কি। মই ৰং কিনিবলৈ যাওঁ। Join Photo খন আঁকাৰ কাৰণে।

**পংখী :** ক'ৰ পৰা কি হৈ যায়। যিবোৰ ভাবি ভাল লাগে তাক নাভাবো। কিন্তু যিবোৰ ভাবি কষ্ট পোৱা যায় তাকে ভাবি ভাল লগা মুহূৰ্তবোৰ খেদি পঠিয়াওঁ। এই উজ্জ্বল, শুনিবা মোৰ ল'ৰালিৰ সজীৱ স্মৃতিৰ কথা? এক মিনিট ৰ'বা অনুভৱ দা। শুনা উজ্জ্বল। আশাকৰো মোৰ মন। ৰং সনা কথাবোৰে তোমাৰ মনতো ৰং চটিয়াব। তেতিয়া মই চিলঙত। চিলং —সৰু বৰ অলেখ পাহাৰৰ ঘৰ। পাহাৰবোৰৰ শিৰত শুভ্ৰ বৰফৰ মুকুট। পদূলিৰ ঘাঁহনিত নিয়ৰ লাগি মুকুতাৰ দৰে বগা হৈ পৰিছিল।

তাৰ মাজত এডাল প্ৰামৰ গছ। ঘাঁহনিত অ'ত ত'ত সিঁচৰিত হৈ থাকে কলিজা ৰঙা প্ৰামবোৰ— যেন এনেকুৱা লাগিছিল যে শুভ্ৰ নিয়ৰৰ প্ৰেমাস্পদ কোলাত নিয়ৰৰ শীতল মৰম পাবলৈ আগতে সৰি পৰাৰ বাবে প্ৰতিযোগিতা। হেমিল্টন। মোক শৈশৱৰ লগৰী। দুয়ো প্ৰাম বুটলিছিলো —প্ৰায় প্ৰতিটো পুৱাতে। নিয়ৰ লাগি চুলিবোৰ বগা হৈছিল আমাৰ। শীতত কঁপিছিলো দুয়ো- - সাবটি লৈছিলো ইজনে সিজনক। সি মোক তাৰ উমাল জেকেটটোৰে আবৰি ধৰিছিল। হঠাৎ কেতিয়াবা দৌৰা বৰযুগজাকে দুয়োকো ধুৱাইছিল— আকৌ শীতত কঁপনি-

নিৰ্দেশনা—

তাৰ পিছত দেউতাৰ এচাৰিৰ কোবৰ বিষবোৰ অনুভৱ কৰি গা গৰম কৰিছিলো। Oh God! সেই মিঠা শৈশৱ মোক ওভোটাই দিয়া।

**অনুভৱ :** শৈশৱত মই আজিৰ দৰে নিঃসংগ নাছিলো, সকলো আছিল। মৰমিয়াল মানুহৰ মৰমত মই ডুবি আছিলো। সেই জানটো। আমাৰ ঘৰৰ নিচেই কাষেৰে বৈ যোৱা জানটো। জানৰ পাৰৰ আম গছডালৰ হালি থকা ডালটোৰ ওপৰৰ পৰা পানীৰ বুকুত জপিয়াই পৰিছিলো। লগত আছিল— বটু, উত্তম আৰু কৃষ্ণ। সাঁতুৰি সাঁতুৰি বহু দূৰ পাইছিলো— পানীৰ বুকুৰ শৃংখলাবদ্ধ ঢৌবোৰ ভাঙি খানবান কৰিছিলো। মাজতে কৃষ্ণৰ চুটি গামোছাখন খুলি লৈ পলাইছিলো। সি পাৰলৈ উঠি আহিব নোৱৰা হৈছিল। তাৰ আইতাকে আমাক গালি দিছিল — আওমৰণে মৰাহঁত, মোৰ নাতিটোক নগ্নৰ — নাকটি কৰাৰ ফল অচিৰেই পাবি — তহঁতে কাপোৰৰ কাৰণে হাঁহাকাৰ কৰি মৰিবি। আহ কৃষ্ণ একো নহয় আহ— সৰু হৈ আছ। লাজ কৰিব নালাগে। পিছদিনা ভয় ভয় কৰি মনে মনে কৃষ্ণক মাতো

— কৃষ্ণ, ঐ কৃষ্ণ। আহ্ বৰলৰ টোপ দি বৰশী বাবাগৈ যাওঁ। সিও মনে মনে প্ৰথমতে বৰশীৰ চিপডাল খিৰিকীৰে উলিয়াই দিয়ে। তাৰ পিছত বুঢ়ী আইতাকে গম নোপোবাকৈ ওলাই আহে। সি পিছে এটিও মাছ নাপায়। দুষ্ট বটুই তাৰ বৰশীত মাছ লাগিব ধৰিলেই শিলগুটি দলিয়ায়। তাৰ পিছত আমি ঘৰলৈ ওভটো। চিঞৰি চিঞৰি বুঢ়ী আইতাকক মাতো। আইতা, চাহি, কৃষ্ণই কিমান মাছ আনিছে। বুঢ়ী আহি দেখে কৃষ্ণৰ হাতত এটাও মাছ নাই— আমাৰ হাতত কেইবাটাও মাছ। খঙত লাখুটিডাল দাঙি খেদি আহিবলৈ ওলাওঁতে বুঢ়ী ধুপুচকৈ পৰে। আমি ৰং পাওঁ। প্ৰত্যেকে নিজৰ ভাগৰ পৰা অলপ মাছ দি ঘৰলৈ ওভতো।

**উজ্জ্বল :** কিন্তু আজি জন্ম পোৱা শিশুটিৰ স্মৃতিত ল'ৰালিৰ কি স্মৃতি সজীৱ হৈ থাকিব হা? হত্যা, তেজ, বোমা, ধৰ্ষণ চিলঙৰ প্ৰাম নে জানৰ বুকুত সাঁতোৰা কথা? বৰ্তমান তই মই প্ৰত্যক্ষ কৰা যন্ত্ৰণাতকৈও অধিক সহিব লাগিব সিহঁতে।

**অনুভৱ :** তাতে কি হ'ল? তেনেকৈ সিহঁত অভ্যস্ত হ'ব। ভাবি কি কৰিবি। নিজৰ জীৱনটোৰ কথা ভাব -নিজৰ জীৱনটোৰ। সময় কাৰো বাবে সদায় পোন বাটেদি গতি নকৰে।

**উজ্জ্বল :** জানো আৰু জানো বাবেই, নিজৰ জীৱনটোৰ কথা ভাবো বাবেই জীৱনৰ প্ৰতি ঘৃণাবোৰৰ যন্ত্ৰণাৰ প্ৰতিফলন অনাগত শিশুবোৰৰ জীৱনত প্ৰতিফলিত হৈ মোক আতংকিত কৰিছে।

**অনুভৱ :** বৃদ্ধ হ'লে মানুহৰ মনবোৰ দুৰ্বল হয় আৰু তেতিয়া সমস্যাৰ স'তে যুঁজিবলৈ শক্তি হেৰুৱাই পেলায়। কিন্তু ডেকা মনটোক যদি বুঢ়া কৰি সমুখৰ বাটবোৰ এন্ধাৰ দেখে তেতিয়া কোনে কাক পোহৰৰ বাট দেখুৱাই দিব পাৰে? (যায়)

নিৰ্দেশনা —

(পংখীয়ে উজ্জ্বলৰ কান্ধত হাত থয়)

**পংখী :** উজ্জ্বল।

**উজ্জ্বল :** মই কি কৰো কোৱা?

**পংখী :** মই কি কওঁ। আজিকালি কথা ক'বলৈ ভয় লাগে তোমাক।

**উজ্জ্বল :** জীৱনটো সামৰিবলৈ মন গৈছে।

**পংখী :** তুমি পলাব খুজিছা।

**উজ্জ্বল :** হয়তো খুজিছো— হয়তো খোজা নাই, নাজানো।

**পংখী :** সকলো জানা। তুমি কেঁচুৱা নহয় যে তুমি নিজে কি ভাবি আছা তাক নাজানা। আচলতে কি জানা উজ্জ্বল, আমি সকলো জানিও কেতিয়াবা নিজৰ পৰা পলাব খোজো — যিটো সম্ভৱ নহয়। কিয় পলাব খোজো? আচলতে দায়বদ্ধতাৰ অভাৱ। সমস্যাৰ সতে মুখামুখী হ'বলৈ মনৰ জোৰৰ অভাৱ।

**উজ্জ্বল :** যদি তোমাক মই লগ নাপালোহেঁতেন।

**পংখী :** তেতিয়া তোমাৰ সমস্যাবোৰ নাহিলেহেঁতেন। সুখৰ উভৈনদীত তুমি সাঁতুৰি ফুৰিব পাৰিলাহেঁতেন। কি ভাবি কি কোৱা বুজিব নোৱাৰো উজ্জ্বল।

**উজ্জ্বল :** তেতিয়া অনিশ্চয়তাৰ যন্ত্ৰণাত ডুবি থাকিব নালাগিলহেঁতেন।

**পংখী :** এই কেঁচুৱা! যন্ত্ৰণা নাথাকিলে জীৱনৰ মাদকতা ক'ত? জীৱনটোক জীয়াই ৰাখিবলৈ সাহস গোটাম ক'ৰ পৰা? আৰু প্ৰেম! তুমিয়েই দেখোন কৈছিলা, 'প্ৰেম দুখন হৃদয়ৰ সুখ কিম্বা দুখৰ চুক্তিপত্ৰ।'

**উজ্জ্বল :** যেতিয়া প্ৰেমে সেউজীয়া গঁজালি মেলি, হৃদয় আবেগেৰে ওপচাই তোলে তেতিয়াই হৃদয়ে প্ৰসৱ কৰে কোমল মমতাময়ী শব্দ।

**পংখী :** আৰু যেতিয়া সেউজীয়া গঁজালিটো গছ হৈ, বুঢ়া হৈ ডাল পাতবোৰ সৰি পৰে তেতিয়াই হৃদয়ে প্ৰসৱ কৰে আমনি, বিৰক্তি আৰু হতাশা কঢ়িয়াই অনা কিছুমান শুনি ভাল নলগা শব্দ।

**উজ্জ্বল :** তেন্তে মই কৰো কি? কিমান আৰু ধেমালি কৰিম জীৱনটোত।

**পংখী :** ধেমালি নকৰি কৰিবা কি? মই ভাবো জীৱনটোক ধেমালি হিচাপেই লোৱা ভাল। সমস্যাবোৰ সহজ হৈ থাকে। যিমানে Serious হ'বা — তিমানেই সৰু সমস্যাবোৰ উন্মাদ হৈ আক্ৰমণ কৰিব।

**উজ্জ্বল :** যদি মৰি থাকো — আত্মহত্যা কৰো।

**পংখী :** তেতিয়াটো মুক্তি পালা। পৰাজয় বৰণ কৰি লাভ কৰা মুক্তি। আৰু তেনে মুক্তি কেৱল কাপুৰুষয়েহে বাঞ্ছা কৰে? তুমিটো পুৰুষ। দেহৰ প্ৰতিটো অংগই কৰ্মঠ। এটা পুৰঠ মগজু আছে। জীৱনক যুজিব পৰা ক্ষমতা তোমাৰ এতিয়াও আছে— মাথো যুঁজি থাকিবলৈ সাহস গোটোৱা। তোমাৰটো সকলো আছে, মা-দেউতা সকলো। কিন্তু মোৰ? মোৰ কোন আছে। কেৱল তুমি—তোমাৰ প্ৰেম। যি মোৰ জীয়াই থকাৰ সাহস। তুমি পলাবলৈ যত্ন নকৰিবা উজ্জ্বল। Please.

নিৰ্দেশনা —

**পংখী :** তেনেকৈ কি চাইছা উজ্জ্বল? জীৱন — জীৱন মানেই সংগ্ৰাম। নিজৰ লগতে জীৱনৰ দায়িত্ব লৈ জীয়াই থাকিবলৈ সংগ্ৰাম কৰিবই লাগিব। সংগ্ৰাম নকৰিলে থাকিব পাৰিবা জানো? উজ্জ্বল, সংগ্ৰাম কৰিবলৈ জীয়াই থকাৰ প্ৰত্যাহ্বান গ্ৰহণ নকৰিলে চলিব? আশাবোৰ সজীৱ কৰা উজ্জ্বল। নিঃশেষ নকৰিবা— আবেগ ইচ্ছাবোৰক। তুমি ল'ৰা মানুহটো হৈ ইমান হতাশ হ'লে মইয়ো বেয়া ধৰণে ভাঙি পৰো। মই জানো তোমাক কিবা কৰাৰ তাগিদা দিলে তুমি বেয়া পোৱা। কিন্তু মইতো ক'মেই। তুমি দুঃখ পালেও মই ক'ম। এই, মোৰ সমস্ত তোমাৰ বাবেই নহয় জানো? আশা — সপোন-মন - শৰীৰ?

মোৰ প্ৰেমৰ উত্তাল ৰাগৰ
তুমি উজ্জ্বল—
ছন্দোময় সুৰ
মোৰ হিয়াত তোমাৰ প্ৰেমৰ আঁচোৰ
জুৰিৰ দৰে বৈ থাকে মোৰ বুকুত
তোমাৰ মমতাৰ সেউজীয়া সুৰ
উজ্জ্বল— এনেকৈ থাকিলে ভাল লাগে।

**উজ্জ্বল :** জীয়াই থকাৰ ইচ্ছাকন শেষ হৈ আহিছে। কেতিয়াবা কিজানি চুউচাইড্ কৰি দিওঁ।

**পংখী :** এই .......নাই ! নাই!।

**নিৰ্দেশনা :** (পংখীয়ে খণ্ডত ৰং, তুলিকা, ছবি আঁচুৰিবলৈ ধৰে। অনুভৱ সোমাই আহে)

**অনুভৱ :** হাৰে হাৰে কি কৰিছ তহঁত দুটাই? হাৰে —মোৰ ছবিবোৰ —ৰংবোৰ। ইমান কষ্ট কৰি অঁকা ছবিবোৰ ফালি পেলালা?

**উজ্জ্বল :** এনেয়ে ধেমালি কৰি কিবা এটা কৈছিলো....

**পংখী :** ধেমালি কৰি কিবা এটা কৈছিলো। মই ধেমালি নুবুজো নেকি? সদায় সদায় চুইচাইড্ কৰাৰ কথা ক'লে কোনে সহ্য কৰিব?

**অনুভৱ :** অ' সেইটো কথা ।হিন্দী ছবিৰ ফৰ্মুলাৰ দৰে। প্ৰেমিক -প্ৰেমিকাৰ মনৰ জোৰ জোখা শব্দ। কিন্তু মোৰ ৰংবোৰ - -তুলিকা কেইডাল — আঁকি সম্পূৰ্ণ কৰা ছবি কেইখন।

**পংখী :** Sorry অনুভৱ দা। মই তুলি দিছো।

**অনুভৱ :** কিন্তু তুমি ফালি পেলোৱা ছবিবোৰ কোনে জোৰা লগাই দিব?

**পংখী :** মোক মাফ কৰি দিবা—মোৰ ভুল হৈছিল। আচলতে কি জানা— মনটো একদম ঠিক নাথাকে। কিয় ঠিক নাথাকে নুসুধিব। কিন্তু ঠিক নাথাকে। জোৰ কৰি ৰংবোৰ সাৱটি ৰাখো। জোৰ কৰি সজীৱ কৰি ৰখা ৰংবোৰ যদি কোনোবাই মচি দিব খোজে তেতিয়া মনটোৱে ভাৰসাম্য হেৰুৱাই পেলায়। ই উজ্জ্বলে তাক বুজি নাপায়। ভাবে পৃথিৱীত তেওঁৰ বাহিৰে আন সকলো সুখী।

**উজ্জ্বল :** আকৌ মেঘ দৌৰিছে। হয়তো অলপ পৰ পিছতে বৰষুণ নামিব। তাৰ পিছত ধুমুহা-তাণ্ডৱ।

**অনুভৱ :** শেষত ছবিবোৰ ফালিব— ৰংবোৰ চিটিকি পৰিব। বাদ দিয়া—সকলো ঠিক হৈ যাব। এই, জীৱন যুঁজ। হৰা জিকা থাকিবই—যুঁজি যোৱা। এটা সাধু শুনা—এখন গাঁও —নাম শান্তিপুৰ। খেতি নিভৰশীল মানুহবোৰৰ মাজত হৃদয় নামৰ এজন খেতিয়ক আছিল। দুৰ্ভগীয়া হৃদয়ৰ এজন ভায়েক। অতি মৰমৰ ভায়েকজনক কপালৰ ঘাম মাটিত পেলাই হাল বাই বাই পঢ়ুৱাইছিল চহৰত। হৃদয়ৰ বিয়া হৈ গ'ল। এটি ল'ৰা সন্তানৰ বাপেকী হ'ল। শিশুটিয়ে পৃথিৱীৰ প্ৰথম পোহৰ দেখাৰ কেই ঘন্টামান পিছতে হৃদয়ৰ মাক ঢুকাল। মাউৰা ল'ৰাটোক লৈ হৃদয়ৰ আলৈ অথানি নোহোৱা হ'ল। পথাৰলৈ হাল বাবলৈ যাব নে ল'ৰাটোক চাব। এনেকৈ সময় বাগৰিল। হৃদয়ে শেষত একো উপায় নেদেখি একমাত্ৰ ভায়েক কৰুণাক বিয়া পাতি দিলে। এজনী ন-বোৱাৰী আহিল ঘৰখনলৈ। দিন

বাগবাত হৃদয়ৰ কেঁচুবাটো ভুলালে যাব পৰা হ'ল। ক্লাচ V ক্লাচ VI ....এনেকৈ নৰমমান পালে। খেতিয়ক মানুহ হৃদয়ৰ দেহ লাহে লাহে দুৰ্বল হৈ আহিল। খেতি পথাৰলৈ যাব নোৱৰা হ'ল। তেতিয়াই আৰম্ভ হ'ল খুড়ীমাকৰ মিঠা মাতৰ আখৰা। প্ৰথমতে --পঢ়ি শুনি কি লাভ? পথাৰলৈ যাব লাগে। তাৰ পিছত দমৰা গৰুৰ দৰে এনেকৈ বহুবাই খুৱাব নোৱাৰে। মনত জেদ লৈ হৃদয়ৰ ল'ৰাই খুড়ীমাকৰ বেয়া মাত আওকাণ কৰি খৈ পঢ়ি গ'ল-- কেৱল পঢ়ি গ'ল। এদিন হঠাৎ হৃদয় নামৰ খেতিয়কজন ঢুকাল। দেউতাকো মৰাৰ পিছত ল'ৰাজনৰ অৱস্থা আৰু বেয়াৰফালে আহিল, তাৰ প্ৰতি অন্তৰ নথকা সহানুভূতি নথকা ঘৰখনত সি কিহৰ তাড়নাত থাকিব। এদিন খুড়ীমাকক ক'লে --খুড়ীমা, কাইলৈ মই যামগৈ। ভাবিছিলো মেট্ৰিকটো এইখন ঘৰতে থাকি পাছ কৰো। তুমিটো সেইকণ সুবিধা নিদিলাই। তোমাৰ ল'ৰা দুটাক আৰু বেছি মৰম কৰিবা। সিহঁত নিজৰ। খুড়া আহিলে ক'বা -- অনুভৱ গ'লগৈ (নিৰ্দেশনা) (Change) সেইজনেই এইজন অনুভৱ। ছবি আঁকি ভাল পোৱা অনুভৱ। যুদ্ধলৈ ওলাই আহিছিলো। অস্ত্ৰ হিচাবে আছিল এডাল তুলিকা। ইয়াকে কয় জীৱন যুঁজ। সেয়ে শৈশবৰ দুখৰ অধ্যায়টো মনৰ পৰা মচি দি ভাল লগাখিনি স্মৃতিত সজীৱ কৰি ৰাখিছো। অৰ্গেনটো দে।

(নিৰ্দেশনা)

**অনুভৱ :** Organ টো বজায়

We shall over come
We shall over come
We shall over come some day
Oh deep in my heart
I do believe
That we shall over come some day.

**পংখী :** অনুভৱ দা। তুমি বজাইছানে?

**অনুভৱ :** (A/D) মই বজোৱা নাই। মোৰ আশাবাদী মনটোৱে।

**পংখী :** আচৰিত!

**অনুভৱ :** আচৰিত হ'বলৈ একো নাই। উজ্বলেও ভাল ছবি আঁকে।

নিৰ্দেশনা--

(এজনী সৰু ছোৱালীক কোনোবাই যেন বাহিৰৰ পৰা গাঁতা মাৰি দিছে, তেনেকুৱাতেই সোমাই আহে ৭/৮ বছৰীয়া বৰষা। পিছে পিছে সোমাই আহে হিমন্ত সোমাই আহিয়েই দুৱাৰখন বন্ধ কৰি লয়।)

**হিমন্ত :** এনেকৈ হঠাৎ সোমাই অহা বাবে বেয়া নেপাব। ঘৰৰ মালিক কোন?

নিৰ্দেশনা--

**অনুভৱ :** বহি লওঁকচোন।

**হিমন্ত :** বহিবলৈ সময় নাই। মই জানিব বিচাৰিছো ঘৰৰ মালিক কোন?

**উজ্বল :** আপুনি নহয় নেকি?

**হিমন্ত :** মানে?

**উজ্বল :** যিটো ভাবত সোমাই আহিয়েই দুৱাৰ বন্ধ কৰি দিলে মইতো প্ৰথমতে আপোনাকে মালিক বুলি ভাবিছিলো। অচিনাকি আলহীৰ এনেকুৱা ব্যৱহাৰ প্ৰথম দেখিলো। ইয়াত মালিক নাই। এইটো ভাড়াঘৰ। ই-ইয়াত ভাড়া কৰি থাকে অনুভৱ। মই উজ্বল আৰু এওঁ মোৰ প্ৰেমিকা পংখী। মালিক ইয়াৰ পৰা এক কিঃ মিঃ দূৰত থাকে। নাম পবিত্ৰ বৰুৱা। এতিয়া যাওঁক। ভুল কৰি ইয়াত সোমাইছে।

**হিমন্ত :** আপুনি ইমান গৰম দেখুৱাইছে কিয়?

**উজ্বল :** আপুনি যে ভদ্ৰ নহয় সেইবাবে। ক'ৰ মানুহহে আপুনি উগ্ৰপন্থীৰ দৰে সোমাই আহিবলৈ। মগজু ঠিক আছেনে নাই? এইজনী যে কান্দি আছে দেখিছেনে নাই? এ ভন্টী তোমাৰ দেউতাৰা পাগল নেকি?

**বৰষা :** এখেত মোৰ দেউতা নহয়।

**উজ্বল :** কোন তেনেহ'লে?

**বৰষা :** একো নহয়। মই চিনি নাপাওঁ।

**পংখী :** এক মিনিট।..........

নিৰ্দেশনা --

(পংখীয়ে চকীখন আগবঢ়াই হিমন্তক বহিবলৈ দিয়ে)

**পংখী :** আপোনাৰ নাম? অহাৰ উদ্দেশ্য?

**হিমন্ত :** হিমন্ত?

**অনুভৱ :** আৰু এটা নাম?

**হিমন্ত :** মানে?

**অনুভৱ :** ওৰফে কি?

**পংখী :** Please অনুভৱদা। আপুনি অহাৰ উদ্দেশ্য?

**হিমন্ত :** এই ছোৱালীজনীক অলপ সময়ৰ বাবে ইয়াত ৰাখিব লাগে। আমি আহি পিছত লৈ যাম।

**পংখী :** আমি মানে?

নিৰ্দেশনা—

(অনুভৱ আৰু উজ্বলে কিবা কথা পাতে)

**হিমন্ত :** মোৰ লগত আৰু আছে।

**পংখী :** ভিতৰলৈ মাতক। বাহিৰত বিপদ নহ'ব?

**উজ্বল :** দয়া কৰি আপুনি ক'বনে- কোনবিধ গছৰ বীজ?

**হিমন্ত :** চাওক, আপুনি প্ৰয়োজনতকৈ বেছি কথা কৈছে।

**উজ্বল :** প্ৰয়োজনতকৈ বেছি টকা লাগে বাবে এই ছোৱালীজনী উঠাই অনা নাই জানো? আৰু আপোনাক ইয়াৰ পৰা ওলাই যাবলৈ দিয়াৰ প্ৰয়োজন অনুভৱ কৰিলেঁহে দুৱাৰ খুলি দিয়া হ'ব।

**হিমন্ত :** জীৱনৰ প্ৰতি মমতা নাই যেন পাইছো।

**উজ্বল :** জীৱনৰ প্ৰতি ...(নিৰ্দেশনা)

**পংখী :** উজ্বল Please

**অনুভৱ :** পংখী ৰ'বা। কি নাম ক'লে আপোনাৰ — উ হিমন্ত। উপাধিটো?

**হিমন্ত :** ফুকন।

**অনুভৱ :** বেচ। সাহসী বুলিয়েই গম পাই গ'লো। লাচিত বৰফুকন--হিমন্ত ফুকন। মই বুজি পাইছো আপুনি এই মৰমলগা ছোৱালীজনীক উঠাই আনিছে। ৰ'ব দেই।

নিৰ্দেশনা—

তোমাৰ নাম?

**বৰষা :** বৰষা বৰুৱা। (কান্দি)

**অনুভৱ :** নাকান্দিবা। তোমাক একো নকৰে।

**বৰষা :** মোক মাৰ কাষলৈ লৈ বলক। মোক মাৰ......(কান্দি দিয়ে)

**অনুভৱ :** মই কথা দিছো তোমাক মাৰ কাষত থৈ আহিম। নাকান্দিবা। পানী খাবা?

**বৰষা :** নাখাওঁ। মোক ভাইটিৰ কাষত....

**অনুভৱ :** পংখী (নিৰ্দেশনা)

আচলতে কি জানে....

**হিমন্ত :** একো জানিবলৈ নাই। মোৰ কথা হৈছে ছোৱালীজনীক ৰাখক। আধাঘন্টাৰ ভিতৰত লৈ যাম। মাত্ৰ জানি থওক তাই যাতে ওলাই নাযায়। তাইৰ স'তে বেছি কথা নাপাতিব। আন মানুহ আহিলে লুকাই ৰাখিব।

**উজ্বল :** কিমান Percent দিব?

**হিমন্ত :** মানে?

**উজ্বল :** সহজ কথা। এই ছোৱালীজনীক পণবন্দী কৰি আপুনি অতি কমেও পাঁচ লাখ টকা পাব। এই পাঁচ লাখৰ কিমান শতাংশ আমি পাম?

**হিমন্ত :** সাহস দেখিছো কম নহয়।

**উজ্বল :** আপোনালোকৰ কাপুৰুষালীখিনিয়ে এতিয়া সাধাৰণ মানুহখিনিক সাহসী কৰি তুলিছে। সেয়ে এতিয়া সাধাৰণ মানুহখিনিয়ে ভয়ত পেঁপুৱা নালাগি আপোনালোকক প্ৰত্যাক্ষ কৰে— প্ৰহাৰেৰে নতুবা কথাৰে —যুক্তিৰে।

**হিমন্ত :** সহজতে পিষ্টল টোঁৱাই কথা ক'বলৈ দিগদাৰি পাওঁ। আশাকৰো আপুনি মোক নিৰ্দয় হ'বলৈ বাধ্য নকৰাব।

**অনুভৱ :** (নিৰ্দেশনা) নালাগে। নিৰ্দয় হ'বলৈ নালাগে। কি জানে--ক্ষোভ। ঘৃণা। জীৱনৰ প্ৰতি মমতাহীনতাই কেতিয়াবা কেতিয়াবা ভিতৰৰ মানুহজনক বিস্ফোৰিত হ'বলৈ.......থাকক। আমি বিস্ফোৰিত হ'লে বেয়া দেখি। কাৰণ আপোনালোকতকৈ আমি ধৈৰ্যশীল। এই কাৰণেই নিজকে ধৈৰ্যশীল বুলি কৈছো, মই ছবি আঁকো, উজ্বলে বজায়, গীতৰ সুৰ কৰে আৰু এওঁ সৃষ্টিশীল কামবোৰত উৎসাহ যোগায়। আমাৰ পৰিচয় পালে। এতিয়া আপোনাৰ কথা কওঁক।

**হিমন্ত :** কথা পাতিবলৈ মোৰ সময় নাই। পিছত কথা পাতিম-এতিয়া আহো।

**পংখী :** আপুনি ওলাইগৈ উভতি অহাৰ সুযোগটো নাপাবও পাৰে।

**হিমন্ত :** কিয়?

**পংখী :** আপুনি ওলাই যোৱাৰ লগে লগে আমি যদি পুলিচক খবৰ দিওঁ তেতিয়া?

হিমন্ত : আশাকৰো তেনেকুৱা কাম আপোনালোকে নকৰে।

পংখী : নকৰো— যদিহে আপুনি আমাৰ স'তে ভালদৰে কথা পাতে। ডাঙৰীয়া, দৌৰাদৌৰি কৰি কোনো কামেই সফলভাৱে কৰিব নোৱাৰি। ভুল ক'লো?

হিমন্ত : নাই কোৱা, কিন্তু আপোনালোকে মোক সহায় নকৰি ব্যতিব্যস্ত কৰিছে কিয়? মোৰ পৰা কি জানিব বিচাৰিছে?

অনুভৱ : ছবি এখন সম্পূৰ্ণ কৰিবলৈ সময় লাগে। ৰং মিলাই মিলাই বহু সময় যুঁজাৰ পিছতহে সম্পূৰ্ণ ছবি এখন মানুহৰ চকুত ধৰা দিয়ে।

হিমন্ত : কিন্তু আমাৰ ছবিখন আপোনাৰ তুলিকাৰে আঁকিব নোৱাৰি।

উজ্জ্বল : কিহেৰে আঁকিব পাৰি টকাৰে-কলিজাৰ তেজেৰে, শিশুৰ অপহৰণেৰে — নে অনুভূতিহীন পিষ্টলটোৰে।

হিমন্ত : অ' পিষ্টলেৰে .....(নিৰ্দেশনা)

(পিষ্টল উলিয়াই উজ্জ্বলক গুলিয়াবলৈ উদ্যম হয়। ৰবযাই হাতজোৰ কৰে। নীৰৱতা)

পংখী : এয়াই বিপ্লৱ। পৰিৱৰ্তনৰ বাবে বিপ্লৱ। পিষ্টলেৰে পৰিৱৰ্তন অনাৰ বৃথা প্ৰয়াস। জীৱনৰ মূল্য বিচাৰি জীৱন কাঢ়ি লোৱাৰ কি অদ্ভুত প্ৰতিযোগিতা।

উজ্জ্বল : মৰা মানুহক পিষ্টলটোৱাই কথা নক'ব। কিমান আৰু দেশখন কুৰি কুৰি খায়। এই শিশুবোৰক অপহৰণ কৰাৰ অধিকাৰ বিপ্লৱৰ কোনখন সংবিধানত লিখা আছে?

হিমন্ত : যদি আপুনি অভাৱৰ যন্ত্ৰণাত ককবকাই থাকে? আপুনি লাভ কৰা শিক্ষাখিনি যদি অৰ্থহীন হৈ পৰে? দুৰ্নীতিৰে কোনোবাই কোটি কোটি টকা লুটি থাকে আপুনি ভাত কাপোৰৰ চিন্তাত দিন নিয়াব লাগে তেতিয়া আপুনি কি পৰিৱৰ্তন নিবিচাৰিব?

উজ্জ্বল : মোৰ প্ৰশ্ন আছিল, এই সৰলমনা ছোৱালীজনীক অপহৰণ কৰা অধিকাৰ কোনখন সংবিধানত আছে?

হিমন্ত : উল্টা-পুল্টা প্ৰশ্ন কৰি মোক অতিষ্ঠ নকৰিব।

পংখী : উল্টা পুল্টা প্ৰশ্ন মানে? আপুনি কি ক'ব খুজিছে ডাঙৰীয়া? এই ছোৱালীজনীৰ স'তে আপুনি ইয়ালৈ সোমাই অহাৰ আগেয়ে আমি শান্তিৰে জীৱনৰ কথা পাতি আছিলো। হঠাৎ ধুমুহাৰ দৰে সোমাই আহি ক'লে এইজনীক বান্ধিব লাগে। এইটো এটা কথা হ'ব পাৰে? আপুনি ওলাই যোৱাৰ পিছত যদি পুলিচে ঘৰটো ঘেৰি পেলায়? কাৰ যন্ত্ৰণা বেছি হ'ব? যদি গুলিবৰ্ষণ হয়? ওলাই গৈয়ে আপুনি আত্মগোপন কৰিব। যিটো আপোনালোকৰ অভ্যাস। কিন্তু আমি? অনুভৱদাৰ তুলিকা, উজ্জ্বলৰ অৰ্গেনটোৱে পুলিচ মিলিটাৰীক কেনেকৈ প্ৰত্যুত্তৰ দিব। এবাৰলৈ ভাবি চাওঁকচোন।

হিমন্ত : ইমান ভাবিলে মুক্তি পোৱা সম্ভৱ নহয়।

পংখী : মুক্তিৰ সংজ্ঞা জানেনে?

হিমন্ত : এজনী ছোৱালীৰ মুখত মুক্তিৰ সংজ্ঞা শুনিব নোখোজো।

পংখী : ল'ৰা নে ছোৱালী সেইটো কথা নহয় ডাঙৰীয়া। নজনা কথা জানিবলৈ লাজ নলাগটো ডাঙৰ কথা। চাওঁক, আপোনালোকে মানুহৰ লগত, মানুহৰ কাষত নাথাকে। যুক্তিৰে কথা পাতিবলৈ ইচ্ছা নকৰে। নিজেও আগবাঢ়ি নাহে, আনে আগবাঢ়ি গ'লেও খং কৰে— আঁতৰি থাকে। জংঘলত থাকি চিজনৰ জন্তুৰ দৰে নামি আহি কেইটামান অপাৰেচন কৰিলে পৰিৱৰ্তন আহিবনে?

অনুভৱ : যন্ত্ৰণাৰ পৰা আমাৰ জীৱনবোৰো মুক্তি নহয়। কিন্তু নিজৰ যন্ত্ৰণাৰ মুক্তিৰ নিমিত্তে আনক যন্ত্ৰণা দিয়া নাই।

উজ্জ্বল : পঢ়িব লাগিব— বুজিব লাগিব। এনেকৈ নহয়। পৃথিৱীৰ মহান বিপ্লৱৰ কথা জানিবলৈ প্ৰথমতে কিতাপৰ সহায় লওঁক। তাৰ পিছত প্ৰয়োজন হ'লেহে সেইটো হাতত তুলি ল'ব।

নিৰ্দেশনা

(দুৱাৰত টোকৰ। হিমন্তই পিষ্টল উলিয়াব)

হিমন্ত : দুৱাৰ নুখুলিব।

অনুভৱ : যদি ভাঙি দিয়ে?

হিমন্ত : পিছফালৰ দুৱাৰ কোনখন?

অনুভৱ : এটাই কোঠা, এখন দুৱাৰ।

হিমন্ত : তেন্তে কি কৰো?

উজ্জ্বল : দুৱাৰখন খুলি দিওঁ। (নিৰ্দেশনা)

হিমন্ত : পাগল হৈছে নেকি?

(নিৰ্দেশনা : ৰবযাই দুৱাৰৰ কাষলৈ দৌৰে)

হিমন্ত : এই গুলী কৰি দিম.....

নিৰ্দেশনা—

বাহিৰৰ পৰা

হেৰি দুৱাৰখন খোলকচোন। মোৰ বৰ বিপদ।

পংখী : বাইকী মানুহ।

ৰবৰা : মা (চিঞৰি)

হিমন্ত : (মুখত সোপা দি ) চুপ।

পংখী : আপুনি আমাক বৰ বিপদত পেলালে। একো নহয় দুৱাৰখন খোলো— পৰিস্থিতি আমি চম্ভালি লম।

হিমন্ত : তেন্তে মই কি কৰো?

উজ্জ্বল : চক্ৰবেহুত সোমাইছে উপায় নাই। হয় পিষ্টল টোৱাই দুৱাৰত বৈ থাকক নতুবা বিচনাৰ তলত সোমাওক।

হিমন্ত : এইজনী।

নিৰ্দেশনা—

(ছোৱালীজনীক লগত লৈ বিচনাৰ তলত সোমায়। বিচনাৰ তলত 'নিচিঞৰিবি — গুলী কৰি দিম')

হিমন্ত : উহ।

(অনুভৱে দুৱাৰ খোলে। বাহিৰত— প্ৰফুল্ল দাসৰ ঘৰ এইটো নে? )

অনুভৱ : নহয়। অলপ আগত। ইয়াৰ পৰা অৰ্থাৎ এইটো যদি এক নং ঘৰ বুলি লয় তেন্তে সাত নং ঘৰটো। ভাল।

নিৰ্দেশনা—

(অনুভৱে দুৱাৰখন বন্ধ কৰি দিয়ে)

উজ্জ্বল : ফুকন —ওলাই আহক।

হিমন্ত : উহ ৰক্ষা।

উজ্জ্বল : কি ক'লে?

হিমন্ত : একো কোৱা নাই।

উজ্জ্বল : আপুনি বিচনাৰ তলত কিয় সোমাইছিল? ভয়তে?

হিমন্ত : ভয়। মই ভয় কৰা বুলি আপোনাক কোনে ক'লে?

উজ্জ্বল : ক'ব নালাগে। এন্দুৰৰ দৰে বিচনাৰ তলত কোনো সাহসী মানুহ নোসোমায়।

অনুভৱ : ফুকন। এটা কথা সোধো— আপুনি আপোনাৰ নিজৰ জীৱনটোক ভাল পায়নে?

হিমন্ত : নাজানো।

অনুভৱ : জনা উচিত। কাৰণ নিজৰ জীৱনটোক ভাল পালেহে আনৰ জীৱনৰ কথা উপলব্ধি কৰিব পাৰি। পিষ্টলৰ গুলীটোৰ অনুভৱ ক্ষমতা নাই— কিন্তু আপুনি কৰিব পাৰিব লাগিব সেই গুলীটোৱে বিন্ধা বুকুখনৰ কষ্টদায়ক যন্ত্ৰণা অথবা গুলীটোৱে উপহাৰ দিয়া মৃত্যু কিমান নিৰ্দয় কিমান বেদনাদায়ক?

হিমন্ত : আপোনালোকে মোৰ মূল্যবান সময় বৰবাদ কৰিছে। মাত্ৰ আধাঘন্টাৰ বাবে ছোৱালীজনীক ৰখাৰ বাবে দায়িত্ব ল'বলৈ আপোনালোকে মান্তি হোৱা নাই কিয়?

পংখী : আপোনাক আমি কোৱা নাছিলো যে এইজনী ছোৱালী অপহৰণ কৰি ইয়ালৈ লৈ আহিব। এটা ডাণ্ডৰ অপাৰেচন কৰি আহি ধুমুহাৰ দৰে ইয়াত প্ৰবেশ কৰিছে। ইয়াতকৈ ডাঙৰ কথা ছোৱালীজনীক ৰখাৰ দায়িত্ব দিছে আমাক। কথা দিছো। আটাইকেইজনৰ হৈ মই দায়িত্ব লৈছো। ছোৱালীজনীক আমি ৰাখিম। তাৰ আগতে আপুনি ক'ব লাগিব ছোৱালীজনীয়ে কি দোষ কৰিছিল-যে তাইক কিড্‌নেপ কৰিব লগা হ'ল।

হিমন্ত : তাইৰ দেউতাক চাকৰিৰ দালাল, ক'লা ব্যৱসায়ী।

পংখী : দেউতাকক উঠাই আনিব লাগিছিল, তেতিয়াহে আপুনি বা আপোনাৰ সংগঠন লাভবান হ'লহেঁতেন।

হিমন্ত : দেউতাকক আনিলে আমাৰ বিচৰাখিনি কোনে দিব?

পংখী : কিমান টকা বিচাৰিছে?

হিমন্ত : ইমান ভিতৰত সোমাব নালাগে।

পংখী : নিজৰ বুলি ভাবকচোন।

হিমন্ত : দহ লাখ।

পংখী : দহ লাখ পালে ছোৱালীজনীক মুক্তি দিব?

হিমন্ত : নিশ্চয় দিম।

পংখী : আৰু যদি নিদিয়ে ছোৱালীজনীক মাৰি পেলাব?

হিমন্ত : সময়ত দেখা যাব।

পংখী : যদি নিজৰ কাৰণে এইবোৰ কৰিছে তেন্তে সেইটো কাপুৰুষালীহে আৰু যদি দেশৰ কাৰণে কৰিছে তেন্তে লাইট পোষ্টত ওলোমাই আপোনাক.....। যদি দহ লাখ টকা দি ছোৱালীজনীক মোকোলাই নিয়ে এই মানুহজনক তেতিয়া দালালি— ক'লা ব্যৱসায়ী নকৰা মানুহ বুলি গণ্য

কৰিব নেকি? নে আৰু বিশ কোটি টকাৰ দালালি কৰিবলৈ উচতাই দিব? যদি সাহস আছে— যদি সঁচাই সমাজৰ পৰিবৰ্তন বিচাৰে তেনে মানুহবোৰক মৃত্যুদণ্ড দিয়ক।

**পংখী :** পিপা উভালি পেলাওক। আৰু যদি নোৱাৰে হাতত থকা সেইটো দলিয়াই দি, দুমুঠি চাউল যোগাৰ কৰাৰ কাৰণে মানুহৰ কামত লাগি যাওঁক। কষ্ট কৰি, কাম কৰি প্ৰথমতে নিজৰ ঘৰখন মুক্ত কৰক। তাৰ পিছত দেশৰ মুক্তিৰ কথা—কিন্তু এনেকৈ নিৰ্দোষ শিশু কিছুমানক মানসিক শান্তি দি নহয়। (নিৰ্দেশনা)

**অনুভৱ :** নিজৰ ভিতৰত জন্ম দিয়ক বিপ্লৱৰ। আত্মগোপন কৰি থাকি মানুহৰ মুক্তিৰ কাৰণে বিপ্লৱ অসম্ভৱ। প্ৰতিজন মানুহক অনুভৱেৰে জোকাৰি দিব লাগিব—বিপ্লৱৰ বাবে। তেতিয়াহে জন জাগৰণ হ'ব— তেতিয়াহে পৰিবৰ্তন হ'ব।

**উজ্জ্বল :** যেতিয়া গম পাব আপোনালোকৰ বিপ্লৱৰ মন্ত্ৰই প্ৰতিজন মানুহৰ হৃদয় জোকাৰি দিবলৈ সক্ষম হৈছে তেতিয়া জানিব যে বিপ্লৱৰ প্ৰয়োজন।

**পংখী :** এই মুহূৰ্তত আপুনি আপোনাৰ ল'ৰালীৰ কথা ভাবক। অনুধাৱন কৰক আপোনাৰ শিশু কালটো কিমান স্মৃতিৰে ভৰি আছে। বকুল বোটলা কথা, চুৰি কৰি আম খোৱাৰ কথা, সমনীয়াৰ স'তে জপিয়াই জপিয়াই স্কুললৈ যোৱাৰ কথা। Please এই শিশুবোৰকো এনেকৈ ডাঙৰ হ'বলৈ দিয়ক। ল'ৰালিৰ স্মৃতিত যাতে পিষ্টল, অপহৰণৰ ছবি ভীৰ কৰি থকাৰ পৰিবৰ্তে মিঠা সতেজ স্মৃতি ভৰি থাকে তাৰ ব্যৱস্থা কৰিব নোৱাৰিনে? আমি আপোনাক সহায় কৰিম। বাইজেও আকোঁৱালী ল'ব তেতিয়া। কওঁক আমাৰ দৰে যন্ত্ৰণাৰ স'তে যুঁজ দিব?

**উজ্জ্বল :** আৰু যদি নিৰ্দিষ্ট সংগঠনৰ নাম লৈ ব্যক্তিগত স্বাৰ্থৰ বাবে তেনে কামত লিপ্ত হৈছে তেতিয়াও কওঁক। এইখন কাঠগড়া নহয় যে আপোনাক শাস্তি দিয়া হ'ব?

**হিমন্ত :** অঃ অঃ অঃ মই ভুৱা বিপ্লৱী—ভণ্ড। পেটৰ ভোকত কক্‌বকাই থাকি সহ্য নোহোৱাত মই ধনী হোৱাৰ সপোন দেখিছিলো। ফটা ব্লাউজেৰে পিঠি দেখা তিনিজনী ভন্টী--বাইদেউক ধুমধামেৰে বিয়া দিয়াৰ সপোন দেখিছিলো। ভাইটিক টকা ঘোচ দি এচ. চি. এচ. বিয়য়া কৰাৰ কথা ভাবিছিলো। (Change] ঘৰৰ অভাৱ দূৰ কৰাৰ কাৰণে নিজৰ কিড্‌নী বিক্ৰী কৰিবলৈ গৈ তিনিবাৰ ব্যৰ্থ হৈছিলো।

**হিমন্ত :** M. A. জানে—M.A. চাকৰি নাই মোৰ বাবে। বহুবাৰ তেজ বিক্ৰী কৰিছো। বহুবাৰ। দেউতাৰ কেন্সাৰ।

নিৰ্দেশনা—

(হিমন্তই উন্মাদৰ দৰে কান্দিব ধৰে)

(বৰষা কাষলৈ আহে)

**বৰষা :** Uncle নাকান্দিবা। মই দেউতাক ক'ম Uncle ক টকা দিয়া। Uncle ভাল মানুহ। ব'লা Uncle আমাৰ ঘৰলৈ যাওঁ।

**পংখী :** যাওঁক, হিমন্ত। জীৱনত ভুল হয়েই। একেই ভুলৰ যাতে পুনৰাবৃত্তি নহয় তালৈহে লক্ষ্য ৰাখিব লাগে।

**উজ্জ্বল :** আপোনাৰ আৰু মোৰ যন্ত্ৰণা একেই। আগতে লগ পোৱাহেঁতেন কি ঠিক মই কিজানি আপোনাৰ ভাল সংগী হলোহেঁতেন : ফিফ্‌টি ফিফ্‌টি?

(পংখীয়ে চাই দিয়ে। উজ্জ্বল : নিৰ্দেশনা)

**অনুভৱ :** নতুন অনুভৱ, কেনেকুৱা লাগিছে এতিয়াই ক'ব নালাগে। আহিব —কথা পাতিম—জীৱনৰ যন্ত্ৰণাৰ কথা। যন্ত্ৰণাৰ স'তে যুঁজাৰ কৌশল আলোচনা কৰিম। এতিয়া যাওঁক। ছোৱালীজনীৰ দেউতাকক ক'ব — যে কেইজনমান জীৱন গঢ়া খনিকৰক লগ পাই নিজেও উভতি আহিলো আপোনাৰ ছোৱালীকো ওভতাই দিলো। পিষ্টলটো?

**হিমন্ত :** নালাগে, থাকক।

**পংখী :** উঃ - সেইটো দি যাব লাগিব।

**হিমন্ত :** উঃ — নিদিও।

**বৰষা :** দি দিয়া আংকল। নহ'লে মই তোমাৰ লগত নাযাওঁ।

**হিমন্ত :** সঁচা হোৱাহেঁতেন আন নহ'লেও — এইজনক (উজ্জ্বলক) গুলীয়াই দিলোহেঁতেন। এইটো। আৰু লাজ নিদিব....

(নিৰ্দেশনা— হিমন্তই মজিয়াত পিষ্টলতো পেলাই দিয়ে। বৰষাই পিষ্টলটো বুটলি লৈ খিৰিকীৰে বহু দূৰলৈ দলিয়াই দিয়ে। অনুভৱে অৰ্গেনত "উই চেল অ'ভাৰ কাম" গীতৰ সুৰটো তোলে। বৰষাই সুৰৰ লগত কণ্ঠ মিলাই আৰম্ভ

কৰে— উহ্ হেল অ'ভাব কাম। বৰবাব লগে লগে আটাইয়ে গায়। গীতৰ শেষত আগে আগে হিমন্তই বৰবাক কান্ধত তুলি লয় আৰু শেষত যাব খোজে।)

হিমন্ত ঃ আকৌ আহিম, কথা পাতিম—
বহু কথা, জীৱনৰ কথা।

<u>সমাপ্ত</u>

# গৰাখহনীয়া

নাট্যকাৰ # শ্ৰীবনমালী ভূঞা

**চৰিত্ৰলিপি ঃ**

১। লৰা
২। নন্দু
৩। ৰজত
৪। দয়ানন্দ
৫। বিমলা
৬। পুলিচ
৭। বৰুৱা
৮। ফটোগ্ৰাফাৰ

(Direction- ঘাই পথৰ এটি উপপথ। এখন কাঠৰ দলংৰ দাঁতি। বানপানীৰ পৰিৱেশ। পথৰ দাঁতিত পলিথিন, বস্তাৰে আৰ-বেৰ দি কৰা বিমলাৰ আশ্ৰয় শিবিৰ। এদাঁতিত নন্দুৱে স্তভত চাহ বনাই থাকে। বিমলাই ল'ৰাক গালি পাৰি টানি-আজুৰি লৈ যায়। ৰজতে ৰেডিঅ' এটা লৈ সোমাই আহে। ৰেডিঅ'ত বানপানী বিষয়ক বাতৰি বাজি থাকে। বাতৰিৰ মাজত কৈ কৈ মুৰ্গী পোৱালি হাতত লৈ ল'ৰা সোমাই আহে। মুৰ্গীৰ ক'ক ক'ক শব্দৰ পিছত ল'ৰাৰ কণ্ঠ)

ল'ৰা ঃ (নেপথ্যত) অই নেখাব কিয়? খা। ধেৎতেৰি ঠেহ পাতিছ। চাউল লাগে? ক'ত পাবি চাউল। (মুৰ্গীৰ শব্দ) হেই দাল, আচাৰি মাৰি পেলাম বাপ্লেকে। (প্ৰবেশ) বাহ, জাগা পাই একেবাৰে শুজুপ মাৰি বহি ললি। ডাইল বস্ত আছ দেই তইঁত। তু চীজ বড়ি হেই মস্তী......। এইডালক চা, পানীৰ মাজত শুবলৈ বিচনাও লৈ আহিছে। ঐ, চাউল কেইটামান হ'ব নেকি তইঁতৰ?

নন্দু ঃ চাউল ? কিয়?

ল'ৰা ঃ ধেৎতেৰী, মুৰ্গীটোক খুৱাবলৈ। আজি দুদিন হ'ল আমি চাউলেই দেখা নাই আছে?

নন্দু ঃ নাই মানে.....।

ল'ৰা ঃ ধুৰ তইঁতো ফুচুং। শক্তিমান..........(প্ৰস্থান)

নন্দু ঃ হেই ভাইটি। চাবা দেই। সাবধান।

ৰজত ঃ হ'ব দে। ইহঁতে চব জানে। ইয়াত ডাঙৰ হোৱা ল'ৰা। চাহ হ'লনে?

নন্দু ঃ ৰ'ব। চেনী আহি পোৱাই নাই।

ৰজত ঃ তোৰ চিঠিখন কি হ'ল? কি লিখিলি, মাত্তচোন।

নন্দু ঃ (চিঠি পঢ়ে) পইচাৰ কাৰণে তই চিন্তা কৰিব নালাগে। মই য'ত ত'ত লিংক লগাই আছো। এইটো নতুন কাম। ওস্তাদে সুমুৱাই দিছে। আগৰ চিনাকি। এতিয়া বানপানীত আহি ফঁচি আছো। এই মালখিনি দেলিভাৰি কৰি আহি মালিকক লগ ধৰিম আৰু ১০০০ মান টকা Adv ল'ম। তই চিন্তা কৰি নাথাকিবি। তোৰ operation হ'বই। তই ভাল হৈ যাবি। .....ওস্তাদ আমি ক'ত যাম?

ৰজত ঃ ধেমাজি।

নন্দু ঃ অ, ধেমাজী। তেন্তে মই ধেমাজীৰ পৰা ফোন কৰিম। দুই চাৰিদিন লাগিব পাৰে। মুঠতে ৰাতিপুৱা লালৰ গোলাত ৰৈ থাকিবি। মই ফোন কৰিম। ........হ'বনে?

ৰজত ঃ হ'বদে। Address টো ভালকে লিখিছ?

নন্দু ঃ লিখিছো। (ল'ৰাৰ প্ৰবেশ)

লʼৰা : ঐ কি বনাইছ? অ, চাহ ?

নন্দু : ও। খাবি?

লʼৰা : নেখাওঁ।

নন্দু : খাম বুলি কলেওনো দিম কেনেকৈ? সমস্যাই হʼল নহয়।

লʼৰা : কি?

নন্দু : চাহ। চেনিয়েই নাই। এজনক পঠাইছো। অহাই নাই দেখোন।

নে পানীত উটিয়ে গʼল । তইনো কʼত গৈছিলি?

লʼৰা : বৰশী পাতিবলৈ। চেনি আনিবলৈ কাক পঠালি?

ৰজত : লʼৰা এটাক পঠালো।

লʼৰা : কোন লʼৰা অʼ?

ৰজত : ইয়াতে যে ঘূৰা-ঘুৰি কৰি আছিল, কʼলাকৈ পাতল কৈ

লʼৰাটো?

লʼৰা : কʼলাকে পাতলকৈ ....এই যে পানীৰ মাজতো জোতা

মাৰি আছে সেই লʼৰাটো?

নন্দু : অʼ অʼ।

লʼৰা : .... চকু কেইটা যে টেলেকা টেলেকা। সৰ্বনাশ, অʼ, সেই লʼৰাটো।

নন্দু : মানে?

লʼৰা : সেই পানী কাউৰীটোক চেনি আনিবলৈ পঠাইছ। মানুহ নাপালি আৰু?

ৰজত : কিয় ?

লʼৰা : সেইটো এটা মস্ত ভুচুং। কাম নেপালি আৰু। চাহ চেনি নোহোৱাকৈ খাই পেলা। বৈ লাভ নাই। (প্ৰস্থান)

নন্দু : সি নাহিব নেকি?

ৰজত : আহিব আহিব। দহ টকালৈ কোনো নপলাই। এতিয়াৰ লʼৰা ইমান বুৰ্বক নহয়। চালা বৰ বেয়া জেগাত ফঁচি গলো নহয়। ঘৰত বা কি হৈছে? মই অহা সময়তে পানী বাঢ়িব ধৰিছিল। এতিয়া মানে চাগে ঘৰতো সোমাল? খবৰ এটা লবলৈও....... অ ভাইটি, ভাইটি...... । নেপথ্যত) কি হʼল অʼ?

ৰজত : অকণমান আহচোন?

লʼৰা : নোৱাৰোঁ। মই কেচু খান্দি আছো।

ৰজত : শুনচোন।

লʼৰা : তইঁতৰ লেঠাই নুগুচে . কি হʼল?

ৰজত : ওচৰত কʼৰবাত p.c.o আছে নেকি?

লʼৰা : কি

নন্দু : এই যে ফোন কৰে যে, ফোন ... ফোন।

লʼৰা : অʼ ফোন কৰা p.c.o নাই। ইয়াত নাই। (Direction) অই থুলেশ্বৰ পেটুৱাৰ তাত ফোন এটা আছে। তালে যা।

ৰজত : কাৰ তাত ?

লʼৰা : থুলেশ্বৰ পেটুৱাৰ তাত.

নন্দু : ঘৰটো কোন খিনিত ?

লʼৰা : সেই ওচৰতে। সুধি লবি যা । মিছামিছি । (প্ৰস্থান )

নন্দু : ওস্তাদ, ফোনটো বিচাৰি যাওঁ নেকি?

ৰজত : ওঁ। এটা কাম কৰ। তই চাই আহ। ফোন পানীত উপঙিও থাকিব পাৰে। নামটো মনত আছেনে?

নন্দু : আছে। তেনেহʼলে মই আহো। ....নহলে একেবাৰে দেখোন মালিকক জনাই থৈ আহিব পাৰো।

ৰজত : ঠিকেই। .... ৰাখ ....ল, এইটো মালিকৰ Mobile Number. মালিকক কবি পানীৰ মাজত ফঁচি আছো। ইয়াৰ পৰা ওলাওতে দুই চাৰিদিন লাগি যাব পাৰে। একো ঠিক নাই। তাৰ পিচত এইটো চাৰৰ নম্বৰ। যেনেতেনে লগাবি আৰু গোটেই চিটুৱেচনটো বুজাই কবি। ঠিক আছে?

নন্দু : লাইন পোৱাটোহে কথা। ইমাৰজেন্সী বুলি এই ৰাস্তাটোৱে আহিলো। পুলিচে ৰাস্তা বন্ধ কৰি থৈছে। দলং হিলি আছে । পানী কমিলেহে ৰাস্তা খুলিব এনেকে কলে হʼব?

ৰজত : হʼব। আৰু কবি গাড়ী বা মালৰ কাৰণে চিন্তা কৰিব নালাগে। পুলিচে Duty কৰি আছে। সোনকালে আহগৈ। ময়ো ঘৰলৈ ফোন কৰিব লাগিব।

নন্দু : ঠিক আছে। ফোনৰ সমস্যা বাৰু সিজিল। এতিয়া চিঠিখনহে.... ভাইটি, অʼ ভাইটি ।

লʼৰা : পেট ফুটাই দিম.... মাতি থাকিবি ... কি হʼল?

নন্দু : ইয়াত ডাকঘৰ আছে নেকি ?

লʼৰা : কি?

নন্দু : ডাকঘৰ.... ডাকঘৰ।

লʼৰা : অ পোষ্টাপিচা। আছে । সেইটো।

নন্দু : কোনটো।

ল'ৰা : এই কণাটো এইফালে আহ। সৌ টিঙৰ চালিখন দেখিছ? হেই এইডাল, মূৰডাল চাপৰ কৰ, মোৰ পোনে পোনে চা। সৌ কলজোপাৰ ফাকেদি পানীৰ মাজত টিঙৰ চালি এখন দেখিছ। সেইটোৱে পোষ্টাপিচ।

নন্দু : কিন্তু।

ল'ৰা : যা। তাত গৈ চিঠিখন এৰি দে। পানীয়ে পানীয়ে চিঠি গৈ জেগা পাই যাব। একদম চিনেমাৰ কায়দাৰে হ'ব।

ৰজত : নন্দু। চিঠিৰ চিন্তা এৰিদে। Highway টো ওলাই ললে তোৰ চিঠি যেনে-তেনে দিব পৰা যাব। এতিয়া ফোনটোকে কৰি আহ। আহোতে ক'ৰবাত খোৱাপানী পাই নেকি চাই আহিবি।

নন্দু : সেইটোহে জেং কথা হ'ল। চকুৰ আগত এসাগৰ পানী.... খোৱা পানী এচুপি নাই। কি যে মুচকিল। চালা, য'ত গোলমাল কেৱল মোৰহে হ'বলৈ পায়।

ৰজত : চাবলৈহে কৈছো। পালে ভাল, নাপালে ইসোপাকে গৰম কৰি খাম দে। গাড়ীত থকা পানীখিনিটো শেষেই হ'ল।

ল'ৰা : তহঁতক খোৱাপানী লাগে। পানী দেখোন ফুচুং পহুটোৰ ঘৰৰ পৰাই আনিব পাৰ। ওচৰতেহে ঘৰটো।

ৰজত : হয় নেকি ? নন্দু যা, যা। গাড়ীৰ পৰা বাল্টিটো লৈ আহ। (নন্দু যায়)

ল'ৰা : এনেয়ে নিদিয়ে দেই। বিৰাট চিপচ।

ৰজত : হয় নেকি?

ল'ৰা : অ'। এদিন T.V.চাব যাওতে পহুৰ বাপেকে নাৰিকল পাৰিব লগালে।

ৰজত : বাপৰে।

ল'ৰা : এইয়া চা এতিয়াও দাগ বহি আছে। এতিয়া নাযাওঁ তাত চাব।

ৰজত : এতিয়া চা গে ঘৰতে চাব।

ল'ৰা : ধুৰ। আমাৰ ঘৰত টি, ভি, ডাল আছে। এতিয়া ঠিকাদাৰৰ ঘৰত খিৰিকীয়েদি চাওঁ। (নন্দু আহে)

নন্দু : ভাইটি। ল'ৰাজনৰ ঘৰ কোনখিনিত?

ল'ৰা : এইফালে আহ।.... সৌটো আহিছে। তাক সোধ।

দয়ানন্দ : (নেপথ্যত) আপোনালোকৰ ভাগ্যদেই। বস্তু পাইছে।

ৰজত : বকা। চাহটো অন্ততঃ খাব পাৰিম। (দয়ানন্দৰ প্ৰবেশ)

দয়ানন্দ : বহুত মিলাবলগীয়া হ'ল দেই। বিখন দোকানলৈ গ'লো তাত নাই। সি আকৌ বেলেগৰ পৰাহে মিলাই দিলে।

ল'ৰা : এই দয়ানন্দ, তোক ইহঁতে বিচাৰি আছে।

দয়ানন্দ : চুপ। দন, দন। যা ইয়াত পেলপেলাই থাকিব নালাগে।

ল'ৰা : ইহ পহ।

দয়ানন্দ : তই গলিনে ইয়াৰ পৰা। (ল'ৰাৰ প্ৰস্থান)

নন্দু : হেৰি নহয়, পানী আনিব লাগিছিল।

দয়ানন্দ : বানপানীৰ মাজত পানী। চাওঁ, এইফালে আহকচোন। এতিয়া চুলাইহে পাব। তাকো হাফ এটাত

দয়ানন্দ : কি ক'লে, পানী। আগতে ক'ব লাগিছিল। চেনিৰ লগতে মিলাই আনিব পাৰিলোহেঁতেন। এই ফালে আহক। এতিয়া লোকেলটোহে পাব। বানপানীৰ বতৰটো। হাফ এটাত ২০/-টকামান ল'ব আৰু লাল হ'লেটো মিলাব লাগিব।

নন্দু : নহয়, মই মানে ....।

দয়ানন্দ : চিন্তা কৰিব নালাগে। চাউলৰ মাল। ভাল। বঢ়িয়া বস্তু।

নন্দু : নহয় মানে, মই খোৱা পানীৰ কথাহে সুধিছো।

দয়ানন্দ : খোৱা পানী। যাওঁক লৈ আহক।

নন্দু : নহয় মানে আপোনাৰ ঘৰৰ পৰাই লৈ আহো।

দয়ানন্দ : অ' যাওঁক। কি ক'লে, আমাৰ ঘৰৰ পৰা।...যাওঁক বাৰু পিচত মিলাব লাগিব। এই, পোনে যাওঁক। প্ৰথমটো লাইনৰ সৌহাতৰ ঘৰটো (নন্দু যায়) বুজিছে আমাৰ ঘৰটো অলপ ওখ ঠাইত কাৰণে গোটেই গাৱঁৰ মানুহে আমাৰ তাৰ পৰাহে পানী খাই আছে। গোটেইখন ভৰি দিব নোৱাৰা কৰিলে।

ৰজত : হ'ব দিয়ক। এই বানপানীৰ মাজত ভগবানে যে আপোনালোকৰ খোৱাপানী খিনি ডুব নোযোৱাকৈ ৰাখিছে সেইটো কম ভাগ্যৰ কথানে। ?

দয়ানন্দ : বাদদিয়কহে। এইচব মানুহে চুহিবলৈ পালে হাড়ডাল চোবোৱা মানুহ। এই বিলাক পানীওটো খাব

পাৰি। কয়লা, বালি দি ফিল্টাৰ কৰি ললেই হয়। এইয়া চেনি লওক।

ৰজত : চেনী আনিলে নহয়। দেৰী কৰিলে যে?

দয়ানন্দ : দেৰী মানে, বি কষ্ট হৈছে। মই বুলিহে আনিছো। পইচা ঘুৰি নাহিল দেই। বানপানীৰ সময়, profit অলপ বেছি লবই দিয়কচোন। ময়ো বিল কচি দিছো।

ৰজত : বিল কচি দিছে। চাহ লওক। কিহত বিল কচিলে?

দয়ানন্দ : কিহত মানে, পানীত। সুবিধা এবাৰহে আহে। তাৰোপৰি মানুহে ইমান পানী নি থাকিব, কম Lost?

ৰজত : পানী মানে মটৰ দি উঠাই?

দয়ানন্দ : নহয় নহয়, টিউবেল। ওৱাচাৰ কম নষ্ট হয়। (ল'ৰা আহে) আপোনালোকৰ লগত বাৰ্ক মিলাম। আৰু কিবা কিবি লাগিয়েই থাকিব নহয়।....ই সৰ্বনাশ নিউজটো গ'লেই চাগে।

ৰজত : অসমীয়া বাতৰি কেতিয়াবাই শেষ হ'ল।

দয়ানন্দ : নহয়হে ইংলিচ নিউজটো।

ল'ৰা : ইহ পহ। ইংলিচহে শুনে।

দয়ানন্দ : মাৰ মাৰি দিম। ভাগ চালা।

ৰজত : হাঁঃ হাঁঃ হাঁ।

দয়ানন্দ : নাহাঁহিব বুজিছে। হাঁহিলে ইহঁতে লাই পাই যায়। হাৰামী চব।

ৰজত : আপোনাৰ লগত চিনাকি হোৱাই নাই নহয়। আপোনাৰ নাম দয়ানন্দ ।

দয়ানন্দ : কোনে ক'লে ।?

ৰজত : নহয় ল'ৰাটোৰ মুখত শুনিলো।

দয়ানন্দ: ই মোৰ ষ্টেটাচ বৰবাদ কৰি দিব। দয়ানন্দ নহয়, দন, দন।

(Direction :) (দয়ানন্দই ৰেডিঅ' লগাই। ৰেডিঅ'ত নিউজ বাজে। ল'ৰাই মনে মনে আহি ৰেডিঅ' চেন্টাৰ সলাই দিয়ে। ৰেডিঅ'ত গান বাজে।) এই চবৰ পৰা একো শুনিব নোৱাৰি। সমস্যা। ভাগ। (ল'ৰা প্ৰস্থান)

ৰজত : আমিও বৰ সমস্যাত পৰি গলো হে। গাড়ীখনো ফঁচি গল। মাল ডেলিভাৰি কৰিব নোৱাৰিলেও বিপদ। ইপিনে ঘৰৰ একো খবৰ পোৱা নাই। কি যে কৰো? ইয়াত বা এতিয়া কেইদিন খাপ পিতিব লাগে।

দয়ানন্দ : আজি যে যাব পাৰিব আশা কম।

ৰজত : পানী বাঢ়িয়ে আছে নেকি?

দয়ানন্দ : ও। ৰ'ব, থকা মেলাৰ ব্যৱস্থা এটা কৰিব লাগিব।

ৰজত : নালাগে। আমাৰ য'তে ত'তে থকাৰ অভ্যাস আছে।

দয়ানন্দ : হ'লেও ৰুম-চুম এটা পোৱা হ'লে ভাল আছিল। মই মিলাই দিব পাৰিম।

ৰজত : দৰকাৰ নাই। গাড়ীৰ মানুহ। য'তে ত'তে থকাৰ অভ্যাস আছে। তাতে লোড গাড়ীখন এৰি আঁতৰি যাব নোৱাৰি নহয়।

দয়ানন্দ : গাড়ীত কষ্ট আছে দেই। মই পাইছো নহয়। ৰ'ব। AS- 01- 9854. গাড়ী গুৱাহাটীৰ Registration

ৰজত : ও।

দয়ানন্দ : মালিক ?

ৰজত : গুৱাহাটীৰ ।

দয়ানন্দ : মালিকে গম পাইনে নাপায় ।

ৰজত : হেন্দীমেনটো গৈছে ফোন কৰিবলৈ ।

দয়ানন্দ : ক'ত?

ৰজত : ওচৰতে মানুহ এঘৰত। কিবা থুলেশ্বৰ নেকি?

দয়ানন্দ : Oh God. মোক কোৱাহ'লেই হয়। সেইখন মোৰ খুৰাৰ ঘৰহে। মই মিলাই দিলো হয়।

ৰজত : আপুনি আকৌ কি কৰিলেহেঁতেন?

দয়ানন্দ : নহয় মোৰ লগত যাব পাৰিলেহেঁতেন।

ৰজত : এতিয়াও ঠিকেই আছে। ফোনৰ লাইনটো পালেই বাচি গ'লো।

দয়ানন্দ : গাড়ী কিন্তু টিপটপ ৰাখিছে দেই। বুজিছে, মই গুৱাহাটীৰ যিটো ভাৰাঘৰত আছিলো। মালিকৰ ৮ খন গাড়ী। ময়ো কেতিয়াবা গাড়ীৰ লগত যাওঁ। মালিকে পঠিয়ায় ।

ৰজত : আপুনি গাড়ী চলায় ?

দয়ানন্দ : না, না, বাইক, বাইক চলাও। (বিমলাই কৈ কৈ সোমাই আহে। দুহাতত দুটা টিং )

বিমলা : ল'ৰা, অই ল'ৰা। ঐ জহনী যোৱা, মাউৰত মৰা। এই ভৰা পানীত ক'ত টিফিল ঘিলাই আছ । ছাগলী টো তাতে

এৰি থৈ নাইকিয়া হলি। কোনোবাই নিব লাগিলে তোৰ পিঠি বখলিয়াম। মাৰক চিনা নাই। এইখন চোৰৰ ৰাজ্যত বস্তু এপদ ৰাখিব পাৰিবিনে? পানী ক'ত থও?

ৰজত : দিয়ক দিয়ক পানী আপুনি আনিলে যে।

বিমলা : ময়ো পানী আনিব গৈছিলো। ভাইটিয়ে বোলে কোন কৰিবলৈ যাব। মই বোলো দিয়া, ময়ে লৈ যাওঁ। ল'ৰাটো দেখিছিলা নেকি? এনে বিহগুটি এইটো। এঠাইতে থিতাপি লাগি থাকিব নোৱাৰে। এই অথাই সাগৰ পানীত অঘটন এটা হ'বলৈ কিমান পৰ? ল'ৰা, অ'ই ল'ৰা।

দয়ানন্দ : কি হ'ল অ', বিমলা?

বিমলা : কি হ'ল অ' বিমলা। কিয় লাগে তোক? লেনচেনাই নেদেখাবি দেই।

দয়ানন্দ : তই চিএৰি থকা দেখিহে সুধিছো। (বিমলাই নিজৰ টিংটো লৈ ভিতৰ সোমাই যায়।) (Direction)

ৰজত : কাৰো শান্তি নাই চালা (ৰাস্তাৰ পিনে চায় )

দয়ানন্দ : কি হ'ল? কি চাইছে?

ৰজত : হেণ্ডীমেনটো ইমান দেৰি আহি পোৱা নাই? কি হ'ল বা?

দয়ানন্দ : লাইন পোৱা নাই চাগে?

ৰজত : বিপদ আহিলে অকলে আহিব নে? চব ফালৰ পৰা হেঁচা মাৰি ধৰিব ।

দয়ানন্দ : মই আছো নহয় (ভিতৰত বিমলাৰ হুলস্থূল। কৈ কৈ সোমাই আহে।)

বিমলা : অ'ই চব। সৰ্বনাশ। মুৰ্গী পোৱালীটো দেখোন নাই। ই জহনীত যোৱাই মোৰ মুৰটো চোবাই চোবাই খালে।

ৰজত : কি হ'ল বাইদেউ ?

বিমলা : দেখিছানে মই লোকৰ ঘৰত হাজিৰা কৰি এপদ এপদকৈ বস্তু গোটাইছো। ই মাউৰত যোৱাই এপদ এপদকৈ নাশ কৰিব ধৰিছে। কটা। ....

ৰজত : ৰ'বচোন ল'ৰাটোক মুৰ্গী পোৱালী এটা লৈ থকা দেখিছিলো।

বিমলা : অ' হয় নেকি? কোন ফালে গ'ল সি?

ৰজত : এই ফালে গ'ল

বিমলা : এইটোৰপৰা মোৰ শান্তি নাইকিয়া হ'ল। কোন খন লংকা পালেগৈ বা।

ৰজত : একো নাই।? ল'ৰা মানুহ। অলপ ফূৰ্তি কৰিছে। গাড়ী বোৰ দেখিছে যে।

বিমলা : ফূৰ্তি! দিনটো লৰাটোৰ মুখত খুদকন এটা পৰা নাই। লঘোণীয়া পেটেৰে ফূৰ্তি কৰিব! এটাই ল'ৰা, তাকো পেট ভৰাই ভাত খাব দিব নোৱাৰো।

ৰজত : বাইদেউ কথা এটা সোধো। আপোনাৰ ঘৰ ।

দয়ানন্দ : আমাৰ গাৱঁৰে। আমাৰ ওচৰতে ঘৰ ।

বিমলা : শুনিলাই নহয়। ক'লেই নহয়।

ৰজত : মানে ইয়াতেই আশ্রয় লৈছেহি যে, সেই বাবে সুধিলো।

বিমলা : কালিয়েই ভেটিত পানী উঠিল। কমিব বুলি ভাবিছিলো। পিছে সেইয়াহে। হো- হোৱাই পানী বাঢ়িহে আছে। কিবাকে লাম লাকুটু দুটামান লৈ ৰাস্তাত উঠিছোহি। মইনো অকলে মাইকী মানুহজনীয়ে কিমান টানিম। ৰাতিপুৱাৰ পৰা এই এবুকু পানীৰে অহা-যোৱা কৰি আছো ।

ৰজত : আপোনাৰ মতা মানুহ?

বিমলা : নাই। অ, মই মৰতীয়ে কথাতহে লাগিলো। ল'ৰা অ, ল'ৰা। (প্রস্থান)

ৰজত : মানুহজনীলৈ বেয়াই লাগে। ল'ৰাটো লঘোনে আছে। খোৱা—বোৱাৰ একো ব্যবস্থা নাই। কি যে দুৰ্দশা ।

দয়ানন্দ : নহয়। ধান্দা মাৰিছে। তাইৰ মতলবটো মই ভাল দেখা নাই।

ৰজত : নহয় মানুহজনীয়েহে আমাক এইখিনি ঠাই দেখুৱাই দিলে। গাড়ীৰ ওচৰতটো থাকিবই নোৱাৰি। গোটেইখন বোকা পানী।

দয়ানন্দ : আপুনি গম পোৱা নাই। মাল চালু আছে। মই মানুহটো খাৰা আছো কাৰণেহে তাই চিগনেল মাৰিব পৰা নাই। আচ্ছা, কি মিলাই দিম ?

ৰজত : হেই, কি কথা কয়হে ?

দয়ানন্দ : Don't worry মই মিলাই দিম। কোনেও গমকেই নাপাব। চুৰি চুৰি চুপকে চুপকে।

ৰজত : কি ফাল্টু কথা কয়হে এনেই টেনচন খাই আছো। তাতে ঘৰৰ খবৰ একো পোৱা নাই। ল'ৰা তিৰোতাই বা ক'ত আছে কি কৰিছে ভগৱানেহে জানে ।

**দয়ানন্দ :** আপোনাৰ ঘৰতো পানী উঠিছে নেকি।

**ৰজত :** পানীতো ক'ত উঠা নাইহে? গোটেই অসমতে পানী।

**দয়ানন্দ :** No,English News ত পালেযে, গুৱাহাটীত পানী উঠা নাই।

**ৰজত :** আপুনি গুৱাহাটী গুৱাহাটী কৰি আছে যে, গুৱাহাটীত কি কৰিব গৈছিল।

**দয়ানন্দ :** পঢ়িবলৈ। গুৱাহাটীত থাকি কিন্তু মজা আছে দেই আখিৰ Cosmo হয়। যি ইচ্ছা তাকেই Enjoy কৰিব পাৰি। অ' পুলিচ দেখোন। এইফালে আহিছে।

**ৰজত :** Duty কৰি আছে।

**দয়ানন্দ :** চিন্তা নকৰিব মই মিলাই দিম। (পুলিচ আহে) শইকীয়া দা, আহক।

**পুলিচ :-** খাই দিলে। গ্ৰহ দোষ, ৰাহুৱে, কেতুৱে, হেঁচামাৰি ধৰিছে। কঁচি থাক এতিয়া। এই ৰাস্তা বন্ধ। পানী আ গিয়া। যব তক পানী নহি কমেগা য়েহি মে ৰুকনা পৰেগা।

**ৰজত :** বৈদ্য পানী দেই। হ'ল বুলিনো ইমান পানী হ'ব লাগেনে? ইপিনে ইমাৰজেন্সী Duty আছিল।

**পুলিচ :** চুপ, মনে মনে থাক। Emergency Duty। য'ত চবগোলমাল তহঁত এই ট্ৰাকবালা বোৰৰ বাবেই হয়। গোটেই National Highway ভাল পৰি আছে। তহঁত এই ৰাস্তাটোৱে কিয় আহিলি ?

**ৰজত :** নহয় মানে, চাৱে আমাক Emergency Duty ত পঠাইছে। মাল নি ইমিডিয়েট ধেমাজিত Unload কৰিব লাগে। আমাৰ গাড়ীটো Highway তে আছিল। ফটকনে কি জেগা এটা আহিল, সেই জেগাটোত পানী উঠি ৰাস্তা বন্ধ হৈ গ'ল। গাড়ী পুৰা জাম। মই চিন্তা কৰিলো তাৰ পৰা ওলোৱা মুস্কিল হ'ব। মানে ইমাৰজেন্সী Duty। এই ৰাস্তাতে মোৰ চিনা জনা আছে। গতিকে গাড়ী বেক কৰি এই ৰাস্তাটোৱে আহি দিলো। ঠিকেইটো আহি আছিলো। আগৰ চকটোতহে গম পালো ইয়াতো পানী হৈছে। তথাপি সাহ কৰি আহি দিলো। আহি দেখিলো পানী আহি দলংৰ ৰেলিঙত লাগিছে। দলংহিলি আছে। আৰু দলং ভাঙিব বুলি আপুনি ৰাস্তা বন্ধ কৰি থৈছে। এতিয়া ডাঙৰ গাড়ী ঠেক ৰাস্তা, গাড়ী ঘুৰাই নিব নোৱাৰি। ফচি গ'লো।

**পুলিচ :** মৰ এতিয়া। তইঁতো মৰ, মোকো মাৰ। ফোনচোন কৰিছনে নাই।

**ৰজত :** হেণ্ডীমেনটো গৈছে।

**দয়ানন্দ :** W.I.I. ফোন। লাইন বা পায়নে নেপায়।

**পুলিচ :** তয়ো গাড়ীৰে।

**দয়ানন্দ :** নাই নাই, মই Local। (ইংগিতেৰে ৰজতক) চিনি পায়। শইকীয়াদাই ধেমালি কৰিছে।

**পুলিচ :** সেইয়া বতৰে মুচন ধৰিলে নহয়

**ৰজত :** আজি এসপ্তাহ Non stop ৰবৰুণ দি আছে। হ'ল বুলিনো এটা ব্ৰহ্মপুত্ৰই কিমান পানী টানিব।...অই নন্দু ফোন পালি? (নন্দু আহে)

**নন্দু :** মালিকৰ মোবাইলত নালাগিল। বহুত চেষ্টা কৰিলো। লাইন নাযায়।

**ৰজত :** চাবৰটো?

**নন্দু :** সেইটো যেনেতেনে পালো।

**ৰজত :** চাবে কি ক'লে।

**নন্দু :** বিৰাট দম দিছে। মোৰ কিন্তু মাথা গৰম হৈ গৈছে। পানীসোপা কিবা আমি ঢালি দিছো নেকি?

**ৰজত :** ৰ চাবে এতিয়া কি কৰিব দিছে?

**নন্দু :** দলং চলং চাব নালাগে গাড়ী উঠাই দিব কৈছে। আজি যাব নোৱাৰিলে বোলে জান খাই দিব। আৰু চাৰ আহি আছে। আধাঘণ্টাৰ ভিতৰত বোলে পাবহি। ব'লক ওস্তাদ। কন্ত্ৰ সামৰো।

**পুলিচ :** কি কলি, মৰিব বিচাৰিছ। কাঠৰ দলং পানী আহি ৰেলিঙত ওচৰত টিম্বিল -ঘিলাই আছে। দলংবোৰৰ মেলেৰিয়া বেমাৰীৰ দৰে থৰ থৰকৈ কপিছে। সেইখন দলংত উঠিলে গাড়ীয়ে মানুহে হিৰিখ .....।

**নন্দু :** ঠিক কৈছে। পানী আৰু হ'ব লাগে। মানুহ বিলাক হ'বলা কম। য'ত ত'ত ঘৰ বনাব, ৰাস্তা বনাব, ওৱাল মাৰি দিব। পানী ওলাই যাব লৈ ৰাস্তাই নেথাকে। এতিয়া পানী ৰাস্তাৰ ওপৰেৰে, ঘৰৰ ওপৰেৰে নগৈ কেনি যাব?

**ৰজত :** এই ৰখ। মই নিজে ফোন এটা কৰি আহো। নম্বৰটো দে। চাব অকণ মান ৰ'ব। মই আহি আছো। (প্ৰস্থান)

**নন্দু :** চাব পাৰে যদি দলং খন খুলি দিয়ক ....।

পুলিচ ঃ কি কলি? দলং খন খুলিব লাগে। নহ'ব নহ'ব কোনো কাৰণতে নহ'ব। দলঙে গাড়ীয়ে মানুহে সোপাকে গৈ পানীত পৰ। তাৰপিছত মোৰ চাকৰিটো যাওঁক। Family থকা মানুহ। সেইটো নহ'ব।

দয়ানন্দ ঃ বুইছে শইকীয়া দা, এই দলং খন ভাল কৰিবৰ বাবে কিমান লাগিলো। চৰকাৰৰ ওচৰত দৰ্খাস্ত দিলো। মই গুৱাহাটীত থাকোতে দিশপুৰত অনশন কৰিলো, ধৰ্মঘট কৰিলো। নাই কাৰো সহযোগিতা নাই।

পুলিচ ঃ কিয়?

দয়ানন্দ ঃ politics. আপোনাৰ এই ভাৰতবৰ্ষত যিমান ৰাজনৈতিক দল আছে নহয়, চব দলৰ এটা নহয় এটা Member এই গাঁৱত আছে। কোনেও কাকো chance নিদিয়ে, কোনেও কাকো support নকৰে। ইটো দলৰ শাসন কালত দলংখনৰ হ'লে ইটো দলৰ মানুহখিনিৰ প্ৰেমাৰ বাঢ়িব, গতিকে সিটো দলৰ মানহে support নিদিয়ে। আকৌ সিটো দলৰ দিনত ইটো দলে support নিদিয়ে। বচ। দলং লাবাৰিচ হৈ পৰি থাকিল।

নন্দু ঃ কি আচৰিত কথা? দলং শাসক দল, বিৰোধী দলক লাগে নে ৰাইজক লাগে। সমস্যা এতিয়া কাৰ হৈছে? দলবিলাকৰ হৈছে নে ৰাইজৰ হৈছে?

দয়ানন্দ ঃ No Brother তুমি বুজা নাই। দল মানেই ৰাইজ, ৰাইজ মানে দল।গনতন্ত্ৰ। জিন্দাবাদ।

পুলিচ ঃ তই কোন দলৰ?

দয়ানন্দ ঃ মোৰ কোনো দল নাই। আম আদমী।

পুলিচ ঃ তেতিয়াহলে মনে মনে থাক।

নন্দু ঃ তেনেহ'লে এটা কাম কৰো। গাড়ী দলঙত উঠাই দিও, দলং ভাঙি যাওঁক।

পুলিছ ঃ কি কৰ?

নন্দু ঃ অ' কালিলৈৰ পৰা শাসক বিৰোধী চব এমিএলি পানীৰে অহা-যোৱা কৰক। তেতিয়াহে শিক্ষা হ'ব।

(হাতত পলিথিন এখন লৈ বিমলা সোমাই আহে)

বিমলা ঃ ল'ৰা, অই লৰা। ক'ত মৰিলগৈ এইটো?

নন্দু ঃ বাইদেউ কি হ'ল।

বিমলা ঃ এ নক'বা আৰু। সেই আবেলিৰ পৰা দৌৰি দৌৰি মোৰ দেহাই নটনা হৈছে। কোনো ৰকম বস্তা এখন আৰি দি খাটখন পাৰিছো। ইপিনে আকৌ বতৰে গাজিবলৈ ধৰিছে। তাকে যদি ইপদ সিপদ ধৰি দি সহায় এটা কৰিলেহেঁতেন। নাই সজ্জিয়া লাগিবৰে হ'ল। ইপিনে খোৱাৰ চিন্তা কৰিব আছেই। বাপেকেতো একুৰা জুই দি গ'লেই - এতিয়া ইও জ্বলাই খাব ধৰিছে। আহ আজি মাৰক চিনি পোৱা নাই। (প্ৰস্থান)

পুলিচ ঃ ক'ৰ মানুহ এইজনী?

দয়ানন্দ ঃ ইয়াৰে ওচৰেৰে। ভাল ধান্দাৰ নহয়।

পুলিচ ঃ এইবিলাক অসভ্যালি ইয়াত নচলিব।(DIRECTION) (নন্দু) এই, এইবিলাক অসভ্যালী ইয়াত নচলিব। চব চাই আছো। ফেমেলি থকা মানুহ।

নন্দু ঃ নহয় আচলতে........

পুলিচ ঃ চুপ। (দয়ানন্দ) এই বানপানীৰ মাজত চাঞ্চ ল'ব পাৰে। চকু দি ৰাখিব লাগিব।

দয়ানন্দ ঃ নিশ্চয় লাগিব।

নন্দু ঃ আপোনালোকে এনেয়ে সন্দেহ কৰিছে। তাই আচলতে কাম কৰি খোৱা মানুহ। মুখখন দেখিলেই চিনি পায় নহয়।

(বজতে কৈ কৈ সোমাই আহে)

বজত ঃ নন্দু ,অই নন্দু, চাৰ আহি আছে।

নন্দু ঃ এতিয়া?

বজত ঃ অ' এতিয়া। তই গাড়ীৰ ওচৰলৈ যা। (নন্দু যায়) গুটখাটো চাবি। পিছ চকাটো বহিছে নেকি চাবি। আৰু ঐ, তিৰপালখন চেক কৰিবি। ৰাতি বৰষুণ দিব পাৰে।

পুলিচ ঃ গাড়ী কোম্পানীৰ?

বজত ঃ হয়, এ.বি. ট্ৰেন্সপৰ্ট।

পুলিচ ঃ কি টান?

বজত ঃ চাউল, দালি,আলু ,পিয়াজ, মৰাপাট চাহপাত চব টানো।

পুলিচ ঃ এতিয়া কি আনিছ?

বজত ঃ চাউল।

পুলিচ ঃ ক'ৰ পৰা?

ৰজত ঃ নগাঁও এফ. চি. আই. গুডামৰ পৰা।

পুলিচ ঃ ক'লৈ যাবি?

ৰজত ঃ ধেমাজি।

দয়ানন্দ ঃ ধেমাজি আনে,ৰ'বচোন, বিফিলৰ চাউল নেকি?

ৰজত ঃ নেজানো। গাড়ীত অৱশ্যে বিলিফ বুলি লিখি দিয়ানাই।

পুলিচ ঃ কিয়, কিয়?

দয়ানন্দ ঃ কিয় লিখা নাই?

ৰজত ঃ সেইবিলাক নেজানো চাৰ।

পুলিচ ঃ কিবা গৰবৰ আছে।

দয়ানন্দ ঃ গৰবৰ আছে।

ৰজত ঃ গাড়ীৰ এফ.চি. আই. ৰ চাউল আছে। খাটাং। আমাক ধেমাজি আহিব দিছে ,আহি আছো। বাকী কথাৰ লগত আমাৰ মতলব নাই।

দয়ানন্দ ঃ শইকীয়া দা, এই ফালে আহক। মিলি গ'ল।

পুলিচ ঃ কি মিলি গ'ল?

দয়ানন্দ ঃ আমাৰ ইয়াতোটো বানপানী হৈছে। ইয়াতো ৰিলিফ লাগে। যদি এই ট্ৰাক চাউল আজি ধেমাজি যাব নোবাৰে, তেনেহ'লে চাউলখিনি ইয়াতে বিলাই দিও। মই মিলাই দিম। (DIRECTION দয়ানন্দৰ কথাৰ মাজতে আহি ল'ৰাই ৰেডিঅটো বজাই দিয়ে।) অই কুকুৰ, ৰেডি'অ বন্ধ কৰ। ইমান গুৰুত্বপূৰ্ণ কথা পাতি আছো, ই আকৌ ৰেডিঅ' বজাবলৈ আহে। বন্ধ কৰ বুলিছো নহয়।

ল'ৰা ঃ অই দম নিদিবি। বজাইহে চাইছো।

দয়ানন্দ ঃ বজাই চাইছ। চালা,পাচ পইছাৰ মানুহ নহৱ, ৰেডি'অ বজাবলৈ আহিছো।

ল'ৰা ঃ তোৰ বাপেৰৰ খাইছো?

দয়ানন্দ ঃ তোৰ বৰ কথা দেখোন। তোক পুলিচ থানাত সুমুৱাই দিম ৰহ।

ল'ৰা ঃ তয়ে সোমাই ল পুলিচত। এনেয়েও যতে ততে পইচা খুজি থকাৰ অভ্যাস আছেই। বাঃ পহু পুলিচ।

দয়ানন্দ ঃ কি কলি? দেখিলে শইকীয়া দা, আপোনাকো লেটিয়ালে। ইয়াক ধৰি বান্ধি থানাত ভৰাই থওক।

পুলিচ ঃ ধৰ তাক।

ল'ৰা ঃ ৰ'ব দেই। অই পহু, মোক থানাত ভৰাই তোৰ মাক উৎপাত কৰাৰ ধান্দা। অসভ্য।

(DIRECTION)

পুলিচ ঃ হে ৰ'বা ৰ'বা। কি কৰা? মোৰ চাকৰি যাবহে।

ৰজত ঃ বাদ দিয়ক, সৰু ল'ৰা।

পুলিচ ঃ মাল কিন্তু বনিব ই। কলিজা ডাঠ আছে। অই চিগাৰেট আছে নেকি?

দয়ানন্দ ঃ নাই। মিলাব লাগিব।

পুলিচ ঃ মিলা।

দয়ানন্দ ঃ দিয়ক। শইকীয়া দাক চিগাৰেট লাগে।

ৰজত ঃ লওক। তামোল চিগাৰেট যি পাই লৈ আহিব। (দন যায়)

পুলিচ ঃ তইঁতে এতিয়া কি কৰিবি?

ৰজত ঃ চাৰ আহিব। কি কৰিব দিয়ে জানো?

পুলিচ ঃ কি ক'ব? উৰি যাবলৈ ক'ব? পানী শুকালে যাবিগৈ। লেঠা শেষ।

ৰজত ঃ নাই। জেং আছে। Trading Career ৰত গাড়ী দিলে বহুত লেঠা। এটাই সুবিধা গাড়ী বহিব নেলাগে। Trip ওলাই থাকে কিন্তু যিটো Department ৰ লগত আমাৰ কোম্পানীৰ content হ'ব আমি সেই Departmentৰ কথা মতে চলিব লাগিব। নহ'লে গাড়ী উলিয়াই দিব। বাটত আমি বানপানীত ফাচিছো নে কিহত ফাঁচিছো সেইটো সিহঁতৰ দৰকাৰ নাই। (নন্দু আহে)

নন্দু ঃ ওস্তাদ, পানী আৰু বঢ়া নাই।

ৰজত ঃ তই কেনেকৈ গম পালি?

নন্দু ঃ নহয়, মই এই চিনটো অথনিতে দি থৈছিলো। একেঠাইতে আছে। পানী আৰু বঢ়া নাই। অলপ চেষ্টা কৰি চাব নেকি?

ৰজত ঃ হেই, পানী নতুকৈহে বঢ়া নাই। আগৰসোপা কি নাইকিয়াই হ'ল নেকি? মৰিব খুজিছে?

নন্দু ঃ ষ'ত চব সমস্যা মোৰহে হ'বলৈ পায়। ওস্তাদ, চাৰ কিন্তু আহি আছে।

ৰজত ঃ সেই কাৰণেই কৈছো, তই মনে মনে বহি থাক চাৰে আহি যি কৰিব কৰিব নহয়। আৰু ইয়াত কেইদিন খাপ পিটি থাকিব লাগে, তাৰতো কোনো ঠিক নাই।

নন্দু : ওস্তাদ, আপুনি মোৰ কথাটো পাহৰিলে নেকি?

বসন্ত : নাই পহৰা। এতিয়া কি কৰিবি কচোন?

পুলিচ : ব'চোন ব। ইয়াৰ কিবা Problem?

বসন্ত : চাৰ, ইয়াৰ বৈণীয়েকৰ অসুখ। ঘৰতে আছে, মেডিকেললৈ নিব লাগে। ই অলপ পইচা -পাতি যোগাৰ কৰিছে; আমিও অলপ পইচা দি সহায় কৰিছো।

পুলিচ : মালিকক কোৱা নাই কিয়?

নন্দু : কৈছো। মালিকে কৈছে, এই মাল ট্ৰিপ পেলাই থৈ আহ। ঘূৰি অহাৰ পিছত কিবা মিলাই দিম।

বসন্ত : চাৰ, ই নতুন মানুহ। চুটীও নাপায়। ইপিনে ইমাৰজেঞ্চি ডিউটিত পঠাই দিলে। মাল নি ইমিডিয়েট ধেমাজীত আন লোড কৰিব লাগে। এতিয়া আহি এয়া বানপানীত ফচি গলোঁ। ইপিনে ধেমাজী পাওঁতে পাওঁতে বা বাটত আৰু কেইদিন খাপ পিটিব লাগে তাৰতো কোনো ঠিক নাই।

নন্দু : এই বানপানীটোও যে, আমাৰ নিচিনা গৰীবৰোৰকহে পায়!

পুলিছ : অই বানপানী বস্তুটোৱেই এনেকুৱা, কাৰোবাক কাঙাল, কাৰোবাৰ মালামালা।

বসন্ত : হয় চাৰ, আপুনি ঠিক কথাই কৈছে। বানপানীৰ মাজত এতিয়া আমি কেইটাহে এনেকে ফচি আছো; বাকীবোৰ মানুহটো মহাফূৰ্তিত আছে। এই যে মন্ত্ৰী, বিধায়ক, অফিচাৰ, ঠিকাদাৰ, এইবিলাকতো মহাফূৰ্তিত আছে। বানপানীৰ নামত কোটি কোটি টকা লুটি লৈ যাব। দলং নিৰ্মাণ, মথাউৰি নিৰ্মাণ, পথ মেৰামতি, আশ্ৰয় শিবিৰ নিৰ্মাণ, এইবোৰ নামত কোটি কোটি টকা ফকট লুটি লৈ যাব। আৰু চাৰ, এইযে বাইদেউৰ নিচিনা মানুহবিলাকে কিবাকে জুপুৰি এটা সাজি লবহে, বানপানী আহি উঠাই নিলেই নহয়। কি হ'ব চাৰ এইখন দেশত?

পুলিচ : চলন্তি কা নাম গাড়ী। চলি আছে, চলি থাকিব। বানপানী আহিয়ে থাকিব, মৰা মৰিয়ে থাকিব বনা বনিয়ে থাকিব আৰু আমি বান্তাই দলঙে পহৰা দি থাকিবই লাগিব।

নন্দু : ওস্তাদ,মই এইবিলাক নাজানো। চাৰে যেনেতেনে যাব কৈছে, গতিকে চাৰ আহি পালে আমি কিন্তু যাই দিম দেই।

বসন্ত : কি কৈছ তই? মাথা ঠাণ্ডা ৰাখ।

নন্দু : আপুনি ভাবকছোন, তাই ঘৰত অকলে পৰি আছে। ময়ো কোনো খবৰ দিব পৰা নাই। মই অহাকালিৰ ভিতৰত উভতি আহিবই লাগিব। গতিকে যি হ'ব, যাই দিম। চাৰ, আপুনি দয়া কৰি দলংখন খুলি দিব।

পুলিচ : হেৰ, কেনেকে খুলি দিম?

নন্দু : চাৰ, মোৰ সমস্যাটো এবাৰ ভাবি চাওক।

পুলিচ : হেৰৌ, সমস্যা আমাৰ চবৰে একেটাই। তয়ো ৰাস্তাত খাড়া হৈ আছ, ময়ো খাড়া হৈ আছো। ইয়াত আমি কেইদিন খাড়া হৈ থাকিব লাগিব তয়ো নেজান, ময়ো নেজানো। তয়ো আনৰ order মতে আহিছ। ময়ো আনাৰ Order আহিছো। তোৰো পৰিয়াল বিপদত, মোৰো পৰিয়াল বিপদত।

নন্দু : চাৰ মোৰ সমস্যাটো বেলেগ।

পুলিচ : একেই, আমি সৰু মানুহ,আনৰ নিৰ্দেশত মৰা মানুহ। তোৰ মোৰ একো পাৰ্থক্য নাই।

নন্দু : তথাপি আপুনি চাৰ...

পুলিচ : ধেৎতেৰি। দলঙৰ ওপৰত গাড়ী নুঠালে তোৰ চাকৰি যাব, উঠালে মোৰ যাব। মূল Villain এই দলংখনেই। ল'ৰাটোৱে ঠিকেই কৈছিল, লাবাৰিচ দলং।

(নেপথ্যত দয়ানন্দ : চোৰৰ জাত। ক'ত পলাবি? তোক মই এনেয়ে চকু দি থকা নাছিলো। ল'ৰাক ঢকা মাৰি লৈ আহে। ল'ৰাৰ গেঞ্জীটোত চাউল)

দয়ানন্দ : মই আপোনালোকক কৈছিলো নহয়।

পুলিচ : কি হ'ল?

দয়ানন্দ :চোৰ, ই চুৰ কৰিছে।

পুলিচ : কি চুৰ কৰিছে?

দয়ানন্দ : চাওক। ট্ৰাকত উঠি চাউল চুৰি কৰিছে।

ল'ৰা : চুৰ কৰা নাই অ'। তোৰ বাপেৰ চোৰ, তোৰ মাৰ চুৰ।

পুলিচ : ৰখ। গেঞ্জীটো তোৰ?

ল'ৰা : অ'।

পুলিচ : চাউল ক'ত পালি?

ল'ৰা : ট্ৰাকখনত এবাৰ এনেয়ে উঠি চাইছিলো। চাউল পৰি থকাত বুটলি ল'লো। মুৰ্গীটোক খুৱাবলৈ। তাৰ পৰা ই কুকুৰে মোক চুৰ বনাই লৈ আহিছে।

ৰজত : চাৰ বাদ দিয়ক। এই এক ট্ৰাক চাউলৰ পৰা এমুঠি এনেয়েও বাটিতে সৰি পৰে।

পুলিচ : নহয় নহয়। ই চুৰ কৰিছে।

নন্দু : বাদ দিয়কচোন। কিমান ট্ৰাকে ট্ৰাকে চাউল, তেল চুৰ হৈ আছে, সেইবাবে ধৰোতো কোনো নাই ; এতিয়া এমুঠি চাউলৰ কাৰণে তাক চোৰ ধৰিব। অই যা, মাৰৰ ওচৰত থাকগৈ। মাৰে বিচাৰি ফুৰিছে।

(বিমলা সোমাই আহে। পৰ্য্যবেক্ষণ কৰে)

বিমলা : কি হ'ল? .....অ', ই বাঘেখোৱাই কিবা জগৰ লগালে হ'বলা। হেৰৌ,কিমাননো জুই জ্বলাইথাক অ'। হেৰ মৰ মৰ, পানীত পৰি মৰ। দাদা সকল, এইটো বাপেক নোহোৱা ল'ৰা। বেমাৰত পৰি ভৰ বয়সতে মানুহটো মৰি থাকিল। মই দিন হাজিৰা কৰি কৰি তাক ডাঙৰ কৰিছো। তাক চোৱা চিন্তা কৰোতা কেও নাই। গছৰ তলে বাহৰ তলেই ডাঙৰ হ'ল। ভাল কথা মাত একো নিশিকিলে। কিবা জগৰ লগাইছে যদি মোকে দুচৰ মাৰক, ইয়াক এৰি দিয়ক।

নন্দু : নাই নাই বাইদেউ। একো জগৰ লগোৱা নাই।

বিমলা : তেনেহ'লে ইয়াক এনেদৰে ৰখাই থৈছে কিয়?

ৰজত : আপুনি দেখোন কৈ গৈছিল ইয়াক পালে ৰখাই থবলৈ। তাকে এতিয়া আপোনাৰ গুৰিলৈ লৈ যাবলৈ ওলাইছো।

বিমলা : ইয়ে হয় নেকি? মই পাগলীয়ে আকৌ বেলেগ কিবাই ভাবিলো। মগজটো ঠিক নোহোৱা হৈছে। বেয়া নাপাবা। আহ। চাউল ক'ত পালি?

নন্দু : মই দিছো। গাড়ীত পৰি থকা চাউল। মুৰ্গীটোক দিবলৈ বুটলি দিছো।

বিমলা : দেহি ঐ। মই এনেয়ে খং কৰি আছো। আহ দুখীয়া হ'ব পাৰ, চৰিত্ৰত চেকা নলগাবি। (প্ৰস্থান)

দয়ানন্দ : দেখিলে শইকীয়া দা।

পুলিচ : তইঁতো চালু আছ দেই। বৰ মজাৰ ফাকি মিলাই দিলি।

দয়ানন্দ : আপুনি কথাটো গুৰুত্ব নিদিলে।

পুলিচ : হেৰৌ,মানুহ থাকিবলৈ ঠাই নোহোৱা হৈছে। এই পেন্দুকনা ল'ৰাটো ধৰি নি থানাত ক'ত ৰাখিম? অ' থানা বুলি কওঁতেই কথাটো মনত পৰিল। মোৰ দেখোন খিলিভাৰটো এতিয়ালৈ আহি নাপালে। তইঁতৰ ইয়াত ফোন আছে নেকি? থানালৈ ফোন এটা কৰো।

দয়ানন্দ : ব'লক। ময়ো ইয়াত একো এটা মিলাব পৰা নাই। ব'ৰ হৈ গৈছো। আপুনি কোনৰ কথা কওঁতে মোৰো কথা এটা মনত পৰিল। মিনিষ্টাৰলৈ ফোন কৰিব লাগিব। আমাৰ ইয়াতো ৰিলিফ দিওৱাৰ ব্যৱস্থা কৰিব লাগিব। আপোনাকো মিলাম বাৰু

পুলিচ : চিগাৰেট

দয়ানন্দ : মিলালো।

পুলিচ : আহ।

(দুয়োৰে প্ৰস্থান। নেপথ্যত ৰকব্বাৰ কণ্ঠ : ড্ৰাইভাৰ, ড্ৰাইভাৰ)

ৰজত : চাৰ, চাৰ আহক চাৰ। সেইখিনিত ৰব বোকা।

ৰকব্বা : (প্ৰবেশ) কিপ্ৰব্লেম?

ৰজত : চাৰ, দলংখন দেখিলেই নহয়। কাঠৰ দলং। পানী আহি ৰেলিঙত লাগিছে। দলং তেৰা হৈ গৈছে। ভাঙিব বুলি ভয়তে বন্ধ কৰি দিছে।

ৰকব্বা : কোনো কথা নাই। ভঙাটো নাই। গাড়ী নিব লাগিব।

ৰজত : কিন্তু চাৰ?

ৰকব্বা : কোনো কিন্তু নাই। নুবুজ কিয়, আজিৰ ভিতৰত এই চাউল ধেমাজি পাব লাগিব।

ৰজত : কিন্তু চাৰ, দলঙৰ যিটো অৱস্থা, গাড়ীয়ে চাউলে ইয়াতে বুৰ যাব। ধেমাজি নেপাবগৈ।

ৰকব্বা : সেইটোৱে কৰিব লাগিব।

ৰজত : চাৰ, চাউল ডুবাই দিম?

ৰকব্বা : অ, ডুবাই দিয়া।

ৰজত : মানুহৰ খাবলৈ চাউল নাই আৰু ইয়াত এক ট্ৰাক চাউল ডুবাই দিম। মই একো বুজা নাই।

ৰকব্বা : নালাগে বুজিব। এইবোৰ তইঁতক ক'ব লগা কথা নহয়। তথাপিও শুন। এইফালে আহ। এইখিনি চাউল এসপ্তাহৰ আগতে ধেমাজিলৈ পঠোৱা বুলি কাগজে পত্ৰে দেখুউৱা হৈছে। তাৰপিছত কোনোবাই কথাটো উলিয়াই দিলে। পেপাৰে পত্ৰে হুলস্থূল লাগি গৈছে। ধেমাজিয়ে চাউল নাই পোৱা বুলি কৈছে। আজি ৰাতিৰ ভিতৰত চাউলখিনি গৈ পালে বাচি যাও নহ'লে চাকৰিটো যাবই। জেলৰ ভাত খাব লাগিব। কথাটো বুজিছনে নাই?

ৰজত : চাৰ বুজিছো। কিন্তু ট্ৰাক যদি যায়....।

ৰকব্বা : আস, তেতিয়া মই explanation দিম, চাউল পঠোৱা হৈছিল ঠিকেই,গাড়ী বাটত accident হ'ল। সেইবাবে পোৱা নাই। বহ, আমি বাচি যাম।

ৰজত : কিন্তু চাৰ......।

ৰকব্বা : গাড়ী চৰকাৰী কামত Contract ত লগোৱা আছে।

মেম্বাৰজনৰ কথা আয়ান। আৰু তই হো এইটো ল।

বজ্ৰত : কিন্তু চাৰ, চাউল সোপাৰে নষ্ট হ'ব।

বকৰা : তোৰ বাপেৰৰ ঘৰৰ যাব? নে মোৰ বোপাইৰ যাব? চৰকাৰী চাউল নষ্ট হ'ব। তোৰ মোৰ কি আহে যায়?

নন্দু : চাৰ, এইটো অন্যায় হ'ব নেকি? মানুহে খাব নোপাই মৰিছে আৰু ইয়াত এক ট্ৰাক চাউল ডুবাই দিব।

বকৰা : তইঁতে এইটো খেল খেলিবি বুলি মই আগতেই জানিছিলো। ঠিক আছে, তইঁতকো কঁচাই দিম। মই Emergency Releif Duty ৰ Authorised Officer মোৰ পাবাৰ দেখা নাই নহয়। তইঁতে Reliefৰ এক ট্ৰাক চাউল লৈ পলাইছ। মই এতিয়াহে থানাত Inform কৰিম।

বজ্ৰত : চাৰ, এইটো নকৰিব।

বকৰা : জিন্দেগীৰ জেলত পচি মৰিবি। (Mobile উলিয়ায়)

নন্দু : আমি মৰি যাম চাৰ।

বকৰা : মৰিব লগীয়া কাম কৰিছ, মৰিবিয়েই।

নন্দু : তাৰ মোৰ মানুহজনীৰ বেমাৰ.....।

বকৰা : সেইবাবেই কৈছো, তইঁতো মৰিব নালাগে। মোকো বচাই ৰাখ।

নন্দু : ওস্তাদ। চাৰে কোৱাতো কৰক।

বজ্ৰত : কি কৈছ তই?

নন্দু : ঠিকেই কৈছো ওস্তাদ মোৰ কথাটো এবাৰ ভাবক। মোৰ মানুহজনীৰ কি হ'ব? মই জেলত সোমাব লাগিলে তায়ো মৰি থাকিব।

বজ্ৰত : নন্দু তই.....।

নন্দু : বানপানী আহিছে ওস্তাদ। সকলো চাহি মুহি নিছে। খহনীয়া হৈছে। গৰাখহনীয়া। মানুহৰ বিচাৰ বুদ্ধি অনুভৱ অনুভূতি সকলোতে গৰাখহনীয়া হৈছে। আপোনাৰ মোৰ দৰে লাজু পাজু এটাই ভেটা মাৰি ৰাখিব নোৱাৰে।

বকৰা : অই সোনকালে ক'ৰ।

বজ্ৰত : কিন্তু চাৰ পুলিচ.....।

বকৰা : পুলিচ মই Manage কৰিম।

নন্দু : আহক ওস্তাদ। বস্তু বাহানিবোৰ পিছত নিম।

(Diretion. নন্দু বজ্ৰত ব্যস্ত হয়। বকৰাই দলঙৰ কাষে আছে। পুলিচ, ফটোগ্ৰাফাৰ সোমাই আহে)

পুলিচ : আহা, আহা। এইফালে ভাল Scenary আছে।

ফটোগ্ৰাফাৰ : চাওক, বাতিপুৱা মানুহে কাকত, আলোচনী আদি পঢ়ে। ফন্ট পেজত Excellent ফটো এখন পালে উৎফুল্লিত হৈ উঠে। কিন্তু সেই ফটোখনৰ আৰত আমাৰ দৰে ফটোগ্ৰাফাৰ যোৰৰ কিমান কষ্ট নিহিত থাকে তেওঁলোকে গম নেপায়। অৱশ্যে আমি এই কথাটোত স্ফূৰ্তি অনুভৱ কৰো সেই।

পুলিচ : এতিয়া পিছে ফটো চটো উঠালা নে নাই?

ফটোগ্ৰাফাৰ : Common দুই এখন উঠাইছো। এই ধৰক এতিয়া পানীৰে কেচুৰা এটা কান্ধত লৈ অহা মানুহ এজন, ঘৰৰ চালত বহি থকা পৰিয়াল এটা বা তেনেকুৱা কিবা কিবি। কিন্তু মোক Exceptional ফটো এখন লাগে। এখন Uncommon ফটো, যিখনৰ সন্ধানত মই দিনটো টপলিয়াই ফুৰিছো। অ' এইটো কি? ইয়াৰ Snap এটা ল'ব পাৰি দেখিছো।

পুলিচ : লোৱা। ময়ো আছো। (বিমলাৰ আশ্ৰয় শিবিৰৰ সন্মুখত পজ দিয়ে)

ফটোগ্ৰাফে : নহ'ব। তেনেকৈ নহ'ব। এইটো Making যেন দেখা হ'ব। Natural হ'ব লাগিব।

বকৰা : Excuse me মই আপোনাৰ সতে অলপ কথা হ'ব বিচাৰিছো।

পুলিচ : কি?

বকৰা : চিনাকি হৈ লওঁ। মই K Baruah.Relief supplyৰ Incharge. কথাটো হৈছে সেই দলংখন (Mime কৰিব)

পুলিচ : নাই নাই নহ'ব। দলঙ ভাঙি দলঙে ট্ৰাকে পানীত সোমাই যাব।

ফটোগ্ৰাফে : কি ক'লে। দলঙে ট্ৰাকে পানীত সোমাই যাব....ইউৰেকা।

বকৰা : আচ্ছা আপুনি?

ফটোগ্ৰাফে : মই এজন Professional Photographer ফটো উঠাও Media ক বিক্ৰী কৰো।

বকৰা : আপুনি মোক অলপ সহায় কৰক। এইফালে আহক। (Mime) লওক, আপোনালোক দুয়োকে মই দহ দহ দিছো। গাড়ীখন দলঙৰ ওপৰেৰে পাৰ হৈ আহিব দিয়ক।

পুলিচ : কিন্তু দলং ভাঙি গ'লে মোৰ চাকৰি নাথাকিব।

বকৰা : থাকিব। এইটো ভয়াবহ বানপানীত কিমান ৰাস্তা, ঘাট দলং উটি গ'ল আৰু এখন সামান্য কাঠৰ দলঙৰ বাবে আপোনাৰ চাকৰি যাব? আপোনাৰ নিৰ্দেশ অমান্য কৰি ড্ৰাইভাৰ দলঙতে গাড়ী উঠাই দিলে, আপুনি ৰিপৰ্ট দি দিয়ক। আৰু এই ট্ৰাকখন ৰিলফৰ চাউল লৈ পলাইছে এইটো ৰিপৰ্ট মই আগতেই ৰেডি কৰি থৈছো। গতিকে কোনো চিন্তা নাই। দলং ভাঙি যাওঁক।

ফটোগ্ৰাফে : আইডিয়া। দলঙ ভাঙি ট্ৰাকখন পানীলৈ সৰি পৰিব আৰু সেই মুহূৰ্ততে মোৰ কেমেৰাই ক্লিক কৰিব। উহ,

কি যে এখন Classic ফটো হ'ব। Media ত জনাজুৱা লাগি যাব। আৰু কি জানি, Best Photography Award ও পাই যাব পাৰে।

বকৰা : Yoy are Great দ্ৰাইভাৰ জড়ি কৰ। (ৰজত সোমাই আছে)

ৰজত : মই নোবাৰো চাৰ।

বকৰা : তোৰ আকৌ কি হ'ল?

ৰজত : চাৰ, আপুনি আপোনাৰ চাকৰিৰ কথা ভাৱিলে। গাড়ীৰ মেৰামতিৰ কথা ভাবিলে। কিন্তু মোৰ জীৱনটোৰ কথা এবাৰো নাভাবিলে।

বকৰা : তোৰ জীৱন?

ৰজত : গাড়ী ডুবি মোৰ মৃত্যু হ'লে মোৰ পৰিয়ালটো কি হ'ব? দলঙ ভাঙিবই। বাটাং। আৰু অঠাই সমুদ্ৰত পৰি মৰো মাৰিম। মই নোবাৰো। মোক জেল জৰিমনা বি দিয়ে দি থাকক, মই মৰিব নোবাৰো।

বকৰা : নোৱাৰ?

ৰজত : নোবাৰো?

ফটোগ্ৰাফাৰ : মোৰ ফটোখন তেনেহ'লে নহ'বগৈ। (নন্দু আছে)

বকৰা : (পুলিচ) আপুনি এটা কাম কৰক। ওচৰে পাজৰে ক'ৰবাত গাড়ী চলাব পৰা মানুহ এজন পাই নেকি চাওক।

পুলিচ : গাড়ী চলোৱা মানুহ?

বকৰা : আস চলাব পৰা মানুহ হ'লেই হ'ল। যাওঁক যাওঁক। মই এক, দুই, তিনি, চাৰি পাঁচ হেজাৰ টকালৈকে দিম। (পুলিচ যায়)

নন্দু : কিমান টকা দিব চাৰে?

বকৰা : পাঁচ হেজাৰ। এডভান্স দিম।

নন্দু : মই চলাম চাৰ।

বকৰা : তই?

ৰজত : এই নন্দু, কি কৈছ তই?

নন্দু : ঠিকে কৈছো ওস্তাদ। মই চলাম।

ৰজত : নোৱাৰ। পাগল হৈছ তই?

নন্দু : অ' পাগল হৈছো। মোক ৫০০০ টকা লাগে। টকা ৫০০০ কৰ কাৰণে মই কিনোলো কাম কৰিবলৈ সাজু। মোৰ মানুহজনীক কাম লাগে।

ৰজত : তাৰ আগতে তোৰ যদি....।

নন্দু : হওঁক।

বকৰা : এই, তই মনে মনে থাকৰ। এই, এইফালে আহ। যো পইচা যা। (পইচা লয়)

ৰজত : দলঙ ভাঙিব অ' নন্দু।

বকৰা : জীৱনত এটাই Chance পইছো টকা ৫০০০ পোৱাৰ আৰু মানুহজনীক বচোৱাৰ। এই Chance মই লমেই।

নন্দু : নন্দু তই।

নন্দু : বানপানী আহিছেই। মথাউৰী ভাঙিছে। ক'ৰবাত পলস পৰিছে, ক'ৰবাত বালিচৰ। মোৰ কপালত কি পৰিছে অলপ পিছতে গম পাব?

বকৰা : সোনকালে কৰ। (Direction) ৰাস্তাটো খালি কৰি দিব। আপুনি ৰেডি নে?

ফটোগ্ৰাফাৰ : ৰেডি। হেৰি, দলং খন ভাঙিবতো?

বকৰা : আপুনি সাজু থাকক। অই, যা

নন্দু : দিয়ক ওস্তাদ, চাবি দিয়ক। ...ওস্তাদ টকাখিনি লওঁক। এইখিনি আপুনিয়ে তাইক দিবগৈ। ...আৰু চিঠিখনো লওঁক। Highway পালে এইখন Post কৰি দিব। ...বাকি পুৰা তাই লালৰ গোলাত বৈ থাকিব। ...কোনটো আপুনিয়েই কৰি দিব।

বকৰা : নন্দু সোনকালে কৰ।

ৰজত : তই নেযাবি অ'

(নন্দু আগবাঢ়ে ৰজতে বাধা দিব বিচাৰে। গাড়ী ষ্টাৰ্ট হয়। ফটোগ্ৰাফাৰে পজিচন লয়। Climax Music)

মঞ্চ লাহে লাহে আন্ধাৰ হয়।

পট পৰে।

<u>সমাপ্ত</u>

# উপলব্ধি

**নাট্যকাৰ # জয়ন্ত ডেকা**

**চৰিত্ৰসমূহ :**

| | |
|---|---|
| প্ৰসন্ন (পুলিচ ইন্সপেক্টৰ) | : ৪০ বছৰ |
| জানকী (প্ৰসন্নৰ ঘৈণীয়েক) | : ৩৮ বছৰ |
| সিদ্ধেশ্বৰ (চাকৰ) | : ৪০ বছৰ |
| ঘাঁহবালা | : ৩৫ বছৰ |
| সত্য (সাংবাদিক) | : ৩২ বছৰ |
| পৰম (ৰাজনৈতিক নেতা) | : ৪০ বছৰ |

(প্ৰসন্ন চাব-ইন্সপেক্টৰৰ চোতালৰ দৃশ্য। ঘৰৰ বাৰাণ্ডা। দুখন চকী আৰু এখন বেঞ্চ থাকিব। মঞ্চৰ মাজভাগত ভিতৰলৈ সোমোৱা দৰ্জা আৰু খিৰিকীৰ দৃশ্যসজ্জা। সিদ্ধেশ্বৰে ৰেডিঅ'ত গান শুনি আছে)

জানকীঃ উঃ ৰাম! সিদ্ধেশ্বৰ, ঐ সিদ্ধেশ্বৰ। ক'ত মৰিল এই জহনীত যোৱাতো। সিদ্ধেশ্বৰ ঐ কুকুৰ, ঐ কুকুৰৰ...

সিদ্ধেশ্বৰ : হ'ৰ হ'ৰ মেডাম। কেতিয়াবাই মৰি ভূত হোৱা মোৰ বোপাইটোক ধৰি গালি পাৰিব নালাগে। কি আছে কওঁক।

জানকী : কি কলি। তই মোক আকৌ মেডাম বুলি মাতিছ?

সিদ্ধেশ্বৰ : নহয় মানে 'বাইদেউ'।

জানকী : অ' এই ইংৰাজী শব্দবোৰ লগাই মোক নামাতিবি বুইছ। নহ'লে টালি-টোপোলা বান্ধি ঘৰমুৱা হ'বি। হেৰ' চকুৰ আগত যে টহ্-টহকৈ কুটুৰ মিনাৰৰ দৰে গৰু খুটিটো জিলিকি আছে দেখিছনে নাই? শুন এইটো উভালি পিছফালে পেলাই দিবি।

সিদ্ধেশ্বৰ : বুজিলো মেডাম।

জানকীঃ কি?

সিদ্ধেশ্বৰ : বুজিলো বাইদেউ (জানকী সোমাই যায়)।

সিদ্ধেশ্বৰ : এই চাকৰ জীৱনটোৰ ওপৰত একেবাৰে ধিক্কাৰ উপজিছে। কিবা নিজে নিজে চুইচাইড কৰিবলৈ মন যায়। এনেয়ে চাকৰৰ জীৱন দুৰ্ভগীয়া। তাতে এনেকুৱা এখন ঘৰত য'ত পতি-পত্নী দুয়োটাই ওভোতাশোৰে নাচে। এতিয়া বাৰু মই খুটিটো উভালো নে নুভালো। যদি খুটিটো উভালো এওঁনে আহি ক'ব— কেলেই উভালিলি (প্ৰসন্নৰ মাতেৰে)। যদি নুভালো, এইজনীয়ে আহি ক'ব কেলেই উভালা নাই কুকুৰ (জানকীৰ মাতেৰে)। এতিয়া ক'ত মৰ মৰ। হে ভগৱান, সকলো আমাৰ পাঁচৰ কুকুৰ-মেকুৰীকলৈ কোৱা শুনিছো আপুনি হেনো সকলোতে থাকে। গতিকে নিশ্চয় আপুনি এই গৰু খুটিটোতো আছে। আপুনি নৰসিংহ অৱতাৰ ধৰি মোক ইয়াৰ পৰা উদ্ধাৰ কৰক প্ৰভু।

জানকী : সিদ্ধেশ্বৰ। (ভিতৰৰ পৰা)

সিদ্ধেশ্বৰ : খুটি উভালি আছো বাইদেউ।

(বাহিৰত প্ৰসন্নৰ মাত)

প্ৰসন্ন : ঐ গেটখন ভালদৰে বন্ধ কৰি আহিবি।

সিদ্ধেশ্বৰ : আহিল, হিৰণ্যকশিপু। (প্ৰসন্ন, ঘাঁহবালা সোমাই আহে)

প্ৰসন্ন : ঐ কি বহু পৰা মানুহটোৰ দৰে থিয় হৈ আছে। চাওঁ সেইখিনি ইয়াত (খুটিটো দেখা নাপাই) ... কি হ'ল, আৰে কি হ'ল। ক'ত গ'ল। মই সুধিছো খুটিটো ক'ত গ'ল?

সিদ্ধেশ্বৰ : এইটো চাৰ। বাইদেৱে কোবাত উভালি পেলালো চাৰ।

প্ৰসন্ন : কি? উঃ ৰাম এইখন মোৰ ঘৰ। ইয়াত মোৰ কথা চলিব। তই কাৰ কথা মতে চলিবি।

সিদ্ধেশ্বৰ : কাৰো কথামতে নচলো চাৰ।

প্ৰসন্ন : কি?

সিদ্ধেশ্বৰ : নহয় মানে চাৰ। আপুনি থাকিলে আপোনাৰ আৰু বাইদেউ থাকিলে বাইদেউৰ। আৰু দুইজন যদি একেলগে থাকে, তেন্তে কি যে জঞ্জালত পৰো। কিবা নিজে নিজে

চুইচাইড কৰি দিয় বাহেকে।

(সিদ্ধেশ্বৰ ওলাই যায়)।

**প্ৰসন্ন :** গ'ল, সেইভাল চেণ্টি কালি গুচি গ'ল। ঐ মোৰ আগত চেণ্টি কালি নেদেখুৱাবি। এই প্ৰসন্ন চাব ইলপেক্টৰে কাকো কেয়াৰ নকৰে। যদি কৰে কেৱল ভাগ্যশ্ৰীক। ঐ কি মুখ মেলি চাই আছ? এই বাল্টিটোৰ পানীখিনিৰে এইখিনি ভালদৰে ধুই দে।

**ঘাঁহবালা :** ছাৰ, এই ঘাঁহখিনি ধুব লাগিব।

**প্ৰসন্ন :** চুপ, হেবৌ, এইখিনি ঘাঁহ নহয়, আহাৰ বুলি ক। এই মুৰ্খ এইখিনি কি? (হাতত থকা টোপোলা দেখুৱাই)

**ঘাঁহবালা :** আপেল।

**প্ৰসন্ন :** উঃ ৰাম চৰেই জানে এইখিনি আপেল বুলি। কিন্তু মই সুধিছো এইখিনি কিহৰ ভাগত পৰে, বিভাগটো কি?

**ঘাঁহবালা :** ফলৰ।

**প্ৰসন্ন :** অ' ফল। অৰ্থাৎ, ফল + আহাৰ = ফলাহাৰ, ঠিক সেইদৰে ঘাঁহ + আহাৰ = ঘাঁহাহাৰ। অৰ্থাৎ যেতিয়া দুটা মনে মিলা শব্দই একে লগ হৈ এটা নতুন শব্দৰ সৃষ্টি কৰে তেতিয়া তাক সন্ধি বোলে। যেনে : ধৰ তোৰ — কল + আকাৰ = কলাকাৰ। চৰ + আকাৰ = চৰকাৰ। আৰু এটা যুগ্মপ্ৰসিদ্ধ সন্ধি আছে সেইটোৰ নাম হ'ল ইয়াগুৱাবু সন্ধি। ইয়াত ইয়া আৰু আগুৱাবু নামৰ দুটা ব্ৰহ্মদেশীয় শব্দৰ মিলন ঘটিছে, তাকো এই অসমত বুজিলি, অই মই কি কৈ আছিলো — আহাৰ আমি খোৱা বস্তু, সদায় ধুই মেলি খাব লাগে বজাৰৰ পৰা আনি চিধাই মুখত ভৰাই দিব নালাগে। (আপেল খায়)

**ঘাঁহবালা :** চাৰ আপুনি বৰ জ্ঞানী। আপোনাৰ গৰু কেইটা চাৰ।

**প্ৰসন্ন :** কি? কি কলি। তই মোৰ ভাগ্যশ্ৰীক গৰু বুলি ক'লি। তোক মই আজি শেষ কৰি পেলাম। তই মোৰ ভাগ্যশ্ৰীক গৰু বুলিছ হাৰামজাদা। (ভাগুনাৰ কন্দন মাতে)

(জানকী সোমাই আহে)

**জানকী :** হেৰি কি হৈছে চাওঁ এৰি দিয়কচোন। আপুনি পাগল হৈছে নেকি? হেৰা তুমি যোৱাচোন যোৱা। (ঘাঁহবালা যায়)।

**জানকী :** ছিঃ ছিঃ আপোনাৰ লাজ নালাগে। এই নিঃকিন মানুহ লগত চিনেমা হলৰ ব্লেকাৰৰ দৰে কাজিয়া কৰিছে হোস্টেলত ৰেগিঙৰ নামত অতিশাৰ্য চলোৱাদি চলাইছে। ছিঃ ছি।

**প্ৰসন্ন :** হেৰা পেপাৰৰ হেডলাইনৰ শব্দবোৰ নকল কৰি লেকচাৰ নিদিবা। সি মোৰ ভাগ্যশ্ৰীক গৰু বুলি কয়।

**জানকী :** গৰুক গৰু বুলি নকৈ আৰু কি বুলি ক'ব কওঁকচোন?

**প্ৰসন্ন :** নহয় গৰু। তাই আকৃতিত গৰু হ'ব পাৰে, কিন্তু প্ৰকৃততে তাই মোৰ ডাৰ্লিং, প্ৰেয়সী।

**জানকী :** হুঃ, এজনী গাই আপোনাৰ বাবে প্ৰেয়সী হ'ব পাৰে কিন্তু এটা অনাথ শিশু আপোনাৰ পুত্ৰ হ'ব নোৱাৰে। কিমান দিন ক'লো বিয়াৰ ছয় বছৰৰ পিছতো আমাৰ যেতিয়া সন্তান নাই এটা অনাথ শিশুকে তুলি লওঁ? কিন্তু আপুনি...?

**প্ৰসন্ন :** নাই, কেতিয়াও হ'ব নোৱাৰে। এটা অনাথ শিশু মোৰ পুত্ৰ কেতিয়াও হ'ব নোৱাৰে। হুঃ এটা অনাথ শিশুৱে মোক, এই প্ৰসন্ন চাব ইলপেক্টৰক পাপা বুলি মাতিব। সেইটো কেতিয়াও হ'ব নোৱাৰে হেৰা, মই কাকো বিনা মতলবত খুৱাই ৰাখিব নোৱাৰো। এই যে সিদ্ধেশ্বৰ সি এইখন ঘৰত আছে কাৰণ সি ভাগ্যশ্ৰীক চোৱা-চিতা কৰে আৰু তুমি এইখন ঘৰত আছা কাৰণ তুমি ভাগ্যশ্ৰীক যৌতুকত আনিছিলা।

**জানকী :** কি? তাৰ মানে অকলে মোৰ কোনো মূল্য নাই।

**প্ৰসন্ন :** নাই।

**জানকী :** ঠিক আছে মই কাইলৈকে পিতাইৰ ঘৰলৈ গুছি যাম।

**প্ৰসন্ন :** যোৱা এই প্ৰসন্নই কাকো কেয়াৰ নকৰে লাগিলে সি ঘাঁহবালাই হওঁক বা কিনাৰাম হাবিলদাৰেই হওঁক বা ......।

**জানকী :** বাঃ বৈ গ'ল যে, বা ময়েই হওঁ নহয়নে? মাৰক, মোক মাৰি পেলাওঁক। আজিকালি যাৰ হাতত অস্ত্ৰ থাকে, ক্ষমতা থাকে, সিহঁতৰ বাবেইতো পৃথিবীখন। ঠিক আছে, মই আজিয়েই পিতাইৰ ঘৰলৈ গুছি যাম, শুনক লগতে ভাগ্যশ্ৰীক লৈ যাম, কাৰণ মই তাইক যৌতুকত আনিছিলো।

(জানকী সোমাই যায়)

**প্ৰসন্ন :** হেৰা জানকী শুনাচোন, শুনাচোন তুমি যোৱা যদি যোৱা, কিন্তু ভাগ্যশ্ৰীক লৈ নাযাবা। তাইক লৈ গ'লে মই একেবাৰে ঘাটমাউৰা হ'ম। হেৰা জানকী জানকী। চব মতলবী, মতলবী। বাঃ গুছি যা কোনো থাকিব নালাগে। (বিচনী হাতত লয়)

(সিদ্ধেশ্বৰ সোমাই আহে)

**সিদ্ধেশ্বৰ :** মই আপোনাক এৰি ক'লৈ যাম চাৰ।

**প্ৰসন্ন :** সিদ্ধেশ্বৰ, ভাগ্যশ্ৰী ক'ত আছে অ'।

**সিদ্ধেশ্বৰ :** সৌৱা চাৰ। বাস্তাটোৰ সিটো পাৰে আপোন মনে ঘাঁহাহাৰ গ্ৰহণ কৰি আছে।

**প্ৰসন্ন :** আস কি মনোৰম, কি মনোমোহা দৃশ্য। সিদ্ধেশ্বৰ কেনে আচৰিত কথা চাচোন সেই কলা ভাগ্যশ্ৰীজনীয়ে সেউজীয়া

যাঁহাহাৰ গ্ৰহণ কৰি আমাক বগা গাখীৰ দিয়ে।

**সিদ্ধেশ্বৰ :** হয় চাৰ। তাই চৰিত্ৰটো যেন সেই মন্ত্ৰী বিধায়কৰ দৰে।

**প্ৰসন্ন :** মানে?

**সিদ্ধেশ্বৰ :** মানে চাৰ, আমাৰ মন্ত্ৰী বিধায়কবোৰে যেনেকৈ শান্তিৰ বগা সাজযোৰ পিন্ধি ক্ষমতা পোৱাৰ পিছত অশান্তিৰ সৃষ্টি কৰি তেজৰ নদী বোৱাই দিয়ে।

**প্ৰসন্ন :** চুপ। যাৰে তাৰে লগত মোৰ ভাগ্যশ্ৰীক তুলনা নকৰিবিচোন।

**সিদ্ধেশ্বৰ :** ফটা মুখ নহয় চাৰ। ফটচেনে ওলাই গ'ল।

**প্ৰসন্ন :** সিদ্ধেশ্বৰ এই ভাগ্যশ্ৰীৰ আগমনে বুজিছ মোৰ জীৱনটো একেবাৰে সলনি কৰি দিলে। এই ভাগ্যশ্ৰীৰ গাখীৰেৰে বনোৱা দৈ, ঘিউ ওপৰবালাক খুৱাই খুৱাই মই চিপাহীৰ পৰা চাব ইন্সপেক্টৰ হ'লো। এদিন মই এচ.পি হ'ম। কাৰণ মই এতিয়াও অ.চি.ৰ ওপৰত বদলা লবলৈ আছে। ৰ এইখন চা, এয়া হ'ল সৰুকালিৰ ভাগ্যশ্ৰী। (মানি বেগৰ পৰা ফটো দেখুৱায়)

**সিদ্ধেশ্বৰ :** বাঃ বৰ মৰমলগা দেই হাঁহিটো।

**প্ৰসন্ন :** চুপ, মুখ নলগাবি। যা (বিচনীখন দি) এইখন লৈ যা আৰু তাইক বিচি থাকগৈ। নহ'লে গৰমত তাই বৰ কষ্ট পাব অ' সিদ্ধেশ্বৰ মই এচ. পি হ'লে তোক মই চিপাহী বনাই দিম। এদিন তই বিয়া কৰাবি, যৌতুকত এজনী গাই আহিব, তাই গাখীৰ ওপৰবালাক খুৱাই তই এজন চাব ইন্সপেক্টৰ হবি আৰু এদিন তই এচ. পি. হ'বিগৈ। কি? নাই নাই তই এচ. পি. হ'ব নোৱাৰ, তোক মই চিপাহী নকৰাও।

**সিদ্ধেশ্বৰ :** (কন্দনামুৱা হৈ) চাৰ ........।

**প্ৰসন্ন :** ঠিক আছে আছে চিপাহী হ'লেও তই কিন্তু বিয়া কৰাব নোৱাৰ।

**সিদ্ধেশ্বৰ :** চাৰ।

**প্ৰসন্ন :** বিয়া কৰালেই তই কিন্তু যৌতুক ল'ব নোৱাৰ।

**সিদ্ধেশ্বৰ :** চাৰ।

**প্ৰসন্ন :** যৌতুকত অন্য বস্তু আনিলেও তই কিন্তু গাই গৰু আনিব নোৱাৰ।

**সিদ্ধেশ্বৰ :** চাৰ.......।

**প্ৰসন্ন :** নাই। এই অনুমতি দি মই হাতৰ কুঠাৰ ভৰিত মাৰি ল'ব নোৱাৰো যা তাই বিচি থাকগৈ।

(সিদ্ধেশ্বৰ যায়)

**প্ৰসন্ন :** ইঃ চবৰে এচ.পি হোৱাৰ মন। (নিজকে কয়)

(এনেতে গৰম সোমাই আহে)

**গৰম :** নমস্কাৰ।

**প্ৰসন্ন :** নমস্কাৰ। কোন আপুনি? (Direction)

**গৰম :** নহয় মহাশয়, মোৰ নাম গৰম চন্দ্ৰ দাস। মই এটা অভিযোগ লৈ আপোনাৰ ওচৰলৈ আহিছো। এটা চোৰে আমাৰ এই অঞ্চলত বৰ উপদ্ৰৱ কৰি আছে। আমি তাক সকলোৱে চিনি পাওঁ কিন্তু ধৰিব নোৱাৰো।

**প্ৰসন্ন :** কিয় সি মায়াবী নেকি?

**গৰম :** নহয় মহাশয় মানে প্ৰমাণ নোহোৱাকৈ তাক ধৰাটো মস্কিল হৈ পৰিছে।

**প্ৰসন্ন :** হেৰি মিঃ গৰম। আপোনাৰ অভিযোগটো কিন্তু একেবাৰে নৰম। প্ৰমাণ নাথাকিলে আপোনালোকৰ দৰে আমিও চোৰ ধৰিব নোৱাৰো বুজিলে। যাওঁক, নিজেই কিবা ব্যৱস্থা কৰক গৈ।

**গৰম :** মহাশয় তাৰ বিৰুদ্ধে পেপাৰত বিবৃত্তি দি আমি গৰিহণা দিছো তাৰ ঘৰৰ সম্মুখত ধৰ্ণা, সত্যাগ্ৰহ, অনশন আদি পালন কৰিছো। আনকি নিস্প্ৰদীপ পালন কৰিও ......।

**প্ৰসন্ন :** হেৰি ৰ'বচোন ৰ'ব। আপুনি বাৰু কোনোবা সংগঠনৰ—

**গৰম :** হয় মই মানে এই অঞ্চলৰ নিকনুৱা জনতা দলৰ অতিৰিক্ত সহ ভাৰপ্ৰাপ্ত উপ সভাপতি।

**প্ৰসন্ন :** কি ক'লে উপ সভাপতি, তাৰে অতিৰিক্ত, সহ-ভাৰপ্ৰাপ্ত, বাহ্ বঢ়িয়াদেই, হেৰি অ. স. ভা. উ.।

**গৰম :** অ. স. ভা. উ. মই বুজা নাই।

**প্ৰসন্ন :** হেৰি অ. স. ভা. উ. মানে অতিৰিক্ত সহ-ভাৰপ্ৰাপ্ত উপ সভাপতি বুজিলে, হেৰি আজিকালি অনশন, সত্যাগ্ৰহ এইবোৰৰ কাম নাই বুজিলে। এইবিলাকৰ Validity Date উকলি গ'ল বুজিলে। (পিষ্টলটো দেখুৱাই) অস্ত্ৰ লওঁক আৰু নিজে স্বাধীন নাগৰিক বনি যাওঁক।

**গৰম :** কিন্তু মহাশয়।

**প্ৰসন্ন :** নোৱাৰে নহয়, অস্ত্ৰ ল'ব নোৱাৰে তেতিয়াহ'লে চোৰ ধৰা বাদ দিয়ক যাওঁক।

**গৰম :** নহয় মহাশয়, আপুনি তাক যেনে-তেনে ধৰিব লাগিব। আচলতে এই কথাটোত মই প্ৰথমতে মাত দিয়া নাছিলো। কিন্তু সি যেতিয়া মোৰ এক মাত্ৰ গাখীৰ দি থকা গাইজনীক চুৰ কৰি লৈ গ'ল মই আৰু ৰব নোৱাৰিলো বুজিছে।

**প্ৰসন্ন :** হেৰি ৰ'বচোৰ ৰ'ব। আজি সি যদি আপোনাৰ গাখীৰ দি থকা গাইজনী চুৰ কৰিব পাৰে তেনেহ'লে মোৰ

ভাগ্যশ্ৰীকো লৈ যাব পাৰে। হেৰি আপুনি থানাতে ৰওকচোন, মই গৈ আহোঁ। (গমন যায়)

**প্ৰসন্ন ঃ** সিদ্ধেশ্বৰ, সিদ্ধেশ্বৰ।

**সিদ্ধে ঃ** চাৰ।

**প্ৰসন্ন ঃ** চোৰ ওলাইছে বুজিছ অলপ সাৱধানে থাকিবি। (ভিতৰলৈ সোমাই যায়)

(সিদ্ধেশ্বৰে ভয় খাই চকীত বহে। এনেতে সত্যৰামৰ প্ৰবেশ)

**সত্যৰাম ঃ** হেৰি আপুনি ইয়াতে থাকে নেকি? ইন্সপেক্টৰ আছেনে? অলপ মাতি দিয়কচোন?

**সিদ্ধেশ্বৰ ঃ** আপুনি কিবা ঘাঁহৰ পইছা পাই নেকি হে?

**সত্য ঃ** ঘাঁহৰ পইছা? হেৰা কি বলকিছাহে।

**সিদ্ধে ঃ** একো বলকা নাই, সুধিছোহে। আপুনি আমাৰ ছাৰক এতিয়া লগ নাপায়। ছাৰে বাইদেউৰ লগত ভিতৰত ৰেষ্ট লৈ আছে।

সত্য ঃ কি? Duty ৰ সময়ত এনেদৰে ৰেষ্ট লৈ থাকিলে দেশত হত্যা, লুণ্ঠন, অপহৰণ কিয় নহ'ব। জৰুৰ হ'ব লিখিম, মই এইবোৰ চব লিখিম।

**সিদ্ধেশ্বৰ ঃ** লিখিব? হেৰি ৰ'বচোন ৰ'ব। আপুনি কোনোবা বাতৰি-কাকতৰ সম্পাদক নে বিৰোধী দলৰ নেতাহে?

**সত্য ঃ** মই সচেতন নাগৰিক।

**সিদ্ধেশ্বৰ ঃ** হেৰি অকণমান মাল টানি ফিটিং হৈ অচেতন হৈ পৰি থাকক। ডেকা বয়সতে দেশৰ কথা চিন্তা কৰি মূৰৰ চুলি পকাব নালাগে যাওঁক।

সত্য ঃ হেৰা তুমি মাতিবানে নামাতা।

**সিদ্ধেশ্বৰ ঃ** নামাতো

**সত্য ঃ** নামাতা (তিনিবাৰ) (সত্যই চুৰি দেখুৱাই)

**সিদ্ধেশ্বৰ ঃ** মা.....মা......তি......ম। ছাৰ অ' ছাৰ এইফালে আহকচোন। (চিএঞৰি ইন্সপেক্টৰক মাতে) (প্ৰসন্ন সোমাই আহে)

**প্ৰসন্ন ঃ** কি হ'ল? ইমানকৈ টেটুফালি চিএঞৰিবলৈ তোক কিহে পাইছে?

**সিদ্ধেশ্বৰ ঃ** মই নহয়, এখেতে মাতিবলৈ কৈছে।

**প্ৰসন্ন ঃ** এখেত, হাত দাঙক, দাঙক। হেণ্ডছ আপ।

**সত্য ঃ** নাদাঙো নাদাঙো। কেলেই দাঙিম। মই সাংবাদিক সত্যৰাম নাথ। দেশৰ চতুৰ্থ স্তম্ভ।

**প্ৰসন্ন ঃ** (হাঁহি) ধপ মাৰিবলৈ নাহিব। গাজা নামাৰিব। সাংবাদিকৰ হাতত কলমহে থাকে, এই চুৰি নহয়।

**সত্য ঃ** হেৰি মোৰ হাতত কলমো আছে। এইয়া চাওঁক। মই দুয়োবিধেই লৈ ফুৰে।। কিয় জানে? আপোনালোকৰ বাবে। কাৰণ আপোনালোকৰ কথাৰে ঠিক নাই নহয়। কেতিয়াবা ক'ব চুৰিতকৈ কলম শক্তিশালী আকৌ কেতিয়াবা ক'ব কলমতকৈ চুৰি শক্তিশালী।

**প্ৰসন্ন ঃ** (হাতযোৰ কৰি) হেৰি আপুনি তাৰমানে সঁচাই সাংবাদিক। আপুনি এই অধমৰ ঘৰলৈ কিয় আহিছে?

সত্য ঃ হেৰি শুনক। আপুনি অলপ আগতে এজন ঘাঁহবালাক মৃত্যুৰ ভাবুকি দি ঘৰৰ পৰা বাহিৰ উলিয়াই পঠাইছে।

**প্ৰসন্ন ঃ** নাই দিয়া।

**সিদ্ধে ঃ** দিছে দিছে দিছে।

**প্ৰসন্ন ঃ** দিছো দিছো।

**সত্য ঃ** আনকি তেওঁক তেওঁক শ্ৰমৰ মৰ্যাদা হিচাপে প্ৰাপ্য ধনখিনিও আদায় দিয়া নাই।

**প্ৰসন্ন ঃ** দিছোতো।

**সিদ্ধেশ্বৰ ঃ** নাই দিয়া।

**প্ৰসন্ন ঃ** নাই দিয়া। সিদ্ধেশ্বৰ যাচোন যা। তেখেতক ইয়ালৈকে আগবঢ়াই লৈ আনগৈ। যা সোনকালে যা (সিদ্ধেশ্বৰ যায়)। হেৰি বহকচোন বহক। হেৰি দৈ খাব। ঘৰৰ দৈ। একদম খাটি দৈ। ৰব মই লৈ আহিছো। আপুনি বহক দেই। (প্ৰসন্ন যাব খোজে)

(বাহিৰত সিদ্ধেশ্বৰৰ মাত)

**সিদ্ধেশ্বৰ ঃ** মাৰিলে ঐ মাৰিলে ছাৰ। ছাৰ ছাৰ, ছা.........ৰ।

**প্ৰসন্ন ঃ** হেৰি সিদ্ধেশ্বৰৰ কিবা হ'ল। সিদ্ধেশ্বৰ ... সিদ্ধেশ্বৰ ... (বাহিৰলৈ গুচি যায়। সিদ্ধেশ্বৰৰ প্ৰবেশ )

**সিদ্ধেশ্বৰ ঃ** বাইদেউ বাইদেউ (জানকীৰ প্ৰবেশ)

**জানকী ঃ** কি হ'ল অ'?

**সিদ্ধেশ্বৰ ঃ** বাইদেউ বাইদেউ। বাইদেউ আৰু নাই।

**জানকী ঃ** কি মই নাই?

**সিদ্ধেশ্বৰ ঃ** নহয় বাইদেউ আপুনি আছে। ভাগ্যশ্ৰীহে নাই। অলপ আগতে এখন ট্ৰাকে ভাগ্যশ্ৰীক ........... (কান্দে)

**জানকী ঃ** কি ভাগ্যশ্ৰী মৰিল। (কান্দি)

**সিদ্ধেশ্বৰ ঃ** হয় বাইদেউ।

**জানকী ঃ** সিদ্ধেশ্বৰ ভাগ্যশ্ৰী মৰিল। (মুখত তৃপ্তিৰ ভাব) সিদ্ধেশ্বৰ ভাগ্যশ্ৰী মৰিল ভালেই হ'ল, এতিয়াহে ঘৰখনলৈ যেন শান্তি ঘূৰি আহিব। এতিয়া তেখেতে মোক মৰম কৰিব।

কিন্তু আমি কান্দিব লাগিব। তেখেতক দেখুৱাই কান্দিব লাগিব।

(প্ৰসন্নৰ প্ৰৱেশ। ঘাঁহবালাই প্ৰসন্নক ধৰি আনে)

**প্ৰসন্ন ঃ** জা.....ন.....কী, জা.... ন....কী। মই বৰবাদ হৈ গ'লো জানকী। মোৰ সকলো শেষ।

**জানকী ঃ** হেৰি আপুনি ইমানকৈ ভাগি নপৰিবিচোন। আমি আছো নহয়।

**প্ৰসন্ন ঃ** আমি? কোন আমি।

**জানকী ঃ** মই আৰু সিদ্ধেশ্বৰ, আপোনাৰ চাকৰ।

**প্ৰসন্ন ঃ** সিদ্ধেশ্বৰ। নাই কোনো নাই —

অথিৰ ধন জন।
জীৱন যৌৱন।
অসাৰ এহ সংসাৰ
অসাৰ মোৰ তিৰোতা।

হে প্ৰভু মোকো মাৰি নিয়া মইও ভাগ্যশ্ৰীৰ লগতে যাওঁ।

(সত্যৰামে হামিয়াই)

**প্ৰসন্ন ঃ** সেইয়া ভাগ্যশ্ৰীৰ মাত। ভাগ্যশ্ৰীৰ অতৃপ্ত আত্মাৰ করুণ কিনিনি।

**জানকী ঃ** হেৰি নহয়হে, এখেতে হামিয়াইছে।

**প্ৰসন্ন ঃ** কি এখেতে হামিয়াইছে। নাই তথাপি মই যাব লাগিব মই ভাগ্যশ্ৰীৰ লগত গুচি যাম।

(ভিতৰলৈ সোমাই যায়)

**জানকী ঃ** হেৰি শুনকচোন, শুনক (প্ৰস্থান)

**প্ৰসন্ন ঃ** (ভিতৰত) ক'ত থ'লা উলিয়াই দিয়া। (Direction)

**সত্য ঃ** তেখেতে নিশ্চয় আত্মহত্যা কৰিব।

**ঘাঁহবালা ঃ** আত্মহত্যা কৰিবলৈ নিশ্চয় চুৰি বা ৰচি বিচাৰিছে।

**সত্য ঃ** এই সময়ত আমি তেখেতক সহায় কৰা উচিত। মোৰ হাতত এখন চুৰি আছে। তোমাৰ ৰচিডাল দিবা নেকি?

**ঘাঁহবালা ঃ** নিশ্চয়।

**সত্য ঃ** (চাকৰক উদ্দেশ্যি) অনুগ্ৰহ কৰি আপুনি এইখিনি তেখেতক দি সহায় কৰি দিয়ক।

**সিদ্ধেশ্বৰ ঃ** মই? নাই।

(প্ৰসন্নৰ প্ৰৱেশ। ধুতি আৰু সুদা গা। হাতত এটা মাটিৰ কুমৰ চৰু)

**সিদ্ধেশ্বৰ ঃ** ছাৰ, ছাৰ।

**ঘাঁহবালা ঃ** ছাৰ মৰা গাইজনীৰ পৰা ক'ত গাখীৰ ওলাব।

**প্ৰসন্ন ঃ** নহয়হে মই গাখীৰ খীৱাবলৈ নাযাও নহয়। অস্থি আনিবলৈ হে যাওঁ। এই অস্থি লৈ মই পৰ্বততে-পাহাৰে ঘূৰি ফুৰিম।

**সত্য ঃ** পাহাৰ-পৰ্বততে। আহ পাই গলো। বঢ়িয়া পাই গলো।

**ঘাঁহবালা ঃ** কি পালে? অস্থি।

**সত্য ঃ** নহয়হে। কাহিনী। জাতীয় সংগ্ৰামৰ কাহিনী। ধাৰাবাহিকভাবে প্ৰকাশ পাব।

**সিদ্ধেশ্বৰ ঃ** ছাৰ, এই পোছাকযোৰে আপোনাক কিনাৰাম হাবিলদাৰৰ ওচৰত দান পাত্ৰ লৈ থকা . পুলিচটো যেনহে লাগিছে।

**প্ৰসন্ন ঃ** কি মোক . পুলিচ যেন লাগিছে। ঠিক মই এই ড্ৰেছতেই যাম। (ভিতৰলৈ সোমাই যায়)

**সিদ্ধেশ্বৰ ঃ** (কান্দি) হায়, মই বৰবাদ হৈ গ'লো। বেকাৰ হৈ গ'লো। এই জহনীত জাইতী ভাগ্যশ্ৰীৰ মৃত্যুত লগে লগে এইখন ঘৰত মোৰ চাউল উকলিল। মই নিবনুৱা হৈ গ'লো।

**গৰম ঃ** নিবনুৱা হৈ গ'লা। বাহ বঢ়িয়া।

**সিদ্ধেশ্বৰ ঃ** কি বঢ়িয়াহে?

**গৰম ঃ** বঢ়িয়া হোৱা নাই যদি কি? তুমি নিবনুৱা হৈ গ'লা। গতিকে তুমি আমাৰ নিবনুৱা জনতা দলৰ সদস্য হৈ গ'লা। লোৱা (এখন ৰচিদ কাটি দিয়ে)। (সত্যক কয়) হেৰি বিবৃতি এটা দিব লাগিছিলহে।

**সিদ্ধেশ্বৰ ঃ** কি বিবৃতিহে? সত্যনিষ্ঠনে?

**গৰম ঃ** একেবাৰে সত্যনিষ্ঠ। লিখক আজি নিবনুৱা জনতা দলৰ অ. স. ভ. উ. সা. মানে অতিৰিক্ত সহ ভাৰপ্ৰাপ্ত উপ সভাপতি গৰম চন্দ্ৰ দাসে এগৰাকী নিচলা অসহায় গাইৰ মৃত্যুত গভীৰ ক্ষোভ প্ৰকাশ কৰে আৰু ট্ৰাকৰ ড্ৰাইভাৰ হেণ্ডিমেনক তীব্ৰ গৰিহণা দি কয় যে সন্ত্ৰাসবাদে কোনো সমস্যা সমাধান কৰিব নোৱাৰে।

**ঘাঁহবালা ঃ** আচ্ছা দাদা (বাল্টি, ঘাঁহৰ বস্তা লৈ যাবলৈ ওলায়।

**সিদ্ধেশ্বৰ ঃ** অই, অই ক'ত নিয় সেইবোৰ?

**ঘাঁহবালা ঃ** ঘৰলৈ। এইবোৰ দেখি থকিলে ছাৰে সদায় কান্দি থাকিব নহয়।

**সিদ্ধেশ্বৰ ঃ** অ' হয়তু। (গৰুৰ খুঁটিটো দি) এই খুঁটিটো লৈ যা অ'।

**ঘাঁহবালা ঃ** এইবোৰে মই কি কৰিম? দাদা মোৰো অকণমান কথা পেপাৰত উঠাই দিব নোৱাৰেনে?

**সত্য ঃ** কেলেই নোৱাৰিম, কোৱা।

**ঘাঁহবালা ঃ** এইযে মই ভাগশ্ৰীৰ ঘাট-মাউৰা সন্তানটি ঘৰলৈ লৈ গৈ তাৰ পোহপালনৰ দায়িত্ব ল'ম।

**সিদ্ধেশ্বৰ ঃ** ইহ তাৰ চালটো চা। দাদা মইহে তাইক লৈ যাম তাই

এদিন ভাত্তৰ হ'ব, গাখীৰ দিব সেই গাখীৰেৰে বনোৱা দৈ, ঘিউ ওপৰৱালাক খুৱাই ... ... ...। (প্ৰসন্ন আৰু জানকী সোমাই আহে। জানকীয়ে প্ৰসন্নৰ হাতত ধৰি ভিতৰলৈ টানি থাকে।)

**প্ৰসন্ন :** চাৰ্ওঁ এৰি দিয়া বুলি কৈছো নহয়। ইয়াত উপস্থিত থকা বিশিষ্ট সাংবাদিক, বিশিষ্ট ৰাজনৈতিক নেতা, নিৰ্ভীক শ্ৰমিক, মোৰ প্ৰভুভক্ত চাকৰ আৰু এসময়ৰ সহধৰ্মীণী। মই শ্ৰীপ্ৰসন্ন চাব ইন্সপেক্টৰে ভাগ্যশ্ৰীৰ মৃত্যুত মৰ্মাহত হৈ সামাজিক আৰু পাৰিবাৰিক জীৱন ত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰিলো। বিদায়.....।

**জানকী :** হেৰি মোৰে শপত। আপুনি নাযাব। এতিয়াও সকলো শেষ হৈ যোৱা নাই নহয়। আপুনি নাযাব।

(প্ৰসন্ন যাব খোজে)

**জানকী :** (গৰুৰ মাত উলিয়াই) হেম্বে। হেম্বে। হেম্বে.....।

**প্ৰসন্ন :** (প্ৰসন্নই ঘূৰি জানকীলৈ চায় আৰু কাষলৈ আহি) জানকী এতিয়াহে মই উপলব্ধি কৰিছো পতি-পত্নীৰ বুজা বুজিয়েহে এখন ঘৰলৈ শান্তি আনিব পাৰে। কোনো ধন-সম্পত্তি বা ঐশ্বৰ্য্য বিভূতিয়ে নহয়। মই আজিয়েই অনাথ শালালৈ যাম আৰু এটা অনাথ শিশু আনি তোমাৰ কোলাত তুলি দিম।

**জানকী :** সঁচা, আপুনি ইমান ভাল। (গৰমে হামিয়াই। জানকীয়ে খণ্ডৰে) ইচ এইডাল।

(Music direction cut)

<u>সমাপ্ত</u>

# দৃষ্টান্ত

ৰচনা কাল : ১৯৯৫

## নাট্যকাৰ # দীপক বৰা

চৰিত্ৰলিপি :

১। মদন
২। পুলক
৩। অতুল
৪। ভবেন
৫। বাটচু
৬। বীনা

(মঞ্চৰ কেন্দ্ৰত উদ্ধ আৰু মধ্যমঞ্চৰ সীমাৰেখাত খুঁটা কেইটা থকাকৈ তিনিফুট বহল, প্ৰায় পাঁচফুট দীঘল আৰু ঠিক একফুট চাৰিইঞ্চি ওখ ক'লা কাপোৰেৰে আবৃত এখন বিচনা সদৃশ REMP। REMP একে ঠাইত থাকিব আৰু বিভিন্ন ধৰণে ব্যৱহাৰ হ'ব। এটা সুন্দৰ COMPOSITION অত সকলো ঠিয় হৈ বা তলৰ গীতটো সুন্দৰ সুৰেৰে গাই নাটখনি উপস্থাপন কৰিব)

শুনা শুনা সভাসদ আমাৰ বচন।
দেশৰ বৃত্তান্ত কহো শুন দিয়া মন।।
ঘনে ঘনে ঘটি থকা প্ৰত্যক্ষ নকৰা।
দেখি শুনি প্ৰতিবাদ কোনেও নকৰা।।
শুনা শুনা সভাসদ আমাৰ বচন।
দোষী কোন গুণী কোন কৰিবা বিচাৰ।।

(বীনাই REMP খনক বিচনা হিচাপে ব্যৱহাৰ কৰি পতিতালয়ৰ পতিতা হিচাপে প্ৰসাধন কৰি থাকে। পবিত্ৰ আৰু পৰোপকাৰী মনৰ অথচ প্ৰয়োজনীয় সৎ সাহস নথকা যুৱক হিচাপে সোমাই আহে মদন। দুৱাৰত টুকুৰীয়াই। বীনাই দুৱাৰ খুলি দিয়াত কামলৈ সোমায় আহে।)

### (DIRECTION)

বীনা : ৰাতিটোৰ কাৰণে?
মদন : ৰাতিটোৰ কাৰণে ইমান টকা ক'ত পাম!
বীনা : এঘন্টা?
মদন : হ'ব (বীনাই মদনৰ জোতা খুলিবলৈ প্ৰস্তুত হয়) নালাগে মই নিজেই খুলিম। (বীনাই এইবাৰ পিন্ধি থকা চাদৰখন গুচাবলৈ ধৰে (MIME) চাদৰখন নুগুচাবা Please, চাদৰখন তুলি লোৱা। মই আচলতে নাৰীৰ অৰ্দ্ধনগ্ন দেহ চাবলৈ অহা নাই।

(বীনাই চাদৰ তুলি লয় বা পিন্ধে)

বীনা : মাগ্নিকক আপুনি টকা দি অহা নাই?
মদন : আহিছো।
বীনা : মোৰ বাবে দুশ (২০০) টকা দি অহা নাই?
মদন : আহিছো।।
বীনা : তেনেহ'লে দেৰি কৰিছে কিয়?
মদন : মই কৈছোৱেই দেখোন।
বীনা : তেন্তে? ঘূৰক মই চাদৰ তুলি ললো।

### (DIRECTION)

মদন : তোমাৰ নাম?
বীনা : ইয়াত মোক সদায় বেলেগ মানুহে বেলেগ বেলেগ নাম দি মাতে জান, সোণ, ডাৰ্লিং...
মদন : তোমাৰ আচল নাম?

বীনা : ধৰি লওক মলয়া।

মদন : ঘৰ, গাঁও?

বীনা : কিয়?

মদন : নাই মানে মই তোমালোকক ইয়াৰ পৰা উদ্ধাৰ কৰিম।

বীনা : অ' উদ্ধাৰ কৰিব। এইখন পতিতালয়ৰ পৰা উদ্ধাৰ কৰি নি আন এখনত বেছি দামত বিক্ৰী নকৰেতো?

মদন : অন্ততঃ মই সেইটো উদ্দেশ্যলৈ ইয়ালৈ অহা নাই।

বীনা : শুনক। মই স্ব- ইচ্ছাৰে গাঁওৰ পৰা ইয়ালৈ আহো।

মদন : সদায়?

বীনা : অ প্ৰতিদিনে। সন্ধ্যাই বাছত উঠি এইখিনি পাওঁহি আৰু ৰাতিপুৱালে ঘৰলৈ উলটি যাওঁ।

মদন : কি কাৰণত তোমালোকে ছোৱালীবিলাকে এই পথ বাচি লোৱা?

বীনা : কাৰণটো সকলোৰে বেলেগো হ'ব পাৰে।

মদন : মানে?

বীনা : কিছুমান ধনী ঘৰৰ দুলালীও আহে। টকাৰ কাৰণে নহয়-- কিয় আহে ভাবক। কিছুমানক অপহৰণ কৰি আনি ইয়াত বিক্ৰী কৰি থৈ যায়হি। সিহঁত বাধ্য হয়। কিছুমান গাভৰুৱে অৱস্থাৰ দাসত্বত পৰি কলেজ, বিশ্ববিদ্যালয়ৰ পঢ়াৰ খৰচ উলিয়ায়। মদে -ভাতে লৈ কিছুমান ধনীঘৰৰ ছোৱালী বোৱাৰী আহে ব্যভিচাৰী কৰিবলৈ। আদিমভাবে কিছু সময় কটাবলৈ।

মদন : আৰু তুমি? তুমি কিয়..

বীনা : মই কিয় ইয়ালৈ আহো। এইটোৱেই আপোনাৰ প্ৰশ্ন?

মদন : যদি তোমাৰ ক্ষতি নহয়।

বীনা : ক্ষতি। এৰা ক্ষতি।!    মোৰ অক্ষম পিতৃৰ অবিহনে ঘৰখন চলাব কোনে? আমাৰতো কৰ্মক্ষম উপযুক্ত ল'ৰা নাই তেনেক্ষেত্ৰত? অলেখ মাটি সম্পত্তিও নাই, যে ৰাহী হোৱাখিনি বেচি বেমাৰী শয্যাশায়ী মাৰ চিকিৎসা কৰিম। **Higher Secondary** পাছ কৰাৰ পিছত মোৰ জানো পঢ়িবলৈ ইচ্ছা নাছিল? ভনী দুজনী আৰু একমাত্ৰ ভাইটোকেইনো পঢ়াৰ খৰচ দিয়ে কোনে?

মদন : যদি তোমাক মই ইয়াৰ পৰা লৈ যাওঁ?

বীনা : একমাত্ৰ মোক? বাকীবোৰ।

মদন : মই বাকীবোৰকো নিয়াৰ ব্যৱস্থা কৰিম। প্ৰথমে পৰিকল্পনাৰ বাবে তোমাক নিয়াৰ সিদ্ধান্ত কৰিছো।

বীনা : লৈ যাব নালাগে। মোক এটা সাধাৰণ চাকৰিৰ Appoınment Letter দিয়ক মই নিজেই এই পথ ত্যাগ কৰিম।

মদন : চাকৰি। চাকৰি ব্যৱস্থা ..

বীনা : শুনক। এজনী নাৰীয়ে মাত্ৰ এজন উপযুক্ত পুৰুষ বিচাৰে। মোক এনে এজন পুৰুষ দিব পাৰিব যি মোক বিয়া কৰাব?

মদন : সেইটো কথা মই...

বীনা : যি জনে মোৰ ঘৰখনো চাব।   .. নোৱাৰে। গতিকে কৈছো দেহৰ, মনৰ, পেটৰ, পৰিবেশৰ, নীতি - নিয়মৰ আৰু ঘৰুৱা অভাৱবোৰ পূৰণ নোহোৱালৈকে এইবোৰ চলিয়েই থাকিব। আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে পতিতালয় বা পতিতা নহ'লে চহৰ শব্দটো সম্পূৰ্ণ নহয়। বেয়া পাইছে?

মদন : নাই, মই যাওঁ

বীনা : যাওঁক।

**(DIRECTION)**

মোৰ ওচৰলৈ অহা প্ৰত্যেকজন উদ্ধাৰকাৰী এনেকৈয়ে যাবলৈ বাধ্য হয়। যাওঁক। (মদন যায়)

**(DIRECTION)**

পুলক : (কৈ কৈ সোমাই আহে) লৰচৰ নকৰিবি বৈ থাক-- তই ঠিক এনেদৰে থাকিবি। ও। যি কি নহওক চাৰি যাতে দৰ্শকে বুজি পায়হে মদনে কৰা যুৱকৰ অভিনয়ৰ পৰা উদ্দেশ্য সৎ হ'লেও কাৰ্যত ৰূপায়ণ কৰিবলৈ সৎ সাহস নাই। আৰু বীনাই কৰা পতিতাজনীৰ পৰা দৰ্শকে বুজিব লাগিব যে উদ্দেশ্য সৎ হ'লেও অসৎ কৰ্ম কৰিবলৈ তাই বাধ্য। এইটো কথা শেষবাৰৰ কাৰণে ক'লো আৰু **MIME** বোৰ অলপ **Prominent** কৰিবলৈ চেষ্টা কৰিবিহঁত।

মদন : ঐ তহঁত অহা নাই কিয়, আহ।

**(এনেতে বাকী কেইজনে বেলেগ এটা Sequence অৰ গীত গাই গাই প্ৰবেশ কৰে। পুলকৰ খং)**

**(DIRECTION)**

গীতাংশ : শুনা শুনা সভাসদ আমাৰ বচন-
হায়ৰে হায়।
এইবাৰ কহো কথা ছাত্ৰ যুৱকৰ
হায়ৰে হায়।
কলেজৰ ছাত্ৰী কৰে অপহৰণ।
হায়ৰে হায়
অপহৰণ কৰি নি কৰে বলাৎকাৰ
হায়ৰে হায়।

মদন : ঐ-ৰ। তহঁতৰ **Rehearsal** কৰাৰ মতলব আছেনে

নাই?

বীনা : নহয়নো কি ? অকণো Seriousness নাই।

অতুল : হেৰা Serious শুনা। এ .....এইভালক কৈ কি লাভ। অ' (Director) বাবু, আও খং চোৱা।

পুলক : তইঁতক মই কৈছিলোনে নাই যে গীতবোৰ এতিয়া নালাগে। গীতবোৰ হৈ যাব।

অতুল : অ' আমি মানে অপহৰণৰ কেছটোৰ গীতটোত এটা নতুন সুৰ দি চাইছো। ভাল হ'লে তই গ্ৰহণ কৰিবি আৰু—

ভবেন : তাৰ মুডেই (Mood) কয় নহয়, গ্ৰহণ কৰেনে নকৰে। তইঁত দুটাক মই কোৱা নাছিলো তাক Director পাতি দিছো সি যি কৰে কৰিব।

পুলক : তইঁত ঘৰলৈ যাগৈ যা। মই অভিনয়বোৰ্ অকলে অকলে কৰোঁ।

বাটছু : গানৰ সুৰটো বেয়া পাইছ?

মদন : তইঁতেটো সুৰ সলোৱা নাই। গীতৰ কথা কথাখিনিহে সলাইছে।

বাটছু : তাকেইতো-

পুলক : ৰ

বাটছু : হ'ব।

পুলক : চব সুৰবিলাক যদি একেখন নাটকতে দিয় Same Style অৰ Next নাটকখনত সুৰ কৰ পৰা দিবি?

অতুল : সুৰৰনো আৰু অভাব ঘটিলনে?

পুলক : অভাব হোৱা নাই। আনে ব্যৱহাৰ কৰি থকা ভাটিয়ালী বা Folk Songৰ সুৰ বিলাক ব্যৱহাৰ কৰি থাকিলে একঘেয়ামি নহ'ব নেকি?

ভবেন : উপস্থাপনৰ কৌশলটো বেলেগ কৰিলেই হ'ল।

বাটছু : ই কিন্তু জেগাত ধৰিছে দেই।

পুলক : তেনেহ'লে DIRECTION অৰ দায়িত্বটো তইঁতেই ল।

বাটছু : অ সেইটো নহ'ব নহ'ব। এই STAGE আছে নাট্যমন্দিৰ আছে তই ইমান সৰু সৰু কথাতে বাৰু খং খাব লাগেনে? সহজকে লচোন EASY হৈ যাব নহয়।

মদন : বাদদে পুলক বাদ দে এইবোৰ। DIRECTOR হৈছ যেতিয়া এইবোৰ সহ্য কৰিবই লাগিব।

পুলক : সেইকাৰণে FRIEND অৰ লগত এইবিলাক কৰিবই নেপায়। Junior বা Senior Group ৰ লগতেই ভাল।

মদন : এইচবে DIRECTOR অৰৰ মূল্য কিবা বুজিলেহে।

অতুল : হেৰৌ গানৰ সুৰটো আমাৰ পৰামৰ্শহে। তাকে যেনিবা অলপ Jocking কৰি প্ৰকেশ কৰিলো সুৰ সিদ্ধান্ত তাৰ DIRECTOR অৰ। ন?

(DIRECTION)

পুলক : সেইটো সুৰত গালে লগে লগে দৰ্শকেও গাবলৈ লাগি যাব।

অতুল : ভালহে। দৰ্শককো ব্যৱহাৰ কৰি পেলাব পাৰিম।

পুলক : ভালহে হ'ব। তাৰ পিছত যেতিয়া গাড়ীত যুৱতী অপহৰণৰ ফ্লাশ SEQUENCE টো দেখিব-তেতিয়া? গাড়ীখনৰ MIME টোকে CLEAR কৰিব পৰা নাই। সেইটো SEQUENCE এতিয়া নাছিল। ঘপহকৈ যে গীতটো ধৰি ললি। অপহৰণৰ দৃশ্যটো কালিলৈহে দিনৰ দিনটো REHEARSAL কৰি CLEAR কৰাৰ কথা আছিল।

ভবেন : কিন্তু আজিযে LAST BLOCKING.

বাটছু : নহয় অ'। সুৰটো ঘপহকৈ মনলৈ অহাৰ বাবে ধৰি ললো আৰু।

পুলক : তেনেহ'লে সি কেনেকৈ জানিলে লগে লগে।

বাটছু : নহয় মানে GREEN ROOMতে অকণমান PRACTICE কৰি চাইছিলো মনে মনে।

পুলক : কৰ এতিয়া সেইটোকে।

বাটছু : হ'ব।

বীনা : হৈছে - হৈছে - ব'ল।

অতুল : এই Serious সিফালৰ পৰাহে তোৰ। সিফালে যা।

পুলক : অ' Start (DIRECTION)

পুলক : ইমান দেৰি কিয় Brother.

মদন : একো পাত্তা পোৱা নাই।

অতুল : তাই কলেজলৈ আহিছে বুলি sure টো

মদন : মই নিজেই দেখি আহিছো অ'।

অতুল : ভবেনেটো কৈছিল তাইৰ ডেৰ বজাত Class শেষ বুলি

মদন : Class শেষ হ'লেতো তাই কলেজত বৈ থকা ছোৱালী নহয়।

অতুল : কেন্টিনত সোমাই চাহ খাই আছে কিজানি?

মদন : জানো (হঠাৎ অতুলে অৰুন্ধতীৰূপী বীনাক দেখি পায়।)

অতুল : ধেৎ— সেইজনী নহয়নে?

মদন : লগত সেইজনী কোন?

অতুল : ধেৎতেৰি গোটেই Plan টোৱেই Bore হ'বগৈ এতিয়া।

মদন : ভবেনইতক আহিব নালাগে বুলি Signal দে।

অতুল : ঠিক আছে।

(DIRECTION)

মদন : ঐ লগৰীজনী দেখোন সিটো গলিয়েদি সোমাই গ'ল।

অতুল : হয়। Good -Good -Signal.....

মদন : ৰ'বি। উৎপাতখন কৰিছে চোৱা।

অতুল : ইটোও ক'ব সিটোও ক'ব মানে....হ'ব দে মই খবৰ নিদিও

মদন : আৰে পালেহি দেখা নাই ? কি কৰিছ।

অতুল : ঐ মদন অথনি তোকযে কৈছিলো সেইটো কামকে কৰো নহ'লে দে।

মদন : কি?

অতুল : Plan টো নহ'লে বাদেই দিওঁ দে

মদন : কিয়?

অতুল : মনটো ভাল লগা নাই অ' আজি

মদন : এই বিলাক কথা এতিয়া নহব দেই।

অতুল : মই কি ভাবিছো জান?

মদন : কি?

অতুল : তইতো আমাৰ ওচৰত কোনো দোষ কৰা নাই।

মদন : মোক খা, মোক খা কৰি থকা তাৰ ফুলাম যৌৱনটোৱেই দোষী।

(ভবেন সোমাই আহে)

ভবেন : (ছোৱালীজনী অহালৈ চাই থাকে)

অতুল : ঐ ভবেন

ভবেন : (অতুললৈ চাই দিয়ে)

অতুল : হ'ব দে ঠিকেই আছে।

মদন : পালেহি (বীনা সোমাই আহে)

ভবেন : ভণ্টি অকণমান ৰ'বাচোন। কলেজৰ পৰা আহিলা?

বীনা : হয়।

ভবেন : তোমাৰ নামটো?

বীনা : অৰুন্ধতী বৰুৱা

ভবেন : ধুনীয়া নাম। (এনেতে বাটচু গাড়ী — DRIVE কৰি সোমায় আহে। পিছৰ চিটত পুলক বহি আহে। গাড়ী বীনাৰ কাষত ৰয়হি। লগে লগে বীনাক জোৰ কৰি গাড়ীত তুলি লৈ যায়। DIRECTION সকলোৱে খুব হাঁহে)

পুলক : কচুপাত কালিলিহঁত। নাটক কৰে। ঐ— DRIVE। তই পিছে কি গাড়ী চলালি অ'?

বাটচু : জীপ গাড়ী আকৌ।

মদন : খোলা জীপ?

বাটচু : দস্তুৰ মত ।

পুলক : খোলা জীপ যুৱতী-অপহৰণ কৰিলে পুলিচ আৰু PUBLIC চকু মুদি থাকিব নেকি?

বীনা : নহ'ব। মোক এযেহেদেৰত অপহৰণ কৰিব লাগিব

অতুল: Coloured glass থকা এযেহেদেৰ ন?

(DIRECTION)

বাটচু : মইতো ইমান দিনে জীপ গাড়ীয়েই চলাই আহিছো।

ভবেন : কিন্তু তই জনাটো উচিত বা DIRECTOR সোধা উচিত মই কি গাড়ী চলাম অ' ?

পুলক : এযেহেদেৰ।

মদন : আচ্ছা নাটকৰ নামটো কি হ'লগৈ এতিয়া?

বাটচু : দৃষ্টান্ত

মদন : নহয় অ' নামটো সলোৱাৰ কথা আছিল যে। অজানদাই কৈছিল কালি..

পুলক : নামটো সলাব পৰা নহ'ব। অজানদাৰ কথা মই মানিছো, নামটো সলাব পাৰি সেইটোও মানিছো,আনহাতে নাট্যকাৰে দিয়া নামটোও গ্ৰহণযোগ্য। চা ..এক নম্বৰতে নাটকখনত কোনো দৃশ্য পৰিবৰ্তনে নাই।

মদন : নাই

পুলক : আনহাতে প্ৰত্যেকটোৱেই একোটা বেলেগ SEQUENCE বা মুহূৰ্ত অথবা দৃষ্টান্তৰ অংশ বিশেষ?

মদন : অ'

পুলক : অৰ্থব্যঞ্জক গীতৰ দ্বাৰাহে SEQUENCE বোৰ লগ লগোৱা হৈছে।

মদন : বুজিলো দে।

পুলক : সেইকাৰণে নাটকৰ লিখাৰ STYLE টোলৈ চাই দৃষ্টান্ত নামটোৱেই ঠিক কৰিলো।

ভবেন : সেইটো বাৰু মানিলো। কিন্তু নাটকখনত মাজত যে অতুল, ভবেন আদি ORIGINAL নামবোৰ ব্যৱহাৰ হৈছে কিবা অসুবিধা হ'ব নেকি?

পুলক : মই সেই বিষয়ে নাট্যকাৰৰ লগত আলোচনা কৰিছিলো। একো অসুবিধা নহ'ব বুলি কৈছে।

বাটচু : দৰ্শকে বুজি পালেই হ'ল আৰু ন? (বীনাক)

বীনা : মই DIRECTOR নেকি? ওঁ এতিয়া ORDER PLEASE.

বাটচু : YES-YES SERIOUS- SERIOUS, ORDER-ORDER

(কৈ কৈ বাটচু আৰু ক্ৰমে বাকীবোৰৰ প্ৰস্থান যদিও পুলকৰ কথা মতে বীনা আৰু মদন বৈ যায়)

**পুলক ঃ** ৰীনা মদন থাক

**মদন ঃ** SORRY

**পুলক ঃ** ইঞ্জিনীয়াৰিং কলেজৰ নাম ভৰ্তিক লৈ যিটো SEQUENCE

**মদন ঃ** অ'

**পুলক ঃ** ৰীনা READY। শুনচোন ওৰণিখন লৈ লবি। চাম কেনে লাগে। ও START

(ৰীনা যায়। পুলকৰ প্ৰস্থান। অধ্যক্ষৰ ঘৰত অধ্যক্ষৰ ব্যক্তিগত OFFICE ROOM অত অধ্যক্ষ ব্যস্ত হৈ থাকে। অলপ পিছত ফোন আহে)

**মদন ঃ** (ফোন দাঙি) Hello কোনে কৈছে। - হয় মই অধ্যক্ষ বৰুৱাই কৈছো। - কি কলে চিট- হয়- Sorry বেয়া নাপাব All ready fillup এতিয়া? - ইমান কম Percentage অত নহ'ব নহয়। - ইতিমধ্য Interview হৈ গৈছে। - ৰিজাল্ট- ৰিজাল্ট দিয়া নাই। - Interview নিদিয়াকৈ কথাটো ভাল নহ'ব নহয়। ছাত্ৰ- ছাত্ৰীয়ে Complain কৰিব আৰু ময়ো নোৱাৰিম। - ক্ষমা কৰিব টকা মোক নালাগে। No ( ইতিমধ্যে পত্নীৰূপী ৰীনাই চাহ আনি টেবুলত থৈ ৰৈ থাকে) (DIRECTION)

**ৰীনা ঃ** কি হ'ল? কোনে ফোন কৰিছে?

**মদন ঃ** মীন মিনিষ্টাৰে ।

**ৰীনা ঃ** মীন মিনিষ্টাৰে? আমাৰ দেখোন পুখুৰীযেই নাই।

**মদন ঃ** কৌতুক কৰিছা। সেইজনৰ বোলে সাতটা Candidate আছে। নম্বৰ কম। ইঞ্জিনীয়ৰিঙত চিট্ দিব লাগে। গাধবোৰ ডাক্তৰ ইঞ্জিনীয়াৰ হৈ দেশৰ কি উন্নতি কৰিবহে?

**ৰীনা ঃ** নোৱাৰোঁ বুলি কৈ দিয়ক।

**মদন ঃ** তাকেইটো ক'লো। কিনো শুনিলা তুমি?

**ৰীনা ঃ** ইমান খং ৰাগ কৰিনো মিনিষ্টাৰৰ লগত কথা পাতেনে?

**মদন ঃ** সিফালৰ পৰা কিটো Mood অত কথা কৈছে তুমি জানো জানা?

**ৰীনা ঃ** পাৰে যদি দি দিয়ক নহ'লে?

**মদন ঃ** ইন্টাৰভিউটো বহিব লাগিব। গাধবোৰ ডাক্তৰ ইঞ্জিনীয়াৰ পঢ়িবলৈ আহে কিয হে? (পুনৰ ফোন আহে) Hello হয় মই বৰুৱা। কওঁক। - মীন মিনিষ্টাৰে? - হয কৰিছিল। - নোৱাৰিম বুলি কলো।

**ৰীনা ঃ** চাহ কাপ থৈ লওকচোন

**মদন ঃ** ৰ'বাহে দিগদাৰ নকৰিবা। Sorry Sorry আপোনাক কোৱা নাই। কাষত মোৰ পত্নী আছে। হয মোৰ এক কথা Without interview আৰু কম Percentage অৰ ছাত্ৰক মই Addmission দিব নোৱাৰো। - সেই বিষয়ে মই চিন্তিত নহয়। হয় নেকি? - আৰু মাত্ৰ ছমাহহে। - তাৰপিছত আপোনালোকৰ মনোনীত ব্যক্তিক অধ্যক্ষ পদত অধিষ্ঠিত কৰি লব। - অ মই আপোনাকেই কৈছো।

**মদন ঃ** গৃহমন্ত্ৰী। - অ' জানো, কিন্তু গৃহমন্ত্ৰীৰ দায়িত্ব কলেজৰ Addmission অত নিশ্চয নহয়। - What (ফোন থয়)

**ৰীনা ঃ** আপুনি কথাবোৰ দকৈ ভাবি চাইছেনে নাই?

**মদন ঃ** চাকৰি ৰক্ষা কৰিবলৈ গৈ মই মোৰ ব্যক্তিত্বক বিসৰ্জন দিব নোৱাৰোঁ নহয়।

**ৰীনা ঃ** দেহাটোলৈতো চাব লাগিব। গৃহ মন্ত্ৰীৰ অখাতিৰ হ'লে কি হয় জানো জানো? গৃহ মন্ত্ৰীৰ বোলে ব্যক্তিগত গুণ্ডা বাহিনীও আছে।

**মদন ঃ** অৱসৰ লোৱাৰ পিছৰে পৰা বাতৰি কাকতৰ জৰিয়তে বা মেলে-মিটিঙে ডাঙৰ ডাঙৰ বিষয়ববীয়া আৰু মিনিষ্টাৰৰ মুখা খুলিম বুলি কোৱাৰে পৰা মোৰ পিছ এৰা নাই। আৰু ময়ো হ'বলা ভয় কৰা মানুহ। (ফোন ৰিং হয়) আকৌ বা কোন?

(ফোনৰ ক্ৰেডেল ডাল দাঙি টেবুলত থৈ দিযে।)

**মদন ঃ** তুমি জানা কোনে ফোন কৰিছে? কেনেকৈ ফোনত দম দিছে তুমি শুনিছা?

**ৰীনা ঃ** হ'লেও সোধকচোন

**মদন ঃ** যোৱা। (ৰীনা যায। মদন নিশ্চয়। পুলক সোমাই আহে। নেপথ্যৰ পৰা Promoter এ কয় "ঐ গান নালাগে যেতিয়া পিছৰটো অকণমানহে লগতে কৰি দে নহলে")

**পুলক ঃ** হ'ব হ'ব। হযদে মদন পিছৰটো লগে লগে কৰি দিওঁ। ঐ ভবেন। (মঞ্চত ভবেন আৰু পুলকে অধ্যক্ষ অহালৈ ৰৈ থাকে।)

(DIRECTION)

**পুলক ঃ** চাৰ, আমি কলেজলৈকে আহিছিলো। আপুনি আহিলেই।

**মদন ঃ** আহা ঘৰলৈকে।

**ভবেন ঃ** কথাটো নিচেই সৰু চাৰ

**মদন ঃ** ওঁ। কোৱাচোন।

**পুলক ঃ** কলেজৰ Addmissionক লৈ কিবা গণ্ডগোল হৈছে হেনো?

**মদন ঃ** কিছুমান ল'ৰাই Addmission অৰ বাবে মন্ত্ৰী লগাইছেহে। অৱশ্যে একো চিন্তা নাই। সেইবোৰ Solve

হৈ যাব।

(ভবেনে অধ্যক্ষ ৰূপী মদনক হঠাৎ গুলীয়াই দিয়ে। তাৰ পিছত পুলকে গুলীয়াই আৰু দুয়ো উধাও হয়। মদন ACTION সহ নিশ্চল। অতুল, বীনা বাটছু সোমায় আহে WELL SHOT, WELL SHOT.... বুলি কৈ কৈ)

**মদন :** ok.?

**বাটছু-বীনা - অতুল :** o.k.

**পুলক :** হ'ব হ'ব Next Sequence (মদন আৰু বীনাৰ প্ৰস্থান)

পুলক, অতুল, বাটছু আৰু ভবেন তাচ খেলি থাকে)

**ভবেন :** ঐ সেইটো মদন নহয়নে?

**বাটছু :** অ' সেইটো দেখোন মদন পাগল।

**পুলক :** লগৰ ল'ৰা এটাক ঘপহকৈ পাগল বুলি ক'বলৈ বেয়া নেপাব।

**ভবেন :** আচলতে সি ৰেগিঙৰ কোবত খেদা খাই অহা নাই নহয়।

**বাটছু :** গৈয়েই চাগে ছোৱালীৰ ধান্দাত লাগিল। কোনোবাই ধৰি দিলে পিতন। বচ্ ঘৰৰ লৰা ঘৰলৈ বাট ললে। এতিয়া মাক বাপেককতো বুজাব লাগিব সেইকাৰণে পাগলৰ ভাও ধৰিছে।

**পুলক :** আৰে নিজে লুটুৰাতো আনকো তেনেদৰেই ভাব।

**অতুল :** মই ভালদৰে জানো বুইছ, ৰেগিঙৰ নামত তাক অসভ্যালি আৰু অত্যচাৰ কৰাৰ কাৰণেহে সি মেডিকেল পঢ়া বাদ দিলে।

**পুলক :** বাপেকটোলৈহে বেয়া লাগে। কিমান কষ্ট কৰি পঢ়াইছিল। ৰিজাল্টটো তাৰ ভালেই হৈছিল।

**বাটছু :** ৰিজাল্ট ভাল হোৱাৰ কাৰণেইটো সি মেডিকেল পঢ়িবলৈ যাব লগা হ'ল। আৰু মেডিকেল পঢ়িবলৈ যোৱাৰ কাৰণেইটো তাক ৰেগিং কৰিবলৈ পালে। আৰু ৰেগিং কৰাৰ ফলতেইতো সি চেৰাবলিয়া হ'ব লগা হ'ল।

**ভবেন :** বছৰি বছৰি পেপাৰত দেখোন ৰেগিঙৰ কথা পায়েই থাকে। হেৰৌ ঘৰৰ ল'ৰা ঘৰত থাক। বাপেৰৰ মাটি আছে খেতি কৰ হাল বা। চহৰৰ ল'ৰাইনো খেতি কৰিবলৈ ক'ত মাটি পায। গতিকে সিহঁতে মেডিকেল, ইঞ্জিনীয়াৰ পঢি

**বাটছু :** সেই কাৰণে গাৱঁৰ সহজ সৰল চোকা চোকা ল'ৰাবোৰক মেডিকেল ইঞ্জিনীযাৰিঙৰ পৰা মাৰ কিল কৰি খেদি পঠাইছে। খুব ভাল কাম কৰিছে।

**অতুল :** ঐ লাজ পোৱা নাই তেনেকৈ কবলৈ। কাইলৈ যদি তোৰ ভায়েৰ বা বায়েৰৰ তেনে অৱস্থা হয় তেতিয়া

**পুলক :** হ'ব হ'ব, Sound বন্ধ, সি পালেহি। মনে মনে খেদি থাক। (DIRECTION) (মদনৰ প্ৰবেশ)

**অতুল :** মদন তই আহিলি, বহ। (DIRECTION)-আৰে তই আকৌ কিয় হাঁহিছ।

**মদন :** ঐ ই হাৰিছে নেকি? হাৰিছে যদি ইয়াক এটা Injection দি দিওঁ ই ভালদৰে খেলিব পাৰিব। অ' তই বুজা নাই। মই ডাক্তৰ হৈ আহিলো নহয়। ইয়াক এটা বেজি দি দিওঁ বুজিছ ই ভালদৰে খেলিব পাৰিব। (হাঁহি) (DIRECTION)

**বাটছু :** মদন তই ঘৰলৈ যাগৈ যা। (মদনে হাঁহি থাকে) ঐ মদন ঘৰলৈ যা (লগে লগে মদনৰ হাঁহি বন্ধ হয়)

**মদন :** (বাটছুক উদ্দেশ্য কৰি) তই ৰেগিং Master নেকি? এইখন মেডিকেল কলেজ নেকি? তই মোক ৰেগিং কৰিবি নেকি? নকৰ কিয়...(বীনাৰ প্ৰবেশ)

**বীনা :** দাদা তই আহি এইখিনি পালিহি, মায়ে ভাত ৰান্ধি বৈ আছে নহয়। আহ আকৌ-

**মদন :** চাচোন ভনী, ই মোক ৰেগিং কৰে

**বীনা :** নকৰে ব'ল। তই এনেয়ে ভাবিছ। ব'ল মায়ে ডাক্তৰ পঢ়িবলৈ নকয়।

**মদন :** ঐ তই মোক ৰেগিং কৰিবি কৰ, নকৰ কিয় ক নকৰ কিয় .

**বাটছু :** ৰ (DIRECTION)

**বীনা :** দাদা। তই ভালপোৱা গানৰ কেছেটটো মই আনি থৈছো নহয়। ব'ল এতিয়া ঘৰলৈ যাওঁ

**মদন :** এইখন মেডিকেল কলেজ নহয়। এইখন মোৰ গাওঁ। ঐ কুকুৰহঁত সাহস আছে যদি ইয়ালৈ আহি মোক ৰেগিং কৰহি চাওঁ। ডাক্তৰ পঢ়িবলৈ আহিছ হঁা? মানব সেৱা কৰিবলৈ আহিছ। সেই কুকুৰহঁতে ৰেগিং কৰিবৰ সময়ত বাঘৰ সমান সাহস আৰু হাতীৰ সমান বল দেখুৱায় নহয়। ধৰ্ষণকাৰীহঁতক ৰাস্তালৈ চোচোৰাই আনি শাস্তি দিব নোৱাৰ কিয়? কিয় নোৱাৰ। জোতা মাৰো চালা তহঁতৰ মুখত।

**বীনা :** ঐ দাদা তই কিয় এনেকুৱা কৰিছ?

**মদন :** (হাঁহি)

**পুলক-অতুল :** মদন।

**মদন :** ঐ তহঁতে মোক ৰেগিং কৰিবি নেকি? হ্যা তহঁতে মোক ৰেগিং কৰিবি? তহঁতে মোক বিষ্ঠা খাবলৈ কবি নেকি? তহঁতে মোক ডিঙিত চিপজৰী লৈ ওলমি থাকিবলৈ কবি নেকি? তহঁতে মোক নাঙঠ হবলৈ কবি নেকি? তহঁতে মোক মাটি চেলেকিবলৈ কবি নেকি? ঐ নকৰ কিয়?

তইঁতে মোক ... (কান্দে)

**পুলক-অতুল :** মদন

**ৰীনা :** বাটছু দা অ' পুলকদা, দাদাই কিয়এনেকুৱা কৰিছে। তাক ঘৰলৈ লৈ আহকচোন। আজি তিনিদিন ধৰি সি ...(কান্দে)

**মদন :** (হাঁহে) ঐ আমিবোৰ ডাক্তৰ ইঞ্জিনীয়াৰ হ'ব নেপায় নেকি? মই যদি ডাক্তৰ হোৱাটো বেয়া কথা সিহঁতে মোক চুৰি মাৰি মাৰি নেপেলায় কিয়?

**অতুল :** মদন, মদন তই?

**মদন :** মই ডাক্তৰ হৈ ঘৰৰ সন্মুখতে এখন Private Clinic খুলিম বুলি ভাবিছিলো। মই ডাক্তৰ হৈ গাৱঁৰ দুখীয়া মানুহবোৰক কম খৰছতে চিকিৎসা সেৱা আগবঢ়াম বুলি ভাবিছিলো। মই ডাক্তৰ হৈ (কান্দে)। মই বুজি নেপালো মোৰ দোষ ক'ত ... মই বুজি নেপালো... (ৰীনাই কান্দে) .........আৰে ঐ ভনী তই আকৌ কিয় কান্দিছ, নাকান্দিবি। মই ধেমালিহে কৰিছো, শুনচোন, মই, ডাক্তৰ হৈ আহিলে তোক ধুনীয়া ধুনীয়া কাপোৰ দিম; মা-দেউতাহঁতকো ভাল ভাল কাপোৰ দিম নহয় তই নাকান্দিবি। আহ ঘৰলৈ যাওঁ। অ' ৰচোন - ঐ তইঁতৰ কি লাগিল, ওঁ এটা কাম কৰিম বুজিছ। মই ডাক্তৰ হৈ অহাৰ পিছত গাৱঁত ডাঙৰকৈ এটা ভোজ পাতিম। ভোজলৈ কিন্তু তইঁত আহিব লাগিব দেই। ঐ ভনী, হেৰি নহয়, তই দেউতাক কবি, এই মাহত মোক এহেজাৰ টকা বেছিকৈ লাগিব।

**ৰীনা :** অঁ মই কম তই আহচোন। (কান্দি)

**মদন :** ই নকব যা

**ৰীনা :** নহয় অ' মই কম। এইয়া কাণত ধৰিছো মই কম। তই এতিয়া ঘৰলৈ ব'লচোন।

**মদন :** ব'ল। তই কিন্তু ক'ব লাগিব। (মদন আৰু ৰীনাৰ প্ৰস্থান)

(DIRECTION)

**পুলক :** Yes, Yes, Next Sequence

**ৰীনা :** (প্ৰৱেশ) No, No, আখৰা সামৰিব লাগে। মোৰ ঘৰত সকাম আছে।

**পুলক :** ধেৎ তেৰি আৰু মাত্ৰ পাঁচটা Sequence আছে, একেবাৰে কৰি পেলাওঁ নহ'লে?

**ৰীনা :** মোৰ অসুবিধা আছে অ'।

**পুলক :** চা ৰীনা, মাজৰ গীতবিলাক গোৱা হোৱাই নাই। আন নহ'লেও পৰিসমাপ্তিৰ গীত পৰ্য্যন্ত last অৰ Sequence দুটা কৰিবই লাগিব। অঁ শুনহঁত পৰিসমাপ্তিৰ গীত পৰ্য্যন্ত Last অৰ Sequence দুটা কৰি আজিলৈ সমাপ্ত, তাৰ পিছত সকলো ঘৰাঘৰি। ঐ মদন আহ। অ' শুনচোন Stage অৰ অৱস্থা দেখিছ হ'লৰ অৱস্থা দেখিছ?

**মদন :** Director অৰ চকু দেখিছ।

**পুলক :** গতিকে কাইলৈ দহ বজাত এইবোৰ পৰিস্কাৰ কৰিব লাগিব। আবেলি আকৌ আখৰা হ'ব। ঐ আহ।

**ভবেন :** ঐ পুলক Police Officer অৰৰ Voice টো কোনে দিব ?

**পুলক :** অ' আজি আকৌ সেই Voice দিয়াটো নাহিল নহয়। এনেকৈ হ'লে মানে....

**মদন :** ঐ পুলক এটা কাম কৰো নহ'লে দে- আজি নহ'লে Promter য়েই Voice টো দি দিয়ক দে?

**পুলক :** তাৰ মাতটো কৰ্কশ নহয় অ'...

Prom: (নেপথ্যত ) হ'বদে মই পাৰিম

**বাটছু :** ঐ পাৰিব বোলে (DIRECTION)

**বাটছু :** ঐ মুনিন্দ্ৰ তই তেতিয়াহলে পাৰিবি?

Prom. (নেপথ্যত কৰ্কশ ভাবে) অ'

**মদন+বাটছু :** কৰ্কশ voice

**পুলক :** হ'বদে Prompter অক তেনেহ'লে আজি নেপথ্য অভিনেতালৈ Promotion দিয়া হ'ল। O K Action (মদন, পুলকৰ প্ৰস্থান) (DIRECTION)

**(ৰীনা কোনো এখন কলেজৰ ইংৰাজীৰ বিভাগৰ মুৰব্বী অধ্যাপিকা হিচাপে Remp অত বহে। এনেতে ৰুমলৈ সোমায় আহে পুলক আৰু মদন)**

**মদন :** May I come in Madam?

**ৰীনা :** Yes

**মদন :** আমি এটা বিশেষ আলোচনাৰ বাবে আপোনাৰ ওচৰলৈ আহিলো।

**ৰীনা :** কোৱা

**পুলক :** আমি Principal চাৰৰ ওচৰলৈকো যাম।

**মদন :** মানে অহা কালিলৈ English পৰীক্ষা। সেই কাৰণে আপোনাক লগ ধৰিবলৈ আহিলো কোৱাটাৰতে।

**ৰীনা :** তোমালোকে Part one দিবা?

**মদন :** হয়। তাতে আকৌ Back system টো উঠাই দিয়াৰ কথা শুনিছো...

**পুলক :** গতিকে পৰীক্ষাহলত অকণমান সুবিধা দি আমাক কৃতাৰ্থ কৰিব লাগে।

**ৰীনা :** তোমালোকে কি সুবিধাৰ কথা কৈছা ?

**মদন :** খট্।

**পুলক :** মানে নকল।

**ৰীনা :** What nonsense

**মদন :** Nonsense বুলিয়েই কওঁক বা Commonsence নাই বুলিয়েই কওক আপোনাৰ ইচ্ছা । কিন্তু আমাক ইংৰাজী বিষয়টো পাঁচ কৰাৰ সুবিধা দিব লাগে।

**ৰীনা :** তোমালোকে কি সাহসত এই কথা কব পাৰিছা ?

**পুলক :** উপায় নাই বাইদেউ মৰ সাহস।

**ৰীনা :** বেলেগ কথা নাই যদি ওলাই যোৱা

**মদন :** কথাটোৰ মীমাংসা Madam ?

**ৰীনা :** মই Principal লৈ ফোন কৰিম।

**পুলক :** কৰিব বাইদেউ। প্ৰথমে আমি কিয় এনেকৈ কব পাৰিছো যুক্তিখিনি শুনি লওক?

**ৰীনা :** তোমালোকৰ যুক্তি শুনিবলৈ মই ইয়াত বহি থকা নাই।

**মদন :** আপুনি আমাৰ যুক্তি শুনিবই লাগিব । শুনক ।

**পুলক :** (সম্মান সহকাৰে ক'ব লাগিব) আপোনালোকে ভবাৰ দৰে পৰীক্ষাহলত নকল কৰাটো অপৰাধ হ'ব নোৱাৰে।

**মদন :** কিয়নো স্কুল কলেজৰ নিয়মীয়া পাঠদান প্ৰায় নহয়। প্ৰায়বোৰ শিক্ষক, অধ্যাপকেই প্ৰতি ছাত্ৰ ছাত্ৰীৰ পৰা ডেৰশ -দুশকৈ টকা লৈ ঘৰুৱা টিউচন কৰে।

**ৰীনা :** অবাবত অসম বন্ধ দিয়াৰ ফলতে শিক্ষাদানত বাধা আহিছে। তেনেক্ষেত্ৰত টিউচন লোৱাত অপৰাধ কি?

**পুলক :** কিন্তু Group টিউচন কৰোতে প্ৰত্যেক ছাত্ৰ -ছাত্ৰীৰ পৰা ডেৰশ দুশ টকাকৈ ফিজ লয় কিয়?

**মদন :** তেতিয়া আমাৰ দৰে দুখীয়া ছাত্ৰৰ বিলাই কি হ'ব ?

**পুলক :** আৰু যি কেইদিন কলেজ বহে তাৰো ক্ষতি কৰি ঘৰুৱা টিউচন কৰে কিয় ?

**ৰীনা :** কথা বিলাক অলপ লাহে লাহে কোৱাচোন।

**মদন :** আনকি আপুনিও...

**ৰীনা :** You Shut-up (Move DIRECTION)

**মদন :** এনে ক্ষেত্ৰত আমাৰ দৰে টিউচন লবলৈ ক্ষমতা নথকা ছাত্ৰ- ছাত্ৰী সকলে নকল কৰিবলৈ লোৱাটো অপৰাধ?

**পুলক :** দেশৰ এই অৰাজক পৰিস্থিতিত কিমান নিৰ্দোষী ছাত্ৰ জেইলত আছে। জেইলৰ ভিতৰত পঢ়িবলৈ সুবিধা দিছে?

**মদন :** ২৪ ঘন্টাত ২৪ বাৰ পুলিচে নিৰ্যাতন কৰিলে কোনোবা ছাত্ৰই জেইলত পঢ়িব পাৰে?

**ৰীনা :** এইবিলাক কথা ইয়াত কৈছা কিয়?

**পুলক :** পৰীক্ষাৰ দুদিন আগতে জেইলৰ পৰা ওলাই আহি কোনোবা পৰীক্ষাৰ্থীয়ে পাছ কৰিব পাৰে?

**মদন :** আৰু সেইজন নিৰ্দোষী পৰিক্ষাৰ্থীয়ে জানো নকল কৰাটো অপৰাধ?

**ৰীনা :** নিশ্চয় অপৰাধ। ৰ'বা এইবোৰ চব মই Principal আৰু Union Body ত Complain কৰিম।

**পুলক :** Union Body? Union Body ৰ কিছুমান ছাত্ৰয়ো নকল কৰে Madam

**মদন :** কলেজ উন্নয়নৰ কাম কৰোতে কিছুমানৰ ছাত্ৰৰ পঢ়িবলৈ সময় নাই। সেই অজুহাতত সেই সকলে নকল কৰিবলৈ পৰোক্ষ ভাবে সুবিধা পায় কিয়?

**পুলক :** কিছু সংখ্যক অধ্যাপক- অধ্যাপিকাৰ আৰ্শীবাদ ধন্য সেই ছাত্ৰসকল নকল কৰি ধৰা পৰিলেও এক্সপেল কৰা নহয়।

**ৰীনা :** তোমালোক ওলাই যাবানে নাই মই বেলেগ ব্যৱস্থা গ্ৰহণ কৰিম?

**মদন :** নেলাগে Madam কবলগীয়া খিনি শেষ হ'লে আমি নিজেই ওলাই যাম।

**পুলক :** পুঞ্জীভূত ক্ষোভখিনি প্ৰকাশ কৰি এটা সিদ্ধান্ত গ্ৰহণ কৰিহে যাম।

**মদন :** যিখন সমাজ ব্যৱস্থাত ডাঙৰ ডাঙৰ বিষয়ববীয়াবোৰ L.O.C.কেলেংকাৰীৰ দৰে চুৰি কাৰ্যত লিপ্ত হ'ব পাৰে, যি সমাজ ব্যৱস্থাত ঘোচ খোৱাটোকো এক প্ৰকাৰৰ চুৰ বুলি গণ্য কৰা নহয় আৰু যিখন সমাজ ব্যৱস্থাত ৰাস্তাৰ শিলগুটি চোৰ এটাও মন্ত্ৰী বিধায়কৰ সংগী হ'ব পাৰে সেইখন দেশত ডাঙৰসকলক দেখি উঠি অহাবোৰে নকল কৰিবলৈ লোৱাটো জানো অপৰাধ হ'ব পাৰে?

(DIRECTION)

**পুলক :** ফোনটো থৈ দিয়ক বাইদেউ আৰু মাত্ৰ দুটা কথা ক'ব লগীয়া আছে।

**মদন :** আৰু এইহেন আসোৱাহপূৰ্ণ শিক্ষা ব্যৱস্থাত কম বয়সৰ ছাত্ৰ- ছাত্ৰীৰ মগজুৰে ঢুকি পোৱাতকৈ বহু বেছি কিতাপ পঢ়িবলগীয়া হোৱাত পাছ কৰাৰ সংখ্যা কমি আহিছে। অসমৰ্থখিনিয়ে নকল কৰিবলৈ বাধ্য হোৱাটো অপৰাধ হ'ব পাৰেনে?

**পুলক :** শ্ৰদ্ধাৰ শিক্ষাগুৰুসকলে অধ্যয়ন কৰি অহা কলেজ ইউনিভাৰচিটিৰ wall আৰু বেঞ্চবোৰ এতিয়াও স্বাক্ষৰ বহন কৰে যে দুই এক অধ্যাপক অধ্যাপিকাই নকল কৰিহে Master ডিগ্ৰী লৈছে।

**ৰীনা :** What!! তোমালোকে অধ্যাপকসকলক অপমান কৰিছা।

**মদন :** নাই কৰা মেডাম। সঁচা কথাটোহে কৈছো।

**পুলক :** সচাঁ কথা বাইদেউ, নকল নকৰাতকৈ নকল কৰাৰ সংখ্যা বেছি যেতিয়া..

**ৰীনা :** দৰকাৰ নাই আনৰ হৈ ওকালতি কৰিবলৈ।

**মদন :** আমি ইমান স্বাৰ্থপৰ নহয় Madam

**বীনা ঃ** ওলাই যোৱা—

**পুলক ঃ** যাম। তাৰ আগতে কওক আমাক কাইলৈ নকল কৰাৰ সুবিধা দিব?

**বীনা ঃ** মই তোমালোকক ওলাই যাবলৈ কৈছো।

**মদন ঃ** কওঁক Madam আমাক কাইলৈ পৰীক্ষা গৃহত নকল কৰাৰ Chance দিব?

**বীনা ঃ** I say get out (DIRECTION)

**পুলক ঃ** ৰ-ৰ ৰৈ থাকহঁত। ওঁ। আহ। এটা কাম কৰিব লাগিব। মানে তহঁত তিনিটা (বাটছু- ভবেন- অতুল) এনেকৈ ইয়াত ৰৈ থাকিব নালাগে। তহঁতে প্ৰস্থান কৰিবি। অ'। (পুলকৰ বাদে বাকীবোৰৰ প্ৰস্থান) ঐ শুনহঁত, এইখন খৰি টায়াৰেদি চিতা সজোৱা আছে। অঁ এতিয়া প্ৰথম মৰাশ লৈ আকৌ।

**অতুল ঃ** (সোমাই আহে) অ পুলক কথা এটা হ'ল নহয়?

**পুলক ঃ** এইবাৰ আকৌ কি হ'ল ?

**অতুল ঃ** চিতাত জুই লগাই দিওঁতে জুই জ্বলাটো বুজাবলৈ মৃতদেহ কেইটাৰ যে হাতবিলাক দাঙি দিওঁ, দাঙি দিমনে?

**পুলক ঃ** অ দিবি আকৌ

**অতুল ঃ** দৰ্শকে যদি মৰাশ জী উঠা বুলি ভাবে।

**পুলক ঃ** নেভাবে। আৰু যিসকলে ভাবিব তেওঁলোকক আমি সৃষ্টিশীল দৰ্শকলৈ ৰূপান্তৰিত কৰিব লাগিব।

**অতুল ঃ** তেনেহ'লে জুই বুজাবলৈ মৰাশ হে হাত দাঙিম?

**পুলক ঃ** অ' দাঙিবি যা। ৰিহাৰচেলহে-। অঁ

(প্ৰথমে ভবেনৰ মৃতদেহ লৈ মদন আৰু বাটছুৰ প্ৰবেশ আৰু পুলকৰ প্ৰস্থান DIRECTION)

**বাটছু ঃ** এইবিলাক চাকৰি আমাৰ কাৰণে নহয় বুজিছ। আমি আচলতে মহাপাপী।

**মদন ঃ** বাপজনমত কৰি নোপোৱা কাম এতিয়া কৰি মৰ।

**বাটছু ঃ** ধৰ্ম বুলিটো কথা এটা আছে।

**মদন ঃ** আৰু এই বিপ্লৱীবিলাক। হেৰৌ আত্ম সমৰ্পণ কৰিছ কৰ, মনে মনে বহি থাক। মানে

**বাটছু ঃ** আচলতে কি কাৰণত বাৰু ভাই ভাইৰ মাজত যুদ্ধখন লাগিল অ'

**মদন ঃ** বাতৰি কাকতত লিখা চব কথা মিছা বুলি ভাবিছ নেকি?

**বাটছু ঃ** নাই ভবা ।

**মদন ঃ** আৰু কাকতত লিখা চব কথা সঁচা বুলি ভাবিছ নেকি?

**বাটছু ঃ** নাই ভবা ।

**মদন ঃ** সঁচা কথা ক'লে বিপদ। আহ।

(প্ৰস্থান। পুনৰ আন এটা মৃতদেহ আনি)

**বাটছু ঃ** বেয়া লাগে ভাই। এইজনটো মোৰ বন্ধু অমলৰ দৰে। ইমান সাহসী সুন্দৰ ডেকাবোৰ।

**মদন ঃ** চব শেষ হৈ গ'ল।

**বাটছু ঃ** আচলতে আত্মসমৰ্পণকাৰীবোৰ চৰকাৰৰ ওচৰত ফঁচি গ'ল বুজিছ।

**মদন ঃ** জানো। ভাবিলে একো নুবুজা হৈ যাওঁ।

**বাটছু ঃ** কিন্তু এই ডেকাবোৰক গুলীয়াই আমি নিজে কিমান আঘাত পাওঁ সেইটো কোনে বুজিব?

**মদন ঃ** তোৰ মোৰ দৰে চিপাহীৰ মূল্য চিপাহীয়েই বুজিব লাগিব। বাদদে আৰু। পৰিয়ালটো আছে যেতিয়া চাকৰিটো এৰিওতো গুচি যাব নোৱাৰি।

**বাটছু ঃ** তই মই প্ৰতিবাদ কৰিলেনো হ'ব কি?

(পুনৰ তৃতীয় মৃতদেহতো আনেগৈ)

**মদন ঃ** পৰিয়ালৰ মানুহকতো এবাৰ মুখখন চাবলৈ দিব পাৰে।

**বাটছু ঃ** পাৰিলেহেঁতেন। আমি সঁচাই মহাপাপী। নহ'লেনো এই তিনিটাকৈ মহান মৃতদেহ একেলগে চিতাত জ্বলাব লগীয়াত পৰোনে?

**Prompter ঃ** (নেপথ্যৰ পৰা) কি কৰি আছ'। খৰি টায়াৰবোৰ জাপিদে।)

**বাটছু ঃ**হে বীৰসকল, আমাক ক্ষমা কৰিবা। (খৰি জাপে)

**মদন ঃ** তোমালোকৰ পৰিয়াল দেশ আৰু ৰাইজৰ হৈ আমি মহাপাপীযেই শেষ প্ৰমাণ যাচিলো।

**বাটছু ঃ** আমি মাথোন পুতলা, বীৰসকল। তোমালোকে জানো দেখিছা, এই বৃহৎ পথাৰখনৰ আধা কিঃমিটাৰ আঁতৰেদি থকা পুলিচৰ বৃত্তাকাৰ ঘেৰাও। আৰু তাৰ সিপাৰে থকা তোমালোকৰ পৰিয়ালক।

**মদন ঃ** দেশৰ বাবে আমি একো কৰিব নোৱাৰিলো। কেৱল তোমালোকৰ দৰে দেশভক্ত গুলীৰে থকা সৰকা কৰিবলৈ আমাৰ জন্ম।

**Prompter ঃ** (নেপথ্যত) কি চাই আছ। পেট্ৰল ঢালিদে।)

(বীনাই পুলিচৰ বেছ ভেদ কৰি "ককাইদেউ" বুলি চিঞৰি দৌৰি আহে। মদনহতে লক্ষ্য কৰে। P.O. ৰ নিৰ্দেশ)

Prompter ঃ কি চাই আছ ঐ। ছোৱালীজনী কেনেকৈ আহিবলৈ পালে। ধৰগৈ তাইক। (মদন দৌৰ মাৰে নেপথ্যলৈ। বাটছুৱে তেল ঢালিব কি নেঢালিব উপায়ন্তৰ হয়। ইপিনে মদনে বীনাক বাধা দিয়েগৈ। বীনাই "এৰিদে মোক। মই ককাইদেউক লৈ যাম ইত্যাদি চিঞৰ বাখৰ কৰে। মদনে বুজায়। বীনাই গাৰ সমস্ত শক্তিৰে জোৰ দি মদন সহ মঞ্চত সোমায়। হুলস্থূল।)

**বীনা ঃ** ক'ত আছে মোৰ ককাইদেউ

Prompter : লৈ যা তাইক। (DIRCTION)

বীনা : নাই মোৰ ককাইদেউক এৰি দে। অই ককাইদেউ

মদন : ধৈৰ্য ধৰাচোন ভণ্টি

বীনা : নহয়। মোৰ ককাইদেউ মৰা নাই। বাঁহ বিলাক গাত জাপি দিছ কিয়? সি কষ্ট পোৱা নাই নেকি?

মদন : মনে মনে থাকা। নহ'লে তোমাকো গুলিয়াই দিব।

বীনা : গুলীয়াই দে।

(Prompter : ধৰি থাক তাইক। লৈ যা আঁতৰাই। ঐ পেট্ৰল ঢালি দে।)

বীনা : ঐ তহঁত মানুহ নহয় নেকি? (বাটছুৰে তেল ঢালে) ককাইদেউ। চাওঁ মোক এৰি দে। মই ককাইদেউক কোলাত তুলি লৈ যাম। তিনিওটাকে একেলগে শুৱাইছ কিয়? ......ঐ ককাইদেউ

Prompter : জ্বলাইদে।

বীনা : নজ্বলাবি। চাওঁ। এৰি দে মোক। নজ্বলাবি, নজ্বলাবি.....

Prompter : জ্বলাইদে

(বীনাৰ মুখৰ মাত হৰে। বাটছুৰে দিয়া চলাই কাঠিৰে জ্বলাই দিয়ে)

বীনা : (চিঞৰি) (DIRECTION)

গীতাংশ

শুনা শুনা সভাসদ আমাৰ বচন।
দেখিলা এখন দৃষ্টান্ত।।
এনেদৰে চলে দেশ নাহিকে বিচাৰ।
দেখিলা এখন দৃষ্টান্ত।।
মানৱতা নিৰাপত্তা নাহিকে ইহাত।
দেখিলা এখন দৃষ্টান্ত।।
কাতৰ কৰোহো আমি সভাসদ।
দেখিলা এখন দৃষ্টান্ত।।
দোষীৰ দণ্ডৰ কৰা প্ৰতিবাদ।
দেখিলা এখন দৃষ্টান্ত।।

(ক্ৰমান্বয়ে Light আৰু আঁৰ কাপোৰ কমিব আৰু নামি আহিব)

<u>সমাপ্ত</u>

# বৃন্দাবনত উপদ্ৰৱ

**নাট্যকাৰ # বিৰাজ ভূষণ বৰা**

**চৰিত্ৰসমূহ ঃ**

১। পাপৰি
২। মৃণাল
৩। ধনী
৪। শান্তি
৫। মদন
৬। সত্যব্ৰত

(সদৌ অসম ৰাতুল বৰা সোৰ্বৰ্ণী একাংক নাট প্ৰতিযোগিতাত উক্ত নাটকৰ জৰিয়তে শ্ৰেষ্ট দল, শ্ৰেষ্ঠ পৰিচালক, শ্ৰেষ্ঠ কৌতুক অভিনেতা, শ্ৰেষ্ঠ নাট্যকাৰ, দ্বিতীয় শ্ৰেষ্ঠা অভিনেত্ৰী আৰু দিপুল নেওঁগে বিচাৰকৰ বিশেষ বঁটা লাভ কৰে।)

(ঘটনাৰ স্থান ঃ পাপৰিহঁতৰ কোঠা সময় ঃ নিশা।)

(পাপৰি ভিতৰত পঢ়াৰ টেবুলত। মৃণালে ইফালে সিফালে চাই দুৱাৰত টোকৰ দিছে।)

**পাপাৰ ঃ** কোন?

**মৃণাল ঃ** পাপৰি, অ' পাপৰি, দুৱাৰখন খুলি দিয়াচোন।। মই আহিছো, মৃণাল।

**পাপৰি ঃ** (পাপৰিয়ে দুৱাৰখন খুলি দিয়ে) অ' মৃণাল দা-আহা, বহা।

**মৃণাল ঃ** কি কৰিছা?

**পাপৰি ঃ** তোমাৰ কথা চিন্তা কৰোতে কৰোতে সকলো শেষ।

**মৃণাল ঃ** সেইবাবে অহা কালিৰ পৰীক্ষাৰ বাবে টুকুৰা লিখি আছা? T.D.C. First year তেই এই অৱস্থা। দেউতাৰা ক'লৈ গ'ল।

**পাপৰি ঃ** দেউতা অফিচৰ পৰা অহাই নাই।

**মৃণাল ঃ** ৰাতি এই দহটালৈকে দেউতাৰাই ক'ত অফিচ কৰিছেহে?

**পাপৰি ঃ** মই কি জানো।

**মৃণাল ঃ** এতিয়া তাৰমানে এই ঘৰত তুমি আৰু মই?

**পাপৰি ঃ** হয়, মোৰ সোণাই।

**মৃণাল ঃ** পানী এগিলাছ খুৱাবা?

**পাপৰি ঃ** এই ঠাণ্ডাত।

**মৃণাল ঃ** নহ'লে চাহ একাপকে খুউবা।

**পাপৰি ঃ** নালাগে, একেবাৰে ভাতকে খোৱা। বৌ মাছ আছে।

**মৃণাল ঃ** মোৰ ঘৰৰ ভাত কাঁহী?

**পাপৰি ঃ** ৰাতিপুৱা খাবা।

**মৃণাল ঃ** মায়ে যদি ৰাতি ভাত ক'ত খালি বুলি সোধে?

**পাপৰি ঃ** পাপৰিৰ ঘৰত খাই আহিলো বুলি ক'বা।

**মৃণাল ঃ** শাহু আই কেনেকুৱা জিনিচ গম পোৱা নাইতো। বিয়াৰ এসপ্তাহতে চকুৱেদি সৰিয়হ ফুল দেখি যাবা। পৰীক্ষাত পাছ কৰিবানে নাই?

**পাপৰি ঃ** মোৰ দেখোন পঢ়িবলৈ মনেই নোযোৱা হ'ল।

**মৃণাল ঃ** ক'ত মন যাব। যিজনী ছোৱালীয়ে মোৰ নিচিনা এজন পুৰুষৰ মন পাইছে, তাইৰ আকৌ পাঠ্য—পুথিত মন থকাৰ কিহৰ প্ৰয়োজন। মোৰ ঘৰত গৈ তুমি পঢ়াত মন দিয়াতকৈ ঘৰুৱা কাম—বনতহে মন দিব লাগিব বুজিছা।

**পাপৰি ঃ** মই ঘৰুৱা কাম-বন কৰিব।

**মৃণাল ঃ** আপুনি Minister লৈ বিয়া হ'ম বুলি ভাবিছেনেকি?

**পাপৰি ঃ** মই হলে ঘৰুৱা কাম-বন কৰিব নোৱাৰো।

**মৃণাল ঃ** ৰাতিপুৱা দেৰিকৈ উঠিব পাৰিব?

**পাপৰি ঃ** নিশ্চয় পাৰিম। মই ভালেহে পাওঁ।

**মৃণাল ঃ** এমাহৰ ভিতৰত ঘৰ দুফাল কৰিব পাৰিব?

**পাপৰি ঃ** প্ৰয়োজন হ'লেতো কৰিবই লাগিব।

**মৃণাল ঃ** এইয়াতো আপোনালোকৰ বিবাহিত জীৱনৰ এটা হবিয়েই।

পাপৰি ঃ কি কৈছা?

মৃণাল ঃ ভুল হ'ল নেকি?

(মদনৰ প্ৰৱেশ)

(Direction)

মদন ঃ সত্যব্ৰত— হে'ৰা পাপৰিৰ মাক আছানেহে?

পাপৰি ঃ আছো বৰদেউতা। আহক, বহক।

মদন ঃ বাপেৰা আছেনে নাই?

পাপৰি ঃ দেউতা অফিচৰ পৰা অহাই নাই।

মদন ঃ মাৰা একা?

পাপৰি ঃ মা পৰহিয়েই মামাইঁতৰ ঘৰলৈ গ'ল।

মদন ঃ এতিয়া তাৰমানে ঘৰত তই অকলশৰীয়া। ছেঃ এনেকৈ গাভৰু ছোৱালী এজনী এৰি থৈ যাব নাপায় নহয়। গাঁৱৰ ডেকা ল'ৰাবোৰ ইমান ঠিক নহয়—নহয়।

পাপৰি ঃ মোৰ অভ্যাস আছে নহয় বৰদেউতা।

মদন ঃ অৱশ্যে ভয় কৰিবলগীয়া নাই। হেৰি নহয় ছোৱালী, নতুন কোঠালী ল'লি।

পাপৰি ঃ ল'লো বৰদেউতা।

মদন ঃ সকামো পাতিলি?

পাপৰি ঃ বেছি ডাঙৰ সকাম নহয়। আঠ জন নে দহজন ভকত।

মদন ঃ থ হেৰ, এনে কথা নক'বি। হিৰ'হোন্দা, ইয়ামাহাই চোতাল ভৰি আছে—তাই আকৌ কয় বেছি ডাঙৰ সকাম নহয়।

পাপৰি ঃ তেতিয়া হ'লে আজিয়েই চাহ একাপ খাওঁক।

মদন ঃ নাখাওঁ। ঐ তই চিগাৰেট হুপিছিলি নেকি?

পাপৰি ঃ নাই হোপা। ছোৱালী মানুহে হ'বলা চিগাৰেট হোপ?

মদন ঃ আজিৰ দিনৰ ছোৱালীৰ গাত আগৰ দিনৰ মহিলাৰ লক্ষণ নাই অ' পাপৰি। আচ্ছা, ৰুম কেইটা বনালি?

পাপৰি ঃ তিনিটা। লাইনটো থকাহেঁতেন চাব পাৰিলেহেঁতেন।

মদন ঃ ব'লাচোন বাৰু লেম্পৰ পোহৰতে চাই আহোঁ। কি হ'ল তই দেখোন কিবাকিবিখন কৰিছ?

পাপৰি ঃ নহ'লে কালিলৈ দিনতে আহিব। দেউতাও থাকিব। ভাতো খাব।

মদন ঃ আহিছো যেতিয়া চায়েই যাওঁ নেকি? ব'ল।

পাপৰি ঃ ৰ'ব মই মম এডাল জ্বলাই আনো।

মদন ঃ কামটো আজিয়েই সিজিব যেন লাগিছে। বহু দিনৰ আশা। হে ভগবান—তুমি সহায় কৰিলেহে হ'ব।

পাপৰি ঃ আহক বৰদেউতা।

মদন ঃ ঘৰত ৰঙটো কি মাৰিলি?

পাপৰি ঃ সেউজীয়া। ঘৰটোৰ নতুন নাম এটা দিছো নহয়।

মদন ঃ কি নাম অ'।

পাপৰি ঃ বৃন্দাবন।

মদন ঃ বৃন্দাবন—! কৃষ্ণ—গোপীৰ কেলি ভূমি। তেতিয়া হ'লে আমি বৃন্দাবনৰ মাজলৈ আগবাঢ়ো ব'ল।

মৃণাল ঃ তেতিয়া হ'লে আমি বৃন্দাবনৰ মাজলৈ আগবাঢ়ো ব'ল। বেইমান চব। ঘৰ চাবলৈ আহিবলৈ সময় নাপালে। দিনত আহ— ঘচা—বহ—চাহ খা। এতিয়া আহি অমৃতত বিহ ঢালিছ কিয়? পাপৰিক বা ভিতৰত কি ব্যৱহাৰ কৰে ! এওঁৰটো character টো ঠিক নহয়।

(DIRECTION)

মদন ঃ বৰ সুন্দৰ ৰুম বনালে দেই। সত্যব্ৰতে কিন্তু কাম কৰিলে। ৰুম কেইটা কেইফুট বুলিলি?

পাপৰি ঃ চৈধ্য—চৈধ্য—।

মদন ঃ তাৰমানে দীঘেও চৈধ্য ফুট, পথালিয়েও চৈধ্য ফুট। ইফালেও তাৰ তিনিটা ৰুম বনাই দিলে, ধুনীয়া Assam Type ৰ ঘৰ এটা হৈ যাব নহয়নে? হেৰি কৰিবি, এইটো ৰুম ভাঙি পেলাবি তেতিয়াহে নতুন ৰুম কেইটা ওলাই পৰিব। আচ্ছা, মই উঠো। বাপেৰে আহিলে ক'বি মদন বৰদেউতা আহি নতুন ৰুম চাই গ'লহি। তেতিয়া হ'লে মই বৃন্দাবনৰ পৰা বিদায় লওঁ।

পাপৰি ঃ দিনত এদিন চাহ খোৱাকৈ আহিব।

মদন ঃ আহিম বাৰু। (প্ৰস্থান)

মৃণাল ঃ হে'ৰা গ'লনে?

পাপৰি ঃ গ'ল মোৰ সোণাই।

মৃণাল ঃ এই খিনিতেই বহিলা।

পাপৰি ঃ মই ওচৰত বহিলেই যদি ভয় খোৱা, তেন্তে তুমি মোক কেনেকৈ পলুৱাই নিবা?

মৃণাল ঃ ধেৎ মই হ'বলা ভয় কৰিছো— আফচোচ্হে কৰিছো তোমাক আজি বৰ ধুনীয়া লাগিছে হে।

মৃণাল ঃ তোমাকো কিন্তু বেয়া লগা নাই।

মৃণাল ঃ ব'লা, তোমাক আজিয়েই লৈ যাওঁ।

পাপৰি ঃ ঘৰলৈ নিবলৈ সাহ আছে?

মৃণাল ঃ প্ৰথমে মামাইঁতৰ ঘৰলৈ নিম, তাৰ পাছত লাহে লাহে ঘৰত প্ৰৱেশ কৰিম। (চক্ খাই)

পাপৰি ঃ কি হ'ল?

মৃণাল ঃ কোনোবা আহিছে নেকি? মোৰ বৰ ভয় লাগে হে। লাইনো নাই, তাতে আকৌ এটা ৰুমত আমি দুয়ো নৰ — নাৰী।

পাপৰি ঃ মানুহলৈ তোমাৰ ইমান ভয় নে?

মৃণাল : স্বয়ং ৰামচন্দ্ৰইও সাধাৰণ ধোবাৰ কথাত সীতাক ত্যাগ কৰিছিল।

পাপৰি : তাৰ মানে তুমিও মোক ত্যাগ কৰিবা?

মৃণাল : বিয়া পতাৰ সাহস আছে বুজিছা। মই সেয়া টকাৰে বিজনেজ্ কৰিম বুলি ভাবিছো।

পাপৰি : পাছত ল'ৰা—ছোৱালীক কেনেকৈ শাসন কৰিবা?

মৃণাল : বাঃ ৰাম জন্ম নৌহওঁতেই ৰামায়ণ। তুমি ল'ৰা—ছোৱালীৰ কথা ভাবিলাই।

পাপৰি : ল'ৰাই চব কথা নাভাবিলেও ছোৱালীয়ে ভাবে বুজিছা।

মৃণাল : বুজিছোঁ, সেয়ে ল'ৰাই পলুৱাই নিয়া ছোৱালীৰ সংখ্যাতকৈ ছোৱালী পলাই যোৱাৰ সংখ্যা বেছি।

পাপৰি : মই সদায় আগ পিচ চাইহে কাম কৰো।

মৃণাল : পৰীক্ষাৰ বাবে টুকুৰা লিখি থাকোতেই মই গম পাইছো।

পাপৰি : তুমি মোক Insult কৰিছা নহয়।

মৃণাল : Just consult হে কৰিছোঁ।

পাপৰি : কি হ'ল, চক্ খাই গ'লা যে? তোমাৰ বুকুখন ইমান পাতলনে?

মৃণাল : এই বিলাক ক্ষেত্ৰত বুকু ডাঠ বিলাকৰ অৱস্থা দেখিছো বুজিছা। কোনোবা কাৰোবাৰ গোহালী ঘৰত বন্দী, কাৰোবাৰ মূৰৰ হেঙ্গী চুলি হৰণ তাৰ পাছত স্বামী বৰণ।

পাপৰি : (হাঁহি) মই এতিয়াহে বুজি পাইছো তুমি কিয় দাড়ি গোফ খুৰোৱা।

মৃণাল : মতা মানুহৰ দাড়ি থাকিলেও কথা নাই নাথাকিলেও চিন্তাৰ কাৰণ নাই। কিন্তু ডাকৰ বচন মতে মাইকী মানুহৰ যদি দাড়ি গোফ থাকে গিৰিয়েকৰ কাৰণে বেয়া।

পাপৰি : সঁচায়ে কৈছানে?

মৃণাল : কিমান সঁচা কিমান মিছা মই নাজানো। কাৰণ সেয়া ডাকৰ বচন।

পাপৰি : মোৰ বাৰু গোফৰ চিন আছে নেকি?

মৃণাল : ইমান স্পষ্ট হোৱা নাই অৱশ্যে বয়স বঢ়াৰ লগে লগে স্পষ্ট হোৱাৰ আশা আছে।

পাপৰি : তোমাৰ যদি কিবা এটা হয় —মোৰ কি হ'ব।

মৃণাল : আকৌ বেলেগ দাদালৈ এটা Transfer ল'বা। তোমালোকৰতো দাদাৰ অভাৱ নাই।

পাপৰি : মই মতা মানুহ নহয় বুজিছা। এজনী মৰিলে আন এজনী বিয়া পাতি লোৱা।

মৃণাল : মতা মানুহে যি কাম কৰে সেয়া দহজনে জনাকৈ কৰে। কিন্তু আপোনাসবে? পাৰোতেনে স্বয়ং ব্ৰহ্মাইও আপোনাসবক বিশ্বাস নকৰেনে?

পাপৰি : তোমালোকহে সাংঘাতিক।

মৃণাল : জুইৰ ওচৰত ঘিউ থাকিলে গলিবইন।

মৃণাল : গতিকে কোনেও—

পাপৰি : কাকো দোষ দি লাভ নাই।

মৃণাল : লাভ নাই।

মৃণাল : দেউতাৰা আহিবৰ সময় হৈছে নেকি?

পাপৰি : দেউতা আহিলে সদায় ৰাস্তাৰ পৰা কাহ মাৰি আহে।

(বাহিৰত ধনী আৰু শান্তিয়ে শুনি থাকে)

মৃণাল : ভিতৰত শুই আছে নেকি?

পাপৰি : নাই। ৰাতিপুৱা এবাৰ ক'ৰবাত মিটিং আছে বুলি কৈছিল।

মৃণাল : ৰাতি ছাৰে দহটাত ক'ত মিটিং আছেহে—ক'ৰবাত চাগৈ আড্ডা মাৰি আছে। (ধনীয়ে বাহিৰতে কাহ মাৰে)

পাপৰি : দেউতা আহিছে।

(DIRECTION)

মৃণাল : বৰ সাংঘাটিক কথা হ'ল নহয়। কি কৰিবা এতিয়া।

পাপৰি : তুমি লাহেকৈ দুৱাৰখন পাৰ হৈ ঘৰৰ পাছফালে বৈ থাকিবা। দেউতা ৰুমত শুলেই তুমি মোক মাত লগাই গুচি যাবা।

মৃণাল : তুমি যদি ভিতৰত শুই থাকা?

পাপৰি : তুমি সুহুৰি মাৰি দিবা।

মৃণাল : তুমি আগতে আহিলে টেবুলত টুকুৰিয়াই দিবা।

পাপৰি : লাহে লাহে যোৱা—মই লেম্পটো ক'মাই দিছোঁ।

মৃণাল : তুমিও ভিতৰলৈ যোৱা। বিচনাতে শুই থাকাগৈ।

(দুয়োৰো প্ৰস্থান) (ধনী শান্তিৰ পাপৰিৰ ৰুমত প্ৰৱেশ)

ধনী : শান্তি, পাপৰিয়ে কি কৈছিল?

শান্তি : মৃণাল দা, তুমি আগতে আহিলে সুহুৰি মাৰি দিবা।

ধনী : পাপৰি তুমি আগতে আহিলে টেবুলত টুকুৰিয়াই দিবা।

ধনী : শান্তি, তই ভিতৰ সোমা আৰু যি য'ত পাৰ অপাৰেচন চলা।

(DIRECTION)

(ধনীয়ে মৃণালৰ ভাও লৈ সুহুৰি মাৰে। পাপৰি সোমাই অহাত মমডাল নুমুৱাই দিয়ে)

পাপৰি : বদমাচ—মমডাল কিয় নুমুৱাই দিলা? দুষ্ট কেনি গ'লা। তুমি কেতিয়াৰ পৰা ইমান দুষ্ট হ'লা। কেনি গ'লা মৃণাল দা। অ' মোৰ আঙুঠিটো কিয় টানিছা। ৰ'বাছোন মই দিম

নহয়। লোকক ল'বাই ছোৱালীক আঙুঠি পিন্ধাই — আমাৰ আকৌ ছোৱালীয়ে ল'ৰাক পিন্ধাব লাগে। তুমি মোক বেয়া পোৱা নহয়? মই কিন্তু তোমাৰ বাহিৰে বেলেগলৈ বিয়া নহওঁ। (ধনী বাহিৰলৈ যায়গৈ) (বাহিৰত পুনৰ ধনীৰ কাহৰ শব্দ) মৃণাল দা-দেউতা এইবাৰহে আহিছে হ'বলা। তুমি আকৌ যোৱা। (পাপৰিৰ প্ৰস্থান)

(DIRECTION)

(ধনীয়ে এইবাৰ পাপৰিৰ ভাও লৈ টেবুলত শব্দ কৰে লগে লগে মৃণাল সোমাই আহে)

মৃণাল ঃ পাপৰি Please লেম্পটো জ্বলাই দিয়া। মোৰ বৰ ভয় লাগেহে। ৰ'বা ভঁৰালী নামঘৰলৈ তেল এগছি আগবঢাই লওঁ। কেনি আছা—। ধেৎতেৰিকা তুমি বিৰাট জকৰ দেই। (হাতত ধৰে) পাপৰি ব'লা আমি আন্ধাৰৰ সুযোগ লৈ পলাই যাওঁ। বাহিৰত সাংঘাটিক আন্ধাৰ। কোনেও গম নেপাব ব'লা। আহা, বাঃ তোমাৰ বিৰাট জোৰ আছেহে? ধেৎতেৰি জেপত কিয় হাত ভৰাইছা? পইচা লাগে? কিয় লাগে? পৰীক্ষাত খাবৰ বাবে। ৰ'বাচোন মই দিমন নহয়। যোৱা কালি ধান বেচি পাঁচশ টকা পাইছিলো। এইয়া লোৱা এশ টকীয়া এখন নোট ৰাখি চাৰিখন দি দিছো। শাৰী এখন লৈ পেলোৱা। ৰঙা ৰঙৰ ল'বা। ৰঙা ৰংটোৱে তোমাক বৰ মজা লাগে। অ' পাপৰি আগতেটো তোমাৰ হাতত ধৰিলে চাইকেলৰ টিউবৰ নিচিনা কোমল কোমল লাগে। আজি দেখোন চাইকেলৰ টায়াৰ দৰে খহতা খহতা লাগিছে। মাতাচোন—দেউতাৰাই নুশুনে মাতা। তোমাৰ নাকটো বিৰাট ধুনীয়াহে। (ধনীৰ প্ৰচণ্ড চৰ) পাপৰি তুমি মোক চৰ মাৰিলা। তুমি ইমান নিষ্ঠুৰ। ঠিক আছে তোমাৰ লগত আজিৰ পৰা মোৰ সম্বন্ধ শেষ। কালিলৈ পৰীক্ষালৈ যাওঁতে মই দিয়া চাৰিশ টকা আৰু আগতে দিয়া সকলো বস্তু ঘূৰাই দিবা। চাল্লা বেপাৰী, বেপাৰ কৰিবলৈ আহিছ। দেখা যাব তোক কোনে বিয়া পাতে। -চাই ল'ম তই কালৈ বিয়া হব। (মৃণাল প্ৰস্থান)

(DIRECTION)

(শান্তি পেটত হাত ফুৰাই ফুৰাই সোমাই আহে)

ধনী ঃ (হাঁহি) শান্তি ভিতৰৰ পৰা কি কি আনিলি?

শান্তি ঃ বেগত একো নাই—পেটত। পাপৰিৰ বাপেকলৈ থোৱা ভাত খাই আহিলো। বৌ মাছৰ জোল। বাপ্‌ৰে এই কিছু মিনিটতে এটা সোণৰ আঙুঠি —নগদ চাৰিশ টকা—ক'ত পালি? বাঃ চৌৰ্য বৃত্তিত ভাল লাভ আছে দেই।

ধনী ঃ লাভ নাথাকিলেনো অফিচৰ পিয়নৰ পৰা ৰাজধানীৰ ৰজালৈকে সকলো এই সেন্দুৰীয়া পথৰ যাত্ৰী হয়নে।

শান্তি ঃ ঐ এবছৰত আমি মাটি—গাড়ী—নাৰী সকলো ল'ব পাৰিম নহয় নে?

ধনী ঃ অন্য সবলৈ চালে পাৰিব লাগে।

(DIRECTION)

(মদনৰ পুনৰ প্ৰবেশ)

মদন ঃ পাপৰি—অ' পাপৰি— মই মদন বৰদেউতাৰ। দুৱাৰখন খুলিবানে? (শান্তিয়ে হাতত ধৰি সুমুৱাই আনে)

মদন ঃ পাপৰি, ইমান আন্ধাৰ— তই মই অহা গম পাই পোহৰক বিসৰ্জন দিলি নেকি? তই ভয় কৰিব পাৰতো—সেইবাবে মই আকৌ আহিলো। তোৰ মাত কথাবোৰ শুনি মোৰ তোলৈ বৰ মৰম লাগে অ'। 'হাতী' চাবা দাঁতত বুজিছ—ছোৱালী চাবা মাতত। ' তোৰ মনটো চাগৈ ৱহাগ বহাগ লাগিছে নহয়নে? হেঃ হেঃ মুৰটো মালিচ কৰি দিছ। বাঃ চেলুনত নাপিতে দিয়াদি দিছ। মুখত কি সানিছ এইবোৰ -- পানী। মোৰ লগত সংসাৰ কৰাৰ মন আছে নেকি? হাঃ —অ' মোৰ মুখখন কিয় বান্ধিছ?

(ধনী আৰু শান্তিয়ে মদনৰ ডিঙিত থকা গামোচাখনৰে মুখখন বান্ধি দুয়োটাই দাপ্তি খেকেচা মাৰি দিয়ে। লগে লগে সিহঁতৰ হাতৰ পৰা এৰাই ভিৰাই ল'ৰ মাৰে)

শান্তি ঃ বাঃ ইটো কম ধুৰন্ধৰ নহয়; পাপৰি অকলে থকাৰ গম পাই দুঠেঙীয়া বাঘ অহাদি আহি গ'ল।

ধনী ঃ তাক কৈ কি লাভ? আজিৰ যুগৰ 99% তেই মহাভাৰত কীচক মহোদয়।

ধনী ঃ ঐ এইখন কিহৰ কিতাপ অ'?

শান্তি ঃ ভাৰতীয় সংবিধানৰ কিতাপ।

ধনী ঃ ভৰাই ল'। দোকানৰ মাল বেচিবলৈ হ'ব। আজিৰ দিনৰ সংবিধানৰ কিতাপ, নীতি শিক্ষাৰ কিতাপৰ কোনো মূল্য নাই।

শান্তি ঃ এতিয়া এনেকুৱা ধৰণৰ কিতাপ পঢ়া, যি কিতাপ পঢ়ি এফালে অধৰ্ম কৰিব পাৰি—কাক কেনেকৈ লেং মাৰি মন্ত্ৰীৰ ভৰি মালিচ কৰিব পাৰি—কি বুদ্ধিৰে তুমি ডাঙৰ ডাঙৰ ঠিকা ল'ব পাৰা— কি বুদ্ধিৰে চুৰ কৰি বিলাসী জীৱন উপভোগ কৰিব পাৰি— তেনেধৰণৰ কিতাপ পঢ়া

– নীতি শিক্ষাৰ কিতাপ পঢ়া কি কৰিবা মোৰ সোণ?

**(সত্যব্ৰতৰ প্ৰৱেশ)**

**সত্যব্ৰত :** (হাতত দুটা মিঠা তেলৰ টিন লৈ সোমাই আহে। আহোতে বাহিৰৰ পৰা কাহ মাৰি আহে। ধনী আৰু শান্তি লুকাই যায়) –তিনিদিনৰ মুৰত আজি কোনো মতে মিঠাতেলৰ টিন দুটা সৰকালো। সকলোৱে নিয়ে যেতিয়া মইনো অযোধ্যাৰ ৰামচন্দ্ৰ হৈ কি লাভ। প্ৰভু, বিদ্যুৎ বিভাগটোৱে আজি বৰ help কৰিলে। টিন দুটা ক'ত থোৱা যায়? এটা কাম কৰোঁ, এই তুল দুখন (কাপোৰৰ চোলা পিন্ধোৱা তুল) বাহিৰত থৈ তাৰ ঠাইত টিন দুটা থোৱা হওঁক।

**(এই বুলি সত্যব্ৰতে তুল দুখনৰ কাপোৰ গুচাই এখন এখনকৈ বাহিৰত থ'বলৈ যায়। সত্যব্ৰত প্ৰথমখন তুল লৈ বাহিৰত থ'বলৈ যাওঁতেই ধনী ভিতৰত প্ৰৱেশ কৰি মিঠাতেলৰ টিনটো বাহিৰলৈ লৈ যায়। ঠিক এনেকৈয়ে দুয়োটা টিন ধনীয়ে পাৰ কৰে। সত্যব্ৰত প্ৰতিটো টিনৰ ওপৰত তুলত পিন্ধোৱা চোলা দুটা পিন্ধাই দিয়ে। দ্বিতীয়টো টিন বাহিৰ কৰি শান্তিয়ে ভিতৰতে এৰি থৈ অহা মোনাটো আনিবলৈ সোমাওঁতেই কাৰেন্ট আহে।)**

**সত্যব্ৰত :** কোন তই? চোৰ –চোৰ–চোৰ –চোৰ–কোন তই?

**ধনী :** মই খুৰা ধনী।

**সত্যব্ৰত :** এই ৰাতি মোৰ ঘৰত কিয়? তোৰ লগত আৰু কোন আহিছে?

**ধনী :** শান্তি, খুৰা।

**শান্তি :** খুৰা আমাক থানাত নিদিব। পুলিচে আমাৰ বহুত টকা খাব।

**সত্যব্ৰত :** কি কি চুৰ কৰিলি?

**শান্তি :** একো কৰা নাই।

**সত্যব্ৰত :** তহঁত দুয়োটাতো graduate।

**ধনী- শান্তি :** হয় খুৰা।

**শান্তি :** কি কৰিব অভাৱে স্বভাৱ নষ্ট কৰে।

**ধনী :** চাকৰি বিচাৰি বিচাৰি হাইৰাণ হৈ গ'লো।

**শান্তি :** এতিয়া দেখিছো A ৰ পৰা Z লৈ সকলো চোৰ।

**ধনী :** সকলোৱে যদি চুৰ কৰি টকা ঘটিব পাৰে–তেন্তে আমি চুৰ কৰিব নোৱাৰিম কিয়?

**শান্তি :** কোনোবা চোৰে যদি ধৰা পৰিও তিহাৰ জেললৈ হাঁহি হাঁহি যাব পাৰে–

**ধনী :** আমিনো আমাৰ Local থানালৈ যাব নোৱাৰিম কিয়?

**শান্তি :** দেশৰ ৰজাই যদি কোটি কোটি টকা চুৰ কৰিব পাৰে- আমি চতুৰ্থ শ্ৰেণীৰ সদস্যবিলাকে দহ বিশ টকা চুৰ কৰিব কিয় নোৱাৰিম।

**ধনী :** সেয়ে মানে আমি আজি আমাৰ যাত্ৰা আৰম্ভ কৰিছিলো খুৰা।

**শান্তি :** ভুল হৈ গ'ল খুৰা।

**সত্যব্ৰত :** আজি আবেলি এখন মিটিঙত মই কৈছো যে অভাৱত পৰিলেও মানুহে চুৰ কৰিব নেপায়। ই ডাঙৰ অপৰাধ। আমি সকলোৱে ৰামচন্দ্ৰৰ দৰে সৎ হ'ব লাগে। বাৰু তহঁত এতিয়া যা। মই বাৰু তহঁতে চুৰ কৰিবলৈ অহা কথা কাকো নকওঁ যা।

**ধনী :** খুৰা, আপুনি অনা মিঠাতেলৰ টিন দুটা পিৰালীৰ কাষতে আছে–সুমুৱাই থ'ব।

**সত্যব্ৰত :** কি কৈছ।

**পাপৰি :** (টোপনিৰ পৰা উঠি)–দেউতা আহিল,–ইমান দেৰিনে?

**সত্যব্ৰত :** দুৰ্নীতি নিবাৰণৰ সভা এখন আছিল অ'। ভাত দেগৈ যা।

**পাপৰি :** ভাত বাঢ়ি থোৱাই আছে।

**সত্যব্ৰত :** তেতিয়া হ'লে তই দুৱাৰখন মাৰি থৈ আহ।

**পাপৰি :** মৃণাল দা–মৃণাল দা– অ' মৃণাল দা– তুমি যোৱাগৈ দেই–বহুত দেৰি হ'ল। কালিলৈ পৰীক্ষালৈ গ'লে লগ দিবা হা। বাই।

**সত্যব্ৰত :** পাপৰি– অ' পাপৰি– ভাত দেখোন নাই। সুদা কাঁহীখনহে আছে। অ' তাৰমানে সিহঁত দুটাই মোৰ ভাগৰ ভাত কেইটাও খালে।

(ফ্ৰীজ)

<u>সমাপ্ত</u>

# চাৰিআলি

নাট্যকাৰ # বনমালী ভূঞা

**চৰিত্ৰসমূহ ঃ**

১। ৰাজেন ২। জগত
৩। বুবুল ৪। ৰাজা
৫। পদো ৬। বিপুল
৭। চিৰাজ ৮। পদো

(চাৰিআলি চক এটাৰ দাঁতিত ৰাজেনৰ গুমটি পানদোকান। গুমটিটো বন্ধ। কাষতে পান ডালা এটা। সময় ৰাতিপুৱা ৯.০০ বজা। ৰাজেনে পানী চটিয়াই ধূপ জ্বলাই দোকানৰ আৰম্ভণি কৰিব। কাষতে বেঞ্চ এখনত বহি জগতে পেপাৰ পঢ়ি থাকিব।)

**ৰাজেন ঃ** কচোন, পেপাৰত ক'ত কি লিখিছে?

**জগত ঃ** (বিৰক্তি) সেইবোৰেই আৰু। আজিকালিতো পেপাৰ নোচোৱাকৈয়ে কৈ দিব পাৰি হেডলাইনবোৰ কি হ'ব পাৰে।

**ৰাজেন ঃ** মিছা নহয়।

**জগত ঃ** অ'। মন্ত্ৰীৰ কোটিটকীয়া কেলেংকাৰী, বিধায়কৰ নাৰী কেলেংকাৰী, বিৰোধীপক্ষৰ দ্বাৰা মুখ্যমন্ত্ৰীৰ পদত্যাগ দাবী, বিষয়াৰ দ্বাৰা ৰিলিফৰ ধন আত্মসাৎ, উগ্ৰপন্থীৰ বোমা বিস্ফোৰণ, খাদ্যৰ বিষক্ৰিয়া, নিয়মীয়া দৰ্মহাৰ দাবীত শিক্ষকৰ বিক্ষোভ প্ৰদৰ্শন ইত্যাদি ইত্যাদি।

(দুয়োৰে হাঁহি)

**ৰাজেন ঃ** মই কিন্তু পেপাৰ সদায় শেষ পৃষ্ঠাৰ পৰাহে পঢ়ো।

**জগত ঃ** কিয়?

**ৰাজেন ঃ** ৰাতিপুৱাতে মিছা কথা পঢ়ি দিনটো আৰম্ভ কৰিব ইচ্ছা নেযায়। সমুখৰ পৃষ্ঠাটোৰ চববোৰ মিছা কথা। শেষ পৃষ্ঠাৰ খেলৰ বাতৰিখিনিত খেলখনৰ অন্তত কোন জিকিল, কোন হাৰিল এইটো সঁচা কথা লিখা হয়। বুবুল

**বুবুল ঃ** (নেপথ্যত) গৈছো দাদা ।

**ৰাজেন ঃ** দুকাপ। তোৰ টিউচন নাই?

**জগত ঃ** নাই। আমনি লাগিছেগৈ। হেৰি নহয়, তোৰ সমস্যাটো?

**ৰাজেন ঃ** ও। আজি last date.

**জগত ঃ** কি কৰিবি ?

**ৰাজেন ঃ** একো নকৰো। বহি থাকিম। কপালত যি আছে তাকে হ'ব। (চাহ লৈ বুবুলৰ প্ৰবেশ। দুয়োকে চাহ দি বেঞ্চৰ দাঁতিত বহিব)

**বুবুল ঃ** চাও দিয়কচোন। (পেপাৰখন হাতত লৈ চকু ফুৰাব) কি যে হ'ল দেশখনত? জগত দা, এই দুৰ্নীতি, কেলেংকাৰী, শোষণ, এই শব্দ বিলাক বাৰু কেতিয়াৰ পৰা নুশুনা হয়।

**জগত ঃ** মৰাৰ দিনাৰ পৰা । (সকলোৰে হাঁহি)

**বুবুল ঃ** এই যে ঘৰত বহু লাখ টকাসহ ডাঙৰ মানুহ এজনক পুলিচে ধৰিলে তেওঁৰ কি হ'ব?

**জগত ঃ** দুদিন পিছত ডাক্তৰী পৰীক্ষাত তেওঁ শাৰীৰিকভাবে অসুস্থ বুলি প্ৰমাণ হ'ব। তাৰপিছত আইনৰ নিৰ্দেশমৰ্মে কোনোবা অভিজাত চিকিৎসালয়ৰ শীত-তাপ নিয়ন্ত্ৰিত কোঠাত তেওঁৰ চিকিৎসা চলিব। আদালতত কেচটো চলি থাকিব আৰু তেওঁ নিজৰ কাম-কাজ আগৰ দৰে চলাই ৰাখিব।

**বুবুল ঃ** দাদা, L.O.C. বুলি বস্তু এটা যে ওলাইছিল, সেইটো নাইকিয়া হ'ল নেকি?

**ৰাজেন ঃ** অই, দাদা বেপাৰীক জাহাজৰ খবৰ কিহলৈ? উদৰ

চৈধ্য পুৰুষ মৰিলি কেঁচা মাছ খাই, এতিয়া লাগে তোক L.O.C.ৰ খবৰ। কটা নেগুৰ নোহোৱা, হো, গিলাছ ল আৰু ফুট।

বুবুল : যাওঁ আকৌ। ইমানদেৰি আশীৰ্বাদখিনি দিয়া নাছিল কাৰণেহে বৈ আছিলো। ৰাজেন দা, আগৰ সাত টকা আছে দেই।

ৰাজেন : হ'ব যা। আবেলি লৈ যাবি। ( গিলাচ লৈ বুবুলৰ প্ৰস্থান )

ৰাজেন : তামোল খাবি?

জগত : নাখাওঁ।

ৰাজেন : টিউচন একেবাৰে বন্ধ কৰিছ নেকি?

জগত : নাই, এই এসপ্তাহ বন্ধ ৰাখিছো।

ৰাজেন : কিয়?

জগত : পৰীক্ষা এটা দিম, তাকে অলপ পঢ়া শুনা কৰিছো।

ৰাজেন : ভাল কথা, পিচে কাম হ'ব জানো? আগৰ বোৰৰ দৰে যদি.....

জগত : তথাপি মই হাৰি নাযাও। চাকৰিৰ নামত এইটো শেষ চেষ্টা। ইয়াৰ পিছত বেলেগ কাম আৰম্ভ কৰি দিম। ইংৰাজীত কথা এষাৰ আছে, There's nobody in the world who can help you. You are the only person to help you. এই পৃথিৱীত কোনেও তোক সহায় নকৰে। নিজেই নিজৰ সহায় হ'ব লাগিব।

ৰাজেন : কি কৰিবি?

জগত : খেতি কৰিম। দেউতাৰ মাটি খিনিত আধুনিক পদ্ধতিৰে কৃষি পাম আৰম্ভ কৰি দিম। ( বাহিৰত পদো খুৰা, 'ৰাজেন আছ?')

জগত : বুঢ়া আহিল। মস্ত lecture দিব এতিয়া। যাও দে।

ৰাজেন : ব' চোন। খুৰাহঁত স্বাধীনতাৰ বাবে জীৱনজোৰা ত্যাগ কৰা মানুহ। এতিয়াৰ মানুহৰ নৈতিক অধঃপতন দেখিলে দুখ পায়। সেইবাবে অলপ লেকচাৰ দিয়ে আৰু।

জগত : কথাতো হয় অৱশ্যে। (হাতত গাখীৰৰ বটল লৈ পদো খুৰাৰ প্ৰবেশ।)

ৰাজেন : খুৰা ভাল।

পদো : ভাল ? ভাল নহে কি বেয়া হ'ব লাগিছিল? ভাল নোহোৱা হ'লে মই এয়া এক কি. মি. বাট খোজকাঢ়ি গাখীৰ লৈ আহিব পাৰো? কথা কৰলৈ নিশিকিলি তহঁতে।

ৰাজেন : ভুল হৈ গ'ল খুৰা । কি বুলি ক'ব লাগিছিল বাৰু?

পদো : ইংৰাজী ক'লে Good morning অসমীয়াত সুপ্ৰভাত। তাৰপিছত সোধ, 'খুৰা', ক'ৰবাত গৈছিল? এই তই ইয়াত কি কৰিছ?

জগত : পেপাৰখন নিবলৈ আহিছো।

পদো : তোৰ চাকৰি-বাকৰি?

জগত : একো হোৱা নাই।

পদো : চেষ্টা কৰিছ।

জগত : কৰিছো। interview দিও, পাছ কৰো, selection পাওঁ, কিন্তু চাকৰিটোহে নহয়গৈ।

পদো : বেয়া।বেয়া হৈছে। তোৰ দৰে Brilliant ল'ৰা এটাক মাতি নিব লাগিছিল সিহঁতে। নাই, নিজৰ অগুহী বস্তুহীৰ মাজত ৰাজ্যখন পৈতৃক সম্পত্তি ভগোৱা দিলে। অপাত্ৰৰ হাতত ক্ষমতা পৰিলে কথাবোৰ এনেকুৱাই হয়। Mountbatten এ ঠিকেই কৈছিল, ভাৰতীয় মানুহ স্বাধীনতাৰ বাবে এতিয়াও উপযুক্ত হৈ উঠা নাই।

জগত : কিন্তু খুৰা, স্বৰাজ আন্দোলনত আপুনিও অংশ গ্ৰহণ কৰিছিল।

পদো : কৰিছিলো, সেই সময়ত আমাৰ চিন্তাধাৰা সম্পূৰ্ণ বেলেগ আছিল। স্বদেশ প্ৰেমৰ মাহিলী বানচ লোৱাৰ কথা আমি ভবা নাছিলো। বগা বস্তালক খেদি নিজা চৰকাৰ প্ৰতিষ্ঠা কৰাটোৱে আছিল আমাৰ মূল উদ্দেশ্য। ভাবিছিলো কথাবোৰ ঠিক হৈ যাব। নহ'ল, ক'ৰবাত ভুল হৈ গৈছে।

জগত : এইবোৰৰ বাবেই আমাৰ ডেকাচামৰ কিছুসংখ্যকে হাতত অস্ত্ৰ তুলি লৈছে খুৰা।

পদো : নহয়, সেইটো আৰু এটা ভুল। এটা মতবাদ প্ৰতিষ্ঠা কৰাৰ বাবে তোৰ গণভিত্তি থাকিব লাগিব। তই প্ৰথমতে জানিবলৈ চেষ্টা কৰ তোৰ ভৰিৰ তলত কিমান মাটি আছে। তাৰ পিছত তই আকাশলঙ্ঘী পৰিকল্পনা কৰ। তোৰ যদি ভৰিৰ তলত মাটিয়েই নাই, তই শূণ্যত ওপঙি আছ, তেনেহ'লে অট্টালিকা বনোৱাৰ চিন্তা বাদ দে। এইটো প্ৰহসনৰ বাদে আন একো নহয়।

ৰাজেন : খুৰা, গণভিত্তি নাই বুলি আপুনি কেনেকৈ ক'ব? সিহঁতে পেপাৰত এটা আবেদন দিলেইচোন গোটেই অসম বন্ধ হৈ যায়।

পদো : হাঃ হাঃ হাঃ। ৰাজেন উত্তৰটো তই নিজকে সুধি চা। কোনোবাই অসম বন্ধ দিলে তই যে দোকান বন্ধ কৰ, কিয় কৰ? সিহঁতক সমৰ্থন জনাই বন্ধ কৰ নে ভয়তে বন্ধ কৰ?

ৰাজেন : ভয়তে কৰো হ'বলা।

পদো : সেইটোৱেই কথা। গণভিত্তি তেনেদৰে জোখা নেযায়।

জগত : কিন্তু সিহঁতে এইটোকেই সিহঁতৰ প্ৰতি জনসমৰ্থন বুলি

ধৰি লৈছে।

পদো : ভুলটো তাতেই হৈছে। মই ভাবো এদিন ৰবিবাৰে সিহঁতে অসম খোলাৰ আহ্বান দিয়ক। জাতীয় উন্নতিৰ স্বাৰ্থত সেইদিনা কোনো পাৰিশ্ৰমিক নোলোৱাকৈ সকলোৱে নিজৰ কাম কৰক। স্কুল, কলেজ, অফিচ, কাছাৰী সকলোতে কাম কৰাৰ বাবে এটা আহ্বান দিয়া হওঁক। যদি সফল হয়, ধৰি লম সিহঁতৰ গণভিত্তি আছে।

ৰাজেন : খুৰা, কথাষাৰ পেপাৰত দি দিও নেকি?

পদো : হ'ব। মই লিখি থৈ দিম। তই লৈ আহিবি।

জগত : খুৰা ৰওক। মই আহো।

পদো : মই নগৈ আৰু এই বান্দৰটোৰ লগত বহি থাকিম নেকি? ব'ল। (ৰাজাই সোমাই আহি খুৰাক দেখি উভটি যাব।) কোন অ' কোন সেইটো?

জগত : খুৰা আহক।

পদো : ব'ল। (ৰাজেনক) কথা কৰলৈ নিশিকিলি। ব'ল।

(দুয়োৰে প্ৰস্থান। ৰাজাৰ প্ৰবেশ)

ৰাজা : অলপ জ্ঞান ললি হ'বলা?

ৰাজেন : তেনেকুৱাই।

ৰাজা : চিগাৰেট দে। বুঢ়াৰ অলপ Crack হৈছে যেন পাওঁ।

ৰাজেন : তিতা কেৰেলা বুজিছ। তিতা কেৰেলাৰ তিতাতহে সোৱাদ। খুৰাই একদম ৰাইট কথাই কয়। তহঁতে হজম কৰিব নোৱাৰ।

ৰাজা : তয়ো বুঢ়াৰ লাইনতে আহি গৈছ।

ৰাজেন : কলৈ যাবি এতিয়া?

ৰাজা : কালুৰ তাত বহিমগৈ। ৰাতিপুৱা বঢ়িয়া চপ্‌না দেখিছো বে। মাইৰি, আজি কাৰ্ড লাগি যাব। চা এই পঞ্চাচ টকা। আবেলি থাউজেন্দ বনাই আহি আছো।

ৰাজেন : তইটো সদায় লাখপতি হব। জহন্নামে যাবি।

ৰাজা : তই কি বুজিবি? এইটোতো আমাৰ চাইড বিজনেজ হয়।

ৰাজেন : হয় নেকি? পুলিচে যি দিনা ধৰিব নহয়, ছাইড বিজনেছ বাহিৰ হৈ যাব।

ৰাজা : ধুৰ। অসমৰ পুলিছ। অসমৰ পুলিছৰ কাহিনী শুন।

ৰাজেন : গাই যা।

ৰাজা : এতিয়াতো চাৰা দুনিয়াত সন্ত্ৰাসবাদীৰ লাফৰা চলি আছে। গতিকে চব দেশৰ তামাম পুলিচ এক চাথ কৰি Training দিব। আফ্ৰিকাত। অসমৰ পৰা গ'ল দুজন। বৰা অ'চি আৰু শইকীয়া চেকেণ্ড অফিচাৰ। ১৫ দিন Theory তাৰ পিছত practical। সাংঘাটিক practical. শহা এটা হাবিৰ মাজত এৰি দিয়া হ'ল। বিচাৰি আনিব লাগে। প্ৰথমতে গ'ল ৰাচিয়া পুলিচ। ডিমাক লগাই আধাঘণ্টাত শহা ধৰি আনিলে। তাৰ পাছত গ'ল জাপানী পুলিচ। Computer মাৰি মেলি তোৰ পোন্ধৰ মিনিটত শহা ধৰি পেলালে। এইবাৰ অসম পুলিচৰ পাল। শহাৰ পাচে পাচে বৰা আৰু শইকীয়া হাবিৰ মাজত সোমাই দিলে। এঘণ্টা গ'ল দুঘণ্টা গ'ল, তিনি ঘণ্টা গ'ল। শহাও নাই মানুহো নাই। কমিটিৰ চিন্তা লাগি গ'ল। ক'ৰবাত বাঘ সিংহই খাই পেলাবও পাৰে। বিচাৰি আনিবৰ বাবে পুৰা কমাণ্ডু ফৰ্চ নমাই দিলে।

ৰাজেন : শহাটো বিচাৰি?

ৰাজা : ধুৰ। গুলী মাৰ শহা। বৰা আৰু শইকীয়াক বিচাৰি। মাজতে দিক্‌দাৰ নকৰিবি। শুনি যা। বিচাৰি গৈ কি দেখিলে বুজিছ, গছ এজোপাত বান্দৰ এটা বান্ধি শইকীয়াই খুব পিতি আছে। কাষতে বৰা বহি লৈ চুলাই এটা টানি টানি অৰ্ডাৰ দি আছে, মাৰ মাৰ, তাক পিঠি ফালি দে। যেতিয়ালৈকে ই শহা বুলি স্বীকাৰ নকৰে তেতিয়ালৈকে তাক পিতিয়েই থাক।

ৰাজেন : হাঁ। হাঁ। হাঁ।

ৰাজা : তই দোকান এনেদৰে ৰাখিছ যে। পুৰাকৈ নোখোল নেকি?

ৰাজেন : খুলিব খোজাই নাছিলো। পিছে নুখুলিলো ক'লৈ যাবি। চাপৰিলে মেঘ নাতৰে নহয়।

ৰাজা : একো বুজা নাই।

ৰাজেন : কিয় পাহৰিলি? আজি শেষ দিন। মনটো ভাল নহয়। কলৈ যাওঁ কি কৰো একো ভাবি পোৱা নাই।

ৰাজা : হা, য়েচ। মই একেবাৰে পাহৰি আছিলো। তই এতিয়া (নেপথ্যত: অই ৰাজা,ৰাজা, নাহ কিয়।)

ৰাজা : মই আহোঁ দেই। পিছত আহিম। ভয় কৰিব নালাগে। সৌটো বিপুল আহিল। (বিপুলৰ প্ৰবেশ।) বিপুল তই অকণ থাকচোন। মই আহি আছো।

বিপুল : অই ৰাজা দা, ক'ত যায়।

ৰাজা : কালুৰ তাত বহিমগৈ। তই থাকচোন। (প্ৰস্থান)

বিপুল : অ' বৰুৱা দা। হেৰি মানে, পৰীহঁত ক্লাচলৈ গ'ল নেকি?

ৰাজেন : নাই যোৱা কিয়?

বিপুল : আহিলে এইখন দিবচোন। (চিঠি এখন ৰাজেনৰ টেবুলত থব।)

ৰাজেন : তই এইটো কুৰিয়াৰ চাৰ্ভিছ পাইছ?

বিপুল : কুৰিয়াৰ চাৰ্ভিছ নহয়, সুৰক্ষাৰ চাৰ্ভিছ। জীৱন নদীৰ কোবাল সোঁতটো যদি পাৰ হওঁ তোমাৰ সাহত তুমি হেৰুৱাবানো কি?

ৰাজেন : পাগল। প্ৰেম কৰিছ যদি দেখাদেখিকৈ নকৰ কিয়। লুকাই চুৰকৈ কুকুৰ মেকুৰীৰ দৰে ধেৎ।

বিপুল : মই সাহস দেখুৱালে কি হ'ব? তাইক ঘৰত বৰ অত্যাচাৰ কৰে।

ৰাজেন : বাদ দে এইবোৰ। বেলেগ কথা আছে যদি ক?

বিপুল : অ' আপোনাক কোৱাই নাই। থিয়েটাৰ এখনৰ লগত যোগাযোগ কৰিছো। ইমানদিন এনেয়ে গান গাই ফুৰিলো পইচা পাতি নাই। এতিয়া টকাৰ কাৰণে গাম। কেনে হ'ব?

ৰাজেন : ভাল কথা। গাবি।

বিপুল : বৰুৱা দা। চিঠিখন যেনেতেনে দিব দেই। ভনীয়েকৰ হাতত দিলেও হ'ব।

ৰাজেন : হ'ব যা। একেটা কথাকে কিমান চেপি থাক।

বিপুল : বৰুৱা দা। আপোনাৰ কথাটো?

ৰাজেন : কিবা এটা কৰিব লাগিব। তয়ো আহিবিচোন?

বিপুল : মই আছোৱেই। এতিয়া একো কামো নাই। বৰুৱা দা, সিহঁত কেইজন আপোনাৰ চিনাকি নহয় জানো?

ৰাজেন : ও।

বিপুল : তেনেহ'লে আপুনি ক'লে সিহঁত মান্তি নহ'ব জানো?

ৰাজেন : নহয়। প্ৰথম দিনাই কৈছিলো। সিহঁতক লাগিবই।

বিপুল : চাওঁ চিঠিখন দিয়কচোন।

ৰাজেন : কিয়?

বিপুল : আজি থাওক। আপোনাৰ এনেয়ে ঝামেলা হৈ আছে। ঘটনাটো কি হয় দেখা যাওক। (ব্যস্তভাবে চিৰাজৰ প্ৰবেশ)

চিৰাজ : ৰাজেন, চিগাৰেট এটা দে।

ৰাজেন : (চিগাৰেট দি ) বৰ ব্যস্ত দেখোন।

চিৰাজ : ওঁ। কাম আছে। (চিগাৰেট জ্বলাই) বিপুল কি কৰিছ?

বিপুল : এপাক ওলাই আহিলো।

চিৰাজ : কিবা আছে নেকি?

বিপুল : নাই।

ৰাজেন : বাকীটো দি যাবি।

চিৰাজ : দিম ভাই। দিম পলাই নেযাও। কাম এটা পাইছো। পাঁচ হেজাৰ। কামটো কৰি আহি আছো। খুব বেছি আধা ঘন্টা। চব পইচা পাই যাবি। মনত ৰাখিবি, সদায় কিন্তু হাৰি নেযাওঁ দেই। এদিন নহয় এদিন ভাগ্যলক্ষ্মীয়ে লগ দিবই দিব।

ৰাজেন : কি কাম?

চিৰাজ : আগৰ কামটোৱেই। মাল অলপ চেক গেট পাৰ কৰাই দিব লাগে।

ৰাজেন : তই ভাল কাম বিচাৰি নেপাৱ নেকি?

চিৰাজ : এইটো কি বেয়া কাম। দুনিয়া এনেদৰেই চলি আছে। জো জিতা ৱহী চিকন্দৰ। আমি নকৰিলেও এইটো কাম কোনোবাই কৰিলেহেঁতেন। ৰাজা আহিছিল নেকি?

ৰাজেন : কালুৰ তাত বহিছেগৈ। আজি বোলে লাখপতি হৈছে উভতিব।

চিৰাজ : গুলি মাৰ তাৰ লাখপতি চপ্না। কেই হেজাৰ লৈ খেলিব গৈছে?

ৰাজেন : পঞ্চাশ টকা।

চিৰাজ : হাঁ হাঁ। খুব বেছি ছয়দান খেলিব সি। খালী হাত লৈ এই পাইহে আহি। ধাৰ দিবলৈ সাজু হৈ থাক। মই আহিলো। বিপুল বহ। (প্ৰস্থান)

ৰাজেন : কি অ, কি চাই আছ?

বিপুল : চিৰাজ দাই এইবোৰকে কৰি থাকিব নেকি?

ৰাজেন : মৰিব। কিমান হাক দিলো। নাই । নুশুনে।

(ৰাজেনে দোকান চাফ কৰিব। বিপুলে ৰাজেনক ৰাজা অহা দেখুৱাব। বিমৰ্ষ ভাবে ৰাজা সোমাই আহিব।)

ৰাজেন : কি অ, ? কি হ'ল?

বিপুল : কি হ'ল ৰাজা দা?

ৰাজা : পুৰাই পুৰাই অমঙ্গলীয়া মাতবাৰ মাতিছিলি নহয়। চব বৰবাদ হৈ গ'ল। একদম card নালাগিল। পুৰা পকেট খালী।

ৰাজেন : হয় নেকি?

ৰাজা : টকা এশ ধাৰলে দেচোন। বাবাৰ চশমাযোৰ নিব দিছিল।

ৰাজেন : কি লাগে?

ৰাজা : বৰ মুদত সুধিলি দেখোন। পৰহি দি দিম। কচম বিপুল সাক্ষী থাকিল।

বিপুল : মই এইবোৰৰ মাজত নাই দেই।

ৰাজেন : লাজ থাকিলেহে। হো। (পইচা দি) পৰহি দিবি কিন্তু।

ৰাজা : আৰে ভাই হ'তো এইছা। (ৰাজেনক সাবতি ধৰে)

ৰাজেন : ৰহ অ, এইডাল। তেল নেমাৰিলেও হ'ব।

ৰাজা : বাবাৰ চশমাৰযোৰ নিব দিছিল। কালুৰ তাত বহি দিলো। চব পইচা বৰ্বাদ হৈ গ'ল। ধ্যেৎ চাল্লা, আৰে বিপুল কি খবৰ?

বিপুল : আছো দাদা, ভালেই।

বাজা : অহাব সময় হৈছে নেকি? ভয় নকৰিবি আমি আছো, প্রয়োজন হ'লে কৰি, উঠাই লৈ আহিম। চা, আমিতো জহন্নামে গলো। তইঁত ভাল ল'ৰা। ইয়াৰ পৰা ওলাই যা। কিবা এটা কৰ।

বাজেন : লেক্চাবটো ঠিক আছিল তোৰ। (জগতৰ প্ৰৱেশ)

জগত : বাজেন, বাজাই খুব lecture দিছে নেকি।

জগত : ও।

বাজা : সেই চাকৰিটোৰ কিবা খবৰ আহিল নেকি?

জগত : নাই, চৰকাৰী ধাণ্ডা বাদেই দিম।

বাজা : কি কৰিবি।

জগত : ফাৰ্ম এখন খুলিম।

বাজা : বঢ়িয়া। এই কুকুৰহঁতক তেল মাৰি থকাৰ কোনো প্রয়োজন নাই।

জগত : তই নতুন কিবা কাম পাইছ নেকি?

বাজা : না, ঠিকা ঠুকলি চাপ্লাই চব বন্ধ হৈ আছে। বেকাৰ। বহি আছো।

জগত : চিৰাজে কি কৰিছে?

বাজা : একেই, দুই এটা ধাণ্ডা মাৰি আছে। কেতিয়াবা দুই এপইচা পায়। অই বাজেন, চিৰাজে কথাটো গম পাইছে নহয়। সি আহিছিল নেকি?

বাজেন : আহিছিল। গ'লগৈ। কিবা কাম আছে বোলে। আহি পাবহি লাগে। অ, সেয়া সি আহিল। (চিৰাজৰ প্ৰৱেশ)।

চিৰাজ : বাজেন মেৰে য়াৰ। তোক কৈছিলো নহয়, সদায় হাৰি নেযাওঁ। আজি দাও মাৰি দিছো। ঐ বুবুল, বুবুল। (নেপথ্যত "দাদা"।) চাহ পাঁচটা (নেপথ্যত " গৈছো দাদা"।)

জগত : কি দাও মাৰিলি?

চিৰাজ : এহ। তোক নকওঁ দে? মুঠতে জানি থ আজি দুই পইচা ঘটিছো।

বাজেন : এইডাল বুঢ়া শগুণহে। গেলা মৰাশ বিচাৰি ফুৰাই কাম।

চিৰাজ : আদাব। আজি তই যিমান গালি পাৰিলেও মোৰ কোনো আপত্তি নাই। অ, তোৰ বাকী কিমান আছিল?

বাজেন : চাব লাগিব। (বহী এখন মেলি চাব)

চিৰাজ : চা। বাজা কালুৰ তাত কিমান Score কৰিলি?

বাজা : Zero .

চিৰাজ : আকৌ বোলে লাখপতি হৈছে ওভত। অই তোৰ হিচাপ ওলালনে? যোগ কৰিছ নে পূৰণ কৰিছ?

বাজেন : সাতচল্লিশ টকা, Fourty seven.

চিৰাজ : মাত্ৰ। তাতেই তোৰ ৰাতিপুৱা বি হাল্লা চিল্লা। ল, পঞ্চাশ টকা। তিনি টকা জমা থাকিল। বুবুল।

(নেপথ্যত : "গৈছো দাদা"। চাহ লৈ বুবুলৰ প্ৰৱেশ, সকলোকে চাহ দিব )

বুবুল : আজি চিৰাজ দাৰ ভাল income যেন পাইছো।

বাজা : নহ'লে ই চিপচে তোক চাহ খুৱাব।

চিৰাজ : সেইটোৱে কথা। পকেটত পইচা নাথাকিলে কৰ পৰা খুৱাম?

বাজা : চিৰাজ। কিবা হব নেকি? আজিতো তোৰ লাল কামানি।

চিৰাজ : হো। কচাইটোক মাংস এক কিলো থৈ দিবলে কচোন। মালটো বাৰু মই লৈ আহিম।

বাজা : হ'ব। পাই যাম।

বাজেন : খানা। মদৰ আড্ডা। মদ খায়েই মৰিবি তইঁত।

বাজা : দে ভাই। অভিশাপ দে। সোনকালে যাব পাৰিলেতো ভালেই পাওঁ। মাত্ৰ মাজে সময়ে অলপ চিন্তা আহে।

জগত : কি চিন্তা?

বাজা : মই মৰিলে এই চিৰাজটো কেনেকৈ থাকিব? কাৰ লগত থাকিব?

চিৰাজ : সতী যাম দে তোৰ লগতে। (সকলোৰে হাঁহি)

বিপুল : আপোনালোকে কথাষাৰ গম পোৱা নাই জানো?

জগত : কি কথা?

বিপুল : বৰুৱা দাৰ দোকানখন যে উঠাই নিব কৈছে। (সকলোৰে action)

চিৰাজ : গম পাওঁ। সেইবাবেই লৰৰি আহিছো। ই, জগত, বাজা আমি সকলোৱে জানো।

বিপুল : সিহঁতে কিয় দোকানখন উঠাব কৈছে?

চিৰাজ : এইখিনি centre place. বাজেনৰ দোকানখন উঠাই সিহঁতে ইয়াত Beer bar খুলিব। কেইটকা হ'ল তোৰ?

বুবুল : দহ টকা।

চিৰাজ : ল। (টকা দিয়ে) এতিয়া চিধা ঘৰলৈ যা।

বুবুল : নেযাওঁ। কি হয় চাইহে যাম। গিলাচ কেইটা থৈ আহো ৰ'ব। (প্ৰস্থান)

চিৰাজ : বাজেন, কি কৰিম বুলি ভাবিছ?

বাজেন : কি কৰিম? এইটো মোৰ জীৱনৰ আটাইতকৈ জটিল প্ৰশ্ন। (ক্ষন্তেক নীৰৱ) মই ইয়াৰ পৰা নেযাওঁ।

জগত : কিন্তু কিবা এটাটো কৰিব লাগিব।

বাজেন : এইটো মোৰ interview বুলি ধৰি ল। Final Interview তোৰ দৰে ময়ো Preparation কৰিছো।

সম্পূৰ্ণ শীতল মগজুৰে। মই এতিয়া সিহঁতৰ মুখা মুখি হ'বলৈ সাজু।

**বিপুল** ঃ আমাৰ মানুহখিনিয়ে গম পালে সহায় নকৰিবনে?

**চিৰাজ** ঃ চবেই গম পাইছে। মৰিবলৈ কোন আহিব। হাতত খোলা Arms থাকেই। মাৰো বুলি তোক মাৰি পেলাব। পুলিচ, মিলিটাৰী, চৰকাৰ চব সিহঁতৰ ফলীয়া। কোন সিহঁতৰ মুখা মুখি হ'ব?

**ৰাজা** ঃ সিহঁত নিজে কি আছিল? প্ৰত্যেকটোৰে চৰিত্ৰ জানো। বিপ্লৱ কৰি দেশ স্বাধীন কৰে, বিপ্লৱৰ পৰা অৱসৰ লৈ সমাজ সংস্কাৰ কৰে। হোঁ। সিহঁতৰ বাবে তই চাকৰিৰ পৰা বঞ্চিত হৈছ, আমি অফিচত গৈ এখন Tender পেলাব নোৱাৰা হৈছো। চাল্লা, Arms কেইটা নথকা হয় মই অকলে চাম্‌না কৰিলো হয়।

**জগত** ঃ মোৰো কেতিয়াবা মন যায় বুজিছ, সিহঁতৰ মুখামুখি হৈ সুধিবৰ মন যায়, এইবোৰ তহঁতে কি কৰিলি? মৰম, চেনেহ, বিশ্বাস, সহৃদযতাৰে গঢ়ি উঠা এই সমাজখন তহঁতে কিয় ধ্বংস কৰিলি? ঘৃণা প্ৰতিহিংসাৰ বীজ মেলি মানুহৰ মনবোৰ কিয় পঙ্গু কৰিলি? কেৱল বাহুবল আৰু অস্ত্ৰবলেৰে কিমানদিন ৰাজত্ব কৰিবি? তহঁতৰ বিবেক দংশন নহয়? কিন্তু নোৱাৰো। প্ৰাণৰ মমতাত এটা টু শব্দ মুখেৰে উচ্চাৰণ কৰিব নোৱাৰো। এটা ক্লীৱৰ দৰে জীযাই আছো আমি।

**ৰাজা** ঃ নহ'লে গোটেই কেইটাকে ধৰি ৰাম ধুলাই দি আহো ব'ল। পিছত যি হয় হ'ব। (যাবলৈ উদ্যত হয়।)

**জগত** ঃ এই ৰহ ৰহ কি কৰ?

**চিৰাজ** ঃ এই চুপ।

**ৰাজা** ঃ তেনেহ'লে ঠাই টুকুৰা এৰি দে।

**চিৰাজ** ঃ এইখন কি হিন্দী চিনেমা পাইছ? বহি থাক। (উঠি গৈ) চিগাৰেট এটা দে। আচলতে ভুলটো আমাৰেই। আমি এইখন সমাজত Unfit এতিয়া যিটো System ত সমাজখন চলিছে সেইটো Systemত চলিবলৈ আমি নিজকে গঢ়ি তুলিব পৰা নাই।

**জগত** ঃ তথাপিও কিছুমান কথা মানি লব নোৱাৰো। চকুৰ আগতে কোনোবাই অন্যায় কৰা দেখিছো, অথচ দেখি শুনিও তাৰ প্ৰতিবাদ কৰিব পৰা নাই। বৰ অসহ্যকৰ। আচলতে আমি যীশুখৃষ্ট হোৱাৰ সাহস গোটাব পৰা নাই। সত্যটো আমি সকলোৱে জানো, কিন্তু তাক প্ৰকাশ কৰি বুকুত ক্ৰুচ পাতি লোৱাৰ সাহস আমাৰ নাই। আমি কাপুৰুষ।

**চিৰাজ** ঃ সেইকাৰণেইটো এই পৃথিৱীত যীশুখৃষ্ট বা মহাত্মা গান্ধী মাথো এজন। সেইবোৰ ভাবি লাভ নাই। এতিয়া এনেদৰে জীয়াই থাকিব লাগিব। তোৰ যদি শক্তি আছে তেনেহ'লে তই বিচৰাখিনি আনৰ পৰা কাঢ়ি আজুৰি আনি নিজৰ কৰি ল আৰু যদি তোৰ শক্তি নাই, সকলো আতিশয্য তোৰ প্ৰাপ্য বুলি মূৰ পাতি লৈ চুপ চাপ আঁতৰি যা।

**জগত** ঃ এতিয়া কিবা এটা Decision লব লাগিব। এই বিপদত আমি ৰাজেনক এৰি দিব নোৱাৰোঁ।

**ৰাজেন** ঃ মই কলৈকো নেযাওঁ। আজি বিশবছৰ হ'ল এইখিনি ঠাইত দোকান দি বহি থকা। এতিয়াতো এইখিনি ঠাই বুকুৰ এটুকুৰা মঙহৰ দৰে হৈ পৰিছে। কলৈকো নেযাওঁ ইয়াৰ পৰা।

**বুবুল** ঃ আপোনালোকে তেওঁলোকক এবাৰ বুজাই কৈ নাহে কিয়?

**ৰাজা** ঃ দাণ্ডিব নোৱাৰা শিলত বল যুজি কি লাভ? সকলো পিনৰ পৰা শক্তিশালী সিহঁত। সকলোতকৈ ডাঙৰ কথা সিহঁতৰ হৃদযত দয়া মৰম বোলা বস্তুটো একেবাৰে নাই। মাৰো বুলি তোক মাৰি পেলাব।

**বুবুল** ঃ পুলিচত খবৰ দিলে সিহঁতক নধৰিব জানো?

**ৰাজা** ঃ পুলিচ। ধুৰ। সেইবোৰ অতীত হ'ল। এতিয়া এইখন নতুন অসম। য'ত মানুহ মৰাৰ সংখ্যা চৰকাৰী ভাৱে স্বীকৃত এটা Qualification তুমি বিপ্লৱীয়ে হোৱা নে প্ৰতি বিপ্লৱী হোৱা কোনো কথা নাই, কিমানজন স্বজাতি হত্যাৰে তুমি তোমাৰ হাত লাল কৰিব পাৰিছা, সেই সংখ্যাটোৰ ওপৰত নিৰ্ভৰ কৰিব তোমাক চৰকাৰী ভাৱে প্ৰদান কৰা সা-সুবিধাৰ পৰিমাণ।

**চিৰাজ** ঃ আজি বিপ্লৱী হৈ ৰাতিৰ আন্ধাৰত দেউতাকক গুলীয়াই মাৰা আৰু কাইলৈ বিপ্লৱৰ পৰা অৱসৰ লৈ দিনৰ পোহৰত পুতেকক গুলীয়াই মাৰা-কোনো আইন প্ৰশাসনে তোমাক বিচাৰি নেযায়। ৰাজেনৰ দোকান ভাঙি পেলোৱা, কষ্টেৰে সাজি উলিওৱা ঘৰটোৰ পৰা মালিকক উলিয়াই দি তুমি নিজে মালিক হোৱা- তোমাৰ কোনো অপৰাধ নহয়।

**ৰাজা** ঃ কাৰণ তুমি বিপ্লৱী আছিলা আৰু এতিয়া তুমি অৱসৰ লোৱা বিপ্লৱী। এয়া সমাজ, এয়া সভ্যতা।

**জগত** ঃ তই উত্তেজিত হৈছ। ঠাণ্ডা মগজুৰে কি কৰা ভাল হ'ব তাকে ভাব।

**চিৰাজ** ঃ চাৰিআলি চকটোৰ এই ঠাই টুকুৰা ব্যৱসায়ৰ বাবে ভাল। সুবিধাজনক। গতিকে সিহঁতে এবাৰ চকু দিছে যেতিয়া সহজে এৰি নিদিব। ৰাজেনৰ দোকান ভাঙি

পেলোৱা সিহঁতৰ বাবে সৰু কথা।

**ৰাজেন ঃ** দোকান ! এইখনটো মোৰ দোকান নহয়। ঘৰ। আৰু এই যে চাৰিআলিটো, চাৰিটা ৰাস্তাৰ চাৰিআলি নহয়, হৃদয়ৰ চাৰিআলি। চাৰিওফালৰ পৰা আহি তহঁত ভিন্নধৰ্মী, ভিন্ন চৰিত্ৰৰ মানুহবোৰ আহি ইয়াতে লগ হব। পদোখুৰা আহে, তহঁত আহ। আৰু তহঁত সকলোবোৰ মোৰ এই চাৰিআলিটোৰ (বুকুত ঢকিয়াই) একো একোজন সদস্য। এতিয়া এইবোৰ নাইকিয়া হৈ যাব। ইয়াত এটা বেলেগ চাৰিআলি হ'ব, যিটো চাৰিআলিত তহঁত, পদো খুৰা, মই নাথাকিম। আজি বিশ বছৰৰ আগতে এই দুখন হাতেৰে ৰোৱা আহতজোপা, আমাৰ মৰম, চেনেহ, বিশ্বাস, আন্তৰিকতাৰ চাৰি আলিটোক আজি বিশ বছৰে চিনাকি দি অহা এই আহতজোপা ইয়াত নাথাকিব। এইজোপা সিহঁতে কাটি পেলাব। কাটি পেলাব।

**বিপুল ঃ** বৰুৱা দা অকমান শান্ত হওঁক। এতিয়া কি কৰা ভাল হ'ব তাকে ভাবক। আবেগিক হ'ব নালাগে।

**ৰাজেন ঃ** আবেগিক হোৱা নাই। কিছুমান কথা মনত পৰিছে। তাকে কৈছো।

**জগত ঃ** এৰা, ই যেতিয়া দোকান আৰম্ভ কৰিছিল সেই সময়ত স্কুলঘৰটো বনাই আছিল। ৰাতিপুৱা ক্ষিতিকান্ত চাৰ আহে। ইয়াক লগত লৈ স্কুলঘৰটোৰ নতুনকৈ গঠা বেৰকেইখনত পানী দিয়ে।

**ৰাজেন ঃ** চাৰে কৈছিল, বেৰকেইখনত তোৰ হাত দুখন অঙ্কিত হৈ ৰ'ল। এতিয়া ঘৰটো চকুত পৰিলেই চাৰৰ মুখখন দেখা পাওঁ। মোৰ হাতদুখন জিলিকি উঠা দেখা পাওঁ। এতিয়া এইবোৰ এৰি থৈ মই যাব লাগে।

**চিৰাজ ঃ** তোৰ মনোবেদনা বুজি পাইছো। কিন্তু দুখ কৰি থাকিলে নহ'ব। কিবা এটা কৰিবই লাগিব। আমাৰ হাতত সময় বৰ কম। সন্ধিয়াৰ আগতে সিহঁতবোৰ আহি পাব। ৰাজা কি কৱ?

**ৰাজা ঃ** মই ভাবো আজি সিহঁতৰ পৰা এসপ্তাহৰ সময় লোৱা যাওক। অৱশ্যে এইটো কথাত সিহঁত সহজে মান্তি নহ'ব।

**বিপুল ঃ** ধৰি ললো সিহঁতে এসপ্তাহ সময় দিলে। তাৰ পিছত কি কৰিব?

**ৰাজা ঃ** সেইটো ভাবিব লাগিব। মই মাত্ৰ আজিৰ সমস্যাটো যেনেতেনে পাৰ কৰিব বিচাৰিছো।

**বিপুল ঃ** কিন্তু এসপ্তাহ পিছত একেটা কথাই হ'ব।

**ৰাজা ঃ** তই বেলেগকৈ লৈছ। আৰে এসপ্তাহ বহুত সময়। এসপ্তাহত পৃথিৱীখনেই ওলট-পালট হৈ যাব পাৰে। কি ঠিক সিহঁতে এইটুকুৰা ঠাইৰ চিন্তা বাদ দিবও পাৰে।

**বুবুল ঃ** কথাটো বেয়া নহ'ব ৰাজেন দা।

**বিপুল ঃ** কিন্তু সিহঁতে জানো সময় দিব?

**চিৰাজ ঃ** এইবিলাক কল্পনা এৰ। সিহঁতৰ হাতত লঘু লাঞ্চনা খোৱাতকৈ ঠাইটুকুৰা সিহঁতক এৰি দিয়াই ভাল হ'ব।

**ৰাজেন ঃ** কি কলি, ঠাইখিনি এৰি দিম?

**জগত ঃ** এৰা, এৰি দিয়াই ভাল হ'ব।

**বিপুল ঃ** আপোনালোকে দোকানখন ইয়াৰ পৰা নিব কেলৈ?

**বুবুল ঃ** কিন্তু ৰাজেন দা, যাব কলৈ?

**চিৰাজ ঃ** নহ'লে কি যুদ্ধ দিবি তাহাঁতৰ লগত?

**বিপুল ঃ** অই বুবুল। তই যাচোন খুৰাক মাতি লৈ আহ।

**বুবুল ঃ** ঠিকেই, মই খুৰাক লৈ আহো ৰব। (প্ৰস্থান)

**ৰাজা ঃ** খুৰাক মাতিব নালাগে।

**চিৰাজ ঃ** এই বুবুল, ৰহ।

**জগত ঃ** চা ৰাজেন, তোক ভাল পাওঁ কাৰণেহে কৈছো। দোকানখন আৰু তোৰ নিজৰ নিৰাপত্তাৰ বাবে এইটো কৰিবই লাগিব। সিহঁত আহি পাবলৈ বেছি সময় নাই।

**ৰাজেন ঃ** নহ'ব, মই নেযাওঁ। মোৰ দোকান ইয়াৰ পৰা নুঠাও। মোক ইয়াতে মৰিবলৈ দে। এই চাৰিআলি এৰি মই জীয়াই থাকিব নোৱাৰো।

**চিৰাজ ঃ** অবুজন নহ'বিচোন। দোকানখন নি এডোখৰ সুবিধাজনক ঠাইত পাতি দিম নহয়।

**জগত ঃ** অ, আমাৰ পুথিভঁৰালটোৰ সন্মুখতে তোৰ দোকানখন পাতি দিম।

**ৰাজেন ঃ** কি, তাৰমানে তহঁতে মোক ইয়াৰ পৰা নিবিযেই?

**জগত ঃ** দুখ নকৰিবি, তোক এৰি নিদিও নহয়। এতিয়াৰ দৰেই তোক আমি বেৰি ৰাখিম। পুথিভঁৰালটোৰ সন্মুখত আমি আন এটা চাৰিআলি গঢ়ি তুলিম।

**ৰাজা ঃ** এইটোৱেই ভাল হ'ব। তেনেহ'লে এটা কাম কৰো। সম্প্ৰতি আমি দোকানখন অলপ পিছুৱাই দিও। যিকোনো মুহূৰ্ত্ততে সিহঁত আহি পাব। দোকানখন পিছুৱাই থোৱা দেখিলে একো অনিষ্ট নকৰিব। নহ'লে কি কৰে একো ঠিক নাই।

**চিৰাজ ঃ** ঠিক এতিয়া ৰাজাই কোৱাটোকে কৰো। কাইলৈ দিনত ল'ৰাজাক আহি দোকানখন লাইব্ৰেৰীৰ ওচৰলৈ লৈ যাম। জগত?

**ৰাজেন ঃ** এই তহঁতে এইবোৰ কি কব ধৰিছ?

**জগত ঃ** চিৰাজ, তাকেই কৰা হওঁক। সিহঁত আহি পোৱাৰ আগতে কামটো হ'ব লাগিব।

**ৰাজা ঃ** তেনেহ'লে আহ। (গুমটিত ধৰিব) অই বিপুল, ধৰ।

**ৰাজেন ঃ** এই ৰখ। ৰখ বুলিছো নহয়। মোৰ বুকুফালি কলিজা চিঙি নিব খুজিছ।

**(গোটেই কেইজনে গুমটিটো দাঙিবলৈ চেষ্টা কৰে। ৰাজেনে উন্মাদৰ দৰে সিহঁতক আঁতৰাবৰ চেষ্টা কৰে। দৌৰি বুবুলৰ প্ৰবেশ)**

**বুবুল ঃ** খুৰা আহিছে। খুৰাক লৈ আহিছো। (কৈ কৈ পদোৰ প্ৰবেশ)

**পদো ঃ** কোন কোন সেইকেইটা বীৰ পুৰুষ? (প্ৰবেশ) তহঁত? ৰাজেনৰ দোকান উঠাব আহিছ? লাজ নালাগে তহঁতৰ? তহঁতৰ পুৰুষত্ব আছে? নুপুংসকৰ দল। যা, ঘৰত সোমাই মেখেলা পিন্ধি থাকগৈ।

**জগত ঃ** খুৰা, আপুনি ভুল বুজিছে।

**ৰাজা ঃ** সিহঁতৰ মুখা মুখি হৈ কোনো লাভ নাই।

**চিৰাজ ঃ** আওমৰণে মৰিব লাগিব।

**পদো ঃ** সেইকাৰণেই তই পলাবি। কিমানদিন পলাবি, কলৈ পলাবি, পলাই ফুৰি তই নিজৰ অস্তিত্ব বৰ্তাই ৰাখিব পাৰিবি। বিপদৰ মুখামুখি হ'বলৈ তহঁতে আজিও শিকা নাই।

**চিৰাজ ঃ** খুৰা, আমি যে অসহায়।

**পদো ঃ** সেইবাবেই তই মুখ বন্ধ কৰি থাকিব বিচাৰিছ। আজি ৰাজেনৰ দোকান ভাঙি পেলাব, তই মনে মনে থাকিবি, কাইলৈ তোক তোৰ ঘৰৰ পৰা কোনোবাই উলিয়াই দিব, তই মনে মনে থাকিবি, পৰহি তোৰ মা-ভনীৰ গাত কোনোবাই হাত দিব, তই মনে মনে থাকিবি। কাৰণ তই অসহায়। মুৰ্খ, এই পৃথিৱী কেৱল যোগ্যজনৰ বাবে। তই ইয়াত জীয়াই থাকিবলৈ যোগ্যতা অৰ্জন কৰিব লাগিব।

**ৰাজা ঃ** কিন্তু খুৰা, কোন সিহঁতৰ মুখা মুখি হ'ব।

**পদো ঃ** মই। এই ৰাজেন, আৰু তহঁত কেইটা পিছ ভৰিৰ তলত নেগুৰ সুমুৱাই সৌ তাৰ পৰা চাই থাকগৈ। ধিক তহঁতৰ যৌৱন। ধিক তহঁতৰ ডেকা তেজ! তহঁতৰ জীৱনাদৰ্শ।

**জগত ঃ** কিন্তু খুৰা, সিহঁত যে অস্ত্ৰ শক্তিৰে বলিয়ান।

**ৰাজা ঃ** চৰকাৰো সিহঁতৰ ফলীয়া।

**চিৰাজ ঃ** আমাৰ হাতত সময় একেবাৰে নাই। সিহঁত পাবহিয়েই।

**পদো ঃ** অস্ত্ৰশক্তি, শুন, Marx এ কৈছিল, Political power comes out from the barrel of a gun, but it is the political party that controls the gun. বন্দুকৰ নলীয়েদি ৰাজনৈতিক ক্ষমতা নিৰ্গত হয়, কিন্তু বন্দুক কেইটা নিয়ন্ত্ৰণ কৰে একো একোটা ৰাজনৈতিক দলে। আৰু ৰাজনৈতিক শক্তি থাকিবলৈ হ'লে তোমাৰ গণভিত্তি থাকিব লাগিব। গণভিত্তি নথকা বন্দুকৰ শক্তি সদায় অৰ্থহীন। এই কথা প্ৰমাণিত হৈছে ভাৰতৰ স্বাধীনতা যুজত, ভিয়েটনামত, কিউবাত। আৰু আজি এই কথা চাৰিআলিত প্ৰমাণ কৰিম মই পদো ভলন্টিয়াৰে। প্ৰমাণ কৰিম জনগণ এই ৰাজেনৰ লগত আছে, সিহঁতৰ অনুজ্ঞাপত্ৰ বিহীন বন্দুক কেইটাৰ লগত নাই। আহ।

-পট পৰে—

<u>সমাপ্ত</u>

# অভিমন্যু

**নাট্যকাৰ # বসন্ত খনিকৰ,**

| চৰিত্ৰসমূহ | বয়স |
|---|---|
| ১.মহীকান্ত | ঃ ৪৫/৫০ |
| ২.আইমণি (মহীকান্তৰ জীয়েক) | ঃ ৮/১০ |
| ৩.নাহৰ | ঃ ৪০/৪৫ |
| ৪.চেনীমাই (নাহৰৰ পত্নী) | ঃ ৩৫/৪০ |
| ৫.গোঁহাই চিপাহী | ঃ ৪৫/৫০ |
| ৬.সত্যপ্ৰসাদ চৌধুৰী | ঃ ৪০/৪৫ |
| ৭. পি. এচ (Personal Security) | ঃ ২৫/৩০ |

## SYNOPSIS

দুকোঠলীয়া এটা ভাড়াঘৰ। এটা কোঠাত পত্নীহাৰা মহীকান্ত জীয়েক আইমণিক লৈ থাকে। মহীকান্তই সত্ৰীয়া সংস্কৃতিৰ চৰ্চা কৰি, সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰি জীৱিকা নিৰ্বাহ কৰে। আয়োজকে পইচা দিলে এসাজ খায়, কেতিয়াবা পেটত খুদকন এটা নপৰাকৈয়ে নিশাটো পাৰ কৰে। তথাপি গুৰুজনাৰ সৃষ্ট সংস্কৃতি জীয়াই ৰাখিবলৈ সংকল্পবদ্ধ। সুন্দৰৰ পূজা আৰাধনাত উৎসৰ্গিত দুটি জীৱন।

আনটো কোঠাত সুস্থ-সবল স্বামী নাহৰৰ লগত বাস কৰে চেনীমাই। নিষ্কৰ্মা স্বামীৰ প্ৰৰোচনাত অভাৱত পৰি অসামাজিক পথেৰে নাহৰ আৰু চেনীমায়ে সহজে ধন ঘটিবলৈ লয়। ফলত ভণ্ড মুখাপিন্ধা সমাজসেৱকৰ পৰা আৰম্ভ কৰি বিভিন্ন ব্যক্তিৰ আগমন হয় নাহৰ আৰু চেনীমাইৰ ঘৰলৈ। একেখন ঘৰৰ, একেখন চালিৰ এটা কোঠাত সংস্কৃতিৰ পূজাৰী মহীকান্ত আৰু আইমণি, আনটো কোঠাত দুষ্কৃতিৰ বাহক নাহৰ চেনীমাইৰ জীয়াই থকাৰ সংগ্ৰাম। দুয়োটা পথ ভিন্ন । সন্ধিয়া সময়ত চেনীমাইৰ ঘৰলৈ গ্ৰাহক আহিবৰ সময়ত মহীকান্ত আইমণিয়ে যেতিয়া সত্ৰীয়া নৃত্যৰ আখৰা কৰে তেতিয়াই দুয়োটা পৰিয়ালৰ মাজত আৰম্ভ হয় সংঘাত। কিছুদিন পিছত সন্তান সম্ভবা চেনীমাইৰ দেহত আৱিস্কৃত হয় ভয়াবহ AIDS ৰ বীজাণু।

শেষত চেনীমাইৰ স্বামী নাহৰৰ প্ৰৰোচনাত পৰি কৰা ভুলৰ উপলব্ধি হয়। নাহৰক অভিযুক্ত কৰাত মানসিক ভাৰসাম্য হেৰুৱাই চেনীমাইক ডিঙি চেপি হত্যা কৰিবলৈ উদ্যত হয় যদিও শিশুৰ ক্ৰন্দন নাহৰৰ কাণত ভাঁহি অহা যেন অনুভৱ হোৱাত পিছুৱাই আহে। আনহাতে চেনীমায়ে নিজৰ বিবেককো ধিক্কাৰ দিয়ে। সেই সময়তে সম্পূৰ্ণ সত্ৰীয়া সাজেৰে খোল-তাল লৈ মহীকান্ত আৰু আইমণি অনুষ্ঠান প্ৰদৰ্শন কৰিবলৈ যাবলৈ ওলাই আহে। চেনীমায়ে নিজৰ ভুলৰ বাবে মহীকান্ত আৰু আইমণিক ক্ষমা বিচাৰি নাচিবলৈ বিচাৰে। কাৰণ এসময়ত চেনীমায়েও নৃত্য কৰিছিল। আইমণি অনুষ্ঠানলৈ দেৰি হৈছে বুলি কোৱাত চেনীমাইৰ গৰ্ভত পিতৃ-মাতৃৰ ভুলৰ বাবে দুৰাৰোগ্য ৰোগৰ বীজাণু বহন কৰা নিষ্পাপ দেৱ-শিশুটোৰ মুক্তিৰ বাবেই চেনীমাইক নচুৱাবলৈ অনুৰোধ জনায়, যাতে অভিমন্যু সদৃশ চেনীমাইৰ গৰ্ভস্থ সন্তানটোৱে পৃথিৱীৰ পোহৰ নেদেখিলেও উপলব্ধি কৰিব পাৰে এই পৃথিৱীত সুন্দৰৰ পূজা, সুন্দৰৰ আৰাধনা কৰা হয়। মহীকান্তই খোল, আইমণিয়ে তাল বজায় চেনীমাইক নৃত্য কৰোৱায়। শেষত নাহৰেও বৰতাল/ভোৰতাল লৈ সহযোগ কৰে।

(দুকোঠলীয়া ভাড়াঘৰ। এটা কোঠাত মহীকান্ত জীয়েক আইমণিৰ সৈতে থাকে। আনটো কোঠাত নাহৰ পত্নী চেনীমাইৰ সৈতে থাকে। মহীকান্তহঁতৰ ফালে দুই -চাৰিটা কাপোৰ মেলি থোৱা থাকিব। পানীঘতি, বাতি বাৰাণ্ডাত। আনটো কোঠাৰ সমুখত বেঞ্চ, মূঢ়া আদি সুবিধানুযায়ী ল'ব। মঞ্চৰ আঁৰকাপোৰ খোলাৰ লগে লগে মহীকান্তই জীয়েক আইমণিক খোল বজাই মহাপুৰুষ

শংকৰদেৱ বিৰচিত — " উদ্ধৱ চলহ গোকুলে লাই/হামু বিনে গোপীৰ তিলেকে যুগ যায়" — ৰাগ শ্ৰী বৰগীতটি গাই নৃত্য শিকাব। )

প্ৰয়োজন সাপেক্ষে অভিনেতা/অভিনেত্ৰীৰ সুবিধানুযায়ী নাচৰ বাজনা, নাচ,গীত বেলেগ ল'ব পাৰিব। কিন্তু সত্ৰীয়া হ'ব লাগিব।

নাচৰ বাজনা

ঝুমুৰা গীতৰ নাচৰ বাজনা

যতি-তাল ঃ ১৪ মাত্ৰা, ৮ তালি, ৬ খালি, ১৪ ভাগ

গা-মান ঃ (১) ৰাতানিতা । খিতিতাক । ৰাতানিতা । খিতিতাক
x o x o
ৰাতানিতা । খিতিদাও । খিতাধেই
x x o
ধিনানিতা । খিতাধেই । ধিনানিতা । খিতাধেই
x o x o
ধিনানিতা । খিতিদাও । খ্ৰি খ্ৰি খ্ৰি
x x o

( ২ বাৰ বজাব)

ঘাত ঃ (৬) ধেগিতাক । ত্ৰিখিতাক । খিতাধেগি । তাতখিতা
x o x o
দিধিনাখি । ত S । খেনিতাক ।
x x o
ধেতখিতিত্ৰধেঃ । নিত্ৰধেত্ৰখিতি । ত্ৰধেনিত্ৰ । খিত্ৰত্ৰখি । খিত্ৰত্ৰখি
x o x o o
নাও থাপা । ধেই S । খিত
x x o

(বহা চতা, হাত , পকোৱাই বহা, হাত ভৰি চলনা কাটি ফুলিয়া)

ধেৰখিতা । খিতিদাও । তাখিতিতা । খিতিদাও
x o x o
ধেৰখিতা । তাখিতিতা । খিতিদাও
x x o
ধিনা ধিনা । ধিনা ধিনা । তাধেনিধে । নিতাধিনা
x o x o
ধেৰখিতা । তাখিতিতা । খিতিদাও
x x o

কাতি চালনা,খিত খৰ শাৰী পাক, পিঠি পাক)

(চোকৰ পিচত পুনৰ ৬ষ্ঠ ঘাত বাজি গীতৰ খণ্ড সমাপ্ত হ'ব )

মেলা নাচ (ঝুমুৰা নাচৰ )

যতি তাল বা মেলা যতি আৰু পৰিতাল।

ভাঙনিঃ (১) তা S খিতা । ধেইদাও । তাখিতিতা
X X O
খি S তি । তাক ধেগি । তাখিতিতা । খিতিতাক
X O X O
ধেই । ধেগিতিনি । তিনি তিনি।
X X O

তাকধগি । তাকধগি । দাও । খিতিতাক
X O X O
ধেই ধেই । ধেই S । SS
X X O

মহীকান্ত ঃ নাই হোৱা, নাই হোৱা। যোৱা এসপ্তাহ ধৰি একেটা কথাকে শিকাই শিকাই হাত মুখ বিষাই গৈছে।কিনো শিকিছ অতদিনে।

আইমণি ঃ Stage-ত পাৰিম নহয়।

মহীকান্ত ঃ কি Stage ত পাৰিম নহয়। কথা ক'বলৈ আহিছ। নাচ ভালকে। এইবাৰ ভুল কৰিলে দেখিবি।

আইমণি ঃ পিতাই, অ মোৰ এই ঠাইত থাকি অলপো ভাল নলগা হৈছে। অন্য ভাল ঠাই এডোখৰ বিছাৰিব নোৱাৰানে?

মহীকান্তঃ ভাল নাই লগা বুলি ক'লেই হ'বনে। পৃথিৱীত ভাল আৰু বেয়া দুয়োটা একেলগে থাকে। ভালৰ মাজতে বেয়া আৰু বেয়াৰ মাজতেই ভাল সোমাই থাকে। ভাল বেয়া নিজৰ সৃষ্টিহে। অনুষ্ঠানলৈ যাবৰ হ'বই এতিয়া, নাচ।

আইমণি ঃ প্ৰথমৰ পৰা নাচিম নে পিতাই?

মহীকান্ত ঃ সাজ লাগিবৰ হ'ল প্ৰথমৰ পৰা বুলি সুধিবলৈ আহিছ। য'ত ভুল কৰিছিলি তাৰ পৰা ধৰ। (আইমণিয়ে অন্যমনস্ক হৈ নাচি আকৌ ভুল কৰে) আইমণি, তোৰ কি হৈছে আজি। গধুলিলৈ Programme। কিমান নামী-দামী শিল্পী আহিব। Town Committee ৰ সভাপতি সত্যপ্ৰসাদ চৌধুৰীয়ে অনুষ্ঠান উদ্বোধন কৰিব আৰু তই ফাকতি জুৰিছ।

আইমণি ঃ বৰ ভাগৰ লাগিছে অ' পিতাই ।

মহীকান্ত ঃ কি কলি? ভাগৰ লাগিছে। মোৰ ভাগৰ নেলাগে? পাচ বাজিবৰ হ'ল। সাত বজাত নামঘৰ পাবগৈ লাগিব। তোৰ মতি গতি যি দেখিছো মাৰৰ সপোন পুৰা নকৰিবি যেন পাইছো।

আইমণি ঃ পানী অকণমান খাই লওঁ ৰহ। (পানী খায়)

মহীকান্ত ঃ নাচ, নাচ।

**(মহীকান্তই খোলত বোল দিব। আইমণিয়ে নাচিব। নাহৰে সুবিধা মতেProperty লৈ বাটৰ ফালে ডিঙি মেলি চাব। ক্ষন্তেক পাছত চেনীমাই ভিতৰৰ পৰা সংলাপ কৈ ওলাই আহিব।)**

চেনীমাই ঃ হেৰি, শুনিছেনে? হেৰি বোলো ক'ত টিঘিল ঘিলাই ফুৰিছেগৈনো? কেনি আছে হয়নে? সেয়া কিনো শিয়াল-হেপাৰ দৰে ডিঙিমেলি চাই আছেহি। চানাকেইটা ভাজি ল'বলৈ অথনিৰে পৰা কিমান চিঞৰিলো?

**নাহৰ ঃ** হেই ৰবিচোন। দৰবত দিবলৈকেও আজি নৰমনিচ এটা নাই।

**চেনীমাই ঃ** "আছে গৰু নেবাই হাল, থকাতকৈ নথকাই ভাল।" কাম এটা পাচিলেও গা এৰা দিয়ে। ইফালে অমুকীয়ে সব কৰি যতনাই মেলি ভাগৰে-জোগৰে আকৌ Customer ৰ লগত থাকিব লাগে। যোৱা দুই- তিনিমাহে গাটোও ভাল নহয়?

**নাহৰ ঃ** ঐ তই সময় কিমান হ'ল খবৰ ৰাখিছনে নাই?

**চেনীমাই ঃ** সময় যিমান নহ'লেও যি আহিব এনেয়েও আহিব। কাউৰীৰ মাত শুনি পোৱালি থকা হাঁহজনীৰ নিচিনাকে ডিঙি মেলি থাকিব নেলাগে নহয়।

**নাহৰ ঃ** মূৰ্খ

**চেনীমাই ঃ** কি ক'লে ?

**নাহৰ ঃ** মূৰ্খ। তইঁত মাইকীমানুহবোৰৰ মূৰৰ খোলাটোহে থাকে। কি কৰিব লাগে, কি কৰিব নেলাগে মোক শিকাব নেলাগে।

**চেনীমাই ঃ** মানুহ আহিবৰ সময়ত মেজাজটো গৰম কৰি নল'ব দেই। অমুকীৰ জহতে এমুঠি খাই আছে। নহ'লে পেটত গামোছা মাৰিব লাগিলহেঁতেন। গা বেয়া হোৱাৰ পৰা উপাৰ্জনো কমি আহিছে। অকল সেইসোপা গিলিবলেনো কেইটা আহে।

**নাহৰ ঃ** হ'ব হ'ব গৈছো নহয। সেইষাৰ কথাকে ইমানকে চিঞৰি নক'লেও হয় দেখোন। (সোমাই যায়। মহীকান্তৰ খোলৰ মাত ডাঙৰ হয়)

**চেনীমাই ঃ** হেৰি, বোলো হেৰি শিল্পী ডাঙৰীযা? বোলো হেৰি-

**মহীকান্ত ঃ** কিবা কৈছিলা আইদেউ?

**চেনীমাই ঃ** কিবা কৈছিলা মানে? টোপনিত থকা মানুহক জগাবলৈ ভাল। টোপনিৰ ভাও ধৰাবোৰকহে নোৱাৰি।

**মহীকান্ত ঃ** তুমি কি কৈছা মই একো বুজি পোৱা নাই।

**চেনীমাই ঃ** ক'ত বুজি পাব? পুৱা গধুলি ছেদ্ ভেদ্ নোহোৱাকৈ সময়ে অসময়ে ডিঙিত সেইডাল ওলোমাই লৈ খিটখিটাই ঘিটঘিটাই থাকিব।

**আইমণি ঃ** আজি নামঘৰৰ প্ৰতিষ্ঠা দিৱস নহয় খুৰী। মোৰ নাচৰ অনুষ্ঠান আছে। বহুত ডাঙৰ ডাঙৰ শিল্পী আহিব। আপুনিও ওলাব খুৰী।

**চেনীমাই ঃ** আ হা হা হা ডাঙৰ ডাঙৰ শিল্পী আহিব। আজিকালি এই সব কৌটিকলীয়া নাচ চাবলৈ গাৱলীয়া ভূতবোৰহে যায।

**আইমণি ঃ** মানুহে চাই ভাল পাই কাৰণেহে মাতিছে।

**চেনীমাই ঃ** এইবোৰ নাচ চাবলৈ মতাবোৰো কম নহয়, নচাবোৰো কম নহয়।

**মহীকান্ত ঃ** তেনেকৈ কেলৈ কৈছা আইদেউ। কিবা বেয়া পাইছা আমাক কোৱা। গুৰুজনাৰ সৃষ্টিক তেনেকৈ কিয় অপমান কৰিছা?

**চেনীমাই ঃ** এহ, আজিকালি জীয়াই থকা মানুহেই লাজ অপমান চিনি নেপায়। তেওঁ কত শ- বছৰৰ আগতে মৰা মানুহৰ মান সম্মানলৈ চিন্তা কৰিছে?

**মহীকান্ত ঃ** আজিৰ কাৰণে আখৰা অকণমান কৰি লওঁ। আমাৰ যাবৰ হ'বই এতিয়া।

**চেনীমাই ঃ** সন্ধিয়াপৰত মানুহ আহিবৰ সময় হয় তেওঁ সেইডালেৰে সৈতে জীয়েকক চোতাললৈ উলিয়াই লয। আলহী এযোৰা আহিলেও কথা এষাৰ পাতিব নোৱাৰি।

**মহীকান্ত ঃ** ইমানবোৰ দৰ্শকৰ আগত অনুষ্ঠান কৰিবলৈ যোৱাৰ আগতে এবাৰ চাই নগ'লে ভাল হয় জানো?

**চেনীমাই ঃ** অ'তদিনে কি ঘোঁৰা ঘাঁহ কাটি আছিল। আজিৰ পৰা যি কৰে দিনে-দুপৰে কৰি ল'ব। (সোমাই যায)

**আইমণি ঃ** (উচুপি কান্দি সংলাপ ক'ব) পিতাই মই আৰু নেনাচো। মই নাচিবলৈ ল'লৈই খুৰীহঁতে সদায় গালি পাৰে। তই ঘৰত নেথাকিলে মোক কয-নাচ বাগৰ কৰি ৰৰমানুহ হ'ব নেলাগে। নাচনী হৈ পাছত বাপেৰৰ ডিঙিত গলগ্ৰহ হ'বি।

**মহীকান্ত ঃ** (খঙেৰে) কোনে কৈছে তোক মই বৰমানুহ কৰিব বুলি? তোক মই মানুহ কৰিম, মানুহ। খাবলৈ নেপাই মৰিলেও তোক মই বিপথে যাবলৈ নিদিও।

**আইমণি ঃ** নাই নাই পিতাই, মই আৰু নেনাচো। তই মোক গালি নেপাৰিবি পিতাই। তোক কেনোবাই কিবা ক'লে মোৰ খুউব দুখ লাগে। পিতাই আমি ইযাৰ পৰা বেলেগ ঠাইলৈ যাওগৈ ব'ল।

**মহীকান্ত ঃ** যাম আই, যাম। পৰিস্থিতিৰ তাডনাতহে যে এই ঠাইত থাকিব লগা হৈছে তোক দেখোন এদিন কৈছিলোৱেই। কেইদিনমান ধৈৰ্য্য ধৰচোন। তোক মই এনে এখন আশ্ৰমসদৃশ স্থানলৈ লৈ যাম, য'ত পুৱাৰ পৰা গধুলিলৈকে কেৱল সংগীত, নাটক, নৃত্যৰ চৰ্চা কৰিব পাৰিবি।

**আইমণি ঃ** পিতাই, মোৰ কাৰণে তোৰ বৰ কষ্ট হৈছে ন?

**মহীকান্ত ঃ** আইমণি, তই বৰ বুজন ছোৱালীৰ দৰে কথা কৈছ অ'। মোৰ কাৰণে তই চিন্তা নকৰিবি আই। কিন্তু মাৰৰ সপোন তই পুৰণ কৰিবই লাগিব আইমণি।

**আইমণি ঃ** পিতাই, কথা এটা সোধো বেয়া পাবি নেকি?

**মহীকান্ত ঃ** কাপোৰকানি পিন্ধি ওলাবৰ হ'ল, আকৌনো তোৰ

কি কথা ওলাল?

**আইমণি ঃ** তই যে নাচিবলৈ ল'লৈই মাৰ সপোনৰ কথা কব, মায়েনো কি সপোন দেখিছিল পিতাই?

**মহীকান্ত ঃ** আইমণি.....

**আইমণি ঃ** কচোন পিতাই।

**মহীকান্ত ঃ** আচলতে কি জান, মাৰাই সত্ৰীয়া সংস্কৃতি খুউব ভাল পাইছিল। কৈছিল— গুৰুজনাৰ সৃষ্ট এই সংস্কৃতি আমিয়েই জীয়াই ৰাখিব লাগিব, সংৰক্ষণ কৰিব লাগিব। সত্ৰীয়া সংস্কৃতি অৱমাননা কৰিলে মাৰাই খুউব আঘাত পাইছিল।

**আইমণি ঃ** ভালকৈ ক' না। কেতিয়া কৈছিলনো?

**মহীকান্ত ঃ** তই শুনিব পাৰিবি আইমণি? এইবোৰ কথা তই বুজিব পাৰিবি জানো?

**আইমণি ঃ** পাৰিম পিতাই, কচোন। (Music, Direction)

**মহীকান্ত ঃ** শুন তেনেহ'লে........। আমাৰ বিয়াৰ দেৰবছৰমানৰ পিছৰ কথা। তই তেতিয়া তিনিমহীয়া পানীকেঁচুৱা। উগ্ৰপন্থীয়ে বৰ্জন কৰিবলৈ অহৰহ ভাবুকি দিয়া স্বত্বেও প্ৰশাসনৰ কঠোৰ নিৰ্দেশ— স্বাধীনতা দিৱসৰ অনুষ্ঠানত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰিবলৈ মাৰ যাব লাগে। কোনোবা বিয়াগোম মন্ত্ৰী আহিব পতাকা উত্তোলন কৰিবলৈ। লগতে উচ্চপদস্থ বিষয়াও। তিনিমহীয়া কেঁচুৱাতে তোক এৰি থৈ মাৰৰ কিন্তু অনুষ্ঠান কৰিবলৈ যাবলৈ মন নাছিল। ময়ে ক'লো— ৰখীয়া আছে,ৰাইজে বিচাৰিছে যেতিয়া বিমুখ নকৰিবা। কটকটীয়া নিৰাপত্তাৰ মাজত অনুষ্ঠান আৰম্ভ হোৱাৰ কিছুসময়ৰ আগতে এক নিৰ্দিষ্ট স্থানত আমাক ৰ'বলৈ দিলে।

**আইমণি ঃ** তাৰ পিছত পিতাই?

**মহীকান্ত ঃ** মন্ত্ৰীৰ আগমন হওতেই এক প্ৰচণ্ড কাণ তাল মৰা শব্দত সকলো মাটিত বাগৰি পৰিলো। কিছু সময় পাছত দেখিলো মাংসৰ টুকুৰা কিছুমান অ'ত ত'ত সিৰ্চৰিত হৈ পৰি আছে। চকুৰে ধুঁৱলী-কুঁৱলী দেখিলো। মাৰক বিচাৰি অন্তৰখন হাঁহাকাৰ কৰি উঠিল। চিকিৎসালয়ৰ বাৰাণ্ডাৰ চুকত আৱিস্কাৰ কৰোতে মাৰৰ ভৰি দুটা নাছিল অ'।

**আইমণি ঃ** (চকুপানী মচি) হ'ব হ'ব পিতাই আৰু ক'ব নেলাগে।

**মহীকান্ত ঃ** মন্ত্ৰী আমোলা বাচিল। মৰিল মাৰৰ লগতে কেইটামান নিষ্পাপ শিশু। মৃত্যুৰ সতে যুজি থাকোতে আধাফুটা, আধা-নুফুটা মাতেৰে মাৰাই কৈছিল— গুৰুজনাক এদিন বিশ্বদৰবাৰত ঠিয় কৰাবই লাগিব। মোৰ মৃত্যুৰ পিছত আপুনি যাতে এই বিদ্যা এৰি নিদিয়ে। মোৰ গাত হাত এখন থৈ কৈছিল- আইমণিয়ে যাতে মোৰ অভাৱ অনুভৱ নকৰে। তাইকো এই বিদ্যা শিকাই ল'ব। মোৰ, মোৰ নিজকে কেতিয়াবা বৰ দোষী দোষী লাগে আইমণি।

**আইমণি ঃ** পিতাই......।

**মহীকান্ত ঃ** (উত্তেজিত হৈ) আইমণি মাৰৰ সপোন তই পুৰণ কৰিব লাগিব। নাচ, আইমণি নাচ। (মহীকান্তই উত্তেজিত হৈ খোলত বোল দিয়ে। আইমণিয়ে নাচে। নাহৰ ওলাই আহি পুনৰ বাটলৈ চায়। খন্তেক পাছত জ্বলা লেম্প লৈ চেনীমাই ওলাই আহে।

**চেনীমাই ঃ** দেখিলা। পাকেপতি বাহিৰলৈ ওলাই আহিলে কাম ঘন সিজেনে? কাঁহি বাতিসোপা তেতিয়াই ধুবলৈ ক'লো এতিয়ালৈকে কলৰ পাৰতে পৰি আছে।

**নাহৰ ঃ** ৰবিচোন। চানাসোপা এনেই ভাজিলো আজি।

**চেনীমাই ঃ** ক'ৰ পৰা আহিবহে। টেটুত সেইডাল ওলোমাই বাপেকে-জীয়েকে হালেই দামুৰি পোৱালিৰ দৰে জপিয়াই থাকিলে কোন আহিবহে। সিদিনা বিতুল নামৰ সাংবাদিকটোও নাম প্ৰসংগ পাতিছে বুলি ঘূৰি গ'ল।

**নাহৰ ঃ** হেৰি আপোনালোকক হাতযোৰ কৰিছো। দৰকাৰ হ'লে চৰণত ধৰিম, হ'ব আৰু বুইছে। সন্ধ্যা সময়ত এইবোৰ কৰি আমাৰ ভাত মুঠি নামাৰিব।

**মহীকান্ত ঃ** আমাৰ যাবৰ হ'বই এতিয়া—

**চেনীমাই ঃ** গ'লে সোনকালে যাওঁক। নহ'লে সেইডাল নবজোৱাকে যি কৰে কৰক। এনেয়ে গা-মনবোৰ ভাল নলগা হৈছে।

**মহীকান্ত ঃ** আপোনালোকে বাৰেপতি কিয় এই দেববাদ্য ভাগক অপমান কৰে। এই বাদ্য আৰু নৃত্য প্ৰদৰ্শন কৰিয়েই আমিও এমুঠি খাই আছো আৰু আপুনিওটো এটা সময়ত লোকবাদ্য চৰ্চা কৰিছিল... ...।

**নাহৰ ঃ** কৰিছিলো। এতিয়া আৰু সেইদিন নাই। দেখি আছো নহয় এবেলা এসাজ খাই এবেলা পেট পেলাই পৰি থাকে।

**মহীকান্ত ঃ** সংস্কৃতি জীয়াই ৰাখিবলৈ হ'লে কোনোবাইটো ত্যাগ কৰিবই লাগিব।

**চেনীমাই ঃ** নিজে পেটত গামোছা মাৰি মৰা মানুহটো জীয়াই ৰাখে। নিজেতো লঘোনে ভোকে মৰিছেই লগতে আমাকো মাৰিছে।

**মহীকান্ত ঃ** আপোনালোককনো আমি কি অন্যায় কৰিলো?

**আইমণি ঃ** আপোনালোকে আমাক সদায় সদায় কেলেই গালি পাৰে?

**চেনীমাই ঃ** ঐ চুপ থাক। পেন্দুকণা ছোৱালী হৈ ডাঙৰৰ লগত

মুখ বজাবলৈ আহিছ। মৰৰ মালিকক কৈ তহঁতক খালী নকৰাও যদি চাই থাক।

**মহীকান্ত ঃ** তোমালোকে খালী নকৰালেও হ'ব আইদেউ। আমি পাপী পিতৃ-কন্যাই তোমালোকৰ মঙ্গলৰ বাবে এই পুণ্য স্থান এৰি নিজে যাম বুলি ভাবিছো।

**চেনীমাই ঃ** এইবোৰ কৰিয়েইটো মাৰক জীয়াই জীয়াই মাৰিলি।

**মহীকান্ত ঃ** আইমণি তই ভিতৰলৈ যা। আইদেউ, তুমি আজি বৰ ডাঙৰ কথা ক'লাহে। অত বছৰ একেলগে থাকিলো। আমাক তুমি বাহিৰ কৰি দিব পৰা হ'লা। আমিতো কোনোদিন তোমালোকক শত্ৰুজ্ঞান কৰা নাই আৰু নাৰী হৈ এই কণমাণি ছোৱালীজনীক তুমি মাকৰ কথা কৈ আঘাত দিব পাৰিলা।

**চেনীমাই ঃ** মিছা কথা কৈছো নেকি?

**মহীকান্ত ঃ** এই বাদ্য- নৃত্য প্ৰদৰ্শন কৰি কোনোবাদিন হয়তো ভোকে-লঘোণে আছো। কিন্তু অসম, অসমীয়া জাতি থাকে মানে গুৰুজনাৰ সংস্কৃতি জীয়াই থাকিব। ৰূপ, যৌৱনৰ মিছা অহংকাৰত অন্ধ হৈ আজি মোক তিৰস্কাৰ কৰিছা। কিন্তু তোমালোকে যি কৰ্ম কৰিছা, এদিন হয়তো উপলব্ধি হ'ব কিন্তু তেতিয়া আৰু সংশোধনৰ সময় অতীত হৈ যাব।

**নাহৰ ঃ** এনে মহাভাৰতখন অশুদ্ধ হোৱা কথাষাৰ ক'লে ঐ।

এনে সংস্কৃতিবান ওলাইছে।দেখাই কৈছে নহয় কেলেপ কেলেপ কৰি থকা মানুহজনী বিচনাত এৰি ভিক্ষাৰীৰ দৰে পইচা বিচাৰি ফুৰোতে মৰিবৰ সময়ত মুখত পানী অকণমান দিবলৈ নেপালে।

**চেনীমাই ঃ** হেৰি, এইবোৰ মানুহৰ লগত কথা চোবাই থাকি লাভ নাই। আহক আহক সোমাই আহক।

**নাহৰ ঃ** সময়ত পস্তাব। এইটো বয়সত টেটুত সেইডাল ওলোমাই লৈ খপজপাই থকাতকৈ অন্য ব্যৱসায় কৰক। অৱশ্যে আইমণিক যদি এতিয়াই আমাৰ হাতত চমজাই দিয়ে অন্ততঃ দুসাজ ভাতৰ কাৰণে চিন্তা কৰিব লগা নহ'লহেঁতেন।

**মহীকান্ত ঃ** মনে মনে থাকক। নিয়ক, লৈ যাওক,লৈ যাওঁক। কি চাই আছে লৈ যাওঁক। মই তাইৰ বাপেকে কৈছো। আপুনি বিচাৰিছে মই তাইৰ জন্মদাতা পিতৃয়ে দিছো লৈ যাওঁক। তাইক বন্ধকত লৈ মোক খাবলৈ দিব নহয়।

এই ফুলকুমলীয়া ছোৱালীটিক উদ্দেশ্যি এনে কথা ক'বলৈ আপোনাৰ সত গ'ল। আপুনি ইমান তললৈ নামিব পাৰিলে। জানে-পানীকৈঁচুৱাতে মাউৰা হোৱাৰ পিছত বুকুৰ উম দি চৰাই পোৱালীৰ দৰে তাইক খুটি খাব পৰা কৰিলো। তাই কষ্ট পাব বুলিয়েই দ্বিতীয়বাৰ সংসাৰ কৰাৰ কথাও চিন্তা নকৰিলো আৰু এতিয়া মাতৃৰ মৰমৰ পৰা বঞ্চিত ছোৱালীটিৰ ওপৰতো আপোনালোকৰ শেনচকু। এদিনটো আপোনালোকো সন্তানৰ পিতৃ-মাতৃ হ'ব। পাৰিব, পাৰিব আপুনি আপোনালোকৰ সন্তানক এনে কামৰ বাবে আগবঢ়াই দিব।

(নাহৰ উচাট মাৰি সোমাই যায়। Off voice ত মহীকান্তৰ পত্নীৰ আৰু নাহৰৰ সংলাপ Overlap লৈ মহীকান্তৰ কাণত প্ৰতিধ্বনিত হয়। মহীকান্তৰ Reaction/Expression (নাৰী কণ্ঠ ঃ গুৰুজনাক এদিন বিশ্ব দৰবাৰত থিয় কৰাবই লাগিব। মোৰ মৃত্যু হ'লে আইমণিকো যেন এই বিদ্যা শিকাই লয়, তেতিয়াহে মোৰ আত্মাই শান্তি পাব।

**নাহৰ ঃ** সময়ত পস্তাব। এইটো বয়সত টেটুত সেইডাল ওলোমাই লৈ খপজপাই থকাতকৈ অন্য ব্যৱসায় কৰক। অন্তত ঃ ভোকত কলমতিয়াই থাকিব লগা নহ্য়। অৱশ্যে আইমণিক যদি এতিয়াই আমাৰ হাতত চমজাই দিয়ে দুসাজ ভাতৰ কাৰণে চিন্তা কৰিব লগা নহ'লহেঁতেন।

(Direction)

**মহীকান্ত ঃ** নাই ....ই ই .......(দীঘলকৈ চিঞৰি ঘামিব)

**আইমণি ঃ** পিতাই, অ' পিতাই .... পিতাই তোৰ কি হৈছে পিতাই?

**মহীকান্ত ঃ** (উত্তেজিত হৈ থাকিব) আইমণি তই চিন্তা নকৰিবি। তোৰ পিতায়েৰা থকালৈকে, তোৰ এই বুঢ়া বাপেৰেটো জীয়াই থকালৈকে তোক মোৰ হাতৰ পৰা কোনেও নিব নোৱাৰে। তোক মই লক্ষ্যভ্ৰষ্ট হ'বলৈ নিদিও। মহাভাৰতৰ যুদ্ধত কৃষ্ণাৰ্জুনৰ দৰে তোৰ জীৱন যুদ্ধত মই তোৰ সাৰথি হৈ থাকিম।

**আইমণি ঃ** অ' পিতাই আমাকনো খুৱাইঁতে কেলেই ইমান বেয়া পাই মই একো বুজি পোৱা নাই ।

**মহীকান্ত ঃ** তই বুজি নেপাবি অ' আই। সংসাৰখন বৰ জটিল। ব'ল মা, ভিতৰলৈ ব'ল, আমাৰ ওলাবৰ হ'ল নহয়।

**(ভিতৰলৈ সোমোৱাৰ আগতে নাহৰ ওলাই আহে। পিছে পিছে চেনীমাই আহে)**

**চেনীমাই ঃ** হেৰি,মানুহ আহিবৰ সময় হৈছে। আপুনি আকৌ ক'ত তহল দিবলৈ ওলাল?

**নাহৰ ঃ** তই সময় বৈ আছে বুলি ভাবিছ নেকি? তিনিআলিৰ পৰা পাক এটা মাৰি আহো। কথাৰ লাচতে দুটামানক কিবা প্ৰকাৰে আনিব পাৰিলে নেখাও বুলি বৈণীয়েকৰ আগত তিনি শপত খাই অহাটোৱেও এঢোক মাৰিব।

**চেনীমাই ঃ** হেৰি নহয়, গুলাই খাই যদি একেপাকতে ডাক্তৰৰ ঘৰৰ পৰা ৰিপৰ্টটোও লৈ আহিবচোন। আগৰ ডাক্তৰে দিয়া টেবলেট কেইটা খাই অলপো ভাল পোৱা নাই।

**নাহৰ ঃ** কাপোৰসাজ পিন্ধি ওলালেই তেওঁৰ দৰকাৰ এটা ওলাবই। তহঁতৰ মাইকী মানুহবোৰৰ মাৰৰ ঘৰৰ পৰা আহি গিৰিয়েৰৰ ঘৰ সোমোৱাৰ দিনাৰ পৰাই বেমাৰ আৰম্ভ হয়।

**চেনীমাই ঃ** মুখখন আছে বুলিয়েই যি আহে তাকে নক'ব দেই। বেমাৰ কিবা মাতো বুলি মাতিছোনে?

**নাহৰ ঃ** হ'ব হ'ব আনিম। তোৰ বেমাৰ ইয়াত ধৰিব নোৱাৰি ৰিপৰ্টটো বাহিৰত পৰীক্ষা কৰিবলৈ পঠাইছিল, আহিলে যদি লৈ আহিম। (দুখোজমান গৈ ঘূৰি আহে) হেৰি নহয়....

**চেনীমাই ঃ** কি হেৰি নহয়?

**নাহৰ ঃ** আজি আমাৰ ঘৰলৈ সত্যপ্ৰসাদ চৌধুৰী আহিব বুলি সিদিনা গোঁহাই চিপাহীয়ে খবৰ দি যোৱা নাছিল জানো।

**চেনীমাই ঃ** কোন সত্যপ্ৰসাদ চৌধুৰী?

**নাহৰ ঃ** সেইকাৰণে তহঁতৰ মাইকী মানুহবোৰৰ মগজু ইয়াত (আঠু দেখুৱাই) থাকে বুলি কয়। কেলেই সমাজকৰ্মী, নেতা আগতে টাউন কমিটিৰ সভাপতি নে চডাপতি আছিল যে।

**চেনীমাই ঃ** অ.....অ ....... আজি অহাৰ কথা কৈছিল নেকি?

**নাহৰ ঃ** তহঁত মাইকীমানুহক কথা কোৱা— ফুটা টেকেলীত গাখীৰ ভৰোৱা একেই কথা।

**চেনীমাই ঃ** ছেঃ প্ৰথম আহিব। গাটোও ভাল নহয়।

**নাহৰ ঃ** বাধা দিবিনো কি বুলি। এনেকুৱা Customer প্ৰথমবাৰতে ঘৰ লগাই ল'ব পাৰিলে চিন্তা নাই। তাতে চৌধুৰী এইবাৰ ইলেকচনটো উঠিব। মই নগেনৰ হোটেলৰ পৰা বাকীলৈ মঙহ অকণমানো লৈ আহিম।

**চেনীমাই ঃ** সোনকালে আহিব।

**নাহৰ ঃ** মই এই গ'লো, এই আহিলো। (দুখোজমান গৈ পুনৰ ঘূৰি আহে) এইফালে আহ।

**চেনীমাই ঃ** কি হ'লনো আকৌ ?

**নাহৰ ঃ** ওচৰলৈ আহ।

**চেনীমাই ঃ** এই মানুহটো কেনিবা যাবলৈ ওলাই বেচা গৰু ঘূৰি অহাদি ঘূৰি আহিবই। কি হ'লনো?

**নাহৰ ঃ** ভালকৈ চাফা শাৰী এখন পিন্ধি তেলটেঙা অকণমান ঘঁহি থাক। মই সাউতকৰে আহিম।

**(নাহৰ যায়। চেনীমাইৰ হঠাতে বমি বমি ভাব আহে। মহীকান্তই মেলি থোৱা কাপোৰ চপাই থাকে। মহীকান্তৰ চকুৰে চকুৰে পৰাত চেনীমাই খৰখেদাকৈ ভিতৰলৈ সোমাই যায়। গোঁহাই চিপাহী পদ্য/কবিতা একাকি গাই সোমাই আহে। অলপ মদৰ ৰাগী থাকে।)**

**চিপাহী ঃ** মেলিলো প্ৰথম চকু তোমাৰ কোলাতেই আই জনমৰ আদিম পুৱাত
মুদিম আকৌ চকু তোমাৰ কোলাতেই শুই জীৱনৰ শেষ সন্ধিয়াত
পালো, পালো দেই। মই বোলো আজি অকণমান বাহিৰতে দি যাওঁ। চাৰৰ আগতটো খাব নোৱাৰি। মান-সন্মান বোলা কথা এটা আছে। চেনী, ঐ চেনী, চেনীমাই, আ......ও বোলো শুনিছনে নাই। চাল্লা ইমান ওচৰৰ পৰা নেটবৰ্ক নেপায়। চেনীমাই, চৌধুৰী চাৰ আহি আছে দেই, সাজু হৈ থাক। মাল চাপ্লাই দিব নোৱাৰিলে চাকৰিয়েই চেটেপ। চেনী, ঐ চেনী। (চেনীমাই আহে)

**চেনীমাই ঃ** অ' আপুনি .....অলপ বহকচোন।

**চিপাহী ঃ** (হাঁহি নিৰীক্ষণ কৰি) আ... আজি কিন্তু তোক ভাল লাগিছে দেই। Miss World ক মানে একেবাৰে ব্ৰহ্মাণ্ড সুন্দৰী যেন লাগিছে। আজিৰ পৰা তোৰ দাম কিন্তু বাঢ়িল দেই। (চেনীমাই সোমাই যায়) চাৰ আহিব বুলি আজি এইটো এৰিয়াত কাকো আহিবলৈ দিয়া নাই। টিকট পালে যেতিয়া এইবাৰটো চাৰ এম.এল.এ. হ'বই আৰু এম. এল. এ. হ'লেই চাৰ মন্ত্ৰীও হ'ব। সেইকাৰণে তোৰ ঘৰৰ আগত Advanced duty দিছো।
সোনকালে যোগাৰ কৰ। চাৰৰ বহুত কাম। Campaign start হ'লেই। তইতে কি বুজিবি। তাতে উগ্ৰপন্থীৰো চকু এইবাৰ চাৰৰ জীৱটোৰ ওপৰত পৰিছে। চাওচোন মই থাকোতে চাৰৰ জীৱ কোনে কেনেকৈ নিয়ে?

**(গাড়ীৰ শব্দ, বন্দুক লৈ PS আগে আগে পাছে পাছে সত্যপ্ৰসাদ চৌধুৰী। চিপাহীয়ে ভুলতে PSক Salute মাৰে। পুনৰ চৌধুৰীক Salute দিয়ে)**

**চিপাহী ঃ** Sorry, Sorry , আহক চাৰ আহক ।

**চৌধুৰী ঃ** গোঁহাই সকলো ঠিকে ঠিকে আছেতো।

**চিপাহী ঃ** মই সব মেনেজ কৰি থৈছো চাৰ। আপুনি অকনো

চিন্তা নকৰিব।

চৌধুৰী : গোঁহাই.........

চিপাহী : কওক চাৰ ।

চৌধুৰী : এইটো ঘৰলৈ মই আগতে অহা যেন লাগিছে।

চিপাহী : আহিব পাৰে। ৰাইজৰ মানুহ, ৰাইজৰ কামত অহাটো একো অসম্ভৱ নহয়। চেনী,.....ঐ ....চেনী ধেৎতেৰী এইজনী তন্মুহূর্ত্ততে ক'ত সোমালগৈ। (চেনীমাই আহে) চাৰ এয়া ,মানে এয়াই সেয়া।

চৌধুৰী : মই পিছে দেৰি নকৰো। হাতত সময় একেবাৰে কম।

চিপাহী : (চেনীমাইক উদ্দেশ্যি) উগ্রপন্থীয়ে ভাবুকি দিয়াৰ পৰা একে ঠাইতে বেছিপৰ থকাও ভাল নহয়। মই একেবাৰে Private বুলি কোৱাতহে আহিছে।

চৌধুৰী : আজি তাতে নামঘৰৰ প্ৰতিষ্ঠা দিৱসৰ লগত সংগতি ৰাখি আয়োজন কৰা সন্ধ্যাৰ সাংস্কৃতিক অনুষ্ঠানটোও মোকেই উদ্বোধন কৰিবলৈ মাতিছে। (হাঁহি) দেশৰ ৰাইজৰ কামত লাগি থাকোতে ব্যক্তিগত জীৱনটো চোৱা-চিতা কৰিবলৈ সময়েই নোপোৱা হ'লো। এই গোঁহায়ে সিদিনা কোৱাত, অতে পৰিয়ালটোও বাহিৰলৈ ফুৰিবলৈ যোৱাত মই বোলো......

চিপাহী : অকণমান প্ৰমোদ বিহাৰ আৰু।

চেনীমাই : মোৰ গাটোও ভাল নহয়।

চৌধুৰী :(হাঁহি) গা বেয়া। সব ঠিক হৈ যাব। পইচা দিম নহয়। দৰকাৰ হ'লে ফোন কৰি ডাক্তৰ মতাই আনিম।

চেনীমাই : আচলতে সেইটো কথা নহয়।

চৌধুৰী : (কাহ মাৰে) কথা পাতি সময় নষ্ট নকৰো নেকি গোঁহাই। দেৰি হ'লে কমিটিৰ বিষয়ববীয়াসকল মোলৈ বাট চাই থাকিব নহয়।নে কি কয় গোঁহাই ?

চিপাহী : হয় চাৰ, কথা পতাকে এদিন পিছত আহিব। (চৌধুৰীৰ Cell Phone Ring হয়।

চৌধুৰী : Hello, Hello- Good evening, হয় হয়-- মই সত্যপ্ৰসাদ চৌধুৰীয়ে কৈছো। গৈ আছো, গৈ আছো। (চিপাহীয়ে চেনীমাইক ভিতৰলৈ যাবলৈ ইঙ্গিত দিয়ে) Urgent কাম এটাত এফালে আহিব লগা হ'ল। আধা ঘন্টামানৰ ভিতৰত পালেগৈ হ'বনে? ছেঃ মানুহ দুনুহ গোট খাইছে জানো। ঠিক আছে হ'ব থৈছো। (ফোন অফ্ কৰে) দেখিলে, ফোন আহিলেই নহয়। ৰাইজ বোলে খোল-মৃদং লৈ মোক আদৰিবলৈ ৰৈ আছে।

চিপাহী : কি কৰিব আৰু কপালতে নাই। পিছত দিন বাৰ মাহ খেন চাই কব, মই সব মেনেজ কৰি দিম।

চৌধুৰী : ৰাইজেনো কি ভাল পায় জানো। এটা মানুহকে লৈ ইমান টনা-আজোৰা। মই মৰিলে কিবা সভা-সমিতি নহ'বনে? গোহাই, মিটিংখন যিমান পাৰি চমুবাবলৈ চাম। সোনকালে শেষ কৰিব পাৰিলে....

চিপাহী : হ'ব চাৰ মই আছোৱেই নহয়.....

চৌধুৰী : (টকা দিয়ে) লওক গোঁহাই

চিপাহী : হ'ব চাৰ, পাছতেই দিবচোন.......

চৌধুৰী : লওঁক গোহাই - পাছৰটো পাছত হ'ব বাৰু .....মই এতিয়া যাওঁ।

চিপাহী : ভাল চাৰ। (চৌধুৰীৰ পাছে পাছে পি.এছ . ওলাই যায়) Direction

আ বেটাৰ কোব চোৱা। ইণ্ডিয়া -পাকিস্তানৰ যুদ্ধলৈহে গৈছে যেনিবা। পাৰিব সি? উগ্ৰপন্থীয়ে চাৰৰ বুকুলৈ AK47,AK56 টোৱালে গুলি ৰাখিব পাৰিব ? গ্ৰেণেড মাৰিলে চাৰক ঠেলা মাৰি নিজৰ বুকু পাতি দিব পাৰিব? নোৱাৰে। (হাঁহি) মিছা মাতিলে কি হ'ব মইয়ো নোৱাৰো। হেৰৌ ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে। চৰকাৰে শুনিলে চাকৰি যাব।

কিন্তু চৰকাৰৰ আমাৰ ওপৰত অগাধ বিশ্বাস। সিবাৰ সেই Election dutyত ভোট লোৱা আৰম্ভ হ'বলৈ পালে কি নেপালে, তিনিটামান আহি কঁকাললৈ দেখুৱাই ক'লে, ঐ এয়া কি দেখিছ? ও....বা .....চাবলৈ পালো কি নেপালো, সিফালে দুটাই ভোটৰ বাকচ লৈ উধাও। আৰু এই Political leader -বোৰ। সিহঁতি নহলে যেন সমাজ,দেশ নচলিবই, মেল-মিটিং নহ'বই। মইও কম ৰাইজৰ কাম কৰা নাই দেই। শদিয়াৰ পৰা ধুবুৰীলৈ কম যোৱা লগাই দিয়া নাই।অ' যোৱা লগাওঁতে লগাওঁতে এটা সময়ততো ঘটক চিপাহী নামেই পাইছিলো। কিন্তু কি হ'ব নিজৰজনীহে ৰাখিব....(নাহৰ বিমৰ্ষ মনেৰে সোমাই আহে) -Direction .

হেৰি নহয়, ছাৰ আহিছিল। সেইযে কৈছিলো চৌধুৰী ছাৰ। মিটিঙৰ পৰা ফোন আহিল, গ'লগৈ। আকৌ আহিব। অলপ ভালকৈ মাতবোল কৰিব। সেইজনীয়েটো গা-মূৰ ভাল নহয় বুলি চাকৰিতো খাবই খুজিছিল। চাৰ ইলেক্চনত জিকিলে চাকৰি-বাকৰি কিবা এটা সুবিধা কৰি দিব নহয়। মই অকণমান আহিছোদেই। ছাৰ অহাৰ আগে আগে আহি যাম।

চেনীমাই অ'-চেনীমাই, চেনীমাই ....এ থাওঁক মেলিলো প্ৰথম চকু তোমাৰ কোলাতেই আই জনমৰ আদিম

পুৱাত।

(চিপাহী কবিতা কাঁকি গাই ওলাই যাব। চেনীমাই ওলাই আছে)

চেনীমাই : ইমান দেৰি কৰিলে যে? হেৰি ....মাতবোল নাই; কি হ'লনো আপোনাৰ? গা বেয়া নেকি? শুনিছেনে নাই? কিনো জগৰটো লাগিল? কি মুখলৈ চাই আছে? ডাক্তৰৰ Report টো আনিলে নে? এই মানুহটো খন্তেকতে কি হয় জানো? ক'ৰবাত কিবা লাগিল নেকি?

নাহৰ : চে,...নী....মা.....ই ?

চেনীমাই : কি হ'ল? নকয় কিয়?

নাহৰ : তো ....ৰ ....তো ...ৰ তো ....ৰ...

চেনীমাই : কি...কি মোৰ নকয় কিয়? কি হৈছে নকয় কিয়। মুখেৰে নকয় কিয়? কি হ'ল আপোনাৰ?

নাহৰ : তোৰ .....তোৰ....চেনীমাই.....

চেনীমাই : মোৰ ....মোৰ ....কি হৈছে (ধৰি ঘটালি দিয়ে)

নাহৰ : তোৰ,তোৰ বৰ ডাঙৰ বেমাৰ হৈছে।

চেনীমাই : কি ....কি ডাঙৰ বেমাৰ হৈছে?

নাহৰ : তোৰ AIDS হৈছে।

(Music, Direction)

চেনীমাই : কি....কি ...কি হৈছে মোৰ? (চেনীমাই অসংযত হৈ Abnormal ৰ দৰে আচৰণ কৰিব। ক্ষোভ, বেদনা, দুখ, আত্মদহন, উপলব্ধি ইত্যাদি সকলো প্ৰকাশ পাব) মোৰ কি হ'ব এতিয়া?

মোৰ গৰ্ভৰ সন্তানটোৰ কি হ'ব এতিয়া। নাই নাই, এই সকলোবোৰ আপোনাৰ কাৰণেই হৈছে। আপোনাৰ নিচিনা এজন অকৰ্মণ্য, ধোদৰ পচলাৰ লগত সংসাৰ কৰাৰ বাবে আজি মোৰ এই দশা হ'বলৈ পালে। কি চাই আছে? মুখলৈ কি চাই আছে? লাজ লগা নাই আপোনাৰ। এজন সুস্থ সবল নিৰোগী মানুহে নিজ পত্নীক তিলতিলকৈ মৃত্যুৰ পথ দেখুৱাই দিলে। (নাহৰ Silent expression)ছিঃ ছিঃ কিন্তু আপুনিও এই পাপৰ পৰা মুক্ত নহয়, আপুনি বাচি যাব নোৱাৰে।

নাহৰ : মনে মনে থাক।

চেনীমাই : নিচিএৰিব। চপৰিলেই মেঘ নেৰাই। চিএৰি চিএৰি ভাবুকি দি ক'লেই সঁচা কথা মিছা নহয় আৰু মিছা কথা সঁচা হৈ নেযায়। (নাহৰ খঙত উত্তেজিত হয়) জীৱনত বহুত ভুল কৰিলো। কোনোবাই ক'লে বুলিয়েই ময়েনো কিমানেই প্ৰতিবাদ কৰিছিলো এই ব্যভিচাৰৰ বিৰুদ্ধে। এয়া মোৰ পাপৰ প্ৰায়চিত্ত।

কিন্তু মোৰ গৰ্ভত স্থিতি লোৱা নিষ্পাপ সকগৰ মুকুতা-অজান আত্মাটোৰ কি হ'ব? পাৰিব,পাৰিব আপুনি আপোনাৰ ৰক্তেৰে মোৰ গৰ্ভত স্থিতি লোৱা পবিত্ৰ আত্মাটোক পাপমুক্ত কৰিব, পাৰিব আপুনি? দেশৰ, দহৰ বাবে একোটো কৰিব নোৱাৰিলোৱেই; নিজৰ জীৱনটো আপোনাৰ দৰে মানুহৰ সংগত থাকি শেষ কৰি দিলো।

নাহৰ : কি কলি? কি কলি তই.....??

চেনীমাই : অ...সঁচা কথা কৈছো।

নাহৰ : তোক, তোক আজি মই .....

(উত্তেজিত হৈ চেনীমাইৰ ডিঙি চেপি ধৰোতেই Off voiceত কেঁচুৱাৰ ক্ৰন্দন, হাত এৰি পিছুৱাই যায়। মহীকান্ত - আইমণি সম্পূৰ্ণ সত্ৰীয়া সাজেৰে অনুষ্ঠানলৈ যাবলৈ ওলাই আছে। মহীকান্তৰ কান্ধত খোল, হাতত ৰবতাল, ভোৰতাল। আইমণিৰ হাতত খুটিতাল। চেনীমায়ে হুকহুকাই কান্দি ক্ষমা বিচাৰে।)

চেনীমাই : ক.....কা....ই .....দে.....উ । (মহীকান্ত, আইমণি ৰ'ব) মোক ক্ষমা কৰি দিয়ক ককাইদেউ।

মহীকান্ত : কি হৈছে? কন্দা কটাখন কেলেই কৰিছা? তোমাৰ চকুতটো কোনোদিনেই চকুপানী দেখা নাছিলো।

চেনীমাই : মোক, মোক ক্ষমা কৰি দিয়ক ককাইদেউ। মোৰ সকলো শেষ হৈ গ'ল।একেখন চালিৰ তলত থাকি সকগৰ পথ পায়ো মই নৰকত বাস কৰিছিলো। আইমণি তই নাচিবলৈ নেৰিবি আইমণি। আজিৰ পৰা তোৰ লগত ময়ো নাচিম।

মহীকান্ত : তোমাৰ কি হৈছে আইদেউ? খুলি কোৱাচোন?

চেনীমাই : মই আৰু জীয়াই নেথাকো ককাইদেউ। মোৰ সকলো শেষ হৈ গ'ল।মোৰ AIDS......

মহীকান্ত : কি.....কি ....কৈছা?

চেনীমাই : অ....ককাইদেউ মোৰ AIDS হৈছে। নাই নাই মোৰ মৃত্যুৰ আগতেই যদি পৃথিৱীৰ নতুন অতিথিজন এই দুৰাৰোগ্য ৰোগৰ বীজাণু লৈ ভূমিষ্ঠ হয়। নহয়, নহয় তাৰ আগতেই যদি মোৰ মৃত্যু হয়। আজি মই নাচিম।ময়ো সৰুতে নাচিছিলো নহয়। নাচি, নাচি মই খুউব ভাল পাইছিলো। মোক আজি আপুনি নচুৱাব লাগিব। ঈশ্বৰ সৃষ্ট এই ধুনীয়া পৃথিৱীখনত মোৰ গৰ্ভত স্থিতি লোৱা নতুন অতিথিজন ভূমিষ্ঠ নহ'লেও শুনি যাব লাগিব, গম পাই যাওক এই পৃথিৱীখন কিমান সুন্দৰ, জানি যাওক এই ধৰাত সুন্দৰৰ আৰাধনা, সুন্দৰক কেনেদৰে পূজা কৰা হয়। মই আজি নাচিম। কি চাই আছে নবজাই কেলেই?

বজাওক, বজাওক মোৰ গৰ্ভস্থ আত্মাক মুক্তিৰ পথ দিয়ক।

আইমণি : পিতাই আমাৰ অনুষ্ঠানলৈ যাবলৈ দেৰি হৈছে নহয়।

চেনীমাই : নাই নাই আইমণি, তেনেকৈ নকবি। মোক ক্ষমা কৰিব নোৱাৰিলেও মোৰ গৰ্ভৰ নিষ্পাপ আত্মাটোক ক্ষমা কৰিব নোৱাৰনে? মোক বিমুখ নকৰিবি আইমণি। ধৰ্ম হ'ব, ধৰ্ম হ'ব।

মহীকান্ত : গীতাত কৈছে—

"যৎ যৎ আচৰতি শ্ৰেষ্ঠঃ সৰ্বৰ্ম তৎ ইতৰে জনাঃ।
সঃযৎ প্ৰমাণম্ কুৰুতে; লোকঃ তদনুবৰ্ত্ততে।।"

অৰ্থাৎ- শ্ৰেষ্ঠজনে নিজৰ কৰ্মৰ দ্বাৰা যি আদৰ্শ দেখুৱাই সাধাৰণ মানুহেও তেওঁলোকৰ পদাংক অনুসৰণ কৰা উচিত। তুমি যেতিয়া নাচিব খুজিছা নাচা। আইমণি তালখোৰ ল।

চেনীমাই : সঁচাকৈ, মোক সঁচাকৈ নচুৱাব ককাইদেউ।

(মহীকান্তই যুৰ দুপিয়াই প্ৰণাম জনাই খোলত বোল দিয়ে। আইমণিয়ে তাল বজায়, চেনীমায়ে নৃত্য কৰে লাহৰে তোৰতাল/বৰতাল বজাই Climax পোৱাৰ আগতে সহযোগ কৰে। নৃত্য, খোল, তালৰ শব্দ ধ্বনিত প্ৰতিধ্বনিত হৈ বাঢ়ি যাব। Freeze হোৱাৰ লগে লগে Off voiceত কেঁচুৱাৰ ক্ৰন্দন।)

(নৃত্যৰ বাজনা/ বোল গোবিন্দ শইকীয়াৰ "সত্ৰীয় নৃত্যৰ ৰূপৰেখা" গ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে।)

<u>সমাপ্ত</u>

# কচৰৎ

## নাট্যকাৰ # বিশ্বজিত বৰঠাকুৰ

**চৰিত্ৰসমূহ ঃ**

১। নেওঁগ ২। বিমল
৩। মালতী ৪। পুলিচ
৫। নৰেন ৬। জয়ন্ত

**মঞ্চ সজ্জা**

মঞ্চটো এটা কোঠা। এখন সৰু বেঞ্চ। চকী এখন টুল। বহি মদ খাব পৰা সুবিধা। অ'ত ত'ত বিলাতী মদৰ বটল, কাগজৰ টুকুৰা। বেঞ্চখনত বহি আছে মিঃ নেওগ নিচামগ্নহে। বিমল সোমাই আহে নিচামগ্নহে।

**নেওঁগ ঃ** অই বিমল... বিমল...।

**বিমল ঃ** হেৰি যাওক গৈ যাওঁক। কোনেও যেতিয়া বাকী নিদিয়ে তেতিয়া মোৰ ওচৰত বাকী বিচাৰি আহে। এইয়া দেখিছে নহয়। মোৰ মাল শেষ। মই সামৰিছো (সামৰে)

**নেওঁগ ঃ** তই সামৰ। মই বহিছো।

**বিমল ঃ** বহো মানে মই দুৱাৰ মাৰিব নালাগে?

**নেওঁগ ঃ** তই দুৱাৰ মাৰ, মই আছো।

**বিমল ঃ** দিগদাৰ নকৰিব যাওঁক। ৰাতি বহুত হ'ল।

**নেওঁগ ঃ** ৰ অ। Customer আহিব।

**বিমল ঃ** Customer আহিলেও মোৰ তাত মাল নাই। আপুনি যাওঁক। ৰাতি বহুত হ'ল।

**নেওঁগ ঃ** মই এতিয়া ঘৰলৈ কেনেকৈ যাওকচোন।

**বিমল ঃ** হেৰি আপুনি ঘৰলৈ কেনেকৈ যায় মই জানো।

**নেওঁগ ঃ** আহিছে মানুহ গৈছে মানুহ দেই বিমল ধৰম যে কৰমতে। এইযে পৃথিৱী স্বৰ্গ অধিক মানুহৰ নিজাপি ঘৰ। কৈ- থলো (ভিতৰলৈ যাব ধৰে, বিমলে ধৰে।)

**বিমল ঃ** ঐ যাওক। ওলাওক।

**নেওঁগ ঃ** তই মোক বেয়া পাব?

**বিমল ঃ** চবকে ভাল পাওঁ। ৰাতি বহুত হ'ল যাওক - ঘৰলৈ যাওঁক। যাওঁক।

**নেওঁগ ঃ** এইবোৰ মই বেয়া পাওঁ। চাচোন তোক কিমান ভাল পাওঁ- । নিজৰ ভাইৰ দৰে ভাবো (মালতী সোমাই আহে। বিমলে কাগজবোৰ বোটলে।) এদিন আমি মৰি থাকিম নতুন প্ৰজন্ম আহিব। (মালতীক দেখে দুয়ো মিঠা হাঁহি মাৰে।) আমি গুচি যাম, নতুন প্ৰজন্ম আহিব, আমাৰ দৰে মদ খাব...। মৰমো বাঢ়ি বাঢ়ি গৈ থাকিব। আহিছে মানুহ, গৈছে মানুহ দেই, মালতী তুমি মই, মই তুমি ... (বিমলে মালতীক দেখি)

**বিমল ঃ** কি লাগে তোক, ভিতৰলৈ যা।

**মালতী ঃ** হই, এতিয়া আহিবই নোৱাৰো, এনেয়ে হ'লে মইয়ে মানুহক মদ আনি দিব লাগে,

**বিমল ঃ** ভিতৰলৈ যা।

**নেওঁগ ঃ** থাকক দেচোন।

**বিমল ঃ** কি থাকক দেচোন। আপুনি যাওঁক। অই যা।

**নেওঁগ ঃ** Customer বহি আছো দেই মালতী।

**বিমল ঃ** (খঙত) মালতী।

**নেওঁগ ঃ** মালতী, ব'লা আমি ভিতৰলৈকে যাও।

(দুয়ো যাব ধৰে)

**বিমল ঃ** ওলাওক। যাওঁক...

**মালতী :** নেওঁগ দা, আপোনাক কি মাল লাগিব।

**নেওঁগ :** চব মাল একেই। হ'লেই হ'ব।

**মালতী :** ৰ'ব। মই আনি দিম। (বিমলক) Customar ক এনে ব্যৱহাৰ কৰে? নেওঁগ বহক বহক।

**নেওঁগ :** ভিতৰতে বহোঁগে ব'লা।

**মালতী :** আহক – (দুয়াৰ ধৰে। বিমলে নেওঁগক আঁতৰাই আনে। মালতী ৰয়)

**বিমল :** ইয়াতে বহক (change) উঠক, উঠক আহি নগদ পইচা দিব, মাল খাব, গুচি যাব, এইবোৰ বাজে ধান্দা মই ভাল নাপাও (মালতীক) মোৰ চকুৰ আগতে তই এইবোৰ কৰিবলৈ লাজ লগা নাই?

**মালতী :** বৰ লাজ থকাটোৱেহে কৈছে?

**বিমল :** তই মোৰ ঘৈণী হয় নে নহয়?

**নেওঁগ :** এইবোৰ বাদ দে অ...।

**বিমল :** আপুনি মনে মনে থাকক। (মালতীক তই মোৰ ঘৈণী হয় নে নহয়- ?

**মালতী :** মই তাতে সুখেৰে আছিলো-। সদায় গৈ ফুচুলাই ফুচুলাই মোক পলুৱাই আনিলে। দিনত বাহিৰ চোতালখন দেখাকে নাপাওঁ। (ফেঁকুৰি কান্দে) মই গাভৰু মানুহজনীয়ে দিনে-ৰাতিয়ে ভিতৰ সোমাই থাকিব লাগে।

**বিমল :** তোক মই খাবলৈ-পিন্ধিবলৈ দিছোনে নাই। তই যদি মোৰ, ঘৈণী হব মোৰ কথা মতে চলিব লাগিব। ভিতৰলৈ যা।

**নেওঁগ :** নাপায়... নাপায়...।

**বিমল :** আপুনি এতিয়ালৈকে কেইজনী আনিলে আৰু কেইজনী এৰিলে? বৰ্তমান কেইজনী আছেগৈ? আপোনাৰ কথা মই নাজানো হ'বলা? চোলা সলোৱাদি ঘৈণী সলাব।

**মালতী :** মোৰ মুখৰ আগত নেওঁগদাক তেনেকৈ নকব।

**বিমল :** লাজ পাইছ? লাজ পাইছ?

**মালতী :** পলুৱাই অনাৰ আগতে বৰ বৰ কথা। এতিয়া সেন্দুৰ অকনকে কিনি দিব নোৱাৰে।

**বিমল :** নালাগে কব। তই মোৰ ঘৈণী বুলি চবেই জানে যেতিয়া হ'ব।

**নেওঁগ :** মালতী অ' দুখ নকৰিবি।

**মালতী :** এই শাৰীখন নেওঁগ দাই দিছে কাৰণেহে গাটো ঢাকিব পাৰিছো। নিজেতো একো দিবই নোৱাৰে।

**বিমল :** কি?

**নেওঁগ :** আচলতে এই শাৰী-ব্লাউজ এইবোৰো মৰমেই বুজিছ।

**বিমল :** খোল, খোল শাৰী খোল।

(বিমলে শাৰী লৈ টানে মালতী ভিতৰলৈ দৌৰ মাৰে)

**নেওঁগ :** আহিছে মানুহ গৈছে মানুহ, দেই বিমল...

(খৰকৈ সোমাই আহে পুলিচ। নেওঁগক দেখি উভতি ৰয়। নেওঁগ জোৰ কৰি ভিতৰ সোমাই যায়)

**বিমল :** ছাৰ.... ?

**পুলিচ :** কি ছাৰ...?

**বিমল :** বহক ছাৰ।

**পুলিচ :** কি বহক ছাৰ...? বুঢ়াই ইয়াত কি কৰিছে।

**বিমল :** নাই এনেয়ে? পুলিচে এইবাৰ তোৰ ঘৰটো লৈছে?

**বিমল :** ছাৰ বহকচোন?

**পুলিচ :** কি বহকচোন। মাল আছেনে নাই?

**বিমল :** আপুনি অহা দেৰিয়ে কৰিলে নহয়?

**পুলিচ :** আছেনে নাই?

**বিমল :** শেষেই ছাৰ।

**পুলিচ :** কি শেষেই? ঘৈণীয়েকক মাত।

**বিমল :** মালতী, অই মালতী, এইফালে আহ। ছাৰে মাতিছে।

**পুলিচ :** তোৰ ইয়াত আজি কোনোবা ডেকা ল'ৰা মাল খাবলৈ আহিছে নেকি?

**বিমল :** অহাটো আহিছে? কিয় চাৰ?

**পুলিচ :** ঘৈণীয়েৰক মাত ।

**বিমল :** তাই কিবা?

**পুলিচ :** মাত।

(বিমলে মাতে)

**পুলিচ :** অই, দিনকাল বেয়া সাৱধানে থাকিবি।

**বিমল :** নাই ছাৰ, আজিকালি মাল তেনেকৈ নাৰাখো নহয়। আপোনালোকৰ কাৰণেহে ৰাখে।

**পুলিচ :** ধেৎ মালৰ কথা কোৱা নাই। শুনা নাই সিদিনা মানুহ এটাক মাৰো বুলিয়ে মাৰিলে।

**বিমল :** শুনিছো ছাৰ।

**পুলিচ :** কি শুনিছো ছাৰ।

**মালতী :** (বকি বকি সোমাই আহে) কিহেনো পায় জানো... অ ছাৰ?

**পুলিচ :** মই কি?

**মালতী :** পু-পুলিচ...।

পুলিচ ঃ বাপেৰ। মদ আন।

মালতী ঃ নাই নহয় ছাৰ।

পুলিচ ঃ মোৰ ভাগৰটো কি হ'ল? পতাপত পতাপত

মালতী ঃ আজি মানে মাল নায়েই।

পুলিচ ঃ কি মাল নাই? পুলিচৰ লগত যেইমানি। তই বেটি... (মাৰিবলৈ বেত দাঙে, দহ টকা আগবঢ়াই দিয়ে) দহ টকা? ও... দহ টকা। হাত পিচলৈ নে? পিচলৈ নে মোক চিনা নাই তই...? (মালতীয়ে মিঠা হাঁহি মাৰে) এনেকৈ নাহাঁহিবি। মুখ ভাঙি দিম। (বিমলক) দে দে... ৫০০ টকা দে...।

বিমল ঃ ছাৰ...? (বিমল আঠুকাঢ়ি কাণত ধৰে)

পুলিচ ঃ কি ছাৰ? নহ'লে থানালৈ ব'ল? ব'ল।

পুলিচ ঃ ইয়ে ফিংগৰ কেটনা কাউটিং কৰ'টো। একে চৰে। আপদে বিপদে তইঁতক মইহে বচাই ৰাখো। ধেৎতেৰি (মালতীক) এইফালে আহ (মালতী আহে।) মদ ঢুকাল?

মালতী ঃ ঢুকাল ছাৰ।

পুলিচ ঃ ঢুকাল যদি সেই বুঢ়াৰ ইয়াত কি কাম। ই বুঢ়াই মোৰ সন্মান শেষ কৰি দিছে। চাৰি ৰাতি... চাৰি ৰাতি টোপনি ক্ষতি কৰি ল'ৰা দুটা বিচাৰি পোৱা নাই।

বিমল ঃ হয় ছাৰ।

পুলিচ ঃ কি হয় ছাৰ। কিমান tension. শান্তিত মদ অকণ খাব নোৱাৰোঁ। আৰু এই বুঢ়া...।

বিমল ঃ ছাৰ বহকচোন...।

পুলিচ ঃ কি বহকচোন, মই যাওঁ duty চলি আছে সাবধানে থাকিবি। চাঞ্চ পালেই আকৌ আহি বটল আনি থবি। কি কৈছো শুনিছো নহয়?

বিমল ঃ হ'ব ছাৰ।

পুলিচ ঃ কি হ'ব ছাৰ, মই যাওঁ duty চলি আছে আৰু এই বুঢ়াক ভালে ভালে খেদা (যাব ধৰি মাতে) এইফালে আহ অই এই ফালে আহ। ৰাতিৰ পুলিচৰ মেজাজ জান নহয়?

বিমল ঃ জানো ছাৰ।

পুলিচ ঃ কি জানো ছাৰ? মাল জোগাৰ কৰি থ'বি। ডিউটি শুকালেই আহিম। আহি যদি মদ নাপাও। মানুহ মৰা কেচত ফচাম।

মালতী ঃ হ'ব ছাৰ।

পুলিচ ঃ হ'ব ছাৰ। কি হ'ব ছাৰ? আৰু গাভৰু হ'ব নালাগে। মই যাওঁ (যাবধৰে)

বিমল ঃ যাওঁক ছাৰ।

পুলিচ ঃ কি যাওঁক ছাৰ, duty চলি আছে।

(পুলিচৰ প্ৰস্থান। মালতী ভিতৰলৈ যাব ধৰে)

বিমল ঃ অই কুকুৰৰ জীয়েক, কুকুৰৰ জীয়েক। এইফালে আহ।

মালতী ঃ কুকুৰৰ জীয়েক, কুকুৰৰ জীয়েক বুলি যে কয় কুকুৰৰ ঘৈণীয়েক বুলি নকয় কিয়?

বিমল ঃ পুলিচলৈ থোৱা বটলটো বাপেৰক কিয় দিলি?

মালতী ঃ ...

বিমল ঃ পুলিচলৈ থোৱা বটলটো বাপেৰক কিয় দিলি?

মালতী ঃ পুলিচৰ লগত মোৰ কি সম্বন্ধ?

বিমল ঃ কি? কি সম্বন্ধ? এতিয়া যদি মোক থানালৈ নিলেহেঁতেন?

মালতী ঃ নিলে নিয়ক। মোৰ কিটো হ'ব।

বিমল ঃ এইজনীৰ মূৰত ঘোঁৰা গোবৰ আছেনে কি আছে? বাপেৰৰ ঘৰত কি খাইছিলি...।

(মালতী ভিতৰলৈ যাব ধৰে, বিমলে আনি বহুৱাই দিয়ে। নেওঁগ সোমাই আহে)

নেওঁগ ঃ গ'লনে?

বিমল ঃ চব আপোনাৰ কাৰণেই...। যাওঁক।

নেওঁগ ঃ পুলিচ হ'লেও কি ডাল কৰিব? সেইটো মোৰ ডাঙৰ জোঁৱাই হ'বগৈ...।

মালতী ঃ অ'তো....

বিমল ঃ (ভিতৰলৈ ইংগিত দিয়ে)

মালতী ঃ নাযাওঁ।

বিমল ঃ ও... ও... ও...।

মালতী ঃ নাযাওঁ

নেওঁগ ঃ মই অলপ ভিতৰতে বহোঁগৈ নেকি আৰু' কোনোবা আহিব।

মালতী ঃ আহক

বিমল ঃ ওলাওক (ধমকি)। যাওক.....

মালতী ঃ হেৰি, হেৰি, আপুনিওটো মোক প্ৰেমকান্তৰ ঘৈণীয়েক হৈ থাকোতেই পলুৱাই আনিছে। প্ৰেমকান্তৰ ঘৰত মদ খাবলৈ গৈ গৈ হে মোক পালে। নেওঁগ দা, আপুনি নাযাব বহক।

নেওঁগ ঃ নাযাওঁ।

বিমল ঃ প্ৰেমকান্তৰ ঘৰৰ পৰা তোক পলুৱাই অনা নাই, তইহে মোৰ লগত পলাই আহিছিলি।

**মালতী :** নেওঁগদাক মই প্ৰেমকান্তকৈকে আগতে চিনি পাওঁ। প্ৰেমকান্তই মোক বদমাচি কৰি পলুৱাই নিছিল। তাৰ পৰা আপুনি প্ৰলোভন দি আনিলে। এইবোৰ নোহোৱাহেঁতেন মই ইমান দিনে নেওঁগদাৰ লগতে সংসাৰ কৰিলোহেঁতেন।

**নেওঁগ :** মালতীক প্ৰথম মইয়ে ভাল পাইছিলো আৰু এইবোৰ সাধাৰণ কথা। এসময়ত মালতী প্ৰেমকান্তৰ ঘৈণী। ধুনীয়া কাৰণে তই আনিলি, আজি তোৰ ঘৈণী। কাইলৈ মই লৈ যাম, মোৰ ঘৈণী...।

(বিমলে খালী বটলটো লৈ ...)

**বিমল :** মাৰক মোৰ মূৰত মাৰক। মোক মাৰি থৈ লৈ যাওঁক। (মালতীক) কি চাই আছে...।

(দুৱাৰত টোকৰ...। সকলো Change. বিমলে গৈ খাতে। সোমাই আহে নৱেন আৰু জয়ন্ত)

**মালতী :** কি লাগিব?

**নৱেন :** হ'বনে?

**মালতী :** হ'ব, কিমান লাগিব।

**নৱেন :** এবটলেই হ'ব।

**মালতী :** বহক।

**নেওঁগ :** Customer...

(দুয়ো বহে। জয়ন্তৰ tension. বিমলে চায়)

**নৱেন :** কি চাইছে-?

**বিমল :** ওহো... ওহো।

**নৱেন :** কি হ'ল।

**বিমল :** তহঁত সঁচাকৈ মাল খোৱা বিধৰ হয় জানো।

**নৱেন :** কিয় সন্দেহ আছে জানো?

**বিমল :** দেখাত মাল খোৱা যেন নালাগে—

**নৱেন :** আজি কালিনো মাল নাখায় কোনে?

**বিমল :** সেইটোও হয়। আচ্ছা তহঁতক কোনটো এক্সচাইজৰ লাগিব?

**নৱেন :** মানে?

**বিমল :** মানে বিলাতী এক্সচাইজ, আসাম এক্সাচাইজ, চুলাই এক্সচাইজ, লাওপানী এক্সচাইজ ভাগে ভাগে আছে।

**নৱেন :** চুলাই দিয়া। হাফ দিয়া।

**নেওঁগ :** মানুহ।

**বিমল :** অই ব'ল। (change) তহঁতে ইয়াতে খাবি নেকি?

**নৱেন :** আৰু ক'ত খাম?

**বিমল :** ইয়াত খালে দহ টকা বেচি দিব লাগিব।

**নৱেন :** হ'ব দিম যাওক।

**বিমল :** খোৱাৰ আগতে চব পইচা আদায়।

**নেওঁগ :** দিব যা। মানুহৰ মুখ দেখিলে ধৰিব পাৰি।

**বিমল :** (মালতীক) অই ব'ল... (দুয়ো প্ৰস্থান)

**নেওঁগ :** মালতী? ছেহ্। বাপু তোমালোক।

**নৱেন :** আহিলো অলপ।

**নেওঁগ :** তোমালোক বহা, স্ফুৰ্তি কৰা, মই আছো।

**নৱেন :** ইয়াত পুলিচে দিগদাৰ নকৰে নহয়?

**নেওঁগ :** পুলিচ? আহিলে কাঢ়াকৈ এপেগ খুৱাই দিলেই চাফা। তোমালোক বহা আহিছে মানুহ গৈছে মানুহ দেই...

**জয়ন্ত :** নৱেন, মোৰ ভাগৰ নালাগে, যাবলৈ দে।

**নৱেন :** বিপদটো তোৰেই হ'ব।

**জয়ন্ত :** যি হয় হ'ব। মুঠতে মই যাওঁ।

**নৱেন :** এতিয়া পৰিস্থিতি চম্ভালিব লাগে।

**জয়ন্ত :** আজি ৫ দিন পলাই ফুৰিছো।

**নৱেন :** লাহে লাহে ক।

**জয়ন্ত :** পাচত হ'ব পৰা পৰিস্থিতিটোৰ কথা আগতে চিন্তা কৰিবই পৰা নাছিলো।

**নৱেন :** এক লাখ টকাৰ আধাই তোৰ।

**জয়ন্ত :** মোক টকাৰ ভাগ নালাগে।

**নৱেন :** তই যাওঁ বুলি যাবনোৱাৰ।

**জয়ন্ত :** চা, নৱেন মই তোৰ একো বিপদ নকৰোঁ

**নৱেন :** একো বিশ্বাস নাই।

**জয়ন্ত :** বিশ্বাস নথকাকৈ লগত কিয় লৈছিলি

**নৱেন :** পুৰুষৰ পোৱালী বুলি ভাবি।

**জয়ন্ত :** মুঠতে মই নোৱাৰো। এজন নিৰপৰাধী শিক্ষকক হত্যা কৰি অহাৰ পাছত

**নৱেন :** হত্যা নকৰাকৈ এক লাখ সৰকাই নিব পাৰিম বুলি ভাবিছিলি? কিন্তু আন্ধাৰতে যে তোক চিনিব পাৰিলে। তেতিয়া? আৰু লগত থকা মাষ্টৰটোৰ জীয়েকজনী— তাইযে পুলিচক inform কৰিছে, তাইক...

**জয়ন্ত :** নৱেন তই?

**নৱেন :** চুপ চাপ বহি থাক।

**জয়ন্ত :** নৱেন...

**নৱেন :** মোৰ নিৰ্দ্দেশ মতে যদি কাম কৰিলিহেঁতেন, কোনো problem নাছিল।

**জয়ন্ত :** মোৰ হাতটো অজ্ঞানিতে কঁপি উঠিছিল।
**নৰেন :** প্ৰথমতে তেনে হয়েই। মোৰো হৈছিল। কিন্তু এতিয়া....
**জয়ন্ত :** মই বাৰু এইবোৰ কাম নকৰো
**নৰেন :** এই মুহূৰ্তৰ পৰা নিজকে কেনেকৈ বচাব পাৰি তাৰ চেষ্টা কৰ...।
**জয়ন্ত :** মই নিজকে এটা হত্যাকাৰী সজাব নোৱাৰো।
**নৰেন :** মাষ্টাৰটোক কিন্তু তই হত্যা কৰিছ।
**জয়ন্ত :** মোৰ অনুসূচনা হৈছে।
**নৰেন :** আমি এতিয়াও মুক্ত নহয়, সাৱধানে থাক।
**জয়ন্ত :** জীৱনত ডাঙৰ মানুহ হ ম বুলি পঢ়াশুনা কৰি-
**নৰেন :** হ'ব নোৱাৰিলিতো বাদ দে।
**জয়ন্ত :** বৰ আশাৰে বাট চাই থকা ঘৰখনলৈ যেতিয়া শুদা হাতে যাও।
**নৰেন :** এতিয়াৰ পৰা কিছুদিন সুখত খাব পাৰিবি।
**জয়ন্ত :** বিধবা মাজনী ভনীজনী...। নৰেন তই মোক...।
**নৰেন :** Sentemantel বন্ধ কৰ। মনত ৰাখিবি তই এটা হত্যাকাৰী। জীৱনত একো কৰিব নোৱাৰি আনৰ কষ্ট উপাৰ্জিত ধন কাঢ়ি নিবলৈ plan কৰি পৰিস্থিতিত পৰি মানুহ হত্যা কৰি (change) Sentiment হত্যাকাৰীৰ মুখত শোভা নাপায়। আচল কথা, আমি কৰা কামবোৰ তেনেই সাধাৰণ। তই আমাৰ মাজত নতুন সদস্য। সাহ লাগে। বাৰ বাজি গ'ল। তেনেহ'লে এঘন্টা পাৰ কৰি এক বজাৰ down express খনত উঠি দিব পাৰিলেই বাচি গ'লো।
**জয়ন্ত :** নাই মই নাযাওঁ।
**নৰেন :** কথা মতে কাম কৰ।
**জয়ন্ত :** মই ঘৰলৈ যাওঁ।
**নৰেন :** এই মুহূৰ্তত সেইবোৰ নহয়?
**জয়ন্ত :** মাৰ মুখখন বৰকৈ মনত পৰিছে।
**নৰেন :** আবেগ - দুৰ্বলতাৰ পৰিচয়।
**জয়ন্ত :** এই কেইদিন চাগৈ একমাত্ৰ সন্তানটো বৰ আগ্ৰহেৰে বাট চাই আছে।
**নৰেন :** প্ৰত্যেক মাকে বাট চায়।
**জয়ন্ত :** মই ঘৰ নোপোৱা পৰ্যন্ত এপৰ ৰাতিলৈকে নোশোৱাকৈ বহি থাকে। মোৰ ঘৰখন।
**নৰেন :** পাহৰিব লাগিব। মা-বাই ভনী চব পাহৰিব লাগিব। এটা কথা মনত ৰাখিবি। তইঁত এতিয়া মোৰ বা মোৰ দলৰ আনবোৰৰ দৰে এটা হত্যাকাৰী। আগতে কি আছিলি প্ৰয়োজন নাই। এতিয়া তই মোৰ দৰে এটা Professional killer
**জয়ন্ত :** অ, মই হত্যা কৰিছো। বিবেক বিক্ৰি কৰি আন্ধাৰৰ সুবিধাত এজন নিৰপৰাধী শিক্ষকে সৎ পথেৰে উপাৰ্জন কৰা জীয়েকৰ বিয়াৰ কাৰণে বেংকৰ পৰা উলিয়াই নিয়া একলাখ টকাৰ মোহত , মই হত্যা কৰিছো ... মই... মই হত্যা। [direction বিমল সোমাই আহে। হাতত বটল)
**নৰেন :** (Change) ককাই বহুত দেৰি কৰিলা দেখোন?
**বিমল :** ৰ আক', মোৰ মাল ঢুকাল-। ওচৰৰ এটাৰ পৰা আনিছো। তাকো ৫ টকা বেছিকৈ লাগে।
**নৰেন :** (বটল লৈ) গিলাচ?
**বিমল :** গিলাচ? মালতী, গিলাচ নিমখ লৈ আহ। (Change) দে দে পইচা দে।
**নৰেন :** দিছো ৰ'ব।
**বিমল :** দিছো ৰ'ব নহয়। নিচা লাগিলে হয় বাকী কৰে, নহয় দম দিয়ে। দে দে২০ টকা +৫ টকা+১০ টকা মুঠতে ৪০ টকা দে।

**(মালতীয়ে গিলাচ আনি থৈ যাব ধৰে। বিমলে ৰ'বলৈ ইংগিত দিয়ে। নৰেনে টকা উলিয়াই।)**

**বিমল :** এই ৰাতিখন ঢেৰ টকা লৈ ফুৰিছ দেখোন। দিনকাল বেয়া সিদিনা শুনা নাই পুৰণা দলঙৰ ওচৰত মাষ্টাৰ এটাক মাৰো বুলি মাৰি এক লাখ টকা লৈ গ'ল।
(জয়ন্ত veaction নৰেণ সহজ। মালতী প্ৰস্থান)
**বিমল :** কি হ'ল, তইও হবলা শুনা নাই? এই মাষ্টৰ এটাক মাৰি একলাখ টকা লৈ যে..।
**নৰেন :** ভয় নাইদে। আমাক নধৰে, ই ভয় খাই ...।

**(নৰেন টকা দিয়ে বিমলে ৰাখে। বিমলে দুটা গিলাচত মদ বাকে। নৰেন বিমলৰ কিছু কথোপকথন। নৰেনক এটা গিলাচ দি অন্যটো জয়ন্তক দিয়ে।)**

**বিমল :** হ'ল।
**জয়ন্ত :** নাই, মই নাখাও।
**বিমল :** তই বিয়া পাতিলি?
**জয়ন্ত :** নাই পতা।
**বিমল :** তেন্তে মাল খাবলৈ ইমান ভয় কিয় নে ঘৰতে গ'লে মাৰে গালি দিব?

(জয়ন্ত veacation ) একো নহয় খা।

**জয়ন্ত :** নাখাওঁ বুলিছো নহয়।

**বিমল :** এইতো তোৰ লগৰ হয় নে নহয় ?

**নৰেন :** তাৰ গাটো ভাল নহয়।

**বিমল :** গা ভাল নহয়। তাকে ক। আনে আক' মাল খাবলৈ খেদি ফুৰে। সি আক'.....

**নৰেন :** তোৰ গা ভাল নহয়, নালাগে খাব মনে মনে বহি থাক। ৰে'ল খন অহালৈকেটো থাকিব লাগিব।

**বিমল :** তোৰ নাম কি ?

**জয়ন্ত :** জয়ন্ত

**বিমল :** ঘৰ ?

**জয়ন্ত :** শিমলুতলত।

**বিমল :** শিমলুতলৰ... চাও... চাও। তোক দেখা দেখা যেন লাগিছে।

**বিমল :** ককাই, বটল আৰু এটা আনাচোন।

**বিমল :** তই বাৰু অলপ দিনৰ আগতে আলুৰ বেপাৰ কৰিছিলি নেকি ?

**নৰেন :** তুমি কোৱাজন এওঁ নহয়।

**বিমল :** হয় হয় যেন লাগিছে ৰ। শিমলুতলৰ পকা দোকানখনৰ কাষৰ সৰু গুমটি... হয়। এতিয়া কি কৰ ? নে সেইবোৰ বাদ দি বেয়া ধাণ্ডাত লাগি গ'লি ?

**জয়ন্ত :** ককাই তুমি ?

**বিমল :** তোৰ নাম একা ?

**জয়ন্ত :** তাৰ নাম নৰেন।

**বিমল :** বৰ ভাল ভাল নাম অ' তহঁতৰ আৰু ইমান ভাল নামৰ মানুহ ইমান ৰাতি... বিশ্বাস হোৱা নাই।

**জয়ন্ত :** ককাই তুমি কেনেকৈ জানিলা ?

**নৰেন :** ককাই তুমি যোৱাচোন আৰু এটা বটল আনা।

**বিমল :** এইটো শেষ হৈ লওক দে।

**নৰেন :** আ...হা..., তুমি আনাচোন।

**বিমল :** ঠিক আছে,

**নৰেন :** পইচা লৈ যোৱা (নৰেনে টকা দিয়ে)

**বিমল :** তোৰ ঘৰ ক'ত বুলিলি ?

**নৰেন :** ইয়াৰ ওচৰতে ...

**বিমল :** ওচৰতে। ৰ'বি মই আহি কথা পাতিম। (প্ৰস্থান)

**নৰেন :** ৰেলখনলৈ আধাঘন্টামান আছেই।

**জয়ন্ত :** মই ঘৰলৈ যাওঁ।

**নৰেন :** তোৰো মাষ্টৰটোৰ নিচিনা হোৱাটো বিচাৰ নেকি ?

**জয়ন্ত :** মানুহ কেতিয়াও বিবেকৰ বিৰুদ্ধে যাব নোৱাৰে।

**নৰেন :** কাম কৰাৰ আগতে বিবেকক স্থিৰ কৰিব লাগে।

**জয়ন্ত :** মই পৰিস্থিতিত পৰি...।

**নৰেন :** চবেইটো পৰিস্থিত পৰিয়েই যি কোনো কাম কৰে।

**জয়ন্ত :** ভবিষ্যতে ভাল মানুহ, সৎ মানুহ হ'বলৈ যি জন মাষ্টৰে উপদেশ দিছিল আজি কেইটামান টকাৰ কাৰণে সেইজন মানুহক।

**নৰেন :** মাষ্টৰটোক কিন্তু তই হত্যা কৰিছ। মই নহয় আৰু তই এতিয়া আমাৰ মাজৰ পৰা আঁতৰিবলৈ চেষ্টা কৰিলে, এটাই মাত্ৰ উত্তৰ... মৃত্যুদণ্ড।

**জয়ন্ত :** মোৰ গাটো ইমান কপিছে। তেজবোৰ, নিৰপৰাধী মাষ্টৰজনৰ মুখখন, কাতৰ চিঞৰিটো, তেজলগা মোৰ হাতখন, কিয় মই নিজকে... নাই নাই মই পলাব লাগিব, মই পলাম, পলাম, পলাবলৈ চেষ্টা কৰে। নৰেনে নি বহুৱাই দিয়ে) (নেপথ্যত নেওঁগ ভাইটি, অ' ভাইটি)

**নৰেন :** কোনোবা আহিছে... (direction )

**নেওঁগ :** ভাইটি (সোমাই আহে) চলিয়ে আছে।

**নৰেন :** আপুনি বহক।

**নেওঁগ :** এই ভাইটি নাই নেকি ? বিমল ভাইটি।

**নৰেন :** আছে আনিব গৈছে। (পেগ এটা দিবি) লওঁক।

**নেওঁগ :** তুমি ?

**নৰেন :** আপোনাৰ নিচিনাই।

**নেওঁগ :** আহিছে মানুহ গৈছে মানুহ দেই। আজি তই মোক চিনি নাপাৱ, কিন্তু এপেগ অফাৰ কৰিলি, কিয় ? মৰম। কাইলৈ আমি মৰি থাকিম। নতুন প্ৰজন্ম আহিব, এনেকৈ... আহিছে মানুহ গৈছে মানুহ।

**নৰেন :** পেগটো খাওঁক (খায়)

**নেওঁগ :** সেইটো মনু-। মদ বেচে যে মনু। আজি মোৰ হাতত পইচা নাই কাৰণে বাকী নিদিলে। তোৰ দৰে দুজনে খুৱালে কাৰণেহে আধা হৈছে। বাকী নিদিয়ে বুইছ? কাইলৈ যদি মই মৰি থাকো সি বাৰু দুখ নকৰিবনে। বেচেৰা নেওঁগদা টোৱে বাকী বিচাৰি আহিল, মই নিদিলো, আজি মৰিয়ে থাকিম, নতুন প্ৰজন্ম আহিব।

**নৰেন :** মিঃ নেওঁগ আপুনিয়ে।

**নেওঁগ :** এইটো বিমল, ই ভাল মাল বেচে, এইটো কিন্তু কব লাগিব। মোৰ টকা তাৰ তাত জমাই আছে, ই আক' বিশ্বাস নকৰে। মানুহক বিশ্বাস লাগে, ইজনে সিজনক বিশ্বাস কৰিব লাগে। (জয়ন্তক জুপুকা মাৰি থকা দেখি)

শুইছে, এনেকৈ নিচা বেচি হ'লে শুব। নিচা ফাটিলে সাৰ পাব, আমি শুচি যাম। নতুন প্ৰজন্ম আহিব।...

(নৰেনে নেওঁগক আৰু এটা পেগ দিয়ে)

**নেওঁগ ঃ** তই বাৰু কথা এটা শুনিছনে? পাঁচদিন মান আগতে মাষ্টাৰ এটাক এক লাখ টকাৰ কাৰণে মাৰো বুলি মাৰি পেলালে

(জয়ন্তৰ Reaction)

**নেওঁগ ঃ** তইঁতে শুনা নাই? বৰ ভাল মানুহ আছিল আমি এসময়ত টকা লৈ ফুৰিলেও একো নাই। আজিকালি মাৰো বুলি মাৰিয়েই দিয়ে। সেইকাৰণে টকা লৈ নুফুৰো, বাকী কৰো। নতুন প্ৰজন্ম আহিব....।

(বিমল সোমাই আহে)

**বিমল ঃ** বস্তু নাপালো।

**নৰেন ঃ** চেহ নহ'ব নহয়। তেখেতো আহিল দহ টকা বেচিকৈ লাগে...।

**নৰেন ঃ** হ'ব যাওঁক, লৈ আহক। তেখেতে আ..

**নেওঁগ ঃ** লৈ আহিলেই হ'ল।

**বিমল ঃ** আপোনাৰটো দিয়ক।

**নেওঁগ ঃ** বোন্দাচৰ লাগে। জমা কেইটা যা থাক বাকী কেইটা মনত থাকে। দিব নহয়। (ইংগিতত নৰেনলৈ দেখুৱাই)

**নৰেন ঃ** হ'ব যাওঁক মই দিছো নহয়।

**নেওঁগ ঃ** বুৰ্বক কিছুমান। তাক আগতে কিমান বুজাইছে, নুবুজে। কাইলৈ মৰি যাবি নতুন প্ৰজন্ম আহিব, কথা নুবুজিলে ৰামচা চৰ দিব.....

**বিমল ঃ** (জয়ন্তক দেখি) এইটোৰ কি হ'ল

**নেওঁগ ঃ** নিচা বেছি হৈছে।

**বিমল ঃ** ইনো খালে কেতিয়া?

**নেওঁগ ঃ** খাইছে খাইছে।

**বিমল ঃ** তই বেচি হুলস্থুল নকৰিবি দেই

**নেওঁগ ঃ** হুলস্থুল নকৰিবি।

**নেওঁগ ঃ** ৰাজ্যসভাত, লোকসভাত হুলস্থুল কৰিব পাৰে, মাৰপিট কৰিব পাৰে, আমি নোৱাৰো।

**বিমল ঃ** বস্তিত পুলিচ আহিছে।

(নৰেন/জয়ন্ত reaction )

**নৰেন ঃ** পুলিচ? মদ খোৱা পালে দিগদাৰ কৰিব নেকি?

**নেওঁগ ঃ** আহিছে পুলিচ গৈছে পুলিচ।

**নৰেন ঃ** পুলিচ কোন ফালে আহিছে।

**বিমল ঃ** খুব সম্ভৱ ষ্টেচনৰ ফালৰ পৰা আহিছে।

**নৰেন ঃ** জয়ন্ত ব'ল।

**বিমল ঃ** কি হ'ল আক' তইঁতৰ? কলৈ যাব?

**নেওঁগ ঃ** পুলিচ বেলেগ কামতহে আহিছে ছাগৈ?

**জয়ন্ত ঃ** কেনেকুৱা বেলেগ কাম।

**নেওঁগ ঃ** আমাক নধৰে দে। ধৰিলে মানুহ মৰাবোৰক হে ধৰিব। তইঁতো আক' মানুহ মৰা বিধৰ নেকি?

**বিমল ঃ** একো নাই বহি থাক। মই ঠিক-ঠাক কৰিম।

**নেওঁগ ঃ** অই বিমল, কোনবোৰ পুলিচ, কি কামত আহিছে তই অলপ তদাৰক কৰিবিচোন।

**বিমল ঃ** মই তদাৰক কৰিম। আপুনি ইয়াতে থাকক ভিতৰলৈ নাহিব (change) তহত বহ। মোৰ customer নহয় জানো....(কৈ প্ৰস্থান)

**জয়ন্ত ঃ** নৰেন মোক যাবলৈ দে।

**নৰেন ঃ** জীয়াই থকাৰ কথা চিন্তা কৰ।

**জয়ন্ত ঃ** মই ভুল কৰিছো, মহাপাপ কৰিছো

(বাহিৰত টোকৰ)

**নৰেন ঃ** কোনোবা আহিছে (দুয়ো সচেতন)

**পুলিচ ঃ** (বাহিৰত) মই ভিতৰলৈ যাব পৰা অৱস্থা আছে নে? মানে মই ভিতৰলৈ যাও।

**নৰেন ঃ** অই ব'ল।

**জয়ন্ত ঃ** নৰেন মোক তই?

**নেওঁগ ঃ** বাহিৰত বৈ থকাটো এটা পুলিচ (দুয়ো action একো ভয় নাই। সেইটো মোৰ হ'ব লগা ডাঙৰ জোঁৱাই, মাল খাবলৈ আহিছে। মই ভিতৰত আছো, নাই বুলি...।

**(নৰেনে জয়ন্তক বেঞ্চখনত শুৱাই দিয়ে। নৰেনৰ হাতত পিষ্টল। নেওঁগে দেখা পায়। (direction)**

**নৰেন ঃ** চুপ চাপ ভিতৰত বহি থাকক। এটা শব্দ নকৰিব। যাওঁক (নেওঁগৰ প্ৰস্থান)

**পুলিচ ঃ** মই যাব পৰা হৈছোনে?

**নৰেন ঃ** কোন আহক।

**(পুলিচ সোমাই আহে) (direction) নৰেনে বটলটো আগবঢ়াই দিয়ে)**

**পুলিচ ঃ** চুলাই, লোকেল? এইকন?

**নৰেন ঃ** আৰু আহিব।

**পুলিচ ঃ** পইচা কোনে দিব?

**নৰেন ঃ** মই দিম।

**পুলিচ ঃ** ক'ত পালি।

**নৰেন ঃ** আছে।

**পুলিচ ঃ** নিজেটো ঘটিব নোৱাৰই। মাৰ বাপেৰৰ পৰা চুপ... দম দি আনিছ নে কাৰোবাক ঠগিলি?

**নৰেন ঃ** মোৰ নিজৰে।

**পুলিচ ঃ** অই "এই আহিছে মানুহ গৈছে মানুহ" ক'ত আছে?

**নৰেন ঃ** অই ডুপলিকেইটানে কি? কাৰ কথাকৈছো বুজা নাই?

(বিমল সোমাই আহে)

**বিমল ঃ** ছাৰ।

**পুলিচ ঃ** কি ছাৰ? বেগেতে দে duty চলি আছে। (বিমলে বটলটো আগবঢ়াই দিয়ে) গোটেইটো নালাগে। এপেগ বনা পটাপট, মাষ্টৰটোক হত্যা কৰা দলটোৰ দুটা বোলে এই ৰেলষ্টেচনৰ ওচৰত লুকাই আছে। ৰাতিয়ে ধৰিব লাগিব। হ'লনে... পটাপট।

**বিমল ঃ** আজি গোটেই ৰাতি থাকিব লাগিব নেকি?

**পুলিচ ঃ** গোটেই বাতি মানে, ৰক্ষা নাই, ধৰাৰো ৰক্ষা নাই। (পেগটো দি)

**বিমল ঃ** আৰু এপেগ খাব নেকি?

**পুলিচ ঃ** পটাপট, পটাপট duty চলি আছে, বুঢ়া ক'ত?

**বিমল ঃ** নাই, গ'ল গ'ল।

**পুলিচ ঃ** মানুহ মৰা দলটোত বোলে নতুনকৈ এটা সোমাইছে, ঘৰ শিমলুতলত। মাষ্টাৰটো লগত জীয়েকজনী আছিল, তাই বেচেৰীয়ে চিনি পালে।

**বিমল ঃ** কাক?

**পুলিচ ঃ** কি কাক? নতুনটোক। মানুহ মৰা দলটোৰ কথা কৈছো। আমাৰ ছাৰে নতুনটোৰ মাকক ধৰি আনি থানাত সুমুৱাই থৈছে।

**বিমল ঃ** ছাৰ?

**পুলিচ ঃ** ওপৰৰ নিৰ্দেশ, চাৰিদিন, আমাৰো খাৱন শোৱন নাই—।

**বিমল ঃ** ছাৰ?

**পুলিচ ঃ** কি ছাৰ? (জয়ন্তক ) সাৰ পালি?

**বিমল ঃ** শিমলুতলত... শিমলুতলত...।

**নৰেন ঃ** ককাই, তুমি আৰু এটা বটল লৈ আনাচোন ছাৰে লৈ যাওঁক।

**বিমল ঃ** শিমলুতলত...।

**পুলিচ ঃ** কি হ'ল, কিবা গম পাইচ নেকি? গম পালে খবৰ দিবি। পুৰস্কাৰ পাবি, মই যাওঁ, duty আছে।

**বিমল ঃ** ছাৰ পেগটো?

**পুলিচ ঃ** কি পেগটো? দে দে... (খায়)

**নৰেন ঃ** ছাৰ বটলটো?

**পুলিচ ঃ** কি বটলটো? আনি থ'বি। মোৰ duty চলি আছে। (ওলাই যায়)

**জয়ন্ত ঃ** মই ঘৰলৈ যাওঁ।

**নৰেন ঃ** পাগলামি নকৰ।

**জয়ন্ত ঃ** মোৰ মাক পুলিচে নি থানা পোৱালেগৈ।

**নৰেন ঃ** মাৰি পেলাওক। আমি এই মুহূৰ্তত ইয়াৰ পৰা আঁতৰিব লাগিব।

**জয়ন্ত ঃ** মোৰ জীৱনৰ লক্ষ্য মানুহ হত্যা...।

**নৰেন ঃ** চা, পুলিচে আমাক সন্দেহ কৰিছে।

**জয়ন্ত ঃ** মই পুলিচক ধৰা দিম।

(পুলিচজন সোমাই আহে)

**নৰেন ঃ** ছাৰ... বহক।

**পুলিচ ঃ** আৰু এপেগ বনা।

**(জয়ন্ত, নৰেন, বিমলৰ ভিন্ন action পুলিছে আটাইকে নিৰিক্ষণ কৰে। বিমলে দিয়া পেগটো খায়। direction পুলিচৰ প্ৰস্থান।)** (জয়ন্ত ঘৰলৈ যাবলৈ উদ্‌বাউল হয়। নৰেণ বাধা দিয়ে। দুয়োৰো মাজত জোতাপোতা লাগে। সংলাপ নিজা। নৰেনে পিষ্টল উলিয়াই।)

**নৰেন ঃ** অই ৰচি এডাল লৈ আহ।

**বিমল ঃ** নাই... নাই...।

**নৰেন ঃ** লৈ আহ........

**বিমল ঃ** আছে আছে

(বিমল ভিতৰলৈ দৌৰ মাৰে)

**(dırectıon জয়ন্তই অনুনয়-বিনয় কৰে, নবেন উগ্ৰ। বিমলে ৰচি এডাল লৈ আহে, সংলাপ নিজা)**

**বিমল ঃ** এইডাল।

**(নবেন ৰচি ডালেৰে জয়ন্তক বান্ধি নিব খোজে। জয়ন্তই নাযায়। জয়ন্তক হাতে ভৰিয়ে বেঞ্চখনত বান্ধে।)**

**বিমল ঃ** তাৰ মানে তহঁত কিটাই সেই কেইটা।

**নবেন ঃ** ইয়াৰ গাঁঠি খুলি নিদিব। মই ইয়াৰ পৰা পলাব পৰা বাটটো চাই আহোঁ। ৰুমটোত কাকো সোমাব নিদিব।

**(direction জয়ন্তই গাঠি খুলিবলৈ বিমল request কৰি থাকে। নবেন বাহিৰলৈ গৈ কেইছে কেগুমানৰ পাচত সোমাই আহে।)**

**নবেন ঃ** মই বাহিৰৰ দুৱাৰখন হুক লগাই দিছো খুলি দিলে মাৰি পেলাম।

**(জয়ন্তৰ নবেনক request সংলাপ নিজা। নবেন গৈ বিমলৰ ডিঙিৰ গামোচাখন আনি জয়ন্তই মুখখন বান্ধি থৈ বিমলক)**

**নবেন ঃ** চুপ চাপ বহি থাক।

**(জয়ন্তই মুখখন বন্ধা অৱস্থাৰে কিবা কব বিচাৰে। বিমলৰ ভয় সন্ত্ৰাস। জয়ন্ত গাঠি খোলাৰ চেষ্টা কৰে। মালতী হেৰি বুলি ত্ৰাসত সুমাই আহে।)**

**মালতী ঃ** (জযন্তক দেখি) এইবোৰ হৈছে কি বিমলে গৈ মালতীৰ মুখত সোপা মাৰি ধৰে। মালতীয়ে আঁতৰাই জয়ন্তক গাঁঠি খুলিব বিচাৰে। এইবোৰ কি হৈছে ইত্যাদি। মালতীয়ে কৈ থাকে জোটাপোটাত জযন্তৰ মুখৰ বান্ধ খহি পৰে।

**জয়ন্ত ঃ** মই প্ৰলোভনত পৰি, টকাৰ কাৰণে এজন নিৰপৰাধী মানুহক হত্যা কৰিছো টকাৰ কাৰণে মই মহাপাপ কৰিছো। মোৰ বিধবা মাজনী! গাঠিটো খুলি দিয়ক।

**(মালতীয়ে গাঁঠি খুলি, যাব ধৰে, বিমলে ধৰি ৰাখে। নেওঁগ দৌৰি সোমাই আহে)**

**জয়ন্ত ঃ** মই আপোনালোকৰ কোনো ক্ষতি নকৰো। মোৰ গাঁঠিটো খুলি দিযক।

**নেওঁগ ঃ** পাচফালৰ দুৱাৰখন খুলিব নোৱাৰা হ'লো। এইখন ওলাই যাব ধৰে। বিমলে গৈ আঁতৰাই আনে।

**বিমল ঃ** বহি থাকক।

**নেওঁগ ঃ** মই যাওঁ,

**বিমল ঃ** বহি থাকক।

**জয়ন্ত ঃ** মোৰ গাঁঠিটো খুলি দিয়ক।

**(মালতী আহি গাঁঠি খুলিব ধৰে। বিমলে আঁতৰাই দিয়ে। নেওঁগ উঠি যাব ধৰে। বিমলে দৌৰি গৈ নেওঁগক বহুৱাই দিয়ে। মালতী ভিতৰলৈ দৌৰ মাৰে।)**

**জয়ন্ত ঃ** মই আপোনালোকৰ কোনো ক্ষতি নকৰো। মই নিজে পুলিচক ধৰা দিম। মোক মুক্তি দিয়ক। মই শপত খাই কৈছো। মই হত্যা কৰিছো, মোৰ মাক পুলিছে ধৰি নিলে। মই পুলিচক ধৰা দিম। মোৰ গাঁঠিটো খুলি দিযক।

(dırectıon)

**মালতী ঃ** ইয়াৰ লগৰটো।

**(ভিতৰলৈ দৌৰিব ধৰোতে বিমলে থাপ মাৰি ধৰে। বাহিৰৰ দুৱাৰত টোকৰ। আটায়ে tension মালতীয়ে বিমলক সাৱতি ধৰে।)**

**জয়ন্ত ঃ** মই অনুৰোধ কৰিছো মোক ধৰাই দিয়ক। আপোনালোক বাচি যাব, আপোনালোকৰ ঘৰ আছে ,সংসাৰ আছে, (দুৱাৰত টোকৰ বাটি যায়। নেওঁগে গাঁঠি খুলি ওলাই যায়।)

**জয়ন্ত ঃ** মই এটা ভুল পথেৰে কেতিয়াও যাব নোৱাৰো। সুস্থ মগজুৰে কৈছো কাৰোবাৰ মৃত্যুৰ বিনিময়ত জীৱনৰ বিনিমযত নাই নাই মই জীয়াই থাকিব খোজো। মই মানুহ হৈ জীযাই থাকিব বিচাৰো। মই মোৰ মাৰ ওচৰলৈ যাম। মই মাৰ ওচৰত ক্ষমা খুজিম।

(আঁঠু কাঁটি হাতযোৰ কৰে।)

**নেওঁগ ঃ** (সোমাই আহি) পুলিচ পুলিচ।

(dırectıon)

**সমাপ্ত**

# দেউতাৰ পদূলি উদুলি মুদুলি

**নাট্যকাৰ # নৱজ্যোতি বৰা**

**চৰিত্ৰসমূহ ঃ**

১। দৰা　　২। পেহী
৩। দেউ　　৪। পৱন
৫। পৰেশ　　৬। ৰতি

**মঞ্চনিৰ্দেশনা ঃ** নামঘৰৰ পৰিবেশত বৰযাত্ৰীসকলে বাহৰ পাতি থকা দেখা যায় । সময় পুৱা। পৰিচালকৰ ইচ্ছা অনুযায়ী মঞ্চ। দৰাই কইনা লৈ অহা আৰু দলং ভাগি যোৱাৰ সপোন দেখি হুলস্থুল লগায়।

**দৰা ঃ** ঐ গ'ল অ ভাগিল... ৰখা... ব্ৰেক মাৰ.... (Direction)

**পেহী ঃ** হেৰ' কি হ'ল? কিয় চিঞৰিছ?

**দেউ ঃ** হেৰা কি হ'ল?

**দৰা ঃ** দলংখন?

**দেউ ঃ** উটুৱাই নিলে।

**দৰা ঃ** আমি?

**দেউ ঃ** নামঘৰত।

**দৰা ঃ** গাড়ীখন?

**দেউ ঃ** তাত।

**দৰা ঃ** বাসন্তী?

**দেউ ঃ** ভিতৰত।

**পেহী ঃ** হেৰ' যিখন হে হুলস্থূল কৰিলি, মই নামঘৰৰ ভিতৰলৈ বানপানী সোমাল বুলিহে ভাবিছিলো।

**দেউ ঃ** মইও ভাবিছিলো বুইছা। এঃ চক খাইছে - চকুৰ আগতে ঘটনাটো নহয় জানো? (পৱন আহে) হজম কৰিব পৰা নাই। তাতে ছোৱালীৰ ৰাশিটো অলপ দুৰ্বল।

**পৱন ঃ** মই আকৌ হুলস্থুল শুনি ভয়েই খাই গৈছিলো নহয়। দেউ হে বোলে অহা যোৱা কৰি আছে, গতিকে নামঘৰৰ ভিতৰতে...

**দেউ ঃ** হেৰা এই ব্ৰহ্মমূহূৰ্ততে ধেমালি নকৰিবা, পেংলাই নকৰিবা। মই তোমাৰ সমনীয়া নহয়। ইফালেবা দৰাৰ মাকে কলগছৰ ভুৰত উঠিয়েই দৰা আদৰিবলৈ বৈ আছেনে কি কৰিছে তাৰ একো ঠিক নাই। এইখন দেখিছা? কান্ধত লোৱা সামৰণ গামোছা আজি তিনি দিনে তিয়াওতে তিয়াওতে তিয়নি হ'ল। সেইটো দৰা, পাটৰ কাৰা ইষ্ট্ৰী মৰা পাঞ্জাবী চোলা সোট মোক খাই গেলা গেলা গোন্ধাইছে। আজি কি? আজি তেওঁৰ কি?

**দৰাঃ** খোবাউৰি

**দেউ ঃ** কি কৰিব লাগিছিল তুমি? কি কৰিব লাগিছিল?

**পৱন ঃ** সেইটো কথা মই আপোনাক কবলৈ লাজ পাইছো। চেঞ্চৰ কৰাব লাগিব।

**দেউ ঃ** এই 'এই অসভ্যালি নকৰিবা, অসভ্যালি নকৰিবা (Direction)

**ৰতি ঃ** কোনে কোনে কৰিছে অসভ্যালি, বেলি ভাটি দিলে কাৰো খবৰ নাই।

**পৱন ঃ** দেউৰ মানে হজম হোৱা নাই বৰ্তা।

**ৰতি ঃ** এতিয়া মানে মই হজমুলা বিচাৰি যাব লাগিব। এই চেনি চাহ পাত কেইটা লৈ যা- যেনে তেনে চাহ অকণ বনা। তাতে মানুহ ঘৰৰ পৰা অনা ডেক্সীটো আছেই নহয়। এই লেমটো ইয়াত কোনে থৈছে?

**পৱন ঃ** মই মানে এইমাত্ৰ আহিছো বৰ্তা।

**দেউ ঃ** হেৰি ন ছোৱালীৰ হৈ কিবা যে দান দক্ষিণাৰ কথা কৈছিলো কিবা দিহা কৰিলানে? কন্যাকালৰ কিবা দায় দোষ থাকিব পাৰে....

**ৰতি ঃ** কৰিম নহয় মই

**দেউ ঃ** ৰিষ্ট বেয়া থাকিলে তেনেকুৱা হয় - ৰাশিটোৰ অকণ গণ্ডগোল আছে।

**ৰতি ঃ** হেৰি মানে মোৰ বোৱাৰী জনীৰ ৰিষ্ট বেয়া কাৰণেহে বানপানী হৈছে?

**পৱন ঃ** বৰ্ত্তা অসমৰ ৰিষ্ট বেয়া, বৰষুণ পৰি পৰি কুমলি দুৰ্বল হৈছে।

**দেউ ঃ** হেই.... হেৰি নহয় এই মানুহ ঘৰৰ পাছফালে আমাৰ কোনোবা গৈছে নেকি?

**ৰতি ঃ** কিয়? কিবা হৈছে নেকি?

**দেউ ঃ** নহয়হে মোৰ হে খোছ - বিন্ধা কৰি আছে পেটত- অহা যোৱা হৈ আছে যে।

**ৰতি ঃ** এতিয়া মানে মই তাৰো ব্যৱস্থা কৰি দিব লাগিব (প্ৰস্থান)

**পৱন ঃ** ৰিষ্ট বেয়া.....

**দেউ ঃ** আমাৰ সমস্যাবোৰ মানে সমস্যায়েই নহয়।

**পৱন ঃ** দেউ বেগাই যাওঁ - বিপদ সীমাৰ ওপৰত। (Change) বোলো কইনাৰ লগত অহা ৰাইজলৈ অনুৰোধ, বানপানীয়ে উটুৱাই নিয়া দলংখনৰ কথা চিন্তা কৰি কলমটিয়াই থকাতকৈ, ইয়াত থকা মানুহবোৰৰ লগত চা-চিনাকি হৈ নতুন দলং সজাৰ কথাই ভাবিব পাৰে দেখোন - নে কি কৱ পেহী?

**পেহী ঃ** মুখখনে যে পাতি হাঁহৰ নিচিনাকৈ পেক্‌পেকাই আছ, অলপ টলকা মাৰি থাকিব নোৱাৰ?

**পৱন ঃ** কিমান টলকা মাৰি থাকিম পেহী? কিমান? সূৰ্য দেৱতাই সোণালী ঘোঁৰাৰ ৰথ এৰি ডাৱৰৰ নিহালীত মুখ লুকুৱালে বুলিয়েই, সময় জানো ৰৈ থাকে পেহীটি? (Direction)

**পৰেশ ঃ** বাঃ দাদা, আপুনি থিয়টাৰ - চিয়টৰ কৰে ন?

**পৱন ঃ** মোৰ ৱাটাৰ প্ৰোফ ঘড়ীয়ে কয়, এতিয়া ৮ বাজিবৰ হ'ল।

**পৰেশ ঃ** অ' দাদা, আপুনি কিন্তু বৰ বেলেগ জিনিছ দেই। মই বাট চ'ৰাৰ পৰা চাই আছো। আৰু এই দেউটোৱেও যে হ'ল নাইট অহা যোৱা কৰিব পাৰিব - অ' এইটো দৰা দা নহয় নে? অ' দৰা দা? শুইছে শোবক, আমিহে শুবলৈ নাপালো। ৭০৯ খনতে অলপ শুইছিলো। মহে কামুৰি ধপলা ধপল কৰিলে। আৰু আপোনালোকৰ বুঢ়াটোৰ চেগুেল এপাট হেৰাল বোলে। মোক বিচাৰিবলৈ লগাই দিছে। অ' দাদা, নাও-চাও এখনৰ ব্যৱস্থা হ্বনে?

**পৱন ঃ** হেৰ' চৰকাৰী নাওহে। গাওঁবুঢ়াই গৈ মণ্ডলক কওক। মণ্ডলে নাও বিচাৰক। এইবোৰ বহুত সময়।

**পৰেশ ঃ** কালিৰেপৰাই আছো, তাতে ল'ৰা-ছোৱালী থকা মানুহতো। টেনছন আছেতো।

**পৱন ঃ** টেনছন? অ'ই তোকতো দেখিলে ল'ৰা-ছোৱালীৰ বাপেক যেন নালাগে। ৰচোন তোৰ কথা কৈ আছে তো—

**পৰেশ ঃ** কোনে?

**পৱন ঃ** তইযে কইনা ঘৰত যে নাছিলি - এইযে চাই আছিল চুলি খিনি চুটি চুটি ..

**পৰেশ ঃ** কৈছে ন ? কি কৈছে

**পৱন ঃ** কি কৈছে? ... বোলে ক'ত ঘৰ, কি কথা - চুলিখিনি যে এনে ধুনীয়া লাগে আৰু চকু....

**পৰেশ ঃ** কি ক'ব আৰু। হ'ল নাইট টোপনি খতি কৰি থকা মানুহ নহয়— ৰঙাহৈ থাকে। তাতে বিয়াত পালে অকণমান (মদ) খাওঁতো। ইলিগেল নাই।

**পৱন ঃ** ধেইত সেইটো কোৱা নাই। কৈছে তোৰ যে চকু কেইটা এই কান্দো এই কান্দোকে থকা, বিৰাট ভাল লাগে — অই অকণ নাচ-

**পৰেশ ঃ** তাইক হ'লে মাতিব নোৱাৰিব (Direction) (মাৰ্কেচ বজাই নাচে। পেহী আহি গালি পাৰে। পৱনে পৰেশক দোষ দিয়াত ভোৰ ভোৰাই গুচি যায়)।

**পৱন ঃ** ছেঃ বেচেৰাই বেয়াই পালে - অকমান জমাইছিলো। চব পণ্ড কৰি দিলি পেহী ...

**পেহী ঃ** তইনো কাৰ মূৰটো কৰি আছিলি।

**পৱন ঃ** পেহী, বুকু মোৰ জোকাৰি যায়— ভাঙি চিঙি — নিঃশেষ কৰি যায় ধুমুহাই।

**পেহী ঃ** তোৰ মূৰটো....

**পৱন ঃ** কি সতে শুবি পেহী, ঘৰ গৈ কেতিয়া পাওঁ। পাওঁনে নেপাওঁ। (Direction)ও বেচেৰা ৰামচন্দ্ৰই অধিবাসৰ দিনাই বনবাস খাটিলে ৰাজ্যভোগ কৰিবলৈকে নেপালে।

**পেহী ঃ** তই মুখ হাত ধুলি হ'বলা?

**পৱন ঃ** ধুলো। তোমাৰ মুখৰ গালিৰ পিয়লাৰে, সেইকাৰণে ব্ৰেকফাষ্ট কৰি ল'লো। ৰাতিপুৱাই সকলোকে দিবলৈ বৰ ধুনীয়া বস্তু এটা আনি থৈছো পেহী।

**পেহী ঃ** কি?

**পৱন ঃ** এক মিনিট, অ' বোলো ন কইনাই সাৰ পালে বুলিহে কৈছো।

**পেহী ঃ** ঐ পুৱাই যি কোনো বস্তু খুৱাই পেটৰ বেমাৰ কৰিব খুজিছ? চাওঁ কি?

পৱন ঃ ক্যা আপ ক্লুজ আপ কৰতে হ্যায়। লেকিন য়হা ছিৰ্ফ এহি মিলতে হ্যায়

পেহী ঃ এণ্ডাৰ?

পৱন ঃ এণ্ডাৰ হি দাঁত মাজক। হালধীয়া হৈ পৰা বত্ৰিছ দন্ত বিকশাই তোলক।

পেহী ঃ মাউৰত যোৱা বনী, বাকী বোৰ ক'লৈ গ'ল?

পৱন ঃ এমখাই টাচ খেলিছে। আৰু সৌটো মন্টু দেখিছনে নাই। ওঃ ছোৱালী কেইজনীৰ লগত যে...গাত পৰুৱা বগাব এতিয়া...।

পেহী ঃ তোৰ চাগে মনে লক্-লকাই আছে।

পৱন ঃ ধেইত। বোলে যদি বিয়াৰ লগত ধুনীয়া ছোৱালী এজনী আহিলহেঁতেন।

পেহী ঃ হেৰ', বানপানীৰ মাজতো তোৰ ছোৱালীৰ চিন্তাহে লাগিছে।

পৱন ঃ ৰ। বানপানীত যদি উটি-ভাঁহি কৰবালে গুছি যাওঁ- মনৰ হেঁপাহ বোৰক টেঁটু চেঁপি হত্যা কৰাৰ পাপে নুচুবনে?

পেহী ঃ যা তেনেহ'লে বড়া বানত ভুৰ সাজি ইয়াৰে এজনী লৈ ফুলশয্যা...

পৱন ঃ ও পেহী বানপানী আহিছে... নামঘৰলৈ...(Direction)

ৰতি ঃ টুৱেণ্টী নাইন, চাহাব গোলাম খেলিছে। হেৰ' লাট চাহাবহঁত, গোলাম হৈ যে ইয়াত পৰি আছ, খবৰ নাই, বাটচ'ৰাৰ কাষত চেণ্ডেল জোৰ থলো এপাট আছে এপাট নাই। এই গোলামহঁত। যা যা গোটেইবোৰ চেণ্ডেল গাড়ীৰ ডিকিলৈ কঢ়িয়া। চেণ্ডেল বিলাকত এতিয়া তলা লগাই থব লাগিব।

পৱন ঃ পেহী ব্ৰেকেই নেমাৰে দেখোন।

ৰতি ঃ কি ক'লি.... চেণ্ডেল, প্ৰত্যেকেই ৰং কি, কেই নম্বৰী, বাটা চেণ্ডেল, নীলা ওলাইছেনে নে নাই এই সকলোবোৰ বিৱৰণ দিহে মোৰ পৰা লব পাৰিব.. এপাট চেণ্ডেল পিন্ধি ঘূৰি ফুৰিছো। তই কি ব্ৰেক মৰাৰ কথা ক'লি?

পৱন ঃ মই নে বৰ্তা?

ৰতি ঃ নহয় মই (insult)

পৱন ঃ আমাৰ ৭০৯ খনৰ ড্ৰাইভাৰটোৰ কথা কৈছো। মই ব্ৰেক মৰা বুলি নোকোৱাহেঁতেন গৈয়েই থাকে নহয়-গাড়ী গৈ একেবাৰে খালত....ৰতিকান্ত ঃ নহ'ব কিয়, ঠিকাদাৰে মঠাউৰি বন্ধাৰ নামত দুমোনীয়া বস্তাবোৰৰ লেখিয়া পেট বোৰহে বঢ়ায় (Direction) ঐ সেইখন লৈ আহ..

পৱন ঃ এইখন (চকী আসন) বৰ্তা?

ৰতি ঃ নহয় খুটাটো ভাঙি আনিবলৈ কৈছো।

পৱন ঃ মই বোলো ৰজাৰ আসনত আপুনি.....

ৰতি ঃ মই ৰজা নহওঁ। কিন্তু ৰজা হ'বলৈ লক-লকাই থকা বোৰে পাঁচ বছৰৰ পাছত বাৰগএগ্ৰা ভাওনা পতাদি ইলেকচন আহিলে মিটিং কেইখনমান পাতি খদম দম লগাই, মঠাউৰিত মাটি কেইচপৰা মান পেলায়। ওঃ শেতেলিত ৰাম ৰাজ্যৰ সপোন লৈ শোৱে ৰাইজে। এইটো এটা অলগন্ধ ফিটা (দৰাক) নোহোৱা চেণ্ডেলৰ নিচিনাকৈ পৰি আছে। মঠাউৰিটো যেন " কামধেনু"হে। সকলোৰে আশা পূৰণ কৰিব। (Direction) কি ফুচ ফুচাই আছ, আজি দুদিন ধৰি ইয়াত পৰি আছো, কাৰো খবৰ নাই। ৰাজনীতি কৰা মখাই সেইটোৰ সুবিধা লৈয়েই মঠাউৰি বনাই জীৱন ৰক্ষা কৰিম বুলি টোপ দিব।

পৱন ঃ সেইটো হয়।

ৰতি ঃ কি হয়? ঠিকাদাৰে একেবাৰে ভালকে বান্ধিলে পাঁচ বছৰৰ পাছত খিৰাবলৈ কামধেনু ক'ত পাব। (Direction) ঐ সেইকেইটা কোন অ'? কলটো ঘেচালি থাকিব নেলাগে। বানপানী হ'লে কলৰ মুখেদি গাখীৰ নোলায়। মই কি কৈ আছিলো?

পৱন ঃ মঠাউৰি কামধেনু

ৰতি ঃ পাৰিছ? মঠাউৰিটোক কামধেনু বনোৱাসোপাৰ বিৰুদ্ধে মাত মাতিব পাৰিছ? ওলাইছিল এমখা, পিছে কি হ'ব, টকাৰ বাণ্ডিল, মদৰ বটল দুটা দি সোঁপাদি থৈ দিলে।

পৱন ঃ আমিবোৰে নাকে মুখে, চকুৰে, পেটে সকলোতে সোঁপাদিয়েই কটাব লাগে।

ৰতি ঃ বানপানীতো সোঁপা দি ভেটিব নোৱাৰি।

পেহী ঃ হ'লহে আৰু... কিমাননো দকছি থাক ককাইদেউ।

ৰতি ঃ সকলো চিন্তাতো মোৰ মূৰৰ ওপৰত- এটা অলগন্ধতো জগা গাহৰি পৰাদি পৰি আছে।

পেহী ঃ সি নো বাৰু দৰাটো হৈ কি কৰিব লাগে?

ৰতি ঃ একো কৰিব নালাগে - শুই থাকিবলৈ দে (দৰাক জগায়)

দৰা ঃ ঐ কেইটা বাজিল অ' (direction)।

পৱন ঃ অ' পেহী কেইটা বাজিল?

পেহী ঃ কিয় তোৰটো চালে সময় ক্ষয় যাব নেকি?

পৱন ঃ নহয়। তোমাৰ সময়টো সদায় বেলেগতো!

ৰতি ঃ কি হ'ল বন্ধ হৈ আছে হ'বলা?

পৱন ঃ হ'লে কি হ'ব বৰ্তা, আমাৰ নিচিনা বেটাৰী নেলাগেতো, আমাৰ কাণখনৰ নিচিনা ঘড়ীৰ ছাবি নামৰ কাণখনত দুপাক মান দি দিব বছ হৈ গ'ল টিক্ টিক্ টিক্ টিক্ চলি গ'ল।

পেহী ঃ ঐ এইটো ককাইদেৰে মেট্ৰিক পাছ কৰোতে শালিধান

চপাই কিনি দিছিল বুজিছ? (কাণ পকায়)

**পৱন :** বুজিছো। পিছে এৰি নিদিলে পুৱা ৮ বজাতে ১২ বাজিব এতিয়া।

**পেহী :** ৰং চং অকণ এৰালেও এইটো মোৰ বৰ মৰমৰ। চাবিটো পকাই দিলে চলি থাকে, কেতিয়া বন্ধ হৈ যায় গমেই নাপাওঁ। কিন্তু পেলাইনো দিয় কেনেকৈ? দেখা নাই মৌলৈকে, কইনা ধৰি ধৰি বুঢ়াই হ'লোহি তথাপি কেনেকৈ ৰাংঢালী হৈ আছো। ৰহ মুখখন ধুই আহো . (যায়)

**পৱন :** একেবাৰে এম্বেচাদৰ গাড়ীৰ দৰে,...

**ৰতি :** ছেঃ বেচেৰী, সৌ পটিয়াপামৰ ল'ৰা এটাৰ লগত মনে পিঠে খোৱাত বিয়া ঠিক হওঁতেই বান আহিল। বানে ঘৰ দুৱাৰ ভঙাত মঠাউৰিত আশ্ৰয় লৈ থাকোতেই হঠাৎ এদিন ল'ৰাটো নোহোৱা হ'ল। গ'ল যি গ'লেই বানেই নিলে নে কালেই নিলে। তাইৰো আৰু ভাগ্যত জোৰা নালাগিল।

**পৱন :** এৰা পেহীৰ জীৱনটোও বন্ধ ঘড়ীটোৰ দৰে, ছাবি দি দি চলাই আছো ধেমালি কৰোতে বেয়ায়ে হ'ল।

**ৰতি :** হেৰ' আমি বোৰ একা? এই মঠাউৰিটোৰেই আমাৰো জীৱন। জোৰা-টাপলি দি ভেটিছোহে ভেটিছো তথাপি বানে ভাঙে। ছেঃ মই কৈলৈ আহিছিলো পাহৰিলোৱেই নহয় (Direction)

**পৱন :** ন বোৱাৰীক কিবা ক'ব খুজিছিল চাগে।

**ৰতি :** আ? কি কম?

**পৱন :** নহয় এনেয়েতো আজি পুৱাতে উঠি কইনাই বাহীবন কৰি আপোনাক চাহ একাপকে খোৱালেহেঁতেন।

**ৰতি :** বাপেৰৰ ভাৰখন ৰাখিব পাৰিবি?

**পৱন :** নুবুজিলো বৰ্তা।

**ৰতি :** বাপেৰে মানে সূত্ৰকাইদ'য়ে ভাওঁনাত সূত্ৰ গাই বচনৰ আঁত ধৰিছিল। বানপানীৰ গায়ন-বায়নৰ মাজত হোৱা ভাওঁনাখনৰ আঁত ধৰিব পাৰিবি? এটা অলগদ্ধটো নাক বজাই পৰি আছে, পেহীয়েৰক কবি, ন-বোৱাৰীক অলপ নজৰ ৰাখিবলৈ - বেচেৰী ঘৰৰ পৰা ওলাই আহি ঘৰ গছকিবলৈকে নেপালে। কন্দাকটাও কৰিব পাৰে। (Direction)

**দেউ :** নেলাগে নেলাগে কন্দা কটা কৰিব। আকাশৰ চকুপানী সোপায়েই আটিছে। এতিয়া মানুহৰ সোপাও লগ লগালে জলচৰ হৈ পৰিমগৈ। মুঠতে মৎস্য অৱতাৰ।

**পৱন :** এইবাৰ শ্লোকৰ অৰ্থ নুবুজিলো দেউ?

**দেউ :** বিয়া ঘৰত হোম পোৰোতে মতাখিনি বুজিছিলি? হেৰ' গোটেইসোপা বুজিবলৈ হ'লে মইও পিতৃ দেৱতাক ধ্যান কৰিব লাগিব। পৈত্ৰিক সম্পত্তিহে।

**পৱন :** পিছে পিতৃ দেৱতাই যদি আন কাৰোবাক ধ্যান কৰিব লগা হয়..

**দেউ :** হেৰ' বিশ্বাস। বিশ্বাসেই আদিমূল। এনেও আমি বছৰৰ আধাদিন পানীত আধাদিন মাটিত উভচৰ। এতিয়া যদি এনেকৈ জলচৰ হ'ব লগা হয়, ফিছা ফান গজি মুঠতে মৎস্য অৱতাৰ। ও হৰ দেখোন ঢেলপুঙা গৌৰী একা?

**পৱন :** আপুনিহে আশীৰ্বাদ দিছিল হৰ গৌৰী বসতি হওঁক...

**দেউ :** হেৰ' আশীৰ্বাদ দিলো বুলিয়েই বসতি হ'বনে? বিশ্বাস বুজিছ। অ' বোলো ন বোৱাৰী, বিশ্বাস নেহেৰুৱাবাহে। কৃষ্ণত ভকতি ৰাখা, পোৱাবগৈ ঘৰ— হেৰি পিছে নাও-চাও কিবা এখনৰ ব্যৱস্থা হ'ব নেকি? যেনে তেনে কালিলৈ মই এঘৰত উপস্থিত হ'বই লাগিব। পঞ্জিকাত দাগ মৰা আছে । অ' মোৰ পঞ্জিকাখন? হেৰা মোৰ মোনা পঞ্জিকা ইয়াতে আছিল নহয়। হেৰি মোৰ মোনাটো দেখিছিল নেকি?

**ৰতি :** আছে চাগে কৰবাত। ভালকৈ চাব লাগিব ৰ'ব

**দেউ :** নহয় চাব লাগিব মানে - এঃ মোৰ বস্তু চুবই নেপায় নহয়। হোমৰ সকলো সামগ্ৰী তাতেই আছে। হেৰা তুমি দেখিছিলা নেকি?

**পৱন :** দেখা হেঁতেনতো আপোনাক ক'লোৱেইহেঁতেন।

**দেউ :** দেখিছা কাণ্ডখন, পঞ্জিকা মোনা নহ'লে মই কালিলৈ বাৰু কি কৰিম?

**ৰতি :** ৰ'বহে, আপোনাৰ পঞ্জিকা।

**দেউ :** হেৰা দুৰ্দশা লিখা আছেহে - এ চাওঁ - হেৰা উঠাচোন চাওঁ মোৰ পঞ্জিকাখন।

**দৰা :** ইণ্ডিকাখন? ইণ্ডিকাখন পাৰ কৰিব পাৰিব নেকি?

**দেউ :** ইণ্ডিকা নহয়হে পঞ্জিকা - চাওঁ থিয় হৈ দিয়াচোন।

**দৰা :** হেৰি সেইখন পঞ্জিকাহে -খুবা খুবুনিৰ পুথি নহয় নহয় পড়ি থাকিবলৈ .

**দেউ :** সৰ্বনাশ হ'ব হে বাপু। হেৰ, মোৰ কাৰণে যিকোনো প্ৰকাৰে নাও এখনৰ ব্যৱস্থা কৰাচোন। সেৰা এভাগ আছে হে কালিলৈ - তাতে একেবাৰে মৌজাদাৰৰ ঘৰত।

**পৱন :** মৌজাদাৰৰ ঘৰত দক্ষিণাটো ভাল হ'ব।

**দেউ :** দক্ষিণাটো, মানুহ ঘৰ যে কিমান বিপদত পৰিব।

**ৰতি :** হেৰি আমি ইয়াত বেগুপাৰ্টি লৈ নাচি থকা নাই নহয়।

**দৰা :** নহয়নো কি - মই আছো কি চিন্তাত, ৰাতিটো এক মিনিট টোপনি নাই।

**পৱন :** হয়তো গোটেই ৰাতিটো টোপনি নাইতো- কাণৰ কাষত আহি গান গাই আছে - মেহবুবা মেহবুবা। (Direction)

**ৰতি ঃ** কোনে ?

**পৱন ঃ** মহে বৰ্তা

**দেউ ঃ** অ'ই ল'ৰা- ধেমালি নকৰিবি, মই তোৰ লগৰ নহয়

**ৰতি ঃ** হেৰি আপোনাৰ বস্তু পাব। ৰাতিপুৱাতে হুলস্থুল কৰিব নালাগে ।

**দেউ ঃ** সেই দুপদ বস্তু নেপালেযে মই কলৈকো খোজ এটা দিব নোৱাৰোঁ।

**ৰতি ঃ** শিলৰ মূৰ্তিহে থাকক (Direction দৰা আহে)

**দৰা ঃ** ভালকে জেগা অকণো নাপালো নহয় (দেউ, ৰতি ওলাই যায়। দৰাই কইনাৰ ওচৰলৈ যায়। পৱনে সোধে)

**পৱন ঃ** ঐ কি চোপলৈ আছ? নেমাত কিয়?

**দৰা ঃ** ধেৎ, লাজ লাগে নহয় কি বুলি মাতিম?

**পৱন ঃ** অ' কিয় হোমৰ গুৰিত কি বুলি মাতিছিলি?

**দৰা ঃ** বাসন্তি হোমৰ গুৰিলৈ ওলাই আহা (Direction) এতিয়াও তেনেকৈ মাত (Direction)মাতিবলৈ যায়। (পেহীয়ে দেখে)

**পেহী ঃ** জুই লগা সুবিধা বিচাৰিয়েই থাক (প্ৰস্থান, দেউ আহে)

**দেউ ঃ** পালা ন? বাৰু হওক দিয়া । পোৱা হ'ল যে -

**দৰা ঃ** ক'ত পালোহে পেহীয়ে আহি পণ্ড কৰি দিলে

**দেউ ঃ** নহয় মাইকী মানুহে সেই বিলাক বস্তুত হাত দিবই নাপায় নহয়।

**দৰা ঃ** চাওক চোন, কথা এযাৰ পাতোতে কি মহাভাৰতখন অশুদ্ধ হয়? তাতে গালি পাৰিব লাগে নেকি?

**দেউ ঃ** নহয় নেলাগে? কিন্তু বস্তুটো পালা নে নাই?

**দৰা ঃ** কি বস্তু?

**দেউ ঃ** কিয় মোৰ পঞ্জিকাখন?

**দৰা ঃ** হেই মই আছো কি চিন্তত - হেৰি বিয়াৰ তাৰিখ আপুনিয়েই চাই দিয়া নাছিল জানো?

**দেউ ঃ** দিছিলো। দিনটোতো ভালেই মঠাউৰি বেয়া - কি কৰিবা

**দৰাঃ** বৰ ভাল দিন বুলি কোৱাৰ পাছতো, এফালে জোৰোন ওলাই গৈছে এফালে মঠাউৰি ভাগিছে। আজি এই দশা কিয়?

**দেউ ঃ** হেৰ' ঈশ্বৰৰ ইচ্ছা অ'।

**দৰাঃ** ঈশ্বৰৰ ইচ্ছা? আপুনি ইয়াত থাকিব লগাটোও ঈশ্বৰৰে ইচ্ছা।

**দেউ ঃ** নহয়হে মানুহ ঘৰ বিপদত পৰিব।

**দৰা ঃ** কলগছৰ ভূৰত উঠি গুছি যাওক (ভোৰ ভোৰাই গুচি যায়) (Direction)

**পৰেশ ঃ** ফাটলামি নহ'ব - ফাটলামি নহ'ব - আমি হ'লনাইট বেগু বজোৱা মানুহ। ফাটলামি কৰিলে টেমা গৰম হৈ যায়।

**দৰা ঃ** হেৰ' তোৰ আকৌ কি হেৰাল।

**পৰেশ ঃ** চাওকচোন দেদা, কেনেকৈ ফাটলামি কৰি থাকিব। মোৰ মাৰকাচ যোৰ লৈ গাড়ীৰ খিৰিকীৰে দলি মাৰি দিছে। আৰে মাৰ্কাছৰ মূল্য বুজি পাব? হ'লনাইট বিয়া মৰা মানুহ। চাবচোন দে দাদা সি মানে গাড়ীতে কলমটিয়াই আছিল। মই মাৰ্কাছযোৰ ঠিককৈ থ'বলৈ ধৰোতে এনেকৈ.... শব্দ হ'ল.. এনে একেবাৰে কেঁচা টোপনি ভাঙিল, মই মাৰ্কাছযোৰ.... ঐ বেছি নেদেখুৱাবি। হ'লনাইট টোপনি ক্ষতি কৰা মানুহ।

**পৱন ঃ** এ ৰচোন। তোৰ আচলতে টোপনি ধৰি আছে ন? সেইকাৰণেহে টে টেৱাই আছ।

**পৰেশ ঃ** এ দাদা আপুনি মানুহ ভাল নহয়। আমি যে হ'লনাইট Dance মাৰো, মাথা গৰম হৈ গৈছে। অ' দাদা চিগেট আছে নেকি? আপুনিটো দৰা ন? চিগেট খুৱাব নোৱাৰে।

**পৱন ঃ** এতিয়া বানপানীৰ মাজত কত চিগাৰেট খুৱাব।

**পৰেশ ঃ** আপুনি চিগাৰেট খায়, বিড়ি খায় (দৰাক) আপুনি? খায় যদি খাই দিয়ক, মাথা ঠাণ্ডা হৈ যাব। ইয়ালৈ যে খং উঠিছে সেইকাৰণেহে মই খাম। খং উঠিলে চবৰে আগতে খাওঁ। বিয়া বজাবলৈ গ'লে কিন্তু চাৰমিনাৰহে খাওঁ।

**পৱন ঃ** তই কি বজাব?

**পৰেশ ঃ** কিয় মাৰ্কাছ।

**পৱন ঃ** তই মাৰ্কাছহে বজাব। সিহঁতে দ্ৰাম বঢ়িয়া বজায়।

**পৰেশ ঃ** বজালেই নহ'বতো - মাৰ্কাছ নহ'লে আচল চেওতো নাহেতো। ইবোৰেযে মোৰ সংসাৰ পুহি আছে। তিনিটা পেট, তেনেকৈ নক'ব

**পৱন ঃ** ৰচোন, তোৰ ঘৈণীজনী?

**পৰেশ ঃ** মৰি গ'লতো। অ' দাদা দুখ লাগি যায় যে। ডাঙৰজনী ছোৱালীয়ে তৃতীয় শ্ৰেণীত পঢ়েতো। কিতাপ আনি দিছো চিএৱৰি চিএৱৰি পঢ়ে। তাই যে বঢ়িয়া বিয়ানাম বিহুগীত গায়। আমাৰ যে শম্ভুহঁত, ড্ৰামযে বজায়, বৰ মৰম কৰেতো —

**পৱন ঃ** কেনেকৈ গায় এটা গাই শুনা (Direction)

**পৰেশ ঃ** সৰুজনী ছোৱালীহে একদম কেঁচুৱাতে মাকজনী মৰি গ'ল। মোৰ মানে বিৰাট টেনচন। মইযে বিয়া বজাবলৈ গ'লে -তাই স্কুল যাব নোৱাৰেতো? কেঁচুৱাজনী কোনে ৰাখিব? কেতিয়াবা বুইছেনে হ'লনাইট কান্দি থাকো। সদায়টো বিয়াৰ ভাৰা নেপাওঁ - সেই কাৰণে হাজিৰাও কৰো। তেতিয়ানো কেঁচুৱাটো কোনে ৰখাব? — তাই আৰু পিঠিতে কেঁচুৱাটো বান্ধি কাম বন কৰি ফুৰোতেই

যায় - স্কুললৈ যাবলৈকে নাপায় (Direction)

**দেউ :** এইফালে আহিব নেপায়

**পৰেশ :** মাষ্টৰে মোক বকে। দুখ লাগি যায় - বকিবও (পেহীয়ে চাহ আনে)

**পেহী :** কি অ'। আকৌ কাক নচুৱাবলৈ আহিলি?

**পৰেশ :** অ' চাহ আনিলে — হ'ব দিয়ক মই নেখাওঁ বাৰু, লগৰবোৰো গাড়ীতে থাকিল - ইয়াত দি যাওঁক ।

**পেহী :** হেৰ' তোৰ মুখো নিবিষাইনে

**পৰেশ :** অ' আইতা -

**পেহী :** তই কি বুলিলি?

**পৰেশ :** নহয় আপুনি বাৰু বাইদেউ

**পেহী :** পেহী।

**পৰেশ :** অ' পেহী। আপুনি কিন্তু হ'লনাইট নাচিব পাৰিব দেই।

**পেহী :** কিয় তই হ'বলা নোৱাৰ?

**পৰেশ :** ই মই? হ'লনাইট ডেন্স কৰা মানুহ হয়। গমেই নেপায়

**দেউ :** হেৰা চাওঁ। (পেহীয়ে চাহ দিয়ে) এই অধৰ্মীটোক নামঘৰলৈ সোমাবলৈ দিয়া কিয়হে - নাপায় নহয়।

**পেহী :** মোতকৈ আগত আপুনিহে ইয়াত আছিল দেখোন।

**পৰেশ :** এক মিনিট - অ' দাদা নহয় আপুনি দেউ, মই এইফালে নেযাওঁ বাৰু নমস্কাৰ, - কৃষ্ণ। আচলতে আপোনালোকৰ ভগবান আৰু আমাৰ ভগবান একেই। কিন্তু এটা কথা কৈছো এতিয়া যদি বানপানী আহি সোপাকে উটুৱাই লৈ যায়, যমৰ ঘৰলৈ যাওঁতে আগতে মইহে বেগু পাৰ্টি লৈ আগঢ়াই নিব লাগিব।

**দেউ :** কৃষ্ণ প্ৰভু দায় দোষ নধৰিবা (প্ৰস্থান) ইয়াত যি হ'ল হ'ল ঘৰত লঘোন এসাজ দি লগুণ সাজ সলাই পেলাব লাগিব।

**পৰেশ :** মোৰো কিন্তু টেনচন লাগি আছে, অ দাদা - সোনকালে যাবলৈ নাও- নাও এখন নহ'বনে?

**দৰা :** ধেৎ পেক্ পেকাই থাক, যাবি কেনেকৈ - বিড়ি খাগে যা।

**পৰেশ :** মইতো চাৰমিনাৰ নাই বিড়ি খাইছো। মোৰ ছোৱালী কিজনীয়ে চাউল নহ'লে হাবা নাখাবতো। অ' দাদা বানপানী বোলে আমাৰ গাৱঁতো উঠিছে। মানে কি জানে আমাৰ পদূলি মুৰতে নৈ খনে ভাঁজ সলাইছে যে, সদায় মঠাউৰি-খহা দেখি থাকোতো।

**পৱন :** হ'ব দে, ওচৰ চুবুৰীয়া আছে নহয়।

**পৰেশ :** ও ওচৰ চুবুৰীয়াহে যি। নেথাকিলে কেৰাচিন অকণ দিবলৈও টান পায়। খালী শলিতা ডাল পোৰোতে পোৰোতে শলিতা শেষ হৈ যাব, তথাপি চাকিৰ পৰা পোহৰ নোলাব।

**পেহী :** তই মাউৰত যোৱায়েনো সিহঁত দুজনীক কাৰোবাৰ লগত থৈ আহিব নোৱাৰিলি- ইফালে ছোৱালী দুজনীও সৰু সৰু যদি। তাতে আকৌ মাকৰো মূৰ খালি। পাৰিলে নতুন কৈ এজনী বিয়াকে নেপাত কিয়?

**পৰেশ :** অ' পেহী টেনচন নিদিব দেই। তাইৰ মানে ডাঙৰ বেমাৰ আছিলতো, ডাঙৰ ডাক্তৰৰ তালে নিব লাগে। পইচা পাওঁ ক'ত? বিয়া বজাই হাজিৰা কৰি যি পাওঁ খাওঁতেই যায়।

**পেহী :** তথাপি ছোৱালী কেইজনীৰ কাৰণেতো তই চিন্তা কৰিব পাৰ।

**পৰেশ :** চিন্তা কৰিছোতো। এতিয়া সিহঁত কেইজনীক মই যিটো মৰমত ৰাখিছোঁ.. সিহঁতক যদি মাৰে, মোৰতো টেমা গৰম হৈ যাব। একেবাৰে চুম চুম কোবাই দিম। হ'লনাইট ভাবি থাকোতো, অ' দাদা, (দৰাক) নহয় টেনচন আপোনাৰো আছে। এতিয়া নতুনকৈ বিয়া কৰাই আপুনি কথা এষাৰকে পাতিব পৰা নাই।

**দৰা :** তই কিন্তু কিছু বঢ়িয়া নাচিছিলি দেই।

**পৰেশ :** তাতকৈয়ো বঢ়িয়া নাচিব পাৰো। টেনচন আছেতো

**পেহী :** হেৰ' তোৰ যদি টেনচনেই আছে, তই নাচ কিয়?

**পৰেশ :** অ' আপুনি মানে বুজাই নাই ন? গালো বালো খোলাকটিৰ তাল। মোৰ ছোৱালী কেইজনী?

**পেহী :** দুজনী?

**পৰেশ :** পেট

**পেহী :** দুটা

**পৰেশ :** মোৰ সতে তিনিটা পেট পূৰাবলৈ মাৰ্কাছ বজাই পোৱা টকাৰে কেইদিন? নাচিলে বকছিছ পাওঁতো। চাউল কিনিব লাগে, কেৰাচিন কিনিব লাগে ,আলু কিনিব লাগে- মানে কাঁহীৰ কাণত পিটিকা অকণ হ'লে সিহঁতে ভাল পায় দিয়কচোন। কেতিয়াবা কিন্তু মাছৰ মূৰো কিনি নিওঁ দেই। কম পইচা, খালে মূৰত ঘিউ হয়। এইবাৰ মই এটা মানে ডাঙৰ পিলেন কৰিছো - এইবাৰ বকছিছ পোৱা টকাৰে দুজনীক দুটা— নাই নহ'ব সিদিনা মাৰ্কেটো ইমান ভাল নহ'লতো এটাই আনিম।

**পেহী :** কি?

**পৰেশ :** ফলক (Frock), ডাঙৰজনীলৈ অলপ চুটিকৈ আনিম পাছত সৰুজনীয়েও পিন্ধিব পাৰিব অকণমান দীঘল হ'ব- দুয়োজনীয়ে পিন্ধিব। বুদ্ধি আছে। বেগু বজোৱা মানুহ।

**পৱন :** ঐ ময়ো তোক বকছিছ দিম, নাচ ।

**পৰেশ :** সঁচাকৈ দিবটো - কোনটো লাগিব - ফাইটা যায়, তোৰ শহুৰৰ ঘৰলৈ - কিমান দিব কওক, ১০ টকা দিলে

১০ টকাৰ নাচিম, ২০ টকা দিলে ২০টকাৰ নাচিম, আপুনি হাঁহি হাঁহি কান্দি পেলাব, মোৰ ডেন্স খতম নহ'ব। তোৰ শহুৰ ঘৰলৈ (D)

**ৰতি :** মানুহবোৰো— মানে মগজু আছে নে নাই, নে অবতৰত সৰা ফোঁপোলা নাৰিকল কিছুমান ডিঙিৰ ওপৰত লৈ ফুৰে জানো।

**পৱন :** কি হ'ল বৰ্তা? চেগুেল পোৱা নাই?

**ৰতি :** হেইত চেগুেল। হেৰ' বাটা হ'লে অন্ততঃ এপাটৰো মূল্য আছে। এনে ফিটা চিগা মগজু দেখা নাই অ'। এই হেন বানপানীৰ মাজত মানুহ থকাৰে কোনো ঠিক নাই, দলং এখন ভাগি ৰাস্তা নোহোৱাকৈ পৰি আছো - হেৰ' সিহঁতে সহায় কৰক চাৰি নামঘৰত ৰাতি কটোৱাৰ ভাড়াহে বিচাৰে।

**পৰেশ :** এনেকুৱা মানুহক হ'ল নাইট

**পৱন :** ধেৎ

**ৰতি :** সিহঁতে আকৌ কয় এনেকৈ থাকিলে নামঘৰৰ নিৰ্মাণৰ কাৰণে কিবা এটা লোৱাটো হেনো সিহঁতৰ নিয়ম। আন কথা বাদ দে বানপানীত উটি অহা গছ, খৰি আনকি কিবা বাকছ এটা ওলাইছে সেইবোৰক লৈও কচা আজোৰা।

**দৰা :** ছেঃ ভঁড়ালটো যেনে তেনে বাচিলেই হ'ল।

**ৰতি :** ঘৈণীয়েকক ভঁড়ালত শুৱাব নে মালাডালৰ নিচিনাকৈ ডিঙিত পিন্ধিব সোধচোন?

**পৰেশ :** বঢ়িয়া জমিব- আপোনালোকৰ টিঙৰ ঘৰ, টিঙৰ ওপৰত ফুল কেইপাহঁমান সিঁচি লৈ হ'ল নাইট

**পৱন :** ধেৎ (Direction)।

**পৰেশ :** অ' অ' বৰ্তা, ভুল হৈ গ'ল। কাণত ধৰিছো। অ' দাদা ৰ'বচোন। পানী হৈছে যদি আমাৰতো চালো ফুটা-ছোৱালী কেইজনী

**পৱন :** এ চিন্তা নকৰিবি ৰচোন - আন মানুহ আছে নহয়।

**পৰেশ :** বাবা বিশ্বকৰ্মাই ৰাখিলেই হ'ল আৰু। এইবাৰ মানে মই বেলেগ এটা পিলেন কৰিছো। এইবাৰ বিয়া বজালে এনেকুৱা নাচিমতে এনেকুৱা নাচিমতো বকছিছ মালা মাল কৰি দিম। তাৰ পাছত ফুটা ছালি আঁতৰাই চকা চক টিং লগাই পেলাম।

**দেউ :** হেৰা আহিছে (নেপথ্যত) বুইছা আহিছে। ডাঙৰ নাও আহিছে (Direction) নিমন্ত্ৰণটো ৰক্ষা কৰিব পাৰিম অন্ততঃ। কৃষ্ণ। হেৰা নিমন্ত্ৰণটো ৰক্ষা কৰিব পাৰিম (দৰাক) মোনাটো পালেই হয়।

**দৰা :** বাদ দিয়ক আপোনাৰ মোনা। অ' বাসন্তী বা (Direction)

**পেহী :** আহিল বোলে নাও

**দৰা :** অ' আহিল

**পেহী :** ও যা যা কথা পাতি ল।

**দৰা :** বাসন্তী চিন্তা কৰিব নালাগে নাও আহিছে যেতিয়া এতিয়া .. ।

**পৱন :** ঐ পেহী এতিয়া আমাৰ পাল।

**পেহী :** হওক দে অৱশেষত যাবলৈ পৰা হ'ল।

**পৱন :** দৰা কইনা জোৰা লাগিল - আমালৈকো চাবি (দেউ সোমায়)

**পৰেশ :** আপুনি বাৰু কি বিচাৰিছে — আপুনি বাৰু সেই ৰঙা নিচিনা বেগটো বিছাৰিছে নেকি?

**দেউ :** ধেৎ।

**পৰেশ :** মই মানে দেখিছো

**দেউ :** ক'ত দেখিছ?

**পৰেশ :** গাড়ীত। আমাৰ বেণ্ড পাৰ্টিৰ বস্তুবোৰৰ কাষতে আছে নহয়।

**দেউ :** হেৰ' চুইছিলি নেকি?

**পৰেশ :** মই মানে আমাৰ বস্তু বুলি এনেকৈ উলিয়াই আনিছো— বাৰি এডালৰ মূৰত যে কোৰোকাৰৰ নিচিনা বস্তু এটা থাকে।

**দেউ :** ধেৎ সৰ্বনাশ কৰি দিলি (প্ৰস্থান Direction)

**পৰেশ :** ঐ কি কৰিছ। বস্তুবোৰ সামৰিব লাগে। কি কৰিছ (Direction) ইঃ ধুমখুলি বাই থাকিব নালাগে। বাকীবোৰ ৰেডী কৰ। ঐ অলগন্ধ, বেহুৰ সন্মুখত জয়দ্ৰথ ৰোবাদি কি চাই আছ? ফাটুৰকে মাৰিম। এইবোৰ যে সামৰিব লাগে (D) ঐ এইফালে আহ। এইখন ধৰ-মাইকী মানুহে মানে কেনেকৈ কাপোৰ সলাব লাগে নাজানে।

**পেহী :** ঐ কৰ্কাইদেউ এইটো ধৰচোন। তই নাৰলৈ লৈ যা। মই কইনা আৰু বাকীবোৰ লৈ গৈ আছো।

**ৰতি :** অ' আহ আহ। ইঃ ধুমখুলি বাই থাক। নাও অহাই নাই এথোন। ঐ এনেকৈ থাক (D)

**পৰেশ :** এ আহি গ'ল আহি গ'ল, নাও পাই গ'লহি। অ' বৰ্তা এতিয়া বেয়া পালেও কিন্তু এটা কথা কওঁ — আমাৰতো এতিয়া টেনচন খটম, গতিকে লাষ্ট চেও এটাকে মাৰি দিওঁ আৰু। ঐ শম্ভু - ও শম্ভুহঁতে আমাৰ বস্তুবোৰ নাৱলৈ আনিছেই - ঐ শম্ভু ফিনিছিং চেও এটা মাৰি দে (Direction, নাচে, বেণ্ড পাৰ্টিৰ মিউজিক, বাহিৰত হুলস্থূল, ৰতি বাহিৰলৈ যায়। পৱন আহে, নাচে।)

**পৰেশ :** দাদা বকছিছ লাগিব কিন্তু।

**পৱন :** ১০ টকাৰ নাচ (Direction)
২০ টকাৰ নাচ (Direction)

৫০ টকাৰ নাচ (Direction)

১০০ টকাৰ নাচ (Direction, দেউ ছাতিটোৰে মুখখন ঢাকি সোমায় আহে)

**দেউ** ঃ সৰ্বনাশ হ'ল সৰ্বনাশ হ'ল - নাম ঘৰত থকা বৰ যাত্ৰী সকল, সেইফালে নাচাব। সকলোৱে যেনে তেনে ছাটিটোৰে মুখ ঢাকি নাৱত বহিব পাৰিলে চকু মুদি দিব। যেনে তেনে ঘৰ পালেই হ'ল .. কালিলৈ.....

**পৱন** ঃ দেউ হ'ল কিহে?

**পৰেশ** ঃ মুদটোৱে নষ্ট কৰি দিলে বকছিছ ক'ৰ পৰা পাম?

**দেউ** ঃ নাচা খুব নাচা। সিফালে এটা মৰাশ ওলাইছে। বানে ঘৰ ভাঙিছে ইফালে ঘৰ পতাৰ ৰং লাগিছে (বাহিৰলৈ) হেৰি আপুনি লাচটো নেচাব। ঘৰলৈ একেখন নাৱতে যাব লাগিব। হেৰা তোমালোকে যেনে তেনে মুখ ঢাকি নজৰ বচাই সাউতকৈ নাৱত বহাগৈ।

**পৱন** ঃ হেৰি আপুনি কেনে ধৰণৰ মানুহহে। এনে এটা বিপদত

**দেউ** ঃ সেইবুলি মৰাশ এটা নামঘৰৰ চৌহদত সোমোৱাব, নাম ঘৰৰ মানুহে লাচ দেখিব। হেৰা ধৰ্ম্ম কৰ্ম্ম বুলি বস্তু এটা আছে বুইছা।

**পৱন** ঃ ৰ'ব মই চাই আহো। (Direction)

**দেউ** ঃ হেৰা চাই আহিলে একেলগে নাৱত যাব নোৱাৰিবা। গা ধুই আহিব লাগিব (Direction)

**পৰেশ** ঃ অ' পেহী ৰ'ব আপোনালোকে চিন্তা নকৰিব। মই চাই আহিছো- অ' পৱনদা যাওঁক, মানুহৰ মাজেদিয়ে সোমাই যাওঁক। সেইয়া আপোনালোকৰ বুঢ়াটোৱে নিদিয়ে নহয় যাবলৈ। অ' দাদা কি হৈছে কওঁকচোন (নেপথ্যত, লাচ-লাচ) হয় হয় লাচ ওলোৱাটো হয়।

**পেহী** ঃ হেৰ' ক'ৰ সোধচোন - অ' বোপাই তই চিন্তা নকৰিবি।

**পৰেশ** ঃ অ' দাদা ক'ৰ লাচ (নেপথ্যত, সৰু ছোৱালী দুজনীৰ) অ' পেহী সৰু ছোৱালী দুজনীৰ। ছেঃ ক'ৰ বা ছোৱালী.... (Change) মই সৰু বুলি ক'লো ন? আমাৰ মানে পদুলিমূৰতে নৈ খনে ভাঁজ সলাইছে যে, টেনিচন এটা লাগি আছে। ৰ'ব পৱনদাক সোধো.... (পৱনৰ সতে মুখা মুখি - Direction) লাচ ... সৰু সৰু

**পৱন** ঃ মানুহে কৈছে - মানে বৰ্তাই মোক যাবলৈ নিদিলে।

**পৰেশ** ঃ কি কৈছে?

**পৱন** ঃ মানুহে কৈছে— লাচটো বোলে চিনি পাইছে। বৰদেউতাইতেও চিনি পাইছে।

**পৰেশ** ঃ আমাৰ শম্ভুহঁত? শম্ভুহঁতে কি কৈছে? এজনী ছোৱালী বাৰু ইমানজনী মান আৰু এজনী কেঁচুৱা নেকি? (Direction) অ' দাদা এজনীয়ে বাৰু কেঁচুৱাজনীক এনেকৈ কাপোৰেৰে গাঁঠি মাৰি থৈছে নেকি পিঠিত? অ' দাদা, ডাঙৰজনীয়ে এনেকুৱা ৰঙা ৰঙা ফুটফুটীয়া চোলা এটা পিন্ধি আছে নেকি? অ' দাদা, মোৰ মানে টেনিচনটো বাঢ়ি বাঢ়ি গৈ আছে। কওঁকচোন আপুনি নকয় কিয়?

**পৱন** ঃ ৰহ। নৈ পাৰত ঘৰ কেৱল তোৰহে আছে নেকি? বানপানীত মঠাউৰি কেৱল তোৰ ল'ৰা ছোৱালী কেইটাৰ বাবেহে ভাগিব পাৰে নেকি?

**দৰা** ঃ কিন্তু লাচ কেইটা?

**পৱন** ঃ মানুহৰ। বৰদেউতাই ঠিকেই কৈছিল, এই মঠাউৰিটোৱেই আমাৰ জীৱন। জোৰা টাপলি দি ভেটিছোহে ভেটিছো তথাপি বানে ভাঙে। (Direction) ব'ল নাৱলৈ ব'ল (Direction)।

**পৰেশ** ঃ নাই নাযাওঁ। মই নাযাওঁ। সৌৱা শম্ভুহঁতে কি কৰিছে? কি আনিছে? মই নাযাওঁ.... নাই.... অ' দাদা নামঘৰটো দেখোন কঁপিছে.... মাটিবোৰ খহি যাব নেকি? আমি তললৈ গৈ আছো নেকি? শম্ভু .... নাই... নাই... (Direction Cut)

<u>সমাপ্ত</u>

# দ্ৰোণাচাৰ্য

**নাট্যকাৰ # শ্ৰীবাতুল ভূঞা**

**চৰিত্ৰসমূহ ঃ**

১। হৰে　　২। ৰূপম
৩। দেবব্ৰত　　৪। কংকনা

"মঞ্চ পোহৰ হোৱাৰ লগে লগে দেখা যাব" নবৰঙ্গ থিয়েটাৰৰ আখৰা গৃহ। Set ৰ পিছফালে হৰেকৃষ্ণই ব্যস্ততাৰে পাৰ হৈ যায়। সন্মুখত ৰূপমক দেখা যাব। ৰূপমে নাটখনৰ পাত লুটিয়াই চাই থাকে। "Music Effect"

**হৰে** ঃ হয় মই "নবৰঙ্গ থিয়েটাৰৰ মালিকে কৈছো। কি ক'লে? পেপেশুল সম্পৰ্কে আপোনালোকে চেক্ৰেটাৰী বিৰেণ বৈশ্যৰ লগত কথা পাতি লওঁক। এটা কথা কিন্তু মনত ৰাখিব মোৰ বাজেট বেছি। ৬০% দিব লাগিব। হয়। থৈছো। মোবাইল চুইচ Off কৰি শুছি যায়। সন্মুখৰ মঞ্চত ৰূপমে Light Joon ত সংলাপ প্ৰক্ষেপ কৰে।)

**ৰূপম** ঃ দদাই নদীখনৰ গডাটোত যে তেনেকৈ বহি আছ চাবি আকৌ লুটুককৈ খহি পৰিব। আৰু তই তেনেকৈ নদীখনক চাই মনমাৰি বহি থাকিলে খুডীহঁত ঘুৰি নাহে নহয়। নিয়াবোৰক ঈশ্বৰে নিলেই বাকী বাচি থকাবোৰ কেনেদৰে ভালৰে থাকো সেইটোহে চিন্তা কৰ।

খাতৰবডীখনো যোৱা কালি খহালে। গোটেই মানুহবোৰ গৰুৰে মহে লৰাই ছোৱালীযে বিৰেন মণ্ডলৰ ওখ ঢাপটোতে আশ্ৰয় লৈছেহি। বিলায় বিপত্তি নোহোৱা হৈছে অ মানুহবোৰৰ।

(Change)

অই গৰু নগলিনে। চালি বজ্জাতি। এই বগী গৰুজনীয়ে সদায় আহি আমাৰ মৰাপাট ডৰাহে পায়হি। দেখিছনে মহতিয়াব এতিয়া ৰাতিখন। ঘূৰ বুলিছো নহয় ঘুৰ গৰুযে সঁচাই গৰুৰেই আৰু দেই। ভাল গৰু ভাল গৰু (গৰু খেদে) যিটো দেখিছো ইয়াত ৰখিয়া এটা লাগিবই।

দদাই, ক'ত গলি অ' দদাই, অ দদাইক নিলে অ' দদাইক নিলে। কোন আছ আহ অ' দদাইক নিলে, দদাই উটি গ'ল অ' Light Flood (দেবব্ৰত সোমাই আহে)

**দেবব্ৰত** ঃ নাটখনৰ কাহিনী অতি বাস্তব। ৰূপম

**ৰূপম** ঃ ছাৰ

**দেবব্ৰত** ঃ তোমাৰ চৰিত্ৰটো অনুভৱ কৰিছানে?

**ৰূপম** ঃ চেষ্টা কৰিছো ছাৰ।

**দেবব্ৰত** ঃ তোমাৰ চৰিত্ৰটোৰ প্ৰতিটো দিশ এখন বানে ধোৱা গাৱঁৰ এজন কৰ্মঠ অৰ্ধশিক্ষিত নিবনুৱা যুৱকৰ মনৰ কথা। গতিকে -নাটখনৰ গতিৰ লগে লগে তোমাৰ চৰিত্ৰটোৰ উত্থান আৰু পতন দিশটো তোমাৰ বাবে অনুধাৱন কৰাতো হ'ব নাটখনৰ সফলতাৰ এক উল্লেখনীয় দিশ।

**ৰূপম** ঃ হয় ছাৰ।

**দেবব্ৰত** ঃ ৰ'বা যোগ সাধনাৰ ওপৰত মই তোমাক কোৱা কথাবোৰ তোমাৰ নিশ্চয় মনত আছে।

**ৰূপম** ঃ আছে ছাৰ।

**দেবব্ৰত** ঃ তুমি নিশ্চয় সাধনা আৰম্ভ কৰিছা।

**ৰূপম** ঃ কৰিছো ছাৰ।

**দেবব্ৰত** ঃ ইয়াৰ ফল তুমি কেইদিন মানৰ পিচত পাবা। অভিনয় শিল্পীৰ প্ৰধান সম্পদ যিহেতু শৰীৰ গতিকে শৰীৰটো সুস্থ সবল আৰু সৌন্দৰ্যশীল কৰি গঢি তুলিবলৈ যুগ সাধনাৰ নিয়মিত অনুশীলন অতীৱ প্ৰযোজন।

**ৰূপম** ঃ ছাৰ কথা এটা সোধো।

**দেবব্ৰত ঃ** সোধা...।

**ৰূপম ঃ** আপুনি নাটকত শেৱালী নামৰ মহীয়সী ছোৱালীজনীৰ যিটো চৰিত্ৰ উপস্থাপন কৰিব বিচাৰিছে, যেন বাস্তৱৰ পৰা আঁতৰি গৈছে। মানে ছাৰ শেৱালীয়ে ইমান কষ্টৰ মাজত ডাওৰ হৈ ডাক্তৰৰ দৰে লোভনীয় ডিগ্ৰী এটা লৈও পুনৰ গাৱঁলৈ ঘুৰি আহিবনে। এনে চৰিত্ৰ বাস্তৱত বৰ্তমান সমাজত খুবেই বিৰল ছাৰ।

**দেবব্ৰত ঃ** এৰা তুমি ঠিকেই কৈছা। শৰতৰ পুৱা কণ কণ শিশুবোৰ হাতত কৰণি লৈ শেৱালী বুটলা সেই দৃষ্টি নন্দন দৃশ্য আজিৰ যান্ত্ৰিক সমাজত যেনেদৰে বিৰল ঠিক তেনেদৰে ডাক্তৰী ডিগ্ৰীটো লোৱাৰ পিছত গাৱঁলৈ আহি গাৱঁৰ ৰাইজক শুশ্ৰুষা কৰি কৰ্মঠ কৰি ৰাখি দেশৰ প্ৰগতিৰ কথা চিন্তা কৰা ডাক্তৰো বিৰল।

**ৰূপম ঃ** হয় ছাৰ।

**দেবব্ৰত ঃ** তুমিয়েই কোৱাচোন শিক্ষা কি?

**ৰূপম ঃ** জ্ঞান।

**দেবব্ৰত ঃ** জ্ঞান অৰ্থাৎ প্ৰজ্ঞা।

**ৰূপম ঃ** এতিয়া কোৱাচোন প্ৰজ্ঞাৰ অৰ্থ কি?

**দেবব্ৰত ঃ** ভগৱান।

**দেবব্ৰত ঃ** ভগৱানৰ অহঙ্কাৰ থাকিব পাৰে জানো। যি শিক্ষিত হৈ অহা ভাব প্ৰকাশ কৰে তেওঁ প্ৰকৃতাৰ্থতেই শিক্ষিত নহয় মনত ৰাখিবা। ডাক্তৰী ডিগ্ৰীটো কোনো গ্লেমাৰ নহয়। ই মানৱ শৰীৰ সম্পৰ্কে জনা এটা পাঠ্যক্ৰম হে। গতিকেই মানৱতাৰ লগত জড়িত এনে জ্ঞান প্ৰাপ্তিৰ পিছত তেওঁৰ মানৱ প্ৰেম উথলিহে উঠিব লাগেচোন।

**ৰূপম ঃ** হয় কিন্তু ....

**দেবব্ৰত ঃ** হাজাৰ জনে নিজৰ ব্যক্তি স্বাৰ্থ সিদ্ধিৰ বাবে সমাজৰ ক্ষতিকাৰক বিষয় এটাক ভাল কাম বুলি পতিয়ন নিয়াব বিচাৰিলেও সত্য কিন্তু নিজৰ স্থিতিতেই অচল অটল হৈ থাকে।

মোৰ নাটকত শেৱালী নামৰ মহীয়সী চিকিৎসক গৰাকী যদিও বাস্তৱ সমাজত বিৰল, তথাপিও এপাচি শাকত এটা জালুক হৈয়ো নিজৰ গুণাগুণ অটুত ৰখাৰ বাবেই তোমাৰ আৰু মোৰ দৰে নগণ্য জীৱবোৰ কলচোপ কলচোপকৈ জীয়াই আছো। হয়নে বাৰু..............

**ৰূপম ঃ** হয় ছাৰ। থিয়েটাৰত থকা আজি মোৰ প্ৰায় ৫ বছৰেই হ'ল। যি উদ্যমেৰে মই অভিনয় কৰাৰ হেঁপাহেৰে থিয়েটাৰলৈ আহিছিলো সেই উদ্যম যেন লাহে লাহে হেৰাই যাব ধৰিছে ছাৰ। সৰুৰে পৰাই নাটক আৰু অভিনয়ক ভালপোৱাৰ বাবেই নেকি থিয়েটাৰৰ আকৰ্ষণ মোৰ সৰুতেই জন্মিছিল।

বৰ আশাৰে ভৰি দিছিলো মোৰ সপোন বোৰ সফল কৰিবলৈ। কিন্তু ক'তা যোগ্যতাৰ প্ৰতিযোগিতাৰ সলনি চোন ইয়াত গ্লেমাৰৰ প্ৰতিযোগিতাহে চলিব লৈছে। অভিনয় হৃদয়ৰ পৰা কৰিবলৈ কৰা যত্নবোৰৰ যেন ক্ৰমে মূল্যহীন হৈ পৰিছে।

বাদ দিবলৈ মন যায় ছাৰ। সঁচাকৈয়ে। প্ৰতিবাদ কৰিবলৈ মন যায়। কিন্তু নোৱাৰো।

দেউতাৰ মৃত্যুৰ পিছত অচল হৈ পৰা মোৰ ঘৰখনত মায়ে ভনী দুজনী আৰু ভাইটোক লৈ মোৰ থিয়েটাৰৰ দৰমহা কেইটালৈকে যে আকুল হৈ বাট চাই থাকে।

**দেবব্ৰত ঃ** হতাশ নহবা ৰূপম। নিজৰ কৰ্ম সততাৰে কৰি যোৱা। মনত ৰাখিবা আবেগ আৰু আঘাত ইয়াৰ পৰায়ে জেদৰ সৃষ্টি হয়। এই জেদক তুমি নিৰ্ব্বাপিত হ'ব নিদিবা। শূণ্যৰ পৰা আৰম্ভ হয় সাংখ্যাৰ সংখ্যাই সৃষ্টি কৰে অঙ্কৰ। নোপোৱাক পোৱা নজনাক জনাৰ হেঁপাহেৰে তুমি আৰম্ভ কৰা তোমাৰ ........ প্ৰতিষ্ঠা লাভৰ অঙ্ক। মনত ৰাখিবা একো নজনাৰ পৰা আৰম্ভ কৰিছা তুমি এই জটিল অঙ্ক।

মনটো ভাঙ্গি নেপেলাবা। তেনেহ'লে ৰিহাৰ্চেল আৰম্ভ কৰো। বাকীবোৰক মাতা।

**ৰূপম ঃ** ছাৰ নায়িকা আহি নোপোৱাৰ বাবেহে ৰৈ থকা গৈছে।

**দেবব্ৰত ঃ** এই আহি নোপোৱা বিষয়তো নাট্যৰ্চ্চাৰ এক ক্ষতিকাৰক দিশ। চাওঁ এই হৰেকৃষ্ণক মাতাচোন (ৰূপম ওলাই যায়)

**(হৰে সোমায় আৰু ক'নত কথা পাতি)**

**হৰে ঃ** ৰাসৰ আগৰ পেণ্ডেলটো অলপ চাই চিতি বুক কৰিবা। আৰু এটা কথা Advance অৰ টকাবোৰ সোনকালে পঠিয়াই দিয়াৰ ব্যৱস্থা কৰিবা। পাৰিলে তুমিয়েই লৈ গুচি আহ। ভাল খবৰ ছাৰ। পেণ্ডেল প্ৰায় বুক। সকলোৰে কংকনা দত্তক বিচাৰে। কংকনাৰ গ্লেমাৰ কিন্তু মানিছো।

**দেবব্ৰত ঃ** তোমাৰ কথামতেই মোৰ নাটখনৰ মূল নায়িকাৰ চৰিত্ৰটো মই কংকনাক দিছো। কিন্তু বৰ্তমানলৈ তেওঁৰ উপস্থিতিৰ তাৰতম্যৰ বাবেই নাটখনৰ বিষয় বস্তু আৰু নাটখনত তেওঁ কৰিব লগা চৰিত্ৰটোৰ বিষয়ে তেওঁক বুজাই দিব পৰা নাই।

এনেদৰে ৰিহাৰ্চেলত সময়ত উপস্থিত নোহোৱাতো মঞ্চশিল্পীৰ লক্ষণ নহয়। তেওঁ ইয়াত থাকি লোৱা নাই কিয়?

**হৰে ঃ** মানে ছাৰ তেওঁ বিচৰা ধৰণেৰে আমি সুবিধাবোৰ দিব পৰা নাইতো গতিকেই কিছু Compromise কৰিব

লগাত পৰিছো।

**দেবব্ৰত :** ইয়ে যে অন্য অভিনয় শিল্পীক বিপাগুত পেলাইছে। অনুশীলন যিমানেই হ'ব চৰ্চা সিমানেই হ'ব। অনুভবৰ প্ৰাবল্যতাক নিজৰ ইচ্ছাধীন কৰিব পৰাটো অনুশীলনৰ দান।

**হৰে :** ছাৰ চলি যাব দিয়ক চিনেমাৰ হিৰইন বুলিয়েই ৰাইজে মাফ কৰি দিব।

**দেবব্ৰত :** এৰা ধৰা মনোভাবৰ উত্তৰ এটা মই তোমাৰ পৰা পাম বুলি আশা কৰা নাছিলো হৰেকৃষ্ণ। তেওঁৰ সবল অনুবিক্ষণিক অভিনয়েহে মোৰ নাটখনলৈ গতিশীলতা আনিব। মই দৰ্শকক দেখুৱাব বিচৰা সমাজৰ আচল ৰূপটো প্ৰতিফলিত হ'ব। যিহেতু নাটককেই লৈ তুমি ব্যৱসায় কৰিছা গতিকে নাট উপস্থাপনৰ ক্ষেত্ৰত দেখা এনে কেৰুণবোৰ তুমি গুৰুত্ব দিয়াটো উচিৎ বুলি ভাবো।

**হৰে :** ছাৰ আপোনাৰ নাটক খুবেই প্ৰগতিশীল। সেইটো মই কিয় সকলোৱে স্বীকাৰ কৰে। কিন্তু ছাৰ সৰহ দৰ্শকেই আজি কালি টেকনিক বিচাৰে। উৰাজাহাজখন মঞ্চত দেখাটো দৰ্শকৰ মাজত হোৱা চৰ্চাই নাটকৰ মূল বক্তব্য অভিনয়ৰ ভাল বেয়াকো চেৰ পেলায়।

**দেবব্ৰত :** কিন্তু নাট্য চৰ্চাৰ মূল উদ্দেশ্য যে বিকৃত হৈছে। দৰ্শক বিভ্ৰান্ত হৈছে। এটা পবিত্ৰ অনুষ্ঠানৰ প্ৰকৃত উদ্দেশ্য যেন ক্ৰমান্বয়ে হেৰাই গৈছে।

মানি লৈছো তোমাৰ দেউতাৰাৰ দ্বাৰা সৰুকৈ গঠিত এই 'নৱৰঙ্গ থিয়েটাৰ" তোমাৰ প্ৰযোজনাত বহুত ডাঙৰ হ'ল। মাথো ৫০ জন মানুহক লৈ গঠিত এই থিয়েটাৰ আজি ১২০ জন মানুহৰ সংস্থাপনৰ স্থল হ'ল। ই গৌৰৱৰ কথা।

কিন্তু সেইবুলি তোমাৰ দেউতাৰাৰ থিয়েটাৰখন খোলাৰ প্ৰকৃত উদ্দেশ্যক তুমি আওকান কৰিবা জানো? নে সেই উদ্দেশ্যক তোমাৰ এই ডাঙৰ থিয়েটাৰখনে আৰু বিস্তৃতকৈ সফল কৰি তুলিবা। ব্ৰজ শৰ্মা, ফণী শৰ্মাৰ দৰে মহান শিল্পীক সোঁৱৰি কৰা তোমাৰ দেউতাৰৰ তেতিয়াৰ প্ৰচেষ্টাবোৰক আজিৰ প্ৰচেষ্টা বোৰে যদি আওঁকান কৰি যায় ইয়ে নাটক সৃষ্টিৰ মূল উদ্দেশ্যক বিপন্ন নকৰিবনে?

"গাড়ী আহি ৰোৱাৰ শব্দ হয়"

**হৰে :** ছাৰ কংকনা আহি পালেহি (ওলাই যায়)

"ৰূপম সোমাই আহে"

**ৰূপম :** ছাৰ নায়িকা আহি পালেহি। বাকীবোৰকো মাতি দিও নেকি?

**দেবব্ৰত :** নেলাগে ৰ'বা। আগতে তেওঁক নাটখনত তেওঁৰ কৰিব লগা চৰিত্ৰটোৰ বিষয়ে বুজাই দিও।

**ৰূপম :** হ'ব ছাৰ। (যাব ধৰোতেই কংকনাৰ প্ৰবেশ)

**কংকনা :** হাই ৰূপম।

**ৰূপম :** হাই। দেৰি কৰিলিয়ে? আমি বোলো ট্ৰেফিকত ফঁচিল নেকি?

**কংকনা :** ট্ৰেফিকত ফচা নাই তোমালোকৰ থিয়েটাৰত আহিহে ফঁচিলো। ৰূপম Please please চকীখন দিয়ানা। (বহি)

"হৰেদাটোৱে যে ইমান Backward placeঅত camp টো পাতিছে। ৰাস্তাটো ইমান বেয়া কঁকাল ভাঙি যাওঁ ভাঙি যাওঁ কৰিছে পায়। (হঠাৎ কিবা মনত পৰাৰ দৰে বাহিৰলৈ চাই এই ল'ৰা চাওঁ চাওঁ পানীৰ বটলটো এইফালে দে। (দৌৰি যোৱাৰ দৰে গৈ বটলটো আনি পানী খায়)

উস্ ৰক্ষা। অষ্ঠ কণ্ঠ শুকাই যোৱাৰ দৰে হৈছে। এতিয়াহে ভাল লাগিছে।

মই থিয়েটাৰলৈ আহিছোযে চিনাকি সাংবাদিক কেইজনে লগ পাব বিচাৰিলে। প্ৰেচ মিট এটাকেই দি দিলো। কিমান যে প্ৰশ্ন নহয়। থিয়েটাৰলৈ আহি মোৰ কেনেকুৱা লাগিছে। ইয়াৰ পৰিবেশ মোৰ কেনেকুৱা লাগিছে। Extra Etc.মুঠতে আমনি লাগি গৈছিল।

**ৰূপম :** আপুনি কি ক'লে?

**কংকনা :** মুখত যি আহে তকে কলো বাপ্পেকে। চিনাকি নহয় ভালদৰেকে লেখিব। (মনত পৰাৰ দৰে) অ' ৰিহাৰ্চেল ৰিহাৰ্চেল কি হ'ল?

**ৰূপম :** আপুনি নাই যে।

**কংকনা :** মোৰ কাৰণে কিয় ৰৈ থাকিব লাগে। মই মিলাই লমতো.......

**(ৰূপম ওলাই যায়)**

**দেবব্ৰত :** সাধাৰণতে মই সকলো অভিনয় শিল্পীৰ উপস্থিতিত নাটখন দুবাৰ Reading দিয়াও যাতে Blocking ৰ আগতেই সকলোৱে নিজৰ Character বোৰ বুজি লয়।

**কাংকনা :** মোক স্ক্ৰীপটো দিলেই হ'ল। মই বুজি লম বাৰু। আৰু মোৰ অলপ চৰপ পলম হ'লে Poxi মাৰি Rehush কৰি থাকিব মই মিলাই লম।

**দেবব্ৰত :** আপোনাৰ চৰিত্ৰটো খুবেই জটিল। গোটেই নাটখনৰ মূল বক্তব্য আপোনাৰ জৰিয়তে ৰাইজে বুজি উঠিব।

**কংকনা :** এতিয়ালৈকে মই অভিনয় কৰা চিনেমা কেইখনৰ নায়িকা ময়েই আছিলো।

দেৱব্ৰত ঃ অভিনয়ত অনুশীলনৰ প্ৰাসঙ্গিকতা আপুনি নিশ্চয় উপলব্ধি কৰে।

কংকনা ঃ অনুশীলন নকৰো বুলিটো মই কোৱা নাই। মাথো দেৰি হ'লে যেনেগৰ জৰীয়তে যাতে কলটো Poxi মাৰে সেইটোহে কৈছো।

দেৱব্ৰত ঃ মাথো দেৰি কিয় কৰিব?

কংকনা ঃ বিভিন্ন কাৰণ থাকিব পাৰে। যেনে আজি ৰাতিপুৱা মই থিয়েটাৰলৈ অহা বুলি জানি মোৰ শুভাকাংক্ষী Reporter কেইজনমানে মোক লগ পাব বিচাৰিলে। মই Press Meet এটা দি দিলো। কাৰণ

দেৱব্ৰত ঃ আপুনি ইয়াত থাকি নলয় কিয়?

কংকনা ঃ ইয়াত মই কিয় থকা নাই তাৰ উত্তৰ প্ৰযোজকে দিব।

দেৱব্ৰত ঃ আপুনি প্ৰযোজকৰ কথা ইয়াত নুলিয়াব এই নাটক খন মোৰ, পৰিচালনা মোৰ।

কংকনা ঃ সেইটো মোৰ বাবে গুৰুত্ব পূৰ্ণ নহয়।

দেৱব্ৰত ঃ তেনেহ'লে কোনটো গুৰুত্ব —

কংকনা ঃ প্ৰযোজকে মোক থিয়েটাৰত অভিনয় কৰাৰ বাবে চুক্তি কৰোতে মই কিছুমান চৰ্ত্ত দিছিলো। সেই চৰ্ত্তসমূহ তেওঁ মানি লম বুলি কথা দিয়াত হে মই থিয়েটাৰত অভিনয় কৰিম বুলি কথা দিছিলো। গতিকে মই ইয়াত কিয় থকা নাই তাৰ উত্তৰ যদি দিব লাগে প্ৰযোজকে দিব মই নহয়।

দেৱব্ৰত ঃ তাৰমানে প্ৰযোজকৰ লগত কৰা এটা চৰ্ত্তও নাকচ কৰাৰ মানসিকতা আপোনাৰ নাই।

কংকনা ঃ চৰ্ত্তবোৰ মোৰ প্ৰয়োজন, মোৰ পজিচন দুয়োটা দিশ চাই লোৱা হৈছে। গতিকে মোৰ Emagee নষ্ট হ'ব পৰা কোনো চৰ্ত্ত মানি লব নোৱাৰিম। তদুপৰি ইয়াৰ পৰিবেশটোও মোৰ বাবে আচহুৱা। এটা বন্ধ কোঠাত আবদ্ধ হৈ থকা যেন লাগে মোৰ।

দেৱব্ৰত ঃ ঠিক বাস্তৱৰ আপোনাৰ এই মানসিকতাৰ সম্পূৰ্ণ বিপৰীত চৰিত্ৰ এটা নাটকত আপুনি কৰিব লাগিব। মিছ্ কংকনা দত্ত। এনে এটা character আপুনি কৰিব লাগিব যি বন্ধ কোঠাত সোমাই ওলাই যোৱাৰ বাট বিচাৰে যিয়ে আন্ধাৰৰ মাজত পোহৰৰ সন্ধান কৰে । যিয়ে আন্ধাৰৰ মাজলৈ পোহৰৰ ৰেঙণি আনে আৰু বন্ধ হৈ থকা কোঠটোৰ দৰ্জাখন খুলি গোটেই কোঠাটোক কৰি তোলে পোহৰৰ উৎস।

কংকনা ঃ Character টো কাৰ?

দেৱব্ৰত ঃ এখন বানে ধোৱা গাৰঁৰ গৰাখহানীয়াত সকলো নিয়া এজনী সৰ্ব্বশ্ৰান্ত কৃষকৰ ছোৱালীৰ।

কংকনা ঃ কৃষক মানে আংছা মোৰ ড্ৰেছ ?

দেৱব্ৰত ঃ আগতে Character টো বুজি লওঁক।

কংকনা ঃ কওঁক

দেৱব্ৰত ঃ এখন বানে ধুৱা গাৱঁৰ গৰাখহনীয়াত সকলো নিয়া এজন কৃষকৰ ছোৱালী আপুনি। সমস্ত মাটি ভেটি বানত উচ্ছেদ হৈ যোৱাৰ পিছত, বানপানীৰ পিছত অহা মহামাৰীত নিজৰ, পত্নী, পুত্ৰক বিনা চিকিৎসাত হেৰুৱাব লগীয়া হোৱাৰ পিছত প্ৰাণৰ পুতলী একমাত্ৰ ছোৱালীজনীক লৈ কৃষকজনে সপোন দেখে। যি খন নদীয়ে তেওঁক, গোটেই মানুহবোৰক সৰ্বশ্ৰান্ত কৰিলে এই নদীখনকে অৱলম্বন কৰি, তেওঁ ছোৱালীজনীক পঢ়োৱাৰ সংকল্প ল'লে। এৰা তেওঁ তাইক পঢ়োৱাব পঢ়াই ডাক্তৰ বনাব। গাৱঁলৈ আহিব নিবিচৰা ডাক্তৰৰ বিপৰীতে গাৱঁৰ উমত ডাঙৰ হোৱা গাৱঁক ভাল পোৱা নিভাঁজ সঁচা ডাক্তৰ বনাব তেওঁ। দুগুণ উৎসাহেৰে তেওঁ নৈৰ বুকুত জাল মাৰে। নৈৰ পৰা।

কংকনা ঃ এক মিনিট, আপুনি কি ক'লে, মোৰ পাপা মানে নাটকত Simple Fishrman.

দেৱব্ৰত ঃ হয় তেওঁ এজন সৰ্ব্বশ্ৰান্ত কৃষক যিয়ে বাধ্যত পৰি মাছ মৰিয়া হয়। একমাত্ৰ জীয়েক শেৱালী ............

কংকনা ঃ মই কৰিব লগা Character টোৰ নাম শেৱালী।

দেৱব্ৰত ঃ নাটকত পৰিবেশ চাই চৰিত্ৰ সমূহৰ নামাকৰণ কৰা হয়। Modern নাম এটা নিদি শেৱালী কৰাৰ কাৰণো নিশ্চয় আছে।

কংকনা ঃ চাওক আপোনাৰ নাটখনৰ এই চৰিত্ৰটো ৰূপায়ন কৰা মোৰ কাৰণে সম্ভৱপৰ নহ'ব।

দেৱব্ৰত ঃ কিয়?

কংকনা ঃ কাৰণ মই এতিয়ালৈকে এনেধৰণৰ চৰিত্ৰ ৰূপায়ন কৰি পোৱা নাই।

দেৱব্ৰত ঃ আপুনি চেষ্টা কৰক। মোৰ বিশ্বাস আপুনি পাৰিব।

কংকনা ঃ অসম্ভৱ মোৰ দ্বাৰা নহ'ব।

দেৱব্ৰত ঃ কিয় অসম্ভৱ। অনুশীলন আৰু কষ্ট সহিষ্ণুতাৰ বৃদ্ধি ঘটাওকচোন। চাব সকলো সম্ভৱ হৈ পৰিব। চলচিত্ৰৰ বহু গুণী অভিনেত্ৰীয়ে মঞ্চতো নিজৰ পাৰদৰ্শিতাৰে হাজাৰ হাজাৰ দৰ্শকৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে এই নিয়মানুবৰ্ত্তিতাৰ জৰিয়তে। গতিকে আপুনি নোৱাৰাৰ কোনো কাৰণেই নাই।

চাওক আপোনাৰ জৰীয়তে মই সমাজৰ এনে এজনী দৰিদ্ৰপিড়িতা প্ৰতিভাধৰ মহীয়সী ছোৱালীক উপস্থাপন কৰিব বিচাৰিছো যি নতুন প্ৰজন্মৰ বাবে আদৰ্শ স্বৰূপ হৈ পৰিব। আপুনি....

**কংকনা :** মই Street cut ছোৱালী। মই যিটো এবাৰ নকৰোঁ বুলি কৈছো সেইটো মোক কোনেও কৰাবলৈ বাধ্য কৰাব নোৱাৰে। আপুনি এটা কাম নকৰে কিয় আপুনিতো নাট্যকাৰ। আপুনি মই বিচৰা ধৰণৰ এটা চৰিত্ৰ থকা মানে মই ইতিমধ্যে চিনেমাত যিবোৰ ৰুল কৰিছো তেনে ধৰণৰ ৰুল থকা নাটক এখন লিখি নুলিয়াই কিয়? মোৰ বাবেও ৰুলটো কৰাৰ সহজ হৈ পৰিব।

**দেবব্ৰত :** কিন্তু এই সহজ প্ৰক্ৰিয়া ললে মোৰ নাট্য চিন্তা যে স্থবিৰ হৈ পৰিব। নতুন চিন্তাৰে নতুন নাটক লিখাৰ উদ্যম যে মোৰ হেৰাই যাব। তদুপৰি .......

**কংকনা :** মোক বাধ্য কৰিবলৈ যত্ন নকৰিব Please। (দেবব্ৰত লাহে লাহে ওলাই যায়)

**হৰে :** বিকেন, আমাৰ ৰিপৰ্টাৰবোৰক পেপাৰত কংকনা দত্তৰ নামত এনেকুৱা ধামাকা দিবলৈ কোৱা যাতে দৰ্শকে কংকনাক চাবলৈ ব্যগ্ৰ হৈ থাকে। অ' অ' লগতে কমিটিবোৰক কৈ দিব। কংকনাক লৈ আমি নাটকৰ যি প্লেন বনাইছো দৰ্শকৰ লানি নিচিগা সোঁত ব'ব। Advance কিন্তু 60%ৰ কম নকৰিবা দেই বিকেন। অ' তুমি টকাটো লৈ সোনকালে আহা। (দেবব্ৰত ওলাই যায়)

**কংকনা :** হৰে দা ...

**হৰে :** এক মিনিট কংকনা ...... অতিষ্ঠ হৈ

**কংকনা :** (ফ'ন কৰি) হেল্ল জিমি, ক'ত আছা, কি যে হ'ব নহয় চিনেমাৰ কাম চলি থকা হয় মই কেতিয়াও নাহো জানা? এনেকুৱা যে ব'ৰ নাটক এখন লিখিছে নহয়। নাটক খন পঢ়া নাই Director ৰ মুখৰ পৰা মই কৰিব লগা ৰুলটোৰ বিষয়ে জানিব পাৰিয়েই মূৰটো একেবাৰে গৰম হৈ গ'ল।

আন্ধাৰৰ মাজলৈ পোহৰ অনা Character, নতুন প্ৰজন্মৰ আদৰ্শ হোৱা character, My foot, নামটো কি দিছে জানানে? শেৱালি .... (ব্যঙ্গ)

Out of set

**ৰূপম :** শেৱালি তই ডাক্তৰ হৈ গাৱঁলৈ ঘূৰি অহাৰ বাবে গাৱঁৰ মানুহবোৰে আনন্দত ক'ব নোৱাৰা হৈ আছে। বৰ সকাহ পাইছে অ' মানুহবোৰে। নহ'লে বানপানীৰ লগত যুঁজি যুঁজি ভাগৰুৱা মানুহবোৰে আকৌ বেমাৰৰ লগতো অকলে যুঁজাটো ব'ৰ টান হৈ পৰে। তই তোৰ কথা ৰাখিলি। দদাইৰ সপোন পূৰা কৰিলি শেৱালি।

পিছে মই হে দিশহাৰা হৈ পৰিছো। পথাৰৰ মাটি বোৰ খহনীয়াত যোৱাৰ পিছত একো এটা যে কৰিবলৈ নোহোৱা হ'ল।

আমাৰ দৰে মানুহবোৰৰ কথা ভবা মানুহো যে নোহোৱা হ'ল অ'। আমাৰ আশাবোৰ কিয় এনেদৰে ভাঙে। আমাৰ সপোনবোৰ কিয় ইমান ঠুনুকা হয়। আমাৰ চকুপানী বোৰে কিয় আমাৰ লগ নেৰে। কিয়?

ভাঙি পেলাবলৈ মন যায় শেৱালি, খহনীয়া ভেটিবলৈ দিয়া টকাবোৰ আত্মসাৎ কৰা বোৰৰ অট্টালিকাবোৰ ভাঙি পেলাবলৈ মন যায়, সিহঁতৰ সুখবোৰ কাঢ়ি আনিবলৈ মন যায়। নৰমেধ যজ্ঞ পাতিবলৈ মন যায়। নৰমেধ যজ্ঞ।

**হৰেকৃষ্ণৰ কণ্ঠস্বৰ :** ৰূপম

**ৰূপম :** হৰে দা

**হৰে :** সহায় এটা কৰি দিবানে?

**ৰূপম :** গৈছো।

Light Joon

ফ'নত

**কংকনা :** আৰে বাবা, কাজিয়া নহয় ৰূপম নামৰ Actor এটাই ৰূমতে তাৰ ৰুলটো প্ৰেক্টিছ কৰি আছে তাৰেই চিঞৰ। ক'ত যে ফচিলোহি নহয়। বাৰু থও। Ok. See you. bye।

Light Flood

'হৰে সোমাই আহে'

**হৰে :** হেই কংকনা কোৱা কি প্ৰব্লেম। কি হ'ল মুখখন যে ফুলি আছে। অ মতাৰ লগে লগে যে আহিব নোৱাৰিলো বেয়া পাইছা ন।

বেয়া নেপাবা কংকনা। বৰ বিপদত পৰিছো জানা নিজে নেথাকিলে কোনো ফালেই নহয়। তাতে অনন্ত মানে আমাৰ থিয়েটাৰৰ ব্যৱস্থাপক জনৰ ঘৈণীয়েকৰ অসুখ। চুটি লৈ ঘৰলৈ গৈছে। গোটেই বোজাই মই চম্ভালিব লগা হৈছে।

**কংকনা :** আপোনাত কৈ বিপদ মোৰ বেচি হৈছে।

**হৰে :** হেই, কি কৈছা, তোমাৰ আক' কিহৰ বিপদ।

**কংকনা :** আপোনাৰ লগত মই চুক্তি কৰোতেই কৈছিলো যে থিয়েটাৰত মই আহিছো কেৱল আপোনাৰ Request ৰাখিবলৈ।

**হৰে :** অ' কৈছিলা।

**কংকনা :** আপোনাক এইটোও কৈছিলো যে মোৰ ষ্টেজ Acting অৰ কোনো অভিজ্ঞতা নাই। মোৰ দক্ষতা যে Modern অ'ত আছে সেইটোও মই আপোনাক কৈছিলো।

**হৰে :** অ' কৈছিলা।

**কংকনা :** আপোনাক এইটোও কৈছিলো যে মই ইতিমধ্যে চিনেমাত যিবোৰ ৰুল কৰিছো ঠিক তেনে ধৰণৰ ৰুল

থকা নাটকত মই অভিনয় কৰিম।

হৰে : অ' কৈছিলা।

কংকনা : তেনেহ'লে এইখন কি নাটক লিখাইছে।

হৰে : দেবব্ৰত ছাৰৰ নাটখনৰ কথা তুমি ভাবিব নেলাগে। ছাৰে তোমাক চৰিত্ৰৰ লগত খাপ খোৱাই পেলাব চাবা।...তুমি শিকিব পাৰিবা।

কংকনা : তেনে কোনো শিকাৰ আগ্ৰহ লৈ মই থিয়েটাৰটো অহা নাই। আৰু দেবব্ৰত বৰুৱাৰ দৰে থিয়েটাৰতে থকাৰ ইচ্ছাও মোৰ নাই।

আপোনাক মই কওঁ শুনক। দেবব্ৰত বৰুৱা মানুহজন ১ নম্বৰতে মোৰ ভাল লগা নাই বচ্ ভাল লগা নাই। ২ নম্বৰতে তেওঁ যিখন out dated drama লিখিছে আৰু drama খনত মোক যিটো চৰিত্ৰ ৰূপায়ন কৰিবলৈ কৈছে আজ্ঞাৰৰ মাজলৈ গোহৰ অনা চৰিত্ৰটো মোৰ দ্বাৰা কৰাটো সম্ভৱ নহয়। I don't like to play such type of characterবচ।

হৰে : নাটকখন যে ইতিমধ্যে লিখিয়েই পেলালে। এতিয়াতো আৰু নতুন নাটক এখন লিখাটো সম্ভৱ নহ'ব।

কংকনা : যি কৰে কৰক। মুঠতে সেই মনে নিবিচৰা ধৰণৰ চৰিত্ৰ এটাত কোনেও অভিনয় কৰোৱাৰ নোৱাৰে।

হৰে : ছাৰে নাটক লেখোতে যথেষ্ট সময় লয়। এই কম সময়ৰ ভিতৰত ছাৰে যে এখন নাটক উলিয়াই দিব পাৰিব ইয়োতো সম্ভৱ হ'ব বুলি মোৰ মনে নধৰে।

কংকনা : ক'ত যে আছে আপুনি। ফৰ্মুলাটো মই দিছো শুনক। হিন্দী চিনেমা দুখন মান দেখুৱাই দিয়ক। তাৰে এখন অনুবাদ কৰি দিওঁতে সময়নো কিমান ল'ব। Dance বোৰো Modern হ'ব মোৰ নাচিও ভাল লাগিব।

হৰে : ছাৰে সেইটো নেমানিব কংকনা।

কংকনা : যদি নেমানে মোৰ উপায় নাই দেই। (মনত পৰাৰ দৰে) অ' উপায় এটা পাইছো।

হৰে : কি উপায়?

কংকনা : মোৰ মামাক চোন দায়িত্ব দিব পাৰে।

হৰে : তোমাৰ মামা মানে -

কংকনা : মৰমৰ চুমাত নাকটি চিণ্ডিম" চিনেমাখন যে কৰিছিল বিজন বিদ্ৰূপ। মোৰ মামাহে। মোক চিনেমাৰ হিৰইন হিচাপে সমাজত প্ৰতিষ্ঠিত কৰিবলৈকে ... তেওঁ চিনেমা খন নিৰ্মাণ কৰিছিল। অৱশ্যে প্ৰথম চিনেমাখনৰ পৰিচালনা তেওঁ নিজে কৰা নাছিল। গোটেই কামখিনি কেমেৰা মেনেই কৰিছিল। আতে কি হ'ল Director তাৰ নামটোতো মামাৰেই হ'ল। দৰ্শকে Credit মামাকেই দিলে। টকাৰে কি কৰিব নোৱাৰে কওঁক। কাহিনী, চিত্ৰনাট্য, সংলাপ এই সকলোবোৰৰ নাম মামাই টকাৰেই কিনি পেলালে। Director হিচাপে সকলোৱে আজি মামাকেই স্বীকৃতি দিয়ে।

হৰে : এৰা কংকনা কিন্তু আমাৰ টকা ঘটাৰ চিন্তাক বাধা প্ৰদান কৰিছে কোনে? দেবব্ৰত বৰুৱা নামৰ এই মানুহজনে নহয় নে?

হৰে : এৰা।

কংকনা : তেওঁৰ সলনি মোৰ মামাক লৈ আহকচোন। হিন্দী চিনেমা এখন দিয়ক একে ৰাতিৰ ভিতৰত এখন নতুন নাটক লিখি দিব চাব।

হৰে : (নিমাত)

কংকনা : আৰু এটা কথা মোক লৈ যদি আপোনাৰ কিবা অসুবিধা হৈছে তেনেহ'লে You can release me from your theatre. মই আপোনাৰ Advance ঘূৰাই দিম।

হৰে : নাই নাই কংকনা। তেনে কথা মনলৈ নানিবা। মই তোমাৰ মতেই কিবা এটা কৰিম। মই ছাৰক মনাম। ছাৰে মানিব লাগিব।

কংকনা : সেইজন এইফাললৈকে আহিছে। আপুনি কথা পাতক মই অলপ J.B. তে বেষ্ট লৈছো।

(কংকনা ওলায় যায়)

ৰূপমে বাহিৰৰ ফালে (Out of set) হৰেক কয়

ৰূপম : হৰে দা নট বন্টু হিচাবত কৈছোন বেছিহে আছে।

হৰে : হয় নেকি -

বাহিৰত দেবব্ৰতে মাত : কি হ'ল ৰূপম ৰিহাৰ্চেল কৰো দিয়া।

ৰূপম : আমিটো ৰেডিয়েই আছো ছাৰ (যায়)

(দেবব্ৰত সোমাই আহে)

দেবব্ৰত : (হৰেক) এখেত কংকনা দত্ত কলৈ গ'ল।

হৰে : ছাৰ আলোচনা এটা কৰি লওঁ নে কি....

দেবব্ৰত : কিহৰ আলোচনা বা।

হৰে : মানে ছাৰ আপুনিতো প্ৰতি বছৰে মৌলিক নাটকেই লিখি আছে। এইবাৰ ছাৰ এই নাটকখনৰ সলনি এখন নাচ গানেৰে ভৰপূৰ ফুল কমাৰ্চিয়েল নাটক লিখক।

দেবব্ৰত : এখন নাটক ৰচনা কৰিবলৈ মোক যথেষ্ট সময়ৰ প্ৰয়োজন হয়। তদুপৰি তুমি কমাৰ্চিয়েল বুলি কোনবোৰ নাটকক বুজাব বিচাৰিছা মই ঠিক ধৰিব পৰা নাই। কাৰণ

মোৰ নাচ গানৰ প্ৰয়োজনৰ নথকা নাটক বোৰেতো তোমাৰ ভাবাৰ কমাৰ্চিয়েল হোৱাৰ Back নজিৰ নাই।

আচল কথা কি জানা হৰেকৃষ্ণ কাহিনী আৰু সংলাপে যেতিয়াই দৰ্শকৰ হৃদয় চুই যাবলৈ সক্ষম হ'ব সেইখনেই ভাল নাটক বুলি স্বীকৃতি পায়। আৰু ভাল নাটকৰ প্ৰচাৰ যেতিয়া ভাল হ'ব দৰ্শকে কেতিয়াও তাক চোৱাৰ হেঁপাহ এৰাব নোৱাৰে।

হৰে : নহয় মানে ছাৰ কংকনা দত্তক ব্যৱহাৰ কৰিবলৈ আৰু কংকনাৰো Emage যাতে ক্ষতি নহয় তাৰ প্ৰতি লক্ষ্য ৰাখিহে মই Dance অক গুৰুত্ব দি নাটক এখন লিখিব দিছো।

দেবব্ৰত : তুমি কংকনাক Dancer হিচাপেটো দৰ্শকৰ মাজত প্ৰচাৰ চলোৱা নাই অভিনেত্ৰী বুলিহে প্ৰচাৰ চলাইছা।

হৰে : সেইবাবে আপুনি ভাবিব নেলাগে ছাৰ। মাথো কংকনাই বিচৰা ধৰণৰ আপুনি নাটক এখন লিখি দিয়ক বাকী মই চম্ভালিম।

দেবব্ৰত : তুমি কি চম্ভালিবা।

হৰে : দৰ্শকে চিনেমাত দেখা কংকনাক ষ্টেজত চাব বিচাৰিছে। সেই ইচ্ছা মই পূৰণ কৰিছো। চিনেমা চাই মঞ্চত কোনে কি অভিনয় কৰে সেইটো বুজি পোৱা নেযায় নহয়। গতিকে আমি দোষী হোৱাৰ কথাই নেথাকে।

দেবব্ৰত : কিন্তু ইযে প্ৰহসন, ৰাজনীতিত প্ৰহসন, সমাজতো প্ৰহসন, নাটকটো প্ৰহসন হ'বনে? এনে পাপ কাৰ্য্য এটা কৰিবলৈ তুমি মোক উদ্‌গনি যোগাবনে?

হৰে : পাপ- পূণ্যৰ কথা ইয়ালৈ অহায়েই নাই ছাৰ। কংকনাৰ অভিনয় বেয়া পালেও নাটকত সংযোগ কৰা গীত, গীতৰ তালে তালে কংকনাৰ নৃত্য এইবোৰ এইবোৰেটো দৰ্শকক আপ্লুত কৰিব।

দেবব্ৰত : তেনেহ'লে নাটকৰ বিষয় বস্তু, যাক দৰ্শকৰ আগত নাট্যকাৰে দাঙি ধৰিব বিচাৰিছে তাৰ কোনো মূল্য নাই নে? তোমাৰ মতে নাট্য সাধনা কেৱল ধন ঘটাৰ মাধ্যমহে হ'লনে? নাই নাই হৰেকৃষ্ণ যি প্ৰক্ৰিয়াই সমাজৰ প্ৰতিটো ক্ষেত্ৰতে অৰাজকতা আনিছে সেই একেই প্ৰক্ৰিয়া নাটকতো প্ৰয়োগ ই মোৰ দ্বাৰা সম্ভৱ নহয়।

হৰে : মই বুজা নাই ছাৰ, প্ৰযোজক হিচাপে মই যিটো স্বীকৃতি দিছো আপুনি সেইটো কিয় নাকচ কৰিছে। মোৰ থিয়েটাৰ মোৰ কথা, আপুনি দুখন নাট পৰিচালনা কৰিছে তাৰে এখন আপুনি নিজে লিখা। কংকনা দত্তৰ আপোনাৰ নাটকখনৰ চৰিত্ৰটো ভাল লগা নাই গতিকে আপুনি নতুন নাটক এখন লিখি উলিয়াওক। কিন্তু সেইটো কৰিব দিয়াৰ বাবেই আপুনি কংকনাৰ অভিনয় প্ৰতিভাকেই নসাৎ কৰি পেলালে।

দেবব্ৰত : মোৰ নাটক খনত কংকনাই অভিনয় কৰিব নিবিচৰাটো মোৰ বাবে ভাবিব লগা কথা নহয় কাৰণ সামাজিক সমস্যাৰ লগত অপৰিচিত কংকনাই তেনে মনোভাব পোষণ কৰাটো একো অস্বাভাৱিক নহয়। মনত ৰাখিবা হৰেকৃষ্ণ ৰাইজে গাঁঠিৰ ধন ভাঙি নাটক চাবলৈ আহে। বুকু জুৰ পৰা অভিনয় চাবলৈ আহে। প্ৰেমাৰ শিল্পীৰ পৰা তাতোকৈ অধিক কিবা বিচাৰে। কিন্তু সামাজিক সমস্যাৰ ওপৰত নুন্যতমো জ্ঞান নথকা কংকনাই সম্পূৰ্ণ বিপৰীত চৰিত্ৰ এটা ৰূপায়িত কৰাটো সাধ্যাতীত।

হৰে : আপুনি কংকনা সম্পৰ্কে এই মন্তব্য দিয়াটো উচিৎ হোৱা নাই ছাৰ, আপুনি চাৰ্পট নিদিলেও মিডিয়াই কংকনাৰ প্ৰশংসা কৰে।

দেবব্ৰত : মিডিয়াই কংকনাৰ এডভেটাইজ দিয়ে। মিডিয়াই কংকনাৰ অভিনয়ৰ পৰ্য্যালোচনা কৰা হ'লে এজনী অহংকাৰী কংকনাৰ সলনি শিল্পী কংকনাক পালো হয়। কেইখন মান চিনেমাত অভিনয় কৰি মিডিয়াৰ জৰীয়তে এডভাৰটাইজ দি নিজৰ নামটো প্ৰচাৰ কৰাৰ সস্তীয়া মানসিকতাই কংকনাক এনেদৰে ছানি ধৰিছে যাৰ ফলত তেওঁ হৈ পৰিছে অহংকাৰী। অভিনয় কলা যেন ভাতৰ লগত পানী খোৱাহে এনে ভুল ধাৰণা এটা ৰূপন হৈছে তেওঁৰ মনত। এনে ভুল ধাৰণা এটা তেওঁৰ মনত ৰূপন হোৱা বুলি জনাৰ বাবেই নাটক আৰু অভিনয়ক সাধনা হিচাপে লোৱা মোৰ বাবে কংকনা অসহ্য হৈ পৰিছে। নাই নাই হৰেকৃষ্ণ তুমি মোক বাধ্য কৰিবলৈ যত্ন নকৰিবা। মোৰ সিদ্ধান্ত সলনি নহয়।

হৰে : আপুনি সিদ্ধান্ত সলনি কৰিবই লাগিব ছাৰ। কংকনা দত্তই মনে বিচৰা ধৰণৰ নাটক এখন আপুনি লিখিবই লাগিব।

দেবব্ৰত : কেৱল কংকনা দত্তৰ স্বাৰ্থত তুমি মোক বাধ্য কৰাব নোৱাৰা।

হৰে : প্ৰযোজক হিচাপে আপুনি মোৰ ইচ্ছাক উলাই কৰিব নোৱাৰে।

দেবব্ৰত : পৰিচালক আৰু নাট্যকাৰ হিচাপে তুমি মোৰ ইচ্ছাক উলাই কৰিব পাৰিবা? যোগ্য শিল্পীক বঞ্চিত কৰি অযোগ্যক মূৰত তুলি, গোটেই টিমটোক তুমি যি গেলা নৰ্দমালৈ ঠেলি লৈ যাব বিচাৰিছা তাক মই বাধা দিছো।

আজি ৰূপম হঁতৰ দৰে প্ৰতিভাধৰ শিল্পীক আওকান কৰি কংকনাক মূৰত তুলি গোটেই নাট্য সমাজক টুলুঙা কৰিছা কেইটামান টকাৰ বাবে।

হৰে ঃ এইটো মোৰ ব্যৱসায় ছাৰ, টকাৰ বাবেই মই এইটো কৰিছো।

দেবব্ৰত ঃ তেনেহ'লে শুনা হৰেকৃষ্ণ, টকাৰ বাবেই যদি ভেজাল শিল্পীৰ জৰীয়তে প্ৰকৃত শিল্পীক মানসিক যন্ত্ৰণা দিব বিচৰা তেনেহ'লে চাউলত শিল আৰু গাখীৰত পানী মিহলোৱা দুস্কৃতিকাৰীৰ লগত তোমাৰ কোনো পাৰ্থক্য নাই। এতিয়া মোৰ সিদ্ধান্ত শুনা। সি সহজ প্ৰক্ৰিয়াৰে তুমি এই সাংস্কৃতিক ক্ষেত্ৰত বিপৰ্যয় আনিব বিচাৰিছা এই সাংস্কৃতিক ক্ষেত্ৰৰ সুৰক্ষাৰ বাবে মোৰ দৰে এচাম মানুহ ওলাবই। যি কোনো মূল্যৰ বিনিময়ত মই তোমাৰ সন্মুখত বাধাৰ প্ৰাচীৰ হ'ম। মই তোমাক কথা দিলো কংকনাৰ বাবে মই এখন নাটক লিখিম।

হৰে ঃ ছাৰ।

দেবব্ৰত ঃ কিন্তু মোৰো চৰ্ত্ত আছে।

হৰে ঃ কওঁক ছাৰ কি চৰ্ত্ত।

দেবব্ৰত ঃ তাৰ বাবে কংকনা ইয়াত থাকিব লাগিব। মাহে চাৰিশ টকাৰে বাচন ধুৱলৈ অহা মানুহটোৰ দায়িত্ববোধৰ পৰা ৰূপম নীলাক্ষীহঁতৰ দৰে মাক বাপেকৰ মৃত্যুৰ চকুপানীক আওকান কৰি মঞ্চত হাঁহি হাঁহি দৰ্শকৰ সন্মুখত অভিনয় কৰা শিল্পী সকলৰ দায়িত্ববোধ উপলব্ধি কৰিব পাৰিব
লাগিব। টকা ঘটাৰ অনেক পথ সমাজত থকাৰ পিছতো অনিশ্চয়তাৰে কেইটামান টকাৰ বিনিময়ত এই গোটেই শিল্প মাধ্যমটো জীয়াই ৰখাৰ লগতে তোমালোকৰ হাঁহি হাঁহি ধন ঘটাও সহায় কৰা এই শিল্পী কুশলী সকলৰ আগৰ উপলব্ধিয়ে যদি কংকনাৰ অহংকাৰ ত্বৰান্বিত কৰে তেনেহ'লে সত্ৰীয়াৰ পৰা দেওধনীলৈ বিহুৰ পৰা বাগুৰুম্বালৈ নৃত্যৰ পয়োভৰ থকা এখন নাটক লিখি মই কংকনাক উপহাৰ দিম।

হৰে ঃ তেনেহ'লে এতিয়া মোৰ কথা শুনক ছাৰ। মই কাৰো দৰ্শন, কাৰো আদৰ্শ প্ৰতিষ্ঠাৰ বাবে এই থিয়েটাৰখন খোলা নাই। ভাল নাটক, ভাল অভিনয়ৰ সুনাম কঢ়িয়াবলৈ গৈ মোৰ মৃত দেউতাই আন থিয়েটাৰৰ ধামাকাত তিষ্ঠিব নোৱাৰা হৈ কৰ্মচাৰীক বেতন দিব নোৱাৰাৰ যি অৱস্থাৰ সৃষ্টি হৈছিল সেই অৱস্থাৰ পুনৰাবৃত্তি নোহোৱাকৈ 'নৱৰঙ্গ থিয়েটাৰ" খনক জীয়াই ৰখাতো মোৰ বাবে বেছি দৰকাৰী।

(ৰূপম সোমাই আহে)

কংকনা দত্তৰ অভিনয় দক্ষতা কিমান সেইটো মোৰ বাবে দৰকাৰী বিষয় নহয়। মোৰ বাবে প্ৰয়োজনীয় আটাইতকৈ প্ৰয়োজনীয় বিষয় হ'ল কংকনা দত্তৰ অভিনয় প্ৰেমাৰক লৈ নিচিন্ত মনে ব্যৱসায় কৰাতো।

ৰূপম ঃ হৰে দা

হৰে ঃ এৰা ৰূপম । একেটা বিষয়কে লৈ আৰু বাক বিতণ্ডা কৰাৰ ইচ্ছা মোৰ নাই। মোক এটা সিদ্ধান্ত লাগে। কংকনা দত্তৰ সিদ্ধান্ত ইতিমধ্যে ছাৰে গম পাইছে। ছাৰ এই থিয়েটাৰৰ পুৰণা মানুহ। মই ছাৰকো এৰিব নোৱাৰো, আনহাতে ব্যৱসায়িক ক্ষেত্ৰখনত আন থিয়েটাৰৰ ধামাকা বোৰকো নেউচি মোৰ থিয়েটাৰ খনক আগবঢ়াই নিয়া কংকনাকো এৰিব নোৱাৰো। দিয়ক ছাৰ দুয়োকুল বচাই মোক আপুনি এটা সিদ্ধান্ত দিয়ক।

(ফ'ন আহে)

হৰে ঃ হয় মই নৱৰঙ্গ থিয়েটাৰৰ Proprietor য়ে কৈছো?

ফ'নত ঃ মই দেবব্ৰত বৰুৱাৰ পৰিবাৰে কৈছো। তেখেতক লগ পাব লাগিছিল।

হৰে ঃ তেখেতক দিছো, ছাৰ আপোনাৰ ফ'ন, ঘৰৰ পৰা।

দেবব্ৰত ঃ হেল্ল'

ফ'ন ঃ আপোনাৰ ভাল নে

দেবব্ৰত ঃ আছো।

ফ'ন ঃ বৰ ডাঙৰ কথা এটা হ'ল। সৰু মইনা বাথৰুমত পিছল খাই পৰিল।

দেবব্ৰত ঃ কেনেকৈ

পৰিবাৰ ঃ শেলুবৈ আছিল। ভৰিৰ হাড় এডাল ভাঙিল।

দেবব্ৰত ঃ ভৰিৰ হাড় ভাঙিল। ডাক্তৰৰ তালৈ....

পৰিবাৰ ঃ নিছো। পিছে গুৱাহাটীলৈ নিব দিছে।

দেবব্ৰত ঃ হয় নেকি ..

পৰিবাৰ ঃ টকা কেইটামান যাব যেন লাগিছে। ইফালে হাতত থকা কেইটাও প্ৰায় উদাং। ডাঙৰ মইনাৰ মাহেকীয়া হোষ্টেলৰ ফিজ কেনেকৈ দিওঁ (দেবব্ৰত মৌন) আপুনি মুখেৰে একো মতা নাইযে। আচলতে ৰিহাৰ্চেল তলিত থাকিলে আপোনাৰ যে খং উঠে জানো। উপায় যে নাই। ঘৰ নচলা হৈছে হেৰি (হামিং.....) আপুনি একো নেমাতে কিয় ? হেৰি

(ফ'নটো হৰেক দিয়ে)

(লাহে লাহে ওলাই যায় বিচাৰোতে

(হৰে মাতে)

হৰে ঃ ছাৰ আপোনাৰ সিদ্ধান্তটো।

দেৱব্ৰত ঃ তোমাৰ থিয়েটাৰত মই নাট্যকাৰ, পৰিচালক হিচাপে কাম কৰা কিমান দিন হ'ল।

হৰে ঃ হ'ল ছাগে ২০ বছৰ মান।

দেৱব্ৰত ঃ এবা ২০ বছৰ। এই বিছ বছৰে মই এটা সিদ্ধান্ত লৈয়ে নাটক লিখি তোমাৰ থিয়েটাৰৰ পৰা পাৰিশ্ৰমিক লৈ আছো হয় নে ?

হৰে ঃ হয়।

দেৱব্ৰত ঃ নিজৰ যোগ্যতা বুজি পাওঁ কাৰণেই তুমি যি দিছা তাতে মানি আহিছো। তদুপৰি ধনবোৰতো ৰাইজৰ পৰাই আহে নহয় জানো ?

হৰে ঃ হয়।

দেৱব্ৰত ঃ আৰু সেইবাবেই সকলো ৰাইজৰেই উপভোগৰ উপযোগী হৈ এই অনুষ্ঠানটো দীৰ্ঘজীৱী হওঁক বুলি আজি ২০ বছৰে মই যিটো সিদ্ধান্তত নাটক লিখি আছো, পৰিচালনা কৰি আছো, পাৰিশ্ৰমিক লৈ আছো, সেই সিদ্ধান্তটো সলনি কৰি এজন বা দুজন মানুহৰ স্বাৰ্থৰ বাবেই যে এতিয়া মই এটা নতুন সিদ্ধান্তৰ নাটক লিখিব লাগিব তাৰ বাবে মই অলপ চিন্তা কৰাৰ প্ৰয়োজন অনুভৱ কৰিছো। অলপ সময় মোক নিদিবানে ?

ৰূপম ঃ ছাৰ ...... (দেৱব্ৰত ওলাই যায়) (ৰূপমৰ reaction)

হৰে ঃ কিবা ক'ব ৰূপম।

ৰূপম ঃ মই এৰো নকৰোঁ হৰে দা, একো নকৰোঁ, একোৱেই নকৰোঁ। (ওলাই যায়)

(ক্ষীণ পোহৰ হৰেকৃষ্ণৰ মুখত হৰে বহি যায়)

Out of set দেৱব্ৰত ঃ কৌৰৱৰ ৰাজসভাত ৰজস্বলা দ্ৰৌপদীক দুঃশাসনে বস্ত্ৰ হৰণ কৰি থকা মুহূৰ্তত মহাপৰাক্ৰমী দ্ৰোণাচাৰ্য্য মুক বধিৰ হৈ আছিল। ধৰ্ম্মক্ষেত্ৰ কুৰুক্ষেত্ৰত অসহায় অভিমন্যুক সপ্তৰথীয়ে বেৰি নৃশংস ভাৱে হত্যা কৰোতে নিৰ্লজ্জ প্ৰক্ৰিয়াটোত তেওঁ জড়িত হ'বলৈ বাধ্য হৈছিল।

একমাত্ৰ পেটৰ দায়ত। আৰু আজি মই এই পবিত্ৰ শিল্প মাধ্যমত আমাৰ চৌপাশৰ অসহায় সমস্যাৰে ভাৰাক্ৰান্ত মানুহৰ প্ৰতিচ্ছবি দাঙি তাৰ সমাধান সূত্ৰ বিচাৰি আবেদন কৰাৰ বিপৰীতে কোনোবা ৰাজৰাণীৰ প্ৰেম কাহিনী পঢ়িব লাগিব।

বানপানীত উটি যোৱা পুত্ৰহাৰা, স্বামীহাৰা কোনোবা দুখুনী মাতৃৰ কৰুণ বিননিৰ বিপৰীতে হিন্দী চিনেমাৰ কাহিনীৰ নাটক লিখি আত্ম তুষ্টি লাভ কৰিব লাগিব।

কাৰণ মোৰতো ঘৰ নচলা হৈছে। মোৰ ৰ্ঘৰখন মোৰ পৰিয়ালটো।

<u>সমাপ্ত</u>

# বেলুন

নাট্যকাৰ # শ্ৰীসুশীল ডেকা

চৰিত্ৰসমূহ :

অনুপম .................যুৱক/২৫ বছৰ
পল্লৱ .................যুৱক/২৬ বছৰ
যুগান্ত .................যুৱক/২৬ বছৰ
বৰুণ .................বৃদ্ধ/৫৫ বছৰ
প্ৰেৰণা .................যুৱতী/২৫ বছৰ

: মঞ্চৰ নিৰ্দেশনা আৰু মুহূৰ্ত্তটোৰ সম্যক ধাৰণা :

আঁৰকাপোৰ আঁতৰি যোৱাৰ লগে লগে মালগাড়ী এখন পাৰ হৈ যোৱা শব্দ শুনা যায়। প্লেটফৰ্মৰ বেঞ্চত বহি প্ৰেৰণাই আলোচনী এখনৰ পাত লুটিয়াই থাকে। বেঞ্চখনত দুটা বেগ থাকে। এটা প্ৰেৰণা আৰু আনটো বৰুণৰ। কিছু সময় পিছত অনুপম, পল্লৱ আৰু যুগান্ত সোমাই আহে। প্ৰত্যেকৰে হাতত এটা এটা বেগ।

যুগান্ত : দেৰি নকৰিবি। ট্ৰেইন আহি পাবলৈ আৰু মাত্ৰ আধা ঘণ্টা বাকী।

অনুপম : হ'ব দেৰি নকৰো। পল্লৱ আহ।

পল্লৱ : এক মিনিট। (বেগৰ পৰা গামোছা এখন উলিয়ায়)

অনুপম : গামোছাখন কিয় লইছ?

পল্লৱ : অসমীয়াৰ চিন। আমি অসমীয়া নহও দুখীয়া কিহৰ দুখীয়া হ'ম। গামোছা এৰি কিন্তু টাবেল ল'লে দুখীয়া নিশ্চয় হ'ম। পেনে চেনে যাম জানো? (অনুপম আৰু পল্লৱ বাহিৰলৈ যায়)

যুগান্ত : অনুপম এক মিনিট । (বাহিৰলৈ যায়)

বৰুণ : (বাহিৰৰ পৰা আহে) পাইখানা লাগিল বোধ হয়। মোৰো তেনেকুৱা হয়। পিচ্ছি উৰি ওলাম। ধৰিব নহয় পাইখানা। আকৌ কাপোৰ কানি খুলি যাব লগা হয়। Chronic dysentary তোমাৰ তেনেকুৱা হয় নে?

প্ৰেৰণা : নহয়। ( যুগান্ত আহে)

যুগান্ত : ধেৎতেৰি, দৰকাৰৰ সময়ত network নাথাকে। Line বেয়া হয়।

বৰুণ : আজি কালি আকৌ সকলোৰে হাতে হাতে Mobile।

যুগান্ত : (প্ৰতিক্ৰিয়া)

বৰুণ : ভাওৰ বিষয়াৰ পৰা একেবাৰে বেকাৰলৈকে।

যুগান্ত : Hello মামা নেকি.... Hello Hello... (Line টো কটা যায়)

বৰুণ : মোৰো অৱশ্যে এটা আছে। Relianceৰ। লৰালৰিতে ঘৰতে এৰি আহিলো। তুমি লোৱা নাই?

প্ৰেৰণা : Apply কৰিছো।

বৰুণ : ভাল কৰিছা। তোমালোকৰ এইটো বয়সত mobile এটা বৰ দৰকাৰ। আমি যেতিয়া ডেকা আছিলো mobile টো দূৰৰে কথা সাধাৰণ Phone এটা দেখা নাছিলো। Globalization বুজিছা।

প্ৰেৰণা : মানে ?

বৰুণ : এক মিনিটত এতিয়া আমি আমেৰিকা, বাহিৰাৰ মানুহৰ সৈতে যোগাযোগ কৰিব পাৰো। গতিকে পৃথিৱীখন সৰু হৈ অহা নাই জানো? আৰু এদিন আমি মানুহবোৰো সৰু হৈ যাম।

যুগান্ত : (Phone ৰ Line টো ঘূৰি পায় ) হয়, Line টো কটা গৈছিল মানে মই বন্ধু দুজনক লগত লৈ এটা ব্যবসায় কৰি আছো..... হয়.... লাখ টকাৰ কাৰবাৰ..... হ'ব বাৰু মই জনাম ৰাখিছো।

বৰুণ ঃ প্ৰেৰণা। আমি কি বিষয়ে কথা পাতি আছিলো?

প্ৰেৰণা ঃ Mobileৰ বিষয়ে। (বেগৰ পৰা পানীৰ বটলটো উলিয়াই পানী অলপ খায়)

বৰুণ ঃ এৰা mobile। এই কেইদিনতে মই আৰু এটা Mobile পাম। Airtelৰ। মানে মোৰ ভাগিনটোৱে Gift দিব। আজি কালি আকৌ Mobile ও Giftত পোৱা যায়। তাৰ আকৌ তিনিখন Wine shop আছে। ভাল ব্যৱসায়।

প্ৰেৰণা ঃ হয় নেকি? (বৰুণৰ সংলাপ শেষ নহওঁতেই বাহিৰলৈ যায়)

বৰুণ ঃ আজি কালি আকৌ অসম মানেই wine shop। Wine shop মানেই অসম। সি মানে মোৰ ভাগিনটোৰ কথা কৈছো। নতুন অসম গঢ়াৰ পাকৈত খনিকৰ বোৰৰ ভিতৰত সিও এজন আছিল। সেয়ে তেৰাসৱৰ কৃপাত Wine shop ৰ Permit এখন.... (প্ৰেৰণাক নেদেখি যুগান্তৰ ওচৰলৈ গৈ) ভাইটি Reliance ৰ নে?

যুগান্ত ঃ হয়

বৰুণ ঃ Tokia?

যুগান্ত ঃ মানে?

বৰুণ ঃ Company টোৰ কথা কৈছো।

যুগান্ত ঃ Tokia নহয়, Nokia।

বৰুণ ঃ হ'ব পাৰে। এই globalization যুগত Nokia ও Tokia হ'ব পাৰে। আজি কালি আকৌ Nokia টো বেছিকৈ চলিছে। মোৰটোও Nokia । সেই কাৰণে এতিয়াও হৈ আছো তজবজীয়া। (শৰীৰটো কছৰৎ কৰি দেখুৱাই)

যুগান্ত ঃ (হাঁহে)

বৰুণ ঃ তোমালোক ক'লৈ যাবা?

যুগান্ত ঃ Delhi লৈ।

বৰুণ ঃ আমিও যাম।

যুগান্ত ঃ আমি মানে?

বৰুণ ঃ ছোৱালীজনী আৰু মই। (যুগান্ত অলপ আগুৱাই যায়। প্ৰেৰণাৰ সৈতে ভেটা-ভেটী হয়)

যুগান্ত ঃ Sorry ।

প্ৰেৰণা ঃ O.K. ।

বৰুণ ঃ তোমাৰটোও PMS হয়নে?

যুগান্ত ঃ মানে?

বৰুণ ঃ PMS আকৌ ।

যুগান্ত ঃ PMS?

বৰুণ ঃ সেইটোও বুজা নাই নে? কথা নপতাকৈ যে খবৰ পঠাব পাৰি।

যুগান্ত ঃ PMS নহয়, SMS।

প্ৰেৰণা ঃ (হাঁহে)

বৰুণ ঃ হ'ব পাৰে। PMS হব পাৰে। Globalisationৰ যুগ। আজি কালি আকৌ মই PMS নকৰো। বয়সে নকয়। (যুগান্ত আৰু প্ৰেৰণাই হাঁহে) কি হ'ল?

যুগান্ত ঃ PMS।

বৰুণ ঃ Sorry, SMS । মোৰটোত আকৌ ফটোও তুলিব পাৰি।

যুগান্ত ঃ Hello দাদা নেকি? নাই নাই মাতটো ভালকৈ বুজি পোৱা নাছিলো.. মই মানে বন্ধু দুজনৰ সৈতে Delhi লৈ গৈ আছো.... Assam house তে থাকিম। আপুনি A.C. room তিনিটা বুক কৰি থ'ব। o.k. ৰাখিছো।

প্ৰেৰণা ঃ (যুগান্তৰ ওচৰলৈ আহি) Excuse me।

যুগান্ত ঃ কওকচোন, How can I help you?

প্ৰেৰণা ঃ এটা urgent phone কৰিব লগা আছিল। ওচৰত P.C.O. এটাও নাই। যদি বেয়া নাপাই আপোনাৰ mobile টোত phone এটা কৰিব পাৰিম নেকি?

যুগান্ত ঃ sure (mobile টো প্ৰেৰণাক দিয়ে)

প্ৰেৰণা ঃ Thank you (বেগৰ পৰা ডায়েৰি এখন উলিয়ায়)

বৰুণ ঃ প্ৰেৰণা, এটা কিয় দহটা কৰা। বিলটো তুমি দিব নালাগে।

যুগান্ত ঃ আপুনি কিন্তু জোখতকৈ বেছি কথা কয়।

বৰুণ ঃ আজি কালি আকৌ কম কথা ক'লে কোনেও গুৰুত্ব নিদিয়ে। সেই কাৰণে আমাৰ ৰাজ্যখনে কেন্দ্ৰৰ পৰা এঁকো নাপায়। মানে সংসদত কথা ক'ব পৰা মানুহ নাই।

প্ৰেৰণা ঃ (ডায়েৰিখন বেগত ভৰাই ) STD Connection আছে নিশ্চয়?

যুগান্ত ঃ STD Connection (বৰুণক) হেৰি STD Connetion আছে নে নাই?

বৰুণ ঃ মই আকৌ কেনেকৈ জানিম ? তোমাৰ mobile টোত STD Connection আছে নে নাই।

যুগান্ত ঃ এখেতে মোৰ mobile টোৰ কথা কোৱা নাই নহয়। আপোনাৰ mobile টোত STD Connection আছেনে নাই সেইটোহে সুধিছে।

বৰুণ ঃ মোৰটোত দুয়োটাই আছে। STD আৰু ISD ।

প্ৰেৰণা ঃ মই আপোনাৰ mobile টোৰ কথাহে সুধিছো।

যুগান্ত ঃ অ' মোৰটোৰ কথাহে সুধিছে। Exchange ত দিয়াৰ কথা কৈছিলো। দিলে নে নাই মই বিশেষ গম নাপাওঁ।

(অনুপম আৰু পল্লৱ আহে)

**অনুপম ঃ** দিলে।

**পল্লৱ ঃ** কিন্তু ৬ ঘন্টা late (পানীহীনথকা ডাব নাৰিকল এটা যুগান্তক দিয়ে)

**যুগান্ত ঃ** মই ঠিক বুজা নাই (ডাব নাৰিকলটো পুনৰ পল্লৱক দিয়ে)

**পল্লৱ ঃ** ময়ো। (নাৰিকলটো বাহিৰলৈ গৈ পেলাই দিয়ে)

**বৰুণ ঃ** ময়ো।

**অনুপম ঃ** (mobile টো প্ৰেৰণাৰ হাতৰ পৰা লয়)

**প্ৰেৰণা ঃ** Mobile টো।

**অনুপম ঃ** Mobile টো মোৰ। STD Connection আছে।

**প্ৰেৰণা ঃ** Sorry (যুগান্তক) কিন্তু আপুনি মোক।

**যুগান্ত ঃ** হয় mobile টো বৰ্ত্তমান তাৰেই। মই তাক Gift দিছিলো।

**অনুপম ঃ** ঐ তই মোক কেতিয়া Gift দিছিলি?

**যুগান্ত ঃ** (ইঙ্গিতেৰে নক'বলৈ কয়)

**প্ৰেৰণা ঃ** শুনক ধেমালি এনেদৰে কৰিব নালাগে।

**যুগান্ত ঃ** নহয় মানে ...

**প্ৰেৰণা ঃ** হব বুজিছো। ধেমালি কৰিবলৈ আহিছে।

**বৰুণ ঃ** ভাইটি, mobile আৰু bike লৈ ছোৱালীক চাল দিয়া ফৰ্মুলাটোত কিন্তু কেতিয়াবা বিপদত পৰা যায়। আজি যেনেকৈ তুমি পৰিলা।

**পল্লৱ ঃ** মই সঁচা কথাটো কওঁনে?

**অনুপম ঃ** (নক'বলৈ ইঙ্গিত দিয়ে)

**পল্লৱ ঃ** ৬ ঘন্টা late ।

**বৰুণ ঃ** মানে?

**পল্লৱ ঃ** New Delhi লৈ যাব লগা Brahmaputra Mail খন ৬ ঘন্টা পলমকৈ আহিব।

**প্ৰেৰণা ঃ** আপুনি বাৰু সঁচাকৈ কৈছেনে?

**বৰুণ ঃ** ডেকা ল'ৰাৰ কথা বিশ্বাস কৰিবলৈয়ো অলপ অসুবিধা। ৰ'বাচোন মই গম লৈ আহো। (বাহিৰলৈ যায়)

**অনুপম ঃ** এই Train journey টো undependable ।

**পল্লৱ ঃ** মানে?

**অনুপম ঃ** Proper time ত এদিনো আহি নাপায়। সদায় late।

**যুগান্ত ঃ** সেই কাৰণেতো মই flight তে যাম বুলি কৈছিলো। তইঁতেহে ।

**প্ৰেৰণা ঃ** (প্ৰতিক্ৰিয়া)

(অনুপম আৰু পল্লৱে ইটোৱে সিটোলৈ চাই হাঁহে)

**যুগান্ত ঃ** অৱশ্যে ভালেই হৈছে।

**পল্লৱ ঃ** ভাল হৈছে মানে?

**যুগান্ত ঃ** Train খনৰ কথা কৈছো। Late হোৱাৰ বাবে ভালেই হৈছে।

**পল্লৱ ঃ** কিয় ভাল হৈছে?

**যুগান্ত ঃ** (প্ৰেৰণালৈ চাই) অন্ততঃ মোৰ কামটো হৈ যাব পাৰে।

**পল্লৱ ঃ** তোৰ কাম?

**প্ৰেৰণা ঃ** (প্ৰতিক্ৰিয়া বাঢ়ে)

**অনুপম ঃ** তোৰ আকৌ কি কাম?

(বৰুণ আহে)

**বৰুণ ঃ** প্ৰেৰণা, এতিয়া মাখি মাৰিবানে মহ মাৰিবা। মই অলপ টোপনিকে মাৰো। (বেঞ্চখনতে বাগৰে)

**প্ৰেৰণা ঃ** এৰা বৰ ডাঙৰ কথা হ'ল।

(যুগান্তই চিগাৰেট এটা জ্বলাই। অনুপমে প্ৰেৰণাক mobile টো দিয়ে )

**অনুপম ঃ** Phone টো কৰক।

**প্ৰেৰণা ঃ** নাই নেলাগে।

**অনুপম ঃ** Mobile টো তেনেকৈ অনাৰ বাবে বেয়া পালে নিশ্চয়। আচলতে তাৰ কাৰণেহে। mobile টো হাতত পালেই অ'লৈ ত'লৈ এনেয়ে phone কৰি থাকে।

**প্ৰেৰণা ঃ** নাই বেয়া কিয় পাম। Mobile টো আপোনাৰ। গতিকে আপুনি নিবয়েই।

**অনুপম ঃ** Network আছে, কৰক।

**প্ৰেৰণা ঃ** Phone টো নকৰিলে কিন্তু মই বৰ বেয়া পাম। লওঁক।

**প্ৰেৰণা ঃ** (mobile টো লয় ) বেয়া নাপাব আকৌ। urgent phone বাবেহে। (বেগৰ পৰা ডায়েৰিখন উলিয়াই নম্বৰটো চাই )

**পল্লৱ ঃ** নাই সি বেয়া নাপায়। ছোৱালীবোৰক সি তেনেকৈ phone কৰিবলৈ দিয়েই। পৰোপকাৰী জন্তু।

**অনুপম ঃ** পল্লৱ।

**পল্লৱ ঃ** Sorry। মানুহ। বিলটো আকৌ ই নিদিয়ে। তাৰ ককায়েকে (অনুপমে নক'বলৈ ইঙ্গিত দিয়ে)

**প্ৰেৰণা ঃ** Thank you (প্ৰেৰণা বাহিৰলৈ যায়। অনুপমে প্ৰেৰণা যোৱাৰ ফালে চাই থাকে )

**যুগান্ত ঃ** মই কিন্তু সঁচা কথাটো কৈ দিম।

**অনুপম ঃ** কি সঁচা কথা ক'বি?

**যুগান্ত ঃ** Mobile টো যে তোৰ নহয়।

**অনুপম ঃ** please যুগান্ত নক'বি। নহ'লে মোৰ prestige নাথাকিব।

**যুগান্ত ঃ** মোৰ prestige তই ৰাখিলিনে?

**অনুপম ঃ** হ'ব দেচোন। এই সৰু কথাটোৰ বাবে ইমান চিৰিয়াচ

হ'ব নালাগে।
**যুগান্ত :** সৰু কথা। (বাহিৰলৈ যাব খুজে)
**অনুপম :** ঐ যুগান্ত please
**পল্লব :** খুৰা গ'লেই নেকি?
**বৰুণ :** গ'লে ভাল পাবা নেকি? বুঢ়া বুলি মোক পেংলাই কৰিছা। তুমি বুঢ়া নহ'বা? মোৰ দৰে অৱস্থা এদিন তোমাৰ নহ'ব? আজি কালি যুব চামৰ কি হৈছে? কি বিচাৰিছে? ধৰা মস্কিলেই হৈ পৰিছে। সকলোতে মাথো উশৃঙ্খল, হাই-উৰুমী, দাদাগিৰি।
**পল্লব :** আপোনাক আচলতে মই সেই অৰ্থত
**বৰুণ :** কি অৰ্থত কৈছিলা? তুমি মোক গ'লেই নেকি বুলি কোৱা নাছিলা?
**পল্লব :** কৈছিলো
**বৰুণ :** গ'লেই মানে কি?
**পল্লব :** মই টোপনি যোৱাৰ কথাহে কৈছিলো।
**বৰুণ :** টোপনি যোৱা নহয়। গ'ল মানে সিপুৰীলৈ যোৱা। মৃত্যু।
**পল্লব :** হ'ব বাৰু। মোৰ ভুল হৈ গ'ল। ক্ষমা কৰি দিব।
**বৰুণ :** ভুল হৈ গ'ল বুলি কলেই সমস্যা সমাধান নহয়। ভুল কৰি কৰিয়েইতো আমি ঠগ্-দগাবাজ কিছুমান ভোট দি নিৰ্বাচনত জিকাই ৰাজ্যখন শাসন কৰিবলৈ দি আছো। তেৰাসবে যেতিয়া আসনখন দখল কৰি আমালৈ পিঠি দিয়ে তেতিয়া আমি কওঁ ইহঁতক ভোট দি ভুলেই কৰিলোঁ। এনেকৈ ভুল কৰি গৈ থাকিলে জানো আমাৰ অসমখন এদিন শেষ হৈ নাযাব। একেটা ভুলকে আমি প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে কৰি আছো। কিন্তু আজিলৈকে আমি সেই ভুলৰ সংশোধন কৰিব পৰা নাই। কথা ক'ব আহিছা। ভুল হৈ গ'ল।
**যুগান্ত :** (পল্লৱক ইংগিতেৰে সুধে)
**পল্লব :** (ইংগিতেৰে একো নাজানো বুলি দেখুৱায)
**বৰুণ :** তুমি দেখোন Serious হৈ গ'লা। বেঙা ল'ৰা। মই ধেমালিহে কৰিছিলো।
**পল্লব :** (স্বস্তিৰ নিশ্বাস এৰে)
**বৰুণ :** ভাইটি গমতো পালাই।
**পল্লব :** কি?
**বৰুণ :** Train ৬ ঘন্টা Late। গতিকে মই ভৰাই আহো পেট। luaggageটো চাবা। আহোতে আনিম ১২০, জুতি লগাই খাবা। (বাহিৰলৈ যায়)
**পল্লব :** যুগান্ত, বুঢ়াজন কিন্তু সাংঘাতিক বস্তু আছে দেই।
**যুগান্ত :** অকল বুঢ়াইনে। আমাৰ জনাৰো কম নহয় (অনুপমে বাহিৰলৈ চাই থাকে)
**পল্লব :** ঐ কি হ'ল?
**অনুপম :** ভাল লাগিছে।
**পল্লব :** কি?
**অনুপম :** তোৰ ভাল লগাটো বাদ দেচোন।
**পল্লব :** কিয়? মোৰ ভাল লগা থাকিব নোৱাৰে নেকি?
**অনুপম :** পাৰে। কিন্তু তাই জানো তোৰ লগত লাইন মাৰিব?
**পল্লব :** কিয?
**অনুপম :** তোৰ ৰংটোৰ বাবে।
**পল্লব :** ৰঙত ধৰি কিন্তু কথা নক'বি। তই বগা হব পাৰ। কিন্তু তোৰ ভিতৰখন একেবাৰে লেতেৰা। এই মুহূৰ্তত তই ছোৱালীজনীক লৈ যিবোৰ জল্পনা কল্পনা কৰি আছ নহয়। সুবিধা পালে তই তাইক ধৰ্ষণ কৰিবলৈ আগবাঢ়ি যাবি।
**অনুপম :** তই–
**পল্লব :** তই মনে মনে দৰজা ঠেলা মানুহ। মই কিন্তু গৃহস্থক মাতবোল লগাই হে দৰজাৰ ওচৰলৈ যোৱা মানুহ। আৰু শুন, তই যদি মোৰ লগত এই মুহূৰ্তত Challenge কৰ নহয। মই ছোৱালী জনীৰ সন্মুখত নাঙঠ হৈ নৃত্য কৰিব পাৰিম। তই কিন্তু নোৱাৰিবি। কাৰণ তই বগা আৰু ভদ্ৰ।
**অনুপম :** ধেৎতেৰি তই এই সৰু কথাটোতে
**পল্লব :** তোৰ বাবে এইটো সৰু কথা। মোৰ বাবে কিন্তু ডাঙৰ কথা। তই মোক প্ৰতিটো কথাতে ৰঙত ধৰি insult কৰ। মোৰ গাৰ বৰণটোক base কৰি কথা ক'লে মই খুব বেযা পাওঁ। আজি ৰঙত ধৰি insult কৰিছ। কাইলৈ মোক জাতিত ধৰি কথা ক'বি। অৱশ্যে জাতিত ধৰিবলৈ বাকী নাই। সকলোৱে এতিয়া নিজৰ নিজৰ জাতিটোক লৈ ৰাজ্য পতাত ব্যস্ত হৈ পৰিছ। তযোতো ব্যস্ত।
**যুগান্ত :** (পল্লৱৰ সৈতে হেণ্ডচেক্ কৰে) (প্ৰেৰণা আহে)
**অনুপম :** Line টো পালে?
**প্ৰেৰণা :** হয। দুই মিনিট কথা পাতিলো। এইটো ৰাখক।
**অনুপম :** নাই নালাগে।
**প্ৰেৰণা :** ৰাখক। STD ৰ phone।
**অনুপম :** জোৰ কৰিলে কিন্তু মই বেয়া পাম।
**প্ৰেৰণা :** হ'ব বাৰু জোৰ নকৰো। আপোনাৰ সৈতে formaly চিনাকী নোহোৱাকৈয়ে আপোনাৰ mobile টোত phone কৰিলো। মোক কিজানি আপনি আচৰিত ছোৱালী বুলি ভাবিছে নহয়?
**অনুপম :** নাই কিয় ভাবিম। কেতিয়াবা তেনেকুৱা হৈ যায়। বাৰু, এতিয়া আপোনাৰ পৰিচয়টো জানিব পাৰিম নে?

**প্ৰেৰণা :** প্ৰেৰণা শইকীয়া। ঘৰ যোৰহাটত। আপোনাৰ ?

**অনুপম :** অনুপম বৰুৱা। ঘৰ ইয়াৰ পৰা ২০ কি. মি. নিলগত মৰিগাওঁত। নামটো শুনিছে নিশ্চয়।

**প্ৰেৰণা :** নাম শুনাই নহয়। মই তালৈ গৈছোও।

**অনুপম :** হয় নেকি?

**প্ৰেৰণা :** হয়।

**অনুপম :** কোনোবা Relative-ৰ ঘৰলৈ ?

**প্ৰেৰণা :** নাই, বেলেগ কাম এটাত গৈছিলো।

**অনুপম.:** এতিয়া ক'লৈ যাব আহিছে?

**প্ৰেৰণা :** Delhi লৈ। আপুনি?

**অনুপম :** ময়ো Delhi লৈকে যাম। মানে মোৰ মামা এজন তাতে থাকে। Home minister ৰ P.A. (পল্লৱ আৰু যুগান্তই মুখ টি পি হাঁহে)

**প্ৰেৰণা :** হয় নেকি? তেতিয়া হ'লে ভালেই হ'ব। Delhi ত আমাৰ যিখন seminer হ'ব তালৈ Home Minister ও আহিব। গতিকে আপোনাৰ মামাও নিশ্চয় আহিব। আপোনাৰ কথা বাৰু মই কম।

**অনুপম :** ক'ব। কিন্তু মই এটা কথা বুজি নাপালো।

**প্ৰেৰণা :** কি?

**অনুপম :** আপোনাৰ ঘৰ যোৰহাটত। আৰু ইয়াত ...............

**প্ৰেৰণা :** মানে জাগীৰোডত Seminar এখন আছিল। গম পালো ওচৰতে এট station আছে। সেয়ে ইয়ালৈকে গুচি আহিলো। মানে মই train এৰে Journey কৰি ভাল পাওঁ।

**অনুপম :** এতিয়া বলক চাহ একাপ খাই আহো।

**প্ৰেৰণা :** ময়ো চাহৰ কথা কম বুলি ভাবোতেই আপুনি কৈ দিলে।

**অনুপম :** ইয়াকে কয় তেলি-পেথি।

**প্ৰেৰণা :** মানে?

**অনুপম :** মন-সংযোগ। বলক।

**প্ৰেৰণা :** কিন্তু মোৰ luggage টো?

**অনুপম :** মই অকশমান আহিছো। এখেতৰ luggage টো চাবি।

(দুয়ো বাহিৰলৈ যায়)

**পল্লৱ :** যুগান্ত ঘটনা ঘটিলেই নেকি? ঘটাওক ভালে হৈছে। অন্ততঃ journeyটো ভাল লাগিব। নহয় নে?

**যুগান্ত :** মই কি জানো?

**পল্লৱ :** নহয় মানে তয়ো এই বিষয়ত P.G.লৈ থৈছতো জানিবও পাৰ। আমি P.G. দূৰৰে কথা। এই বিষয়ত মেট্ৰিকটোকে পাচ কৰিব পৰা নাই। পাৰিলোহেঁতেন কিন্তু এটা কাৰণেই নোৱাৰো। মোৰ ৰংটোৰ বাবে।

**যুগান্ত :** মানে

**পল্লৱ :** বুজিছ, কেতিয়াবা বৰ দুখ লগে। Inferiority complexত ভুগো। ভগবানে মোক ক'লা কৰিহে সৃষ্টি কৰিব লাগেনে। চাল্লা, এই দুখতে এটা গানা হো যায়।

**পল্লৱ :**
আহাচোন আহা
কাষতে বহা
কথাকে অলপ পাতো

**যুগান্ত :** (ছোৱালীৰ মাতেৰে গায়)
নবহো নবহো
কাষতে নবহো মই
ৰংটোৰেই তোমাৰ মাইনাচ পইন্ট
কি কৰিম কোৱা মই

**পল্লৱ :** নক'বা নক'বা দুখ লাগি যায় মোৰ
এনেকুৱা যৌৱন অথলে গ'লে
গুচি যাম বহু দূৰ

**যুগান্ত :** গুচি গ'লেও তোৰ লগত মই
নাপাতো একো কথা
ইয়াৰ বাবে মোৰ অন্তৰত
নাথাকে অকণো বেথা।

**যুগান্ত :** ৰূপে কি কৰে, গুণেহে সংসাৰ তৰে।

**পল্লৱ :** মই বিশ্বাস নকৰো।

**যুগান্ত :** কিয়?

**পল্লৱ :** Simple উদাহৰণ এটা দিছো। অনুপমৰ লগত যে গ'ল ছোৱালীজনী। তাই ধুনীয়া নোহোৱা হ'লে, অনুপম তাইৰ লগত গ'লহেঁতেন নে? বা তয়েই জানো তাইৰ লগত লাইন মাৰিলিহেঁতেন? বুজিছ আজি কালি মানুহক ৰূপ লাগে। ৰূপ। এই ৰূপৰ মোহত ভুল গৈয়েই কোনোবা কোনোবা ৰজাই ৰাজ্যৰ শাসন ভাৰো হেৰুৱাব লগা হৈছে।

**যুগান্ত :** (হাত চাপৰি বজায়)

**পল্লৱ :** হাত দুখন লগ লগালি যে ?

**যুগান্ত :** তোৰ কথাটো support কৰিছো। পল্লৱ, মই কিন্তু আজিকালি ঘটনা এটা কৰিম।

**পল্লৱ :** ঐ, অথনি ক'লি কাম এটা হৈ যাব পাৰে। আৰু এতিয়া কৈছ ঘটনা এটা কৰিম। মামলা কিয়া হেই?

**যুগান্ত :** সময়ত জানিবি। এতিয়া নকওঁ। just তোক এটা ইংগিত দি থ'লো।

**পল্লৱ :** কিয়, এতিয়া জানিলেনো কি হ'ব?

**যুগান্ত :** বহু কিবা-কিবি হৈ যাব পাৰে।

**পল্লৱ :** ঐ ছোৱালীজনীক....।

**যুগান্ত :** ধেৎ সেই চব একো নহয়।

(বৰুণ আহে। পাণ এটা আনি পল্লৱক দিয়ে)

**পল্লৱ ঃ** ধন্যবাদ

**বৰুণ ঃ** ধন্যবাদ কিয় দিছা?

**পল্লৱ ঃ** পাণটো দিয়াৰ বাবে।

**বৰুণ ঃ** কিয় দিছা ধন্যবাদ? আজি মই তোমাক পাণটো দিয়াৰ বাবে ধন্যবাদ দিছা। কাইলৈ চিগাৰেটটো দিয়াৰ বাবে ধন্যবাদ দিবা। পৰহিলৈ কুৰাটাৰটো দিয়াৰ বাবে ধন্যবাদ দিবা। ধন্যবাদ দিয়াটোৱেই তোমালোকৰ কাম নেকি? ধন্যবাদ দিবা আৰু বেয়া কামবোৰ কৰি যাবা। ধন্যবাদ দিবলৈ আহিছে।

**পল্লৱ ঃ** (প্ৰতিক্ৰিয়া)

**বৰুণ ঃ** ভাত খাই আহিছো। হজম হ'বৰ বাবে এইখিনি কছৰৎ কৰিলো।

**পল্লৱ ঃ** আপুনি কিন্তু আচৰিত মানুহ দেই।

**বৰুণ ঃ** (যুগান্তৰ ওচৰলৈ গৈ) ভাইটি তোমাৰ মনটো বেয়া নেকি?

**যুগান্ত ঃ** নাই মন কিয় বেয়া হ'ব।

**বৰুণ ঃ** মন বেয়া নকৰিবা। এইটো তোমালোকৰ মন ভাল লগোৱা সময়। মনঃপোত সংগী বাছি লোৱা। কথা পাতা। চিনেমা চোৱা। ফূৰ্তি কৰা।

কিন্তু চাবা বেছি ফূৰ্তি নকৰিবা। নহ'লে, আমাৰে ম্ইনা শোৱ এ, বাৰীৰে বগৰী খাব এ .....

**যুগান্ত ঃ** আপুনি কিন্তু আচৰিত কথা কয়।

**বৰুণ ঃ** আচৰিত নহয়। সঁচা কথা কওঁ।

**পল্লৱ ঃ** খুৰা, আপোনাক কিন্তু মই ক'ৰবাত দেখিছো।

**বৰুণ ঃ** ক'ত দেখিছিলা?

**পল্লৱ ঃ** মনত পেলাব পৰা নাই। কিন্তু আপোনাক যে লগ পাইছিলো সেইটো খাটাং।

**যুগান্ত ঃ** এনেকৈ কিজানি ক'ৰবাৰ ষ্টেচনতে লগ পাইছিলা।

**পল্লৱ ঃ** ষ্টেচনত নহয় অ'

**যুগান্ত ঃ** তেনেহ'লে Air port ত?

**পল্লৱ ঃ** নহয়।

**যুগান্ত ঃ** বিয়াত?

**পল্লৱ ঃ** নহয়।

**যুগান্ত ঃ** চিনেমা হলত?

**পল্লৱ ঃ** হয়, আপোনাক মই চিনেমা হলত লগ পাইছিলো।

**বৰুণ ঃ** চিনেমা হলত মোক।

**পল্লৱ ঃ** হয়।

**বৰুণ ঃ** কি কোৱা হেই। মই হলত নোসোমোৱা আজি দুদিন হ'ল। তুমি মোক কেতিয়া লগ পাইছিলা?

**পল্লৱ ঃ** পৰহি লগ পাইছিলো।

**বৰুণ ঃ** পৰহি?

**যুগান্ত ঃ** হয়, সি পৰহি লগ পাইছিল।

**বৰুণ ঃ** তুমি কেনেকৈ জানিলা?

**যুগান্ত ঃ** সি মোক কৈছিল?

**বৰুণ ঃ** কি কৈছিল?

**যুগান্ত ঃ** কৈছিল, এজন বুঢ়া মানুহে এজনী গাভৰু ছোৱালীৰ লগত একেলগে বহি চিনেমা কাইদাৰে চিনেমা চোৱাৰ কথা।

**বৰুণ ঃ** বুঢ়া মানুহজন ময়ে বুলি কেনেকৈ জানিলা?

**পল্লৱ ঃ** Idea কৰিছো?

**বৰুণ ঃ** Idea ত কথা নক'বা। কি বুলি ভাবিছা মোক? ইচ্ছা কৰিলে তোমালোকক মই এতিয়াই পুলিচত গতাই দিব পাৰো। তোমালোক Delhiলৈ কিয় গৈ আছা? কি ব্যৱসায় কৰিছা? এই সকলোবোৰ মই গম পাই গৈছো। (সকলোৰে প্ৰতিক্ৰিয়া হয়) মই Crime Branch ত চাকৰি কৰো। (যুগান্ত, অনুপম আৰু পল্লৱৰ প্ৰতিক্ৰিয়া বাঢ়ে) এতিয়া Retired। নিজৰ বিপদ নিজে চপাই নল'বা। Ideaত কথা ক'বলৈ আহে। (Pause) Attention please।

**যুগান্ত ঃ** (প্ৰতিক্ৰিয়া )

**অনুপম ঃ** (প্ৰতিক্ৰিয়া )

**পল্লৱ ঃ** (প্ৰতিক্ৰিয়া )

**প্ৰেৰণা ঃ** (প্ৰতিক্ৰিয়া )

**বৰুণ ঃ** আজি এই প্লেটফৰ্মত সমাগত হোৱা পুত্ৰসম মোৰ পুত্ৰ সকল। কন্যাসম মোৰ প্ৰেৰণা ভন্টী। ইতিমধ্যে আমি গম পাইছো, আমি ইয়াত সমবেত হোৱা গোটেই কেইজন যাত্ৰীয়ে Delhi লৈ যাব লগা যাত্ৰী। সকলোৰে লক্ষ্য আৰু উদ্দেশ্য বেলেগ বেলেগ। (সকলোৰে প্ৰতিক্ৰিয়া বাঢ়ে) তথাপি আজি আমি একেটা পৰিয়ালৰ সদস্য হিচাপে এই যাত্ৰাটো আৰম্ভ কৰিব লাগিব। প্ৰতিটো মুহূৰ্ত্ততে আমি ইজনে সিজনক সহায় সহযোগিতা আগবঢ়াব লাগিব। ইতিমধ্যে আমি গম পালো Train খন ৬ ঘন্টা Late। মানে ১২ বজাত Train খন আহি পাব। আমাৰ হাতত আৰু ৫ ঘন্টা বাকী আছে। সেয়ে মই ভাবিছো, এঘন্টা মান সময়ৰ আমি এখন মিনি varity show পাতো। আৰু বাকী ৪ ঘন্টা আমি পাল পাতি পাতি সাময়িক ভাৱে অলপ rest ল'ম। কেনে হ'ব?

**পল্লৱ ঃ** ভাল হ'ব।

**বৰুণ ঃ** কি ভাল হ'ব?

**পল্লৱ ঃ** আপোনাৰ Idea টো।

**বৰুণ ঃ** আকৌ Idea। অন্ততঃ Time টো পাচ হ'ব। নহয়

জানো?

**সকলোৱে ঃ** হয়।

**প্ৰেৰণা ঃ** কিন্তু খুৰা, প্লেটফৰ্মত থকা সকলোবোৰ মানুহ যদি আহি যায়।

**বৰুণ ঃ** ভালহে হ'ব। আমাৰ দৰ্শক বাঢ়িব। তেনেহ'লে আমি আৰম্ভ কৰোঁ। প্ৰথমতে প্ৰেৰণাই আৰম্ভ কৰা।

**প্ৰেৰণা ঃ** মইনো কি কৰিম।

**বৰুণ ঃ** কৰা কিবা এটা। After all time pass.

**প্ৰেৰণা ঃ** তেনেহ'লে এটা গীতকে গাওঁ।

মানুহে মানুহৰ বাবে
যদিহে অকণো নাভাবে
অকণি সহানুভূতিৰে
ভাবিব কোনেনো কোৱা সমনীয়া ..............
(সকলোৱে হাত চাপৰি বজায়)

**অনুপম ঃ** আপুনি কিন্তু সঁচাই ধুনীয়া গায়।

**পল্লব ঃ** তাৰবাবে কিন্তু আপোনাক আমি junior ভূপেন হাজৰিকা বুলি নকওঁ।

**প্ৰেৰণা ঃ** (হাঁহে)

**বৰুণ ঃ** এতিয়া তোমাৰ পাল।

**পল্লব ঃ** মই.... মইনো কি কৰিম। হেমলেট নাটকৰ সংলাপ এটাকে মাতো। মুহূৰ্ততো এনেকুৱা। হেমলেটৰ দেউতাক ঢুকোৱা প্ৰায় দুমাহ হৈছে। কিন্তু খুৰাকে পুনৰ হেমলেটৰ মাককে পত্নী হিচাপে গ্ৰহণ কৰিলে। এই দুখ আৰু ক্ষোভতে হেমলেটে এই সংলাপখিনি কয়। যদিহে এই বজ্ৰকঠিন দেহসত্বা গলি গলি পৰিশোধিত হ'লহেঁতেন টোপাল টোপাল নিয়ৰ কণালৈ। বা যদিহে অন্তৰ্যামী ভগৱানে আত্মৰক্ষাৰ বিৰুদ্ধে নীতি নিৰ্দ্ধাৰণ নকৰিলেহেঁতেন। হে প্ৰভু, সংসাৰখন মোৰ শান্ত, গলিত, নিস্পন্দ আৰু অৰ্থহীন যেন অনুভৱ হয়। এয়া কি এক পৰিসমাপ্তি। তেখেতৰ মৃত্যু হোৱা মাত্ৰ দুমাহ হৈছে। ওঁহো দুমাহো হোৱা নাই। ইমান কৃৰ্ত্তি-নৃপতি আছিল। বৰ্তমান ৰজাৰ লগত তেখেতৰ তুলনা সূৰ্য্যৰ লগত ৰাহুৰ দৰে। মোৰ মাতৃক তেখেতে ইমান ভাল পাইছিল যে বতাহকো আনকি তেওঁৰ মুখমণ্ডলত জোৰেৰে কোবাই যাবলৈ নিদিছিল। দূৰ্ব্বলতা, তোমাৰ নামেই নাৰী। মাত্ৰ এটি মাহ। মোৰ পিতৃৰ মৃতদেহ অনুসৰণ কৰোতে পিন্ধা জোতাযোৰত ধূলি লাগিবলৈকে পোৱা নাই। সেইদিনা তেওঁ তাহানিৰ নায়কৰ নিচিনাকৈ ধাৰাসাৰে কান্দিছিল। আৰু তেওঁ বিয়া কৰালে মোৰ খুৰাক। মোৰ পিতৃৰ ভাতৃক। জ্ঞানচেতনাবিহীন এক শ্বাপদেও কিজানি আৰু দীঘলীয়া সময়ৰ বাবে শোকাভিভূত হৈ ৰ'লহেঁতেন। মাত্ৰ এমাহৰ ভিতৰতে, তেওঁ ৰঙচুৱা দুচকুৰ পৰা এই অসৎ লুণীয়া লোটক শুকাবলৈ নৌপাওঁতেই পুনৰ বিয়াত বহিল। স্বামী ভাতৃৰ শয়ন কোঠালৈ যোৱাত কি অসাধু দ্রুততা। ই ধিক। নহয় আৰু হ'ব নোৱাৰে। কিন্তু নাই। অপ্ৰকাশ দুখ বোধত মোৰ অন্তৰ ভাঙি চুৰমাৰ হৈ যাওঁক। কিন্তু মই সম্প্ৰতি মুখ খুলিব নালাগিব।

**বৰুণ ঃ** তাৰমানে আমি নাৰীক বিশ্বাস কৰা উচিত নহয়।

**প্ৰেৰণা ঃ** অকল নাৰীকেই নহয় খুৰা। পুৰুষকো।

**বৰুণ ঃ** হয় নেকি? তেনেহ'লে Fifty Fifty (অনুপমক) এতিয়া তোমাৰ।

**অনুপম ঃ** মোৰ দেখোন একো মনতেই নাই।

**বৰুণ ঃ** কৰা কিবা এটা।

**অনুপম ঃ** তেনে মই কবিতা এটা আবৃত্তি কৰো।

**বৰুণ ঃ** কৰা।

**অনুপম ঃ** মিচ কল

কিয় জানো আজি /মনৰ খিৰিকিখন/মেলি দিবলৈ মন গ'ল/মলয়া বতাহ এজাক/অনুমতি নোলোৱাকৈয়ে/সোমাই আহিল/নোসোমাবনো কিয়/ মইতো নগ্ন হৈ/কোনোবা ষোড়শীৰ সৈতে/ একাত্ম হৈ থকা নাই। পিন্ধি থকা বনিয়নটো/বুকুৰ ওপৰলৈ কোঁচাই ললো/কলিজাটো শাঁত পৰি গ'ল/এইয়াই জানো তৃপ্তি ???/অতীতৰ অতৃপ্ত অনুৰাগত/ আজিও মই ভাৰাক্ৰান্ত/একাষৰীয়াকৈ ৰাখিছিলো/হৃদয়ৰ এচুকত /উমাল বেথা/আকুলতা/আৰু তেওঁৰ প্ৰগল্‌ভতাক/ এতিয়াহে বুজিছো/ সেইয়া আছিল/মোৰ অন্তৰৰ হেঙুছেটেলৈ পঠোৱা/তেওঁৰ মিচ কলহে/হঠাতে ম'বাইলটো বাজি উঠিল/পাখি পাখি এই মন/নম্বৰটো চিনাকি/ৰিচিভ্ কৰিলোঁ/হেলো/কালিলৈ মোক/নেহেৰু পাৰ্কত লগ কৰিবা/হেলো-হেলো-/লাইনটো কাটি গ'ল/ কেলেণ্ডাৰখনত তাৰিখটো চালো/এক এপ্ৰিল।

**বৰুণ ঃ** তাৰমানে তুমি ব্যৰ্থ প্ৰেমিক।

(প্ৰেৰণা আৰু পল্লৱে হাঁহে)

এতিয়া তোমাৰ যুদ্ধৰ সময়।

**যুগান্ত ঃ** মই একোৱেই নাজানো।

**বৰুণ ঃ** যি জানা তাকে কৰা।

**যুগান্ত ঃ** অৱশ্যে এটা হ'ব পাৰো

**বৰুণ ঃ** কি?

**যুগান্ত ঃ** ভাল দৰ্শক।

**বৰুণ ঃ** লড়কা হৌটো এইচা। তেনেহ'লে তুমি একো নকৰা।

**প্ৰেৰণা ঃ** খুৰা, তেনেহ'লে এতিয়া আপোনাৰ পাল।

**বৰুণ ঃ** মই ... মইনো কি কৰিম। বুঢ়া মানুহ তথাপি এটা গানকে গাওঁ বেয়া হ'লে হাত চাপৰি বজাবা।

**প্ৰেৰণা ঃ** বজাম বাৰু।

**বৰুণ ঃ** এইয়ে মোৰ শেষ গান
জীৱন নাটৰ শেষ ৰাগিনী
কল্যাণ খৰমান।
......... ....................
.................................

**প্ৰেৰণা ঃ** ধুনীয়া হৈছে।

**অনুপম ঃ** খুৰা, সঁচাকৈ ধুনীয়া হৈছে।

**পল্লৱ ঃ** আপোনাৰ কণ্ঠটো কিন্তু ধুনীয়া। ভৱিষ্যত আছে।

**যুগান্ত ঃ** Really excellent। জবাব নাই।

**বৰুণ ঃ** সঁচানে?

**যুগান্ত ঃ** সঁচা আকৌ।

**বৰুণ ঃ** সকলোলৈ ধন্যবাদ থাকিল। তেতিয়াহ'লে আমাৰ varity show অনুষ্ঠানটো ইমানতে সামৰণি মাৰিলো। এতিয়া আমাৰ পৰৱৰ্ত্তী কাৰ্য্যসূচী হ'ল , Rest নহয় জানো?

**সকলোৱে ঃ** হয়।

(পল্লৱে Restৰ ব্যৱস্থা কৰে)

**বৰুণ ঃ** হেৰা Idea। Rest ল'বলৈ গ'লাই যে।

**পল্লৱ ঃ** প্ৰস্তুতি চলাইছো খুৰা।

**বৰুণ ঃ** আমাৰ প্ৰত্যেকৰে luggage আছে। গতিকে আমি গোটেই কেইজনে একেলগে Rest ল'ব পৰা নাযাব। সেয়ে আমি পাল পাতি পাতি পহৰাৰ ব্যৱস্থা কৰিব লাগিব। প্ৰথমতে কোনে পহৰা দিব?

(পল্লৱে বাগৰে)

**পল্লৱ ঃ** মই শেষত দিম।

**যুগান্ত ঃ** মই দিম খুৰা।

**বৰুণ ঃ** এইয়াহে লাচিতৰ দেশৰ ল'ৰা। তেতিয়াহ'লে Restৰ ব্যৱস্থা কৰা হওঁক।

**(সকলোৱে Rest ৰ ব্যৱস্থা কৰে। Suspense music চলি থাকে। কিছু সময় পিছত যুগান্তই বেগৰ পৰা চুৰি এখন উলিয়াই পাইচাৰী কৰে। তাৰপিছত প্ৰেৰণাৰ ওচৰলৈ যায়। প্ৰেৰণাক বাহিৰলৈ লৈ যাব বিচাৰে। যুঁজ বাগৰ চলে। বৰুণে সাৰ পায়)**

**বৰুণ ঃ** কি হৈছে? তুমি এইবোৰ কি আৰম্ভ কৰিছা?

**অনুপম ঃ** কি হৈছে যুগান্ত। তই....

**যুগান্ত ঃ** তই মনে মনে থাক।

**প্ৰেৰণা ঃ** আপোনাৰ উদ্দেশ্যৰ কথা মই গম পাইছো। শুনক আপুনি মোক যি উদ্দেশ্যেৰে ভয় দেখুৱাই মোক নিবৰ চেষ্টা কৰিছে, আচলতে আপোনাৰ সিমানখিনি কৰা দৰকাৰেই নাছিল। মোক সহজ ভাৱে কৈ দিয়া হ'লেই মই আপোনাৰ সৈতে গুচি গলোহেঁতেন।

**বৰুণ ঃ** প্ৰেৰণা তুমি...

**অনুপম ঃ** যুগান্ত তই এইবিলাক

**যুগান্ত ঃ** (খঙেৰে অনুপমক চায়)

**প্ৰেৰণা ঃ** আপুনি খুব বেছি মোৰ লগত আধা ঘন্টা সময় enjoy কৰিব। কিন্তু তাৰপিছত আপোনাৰ দশা কি হ'ব ? আপুনি জানো ভাবি চাইছে?

**যুগান্ত ঃ** আপুনি বেছি কথা নক'ব। আপোনাক চিনি পাবলৈ মোৰ বাকী নাই। নহ'লে অকণমান সময় লগ পালেই আপুনি এটা অচিনাকি ল'ৰাৰ লগত আড্ডা মাৰিবলৈ বাহিৰলৈ নাযায়। গৈ আড্ডাই মাৰিছেনে বেলেগেই কৰিছে। কোনে কি জানে?

**অনুপম ঃ** তই এইবোৰ কি পাগলামি আৰম্ভ কৰিছ।

**যুগান্ত ঃ** এই মুহূৰ্তত যি কৰা উচিত। তাকে মই কৰিছো।

**অনুপম ঃ** আচলতে তোক আমি ...

**যুগান্ত ঃ** আনিব নালাগিছিল। তাকে ক'ব বিচাৰিছতো। আচলতে তোক হে মই আনিব নালাগিছিল। ঐ এই গাড়ীৰ ব্যৱসায়টো কৰা plan প্ৰথমতে কোনো কৰিছিল? মই কৰিছিলো মই।

**অনুপম ঃ** (প্ৰতিক্ৰিয়া)

**যুগান্ত ঃ** শুনক, আপোনাৰ দৰে সস্তীয়া ছোৱালীৰ লগত মোৰ enjoy কৰা ইচ্ছা নাই।

**প্ৰেৰণা ঃ** কি ক'লে? সস্তীয়া ছোৱালী?

**যুগান্ত ঃ** হয় সস্তীয়া। নে আপুনি নিজকে ভাল ছোৱালী বুলি ভাবিছে?

**প্ৰেৰণা ঃ** (প্ৰতিক্ৰিয়া)

**পল্লৱ ঃ** কি হ'ল অ। মই কিন্তু পহৰা দিব নোৱাৰো দেই।

**অনুপম ঃ** ঐ উঠ । কি হৈছে চা। ব্যৱসায় কৰিবলৈ আহিছিলি নহয়। গাড়ীৰ ব্যৱসায়। লাখ টকাৰ (সকলো নীৰৱ)

**পল্লৱ ঃ** কি হৈছে খুৰা ?

**বৰুণ ঃ** কি বোৰ যে ঘটি গ'ল। (যুগান্তক) ভাইটি তুমি অকণমান..

**যুগান্তা ঃ** আপুনি মনে মনে থাকক। আপোনাকো বুজিবলৈ বাকী নাই।

**বৰুণ ঃ** ঠিক কৈছা। মই মনে মনে থকাই উচিত। মোৰ কাৰণেই এইবোৰ হ'বলৈ পালে। তোমালোকে মোক ক্ষমা কৰি দিবা।

**অনুপম ঃ** আপুনি তেনেকৈ নক'ব খুৰা।

**পল্লব ঃ** আপোনাৰ গাত অলপো দোষ নাই।

**প্ৰেৰণা ঃ** মই আকৌ আপোনাক কিয় বেয়া পাম।

**বৰুণ ঃ** আচলতে মই ধেমালি কৰি বৰ ভাল পাওঁ। সেয়ে তোমালোকৰ লগত কম সময়তে আত্মীয়তা এটা গটি .তুলি নানা ধৰণৰ ধেমালি কৰি সময়টো পাৰ কৰিবলৈ চেষ্টা কৰিছিলো। বুজিছা, মই বৰ অকলশৰীয়া মানুহ।

**অনুপম ঃ** কিয়, আপোনাৰ পৰিয়াল?

**বৰুণ ঃ** ল'ৰা দুটা। মাক ঢুকোৱা আজি এবছৰ মান হ'ল।

**পল্লব ঃ** আপুনি অকলশৰীয়া বুলি যে ক'লে। কিয় আপোনাৰ ল'ৰা দুটা লগত নাথাকে নেকি?

**বৰুণ ঃ** বিদেশত থাকে। ডাঙৰ চাকৰি কৰে। মোৰ খবৰ লবলৈ সিহঁতৰ এতিয়া আহৰিয়েই নাই।

**প্ৰেৰণা ঃ** আপুনি কেনেকৈ চলিছে?

**বৰুণ ঃ** বিশাল সম্পত্তিৰ অধিকাৰী মই। ধন, টকা পইচাই সকলো নহয় বুজিছা। মানুহক শান্তি লাগে। মনৰ শান্তি, জীয়াই থকাৰ শান্তি। মই হয়তো বেছি দিন জীয়াই নাথাকিম।

**অনুপম ঃ** আপুনি তেনেকৈ কিয় কৈছে?

**বৰুণ ঃ** ডাক্তৰে কৈছে অলপ আনন্দ ফূৰ্তি কৰি থাকিব পাৰিলে দুটামান দিনবেছিকৈ জীয়াই থাকিব পাৰিম। সেয়ে মই সকলো সময়তে আনন্দ ফূৰ্তি কৰি থাকিব বিচাৰো। মৃত্যুৰ আগে আগে ল'ৰা দুটাক চাই যাব পৰাহেঁতেন ভাল আছিল। কিন্তু ...

**প্ৰেৰণা ঃ** খুৰা আপুনি ভাঙি নপৰিবচোন।

**বৰুণ ঃ** এৰা, ভাঙি পৰিলেনো কি হ'ব। হোৱাটোতো হ'বই।

**অনুপম ঃ** আপোনাৰ বেমাৰটোনো কি?

**বৰুণ ঃ** Blood cancer.

**প্ৰেৰণা ঃ** Blood cancer!

**অনুপম ঃ** Oh my God.

**পল্লব ঃ** আপোনাৰ দৰে মানুহ এজনক বাৰু ভগৱানে এনে বেমাৰ দিব লাগে নে।

**বৰুণ ঃ** (যুগান্তৰ ওচৰলৈ গৈ) ভাইটি তুমি বাৰু বিশ্বাস কৰিছানে? বিশ্বাস কৰা নকৰা তোমাৰ কথা। কিন্তু মোৰ এই কথাটো তোমালোকক মই ধেমালিতে কোৱা নাই। মোৰ সঁচাকৈয়ে Blood cancer হৈছে।

(প্ৰেৰণাই বেগৰ পৰা Aids ৰ পত্ৰিকা উলিয়াই সকলোকে দিয়ে)

**যুগান্ত ঃ** আপুনি মোক ক্ষমা কৰি দিব।

**বৰুণ ঃ** হ'ব, তুমিতো মোক বুজি পালা। মই কিয় ধেমালি কৰোঁ। কিয় ফূৰ্তি কৰি থাকো। আজি আচলতে মই Check up-ৰ কাৰণে Delhi লৈ যাব আহিছো।

**প্ৰেৰণা ঃ** (যুগান্ত) মোক আপুনি সম্ভ্ৰীয়া ছোৱালী বুলি কৈছিল নহয়। এইখন পঢ়ক। (যুগান্তই পত্ৰিকাখন লয়) মই ঘৰখনৰ একমাত্ৰ ছোৱালী। B. A. পাচ কৰা এমাহৰ পিছতেই মা-দেউতাই মোক বিয়া দিছিল।

**সকলোৱে ঃ** (প্ৰতিক্ৰিয়া)

**বৰুণ ঃ** তাৰ মানে তুমি ...

**প্ৰেৰণা ঃ** হয় খুৰা, মই বিবাহিতা। বিয়া হোৱা পিছৰে পৰাই মোৰ Husband শাৰীৰিক ভাৱে অসুস্থ হৈ আহিবলৈ ধৰিলে। পিছত Blood investigation কৰাৰ পিছত গম পোৱা গ'ল তেখেতৰ HIV positive.

**অনুপম ঃ** Oh my God.

**পল্লব ঃ** তাৰ পাছত

**প্ৰেৰণা ঃ** তেতিয়া মই pregnant। দিনক দিনে তেখেতৰ অসুখ বেছি হৈ আহিবলৈ ধৰিলে। এদিন মোৰ গৰ্ভত থকা সন্তানটো জন্ম হ'ল।

**বৰুণ ঃ** সি এতিয়া ক'ত আছে?

**প্ৰেৰণা ঃ** নাই।

**বৰুণ ঃ** নাই, মানে।

**প্ৰেৰণা ঃ** তাৰ দেহতো HIV positiveপোৱাগৈছিল। কিছুদিনৰ পিছত সি ঢুকাই থাকিল। সন্তানটো ঢুকোৱা ৬ মাহ মানৰ পিছতেই মোৰ Husband ও ঢুকাই থাকিল। আটাইতকৈ দুখৰ কথাটো হ'ল, মোৰ দেহতো HIV positive পোৱা গ'ল।

**সকলোৱে ঃ** (প্ৰতিক্ৰিয়া)

**বৰুণ ঃ** প্ৰেৰণা, তুমি এইবোৰ

**প্ৰেৰণা ঃ** হয় খুৰা। মই এজনী AIDS বেমাৰত আক্ৰান্ত ৰোগী।

**অনুপম ঃ** আমি শুনিছো।

**প্ৰেৰণা ঃ** AIDSৰ ঔষধ আজিলৈকে ওলোৱা নাই, নহয় জানো?

**অনুপম ঃ** হয়।

**প্ৰেৰণা ঃ** আপোনালোকে হয়তো ভাবিছে তেনেস্থলত মই কেনেকৈ জীয়াই আছো। মই বেমাৰটোৰ একমাত্ৰ চিকিৎসা হ'ল ৰোগীৰ প্ৰতি বাকী মানুহৰ মৰম, চেনেহ,

সহায়-সহযোগিতা। সেই কাৰণে AIDS ৰ ওপৰত পতা Seminar বোৰত মই Attend কৰো। জনসাধাৰণৰ মাজত সজাগতা আনিবলৈ চেষ্টা কৰিছো।

**পল্লৱ** ঃ চৰকাৰে আপোনাক সহায় কৰিছেনে?

**প্ৰেৰণা** ঃ চৰকাৰে মোক যথেষ্ট সহায় কৰিছে। আজি মোক AIDSৰ ওপৰত কেন্দ্ৰীয় চৰকাৰে আয়োজন কৰা Seminar এখনত Attend কৰিবলৈ চৰকাৰে Delhi লৈ পঠাইছে। (যুগান্তক) আজি আপুনি মোক চুৰি দেখুৱাই যি উদ্দেশ্যেৰে নিব বিচাৰিছিল। সেই উদ্দেশ্য আপোনাৰ সফল নহ'ল।

**যুগান্ত** ঃ আপুনি মোক ক্ষমা কৰি দিব। মোৰ ভুল হৈ গ'ল।

**প্ৰেৰণা** ঃ আচলতে আপুনি বৰ Lucky মানুহ। কিন্তু মই বৰ দুৰ্ভগীয়া ছোৱালী। জীৱনৰ প্ৰতি কাৰ মমতা নাই? মোৰো আছে। জীৱনটো ধুনীয়াকৈ ফুলি উঠিছিল। সুখত-আনন্দত। আৰু ডাঙৰকৈ ফুলাম বুলি ভাবিছিলো। কিন্তু...

**বৰুণ** ঃ মই আকৌ গৰ্বত ফুলি উঠিছিলো জানা!-মোৰ দুয়োটা সন্তানেই বিদেশত থাকে। ডাঙৰ ডাঙৰ চাকৰি কৰে। বুকু ফুলাই আনৰ আগত কথা কওঁ। কিন্তু এতিয়া সেই গৰ্ব নাই। গৰ্ব ফুটি থাকিল। প্ৰেৰণা, তুমি ভাঙি নপৰিবা। আমি দুয়ো একেখন নাৱৰে যাত্ৰী। ধৰি ল'লো আমাৰ এই মৃত্যুমুখী যাত্ৰাৰ প্ৰাক্ মুহূৰ্ত্ততে এওঁলোকে আমাক বিদায় সম্ভাষণ জনাবলৈ আহিছে। আনন্দ আমাৰ এইখিনিতেই নহয়নে প্ৰেৰণা।

**প্ৰেৰণা** ঃ আপোনালোকৰ প্ৰতি মোৰ এটাই অনুৰোধ। আপোনালোকৰ জীৱনটো মোৰ দৰে কলিতে মৰহি যাবলৈ নিদিব। চাই চিতি খোজ দিব। জীৱনটো ৰঙীণ কৰি তুলিব। কিন্তু ৰঙৰ মাজত উটি ভাঁহি নাযাব। জীয়াই থকা, আনন্দ কৰাৰ পথ বহুত আছে। সেই পথেৰে আগবাঢ়িব। নহ'লে মোৰ দৰে অৱস্থা হ'ব।

**বৰুণ** ঃ শুনিলা ভাইটিহঁত। প্ৰেৰণাই তোমালোকক প্ৰেৰণা দিছে। তেওঁৰ জীৱনৰ বাস্তৱ চিত্ৰখন তোমালোকৰ আগত ডাঙি ধৰিছে। মই ভাবো এই চিত্ৰখনে তোমালোকৰ জীৱনটোক সঠিক পথেৰে নিব পাৰিবা। যি কামতেই আগ নাবাঢ়া কিয়, সঠিক পথেৰে সততাৰে আৰু আনৰ অপকাৰ নকৰাকৈ আগবাঢ়ি যাবা। কৃতকাৰ্য্য হ'বাই। (ৰেল অহা সংকেত বাজে। ৰেলৰ উকি শুনা যায়। সকলোৱে নিজৰ নিজৰ luggage ঠিক-ঠাক কৰে)

**বৰুণ** ঃ Train আহি পাবৰ হ'ল। ভাইটি হঁত luggage বোৰ ঠিক-ঠাক কৰা।

**যুগান্ত** ঃ (প্ৰেৰণাক) আপোনাৰ luggage টো মোক দিয়ক।

**প্ৰেৰণা** ঃ হ'ব, পাৰিম।

**যুগান্ত** ঃ দিয়ক। (প্ৰেৰণাৰ বেগটো ল.)

**বৰুণ** ঃ ল'ব দিয়া হেই প্ৰেৰণ"। ডেকা ল'ৰা। জোৰ আছে। কিন্তু mobile এটা গোৱাৰহে জোৰ গোটাব পৰা নাই। হ'ব বাৰু mobile এটা ম· তোমাক gift দিম। কি company লাগিব? টকী.. ?

**প্ৰেৰণা** ঃ Tokia নহয় খুৰা Νo' a.

**বৰুণ** ঃ হ'ব পাৰে। Nokia ও Tok' হব পাৰে। Global-ization। আজি Nokia টো বেছিকৈ চলিছে।

(সকলোৱে হাঁহে। ৰেলৰ শব্দ বেছি হয়। পোহৰ কমি আহে। আঁৰ কাপোৰ নামি আহে)

সমাপ্ত

# গ্ৰীণৰুম

**নাট্যকাৰ # প্ৰশান্ত বৰা**

**চৰিত্ৰসমূহ ঃ**

১। নৱ　　২। অজিত
৩। কাঞ্চা　　৪। হৰি

(মঞ্চত এখন আঁৰ কাপোৰ আঁৰি Green Room-ৰ পৰিৱেশ সৃষ্টি কৰিব। Green Room-ত ব্যৱহাৰ হোৱা বিভিন্ন সামগ্ৰীসমূহ প্ৰয়োজন সাপেক্ষে ব্যৱহাৰ কৰিব। মেকআপ-মেন হৰি ব্যস্ত থাকিব অজিত-অৰ্জুনক মেকআপ কৰাত। সম্পাদক নৱ সোমাই আহিব।)

**নৱ ঃ** ভাওনা নহ'ব কিজানি।

**অজিত ঃ** ভাওনা নহ'ব কিজানি! ঐ জোৰা উঠিবৰ সময় হ'ল, তই কৈছ ভাওনা নহ'ব কিজানি। হ'ল কি?

**নৱ ঃ** দ্ৰৌপদী Can not.

**অজিত ঃ** দ্ৰৌপদী Can not, মানে?

**নৱ ঃ** মানে আৰু কি, দ্ৰৌপদীয়ে নোৱাৰে।

**অজিত ঃ** ঐ নৱ, দুপৰীয়ালৈকে তাই পৰা হৈ আছিল, এতিয়া হঠাৎ হ'ল কি? নোৱাৰে কিয়?

**নৱ ঃ** কিয় নোৱাৰে ঘৈণীয়েৰক সুধি আহগৈ যা।

**অজিত ঃ** ব'ল, লৈ আহোঁগৈ তাইক। ধেমালি পাইছে নেকি তাই!

**নৱ ঃ** তাইক আনিলে কি হ'ব? অশুচি গাৰে ৰীণাই থাপনাৰ আগত.....।

**অজিত ঃ** অ' আচ্ছা....., এতিয়া হে বুজিলো.....। তাই মানে.....।

**নৱ ঃ** অঁ।

**অজিত ঃ** এতিয়া কি হ'ব। কি কৰিবি এতিয়া?

**নৱ ঃ** তাকেইতো, কি কৰোঁ এতিয়া!

**হৰি ঃ** যি কৰ কৰ। মই সোনকালে আহি আছোঁ।

*(হৰি বাহিৰলৈ যায়)*

**অজিত ঃ** কিমানবাৰ ক'লো; ভাওনাত ছোৱালী ল'ব নালাগে। এতিয়া মৰ।

**নৱ ঃ** ছোৱালী নল'লে আখৰালৈ নাহয়। তাইক দ্ৰৌপদীৰ ৰোল নিদিয়া হ'লে আখৰালৈ সময়মতে কোনটো আহিলিহেঁতেন? ডেকাকেইটাতো নাহেই ভীষ্মৰ ৰোল কৰা ভজহৰি খুৰাও সময়মতে নাহে। এতিয়া মোক দোষ দিলে কি হ'ব।

**অজিত ঃ** অৱশ্যে সেইটোও হয়। বাদ দে বাদ দে। এতিয়া Problemটো Solve কৰাৰ চিন্তা কৰ। ভাওনাখন হ'বই লাগিব।

*(কাঞ্চাৰ প্ৰৱেশ)*

**কাঞ্চা ঃ** নৱদা নৱদা, আমাৰ মালিক ক'ত আছে?

**নৱ ঃ** (ইঙ্গিতেৰে) সেইটো.....।

**কাঞ্চা ঃ** অজিত দা, বাপৰে আপোনাক বিচাৰি ক'ত ক'ত নগৈছোঁ.... আৰু আপুনি ইয়াত ৰাম হৈ কেনে বহি আছে.....। একদম ৰাম ৰাম লাগিছে।

**অজিত ঃ** গৰু, ৰাম নহয়....., মই অৰ্জুন।

**কাঞ্চা ঃ** দেখাত Same লাগে। এইটো লওক। চাবি আৰু পইছা। ডাঙৰ মালিক আৰু মালিকনী ভাওনা চাবলৈ আহি গ'ল। ঘৰত তলা মৰা। গাড়ীটো বাহিৰতে ৰাখি আহিছোঁ। মই যাওঁ।

*(নৱই কাঞ্চাক নাটকীয় মুদ্ৰাত নিৰীক্ষণ কৰি থাকে)*

**অজিত ঃ** ঐ কামুৰিবলৈ আৰু জেগা নাপালি। মই পইচা চাবি ক'ত থম? এইবোৰ ড্ৰেছত পকেট থাকে নেকি?

**কাঞ্চা ঃ** সেইবুলি ডাঙৰ মালিকক চাবি দিব নাযাম দেই। তিনিজোপা কদম গছ কোনোবাই কাটি চুৰি কৰি লৈ গৈছে। মালিকৰ Tampo উঠি আছে। Case দিছে

থানাত.....।

**অজিত ঃ** অ' হ'ল। ঐ গছ মইহে কাটিলো। গছ বিক্ৰী কৰি এড়ভাঞ্চৰ পইচাৰে ড্ৰেছৰ ভাড়া দিলো। ধৰাতো পৰিমেই। কদমগছৰ ডাল ৰভাতলিত দেখিলেই খুৰাৰ বুজিবলৈ বাকি নাথাকিব.....। তাতে আকৌ Case দিছে, মই মৰিলো।

**নৱ ঃ** বাচি গ'লো।

**অজিত ঃ** ঠাট্টা নকৰিবি....., ৰ' না।

**নৱ ঃ** নহয় অ' সঁচাই বাচি গ'লো.....। হৈ যাব। ই দ্ৰৌপদী হ'ব। চা চোন চা দেখাত ই ছোৱালীৰ নিচিনা ধুনীয়া। দাড়ি-গোফৰ ঝামেলা নাই। Fitting হৈ যাব।

**অজিত ঃ** বঢ়িয়া বঢ়িয়া.....। তোৰ Selection কিন্তু মানিছোঁ। ঐ কাঞ্চা পাৰিবি?

**কাঞ্চা ঃ** ৰাম ৰাম মালিক। মই এতিয়া একো নপাৰিম দেই। দিনভৰ গাড়ী চলাই কিনে ভাগৰ ভাগৰ লাগি আছে।

**নৱ ঃ** বাদ দে, ভাগৰ মৰাৰ ব্যৱস্থা মই কৰিম.....। খোল, কাপোৰ খোল।

**কাঞ্চা ঃ** কাপ্ৰা খুলিম.....। কিয় খুলিম। নখুলিম দেই।

**অজিত ঃ** খুলিব লাগিব কাঞ্চা। ইজ্জৎ কা চৱাল হ্যায়।

**কাঞ্চা ঃ** মালিক, মোৰ ভী ইজ্জৎ কা চৱাল আছে। কাপ্ৰা নখুলিম। *(হৰিৰ প্ৰৱেশ)*

**হৰি ঃ** ঐ চিএৰ-বাথৰ কৰিছ কিয়?

**নৱ ঃ** হৰি দা, চাচোন— ই কেনেকুৱা হয়— দ্ৰোপদীৰ কাৰণে?

**হৰি ঃ** সজালে-পৰালে বান্দৰীও সুন্দৰী হয়। ইটো ধুনীয়াই। মানে তিৰি হেন লাগে। ভালেই হ'ব।

**নৱ ঃ** ঐ কাঞ্চা, খোল খোল।

**কাঞ্চা ঃ** খবৰদাৰ। বডিত তাচ নকৰিব..... নৱ দা।

**অজিত ঃ** ঐ কাঞ্চা, তই বুজা নাই।

**কাঞ্চা ঃ** চব বুজিছোঁ। আপোনালোকৰ মতলব চব বুজিছোঁ। পইণ্ট-চাৰ্ট নখুলিম।

**নৱ ঃ** কিয় নোখোল?

**কাঞ্চা ঃ** পইণ্ট খুলিলেতো ধৰা পৰি যাম।

**অজিত ঃ** অ' মৰা পইছাখিনি তলৰ পেণ্টত ৰাখিছ ছাগে।

**কাঞ্চা ঃ** মা কচম অজিত দা। এক পইছাও মৰা নাই। কেতিয়াও নামাৰোঁ।

**অজিত ঃ** তেতিয়া হ'লে পেণ্ট খুলিবলৈ ইমান টান পাইছ কিয়?

**কাঞ্চা ঃ** আন্দাৰ পেণ্টটো ফটা আছে।

**নৱ ঃ** হয় নেকি?

**হৰি ঃ** দৰমহাৰ পইছাৰে কিনি ল'ব পৰা নাই?

**কাঞ্চা ঃ** দুই মাহৰ দৰমহা বাকী আছে। ক'ৰ পৰা ল'ম?

**অজিত ঃ** এয়া চাবি আৰু পইছা ল। দেউতাক দিয়াৰ আগতে আন্দাৰ পেণ্ট এটা কিনি লবি। এতিয়া কিন্তু তই Acting কৰিব লাগিব।

**কাঞ্চা ঃ** Acting? নাই নাই। বাপৰে বাপ। বাপজন্মত মই Acting কৰিব নপাৰিম দেই।

**নৱ ঃ** পাৰিবি পাৰিবি....., একো টান কাম নহয়।

**কাঞ্চা ঃ** নৱ দা, মোক ট্ৰাক চলাব দিয়ক, চলাই দিম। ৰ'লাৰ দিয়ক, চলাই দিম। মই নেপালী ল'ৰা। জংলি ভেড়াৰ গাখীৰ ওলাব দিয়ক, ওলাই দিম। কিন্তু Acting? বাপৰে, মাফ কৰিব; নপাৰিম। মই যাওঁ।

**অজিত ঃ** কাঞ্চা, ৰ না। বৰ বিপদত পৰিলো আমি।

**কাঞ্চা ঃ** বিপদ?

**হৰি ঃ** তই বচালেহে বচোৱা।

**নৱ ঃ** বিপদ ডাঙৰ। তই Help নকৰিলে উপায় নাই।

**অজিত ঃ** হয় অ', বৰ বিপদ।

**কাঞ্চা ঃ** মালিক, আপোনাৰ বিপদ— মোৰ বিপদ। মালিকৰ কাৰণে জান হাজিৰ হ্যেয়।

**অজিত ঃ** জান নেলাগে বোপাই.... । তই মাত্ৰ Acting কৰিব লাগে দ্ৰৌপদীৰ।

**কাঞ্চা ঃ** দ্ৰৌপদী....., মাইকী ভাও। মই নপাৰিম দেই।

**নৱ ঃ** চব Ready আছে। তই মাত্ৰ Acting কৰি দে। মানে ওলালেই হ'ল।

**কাঞ্চা ঃ** কিন্তু দাদা, গানা-উনা গাই দিলেই ধৰা পৰি যাম। মানে দ্ৰৌপদী নেপালী বুলি জানিলে ৰাইজে নেমাৰিব নেকি?

**অজিত ঃ** কোনে মাৰিব? কোন মাইকালাল আছে তোৰ গাত হাত দিবলৈ?

**হৰি ঃ** হ'ব হ'ব কিবা কিবি গাবি আৰু। ভাওনা চাবলৈ অহা মানুহে বচনবিলাকত Interest নিদিয়ে নহয়। ব্ৰজাৱলী চৰেই বুজি পায় বুলি ভাবিছ নেকি?

**নৱ ঃ** পাৰিবি পাৰিবি.... । কিন্তু হৰিদা, আপুনি কাঞ্চাৰ Make up ইয়াত কৰিব নেলাগে।

**হৰি ঃ** কিয়?

**নৱ ঃ** Suspence, দ্ৰৌপদী নেপালী মানে কাঞ্চাই কৰিব বুলি আমিহে জানো। আনে জানিবও নালাগে। জানিলে লেঠাহে লাগিব। আপুনি তৰাইঁতৰ ঘৰলৈকে যাওক। তাতে Make up কৰককৈ।

**অজিত ঃ** আৰু এটা কাম কৰিব। ইয়াক এই বচনটোও অলপ Pratice কৰাই আনিব।

**নৱ ঃ** যাওক যাওক, সোনকাল কৰক।

*(হৰি আৰু কাঞ্চা ওলাই যায়)*

**অজিত ঃ** বাপৰে, এটা ঝামেলা মৰিছে।

**নৱ** : এটাহে মৰিছে। আৰু কেইবাটাও আছে।

**অজিত** : আৰু কি?

**নৱ** : Sound system, Generator আৰু Make upৰ পইচা মেনেজ হোৱাই নাই। Sound system-ৰ বসন্তই মোক বিচাৰি ফুৰিছে। ইফালে Make up মেন হ'ল দুটা।

**অজিত** : দুটা কিয়? হৰিদাই অকলেই পাৰিলেহেঁতেন।

**নৱ** : পাৰিলেহেঁতেন। কিন্তু ৰাইজে মানিলেহে। হৰিদাৰ লগত সিহঁতৰ পন্থা নিমিলে যে! চেলুন, নন-চেলুন।

**অজিত** : ধেৎ এইবোৰ ভাল নালাগে।

**নৱ** : নহ'লেনো তিনিটাকৈ নামঘৰ থাকিও ৰভা পাতি ভাওনা কৰিব লাগেনে? কি কৰিবি আৰু. ... তই ইয়াতে ৰ, মই পইছাকেইটামান উঠাই আনোগৈ।

**অজিত** : ক'ৰ পৰা আনিবি?

**নৱ** : ভাওনা উপলক্ষে ৰভাৰ পিছফালৰ পথাৰত এখন ডাইছ বহিছে। তাৰপৰা আনিম। বন্দৱস্ত হৈ আছে।

*(নৱ ওলাই যায়)*

*(মোবাইলত কথা পাতি পাতি কবীন (কৃষ্ণ)ৰ প্ৰৱেশ)*

**কবীন** : অঁঅঁ কোৱা, Thank you, Thank you. অকল Wish কৰিলেই নহ'ব। আহিব লাগিব। নাহা? কিয়? বিৰাট বেয়া পাম। Please আহি যোৱা। মই জানো, তুমি ফাকি দিছা। তোমাৰ হিয়াৰ প্ৰতিটো স্পন্দন মই জানো.....। ঠিক আছে.....। Thank you again. (কবীনে মোবাইল অফ্ কৰে) বাচিলো ভাই.....। নেলাগে আহিব।

**অজিত** : কোনজনী নাহে?

**কবীন** : পিংকি। অহা হ'লেই Tansion, মেনেজ কৰিববলৈ টান হ'লহেঁতেন। মনিষা, ঝৰ্ণাও আহিব।

**অজিত** : কেলি কৰি আছ ঐ। কোনোবাদিনা যে বাব তোক..... চাবি।

**কবীন** : মোৰ গাত কি দোষ.....। সিহঁতেহে লেটি-পেটি কৰি থাকে।

**অজিত** : তই কৃষ্ণ-লীলা কৰি ভাল পাব।

**কবীন** : বান্ধৱ, মোৰ প্ৰিয় বান্ধৱ, দৰ্জা-খিৰিকী খোলা থাকিলে চোৰ সোমাবই। আচ্ছা বাদ দে, হৰি দা ক'ত? Make up টো কৰি Ready হৈ লওঁ।

**অজিত** : হৰি দা অহাৰ আগতে মোক এটা কথা বুজাই দেচোন। হঠাৎ তই ইমান Popular হলি কেনেকৈ.....? কেইদিনমান আগলৈকে.....।

**কবীন** : মই Party worker হয় নে নহয়? মহিলাসকলক তাঁতৰ শাল দিয়া, সূতা দিয়া— এইবোৰ কাম মই কৰোঁ। তাঁত বব জানে নে নাজানে দৰকাৰ নাই, সূতা লাগিবই.....। সূতা-পাগল এই মহিলাসকলক মই সূতা পোৱাত সহজ কৰি দিওঁ। গতিকে Popular মই নহ'ম কিয়? কিন্তু বন্ধু, এটা কথা কাকো নকবি....., সূতা-বলীয়া এই মাইকী মানুহবোৰৰ হাতত মাৰ খোৱাৰ অভিজ্ঞতাও মোৰ আছে।

**অজিত** : এৰা কিবা এটা পাবলৈ কিবা এটা হেৰুৱাবই লাগিব।

**কবীন** : কিন্তু তোৰ পৰিয়ালৰ কাকো দেখা নাই যে গ্ৰীণ ৰুমত.....?

**অজিত** : ভাৰ্যা দ্ৰৌপদী হৰিদাৰ লগত তৰাইতৰ ঘৰত।

**কবীন** : জ্যেষ্ঠ ভাতৃ যুধিষ্ঠিৰ, ভীম?

**অজিত** : যুধিষ্ঠিৰ ককাইদেউ মানে যতীনদাই তেওঁৰ ব্ৰইলাৰৰ দোকান বন্ধ কৰি যুধিষ্ঠিৰৰ সাজেৰেই সভাৰ পিছফালে বহা ডাইচত ভাগ্য পৰীক্ষা কৰি আছেগৈ চাগে।

**কবীন** : ভেকোঁ?

**অজিত** : মানে ভীম। ভীমৰ ঘৈণীয়েক, চৰি মানে ভেকোঁৰ ঘৈণীয়েক সোণমাইৰ দাঁতৰ বিষ। ভাওনালৈ আহিব নোৱাৰে বুলি ঘৰতে আছিল। প্ৰাপ্ত বাতৰি অনুযায়ী ভীমৰূপী ভেকোঁৱে খবৰ পাইছে যে সোণমাইৰ পুৰণা প্ৰেমিক— আমাৰ ব্লকৰ গ্ৰামসেৱকটো আহি সোণমাইৰ লগত হাঁহি-মাতি জৱানী-দিৱানী নামৰ Latest C.D.খন চাই আছে। সেয়ে হাতত গদা লৈ অনুসন্ধানৰ বাবে ঘৰলৈ গৈছে। আৰু.....।

**কবীন** : বীৰেন দা আৰু গজেন দাক মই নিজেই মন্দিৰত দেখি আহিছোঁ।

**অজিত** : কি কৰি আছে তাত?

**কবীন** : কি কৰিব আৰু। শিলিখা, জাঁইফল মিহলাই মণিপুৰী ভাঙৰ শ্ৰাদ্ধ কৰি আছে। দেৰি হ'ব বোলে।

**অজিত** : এইবোৰৰ লগত ভাওনা কৰে নেকি? ধৃতৰাষ্ট্ৰ, গান্ধাৰীৰ Role কৰে। সৰু Role নকৰেই। ডাঙৰ; একো ক'বও নোৱাৰোঁ।

*(শঙ্কৰৰ প্ৰৱেশ নিচাসক্ত অৱস্থাত)*

**কবীন** : ঐ ঐ কি ক'ৰ?

**অজিত** : এইজন ভোলানাথ আকৌ ক'ৰ পৰা আহিল।

**কবীন** : এই তাত নবহিবি। হৰিদা ক'ত বহিব। ধেৎ হ'ল আৰু। ঐ ইয়াৰ Role নাইতো?

**অজিত** : নাই নাই। শুৱলৈ দে। এওঁৰ য'তে ৰাতি ত'তে কাতি।

**কবীন** : ঐ সঁচাই শুলে।

**অজিত** : নিচাত তং। নুশুই কি কৰিব।

*(হৰি সোমাই আহিব)*

**কবীন** : হৰিদা, ফটা-ফট মাৰি দেচোন। প্ৰথমেই মোৰ প্ৰৱেশ।

**হৰি :** প্ৰবেশ কৰিবি বাৰু। মোৰ চকীত বহি এইটো কোন মৰি আছে? তাক উঠা....।

**অজিত :** শঙ্কৰ।

**হৰি :** শঙ্কৰক শুৱলৈ দে। তই ইয়ালৈ আহ।

**কবীন :** এনেও সি উঠিব পৰা অৱস্থাত নাই।

**হৰি :** সি শুই থকাটোৱেই আমাৰ কাৰণে মংগল।

*(হৰি কবীনৰ Make up-ত ব্যস্ত হ'ব। নব চাহৰ কেটলী আৰু Disposable glass লৈ সোমাই আহিব)*

**নব :** একদম Hopless বুইছ। এইবোৰ মানুহ লৈ কি Culture কৰিবি।

**অজিত :** আকৌ কি হ'ল?

**নব :** মণ্টুক চাহপাত-চেনীৰ পইছা দি পঞ্চাশ টকা হাজিৰা দিলো, নাই, মানুহ নাপাত্তা।

**অজিত :** পইছা দিয়েইতো ভুল কৰিলি.....। সি চাগৈ বাবুলৰ তাত বহি মাল টানি আছে।

**কবীন :** চাহ বনালে কোনে?

**নব :** কোনে বনাব আৰু। মই কেঁচা খৰি ফুৱাই ফুৱাই বনাই আনিছোঁ।

**হৰি :** এৰা ধোঁৱা ধোঁৱা গোন্ধাই আছে।

**নব :** পাইছ যে। ঐ অজিত তই যাচোন.....। এইজনী দেখোন নাপাত্তা।

**অজিত :** কোন এইজনী?

**নব :** দ্ৰৌপদী। তোৰ ঘৈণীয়েৰ।

**অজিত :** অ' অ'.....। মই যাওঁ।

*(অজিত ওলাই যায়)*

**হৰি :** নব, পইছা দিবিনে খালী হাতেই ঘৰলৈ যাব লাগিব? বৰ দৰকাৰ অ' বোপাই। ৰেচনৰ চাউল, চেনী, কেৰাচিন তোৰ দোকানৰ পৰাই নিব লাগিব। ছোৱালীজনীৰ পৰীক্ষাও আহি আছে।

**নব :** হৰি দা, এয়া লওক (পইচা দিয়ে)। এই নব থাকোঁতে একো চিন্তা কৰিব নেলাগে। চব মেনেজ হৈ যাব।

**হৰি :** দে দে বোপাই।

**নব :** আৰু এয়া তামোল, চাধা আৰু চিগাৰেট (হৰিৰ কাষত থয়)। ঐ কবীন, মামণি সৰু ভায়েকক লৈ ভাওনা চাবলৈ আহিছে। পুতুলৰ দোকানৰ কাষতে ৰৈ আছে। তোক মাতিছে।

**কবীন :** মাক লগত অহা নাইতো?

**নব :** নাই অহা।

**কবীন :** উস্ ৰক্ষা। কিয় মাতিছে বাৰু?

**নব :** মামণিৰ বাথৰুম বাথৰুম লাগিছে।

**কবীন :** ধেৎ।

**হৰি :** ঐ তই উঠ। তোৰ ঝামেলা বহুত। যা যা ওচৰৰ কাৰোবাৰ ঘৰলৈকে লৈ যাগৈ। গাভৰু ছোৱালী, য'তে ত'তে বহিব নোৱাৰে নহয়।

**কবীন :** মই যাম আৰু আহিম। Finishing touch দিব লাগিব। বাই। (কবীনৰ Mobile বাজিব) অ' হ'ল মৰিলো, ঝৰ্ণা। Hello ক'ত আছা? পুতুলৰ দোকানৰ সমুখত.....। তুমি... তুমি ৰভাৰ তলত বহাগৈ। বাহিৰত নিয়ৰত তিতি..... Please মই Make up-ত বহিছোঁহে। সময় লাগিব। ঠিক আছে। থৈ অহা দায়িত্ব মোৰ। Ok বাই.....। ৰক্ষা প্ৰভু। বাচি গ'লো।

**নব :** ৰাসলীলা বন্ধ কৰ....., মৰিবি।

**হৰি :** নব, কোন ক'ত আছে মাত.....। এনেকৈ বহি চাধা মাৰি থাকিলে কি হ'ব। কৰ্ণ, কুন্তী, ভীষ্ম..... মানে ভজহৰি ক'ত.....?নে সিহঁতেও পন্থা সলালে।

**কবীন :** পন্থা সলালে মানে?

**হৰি :** হেৰ, চবেই মোৰ হতুৱাই Make up নকৰাই নহয়। সকলোৱে নিজৰ নিজৰ পন্থাৰ Make up মেন আছে।

**নব :** কৰিবি কি, আমাৰ অসমীয়া সমাজ। প্ৰগতিশীল অসমীয়া সমাজ। সেইকাৰণেই তিনিটাকৈ নামঘৰ গাঁৱত থকা সত্বেও Tent house-ৰ ৰভাত ভাওনা পাতিছোঁ.....। সাৰ্বজনীনভাৱে। উপায় নাই।

**হৰি :** উপায় নাই বুইছ। ইয়াক উঠাবই লাগিব। ধৰচোন ধৰ। বেঞ্চখনত শুৱাই দিওঁ।

*(সকলোৱে ধৰি শঙ্কৰক বেঞ্চখনত শুৱাই দিয়ে)*

**নব :** কি ল'ৰা এইটো। আৰামছে শুই দিলে আহি। শুই থাক।

*(অজিত আৰু কাঞ্চাৰ ভাওনাৰ প্ৰৱেশ কৰা মুদ্ৰাত প্ৰৱেশ)*

**কবীন :** Green room-তে প্ৰবেশ যে?

**অজিত :** Practice কৰি লৈছোঁ আৰু এবাৰ।

**কাঞ্চা :** নব দা, মোৰ কিন্তু কেনেবা কেনেবা লাগিছে। শাৰী-তাৰি আগতে মই কেতিয়াও পিন্ধা নাইতো।

**কবীন :** ৰচোন ৰ। আৰে এইটো দেখোন কাঞ্চা। মা কচম, তোক ধৰিবই নোৱাৰি কিন্তু। দ্ৰৌপদী ৰীণাহে আছিল।

**নব :** Rina can not. ৰীণাই নোৱাৰে কৰিব।

**কবীন :** ইয়াক কিন্তু ৰীণাতকৈ ধুনীয়াহে লাগিছে।

**কাঞ্চা :** নব দা, মই কিন্তু শাৰীৰ নিচত Jeans পিন্ধি আছোঁ।

**কবীন :** কিয়?

**কাঞ্চা :** নাই মানে Risk আছে তো।

**নব :** কিহৰ Risk?

**কাঞ্চা :** কৃষ্ণ ভগৱান কবীনদা হৈছেতো। সি একমুঠি সূতা দিব নোৱাৰে। মোৰ বস্ত্ৰ হৰণ কৰিলে ইমান লম্বা শাৰী ক'ত দিব।

**কবীন** : ঐ Cut মাৰিছ। এইবাৰ কোটা আহিলে মাৰৰ নামটো এক নম্বৰত দিম, জবান দিছোঁ।

**কাঞ্চা** : আজি দিম কালি দিম বুলি চাৰি বছৰ গ'ল। কি গ্যাৰাণ্টি আছে? Jeans নখুলিম ভাই।

**হৰি** : ঠিক আছে নখুলিবি। এতিয়া পাৰিলে বচনঠেৰা মুখস্থ কৰ।

*(কাঞ্চা বচন মুখস্থ কৰাত ব্যস্ত হয়।)*

**অজিত** : কলিতা দা কুন্তী নহয় জানো?

**নৰ** : অঁ, কি হ'ল?

**অজিত** : কুন্তী আৰু পুত্ৰ কৰ্ণ মানে বিমল O.C. এটা লগত লৈ বহি আছে।

**নৰ** : কোনখন থানাৰ?

**অজিত** : ঐ থানাৰ O.C. নহয়। Wine shopৰ O.C. Officer Choiceৰ হাফ এটা লৈ তৰাহঁতৰ মেজিৰ পিছফালে টানি আছে। কি কথা সিহঁতৰ।

**নৰ** : Dress কৰি আহিছেনে?

**অজিত** : কৰি আহিছে।

**নৰ** : ওলাব পাৰিবতো? নে নেমু খুৱাব লাগিব?

**অজিত** : মই কি জানো।

**নৰ** : সহদেব মানে দেৱজিৎ। বেচেৰাই ব্ৰইলাৰ মুৰ্গী বিচাৰি ঘুৰি ফুৰিছে।

**কবীন** : ব্ৰইলাৰ মুৰ্গী?

**নৰ** : B.D.O. আহিব ভাওনা চাবলৈ। সিহঁতৰ ঘৰত ভাত খাব। তাৰ মাক আত্মসহায়ক গোটৰ সভানেত্ৰী নহয় নেকি? আপ্যায়ন ভালকৈ নকৰিলে হাঁহ, কুকুৰা, সূতা, টিনপাট এইবোৰৰ List-ত নাম এনেই সোমাব নেকি?

**হৰি** : ভাওনা বাৰ বজাত আৰম্ভ কৰিবি নেকি?

**নৰ** : সূত্ৰধাৰী সোমই চুলতানৰ চেলুনত বহি ডাঢ়ি কাটিছেহে।

**হৰি** : মই কিন্তু সিহঁতৰ কাৰণে বহি থাকিব নোৱাৰোঁ দেই। গুচি যাম।

**নৰ** : ৰবিচোন হৰি দা। চব ব্যস্ত মানুহ.....। দেৰি হ'বই অলপ।

**অজিত** : যুধিষ্ঠিৰ ব্ৰইলাৰ বেপাৰী। ভীমৰ চাইকেল দোকান আছে।

**নৰ** : অৰ্জুনৰ কাঠৰ চোৰাং বেপাৰ।

**কবীন** : দ্ৰৌপদী ড্ৰাইভাৰ।

**নৰ** : মুঠতে সহদেৱৰ বাহিৰে চব ব্যস্ত।

**হৰি** : নকুল?

**অজিত** : সি Diary farmখন খুলি লোৱাৰ পাছত কাকো মাতিবলে সময় নাই।

**নৰ** : জাৰ্চী নহয় যেন টাউনীয়া ছোৱালীহে বোৱাৰী কৰি আনিলে এৰি আহিবই নোৱাৰে। এইবোৰ মানুহ গোটাই লৈ ভাওনা কৰা ধেমালি পাইছ। সাহস লাগিব।

**হৰি** : সাহস কৰি পাইছ এতিয়া?

**নৰ** : চব মেনেজ হৈ যাব।

**অজিত** : কিন্তু আমাৰ ভীম ককাইটি কলৈ গ'ল?

**হৰি** : এৰা ভোকোঁৰেতো Drees কৰি গৈছে.....।

*(ভেকোঁৰ প্ৰবেশ)*

**ভেকোঁ** : ভেকোঁ ভেকোঁ নকৰিবি ভেকোঁৰ আগত।

**নৰ** : সেয়া নাম লওঁতেই হাজিৰ। কিন্তু গদা ভাঙি আনিছ যে? দুঃশাসনৰ উৰু কিহৰে ভাঙিবি?

**ভেকোঁ** : উৰুৰেনে? দাঁত, মুখ, থুতৰী চব ভাঙি আহিছোঁ মাৰথনা।

**অজিত** : কাৰ ভাঙিলি? তই ঘৰলৈহে গৈছিলি।

**ভেকোঁ** : ঘৰতেইতো আচল ভাওনা হৈ আছিল।

**নৰ** : কি হ'ল, কি হ'ল কচোন।

**ভেকোঁ** : ঘৰৰ কথা। চালা ক'বলৈও লাজ লাগে। লাজৰ কথা বুইছ। কিন্তু মই তহঁতক নক'লেও পুৱাই গম পাবিয়েই। বৌজাল-বৌজাল হৈ যাব। হ'বই।

**অজিত** : বহক, বহক। অলপ শান্ত হওকচোন।

**ভেকো** : শান্ত হবি? মূৰত জুই জ্বলিছে মোৰ।

**হৰি** : ঐ ভেকোঁ। পানীকন খাই ল। (জাৰত থকা পানী দিয়ে) এতিয়া ক।

**ভেকোঁ** : নবক পতাই পতাই পাঁচ কিলো মগু Donation দি ভীমৰ ভাও ল'লো। মই ভীমৰ ভাৱৰ বাবে Fitting জানো। দিন-ৰাত কামানি কৰি Royal dress আনিলো। কামৰ মাজত তাইৰ মুখখনে আমনি কৰি থাকেহি জান। ফালি দিম এইবাৰ.....। আগৰ Line-ৰ কঠত বহি সোণমায়ে ৰ লাগি চাব.....,কিমান আশা কৰিছিলো আজিৰ দিনটোলৈ.....। আৰু তাই.....।

**কবীন** : তাৰপিছত?

**ভেকোঁ** : আজি পুৱাই তাই ক'লে তাইৰ হেনো দাঁতৰ বিষ। ঠিক আছে বিষ যদি বিষ। ভাওনালৈ আহিব নোৱাৰে। ঠিক আছে নোৱাৰে যদি নোৱাৰে। দেৱাই দি আহিছোঁ, খায় তই থাক.....। Make up-টো কৰি খবৰ এটা কৰোঁ বুলি ঘৰলৈ গ'লো। কি ঠিক, জ্বৰ-তৰ উঠিব পাৰে, উ.. .. ঘৰলৈ গৈ কি দেখিলো জান?

**কবীন** : কি?

**ভেকোঁ** : দাঁতৰ বিষত ৰাতিপুৱাৰ পৰা উঠিব নোৱৰা সোণমায়ে টি.ডি. ভাৰা কৰি আনি হাঁহি-মাতি চিনেমা চাই আছে।

**অজিত** : অকলে?

**ভেকোঁ** : অকলে হোৱা হ'লে কিহৰ গণ্ডগোল। লগত সি থকা

কাৰণেহে খংটো উঠিল।

**অজিত :** কোন বা সেইজন?

**ভেকোঁ:** তইঁতে যেন নাজানই।

**নৱ :** ধেৎ আমি কেনেকৈ জানিম? আমি একো নেজানো।

**ভেকোঁ:** সেই গ্ৰামসেৱকটো।

**অজিত :** অ' গাঁৱৰ সেৱা কৰি ফুৰিছে।

**ভেকোঁ:** বহুত দিনৰ পৰা Complain পাই আছিলো। আজি পাই গ'লো মাৰে। ভালকৈ দিছোঁ । চিয়ানাগিৰি? মোৰ হাতৰ মাৰহে ।

**নৱ :** খুউব ভাল কৰিলি।

**ভেকোঁ:** বান্ধি থৈ আহিছোঁ দুইটাকে জপতিয়াই গোহালিত গৰু জাকৰ মাজত। ৰাতিপুৱাই গাঁওবুঢ়াক চমজাই দিম। যি কৰে কৰিব। এৰি দিম বুইছ, এৰি দিম তাইক । আচলতে দ্ৰৌপদীৰ Role-টো তাইক দিব লাগিছিল।

**কাঞ্চা :** একদম বাচি যাম ভাই। ভেকোঁ দা, আপুনি মোক বচাই দিলে।

**ভেকোঁ:** এইটো কোন? ঐ তই অজিতহঁতৰ চুমুৰ ম্লাইভাৰটো নহয় নে? কিন্তু তোৰ ভাও কি?

**কাঞ্চা :** দ্ৰৌপদী।

**ভেকোঁ:** কিন্তু ৰীণাহে আছিল।

**নৱ :** তাই নোৱাৰে বাবে ইয়াকে Emergency fitting কৰিলো।

**ভেকোঁ:** হয় নেকি? কিন্তু তই বাচিলি কেনেকৈ?

**কাঞ্চা :** এইমাত্ৰ কেনে আপুনি ক'লে দ্ৰৌপদীৰ Role-টো নবৌক দিব লাগে। দিযক না ভেকোঁ দা, মই বাচি যাম।

**ভেকোঁ :** বৌৱেৰে এতিয়া একো ভাও কৰিব নোৱাৰে। গাৰ বিষত এতিয়া চাগে গোহালিত বিলাপ মাতি আছে।

**কাঞ্চা :** ধেৎ তেৰিকা। মই উল্টা বুজিলো। আচ্ছা অজিত দা, মইতো গানা গাব লাগিব?

**অজিত :** গানা নহয় বিলাপ।

**ভেকোঁ:** লাগিবতো।

**নৱ :** তই বিলাপ কৰিব নালাগে নেকি?

**কাঞ্চা :** ধেৎ তেৰিকা। বিলাপ নকৰিলে মানে কি মই নাকান্দিলে । কৃষ্ণ ভগৱানে নশুনিব। কৃষ্ণ ভগৱানে নশুনিলে আহোঁতে Late হৈ যাব। ভগবান অহাদেৰি কৰিলে দুৰ্যোধনৰ ভাই-ককাইবিলাক মিলি কেনে মোক লাংটা নকৰিব নেকি? বিলাপ নকৰিলে কেনকা হ'ব । Risk আছে কি নাই কবীন দা?

**কবীন :** Risk আছে বাপৰে।

**কাঞ্চা :** একবাৰ Practice কৰি লওঁ। অজিতদা আপুনি গানাটো গাওক।

**অজিত :** O.K. ready হা, শুনিবি ।

*(অজিতে Prompt কৰে কাঞ্চাই Follow কৰে। সকলোৱে হাঁহে।)*

**নৱ :** তই এটা নতুন সুৰ দিছ দেই। ভাল লাগিছে। আকৌ এবাৰ গা ।

*(কাঞ্চাই আৰম্ভ কৰে। তাৰ বিলাপৰ সুৰত সকলোৱে হাঁহিব।)*

**কবীন :** ঐ কাঞ্চা তোৰ বিলাপত অকল কৃষ্ণই কিয়? দেৱতাৰ Whole set নামি আহিব তোক বচাবলৈ।

**কৃষ্ণ :** ঠিক আছেতো কবীন দা?

**হৰি :** ঠিক আছে বোপাই। কিন্তু তই আৰু অলপ ওপৰত গাব লাগিব। High scale-ত। দেৱতাবোৰ বহুত ওপৰত থাকেতো ।

**কাঞ্চা :** ঠিকেই কৈছে। শুনিব দেই।

*(বিকৃত সুৰত কাঞ্চাই বিলাপ মাতিব। শঙ্কৰ সাৰ পাব।)*

**শঙ্কৰ :** কোনে বেবাইছে?

**কাঞ্চা :** অ শঙ্কৰ দা, উঠি গ'ল। শুনিব দেই।

**শঙ্কৰ :** চুপ।

**কাঞ্চা :** মইতো ঠিকেই গাইছোনে নৱ দা।

**শঙ্কৰ :** ঠিকেই গাইছ । এশটামান ছাগলীয়ে বেবালে যেনেকুৱা হয় তেনেকুৱা হৈছে।

**কাঞ্চা :** নৱ দা, মই নকৈছিলো মই নাপাৰিম বুলি।

**নৱ :** ধেৎ, সি মাল খাই আছে বুলিহে।

**কাঞ্চা :** মাল খোৱা মানুহে যদি মোৰ গান শুনিব নপাৰে, মাল নোখোৱা মানুহেটো পিটি দিব। বহুত Risk আছে ভাই।

**শঙ্কৰ :** নৱ, এইবোৰ কি হৈ আছে ইয়াত। যা না Disturb নকৰিবি।

**নৱ :** আপুনিহে আমাক অসুবিধা কৰিছেহি বন্ধুবৰ।

**শঙ্কৰ:** মই শুই আছোঁ শুবলৈ দে। তইঁতেনো মোৰ ওচৰত কি কৰি আছ?

**কবীন :** ঐ আজি ভাওনা বুলি নেজান নেকি?

**অজিত :** তই আহি Green Room-ত পৰি আছহি। উঠ।

**নৱ :** উঠ ভাওনা নেচাব ?

**শঙ্কৰ :** ভাওনা। ভাওনাৰ নাম কি?

**নৱ :** কুৰুক্ষেত্ৰ। মহাভাৰতৰ এক অধ্যায়।

**শঙ্কৰ :** কুৰুক্ষেত্ৰ। মহাভাৰত । এইবোৰ ভাওনা পাতে নে কি?

**কবীন :** তেন্তে কি ভাওনা পাতিব লাগে?

**শঙ্কৰ :** যি পাত পাত । কিন্তু মহাভাৰতৰ অধ্যায়বোৰৰ

ভাওনা পাতি ল'ৰা-ছোৱালীবোৰ ধ্বংস কৰিব নালাগে। এইবিলাকে সমাজখনো নষ্ট কৰে।

**অজিত :** হ'ব হ'ব বুজিছোঁ। তই শো।

**শঙ্কৰ :** কেলেই শুম? মইতো শুয়েই আছিলো। তহঁতেহে জগালি।

**কবীন :** তেতিয়া হ'লে উঠ বোপাই। ব'ল ভাওনা চাবিগৈ।

**শঙ্কৰ :** ধুৎ এইবোৰ ফাল্টু ভাওনা চাই নেকি?

**ভেকোঁ:** ফাল্টু বুলি নকবি দেই। বহুত টেনচন মাথাত লৈ ভাওনা কৰিবলৈ আহিছোঁ। কথা বেয়া হৈ যাব কিন্তু।

**নব :** ৰ চোন ৰ। ভেকোঁ দা, তই আকৌ খং নাখাবি।

**ভেকোঁ :** কিয় খং নুঠিব অ'? সি জানে নেকি কিমান কষ্ট কৰি ভাওনা পাতিছোঁ। ফাল্টু বুলি কিয় ক'ব? ফাল্টু নেকি আমি।

**কবীন :** মাল খাই যা তা বলকিলে নহ'বতো।

**শঙ্কৰ :** অবৈধ মাতৃত্ব, অবৈধ সন্তান, সম্পতিৰ লোভ, পৰস্ত্ৰীৰ প্ৰতি আকাঙ্খা। নীতিৰ নামত দুৰ্নীতিৰে মহাভাৰত। মুঠতে Scandal।

**কাঞ্চা :** Scandalটো কি বস্তু আছে?

**শঙ্কৰ :** তোক পিছত বুজাম কাঞ্চা। অজিত, তই কি ভাও কৰিছ?

**অজিত :** অৰ্জুনৰ।

**শঙ্কৰ :** আচ্ছা ঠিক আছে। তই Competition কৰি মাছৰ চকু ফুটাই পুৰস্কাৰ হিচাপে দ্ৰৌপদীক পালি। পালিনে নাই?

**অজিত :** অঁ পালো।

**শঙ্কৰ :** তেতিয়া হ'লে দ্ৰৌপদী তোৰ সম্পতি হ'ল নে নহ'ল?

**অজিত :** হ'ল।

**শঙ্কৰ :** আচ্ছা হৰি দা, আমাৰ সমাজত জ্যেষ্ঠ ভাতৃ পিতৃতুল্য হয়নে নহয়?

**হৰি :** অঁতো।

**কবীন :** এইটো একদম সঁচা কথা।

**শঙ্কৰ :** তেনেহ'লে অৰ্জুনৰ পিতৃতুল্য জ্যেষ্ঠ ভাতৃ ধৰ্মৰাজ যুধিষ্ঠিৰ আৰু ভীমে দ্ৰৌপদীৰ ভাগ কিয় ল'লে?

**নব :** তয়ো যে কিছুমান কথা কব।

**শঙ্কৰ :** জ্যেষ্ঠ ভাতৃৰ পত্নী মাতৃতুল্য হয় নে নহয়?

**অজিত :** হয়।

**শঙ্কৰ :** তেন্তে তোৰ পত্নীক আশা কৰি নকুল-সহদেৱে সিহঁতৰ Third class চৰিত্ৰ উদঙাই দিছে নে নাই? আৰু তায়ো জানো স্বামী হিচাপে ভগাই দিব লাগিছিল?

**অজিত :** মই কি জানো....., আই কুন্তীয়ে কোৱাৰ বাবেহে.....।

**শঙ্কৰ :** আ-হা এনেজনী মাতৃ ঐ। এটা কথা নেজান নেকি যে তহঁতৰ জন্মৰ আগতেই চেনেহৰ আয়েৰে এটা Unauthorised বাচ্চা জন্ম দি নদীত উটুৱাই দিছিল। .....কৰ্ণক।

**নব :** হ'ব দে মনে মনে থাক।

**শঙ্কৰ :** এইটো সমাজ ব্যৱস্থামতে যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱ আদৰ্শ চৰিত্ৰ হ'ব পাৰে নেকি?

**ভেকোঁ:** আনে মানক নেমানক মই নেমানো।

**শঙ্কৰ :** মনে নমনা বিষয় এটা লৈ ভাওনা কিয় পাতিব লাগে? ম...হা...ভা...ৰ.. ত।

**কাঞ্চা :** একদম T. V.-ৰ নিচিনা হৈছে দেই।

**শঙ্কৰ :** সেইদালেটো আৰু গেলালে সমাজখন। ধৰ্মৰাজ যুধিষ্ঠিৰ। মোক কচোন নব। প্ৰথমে ৰজা হিচাপে সি ৰজাৰ ধৰ্ম পালন কৰিলেনে? প্ৰজাক নিৰাপত্তা দিয়াৰ পৰিবৰ্তে জুৱাত ৰাজ্যখনকে পণ ধৰি হাৰি যোৱাটো ৰজাৰ ধৰ্ম নেকি?

**কাঞ্চা :** যুধিষ্ঠিৰ নেপালী মানুহ আছিল নেকি? নেপালী মানুহে কালী পূজাত খুউব জুৱা খেলেতো।

**অজিত :** Chance পাই জাত-পাতৰ ৰাজনীতি আৰম্ভ কৰি দিলি।

**শঙ্কৰ :** Secondly he is not qualified to be a good husband also. কোনো সৎ পুৰুষে নিজৰ পত্নীক জুৱাত পণ নধৰে। আৰে নিজৰ পত্নীক কোনোবাই বেয়াকৈ চালেই খং উঠে....., বস্ত্ৰ হৰণ? Impossible পাৰিবনে কোনোবাই হৰিদা।

**হৰি :** ?.....?

**ভেকোঁ:** মই কিন্তু নোৱাৰোঁ দেই।

**শঙ্কৰ :** তৃতীয়তে জ্যেষ্ঠ ভাতৃ হিচাপেও কণিষ্ঠজনক জুৱাৰী, মদাহী বনাই ফকিৰ বনাই গ'ল। হয়নে নহয়?

**অজিত :** আচলতে চব দোষ মোৰ গাত। মই Competition ত যোগ দিবই নালাগিছিল। Competition-ত জিকি দ্ৰৌপদীক আনিয়েই কেচকাল হ'ল।

**শঙ্কৰ:** Competition কৰিছ; জিকিছ, জিকি পুৰস্কাৰ নানিবি কিয়? কিন্তু প্ৰতিযোগিতাত পোৱা Certificate মুখহঁহে আনক দিয়ে।

**অজিত :** হয় দে। আচলতে ভগাব নেলাগিছিল। কিন্তু এটা কথা নহয় তাইতো Protest কৰিব লাগিছিল। তাই ভাগ নহওঁ বুলি কোৱাহেঁতেন খেল খতম।

**শঙ্কৰ :** ভাগ নহয়। কিয় ভাগ নহ'ব? একেলগে পাঁচটাকৈ

চিন্‌না গালৰ গিৰীয়েক গোবাটো যেমানি নেকি? সেয়ে মাৰ কুন্তীয়ে ক'বলৈহে পালে, কটা-কট ভাগ হৈ গ'ল। আচলতে কি জান, দ্ৰৌপদী হস্তিনী নাৰী আছিল।

**কবীন** : ধেৎ তই কথাবোৰ ইমান বেয়াকৈ নকবিচোন।

**হৰি** : নেপায়। ব্যাসদেৱ বিৰচিত মহাকাব্যখনৰ কথা ইমান বেয়াকৈ ক'ব নাপায়।

**শঙ্কৰ**: কিয় নেপায়? সমালোচনাত মানুহ শুদ্ধ হয়।

**নৰ** : ঋষি-মুনিসকলৰ এই অপূৰ্ব সৃষ্টিৰ ওপৰত আমাৰ নিচিনা সামান্য নৰ-মনিচৰ মাত মতাৰ অধিকাৰ নাই।

**শঙ্কৰ**: মানবীয় গুণসম্পন্ন ঋষি কেইজন আছিল? হাজাৰ হাজাৰ বছৰ ধৰি তপস্যা কৰে, ধুমুহা আহে, বৰষুণ আহে, আনকি প্ৰলয় হ'লেও তপস্যা ভংগ নহয়। অথচ সাধাৰণ নৰ্তকীৰ পায়েলৰ শব্দত হঠাৎ তপস্যা ভংগ হয় সিহঁতৰ। তাৰ পিছত শাও-অভিশাপ, Miss use of power.

**হৰি** : তেওঁলোকৰ কাম তেওঁলোকে কৰি গৈছে।

**শঙ্কৰ**: তেওঁলোকে কৰা ভুলবোৰ আমিও কৰিমনে? মুঠতে মই ক'ব বিচাৰিছোঁ মহাভাৰতৰ চৰিত্ৰসমূহ বৰ্তমান সমাজ ব্যৱস্থাত অপ্ৰাসঙ্গিক।

**কবীন** : অপ্ৰাসঙ্গিক?

**শঙ্কৰ** : মদখোৱা, জুৱাখেলা, পৰস্ত্ৰীৰ প্ৰতি লোভ, আকৰ্ষণক আমাৰ সমাজেই স্বীকৃতি দিয়া নাই। তই মদ খাব নেকি?

**কবীন** : ধেৎ মই নোচোৱেঁই।

**কাঞ্চা** : মই কিন্তু মাজে মাজে খাওঁ। দিনভৰ গাড়ী চলাই..... Pain কৰেতো।

**অজিত**: খুব ভাল কৰ.....। মই কিন্তু নাখাওঁ দেই।

**শঙ্কৰ** : মই খাওঁ, সেইকাৰণেই মোক বেয়া বুলি কয়। এতিয়া ভাবচোন কৃষ্ণ সময়মতে নহা হ'লে দ্ৰৌপদীৰ কি অৱস্থা হ'লহেঁতেন। তোৰ ভায়েৰক যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱৰ দৰে হ'বলৈ কবি নেকি যি নিজৰ পত্নীৰ বস্ত্ৰহৰণ নপুংসকৰ দৰে চাই থাকিব পাৰে। নে কৌৰৱৰ দুৰ্যোধন-দুঃশাসনৰ দৰে হ'বলৈ কবি, যি নিজৰ বৌয়েকক Public place-ত বস্ত্ৰহৰণ কৰে। নে বায়েৰ-ভনীয়েৰহঁতক দ্ৰৌপদীৰ নিচিনা সতী-সাবিত্ৰী হ'বলৈ এনকাৰেজ কৰিবি।

**নৰ** : এইখন ভাওনাহে।

**শঙ্কৰ**: ভাওনাইতো।

**নৰ** : শঙ্কৰ, সমাজ ব্যৱস্থা সলনি কৰিবলৈ এই Green room-টো উপযুক্ত মঞ্চ নহয়।

**শঙ্কৰ**: আচ্ছা কবীন, তই কচোন, আজিৰ দিন হোৱাহেঁতেন কৃষ্ণৰ কি হ'লহেঁতেন?

**কবীন** : কি হ'লহেঁতেন?

**শঙ্কৰ** : Aids. H.I.V. positive.তয়ো যে কিমান কেলেংকাৰীত ফচিলিহেঁতেন। কৃষ্ণ ভাগ্যবীয়াৰ ভাগ্য ভাল, সেই যুগত D.N.A. Test ৰ ব্যৱস্থা নাছিল।

**নৰ** : তই নাস্তিক নেকি বাৰু?

**শঙ্কৰ** : No, I am not alfairt. মই নাস্তিক নহয়। কিন্তু মন্ত্ৰী, এম.এল.এ.বোৰৰ দৰে ভগৱানে যেতিয়া এই বদমাচ দেৱতাবোৰৰ পক্ষ লয়, তেতিয়া মোৰ খং উঠি বিশ্বাস হেৰাই যাব খোজে।

**অজিত**: কিন্তু অসমীয়া সংস্কৃতিৰ পৰম্পৰা ভাওনা।

**শঙ্কৰ** : পৰম্পৰা ৰাখিব লাগে। কিন্তু পৰম্পৰাৰ নামত অপসংস্কৃতি কিয়? বেয়া বুলি ভবা কামবোৰ ভাওনাৰ দোহাই দি বাৰে বাৰে কিয় কৰিব লাগে? আমাৰ সমাজত এই অপসংস্কৃতিৰ প্ৰভাৱ পৰা নাই জানো? বন্ধ কৰিব লাগে।

**কবীন** : এইবোৰ সমাজত হৈয়েই থাকে।

**ভেকোঁ**: আমি হ'বলৈ দিছোঁ বুলিহে।

**অজিত**: এৰা, ভাওনা গুৰুজনাই আৰম্ভ কৰিছিল সমন্বয়ৰ বাবে—। আমি তিনিটাকৈ নামঘৰ থকা সত্ত্বেও Tent house-ৰ ৰভাত ভাওনা পাতিব লগা হৈছে।

**হৰি**: Make up man দুটা।

**কবীন** : আচলতে কৌৰৱ-পাণ্ডৱৰ দৰে আমি বিভাজিত হৈ আছোঁ। ভাওনা পাতি একেটা নামঘৰত বহি আমি ভাওনা চাব নোৱাৰো কিয়? কি দৰকাৰ ভাওনা পতাৰ। বাদ দে।

**নৰ** : তহঁতে এই মদাহীটোৰ কথাত ইমান গুৰুত্ব দিছ কিয়?

**ভোকোঁ** : গুৰুত্ব দিব লাগিব। মই যাওঁ। আৰু অলপ দি আহোঁ সেই হালক।

**কাঞ্চা** : দাদা ভাওনা নহয় যদি মই শাৰীটো খোলো নেকি?

**নৰ** : ধেৎ ৰ.....ৰ.....। ঐ ভেকোঁ, অজিত, কবীন তহঁতে অলপ ধৈৰ্য ধৰ.....। ইমান কষ্ট কৰি শেষত ভাওনাখন নহ'লে ৰাইজে শুদাই এৰিব নেকি?

**কাঞ্চা** : মাৰিব নেকি? মই মাৰ নাখাম.....। মই যাওঁ।

*(এক হুলস্থুলীয়া পৰিৱেশ। নৰই সকলোকে বুজাবলৈ চেষ্টা কৰে। দয়াময়ৰ প্ৰৱেশ।)*

**দয়াময়**: কোনো লৰচৰ নকৰিবি।

**নৰ** : বৰদেউতা।

**দয়াময়**: সকলো শুনিলো মই। বাহিৰত বৈ বহু সময়ৰ পৰা

তইঁতৰ কথাবোৰ শুনি আছিলো। হয় হয় জৈৱবস্তু সকলোবোৰ পৰিবৰ্তনশীল। যিহেতু আমি জড় নহয়, মানুহবো পৰিবৰ্তন হ'বই। লগে লগে সমাজবো পৰিবৰ্তন হ'বই লাগিব। কোনোবাই উজুটিয়াই যোৱা শিল এডোখৰত কোনোবাই জানো ঈশ্বৰ বিচাৰি নেপায়? ভগবান, আল্লা, গড আছে বুলি মই প্ৰমাণ কৰিব নোৱাৰোঁ। ভগবান মানুহৰ বিশ্বাসত আছে। ভালপোৱাত আছে। বিশ্বাসেইতো ভগবান।

**দয়াময়** : সেয়ে কোনোবাই বিশ্বাসেৰে পূজা কৰা নিৰ্জীৱ শিলছটাক কোনোবাই জানো উজুটিয়াই যোৱা উচিত?

*দিবি সূৰ্য সহস্ৰৰ ভমেদ, যুগপদুৰ্থিতা।*
*যদি ভাঃ স্ৰাদৃশী স্যাত্তাসস্তস্ৰী মহাত্মনঃ।।*

—গীতাৰ ১১ শ অধ্যায়ৰ ১২ নং শ্লোক।

ভগবান শ্ৰীকৃষ্ণৰ বিশ্বৰূপ দৰ্শন কৰি পাৰ্থসাৰথিৰ মুখত আপোনা-আপুনি উচ্চাৰিত হৈছিল। একেটা শ্লোক বিংশ শতাব্দীত Atom bomb পৰীক্ষণৰ সময়ত আমেৰিকান বিজ্ঞানী অপেন হেইমাৰৰ উচ্চাৰণ হৈছিল। জাননে তইঁতে? হয়তো ভগবান শ্ৰীকৃষ্ণৰ বিশ্বৰূপ আৰু Atom bombৰ পৰীক্ষণৰ সময়ত নিৰ্গত হোৱা জুই আৰু ৰশ্মিৰ মাজত সাদৃশ্য বিচাৰি পাইছিল। প্ৰাসঙ্গিকতা বিচাৰি পাইছিল। নহ'লে আমেৰিকান বিজ্ঞানীৰ মুখত গীতাৰ সংস্কৃত শ্লোক?..... (শংকৰৰ প্ৰতি) তোৰ যুক্তিবোৰ সবল। সমাজ নতুনকৈ গঢ়িব লাগিব। দায়িত্বও তইঁতৰ। কিন্তু মদ, ভাং খাই যুক্তিৰ বাৰিষা অনাতকৈ সাহসেৰে সুস্থ শৰীৰে, শান্ত মগজুৰে সামাজিক অপৰ্কমবোৰৰ প্ৰতিবাদ, উপযুক্ত সময়ত কৰিব লাগিব। নহ'লে নিচাখোৰৰ প্ৰলাপ বুলি গুৰুত্ব কোনেও নিদিব। বুজিলি? .....সমাজৰ গেলা-পঁচাবোৰ আঁতৰাই বাস্তৱমুখী যুক্তিৰে ফুলৰ পুলি ৰুব লাগিব। তেহে সমাজখন সুগন্ধৰে ভৰি পৰিব। .....ব'ল ব'ল, জোৰা উঠিবৰ হ'ল..... সেয়া উঠিলেই.....। কবীন, অজিত তইঁত সাজু হৈ আছ। ভেকোঁ সাজু হ। গদাটোৰ কাগজখিনি আঠা মাৰি ল। ঐ নব, ইইঁতক সোনকালে সাজু কৰি উলিয়াই আন। হৰি, Green roomৰ কাম শেষ কৰ। মই আহোঁ।

**কাঞ্চা** : নৱদা ভাওনাটো হ'বই নেকি?

*(সমস্বৰত সকলোৱে হাঁহে)*

<u>**সমাপ্ত**</u>

# বিভ্ৰান্ত ভগৱান

## নাট্যকাৰ # মৃদুল শৰ্মা

**চৰিত্ৰ ঃ** পাঁচজন যুৱক, ক্ৰমে মানৱ, ঈশ্বৰ , ইকবাল, জোচেফ আৰু অকণ। অকণৰ মুখৰ কথাবোৰ অস্পষ্ট। ৰ, ল আদি ধ্বনি ভালকৈ নুফুটে। উচ্চাৰণ কিছু নাসিক্য ধৰ্মী। শাৰীৰিকভাৱেও কিছু অস্বাভাৱিক।

**সংগীত ঃ** নাটকৰ আদিৰ পৰা অন্তলৈ প্ৰবল বৰষুণ গাঁজনিৰ শব্দ। আৰম্ভণি আৰু সামৰণিত যন্ত্ৰসংগীত ।

**পোহৰ ঃ** মঞ্চত সাধাৰণ পোহৰ (Flood) মাজে মাজে খিৰিকী- ভেন্টিলেটৰেদি বিজুলীৰ পোহৰ সোমাব। -

(এটা সাধাৰণ কোঠা ঃ কোনোবা সংঘৰ কিছু পৰিত্যক্ত যেন লগা এটা কোঠা। এখন মেজ আৰু চাৰিখনমান চকী। বেৰত কোনোবা শিল্পীৰ পুৰণি ছবি উৰলি যোৱা বিধৰ। দৰ্শকৰ ফালে মুখ কৰি UM মঞ্চত চকীত বহি থাকে মানৱ। কিলাকুটিৰে টেবুলত ভেজা দি দুয়োহাতৰ তলুৱাত মুখ থৈ চিন্তাত মগ্ন হৈ থকা মানৱৰ প্ৰতি ইকবাল, জোচেফ আৰু ঈশ্বৰৰ ঔৎসুক্য প্ৰকাশ পায। তিনিও একোবাৰে বহি একোবাৰ থিয় হৈ পৰস্পৰৰ মুখলৈ কিম্বা মানৱৰ মুখলৈ চায। "জয আলোকময" জ্যোতিপ্ৰসাদৰ এই গীতৰ সুৰ (ভায়লিন বা মেণ্ডোলিনত) বাজি থাকিব। বাহিৰত প্ৰচণ্ড বৰষুণ, গাজনি। বিজুলীৰ পোহৰ মাজে মাজে চৰিত্ৰকেইটাৰ মুখত পৰিব। আঁৰ কাপোৰ উঠাৰ পিছৰ পৰা চৰিত্ৰৰ মুখৰ প্ৰথম সংলাপটো আৰম্ভ হোৱালৈকে পোহৰ শূন্য অৱস্থাৰ পৰা বাঢ়ি আহি স্বাভাৱিক হয়হি। এটা জেঠীৰ মাতঃ টিক, টিক, টিক)

**মানৱ ঃ** (টেবুলত আঙুলিৰে তিনিটা টোকৰ মাৰি) ঠিক ঠিক ঠিক।

**ইকবাল ঃ** কি ঠিক? কি ঠিক কৰিলি?

**মানৱ ঃ** নকৰোঁ।

**জোচেফ ঃ** তই নকৰোঁ বুলি ক'লেই হ'বনে?

**মানৱ ঃ** নহ'ব? নহ'ব যদি কি হ'ব।

**ঈশ্বৰ ঃ** নহ'ব মানে একোৱেই নহ'ব।

**মানৱ ঃ** নহ'ব জানিছোঁ। কিন্তু নহ'লে কি হ'ব নকৰ কিয?

**ঈশ্বৰ ঃ** কৰিব লাগিব তই।

**মানৱ ঃ** নকৰোঁ নকৰোঁ নকৰোঁ। তইঁতে মোক জোৰ নকৰিবি।

**জোচেফ ঃ** কিন্তু কিয? কিয নকৰিবি?

**মানৱ ঃ** ইজ্জত বুলি বস্তু এটা আছে যদি, মোৰ অনুৰোধ, তইঁতেও নকৰিবি।

**ইকবাল ঃ** ইজ্জৎ! ইযা আল্লা। কি কৱ তই।

**মানৱ ঃ** চা ইকবাল। আমি প্ৰত্যেকেই একোটা কৰ্মঠ ডেকা ল'ৰা নহযনে? অথচ আমি, তাক (ঈশ্বৰক দেখুৱাই) বাদ দি কৈছো, আমি হেনো নিবনুৱা, আমি জানো নিজৰ দাযিত্ব নিজে ল'ব নালাগে?

**জোচেফ ঃ** লাগে। কিন্তু দাযিত্ব ল'বলৈ সুবিধাওতো পাব লাগিব।

**মানৱ ঃ** দাযিত্ব ল'বলৈ সুবিধা নাই তোৰ? দেউতাৰে পেঞ্চনৰ পইচা কিটা ৰেগুলাৰলি পাযনে? ভনীযেৰৰ পৰীক্ষাৰ ফৰ্ম ফিলআপ্ৰ সময়ত তই ঘিনাৰাম দোকানীৰ পৰা টকা ধাৰ কৰাগৈ নাছিলি?

**জোচেফ ঃ** কৰিছিলোঁ। কিন্তু

**মানৱ ঃ** সেই কিন্তুটোতেই এটা ডাঙৰ প্ৰশ্নবোধক আছে। আমি কৰিছোঁ কি? কিয আজি তই মই ঘৰৰতো বাদেই, নিজৰো দাযিত্ব ল'ব পৰা নাই?

**ইকবাল ঃ** পঢ়া-শুনা কৰিবলৈ দিলে, কৰিলোঁ। তযেই ক এইযে মোৰ ডিষ্টিংশ্বন সহ ফাৰ্ষ্ট ক্লাছ বি এছ.চি ডিগ্ৰীটো, সেইটো, কি মই গছৰ পৰা ফমুটি মাৰি পাৰি লৈছোঁ নেকি?

**মানৱ ঃ** কিন্তু সিমানতে তোৰ দাযিত্ব শেষ হৈ গ'ল নেকি?

**জোচেফ ঃ** চা মানৱ। কিবা এটা ক'ব খুজিছ খুলি ক। ইমান পাতনিৰ দৰকাৰ নাই। তাতে পাতনি গৈ তৰ্কাতৰ্কিহে হৈছেগৈ যেতিয়া

**মানৱ ঃ** প্ৰযোজন হৈছে জোচেফ। তৰ্কৰ দৰকাৰ হৈছে। এয়া কি সাধাৰণ তৰ্ক? ইযাত কি কোনো গভীৰ চিন্তা নাই?

(চিন্তা) গভীৰ চিন্তা (ব্যঙ্গ) দ্যুৰ।

**ঈশ্বৰ ঃ** খুলি কচোন। তই যে নকৰোঁ বুলিছ -কিয় ? মইতো ছুটী লৈ আহিছো বন্ধুৰ লগতে মিলাই অকশমান

**মানৱ ঃ** তোৰ কথা বেলেগ। তই চাকৰিৰ ব্যস্ততাৰ, বিৰক্তিৰ পৰা আহিছ অৱসৰ বিনোদনৰ কাৰণে। কিন্তু আমি ? আমি বোৰৰ

**ঈশ্বৰ ঃ** চাকৰি পালোঁ কাৰণেই মোৰ কথা বেলেগ হৈ গ'ল নহয় ? চাকৰি পোৱাৰ আগতে মই তহঁতৰ লগত

**মানৱ ঃ** (উত্তেজিতহৈ) নাটক,নাটক, নাটক, ।নাটকৰ বাহিৰে তহঁতৰ আন কাম নাই নেকি ? নাটক নকৰিলে নহয়নে ?

**ইকবাল ঃ** হয়। নাটক নকৰিলেও হয।

**মানৱ ঃ** তেন্তে নাটক নাটক বুলি পাগল হৈছ কিয ?

**ইকবাল ঃ** পাগল হোৱা নাই। পাগল হোৱাৰ পৰা ৰক্ষা পৰাৰ চেষ্টাহে কৰিছোঁ।

**মানৱ ঃ** নোৱাৰোঁ মই। বাৰে বাৰে মা-ভন্টিক ফুচুলাই ফুচুলাই টকা আনি নাটক কৰিব নোৱাৰোঁ। নাটক ধনী মানুহৰ বস্তু যাৰ টকা আছে। তোৰ মোৰ নাটক কৰাৰ অধিকাৰ নাই।

**জোচেফ ঃ** কথাটো মিছা নহয়। কিন্তু চা ভাই, আমি টকা পাম প্ৰাইজমানি দহ হাজাৰ টকা

**মানৱ ঃ** দহ হাজাৰ। কিমানটা দহহাজাৰ ঘটিলো হিচাপ আছেনে ? কেইটকা জমা আছে আমাৰ ? বাৰে বাৰে প্ৰাইজমানিৰ পইচাকেইটা জমা কৰি থ'বলৈ কওঁ-মোৰ কথা শুনিব। ভোজ খাব

**ঈশ্বৰ ঃ** ঐ ভোজ খাওঁতে কেইটকা খৰচ হয় হাঁ ? বানপানীৰ সময়ত ৰিলিফ দিয়া, গেলা-পচা লেতেৰা ঠাই চাফা কৰা, দাষ্টবিন দিয়া- এইবোৰ কি আমাৰ লাভ নহয় জানো ?

**মানৱ ঃ** ৰোমান্টিক কল্পনা বিলাস। ঘৰৰ পৰা টকা খুজি আনি নাটকৰ কম্পিটিশ্যন কৰিব। পুৰস্কাৰৰ টকাৰে বান বিধ্বস্তক ৰিলিফ দিব। নিজে কি ভাবিবলৈ নাই লোকক সহায় কৰে। ভিক্ষাৰীয়ে আকৌ ভিক্ষা দিয়ে।।

**জোচেফ ঃ** আমি ভিক্ষাৰী হ'ব পাৰোঁ। কিন্তু তই কোৱাৰ দৰে কাকো ভিক্ষা দিয়া নাই আমি। পাপ হ'ব তেনেকৈ ভাবিলে।

**মানৱ ঃ** পাপ। পাপটো কি বস্তু হাঁ ? কি বস্তু ?

**ইকবাল ঃ** আৰে ভাই ! পাপ পুণ্য বাদ দে। এইবাৰ তই এটা টকাও দিব নালাগে। সব আমি মেনেজ কৰিম। তই কেৱল এখন নাটক লিখ-ছুপাৰ হিট।

**ঈশ্বৰ ঃ** টকা পইচা, যাবলৈ গাড়ী, জইন ফিজ, সব আমি মেনেজ কৰিম। সব আমি কৰিম।

**মানৱ ঃ** তই দিবি ? টকা ঘটিছ তো ? বাহাদুৰী দেখুৱাবলৈ মানুহ নাপালি।

**ঈশ্বৰ ঃ** আহহা। তই নুবুজ কেলেই ? তোৰ আগত মই কি বাহাদুৰী দেখুৱাম ?

**মানৱ ঃ** তাৰমানে ? মণিৰাম বৰুৱাৰ ওচৰত গৈ কামুৰিবিগৈ, খুড়াদেউ ( ) ত ড্ৰামা কম্পিটিশ্যন আছে। ফ'ৰ জ্বি'ৰ ছেভেন খন দি সহায় কৰিলে বৰ ভাল হয় আপোনাৰ বাহিৰে আমিনো আৰু কাক ক'ম । চালা তহঁত নিলাজৰো নিলাজ অ'।

**জোচেফ ঃ** কি কৰিম ভাই। সবকে সমানে নিদিয়ে নহয় ভগৱানে।

**মানৱ ঃ** ভগৱান। সেই বুঢ়াটোৰ কথা মোৰ আগত নুলিয়াবি।

**জোচেফ ঃ** মাই গড।

**ইকবাল ঃ** তই এটা মস্ত ৰিভল্যুশ্যনেৰী।

**মানৱ ঃ** অঁ মই ৰিভল্যুশ্যনেৰী। ভগৱানৰ কথা বেয়াকৈ ক'লেই ৰিভল্যুশ্যনেৰী হয়। মই যদি ৰিভল্যুশ্যনেৰী, তহঁত ফাণ্ডামেন্টেলিষ্ট। অঁ তহঁত মৌলবাদী।।

**ঈশ্বৰ ঃ** তই এইবোৰ কি কৈছ মানৱ ?

**মানৱ ঃ** গাত লাগিছে ? ৰাস্তাই ঘাটে পৰি থকা তথাকথিত বলিয়া নামৰ নগ্ন নাৰীক দেখি তহঁতৰ লাজ নালাগে। নিজৰ বাই-ভনীয়ে গুপ্ত অংগ প্ৰদৰ্শন কৰি কাপোৰ পিন্ধিলে তহঁতৰ নাকত নালাগে। কিন্তু এম এফ হুছেইনে নগ্ন নাৰী এগৰাকী আঁকি সৰস্বতী বুলি কৈ দিলেই তহঁতৰ ইজ্জৎ হানি হয়। অথচ পাবলু পিকাছোৱে নগ্নতাৰ সাধাৰণ প্ৰকাশতে ক্ষান্ত নাথাকি নাৰীৰ যৌনাঙ্গকো যদি সুদৃশ্য ৰূপত আঁকি দিয়ে তেতিয়া তহঁতৰ ইজ্জতত নালাগে।

**ইকবাল ঃ** সেইটোৱেইতো কথা। সৰস্বতী দেৱী নহয় জানো ?

**মানৱ ঃ** দেৱী, দেৱতা, ভগৱান। এই এবষ্ট্ৰেক্ট আইডিয়াবোৰক লৈ মানুহে মূৰ ঘমায়। কিন্তু যিটো বাস্তৱ,কংক্ৰিট বাস্তৱ তাক দেখিও চকু মুদি দিয়ে।

**ঈশ্বৰ ঃ** কি কৰিবি ভাই। নিৰ্লজ্জ কাৰবাৰ সকলোতে বেশ্যাৰ দৰে

**মানৱ ঃ** অসন্মান নকৰিবি। অসন্মান নকৰিবি বেশ্যা শব্দটোৰ। বেশ্যাই নিজকে বেশ্যা বুলি ভাবে, মানি লয। কিন্তু আমি আমি ভদ্ৰমানুহবোৰ ?

**জোচেফ ঃ** কথাবোৰ সঁচা। কিন্তু এনেকৈ

**মানৱ ঃ** (হাঁহি) হাঃ হাঃ হাঃ আচলতে কথাবোৰ উপলব্ধি সবেই কৰে। তহঁতেও কৰিছ। কিন্তু প্ৰকাশ কৰাৰ সাহস তহঁতৰ নাই। কোনেও সাহস নকৰে কথাবোৰ প্ৰকাশ কৰিবলৈ। কাৰণ সেয়া হ'ব মৰ সাহস। প্ৰকাশ কৰিলেই জোতা-চেণ্ডেলৰ কোব খোৱাৰ আশংকাতে সবে ভাবে

মোৰ কথাখিনি আন কোনোবাই কওঁক- মই মাজতে সাবি যাওঁ।

**ঈশ্বৰ :** কি কৰিবি ভাই! তই মই কি কৰিব পাৰোঁ ক।

**মানৱ :** কিয় নোৱাৰিবি?

**ঈশ্বৰ :** সামাজিক প্ৰাণী হিচাপে জীয়াই থাকিবলৈ হ'লে সময়ে সময়ে ক্ষেত্ৰ বিশেষে চকু মুদি থাকিবই লাগিব।

**মানৱ :** লাগিলে চকুৰ আগতে সমাজখন গেলি পচি উৰলি যাওক?

**ঈশ্বৰ :** নহ'লেতো তই অকলশৰীয়া হৈ পৰিবি।

**মানৱ :** অকলশৰীয়া? (হাঁহে) নহঁহুৱাবি। এতিয়া তোৰ মোৰ সমাজখনে আমাক আতোল তোলকৈ ৰাখিছে নহয়নে? (উগ্ৰ হৈ) ক, নকৰ কিয়? অৱশ্যে তোৰ কথা বেলেগ--সমস্যা আমাৰ হে! মোৰ এই ছয় বছৰীয়া বেকাৰ জীৱনৰ দুখৰ খবৰ ল'বলৈ সমাজৰ কোনো অহা নাই জাননে? অথচ মই যদি গৈ এতিয়া পথাৰত হালত ধৰোঁগৈ, চাবি, এইখন সমাজেই মোক হাঁহিব। ক'ব-- সৌটো চা, ইকন'মিক্সত ফাৰ্ষ্ট ক্লাছ এম এ ডিগ্ৰী হ'ল্ডাৰ পথাৰত হাল বাইছে। তাকে কৰিবলৈ ইমানখিনি পঢ়িলেগৈ।

**ইকবাল :** কি কৰিবি! ওপৰৱালাৰ দোৱা।

**মানৱ :** আকৌ ওপৰৱালা! নাম নুশুনো তাৰ

**জোচেফ :** চা ভাই। ভগৱানৰ কি দোষ? কাৰ কথা শুনিব ক ভগৱানে? সিদিনা ৱৰ্ল্ড ট্ৰেড চেন্টাৰত সন্ত্ৰাসবাদীয়ে আক্ৰমণ কৰোঁতে-হাজাৰ হাজাৰ মানুহে ভগৱানক চিঞৰিলে বচোৱা বচোৱা -কি কৰিলে ভগৱানে? এটা মানুহ বাচিলনে? একেটা সময়তে সন্ত্ৰাসবাদীহঁতেও হয়তো ভাবিছিল, হে ভগৱান ইমান কষ্টৰ ফল দিবা। সব যেন ধ্বংস হৈ যাওক। বচ সকলো ধ্বংস। কাক সহায় কৰিব ক ভগৱানে?

**মানৱ :** (হাঁহি) ক কৈ যা ভাল লাগিছে শুনি। আৰু ক।

**জোচেফ :** ধেৎ। অকল ইনচাল্ট কৰ তই। কথাটো

**ইকবাল :** সঁচা। কথাটো সঁচা। ধৰি ল, এজন গৃহস্থই ঘৰ দুৱাৰ বন্ধ কৰি ভগৱানক খাটিছে, প্ৰভু চোৰ ডকাইত হাতৰ পৰা মোৰ এই বিশাল সম্পত্তি বচোৱা। একেটা সময়তে ঘৰৰ বাহিৰত জুপি থকা চোৰটোৱে প্ৰাৰ্থনা কৰিছে, ভগৱান, দুপদমান পাৰিলে বেছিকৈয়ে, মূল্যবান সামগ্ৰী চুৰ কৰাত সহায় কৰা। — কি কৰিব ভগৱানে?

**ঈশ্বৰ :** বিভ্ৰান্ত হৈ যাব ভগৱান।

**মানৱ :** বাৰু কচোন, সেই দুজনৰ যিকোনো এজনক সহায় কৰিবলৈ হ'লে ভগৱানে কাক সহায় কৰা উচিত?

**তিনিও :** নিঃসন্দেহে গৃহস্থক।

**মানৱ :** লাগিলে গৃহস্থই যিমান দুৰ্নীতি কৰি, দুখীয়াৰ তেজ শুহি সেই ধন নঘটক?

**জোচেফ :** তাৰমানে ৱৰ্ল্ডট্ৰেড চেন্টাৰ ভঙাত তই ভাল পাইছ?

**মানৱ :** নাই পোৱা। আৰু মোৰ মতে সন্ত্ৰাসবাদীহঁত পৈণত, কষ্ট সহিষ্ণু আৰু নিৰ্ভুলভাৱে কিবা এটা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ আছিল। তাৰ ফল সিহঁতে পালে।

**জোচেফ :** তাৰমানে ভগৱানে সিহঁতক সহায় কৰিছে।

**মানৱ :** ভগৱান ভগৱান ভগৱান! ক'ৰপৰা ওলালহি অ' তাত ভগৱানটো ?

**(দ্ৰুতমূৰকৈ সোমাই আহে অকণ। বৰষুণত তিতি বুৰি আহে। ছাতিৰ পৰা হৰহৰকৈ পানী পৰে। তাৰ শৰীৰৰ তলছোৱা প্ৰায় তিতা )**

**জোচেফ :** অকণ।

**অকণ :** ধেৎ— তেৰি! গেলা বতৰ অ' বৰ (হাতত থকা ধুপৰ পেকেটটো দেখুৱায়) ধুপ কিনিবলৈ গৈছিলোঁ ।

**ঈশ্বৰ :** ইয়াত সোমালিহি যে !

**অকণ :** লাইট দেখিলো। ইমান বৰষুণ। বেলেগ শব্দ (হাঁহি ভয়-বিস্ময়ৰ প্ৰকাশক প্ৰাণখোলা হাঁহি)

**মানৱ :** (ৰুমাল উলিয়াই দিয়ে) মচিল মূৰটো। (লয়, প্ৰাণখোলা কৃতজ্ঞতাৰ হাঁহি) আচলতে ভগৱান বোলা বস্তুটো কি জান? এটা জাতি।

**জোচেফ+ইকবাল + ঈশ্বৰ:** ছাতি।

**মানৱ :** অঁ ছাতি। (ছাতিটো লৈ) ধৰি ল এইটোৱেই। বৰষুণত লৈ ভাবিছো মই তিতা নাই, কিন্তু আচলতে মই তলৰফালৰ পৰা তিতি আহিছোঁ ৰ'দত লৈ ভাবিছো মোৰ গৰম উঠা নাই, কিন্তু ইয়াক লৈ মোৰ গৰমতো কমা নাযেই, বৰং গৰম সহিব নোৱাৰা হৈহে পৰিছো মই। ৰ'দ বৰষুণৰ মুখামুখী হোৱাৰ সাহস মই হেৰুৱাইছো এই ছাতিটোৰ পৰাই আৰু লগে লগে ইয়াৰো বয়স কমি আহি আছে।

**জোচেফ :** মানে?

**মানৱ :** মানে ভগৱান বুঢ়া হৈ আহিছে। জানই নহয়, বুঢ়া হ'লে পৰকিতি লৰে, বিবেচনা শক্তি লোপ পায়। আৰু এই ভগৱান নামৰ ছাতিটোৱে মানুহক দুৰ্বল কৰি আনিছে। কিন্তু ছাতি সলোৱাৰ দৰে ভগৱানক সলাব নোৱাৰি।

**ইকবাল :** তেতিয়াহ'লে দেখোন ভগৱানক বিশ্বাস কৰিবলৈ বাদ দিব লাগিব।

**মানৱ :** নিশ্চয়। (ছাতিটো বন্ধ কৰি) ছাতিটোৰো আয়ুস বাঢ়িল, তযো ক্ৰমে ক্ৰমে দুৰ্বল হৈ যোৱাৰ পৰা ৰক্ষা পৰিলি।

**অকণ :** (ছাতিটো লৈ) তহঁতে নাটক কৰিছ নেকি?

**মানৱ :** ওঁ। তই কৰিবি নেকি?

**অকণ :** কৰিম (প্ৰাণখোলা তৃপ্তিৰ হাঁহি) ধুপখিনি দি দৌৰি আহোঁগৈ দেই। মা গোসাঁই ঘৰত.

**জোচেফ ঃ** যা যা।

**অৰুণ ঃ** মই সোনকালে আহিম। (দ্ৰুতগতিত প্ৰস্থান)

**ইকবাল ঃ** তই (মানৱক) বাটৰ কচু কিয় গাত সানি ল'লি? অৰুণক কিয় মিছাতে লগাই ললি?

**মানৱ ঃ** মোৰ হৈ সি অভিনয় কৰিব।

**ঈশ্বৰ ঃ** পাগল হ'লি নেকি তই? সেই অকৰাটোৱে

**মানৱ ঃ** মই পাগল হোৱা নাই ভাই। অৰুণে কৰিব পৰা নাটক লিখিম মই। অৰুণৰ কাৰণে থাকিব এটা গুৰুত্ব পূৰ্ণ ভাও- ভগৱানৰ ভাও।

**জোচেফ ঃ** ভগৱানৰ ?

**মানৱ ঃ** ভয় নাখাবি। বাস্তৱৰ মানুহক লৈ কাল্পনিক কাহিনীৰে যদি নাটক হ'ব পাৰে তেন্তে কল্পনাৰ ভগৱানক লৈ বাস্তৱৰ কাহিনীৰেও নাটক হ'ব পাৰে।

**ইকবাল ঃ** সেইখন ভাওনা হ'ব (তাচ্ছিল্য) ভেকোভাওনা।

**মানৱ ঃ** ভাওনা! তাচ্ছিল্য কৰিছ?

**ইকবাল ঃ** নাই নাই, চৰি ভাই, কিন্তু অৰুণক   তাক লৈ (চিন্তিত)

**ঈশ্বৰ ঃ** বিকলাংগ সকলক অপমান কৰা হ'ব।

**জোচেফ ঃ** ওহোঁ। ভাল কথা নহ'ব মানৱ। আনৰ কথা বাদ দে,

অৰুণো আমাৰ লগৰ আমাৰ সমনীয়া ল'ৰা। তাৰোতো এটা সন্মান আছে। আৰু তাক লৈ তই মানৱজ্যোতি চলিহাই নাটক লিখিবি

**মানৱ ঃ** সেয়া। আকৌ অবজেকশ্যন। কথা ক'ব নোৱাৰা চৰিত্ৰ এটা মঞ্চত উঠালে সেই মূক বধিৰসকলৰ অপমান হ'ব? কিন্তু মূক বধিৰ বুলি মঞ্চৰ পৰা তেওঁলোকক আঁতৰাই ৰখাটো অপমান নহ'ব?

**ঈশ্বৰ ঃ** সেইফালৰ পৰা হয়।

**মানৱ ঃ** তেনেহ'লে।

**ইকবাল ঃ** তথাপি চিন্তা কৰি চা এবাৰ।

**মানৱ ঃ** চিন্তা কৰিবলৈ একো নাই। মই তাক সুধিছো, সি এক্টিং কৰিম বুলি কৈছে বচ,তাৰ উপযোগী চৰিত্ৰ সৃষ্টি কৰিম। আৰু সিতো কথা ক'ব পাৰে কেৱল তাৰ কথাবোৰ বুজিবলৈ অসুবিধা হয়। আৰু দৰ্শকে, বিচাৰকে যদি অবজেকশ্যন কৰে কৈ দিবি, মঞ্চখন বিশেষ কেইজনমান মানুহৰ একচেটীয়া সম্পত্তি নহয়, নাটক বিশেষ কেইপ্ৰকাৰ মানৱ চৰিত্ৰৰ বাবেই সংৰক্ষিত শিল্প নহয়। ইস' আৰ্টতো ৰিজাৰ্ভেশ্যন!

**জোচেফ ঃ** তোৰ   তোৰ আজি কি হৈছে মানৱ? তোৰ গা মন ভালতো?

**মানৱ ঃ** অসুস্থতাৰ কিবা প্ৰমাণ পাইছ নেকি?

**জোচেফ ঃ** নহয় আজি যেন তই বেছি.. বৰ বেছি যুক্তিবাদী হৈ উঠিছ মানে

**মানৱ ঃ** কি? (কিবা এটা বুজি। গহীন হৈ) ভুল বুজিছ। তইঁতে ভুল বুজাটো মই কেতিয়াও নিবিচাৰো। শুন (অলপ ৰৈ) সেই যে চাকৰিটোৰ কাৰণে টকা পঞ্চাছ হাজাৰ দিছিলো তইঁতেতো জানই।

**ইকবাল ঃ** ছাব ইন্সপেক্টৰৰ পোষ্টটোৰ কাৰণে যে

**মানৱ ঃ** য়েছ য়েছ, সেইটোৱেই। ফাৰ্ষ্ট লিষ্টটোতো মোৰ নামটো নাহিল। টকা লোৱা মানুহজনক ধৰিলোঁগৈ। তেওঁ ক'লে চেকেণ্ড লিষ্টৰ প্ৰথম নামটোৱেই মোৰ হ'ব, চিন্তা কৰিব নালাগে। মই ঘৰত ক'লোহি।

**ঈশ্বৰ ঃ** ঘৰত কি ক'লে?

**মানৱ ঃ** কৈছো। দাদাই মানুহজনৰ কথা বিশ্বাস কৰিব নোৱাৰি টকাখিনি ঘূৰাই ল'বলৈ ক'লে। মই মানুহজনক ক'লোগৈ

**জোচেফ ঃ** টকা ঘূৰাই নিদিলে নেকি? ক'ত দিব? চাকৰিৰ কাৰণে দিয়া টকাহে! কোনো প্ৰমাণ নথকা টকাহে

**মানৱ ঃ** ৰহ, মোক ক'বলৈ দে। টকা ঘূৰাই দিলে। কিন্তু মানুহজনে বাৰম্বাৰ ক'লে চোৱা, টকাকিটা ঘূৰাই নিনিবা। তোমাৰ নাম প্ৰথমেই থাকিব। তুমি টকা ঘূৰাই ল'লে ছেকেণ্ড পজিশ্যনত থকা বিমল নাথ নামৰ ল'ৰাজনৰ নাম প্ৰথমত আহিব   । মানুহজনে অকল আশাই দিয়া নাছিল, মোক বিশ্বাসো দিছিল। কিন্তু

**জোচেফ ঃ** কিন্তু তেৰেই বিশ্বাসঘাতকতা কৰিলে। নহয়? হাজাৰ হওক, দালাল ভাই।

**ইকবাল ঃ** সেই বিশ্বাস বালিঘৰৰ দৰে বৰষুণৰ পানীত ভাগি উটি গ'ল

**মানৱ ঃ** উটি গ'ল। কিন্তু বিশ্বাস নহয় , মোৰ সপোন। টকাখিনি যে দাদাৰ পৰা লৈছিলো সেই কাৰণে কেৱল মোৰ বিশ্বাসত টকাখিনি তেওঁৰ ওচৰতে ৰাখিব নোৱাৰি ঘূৰাই ল'লো। সম্পূৰ্ণ পঞ্চাশ হাজাৰ টকাই ঘূৰাই দিলে মানুহজনে।

**ইকবাল ঃ** হওঁক দে। চাকৰিৰ দালাল হ'লেও অন্ততঃ মানুহজন মানুহ হৈয়ে আছে।

**জোচেফ ঃ** তাত নো তোৰ দুখ কৰিবলগীয়া কি হ'ল?

**মানৱ ঃ** নাই, একো হোৱা নাই। মই মই দুখ কৰাও নাই। তইঁতেও নকৰিলিহেঁতেন যদি জানিলিহেঁতেন যে পৰহি হেং আপ কৰা ছেকেণ্ড লিষ্টখনত সেই মানুহজনে কোৱা বিমল নাথ নামৰ ল'ৰাটোৰ নাম ফাৰ্ষ্ট পজিশ্যনত আছে   । তাত মানৱজ্যোতি চলিহাৰ নামটোও থাকিব পাৰিলেহেঁতেন   ।

(পৰিৱেশটো থমথমীয়া হৈ পৰে)

**ঈশ্বৰ :** কি কৰিবি (দীৰ্ঘশ্বাস)। ভাগ্য। কিন্তু চা, আজি যে তই ভাবিছ যে চাকৰি এটা পালেই তই। সুখী হ'বি সেয়া কিন্তু অলীক কল্পনা। নোবাৰ তই মোলৈ চা, মই চাকৰি কৰিছো হয়, কিন্তু কি কৰিব পাৰিছোঁ? না ঘৰৰ মানুহখিনিক সুখী কৰিব পাৰিছোঁ না নিজে সুখী হৈছোঁ। বৰং দিনে দিনে ঘৰৰ মানুহৰ বাবে মই এটা সন্দেহৰ কাৰণ হৈহে পৰিছোঁ। সবে মোক ভুল বুজা আৰম্ভ কৰিছে।

**ইকবাল :** কি কৈছ তই?

**ঈশ্বৰ :** সচাঁ কথা। যি কৈছোঁ সব সঁচা কথা। ঘৰত যদি এটা পইচাৰো ইনকাম নাথাকে আৰু যদি তই ঘৰৰ বাহিৰত থাকি চাকৰি কৰিবলগীয়া হয়, তেতিয়া বুজি পাবি।

**মানব :** কিন্তু তোক দেখিলে

**ঈশ্বৰ :** ভাবিবই নোৱাৰি নহয় জানো? কি কৰিবি। এটা সাধাৰণ চাকৰি গুৱাহাটী হেন ঠাইত। ঘৰ ভাড়া কৰি থকা ঘৰলৈ যি পাৰো পঠাওঁ, ভন্টিক পঢ়া-খৰচ দিওঁ। তাৰ উপৰিও বাইদেউক বিয়া দিব লাগে। দিবৈই বাৰু বিয়া, দৰা এটা উলিয়া তইঁতে, ধাৰ ধুৰ কৰি বিয়া পাতিম নহয়। নাই কাৰো কাণ সাৰ নাই। চবে মাত্ৰ দোষ দিয়ে, সন্দেহ কৰে। মই গুৱাহাটীত চাকৰি কৰাগৈ নাই, প্ৰেম কৰিছোঁগৈ। প্ৰেম চাচোন। প্ৰাৰ্থনাৰ ঘৰ শিৱসাগৰত। মই থাকোঁ গুৱাহাটীত প্ৰেম কৰোঁ আমি চালা বছৰ দিন লগ নোপোৱাকৈ থাকোঁ

**জোচেফ :** আৰে, তইতো ইচ্ছা কৰিলেই তাইক বিয়া কৰাব পাৰ।

**ঈশ্বৰ :** পাৰিলোঁহেঁতেন, কিন্তু (দুখেৰে) এতিয়া নোৱাৰোঁ।

**মানব :** কিয়? কিয় নোৱাৰা?

**ঈশ্বৰ :** কাইলৈ প্ৰাৰ্থনাৰ বিয়া। মোৰ প্ৰাৰ্থনা কাইলৈৰ পৰা তাইক আৰু মই মোৰ বুলি ভাবিব নোৱাৰিম। কাইলৈৰ পৰা তাই আন এজন পুৰুষৰ বুকুত মোৰ বুকুখন বিচাৰিবগৈ

**ইকবাল :** এতিযাই বিয়া নাপাতিলেও অন্ততঃ ঘৰ দুখনৰ মাজত কথাটো পাক্কা কৰি থ'ব পাৰিলিহেঁতেন দেখোন।

**ঈশ্বৰ :** পাৰিলোঁহেঁতেন। কিন্তু সিহঁতে বুজিলেনে। ঘৰত নোকোৱা হ'লেই ভাল আছিল। ক'লো। ঘৰৰ মানুহে কথা পতাৰ নামত সিহঁতৰ ঘৰৰ মানুহৰ মনত এনে কিছুমান কথা সুমুৱাই দিলে কি ক'ম? আচলতে আমাৰ ঘৰৰ মানুহে বিয়া নাপাতোঁতেই মোক বিশ্বাস নকৰা হ'ল জান? সেয়ে বিয়াখন ভঙাতহে জোৰ দিলে। ইমান খাতিলোঁ ভগৱানক, নাই, নহ'লগৈ। মোৰ ঘৰৰ মানুহে কি ভাবে জান, ভাবে মই ঘৰলৈ পঠোৱাতকৈ বেছি পইচা পঠাওঁ প্ৰাৰ্থনাইঁতৰ ঘৰলৈ।

**জোচেফ :** কি?

**ঈশ্বৰ :** মুখ ফুটাই নক'লেও কিছুমান কথা মানুহৰ ভাব-ভংগীৰ পৰাই বুজিব নোৱাৰি জানো?

**মানব :** তাই তোক একো কোৱা নাছিল?

**ঈশ্বৰ :** কৈছিল। মোক তাই এটা ডিচিশ্যন ল'বলৈ কৈছিল। মই মই বৰ কষ্টেৰে ল'লো ডিচিশ্যনটো। তাইক ক'লো যোৱাগৈ। (অলপ ৰৈ) বৰ টান অ' নিজৰ অক্ষমতাক মানি ল'বলৈ বৰ টান। বৰ কষ্টকৰ।

**ইকবাল :** দুখ নকৰিবি বাবা। ঢেৰ ছোৱালী পাবি তই।

**ঈশ্বৰ :** ছোৱালী। ঢেৰ ছোৱালী।।

**ইকবাল :** আবেব, পাবিতো। আমাতকৈ বহুত ভাল ছোৱালী পাবি। আৰে আমাৰ ওচৰতে ক'ত ছোৱালীয়ে কিউ কৰি থাকে। চালা এজনীযে এবাৰ এৰাএৰিৰ সময়ত কৈছিল মনত ৰাখিবানে? মই কি কৈছিলোঁ জান?

**জোচেফ :** নাপাহ'ৰালৈকে নিশ্চয মনত ৰাখিম।

(ঈশ্বৰৰ বাহিৰে আটায়ে হাঁহে। ঈশ্বৰ গহীন)

**ঈশ্বৰ :** তই ভাগ্যবান যে তই তেনেকৈ ভাবিব পাৰিছ। সেইকাৰণেই তই সুখী। কিন্তু মই নোৱাৰোঁ কেতিযাও নোৱাৰোঁ। পৃথিৱীত বহুতৰ ছোৱালী আছে সঁচা, কিন্তু হৃদযৰ বিনিময সেই বহুতৰ লগত সম্ভৱ নহয়। দেহৰ ভোক গুচাবলৈ তই কেঁচা মঙহ য'তে ত'তে পাবি, বজাৰতো পাবি। কিন্তু বিয়াৰ উদ্দেশ্য কেৱল দৈহিক মিলনেই নহয। মানে, বিয়া বোলা বস্তুটো দুজন মানুহৰ নামত ইছ্যু কৰা ছেক্স পাৰ্মিট নহয় বুজিছ।

(অকণ সোমাই আহে। বিৰক্তি প্ৰকাশ)

**অকণ :** এই বতৰটো যে কি? লৰচৰ কৰিবলৈ নিদিযে। হে ভগৱান।

**মানব :** অকণ, তইতো সদায ভগৱানক প্ৰাৰ্থনা কৰ, নকৰ জানো?

**অকণ :** কৰোঁ।

**মানব :** ভগৱানে কি দিছে তোক? ক'ব পাৰিবিনে কি দিছে?

**অকণ :** (ভাবি) একো দিয়া নাই খং উঠি যায়। মুখৰ আগত পোৱা হ'লে একেবাৰে গুলী মাৰি (নকব'লগীয়া কথা কৈ দিয়াৰ দৰে ৰৈ যায়।)

**জোচেফ :** কি হ'ল? (ৰৈ) ৰৈ গ'লি যে?

**অকণ :** গোটেইখনতে আৰ্মিয়ে পিঙপিঙাই ফুৰিছে।

**ইকবাল :** (তাচ্ছিল্য) কিয় উগ্ৰপন্থী ওলাইছে নেকি?

**অকণ :** গম পোৱা নাই হ'বলা তইঁতে?

**ঈশ্বৰ ঃ** ট্ৰেইন ষ্টেশ্যনত ডাঙৰ ঘটনা। ব্ৰহ্মপুত্ৰ মেইলত এমোন মান ওজনৰ বোমা এটা ওলাইছে।

**চাৰিও ঃ** কি?

**অকণ ঃ** ওঁ সঁচা। আৰ্মিয়ে কৈছে আলফাই থৈছে। কিন্তু বেছিভাগে কৈছে লাডেনৰ পাৰ্টি, আন কিছুমান কৈছে তালিবানে থৈছে। হাঁহি হে উঠে। ইহঁতক ছান্দাম ছুছেইনক ফাঁচি দিছে আৰু অলকায়দাই ব'ম ফুটাব অসমত।

**ইকবাল ঃ** অসম্ভৱ নহয় ই সম্ভৱ। ইহঁতক আমেৰিকাৰ যুদ্ধ-গোটেই পৃথিৱীয়ে কৈছে বোলে খ্ৰীষ্টান মুছলমানৰ যুদ্ধ। পেটত নাই ভাত, ইফালে "জেহাদ" কৰে। হেৰ' কোন ক'লৈ যাব যা মৰগৈ। শান্তিত থকা মানুহবোৰৰ মাজত অশান্তিৰ সৃষ্টি নকৰিবি।

**মানৱ ঃ** বাদ দে সেইচব। য'ত যি হয় হৈ থাকক।

**ঈশ্বৰ ঃ** ওঁ এতিয়া চিন্তা কৰ, কেনেকৈ ইয়াৰ পৰা ওলাই যাব পাৰি।

**জোচেফ ঃ** ওলাই যোৱাৰ চিন্তা!

**মানৱ ঃ** জমিব -খুব জমিব। এটা আওহতীয়া ঘৰত পাঁচটা ডেকা ল'ৰা আধা কিলোমিটাৰ আৰ্তৰৰ ট্ৰেইন ষ্টেশ্যনত এটা জীৱন্ত বোমা যদি ইয়াত আৰ্মিযে আমাক পায়হি? ভাবি চাচোন কিমান জমিব

**ঈশ্বৰ ঃ** ভাবিব লগীয়া। কিন্তু কি লাভ হ'ব চিন্তা কৰি? যি হয় সময়ত দেখা যাব। বৰ বেছি মাৰি পেলাব--মৰিম হে?

**ইকবাল ঃ** মাৰি নেপালায অ মোৰ সোণাই। হাত-ভৰি ভাঙি তোমাক আধামৰা কৰিব বুজিছা? তোমাৰ মোৰ নিচিনা মাখিৰ গাত সিহঁতে বন্দুক নামাৰে।

**অকণ ঃ** বাদ দে অ' যি হয হ'ব। এতিয়া নাটক উলিয়া। নাটক কৰিম কথাটো ভাবিযেই মোৰ কিবা লাগি গৈছে। আনন্দৰ সময়ত বেজাৰৰ কথা নুলিয়াবি। ভগৱানে যি কৰে কৰিব।

**মানৱ ঃ** ভগৱান। (চিন্তা কৰি) গুড। ইউৰেকা। চমৎকাৰ। (অদৃশ্য শক্তিক) ভগৱান, এইবাৰ ক'লৈ যাবা? তুমি হাঃ হাঃ হাঃ (হাঁহি) তুমি হেনো অগতিৰ গতি, অনাথৰ নাথ, পতিত পাৱন, জগতৰ প্ৰাণ, বিশ্ব নিযন্তা! কিন্তু মোৰ (হাঁহি) হাঁহি উঠিছে এই কথা ভাবিয়েই যে এইবাৰ তুমি আৰু সেই সৰ্বশক্তিমান হৈ থাকিব নোৱাৰিবা। এইবাৰ তুমি বন্দী মোৰ হাতত। তুমি এতিয়া মাত্ৰ এটা বিষয ছাব্জেক্ট। মোৰ পৰিকল্পিত নাটকখনৰ এটা মাত্ৰ বিষয।

**ঈশ্বৰ ঃ** তাৰমানে। নাটকখন হ'বগৈ? কৰিবি তই?

**মানৱ ঃ** মই কৰা নকৰাটো পিছৰ কথা। প্ৰথম কথা নাটকখন লিখাটো আৰু মই নাটকখন লিখিম।

**ইকবাল ঃ** মোৰ বিশ্বাস আছে তই লিখিবিয়েই।

**মানৱ ঃ** হ'ব হ'ব। তেল মাৰিব নালাগে। অকণ, শুন। তই এটা চৰিত্ৰৰ অভিনয় কৰিব লাগিব। পাৰিবি?

**অকণ ঃ** পাৰিম। কি চৰিত্ৰ?

**মানৱ ঃ** ভগৱানৰ চৰিত্ৰ।

**অকণ ঃ** ভগৱান? ঠিক আছে। এতিয়া মই কি কৰিব লাগিব?

**মানৱ ঃ** তোৰ কাম হ'ল (চকী এখন দেখুৱাই) ইয়াত বহা। (অকণ বহে)

**জোচেফ ঃ** ভগৱানৰ চকীখন ওখ হ'ব লাগিব দেই।

**ইকবাল ঃ** অ ওখ হ'ব লাগিব।

**(টেবুলৰ ওপৰত চকী এখন উঠাই তাত অকণক বহিবলৈ কয়)**

**ঈশ্বৰ ঃ** ইয়াত বহ। (অকণ বহে)

**অকণ ঃ** (প্ৰাণখোলা হাঁহি মাৰি) এতিয়া?

**মানৱ ঃ** এতিয়া ধৰি ল, মই জীৱনত অকল দুখ কষ্ট পাই পাই বুঢ়া হোৱা এজন মানুহ। মই তপস্যা কৰি, বহুত বাধা পাৰহৈ গৈ ভগৱানৰ মানে তোৰ ওচৰ পাই প্ৰাৰ্থনা কৰিছোঁ হে প্ৰভু মোক ৰক্ষা কৰা। তই তেতিয়া কি কবি?

**অকণ ঃ** মই ক'ম উঠা বৎস। তোমাৰ প্ৰাৰ্থনাত মই সন্তুষ্ট হৈছোঁ। তোমাক কি বৰ লাগে কোঁৱা।

**মানৱ ঃ** প্ৰভু, পৃথিৱীত মানুহ জীযাই থাকিব নোৱাৰা হ'ল। মানে প্ৰভু, পৃথিৱীৰ প্ৰাযবোৰ মানুহেই বৰ বেয়া হ'ল। মোৰ এটাই প্ৰাৰ্থনা প্ৰভু ভাল মানুহবোৰ শান্তিৰে থাকিব পৰাকৈ পৃথিৱীৰ বেয়া মানুহবোৰ মাৰি পেলাব লাগে। এতিয়া তই কচোন কি ক'বি তই?

**অকণ ঃ** তথাস্তু।।

**মানৱ ঃ** (বাকী কেইজনক) এতিয়া কি হ'ব বুজিছ নে?

**তিনিও ঃ** বুজিছোঁ বুজিছোঁ (ঢলি পৰে) আমি মৰি গ'লো।

**মানৱ ঃ** মই ভগৱানৰ ওচৰৰ পৰা ঘূৰি আহিলোঁ। বাটে পথে ক'তো এটাও মানুহ মোৰ চকুত পৰা নাই। অথচ এইটো বাটেদি মই হাজাৰ হাজাৰ মানুহৰ ভিৰ ফালি যাব লগা হৈছিল । কি আচৰিত! ঘৰ দুৱাৰ দোকান- পোহাৰ, অফিচ চব আছে, কেৱল মানুহ নাই বৰ অস্বাভাবিক যেন লাগিছে। হঠাৎ এফালৰ পৰা মানুহৰ মাত কথা চিঞৰ বাখৰ শুনিবলৈ পাই আগবাঢ়ি গ'লো এখন গেইট। ওপৰত এখন চাইন বৰ্ড, লিখা আছে মেন্টেল হস্পিটেল। ঐ (শুই থকা তিনিজনক) উঠ। পাগল হ। (তিনিও এঠাইত বৈ পাগলৰ ভাও ধৰে ) মই আগবাঢ়ি গ'লো। মোক সিহঁতে হাতবাউলি দি মাতিলে

**(আগবাঢ়ি যায়। বাকী তিনিওজনে হাত মেলি মানৱক টানে সাবটি ধৰিব খোজে মানৱে চিৎকাৰ কৰে আঃ মৰিলোঁ। কাৰেন্ট যায়। দুজনমানৰ মুখত ধ্যেৎ। এতিয়াহে লাইটটো যাবলৈ পালে। কেওঁেল আছেনে নাই জোচেফ? ঐ ইকবাল, মেছটো কি কৰিলে আদি**

সংলাপ)

**ইকবাল :** (মম জ্বলাই) ধেৎ তেৰি! মুডটো তেনেই নষ্ট কৰি পেলালে।

**অৰুণ :** মই নামো। ধৰচোন ধৰ। (অৰুণক দুজনমানে নমায়)

**ঈশ্বৰ :** এনেকৈ নহ'ব, বুজিছ মানৱ। কাৰণ, ভগবানক এটা সময়ত কেৱল এজন মানুহেইতো প্ৰাৰ্থনা নকৰে।

**মানৱ :** মানে?

**ঈশ্বৰ :** মানে, ভগবানৰ ওচৰলৈ একেটা সময়তে ইমান বেছি প্ৰপ'জেল, ডিমাণ্ড আহে যে

**ইকবাল :** (হাঁহি) হাঃ হাঃ হাঃ।

**ঈশ্বৰ :** হাঁহাৰ কথা নহয় ইকবাল।

**অৰুণ :** অৰুণমান ৰহচোন ৰহ। মই ভগবান হোৱাৰ আগতে মোক কথা এটা বুজাই দেচোন। মানে মই কি ভগবান?

**মানৱ :** কি ভগবান? কিহৰ কি ভগবান?

**অৰুণ :** মই হিন্দু ভগবান নে মুছলমান ভগবান নে খ্ৰীষ্টান ভগবান?

**মানৱ :** তই ভগবান হ'বি- ঈশ্বৰ, আল্লা, গড সকলোৰে সংমিশ্ৰণ। ধৰি ল ই হিন্দু, মুছলমান, খ্ৰীষ্টান সকলোৰে ভোট পাই গঠন হোৱা এখন চৰকাৰ বুজিছ? চব ভগবান মিলাই আমি এটা কৰিম। (কাৰেন্ট আহে)

**জোচেফ :** তেনেহ'লে এটা কাম কৰিব পাৰি দেখোন (মম নুমুৱায়)

**মানৱ :** কি কাম?

**জোচেফ :** ধৰ্ম।

**ইকবাল :** চাব্বাচ জোচেফ। ধৰ্ম এটাতো আমি খুলিব পাৰোঁ।

**মানৱ :** ধৰ্ম খোল?

**ঈশ্বৰ :** গুড আইডিয়া। আজিকালি ইয়াতকৈ ভাল বিজিনিছ একো নাই।

**অৰুণ :** মোৰ কিন্তু মন্দিৰৰ পুৰোহিতৰ চাকৰিটো লাগিব।

**মানৱ :** খুলিবি খুলিবি। ধৰ্ম খুলি মন্দিৰ পাতিবি। গেলা মালৰ দোকানৰ নিচিনাকৈ নচলিলে বন্ধ কৰি দিবি কিন্তু এতিয়া নাটকৰ সময়।

**অৰুণ :** ওঁ নাটক। টেবুলখন ধৰি। মই মোৰ ছিটত বহোঁ (টেবুলখন দুজনমানে ধৰে। অৰুণ উঠি গৈ বহে) এয়া, মই মোৰ আসনত বহিলোঁ। হে' ভক্তগন,কোৱা, তোমালোকক কি কি লাগে।

**ঈশ্বৰ :** হে প্ৰভু, মোক খাদ্য লাগে।

**ইকবাল :** ইয়া আল্লা, মোক কাপোৰ লাগে।

**জোচেফ :** অ'গড, মোক এটা চাকৰি দিয়া।

**মানৱ :** মোক শান্তি দিয়া প্ৰভু!

**(ঈশ্বৰ, ইকবাল, জোচেফ আৰু মানৱৰ এই অনুৰোধ সূচক সংলাপবোৰ প্ৰথমে লাহে লাহে নিয়মীয়াকৈ উচ্চাৰিত হ'ব। লাহে লাহে খৰ হ'ব আৰু মাতবোৰো ডাঙৰ হ'ব)**

**ঈশ্বৰ :** মোক মাটি-বাৰী সম্পত্তি অলপ দিয়া প্ৰভু।

**ইকবাল :** মোক এটা পানী নপৰা পকীঘৰ লাগে।

**জোচেফ :** মোক সহায় কৰা আজি মই এজনক হত্যা কৰিব লাগিব।

**মানৱ :** মোক বচোৱা প্ৰভু! মোক হত্যাকাৰীৰ কবলৰ পৰা বচোৱা।

**ঈশ্বৰ :** সিহঁতে মোৰ গাদীখন কাঢ়ি ল'ব খুজিছে মোক ৰক্ষা কৰা।

**ইকবাল :** মোক সহায় কৰা– তাক নমাই মই তাৰ গাদীখন দখল কৰিম।

**জোচেফ :** মোৰ দেশখন আক্ৰমণকাৰীৰ পৰা ৰক্ষা কৰা।

**মানৱ :** সন্ত্ৰাসবাদীক ধ্বংস কৰিবলৈ মোক শক্তি দিয়া।

**ঈশ্বৰ :** সন্ত্ৰাসবাদেৰে পৃথিৱীৰ ৰজা হ'বলৈ মোক সহায় কৰা।

**ইকবাল :** সন্ত্ৰাসবাদী নিৰ্মূলৰ নামত পৃথিৱীত আধিপত্য স্থাপন কৰাত মোক সহায় কৰা।

**জোচেফ :** মোৰ জাতিটোক ৰক্ষা কৰা প্ৰভু।

**মানৱ :** মোৰ ধৰ্মক ৰক্ষা কৰা প্ৰভু।

**ঈশ্বৰ :** মোক স্বজন স্বজাতিৰ হত্যাৰ প্ৰতিশোধ লাগে।

**ইকবাল :** দুখ-যন্ত্ৰণা, গ্লানি অপমান সহিবলৈ মোক ধৈৰ্য ধৰাৰ শক্তি দিয়া।

**জোচেফ :** মোক প্ৰেম লাগে।

**মানৱ :** মোক ঘৃণা লাগে।

**ঈশ্বৰ :** মোক ধৈৰ্য লাগে।

**ইকবাল :** মোক প্ৰতিশোধ লাগে।

**জোচেফ :** মোক অহিংসা লাগে।

**মানৱ :** মোক হিংসা লাগে।

**ঈশ্বৰ :** মোক জীয়াই থাকিবলৈ লাগে।

**(অৰুণে প্ৰথমে ইটো সিটোৰ মুখলৈ চাই আমোদ পায়। লাহে লাহে সেই আমোদ কিংকৰ্তব্য বিমোৰত পৰিণত হয় আৰু ক্ৰমশঃ অৰুণ বিৰক্ত আৰু ভীতি-সন্ত্ৰস্ত হয় আৰু শেষত কাণত আঙুলি দি চিঞৰে)**

**অৰুণ :** আ-আ হ! মনে মনে থাক।

**মানৱ :** কি হ'ল?

**অৰুণ :** মূৰ গৰম কৰি দিবি তহঁতে।

**মানৱ :** ভগবানৰো আকৌ মূৰ গৰম হয়।

**অৰুণ :** ভগবান হ'লো কি হ'ল?

**মানৱ :** কেনেকুৱা হ'ব থিমটো? ভগবান বিভ্ৰান্ত...দিগবিদিক শূণ্য..কি কৰা উচিত ভগবানে নিজেই নাজানে...হাঃ হাঃ

হাঃ (কাৰেন্ট যায়)

**ইকবাল :** (মম জ্বলাই) এতিয়া যাওঁ ব'ল।

**অৰুণ :** মোক নমাই দে আক। (দুজনমানে অৰুণক নমায়) (যাওঁ ব'ল বুলি দুটামান মাত শুনা যায়। "বহুত দেৰি হ'ল" "বাটত আৰ্মিয়েও দিগদাৰ কৰিব পাৰে নহয়" আদি উচ্চাৰিত হয়।)

**মানৱ :** তলা-চাবি কেইটা ক'ত?

**ঈশ্বৰ :** টেবুলতে ... সেই দুটা দেখোন। ব'ল যাওঁ।

**মানৱ :** গৈছোঁ ব'ল। কাইলৈ সোনকালে আহিবি। (কাৰেন্ট আহে) ঐ ঈশ্বৰ, লাইটটো নুমুৱাই দে। (লাইট অফ হয়। Dim পোহৰ। মানৱে ফু মাৰি মমডাল নুমুৱায়। পকেটৰ পৰা চিগাৰেট উলিয়ায়। ওঁঠত লয়। জুইশলাৰ কাঠি জ্বলায়। "জয় আলোকময়" গীতৰ সুৰ বাজি উঠে। চিগাৰেটটো হাতত লয়। কয় )

**মানৱ :** ভগৱান ....ভগৱান .....ভগৱান ....হাঃ হাঃ হাঃ (অট্টহাস্য)

**( কাঠি জ্বলি জ্বলি মানৱৰ আঙুলি পোৰে। কাঠিটো সি পেলাই দিয়ে। লগে লগে মঞ্চ আন্ধাৰ হয়)**

পট পৰে

<u>সমাপ্ত</u>

# স্বাধীনতা

## নাট্যকাৰ # বসন্ত মঙ্গল দত্ত

**চৰিত্ৰসমূহ ঃ**

(১) ৰামু শইকীয়া - বান নিয়ন্ত্ৰণ কাৰ্য্যালয়ৰ চকিদাৰ।
(২) বিজু বৰুৱা - ছাত্ৰ নেতা।
(৩) ৰাজু ফুকন - ছাত্ৰ নেতা।
(৪) অমৃত বৰ্মন - বাননিয়ন্ত্ৰণ অফিচৰ অভিযন্তা।

**মঞ্চ নিৰ্দেশনা**

এটা চৰকাৰী কাৰ্যালয়ৰ ভিতৰচোৰা। এজন মানুহে টেবুলৰ ওপৰত ভৰি তুলি শুই থাকিব।

**(ৰাজু আৰু বিজুৰ প্ৰৱেশ)**

**ৰাজু** ঃ এই, এই, চাওচোন, এইপিনে আহ। (মেজত ভৰি তুলি থকা মানুহজনৰ ফালে ইংগিতেৰে দেখুৱাই)

**বিজু** ঃ কি হ'ল ?

**ৰাজু** ঃ মহাশয়লৈ চা। (দুয়োটায়ে মানুহজনলৈ চাই মুখ টিপি হাঁহে)

**বিজু** ঃ চাৰ!

**ৰাজু** ঃ মহাশয়, অনুমতি নোলোৱাকৈ সোমাই আহিলো দেই

**(ৰামুৱে দুয়োটালৈকে কেৰাহিকৈ** চায়, সিহঁত দুটাই চকীদুখন টানি আনি ওভোতাকৈ পাৰি বহে।)

**ৰামু** ঃ অ' প্ৰভুসকল। পুৱাই পুৱাই আহিলে যে, কালি ঘৰলৈ নগ'লেই নেকি?

**বিজু** ঃ বৰ ব্যস্ত আছো এইকেইদিন।

**ৰাজু** ঃ দিন ৰাতি একাকাৰ কৰি ঘূৰিব লগা হৈছে।

**ৰামু** ঃ আয়েদেহি, বেচেৰাকেইটা একেবাৰে ঘূৰি ঘূৰি শুকাই ক্ষীণাই চেৰেলা পৰি গৈছে। পিছে কিয়বা ইমান ঘূৰিব লগা হৈছে?

**বিজু** ঃ ঘূৰিব লগা মানে! মেনেজ কৰিবলগা হৈছে, আমাৰ ৰাজীৱদা আহিবতো!

**ৰামু** ঃ কি মেনেজ অ'।

**ৰাজু** ঃ গাড়ী. ঘোঁৰা, খানা-পিনা, টকা-পইচা।

**ৰামু** ঃ অ', সেইবাবেই এইকেইদিন মাৰোৱাৰী মহাজনৰ গাদীত বহি মেনেজ কৰি ফুৰিছা ?

**বিজু** ঃ ৰামু দা! তই বেছি বেছি কথা কব অ'।

**ৰামু** ঃ নহয় অ', তহঁতি দামী-দামী কাপোৰ পিন্ধি মটৰ বাইক চলাই ফুৰোতে তহঁতৰ যি পকা আপেল যেন চেহেৰা, তহঁতক দামী মদৰ বটল যেন লাগে, এইযেন এপেগ বাকি ল'ম। পিছত গম পাওঁ তহঁতি চলাই ফুৰা মটৰ বাইকবোৰ তহঁতৰ নহয়— তহঁতি পিন্ধি থকা কাপোৰবোৰো তহঁতৰ নহয়— কিবা আউল লাগি যায়।

**ৰাজু** ঃ ৰামু দা !

**ৰামু** ঃ খং নকৰিবি, আনৰ গাদীত বহি যেতিয়া ভিক্ষা কৰ, সুবিধা পাইছ এনেদৰে মেনেজ কৰোতেই দুবেগমান চাউল, দুটকামান পইচা আৰু পাৰিলে কাৰোবাৰ অইলৰ ডিপোৰ পৰা— কেইলিটাৰমান পেট্ৰ'ল ভৰাই ল। Pause (মটৰ চাইকেল চলি যোৱাৰ শব্দ)

**বিজু** ঃ ৰামুদা তোৰ ফটুৱা বক্তৃতা বন্ধ কৰ।

**ৰামু** ঃ বৈ যাবদেই, বৈ যাব।

**বিজু** ঃ কি?

**ৰামু** ঃ তহঁতৰ মটৰচাইকেলবোৰ এদিন বৈ যাব, তেল ডিপুৰ মালিকবোৰে তহঁতক দেখিলে তেল নাই বুলি চাইন বৰ্ড আঁৰি দিব। তহঁতক দিয়া চান্দা বৰঙণিবোৰকলৈ পেটুৱা মহাজনবোৰে এদিন ব্যৱসায় কৰিব। আমাৰ নিচিনা সাধাৰণ মানুহবোৰ অভাৱৰ পিছত দৌৰি

দৌৰি ভাগৰি পৰিব।

ৰাজু : লাগবান্ধ নোহোৱা কথাবোৰ কৈ সময় নষ্ট কৰি নাথাকিবি। পৰহিলৈ আমাৰ ৰাজীৱদাৰ খানাপিনা চব তই এৰেঞ্জ কৰিব লাগিব, বাকীখিনিৰ যোগাৰ কৰাৰ দায়িত্ব আমাৰ।

ৰামু : সেই দায়িত্ব মই ল'ব নোৱাৰোঁ।

বিজু : কিয়?

ৰামু : কথা আছে?

ৰাজু : কি কথা?

ৰামু : বহু কথা?

বিজু : বেছি নকৰিবি ৰামু দা।

ৰামু : ধেইৎ এইডাল, ধমকি মাৰি উঠিলে একেবাৰে। তাৰ আগতে ক তইঁতৰ ৰাজীৱদা নে কি সেইডাল কিয় আহিব? ৰাজু, তই সেইবোৰ বুজি নাপাব।

ৰামু : বুজি নোপোৱা কোনো কাম ৰামুৱে নকৰে, আৱশ্যক হ'লে তইঁতে বুজাই ক'ব লাগিব।

ৰাজু : IMDT।

বিজু : IMDT আইনখন চুপ্ৰিম ক'ৰ্টে অবৈধ বুলি বাতিল কৰাৰ পাছত, চৰকাৰে বিদেশী অনুপ্ৰৱেশকাৰীক ৰক্ষণা-বেক্ষণ দিবৰ বাবে, একেখন আইনকে সংশোধন কৰি বাহাল ৰাখিব বিচাৰিছে। আমি তেনে হ'বলৈ নিদিওঁ। গতিকে সেই আইনখনৰ বিৰুদ্ধে জনমত গঠন কৰিবলৈ পৰহিলৈ ৰাজীৱদা ইয়ালৈ আহিব।

ৰামু : কথাখিনি বৰ শুৱলাকৈ ক'ব পাৰিছ। চৰাইটোহে সৰু একেবাৰে ছলুং গছত বাঁহ সাজিব পাৰিছ। চুপ্ৰিম কৰ্ট শব্দটোও বৰ ধুনীয়াকৈ উচ্চাৰণ কৰিব পাৰিছ। পিছে ইমান এটা ডাঙৰ টাঙোন মাৰিবলৈ আকৌ কিয় আহিব? নাই, নাই, এইবোৰ ৰিস্ক মই ল'ব নোৱাৰো।

ৰাজু : ধেইৎ তেৰিকা, এইডালে একো বুজি নাপায় অ'। তই IMDT বুজি নাপাব অ।

ৰামু : পাওঁ, পাওঁ, IMDT মানে- ইমান এটা ডাঙৰ টাঙোন। Specially for Assam হয়নে নহয়?

বিজু : তোৰ পৰা আৰু উপায় নাই, তই IMDTৰ বিষয়ে একো নাজান।

ৰামু : তইতো জান, কচোন IMDT ৰ অৰ্থ কি?

বিজু : IMDT মানে, IMDT মানে ....।

ৰাজু : বিদেশী খেদা আইন।

ৰামু : জিলাৰ President তো– তই বহুত কথা জান। তইঁতৰ মানেকত মই এটা বুৰ্বক হ'লেও, সেই বিদেশী খেদা আইনখন, মানে IMDT ৰ সম্পূৰ্ণ অৰ্থ Illegal Migrant Determine by Tribunal বুলি মই কিন্তু জানো। বুজিছ, হাঃ হাঃ হাঃ!

বিজু : তই হাঁহিলি কিয়?

ৰামু : এইবাবেই হাঁহিলো, তইঁতে মোৰ হাঁহিটোত বিচাৰি নাপাবি মই কিমান হাঁহিলো, নে হিয়া ঢাকুৰি কান্দিলো। তেতিয়া মই পঞ্চম শ্ৰেণীৰ ছাত্ৰ। চকুৰ আগত উৰে এখন বগা ৰঙা সেউজীয়া পতাকা। Pause।

Off Voice : জয় আই অসম, জয় আই অসম। মৰিলে স্বৰ্গ, তৰিলে দেশ। এই জুই জ্বলিছে, জ্বলিবই।

ৰাজু : এইডাল পাগল হ'ল। পুৰাই পুৰাই ভাং এসোপা খালে এইডালে।

বিজু : ভাংখোৱা মানুহৰ যুক্তি বেছি। মূল কথালৈ আহ।

ৰামু : বুজিছ, আমি প্ৰত্যেকে মূলসুঁতিৰ পৰা আঁতৰি অহা এটা প্ৰবাহহীন এৰা সুঁতি। আমাৰ অৰ্জন কৰা বয়সবোৰত আমি বৰ্জন কৰিবলৈ শিকিলো। শ্ৰেণী বৰ্জন, নেতা বৰ্জন, ... লাহে লাগে আমিও এটা বৰ্জিত বস্তুলৈ ৰূপান্তৰিত হ'লো। কাৰোবাৰ উচতনিত মই এজন Communist ৰ গালৈ শিল দলিয়াইছিলো- মই কিন্তু জনা নাছিলো মই শিল কিয় দলিয়াইছিলো। ঘৰ জ্বলালে, দলং জ্বলালে, মানুহ মাৰিলে একো নহ'ল। কোনোবা ৰজা হ'ল। মানুহে বুজিলে, দেৱতাবোৰ পাপী হ'ল।

বিজু : এই অপদাৰ্থ তোৰ পৰা আৰু উপায় নাই।

ৰামু : সেয়া মই জানো, মইযে অপদাৰ্থ হৈ গ'লো। তাৰ পিছত তইঁতবোৰৰো পদাৰ্থ বুলিবলৈ একো নাথাকিল মুঠতে এটা তলি ফুটা কলহ। এতিয়া বুজিছ IMDTত লাগি থকাতকৈ যিখিনি অসমীয়া বুলি বাচি আছো -- সেইখিনিকে বাচি থাকিবলৈ কিবা এটা কৰিব লাগিব, মানে জাতি গঠনৰ প্ৰকৃত প্ৰক্ৰিয়াটো উপলব্ধি কৰি এটা সমৃদ্ধিশালী জাতি গঠন কৰিব লাগিব।

ৰাজু : ফটুৱা লেকচাৰ বাদ দে, মুঠতে কামটো কৰি দিবিনে নিদিয় কৈ দে।

ৰামু : নিদিওঁ।

ৰাজু : কিয়?

ৰামু : কথা আছে।

ৰাজু : কি কথা আছে?

ৰামু : খং নকৰিবিচোন।

ৰাজু : খং নকৰিবি মানে? তই আমাক যিখিনি কৰিছ তোৰ অফিচৰ বৰ চাহাবেও সেইখিনি নকৰে, তই চকীদাৰহে সীমা কিন্তু পাৰ হৈছে।

বিজু : তই জান, আমি ইচ্ছা কৰিলে তোৰ কিন্তু চাকৰি খাই

দিব পাৰো।

ৰামু : চাকৰি খাবি? মোৰ চাকৰিটো কি পথৰ দাঁতিত গছত লাগি থকা বগৰী গুটি বুলি ভাবিছ নে-কি যে তইঁতি জোকাৰি দিলেই থল-থলকৈ সৰি পৰিব।

ৰাজু : এটা মাত্ৰ Report ৰ কাম। তোক খেদিবলৈ পথ অৱৰোধ, তলাবন্ধ, অসমবন্ধৰ দৰে কাৰ্য্যসূচী লোৱাৰ প্ৰয়োজন নাই বুজিছ।

বিজু : তোৰ কথাটো বাদেই দে, বৰ বৰ চাকৰিয়ালবোৰৰো ভেটি লৰাই থৈছো। এতিয়া অফিচলৈ গ'লে চাহটো বাদেই দে Donation Book খন আগবঢ়াই দিলেই মিনিমাম পাঁচহাজাৰ টকা উলিয়াই দিয়ে বুজিছ।

ৰাজু : তোৰ নিচিনা ঘটিৰাম বাতিৰামবোৰ, এটা টিলিকিতে উৰি যাবি।

ৰামু : তইঁতৰ নিজৰ ফপৰীয়া মুখকেইখন নেদেখাকৈ তেনেকৈ নকৰিবিদেই।

ৰাজু : কি কলি? (ৰামুৰ ফালে খেদা মাৰি যায়)

ৰামু : ফপৰীয়া কুকুৰকেইটাৰদৰে ককাল ভাঙি ভাঙি খেদি নাহিবি অ'।

বিজু : তোক কি কৰিব পাৰো জান?

ৰামু : বাপেৰৰ মূৰটো কৰিবি।

বিজু : কি কলি?

ৰাজু : তই মোৰ বোপাইৰ মূৰত ধৰিলি?

বিজু : তোক (গতা মাৰি দিয়ে, ৰামু চকিখনত বহি পৰে।)

ৰামু : এই বিজু, কি কৰ-, কি কৰ ? মই তইঁতৰ দেউতাৰৰ সমান নহয় জানো?

বিজু + ৰাজু : Pause।

ৰামু : নহয় জানো? হয়নে নহয়?

বিজু : হ'ব পাৰে।

ৰামু : তাকেইটো— এইটো ( নিজৰ মূৰটো দেখুৱাই) এই বাপেৰৰ মূৰটোৰ কথা কৈছো। তইঁতে মূৰৰ খেল দেখা নাই। এদিন তিনিআলিৰ চুকত তাচ্ খেলি বহি থকা ডাবিৰামৰ পুতেকে দেশক স্বাধীন কৰিবলৈ হাবিয়ে-বননিয়ে বনৰ কচু খাই স্বাধীনতাৰ যুজাৰু হৈছিল। এতিয়া আত্মসমৰ্পণ কৰাৰ পিছত হাতত Mobile Phone লৈ নেতা হ'ল, মদৰ দোকানৰ Licenceৰ গৰাকী হ'ল, ভেটি নাইকিয়া বাপুৰামৰ শৌচাগাৰলৈ নিবলৈ ঘটি এটা নোহোৱাৰ পুতেকৰ এতিয়া চহৰত কেইবাটাও ডাঙৰ ডাঙৰ ঘৰ হ'ল, নতুন নতুন মডেলৰ গাড়ী হ'ল আৰু ইচ্ছা কৰিলেই মানুহক গুলীয়াই পেলাই থৈ যাব পৰা ক্ষমতাৰ গৰাকী হ'ল আৰু মূৰটো নথকাৰ বাবেই মই এই অফিচটোৰ চকীদাৰ হলো।

বিজু : সেইবোৰ বাদ দে।

ৰামু : নহয় অ', মই অঙ্কত বৰ ভাল আছিলো। হঠাৎ বিপ্লৱৰ ধ্ব'গানত এটা সহজ অঙ্ক ভুল কৰিলো। ইংৰাজীৰ Sentence বোৰ মোৰ শিকা নহ'ল, গোটেই জীৱনটো ভুলতেই কটালো। এই দৰিদ্ৰ দেশখনৰ তেৰশজন শ্বহীদৰ আত্ম-বলিদানৰ পিছত পাঁচশজন বিদেশী খেদোতে ছয় হাজাৰ কোটি টকা খৰচ হয় -— অঙ্কটো মোৰ ভুল যেন লাগে। তইঁতে একো কৰিব নোৱাৰ।

ৰাজু : ৰামু দা, কি কৰিব পাৰো তোক দেখুৱাই দিছো। তই য'ত বহি আছ, তাতে ধুনীয়াকৈ বহি থাক। বিজু কামটো কৰ।

বিজু : ৰামুদা (কেমেৰাটো উলিয়াই)— অলপ মূৰটো ওপৰলৈ তোল, তোৰ একপি ফটো লওঁ।

ৰামু : ল ল। ৰবিচোন মোক হ'লে একপি দিব লাগিব।

ৰাজু : ফটো একপিৰ বাবে ইমান চিন্তা কৰিব লাগে নেকি?

বিজু : ৰামুদা অলপ হাঁহি দিয়াচোন (ৰাজুৱে Pose শিকাই দিয়ে, ৰামুৱে হাঁহে।) অ' হৈ গ'ল।

ৰাজু : এইবাৰ আমি আহোতে যে টেবুলৰ ওপৰত ভৰি তুলি বহি আছিলা, তেনেদৰে থাকা চোন।

ৰামু : লাজ লাগে পায়।

বিজু : কিহৰ লাজ?

ৰাজু : তুমি ৰাতি মিচেচক দেখুওৱাব পাৰিবা, তোমাৰ চাহাব কেনেকৈ তোমাৰ ভৰিৰ তলত থাকে।

ৰামু : তইঁতে কাকো নকবটো?

বিজু : সেয়া আমাৰ মাজৰ কথা, তুমি আমাক আনৰ দৰে ভাবিছা নেকি?

ৰামু : জানো পায়, তইঁতে যি ভাল দেখ কৰ (ৰাজুৱে ৰামুৰ ভৰি কেইটা টেবুলৰ ওপৰত তুলি দিয়ে। বিজুৱে ফটো লয়।)

বিজু : এতিয়া তোৰ বিচাৰ আৰম্ভ হ'ব।

ৰামু : বিচাৰ? কিহৰ বিচাৰ?

ৰাজু : আমাৰ কেমেৰাত তাৰ সাক্ষী বন্দী হৈ আছে।

বিজু : ইচ্ছা কৰিলে কালিলৈৰ পেপাৰত ডাঙৰ ডাঙৰ আখৰেৰে সন্মুখৰ পৃষ্ঠাত উলিয়াই দিবপাৰো- 'চকীদাৰে চলাই বান নিয়ন্ত্ৰণৰ অফিচ।'

ৰাজু : বাৰিবাৰ বানৰদৰে টকা আহিলেহে ভুৱা বিলৰ কমিচন লবলৈ বান নিয়ন্ত্ৰণ অফিচ ভৰি পৰে কেৰাণী মহৰীৰ পৰা ইঞ্জিনিয়াৰলৈ।

ৰামু : তইঁতে এইবোৰ কি কথা কৈছ?

ৰাজু : তই বহি থকা চকীখন কাৰ জাননে?

ৰামু : জানো?

ৰাজু : তেতিয়া হ'লে উঠ।

ৰামু : উঠিছো অ' বোপাইহঁত, উঠিছো।

বিজু : নহয় ৰামুদা, তই বহ।

ৰামু : বহিছো অ' বোপাইহঁত বহিছো।

বিজু : উঠ (তিনিবাৰ মান ৰিপিট কৰিব।)

ৰাজু : বহ

বিজু : বাৰু ৰামুদা, তই কি কৰিছ?

ৰামু : উঠা বহা কৰিছো অ' বোপাইহঁত, উঠা বহা কৰিছো।

ৰাজু : কিয় কৰিছ?

ৰামু : তইঁতি কৈছ বাবেই কৰিছো।

বিজু : এতিয়া বুজিলি নহয়, কি কৰিব পাৰো।

ৰামু : বুজিলো।

বিজু : তেতিয়াহ'লে আমি কোৱাৰ দৰে কৰিবি।

ৰামু : কৰিম, ক... কি কৰিব লাগে?

বিজু : ৰাজীৱদাৰ বাবে Party Arrange।

ৰামু : নকৰোঁ। এ এ এহ্ এহ্ !

ৰাজু : কিয়?

ৰামু : দিগদাৰী আছে।

ৰাজু : কি দিগদাৰী?

ৰামু : কালিলৈ কি তইঁতে নাজান?

বিজু : নাজানো।

ৰামু : হে প্ৰভু, কি কৰোঁ ? এ এ এ এহ্ এহ্ এহ্ !

ৰাজু : কান্দিছ কিয়?

ৰামু : তইঁতে এই কামটো আনক কৰিবলৈ দিব নোৱাৰনে?

বিজু : তই কিয় নকৰ?

ৰামু : দিগদাৰী আছে।

বিজু : কি দিগদাৰী আছে?

ৰামু : কালিলৈ কি আছে তইঁতে নাজান নেকি ?

ৰাজু : নাজানো, কি আছে?

ৰামু : কবলৈ দিগদাৰী আছে। এ এ এহ্ এহ্ এহ্ !

বিজু : ঠিক আছে, তই কামটো কৰিব নালাগে। তোক চিধা কৰিবলৈ এই কেমেৰাটোত থকা একপি ফটোৱে যথেষ্ট। ৰাজু ব'ল।

ৰামু : বোপাইহঁত, তইঁতে তেনে নকৰিবি, মই নিগমে মৰিম।

ৰাজু : নিগমে মৰ, কাৰোবাক গম দি মৰ, আমাক সহায় নকৰিলে আমিও তোক সুদাই নেৰো।

বিজু : তই এটা চকীদাৰহে।

ৰামু : হয়, বোপাই হয়। মোক তইঁতে বিহাৰী ৰিক্সাৱালাটো বুলি ক'লেও বেয়া নাপাওঁ- আমিবোৰ বৰ সৰু মানুহ। ৰিক্সাত যাওঁতে তইঁতে নেতা দেখুৱাই কথা পাতিব পাৰিবি। এই ৰিক্সা ইধৰ আও — দাই হাতমে ঘুৰকে চিধা চিধা চলো— নামিবৰ সময়ত দুটকীয়া নোট এটা দি শুদ্ধ অসমীয়াত গালি পাৰিবি- কুকুৰ বিহাৰী, পাঁচ টকা লাগে— যা একে থাপৰত বাপেৰৰ বিয়া দেখি যাবি।

ৰাজু : ফাল্টু কথা বাদ দে।

বিজু : আমি তইঁতৰ ইঞ্জিনিয়াৰৰ বিষয়েও জানো- যোৱাবাৰ ব্ৰহ্মপুত্ৰৰ গাইড বান্ধটো মেৰামতি কৰা বুলি মেৰামতি নকৰাকৈ চল্লিছ লাখ টকা ভাগ-বতৰা কৰাৰ নথি পত্ৰ আহি পৰিছেহি। এই চিঠিখন তইঁতৰ চাহাবক দি দিবি। ৰাজীৱদাৰ ট'ৰটো মেনটেইন কৰিবলৈ বিশ হাজাৰ টকা, নহ'লে কাকো নেৰিম।

ৰামু : সেই সময়ত মোৰ লগত হোৱা কথা বতৰাবোৰৰো নথি পত্ৰ আছে নেকি?

ৰাজু : তোৰটো অৱস্থা আৰু কাহিল কৰি দিম।

ৰামু : নকৰিবি বোপাইহঁত, তেনেকুৱা নকৰিবি, মই তইঁতৰ ভৰিত ধৰিছো।

বিজু : হ'ব হ'ব, সকলো মেনেজ কৰি থবি, থবিনে?

ৰামু : থম বোপাইহঁত থম।

ৰাজু : তেৰি-মেৰি নকৰতো?

ৰামু : নকৰোঁ বোপাইহঁত নকৰোঁ, এইয়া মই কাণত ধৰি কৈছো।

বিজু : তই চাহাব আহিলে বস্তুটো মেনেজ কৰি থবলৈ ক'বি, আহো।

অমৃত : ৰামু .. ৰামু !

ৰামু : থ'ম থ'ম, সব মেনেজ কৰি থ'ম।

অমৃত : ৰামু !

ৰামু : চিন্তা নকৰিবি তইঁতে। চাহাবক বিশ হাজাৰ টকা যোগাৰ কৰি থ'বলৈ ক'ম।

অমৃত : ৰামু! (খঙেৰে)

ৰামু : আৰু কি কৰি থ'ব লাগে?

অমৃত : তোৰ কি হৈছে?

ৰামু : অ' চাৰ। সিহঁতকেইটা আহিছিল চাৰ।

অমৃত : কোন?

ৰামু : ল'ৰা কেইটা।

অমৃত : আজিয়ে? সিহঁততো আজিয়ে অহাৰ কথা নাছিল। লগত কিবা লৈ আনিছিল নেকি?

ৰামু : নাই চাৰ, খালি হাতেৰে আহিছিল।

অমৃত : তেনেহ'লে একো লৈ অনা নাছিল।

ৰামু : নহয় চাৰ, সিহঁতে লগত বহুত কিবা কিবি লৈ আনিছিল।

অমৃত : কি আনিছিল?

ৰামু : নথি পত্ৰ, আপোনাক বিশ হাজাৰ টকা যোগাৰ কৰি থবলৈ কৈছে।

অমৃত : কিহৰ নথি পত্ৰহে? বিশ হাজাৰ টকা। বিশ হাজাৰ টকা পথাৰৰ দাঁতিত লাগি থকা শেলচ গছজোপা বুলি ভাবিছে নেকি? ইচ্ছা কৰিলে চিঙি আনি সিহঁতক দি পঠাম। ফটুবাবোৰ ক'ৰবাৰ।

ৰামু : নহয় চাৰ, যোৱাবাৰ মথাউৰি নিৰ্মাণ নকৰাকৈ যে বিশ লাখ টকা ...

অমৃত : চুপ। মই সুধিলো অফিচলৈ কোনো অহা নাই নেকি? সি আকৌ বকিবলৈ ধৰিলে- কোন ফটুবাকেইটাই আহি বিশ হাজাৰ টকা যোগাৰ কৰিবলৈ...

ৰামু : নহয় চাৰ, নহ'লে বোলে সিহঁতে ভেটি লৰাই দিব। সেয়ে ৰাজীৱদা নে কি সেইটো পৰহিলে অহাৰ আগতে...

অমৃত : চুপ! অফিচলৈ কোনো অহা নাই নেকি?

ৰামু : নাই অহা ?

অমৃত : এনেকৈ চাকৰি কৰিলে হ'ব নেকি? দৰমহা কাটিম সবৰে, দৰমহা কাটিম। ৰামু নটিচ বুকখন লৈ আহ।

ৰামু : আনিছো চাৰ, আনিছো। (ৰামুৱে নটিচ বুকখন আনি দিয়ে।)

অমৃত : (অমৃতে কিবা লিখি কয়) কালিলৈ সকলোকে পুৱা সাত বজাত উপস্থিত থাকিবলৈ ক'বি। আমাৰ কাৰ্যসূচী সাতবাজি পোন্ধৰ মিনিটত আৰম্ভ হ'ব। যা, সকলোকে চহী কৰাই আন।

ৰামু : অফিচত দেখোন চহী কৰোৱাবলৈ কোনোৱে নাই।

অমৃত : আৱশ্যক, হ'লে ঘৰে ঘৰে জনাই থৈ আহ, কালিলৈ নাহিলে মই কাকো ক্ষমা নকৰিম।

ৰামু : চাৰ কালিলৈ মানুহবোৰ আহিব জানো?

অমৃত : মানুহবোৰ কিয় নাহিব? স্বাধীনতা দিৱসৰ সোণালী পুৱাত সেই বীৰ-বীৰাঙ্গনাসকলৰ ত্যাগৰ কাহিনী ৰোমন্থন কৰি অনুপ্ৰাণিত হ'বলৈ সঁচাকৈয়ে কোনো নাহিব? — এয়াতো বৰ লাজৰ কথা।

ৰামু : এনেদল নিলাজ মানুহক লাজৰ কথা কৈ জানো কিবা লাভ হ'ব? যাৰ সন্মান নাই, তাক অপমান কৰাৰ অৰ্থ জানো কিবা থাকিব পাৰে? কালিলৈ দিনটো সঁচাকৈয়ে বৰ ভয়াবহ চাৰ। কালিলৈ বতাহত আতঙ্ক বিয়পাৰ দিন চাৰ।

অমৃত : ৰামু, কিয় এনেকুৱা হ'ল বাৰু?

ৰামু : বাটত অকল সেই সোপায়েনে? পুলিচ মিলিটাৰিয়েও চেকিং কৰি কম আমনিখন কৰেনে? তেতিয়া সকলোতকৈ পৰাধীন লাগে এই দিনটোতে। তাতে যোৱাবাৰ যে চাৰ পখিলা ৰসতে ধেমালি কৰিব খোজা সেই কণমানি শিশুবোৰ, ধেমাজি পেৰেড গ্ৰাউণ্ডত শগুনে খাব নোৱাৰাকৈ উফৰি পৰাৰ পিছৰ পৰা, চাৰ - কিয় জানো এনে লগা হ'ল স্বাধীনতা যেন এজনী সকলোৱে পাব বিচৰা ধুনীয়া গাভৰু। প্ৰত্যেকে তাইক পাব বিচৰাৰ আঁৰিয়া-আঁৰিত তাই ভয়ত শুকাই ক্ষীণাই বিবৰ্ণ হৈ গৈছে।

অমৃত : কিন্তু এনে পৰিবৰ্তন কিয়? জান ৰামু, মোৰ দেউতা স্বাধীনতা সংগ্ৰামী আছিল।

ৰামু : আমাৰ দেউতাও স্বাধীনতা সংগ্ৰামী আছিল। দেউতাক দিয়া তামৰ ফলিখন এতিয়াও আমাৰ ঘৰত ৰাখিছো।

অমৃত : মই শুনিছিলো তই বোলে চাকৰিৰ সময়ত সেইখন দেখুৱাইয়ে কামটো হাচিল কৰিলি?

ৰামু : ধেৎ তেৰিকা !

অমৃত : জান ৰামু, দেউতাই কংগ্ৰেছী টুপীটো কোনোবাই অনাপডাল কৰিলে ঘৰত হাংগামা খাৰা কৰি দিছিল। মোক বিভিন্ন সভা সমিতিলৈ লৈ গৈছিল, দেউতাই প্ৰসন্নলাল চৌধাৰীৰ সেই কবিতাটো বৰ ভাল পাইছিল মই সভাবোৰত আবৃত্তি কৰিছিলো —

"বন্ধকাৰৰ, অন্ধকাৰত
জুইলৈ কৰো খেল,
মৃত্যু মেঘৰ নৃত্য সভাত
পাতো জীৱনৰ গুপ্ত খেল।"

ৰামু : চাৰ আমিও জানো সেই দিনটোৰ বাবে কম আগ্ৰহেৰে অপেক্ষা কৰোঁ! সভা ভঙাৰ পিছত মাহ প্ৰসাদ দিছিল, বৰ আগ্ৰহেৰে খাইছিলো, তাৰ আগতে কোনোবাই কবিতা আবৃত্তি কৰিছিল, কোনোবাই গান গাইছিল, চাৰ বাইদেউহঁতে বাপুজী, নেতাজী, গোপীনাথ

বৰদলৈ, তৰুণৰাম ফুকন, কনকলতা, মুকুন্দ কাকতি, কমলা মিৰি আদি বীৰ বীৰাঙ্গনা আৰু শ্বহীদৰ ত্যাগৰ কথাকে আমাক অনুপ্ৰাণিত কৰিছিল। মোৰ আজিও মনত আছে, সেইবোৰ, কিমান যে আনন্দৰ দিন আছিল, আমি সেই দিনা গাইছিলো — (Pause)

লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই
মুকুতি মেঘৰ মহান মেজিৰ
তেজাল ফিৰিঙতি চাই।

কেতিয়াবা গাইছিলো —

বিশ্ব বিজয় নবজোৱান
বিশ্ব বিজয় নবজোৱান
শক্তিশালী ভাৰতৰ
ওলাই আহা ওলাই আহা
সন্তান তুমি বিপ্লৱৰ...

অমৃত : এৰা অ' আমি পঢ়াশালিত থাকোতে সকলোৱে শাৰী পাতি গাইছিলো —

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুনী দেশ
এনেখন শুৱলা এনেখন সুফলা
এনেখন মৰমৰ দেশ...।

ৰামু : হে ঃ হে ঃ হেঃ! চাৰ, এতিয়া বাৰু এনে নালাগেনে - আমি কোন? আমাৰ দেশ কোন খন! আমিবোৰ দেশী নে বিদেশী? আমি কি কৰি আছো?

অমৃত : এৰা অ' আমিবোৰে যি কৰিছো নিজৰ বাবেই কৰিছো। আমি কোনেও জনা নাই আমি আমাৰ দেশখনৰ বাবে কি কৰিছো।

ৰামু : নাথাকে চাৰ, একো নাথাকে। দেশ নাথাকে মানুহ নাথাকে, ইয়াত এটা মৰিশালী থাকিব।

অমৃত : বাৰু, সেইবোৰ বাদ দে, এই নটিচ বুকখনত সবৰে চহী কৰাই থবি।

ৰামু : চাৰ, মানুহবোৰ দেখোন কোনো অফিচত নায়েই।

অমৃত : অহাৰ পিছত বেক্-ডেটেত চহী কৰাই থ'বি। এই গালৰ পৰা আৰু উপায় নাই। বাৰু ৰামু মোৰ গাড়ীখনৰ পিছৰ চিটত এটা টোপোলা আছে, লৈ আনচোন — চাবিটো লৈ যা (ৰামু ওলাই যায়।)... মথাউৰি মেৰামতিৰ নামত ভুৱা বিল লোৱাৰ তথ্য সিহঁতে কেনেকৈ পালে! হিংসাকুৰীয়া ল'ৰা এইবোৰ— ঠিক নাই নহয় কি কৰি পেলায়। (ৰামুৱে ফুলৰ টোপোলা এটালৈ সোমাই আহে।)

ৰামু : চাৰ ইমানবোৰ ফুল আনিলেযে?

অমৃত : কালিলৈ কি আছে তইতো জানাই। এইসোপা নৈলেনা হ'লে কালিলৈ তোৰেই দিগদাৰী হ'লহেঁতেন। বেৰত ঠিকাদাৰৰ তাত সোমাইছিলো, ফুলৰ কথা ক'বলৈহে পালো বুজিছ — মালিটোক লগাই এইসোপা চিঙি দি পঠালে।

ৰামু : ঠিকেই কৰিলে চাৰ, যোৱাবাৰ এইসোপা বিচাৰি থাকোতে তিনিটা চীনা জোকে খালে।

অমৃত : ৰামু, তোক এটা কথা সোধো?

ৰামু : সোধক চাৰ?

অমৃত : ল'ৰা কেইটাই বাৰু বেছিকৈ কিবা ক'লে নেকি?

ৰামু : ক'লে মানে চাৰ, মোক একেবাৰে আঁউল লগাই দিলে। উঠিলো বহিলো- চাৰ, একেবাৰে মূৰটো ঘূৰাই গ'ল।

অমৃত : বিপথগামী ল'ৰা এইবোৰ, কেতিয়া কি কৰি পেলায় একো ঠিক নাই। কাম এটাকে কৰিবি — তই মোক লগ কৰি সিহঁতৰ লগত কিবা এটা মিত-মাত কৰি পেলাবি। সিহঁতৰ লগত লাগি নুফুৰিবি।

ৰামু : তেনেকুৱা কৰাই ভাল হ'ব চাৰ। নহ'লে একেবাৰে শিপা উভালি পেলাম বুলি কৈছে।

অমৃত : বাৰু বাৰু, তই আৰু এটা কাম কৰিব পাৰিবি নহয়?

ৰামু : কি চাৰ?

অমৃত : কালিলৈ পতাকাখন তুলি দিব পাৰিবি নহয়?

ৰামু : দিগদাৰী আছে চাৰ।

অমৃত : নহয় অ', তোৰ ওচৰতে ঘৰটো থকাৰ কাৰণেহে কৈছো। এই টকা ৰাখ। তই ফুলখিনি পতাকাখনৰ সৈতে বান্ধিব জানিবি নহয়?

ৰামু : দিগদাৰী আছে চাৰ।

অমৃত : চাওঁ ফুলখিনি লৈ আন, পতাকাখন ক'ত আছে। পতাকাখন!

ৰামু : চাৰ, ষ্টৰৰ আলমাৰিত ভৰাই থোৱা আছে।

অমৃত : যাচোন লৈ আন। (ৰামু উলাই যায়।) .. স্বাধীনতা দিৱসৰ খৰচ পাঁচ হেজাৰ টকা (বহী এখন উলিয়াই কিবা কিবি লিখে।) ই বৰ আপত্তি কৰিলে আৰু দুটকামান দিব পাৰি। পিছে আকৌ স্থানীয় সংবাদ দাতা কেইটাকো নিউজ কৰি দিবলৈ এশ দুশমান টকা দিব লাগিব নহয়। সংবাদটো হ'ব লাগিব— 'ধেমাজি বান নিয়ন্ত্ৰন অফিচত ধুম-ধামেৰে স্বাধীনতা দিৱস উদ্‌যাপন - শিশুৰ মাজত চিত্ৰাঙ্কন প্ৰতিযোগিতা, মুক্তি যুঁজাৰুলৈ সন্মান — পতাকা উত্তোলন কৰি দিয়া ভাষণত কাৰ্যবাহী অভিযন্তা অমৃত বৰুৱাই........।'

ৰামু : এইখন চাৰ, এইখন।

অমৃত : পতাকাখন বৰ ধুনীয়া হৈ আছে দেই, ৰচীডাল দেখোন লগাই থোৱাই আছে — চা, এইদৰে ফুলখিনি ভৰাইলৈ এনেদৰে আপি এনেদৰে গাঁঠি এটা দিব লাগিব। তাৰ পিছত এই ৰচীডাল টানি দিলেই হৈ যাব। পাৰিবি নহয়?

ৰামু : মস্কিল আছে চাৰ — আজিকালি দিনকাল বৰ বেয়া হ'ল নহয়, ফটকাইনে বমেইনে বন্দুকৰ গুলীয়েই একোকে ধৰিব নোৱাৰি চাৰ।

অমৃত : পতাকা তোলা বাঁহডাল ঠিক হৈ আছে নহয়?

ৰামু : আছে চাৰ।

অমৃত : তেনেহ'লে বাকীখিনি তোক কোৱাৰ প্ৰয়োজন নাই। ল'ৰা-ছোৱালীবোৰ ইয়ালৈ আহিব পাৰে নহয়, অফিচৰ সন্মানৰ কথা, বুট মগু অলপ গোটাই থবি বুজিছ। এই টকা দুইশ ৰাখ, চিন্তা নকৰিবি — পতাকাখন তুলি অফিচটো বন্ধ কৰি দিলেও হ'ব। পাৰিবি নহয়।

ৰামু : পাৰিব লাগিব চাৰ, মৰিলেওতো উপায় নাই — আহিব লাগিব আৰু চাৰ।

অমৃত : তই মোৰ ঘৰৰ পৰাও আহিবি। — এইবোৰ বৰ বদমাছ ল'ৰা, কিবা এটা মিলা-মিছা কৰি দিব আৰু। আৰু কবি — সিহঁতৰ ৰাজীবদাৰ ঘুৰাফুৰা কৰিবলৈ গাড়ীৰ খৰচটো ময়েই দিম। মই এতিয়া যাওঁ। তই কামখিনি এনেদৰে কৰিবি যাতে কাৰোৰে চকুত নপৰে। আহো হা। (গাড়ী চলি যোৱাৰ শব্দ।)

ৰামু : হাঃ হাঃ হাঃ হাঃ। বাহ্! ৰামু বাহ! আজিৰ কাৰণে তোৰ দিনটো ভাল। কালিলৈ কিন্তু সকলো তোৰ ওপৰতে। মৰিলেও তই মৰিব লাগিব। বচালেও তয়েই বচাব লাগিব। সকলোৱে যেতিয়া প্ৰাণৰ মমতাক লৈ ব্যস্ত মই প্ৰাণ বিসৰ্জন দিবলৈ যাম কিয়? মই মোৰ দেউতাৰ কাজত কৰা কামটোকে কৰিম — মোৰ দেউতা মৰাৰ পিছত পো-কৰ লাগিছিল, তাক খগুন কৰিবলৈ গণকক এজনী কপিলা গাই দান দিব লাগে। সময়মতে কলি গাইজনী যোগাৰ নহ'ল। শেষত সিদ্ধান্ত হ'ল গাইজনীৰ মূল্যটো গণকক দি দিলেই হ'ব। — মানে দানৰ সলনি দক্ষিণা। পতাকা উত্তোলন কৰিবলৈ মোক যেতিয়া এই আঢ়েশ দক্ষিণা দিয়া হ'ল পতাকাখন মই আজিয়ে তুলি থম। (ৰামুৱে পতাকাখন সন্মুখত গুজি থোৱা বাঁহডালত ফুলখিনি দি ৰচীৰে বান্ধিবলৈ চেষ্টা কৰে।) নাই নাই এইবোৰ জোট-পোট কৰি থকাতকৈ ফুলখিনি দেখোন চাৰিওফালে চটিয়াই দিলেই হ'ল। বচ কাম শেষ, সব বাচি যাব। (ৰামুৱে পতাকাখন গুজি সন্মুখৰ বেদীত পুতি দি চেলুট দিয়ে। তাৰ পিছত চাৰিওফালে ফুলবোৰ চটিয়াবলৈ ধৰে- দূৰৰ পৰা ভাঁহি আহে।

জন গণ মন অধিনায়ক জয়হে
ভাৰত ভাগ্য বিধাতা।
পঞ্জাব সিন্ধু গুজৰাট মাৰাঠা
দ্ৰাবিড় উৎকল বংগ
বিন্ধ্য হিমাচল যমুনা গংগা
উচ্ছল জলধি তৰংগ
তব শুভ নাম জাগে,
তব শুভ আশিস মাগে,
গাহে তব জয়গাথা।
জনগণ মংগল দায়ক জয়হে
ভাৰত ভাগ্য বিধাতা।
জয় হে, জয় হে, জয় হে
জয়, জয়, জয়, জয় হে।।)

শ্আঁৰ কাপোৰ

<u>সমাপ্ত</u>

# এটা নিশাৰ পদ্য

**নাট্যকাৰ # পি.বি. কাশ্যপ**

**চৰিত্ৰসমূহ ঃ**

১। চলন্তা ২। সত্যব্ৰত
৩। ৰামসিং

**মঞ্চ নিৰ্দেশনা ঃ** বিল্ডিং ঘৰ এটাৰ ওপৰ মহলাৰ এটা কোঠা। ধুমুহাৰ নিশা। ঘৰৰ মুৰব্বী প্ৰশান্তৰ পত্নী চলন্তা কোঠাত অকলশৰে শুই থাকে। বিজুলী ঢেৰেকণিত সাৰ পাই উঠি দুৱাৰ-খিৰিকীবোৰ পৰীক্ষা কৰে। খুলি যোৱা খিৰিকী এখন জপাবলৈ যাওঁতে পৰ্দাৰ আঁৰত লুকাই থকা মানুহ (সত্যব্ৰত) এজন দেখি তলৰ কোঠাত থকা পহৰাদাৰ 'ৰামসিং' ক চিএঞৰি মাতে।

**চলন্তা ঃ** ৰামসিং

**সত্যব্ৰত ঃ** নিচিএঞৰিব, একো নকৰো, বিছনাত মনে মনে বহি থাকক(নিৰ্দেশনা)। চাও টৰ্চটো দিয়ক- টৰ্চটো দিয়ক। ছেঃ তেনেই পানী সোমাল। (নিৰ্দেশনা)

**চলন্তা ঃ** কোন তই ? কি লাগে ? মই এতিয়াই চিএঞৰিম ! ৰামসিং, ৰামসিং, ৰামসিং ! (নিদেৰ্শনা)

**সত্যব্ৰতঃ** ঐ- মনে-মনে থাকক। চিগাৰেট নাখাও বাৰু।

**চলন্তা ঃ** ৰামসিং।

**সত্যব্ৰত ঃ** আৰে কৈছো নহয় ? মই আপোনাৰ বিপদ ঘটাবলৈ ইয়ালৈ অহা নাই। দেখা নাই বাহিৰত ধুমুহা। অনৰ্থক চিএঞৰ-বাখৰ নকৰিব। কোনেও নুশুনে। (নিৰ্দেশনা) ছেঃ বেয়াকৈ কাঁচ ভাঙিল, খালী ভৰিৰে এইফালে নাহিব। মনে মনে বহি থাকক।

**চলন্তা ঃ** তোৰ মতলব কি হাঃ ? কি লাগে তোক ইয়াত। (নিৰ্দেশনা)

**সত্যব্ৰত ঃ** নানামিব বুলি কৈছো নহয়, গোটেইখনতে কাঁচৰ টুকুৰা।

**চলন্তা ঃ** কাটক, কাটক মোক কাঁচে। তাতে তোৰ কি আহে-যায়। (নিৰ্দেশনা)

**সত্যব্ৰত ঃ** ওচৰৰ ট্ৰেন্সফমাৰটোৰ ওপৰতে এডাল ডাঙৰ গছ পৰি থকা দেখি আহিছো। কাৰেন্ট কাইলৈকে আহিব নে নাই সন্দেহ। (নিৰ্দেশনা)

**চলন্তা ঃ** তুমি নিশ্চয়, এন্ধাৰত মনে মনে আনৰ ঘৰত সোমাই জিৰণি ল'বলৈ অহা নাই। যি লাগে তোমাক সোনকালে লৈ যোৱা গৈ। মাত্ৰ ইয়াৰ পৰা গুচি যোৱা।মোৰ শৰীৰৰ বৰ বেয়া। তোমাক কি লাগে সোনকালে লৈ যোৱা গৈ।

**সত্যব্ৰত ঃ** কি হৈছে আপোনাৰ ?

**চালন্তা ঃ** মোৰ ? মানে- মেন'পজ। ঋতু চক্ৰ বন্ধ হৈছে। 'সেইবাবে নানা অসুখ,ডাক্তৰ লাগি আছে, অলপ টেনছন ললেই মোৰ ভয় '......(নিৰ্দেশনা)

**সত্যব্ৰত ঃ** ভদ্ৰ ব্যৱহাৰ কৰা দেখি চল পাই গৈছে নহয়। মাৰি পেলাই থৈ গুচি যাম। চিনি পোৱা নাই। (নিৰ্দেশনা )

**চলন্তা ঃ** হাতখন এৰা, ভাঙি যাব এতিয়া। তোমাক কি লাগে লৈ নোযোৱা কিয় ? সকলো লৈ যোৱা। মাত্ৰ ইয়াৰ পৰা ওলাই যোৱা।

**সত্যব্ৰত ঃ** ৰ'ব চোন, মই জানো আপোনাক বিছনাখনতে বহি থাকিবলৈ কোৱা নাছিলো। কিমান কেলকুলেছন কৰি মই আপোনাৰ ঘৰত সোমাইছো। মাত্ৰ আজি ৰাতিটোৰ বাবে থাকিবলৈ দিয়ক।

**চলন্তা ঃ** ভগৱানৰ শপত। ইয়াত নাথাকিবা, কাইলৈ পুৱায়ে

তেওঁ আহি পাব। অকলশৰীয়া মাইকী মানুহৰ সৈতে একেলগে একেটা কোঠাতে থাকিম বুলি তুমি কেনেকৈ কৈছা। মোৰ স্বামীয়ে কি ক'ব। চোৱা! আলমাৰীত টকা পাঁচ হেজাৰ আছে আৰু অৱেও যদি তোমাক নোজোৰে মোৰ এই অলংকাৰবোৰ লৈ যোৱা।

**সত্যব্ৰত :** বহুঃ বহুঃ মোক সেইবোৰ একো নালাগে। এতিয়া টকাতকৈও মোক দৰকাৰ ইয়াত কেইঘণ্টামান নিৰাপদে থকাতো। আপোনাক ইমানখিনি বুজোৱাৰ পিছতো এই অমুৰিখন কিয় কৰি আছে। এনেকুৱা কৰি থাকিলে মই কঠোৰ হ'বলৈ বাধ্য হ'ম।

**চলন্তা :** মোৰ স্বামী সকলোফালৰ পৰাই পতি-পত্তিশীল মানুহ। তেওঁ তোমাক সাৰি যাবলৈ নিদিয়ে।তেওঁ মোক বহুত মৰম কৰে। তুমি আজি মোক যি শাস্তি দিছা তাৰ বিনিময়ত কি শাস্তি পাবা, তুমি চাগে কল্পনাই কৰিব পৰা নাই।

**সত্যব্ৰত :** এইটো সঁচা যে, আপোনাৰ স্বামী বুদ্ধি-বৃত্তি, টকা পইচা, ক্ষমতা সকলো ফালৰ পৰাই শক্তিশালী আৰু এই সকলোবোৰ জানিয়েই, ভাবি চিন্তিয়ে মই আপোনাৰ ঘৰত সোমাইছো। আপোনালোক শক্তিশালী বাবে মই নিৰাপদ। (নিৰ্দেশনা)গছজোপা যেনেকৈ বাগৰিছে টেলিফোনৰ তাঁৰবোৰো নিশ্চয় চিঙিছে। তথাপি ৰিস্ক লব নোৱাৰি। আপুনি শান্তভাবে বহি থকাতোৱে মংগলজনক, মই শেষবাৰৰ বাবে কৈছো। (নিৰ্দেশনা)

**চলন্তা :** তুমি আমাৰ বিষয়ে আৰু কি জানা?

**সত্যব্ৰত :** মই সকলো জানো। মই ইয়াকো জানো যে,আপোনাৰ একমাত্ৰ ছোৱালীজনী কলেজৰ পৰাই এজন সহপাঠীৰ সৈতে আৰু সেই খবৰ পাইয়েই আপোনাৰ স্বামী হাৰিয়ানালৈ দৌৰি গৈছে। (নিৰ্দেশনা)

**চলন্তা :** কি লাগে তোক? মই কৈছো তই ওলাই যা। মোক মাৰি পেলালেও ক'ম তই ওলাই যা। মোৰ জ্বলা জুইত ঘিউ নাঢালিবি। মোৰ একমাত্ৰ ছোৱালীয়ে বুকুত শেল মাৰি এটা অজাতিৰ সৈতে গুচি গ'ল, যাৰ কাৰণে মনত ইমান সপোন পুহিলো, যাৰ প্ৰতিটো ইচ্ছাকে আজি কুৰিটা বছৰে পূৰণ কৰি আহিলো সেই সন্তানে সকলো থান-বান কৰি গুচি গ'ল। আজি মোক ধন-সম্পত্তি একো নালাগে সকলো তই লৈ যা। (নিৰ্দেশনা)

**সত্যব্ৰত :** Please, Please কন্দা বন্ধ কৰক। আপোনাৰ মনত মোৰ দুখ দিয়াৰ উদ্দেশ্য নাছিল। Please আপুনি বুজিবলৈ চেষ্টা কৰক। মই কথা দিছো বৰষুণ কমিলেই ইয়াৰ পৰা ওলাই যাম। আপোনাৰ স্বামী, চাকৰ- নাকৰ, চকিদাৰ কোনেও গম নাপাব। দৰকাৰ হ'লে মই ইয়াত থকা সত্ত্বেও আপুনি নিৰ্ভয়ে টোপনি যাব পাৰে। নহয় মানে, কথাটোহে কৈছো। মই জানো, আপুনি টোপনি নাযায়। তথাপিও কৈছো আপোনাৰ একো ক্ষতি নহয়। আপুনি মাত্ৰ কন্দা কটা নকৰিব, কান্দোন মোৰ সহ্য নহয়, এই মুহূৰ্ততও মোৰ বাবে নিৰাপদা নহয়।

**চলন্তা :** তুমি উগ্ৰপন্থী নেকি?

**সত্যব্ৰত :** নহয়।

**চলন্তা :** তেন্তে ডকাইত?

**সত্যব্ৰত :** বৰষুণ কমালৈ ডকাইতে অপেক্ষা কৰে নেকি ?

**চলন্তা :** তেন্তে চোৰ?

**সত্যব্ৰত :** আপোনাৰ এই পুতৌ লগা জ্ঞান বুদ্ধিৰ ওপৰত ভৰষা কৰি কেনেকৈ আপোনাৰ শক্তিশালী স্বামীয়ে জীৱন কটাইছে বুজিব পৰা নাই। ইমান দেৰি মোক আপোনাৰ এজন উগ্ৰপন্থী অথবা এজন চোৰ, ডকাইত যেন লাগিছে নে?। ছিঃ (নিৰ্দেশনা)

**চলন্তা :** মোৰ ছবিখন ,ছবিখন পৰি ভাঙি থাকিল।

**সত্যব্ৰত :** নাহিব, নাহিব, গোটেইখনতে কাঁচ ভাঙি ছিটিকি পৰিছে, শ্লিপাৰ যোৰ পিন্ধক, নহ'লে ভৰি কাটিব। (নিৰ্দেশনা)

**সত্যব্ৰত :** বাহ! বৰ সুন্দৰ ছবি। কালাৰৰ এনেকুৱা ট্ৰেন্সপাৰেঞ্চি অতি নিপুণ হাত নহ'লে নহয়। বহু দিন আগতে অঁকা ছবি নিশ্চয়,হেন্দমেদ। পেপাৰখন বৰ ভাল,আজিকালি এই পেপাৰ পাবলৈ নাই।

**চলন্তা :** অ'তুমি ছবিৰ কথাও জানা নেকি? ভালেই হ'ল দিয়া তুমি চোৰ,ডকাইত নহয় বুলি বুজি পালো। কিন্তু তুমি যোৱা ইমানতে। বৰষুণ কমিছে। শুনা, মোৰ স্বামীৰ সৈতে এখন সুখৰ সংসাৰ আছে। মোৰ ছোৱালীয়ে আজি বেমেজালি লগালেও মই তেওঁৰ সৈতে নিৰাপদ জীৱন কটাইছো। অন্ততঃ তুমি মোৰ জীৱনত পুনৰ বিঘিনি নঘটাবা। তুমি ভাল মানুহ। তোমাৰ ইয়ালৈ অহাৰ উদ্দেশ্যও মই জানিব নিবিচাৰো মাত্ৰ তুমি যোৱা।

**সত্যব্ৰত :** আপোনাৰ স্বামীয়ে আপোনাক সন্দেহ কৰে নেকি?

**চলন্তা :** কিয়, কৰিব। কিন্তু পৃথিৱীৰ কোন স্বামীয়ে অচিনাকি পুৰুষ এজন পত্নীৰ শোৱনী কোঠাত থকাতো সহজভাৱে ল'ব পাৰিব, ল'লেও তেওঁৰ মুৰৰ বিকৃতি থাকিব লাগিব।

**সত্যব্ৰত :** আপোনালোক মাইকী মানুহবোৰক দেখিছো স্বামী নামৰ আতংক এটাই সকলো সময়তে গ্ৰাহ কৰি থাকে।এনেকুৱা পৰিস্থিতিত পৰিলে অন্ততঃ ভাল স্বামীয়ে পত্নীক দোষাৰোপ নকৰে।

**চলন্তা :** স্বামীৰ-স্ত্ৰীৰ বুজাবুজি বিশ্বাস, প্ৰেম, ভালপোৱা বাবেই ইজনে-সিজনৰ প্ৰতি অনুভৱি হয়। ই আতংক হ'ব

কেনেকৈ? বাৰু তুমি বিবাহিত নে অবিবাহিত?

**সত্যব্ৰত ঃ** দুয়োটাই।

**চলন্তা ঃ** মানে?

**সত্যব্ৰত ঃ** মানে,পুলিচৰ পৰা পলাই ফুৰিছো। এবছৰ ধৰি, বিয়া কৰোৱা মাত্ৰ বাৰ দিন হৈছিল।

**চলন্তা ঃ** কিয়? পলাই ফুৰিছা কিয়?

**সত্যব্ৰত ঃ** চলন্তা! আপুনি কেতিয়া আঁকিছিল ছবিখন?

**চলন্তা ঃ** তুমি মোৰ নামো জানা নেকি?

**সত্যব্ৰত ঃ** কৈছোৱে দেখোন, বহু খবৰ লৈ ইয়াত সোমাইছো। (নিৰ্দেশনা) নক'লে যে, কেতিয়া আঁকিছিল ছবিখন?

**চলন্তা ঃ** চৌবিবশ বছৰ আগতে।

**সত্যব্ৰত ঃ** ইমান পুৰণি ছবিখনলৈ আপোনাৰ ইমান মোহ যে?

**চলন্তা ঃ** কাৰণ ইয়াৰ পিছত যে আৰু ছবি অঁকা নাই।

**সত্যব্ৰত ঃ** বুজিছো।

**চলন্তা ঃ** কি?

**সত্যব্ৰত ঃ** মানে মোৰও তেনেকুৱা হ'ল। মই যোৱা পাঁচ বছৰ ছবি অঁকা নাই। কিবা মনটোৱে তাগিদা নিদিয়ে; বাৰু আপোনাৰ স্বামীয়ে ছবি অঁকাৰ বাবে আপোনাক প্ৰেৰণা নোযোগায় নেকি?

**চলন্তা ঃ** স্বামীয়ে! নাই, নাই, তেওঁৰ এইবোৰত একো আপত্তি নাই, মই যিহকে কৰো তেওঁ কোনো আপত্তি নকৰে কিন্তু মোৰ ঘৰুৱা ব্যস্ততাৰ বাবে. .....

**সত্যব্ৰত ঃ** আপোনাৰ এজনীহে ছোৱালী। তাকো বৰ্ডিং স্কুলত পঢ়াইছিল। চাকৰ - নাকৰ আছেই, কিহৰ ইমান ব্যস্ততানো?

**চলন্তা ঃ** এৰা, কি ব্যস্ততাত ছবি আঁকিবলৈ এৰি দিলো সঁচকৈ মই ভবাই নাছিলো কথাটো।

**সত্যব্ৰত ঃ** আপোনাৰ ইমান পৈণত হাত এয়া চাওঁক ইমান সুন্দৰ ৰঙৰ বেলেঞ্চ নিখুত ড্ৰইং, ইমান দিনে আপুনি এজন ডাঙৰ শিল্পী হৈ গ'লহেতেন। নিজৰ প্ৰতিভাৰ ওপৰতে আপুনি ভীষণ অন্যায় কৰিছে।

**চলন্তা ঃ** মই সঁচাকৈয়ে ভাল ছবি আঁকিছিলোনে? আচলতে মোক ইমান দিনে কোনেও কোৱা নাছিল। (নিৰ্দেশনা)

**সত্যব্ৰত ঃ** বৰষুণ কমাই নাই। অলপ কমিলে মই যাম গৈ।

**ৰামসিং ঃ** বিবিজী,দৰবজা খোলিয়ে। (নিদেশনা)

**চলন্তা ঃ** ৰামসিং আহিছে। এনেকৈ তোমাক ইয়াত দেখিলে সৰ্বনাশ হ'ব। সি হয়তো কিবা গম পাইছে।

**ৰামসিং ঃ** বিবিজী, আপকো কোই তকলিফটো নেহী হে। আপ শো ৰহীহে য়া -জাগ ৰহে হে বাহাৰ বহুত বাৰিশ হে। বিজলীভী নহী হে। ইচলিয়ে মে আপকী খৈইৰীয়ত পুচনে চলা আইয়া।

**সত্যব্ৰত ঃ** প্লিজ, দৰজাখন নুখুলিব। মই যাওঁগে, ছবিখন বজ্জাই পেলাব সোনকালে। আপুনি ছবি আঁকিব নেৰিব। (নিৰ্দেশনা)

**চলন্তা ঃ** ৰবা, সেইফালে নাযাবা। মই ......যদি ৰামসিঙে তোমাৰ উপস্থিতি উমান পাইছে। যদি প্ৰশান্ত মানে মোৰ স্বামীয়ে কথাতো গম পায়?

**সত্যব্ৰত ঃ** মই ইয়াত খিৰিকীৰ আইনা ভাঙি মনে মনে সোমোৱাত যদি আপোনাৰ স্বামীলৈ ভয় লাগিছে তেন্তে মোৰ কথা নক'লেই হ'ল। ক'ব, বতাহ- ধুমুহাত খিৰিকীৰ আইনা ভাঙিলে।

**চলন্তা ঃ** মই প্ৰশান্তৰ পৰা আজিলৈকে কোনো কথা লুকুওৱা নাই। স্বামী-স্ত্ৰীৰ মাজৰ সকলো কথা আইনাৰ দৰে পৰিস্কাৰ আৰু স্বচ্ছ হ'ব লাগে। গতিকে তোমাৰ কথা, আজি এই নিশাটোৰ কথা মই তেওঁৰ পৰা নোলোকোৱাও।

**সত্যব্ৰত ঃ** তেনেহ'লে ইমান ভয় খাইছে কিয়?

**চলন্তা ঃ** ভয় খাইছো তোমাৰ কাৰণে।

**সত্যব্ৰত ঃ** মোৰ মোৰ কাৰণে ?

**চলন্তা ঃ** হয়, কাৰণ মই জানো তেওঁ মোৰ ক্ষেত্ৰত খুব পজেটিভ। তোমাৰ ওপৰত খং উঠিব। হয়তো তোমাক বিচাৰিবলৈ পুলিচৰ সহায় ল'ব।

**সত্যব্ৰতঃ** আপোনাৰ মই আজি বহুত অনিষ্ট কৰিব পাৰিলোহেঁতেন, কিন্তু নকৰিলো। ইয়াৰ বাবে আপুনি মোৰ হৈ সামান্য ফাঁকি দিব নোৱাৰিবনে?

**ৰামসিং ঃ** বিবিজী, অন্দৰ কই হে ক্যা। আপ কিচিকে সাথ বাত কৰ ৰহে হো ক্যা।

**চলন্তা ঃ** সৰ্বনাশ, ৰামসিঙে গম পাইছে। কি হ'ব এতিয়া? (নিৰ্দেশনা)

**ৰামসিং ঃ** বিবিজী.....

**চলন্তা ঃ** তুমি বিচনাৰ তলত লুকুৱা (নিৰ্দেশনা) কোন? ৰামসিং নেকি?

**ৰামসিং ঃ** হা, বিবিজী, আপ জাগগেই আপ ঠিকতো হে না। কুচ চাহিয়ে আপকো। মুজকো লগা কে আপ অন্দৰ কিচিকে সাথ বাত্ কৰ্ ৰহে হে। কোই দৰাছুৱা স্বাপ্না দেখা ক্যা?

**চলন্তা ঃ** নাই ৰামসিং মই ঠিকে আছো। ঢেৰেকনিৰ শব্দত টোপনি ভাগিছিল। টৰ্চটো বিচাৰি নিজৰ মাজতেই ভোৰভোৰাইছিলো কোনো নাই ইয়াত। তই যা।

**ৰামসিং ঃ** ঠিক হে বিবিজী, কেই তকলিফ হো তো আৱাজ দিজিয়েগা।

**চলন্তা ঃ** অ' হ'ব। তই এতিয়া তললৈ যা। (নিৰ্দেশনা)

**সত্যব্ৰত ঃ** বিবিজী! ইমান ভয় নে আপোনাৰ।

**চলন্তা ঃ** তুমি ভয় খোৱা নাই?

**সত্য ঃ** পুলিচৰ বাহিৰে আন কাৰোলৈকে মোৰ ভয় নাই।

**চলন্তা ঃ** টকা-পইচা লাগিব নেকি তোমাক?

**সত্য ঃ** দৰকাৰ আছিল। কিন্তু এতিয়া নালাগে, আপুনি আশ্ৰয় দিলে এইয়াই বহুত।

**চলন্তা ঃ** আশ্ৰয় ক'ত দিলো খেদিলোহে।

**সত্য ঃ** প্ৰথমতে খেদিছিল, পিছত আশ্ৰয় দিলে। মানে আপোনাৰ মনত আশ্ৰয় দিছে।

**চলন্তা ঃ** মই বুজা নাই।

**সত্য ঃ** মানে মইযে আপোনাৰ অনিষ্ট কৰিবলৈ ইয়ালৈ অহা নাই, সেই কথা আপুনি বুজিছে।

**চলন্তা ঃ** বতাহ কমিছে, বৰষুণ কমাই নাই, আকাশখন কেন্‌ভাচ বহু শিল্পীৰ ৰেখাংকণৰ প্ৰতিযোগিতা চলিছে।

**সত্য ঃ** আপুনি কথাও সুন্দৰকৈ ক'ব জানে। আহো। দেৰি কৰিলে মোৰ লগতো আপোনাৰো বিপদ হ'ব।

**চলন্তা ঃ** কিন্তু কি সেই বিপদ! ৰ'বা সেইফালে নাযাবা। মই পিছফালে দুৱাৰ খুলি দিম সেইফালেৰে যাবা। কিন্তু তাৰ আগেয়ে তোমাৰ বিপদৰ কথা মোক ক'ব লাগিব।

**সত্য ঃ** কৈছোৱে দেখোন পুলিচৰ পৰা পলাই ফুৰিছো।

**চলন্তা ঃ** কিন্তু কিয়?

**সত্য ঃ** নালাগে দিয়ক জানিব।

**চলন্তা ঃ** নহয়, তুমি ক'ব লাগিব। অন্তত মই তোমাক দিয়া আশ্ৰয়ৰ বিনিময়ত হ'লেও ক'ব লাগিব তুমি কিয় পলাই ফুৰিছা।

**সত্য ঃ** কি কৰিব আপুনি জানি?

**চলন্তা ঃ** জানি কি কৰিম নাজানো, তথাপি মই শুনিম। শুনিম মানে মই জানিম তুমি কি? চোৰ নহয়, ডকাইত নহয় উগ্ৰপন্থীও নহয়, তেন্তে তুমি কি?

**সত্য ঃ** শিক্ষক। শিক্ষক আছিলো মই। পঢ়া শুনাৰ বাহিৰে আন একোৰে সৈতে মোৰ সম্পৰ্ক নাছিল। অৱশ্যে ছবিত মোৰ ৰাপ আছিল। কিন্তু আজি পাঁচ বছৰে ছবিৰ নামত আঁক এডালো মই মৰা নাই।

**চলন্তা ঃ** কিয়.... ..!

**সত্য ঃ** মোৰ সৰু ভাইটো নিসিদ্ধ ঘোষিত সংগঠন এটাৰ সদস্য। এই মোৰ ঘৰখনত ভীষণ অশান্তি। দিনে নিশাই পুলিচ। মিলিটাৰিৰ চকু। মুঠৰ ওপৰত ঘৰখনত অশান্তি। ইয়াৰ মাজতো এক মাত্ৰ ভনীজনীক বিয়া দিলো। যোৱা বছৰ মোৰও বিয়া পাতিলো। ভাইটোক খবৰ দিয়া নাছিলো। কিন্তু সি বিয়াত নাহিলেও দহদিনৰ পিছত এদিন আহি ওলাল।

**চলন্তা ঃ** তাৰ পিছত ?

**সত্য ঃ** তাৰ পিছত ....... পিছ দিনাখন এক গাড়ী পুলিচ মিলিটাৰি আহি ঘৰ ভৰি পৰিল। তালাচীৰ নামত গোটেই ঘৰটো লণ্ড ভণ্ড কৰিলেই— কইনাৰ বাকচ কেইটাও সাৰি নগ'ল। ভাইটোক ধৰিব নোৱাৰিলে, সি পলাল। তাক নাপাই মোকে গাড়ীত উঠিবলৈ হুকুম দিলে। মোৰ বৃদ্ধ মা-দেউতা, বিয়া কৰোৱা মাত্ৰ-বাৰ দিন হোৱা নতুন ছোৱালীজনী তাই কান্দিবলৈ পাহৰি গ'ল। নিঠৰ-নিস্তব্ধ হৈ মোৰ বুকুত মূৰ গুজি তাই যেন মোৰ হৃদ-পিণ্ডৰ শব্দটো শুনিবলৈ হেঁপাহ কৰিলে। ভেন এখনত মোক তুমি লোৱা হ'ল। ভেনৰ ভিতৰত মুখ ঢাকি কেইবাটাও মানুহ; হাতে-হাতে সিহঁতৰ চুটি শীতল ধাতব মাৰণাস্ত্ৰ।

সিহঁতৰ চকুবোৰত মোক এটা নৰ-কংকালত পৰিণত কৰা বিপাশা দেখিবলৈ পালো। কিয় জানো মুহুৰ্ত্তে জীৱনটোলৈ জাগি উঠিল অপত্য স্নেহ। মোৰ পত্নীয়ে হেপাঁহেৰে শুনা হৃদ-পিণ্ডৰ শব্দটো জীয়াই ৰাখিবলৈ মই অস্থিৰ হৈ পৰিলো। মোৰ ষষ্ঠ ইন্দ্ৰিয়ই তৎক্ষণাত কৈ উঠিল... পলা পলা ....আগ পিচ একো নগনি এটুকুৰা ফুটুকনি ওপৰতে জপিয়াই পৰিলো। মোৰ সোঁৱে-বাঁৱে কেবাজাই বুলেট পাৰ হৈ গ'ল। মই প্ৰাণকাতৰে কেৱল দৌৰিলো আৰু দৌৰি দৌৰি গাঁত এটাৰ ভিতৰত মই সোমাই পৰিলো। বিশ্বাস কৰক পুতি-গোন্ধময় পেলা পচা বোৰৰ সৈতে যেতিয়া মোৰ দেহটো গাঁতৰ ভিতৰলৈ সোমাই গৈছিল, মুক্তিৰ আনন্দত মোৰ চকুলৈ টোপনিৰ আবেশ নামি আহিছিল। পুৱতি নিশালৈ মই সেই গাঁতটোতে পৰি আছিলো। যেতিয়া উঠি আহিছিলো মোৰ গাত গেলা--পচাৰ সৈতে অচিন অবিন কিছুমান লিউ-লিউ পোক। কাপোৰ- কানিবোৰ তাতে পেলাই এইবাৰ মই নাঙঠ হৈ দৌৰিলো। মোৰ ভাগ্য ভাল আছিল কিজানি--এঘৰ সহৃদয় মানুহৰ ঘৰতে মই আশ্ৰয় পালো এসাজ কাপোৰ পালো। আৰু তেতিয়াৰ পৰাই মোৰ এই পলৰীয়া জীৱন আৰম্ভ হ'ল। আৰু এনেকৈয়ে জীয়াই আছো। জীৱনটো বিনাশ হোৱাৰ ভয়ত মাজে মাজে কঁপি উঠো, কাৰণ মোৰ এই জীৱনটো কেৱল মোৰেই প্ৰিয় নহয়। মোৰ মা, দেউতা, মোৰ পত্নী সকলোৰে প্ৰিয়। মই জীয়াই থকা খবৰ পালেই সিহঁত শান্তিৰে টোপনি যায়। মই

কিমান দিন এনেকৈ থাকিম নাজানো।কেতিয়াবা ভাবো ধৰা দিও, কিন্তু তাৰ পিছতো জানো মই নিস্তাৰ পাম? সেয়েহে ভাবিছো মই সহজে ধৰা নিদিও। সমাজত কিমান অপৰাধী নিচিন্ত মনে ঘূৰি আছে- নিৰপৰাধী হৈ কিয় ধৰা দিম।

**সত্যব্রত :** বৰষুণ একেবাৰে নাইকিয়া হ'লে মোৰ বিপদ হ'ব। মই যাওঁ ।

**চলন্তা :** তোমাৰ কথাবোৰ শুনি কিয় জানো জীৱনটোৰ এটা ডাঙৰ অৰ্থ বিচাৰি পোৱা যেন লাগিছে। মোৰ ঘৰখনত যেন কিবা এটা ডাঙৰ বস্তুৰ অভাৱ মই অনুভৱ কৰিছো। মোৰ একমাত্ৰ ছোৱালীজনী স্বইচ্ছাই আমাক নজনোৱাকৈ অচিন ল'ৰা এটাৰ সৈতে গুচি গ'ল। জীৱনৰ প্ৰতি মোহ সৃষ্টি কৰিবলৈ, জীৱন বুজিবলৈ, জীৱনৰ সৈতে কথা পাতিবলৈ সম্পৰ্কবোৰ কেৱল সামাজিক হ'লেই নহয়। (নিৰ্দেশনা)

**সত্যব্রত :** মোক পিছফালৰ দুৱাৰখন দেখুৱাই দিয়ক।

**চলন্তা :** এইখন লোৱা। (নিৰ্দেশনা)

**চলন্তা :** হাঁহিছা কিয়?

**সত্যব্রত :** একেবাৰে টিপিকেল নাৰী চৰিত্ৰ।

**চলন্তা :** মানে?

**সত্যব্রত :** মানে অলপ প্ৰশংসো,অলপ অন্তৰঙ্গ হলেই হিয়া উজাৰি সকলো দি দিব খোজে।

**চলন্তা :** তুমি ভুল বুজিছা, তোমাৰ প্ৰশংসাত বিগলিত হৈ মই আবেগিক হোৱা নাই। মাত্ৰ তোমাৰ জীৱন কাহিনীয়ে মোক অলপ কথা শিকাইছে বিনিময়ত দিব খুজিছো ছবিখন।

**সত্যব্রত :** অকল ছবিখন। (নিৰ্দেশনা )

**চলন্তা :** অ', অকল ছবিখন, নল'লে দৰকাৰ নাই।

**সত্যব্রত :** নাই নাই, ধেমালি কৰিলো অলপ, বেয়াপালে, তাতকৈ মোক আপোনাৰ টৰ্চটো দিয়ক জীৱনত এনেকুৱা মুহূৰ্ত কিছুমান আহি পৰে য'ত আদৰ, আন্তৰিকতা, প্ৰেম--ভালপোৱা সকলো এফলীয়া কৰি বাস্তৱটোক অপ্ৰিয় হ'লেও গ্ৰহণ কৰিবলগীয়া হয়। এই মুহূৰ্তত আপোনাৰ মৰমৰ ছবিখনতকৈ সৰু টৰ্চটোহে গ্ৰহণ কৰিবলৈ মই বাধ্য। (নিৰ্দেশনা) মই যাওঁ।

**চলন্তা :** যোৱা।

**সত্যব্রত :** এৰি দিয়ক (নিৰ্দেশনা) আপোনাৰ স্বামীলৈ পাৰিলে মইও এখন চিঠি লিখিম। আজি নিশাটোত আপোনাক দিয়া কষ্টৰ বাবে মই ক্ষমা বিচাৰিম। স্বামী-স্ত্ৰীৰ মাজত সত্যক পৰিস্কাৰ ভাবে ৰাখিব লাগে। আৰু অপৰাধবোধ নাথাকিলে সত্য জীয়াই থাকে।

**চলন্তা :** এই নিশাটোৰ কথা মোৰ স্বামীক কোৱাৰ কোনো দৰকাৰ নাই ।

**সত্যব্রত :** কিন্তু আপুনিয়েটো কৈছিল যে, স্বামীৰ পৰা আপুনি কোনো কথাই গোপন নকৰে বুলি।

**চলন্তা :** মইহে নকৰো। তেওঁ গোপন কৰে নে নকৰে ইমান দিনটো মই চিন্তাই কৰাই নাছিলো।

**সত্যব্রত :** বুজিছো।

**চলন্তা :** কি?

**সত্যব্রত :** আপোনালাকে কোনেও কাৰো কথা চিন্তা কৰা নাই । আপোনাৰ ছোৱালীয়ে আপোনাৰ, আপুনি ছোৱালীজনীৰ, স্বামীয়ে আপোনাৰ মুঠৰ ওপৰত ত্ৰিভূজৰ তিনিডাল ৰেখাই স্পৰ্শ কৰা তিনিটা বিন্দুৰ অৱস্থিতিৰ দৰে একেলগ নহয় কোনো দিন।

**চলন্তা :** সেইবাবে আজি নিশাটোৰ কথা মই কাকো নকওঁ। এই নিশাটো মোৰ বাবে আপুৰুগীয়া?

**সত্যব্রত :** কিয়?

**চলন্তা :** জীৱনত একান্ত ব্যক্তিগত কিছুমান অনুভূতি হয় যাৰ গোপনীয়তা ৰক্ষা কৰিলেহে আনকো বুজিবলৈ সহজ হয়।

**সত্যব্রত :** মই বুজা নাই।

**চলন্তা :** তুমি নুবুজিবাও। কাৰণ মাইকী মানুহে য'ৰ পৰা বুজিবলৈ আৰম্ভ কৰে তাৰ পৰাই মতা মানুহবোৰে বুজিবলৈ এৰি দিয়ে। সেইবাবে তোমালোকে কোনো দিন সংবেদনশীল হ'ব নোৱাৰা। টৰ্চটো লোৱা বেটাৰী নতুন আৰু এমাহমান যাব।

**সত্যব্রত :** আপোনাক কি বুলি ধন্যবাদ দিম।

**চলন্তা :** যি বুলি দিয়া। আকৌ আহিবা?

**সত্যব্রত :** ক'ব নোৱাৰো।

**চলন্তা :** টিপিকেল মতা মানুহৰ চৰিত্ৰ তোমাৰ ।

**সত্যব্রত :** কি?

**চলন্তা :** একো নাই। ধেমালি কৰিলো অলপ।

নিৰ্দেশনা - পুলিচৰ চাইৰেণ বাজি উঠে। নেপথ্যৰ পৰা ৰামসিঙে চিঞৰে.......

(**ৰামসিং :** পুলিচ বিবিজী, পুলিচনে চাৰো তৰফচে ঘৰকো ঘেৰ লিয়া। বিবিজী ......)

(নিৰ্দেশনা )

<u>সমাপ্ত</u>

# ৰাজদণ্ড

নাট্যকাৰ # শ্ৰীগৌতম বৰা

**চৰিত্ৰসমূহঃ**

১। ৰজা ২। বিপ্লৱ
৩। সংগ্ৰাম ৪। বুদ্ধিজীৱি

**ৰজা** : মই ৰজা। মই ঈশ্বৰৰ প্ৰতিনিধি। সমগ্ৰ মানৱ জাতিৰ কল্যাণৰ হকে মোৰ সৃষ্টি হৈছে । মই ঈশ্বৰৰ দ্বাৰা প্ৰেৰিত শান্তিৰ দূত। সেয়ে সমগ্ৰ মানৱ জাতিয়ে মোৰ সত্বাক মানি লোৱাতো এক মহান কৰ্ত্তব্য, আৰু যিয়ে মোক অৱজ্ঞা কৰে, যিয়ে মোৰ বাক্য উলংঘা কৰে....।

**বিপ্লৱ** : সিয়েই ভুগিব লাগে অসহ্য যন্ত্ৰণা। অশেষ কষ্ট।

**ৰজা** : হাঃ হাঃ হাঃ

**সংগ্ৰাম** : আৰু সিয়েই হ'ব লাগে বলিশালৰ মূক পঠা।

**ৰজা** : হাঃ হাঃ হাঃ। এৰা ঠিকেই কৈছা। ইয়াৰ জ্বলন্ত প্ৰমাণ তোমালোকেই।

**বিপ্লৱ** : কিন্তু এইয়া সম্পূৰ্ণ ভুল বিচাৰ।

**ৰজা** : ঈশ্বৰৰ প্ৰতিনিধিৰ কোনো ভুল হ'ব নোৱাৰে। মই যি কওঁ সেয়ে সত্য, মই যি কৰোঁ সেয়ে মহান সত্য।

**সংগ্ৰাম** : মিছা কথা, তোমাৰ কথা তোমাৰ কৰ্ম্ম সকলো মিছা।

**বুদ্ধিজীৱি** : নহয় নহয় বৎস। ৰজাৰ আতিশয্যই বুজায় তোমালোকে কিমান ভুল কৰিছা।

**বুদ্ধিজীৱি** : এইয়া আতিশয্য নহয় বৰং আৰ্শীৰ্বাদহে।

**বিপ্লৱ** : কি ক'লা? এই আতিশয্যক, এই অত্যাচাৰক আশীৰ্ব্বাদ বুলি কৈছা? কিয় আমাক সত্যৰ পৰা বিচলিত কৰি ইমান অমানুষিক শাস্তি দিছা?

**সংগ্ৰাম** : কোৱা নীৰৱ কিয়? কিয় তোমালোকৰ অন্তৰত আমাৰ প্ৰতি সহানুভূতিৰ সৃষ্টি হোৱা নাই? কিয় তোমালোক আমাৰ প্ৰতি দয়াশীল হোৱা নাই?

**বুদ্ধিজীৱি** : নিৰ্ঘাত সত্য মহাৰাজ, নিৰ্ঘাত সত্য।

**বিপ্লৱ** : কিন্তু এই যন্ত্ৰণা মৃত্যুৰ হিমশীতলতকৈয়ো ভয়াবহ।

**সংগ্ৰাম** : তোমালোক মানুহ নোহোৱা। তোমালোক একো একোটা ৰক্তপিপাসু ৰাক্ষস।

**ৰজা** : বন্ধ কৰা তোমাৰ প্ৰলাপ।

**বুদ্ধিজীৱি** : ছিঃ ছিঃ ছিঃ নাপায় নহয়। তেনে কথা ক'ব নাপায়। পিতৃয়ে সদায় পুত্ৰৰ মঙ্গল কামনা কৰে। ৰজাইও তোমালোকক পিতৃ স্বৰূপে শুদ্ধ পথলৈ নিব খুজিছে। উঠা তোমালোকৰ ভুলৰ বাবে মহাৰাজৰ ওচৰত ক্ষমা ভিক্ষা খোজা।

**বিপ্লৱ** : তুমি নিৰ্লজৰ দৰে কথা কৈছা। মূৰ্খৰহে লজ্জা নাথাকে।

**বুদ্ধিজীৱি** : কৈ যাওঁ শুনা বৎস। মই যি কওঁ তাক তোমালোকে আখৰে আখৰে পালন কৰিবা। প্ৰথম কামটি হ'ল মহাৰাজক সন্মান কৰা। মহাৰাজক সন্মান কেনেকৈ কৰিব লাগে জানা?

**বিপ্লৱ** : কেনেকৈ?

**বুদ্ধিজীৱি** : হেঃ হেঃ হেঃ ৰ'বা কৈছো। মহাৰাজক সন্মান কৰোঁতে আৰু ৰজাৰ সন্মুখত কথা কওঁতে সদায় মূৰ অৱনত কৰি মেৰুদণ্ড বেকাঁ কৰি থিয় হব লাগে।

**বিপ্লৱ** : কিন্তু কিয়? কিয় আমি মেৰুদণ্ড পোন কৰি কথা ক'ব নোৱাৰিম?

**বুদ্ধিজীৱি** : এস্। তুমি বৰ উগ্ৰহে। সেইবোৰ কথাৰ পৰম গূঢ় ৰহস্য তোমালোকে বুজি নোপোৱা।

**সংগ্ৰাম** : মিছা কথা তুমি আমাক ফাঁকি দিছা।

**বিপ্লৱ :** তোমাৰ উপদেশ আমাক নালাগে। তুমি ইয়াৰ পৰা দূৰ হোৱা। **বুদ্ধিজীৱি :** তোমালোকে মোক বুজি পোৱা নাই। তোমালোকৰ বাবে মোৰ অন্তৰে কান্দি উঠিছে। কিন্তু মোৰেই দুৰ্ভাগ্য। তোমালোকৰ দুৰ্দশাৰ ওৰ পেলাবলৈ উপদেশ দিলেও নুশুনা।

**সংগ্ৰাম :** আমি সত্যপথৰ যাত্ৰী। প্ৰয়োজন হ'লে আমি প্ৰাণ বিসৰ্জ্জন দিম। কিন্তু সত্য পথৰ পৰা বিচলিত নহওঁ।

**বুদ্ধিজীৱি :** বৰ সজ কথা। তুমি তেওঁতকৈ বহু গুণে সৎ। তুমিও সৎ হবলৈ শিকা বৎস।

**বিপ্লৱ :** দূৰ হ নৰপিশাচ। তোৰ কলঙ্কিত হাতেৰে আমাক স্পৰ্শ নকৰিবি।

**বুদ্ধিজীৱি :** অবোধ মানব। মোক অপমান কৰাৰ পোটক এতিয়াই পাবি। মই গৈ ৰজাক মাতি আনি বিচাৰ কৰাম।

**বিপ্লৱ :** বুজিলোঁ বন্ধু। বুদ্ধিজীৱিৰ কুমন্ত্ৰণাত আমি আকৌ অত্যাচাৰৰ বলি হব লাগিব। উস্ ভগবান। আৰু কিমান সহ্য কৰিম। তুমি ক'ত আছা প্ৰভু? কিয় আমাৰ এই দুখ দেখি তোমাৰ হৃদয় গলি যোৱা নাই। নে তোমাৰ অন্তৰ কঠোৰ শিলাময় হৈ গ'ল। জীৱ শ্ৰেষ্ঠ মানবৰ জানো এইয়ে প্ৰকৃত পৰিচয়।

**সংগ্ৰাম :** এৰা বন্ধু। তুমি ঠিকেই কৈছা। আজি আমি একেখন মানব সমাজৰ হৈ মুখ খুলি এষাৰ কথা কব নোৱাৰোঁ। মূৰ তুলি আকাশৰ ফালে চাব নোৱাৰোঁ। অ-স অসহ্য যন্ত্ৰণা গোটেই শৰীৰ বিষত জৰ্জ্জৰিত হৈ পৰিছে।

**বিপ্লৱ :** মানব জাতিৰ কল্যাণৰ হকে মাত মতাৰ ফল আজি এইয়া ব'লা বন্ধু ৰজাৰ ওচৰত অৱনত হৈ আমাৰ দুখৰ ৰাতিৰ ওৰ পেলাওঁগৈ। ইয়াৰ অন্যথা আন কোনো আশাৰ ৰেঙণি নাই।

**সংগ্ৰাম :** নহয় বন্ধু। তেনে কথা ব্যক্ত নকৰিবা। অত্যাচাৰী ৰজাৰ ওচৰত আমি কেতিয়াও উচ্চ শিৰ নত কৰিব নোৱাৰোঁ। মনত নাইনে বন্ধু এই যাত্ৰাৰ আৰম্ভণিতে সকলো ব্যক্তিগত স্বাৰ্থ দলিয়াই যি কোনো কষ্টকে মূৰ পাতি লবলৈ প্ৰতিজ্ঞা কৰাৰ কথা।

**বিপ্লৱ :** এৰা, সিও সত্য। কিন্তু প্ৰতিজ্ঞাবদ্ধ হৈও আমি কাৰো মনত অলপো দয়াৰ সৃষ্টি কৰিব পৰা নাই। হাঁয় মানব জাতি! নিয়তিৰ কি নিৰ্মম পৰিহাস!

**সংগ্ৰাম :** ধৈৰ্য্য ধৰা বন্ধু। এনে এটা দিন নিশ্চয় আহিব- যি দুখৰ ৰাতিৰ ওৰ পেলাই আমাক প্ৰভাতী সুৰুযৰ কিৰণেৰে নব ইতিহাসৰ পাতনি মেলাব। সৌৱা পাষাণইঁত আহিব ধৰিছে। নিশ্চয় আমাৰ ওপৰত নৰখাদকৰ দৰে জপিয়াই পৰিব। হে ভগৱান আমাক ৰক্ষা কৰা।

**বুদ্ধিজীৱি :** চাওঁক মহাৰাজ, আপোনাৰ আগমনৰ কথা জানিব পাৰি সিহঁতে কান্দি কাটি লেই সেউ হৈ দেখুৱাইছে।

**ৰজা :** ওঁ।

**বুদ্ধিজীৱি :** আৰু আপোনাক সন্মান নজনাই অৱজ্ঞা কৰিছে।

**বিপ্লৱ :** ভ্ৰষ্টাচাৰীইঁত। তহঁতে মিছাতে আমাক অপবাদ দিছ। তহঁতৰ দৰে কুচক্ৰান্তকাৰী জহন্নামে যাওঁক।

**ৰজা :** হাঃ হাঃ হাঃ বাঘৰ আগত ছাগৰ দেওনৃত্য। উঠ, ৰজাৰ প্ৰাপ্য সন্মান প্ৰদান কৰ।

**বিপ্লৱ / সংগ্ৰাম :** আমি অক্ষম।

**ৰজা :** অক্ষম। হাঃ হাঃ হাঃ অক্ষমক কেনেকৈ সক্ষম কৰি তুলিব পাৰি তাক মোৰ জনা আছে।

**সংগ্ৰাম :** তোমাৰ অত্যাচাৰত জৰ্জ্জৰিত হৈ আমি কেনেকৈ জীৱন ধাৰণ কৰিছো তাক কেৱল আমাৰহে অনুমেয়।

**বিপ্লৱ :** অথচ তুমি তোমাৰ সন্মান খুজি লবলৈ উত্ৰাৱল হৈ পৰিছা। তুমি নিষ্ঠুৰ হৈ পৰিছা।

**ৰজা :** ৰজাৰ আগত সন্মান প্ৰদৰ্শন কৰাটো প্ৰজাৰ প্ৰথম কৰ্ত্তব্য। আকৌ কৈছোঁ উঠ। মেৰুদণ্ড বেঁকা কৰি সন্মানজনা।

**বিপ্লৱ+সংগ্ৰাম :** আমি অক্ষম।

**বুদ্ধিজীৱি :** মহাৰাজ ইহঁতে আপোনাক ধূলিৰ কণা বুলিও গণ্য নকৰা হৈছে। থিয় হ'ব নোৱাৰে নাই কিন্তু ভৰিত ধৰি প্ৰণাম এভাগটো জনাব পাৰে।

**বিপ্লৱ :** অত্যাচাৰীৰ ভৰিত ধৰাৰ নিয়ম আমাৰ নাই।

**ৰজা :** অধম বৰ্ব্বৰইঁত। তহঁতক বাৰম্বাৰ কোৱা স্বত্বেও মোৰ আগত অসংযত হৈয়ে আছ। ৰজাৰ প্ৰাপ্য সন্মান জনাব নে নজনাব?

**বিপ্লৱ :** তুমি অত্যাচাৰী, তুমি নিৰ্ম্মম। তোমাৰ মুখত শতবাৰ পদাঘাত কৰোঁ।

**ৰজা :** বহুবাৰ ইহঁতক ক্ষমা কৰা হ'ল। আৰু সহ্য নহয়। ইয়াৰ উচিত বিচাৰ কৰা হ'ব এই ৰাজদণ্ডেৰে। ল এইয়া তহঁতৰ বিচাৰৰ প্ৰতিফল।

**বিপ্লৱ :** উস ভগৱান। এবাৰ যদি মুক্তি পালোঁহেঁতেন। এই যন্ত্ৰণাৰ ওৰ পেলালোহেঁতেন।

**ৰজা :** মুক্তি। হাঃ হাঃ হাঃ। মুক্তি দিয়া হ'ব এই ৰাজদণ্ডেৰে। ৰজাৰ বেষ্টনীৰ পৰা যদি মুক্তি বিচাৰ তেন্তে ৰজাৰ ভৰিৰ পদানত থাকিবলৈ প্ৰতিজ্ঞা কৰ।

**সংগ্ৰাম :** তোমাৰ জানো মনত নাই মানৱ জাতিৰ সৃষ্টিৰ আদিম পুৰাৰ কথা। যেতিয়া আমি সকলোৱে অজ্ঞান আন্ধাৰত ডুব গৈ আছিলো। হাবিৰ ফলমূল খাই পৰ্ব্বতৰ গুহাত বাস কৰিছিলোঁ। আমাৰ জীৱন তেতিয়া কিমান দুৰ্বিষহ আছিল।

**বিপ্লৱ :** লাহে লাহে আমি জ্ঞানৰ পোহৰ পাইছিলো। আমি ঘৰ বান্ধি সমাজ পাতি বাস কৰিবলৈ শিকিছিলো। সমাজত মানৱ জাতিৰ বিশৃংখলতা দূৰ কৰিবলৈ তোমাক ৰজা পাতি দিলোঁ।

**বুদ্ধিজীৱি :** হেঃ হেঃ হেঃ। ভূতৰ মুখত ৰাম নাম। তোমালোকে ৰজা পতা নাছিলা। ঈশ্বৰেহে প্ৰতিনিধি হিচাবে ৰজাক আমাৰ মাজলৈ পঠাইছিল।

**ৰজা :** সেই কথা বাৰম্বাৰ দোহৰাৰ প্ৰয়োজন নাই। কিন্তু তহঁতৰ দৰে এচাম স্বাৰ্থলোভীয়ে মোৰ বিৰুদ্ধে মূৰ দাঙি উঠি শাসনৰ বাঘজৰী হস্তগত কৰিব বিচাৰিছিলি। মোক নিঃশেষ কৰাৰ ষড়যন্ত্ৰ কৰিছিলি। কিন্তু তহঁতৰ সকলো ৰঙীণ স্বপ্ন মই ধূলিসাৎ কৰি পেলালো।

**সংগ্ৰাম :** নহয়। তুমি সমাজক দিয়া প্ৰতিশ্ৰুতি সকলো ভুল কৰি পেলালা।

**ৰজা :** প্ৰতিশ্ৰুতি। হাঃ হাঃ হাঃ বেছ হঁহুৱাব জান।

**বিপ্লৱ :** তুমি তোমাৰ সুখ সম্ভোগৰ বাবে আমাৰ সকলো সা-সম্পদ হস্তগত কৰি পেলালা। আনকি আমাৰ পত্নী, ভগ্নী সকলোকো ৰেহাই নিদিলা।

**ৰজা :** মুখ বন্ধ কৰ দুষ্টমতি।

**বুদ্ধিজীৱি :** ছিঃ ছিঃ ছিঃ। মহাৰাজ, এনে পিশাচ লোক জীয়াই থাকিলো পৃথিৱী মাতৃয়েও লাজ পাব। ফাট মেলা বসুমতী মুখ লুকাওঁ তোমাৰ গৰ্ভে।

**সংগ্ৰাম :** আজি আমাৰ মুখ বন্ধ নহয়। তোমাৰ অত্যাচাৰৰ বাবেই লাখ লাখ মানুহ ভিক্ষাৰী হৈ বাটে বাটে ঘূৰি ফুৰিব লাগিছে।

**বিপ্লৱ :** তথাপিও তোমাৰ কোনো চেতনাৰ উদ্ৰেক হোৱা নাই। ক্ষমতাৰ বাবে তুমি বলিয়া হৈ গৈছা।

**ৰজা :** অসহ্য। মোৰ প্ৰতি কৰা চৰম দুৰ্ব্যৱহাৰৰ ফল আকৌ ল।

**বিপ্লৱ :** মোক আৰু নামাৰিবা। মোক জীয়াই থাকিবলৈ দিয়া।

**ৰজা :** জীয়াই থাকিব বিচাৰ অথচ মোক অৱমাননা কৰ।

**সংগ্ৰাম :** ৰজা তুমি উন্মত্ত হৈ পৰিছা। তুমি নৰ ৰক্ত পান কৰি কৰি মাতাল হৈ পৰিছা। এবাৰ সেই ৰাজদণ্ড মোক দিয়া আৰু চাই লোৱা ইয়াৰ আঘাত কিমান নিৰ্মম।

**ৰজা :** ৰাজদণ্ড লাগে? তোক মোৰ ৰাজদণ্ড লাগে নহয়? হোঁ ল, এইডাল। ইয়াৰ পিছত আৰম্ভ হ'ব ইহঁতৰ মৃত্যু পথৰ যাত্ৰা। এনেদৰে শাস্তি দি ক্ষণে ক্ষণে ইহঁতক মৃত্যুৰ মুখলৈ ঠেলি দিম যাতে বনৰ পশু পক্ষীয়েও, সেই শাস্তি দেখি গীত বন্ধ কৰিব লগীয়া হয়, সেই শাস্তি দেখি নদ-নদীয়ে নিজৰ গতি স্থবিৰ কৰি পেলাব। সেই দৃশ্য দেখি সমগ্ৰ মানৱ জাতি - আতংকিত হৈ উঠিব। প্ৰত্যেকেই বুজি উঠিব ৰাজদ্ৰোহীৰ শেষ পৰিণাম কেনে ভীষণ। বুদ্ধিজীৱি।

**বুদ্ধিজীৱি :** আদেশ কৰক মহাৰাজ।

**ৰজা :** ইহঁতৰ মৃত্যু যাত্ৰাৰ সকলো প্ৰয়োজনীয় ব্যৱস্থা হাতত লোৱা।

**বুদ্ধিজীৱি :** মহাৰাজ, সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব লাগে যাতে সাপো মৰে আৰু লাঠিও নাভাঙে। ইহঁতৰ গাত সম্পূৰ্ণ দোষ জাপি মৃত্যু দণ্ড নিদিলে গোটেই জনগণই-আপোনাৰ বিৰুদ্ধে থিয় দিব

**ৰজা :** কিন্তু মোক অৱমাননা কৰাৰ বাবেই সিহঁতক মৃত্যুদণ্ড দিয়াৰ একমাত্ৰ কাৰণ হব নোৱাৰে জানো?

**বুদ্ধিজীৱি :** হওঁতে হয়, তথাপি তাতে এটা 'কিন্তু' থাকি যায়।

**ৰজা :** কি সেই কিন্তুটো?

**বুদ্ধিজীৱি :** মহাৰাজে শাসনৰ গাদী সদায় নিজৰ কৰি ৰাখিবলৈ কিছু পৰিমাণে স্বেচ্ছাচাৰী হৈ উঠাটো মুঠেই মিছা নহয়।

**ৰজা :** শাসনৰ বাঘজৰী মোৰ হাতত ৰাখিবলৈ হ'লে মানৱ জাতিক সদায় অজ্ঞান অন্ধকাৰত ৰাখিবই লাগিব। যিজনেই এই অন্ধকাৰৰ কুঁৱলী ফালি প্ৰকৃত সত্য জানিব পাৰিছে তাকেই কঠোৰ শাস্তি প্ৰদান কৰা হৈছে। চকু কাটি অন্ধ কৰি তোলা হৈছে। কাৰণ মই সদায় ৰজা হৈ থাকিব বিচাৰোঁ। পৃথিৱীৰ সমস্ত সৌন্দৰ্য মই উপভোগ কৰিব বিচাৰোঁ। তাৰবাবেই সৃষ্টি কৰা হৈছে তোমাৰ দৰে এজন বুদ্ধিজীৱিক, যাৰ বিনিময়ত তুমিও পাইছা পদ, মৰ্য্যাদা, অশেষ সুখ আৰু সম্পদ।

**বুদ্ধিজীৱি :** মহাৰাজৰ শ্ৰীচৰণৰ কথা মইও টোপনিতে ভাবি থাকো। সেয়ে মঙ্গলৰ বাবে কথাষাৰ আৰম্ভ কৰিছিলো।

**ৰজা :** ওঁ। কৈ যোৱা। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ আস্থা আছে।

**বুদ্ধিজীৱি :** মহাৰাজ ইহঁতক এনে দুষ্কাৰ্য্যত লিপ্ত কৰোৱা হওঁক যাতে সিহঁতৰ বাবে মাত মাতোতা কোনো নোলায়। বৰং সিহঁতক সকলোৱে গৰিহণাহে দিব।

**ৰজা :** কিন্তু কেনেকৈ কৰাবা সেই দুষ্কাৰ্য্য।

**বুদ্ধিজীৱি ঃ** হ'ব হ'ব মহাৰাজ। আপুনি নিশ্চিন্ত মনে থাওঁক। তাৰ উপায় মই কৰিয়েই থৈছোঁ হেঃহেঃহেঃ . সিহঁতক মই মুক্তি দি কুমন্ত্ৰণা দিম যে ৰজাক হত্যা কৰা। সিহঁতৰ মনত আপোনাক হত্যা কৰাৰ লিপ্সাবোধ জগাই আনপথেদি জন-গণৰ মাজত প্ৰচাৰ কৰিম যে ৰজাৰ প্ৰাণ নাশ কৰিব বিচৰাৰ অপৰাধত সিহঁতক .... হেঃ হেঃ হেঃ....।

**ৰজা ঃ** বেচ চমৎকাৰ। তোমাৰ বুদ্ধিক নশলাগি নোৱাৰিলোঁ। সঁচাকৈ তুমি ৰাজ অনুগতকাৰী এজন মহৎ পুৰুষ।

**বুদ্ধিজীৱি ঃ** মোক লাজ নিদিব মহাৰাজ। মোৰ গোটেই জীৱন আপোনাৰ সেৱাতেই উৰ্চ্ছগা কৰিছোঁ। এতিয়া এই ক্ষুদ্ৰ কামটিৰ বাবে প্ৰশংসা কৰিলে মোৰ বৰ লাজৰ কথা হ'ব। মহাৰাজ আপুনি এতিয়া জিৰণি চৰালৈ যাওঁক। মই কাম যেৰা সমাধা কৰি মহাৰাজক জনাম।

**ৰজা ঃ** বেচ তেন্তে মই যাওঁ। কিন্তু লক্ষ্য ৰাখিবা যাতে সকলো কাম অতি সংগোপনে আৰু অতি সযত্নে কৰা হয়। এই কামত সফল হ'লে তুমি পাবা ৰাজ মৰ্য্যদা, অজস্ৰ সা-সম্পত্তি আৰু এগৰাকী গাভৰু হাঃ হাঃ হাঃ।

**বুদ্ধিজীৱি ঃ** ৰাজমৰ্য্যদা, সা-সম্পত্তি আৰু এজনী গাভৰু তাতে এই বয়সত। তাই চাগৈ কিমান মোহময়ী হব। সঁচাকৈয়ে মোৰ জীৱন ধন্য। কুকুৰকটা জীৱনহঁত। মোক চিনি পোৱা নাছিলি। ৰজাকো এইবাৰ বাৰুকৈয়ে হাত কৰিলোঁ। মোৰ ওপৰত ৰজাৰ বিশ্বাস বৰ প্ৰখৰ। পিছে সাপক বা গাখীৰ খুৱাই পুহিলেও সি এদিন খোট মাৰিবই। হেঃ হেঃ হেঃ এই বন্দীৰ দ্বাৰাই ৰজাক হত্যা কৰি ৰাজভাৰ মোৰ হাতত ল'ব লাগিব। উৱা এইকেইটাৰ এতিয়ালৈকে সাৰসুৰেই নাই। বৈতৰণী পাৰ হ'ল নেকি? অ' সম্পূৰ্ণ বেহুচ। মুখত গেলাপানী চটিয়াব লাগি যেন পাওঁ।

**বিপ্লব ঃ** মই ক'ত আছোঁ?

**বুদ্ধিজীৱি ঃ** স্বৰ্গত বোপা, স্বৰ্গত আছা।

**সংগ্ৰাম ঃ** আ-স। কি ভীষণ কষ্ট পৃথিৱীখন যেন জোৰেৰে ঘূৰিব লাগিছে।

**বুদ্ধিজীৱি ঃ** কেৱল পৃথিৱীখনেই নহয়। সকলো ওলোটা হৈ ঘূৰিছে। কেৱল তোমাৰ মূৰটোহে স্থিৰ হৈ আছে।

**বিপ্লব ঃ** তুমি আকৌ আহিছা আমাক জ্বলাবলৈ।.

**বুদ্ধিজীৱি ঃ** চোৱা তেওঁৰ কথা। মইয়ে ইমান কষ্ট কৰি সুস্থ কৰিলোঁ আকৌ মোকেই কয় জ্বলাবলৈ অহা বুলি। ছিঃ ছিঃ ছিঃ। কি ভীষণ পয়মালখনত পৰিলো। বোলো বোপা সকল ওৰফে বৎস সকল কিবা এটা নকৰা জানো? কিমাননো এই জীয়াতু ভোগ কৰি থাকা?

**সংগ্ৰাম ঃ** তুমি পুনৰ আমাক ৰজাৰ অৱনত কৰাব বিচাৰিছা।

**বুদ্ধিজীৱি ঃ** নহয়।

**বিপ্লব ঃ** তেন্তে তোমাৰ উদ্দেশ্য কি?

**বুদ্ধিজীৱি ঃ** আউ। বৰকৈ নক'বা। কোনোবাই শুনিব। ধ্বংস নহ'লে সৃষ্টি হ'ব নোৱাৰে। সেয়ে ধ্বংসৰ প্ৰয়োজন অনিবাৰ্য্য। তোমালোক এতিয়া অকলশৰীয়া নোহোৱা। অত্যাচাৰী ৰজাৰ শাসনৰ ওৰ পেলাবলৈ সমগ্ৰ জনগণ তোমালোকৰ পাছত আৰু সেয়ে ময়ো পলম কৈ হ'লেও তোমালোকৰ লগত।

**বিপ্লব ঃ** তুমি কি ক'ব খুজিছা স্পষ্টকৈ কোৱা।

**বুদ্ধিজীৱি ঃ** স্পষ্টকৈ ক'বলে হ'লে মই তোমালোকক মুক্তি দিম। কিন্তু এটা চৰ্ত্তত। সেই চৰ্ত্ত হৈছে তোমালোকে ৰজাক হত্যা কৰিব লাগিব। সংগ্ৰাম ঃ নাই নাই সেই কথা হ'ব নোৱাৰে। তোমাৰ কথাত ভুল গৈ আমি তেনে অপকৰ্ম কৰিব নোখোজোঁ।

**বিপ্লব ঃ** নহয় বন্ধু। তেওঁ ঠিকেই কৈছে। ৰজাক হত্যা কৰি এই দুৰ্গম জীৱনৰ ওৰ পেলাব লাগিব।

**সংগ্ৰাম ঃ** বন্ধু। এই বুদ্ধিজীৱিৰ কথাত ভোল নাযাবা। এইয়া আমাক ধ্বংস কৰাৰ আন এটা চক্ৰান্ত মাথোঁ। কোনে জানে এই চক্ৰান্তই কেনে ভয়াবহ ৰূপ ধাৰণ কৰিব।

**বিপ্লব ঃ** এৰা তোমাৰ যুক্তিত সত্যতা আছে। এই কাল চক্ৰৰ বলি কৰি আমাৰ মূৰত এক নতুন বাঘজাল জাপি দিব বিচৰা হৈছে।

**বুদ্ধিজীৱি ঃ** ভুল বুজিছা। মই কোনো চক্ৰান্ত কৰা নাই। বাৰু কথাটো ভালদৰে গমি পিটি চাবৰ বাবে তোমালোকক সময় দিলোঁ। যদি মোৰ বাক্য লংঘন কৰা তেন্তে .. হেঃ হেঃ হেঃ।

**সংগ্ৰাম ঃ** পৃথিৱী উন্মাদ হৈ পৰিছে। কেউফালে ঘন ক'লা মেঘেৰে আবৰা ভীষণ গৰ্জন শুনিবলৈ পাইছো। আমি পাগল হৈ গৈছো বন্ধু, আমি পাগল হৈ গৈছোঁ। সেইয়া সেইয়া যেন কাৰোবাৰ আৰ্ত্তনাদ শুনিবলৈ পাইছোঁ। পলোৱা বন্ধু পলোৱা। নহ'লে আমাৰ নিস্তাৰ নাই।

**বিপ্লব ঃ** কিন্তু ক'লৈ পলাবা? আমি যে বন্দী।

**সংগ্ৰাম ঃ** তেন্তে উপায়?

**বিপ্লব ঃ** উপায়? উপায় মাত্ৰ এটাই আছে, আত্মহত্যা। শ্বাস প্ৰশ্বাস বন্ধ কৰি আত্মহত্যা কৰিব লাগিব।

**সংগ্ৰাম ঃ** তুমি ঠিকেই কৈছা। দুষ্টৰ হাতত প্ৰাণ বিসৰ্জন দিয়াতকৈ

আত্মহত্যা কৰাই শ্ৰেয়। আহা বন্ধু শেষ বাৰৰ বাবে ভগবানক স্মৰণ কৰোঁ।

**বিপ্লব :** হেঃ গছ লতা আৰু তৰু তৃণ, পশু-পক্ষী তোমালোকক সাক্ষী কৰি আমি আজি আত্মহত্যা কৰিবলৈ ওলালোঁ। পৃথিৱীৰ ইতিহাসত আমাৰ এই মৃত্যুৰ স্বাক্ষৰ তোমালোকে যেন বহন কৰা।

**জ্যোতি :** ধৈৰ্য্য ধৰা মানৱ পুত্ৰ। আত্মহত্যা মহাপাপ।

**বিপ্লব :** কোন? কোন তুমি? কিয় আমাৰ কাৰ্য্যত তুমি বাধা দিছা?

**জ্যোতি :** মই জ্যোতি। মই মানৱৰ মনত থকা অজ্ঞান আন্ধাৰ আঁতৰাই জ্ঞানৰ পোহৰ বিলাওঁ। তোমালোকৰ অসীম ধৈৰ্য্য দেখি মই আনন্দিত হৈছোঁ। চকুমেলা মানৱ সন্তান সকল।

**সংগ্ৰাম :** কিন্তু মই যে চকু মেলিব পৰা নাই। মই যেন অন্ধ হৈ গৈছোঁ।

**বিপ্লব :** আস্, নোৱাৰোঁ। মোৰ চকুদুটি তুমি তুমিয়েই নিশ্চয় চালনা কৰি কাঢ়ি লৈ গৈছা।

**জ্যোতি :** নহয় সত্যপথৰ যাত্ৰীসকল। বহুদিন অন্ধকাৰ গহ্বৰত ডুব গৈ থাকি তোমালোকে জ্ঞানৰ জিলিঙণি সহিব পৰা নাই। চেষ্টা কৰা নিশ্চয় পাৰিবা।

**বিপ্লব :** কি শান্তি! মই যেন দেহত নতুন বল পাইছোঁ।

**সংগ্ৰাম :** আ-হা। কি উজ্জ্বল এই পৃথিৱীখন।

**বিপ্লব / সংগ্ৰাম :** আমাৰ প্ৰণাম গ্ৰহণ কৰা হে দেৱ।

**জ্যোতি :** মঙ্গল হওঁক তোমালোকৰ। সময় বৰ কম। মই তোমালোকক মুক্তি দিছোঁ। যোৱা তোমালোকে মানৱ জাতিক সভ্যতাৰ উচ্চ শিখৰলৈ লৈ যোৱা। এতিয়া মই যাওঁ, সময়ত পুনৰ দেখা দিম। এতিয়া বিদায় হে মানৱ সন্তান বিদায়। বিদায়।

**বিপ্লব / সংগ্ৰাম :** বিদায় । বিদায়।

**সংগ্ৰাম :** ভগৱানক শত সহস্ৰ প্ৰণাম। বন্ধু, অৱশেষত সত্যৰ জয় হ'ল।

**বিপ্লব :** সঁচাকৈয়ে আজি আমি কালজয়ী হ'লো। কিন্তু ইয়াত থকা নিৰাপদ নহয়। সৌৱা কোনোবা আহিব ধৰিছে। নিশ্চয় সেই বুদ্ধিজীৱিৰ কু-মন্ত্ৰণাত ৰজা আহিব ধৰিছে। ব'লা ইয়াৰ পৰা যাওঁ।

**সংগ্ৰাম :** ব'লা।

**বুদ্ধিজীৱি :** পিছে কি স্থিৰ কৰিলা বৎস সকল। বোধকৰোঁ মোৰ কথা মানি লৈছা। এৰা বোলে মৌনম সম্মতিম্ লক্ষনম্ হেঃ হেঃ হেঃ। উৱা এই মৰণ দুটা ক'লৈ গ'ল? সৰ্ব্বনাশ, ইহঁত পলাল। কিন্তু ইহঁতে মুক্তি পালে কেনেকৈ? নিশ্চয় কোনোবাই— নাই ৰজাক সোনকালে জনোৱা যাওঁক।

**নেপথ্য :** আমাক বিচাৰ লাগে, আমাক বিচাৰ লাগে,অত্যাচাৰী ৰজাক শাস্তি দিয়ক, শাস্তি দিয়ক শাস্তি দিয়ক।

**বুদ্ধিজীৱি :** আজি নিগমে মৰিলোঁ। গোটেই শিয়ালজাক জাঙুৰ খাই উঠিছে।

**নেপথ্য :** আমাক বিচাৰ লাগে। অত্যাচাৰী ৰজাক শাস্তি দিয়ক।

**ৰজা :** বাহিৰত কিহৰ ইমান কোলাহ'ল? ইহঁত ক'লৈ গ'ল? ইহঁতক কোনে মুক্তি দিলে?

**বুদ্ধিজীৱি :** নাজানো মহাৰাজ। বোধহয় কোনোবা....

**ৰজা :** বন্ধ কৰা তোমাৰ বক্তব্য। মই সকলো বুজিছোঁ। এইয়া তোমাৰেই চক্ৰান্ত।

**বুদ্ধিজীৱি :** মোৰ গানত দোষ নাই মহাৰাজ। মই এই বিষয়ে একো নাজানোঁ।

**ৰজা :** সেই কথা মই বিশ্বাস নকৰোঁ। তুমি বিশ্বাসঘাটকতা কৰাৰ ফল ভুগিবই লাগিব।

**বুদ্ধিজীৱি :** মোক শাস্তি নিদিব মহাৰাজ। মই আপোনাৰ ভৰিত ধৰিছোঁ।

**ৰজা :** নাই। মই কোনো কথা নুশুনোঁ। তোৰ ভুলৰ পুৰস্কাৰ মৃত্যু দণ্ড। তোক হত্যা কৰিয়েই বিচাৰি যাম সেই বৰ্ব্বৰহঁতক। পৰ্ব্বত পাহাৰ য'তেই নাথাকক সিহঁতক বিচাৰি উলিয়াই ভীষণ শাস্তি দিম। ভোকত এমুঠি অন্ন নিদি পিয়াহঁত এটুপি পানী নিদি তিলতিলকৈ মৃত্যুৰ মুখলৈ আগুৱাই পঠাম। অক্টোপাচৰ দৰে ৰক্ত শুহি নিৰ্ম্মম দণ্ড দিম। কিন্তু তাৰ আগতে বিচাৰ হওঁক তোৰ।

**বুদ্ধিজীৱি :** হায় ভগবান আজিহে মোৰ ভুল ভাগিল। নিজকে সৰ্ব্বগুণী সাজি জনগণক ফাকি দি বহুত যন্ত্ৰণা ভুগালো। আজি তাৰ প্ৰায়শ্চিত্ত কৰিব লাগিব। স্বেচ্ছাচাৰী ৰাজত্বৰ অৱসান ঘটিবই। মৃত্যুৰ পূৰ্ব্বে স্বেচ্ছাচাৰী ৰজাৰ মুখত মই থু পেলাওঁ।

**ৰজা :** মুৰ্খ বুদ্ধিজীৱি শেষ বাৰৰ বাবে এই সুন্দৰ পৃথিৱীখন এবাৰ চাই ল। বুজিলা ৰাজদ্ৰোহীৰ শেষ পৰিণতি কেনে ভয়ঙ্কৰ হাঃ হাঃ হাঃ । হোঁ ল তোৰ উচিত পুৰস্কাৰ মৃত্যু দণ্ড।

**বুদ্ধিজীৱি :** আ.....।

**ৰজা :** এতিয়া মই আগুৱাই যাওঁ। মোৰ পথৰ হেঙাৰ

নিষ্কণ্টক কৰিবলৈ পৃথিৱীত শেষ বাৰৰ বাবে ৰজাৰ ইতিহাস নকৈ সৃষ্টি কৰিম যাতে কোনো বাধাই মূৰ ডাঙি উঠিব নোবাৰে। মই অতি ভীষণ হৈ উঠিম মই অতি পাষাণ হৈ উঠিম, মই অতি দুৰন্ত হৈ উঠিম পৃথিৱীত ৰজা নামটি জীয়াই ৰাখিবৰ বাবে।

**বিপ্লব** ঃ তোমাৰ আশা তোমাৰ আকাংক্ষা সকলো ধূলিসাৎ হৈ গ'ল ৰজা তুমি এতিয়া আমাৰ চক্ৰবেহুত।

**সংগ্ৰাম** ঃ ৰজাৰ নাম ইতিহাসৰ বুকুৰ পৰা খহি পৰিল।

**ৰজা** ঃ অসম্ভৱ। মই তহঁতক হত্যা কৰি বিজয় ধ্বজা উৰুৱাম।

**বিপ্লব** ঃ নোৱাৰা, আজি সমগ্ৰ জনতা আমাৰ লগত। দিয়া তোমাৰ হাতৰ সেই ৰাজদণ্ড ডাল আমাক দিয়া।

**ৰজা** ঃ এই ৰাজদণ্ড মই আনক দিব নোৱাৰোঁ। তহঁত আঁতৰি যা। নতুবা মোৰ ৰাজদণ্ড পুনৰ সক্ৰিয় হৈ উঠিব।

**সংগ্ৰাম** ঃ সেই ৰাজদণ্ডেৰে তুমি বহুত অন্যায় অধৰ্ম্ম কৰিলা।

**বিপ্লব** ঃ দিয়া সেই ৰাজদণ্ড ডাল দিয়া।

**ৰজা** ঃ নাই নিদিওঁ।

**বিপ্লব+সংগ্ৰাম** ঃ দিবই লাগিব

**ৰজা** ঃ নাই....।

**বিপ্লব +সংগ্ৰাম** ঃ অত্যাচাৰী ৰজাৰ শাসনৰ ওৰ পেলাই এই ৰাজদণ্ড কাঢ়ি ললোঁ।

**বিপ্লব** ঃ মূৰ্খ ৰজা এতিয়া সাজু হ প্ৰায়শ্চিত্তৰ বাবে।

**ৰজা** ঃ নাই নাই মোক তোমালোকে নামাৰিবা। মোক শাস্তি নিদিবা।

**সংগ্ৰাম** ঃ শাস্তি! এই ৰাজদণ্ডৰে আমাৰ ওপৰত চলোৱা অত্যাচাৰৰ কথা মনত পৰিছেনে?

**ৰজা** ঃ মোৰ ভুলৰ কথা সকলো এতিয়া বুজিব পাৰিছোঁ। মই তোমালোকৰ ভৰিত ধৰিছোঁ। মোক ক্ষমা কৰা।

**বিপ্লব** ঃ কোনো দয়া নাই। কোনো ক্ষমা নাই। তোৰ ৰাজদণ্ডৰ আঘাত কেনে মিঠা এবাৰ বুজি ল।

**ৰজা** ঃ আ-স কি ভীষণ কষ্ট। মোক আৰু কষ্ট নিদিবা। মোক জীয়াই থাকিবলৈ দিয়া।

**সংগ্ৰাম** ঃ নহ'ব। স্বেচ্ছাচাৰী ৰজাক জীয়াই ৰখাৰ অৰ্থ হ'ব পুনৰ জনগণ অত্যাচাৰৰ বলি হোৱা। সেয়ে মৃত্যুদণ্ডই মঙ্গল।

**ৰজা** ঃ মোক হত্যা নকৰিবা। মোক জীয়াই থাকিবলৈ দিয়া। আ.. স....।

**বিপ্লব** ঃ ব'লা বন্ধু এতিয়া যাওঁ জনগণৰ মাজত নতুন পোহৰ বিলাবলৈ।

**জ্যোতি** ঃ ৰ'বা মানৱ সন্তান। হাতত ৰাজদণ্ড লৈ ক'লৈ যোৱা।

**বিপ্লব +সংগ্ৰাম** ঃ প্ৰণাম হে জ্ঞানৰ অধিকাৰী।

**জ্যোতি** ঃ মঙ্গল হওঁক তোমালোকৰ। কিন্তু কৰ্ত্তব্য এতিয়া শেষ হোৱা নাই।

**বিপ্লব** ঃ আদেশ দিয়া হে দেৱ।

**সংগ্ৰাম** ঃ আমি তোমাৰ বাক্য পালন কৰিবলৈ সাজু হে দেৱ।

**জ্যোতি** ঃ তোমালোকৰ হাতৰ সেই ৰাজদণ্ড ডাল দলিয়াই পেলোৱা। পৃথিৱীৰ বুকুৰ পৰা স্বেচ্ছাচাৰী ৰজাৰ শাসন নিশ্চিহ্ন হৈ যাওঁক।

**বিপ্লব+সংগ্ৰাম** ঃ পৃথিৱীত আনন্দৰ টৌ বিলাবলৈ এই ৰাজদণ্ড আমি আজি দলিয়াই পেলালোঁ। আহাঁ আমি আজি সকলোৱে আগবাঢ়ো পোহৰৰ নতুন দিগন্তলৈ।

**জ্যোতি** ঃ পৃথিৱীত আন্ধাৰ দূৰ হ'ল। নৱ সূৰুযে সোঁৱা ভুমুকি মাৰিছে সোঁৱা নতুন দিগন্তত। জয় হওঁক তোমালোকৰ নতুন যাত্ৰা হে মানৱ জয় হওঁক তোমালোকৰ। ঈশ্বৰেই সত্য সত্যই শিৱ, শিৱই সুন্দৰ, হে অমৃতৰ সন্তান সকল। সত্যম শিৱম সুন্দৰম।

<u>সমাপ্ত</u>

# আশ্ৰয়

**নাট্যকাৰ # পংকজ চেতিয়া**

**চৰিত্ৰ সমূহ ঃ**

১/ **O.C হাজৰিকা** – বয়স -৩০ বছৰ
২/ **ইন্সপেক্টৰ বৰুৱা** –বয়স –৩০–৩২ বছৰ
৩/ **ৰামবলী** –বয়স –৩৩–৪৩ বছৰ
৪/ **নিধিৰাম** –বয়স –৩৩–৪৩ বছৰ
৫/ **দুখিৰাম** --বয়স —৩৩–৪৩বছৰ
৬/ **বৰ্ণালী** –বয়স –২২–২৩ বছৰ
৭/ **হাচিনা (আচামী)** —বয়স –৪৪–৪৩ বছৰ

(মঞ্চত দেখা যাব এখন থানাৰ দৃশ্য সজ্জা। দৰ্শকৰ দৃষ্টিত পৰাকৈ এটা লক্ আপ্। অ'চিৰ টেবুল চকী, টেলিফোন, পেন ষ্টেণ্ড, পেপাৰ পেছাৰ, ফাইল বাকেট ৰেষ্টপট' কলিং; বেল, কেছ ডায়েৰী ৰেজিষ্টাৰ বুক। পিছ ফালৰ বেৰত এখন মহাত্মা গান্ধীৰ ফটো, ৱানটেড আচামীৰ লিষ্ট সংলগ্ন এখন বুলেটিন বউ।

পৰ্দা মুকলি হোৱাৰ লগে লগে দেখা যাব– চিপাহী নিধিৰাম আৰু দুখিৰামক, লক্ আপৰ ভিতৰত আচামী ৰামবলী। চিপাহী দুখিৰামে মনোযোগেৰে খৈনি মলি আছে। নিধিৰামে এখন চকীত বহি কল-মকতিয়াই আছে।)

**ৰামবলী ঃ** (লক্‌আপৰ ভিতৰৰ পৰা) চাৰ, প্ৰসাদ অকণমান আমাৰ ফালে পৰিলে ভাল পাম।

(দুখিৰামে তাৰ ফালে কেৰাহিকৈ চাই লাঠি ডাল লৈ আগবাঢ়ি যায়।)

**দুখিৰাম ঃ** কি ক'লি আকৌ এবাৰ ক' চোন? প্ৰসাদ লাগে হে প্ৰসাদ লাগে। আহ ওলাই আহ দিও ভালকৈ এজাউৰি।

**ৰামবলী ঃ** ইমান খং খাইছে কিয় চাৰ। সদায় একেলগে উঠা-বহা কৰি ফুৰা মানুহ বুলিহে খুজিছো। মুখখন বৰ তিতা-কেহাঁ লাগিছে।

**দুখিৰাম ঃ** অই কি কলি কি কলি আকৌ এবাৰ ক'চোন। আও একেলগে উঠা বহা মানুহ। অই তই জান নে নাজান তই চোৰ আৰু মই পুলিচ।

**ৰামবলী ঃ** এহ সেই বাবেইটো কৈছো চাৰ, একে লগে উঠা– বহা মানুহ। তাতে চাৰ আজি বিশ বছৰে মই দেখোন চাৰ আপোনালোকৰ কাষতে আছো। মাজত এসপ্তাহ দুসপ্তাহ বাহিৰত থাকো।

**দুখিৰাম ঃ** চুপ থাক মুৰ্খ, পেক্‌পেকাই নেথাকিবি, হোঁ ল।

**ৰামবলী ঃ** ভগৱানে আপোনাক মঙ্গল কৰক, চাৰ।

**দুখিৰাম ঃ** ভগৱানৰ কথা নকবি বুইছ, মোৰ মানুহজনীয়ে ভগৱানক ঘোচ দি থৈছে। এতিয়া মোৰ ফালে উভতি চাবলৈ তেওঁৰ সময় নাই। তই শুন ডিউটিত থকা সময়ত তই মোক তেনেকৈ নকবি আকৌ। মোৰ সন্মান বুলি বস্তু এটা আছে নহয়।

**(এনেতে টেলিফোনটো ঝনঝনাই বাজি উঠে। নিধিৰাম উচপ খাই উঠে। টোপনিৰ উখামুখাত দুখিৰামকে চেলুট মাৰে।)**

**নিধিৰাম ঃ** ইয়েছ চাৰ, নিধিৰাম চাৰ। sorry চাৰ।

(দুখিৰাম আৰু ৰামবলীয়ে হাঁহে।)

**দুখিৰাম ঃ** অই নিধিৰাম, চাৰ অহা নাই অ' টেলিফোন হে বাজিছে, কি চাই আছ ধৰ।

**নিধিৰাম ঃ** মোক যে অৰ্ডাৰ দিছ তই নধৰ কিয়?

**দুখিৰাম ঃ** মই নধৰো তই ধৰ। মই তোতকৈ দুবছৰৰ চিনিয়ৰ।

**নিধিৰাম ঃ** মই তোতকৈ দুশ্ৰেণী বেছিকৈ পঢ়িছো, গতিকে তই

ধৰ।

**ৰামবলী :** চাৰ নহ'লে লকআপটো খুলি দিয়ক মইয়ে ধৰো।

**নিধিৰাম :** অই মূৰ্খ চুপ। (খৰখোজে গৈ নিধিয়ে টেলিফোন ধৰে।)হেল্ল' নমস্কাৰ মই জামুগুৰি থানাৰ হাবালদাৰ নিধিৰামে কৈছো।

— কি ক'লে পৰসিৰ পৰা অহা নাই

— কি অহা নাই

— আপোনাৰ পত্নী

— নিশ্চয় কাৰোবালৈ পলাই গৈছে

— কি ক'লে ইলেকট্ৰিক কাৰেন্ট

— আপুনি ক'লৈ ফোন লগাইছে

— কি A.S.E.B.

—ইডিয়ট, এইখন থানা।

(নিধিয়ে থেকেছ মাৰি ৰিচিভাৰটো ক্ৰেডেলত থয়।) ইডিয়ট, ৰাস্কেল, ইছটোপিনিধি, এই বিলাকৰ পৰা আৰু উপায় নাই।

(এনেতে ২য় o. c. সোমাই আহে।)

**বৰুৱা :** কি কলি ইডিয়ট, ৰাস্কেল, ইছটোপিদ, মই নে তই!

(নিধিৰাম আৰু দুখিৰাম সচকিত হৈ চেলুট মাৰে)

**নিধি-দুখি :** নহয় মানে চাৰ। এই মানুহবোৰকহে গালি পাৰিছিলো। সময় নাই অসময় নাই মিছামিছি আমনি কৰি থাকে।

**বৰুৱা :** বাৰু বাৰু সেইবোৰ বাদ দে। হাজৰিকা চাৰ আহিছিল নেকি?

**নিধিৰাম :** নাই অহা চাৰ। তেখেতৰ বোলে পেটৰ অসুখ সেই কাৰণে বোলে ঘৰতে থাকিব। প্ৰয়োজন হ'লে ফোন কৰিবলৈ কৈছে।

**বৰুৱা :** বাৰু হ'ব, নিধি পানী এগিলাচ আন। (লকআপলৈ চাই) এইটোক আকৌ এতিয়া ভৰাই থৈছ যে, তাক কালিয়েই উলিয়াই দিবলৈ কোৱা নাছিলো।

**ৰাম :** নহয় মানে চাৰ মইহে ভাবিলো ওলোৱা সোমোৱা কৰি থকাতকৈ দুই সপ্তাহ মান থাকিয়েই যাওঁ, মিছা মিছি অশান্তি।

**বৰুৱা :** চুপ থাক মূৰ্খ। (নিধিলৈ চাই) তাক বাহিৰলৈ আন

(দুখিয়ে ৰামবলিক বাহিৰলৈ উলিয়াই আনে)

**দুখিৰাম :** অই তোৰ এই মুখখনৰ কাৰণে কাহিনিবা মৰিবি।

**ৰাম :** মইনো কি বেয়া কথা কৈছো চাৰ।

**বৰুৱা :** শুন তোক লৈ সদায় ধেমালি কৰি থাকিব নোৱাৰোঁ এইবাৰ তোক ওৱাৰ্নিং দিলো আকৌ যদি তোক আনিব লগা হয় তেন্তে ইয়াত নাৰাখি সিপুৰীলৈ চালান।

**ৰাম :** ছাৰ, তেনে শাস্তি নিদিব ছাৰ, মোৰ মানুহজনীৰ মুখলৈ চাওঁক, ল'ৰা—ছোৱালী কেইটাৰ মুখলৈ চাওঁক। ডিউটি নকৰিলে কেনেকৈ খাম। নহ'লে আপুনি পঠোৱাৰ আগতে আমি আটাইয়ে সিপুৰী পাব লাগিব।

**বৰুৱা :** কথা চোবাই থাকিব নালাগে। মোৰ চকুৰ আগৰ পৰা এতিয়াই আঁতৰ হ।

**ৰাম :** ছাৰ, বহু দিনৰ মূৰত ঘৰলৈ যাম। খালি হাতখনলৈ মানুহজনী আৰু ল'ৰা কেইটাৰ আগত কেনেকৈ ওলামগৈ আপোনাৰ ফালৰ পৰা...ছাৰ.....

**বৰুৱা :** কি ক'লি, এই নিধিৰাম, দুখিৰাম, তহঁতকেইটা ক'ত গ'লি। তুৰন্তে ইয়াক মোৰ চকুৰ আগৰ পৰা আঁতৰ কৰ।

**(নিধি আৰু দুখিয়ে ৰামবলিক গতিয়াই বাহিৰ কৰি দিয়ে। এনেতে টেলিফোনটো বাজি উঠে। বৰুৱাই ৰিচিভাৰটো উঠাই লয়)**

**বৰুৱা :** হেল্ল'। মই জামুগুৰি থানাৰ S.I. আদিত্য বৰুৱাই কৈছো। কি হৈছে। চিফ্ ইঞ্জিনিয়াৰ চাৰৰ মিছেচক আঘাত কৰিছে। আচ্ছা কওঁকচোন লকেচনটো ক'ত? ঘটনাটো কিমান সময়ত ঘটিছে। আচ্ছা আপোনালোকে নজৰ ৰাখিব। মই গৈ আছো। (বৰুৱাই ব্যস্তভাবে ৰিচিভাৰ থয়। কলিং বেল টিপে। নিধিক-দুখিক মাতে)

**নিধি+দুখি :** ইয়েচ চাৰ,

**বৰুৱা :** গাড়ীখন ৰেডি কৰ। আৰু তহঁতো ওলা।

**দুখি :** ক'লৈ চাৰ।

**বৰুৱা :** ক'লৈ মানে, অপাৰেচনত।

**নিধি+দুখি :** (ইটোৱে সিটোৰ মুখলৈ চাই) অপাৰেচন।

**দুখি :** চাৰ এইবাৰলৈ মোক ৰেহাই দিয়ক, মোৰ ল'ৰা-ছোৱালী কেইটা এতিয়াও এমাহ- দুমাহ হৈ আছে। (শোকাকুলভাবে) যদি চাৰ কেনেবাকৈ উগ্ৰপন্থীৰ গুলি মোৰ বুকু ভেদ কৰে। সিহঁতবোৰৰ কি হ'ব চাৰ। তাতোকৈ চাৰ নিধিৰামকে লৈ যাওঁক। সি মোতকৈ দুইবছৰ চিনিয়ৰ।

**নিধি :** নাই নাই চাৰ সি মোতকৈ দুই শ্ৰেণী বেছিকৈ পঢ়িছে। গতিকে তাৰ বুদ্ধিটো চোকা। তাকহে লগত লৈ যাওঁক চাৰ, তদুপৰি চাৰ, মই এতিয়ালৈকে বিয়াখনকে পাতিব পৰা নাই। এই আগ বয়সতে কিবা এটা হ'ব লাগিলে কি দশা হ'ব।

**বৰুৱা :** মূৰ্খহঁত, মুখ বন্ধ কৰ। মই যি কৈছো শুন। নিধি তই গাড়ী উলিয়াগৈ যা। আৰু দুখি— হাজৰিকা চাৰ আহিলে তই কবি চেন্টেল বজাৰৰ চকত এটা মাদাৰ কেচ হৈছে

মই তালৈ গৈছো।

**দুখি :** ইয়েচ চাৰ, থেংকিউ চাৰ। (বৰুৱা ওলাই যায়, পিছে পিছে সেমেনা-সেমেনিকৈ নিধি ওলাই যায়। দুখিৰামে এটা স্বস্তিৰ হাঁহি মাৰে) (দুখিৰামে চকী এখনত বহি খৈনী বনাবলৈ লয়। গুন-গুনাই গান গায়। এনেতে o.c. হাজৰিকা গহীন খোজেৰে সোমাই আহে। হাজৰিকাক দেখি দুখিৰামে চেলুট মাৰে) আপোনাৰ বোলে আজি অসুখ চাৰ।

**হাজৰিকা :** এৰা, গাটো অলপ ভাল নহয়। এই বৰুৱা আহিছিল নেকি? তেওঁ ক'ত গ'ল?

**দুখি :** আহিছিল চাৰ, হঠাৎ ফোন এটা আহিলে। কঁৰবাত বোলে মাডাৰ হৈছে। নিধিৰামক লৈ বৰুৱা চাৰ অপাৰেচনত গৈছে।

**হাজৰিকা :** মাডাৰ হৈছে। আচ্ছা, ঘটনাটো ক'ত ঘটিছে তই কঁব পাৰিবি।

**দুখি :** চাৰ, মই কথাটো বৰকৈ মন নকৰিলো। কিন্তু চাৰ বৰুৱা চাৰৰ মতে চেন্টেল বজাৰৰ চকতে ঘটনাটো ঘটিছে।

**হাজৰিকা :** বাৰু হ'ব। এই দহ টকা ল আৰু মোৰ কাৰণে এপাকেট চিগাৰেট আন। (দুখি ওলাই যায়o.c যে কিছু সময় পাইচাৰি কৰি বহি পৰে) (এনেতে এগৰাকী মহিলা সোমাই আহে। পিন্ধানত জিন্ট পেন্ট, টি চাৰ্ট নতুন মডেলৰ হেয়াৰ কাট, কান্ধত এটা পৰ্টফলিঅ' বেগ)

**বৰ্ণালী :** চাৰ, মই আহিছিলো চাৰ।

**হাজৰিকা :** আৰে বৰ্ণালী, বহুদিনৰ মূৰত। কোবাচোন কোবা তোমাৰ খবৰ কোবা।

**বৰ্ণালী :** Well চাৰ,

**হাজৰিকা :** ঠিকেই, তোমালোক গাভৰু ছোৱালীৰ কিহৰ বেয়াটো থাকিব, আমাৰ ডেকা বৰুৱা পিছে বৰ Active আৰু Smart. চাকৰিত জইন কৰা দিন ধৰি একেবাৰে আহৰি নাই। Investigetion, Invent লগতে any time bussy.

**বৰ্ণালী :** চাৰ any hot news। এই কেইদিন খবৰৰ বজাৰখন একেবাৰে ঠাণ্ডা। সেইদেখি আপোনাৰ ওচৰলৈকে গুচি আহিলো।

**হাজৰিকা :** মোৰ ওচৰলৈ নে আদিত্য বৰুৱাৰ ওচৰলৈ।

**বৰ্ণালী :** চাৰে কিন্তু সীমা চেৰাবলৈ আৰম্ভ কৰিছে। (হাঁহি)

**হাজৰিকা :** বাৰু বাৰু। তোমাৰ মনৰ খবৰ আৰু মনৰ মানুহ অলপ পিছতে ওলাবহি, অকণমান ধৈৰ্য ধৰা। (দুখিলৈ চাই) অই দুখিৰাম দুকাপ স্পেচিয়েল চাহ আন।

**দুখি :** ইয়েছ চাৰ।

(দুখি ওলাই যায়। খন্তেক মৌনতা।)

**হাজৰিকা :** বৰ্ণালী। পিছে এনেকৈ অহা-যোৱা কৰিয়ে থাকিবা নে, আমি জীয়াই থকা অৱস্থাত বিয়াখন খাবলৈ পাম।

**বৰ্ণালী :** (সলাজ হাঁহি মাৰি) সেইটো চাৰ আপোনালোকৰ Active অফিচাৰৰ ওপৰত নিৰ্ভৰ কৰিছে।

**হাজৰিকা :** আচ্ছা, আচ্ছা। তেতিয়া হ'লে বৰুৱালৈ ৱাৰেন্ট পঠাব লাগিব।

**দুখি :** চাৰ চাহ, বাইদেউ চাহ খাওঁক।

**(দুখি ওলাই যায়। হাজৰিকা আৰু বৰ্ণালীয়ে চাহ খোৱাত লাগে। এনেতে এগৰাকী শ্ৰমিক শ্ৰেণীৰ দৰিদ্ৰ মহিলা সহ বৰুৱা আৰু নিধিৰাম সোমাই আহে। )**

**হাজৰিকা :** এইজনীৰ আকৌ কি হ'ল। তোমালোকে কিবা মাডাৰ কেচৰ Investigetionত হে গৈছিলো।

**বৰুৱা :** চাৰ এই জনীয়ে আচল কালপ্ৰিট। একেবাৰে spot ৰ পৰা ধৰি আনিছো চাৰ। E & D ৰ ইঞ্জিনিয়াৰ দত্তৰ ঘৈণীয়েকক। এই আক্ৰমণ কৰি ইনজিৰ কৰিছে চাৰ।

**হাজৰিকা :** What? দত্তৰ মিছেছক atteck কৰিছে— মানুহ গৰাকীৰ অৱস্থা এতিয়া কেনে?

**বৰুৱা :** চাৰ, মেডিকেলত এড্‌মিট কৰা হৈছে। মূৰত আঘাট পাইছে, কেইবাটাও চিলনি পৰিছে। ডাক্তৰৰ মতে She is out of danger.চিন্তা কৰিব লগা নাই।

**হাজৰিকা :** কিন্তু ইঞ্জিনিয়াৰ দত্তৰ মিছেছক atteck কৰাৰ intention কি! তুমি তাইৰ মুখৰ পৰা কিবা ইংগিত পাইছা।

**বৰুৱা :** নাই চাৰ, মই মুখ খুলিবলৈকে বিচৰা নাই। মোৰ বোধেৰে চাৰ কেছটো অলপ Complicated। ইয়াৰ ভিতৰত ৰহস্যৰ গোন্ধ আছে চাৰ। নিশ্চয় কোনোবা পৰোক্ষ শত্ৰুৰ হাত আছে।

**হাজৰিকা :** By the way, Mr Baruah. বৰ্ণালীয়ে বহু সময় তোমাৰ বাবে অপেক্ষা কৰি আছে। তুমি তাইক সময় দিয়া। সদ্যহতে তাইক লকআপত ৰখা হওঁক। সোধ পোছ আৰম্ভ কৰিব লাগিব। তুমি তাইৰ Back ground সম্পৰ্কে অলপ Investiget কৰিবা। নিধি তাইক লক্ আপত ভৰাই থ। মই আহিছো। বৰ্ণালী talk with him see you again.

**(নিধিয়ে আছামিক লক্আপত ভৰাই আঁতৰি যায়।**

**হাজৰিকা ওলাই যায়। মঞ্চত বৰ্ণালী আৰু বৰুৱা।)**

**বৰ্ণালী :** তুমি কিন্তু মানুহ মাৰিবা দেই। মোৰ খবৰ ৰাখিবলৈও তোমৰ আহৰি নাই। ইমান Bussy নে।

**বৰুৱা :** I am sorry বৰ্ণালী। actualy মই আজি তোমাৰ ওচৰলৈ যাম বুলিয়ে ভাবি আছিলো। কিন্তু হঠাৎ এই কেছটো আহি গ'ল আৰু এতিয়া দেখিছাই নহয়......।

**বৰ্ণালী :** হ'ব হ'ব। মোক আৰু বুজাব নালাগে। মুঠতে এই ডিপাৰ্টমেণ্টটোত কেৱল তুমিহে চাকৰি কৰিছা— নহয় জানো।

**বৰুৱা :** প্লিজ বৰ্ণালী, ইমান অবুজ নহ'বা। চাকৰিত জইন কৰা মোৰ কেইদিন হৈছে। তাৰ আগতে দেখোন তোমাৰ সতে কিমান সময় কটাইছো। মোক অলপ adjust হ'বলৈ সময় দিয়া। চোৱা, মোৰ ফালে চোৱা— মই তোমাক কথা দিছো, ইয়াৰ পিচত তুমি কি কোৱা মই তাকেই শুনিম।

**বৰ্ণালী :** ঠিক আছে আজিৰ কাৰণে সাতখুন মাফ্। কালিলৈ কিন্তু তুমি মোক, time দিব লাগিব, পুৰা তিনি ঘণ্টা, আৰু কালিলৈ তুমি আমাৰ মামী-পাপাক ফেচ কৰিব লাগিব। মই বহুত কষ্টৰে তেওঁলোকৰ পৰা time লৈছো। Promise me, you must do it.

**বৰুৱা :** চোৱা বৰ্ণালী। মই তোমাক আগতেই কৈছো। মই তোমালোকৰ ঘৰখনৰ সৈতে status maintain কৰিব নোৱাৰো। মোৰ কাৰণে সেয়া বিলাসিতাহে হ'ব। পুখুৰীৰ মাছ হৈ সাগৰত সাতুৰিবলৈ যোৱাটো বাতুলামি।

**বৰ্ণালী :** No....No। তুমি এতিয়া এইবিলাক কথা কিয় বলকিচা আদিত্য। মই তোমাক, তোমাৰ Status চাই ভালপোৱা নাছিলো। মই তোমাক বিচাৰো, তোমাৰ status নহয় maind it আদিত্য। মই আহোঁ, তুমি কালিলৈ আহিবা tomorrow I am waiting for you।

**(বৰ্ণালী ওলাই যায়। তাইক কিবা এটা ক'বলৈ উদ্যত হৈ বৰুৱা বৈ যায়। এনেতে দুখি সোমাই আহে। )**

**দুখি :** এগিলাচ ঠাণ্ডা পানী দিম নেকি চাৰ?

**বৰুৱা :** আন।

(বৰুৱা বহে। দুখিয়ে পানী আনি দিয়ে। )

**দুখি :** চাৰ বেয়া নেপায় যদি কথা এটা কওঁ। মানে চাৰ এই মাইকী মানুহবোৰ মতা মানুহৰ কাষলৈ আহিলে মুৰলৈ 440 ভল্টেজ আহি যায়।

**বৰুৱা :** কি হ'ল। কথা চোবাব নালাগে। সেইজনীক বাহিৰলৈ আন।

**দুখি :** ইয়েচ চাৰ।

**(দুখিয়ে নিখিক মাতে। আচামী গৰাকীক বহিবলৈ আনে।)**

**বৰুৱা :** এই, মোৰ কথাবোৰ ভালকৈ শুনিবি আৰু চিধা-চিধি জবাব দিবি। বুজিছনে নাই।
তোৰ মৰদটো আছে নে নাই?
(আচামীয়ে নাই বুলি মুৰ জোকাৰে।)
সি কি কাম কৰিছিল?

**আচামি :** Ricc মিলৰ চাকৰি।

**বৰুৱা :** তাৰ পিছত।

**আচামি :** মিল বন্ধ হ'ল, কামৰ পৰা চাটাই কৰিলে। গাড়ীৰ হেন্দিমেন কৰিছিল এক্‌চিডেণ্টত মৰিছে।

**বৰুৱা :** তই ক'ত থাক?

**আচামি :** আগতে বস্তিৰ বাড়িত আছিলো। এতিয়া ফুটপাথ প্লেটফৰ্ম এই চবতে ৰাতি কটাওঁ।

**বৰুৱা :** তই পাৰ্থৰ মৰা মানুহজনী চিনি পাব।
(আচমিয়ে মুৰ জোকাৰে)

**বৰুৱা :** সিহঁতৰ ঘৰত তই কামলা আছিলি?
(আচামিয়ে মুৰ জোকাৰে)

**বৰুৱা :** তোৰ পেটৰ বাচ্চাটো কাৰ?
(আচামি নিমাত)

**দুখি :** চাৰ, এইজনী চালি দুই নম্বৰী মাইকী। এই ভেকচন ধৰিছে।

**আচামি :** (ক্ষোভত) এই বাবু মুখত লাগাম দিবি ৰে। আমি গৰীব হ'ব পাৰো, লেকিন দুই নম্বৰী নাই আছে। এইটো মোৰ আপনা জিচমৰ হিৰ্চ্ছা।

ইয়াৰ বাবা তহঁতৰ নিচিনা বাবুবোৰৰ কাৰণে মৰি গৈছে। চাল্লা তহঁত বাবু মানুহবোৰ চব গৰীবৰ খুন চুপি খোৱা মানুহ। চাল্লা চবকে চব হাৰামি।

**দুখি/নিখি :** অই চাল্লি চুপ কৰ। পেক্ পেক্ নকৰিবি।

**আচামি :** কি কৰিবি ৰে। মোৰ জান খতম কৰিবি, মাৰ, মাৰ না। মুখ হাঁ কৰি কি চাই আছ? চাল্লা একটা গৰীব মাইকীৰ ওপৰত মৰদাংগি দেখাইছ, আমি মাইকী চব দুই নম্বৰি, লেকিন তহঁত মৰদ বিলাকে কি কৰিছ— নিজৰ মাইকী থকাৰ পিছতো চাল্লা আনৰ মাইকীৰ লগত ধান্দা কৰিবি। আমি কি দেখা নাই, আমাৰ কি চক্ষু নাই।

**নিখি :** চাৰ, এই চাল্লী বেটিয়ে বৰ গৰম কথা কৈছে। দিওঁ নেকি চাৰ এজাউৰী।

**দুখি :** চাৰ, এই বেটি কোনোবা সন্ত্ৰাসবাদী সংগঠনৰ এজেন্ট যেন লাগিছে।

**বৰুৱা :** ঠিক কৈছ। এই কেছটোৰ মাজত নিশ্চয় এটা গভীৰ ৰসহ্য আছে। আমি ইয়াৰ তদন্ত অব্যাহত ৰাখিব লাগিব। অই নিধি তই গাড়ী উলিয়া আৰু দুখি তই এইক ভৰাই থ।

(দুখিয়ে তাইক পুনৰ লক্‌— আপট ভৰাই থয়। বৰুৱা আৰু নিধি যাবলৈ ওলাই, এনেতে o.c হাজৰিকা সোমাই আহে।)

**হাজৰিকা :** ইয়ং বয়, কোৱা। কিবা শুংসূত্ৰ পাইছানে?

**বৰুৱা :** নাই চাৰ, এতিয়ালৈকে তাইৰ মুখৰ পৰা বিশেষ একো উলিয়াব পৰা নাই। চাৰ আপুনি নিশ্চয় লক্ষ্য কৰিছে She is pregnant.

**হাজৰিকা :** Yes, you are end it and that is the problem.

**বৰুৱা :** চাৰ মই ভাবো কথাযাৰ এনেকুৱা হ'বও পাৰে নেকি চিফ্ ইঞ্জিনিয়াৰ মিষ্টাৰ দত্তৰ সতে এইৰ.....

**হাজৰিকা :** ইলিগেল এফেয়াৰচ্ আৰু তাৰ পৰিণতি এইৰ প্ৰেগনেন্‌চি আৰু সেইবাবেই দত্তৰ মিচেছক attack কৰিছে।

**বৰুৱা :** হয় চাৰ। কেছটো মই ভালদৰে ইনভেষ্টিগেট কৰিব বিচাৰোঁ। এই ক্ষেত্ৰত আপুনি মোক হেল্প কৰিব।

**হাজৰিকা :** sure whay not. তোমালোক ডেকা মানুহ নতুনকৈ চাকৰিত জইন কৰিছা। ভৱিষ্যত কেৰিয়াৰৰ কথা আছে। যোৱা আগবাঢ়ি যোৱা। আমাৰনো কি দুদিন পিছতে অবসৰ ল'ম। এতিয়া ঈশ্বৰৰ চিন্তা কৰাৰহে সময় বুজিছা ডেকা।

**বৰুৱা :** তেনেকৈ নক'ব চাৰ, আপোনালোকে অৰ্জন কৰা অভিজ্ঞতাৰে আমাক শিকাই থৈ যাব লাগিব। তেতিয়াহে আমি আগবাঢ়িব পাৰিম। আমাৰ ভাষাত এষাৰ কথা আছে, দহো আঙুলীৰে চপাই বুঢ়াই হেচুকিলেহে যায়। (হাঁহে)

**হাজৰিকা :** Yes, yes, go ahead, wish you all the best (বৰুৱা আৰু নিধি ওলাই যায়। হাজৰিকাই খন্তেক সময় অলসভাৱে পাইচাৰি কৰে। একোবত গৈ নিজৰ চকীত বহে; এডাল চিগাৰেট জ্বলাই। দেহৰ সমস্ত ভৰ চকীখনত বহি দিয়ে। নিবিষ্টখনে চিগাৰেট হুপে। কলিং বেল টিপি কাৰোবাক মাতে। দুখি আহি উপস্থিত হয়।)

**দুখি :** চাৰ

**হাজৰিকা :** তই ওচৰৰ হোটেলখনৰ পৰা কেইখনমান ৰুটি আৰু চবজী আন।

**(হাজৰিকাই পকেটৰ পৰা পইচা উলিয়াই দিয়ে। দুখি যায়। হাজৰিকা এইবাৰ বহাৰ পৰা উঠে লক্ আপৰ সমুখলৈ গৈ আচামীজনীক অলপ সময় নিৰিক্ষণ কৰে। এনেতে দুখি আহে।)**

**হাজৰিকা :** এইক উলিয়াই আন।

(দুখিয়ে লক্ আপ্ খুলি আচামিক উলিয়াই আনে। আচামীজনীয়ে কিংকৰ্তব্য বিভোৰ হৈ একে ঠাইতে ৰৈ থাকে।)

**হাজৰিকা :** বহ। (দুখিলৈ চায়) দুখি এইক ৰুটি কেইখন খাবলৈ দে।

(দুখিয়ে তাইক বহা ঠাইতে ৰুটি খাবলৈ দিয়ে।)

(তাই অকণমান সময় ইফালে সিফালে চাই থাকি খাবলৈ লয়। হাজৰিকাই আৰু এটা চিগাৰেট জ্বলাই তাই খোৱাৰ ফালে চাই থাকে। আচামীজনীৰ খোৱাৰ ধৰণ দেখি চাই যে, কেইবাদিনো খাবলৈ পোৱা নাই— সেইয়া নিশ্চয় হ'ব পাৰি। তাইৰ সন্মুখলৈ চকী এখন আনি হাজৰিকা বহে। খুউব সুক্ষ্মভাৱে তাইক নিৰীক্ষণ কৰে।)

**হাজৰিকা :** বাচ্চাটো কাৰ?

**আচামী :** মোৰ অপনা জিচমৰ হিচ্চা।

**হাজৰিকা :** তই তাক জন্ম দিব বিচাৰ? (আচামীয়ে মূৰ জুপিয়াই।) নিধিৰাম আৰু ইঞ্চপেক্টৰ বৰুৱা উভতি আহে।

**বৰুৱা :** নাই চাৰ। কেচটোৰ কোনো ক্লু উলিয়াব পৰা নাই। বৰ কম্পিক্লেটেড কেচ চাৰ। এতিয়া কি কৰা যায়।

**হাজৰিকা :** তাইক যাবলৈ দিয়া বৰুৱা। অই তইঁতে তাইক বাহিৰ কৰি দে।

**বৰুৱা :** এইয়া আপুনি কি কৈছে চাৰ। স্পটৰ পৰা তাইক উঠাই আনিছো আৰু তই নিজমুখে স্বীকাৰ কৰিছে। তেনে ক্ষেত্ৰত।

**হাজৰিকা :** বৰুৱা মই কৈছো তাইক যাবলৈ দিয়া

**দুখি+নিধি :** অই যা তই যা, ইয়াৰ পৰা আঁতৰি যা।

**আচামী :** মই নাজাওঁ

**দুখি+নিধি :** যা বুলি কৈছো নহয়।

**আচামী :** নাযাওঁ, মই নাযাওঁ, ইয়াতে থাকিম। দুখি— নিধিয়ে তাইক হাতত ধৰি বাহিৰলৈ নিবলৈ যত্ন কৰে।

**বৰুৱা :** চাৰ, এইয়া আপুনি কি কৰিছে? জানি-শুনিও চাৰ?

**হাজৰিকা :** বৰুৱা, মই মোৰ চাকৰি জীৱনৰ দীৰ্ঘদিনীয়া

অভিজ্ঞতাৰে কৈছো। তাইক যাবলৈ দিয়া।

**বৰুৱা ঃ** কিন্তু, চাৰ।

**হাজৰিকা ঃ** কোনো কিন্তু নাই। আচলতে জানা বৰুৱা, তুমি ভৱাৰ দৰে ইঞ্জিনিয়াৰ দত্তৰ সতে তাইৰ কোনো ধৰণৰ অবৈধ সম্পৰ্ক নাই। তুমি ভৱাৰ দৰে কাৰোবাৰ প্ৰৰোচনাটো তাই এই অপৰাধ কৰা নাই। তাই এই অপৰাধ কৰিছে- তাইৰ পেটৰ সন্তানটোক জন্ম দিবৰ কাৰণে, তাক পৃথিবীৰ পোহৰ দেখুৱাবলৈ তাইৰ হেপাহ, সেইবাবেই তাই ইঞ্জিনিয়াৰ দত্তৰ মিছেছক জখম কৰিছে-যাতে, তাইক এই অপৰাধত আটক কৰি জেল-হাজোতলৈ প্ৰেৰণ কৰা হওক। কাৰণ তাই জানে জেলত প্ৰসূতি সকলৰ বাবে বিশেষ সুবিধা আছে। যি সুবিধাৰ মাজত তাই এটি সুস্থ সন্তান প্ৰসৱ কৰিব পাৰিব। অন্তত বাহিৰৰ পৃথিৱীখনতকৈ জেলৰ ভিতৰখনেই হ'ব তাইৰ সন্তান প্ৰসৱৰ উপযুক্ত ঠাই-- য'ত তাই খাবলৈ এসাজ ভাত, দুখন ৰুটি, ডাক্তৰৰ পৰিচৰ্যা পাব। সেয়া নিৰাপদ আৰু নিশ্চিত।

**বৰুৱা ঃ** What wonderful thinking Sir. সকলো সমস্যাৰ সমাধান দেখোন, আপুনি বহি থাকিয়ে কৰি পেলালে। অই তহঁতে তাইক উলিয়াই দে।

**বৰুৱা ঃ** নাযাওঁ। মই নাযাওঁ। মই খুন কৰিছো, মই নাযাওঁ। (দুখি আৰু নিধিয়ে তাইক টানি চোচোৰাই বাহিৰলৈ নিবলৈ লয়।)

**হাজৰিকা ঃ** Stop it, stop it. বৰুৱা মই মোৰ সুদীৰ্ঘ চাকৰি জীৱনত প্ৰায় বোৰ বেয়া কামেই কৰিছো। মোৰ পাপৰ ভঁৰাল গধুৰ কিন্তু পূণ্যৰ ভঁৰাল শূণ্য। গতিকে জীৱনৰ বিয়লি বেলাত অকণমান পূণ্যকে অৰ্জন কৰো, নে কি কোৱা।

**বৰুৱা ঃ** চাৰ

**হাজৰিকা ঃ** নিধি-দুখি-- তহঁতে তাইক বাহিৰ কৰিব দিব নালাগে। লক্-আপত ভৰাই থ'।

**নিধি-দুখি ঃ** চাৰ।

**হাজৰিকা ঃ** অ তাইক ভৰাই থ'। নিধি--দুখি আৰু বৰুৱাই O.C হাজৰিকালৈ বিস্ময়ৰে চাই থাকে। হাজৰিকাই সিহঁতলৈ চাই এটা নিঃষ্প্ৰাণ হাঁহি মাৰে।

পট পৰে

<u>**সমাপ্ত**</u>

# হাইটেক প্ৰেম
## (HI-TECH PREM)
(ৰচনা কাল - ২০০৬)

**নাট্যকাৰ॥ৰূপৰেখা বৰদেউৰী**

**চৰিত্ৰ সমূহ ঃ-**

১। ৰূপৰেখা (ছোৱালী) ঃ বয়স ২৮ বছৰ।
২। ৰূপালী (ছোৱালী) ঃ বয়স ২২ বছৰ
৩। ৰঞ্জন (ল'ৰা) ঃ বয়স ৩১ বছৰ ।
৩। কাষ্টমাৰ (ল'ৰা তিনি জন) ঃ বয়স ২০-৩০ ৰ ভিতৰত।
৪। কাষ্টমাৰ (ল'ৰা দুজন) ঃ বয়স ১৬-২০ ৰ ভিতৰত।
৫। ছবি চাৰ (পুৰুষ) ঃ বয়স ৪৩ বছৰ।
৬। কল্পতৰু (ল'ৰা) ঃ (ৰূপৰেখা আৰু ৰূপালীৰ ককায়েক) বয়স ৩১ বছৰ।
৭। সীমান্ত (ল'ৰা) ঃ (ৰূপৰেখাৰ বাল্যবন্ধু) বয়স ২৮ বছৰ
৮। মনোজ (ল'ৰা) ঃ (ৰূপৰেখাৰ বাল্যবন্ধু) বয়স ২৮ বছৰ
৯। সন্ধ্যা ( বিবাহিতা তিৰোতা) ঃ (ৰূপৰেখাৰ সহপাঠী পৰা হোৱা বান্ধৱী) বয়স ২৮ বছৰ
১০। দিপাঞ্জলী (বিবাহিতা তিৰোতা) ঃ (ৰূপৰেখাৰ স্কুলীয়া সময়ৰ পৰা হোৱা বান্ধৱী) বয়স ২৮ বছৰ।

**মঞ্চ পৰিকল্পনা ঃ**

(১নং এটা কোঠালী। ভিতৰত এফালে এখন বিচনা আৰু আনফালে টেবুল-চকী। টেবুলৰ ওপৰত কেইখনমান কিতাপ, ডায়েৰী তিনিখন আৰু কলম থোৱা দানী এটা থাকিব। কলম থোৱা দানীটোত কেইবাটাও কলম থাকিব। দুৱাৰৰ ফালেদি পৰ্দা উঠাই সোমাই আহিব এজনী মহিলা। পিন্ধনত চেলোৱাৰ-কুৰ্টা, হাতত হেণ্ডবেগ এটা। চেহেৰাত দেখা যাব কামৰ পৰা ভাৰাক্ৰান্ত হৈ ঘৰলৈ ঘুৰি অহাৰ স্পষ্ট ভাব। বেগটো টেবুলত থব।)

**ৰূপৰেখা ঃ** হাল্লেয়া। প্ৰভুৰ প্ৰশংসা হওঁক। ধন্যবাদ প্ৰভু। তুমি গোটেই দিনটো কামৰ ব্যস্ততাৰ মাজত কুশলে ৰাখি পুনৰ জিৰণিৰ কোঠালৈ ঘুৰাই আনিলা। (চকুবন্ধ কৰি হাত দুখন জপাই ঈশ্বৰক সুঁৱৰিব) হে স্বৰ্গীয় পিতা, তোমাক অশেষ ধন্যবাদ দিওঁ। আজি গোটেই দিনটোত তুমি মোক কুশলে ৰাখিলা আৰু তোমাৰ মৰমৰ ছায়াত পুনৰ জিৰণি লবলৈ সময় যুগুত কৰিলা। অশেষ ধন্যবাদ স্বৰ্গীয় পিতৃ যিহোৱা। (প্ৰস্থান)

(একাপ চাহ হাতত লৈ পুনৰ কোঠালৈ প্ৰবেশ কৰিব। চকীত বহি লৈ টেবুলত দুয়োখন হাতৰে মূৰটো ধৰিব, তললৈ মূৰ কৰি কিবা ভাবিব অলপ সময়। চাহ-কাপ দুহাতত তুলি লৈ পি খাব, চাহ কাপটো খাই শেষ কৰি কাপটো টেবুলত থব। টেবুলত থকা ডায়েৰীখন মেলিব। কলম এটা কলম দানীটোৰ পৰা লব। কলমটো মুখত কামুৰি দূৰ-দিগন্তলৈ চাই ৰ'ব কিবা অবুজ ভাৱেৰে। নিজৰ ভাবতে মগ্ন দেখা যাব) ক'ৰ পৰা কি হ'ল? একো নুবুজা সাঁথৰ, জীৱনৰ এইখিনি সময় যে? কক্ষপথচ্যুত হৈছো নেকি মই? এনেদৰে কোনো দিন ভাবিবলৈ বাধ্য হোৱা নাছিলো। (আকৌ ভাবত বুৰ যাব। ৰূমটোত এবাৰ এখোজ-দুখোজ কৰি ইফালে-সিফালে ঘুৰিব। নেপথ্যৰ পৰা নাৰী কণ্ঠই ক'ব। কণ্ঠত খং আৰু দুঃখ মিশ্ৰিত সুৰ)- "তোক জীয়াই জীয়াই কেৰাচিন তেল ঢালি জ্বলাই মাৰিব, জাননে— বাতৰি কাকতবোৰত কি ওলাই থাকে দেখা নাই। (৩ বাৰকৈ ক'ব) (চক্ খাব। মুখত সম্পূৰ্ণ আতংকৰ চিন পৰিস্ফুট হ'ব। নিজকে অলপ সময়ৰ পাছত সহজ হৈ) নাই নাই এতিয়া মোক কোনেও জ্বলাই মাৰিব নোৱাৰে। এতিয়া মোক কোনেও মাৰিব নোৱাৰে। মানুহে গঢ়া মৃত্যুৰ চক্ৰবেহুৰ পৰা মই মুক্ত হ'লো। এতিয়া মোক কোনেও একো কৰিব নোৱাৰে। (পুনৰ চকীত বহি ডায়েৰী লিখিব)

(২নং মঞ্চত তিনিটা কম্পিউটাৰ থাকিব।তাৰে এটাত ৰূপৰেখাক বহি থকা দেখা যাব। কেইমাহমানৰ আগতে ইণ্টাৰনেটত প্ৰফাইল এটা Add কৰিছিল। তাৰে কেইবাটাও মেইল আহি আছে। এযাজৰ পৰা তাই চাই গৈ থাকে। অসমৰ পৰা এটা ID আহিছে তাই খুলি চাব। তাই মেইলটো খুলি চাব

মেইলৰ কথাখিনি ল'ৰা এজনে নেপথ্যত ক'ব। তাই কম্পিউটাৰত চাই গৈ থাকিব।

**নেপথ্যৰ ল'ৰাজনৰ কথাখিনি :** Hello! I'm professionally in media, passionately writer, film maker and Socio-Cultural activist. Did M.Sc. from Guwahati. Shuttling between Delhi & Assam, Parents in upper Assam. complete non believer in Jaat paat. Have seen your profile interested. Would love to hear, soon mail back to my ranjan2004@yahoo.com.

তাই সেই ID টোলৈ মেইল কৰিব। টাইপ কৰি যাওঁতে তাই কথাখিনি কৈ যাব- "তোমাৰ সম্পূৰ্ণ ঠিকনাটো জনাবানে"। light off হ'ব।)

(১নং মঞ্চত তাইক আকৌ ডায়েৰী লিখি থকা দেখা যাব। লাহে লাহে Light off হ'ব।)

(২নং মঞ্চত। তাইৰ ড্ৰেচ সলনি হ'ব।ৰূপৰেখা সোমাই অহা দেখা যাব। তাই কম্পিউটাৰ অন কৰিব।)

**ৰূপৰেখা :** ঐ ইগাবাচি। (অৰ্থটো- ঐ আইজনী) আজি ৰাতিপুৱা ৰাতিপুৱা অভিজিতৰ গানকে শুনো। (হিন্দী গান শুনা যাব ... হিন্দী গায়ক অভিজিতৰ এলবামৰ -

কভী য়াদ' মে আও,
কভী খাবচ মে আও,
মেৰে পলকী কে চায়ে
মে আকৰ জিলমিলাও
মে বহ খুচবু নহী জো
হাৱাও মে খৌ যাও।)

তাই মেইল খুলি চাব। মেইল খুলাৰ লগে লগে নেপথ্যৰ পৰা ল'ৰাজনে ক'ব - 'কিয় সুধিলা সম্পূৰ্ণ নাম ঠিকনা। চিঠি দিবা নেকি? মোৰ বৰ্ত্তমান ঠিকনা দিল্লীত।

তাই মেইলৰ উত্তৰত লিখিব — "আপোনাৰ জাতিৰ বিষয়ে অলপ ক'বনে -"

**নেপথ্যৰ পৰা ল'ৰাজন ক'ব :** জাতিৰ বিষয়ে কিয় সুধিছা?. No Caste-bar নহয় জানো? তথাপিটো সুধিছা যেতিয়া কৈছো ....)

**(নেপথ্যৰ পৰা ৰূপালীয়ে মাতিব — অই ইগাবাচি দাম নংনো দুই নিয়' বাবা কানিয়া কৰি। (অৰ্থটো হ'ল — অ'ই আইজনী, কি কৰি আছা; তোৰ মা-বাপা কেইজন আহিছে)**

**ৰূপৰেখা :** ৰ'চোন কিৰ'ৰি। (অৰ্থটো ৰ'চোন গৈ আছো)

(প্ৰস্থান)

**(মঞ্চত দেখা যাব মেনেজাৰে বহা কেবিন। ৰূপালী বহি আছে।কেইজনমান গ্ৰাহকৰ সৈতে তাই off voice ত কথা পাতি আছে। ৰূপৰেখা সোমাই আহিব )**

**ৰূপালী :** কালাৰ প্ৰিণ্টৰ লেটাৰ পেড লাগে বুলি কৈছে।

**(ৰূপালীয়ে কাগজ এখিলা ৰূপৰেখাক দিয়ে। ৰূপৰেখা আৰু কাষ্ট'মাৰ কেইজনৰ প্ৰস্থান। ৰূপালীয়ে লেজাৰ বহীত হিচাববোৰ মিলাই থকা দেখা যাব, কেলকুলেটৰ মেচিনত টাইপ কৰিব, নম্বৰবোৰ চাই বহীত টুকিব। প্ৰস্থান কৰা কাষ্ট'মাৰ কেইজনৰ প্ৰবেশ। কাষ্ট'মাৰ এজনৰ হাতত কাগজ কেইখিলামান থাকিব। কাগজবোৰ লৈ থকা জনে ১০০.০০ টকীয়া নোট এটা দিব)**

**কাষ্ট'মাৰ :** কাফি এক্সপাৰ্ট লড়কী হেয়। ইতনা কম সময় মে কৰ দি। আচ্ছা থেংক ইউ হা বেহেন। (কাষ্ট'মাৰ কেইজনৰ প্ৰস্থান, light off )

(১নং মঞ্চত ৰূপৰেখাই তললৈ মূৰ কৰি কিবা ভাবি ভাবি মঞ্চটো এপাক ঘূৰি আহি বহিব। হাতত কলম লৈ লিখিব। অকল তাই লিখি থকা টেবুলত পোহৰ পৰিব। ৩ মিনিট সময়ৰ পাছত লাহে লাহে light off হ'ব।)

(২নং মঞ্চত ৰূপালী আৰু ৰূপৰেখাক **off voice** ত কথা পাতি থকা দেখা যাব। লাহে লাহে শব্দ শুনা যাব)

**ৰূপালী :** ছাৰ আজি ইমান ডেৰিলৈকে অহা নাই। (ছাৰ আহিছে নাই বুলি তাই দৰ্শকৰ ফালে এবাৰ চাই পঠিয়াব।)

**ৰূপৰেখা :** কালি কাজিয়া হ'ল নহয়।

**ৰূপালী :** কাৰ লগত ।

**ৰূপৰেখা :** ৰঞ্জনৰ লগত।

**ৰূপালী :** কিয়?

**ৰূপৰেখা :** কথাটো কৈ আহিছোহে আজতে সুধি দিলে— সম্পূৰ্ণকৈ ক'বলৈ দিলেহে বুজিব যে মই কি ক'বলৈ ওলাইছো। কথা পাতি আছো পাতি আছো— পঢ়া শুনাৰ কথা যেতিয়া ওলাল ক'লো — 'মা নাই বাবেই আধৰুৱা হ'ল বুলি ক'লোহে— লগে লগেই তাৰো প্ৰশ্ন এইটোনো কাৰণ হ'ব পাৰেনে? আৰে মই কথাবোৰ কৈ আহিছোহে- - তেনেকৈ প্ৰশ্ন কৰে নেকি? লাগিল সেইখিনিতে। মই আৰু কথা নাপাতিলো। মেইল কৰিলো লগে লগে— মা নাইকিয়াবোৰৰ কিমান কষ্ট হয় বুজি পাব জানো। মই কোনো ধন-দৌলত বিচৰা নাই। বিচাৰিছো মাথো অন্তৰৰ পৰা ধনী ব্যক্তি এজন। মোৰ প্ৰফাইলত সেইমতেই লিখা আছে।

**ৰূপালী ঃ** তাৰ পাছত ।
**ৰূপৰেখা ঃ** তাৰ পাছত কি হ'ব আৰু? সি মেইল কৰিছে ।
**ৰূপালী ঃ** কি লিখিছে?
**ৰূপৰেখা ঃ** কি লিখিব - লিখিছে —

(নেপথ্যৰ পৰা ল'ৰাজনে ক'ব - মা নাই কাৰণে পঢ়া-শুনা আধৰুৱা হ'ল, সেইটোও কাৰণ হ'ব পাৰেনে বুলি কওঁতেই তোমাৰ কিয় ইমান খং উঠিল বুজি নাপালো। মই নিজকে অন্তৰৰ দুখীয়া বুলি কেতিয়াও নাভাবো। কাৰণ দুখীয়া হোৱা হ'লে লিখিব মেলিব নোৱাৰিলোহেঁতেন। মোৰ লেখাবোৰ অসমৰ বিভিন্ন কাকতে— পত্রে প্রকাশ হৈয়ে থাকে।

তুমি যদিহে বিচাৰা তেনেহ'লে সম্পর্ক ৰাখিব পাৰা। ফোন নং দিছো ফোন কৰিব পাৰা। Bye-)

ফোন কৰিবলৈ কৈছে। কাজিয়া কৰিলো আকৌ ফোন কৰিবলৈহে কৈছে। নকৰোঁ বেং।

**ৰূপালী ঃ** মই কওঁ তুমি কৰিবাই চাই থাকা। তুমি যদিহে আজি গধূলী ফোন নকৰা— মোৰ কাণ কাটি দিম।
**ৰূপৰেখা ঃ** নকৰোঁ।

(ছবি চাৰ সোমাই আহে।)

**ছবি চাৰ ঃ** আপলোগ কেইচা হেয়।
**ৰূপালী ঃ** ঠিক হ চাৰ।

(এনেতে কাষ্ট'মাৰ আৰু এজন আহে)

**কাষ্ট'মাৰ ঃ** Digital photo চাহিয়ে।
**ছবি চাৰ ঃ** আয়িয়ে। (কাষ্ট'মাৰ, ছবি চাৰৰ প্রস্থান)
**ৰূপালী ঃ** নিয়' ইগাবাই খবৰ বাকিংত বাকিয়াচি। (অর্থ— তোৰ চেনাইৰ খবৰ তেনেকুৱাহে তেনেহ'লে)
**ৰূপৰেখা ঃ** বেং না ইছাৰি, বা আঁয় ইগাবা ইঁয়া দে। চুপ। (অর্থ -বেংটো কৈছ, সি মোৰ চেনাই হ'বই নোৱাৰে। চুপ। ৰূপালীক ধমকি দি কয়)

(কাষ্ট'মাৰ আৰু ছবি চাৰৰ প্রবেশ।)

**কাষ্ট'মাৰ ঃ** সহী মে দুনিয়া কাহা সে কাহা পর্হুচ গয়া।

(কাষ্ট'মাৰ জনে হুমুনিয়াহ কাঢ়িব।)

**ছবি চাৰ ঃ** আপ অপনা ফটো লেকে আয়িয়ে, অচ্ছা সা scenari মে আপকা ফটো ক' ডাল কে সুন্দৰ সে বনা দেগা। লগেগা কি আপ উচি scenari মে হী খীচুবাই থি।
**কাষ্ট'মাৰ ঃ** আচ্ছা এইচা ভী কৰ সক্‌তা হ্যায়?
**ছবি চাৰ ঃ** জী হাঁ, এইচা ভী কৰ সক্‌তা হ্যায়?
**কাষ্ট'মাৰ ঃ** তবতো মে জৰুৰ লাউঙ্গি।
**ছবি চাৰ ঃ** লীজিয়ে আপকা ফটো। (ফটোৰ খাম এটা কাষ্ট'মাৰৰ হাতত দিয়ে। কাষ্ট'মাৰৰ প্রস্থান।) আপ ডিডি বেহেন দোনো কা আপচ মে ক্যা বাটে হো ৰহী থি। (এনেয়ে ক'ব কথাবাৰ) আচ্ছা, মে থোৰা বাহৰ সে আতা হু। ঠিক হ্যা। আপলোগ আচ্ছা সে দেখিয়ে হা। (প্রস্থান।

নেপথ্যত বাইক ষ্টার্ট দিয়াৰ শব্দ শুনা যাব। মঞ্চৰ পোহৰ লাহে লাহে কমি কমি আহি এটা কোণত থকা telephone boot এটাত পোহৰ পৰিব। ৰূপৰেখাই ফোন ডায়েল কৰিব)

**ৰূপৰেখা ঃ** হেল্ল'
**নেপথ্যত পৰা ল'ৰাজন ঃ** হেল্ল'
**ৰূপৰেখা ঃ** হেল্ল' ৰঞ্জন।
**নেপথ্যত পৰা ল'ৰাজন ঃ** অ' হয়। কোনে কৈছে —
**ৰূপৰেখা ঃ** অ' মই— কালি যে কাজিয়া —
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** অ' অ' চিনি পালো। মই ভবাই নাছিলো তুমি যে ফোন কৰিবা।
**ৰূপৰেখা ঃ** অ .....।
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** তুমি কালি যিধৰণে খং কৰি গুচি গ'লা সঁচা মই ভবাই নাছিলো তুমি যে ফোন কৰিবা।
**ৰূপৰেখা ঃ** অ'
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** ফোন কৰাৰ বাবে ধন্যবাদ।
**ৰূপৰেখা ঃ** অ.. । আপুনি কি কৰি আছিলে—
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** মই লগৰ বোৰৰ সৈতে ক্রিকেট চাই আছিলো।
**ৰূপৰেখা ঃ** আপুনি ক্রিকেট ভাল পাই—
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** ভাল পাওঁ মানে চাও আৰু। কিন্তু চাবই লাগিব বুলি বহি চাই নাথাকো।
**ৰূপৰেখা ঃ** অ অ অ। বাৰু ৰাখিছো।
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** ৰাখিবা। ৰাখা। নেটত লগ পাম ন।
**ৰূপৰেখা ঃ** ও ও ও পাব।
**নেপথ্যৰ পৰা ল'ৰাজন ঃ** তেনেহ'লে এতিয়ালৈ Bye।
**ৰূপৰেখা ঃ** অ' Bye। (পোহৰৰ কমি আহিব)

(১ নং মঞ্চত পোহৰ পৰিব বেৰত আঁৰি থোৱা যীশুৰ ফটোৰ ওপৰত। ৰূপৰেখাই একান্তমনে চাই থাকিব ফটোটোলৈ। বেক গ্রাউণ্ডত ভাহি আহিব স্তুতি গীত -

- আয়ি হে হম তেৰে চৰণো মে
লেকৰ হম স্তুতি।
প্যাৰে মচিহা আশিষ দে হমে
আত্মা সে তু ভৰ দে হমে।
হম তৈয়াৰ হে যীশু তেৰে লিয়ে
জল্‌দি আ তু হমকো লেনে।

তাই চকুপানী মচি মচি চকীখনত বহিব। ডায়েৰিৰ পাত লুটিয়াই লিখিব। মঞ্চত পোহৰ ক্ষীণ হৈ আহিব। )

(২নং মঞ্চত পোহৰ পৰিব। এখন ৰেষ্টুৰেন্টৰ সন্মুখত বাৰান্দাত কেইজনমান মানুহ অহা যোৱা কৰি থাকিব। বগা ড্রেচ পিন্ধি, চশমা পৰিধান কৰা এজন ডেকা বয়সৰ ল'ৰা বাৰান্দাত কাৰোবাৰ অপেক্ষাত বৈ থকা দেখা যাব। অপেক্ষা কৰি কৰি অস্থিৰ হৈ পৰা ভাবতো চেহেৰাত দেখিবলৈ পাব। এনেদৰে বৈ থাকি আমনি লাগি ভিতৰলৈ যাব। আকৌ সোমাই আহে।

— ইমান দেৰি কৰিছে। দহ বজাতে অহাৰ কথা আছিল। উফ্। লংপেন্টৰ পকেট দুটাত হাত দুখন ভৰাই তললৈ মুখ কৰি এখোজ দুখোজ কৰি মঞ্চত এপাক ঘূৰিব। আকৌ চাব দৰ্শকলৈ। উৎকণ্ঠাৰ ভাব স্পষ্ট হ'ব ডেকাজনৰ মুখমণ্ডলত। নিজকে কোবাদি ক'ব— গুচি যাম লগ নকৰাকৈয়ে হ। যাবলৈ ধৰে। আকৌ এবাৰ কোনোবা আহিছে নেকি বুলি ঘূৰি চাব- দূৰৈত দেখি পাব দুজনী ছোৱালী আহি আছে। এজনী ওখ, আনজনী চাপৰ। সি ঘূৰি লৈ সিহঁত অহালৈকে চাই থাকিব। তেনেতে ছোৱালী দুজনী highway টো ক্ৰছ কৰি আহি থকা দেখিব। ছোৱালী দুজনীৰ মাজত কথা- বতৰা হ'ব। পোহৰ আহি ছোৱালী দুজনীৰ 'ওপৰত পৰিব।)

ৰূপৰেখা : বাৰান্দাত যে বৈ থকা দেখিছা ক্ষীণকৈ ল'ৰাটো। তাৰ দৰেই লাগিছে।

ৰূপালী : কোনজন —

ৰূপৰেখা : কিয় সেইজন চশমা পিন্ধি ক্ৰীমবগাৰ দৰে পোছাক পিন্ধি বৈ থকাজন। ক্ষীণকৈ যে — (মঞ্চত অপেক্ষাত থকা মানুহজনক পোহৰে উজ্‌লাই তুলিব।)

ৰূপালী : অ' সেইজন— ফটোৰ সৈতে মিলিছে। হয় তেওঁ ডাঙৰীয়া তেনেহ'লে সঁচাকৈ আহিছে।

ৰূপৰেখা : সাক্ষাতৰ সময় দহ বজাত দিছিলো। এতিয়া সময় বাৰ বাজি ত্ৰিশ মিনিট। কি ভাবি আছে ছাগৈ!

(দুয়োজনী যুৱক জনৰ ওচৰৰ পায়। ৰূপৰেখা আৰু যুৱকে দুয়ো চকুৰে চকুৰে চাব। মেইলত দিয়া ফটোৰ সৈতে একেই)

(খুউব কোমল সুৰেৰে) ৰঞ্জন!

ৰঞ্জন : ৰেখা। ইমান দেৰি কৰিলা যে —

ৰূপৰেখা : অ' অলপ দেৰি হ'ল, আপুনি কিমান সময়ত আহি পালে? ব'লক ভিতৰতে বহোঁগৈ।

ৰঞ্জন : ব'লা। (তিনিও ৰেষ্টুৰেন্টৰ ভিতৰত সোমাব। টেবুল এটা বাচি লৈ--) ইয়াতেই বহো ন।

ৰূপৰেখা : অ' ইয়াতে ভাল হ'ব। (তিনিও সন্মুখা-সন্মুখিকৈ বহিব)

ৰঞ্জন : ইমান দেৰি কিয় হ'ল? দহ বজাতে আহিম বুলি কৈছিলা বাৰ বাজি গ'ল...। কোনো দেখা-দেখিয়েই নাই। মই ভাবিছিলো— দহ বজাতে তুমি আহিবাই যেতিয়া ব্ৰেকফাষ্ট দুয়ো একেলগে কৰিম। আহিব আহিব বুলি চাওঁতে চাওঁতে চকুৰে বিষালে। এবাৰ সোমাইছো এবাৰ বাহিৰলৈ ওলাইছো। কেইবাৰ যে ওলোৱা সোমোৱা কৰিলো; ঠিকনা নাই। বিৰাট খং উঠিছিলে জানা—

ৰূপৰেখা : অ'...। মই ভাবিলো আহিছে যেতিয়া থাকিবইতো — অলপ পাছত গ'লেও হ'ব। তাতে আজি দেওবাৰ দিন নহয় জানো? দেওবাৰ দিনত অলপ কামো বেছি ওলায়। সেয়ে অলপ দেৰি হ'ল।

ৰঞ্জন : মোৰ বিৰাট খং উঠিছিলে। আবেলিলৈ ঘূৰি যাবলৈ সিদ্ধান্ত কৰিয়েই লৈছিলো। টিকট ক'ত পোৱা যায় খবৰো কৰিছিলো। ভাবিলো এটা বজাৰ আগতে যদিহে আহি নাপায় পক্কা মই আৰু লগ নকৰোঁ, ঘূৰি যাম। গ'লোবেহঁতেন আৰু যদি অলপ দেৰি কৰাহলে, নাপালেহেঁতেন মোক। যাবলৈ সওঁতে তোমালোক দুয়োজনীকে দেখিছে বৈ গ'লো। ভাবিলো তুমিয়েই হ'বা নিশ্চয়। high way টো যেতিয়া তোমালোকে ক্ৰছ কৰিলা তেতিয়া নিশ্চিত হ'লো তুমিয়েই হবা বুলি। সঁচা কৈছো আৰু যদি অলপ দেৰি কৰিলাহেঁতেন মোক নেপালাহেঁতেন। মই যদি ঘূৰি গ'লো হয়। তেতিয়া কি কৰিলাহেঁতেন—

ৰূপৰেখা : ঘূৰি গ'লোহেঁতেন মানে—

ৰঞ্জন : অলপ সময় পাছতে মই টিকত কৰিবলৈ গ'লোহেঁতেন। তেতিয়া তুমি ৰ'লাহেঁতেন নে ইয়াতে মোলৈ; নে কি কৰিলাহেঁতেন?

ৰূপৰেখা : ৰ'লোহেঁতেন। আৰু কি কৰিম। আপোনাৰ বস্তুবোৰ যেতিয়া ইয়াতে থাকিব নিশ্চয় ৰ'লোহেঁতেন —

ৰঞ্জন : কেইঘন্টা ৰ'লাহেঁতেন ?

ৰূপৰেখা : আপুনি ঘূৰি নহালৈকে —

ৰঞ্জন : চাৰি পাঁচ ঘন্টালৈকে ৰ'লাহেঁতেন নে?

ৰূপৰেখা : ও ৰ'লোহেঁতেন ।

ৰঞ্জন : যদি একেবাৰে গুচি গ'লো হয় তেতিয়া কি কৰিলাহেঁতেন-

ৰূপৰেখা : অহহ্.. sorry বাবা। মাফ কৰ দো। (হাতযোৰ কৰি ক'ব) cool down, o.k এতিয়া আহি পালোতো যেনেকৈ হ'লেও। হ'ব..... । ইমানবোৰ প্ৰশ্ন বাঁপৰে বাপ! (তাই মিচিকিয়াই হাঁহিব)

ৰঞ্জন : হঁহ কথা নহয়। মোৰ সঁচায়ে বহুত খং উঠিছিল....

ৰূপৰেখা : এতিয়াও আছে, মানে এতিয়াও খং উঠিয়েই আছে নেকি?

ৰঞ্জন : তুমি আহিলে মই আহিলো নে নাই নাজানিবা বুলি মই ৰেজিষ্টাৰতো ৰঞ্জন নামেৰে ৰেজিষ্টাৰ কৰিছো কাৰণ তোমাকতো আচল নাম কোৱা হোৱাই নাই। মেনেজাৰক কৈছো মোক কোনোবাই বিচাৰি আহিলে, মই আহিলো বুলি কৈ দিব। পাছত চাইছোহে চাইছো খা খবৰ একোৱে নাই। আৰে কি কথা বোলো.....। মই আকৌ ভাবিছিলো, তুমি ছাগৈ সময় দিয়াতকৈ আগতে আহিবা— সেই কাৰণে মই শুৱা নাছিলো। কাৰণ শুলে ভাগৰত টোপনিও যাব পাৰো। আৰু তুমি .....

ৰূপৰেখা : দেৰিহে কৰিলো.....। (তাই হাঁহিব)

ৰঞ্জন : হাঁহিছা? লগ নেপালাহেঁতেন হঁ। ভাগ্য ভাল সেই কাৰণেহে পালা। (ৰঞ্জনৰ আক্ষেপৰ কথাবোৰ শুনি তাইৰ মনে মনে বিৰাট স্ফুৰ্তি.... )

ৰূপৰেখা : (তাই মনে মনে কথাষাৰ ক'ব— ও কাৰোবাক অপেক্ষাৰত..... কেনেকুৱা.... তাই অৰ্থপূৰ্ণ ভাবে শব্দহীন হাঁহিব, আচলতে ৰঞ্জনৰ অস্থিৰতা বোৰ জানি তাইৰ বিৰাট ভাল লাগিছে)

ৰঞ্জন : কি হ'ল মনে মনে হাঁহিলা যে—

**ৰূপৰেখা :** নাই এতিয়া হোৱা নাই। কথা এবাৰ মনত পৰিছিল। (তাইৰ মুখত হাঁহি বিৰিঙিব। তাইৰ এনেকুৱা লাগিছে বৌদ্ধকেন্ট নহয় যদি সুকলীসুৱীয়া ঠাই হ'লহেঁতেন এইখিনি সময় তাই হাঁহি হাঁহি ভাগৰি পৰিলহেঁতেন ৰঞ্জনৰ প্ৰশ্নবোৰ শুনাৰ পাছত)

**ৰঞ্জন :** হাঁহি থাকিব নালাগে। খুউব স্ফূৰ্তি পাইছে নহয় .....। মোৰ ভোক লাগিছে কিবা এটা খাওঁ। সেফিকে আহিছা আৰু হাঁহিছা ওহ,...। ৰেষ্টোৰ ... (ৰেষ্টোৰাজন সিহঁতৰ ওচৰলৈ আহিব) কি খাবা তোমালোকে ? (এতিয়াহে সি সিহঁত দুয়োজনৰ মাজত যে আৰু এজন ব্যক্তি আছে গম পাইছে। কথাষাৰ সি ৰূপালীলৈকে চাই সুধিব। তাৰ কথাবোৰ শুনি ৰূপালীও মুখ টিপি হাঁহি থকাটো সি এতিয়াহে লক্ষ্য কৰিব। তাৰ অলপ অপ্ৰস্তুত যেন লাগিব নিজকে। চকুৰে ৰূপৰেখাক সুধিব— কোন হয়?)

**ৰূপৰেখা :** মোৰ ভণ্টি। (দুয়োৰে দুয়োক নমস্কাৰ জনায়।)

**ৰঞ্জন :** তোমাৰ নাম কি?

**ৰূপালী :** মোৰ নাম সীমা।

**ৰঞ্জন :** এবাৰ ফোনত কথা পাতিছিলো নেকি —

**ৰূপালী :** অ' এবাৰ পাতিছিলো।

**ৰূপৰেখা :** বাপৰে ইমান দিনতে কথা পাতা এতিয়ালৈকে মনত আছেনে? (ৰঞ্জনে ৰূপৰেখাৰ কথাতো শুনি তাইৰ ফালে অলপ সময় চাই ৰয়। কিবা যেন পঢ়িব বিচাৰিছে তাইৰ চেহেৰাত। ৰঞ্জনে মেনুবাৰত চকু দিয়ে। একাষৰ পৰা চাই যায়। গোটেই মেনুবাৰখন চাই হোৱাৰ পাছত সিহঁত দুজনীলৈ চায়)

**ৰঞ্জন :** কি খাবা?

**ৰূপৰেখা :** আপুনি যি অৰ্ডাৰ দিয়ে—

**ৰঞ্জন :** ভাতকে খাওঁ ন। ভাত খুৱাৰ সময়ো হৈছে। গতিকে ভাতকে অৰ্ডাৰ দিওঁ। হ'ব ন....(কথাষাৰ ৰূপালীলৈ চাই ক'ব)

**ৰূপালী :** অ হ'ব—

(ৰঞ্জনে ৰেষ্টোৰজনক মেনুবাৰটো দেখুৱাই off voice-ত ক'ব ৰেষ্টোৰলৈ এবাৰ চাই মেনুবাৰলৈ চাব। ৰেষ্টোৰজন সিহঁতৰ ওচৰৰ পৰা আঁতৰি যাব। লাহে লাহে মঞ্চত আন্ধাৰ হৈ আহিব)

(১ নং মঞ্চত দেখা যাব বৌদ্ধ মন্দিৰ। মন্দিৰটোৰ চৌপাশে বিভিন্ন ৰঙৰ কাপোৰ পতাকাদৰে থাকিব। মন্দিৰৰ চৌহদত বিভিন্ন ধৰণৰ মানুহ আহ যাহ কৰিব ল'ৰা-ছোৱালী ৪-৫ জনী এটা কোণত কথাত ব্যস্ত হৈ থকা দেখা যাব। সৰু সৰু ল'ৰা-ছোৱালীবে সৈতে দুটা পৰিয়ালৰ মাক দেউতাকহঁত থাকিব। বৌদ্ধ মন্দিৰৰ ভিতৰত শাৰী শাৰীকৈ চাকি জ্বলোৱা থাকিব। চাকিবোৰ বৌদ্ধ মন্দিৰত যিটো ধৰণে জ্বলায় সেইধৰণেই জ্বলোৱা থাকিব। ইফালে সিফালে সৰু সৰু ল'ৰা-ছোৱালীবোৰ দৌৰি ফুৰিব। সৰু সৰু ল'ৰা ছোৱালীবোৰে হাঁহিব— ইটোৱে সিটোক খেদি খেলালি কৰিব। লোকৰ লাহে লাহে মন্দিৰৰ ভিতৰত প্ৰৱেশ কৰিব। মন্দিৰত ৰূপৰেখা আৰু ৰঞ্জনক সেৱা কৰা দেখা যাব। বৌদ্ধ পুৰোহিতজন মন্দিৰটোৰ সোমাই সোমাই মৌহাৰত ভাগি এটাত বহি থাকিব। সেৱা কৰি দুয়ো মন্দিৰৰ পৰা ওলাই আহিব।)

**ৰূপৰেখা :** মই কিন্তু আজিহে প্ৰথম সেৱা কৰিছোঁ দেই। ইমান দিন ইয়ালৈ আহিছো কিন্তু মন্দিৰৰ ভিতৰত আজিহে সোমাইছো। (ৰঞ্জনে তাইলৈ চাব। ৰূপৰেখাৰ হাতত কেমেৰা থাকিব। দুয়ো বট গছজোপাৰ ফালে খোজ দিব। বটগছজোপা পোৱাৰ আগতে ইমুৰৰ পৰা সিমুৰলৈকে ৰচী টানি থোৱা থাকিব; সেই ৰচীবোৰত সৰু সৰু কাপোৰ আঁৰি থোৱা থাকিব। কাপোৰবোৰ বিভিন্ন ৰঙৰ হ'ব। কাপোৰবোৰত বুদ্ধিষ্ট লিপিৰে লিখা থাকিব। সেইবোৰক দেখুৱাই ৰূপৰেখাই ৰঞ্জন ক'ব) এইবোৰ দেখিছা ; এইবোৰ কিয় আঁৰি থোৱা আছে জানেনে?

**ৰঞ্জন :** কিয় আঁৰি থোৱা আছে?

**ৰূপৰেখা :** এনেকৈ আঁৰিলে হেনো মনৰ কামনা পুৰণ হয়। এনেকৈ মনেৰে যি ভাবি আঁৰে তাকে পোৱা যায় বুলি বিশ্বাস আছে।

**ৰঞ্জন :** অ। তুমি পিছে আঁৰিছিলা নে নাই?

**ৰূপৰেখা :** ওঁহো মই নাই কৰা তেনেদৰে?

**ৰঞ্জন :** কিয় ?

**ৰূপৰেখা :** মই বিশ্বাস নকৰোঁ? মই যি বিচাৰো সেয়া মই মনৰ মাজতে বিচাৰো। তাৰ কাৰণে প্ৰাৰ্থনা কৰো সদায়। (দুয়ো বটগছজোপাৰ তল পায়। বট গছজোপাৰ তলত কেইজনমান স্কুলীয়া ল'ৰাই কথা পাতি আছে। বট গছজোপাৰ তলতে বুদ্ধদেৱৰ মূৰ্তি এটা থাকিব। গছজোপা আৰু মূৰ্তিটো আগুৰি জেওৰা বেৰি দিয়া থাকিব। তাতে ৰূপৰেখা আউজি থিয় হৈ থাকিব। ৰঞ্জনে তাৰ পৰা দূৰৈৰ পাহাৰৰ স্কুলখন প্ৰাকৃতিক দৃশ্যবোৰ চাব। ৰঞ্জন ৰূপৰেখাৰ ওচৰতে থিয় হ'ব। এবাৰ দীঘলকৈ উশাহ টানিব।) ভাগৰ লাগিছে ন।

**ৰঞ্জন :** নাই লগা। ঠাইডোখৰ বৰ ধুনীয়া। (সি তাইলৈ চাব এবাৰ) ও কোৱাচোন এতিয়া তোমাৰ প্লানিং কি? (হঠাতে কি সুধিলে তাই বুজি নাপায় ভালে চাব। সিও চাব তাইলৈকে) বুজি পোৱা নাই—

**ৰূপৰেখা :** ওঁহো ; নাই পোৱা।

**ৰঞ্জন :** তোমাৰ প্লানিঙৰ কথা সুধিছো —

**ৰূপৰেখা :** কি প্লানিঙৰ কথা— মইতো আপোনাক কোনো প্লানিঙৰ কথা কোৱাই নাছিলো, হঠাতে কি প্লানিঙৰ কথা সুধিলে— বুজাই কওঁকচোন।

**ৰঞ্জন :** কিয় মই এনেয়ে ইয়ালৈ আহিছো নেকি?

**ৰূপৰেখা :** এনেয়ে আহিছো নেকি মানে —

**ৰঞ্জন :** কি মানে — (ৰঞ্জনৰ হঠাৎ মনত পৰিব।) অ' তোমাকতো অকল অটগ্ৰাফহে লাগে মোৰ পৰা। নহয় জানো —

**ৰূপৰেখা :** তাৰ বাহিৰে আৰু কি আশা কৰিব পাৰো মই — ( ৰূপৰেখাই কেমেৰাটোত কিমান বিল আছে চাব।) বিল

দেখোন ২০টা গ'লেই।

ৰঞ্জন : (খঙেৰে ক'ব) মই কিনৰ কথা সুধিছিলো নেকি? (তাৰ কথা শুনি ৰূপৰেখাই অলপ ভয় খাব)

ৰূপৰেখা : কি প্লানিঙৰ কথা কৈছেনো আপুনি?

ৰঞ্জন : আজি ৭-৮ মাহে কি কথা কোনত কৈ আছিলো তোমাক? তুমি খুউব ভালকৈ বুজিছা। বুজিও নুবুজাৰ ভাও ধৰিছা।

ৰূপৰেখা : অ—উ — বিয়াৰ কথা কৈছা? (তাইৰ কথাত ৰঞ্জনে খং মিশ্ৰিত চাৱনিৰে চাব, তাইৰ কথা শুনি তাৰ এনে লাগিছে যেন তাই উপলুতা কৰিছে। কোনো উত্তৰ নিদিয়ে। এবাৰ তাইলৈ এবাৰ আনফালে চাব। ভাৱগধুৰ ভাৱে দেখা যাব ৰঞ্জনক। কেমেৰাতো ৰূপৰেখাৰ পৰা ল'ব)

ৰঞ্জন : চাওঁ কেমেৰাটো দিয়া। (সি কেমেৰাৰে বাহিৰৰ দৃশ্যবোৰ চাব। কেইটামান ক্লিক মাৰিব কেমেৰাত। তাইৰফালে ঘূৰি লৈ) তোমাৰো ক্লজ আপ ফটো এটা লওঁ। (তাই বাধা দিব)

ৰূপৰেখা : বহুত ল'লে মোৰ ফটো আৰু নেলাগে লব। ইয়াত ললে ভালো নহ'ব; পোহৰ নাই আন্ধাৰ আন্ধাৰ ওলাব।

ৰঞ্জন : ও নলও তেনেহ'লে। কোৱা প্লানিং কি তোমাৰ—

ৰূপৰেখা : অকল প্লানিঙৰ কথাকে সুধি থাকিলা যে —

ৰঞ্জন : জানিব বিচাৰিছো তোমাৰ কথাবোৰ। এনেয়ে ইমান দূৰ আহিছো নেকি? কোৱা শুনো তোমাৰ প্লানিং কি?

ৰূপৰেখা : আপুনি চিৰিয়াছলি সুধিছে?

ৰঞ্জন : কি চিৰিয়াছৰ কথা কোৱা... ইমান দিনে কথা পাতিছো এতিয়া কিহৰ চিৰিয়াছৰ কথা ওলাল। তুমি কি মই ইয়াত ধেমালি কৰিবলৈ আহিছো বুলি ভাবিছা নেকি? ধেমালি কৰাৰ সময় নাই দেই।

ৰূপৰেখা : ধেমালি কৰিছো বুলি কৈছো নেকি? মই ভাবিছো ফুৰিবলৈ আহিছে, ঠাই চাবলৈ আহিছে আৰু লগতে যেনিবা মোৰ সৈতে স্বচক্ষুৰে চিনাকি হ'ব..... অ' মই অট'গ্ৰাফৰ মিনিবুকটো কিনিবলৈ সময়ে নাপালো। হ'ব দে— কেতিয়াবা দিবা আৰু ন। (অট'গ্ৰাফৰ কথা শুনি সি খঙতে চকু বেকা কৰি চাব। যেন এটা চৰ হে মাৰিব তাইক। তাৰ ভাৱমূৰ্তিটো দেখি তাই ক'ব) অ' অ' নকওঁ, নকওঁ আৰু নকওঁ। (তাই অলপ ভাবিব। কিছু নীৰৱতা।) বিয়াৰ কথানো কিনো কম। দুবছৰ মান লাগিব।

ৰঞ্জন : দুবছৰ কিয় লাগিব; এতিয়া কি অসুবিধা?

ৰূপৰেখা : একোতো কৰিব পৰা নাই। মাত্ৰ L.I.C. এটা খুলি থৈছো। তাৰ বাহিৰে বেংক বেলেঞ্চ অলপো নাই।

ৰঞ্জন : তাৰ মানে তোমাকো বেংক বেলেঞ্চ লাগে।

ৰূপৰেখা : চলিবলৈতো লাগিবই।

ৰঞ্জন : কিমান লাগিব তোমাক বেংক বেলেঞ্চ। হাজাৰ, লাখ নে কোটি?

ৰূপৰেখা : লাখ; কোটি; কিমানলৈকো মই সপোনতো ভাবিব নোৱাৰো।

ৰঞ্জন : কিমান লাগে-তোমাক বেংক বেলেঞ্চ?

ৰূপৰেখা : মোৰ নিজৰ কামৰ পৰা ৫০,০০০ জমা কৰিব পাৰিলেই বিয়াৰ নাম পাতিম। (সি অলপ খঙেৰে চাই তাইৰ কথাতো শুনি) মই কাৰো ওপৰত নিৰ্ভৰ কৰিব নোৱাৰো। সেয়ে মোক মোৰ কামৰ ৫০,০০০ মান হলেহে এইবোৰ কথা ভাবিব পাৰিম।

ৰঞ্জন : কিয় তুমিতো কোনত এদিন কৈছিলা দেখোন মন মিলিলেই হ'ব বুলি। এতিয়া টকাৰ কথা ক'ৰ পৰা আহিল?

ৰূপৰেখা : মন মিলাটোৱেইতো আচল কথা—

ৰঞ্জন : তেনেহ'লে এই টকাৰ কথাবোৰ ক'ৰ পৰা ওলাল?

ৰূপৰেখা : আনৰ টকাৰ কথাতো কোৱা নাই নহয়। মোৰ নিজৰ টকাৰ জমাৰ কথাহে কৈছো। আপুনি বেয়া পাইছে?

ৰঞ্জন : বেয়া পোৱাৰ কথা নহয়। তোমাৰ নিজৰ টকা জমাৰ কৰাৰ কথাই হওঁক— তুমি তেনেদৰে ক'বা বুলি মই ধাৰণা কৰিব পৰা নাছিলো।

ৰূপৰেখা : মোৰ কাৰণে চিন্তা কৰি দিওঁতা কোনো নাই, ঘৰত কাৰোৰে ওপৰত মই ভৰসা কৰিব নোৱাৰোঁ। সেয়ে মোৰ স্বাৱলম্বীতাটো মই অধ্যয়ন কৰিবই লাগিব।

আৰু এটা কথা মই যোৱাৰ আগতে দাদাই নবৌ আনিব লাগিব। কাৰণ মই গ'লে এই ইহঁতক কোনে মুঠি মাৰিব কোনে? এতিয়া মই আছো কাৰণেহে .....

ৰঞ্জন : এতিয়া তুমি আছা কাৰণে.... তুমি যোৱাৰ পাছত সিহঁতেও সিহঁতৰ বিষয়ে চিন্তা কৰিব। সৰু হৈতো থকা নাই। বুজিব পৰা হ'ল। কেতিয়াবা কেতিয়াবা তুমি আহি চাই যাবা। একেবাৰে তুমি যে ঘৰলৈ আহিবলৈ নাপাবা তেনে কথাতো নহয়। দাদাবোৰে ভনীয়েকক আগতে বিয়া দিবলৈ চাব লাগে।

ৰূপৰেখা : দাদাই তেনেকৈ কয়েই আৰু'..। আমি যোৱাৰ পাছতহে বোলে নবৌ আনিব।

ৰঞ্জন : তেনেহ'লে তোমাক টকা লাগে ন। এই টকাখিনি জমা কৰিবলৈ তোমাক বহুত সময় লাগিব জানানে? বহুত দিন লাগিব। বুজিছানে, বহুত দিন লাগিব তোমাক? ভণ্টী ক'ত থাকিলে। (সি ভণ্টীক বিচাৰি ইফালে সিফালে চাব। দূৰৈত দেখিব তাই আপোন মনে বহি Uncleship খাই থকা দেখিব। ভণ্টীৰ ওপৰত lightৰে উজ্জ্বল পোহৰ পৰিব। তাই বহাৰ পৰা উঠিব। সিহঁত দুয়োটা থকাৰ ফালে আহিব। uncleships খিনি তাই খাই প্ৰায় শেষে কৰিলে। অৱশিষ্ট থকাখিনি তাই সিহঁত দুয়োটাক দি দিব পেকেটটোৰে সৈতে।)

ৰূপালী : মই খাই শেষেই কৰিলো। অলপ আছে আপোনালোক দুজনে খাওঁক। (পেকেটতো ৰঞ্জনে ল'ব তাইৰ পৰা। সি নিজে কেইটামান চিপচ উলিয়াই পেকেটতো ৰূপৰেখাক দিব।)

মদন : লোৱা। (তাইও uncleships পেকেটৰ পৰা উলিয়াই লৈ মুখত ভৰাব। light off)

(১নং দৃশ্যত চুটিং ৰূম। তেওঁকাতে মজোৱা থাকিব। বেৰত কেলেণ্ডাৰ আৰু কেইটা ফ্ৰেম তিনিটা দেখা যাব। ৰূপৰেখা তেওঁকাত বহি মেগাজিন এখন চাই থাকিব। ৰূপালীয়ে কমন ভিতৰত ইকালে এবাৰ সিকালে এবাৰ অহা-যোৱা কৰিব। তেনেতে কল্পতৰু সোমাই আহিব মঞ্চলৈ)

কল্পতৰু : তোমালোকৰ সপোন কোঁৱৰক লগ পালানে আইজনীহঁত? ইণ্টাৰনেটত ল'ৰায় চাই। থুই.... দুনীয়াত আৰু কাম নাপালে, ছিঃ।

অ'ই আগতে নিজৰ ষ্টেটাছ দেখি পাইছ নে নাই। নিজক ঘূৰি চাইছনে নাই। নে বতাহত কৰ্বুৰা তোলাৰ দৰে উৰি ফুৰিছ? তোৰ এতিয়া এনেদৰে উৰি-ফুৰাৰ বয়স নাই বুজিছ। ক'ৰ ল'ৰা পাট্টা নাই; চুৰে নে ডকাইতে নে কোনো ঠিকনা নাই। ইণ্টাৰনেটত ল'ৰা চাই — ছিঃ মোৰটো লাজেই লাগিছে তোৰ কথাবোৰ ভাবি। তোৰ নিচিনাজনীক বিয়া নাপাতে বুজিছ, আজি কালি কেৰিয়াৰটো কেৰিয়াৰ প্ৰেম হয়। হাইটেক প্ৰেম মাথো কেৰিয়াৰতো কেৰিয়াৰ। তই ক'ত সি ক'ত। ভাবি চাইছনে এবাৰ। অ'ই আইজনী (ৰূপৰেখাই চাই থকা মেগাজিনখন কল্পতৰুৱে লৈ লয়। ওচৰতে বহি লব। মেগাজিনৰ পাত লুটিয়াব) বুজিছা সোণজনী, তই তাৰ উপযোগী নহয়। এনেয়ে এইবোৰ — সব এনেয়ে। মোৰ যে ভাবি আচৰিত লাগিছে— দেশে-বিদেশে ঘূৰি ফুৰা ল'ৰা ইটানগৰত ছোৱালী চাবলৈ আহিছে....। ইও এটা পাগল যেনেই লাগিছে। দুনীয়াত আৰু সি ছোৱালী বিচাৰি নাপালে নে? মষ্ট পাগল হ'ব ইও। পাগলে পাগলে মিলিছে। (ৰূপালীক উদ্দেশ্যি ক'ব) অই টিলিকি-টিপৌ, লগ পালিনে নে নাই? ক আকৌ নকঅ' কেলৈ?

ৰূপালী : এসোপামান গালি দিয়াৰ পাছত— কিবা শুনিবলৈ মন গৈছে নেকি? নকওঁ।

কল্পতৰু: ক' আকৌ শুনো। এজনী পাগলী ইয়াত আছেই, আৰু এটা পাগলৰ কথা শুনো আকৌ। ক'চোন চাবলৈ কেনেকুৱা? ক'ত আছে?

ৰূপালী : জানি কি কৰিবা?

কল্পতৰু : পিটিবলৈ যাম।

ৰূপালী : তেনেহ'লে নকওঁ।

কল্পতৰু : ক ক। শুনো আকৌ। ধেৎ নিপিটোও অ' বেচেৰা ইমান দূৰ আহিছে; কিমান আশা লৈ আহিছে ছাগে। ইমান মাহৰ মূৰত। মই তোমালোকক এনেয়ে ধেমালিকৈহে কৈছো।

ৰূপালী : বৰ্ষা। (ৰূপৰেখা লৈ চাই) দেখিছ, তোৰ কথাবোৰ শুই শুনি তাইৰ অৱস্থা। (ৰূপৰেখাই লুকুৱাৰ বিচাৰে মনৰ ভাববোৰ। মেগাজিনখনৰ পাত লুটিয়াই যাব। ৰূপালী কল্পতৰুৰ ওচৰতে বহি লব) দেখাত বেয়া দেখা নাই। খালি এইৰ নিচিনাহে ক্ষীণ, ওখ। কিন্তু দুয়োটা সমানেই। তেওঁ হেনো লিখা মেলা কৰে। এই মাহত তেওঁৰ লেখা এটা প্ৰকাশ পাইছে। দেখুৱাই ছিলে কিতাপখন।

কল্পতৰু : ঘৰলৈ লগত লৈ নানিলি কিয়?

ৰূপালী : বায়ে লগ ধৰিছিল? নাহে হেনো। কৈছে -ঘৰলৈ গৈ কি কৰিম— যিহকে চাবলৈ আহিলো, চাবলৈ পালো আৰু ঘৰত কি চাবলৈ যাম।

কল্পতৰু : অ' এইটো আকৌ কেনেকুৱা কথা? ছোৱালী চাবলৈ আহিছে ছোৱালীৰ ঘৰলৈ আহিবহে লাগে। ভয় কৰিছে ছাগে পিটিব বুলি। সাহস থাকিলেহে। অই এইবোৰ চুৰুপাং বুজিছ। চুৰুপাং। ঘৰৰ মানুহৰ লগতহে কথা পাতিব লাগে সেইটো সি নাজানে নেকি? চুৰুপাং মানুহবোৰ এনেকুৱাই বুজিছ? আৰু কচোন কি কি কথা পাতিলে?

ৰূপালী : মই শুনাখিনিহে ক'ব পাৰো দেই। তেওঁৰ পিতাশ্ৰী-মাতাশ্ৰীয়ে আপত্তি নকৰিব নেকি বুলি সুধোতে কৈছে - তেখেতৰ পিতৃ-মাতৃয়ে হেনো তেওঁক সম্পূৰ্ণ কৰ্তৃত্ব দি থৈছে। দেউতাকে কৈছে বোলে — যিয়েই নহওঁক ধৰ্মৰ ভিতৰতে হ'লে ভাল। মহাশয়ৰ বোলে ধৰ্ম- চৰ্ম বিচাৰ নাই।

কল্পতৰু : তাৰমানে এই তালৈকে যাবই। (ৰূপৰেখাক উদ্দেশ্যি)কথা ঠিক কৰিলেই নেকি অ'ই হাফব্ৰেইন। এনেয়ে এইবোৰ বুজিছানে? এনেয়ে। সঁচায়ে তুমি কি কৰিবলৈ ওলাইছা নেজানো, কিন্তু মোৰ বহুত চিন্তা লাগিছে তোৰ কৰ্মবোৰ দেখি। বাইচাঞ্চ যদি তুমি ঠগ খোৱা তেতিয়া তোমাৰ অৱস্থা যে কি হ'ব তাকেহে মই ভাবিছো। ইণ্টাৰনেটত বিয়া হয়। কিন্তু সেইয়া কেৰিয়াৰটো কেৰিয়াৰ। আমাৰ ষ্টেটাছ সিহঁতকৈ বহুত তলত। আজিৰ দিনত এনেকুৱা সম্পৰ্ক সম্ভৱেই নহয়। অ কি কৈছিলা লেখক ন সি— তেনেহ'লে সি অইন একো বিচাৰা নাই তোমাৰ পৰা লিখিবলৈ সম্বল বিচাৰি ফুৰিছে। বাস্তৱ অভিজ্ঞতা অবিহনে কোনো লিখকে লিখিব নোৱাৰে বুজিছা। তোমাক সি মাথো— লেখাৰ সম্বল হিচাপেহে ব্যৱহাৰ কৰিব। তাৰ বাদে একো নাপাবা তুমি। তোমাক বিয়া কৰাতো ক'ববাৰ দূৰৰে কথা। ধ্যুৎ...... বাদ দে বুজিছা, বাদ দিয়া, ইমানতে এইবোৰ সম্পৰ্ক বাদ দিয়া। নহ'লে পস্তাবা কিন্তু কৈ দিছো। তোমাৰ ভালৰ কাৰণেহে কৈছো।

এইবোৰ মানুহৰ মানৱতা বোলা বস্তু একো নাথাকে। সিহঁত হ'ল কৃত্ৰিমভাৱে ডাঙৰ হোৱা মানুহ। চিনেমাবোৰত দেখিছানে সেই একে ধৰণৰ মানুহ এইবোৰো বুজিছা।

মানিছো কি তুমি মৰৰ মানুহৰ পচন্দবোৰ ভাল নোপোৱা। কিন্তু ইয়াতে তুমি নিজেওটো চাব পাৰা। ইয়াতে

দেখোন তোমাক পচন্দ কৰা ল'ৰা খেৰ আছে। তাৰে এজন বাচি লোৱা। সদায় দেখি থকা বিশ্বাসতো লব পাৰি। ক'ৰ নেদেখা নুশুনা নজনা ল'ৰাক পচন্দ কৰিছা। কাছ-ৰাজহাঁহৰ কাহিনীৰ দৰে নহ'লেই ৰক্ষা।

**ৰূপালী :** হ'ব দে ; আজিলৈ বন্ধ হওঁক এই আলোচনা।

**কল্পতৰু :** বন্ধ হওঁক নহয়। তাইৰ ভালৰ কাৰণেহে কৈছো। এইবোৰ মানুহক কোনো ভৰসা কৰিব নোৱাৰি। তোমোৰাৰ দৰে খাই ফুৰা এইবোৰ মানুহ। জানো নহয় ভালকৈ। পেহীয়েওটো মানা কৰিছে তোমাক।

**ৰূপালী :** পেহীয়ে প্ৰথমতে মানা কৰিছিল। কিন্তু লেখক বুলি জনাৰ পাচত মানা কৰা নাই। লেখক মানুহে হেনো বহুত কথা বুজি পায়।

**কল্পতৰু :** অ' তেনেহ'লে পেহীৰ পৰা সন্মতি পাইহে ইমানখিনি আগবাঢ়িছে। তথাপিটো মোৰ মনটোৱে কিন্তু নামানে দেই। টিলিকি-টিপৌ চাহ বনাগৈ যা। (ৰূপালীক টিলিকি-টিপৌ কোৱাত তাই খং কৰে)

**ৰূপালী :** কি টিলিকি-টিপৌ,টিলিকি-টিপৌ কৈ থাক। হে চাচোন মোৰ দৰে চাপৰ। (প্ৰস্থান)

**কল্পতৰু :** অ আইজনী। মোক হ'লে পাছত দোষ নিদিবা দেই— দাদাই মোক একো আইডিয়া নিদিলে বুলি। বাস্তৱ যি দেখিছো তাকেহে তোমাক কৈছো। বাকী তোমাৰ ইচ্ছা। সৰু ছোৱালীটো নোহোৱা মাৰি পিটি ঠিক কৰি লম। খুউব ভালকৈয়ে বুজিব পৰা হলা। (প্ৰস্থান। ৰূপৰেখাই মেগাজিনৰ পাত লুতিয়াব।)

light off

(২ নং মঞ্চত ৰূপৰেখা, সন্ধ্যা, মনোজ, দিপাঞ্জলী, সীমান্ত। টেবুলএখন আগুৰি পাঁচোটাই বহি থাকিব।)

**সীমান্ত :** তেনেহ'লে তোমাৰ প্ৰেমৰ কাহিনী এইয়া। তেওঁৰ কথাত বিশ্বাস কৰি তুমি গুৱাহাটীলৈ গ'লা। তাত গৈ দাদাই কোৱা কথাবোৰক বাস্তৱত তেওঁৰ পৰা শুনিবলৈ পালা। তেতিয়া তোমাৰ হৃদয়খন আতংকৰ ভাবনাই বেৰি ধৰিলে, তেনে ভাৱনাৰ যুদ্ধত পৰি আজি এবছৰতে তোমাৰ বয়স বাঢ়ি গৈ হ'ল দহবছৰ। নহয়নে?

**ৰূপৰেখা :** অ, তেওঁ মোক মানুহ বুলিয়েই গণ্য কৰা নাছিল। বহুত দুখ লাগিছিল তেওঁৰ ব্যৱহাৰবোৰ। যেন মই মানুহেই নহয় তেনে ব্যৱহাৰ মাননীয় মহাশয়জনৰ। বৰ একেবাৰে ডাঙৰ মানুহ। মাই ফুট মোৰ দৃষ্টি ভঙ্গীত ঈশ্বৰতকৈ কোনো ডাঙৰ হ'বই নোৱাৰে।

কয় কি—"সাধাৰণ ডি.টি.পি অপাৰেটৰৰ লগত কথা পতা দেখিলে মোক মানুহে হাঁহিব।" এইষাৰ কথা যি দিনা তেওঁৰ মুখৰ পৰা শুনিছিলো সেইদিনাৰ পৰাই মই নিজক হেৰুৱাইছিলো। মই কিয় আহিলো ইটানগৰ এৰি। তাত মোৰ কি নাছিল? ইনকামৰ সুবিধাও কিমান ভাল আছিল। দৰমহাটো মোৰ ক'ৰবাতে থাকে। পাৰ্ট টাইম্‌ কামৰ পৰাই দৰমহাতকৈ বেছি ইনকাম হয়। বাইদেউ এজনী আছে তাইৰ ডি.টি.পি অপাৰেটৰ নাছিল। তাই মোক কন্টেক্ট বেচিচ কাম কৰিবলৈ দিছিল। টাইপিং স্পিডটো ভাল বাবে আৰু মই খুউব ভাল কাম কৰা বুলি জনাৰ পাছত প্ৰায়বোৰ কাষ্ট'মাৰে বাইদেউজনীৰ তালৈ আহিছিল। সেইমতেই ময়ো কমিছন পাইছিলো। বহুত ভাল ইনকাম আছিল মোৰ। সকলো শেষ হ'ল একমাত্ৰ তেওঁক বিশ্বাসত লোৱাৰ বাবেই। মই আগতেই কৈছিলো মোৰ কোনো পৰিচয় নাই, তুমি তোমাৰ বন্ধুবোৰৰ আগত কি বুলিনো চিনাকি দিবা। এইবোৰ কথাত তেওঁ কোনো গুৰুত্বই দিয়া নাছিল। কয় কি তেওঁৰ বোলে ধনী-দুখীয়া, ধুনীয়া, জাত-পাত কোনো গুৰুত্ব নিদিয়ে। মন মিলিলেই হয় হেনো। এনেবোৰ কথা কোৱা মানুহৰ মুখত যেতিয়া সম্পৰ্ক মাজত যে কেৰিয়াৰৰ মস্ত পাহাৰৰ মানসিকতা দেখিবলৈ পাওঁ আতংকিত নহয় কেনেকৈ পাৰো— তেওঁৰ কথাবোৰ প্ৰতিটো বেপেৰুবাদৰে লাগিবলৈ ধৰিলে।

পাছত মই কোৱা কথাবোৰকে যেতিয়া তেওঁ ৰিপিট কৰিবলৈ ধৰিলে— তেতিয়া আৰু মই মানুহ হৈ থাকিম নে? তেওঁৰ বাবে চাগৈ ভালপোৱাতো এটা পুতলাৰ খেলা।

এনেধৰণৰ কেনেকুৱা মানুহ হ'ব কোৱাচোন?

**সীমান্ত :** কেনেকুৱা হ'ব দাদাই কোৱাৰ দৰে পাগল মানুহ। হাফ ব্ৰেইন।

**দিপাঞ্জলি :** ও ঠিকেই। এজনী ছোৱালীক ইমান দূৰৰ পৰা মাতি নি— ইমানবোৰ সমস্যাত পেলালে— এইবোৰ মানুহ জীয়াই জীয়াই মানুহক মৃত্যুৰ মুখলৈ ঠেলি দি ৰং চাই থকাবিধৰ। ফাল্টু হয়। একেবাৰেই ফাল্টু।

**মনোজ :** সঁচাই যদি তেওঁ বিচাৰিছিল চিনাকি দিব পাৰিব লাগিছিল। ফাল্টু নকয় কি কম। তেওঁৰ কোনো নাই বুলি জানিহে ছোৱালীবোৰে তেওঁৰ ইমান পিছ লৈছে, সেই মুহূৰ্তত সি যদি সঁচাই ভাল পাইছিল তেনেহ'লে কথাটো জনালেহেঁতেন। তেওঁ যিবোৰ কৰিছিল এটাও নিয়মত নহয়। মস্ত এটা পাগলেই হয়। তোমাৰ দাদাই কোৱাৰদৰেই সি মাথো ......। ঘৰৰ মানুহে সদায় বিপদত নপৰক বুলিয়েই সাৱধান কৰি দিয়ে। "বুঢ়াৰ কথা নুশুন ডেকা ফান্দত পৰি কিয় কেকা" তেনেহ'লে তোমাৰ ক্ষেত্ৰতহে পুৰা মাত্ৰাই ফলিয়ালে।

**সন্ধ্যা :** তুমিও নিশ্চয় কিবা ভুল কৰিছা।

**ৰূপৰেখা :** মই যদি কিবা ভুলও কৰিলো, তাৰ বাবে তেওঁৰেই পুৰা মাত্ৰাই দায়ী। বৰ একেবাৰে মোৰ সমান কোনো নাই ভাবনা তেওঁৰ। খুউব নিজকে টেঙৰ বুলি ভাবে। বিউতিৰ কথা যদি তেওঁ আগৰ পৰাই জানিছিল তেনেহ'লে মোৰ আগত দম দি ক'ব নালাগিছিল যে — "বিউতিৰ সমান ভাল ছোৱালী নাই বুলি"। তেওঁ এনেদৰে

কোৱাৰ পাছত মই যি কথা ক'বলৈ মাতিছিলো সেই কথা ক'বলৈকে নোৱাৰিলো। বেলেগ কিবা এটাহে কোৱা হ'ল তেতিয়া। ওলোটা তেওঁকহে অবিশ্বাস কৰাৰ দৰে কথা কোৱা হৈ গ'ল।

পাছত যেতিয়া বিউতিয়ে তেওঁক ভালপোৱাৰ কথা জানিলে তেতিয়া আকৌ তেওঁৰ মন্তব্য কেনেকুৱা— একেবাৰেই শুনিবলৈ বেয়া মন্তব্য দিছিল বিউতিৰ বিষয়ে মোৰ আগত। মই ভাবিলো আৰে এই বোৰ মানুহ কেনেকুৱাবিধৰ এবাৰ ধাতি মাৰি ক'ব ভাল বুলি পাছত ক'ব বেয়া বুলি। ধ্যুৎ. মোৰ খঙে মূৰৰ চুলি আগ পাইছিল। তেতিয়া মই জানিলো ইয়াৰ মনত ছোৱালীৰ প্ৰতি কোনো আদৰ নাই। বেপেৰুৱা, মস্ত বেপেৰুৱা।

কৰবীয়ে অফিচত অহা প্ৰথমদিনাই তেওঁক যেতিয়া ভাত খালে নে নাই বুলি সুধিছিল। তেতিয়া আমি দুয়ো চকুৰে চকুৰে চাইছিলো। এজনীটো পিছত লাগিয়েই আছে। আৰু এজনী আহিল। তেওঁ চকুটো পকাইছিল তাইৰ কথাটো শুনি। তেওঁৰ চেহেৰাৰ ভাষা পঢ়িছিলো মই। বুজিছিলো ভালকৈ আৰু তেওঁ বেয়াকৈ জালত বন্দী হোৱাৰ দিশত আগবাঢ়িছে। তেতিয়া তেওঁৰ চিন্তা ধেৰ। কি কৰিব নকৰিব একো ভাবি নাপায়।

মোক বুজায় কয় — " হাঁহি মাতি থাকিবা। মই সকলো হেণ্ডেল কৰি লম। ইমান দিনে ইহঁতে ক'ত মৰি আছিল। ইমান দিনেটো ইহঁতৰ চেহেৰাত মোৰ প্ৰতি দুৰ্বলতা কোনো দিন দেখা নাছিলো। এতিয়া মই ইয়াত এটা অফিচ খুলিবলৈ লোৱা দেখিহে সকলোৰে মোৰ পিছত লাগিছে। এনেদৰে বহুত কথাই বুজাইছিলে। কিন্তু তোমালোকেই কোৱাচোন মই হাঁহিব নোৱাৰিলো। সদায় অন্তৰখনক আতংকই আৱৰি ধৰি থাকিল। কোনোমতেই শান্ত কৰিব নোৱাৰিলো।

তেওঁ এদিন বিউতিক সকলোৰে আগত সুধিযেই দিলে — তেওঁৰ সৈতে কিবা আছিল নেকি বুলি? এনেদৰে সুধাত বিউতিয়ে আকৌ মোৰ নামটোহে ললে— মোৰ কাৰণেহে আহে বোলে। মোৰ আৰু ভয় সোমাল আৰে মোক মাজত কিয় টানিছে। তাই তেনেদৰে কোৱাত তেওঁ ক'লে কি — ' তাই ৰাতি দহ বজালৈকে মোৰ লগত থাকে নেকি যে - - তুমি ৰাতি দহ বজাত তাইক বিচাৰি মোৰ ৰূমলৈ আহা।" বহুতৰ আগতে তাইক তেনেদৰে অপদস্ত কৰাত মোৰো অত্যন্ত বেয়া লাগিছিল। এইষাৰ কথা তেওঁ ব্যক্তিগতভাৱেও সমাধান কৰিব পাৰিলেহেঁতেন? তেতিয়া বিউতিক লৈ তেওঁৰ বন্ধু বৰ্গও জোকাইছিল। প্ৰণৱে প্ৰথম তেওঁক সুধিছিল হেনো বিউতি আৰু তেওঁৰ বিষয়টো। তেওঁ মোক সকলোবোৰ কথা খুলি কৈছিল। বিউতিৰ পৰা যিমানখিনি জানিছিলো তাইৰ সৈতে তেওঁৰ সম্পৰ্ক বন্ধুৰ বাহিৰে একোৱেই নাছিল।

এটাৰ পাছত এটা মাথো ভুলৰ উপৰিও ভুল হৈ গৈ আছিল। চিন্তা কৰিলো নাই নহ'ব আৰু। আৰু নহ'ব এনে পৰিস্থিতিত থাকিলে মই পাগল হৈ যাম। সেয়ে ওলায় অহাটোকে সিদ্ধান্ত কৰিলো। মোক শান্তি লাগে। শান্তি..। তোমাক পোৱা নোপোৱাতো পিছৰ কথা হেৰাব ধৰা শৃংখলাক মই ধৰি ৰাখিব পাৰিব লাগিব। নহ'লে ভৱিষ্যত মৃত্যুৰ সম্ভাব্য অধিক দেখিলো। চাৰিকোণীয়া প্ৰেমত পৰি মই মোৰ জীৱনটোক মৃত্যু দিব নোৱাৰো। মোৰ জীৱনটোক মই বিৰাট ভাল পাওঁ। লাখটা দুখেই আহক তথাপি মই মোৰ জীৱনটোক বিৰাট ভাল পাওঁ।

— "তোমাৰ বেমাৰ হ'ব মোক কিয় গালি দিছা? ভুল মোৰ নাছিল। কিন্তু কথাষাৰ কোৱা হোৱা নাছিল। সঁচা সঁচি পিছদিনা তেওঁৰ বেমাৰ হোৱাৰ কথা জানিছিলো। তেতিয়া মোৰ আচৰিত লাগিছিল। তেনেদৰে তেওঁ মোক যেতিয়াই মোৰ বিৰুদ্ধে বিষোদগাৰ কৰি খং কৰিছিল তেতিয়াই তেওঁক বেমাৰে ধৰিছিল। কিয় তেনে হৈছিল মই নাজানো। মই গুচি অহাৰ পাছতো সেযে তেওঁৰ যাতে বেমাৰবোৰ নহওক তাৰ বাবে বহুত খাটিব লগীয়া হৈছিল মই ঈশ্বৰৰ ওচৰত। যেতিয়াই তেওঁ বেমাৰত চট্‌ফটাই মোক মনে মনে অভিশাপ দিয়াৰ কথা মই গম পাওঁ। তেওঁৰ এই অভিশাপৰ পৰা কেনেদৰে মুক্ত হ'ব পাৰো চিন্তা কৰিছিলো। দুঃখ মোৰ অত্যন্ত লাগিছিল।

ওলাই অহা শেষ মুহূৰ্তত তেওঁ প্ৰশ্ন কৰিছিল — "তুমি কিয় এনেদৰে কৰিলা? এনেদৰে কৰিব বুলি মই সপোনতো ভবা নাছিলো। চাকৰি গৈছে চেহেৰাত দেখোন একো চিন্তাই নাই।" কাৰণ তেওঁৰ ওচৰত মই নিজকে বহুত স্ফূৰ্তিকৈ অভিনয় কৰিবলৈ বাধ্য হৈছিলো।

কিন্তু যেতিয়াই দুৱাৰখন পাৰ হৈছিলো— এনে লাগিছিল মোৰ অন্তৰ-আত্মাযেন তেওঁৰ ৰূমতে সৰকি থাকি আহিল। অদ্ভুত অনুভৱ। দুৱাৰখন পাৰ হোৱাৰ লগে লগে ৰাখিব পৰা নাছিলো বৈ আহিব ধৰা চকুপানীৰ ঢৌক। পংকজ-কবিতাই দেখিছিল মোৰ কান্দোন। পংকজৰ সৈতে কথা পাতিছিলো চিৰিৰ সন্মুখত বৈ। পংকজে মোক সুধিছিল— মোৰ সমস্যা কি? ব্যক্তিগত নে প্ৰফেছনেল? প্ৰফেছনেল হ'লে তোমাক মই সহায় কৰিব পাৰিম। ব্যক্তিগত হ'লে নোৱাৰিম।" মই জানো তাত মোক সহায় কৰা ব্যক্তি কোনো নাই। সেই যি অনুভৱ হ'ল তেওঁৰ অফিচত মোৰ অন্তৰ-আত্মা সুলকি থাকি অহা— মাত্ৰ মানুহজনী শৰীৰ অৱয়বটোহে যেন মোৰ লগত আহিছিল। আচৰিতৰো আচৰিত লাগিছিল। এনে অনুভৱবোৰৰ কথা গল্প উপন্যাসতহে পঢ়িছিলো। কৰিম কি মই? কোনো পথেই বিচাৰি পোৱা নাছিলো।

ইটানগৰৰ পৰা গুৱাহাটীলৈযাবলৈ যিমানেই সময় চমু চাপি আহিছিল সিমাহে বেয়া বেয়া সপোন দেখিছিলো। সপোনত নিজকে অন্ধ হোৱা দেখিছিলো প্ৰতিটো নিশাই। এনে সপোন আগত দেখা মনত নপৰে। সপোনৰ অৰ্থটো

মই বিচাৰিও উলিয়াব পৰা নাছিলো। ভাবিছিলো সঁচাকৈ মই অন্ধ হম নেকি? তেওঁক এই সপোনবোৰৰ কথা কোৱাত কোনো গুৰুত্ব নিদিলে। গালিহে দিছিল মোক। যেতিয়া পৰিস্থিতিবোৰৰ সৈতে সন্মুখীন হৈছিলো তেতিয়াহে সপোনৰ অৰ্থটো বুজি পাইছিলো। নিজকে অন্ধ হোৱা সপোন দেখিলে বাস্তৱত এনেকুৱা পৰিস্থিতিৰ সন্মুখীন হ'ব য'ত নেকি তুমি চকু থাকিও অন্ধ হৈ পৰিব। কোনো পথ বিচাৰি নাপাব। কাৰণ সৰ্বশক্তিমানজনে জানিছিল মোৰ কৰ্মই মোক কি দিবলৈ লৈ গৈ আছে। সেয়েহে ইংগিতেৰে সাৱধান কৰি দিছিল।

মনত সাহস আৰু ধৈৰ্য্য বান্ধিছিলো এই সমস্যাক মই জিকিবই লাগিব। মই জীয়াই থাকিবই লাগিব। এইয়া মোৰ শেষ সিদ্ধান্ত। নিজেই নিজৰ ভাৱনাক অধ্যয়ন কৰিছিলো। বহুত অধ্যয়ন কৰিছিলো। খুপি খুপি অধ্যয়ন কৰিছিলো মনৰ দুঃখবোৰক। কিয় এনে হয়? প্ৰিয়জনৰ প্ৰতাৰণাত কিয় এনে হয়? কি ৰাসায়নিক বিক্ৰিয়া এইয়া? বহুত অধ্যয়ন কৰিছিলো। কেতিয়াবা সাৰি গৈছিলো মই মোৰ দুঃখবোৰৰ ওচৰত। প্ৰাৰ্থনা কৰিছিলো বহুত... প্ৰাৰ্থনাই কোনো কাম দিয়া যেন নেপালো। মনলৈ অনুভৱবোৰ আহিব ধৰিলে তেওঁৰ এটি স্পৰ্শই মোক নতুন জীৱন দিব পাৰে। সেয়ে এদিন সিদ্ধান্ত কৰিলো কিবা এটা কৰো-

— সেইদিনা বন্ধৰ দিন। অসম বন্ধ দিছে। মই ৰুমতে আছিলো— মোবাইলৰ পৰা অহৰহ মিচকল দিবলৈ ধৰিলো..... তেতিয়া তেওঁক এৰি থৈ অহা ছমাহ পাৰ হৈছে। মিচকল দিয়াৰ পাছত তেওঁ মোলৈ বেক কল কৰিছিল। ৰিচিব কৰিছিলো কিন্তু ইচ্ছা কৰিয়েই কথা পতা নাছিলো। সিফালৰ পৰা কাটি দিয়াৰ পিছত আৰু অহৰহ মিচকল কৰিছিলো। তেতিয়া তেওঁৰ পৰা এছ.এম.এচ আহিছিল—Who is this nonsence। তেতিয়াহে মই পৰিচয় দিছিলো। বিৰাট গালি দিছিল মোক তেতিয়া তেওঁ। ইমান পৰ্য্যন্ত কৈছিল— "কিবা যদি প্ৰব্লেম হৈছে আহি যোৱা জি. এম. চি.ত ঠিক কৰাই দিম।" এনেকুৱা কথাও কৈছিল। তেওঁৰ কথালৈ মোৰ কোনো কাণষাৰ নাছিল। মই যি কৰিছো ঠিকেই কৰিছো। গালি দি হোৱাৰ পাছত আকৌ সহজ হৈ কৈছিল— "অফিচত আহিবা কথা পাতিম" বুলি মাতিছিল।

মোৰ আকৌ খং কি— বেং মই তোৰ লগত কথা পাতিম? হু। এইয়া যে মই এটা অধ্যয়নৰ বাবে কৰিছো তেওঁ কি জানিব। তেওঁ অফিচলৈ মাতি পঠোৱাৰ এসপ্তাহমানৰ পিছত এদিন ওলাইছিলোগৈ তেওঁৰ অফিচত। সিদিনা দিয়া মিচকলৰ কথা লৈ ধেৰ গালি দিছিল। মই সেইবোৰ একো শুনা নাছিলো। কি কি কৈছিল মোৰ কাণত একো সোমাব দিয়া নাছিলো। মই বিচাৰিছিলো যি ৰাসায়নিক বিক্ৰিয়াই অহৰহ মোৰ কলিজাটোক চেপি ধৰি ৰাখিছে সেই ৰাসায়নিক বিক্ৰিয়াৰ উপশমহে। তেওঁ ঠাট্টা কৰি বহু কথাই শুনাইছিল সিদিনা। তেওঁৰ কথাবোৰক মই-- 'মাই ফুট' কৰিয়েই উৰোৱাই দিছিলো। চিন্তা কৰিব ধৰিলো তেওঁৰ স্পৰ্শ আহিব ক'ৰ পৰা— আইডিয়া পালো — ইস্কেচ তেওঁৰ মোবাইল। ইতিমধ্যে তেওঁ কাৰোবাৰ সৈতে কথা পাতি মোবাইলটো থৈছিল টেবুলত। মনলৈ অহাৰ লগে লগে সিদ্ধান্ত কৰিলো মোবাইলটোকে ভাঙিম। তেতিয়াটো তেওঁ থাপৰ নিদিয়াকৈ থাকিব নোৱাৰিব। বেষ্ট আইডিয়া-- লগে লগে কাম আৰম্ভ— মোবাইলটো মই ভাঙিলো আৰু অৱশেষত সি মোক থাপৰ এটা দিলে। মই কিন্তু চাৰিটামান থাপৰ আশা কৰিছিলো হেঁপাহ পলোৱাকৈ— তেওঁ মনে মনে মোক অভিশাপ দি থকাৰ পৰাও মুক্ত হলো।

ধেৰ মানুহ গোট খাইছিল। কাকো কেয়াৰ কৰা নাছিলো। বেংবোৰ সব পাগল। পাগলৰ লগত পৰি মইও যেন পাগল হৈ গৈছিলো। থাপৰ দিওঁতে তেওঁৰ হাতখন কঁপিছিল। মনত তেওঁৰ দুঃখও লাগিছিল হয়তো। বুজিছিলো মই।

আৰু জানা সিদিনাৰ পৰা সঁচাই মোৰ কলিজাটো কিহবাই চেপি ধৰি ৰখা অনুভৱৰ পৰা বহুখিনি উপশম পাইছিলো। এই বিষয়লৈ তেওঁলৈ চিঠি এখন পাছত দিছিলো। তাত লিখিছিলো আৰু তিনিটামান থাপৰ আশা কৰি আছো বুলি। কাৰণ ঈশ্বৰে কৈছে জগতত যিজন সকলোতকৈ সৰু তেওঁ ঈশ্বৰৰ দৃষ্টিত বহুত ডাঙৰ। ঈশ্বৰৰ সন্তানবোৰৰ হয়তো এইয়ে চিন। ঈশ্বৰে বিচাৰিছিল মই যেন সকলোৰে আগত অপমান পাওক। সেইয়া হ'ল। মোৰ তেনে ব্যৱহাৰত তেওঁ ছাগে কি ভাবিছিল নাজানো।

তোমালোকে কোৱাচোন এতিয়া এইবোৰৰ বাবে কোন দায়ী। তেওঁ আদৰি লব নালাগিছিল মোক নহয়নে? আন্তৰিকতা দিব আৰু সমাজৰ ওচৰত স্বীকৃতিও দিবলৈ সাহস নাই। ডাঙৰ মানুহ নহয় তেওঁ। আগতে কিয় নুবুজিলে? দুটা আত্মাৰ মিলন কোনো ল'ৰা-ছোৱালী পুতলা খেল নহয় বুলি তেওঁ তেতিয়ালৈকে বুজি পোৱা নাছিল নেকি? মোতকৈটো বহুত শিক্ষিত, বয়সতো ডাঙৰ। তেওঁক মই শিকাব লাগিছিল নেকি? কিন্তু তেওঁৰ পৰা মই অধ্যয়ন কৰি যি পালো ধ্যুৎ বোলো উচ্চ শিক্ষিত হ'ব পাৰে... জীৱনৰ উপলব্ধিত মই তেওঁতকৈ শ্ৰেষ্ঠ।

এৰি দিছিলো মোৰ হৃদয়খনক দুঃখবোৰৰ লগতে। সিহঁতৰ সৈতে ধেমালি কৰিবলৈ শিকিছিলো। যেতিয়া সিহঁতৰ সৈতে ধেমালি কৰিবলৈ শিকিলো তেতিয়াহে মই জিকিলো। আৰু চোৱা আজি মই জয়ী হ'লো। মোৰ এতিয়া কোনো দুঃখ নাই। সকলো দুঃখৰ পৰাই মুক্ত মই। এতিয়া মই সম্পূৰ্ণ স্বাধীন মনৰ। আগৰদৰে মই এতিয়া মনে মনে ঈশ্বৰৰ সৈতে কথা পাতো। ভাল লাগে। শান্ত হৃদয়খন আকৌ ঘূৰাই পালো। বাইবেলত কি কৈছে জানা ঈশ্বৰে দিয়া জল হেনো অনন্তজীৱনলৈ। তেওঁৰ লগত

বিয়া হলেওটো এদিন কান্দিবই লাগিলহেঁতেন। কিয়নো এদিনটো তেওঁও মৰিব বা মইও মৰিম। তেওঁ যদি আগত মৰিলেহেঁতেন তেতিয়া মই এনেদৰেই কান্দিবলগীয়া হলোহেঁতেন। নহয় জানো? আমি কাৰোবে লগৰীয়া হ'ব নোৱাৰো। মোৰ এতিয়া কোনো দুঃখ নাই। মোৰ আত্মাৰ লগৰীয়া পালো ... সেইয়া কি জানা .... সেইয়া ঈশ্বৰৰ আশীৰ্বাদ, ঈশ্বৰৰ অনন্তকলীয়া প্ৰেম যিয়েই সদায় মোক আনন্দিত কৰে আৰু কৰি থাকিব। যিয়েই পাইছে এনে ঈশ্বৰৰ প্ৰেম তেওঁহে বুজিব পাৰিব। তাত শান্তি আছে। বহুত শান্তি। মোৰ প্ৰথম আৰু শেষ প্ৰেমৰ দহা-কাজ এনেদৰেই কৰিলো।

হিঃ হিঃ হিঃ (ৰূপৰেখাই অন্তৰখোলা হাঁহি মাৰে। ফৰিংফুটা জোনাকৰ হাঁহি মাৰিব)

**দিপাঞ্জলি** : সি অকলে ল'ৰা নহয়, এই পৃথিৱীত। তাতকৈও বহুত ভাল ল'ৰা পাবা; ই মোৰ দৃঢ় বিশ্বাস। বাইবেলত কি হৈছে— "মই তোমালোকৰ বাবে কৰা সংকল্পৰ কথা মইহে জানো, শেষত মঙ্গলৰ বাবে অমঙ্গলৰ নহয়।"

**ৰূপৰেখা** : ধ্যুৎ ল'ৰাৰ কথা চিন্তা কৰা নেকি? আৰে ভাই ঈশ্বৰকে পালো আৰু কি লাগিছে? যদি বেমাৰত মৰিবলৈ ওলাই আছো ল'ৰাই জীয়াই দিব পাৰে নেকি? বেংটো, মোৰ বাবে ল'ৰা পোৱা নোপোৱাৰ এইবোৰ কথাৰ কোনো মূল্যই নাই। কাৰণ ল'ৰাবোৰ কেতিয়াও ঈশ্বৰ হ'ব নোৱাৰে-- নহয়ও। যেতিয়া কিবা এটা হয় ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰাৰ লগে তেওঁৰ উপস্থিতিৰ অনুভৱ যদিহে পাওঁ তেনেহ'লে ইয়াতকৈ সুখ কি হ'ব পাৰে অ'। বিয়া এইবোৰ জেনেৰেচন সৃষ্টি কৰাৰ মাধ্যমহে। ধ্যুৎ এইবোৰ মই একোৱেই নাভাবো। মই মাথো বিচাৰো মই সদায় ঈশ্বৰৰ আত্মাৰ সৈতে সংলগ্ন হৈ থাকো। আজি কালি বিয়া নাপাতিলেও সন্তান জন্ম দিব পৰা ঔষধ ওলাইছে। ল'ৰা নহ'লেও আজি কালি সন্তান জন্ম দিব পাৰে। এটা ইনজেক্‌শ্যন ললেই হ'ল।

(অলপ নীৰৱতা, ইটোৱে সিটোৱে মুখলৈ চোৱা- চুই কৰিব, হুমুনিয়াহ ওলাই আহিব, সন্ধ্যাৰ মুখৰ পৰা। ৰূপৰেখাই টেবুলত হাতৰ কিলাকুটি থৈ মূৰটো দুহাতেৰে ধৰিব তললৈ মূৰ কৰি কৈ যাব)

এনেকুৱা কিবা এটা হ'ব বুলি মোৰ মনে কৈয়ে আছিল। হ'ব লগীয়া হৈ গ'ল। বাইদেউ যেতিয়া মোক প্ৰাৰ্থনা কৰি দিয়ে কৈ আছিল— "তাইক সোনকালে ঈশ্বৰৰ ওচৰলৈ আহিবলৈ দে। তাইক তোমালোকে বচাব নোৱাৰিবা। মোৰ কথা নহয় এইয়া ঈশ্বৰৰ কথা। ঈশ্বৰৰ পৰা অহা কথা কেতিয়াও মিছা নহয়। তাইৰ জীৱনত বহুত ঘটনাই ঘটিব লগীয়া আছে।" আচৰিত লাগিছিল মোৰ— যেতিয়া মই ইমানবোৰ ঘটনাৰ সন্মুখীন হৈছিলো।

**সন্ধ্যা** : ঠিকেই কিয়নো সৰ্ব্ব শক্তিমানজনে সকলো জানে।

**ৰূপৰেখা** : মই উপলব্ধি কৰিছিলো মই যিজনৰ লগত জীৱনটো কটাম তেওঁ নিশ্চয় প্ৰাৰ্থনা কৰিব জানিব লাগিব। তেওঁক সুধিছিলো— প্ৰাৰ্থনা কৰিব জানানে? তুমি যদিহে মোৰ লগত জীৱনটো কটাব বিচাৰিছা তেনেহ'লে এইটো গুণ তোমাৰ থাকিব লাগিব। তেওঁ আকৌ এইবাৰ কথাত কেনেদৰে খং কৰিছিল বাপৰে বাপ! অন্তৰৰ ধনী এইজন সঁচাই হয়নে— কিয়নো অন্তৰৰ ধনীমানুহবোৰৰ হৃদয়ত বহুত মৰম থাকে। তেওঁসকল আধ্যাত্মিকভাৱে বহুত শক্তিশালী হয়। তেওঁৰ খংটো দেখি মোৰ মনলৈ প্ৰশ্ন আহিছিল— প্ৰাৰ্থনাৰ সংজ্ঞা বুজি নাপায়! এটা ডাঙৰ কথা জানানে— কিবা অদ্ভুত লাগে মোৰ কেতিয়াবা— যেতিয়া মই বেমাৰত পৰো কোনো মেডিচিন খাব নালাগে কিছুদিন ধৰি যদি মই খুউব প্ৰাৰ্থনা কৰো নিজে নিজে ভাল হৈ যায়। ঘৰত থাকোতে যদি বিৰাট জ্বৰত ভুগো মোক মেডিচিনৰ জৰুৰি নহয়, দেউতাই ঈশ্বৰৰ কথা কয়, শাস্ত্ৰ পঢ়ি দিয়ে নিজে নিজে ভাল হৈ যায়।

**দিপাঞ্জলী** : তোমাৰ এইবোৰ কিয় হয়, জানানে? কিয়নো তুমি সৰুৰে পৰাই ঈশ্বৰৰ আত্মাৰ সৈতে মিলি আছা।

**ৰূপৰেখা** : কেতিয়াবা মোৰ দুঃখও লাগে জানা। আনবোৰৰ দৰে মই নহ'লো কিয়— মোকনো কি মন দিলে— অকণমান নীতি-নিয়মৰ ইফাল সিফাল হ'লেই মোৰ কিবা নহয় কিবা এটা হয়েই।

**মনোজ** : এই আইজনী তুমি ঈশ্বৰৰ সন্তান। জানা ঈশ্বৰৰ সন্তানবোৰে কেতিয়াও বেয়া কাম কৰিব নোৱাৰে। সিহঁতৰ আত্মাক ঈশ্বৰে সদায় গাইড দি থাকে। আৰু এটা কথা নহয় আমি যিমানলৈকে জানো তুমি গৰ্ভত থকা অৱস্থাত বৰদেউতাই খুউব ধ্যান আৰু নীতি-নিয়ম মানি চলিছিল। তোমাৰ কথাবোৰ আমি যেতিয়া ঘৰত আলোচনা কৰোঁ—

**ৰূপৰেখা** : মোৰ কথা আলোচনা কৰে —

**মনোজ** : অ' তোমাৰ কথাবোৰ প্ৰায়েই আমাৰ ঘৰ, আমাৰ Friend চাৰ্কুলত আলোচনা হয়— তুমি বাহিৰত ইমান বছৰ থাকিও সেই একে ধৰণেই আছা। সৰুতে আমিবোৰ একেলগে খেলোতে, পঢ়োতে যেনে ধৰণৰ মন আছিল একেই আছা তুমি। সেই একেই সহজ-সৰল— আমাৰ আচৰিত লাগে; আজি যুগৰ ইমানবোৰ পৰিবৰ্তন হ'ল— কিন্তু তুমি একেই থাকিলা। পাৰিছা কেনেদৰে তুমি শৈশৱৰ সহজ সৰল মনবোৰ জীয়াই ৰাখিব— বিৰাট হিংসাও লাগে তোমাক। যেন তোমাৰ জীৱনত হতাশাৰ কোনো স্থানেই নাই। তোমাৰ ওপৰত নিশ্চয় কিবা আশীৰ্বাদ আছে যিটো কাৰণত তুমি কোনোদিন হতাশাত ভুগিব লগা হোৱা নাই।

**ৰূপৰেখা** : কিন্তু মইও হতাশাত ভুগিছিলো জানা—যেতিয়া তেওঁৰ বিশ্বাসঘাটকতাবোৰ পাইছিলো। বিৰাট ডাঙৰ

হতাশাত ভুগিছিলো— তেতিয়া মই কথাবোৰ বহুত দকৈ ভাবি অন্তৰৰ ভিতৰৰ পৰা বহুত প্ৰাৰ্থনা কৰিছিলো। হতাশাক মই কেতিয়াও স্থান নিদিও অন্তৰত।

**দিপাঞ্জলী :** অ' মা-দেউতাই তেনেকৈ প্ৰায়েই কৈ থাকে তোমাৰ কথা। ক'ত গালিও খাওঁ আমি। ইমানবোৰ সমস্যাৰ মাজতো তুমি তোমাৰ মুখত আগৰ সেই শৈশৱৰ আত্মসন্তুষ্টি ভৰা সোণোবালি হাঁহিটি জীয়াই ৰাখিছা।

আজিলৈকে তোমাৰ হুমুনিয়াহ কঢ়াটোকে মই শুনাই নাই।

**সীমান্ত :** সঁচা কথা কৈছা দিপা— পঢ়ি থকা অৱস্থাতো তাই যেতিয়া স্কুললৈ নিয়মীয়াকৈ আহিব নোৱাৰিছিল, তেতিয়া চাৰইতে গালি দিওঁতেও তাইৰ এই হাঁহিহে মাৰিছিল। তাইৰ হাঁহি দেখি চাৰইতে গালি দিয়ক চাৰি — ওলোটাই মৰমৰেহে কথা কৈছিল।

**দিপাঞ্জলী :** যেমালি ধুমুহা পাৰ কৰিছা নেকি তুমি! বৰমা মৃত্যুৰ পাছৰ তহঁতৰ ঘৰখনৰ অৱস্থা যে সঁচাকৈয়ে— অবৰ্ণনীয়। কিন্তু তাৰ মাজেদিও ইমানখিনিলৈকে তুমি আগবাঢ়িব পাৰিলা যে —। (কথাবোৰ কওঁতে তাই ভাৱত বিভোৰ হয়)

তেওঁ যেতিয়া তোমাক সাধাৰণ ডি.টি.পি অপাৰেটৰৰ সৈতে কথা পাতা শুনিলে মানুহে তেওঁক হাঁহিব বুলি ক'লে — তুমি নোৱাৰিবাই এই অপমান সহ্য কৰিব। আমি হ'লেও নোৱাৰিলোহেঁতেন। তুমিতো তেওঁক প্ৰথমতে সকলোবোৰ কৈছা। হায়াৰ অফিচাৰণী বুলি মিছা পৰিচয় দি তুমিতো তেওঁৰ সৈতে চিনাকি হোৱা নাছিলা। সাধাৰণ ডি টি.পি অপাৰেটৰ হৈ চিনাকি হৈছিলা। পাছত তোমাক তেনেদৰে কৈ অপমান কৰাৰ যুক্তি ক'ত— সঁচাই দাদাই কোৱাৰ দৰে এইবোৰ মানুহৰ কোনো মানৱতা নাই।

**ৰূপৰেখা :** ও কৰবীৰ আগত কেনেকুৱা মানৱতা কথা কৈ শুনাইছিল আকৌ। যেন সকলোবোৰ মোৰেই ভুল। মই কোৱা কথাবোৰক বিউতিয়ে কৈছে বুলি ক'বলৈ সি মোক শিকাই ছিল কৰবীৰ আগত। কিন্তু কথাৰ কথামূৰত নোৱাৰিলো মিছা মাতিবলৈ সকলো কৈ দিলো। বাইবেলত কৈছে মিছা সাক্ষ নিদিবা। কিন্তু তেতিয়া কৰবীৰ আগত মই মিছা সাক্ষ এটা দিয়াৰ দৰেই হ'ল— কৰবীয়ে বাৰে বাৰে সুধিছিল — কথাষাৰ প্ৰকৃততে কোনে কৈছিল নামটো ক'লে হেনো মই তেওঁৰ অফিচত কাম কৰিব পাৰিব। ক'বলৈ মন গৈছিল কোনোৱে ক'বলৈ কোৱা নাই, ময়ে কৈছো যিবোৰ কৈছো এটা শব্দও মিছা কোৱা নাই। কিন্তু আত্মাৰ পৰা বাধা পালো—যেন ফুচুফুচাই কিহবাই কৈছিল — সেইখিনি নক'বা।

ছিঃ মানৱতাৰ কথা কয় সি। তেওঁৰ মিছলীয়া ওঁঠখনেৰে পবিত্ৰ মানৱতাৰ শব্দটোকো অপমান কৰে। এনে বহুত কথা ক'বলৈ মন গৈছিল মোৰ তেতিয়া— কিন্তু নক'লো মই। তেওঁৰ চৰিত্ৰ— ছিঃ মনলৈ আহিলেই বিৰাট ঘিণ লাগে মোৰ। দুনীয়াৰ মিছলীয়া।

**সন্ধ্যা :** তুমি কিন্তু এনেও প্ৰকাশ কৰিলাই যেতিয়া সকলোবোৰ তাইৰ আগতে তেওঁৰ কাৰুকাৰ্য্যবোৰ কৈ দিব লাগিছিল। তেতিয়া তেওঁৰ প্ৰতিক্ৰিয়া জানিব পাৰিলাহেঁতেন— আৰু তুমি ইমান কষ্ট নাপালেহেঁতেন। কাৰণ তুমি যেতিয়া সকলোবোৰ কথা নক'লা কৰবীয়ে ওলোটাই তোমাকহে পাগলী বুলি ভাবিলে আৰু তুমিহে যেন তেওঁক দেখি পাগলী হৈছা— সিটো আৰু সুবিধাহে পালে তোমাক পাগলী সজাবলৈ— যেনেকৈ তোমাৰ আগত সিহঁতক পাগলী সজাইছিল— ঠিক তেনেকৈ তোমাকো কৰবীৰ আগত বিউতিৰদৰে পাগলী সজাবলৈ সুবিধা কিয় দিলা? কৰবীৰ আগত তোমাক ইমানখিনি অপমান কৰিলে— আৰু তুমি? সকলোবোৰ তাইৰ আগতে কৈ দিব লাগিছিল, আনকি যিবোৰ কথা কৰবীক কোৱা হোৱা নাছিল সেইবোৰ কথাও কৈ দিব লাগিছিল জানা। তোমাক যে কি বুলি ভাবিছে কৰবীয়ে— (চিন্তান্বিত ভাৱে ক'ব) ছিঃ ইটানগৰৰ পৰা আহি তাই ইমানবোৰ কথা ক'লে। পাগল নেকি? তাইটো সপোনতো ভাবিব নোৱাৰিব তোমাৰ কথাবোৰ। কাৰণ সিহঁত হ'ল একেলগে কটনত পঢ়া। সিহঁতৰ চিনাকি বহুদিনৰ। তোমাৰ কথা তাই ক'ত বিশ্বাস কৰিব। সেই কাৰণে তাই তেওঁক তুমি কোৱা কথাবোৰ কৈ দিলে। কিন্তু তোমাৰ বাহিৰে জানো তেওঁক বেছি জানিব পাৰিব। প্ৰকৃততে তেওঁৰ চৰিত্ৰ কেনেকুৱা ধৰণৰ-

**ৰূপৰেখা :** অ' অঞ্জুক মই সকলোবোৰ কৈছিলো। তাইও বিশ্বাস কৰিবলৈ টান পাই মেইলবোৰ চাইছিল। তেওঁ মেইলবোৰ ডিলিট কৰি দিয়াৰ পাছতো মেইলবোৰ মোৰ লগত আছিল। কাৰণ মই মেইলবোৰ মোৰ আন এটা ID লৈ Forward কৰা আছিল। যেতিয়া কবিতা-পংকজহঁতে মোৰ বিষয়ে বিষোদগাৰ কৰিছিল, তেতিয়া হেনো অঞ্জুৱে সহ্য কৰিব নোৱাৰি সকলোবোৰ কৈ দিছিল। তেতিয়াৰ পৰা সিহঁতে মোৰ বিষয়ে বেয়াকৈ কোৱা এৰিছিল। এই সকলোবোৰ কথা পাছত অঞ্জুৱে এদিন কাছাৰীত মোক লগ কৰি কৈছিল। সেই সময়ত মই কাছাৰীত কণ্ট্ৰেক্ট বেচিচত কাম কৰি আছিলো। কৰবীকো কৈছিলো মই— যদি মোৰ কথাবোৰৰ বিশ্বাস কৰিবলৈ টান পাইছা তেনেহ'লে মেইল চাব পাৰা। কিন্তু তাই সেইবোৰ চাবলৈ ইচ্ছা কৰা নাছিল। ওলোটা মোক কেনেদৰে খেদিব পাৰে সেইটো ধান্দাতে বেছি গুৰুত্ব দিলে।

**সন্ধ্যা :** ক'ত চাবলৈ বিচাৰিব— আগৰে পৰাই সিহঁতে পাগল তেওঁৰ কাৰণে, এতিয়া আৰু সহকাৰী সম্পাদক হিচাবে নিযুক্তি দিছে, সুবিধাটো আৰু বেছি সহজ হৈছে— ক'ত চাবলৈ বিচাৰিব তোমাৰ মেইল। তোমাৰ নিচিনাজনীক কিয়

সহায় কৰিব। কিমান মৰি আছিলে ছাগে তেওঁৰ সান্নিধ্য পাবলৈ? তোমাকটো খেদিবলৈ চাবই। সহকাৰী সম্পাদক হিচাবে নিযুক্তি দিলে যেতিয়া কোনে পায়। তেওঁক একেবাৰে হাতৰ মুঠিত কব্জা কৰিবলৈ তাই উঠি পৰি লাগি আছে আৰু তোমাৰ কথা তাই ভাবিবনে? তোমাৰ দৰে সকলোৱে সহজ-সৰল নহয়। তুমি ধৰ্মৰ কথা চিন্তা কৰিলা, তাই চিন্তা কৰিলে স্বাৰ্থৰ কথা। তেওঁক কেনেদৰে বেছত পেলাব পাৰে।

**মনোজ ঃ** সন্ধ্যাই ঠিক কথাই কৈছে।

**ৰূপৰেখা ঃ** অঞ্জুৱে বহুত দুঃখ কৰিছিল মোৰ আগত এই কথাবোৰ কৈ। তাইক মোক বহুত বুজাইছিল। শোকত-দুঃখত তাইক সাৱতি ধৰি বহুত কান্দিছিলো। এটা আশ্ৰয় বিচাৰিছিল মোৰ হৃদয়খনে। অঞ্জু কিন্তু সঁচাই বহুত ভাল ছোৱালী। তাইক মোৰ বিৰাট ভাল লাগিছিল। মোৰ কথাবোৰ তাই জনাৰ পাছত— এই সকলোবোৰ কথা কিংশুকৰ লগত আলোচনা কৰি সান্ত্বনা লৈছিলহেনো। কিংশুক তাইৰ হ'ব লগা ভাবী স্বামী।

এটা কথা নহয়— মই যে তেওঁৰ কাৰণে পাগল নাছিলো সেয়েটো এৰি আহিব পাৰিলো নহয় জানো সীমান্ত। তেওঁ এটা অফিচ খুলিছে ঈশ্বৰে যদি সহায় কৰে মই তেনেকুৱা হাজাৰটা অফিচ খুলিম। তেওঁ ক'বলৈ দিয়া মিছা কথাবোৰ কৈ কৈ মই কিয় পাপ ঘটিম? তেওঁৰ আধ্যাত্মিক জ্ঞান নাথাকিব পাৰে, কিন্তু মোৰটো আছে। সেই জ্ঞানক মই কিয় নষ্ট হ'বলৈ দিম সাধাৰণ তেওঁ এটাৰ কাৰণে।

**মনোজ ঃ** ঠিক কথাই কৈছে।

**সন্ধ্যা ঃ** এই সেইখিনি সময়তে মোক সকলোবোৰ কথা খুলি কৈছিলে—। যিদিনাখন কৰবী, ৰঞ্জন আৰু এই; তিনিওটাৰ মাজত সমজা-সমুজি হোৱাৰ কথা তাৰ আগদিনা— এই মোক ফোনত সকলোবোৰ কথা কওঁতে মই এইটোৱে সিদ্ধান্ত লবলৈ কৈছিলো— যদিহে তেওঁ ইটানগৰলৈ যোৱাতো অস্বীকাৰ কৰে তেনেহ'লে তুমি আৰু তাত থকাৰ কোনো দৰকাৰ নাই— তেতিয়া জানিবা তুমি যি দেখিছিলা সেইয়া সত্য।

এই যিদিনা যি দেখিছিল সিদিনা হেনো মাননীয় মহাশয় ৰঞ্জনে এইৰ চকুলৈ এবাৰো চোৱা নাছিল। (খঙেৰে) চাব ক'ৰ পৰা চুৰে জানো চকুলৈ চাব পাৰে। ইমানখিনি সাহস থাকিবও লাগিছে। চুৰে চুৰ কৰি কেতিয়াও চুৰ কৰিছো বুলি নকয়।

**ৰূপৰেখা ঃ** ই— জানানে ; ওলোটা মোকহে চুৰ বুলি কৈছিল। ইপিনে প্ৰকৃত চুৰ কোন—

**সন্ধ্যা ঃ** চুৰ মানুহৰ স্বভাৱবোৰেই এনেকুৱা। সৎ সাহসৰ মানুহবোৰ এনেদৰে নকয়। এইৰ কথাবোৰৰ পৰা মই ভালকৈয়ে উপলব্ধি কৰিছিলো তেওঁ যে এটা মস্ত দগাবাজ। তেওঁৰ হৃদয়ত একো সততা নাই।

**ৰূপৰেখা ঃ** অ' ... এনে লাগিছিল মোৰ — তেওঁৰ প্ৰতিটো কথাই যেন মোৰ বাবে এটা মৃত্যুৰ চক্ৰবেহু গঢ়ি গৈ আছে। মৃত্যুৰ চক্ৰবেহুৰ পৰা বাচিলো; বৰ্ণালীবাজনীয়ে এদিন কৈছিল মই ভালকৈ মানে স্ফুৰ্তিকৈ থাকিলেহে ভাল লাগিব। সকলোৱে জানিছিল মই বহুত আতংকিত হৈ আছিলো বুলি। তেওঁৰ স্বভাৱটো কেনেকুৱা— আতংকিত হৈ সহজ হ'ব কেনেকৈ? কেনেকুৱা মানসিকতা দেখিবলৈ পাইছিলো তেওঁৰ মাজত মোৰ বাহিৰে কোনে বুজিব। কমলদাও মোক কৈছিল ভয় নকৰিবলৈ। সিহঁত ক'লেই জানো হ'ব মইহে জানো মই কি পৰিস্থিতিত পৰিছো। যি পৰিস্থিতি দেখিছো আতংকৰ বাহিৰে একোৱেই দেখা নাই। বাৰু এইবোৰ বাদ। তেওঁৰ কৰ্মৰ ফল তেখেতৰ লগত থাকিব। তেওঁৰ কৰবীৰ আগত মিছা কথা ক'ব পাৰে, কৰবীয়ে নাজানিব পাৰে, কিন্তু যিজনে সকলোবোৰ দেখে সেইজনৰ পৰা কেনেকৈ লুকুৱাব। মানুহৰ আদালতত সঁচা মিছা হয় ; মিছা সঁচা হয়, সাক্ষীৰ প্ৰয়োজন হয়; কিন্তু সৰ্ব্বজনৰ আদালতত যি সত্য সেইহে হয়। সি মোক অন্যায় কৰা নাই — স্বৰ্গীয় পবিত্ৰ পিতৃয়ে দিয়া পবিত্ৰ হৃদয়কহে অন্যায়-প্ৰতাৰণা কৰিছে। যি আদালতৰ পৰা কোনো কৰ্মই সাৰি যাব নোৱাৰে । নহয় জানো —

**সন্ধ্যা+মনোজ+সীমান্ত+ দিপাঞ্জলী ঃ** একেবাৰেই সঁচা কথা কৈছা।

**ৰূপৰেখা ঃ** মই এতিয়া নিজকে বিচাৰি পালো। ইয়াতকৈ আৰু কি লাগিছে। সময়ে সকলো ঠিক কৰিব। নহয় জানো সীমান্ত।

এতিয়া মই মোৰ পৰিকল্পনাবোৰ বাস্তৱত কেনেদৰে কৰিব পাৰো তাৰেই চেষ্টাত আছো। তেওঁক লগ পোৱাৰ আগতে কি কি কৰিম বুলি ভাবিছিলো— সেইবোৰতে বেচি মনোযোগ দিছো। তোমালোক যদি মোৰ বন্ধু হয় নিশ্চয় মোক সহায় কৰিব।

**সীমান্ত ঃ** আমি নিশ্চয় সহায় কৰিম। শক্তিশালী ছোৱালী তুমি, নিশ্চয় পাৰিবাই।

**মনোজ+সন্ধ্যা+দিপাঞ্জলী ঃ** তোমাক যে অট'গ্ৰাফ দিছিল মাননীয় চৈয়দ আব্দুল মালিক দেৱে সেই অট'গ্ৰাফত থকা আশীৰ্বাদকে বাস্তৱত ৰূপায়ণ কৰিবলৈ চেষ্টা কৰা।

**সীমান্ত ঃ** ও তুমি কিন্তু বহুত ভাল বস্তু এটা পাইছা। চাৰে হয়তো জীৱনত তেনে অট'গ্ৰাফ কাকো দিয়া নাছিল। তোমাৰ মনত সেইবোৰ কৰিব শক্তি আছেও। তুমি ইংলিচটো আৰু ভালকৈ অধ্যয়ন কৰা। খুউব ভালকৈ মন দি অধ্যয়ন কৰা। তোমাক লৈ যাতে সি এদিন হ'লেও গৌৰব কৰিব পাৰে। তেওঁক তোমাৰ কথা কৈ যিসকলে

হীনমন্যতাত ভুগাইছিল, সেইসকলেও যাতে জানক প্ৰকৃততে তুমি কি জিনিয়াছ। তেতিয়া তেওঁৰ সম্মানটো ৰ'ব। কিয়নো তুমিতো সুবিধা নোপোৱাৰ বাবেহে সিহঁতৰ দৰে ভাল উচ্চ ডিগ্ৰীধাৰী হ'ব পৰা নাই; কিন্তু তুমি যিখিনি লৈছা সেইখিনিয়ে যথেষ্ট। এতিয়া মাথো তোমাৰ মাজত থকা বুদ্ধিদীপ্তৃতাক প্ৰকাশ কৰিবলৈ চেষ্টা কৰা। প্ৰকৃততে তুমি কি? চিনি পাওক? এইয়া আমাৰ শুভেচ্ছা। নে কি কোনা মনোজ —(মনোজে ৰূপৰেখাৰ ফালে চাব কথাষাৰ কৈ- সকলোৱে মূৰেৰে শলাগে)

**সন্ধ্যা ঃ** সীমান্তই ভাল কথাকে কৈছে। মন স্থিৰ কৰি লৈ নিজ কামত মনোযোগ দিয়া।

অ' তোমাৰ ইন্টাৰনেটৰ এভুমুকিত প্ৰেমৰ কথাখিনি বাৰু শুনিলো। তুমি কৈছিলা এদিন আমেৰিকাৰ NASA ৰ কথা —

**দিপাঞ্জলী ঃ** NASA মানে —

**সন্ধ্যা ঃ** NASA মানে হ'ল — National Aeronautic Space Administrative -- এই সংস্থাতো পৃথিবীৰ ভিতৰতে বিখ্যাত ডাঙৰ সংস্থা। কিয় পাহৰিলা নেকি ? কল্পনা চাওলাৰ কথা — যিজনী মহিলা ভাৰতৰ মহিলাবোৰৰ বাবে এটা বিৰাট ডাঙৰ আদৰ্শৰ।

**সীমান্ত ঃ** কিন্তু কি দুৰ্ভাগ্য আমাৰ ---- তাইক যে হেৰুৱাব লগীয়া হ'ল।

**দিপাঞ্জলী ঃ** অ' অ' মনত পৰিছে — এই সংসাৰৰ চিন্তাবোৰত পৰি এইবোৰ পাহৰিয়েই যাওঁ বুজিছা। ২০০৩- ১ ফেব্ৰুৱাৰীত কলম্বীয়া চাটল যানৰ দুৰ্ঘটনাৰ কথাটোনো কেনেকৈ পাহৰিব পাৰো! তেনেহ'লে তোমাৰ প্ৰিয় ৱেবচাইট সেইটোহে নে কি? মই আকৌ বিৰাট ব'ৰ পাওঁ চাইটতো চাই। বিজ্ঞানৰ প্ৰতি আগ্ৰহ নাই কাৰণে ছাগে ?

**মনোজ ঃ** হ'ব পাৰে।

**সীমান্ত ঃ** সেইতোয়েতো বেয়া কথা। বিজ্ঞানত আমেৰিকাই বিশ্বৰ ভিতৰত নম্বৰ ৱান হোৱাৰ বাবে আজি গোটেইবোৰ দেশে ভয় কৰে আমেৰিকাক। দেখা নাই ভাৰতে কিবা এটা কৰিবলৈ খালি আমেৰিকাৰ সমৰ্থন বিচাৰে..... ইৰাক যুদ্ধত সৈনিক পঠাবলৈওচোন সন্মত হৈছিল তেতিয়াৰ এন. ডি. এ. চৰকাৰে। কিন্তু আমাৰ বুদ্ধিদীপ্ত ছাত্ৰবোৰৰ যুক্তিতহে যুদ্ধলৈ সৈনিক পঠোৱাটো বাদ পৰিছিল। সেই যুক্তিৰ্তকটো মই দূৰদৰ্শনত উপভোগ কৰোঁতে বিৰাট ভাল লাগিছিল জানা। তেতিয়াৰ প্ৰতিৰক্ষা মন্ত্ৰী জৰ্জ ফাৰ্ণেজে কি কৈছিল জানা— আমাৰ উঠি অহা যুৱচামে যদি ইমানবোৰ চিন্তা কৰিছে বহুত ভাল কথা। এনেদৰে যদি হস্তক্ষেপ কৰিব পৰা ক্ষমতা খটাব পাৰে আমাৰ উঠি অহা যুৱচামে আমিনো কি কৰিব পাৰো। আমি গণতান্ত্ৰিক দেশৰ মানুহ। জনসাধাৰণৰ মনোনীত অবিহনে আমি একো কৰিব নোৱাৰো।

**সন্ধ্যা ঃ** অ — । আমাৰ এইৰ(ৰূপৰেখাক নিৰ্দেশ কৰি) ডাঙৰ সপোনটো কি জানানে— বোলে আমাৰ এই অঞ্চলতো ভৱিষ্যতে আমেৰিকাৰ NASA দৰে এটা সংস্থা হ'ব। কেনেকৈ হ'ব তাইহে জানে?

**দিপাঞ্জলী ঃ** হ'ব পাৰে। নিশ্চয় হ'ব পাৰে। বৰ্ত্তমান আমাৰ ৰাষ্ট্ৰপতি মাননীয় এ. পি. জে. আব্দুল কালামে উঠি অহা নব প্ৰজন্মক উপদেশ দিছে সপোন দেখিবলৈ..... এই কথাষাৰ ভালকৈ যদি ব্যাখ্যা কৰা যায় তেনেহ'লে বহুত কথাই আমি জানিব পাৰিম। কিন্তু আমিবোৰ যে আৰু। অলপতে আমাক হতাশাই আগুৰি ধৰে। তেনে হতাশাত ভুগিয়ে ক'তই বেয়া ৰাস্তাৰ ফালে যায়।

আচলতে আমাক প্ৰয়োজন আজি জীৱনৰ মানদণ্ডৰ, জীৱন পথৰ পথপ্ৰদৰ্শক এজন সুদক্ষ অভিভাৱকৰ। যিয়েই আমাৰ পুৰণি জীৱনৰ চিন্তা-ধাৰাৰ অৱসান ঘটাই নতুন এটা চিন্তা ধাৰাৰ ভাৱমূৰ্ত্তি প্ৰকাশ কৰাব পাৰি। মই তেনে এজন ব্যক্তি খুউব মনে প্ৰাণে বিচাৰি থাকো।

(ৰেটাৱে চাহ আনি টেবুলত দি থৈ যায়)

**মনোজ ঃ** চাহ আহিল, ভালেই হ'ল— খুউব প্ৰয়োজন হৈছিল নহয়জানো এই মুহূৰ্ত্তত আমাৰ বাবে। (সকলোৱে চাহ কাপ তুলি লৈ চাহ খাব। চাহ খাই হোৱাৰ পাছত সকলোৱে গা সিফাল-ই ফাল কৰিব)

**সন্ধ্যা ঃ** চাহ কাপে বহুত সজীৱতা আনি দিলে।

**ৰূপৰেখা ঃ** (কিবা এটা মনত পৰি কৈ উঠিল) অই কথা এষাৰ ক'বলৈ - পাহৰিছিলোৱেই নহয়। জানা— কল্পনা চাওলা যেতিয়া মৰিছিল তেতিয়া মই www. hubblenasa.gov ডাইৰেক্ট Live Telecast চাওঁতে কি দেখিলো জানা— সিহঁতে কি বঢ়িয়া প্ৰাৰ্থনা কৰে। মই যে দেখিয়েই বিচুৰ্তি খালো। গোটেই বিজ্ঞানীসকলে কি বঢ়িয়া প্ৰাৰ্থনা কৰিছে মৃত বিজ্ঞানীসকলৰ আত্মাৰ সদ্‌গতিৰ কামনা কৰি।

তেতিয়া মই জানিলো— অ' তাৰ মানে আমি কি ঈশ্বৰক ভক্তি কৰো। আমাতকৈও সিহঁতে বেছি ভক্তি কৰে আৰু শৃংখলাবদ্ধতা বহুত মানি চলে। তেতিয়া মোৰ দাদাৰ সৈতে তৰ্কযুদ্ধত লিপ্ত হৈছিলো। দাদাই ঈশ্বৰ নাই, ঈশ্বৰ নাই কৈ থাকে। সেয়ে সিদিনা মই দাদাক ক'লো— তুমি কি কথাহে কোৱাহে — তুমি মই যিমান ঈশ্বৰক মানো তাতোতকৈও সিহঁতে বেছি মানে, শ্ৰদ্ধা কৰে, ভক্তি কৰে আৰু সেই মতে কৰ্ম কৰে। তেতিয়াৰ পৰা দাদাই মোৰ সৈতে ঈশ্বৰ আছে নাই এইবোৰ তৰ্ক কৰিবলৈ এৰি দিলে।

**সীমান্ত ঃ** যিয়েই নহওক, তুমি কিন্তু ধেমালি ডাঙৰ সপোন দেখা নাই। আমিবোৰে য'ত এইবোৰ কল্পনাৰ সাগৰতো ভাবিবগৈ নোৱাৰো। কিন্তু এয়া কেনেকৈ সম্ভৱ হ'ব?

**ৰূপৰেখা ঃ** তাৰ বাবে লাগিব একাগ্ৰতা, অসীম ধৈৰ্য্য, কঠোৰ পৰিশ্ৰম—

**সীমান্ত :** আজিৰ এই ভোগ বিলাসৰ দিনত কোনে কৰিব এনেদৰে –

**ৰূপৰেখা :** আছে সীমান্ত। তুমি নাভাবিবা আমাৰ নৱ প্ৰজন্মৰ সকলোৱে অকল ভোগ-বিলাসতে জীৱন কটাবলৈ বিচাৰে বুলি— তোমাৰ মোৰ দৰে আজিৰ এই ভোগ-বিলাসৰ দিনতো বহুত ভাল কথা চিন্তা কৰিব পৰা ব্যক্তি আছে আমাৰ মাজতে। বহুলৰ ভাবিব পৰা ব্যক্তি আছে আমাৰ মাজতে। জানা তোমালোকে— মোৰ ইণ্টাৰনেটত তেনে বন্ধু-বান্ধৱী ৯ জন আছে। বিসকলৰ চিন্তা ধাৰা ঠিক মোৰ দৰেই। আমি যেতিয়া ইণ্টাৰনেটত কথা পাতো আমাৰ মাজত এইবোৰ টপিকে বিৰাট ডাঙৰ পৰ্য্যায় পায়গৈ। ভাল লাগে কথা পাতি সিহঁতৰ সৈতে। জানা ইণ্টাৰনেটৰ এইসকল বন্ধু-বান্ধৱীবোৰৰ সম্পৰ্ক আজি ৪ বছৰ অতিক্ৰম কৰিছে।

ই-মেইল যোগেদিও সিহঁতে কি কৰিছে মোক জনাই থাকে। সিহঁত কি চাকৰি কৰে জানা- গোটেইবোৰেই ইঞ্জিনিয়াৰ, এজন পাইলত। পাইলত জনে কি কয় জানা — আমাৰ ভাৰতবৰ্ষৰ মানুহবোৰ প্ৰায়বোৰেই ইমানেই ঠেক যে নক'ৰা আৰু। কিমান বুদ্ধিদীপ্ত ব্যক্তি আছে আমাৰ ভাৰতবৰ্ষত সেইবোৰক বিদেশলৈ ধাবলৈ নিদি যদি ইয়াতেই পুহিব পৰা ব্যৱস্থা কৰিলেহেঁতেন তেনেহ'লে আমিবোৰে বিজ্ঞানত আমেৰিকাতকৈ আগত হ'লোহেঁতেন। আমেৰিকাত NASA ত কৰ্মৰত হৈ থকা এজন বন্ধুৱে কি কয় আমি ইমানবোৰ উৎপাদন কৰো— এইবোৰ যদি আমাৰ দেশত উৎপাদন কৰিবলৈ পালোহেঁতেন কিমান সুখী হ'লোহেঁতেন। এইখিনি সুবিধা যদি আমি নিজৰ দেশত পালোহেঁতেন— । কিন্তু জানা আমি অৰ্থাৎ আমাৰ উৰ্দ্ধত থকা সকলে এইবোৰ বুজি নাপায়। নিজৰ দেশৰ বুদ্ধিদীপ্ততা থকা সকলক সুবিধা দিবলৈ পুহিবলৈ অক্ষম। এইবোৰ বহুত কথা জানা সীমান্ত। তুমি যেতিয়া ইণ্টাৰনেটত এভুমুকি মাৰিবা, তেতিয়া তোমাৰ দৰে চিন্তা কৰা বহু ব্যক্তি লগ পাবা। ঠিক তেনেদৰে মই গুৱাহাটীৰ এজন ব্যক্তিক পাইছিলো। বয়স ৩০ ৰ ওচৰা-ওচৰি হ'ব। তেতিয়া মই ইটানগৰতে আছো। আমি তেতিয়া আলোচনা কৰিছিলো বাংলাদেশৰ প্ৰব্ৰজনৰ কথাটো। যদি আগতেই কাঁইটীয়া বেৰেৰে সীমান্ত ঠিক কৰিলেহেঁতেন তেনেহ'লে আজি অসমত ইমানবোৰ বাংলাদেশী নহ'লহেঁতেন। মোৰ আগৰ নেতাবোৰলৈ খঙেই উঠে— সিহঁতেনো কি ভাল কাম কৰিলে। ধৰি লওক-- গোপীনাথ বৰদলৈক লোকপ্ৰিয় নাম দিলে ৰাইজে — ঠিকেই আছে লোকপ্ৰিয় নাম দিলে— কিন্তু তেখেতে যদি তেতিয়াই আমাৰ ভৱিষ্যত সুৰক্ষাৰ কথা চিন্তা কৰিব পাৰিলেহেঁতেন কি ভাল আছিল— ইমান এটা লাগতিয়াল কথাতো যে তেওঁৰ মনলৈ নাহিল। কি দুঃখৰ বিষয়! আৰু তাৰ পাছত আহি থকা আমাৰ মাননীয় নেতাসকলেও এইবোৰ কথা চিন্তা কৰিবলৈ অৱকাশেই নাপালে। মাথো গাদীৰ খোৱা-কামোৰাতে লাগিল।

**মনোজ :** অ সঁচাকৈয়ে। ধৰক বিদেশী আন্দোলনকে ধৰা। বিদেশী খেদিব লাগিব বুলি আন্দোলন কৰিলে— কিন্তু বিদেশী সোমাব নোৱাৰাকৈ যে কিবা এটা কৰিব লাগে সেইটো হ'লে আন্দোলন নকৰিলে। আমাৰ চিন্তা ধাৰাবোৰৰ মাইনাচ পইণ্টতো চোৱা। বিদেশী আন্দোলন কৰোতেই যদি তেনে এটা ব্যৱস্থা হ'লহেঁতেন তেনেহ'লেওটো বহুতখিনি লাঘৱ হ'লহেঁতেন বিদেশী প্ৰব্ৰজন, নহয় জানো।

**সীমান্ত :** সেইটোৱেই কথা— আমাৰ চিন্তা ধাৰাৰ মাইনাচ পইণ্টবোৰকে আমিবোৰে বাচি উলিয়াব নেজানো। কথা এষাৰ জানানে — লোক প্ৰিয় গোপীনাথ বৰদলৈৰ দিনৰ এজন নেতাই কিন্তু বহুত ভাল চিন্তা কৰিছিল। আমি এতিয়াহে জানিব পাৰিছো। সেইজন কোন জানানে? তেখেত হ'ল ভীমবৰ দেউৰী। এই যে এতিয়া জনজাতিকৰণৰ বাবে লাগি আছে তেতিয়াই তেখেতেহেনো অসমৰ সকলোকে জনজাতিকৰণৰ বাবে চেষ্টা কৰিছিল — এনে চিন্তা কৰাৰ বাবেও তেওঁহেনো বহুত প্ৰত্যাহ্বানৰ সম্মুখীনও হৈছিল। বাংলাদেশৰ প্ৰব্ৰজনৰ কথা চিন্তা কৰি তেতিয়াই তেওঁ সীমান্তত কাঁইটীয়া বেৰৰ প্ৰস্তাৱ আগবঢ়াইছিল। এটা কথা কওঁ তেখেতৰ কথাটো গুৰুত্ব দিয়াহ'লে আজি আমি জনজাতিতেই পৰিলোহেঁতেন। এতিয়া ইমান দেৰিকৈ বিচাৰিলে কি হ'ব?

**সন্ধ্যা :** তেতিয়াৰ সময়ত জনজাতি বুলি ক'লে কিমান ঘিণ কৰিছিল জানানে? সেই কাৰণে অসন্মত হৈছিল ছাগৈ। তেখেতৰ কথাটো সেই কাৰণেই গুৰুত্ব নিশ্চয় নিদিলে।

**ৰূপৰেখা :** হ'ব পাৰে। সঁচা তেতিয়াই যদি আমাৰ অসমখনো জনজাতি ৰাজ্য হিচাবে ৰিজাৰ্ভেশ্চন হ'লহেঁতেন। বহুত ভাল হ'লহেঁতেন। তেতিয়া আমিও অৰুণাচল ৰাজ্যৰ দৰে হ'লোহেঁতেন। আমাৰ ইয়াত অসমৰ স্থানীয় বাসিন্দাৰ বাহিৰে কোনেও মাটি-বাৰি কিনিব নোৱাৰিলেহেঁতেন। এতিয়াটো বাহিৰৰ ৰাজ্যৰ মানুহে মাটি-বাৰী কিনি গজ্জ গজ হৈ ৰ'ল।

জানানে— আমাৰ অসমৰ দুৰৱস্থাবোৰৰ বিষয়ে অধ্যয়ন কৰি আন ৰাজ্যবোৰৰ নাগৰিকসকল বহুত সচেতন হৈ পৰিছে। মই যেতিয়া ইটানগৰত আছিলো— তেতিয়া তাৰ ব্যক্তিবোৰে কোৱা-কুই কৰা শুনিছিলো। সেই কাৰণে সিহঁতে চাকৰিৰ ক্ষেত্ৰতো ১০০% ৰিজাৰ্ভেশ্চন কৰি ললে। তাত এটা সংগঠন গঢ়ি উঠিছে। কৰিছে জানা চমুকৈ VAS। এই সংগঠনৰ মুখ্য পৃষ্ঠপোষক Jadik Ragmukh ব্যক্তিজনৰ সৈতে বহুবাৰ কথাৰ মহলা মাৰিছিলো। তেওঁৰ কিবা কাম কৰিবলগীয়া হলেই মোৰ ওচৰলৈকে আহে। তেতিয়া

তেখেতে বহুত কথা কৈছিল। তেখেত পুনেত ছবছৰীয়া উকিল পাছ কৰি অহা। তেখেতৰ কথাবোৰ শুনাৰ পাছত মোৰ এনে লাগিছিল সঁচাই আমাৰ অসমৰ মানুহবোৰ যেন সচেতন নহয় ভৱিষ্যতক লৈ। কি যুক্তি দেখুৱাই দেখুৱাই কথাবোৰ কৈছিল তেখেতে আমাৰ অসমৰ সমস্যাবোৰক লৈ। মানুহজন কিউবাৰ ৰাষ্ট্ৰপতি ফিডেল কাষ্ট্ৰ'ৰ অনুগামী। তেখেতে কিউবাৰ কথা উলিয়াওঁতে ক'লো— কিউবাৰ স্বাধীন কেনেকৈ সম্ভৱ হ'ল সেই বিষয়ৰ মই ড° আৰ্নেষ্ট' চে গুৱেভাৰৰ ডায়েৰীখন এখন কিতাপ আকাৰত পঢ়িছিলো— তেওঁ সেই কিতাপখন মোৰ পৰা খুজিছিল। কিন্তু মই ক'লো-- সেইখন অসমীয়াতহে আছে। তেওঁ সেই খন পঢ়িবলৈ বহুত হেঁপাহ আছে হেনো।

**মনোজ** ঃ আমিবোৰে সঁচাই কথাবোৰ আগতীয়াকৈ চিন্তা কৰিব নোৱাৰো ন। (মনোজৰ স্বীকাৰোক্তি) (ৰূপৰেখাক নিৰ্দেশ কৰি) যিদৰে তুমি চিন্তা কৰি পাইছা আমাৰ এই অঞ্চলত এটা বৃহৎ বিজ্ঞান গৱেষণাগাৰৰ কথা-- কিন্তু আমিতো বিশেষকৈ মইতো নিজৰ সংসাৰখনৰ কথাকে চিন্তা কৰিবলৈ টান পাওঁ। সেইয়ে মানুহজনীৰ ওপৰতে প্ৰাযবোৰ এৰি দিওঁ। অই তই ইমান ডাঙৰ সপোন কেনেকৈ দেখিছ বাৰু--

আচলতে সপোনেহে মাথো জীযাই থকাৰ বাট দিযে। সপোন দেখিলে কৰ্মবোৰ অতি আগ্ৰহেৰে আগবাঢ়ে। তুমি ইমান কষ্ট কৰি ইমানখিনিলৈকে আগবাঢিব পাৰিলা— তোমাৰ সপোন নিশ্চযে ফলিয়াব। তোমাৰ দিনত নহ'লেও তোমাৰ নাতি-পুতিৰ দিনত নিশ্চয ফলিয়াব। আমিবোৰক চোৱানা- বিয়া-বাৰু কৰি ঘৰতে নিবনুৱা হৈ পৰি আছো। আমাতকৈ কিন্তু তুমি বহুত ভাল কামেই কৰিছা। তুমি কোৱাৰ দৰে বিয়াতো এটা মাত্ৰ generation সৃষ্টিৰ মাধ্যম।

নিজৰ জীৱনটোক সমাজৰ বাবে লাগতীযাল কৰিব পৰাটোহে আচল। নিজৰ জীৱনৰ আদৰ্শৰে যদি আন দুজন মানক অনুপ্ৰাণিত কৰিব পৰা যায় সেয়া বহুত ডাঙৰ কথা কিন্তু! যিদৰে বিষ্ণুপ্ৰসাদ ৰাভা, জ্যোতি প্ৰসাদ আগৰৱালা ...

ইমান দিনৰ মুৰত আমি লগ হৈ এনেদৰে কথা পাতিছো— মোৰ কেনেকুৱা লাগিছে জানা তাহানিৰ সেই স্কুলীয়া দিনৰ সময়বোৰলৈহে মনত পৰিছে। সঁচাই আজি দিনটো আমাৰ বাবে বহুত অমূল্য দিন।

**ৰূপৰেখা** ঃ অ' সঁচায়ে। বহুত ভাল লাগিছে আজি—

**সন্ধ্যা** ঃ আমি এতিয়া বিদায় লওঁ —

**মনোজ** ঃ আমি আকৌ লগ হোৱাৰ আশাৰে। (সকলোৱে বহাৰ পৰা উঠিব। একেটা শাৰীতে সকলোৱে থিয় হ'ব।

**সীমান্তই ক'ব** - "দৰ্শক বৃন্দ, আপোনালোকে দেখিলে শুনিলে এসময়ত আমাৰেই সহপাঠিৰ ইন্টাৰনেটত এভুমুকিৰ অভিজ্ঞতাৰ কথা। আৰু তাইৰ মনৰ কথা। মানুহৰ প্ৰতি থকা বিশ্বাসৰ কথা। তাই নিজেই যিদৰে সহজ-সৰল আনকো তেনেদৰেই ভাবে। তাৰ বাবেই তাই বিশ্বাসত সুদুৰ ইটানগৰৰ পৰা গুৱাহাটীলৈ গৈছিল। কিন্তু গুৱাহাটীত তাই কোনোবা চিনেমাৰ কাহিনীৰ মুৰ্মূষ ঘটনাৰ সম্মুখীন হয়। তেতিয়া তাইৰ কাষত কোনো নাছিল। অকলে তাই নিজেই যুঁজিছিল সেই মুৰ্মূষু সময়বোৰত। আত্মমৰ্য্যদাৰ হানিৰ অন্তৰ্দ্দন্দত ভোগাজনেহে বুজিব পাৰিব তাইৰ মানসিক যন্ত্ৰণাৰ কথা। কিন্তু তাই জীয়াই থাকিল কেৱল ডাঙৰ ডাঙৰ সপোন দেখাৰ বাবে। যদি তাই সপোন দেখিব নাজানিলেহেঁতেন তেনেহ'লে তাইক কিজানি আজি আমি আপোনালোকৰ আগত চিনাকি কৰি দিবলৈ নাপালোহেঁতেন। সেয়ে বহুত ডাঙৰ ডাঙৰ সপোন দেখো আহক আমি সকলোৱে, সপোনৰ বাবেই আমি কষ্ট কৰোঁ আহক— লাচিতৰ সেনানীৰদৰে এৰাতি ভিতৰত গড নিৰ্মাণ কৰোঁ— আমাৰ শত্ৰু পক্ষৰ পৰা আমাৰ জাতিটোৰ, আত্মমৰ্য্যদাবোৰক ৰক্ষা কৰিব পৰা গড় নিৰ্মাণ কৰোঁ, পুঁজিবাদীৰ পৰা আঁতৰি আমি নতুন এটা সমাজ গঢ়ো, তাত নাথাকিব কোনো হিংসা, ঈৰ্ষা। তাত থাকিব মাথো ইটোৱে সিটোৰ, ইজনে সিজনৰ বাবে প্ৰেৰণাৰ উৎস।

**মনোজ** ঃ তাত থাকিব মাথো প্ৰেম আৰু প্ৰেম। বাইবেলত কোৱাৰ দৰে পিতৃয়ে যিদৰে আমাক প্ৰেম কৰে ঠিক তেনেদৰে আমিও আমাৰ হৃদয়ত সকলে'ৰে প্ৰতি মাথো প্ৰেমৰ ভাৱনা স্থাপন কৰোঁ আহক।

**ৰূপৰেখা** ঃ অ' জানানে ফিনলেণ্ড দেশৰ কথা। মোৰ মনৰ সমাজখন তাতেহে আছে জানা। মোৰ মনৰ ভাবনাবোৰ সেইখন সমাজৰ মানুহৰ ভাৱনাৰ লগতহে মিল পালো। ৰাজধানী হেলছিংকত এজনী ছোৱালীৰ সৈতে চিনাকি হৈ বিৰাট ভাল লাগিল। জানা মই যদি ভৱিষ্যতে বিদেশ ভ্ৰমণ কৰো তেনেহ'লে প্ৰথম ফিনলেণ্ডলৈকে যাম। জানা তাৰ পৰা তাই মোলৈ কি কি পঠিয়াইছে? কেতিয়াবা দেখুৱাম বাৰু দেই। (Change)

কাম বহুতো পৰি আছে।

(যাবলৈ ধৰে, হঠাৎ কিবা এটা মনত পৰি) এ, মই তোমালোকক মনৰ কথা এষাৰ কওঁনে ?

কথাতে কয় যে—

'ছান্দনী ছান্দ সে হোতী হ্যা,
সিটাৰো সে নহী,
মোহ্বাত এক সে হোতী হ্যা
হাজাৰো সে নহী।"

কথাতো সঁচা ছাগৈ ..

**সন্ধ্যা** ঃ বৰ হিৰ'ৰ কথাটো পৰিল নে মনত তোৰ আৰু...।

**ৰূপৰেখা** ঃ ঐ মই যাওঁ .... দেৰি হৈছে Bye Bye.

(তাই বেগটো হাতত লৈ প্ৰস্থান)

**দিপাঞ্জলী+সন্ধ্যা+মনোজ+সীমান্ত** ঃ আমি প্ৰেমৰ সমাজ

গঢ়ো আহক। আগবাঢ়ি যাওঁ নীলিমত জিলিকি থকা ধ্রুৱ তৰাৰ দিশলৈ। ৰাইজ আপোনালোকে জানে তাহানিত নাবিকসকলে বিশাল সাগৰৰ মাজত যেতিয়া দিশহাৰা হৈছিল— তেতিয়া তেখেতসকলৰ দিক্ নিৰ্ণয়ৰ মাধ্যম আছিল ধ্রুৱতৰা। যাক প্রদক্ষিণ কৰি আছে সপ্তর্ষিমণ্ডলে। কিজানি আমাৰেই সহপাঠী এজনৰ সপোনকে বাস্তৱত ৰূপায়ণ কৰিবলৈ চেষ্টা কৰি এদিন আমি সক্ষম হম ছাগৈ আকাশী যানেৰে গৈ ধ্রুৱৰ ৰাজ্যত সোমাবলৈ। সেয়ে আহক আমিও সপোন দেখো— লগে লগে লাচিতৰ সেনানীৰ দৰে অহৰহ্ কাম কৰোঁ। লাচিতে দেশতকৈ মোমাই ডাঙৰ নহয় বুলি নিজৰ মোমায়েককে কাটিছিল— আমি এতিয়া কি কাটিব লাগিব আমাৰ যুৱসমাজে —। আমি বুজি পাইছো আমি এতিয়া কাটিব লাগিব— আমাৰ মনত বাহঁ লৈ থকা ভোগবিলাস, হতাশা, হিংসা আৰু তাহানিৰ যুগৰ সেই পুৰণিকলীয়া চিন্তাধাৰাবোৰক। বিশ্বৰ ইতিহাসবোৰক অধ্যয়ন কৰি আমি লওঁ বাস্তৱত অভিজ্ঞতা। বিচাৰো এখন নতুন সমাজ। সকলো ক্ষেত্ৰতে ভাল বেয়া দুয়োটা থাকেই। ঠিক আমাৰ সহপাঠীজনীৰ দৰে আমিও এটা নতুন চিন্তাধাৰাৰে ইণ্টাৰনেটক ভাল দিশত লও আহক। আমিও যাব পাৰিম ধ্রুৱতৰাৰ ৰাজ্যলৈ। আমিও হ'ব পাৰো আগন্তুক সমাজৰ বাবে ধ্রুৱতৰাৰ দৰে দিক্ নিৰ্ণায়ক। আমি বাট দেখুৱাইবলৈ চেষ্টা কৰো আমাৰ নতুন প্রজন্মক। উপদেশেৰে নহয় কর্মৰে বাট দেখুৱাও আহক। আমি আমাৰ মাজৰ পৰা উচ্চ-নীচ ভাববোৰ দলিয়াই পেলাওঁ আহক ৰাইজ। আমিয়েই আমাৰ চিন্তাধাৰাৰ অভিভাৱক হও। ঠিক আমাৰ সহপাঠীজনীৰ দৰেই নিজকে নিজে খুটিয়াই খুটিয়াই অধ্যয়ন কৰো। আনৰ ভাল-বেয়াটোক সমালোচনা কৰাতকৈ আমি নিজকেহে অধিক সমালোচনা কৰো, সমালোচনা কৰো আমাৰ ভাৱনাবোৰক।

আহক ৰাইজ আমাক সহযোগ কৰক —

(লাহে লাহে পোহৰ কমি আহিব। )

পট পৰে

<u>সমাপ্ত</u>

# যাত্ৰা

## নাট্যকাৰ # নিপন পূজাৰী

**চৰিত্ৰ সমূহ ঃ**

১। জয়ন্ত মাধৱ বৰুৱা।
২। পলাশ ফুকন।
৩। প্ৰভা বৰুৱা।

সাংবাদিক জয়ন্ত মাধৱ বৰুৱাৰ এটা ব্যক্তিগত কোঠা। জয়ন্ত মাধৱে ৰেডিঅ' শুনি থকাৰ উপৰিও তেওঁ অন্য কামতো ব্যস্ত থাকিব। প্ৰভা সোমাই আহে।

**প্ৰভা ঃ** হেৰা চোৱা

**জয়ন্ত ঃ** ও-

**(জয়ন্ত তেওঁৰ নিজৰ কামত ব্যস্ত। প্ৰভাই ওচৰত থকা মেগাজিন এখনৰ পাত লুটিয়াই। চকু পৰে এটা কবিতাৰ ওপৰত)**

**প্ৰভা ঃ** শীতৰ শেষ সভা ঃ
ওপৰলৈ উঠি যোৱা বাট
ঢাপৰ জাৰ মালতী জঁই পৰা
জোনটোও চোন শেঁতা।

(কবিতাৰ পৰা আঁতৰি) জোনটোও শেঁতা!
কবিতাৰো যে ভাষা —। (পুনৰ কবিতালৈ )

এচাটি বতাহে সোধে সোণাৰু ক ঃ
"ডালে-ডালে সোণালী সাপ
কেতিয়াকৈ বগাব, ডেকা আপ"

(কবিতাৰ পৰা আঁতৰি) ডেকা আপ! - ডেকা আপ- ? হেৰা, ডেকা আপ মানে ... (পুনৰ কবিতালৈ)

এনেতে উই চিৰিঙাৰ ৰিং ঃ
"কোন ক'ত আছ আহ অ' আহ
শীতৰ শেষ সভালৈ আহ"
কুঁৱলী ওৰণি জুনুকৈ যাব আতৰি
ঠুনুকা কইনা উৰহীৰ"

জানো, কবিতা বোৰ যে মই একো বুজি নাপাওঁ। হেঁৰা— শুনাচোন।

**জয়ন্ত ঃ** (ব্যস্ততাৰে ) কোঁৱা

**প্ৰভা ঃ** অকণমান সময় মই ৰেডিঅ'টো নিওনে ?

**জয়ন্ত ঃ** তোমাৰ চাগে অকল শৰে ভাল লগা নাই নহয়? - এটা কাম কৰা। তুমি T.V টোৰ কাষতে বহাগৈ যোৱা। মই গৈ আছো।

**প্ৰভা ঃ** তুমি এই সন্ধ্যা সময়ো টেবুলৰ ওচৰত বহি থাকিব লাগেনে? - চাও তুমি কি লিখি আছা ।

**জয়ন্ত ঃ** কামৰ সময়ত কিয় "Disturb" কৰি থাকাহে।

**প্ৰভা ঃ** এইবোৰ তুমি কি লিখিছা?

**জয়ন্ত ঃ** কি হ'ল? তুমি যেনেকৈহে সুধিছা যেন মই কাৰোবালৈ প্ৰেম পত্ৰহে লিখিছো।

**প্ৰভা ঃ** মই তোমাক কিমান ক'ম জয়ন্ত, তুমি বাতৰি কাকতলৈ এনে ধৰণৰ লিখনিবোৰ নপঠাবা। কাৰোবাৰ বিৰুদ্ধে এনে ধৰণৰ লিখনি কাকতত ওলোৱাৰ পাচত সিহঁতবোৰ জানো জাণ্ডুৰ খাই নুঠিব?

**জয়ন্ত ঃ** আৰু কিবা ক'বা নেকি তুমি?

**প্ৰভা ঃ** মানে মই ক'ব খুজিছো-

**জয়ন্ত ঃ** "তুমি এতিয়া লিখা— মেলা এৰা, অলপ আড্ডা মাৰো আহা"- এই বুলিয়েই ক'ব খোজা নাছিলা জানো?

**প্ৰভা ঃ** মই ক'ব খুজিছো তুমি সাংবাদিকতা ত্যাগ কৰা।

**জয়ন্ত ঃ** কি? মই সাংবাদিকতা ত্যাগ কৰিব লাগে? কিন্তু কাৰ ভয়ত, কিহৰ স্বাৰ্থত?

**প্ৰভা ঃ** আমাৰ ভবিষ্যতৰ স্বাৰ্থত?

**জয়ন্ত ঃ** চোৱা, মই কিবা এটা লিখিছো মোৰ নিজস্ব দৃষ্টি ভংগীৰে। মইতো কাকো আজুৰিবলৈ চেষ্টা কৰা নাই।

**প্ৰভা ঃ** কথা একেটাই। ইয়াৰ প্ৰভেদ মানুহৰ চকুত ধৰা নপৰে।

**জয়ন্ত ঃ** ফুটা জালৰ পৰা মাছ সৰকাতো মাছৰ দোষ নহয় -

দোষ জালৰ।

**প্ৰভা :** তোমাৰ যুক্তিৰ লগতনো মই জিকিব পাৰিমনে? (যাব ধৰে)

**জয়ন্ত :** প্ৰভা (?)

**প্ৰভা :** কি হ'ল?

**জয়ন্ত :** আমাৰ ঘৰত মাত্ৰ দুটাই প্ৰাণী। তুমি আৰু মই। মই আৰু তুমি। আমি যদি দুটা ভিন্ন পথ বাচি লওঁ, তেতিয়া জানো আমি দুখন ভিন্ন ঠাইত উপস্থিত নহ'মগৈ?

**প্ৰভা :** সেই কাৰণেই কৈছো ,আমি আজিৰ পৰা একেটা পথৰেই পথিক হওঁ।

**জয়ন্ত :** ও–ঠিক আছে। আজিৰ পৰা তেন্তে সেইটোৱেই হ'ব।

**প্ৰভা :** সঁচা?

**জয়ন্ত :** সঁচা। কিন্তু এটা চৰ্ততহে।

**প্ৰভা :** কি?

**জয়ন্ত :** তুমি তোমাৰ পথ ত্যাগ কৰি মোৰ পথলৈ আহিব লাগিব ।

**প্ৰভা :** No. Never. কেতিয়াও নহ'ব। মই তোমাক অনুসৰণ নকৰো। কাৰণ তোমাৰ পথ কণ্টকময়।

**জয়ন্ত :** আৰু তোমাৰ পথ অন্ধকাৰ ময়। যিমানেই তুমি আগুৱাই যাবা, দেখিবা কেৱল আন্ধাৰ আৰু আন্ধাৰ-।

**প্ৰভা :** কিন্তু তোমাৰ পথততো মই এনেকুৱা একো দেখা নাই য'ত কেৱল পোহৰ আৰু পোহৰ। - চোৱা জয়ন্ত। তুমি যি ভাল দেখা বা যি কৰা তাত মই তোমাক বাধা দিবলৈ নাযাওঁ। তোমাৰ ওচৰত মোৰ মাত্ৰ এটাই অনুৰোধ, তুমি সন্ত্ৰাসবাদৰ ওপৰত যাতে আৰু এটা শব্দও নিলিখা।

**জয়ন্ত :** মইতো সন্ত্ৰাসবাদৰ সপক্ষে বা বিপক্ষে লিখিবলৈ যোৱা নাই। মই মাত্ৰ নিৰপেক্ষভাবে মোৰ বক্তব্যখিনি ৰাইজৰ মাজলৈ আগবঢ়াই দিছো। কাকো আক্ৰমণ কৰিতো একো লিখা নাই।

**প্ৰভা :** তথাপিও তুমি সন্ত্ৰাস বিৰুধী হিচাপেহে মানুহৰ চকুত ধৰা দিছা।

**জয়ন্ত :** সকলো ক্ষেত্ৰতে বাহ্যিকতাই সঁচা পৰিচয় প্ৰদান নকৰে।

**প্ৰভা :** আজিৰ মানুহে বাহ্যিকতাকহে অধিক গুৰুত্ব দিয়ে।

**জয়ন্ত :** আভ্যন্তৰীণটোৰ বুজ নোলোৱাকৈ বাহ্যিকতাক অধিক গুৰুত্ব দিয়াৰ ফলাফল কি হয় জানা? Interview ভাল কৰি চাকৰি পাম বুলি বহি থকাৰ নিচিনা।

**প্ৰভা :** হ'ব হ'ব। পৃথিৱীৰ সমস্ত সমস্যাবোৰ সমাধান কৰিবলৈতো ভগৱানে তোমাক পৃথিৱীলৈ পঠিওৱা নাই। নে তুমি নিজকে ভগৱানৰ দশ— অৱতাৰৰ পিচৰটো অৱতাৰ বুলি ভাবা।

**জয়ন্ত :** সেই বুলিনো তোমাক মই কেতিয়া ক'লো।

**প্ৰভা :** নক'লেও তোমাক মই বুজি নোপোৱাকৈ থকা নাই। (জয়ন্ত অবাক হৈ প্ৰভালৈ চাই থাকে)- কি হ'ল?

**জয়ন্ত :** কিন্তু মইহে তোমাক বুজিবলৈ টান পাইছো। তুমিতো ইমান ভয় কৰা মই আগেয়ে দেখা নাছিলো।

**প্ৰভা :** পৰিস্থিতিয়ে কেতিয়াবা মানুহক ইচ্ছাৰ বিৰুদ্ধে যাবলৈও বাধ্য কৰায়।

**জয়ন্ত :** তুমিতো তেনেকুৱা কোনো পৰিস্থিতিৰে সন্মুখিন হোৱা নাই।

**প্ৰভা :** হৈছো। সেই কাৰণেই তোমাক ক'বলৈ মই বাধ্য।

**জয়ন্ত :** তুমি বাৰু প্ৰকৃতাতে কি হ'ব বিচাৰিছা ?

**প্ৰভা :** মানে মই ক'ব খুজিছিলো -

**জয়ন্ত :** ৰৈ গ'লা যে? কোৱা -

**প্ৰভা :** মানে তুমি -

**জয়ন্ত :** অ' মই! কোৱা আক'

**প্ৰভা :** মানে-- তুমি পিতৃ হোৱাৰ পথত ।

**(প্ৰভা ভিতৰলৈ যায় গৈ। (Direction) কিছু সময়ৰ পিচতে পলাশ সোমাই আহে)**

**পলাশ :** শুনক—

**জয়ন্ত :** (নিমাত- আচৰিত হয়)

**পলাশ :** আপুনি জয়ন্ত মাধৱ বৰুৱা? মানে সাংবাদিক জয়ন্ত?

**জয়ন্ত :** হয়। কিন্তু আপুনি

**পলাশ :** ইমান কম সময়ৰ ভিতৰত মই মোৰ পৰিচয় আপোনাক দিব নোৱাৰিম।

**জয়ন্ত :** এনেদৰে এই সময়ত মোৰ ঘৰৰ মোৰ মোৰ ব্যক্তিগত কোঠাত সোমোৱাৰ কাৰণ?

**পলাশ :** এই সময়ত আপোনাৰ ঘৰলৈ মানুহ অহাত বাধা আছে নেকি?

**জয়ন্ত :** চাওঁক, এইখন মোৰ ঘৰ। এনেদৰে অভদ্ৰৰ দৰে মোৰ ঘৰলৈ সোমাই অহাৰ অপৰাধত মই আপোনাক -

**পলাশ :** আপুনি মোক একো কৰিব নোৱাৰে।

**জয়ন্ত :** শত্ৰুক দুৰ্বলী বুলি ভবা মুখাৰ্মী

**পলাশ :** সকলোকে শত্ৰু বুলি নাভাবি আপোনাৰ এজন ভাল বন্ধু বুলিও ভাবিব নোৱাৰে জানো?

**জয়ন্ত :** বন্ধু?

**পলাশ :** অঁ- বন্ধু। Friend.

**জয়ন্ত :** Impossible. হ'বই নোৱাৰে।

**পলাশ :** কিন্তু হয়।

**(পলাশে পিন্ধি থকা নকল দাড়িটো জয়ন্তই নেদেখাকৈ**

খুলি পেলায়।) (Direction)

**পলাশ :** চাওকচোন মই কোন—

**জয়ন্ত :** তই—? তই পলাশ নহয় নে?

**পলাশ :** ওঁহো— (নোহোৱাৰ অৰ্থত)

**জয়ন্ত :** কিয় নহয়? হয়, তই পলাশ।

**পলাশ :** চিনি পালি?

**জয়ন্ত :** ধেৎ-

**পলাশ :** ভয় খালি?

**জয়ন্ত :** দেশৰ যেনেকুৱা পৰিস্থিতি, ভয় কোনো নাখাব কচোন। — কিন্তু তই ইমান দিন ক'ত আছিলি?

**পলাশ :** ক'বলৈ গ'লে সেইটো এটা কাহিনী হ'ব। আজি সম্পূৰ্ণ পাঁচ বছৰ কোনো কাৰণ নোহোৱাকৈ মই মানুহৰ চকুৰ পৰা লুকাই থকা নাই। নিজৰ মুখখনক লৈ সমস্যাত পৰিছো জান।

**জয়ন্ত :** কি কৰিবি, মানুহৰ জীৱনলৈ বিপদবোৰ এনেকৈয়ে আহে। কিছুমান হঠাৎ কিছুমান আহে অতি নীৰবে। লাহে লাহে। দুখ আৰু সুখৰ মাজৰেইহে জীৱন।

**পলাশ :** মোৰ ভিতৰুৱা কথাবোৰৰ মাজলৈ তই নোসোমাবি। তই মোৰ ল'ৰালিৰ বন্ধু। এটাই চেষ্টা কৰা উচিত যাতে আমাৰ মাজৰ বন্ধুত্ব শত্ৰুতালৈ ঢাল নাখায়।

**জয়ন্ত :** তই এইবোৰ কি কৈছ ? সুদীৰ্ঘ পাঁচটা বছৰৰ পিচত তোৰ সৈতে আজি প্ৰথম দেখা -দেখি হৈছে। ভাবিছিলো তই আগৰ দৰেই আছ।

**পলাশ :** বাৰে বাৰে একেটা ভুলকে কিয় কৰি আছ? মই তোক কৈছোৱেই, মোক লৈ তই চিন্তা নকৰিবি। আমাৰ ঘৰখন তোৰ চকুৰ আগতেই মই ধ্বংস কৰিলো। তইঁতৰ ঘৰখন ধ্বংস হোৱাটো মই বিচৰা নাই। ঘৰখনৰ কিমান যে —— কিমান যে মৰমৰ আছিলো মই। দেউতাৰ অতি প্ৰিয় ফুল পাহৰ নামেৰেই মোক নামাকৰণ কৰিছিল - "পলাশ"। যাক লৈ দেউতাই সপোন দেখিছিল— যাক লৈ গৌৰৱ কৰিছিল, সিয়েই যে এদিন দেউতাক নিঃশেষ কৰিব সেই কথা বাৰু দেউতাই এবাৰ ভাবিছিল নে?

**জয়ন্ত :** তইঁতৰ ঘৰখন ধ্বংস হোৱাৰ কাৰণতো তই নহয়। দেউতাই তোৰ বাবে আত্মহত্যা কৰা নাছিল।

**পলাশ :** তেন্তে মোৰ মা আৰু ভন্টীয়ে?

**জয়ন্ত :** ভুল তোৰ এইখিনিতে হ'ল। তই ভাবিছিলি তোৰ দেউতা আৰু মাৰ মৃত্যুৰ কাৰণ তই আৰু তোৰ ভন্টীয়ে ভাবিছিল তাইৰ বাবেই মা আৰু দেউতাৰ মৃত্যু হ'ল। যিহেতু তাইৰ বিয়াৰ চিন্তাতহে দেউতাই আত্মহত্যা কৰিছিল। সেই কাৰণে দেউতাৰ মৃত্যুৰ শোকত মাৰ মৃত্যু হোৱাৰ পাচতেই তায়ো জীয়াই থকাৰ সকলো হেঁপাহ হেৰুৱাই পেলাইছিল। অৱশেষত আত্মহত্যাৰ যোগেদি তায়ো জীৱনটো শেষ কৰি পেলাইছিল।

**পলাশ :** এতিয়াও তই ক'ব খোজ নেকি যে ইয়াৰ বাবে মই দোষী নহয় ? মোৰ বাবেই জানো সেই সুন্দৰ ঘৰখন নিঃশেষ হৈ যোৱা নাছিল? সমাজৰ চকুত জানো অপৰাধী ময়েই নহয়।

**পলাশ :** কাৰণ, মোৰ সংস্থাপনৰ বাবে দেউতাই সৰ্বস্ব উজাৰি দিয়াৰ পিচতো যেতিয়া দেখিছিল ফলাফল শূণ্য, সেই একে সময়তেই গা কৰি উঠিছিল আন এটা সমস্যাই।

**জয়ন্ত :** কি?

**পলাশ :** ভন্টীৰ বিয়া।

**জয়ন্ত :** সেইটো জানো সমস্যা?

**পলাশ :** সমস্যা নহ'লহেঁতেন। কিন্তু সেই সময়ত বিয়াখন পাতিব পৰা সামৰ্থ দেউতাৰ নাছিল। সময় যিমানেই আগবাঢি আহিছিল দেউতাও সিমানেই সমস্যাৰ মেৰ পাকত সোমাই পৰিছিল -। শেষত উপায়হীন হৈ মাত্ৰ এটাই পথ বাচি লৈছিল - আত্মহত্যা। এতিয়া কচোন দোষী কোন?

**জয়ন্ত :** মই কৈছো নহয় তই সম্পূৰ্ণ নিৰ্দ্দোষী। কিছুমান ভুল ধাৰণা তই তোৰ মনৰ মাজত পুহি ৰাখিছ।-তোক জানো কোনোবাই জগৰীয়া কৰিছে?

**পলাশ :** নাই কৰা যদিওতো শুদ্ধাশুদ্ধ বিবেচনা কৰিব পৰা ক্ষমতা মোৰ আছে।

**জয়ন্ত :** মানুহ স্পষ্টবাদী হ'ব লাগে। শুদ্ধ সিদ্ধান্ত ল'ব পৰা সাহস থাকিব লাগে। যাৰ সেইকণ সাহসৰ অভাব। তাৰ অৱস্থা সদায় তোৰ দৰে হয় । তোৰ দৰে। তই কিয় ভাবিছ যে তোৰ বাবে এখন ঘৰ ধ্বংস হ'ল? ধ্বংস তই কৰা নাই। ধ্বংস কৰিছে সেইবোৰে,

**প্ৰভা :** মই কি ধ্বংস কৰিলো?

**জয়ন্ত :** অঁ- তুমি ।

**প্ৰভা :** কোৱা আক' মই কি ধ্বংস কৰিলো?

**জয়ন্ত :** তোমাৰ কথানো মই কেতিয়া ক'লো?

**প্ৰভা :** তোমাৰ মোৰ বাহিৰেনো আমাৰ ঘৰখনত আৰু আছে কোন?

**জয়ন্ত :** আ সা-, তুমি একো নুবুজাকৈয়ে লেকচাৰ আৰম্ভ কৰি দিছা যে?

**পলাশ :** একে বাৰে চুঙা -চাই-সোপা ।

**প্ৰভা :** কি ক'লে ?

**পলাশ :** মোক কৈছে নেকি?

**প্ৰভা :** আপুনি (?)

**জয়ন্ত :** Sorry। পাহৰিয়েই আছো নহয়। ই হ'ল—

**পলাশ :** এক মিনিট। আপুনি পলাশ ফুকন নামৰ মানুহ এজনক

চিনি পায় নেকি বাৰু?

**প্ৰভা :** চিনি ঠিক নাপাওঁ। কিন্তু তেখেতৰ নাম শুনিছো।

**পলাশ :** সেই যে পলাশ ফুকন নামৰ মানুহজন,

**প্ৰভা :** কি হ'ল তেখেতৰ?

**পলাশ :** একো হোৱা নাই।

**প্ৰভা :** একো হোৱা নাই? আপুনি সঁচাকৈ কৈছেনে ?

**পলাশ :** সঁচা।

**প্ৰভা :** সঁচা হ'বই নোৱাৰে।

**পলাশ :** সঁচা। সেই যে পলাশ ফুকন নামৰ মানুহজন, সেইজন ময়েই। এশ শতাংশই সঁচা। (DIRECTION)

**প্ৰভা :** কি? আপুনি? মানে আপুনিয়েই পলাশদা? এওঁৰ মুখত আপোনাৰ নাম প্ৰায়েই শুনি থাকো নহয়। - আৰু তুমি কি মানুহ বাৰু কোৱাচোন?

**জয়ন্ত :** মই কি কৰিলো তোমাক?

**প্ৰভা :** কি কৰিলো মানে? ইমান দিনৰ মূৰত তোমাৰ এজন বন্ধু আহিছে অথচ মই গমেই নাপাওঁ। বুজিছা পলাশদা,

কথা পাতিবলৈ পালে এওক আৰু একোৱেই নালাগে।

**জয়ন্ত :** তুমি হ'বলা এতিয়াহে গম পাইছা? অহাৰে পৰা বাক্যৰ বাণেৰে মোক একেবাৰে থকা-সৰকা কৰি পেলাইছে নহয়।

**প্ৰভা :** এওঁ এনেকুৱাই। যুক্তিত পৰিলে একেবাৰে কাপোৰ থেকাচা দি থেকেচি পেলায়। বাৰু, আপে

**পলাশ :** হ'লেও তোৰ এটা ঘৰ আছে। সুখ-দুখৰ সমভাগী হ'ব পৰাকৈ এগৰাকী সুন্দৰী পত্নী আছে।- কিন্তু মোৰ?

**জয়ন্ত :** তই তোৰ বিযাৰ কথা ক'ব বিচৰা নাইতো?

**পলাশ :** বিযা?

**জয়ন্ত :** নহ'লে সংস্থাপনৰ কথা।

**পলাশ :** নহয়।মোৰ সংস্থাপনৰ পথ ইতিমধ্যে মই বিচাৰি পাইছো।

**জয়ন্ত :** পাইছ? ক চোন তই কি কৰি আছ?

**পলাশ :** মই এটা বিপ্লৱী সংগঠনত যোগ দিছো।

**জয়ন্ত :** কি ?

**পলাশ :** ওপৰৰ আদেশ অনুসৰি এটা গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিবলৈ মই তোৰ ওচৰলৈ আহিছো। এই মুহূৰ্তৰ পৰা আলোচনাৰ শেষলৈকে তই মোৰ যে এজন বন্ধু সেই কথা পাহৰি মোৰ লগত কথা পাতিব লাগিব।

**জয়ন্ত :** এয়া তোৰ কি আদেশ নেকি?

**পলাশ :** মই যেতিয়া কাৰোবাৰ আদেশ মানি ইয়ালৈ আহিছো, কাৰোবাক আদেশ দিব পৰা ক্ষমতাও লৈ আহিছো।

**জয়ন্ত :** সেই কাৰণে তই এজন নিৰ্দ্দোষীৰ ওপৰতেই তোৰ ক্ষমতা প্ৰয়োগ কৰিছহি?

**পলাশ :** তই ক'ব পাৰিবিনে, আমাৰ সংগঠনৰ বিষয়ে এটা শব্দও তই লিখা নাই? ক'ব পাৰিবিনে আমাৰ সংগঠনৰ নীতি আদৰ্শক সমালোচনা কৰি এটা বাক্যও তই প্ৰচাৰ কৰা নাই? ক'ব পাৰিবিনে আমাৰ কাৰ্য কৰ্পালৰ মুকলি সমালোচনা কৰি সংগঠনটোৰ বিৰুদ্ধে কিছুমান মিছা অভিযোগ তই দাঙি ধৰা নাই?

**জয়ন্ত :** আনৰ দোষ ভাল মানুহে খুচৰিও নুফুৰে। পলাশ- অযথা তৰ্ক নকৰিবি।

**জয়ন্ত :** মিচা যুক্তিও প্ৰদৰ্শন নকৰিবি। প্ৰকৃত সত্য কি, এদিন উদ্ধাৰ হ'বই।

**পলাশ :** ইমান সহজ নহয়। সত্য উদ্ধাৰৰ বাবে সংগ্ৰাম কৰিব লাগিব। সংগ্ৰাম। বিপ্লৱ কৰিব লাগিব। বিপ্লৱক ভুল পথ বুলি চিঞৰি থাকি সঠিক পথৰ সন্ধান দিব নোৱাৰাসকলৰ কটু সমালোচনালৈ আমি ভয় নকৰো। তই হয়তো পাহৰি গৈছ, বৰ্ত্তমান তই এজন বিপ্লৱীৰ সন্মুখত কথা কৈ আছ।

**জয়ন্ত :** যিজনে নিজৰ ঘৰখন ধ্বংস হোৱাৰ মুল কাৰণটো বিচাৰি উলিযাব নোৱাৰি নিজকে দোষী সাব্যস্ত কৰি আত্ম গোপন কৰি ফুৰিছে, সেইজনে বাৰুকেনেকৈ এটা বিপ্লৱী সংগঠনৰ সক্ৰিয় সদস্য হিচাপে নিজৰ পৰিচয় প্ৰদান কৰিছে ।

**পলাশ :** তাৰ মানে তই আমাৰ সংগঠনৰ বিৰুদ্ধে লিখা বন্ধ নকৰ?

**জয়ন্ত :** যদি মই লিখাৰ প্ৰয়োজনবোধ কৰো লিখিয়েই থাকিম।

**পলাশ :** মই কৈছো আৰু এটা শব্দও তই নিলিখিবি।

**জয়ন্ত :** মোৰ স্বাধীনতাত তই হস্তক্ষেপ নকৰিবি।

**পলাশ :** কেৱল হস্তক্ষেপ কৰাই নহয় প্ৰয়োজন হ'লে বলো প্ৰয়োগ কৰিম।

**জয়ন্ত :** তথাপিও মই লিখিয়েই থাকিম ।

**পলাশ :** মই তোক লিখিবলৈ নিদিও। - এই লিখাই তোৰ বাবে সৰ্বনাশ মাতি আনিব।

**জয়ন্ত :** মোৰ সৰ্বনাশ হ'লে তোৰ কি হ'ব?

**পলাশ :** একো নহয়। মোৰ হয়তো একো নহয়। কিন্তু তোৰ পৰা আজি প্ৰতিশ্ৰুতি আদায় কৰি নিব নোৱাৰিলে সংগঠনে মোৰ ওপৰত কৈফিয়ৎ তলব কৰিব ।

**জয়ন্ত :** সেই বুলি তই জোৰ কৰি কলম বন্ধ কৰিবি নেকি?

**পলাশ :** অ-, জোৰ কৰি বন্ধ কৰিম। সংগঠনৰ পৰা মোক কি নিৰ্দ্দেশ দিছে জান?

জয়ন্ত ঃ কি?

পলাশ ঃ তই মাস্তি নহ'লে - মাস্তি নহ'লে

জয়ন্ত ঃ মাস্তি নহলে? কি কৰিবলৈ কৈছে মাস্তি নহ'লে? গুলিয়াই দিবলৈ কৈছে ।

জয়ন্ত ঃ তেন্তে তাকে কৰ। কোনো কাৰণত মই লিখা বন্ধ নকৰো। কৰ, মোক গুলি কৰ। কি চাই আছ ?কৰ -গুলি কৰ -কৰ গুলি-

(DIRECTION)

পলাশ ঃ (পলাশে খঙেৰে পিষ্টল উলিয়াই জয়ন্তৰ মূৰত লগায়) জয়ন্ত -

(প্ৰভা সোমাই আহে ) (DIRECTION)

প্ৰভা ঃ কি হৈছে ? মই সুধিছো এইবোৰ কি হৈছে ?

জয়ন্ত ঃ তুমি ইয়ালৈ কিয় আহিছা?

প্ৰভা ঃ তুমি মোৰ পৰা কিবা লুকুৱাব বিচাৰিছা।

জয়ন্ত ঃ কি লুকুৱাইছো। মইতো একো লুকুওৱা নাই।

প্ৰভা ঃ মিছা কিয় মাতিছা? তুমিতো মোৰ পৰা আজিলৈকে একো লুকুওৱা নাই, আজি কি হৈছে তোমাৰ?

জয়ন্ত ঃ (নিমাত/স্থান পৰিবৰ্ত্তন )

প্ৰভা ঃ কি হ'ল ? তুমি মনে-মনে থাকিলা যে? একো নোকোৱা কিয়?

জয়ন্ত ঃ কি কওঁ? কেনেকৈ কওঁ? — কেনেকৈ কওঁযে যি কোনো মুহূৰ্তত এটা গুলিয়ে মোৰ মৃত্যু ঘটাব পাৰে। কেনেকৈ কও যে বন্দুকৰ ভয়ত মই মোৰ আদৰ্শ, মোৰ নীতিক বিসৰ্জন দিব লাগে। কেনেকৈ কওঁ যে, ই মোৰ অন্তৰংগ বন্ধু পলাশ এটা সন্ত্ৰাসবাদী হৈ মোক মৃত্যুৰ ভাবুকি দিছে। কোৱা, কেনেকৈ ক'ব লাগে এই বোৰ কথা তোমাক?

প্ৰভা ঃ কি? তোমাৰ বন্ধু পলাশ ফুকন এজন সন্ত্ৰাসবাদী?

(সংগীতৰ প্ৰসংগ)

পলাশ ঃ সন্ত্ৰাসবাদী। অঁ মই সন্ত্ৰাসবাদী। সন্ত্ৰাসবাদী মই। তোমালোকে জানানে কিয় মই সন্ত্ৰাসবাদী? মই যেতিয়া জীয়াই থকাৰ সকলো ৰাস্তা হেৰুৱাই পেলাইছিলো, মানুহৰ দ্বাৰা প্ৰতাৰিত হৈ যেতিয়া চাৰিওফালে অন্ধকাৰ দেখিছিলো, জীৱনৰ সকলো সপোন, সকলো ৰং যেতিয়া হেৰুৱাই পেলাইছিলো, তেতিয়া দিক হেৰুৱাই হাঁহাকাৰ কৰি ফুৰিছিলো। সেই হাঁহাকাৰৰ মাজত বিচাৰি পাইছিলো এটা ৰাস্তা। এইটো ৰাস্তা। যাক তোমালোকে আজি সন্ত্ৰাসবাদ আখ্যা দিছো।

জয়ন্ত ঃ তাৰ মানে তই বাধ্যত পৰিহে এই পথ লৈছ? তই আত্মাৰ আহ্বানক এই জগতখনলৈ অহা নাই তোৰ কোনো নীতি নাই। আদৰ্শ নাই। আছে মাত্ৰ জীৱন ধাৰণৰ হাবিয়াস? তইতো দেশৰ বা মানুহৰ কথা ভবা নাই। ভাবিছ নিজৰ কথা। স্বাৰ্থপৰ—।

পলাশ ঃ কি কৈছ?

জয়ন্ত ঃ কৈছো স্বাৰ্থপৰ তই। স্বাৰ্থপৰ- আত্মকেন্দ্ৰীক এটা মানুহ। তোৰ লগত অযথা যুক্তি তৰ্ক কৰাৰ আগ্ৰহ মোৰ নাই। তই যাব পাৰ

পলাশ ঃ কি?

জয়ন্ত ঃ তই এতিয়া যাব পাৰ। আৰু শুন,তোৰ মোৰ মাজত থকা যিটো সম্পৰ্ক, এই মুহূৰ্ত্তৰ পৰা এটা সপোন বুলি ভাবি পাহৰি যা। প্ৰভা - আহা-

পলাশ ঃ জয়ন্ত-

**(জয়ন্ত আৰু প্ৰভা ভিতৰলৈ যায়। পলাশে নিজক সংযম কৰিব নোৱাৰি জয়ন্তৰ টেবুলৰ কাগজ পত্ৰ থান-বান কৰি পেলায়। শেষত হঠাৎ চকু যায় টেবুলত থকা কলমটোলৈ। কলমটো টেবুলৰ পৰা উঠাই আনি আনখন হাতেৰে ৰিভলভাৰটো উলিয়াই কিছুপৰ ভাবুক হৈ পৰে। জয়ন্ত পুনৰ সোমাই আহে।)**

জয়ন্ত ঃ তই এতিয়াও যোৱা নাই যে? (পলাশ জয়ন্তৰ ফালে আগবাঢ়ি আহি জয়ন্তৰ মূৰত ৰিভলভাৰ থৈ সোমাই আহে।) (DIRECTION)

পলাশ ঃ পলাশ দা, আপুনি এইবোৰ কি কৰিবলৈ লৈছা। Please-,আপুনি এওঁক একো নকৰিব। Please তুমি গুচি নাহা কিয়? মই কি কৈছো তুমি শুনিচানে নাহ? শুনিছানে নাই?

জয়ন্ত ঃ নিচিঞ্ৰৰিবা। বন্দুকৰ এটা সামান্য গুলিয়ে এটা জীৱনহে নিঃশেষ কৰিব পাৰে। কিন্তু আদৰ্শক কেতিয়াও হত্যা কৰিব নোৱাৰে।

প্ৰভা ঃ কিন্তু এই পৰিস্থিতিত আদৰ্শক হত্যা কৰি হ'লেও তুমি তোমাৰ জীৱন ৰক্ষা কৰিবই লাগিব।

জয়ন্ত ঃ কেতিয়াও হ'ব নোৱাৰে। অসম্ভৱ।

প্ৰভা ঃ কি? তুমি? - হেৰা, মোৰ কিবা এটা হৈছে।

জয়ন্ত ঃ প্ৰভা? কি হৈছে তোমাৰ?

প্ৰভা ঃ মই চকুৰে ভালকৈ তোমাক দেখা নাই যে?

জয়ন্ত ঃ কিয়?

প্ৰভা ঃ মোৰ মূৰটো ঘূৰাইছে নেকি বাৰু (?)

পলাশ ঃ তই এটা কাম কৰ-

**জয়ন্ত :** Stop!- প্ৰভা, ভাললৈ বহি লোৱা- চিন্তা নকৰিবা। ঠিক হৈ যাব।

**পলাশ :** কি চিন্তা নকৰিবা। এনেকৈ থাকিলে থিক হৈ যাব নেকি?

**জয়ন্ত :** মই কৈছো, একো অঘটন নোহোৱাৰ আগতেই তই ইয়াৰ পৰা গুচি যা।

**পলাশ :** মই কৈছো? তই Doctor ৰ ওচৰলৈ যা

**জয়ন্ত :** কেনেকৈ যাম? তোৰ দৰে এটা দুৰ্দ্ধৰ্ষ সন্ত্ৰাসবাদী মোৰ ঘৰৰ ভিতৰত সোমাই থকা অৱস্থাত কি সাহসত, কি বিশ্বাসত মই Doctor ৰ ওচৰলৈ যাম? কি বিশ্বাস আছে তোৰ? - প্ৰভা?

**প্ৰভা :** -ও- (?)

**পলাশ :** তোৰ বেয়া লগ নাই মোক এনেকৈ ক'বলৈ

**জয়ন্ত :** কিয় বেয়া লাগিব? মোৰ মুৰত বন্দুক থৈ মৃত্যুৰ ভাবুকি দিয়াৰ সময়ত যাৰ বেয়া লগা নাছিল, তাৰ সন্মুখত বেয়া লাগিব? কিয় বেয়া লাগিব? বিশ্বাস এনে এটা বস্তু যাক জোৰ কৰি মানুহৰ মনলৈ সুমুৱাই দিব নোৱাৰি।

**প্ৰভা :** হেৰা,- শুনা-

**পলাশ :** প্ৰভা-

**প্ৰভা :** আপুনি এতিয়াও যোৱা নাই ?

**পলাশ :** মোক তুমি বুজিবলৈ চেষ্টা কৰা প্ৰভা-।

**জয়ন্ত :** আৰু এখোজো তই আগ নাবাঢ়িবি। কোনো কাৰণত প্ৰভাক স্পৰ্শ নকৰিবি। প্ৰভাৰ গৰ্ভত স্থিতি লোৱা আমাৰ সমাজৰ নব প্ৰজন্ম স্বৰূপ এই শিশুটোৰ সৰল মস্তিষ্ক তোৰ এই ধ্বংসাত্মক হাতৰ পৰশেৰে জগাই তুলিবলৈ চেষ্টা নকৰিবি। বিস্ফোৰণ হ'ব । ভয়ংকৰ বিস্ফোৰণ।

**পলাশ :** বিস্ফোৰণ হ'ব? হয়, বিস্ফোৰণ হ'ব। এইখন হাতেৰেইতো মই বন্দুক চলাওঁ। এয়া, বাৰুদৰ গোন্ধ এতিয়াও আছে। কি হ'ব? মই কেনেকৈ প্ৰভাৰ সেই শিশুটোৰ মূৰত হাত বুলাও? মোৰ পৰিচয় তাক কি বুলি দিম? তই ঠিকেই কৈছ, বিস্ফোৰণ হ'ব -, হয, বিস্ফোৰণ হ'ব।(পলাশে এটা প্ৰকাণ্ড শব্দ যেন শুনিবলৈ পালে পলাশ হঠাৎ উচপ খাই উঠিল)

**জয়ন্ত :** কি হ'ল ?

**পলাশ :** যাও-

**জয়ন্ত :** ক'লৈ?

**পলাশ :** মোৰ যাত্ৰা পথ মই সলনি কৰিম

**জয়ন্ত :** কি? (Direction)

**পলাশ :** অৱশেষত তোৰেই জয় হ'ল। মই এক প্ৰকাৰ সিদ্ধান্ত গ্ৰহণ কৰিছো ।

**প্ৰভা :** মই জানো, পলাশদা তোমাৰ বন্ধু যেতিয়া ভুল সিদ্ধান্ত কেতিয়াও গ্ৰহণ নকৰে।

**পলাশ :** মই এনে এটা পথেৰে যাত্ৰা কৰিম, যিটো পথত তোৰ দৰে এটা সঁচা সাংবাদিক আৰু প্ৰভাৰ দৰে এগৰাকী সাহসী মহিলাৰ যাতে সহযোগিতা লাভ কৰিব পাৰো। যাওঁ আজি ৰাতিটো থকাৰ ব্যৱস্থা মই কৰিযেই আহিছো

**জয়ন্ত :** নহয। তই কৰি আহিছো বুলি ক'লেই

**পলাশ :** Please জোৰ নকৰিবি। পাচত আহিম। আজি মোক যাবলৈ দে। (প্ৰভাক) যাওঁ ।
(পলাশ ওলাই যায। Direction)

**প্ৰভা :** পলাশ দা বাৰু এতিযা ক'লৈ যাব ?

**জয়ন্ত :** হযতো এটা নতুন যাত্ৰা আৰম্ভ কৰিব সি।

**প্ৰভা :** কিন্তু সেই যাত্ৰা ক'লৈ তেওঁ নিজকে সুধি চাইছেনে বাৰু?

**জয়ন্ত :** সকলো মানুহেই জীৱন পৰিক্ৰমাৰ যাত্ৰী। সকলো যাত্ৰীযেই ভাবে তেওঁ শুদ্ধ পথেৰেই যাত্ৰা কৰি আছে। তাৰ মাজতো কেতিযাবা কাৰোবাৰ অজানিতে পথ ভুল হৈ যায়। সেই ভুল তেওঁৰ চকুত ধৰা নপৰে। ধৰাপৰে আনৰ চকুত। আন মানুহে দেখি যাত্ৰীজনক শুদ্ধ পথ দেখুৱাই দিযে। এই পথত দেখুৱাই দিযা মানুহ যি যাত্ৰা পথ লগ নাপায়, তেওঁ মাত্ৰ যাত্ৰা কৰিহে থাকে। যাত্ৰা, এক বিৰাম বিহীন যাত্ৰা। - জীৱনৰ যাত্ৰা।

(DIRECTION)

**সমাপ্ত**

# কলংকিত দেহ

**নাট্যকাৰ # গোপাল চন্দ্ৰ বৰদলৈ**

**চৰিত্ৰ সমূহ ঃ**

১/**ৰজত** — ড্ৰাগচ্ বেপাৰী।
২/ **দীন** —
৪/ **বাবুল ডেকা** — কনিষ্ট বল।
৫/ **সমীৰণ** — ৰজতৰ বন্ধু।
৬/**ৰুমা** — সমীৰণৰ প্ৰেমিকা।

(পথৰ এটা দিশ। আঁৰ কাপোৰ আঁতৰাৰ লগে লগে Back Voice ত শুনা যাব "চোৰ"-"চোৰ" -ধৰ -ধৰ -ধৰ- সৌৱা পুলিচে খেদি নিছে দেখা নাই। লগে লগে মঞ্চত দৌৰি দৌৰি দীন আৰু ৰজত সোমাই আহে। ৰজত উজুতি খাই পৰি যায়। দীনই ফোপাই ফোপাই কয়)

**দীন ঃ** (কেউফালে চাই ) চাল্লা অকৰাটো (ৰজতক উঠাই দি) আৰে এনেকৈ কম শক্তি লৈ এইবোৰত নামিলে নহ'ব বুজিছ! অভিজ্ঞতা কম হৈছে তোৰ।

**ৰজত ঃ** (সেহাই) বচ্ বিলাকে তোমাক আমাক দাবীহে কৰে অ'ৰ বস্তুটো ত'ত দিবৰ বাবে। কিন্তু আমি ক'ত কেনেকৈ মৰিছো খবৰ লয় জানো (লেঙেৰিয়াই যায়)

**দীন ঃ** চুপ থাক। বচৰ কথা ইয়ালৈ নানিবা। Training লৈছ যেতিয়া কাম কৰ আৰু যিমান পাৰ মাল কমা। এতিয়া ইয়াতে এনেকৈ লেকচাৰ মাৰি থাকিলে সেই আপদীয়া কেইটাই ইয়াতেই পাবহি, ব'ল

**ৰজত ঃ** বৰ ভাগৰ লাগিছে অ' বন্ধু। অলপ সৌ বেঞ্চখনতে বহো, আহ — (যাব খোজে)।

**দীন ঃ** (ধমকিৰ সুৰত) জীৱনটোৰ সৈতে যুদ্ধ কৰিছ যেতিয়া এতিয়া বহাৰ সকাম নাই। এইদৰেই দেহা বচাই চলিব লাগিব। ব'ল—

**ৰজত ঃ** এতিয়া ক'ত যাবি বন্ধু?

**দীন ঃ** সৌ যে দেখিছ টিলাটো, বল তালৈকে যাওঁ।

**ৰজত ঃ** ব'ল। (দুয়ো দৌৰি প্ৰস্থান। বিপৰীত দিশৰ পৰা অমৰ শৰ্মা আৰু বাবুল ডেকা সোমাই আহে)

**বাবুল ঃ** (চাৰিওফালে চাই) চাৰ, ইমান খেদি আহিলো ক'তা, নাইচোন। তাহাঁতক ধৰিব পৰা যাব জানো!

**অমৰ ঃ** ডেকা, খাকী পোচাকজোৰ পিন্ধি ইমান সোনকালে হাৰ মানিলে হ'ব জানো? ব'লক দোকানৰ পাচফালে যাওঁ।

**বাবুল ঃ** (এখন ট্ৰাকৰ শব্দ শুনি বাহিৰলৈ চাই) চাৰ, এটা মৌকা মিলিছিল, অলপ কামফেৰা কৰি যাওঁনেকি?

**অমৰ ঃ** (খঙেৰে) ডেকা, য'তে ত'তে মুখখন বৰকৈ নেমেলিব। সকলো শেষ হৈ যাব। ব'লক—।

**বাবুল ঃ** (ভয়ে ভয়ে) ব'লক ছাৰ।

(দুয়োৰে প্ৰস্থান। মঞ্চৰ এটি কোণৰ পৰ কথাপাতি পাতি সমীৰণ আৰু ৰুমা সোমাই আহে)

**ৰুমা ঃ** সমীৰণ, মই এটা কথা উপলব্ধি কৰিব পাৰিছো, তুমি তাৰমানে ৰূপমক সেই মহা সংকটলৈ থেলি দিছা?

**সমীৰণ ঃ** ৰুমা, মোক তুমি ৰূপমৰ দেউতাকে কোবাৰ দৰে ভাবানে?

**ৰুমা ঃ** তেখেতৰ কথাত আক্ষেপৰ সুৰ মিশ্ৰিত হৈ আছে। প্ৰত্যেকটো কথাতে তোমাকেই আক্ৰমণ কৰিছে বুলি তুমি

এবাৰো ভবা নাইনে?

**সমীৰণ :** চোৱা কমা, তেখেতে হকে নহকে কিছুমান কথা তোমাক ক'লে বুলিয়েই মই কি গাতপাতি ল'ব লাগিব।

**কমা :** তুমি তেন্তে কিয় ধৈৰ্য হেৰুৱাই দিছা সমীৰণ? শুদ্ধ পথত চালিত হ'লেই সকলোৱে জয় হয়চোন।

**সমীৰণ :** তাৰমানে তুমি মোক কি বুলি ভাবা?

**কমা :** নহয় সমীৰণ, মই তোমাক মোৰ এই কোমল অন্তৰেৰে ভাল পাই পেলাইছো। অকল যৌৱনৰ তাড়নাতেই নহয়। তুমি এজন প্ৰকৃত পুৰুষ হিচাবে। কিন্তু তোমাৰ বাল্য বন্ধু ৰূপমক যিদৰে মৃত্যুৰ মুখলৈ ঠেলি দিছা, তেন্তে মইনো কি, তোমাৰ ফুচলনিত গৈ দেখত দেখা দিয়া ভয়াবহ সমস্যালৈ জানো ঠেলি দিব বিচৰা নাই?

**সমীৰণ :** মানে???

**কমা :** (আবেগিক ভাবে) তুমি মোক হিন্দুৰ পবিত্ৰ প্ৰথা মতে হোমক সাক্ষী কৰি অতি সোনকালে বিয়া কৰাব পাৰিবা?

**সমীৰণ :** কমা (Change) কমা তুমি বিয়াখনৰ বাবে ইমান অধৈৰ্য্য হৈছা কিয়? দেউতাই কালিলৈ বুলি ক'লে আমি কালিলৈকে বিয়াত বহিব পাৰো। কিন্তু

**কমা :** কিন্তুৰ তাৎপৰ্য?

**সমীৰণ :** তুমি মোক বুজিবলৈ চেষ্টা কৰা কমা। মই বৰ্তমান সাংঘাটিক অসুস্থ।

**কমা :** অসুস্থ! মোৰ বিশ্বাস নহয় সমীৰণ। তুমি অসুস্থ বুলি ক'লে মোৰ খুউব দুখ লাগে।

**সমীৰণ :** সঁচা কথা।

**কমা :** মিছা কথা।

**সমীৰণ :** ধৈৰ্য ধৰা কমা, মই সঁচা কৈয়ে....

**কমা :** আকৌ তুমি নাটক ৰচনা নকৰিবা সমীৰণ?

**সমীৰণ :** নাটক নহয় কমা, মই এজন এইড্‌ছ ৰোগী।

**কমা :** মিছা- মিছা- মিছা - (চিঞৰি)

**সমীৰণ :** অ এইড্‌চ। মোৰ দেহৰ তেজত ডাক্তৰে H. I. V. Possitive লক্ষণ পাইছে।

**কমা :** মিছা কথা সমীৰণ। তুমি এইদৰে মোক ঠগিবা বুলি ভবা নাছিলো। তুমি মোৰ পৰা পলাব বিচাৰিছা।

**সমীৰণ :** O' No No Never. মই পলাব বিচৰা নাই কমা। তুমি বিশ্বাস কৰা। তুমি অন্ততঃ মোৰ এই কলংক দেহৰ দুস্কৃতিৰে ভৰা মুখখন খুলিবলৈ চেষ্টা নকৰিবা। মই তোমাৰ ওচৰত অপৰাধী।

**কমা :** অপৰাধী?? তাৰমানে তুমি কি ক'ব বিচাৰিছা?

**সমীৰণ :** Please কমা, তুমি মোক একো নুসুধিবা। মই মই বহুত ভুল কৰিলো। কেৱল তোমাৰ ওচৰতেই নহয়, অসমৰ হাজাৰ হাজাৰ জনতাৰ ওচৰত। মোৰ তেজত ডাক্তৰে H. I. V. Possitive পোৱাতো একেবাৰে স্বাভাৱিক।

**কমা :** তাৰমানে তুমি.......

**সমীৰণ :** উচ্চ বংশজাত সন্তান হৈও কেৱল ডিগ্ৰীটো ল'ব নোৱাৰাৰ বেজাৰত ড্ৰাগছ্ সেৱন কৰিলো।

**কমা :** (চিঞৰি) সমীৰণ!

**সমীৰণ :** নিচিঞৰিবা, অকল সেয়ে নহয়, মোৰ এই দেহটো অচিনাক্ত দেহৰ লগত বিলীন কৰাইছো আৰু মোৰ বন্ধুসকলক ড্ৰাগছ্ ব্যৱসায়ত লিপ্ত কৰাইছো।

**কমা :** (কান্দি কান্দি) ই কি কৰিলা সমীৰণ! তোমাক মই বিশ্বাসত লৈ তোমাৰ লগত মোৰ ভৱিষ্যতৰ সপোন ৰচিছিলো।

**সমীৰণ :** মই পাপ কৰিছো কমা, পাপ। আকৌ এটা পাপ চপাই নলওঁ কমা।

(সেই সময়ত ৰজত আৰু দীনক - অমৰ শৰ্মা আৰু বাবুল ডেকাই খেদি আনে)।

**অমৰ :** (পিষ্টল দেখুৱাই) Hands up! (দীন আৰু ৰজত হাত দাঙি বৈ দিয়ে। অমৰ শৰ্মা আৰু বাবুল ডেকাই দুইটাকে চুলিত ধৰে আৰু কয়)

**অমৰ :** তহঁতৰ ভাওনাৰ এইয়া কল্যাণ খৰমান। আজি আধাবেলা তহঁতক লৈ আমাৰ যি হাৰাশাস্তি হৈছে তাৰ বাবে এই পিষ্টল (হাত কামুৰি) দেখিছ- তহঁতক শেষ কৰি দিবৰ মন গৈছে। কিন্তু নাই- । তহঁতক এনেদৰে নহয়- ব'ল থানালৈ ব'ল (ঠেলা মাৰি পঠাই)

**দীন :** আমাক এৰি দিয়ক ছাৰ। আমিতো চোৰ বা ডকাইত নহওঁ। আমি সেই ঠাইত বস্তু এটা দিবলৈহে গৈছিলো।

**সমীৰণ :** (সকৰুৈ) বস্তু এটা!!

**অমৰ :** চোৰ, ডকাইত হোৱা হ'লে ভালেই আছিল। কিন্তু তহঁত- -নাই-

**ৰজত :** আমাক গুৰুৱে অৰ্ডাৰ দিয়া মতে বস্তুটো সেই ঠাইত Supply দিছিলো।

**অমৰ :** তেন্তে তহঁত দুটা দৌৰি ফুৰিছ কিয়?

**বজত :** জীৱনলৈ শঙ্কা ছাৰ, দেশত নিবনুৱা সমস্যাই বি ভয়াবহ ৰূপ ধাৰণ কৰিছে, আমি অন্ততঃ সেই কামকে কৰি পেট পূজা কৰিছো ছাৰ।

**দীনঃ** আমাক এৰি দিয়ক। আমাৰ ঘৰখন ৰক্ষা কৰক ছাৰ।

**সমীৰণ :** (ৰজতৰ কালে আগবাঢ়ি) ৰূপম -।

**ৰজত :** কোন ৰূপম ?

**সমীৰণ :** মোক চিনি পোৱা নাই ৰূপম, মই সমীৰণ।

**ৰজত :** নাই- নাই। মই কাকো চিনি পোৱা নাই। মই ৰূপম নহয়, মই ৰজত। (Change) ছাৰ, আপোনালোকে আমাৰ বচৰ কথা শুনিলে আমাক এৰি দিব লাগিব।

**অমৰঃ** (ৰজতক এটা চৰ মাৰি) এইটো কি দেখিছ (পিষ্টল দেখুৱাই) ইয়াত কেইটা কাৰ্টিজ আছে গম পাব ?

**দীন :** তেতিয়া আপোনালোকৰ চাকৰিয়েই খটম হ'ব।

**অমৰ :** (দীনৰ বুকুত ধৰি) ঐ কাক ভয় দেখুৱাইছ! এই Inspector অমৰ শৰ্মাক। (গাত জোকাৰি) তহঁতৰ বচ কোন ? আৰু তহঁতে সেই ঠাইত কিবস্তু Supply দিছিলি ?

**সমীৰণ :** ইনপেক্টৰ চাহাব, আপোনালোকেতো সদায় এই সৰু সৰু পুঠি খলিহনাৰ দৰে মানুহবোৰক ধৰিয়েই নাম কমাই আছে নহয় জানো ?

**অমৰ :** ভুল কৰিছা ডেকা ল'ৰা, দেশৰ নিৰাপত্তা বিভাগটোক তুমি তাচ্ছিল্য কৰিছা! সৰু সৰুবিলাক লগ লাগিয়েই ডাঙৰ সমস্যাৰ সৃষ্টি কৰিছে। এই বিলাক হৈছে সমাজৰ এটা এটা লেতেৰা বস্তু।

**সমীৰণ :** আপোনালোকেতো লেতেৰা বস্তু ধৰাত সিদ্ধহস্ত। পতিকে এই সামান্য সৰু এই সৰু বস্তুবিলাক ধৰি সমাজখন নিকা নকৰে কিয় ? তেতিয়াহে নিৰাপত্তা বিভাগৰ সু-নাম অৰ্জন হ'ব।

**দীন :** (হৈতিকিংৰ সুৰত) সেই লোকৰ কথা শুনি আমাক এৰি দিলে নিৰাপত্তা বিভাগৰ নাম ক'ত থাকিব! আৰু আপোনালোকে কিয় এজন মানুহৰ কথা শুনি বিপদ চপাই ল'ব! এওঁলোকক আপোনালোকে পঠিয়াই দি আমাৰ লগত হাত মিলাওক।

**অমৰ :** (হাঁহি ) তহঁতৰ লগত হাত মিলাম। (Change) ঐ কুত্তা, তহঁতে কাক কথা কৈছ জান ? (দীনক চুলিত ধৰি) ঐ তহঁতে এওঁক চিনি পাব ?

**ৰজত :** নাই-নাই চিনি নেপাওঁ। আপোনালোকৰ কথাৰ মাজত এওঁ বাটৰুৱা মানুহটোৱে কিয় বা ভাগ লৈছে।। চাওঁক ছাৰ, আপোনালোকে আমাক এৰি দিলে, বচে আপোনালোকক Help কৰিব।

**অমৰ :** ( বুকুত পিষ্টল লগাই) ঐ তহঁতৰ বচ ক'ত থাকে ?

**ৰজতঃ** (কথা পাহৰাবৰ বাবে) এটা Request ছাৰ, অন্তত : আমাক লকাপত নথ'ব।

**দীন :** আমি এই ব্যৱসায়ত নামিলো যেতিয়া আমি আৰু ঘূৰি আহিব নোৱাৰো। আমাক লকাপত থলে আমাৰ ঘৰৰ মানুহবোৰে কি খাব ?

**অমৰ :** (কোমল হৈ) পঢ়া-শুনা কিমান কৰিলি ?

**ৰজত :** (বলিয়ালিৰ হাঁহি মাৰে)

**অমৰ :** (গালিপাৰি ) হাঁহিছ কিয় ?

**ৰজত :** পঢ়া-শুনা!!! পঢ়াৰো জানো মূল্য আছে ? (Change) বিশ্বাস কৰিবনে মোৰ পঢ়াৰ কথা ক'লে ? মই Political Science ত M.A পাছ কৰিছো। সৌখন শুমতি — (বাহিৰলৈ দেখুৱাই)।

**কমা :** সেইখন আপোনাৰ দোকান ?

**বাবুল :** (ধেমেলীয়া সুৰত) অ' আই, এইবোৰ কি চক্ৰত সোমালো। তুমি আকৌ এওঁক চিনিকে পালা।

**কমা :** (কথা লুকুৱাৰ দৰে) নাই -নাই মানে শুমতিখনৰ মানুহজন আজি আপোনালোকৰ হাতত বন্দী, মই একো বুজিব পৰা নাই।

**অমৰ :** অস্বাভাৱিক নহয়। দেশত পকেটমাৰ বিলাক দেখিছা ? সিহঁত যেনেকৈ চুটত থাকে, তাহাঁতক পকেটমাৰ বুলি ভাবিবলৈ লাজ লাগিব। এতিয়া ইহঁতৰ ক্ষেত্ৰতো একেই হৈছে। শুমতিখন দেখুৱাই গোপনীয়ভাৱে এই ব্যৱসায়ত নামিছে। দেশত বি সংক্ৰামকৰোগ আৰু গোপনীয় ব্যৱসায়ে ঠাই পাইছে তাৰ গুৰি ধৰোতা সকলৰ এটা দুটা মাত্ৰ নমুনা।

**সমীৰণ :** I request to you এই ডেকা দুজনক এৰি দিয়ক।

**বাবুল :** (ওচৰ চাপি) হেৰা তুমি কোন হে! তোমাৰ কথাতে আমি এই যুৱকৰ দুটাক এৰি দিম ?

**সমীৰণ :** শুনক আপোনালোকে, প্ৰকৃত দোষীক ধৰিব নোৱাৰি সাধাৰণ দুজন ডেকাক বন্দী কৰি সুনাম অৰ্জনত লাগিছে। কালিলৈ বাতিপুৱা দৈনিক বাতৰি কাকত বিলাকত ডাঙৰ

ডাঙৰ হৰফেৰে প্ৰকাশ পাব "গোপন ব্যৱসায়ৰ পম খেদি দুজন দুৰ্দান্ত ব্যৱসায়ীক আটক কৰা হৈছে" এয়েতো ?

**অমৰ :** চোৱা ভাই, তোমাৰ সাহিত্য প্ৰকাশ কৰিবৰ বাবে থানালৈ যাবা। আমি আমাৰ অভিযানত সফল হৈছো যেতিয়া মিছাতে বৈ থাকি লাভ নাই। ডেকা - ব'লক (যাব খোজে)

**সমীৰণ :** ৰ'ব, বিদেশী ব্যবসায়ী বৌচনৰ প্ৰৰোচনাত ভোল গৈ এদিন মইয়েই এই দুজন ডেকাক ব্যৱসায়ৰ সহায়ক হিচাবে বৌচনৰ ওচৰত পঠাই দিছিলো।

**অমৰ - বাবুল :** বৌ -চ- ন.....

**সমীৰণ :** হয় বৌচন। সি নিজৰ ব্যৱসায়ৰ মাজতে ড্ৰাগছ হিৰোইন, ব্ৰাউনচুগাৰ ব্যবসায় কৰে অতি সংগোপনে। এই গোপনীয়তাৰ বাবেই ৰূপম হৈ পৰিছে ৰজত। (ৰাস্তাটোলৈ দেখুৱাই) সৌফালেদিয়েই বহু ট্ৰাকৰ মাজতে এখন ট্ৰাকত প্ৰায়েই সেই গোপনীয় ব্যৱসায়ৰ ভয়াবহ বস্তুবিলাক Supply কৰে এজন ছদ্মবেশী ড্ৰাইভাৰ ৰামলালে।

**অমৰ :** (আচৰিত ভাৱে) ৰামলাল !!!

**সমীৰণ :** হয় ৰামলাল। ৰামলালো অসমীয়া ড্ৰাইভাৰ। বাৰু, বাদ দিয়ক তাৰ কথা। এইযে ৰৌচন, সি অসমত ব্যৱসায় কৰিবলৈ আহি অসমৰ উঠি অহা যুবক-যুৱতীৰ মাজত বিলাই দিয়ে ড্ৰাগছ, হিৰোইণ, ব্ৰাউন চুগাৰ অসমীয়া ব্যবসায়ীৰ সহযোগত।

**অমৰ :** তুমি তাক কেনেকৈ চিনি পালা ?

**সমীৰণ :** (হাঁহি) আচল সুঁতিলৈ আহক। ইন্সপেক্টৰ চাহাব, মোৰ চৰকাৰী চাকৰি বা আন কোনো ব্যৱসায় নথকাৰ বাবে সি মোৰ লগত হাত মিলাই নিৰাপত্তাৰ বাবে আৰু ব্যৱসায়ৰ বাবে মানুহ Supply দিবলৈ। তাৰ বাবে বক্সিচ বহুত। সেইবাবে মোৰ বাল্য বন্ধু ৰূপমক তাহাঁতৰ পৰিয়ালটো আৰু শক্তিশালী হওঁক বুলি এদিন বৌচনৰ ওচৰত গতাই দিলো। আৰু দিনটো এই গুমতি চলাই থাকিবলৈ ক'লো।

**বাবুল :** (দীনক দেখুৱাই) আৰু এওঁ ?

**সমীৰণ :** সৌখন বেঞ্চতেই এদিন এইজন ডেকা আমাৰ সঙ্গী হৈছিল। তেওঁৰ উপাৰ্জনৰ বাট নথকাত ৰূপমৰ লগতে বৌচনৰ লগত ব্যৱসায়ৰ বাবে গতাই দিয়া হ'ল। গোপনীয়তাৰ বাবে দিগন্ত বৰা হৈ পৰিল দীন।

**কমা :** (চিঞৰি উঠে) তুমি ইমান নীচ, ইমান হীন হ'ব পাৰিলা ? তোমাক মই বিশ্বাসত লৈ তোমাৰ প্ৰেমত পৰি মহা ভুল কৰিলো।

**সমীৰণ :** আঁজলী কমা, নিচিএৰিবা। তুমিতো হীন হোৱা নাই। কিন্তু, তোমাৰ নিচিনা দহজনী গাভৰুৰে কি কৰিছে জানা ?

**অমৰ :** (খঙেৰে) O' No. কোনে কি কৰিছে, এইবোৰ ইয়াত নহয়। সাহস আছে যদি থানালৈ গৈ এইবোৰ Report দিব লাগে। আমাৰ অভিযানে যাক ধৰা পেলাইছো। ইহঁত আমাৰ হাতত বন্দী।

**দীন - ৰজত :** আমাক থানালৈ নিনিব।

**সমীৰণ :** (সাহসেৰে) নিনিয়ে আৰু নিব নোৱাৰে। ভয় কৰিব নালাগে। চাওঁক আপোনালোকেও শুদাহাতে যাব নালাগে। By the way সেইযে মই ক'লো দহজনী গাভৰুৰে যৌন তাড়নাত ভুগি দেহ বিক্ৰী কাৰ্যত লিপ্ত হৈছে, তেওঁলোকক বন্দী কৰিব পাৰিছেনে ?

**অমৰ :** Young Boy , আমাক ওপৰৰ পৰা য'ত পঠাইছে তালৈকে আহি এটা দুটাক বন্দী কৰিছোঁ। অৱশ্যে এতিয়ালৈকে আমাৰ অভিযানত দুই-এজনী ছোৱালীও আমি বন্দী কৰিছো।

**সমীৰণ :** মিছা কথা, আপোনালোকে সেই দহজনী গাভৰুক বন্দী কৰিব পৰা নাই। যদি কাৰোবাক কৰিছে তেন্তে নিৰ্দোষী কোনো গাভৰুকহে বন্দী কৰিছে। কাৰণ মই সেই দহজনী গাভৰুৰ বিষয়ে ভালদৰে জানো।

**অমৰ :** (আচৰিত হৈ সমীৰণৰ কাষ চাপি) জানা—তুমি ???

**সমীৰণ :** যৌবনৰ তাড়নাত থাকিব নোৱাৰি মইয়ো তেওঁলোকৰ কাষ চাপিব লগাত পৰিছিলো।

**অমৰ :** What you say'?

**সমীৰণ :** (আবেগ বিহুল ভাৱে) বেচিদিন জীয়াই থকাৰ হাবিয়াস নাই ইন্সপেক্টৰ চাহাব। মোৰ হাতত হেন্‌কাফ লগাওঁক।

**ৰজত :** ই কেনেকৈ সম্ভৱ হ'ব সমীৰণ ?

**সমীৰণ :** (ৰজতৰ কাষ চাপি) অসম্ভৱকেই সম্ভৱ কৰি ইমান দিন কটালো। এতিয়া এইটো সাধাৰণ কথা। (কমাক) কমা, এই দুখন হাতেৰে মোৰ অন্তৰত সোমাই থকা পাপ মনেৰে দেশত যি বিষ বাষ্পৰ শোচনীয় অৱস্থাৰ কৰিলোঁ, তাৰ যৱনিকাও আজিয়েই পৰক। মই আকৌ ঘৰলৈ ঘূৰি নাযাওঁ।

**ৰজত :** তইতো আমাক জীৱিকাৰ পথ দিছ। কিন্তু তোক আমি কি সতে দোষী কৰি কাৰাগাৰলৈ পঠাম।

**সমীৰণ :** ৰূপম, মাষ্টাৰ ডিগ্ৰী লৈ তামোল-পানৰ ঘূমতি দিবলৈ লাজ নকৰা দেশৰ পৱিত্ৰ আৰু প্ৰকৃত যুৱক তই। বন্ধুত্বৰ খাতিৰত অধিক উপাৰ্জনৰ পথ দেখুৱাই ধ্বংসৰ গৰাহলৈ ময়েই জানো তহঁতক ঠেলি দিয়া নাই?

**দীন :** সমীৰণ, আমি আমাৰ পথত -খোজত খোজ মিলাই চলিব নোৱাৰাৰ দোষত আমি বন্দী। তেনেস্থলত তুমি আমাৰ হৈ গোটেই ঘটনাটোৰ দোষ কিয় মূৰপাতি লৈছা?

**সমীৰণ :** সহ্য কৰিব পৰা নাই বন্ধুহঁত। মোৰ সম্মুখতে কিনাদোষত তোমালোকক বন্দী কৰিব। ই কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। (ৰজতক) ৰূপম, তোক মই শেষবাৰৰ বাবে এটা প্ৰাৰ্থনা কৰো।

**ৰজত :** প্ৰাৰ্থনা নহয় সমীৰণ, আদেশ। আদেশ কৰ সমীৰণ।

**সমীৰণ :** মোৰ এটা মান কথা ৰাখিবি?

**ৰজত :** কৌতূহল নানিবি সমীৰণ। জেললৈ যোৱাৰ বাদে, তোৰ যি কথা মই সকলো ৰাখিম।

**সমীৰণ :** (খণ্ডত) ৰূপম, তই মোৰ কথা ৰাখিবলৈ হ'লে জেললৈ যাব নোৱাৰ। জেললৈ গ'লে তই মোৰ অন্তৰত বিহ ঢালি যাব লাগিব। (Change) ৰূপমক, তই মোৰ কথা ৰাখিবি?

**ৰজত :** ক সমীৰণ, তোৰ কথা মই মূৰ পাতি ল'ম।

**সমীৰণ :** এটা ডিগ্ৰীৰে পৰিপূৰ্ণ কৰিব নোৱাৰাৰ দুখত জীৱনটোক তিলতিলকৈ ধ্বংসৰ মুখলৈ ঠেলি দিলো। অনেক ভুল কৰি আজি মই অনুতপ্ত তহঁতৰ সম্মুখত। দেশত ভয়াবহ ব্যৱসায়ক স্থান দিলো আমাৰ নিচিনা এলাগী যুৱকে। গতিকে মৃত্যুৰ আগে আগে এটা ভাল কাম কৰি যাওঁ বুলি ভাবিছো।

**ৰজত :** তই আমাক মুক্তি দি নিজে বন্দী হোৱাৰ কথাকে ক'ব বিচৰা নাই জানো?

**সমীৰণ :** আৰু আছে সমীৰণ। নিদোষী আজলী ৰুমাজনীক মই এইড্‌চ ৰোগত ভূগিবলৈ দিব নোৱাৰো। তাইৰ শুদ্ধ অন্তৰ, শুদ্ধ দেহক মই মোৰ এই পাপী দেহাৰো লেতেৰা হ'বলৈ দিব নোৱাৰো। (Change) গতিকে তই ৰুমাক তোৰ বন্ধুৰ অনুৰোধত তোৰ প্ৰেয়সী কৰিব নোৱাৰিবিনে?

**ৰজত - ৰুমা :** (আচৰিত হৈ) সমীৰণ—

**সমীৰণ :** অ ৰুমা (হমুনিয়াহ এৰি) সচাঁ ৰূপম, মই এজন এইড্‌চ ৰোগী (কান্দে) তই ব্যৱসায়হে কৰিছ এই পথলৈতো কোনো দিনে অহা নাই। অথচ মই বৌচনৰ পৰা টকালৈ ঘৰৰ কামত নলগাই বাহিৰে বাহিৰে অচিনাক্ত দেহৰ লগত বিলীন হৈ টকা বিলাইছো।

**ৰজত - দীন- ৰুমা :** (চিঞৰি) সমীৰণ -।

**সমীৰণ :** মোক ক্ষমা কৰি দিবা তোমালোকে। পাপৰ টকাখিনি পাপ কামতেই লিপ্ত কৰি মোৰ দেহটো বিষাক্ত কৰি তুলিছো। (Change) শুনা, মই বৰ সুখী হ'ম। যদিহে মোৰ মতত তোমালোক দুয়ো একমত হোৱা।

**ৰজত :** সমীৰণ।

**সমীৰণ :** মোক তোমালোকে আনন্দৰে বিদায় দিয়া। ৰজত, দীন তোমালোক দুয়ো এই দুৰ্যোগ সংকটৰ পৰা সৎ-পথলৈ আগবাঢ়া। Inspector, মোৰ হাতত হেণ্ডকাফ লগাওঁক আৰু এই দুৰ্যোগৰ অৱসান ঘটাওক।

**অমৰ :** সমীৰণ, নিৰাপত্তা বিভাগত এনে কোনো নিয়ম নাই যে বন্দী কৰি লোৱা ব্যক্তি মাজ বাটতে মুক্তি কৰি অন্য এগৰাকীক বন্দী কৰা। আমাৰ লক্ষ্য ৰজত আৰু দীনৰ ওপৰতহে গতিকে থানাত তেওঁলোকক হাজিৰ কৰাতো আমাৰ কৰ্তব্য।

**সমীৰণ :** আপোনালোকৰ অভিযান সফল হৈছে। চাওঁক Inspector এই দুটি নিষ্পাপ যুৱকক মই নৰকলৈ ঠেলি দিব নোৱাৰো। মই মুক্ত হস্তে আপোনালোকৰ ওচৰত ধৰা দিছো।

**অমৰ :** নিৰাপত্তা বিভাগত এনে আইন যে—

**সমীৰণ :** সকলো বুজি পাইছো চাওঁক মোক বন্দী কৰিলে সমাজৰ এটি বিশাল বিষাক্ত পোক ধ্বংস হ'ব আৰু মোৰ দ্বাৰাই বৌচনক বন্দী কৰিব পাৰিব।

**বাবুল :** (ভয়ে ভয়ে) বৌচন—

**সমীৰণ :** হয় বৌচন। আপোনালোকৰ আইনৰ দোহাই দি প্ৰকৃত দোষীক জানো বন্দী নকৰাকৈ থাকিব পাৰিব? দেশৰ শান্তি অটুত ৰখা আৰু এই বিলাকৰ প্ৰতিৰোধৰ একমাত্ৰ পথ হ'ল বৌচনক গ্ৰেপ্তাৰ কৰা। এওঁলোকক মুক্তি দিয়ক।

**ৰুমা :** ৰূপম, মই সমীৰণৰ কথাত একমত (অমৰৰ কাষ চাপি) ছাৰ- ছাৰ এওঁক লৈ যাওঁক (কান্দে)

**সমীৰণ :** নেকান্দিবা ৰুমা, চোৱা, মই হাঁহিছো (কাঠ হাঁহি মাৰি) মই কিমান আনন্দ পাইছো, আজিয়েই তুমি অন্তৰৰ পৰা মচি পেলোৱা মহাপাতকী ধূমকেতু সমীৰণৰ কথা

আকাশৰ পৰা খহি পৰিল নেজাল ভোটাত'ৰা।

Inspector...

অমৰ : দিগন্ত, ৰূপম তোমালোকৰ বন্ধু ত্যাগৰ বাবেই নিৰাপত্তা আইনৰ বাহিৰৰ কাম কৰিছো। আমিও আজিৰ পৰা সত্যৰ সন্ধানত আগবাঢ়িম। Good Bye, বলক ডেকা।

বাবুল : ব'লক ছাৰ। (সমীৰণ, অমৰ শৰ্মা, বাবুল ডেকাৰ প্ৰস্থান, Music দিগন্ত আৰু ৰূপমে একে থৰে চাই থাকে। কমাই সমীৰণ বুলি চিএঞৰি কান্দি পেলায়।

।। পট পৰে।।

<u>সমাপ্ত</u>

# একলব্য

## নাট্যকাৰ # প্ৰাণজিৎ শইকীয়া

**চৰিত্ৰসমূহ ঃ**

১.হিতেশ্বৰ চৌধুৰী   বয়স— ৬০-৬২
২. সবিতা (হিতেশ্বৰ চৌধুৰীৰ পত্নী ) বয়স — ৫০-৫২
৩. প্ৰফেচাৰ বৰুৱা (হিতেশ্বৰ চৌধুৰীৰ বন্ধু) বয়স— ৬০-৬২
৪. ৰোহন (হিতেশ্বৰ চৌধুৰীৰ  পুত্ৰ) বয়স— ২৪- ২৫
৫. সপোন (হিতেশ্বৰ চৌধুৰীৰ ভোলনীয়া পুত্ৰ) বয়স —৩৫-

(আঁৰ কাপোৰ উঠাৰ লগে লগে মঞ্চত দেখা যাব হিতেশ্বৰ চৌধুৰীৰ ঘৰৰ ড্ৰয়িং ৰুম। ড্ৰয়িং ৰুমৰ সাজ-সজ্জা হ'ব এখন মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ ঘৰৰ ড্ৰয়িং ৰুমৰ দৰে। মঞ্চত চৌধুৰীক দেখা যাব চিন্তাক্লিষ্ট মুখমণ্ডলৰে চোফাত বহি থাকে। খন্তেক সময়ৰ পিছতে পুতেক ৰোহন দাঁত ঘঁহি ঘঁহি মঞ্চত প্ৰবেশ কৰিব। টেবুলত পৰি থকা বাতৰি কাগজখন তুলি লওঁতেই বাপেকৰ মুখা মুখি হয়। মঞ্চত থকা বাল ক্লকত ১১ বজা দেখা যাব।)

**চৌধুৰী ঃ** তোৰ উঠিবৰ হৈছেহে নে?

**ৰোহন ঃ** ওঁ। কালি শোৱা অলপ দেৰি হৈছিল, সেইবাবেই।

**চৌধুৰী ঃ** কি কলি, অলপ দেৰি হৈছিল তই কালি কেইটা বজাত আহিছিলি খবৰ আছেনে নাই। ক'ত কি কৰি আছিলি গৈ?

**ৰোহন ঃ** প্লিজ দেউতা, (অস্বস্তিৰে) ৰাতিপুৱাই খেচখেচনি আৰম্ভ কৰি নিদিবাচোন।

**চৌধুৰী ঃ** এৰা, আনৰ বাবে বেলি মূৰৰ ওপৰত উঠিল, কিন্তু তোৰ কাৰণে ৰাতিপুৱাইছেহে।

**ৰোহন ঃ** আজিহে ইমান দেৰি হৈছে। আনদিনা......

**চৌধুৰী ঃ** আনদিনা কি তই সোনকালে উঠ। তই মন কৰিছনে নাই নাজানো, কিন্তু তই শোৱাৰ পৰা উঠোতে যোৱা কিছুদিন ধৰি সদায় ১১ বা ১২ বাজে।

**ৰোহন ঃ** শোৱাৰ পৰা উঠাৰ লগে লগে বকিবলৈ আৰম্ভ কৰি দিলায়ে ন। তোমাৰ পৰা যে ঘৰত শান্তি নোহোৱা হৈছে?

**চৌধুৰী ঃ** তই! শান্তিৰ অৰ্থ বুজয়ে বা কি?

(ভেনেতে চৌধুৰীৰ পত্নী সবিতা চাহ একাপ লৈ সোমাই আহে। ৰোহনে মাকক দেখে)

**ৰোহন ঃ** মা, দেউতাক ৰাতিপুৱাই মহাভাৰতখন মেলিবলৈ মানা কৰাচোন। প্লিজ। (সবিতাই চৌধুৰীক চাহ কাপ দিয়ে। পুতেকলৈ চাই)

**সবিতা ঃ** কি হ'লনো?

**ৰোহন ঃ** চোৱাচোন, শোৱাৰ পৰা উঠাৰ লগে লগে দেউতাই বকিবলৈ আৰম্ভ কৰি দিলেই। ৰাতিপুৱা বকনিবোৰ শুনিবলৈ ভাল নালাগে নহয়। মাথাটো দিনটোৰ কাৰণে গৰম হৈ নাযায় নেকি কিবা?

**চৌধুৰী ঃ** আৰু তোৰ কথা কাৰ্যই মোৰ জীৱনটোৰ কাৰণে মগজটো গৰম কৰি দিছে, বুজিছ ।

**সবিতা ঃ** কি হ'লনো? তাক ৰাতিপুৱাই কিয় ইমানকৈ গালি পাৰিছেনো?

**চৌধুৰী ঃ** পুতেৰক সোধা কালি পুৱতি নিশালৈকে কিয় ঘৰত নাই?

**সবিতা ঃ** তই কালি কলৈ গৈছিলি ৰোহন?

**ৰোহন ঃ** মা মোৰ best buddy, জয়দীপৰ ঘৰত পাৰ্টি আছিল, সেই কাৰণেহে ......

**চৌধুৰী ঃ** (উচ্চ স্বৰত) কিন্তু যোৱা কিছু দিন ধৰি তই যে ঘৰত এই কাৰবাৰ কৰি আহিছ, তোৰ কি সদায় পাৰ্টি থাকে নে?

**ৰোহন ঃ** মই এতিয়া ডেকা হলো, লগৰ  লৰাবোৰৰ লগত আড্ডা-চাড্ডা দিবৰ মন নাযায় নেকি কিবা।

**চৌধুৰী ঃ** বাঃ ডেকা হলি, ডেকা ময়ো আছিলো বুজিছ ৰোহন।

কিন্তু সমাজক ডেকা হোৱাৰ ছবিখন দাণ্ডি ধৰিবলৈ আমিতো কেতিয়াও পুৱতি নিশালৈকে আড্ডা দিয়া নাছিলো। কিহৰ বাবে তইঁতৰ এই অধঃপতন ৰোহন।

**ৰোহন :** দেউতা তোমালোকৰ এই outdated কাহিনীবোৰ শুনাই মোক bore নকৰিবাচোন, প্লিজ। তোমালোকৰ বাবে যিটো ডাঙৰ কথা, আমি সেইবোৰ কথাত গুৰুত্বই নিদিও। আমি advance সময়ৰ open and progressive mind ৰ যুবক।

**চৌধুৰী :** সময়ৰ লগে লগে মানুহে যান্ত্ৰ পৰিচয়তে আবদ্ধ নাথাকি সদায় উৰ্ধ্বলৈ উঠিবলৈ প্ৰয়াস কৰে। কিন্তু তইঁতে আজিৰ এই advance দিনবোৰত জন্তুতকৈও কিয় অধঃপতনে যাবলৈ আৰম্ভ কৰিছ ৰোহন?

**ৰোহন :** মোৰ জীৱনটোকলৈ তুমি কিয় ইমান frustrated হৈ পৰিছা?

**চৌধুৰী :** এৰা, মই মই আজি তোৰ জীৱনটোকলৈ frustrated হৈ পৰিছো। এয়া সঁচা কথা কিন্তু মই আজি তাতকৈও বেছি উন্মাদ হৈ পৰিছো তাহানিতে কৰি অহা এটা ভুলৰ কাৰণেহে।

**সবিতা :** হেৰি থওকছোন এইবোৰ। ৰোহন তই ভিতৰলৈ যা। (ৰোহনে প্ৰস্থান কৰে। সবিতাই তালৈ চাই থাকে। চৌধুৰী হতাশগ্ৰস্ত হৈ বহি পৰে। Music সোমাব। সবিতা চৌধুৰীৰ কাষ চাপি আহে।)

**চৌধুৰী :** জানা সবিতা, ৰোহনক লৈ মোৰ কেতিয়াবা বৰ চিন্তা হয়। জানোচা সি.....

**সবিতা :** হেৰি আপুনি চিন্তা নকৰিবচোন। চাব সময়ৰ লগে লগে সকলো ঠিক হৈ যাব।

**চৌধুৰী :** এইটোৱেই জীৱনৰ ভৰপক বয়স। যদি সি এতিয়াই ঠিক নহয়, তেন্তে ভৱিষ্যতে সি কেতিয়াও ঠিক হ'ব নোৱাৰিব।

**সবিতা :** আপুনি এইবোৰ চিন্তা বাদ দিয়কচোন। মই তাক বুজাম বাৰু। (Direction) আপুনি বাৰু সি কৰা ভুলবোৰ ক্ষমা কৰি দিব নোৱাৰেনে?

**চৌধুৰী :** পাৰিম, পাৰিবইতো লাগিব। বুঢ়াকালত তোমাক আৰু মোক চাবলৈ তাৰ বাদেতো কোনোৱেই নাথাকিল। নে কি কোৱা সবি?

**সবিতা :** আপুনি পুৰণি কথাবোৰ মনত পেলাইনো কিয় নিজকে কষ্ট দিছে। (Direction)

**চৌধুৰী :** (Direction) হেৰা সবিতা এইফালে আহাচোন। তোমাক কথা এটা কোৱাই নাই।

**চৌধুৰী :** আজি আমাৰ সপোন আহিব। কালি সি খবৰ পঠাইছিল সি বোলে কিবা ডাঙৰ surprise দিব। সি তাৰ দেউতাকক চাবলৈ আহিব। (স্বগোক্তি কৰে)

**চৌধুৰী :** (অনুচ্ছ স্বৰত Music সোমাব) কোনখন মুখেৰে মই তোমাক এই কথাষাৰ কওঁ বাৰু। এইখন মুখ, এই দুহাতেৰেইতো মই সেই ফুলকুমলীয়া লৰাটোক এইখন ঘৰৰ পৰা খেদি পঠাইছিলো।

**সবিতা :** আজি অ'ত দিনৰ মূৰত লৰাটো ঘৰলৈ ঘূৰি আহিব এইবোৰ কথা চিন্তা কৰিবলৈ বাদ দিয়কচোন। (সবিতাৰ প্ৰস্থান)

**চৌধুৰী :** কেনেকৈ বাদ দিম কোৱাচোন? তাৰ সেই নিষ্পাপ-নিস্কলুষ মুখখনৰ হিয়া ভগা কান্দোনবোৰ পাহৰা সম্ভৱ জানো? (ৰোহন সোমায় আহে। পিন্ধনত funky dress)

**ৰোহন :** মা, চাহ দিয়া ।

**সবিতা :** তই এতিয়াই আকৌ ক'লৈ ওলালি?

**ৰোহন :** কাম আছে। কি আছে সোনকালে খাবলৈ দিয়া?

**চৌধুৰী :** হেৰা, সোনকালে পুতেৰাক দানা এগাল দিয়া। চৰিবলৈ যাবৰ হ'লেই নহয় চাঁগে।

**ৰোহন :** দেউতা This is not cool ok. Educated মানুহৰ মুখত এইবোৰ ভাষাই শোভা নাপায়।

**চৌধুৰী :** কিন্তু educated মানুহে ভালদৰে জানে কাক কি ভাষা ক'ব লাগে।

(তেনেতে ফোন বাজে। সবিতাই receive কৰে)

**সবিতা :** হেল্ল' কোনে কৈছে....... হয় আছে। ৰোহন তোৰ ফোন।

**ৰোহন :** কোনে কৈছে মা?

**সবিতা :** ছোৱালী এজনী। নামতো কোৱা নাই। তোক বিচাৰিছে। (ৰোহনৰ মুখত expession মাকৰ পৰা receive কৰে )

**ৰোহন :** হেল্ল .......... কোনে কৈছে ........কোন ...........অ বৌ ..........। হয়, মই ওলাই ছিলোয়েই। মবাই .......(মোবাইলটো পকেটৰ পৰা ফলিয়াই চায়।) এই মাত্ৰ শোৱাৰ পৰা উঠিছোহে মবাইল অন্ কৰা নাই নাই। ........মই গৈ আছো (ৰোহন receive টো থয়) মা মই যাওঁ।

**সবিতা :** আৰে কিবা এটা খাই যা।

**ৰোহন :** নাই, নাই মোৰ সময় নাই। (ভিতৰলৈ যায়)

**সবিতা :** খন্তেক ৰ'ব নোৱাৰ নেকি?

**ৰোহন :** নাই, নোৱাৰোঁ। অথনিৰ পৰা লেকচাৰ মাৰি আছিলা যে খাবলৈ দিব নোৱাৰিলা। এতিয়া খাই যা খাই যা মাৰিছা।

চৌধৰী ঃ হেৰা যাবলৈ দিয়া। ৰোনজনী বৌয়েকে ফোন কৰিছে তায়ে খুৱাব নহয় ছাগৈ।

ৰোহন ঃ মোক ঠাট্টা কৰি কথা নক'বা দেই।

সবিতা ঃ ৰোহন, ক'লৈ যাব সোনকালে আহিবি। আজি সপোন আহিব। বজাৰ দুটামান কৰি দিব লাগিব।

ৰোহন ঃ সপোন? কোন সপোন?

সবিতা ঃ তই তাক পাহৰিলিয়েই নে? তোক যে সৰুতে স্কুললৈ অনা-নিয়া কৰিছিল।

ৰোহন ঃ অ' সেই চাকৰ লৰাটো। তাৰনো আজি আহিবলৈ আক কি হ'ল? বাৰু ঠিক আছে পাৰিলে আহিম। মোৰ দেৰি হৈছে। মই যাওঁ।

(তেনেত মোবাইলৰ ৰিং হয়)

হেল্ল ......... মই গৈ আছো। (ৰোহন কথা পাতি ওলাই যায়। চৌধুৰীয়ে তালৈ কেইপলকমান অবাক দৃষ্টিৰে চাই থাকে।)

চৌধুৰী ঃ চাকৰ (লাহে লাহে Music সোমাব) ঠিকেইটো সি আমাৰ ঘৰৰ চাকৰহে আছিল। কিন্তু মই আজি সেই চাকৰ ল'ৰাটোক লৈ কিয় ইমান উন্মাদ হৈ পৰিছো সবি।

সবিতা ঃ মই জানো, আপুনি তাহানিতে কৰা সেই ভুলটোয়ে আজিও আপোনাক খেদি ফুৰিছে।

চৌধৰী ঃ এৰা মই তাক ফুটপাথত নেদেখা হলে, নিজৰ পৰিচয়েৰে সমাজৰ আগত পৰিচয় কৰি নিদিয়া হ'লে। (এনেতে দুৱাৰত টোকৰ পৰে। চৌধুৰীয়ে কথা বন্ধ কৰে। অলপ প্ৰকৃতিস্থ হয়।) (সবিতাই প্ৰকৃতিস্থ হৈ বৰুৱাক দেখে)

সবিতা ঃ অ' আপুনি আহক।

(প্ৰফেচৰ বৰুৱা সোমাই আহে। বৰুৱা চৌধুৰীৰ সমবয়সীয়া)

বৰুৱা ঃ চৌধুৰী কি খবৰ? (বহে) (সবিতা ভিতৰলৈ সোমাই যায়)

চৌধুৰী ঃ চলিছো আৰু যেনে-তেনে। তোমাৰ কোৱা?

বৰুৱা ঃ ভাল বুলিয়েই ক'ব পাৰি হে।

চৌধুৰী ঃ এতিয়া পিছে ক'ৰ পৰা আহিলা?

বৰুৱা ঃ কলেজৰ পৰা আহিলো। Principal ক লগ ধৰি পেঞ্চনৰ কাগজ পাতিবোৰ বিষয়ে কথা পাতি আহিলো। যোৱা দুদিন ধৰি ফাইলবোৰ বিচাৰি চলাথ কৰিছো, কিন্তু মোৰ Service Book খনেই বিচাৰি পোৱা নাই।

চৌধৰী ঃ এৰা হে, আমি কলেজত সোমোৱাৰ দিনতনো কোনে ভাবিছিল যে চৰকাৰে, এদিন আমাক পেঞ্চন দিব।

বৰুৱা ঃ এৰা, পিছে তোমাৰ কামখিনি কিমান দূৰ আগবাঢ়িছেগৈ?

চৌধুৰী ঃ পেঞ্চনৰ কাৰণে যিমানখিনি বস্তু DPI Office য়ে বিচাৰিছে, তাৰ অধিকাংশয়ে মই বিচাৰি পোৱা নাই

(সবিতাই চাহ আনি দুয়োকে দিয়ে)

সবিতা ঃ চাৰ, বাইদেউৰ খবৰ কেনে?

বৰুৱা ঃ বাইদেউৰাৰ খবৰ মোক সুধিছা যে এদিন গৈ চাই আহিব নোৱাৰা?

সবিতা ঃ চাৰ যাম যাম বুলি সময়েই নাপাওঁচোন। ৰ... ত মানুহ তিনিটা যদিও কামৰ দেখোন অন্তয়ে নাই।

বৰুৱা ঃ কামৰ অন্ত পৰিলে এদিন আহিবা। এওঁৰো আজিকালি কথা পতাৰ লগ নাই মোৰ লগতেনো আৰু কিমান কাজিয়া কৰিব?

(তিনিও হাঁহে। সবিতাই চাহৰ কাপ দুটা লৈ ভিতৰলৈ যাবলৈ লৈ কয়)

সবিতা ঃ চাৰ, আপোনালোকে চাহ খাওক। মই ভিতৰলৈ যাওঁ।

(সবিতাৰ প্ৰস্থান)

বৰুৱা ঃ বুজিছা চৌধুৰী, পেঞ্চনটো পালে মোৰ বাবে বৰ সুবিধা হ'ব। সৰু ল'ৰাটোৱে বোলে লণ্ডনত গৱেষণা কৰিবলৈ যোৱাৰ কথা। তাৰ কাৰণে কিবা স্কলাৰশ্বিপৰ পৰীক্ষা এটা দিব লাগে আৰু সেই পৰীক্ষাটো দিবলৈকে তাক প্ৰায় ২০/২৫ হাজাৰ মান টকা লাগে। মোক খুজিছে। মই ঘপহকৈ ইমান টকা ক'ৰ পৰা যোগাৰ কৰোঁ বাৰু? সিহঁত তিনিটাক পঢ়াওতেই মোৰ সাঁচতীয়া টকা যিমানকেইটা আছিল, আটাইকেইটা শেষ হ'ল। ঘৰটোতো দেখিছায়ে আধাখনিয়া হৈয়ে ৰ'ল। যদি পেঞ্চনটো সঁচাকে পাওঁ তেনেহ'লে অলপ সকাহ পাম, নহলে মোৰ পানীত হাঁহ নচৰা অৱস্থা হ'ব।

চৌধুৰী ঃ বৰুৱা, যদি বেয়া নোপোৱা, তেনেহলে মই তোমাৰ সৰু ল'ৰাটোৰ পৰীক্ষাটোৰ কাৰণে কিছু পইচা দি সহায় কৰিব পাৰো।

বৰুৱা ঃ নাই নাই চৌধৰী। তুমি মিছাতে কিয় ইমান কষ্টখন কৰিব লাগে। কিবাহে হ'লেও মই ধাৰ-ঋণ নকৰাকৈয়ে তালৈ পইচা পঠাব পাৰিম। ঘৰটোৰ কাম আৰু অলপ পিছ পৰিব যেনিবা। উপায়োতো নাই। কিন্তু সিহঁতৰ কেৰিয়াৰটোহে বেছি গুৰুত্বপূৰ্ণ, নহয় জানো চৌধুৰী।

চৌধুৰী ঃ (বিমৰ্ষভাৱে) এৰা বৰুৱা, ল'ৰা-ছোৱালীৰ সফলতাহে মাক— দেউতাকৰ আচল সুখ নিহিত হৈ থাকে।

বৰুৱা ঃ কিন্তু চৌধৰী, ল'ৰা-ছোৱালী সফল হোৱাতকৈও যদি সিহঁত সংস্কৃতিবান হয়, তেনেহলে পিতৃ-মাতৃ বেছি গৌৰৱান্বিত হোৱাৰ থল থাকে। আমাৰ ইয়ালৈ আজি বোলে নতুনকৈ এজন Civil S.D.O. Join কৰিবলৈ আহিব। মোৰ লগৰ মেজিষ্ট্ৰেট হাজৰিকাৰ মুখত শুনিলো। ল'ৰাজন হেনো বৰ ভদ্ৰ, বৰ অমায়িক নামটো কিবা সপোন চৌধৰী। ডাঙৰ কথাটো হ'ল- ল'ৰাটোক হেনো

কোনোবাই ফুটপাঠৰ পৰা তুলি লোৱাহে। এনেকুৱা এটা ল'ৰা তুলি লবলৈ হ'লেও মাক -বাপেকে যোৱাটো জনমত কিবা পুণ্যৰ কাম কৰিব লাগিবহে।

(সবিতাই তামোল লৈ সোমায় আহে)

চৌধুৰী : মহকুমাধিপতি সপোন চৌধুৰী (স্বগোক্তি কৰে)
বৰুৱা : (মুখত তামোল ভৰাই) তুমি চিনি পোৱা নেকি?
চৌধুৰী : নাই, নাই। নামটো কৰবাত শুনা যেন লাগিছে।
বৰুৱা : চৌধুৰী মই উঠো। চাহ তামোল খাই খাই বহুত সময় লেকচাৰ মাৰিলো। ঘৰত তেওঁ অকলে আছে নহয়। সবিতা সময় পালে আমাৰ ঘৰত এপাক মাৰিবা। চৌধুৰী আহিছো। (বৰুৱাৰ প্ৰস্থান)
সবিতা : চাৰেনো আপোনাক সপোনৰ কথা কি কৈছিল?
চৌধুৰী : সবিতা, মই কেতিয়াবা কি ভাবো জানা, আমি প্ৰাত্যহিক তুচ্ছতাৰ উৰ্দ্ধলৈ কেতিয়াও উঠিবকে নোৱাৰিলো। গাড়ী-মটৰ, ঘৰ-দুৱাৰ আদিকে লৈ জীৱনটো বৰ ব্যস্ত থাকিলো। মানুহক মানুহ বুলি গণ্য কৰিব পৰা নাইকিয়া কৰি পেলালে। কিন্তু সপোনে মই খেদি খ্ৰিয়াৰ পাচতো নিজকে নিজে কেনেকৈ প্ৰতিষ্ঠা কৰিলে দেখিলা।
সবিতা : সঁচা, সপোনটো চাগৈ বৰ এটা হ'ল নহয়। দেখিলেতো চিনিয়েই নাপাম। (এনেতে দুৱাৰত টোকৰ পৰে) কোনোবা আহিল (Direction)
চৌধুৰী : এহ্ তুমিয়েই যোৱা (সবিতাই সপোনক দেখে)
সবিতা : আহকচোন। পিচে মই আপোনাক চিনি পোৱা নাই।
সপোন : মা, মোক চিনি পোৱা নাই, মই সপোন। (Direction) (Music সোমায়)
সবিতা : সপোন তই। (Direction)
সপোন : দেউতা। মই সপোন (চৌধুৰী উচাট মাৰি যায়) দেউতা, আপুনি মোক আৰ্শীবাদ নিদিয়ে।
চৌধুৰী : তই কিয় ইয়ালৈ আহিছ। (উচ্চ স্বৰত)
সপোন : দেউতা, মই আপোনাক আৰু মাক চাবলৈ আহিছো। আপোনালোকৰ আৰ্শীবাদ লবলৈ আহিছো।
চৌধুৰী : ইস্ আপোনাক আৰু মাক চাবলৈ আহিছো। তই কি নিজকে আমাৰ সন্তান বুলি ভাবিছ নেকি? মোক উপাধিটো লিখিলে বুলিয়েই তই নিজকে মোৰ লৰা বুলি কিয় ভাবিছ? আমিতো তোৰ কোনো নহয়।
সবিতা : (হতভম্ব হৈ) হেৰি, আপুনি এইবোৰ কি কৈছে আপুনিতো তাক চাবলৈ ব্যাকুল হৈ আছিল?
চৌধুৰী : তুমি বলিয়া হৈছা নেকি সবি? মই এই চাকৰ ল'ৰাটোক চাবলৈ ব্যাকুল হৈ থাকিম নেকি?

(চৌধুৰীৰ মাত কঁপি উঠে)

সপোন : দেউতা আপুনি মোক কিয় ইমান বেয়া পায়? আপোনালোকৰ বাদেনো মোৰ কোন আছেনো এই পৃথিৱীত?
সবিতা : নহয়, নহয় সপোন, এখেতে তোক খুব ভাল পায়। এখেতৰ কিবা এটা হৈছে। হেৰি, হেৰি কি হৈছে আপোনাৰ। (Direction)
চৌধুৰী : তুমি মনে মনে থাকা সবিতা। যিটো ল'ৰাক মোৰ পুত্ৰৰ আলপৈচান ধৰিবলৈ আনিছিলো, সেই লৰাটোক লৈ তুমি কিয় ইমান আবেগিক হৈ পৰিছা এই সামান্য কথাটো ......(Direction) এই তই বহ। চাহ ভাত খাই আবেলিলৈ যাবিগৈ। মই অলপ ওলাই যাওঁ।

(চৌধুৰী ওলাই যায়। দুয়ো তেওঁলৈ অবাক হৈ চাই থাকে)

সবিতা : তই বৰ এটা হলি অ'। পিছে বিয়া বাৰু
সপোন : বিয়া? মা আপোনাৰ অবিহনে মই কেনেকৈ বিয়া পাতিম বাৰু?
সবিতা : অঁতো। আহচোন কিবা এটা খাই লহি। ৰাতিপুৱা কি খাই ওলাইছ?

(সপোনক সবিতাই পাক ঘৰলৈ লৈ যায)

সপোন : মই ব্ৰেকফাষ্ট কৰি আহিছো মা।
সবিতা : এইটো ল, মই তোলৈ কিবা বনাওঁ।
সপোন : আপুনি ইমান ব্যস্ত হ'ব নালাগে নহয়। আপুনি পাকঘৰৰ পৰা ওলাই আহকচোন। আপোনাৰ সৈতে মোৰ কথা পাতিব লগীয়া আছে।
সবিতা : সপোন তোৰ বাৰু আমালৈ এবাৰো মনত পৰা নাছিলনে? (Direction) সপোন, সপোন
সপোন : মোৰ জীৱনত হয়তো এনেকুৱা এক মুহূৰ্তও পাৰ হৈ যোৱা নাই, য'ত আপোনাৰ কথা, দেউতাৰ কথা, ৰোহনৰ কথা মনলৈ অহা নাই। (খন্তেক ৰৈ) ৰোহন বৰ এটা হল নহয় চাগৈ?
সবিতা : ওঁ সি বহুত ডাঙৰ হ'ল আজিকালি।
সপোন : সি এতিয়া ঘৰত নাই নেকি মা?
সবিতা : নাই, অলপ ওলাই গৈছে।
সপোন : মই আহিম বুলি তাক ক'ব লাগিছিল আক। মই আহিম বুলিতো দেউতাক খবৰ দিছিলো। মই আহিম বুলি জনা হ'লে সি নিশ্চয় ওলাই নগ'লহেঁতেন।
সবিতা : এৰা অ' মই আহিবি বুলি তাক কোৱায়ে নহ'ল।
সপোন : আপুনি কিন্তু এইটো বেয়া কৰিলে। তাৰ সৈতে মোৰ

ঢেৰ কথা পাতিব লগা আছিল। তাক জোকাম বুলি কিমান plan কৰি আহিছিলো। আপুনি মাৰিলে সি যে কান্দি কান্দি মোৰ কোঁচত উঠিছিলহি। ৰাতি যে সি মোৰ লগত শুবলৈ কিমান কান্দিছিল। সিযে শিলগুটি মাৰি মোৰ কপাল উখহাই পেলাইছিল আৰু মাৰ খোৱাৰ ভয়ত দিনটো কিৰিগুনিৰ মাজত সোমাই আছিলগৈ। সেইবোৰ কথা মনত পৰিলে আজিও বহুত ভাল লাগে।

সবিতা : তই কিয় তাক ইমান ভাল পাৱ? সিটো.........

সপোন : সিটো কি? মই তাক কিয় ভাল নাপাম (সবিতাৰ Direction) দেউতাৰ এইখিনি কথা শুনাহ'লে, সিটো দেউতাৰ লগত কাজিয়া কৰিলেহেঁতেন ছাগে। মই জানো সি মোৰ ফলীয়া হ'বই। (হাঁহে) (খন্তেক বৈ) মই তাক এই দুহাতেৰে কোচত ডাঙৰ কৰিছো, এইখন হাতেৰে মই তাক ভাত খুৱাইছিলো, খোজ কাঢ়িলে ৰাতি সোনকালে টোপনি আহিব বুলি বোকাচাত উঠাই স্কুললৈ নিছিলো। এতিয়া আপুনি প্ৰশ্ন কৰিছে মই তাক কিয় ইমান ভাল পাওঁ। মই তাক আপোনালোকতকৈও বেছি ভাল পাওঁ

সবিতা : (নিজকে সংযত কৰি) ধেৎ পাগল, মই ধেমালিহে কৰিছিলো। (চৌধুৰী সোমায় আহে। এটা হাতত দুটা পলিথিনৰ টোপোলা)

চৌধুৰী : হেৰা, কথাৰ মহলা মাৰি থাকিব নেলাগে। চিতল মাছ অকন লৈ আহিছো (সপোনৰ Direction) এইকেইটা লোৱা। ভাত কেইটা সোনকালে বনোৱাগৈ। ই সোনকালে যাবগৈ লাগিব নহয়।

(সবিতাক টোপোলা দুটা দিয়ে। সবিতাৰ পাকঘৰলৈ প্ৰস্থান)

সপোন : দেউতা মই এইখন চহৰতে চাকৰি কৰো নহয়। মই ইয়াতে থাকো।

চৌধুৰী : বাহ্ (ঠাট্টাৰ সুৰত) তই চাকৰিও পালি নেকি দেশত চাকৰিৰ ঢল নামিছে যেন পাইছো। হেৰা সবি ই হেনো চাকৰিও পালে।

(সবিতা পাকঘৰৰ পৰা ওলাই আহে)

সবিতা : (আচৰিত হৈ) হেৰি আপুনি এইবোৰ কি আবোল তাবোল বকিছে?

চৌধুৰী : মইনো কি আচৰিত হ'ব লগা কথাটো ক'লো। ক'ত মানুহে আজিকালি M.A.পাছ কৰিও চাকৰি নাপায়, সিনো ক্লাছ এইটলৈকে পঢ়া ল'ৰাটোৱে কি হাকিমৰ চাকৰিটো পাব।

সবিতা : (উত্তেজিত হৈ) আপোনাৰ এই অহমিকাৰ কাৰণেই সপোন এদিন আমাৰ মাজৰ পৰা আতৰি আহিছিল। (উচুপি উঠে) কিন্তু আজি ইমানদিনৰ মূৰত সি ঘৰলৈ উভতি আহিছে, আপোনাৰ আকৌ একেই অহংকাৰ ।

চৌধুৰী : অহংকাৰ (খন্তেক বৈ) জানা সবিতা, অহংকাৰ নিজৰ সমকক্ষৰ লগতহে কৰে। মই ইয়াৰ লগতনো কি অহংকাৰ কৰিম। আচলতে মই আজি পৰাজিত হৈছো।

(Music সোমাব)

সপোন : পৰাজিত হৈছে! আপুনি কাৰ হাতত পৰাজিত হৈছে দেউতা?

চৌধুৰী : মই তোৰ ......

সপোন : দেউতা!

চৌধুৰী : নামাতিবি। তোৰ মুখৰ এই শব্দটোৱে মোক শেলে বিন্ধাদি বিন্ধে।

সপোন : আপুনি কেনেকৈ ভাবিলে যে আপুনি মোৰ হাতত পৰাজিত হৈছে। আপুনিয়েই জানো মোক ফুটপাথৰ পৰা তুলি আনি জীৱনৰ লগত পৰিচয় কৰি দিয়া নাই। আপোনাৰ অবিহনে মোৰতো কোনো অস্তিত্ব ই নাই। দেউতা আপুনিয়েই মোৰ জীৱনৰ একমাত্ৰ গুৰু।

সবিতা : সপোন। (Music সোমাব)

সপোন : খাওঁতে-শোওঁতে উঠোতে-বহোতে আপুনি শিকোৱা প্ৰতিটো কথায়ে মই মানি আহিছো। মোৰ শিৰত আপোনাৰ আশীৰ্বাদ থকাৰ কাৰণেইতো মই এই সামাজিক স্বীকৃতি লাভ কৰিছো। তেনেস্থলত আপুনি মোৰ হাতত কেনেকৈ পৰাজিত হ'ল?

সবিতা : আপুনিনো সপোনৰ আগত সকলোবোৰ কথা খোলাখুলিকৈ নকই কিয়? সি নিশ্চয় আপোনাক ক্ষমা কৰি দিব। কিহৰ প্ৰয়োজনত আপোনালোকে এইবোৰ আৰম্ভ কৰিছে। উস্ মোৰ উশাহ বন্ধ হৈ যাব ধৰিছে।

(সবিতা পাকঘৰলৈ গুচি যায়, উচুপি থাকে)

সপোন : মা, দেউতাৰ কি দোষৰ ক্ষমা কৰিব লাগে মই এটা পুতেকে বাপেকক কেনেকৈ ক্ষমা কৰিব পাৰে। মই দেউতাক ক্ষমা কৰিব লাগে, এনে কথা কৈ আপোনালোকে মোক আপোনালোকৰ জীৱনৰ পৰা কিয় ইমান নিদাৰুণভাৱে বঞ্চিত কৰি পেলালে?

সবিতা : তই কিয় সেইবোৰ কথা কৈছ তোক আমাৰ জীৱনৰ পৰা আঁতৰাই পঠোৱাটো জানো সম্ভৱ? (Direction)

চৌধুৰী : তই মাৰক তোৰ ফলীয়া কৰিহে এৰিলি। কিন্তু মোক পাৰিম বুলি ভাবিছ নেকি? (খন্তেক বৈ) ফুটপাথৰ পৰা তোক আনি যি ভুল কৰিছিলো, সেই ভুল আৰু আজি মই নকৰোঁ।

**সপোন :** কিন্তু আপোনাৰ অন্তৰ জয় কৰিবলৈ মোৰ সমগ্ৰ জীৱন মই চেষ্টা কৰিম। কাৰণ মই জানো, আপুনি মোক খুব ভালপায়, নহ'লে মই ভালপোৱা চিতল মাছ নানিলোহেঁতেন (সবিতা লাহে লাহে সোমাই আহে। সবিতাই উচুপি উঠে। চৌধুৰীৰ Direction থাকিব। Music সোমাব)

**চৌধুৰী :** তই অকণো সলনি নহ'লি অ' সপোন। তাহানি মোৰ চকুত ধৰা দিয়া তোৰ মনৰ সেই একেই দাৰুণ দৃঢ়তা, একেই প্ৰতিশ্ৰুতি— প্ৰতিটো পদক্ষেপ। সকলোবোৰ একেই আছে।

**সপোন :** তেনেহ'লে তাহানি মৰম কৰাৰ দৰে আজিও মোক কিয় মৰম নকৰে?

**চৌধুৰী :** কিন্তু তোক যদি আকৌ মই ঘৰৰ পৰা উলিয়াই পঠিয়াব লগা হয়।

**সপোন :** দেউতা (Reaction)

**সবিতা :** অঁ, সামাজিক প্ৰতিপত্তিৰ প্ৰতাপত আমি মানুহক মানুহ বুলি গণ্য কৰিবলৈ পাহৰি গৈছিলো তেতিয়া ভাবিছিলো মানুহৰ দম্ভ-অহংকাৰ এইবোৰ থাকিব লাগে। এইবোৰ নাথাকিলে মানুহ দুৰ্ব্বল হয়। কিন্তু আমাৰ সেই দম্ভ অহংকাৰ আজি তোৰ ওচৰত আমাক অতি দুৰ্ব্বল কৰি পেলালে অ সপোন (উচুপি উঠে) উস্ আজিনো এইবোৰ কি কথা ওলাইছে (Direction)

**চৌধুৰী :** আচলতে মই কি ভাবো জানা, জীৱনে অহংকাৰক নিয়ন্ত্ৰণ কৰে নে অহংকাৰে জীৱনক নিয়ন্ত্ৰণ কৰে (খন্তেক ৰয়) ঠিকেই, এটা সময়ত মই টকা পইচাৰ বলত বলীয়ান হৈ পৰিছিলো। কিন্তু আজি তোক আকোঁৱালি লবলৈও মোৰ গাত বল নাই, অহংকাৰ কৰি খেদি দিবলৈও বল নাই। কথাবোৰ বৰ খেলিমেলি অ'।

**সপোন :** দেউতা !

**সবিতা :** আপুনি ধৈৰ্য ধৰকচোন। সপোনতো আকৌ আমাৰ জীৱনলৈ উভতি আহিছে।

**চৌধুৰী :** মই এতিয়া আৰু কাৰ আগত কি লুকুৱাম? যেতিয়া তোক মোৰ ঘৰত ৰাখিছিলো,তেতিয়া তোৰ পঢ়া-শুনাৰ প্ৰতি ধাউতি আৰু আমাৰ ইয়াৰ অনীহা দেখি মই বৰ ভয় খাইছিলো। কাৰণ মই বিচাৰিছিলো মোৰ ল'ৰাটোৱে সৰ্ব্বশ্ৰেষ্ঠ হওঁক। পুত্ৰৰ প্ৰতি মৰম আৰু নিজৰ সন্মান ৰাখিবলৈ মই বলীয়া হৈ পৰিছিলো। তাৰ পৰিণতিতেই মই তোক চোৰ কৰাৰ মিছা এটা অপবাদ দি ঘৰৰ পৰা খেদি পঠাইছিলো।

(খন্তেক ৰয়। লাহে লাহে Music সোমাব) জানা সপোন, তোৰ মানসিক দৃঢ়তাই মোক খুলি খুলি খাবলৈ আৰম্ভ কৰিছিল। তাৰ পৰিণতিতেই সংঘটিত কৰিছিলো মোৰ জীৱনত মচিব নোৱাৰা এক কলংকিত অধ্যায়। (খন্তেক ৰয়) জানা সপোন, মই আজি ইমানেই দুখীয়া হৈ পৰিলো যে, তোক দিবলৈ মোৰ আশীৰ্বাদকনৰো অভাৱ বুজিছু।(উচুপি উঠে)

**সপোন :** দেউতা, আপুনি সেই অধ্যায়টো পাহৰিব নোৱাৰেনে?

**চৌধুৰী :** পাহৰিলোহেঁতেন। যদিহে তোক আকৌ ফুটপাথতেই বিচাৰি পালোহেঁতেন। কিন্তু আজি তোক মোৰ সন্মুখত দেখি কেনেকুৱা লাগিছে জান, যেন জীৱনৰ এক অপমানহে মোৰ আগত থিয় হৈ আছে।

**সপোন :** আপুনি মোক ফুটপাথ বোৰতেইনো নিবিচাৰিলে কিয়?

**চৌধুৰী :** ফুটপাথহেনো? মই তোক চহৰৰ অলিয়ে গলিয়ে বিচাৰিলো। কিন্তু তই এই বিশাল পৃথিৱীৰ মাজত ক'ত হেৰাই গলি, তোক বিচাৰি উলিওৱাটো মোৰ পক্ষে কঠিন হৈ পৰিল। (Direction)

**সপোন :** (Direction)সঁচাকৈ দেউতা, আপোনালোকৰ দ্বাৰা লাঞ্চিত হোৱাৰ পাছত মই ক'ৰবাত হেৰাই গৈছিলো। কিছুদিনৰ বাবে এনে ভাব হৈছিল মোৰ যেন সকলো শেষ হৈ গ'ল।(খন্তেক ৰৈ) নিজৰ মা দেউতাৰ অস্তিত্বতো মোৰ জীৱনত কেতিয়াও অনুভূতই নহ'ল। কিন্তু আপুনি আৰু মা মোৰ জীৱনত এনে ভাৱে বিয়পি পৰিছিল যে, আপোনালোক দুয়োজনৰ মুখ দুখন মনত পেলালেই প্ৰতিটো কাম দুগুণ উৎসাহেৰে কৰাৰ প্ৰেৰণা পাইছিলো। (Music সোমাব)

**সবিতা :** সপোন! (Reaction)

**সপোন :** আপোনালোক দুয়োজনৰ কথা মনত ৰাখিয়েই জীৱনৰ সকলো দুখ কষ্ট নেওচি নিজৰ কৰ্তব্যত ব্ৰতী হৈছিলো, যাতে মোক লৈ এদিন হ'লেও আপোনালোকে গৌৰৱ কৰিব পাৰে।

**সবিতা :** সপোন তোক লৈ এদিন কিয়, আমাৰ সত্বা ভুমিৰ লগত বিলীন হৈ নোযোৱালৈকে গৌৰৱ কৰাৰ অৱকাশ দিলি।

**চৌধুৰী :** এৰা, মোক যেতিয়া বৰুৱাই কৈছিল যে তোৰ নিচিনা সন্তান পাবলৈ মাক বাপেকে হোৱাটো জনমত পুণ্যৰ কাম কৰিব লাগিব, তেতিয়া সেই পৰম সম্পদ লাভ কৰাৰ দুৰ্লভ সৌভাগ্যৰ পৰা নিজকে বঞ্চিত কৰি মোৰ হৃদয়ে হাঁহাকাৰ কৰি উঠিছিল।

**সপোন :** দেউতা আপুনি সেই সম্পদ লাভ কৰাৰ দুৰ্লভ সৌভাগ্যৰ পৰা কেতিয়াও বঞ্চিত হোৱা নাই। মইতো

আজিও আপোনাৰেই সন্তান। আপুনি জানেনে, মই য'লৈকে গৈছো, তাতেই মোৰ কৰ্মৰ মাজেৰে প্ৰতিফলিত কৰিছো আপোনাৰ আদৰ্শ, আপোনাৰ চিন্তাধাৰা, তেনেস্থলত ............

**চৌধুৰী :** সপোন, তোৰ চিন্তাধাৰাৰ তুলনাত আমি সচাঁকৈয়ে নিঃস্ব, অতি সামান্য। দৰিদ্ৰতাৰ কৰাল গ্ৰাসেও তোক নিজৰ লক্ষ্যৰ পৰা বিচলিত কৰিব নোৱাৰিলে। তই একলব্য বুজিছ।এইটো কেৱল এটা নামেই নহয়, জীৱনত অসাধ্য সাধন কৰাৰ এটা প্ৰতীক।তই ইয়াক আকৌ এবাৰ প্ৰমাণ কৰি দেখুৱালি। তই সচাঁকৈয়ে আমাৰ জীৱনৰ কাৰণে প্ৰেৰণাৰ উৎস। দৰিদ্ৰতা তই symbol of hardwork, symbol dreams আৰু colour of success হিচাপে নতুনকৈ প্ৰতিষ্ঠা কৰিলি। তোৰ দৰে হাজাৰ হাজাৰটা ফুটপাথত পৰি থকা সপোন এই মন্ত্ৰৰে উদ্ভাষিত হওঁক। তেহে মোৰ নিচিনা মানুহবোৰ সিহঁতক মানুহ বুলি গণ্য কৰিবলৈ বাধ্য হ'ব।

**সবিতা :** হেৰি আপুনি ইমানকৈ কিয় উত্তেজিত হৈছে।

**(তেনেহ'লে ফোনৰ ৰিং হয়। সবিতাই ফোন Receive কৰে)**

**সবিতা :** হেল্ল' কোনে কৈছে........মই তেখেতৰ পত্নী...... হয় আছে। (Direction) হেৰি আপোনাৰ। (চৌধুৰীয়ে Receiver টো লয়।)

**চৌধুৰী :** হেল্ল, হয় মই মি. চৌধুৰী (চৌধুৰীয়ে ফোনত কথা পতাৰ সমান্তৰাল ভাবে সবিতা আৰু সপোনৰ কথোপকথন)

**সবিতা :** দেউতাৰৰ কথা এৰ। আজি ইমান দিনৰ মূৰত ঘৰৰ ল'ৰাটো উভতি আহিছে.....

**সপোন :** মা, আপুনি মোকবাৰে বাৰে পাকঘৰলৈ নিনিবচোন।

**চৌধুৰী :** হয় ই মোৰ ল'ৰা।

**সপোন :** দেউতা যদি উত্তেজিত হৈছে তেন্তে আপুনি আবেগিত হৈছে।

**সবিতা :** আবেগিক? (অলপ সংযত হ'বলৈ চেষ্টা কৰি বুজি উঠে) অঁ মই আবেগিক হ'মেই। মই যে এজনী মাক।

**সপোন :** তেতিয়াহলে মই এতিয়াই গুছি যামগৈ, যাওঁনে?

**সবিতা :** (Action)বোন্দা চৰ চিনি পাব?

**চৌধুৰী :** কি?

**(হঠাৎ পৰিস্থিতি স্তব্ধ হৈ পৰে)**

**সবিতা :** কি হৈছে? কাৰ ফোন?

**চৌধুৰী :** পুলিচৰ ...

**সপোন :** পুলিছ! মোক বিচাৰিছে নেকি দেউতা ?

**চৌধুৰী :** মোৰ মূৰতো ঘূৰাইছে ।

**সবিতা :** হেৰি কি হৈছে নকয় কিয়?( Direction)

**চৌধুৰী :** হ'বলৈ আৰু কিতো আছে (উচুপি উঠে) আমাৰ ৰোহন ডিলাইট হোটেল....

**(হুকহুকাই কান্দি উঠে)**

**সবিতা :** কি হ'ল সি কিবা কাজিয়া পেচাল কৰিছে নেকি (Direction)

**চৌধুৰী :** (Direction) তাক হোটেলৰ কমত বেশ্যা এজনীৰ লগত অসৎ কাৰ্য্য কৰি থাকোতে পুলিচে হাতে লোটে ধৰা পেলাইছে। (Music সোমায়)

**সবিতা :** কি? (Music বাঢ়ি যায়। খন্তেক নিৰৱ হয়)

**চৌধুৰী :** এতিয়া সিহঁতক থানালৈ লৈ গৈছে। ৰোহন বোলে নাৰীৰ দেহ ব্যৱসায়ী চক্ৰ এটাৰ সদস্য বুলি পুলিচ নিশ্চিত হৈছে।

**সপোন :** নাই নাই দেউতা আপুনি ধৈৰ্য ধৰকছোন পুলিচৰ ভুলো হ'ব পাৰে। মই থানালৈকে যাওঁ যদি হয় মই তাক এতিয়াই উলিয়াই আনিম।

**চৌধুৰী :** নালাগে। পুলিচৰ একো ভুল হোৱা নাই। সিহঁতে চব জানে। ৰোহন কামে কাজে সি যে কিবা বেয়া কামৰ লগত জড়িত হৈ পৰিছে, সেইকথা মোক ভাবিবলৈ বাধ্য কৰিছিল। কিন্তু নাৰী দেহ ব্যৱসায়ী ....ধেৎ ।

**(উচুপি উঠে। চৌধৰীৰ প্ৰস্থান)**

**সবিতা :** ৰোহনে আমাক জীয়াই জীয়াই হত্যা কৰিলে। সিহঁতে ছাগে কিমানজনী নাৰীৰ জীৱন নৰক কৰি পেলাইছে। কিমানৰ ঘৰলৈ ছাগে মৰিশালিৰ নিস্তব্ধতা কঢ়িয়াই আনিছে।

**সপোন :** মা ।

**সবিতা :** জান সপোন, মই এজনী আদৰ্শ মাতৃ হ'ব বিচাৰিছিলো, কিন্তু ৰোহনে মোৰ সেই সপোনক অতি নিৰ্মম ভাবে হত্যা কৰিলে। সি এজনী ছোৱালী বিক্ৰী কৰোঁতে তাৰ এই মাকলৈ এবাৰো মনত পৰা নাছিলনে? নালাগে, মোক এনেকুৱা সন্তান নালাগে। মই এনেকুৱা সন্তানৰ মাতৃ হ'ব নিবিচাৰো অ'

**(সবিতা মঞ্চৰ পৰা প্ৰস্থান কৰে। ৰোহন অকলশৰে মঞ্চত থাকিব। Direction. Music সোমাব। লাহে লাহে মঞ্চত পোহৰ কমি আহিব। আঁৰ কাপোৰ পৰিব)**

<u>**সমাপ্ত**</u>

# অঘাইটং

ৰচনাকাল ঃ ২০০৪ চন

নাট্যকাৰ # মৌচুমী বৰপাত্ৰ গোহাঁই

চৰিত্ৰসমূহ ঃ

| | |
|---|---|
| ১। জিতু | ২। অংকুৰ |
| ৩। মেৰী | ৪। পলাশ |
| ৫। আকাশ | ৬। নিশি |
| ৭। মাষ্টৰ | ৮। দোকানী |
| ৯। বায়েক | |

(ছয়টামান ল'ৰা স্কুললৈ পিঠিত বেগ লৈ গৈ আছে)

**জিতু ঃ** অই, তহঁতি আজি অংকখিনি কৰিলিনে নাই?

**অংকুৰ ঃ** মই নাই কৰা পাই। দৰকাৰ নাই কৰিবলৈ চাকৰ নেকি আমি, আমাক যি কৰিবলৈ দিয়ে তাকে কৰিম।

**মেৰী ঃ** তইহে মাৰ খাবি, আমি নেখাওঁ নহয়। দহ বেতকৈ দিব, পলাশে কৰিলিনে নাই?

**পলাশ ঃ** নাই কৰা।

(সিহঁতে ইটোয়ে সিটোৰ মুখলৈ হাঁহি হাঁহি চায়)

**আকাশ ঃ** কি হ'ল, হাঁহি আছ যে? তহঁতে যে এদিনো ঘৰত কৰিবলৈ দিয়া কাম নকৰ, সেই কাৰণে সদায় মাৰ খাব।

**নিশি ঃ** আৰু তহঁতি প্ৰায়ে স্কুললৈ নাযাব। মা দেউতাক স্কুললৈ যাওঁ বুলি কৈ য'ত ত'ত বগৰী, লেটেকু খাই চুৰ কৰি ফুৰ। ক'ত যে কিমান চুৰ কৰিলি ঠিকনা নাই।

(তেনে সময়তে সিহঁতে এজোপা লেটেকু গছ দেখিলে)

**পলাশ ঃ** অই, সেইজোপা লেটেকু গছ, খাব নেকি? ইমান লাগি আছে। দেখিলেই লোভ লাগি যায়।

**জিতু ঃ** অই দেৰি নহ'বনে বাৰু?

**আকাশ ঃ** কেইটামান খাই যাওঁ, এতিয়াও স্কুল বহিবলৈ আধা ঘন্টামান বাকী। (ঘড়ীটোলৈ চায়)

**মেৰী ঃ** এতিয়া পাৰিম কেনেকৈ?

**অংকুৰ ঃ** উঠি যাব পাৰিম নহয়।

**নিশি ঃ** উঠি গ'লে কিবা কাপোৰ-কানি লেতেৰা নহ'বনে, স্কুললৈ যাবি কেনেকৈ?

(সিহঁতে ফমুটি মাৰি কেইটামান খাই স্কুললৈ গ'লগৈ, কিন্তু অংকুৰ আৰু পলাশ নগ'ল।)

**পলাশ ঃ** তহঁত গৈ থাক আমি আৰু কেইটামান খাই যাম।

**নিশি ঃ** যাবি কিন্তু, তহঁতি যিহে নেযাবিয়ে।

(সিহঁত স্কুললৈ গ'লগৈ)

**অংকুৰ ঃ** যাবি কিন্তু! আও দেহি যাবিনে?

**পলাশ ঃ** দৰকাৰ নাই যাবলৈ। স্কুল ছুটি দিয়ালৈকে বৈ থাকিম। আজি এনেও শনিবাৰ।

(মাটি চপৰা এটা লৈ লেটেকু পাৰিবলৈ ধৰিলে)

**পলাশ ঃ** হেই নসৰেহে নসৰে। বৰ চিকটা গছ দেই এই জোপা, ইমানকৈ লাগি থাকিলেও নসৰে।

(সিহঁতে গছজোপাৰ তলতে বহি লেটেকু খায়।)

**অংকুৰ ঃ** মই নহয়, এশ টকা এটা দেখি আছো। কাইলৈ মানে সেইটো আনিব লাগিব। পিছে মোৰ হাতত ৰাখিলে ঘৰত গম পাব।

**পলাশ ঃ** মোৰ লগত ৰাখিম। ময়ো আনিম।

**অংকুৰ ঃ** আমাৰ মুঠ টকা কিমান হ'ল মই সিদিনা যোগ

কৰিছিলো।

পলাশ : কিমান?

অংকুৰ : দুশ বাইছ টকা।

পলাশ : পিজুৰ দোকান, জ্যোতিৰ দোকান আৰু আমাৰ স্কুলৰ ওচৰৰ দোকান কিখনত কৰিবলৈ বৰ ভাল নে?

অংকুৰ : জ্যোতিৰ দোকানত বেছি টকা চুৰ কৰিলো।

পলাশ : স্কুললৈ নোযোৱা, চুৰ কৰা কথাবোৰ আমাৰ ঘৰত যদি গম পায় কি হ'ব বাৰু?

অংকুৰ : কিটো হ'ব আৰু মাৰিব আকৌ। সিদিনাখন মই ঘৰত চুৰ কৰিবলৈ লওঁতে মাইতে ।

(তেনেতে দুজনী মাউৰা বায়েক-ভনীয়েক লেটেকু খাবলৈ আহে।)

অংকুৰ : ঐ ছোৱালী কি লাগে তহঁতক হঁা। এইজোপা লেটেকু আমাৰহে।

ভনীয়েক : বা বাই, ইহঁত দুটা স্কুললৈ নগ'ল।

পলাশ : আমি যাওঁ নাযাওঁ আমাৰ কথাহে। তহঁতৰ কবলৈ কি দৰকাৰ।

বায়েক : তহঁতৰ মা—দেউতাক লগাই দিম ৰ। স্কুললৈ বুলি আহি লেটেকু খাই ফুৰা।

ভনী : সিদিনাখন মই ইহঁতক পিজুহঁতৰ দোকানত চুৰ কৰাও দেখিছো।

অংকুৰ : বেছি কথা নক'বি দেই ছোৱালী একে ঘোচাই নাক, মুখ সমান কৰি দিম।

বায়েক : একে ঘোচাই সমান কৰিব পাৰিবি? কৰি চাহি চোন।

ভনী : বাই, সিহঁতৰ লগত কাজিয়া লাগি লাভ নাই। লেটেকু কেইটামান পাৰি দিয়াহি।

(সিহঁতে লেটেকু পাৰে)

পলাশ : ভয় পাদুৰী কিজনী, চা আৰু', ভয়তেই পলালে।

বায়েক : তহঁত দুটালৈ আমি ভয় নকৰোঁ বুজিছ। ভন্টীয়ে লেটেকু খাওঁ বুলি কৈছে কাৰণেহে পাৰিবলৈ আহিছো।

(বায়েকে লেটেকু কেইটামান পাৰে। দুইজনীয়ে খায়)

ভনী : তহঁত দুটাই স্কুললৈ কিয় নাযাব?

অংকুৰ : কোনে স্কুল পঢ়ে, দৰকাৰ নাই স্কুললৈ যাবলৈ।

বায়েক : আমাৰ পঢ়িবলৈ টকা নাই বুলিহে। থকা হ'লে কিমান পঢ়িবলৈ মন আছিলে। দেউতাই ৰিক্সা এখন চলায়। তাৰে ভাল দৰে এমুঠি খাবলৈয়ে নহয়। তথাপি আধা পেটীয়াকৈ খাওঁ। মা থকা হ'লে কিবা এটা হ'লহেঁতেন। ভন্টিকো ময়ে চাব লগা হৈছে।

ভনী : তথাপি আমি তহঁতৰ নিচিনা চুৰ নকৰোঁ বুজিছ, যি পাওঁ তাকে খাওঁ।

অংকুৰ : ব'ল।

পলাশ : কলৈ যাব। (অংকুৰে চকুৰে ইঙ্গিত দিয়ে দুয়োই ওলাই যায়গৈ)

ভনী : এইকেইটা গ'ল, ভালেই হ'ল। অলপ শান্তিৰে ইয়াত থাকিবলৈ পাম। (তাই সেই বুলি কৈ সিহঁত বহা ঠাইতে বহি ল'লে। বায়েকে লেটেকু কেইটামান পাৰি ভনীয়েকৰ ওচৰতে বহি ললে।)

বায়েক : হ ভন্টী, লেটেকু কেইটামান খা।

ভনী : অ' বাই মোৰ বৰ ভোক লাগিছে।

বায়েক : দেউতা যে অহা নাই। তই অলপ ইয়াতে শো।

ভনী : গান এটা গোৱানা। আগতে যে মাই গাইছিল।

বায়েক : আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰি যাব
আমাৰে ........

(মূৰত হাত বুলাই বায়েকে গাই থাকোতেই অংকুৰ আৰু পলাশ আহি পালেহি কোপাই কোপাই।)

অংকুৰ : মাক ওলাব আহিছ হা, এই মাক।

পলাশ : বৰ ভাগৰ লাগিছে অ, আজি অলপতে ধৰা পৰিলোহেঁতেন।

অংকুৰ : সেই কাৰণে দৌৰ মাৰিব পাৰিব লাগে। আজি তোৰ পৰাই মই ধৰা পৰিলোহেঁতেন। মই অকলে যোৱাহেঁতেনেই ভাল আছিল।

পলাশ : ইহ, তই দুৱাৰ মুখত বৈ আছিলি কাৰণেহে, তইহে দোকানীটো আগতে দেখিছিলি। মই বস্তুখিনি লৈ আহোতে বহুত সময় নালাগে নেকি?

অংকুৰ : হ'ব দে, কি কি আনিলি চাওঁ, উলিয়া।

(সি পেকটোৰ পৰা উলিয়াই তাৰ বস্তু হিচাব কৰে)

পলাশ : এই দুই পেকেট প্ৰতিমা, বগৰী গুৰি এডাল, দুডাল, তিনিডাল, চাৰিডাল, পাঁচডাল।

ভনী : বা! পাঁচডাল বেলেগ আৰু। ক'ত পালি? এডাল দিবি?

বায়েক : নালাগে ভন্টি সিহঁতৰ বস্তু খাবলৈ। চুৰ কৰি আনিছে।

অংকুৰ : পইচা দি আনিলে? তহঁতক নিদিওঁ, পটকেনে ভুল কৰি দিলি নহয়, কৈ বা পলাশ আৰু কি কি আনিলি।

পলাশ : আৰু চেম্পুৰ পেকেট তিনিটা আনিলো আৰু আনিব নোৱাৰিলো।

অংকুৰ : মূৰ্খ, আৰু আনিব নোৱাৰিলি, মই যোৱাহেঁতেনেই ভাল আছিল। চেম্পু? কাৰ বাবে চেম্পু সেইবাবো

নাজান।

**পলাশ ঃ** মইনো কি জানো ওচৰতে পাইছো কাৰণেহে আনিছো, তইতো মোক চুৰ কৰাবলৈ শিকাইছে তইতো কৈ দিব পাৰ কোনবোৰ আনিব লাগে।

**অংকুৰ ঃ** সেইটোতো জানিব লাগে, মোক কোনে শিকাই দিছিলে? মইতো নিজেই জানো, এ হ'ব আৰু আজিৰপৰা তেনে ভুল নকৰিবি। হোঁ, এই প্ৰতিমা পেকেট তই ল, আৰু এই পেকেট মই লওঁ, বগৰী তই দুডাল ল, মই তিনিডাল লম।

**পলাশ ঃ** ঐ তই কেলৈ তিনিডাল ল'বি আকৌ। মইহে আনিছিলো, তই দেখোন বাহিৰতে ৰৈ আছিলি।

**অংকুৰ ঃ** মই যদি তোক দোকানীটো আহিছে বুলি নক'লোহেঁতেন, তেতিয়া হ'লে কি হ'লহেতেন।

**পলাশ ঃ** কি হ'লেহেঁতেন আৰু মাৰিলেহেতেঁন, কিমান মাৰ খাইছো। সেইদিনাখন মতিৰামৰ দোকানত চুৰ কৰোতে দুয়োটাকে কিমান মাৰিলে। পিছে মই বেছিকৈ মাৰ খালো। ঘৰত চিনি পায় যে, কৈ দিলেগৈ নহয়, মা-দেউতাই ঢেৰ মাৰিলে। সেই তেতিয়াৰ পৰা মায়ে মোক তোৰ লগত স্কুললৈ যাবলৈ নিদিয়ে। সেই কাৰণে মই ঘৰৰ ওচৰ ডোখৰ লগত নেযাওঁ, কোনোবাই দেখে বুলি।

(সিহঁত দুটাই খাবলৈ লাগিল। বায়েক—ভনীয়েকে সিহঁত দুটাই খাই থকা চাই থাকিলে)

**অংকুৰ ঃ** অ' এই লোভোনী দুজনীৰ লোভ লাগিব এতিয়া। দুয়োজনীকে কেইটামান কেইটামান দিওঁ আহ। হোঁ ল

**বায়েক ঃ** নেখাওঁ, আমি তহঁতৰ নিচিনা ইমান লোভীয়া নহয়। আমি চুৰ কৰা বস্তু কেতিয়াও নাখাওঁ। তহঁতেই খা। তহঁতৰ খক লাগিছে। ঘৰত চব বস্তু দিছে, তহঁতি খাবলৈ পাইছ তথাপি তহঁতি চুৰ কৰিবলৈ শিকিছ। এতিয়াৰ পৰা ইমান চুৰ কৰিলে ডাঙৰ হ'লে কি হ'বি?

**(সিহঁত খোৱাত মগ্ন হৈ আছে। তেনেতে দোকানীটো আহি ওলালহি। সিহঁতে গমকে নাপালে।)**

**দোকানী ঃ** আ এতিয়া কেনেকৈ পলাবি হা, অথনি পলাই আহিলি বুলি এতিয়া পলাব নোৱাৰ। দৰকাৰ হ'লে মাৰ-দেউতাক আনিমগৈ। সদায় এনেকৈ চুৰ কৰি থাকিলে দোকান উদং হ'ব। কোনটো সোমাই গৈছিলি? সোনকালে ক কোনটো সোমাই গৈছিলি?

(সেমেনা-সেমেনিকৈ অংকুৰে ক'লে)

**অংকুৰ ঃ** মই সোমাই যোৱা নাই, পলাশ সোমাইছিল।

**পলাশ ঃ** অংকুৰ।

**(দোকানীটোৱে সিহঁত দুয়োটাকে ধৰিয়ালে আৰু আঁঠু কঢ়ালে।)**

**দোকানী ঃ** আজিৰ পৰা কৰিবিনে।

**অংকুৰ-পলাশ ঃ** নকৰোঁ অ নকৰোঁ আৰু নামাৰিব অ'। কাণত ধৰিছো নকৰোঁ।

**দোকানী ঃ** কাণত ধৰ, উঠ... বহ... উঠ... বহ...।

**পলাশ ঃ** কাণত ধৰিছো... আপোনাৰ ভৰিত ধৰিছো।

**দোকানী ঃ** ভৰিত ধৰিব আহিছ, চোৰৰ জাত। স্কুললৈ যাওঁ বুলি কৈ চুৰ কৰি ফুৰ। আৰু ক'ত কিমান কি কৰিলি হাঁ? মোৰ দোকানৰ পৰা কি কি আনিলি চাওঁ।

**(দোকানীয়ে বেগৰ ওচৰলৈ গৈ চালেগৈ)**

**দোকানী ঃ** প্ৰতিমা দুপেকেট, বগৰী তিনিডাল আৰু কি আনিলি চাওঁ।

**পলাশ ঃ** বগৰী তিনিডাল নহয় পাঁচডাল আৰু চেম্পু তিনি পেকেট, অংকুৰে আৰু ননা কাৰণে গালি দি আছে।

**(তেনেতে সিহঁতৰ স্কুলৰ মাষ্টৰ এজন আহি পালেহি।)**

**মাষ্টৰ ঃ** কি হ'ল ইয়াত, ইহঁতক কেলৈ মাৰিছা? এই কেইটা দেখোন আমাৰ স্কুলৰ ল'ৰা।

**দোকানী ঃ** বুজিছেনে ছাৰ, এই ল'ৰা দুটাই মোৰ দোকানত চুৰ কৰিলে। ছাৰ, জানেই দেখোন মোৰ দোকানখনত কিমান বস্তু আছে, তাৰে আধা অংশ লৈয়ে যায়গৈ যদি মোৰ লাভনো ক'ত হ'ব। বহুত দিনৰ পৰা চুৰ কোনে কৰিছে দেখা নাই। আজিহে ধৰা পৰিল।

**মাষ্টৰ ঃ** তইনো দোকান এৰি ক'লৈ গৈছিলি?

**দোকানী ঃ** ছোৱালীজনীয়ে কান্দিছিল মাকক দিবলৈ গৈছিলো।

**মাষ্টৰ ঃ** এই কেইটা কাৰ ল'ৰানো? ঐ তোৰ বাপেৰৰ নাম কি?

**অংকুৰ ঃ** লতিকান্ত কোঁৱৰ।

**মাষ্টৰ ঃ** অ' লতিকান্তৰ পুতেক, বাপেক যেনেকুৱা পুতেকো তেনেকুৱা, নামটো কি আছিল অংকুৰ নে কি? আচলতে অংকুৰ নহয় অসুৰ। আৰু তোৰ বাপেৰৰ নাম?

**পলাশ ঃ** হৰিচন্দ্ৰ

**মাষ্টৰ ঃ** ওৰা হৰিচন্দ্ৰ সেইজন দেখোন বহুত ভাল মানুহ। তেওঁ মই একেলগে পঢ়া দেখিছে দোকানী, ই সংগত পৰি কেনেকৈ বেয়া হৈ গৈছে। ইহঁতি এতিয়াৰ পৰা চুৰ কৰিলে পাছত এটা মস্ত চোৰ হ'ব। আজিৰ পৰা চুৰ নকৰো বুলি দহবাৰ উঠা বহা কৰ। আজিৰ পৰা যদি এনেকুৱা কথা আৰু শুনো, কথা বেয়া হৈ যাব। আমাৰ স্কুলখনৰো বদনাম আৰু দোকানত কেতিয়া কিমান চুৰ কৰিছিলি পইচাটো যেনেতেনে কিবা কৰি দি দিবি। নহ'লে

**পুলিচক লগাই দিম আৰু আজিৰ পৰা স্কুললৈ নগ'লে স্কুলৰ পৰা নাম কাটি দিম।** ব'লা দোকানী যাওঁ ব'লা। (**দোকানী আৰু মাষ্টৰ যায়**)

**পলাশ** ঃ নাযাওঁ বুলি কৈছিলো নহয়, তই যাওঁ বুলি কোৱা কাৰণে আজি আমি বহুত লাজত পৰিলো। ছাৰে গৈ এতিয়া চবকে ক'বগৈ, দেউতাকো ক'ব।

**অংকুৰ** ঃ আজিৰ পৰা নকৰোঁ আৰু। এতিয়া দোকানীজনৰ পইচাখিনি কেনেকৈ দিম?

**পলাশ** ঃ ঘৰতে কথাটো কৈ পইচা কেইটামান আনিব লাগিব।

**(তেনেতে স্কুলৰপৰা জিতু, আকাশ, মেৰি, নিশি, মণিষা একে লগে কথা পাতি পাতি আহে। )**

**জিতু** ঃ অংকুৰ এতিয়া ইয়াত কি হৈছিল অ'। ছাৰে যে কাৰোবাক টানি টানি লৈ গৈছিল।

**মণিশা** ঃ কি হ'ল ক আকৌ, স্কুললৈ কিয় নগলি?

**বায়েক** ঃ ইহঁত দুটাই দোকান এখনত চুৰ কৰিছিল। দোকানীজনে আহি ঠিকচে মাৰিলে। সেই সময়ত মাষ্টৰ আহি পালেহি। ছাৰে এতিয়া দোকানীজনক বুজাই-বঢাই লৈ গৈছে।

**মেৰি** ঃ কি কি চুৰ কৰিলে বা?

**ভনী** ঃ ও... প্ৰতিমা দুপেকেট, বগৰী গুৰি পাঁচডাল, চেম্পু তিনি পেকেট আৰু নাই কৰা।

**নিশি** ঃ সিহঁতি চব খাই পেলালে নে দোকানীজনে লৈ গ'ল। সিহঁতি যে ইমানবোৰ বস্তু কেনেকৈ চুৰ কৰে।

**বায়েক** ঃ নিনিলে, সিহঁতৰ বেগতে বস্তুবোৰ আছে নেকি চা চোন।

**ভনী** ঃ ইহঁতি আৰু কিমান চুৰ কৰিলে ঠিকনা নাই। মুঠ কিমান আছিল বাই অথনি যে পাতি আছিলে ?

**বায়েক** ঃ ও...ছাবিছ টকা।

**(গোটেই কেইজনীয়ে ওবাও বুলি চিঞৰি উঠিল।)**

**মনিষা** ঃ ইমান টকা কি কৰিলে?

**আকাশ** ঃ ঐ ইমান টকা কি কৰিলি ক? নক'লে নহ'ব। (সকলোৱে ওচৰ চাপি সোধে----) কি কৰিলি ক। নহ'লে চবকে চিঞৰি কৈ দিম।

**পলাশ** ঃ খালো, আম, চানা, কিবা কিবি খালো। আজিৰ পৰা আমি সচাঁকৈ আৰু চেৰে নকৰোঁ, সদায় তহঁতৰ লগতে স্কুললৈ যাম, একেলগে আহিম, যি কৰিবলৈ দিয়ে তাকে কৰিম।

**মেৰী** ঃ তহঁতৰ কথা বিশ্বাস কৰিব নোৱাৰি, তহঁতে এনেই কৱ।

**পলাশ-অংকুৰ** ঃ নকৰোঁ, নকৰোঁ তিনি শপত খাই কৈছো আজিৰপৰা নকৰোঁ।

**জিতু** ঃ আগতেও বহুত মাৰ খাইছ। মাৰ খালে নকৰোঁ বুলি কৱ। পাছদিনাই পাহৰি থাক।

**আকাশ** ঃ আমি যিমান ক'লেও তহঁত দুটাক বিশ্বাস নকৰোঁ। তঁহত আৰু আমাৰ লগত নুফুৰিবি। তহঁতৰ লগত আমিও বদনামত পৰিম।

**নিশি** ঃ হ'ব বাদ দে আজিৰ পৰা নকৰোঁ বুলি কৈছে নহয়। চাম বাৰু, অৱশ্যে ছাৰে গম পালেতো এৰিবও পাৰে।

**বায়েক** ঃ আজিৰপৰা নকৰোঁ বুলিছে নহয় ব'ল ব'ল। ঐ তহঁতি দুটা যাবনে নাযাৱ? আহ আহ আমাৰ লগতে আহ।

**সমাপ্ত**

# প্ৰাৰ্থনা ঃ এমুঠি শান্তিৰ বাবে

**নাট্যকাৰ # লীজা শইকীয়া**

**বিভিন্ন চৰিত্ৰ-সমূহ**

১/ **নিজৰা (কলেজৰ ছাত্ৰী)**
২/ **কুঁহি (কলেজৰ ছাত্ৰী)**
৩/ **মন্দিৰা (কলেজৰ ছাত্ৰী)**
৪/ **প্ৰিয়ম (কলেজৰ ছাত্ৰী)**
৫/ **পাহি (কলেজৰ ছাত্ৰী)**

(মঞ্চত চকী-মেজ সজাই থোৱা আছে। তাতে বহি কুঁহিয়ে আপোন মনে হাঁহি আছে।)

(ভিতৰৰ পৰা নিজৰা ওলাই আহে আৰু কয়।)

**নিজৰা ঃ** কেইদিনমানৰ পাছতে যে পৰীক্ষা মহাৰাণীৰ খবৰ নাই।

**কুঁহি ঃ** সেইয়া, কিবা এটা ভাল কথা ভাবিলেও তই মাজতে গণ্ডগোল লগাই দিয় নহয়।

**নিজৰা ঃ** হ'ব বাৰু গণ্ডগোল নলগাও পিছে কি হ'ল কৰিলে নাই।

**কুঁহি ঃ** অই আজি যে কলেজ বন্ধ।

**নিজৰা ঃ** তাতে কি হ'ল? কলেজতো প্ৰায়ে বন্ধ থাকে।

**কুঁহি ঃ** নহয় অ' আজি বন্ধটো অলপ বেলেগ ধৰণে পাতিম।

**নিজৰা ঃ** কি বেলেগ ধৰণে পাতিবি?

**কুঁহি ঃ** ওবা কিয় কালি কি কৈছিলো পাহৰিলি?

**(ভিতৰৰ পৰা প্ৰিয়ম, মন্দিৰা আৰু পাহি ওলাই আহে।)**

**প্ৰিয়ম ঃ** তাই পাহৰিলেও মোৰ মনত আছে।

**পাহি ঃ** অকল তোৰো নহয় আমাৰো মনত আছে।

**নিজৰা ঃ** ৰ'চোন ৰ' তহঁতি কলৈ যোৱা কথা কৈছ?

**মন্দিৰা ঃ** কিয় আমি আজি আউটিঙত যোৱা কথা নাছিল জানো?

**প্ৰিয়ম ঃ** আমাৰ আউটিঙত কি থাকিব জান?

**পাহি ঃ** কি থাকিব আৰু খোৱা বস্তু থাকিব।

**প্ৰিয়ম ঃ** ধেৎ নহয়। এই চহৰৰ যান্ত্ৰিকতা দূৰ হৈ আমাৰ মাজত মৰম, ভালপোৱা থাকিব।

**মন্দিৰা ঃ** খুউব ভাল লাগিব, খুউব নাচিম।

**নিজৰা ঃ** যদি আপোনালোকৰ সপোন দেখা হৈ গ'ল তেনেহ'লে বাস্তৱলৈ উভতি আহক।

**কুঁহি ঃ** বাস্তৱলৈ উভতি আহক মানে আমি সপোন দেখিছো নেকি?

**প্ৰিয়ম ঃ** অ' সচাঁকৈয়ে যাম।

**পাহি ঃ** তই না নকৰিবি প্লিজ—

**মন্দিৰা ঃ** সকলো বস্তু ৰেডি কৰা আছে। এতিয়া যদি তই গণ্ডগোল কৰ বৰ বেয়া কথা হ'ব।

**নিজৰা ঃ** তহঁত পাগল হ'লি নেকি?

**কুঁহি ঃ** ফুৰিবলৈ গ'লে মানুহ পাগল হয় নেকি?

**নিজৰা ঃ** মুঠতে মই নালাগে যাব বুলি কৈছো যেতিয়া নালাগে।

**মন্দিৰা ঃ** তই নালাগে যাব বুলি ক'লেই হ'ব নেকি?

**প্ৰিয়ম-কুঁহি-পাহি ঃ** অঁ।

**নিজৰা ঃ** তহঁতি এক ছেকেণ্ডৰ বাবে পাহৰি যোৱা উচিত নহয় যে আমি এনে এখন পৃথিবীত বাস কৰিছো য'ত ধোঁৱা— বাৰুদে মানুহৰ মৰম চেনেহ মোহাৰি পেলোৱাতো সাধাৰণ কথা। যেনিয়েই যাব তেনিয়েই বাৰুদে মানুহৰ তেজৰ চিটিকণি সৃষ্টি কৰে।

**পাহি ঃ** সেই বুলি আমি ঘৰতে বহি থাকিম নেকি?

**মন্দিৰা ঃ** তহঁতৰ আকৌ হ'ল আৰু। আজি স্বাধীনতা দিবসৰ দিনা ইমান ট্ৰেজেদি কথা নকবিচোন।

**কুঁহি ঃ** কিহৰ স্বাধীনতা কথা কৈছ? আমি যদি মন গ'লে কলৈকো ওলাই যাব নোৱাৰোঁ, তাক তহঁতি স্বাধীনতা বুলি কব নেকি?

**প্ৰিয়ম ঃ** অ' আমি যদি মন গ'লে অলপ স্ফূৰ্তি কৰিব নোৱাৰো তেনেহ'লে স্বাধীনতা দিৱস কিয় পাতিব লাগে।

**মন্দিৰা ঃ** বোমা বাৰুদে আমাক ওলাই যাব নিদিয়ে বুলি আমি স্বাধীনতা দিৱস বৰ্জন কৰিম নেকি?

**নিজৰা ঃ** এইয়াই জ্ঞানী জীৱশ্ৰেষ্ঠ মানুহৰ কাণ্ড।

**কুঁহি ঃ** আচলতে কি জান, কিছুমান মানুহে নিজৰ লাভৰ কাৰণে এই আতংকৰ সৃষ্টি কৰিছে।

**নিজৰা ঃ** ঠিকেইতো কৈছ কিছুমানে নিজৰ লাভৰ কাৰণে স্বাধীনতা দিৱস পাতিব আৰু আমি সৰ্বসাধাৰণ ৰাইজে মিচাতে শাস্তি ভূগিব লাগিব।

**মন্দিৰা ঃ** ৰ'চোন ৰ, মই এটা কথা বুজি পোৱা নাই।

**পাহি ঃ** ইয়াত বুজি নাপাবলৈ কিতো হ'ল?

**মন্দিৰা ঃ** নহয় মানে, তইঁতি এই যে পৰোক্ষভাৱে কিছুমান বুলি কৈছ।

**প্ৰিয়ম ঃ** অঁ সেইটোকে বুজি পোৱা নাই।

**নিজৰা ঃ** এই কিছুমানটো হ'ল আমাৰ চৰকাৰ।

**কুঁহি ঃ** দোষ তইঁতি কেৱল চৰকাৰকে নিদিবি, দোষ আলফাৰো।

**পাহি ঃ** আলফাই যে এই বোমা- বাৰুদবোৰ ফুটাইছে কিয়

মই ভাবি পোৱা নাই।

**নিজৰা ঃ** স্বাধীন অসম বিচাৰি ফুটাইছে আক'।

**প্ৰিয়ম ঃ** তাৰ মানে মানুহ মাৰি স্বাধীন অসম বিচাৰিছে নেকি?

**কুঁহি ঃ** কোনে জানে কাৰ মতলব কি?

**মন্দিৰা ঃ** মোৰ মতে ইয়াত চৰকাৰৰো দোষ আছে।

**নিজৰা ঃ** অঁ, ঠিকেইতো কৈছ। চৰকাৰে এবাৰতো আলোচনাত বহিব পাৰে।

**পাহি ঃ** কিন্তু আলফাইও কিছুমান ভুল কৰিছে।

**কুঁহি ঃ** সঁচা কথাকে কৈছ আলফাই বিনা কাৰণতে কণ কণ শিশুবোৰক মাৰিব নালাগিছিল।

**নিজৰা ঃ** শিশুৰ তেজেৰে ফাকু খেলি কোনে কি লাভ পাব বাৰু।

**মন্দিৰা ঃ** অকল আলফাই এইবোৰ কৰা নাই নহয়। মৌলবাদীনে কি এইবোৰ আছে নহয়।

**কুঁহি ঃ** আচলতে কি জান কিছুমান ৰাজনীতি খেলা মানুহে নিজৰ সুবিধাৰ কাৰণে এইবোৰ কৰিছে।

**নিজৰা ঃ** সঁচাই ৰাজনীতিৰ কাৰণে কিমান যে মানুহে প্ৰাণ হৰুৱাইছে। এই ৰাজনীতি খেলা মানুহবোৰৰ কাৰণে মৰম-চেনেহ, আবেগ-অনুভূতিৰ একো মূল্য নাই।

**পাহি ঃ** কেৱল স্বাৰ্থৰ কথা ভাবে।

**প্ৰিয়ম ঃ** নহয় তইঁতি কেৱল ৰাজনীতি খেলা-বোৰক দোষ নিদিব। দোষ সকলোৰে; এখন তাল কেতিয়াও অকলে নাবাজে।

**কুঁহি ঃ** ঠিকেইতো কৈছ। মানুহবোৰ অতি হিংস্ৰ হৈ পৰিছে। মৰা-কটা একেবাৰে সাধাৰণ কথা হৈ পৰিছে।

**মন্দিৰা ঃ** মানুহবোৰৰ মনত দয়া-মমতা নাইকিয়া হৈ গৈছে।

**নিজৰা ঃ** কেইটামান টকাৰ বাবে ইজনে সিজনক মাৰিবলৈ কুণ্ঠাবোধ নকৰা হ'ল।

**প্ৰিয়ম ঃ** কেৱল টকা আৰু যৌতুকৰ বাবে কিমান যে নিৰ্দোষ নাৰীয়ে প্ৰাণ হেৰুৱাব লগা হৈছে তাৰ ঠিক নাই।

**পাহি ঃ** মানুহৰ হৃদয়বোৰ যে একোটা একোটা শিললৈ পৰিণত হৈছে।

**মন্দিৰা ঃ** এই শিলবোৰ বাৰু নগলিব নেকি?

**নিজৰা ঃ** আজিৰ যুগৰ মানুহৰ মন মৰম-চেনেহে গলাব নোৱাৰে। মন গলাবলৈ টকা-পইচা লাগিব।

**কুঁহি ঃ** তইঁতি ইমান উত্তেজিত নহবিচোন।

**প্ৰিয়ম ঃ** উত্তেজিত নহয় কি কৰিম। কিমান যে নিৰ্দোষী মানুহে প্ৰাণ হেৰুৱাইছে।

**পাহি ঃ** আইন-কানুন আছে নহয়। ইমান চিন্তা নকৰিবিচোন।

**নিজৰা ঃ** দেখিছো নহয় আইন-কানুনে কি কৰিছে। আলফা ধৰা নামত কিমান নিৰ্দোষীক শাস্তি দিছে।

**মন্দিৰা ঃ** হ'ল বহুত হ'ল দেশৰ নামত বহুত ভাবিলি। ইমান ধুনীয়া ৰাতিপুৱাটোত কি যে কথাবোৰ উলিয়ালি।

**নিজৰা ঃ** আমি নাভাবিলে কোনে ভাবিব ক'চোন। আমিয়েইটো দেশৰ ভবিষ্যত।

**প্ৰিয়ম ঃ** কথাৰ মাজতে আচল কথাটো পাহৰিলোৱেই।

**মন্দিৰা ঃ** কি কথা?

**প্ৰিয়ম ঃ** নজনাৰ ভাও ধৰিব আহিছ কিয়? আজি চাহ বনোৱা পাল নহয় জানো।

**মন্দিৰা ঃ** নহয় অ' মই বনাম বুলি ভাবিয়ে আছিলো। তইঁতৰ লগতহে কথা পাতি থাকোতে দেৰি হ'ল।

**নিজৰা ঃ** হ'ব এতিয়া সোনকালে যা, বৰ ভোক লাগিছে। আৰু কুঁহি তোৰ আক হাঁহিবলৈ কি হ'ল?

**কুঁহি ঃ** নহয় মানে- (এই বুলি প্ৰিয়মৰ মুখলৈ চাই।)

**পাহি ঃ** কিহৰ নহয়।

**কুঁহি ঃ** কালি গধূলি বৰ ভোক লগা কাৰণে গাখীৰখিনি মই আৰু প্ৰিয়মে খাই পেলালো।

**নিজৰা আৰু পাহি ঃ** কি গাখীৰ খাই পেলালি?

**পাহি ঃ** ৰ তইঁতক।

**(নিজৰা আৰু পাহিয়ে কুঁহি আৰু প্ৰিয়মক খেদি যায়। মন্দিৰাই ঢক ঢক কৈ টেবুলত মাৰি দিয়ে। সকলোৰে তাইৰ ফালে ঘূৰি চায়)**

**মন্দিৰা ঃ** চাইলেঞ্চ প্লিজ। কাজিয়া নকৰিবিচোন মই আজি

তহঁতক পকৰী বনাই খুৱাম।

**কুঁহি ঃ** পকৰী বনাবি। তই বৰ ভাল ছোৱালী দেই।

**মন্দিৰা ঃ** হ'ব তেল মাৰিব নালাগে।

**(মন্দিৰা পাক ঘৰলৈ যায়। মন্দিৰাৰ পাচে পাছে কুঁহিও যাব লয়।)**

**পাহি ঃ** এই কুঁহি ক'লৈ যাব?

**কুঁহি ঃ** পানী খাবলৈ যাওঁ।

**প্ৰিয়ম ঃ** মই আনি দিম। তই ভিতৰলৈ যাব নালাগে।

**কুঁহি ঃ** কি কথাহে তহঁতি মোক আজি ইমান কাম কৰি দিছ যে।

**নিজৰা ঃ** তই ভিতৰলৈ গ'লে আমাৰ কাৰণে এটাও পকৰী নাহিব। গতিকে চুপ-চাপ ইয়াতে বহি থাক যেন।

**কুঁহি ঃ** হ'ব দে, মই খকুৱা নহয়।

**পাহি ঃ** খকুৱা নহয় কাৰণেইটো গাখীৰ চুৰ কৰি খাইছিলি।

**প্ৰিয়ম ঃ** এহ তহঁতৰ আকৌ আৰম্ভ হ'ল। এই মন্দিৰাই আজি পকৰি বনাই খুৱাইছে নহয়। গতিকে মই কচুৰ শাক বনাই খুৱাম।

**নিজৰা ঃ** হৈছে আৰু দে। তই বনোৱা কচুশাক খাই আমাক গৰু হ'বলৈ বেছি দেৰি নালাগিব।

**প্ৰিয়ম ঃ** হ'ব মোক ঠাট্টা কৰিব নালাগে।

**(মন্দিৰা ভিতৰৰ পৰা ওলাই আহে)**

**পাহি ঃ** কি হ'ল পকৰী বনাই হ'ল নেকি?

**মন্দিৰা ঃ** নহয় অ', তহঁতক কথা এটা ক'বলৈ পাহৰিছিলোৱেই।

**প্ৰিয়ম ঃ** কি কথা।

**মন্দিৰা ঃ** মই পকৰী বনোৱা বদলি তহঁতি কাম এটা কৰিব লাগিব।

**কুঁহি ঃ** মই ঠিকেই বুজিছিলো তইতো বিনা স্বাৰ্থত একো নকৰ।

**মন্দিৰা ঃ** হেই এইজনী মাজতে মাত নামাতিবিচোন।

**কুঁহি ঃ** ক'তনো মাজতে মাত মাতিছো কাষত থাকিয়েই মাতি আছো।

**মন্দিৰা ঃ** পকৰী খাবৰ মন গৈছে যদি মোৰ কথা মনে মনে শুনি থাক।

**পাহি ঃ** কি কথা?

**মন্দিৰা ঃ** মই পকৰী বনাই শেষ কৰো মানে তহঁতি ঘৰ চাফা কৰি শেষ কৰিবি, হ'বনে?

**প্ৰিয়ম ঃ** ঘৰ চাফা?

**নিজৰা ঃ** কৰিম বাৰু, কিন্তু আগতে খাই ল'ম বৰ ভোক লাগিছে।

**মন্দিৰা ঃ** মিছ নিজৰা মেডাম, পাছত যদি পাহৰি যাব তেতিয়া?

**নিজৰা ঃ** নাপাহৰো প্ৰমিচ্। এতিয়া যা বনাগৈ।

**(মন্দিৰা ভিতৰলৈ যায়।)**

**প্ৰিয়ম ঃ** আজি দেশ সেবাৰ নামত ইমান ধুনীয়া দিনটো বৰবাদ হ'ল।

**নিজৰা ঃ** কি বৰবাদ হোৱা দেখিলি?

**কুঁহি ঃ** দেখা নাই আজি আউটিঙত যোৱা প্ৰগেম কেনচেল হ'ল।

**পাহি ঃ** চব তোৰ পৰাই হ'ল।

**নিজৰা ঃ** কথা ক'বলৈ আহিছ, মোৰ পৰা হ'ল। নিজে নগ'লি।

**কুঁহি ঃ** ইচ তইহে যাব নিদিলি বম ফুটিব বুলি।

**প্ৰিয়ম ঃ** অঁ আমি ভয় নকৰোঁ নহয়।

**পাহি ঃ** দেশৰ নামত শ্বহীদ হ'লে হ'লোহেতেন। কি ডাঙৰ কথা।

**নিজৰা ঃ** ইমান যদি যাবৰ মন গৈছে এতিয়াই যা। সকলো ৰেদি কৰি থোৱা আছে। মোক কথা শুনাই নাথাকিবি।

**পাহি ঃ** এতিয়া যা বুলি ক'লে হ'ব নেকি? এই, মই কথা এটা ক'বলৈ পাহৰিছিলোৱে।

**কুঁহি ঃ** কি কথা?

**পাহি ঃ** মই কবিতা এটা লিখিছো। শুনাম দেই।

**প্ৰিয়ম ঃ** নানা কবিতা নুশুনাবি দেই।

**নিজৰা ঃ** অঁ কবিতা শুনালে একদম ব'ৰ লাগি যায়।

**কুঁহি ঃ** কি ছোৱালী অঁ তহঁত, কবিতা বেয়া পাৱ।

**পাহি ঃ** অঁ কবিতাৰ ভিতৰতে অস্তিত্ব, মৰম, চেনেহ ভালপোৱা সোমাই থাকে। কবিতা যদি ভালেই নালাগে তহঁত মানুহেই নহয়!

**নিজৰা ঃ** কোনেনো ক'লে কবিতা বেয়া পাওঁ বুলি।

**কুঁহি ঃ** কিয় অলপ আগতে কবিতা নুশুনো বুলি কোৱা নাই?

**নিজৰা ঃ** সেই পাহিয়ে লিখা সুন্দৰ কবিতা কেইটাই নুশুনো বুলি কৈছিলো। আচলতে জান, পাহিয়ে লিখা সুন্দৰ কবিতাবোৰ আমাৰ নিচিনা ফাল্টু মানুহে পঢ়িলে বেয়া হ'ব।

**প্ৰিয়ম ঃ** পাহি, তইতো বহুত ডাঙৰ কবি হ'বি তেতিয়া আমাক পাহৰি নাযাবি দেই।

**পাহি ঃ** চাচোন সিহঁতে মোক আকৌ ইতিকিং কৰিছে। বৰ বেয়া ছোৱালী তহঁত।

**নিজৰা ঃ** হ'ব আমি বেয়া ছোৱালী। তহঁত ভাল ছোৱালীবোৰ আছ নহয় কবি হ'বলৈ।

**কুঁহি ঃ** তহঁতৰ আৰু কাম নাই নেকি? নিজেতো লিখিব নোৱাৰই, কোনোবাই লিখিলেও বেয়াকৈহে কৱ। তহঁতি প্ৰেৰণাহে দিব লাগে।

**প্ৰিয়ম ঃ** এতিয়া আমিহে ডাউন দিয়া হ'লগৈ।

**নিজৰা ঃ** হ'ল বহুত হ'ল। এতিয়া কবিতাৰ লেকচাৰ বন্ধ

কৰ। তহঁত দুজনীয়ে কবিতাৰ বাহিৰে আন একো চিনি নাপাব নেকি?

**পাহি ঃ** বেলেগ বস্তু চিনি পাবলৈ তহঁত দুজনী আছুই নহয়।

**প্ৰিয়ম ঃ** কি কলি?

**কুঁহি ঃ** তহঁতৰে ডাইলগ আমি মাত্ৰ ৰিপিটহে কৰিছো।

**নিজৰা ঃ** হ'ব, বৰ টেঙৰালী কৰিব নালাগে।

**প্ৰিয়ম ঃ** পিছে বাইদেউসকল এটা কথা মন কৰিছেনে নাই?

**পাহি ঃ** কি কথা?

**প্ৰিয়ম ঃ** মন্দিৰাই এতিয়ালৈকে পকৰী বনাই অনা নাই।

**কুঁহি ঃ** ভিতৰতহে বনাইছে, খাই আছে বা।

**নিজৰা ঃ** তোৰ নিচিনা খকুৱা নহয় বুজিছ।

**কুঁহি ঃ** কি মোক খকুৱা বুলি কলি?

**নিজৰা ঃ** খকুৱা বুলি নকৈ কি বুলি ক'ম। ৰাতিপুৱা চাহ খাবলৈ থোৱা গাখীৰখিনিও নেৰিলি।

**কুঁহি ঃ** হ'ব, একেটা কথাকে কিমানবাৰ শুনাবি।

**(ভিতৰৰ পৰা মন্দিৰা উধাতু খাই দৌৰি ওলাই আহে।)**

**পাহি ঃ** ইমান উধাতু খাই দৌৰি আহিছ যে? কি হ'ল?

**মন্দিৰা ঃ** সৰ্ব্বনাশ হ'ল।

**নিজৰা ঃ** কি হ'ল!

**মন্দিৰা ঃ** আজি বজাৰত...।

**প্ৰিয়ম ঃ** ৰৈ গ'লি যে ক আক'।

**মন্দিৰা ঃ** বজাৰত ব'ম ফুটিলে।

**প্ৰিয়ম, পাহি, নিজৰা, কুঁহি ঃ** কি?

**মন্দিৰা ঃ** অঁ আৰু কি হ'ল জান?

**পাহি ঃ** কি হ'ল?

**মন্দিৰা ঃ** বৰুৱা খুৰীহঁতৰ ল'ৰাটো বোলে মৰিলে।

**কুঁহি ঃ** সেইযে ক্লাছ এইটত পঢ়া ল'ৰাটো।

**মন্দিৰা ঃ** অঁ এটাই ল'ৰা।

**নিজৰা ঃ** বৰ বেয়া কথা হ'ল।

**মন্দিৰা ঃ** খুৰী কান্দি কান্দি কিবা হৈ গ'ল।

**পাহি ঃ** তই কেনেকৈ গম পালি?

**মন্দিৰা ঃ** চাহ বনাই থাকোতে কন্দা কটা শুনি ওলাই গৈছিলো। তেতিয়াহে গম পালো।

**নিজৰা ঃ** আমাৰ দেশখন অনিশ্চিত ভৱিষ্যতলৈ গৈ আছে।

**কুঁহি ঃ** এৰা তই ঠিকেই কৈছ কিমান যে শিশুৰ মৃত্যু হৈছে।

**প্ৰিয়ম ঃ** আমাৰ দেশৰ ভৱিষ্যৎ যদি এইদৰে ধ্বংস হয় তেন্তে কি হ'ব বাৰু।

**পাহি ঃ** ইমান যে অশান্তিৰ সৃষ্টি হৈছে।

**নিজৰা ঃ** আচলতে কি জান, আমি নিজেই সচেতন হ'ব লাগিব।

**কুঁহি ঃ** যদি আমি শান্তি অটুট ৰাখিবৰ চেষ্টা কৰো নিশ্চয় কণ কণ শিশুহঁতৰ মৃত্যু নহ'ব।

**মন্দিৰা ঃ** আজি আমি যদি প্ৰতিজ্ঞাবদ্ধ হওঁ দেশৰ শান্তি শৃংখলা অটুট ৰাখিবলৈ তেনেহ'লে নিশ্চয় দেশৰ ভৱিষ্যৎ উজ্বল হ'ব।

**প্ৰিয়ম ঃ** আহক ৰাইজ, আজি আমি প্ৰতিজ্ঞাবদ্ধ হওঁ।

**কুঁহি ঃ** ৰাইজ আহক, আমি সকলোৱে হিংসা-নীতি পৰিহাৰ কৰোঁ।

**পাহি ঃ** আমি বাৰু গান্ধীজীক আদৰ্শ হিচাপে ল'ব নোৱাৰিম নে?

**নিজৰা ঃ** যিসকল হিংসাৰ পথেৰে গৈছে তেওঁলোকৰ ওচৰত এমুঠি শান্তিৰ বাবে প্ৰাৰ্থনা কৰিছো।

(সকলোৱে কয়....
দিবনে আমাক এমুঠি শান্তি ???)

<u>সমাপ্ত</u>

# উদং বাকচ

(মামণি ৰয়ছম গোস্বামীৰ গল্পৰ আধাৰত একে নামৰ নাট্যৰূপ )

**নাট্যকাৰ#প্ৰৱন বৰুৱা**

**চৰিত্ৰ সমূহ :-**

১। **তৰাদে :-** ২৪-২৫ বছৰীয়া এজনী তিৰোতা। গিৰিয়েক হ'ল মদাহি ড্ৰাইভাৰ। মদৰ নিচাত গাড়ীয়ে খুন্দিয়াই মানুহ মাৰি জেলত আছে। তাইৰ এটা ৫-৬ বছৰীয়া সন্তান আছে। তাইৰ ঘৰখন শ্মশানৰ কাষতে। কেইদিন মানৰ আগতে শ্মশানত পৰি থকা বাকচ অৰ্থাৎ কফিন এটা চোচৰাই ঘৰৰ ভিতৰত সুমোৱাই ৰাখিছে। তাই বাকচটোৰ ভিতৰতে শোৱে আৰু বাকচটোকে সাৱটি ধৰি হাঁহে-কান্দে। তাকে দেখি মানুহবোৰে বেৰৰ জলঙাৰে জুমা-জুমি কৰে। সেইবাবেই তাইৰ খং।

২। **হয়বৰ :-** ৪৫-৫০ বয়সৰ এজন চণ্ডাল। হয়বৰে শ্মশানত খৰি বিক্ৰী কৰে। তৰাদেক সি বেশ্যাবৃত্তিৰে পেট প্ৰবৰ্তনৰ কথা কয়।

৩। **সোমেশ্বৰ :-** তৰাদেৰ ককায়েক, পুলিচৰ কাম কৰে। দেখাত জলহ, থুলন্তৰ চেহেৰা।

৪। **পোনা :-** তৰাদেৰ ৫-৬ বছৰীয়া একমাত্ৰ সন্তান।

(মঞ্চটো কাল্পনিকভাৱে দুভাগ কৰা হৈছে। দৰজাখনে ইয়াক স্পষ্ট কৰে। ইয়াৰ উপৰিও মঞ্চ সামগ্ৰী পৰিচালকে ব্যৱহাৰ কৰিব পাৰিব।

মঞ্চৰ পৰিবেশ জয়াল। ৰাতিপুৱা; কিন্তু মানুহ শুই উঠা নাই। নানা ধৰণৰ কিচিৰ-মিচিৰ শব্দ কৰি চৰাই এজাক উৰি যাব বা পৰিচালকে আন মিউজিক ব্যৱহাৰ কৰিব পাৰে। বিচনাত পোনা শুই থাকিব। আঁৰ কাপোৰ খোলাৰ লগে লগে সমভাৱে বাকচটোৰ ওপৰত ক্ষীণ পোহৰ পৰিব। শ্মশানৰ ফালে ব্ৰেক স্কিনত লাইটৰ পোহৰ পেলাই মানুহ পোৰাৰ আভাষ দিব পাৰে।

হয়বৰ জপনা কাষৰ গছৰ মুঢ়াটোৰ ওচৰত বহি থাকিব আৰু চিগাৰেট হুপিব। তৰাদে বাকচটোৰ ভিতৰত শুই থাকে। লাহে লাহে পোহৰ বাঢ়ি আহিব আৰু তৰাদে বাকচটোৰ পৰা ওলাই আহিব। তাই প্ৰথমে চাকিটো জ্বলাব আৰু দুৱাৰখন খুলি বাহিৰলৈ চাওঁতেই হয়বৰক জপনা মুখত দেখা পায়। দৌৰ মাৰি আহি বিচনাখনৰ তলৰ পৰা মেচি দা এখন উলিয়াই আনে আৰু দাখন জোকাৰি জোকাৰি মুখৰ ভিতৰতে ভোৰ-ভোৰাই থাকে। হয়বৰে তৰাদে উঠাৰ উমান পাই থিয় হ'ব।

**তৰাদে :** কি বাকী আছে? শুকান হাড়কেইডাল চেলেকিবলৈ যে তাত খাপ পাতি বৈ আছ।

(হয়বৰে তৰাদেৰ কথাষে কাণ নিদি লেম্প আৰু লাঠিডাল লৈ চিঞৰিব)

**হয়বৰ :** তৰাদে তোৰ সেই মদাহী ড্ৰাইভাৰটো জেলৰ পৰা ওলাই আহিবলৈ আৰু বহুদিন বাকী আছে। কি ঠিক সি ওলাই আহিব পাৰেনে নোৱাৰে? এটা নহয় দুটাকৈ মানুহ সি গাড়ীৰে খুন্দিয়াই মাৰিছে। মদৰ জালত মৰা বুলি প্ৰমাণ হৈ গৈছে। বুজিছ মই সহায় কৰিম। এবাৰ মাথো ৰাতি দুৱাৰ খুলি থ'বি। ল'ৰাটোৰে অন্ততঃ নোখোৱাকৈ নমৰে। (শ্মশানত থকা মানুহ এটাক উদ্দেশ্যি চিঞৰে) হেৰৌ তহঁতি ক'লৈ বাট বুলিছ। এই ফালে আহ মৰাশটো আধাপোৰা কৰি যে এৰি থৈ যাবলৈ ওলাইছ... আহ... আহ.. ইয়াত বাপেৰ আছে বুলি ভাবিছ নেকি? হুঁ।

(হয়বৰে চিঞৰি চিঞৰি হাতত লেম্প আৰু লাঠিডাল লৈ ওলায় যাব। তৰাদেয়ে খঙতে বলকিব।)

**তৰাদে :** আন্ধাৰৰ সুযোগ লৈ তই মোৰ বেৰৰ ফাকেৰে জুমা-জুমি কৰ। হুঁ এতিয়া মই দুৱাৰখন খুলি থব লাগে।

(খঙত তাই ঘামি উঠে আৰু দপদপাই গৈ বিচনা

খনত বহি পৰে। অলপ পাছত শুই থকা ল'ৰাটোৰ মূৰত হাত বুলায়। লাহেকৈ বাকচটোলৈ চায় আৰু তাইৰ খংটো উঠি আহে।) লুকাই চুৰকৈ এই ক'লা বাকচটো চাবলৈ আহে। (কিবা মনত পৰাৰ দৰে দুৱাৰখন খুলি বাহিৰলৈ চায়) এতিয়া কোনেও জুমা-জুমি কৰা নাই। কি মানুহ... এইবোৰ। উঃ কি মানুহ? খাবলৈ নোপোৱা কুকুৰৰ দৰে ইটোৱে সিটোৰ গা শুংঘি চাব বিচাৰে। নিধকহঁতে গাৰ কাপোৰ-কানি আজুৰি একেবাৰে নাঙঠ কৰিব খোজে। সেইদিনা চ'কৰদৰ জমিদাৰটো মৰিল। জমিদাৰে ব্যৱহাৰ কৰা উৰিয়াম কাঠৰ পালেংখনত চকীদাৰ হ'লধৰৰ, সেই প্ৰেতনীৰ দৰে ঘৈণীয়েক নোশোৱেনে? খৰি ফালি ভাত মোকলোৱা শুকুৰৰ ঘৈণীয়েকে এই শ্মশানৰ পৰা বুটলি নিয়া গুড়গুড়ীটোত ধপাত নোহোপেনে? জ্বলি পুৰি শেষ হোৱা মানুহ এটাৰ ছাই-ভস্ম খেপিয়াই খেপিয়াই, দুটামানে সোণৰ আঙঠি আবিষ্কাৰ কৰিছে। সেইবোৰ কোনেও চাবলৈ যোৱা নাই। কোনেও খুকুৰিয়াই খুকুৰিয়াই চাবলৈ যোৱা নাই। জুপুৰী চালিঘৰত শ্মশানৰ আশে-পাশে টিংপাত জোৰা লগাই কৰা চালিঘৰত মৰা মানুহৰ এনেবোৰ বস্তু পৰি আছে। বৰ বৰ মানুহৰ আয়ামৰ বস্তুবোৰ ছাল-ছিগা ভিকহুৰ ঘৰত যে দাঁত নিকতাই পৰি আছে; অথচ মোৰ এই ক'লা বাকচটোৰ ওপৰতহে সকলোৰে চকু।

(খণ্ডত একো নাই হৈ বিচনাত বহি পৰে আৰু বাকচটোৰফালে চাই থাকে। নিঃশব্দে উঠি গৈ বাকচটোৰ ওচৰত বহি পৰে। বাকচটো হাতেৰে খেপিয়াই চাই কিবা বিচৰাৰ নিচিনা কৰে। বাকচটোত গালখন লগাই লাহে লাহে হাত দুখনে স্পৰ্শ কৰে। তাৰ পাছত লাহেকৈ উঠি বাকচটোৰ ভিতৰত কুচি-মুচি সোমাইপৰে। বাকচটোৰ ভিতৰৰ পৰা কেঁকুৰি কেঁকুৰি কন্দাৰ শব্দ শুনা যায়। কান্দোন শেষ হোৱাৰ পাছত পোহৰ কমি আহিব। প্ৰচণ্ড শব্দ কৰি চাইৰেন বজাই পুলিচৰ গাড়ী এখন পাৰ হৈ যায়। তাই ধহ-মহ কৈ উঠি বাকচটোৰ ভিতৰতে বহিব।)

তৰাদৈ : ওঁ ... পুলিচৰ গাড়ী আহিছে। ... গুলি... খাই মৰা মানুহৰ শৱবোৰৰ হেণ্ডঅভাৰ চাৰ্টিফিকেটবোৰ সঠিক আছেনে নাই ... চকীদাৰে ৰিপৰ্ট দিয়া মতে, হস্পিতালতে হেণ্ড অভাৰ চাৰ্টিফিকেট নোহোৱাকৈ কোনোবাই জাৰজ সন্তান এটা পুতি থৈ গ'ল। .....ওঁ এইবোৰ খবৰ লবলৈ আহিছে হ'ব পায়। সাঁত গাঁৱৰ দেহ ব্যৱসায়ী তিৰোতাবোৰৰ ব্যৱসায়ো ইয়াত দহৰম-মহৰম হৈ উঠিছে। যেন মৰা শৱবোৰ যিমানেই জ্বলিছে সিহঁতৰ মাংসৰ উত্তাপ সিমানেই বৃদ্ধি পাইছে।

(কথা কেইটা কৈ তাই বৈ যায়, মুখখনত হাতেৰে চুই চায় আৰু উন্মাদন হোৱাৰ দৰে আইনা চাই মূৰ কনিয়াই আৰু কৈ যায়।) নিধকহঁতে কয় মই এই শ্মশানত থাকি থাকি জীয়া কংকালৰ মাজত এক কংকাললৈ ৰূপান্তৰ হৈছোঁ। (ইকালে -সিকালে চায়) কোনোবাই চাই আছে নেকি? এই কেইদিন দুৱাৰৰ ফাকেৰে খিৰিকিৰ ফাকেৰে, বেৰৰ জলঙাৰে সকলো পিনেই মানুহবোৰে জুমা-জুমি কৰি আছিল। (ল'ৰাটোৰ ওচৰলৈ গৈ ল'ৰাটোৰ মূৰত হাত বুলাই) ইয়ো কয় নেকি বাৰু? .... মৰা মানুহ অনা বাকচত শোৱে.... ছিঃ ছিঃ পেলাই দে, বাকচটো পেলাই দে।

(বাকচটো সাৱতি তাই কান্দে আৰু লাহে লাহে বাকচটোৰ ভিতৰত সোমাই পৰে। অলপ সময় পিছতেই সোমেশ্বৰে দুৱাৰত গুৰিয়ায়।)

সোমেশ্বৰ : তৰাদৈ ... ঐ তৰাদৈ ...

(কিবা বুজি পোৱাৰ দৰে তাই দুৱাৰখন খুলি দিয়ে ...সোমেশ্বৰ সোমাই আহে)।

সোমেশ্বৰ : তোৰ খবৰ লবলৈ আহিব পৰা নাই। আজি ডিউটি পৰিছে ইয়াতে; সাত গাঁৱৰ বোৱাৰী তিৰোতাজনীয়ে বোলে ইয়াতে একেবাৰে দফাত পাতি লৈছে। ধৰ্ম্ম বুলি আৰু একো বস্তুৱে নোহোৱা হৈ গৈছে। সিদিনা বৰুৱা মৰিল। মৰা শৱটো লৈ দুয়োটা পুতেকে শ্মশানলৈ আহিছিল। এটা পুতেকে একেবাৰে নিকা হৈ গামোচা পিন্ধি পিতাকৰ মুখাগ্নিত ব্যস্ত হৈ থাকোতে; ভিৰৰ মাজত কোন তলকত আনটো পুতেকে গৈ সেই বেশ্যাজনীৰ কোঠাত সোমাল গৈ কোনেও তলকিবই নোৱাৰিলে। হুঁ এনেকুৱাই দিনকাল হৈছে। এনেকুৱাই .....।

(সন্মুখত সাপদেখা মানুহৰ দৰে সোমেশ্বৰ উচপ খাই কিছুদূৰ পিছুৱাই যায়। তাৰ পাছত স্তম্ভিত হৈ কিছু সময় বাকচটোলৈ জলকামাৰি চাই থাকে। বাকচটোৰ একেবাৰে ওচৰলৈ গৈ হাতত থকা দাণ্ডাদালে বাকচটো টুকুৰিয়াই, পৰ্যবেক্ষণ কৰাৰদৰে চাৰিওফালে চায়। বাকচটোৰ ওচৰত আঠুকাঢ়ি বহি পৰে। পকেটৰ পৰা ৰুমাল উলিয়াই চকুযোৰ মোহাৰে। তৰাদৈলৈ চায়, তৰাদৈয়ে মাথো তালৈ চাই থাকে।)

সোমেশ্বৰ : (স্খলিত কণ্ঠেৰে) ঘৰত পানী-দুনি আনি থোৱা আছে নে, পানী এগিলাচ দে চোন। (পানী আনি দিয়ে, সি পানী খায় আৰু তাইলৈ নোচোৱাকৈ কৈ যায়।) মই যি ভাবিছিলো সেয়ে সত্য হৈছে। সৰু বোপাইৰ মৰা শটো এই কাঠৰ বাকচটোতে আছিল। বিমান বন্দৰৰ পৰা অহা পৰিয়ালটোৰ লগত ময়ো একখণ্ড আহিছিলো। হয়... হয়... এইটোৱেই বাকচ... এইটোৱেই হয়। (তৰাদৈলৈ চায়) তই সিহঁতৰ ঘৰৰ চাকৰণী আছিলি নহয়। সৰুবোপাৰ বাপেক ঠাকুৰৰ বেমাৰৰ সময়ত এই তেজ-পুঁজৰ কাপোৰ ধুই কিমানখিনি সহায় কৰিছিলি, সেই কথা সকলোৰে জানে? আৰু সৰুবোপা...? (সোমেশ্বৰে কেঁকুৰী কেঁকুৰী কান্দে আৰু উশৃংখল কণ্ঠেৰে

কৰ) তোৰ লগত বৰ মিলা-প্ৰীতি আছিল সৰুবোপাৰ। তোক বিয়া কৰাম বুলি একেবাৰে কঁকালত টঙালি বান্ধিয়েই লৈছিল। কমখন গণ্ডগোল হৈছিলনে ঠাকুৰৰ ঘৰত। শেষত উজনি অসমত ট্ৰেন্সফাৰ আৰু এই দুৰ্ঘটনা।

**তৰাদৈ ঃ** (**দৌৰি আহি সোমেশ্বৰক জোকাৰি**) কিহে খুন্দিয়াই মাৰিলে?

**সোমেশ্বৰ ঃ** জীপ গাড়ীয়ে ।আহঃ কি দগদগীয়া সুন্দৰ চেহেৰা, তেজৰ চেকুৰা লাগি থকা বৰফবোৰ আঁতৰাই মই এই দুখন হাতেৰে তাৰ দেহ চিতাত তোলাত সহায় কৰিছিলো। ডেকাকালৰ তেজ, মোৰ হাত দুখনো... একেবাৰে...। (**গজ গজ কৈ থিয় হৈ থকা তৰাদৈলৈ সি অলপ সময় চাই একো ক'ব নোৱাৰা হৈ যায়, তাৰ পাছত তাৰ খং উঠে তাইৰ ওপৰত**)

তৰাদৈ, কুলি ছোৱালীক চাহ বাগিছাৰ চাহাবে বিয়া কৰোৱাৰ দিন আৰু নাই। সেইদিন শেষ হৈ গৈছে। মজদুৰ কুলি ছোৱালীক বিয়া কৰোৱা জেনকিন্স চাহাবৰ হাড়ত এতিয়া বন গজিছে। ডাঙৰ চাহাবৰ ল'ৰা সৰু বোপাই তোক বিয়া কৰাম বুলি কৈছিল। তোক হৃদয়েৰে ভাল পাইছিল। কিন্তু পাৰিলেনে সি? এই জুপুৰীৰ পৰা সি তোক টিঙৰ ঘৰত ঠাই দিব পাৰিলেনে?

**তৰাদৈ ঃ** মোক বিয়া কৰাব নোৱাৰাৰ বাবেই সি ইমান দিনে বিয়া কৰোৱা নাছিল। বাৰ বছৰ পাৰ হৈ গৈছে আৰু বোধহয় বিয়া নকৰালেহেঁতেন?

**সোমেশ্বৰ ঃ** ঠাকুৰৰ সেই পুতেকটোক তিৰোতা মানুহৰ সৰ্বস্ব বিলাই দিয়া সময়ত তই যেনেকুৱা অহমক আছিলি এতিয়াও তই তেনে ধৰণৰ অহমক হৈয়ে আছ। মই পুলিচৰ কাম কৰা মানুহ। .. কথা কাণ্ড শুনি মই সাজু হৈ আহিছো। (তৰাদৈয়ে অসহায়ভাৱে ককায়েকলৈ চাই থাকে। সোমেশ্বৰে পকেট দুটা খুচৰি থাকে)

**তৰাদৈ ঃ** কিয় .... কিয়......? হৰি.... হৰি .... সকলো শেষ হৈ যোৱাৰ পাছত আচলত বহু মূল্যবান বুলি যি মালিকক মই ধৰি বান্ধি ৰাখিব খুজিছিলো আজি সেই আচলকো তুমি কুৰুকি কুৰুকি খুলিচা... ককাইদেউ। (সোমেশ্বৰে পকেটৰ পৰা বিয়াৰ চিঠিবোৰ উলিয়াই )

**সোমেশ্বৰ ঃ** নে এইবোৰ তাৰ বিয়াৰ চিঠি। কাণ্ড কাৰখানা শুনি মই সাজু হৈ আহিছো। সি তোৰ বাবে বিয়া নকৰাও বুলি বৈ থকা নাছিল। বিয়াৰ তাৰিখ ঠিক হৈছিল। চিঠি পৰ্যন্ত ছপা হৈছিল। পঢ়, পঢ় বিয়াৰ চিঠি পঢ়... বিয়া কৰাব আহোতেই ঘটিল সেই দুৰ্ঘটনা ... পঢ় আৰু তাৰ আত্মাৰ শান্তিৰ বাবে প্ৰাৰ্থনা কৰ।

(তৰাদৈ কান্দি কান্দি বিচনাত বহি পৰে। তেনেতে ল'ৰাটোৱে সাৰ পায়। সি একো ধৰিব নোৱাৰি মোমায়েকলৈ চাই থাকে সোমেশ্বৰে চিঠি এখনি তাইৰ মুখলৈ মাৰি পঠায়)

**সোমেশ্বৰ ঃ** মৰাশ পুৰিবলৈ অহা মানুহৰ লগত দেহৰ মাংস ব্যৱসায় কৰা মানুহজনীক ধৰিব পৰা হ'লে কিছু মুনাফা পোৱা গ'লহেঁতেন... নাইবা হয়বৰক হাতে লোতে ধৰিব পৰা হ'লে। চাল্লা কুকুৰে মানুহক শালখৰি বুলি গাঁঠি থকা খৰি বিক্ৰী কৰে। (সোমেশ্বৰ যাব খোজে, ল'ৰাটো দেখি ভঙা পইচা এমুঠি দি সি অহাফালে গুচি যায়) ল'ৰাটোৱে পইচা লৈ দোকানলৈ যাব ধৰে আৰু মাকক কৈ যায়)

**পোনা ঃ**— মা... মা... মই মনুৰ দোকানলৈ যাওঁ....বৰ ভোক লাগিছে... গোটেই পইচা খামনে ...?

(তৰাদৈয়ে একেথৰে চিঠিবোৰ চাই থাকে। এখন এখনকৈ চিঠিবোৰ চাই চাই মৰম কৰে। চিঠিবোৰ খৰধৰকৈ কিবা বিচৰাৰ নিচিনাকৈ খৰধৰকৈ চাই আৰু পঢ়ে। তেতিয়া তাই পাগলীৰ দৰে উন্মাদ হৈ পৰে, তাই চিঠি এখন অবাক হৈ চায় থাকে। ল'ৰাটো সোমাই আহে। তাৰ মুৰত এখন গামোচা)।

**পোনা ঃ** এইখন কি ধুনীয়া গামোচা... চা... এ... এইখন। সেই তাত মৰা মানুহ জ্বলাবলৈ অহা মানুহ এজনে মোৰ মূৰত মেৰিয়াই দি থৈ গৈছে। এইখন কিন্তু আজিৰ পৰা মোৰ। (সি লাহে লাহে Down stagৰ ফালে আহি থাকে, শ্মশানত দেখি অহা দৃশ্যটো তাৰ মনত ভাঁহি আহে আৰু কৈ যায়।)

কি জান মা, মৰা মানুহজনক খৰিখিনিৰ ওপৰত তুলি দিয়াৰ পাছত মাইকী মানুহজনীয়ে কান্দি কান্দি কিবা কিবিবোৰ বকিছে... দপ-দপকৈ জ্বলি থকা খৰিৰ ওপৰত জপিয়াবলৈ গৈছে.... . মানুহ কেইজনমানে মানুহজনীক ধৰি ধৰি ঘৰলৈ লৈ গ'ল। আৰু জান মা ....... সেই জ্বলি থকা মানুহটোক দীঘল দীঘল বাঁহেৰে খুচিয়ে আছে...... খুচিয়ে আছে। (তাৰ কথাবোৰ যে মাকে একো শুনা নাই জানিব পাৰি মাকক জোকাৰি দিয়ে। তথাপিতো একো নোহোৱা দেখি সি জোৰেৰে 'মা' বুলি চিঞৰি দিয়ে। তেতিয়া তাই ল'ৰাটোক সাৱতি ধৰে আৰু কান্দে, লাহে লাহে কান্দোন কমি আহে, তাই চাত্‌কৈ উঠি গৈ বাকচটো ধৰিব। ল'ৰাটোৱে অকৰা লাগি চাই থাকে। আৰু আহি ধৰে।)

**তৰাদৈ ঃ**— ধৰ... তই... কি ... চাই... আছ। মানুহ জ্বলোৱা সেই ঠাইত বাকচটো পেলাই দিওঁ।... নাই.... নাই মই জ্বলাই দিম। আন জুইশলা বাঁহটো আন... অ ধৰ... ধৰ। (ল'ৰাটোৱে চলাই বাঁহটো আনিবলৈ হাত মেলে। তৰাদৈয়ে বাকচটো চোচোৰাব ধৰাৰ দৰে কৰিব, লাহে লাহে পোহৰ কমি আহিব, বাহিৰৰ পৰা জুই জ্বলোৱাৰ শব্দ ভাঁহি আহিব।)

।পটপৰে।।

**সমাপ্ত**

# সংকল্প

নাট্যকাৰ # শ্ৰীদীপেন চন্দ্ৰ বৰা

চৰিত্ৰসমূহ ঃ

১। ৰমেন বৰুৱা - থলুৱা অসমীয়া যুৱক
২। আব্দুল কৰিম - থলুৱা মুছলমান সম্প্ৰদায়
৩। ধৰম তাঁতী - থলুৱা মজদুৰ সম্প্ৰদায়
৪। ধৰ্মেন্দ্ৰ পায়েং - থলুৱা মিচিং সম্প্ৰদায়

(বয়স সকলোৰে ২৬/২৭ বছৰীয়া। পিন্ধনত নিজৰ নিজৰ জাতীয় সাজপাৰ থাকিব।)

মঞ্চত পট উঠাৰ লগে লগে পুৰণা চকী-মেজ কেইখনমানৰ স'তে সংঘৰ অস্থায়ী কাৰ্যালয় দেখা যায়। বেৰত ওলমি থাকে শংকৰদেৱ আৰু মুছলমান ধৰ্মৰ প্ৰতীক থকা দুখন ছবি, এখন বেনাৰ থাকে, তাত লিখা থাকে "ঈদ সন্মিলন" সন্মিলিত যুৱক সংঘৰ সৌজন্যত। ৰমেন বৰুৱাই চকীত বহি বাতৰি এখন পঢ়ি থাকে — বেক্-গ্ৰাউণ্ডত মিউজিক চলি থাকিব—"চাহেব যায় আগতে, হয় চাহেব হয়" এটা সময়ত মিউজিক কমি আহিব আৰু ৰমেনে ডাইলগ আৰম্ভ কৰিব।

ৰমেন ঃ চাল্লা, মানুহবোৰৰ হৈছে কি? কেৱল সংগঠন, সংগঠন, সংগঠন। ইতিহাসৰ বুকুত মিলি যোৱাবিলাক বাৰু বাদ দিলো বৰ্তমান জীৱিতবিলাকো আজি আঙুলিৰ মূৰত হিচাব কৰিব নোৱাৰা হ'ল। হেৰ' সকলোৱে এবাৰ দকৈ ভাবিচাছোন বৰ্তমান দেশত সৰু ডাঙৰ যিমানবিলাক সংগঠন আছে — সকলোৱে যদি এফালৰ পৰা এদিনকৈও বন্ধ দিবলৈ হয়, তেতিয়াহ'লে দেখো বন্ধ খোলেই নাখাব। কোৱা-কোৱা তোমালোকে, জনসাধাৰণক মুক্ত মন এটা লৈ জীয়াই থাকিবলৈ নিদিবা নেকি? সংস্কৃতিৰ পথাৰখনত অপ-সংস্কৃতিৰ বীজ সিচিব খুজিছা কিয়? এইযে বাতৰি কাগজত বিবৃতি দি সান্ধ্য আইন জাৰি কৰিছা, তোমালোকৰ কি, নিজৰ কোনো সংস্কৃতি নাই, পৰম্পৰা নাই, জাতীয় ঐতিহ্য নাই? কি লৈ জীয়াই আছা! কাক লৈ জীয়াই থাকিবা তোমালোক!! ধিক্ ধিক্ তোমালোকৰ চিন্তা শক্তি! চাবা তোমালোকৰ এনেবোৰ ভুল সিদ্ধান্তৰ বাবে এদিন এটা বিৰাট ধ্বংস হ'ব। তেতিয়া কিন্তু তোমালোকো পলাই সাৰিব নোৱাৰিবা যাহ যাবা চগাৰ দৰে সেই একেকুৰা জুইতে।

(এনেতে কৰিম সোমাই আহে)

কৰিম ঃ বাঃ বা- বাঃ আজি দেখো নেদেখা দৃশ্য এটা দেখিবলৈ পালো। এইয়া কোনো নাটকৰ আখৰা নে, ক'ৰবাত কিবা লাগি আহিলা! বাঃ চমৎকাৰ, বঢ়িয়া হৈছে মানিব লাগিব কিন্তু!

ৰমেন ঃসংকল্প অ' কৰিম! আমি আৰু এনেদৰে নীৰৱ দৰ্শক হৈ বহি থাকিলে নহ'ব বুইছ; নিজকে সাজু কৰিবৰ হ'ল প্ৰয়োজন আহি পৰিছে বাস্তৱৰ মুখা-মুখিহৈ একো একোজন বলিষ্ঠ অভিনেতা হোৱাৰ।

কৰিম ঃ দৰ্শক! বাস্তৱ! অভিনেতা!!! হাঃ হাঃ হাঃ অই — মই হ'লে নাটকত পাৰ্ট ল'ব নোৱাৰো দেই, গোটেইখন পণ্ড হ'ব, তইঁতিও নাক উলিয়াব নোৱাৰা হ'বি? তাৰোপৰি আচল কথা কি জান! আৰম্ভ হোৱাৰ দিনা মই যেতিয়া মানুহবোৰ সৰহকৈ দেখিম- তেতিয়া বিৰাট লাজ লাগিব পায়। কঁপনি উঠিব; ক'ব লাগে যদি এটা মুখৰ পৰা ওলাব অন্য এটা, মঞ্চত যাব লাগে যদি এফালে যামগৈ এফালে মুঠতে —

ৰমেন ঃ ঐ বচ, বচ, বন্ধ কৰ তোৰ একটিং। ... আৰু ডাঙৰ সমস্যাৰ কথা নোকোৱা লাগিলে, ইয়াৰ মূৰটোত যেনিবা কথাবিলাক কোনো দিনে পোনে পোনে

নোহেমাইহঁতে, সদায় তাঁটোক পঢ়োৱাদি পঢ়াৰ লাগিৰ। কেৱল পেংলাই কৰিব জান।

**কৰিম** : অ, মই বুজা নাই, তই বুজাই দিলেই হ'ল। আহঁতো ঘৰতে মাষ্টৰ ডিগ্ৰীলে! চাকৰিৰ এই আকালৰ দিনত আমাৰ দৰে কিছুমানক নপঢ়ুৱাই কাক পঢ়াবি। হ'ক হ'ক তেওঁ এনেদৰেই মগজটো অলপ শান্ত কৰি থ'ব পাৰিবি, নে কি কব।

**ৰমেন** : নাই বুজা - বুজিবি। যিদিনাখন ধ্বংসৰ ধুমুহাজাকে সকলোকে এফালৰ পৰা মহতিয়াই পেলাব, সেইদিনা। তোৰদৰে হোজা হৈ থাকিলে আৰু নহ'ব - সমাজ - সমাজ হৈ নাথাকিব, মানুহৰ লগত মানুহৰ সম্পৰ্ক শেষ হৈ যাব, যাৰ বাবে ভৱিষ্যতে আমাক হাঁহিব। কথাবিলাক— কথাবিলাক অলপ দ'কৈ চিন্তা কৰিবলৈ শিক কৰিম।

**কৰিম** : আও, আজি দেখো শেনৰ এজাত, একেবাৰে গৰম আওঠাৰ দৰে জুই সদৃশ। কালিলৈও যদি এই মূৰ্তি থাকে হ'ল আৰু। মিটিঙলৈ অহা বিশিষ্ট অতিথিকে ধৰি সকলো দৌৰিব...। কি হ'ব তেতিয়া। সকলো কষ্ট মুহূৰ্ততে শেষ হৈ যাব। না-না সেইটো হ'বলৈ দিব নোৱাৰি, কোনো নাথাকিলেও আমি দুয়োটায়ে কাৰ্যসূচীমতে কাম চলাই যাম। ... মানে ধৰ এনেকৈ শ্ৰদ্ধাৰ পতাকা উত্তোলনস্থলীৰ সমবেত সদৌ মিলনপুৰবাসী বাইজ, আজি আমাৰ অতি আনন্দ আৰু গৌৰৱৰ দিন। এই বৃহৎ অঞ্চলৰ হিন্দু-মুছলমান চাহ-মজদুৰ-মিচিং আদিকে কৰি বিভিন্ন ভাষা-ভাষী, ধৰ্মাৱলম্বীলোকে উমৈহতীয়াভাৱে অনুষ্ঠিত কৰি অহা ঈদ সন্মিলনখনিৰ এইবছৰৰ প্ৰথম কাৰ্যসূচী আমি পতাকা উত্তোলনেৰে ৰূপায়িত কৰিবলৈ আগবাঢ়িছো... উত্তোলন কৰিব এই অঞ্চলৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত সামাজিক ব্যক্তি, সমাজসেৱক শ্ৰীযুত ৰমেন বৰুৱাই, ইয়াৰ পাছতেই আছে বৃক্ষ ৰোপন, এই কাৰ্যসূচী ৰূপায়িত কৰি অনুষ্ঠানটো সাফল্যমণ্ডিত কৰি তুলিব আমাৰ সন্মিলিত যুৱ মঞ্চৰ সাংস্কৃতিক সম্পাদক শ্ৰীৰমেন বৰুৱাই, আমি এতিয়া কাৰ্যসূচীৰ তৃতীয় দফালৈ আহিছো- ইয়াত আছে, এই অঞ্চলৰ সকলো যুৱক-যুৱতী তথা বাইজৰ বহুদিন ধৰি অভাৱত ভুগি থকা সংঘৰ স্থায়ী কাৰ্যালয় গৃহটিৰ দুৱাৰ মুকলি, মুকলি কৰিব, আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি গৌৰাম্বিত কৰা এই অঞ্চলৰ জনপ্ৰিয় কৌতুক অভিনেতা- শ্ৰীযুত ৰমেন বৰুৱাই। শ্ৰদ্ধেয় বাইজ এতিয়া আমি আমাৰ মূল সভাৰ কাম আৰম্ভ কৰিবলৈ আগবাঢ়িছো— এই সভাখনত সভাপতিত্ব কৰিবৰ বাবে আমি নিমন্ত্ৰণ কৰি অনা বিশিষ্ট লেখক, কবি, গল্পকাৰ, উপন্যাসিক আমাৰ সকলোৰে শ্ৰদ্ধাৰ শ্ৰীযুত ৰমেন বৰুৱা চাৰক অনুৰোধ জনাইছো; তেখেতক এখনি কুমাম গামোছাৰে মঞ্চলৈ আদৰি আনিব, ঈদ সন্মিলনৰ সাধাৰণ সম্পাদক - মঃ আব্দুল কৰিমে...।

(ৰমেনৰ ওচৰলৈ গামোচা এখন লৈ আগবাঢ়ি যায়)

আৰে দোস্ত; সঁচাকৈয়ে আজি তোৰ খং উঠি আছে নেকি? ক'চোন— এনেকৈ থাকিলে জাল্লো হ'ব। মই গম পোৱা মতে কালিলৈ ৰাতিৰ ফাংচনত বহুত মানুহ হ'ব; তালৈ চাই চকীহে অলপ কম হ'ব যেন লাগে অ'। আজিয়েই ক'ৰবাত বন্দোবস্ত নকৰিলে পাছত কিন্তু দিগদাৰ হ'ব।

**ৰমেন** : এ চকীটো এতিয়া পাছৰ কথা। তাৰ আগতে মূল সভাখন পাতিব পৰা হ'বনে নহয় সেইটোহে ডাঙৰ কথা।

**কৰিম** : তোৰ পুৰি হাত পালেহি এতিয়া আকৌ কি উল্টা— পুল্টা কথাবিলাক কৈছ।

**ৰমেন** : অ' মই ঠিকেই কৈছো ; তোৰ আজুৰ্কাৰ দিন আৰু নাই, যুগ বদলিল বুজিছ - হো এইখন পঢ়িছ — "জনতা সান্ধ্য আইন" দিছে।

**কৰিম** : জনতা সান্ধ্য আইন দিছে। কোনে ? চাওঁ দেচোন।

(কৰিমে ৰমেনৰ হাতৰ পৰা বাতৰিখন লৈ ডাঙৰ ডাঙৰকৈ পঢ়ি যায়।)

"কালিলৈৰ পৰা জনতা সান্ধ্য আইন" বাতৰি কাগজলৈ দিয়া এক প্ৰেছ বিজ্ঞপ্তিত প্ৰকাশ যে স্বাধীনতা সেনানী নামৰ এটা সশস্ত্ৰ সংগঠনে অহা ২৫ ডিচেম্বৰৰ পুৱা ৫ বজাৰ পৰা সমগ্ৰ দেশব্যাপি জনতা সান্ধ্য আইন জাৰি কৰিছে। এই সময়ত সকলো প্ৰকাৰৰ আমোদ-প্ৰমোদ, সাংস্কৃতিক অনুষ্ঠান, সভা-সমিতি আদি বৰ্জনীয়। নিয়ম উলংঘা কৰি পতা অনুষ্ঠানত যিকোনো ধৰণৰ কুটা-ঘাতৰ বাবে সংগঠন দায়ী নহয়। আইন ভংগকাৰীক কঠোৰ শাস্তি বিহা হ'ব"।

**ৰমেন** : কি হ'ল, থৰ হৈ গ'লি দেখোন। এতিয়া ক, এই অনুষ্ঠান কৰিবি— নে নকৰ? নে সকলো প্ৰস্তুতি হৈ উঠাৰ পাছতো কালিলৈ মাইক লৈ বাইজক মিছাকৈয়ে ঘোষণা কৰিবি - "বাইজ, যাৱতীয় প্ৰস্তুতি সম্পূৰ্ণ হৈ নুঠাৰ বাবে আমি পৰম্পৰাগত ভাৱে সকলোৰে মিলি উদ্‌যাপিত কৰি অহা ঈদ সন্মিলনখন এইবাৰ অনিৰ্দিষ্ট

কাললৈ পিছুৱাই দিয়া হৈছে। তাৰ বাবে আমি দুঃখিত"।

কৰিম : সেইটো কেনেকৈ হ'ব। মাজত মাথো কেইঘণ্টামান সময় আছে। ইতিমধ্যে নিৰ্দিষ্ট বক্তা, বিশিষ্ট অতিথিসকল যথাসময়ত সভাকক্ষত উপস্থিত হ'ম বুলি কথা দিছে- ষ্টেজ পেণ্ডেলৰ কাম দ্ৰুতগতিত চলি আছে; তাতোতকৈ ডাঙৰ কথা সকলো ৰাইজে আমাক মুক্ত কণ্ঠে সহায়-সহযোগিতা কৰিছে - তেনেস্থলত।

ৰমেন : ধিক্কাৰ দে, তই মোক - মই তোক, ইজনে -সিজনক। আমি এতিয়া জীৱশ্ৰেষ্ঠ মানুহ নহয়। আধুনিকতাৰ চৰম শিখৰত উপনীত হৈয়ো সেই প্ৰাগঐতিহাসিক যুগৰ অঘৰী জাতিটোৱেই হৈ থাকিলো। গেলিলো, গেলিলো, বুজিচ, সমগ্ৰ মানব জাতিটোৱে আজি মুৰৰ পৰা গেলিবলৈ আৰম্ভ কৰিছো।

কৰিম : সঁচাকৈয়ে সমাজত নোহোৱা নোপোজা ঘটনাবিলাক ঘটিবলৈ ধৰিছে; বিশ্বাসে ভৰি থকা অন্তৰবিলাক অবিশ্বাসৰ কিটে কুটি-কুটি খাইছে; হত্যাৰ প্ৰতিযোগিতা চলিছে; বাঢ়ি গৈছে ব্যভিচাৰ মানুহবিলাক ক্ৰমান্বয়ে গৈ আছে বৰ্বৰতাৰ চূড়ান্ত পৰ্যায়লৈ।

ৰমেন : কিন্তু এই কথাও আমি পাহৰিলে নহ'ব; যদিও সমাজ পৰিবৰ্তন হৈছে; আধুনিকতাৰ মোহত আছন্ন হৈ সকলো উটি-বুৰি গৈছে তথাপি এই অঞ্চলৰ বিভিন্ন ধৰ্মাবলম্বী লোকৰ মাজত সেই আজুককাৰ দিনৰে পৰা থকা এনাজৰীৰ বান্ধোনডাল আজিও অটুত আছে; আৰু ভৱিষ্যত প্ৰজন্মৰ বাবে আমিয়ে তাক কটকটীয়াকৈ বান্ধি থৈ যাব লাগিব। কোনো অপ-শক্তিৰ ওচৰত মূৰ দোৱালে নহ'ব, তাৰবাবেই কালিলৈ ঈদ সন্মিলনখন সময়মতে আৰম্ভ কৰিব লাগিব। তই কি ভাবিছ?

কৰিম : মইও তাকেই চিন্তা কৰিছো; ৰাইজ একগোট হৈ থাকিলে, কোনেও আমাক বাধা দিব নোৱাৰে। (এনেতে ধৰম সোমাই আহে)।

ধৰম : অ' ৰমেন- কৰিম কি ৰকম? তৰা দিয়া মিটিঙৰ চিঠিটা পাইলি। বহুত ভাল লাগল। মই ভাবৰহি ইচবাৰ ঈদৰ ফাংচন নাই পাতবি নেকি?

কৰিম : নেপাতিম কেলৈ? যি অনুষ্ঠানে আমাৰ মাজলৈ একতাৰ ভাব কঢ়িয়াই আনে তাক এৰিলে কেনেকৈ হ'ব। কি হ'ল, তাতে ৰ'লি যে, - আহ বহহি।

ধৰম : একটা কথাৰ কাৰণে আজ আইলি। কথাটো হ'ল তৰা বলা মতেই মোই হামদেৰ বাগানেৰ ঝুমুৰ পাৰটিতা আনব; কিন্তু ছট ছট ল'ৰা-ছোৱালী কেইটামানে এখন খাই দিছে। অৰা বলে- 'অকণিৰ ঘৰ' বুলি কিবা একাংকিকা নাটক এটা কৰবেক। আজি বহুত দিনচেই তদেৰ ঈয়া পাতিব বলে অৰা আখৰা কৰে আছে। তৰা বা কি বলি?

কৰিম : অ' বহুত ভাল খবৰ আনিছ। সিহঁতকো লগতে লৈ আনিবি। শিশুৰ অন্তৰবিলাক ফুলৰ দৰেই নিষ্পাপ; নিষ্কলুষ- আমি সিহঁতক স্বাভাৱিকভাৱেই বৃদ্ধি হ'বলৈ সুবিধাহে দিব লাগে; সৎ চিন্তা চৰ্চাৰ মাজত আবদ্ধ ৰাখিব লাগে যাতে ভৱিষ্যত জীৱনত সকলোৱে একোজন সু-নাগৰিক হ'ব পাৰে। বাৰু কচোন ধৰম, এইবাৰ পূজাৰ বানাচ কিমান পালি। আগতকৈ বাঢ়িল নে?

ধৰম : ধুৰ- বানচ বঢ়াবেক। মেগৰ কোম্পানী, টাটা-টি লিমিটেডৰ খাটি থাকা দুখীয়া শ্ৰমিক গিলাকে দিবেক টাকা নাই ওলাই, বলবেক- আন্তঃৰাষ্ট্ৰীয় বাজাৰে চাহেৰ দাম একেবাৰেই কম আছে।

ৰমেন : কোম্পানীয়ে শ্ৰমৰ বিনিময়ত উপযুক্ত পাৰিশ্ৰমিক দিব লাগিব- লাগিলে, এই অন্যায়ৰ বিৰুদ্ধে, তেওঁলোকৰ বিৰুদ্ধে প্ৰতিবাদ হ'ব লাগে।

ধৰম : কন' লাভ নাই হয়ৰে ৰমেন।

ৰমেন : কিন্তু - কিয়?

ধৰম : চুন, একবাৰ হামদেৰ বাগানেৰ শ্ৰমিকগিলা বানাচ বৃদ্ধি; দিন হাজৰা বঢ়োৱা ; চাফা খোৱা পানী যোগান; আৰ না-না ধৰণেৰে অচুবিধা আদায় কৰা দাবীতে একটা পাৰ্টী অলাইছিল। অৰা হাতে হাতে প্লেকাৰ্ড- বেনাৰ লেই কৰে চাহাবৰ বাংলোৰ গেটৰ চামনে খাড়া হইল। বাংলোৰ চাৰা দিগে পুলিচেৰ টান পাহাৰা- অন্য দিগে শ্ৰমিকৰ দাবীয়ে হুলস্থুল কৰতে ধৰল বাগানেৰ আকাশ-বতাহ (বেক গাউণ্ড)

(১) শ্ৰমিকেৰ শোষণ বন্ধ কৰ

(বন্ধ কৰ; বন্ধ কৰ)

(২) প্ৰাপ্য মজুৰি হামদেৰকে দে

(হামদেৰকে দে; হামদেৰকে দে)

(৩) হামদেৰ দাবী, নিয়মেৰ দাবী ...।

এই ৰকমে বহু সময় ধৰে নিজৰ প্ৰাপ্যৰ বাবে দুখীয়া শ্ৰমিক চবে, বাংলোৰ চামনে বিক্ষোভ প্ৰদৰ্শন কৰে থাকল। কিজানি অ' ৰকম অৱস্থাই ভিতৰে ঢুকি থাকা

বনিক শ্ৰেণীৰ এজেন্ট পিলানেৰ বুকু কাঁপে ওঠল আৰ একচাটে ঘৰৰ বাহিৰে ওলা আচি- আলোচনা চাৰে চদম্বে ঘোষণা কৰলে — (বেক গাউণ্ড) " ৰাইজ আপোনালোক ইয়াৰ পৰা আতৰি যাওঁক । মই কোনো দাবী মানি ল'ব নোৱাৰো। ইয়াৰ পাছত গুলিৰ অৰ্ডাৰ দিবলৈ বাধ্য হ'ম।" ...অলপ সময় নিৰবতাৰ মাজে পাৰ হৈ গেল - তাৰ পাচে আৰ সমস্তৰে যোৰ -যোৰচে শ্লো'গান দিতে লাগল — (বেক গাউণ্ড)

১) শ্ৰমিকেৰ...

২) প্ৰাপ্য মজুৰি...

৩) হামদেৰ....

পিচে কি হ'বেক (এনেতে দুটা গুলীৰ শব্দ হয়) — দুটা গুলী হামদেৰ লিডাৰ ৰমেশ উমেশেৰ বুকু ভেদ কৰি গেল। দুনুজনে আৰ্তনাদ কৰে বাগনেৰে সেউজীয়া বননিতে গিৰে গেল ৰে- গিৰ গেল।

ৰমেন : বন্দুকৰ গুলীৰে প্ৰতিবাদী কণ্ঠ ৰুদ্ধ কৰিব নোৱাৰে ধৰম। পেটৰ ভোকে একোৰেই ৰাধা নামানে। ই পুনৰ এদিন সবল ৰূপত আত্মপ্ৰকাশ কৰিব। কঁপাই তুলিব চাহাবৰ বাংলা।

কৰিম : সঁচাকৈয়ে এইয়া স্বাধীন দেশত গণতন্ত্ৰৰ অপমৃত্যু। খাটিখোৱা শ্ৰমিকৰ ওপৰত লুণ্ঠনকাৰীৰ নিৰ্লজ্জ স্বৰূপ।

ৰমেন : সিহঁতে হত্যা কৰিছে উৰুখা পজাত ডাঙৰ হোৱা সৰু সৰু সপোনবিলাক।

কৰিম : যাৰ বাবে ৰমেশ উমেশৰ দুচকুৰে জুইৰ স্ফুলিংগ বাহিৰ হৈছিল...

ৰমেন : আৰু পুৰস্কাৰ পাইছিল তপত গুলীৰ নিষ্ঠুৰ আঘাত!

কৰিম : এইয়া অন্যায়!

ৰমেন : এইয়া নিষ্ঠুৰ।

কৰিম : আমি আজি সাম্ৰাজ্যবাদীৰ কেঁকোৰা চেপাত যন্ত্ৰণা কাতৰ। অসহায় দুৰ্বল প্ৰাণী।

ৰমেন : চা - ধৰম; অকল তহঁতৰ সমাজখনতেই নহয় পৃথিবীৰ সকলো সমাজতে আজি দুখীয়া- দৰিদ্ৰ মানুহৰ তেজ শুহি শুহি খোৱা অসংখ্য জোকৰ অবাধ বিচৰণ।

কৰিম : আৰু ইয়াত বেচিকৈ সাৰ-পানী যোগাইছে ৰাজনীতি কৰাৰ নামত আমাৰ মাজৰে এচাম ধুৰন্ধৰে।

ৰমেন : সিহঁতে ৰাজনীতি কৰে ধৰ্ম্ম সম্প্ৰদায়-গোষ্ঠীৰ নামত; জাতি-জনজাতিৰ নামত। সেই সকলেই ৰাইজক নেতৃত্ব দিয়ে যাৰ ৰবিহ সদৃশ ৰাজনীতিৰ একোটা মাৰাত্মক চালত গাঁৱে-ভূঞে; নগৰে-চহৰে তেজৰ নৈ বৈ যায়। পলকতে গৃহ-হীন হয় হাজাৰ হাজাৰ মানুহ; জুইৰ দাবাগ্নিয়ে ছাই কৰি যায় আশাৰ ঘৰবিলাক।

কৰিম : আমি এতিয়া পৃথিৱী নামৰ নৰক-কুণ্ড এটাত বাস কৰিছো- ক'তো শান্তি নাই; কেৱল অশান্তি; মৃত আত্মাৰ বিননি।

ৰমেন : তাৰ উদাহৰণ - ভাৰতবৰ্ষ- পাকিস্থান- আফগানিস্থান- পেলেষ্টাইন- ইৰাক- নেপাল- শ্ৰীলংকা ....।

কৰিম : য'ত পিতৃ-মাতৃৰ বুকু শুদা কৰি পুত্ৰ আঁতৰি গৈছে, ফুলশয্যাৰ নিশাই অচিনাকী গাভৰুজনীয়ে অকাল বৈধ্যবক আঁকোৱালি লৈছে, পৰিয়ালৰ সন্মুখতে পত্নী-ভগ্নীক যৌন উৎপীড়ন চলাইছে, - জীৱন্ত মানুহক পেট্ৰ'ল ঢালি জ্বলাই দিছে- ব'মাৰ আঘাতত ছিন্ন ভিন্ন হৈছে শৰীৰ।

ধৰম : কাটা মাৰা; ঠগে খোৱা; হিংসা হিংসী ভাবগিলা জান কন'দিন শেষ নাই হবেক। দেশে শান্তি নাই হবেক নেকি?

ৰমেন : হয়তো নহ'ব অ' ধৰম। চিন্তা কৰিলে এনেকুৱা লাগে পৃথিৱীখন যেন নিশ্চিত ধ্বংসৰ মুখলৈগতি কৰিছে।

কৰিম : জান ধৰম... এতিয়া এই ধৰাত এজন মহাপুৰুষৰ বৰ প্ৰয়োজন হৈছে, যি কলুষিত মানুৰ মনবিলাক সুস্থ কৰি, ছিন্ন ভিন্ন হৈ যোৱা আমাৰ সমাজ ব্যৱস্থাক ন-কৈ গঠন কৰিব। (এনেতে দুৱাৰ মুখত ধৰ্মেন্দ্ৰক দেখে) অ - ধৰ্মেন্দ্ৰ আহ- আহ; বহ — ক'চোন ক'ৰপৰা ওলালিহি।

ধৰ্মেন্দ্ৰ : ক'ৰ পৰা মানে এফালে গৈছিলো; কেইদিনমান হ'ল; ঘুৰি আহোতে ভাবিলো তহঁতৰ ইয়াতো সোমাই যাওঁ — মিটিঙৰো খা-খবৰ এটা লওঁ। কচোন কেনেকুৱা চলিছে!

কৰিম : ক'ম, কম বাৰু ব; প্ৰথমে তোৰ চিনাকিটো কৰি দিওঁ— ৰমেন— ধৰম এইয়া মোৰ নৈ-পৰীয়া বন্ধু ধৰ্মেন্দ্ৰ পায়েং। এইয়া ৰমেন বৰুৱা বৰ্তমান আমাৰ অনুষ্ঠানটোৰ সাংস্কৃতিক সম্পাদক আৰু এওঁ ধৰম তাঁতী আমাৰ ভাল বন্ধু সেউজীপাম চাহ বাগিছা।

ৰমেন : নাম-ধাম বাৰু গম পালো; — পৰিয়ালত আৰু কোন কেনেকৈ আছে?

ধৰ্মেন্দ্ৰ : সঁচা কথা ক'বলৈ গ'লে - এদিন সকলো আছিল; এতিয়া কিন্তু কোনোৱেই নাই অ'।

ৰমেন : তাৰমানে?

ধৰ্মেন্দ্ৰ : য'ৰ পৰা এদিন সিহঁতে যাত্ৰা আৰম্ভ কৰিছিল পুনৰ সেই আগৰ ঠাইলৈকে উলটি গ'লগৈ...।

ধৰম : নাই বুজলে ৰে ধৰ্মেন্দ্ৰ!!!

ধৰ্মেন্দ্ৰ : শুন বাৰু- এটা কাহিনী কওঁ আমাৰ ঘৰখনৰ। লুইতৰ

উত্তৰ পাৰে অৱস্থিত নৈ-পৰীয়া মিচিং গাঁৱত এটা পৰিয়াল আছিল। অৰ্থাৎ মা- দেউতা, ভণ্টী আৰু মই। সৰু পৰিয়াল অথচ সুখী। লুইতে পেলাই যোৱা পলসত দেউতাই হাড়ভঙা পৰিশ্ৰম কৰে। দিন যোৱাৰ লগে লগে দেউতাৰ দেহৰ ঘামবিলাক পৰিবৰ্তন হয় হালি পৰা বাওঁধানৰ ঠোকলৈ আৰু হালধীয়া সৰিয়হ ফুললৈ। মায়ে ঘৰুৱা জঞ্জাল মাৰি দেউতাক সহায় কৰাৰ উপৰিও আমাক শাসন কৰে। অ-শিক্ষিত মায়ে আমাক কৈছিল- "পঢ়- পঢ়, দুটা শ্ৰেণী নপঢ়িলে আজিৰ যুগত একো কৰি খাব নোৱাৰ" — এনেকৈয়ে মা-দেউতাৰ ডেউকাৰ তলত অকণো অভাব অনুভৱ নকৰাকৈ— ভণ্টী আৰু মই ডাঙৰ হৈছিলো; কিন্তু ভগবানে হয়তো আমাৰ সুখৰ সংসাৰখন দেখি সহ্য কৰিব পৰা নাছিল— হাঁহিছিল দূৰৰ পৰা আৰু বাট চাইছিল এক সুবিধালৈ...। আহিছিল এনেকুৱা এটা দিন - তেতিয়া আছিল আহাৰ মাহ। সেইবাৰ বৰুণ দেৱতাৰ কি হৈছিল নাজানো; মাহটোৰ দ্বিতীয় সপ্তাহৰ পৰাই কেৱল নেৰা-নেপেৰাকৈ বৰষুণ ঢালিছিল; কোনো ক'তো ওলাব নোৱাৰা অৱস্থা- আমি কেৱল দিন কটাইছিলো চাংঘৰৰ ওপৰত। লুইতখন ঘন্টাৰ পাছত ঘন্টা ভয় লগাকৈ বাঢ়িছিল। এদিন সন্ধিয়া হঠাৎ দূৰৰ পৰা ভাঁহি আহিল এটা মাত... (বেক গাউণ্ড) "ৰাইজ সাৱধানে থাকিব লুইতৰ পানী মথাউৰিৰ ওপৰেদি বাগৰিছে" আমাৰ সিমান চিন্তা কৰিবলগীয়া কথা নাছিল ; যিহেতু চাঙ ঘৰতো আছিল মথাউৰিটোত কৈও দুহাতমান ওখ। তাৰোপৰি নাওখন সকলো সময়তে সাজু কৰি থোৱাই থাকে — যেই কি নহওঁক সেই মাতটোত সচকিত হৈ দেউতাই গাহৰি কেইটা চাঙৰ ওপৰলৈ তুলিছে মইও কি ভাবি জানো আগচোতালত থকা ভীমকল জোপাৰ পৰা শকত চাই তিনিডাল কল কাটি শাল মাৰি আছো —.তেনেতে আঁতৰৰ পৰা আকৌ সেই মাত ভাঁহি আহিল ... (বেকঁগাউণ্ড)

"ৰাইজ লুইতে বৰ মথাউৰি ভাঙিলে" নাই... আৰু কোনো কথা চিন্তা কৰিবলৈ আমাৰ ঘৰখনে সময় নাপালে, ভৰা লুইতৰ এটা সুঁতি হিল-দ'ল ভাঙি বৈ আহিল আমাৰ ঘৰৰ দিশলৈ আৰু মা-দেউতা ভনীজনীক ঘৰৰ সতে উটুৱাই লৈ গ'ল ...। মই কলগছ তিনিডালতে সাৱতি ধৰি বহুদূৰলৈ উটি গৈ এটা চাপৰিত অজ্ঞান হৈ পৰি ৰ'লো। পাছত কোনোবাই উদ্ধাৰ কৰি আশ্ৰয় শিবিৰলৈ লৈ আহিল; তাতে গম পালো আমাৰ ঘৰৰ আৰু কোনো বাচি নাথাকিলে অ— মই... বৰ অনাথ হৈ গ'লো অ', — অনাথ হৈ গ'লো।

ৰমেন : I am very sorry Dharmendra.

কৰিম : সঁচাকৈয়ে তই বৰ দুৰ্ভগীয়া অ' —

ধৰ্মেন্দ্ৰ : সেই, তেনেকৈ নকবি। মই, ম...ই দুৰ্ভগীয়া নহয় অ, এইয়া মানুহে মানুহৰ প্ৰতি কৰা চৰম বিশ্বাসঘাটকতা। আজিও মই কও সিহঁতে মোৰ ঘৰৰ তিনিটা প্ৰাণীক হত্যা কৰিলে।

ৰমেন, কৰিম, ধৰম : হত্যা কৰিলে?

ধৰ্মেন্দ্ৰ : অ, সকলোৱে শুনাকৈ চিঞৰি চিঞৰি ক'ম — সিহঁতে মোৰ মা-দেউতা আৰু ভনীজনীক হত্যা কৰিলে...।

ৰমেন : তুমিয়েতো কৈছিলা... মথাউৰি ভাঙি —

ধৰ্মেন্দ্ৰ : হয়, — সেইয়াই সঁচা, কিন্তু - এইটো সঁচা নহয় যে মথাউৰিটো প্ৰকৃততেই ভালকৈ বন্ধাইছিল। শুনা, এই বিষয়ে মই সৰুতেই দেউতাৰ মুখত শুনিছিলা এইদৰে,- দেউতাৰ বয়স যেতিয়া ১৩-১৪ বছৰ তেতিয়াই বোলে সেই বৰ মথাউৰিটো কোনোবা তামুলী উপাধিধাৰী এজন ঠিকাদাৰে বনাইছিল। কাম হৈছিল হেনো ৰাতি ৰাতি। পাছত গম পাইছিল — তাত বোলে ঠায়ে ঠায়ে কেৱল কলগছ আৰু বালি দিয়েই কাম সমাধা কৰি ইঞ্জিনিয়াৰৰ লগহৈ লাখ লাখ টকা সৰকালে। যাৰ কৰুণ পৰিণতিত আজি মই জন্মদাতা পিতৃ-মাতৃ, মৰমৰ ভনীজনী, ঘৰ-দুৱাৰ, মাটি-বাৰী সকলো হেৰুৱালো...

কৰিম : হে মানৱ। তোমালোকৰ কেতিয়া জ্ঞানৰ চকু মুকলি হ'ব। টকাৰ পাছে পাছে দৌৰিবলৈ কেতিয়া এৰিবা। নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ বাবে আৰু কিমান নিৰপৰাধী মানুহক হত্যা কৰিবা, কিমান ?

ৰমেন : হায় গণতন্ত্ৰ। এফালে তোমাৰ আশিস ধন্য হৈ বচা বচা কিছুলোকে দুৰ্নীতিৰ পোহাৰ মেলি, ৰাতিটোৰ ভিতৰতে কোটিপতি হৈছে, আনফালে দেশৰ সৰহ সংখ্যক দৰিদ্ৰ জনসাধাৰণে এসাজ ভাত, এযোৰ বস্ত্ৰ আৰু অকণমান আশ্ৰয়ৰ বাবে হামৰাও কাঢ়িছে।

কৰিম : টকাৰ লোভত পৰি, দুই নম্বৰী উপায়েৰে মথাউৰিৰ কাম শেষ কৰাৰ বাবেই ধৰ্মেন্দ্ৰৰ সকলো আজি লুইতে কাঢ়ি ল'লে, ইয়াৰ অভিযুক্তসকলৰ উপযুক্ত শাস্তি হ'ব লাগে।

ধৰমেন্দ্ৰ : শাস্তি কিন্তু নহয় অ'!

ৰমেন : কাৰণ।

ধৰ্মেন্দ্ৰ : কাৰণতো সকলোৱে দেখিছে - বুজিছে, সকলোৱে আজি গম পাইছে দুৰ্নীতিৰ বোকাৰে লেটি-পেটি মানুহবিলাকৰ কোপোলা স্বৰূপ। বিবিলাকৰ শাসন যন্ত্ৰৰ তলখাপৰ পৰা ওপৰলৈকে সকলোৱে লগত অবাধ মিলা-মিছা।

ৰমেন : নহয়, সকলো উপলব্ধি কৰি, নিজে আমি ভুক্তভোগী হৈ এনেদৰে মন পেলাই দিলে সিহঁতে আমাৰ দৰে দুখীয়া জনসাধাৰণক সদায়ে চেঁটু-চেপি চেপি হত্যা কৰিব।

ধৰ্মেন্দ্ৰ : কিয়েই বা কৰিবি। আজি তামুলীৰ দৰে অসংখ্যজনে বাইজৰ মাজতে থাকি - বাইজৰে তেজ শুহি নিজৰ গাৰ মঙহ বঢ়াইছে। পৃথিৱীত স্বৰ্গীয় সুখ-ভোগ কৰিছে।

ধৰম : সঁচা ধৰ্মেন্দ্ৰ, এখন দেশটোই একৰকম বঘুমলাৰ দৰে এনে কিছুমান শোষণকাৰীয়ে চানি আছে— যি শ্ৰমিক শিলাৰ প্ৰতিবাদেৰে ভাবা বুজে নাপায়। জানে মাত্ৰ মানুহক চবাই ৰকম গুলীয়াই মাৰব।

ৰমেন : অ- অ; ময়ো কওঁ — এইখনেই সেইখন সমাজ য'ত খেল কেৱল টকাৰ। টকা ঢালিলেই সাত খুন মাফ হৈ যায়। যাৰ ধন দৌলত আছে, ক'লা টকা আছে সি সমাজত উঠি ৰজা, বহি ৰজা। ইয়াতেই হাজাৰ হাজাৰ কৌটি টকাৰ কেলেংকাৰী হয় — অথচ সমাধা নহয় বানপানী সমস্যাৰ, দৰিদ্ৰতা দূৰীকৰণ, নিবনুৱা সমস্যাৰ। আমি এইখন সমাজতেই বাস কৰিছো য'ত সদ্যজাত দেৱশিশু, মানৱৰ বংশ ধৰ- গৰাকী বিহীনভাৱে ৰাস্তাৰ দাঁতিত, ডাষ্টবিন, হাবিৰ মাজত উদ্ধাৰ হয়, নাইবা শিয়াল কুকুৰে সিহঁতক খাদ্য হিচাপে গ্ৰহণ কৰে। এটা চাকৰিৰ বাবে ইয়াতেই হাজাৰৰ পৰা লাখ লাখ টকাৰ লেনা-দেনা হয়; অনিশ্চিত ভৱিষ্যতক দেখি শিক্ষিত নিবনুৱাই আত্মহত্যা কৰে - তেন্তে কি মূল্য আছে আজিৰ যুগৰ শিক্ষা ব্যৱস্থাৰ, কি মূল্য আছে প্ৰথম বিভাগ, দ্বিতীয় বিভাগ - A Grade, B Grade First class, Second classৰ ইয়াত চৰকাৰী প্ৰত্যেকতো বিভাগত দুৰ্নীতিৰ অবাধ বেহা চলিছে য'ত টকা নহ'লে এখন টেবুলৰ পৰা অন্য এখন টেবুললৈ ফাইল পাচ নহয়; দিনৰ পোহৰ নাইবা ৰাতিৰ আন্ধাৰত মানুহে মানুহক হত্যা কৰিছে। - কিন্তু, আমি এইবিলাকৰ পৰিবৰ্তে এখন সুস্থ, সবল, নিকা সমাজৰ কামনা কৰো - য'ত, ইজন-সিজনৰ সুখ-দুখৰ সমভাগী হ'ব; হৃদয়ৰ লগত হৃদয় বিনিময় হ'ব; ঐক্য, শান্তি আৰু প্ৰগতিৰ একেডাল জখলাহিদি য'ত সকলো উঠি যাব উৰ্দ্ধমুখী হৈ সেয়েহে দল হিচাবে নহয়, জাতি ধৰ্ম-বৰ্ণ হিচাপে নহয় আমি মানুহ হিচাপে সমাজত সংগঠিত সকলো প্ৰকাৰৰ অন্যায়, দুৰ্নীতি, ব্যভিচাৰৰ প্ৰতিবাদ কৰিব বিচাৰোঁ— কোৱা কৰিম; কোৱা ধৰম; — কোৱা ধৰ্মেন্দ্ৰ তোমালোক সকলো এই বিষয়ত একমত।

কৰিম : ৰমেন, মই তোৰ এই উদ্দেশ্যত একমত। সেয়েহে শংকৰ, আজান ফকিৰৰ মহান বাণীৰে ময়ো সকলোকে ক'ব বিচাৰো — আহা, আমি মানুহে মানুহৰ হৈ মানুহৰ বাবে কাম কৰোঁ।

ধৰম : সঁচায় আজ মেই খুব গৌৰব কৰি। হে চাহ মজদুৰ ভাই-ভনীচব। দেখ, আজ আমি ই জনে সিজনেৰ অনতৰ গিলা কি ৰকম দেখা— পাইচি, গাত্তেৰ ৰং দেখে নহয়, কাম লেই নহয়; দেখ, হামদেৰ চবাইৰে তেজৰ ৰং একেই— আই — হামাৰা চবাই মিলি এটা বহল সমাজ গঢ়ব।

ধৰ্মেন্দ্ৰ : হে স্বৰ্গগত পিতা-মাতা; মৰমৰ ভন্টী - চোৱা, তোমালোকে এৰি থৈ যোৱাৰ পাছত আকৌ কেনেকৈ মই এখন ডাঙৰ ঘৰ পালো। য'ৰ পৰা তোমালোকৰ অকাল মৃত্যুৰ বাবে দায়ীসকলৰ বিৰুদ্ধে মাত মাতিব পাৰিম। জীৱিতসকলৰ জীৱন ৰক্ষাৰ বাবে, অন্যায়ৰ বিৰুদ্ধে, সত্যৰ পক্ষত থাকি যুঁজ দিব পাৰিম।

ৰমেন : সঁচাকৈয়ে এইয়া এক ঐতিহাসিক , বিৰল মুহূৰ্ত। চোৱা প্ৰত্যেকেই কেনেদৰে অসীম বলৰ অধিকাৰী হৈ পৰিলো।

কৰিম : এতিয়া আমাৰ প্ৰথম পদক্ষেপ হ'ব কালিলৈ অনুষ্ঠিত হ'ব লগা ঈদ সন্মিলনখন সুকলমে আৰু শান্তি পূৰ্ণভাৱে পাৰ কৰা।

ধৰম : কি হ'লৰে কৰিম — কোনোবাই এঠাই বাধা দিছে নেকি?

ধৰ্মেন্দ্ৰ : ক, আমি আছো, এই সন্মিলন আমাৰ সকলোৰে।

কৰিম : বৰ্তমানলৈকে প্ৰত্যক্ষভাৱে কোনেও বাধা দিয়া নাই; কিন্তু আজি বাতৰি কাগজত এটা সশস্ত্ৰ সংগঠনে বিবৃতি দিছে— কালিলৈৰ পৰা সমগ্ৰ দেশব্যাপী সকলো প্ৰকাৰৰ সাংস্কৃতিক অনুষ্ঠান আদি পতা বন্ধ।

ধৰম : এবিলেই হবেক? জাতিৰ অনুষ্ঠান পাতলে হ'লে এখন কাৰবাৰ অনুমতি লেতে লাগবেক নেকি? হামৰো এই বাধা নিবেধ নাই মানব।

ধৰ্মেন্দ্ৰ : কথা দিলো, সকলোৱে আগত কালিলৈ মই সভাকক্ষত উপস্থিত হ'ম।

ৰমেন : বাধাৰ প্ৰাচীৰ ভাঙি, আজুৰুৱাৰ দিনবে পৰা সগৌৰবে

উৰি থকা একতাৰ পতাকাখনৰ তলত থাকিলে পুনৰবাৰ আমি একেলগ হ'ম।

(বেক গ্ৰাউণ্ডত, আজানৰ সুৰ ভাঁহি আহিব)

কবিৰ : বন্ধু শুনিছা, দূৰৰ মছজিদৰ পৰা ভাঁহি অহা সুমধুৰ আজানৰ সুৰ। মন্দিৰৰ পৰা বতাহে কঢ়িয়াই অনা শংখ ঘণ্টাৰ ধ্বনি...।

ৰমেন : আহা, এই মহেন্দ্ৰ ক্ষণতে আমি সংকল্প লওঁ — হাতত হাতথৈ একেটা সুৰেৰে কওঁ ... আমি সদায় একেখন ঘৰৰ একেটা পৰিয়ালৰ সদস্য হৈ সকলো অন্যায় দুৰ্নীতিৰ বিৰুদ্ধে থিয় দিম। — (সকলোৱে একেলগে ক'ব) ....। মথাউৰি বান্ধি, সেউজ বিপ্লৱ কৰি, লুইতৰ দুয়োপাৰ শস্য-শ্যামলা কৰিম। (সকলোৱে একেলগে ক'ব)....। আমাৰ প্ৰাপ্য অধিকাৰৰ বাবে সদায় যুঁজিম (সকলোৱে একেলগে ক'ব).. সেয়েহে, আহা হেৰা, কৃষক শ্ৰমিক, বণুৱা-বনুৱা, ধনী-দুখীয়া সকলো আমি একেখন নাৱেৰে সহযাত্ৰী হওঁ, (সকলোৱে একেলগে ক'ব)...। লক্ষ্য আমাৰ সূৰ্যমুখী। (সকলোৱে একেলগে ক'ব).....

(লগে লগে বেকগ্ৰাউণ্ডত বাজি উঠিব গীতৰ কলি... আমি একেখন নাৱেৰে যাত্ৰী..)

<u>সমাপ্ত</u>

# গান্ধীৰ চশমা

নাটৰ ৰচনা কাল ঃ ১৪ মার্চ২০০৬

**নাট্যকাৰ # শ্ৰীসঞ্জীৱ কোঁৱৰ**

**চৰিত্ৰসমূহ ঃ**

| | |
|---|---|
| ১। মহাত্মা গান্ধীৰ প্ৰতিমূৰ্ত্তি | ২। ১ম চোৰ |
| ৩। ২য় চোৰ | ৪। ১ম ব্যক্তি |
| ৫। ২য় ব্যক্তি | ৬। ভিক্ষাৰী |
| ৭। ১ম ব্যক্তি | ৮। ২য় ব্যক্তি |
| ৯। ১ম পুলিচ | ১০। ২য় পুলিচ |
| ১১। নেতা | ১২। মদাহী |

**মঞ্চ নিৰ্দেশনা ঃ-** মঞ্চত মহাত্মা গান্ধীৰ প্ৰতিমূৰ্ত্তিৰ ৰূপত এজন অভিনেতা থিয় হৈ থাকিব।

(মঞ্চ খোলাৰ লগে লগে 'স্পট লাইট'ৰ পোহৰ গান্ধীৰ প্ৰতিমূৰ্ত্তিৰূপী অভিনেতাজনৰ ওপৰত পৰিব। লাহে লাহে গোটেই মঞ্চ পোহৰ হয়। ৰাতিৰ পোহৰ। কেইজনমান মানুহে মঞ্চৰ বাহিৰত 'চোৰ! চোৰ! ধৰ! ধৰ!' বুলি চিঞৰিব। দুজন চোৰ মঞ্চলৈ বেগাই সোমাই আহি মহাত্মা গান্ধীৰ প্ৰতিমূৰ্ত্তিৰ আঁৰত লুকাব। "চোৰ! চোৰ! ধৰ! ধৰ! " কৈ চিঞৰি দুজনমান মানুহ পাৰহৈ যাব। চোৰ দুটাই ইফালে সিফালে চাই লাহে লাহে প্ৰতিমূৰ্ত্তিটোৰ আঁৰৰ পৰা ওলাই আহিব।)

**১ম চোৰ ঃ** উস্! ভাল বাচিলো দেই! নহলে আজি গণ প্ৰহাৰত দেহাৰ আধ্যায়েই পৰিলহেঁতেন!

**২য় চোৰ ঃ** (গান্ধীৰ প্ৰতিমূৰ্ত্তিটোক নমস্কাৰ কৰি) ভাল বচালা দেই তুমি। (১ম চোৰে প্ৰতিমূৰ্ত্তিটোৱে পিন্ধি থকা চশ্‌মাযোৰলৈ চাই এপাকত চশ্‌মাযোৰ খুলি আনে।)

**১ম চোৰ ঃ** ঐ! ভাল বস্তু এটা পাইছো বুজিছ! মোৰ আক' আজি-কালি চকুত চলিহাই ধৰিছে নহয়। তাতে আমাৰ ডিউটি ৰাতিহে হয়! (হাঁহি) চশ্‌মাযোৰে কামত দিব যেন পাইছো।

**২য় চোৰ ঃ** হেৰ'! দিনে ৰাতিয়ে ৰ'দ বৰষুণ পৰি সেই যোৰ বা কি অৱস্থাত আছে! চাওচোন দে। (দুয়োটাই চশমাযোৰ লিৰিকি বিদাৰী চায়। এনেতে চোৰ খেদি ঘূৰি অহা দুজন ব্যক্তি সোমাই আহি চোৰ দুটাক দেখি থমকি ৰয়।)

**১ম ব্যক্তি ঃ** হেৰি! আপোনালোকে এই ৰাতিখন গান্ধীজীৰ চশমাযোৰ খুলি লৈ কি কৰি আছে?

(দুয়োটা চোৰ উচপ খাই উঠে।)

**২য় চোৰ ঃ** হেঁ...! অঁ... ! আমি মানে হেৰি..., মানে মাজে মাজে ৰাতি ৰাতি এনেকুৱা কাম কৰোঁ।

**২য় ব্যক্তি ঃ** এনেকুৱা কাম মানে। কেনেকুৱা কাম? তাতে ৰাতি ৰাতি?

**২য় চোৰ ঃ** (শুকান হাঁহি মাৰি) এই কাম মানে ধৰক ৰাতি ৰাতি ৰাজহুৱা স্থান চাফা কৰা, এই মূৰ্তি-চুৰ্তিবিলাক চাফা কৰা... এনেকুৱাধৰণৰ কামেই! আজি বোলো এই এখেতৰ চশমাযোৰকে অলপ চাফা কৰি দিওঁ .. হেঃ হেঃ হেঃ! ( দুয়োটা চোৰে কৃত্ৰিম হাঁহি মাৰি হাঁহে)

**১ম ব্যক্তি ঃ** (আচৰিত হৈ) কিন্তু সেইবুলি এই ৰাতিখন ...!

**১ম চোৰ ঃ** সুবিধা আছে। সুবিধা আছে! আচলতে কিজানে? এই কামবিলাক দিনত কৰিলে আমাক সকলোৱে দেখিব। T.V. বাতৰি কাকতৰ সাংবাদিক আহিব...।

**১ম ব্যক্তি ঃ** ভালহে হ'ব। আপোনালোকক সকলোৱে চিনি পাব, পপুলাৰিটি পাব!

**২য় চোৰ ঃ** কথা সেইটোৱেই! আমাক পপুলাৰিটি নালাগে।

আমি নীৰৱে সমাজসেৱা কৰি ভালপাওঁ। এতিয়া বুজিলেনে, আমি কিয় ৰাতি ৰাতি কাম কৰোঁ?

২য় ব্যক্তি : (হাঁহি) বুজিলো, বুজিলো। ভাল কৰিছে, ভাল কৰিছে। আমাৰহে সংসাৰৰ জোৰা-টাপলি মাৰি ফুৰোতেই জীৱনটো গৈছে। কৰিব লাগে বুজিছে, কৰিব লাগে।

১ম চোৰ : পিচে আপোনালোকনো এই ৰাতিখন ...

১ম ব্যক্তি : নক'ব হেৰি, নক'ব। চোৰ।

১ম চোৰ+২য় চোৰ : (উচপ খাই) চোৰ?

১ম ব্যক্তি : (হাঁহি) কি হ'ল উচপ খাই উঠিল দেখোন। এই পৃথিৱীৰ সকলো আপোনালোকৰ নিচিনা ভাল মানুহ নহয়। চোৰ ডকাইতৰ সংখ্যাহে বেচি।

২য় ব্যক্তি : (হাঁহি) আপোনালোকে টোপনি খতি কৰি সমাজ সেৱা কৰিছে, আমি আক' চোৰ খেদি খেদি টোপনি খতি কৰিছো। হেঃ হেঃ হেঃ...

২য় চোৰ : ইও একপ্ৰকাৰৰ সমাজ সেৱাই। (সকলোৱে হাঁহে।)

১ম ব্যক্তি : ইচ্! চাওকচোন। আমাৰ লগত কথাৰ মহলামাৰি আপোনালোকৰ মিছাতে সময় নষ্ট হৈছে! (২য় ব্যক্তিক) ব'লা, ব'লা যাওঁ! আহিছো দেই। ( দুয়োজন ওলাই যায়)

১ম চোৰ : উস। ভাল বাচিলো দেই। (হাঁহি) তোৰ বুদ্ধি কিন্তু মানিলো দেই। (চশমাযোৰ পিন্ধে) কেনেকুৱা লাগিছে?

২য় চোৰ : বাহ! একেবাৰে খাপ খাই পৰিছে দেখোন। হিঃ হিঃ হিঃ।

১ম চোৰ : ঐ। কিবা দেখোন নতুন নতুন লাগিছে ঐ চকু দুটা। (মূৰটো জোকাৰি) আৰে... ! আৰে...!

২য় চোৰ : (হাঁহি) চশমাযোৰত পাবাৰ আছে চাগে। (১ম চোৰে মূৰ জোকাৰি ইফালে সিফালে চায়। মানিবেগ এটা পৰি থকা দেখে। বেগটো বুটলি লয়।)

২য় চোৰ : (আচৰিত হৈ) উৱা! এইটো দেখোন কাৰোবাৰ মানিবেগ! চাওঁ চাওঁ! খোলচোন খোল! কিমান টকা আছে?

১ম চোৰ : (বাধা দি) ৰ'চোন ৰ! লোকৰ মানিবেগ চাবলৈ তোক কিহে পাইছে? এইটো চাগে সেইমানুহ কেইজনৰে হ'ব। ৰ' মই মাতি দি দিওঁ! (চিঞৰি) হেৰি! শুনকচোন...!

২য় চোৰ : (১মৰ মুখত সোপা দিয়ে) ঐ। তই কিবা ভাং-চাং খালি নেকি ঐ! হাতলৈ পোৱা বস্তু ঘূৰাই দিব খুজিছ! ৰাতি ৰাতি ইমান ৰিস্ক লৈ যিহৰ কাৰণে লোকৰ ঘৰে ঘৰে সোমাই ফুৰো, ই আকৌ তাক হাততে পায়ো ঘূৰাই দিয়ে!

১ম চোৰ : নেপায়, নেপায়! আনৰ বস্তুলৈ লোভ কৰিব নেপায়। পাপ! ( চিঞৰে) হেৰি...!

২য় চোৰ : (আকৌ সোপা দিয়ে) চুপ! চুপ! তোক নেলাগে যদি মোকেই দি দে গোটেইখিনি।

১ম চোৰ : নেপায়, নেপায়! আনৰ বস্তুলৈ লোভ কৰাতো পাপ!

২য় চোৰ : থ' থ' হেৰ', তোৰ নেপায় নেপায়! ইমানদিনে যে লোকৰ বস্তু চুৰ কৰিয়েই জীৱনটো কটালি, তেতিয়া ক'ত গৈছিল তোৰ এই 'নেপায়, নেপায়'?

১ম চোৰ : নেপায়, নেপায়! আনৰ বস্তুলৈ লোভ কৰাটো পাপ! (চিঞৰি) হেৰি...! শুনকচোন...! এইফালে... এই ফালে...! (পূৰ্বৰ ব্যক্তি দুজন সোমাই আহে)

১ম ব্যক্তি : কি হ'ল হে ?

১ম চোৰ : (মানিবেগটো দেখুওৱাই) আপোনালোকৰ কাৰোবাৰ এইটো পৰি গৈছিল যেন পাইছো?

২য় ব্যক্তি : (জেপ খেপিয়াই) অ'! এইটো দেখোন মোৰেই। টোপনিৰ জালত লৰা-লৰিকৈ চোলাটো পিন্ধি চোৰৰ পাচত দৌৰোতে ক'ৰবাত পৰি গৈছিল চাগে! ক'ত পালে?

১ম চোৰ : ইয়াতে পৰি আছিল। লওক।

২য় ব্যক্তি : (বেগটো লৈ) ধন্যবাদ দেই। বহুত ধন্যবাদ! আপোনালোকৰ নিচিনা সাধু মানুহ আৰু দুজনমান হোৱা হ'লে দেশৰ অৱস্থা এনে নহ'লহেঁতেন! আহিছো বাৰু দেই। ধন্যবাদ, ধন্যবাদ। (দুয়োজন ওলাই যায়)

২য় চোৰ : (মূৰে-কপালে হাত দি) কি হ'ল অ' আজি তোৰ! সদায় দুয়োটাই লোকৰ ঘৰে ঘৰে চুৰ কৰি ফুৰোঁ, তাৰহে উৎসাহটো বেচি! আজি আক' হাততে সহজতে পোৱা টকা কেইটাও সি মাতি আনি ঘূৰাই দিলে!

১ম চোৰ : নেপায়, নেপায়! আনৰ বস্তুলৈ লোভ কৰাটো পাপ!

২য় চোৰ : (খঙেৰে) থ' থ' তোৰ নেপায় নেপায়! (Pause) তেনেহ'লে তই এই চশমাযোৰো পিন্ধিব নেপায় ! (চশমাযোৰ ১ম চোৰ পৰা খুলি প্ৰতিমূৰ্তিটোত পিন্ধাই দিয়ে।) ব'ল এতিয়া!

১ম চোৰ : (মূৰটো জোকাৰি থাকে)

২য় চোৰ : (খঙেৰে) কি হ'ল? মূৰ-চুৰ জোকাৰি আছ যে ? যাওঁ ব'ল।

১ম চোৰ : (আচৰিত হৈ) যাব? ক'লৈ যাব? এতিয়ালৈকে এঘৰতো সোমাবই পৰা নাই দেখোন!

**২য় চোৰ** : (আচৰিত হৈ) হেঁ ....? অলপ আগেয়ে দেখোন তয়েই — 'নেপায়, নেপায়! আনৰ বস্তুলৈ লোভ কৰিব নেপায়" বুলি লেকচাৰ দিছিলি দেখোন।

**১ম চোৰ** : কি নেপায় নেপায়? আনৰ বস্তুলৈ লোভ নকৰিলে দেখোন আমাৰ টেকেলিয়েই কাঁটি হ'ব !

**২য় চোৰ** : সেই কথাকেই দেখোন তোক ইমান দেৰি বুজাই আছিলো। তেতিয়া দেখোন মোৰ কথাতপাত্তাই নিদিলি।

**১ম চোৰ** : কেতিয়া কৈছিলি?

**২য় চোৰ** : কেতিয়া কৈছিলি! ঐ তই সঁচাকৈ ক'ৰবাত ভাং-চাং খাই আহিলি নেকি ঐ। কথাবোৰ যে পাহৰি থাকিলি?

**১ম চোৰ** : (আচৰিত হৈ) কি পাহৰিলো? আৰু তই মোৰ চশ্‌মাযোৰ কিয় খুলিলি? (প্ৰতিমূৰ্তিটোৰ পৰা পুনৰ চশ্‌মাযোৰ ল'ব বিচাৰে । (২য়ই বাধা দিয়ে।)

**২য় চোৰ** : ঐ নিপিন্ধিবি, নিপিন্ধিবি সেইযোৰ চশ্‌মা। যত কৃটৰ ঘাই এই চশ্‌মাযোৰেই। ব'ল ব'ল। ৰাতিপুৱাবই এতিয়া। এইকণ সময়তে ক'ৰবাত হামলা দিব পাৰি নেকি চাওঁ ব'ল। (১মক টানি টানি লৈ যায়)

(গান্ধীৰ প্ৰতিমূৰ্তিটো এখোজ আগবাঢ়ি আহে।)

**প্ৰতিমূৰ্ত্তি** : (তাচ্ছিল্যৰ হাঁহি মাৰি) মোৰ চশ্‌মাযোৰ পিন্ধিবলৈও তহঁতৰ নৈতিক সাহস নোহোৱা হ'ল।

**(পুনৰ পূৰ্বৰ ভংগীত ৰয়।)**

(এটা মদাহী হাতত মদৰ বটল লৈ ঢলং-পলং কৈ সোমাই আহি প্ৰতিমূৰ্তিটোৰ সন্মুখত বহি পৰে। দুঢোকমান মদ খায়। আকৌ উঠি গৈ মূৰ্তিটোৰ তলতে প্ৰস্ৰাৱ কৰিবলৈ বহে। পুনৰ বহি দুঢোকমান মদ খায়। বমি কৰে' চোলাৰ হাতেৰে মুখ মচে। এপাকত উঠি গৈ প্ৰতিমূৰ্তিটোৰ ধৃতিখনত মুখ মচে আৰু ধৃতিখন খুলিবলৈ চেষ্টা কৰে। প্ৰতিমূৰ্ত্তিটোৱে প্ৰথমে বাধা দিয়ে। মদাহীটোৱেও জোৰ কৰে।প্ৰতিমূৰ্তিটোৱে উগ্ৰৰূপ লৈ হাতৰ লাখুটিডালেৰে মদাহীটোক উৰাই-ঘূৰাই মাৰে। মাৰি মাৰি প্ৰতিমূৰ্তিয়ে মদাহীটোক মঞ্চৰ পৰা উলিয়াই পঠায়।)

**প্ৰতিমূৰ্ত্তি** :- (হতাশাৰে) শান্তি নাই। শান্তি নাই! ক'ত গ'ল সেই মোৰ সপোনৰ ৰামৰাজ্য। সকলোতে দেখোন ৰাক্ষস ৰাৱণৰহে ৰাজত্ব! (পুনৰ পূৰ্বৰভংগীত ৰয়। মঞ্চত সম্পূৰ্ণ পোহৰ হয়। প্ৰতিমূৰ্তিটোৰ সন্মুখেৰে এজন দুজনকৈ মানুহ পাৰ হৈ যায়। এজন ভিক্ষাৰী সোমাই আহে। ভাগৰুৱা দেহেৰে প্ৰতিমূৰ্তিটোৰ ওচৰত বহি পৰে। সন্মুখেদি পাৰ হৈ যোৱা মানুহবোৰক ভিক্ষা খোজে। এপাকত তাৰ দৃষ্টি প্ৰতিমূৰ্তিটোৰ চশ্‌মাযোৰত পৰে। চুচুক-চামাককৈ ইফালে-সিফালে চাই প্ৰতিমূৰ্তিটোৰ চশ্‌মাযোৰ খুলি জোলোঙাত ভৰাই ওলাই যায়। দুজন ব্যক্তি কথা পাতি পাতি সোমাই আহে। এজনে প্ৰতিমূৰ্তিটোলৈ চাই ৰৈ যায়।

**(প্ৰতিমূৰ্তিটো ভালদৰে নিৰীক্ষণ কৰে।)**

**১ম ব্যক্তি** : (প্ৰতিমূৰ্তিটোলৈ চাই চাই ইজনক হাতৰ ইংগিতেৰে ওচৰলৈ মাতে) ঐ। মহাত্মা গান্ধীয়ে চশ্‌মা পিন্ধিছিল নে নাই অ'।

**২য় ব্যক্তি** : পিন্ধিছিল। কিন্তু তোৰ হঠাতে মহাত্মা গান্ধীৰ চশ্‌মাযোৰলৈ মনত পৰিল যে।

**১ম ব্যক্তি** : ঐ। চাচোন চা । গান্ধীজীৰ চশ্‌মাযোৰ দেখোন নাই।

**২য় ব্যক্তি** : নাই ? (ভালদৰে চায়) ওবা। সঁচাই নাই দেখোন।

**১ম ব্যক্তি** : কি হ'ল তেন্তে চশ্‌মাযোৰৰ? কোনোবাই চুৰ কৰা নাইতো?

**২য় ব্যক্তি** : চুৰ কৰিলে? জাতিৰ পিতাৰ চশ্‌মাযোৰ চুৰ কৰিলে! অন্যায়! ঘোৰ অন্যায়! জাতিৰ পিতাৰ প্ৰতি কৰা এনে অপমান সহ্য কৰা নহ'ব। ইয়াৰ উচিত তদন্ত হ'ব লাগিব। এয়া নিশ্চয় কোনোবা জাতিদ্ৰোহীৰ কাম!

**১ম ব্যক্তি** : হয় হয়, তই ঠিকেই কৈছ। এয়া নিশ্চয় আই এছ আইৰ কাম! ব'ল ব'ল পুলিচক... অ', সৌজন দেখোন পুলিচ। (চিঞৰি) হেৰি পুলিচ ডাঙৰীয়া! হেৰি.... অলপ এইফালে আহকচোন! বৰ ডাঙৰ কাণ্ড এটা হ'ল। (দুজন পুলিচ সোমাই আহে)

**১ম পুলিচ** : কি হ'ল হে? ইমান টেটুফালি চিঞৰিবলৈ কিহে পাইছে?

**২য় পুলিচ** : টেটু ফালি মানে? এইফালে চাওক, (প্ৰতিমূৰ্তিটোলৈ আঙুলিয়াই) চশ্‌মাযোৰ কোনোবাই চুৰ কৰিলে!

**১ম পুলিচ** :- চুৰ কৰিলে, কৰিলে। নতুন এযোৰ কিনি আনিলেই হ'ল। সাধাৰণ এযোৰ চশ্‌মাৰ কাৰণে ইমান চিন্তা কিহৰ? তাতে নকলি চশ্‌মা।

**২য় ব্যক্তি** : আচল হওঁক নকল হওঁক, সেইযোৰ যে জাতিৰ পিতাৰ চশ্‌মা। গান্ধীজীৰ চশ্‌মা।

**১ম পুলিচ** :- (থতমত খায়) কি?। গান্ধীজীৰ চশ্‌মা? হয় হয়! মই এতিয়া কি কৰোঁ...! ওপৰৱালাই কথাটো গম পালে নিৰ্ঘাট মোৰ চাকৰি চেটেপ !

**(১ম পুলিচে ২য় পুলিচক একাষলৈ মাতি নি কিবা কথা পাতে। পুনৰ ব্যক্তিদুজনৰ ওচৰলৈ আহে।)**

**২য় পুলিচ** : (পুলিচী কায়দাৰে ১ম ব্যক্তিক) চশ্‌মাযোৰ ক'ত থৈছে ভালে ভালে উলিয়াওক।

**১ম ব্যক্তি ঃ** (আচৰিত হৈ) মই ক'ৰ পৰা উলিয়াম?

**২য় পুলিচ ঃ** চশ্‌মাযোৰ আপুনি চুৰ কৰিছে। ক'ত থৈছে ভালে ভালে উলিয়াই দিয়ক। নহ'লে ... (লাঠিডাল দেখুৱাই) এইডাল দেখিছে নহয়। পিঠিত দুচাটমান পৰিলেই ......

**১ম ব্যক্তি ঃ** (ভয়ে ভয়ে) উৱা। মই আক' চশ্‌মাযোৰ কিয় নিম? তাতে নকলি চশ্‌মা।

**২য় পুলিচ ঃ** আপুনি দেশদ্ৰোহী, জাতিদ্ৰোহী। আপুনি আই এছ আইৰ এজেণ্ট। জাতিৰ পিতা গান্ধীজীক অপমান কৰি, গোটেই ভাৰতীয়ক অপমান কৰিবলৈ চেষ্টা কৰাৰ অপৰাধত আপোনাক গ্ৰেপ্তাৰ কৰা হৈছে। (১ম পুলিচ) ঐ, কি চাই আছ? ধৰ ইয়াক।

**২য় ব্যক্তি ঃ** (আচৰিত হৈ) এয়া আপোনালোকে কি কৰিছে? চশ্‌মাযোৰ এখেতে চুৰ কৰা নাই। এখেতক এৰি দিয়ক।

**১ম পুলিচ ঃ** (ধমক দি) আপুনি মনে মনে থাকক। নহ'লে আপোনাকো......

**(২য় ব্যক্তি সেমেনা সেমেনি কৰি ওলাই যায়। পুলিচ দুজনে ১ম ব্যক্তিক ধৰি লৈ যায়।)**

(গান্ধীজীৰ প্ৰতিমূৰ্তিটো হতাশ হৈ বহি পৰি চকুপানীটোকে। পুনৰ পূৰ্বৰ ভংগীত ৰয়। দুজনমান মানুহ সোমাই আহে। এজন নেতাজাতীয় ব্যক্তিও থাকে। আটায়ে গান্ধীজীৰ প্ৰতিমূৰ্তিটো নিৰীক্ষণ কৰে। নিজৰ ভিতৰতে কিবা আলোচনা কৰে।)

**নেতা ঃ** শ্ৰদ্ধেয় ৰাইজ! বৰ্তমানৰ চৰকাৰখনে আমাৰ জাতিৰ পিতা গান্ধীজীৰ প্ৰতিমূৰ্তিটোকে সুৰক্ষা দিব নোৱাৰিলে। এইখন চৰকাৰে আমাক কি সুৰক্ষা দিব? আপোনালোকে নিশ্চয় গম পাইছেই, এই কাৰ্যত জড়িত থকা এজন বিদেশী চোৰাংচোৱাক পুলিচে গ্ৰেপ্তাৰ কৰিছে বুলি। দেশত ইমানবোৰ পুলিচ মিলিটেৰী থকাৰ পিছতো বিদেশী চোৰাংচোৱাই এনেদৰে দিন দুপৰতে টিঘিল-ঘিলাই থাকিব পাৰিছে কেনেকৈ? এয়া চৰকাৰৰ ব্যৰ্থতা নহয়নে? সেয়ে ৰাইজ, এইখন চৰকাৰক উৎখাট কৰি পৰৱৰ্তী নিৰ্বাচনত আমাৰ দলক চৰকাৰ গঠন কৰিবলৈ সুবিধা দিয়ক। আমাৰ চৰকাৰে দেশৰ পৰা বিদেশী চোৰাংচোৱাক সমূলঞ্চে নিৰ্মূল কৰিব।

**(সকলোৱে -"হয় হয়, ঠিক কৈছে, ঠিক কৈছে"— বুলি হাতচাপৰি বজায়। চুচুক চামাককৈ ভয়ে ভয়ে চশ্‌মাযোৰ চুৰ কৰা ভিক্ষাৰীজন সোমাই আহিব।)**

**নেতা ঃ** (হাঁহি) কি, তইও.....?

(ভিক্ষাৰীজনে মোনাৰ পৰা চশ্‌মাযোৰ উলিয়াই)

**নেতা ঃ** (আচৰিত হৈ) চশ্‌মা...?! কাৰ চশ্‌মা ?

**ভিক্ষাৰীঃ** (ভয়ে ভয়ে) বাবু! এইযোৰ সৌমূৰ্তিটোৰ চশ্‌মা।

**নেতা ঃ** (আচৰিত হৈ) ক'ত পালি তই?

**ভিক্ষাৰী ঃ** কি ক'ম বাবু! আমি হ'লো গৰীব মানুহ। মোৰ ল'ৰাটো পঢ়া-শুনাত ভাল। আজি কেইদিনমানৰ পৰা কি হৈছে জানো, কিতাপ পঢ়িলেই তাৰ মাথাটো বিষায় বোলে! ডাক্তৰ বাবুৱে চশ্‌মা ল'ব লাগিব বুলি ক'লে। গৰীব মানুহ, চশ্‌মা কিনিবলৈ ইমান টকা ক'ত পাওঁ? সেয়ে এই মূৰ্তিটোত থকা চশ্‌মাযোৰকে মনে মনে লৈ গৈছিলো। ডাক্তৰ বাবুৱে সেইযোৰ চশ্‌মাৰে নহ'ব বুলি ক'লত আকৌ ঘূৰাই থৈ যাবলৈ আহিছিলো!

**(সকলোৱে অবাক হৈ ভিক্ষাৰীটোলৈ চাই থাকে। হঠাতে গান্ধীজীৰ প্ৰতিমূৰ্তিটোৱে হো-হোৱাই হাঁহিবলৈ ধৰে। প্ৰতিমূৰ্তি টোৱে হাঁহিত ৰ'ব নোৱাৰি পেটত হাত দিয়ে। হাঁহি থাকে।)**

**পট পৰে।**

**<u>সমাপ্ত</u>**

# ফুলিবলৈ নিদিলা কিয়

**নাট্যকাৰ#শ্ৰীমণ্টু চুতীয়া**

**চৰিত্ৰসমূহ ঃ**

১। পাহী ২। সংগীতা ৩। বিদিশা ৪। ধুন
৫। বাবু ৬। ভাইকন ৭। জুবিন ৮। মনোজ কাই
৯। ৰাজেন ১০। প্ৰতিমা

**পৰিবেশ**

**(এখন খেলপথাৰৰ সোঁ-মাজত তিনিজনী সৰু ছোৱালীয়ে খেলি থাকে)**

**পাহী** ঃ ঐ সংগীতা, আজি কিন্তু উল্টা-পুল্টা নলগাবি।

**সংগীতাঃ** নলগাও দে। আজি ভালদৰে খেলিম।

**পাহী** ঃ চিন কেইডাল অলপ ভালদৰে দে-চোন, ঘৰ কেইটা অলপ ডাঙৰকৈ দিবি দেই।

**সংগীতা** ঃ হ'ব দে, গুটি ল, আৰু মাৰ।

**পাহী** ঃ আজি তোক হৰুৱামেই।

**সংগীতা** ঃ বাৰু দেখা যাব তেতিয়াহ'লে আৰম্ভ কৰ।

**পাহী** ঃ ধেৎতেৰি, পৰি গ'ল নহয়।

**সংগীতাঃ** মই জানোৱেই নহয় মৰিবি বুলি। প্ৰথমতে কি উৎপাত।

**পাহী** ঃ কথা কৈ লাভ নাই। তইনো কিমান পাৰ। হেঃ হেঃ তইয়ো মৰিলি। কেনে মজা বেছি কৰ নহয় পালি মজা এতিয়া।

**সংগীতা** ঃ নাই নাই নাই মৰা নাই, চিন দেচোন।

**পাহী** ঃ এইয়া চা, তোৰ চকুহালে চাই ল'।

**সংগীতা** ঃ মই মৰা নাই, ঐ বিদিশা চাহিচোন এইজনীৰ পাগলামীবোৰ।

**বিদিশা** ঃ মই হ'লে একো কৰ নোৱাৰোদেই। সদায় তহঁতৰ খালি কাজিয়া আৰু কাজিয়া।

**পাহী** ঃ তই মৰিলি মৰিলি, মৰিলি, কোনো পধ্যে মানি ল'ব নোৱাৰোঁ।

**সংগীতাঃ** মই মৰা নাই বুলিছো নহয়, মৰা নাই।

**পাহী** ঃ তই মৰিছ বুলিছো নহয় মৰিছ। বেছি কথা ক'ব নালাগে।

**সংগীতা** ঃ কথা কিন্তু বেয়া হৈ যাব দেই। তই মোক চিনি পোৱা নাই।

**পাহী** ঃ চিনিছো যা তোক মই ভালদৰে চিনি পাওঁ। আজি তোক....।

**বিদিশা** ঃ অই, এই কিজনীলৈ চাহিচোন ইহঁত কেইজনীয়ে কাজিয়া কৰিছে।

**ধুন** ঃ (সোমাই আহে) অই অই কিয় কাজিয়া কৰিছ, খেলত হ'বলা আকৌ কাজিয়া কৰে মুৰ্খ ক'ৰবাৰ। (হাতত Football লৈ)

**পাহী** ঃ এইজনীয়ে অন্যায় কৰিছে চাচোন।

**ধুন** ঃ হয় নেকি? অন্যায় কৰিব নাপায় নহয় আৰু কাজিয়াও নকৰিবি?

**সংগীতা** ঃ মিছা কথা ক'বলৈ আহিছ, ভালদৰে এক পিটন দিম বাপেকে।

**ধুন** ঃ হ'ব আৰু দে। কাজিয়া কৰিব নালাগে। শুনচোন এটা কথা কওঁ।

**পাহী** ঃ কি কথা, তোৰ কথা শুনি বৰ ভাল লাগে ফটা-ফট ক।

**ধুন** ঃ কথাটো কি জান, আমাৰ দাদাইঁতে যদি ক'ৰবাত খেলিবলৈ গ'লে কাজিয়া হয় তেতিয়া দাদাই বৰ দুখ পায় আৰু দাদাইঁতৰ পাৰ্টীয়ে যদি ক'ৰবাত কাজিয়া কৰে তেতিয়া হ'লে সিহঁত সদায় হাৰে।

**সংগীতাঃ** সঁচানে ? হে প্ৰভু।

**ধুন** ঃ সঁচানে মানে কোনো দিনেই জিকা নাই; সুধি আহগৈ যা। আচলতে কি জান? কাজিয়াৰ আচল কাৰণ হ'ল খং। আৰু কি জান খঙত কৰা কামবোৰ কোনো দিনে ভাল হ'ব নোৱাৰে। দাদায়ে কৈছিল খং উঠিলে বোলে আমাৰ শৰীৰত কিছুমান বেয়া শক্তিয়ে ঠাঁই পায়। যাৰ ফলত মানুহে বেয়া কাম এটা কৰিবলৈ ভয় নকৰে যেনেকৈ মানুহক মাৰপিট কৰা।

**বিদিশা** ঃ হয় নেকি? মই কিন্তু আজিলৈকে কোনোদিনে কাজিয়া কৰি পোৱা নাই। মই সদায় মিলি-জুলি থাকিব

বিচাৰো।

পাহী : হ'ব হ'ব, ৰচোন ক'বলৈ দে।

ধুন : দাদাই কৈছে কাজিয়া লাগি ফুৰা মানুহবোৰে সাধাৰণতে মায়া, মমতা, দয়া, দেশ, প্ৰেম আদি একোকে বুজি নাপায়।

সংগীতা : হয় নেকি, হে হৰি।

ধুন : হয় নেকি মানে ১০০% হয়। এনেয়েই নকয় নহয় খং মানে এটা ডাঙৰ দানৱ, দানৱবোৰৰ খং উঠিয়েই থাকে। আৰু কি জ্ঞান খং উঠাৰ ফলত বুজা-পৰা ব্যৱস্থাটো একেবাৰে অচল হৈ যায়। খঙৰ কাৰণেই যে এখন দেশৰ মানুহৰ লগত আন এখন দেশৰ যুদ্ধ হয়।

পাহী : বাৰু ৰচোন দানব মানেনো কি ভালদৰে বুজায় দিব পাৰিবি।

ধুন : দানব মানে... বাৰু ৰ। আমাৰ নামঘৰত ভাওনা চাইছ নহয়।

সংগীতা : চাইছো মানে নাচিচোও।

ধুন : ভাওনাত ৰজা দেখিছ নহয়, সেই ৰজাৰ দিনত যেতিয়া ৰজাই ৰাজ কাৰ্য চলাই আছিল, তেতিয়া কিছুমান দুষ্ট শক্তি থকা অত্যাচাৰী দুষ্টলোকে ৰাজ- কাৰ্য চলোৱাত বাধা প্ৰয়োগ কৰিছিল, ৰাজ্যৰ প্ৰজাবোৰক শান্তিত থাকিব দিয়া নাছিল আৰু সদায় যুদ্ধ কৰিব আহিছিল। সেইবোৰক দানব বুলিছিল।

পাহী : হয় নেকি হে মতা গোঁসাই, এতিয়াহে বুজিছোঁ।

ধুন : এতিয়াহে বুজিছোঁ তহঁতে কি দানব হ'বি নেকি?

সংগীতা : নাই নাই আমি কেতিয়াও কাজিয়া নকৰো আৰু দানবো নহওঁ।

পাহী : হে হৰি আমি এইবোৰ কথা জনাই নাছিলো।

ধুন : সেই কাৰণেইটো কৈছো দানব নহ'বলৈ ধৈৰ্য ধৰিব লাগিব। যেতিয়া মানুহৰ খং উঠে মানুহৰ মুখৰ ৰূপ বেলেগ হৈ যায়। ৰঙা পৰে কঁপনি উঠে আৰু আক্ৰমণৰ বাবে সাজু হয়।

সংগীতা: পিছে আক্ৰমণ মানেনো কি?

ধুন : আক্ৰমণ মানে খঙৰ বশৱৰ্তী হৈ এজনে আনজনক অনিষ্ট কৰিবলৈ সাজু হোৱা।

পাহী : হে হৰি।

ধনু : পিছে অকণমান ভাওনা কৰি দেখুৱাব পাৰিবি।

পাহী : মই পাৰিম।

সংগীতা: ময়ো পাৰিম।

বিদিশা : আমি সকলোৱে পাৰিম।

ধুন : তেতিয়া হ'লে আৰম্ভ কৰো।

(অসমীয়া ভাওনাৰ নৃত্য)

(ৰাহিৰৰ পৰা হীৰামনি, বাবু, ভাইকণ, জুবিন, মনোজ কাই সোমাই আহে।)

ধুন : ৰচোন ৰ, সৌৱা সিহঁত পালেহিয়েই, আমাৰ নচা বন্ধ কৰ।

সংগীতা : হয় দে। (হিৰামণিৰ লগৰ সকলে 'জিন্দাবাদ জিন্দাবাদ' বুলি কৈ আহিব।)

হিৰামণি : হৰুৱাই দিলো ঐ।

ভাইকণ : নিজিকিম কিয়; ই বেতাই এক বিন্দু তেজ থকালৈকে যুঁজিয়েই যাব আৰু জিকিয়েই যাব।

বাবু : ইহ্ এনেটো খেলুৱাৰি ওলাইছে। মাত্ৰ বিশ ৰাণ কৰিয়েই আউট হ'ল তাকো মিডুল ষ্টাম্প।

হীৰামণি : তইনো কিমান ৰাণ কৰিলি অ'। বল দিওঁতে তিনিটা বল ওৱাইড বল দিলি।

বাবু : তোতকৈ বহুত বেছি ৩১ ঐ।

মনোজকাই : হ'ব বাৰু এতিয়া জিকি অহাৰ বাবে অলপ বিহু নাচা।

ভাইকণ : হয় দে মনোজ কাই ঠিকেই কৈছে, জিকি অহাৰ কাৰণে অলপ বিহু নাচো।

ধুন : মই বিহু গাওঁ তহঁতে নাচ।

বিদিশা : ময়ো নাচো।

সংগীতা : মই মানে নাচনি হওঁ। ( বিহু নৃত্য)

হীৰামণি : ঐ ৰ, হৈ গৈছে, হৈ গৈছে। এতিয়া সকলোৱে জিন্দাবাদ বুলি ক।

ধুন : কিয় ক'ব লাগে জিন্দাবাদ বুলি।

হীৰামণি : ক চোন। (সকলোৱে জিন্দাবাদ বুলি ক'ব)

ধুন : কি জিন্দাবাদ, জিন্দাবাদ, জিন্দাবাদ, বুলি কৈ আছ ইনক্লাব বুলি ক'বলৈ কোনো নাই নেকি?

হীৰামণি : এনেতো ইনক্লাব ক'বলৈ আহিছে।

ভাইকণ : তহঁতে আকৌ কি কৰিবলৈ ওলাইছ, এনেকৈ নিজৰ মাজতে খোৱা-কামোৰা কৰি থাকিলে আমাৰ কি লাভ হ'ব।

বাবু : লাভ কিয় নহ'ব এনেকৈ নিজৰ মাজতে কাজিয়া কৰি কৰি এদিন হীৰামণি আঁতৰি যাব আকৌ এদিন বিদিশা আঁতৰি যাব আৰু এনেকৈ আমি এদিন সকলো আঁতৰি গৈ গৈ অকলশৰীয়া হৈ পৰিম তাতকৈ আৰু কি হ'ব।

হীৰামণি : বেয়া নাপাবি বাবু, আমি আৰু কেতিয়াওঁ কাজিয়া নকৰো আমি সদায় একেলগে থাকিম আৰু সকলোৱে মৰমৰ মাজেৰে খেলা-ধুলা কৰিম। একে লগে থাকিলেহে মানুহ বুলি ক'ব।

জয়ন্ত : আমি অলপ আগতে গম পাইছোৱেই। ধুন দাদাই

বুজাই দিছেই।

**মনোজকাই :** মইতো তোমালোকক সদায় একেটা কথাকে কিমান ক'ম। বাৰু এটা কথা জিকি অহাৰ কাৰণে এচোৱা বাটৰ পৰা ইয়ালৈ মোক লৈ আনিলা। সেই কাৰণে জিকাৰ পাছত সভাপতিয়ে খেলৰ বিষয়ে কি কি কৈছিল ক'ব লাগিব।

**হীৰামণি :** মই কৈছো, শ্ৰদ্ধাৰ ৰাইজ জয় জয়তে সকলো ৰাইজলৈ আন্তৰিক মৰম যাঁচি মই কেইটামান কথা কবলৈ ওলাইছো। কথাকেইটা হ'ল- খেল মানুহৰ বাবে বৰ প্ৰয়োজনীয়, খেল খেলিলে স্বাস্থ্য ভালে থাকে। বিশেষকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ মাজত খেল খুবেই জনপ্ৰিয়। খেলৰ দ্বাৰা সকলোৰে মনত এটা সমন্বয় ভাব গঢ়ি উঠে। ইজনে সিজনৰ অন্তৰ জয় কৰাৰ সুবিধা পায়। খেলৰ জৰিয়তে এখন দেশৰ লগত আন এখন দেশৰ সদ্ভাব গঢ়ি উঠাত সহায় হয়। তদুপৰি বিভিন্ন বেমাৰ আদিৰ পৰা হাত সাৰি থাকিব পৰা যায়।

**ধুন :** অ' ইয়াকে ক'লে হ'বলা। এইবোৰ কথা আগতেও জানো।

**হীৰামণি :** আৰু বহুত কৈছে মনত নাই।

**ভাইকণ:** তোৰনো কেনেকৈ মনত থাকিব, এদিন মান ব্ৰাহ্মীশাক খাই পাইছ জানো। আমাৰ মায়ে সদায় ব্ৰাহ্মীশাকৰ ভাজি আৰু ডাঙৰ ডাঙৰ পুঠি মাছৰ জোল বনায়, তই জানো সেইবোৰ খাই পাইছ, কেৱল খাই পাইছ ভেজাল ভেজাল শাক-পাচলি আৰু কি জান আমাৰ মা-তকৈ এইখন পৃথিৱীত কোনেও ভালদৰে ৰান্ধিব নোৱাৰে।

**পাহী :** সেই কাৰণে সকলোৱে কয়- আইৰ সমান হ'ব কোন নৈ সমান বব কোন আৰু কি জান আমাৰ মা-দেউতাহঁতে আমাক কিমান যে মৰম কৰে।

**মনোজকাই :** সেই কাৰণেইতো সকলোৱে কয় এই পৃথিৱীত এটাই পবিত্ৰ বস্তু আছে, সেইটোৱেই হৈছে মাতৃৰ মৰম, যিটো কোনেও ভেজাল কৰিব নোৱাৰে আৰু কি জানা যিবোৰ সন্তান মাক-দেউতাকৰ অবাধ্য হয় সেইবোৰ সন্তান কেতিয়াও ডাঙৰ মানুহ হ'ব নোৱাৰে।

**পাহী :** মনোজ কাই, কি জানা আমাৰ দেউতাই কৈছে যিবোৰ ল'ৰা-ছোৱালীয়ে শিক্ষাগুৰুৰ কথা নুশুনি ভালদৰে পঢ়া-শুনা নকৰে সেইবিলাক ল'ৰা-ছোৱালী কেতিয়াও ডাঙৰ মানুহ হ'ব নোৱাৰে।

**ভাইকণ :** কথাবোৰ হয় নেকি? (চিকুটি দিয়ে)

**ধুন :** অ' মোক চিকুটি দিলে অ'। (বগৰা-বাগৰি কৰিব)

**মনোজকাই :** তহঁতে আকৌ গণ্ডগোলখন কিয় কৰিছ।

**বাবু :** ই মহা-দুষ্ট, সি আমাৰ লগতে খেলি থাকিব আৰু আমাকেই চিকুটি-বাকুটি থাকিব।

**ভাইকণ :** আচলতে তহঁতৰ কথা শুনিবলৈ আমনি লাগিছে।

**মনোজকাই :** নাপায় নহয়। তোমাৰ মন যোৱা নাই যদি আঁতৰি থাকিবা কিন্তু আনক অশান্তি নিদিবা। তুমি ঘৰলৈ যোৱা সিহঁতে যি কৰে কৰক।

**ভাইকণ :** ঐ মই আহিলো দেই। (ভাইকণ যায়)

**মনোজ কাই :** পিছে জুবিন নাম এটাকে গোৱা। মোৰ নাম শুনিবলৈ বৰ মন গৈছে।

**জুবিন :** এইখেল পথাৰৰ মাজত নোৱাৰিম দেই।

**মনোজকাই :** গোৱাহে নাম। ভাওনা, নাটক কৰা মানুহে লাজ কৰিব নাপায় নহয়. সেইবোৰ গুণ সকলোৰে গাত নাথাকে।

**জুবিন :** এহ লাজ লাগে নহয়।

**মনোজকাই :** একো নহয় দিয়া, যদি তুমি আইতাই শিকাই দিয়া সুন্দৰ নাম এটা গোৱা তোমাক লক-পক (এবিধ মিঠাগুটি) দিম।

**বাবু :** আমাক পিছে (সকলোৱে ক'ব)

**মনোজকাই :** খোৱাম খোৱাম, সকলোকে খোৱাম, আগতে সকলোৱে নাম গোৱা আৰু খোৱা।

**হীৰামণি :** কিহে জুবিন কিয় ৰৈ আছ? ল'ক-প'ক আহি যোৱা।

**জুবিন :** সঁচাতো?

**মনোজকাই :** সঁচা মানে এয়া হাতত লৈয়ে আছো।

**জুবিন :** তেতিয়া হ'লে নাম দিওঁৱেই (নাম) " ভাই মুখে বোলা ৰাম হৃদয় ধৰা ৰূপ এতেকে মুক্তি পাবা কহিলো স্বৰূপ।"

**মনোজকাই :** নামটো শুনি বৰ ভাল লাগিল।

**জুবিন :** এতিয়া দিয়া।

**মনোজকাই :** লোৱা লোৱা (সকলোকে দিব) বাৰু মই এটা কথা কওঁ জুবিন আইতাই কি কয় আৰু কি নাম শিকায়।

**জুবিন :** মই আইতাই কোৱা কেইটামান কথাহে কৈছো শুনা বন্ধু সকল ধৰ্ম্ম সৃষ্টি হয় মানুহক একগোট কৰিবলৈ আমি গোৱা নামৰ পৰা বহুত শক্তি পাওঁ আৰু কয় নাম গালে আমাৰ অন্তৰ পবিত্ৰ হয়। শংকৰ গুৰুৱে সেয়েহে নাম ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

**বিদিশা :** তুমিচোন বহু কথাই জানা তোমাৰ আইতা বৰ ভাল দিয়া।

**জুবিন :** আৰু কি কয় জানা ধৰ্ম্মৰ নামত কিছুমান অপশক্তি প্ৰয়োগ কৰি বিশৃংখলতা সৃষ্টি কৰিব বিচাৰিছে।

**হীৰামণি :** পিছে বিশৃংখলতা আৰু অপশক্তি মানেনো কি?

**মনোজকাই:** মই কৈছো ৰ'বা, অপশক্তি হৈছে বেয়াশক্তি আৰু বিশৃংখলতা মানে খেলি মেলি বুজিলা। আৰু কেইটামান কথা কওঁ ৰ'বা। এই অপশক্তি বিলাক নাশ কৰিবলৈ পৃথিৱীত হিংসা, অধৰ্ম্ম, অন্যায় মষিমুৰ কৰি শান্তি স্থাপন কৰিবলৈ যুগে-যুগে ভগবানৰ আবিৰ্ভাৱ হয়। যেনেকৈ দুষ্টক দমন কৰিবলৈ ভগবান নাৰায়ণে দশ

অৱতাৰ লৈছিল।

**ধুন** : অ আমি যে কৃষ্ণ হৈ নাচিছিলো তেওঁ এজন অৱতাৰ।

**মনোজকাই** : হয় হয় ভগৱান শ্ৰীকৃষ্ণই কৃষ্ণ অৱতাৰ লৈ পৃথিৱীত জন্ম গ্ৰহণ কৰিছিল, হিন্দু শাস্ত্ৰ মতে। আৰু কি জানা আজি কালি ৰাজনীতিত গণনেতা সকলে ভোগ বিলাসত মত্তহৈ দেশত কন্দল লগায় আৰু

**বিদিশা** : হয় নে মনোজকাই।

**মনোজকাই** : ৰাজনীতি কৰি কৰি সিহঁতে কিছুমান দানৱহে জন্ম দিছে, সেই দানৱ বিলাক নাশ কৰিবলৈ নাটক ভাওনা, গান, বাজনা, সাহিত্যৰ বিশেষ প্ৰয়োজন, ইয়াৰ দ্বাৰাহে দানৱ বিলাকক নাশ কৰাটো সম্ভৱ হ'ব।

**হীৰামণি** : নাটকৰ কথা যে কলা নাটকৰ বিষয়ে অলপ কোৱা চোন।

**মনোজকাই** : এখন সুস্থ সবল সততাৰ সমাজ গঠন কৰিবলৈ নাটক বিশেষ প্ৰয়োজন। যেনেকৈ শংকৰ গুৰুৱে নাটক, ভাওনা, আদি সৃষ্টি কৰিছিল। শংকৰ আৰু বহুত ধৰ্ম্মগুৰুৰ, মিলন ভূমি এই অসম, আমি ইয়াত সকলোৱে, ভাই, ভনীৰ দৰে মিলা প্ৰীতিৰে বাস কৰিব লাগে।

**বাবু** : কৈ যোৱা কৈ যোৱা আমি শুনি আছো।

**মনোজকাই** :- আৰু কি জানা প্ৰতিটো জীৱ থকা প্ৰাণীক সমানে মৰম কৰিবা। ভেদা-ভেদ নাৰাখিবা। যি কাম কৰিবলৈ যোৱা সত্য, শুদ্ধ পথ লবা। (হঠাৎ ভাইকণ দৌৰি সোমাই আহে)

**ভাইকণ** : সৰ্বনাশ হ'ল সৰ্বনাশ হ'ল। তোমালোকে হ'বলা একোৱেই গম পোৱা নাই।

**বিদিশা** : কি হ'ল ভাইকণ, ইমান উৎপাত কৰিছা যে সোনকালে কোৱা আকৌ।

**ভাইকণ** : আমাৰ গাৱঁৰ যে গজেন খুড়া, তেওঁ আজি কালি খুব মদ খায় নহয়। যোৱা কালি বোলেতেওঁ ঘৰলৈ মদৰ বটল আনিছিল।

**হীৰামণি** : তাৰ পাছত কি হ'ল।

**ভাইকণ** : মদখিনি আনি থৈ দিওঁতে ল'ৰাটোৱে চিনি নেপায়, কি বস্তু বুলি গোটেই মদখিনি খাই পেলালে।

**মনোজকাই** : এতিয়া ল'ৰাটোৱে কি কৰিছে।

**ভাইকণ** : তাৰ অৱস্থা এতিয়া খুব বেয়া চিকিৎসা কৰিবলৈ চহৰলৈ নিছে, সিহঁতৰ ঘৰখনত কন্দা-কটা হৈ আছে।

**মনোজকাই** : দেখিলানে তোমালোকে, এইবোৰ মানুহে ভবিষ্যতে ল'ৰা-ছোৱালীক মদ নাখাবলৈ কেনেকৈ ক'ব। যিটো বাপেকে মদ খায়, সেইটো বাপেকে কেনেকৈ ক'ব পুতেকক মদ নাখাবলৈ আৰু যদিও কয় যে মদ নাখাবি বুলি তেতিয়া উত্তৰত পুতেকে যদি কয়- তই খাৱ কাৰণেহে ময়ো খাওঁ।

**ভাইকণ** : মদখোৱা মানুহবোৰ ভাল মানুহ নহয় সিহঁতক খুব পিটিব লাগে।

**মনোজকাই** : নাপায় নহয়, নাপায়, মানুহক মাৰপিত কৰাৰ কথা ক'ব নালাগে আমি সকলোৱে মিলি-জুলি মদ নামৰ মাদক দ্ৰব্য নাইকিয়া কৰিব লাগিব। এতিয়া তোমালোক শিশু হৈ আছা তোমালোকে পৃথিৱীৰ পৰা যাতে মাদক-দ্ৰব্যবিলাক আঁতৰাবলৈ ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিব লাগিব।

**জুবিন** : ভগবানে জানো নাইকিয়া কৰিব পাৰিব, সঁচা যদি ভগবানে মদ নাইকীয়া কৰিব পাৰে তেতিয়া আমি সদায় প্ৰাৰ্থনা কৰিম।

**মনোজ** : কি জানা এই বিশ্বখনত যিমান বিলাক হত্যা হৈছে বেছিভাগ হত্যা মদ খোৱাৰ পাছতে হৈছে আৰু বেছিভাগ সংসাৰ জ্বলাৰ কাৰণ মদ।

**জুবিন** : মদ ইমান বেয়া বস্তুনে?

**মনোজকাই** : অ'-তো আকৌ মাদক দ্ৰব্য বোলা বস্তুটোৱেই বেয়া। তোমালোক কেতিয়াও নাখাবা দে।

**ভাইকণ** : আমি সকলোৱে কৈছো আমি কেতিয়াও মদ নাখাওঁ। বাৰু এতিয়া ইয়াত এনেকৈ কথা পাতি থাকিলে হ'বনে? কিয় মনত নাই? আজি যে সৌ স্কুলৰ ফিল্ডত পোন্ধৰ আগষ্টৰ ফাংচন তাঁলৈ যাবৰ হ'ল।

**হীৰামণি** : হয় দে, আমি কথাটো পাহৰিছিলোৱেই, ঐ ব'ল ব'ল, দেৰি হ'লে চাৰ বাইদেৱে গালি পাৰিব। এনেকৈয়ে যাম ব'ল।

**ভাইকণ** : মনোজ কাই তুমিও আমাৰ লগত ব'লা।

**মনোজকাই** : নাই নাই, মই নাযাওঁ দিয়া। তোমালোক সোনকালে আহিবা। মই ইয়াতে তোমালোকলৈ ৰৈ থাকিম।

**ভাইকণ** : হ'ব দিয়া। তেন্তে আমি তাৰ পৰা আহি একেলগে ঘৰলৈ যাম।

**হীৰামণি** : ঐ ঐ আৰু দেৰি নকৰোঁ ব'ল।

**ভাইকণ** : ব'ল ব'ল। (মনোজৰ বাদে আটায়ে ওলাই যায়)

**মনোজকাই** : হে ঈশ্বৰ, কিমান আশা কিমান হেঁপাহ কিমান আশা এই সৰু সৰু ল'ৰা-ছোৱালীবোৰে বুকুত কঢ়িয়াই লৈ ফুৰিছে, কিমান সুপ্ত প্ৰতিভাই সিহঁতৰ মনত থৌকি-বাথৌ লগাই আছে বাহিৰলৈ অহাৰ বাট বিচাৰি। এই উশৃংখল সমাজখনৰ প্ৰভাৱৰ পৰা সিহঁতক আঁতৰাই ৰাখিবা ঈশ্বৰ। ক্ষমতাৰ অমোঘ মন্ত্ৰৰে সিহঁতক প্ৰকৃত জীৱন সংগ্ৰামৰ উমান দিয়া।

**(বাহিৰত স্বাধীনতা দিৱসৰ সংগীতৰ সুৰ)**

**(ব'ম ফুটিব, কন্দা-কটা হুলস্থুল)**

**মনোজকাই ঃ** কিহৰ শব্দ। সেয়া কিহৰ ইমান হুলস্থুল। কাৰ সেইবোৰ মৰুণ কাতৰ আৰ্তনাদ। কি হৈছে তাত।

**(বিদিশা দৌৰি আহে)**

**বিদিশা ঃ** ব'ম ফুটিছে। ব'ম ফুটিছে মনোজকাই। ফাংচনত ব'ম ফুটিছে। কেউফালে ধোঁৱা আৰু তেজ। মই আহিলো মনোজ কাই।

**মনোজকাই ঃ** ব'ম ফুটিছে, সৰ্বনাশ এই সৰু সৰু ল'ৰা-ছোৱালী বোৰ; অহ মই এতিয়া ক'লৈ যাওঁ, হে ভগবান, এইবোৰ কি হৈ গ'ল। হে'ৰ কোন ক'ত আছ সোনকালে আহ। এই সৰু সৰু কলিবোৰ অকালতে শুকাই যাবলৈ নিদিবিহঁত (কান্দে) নাই নাই কোনো নাই, কাক মাতিম,কোন আহিব।কোনে পাৰিব নিষ্ঠুৰতাৰ কৰাল গ্ৰাসৰ পৰা দিনে দিনে অন্ধকাৰ অতল গহ্বৰত যাহ যাব খোজা মানুহ জাতিটোক উদ্ধাৰ কৰিব। কোনেও নোৱাৰে সকলো মিছা। (চিঞৰি) ঐ কোন ক'ত আছ? মোক তালৈ লৈ ব'লা মই এই অন্ধ চকু দুটাই সিহঁতক তাত বিচাৰি উলিয়াম। অ' মই ক'তে মৰো, কেওঁফালে পানী পানী, তেজ তেজ বুলি চিঞৰিছে। (কান্দিব) মই সিহঁতৰ কেঁচা তেজত শেৱালি ফুলৰ গোন্ধ পাইছো সেইবোৰ এনেকৈ মাটিৰ লগত মিহলি হ'বলৈ নিদিওঁ (কান্দি কান্দি ৰাজেন সোমাই আহে) কোন সেয়া কান্দি কান্দি আহিছে, অনুগ্ৰহ কৰি ব'ম ফুটা ঠাইলৈ লৈ ব'লা। নামাতা কিয়? নে তুমিও নোৱাৰা। নোকোৱা কিয় কোন তুমি ?

**ৰাজেন ঃ** তালৈ গৈ এতিয়া কি কৰিব। সকলোবোৰ শেষ হৈ চিটিকি গ'ল? হঠাৎ অহা এজাউৰি শিলা বৃষ্টিৰে এজাক কুমলীয়া কলি ফুলিবলৈ নাপাওঁতেই মোহাৰি পেলালে।

**মনোজকাই ঃ** নাই নাই এয়া হ'ব নোৱাৰে।

**ৰাজেন ঃ** এয়াই হ'ল অ', এয়াই হ'ল। আমাৰ সকলোকে বোবা কৰি থৈ সিহঁতৰ মুখৰ সেই মিঠা মিঠা শব্দবোৰ বতাহত মিলি গ'ল। এয়া চোৱা সিহঁতৰ কুমলীয়া দেহাবোৰ কেনেকৈ (কান্দে) এইটো টোপোলা মঙহৰ টোপোলা এতিয়া স্বাধীনতা দিৱসৰ অনুষ্ঠান থলিৰ পৰা নিজৰ নিজৰ মাক দেউতাক হাতে হাতে ঘৰলৈ আহিছে।

**প্ৰতিমা ঃ** (পতাকাখনত মঙহৰ টোপোলা লৈ আহে) মনোজকাই এয়া চোৱা সৰু সৰু ল'ৰা-ছোৱালীৰ ৰক্তাক্ত মঙহৰ টোপোলা, অহাৰ আগ-মুহূৰ্তত মোক কি কৈ আহিছিল জানা মা, মই স্বাধীনতা দিৱসৰ সাংস্কৃতিক অনুষ্ঠানলৈ যাওঁ, তাৰ পৰা আহিহে ভাত খামহি অলপ সময়ৰ আগতে আনন্দত আত্মহাৰা হৈ তোমাৰ ওচৰৰ পৰা গৈছিল এতিয়া সেই সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ (কান্দিব) এয়া চোৱা স্বাধীনতা দিৱসৰ উপহাৰ। মোৰ ল'ৰাটোৰ ছিন্ন ভিন্ন হৈ যোৱা মঙহ গোটাই লৈ আহিছো। ঘৰত নি মই আঠা লগাম গৈ। মোক আকৌ মা বুলি মাতিব, দেউতাকক দেউতা বুলি মাতিব।

**মনোজকাই ঃ** নাই নাই আৰু নক'বা। মই আৰু সহ্য কৰিব নোৱাৰো। হে ঈশ্বৰ ক্ষন্তেক সময়ৰ কাৰণে মোক দৃষ্টি শক্তি দিয়া। কি দুখ কৰিছিল সিহঁতে, চৰকাৰ কি, বিদ্ৰোহ কি, শোষণ কি? বুজি নোপোৱা এই নিষ্পাপ ল'ৰা-ছোৱালীবোৰক কিয় এনেকৈ হত্যা কৰা হ'ল। অকণমান আঘাত পালেই যিবোৰ ল'ৰা-ছোৱালীয়ে মাক দেউতাকৰ মূৰৰ কাচুটি হেৰুৱাইছিল। সেইবোৰ মাক দেউতাকে আনি ব'মৰ আঘাতত ছিন্ন ভিন্ন হৈ যোৱা নিজৰ ল'ৰা-ছোৱালীৰ মঙহৰ টোপোলাবোৰ কঢ়িয়াবৰ হ'ল। হে ঈশ্বৰ, এয়া তুমি কি খেল খেলিছা, সিহঁতে কেৱল নাচিব জানিছিল গাব জানিছিল, সিহঁতে ভালকৈ বুজিয়েই পোৱা নাছিল পতাকাখনৰ তিনিটা ৰঙৰ অৰ্থ আৰু নালাগে এই হত্যা-সন্ত্ৰাস-লুণ্ঠন এইবোৰ বিচৰা নাই আমি। দুৰ্নীতিক নীতি আৰু ভ্ৰষ্টাচাৰক আদৰ্শ হিচাপে মানি ল'ব নোৱাৰো। আমাক লাগে এখন নিকা সমাজ। তাৰ বাবে প্ৰত্যেকে স্বাৰ্থপৰতা ত্যাগ কৰি সামুহিক দৃষ্টি ভংগীৰে মানুহে মানুহৰ বাবে আৰু প্ৰতিটো জীৱই প্ৰতিটো জীৱৰ বাবে অকণমান কিবা এটা কৰিবলৈ আগবাঢ়ি আহিব লাগিব। আহক আমি সকলোৱে মিলি এখন সুস্থ সবল দুৰ্নীতি মুক্ত সমাজ গঢ়ি তোলো।

**প্ৰতিমা ঃ** আচলতে কি জান মনোজকাই, শিশু হত্যা কৰি যদি কোনোবাই কিবা বিচাৰিছিল তেতিয়া হ'লে সিহঁতৰ কেতিয়াও আশা পূৰণ নহ'ব।

**সমাপ্ত**

# মানৱতাৰ বধ্যভূমিত

**নাট্যকাৰ # লিলি দত্ত**

**চৰিত্ৰসমূহ ঃ**

| | |
|---|---|
| ধৰ্ম্মেশ্বৰ ঃ | দিপেন আৰু অঞ্জলিৰ দেউতাক। (বয়স প্ৰায় ৫০-৬০ বছৰ) |
| দিপেন ঃ | ধৰ্ম্মেশ্বৰৰ পুতেক। (বয়স প্ৰায় ২৫ বছৰ) |
| অঞ্জলি ঃ | দিপেনৰ ভনীয়েক। (বয়স প্ৰায় ২০ বছৰ) |
| উত্তম ঃ | দিপেনৰ সমবয়সীমা যুৱক। |
| জোনাকী ঃ | অঞ্জলিৰ সমবয়সীয়া গাভৰু। |
| ফজল ঃ | এজন নাৰী ব্যৱসায়ী। (বয়স প্ৰায় ৩০-৪০ বছৰ) |

(এটা খেৰীঘৰৰ সন্মুখৰ চোতালত ধৰ্ম্মেশ্বৰে কাঠি-কামিৰ কাম কৰি থাকে। তেওঁৰ মুখত হৰি নামৰ কলি - 'হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে...')

**ধৰ্ম্মেশ্বৰ ঃ** (ভিতৰৰ ফালে চাই) হয়নে অ' আইজনী, ই আহিলনে?

**(ভিতৰৰ পৰা কোনো সঁহাৰি নাহে)**

**ধৰ্ম্মেশ্বৰ ঃ** নাই অহা ন? মই জানো— মই জানো আইজনী। ইয়াৰ আজিকালি পৰকিতি লৰিল। ঘৰলৈ পিঠি দিলে। কুলাঙ্গাৰ এটা জন্ম দিলো মই। (মদৰ বটল হাতত লৈ ঢলং-পলং খোজেৰে দিপেন সোমাই আহে)

**দিপেন ঃ** (আঙুলি টোৱাই) চালা বুঢ়া, কাক কুলাঙ্গাৰ বুলি কৈছ?

**ধৰ্ম্মেশ্বৰ ঃ** (কাকুতিৰ সুৰত) হেৰ' বোপাই, তইনো এইবোৰ কি কৰিছ হয়নে? তোৰ ওপৰত নিৰ্ভৰ কৰিয়েই আমি দুটা প্ৰাণী জীয়াই আছো। তয়েই আমাৰ মুখলৈ নাচালে কোনে চাব?

**দিপেন ঃ** চুপ বে বুঢ়া। মই চাব লাগে তইঁতক? তই মোক কি দিলি? মাটি নাই, বাৰী নাই। না চাকৰি। চালা কেলেহুৱা বুঢ়া, পুতেৰক একো এটা সম্পত্তি দিব নোৱাৰিলি। এতিয়া তোক খুৱাব লাগে?

**ধৰ্ম্মেশ্বৰ ঃ** মাটি-বাৰী সকলোবোৰ তোৰ মাৰৰ বেমাৰতে গ'ল দেখোন বোপাই।

**দিপেন ঃ** চালা অকমণ্য বুঢ়া, বন্ধকত যোৱা মাটিখিনি আজিলৈকে মোকলাব নোৱাৰিলি। মোক দেউলীয়া কৰিলি। তোক খুৱাবলৈ কি গৰজ পৰিছে মোৰ? কেলেহুৱা বুঢ়া, যা ক'ত মৰ মৰগৈ। নহ'লে চালা ভিক্ষা কৰগৈ। তোৰ কাম নাইকিয়া পংগু জীয়েৰকো ভিক্ষা কৰিবলৈ লগাই দে। পংগু বুলি সবেই দুই-এটকা দিব। ঘৰৰ হাড়মাল এটাও কমিব।

**ধৰ্ম্মেশ্বৰ ঃ** (থিয় হৈ দা জোকাৰি) কি ক'লি? কি ক'লি কুলাঙ্গাৰ? তোৰ নিজৰ ভনীয়েৰজনীক এনেকুৱা কথা ক'বলৈ তোৰ লাজ নালাগিল? এই কথাষাৰ কওঁতে এবাৰো তোৰ বুকুখন নকঁপিলেনে? কাঠচিতীয়া, কুকুৰ—

**দিপেন ঃ** চুপ্। চুপ্। কাক তই কুকুৰ বুলি কৈছ? মই কুকুৰ যদি তই কি? তয়ো কুকুৰ। কুকুৰৰ বাপেকো কুকুৰ হবই লাগিব। মানুহৰ পেটত কুকুৰৰ জন্ম হয় নেকি?

**(ভিতৰৰপৰা হুইল চেয়াৰ চলাই অঞ্জলি ওলাই আহে। অঞ্জলিৰ হাতত শলা আৰু উল থাকিব।)**

**ধৰ্ম্মেশ্বৰ ঃ** (দৌৰি গৈ জীয়েকক সাবটি কান্দি কান্দি) আইজনী। আইজনী অ'। ই তোৰ ককায়েৰ নহয় অ' আইজনী। ই তোৰ চিৰ জীৱনৰ শত্ৰু। ককায়েকটো হৈ তোক বাটে-ঘাটে ভিক্ষা কৰিবলৈ কৈছে। ইয়াক তই ক্ষমা নকৰিবি অ আইজনী।

**অঞ্জলী ঃ** (নাটকীয়ভাৱে) অপাংক্তেয় জীৱন এটা লৈ মই মোৰ নিজকে ক্ষমা কৰিব পৰা নাই পিতাই। তাক ক্ষমা কৰা নকৰাৰ সিদ্ধান্ত লবলৈ মোৰ কি শকতি আছে? আৰু ই ঠিক কথাই কৈছে পিতাই। তইঁতৰ সংসাৰত মই গলগ্ৰহ হৈ থকাতকৈ ভিক্ষাবৃত্তিত ধৰিলে অন্ততঃ

নিজৰ পেটৰ ভাত মুঠি ওলাব।

**ধৰ্মেশ্বৰ :** কিন্তু তই দেখোন কিবাকিবি কৰি ধন ঘটিয়েই আছ আইজনী।

**অঞ্জলী :** সেয়াই যথেষ্ট নহয় পিতাই। মোৰ আৰ্জনৰ টকাৰে তেল-নিমখৰ খৰচটোও নোলায়।

(দিপেন মূঢ়া এটাত বহি বেপেৰৱাভাৱে বটলৰ মুখেৰে বাকি মদখাই থাকিব।)

**ধৰ্মেশ্বৰ :** (পুতেকৰ প্ৰতি) দেখিছ? তোৰ ভনীয়েৰে কিমান দুখত এনেকুৱা কথা কৈছে দেখিছ? তথাপি তই আমাক ভিক্ষা কৰিবলৈ দিছ? (কপালত চপৰিয়াই) মোৰ কি কপাল অ' প্ৰভু। মোৰ ল'ৰাই আজি আমাক ভিক্ষাৰী সজালে অ'। (ধৰ্মেশ্বৰে কান্দে।)

**দিপেন :** আৰে যা যা। মাইকীৰ দৰে কান্দি-কাটি পৃথিৱী তাল-ফাল লগাব নালাগে। (বুকু ফুলাই) মোৰ দৰে মৰদ হবি। মৰদ।

**অঞ্জলী :** (তীৰ্যক সুৰ) তোৰ দৰে মদপী, জুৱাৰী মৰদ নে?

**দীপেন :** চালী লেণ্ডেৰী, তোৰ দেখোন মুখখন বৰ বাঢ়িছে? মুখ ভাঙি সমান কৰি দিম লেণ্ডেৰী। লোকৰ সহায় নহ'লে কুটা এগছো ইফাল-সিফাল কৰিব নোৱাৰ। মোৰ লগত সমানে সমানে মুখ চলাবলৈ আহিছ। গলগ্ৰহটোৰ টেম্পাৰ চোৱা।

**অঞ্জলী :** (ক্ৰন্দন জড়িত কণ্ঠ) দুৰ্ভাগ্য দাদা। মই তোৰ গলগ্ৰহ হ'বলগীয়া হ'ল। নহ'লে তোৰ দৰে গেলা মদাহী এটাৰ ইমান বৰ বৰ কথা সহ্য নকৰিলোহেঁতেন।

**দিপেন :** (খেদা মাৰি) তোক মই মাৰি পেলাম লেণ্ডেৰী।

**অঞ্জলী :** মাৰি পেলা। মাৰি পেলা মোক। তোৰ অভিশাপ, গঞ্জনা খাই খাই মোৰ জীৱনটো বিষময় হৈ পৰিছে। এই সীমাহীন যন্ত্ৰণা লৈ জীয়াই থকাতকৈ মৃত্যুৰ মৰমী কোলাত ঢলি পৰিবলৈ মই সদায় সাজু হৈ আছো। আৰু তই মোক মৃত্যুৰ ভয় দেখুৱাইছ? বাঃ।

**ধৰ্মেশ্বৰ :** আইজনী তই কেলেই — (ধৰ্মেশ্বৰৰ কথাষাৰ শেষ নৌহওতেই উধাতু খাই উত্তম সোমাই আহে।)

**উত্তম :** খাগৰিজানত মথাউৰি ভাগিছে ঐ দাইটি। পানী আহি গাঁও সোমাইহিহে লাগে। তইঁতি সোনকালে ইয়াৰ পৰা নিৰাপদ ঠাইলৈ যাবলৈ সাজু হৈ থাক।

**অঞ্জলি :** সংসাৰৰ প্ৰলয়ংকাৰী বানে আগতীয়াকৈয়ে আমাৰ ঘৰখন বুৰাই পেলাইছে উত্তম কাকা। নতুনকৈ অহা প্ৰকৃতিৰ বানে আৰুনো কি প্ৰলয় মাতি আনিব?

**উত্তম :** তই যে কি কথাবোৰ কৱ মই বুজি নাপাওঁ অঞ্জলি। ভগৱানে সঁচাকৈ তেওঁক একেবাৰে বেলেগকৈ সৰজিছিল। মাজতে এই ভৰিৰ বেমাৰটোৱেহে...

**অঞ্জলী :** ঈশ্বৰে যি কৰে ভালেই কৰে উত্তম কাকা। ভৰিৰ বেমাৰটো নোহোৱা হ'লে কিজানি মই তোমালোকৰ স্থান দখল কৰি ল'লোহেঁতেন। তোমালোকে তেতিয়া মোক এতিয়াৰ দৰে ভাল পালাহেঁতেন জানো?

**উত্তম :** (ধমক দি) কি কথাবোৰ কৈছ তই? তোৰ দৰে চোকা মগজৰ ছোৱালী এজনীয়ে আমাক আদেশ-উপদেশ দি কামত আগবঢ়াই নিয়াহেঁতেন আমি বেয়া পালোহেঁতেননে? নিৰ্বিবাদে তোৰ সকলো সিদ্ধান্ত আমি মানি ল'লোহেঁতেন। (সেই সময়তে দিপেন মনে মনে ওলাই যায়)

**অঞ্জলি :** (ক্ৰন্দন জড়িত আবেগিক কণ্ঠ) বহুত সপোন দেখিছিলো কাকা। শয়নে সপোনে পখিলাৰ দৰে লৰি-ঢাপৰি, হাঁহি-মাতি উমলি ফুৰিছিলো। কিন্তু মোৰ এই চঞ্চলতাক নিয়তিয়ে সহ্য নকৰিলে। এতিয়াতো মোৰ অৱস্থা এয়া দেখিছাই। (আকুলভাৱে) বাহিৰৰ পৃথিৱীখন চাবলৈ মোৰ বৰ মন যায় কাকা।

তোমালোকৰ দৰে লৰি-ঢাপৰি ফুৰিবলৈ, সমাজৰ কাম কৰিবলৈ মোৰ বৰ মন যায়। মোক তোমালোকে বাহিৰলৈ উলিয়াই লৈ যোৱা না।

**ধৰ্মেশ্বৰ :** (প্ৰলাপ বকাৰ দৰে) উলিয়াই নে অ'। তাইক উলিয়াই নে তাইৰ কাৰণে মই মৰিবও নোৱাৰা হ'লো। এইজনী মাকৰ লগতে মৰি যোৱা হ'লেই ভাল আছিল অ'।

**উত্তম :** (দাবী দি) ৰ অ' দাইটি। পগলা হ'লি নেকি? কি কথা কৈছ তই এইবোৰ?

**ধৰ্মেশ্বৰ :** পগলা হ'ব পৰা হ'লে বৰ সুখ পালোহেঁতেন উত্তম। পগলা হোৱা হ'লে মই এইজনীৰ দুখ-কষ্ট, অসহায় অৱস্থাটো চাই থাকিব লগা নহ'লহেঁতেন। সংসাৰৰ জ্বালা-যান্ত্ৰণা পাহৰি মই বাটে-ঘাটে অনাই-বনাই ঘূৰি ফুৰিব পাৰিলোহেঁতেন।

**উত্তম :** (খঙেৰে) ধেৎ !

**অঞ্জলি :** পিতায়ে ভুল কথা কোৱা নাই কাকা। মুক্ত জীৱনৰ স্বাদ লোৱাৰ আগ্ৰহ সকলো মানুহৰেতো থাকে। আবদ্ধ পানীৰ হাঁহাকাৰ মইতো জানো। বন্দীত্বৰ কৰুণতা ভুক্তভোগীয়েহে জানে কাকা।

**উত্তম :** তই জানো বন্দী অঞ্জলি? ঘৰৰ ভিতৰত থাকিও দেখোন তই বহুত কিবা-কিবি কৰি আছ। তোৰ আধাও যদি আমি কৰিব পাৰিলোহেঁতেন।

**অঞ্জলি :** কিন্তু মই মুক্ত বতাহত উশাহ ল'ব বিচাৰো উত্তম কাকা। এলেহুৱা ব্ৰেইনলৈ অহা-যোৱা কৰি থকা বেবেৰিবাং চিন্তাবোৰ কাগজৰ পিঠিত লিপিবদ্ধ কৰি উলিয়ালেই কিবা এটা কৰা হয় জানো? মই মানুহৰ

মাজত কাম কৰিব বিচাৰো ককা। মানুহৰ মৰম বিচাৰোঁ।

**উত্তম** ঃ অঞ্জলি তই ——

(কথাবাৰৰ আধাতেই জোনাকী সোমাই আহে ।)

**জোনাকী** ঃ (অস্থিৰভাৱে ) দাইটি, দিপেন কাই ঘৰত আছেনে নাই ?

**উত্তম** ঃ কি অ' জোনাকী, তোক বৰ উধাতু খাই অহা যেন লাগিছে ?

**জোনাকী** ঃ (নিজৰ কপালত থপৰিয়াই) মোৰ কপালত জুই লাগিছে। জুই। আগতেই যদি কথাবোৰ গম পালোহেঁতেন —

**ধৰ্মেশ্বৰ** ঃ হেৰ' কিনো হ'ল খুলি নকব কেলেই ?

**উত্তম** ঃ হয়তো। তই ক'লেহে গম পাম কি হ'ল।

**জোনাকী** ঃ ক'বলৈ আৰু কি বাকী আছে দাইটি? তোৰ ল'ৰা ইমান চৰিত্ৰহীন ছিঃ। তইঁতে জান, মই কাম কৰি খোৱা ছোৱালী। বৰ কষ্টেৰে দুপইচামান ঘটি মাটি দুবিঘামান কিনি লোৱাৰ পৰিকল্পনা কৰিছিলো। বিয়া পাতিলেও সেই মাটি মোৰে হ'লহেঁতেন। দিপেন কায়ে মোক বিয়া কৰাম বুলি কথা দিছিল দাইটি। সেই কাৰণেই তাক বিশ্বাসত লৈ মোৰ ঘৰৰ ভিতৰে-বাহিৰে চলা-ফুৰা কৰাৰ অধিকাৰ দিছিলো। কিন্তু সি মোৰ বিশ্বাসত কুঠাৰাঘাত কৰিলে অ' দাইটি। সি মোক শেষ কৰি পেলালে।

**ধৰ্মেশ্বৰ** ঃ (বিৰক্তিৰে) আস্ কি হ'ল নক'লে জানিম কেনেকৈ?

**জোনাকী** ঃ (ক্ৰন্দন জড়িত কণ্ঠ) সি মোৰ বাকচ খুলি বিশ হাজাৰ টকা সৰকালে। লগতে সোণৰ মুঠি খাৰু এযোৰ। মাৰ স্মৃতি বুলিবলৈ সেই খাৰুযোৰেই বাকী আছিলগৈ। তাকো —

**অঞ্জলী** ঃ (খঙেৰে) তই ইমান মুৰ্খ হলি কেতিয়াৰ পৰা জোনাকী? তোৰ দৰে ছোৱালী এজনীয়ে ইমান ডাঙৰ ভুল এটা কৰিব নালাগিছিল।

**জোনাকী** ঃ তাৰমানে?

**অঞ্জলী** ঃ মোৰ দাদাৰ দৰে চৰিত্ৰহীন, মদপী, জুৱাৰী, এটাক তই হৃদয় দিলি কিয়? তোৰ বাবে ল'ৰাৰ ইমান অভাৱ হ'লনে? তইতো গুণী ছোৱালী।

**জোনাকী** ঃ নহয় অঞ্জলি, মই ভুল কৰা নাছিলো। মই জানি-শুনিয়েই তাৰ লগত বিয়াত বহাৰ সিদ্ধান্ত লৈছিলো। ভাবিছিলো তাক শুদ্ধ পথলৈ আনি মই ভাগি যাব ধৰা ঘৰ এখন জীয়াই তুলিম। কিন্তু......

**অঞ্জলী** ঃ (বিদ্ৰূপেৰে হাঁহি) এণ্ডাৰ কেতিয়াবা গাখীৰেৰে ধুই বগা কৰাৰ কথা শুনিছ জানো? সোণ বুলি কাঁচকে আকোঁৱালি লবলৈ গৈ মাৰাত্মক ভুল নকৰিবি জোনাকী। তোৰ হৃদয়ৰ নিৰ্মল জোনাকত আন কাৰোবাক জুৰ লবলৈ দে।

**জোনাকী** ঃ কিন্তু মোৰ টকা, সোণৰ বস্তু.....

**অঞ্জলি** ঃ সেইবোৰৰ আশা একেবাৰে এৰি পেলা। শিয়ালৰ পেটত সোমোৱা মঙহ কেতিয়াও ওলাই নাহে। আকৌ নতুন উদ্যমেৰে সঞ্চয়ৰ টোপোলাটো ডাঙৰ কৰাৰ চেষ্টা কৰ।

**জোনাকী** ঃ (কপাল চপৰিয়াই) হায় মোৰ কপাল অ'। মই দেউলীয়া হৈ গ'লো অ'। মোৰ কি হ'ব? কি কৰিম মই?

**অঞ্জলী** ঃ (খঙেৰে) এতিয়া কান্দি একো লাভ নাই জোনাকী। আগতেই ভাবি চিন্তি চাব লাগিছিল। দাদাৰ দৰে ধনলোভী ল'ৰা এটাৰ ওচৰত মোৰেই নিৰাপত্তা নাই, তই কোন কুটা? ময়েই যে এদিন টকাৰ বাবে কাৰোবাৰ ওচৰত বিক্ৰী হ'ব নালাগিব কি ঠিক?

(দিপেন আৰু অচিনাকি ব্যক্তি ফজল সোমাই আহে)

**দিপেন** ঃ (হাত চাপৰি বজাই) বাঃ তই কিন্তু সঁচা কথাষাৰকে কলি দেই ভনী। ফজল ভাই, এয়াই তোমাৰ মাল।

**অঞ্জলি** ঃ (আচৰিত হৈ) মাল? কি মালৰ কথা কৈছ তই?

**দিপেন** ঃ সেয়া তই জানিব নালাগে। ফজল ভাই আৰু মোৰ মাজত বন্দৱস্ত হৈ গৈছে। (বাপেকলৈ চাই) পিতাই, ফজল ভায়ে অঞ্জলিক মুম্বাইলৈ লৈ যাব। তাত এখন মহিলা আশ্ৰম আছে। আশ্ৰমত তাই বহুত আৰামত থাকিব পাৰিব।

**উত্তম** ঃ দিপেন তই অঞ্জলিক এই ফজল নামৰ দালালটোৰ ওচৰত বিক্ৰী কৰিবলৈ লৈছ নেকি?

**দিপেন** ঃ (গেঙেৰি মাৰি) যিয়েই নকৰোঁ তোক কেলৈ?

**ধৰ্মেশ্বৰ** ঃ (চিএঁৰি) কি? তই মোৰ ছোৱালীজনীক এই কচাইটোৰ হাতত বিক্ৰী কৰিবলৈ ওলাইছ? (খেদা মাৰি গৈ) চালা কুলাঙ্গাৰ! লম্পট!

**অঞ্জলী** ঃ দাদা, তই ইমান নীচ কেনেকৈ হ'ব পাৰিলি? নিজৰ ভনীয়েৰজনীক এই দানৱটোৰ হাতত তুলি দিবলৈ তোৰ অকণো বেয়া লগা নাই? দুটামান টকাৰ বাবে তই মোক ইয়াৰ হাতত তুলি দিবলৈ ওলাইছ? (উত্তেজিত হৈ) কিমান টকা দিলে ই তোক? ক, কিমান টকা দিলে?

**দিপেন** ঃ (নৰম সুৰত) ৰ'চোন ৰ'। অকণমান শান্ত হ'চোন।

**অঞ্জলী** ঃ কিয় শান্ত হ'ম মই? কিয়? তোৰ আৰ্জনৰ টকাৰে মই খোৱা নাই নহয়। কি অধিকাৰত তই মোক বেচিবলৈ ওলাইছ?

**জোনাকী** ঃ দিপেনকাই, তই সঁচাকৈয়ে বহুত তললৈ নামি গ'লি। ভাবিছিলো তই কেৱল মোকহে ৰামঠগন দিলি। মোৰ টকা-পইচা লুট কৰিলি। কিন্তু এই টকাৰ বাবে তই অৱশেষত তোৰ ভনীয়েৰাজনীকো বেচিবলৈ লৈছ।

ইমান নীচ তই। থুই।

**দিপেন :** (খঙেৰে) ঐ তই মুখ চম্ভালি কথা ক'বি। আমাৰ ঘৰৰ কথাত মাত মাতিবলৈ তই কোন বে? মোৰ যি খুচি মই তাকে কৰিম। ভনী, তই ফজল ভাইৰ লগত যাব লাগিব।

**অঞ্জলী :** (দৃঢ়তাৰে) নাযাওঁ।

**দিপেন :** তই যাবই লাগিব।

**অঞ্জলী :** নাযাওঁ বুলিছো নহয়। মোক ধৰি-বান্ধি দি পঠিয়াবি নেকি?

**দিপেন :** অ'। প্ৰয়োজন হ'লে—

**ধৰ্মেশ্বৰ :** (আৰ্তনাদ কৰি) কোন ক'ত আছ আহ অ'। মোৰ ছোৱালীজনীক বচা অ'। ই কুকুৰে মোৰ ছোৱালীজনীক বেচিবলৈ ওলাইছে। তাইক বচা অ'।

**ফজল :** দিপেন ভাই, তোমাৰ ভৈনীক আৰু মই নাহি নিবো। মোৰ ৰুপিয়াটো লটাই দিবি আৰু।

**দিপেন :** নাই নাই, ফজল ভাই। মই এক কথাৰ মানুহ। তাই তোমাৰ লগত যাবই লাগিব।

**ফজল :** না, না, এইচব ঝামেলাত মই নাই আছে। তুমিতো না বলেছিলেন কি তোমাৰ ঘৰে এতনা ঝগড়া আছে। মই যাব। তুমি কালকে ৰুপিয়া লটা দিবু। (ফজল ওলাই যায়)

**দিপেন :** ৰ'বা ফজল ভাই। তুমি মোৰ কথা শুনাচোন। ফজল ভাই—

(ফজলৰ পিছে পিছে দিপেন ওলাই যায়। কিছুসময় নিস্তব্ধতা।)

**অঞ্জলি :** (আবেগিকভাৱে) তই মোক মাৰ লগতে একেখন চিতাত জ্বলাই দিয়া হ'লেই ভাল আছিল পিতাই। অন্ততঃ আজিৰ এই অপমানৰ দিনটো দেখিবলগীয়া নহ'লহেঁতেন।

**উত্তম :** অঞ্জলি!!

**অঞ্জলী :** (কান্দি) অ' উত্তম কাকা। মই আৰু জীয়াই থাকিব নিবিচাৰোঁ। মোৰ নিচিনা দুৰ্ভাগ্য আন কাৰোবাৰ জীৱনলৈ কেতিয়াবা আহিছেনে? ভাই-ভনীৰ এইটো কেনে সম্বন্ধ? য'ত তেজৰ সম্পৰ্কৰ গুৰুত্ব নাই, মানবীয় মূল্যবোধ নাই....

**উত্তম :** মই যদি এটা সিদ্ধান্ত লব বিচাৰো তই বেয়া পাবি নেকি অঞ্জলি?

**অঞ্জলী :** সিদ্ধান্ত? কি?

**উত্তম :** এইখন ঘৰত তোৰ অকণো নিৰাপত্তা নাই অঞ্জলি। আঁচনি সফল নোহোৱা বাবে দিপেনে ঘূৰি আহি কি বিহ দেখুৱাই ক'বতো নোৱাৰি। বুঢ়া পিতায়ে তোৰ কি নিৰাপত্তা দিব? মইতো আদিবাসী সম্প্ৰদায়ৰ মানুহ। তথাপি যদি জাত-কুলৰ বিচাৰ নকৰ তেন্তে তই বাৰু মোৰ জীৱনলৈ জীৱনসংগী হিচাপে আহিবলৈ বেয়া পাবি নেকি?

(উত্তমৰ কথাত জোনাকী আৰু ধৰ্মেশ্বৰ থৰ হৈ ৰৈ থাকে)

**অঞ্জলি :** (প্ৰতিবাদ কৰি) এইবোৰ তুমি কি কথা কৈছা কাকা? তোমাক মই নিজৰ দাদা হিচাপে অন্তৰত স্থান দিছো। ককাই-ভনীৰ সম্পৰ্ক কেনেকৈ পতি-পত্নীৰ সম্পৰ্কলৈ ৰূপান্তৰিত হ'ব পাৰে? তাৰোপৰি মোৰ দৰে এজনী পংগু ছোৱালী বিবাহৰ একেবাৰে অনুপযুক্ত। মই গৈ তোমাৰ ডিঙিত হাড়মালা হৈহে ওলমিব লাগিব। মোৰ পংগুত্বক মই কাৰোবাৰ পুতৌজনক অনুভৱৰ সীমাত বন্দী কৰিব নোখোজো কাকা।

**উত্তম :** ভুল নুবুজিবি অঞ্জলি। তোৰ অসহায় অৱস্থাৰ সুযোগ ল'ব খোজা নাই মই। কিন্তু মই তোক শান্তি আৰু নিৰাপত্তা দিব খোজো। মানুহৰ মৰমৰ ছাঁত তোক জীয়াই তুলিব খোজো আৰু সম্পৰ্কৰ কথা যে কৈছ ঈশ্বৰৰ সন্তান হিচাপে আমি সকলোৱেইতো একেডাল ডোলতে বন্ধা আছো। তেনেহ'লে পৃথিৱীৰ কোনটো সম্বন্ধনো সম্পৰ্কহীন হ'ল? তোৰ পংগুত্বক মই কোনোদিন পুতৌৰ দৃষ্টিৰে চোৱা নাই অঞ্জলি। এই ধুনীয়া পৃথিৱীখন চোৱাৰ তোৰ হেঁপাহখিনি পূৰণ কৰি মই যি আনন্দ পাম সেই আনন্দ মোক আন একো বস্তুৱে দিব নোৱাৰে অঞ্জলি।

**অঞ্জলী :** (আবেগিক হৈ) কাকা!!

**উত্তম :** (দৰ্শকৰ ফালে চাই) মানুহৰ মাজৰপৰা প্ৰেম আৰু মানৱতা এতিয়াও শেষ হৈ যোৱা নাই অঞ্জলি। তয়ে এদিন কৈছিলি, বধ্যভূমিৰ কঠিন মাটিতে কেতিয়াবা ভালপোৱাৰ সেউজীয়া গঁজালি ফুটি উঠে। আহচোন, আমি দুয়োটাই বধ্যভূমিৰ এই শুকান বুকুতে প্ৰেম আৰু মানৱতাৰ এপাহ ৰঙা গোলাপ ফুলাবলৈ চেষ্টা কৰি চাওঁ।

(অঞ্জলিৰ কান্দোনৰ শব্দ শুনা যায়। দুখৰ সংগীত বাজি উঠে।)

**সমাপ্ত**

# ভয়

## নাট্যকাৰ # ধৰণী বৰা

**চৰিত্ৰলিপি ঃ**

১। ত্ৰিভুৱন
২। অনন্ত
৩। ইলা
৪। হৰিচৰণ
৫। সাংবাদিক

ড্ৰইং ৰুম। ৰুমত প্ৰয়োজনীয় সামগ্ৰী থাকিব। সময ৰাতিপুৱা। অনন্ত কাকতিয়ে ৰুমৰ একাংশত ব্যায়াম কৰি থাকে। ত্ৰিভূৱনে উত্ৰাৱল গতিৰে চিঞৰি সোমাই আহে।

**ত্ৰিভূৱন ঃ** হেঁৰৌ অনন্ত, অনন্ত উঠালনে? অনন্ত (পোনে পোনে ভিতৰলৈ যাবলৈ বিচাৰে, পুনৰ ঘূৰি আহে আৰু অনন্তৰ গাত চকু পৰে) সৰ্বনাশ কাণ্ড,ভাবিব নোৱাৰা ঘটনা।

**অনন্ত ঃ** এই ব্ৰহ্ম পুৱাতেনো আনক কিহৰ আমনিখন কৰহি অ'।

**ত্ৰিভূৱন ঃ** বাচি গ'লো বুজিছ। ভগৱানে ভাল বচাই দিলে। ডাঙৰ ল'ৰাটো কালি মোমাযেকৰ ঘৰলৈ গৈছিল। ভাবিলো তাৰহে কিবা এটা হ'ল। ঘৰত যেনেদৰে আছিলো তেনেদৰে দৌৰি আহিলো। উঃ ভগবান ৰক্ষা। সি নহয় বুজিছ।

**অনন্ত ঃ** অই ৰবিছোন ৰবি, তই মোক আমনিখন নলগাবি। তই জাননে নাজান,এইবোৰ কৰি থাকোতে কিবা বিজুতি লাগিলে কি হৈ যাব পাৰে ?

**ত্ৰিভু ঃ** বিজুতি লাগিবলৈ নাই লাগিযেই গ'ল। তই এতিয়া ভৰি ওপৰলৈ কৰি মূৰ তললৈ দি লুটিখাই থাকিলে নহ'ব। দেশখনেই লুটি খালে। কি হ'ল জানিছনে নাই?

**অনন্ত ঃ** কি হ'লনো?

**ত্ৰিভু ঃ** তহঁতৰ পদূলিৰ গেটৰ দুই এনলৰ আঁতৰত ডেদ্‌বডি এটা পৰি আছে। (ইলা ওলাই আহে, মনত উদ্বিগ্নতা)

**ইলা ঃ** ডেদবডি, আমাৰ পদূলিৰ মুৰত! হেৰি শুনিছেনে? এৰক, বাদ দিয়ক আপোনাৰ যোগাসন। হয়নে! কি হ'ব এতিয়া?

**ত্ৰিভু ঃ** বগা, নোদোকা একেবাৰে তজবজীয়া ডেকা ল'ৰা।

(বাহিৰলৈ জুমি জুমি চাই)

**অনন্ত ঃ** ডেকা নে বুঢ়া তোৰ ভালদৰে চোৱাৰ সাহস হ'ল জানো?

**ত্ৰিভু ঃ** নহয় মানে গাত স্পটিং দেখিলো। তাতেই আকৌ আজিকালি ডেকা ল'ৰাবোৰ বেছিকৈ মৰিছেতো সেইকাৰণেহে কৈছো।

**ইলা ঃ** হেৰি, হৈছে আৰু, আজিলৈ সামৰকচোন। ৰ'ব গম পাব, যোগাসন কৰি থকা আধা নঙঠা ফকিৰক পুলিচে যেতিয়া হাতত হেণ্ডকাপ লগাই লৈ যাব তেতিয়া গম পাব।

(অনন্তই যোগাসন এৰে)

**ত্ৰিভু ঃ** এতিয়া পুলিচ আহিব?

**অনন্ত ঃ** কিয় নাহিব?

**ত্ৰিভু ঃ** আমাক জোৰ জুলুম কৰিব?

**অনন্ত ঃ** কিয় নকৰিব?

**ত্ৰিভু ঃ** থানালৈ যাব লাগিব?

**অনন্ত ঃ** প্ৰয়োজন হ'লে যাব লাগিব।

**ত্ৰিভু ঃ** হেৰৌ অনন্ত, থানাত নি সিহঁতে কিযে জীয়া শাস্তিবোৰ নিদিব।

**ইলা ঃ** আৰু মই এইবোৰ কেনেদৰে চাই থাকিম হয়নে। কি দৰে সহ্য কৰিম।

**ত্ৰিভু ঃ** ক'ৰ ডেকা ল'ৰা আহি ক'ত আপোনাঘাটি হৈ মৰি, আনক অশান্তিখন দিবহি,হেৰৌ মৰিবলৈ আৰু ঠাই বিচাৰি নাপালি?

**অনন্ত ঃ** সি নিজে মৰিলনে আন কোনোবাই গুলিয়াই মাৰিলে তই কেনেকৈ জানিলি?

**ত্ৰিভু ঃ** কিবা এটাহৈ মৰিল আৰু।

**ইলা ঃ** ল'ৰাটোক কোনোবা উগ্ৰপন্থীয়ে গুলীয়াই মাৰিলে, কি কাৰণে মাৰিলে বাৰু?

**ত্ৰিভু ঃ** তুমিও যে আৰু। যিটো কাল আহি পালেহি, হেৰৌ কাৰোবাক গুলীয়াই মাৰিবলৈ কিবা কাৰণ লাগেনে। যি দেখিছো নিজা পদূলি নালাগে ঘৰৰ বাৰান্দাৰ পৰাও এখোজ আগবাঢ়ি যাবলৈও ভয় হ'ল বুজিছা।

**ইলা ঃ** এইবোৰ কথা ক'লে এওঁ আকৌ হাঁহি উৰুৱাই দিব। কিমান ক'লো মিটিং চিটিং এৰক, এৰক নাই নুশুনে।

**অনন্ত ঃ** মই ৰাজনীতিৰ মিটিঙত ভাষণ দিয়াগৈ নাই নহয়, মোক কোনোবাই গুলীয়াই মাৰিব।

**ইলা ঃ** ভাল কথা এটা ক'লে কেনেদৰে জাঙুৰ খাই আহে। মই কৈছো নহয় নোৱাৰে, নোৱাৰে আজিৰ পৰা আপুনি মিটিং চিটিং কৰিব নোৱাৰে।

**অনন্ত ঃ** মই শিক্ষক হিচাপে বিদ্যালয়ৰ সভা কেইখনতো ভাষণ দিব নোৱাৰিম নেকি?

**ইলা ঃ** নোৱাৰে। মই যাবলৈ নিদিওঁ। নিদিওঁ বুলি কৈছো নহয় নিদিও

**অনন্ত ঃ** হোৱাই নোহোৱাই তোমাৰ চব কথা মানি চলিব লাগিব?

**ইলা ঃ** চলিব লাগিব। কাৰণ আপুনি মোক বিয়া কৰাই আনিছে।

**অনন্ত ঃ** বিয়া কৰাই আনিলো বুলিয়েই যে তোমাৰ প্ৰত্যেকটো কথাতে উঠ বহ কৰিব লাগিব তাৰ কি মানে আছে?

**ইলা ঃ** দৰকাৰ হ'লে কৰিব লাগিব।

**অনন্ত ঃ**হেৰা, গম পাইছানে নাই? এইখন মোৰ ঘৰ, মোৰ ইনকামত চলিছে, মই আকৌ তোমাৰ কথামতে চলিব লাগিব। নচলো হে, নচলিলে মোৰ কি নোমডাল চিঙিবা।

**ইলা ঃ** ভাত বন্ধ কৰি দিম।

**অনন্ত ঃ** মোৰ হাত নাই বুলি ভাবিছা ৰান্ধি খাবলৈ।

**ইলা ঃ** বাকচৰ তলা ছাবি খুজি চিঞৰি মৰি থাকিলেও নাপাব।

**অনন্ত ঃ** সেইটো ভাঙি অন্য এযোৰ লগাই ল'ম।

**ইলা ঃ** গধূলী হোৱাৰ আগতেই ঘৰ আহি নোসোমালে দুৱাৰত তলা লগাই দিম।

**অনন্ত ঃ** তলা ভাঙিবলৈ হাতুৰি নাই বুলি ভাবিছা।

**ইলা ঃ** এইবোৰ টান কথা শুনাবলৈকে মোক বিয়া কৰাই আনিছিল। (কান্দে) বুজিছা, আজিহে বুজিছো মানুহজনৰ মোৰ প্ৰতি কিমান মৰম। মানুহজনৰ কাৰণে মই মিছাকৈয়ে চিন্তা কৰি মৰিছো।

**ত্ৰিভু ঃ** অনন্ত, তই মানুহটো অলপ সহজ হৈ দেচোন।

**ইলা ঃ** হেৰি, আপুনিয়েই চাওঁকচোন, মানুহজনৰ কিবা এটা হয় বুলিহে বাধা কৰিছিলো। তাকেলৈ ইমান হ'বগৈ বুলি ভবা নাছিলো নহয়। (কান্দে)

**ত্ৰিভু ঃ** ব'বাচোন, ব'বা, অনন্ত তয়ো ধৈৰ্য ধৰ। ইলাই কথাবোৰ হিচাপে কৰি পাই গৈছে নহয়। পানীৰ তলৰ কাঁইট বুজিছ ধৰিব নোৱাৰি। বাৰু অনন্ত, এই সেই মিটিং বিলাকত ন'কল কৰিব নালাগে বুলি ভাষণ দিছনে নাই?

**অনন্ত ঃ** দিছো।

**ত্ৰিভু ঃ** পৰীক্ষাৰ্থীয়ে জেপৰ পৰা, পেটৰ পৰা, বুকুৰ পৰা, ধৰি ললো অন্য কোনোবা ফৰ্মুলা ৰ পৰা নকল কৰি থকা অৱস্থাত পাই তই সিহঁতক পৰীক্ষা গৃহৰ পৰা নিশ্চয় বহিস্কাৰ কৰিছ।

**অনন্ত ঃ** কৰিছো, আঙুলিৰ মূৰত হিচাপ কৰিব নোৱাৰাকৈ কৰিছো।

**ত্ৰিভু ঃ** সেইবোৰেই তোৰ শত্ৰু বুজিছ। ভাল মানুহৰ শত্ৰু হিচাপ কৰিব নোৱাৰাকৈ থাকে।

**অনন্ত ঃ** সিহঁতে মোক মাৰিব, মাৰিলে মাৰক। ছাত্ৰই শিক্ষকক মাৰিলে মই স্বৰ্গবাসী হ'ম।

**ইলা ঃ** এইটো বয়সতে কেনেদৰে বিধৱা কৰি গুচি যাব বিচাৰিছে দেখিছেনে? এইবোৰ নঘটাৰ আগতে মোক মাৰি নিয়া ভগবান।

**ত্ৰিভু ঃ** এহ ৰ'বাচোন ৰ'বা এতিয়ালৈকে কাৰো একো হানি বিঘিনি ঘটা নাই নহয়।

**ইলা ঃ** কিবা এটা হ'লে মই বাৰ কেনেকৈ জীয়াই থাকিম। দেখা নাই বাটে ঘাটে কুকুৰ মেকুৰী মৰাৰ দৰে মানুহবোৰ কেনেদৰে মৰিছে। নোৱাৰে, আজিৰ পৰা আপুনি মিটিঙলৈ যাব নোৱাৰে। আহক, এইবাৰ কোন আহে মিটিঙলৈ মাতিবলৈ, উঠাই পঠাম।

**(চাইকেলৰ টিলিঙা বজাই বজাই হৰিচৰণ সোমাই আহে)**

**(টিলিঙাৰ শব্দ শুনি ত্ৰিভুৱনে চক্ খাই অনন্তৰ ওচৰলৈ দৌৰি যায়)**

**ত্ৰিভু ঃ** অনন্ত, পুলিচ!

**হৰিচৰণ ঃ** হেৰি, হেৰি লওঁক আপোনালোকৰ পেপাৰ লওঁক, মোৰ ৰবলৈ সময় নাই। মই আহিলো।

**ত্ৰিভু ঃ** হেৰা, চাইকেলৰ পৰা নানামিবাই নেকি? নামাচোন নামা। এইফালে আহা সোমাই আহাচোন? (হৰিচৰণ সোমাই আহে)

**হৰি ঃ** সময় নাই বুলি কৈছো নহয়।

**ত্ৰিভু ঃ** আনদিনা দেখোন খুজি মেলি হ'লেও চাহ তাহ খাই যোৱা। আজিনো ইমান খৰধৰখন লগাইছা কিয়?

**হৰি ঃ** আজিৰ কথা বেলেগ। পদূলিৰ কাষত মৰাশ এটা লৈ কথাৰ আড্ডা মাৰি থাকিলে জানেইতো কি হৈ যাব পাৰে।

গতিকে মই চাইকেল ঘূৰালো

ত্ৰিভু ঃ ৰ'বাচোন, ৰ'বা (মুড পৰিবৰ্তন) পুলিচ অহাৰ কিবা গম পাইছা নেকি?

হৰি ঃ পুলিচে আপোনাক মোক জনাই আহিব নেকি?

ত্ৰিভু ঃ অনন্ত!

হৰি ঃ আপোনাৰ পুলিচলৈ বৰ ভয় দেখিছো।

ত্ৰিভু ঃ লাগিবতো। উৰহৰ খং ভঙা ঢাৰীত জাৰিব নহয়।

অনন্ত ঃ ত্ৰিভুবন, এওঁক যাবলৈ নিদিয়ে কিয়?

হৰি ঃ দেখিছেনে? কেনেদৰে জেলুকে ধৰাদি ধৰিছে।

ত্ৰিভুঃ ৰ'বাচোন ৰ'বা, কথা এটা সোধো। ঘটনাটোৰ বিষয়ে তাত কিবা লিখিছে নেকি?

হৰি ঃ আপুনিও যে, আজিৰ ঘটনা কাইলৈ ওলাব। সাংবাদিক সকলে ঘটনাটো তদন্ত কৰি নিয়াৰ পাছতহে ওলাব। হেৰি মোক মিছাতে নামাৰিব বুজিছে, মই আহো।

ত্ৰিভু ঃ ইমান খৰধৰখন লগাইছা কিয়? ৰ'বাছোন যাবা নহয়।

হৰি ঃ মই আপোনালোকৰ লগত থাকি জুইত পৰি মৰিব নোৱাৰোঁ। মই যাওঁ?

ত্ৰিভু ঃ যাবা ৰ'বা চোন? দুজনমান থাকিলে মনটোৱেই দেখোন ডাঠ, ডাঠ লাগি থাকে অ'। সেইকাৰণেহে তোমাক ৰাখি আছো, বেয়া নাপাবা। তাতে তোমালোক বাতৰি বিভাগৰ মানুহ, পুলিচে একো নকৰে।

হৰি ঃ সেইবোৰা বাচ বিচাৰ নকৰে। বস্তু দলিওৱাদি গাড়ীত ভৰাই লৈ যাব। পাছে, নুসুধি নোৱাৰিলোঁ। অলপ আগতে ইয়াত হুলস্থুল কন্দা- কটা শুনিছিলোঁ, কিবা হৈছিল নেকি?

অনন্ত ঃ নাই, একো হোৱা নাই।

হৰি ঃ মই আকৌ ভাবিছিলো,ইয়াতো কাৰোবাৰ ডেদ কৰিলে নেকি?

ইলা ঃ কৰা নাই কৰিব। হেৰা তুমিয়ে চাৰক কথাষাৰ কোৱাচোন, মানি লয়েই বা। নতু চাৰক কোনোবাই মাৰি পেলাব।

হৰি ঃ চাৰক মই কিবা ক'ব লাগে, মই একো বুজিয়েই পোৱা নাই।

ইলা ঃ পাৰিলে তুমিয়েই বন্ধ কৰাচোন।

হৰি ঃ কি বন্ধ কৰিব লাগে?

ইলা ঃ মিটিং কৰিবলৈ। মিটিং কৰি থাকোতে চাৰক যদি কোনোবাই মাৰি পেলায়, মোৰ কি গতি হ'ব বাৰু।

হৰি ঃ কথা নাই, কাণ্ড নাই, চাৰক বাৰু মই কেনেকৈ কওঁ, মিটিং নকৰিব বুলি । বেয়া নাপাব। মোক আপোনালোকৰ প্ৰাইভেট কথাকৈ নাটানিব। মই আহোঁ।

(হৰিচৰণ যায়)

ত্ৰিভু ঃ বাচিল, বাচিল। এইজনা পুলিচৰ হাতৰ পৰা বাচিল। এইবিলাকৰ ভাগ্য ভগবানে বেলেগ ধৰণেৰে সৃজিলে। দেখিলে কেনেদৰে বাচি গ'ল।

অনন্ত ঃ উঃ (পেপাৰখন থৈ) আজি ব্যায়াম কৰি চাহ -তাহ অকণো খোৱা নহ'ল। হেৰা, চাহ একাপ দিবা নেকি?

ইলা ঃ মানুহটোৰ গাত কি লাগিল জানো। ভয় সংশয় বুলিবলৈ একো নাই নেকি?

(Direction) (গাড়ীৰ শব্দ শুনা যায়)

ত্ৰিভু ঃ অনন্ত, গাড়ীৰ মাত। (জুমি চাই) স্কুটাৰ, মটৰ চাইকেল সৌৱা মানুহৰ জুম বান্ধিছে । ডেদবডিটো মানুহে আগুৰি ধৰিছে।

ইলা ঃ (চাই ) এৰাতো ডেদ বডিটো ইয়াৰ পৰা নেদেখাই হ'ল।

ত্ৰিভু ঃ অই অনন্ত, মানুহবোৰ কোবা-কুবিকৈ আঁতৰিছে। দেখোন। পুলিচ অহা নিশ্চয় গম পাইছে।

অনন্ত ঃ ইমান সোনকালে পুলিচে নাহে।

ত্ৰিভু ঃ তেন্তে নাহিবই নেকি?

অনন্ত ঃ আহিব, পলমকৈ আহিব। তই যেনেদৰে পুলিচে ডেদবডি নিনিয়ালৈকে মোৰ ওচৰত ভয়তে ঘৰলৈ নোযোৱা কৈ আছ। ঠিক তেনেদৰে পুলিচেও হত্যাকাৰী আঁতৰি যোৱালৈ অপেক্ষা কৰি আছে। অলপ পাছতে ওলাবহি।

ত্ৰিভু ঃ তেনেহ'লে খাটাং আহিবই। হত্যাকাৰীক নাপাই উধাই-মুধাই আনকে গৰু পিটন দিব নহয়।

অনন্ত ঃ পিটিবতো।

ত্ৰিভু ঃ অনন্ত, হেৰৌ তোৰ পদুলিলৈ আহিবলৈ মোক কিহে পাইছিল। যি মৰাশ দেখিলে মানুহে গা ধোৱে, তেনে মৰাশৰ লগতে ধৰি বান্ধি একেখন গাড়ীতে লৈ যাব। ঐ অনন্ত, পুলিচে কিবা কিবি সুধিলে কি বুলি ক'ম, আলপ শিকাই দিবি।

অনন্ত ঃ যি সোধে তাকে কবি। মিছা কথাবোৰ সাজি কৈ পিছত ধৰা পৰিব লাগিলে ঘটনা বিপৰীত হ'ব।

ত্ৰিভু ঃ তেন্তে ডেদবডিটো দেখিয়েই দৌৰি আহি তোক খবৰ দিয়া কথাটো ক'ম। তাৰ পাছৰ কথাবোৰ কিন্তু তই কবি দেই।

অনন্ত ঃ যদি ৰাতি কিবা গম পাইছিল নেকি বুলি সোধে তেতিয়া?

ত্ৰিভু ঃ একো নাজানো বুলি ক'ম। টোপনিয়ে মৰণে একেই। গতিকে ক'ত কি ঘটিছে ,একো নাজানো পুলিচে দেখিলে চব খেলি মেলিখন লাগি যায় নহয়। উশাহটো কিবা চুটি হৈ আহে।

ইলা ঃ এতিয়া দেখিছো গৈ গৈ আমাৰ জনহে বিপদত পৰিবগৈ।

অনন্ত ঃ তুমি হত্যাকাৰী নহয় বুলি কৈ দিবা।

ইলা ঃ মই ক'লেই হ'বনে।

অনন্ত ঃ প্ৰমাণ দি দিবা।

ইলা ঃ কি প্ৰমাণ?

অনন্ত ঃ যোৱা ৰাতি চাৰিমাহে দৰমহা নোপোৱাকলৈ লগা সেই যুদ্ধখন পাহৰিলা নেকি? সেই যুদ্ধ দেখোন সন্ধ্যাৰ পৰা

পুৱালৈকে চলিল তাৰ পিছতনো বাৰু মই মানুহ হত্যা কৰিবলৈ সময় ক'ত পালো।

**ইলা** ঃ এইবোৰ কথা ক'ব পাৰি নেকি? আনক ঘৰুৱা কথাবোৰ উদঙাই দিব নোৱাৰো নহয়।

**অনন্ত** ঃ বাচিবলেতো কবই লাগিব। যি দেখিছো এই ঘটনাটো নঘটা হ'লে তোমাৰ মুখৰ মাত এবাৰি পোৱাতো দুৰৰ কথা পুৱাই পুৱাই মাৰাৰ ঘৰলৈ চেঁকুৰিলাহেঁতেন। (হাঁহে)

(বাহিৰত গাড়ীৰ মাত)

**ত্ৰিভু** ঃ অই অনন্ত, গাড়ী গাড়ী (চাই) গাড়ী আহি তোৰ পদূলিত। কি হ'ব এতিয়া অনন্ত।

**ইলা** ঃ হয়নে কি হ'ব।

**অনন্ত** ঃ মানুহ মৰিছে পুলিচ আহিবই। তুমি ভিতৰলৈ যোৱা।

**ইলা** ঃ মই আপোনাক এৰি নাযাওঁ।

**ত্ৰিভু** ঃ (পুনৰ চাই) গাড়ীৰ পৰা পুলিচ নামিছে আৰু তাত পুলিচৰ বাদে অন্য মানুহ কোনো নাই। আহিছে অনন্ত আহিছে। অ-ন-ন্ত।

(নেপথ্যৰ পৰা পুলিচৰ মাত)

**পুলিচ** ঃ ঘৰৰ গৃহস্থ কোন? পদূলিলৈ ওলাই আহক দেৰি নকৰিব।

**অনন্ত** ঃ তাৰ পৰাই যে চিঞৰিছে, ভিতৰলৈ আহিব নোৱাৰে নেকি?

**ত্ৰিভু** ঃ অনন্ত দেৰি কৰিলে বিপদ হ'ব। সোপাই আহি ঘৰ পাবহি। যা নাযাব কিয়?

**ইলা** ঃ আপুনিও লগতে যাওঁকচোন। অকলে পাই মানুহজনক কি কৰে ঠিকনা নাই। যাওঁকচোন আপুনিও যাওঁক।

**ত্ৰিভু** ঃ তুমিও যে তাকহে মাতিছে।

**ইলা** ঃ আপোনাৰ লগতে ময়ো যাম। নতুবা মানুহজনক কিবা কৰিব। হে হেৰি।

**অনন্ত** ঃ আ ঃ চুপ চাপ থাকাচোন। এইবিলাক দেখিলে পুলিচে সন্দেহ কৰিব। চাওঁ, মোৰ চাৰ্ট পেণ্টযোৰ আনাচোন। এহ নালাগে ৰ'বা। (অনন্ত ভিতৰলৈ যায়)

**ত্ৰিভু** ঃ (পাইচাৰী কৰি পুনৰ জুমি চায়) ভগৱান চব এইফালে মুখ কৰি চাই আছে। অনন্ত, দেৰি কৰি নাথাক যাহি।

**ইলা** ঃ অই আমাক কিহে পালে।

(ইলা আৰু ত্ৰিভুৱনে চিন্তাতে পাইচাৰী কৰি ফুৰে তেনেতে অনন্ত ওলাই আহে ইলাই ঘূৰি চাই)

**ইলা** ঃ সোনকালে আহিব।

**অনন্ত** ঃ ত্ৰিভুৱন তই এতিয়া?

**ত্ৰিভু** ঃ হ'ব, মই ইয়াতে আছো। তই যা যা দেৰি কৰি নাথাক। (অনন্ত যায়)

**ইলা** ঃ মানুহজনক পুলিচে লৈ যাব নেকি?

**ত্ৰিভু** ঃ কেনেকৈ ক'বা। পুলিচৰ হোনো ওলোটা খোজ। অৱশ্য অনন্তক সিঁহতে যুক্তিৰে বলে নোৱাৰে। সি এজন খ্যাতি সম্পন্ন নাম কৰা শিক্ষক। পুলিচ নালাগে মন্ত্ৰী বিধায়কেও তালৈ ভয় কৰে। আনকি ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, আই ভগৱতীয়েও ।

(Direction)

অ' আঙুলি টোৱাই টোৱাই অনন্তক কিবা কিবি সুধিছে দেখোন।

**ইলা** ঃ ডেদবডিটো গাড়ীত তুলিলে নেকি?

**ত্ৰিভু** ঃ ডেদবডিটোৰ কাষে কাষে দুজনমান পুলিচ। ঘূৰি ঘূৰি ইজনে সিজনক কিবা কৈছে।

**ইলা** ঃ দুজনমানে ফিটা মাৰি কিবা জুখিছে।

**ত্ৰিভু** ঃ আৰু এজনে বহীত কিবাকিবি লিখিছে।

**ইলা** ঃ ডেদবদিটো সৌৱা গাড়ীলৈ তুলিছে।

**ত্ৰিভু** ঃ হে ভগৱান! হে ঈশ্বৰ, সোনকালে কৰা।

**ইলা** ঃ তেখেততো সৌৱা ঘৰলৈ ঘুৰিছে। উস ৰক্ষা

**ত্ৰিভু** ঃ এটা দুটাকৈ পুলিচবোৰ গাড়ীলৈ উঠিছে। হে হৰি সোনকালে যোৱা। (গাড়ী যোৱাৰ শব্দ) গ'ল গ'ল। পুলিচৰ গাড়ী গ'ল যেতিয়া এতিয়া মই অনন্তৰ ওচৰলৈ যাব পাৰো। (ত্ৰিভুৱন যায়)

**ইলা** ঃ ইমানতে ভগৱানে চকু মেলি চালে বুলিহে।

( দুয়ো সোমাই আহে। ত্ৰিভুৱনে কান্দি আহে।)

**ত্ৰিভু** ঃ বাচি গ'লো বুলি ভাবিছিলো, নাই ভগৱানে নবচালে।

**অনন্ত** ঃ ৰ'চোন, কন্দাকটাখন নকৰিবি। মাৰিবলৈ মতা নাই নহয় থানালৈহে মাতিছে।

**ত্ৰিভু** ঃ তালৈ গ'লে মৰিবলৈ আৰু কিটো বাকী থাকিল।

**ইলা** ঃ কি হৈছে হা?

**অনন্ত** ঃ ত্ৰিভুৱকে মোকো থানালৈকে মাতি গৈছে। সিহঁতে লগতে নিব বিচাৰিছিল মইহে আকৌ অলপ পিছতে গৈ আছো বুলি ক'লো।

**ইলা** ঃ হে হৰি! মই বাৰু এতিয়া কি কৰোঁ।

**অনন্ত** ঃ অযথা চিঞৰ বাখৰখন নকৰিবাচোন।

**ত্ৰিভু** ঃ সিহঁতে বাৰু মোৰ নামতো কেনেকৈ জানিলে।

**অনন্ত** ঃ ময়ে ক'লো। সিহঁতে তোৰ ঘৰলৈ যাব বিচাৰিছিল মই আকৌ তই ইয়াতে থকাৰ কথাটো কোৱাত সিহঁত নগ'ল।

**ত্ৰিভু** ঃ এতিয়া কি কৰ?

**অনন্ত** ঃ মাতিছে যেতিয়া যাবতো লাগিবই।

**ত্ৰিভু** ঃ অনন্ত। তইতো জানই পুলিচে দেখিলে মোৰ কি গতি হয়। তাতে আকৌ কিবা সুধিলে চব কথা নাকে কানে যাব। (গাড়ীৰ মাত)

**ত্ৰিভু** ঃ অনন্ত। আমাক নিবলৈ গাড়ী ঘুৰিলে। (জুমি চাই)

**ইলা ঃ** হয়তো, আমাৰ পদুলী মুৰতে গাড়ী ৰাখিছে। হেৰি কি কৰে এতিয়া ?

**ত্রিভু ঃ** এইবাৰ খাকী ড্রেছৰ নহয়। সৌঁৱা, ডেদবডিটো থকা ঠাইখিনি নিৰীক্ষণ কৰি এইফালে আঙুলিয়াই কিবা এটা কৈছে। আহিছে অনন্ত, এইফালেই আহিছে। হেৰৌ অনন্ত, কিবা খোকোজা লাগিলে পোনাই দিবি।

**ইলা ঃ** হেৰি, মোকো যদি কিবা সোধে কি বুলি ক'ম।

**অনন্ত ঃ** যি সোধে তাকে ক'বা। নোৱাৰিলে মোলে আঙুলিয়াই দিবা।

(সাংবাদিক সোমাই আহে)

**সাংবাদিক ঃ** নমস্কাৰ। মই দৈনিক বাতৰি কাকতৰ স্টাফ ৰিপটাৰ। (অনন্তলৈ চাই) এইখন আপোনাৰ ঘৰ।

**অনন্ত ঃ** হয় মোৰেই।

**সাং ঃ** মানুহ কিমান ?

**অনন্ত ঃ** বৰ্তমান দুজন। পত্নী আৰু মই। মা দেউতা ঢুকাইছে। সৰু ভাই দুটাই বাহিৰত চাকৰি কৰে।

**ত্রিভু ঃ** অনন্ত, মই যাওঁৰেই নেকি ?

**সাং ঃ** ৰ'ব, আপোনাৰ পৰাওঁ দুই এটা কথা জানিব লগীয়া আছে। (পুনৰ) আপোনাৰ সৰু ভাই দুটাই কি চাকৰি কৰে ?

**অনন্ত ঃ** এটাই Education ডিপাৰ্টমেন্টত আৰু আনটোৰেই O.N.G.C. বিভাগত।

**সাং ঃ** আপোনাৰ নিজা ল'ৰা ছোৱালী ?

**ইলা ঃ** হেৰি আপোনাক আমাৰ ব্যক্তিগত কথাবোৰ ক'ব লাগিব নেকি ? আমাৰ লৰা-ছোৱালী নাই।

**সাং ঃ** খং নকৰিবচোন। মই প্রয়োজনীয় কথাকেইটাহে সুধিছো। এতিয়া কওঁকচোন ? আপোনাৰ ঘৰ।

**ত্রিভু ঃ** অনন্ত।

**সাং ঃ** মই সুধিছো আপোনাৰ ঘৰ।

**ত্রিভু ঃ** ওচৰতে একেটা পদুলি বুলি ক'লেও ভুল নহয়। মন কৰিলে মোৰ ঘৰ ইয়াৰ পৰাই দেখা পাব। সৌ টো।

**সাং ঃ** আপোনাৰ নাম ?

**ত্রিভু ঃ** অনন্ত, পোনাই দিবি।

**সাং ঃ** আপোনাৰ নামো অনন্ত। অনন্ত কি লিখে। মানে উপাধি।

**ত্রিভু ঃ** নহয় মানে মোৰ নাম ত্রিভুবন, ত্রিভুবন শইকীয়া।

**সাং ঃ** আপুনি ইয়ালৈ কিয় আহিছিল ?

**ত্রিভু ঃ** পুলিচে প্রশ্ন কৰাৰ দৰে প্রশ্ন কৰিছে দেখোন।

**সাং ঃ** কথাবিলাক বাতৰি কাকতত শুদ্ধকৈ লিখিব লাগিবতো। কওঁক কি কাৰণে আহিছিল।

**ত্রিভু ঃ** মৰা খবৰটো দিবলৈ।

**সাং ঃ** এইজনৰ পদুলী মুৰত মানুহ মৰিছে, আপুনি খবৰ দিবলৈ আহিল। আপোনাৰ ওপৰত মোৰ চাচ্‌পেক্ট হৈছে।

**ত্রিভু ঃ** তাৰ মানে ?

**সাং ঃ** আপোনাৰ ওপৰত মোৰ সন্দেহ হৈছে।

**ইলা ঃ** এই মানুহজনৰ ওপৰত আপোনাৰ সন্দেহ হ'ব লাগে নে ? হেৰি নহয় মানুহ বিচাৰি নাপালে। ইয়াৰ পৰা যাওঁক বুলি কৈছো নহয় যাওঁক। কিবা খং উঠিব লাগিলে গালিত তিধ গতি দেখুৱাম।

**সাং ঃ** ৰ'ব, মই আপোনাক প্রশ্ন কৰা নাই। হেৰি আপুনি কি কৰে ?

**ত্রিভু ঃ** খেতি কৰোঁ।

**সাং ঃ** ঘৰত মানুহ কিমান ?

**ত্রিভু ঃ** সাতটা। ল'ৰাছোৱালী পাঁচটা।

**সাং ঃ** বাৰু এতিয়া মানুহজনক কোনে হত্যা কৰিলে আপোনালোকে কওঁক চোন।

**অনন্ত ঃ** আমি কেনেকৈ জানিম। মানুহজনক হত্যা কৰা আগতে হত্যাকাৰীয়ে আমাক জনাই থৈ গৈছিল নেকি ?

**সাং ঃ** গুলীৰ শব্দ শুনিছিল ?

**অনন্ত ঃ** কোনোবাই মানুহ হত্যা কৰিব আৰু মই গুলীৰ শব্দ শুনিব লাগিব তাৰ কি মানে আছে। কিমান শব্দৰে পৃথিৱীখন ভৰি আছে। শব্দই শব্দ।

**ত্রিভুঃ** অনন্ত, শব্দ, শব্দই শব্দ। তেনেস্থলত সামান্য গুলী এটাৰ শব্দ কেনেকৈ শুনিম।

**সাং ঃ** মানুহজনক চিনি পাই ?

**অনন্ত ঃ** কি আজে বাজে প্রশ্নবোৰ কৰি আছে হে। কোন মানুহ মৰিছে মোৰ জানিবলৈ কি দৰকাৰ আছে। লওঁৰে যেনিবা মানুহবোৰ যেনেদৰেহে মৰিছে। কাৰ কিমানৰ খবৰ ল'ম। লওতে প্রথম অবস্থাত
লৈছিলো, কিন্তু এতিয়া তাৰ প্রতি মই অভ্যস্ত।

**ইলা ঃ** আপোনালোকে মৰা মানুহবোৰ লৈ ইমান ব্যস্ত হৈ পৰে কিয় ?

**সাং ঃ** এইবিলাক সাংবাদিকৰ কামেই

**অনন্ত ঃ** আপুনি কাম এটা কৰক। এই বিষয়ে পুলিচক সুধিলে ইযাতকৈ ভালকৈ জানি ল'ব পাৰিব।

**সাং ঃ** পুলিচৰ ৰিপৰ্ট শুদ্ধ বুলি কেনেকৈ ক'ব। সেইকাৰণেহে আমি পাব্লিকৰ লগত যোগসূত্র ৰাখো। হেৰি মই সোধা প্রশ্নবোৰৰ উত্তৰ দি যাওঁকচোন।

**অনন্ত ঃ** মোক অলপ ৰেষ্ট লবলৈ দিয়কচোন। আপোনাৰ দৰে আৰু বহুত মানুহ আহিবলৈ আছে। ইফালে পুলিচে থানালৈও মাতি গৈছে। মোক আৰু টেনচন নিদিব।

**ইলা ঃ** নিজ কথাত টেনচন খাওঁকেই, লোকৰ কথাত ইমান টেনচন খাব নোৱাৰি নহয়।

**সাং :** সেই কাৰণে মই সোধা প্ৰশ্নবোৰৰ উত্তৰ দি মোক সোনকালে পঠাই দিয়ক। হেৰি শইকীয়া, আপুনিয়েই কওঁকচোন। ডেদবডিটো দেখিছিল?

**ত্ৰিভু :** দেখিছিলো।

**সাং :** ইয়াৰ পৰা আপোনাৰ কি ধাৰণা হৈছে বাৰু?

**ত্ৰিভু :** আপুনি পুলিচৰ দৰে কি অকুৱা-পকুৱা প্ৰশ্নবোৰ কৰিছে। ভাজ্ঞ নলগাকৈ সোধক।

**সাং :** এই ধৰক মানুহজন ক'ৰ, মানুহজনৰ নাম বয়স উগ্ৰপন্থীনে? আৰু ঘটনাটো কিমান সময়ত ঘটিছিল ইত্যাদি ইত্যাদি।

**ত্ৰিভু :** এইবোৰৰ বিষয়ে সমুদায় নাজানো।

**সাং :** মিছা নামাতিবা। ইমান ওচৰতে ইমান ডাঙৰ ঘটনা এটা ঘটিছে, অথচ একো নাজানো বুলি ক'লে কোনে বিশ্বাস কৰিব। হেৰি কথা লুকুৱাবলৈ চেষ্টা নকৰিব।

**অনন্ত :** মানুহ এজনক কোনোবাই হত্যা কৰাৰ পিছত আটায়ে যে ইমান ব্যস্ততা দেখুৱাই, মানুহ হত্যা কৰিব নোৱাৰা পৰিবেশ গঢ়ি তোলাত গুৰুত্ব নিদিয়ে কিয়?

**সাং :** এইয়াতো আমাৰ দায়িত্ব নহয়, প্ৰশাসনৰ দায়িত্ব, চৰকাৰৰ দায়িত্ব।

**অনন্ত :** আৰু আপোনালোকৰ দায়িত্ব বৰ বৰ হৰফেকে বাতৰি কাকত প্ৰকাশ কৰি জনসাধাৰণৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰা।

**সাং :** অৰ্থহীন কথাবোৰ নক'বচোন। আপোনালোকে সাংবাদিক সকলৰ কষ্টৰ মূল্য দিব নিবিচাৰে। এই ৰাতি পুৱাই ইমান দূৰ বাট আহি কষ্ট কৰাৰ কি দৰকাৰ আছিল। আন একো কৰিব নোৱাৰিলেও অন্ততঃ দেশৰ বাবেইতো কিবা এটা কৰিছো।

**ইলা :** যিহকে তিহকে ঘটনাৰ ৰিপৰ্ট কৰিলে এখেতে বেয়া পায়।

**সাং :** এইটোতো সাধাৰণ, ঘটনা নহয়, বাৰু যাবলৈ দিয়ক। কিন্তু ৰিপৰ্টতো সম্পূৰ্ণ কৰিবই লাগিব।

**ত্ৰিভু :** আপোনাক যিমান পাৰিছো সহায় কৰিছোৱেই দেখোন। সোধক আৰু কি সোধে?

**সাং :** ধৰক, মানুহজনৰ বয়স ৪০/৪৫ ৰ ভিতৰত হ'বনে?

**ত্ৰিভু :** কাম এটা কৰকচোন ২৫/২৬ ৰ ভিতৰত লিখিলে বেয়া নহ'ব। কাৰণ বয়সীয়াল মানুহবোৰতকৈ ডেকা ল'ৰাবোৰ বেছিকৈ মৰিছেতো। মানুহজনৰ ঠাইত ল'ৰা বুলি লিখক।

**সাং :** ল'ৰা বুলি নিলিখি উগ্ৰপন্থী বুলি লিখিছো ঠিকনা অজ্ঞাত।

**ত্ৰিভু :** ঠিকনা হাতত নাই যেতিয়া লিখিব পাৰে।

**ইলা :** এইবিলাকেই ৰিপৰ্ট কৰিছে নে?

**সাং :** আপুনি মাজতে মাত মাতি খেলি মেলিখন নকৰিব, ৰ'ব, মোক লিখি যাবলৈ দিয়ক। (নিজে নিজে) গা-বৰণ মিঠা, গোল মুখৰ দিয়ক। ওখ ৫ ফুট, উগ্ৰপন্থীক দুবৃত্তই নিচেই ওচৰৰ পৰা গুলীয়াই হত্যা কৰে।

**অনন্ত :** সঁচা সঁচা যেন লগা নাই। অলপ বাস্তৱ বাস্তৱ লগাকৈ লিখক। সামৰিক বাহিনীৰ সন্মুখ সমৰত এজন উগ্ৰপন্থী ঘটনা স্থলীতে মৃত্যু হয়, বাকী উগ্ৰপন্থী দলটো পলাই যাবলৈ সক্ষম হয়।

**ত্ৰিভু :** অকে মগজুত খেলোৱা নাই নহয়। বেচ সুন্দৰ হ'ব। লিখক লিখক লিখি যাওঁক।

**সাং :** পলাই যোৱা উগ্ৰপন্থী দ'লটোক কৰায়ত্বৰ কাৰণে পুলিচে জোৰ তদন্ত চলাইছে। কিন্তু বাতৰি লিখাৰ পৰলৈকে এজনকো ধৰিব পৰা হোৱা নাই। বাকী খিনি মই সজাই পৰাই লিখিম। হেৰি মোৰ কাম হৈ গ'ল। ইমান সময়ে আপোনালোকক বৰ আমনি কৰিলো। বেয়া নাপাব।

**ইলা :** কি পৰিস্থিতি দেখিছেই নহয়। বেযা নাপাব চাহ অকণো খুৱাব নোৱাৰিলো।

**সাং :** নালাগে দিয়ক, আপোনালোক মোৰ কামত সহায় কৰাৰ বাবে ধন্যবাদ থাকিল। আহো নমস্কাৰ।

**ত্ৰিভু+ইলা :** নমস্কাৰ। (তিনিওজনে নমস্কাৰ দিয়ে সাংবাদিক যায)

**অনন্ত :** এইবোৰেই ৰিপৰ্ট কৰি পেপাৰত লিখিব্লি, তাৰ হাতৰ পৰা সেইবিলাক কাঢ়ি আনি, ফালি তাৰ বুকুলৈ মাৰি পঠিযাব লাগিছিল তাকে নকৰিলো যেনিবা।

**ইলা :** নলগা জেঙত লাগিব নালাগে। ইমানেই পাই গৈছে আৰু। মানুহৰ লানি নিচিঙিবলৈ মোৰ ঘৰত বৰ সবাহেহে পাতিলো।

(গাড়ী যোৱা শব্দ)

**অনন্ত :** (বাহিৰলৈ চাই) দেশ সেৱা কৰিছো। ঐ যা যা তহঁতৰ দৰে মানুহ বিলাকৰ মুখত এদিন মানুহে থু পেলাব। শিক্ষক হিচাপে নিজৰ দাযিত্ব খিনি পালন কৰি যোৱাতো উচিত বুলি ভাবিযেই তাক একো নকৰিলো।

(হুমুনিয়াহ কাঢ়ি বহি পৰে)

**ত্ৰিভু :** ভালেই কৰিলি। কথাত কথা বাঢ়ে হোলোলুঙা ই কাণ চিঙে। তই নামাতি উচিত কৰিলি।

**ইলা :** সৰু পালি গৈছে। এতিযা আচল পালিহে আছেগৈ।

**ত্ৰিভু :** অনন্ত। এনেদৰে এজনৰ পাছত সিজন আহিযেই থাকিব। কি কৰ এতিযা তালৈ যাব নে নাযাব?

**অনন্ত :** তই কি কৰ।

**ত্ৰিভু :** নগলে হ'ব জানো। যাবতো লাগিবই।

**ইলা :** হেৰি, থানালৈ যোৱাৰ পাছত ঘৰলৈ কিজানি ঘুৰাই নপঠাই?

**অনন্ত :** গলেহে ঘটনাই কি ৰূপ লয় জানিব পাৰিম।

**ত্ৰিভু :** অনন্ত।

**ইলা :** হায় কি হব। হয়নে।

**ত্ৰিভু :** কলমলৈও ইমান ভয় কৰা নাছিলো। এতিয়া সিহঁতৰ

হাতৰ বেতডাললৈহে ভয় লাগিছে। কথামতে উত্তৰ নাপালে সাৰৌপ সাৰৌপ কৈ কোবাব নহয়। অনন্ত।

**ইলা ঃ** হেৰি মই আপোনাক অকলে যাবলৈ নিদিও, ময়ো আপোনাৰ লগতে যাম।

**অনন্ত ঃ** তুমি যাব নালাগে ইলা। ত্ৰিভুবন।

**ত্ৰিভু ঃ** অনন্ত।

**অনন্ত ঃ** ব'ল। যথেষ্ট সময হ'ল। নতুন সিহঁতে আমাক নিবলৈ পাই যাবহি। অ' ৰবি মই ভিতৰৰ পৰা আহো। (যাব ধৰে। ইলাই আগবাঢ়ি)

**ইলা ঃ** হেৰি ৰ'বচোন। মোকো আপোনাৰ লগত লৈ যাওঁক।

**অনন্ত ঃ** তুমি যাব নালাগে বুলি কৈছো নহয়।

**(অনন্ত ভিতৰলৈ যায়)**

**ইলা ঃ** মানুহজনক কোনসতে অকলে যাবলৈ দিও।

**ত্ৰিভু ঃ** কৈ মেলি পাৰিলে ওলোৱা। মাইকীমানুহ দেখিলে দুই এচাত কমেই বা।

**ইলা ঃ** তেওঁ নালাগে বুলি ক'লেই নহ'ব। যাম, ময়ো যাম।

**(অনন্ত ওলাই আহে, হাতত এটা বেগ)**

**অনন্ত ঃ** ব'লা ত্ৰিভুবন।

**ত্ৰিভু ঃ** অনন্ত। গা নোমবোৰ শিযৰি উঠিছে।?

**অনন্ত ঃ** (ইলালৈ চায) মই যাঁও। পাৰিলে সোনকালে আহিম।

**ইলা ঃ** আৰু নোৱাৰিলে নাহিবই, হযনে। এইখন ঘৰত মোক অকলে এৰি যাবলৈ ওলাইছে। নহব আপোনাৰ লগত থানালৈ মযো যাম।

**অনন্ত ঃ** তুমি থানালৈ গ'লে আৰু এটা জেং বাঢ়িব।

**ইলা ঃ** কি জেং বাঢে বাঢক। মই যামেই বুলি কৈছো নহয যামেই। আপুনি থানাত গৈ কেঁচা কিলবোৰ খাব, আৰু ঘৰত মই কি সতে থাকিব পাৰো।

**অনন্ত ঃ** আঃ তুমি যাব নালাগে বুলি কৈছো নহয।

**ইলা ঃ** আই ঐ, মোক বাধা নিদিবচোন, আপোনাৰ লগতে মোকো যাবলৈ দিযক।

**অনন্ত ঃ** আহ ত্ৰিভুবন।

**ত্ৰিভু ঃ** অনন্ত। (দুযো যাবলৈ ধৰে),

**ইলা ঃ** ঐ দেখিছে, মানুহজন গ'লেই।

**অনন্ত ঃ** ইলা, তুমি কেচুৱা ছোৱালীৰ দৰে কি নুবুজা হে।

**ইলা ঃ** মোক যাবলৈ দিযকচোন বাধা নকৰিব।

**(ইলাই কান্দি কান্দি বহি পৰে)**

**অনন্ত ঃ** ইলা।

**ত্ৰিভু ঃ** অনন্ত, আকৌ টেনচন।

**অনন্ত ঃ** টেনচন। এইয়া জীয়াই থকাৰ টেনচন।

**(বাহিৰত তীব্ৰ হুইচেলৰ শব্দ)**

**ত্ৰিভুবন ঃ** অনন্ত (বাহিৰলৈ চাই) পুলিচ, ৰাস্তাই, পদুলীয়ে পুলিচেৰে ভৰি পৰিল।

**অনন্ত ঃ** আৰ্মি আহিছে।

**ইলা ঃ** আৰ্মি।

**অনন্ত ঃ** হত্যাকাৰী ধৰা নামত জন সাধাৰণক জোৰজুলুম কৰিব আৰু কি হব।

**ত্ৰিভুবন ঃ** অনন্ত, ভয, জীযাই থকাৰ ভয, দেহাটোৰ প্ৰতি মাযা, মোহ, মমতা থকাৰ ভয়।

**(হুইচেলৰ শব্দ ক্ৰমান্বয়ে ওচৰত)**

**(দুৱাৰত ঢকিয়াই)**

অ ন ন্ত

পটপৰে

<u>সমাপ্ত</u>

# ব্যৱধান

**নাট্যকাৰ # শ্ৰীদিপু দত্ত**

**চৰিত্ৰ সমূহ ঃ**

| | | | |
|---|---|---|---|
| ১/ ভাস্কৰ | ২/ ময়ুৰী | ৩/ ৰিনি | ৪/ ৰিন্তি |
| ৫/ যদু | ৬/ সৰোজ | ৭/ প্ৰদীপ | ৮/ চন্দন |

(পাহাৰ ভৈয়ামৰ সংগম স্থল। এখন নদীৰ পাৰত। ভাস্কৰ আৰু ময়ুৰীয়ে কথা পাতি আছে।)

**ভাস্কৰ ঃ** পৰিবেশটো কেনে লাগিছে বাৰু?

**ময়ুৰী ঃ** কেনে লাগিব বাৰু? নীলা আকাশে চুমা আঁকা পাহাৰ--ভৈয়ামৰ সঙ্গম স্থল, মৃদু মৃদু ঝংকাৰেৰে টৌৱাই তোলা বালি--চাপৰিৰ মাজেৰে, শিলে শিলে চুমা আঁকি যৌৱনমতী নাচোনৰ লয়লাসে বৈ যোৱা...কি আছিল নদীখনৰ নামটো?

**ভাস্কৰ ঃ** পাহাৰী নদীৰ নামটো কি আৰু ধৰি লোৱা কিবাএটা।

**ময়ুৰী ঃ** এনে পৰিবেশ জানো কৰোবাৰ বেয়া লাগিব পাৰে, বাৰু তোমাৰ কেনে লাগিছে কোৱাচোন?

**ভাস্কৰ ঃ** মোৰটো ভালেই লাগে, কিন্তু আজি মোৰ পৰিবেশটো বেশটো কিবা এক ব্যতিক্ৰম অনুভৱ হৈছে।

**ময়ুৰী ঃ** ব্যতিক্ৰম? মানে বেয়া লগা নাইতো?

**ভাস্কৰ ঃ** নাই নাই ভালতকৈও ভাল হ'লে কি কবা, ঠিক তেনেকুৱা লাগিছে।

**ময়ুৰী ঃ** বাঃ ভালতকৈও ভাল, কোৱাচোন বাৰু কেনেকুৱা অনুভৱ হৈছে।

**ভাস্কৰ ঃ** শুনিবা?

**ময়ুৰী ঃ** নুশুনালেনো কেনেকৈ শুনিম?

**ভাস্কৰ ঃ** শুনা তেনেহ'লে, নাহাঁহিবা কিন্তু।

**ময়ুৰী ঃ** মানে কান্দিব লাগিব?

**ভাস্কৰ ঃ** নহঁহা মানেইতো কন্দা নুবুজাই।

**ময়ুৰী ঃ** ঠিক আছে, নাহাহোঁও, নাকান্দোও মাথো শুনি যাম, তুমি কৈ যোৱা।

**ভাস্কৰ ঃ** পাহাৰটোৰ ওপৰলৈ, কি দেখিছা?

**ময়ুৰী ঃ** নীলা আকাশ।

**ভাস্কৰ ঃ** ও (গীত) নীল নীলা নীলা, অ' নীলা নীলা নীলা,
লা, লাৰে, লালা লা.... ।
আকাশ নীলা, ডাৱৰ বগা আৰু নীলা তোমাৰ
দুচকু.....।

**ময়ুৰী ঃ** ইছ্, (লাজুক অভিমানে)

**ভাস্কৰ ঃ** আকাশ নীলা, ডাৱৰ বগা, তোমাকো দেখিছো ডাৱৰৰ কোলাত। নীলাৰে বুকুতে তৰাৰে ধেমালি, তথাপিও কিয়, দূৰে দূৰে আছল চুমা চুমি।

**ময়ুৰী ঃ** দেখিছো, দেখিছোময়ো দেখিছো, গোপনে ভাবিছো।

**ভাস্কৰ ঃ** কি ভাবিছা তুমি?

**ময়ুৰী ঃ** আকাশ নীলা, ডাৱৰ বগা, কি নাম দিবা তুমি হওঁ যদি কুকুহা।

**ভাস্কৰ ঃ** হৃদয়ে বিচৰা মোৰ প্ৰেমৰ সুবাস,
আজলী ভৰাই চুমি দিছিলো তোমাক
সদায়ে ভাবিছো, কামনাত দহিছো।
বান্ধিব নোৱাৰি মন উপলা জুৰিতি।

**ময়ুৰী ঃ** সঁচাকৈ ভাবানে তুমি, তৰাকে মুকুতা বুলি?

**ভাস্কৰ ঃ** এন্ধাৰৰ শেতেলীত জোনাকী গধূলী
বিচাৰিলেই পাই জানো মুকুতা মণি?

**ময়ুৰী ঃ** ˙সাগৰৰ মুকুতা ডাৱৰৰ টৌ।
মিছাতে সোধা কিয় হ'লনে নৌ

**ভাস্কৰ ঃ** সঁচাকৈ ভাবানে, ভাবিব পাৰানে, নিগৰাই আমঠু।

**ময়ুৰী ঃ** সঁচাকৈ ভাবিছো, তোমাকো বুজিছো, তথাপিও লাগে ভয়, হয় যদি বৰষুণ ....।

**(ৰিনি, ৰিন্তি, দৌৰি সোমাই আহে )**

**ৰিনি ঃ** বাঃ বাঃ বাঃ কি ৰোমান্তিক ছাহাৰা।

**ৰিন্তি ঃ** এক দম পৰিবেশৰ লগত খাপখাই পৰিছে।

**(কৈ কৈ যদু সোমাই আহে)**

**যদু ঃ** অ'হ, হাঁহে– কোমোৰাই, হেৰৌ পিক্‌নিকত পিৰিতিকে কৰি থাকিবিহঁতনে খোৱা--বোৱাৰ কিবা ব্যৱস্থা কৰিবিহঁত।

**(সৰোজ, প্ৰদীপ হাতত খোৱা বস্তু লৈ সোমাই আহে) (নিৰ্দেশনা)**

**সৰোজ ঃ** চিন্তা নকৰিবা যদুকাই, সকলো ৰেডি হৈ আছে।

**প্ৰদীপ ঃ** ফাংচনটো শেষ হোৱালৈহে বাট চাইছিলো।

**যদু ঃ** দে, দে সোনকালে কি আনিছ দে দেই, নহ'লে পেটৰ যিহে জুই জ্বলিছে, কেনেবাকে মুখেৰে ওলাব লাগিলে সাংঘাটিক অঘটন ঘটিব কৈ দিছো কিন্তু ।

**ৰিনি ঃ** দে দে তেওঁকে প্ৰথমে দে।

**যদু ঃ** দিব লাগিবটো মই যে বয়সত তইঁত চবতকৈ ডাঙৰ গম পাইছনে নাই?

**ময়ূৰী ঃ** ই থোৱা থোৱা যদুকাই বয়স হ'লে কি হ'ব আজিলৈকে ন-বৌ এজনীকে গোটাব নোৱাৰিলা।

**যদু ঃ** ঐ সেইবোৰ কথা কৈ মেজাজটো গৰম নকৰিবি দেই, আনো বুলি কলেই এজনী কিয় গণ্ডাই গণ্ডাই পোকৰত লাইন ল'ব।

**ভাস্কৰ ঃ** নালাগে, নালেগে নালাগে যদুকাই এনেকৈয়ে ঠিক আছে।

**যদু ঃ** ঠিকে কৈছ অ' তই কথাবোৰ বুজি পাব।

**ৰিন্তি ঃ** ও হ তাকে নকৈনো ক'বা কি? তোমালৈ আকৌ কোনোবাই উলটি চাবউ লাগিছে নহয়।

**যদু ঃ** কি ক'লি, কি ক'লি, তই? ভেঙুচালি নকৰিবি, প্ৰতিটো তিলিকিত দৰ্জনকৈ আনি হাজিৰ কৰি দিম, খুৱাই-পিন্ধাই মৰিবিহঁত বাপেকে।

**প্ৰদীপ ঃ** হ'ব হ'ব যদুকাই আগেয়ে পেটৰ জুইকুৰা নুমাই লোৱা, সেইবোৰ চিন্তা পাছে পৰেও হ'ব।

**ভাস্কৰ ঃ** অ' চব ঘূৰণীযাকৈ বহ।

**(ঘূৰণীয়াকৈ বাহিব ঃ ভাস্কৰে জিকিৰৰ সুৰত আৰম্ভ কৰিব)**

এ সৰোজে বিলালে ।

**কোৰাচ ঃ** যদুকাইক প্ৰথমে।

**ভাস্কৰ ঃ** ব্ৰেডে বতাৰে

**কোৰাচ ঃ** যদুকাইক প্ৰথমে,

**ভাস্কৰ ঃ** ডি মে আপেলে

**কোৰাচ ঃ**

**ভাস্কৰ ঃ** ৰিনিয়েনো বিলালে কল।

**কোৰাচ ঃ** আল্লা ৰহমৰ, যদুকাইক প্ৰথমত, নুমাবলে পেটৰ জুই।

**যদু ঃ** অ' এতিয়াহে জমিছে একে লগে আহি অকলে অকলে পিৰিতি কৰিলে বাকীবোৰৰ কি হ'ব, অ হ

**(ঝুমুৰ সুৰত)**

আৰে চল চাথি, কান্দিলেও হঁহা দেখি তোৰ মুখ।

**কোৰাচ ঃ** এ হ জাগিজা জিজ্জা,

**যদু ঃ** আকাছ নীলা, ডাবৰ বগা, নয়ন দেখি লাগে বেথা। জানোচা হয় বৰষুণ।

(নিৰ্দেশনা)

**সৰোজ ঃ** এ' ৰ ৰ মই গাইছো।

লুইতৰ চাপৰি কৰে নাবৰীয়া বালিত ভাতে ৰান্ধি খা ।

**(যদুৱে ভেঙুচালি কৰি হাঁহিব)**

**সৰোজ ঃ** কি হ'ল, তেনেকে হাঁহিবলৈ।

**যদু ঃ** তই এইখন ডাঙৰ ডাঙৰ মানুহ থম থমাই বহি থকা সভাঘৰ বুলি ভাবিছ নেকি? চালা চব তেল কৰি দিবিবে, অ' পৰিবেশটোৰ লগত মিলাই গাব খুজিছ, গা, সেইতোকে গা, কিন্তু ফুৰ্তি কৰিব পৰাকৈ গা।

**(বিহু যোজনাৰ সুৰত গাব)**

লুইতৰ চাপৰি কৰে না বৰী য়া,
ঐ বালিত ভা তে ৰা ন্ধি খায়
সাউদৰ দিঙিৰা বগা পালে তৰা
ঐ উজনি দেশ লৈ . যায় ।

**(সকলো বিহু নাচিব)**

**ভাস্কৰ ঃ** মই হেনো জীয়াই আছো,
তুমিয়ে মোক দিছিলা খবৰ
আজি কিয় বিৰহ ঢালি, হ'লাগৈ আনৰ।

**কোৰাচ ঃ**

**ভাস্কৰ ঃ** ঐ মনৰ মৰম যাচিম বুলি
লেখি কবিতা
জানা নে মই পাৰ কৰিলো, উজাগৰী নিশা।

**কোৰাচ ঃ**

**ময়ূৰী ঃ** ঐ ময়ো জানো ভবা নাছিলো,
এনে হ'বলৈ
ঘৰৰ মানুহে কাবু কৰিলে মোক,
সেয়ে হ'বলৈ ।

**কোৰাচ ঃ**

**(যদুৱে সৰোজক মাতি ফুচ্‌ফুচাই পাতিব। পাছতে খুহুতিয়া সুৰত আৰম্ভ কৰিব)**

প্ৰ,-প্ৰ- প, পৰা অপসম

**কোৰাচ ঃ**

অনু অবনিৰ দূৰ

**কোৰাচ ঃ**

অধি অতি প্ৰতি অভি নি পৰি
উৎ তপ উপ, অ বি
এই কুৰিয়েই উপপাদ্য অসমীয়াৰ
জানি থবা তুমি ঐ।

**নেপথ্যৰ পৰা ঃ** ঐ তইঁতে ফুৰা –চকা কৰ যদি কৰিলহঁত, আমি মাংস বঢ়ালো।

**প্ৰদীপ ঃ** ঐ সৰোজ ব'ল, (চকুৰে ইংগিত দিয়ে)

**সৰোজ ঃ** অ' ব'ল (দুয়োজন ওলাই যায়)

**যদু ঃ** এ বস্তু এটা লাগিছিল অ', ঐ ভাস্কৰ চাও এইফালে আহচোন কথা এটা সোধো, এ সৌফালে আহ,

**(বাহিৰলৈ ওলাই যায়)**

**ৰিনি ঃ** ব'লনা অলপ ফুৰি আহোঁ।

**ময়ূৰী ঃ** তইঁত যা, মোৰ ভাগৰ লাগিছে, ইয়াতে অলপ বহো।

**ৰিন্তি ঃ** কিযে হয় এইজনীৰ, লাগিল চাগে কিবা এটা থেহ।

**ময়ূৰী ঃ** হেই কিনো থেহ লগা দেখিলি ভাগৰ লগা দেখিহে কৈছো।

**ৰিনি ঃ** অ' এতিয়াহে বুজিছো, নালাগে দে।

**ৰিন্তি ঃ** ঐ কি হ'ল কি হ'ল।

**ৰিনি ঃ** নালাগে দে, চাঞ্চ এটা ল'ব খুজিছে ল'ক।

**ময়ুৰী ঃ** চাঞ্চ?

**ৰিন্তি ঃ** অ'হ আজলী হৈ দেখুৱাব নেলাগে দে, চাঞ্চ এটা ল'ব খজিছ ল, আমি কিবা বেয়া পামনে? তাকেনো ক'বলৈ টান পাইছ কিয়, (ৰিনিলৈ) হয়নে নহয়? ঐ চাবি কিন্তু খেলি-মেলি নকৰিবি।

**ৰিন্তি ঃ** ঐ কি হৈছে, কথটো কছোন ক'।

**(ৰিনিয়ে বাহিৰলৈ আঙুলিয়াই দেখুৱাই, তিনিজনীয়ে চাই, ময়ুৰীয়ে লাজ—অভিমানত খোপাকৈ চাই দুয়োজনীয়ে খিল খিলাই ভাকুত—কুতাই দৌৰি ওলাই যায়। ভাস্কৰ সোমাই আহে)**

**ভাস্কৰ ঃ** ময়ুৰী, তুমি ফুৰিবলৈ নগ'লা যে?

**ময়ুৰী ঃ** মই নগলোয়েই যেনিবা, কিন্তু তুমি?

**ভাস্কৰ ঃ** মইটো এইবোৰ ঠাইলৈ আহিয়েই থাকো, পৰিবেশটোৰ লগৰ ভাল এটা সম্পৰ্ক আছে। কিন্তু তোমালোক আজি প্ৰথম আহিছা, গতিকে এপাক চাই যোৱা।

**ময়ুৰী ঃ** ভাগৰ লাগি গ'ল বজিছা, তোমাৰ বাৰু ভাগৰ নালাগেই নেকি?

**ভাস্কৰ ঃ** আৰামেই যদি নাই, কি অৰ্থ হ'ব পাৰে ভাগৰৰ? যিদৰে আন্ধাৰৰ সম্মুখত দিন-ৰাতি, ছাঁ—পোহৰৰ ব্যৱধান ।

**ময়ুৰী ঃ** বাঃ সুবিধা এটা পাবহে লাগে, কবিতাবোৰ নিগৰি আহে।

**ভাস্কৰ ঃ** অ' কবিতা, অথনি কিন্তু যদুকাইয়ে সেইটো মজা কবিতা শুনালে দেই।

**ময়ুৰী ঃ** যদুকাই কিন্তু ক'ম মানুহ নহয়, নিজেটো টাকুৰী ঘূৰা দি ঘূৰিবই, আনকো ৰক্ষা নিদিয়ে, সৰোজহঁতো, বেছ মিলি যাব পাৰে তাৰ লগত।

**ভাস্কৰ ঃ** মই হ'লে তেওঁৰ লগত নোৱাৰিছো দেই।

**ময়ুৰী ঃ** পাৰিবানো কেনেকৈ, কাগজ এখিলা, কলম এটা পালেই কবিতা গল্প লেখিবা, কিতাপ এখন পালেই মূৰ গুজি বহিবা।

**ভাস্কৰ ঃ** সেইবোৰৰ মাজত এটা সুকীয়া আমেজ আছে বুজিছা। যাক আজিৰ মানুহ বা সমাজৰ মাজত বিচাৰি পোৱা নাযায়

**ময়ুৰী ঃ** হৈছে হৈছে, সিবোৰৰ মাজত থাকি থাকি তুমিও সেইবোৰৰ দৰে হৈ গৈছা। সেই নিৰ্জীৱ বস্তুবোৰৰ বাহিৰেও যে পৃথিৱীখনত সুখ, দুখ, হাঁহি—ধেমালি, এইবোৰ থাকিব পাৰে পাহৰিয়েই গৈছা, অৰ্থাৎ সেইবোৰৰ বিষয়ে তুমি ভাবিবই নোখোজা।

**ভাস্কৰ ঃ** অভিমান কৰিছা নহয়, আচলতে কি জানা, মোৰ দৃষ্টিত পৃথিৱীৰ আটাইতকৈ অসুখী মানুহজনেই হ'ল সেইজন, বধিৰ নহৈয়ো যি জনা— বুজা মনে বিচৰা কথাবোৰ প্ৰকাশ কৰিব নোৱাৰে। গতিকে ধৰাচোন তেনে এজন মানুহে শেৱালীৰ সুবাস বিচৰাটো জানো দুৰাকাংখাই নহব?

**ময়ুৰী ঃ** ঠাৰে—চিয়াৰে তুমি মোক বহু কথাই কোৱা, কিন্তু শুনিব খোজা, শুনাব খোজ কথাবোৰ সযতনে লুকাই ৰাখা। কিয় বাৰু?

**ভাস্কৰ ঃ** সঠিক প্ৰশ্নকেই কৰিছা তুমি, কিন্তু কৰেইবা কেনেকৈ শুনাব নোৱাৰি মই কিযে যন্ত্ৰণাত ভূগিছো?

**ময়ুৰী ঃ** কিয় বাৰু শুনাব নোৱাৰা তুমি?

**ভাস্কৰ ঃ** ভয় হয়, জানোচো সমস্ত ভূ-মণ্ডলৰ সৌন্দৰ্যৰাশি বুকুত বান্ধি ফুলি থকা ফুলপাহি হাতেৰে চুলেই চুৰমাৰ হৈ যোৱাৰ দৰেই তুমিও স্বাৰ্থপৰ বুলি ঘৃণাৰে মোৰ পৰা আঁতৰি যোৱা।

**ময়ুৰী ঃ** তুমি ? তুমি সঁচাকৈয়ে কৈছানে কথাষাৰ? মোক তুমি ভাবিব পাৰানে তেনেকৈয়ে?

**ভাস্কৰ ঃ** (মূৰ জোকাৰি) ও হোক

**ময়ুৰী ঃ** তেনেহ'লে।

**ভাস্কৰ ঃ** আচলতে কি জানা, আজিৰ সমাজৰ দৃষ্টিত তোমাৰ আৰু মোৰ মাজত বহুত ব্যৱধান, যাক প্ৰত্যাহ্বান জনাই মই তোমাক লগ ধৰিবলৈ যোৱাটো অতিব দূৰূহ।

**ময়ুৰী ঃ** সমাজ? য'ত আত্মিক সুন্দৰতাক অৰ্থহীন কৰি প্ৰেমক আৱদ্ধ কৰি ৰখা হয় জড় পদাৰ্থৰে নিৰ্মিত কিছুমান অচল পেণ্ডুলামৰ কাটাত ?

**ভাস্কৰ ঃ** প্লীজ ময়ুৰী, সেইবোৰ বাখ্যা এতিয়া বাদ দিয়া, শুনিবলৈ একেবাৰে ইচ্ছা নাই।

**ময়ুৰী ঃ** বাৰু থাকক সেইবোৰ নাজানো বিচৰাখিনি কিমান পাওঁ, তথাপিও বহুত আশা কৰোঁ মই, সেইবাবেই মাথো এষাৰ কথা ক'ব খোজো, কোৱা শুনিবা?

**ভাস্কৰ ঃ** কোৱা ।

**ময়ুৰী ঃ** "ময়ো নাজানো তুমিও নাজানা,
কিন্তু সকলোৱেই জানো কথাষাৰ,
আমি হেনো প্ৰেমত পৰিছো ।"
পংকিটো কোনে কেতিয়া কি প্ৰসংগত লেখিছিল সঠিক নাজানো

**ভাস্কৰ ঃ** এজন পশ্চিমীয়া কবিৰ কবিতা এইটো।

**ময়ুৰী ঃ** হয়টো হ'ব পাৰে, কিন্তু কবিতাটোৰ মাজত আমি

**ভাস্কৰ ঃ** বুৰ গৈ থকা যেন লাগে নহয়।

**ময়ুৰী ঃ** সেইবাবেই কৈছো, শুনিব খোজাবোৰ নুশুনালেও সকলোৰে বাবে সত্য আৰু সঁচা অৰ্থত আমাৰ বাবেও সত্য, কিন্তু কাৰ্যতঃ বধিৰ সপোনবোৰ বাস্তৱলৈ ৰূপান্তৰৰ স্মৃতি স্বৰূপে বিচাৰিছো তোমাৰ ফুলনিৰ এটি মাত্ৰ কাকলি, শূণ্যৰ মাজতে সাৱতি ৰাখিম ওৰেটো দিন, কোৱা দিবানে?

**ভাস্কৰ ঃ** ময়ুৰী, কেনেদৰে কওঁ তোমাক মাথোন এবাৰ ব্যৱহাৰ কৰিব খোজা খিৰিকী খনেৰে পখিলাজাক সোমাই অহাৰ পিছত সিখন বন্ধ কৰিয়ে মই তোমাৰ বাবেই ৰৈ আছো তেনেস্থলত এটি কাকলি কিয়, সমস্ত ফুলনিখনেই তোমাৰ।

**ময়ুৰী ঃ** কিয় দিলা ইমান বেছিকৈ টৌত চিটিকি জানোচা আলে-

- এথানি হয়?

**ভাস্কৰ ঃ** নিষ্প্ৰাণ তুলিকাইয়ো য'ত শব্দৰ ৰেখা আৰু ভাষাৰ ৰং ঘহি স্মৃতিৰে সিক্ত কলাজ গঢে। তেওঁৰ সৈতে বাহ্যিক দিয়া অথবা লোৱাৰ অৰ্থইবা কি হ'ব পাৰে?

**ময়ূৰী ঃ** ভয় হয়, জানা, ৰূপ অৰ্থত প্ৰাধান্যৰে আত্মিক সুন্দৰতাক সমাধিস্থ কৰিব খোজা বৰ্তমান পোহৰত জানোচা কলাজবোৰ বিধস্থ হ'ব লগা হয়?

**ভাস্কৰ ঃ** সেই বাবেই আন্ধাৰ এৰি পোহৰলৈ আহিব খুজিছো। মই বিচাৰো অতীত—বৰ্তমানৰ ৰোমন্থনেৰে বাস্তৱক বধিৰ নসজাই বৰ্তমানক ভৱিষ্যতৰ দাপোন স্বৰূপে গঢ দিবৰ বাবেই তুমি ইঁহাৰ লগতে মোকো হাঁহিবলৈ শিকাবা।

**ময়ূৰী ঃ** নাজানো নিজেই য'ত হাঁহিৰ অন্তৰায় আনক কেনেদৰে হাঁহিবলৈ শিকাম, তথাপিও ।

**(চকুৰে চকুৰে চাই ময়ূৰী ভাস্কৰৰ বুকুত সোমাই পৰে)**

**(নাতি দূৰৈত কুকুৰৰ ভুক ভুকনি, লগতে যদুৰ চেই চেই, শব্দ, দুয়োটাই সেইফালে চাই, যদু সোমাই আহে)**

**যদু ঃ** বাঃ সাংঘাটিক কুকুৰ ঐ। বুজিছ আজি কালি নগৰ—চহৰৰ আদব-কায়দাবোৰ গাৰ্হে— ভূঞে— হাবিয়ে--বননিয়ে খেৰাউ-- খেতেউ হৈ পৰিল দেই।

**ময়ূৰী ঃ** কিনো খেৰেউ—খেতেউ হ'ল যদুকাই।

**যদু ঃ** চাচোন গাঁওবোৰত সিহঁতৰ ভাগৰ সেইটো খাবলৈ যোৱাৰ দৰে পদুলী মুখতে সোধ—পোছ কৰা নগৰীয়া দস্তুৰটোতো ল'লেই, হেৰৌ আজি এই পাহাৰৰ কাষত শিলনীখনটো সিহঁতে কেনেকৈ ভৌ—ভৌৱাই ধৰিছে চাচোন। ভাগ্যে মাংস বাছি এৰি অহা নাড়ী—ভূৰবোৰত চকু পৰাতহে সাউৎকৈ সাৰি আহিছোঁ বুজিছ।

**ভাস্কৰ ঃ** হাবিৰ কুকুৰে ভজা মাংসৰ গোন্ধ পালে নুভুকিবইবা কিয়?

**ময়ূৰী ঃ** তাতে তুমি যিটোহে আক—বাক চোলা পিন্ধা আহিছা, ভাগ্যে এটাই খেদিযেই এৰিলে, চিনেমা হলৰ দৰে কুকুৰৰ কিউযে নহ'ল।

**যদু ঃ** এ, থ থ চোকা কুকুৰৰ মুখত ঘাঁ, আমাক আক—বাক পিন্ধা দেখিলে কি হ'ব আচল আচল বোৰ আচল বোৰ তাৰ মাজেই সাৰি থাকে, গমেই নাপাই। উস্ উস্ উস্ উস্ টাউন—চহৰত এটা দিলেই মুখ বন্ধ হয়, ইহঁতক ভোক লাগিলে খাম বুলি ভৰাই থোৱা ব্ৰেকফাষ্টৰ জেলেপি--বৰফি চব দিও বন্ধ কৰিব নোৱাৰিলো, সাংঘাটিক জিনিচ এইবোৰ।

**ময়ূৰী ঃ** নতুনকৈ শিকা অভ্যাস ভালকৈ আয়ত্বলৈ অহাই নাই বুজিছা যদুকাই।

**ভাস্কৰ ঃ** পিছে যদুকাই আজিযে তুমি ইয়াত থাকিলা চিনেমা হলৰ ফালে কি হ'ব?

**যদু ঃ** নুশুধিবি, নুশুধিবি বুজিছ, খংটো একেবাৰে নাচনী উঠাদি উঠে হলত অসমীয়া চিনেমাবোৰ আহিলেই এশ কিলো মিটাৰ চলা গাড়ীৰ ইঞ্জিন গৰম হোৱাদি মোৰো মূৰটো গৰমহৈ যাই।

**ময়ূৰী ঃ** আও কিয়?

**যদু ঃ** যেনেতেনে কাউন্টাৰৰ টিকট কেইটাকে যায়, কেতিয়াবা নাযায়েই, যাবনো ক'ৰ পৰা হিন্দী, ইংৰাজী যিবোৰহে ছবি সেইবোৰ নাচায়, অসমীয়াবোৰ চাবনে?

**ভাস্কৰ ঃ** অ' বুজিটো ঠিকেই বুজিছ, কিন্তু কামবোৰ যে ওলোটা?

**ময়ূৰী ঃ** ওলোটা! কি ওলোটা?

**যদু ঃ** সৌ--ফালে চাছোন, সিহঁতে বটল শৰাধ কৰি বলিউড হলিউড, চব পাতিছে, তইঁতে দেখোন ইয়াত জলিউদৰ পেনপেনীযাবোৰকে চোৱাই আছ ?

**ময়ূৰী ঃ** (ভাকুত কুতাই) যদুকাইৰোযে কথা

**যদু ঃ** অ' ৰাস্তাৰ থেকেছাত কঁকালটো তহ-তহাই আছে। ৰাস্তা পদুলী নাই, শিলখনৰ ওপৰে ওপৰে অমৰাৱতী খনলৈ আনিলি হত। তইঁতে কি কৰ কৰ মই সেইফালে হাত—ভৰিবোৰ পোনাই লওঁ, নহ'লে ঘুৰি যোৱাই টান হ'ব। (যদু ওলাই যায়)

**ময়ূৰী ঃ** ঐ ভাস্কৰ দা, সৌবোৰ চোৱা।

**ভাস্কৰ ঃ** কোনবোৰ ?

**ময়ূৰী ঃ** জোপোহাবোৰ শাৰী পাতি কেনেকৈ আগবাঢি গৈ আছে।

**ভাস্কৰ ঃ** অ' সেইবোৰ পাহাৰীয়া মানুহে হোৰাত—কৌপাত জাতীয় কিবা পাত নিছে ঘৰ চাবলৈ।

**ময়ূৰী ঃ** ঘৰ চাবলৈ, ক'ত ঘৰ চাব?

**ভাস্কৰ ঃ** সেই পাহাৰটোৰ ওপৰত গছবোৰৰ মাজে মাজে যে দেখিছা জুপুৰীবোৰ।

**ময়ূৰী ঃ** সেইবোৰত মানুহ থাকে?

**ভাস্কৰ ঃ** বিশ্বাস নহয় চাগে।

**ময়ূৰী ঃ** এইবোৰ তেনেহ'লে আদিম যুগৰ মানুহবোৰ নেকি?

**ভাস্কৰ ঃ** ভাবিব পাৰা।

**ময়ূৰী ঃ** আমি বাৰু এতিয়া ৰাস্তা-পদুলি, দোকান—পোহাৰৰ পৰা কিমান দূৰৈত আছো?

**ভাস্কৰ ঃ** প্ৰায় এশ পঞ্চাশ কিঃ মিঃ।

**ময়ূৰী ঃ** এই মানুহবোৰ তেনেহ'লে তেল—নিমখৰ কাৰণেই এশ পঞ্চাশ কিলোমিটাৰ খোজ কাঢিব লাগে।

**ভাস্কৰ ঃ** অ' তোমাৰ আদিম অধিবাসীবোৰে সেইবোৰৰ ব্যৱহাৰ শিকাই নাই। দুই—একে আজি—কালি লেংটি মাৰিবলে শিকিছে মাত্ৰ।

**ময়ূৰী ঃ** মই কিন্তু এইবোৰ ঠাইত এটা দিনো থাকিব নোৱাৰিম দেই। উশাহ—নিশাহ বন্ধ হৈ মৰি যাম।

**ভাস্কৰ ঃ** মৰিবলৈ দিলে ভাল হ'ব জানো কথাটো, অলপ পাছত ঘূৰি যাম দিয়া।

**ময়ূৰী ঃ** পাহাৰটো ফালে স্নেপ দুটামান ল'ব পৰা হ'লে ভাল আছিল, পিছে নোৱাৰিছোদেই ইমান দূৰ খোজ কাঢিব।

**ভাস্কৰ ঃ** কিয় সৌ মানুহবোৰলৈ চোৱাছোন বোজাবোৰ লৈ লৈ কিমান খোজ কাঢ়িব পাৰে।

**ময়ূৰী ঃ** সিহঁতৰ কথা আৰু নক'বা, সিহঁতক মোৰ ছবি চোৱা

যেনেহে লাগিছে।

**ভাস্কৰ :** ঠিকেই, ছবিয়েই সঁচা। কিন্তু এই ছবিবোৰ কোনো অভিধানসিদ্ধ শব্দ-বৰ্ণ অথবা বাক্যৰ মাজৰ স্বতন্ত্ৰতা নথকা। শ্ৰব্যাতিত নিৰলস ভাষাবোৰ একান্তই হৃদয় সৰ্বোচ্চ। সেইবাবেই ৰং, ৰেখা তুলিকা আৰু হৃদয়ৰ একাত্ম বোধতেই সীমাবদ্ধতা নিৰ্ভৰশীল, এই ভাষা সৰ্বসাধাৰণ বাবে দুৰূঢ় আৰু অতি দুৰ্বোধ্য।

**ময়ূৰী :** হ'ব হ'ব ভাস্কৰদা, তুমি কিবা এটা পাবহে লাগে, একদম দাৰ্শনিক হৈ পৰা।

**(পাহাৰী বেশেৰে চন্দন সোমাই আহে)**

**চন্দন :** অনুমান মই ঠিকেই কৰিছিলো, এই ঠাইত পিক্‌নিক্ খাবলৈ অহা মানুহ তইঁতেই হ'ব লাগিব। আৰে কি হ'ল তোৰ, তেনেকে চাই আছ যে?

**ময়ূৰী :** চন্দন দা তুমি...?

**চন্দন :** আচৰিত হৈছা নহয়, বাৰু কোৱা চোন কেনে আছা?

**ময়ূৰী :** ভালেই দিয়া।

**চন্দন :** মনালীৰ কথা কবাছোন, আজি কিমান দিন যে হ'ল দেখা-দেখি নাই।

**ভাস্কৰ :** মনালীৰ কথা পাহৰা নাই হ'বলা?

**চন্দন :** পাহৰিম কিয় আকৌ, কি কথা ক'ব? চা, সময়ৰ তাগিদাত দীৰ্ঘ সময় জন-বিচ্ছিন্ন হ'লেওটো মই বেলেগ কিবা এটা হৈ যোৱা নাই, ময়োটো মানুহেই, চা ভাস্কৰ আমি নিজে একো একোটা অগ্নিস্ফুলিংগলৈ ৰূপান্তৰেৰে, ভদ্ৰতাৰ মুখাধাৰী শোষকহঁতৰ মাজত খাণ্ডৱ দাহৰ সৃষ্টি কৰি জুই ধোৱা-ছাইৰ মাজেৰেই সিহঁতৰ বুকুত কিল বিলোৱা তপত তেজৰ নিজৰা বোৱাই আজুৰি আনিব খুজিছো সৰ্বজন গ্ৰাহ্য, শান্তি আৰু ন্যাৰ্যতা....।

**ভাস্কৰ :** বচ্ বৰ্চ্ বচ্, তেজে ধোৱা শব্দৰ জোৱাৰেৰে আকাশ-বতাহৰ সুন্দৰতাখিনিকো কলুসিত কৰিব নালাগে।

**চন্দন :** মই বুজি পাইছো, তোৰ আদৰ্শৰ ব্যতিৰেকে এনে এটা কন্টকাৰ্কিন্ন পথত খোজ দিব খোজ দিব বিচৰাটো তই সহজ ভাবে এতিয়াও ল'ব পৰা নাই।

**ময়ূৰী :** চন্দন দা...?

**চন্দন :** ময়ূৰী ?

**ময়ূৰী :** মই জনাত তুমি আৰু ভাস্কৰ দা সৰুৰে পৰাই নিবিড় সম্পৰ্কৰেই ডাঙৰ—দীঘল হৈছা, আৰু এই আদৰ্শক আমি সমিহ কৰিছিলো, শ্ৰদ্ধা কৰিছিলো, আনৰ আগত তোমালোকক উদাহৰণ স্বৰূপে দেখুৱাই গৌৰৱ অনুভৱ কৰিছিলো।

**চন্দন :** সঁচা কথা, এটা সময়ত ই আৰু মই একেখন তামোলকে ভগাই খাইছিলো, একেখন কাঁহীতে ভাত খাইছিলো, এটাৰ দুখ—সুখ অথবা যিকোনো সমস্যাকে উমৈহতীয়াকৈ ভগাই লৈছিলো।

**ময়ূৰী :** তেনেহ'লে আদৰ্শগত কাৰণত তোমালোকৰ মাজত আজি ইমান ব্যৱধান সৃষ্টি হ'ল কেনেকৈ?

**চন্দন :** আচলতে কি জানা ময়ূৰী, ইপ্সিত বাসনা পূৰ্ণ কৰিবলৈ হ'লে যিকোনো অসম্ভৱকে সম্ভৱ কৰিবই লাগিব। ইয়ো হয়টো সঠিক ভাবেই অনুভৱ কৰিব পাৰে এই কথা। কিন্তু মানবীয় অনুভূতি শীলতাৰ উৰ্দ্ধত থকা বাবেই সি অহিংসাৰ ব্যতিৰেক হিংসাক আদৰি লোৱাটোক সহজভাৱে ল'ব পৰাই নাই?

**ময়ূৰী :** সকলোৰে পক্ষে ইবোৰক সহজভাবে লোৱাটো সম্ভৱ নহয় চন্দন দা।

**চন্দন :** কিন্তু তোমালোকেও ভাবি চোৱাচোন বৰ্তমান সমাজৰ স্খলিত গতিধাৰাই জন্ম দিয়া অক্টোপাচৰ ক্ৰম সংকুচিত নখ দৰ্পনত নদীৰ বুকুত খহি পৰা গৰাৰ একো একোটা চপৰাৰ দৰেই আমিও বাৰু জাহ যাব ধৰা নাইনে? ক্ৰমশঃ নিশেষ হৈ যাব ধৰা নাইনে?

**ভাস্কৰ :** সেই কথা ময়ো অনুভৱ কৰো, উপলব্ধিও কৰোঁ যে উত্তৰ পুৰুষক এই সৰ্বনাশী অক্টোপাচৰ কৰাল গ্ৰাসৰ পৰা উদ্ধাৰৰ গুৰু দায়িত্বও আমাৰেই।

**ময়ূৰী :** মানুহ হিচাবে বৰ্তিবলৈ হ'লে প্ৰত্যেকৰেই এনে অনুভৱ উপলব্ধি একান্তই প্ৰয়োজন। অন্যথা ই পলে—অনুপলে ব্যাপক মহামাৰীৰ ৰূপ ধাৰণ কৰি এদিন মানৱ সভ্যতাকেই পৃথিৱীৰ বুকুৰ পৰা চিৰ বিদায় দিব!

**চন্দন :** তেনেহ'লে? তেনেহ'লে কিয় মোক সহজভাৱে ল'ব পৰা নাই।

**ভাস্কৰ :** তোক নহয়, তোৰ অদ্ভুদ সংকল্পক।

**ময়ূৰী :** হত্যাৰ বাবে হত্যা, বিনিময়ত কিঞ্চিত তেজে ধোৱা শান্তি, সেই আদৰ্শক।

**চন্দন :** এপিয়লা বিহক এটোপাল অমৃতে একো কৰিব নোৱাৰিলেও এচৰু অমৃতক কিন্তু এটোপাল বিহেই বিষাক্ত কৰি তুলিব পাৰে।

**ভাস্কৰ :** সেইবাবেই তই নিজকে বিহলৈ ৰূপান্তৰেৰে দুৰ্নীতিৰ সাগৰ মথি আমাক গৰম পান কৰাই নিজে অমৃতৰ সোৱাদ ল'ব খোজা আজিৰ দেৱ সমাজক নিঃশেষ কৰাৰ সংকল্প ললি?

**ময়ূৰী :** ন্যায্যতাপ্ৰাপ্তিৰ হকে সত্যক প্ৰতিষ্ঠা কৰিবলৈ আৰুতো অনেক পথেই আছিল।

**চন্দন :** কিন্তু সেইবোৰক আজি সিহঁতে নিজৰ গেলা—পচা আৱৰ্জনা পেলোৱা ডাচবিনলৈ ৰূপান্তৰ ঘটাইছে।

**ভাস্কৰ :** সেইবুলি তই পাৰিবিনে উপেক্ষা কৰিব দেশৰ লক্ষ্য —কোটি জনসাধাৰণৰ চালিকা শক্তি স্বৰূপ সংবিধানক, আইনক, আদালতক?

**চন্দন :** হঁা, হঁা, আইন! আদালত। সংবিধান, সিবোৰকো গঢ়ি তুলিছে সিহঁতৰ মেহগণি টেবুলত সুন্দৰী ৰমণীৰ কোমল হাতেৰে আলফুলকৈ সজোৱা একো একোটা ৰঙীন ফুলদানীলৈ। সেইবাবেই মই তেনে ফুলদানীৰ পৰা বিচ্ছাৰিত বিষাক্ত পোহৰত দিক্—বিদিক্ হেৰুৱাই অনিশ্চয়তাত কক্‌বকাব নোখোজো।

**ভাস্কৰ :** সেই বুলি ৰামচন্দ্ৰ, যুধিষ্ঠিৰ, শংকৰদেৱৰ পবিত্ৰ ভূমিত

জন্মলৈ এনে জঘন্য কৰ্ম কৰিবলৈ তোৰ হ'বনে সাহস?

চন্দন : কিন্তু, ধৰাৰ বুকুত শান্তি বিচৰা বিধি বৰ্হিভূত ভাবে অধিগৃহিত প্ৰকৃত সত্বা উদ্ধাৰৰ অন্বেষণত মহা সত্যবাদী যুধিষ্ঠিৰেও জানো কুৰুক্ষেত্ৰ মহাৰণৰ আহ্বান কৰা নাছিল? ত্ৰিলোক নিয়ন্ত্ৰা ভগবান শ্ৰীকৃষ্ণই অৰ্জুনক বিসৰ্জ্জিত গাণ্ডিব তুলি ল'বলৈ বাধ্য কৰোৱা নাছিল? চা ভাস্কৰ পৰিবৰ্তনৰ চাকনৈয়াত হিংসা অথবা অহিংসা মাত্ৰ একো একোটা মাধ্যমহে, কিন্তু কোনোটোৱেই স্বতন্ত্ৰৰীয় অথবা একমাত্ৰ মাধ্যম হ'ব নোৱাৰে।

ময়ুৰী : কিন্তু গান্ধীজীৰ অহিংস আৰ্দশৰ ভেটিতেইটো এদিন পৰিবৰ্তন জোৱাৰ তুলি দেশ স্বাধীন হৈছিল।

ভাস্কৰ : তেনে অন্ধ অনুকৰণৰ হেতুকেই আজি পুনঃ উত্তৰ পুৰুষে ন্যায্যতাৰ বাবে ৰাজপথ গৰকিব লগা হ'ল ময়ুৰী। কাৰণ তেওঁলোকৰ চত্ৰছায়াত যন্ত্ৰব্ৰত গঢ় লৈ উঠিছিল এটি নতুন শাসকগোষ্ঠীৰ, শাসন ব্যৱস্থা, প্ৰকৃত স্বতন্ত্ৰতা অথবা স্বাধীনতা নহয়।

ময়ুৰী : তুমি কিন্তু যাৰ পিঠিত উঠি অন্ধকাৰবৃত দুৰ্গম বেহু ভেদ কৰিবলৈ ওলাইছা, সেই বাহনৰ তিনিটা বৰ্ণৰে গঠিত শব্দ পুঞ্জৰ সৰল বাহ্যিকতাৰ ব্যতিৰেকে আভ্যন্তৰত লুকাই থকা চালিকা শক্তি অতি দুৰূহ ও কঠিন।

চন্দন : সেইকথা মই জানো ময়ুৰী, বিপ্লব শিশুৰ খেলনা নৱ-যৌৱনৰ প্ৰেম অথবা যিকোনো বিনিময়েৰে এয়া কৰিব পৰা জন্তু-জানোৱাৰ, কীত-পটঙ্গ, পদাৰ্থ কিম্বা নহয়, ই সচেতন মনৰ নিভত কোনত আলফুলে গঢ় লোৱা সু-উচ্চ মানবীয় সত্বা।

ভাস্কৰ : কেবল জানিলেই নহব চন্দন মনটো ৰাখিব লাগিব, পথৰ কঠিনতাত যাতে তেনে সত্বা বোজা স্বৰূপ নহয়।

ময়ুৰী : ইয়াকো মনত ৰাখিবাযে অভিমন্যুৱেও এদিন চক্ৰবেহত প্ৰৱেশ কৰিছিল প্ৰস্থানৰ পথ নজনাকৈয়ে।

ভাস্কৰ : যিখন দেশত স্বাধীনতাৰ নামত এখন হাতেৰে ত্ৰিৰংগ পতাকা উৰুৱাই আনখন হাতেৰে ন্যাৰ্যতাৰ দাবীত ৰাজপথ গৰকাজনক গুলীয়াই হত্যা কৰিব পাৰে, আই, বাই, ভনীৰ পবিত্ৰতাক কলুস কালিমাৰে ওপচাই আত্মস্বাৰ্থক নিৰাপত্তা দিবলৈ সংবিধানক গুলীয়াই হত্যা কৰিব পাৰে, আই বাই, ভনীৰ পবিত্ৰতাক কলুস কালিমাৰে উপচাই আত্মস্বাৰ্থক নিৰাপত্তা দিবলৈ সংবিধানৰ বুকৰ কামিহাড় ডাল ডাল কৰিব পাৰে, আৰু সেইবোৰক নিৰবে প্ৰত্যাখ্যান কৰি জনসাধাৰণৰ ৰক্ষণা-বেক্ষণ তথা ন্যাৰ্যতাৰ প্ৰতীক গণতন্ত্ৰৰ দ্বিতীয় স্তম্ভ স্বৰূপ ন্যায়পালিকায়ো সিহঁতকেই ফুলজাৰি চতিয়াব খোজা, এনে স্বাধীনতাত লেটি লোৱাতকৈ অভিমন্যুৰ আদৰ্শ বহু উৰ্দ্ধত।

চন্দন : সঁচা কথা, কিন্তু পাৰিবিনে ৰং—তুলিকা এৰি বন্দুক বুলেটেৰে এনেএটা জটিল সমস্যাৰ সমাধান কৰিব?

ভাস্কৰ : ইস্পিত বাসনা পূৰণ কৰিবলৈ হ'লে যিকোনো অসম্ভৱকে সম্ভৱ কৰিবই লাগিব ভাস্কৰ, তথাপি পলে—অনুপলে মনত ৰাখিবলৈ যত্ন কৰিম তোৰ এই মহান উপদেশ। আৰু তহঁতেও বৰ্তমানেৰে নহ'লেও অতীতৰ স্মৃতিৰেই চন্দনক পাহৰি যাব নিবিচাৰিবি নিশ্চয়, সৌভাগ্যহ'লে পুনৰ লগ হম,ময়ুৰী (ওলাই যায়, আন ফালৰ পৰা ৰিনি, ৰিন্তি সোমাই আহে)

ৰিনি : পাহাৰী মানুহতোৰ লগত ইমান দেৰি কি কথা পাতিলি হঁত অ'?

ভাস্কৰ : বনৰীয়া আলু কচুৰ সোৱাদ কেনেকুৱা সুধিলো।

ৰিন্তি : ময়ুৰী ভয় লগা নাছিলনে সেইতোলে। (মদৰ নিচাত গুণ গুণাই সৰোজ, প্ৰদীপ সোমাই আহে)

ভাস্কৰ : এওঁলোকে কি কৰে কৰক আমি খোৱা বস্তুবোৰ ইয়ালৈকে লৈ আহো ব'লা। (ওলাই যায়, যদু সোমাই আহে)

যদু : শেষ কৰিলিনে আৰু আছে, তহঁতক দেখিয়েই দৌৰি আহিছো।

প্ৰদীপ : (বেগটো আগবঢ়াই দি) হো ল চব আছে উলিয়া।

সৰোজ : ঐ বহ। (খৰ ধৰকৈ মদ বাকী খায়)

সৰোজ : এ....ক, কলিজা ফালি দিম, বুলি ভাবিছ নেকি?

যদু : এ সেইতোত পানী নিদিলোৱেই হ'বলা।

প্ৰদীপ : মানুহবোৰ চব চালা বুদ্ধু, তহঁতৰ উন্নতি নাই বুজিছ, জহান্নাম্নে যাবি তহঁত।

যদু : কি হ'লনো আকৌ?

সৰোজ : চাচোন যদু কাই জন্মৰ পাছতে গাখীৰ বোৰ খাবলৈ শিকোৱাতকৈ যদি মদ খাবলৈ শিকালেহেঁতেন আজি তাৰ সেইতো অৱস্থা হয়নে?

যদু : নহয় নহয় কেতিয়াও নহয়।

সৰোজ : দুখ লাগে বুজিছ, ইমান ডাঙৰ হ'লো, চালা পানী নোহোৱা মদ এপেগ খাব নোৱাৰিলো....

যদু : হয় হয়, কিন্তু সেইবুলি কান্দিছনো কিয়?

সৰোজ : নাকান্দি কি হাঁহিম?

যদু : একো কৰিব নালাগে, আৰু এপেগ ধৰিল চব ঠিক হৈ ল। পিছে সুদাই সুদাই গিলি থাকিবিনে।

সৰোজ : বেগতে মাংস আছে উলিয়া। (উলিয়াই)

যদু : উ...কেঁচা মাংস..?

প্ৰদীপ : ভজা শেষ হ'ল, খা।

যদু : কেনেকৈ খাবি আ....?

**সৰোজ :** সদাই ভজা খাব আজি কেঁচাকে খাইছা।
**যদু :** ওহোক নোৱাৰি দেই।
**প্ৰদীপ :** ধুই অতীতত দেখোন মানুহে কেঁচা মাংসেই খাইছিল।
**সৰোজ :** খা খা (মুখত ভৰাই দিয়ে)
**প্ৰদীপ :** ঐ এটা কাম কৰোঁ,
**যদু :** এইতোৰ মুৰত বা আকৌ কি সোমালে?
**প্ৰদীপ :** ইয়ালৈতো এক জানোৱাৰৰ বাদে কোনো মানুহ নাহে?
**সৰোজ :** নাহে নাহে, কেতিয়াও নাহে,
**প্ৰদীপ :** ঠিক আছে আমিও ইয়াৰ পৰা কেতিয়াও ঘূৰি নাযাও,
**যদু :** নাযাওঁ মানে কি কৰিবি?
**প্ৰদীপ :** চাল্লা এখন নতুন পৃথিৱী বনাই লম ইয়াতে।
**সৰোজ :** গুলি, সেই মুৰ্খ চবৰ লগত থকাতকৈ আমি ইয়াতে থাকিম।
**যদু :** আ... তাতকৈচোন মঙ্গল গ্ৰহলৈকে যোৱা ভাল।
**প্ৰদীপ :** আৰু মজা, এতিয়াই গৈ আমি যিমান পাৰো মাতি বাৰিলৈ প্ৰকাণ্ড মালিক হৈ লম।
**সৰোজ :** আৰু তাৰ পাছত একদম আমাৰ আইডিয়া মতে চব বনাই লম। (ভাস্কৰহঁতে খোৱা বস্তুবোৰলৈ সোমাই আহি ভগাই দিয়ে)
**ভাস্কৰ :** কি বনাবিহঁত আ?
**সৰোজ :** নতুন পৃথিৱী, : ..................
**কোৰাছ :** নতুন পৃথিৱী??
**প্ৰদীপ :** ও একদম আমাৰ আইদিয়া মতে।
**ময়ুৰী :** সেইখন পৃথিৱী হ'ব কত?
**সৰোজ :** মঙ্গল গ্ৰহত। (সকলোৱে হাহিব)
**সৰোজ :** হাঁহিচ হাঁহ তহঁতে নাহাঁহি কি কৰিবি।
**প্ৰদীপ :** আমি তাত আদম আৰু ইভৰ নিচিনাকৈ নতুন মানুহ সৃষ্টি কৰিম।
**প্ৰদীপ :** অ'......
**সৰোজ :** মানে সেই আদিম মানুহৰ কথা কৈছ।
**প্ৰদীপ :** অ' প্ৰথমৰ পৰা কৰিলে সিহঁতৰ নিচিনাকৈই কৰিব লাগিব।
**সৰোজ :** ঐ সেইবোৰে জানো কাপোৰ পিন্ধিব জানিছিল?
**প্ৰদীপ :** অ'.. কেনেকে জানিব, তেতিয়াটো কাপোৰ নাছিলেই। খোল খোল কাপোৰ খোল।

(কাপোৰ খুলিবলৈ আৰম্ভ কৰে)

**ভাস্কৰ :** ঐ ঐ ঐ কি কৰ, কি কৰ?
**যদু :** এই কেইটাই ঘটনা কৰিব এতিয়া....ছেঃ কি কৰা যায়?
**যদু :** ঐ ৰছোন ৰ ৰ, তহঁতে সেই আদম আৰু ইভৰ কথা কোৱা নাই জানো?
**প্ৰদীপ :** অ' পৃথিৱীৰ প্ৰথম মানুহ।
**যদু :** এতিয়া মানে তহত দুটা আদম আৰু ইভ হবি?
**প্ৰদীপ :** অতো একদম প্ৰথমৰ পৰা আৰম্ভ কৰিব লাগিব।
**যদু :** হেই ......আদম আৰু ইভ দুয়োটা জানো মতা মানুহ আছিল? হে হে হে
**সৰোজ :** চেহ লগাইদিলি গণ্ডগোল....
**যদু :** এৱাৰ্ডটো কি হ'ব জাননে?
**বিপ্তি :** কি দিবা?
**যদু :** চালাদত দিবলে পাহৰা নিমখ খিনি।
**বিনি :** ভাস্কৰ দা, হ'লেইনে তোমাৰ?
**ভাস্কৰ :** অ' হৈ গ'ল, অলপ লৰালৰি কৰা, আন্ধাৰৰ আগতে ইয়াৰ পৰা যাব লাগে। নহ'লে বাঘ-হাতী কি ওলাই ঠিক নাই।
**বিপ্তি :** সঁচাকে ওলাই নেকি?
**ভাস্কৰ :** সঁচা মানে এইবোৰ ঠাইতো সিহঁতৰে।
**যদু :** তামোল—চামোল কিবাকিবি থাকিলে দিবিহঁত অ' মুখুদি কৰিবলে।
**ভাস্কৰ :** গাড়ীত আছে, বস্তুবোৰ গোটাই-পিটাই গাড়ীলৈকে ব'লা।
**যদু :** ঐ সৰোজ, কি বিচাৰি আছ, কিবা হেৰালে নেকি?
**সৰোজ :** মুৰ্গী কেইটা এইখিনিতে থৈছিলো নহয়?
**যদু :** অ' মুৰ্গী চৰিবলৈ গ'ল, আমিও যাওঁ ব'ল।
**সৰোজ :** ক'লৈ যাবি?
**যদু :** কেলৈ পাহৰিলি, মঙ্গল গ্ৰহলৈ।
**সৰোজ :** অ'.....প্ৰদীপ ব'ল।

(কুকুৰৰ ভুকভুকনি)

**ময়ুৰী :** ঐ ভাস্কৰ দা, ল'ৰা—ছোৱালী কেইটাক কুকুৰে কেনেকৈ ভুকিছে চোৱা।
**বিনি :** কি কৰিছে বাৰু সিহঁতে।
**ভাস্কৰ :** আমি পেলাই দিয়া খোৱা-বস্তুবোৰ কোনে আগে ল'ব পাৰে তাৰে প্ৰতিযোগিতা চলিছে।
**বিপ্তি :** ইয়ে কি কৰিবলৈ গোটাইছে সেইবোৰ?
**ভাস্কৰ :** এসাজ তৃপ্তিৰে পেট পুৰাই খাবৰ বাবে।
**ময়ুৰী :** লোকৰ পেলনীয়াবোৰ, কথাবোৰ যে কোৱা আৰু।
**যদু :** পেলনীয়া হ'লেই কি সোৱাদ নোহোৱা হ'ব নেকি? চহৰত জাকে জাকে ল'ৰা —ছোৱালী ডাচ্‌বিনৰ পেলনীয়া খায়েই জীয়াই আছে। দেখা নাইনে সেইবোৰ।
**বিনি :** চহৰতো থাকেনে তেনেকুৱা মানুহ?
**বিপ্তি :** তেনেহ'লে দেখোন চহৰ আৰু এইবোৰৰ মাজত কোনো পাৰ্থক্যই নাই।
**ভাস্কৰ :** বাৰু গাও—চহৰৰ কথা বাৰু বাদ দিয়া, চোৱাছোন

একেই পৃথিৱী, একেই প্ৰকৃতি, একেই মানুহ, অথচ সিহঁত আৰু আমাৰ মাজত কিমান পাৰ্থক্য, কিমান ব্যৱধান? ন্যায্যতা বিচাৰি হিংসা—অহিংসাৰ ব্যৱধান গৰকি চন্দনহঁতে হাতত অস্ত্ৰ তুলি জনবিচ্ছিন্ন হৈ পৰিছে, আমি সিদিনা চৰকাৰৰ ওচৰত স্মাৰক- পত্ৰ দিছো, ধৰ্মঘট কৰিছো, আমাৰ অঞ্চলত বিজুলী সৰবৰাহ, টেলিফোন নিয়মীয়া
কৰিব লাগে, অৱসৰ বিনোদন কেন্দ্ৰ, নাইট ক্লাবৰ বাবে আৰ্থিক সাহায্য দিব লাগে।

যদু : অলপ আগতে দেখোন সেই দুজনে নতুন পৃথিৱীকে বনাব খুজিছিলে।

ভাস্কৰ : কিন্তু লোকৰ পেলনীয়া কেইটামানেৰে পেট পূৰাবলৈকে কুকুৰৰ লগত যুদ্ধ কৰিব লগা হোৱা, লজ্জা নিবাৰণৰ বাবে কাপোৰ—কানিৰ প্ৰয়োজন অনুভৱ নকৰা এই মানুহবোৰৰ সম্মুখত বৈ নিজকে এবাৰ প্ৰশ্ন কৰাচোন, আমি বিচৰাবোৰৰ প্ৰাসঙ্গিকতা কি হ'ব পাৰে?

যদু : ঐ এতিয়া প্ৰশ্ন উত্তৰ বাদ দে, নম্বৰ দিবলৈ পৰীক্ষক কোনো নাই আৰু অলপ দেৰি হ'লে হাতীয়ে গচকি মাৰিব। যাওঁগৈ ব'ল ব'ল।

(টালি—টোপোলা লৈ সকলো যাবৰ উদ্যত হয়)

<u>সমাপ্ত</u>

# ঢোল

## নাট্যকাৰ # প্ৰাঞ্জল বুঢ়াগোঁহাই

**চৰিত্ৰসমূহ ঃ**

(১) ৰতন (২) নন্দ (৩) নালীয়া
(৪) মইনা (৫) মাখনী

**পৰিবেশ ঃ** ৰতনৰ মুকলি ঘৰ। দুটামান খুৰা আৰু দুখনমান পীৰা থাকিব। মাখনীয়ে ব্যস্তভাৱে ভিতৰৰ পৰা ওলাই আহিব।

**মাখনী ঃ** হেৰি, ধুতিখন আৰু পাঞ্জবীটো বাহিৰৰ দাংডালতে থৈ আহিছো। (হঠাৎ ৰাস্তাৰ ফালে কাৰোবাক দেখি) সেইটো নালীয়া নহয়নে? বোলো সেইটো নালীয়া নহয়নে? আও কতা নুশুনেই অ'। বোলো-ঐ হতচিৰিহোৱা, কুলক্ষণীয়া বোলে ঐ অ' শুনিছে। ধেন্দেলা বুলিলে বেয়া পাব। এইফালে নে ঘৰ এটা আছিল পাহৰিলি হ'বলা। আহ আহ। (নালীয়া সোমাই আহিল)

**নালীয়া ঃ** মোকেই মাতিছিল নে?

**মাখনী ঃ** তোক নামাতি মাতিবলৈ ৰাস্তাটোতনো কোন আছে? ইয়াতে যে বায়েকৰ ঘৰটো আছে চকুত নপৰিল হ'বলা। চাহপানী এটোপাকেতো খাই যাব পাৰ।

**নালীয়া ঃ** অ' আজি দেখোন হাইঠা মাটিত পৰিল। আনদিনা উপযাচি সোমালেও তামোল এখনকে পাবলৈ নাই। আজি একেবাৰে ৰাস্তাৰ পৰা মাতি আনি চাহ—তামোল দিছা। অ' বাইদেউ, কিবা শুভকাম হ'বলা?

**মাখনী ঃ** থ পায়? তেনেকুৱা কথা নক'বি দে। থিতাতে আসৈ নেমাতিবিচোন। তোকনো কোনদিনা চাহ তামোল খুউৱা নাই কচোন? বৰ অশলাগী অ' তইঁত! পিছে হেৰি নহয় অ' নালীয়া, হওঁতে আজি শুভ দিনেই।

**নালীয়া ঃ** এৰাতো। মোৰ অনুমান ভুল হ'ব নোৱাৰে নহয়। মই গোন্ধ পাইছো নহয়। এই যেন কিবা পায়সৰ গোন্ধ, মিঠা মিঠা দৈ মাখন, মাহ—প্ৰসাদৰ গোন্ধ। খোৱা—বোৱা ভালকৈ গোটাইছে যেন পাওঁ। চেহ! মই আৰু আমাৰ সৰুকণ, পুতুকণ পুতুকণৰ মাকহঁতকো লৈ আহিব পাৰিলোহেঁতেন নহয় ।

**মাখনী ঃ** এই ৰ। খোৱা-বোৱাৰ কথা নহয়। বেলেগ কথাহে।

**নালীয়া ঃ** তেতিয়াহ'লে সোনকাল কৰা দেই। মোৰ আৰু কাম আছে। মানে কলি, কলি গাইজনী হেৰাল। বিচাৰিব লাগিব। (ৰতন আহে)

**ৰতন ঃ** এইটো নালীয়া নহয়নে?

**নালীয়া ঃ** কি কযহে ভিনিহী, দেখাত কি মোৰ নিচিনা লগা নাই নেকি?

**ৰতন ঃ** এ হয়তো আৰু'। ভাল কৰিলি আহিলি। হেৰা তুমি যোৱাচোন যোৱা ঢোলটো আনা? অলপ চাফ চিকুণ কৰিব লাগিব নহয়। (মাখনী যায়)

**নলীয়া ঃ** ঢোল?

**ৰতন ঃ** অঁতো। কিয় বায়েৰাই তোক কথাটো কোৱাই নাই নেকি? মই আজি ঢোল বজাম নহয়।

**নালীয়া ঃ** সকাম?

**নালীয়া ঃ** মানে অ' সকামত ঢোল?

**ৰতন ঃ** ধেৎ তেৰি! তই মেঠাতো গৰম কৰিবি দেই। হে'ৰ আজি পদুমনি গাঁৱৰ মেলা। ভিনিহীয়েৰক চিঠি দি নিমন্ত্ৰণ কৰিছে-ঢোল বজাৰৰ বাবে (গৌৰৱত)। তহঁতবোৰ যাব লাগিব কিন্তু দেই। (মাখনীয়ে ঢোলটো আনে)

**নালীয়া ঃ** গান-বেজেনা নহয় যদি নেযাওঁনেকি নহয়

**ৰতন ঃ** হেঁ।

**নালীয়া ঃ** নহয় মানে কলি গাইজনী যাব লাগিব। যাব লাগিব। যাব লাগিব। ভিনিহীয়ে ঢোল বজাব, মই নগ'লে যাব লাগিব। হেঃ হেঃ হেঃ যাব লাগিব।

**ৰতন ঃ** যাবিতো আৰু'। মই জানো নহয় । বুজিছ, আজি বিশ বছৰৰ আগতেই মঞ্চত ঢোল বজোৱা। তাৰ পাছৰ পৰা দেখোন কোনেও ঢোল বজাবলৈ নেমাতেই। নালীয়া, আজি বিশ বছৰৰ পিছত মোক চিঠি দি ঢোল বজাবলৈ মাতিছে। আজি মই মঞ্চত উঠিম। ঢোল বজাম। মঞ্চত বহুত মানুহৰ সন্মুখত।

**নালীয়া ঃ** বাইদেউ চাহ তপতাইছেনে ?

**ৰতন ঃ** চাহ... । চাহ দিম নহয় তোক । তই বহচোন বহ । এই মূঢ়াটোত বহ । মই ঢোলটো অলপ চাফ—চিকুণ কৰি লওঁ । কৃষ্ণ প্ৰভু (ঢোলটোক তালিৰ ফালে চাপৰ মাৰি) । ওজা মানুহৰ ঢোলতো । নবজালেও মই ঢোলটো বেয়া হ'বলৈ নিদিওঁ নহয় । টানি-টুনি ৰাখোতো । চাবিচোন মোৰ ঢোলৰ ৰগৰত আজি কেনেকৈ ডেকা-গাভৰুৰ মন গৰম পানী উতলাদি উতলি থাকিব । অমুকা ডেকা নে বুঢ়া তৰ্কিবই নোৱাৰিব বাপেকে । (মাখনী আহে)

**মাখনী ঃ** ইছ্ ৰাম মানুহটো । আপুনিনো গা ধোৱাৰ আগতেই ঢোলটো চাফা কৰিব নোৱাৰিলেনে ? নতুন কাপোৰজোৰ লেতেৰাই হ'বচোন এতিয়া ।

**ৰতন ঃ** হেৰা ভগবানৰ বস্তু গা নোধোৱাকৈ চুব নেপায় নহয় । (বাহিৰত নন্দৰ মাত-ৰতন কাইটি, হ'লনে নৌ) কোন অ' ? নন্দ আহিলিয়েই নেকি ? আহ । বহচোন বহ ।

**নন্দ ঃ** কি হ'ল ? ঢোল চাফা কৰিছহে নেকি ? বৰ দেৰি কৰ অ' তই । কামবোৰ অলপ মতা মানুহৰ নিচিনা কৰিবিচোন । আমি আৰু ন-বজাত বুলিলে ন-বজাত । মতা মানুহৰ এক কথা ।

**মাখনী ঃ** অ' পায় হেৰ' হতচিৰিহোৱা ! তইঁতৰ কাম ৰাতিহে । এতিয়াৰ পৰা গৈনো কিডাল কৰিবিগৈ ?

**নন্দ ঃ** কিডাল কৰিম মানে ? আমি নিজৰ মানুহবিলাকেই যদি সোনকালে নাযাওঁ, আঁতৰৰ আলহী-অতিথিবিলাকে অসন্তোষ পাব নহয় । নে কি কঁব ভাইটি ।

**ৰতান ঃ** অঁ অঁ তো আক' । ভাতকেইটামান... এনে খাওঁ নহ'লে । যাব লাগে সোনকালে ।

**ৰতন ঃ** থওঁক দে । ভাত কেইটামান খাই যাওক । তাত উদুলি--মুদুলিৰ মাজত পানী এটোপাকে যাঁচোতা বা ওলাই নোলায় । মই বাঢ়োগৈ । (মাখনী যায়)

**নালীয়া ঃ** অঁ তো ভাতকেইটামান খাই যা । দিয়ক দিয়ক । গোটেইকেইটাকে এগৰাহ এগৰাহ । যাবৰো হৈছে নহয় ।

**নন্দ ঃ** নালীয়া তইঁতেও ওলাবি দেই ।

**ৰতন ঃ** ওলাব ওলাব । মই কৈছো নহয় ইয়াক । কালি-পৰহিৰ পৰা মই গোটেই গাঁওখনতে জান দি ফুৰিছো নহয় । যাব যাব, চব যাব । চাবিচোন দৰ্শক একেবাৰে গিজগিজাই থাকিব ।

**নন্দ ঃ** এ... তই মই লগত থাকিলে দৰ্শক নহৈ পাৰেনে ।

**ৰতন ঃ** এবাৰ ক'ত আছিল জানো । আমি যে ৰাতিপুৱালৈকে ঢোল বজাইছিলো ।

**নন্দ ঃ** অঁ ৰাতি এঘাৰৰ পৰা ।

**ৰতন ঃ** অঁ...

**নন্দ ঃ** সেউজী গাঁৱত আক' ।

**ৰতন ঃ** কেনেকৈ মানুহৰ হাত চাপৰিৰ জাউৰিয়ে আমাৰ ডেকা তেজ একেবাৰে উতলাই দিছিল ।

**নন্দ ঃ** মানুহবোৰে যে চিঞৰিছিল ।

**ৰতন ঃ** আৰু এখন হাত ।

**মালিতা ঃ** আৰু এখন মালিতা ।

**ৰতন ঃ** অ আৰু এখন মালিতা ।

**নন্দ ঃ** আৰু এখন হাত ।

**ৰতন ঃ** সকাময়ত ঢোল বজাব লাগে ।

**নন্দ ঃ** বিয়াত ঢোল বজাব লাগে । (মাখনী আহে)

**মাখনী ঃ** হেৰি ভাত ।

**নন্দ ঃ** শুৱলে সময় নাই ।

**মাখনী ঃ** হেৰি ভাত (জোকাৰি দিয়ে)

**ৰতন ঃ** হেঁ ভাত... অঁ ভাত ভাত । ক'তা ভাত ক'তা ।

**মাখনী ঃ** ভিতৰত ।

**ৰতন ঃ** অঁ ভিতৰত । ব'ল নন্দ, নালীয়া ।

**মাখনী ঃ** নালীয়াক এতিয়া দিয়া নাই । সি পিছতো খাব পাৰিব । আপোনালোক খৰধৰ হোৱা কেইজনে খাই লওকচোন ।

**নন্দ ঃ** অঁতো । তই পিছতো খাব পাৰিবি । আমি আক' সোনাকালে যাম বুলি কথা দিয়া আছে নহয় । মতা মানুহৰ এক কথা । সময়ত পাবগৈ লাগিবতো ।

**ৰতন ঃ** তই তেতিয়াহ'লে অলপ ৰ দেই । পিছতেই খাবি । নোখোৱাকৈ নেযাবি কিন্তু ।

**নালীয়া ঃ** এ হ'ব খোৱাতোনো কি । খোৱাতোনো... ।

**মাখনী ঃ** অলপ বহচোন দেই ।

**নালীয়া ঃ** হ'ব । (ৰতন, নন্দ, মাখনী ভিতৰলৈ সোমাই যায়) (ভিতৰত ভাত খোৱাৰ যোজা চলে)

**মাখনী ঃ** (ভিতৰত) মাছ অকণমান দিম নেকি ?

**ৰতন ঃ** মাছ ? দিয়া দিয়া ।

**মাখনী ঃ** কুঁড়ি মাছৰ মাঠাটো খাবি নেকি অ' নন্দ ?

**নন্দ ঃ** মাছৰ মাঠা ? কুঁড়ি মাছৰ ? এ দিয়া দিয়া । চোবাই গুড়ি কৰি দিম নহয় । মতা মানুহৰ কথাতো ।

**নালীয়া ঃ** মাঠা । কুঁড়ি মাছৰ মাঠা । (মইনা আহে)

**মইনা ঃ** ভাত খাইছে । কুঁড়ি মাছৰ মাঠাৰে ভাত খাইছে ।

**মইনা ঃ** তোক নিদিলে নেকি ?

**নালীয়া ঃ** কুঁড়ি মাছৰ... মাৰৰ মাঠাটো ।

**মইনা ঃ** হ'ব তই পিছতেই খাবি ।

**নালীয়া ঃ** বাপেৰৰ মাঠাতো ।

**মইনা ঃ** মই আক' গৰু কেইটাৰ খুটিকেইটা অলপ লৰাই থৈ আহিলো । চেহ্ হাত-ভৰিবোৰ লেতেৰা । ভিতৰলৈ নোসোমাও আৰু মেলাৰ পৰা খবৰ এটা লৈ আহোঁ । পিতাইহঁতে ঢোল বজাব নহয় । আয়ে সুধিলে কৈ দিবি

দেই।

**নালীয়া :** কুঁড়ি মাছৰ...।

**মইনা :** মাঠা। পাবি পাবি অলপ ৰ। (মইনা যায়। ৰতন নন্দ, মাখনী ওলাই আহে)

**নালীয়া :** খালি। কুঁড়ি মাছৰ...। ভাল কৰিলি।

**ৰতন :** কুঁড়ি মাছেৰে ভাতকেইটা খাই গাটো কিবা তাগদ তাগদ লাগিছে অ'। আজি কিন্তু গা উঠিব দেই।

**নন্দ :** মোৰো নহয়। আজি। গাভৰু ছোৱালী উঠি আহি মঞ্চ নাপাই যদি চাবি।

**মাখনী :** আয়ে নৰকী, হাইজাত যোৱা, ফাপৰে খোৱা। বুঢ়া বয়সত সেইবোৰ কথা ক'বলৈ আহিছ।

**নন্দ :** এ ক'লেনো কি হ'ব বৌটি। তুমিতো ঢোল বজোৱা দেখিয়েই কাইটিৰ পিছে পিছে কত ঘূৰিলা। পিছত যেনিবা মইহে লাগি মেলি...।

**মাখনী :** অ' দেই...। (যায়)

**ৰতন :** হোঁঃ নালীয়া। তহঁতে ডেকা দিনত আমাক দেখা হ'লে। কি তেজ, কি তাকত কি... নহয়নে নন্দ?

**নন্দ :** নহয়নো আক' কি? আমাৰ দুটাক চাবৰ কাৰণেই কত ৰভাতলীত গেদাম—গেদাম হৈ থাকে।

**ৰতন :** এবাৰ ক'ত আছিল জানো? মানুহ আহিয়েই আছে, আহিয়েই আছে, আহিয়েই আছে, বহিবলৈ ঠেগা নাই। শেষত বোলে মঞ্চৰ ওপৰতো মানুহ। তাৰ মাজতে বজাইছো ঢোল। সেইবাৰেই আমাৰ মইনাৰ মাকক... অঁ সেইবাবেই প্ৰথম ল'গ পাইছো।

**নন্দ :** ময়ো আমাৰ পখীটিক...।

**ৰতন :** এ... তেতিয়া নহয় তাৰ পিছত।

**নন্দ :** ... অঁ পিছত পিছত।

**ৰতন :** সেইবাৰ জিলাৰ পৰা M. L. A আহিছিল আক'ন।

**নন্দ :** কেলেই তোক গামোছা পিন্ধোৱা নাছিল জানো?

**ৰতন :** অঁ তো স্বয়ং M. L. A. ই গামোছা পিন্ধাইছিল মোক।

**নন্দঃ** কঠাল কাঠৰ খোলাৰে ঢোল এটাও চোবাই দিছিল।

**ৰতন :** অঁ তো স্বয়ং M. L. A. ই দিছিলে নেকি।

**নন্দ :** তহঁতে এতিয়া কি বুজিবি

**ৰতন :** দেখিব লাগিছিল তহঁতে

**নন্দ :** দেখিব লাগিছিল।

**ৰতন :** সঁচায়ে কি যে দিন আছিল সেইবোৰ।

**নন্দ :** ভাবিয়ে ভাল লাগে অ'।

**ৰতন :** ঘূৰি যাবলৈ মন যায় অ'। (ঢোলৰ শব্দ ভাঁহি আহিব। দুয়ো একাষ হৈ যাব। হঠাৎ খুন্দা খাই সম্বিৎ ঘূৰাই পাব। নালীয়াৰ ওচৰলৈ গৈ) এইবাৰ একদম কুৰি বছৰৰ মূৰত ঢোল বজাম বুজিছ।

**নন্দ :** চাই থাক। বুঢ়া দেহতো কি তেজ। গুমগুমাই থাকিব গোটেই গা। তেজ উতলাই দিম বাপেকে। মতা মানুহৰ এক কথা।

**ৰতন :** ডেকা তেজ সেও মানি যাব বাপেকে।

**নন্দ :** মতা মানুহৰ এক কথা।

**ৰতন :** আজি-কালিৰ সেইবোৰ গান-বাজনাই কি পাত্তা পাইছে।

**নন্দ :** পিলাই চমকিব সিহঁতৰ আমাৰ তেজ দেখি।

**ৰতন :** ঢোলৰ ওপৰত বৰষুণ আহি যাব।

**নন্দ :** ঢেৰেকনি আহি যাব।

**ৰতন :** ধুমুহা আহি যাব।

**নালীয়া :** (অস্বস্তিত) মই যাওঁ নেকি...।

**নন্দ :** নোৱাৰ যাব।

**ৰতন :** বহি থাক।

**নন্দ :** ধুমুহা আহি যাব।

**ৰতন :** গাঁজনি আহি যাব।

**মাখনী :** হেৰি। (নন্দ ৰতন বৈ যায়) যাওঁ বুলি খৰধৰ কৰি কি কথাৰ মালিহা মাৰি আছে।

**ৰতন :** এ হয়তো আক'। নন্দ?

**নন্দ :** ব'ল ব'ল যাব লাগে।

**ৰতন :** ঢেলটো আনাহে। কলপাত এখিলা... ঐ নালীয়া যাচোন কলপাত এখিলা কাটি আন। যা আক'। কুঁড়ি মাছেৰে ভাত কেইটামান খাই যাবি যা। দা... সেইখন ল' যা। হেৰা ধূপ এডাল জ্বলোৱাহে।

**নন্দ :** তামোল-পান এজোৰো লাগিব দেই।

**ৰতন :** ওঁ লাগিব লাগিব। তেৰাৰ নামত ভালকৈ সেৱা এফাঁকি কৰি লওঁ। গা উঠিব লাগিবতো।

**নন্দ :** অঁ তো। বিশ বছৰৰ মূৰত বজাম। গা উঠিব লাগিব।

**ৰতন :** ঢোলটো...। অঁ কলপাত আনিলি। ধেৎতেৰি গোটে গোটে সুমুৱাইছহি। যা যা বাহিৰত দুডোখৰ কৰি আন। বৰ গোটগৰু হৈ আছ অ' তহঁতবোৰ। অ দে। আগপাতটো দে। নন্দ, পাৰচোন পাৰ। হে'ৰা ধূপ? অ দিয়া। এইখিনিতে দিয়াচোন। বচ্। সেৱা এটা কৰা। নালীয়া তয়ো কৰ। নন্দ আশীৰ্বাদ এটা দে অ'।

**নন্দ :** হয় নেকি? বাৰু সেৱা...। এইঃ বৌটি আৰু তুমি বাওঁফালে আহা আক' অ বচ্। অ' হৰি অ' ৰাম... ভাল বোলে নমো নমো নাৰায়ণ কিনো ক'ম, মতা মানুহৰ এক কথা তুমিতো জানাই। ঢোল বজাম বুলি ক'লো। এতিয়া যাবই লাগিব। ওলাইছো আৰু। এইখিনিতে বোলে কিনো দিম, কিনো থ'ম। এটি গুৱা-পান দি তোমাৰ চৰণত দীঘল

দি পৰিছো। অজ্ঞানিতে হোৱা সৰ্বদোষ মৰিষণ কৰি চকু মেলি চাই ভালকৈ কামফেৰা কৰোৱাবা আৰু। অ' হৰি অ' ৰাম ।অ হ'ব হ'ব। উঠ।

**ৰতন ঃ** হ'ব। ব'ল ব'ল যাব লাগে।

**নন্দ ঃ** ৰহে যাবৰ সময়ত বৌটিৰ হাতে তামোল এখন নোখোৱাকৈ যাম নেকি?

**ৰতন ঃ** অ' আনাহে। ময়ো এখন খাব লাগিব।

**নন্দ ঃ** চুণ-ধপাত অলপ সৰহকৈ দিবা অ' বৌটি। মতা মানুহৰ কথাতো।

**ৰতন ঃ** তালৰ ৰচীবোৰ চাই ল'লি নহয়?

**নন্দ ঃ** চব্ কিলিয়াৰ।

**ৰতন ঃ** মাৰি কেইডাল?

**নন্দ ঃ** ল'লো।

**ৰতন ঃ** ঢোলটো চাওঁ নালীয়া তুলি দেচোন মোৰ কান্ধত। ঐ ৰ ৰ। তই গা ধুলি জানো? নুচুবি দেই। গা-পা নোধোৱাকৈ চুই আৰু' যাত্ৰাতেই ভকত গাঁঠিখন নলগাবি। দে মই নিজেই তুলি ল'ম। তই কুটি মাছেৰে ভাত কেইটিমান খাই যাবি।

**মাখনী ঃ** লওক, তামোল লওক।

**ৰতন ঃ** দিয়া দিয়া। নন্দ খা। ব'ল।

**নন্দ ঃ** (তামোল খায়) ব'ল ব'ল। দেৰি হ'লে বেযা হ'ব নহয়। মতা মানুহৰ কথা।

**মাখনী ঃ** ৰ'বচোন যাবৰ সময়ত ময়ো সেৱা এটি কৰি লওঁ।

**ৰতন ঃ** হে থোৱাহে।

**নন্দ ঃ** কৰিব খুজিছে কৰক আৰু'। আমি সিফালে চাই আছো। নালীয়া (নালীয়াক সিফালে চাবলৈ ইঙ্গিত দিয়ে)

**মাখনী ঃ** কৃষ্ণ প্ৰভু। ভালকৈ বজোৱাবা আৰু। সেৱা কৰি উঠি আহে। চকুৰে চকুৰে পৰে। বিহুগীত কলি এটি ভাঁহি আহিব)

(কিনো তামোলখনি দিলা ঐ লাহৰী)

**নন্দ ঃ** হ'লনে নাই অ'? (ৰতন আৰু মাখনী থতমত খায়)

**মাখনী ঃ** ঐ ঐ নালীয়া, মানুহটো যাবলৈ ওলাইছে, তযো সেৱা এটা কৰিব পৰা নাই। (নালীয়াক টানে)

**নালীয়া ঃ** মোৰ কলী গাই

**মাখনী ঃ** ভাত কেইটামান খাই যাবি আৰু'। (নালীয়াই সেৱা কৰে)

**ৰতন ঃ** হ'ব হ'ব। ব'ল নন্দ।

**নন্দ ঃ** ব'ল। (যাব খুজি ৰৈ যায়) অ' বস্তু এটা খাবলৈ থাকি গ'ল নহয়।

**ৰতন ঃ** কি বস্তু?

**নন্দ ঃ** আচল বস্তুটো। বৌটিৰ সেইফেৰি বস্তু নোখোৱাকৈ গ'লে আৰু' যাত্ৰাই শুভ নহয়। সেইফেৰি খাই গ'লেহে গাটো কিবা ৰণ্‌জিত ৰণ্‌জিত লাগে।

**মাখনী ঃ** কি হ'ল অ'। আৰুনো খাবলৈ ঘৰখনত আছে কিটো?

**নন্দ ঃ** আছে।

**মাখনী ঃ** মই হ'লে দেখা নাই দেই। নিজেই খা।

**নন্দ ঃ** কেলেই তোমাৰ সেই গুৰু—গোঁসাই নমনা উৎকট গালিসোপা। সেই সোপাইহে আৰু' তেজ গৰম কৰে।

**মাখনী ঃ** কটা নিধক। কথা ক'বলৈ আহিছ। বাটলুগুটিয়া মেঠা ভাণ্ডিম মাৰে খেকাৰ খোৱা।

**নন্দ ঃ** বচ্ বচ্। হৈ গ'ল। আহিলো দেই।

**ৰতন ঃ** ব'ল ব'ল। (মইনা আহে)

**মইনা ঃ** তহঁত যাবলৈ ওলালিয়েই নেকি?

**ৰতন ঃ** অঁ ওলালো। তই গৰু-গাই কেইটা চাবি। আৰু গধূলি মাৰক মেলালৈ যাবি। সোনকালে যাবি। আগত জেগা ৰাখি বহিবগৈ লাগিব নহয়।

**নন্দ ঃ** আমাৰ খুৰীয়েৰলেও জেগা ৰাখিবি দেই। মাই'কী মানুহকেইজনী চকুৰে দেখাত বহিব লাগিব নহয়। তেতিয়াহে । নে কি কব কাইটি?

**ৰতন ঃ** ব'ল ব'ল। আমি আহিলো দেই।

**মইনা ঃ** পিতাই ।

**ৰতন ঃ** কি হ'ল? শুভকামত আগবাঢোতে পিছফালৰ পৰা মাতিব নেলাগে বুলি নাজান নেকি? ব'ল নন্দ।

**মইনা ঃ** পিতাই! তহঁত যাব নেলাগে পিতাই।

**ৰতন ঃ** হেঁ!

**মইনা ঃ** তই তাত ঢোল বজাবলৈ নেপাব পিতাই। তোৰ প্ৰগ্ৰেম বাতিল কৰিছে।

**ৰতনা ঃ** মোকতো সিহঁতে নিজ মুখেৰে মাতিছিল।

**মইনা ঃ** থু পেলাই দে সেইবোৰৰ মুখত।

**ৰতন ঃ** মোকতো চিঠি দি মাতিছে।

**মইনা ঃ** ফালি পেলা সেইবোৰ চিঠি।

**ৰতন ঃ** নহয় অ' মইনা, মোক বিশিষ্ট শিল্পী বুলি মাতিছে।

**মইনা ঃ** এৰি পেলা সেই বিশিষ্ট শিল্পী হোৱাৰ মোহ।

**ৰতন ঃ** আজি ২০ বছৰৰ মূৰত মই মঞ্চত উঠিম। ২০ বছৰৰ মূৰত মই কান্ধত ঢোল তুলি লৈছোঁ।

**মইনা ঃ** পিতাই ।

**ৰতন ঃ** মই সিহঁতক কাকুতি মিনতি কৰিম। যে আজি ২০ বছৰৰ মূৰত মোৰ ঢোলে কথা ক'ব, নন্দৰ তালে কথা ক'ব। তই মোক ঢোল থ'বলৈ নক'বি মইনা।

**মইনা ঃ** পিতাই ।

**ৰতন ঃ** মই সিহঁতক জয়দেউ মিনতি কৰিম। মোক অকণমান সময় দিব। মই যাম

**মইনা ঃ** নেলাগে পিতাই। বুঢ়া বয়সত আনৰ অপমান পাবলৈ যাব নালাগে দাইটি নেলাগে যাব।

**ৰতন ঃ** মই যাম। মই যাবই লাগিব মইনা।

**মইনা ঃ** তই যাব নেলাগে পিতাই।

**ৰতন ঃ** মই যাম।

**মইনা ঃ** তই যাব নেলাগে পিতাই।

**ৰতন ঃ** মই যাম।

**মইনা ঃ** মই কৈছোঁ—তই যাব নালাগে।

**ৰতন ঃ** মই কৈছোঁ—মই যাম। ব'ল নন্দ। (যাব ধৰে)

**মইনা ঃ** পিতাই। আই ৰাখচোন পিতাইক। দাইটি ৰাখচোন। পিতাই ৰচোন...। (টেনা—আজোৰা হয় ৰতনে মইনাক মাৰিবৰ বাবে ঢোলটো দাঙি লয়) -মাৰ! কি চাই আছ? তোৰ সেই মাৰটো মই সহ্য কৰিব পাৰিম। কিন্তু তাত, তাত তোৰ অপমান হোৱাতো মই সহ্য কৰিব নোৱাৰিম পিতাই। জান দাইটি, কেৱল দহ মিনিট সময় তহঁতৰ বাবে খুজিছিলো। কি ক'লে জান—এক মিনিটো দিব নোৱাৰে বোলে। চিঠি দিয়াৰ কথা কৈছিলো। কমিটিৰ সিদ্ধান্তই চূড়ান্ত সিদ্ধান্ত বুলি ক'লে। ৫০,০০০ টকীয়া শিল্পী আহিব বোলে। আপ টু ডেট! সিহঁতৰ কাৰণেই সময় তাকৰ হৈছে বোলে। মানুহবোৰে বোলে আপত্তি কৰিছে এই ওজা—চোজাবোৰ আঁতৰাই নৃত্য—গীত ভৰাবৰ বাবে। এইবোৰ দেখিলে মানুহ উঠি গুছি যাব বোলে। এইবোৰ বোলে আউট অব ফেশ্যন।

**নন্দ ঃ** কিবা আউট অব ..........কিবা বুলি যে ক'লি তাৰমানেনো কি অ' মইনা?

**মইনা ঃ** দাইটি...।

**নন্দ ঃ** আমি আৰু' বুজি নেপাওঁ নহয় আজিকালি ডেকাৰ মুখৰ কথাবোৰ। আওপুৰণি মানুহ নহয়।

**মইনা ঃ** এৰা দাইটি, তহঁতৰ দৰে সেই ঢোলটোৰ তাৰ চাপৰবোৰো আওপুৰণি হৈ গ'ল বোলে। আজিকালিৰ ডেকা গাভৰুৱে সেইবোৰ ভাল নেপায়। নেলাগে দাইটি। বুঢ়া বয়সত মানুহৰ অপমান পাবলৈ যাব নেলাগে।

**নন্দ ঃ** এৰাতো। নেপাবৰে কথা। আমি জানো তহঁতৰ চব্ কথা কাণ্ড ভাল পাওঁ। ঠিক আছে। বাদদে কাইটি। আমি আৰু ঢোল নবজাওঁ। এইটো বোলে আউট অব্...কিবা।

**মাখনী ঃ** থওক। নেলাগে যাব। আমিতো ঢোল নবজোৱাকৈয়ে ভালেৰে আছো

**নন্দ ঃ** অঁ তো। নবজাওঁ যা বাদ দিলো। মতা মানুহৰ এক কথা।

**মইনা ঃ** অঁ নেলাগে বজাব।

**আটায়ে ঃ** বাদ দে নেলাগে বজাব।

**ৰতন ঃ** মই ঢোল বজাম।

**মইনা ঃ** পিতাই তই...

**নন্দ ঃ** কাইটি।

**মাখনী ঃ** হেৰি আপোনাৰ হৈছে কি? ক'ত বজাব ঢোল?

**নন্দ ঃ** অঁ ক'ত বজাবি ঢোল। আমাক দেখোন মঞ্চত উঠিবলৈ নিদিয়েই ।

**ৰতন ঃ** ইয়াত।

**আটায়ে ঃ** ইয়াতে....?

**ৰতন ঃ** অঁ ইয়াত ঢোল বজাম। ইয়াত। আজি ২০ বছৰৰ মূৰত ঢোল ল'লে যেতিয়া মই বজামেই। বজামেই মই ঢোল। নন্দ তাল ল'। তইঁতে দৰ্শক হ'ব লাগিব। (ৰতনে মূঢ়া পীৰাবোৰ গোটাই ওখ কৰি উঠি ল'ব) তইঁত দৰ্শক হ'ব লাগিব। আগত বহ। বহ বুলিছো নহয় নালীয়া তয়ো বহ।

**নালীয়া ঃ** মোৰ কলী গাইজনী.....

**ৰতনা ঃ** অ' তোৰ ক'লা গাইজনী বিচাৰিব লাগিব নহয়। তই যা। (নালীয়াই যাব খুজি উভতি আহি আপত বহি ল'ব) নন্দ, তই ঘোষণাটো কৰি দে।

**নন্দ ঃ** কাইটি.. ...।

**ৰতন ঃ** কৰ

**নন্দ ঃ** শ্ৰদ্ধাৰ ৰাইজ, সকলোলৈকে ৰঙালী বিহুৰ ওলগ জনাইছোঁ। আজি আমি আপোনালোকৰ মাজলৈ মাতি আনিছো এসময়ত গাঁৱে ভূঞে খলকনিৰ সৃষ্টি কৰা ওজা সম্ৰাট ৰতন ওজা আৰু নন্দ তালিয়াৰ। একুৰি বছৰৰ মূৰত কান্ধত ঢোল লৈ সন্মুখত এয়া ৰতন ওজা আৰু নন্দ তালিয়া। (ৰতনে নমস্কাৰ দিয়ে) ৰাইজ, হাত তালি মাৰক (আটায়ে হাত চাপৰি মাৰে) ৰাইজ একুৰি বছৰৰ মূৰত ঢোল তাল ল'লো যেতিয়া আমি বজামেই। বজামেই আমি। মতা...মানুহৰ...এক কথা। (নন্দৰ মাত ভাঙি যাব)

**ৰতন ঃ** ৰাইজ, বিহুৰ ওলগ জনাইছোঁ। আপোনালোকৰ মৰম--চেনেহ, আশীৰ্বাদ শিৰত লৈ মঞ্চত মই এয়া ৰতন ওজা আৰু মোৰ সহযোগী নন্দ তালিয়া। মই আৰম্ভ কৰিছোঁ মোৰ ওজা প্ৰদৰ্শন শুনিয়োক সৰ্বজন নধৰিব দাই ঢোলটিৰে জন্ম......(বৈ যায়) জন্ম নহয় আজি মই মৃত্যুৰ কথা পাম। (আকৌ খাব)
শুনিয়োক সৰ্বজন নধৰিব দাই
ঢোলটিৰে মৃত্যু কথা গাই যাম এতিয়াই ।

**(ক্ৰমে মাত ভাঙি আহিব। পোহৰ কমি আহিব। পট পৰিব)**

<u>সমাপ্ত</u>

# চক্ৰবৎ পৰিবৰ্ত্তন্তে

**নাট্যকাৰ # ধনদা কলিতা**

***চৰিত্ৰসমূহ ঃ***

১। পুলিচৰ ভাৱত সত্যজিৎ মেধি
২। মহিলা পুলিচৰ ভাৱত ৰশ্মিমা কলিতা
৩। অজয়ৰ ভাৱত সমৰজ্যোতি কলিতা
৪। অঞ্জলিৰ ভাৱত ৰিণ্টি বৰুৱা
৫। পাগলৰ ভাৱত বিশাল লুনীয়া
৬। পাগলীৰ ভাৱত জ্যোতিকা দাস
৭। সৰু ছোৱালীৰ ভাৱত অলিভা হাজৰিকা

**(জেলৰ এটা অংশ দেখা যায়। একালে এযোৰ চকী-টেবুলত এজন পুলিচ বহি থাকে। সন্মুখত এখন দীঘলীয়া পকাবন্ধা বহী মেলি কিবা চাই থাকি থিয় হয়)**

**পুলিচ ঃ**এইখন জেলত চাকৰি কৰা ১০ বছৰ হ'ল। মোৰ চাকৰি কালতে কত পাগল আহিল, কত গ'ল, কতৰ পাগলামী ভাল হ'ল, কত মৰিল, কত বাছি আছে তাৰ সীমা সংখ্যা নাই। ইমানবিলাকৰ ভিতৰতো দুটা পাগলালৈ মোৰ বৰ ভয় লাগে। ১২৫০ নম্বৰৰ পগলাটো ইয়ালৈ অহা ৬ বছৰ হ'ল। এবছৰৰ মূৰে মূৰে প্ৰত্যেক ১৬ জুনত সি নিজেই এদিন বাহিৰলৈ ওলাই আহে। যি মন যায় কিবাকিবি কয়, আকৌ নিজেই সোমাই যায় জেলৰ ভিতৰলৈ। কিবাকিবি নহয়, সি কোৱা কথাবোৰ সুস্থ মানুহৰ মুখত নোসোমায়। এটা ডাঙৰ ৰহস্য যেন তাৰ কথাৰ মাজত সোমাই আছে আৰু সেই ১৭২০ নম্বৰৰ পাগলীজনী ৪ বছৰৰ আগতেই আহিছিল, সেই পাগলীজনী ইয়ালৈ অনাৰ পিছত ইয়াত এগৰাকী...।

**মহিলা পুলিচ ঃ** (লগে লগে) মহিলা পুলিচৰ নিযুক্তি হ'ল, নহয় জানো? ময়ো আশা কৰা নাছিলো যে মই পগলা জেলৰ পুলিচ হিচাবে চাকৰি কৰিম। কিন্তু কওকচোন মিষ্টাৰ হাজৰিকা, মানুহৰ কাৰ কিমান আশা ফলৱতী হৈছে। আপোনাৰ এই চাকৰি কৰি কেনে লাগিছে, মই নাজানো, কিন্তু মই হ'লে কোনোবা সময়ত নিজকে পাগলী বুলি জেলৰ ভিতৰত সোমায়ে থাকিম যেন লাগে।

**পুলিচ ঃ**আপোনাৰ সোঁবে-বাঁৱে, আগফালে-পিছফালে, উদ্ধই-অদ্ধই, পুৱাৰ পৰা ৰাতিলৈকে যেতিয়া পাগলামিকে দেখি থাকিব লাগে তেতিয়া নিজকে পাগল বুলি ভবাৰ বাদে অন্য উপায় কি? বাৰু সেইবোৰ কথা মই ভবা নাই, অন্য এটা কথাহে মই চিন্তা কৰিছো। এই পাগলীজনী অহাৰ লগে লগে আপোনাক ইয়াত নিযুক্তি দিব লগা হ'ল কিয়।

**মহিলা পুলিচ ঃ** অ' সেই কথা। সেইজনী মানুহ যে পগলা জেলত থাকিব লগা হ'ল সেইটোৱেই এটা পৰম দুৰ্ভাগ্যৰ কথা। তেওঁ যদি নিজৰ মূৰৰ ভাৰসাম্য হেৰুৱাই নেপেলোৱাহেতেন তেতিয়াহ'লে তেৱে কিজানি কেতিয়াবা দেশ চলোৱাৰ দায়িত্ব ল'ব পাৰিলেহেঁতেন। তেওঁৰ প্ৰতিভাৰ প্ৰতি সন্মান জনাই কোনো পুৰুষে যাতে তেওঁক অৱহেলা নকৰে তাৰ বাবে মহিলা পুলিচ অৰ্থাৎ মোক ইয়াত নিযুক্তি দিয়া হৈছে।

**পুলিচ ঃ**আপোনাক চাৰিবছৰৰ আগতেহে নিযুক্তি দিয়া হৈছে। ইয়াৰ আগতেবহুত পাগলী আহিছিল। তেওঁলোকৰ মাজত জানো কোনো গৰাকী বিশেষ গুণৰ অধিকাৰী নাছিল।

**মহিলা পুলিচ ঃ** আছিল। আপুনি ঠিকেই কৈছে। কিন্তু কথা হ'ল মহিলা পুলিচ হিচাপে চাকৰি কৰিবলৈ ওলোৱা কেইবছৰ হৈছে। গতিকে মহিলা পুলিচ ওলোৱাৰ পিছতে মোৰ নিযুক্তি হৈছে।

**পুলিচ ঃ** অ' আচল কথা সেইটো। মই পাহৰিয়েই গৈছো। এতিয়া কেইটা বাজিল?

**মহিলা পুলিচ ঃ** (ঘড়ী চাই) ৯ বাজি ২০ মিনিট।

**পুলিচ ঃ** অ' আজি ১৬ জুন নহয় জানো? আজি সেই ১২৫০ নম্বৰৰ পাগলটো বাহিৰলৈ ওলাব। মোৰ তালৈ বৰ ভয় লাগে।

**মহিলা পুলিচ ঃ** জেলৰ দুৱাৰ বন্ধ থাকিব। সি ওলাও বুলি কেনেকৈ ওলাব?

**পুলিচ ঃ**প্ৰত্যেক দিনে আবেলি ৪ বজাত আপোনাৰ মহিলা পাগলীগৰাকী যি দৰে ওলায়।

**মহিলা পুলিচ ঃ** (হাঁহি হাঁহি) অ' তাৰমানে আপুনিও তাৰ ওচৰত কাবু হৈ থাকে।

**পুলিচ ঃ** নাথাকিতো উপায় নাই।

**(তেনেতে হাতত বেগ লৈ অপৰিপাটী পোছাকেৰে এজন মানুহ সোমাই আহে। অজয় পুলিচজনৰ ওচৰ চাপি যায়। পুলিচে চাই থাকে)**

**অজয় ঃ** মোক চিনি পোৱা নাই নেকি বিনয়?

**পুলিচ ঃ** আৰে অজয় দেখোন, এনেকুৱা চেহেৰা, এনেকুৱা পোছাক আৰু আহিছ একেবাৰে পগলা জেললৈ, কথাটো কি? (মহিলা পুলিচলৈ চাই) আপুনি ভিতৰৰ খবৰ কৰকচোন? মই অলপ কথা পাতিছো (মহিলা পুলিচ যায়)

**অজয় ঃ** একেবাৰে হতাশ হৈ পৰিছো বুজিছ। একেবাৰে পৃথিবীৰ পৰা পলাই যাম বুলি ভাবিছিলো। পিছে যাবি কলৈ? সেয়েহে তোৰ ওচৰলৈ আহিছো।

**পুলিচ ঃ** তয়ো আৰু মানুহ দে। পৃথিবীৰ পৰা পলাই এয়া স্বৰ্গলৈ আহিছ হ'বলা? এইয়াতো নৰক বুলিয়েই ক'ব পাৰি।

অজয় ঃ আমাৰ কাৰণে এতিয়া নৰকেই ভাল। ঘৰত ল'ৰা— ছোৱালীৰ খেচখেচনী, বাহিৰলৈ ওলালে চকু মুদি যাব লাগে। বয়সক সন্মান কৰিবলৈ সকলোৱে এৰিলেই। আমি এতিয়া Out dated হৈ গৈছো বুজিছ। সেয়ে তোৰ ওচৰলৈ ডাঙৰ অনুৰোধ এটা লৈ আহিছো।

**পুলিচ ঃ** কচোন বাৰু! বহ বহ, বহি বহিয়েই কচোন কি অনুৰোধ আনিছ।

**অজয় ঃ** তই মোক পগলা জেলত ভৰ্তি কৰি দিব লাগে।

পুলিচ ঃ (চক্ খাই) ইস্ ৰাম, অজয় তই এইবোৰ কি কথা কৈছ।

অজয় ঃ মই ঠিকেই কৈছো। তোৰ বন্ধু হিচাপে মোক এইবাৰ উপকাৰ কৰি দিবি বুলি বৰ আশাকৰি আহিছো।

পুলিচ ঃ আনে ইয়াৰ পৰা ওলাই যাব বিচাৰে আৰু তই ইয়াত সোমাব খুজিছ। পাগল নোহোৱা মানুহ জানো পগলা ফাটেকত থাকিব পাৰে।

অজয় ঃ মই পাৰিম বিনয়, মই পাৰিম। তই মোৰ অনুৰোধ ৰাখ। সোনকালে মোৰ নামটো ভৰ্ত্তি কৰি দে।

**পুলিচ ঃ** তোৰ মিচেচে তোক বিচাৰি নাহিব জানো? তেতিয়া কি হ'ব?

**অজয় ঃ** সেয়া মই কৰিম। তই মাত্ৰ ভুলতো সঁচা কথা নকবি। ক বিনয়, মোক এইকন উপকাৰ কৰি দিবি।

**পুলিচ ঃ** দুটা আচৰিত পাগলে মোক পাগল কৰিছেই। এইবাৰ তয়ো আহিলি তৃতীয়টো আচৰিত হৈ। মই তোক ভালদৰে কৈছো তই ঘৰলৈ যাগৈ। অকলে যাবলৈ বেয়া পাইছ যদি আবেলি চাৰি বজাৰ পাছত মই তোক থৈ আহিমগৈ।

**অজয় ঃ** নাই নাই। তই সেইবোৰ কৰিব নালাগে। মই এতিয়া ফাটেকত সোমাবৰ বাবে সাজু হ'লো। তই মোক সুমুৱাই থৈ আহ।

**বিনয় ঃ** বাৰু বাৰু, কিবা কৰি তোক ফাটেকত সুমুৱাৰ ব্যৱস্থা কৰিব পাৰো নেকি চাওঁ ব'ল। (অজয় আৰু বিনয় সোমাই যায়। মহিলা পুলিচ লগে লগে দুৱাৰ খুলি ওলাই আহে।)

**মহিলা পুলিচ ঃ** কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল। কথা নাই, বতৰা নাই, সুস্থ মানুহ এটাই সংসাৰৰ তিতা-কেঁহা সহিব নোৱাৰি পাগলৰ ভাও ধৰি জেলত সোমাইছেহি। মৰিবলৈ আৰু ঠাই নেপালে।

**(এনেতে অঞ্জলি সোমাই আহে)**

**অঞ্জলি ঃ** (অজয়ৰ ঘৈণীয়েক) ইয়াত কোন আছে?

**মহিলা পুলিচ ঃ** কাক বিচাৰিছে?

**অঞ্জলি ঃ** ইয়ালৈ অজয় চৌধুৰী নামৰ মানুহ এজন আহিছে নেকি?

**মহিলা পুলিচ ঃ** অলপ আগতে এজন মানুহ ফাটেকত ভৰ্তি কৰোৱা হৈছে। তেওঁৰ নাম অজয় চৌধুৰী। আপোনাৰ কিবা হয় নেকি?

**অঞ্জলি ঃ** ফাটেকত ভৰ্তি হৈছে। কিয়? (আচৰিত হৈ)

**মহিলা পুলিচ ঃ** মূৰৰ বিকৃতি হৈছে। নহ'লেতো কাকো পগলা ফাটেকত ভৰ্তি কৰোৱা নহয়।

**অঞ্জলি ঃ** মানুহজনৰ সঁচাকৈ বিকৃতি ঘটিছে নেকি?

**মহিলা পুলিচ ঃ** সঁচাকৈ বিকৃতি ঘটিছে।

**অঞ্জলি ঃ** মোক তেওঁৰ ওচৰলৈ যাবলৈ দিবনে? এবাৰ মাত্ৰ এবাৰ মোক তেওঁক লগ কৰিবলৈ দিয়কচোন।

**মহিলা পুলিচ ঃ** আপোনাক ফাটেকৰ ভিতৰলৈ যাবলৈ দিব পৰা নহ'ব। অৱশ্যে তেওঁক আপোনাৰ ওচৰলৈ আনিব পৰা যাব।

**অঞ্জলি ঃ** মই কাবৌ কৰিছো, তেওঁক মোৰ ওচৰলৈ লৈ আহক।

**মহিলা পুলিচ ঃ** আপুনি অলপ ৰ'ব। মই ভিতৰৰ পৰা আহো।

(সোমাই যায়)

**(অঞ্জলিয়ে উদিগ্নতাৰে জেলৰ ফালে চাই থাকে। দুৱাৰ খুলি বিনয়ে অজয়ক উলিয়াই আনে। বিনয়ে চাই থাকে আৰু অজয়ে আৰম্ভ কৰে- সাবধান, লেফ্ট ৰাইট-লেফ্ট)**

**অজয় ঃ** লেফ্ট ৰাইট লেফ্ট।

সাবধান।

দাইনে মূৰ

বাঁৱে মূৰ

সাবধান।

**অঞ্জলি ঃ** হেৰি হেৰি শুনকচোন। আপোনাৰ এয়া কি হ'ল হেৰি।

**অজয় ঃ** সাবধান- কদম চল।

লেফ্‌ট ৰাইট

লেফ্‌ট ৰাইট (ভিতৰলৈ যায়)

**অঞ্জলি ঃ** (কান্দে) এওঁৰ কেতিয়াৰ পৰা এনে হ'ল। ঘৰতচোে এনে হোৱা নাছিল। ঘৰৰ পৰা খণ্ডতে ওলাই আহিছিল। বাটৰ মানুহক সুধি ইয়ালৈ আহিছে বুলি জানিলো। বন্ধুৰ ওচৰলৈ আহিছে বুলিহে জানিছিলো। এনেকুৱা হৈছে বুলিতো ভবা নাই।

**বিনয় ঃ** কেতিয়াবা মানুহৰ এনেকুৱা হ'ব পাৰে। আপুনি কোনো চিন্তা নকৰিব। কিছুদিন ইয়াত থাকিলে ঠিক হৈ যাব। মইতো আছোৱেই। আপুনি এতিয়া ঘৰলৈ যাওকগৈ।

**অঞ্জলি ঃ** বাৰু মই যাওঁ। আবেলি কিন্তু মই আকৌ আহিম। (যায়গৈ)

**বিনয় ঃ** আহিব।

**মহিলা পুলিচ ঃ** আজিৰ দিনতো কেনেকৈ পাৰহৈ গৈছে গমেই পোৱা নাই। এতিয়া ১২ বাজিবলৈ মাত্ৰ ১ মিনিট বাকী।

**পুলিচ ঃ** হয় নেকি? মাত্ৰ ১ মিনিট বাকী। (ভিতৰৰ পৰা চিঞৰ শুনা যায়। দৰজা খোল- দৰজা খোল, পুলিচজনে দৰজা খুলি দিয়ে)

**পাগল ঃ** মোক পাগল কৰিলে কোনে? তহঁতে, ইহঁতে সকলোৱে। মই জানো পাগল? আচলতে মই পাগল। মই দেখোন মৰিলো। মোৰ প্ৰেতাত্মাটো তহঁতে ধৰি আনি ফাটেকত ভৰাই থৈ দিছ। চালা.. কুকুৰহঁত, মোৰক লমে তহঁতক কি জগৰ লগালে। অ' সঁচা কথা ক'লে লাজ পাব। পৃথিবীৰ নিৰপৰাধী মানুহবোৰক ঠগি ঠগি খাব খোজা দেখিও চকু মুদি থাকিলে ভাল পাব। কিবা ক'লেই জগৰ। মই আজি ক'ম। মুখ খুলি ক'ম, ক'ম সঁচা কথা ক'ম (সোমায় যায়)

**মহিলা পুলিচ ঃ** আজি দেখোন সোনকালে উলটি গ'ল।

**পুলিচ ঃ** নাজানো কি বা অঘটন ঘটায়।

**পঙ্কজা ঃ** (পাগলী বেশত) মই কৈছো মোক তহঁতে বান্ধি নাৰাখিবি। মোৰ নাম জোৱান। মই ফ্ৰান্সৰ ভেড়াৰখীয়াৰ জীয়াৰী আছিলো।

**মহিলা পুলিচ ঃ** এইয়া ফ্ৰান্স নহয়। এইয়া অসমহে। জোৱান নাম কিয় লৈ থাকা?

**পঙ্কজা ঃ** মই জানো এইয়া অসম। মই ফ্ৰান্সত কি কৰিছিলো জান?

**মহিলা পুলিচ ঃ** নাজানো।

**পঙ্কজা ঃ** এক ঐশ্বৰিক শক্তিয়ে মোক মোৰ দেশৰ শত্ৰুৰ লগত যুঁজিবলৈ ওলাই যাবলৈ কৈ আছিল। সেয়ে মই যুদ্ধৰ সা-সৰঞ্জাম বিচাৰিছিলো। মোক তেতিয়া সিহঁতে ভুতুনী বুলি কৈছিল। এক ঐশ্বৰিক শক্তিৰ প্ৰভাৱত মই তেতিয়া গাইৰ পেটৰ গাখীৰ, মুৰ্গীৰ পেটৰ কণী নোহোৱা কৰি দিছিলো। সৈন্যবোৰৰ আহাৰ নোহোৱা হোৱাত মোক যুদ্ধলৈ যাবলৈ দিয়া হৈছিল।

**পুলিচ ঃ** তাৰ পিছত (দুয়োৰে কয়)

**পঙ্কজা ঃ** তাৰ পিছত মই যুদ্ধত বন্দী হ'লো। শত্ৰুপক্ষই মোক যুদ্ধত বন্দী কৰি জীয়াই জীয়াই পুৰি মৰাৰ হুকুম দিলে। মই মৰাৰ পিছত অসমতজন্মগ্ৰহণ কৰিলো।

**মহিলা পুলিচ ঃ** তুমি পাগলী হৈ জেললৈ কেনেকৈ আহিলা?

**পঙ্কজা ঃ** চুপ কথা নক'বি। মই পাগলী বুলি তহঁতক কোনে ক'লে। আজিৰ পৰা চাৰি বছৰৰ আগতে মোক এই ফাটেকলৈ আহিবলৈ বাধ্য কৰা হৈছিল।

**পুলিচ ঃ** কাৰণতো কি?

**পঙ্কজা ঃ** তহঁতে কাৰণ নজনাকৈ আজি এই চাৰি বছৰে এই পগলা জেলত বন্দী কৰি ৰাখিচ কিয়? দোষী-নিৰ্দোষী বিচাৰ কৰিব পৰা ক্ষমতা তহঁতৰ নাই। জোৱানৰ তেজ গাত লৈ মই চিঞৰি ফুৰিছিলো। মোৰ দেশত বিদেশী সোমাইছে। সিহঁতক আঁতৰাব লাগে। এই কাম আনে নোৱাৰে। যদি মোক দায়িত্ব দিয়ে মই মোৰ দেশক ৰক্ষা কৰিম। শেষত মোক পাগলী বুলিহে ঘোষণা কৰা হ'ল। সেয়ে মই আজি চাৰি বছৰ পগলা জেলত। মই এতিয়া পাগলী। অসমতো মোক কোনদিনা জীয়াই জীয়াই পুৰি মৰা হয়, তাৰ বাবে বাট চাই আছো। মই এতিয়া পাগলী ..(ভিতৰলৈ যায়)

**পুলিচ ঃ** সৌৱা চাওক ১২৫০ নম্বৰ পাগলটো আকৌ আহিছে। হাতত দেখোন সৌখন বহী লৈ আহিছে।

**পগলা ঃ** এইখন দেখিছ। কি আছে ইয়াত (বহীখন চাবলৈ দিয়ে)

**পুলিচ ঃ** কিবা লিখা আছে।

**পগলা ঃ** মূৰত কি আছে? জধামূৰ্খ। কোনোবাই ধৰ বুলিলেই ধৰিবি, কোনোবাই এৰ বুলিলেই এৰিবি। এইখনৰ নাম কি জান- "কেলেঙ্কাৰী" ইয়াৰ কাৰণেই মই আজি ছয় বছৰ ফাটেকত অজ্ঞাতবাস খাটিব লগা হৈছে। এবছৰত মাত্ৰ এদিন মই বাহিৰলৈ ওলাব পাৰো। মই নিৰুদ্দেশ হৈছো বুলি বাহিৰত ঘোষণা কৰি দিয়া হৈছে। তহঁতে জানো এই কথা নাজান। সঁচা কথা ক?

**মহিলা পুলিচ ঃ** জানো।

**পগলা ঃ** জান যদি মোক বন্দীশালত ৰাখিছ কিয়? মানুহক বন্দী কৰি ৰাখিলেও মনক বন্দী কৰিব নোৱাৰে। মই লিখা প্ৰথম কিতাপখনেই মোৰ চৰম দুৰ্গতি মাতি আনিলে। সেইবুলি মোৰ কলমক জানো বন্ধ কৰিব পাৰিবি। মুখাফুটাসকলৰ কেলেঙ্কাৰী প্ৰকাশ পালেই জ গ ৰ লাগে। মই কলম লৈছো। দেখা যাওঁক কন্ধ কৰাৰ সাধ্য

কাম। (ভিতৰলৈ যায়)

**পুলিচঃ** কি মহাপাপৰ ফলত এই চাকৰি কৰিব লগা হ'ল নাজানো। মই জন্ম হওঁতে হেনো দেউতাই গণকক চোৱাইছিল। মই দেখোন ডাঙৰ মানুহ হ'ম বুলিয়েই কৈছিল।

**মহিলা পুলিচ ঃ** এতিয়াও ডাঙৰ মানুহেই দিয়কচোন। সঁচাই-মিছাই ইমানবোৰ পাগলৰ ওপৰতে আছে। সেই যে সাধুটো-এজন ব্ৰাহ্মণৰ বহু দিনৰ মূৰত ল'ৰা এটা হ'ল। গণকক চোৱাওঁতে ক'লে- ল'ৰা বহুত ডাঙৰ মানুহ হ'ব। হাতৰ তলেদি গাড়ীয়েই গাড়ী যাব। তাৰ পিছতটো জানেই নহয় আৰু।

**পুলিচঃ** (হাঁহি) অ' অ' ট্ৰেফিক তাৰমানে। মোৰো সেই একেই হ'ল দিয়কচোন।

(অজয় ভিতৰৰ পৰা সোমায় আহে)

**অজয়ঃ** মোৰজনী আকৌ আহিব নেকি, জাননে বিনয়?

**বিনয় ঃ** ও, অথনি আকৌ অহাৰ কথা কৈছিলতো।

অজয়ঃ দেখিবি কিন্তু, তই ভুলতো মই যে মিছাকৈহে ঘৰুৱা লেঠাৰ হাত সাৰিবৰ বাবে ইয়াত সোমাই আছো, সেই কথা নক'বি দেই।

বিনয় ঃনকওঁ দে। কিন্তু তই মোক সঁচাকৈ কচোন, তই কিয় ইয়ালৈ আহিলি?

**অজয়ঃ** তই তো জানই মোৰ উপাৰ্জন কিমান। তেওঁৰ পোচাকটো দেখিলি নহয়। পইচা ক'ৰপৰা আহিব খবৰ নাই, মাত্ৰ লাগে। ল'ৰাক লাগে ৫০০ টকীয়া action shoe, জিন্‌চৰ পেন্ট, ছোৱালীক লাগে চুৰিদাৰ, আজি বোলে পুৰণা হ'ল নতুন এযোৰ লাগে। ভাত-পানী, চেনী-চাহতো বাদেই, একেবাৰে জুই। ল'ৰাই কথা নুশুনে, তেজৰ গৰম, মাৰপিটৰ বাদে অন্য নাই। মই নপলাই কি কৰোঁ কচোন। তই কিন্তু মোৰ অনুৰোধ ৰাখিবি দেই। সঁচা কথাটো নকবি। (সোমাই যায়)

বিনয় ঃ নকওঁ দে। তই চিন্তা নকৰিবি। ব'ল ব'ল (সোমাই যায়)

**অঞ্জলি ঃ** আমাৰ তেখেত ভালে আছেনে?

**মহিলা পুলিচ ঃ** (মিচিকিয়াই হাঁহি) ভালেই।

**অঞ্জলি ঃ** পুৱা যাওঁতে মই বৰ বেয়া দেখি গৈছিলো দেখোন।

**মহিলা পুলিচ ঃ** এইবোৰ সকলো ৰহস্য। (লগে লগে অজয় সোমাই আহি "ধুমুহা আহিছে, বতাহ আহিছে, বৰষুণ আহিছে, বিজুও আহিছে" বুলি কয়)

**সঃছোৱালী ঃ** অ' দেউতা, দেউতা, তুমি কিয় তেনে কৰিছা? ব'লা ঘৰলৈ যাওঁ। মা, অ' মা, দেউতাই কিয় তেনেকুৱা কৰিছে?

**অজয়ঃ** স্কট থাম- আগে চল, দাইনে মুৰ, কদম তল, তেজ চল, লেফ্‌ট ৰাইট লেফ্‌ট (সোমাই যায়)

**অঞ্জলি ঃ** (মহিলা পুলিচলৈ চাই) অলপো ভাল হোৱা নাই নেকি বাৰু? ভাল নহ'ব নেকি? আপোনালোকে ভালদৰে চিকিৎসা কৰক। মই যি লাগে তাকে দিম।

**মহিলা পুলিচ ঃ** চিকিৎসা আমি কি কৰিম। আপুনিহে পাৰিব কৰিব। ঘৰত সদায় কাজিয়া কৰি থাকিব। এতিয়া দুখ কৰিলে কিটো হ'ব। আচলতে আপোনাৰ স্বামী...।

**অঞ্জলি ঃ** কওঁকচোন কওঁক।

**মহিলা পুলিচ ঃ** পগলা নহয়, এইয়া অভিনয়হে।

**অঞ্জলি ঃ** কি? অভিনয়। ঘৰত ইফালৰ কুটা এডাল সিফাল নকৰাকৈ খাবলৈ লাগে, তাকেই ক'লে কাজিয়া কৰা হয়। অ' পগলা জেলত আৰামত খাবলৈ আহিছে। বাৰু মযো খুৱাম নহয়।

**সঃছোৱালী ঃ** কি হ'ল মা, তুমি ইমান খং কৰিছা কিয়? দেউতাই কৰিছে তেনেকুৱা, তুমিও যদি খং কৰি থাকা, মই কি কৰিম মা, মোৰ বৰ ভয় লাগে মা।

**অঞ্জলি ঃ** আমিও আজিৰ পৰা জেলত থাকিম দেউতাৰৰ লগত। মই এতিয়াই পাগলী হৈ যাম। (চুলিবোৰ আগলৈ আনি পাগলীৰ দৰে হৈ জেলৰ ভিতৰলৈ সোমাই যাব ধৰে মহিলা পুলিচে বাধা দিয়ে)

মহিলা পুলিচ ঃ ৰ'ব-ৰ'ব, আপুনি এইবোৰ কি কৰিছে?

**অঞ্জলি ঃ** (হাঁহে) মই পাগলী। (ছোৱালীজনীক ধৰি) তই আহ আহ। তইয়ো পাগলী। অজয় চৌধুৰী এটা মস্ত পাগল। মই তাক চাই ল'ম। (অজয় ওলাই আহে)

**অজয়ঃ** মোক কোনে চাব পাৰে। মই অসীম, মই অনন্ত। কেতিয়াবা ডাৰবোৰত জুই লাগি যায়, মাছবোৰ উৰিবলৈ ধৰে, মানুহবোৰ ভেকুলি হৈ পৰে, যাম।

**সঃছোৱালী ঃ** মা, দেউতা, তোমালোকে এইবোৰ কি কৰিছা। ইয়াত তোমালোক থাকিব নালাগে। সৌ পাগল কেইটাই কেনেকৈ চাই আছে চোৱাচোন, মোৰ বৰ ভয় লাগে।

**অজয়ঃ** মই পাগল, মই ইয়াত থাকিম।

**অঞ্জলি ঃ** মই পাগলী, মযো ইয়াত থাকিম।

**সঃছোৱালী ঃ** ঘৰলৈ যাওঁ ব'লা। মা-দেউতা ঘৰলৈ যাওঁ ব'লা (কান্দে)

**বিনয় ঃ** তই ঘৰলৈ যা অজয়। তোৰ ছোৱালীজনীলৈ বেয়া লগা নাইনে? তইত দুটাই মোকো পাগল কৰিবি। তইত দুটাই ছোৱালীজনীলৈ চাচোন। তাইৰ মুখলৈ চাই তইতে অভিনয় এৰ।

**অজয়ঃ** (অলপ ভাবে) মোক ঘৰত অনবৰতে বকি নাথাকো বুলি শপত খাব লাগিব, তেতিয়াহে যাম।

**অঞ্জলি ঃ** নিজেও মদ নাখাওঁ বুলি শপত খাব লাগিব।

**সঃছোৱালী ঃ** ব'লা, মা-দেউতা। ইয়াত ইমান বেয়া থাকিবলৈ। ঘৰলৈ যাওঁ ব'লা। (কান্দে)

**অজয়ঃ** (ছোৱালীজনীক মৰম কৰি) নাকান্দিবা মাজনী। মই তোমাক চোলা কিনি দিম নহয়।

**অঞ্জলি ঃ** ই... চোলা কিনি দিব; পইচা কেইটা হাতত পৰিলেই উৰাই দিব।

পুলিচ : তইঁতৰ কি হৈছে মই বুজিছো। মোৰ সন্মুখতে দুয়োটাই শপত গ্ৰহণ কৰিব লাগিব। এইকালে আহঁ দুয়োটা। (অজয় আৰু অঞ্জলি দুয়ো ওচৰলৈ আহে।) অজয়ে মদ নাখাও বুলি আৰু আপুনি আৰু চাই হে ব্যয়ৰ হিচাপ দিম বুলি শপত খাওঁক।

সঃ ছোৱালী : মই হ'লে শপত-চপত নাখাও পাই। মই মৰ্টনহে খাম।

অজয় : মই আজিৰ পৰা মদ নাখাও।

অঞ্জলি : ময়ো আজিৰ পৰা খেচ্খেচাই নাথাকো।

সঃ ছোৱালী : তেতিয়াহ'লে ব'লা আমি ঘৰলৈ যাওঁ।

পুলিচ : যোৱা যোৱা মাজনী। মাৰ-দেউতাৰক লৈ ঘৰলৈ যোৱাগে।

অজয়-আঞ্জলি : আমি তেতিয়াহ'লে যাওঁহে- বিনয় বেয়া নাপাবি। (যায়)

পুলিচ : কি বিচিত্ৰ দুনীয়া। এই ভাল এই বেয়া। এই অজয়, এটা মহা বদমাচ। হে'ৰ, তইঁতৰ লেঠাত আকৌ মোক কঁচালি কিয় ও।

মহিলা পুলিচ : ৰেহ-ৰূপবোৰ চাই মোৰ হ'লে বৰ ভাল লাগিছে দেই।

(বাহিৰত টিলিঙা শুনা যায়। এখন চিঠি। আচৰিত হয়)

পুলিচ : কিবা আচৰিত খবৰ নেকি?

মহিলা পুলিচ : আচৰিতেই, চৰকাৰ বদলিল।

পুলিচ : সেইটো দেখোন জনা কথা। আচৰিত হ'বলৈ কিটো আছে।

মহিলা পুলিচ : ১২৫০ নম্বৰ আৰু ১৩২০ ক সন্মানেৰে ঘৰলৈ পঠোৱাৰ হুকুম। এই কি আচৰিত ৪-৬ বছৰে ভিতৰত কি বিৰাট পৰিবৰ্তন। মই যাওঁ ইহঁত দুটাক নিয়াৰ ব্যৱস্থা কৰো। (ভিতৰলৈ গৈ ১২৫০ নম্বৰ আৰু ১৩২০ নম্বৰৰ পগলা-পাগলীক লৈ আহে।)

পঙ্কজা : অসময়ত আমাক বাহিৰলৈ অনাৰ কাৰণ জানিব পাৰোনে?

পগলা : আমাক কিয় এনেকৈ উলিওৱা হ'ল?

পুলিচ : আপোনালোকৰ মুক্তিৰ আদেশ আহিছে। আপোনালোক এতিয়া যাবৰ বাবে সাজু হওঁক।

পঙ্কজা : মুক্তি। আমাক কিয় মুক্তি লাগে। মুক্তি লৈ আমি ক'লৈ যাম? সেইখন সমাজলৈ, যিখন সমাজে নিজক চিনি নাপায়, নিজৰ জাতিক চিনি নাপায়, নিজৰ দেশক চিনি নাপায়।

পাগল : চিনি পায় মাথো টকা আৰু ক্ষমতা। নিজৰ সন্তানবোৰক ভুল পথেৰে পৰিচালিত কৰি ধ্বংসৰ পথলৈ ঠেলি দিয়া এইখন সমাজত মুখ খুলি কথা ক'লেই জগৰ।

পঙ্কজা : মই ক'ম, হাজাৰবাৰ ক'ম। তইঁতৰ খোৱা-কামোৰাত দেশ ৰসাতলে গ'ল। তইঁতে উদ্ধাৰ কৰিব নোৱাৰ। আমাক দে দায়িত্ব, আমাক দে, মই অকলেই ক্ৰান্তৰ বাবে যুদ্ধ কৰিছো। আকৌ কৰিম অসমৰ বাবে।

পুলিচ : আপোনালোকৰ যাবৰ সময় হৈছে।

পঙ্কজা : বাদ দে তইঁতৰ সময়। এই বাটেদিয়েই পাৰ হৈ গৈছে কত সময়। সময়ৰ টিকনি আগফালে বুলি জনা হ'লে আজি আমাৰ এনে গতি নহয়। নিকনুধাৰে দেশ ভৰি নপৰে।

পাগল : আৰু ঘৰ-সমাজত কেলেঙ্কাৰীৰে এইদৰে ভৰি নপৰে। বৰপেটৰ ভিতৰৰ কাহিনীবোৰ খিৰ লগাকৈ সোমাই নাথাকিলহেঁতেন।

মহিলা পুলিচ : আপোনালোকে এইবোৰ কৈ কি লাভ। ইয়াৰ পৰা ওলাই গৈ য'ত ক'ব লগা আছে তাত কওঁকগৈ।

পঙ্কজা : ক'ম, নিশ্চয় ক'ম, হাজাৰবাৰ ক'ম। কলৈ গ'ল তইঁতৰ নৈতিকতা। কিন্তু কাক ক'ম? সমাজত সুস্থ মগজুৰ মানুহেই বা আছে ক'ত। সকলোবোৰেই বিকৃত মগজুৰ।

পগলা : এইয়া মোৰ হাতত কলম। ঘোচখোৰ, মুখাপিন্ধা, ভণ্ড তপস্বীৰ মাৰণাস্ত্ৰ। মই লিখি যাম, প্ৰতিজন মানুহৰ মনৰ বতৰা।

পুলিচ : আৰু সময় নাই, গাড়ী বৈ আছে, আহক আপোনালোক।

পঙ্কজা : ব'লক যাওঁ। পগলা জেল- বিদায় (যায়। পুলিচো লগতে যায়)

মহিলা পুলিচ : হায়, ভগৱান ৰক্ষা কৰিলা। চাকৰি নকৰিলেও নহয়, কৰিলেও এইবোৰ কি যে কথা শুনিব লাগে। এইবোৰ পাগল সঁচাই পাগল। এই মিছা পাগলবোৰৰ পৰাহে লেঠা। (পুলিচ ঘূৰি আহে)

পুলিচ : ভেজাল, ভেজাল বুজিছে ভেজাল। চাকৰিত ভেজাল, খোৱা-বস্তুত ভেজাল, মাত-কথাত ভেজাল, আনকি এই পাগলামীতো ভেজাল। ভেজাল নোহোৱা পাগলৰ লগততো ভালেই দিয়কচোন।

মহিলা পুলিচ : কিন্তু আচল কথা কি জানে, চৰকাৰ। পাঁচ বছৰৰ আগৰ চৰকাৰে পাগল বুলি জেলত ভৰোৱাবোৰক নতুন চৰকাৰে সা-সন্মানেৰে মুকলি কৰি দিছে। আকৌ যে নতুন চৰকাৰে কোনোবাক আনি নুসুমুৱাব তাৰতো ঠিক নাই।

পুলিচ : ঠিকেই কৈছে, আকৌ যদি কাৰোবাক আনি সুমুৱাই দিয়েহি তেতিয়া কি হ'ব, আমি কি কৰিম।

মহিলা পুলিচ : তেতিয়া আমি প্ৰতিবাদ কৰিম।

পুলিচ : নহয় হে, আমি আন্দোলন কৰিম।

মহিলা পুলিচ : নহয়, আমি আমৰণ অনশন কৰিম।

পুলিচ : নহয়, আমি অসম বন্ধ দিম।

মহিলা পুলিচ : অ' আমি অসম বন্ধ দিম।

দুয়ো : অসম বন্ধ।

<u>সমাপ্ত</u>

# বিধ্বস্ত খ্যাতি

## নাট্যকাৰ # হৰেণ শইকীয়া

**নাটাকাৰৰ একাষাৰ -**

খ্যাতিও কেতিয়াবা কালৰূপে আহে আৰু তেনেকুৱা কিছুমান মুহূৰ্তত কাৰোবাৰ জীৱনৰ ছন্দপতন ঘটে। শিক্ষক পলাশ বৰুৱাৰ জীৱনতো ঘটিল তেনে এক ঘটনাই। পৰিবাৰ কাবেৰী আৰু কণমানি ল'ৰা জোনক লৈ এখন সৰু সুখৰ সংসাৰত একাগ্ৰচিত্তে সাহিত্য সাধনাত ব্ৰতী পলাশে এদিন সাহিত্য একাডেমী বঁটা পালে। পৰিবাৰ কাবেৰীৰ উচ্চাকাংখ্যা আৰু ৰাজনৈতিক দালালৰ প্ৰৰোচনাত পলাশ ৰাজনীতিত সোমাই পৰিল। লাহে লাহে পলাশৰ জীৱনৰ ছন্দ হেৰাই গ'ল। কাবেৰী আৰু কণমানি জোনে শেষ ৰাতিৰ আন্ধাৰত পলাশক মাতাল অৱস্থাত আৱিষ্কাৰ কৰিলে। কাবেৰীযে এটা মুহূৰ্তত কৰা ভুলৰ অনুশোচনাত দগ্ধ হ'ল। কিন্তু হাজাৰ যত্ন কৰিও পলাশক আগৰ পথলৈ ঘূৰাই আনিব নোৱাৰিলে। এদিন হঠাৎ হত্যাৰ অপৰাধত পুলিচে পলাশক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। কাবেৰী বাউলী হ'ল। জোনে উচুপি উচুপি কান্দিলে। পলাশে প্ৰতিবাদ কৰিলে, তাক মিছা অভিযোগত গ্ৰেপ্তাৰ কৰা হৈছে। তিনিমাহৰ পিছত পলাশৰ জামিনত মুক্তি হ'ল। কিন্তু হত্যাকাৰী পলাশক সামাজিক ভাৱে বৰ্জন কৰা হ'ল। পলাশ উদভ্ৰান্তৰ দৰে হ'ল। সাপ হৈ খোটা বেজ হৈ জৰা ৰাজনৈতিক দালাল সৰুকন দস্তিদাৰ পলাশৰ খবৰ লবলৈ আহে। আদালতত পলাশক নিৰপৰাধী বুলি প্ৰমাণ কৰাৰ আশ্বাস দিয়ে। তেনেকুৱা সময়বোৰতে পলাশহঁতৰ হিতাকাংখী ঘৰুৱা ডাক্তৰ অজয়ে উদ্ধাৰ কৰিলে ৫০ হাজাৰ টকাত পলাশক হত্যাকাৰী সজোৱা মানুহটো সৰুকন দস্তিদাৰ। প্ৰমাণ পোৱাৰ পিছত পলাশে নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে। চট্‌ফটাই থকা সৰুকন দস্তিদাৰ নিঠৰ হৈ পৰাৰ পিছতহে পলাশে গম পালে সৰুকণ মৰি থাকিল। এনেদৰেই পলাশৰ জীৱনলৈ খ্যাতি আহিছিল বিধ্বংসী ৰূপত।

**চৰিত্ৰসমূহ ঃ**

১। কাবেৰী
২। পলাশ
৩। সৰুকণ
৪। অজয়

### মঞ্চ

পলাশ বৰুৱাৰ ড্ৰয়িংৰূম। Suggestive Set ৰ বেৰত পলাশৰ মৃত দেউতাকৰ এখন ফটো। ফটোখনৰ তলত এখন টুলত এটা খোল। এটা কিতাপৰ চেল্‌ফ থাকিব পাৰে। এখন বন্ধাই থোৱা প্ৰশস্তি পত্ৰ সুবিধা অনুযায়ী কোঠাত ৰাখিব। আৰু এখন সৰু ল'ৰাৰ ফটো। কাষতে আন এটা কোঠা থকা বুজাব।

### নিৰ্দেশনা

আঁৰ কাপোৰ উঠাৰ লগে লগে দূৰৈৰ নামঘৰৰ ডবা কাঁহৰ শব্দ শুনা যাব। লাহে লাহে মঞ্চ পোহৰ হয়। কাবেৰীয়ে (পলাশৰ ঘৈণীয়েক বয়স ৩০ বছৰ) জ্বলি থকা ধূপ দুডাল লৈ সোমায় আহে। তাইৰ চুলি মেলা।

**কাবেৰী ঃ** (ভিতৰলৈ) জোন শুই থাকা আমনি নকৰিবা। দেউতা আহিলে মই কম। তোমাক আপেল, আঙুৰ চব্ আনি দিব। (ধূপ দুডাল গুজি দি মৃত দেউতাকৰ ফটোখনত সেৱা কৰিব। এনেতে বাহিৰত কাবেৰী বুলি মতা শুনা যাব। কাবেৰীয়ে লৰালৰিকৈ চুলিখিনি বান্ধি দুৱাৰ খুলি দিয়ে। আধা মদৰ নিচাত পলাশ সোমায় আহে। হাতত এখন ভাজ কৰা কাগজ।)

**পলাশ ঃ** কাবেৰী, কাবেৰী মোৰ চাকৰি হৈ গ'ল। মই আকৌ দৰমহা পাম।

**কাবেৰী ঃ** সঁচা।

**পলাশ ঃ** (কাগজখন দেখুৱাই) এইখন Appointment জোন

ক'ত আছে (ভিতৰলৈ যাব ধৰে) জোন জোন....?

**কাবেৰী ঃ পলাশ তালৈ নাযাবা। সি শুইছে নজগাবা। নহ'লে কাহটোৱে আকৌ আমনি কৰিব।**

**পলাশ ঃ** আচ্ছা কালিৰ পৰা সি কি লাগে বুলি আমনি কৰি আছিল?

**কাবেৰী ঃ** আপেল, আঙুৰ.....

**পলাশ ঃ** আপেল, আঙুৰ কাৰ্টুন হিচাপত আনি দিম, কাৰ্টুন হিচাপত।

(পলাশৰ মুখত মদৰ গোন্ধ পায়)

**কাবেৰী ঃ** তুমি আজিও...

**পলাশ ঃ** স্ফুৰ্টিত খাইছো। চাকৰি পোৱা স্ফুৰ্টিত। তোমাক কি কি লাগিব কোৱা।

**কাবেৰী ঃ** মোক? মোক একো নালাগে।

**পলাশ ঃ** নহয় নহয়, তুমি ল'ব লাগিব।

**কাবেৰী ঃ** নাই নাই, মোক একো নালাগে।

**পলাশ ঃ** ল'বই লাগিব। মই তোমাক-তোমাক তোমাতকৈ ধুনীয়া এখন মুখা দিম।

**কাবেৰী ঃ** মুখা?

**পলাশ ঃ** অ' মুখা। তুমি মুখত পিন্ধি দিবা ছালৰ লগত মিলি যাব। কোনেও ধৰিব নোৱাৰে। তেতিয়া তুমি ইচ্ছামতে যেনি তেনি ওলাই যাব পাৰিবা। ৰাস্তাত মোৰ কথা কৈ তোমাক কোনেও আমনি নকৰে। No body can insult you. কোনেও, কোনেও নোৱাৰে।

**কাবেৰী ঃ** চাওঁ তোমাৰ appointment letter খন।

**পলাশ ঃ** নাই, নালাগে বাদ দিয়া। সেইখন চাই তুমি কি কৰিবা।

**কাবেৰী ঃ** দিয়াচোন।

**পলাশ ঃ** মোক বিশ্বাস কৰা নাই? লোৱা এইখন নিজে পঢ়ি চোৱা (তাইক দিয়ে। তাই খোলে) Mr. Palash Baruah appointed as a lucassiun Prof. of Cambridge University.

**পলাশ ঃ** Interesting কথাটো কি জানা? চহৰৰ গলিয়ে গলিয়ে ৱাল বিলাকত মোৰ appointment letter খন Postering কৰি দিছে Postering (কাবেৰীলৈ চাই) আৰে তুমি কান্দিছা কিয়। অ' আনন্দৰ চকুলো। ফুৰ্টি কৰা ফুৰ্টি কৰা, আজি আমাৰ বৰ ফুৰ্টিৰ দিন। আচ্ছা তুমি বিহু নাচি ভাল পোৱা নহয়। মই গাম তুমি নাচিবা। ৰ'বা দুৱাৰখন বন্ধ কৰি লওঁ (দুৱাৰ বন্ধ কৰিবলৈ যাওঁতে কৈ যায়) তুমি ককালত গামোছা এখন বান্ধি লোৱা। কোনটো গাম- টিক টিকি মইনাজান, হাকুটি লগাই আন — নে খিতি খিতি কৰি মাকো মাৰি মাৰি— ধেৎ চাল্লা পাহৰিযেই আছিলো নহয়, ইমান ভাল খবৰটো দেউতাক দিযাই নাই নহয়। হেৰি কৰা, তাত লিখাখিনি দেউতাই শুনাকৈ গাই দিয়া। ভুল নকৰিবা কিন্তু। ভুল কৰিলে দেউতাই বৰ বেয়া পায়। ৰ'বা ৰ'বা মোক দিয়া (কাগজখন লয়) দেউতা শুনিবাদেই— 'আজি ২০ ফেব্ৰুৱাৰী ৰাজহুৱা সভাৰ সিদ্ধান্ত মৰ্মে নাৰী কেলেংকাৰী আৰু হত্যাৰ অপৰাধত অপৰাধী পলাশ বৰুৱাক সামাজিক ভাৱে বৰ্জন কৰা হৈছে।" দেউতা শুনিলানে? হেৰা দেউতাই নাই শুনা যেন পাইছো। খোলটো বজাই দিও বুজিছা। খোলৰ মাত শুনিলে দেউতা ৰৈ থাকিব নোৱাৰে। তুমি এইখন (Dr.) এইখিনিতে ধৰি থাকা। মই খোলটো বজাওঁ। (পলাশে খোল বজায়। কাবেৰীয়ে কান্দি থাকে) তুমি পঢ়া পঢ়া।

**কাবেৰী ঃ** কি পাগলামী কৰিছা। বন্ধ কৰা, বন্ধ কৰা এইবোৰ। হোৱাই নোহোৱাই মদ এসোপা খাই আহি সদায় — আমাক অলপ শান্তি থাকিবলৈ দিয়াচোন।

**পলাশ ঃ** (উত্তেজিত হৈ) মই, মই অশান্তি কৰিছো? মই অশান্তি কৰিছো? আৰে মোক, চবেই গোট খাই মোক অশান্তি কৰিছে। ৰাজনীতিত সোমাব বিচৰা নাছিলো। কিন্তু তুমি তুমি টকাৰ লোভত পৰি, জোৰ কৰি মোক ৰাজনীতিত সুমুৱাই দিলা। মাৰ্দাৰ মই কৰা নাছিলো অথচ মাৰ্দাৰ কেচত জেল খাবলগীয়া হ'লো মই। চাকৰিৰ পৰা চাচ্‌পেন হ'লো মই। Poster ওলাইছে মোৰ নামত। (তাই তলমূৰ কৰে) মোৰ ফালে চোৱা। মোৰ ফালে চোৱা। মই কাৰোবাক Rapped কৰি হত্যা কৰিব নোৱাৰো। কোৱা মই পাৰো? (নিজকে দেখুৱাই) নোৱাৰে নোৱাৰে বেঙেনাআতীৰ মাঘী বায়েনৰ ল'ৰাই মানুহ হত্যা কৰিব নোৱাৰে। চবেই জানে (Direction) কিন্তু ফচাই দিলে। ভাল মানুহ বুলি ভাবিছিলো। থুই চাল্লা মিনিষ্টাৰ বদন ফুকন।

**কাবেৰী ঃ** তুমি অলপ শান্ত হোৱাচোন।

**পলাশ ঃ** মই শান্ত হ'ব লাগে। তুমি কৈছা মোক শান্ত হ'বলৈ। পাৰিবা মোৰ ভিতৰখন শান্ত কৰিব? পাৰিবা মোৰ মূৰৰ পৰা হত্যাকাৰীৰ চাবটো গুচাই পেলাব? এই চাবটোৰ কাৰণেই আজি ইমান দিনে ঘূৰি ঘূৰিও মই চাকৰি এটা যোগাৰ কৰিব পৰা নাই। অথচ (হঠাৎ ভিতৰলৈ যাবলৈ খোজ লয়)

**কাবেৰী ঃ** ক'লৈ যোৱা? সেইটো কোঠাত জোন শুই আছে।

**পলাশ ঃ** চ----প (Direction) (পলাশে ফাইল এটা ভিতৰৰ পৰা লৈ আহে)

**কাবেৰী ঃ** সেইটো কি কৰা? তাত তোমাৰ Marksheet, Certificate বোৰ আছে।

**পলাশ ঃ** (ফাইল খুলি এখন এখনকৈ Marksheet, Certificate বোৰ দলিয়াই দিয়ে) এইখন চোৱা এইখন চোৱা (তাই এখন এখনকৈ বোটলে) মেট্ৰিকত পাঁচটাত লেটাৰ, হায়াৰ চেকেণ্ডাৰীত ষ্টেণ্ড কৰিছিলো বাকী গোটেই বোৰতে ফাষ্ট ক্লাচ কিন্তু কি মূল্য আছে এই বিলাকৰ? মৰি গ'ল। এইটো পলাশ বৰুৱা মৰি গ'ল। এতিয়া যিটো পলাশ বৰুৱা আছে, তাক এখন বেলেগ

Certificate দিয়া হ'ল, হত্যাকাৰী। জ্বলাই দিয়া চব, জ্বলাই দিয়া (Direction) (হঠাৎ প্ৰশস্তি পত্ৰখনত চকু পৰি ঘপহকৈ গৈ সেইখন হাতত লয়। কাবেৰীয়ে Marksheet, Certificate) গোটাই থকাৰ পৰা দৌৰি গৈ পলাশৰ হাতৰ পৰা প্ৰশস্তি পত্ৰখন কাঢ়ি আনিব খোজোতে দুয়োৰে টনা আজোৰা লাগে।)

কাবেৰী : পলাশ, এইখন তোমাৰ সাহিত্য একাডেমী বঁটাৰ লগত দিয়া প্ৰশস্তি পত্ৰ। Please এইখন একো নকৰিবা।

পলাশ : সাহিত্য একাডেমী বঁটা। এইখন এইখনেই মোক শেষ কৰি দিলে। এইখন মই .......

কাবেৰী : এৰি দিয়া, এৰি দিয়া বুলি কৈছো নহয় (পলাশক ঠেলি দিয়ে পলাশ পৰি যায়। সি বমি কৰে। কাবেৰীয়ে প্ৰশস্তি পত্ৰখন থৈ পলাশক ধৰে। সি বমি কৰিয়েই থাকে। তাই ভিতৰলৈ গৈ গিলাচ এটাত নেমু চেপি সোমাই আহে, পলাশৰ মুখখন মচি নেমু পানীখিনি খুৱাই দিয়ে। কামখিনি কৰি থাকোতে তাই কৈ থাকে)

কাবেৰী : কিমান ক'লো বোলো এইবোৰ নাখাবা, কৈ কৈ মোৰ মুৰৰ বিষ হোৱাৰ বাহিৰে অন্য একো নহ'ল। মোৰ কথাটো এখন কাণেদি সোমায় আনখন কাণেদি ওলায় যায়। আমি যে পতি-পত্নী সেই কথাটো তুমি কেতিয়াবাই পাহৰি গ'লা। এজনী মাইকী মানুহে যে গিৰিয়েকৰ সংগ সুখৰ কাৰণে ব্যাকুল হৈ থাকিব পাৰে সেয়া তোমাৰ অনুভৱৰ বাহিৰত। উঠা (তাক উঠাই চকীত বহুৱাই দিয়ে)

কাবেৰী : হয়, মই তোমাক ৰাজনীতিত সোমাবলৈ কৈছিলো, কিন্তু ৰাজনীতিত সোমালেওতো তুমি নিজক চম্ভালি ৰাখিব পাৰিলাহেঁতেন। ইমান ব্যক্তিত্ব থকা এজন মানুহ হঠাৎ যে ৰাজনীতিত সোমাই এটা সাধাৰণ মানুহ হৈ যাবা মই কল্পনাও কৰা নাছিলো। (এনেতে দুৱাৰত টোকৰ) ("পলাশ মইনা আছানে?")

কাবেৰী : কোনোবা আহিছে, তুমি ভিতৰলৈ যোৱা। (আকৌ বাহিৰত দুৱাৰত টোকৰ "পলাশ মইনা আছানে") সৰুকন দস্তিদাৰ। এই মানুহটোক একেবাৰে হজম নহয়। খোচা বিন্ধা নকৰাকৈ কথা যেন নক'বই। তুমি সোনকালে ভিতৰলৈ যোৱা। এই অৱস্থাত দেখিলে কি কাহিনী ৰচনা কৰি চহৰত মেলি দিয়ে একো ঠিক নাই। যোৱা, যোৱা। (তাক ভিতৰলৈ পঠাই দিয়ে। কাবেৰীয়ে বস্তুবোৰ ভিতৰত থৈ দুৱাৰ খুলিবলৈ যায়, হঠাৎ বমিখিনিৰ কথা মনত পৰি উভতি আহে। বাহিৰৰ দুৱাৰত চকিয়াই থাকে। কি কৰো কি নকৰোকৈ ওচৰতে থকা মুঢ়াটোৱে বমিখিনি ঢাকি দিয়ে। তাৰ পাছত দুৱাৰ খুলি দিয়ে। সৰুকন সোমাই আহে। পিন্ধনত ধুতি-কামিজ। বয়স ৫০ বছৰ মান হ'ব। খৰতকীয়া মানুহ আহোতে কৈ আহে।)

সৰুকণ : তোমালোকো মানুহ দেই। এই ফুটগধুলিতে কট্‌কটীয়াকৈ দুৱাৰ ঘৰ মাৰি (হঠাৎ কিবা এটা গোন্ধ পাই) কিবা এটা গোন্ধাইছে হে।

কাবেৰী : নাইতো - - - ।

সৰুকণ : নহয় নহয় কিবা এটা আছে। কিবা পচাপচা, গোন্ধটো কিবা চিনাকী চিনাকী - - - - অচিনাকী অচিনাকী।

কাবেৰী : অ' অ, চিনাকী গোন্ধেই। অলপ আগতে ধূপ জ্বলাইছিলো, ধূপৰ গোন্ধ।

সৰুকণ : অ' ধূপৰ গোন্ধ। ধূপো কম ওলাইছেনে? মন মন্দিৰ, ঘৰ এক মন্দিৰ, সন্ধ্যা ললিতা, সন্ধ্যা মিলন ক'ত যে কি? তোমালোকৰ ধূপটোও নতুন মাৰ্কাৰ যেন পাইছো।

কাবেৰী : অ' বহকচোন।

সৰুকণ : বহিবলৈ মানে - - - বাৰীত কাম কৰি থকা চুৰীয়াখনেই আহিলো। এই মুঢ়াটোতে বহো দিয়া। (এই বুলি মুঢ়াটোৰ ওচৰলৈ যায়।)

কাবেৰী : (চিঞৰি দিয়ে) নাই নাই সেইটো...

সৰুকণ : কি হ'ল? তুমি চিঞৰি দিলা দেখোন?

কাবেৰী : আপুনি মুঢ়াটো আনে বুলি।

সৰুকণ : কিবা আছে? পাৰ চৰাই ঢাকি ৰাখিছানে কি? আজি ডাক্টৰ ভাত খোৱাকৈ অহাৰ কথা আছে নেকি? ভাল ভাল... আহিব লাগে—। ল'ৰাটোৰ অসুখ কেনেকুৱা? ভাল পাইছেনে তোমালোকৰ ডাক্টৰ অজয় হাজৰিকা বৰ Smart ল'ৰা, চোকা ল'ৰা, ভাল হ'ব, ল'ৰাৰ অসুখ-ভাল হৈ যাব, পাৰ ডেকেৰুৱানে কুমলীয়া?

কাবেৰী : নাই নাই, তাত পাৰ চৰাই নাই।

সৰুকণ : তেনেহ'লে?

কাবেৰী : মানে মোৰ - - - ।

সৰুকণ : এহ একো নহয় দিয়া, তোমাৰ আগত মুঢ়াত বহিলে, মোৰ সম্মানৰ ভেটিত তিতালাও নগজে (আনিবলৈ যায়)।

কাবেৰী : নহয় নহয় সেইটো নানিব।

সৰুকণ : কি, কথা কি? তলত কিবা আছে।

কাবেৰী : একো নাই। সেইটো মানে মই হেৰি হওঁতে মানে মাহেকীয়া হওঁতে বহা মুঢ়া।

সৰুকণ : তাকেনো অথনিৰ পৰা কৈ দিয়া নাই কেলেই? মোৰ আগত এই বাপেকৰ বয়সৰ মানুহটোৰ আগত ক'বলৈ লাজ কৰিব লাগে। আচলতে তোমালোকে মোক আপোন বুলি ভাবিবই পৰা নাই। মইহে আপোন আপোন বুলি আনৰ আগত যহ মাৰি ফুৰো।

কাবেৰী : তেনেকৈ কিয় কৈছে? বহক চকীতে বহকচোন একো নহয়।

সৰুকণ : হেৰা গোন্ধটো আকৌ পাইছো হে।

সৰুকণ : ধূপৰ।

সৰুকণ : অ অ ধূপৰ। (গোন্ধটো অনুসৰণ কৰি ইফালে সিফালে চায়) নহয়, ক'ৰবাত নিগনি-চিগনি মৰি আছে নেকি? চোৱা

চোৰা তুমিও চোৰাচোন (Direct মূঢ়া)

**কাবেৰী :** খুড়া চাহ একাপকে দিম নেকি?

**সৰুকণ :** (অন্যমনস্ক ভাৱে) নালাগে।

**কাবেৰী :** তামোল এখনকে দিম নেকি?

**সৰুকণ :** হেৰা বোৱাৰী, তুমি দেখোন একেবাৰে অচিনাকী মানুহৰ দৰে মোক চাহ তামোল যাচিছা? তুমি জানাই মই চাহ নাখাও আৰু তামোল খাবলৈ গুৰি দাত এটাও নাই। বাৰু বাৰু পলাশ মইনা আছে নে নাই?

**কাবেৰী :** আছে।

**সৰুকণ :** (আচৰিত হৈ) আছে ??

**কাবেৰী :** নাই মানে শুই আছে।

**সৰুকণ :** এই অসময়ত শুই আছে। অ' তাৰমানে কথাটো হয়।

**কাবেৰী :** কি কথা?

**সৰুকণ :** তেওঁ বোলে এৰি দিলে?

**কাবেৰী :** নাই এৰা।

**সৰুকণ :** নাই এৰা?

**কাবেৰী :** নহয় মানে - - - ।

**সৰুকণ :** মানুহে বহুত কথা এনেয়ে কয় বুজিছা। সিদিনা চাৰিআলিত কেইজনমানে আলোচনা কৰি আছে। মই আকৌ মাছ অকণ আনো বুলি বজাৰলৈ গৈছিলো। ঘুনুক ঘানাককৈ আহি কাণত পৰিল পলাশে বোলে ৰাজনীতি এৰি পেলালে। বৰ ফাকিবাজ মানুহ দেই।

**কাবেৰী :** নহয়, হয়। ৰাজনীতি এৰি পেলালে।

**সৰুকণ :** এৰি দিলে (অলপ ৰৈ) পাৰি বুজিছা, পাৰি। এৰি দিও বুলিলেই চব এৰি দিব পাৰি। গিৰিয়েকে ঘৈণীয়েকক, ঘৈণীয়েকে গিৰীয়েক চব। মইও সেই ডেকা কালতে বৌতিৰ খণ্ডত চাহপানী টোপা এৰি দিও বুলিয়েই এৰি দিলো। আজিলৈকে খোৱা নহ'ল! মানে নাখালো। জিদ্, মনতে খোপনি পুতি থকা জিদ্‌টোৰ কাৰণে। সেইবোৰ ডেকা কালৰ কথা তোমাক নকওঁ দিয়া। মাতাচোন পলাশক মাতি দিয়া। (কাবেৰী যাব খোজে) হেৰা ৰ'বাচোন ৰ'বা মই আহি তোমালোকৰ ঘৰৰ সন্মুখৰ গুমটিখন যে তাতে চিগাৰেট এটা খাই আছো আৰু সেই সৰলাৰ দেউতাকৰ লগত দেশৰ কথাও পাতি আছো, তেতিয়াই তোমালোকৰ ঘৰত কিবা হুলস্থূল শুনিছিলো। পলাশৰ মাত শুনা যেন লাগিছিল।

**কাবেৰী :** তেওঁ মানে।

**সৰুকণ :** সিবিধ নাই এৰা?

**কাবেৰী :** নহয় নহয় নিগনি ওলাইছিল খেদা খেদি কৰোতেহে হুলস্থূল হৈছিল।

**সৰুকণ :** নমৰিল।

**কাবেৰী :** নমৰিল।

**সৰুকণ :** নমৰে-নমৰে। তুমি বিচনাৰ তলত চাবা সি উঠিব আলনাত। তাৰ লগত অলপ দেৰি লুকা ভাকু খেলি আলনাদাল জোকাৰি দিব সি লুকাবগৈ খিৰিকিৰ পৰ্দাৰ তলত। মৰক বুলি পৰ্দাখনতে হাতেৰে হেঁচামাৰি ধৰিবা, সি জাপ মাৰি তোমাৰ ভৰিৰ ওপৰেদি পাৰ হৈ যাব। আঁঠুৱাৰ খুটিটোৰে পলাশে মাৰ মাৰি দিব তাৰ গাত নপৰি পৰিব তোমাৰ ভৰিত। চিএৰ বাখৰ হ'বই। পিছদিনা দেখিবা তুমি ভৰি পেলাবই পৰা নাই। দুপিয়াই দুপিয়াই খোজ কাঢ়িছা। সেইটোকেতো মানুহে নুবুজে। বুজে ওলোটাকৈ। পলাশে সিবিধ ধৰি আহি তোমাক... বাৰু — বাৰু এইবোৰ বাদ দিয়া। পলাশক জগাই দিয়াগৈ যোৱা।

**কাবেৰী :** আপুনি বহক। মই তেওঁক জগাই দিওঁগৈ।

**সৰুকণ :** (তাই যোৱাৰ ফালে ইংগিত দি) নিগনি ওলাইছিল (Direction ভিতৰলৈ নজৰ ৰাখি মূঢ়াটোৰ ওচৰলৈ যায়। মূঢ়াটো ডাঙি চায়, নাক কোচাই থুৱায়। ওকতি আহিবলৈ ধৰে। কোনোবা অহা গম পাই সাউতকৈ আহি চকীত বহি থাকেহি। পলাশ সোমায় আহে, লগত কাবেৰী।)

**পলাশ :** অ' খুড়াদেও।

**সৰুকণ :** অসময়ত শুলা যে।

**কাবেৰী :** মূৰটো ঘূৰাই থকা যেন লাগিছিল। সেই কাৰণে শুই আছিল।

**পলাশ :** উকিলজনক লগ পালেনে?

**সৰুকণ :** পালো পালো। বৰ কামৰ ল'ৰা দেই, কি ঘৰ চাবা, বাহিৰেই চাবানে, ভিতৰেই চাবা। হিংসা লাগি যায় বুজিছা। (ওকালি আহে) পেটটো পকাই আছে। আৰু ঘৈণীয়েকজনী বৰ লখিমী তিৰোতা দেই। নাকে কাণে ডিঙিয়ে হাতে গোটেইবোৰ গঢ়নাই গঢ়না। সেই লখিমীক সন্তুষ্ট কৰিব পাৰিলেই তোমাৰ কাম হৈ যাব। আৰু এটা কথা তোমাৰ নাম কোৱাৰ লগে লগে তেওঁ জপিয়াই উঠিল।

**পলাশ :** তেওঁ মানে উকিলজনে?

**সৰুকণ :** ঘৈণীয়েকৰ কথা কৈছো তেওঁ বোলে তোমাৰ বহুত কিতাপ পঢ়িছে। (কাবেৰীক) হেৰা বোৱাৰী চাদা আছে যদি অকণমান আনাচোন। (কাবেৰী ভিতৰলৈ যায়) মোক খাতিৰহে ধৰিছে তোমাক এবাৰ লগ কৰাই দিবলৈ। কামটো হ'ব যেন পাইছো বুজিছা। পিছে টকা অলপ লাগিব।

**পলাশ :** কিমান?

**সৰুকণ :** উকিলজনে ৭০ হাজাৰ বুলি ক'লে। পিছে মই যি দেখিছো তুমি গৈ ঘৈণীয়েকক লগ ধৰিলে ৭০ গৈ ৫০ হেজাৰ পাবগৈ পাৰে আৰু কিবা কিবিও হ'ব পাৰে (হাঁহে) (কাবেৰীয়েও চাদা আনি সৰুকণক দিয়ে)

**কাবেৰী ঃ** চাদা লওক খুড়াদেউ।

**সৰুকণ ঃ** অ অ দিয়া। তুমি পইচা যোগাৰ কৰা, কাম হৈ যাব। বৰ্ত্তমান ৩০ হেজাৰ মান দিলেও হ'ব। বাকীখিনি পিছত দিবা। ৭০ হাজাৰ টকাত তেওঁ কৰ্টত প্ৰমাণ কৰি দিব যে তুমি নিৰপৰাধী?

**পলাশ ঃ** কিন্তু মইতো অপৰাধী নহওঁৱেই। মোক অপৰাধী সজোৱা হৈছে।

**সৰুকণ ঃ** জানে, সকলোৱেই জানে, তুমি যে হত্যা কৰা নাই। কিন্তু আইনে প্ৰমাণ কৰি দিলে যে তুমিয়েই হত্যাকাৰী। বুজিছা আজিৰ যুগত টকাৰে কৰিব নোৱাৰা কাম একো নাই।

**পলাশ ঃ** কিন্তু ইমান টকা মই কেনেকৈ যোগাৰ কৰিম।

**সৰুকণ ঃ** বদন ফুকনক এবাৰ লগ কৰি চাবা নেকি?

**পলাশ ঃ** (খঙত) আপুনি কি কথা কৈছে। যিটো মানুহে এই জঘন্য কামটো কৰি অপৰাধটো মোৰ ওপৰত জাপি দিলে। সেইটো মানুহৰ ওচৰত মই এতিয়া - - - -

**কাবেৰী ঃ** আপুনিটো বদন ফুকনৰ ছাঁটোৰ দৰেই থাকে। আপুনি নাজানেনে?

**সৰুকণ ঃ** জানো জানো সেই কাৰণেই কৈছিলা। কিজানি তেওঁ নিজৰ দোষ গাত পাতি লয়েই বা। বুজিছা বোৱাৰী, তুমি কোৱাৰ দৰে মই আজিকালি বদন ফুকনৰ গাত ছাঁটোৰ দৰে লাগি নুফুৰো। এই কেচটোৰ পিছৰে পৰা মই তেওঁৰ লগ এৰি দিলো। যিমান হ'লেও পলাশ মোৰ ভতিজা। বাৰু মই এতিয়া উঠো। তুমি পইছা যোগাৰ কৰি খবৰটো দিবা। (হঠাৎ খোলটো দেখি, খোলটোৰ ওচৰলৈ গৈ) বোৱাৰী, এটা কথাত মই তোমাক বৰ শলাগ লৈছো, তুমি ককাইটিৰ খোলতো আদৰ কৰি ৰাখিছা। পলাশ আজিকালি তুমি বজোৱানে নাই? বজাবা বুজিছা, গুৰু ঘাট, ৰাগতালি, সৰু ধেমালী, বৰ ধেমালী এইবোৰ বজাই গধুলী গধুলী বোৱাৰীক শুনাবা, বোৱাৰীৰ মনটো ভাল লাগি থাকিব। বাৰু আহো। (সৰুকণ যায়)

**কাবেৰী ঃ** সকলোৱে জানে তুমি হত্যা কৰা নাই। কিন্তু কোনেও নামানে। মই আচৰিত হৈছো, যিজন সৰুকণ দস্তিদাৰৰ অভিসন্ধিতে তুমি এইটো কেচত ফঁচিলা, সেইটো মানুহেই তোমাক সহায় কৰিব বুলি বিশ্বাস কৰিছা।

**পলাশ ঃ** তুমি ভবাৰ দৰে নহ'বও পাৰে। জামিনটো তেওঁৱেই লৈছে। (Direction) কাবেৰীয়ে বেৰৰ পৰা কাগজ লৈ বমি মচিবলৈ যায়) কাবেৰী সেইখিনি মই - - - -

**কাবেৰী ঃ** হ'ব, আকৌ উকিলৰ হতুৱাই ফাঁচিৰ Order টো তেওঁৱেই কৰাব। (কাবেৰীয়ে বমিখিনি বাহিৰত পেলাবলৈ যায়) (হঠাৎ বিজুলী মাৰে, ঢেৰেকনিৰ শব্দও হয়) বতৰটো বৰ বেয়া কৰিছে। ধুমুহা আহিব যেন পাওঁ।

**পলাশ ঃ** দুৱাৰ খিৰিকিবোৰ মাৰি দিয়া (দুয়ো দুৱাৰ খিৰিকি বন্ধ কৰে) উস - - - - -।

**কাবেৰী ঃ** কি হ'ল?

**পলাশ ঃ** খিৰিকিৰ ফাকত আঙুলিটো সোমাই গ'ল।

**কাবেৰী ঃ** ইমান অসাৱধান। চাওঁ চাওঁ আঙুলিটো চাও ৰ'বা Mascodace টো অলপ লগাই দিও (Mascodace টো লগাই থাকে) আজিকালি তুমি কোনো কামকে শৃংখলাৰে কৰিব নোৱাৰা হৈছা। চাহ একাপ খাবা নেকি?

**পলাশ ঃ** নাই নালাগে (তাই Mascodace টো থবলৈ যায়) কাবেৰী - - - - -

**কাবেৰী ঃ** কি — ?

**পলাশ ঃ** নাই, একো নাই এনেয়ে - -

**কাবেৰী ঃ** (Direction) তোমাৰ গাটো বেযা নেকি?

**পলাশ ঃ** ওচৰলৈ আহাচোন।

**কাবেৰী ঃ** মই? (উত্তেজনাত তাই ফোপাই। লাহে লাগে পলাশৰ ওচৰলৈ আহে)

**পলাশ ঃ** বহা, মোৰ কাষতে বহাচোন (তাই বহি উচুপি উঠে) Please নাকান্দিবা। আজি বহুত দিন হ'ল আমি এনেদৰে বহা নাই (আকৌ উচুপে) নহয নহয় সেইবোৰ নহয়। মোৰ ফালে চোৱা চোৱা (তাই মুৰ তুলি চায) তুমি আগতকৈ ক্ষীণাইছা। চকুৰ গুৰিবোৰ ক'লা পৰিছে। সি উঠি যায়) তোমাৰ মনত পৰেনে কাবেৰী,' প্ৰথম দিনা আমি দুয়ো দুয়োকে লগ পোৱাৰ সেই মুহূৰ্ত্তটো - - - - -

**কাবেৰী ঃ** ওঁ (চকুপানী মচি) বহুত সময়লৈকে তুমি মই একো কথা ক'ব পৰা নাছিলো। তুমিতো Nervous হৈ গৈছিলা। মই তোমালৈ চাই হাঁহো নাহাঁহো কৈ হাঁহিছিলো। আৰু তুমিও অকৰাৰ দৰে হাঁহিছিলো। (দুয়ো হাঁহে)

**পলাশ ঃ** সেইদিনা মই তোমাক এপাহ ৰঙা গোলাপ উপহাৰ দিছিলো, তোমাৰ মনত পৰেনে? তাৰ সুবাসত তুমি সূৰ্য্যৰ দৰে ৰঙা হৈ পৰিছিলা। তোমাৰ ৰক্তিম আভাৰে মোৰ কলিজাৰ তেজবোৰ আৰু ৰঙা কৰি পেলাইছিলা। (তাই উপলব্ধি কৰিবলৈ চেষ্টা কৰে) ( Direction, কাবেৰীৰ টেবুলত থকা ল'ৰাটোৰ ফটোখনত চকু পৰি উঠাই লয়)।

**কাবেৰী ঃ** জোনৰ জন্ম মুহূৰ্ত্তত তুমি কি কৰি আছিলা?

**পলাশ ঃ** তোমাক অপাৰেচন ৰুমলৈ সুমুৱাই নিয়াৰে পৰা বাহিৰৰ বাৰান্দাত চট্‌ফটাই আছিলো। মই উত্তেজনাত ফোপাইছিলো। নাৰ্চ এজনী ভিতৰৰ পৰা ওলাই আহিল। মই উবুৰি খাই পৰিলো। তাই ক'লে, ল'ৰা হৈছে, খুৱাব লাগে। তাইৰ হাতত টকা দুশ গুজি দি তৃপ্তিত চকু মুদি বাৰান্দাৰ বেঞ্চখনতে বহি দিলো। বেঞ্চখনৰ খুটা এটা ভগা

আছিল লুটিখাই পৰি কিলাকুটিত দুখ পাইছিলো। হাঁ — হাঁ (দুয়ো হাঁহে)

**কাবেৰী ঃ** তুমিতো ঘৰত নাছিলাই - - - । তুমি সাহিত্য অকাডেমী বঁটা পোৱা খবৰটো ৰেডিঅ'ত শুনি মোৰ যে কেনেকুৱা লাগিছিল। কি কৰো কি নকৰোঁকৈ বহুত পৰ একে ঠাইতে থিয় হৈ আছিলো। জোনৰ তেতিয়া ছমাহ কি সাতমাহ হে। তুমি কেতিয়া ঘৰ পোৱাহি, কেতিয়া ঘৰ পোৱাহি লাগিছিল। কাক ক'ম, কাক নক'মকৈ উপায় নাপাই জোনকে জোকাৰি জোকাৰি এশবাৰ মান ক'লো— জোন দেউতাৰে সাহিত্য অকাডেমী বঁটা পাইছে। সিও জানো কিবা বুজি পাইছিল হ'ব পায। মোৰ মুখলৈ চাই হাঁহি হাঁহি কিবা অবুজ ভাষাৰে কলকলাইছিল। (Direction) (পলাশ গহীন হৈ যায়)

**কাবেৰী ঃ** পলাশ - - - -

**পলাশ ঃ** হো - - - -

**কাবেৰী ঃ** কি ভাবিছা? - -

**পলাশ ঃ** ভাবিছো মোৰ সাহিত্য অকাডেমী বঁটাটোৰ কথা। সকলো ওলট-পালট কৰি দিলে।

**কাবেৰী ঃ** এটা সময়ত মইও মনে প্ৰাণে কামনা কৰিছিলো, তুমি সাহিত্য একাডেমী পুৰস্কাৰ পাবৰ কাৰণে। কিন্তু আজি ভাবিছো, তুমি নোপোৱা হ'লেই ভাল আছিল।

**পলাশ ঃ** এৰা কাবেৰী- - - তেতিয়া হয়তো ৰাজনৈতিক দালালবোৰে মোকলৈ টনা আজোৰা নকৰিলেহেঁতেন। তোমালোকক এৰি ৰাতি দুপৰলৈকে বাহিৰত থাকিব নালাগিলহেঁতেন। আৰু মদৰ নিচাত - - - কাবেৰী - - মদৰ নিচাত মই তোমাক বহুত অত্যাচাৰ কৰিছো নহয়।

**কাবেৰী ঃ** (আবেগেৰে) নাই কৰা তুমি মোক একো কৰা নাই। মই সকলো পাহৰি যাম পলাশ। তুমি মাত্ৰ ৰাজনীতিৰ পৰা ঘূৰি আহা। তোমাৰ মনত পৰেনে পলাশ কিমান দিন তুমি তোমাৰ পঢ়া কোঠাত সোমোৱা নাই। আহাচোন চোৱাহি (তাক হাতত ধৰি নি ভিতৰলৈ দেখুৱাই) দেখিছা ছেল্‌ফৰ কিতাপবোৰে তোমাৰ হাতৰ স্পৰ্শৰ অভাৱত কেনেকৈ উচুপি আছে। তোমাৰ কলমটো চোৱা অভিমানত কেনেকৈ ওফন্দি আছে। (Direction) পলাশ এইখন তুমি সাহিত্য একাডেমী পুৰস্কাৰ পাওতে দিয়া প্ৰশস্তি পত্ৰ। তোমাৰ সৃষ্টিৰ মূল্যায়ন। পলাশ তুমি আকৌ তোমাৰ টেবুলখনত বহা। নতুন নতুন গল্প উপন্যাসৰ সৃষ্টি কৰা। লাগিলে এসাজ খাই এসাজ লঘোনে থাকিম। তথাপি মই শান্তি পাম পলাশ।

**পলাশ ঃ** কাবেৰী - - - - ।

**কাবেৰী ঃ** আজিকালি জোনে তোমালৈ ভয়ে ভয়ে চাই কিয় জানা? দুপৰ ৰাতি মদৰ ৰাগিত মাতাল তোমাৰ হাত দুখনে মহাভাৰতৰ দুশাসনৰ দৰে দ্ৰোপদীৰ চুলিত ধৰি ৰাজসভালৈ চোঁচৰাই অনাৰ দৃশ্য সি বহু দিন দেখিছে। ভীষ্ম, দ্ৰোণ, বিদুৰৰ দৰে সি নিৰৱ দৰ্শক। তাৰ গালত কৰাল বন্ধা চকুৰ লোতক তুমি দেখা নাই পলাশ। তুমি দেখা নাই - - - (কান্দে)

**পলাশ ঃ** বচ কাবেৰী বচ। বহুত হ'ল আৰু নক'বা। তুমি নাজানা কাবেৰী, মই ইচ্ছা কৰি কোনো দিন মদ খোৱা নাই। যেনেকৈ মই ইচ্ছামতে ৰাজনীতিত সোমোৱা নাছিলো। চাকনৈয়াত পৰি মই ডুবি গ'লো। পাৰাপাৰহীন অথাই সাগৰত পৰি মই হাবু-ডুবু খাই আছো। মোৰ লেখা আজি কালি কাকত আলোচনীয়ে প্ৰকাশ নকৰে। এটা পইচা হাতত নাই, মই কি কৰিম কোৱা?

**কাবেৰী ঃ** (উৎসাহেৰে) কিয় প্ৰকাশ নকৰিব। তুমি আকৌ আগৰ পলাশ হোৱা। কাকত আলোচনীৰ সম্পাদকৰ আমাৰ ঘৰলৈ পুনৰ অহাযোৱা চলিব। আৰু বহুতেতো তোমাৰ লেখা পঢ়িবলৈ এতিযাও হাবিযাস কৰে। অজয়েতো মোক সদায় কৈ থাকে। দাদাই কিয় নিলিখা হ'ল। ইমান সুন্দৰ সৃষ্টি।

**পলাশ ঃ** অজয় অজয় অজয় - - -। অজয়ৰ কথাবোৰ যেন শিলৰ ৰেখা।

**কাবেৰী ঃ** কি হ'ল?

**পলাশ ঃ** লিখা নিলিখাটো মোৰ কথা। মোৰ ব্যক্তিগত কথাত মাত মাতিবলৈ সি কোন?

**কাবেৰী ঃ** কি হ'ল খং খাই আহিলা যে। তেওঁতো একো বেয়া কথা কোৱা নাই। মাত্ৰ তুমি লিখাটোহে বিচাৰিছে।

**পলাশ ঃ** তাক কৈ দিবা। সি আৰু জোনৰ চিকিৎসা কৰিব নালাগে। মই বেলেগ ডাক্তৰৰ ব্যৱস্থা কৰিম।

**কাবেৰী ঃ** কিয়?

**পলাশ ঃ** মোক প্ৰশ্ন কৰি কথাবোৰ আৰু জটিল কৰি নেপেলাবা মই যাওঁ।

**কাবেৰী ঃ** ক'লৈ যোৱা?

**পলাশ ঃ** তোমাক কৈ যাব লাগিব? (পলাশক আগচি ধৰে)

**কাবেৰী ঃ** পলাশ তোমাক কাবৌ কৰিছো, তুমি নাযাবা। মই তোমাৰ ভৰিত ধৰিছো।

**পলাশ ঃ** আঁতৰ হোৱা। এটা কথা মনত থাকে যেন অজয়ক যাতে দ্বিতীয় দিনা মোৰ ঘৰত দেখা নাপাওঁ। (গুচি যায়)

**কাবেৰী ঃ** পলাশ, পলাশ (হুকহুকাই কান্দে। দেউতাকৰ ফটোৰ ওচৰলৈ আহি) কওঁক দেউতা, মোৰ কি দোষ? মই কি কৰো এতিয়া (হুক হুকাই কান্দে, কলিংবেল বাজে) কোন

সোমাই আহক। (অজয় সোমাই আহে। অজয়ক দেখি আফচোচ্ কৰে) অজয়, তুমি বহা।

**অজয় :** ই ৰমেনে গৈ খবৰ দিলে আপুনি মাতিছে। এফালে যাবলৈ ওলাইছিলো। লগে লগে গুচি আহিলো। জোন ক'ত আছে? অসুখটো বেছি হৈছে নেকি?

**কাবেৰী :** জোন ঠিকেই আছে। সি টোপনি গ'ল।

**অজয় :** তেন্তে .........

**কাবেৰী :** অসুখ মোৰহে হৈছে?

**অজয় :** আপোনাৰ আকৌ কি অসুখ হৈছে?

**কাবেৰী :** কিয়... মোৰ অসুখ হ'ব নাপায় নেকি?

**অজয় :** না— না মই সেইটো কোৱা নাই। আচলতে মই জোনৰ অসুখ বুলি ভাবিহে আহিছিলো। বাৰু কওকচোন কি হৈছে?

**কাবেৰী :** কিবা গাটো ভাল লাগি থকা নাই। মূৰটো ঘুৰোৱা ঘুৰোৱা যেন লাগি আছে।

**অজয় :** ল' প্ৰেছাৰ। মই আপোনাক আগতেই কৈছো, খোৱা বোৱাত যত্ন লওঁক। ৰাতি টোপনি খতি নকৰিব। আপুনি মোৰ কথাত গুৰুত্বই নিদিয়ে। দাদা নাই নেকি? (সৰুকণ সোমাই আহে)।

**সৰুকণ :** দুৱাৰখন মেলি থোৱা দেখি সোমাই আহিলো। চাদাৰ টেমাতো থাকি গল। চাও বাপু উঠাচোন। চেঃ বেলেগ ক'ৰবাতহে পৰিল হ'ব পায়। পাতা, কথা পাতা, মই আহো।

**অজয় :** এই জনেই সৰুকন দস্তিদাৰ নহয় জানো?

**কাবেৰী :** হয় অলপ আগতে আহিছিল।

**অজয় :** বাৰু দাদা আজিকালি সোনকালে ঘৰলৈ আহিবলৈ লৈছেনে?

**কাবেৰী :** (নিমাত)

**অজয় :** চাওঁক বৌ, মোৰ নিজা দাদা নাই। গতিকে মই পলাশদাকে মোৰ নিজৰ দাদা বুলি ভাবো আপোনাক নিজৰ বৌৰ দৰে ভাবো। আপুনি নাজানে মোৰ পঢ়া জীৱনত পলাশ দাই মোক কিমান সহায় কৰিছিল। পলাশদাৰ ওচৰত মোৰ নিজকে ঋণী ঋণী লাগে। পলাশদাৰ আজিৰ এই অবস্থাটোময়ো সহ্য কৰিব পৰা নাই। গতিকে মোৰ আগত একো লুকধাক কৰিব নালাগে।

**কাবেৰী :** আহে সোনকালে আহে। কেতিয়াবা শেষৰাতি কেতিয়াবা এপৰ দুপৰকৈ ৰাতি শেষ হয় আকৌ ৰাতি পুৱাই। আকৌ গধুলী হয়। ঢাকোনৰ ভাত ঢাকোনতে পইতা হয়। আৰু মই জোনক বুকুত সাৱতি লৈ খালি পেটেৰে বহুত উজাগৰী ৰাতি পাৰ কৰি দিওঁ।

**অজয় :** বৌ..............

**কাবেৰী :** অজয়, সাহিত্য একাডেমী পুৰস্কাৰ পোৱা পলাশ বৰুৱা ৰাতি দুই/তিনি বজাত ৰাস্তাৰ নৰ্দমাত বোকাৰে লুতুৰী-পুতুৰি হৈ পৰি থকা পাই মানুহে যেতিয়া ঘৰত আনি থৈ যায় মই কেনেকৈ সঁহো কোৱা (উচুপে)

**অজয় :** বৌ (কাবেৰীয়ে উচুপি থাকে.........) দাদাই আজি কালি লিখা মেলা কৰিবলৈ এৰি দিলে নেকি?

**কাবেৰী :** আজি বহুত দিন হ'ল। মই হাজাৰ যত্ন কৰিও তেওঁক পঢ়া টেবুলত বহুৱাব পৰা নাই।

**অজয় :** দাদাক বাৰু ৰাজনীতি লাগিবলৈ কিহে পাইছিল। নিজৰ ইমেজটোৱেই শেষ কৰি পেলালে।

**কাবেৰী :** মোৰেই দোষ। ৰাজনৈতিক দালালবোৰে কিমান যে প্ৰলোভন নিদিলে। তেওঁৰ বাবে হেনো সুকীয়াকৈ এটা লাইব্ৰেৰী বনাই দিব। দেশ বিদেশৰ দুষ্প্ৰাপ্য গ্ৰন্থবোৰ অনাই দিব। তেওঁৰ গল্প উপন্যাসবোৰ নিয়মীয়াকৈ প্ৰকাশৰ ব্যৱস্থা কৰিব। মাত্ৰ তেওঁ সিহঁতৰ পাৰ্টিত থাকিলেই হ'ল। (Change) কিন্তু কি কৰিলে — কি কৰিলে সিহঁতে। মদৰ গোন্ধ সহ্য কৰিব নোৱাৰা মানুহতোক মদ খুৱাই, খুৱাই তিলে তিলে মৃত্যুৰ গৰাহলৈ ঠেলি দিলে। সাহিত্য একাডেমী বঁটাটোৰ কান্ধত বন্দুক থৈ সিহঁতে হাইঠামাৰি জোল খাইছে আৰু মোৰ কপালৰ সেন্দুৰ কণৰ ৰং লাহে লাহে বগা হৈ আহি আছে। (কান্দে)

**অজয় :** নাপাই বৌ, তেনেকৈ ক'ব নাপায়। সকলো ঠিক হৈ যাব। মানুহৰ জীৱনবোৰেই এনেকুৱা... এদিন সুখ... এদিন দুখ। নাপায় নাকান্দিব। (নীৰৱ মুহূৰ্ত)

**কাবেৰী :** আজি বহুদিনৰ মূৰত তেওঁৰ মনটো ভাল দেখিছিলো। মোৰ খবৰ লৈছিল, অতীতৰ মধুৰ স্মৃতিবোৰ ৰোমন্থন কৰিছিল... তেওঁ কৰা ভুলবোৰৰ অনুশোচনাও কৰিছিল। হঠাৎ জানো কি হৈ গ'ল। খণ্ডেৰে ওলাই গুচি গ'ল। এই Murder case টোৱে তেওঁক খুলি খুলি খাইছে।

**অজয় :** মই খবৰ কৰি গম পাইছো। এক নম্বৰ কালপ্ৰিট এই সৰুকণ দস্তিদাৰ।

**কাবেৰী :** সেই কথাটোকে দাদাৰে মানি লব পৰা নাই।

**অজয় :** মই দাদাক বুজাম। মোৰ এফালে যাব লগা আছে। আহকচোন আপুনি অকণমান চকীখনত বহক। মই চাই দিওঁ।

(কাবেৰী চকীত বহে, অজয়ে পৰীক্ষা কৰে)

**কাবেৰী :** অজয় তোমাক এটা কথা কওঁ, বেয়া নাপাবা।

**অজয় :** কিয় বেয়া পাম। আপুনি মোক যি কথাই নকওঁ মই কেতিয়াও বেয়া নেপাও।

**কাবেৰী ঃ তুমি আমাৰ ঘৰলৈ .... (এনেতে মদৰ নিচাত পলাশ সোমাই আহি সিহঁতক তেনে অৱস্থাত দেখি খন্তেক থমকি ৰৈ ভিতৰলৈ সোমায় যায়। কাবেৰী আৰু অজয় দুয়ো মাতে। কাবেৰী লগে লগে উঠি খৰখৰকৈ ভিতৰলৈ যায়। অজয়ে কি কৰো কি নকৰোকৈ থিয় হৈ থাকে। ভিতৰত কাঁহি-বাতি দলিওৱাৰ ঠুং ঠাং শব্দ। খন্তেক পিছতে কাবেৰী ভিতৰৰ পৰা ওলায় আহে)**

**কাবেৰী ঃ** অজয় তুমি এতিয়া যোৱাগৈ যোৱা।

**অজয় ঃ** কিন্তু - - -

**কাবেৰী ঃ** হ'ব মোক বেলেগ এদিন চাবা।

**অজয় ঃ** দাদাই যে মোক নমতাকৈ ভিতৰলৈ গুচি গ'ল। মোক কিবা বেয়া পাইছে নেকি? মই দাদাৰ লগত দুটামান কথা পাতি - - -

**কাবেৰী ঃ** Please অজয়, তুমি দাদাৰ লগত এতিয়া একো কথা পাতিব নালাগে। কি পৰিস্থিতিৰ সৃষ্টি কৰে একো ঠিক নাই। তুমি যোৱা অজয়।

**অজয় ঃ** ঠিক আছে? প্ৰয়োজন হ'লে মোক মাতিব। (অজয় যায়। ভিতৰত ঠুং ঠাং শব্দ চলি থাকে। কাবেৰীয়ে এক মুহূৰ্ত কি কৰো কি নকৰোকৈ ভাবি থাকে। পলাশ ওলাই আহি কাবেৰীৰ ফালে আগুৱাই যায়, Direction)

**কাবেৰী ঃ** পলাশ মোৰ বৰ ভয় লাগিছে। তুমি কিয় এনেকুৱা কৰিছা? (কাবেৰীয়ে ল'ৰাটোৰ ফটোখনৰ আঁৰত লুকাব বিচাৰে) (Direction)

**পলাশ ঃ** জোন ক'ত গ'ল?

**কাবেৰী ঃ** জোন শুইছে।

**পলাশ ঃ** টোপনি যোৱা পিল খুৱাই দিলে তাৰ সোনকালে টোপনি আহে আৰু দিনে দিনে দুৰ্ব্বল হৈ যায়। ডাক্টৰ তাৰ ওচৰলৈ সঘনাই আহি থাকিবলগীয়া হয়।

**কাবেৰী ঃ** তুমি এইবোৰ কি কৈছা?

**পলাশ ঃ** (খঙত) এইবোৰ মই কোৱা কথা নহয়। চহৰৰ প্ৰায়বিলাক ৰেষ্টুৰাৰ আড্ডাত সজোৰে আলোচিত হোৱা বিষয়। সাহিত্যিক পলাশ বৰুৱাৰ ঘৈণীয়েকৰ অবৈধ প্ৰেম ঘৰুৱা ডাক্তৰৰ লগত আৰু তাত বলিৰ পঠা হৈছে কণমানি ল'ৰাটো, বেচেৰা ল'ৰাটো এদিন মৰি থাকিব।

**কাবেৰী ঃ** অস্‌ বন্ধ কৰা - - - বন্ধ কৰা - - - তুমি কি কথা কৈছা এবাৰ ভাবি চাইছানে? তুমি ইমান নীচ কথা ভাবিব পাৰা।

**পলাশ ঃ** (উত্তেজিত হৈ) জানা কাবেৰী মইও বিশ্বাস কৰা নাছিলো। প্ৰথমে কওঁতে সৰুকণ দস্তিদাৰক মই ঘুচিয়াই নাকৰ পৰা তেজ উলিয়াই দিছিলো, কিন্তু আজি মোক আনি হাতেলোটে ধৰাই দিছেহি ......... এই .............. (মূৰত হাতেৰে থপৰিয়াই কান্দে)

**কাবেৰী ঃ** পলাশ, পলাশ, তুমি মোক সন্দেহ কৰিছা পলাশ, তোমাৰ কাবেৰীক সন্দেহ কৰিছা, নহয় নহয় পলাশ তুমি মোক অবিশ্বাস নকৰিবা। মোৰ হৃদয়খন ভাঙি চুৰমাৰ নকৰিবা। মোক বিশ্বাস কৰা, মোৰ চৰিত্ৰ সন্দেহৰ উৰ্দ্ধত।

**পলাশ ঃ** বিশ্বাস - - - মোৰ নিজৰ ওপৰত বিশ্বাস হেৰাই গ'ল। গল্প উপন্যাসৰ কাহিনীৰ মাজত ডুব গৈ থকা পলাশ বৰুৱা আজি হত্যাকাৰী ৰাজনৈতিক দালাল হৈ মদৰ মাজত ডুব গৈ আছে। কীৰ্তনৰ প্ৰতিটো পাতৰ দৰে পবিত্ৰ কাবেৰী আজি বিবাহিতা বেশ্যা (হঠাৎ চিঞৰে) ঐ চাল্লা কুকুৰ, দাদা চেলাই তই মোৰ কলিজাখন কামুৰি কামুৰি খাই পেলালি। তোক মই নিজৰ ভাইৰ দৰে ল'ৰাটোৰ অসুখ চাবলৈ দিলো আৰু তই তাক তিলে তিলে মৃত্যুৰ মুখলৈ ঠেলি দিলি। ধেৎ চাল্লা (কোঠাৰ সামগ্ৰীবোৰ দলিয়াই)

**কাবেৰী ঃ** পলাশ পলাশ (তাৰ ওচৰলৈ যায়) কি কৰিছা। তুমি - - - (Direction খোলটোৱে কাবেৰীক মাৰিবলৈ লয়)

(কাবেৰীয়ে কান্দে। অজয়ে বেগটো নিবলৈ আহি হঠাৎ তেনে পৰিস্থিতিৰ সন্মুখীন হৈ অপ্ৰস্তুত হয়।)

**কাবেৰী ঃ** পলাশ - -

**অজয় ঃ** মোৰ বেগটো থাকি গ'ল (কেইটামান নীৰব মুহূৰ্ত) বৌ কি হৈছে? পলাশ দা?

**কাবেৰী ঃ** তুমি যোৱা অজয়। একো হোৱা নাই।

**অজয় ঃ** নহয় মই এনেকৈ ওলাই যাব নোৱাৰো। অথনিও পলাশদাই মোক মতা নাই। কি হৈছে কথাতো খুলি নকয় কিয়?

**কাবেৰী ঃ** (পলাশক) কৈ দিয়া কি হৈছে? নোকোৱা কিয়?

**অজয় ঃ** বৌ - - -

**কাবেৰী ঃ** মই কওঁ শুনা, শুনাৰ আগতে মনত বল আৰু বুকুত সাহস গোটাই লোৱা। পাৰিবা পাৰিবা সহ্য কৰিব?

**অজয় ঃ** আপুনি কওকচোন।

**কাবেৰী ঃ** দাদাৰে— দাদাৰে তোমাকে মোকে সন্দেহ কৰিছে।

**অজয় ঃ** What nonsence? মোক আপোনাৰ সতে— পলাশ দা - - -।

**পলাশ ঃ** চুপ থাক, অভিনয় নকৰিবি। চহৰৰ অলিয়ে গলিয়ে যিবোৰ কথা আলোচনা হৈছে, মই বাহিৰত ওলাব নোৱাৰা হৈছো। তোক... তোক মই মানুহ কৰিলো। মোৰ পইচাৰে তই ডাক্টৰ হলি আৰু মোৰ বুকুতে কামোৰ মাৰিলি।

**অজয় ঃ** মনে মনে থাকা। কথা নক'বা, মোৰ চৰিত্ৰক সন্দেহ কৰিছা। যিজনী মানুহক মই মাৰ দৰে জ্ঞান কৰো সেইজনী মানুহৰ লগত মোক সন্দেহ কৰিছা। বৰ্তমান তুমি কেনে পৰ্যায়ত আছা নিজকে এবাৰ বিশ্লেষণ কৰি চাইছানে? প্ৰাপ্তিকৰ পুতলাৰ দৰে জীৱন নিৰ্বাহ কৰিছা। ৰাজনৈতিক দালালৰ চাবি দিয়া পুতলা তুমি—যেনেকৈ ইচ্ছা তেনেকৈয়ে তোমাক নচুৱাই আছে। হোটেল ৰেষ্টুৰাত মাৰপিট কৰা তুমি এটা গুণ্ডা। মই সকলো খবৰ লৈছো। সিহঁতে যিকোনো প্ৰকাৰে তোমাৰ সংসাৰখন শেষ কৰি দিব বিচাৰিছে আৰু সেয়ে কৰিব পাৰিলে তোমাক সিহঁতে পাৰ্টিৰ বিভৎস কামত একানপতীয়াকৈ লগাই পলাশ বৰুৱা নামৰ সাহিত্যিকজনক শেষ কৰি দিব বিচাৰিছে। (বেগ খুলি এখন কাগজ উলিয়াই) এইখন চোৱা এইখন তোমাৰ পাৰ্টিৰ লীডাৰে সৰুকণ দস্তিদাৰলৈ দিয়া চিঠি। কি লিখিছে চোৱা। (হঠাৎ বাহিৰত কিবা এটা পৰি যোৱাৰ শব্দ হয়) (পলাশে চিঠিখন চায় Change music)

**অজয় ঃ** ঐ কোন সেইটো (বাহিৰলৈ গৈ সৰুকণক ডিঙিত ধৰি লৈ আহে) এইটো ৫০ হাজাৰ টকাৰ বিনিময়ত তোমাক মাৰ্দাৰ কেছত ফচোৱা মানুহ এইটো। (গতা মাৰি দিয়ে, সৰুকণ পৰি যায়। একেথৰে কিছু সময় পলাশে সৰুকণলৈ চাই থাকে তাৰ পাচত এখোজ দুখোজকৈ পলাশ আগুৱাই যায়, সৰুকণ পিছলৈ চুচৰি যায়। পলাশে সৰুকণৰ ডিঙিত ধৰে। কাবেৰী আৰু অজয়ে এৰুৱাবলৈ চেষ্টা কৰে। সৰুকণে পলাশৰ হাতৰ পৰা এৰাই যাবলৈ চেষ্টা কৰে। এটা সময়ত সৰুকণ নিথৰ হৈ পৰে। কাবেৰী আৰু অজয়ে এৰুৱাবলৈ চিঞৰি উঠে। পলাশ হতভম্ব হয়) অজয় -কাবেৰী। ই-ই সঁচাকৈয়ে মৰি থাকিল। মই - - - মই এতিয়া কি- - কৰো। অজয় কাবেৰী- মই সঁচাকৈয়ে হত্যাকাৰী হৈ গ'লো। অজয় - - - দেউতা দেউতা, মই মানুহ হত্যা কৰিলো দেউতা। মই সঁচাকৈয়ে হত্যাকাৰী হৈ পৰিলো। তোমাৰ আদৰ্শক জীয়াই ৰাখিব নোৱাৰিলো। তুমি শুনিছানে নাই দেউতা। (কাবেৰীয়ে কান্দে)

**কাবেৰীঃ** তেনেকৈ ক'লে দেউতাই নুশুনে পলাশ। খোলটো বজায় দিয়া।

**পলাশ ঃ** অ' অ... খোলটো বজায় দিও। (পলাশে খোলটো বজায়। কাবেৰীয়ে কান্দে, অজয়ে সৰুকণক এহাতে দাঙি এহাতেৰে ডিঙিত চেপি চিঞৰি উঠে) সৰুকণ দস্তিদাৰক (পলাশ আৰু কাবেৰীয়ে ঘূৰি চায়) মই হত্যা কৰিছো (কাবেৰীয়ে চিঞৰি দিয়ে)

<u>সমাপ্ত</u>

# ডাইনী

নাট্যকাৰ # প্ৰাণজিৎ বৰুৱা,
কেন্দুগুৰি, যোৰহাট- ১০
(Ph.9954051920)

চৰিত্ৰাৱলী - ১/ সাধিকা ২/ আই
৩/ ৰাধা ৪/ চন্দা
৫/ পাহি ৬/ ৰঙিলী

(মঞ্চৰ সোঁমাজত এখন প্লেটফৰ্ম থাকিব। প্লেটফৰ্মৰ দুকাষে দুটা গছাত চাকি জ্বলি থাকিব। সোঁমাজত যজ্ঞ পাত্ৰত ধোঁৱা ওলাই থাকিব। আই ধ্যানৰত অৱস্থাত থাকে। কাষত এডাল ত্ৰিশূল থাকিব। এহাতে ৰুদ্ৰাক্ষৰ মালাৰে জপ কৰি থাকিব। সাধিকাই মাজে মাজে বহিবলৈ চাই থাকে আৰু মাজে মাজে ঠাইখন ঠিক কৰি থাকে। নেপথ্যৰ পৰা বেদমন্ত্ৰ ধ্বনি ভাঁহি আহে। আয়ে কলা বস্ত্ৰ পৰিধান কৰিব। এখন বগা কাপোৰ ডিঙিত থাকিব। চকু মুখত উগ্ৰ প্ৰসাধন থাকিব। কপালত ৰঙা ত্ৰিশূলাকৃতিৰ তিলক অঁকা থাকিব। সাধিকাই হালধীয়া বস্ত্ৰ পৰিধান কৰিব।

**সাধিকা ঃ** ইমান সোনকালে ধ্যানত নবহা হ'লেই ভাল আছিল নেকি! (আয়ে চকু মেলি সাধিকালৈ চাই পুনৰ জপ কৰে।)

**সাধিকা ঃ** বেলি লহিয়াবৰে হ'ল। আইৰ ওচৰত শৰণ ল'বলৈ এতিয়ালৈকে এগৰাকীও শিচ নোলালহি। আয়ে মন কৰিছে নে নাই নেজানো। আজি কিছুদিনৰ পৰা আইৰ ওচৰলৈ দিহা বিচাৰি অহা মানুহৰ সংখ্যা কমি আহিছে। আয়ে মহিমা দেখুৱাব লাগে। নহ'লে আই মাতৃ বৰ্তি থকাই কঠিন হ'ব।

**আই ঃ** (উদাত্ত ভাবে গাব) ওঁম চামুণ্ডায়ে নমঃ
ওঁম চামুণ্ডায়ে নমঃ
ওঁম চামুণ্ডায়ে নমঃ

**সাধিকা ঃ** গাঁৱৰ ইমূৰৰ সেই মৰিশালীৰ কাষত থকা সুন্দৰী বেজে নতুনকৈ সপোনত দৰব পাইছে। বৰ প্ৰামাণিক দৰব বোলে। আজি কালি গাঁৱৰ বেছি ভাগ মানুহ বেমাৰ আজাৰৰ পথ্য বিচাৰি তাইৰ ওচৰলৈকে যায়। দূৰৰ গাঁৱৰ পৰাওঁ মানুহৰ লানি লাগিছে।

**আই ঃ** (বিশেষ ভংগীত থিয় হৈ গাব)
ওঁম চামুণ্ডায় নমঃ

**সাধিকা ঃ** দিন বেয়ালৈ আহিছে। আইৰ প্ৰতি মানুহৰ আস্থা কমিবলৈ ধৰিছে যেন পাও। কিবা এটা হেস্ত নেস্ত কৰিব লাগিল। সময়ৰ শৰ সময়ত মাৰিব লাগিব। নহ'লে ৰসতে নাম থব লাগিব। আয়ে কথাতো গমি চাব লাগে।

**আই ঃ** (নৃত্যৰ ভংগীমাত আবৃত্তি কৰিব)
অমংগলৰ ধ্বনি উঠিছে বাজি
দেৱী হৈছে ৰুষ্ট, কৰিব ধ্বংস
প্ৰলয়ৰ জলধিত কৰিব তাণ্ডবী নৃত্য
সহস্ৰ বাহুৰে কৰিব মৃত্যু আলিংগন
নৰৰক্ত পান কৰি দেৱী হ'ব তুষ্ট
ৰক্ত ৰঞ্জিত দেৱীয়ে কৰিব লাস্য নৃত্য
(দুয়োৰে বিকট ভাৱে হাঁহে)

**সাধিকা ঃ** ৰক্ত ৰঞ্জিত হাতেৰে খাই লৈ এপালি চাধা দেখুৱাই আই মাতৃ তোমাৰ অপাৰ মহিমা।
(সাধিকাই আইক চাধা এপালি দিয়ে। আয়ে চাধা লৈ মুখত ভৰাই।)

**আই ঃ** বেলি আহি বকুল জোপাৰ ডালত লাগিলহি। গৰু গাই আহিবৰে হ'ল। এতিয়ালৈ দেখোন কাৰো ছাঁটোকে দেখিবলৈ নাই। আজি বহনি নহ'বই নেকি।

**সাধিকা ঃ** বিপদ। বিপদ। মোৰ বিপদ। সুন্দৰী বেজে শিপা বহলাই দিছে। আই মাতৃৰ সৈতে ফেৰ মাৰিছে। এতিয়া দেখিছো মানুহৰ বিশ্বাসৰ ফেৰটো আই মাতৃতকৈ কলি বেজনীৰ ফালেহে বেচি হও হও। পেটত গামোছা মাৰিবহে লাগিব যেন পাওঁ।

**আই ঃ** গছত গৰু উঠা হোলোঙাৰে কাণ খজুৱা কথা নক'বি, এই এলেকাত ভগৱতীৰ প্ৰতি মানুহৰ বিশ্বাস বুকুৰ ভিতৰলৈ

শিপাই আছে। ইমান সহজে বিশ্বাস নেহেৰায়।

**সাধিকা :** যদি হেৰায়?

**আই :** সেয়া হ'বলৈ দিয় নহ'ব। (Change) হে দেৱী, হে ভগৱতী তোমাৰ কি মহিমা নাই? তোমাৰ অপাৰ মহিমা।

(সাধিকাই বাহিৰলৈ চাই। ল'ৰা ল'ৰিকৈ ধূপ জ্বলায়। ধুনা বাতিত ধুনা দিয়ে। দুয়ো আৰতিৰ নৃত্য কৰে। নৃত্য কৰি থাকোতে শ্লোকটো গাই থাকিব। নৃত্যৰ মাজতে ৰাধা সোমাই আহে আৰু মঞ্চৰ একাষত ৰৈ থাকে।)

**শ্লোক :** জয়ন্তী মঙ্গলা কালী ভদ্রকালী কপালিনী।
দুৰ্গা শিবা ক্ষমাধাত্রী স্বাহা স্বাধা নমোহস্তুতে।।
মধুকৈটভ বিধ্বংসী। বিধাতৃ বৰদে নমঃ
ৰূপ, দেহি জয়, দেহি যশোদেহি দ্বিষোজহি।
ধুম্র নেত্র বধে দেৱী ধৰ্মকামাৰ্থ দায়নি।
ৰূপং দেহি জয়ং দেহি যশোদেহি দ্বিষো জহি।

(লাহে লাহে নৃত্য ধীৰ হয়। আই বহে। লাহে লাহে দেওধনী নৃত্য কৰে। নৃত্য ক্ৰমাৎ দ্ৰুত হয়।)

(চন্দাই ৰাধাক ঠেলি সোমাই আহে।)

**ৰাধা :** আঁও। দেখিছানে বাৰু। গোটেই চাকিয়ে তাকিয়ে থালখন কথমপিহে নপৰাকৈ ৰ'ল। ঐ জহনীত জাতি চকু কেইটা হাতত লৈ ফুৰ নেকি অ'। গাতে উঠিছিলিহি যে?

**চন্দা :** এস কি অবাইচ মাত মাতিছাহে। ভগৱতীৰ ওচৰলৈ আহিছো। হাই উৰুমি নকৰিবা। সেৱা কৰা।

(দুয়োজনীয়ে চাকি ধূপ জ্বলাই সেৱা কৰে। ৰাধা বহে। চন্দা

**ৰাধা :** কটা নিলাজৰ সঁচ। ক'ৰ আগত বহিবলৈ আহিছ? চাও তেহেলে যা।

**চন্দা :** এস ঠেলা-ঠেলিখন কৰিছা কিয় হে? ভকতি কৰিবলৈ আহিছা মনে মনে ভকতি কৰা।

**ৰাধা :** তেহেলে যা বুলিছো নহয়। কিবা খং উঠিব চুলিকোচাত ধৰি ঠেতালি পেলাম মাকে।

**চন্দা :** চুপ।

**ৰাধা :** কি চুপ? কি চুপ? নুচুপো। মই আগেয়ে থানৰ দুৱাৰত ভৰি থৈছো। মইহে আগেয়ে আইৰ কিৰপা লাভ কৰিম। চাও তেহেলে যা।

**চন্দা :** নাপায়। হাই উৰুমি কৰিব নাপায়। ইস ইস ইস মুখখন চোৱাচোন, কেনে ৰঙচুৱা হৈ আছে? একেবাৰে ৰঙা বেলিটোহে যেন।

**ৰাধা :** চকুকেইটা চা চোন। কেনেকৈ জ্বলি আছে। পকা অওঠা দুটাহে যেনিবা।

**চন্দা :** নহ'বনে? সাক্ষাত ভগৱতী দেহত আছে।

**ৰাধা :** মোৰ গাটো সিৰ সিৰাই গৈছে দেই।

**চন্দা :** সেৱা কৰা। সেৱা কৰা।

(দুয়ো সেৱা কৰে। আয়ে সাধিকাক চকুৰে ইংগিত দিয়ে)

**সাধিকা :** সাষ্টাংগে প্ৰণিপাত কৰক। সাষ্টাংগে প্ৰণিপাত কৰক। লৰচৰ নকৰিবা। কাম ক্ৰোধ, লোভ, মোহ, ইচ্ছা, অভিলাষ সকলো ত্যাগ কৰক। মন ভাৱশূণ্য কৰক। দেৱীৰ প্ৰসাদ লাভ কৰক। দেৱীৰ প্ৰসাদ লাভ কৰিব। জীৱন সুখৰ হ'ব। শৰীৰ নিৰোগী হ'ব। লৰচৰ নকৰিব। ল'ৰচৰ নকৰিব।

(গীত)

ওঁম কালী কালী কালী
ভৱানী চামুণ্ডী ভৈৰবী
ওঁম কালী কালী কালী
ওঁম স্বৰ্গ মৰ্ত পাতাল
ৰোগ শোক আকাশ
ওঁম কালী কালী কালী
আকাশ বতাহ পানী
সত্য শিৱ শক্তি
ওঁম শক্তি শক্তি শক্তি
ওঁম শক্তি তুমি ধাৰণ কৰা
সেই শক্তি তুমি ধাৰণ কৰা।

(এইখিনি সময়ত নৃত্যৰে এক অপাৰ্থিব পৰিবেশ সৃষ্টি কৰিব। আয়ে আংগিক অভিনয়েৰে শক্তি ধাৰণ কৰা দেখুৱাব। সকলোখিনি শাস্ত্ৰীয় নৃত্যৰ ভংগিমাত কৰিব পাৰিলে ভাল। ওঁম কালী কালী অংশটি চন্দা আৰু ৰাধায়ে দোহাৰিব।)

**চন্দা :** হেৰা মোৰ দেখোন ভয় ভয় লাগিছে। চোৱাচোন চোৱা বুকুখনে কিদৰে ধান বনাদি বানিছে।

**ৰাধা :** চুপ। কেপ কেপাই নেথাকিবি। কালিকা চৰিছে। দোষ লাগিলে উচ্ছন্ন হবি। ভেটিত তিতা লাওঁ গজিব।

**চন্দা :** খেমা আই খেমা। (সেৱা কৰে)

**সাধিকা :** আই ভগৱতীৰ সৈতে লীন হৈছে। কোনেও এটা শব্দ নকৰিব। সম্পূৰ্ণ নীৰৱে থাকক। শক্তি অনুসৰি ভগৱতীৰ চৰণত অৰিহণা আগবঢাওক আৰু নিজৰ নিজৰ কথা ভাবক। (ৰাধা আৰু চন্দাই অৰিহণা দিয়ে। আয়ে চকু মেলি উদাস ভাৱে চাই থাকে। চন্দা আগবাটি আহিব খোজে।)

**ৰাধা :** হেই চটাই পাখৰীজনী। চটফটাই মৰিছ কিহলৈ। আই মাতৃয়ে মৌলৈহে চকু মেলি চাইছে চাও পিছলৈ যা।

**চন্দা :** চিকৌ কটা। তুমি কি মাইকী হে। ভকতি কৰিবলৈ আহিছা ভকতি কৰা। অসুৰালিখন কৰিছা কেলেই।

ৰাধা ঃ এ- হে হে। কথা কৈছে শুনা। অসুৰালিখন কৰিছা কেলেই! বোলে -

ওৱাক নিন্দে কোৱাই

পুঠি খলিহাক নিন্দে ভেৰপেটী মোৱাই।

ঐ ডাংকাটি। অসুৰালিখন তই কৰিছ, তোৰ মাৰে কৰিছে।

চন্দা ঃ (ফেপেৰি পাতি) কথা বেয়া হ'ব দেই কৈ দিছো। মা ক নধৰিবা।

ৰাধা ঃ ইসঃ কথা ক'লে নগৰত জগৰ লাগে। ধৰিম। কি কৰিবি?

চন্দা ঃ কি কৰিম?

ৰাধা ঃ অ' কি কৰিবি?

চন্দা ঃ কি কৰিম?

ৰাধা ঃ কি কৰিবি?

চন্দা ঃ মই মই শাও দিম। চুলি চিঙি শাও দিম। আঙুলি ফুটাই শাও দিম।

ৰাধা ঃ যা যা। শগুণৰ শাওত বুঢ়া গৰু নমৰে।

চন্দা ঃ আই তোমাৰ ওচৰতে এৰি দিছো। এই অধৰ্মী, ডাংকাটি জনীয়ে তোমাৰ এই পূণ্য থানত হাই-কাজিয়া কৰি অশান্তি কৰিছে। তুমি বিচাৰ কৰিবা।

ৰাধা ঃ আই এইৰ কথা নুশুনিবা। তোমাক দৰিশন কৰিম বুলি সেই দিকচৌ বাট খোজ- কাঢ়ি আহিছো, চাইটাতে শেতেলি এৰিছো গৰু গাই খুলিছো। চোতাল সাৰিছো। গোটেই ঘৰখনৰ বন কৰি গাটো আৰু ল'ৰা ছোৱালী কেইটাৰ মুখত ভাত এমুঠি গুজিদি থিতাদাহে তোমাৰ ওচৰলৈ চেকুৰি মেলিছো। ঘৰৰ জপনাতে গোট বেলিটো মূৰৰ ওপৰত দাও দাও কৈ জ্বলি আছিল। এতিয়া চোৱা চোন সেইটো কেনেকৈ ৰঙচুৱা হৈ আছে। ইমানখন কষ্ট কৰাৰ পাছত এই যখিনীজনী ভূতৰ ওপৰত দানহ পৰাদি জপংকৰে আগত পৰি তোমাৰ আৰ্শীবাদ ফেৰা নিবলৈ আহিছে। আই মইহে তোমাক আগতে দৰিশন কৰাত যুইগতা ৰাখিছো।

সাধিকা ঃ সকলোৱে আইৰ কৃপা লাভ কৰিব। হুলস্থুল নকৰিব।

চন্দা ঃ আই সেৱাহে।

ৰাধা ঃ আই এই অধমৰ সেৱা গ্ৰহণ কৰক।

চন্দা ঃ মোৰ বৰ কষ্ট হৈছে।

ৰাধা ঃ আই মোৰ কষ্ট কুলাই পাচিয়ে নধৰা হৈছে।

(আয়ে মনে মনে থাকিবলৈ ইংগিত দি সাধিকালৈ চায়।)

সাধিকা ঃ তোমালোকে আইলৈ অৰিহণা আগবঢ়োৱা।

ৰাধা ঃ আই আমি দুখীয়া মানুহ। কিনো দিম। তথাপি দোষী দোষী ভাবেৰে এই ৰূপ দহ টকাকে আগবঢ়ালো। অলপ আগতে সেয়া ৰূপ একুৰি দিয়া হ'ল নহয়।

চন্দা ঃ আই মইনো কি দিম? টকা সিকা যি আনিছিলো দি হাত উদং কৰিলো। মই কাণৰ কেৰুপাতকে আগবঢ়াই।

সাধিকা ঃ হ'ব হ'ব আই সন্তুষ্ট হৈছে।

ৰাধা ঃ আই মোৰ -

(আয়ে ৰ'বলৈ ইংগিত দিয়ে আৰু চন্দাক কয়)

আই ঃ তোৰ সমস্যা কি সোনকালে বেকত কৰ।

চন্দা ঃ সমস্যা ডাঙৰেই আই। ঘৰৰ মানুহটো ঢুকুৱা বছৰ চেৰেক হ'ল। এমা ডিমা ল'ৰা ছোৱালীহালৰ সৈতে ঘৰত অকলে থাকোঁ। আই আজি অলপ দিনৰ পৰা ৰাতি ৰাতি টোপনি নাহে। খিৰিক- খাৰাক আৱাজ কিছুমান শুনো। ঘৰৰ চালত, বেৰত কিহবাই দলিয়ায়। প্ৰথমতে দুষ্ট বুদ্ধিৰ মানুহৰ কাম বুলি ভাবিছিলো। সমাজকো গোচৰ দিছিলো। পিছে আৱাজবোৰ কমা নাই। দুদিনমানৰ পৰা বেছিহে হৈছে। লগতে গেঙনিৰ নিচিনা শব্দ একোটাও হ'বলৈ লৈছে দলি। চপৰাবোৰো শনিবাৰ মঙ্গলবাৰে বৰষুণ পৰাদি পৰে। ৰাতি ল'ৰা- ছোৱালীহালৰ সৈতে ভয়তে চেপেটা লাগো। টোপনি নাহে। ছোৱালীজনীয়ে আন্ধাৰ হৈ অহাৰ লগে লগে কান্দিবলৈ ধৰে। আই আমাক বচাওক। (কান্দে)

ৰাধা ঃ গাভৰু মানুহ। তেজে মঙহে ফুটি-ফাটি আছে। দলি চলি পৰিবই। সাৱধান নহ'লে পিছে অঘটন ঘটিব দেই। ভূত প্ৰেতবোৰৰো আকৌ আজি কালি মাইকী জাতটোলৈহে বেছিকৈ চকু।

(আইৰ জঁক উঠে। মুখেৰে বিকট শব্দ কৰে।)

সাধিকা ঃ হেৰা তুমি মাজত নামাতিবা। ভগৱতী ৰুষ্ট হৈছে। দোষ লাগিলে কিন্তু নিস্তাৰ নহ'ব।

চন্দা ঃ মই কৈছিলো নহয়। চিঞৰৰ বাখৰ নকৰিবা বুলি। দেখিলা নহয়, সেৱা কৰা।

তুতি গীত -

নাজানাহো ভকতি, নাজানো মিনতি।

নিজগুণে তুষ্ট হোৱা আই ভগৱতী।

আই ঃ অমংগল হৈছে। তোৰ ঘৰত অপদেৱতাই বাহ লৈছে। সবংশে নিৰ্মূল হ'ব।

চন্দা ঃ ৰক্ষা কৰা আই। ৰক্ষা কৰা।

আই ঃ দোষ কৰিছ। বেয়া ঠাইলৈ গৈছ। মৰিশালী গচকিছ।

(চন্দা নিশ্চুপ)

আই ঃ উচন্ন হবি। অপদেৱতাই ভালকৈয়ে লম্ভিছে।

সাধিকা ঃ গাভৰু মানুহ। সেই জয়াল ঠাইবোৰলৈ যাব কিয় হয়নে?

চন্দা ঃ ছোৱালীকণৰ গা বেয়া হৈছিল। তিনিদিনমান জ্বৰ এটাই এৰাই নাছিল, ভ্ৰম বকিছিল। সেই কেইদিন আকৌ আই গাঁৱত নাছিল। সেয়ে নিৰুপাই হৈ কণবাপৰ মৰিশালীৰ

কাষত থকা সুন্দৰী বেজনীৰ পৰাই ঔষধ কেইপালিমান আনিছিলো।

(আয়ে হঠাৎ মন্ত্ৰ মাতে। বিৰবিৰাই মন্ত্ৰ মাতে ওঁম শব্দটো মাজে মাজে উচ্চাৰণ কৰে।)

**সাধিকা ঃ** ঔষধৰ ঠাইত বৰ বিহ এসোপা গোটাই ললি। ছোৱালী ভাল হ'ল হ'ব পায়?

**চন্দা ঃ** হয় তেতিয়াৰে পৰা ছোৱালী জনীৰ ভালেই।

**সাধিকা ঃ** ভালেই হৈছেনে কালেই হৈছে কি ঠিক। মৰিশালী গৰকা মানুহ ভূত প্ৰেতৰ লগত বাস। মায়া সৃষ্টি কৰিবলৈ কেতবাৰ লাগে সিহঁতক।

**আই ঃ** (উম্মাদ হৈ আকাশত কাৰোবাৰ স'তে কথা পাতে) তই যাব লগিব। এতিয়াই সেই ঘৰখন এৰি নিজৰ ঠাইলৈ যাব লাগিব। কি? কি? কি? ছোৱালীজনীকো লৈ যাবি? ............ যাব লাগিব। কি? কাৰ নিৰ্দেশত যাব লাগিব। এতিয়াই। নাই মই নাজানো। তই অপকাৰ কৰিছ। তই অপশক্তি। তোৰ প্ৰভু অপশক্তি। তই যাব লাগিব। মোৰ সৰ্বশক্তিৰে মই তোক নাশ কৰিম,

(মোনাৰ পৰা সৰিয়হ উলিয়াই মন্ত্ৰ মাতি যজ্ঞ কুণ্ডত ঢালে।)

ওঁম হিং হিং চামুণ্ডায় স্বাহা।

ওঁম হিং হিং চামুণ্ডায় স্বাহা।

ওঁম হিং হিং চামুণ্ডায় স্বাহা।

(মন্ত্ৰৰ শেষত তিনিবাৰ বিকট ভাৱে হাঁহে।)

**ৰাধা ঃ** মোৰ ভয় লাগিছে।

**চন্দা ঃ** (কান্দো কান্দো ভাবেৰে।) মনে মনে থাকা।

**আই ঃ** গাঁৱত অপশক্তিয়ে বাহ লৈছে। চাৰিওফালে অপশক্তি ঘূৰি ফুৰিছে। অশৰীৰী। চকুৰে নেদেখ।

চন্দা ঃ ৰক্ষা কৰা আই।

**আই ঃ** তোৰ ছোৱালী ভাল হোৱা নাই। অপশক্তিয়ে তোক মোহিত কৰিছে। তই ভ্ৰমিত হৈছ।

**চন্দা ঃ** তোমাৰ চৰণত ধৰি কাকুতি কৈ মাতিছো আই। মোক উদ্ধাৰ কৰা।

**আই ঃ** ভয় নাই। সকলো ঠিক হ'ব। সাধিকা, এইক এটা ৰক্ষা কবচ দিব লাগিব।

**সাধিকা ঃ** হয় ভগৱতী, দিয়া হ'ব।

**আই ঃ** সোধন কৰি দিও দে।

(সাধিকাৰ পৰা তাবিজ লৈ শোধন কৰে।)

**আই ঃ** এইটো তোৰ ছোৱালীৰ কঁকালত পিন্ধাই দিবি। (সৰিয়হ এমুঠি লৈ মন্ত্ৰ মাতে) এইখিনি ঘৰৰ চাৰিওফালে চটিয়াই দিবি। বিচনাৰ তলত থবি। সকলো ঠিক হ'ব।

**চন্দা ঃ** হ'ব আই।

**সাধিকা ঃ** গম পালো নহয়; তোমাৰ ছোৱালী ভাল হোৱা নাই। অপদেৱতাৰ ছাঁ পৰিছে। মৰিশালীৰ ফালে নাযাবা। মৰিশালীৰ কাষত কোন থাকে জানা নাই?

**চন্দা ঃ** নজনাৰ ইংগিত দি মূৰ জোকাৰে।

(সাধিকাই ৰহস্যময় হাঁহি মাৰে।)

**আই ঃ** তই আকৌ আহিব লাগিব। তোৰ হৈ দেৱী ভগৱতীক পূজা এভাগ দিব লাগিব। মৰিশালীৰ কাষলৈ নাযাবি। আউসীৰ ৰাতি মৰিশালীত ডাইনীয়ে উলংগ হৈ নৃত্য কৰে। তেতিয়াই সিহঁতে অপদেৱতাক বশ কৰে। অপদেৱতাই ডাইনীৰ নিৰ্দেশত যিকোনো মানুহৰ গাত লম্ভে। মানুহৰ বেমাৰ আজাৰ হয়।

**সাধিকা ঃ** আৰু ডাইনীয়ে বেজ হৈ জাৰে।

(ৰাধা আৰু চন্দাৰ প্ৰতিক্ৰিয়া।)

**আই ঃ** তই যাব পাৰ।

**সাধিকা ঃ** ক'লা পাৰ এযোৰ লৈ আহিবা। উচ্ছৰ্গা কৰিব লাগিব

**চন্দা ঃ** হ'ব আই। আপোনালোকৰ ওচৰতে শৰণ লৈছো। মোক ৰক্ষা কৰক আই। (সেৱা কৰে। আয়ে হাত দাঙি আৰ্শীবাদ দিয়ে।)

**সাধিকা ঃ** হেৰা শুনাচোন। তোমাৰ মঙ্গলৰ বাবে কৈছো। ভগৱতীক কিবা দান দিলে যুৰীয়া বস্তু দান দিব লাগে। জোৰ ভাঙি দিলে দেৱী ৰুষ্ট হয়। মনত

**চন্দা ঃ** হয় নেকি? মুৰুখ মানুহ নাজানো নহয়। খেমা আই খেমা।

(চন্দাই আনপাত কেৰু খুলি সাধিকাক দিয়ে।)

**ৰাধা ঃ** এস মোক বিপদত নেপেলাবা। মই স্পৰ্শ নকৰো। ভগৱতীলৈ আগবঢ়োৱা বস্তু স্পৰ্শ কৰিলে মোহ লাগিব। মোহ লগা মানে পাপ। পাপেই মৃত্যু। বুজিছা নহয়। (থালত থ'বলৈ ইংগিত দিয়ে।)

**চন্দা ঃ** খেমা আই খেমা। আমি অগিয়ানী মানুহ।

(থালত কেৰুপাত থৈ যাব খোজে।)

**ৰাধা ঃ** হেৰা, ৰবাচোন ৰ'বা। একেলগে যাম। বহা। এস এখন্তেক বহিলে ভাৰস্তখন তল নাযায়। বহা।

(চন্দা বহে। ৰাধাই আইৰ চৰণত পৰি কয়)

**ৰাধা ঃ** ভগৱতী মা মোক ৰক্ষা কৰক। মই এথানি হ'লে ল'ৰা ছোৱালী কেইটাৰ সৈতে মানুহটো নিগমে মৰিব।

**সাধিকা ঃ** তোমাৰ কি সমস্যা আইৰ আগত বেকত কৰা।

**ৰাধা ঃ** ল'ৰা ছোৱালী সাতটা। মই নাথাকিলে সিহঁতো নাথাকে নহয়। মোক বচাওক আই মোক বচাওক।

**চন্দা ঃ** ৰ'বাচোন ধীৰে সুস্থিৰে কোৱা কি হৈছে?

**ৰাধা ঃ** উস! মোক কিহে পাইছিল। কি কুক্ষণত সেই বেজনীৰ ওচৰলৈ গৈছিলো। এতিয়া তাই যদি মোৰ ঘৰতো তোৰ ঘৰৰ দৰে ভূত মেলি দিয়ে? হে ভগৱতী মা। মোক

বচাওক। মই তোমাৰ চৰণত ক'লা ছাগলী এটাকে আগবঢ়াম।
(আয়ে চকু মেলি চাই পুনৰ ধ্যান কৰে।)

সাধিকা ঃ ভগৱতী আই দুখ মোচনৰ বাবে সদা প্ৰস্তুত থাকে। আইত আস্থা ৰাখা সকলো ঠিক হৈ যাব। তোমাৰ বিপদ কি বেকত কৰা।

ৰাধা ঃ কিনো কম। ক'বলৈ লাজেই লাগে। অলপ দিনৰ পৰা পেটটো বিষাই থাকে। কিবা ভোট ভোট ভাট্ ভাট্ কৰি থাকে। মাজে মাজে হাবাই জাহাজৰ আৱাজ কৰে।

চন্দা ঃ ইচ্ লাজেই লাগে পায়। সিবিধো যায় নেকি?

ৰাধা ঃ মানে?

চন্দা ঃ মানে তৰা নৰা ছিণ্ডা বিধ!

ৰাধা ঃ এস নকব আৰু। কাৰোবাৰ মুখেই লাগিল নেকি?

আই ঃ কোনো শ্যাম বৰণীয়া নাৰীৰ ছাঁ গচকিছিলি নেকি?

ৰাধা ঃ এস মনত পৰা নাইচোন।

সাধিকা ঃ মনত পেলোৱা শ্যামবৰণীয়া মানে কলীয়া কৃষ্ণৰ দৰে কোনো নাৰী। নিৰ্জন ঠাইত, নৈৰ পাৰত মৰিশালীৰ ওচৰত তেনে নাৰীৰ ছাঁ গচকিছিলা নেকি?

আই ঃ কোনোবাই কিবা দিছিল নেকি? গছৰ শিপাৰে বনোৱা; বড়ী...?

সাধিকা ঃ অ' অ' মনত পেলোৱা নাৰী আৰু বড়ী, বড়ী আৰু নাৰী-

ৰাধা ঃ খালে খালে অ' মোৰ মূৰটো খালে। সেই ডাইনী বেজনী জনীয়ে মোৰ তেজটোপা খালে। তাইৰ ওচৰলৈ যোৱাৰ পাছৰে পৰা মোৰ পেটৰ কামোৰণি নুগুচাই হ'ল। মোৰ পেটত তাই বীৰা মেলিলে যেন পাওঁ। (কান্দে)

চন্দা ঃ (কান্দি কান্দি) নাকান্দিবা। অ' নাকান্দিবা। মোৰ বুকুতো তাই শেল মাৰিলে। মোৰ পেটুকণা ছোৱালীজনীক তাই খাব খুজিছে।

সাধিকা ঃ (বিলাপৰ সুৰত) নাচি নাচি গাব।
খালে খালে খালে
ডাইনীয়ে ঘৰখন খালে

ৰাধা- চন্দা ঃ ৰাখা ঐ ৰাখা
ঘৰখন ৰাখা

সাধিকা ঃ নিলে নিলে নিলে
যখিনীয়ে মানুহবোৰ নিলে

ৰাধা ঃ ৰাখা ঐ ৰাখা
মানুহবোৰ ৰাখা।

সাধিকা ঃ মাৰে মাৰে মাৰে
পিশাচীয়ে সমাজখন মাৰে

ৰাধা- চন্দা ঃ ৰাখা ঐ ৰাখা
সমাজখন ৰাখা

আই ঃ ওঁম শান্তায়ে নমঃ
ওঁম দুৰ্গায়ে নমঃ
ওঁম ভৱানীয়ে নমঃ
(শূণ্যৰ পৰা আয়ে ফুল অনাৰ অভিনয় কৰে।)

আই ঃ ভয় নাই সকলো ঠিক হ'ব। দেৱীৰ আশীৰ্বাদ সযতনে ৰাখিবা।
(ৰাধাক ফুল দিয়ে।)

ৰাধা ঃ আই ???

আই ঃ আঁজলী পাত।

ৰাধা ঃ (আঁজলী পাতে। আচৰিত হয়। আই কিয় ছলনা কৰিছে। ইয়াতটো একোৱেই নাই।

আই ঃ কি? তই দেৱীৰ আশীৰ্বাদ দেখা নাই? ফুল পাহ কি তই দেখা নাই?

ৰাধা ঃ (কান্দো কান্দোকৈ) নাই, নাই দেখা নাই।

আই ঃ (চন্দাক) তই একা?

চন্দা ঃ আই। আমি দেৱীৰ আশীৰ্বাদৰ যোগ্য নহয় নেকি? ময়ো একো দেখা নাই।

আই ঃ সাধিকা?

সাধিকা ঃ আচৰিত। ৰঙা সতেজ পদুম ফুল এপাহ। কি তাৰ সৌন্দৰ্য। কি তাৰ সুগন্ধ!! আচৰিত। এই হেন ফুলপাহ ইহঁতে দেখা নাই।

আই ঃ অপদেৱতা। অপদেৱতা লম্ভি আছে । অপদেৱতাৰ ছাঁ আঁতৰাব লাগিব। তেহে দেৱীৰ প্ৰসাদ লাভ কৰিব পাৰিব।

চন্দা ঃ হে সংকটমোচন দেৱী। সংকট মোচন কৰা।

ৰাধা ঃ এই হতভগিনীক ৰক্ষা কৰা।
(আই ধ্যানত বহে। ৰঙিলী বুঢ়ী আৰু পাহি সোমাই আহে। পাহি অকৰা, ব্যৱহাৰ পাতি সৰু ছোৱালীৰ নিচিনা।

পাহি ঃ সৌটো কি কণা মুচৰি।

ৰঙিলী ঃ ধৰি আন তাক টেটু মুচৰি হেৰ' এইজনী। ৰ চোন ৰ। সেইফালে নাযাবি।

পাহি ঃ আইতা মোৰ পদ্যটো মুখস্থ হৈ গ'ল। শুনাচোন
সৌটো কি কণা মুচৰি
ধৰি আন তাক টেটু মুচৰি
(আইতাক ডিঙিত ধৰি জোকাৰে।)

সাধিকা ঃ ঐ ছোৱালী, মনে মনে থাক।

পাহি ঃ অ' আই। এইজনী কেনেকুৱা। আইতা এইজনী যখিনীৰ দৰে। চোৱাচোন চোৱা।

ৰঙিলী ঃ মনে মনে থাক অ' আইজনী।

পাহি ঃ (আইক দেখি) আইতা। চোৱাচোন চোৱা আৰু এজনী। বা বা দুজনী যখিনী।

সাধিকা ঃ এই ছোৱালী এই মনে মনে থাকিলিনে?

**ৰঙিলী ঃ** আঁকৰী ছোৱালী। একো নাজানো। দোষ মৰিষণ কৰক,

**সাধিকা ঃ** (পাহিক) মনে মনে বহি থাক।

**পাহি ঃ** (ৰুদ্ৰাক্ষৰ মালাডাল দেখুৱাই) আইতা মোক সেইডাল লাগে।

**ৰঙিলী ঃ** কি?

**পাহি ঃ** সেইডাল। সেই যে যখিনীজনীয়ে লৈ আছে। সেই মালাডাল মোক লাগে। মই খেলিম।

**ৰঙিলী ঃ** নাপাই নহয়। সেইডাল ভগৱতীৰ বস্তু হে।

**পাহি ঃ** নহব। মোক লাগিব।

**ৰঙিলী ঃ** মই তোক ঘৰত বেলেগ এডাল দিম। এতিয়া ভাল ছোৱালীৰ দৰে মনে মনে বহি থাক।

**পাহি ঃ** নালাগে। মোক সেইডালহে লাগিব। সেইডাল লৈ মই যখিনী যখিনী খেলিম।

**ৰঙিলী ঃ** ভাল ছোৱালীয়ে দিগদাৰী নকৰে নহয়। তই ভাল ছোৱালী, ধুনু ছোৱালী, মনে মনে বহি থাক দে

**পাহি ঃ** ইস। নহয়। মই ভাল ছোৱালী, নহয়। মই যখিনী। মোক সেইডাল লাগে।

**ৰঙিলী ঃ** আঁজল-মঠালিখন নকৰিবিচোন। বহি থাক।

**ৰাধা ঃ** কি ছোৱালী অ' এইজনী। ভয় ভীত সঁচ নাই।

(পাহিয়ে ৰাধাক শিঁয়াৰে। পাহিয়ে বগুৱা বাই মালাডাল আনিবলৈ যায়?

**আই ঃ** ওঁম হিং ত্ৰিং চামুণ্ডায় নমঃ
ওঁম হিং ত্ৰিং চামুণ্ডায় নমঃ
ওঁম হিং ত্ৰিং চামুণ্ডায় নমঃ

**পাহী ঃ** (একেই সুৰত গাই) ওঁম হ্িং ত্ৰিং চামুণ্ডায় নমঃ

**চন্দা ঃ** সাংঘাটিক ছোৱালী দেই।

**ৰাধা ঃ** দোষ কেতিয়াবাই লাগিল। নতুনকৈ আৰু কি লাগিব। (হুমুনিয়াই কাঢ়ি) কি কৰিবা; পোৰা কপাল। আই তোমাৰ ওচৰতে শৰণ লৈছো। ছোৱালীটিৰ শৰীৰ আৰু মন দুয়োটাতেই ঘুণে ধৰিলে। কিবা দোষেই লাগিল নেকি? গাভৰু হোৱাৰ পাছত চাইটা বহাগ বিহু পাৰ হৈ গ'ল। তাই দেখোন সেই কণমানি ছোৱালীটিয়েই হৈ আছে।

**ৰাধিকা ঃ** আই ধ্যানত আছে। সকলো গম পাই আছে। এতিয়া সেৱা লওঁক।

(ৰঙিলীয়ে কল একাষী দি সেৱা কৰে।)

**পাহি ঃ** বা - বা কল। আইতা তুমি লুকুৱাই কল আনিছা। মই দেখিলোহে। মই কল খাম।

**ৰঙিলী ঃ** তোলৈ বেলেগে আনিছো। ৰ'চো দিম নহয়। (কল দিয়ে) হো খা।

(পাহিয়ে কল লৈ বাকলিৰে সৈতে খাব)

**ৰঙিলী ঃ** ৰহ অ' আইজনী। বাকলিটো গুচাই দিও।

(পাহি দুৰলৈ আঁতৰি যায়।)

**ৰাধা ঃ** চি। ৰাক্কস নেকি?

**চন্দা ঃ** অঁকৰা। নহয়নে?

**ৰঙিলী ঃ** এৰা অকৰাই নেকি? নে অপেশ্বৰীৰেই দোষ লাগিল নেকি? আগতে ভালেই আছিল। আন দহ জনী ছোৱালীৰ দৰে হাঁহি মাতি ডাঙৰ হৈছিল। কি কু-গ্ৰহত জানো জ্বৰ উঠিছিল। দহ বাৰ দিন মান জ্বৰটো উঠিয়েই আছিল। মানে এই উঠে এই নামে। তাৰ পিছতে তাই আৰু ডাঙৰ নহ'ল।

**ৰাধা ঃ** বেজ বৈদ্যক দেখুৱাইছে।

**ৰঙিলী ঃ** কিমান যে কি কৰা নাই? বেজ বৈদ্য একো বাকী নাই। নামঘৰে নামঘৰে শৰাই দিয়া, নাম লোৱা, পূজা পাতল কৰা। আনকি যোৱাটো গুৰুজনাৰ তিথিত ভাওনা সবাহ এভাগো দিয়া হ'ল। তেওঁচোন একো নহ'ল।

**চন্দা ঃ** আমাৰ ওচৰৰ গৰাকীক দেখুৱাইছিলে নেকি?

**ৰঙিলী ঃ** এ, নক'বা বুইছা। তোমালোকৰ সেই জনাক দেখুৱাই ভাল হওঁক চাৰি বেচিহে হৈছে।

**ৰাধা ঃ** ঠিকেই ক'ৰ ভাল হ'ব। বেছি হে হ'ব। সেই গৰাকী আচল জনা বেজেই। গাঁওখনত কলি সোমালে। সকলো উচন্ন কৰি দিব।

**ৰঙিলী ঃ** মানে,

**চন্দা ঃ** মানে আৰু কি? তায়ে গাঁওখন খালে। তায়ে সকলো শেষ কৰিব।

**ৰঙিলী ঃ** শুনিছো ভগৱতীৰ মহিমা অপাৰ। আই ভগৱতীৰ আৰ্শীবাদত অসাধ্য সাধন হয়। ভগৱতীৰ স্পৰ্শ পালে সকলো দোষৰ পৰা মুক্তি পায়। সেয়ে বৰ আশা কৰি ইয়ালৈ আহিছো। ভগৱতীয়ে কৰুণা কৰিলেই হয়।

**পাহি ঃ** আইতা, মই কি কৰিছো চোৱা।

(পাহিয়ে আইৰ ত্ৰিশূল পাতত ধৰি নাচে।)

**সাধিকা ঃ** এই ছোৱালী থ। ত্ৰিশূল থ। মৰিবি, তেজ বতিয়াই মৰিবি।

**আই ঃ** পাপ পাপ। মহা পাপ। অপদেৱতাই সমাজখন ছানি ধৰিছে। ৰক্তপাত হ'ব। অশ্ৰুপাত ঘটিব। ঘনঘোৰ কলীয়া ডাৱৰে সমাজখন ছানি ধৰিছে। শক্তিহীন মই। কেনেকৈ ৰক্ষা কৰো এই সমাজখনক? কেনেকৈ ৰক্ষা কৰো।

(পাহি ভৰিৰ পৰা মূৰলৈ চাব।)

ইমান বেথা লগা, ইমান মৰম লগা। ইমান সৰল। ইমান নিষ্পাপ। কিন্তু এয়া কি? কাৰ পিশাচী হাতৰ স্পৰ্শ এয়া। মৰিব। মৰিব মাৰি হাড়ত বন গজিব। আস্ ইমান পাপ।

কেইটামান টকাৰ কাৰণে অকণমান নিজৰ স্বাৰ্থৰ কাৰণে কেনেকৈ চাৰিওফালে ৰোগ, যন্ত্ৰণা মহামাৰী এৰি দিছে! ডাইনী। সচাঁকৈয়ে ডাইনী

**ৰাধা** ঃ ডাইনী। (পৰস্পৰে চাব।)

**চন্দা** ঃ ডাইনী!

**ৰঙিলী** ঃ ডাইনী!!

**ৰাধা** ঃ কি কৰো? কি কৰো? কেনেকৈ ৰক্ষা কৰো এই মানুহবোৰক ডাইনী হাতৰ পৰা।

**সকলো** ঃ ডাইনী (মূৰে কপালে হাতদি বহি পৰে)

**আই** ঃ তহঁতৰ নিস্তাৰ নহব। তহঁতক ডাইনীয়ে লম্ভিছে? সাপ হৈ খুটি বেজ হৈ জাৰিছে।

**সকলো** ঃ ৰক্ষা কৰা আই, ৰক্ষা কৰা।

**আই** ঃ শক্তিহীন মই। শক্তিহীন মই।

**সাধিকা** ঃ (নৃত্যৰ ভংগীত বিলাপৰ সুৰত গাব)

খালে খালে খালে
ডাইনীয়ে ঘৰখন খালে।

**সকলো** ঃ ৰাখা অ' ৰাখা ঘৰখন ৰাখা।

**সাধিকা** ঃ নিলে অ' নিলে
ডাইনীযে সংসাৰখন নিলে

**সকলো** ঃ ৰাখা অ' ৰাখা
সংসাৰ খন ৰাখা

**সাধিকা** ঃ মাৰে অ' মাৰে
পিশাচীয়ে পো- টোক মাৰে

**সকলো** ঃ ৰাখা অ' ৰাখা
পো তোক ৰাখা

(গীত গাই গাই ডাইনীক আনিবলৈ সকলো ওলাই যাব। মঞ্চত সাধিকা আৰু আই থাকিব, নেপথ্যৰ পৰা বিহুৰ যোজনাৰ সুৰত গাব)

**যোজনা** ঃ (নেপথ্যত)

ৰাইজখন ওলালে ডাইনী ধৰিবলৈ
ডাইনী কেনিনো গ'ল।
চিনিব নোৱাৰি ধৰিব নোৱাৰি
ডাইনী মৰিবৰে হ'ল।

(যোজনাৰ শেষত আই আৰু সাধিকাই পৰস্পৰে চাব আৰু হাঁহিব। হাঁহিৰ শেষত সাধিকাই গাব। আয়ে নৃত্য কৰিব।)

গীত —
হে অম্বা, দুৰ্গা চামুণ্ডা
কামাখ্যা চামুণ্ডী ভৈৰবী।
শক্তি ধাৰিণী তুমি
জাগ্ৰত হোৱা
অস্ত্ৰ ধাৰিণী তুমি
জাগ্ৰত হোৱা
সংহাৰ কাৰিণী তুমি
জাগ্ৰত হোৱা
জাগ্ৰত হোৱা
জাগ্ৰত হোৱা

(গীত নৃত্যৰ শেষত ডাইনী ৰূপী সুন্দৰী বেজনীক ধৰি আনিব। সুন্দৰীৰ চুলি আউল বাউল। চকু মুখত ভয় শংকা আৰু যন্ত্ৰণা পৰিস্ফুট হ'ব। ঘূৰি ঘূৰি মঞ্চৰ সোঁ মাজত পৰিব। সকলোৱে 'হে-এ-ই ডাইনী বুলি ঘূৰি ঘূৰি তিনিবাৰ আঘাত কৰিব। প্ৰত্যেকবাৰ সুন্দৰীয়ে মৰণ কাতৰ চিএঞটোত আয়ে বিকট ভাৱে হাঁহিব। আই আৰু সুন্দৰীৰ চকুৰ মিলন হ'ব। বাকীসকলে মঞ্চৰ দোকাষে স্থান ল'ব। নিজৰ ঠাইত ডাইনী ধ্বনি দি লাঠিৰে মাটিত আঘাত কৰি থকাৰ Mime কৰিব। সুন্দৰীয়ে প্ৰত্যেকৰ কাষলৈ গৈ সংলাপ ক'ব। বিলাপটি সোঁ মাজতে কৰিব।

**সুন্দৰী** ঃ মই ডাইনী নহয় অ'। মই ডাইনী নহয়। মোক এৰি দে বোপা ককাৰ দিনৰে পৰা আমি দেখোন বেজালী কৰি আহিছো। তহঁতে মোক চিনি পাবই। তহঁত মোৰেই বাই - ভনী। এৰি দে হেৰ' এৰি দে। মই কাৰো অনিষ্ট কৰা নাই। পাৰিলে উপকাৰহে কৰিছো। মই ডাইনী নহয়। সাধাৰণ মানুহ। তেনেই সাধাৰণ। মোৰ কোনো আলৌকিক শক্তি নাই। মই তহঁতৰ নিচিনা সাধাৰণ মানুহৰ চক্ৰান্ত কৰি ডাইনী সজাইছে। তহঁতে বুজা নাই। মোক এৰি দে হেৰ মোক জীয়াই থাকিবলৈ দে। মোক পৃথিৱীখন চাবলৈ, ইয়াৰ ৰস ৰূপ উপভোগ কৰিবলৈ দে। মোৰ আপোন মানুহবোৰৰ মাজত শান্তিৰে জীয়াই থাকিবলৈ দে। মই লাগিলে বেজালি এৰি দিম। মোক নামাৰিবি। মোক নামাৰিবি।

বিলাপ

নামাৰা নামাৰা মোক চৰণতে ধৰো ডাইনী
পিশাচী নহয় জানা কাকুতি কৰো অন্ধ বিশ্বাসী
হৈয়া তুমি নামাৰা মোক আজি মানুহ মই চৰণতে
ধৰিছো প্ৰাণ ভিক্ষা দিয়া তুমি।

(সকলোৱে সুন্দৰী বেজিনীক বেৰি ধৰে। ভাওনাৰ যুদ্ধৰ আৰ্হিত সকলোৱে গায় আৰু যুদ্ধ কৰি ডাইনীৰূপী সুন্দৰী বেজিনীক মাৰে।

গীত - ধৰা ধৰা ধৰা
ডাইনীক ধৰা
বান্ধা বান্ধা বান্ধা
ডাইনীক বান্ধা
মাৰা মাৰা মাৰা

ডাইনীক মাৰা
মাৰা মাৰা মাৰা
জীৱন্তে মাৰা
মাৰা মাৰা মাৰা
মাটিত পুতি মাৰা
মাৰা মাৰা মাৰা
শিলা প্ৰহাৰেৰে মাৰা।

(সকলোৱে মুখেৰে শব্দ কৰি ডাইনীক মাৰে। ডাইনী মৰাৰ শেষৰ মুহূৰ্তটিত ঘূৰি চকৰিৰ হে -হে হেইয়া, হে হে হেই য়া হে হে হেইয়া- হেই ধ্বনি দিব পাৰে। সাধিকাই বগা কাপোৰ এখন সুন্দৰী বেজিনীৰ গাৰ ওপৰত দিয়ে কাপোৰখনক মৰাশ ৰূপে লৈ সকলো ওলাই যাব সাধিকা আৰু আই মঞ্চত থাকিব। মৰাশ' নিওতে নেপথ্যৰ পৰা বিষুৰ করুণ যোজনাৰ সুৰ ভাঁহি আহিব।

যোজনা ঃ (নেপথ্যৰ পৰা)

ৰাইজ মোৰ ঐ কিনো কাম কৰিলা
কিনো কাম কৰিলা আজি
লোকৰে ৰতনাত নিজকে বধিলা
তেওঁয়ে গমকে নাপালা তুমি

(সাধিকা আৰু আয়ে মানুহবোৰ ওলাই যোৱাৰ ফালে চাব।)

সাধিকা ঃ আস কি আনন্দ। এতিয়া আৰু চিন্তা নাই। ভগৱতী তোমাৰ অপাৰ মহিমা।

আই ঃ আস কি শান্তি। এজাক যেন নিৰ্মল বতাহে মোক স্পৰ্শ কৰি গৈছে।

সাধিকা ঃ এই অন্ধ বিশ্বাসী মানুহবোৰক ইমান সহজে মুৰ্খ বনাব পাৰি। বেচেৰী ডাইনী।

আই ঃ মোৰ অন্তৰখন আনন্দৰে ভৰি পৰিছে। বুকুখন পাতল পাতল লাগিছে। এটা যেন ডাঙৰ বোজা আঁতৰ হ'ল। আস মই যেন নাচিম, গান গাম। ভগৱতীৰ চৰণত ৰক্ত অঞ্জলী দি মই যেন উদ্দাম নৃত্য কৰিম।

সাধিকা ঃ সঁচাকৈ। সঁচাকৈ।

আই ঃ আহা আমি এপাক নাচো।

দুয়ো নাচে।

সমাপ্ত

# যুদ্ধযাত্ৰা

**নাট্যকাৰ # কুমুদ কলিতা**

**চৰিত্ৰলিপি ঃ**

১। জয়ন্ত ২। বিশ্ব ৩। মানস ৪। প্ৰকাশ ৫। ধীৰু ৬। ৰাণী

(বহুদিনৰ অব্যৱহিত এটা গাঁৱলীয়া ক্লাব ঘৰ। বিশ্ব আৰু মানসে হাতত ঝাড়ুলৈ পৰিস্কাৰ কৰাত ব্যস্ত। জয়ন্ত সোমাই আহে। মানস আৰু বিশ্ব আচৰিত হয়)

**জয়ন্ত ঃ** হা............ কি ৰে আজি যে তহঁতি ক্লাবত ইমান ব্যস্ত হাতে হাতে ঝাড়ুলৈ ধূলি (মাকতি) মকৰা জাল গুচোৱাত লাগিছ যে।

**বিশ্ব ঃ** কি হ'ল আজিযে হাইঠা মাটিত পৰিল।

**জয়ন্ত ঃ** নহয় মানে, আজি বহুদিনৰ মূৰত তহঁতক খুউব ব্যস্ত ভাৱে ক্লাবত দেখিলোতো, গতিকে সোমাই আহিলো।

**মানস ঃ** ঠিকেই কৰিলি দে, তহঁতৰ ঘৰৰ কাষতে এটা ক্লাব আছে বুলি আজি যে মনত পৰিল তাৰ বাবে ধন্যবাদ।

**জয়ন্তঃ** এই তেনেকৈ কাট মাৰিমাৰি কথা নকবি না ভাই। কি হৈছে ক না? নে বহুত দিনৰ মূৰত তহঁতৰ আকৌ কিবা নাটক চাটক কৰিবলৈ মন গ'ল নেকি?

**বিশ্ব ঃ** ধৰিল... ঠিক তেনেকুৱাই। এখন নাটকেই হ'ব দেছোন আজি কিমানদিনৰ মূৰত যে এই ক্লাবঘৰটোৱে প্ৰাণ পাই উঠিব।

**মানস ঃ** কিমান দিনৰ মূৰত যে আমি তেখেতক লগ পাম সকলো একেলগে বহিম আড্ডা মাৰিম, হাঁহি স্ফুৰ্টি কৰিম।

**জয়ন্ত ঃ** কৰি ল, কৰি ল, কিমানদিননো আৰু এইটো ক্লাবত নাটক চাটক কৰিবি, মইতো কেইদিনমানৰ পিছত ইয়াত মদ......?

**(বিশ্ব মানস আচৰিত হয়। পৰস্পৰৰ মুখলৈ চায়)**

**বিশ্ব ঃ** কি মডেলিং ফেশ্বন শ্ব' বিউটি কনটেষ্ট জাতীয় কিবা পাতিম বুলি ভাবিছ নেকি?

**মানস ঃ** এই চা, সেইবোৰ আধা কাপোৰ কানি পিন্ধা ধনী মানুহৰ প্ৰতিযোগিত্ৰবোৰ কিন্তু এইটো ক্লাবত পাতিবলৈ নিবিচাৰিবি। আমাৰ ইয়াৰ ছোৱালীবোৰ দুখীয়া হ'লেও কাপোৰ কানি কিন্তু সম্পূৰ্ণকৈ পিন্ধে।

**জয়ন্ত ঃ** হাঃ ....(ঈৰ্ষা হাঁহি) বাদদে চোন বাদদে, আচলতে আজি তহঁতে কিহৰ বাবে এনেদৰে ব্যস্ত কচোন।

**জয়ন্ত ঃ** অ' আমাৰ চাৰে তাৰমানে গমেই নাপায়।

**বিশ্ব ঃ** ক'চোন সঁচাকৈ কিবা পাতিবলৈ লৈছে নেকি?

**মানস ঃ** তই তাৰমানে গম নাপাব?

**জয়ন্ত ঃ** ধেৎ তেৰি ক' না মানস।

**বিশ্ব ঃ** তই তাৰমানে সচাঁকৈ গম নাপাব?

**জয়ন্ত ঃ** ধেৎ তেৰি নাপাওঁ কাৰণেহে সুধিছো।

**বিশ্ব ঃ** তই তাৰমানে গম নাপব?

**জয়ন্ত ঃ** ধেৎ তেৰি ক'না মানস

**মানস ঃ** তই সঁচাকৈ গম নাপব?

**বিশ্ব ঃ** তই গম নাপাব?

**মানস ঃ** তই সঁচাকৈ গম নাপাব নে বাৰু?

**জয়ন্ত ঃ** ধেৎ চাল্লা, কামোৰ নিদিবি না ভাই ।

**বিশ্ব ঃ** অ' সোণ, তোক আমি নাই কামোৰা। তই এইটো ক্লাবৰ মেম্বাৰ হয় নে নহয়?

**জয়ন্ত ঃ** হয়।

**মানস ঃ** অ' তই মেম্বাৰ হৈও গম নাপাব।

**জয়ন্ত ঃ** নাকামোৰ না ভাই।

**বিশ্ব ঃ** এইটো ক্লাবত যে আজি এটা আড্ডাৰ আয়োজন কৰা হৈছে গম নাপাব?

**মানস ঃ** আৰু এই আড্ডা যে এইটো অঞ্চলৰ কলা-সংস্কৃতিৰ পিতৃ স্বৰূপ এই ক্লাবৰ জন্মদাতা ধীৰু দাই অংশ গ্ৰহণ কৰিব তাকো গম নাপাব?

**জয়ন্ত ঃ** ধীৰুদা, ধীৰুদা,....কোন ধীৰুদা ঐ ?

**বিশ্ব ঃ** অ' মোৰ মতা গোঁসাই অ এতিয়া তই ধীৰু দাকো

পাহৰিলি?

**মানস ঃ** পাহৰিবতো আজিৰ জেনেৰেছনৰ ব্যস্ত নৃত্য শিল্পীতো দিনৰ দিনতো গাভৰু ছোৱালীক নৃত্য শিকাওঁতেই ব্যস্ত। সন্ধিয়া সময়ত আকৌ গ্ৰীণ লাইটৰ পোহৰত সুৰা আৰু সুন্দৰীৰ লগত ব্যস্ত। ইমানবোৰ ব্যস্ততাৰ মাজত ধীৰুদাক ক'ত মনত থাকিব।

**জয়ন্ত ঃ** অ' ধীৰুদা মানে আমাক যে সৰুতে নাটক শিকাইছিল আজিকালি যে গুৱাহাটীত থাকে। চিৰিয়েল, চিনেমাৰযে Director সেই ধীৰুদা নেকি?

**মানস ঃ** হয় মহাশয়, সেই ধীৰুদাই।

**জয়ন্ত ঃ** সেই সঁচা, সেই ধীৰু দা আহিছে।

**বিশ্ব ঃ** হয় মহাশয়, সেই ধীৰুদাই আহিছে।

**জয়ন্ত ঃ** oh .....ক'ত আছে ধীৰুদা এতিয়া (Direction)

**মানস ঃ** কি হ'ল ঐ তোৰ, ধীৰুদাৰ কথা শুনিয়ে, বহুতদেৰী গাখীৰ খাবলৈ. নোপোৱা গৰু পোৱালিটোৰ দৰে নেজ জোকাৰি ফুৰিছ যে?

**জয়ন্ত ঃ** এতিয়া ধীৰুদাক ঘৰতে পাম ছাগে ন?

**বিশ্ব ঃ** ঐ ধীৰুদা দিনৰ ২ বজাত গুৱাহাটীৰ পৰা আহি পাইছেহি। এতিয়া অলপ fresh হৈ ইয়ালৈকে অহাৰ কথা আছে। তই ঘৰলৈ গৈ কামুৰিবলৈ নালাগে।

**জয়ন্ত ঃ** নাই, নাই, ধীৰুদাই মোক বেয়া নাপায়। আৰু ধীৰুদা ইমান দূৰ খোজ কাঢ়ি অহাতকৈ মোৰ বাইকত আহিব পাৰিব দেচোন। মই যাওঁ হঁা।

(প্ৰকাশ সোমাই আহিব। জয়ন্তই মুখামুখি হ'ব, ওলাই যাব)

**মানস ঃ** বাইকতে আহিব পাৰিব। তাৰ স্বাৰ্থ আছেতো। এতিয়া ধীৰুদাক কামুৰি কামুৰি মাথা নষ্ট কৰি দিব।

**প্ৰকাশ ঃ** মহাশয়ে ধীৰুদাক আনিবলৈ গৈছে নেকি?

**বিশ্ব ঃ** ধীৰুদা অহা বুলি শুনি বাপু ৰ'বই নোৱাৰা হ'ল।

**প্ৰকাশ ঃ** যা, যা চুৱা চেলেকা। ধীৰুদাৰ নাম শুনিয়েই সপোন দেখিলিয়েই এতিয়া, ভৰি কেইটাও দীঘল দি পৰি চেলেকি থাকগৈ যা, বাঃ ক্লাব দেখোন আজি খুউব সুন্দৰ কৰি পেলালি। ধূলি মাকতি সাৰি চিকৃচিকিয়া কৰি পেলালি।

**মানস ঃ** কালিয়েই তোক কৈছিলো নহয়। ক্লাবলৈ সোনকালে আহিবি, অলপ চাফ—চিকুন কৰিব লাগিব। ধীৰুদা আহি ক্লাবৰ এই অৱস্থা দেখিলে কি ভাবিব বাৰু। আহি ওলাইছহি এতিয়া।

**প্ৰকাশ ঃ** থাকক, য'ৰ ধুলি য'ৰ মকৰাজাল তেনেকৈয়ে থাকিবলৈ দিব লাগিছিল। ধীৰুদা আহি দেখকহি ধীৰুদা অবিহনে এই ক্লাবত সংস্কৃতিৰ চৰ্চা কিমান হৈছে।

**বিশ্ব ঃ** সেইকাৰণে নিজেও অকণমান ধৰিয়েই আহিছ হ'বলা। ধীৰুদা গুৱাহাটীলৈ যোৱাৰ পৰা তই যে প্ৰায় মদাহীয়েই হৈ পৰিলি। সেই কথা আজি অন্ততঃ ধীৰুদাক গৌৰৱেৰে ক'ব পাৰিবি।

**প্ৰকাশ ঃ** ঐ বিশ্ব সদায় মদ খাব পাৰোঁ। কিন্তু মই মদাহী নহয় দেই।

**মানস ঃ** আঃ ......ই মদাহী নহয়, ই ভদ্ৰ মানুহ। চাল্লা কথা ক'বলৈ আহিছ?

**প্ৰকাশ ঃ** মই নিজকে ভদ্ৰ বুলি ভবা নাই। মই অভদ্ৰই, কিন্তু তহঁতৰ নিচিনা মুখা পিন্ধা ভদ্ৰ নহয়।

**বিশ্ব ঃ** ঐ, তহঁতৰ নিচিনা বুলিছ যে। আমি কি মুখা পিন্ধা ভদ্ৰ মুখখন আছে বুলিয়ে লেক লেকাই নাথকিবি। কথা অলপ চাইচিটি ক'বি।

**মানস ঃ** চাল্লা, তহঁতৰ কাৰণেই নিজকে এইটো ক্লাবৰ মেম্বাৰ বুলি ক'বলৈ লাজ লাগে। গধুলি হ'ল কি নাই চিধাই গৈ মদৰ ঘাটিত বহিবিগৈ। তাৰপৰা নিচা নফটালৈকে ৰাতি ১০—১১ বজালৈকে তিনিআলি চাৰিআলিত আড্ডা দিবি।

**বিশ্ব ঃ** মানুহে এইটো ক্লাবৰ হৈ নাটক কৰিবলৈ ছোৱালী পঠাবলৈ টান পোৱা হ'ল। মদ খাব তহঁতি দুটামানে, বদনাম হৈছে আমাৰ সকলোৰে। এতিয়া মানুহে মদাহীৰ ক্লাব বুলি হাঁহিবলৈ লৈছে।

**প্ৰকাশ ঃ** হাঃ .....তহঁতি নিজঁতে কি ধোৱা তুলসীৰ পাত বুলি ভাব নেকি হা? তহঁতি Girls Hostelৰ সন্মুখৰ পাৰ্কখনত নাট্যচৰ্চা কৰগৈ নহয়নে? চাল্লা ...জানোটো।

**বিশ্ব ঃ** তহঁতৰ নিচিনাকৈ গৈ মদৰ ঘাটিত বহিবগৈ লাগে নেকি?

**প্ৰাকাশ ঃ** নালাগে, তহঁতক মই মদৰ ঘাটিত বহিবলৈ কোৱা নাই। আমি আজিলৈকে মদ খাই সামাজিক পৰিৱেশ বিনষ্ট কৰা নাই। মদ খালেও আমি গঠনমূলক কথাই আলোচনা কৰো কিন্তু তহঁতৰ নিচিনাকৈ কাম নাই কাজ নাই ফেশ্বন টি.ভি চোৱাৰ নিছিনাকৈ Girls Hostelৰ সন্মুখত বহি নাথাকোগৈ।

**বিশ্ব ঃ** ঐ চা, তোক মই ভালে ভালে কৈছো. তই অকণমান মনে মনে থাকছোন।

**প্ৰকাশ ঃ** কথাবোৰ গাজত লাগি গৈছেতো, লাজ পাইছ চাগে। মদ খালে মানুহে সচাঁ কথা ক'বলৈ ভয় নকৰে, গতিকে বেয়া নাপাবি। মুখখনটো তহঁতিয়েই খুলি লৈছ।

**মানস ঃ** ঐ বাদ দে, বাদদে। তহঁতি কথাবোৰ বেয়াকৈ নিচগৈ।

**প্ৰকাশ ঃ** কি হ'ল তোৰ ভয় লাগিছে নেকি? তয়োটো কম নহয়। মদহে নাখাব। নিয়তটোতো তোৰো ভাল নহয়। দত্তৰ জীয়েক টিউচন কৰিবলৈ যাওঁতে ৰাষ্টাত হাফ পেডেল মাৰি মাৰি সদায় বডিগাৰ্ডৰ ডিউটি কৰ।

**মানস ঃ** অ বডিগাৰ্ড কৰো তাৰ পৰা তোৰ কি হ'ল , হঁা

**প্ৰকাশ ঃ** মোৰ, মোৰ একো হোৱা নাই যি হৈছে দত্তৰ জীয়েকৰ হৈছে।

মানস : কি হৈছে তাইৰ কি হৈছে।

প্ৰকাশ : তই বডিগাৰ্ড ৰুব বাবেইটো তাই আজি ৩ বছৰে টিউচন কৰিয়ে আছে ৩ বছৰ ধৰি হায়াৰ চেকেণ্ডাৰী ফাইনেল দিয়ে আছে। আঁ.....

মানস : তোৰ হিংসা হৈছে হঁা চাল্লা লগৰ ল'ৰা এটাই প্ৰেম কৰিবলৈ লৈছো উৎসাহ দিব লাগে, সি আকৌ হিংসা কৰিছে।

প্ৰকাশ : অ লাগে লাগে প্ৰেম কৰিবলৈ উৎসাহ প্ৰেৰণা এইবোৰ লাগে, কিন্তু তইঁতকনো কেনেকৈ উৎসাহ দিওঁ ভাই। উৎসাহ নিদিয়াকেই তইঁতি কেতিয়াবা পৰিবেশটো বেয়া কৰি পেলাব। উৎসাহ দিলেটো কথাই নাই। এই সমাজ খনে চকু মুদি দিব লাগিব।

মানস : এই ফাটলামি নকৰিবি কিন্তু ফাটলামি নকৰিবি তাই মোক কিমান ভাল পায় মইহে জানো। টিউচন কৰিবলৈ আহোতে মোক এবাৰ নেদেখিলে তাইৰ বোলে পঢ়াতেই মন নবহে.....

প্ৰকাশ : অ ...কমাল লাগিবনেকি......(Direction)

বিশ্ব : Please তই কিন্তু অলপ মনে মনে থাক দেই।

প্ৰকাশ : নাথাকোঁ মনে মনে। সঁচা কথা কৈছো। তইও শৰ্ম্মাৰ ঘৰত চাগে দুদিনমানৰ পাছত ঘৰ জোঁৱাই হ'বিগে। এতিয়াই বজাৰ- সমাৰ কৰাৰ পৰা শৰ্ম্মাৰ জুটাৰ ধুই দিয়ালৈকে সকলো কৰাই। শৰ্ম্মাৰ জীয়েকৰ লগত তোৰ নিয়ম -নীতি কৰিবলৈহে বাকী আছে চাগে। (Direction)

বিশ্ব : আমি য'ত যি কৰোঁ আমাৰ কথা। তই ইমান হিচাপ ৰাখিবলৈ তই আমাৰ গাৰ্জেন নেকি? ভাল মানুহে পৰৰ ইমান হিচাপ নাৰাখে।

প্ৰকাশ : তই মোক ভাল—বেয়াৰ চাৰ্টিফিকেট দিবলৈ মই শৰ্ম্মাৰ জীয়েক নহয় বুজিছ। কথা অলপ চাই চিটি ক'বি। তইঁতৰ কাৰু কাৰ্য্যই ক্লাবৰ বদনাম নকৰে। মই অকণমান মদ খাওঁ বাবে গোটেই ক্লাবৰেই বদনাম।

বিশ্ব : তোক মই আকৌ কৈছো, তই অলপ মনে মনে থাক দেই।

প্ৰকাশ : নাথাকিলে কিবা কৰিবি নেকি? সঁচা কথা কৈছোটো লাজ পাইছ, বকিয়ে থাকিম যা।

বিশ্ব : মদ খাই মাতলামি কৰিবলৈ আহিছ (Direction)

প্ৰকাশ : মানস তই মাজত নোসোমাবি।

মানস : তইঁতি কিন্তু একেবাৰে ফাল্টু কথাত লাগি গোটেই পৰিবেশটোৰেই নষ্ট কৰি দিলি।

বিশ্ব : গোটেই মুডটোৱেই নষ্ট কৰি দিলি। ভাবিছিলো আজি গোটেইখিনি একেলগে বহি আড্ডা মাৰিম, হাঁহি—স্ফুৰ্তি কৰিম ভাল লাগিব। চব শেষ কৰি দিলে চাল্লা।

প্ৰকাশ : পৰিবেশটো মই বেয়া কৰিলো?

বিশ্ব : অঁ তই বেয়া কৰিলি।

প্ৰকাশ : ঠিক আছে, মই তেতিয়া হ'লে যাওঁগে।

বিশ্ব : যা, যা। তোৰ নিচিনা মানুহ ক্লাবলৈ নাহিলেও হ'ব।

প্ৰকাশ : কি হ'ল? এইটো তোৰ বাপেৰৰ ক্লাব নেকি? নাযাওঁ যা।

(Direction) (প্ৰকাশে চিগাৰেট জ্বলাব)

মানস : এই প্ৰকাশ, এটান মোকো দিবি....এই ধীৰুদা আহিছে আহিছে (Direction) নুমুৱা, নুমুৱা।

প্ৰকাশ : ঐ মই ঠিকে আছো নহয় ন? মুখখন গোন্ধাইছে নেকি?

মানস : ইমান গোন্ধোৱা নাই। তাৰ পৰা তিৰঙ্গা অলপ খাই দে যা।

প্ৰকাশ : ঐ বিশ্ব, তিৰঙ্গা আছে নেকি? অ নাই ন?

মানস : ই এইটো ক'ত থৈছ...জেপত থ, জেপত থ।

(Direction)

জয়ন্ত : আহক, আহক ধীৰুদা। (ধীৰুদা সোমাই আহে)

ধীৰু : বাঃ তইঁতি দেখিছো আজিকালি ক্লাবটো বৰ সুন্দৰকৈ ৰাখ।

জয়ন্ত : হয় ধীৰু দা।

ধীৰু : দেখি ভাল লাগিছে দে, কিন্তু ল'ৰা দেখোন বহুত কম। কি কি হ'ল প্ৰদীপ, প্ৰণৱ ইহঁতি গম নাপায় নেকি?

বিশ্ব : পায় ধীৰুদা, আপুনি ফোনত কোৱাৰ দৰে মই সকলোকে খবৰ দিছিলো। আহিব হবলে। সিহঁতো আজিকালি ব্যস্ত মানুহ যে।

ধীৰু : বাৰু বাৰু, প্ৰকাশ কি খবৰ কচোন। কবিতা লিখিবলৈ বাদ দিলি নেকি? বাতৰি কাকতত তোৰ দেখোন কবিতা নোপোৱাই হ'লো।

প্ৰকাশ : লিখোঁ মাজে মাজে। কিন্তু ধীৰুদা, আজিকালিনো কবিতা পঢ়িবলৈ কাৰ সময় আছে। বাতৰি কাকতৰ প্ৰুফৰীডাৰ কেইজনে নপঢ়িলে নহয় বাবে পঢ়ে। আৰু আপোনাৰ নিচিনা কবিতা পঢ়া মানুহতো অসমত আঙুলীমূৰত লিখিব পাৰি।

ধীৰু : সেই বুলি হতাশ নহ' বি। লিখি যাচোন। মানুহে পঢ়ক নপঢ়ক সেইটো চিন্তা নকৰিবি।

জয়ন্ত : মই এইবাৰ জ্যোতি প্ৰসাদৰ 'কাঞ্চনজংঘা' কবিতাটো কৰিঅ'গ্ৰাফ কৰাইছোটো। মানুহে খুউব ভাল পাইছে।

বিশ্ব : ওঁ... মানুহে খুউব ভাল পাইছে। জ্যোতিপ্ৰসাদে দেখা হ'লেতো ধীৰু দা হবাও হবে কান্দি দিলেহেঁতেন। কি কবিতা ই কৰিঅ'গ্ৰাফ কৰাই কি কৰি পেলালে।

জয়ন্ত : তেনেকৈ নক'বি দেই। বেতনি চাপৰি স্কুলৰ সোণালী জয়ন্তীত কৰাওঁতে মানুহে কিমান ভাল পাইছে। বহুতো মানুহে মোৰ কৰিঅ'গ্ৰাফ দেখি অটোগ্ৰাফ বিচাৰি আহিছে।

(Direction)

বিশ্ব ঃ আই ঔ .......অটোগ্ৰাফ বিচাৰি আহিছে।

ধীৰু ঃ বাৰু বাৰু ক্লাবৰ হে তঁহতে বহুদিন নাটক চাটক পতা নাই যে, সে মোলৈ খবৰ নিদিয়াকৈ পাতি আছ।

প্ৰকাশ ঃ ধীৰুদা, আজিকালি নাটক কৰিবলৈ কাৰো দেখোন সময়েই নাই। আজি কেইদিনমানৰ আগতে ইহঁতক ক'লো বোলে নাটক এখনকে কৰোঁ আহ। কিন্তু ইহঁতি কোনেও গুৰুত্বই নিদিলে।

ধীৰু ঃ কিয় সকলো ব্যস্ত নেকি? বাৰু কচোন কোন কেনে ধৰণেৰে ব্যস্ত। বিশ্ব....

বিশ্ব ঃ নাই ধীৰুদা। মই বৰ্তমান এনেয়ে আছো।

ধীৰু ঃ এৰা এনেয়ে থকা মানুহৰ সময়ো নাই। মানস

মানস ঃ মইও ধীৰুদা বিশ্বৰ লগৰে, ঘৰৰ পৰা পঠিয়ালে কেতিয়াবা ইন্টাৰভিউবোৰ দিওঁগৈ।

ধীৰু ঃ ... চাকৰি ... আশাতে নাথাকিবি। নিজে যি প'ৰ উপাৰ্জনৰ পথ এটা বাচি উলিয়া।

মানস ঃ হয় ধীৰুদা, তাকে আজি কেইদিন মানৰ আগতে ইয়াক ক'লো, বোলো ব'ল L.I C. এজেন্টকে হওঁ? ইয়াৰ কাৰণে মোৰো নহ'ল।

বিশ্ব ঃ তেনেকুৱা লেতেৰা কাম যে মই কৰিব নোৱাৰোঁ দেই ৰাতিপুৱা গধুলি চিন নাই, মানুহৰ ঘৰে ঘৰে গৈ দাদা পলিচি এখন খোলক, বাইদেউ এইখন নতুন পলিচি ওলাইছে এইবোৰ কামুৰি থাকিব মই নোৱাৰো দেই।

মানস ঃ আই ঔ লাট চাহাবৰ পুতেকটো। কামুৰি থকা কাম কৰিব নোৱাৰে, ঐ ঐ পুৱা শুই উঠাৰ এলাহ বুলি নকৱ কেলৈ? ধীৰুদা ই পুৱা ন বজাতহে উঠে।

বিশ্ব ঃ এনেয়ে কৈছে ধীৰু দা এনেয়ে।

মানস ঃ চুপ, ধোদ চাল্লা, তই যদি আহোম ৰজাৰ দিনত জন্ম হ'লিহেঁতেন, তেন্তে তই নিশ্চয ধোদৰ আলি বনাবলৈ পালি হয়।

ধীৰু ঃ বুজিলো। তহঁত দুটাৰ কথাতেই বুজিলো আমাৰ ক্লাবৰ ল'ৰাবোৰ কেনেধৰণে ব্যস্ত।

জয়ন্ত ঃ আপোনাব চিনেমাতে আমাক চান্স এটা দিব নোৱাৰে জানো ধীৰুদা? লাগিলে মই অলপ টকা পইচাও খৰচ কৰিম।

ধীৰু ঃ জয়ন্ত, মই তহঁতক জানো। এইটো ক্লাবৰ প্ৰত্যিটো ল'ৰাৰেই মই অভিনয় দেখিছো। তোৰ Dance ও মই দেখিছো গতিকে মোৰ যেতিয়া যাক প্ৰয়োজন হ'ব নিশ্চয় মাতিম। আৰু তেনেকৈয়ে মই এইটো ক্লাবৰ বহুতো ল'ৰা—ছোৱালীক সুবিধা দিয়েই আছো। মোৰ লগত Acting কৰিবলৈ গ'লে পইচা-পাতি খৰচ কৰিব নালাগে। পইচা তহঁতে পাবিহে।

জয়ন্ত ঃ ধীৰুদা, বেয়া নাপাব আকৌ। মোক প্ৰয়োজন হ'লে কিন্তু আপুনি বিচাৰিব। আপুনিতো আমাৰ ঘৰৰ কোন নাম্বাৰ জানেই।

ধীৰু ঃ নিশ্চয়। বাৰু আজি মই হঠাৎ ক্লাবলৈ অহাৰ উদ্দেশ্যটো চাগে তহঁতে নাজান। গোটেইখিনি গোট খোৱা হ'লে ভাল আছিল।

মানস ঃ তথাপিও কওঁকচোন ধীৰুদা।

ধীৰু ঃ ক্লাবটোও সদায় এইদৰে নচলে। ক্লাবৰ মাটি ডোখৰো। ক্লাবৰ নামত ৰেজিষ্টেছন হোৱা নাই। গতিকে ক্লাবৰ এখন শক্তিশালী কমিটি গঠন কৰি ক্লাবৰ কাম অলপ কৰিব লাগিব। তাতে আমাৰ লোকসভাৰ সাংসদজনৰো মোৰ লগত এতিয়া এটা ভাল সম্পৰ্ক আছে। গতিকে মই ভাবিছোঁ তেখেতৰ Development Fund ৰ পৰাও আমি টকা অলপ পাম আৰু আমাৰ ক্লাবৰ পিছফালৰ মাটিখিনিত এটা ৰঙ্গমঞ্চ বনোৱাৰ প্ৰস্তাৱ ল'ব লাগে বুলি ভাবিছো।

বিশ্ব ঃ খুউব ভাল হ'ব ধীৰুদা, খুউব ভাল হ'ব। তেতিয়া অন্ততঃ নাটক পাতিবলৈ ষ্টেজ বিচাৰি হাবাথুৰি খাব নালাগে।

জয়ন্ত ঃ কিন্তু ধীৰুদা, ক্লাবৰ নামত মাটিডোখৰ ৰেজিষ্ট্ৰেছন কৰিব পৰা হ'ব জানো। (Direction)

ধীৰু ঃ কিয নহ'ব? আমাৰ ক্লাবৰ মাটি ৰেজিষ্ট্ৰেছন কৰিব পৰাকৈ সকলো পুৰণা তথ্য—পাতি মোৰ ওচৰত আছে। তাৰবাবে তহঁতে চিন্তা কৰিব নালাগে।

মানস ঃ ইস খুচীমে এক কাপ চাহ হোঁ যায়। নেকি কৰ বিশ্ব?

বিশ্ব ঃ নিশ্চয়। ব'লক ধীৰুদা, আপোনাৰ বাবে আমাৰ ঘৰতে একাপ চাহৰ আয়োজন কৰা হৈছে।

ধীৰু ঃ কিয় চাহৰ আয়োজন তহঁতৰ ঘৰত কৰিবলগা হ'ল যে, ই পুলক আজিকালি নাই নেকি?

মানস ঃ নাই ধীৰুদা, পুলকক কেইদিনমানৰ আগতে উগ্ৰপন্থীয়ে গুলীয়াই মাৰিলে।

ধীৰু ঃ উগ্ৰপন্থীয়ে গুলীয়াই মাৰিলে কিন্তু কিয়?

মানস ঃ তাৰ দোষ এটাই আছিল, সি হিন্দীভাষী আছিল। সি মৰাৰ পৰা ক্লাবলৈ আহিও ভাল নলগা হ'ল।

বিশ্ব ঃ হয় ধীৰুদা, পুলকে বনোৱা চাহৰ জুতি ল'বলৈ বুলি এতিয়া আৰু ক্লাবলৈ নাহোঁ।

ধীৰু ঃ ছেঃ বৰ বেয়া খবৰ এটা শুনিলো। বিনা কাৰণত এজন খাতি খোৱা মানুহক গুলীয়াই হত্যা। পৃথিবীৰ পৰা যেন দয়া-মমতা সকলো শেষ হৈ গৈছে।

বিশ্ব ঃ বাদ দিয়ক ধীৰুদা, এইবিলাক কথা পাতিলে মনবোৰহে বেয়া লাগে। ব'লক আমাৰ মায়ে ছাগে আপোনাৰ বাবে বাট চাই আছে।

ধীৰু ঃ ব'ল তেনেহ লৈ। পিছে একল মইহে নে আমি সকলো?

বিশ্ব ঃ ওঁ সকলো, সকলো যাব পাৰে ধীৰুদা। (Direction)

ধীৰু ঃ ই জয়ন্ত ক'লৈ গ'ল? ই দেখোন পলকতে নাইকিয়া হ'ল

মানস ঃ আছে চাগে বাহিৰতে। (প্ৰকাশৰ বাহিৰে সকলো ওলাই যায়। বিশ্বপুনৰ আহে)

বিশ্ব ঃ আহ, কথাবোৰ ধৰি নাথাকিবি। সকলোৱে একেলগে চাহ একাপ খাওঁগে।

প্ৰকাশ ঃ বেয়া পোৱা নাই যা। গধূলী সময়ত মোৰ চাহ খোৱাৰ অভ্যাসেই নাই। মই ইয়াতে আছো যা। (Direction)

(ৰাণী সোমাই আহে)

ৰাণী ঃ প্ৰকাশ দা, ...ধীৰুদা আহিছে বুলি শুনিছিলো।

প্ৰকাশ ঃ আহিছে, লগ পাবা বহা। (Direction)

ৰাণী ঃ তুমি ক'লৈ যোৱা?

প্ৰকাশ ঃ নাযাওঁ,.....মই আছো। ইয়াতে আছো।

ৰাণী ঃ প্ৰকাশ দা, মোৰ লগত কথা পাতিবলৈ তোমাৰ আজিকালি মন নাযায়, মোৰ বিয়াৰ কথা শুনাৰ পৰা তুমি দেখোন আমাৰ ঘৰলৈ নোযোৱাই হ'লা, মোক অকণমান জোকাই আমনি কৰিবলৈ তোমাৰ বাৰু মন নাযায়নে?

প্ৰকাশ ঃ যায় ৰাণী, তোমাৰ লগত কথা পাতি থাকিবলৈ মন যায়। তোমাক জোকাই খং তুলিবলৈকো মন যায়। কিন্তু নোৱাৰোঁ ৰাণী। তোমাৰ লগত কথা পাতিলে মোৰ কলিজাৰ কেঁচা তেজৰ উচুপনিত ছন্দবিহীন হয় এফাঁকজলি কবিতা। উথলি উঠে উজাগৰে কটোৱা কেইটিমান নিশাৰ অব্যক্ত বেদনা। অন্ধকূপত ছটফটাই হৃদয়ৰ বেৰত খুন্দিয়াই খুন্দিয়াই আমনি কৰে মোৰ প্ৰেমৰ ৰঙীন স্বপ্নবোৰ। সেইকাৰণেই আজিকালি মই মদ খাওঁ। শান্তি পাওঁ। পাহৰি থাকো তোমাক, পাহৰি থাকোঁ আমাৰ ভালপোৱাক।

ৰাণী ঃ তুমি চাগে মোক ভুলকৈয়ে বুজি আছা। মই বৰ দুৰ্ভগীয়া, প্ৰকাশদা। তুমিতো জানাই পৃথিবীৰ মায়া মোহ বুজি নাপাওঁতেই মই মা দেউতাক হেৰুৱালো। খুৰাৰ অনুগ্ৰহত মই এতিয়া ভৰ যৌৱনা গাভৰু। খুৰাৰ কঠোৰ শাসন আৰু খুৰীৰ কেটেৰা জেঙেৰাকে মা -দেউতাৰ মৰম আৰু আশীৰ্বাদ বুলি সাবটি আছো। মই তোমাক ভাল পাওঁ। জানো তুমিও মোক ভাল পোৱা। কিন্তু আমাৰ এই ভালপোৱাক সন্মান। জনাবলৈ মই খুৰাৰ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ অপাৰগ প্ৰকাশ দা, মোক ভুল নুবুজিবা।

প্ৰকাশ ঃ মই ভুল বুজা নাই ৰাণী। তোমাৰ ফুলৰ দৰে কোমল হৃদয় খনত আনক কিয় তুমি গধুৰ শিল বহুৱাবলৈ দিছা? কিয় তুমি সহি থাকা খুড়ীৰ কেটেৰা জেঙেৰা। তুমি তোমাৰ প্ৰাপ্যৰ বাবে কিয় যুঁজিব নাজানা? তোমাৰ এই সৰলতাই যে আন কাৰোবাকো কষ্ট দিব পাৰে সেই কথা তুমি কিয় নাভাবা? তুমি পাপ কৰিছা ৰাণী। অন্যায় কৰাজন যিমান পাপী অন্যায় সহি থকাজনো সিমানেই পাপী।

ৰাণী ঃ নাই প্ৰকাশদা, মোক আৰু নোদোষিবা। সৰুৰে পৰা ডাঙৰকৈ কথা ক'বলৈ শিকা নাই। অন্যায়ৰ প্ৰতিবাদ কৰো কেনেকৈ।

প্ৰকাশ ঃ ভুল কৰিছা। সেইয়াই মহাভুল কৰিছা। আজিৰ যুগত প্ৰতিবাদ কৰিবলৈ নিশিকাটোৱেই তুমি ভুল কৰিছা। তোমাৰ বিয়া কাৰ লগত ঠিক কৰিছে জানা?

ৰাণী ঃ জানো।

প্ৰকাশ ঃ জানা....জানিও তুমি?

ৰাণী ঃ খুৰাই শান্তি পাব বিচাৰিছে পাওঁকচোন দিয়া।

প্ৰকাশ ঃ তুমি বৰ নিষ্ঠুৰ ৰাণী। তোমাক বিশ্বাস কৰাটোৱেই মোৰ ভুল হৈছিল। (Direction)

ৰাণী ঃ প্ৰকাশ দা, তুমি মোক খুউব ভালপোৱা নহয়? তুমি বোলে আজি কালি সদায় মদ খোৱা? কিয় খোৱা? মোক নোপোৱাৰ বেজাৰত খোৱা? মই তোমাক খুউব ভালপাওঁ প্ৰকাশদা, খুউব ভাল পাওঁ।

প্ৰকাশ ঃ ৰাণী, .. (Direction) (জয়ন্ত সোমাই আহে)

জয়ন্ত ঃ ৰাণী ......... তোক ইয়াত কি লাগে? প্ৰেম কৰিবলৈ মানুহ নাপালি? এই মদাহীটোৰ লগত।

প্ৰকাশ ঃ কি হ'ল? মুখ চম্ভালি কথা কবি। ঘোঁচাৰ কোবত মুখৰ দাত এটাও নাথাকিব।

জয়ন্ত ঃ ৰাণী, ভালে ভালে ঘৰলৈ যা।

ৰাণী ঃ নাযাওঁ। মই ধীৰুদাৰ ওচৰলৈ আহিছো। তই যি ভুল কৰিছ সেই কথা মই ধীৰুদাক জনাবলৈ আহিছো।

জয়ন্ত ঃ কি ভুল কৰিছো?

ৰাণী ঃ খুৰা—খুৰী আৰু তই মিলি মোৰ ওপৰত যি অত্যাচাৰ কৰ, কাৰণ তহঁতি মোক জীয়াই ৰাখিছ। মোৰ ওপৰত তহঁতৰ অধিকাৰ আছে। কিন্তু এই অঞ্চলৰ ডেকামখাৰ সুখ—দুখৰ ভাগ বতৰা কৰা এই ক্লাবটোত কিয় হাত দিছ?

প্ৰকাশ ঃ ৰাণী...

জয়ন্ত ঃ ৰাণী, আৰু এটাও শব্দ নক'বি।

প্ৰকাশ ঃ ক্লাবক লৈ জয়ন্তই কি কৰিব বিচাৰিছে ৰাণী?

ৰাণী ঃ আমাৰ এই ক্লাব ঘৰটোৰ ঠাইত সি এখন মদৰ দোকান খোলাৰ পাৰ্মিট উলিয়াইছে।

জয়ন্ত ঃ ৰাণী, তই আজি ঘৰলৈ ব'ল।

প্ৰকাশ ঃ ক'ত যাব? বহ। আজি তই ইয়াৰ পৰা ক'লৈকো যাব নোৱাৰ।

জয়ন্ত ঃ এৰিদে ভালে ভালে।

প্ৰকাশ ঃ তোৰ আজি সকলো বিচাৰ ইয়াতে হ'ব লাগিব।

জয়ন্ত : কি বিচাৰ কৰিবি, হাঁ, কি বিচাৰ কৰিবি? ক্লাবৰ মাটি আমাৰ আমাৰ কথা, মই ইয়াত মদৰ দোকান খোলো, মাংসৰ দোকান খোলো সেইটো মোৰ কথা।

প্ৰকাশ : ঐ .......বেছি কথা নক'বি। ক্লাবৰ ঠাইত মদৰ দোকান খুলিলে।

জয়ন্ত : কি কৰিবি হাঁ, কি কৰিবি?

প্ৰকাশ : কি কৰিব চাব নেকি? (Direction)

(ধীৰুদা, বিশ্ব মানস আহে)

ধীৰু : প্ৰকাশ, জয়ন্ত এইবোৰ কি হৈছে।

প্ৰকাশ : ধীৰুদা, জয়ন্তই আমাৰ লগতে থাকি আমাৰ আটাইবে বুকুত কামোৰ মাৰিবলৈ লৈছে।

ধীৰু : তাৰমানে?

প্ৰকাশ : জয়ন্তই ক্লাবৰ ঠাইত কি খুলিবলৈ লৈছে বাণীক সোধক

বাণী : হয় ধীৰুদা, জয়ন্তই আমাৰ ক্লাবটো ভাঙি ইয়াত এখন মদৰ দোকান খোলাৰ পাৰ্মিট উলিয়াইছে।

কোৰাছ : মদৰ দোকানৰ পাৰ্মিট?

মানস : জয়ন্ত ........আমাৰ ক্লাব ভাঙি তই ইয়াত মদৰ দোকান খুলিবি?

ধীৰু : জয়ন্ত, কথাবোৰ সঁচানেকি?

জয়ন্ত : হয় ধীৰুদা, ক্লাবৰ মাটিখিনিটো আমাৰেই মাটি। ইমানদিন দেউতাই ক্লাবৰ বাবে এৰি দিলে। কিন্তু এতিয়া মোৰ ব্যৱসায়ৰ বাবে ক্লাবৰ মাটি টুকুৰা লাগে।

ধীৰু : জয়ন্ত মাটিখিনি তহঁতৰ মানে? মই জনাতটো মাটিখিনি ক্লাবৰ নামত দান কৰা হৈছে।

মানস : মাটি যাৰেই নহওঁক, এই ঠাইত মদৰ দোকান। জয়ন্ত তই ইমান নিকৃষ্ট চিন্তা কেনেকৈ কৰিব পাৰিলি?

বিশ্ব : সন্মুখত এখন হাইস্কুল, এখন কলেজ আৰু কাষতে এটা মছজিদৰ দৰে তিনিটাকৈ পবিত্ৰ অনুষ্ঠান থাকোতে এই ঠাইত মদৰ দোকান।

প্ৰকাশ : বঢ়িয়া হ'ব। ঠিক কৰিছে, ঠিক কৰিছে, চৰকাৰে। প্ৰচুৰ পৰিমাণে ৰাজহ সংগ্ৰহ হ'ব লাগে আকৌ সিহঁতেই সিদ্ধি দিব পৰাকৈ ৰাজ ভঁৰাল টনকিয়াল হ'ব লাগে। জাতিটো লাগে জহন্নামে যা, ধংস হৈ বা খাবখোৱা অসমীয়া। কাৰ কি আহে যায়।

ধীৰু : জয়ন্ত তোক পাৰ্মিট দিওঁতে এই ঠাইৰ ওচৰে পাজৰে কি কি অনুষ্ঠান প্ৰতিষ্ঠান আছে— এইবোৰ কি একো এনকুৱাৰি হোৱা নাছিল।

মানস : ধীৰুদা, এইবোৰ সকলো নিয়ম মানি মদৰ দোকানৰ পাৰ্মিট দিয়াহেঁতেন আজি অসমত ইমানবোৰ মদৰ দোকান নহ'লহেঁতেন।

প্ৰকাশ : এতিয়া মাল ফেক' তামোচা দেখ'ৰ দিন। নীতি-নিয়মৰ ভিতৰত থকাৰ দিন নহয়। নিতৌ নীতি নিয়মৰ বাহিৰত কাম কৰাটোৱেই আজিকালি মানুহৰ নিয়ম।

ধীৰু : এইটো অঞ্চলত আমাৰ এই ক্লাবটোৰ এটা সুনাম আছে। এইটো ক্লাবৰ পৰাই এইটো অঞ্চলৰ বহুতো মানুহৰ প্ৰতিভা বিকাশ হৈছে। এইটো ক্লাবৰ পৰাই নাটক কৰা বহুতো অভিনেতা অভিনেত্ৰী আজি অসমৰ অভিনয় জগতৰ ব্যস্ত অভিনেতা। কেইবাজন ও গুৱাহাটী মুম্বাইৰ ব্যস্ত, সংগীত শিল্পী। এনে এটা পবিত্ৰ অনুষ্ঠানৰ ঠাইত এতিয়া এখন মদৰ দোকান হ'ব।

মানস : ধীৰুদা ই এইটো অঞ্চলৰ এটা শত্ৰু। ইয়াক ক্ষমা কৰা উচিত নহ'ব।

জয়ন্ত : কি কৰিবি, হাঁ, কি কৰিবি? দুই লাখ দুই লাখ টকা খৰচ কৰি মই মদৰ দোকানৰ পাৰ্মিট উলিয়াইছো। আৰু মাত্ৰ কেইটামান টকা খৰচ কৰিলেই, ইয়াৰ পৰা উচ্ছেদ হৈ যাব।

সকলোৱে : ঐ ...(উত্তেজিত হয়)

বিশ্ব : ক্লাব উচ্ছেদ কৰাৰ কথা মনলৈ নানিবিয়ে।

মানস : তোক দেখিছোঁই এই অঞ্চলৰ মানুহে বৃথাত নাক কোঁচাই বুজিছ?

বিশ্ব : তই ভাবিছ নেকি? তই এই ঠাইত মদৰ দোকান খুলিবি আৰু আমি হাত সাৱটি বহি থাকিম।

জয়ন্ত : একো কৰিব নোৱাৰ বুজিছ, একো কৰিব নোৱাৰ। এই ক্লাবৰ মাটিটুকুৰা মোৰ মাটি, মই বি নকৰোঁ আৰু মইতো ইয়াত মদৰ দোকান খুলি ওচৰৰ মানুহবোৰক মদ খাবলৈ মাতি মাতি আনিম বুলি কোৱা নাই।

ধীৰু : ৰ জয়ন্ত। তই যে কালি এই ক্লাবৰ মাটি টুকুৰা তোৰ মাটি তোৰ নামত ইয়াৰ ম্যাদী পট্টা আছে?

জয়ন্ত : আ...আছে। মোৰ দেউতাৰ নামত আছে।

ধীৰু : মই কৈছো নাই। এইডোখৰ তোৰ বা তোৰ দেউতাৰৰ মাটি নহয়।

কোৰাছ : ধীৰু দাঃ (আচৰিত হৈ)

ধীৰু : বাণী, তই আগে ক্লাবৰ মাটিডোখৰৰ বিষয়ে একো নাজান।

বাণী : ধীৰুদা।

ধীৰু : বাণী, এই ক্লাবৰ মাটিডোখৰ তোৰ মাটি। তোৰ দেউতাৰে ক্লাবৰ সফলতাত মুগ্ধ হৈ এই মাটিডোখৰ আমাক দান দি গৈছিল।

জয়ন্ত : ধীৰুদা, মাটি বাণীৰেই হওঁক বা মোৰেই হওঁক সেইটো আমাৰ পৰিয়ালৰ কথা। আপুনি মাজত নোসোমোৱাই ভাল।

ধীৰু : ভুল নুবুজিবি জয়ন্ত। মই তহঁতৰ পৰিয়ালৰ কথাৰ মাজত

সোমাবলৈ বোধা নাই। শুন, ৰাণী তেতিয়া সৰু আছিল। ৰাণীৰ দেউতাকৰ মুখৰ কথামতেই আমি এই মাটিত ক্লাবঘৰটো সাজিছিলো। ৰাণীৰ দেউতাক যেতিয়া দুৰাৰোগ্য ব্যাধিত পৰি হস্পিটেলত মৃত্যুৰ ক্ষণ গণি আছিল। তেতিয়া আমাৰ ক্লাবৰ নামত এই মাটিডোখৰ ৰেজিষ্ট্ৰেচন কৰি ল'বলৈ কৈছিল। কিন্তু তেতিয়া আমাৰ ক্লাবৰ কিছুমান ভিতৰুৱা সমস্যাৰ বাবে মাটিডোখৰ ক্লাবৰ নামত ৰেজিষ্ট্ৰেচন কৰিব নোৱাৰিলো। কিন্তু সেই সময়ত মই নিজে মাটিডোখৰ ৰাণীৰ নামত ৰেজিষ্ট্ৰেচন কৰোৱা ভালদৰে মনত আছে আৰু এতিয়াও এই মাটি যে ৰাণীৰ নামত আছে মই ভালদৰে জানো। গতিকে মই ভাবো ৰাণীৰ মতামত অবিহনে এই মাটিৰ পৰা ক্লাব কোনেও উচ্ছেদ কৰিব নোৱাৰে।

**প্ৰকাশ :** ইহঁতি ৰাণীৰ কি মতামত ল'ব? ৰাণীক ইহঁতি এনেকুৱাকৈ দমন কৰি ৰাখিছে যে ৰাণীয়ে নিজৰ ওপৰতেই অধিকাৰ হেৰুৱাই পেলাইছে। ইহঁতি ৰাণীক এই অঞ্চলৰ কুখ্যাত ৰাজনৈতিক দালাল প্ৰতাপ চৌধাৰীৰ লগত বিয়া দিবলৈ লৈছে।

**কোবাহু :** কি প্ৰতাপ চৌধাৰীৰ লগত ...ৰাণীৰ বিয়া?

**প্ৰকাশ :** তথাপি ৰাণী নিমাত। তাই নিজৰ ভৱিষ্যতটোৰ বাবেই মাত মাতিব জনা নাই, তাই সম্পত্তিৰ বাবে কেনেকৈ মাতিব?

**ৰাণী :** মই মাত মাতিম, মই মাত মাতিম প্ৰকাশদা। এইটো ক্লাবৰ দৰে এটা পবিত্ৰ অনুষ্ঠানৰ স্বাৰ্থত মই কিয় মাত নামাতিম? মইয়ো চাগে পৃথিৱীত আটাইতকৈ সৌভাগ্যৱতী। এইটো অনুষ্ঠানৰ দৰে এটা অনুষ্ঠানৰ মাটি মোৰ নামত আছে। জয়ন্ত, ভয়ে ময়ে সকলোৰে পৰা একেলগে ওমলি—জামলি ডাঙৰ হ'লো। সকলোতে তই যে মোৰ হাত থকা প্ৰতিটো বস্তু বিচাৰিয়ে কান্দ আৰু মই যে তোৰ কান্দোন বন্ধ হওঁক বুলিয়েই তই যি বিচাৰ তাকে দি দিওঁ। সিদিনাও দেখোন তোৰ কথামতেই, তোৰ লাভ হওঁক বুলিয়েই মই প্ৰতাপ চৌধাৰীৰ লগত বিয়াত বহিবলৈও সন্মত হ'লো। কিন্তু এতিয়া আৰু তই মোৰ পৰা এই ক্লাবঘৰটোৰ মাটি বিচাৰি যেন নাকান্দ।

**জয়ন্ত :** তই মাটি দিব লাগিব ৰাণী।

**ৰাণী :** মই নিদিওঁ।

**জয়ন্ত :** ইতিমধ্যে মোৰ সকলো কামেই হৈ গৈছে। মাত্ৰ তোৰ এটা চহীৰ কাম আছে।

**ৰাণী :** মই চহী নকৰোঁ।

**জয়ন্ত :** তই যেন মোক শেষ মুহূৰ্তত বাধা নিদিয়।

**ৰাণী :** মই মাটি নিদিওঁ।

**জয়ন্ত :** এটা কথা মনত ৰাখিবি ৰাণী। ইহঁতৰ মুখৰ কথাত ভোল গৈ তই যেন তোৰ আশ্ৰয়দাতা আৰু অন্নদাতাক পাহৰি নাযাব।

**ৰাণী :** নাপাহৰোঁ জয়ন্ত। অতদিনে আশ্ৰয় দিয়াৰ নামত তইঁতে মোক যি অন্যায় অত্যাচাৰ কৰিলি তাক মই কেতিয়াও নাপাহৰোঁ। কিন্তু আৰু সহ্যও নকৰোঁ। সকলোৰে পৰা তইঁতৰ কথা মতেই উঠা—বহা কৰিলো। প্ৰতাপ চৌধাৰীৰ দৰে এটা লম্পট দালালৰ হাতত মোৰ অমূল্য যৌৱন বন্ধকত দি তই মদৰ দোকানৰ পাৰ্মিটৰ লগতে আন বহুতো সুবিধাও আদায় কৰিলি। তথাপিও মই মাত মতা নাছিলো। কিন্তু আমাৰ আটাইৰে জীৱন গঢ়া, জীৱনৰ মাদকতা বিচাৰি পোৱা এই পবিত্ৰ ভেঁটিটোত কিয় হাত দিলি?

**জয়ন্ত :** মই সেইবোৰ একো নাজানো। এই মাটিডোখৰৰ বাবে মই দুই লাখ টকা খৰচ কৰিছো। দৰকাৰ হ'লে আৰু খৰচ কৰিম।

**ৰাণী :** আৰু কোটি টকা খৰচ কৰিলেও আমি ক্লাব ভাঙিবলৈ নিদিওঁ

**বিশ্ব :** ক্লাব ভাঙিবলৈ আহিলে কথা বেয়া হ'ব।

**প্ৰকাশ :** দখল যাৰ মাটি তাৰ ক্লাব কোনে ভাঙে চাম।

**জয়ন্ত :** মইও চাম, তইঁতি ক্লাব কেনেকৈ জীয়াই ৰাখ। আৰু ৰাণী, তই যদি তোৰ ভায়েৰৰ কাৰণে, এই ভায়েৰৰ বিজনেছৰ কাৰণে এটা চহী কৰি নিদিয়, তেন্তে আজিৰ পৰা পাহৰি যাব তোৰ খুৰা—খুৰী আৰু এই জয়ন্তৰ দৰে তেজ মঙহৰ কোনোবা আপোন আছে বুলি।

**ৰাণী :** আপোন হ'বলৈ তেজ—মঙহৰ সম্বন্ধ নালাগে। সম্বন্ধ লাগে মনৰ। শুদ্ধ মনৰ, তইঁতৰ দৰে কুৎসিৎ মনৰ মানুহৰ লগত মই আজিয়েই সম্পৰ্ক ছেদ কৰিলো। মোৰ যি হয় হ'ব। আজিৰ পৰা মই তইঁতৰ ঘৰত ভৰি নিদিওঁ।

**জয়ন্ত :** ঠিক আছে, ঠিক আছে।

**ধীৰু :** নাই জয়ন্ত, তোক মই ভালেৰে কৈছো। ব্যৱসায় কৰিবলৈ লৈছ বেলেগ কিবা এটা কৰ। এই পবিত্ৰ অনুষ্ঠানটো ভাঙি এই ঠাইত মদৰ দোকান খুলিলে মানুহে তোক গৰিহণা দিব।

**জয়ন্ত :** গৰিহণা....... শাও, হাঃ হাঃ ধীৰুদা, আজিৰ যুগৰ গৰিহণা শাও খাই কাৰ কি হৈছে হাঁ? এইটো জেনেৰেচনত টকাই সকলো। গৰিহণা—শাও এইবোৰ একেবাৰে ফাল্টু কথা। মই যাওঁ। মিছামিছি ইয়াত সময়বোৰ নষ্ট কৰিলো। এই ঠাইত মদৰ দোকান হ'ব। ৰাণীয়ে মাটি দিব লাগিব আৰু দুদিন মানৰ পিছতে ইয়াৰ পৰা ক্লাব উচ্ছেদ কৰাৰ আইনগত ক্ষমতা মই পাম। (প্ৰস্থান)

**ৰাণী :** নিদিওঁ, মই মাটি নিদিওঁ। মদৰ দোকান খুলিবলৈ মই

মাটি দিব লাগে? ইমানদিনে তোৰ কু—কৰ্মৰ বাবে মোৰ দেহাটোতো চুৰা হ'লেই এতিয়া সমাজখনো চুৰা কৰিবলৈ আহিছ। কি হ'ল তোমালোক মনে মনে থাকিলা। প্ৰকাশদা, তুমিযে অলপ সময়ৰ আগতে মোক কৈছিলা— আজিৰ যুগত প্ৰতিবাদ কৰিবলৈ নিশিকি মই ভুল নকৰোঁ। এতিয়া খুড়া—খুড়ী আৰু জয়ন্তই মিলি মোৰ গাৰ মঙহ এৰুৱাই নিলেও মই এই ঠাইত মদৰ দোকান হ'বলৈ নিদিওঁ। মই প্ৰতিবাদ কৰিম।

**ধীৰু ঃ** এৰা, আমি প্ৰতিবাদ কৰিব লাগিব। দৰকাৰ হ'লে ক্লাব বচাবলৈ আমি অনশন, ধৰ্মঘট পৰ্যন্ত কৰিম।

**প্ৰকাশ ঃ** অনশন, ধৰ্মঘট, মহাত্মা গান্ধীৰ ফটোখন সাক্ষী কৰি লৈ লঘোনে -ভোকে ক্লাবৰ আগত বহি থাকিব। একো লাভ নহ'ব। যি জয়ন্তই মানুহৰ গৰিহণা—শাস্ত এইবিলাক ফাল্টু কথা বুলি কৈ গ'ল তাৰ বিৰুদ্ধে আমি গান্ধীজীৰ অহিংস নীতিৰে অনশন, ধৰ্মঘট এইবোৰ কৰি একো লাভ নহ'ব। যুদ্ধ ঘোষণা কৰক। এই জয়ন্তইতৰ দৰে অপশক্তিৰ বিৰুদ্ধে যুদ্ধই শ্ৰেয়।

**বিশ্ব ঃ** ঠিকেই কৈছ। আমি সাজু হ'বৰ হ'ল। সি Challenge কৰি থৈ যোৱা মতে যদি ক্লাব ভাঙিবলৈ আহে, তেন্তে এইখন কিন্তু এখন যুদ্ধক্ষেত্ৰই হ'ব।

**মানস ঃ** হয়, আমি আজিয়েই ক্লাবৰ নতুন পুৰণি সকলো মেম্বাৰকে কথাটো জনোৱা ভাল হ'ব। এই সংস্কৃতিৰ ভেটিটোত আমি দুষ্কৃতিৰ বীজ সিঁচিবলৈ দিব নোৱাৰো। আমি এনে দুষ্কাৰ্যৰ বাবে যুঁজিব লাগিব।

**ধীৰু ঃ** ঠিক আছে। ক্লাবঘৰ বচাবলৈ যুদ্ধ কৰ, প্ৰতিবাদ কৰ, যি কৰ কৰিবি। কিন্তু এই ৰাণীৰ কি হ'ব? ৰাণী কাৰ লগত থাকিব? ৰাণীক কোনে আশ্ৰয় দিব এবাৰ ভাবি চাইছ?

**প্ৰকাশ ঃ** মই দিম। ৰাণীক মই আশ্ৰয় দিম ধীৰুদা। ৰাণী তোমাৰ যদি কোনো আপত্তি নাই আজিৰ পৰা তোমাৰ সকলো দায়িত্ব মোৰ।

**ৰাণী ঃ** নাই প্ৰকাশ দা,। তুমি মোক গ্ৰহণ কৰিব নালাগে। মই আৰু শুদ্ধ হৈ থকা নাই।

**প্ৰকাশ ঃ** মোক তোমাৰ দেহৰ শুদ্ধতা নালাগে। তুমি ভৱাৰ দৰেই আপোন হ'বলৈ মোকো মনৰ শুদ্ধতাহে লাগে। ধীৰুদা আমাক আশীৰ্বাদ কৰিব। মানস, বিশ্ব, ৰাণী আমি আমাৰ মৰমৰ ক্লাবঘৰটো বচাবলৈ যুঁজিবই লাগিব।

**ধীৰু ঃ** এৰা, বৰ্তমান সময়ত প্ৰতিবাদৰ অবিহনে দেখোন একো ন্যায্য প্ৰাপ্য আদায় কৰিব নোৱাৰি। আমিও যুঁজ দিবই লাগিব। গতিকে যা। ক্লাবৰ নতুন পুৰণি সকলো সদস্যকে খবৰ দে, সকলো আহক। প্ৰয়োজন হ'লে যুদ্ধই কৰিম।

**মানস ঃ** ব'ল। (Direction)

<u>সমাপ্ত</u>

# পানী

**নাট্যকাৰ # শ্ৰীদীপক গগৈ**

**চৰিত্ৰসমূহ ঃ**

১। মিঠাৰাম ২। মিঠা
৩। মন্টু ৪। তৰা
৫। মহৰী

(Direction) ৰতনপুৰ গাৱঁত নতুনকৈ বহুৱা পানী কলটো, উদ্বোধন কৰা নতুন চেকুৰাটো পানীকলটোৰ গাত লাগিয়েই আছে। ইলেক্চনৰ সময়। ইলেক্চনৰ আগে আগে চৰকাৰে পানীযোগান আঁচনিখন কাৰ্যকৰী কৰিবলৈ উঠিপৰি লাগিছে। আৰম্ভণিতে দেখা যায় কলৰ পাৰত পাতি থোৱা আছে বহুতো খালী বাল্টি। সময় পুৱা। আঁৰ কাপোৰ আঁতৰাত দেখা যায়, বেঙাই হামিয়াই হিকতীযাই বহি থাকে। বিপৰীত ফালৰ পৰা হাতত বাল্টি লৈ মিঠাৰাম বুঢা সোমাই আহে।)

**মিঠাৰাম ঃ** (ঘৰৰ ফালে চাই) কণপিতৌ, ঐ কণপিতৌ, ঐ মাৰক ডাঙৰ চৰিয়াটোৰে, চাহ কৰা কেটলিটোৰে আজৰাই থ'বলৈ ক। পিছত পানী ওলোৱা সময়ত উথপ-থপ লগালে কথা বেয়া হৈ যাব। ঐ মই কি কৈছো শুনিছনে নাই? পাৰিলে পুৰণি দৈৰ টেকেলিটোও আজৰি কৰি থ'বলৈ ক। একো নহয়, পিছত বেয়া পানীৰে হাত ধুবলৈ হ'ব। (মিঠাৰাম কলৰ ফালে যাবলৈ ধৰে, বেঙাই উচপিচকৈ চায়)

**মিঠা ঃ** কি হ'ল, ৰাতি আধাডোখৰতে আহিলি চাগে? (বেঙাই মুৰ দুপিয়াই) ৰতনপুৰ গাঁৱত মোতকৈ চালাক মানুহ আছে তেন্তে। যা যা বৰ বাপেৰটো এতিয়াই নাহে। লৰাল'ৰি কৰিব নালাগে। (বেঙা লাহে লাহে যায়) বাঃ কলৰ পাৰত নয়নভিৰাম দৃশ্যটো চোৱা। যেন কৃষ্ণৰ বাবে হাজাৰ হাজাৰ গোপী যমুনাৰ বালিতহে বাগৰি আছে। পৰি থাক, কৃষ্ণ আহিলে উঠিবি। (বহি বিড়ি জ্বলায়) মানুহৰ খকটো দেখিছো দিনকদিনে বেছিহে হৈ গৈ আছে। চাৰিওফালে কেৱল খাওঁ খাওঁ। উকীলে বোলে মই খাওঁ, পুলিচে বোলে মই খাওঁ কেৰাণীয়ে বোলে মই খাওঁ। মন্ত্ৰীয়ে বোলে মই খাওঁ . . .. . আৰু ইয়াতো দেখিছো খকটো, মুখেদি যেন ৰহৰ দালিৰ তৰকাৰীহে পৰিব। মোৰটোও পাতি দিওঁ। হেঁপাহটো নাথাকিবনো কিয়? তাতে নতুন কল, পানীৰ নতুন অৱতাৰ। এইটো কৰিবলৈকে পাঁচ বছৰে কমখন হাৱাশাস্তি হ'লনে? হওঁক হওঁক ৰতনপুৰ পানী যোগান আঁচনিৰ চাইনবৰ্ডখনে আজি হাঁহিব। (কলটো চকুত পৰে) আৰে আৰে কোন মৰিব নজনা এইটো। কোনে ইয়াৰ মুখখন অপহৰণ কৰিলে।... এইটো কাম নিধিৰ মগুলৰ খটাসুৰটোৰে হ'ব। টোপা খহু হ'ব বাপেকে। ঐ কণপিতৌ মাৰক থেলা এটা মাৰি জগাই দে গেদ গেদকে পৰি থাকিব নেলাগে। (মন্টু দাঁত ঘঁহি ঘঁহি বৈ থকা দেখি) বাপু উঠিলি?

**মন্টু ঃ** ওঁ (পিক পেলায়) তই কাৰ লগত কথা পাতিছ?

**মিঠা ঃ** নক'বি আৰু, মোৰ ঘৰত যিকেইটা উগ্ৰবাদী আছে মোক গণ্যই নকৰে অ'। নেওঁতা কিতাপ যিমান দিলো সিমান শেষ। ... ঐ মোক যাবলৈ দিছ, চোবাই পেলাম বাপেকে।

**মন্টু ঃ** ঘৰত খুৰীটি নাই হ'বলা ?

**মিঠা ঃ** আছে, থাকিলে কি লাভ হ'ব? সিহঁতক হ'বলা খুৰিটিয়ে চম্ভালিব পাৰে? ল'ৰা-ছোৱালীৰ থেকেছা খাই খাই মানুহজনীৰ কঁকাল বুলিবলৈ নায়েই নহয়। হাড় কেইডাল থাকিব লাগে কাৰণেহে আছে।.. কিবা কাম আছে উঠিলিয়েই ?

**মন্টু ঃ** কাম মানে ?

**মিঠা ঃ** নহ'লে তহঁত আক' দুপৰীয়া ভাত খাবৰ পৰতহে উঠ।

**মন্টু ঃ** ইলেকচনৰ সময়ত কামৰ কিবা লেখ-জোখ আছেনে?

**মিঠা ঃ** হয়দে, চাই থাকোতেই ইলেকচনড াল এইবাৰ একেবাৰে ৰেল- গাড়ী অহাদি আহিল। নগৰ-চহৰ একাকাৰ কৰি ঘৰ ঘৰ ঘৰ সুচ সুচ সুচ সুচ ইলেকচন আৱাজ। চিৰি পোতা মানুহ হুচিয়াৰ হ'লে আমাৰ এইপিনেও ইলেকচনৰ ৰেলগাড়ীত উঠা মানুহ ওলাব।

মন্টু : ওলাব, ওলাব, কিয় নোলাব, আমি দেখোন পতাকা জোকাৰিয়েই আছো।

মিঠা : এবা ওলাব। প্লেটফৰ্ম দলবোৰে বনাইছেই নহয়। (মনত) অ' বাপু, তই কালি পানীবোগান আঁচনিৰ উদ্বোধনী সভাত আছিলি?

মন্টু : আছিলো মানে? মিটিংখনৰ সৰ্বময় কৰ্তা দেখোন মইয়েই আছিলো।

মিঠা : তই তেন্তে মন্ত্ৰীক লগ পাব?

মন্টু : পাওঁ মানে? মন্ত্ৰীৰ লগত একেবাৰে এনেকুৱা জোৰা লগা। বৰঞ্চ মন্ত্ৰীৰ ডায়বেটিচ আছে যে তেখেতৰ ভাগৰ ৰসগোল্লাটো সদায় মোৰেই আৰু।

মিঠা : তোক তেন্তে বৰ মৰম কৰে?

মন্টু : বৈণীয়েক আমাৰ ঘৰলৈ আহিবলৈ ঠেং দাঙিয়েই থাকে।

মিঠা : পাৰিলে মন্ত্ৰীৰ আগত আমাৰ গাঁৱৰ সেই স্কুল ঘৰটোৰ কথা উলিয়াবি অ'।

মন্টু : দাইটি, তই বেয়া নাপাবি, মন্ত্ৰীৰ এতিয়া এইবোৰ কথা শুনিবলৈ সময় নাই।

মিঠা : সময় নাই? এবা আহানি জ্যোতি প্ৰসাদৰ গীত মুখত লৈ ভলণ্টিয়াৰ হোৱাৰ দিনৰে পৰা আজিলৈকে এই দেশখনত কিমান নেতা পালি-নেতা দেখিলো, এটাই মাথোন কথা- সময় নাই। হেৰ' চিজিল নোহোৱা দেশত সময়ৰ ব্যৱহাৰ হ'বনে?

মন্টু : তইতে এইবোৰ নুবুজ। ইলেকচনৰ মেৰজালত...

মিঠা : হ'ব মোক বুজাব নেলাগে। ইলেকচন মানে কি জান?

মন্টু : কি?

মিঠা : ইলেকচন মানে হ'ল একজনী গাভৰু ছোৱালী, এই দেখিবা হাঁহি খিকিন্দালি। এই দেখিবা ওফোন্দা -ওফোন্দি। গাভৰুৰ হাঁহিৰ মেৰজালতকৈ আৰু কিবা আছেনে?

মন্টু : ঠিক ধৰিছ। আমাৰ কথা হ'ল এই হাঁহি খিকিন্দালি ওফোন্দা-ওফোন্দিৰ মাজেদিয়েই নিজৰ সুবিধাবোৰ আমি আদায় কৰি ল'ব লাগিব। আজি ধৰ এই পানী কলটো হ'ল। কালিলৈ স্কুল ঘৰটো হ'ব, পৰহিলৈ ৰাস্তাটো হ'ব। তাৰ পাছ দিনা লাইব্ৰেৰীটো।

মিঠা : এইযে শিল্পী নোহোৱাকে শিল্পী পেঞ্চন, সাহিত্যিক নোহোৱাকে সাহিত্যিক পেঞ্চন, বাপু অ' এইবোৰ ইলেকচনৰ আগত পায় নে পিছত পায় অ'?

মন্টু : তই কথাটো তেনেকৈ কিয় কৈছ?

মিঠা : বাপু অ' মই জ্যোতিপ্ৰসাদৰ গীত মুখত লৈ ভলণ্টিয়াৰ কৰা মানুহ (তৰাদেয়ে বাল্টি পাতি থৈ যায়হি) ইলেকচনৰ কথা মই জানো। ইলেকচনৰ কথা ওলালে মোৰ সেই তাহানি ৰবাব টেঙা ফুটবল খেলালৈ মনত পৰে। মই যেন কেৰি কাটি কেৰি কাটি বলটো নি আছো নি আছো সিপিনৰ পৰা কোনোবা এটা অহাত আৰামত বলটো ভৰিয়ে হেঁচা মাৰি ধৰি কৈছো আহ কাৰ সাহ আছে আহ। এইবেলি এপাকত চকুৰ আগতে বলটো নি ভৰিটো ঘূৰাই লৈ কিলাকুটিৰে গলকিপাৰক ঠেলা এটা মাৰি লাহেকৈ ঠেলি দিলো। গল। এটা মস্ত গল। ৰেফাৰিয়ে টলকিবই নোৱাৰিলে।

মন্টু : ফাউল, অফচাইড এইবোৰ?

মিঠা : তাকেইতো। ইলেকচনৰ খেল ৰবাব টেঙাৰ খেল একেই কথা। ক'ত কেতিয়া ফাউল, অফচাইড হয় ঠিকনা নাই। কিন্তু আচল কথা হ'ল পানী কেতিয়া ওলাব ইমান দেৰি খাপ পাতি আছো। মেকানিকে চুইচ দিবলৈ পাহৰিলে নেকি? (কলৰ ওচৰ চাপি) অস অস মোৰ কলিজাত এই কামোৰ কোনে মাৰিলে। হয়নে? অস- অস- মই মানুহটো থাকোতেই এইয়া। নেথাকিলে ইহঁতে দেখিছো দুই নখৰ মাজত বিহা গুৰুণীৰ ব্যৱস্থা কৰিব। ৰতনপুৰ গাঁৱৰ মানুহবোৰ একা ৰাবনৰ দেশৰ মানুহ হোৱাদি হ'ল দেই।

মন্টু : কি কৰিলে?

মিঠা : দেখা নাই? আমাৰ জেগাই নাই। (পাতি দিয়ে) সহজে কোনো সাৰি যাব নোৱাৰিব।

মন্টু : তই অকণমান ৰ। মই কটকেনে মুখখন ধুই ...............।

মিঠা : ৰ! আচল কথা নক'লোৱেই নহয়। শুন আহানি গান্ধী বজাৰ দিনৰ পৰা আজিলৈকে আমাৰ মানুহবোৰে এই ইলেকচনটোক বাপেকৰ বছৰেকীয়া শ্ৰাদ্ধ পতাদি পাতিয়েই আছিছে।

মন্টু : যাওঁ নেকি .....।

মিঠা : ৰ, মৰাৰ পাছত মৃতকে শ্ৰাদ্ধৰ ভাগটো পায়নে নাপায়, আমি যেনেকৈ নেজানো। ঠিক তেনেকৈ ইলেকচনৰ লাভ লোকচানৰ খবৰটোও আমি নেজানো। পাঁচ বছৰ হৈছে, আমি বুঢ়া আঙুলিডাল আগবঢ়াই দিছো, বচ চিয়াহী এসোপা সানি দিছে, ঘৰলৈ গুচি আহিছো। (মন্টু যায়) (Action) বাপু তই মাৰি পঠিয়ালি। বেয়া নাপাবি বুইছ। সেইযে বুঢ়া আঙুলিত চিয়াহীৰ দাগটো, কেইদিনমানৰ পাছত সেই দাগটো, হাতৰ পৰা গৈ বুকুখনত খামোচ মাৰি ধৰেগৈ। এইদৰে লাগোতে লাগোতে কলিজাটো চিয়াহীৰ মাজত ডুব যায়। (তৰাদে আহি নিজৰ বাল্টি, পাতি নোথোৱা দেখি আচৰিত হয়, তৰাদেৰ উপস্থিতি বুঢ়াই গুৰুত্ব নিদিয়ে)

মিঠা : তই আহোতে বাল্টিটো লৈ আহিবি।

তৰাদে : মোৰ বাল্টি কোনে আঁতৰ কৰিলে?

মিঠা : তই বেয়া নাপাবি দেই, মই কথাবোৰ দুখতহে কৈছো।

তৰা : শুনিছেনে নাই? মোৰ বাল্টিটো কোনে আঁতৰ কৰিলে।

মিঠা : আও একেটা কথাকে কেনেকৈ চেপেটা কৰি আছে

দেখিছা। মই নেজানো, বাপু শুনচোন, তই....।

তৰা : তেনেকৈ ক'লেই হ'বনে? যমদুতটোৰ নিচিনাকৈ আপুনিহে ৰখীয়া আছিল।

মিঠা : খং উঠাই নল'বি দেই। সৰুতে আই ঘাটি লগা মানুহ।

তৰা : মোক সেইবোৰ নেলাগে। মোক উত্তৰ লাগে। কি যুক্তিত আপুনি বাল্টিটো আঁতৰ কৰিলে।

মিঠা : যুক্তি উকীলেহে দিয়ে। মই উকীল নেকি?

তৰা : পেংলাই নকৰিব দেই। অমুকীয়ে অন্যায় সহ্য কৰি নাথাকে। (বাল্টিং পাতি দিয়ে)

মিঠা : ইয়ে কেৰকনৰ জীয়েক। তই যে বাল্টিংটো আঁতৰ কৰোতেই ফেপেৰী পাতি আহিছ অলপ আগতে মোৰটো বাল্টিং কোনখন সংবিধানৰ মতে আঁতৰ কৰিলি?

তৰা : ইয়াত মোৰ হক আছে। মন্ত্ৰীক লগ ধৰি মহিলা সমিতিৰ জৰিয়তে দৰ্খাস্ত নিদিয়া হ'লে খালেহেঁতেন পানী।

মিঠা : তই কি ক'লি কেৰকণৰ জীয়েক? ইঞ্জিনিয়াৰৰ ঘৰলৈ পানী কলৰ কাৰণে অহাযোৱা কৰোতে কৰোতে শেষত ইঞ্জিনিয়াৰৰ ঘৈণীয়েকে মোক দেখিলে পানী কল পানী কল বুলি মাতিবলৈ ল'লে। এতিয়া তই কৈছ ওলোটাটো খবৰদাৰ মোৰ বাল্টিত হাত দিবি .. বাকীখিনি নকওঁ আৰু। (নিজৰ বাল্টিং পাতিবলৈ ধৰে) ।

তৰা : অ' আপোনাৰ তাৰ মানে কাজিয়া কৰাৰ মতলব?

মিঠা : তোৰ নিচিনা এজনীক কেয়াৰ কৰাত মই নাই। আঁতৰ হ।

তৰা : নহওঁ আঁতৰ। ইস কেনেকৈ পাতে চাওঁচোন।

মিঠা : কি? নোৱাৰোঁ? চাই থাক তেন্তে। (বাল্টিং ওপৰা ওপৰি কৰোঁতে ঠেলা হেঁচা হয়) এই বাপু বেগাই আহ। (ঠেলা হেঁচাত বুঢ়া আঁতৰ হৈ যায়)

তৰা : এতিয়া কাক মাতে মাতক।

মিঠা : বাপু নাহ কিয়? মাৰি পেলাম এতিয়া। (মন্টু বাল্টিং লৈ সোমাই আহে। মিঠাৰামে তালৈ অসহায় ভাবে চায়)

মন্টু : কি হৈছে, হৈছে কি? (Direction)

মিঠা : উস। এই কেৰকণৰ জীয়েকে মোৰ তেজ সোপা উতলাই পেলালে, কৃষ্ণ কৃষ্ণ প্ৰভু তুমিহে জানা, মাইকী মানুহৰ গাত হাত দিম আৰু......

তৰা : কি তেজ সোপা উতলিয়াই আছে। দিয়কচোন চাওঁ। মাইকী মানুহৰ গাত হাত দিয়ে।

মিঠা : বাপু তই দেখিলি। তাইৰ মহতালি দেখিলি? একেমাৰে (বাল্টিং দাঙে, তৰাই ভয় খোৱা যেন দেখুৱাই চিএৰ মাৰে)

মন্টু : (দুইটাৰ মাজত সোমাই)ৰ। সিফালে যা। এনেকৈ পানী নিয়া নহ'ব। প্ৰথম দিনাই যদি এনেকৈ খেলি মেলি হয়, পিছলৈ দেখোন কালৰ পাৰত থানা এখনকে বহুৱাই ল'ব লাগিব।

তৰা : তেখেতে মোৰ বাল্টিত।

মিঠা : চুপ।

মন্টু : তই মনে মনে থাক। (Action)। মুঠতে সংবিধান এখন আমাক লাগিবই।

মিঠা : মানে?

মন্টু : পানী নিয়াৰ সংবিধান।

মিঠা : পানী নিবলৈও সংবিধান?

মন্টু : অ'। এই সংবিধানৰ জৰিয়তে সকলোৱে সমান অধিকাৰ পাব। সকলোৱে পানী নিবলৈ সুবিধা পাব। মানে এটা শৃংখলা আৰু......।

মিঠা : কিন্তু পানী কেতিয়া ওলাব। ইমান সময় খাপ পাতি আছো। পানীৰ লগত দেখা-দেখি নাই। ইয়াৰ পৰা ঘৰলৈ যাওঁ, মানুহজনীয়ে ক'ব কেৰাচিনৰ গাড়ী আহিছে। যাওঁক তাতো এপৰ। কন্ট্ৰলৰ চেনি আহিছে তাতো এপৰ যাওঁক। দুটকীয়া চাউল আহিছে তাতো খাপ পাতি থাক। এনেকৈয়ে খাপ পাতি থাকিবলৈকে আমাৰ জন্ম হৈছে নেকি? এনেকৈ খাপ পাতি (change) (মুখখন সামান্য বেকা কৰি পানী কলটোৰ উমান লয় যেন পানী আহিছে) আহি গ'ল আহি গ'ল।

মন্টু : কি ?

মিঠা : সেই চি চি শব্দটো। পানী আহি গ'ল (আটাইকেইটাই কলৰ পাৰত বাল্টিং পাতিবলৈ খদম দম লগায়। সকলোৰে ওপৰত মন্টুৱে বাল্টিং পাতি পানী অহালৈ বাট চায় )

মন্টু : ধেৎ নহয়।

মিঠা : মই এনেয়ে শুনিলো নেকি?

তৰা : শুনিবতো। কেনেকৈ নিওঁ কেনেকৈ নিওঁ লাগি আছেতো। (বাল্টিংটো ঠেকেচা মাৰি দিয়ে)

মিঠা : বাপু তই এই পাতৰ ফোঁচ ফোচনি দেখিলি। উস যাওঁ নহৰু এফোটা খাই আহোঁ। প্ৰেছাৰ উঠিব পাৰে। (সিফালৰ পৰা মহৰী আহে। মিঠাৰামৰ ভৰিত পাক খায়)

মিঠা : ক'ত ঠেঙৰ তলত দিগদাৰী লগাইছ? সিফালে (যায়)।

মন্টু : উস গাটো কামোৰি বখলা বখল কৰিলে ।

তৰা : কি?

মন্টু : এই বুঢ়াটোৱে। এনেকৈয়ে সদায় অশান্তি কৰি থাকিলে হৈছেই আৰু।

মহৰী : উনৈশ, বিশ, চেহ তাৰ পাছত।

তৰা : কি কৰিছে সেইয়া?

মহৰী : ৰ'ব সময় নাই। ইমাৰ্জেন্সী ।

মন্টু : কি সময় নাই?

মহৰী : মানে লৰা লৰি, আচ্ছা এই খিনিতে ভাঁজটো পৰিলে.. দেখা যাওঁক কি হয়। বাইদেউ অকণমান ধৰকচোন।

তৰা : কি? কি বুলি কৈছে?

মহৰী : চোৰাই নাই। ভন্টি। লৰালৰি, অকণমান ধৰা। (তৰাই ধৰে) ধৰি থাকিবা দেই। মই হিচাপটো আকৌ এবাৰ চাই লওঁ লৰাই নাথাকিবা।

তৰা : আপোনাৰ নামটো কি আছিল?

মহৰী : একচল্লিশ ।

তৰা : কি?

মহৰী : কৈছো নহয় লৰালৰি। বিৰাল্লিশ ভাঁজটো পৰিবই। আঁতৰৰ পৰা চাই ল'ব লাগিব। চাওঁ ভিনদেউ।

মন্টু : ভিনদেউ? কোন ভিনদেউ ?

মহৰী : বেয়া নাপাব দেই। একেলগে দেখিলো যে। লৰালৰি।

মন্টু : আপুনি এই মন্টু ভঁৰালীক চিনি নাপায়?

মহৰী : মই ইয়ালৈ নতুনকৈ আহিছো।

তৰা : আপোনাৰ ইমান ৰাতিপুৱাই duty পৰিল নে ?

মহৰী : কি কৰিবা ইলেকচনৰ সময়। লৰালৰি। এতিয়া কামত আভুৱা ভাৰিলে সন্যাসী হ'ব লাগিব। চাওঁ ভন্টি। অলপ সিফালে যোৱা। ধৰা। চাবা দেই লৰাই নাথাকিবা।

তৰা : আপোনাৰ নামটো নক'লে নহয়।

মহৰী : অ' নাম। ৰ'বা। একচল্লিশ।

মন্টু : হেৰি আপোনাৰ ঘৰ ক'ত বুলিলে?

মহৰী : ঘৰ? বিৰাল্লিশ।

তৰা : (হাঁহে আৰু ফিটাডাল এৰি দিয়ে)

মহৰী : ধেৎ তেৰি। ফিটাডাল এৰি দিলা যে? চব হিচাপ উল্টা পুল্টা হৈ গ'ল নহয়। চব খেলি মেলি হৈ গ'ল (তৰাই হাঁহি ৰখাব নোৱাৰা হয়)

মহৰী : হাঁহিছা? হাঁহা। ইলেকচনৰ সময়ত আমাৰ হাঁহিবোৰ যে পুৰণা পাতি পইচা নোহোৱাদি নাইকীযা হৈ গ'ল। সেইটো জানো খবৰ আছে ? সন্যাসী হোৱাইহে এৰিবা। চেহ হিচাপটোৱে পাহৰি থাকিলো নহয়। কিমান আছিল বাৰু

তৰা : আপুনিহে জানিব।

মহৰী : তাকেইটো। মইহে জানিমটো। অ' ভিন

মন্টু : কি ?

মহৰী : Sorry আকৌ মূৰৰ পৰা জুখিব লাগিব। চেহ (যায)

মন্টু : ফিটা মাৰে, হিচাপ কৰে। নিজৰ নামটোকে শুদ্ধকৈ ক'ব নোৱাৰে।

তৰা : কি হিচাপ কৰিলেনো?

মন্টু : বোধ হয় পানী ঘৰৰ পৰা এই পানী কলটোলৈ দূৰত্বটো কিমান হ'ব জুখিলেহি।

তৰা : কিয়?

মন্টু : ঠিকাদাৰৰ বিলৰ কাৰণে।

তৰা : ইমান ৰাতিপুৱাইনে?

মন্টু : ঠিকাদাৰে টকা দিব। মুঠতে টকা পালে তোক মাজনিশাও আহি কাম কৰি দিবহি। কিন্তু টকা নাপালে টেবুলৰ ওপৰত থকা ফাইলটোও বিচাৰি নোপোৱা হ'ব।

তৰা : মুঠতে দুৰ্নীতি।

মন্টু : সেই কাৰণেইতো আমাৰ দল জিকাৰ ওপৰত ইমান গুৰুত্ব দিছো।

তৰা : আপোনালোকে দুৰ্নীতি খেদাব পাৰিব?

মন্টু : সেইটো আমাৰ নিৰ্বাচনী ইস্তাহাৰৰ প্ৰথম কাম। যিকোনো উপায়েৰে আমি দুৰ্নীতি নিৰ্মূল কৰিমেই। যেনেকৈ কলেৰা, ছিটাৰ সহায়ত।

তৰা : আপোনালোকৰ দ্বিতীয় কাম ?

মন্টু : প্ৰতি ঘৰে ঘৰে এটাকৈ চাকৰি।

তৰা : চাকৰি?

মন্টু : ওঁ, নিবনুৱা সমস্যা সমাধানৰ কাৰণে এইটো এটা সুদূৰ প্ৰসাৰী চিন্তা (বহে)

তৰা : অতবোৰ নিবনুৱা।

মন্টু : দহ বছৰৰ পাছত দেখিবি হজম। (বেঙা আহি কলৰ পাৰত বহি পৰে)

তৰা : অ' মন্টুদা (লেনিয়াই)

মন্টু : ওঁ ক।

তৰা : এ নকওঁ। যাওক।

মন্টু : কিয়?

তৰা : আমাৰ নিচিনা মানুহৰ কথা ভাবিবলৈ আপোনাৰ সময় আছেনে?

মন্টু : ধেৎ কিয় তেনেকৈ কৈছ?

তৰা : নহয় ব্যস্ত মানুহ যে।

মন্টু : হয় দেই। ব্যস্ততাই মানুহক একেবাৰে নীৰস্ কৰি পেলায়।

তৰা : মৰম চেনেহ মিলা প্ৰীতিও কেৰাচিন তেল নোহোৱাদি নাইকিয়া হৈ যায়।

মন্টু : উপমা কিন্তু দিছ দেই। বিৰোধী দলে লগ পালে কেৰাচিনক লৈ এটা ইচ্যুয়েই তৈয়াৰ কৰি পেলাব।

তৰা : বেয়া পালে?

মন্টু : নাই পোৱা। ভাল লাগিছে।

তৰা : কালি পানীকলৰ মিটিঙত আপোনাক ইমান বিচাৰিছিলো।

মন্টু : কিয় কিবা কাম আছিল? মই চাগৈ মন্ত্ৰীৰ লগত ব্যস্ত আছিলো। জানইতো ইলেকচনৰ সময়।

তৰা : আপোনাক আচলতে সঁচাই ধন্যবাদ দিব লাগে জানে।

মন্টু : কিয় ?

তৰা : এই ৰতনপুৰ পানী যোগান আঁচনিটো আপোনাৰ কাৰণেই হ'ল।

মন্টু : সেইটো কথা নেকি আৰু। গাঁৱৰে ল'ৰা, কৰি দিলো।

তৰা ঃ কথাতো। দেশে স্বাধীনতা পোৱা কিমান বছৰ হ'ল। কিমান নেতা পালিনেতাই চকুৰ আগতেই খৰ বাগৰ মাৰি আঁতৰি গ'ল। কিন্তু ৰতনপুৰৰ ৰাইজক যে বিশুদ্ধ পানী অকণমান লাগে সেইটো কোনোবাই চিন্তা কৰিলেনে?

মন্টু ঃ আমাৰ চীফ, বৰ দয়ালু মানুহ। জোৰদি ধৰিলো, দি দিলে।

তৰা ঃ আপুনি এইবোৰ কাম কৰিবলৈ চিন্তা কৰিব নালাগে। আমি মহিলা সমিতি আছে। চিন্তা কিহৰ। এইবাৰ পানী যোগান হৈছে। অহাবাৰলৈ ৰাস্তাটো ধৰক। তাৰ পাছত স্কুল ঘৰটো।

মন্টু ঃ মই চীফক জনাম বাৰু।

তৰা ঃ আপুনি খালী চীফ চীফকৈ থাকে। (change) জানো নহয় এইবোৰ সকলো হ'ব আপুনি আছে চিন্তা কিহৰ? মাত্ৰ এই তৰাদে নামৰ নামৰ ছোৱালীজনীকহে সকলোৱে পাহৰি গ'ল।

মন্টু ঃ মানে?

তৰা ঃ চকুৰ আগতে সংসাৰৰ চাকৰি সোপা ৰেচন কাৰ্ড বিলোৱাদি বিলাইশেষ কৰিলে নহয়। এবাৰলৈও আমুকীলৈ মনত পৰিলনে?

মন্টু ঃ চাকৰি বস্তুটো লাও-কোমোৰা নহয় নহয়। বেছি হ'লে এঘৰত এফাল সিঘৰত এফাল দি ফুৰিবি। দৰ্খাস্ত কৰিব লাগিব। ইন্টাৰভিউ দিব লাগিব।

তৰা ঃ ইস কিমান দিলো। আমাৰ দৰ্খাস্তৰ কিবা মূল্য আছেনে?

মন্টু ঃ ঠিক আছে তোৰ কথা মই চীফক জনাম বাৰু। তোৰ এক্সট্ৰা কেৰিকুলাৰ কিবা, মানে চীফক ক'ব পৰাকৈ। (চকুৰে চকুৰে চায়)

তৰা ঃ কিয় মহিলা সমিতিৰ সদস্যা?

মন্টু ঃ হ'ব। চাকৰিত ইয়াতকৈ ভাল প্ৰতিভা নালাগে। এইবাৰ দৰ্খাস্ত দিলে চাবি তোৰ চাকৰি হ'বই হ'ব।

তৰা ঃ খাটাং মন্টুদা?

মন্টু ঃ এই মন্টু ভঁৰালীয়ে কৈছোতো খাটাং।

তৰা ঃ চাঁও উঠক। বাল্টিংটো দিয়ক।

মন্টু ঃ কিয়? কি কৰ?

তৰা ঃ পাতি দিওঁ। একেবাৰে আগত পাতিম। (পাতিবলৈ গৈ দেখে বেঙা কলৰ পাৰত বহি আছে)

তৰা ঃ আৰে বেঙা তই? তই কেতিয়া আহিলি?

বেঙা ঃ (মূৰ দুপিয়ায)।

মন্টু ঃ বাল্টিং কেতিযাবাই পাতিলি? (বেঙাই মূৰ দুপিযায)

তৰা ঃ ই নুশুনেই যেন পাওঁ। চকুত ফেঁচকুৰি লাগিয়েই আছে নহয়।

বেঙা ঃ হাঁহে।

মন্টু ঃ হাঁহিবলৈ আহিছ বদমাছ। চকুহাল মুদিলেই চাগে মানুহে বাল্টিং পতাহে দেখ। (বেঙাই মূৰ দু পিয়ায় )

মন্টু ঃ সেইটো কাৰ বাল্টিং ।

মন্টু ঃ কি কৰ?

তৰা ঃ আঁতৰাই দিওঁ। বুঢ়াই কথাই কথাই খালী কেৰকশৰ জীয়েক কেৰকশৰ জীয়েক। এইটোৰ কাৰণেহে ইমান খক। থাক বাপেকে পৰি থাক (বেঙাই আকাৰ ইঙ্গিতে বুজায় তাকো বাল্টিং পাতিবলৈ দিয়া নাছিল) দেখিলে মন্টুদা, তেখেতে কিমান অন্যায় কৰে দেখিলে? (বুঢ়া আহি বাল্টিত খুন্দা মাৰেহি)

মিঠা ঃ বাপু দেখিলি, নিজ চকুৰে দেখিলি তই? মোৰ বাল্টিং কি মন্ত্ৰীক দিয়া দৰ্খাস্ত নেকি যে য'তে ত'তে অদৰকাৰী হৈ পৰি থাকিব।

(Direction) (নিজৰ বাল্টিং পাতিবলৈ আগবাঢ়ে)

তৰা ঃ কি কৰে?

মিঠা ঃ বাল্টিং পাতো।

তৰা ঃ এইবোৰ থাকোতেই।

মিঠা ঃ মই পাতিমেই।

তৰা ঃ কথা নুশুনিব নেকি ?

মিঠা ঃ নুশুনো। মোৰ কথা শুন নেকি?

তৰা ঃ মই আন্দোলন কৰি দিম। ঐ বেঙা এইফালে আহ।

মিঠা ঃ কৰ আন্দোলন কৰ, পিকেটিং কৰ কৰি থাক। বেঙাই ৰক্ষা কৰিব পাৰে।

তৰা ঃ তই ইয়াত শুই পৰ। (শুৱাই দিয়ে)

মিঠা ঃ (বেঙাক) এইয়া গণ অৱস্থান কৰিছ? পিকেটিং কৰিছ? বাপেকে যে মাঘৰ বিহুত নিয়া টকা দহোটি আজিলৈকে ঘুৰাই পোৱা নাই- তই মোক ভাবুকি দিয়? (কাণত ধৰি আঁতৰাই লৈ যায়)

মন্টু ঃ সি কি জানে তাক কৈছে কাৰণেহে।

মিঠা ঃ মৰিয়াই পানী কলৰ পেটু উলিয়াই দিম।

মন্টু ঃ তই কাণখনত দুখ পালি?

বেঙা ঃ (মূৰ দুপিয়ায়)

মন্টু ঃ মই তহঁতৰ ঘৰলৈ যাম বুজিছ। বহুদিন মই তহঁতৰ পদুলীত ভৰি দিয়া নাই। সেই যে বকুল জোপা। কালি পানী কলৰ মিটিং শুনিলি?

তৰা ঃ সি আমাৰ ওচৰতে আছিল।

মন্টু ঃ দেখিলি, মন্ত্ৰীয়ে কিমান ভাল কথা কৈ গ'ল। স্বাস্থ্য ৰক্ষাৰ একমাত্ৰ উপায় খোৱাপানী। এই পানীযেই যদি আমি নেপাওঁ থাকিম কেনেকৈ? এতিয়া আৰু চিন্তা নাই। অলপ পিছত পানী আহিব। পানীৰে বাল্টিংবোৰ উপচি পৰিব। সেই পানীত গা ধুবি, সাঁতুৰিব।

বেঙা ঃ (বেঙাই বুজায় পানী আহিছে) এটি শব্দ হৈছে, সি কলৰ

পাৰলৈ লৰ মাৰে। (তাক লক্ষ্য কৰে সকলোৱে।)

মিঠা : ধেৎ তেৰি পানী এইবাৰো নাহিল।

মন্টু : ই সপোন দেখিলে নেকি?

তৰা : বেঙা, পানী আহিলে ইয়াত এটা শব্দ হ'ব বুজিছি?

মিঠা : বাপু। বেঙাকে পানী ঘৰলৈ পঠাই দে। এনেকৈ নোবাৰি আৰু...।

তৰা : মন্টুদা, সৌটো আহিছে। (মহৰী সোমাই আহে)

মহৰী : লাইনটো এইফালেই যাব। এইবাৰ কিন্তু ভুল কৰি নিদিবা দেই। উনৈশ, বিশ, একৈশ। চেহ মানুহ এটাও নেপালো নহয়। চাওঁ অকণমান (বেঙা যায়) ধেৎ তই নহয়। ভন্টি আহা।

তৰা : কি বাৰে বাৰে দিগ্‌দাৰী লগাই থাকে। দৰমহা দিব নেকি কিবা?

মহৰী : একো নহয়। সমাজ সেবাহে। ধৰা। উনৈশ, বিশ, একৈশ, বাইশ।

মিঠা : হেৰা বাপু, তুমি কলটোৰ পাৰত কিহৰ ইমান অথালি পথালিখন কৰি আছাহে। পানীটোপা দিবলৈও ইমান জোখ মাখ লাগেনে?

মহৰী : খুড়া। বেয়া নাপাব। পানী দিবলৈ পোৱা হ'লেতো ভালেই আছিল এৰা অথনিও নেপালো নহয়। ৪০৭ অভাৰ ট্ৰেক কৰাদি কৰিলো।

মিঠা : কি?

মহৰী : পানী নোলায় নহয় খুড়া। আপোনালোকে মিছাতে খাপ পাতি আছে।

তৰা : পানী নোলায় কি?

মন্ত্ৰী : ক'ৰ পৰা ওলাব? ভোটৰ আশাত মন্ত্ৰী ডাঙৰীয়াই লৰালৰিকৈ পানী কলটো উদ্বোধন কৰিলে হয়। কিন্তু পানী আহিবলৈ যে পাইপ পুতিব লাগে সেইটো কিন্তু কাৰো খবৰেই নহ'ল।

মন্টু : কি পাইপ পোতা নহ'ল?

মিঠা : এইটো তেন্তে হেন্ডেল নথকা চাইকেল। চকা নথকা মটৰ গাড়ী। ৰতনপুৰ পানী যোগান আঁচনিৰ কি এইটো সতিনী পো? (বেঙাই আকাৰে ইঙ্গিতে বুজায় পানী কেতিয়া ওলাব। Direction)

তৰা : তেন্তে, পানী সঁচাকৈ নোলাব নেকি?

মহৰী : মোক সুধিছা? ইলেকচন হওঁক, তাৰ পাছত চৰকাৰ হওঁক, তাৰ পাচত পইচাৰ চেংচন হওঁক, তাৰ পাছত ঠিকাদাৰ আহক তাৰ পাছত আকৌ চৰকাৰ ভাগক। ধেৎ তেৰিকি, ইমানবোৰ অংকৰ উত্তৰ জনাহেঁতেন মই মহৰী নহৈ মন্ত্ৰীয়েই হলোহেঁতেন। (Action) অকণমান ধৰা হ'লে। (বেঙা আগবাঢ়ি যায়) ধেৎ তই নহয়। চাওঁ ভন্টী। (তৰাক ফিটাডাল আগবঢ়াই দিয়ে। মহৰীৰ ফালে তীব্ৰ ক্ষোভ এটাত আগবাঢ়ি যায়। মহৰী পিছ হুহকি বাহিৰ ওলায়। (Direction তৰা উভতি আহে।)

তৰা : মন্টুদা, তেখেতে কি ক'লে শুনিলে?

মন্টু : কিন্তু মই কি কৰিম?

মিঠা : তোৰ ক'বলগীয়া একো নাই? জ্যোতি প্ৰসাদৰ গীত মুখত লৈ দেশ স্বাধীন কৰা এই বুঢ়াৰ আগত ক'বলৈ তোৰ একো নাই?

মন্টু : কিন্তু মোকতো চীফে কথা দিছিল। অৱশেষত এইটো কোনোবা Schedule cast area-ৰ বাবে চেংচন কৰিলেগৈ নেকি? আচ্ছা মই কথা দিছো। মই চেষ্টা কৰিম। চীফক সকলো জনাম (যায়। পিছে পিছে বেঙাই বাল্টিংটো দিবলৈ যায়)

তৰা : চেহ মোৰ হ'লে লাজ লাগিছে। অ'ত বেলি আমি এনেয়ে খোৱা কামোৰাখন কৰিলো। ভুলনো মানুহে এনেকৈ কৰেনে?

মিঠা : ভুল সকলোৰেই সকলোতেই আছে। এতিয়া ভু লবোৰ বেমাৰৰ বীজাণুৰ দৰে ৰাস্তাই-ঘাটে, ৰেলে-বাছে ঘূৰি ফুৰিছে (এনেতে মন্টুক বাল্টিং দি বেঙা ঘূৰি আহে)

তৰা : বেঙা, হো বাল্টিংবোৰ উবুৰিয়াই ল। নাপায়।

বেঙা : (ইঙ্গিতেৰে) কিয়?

তৰা : এতিয়া আকৌ নদীৰ ঘাটলৈ যাম। (Direction মিঠাৰাম আৰু তৰাদৈ যায়। বেঙাৰ হাতত বাল্টিং। তাৰ অনুভৱ হয় পানী যেন, আকৌ আহিব। সি চঞ্চল হয়। সকলোকে সি চিঞৰি জনাব খোজে। সি বাল্টিং পাতি কলটোৰ পাৰত বহি পৰে।)

**সমাপ্ত**

# য়েইচা ৰাজা ৰামসিং
# এইচা মন্ত্ৰী ঘিটিং টিং

**নাট্যকাৰ # শ্ৰীযুত কৃষ্ণ ভূএঁা**

(মঞ্চস্থৰ বাবে নাট্যকাৰৰ অনুমতি বাঞ্চনীয়)

**চৰিত্ৰ সমূহ :-** ১. পুলিচ ২. বুঢ়া ৩.মানুহজনী ৪. মন্ত্ৰী ৫. সাংবাদিক

শুনক ৰাইজ আমাৰ বজাৰৰ মাজমজীয়াত স্থাপন কৰিবলৈ লোৱা Night club ৰ আধাৰশিলা স্থাপন কৰিবলৈ মাননীয় মন্ত্ৰী মহোদয় আহি আমাৰ মাজত উপস্থিত হ'বহি। সেয়েহে মন্ত্ৰী মহোদয়ৰ নিৰাপত্তাৰ খাতিৰত দৈনিক বজাৰ কেৱল অনুষ্ঠান শেষ নোহোৱালৈকে বন্ধ থাকিব। আমাৰ নিৰাপত্তা ৰক্ষী সকলৰ প্ৰতি এটি বিশেষ অনুৰোধ যে যান বাহনসমূহ নিয়ন্ত্ৰণ কৰাৰ লগতে এই ঠাইডোখৰৰ ভিতৰত যাতে কোনো অ-প্ৰয়োজনীয় ব্যক্তি প্ৰৱেশ কৰিব নোৱাৰে তাৰ প্ৰতি চোকা নজৰ ৰাখে। ধন্যবাদ।

বুঢ়া ঃ ধেৎতেৰি পুলিচ, বাই দিম দেই। কথা নাই বতৰা নাই খচংকৈ পামটো খুলি দিলা যে?

পুলিচ ঃ ঐ বুঢ়া কি কলি? কাক বাম বুলি কলি? বেতাই বেতাই মুখেৰে গু বাহিৰ কৰি দিম। চিনি পাই যাবি বাপেৰক হঁ।

বুঢ়া ঃ এস থৈ দিয়াহে। তোমাক চিনি পাবলে আৰু বাকী আছেনে? হেৰৌ সোধ নাই পোচ নাই সেইখিনিত থৈ দিয়া বাইস্কলখন চকুৰ পচাৰতে এইখেনি পোৱালেহি দেওঁ। অ' বাইস্কলখনৰ গাৰ্জেন নাই বুলি ভাবিছিলা হ'ব পাই। সুবিধাতে সৰকোৱাৰ মতলব নহয় জানো?

পুলিচ ঃ ঐ অলপ লেকাম ৰাখি কথা কবি দেই। বুঢ়া ঠেৰা একো নামানিম হ'লে কৈ দিলো। ইস কথা কৈছে শুনা। বুঢ়াৰ বৃটিছৰ দিনৰ চাইকেলখন নিবলৈ নাপাইহে মই মৰি আছো।

বুঢ়া ঃ তেনেহ'লে নোকোৱা নেমেলাকৈ বাইচাইকেলখন লৈ পলাইছিলা কিয়?

পুলিচ ঃ হেৰি মই এজন পুলিচ।

বুঢ়া ঃ হ'ব নোৱাৰিছা পুলিচ। আজিকালি ক'ত পুলিচে চুৰ কৰে, ক'ত কি তাৰ হিচাপ নাই।

পুলিচ ঃ এই অদৰকাৰী কথাবিলাক বলকি নাথাকিবি। জাননে মই মোৰ ডিউটি কৰিছো.

বুঢ়া ঃ কি Duty ডাল কৰিছাহে? বাইস্কল ৰখা ঠাইৰ পৰা বাইস্কলখন লৈ মনে মনে ঢাপলি মেলাটো হবলা তোমাৰ Duty?

পুলিচ ঃ ঐ অনা নালাগে চাইকেল ভাঙি গুৰি কৰি দিম। তাত চাইকেল ৰাখিছিলি কিয়?

বুঢ়া ঃ ক'ত?

পুলিচঃ ষ্টেণ্ডত।

বুঢ়া ঃহে'ৰা কি অলে-বলৌ কথা কোৱাহে? বাইচাইকেলখন তাত নাৰাখি এতিয়া বাটৰ মাজত ৰাখিলেহে হ'ব।

পুলিচ ঃ দেখা নাই তাত No parking লিখা আছে?

বুঢ়া ঃ উস সেইবোৰ লেখিব পঢ়িব জনা হলে এনেকৈ কল, কচু, ঢেকিয়া লৈ হাটত বহি থাকিব নালাগিলহেঁতেন। অতদিনে হাকিম মুক্তিক হৈ তোমাৰ ওপৰত আদেশ চলাই থাকিব পাৰিলোহেঁতেন। পিছে হেৰি নহয় সেইখনটো আনদিনা নাথাকে আজিনো কিয় আঁৰিলা।

পুলিচ ঃ আজি বজাৰ বন্ধ বুলি নাজানে নেকি?

বুঢ়া ঃ কি ক'লা? বজাৰ বন্ধ। কোনো দিলে বন্ধ? তুমি?

**পুলিচ :** এই এডুকেচিয়া কথাবোৰ মোক সুধি নাথাকিবা দেই। সুধি নাহেগৈ কিয় কোনে বন্ধ দিলে?

**বুঢ়া :** অস কথাই প্ৰতি মোক চকুপকাই নধৰিবা দেই। তোমাক নুসুধি কাক সুধিব লাগে। (বাহিৰত চিএৰ বাখৰ) হেৰা ৰঙাচকু নধৰাগৈ কিয়? যোৱা বেগাই যোৱা।

**পুলিচ :** ৰ'বাচোন টেটুফালি নাথাকিবা। মানুহহে ইঞ্জিন নহয় নহয়। ঐ....... ঐ কি হ'ল তইঁতক লাগে নেকি? (প্ৰস্থান)

**বুঢ়া :** হেৰা আইটি, আইটি গুচি আহা, বেগাই আহা নহ'লে সেই অসুৰ কেইটাই তোমাক খাই পেলাব। হেই হেই নিধকইঁত এৰিলিহেঁতনে? (মানুহজনী সোমাই আহে)

**মাঃজনী :** ঐ ঐ ঐ মাৰ বাপেৰ মুৰ খোৱাইঁত? আহচোন আহ আকৌ এবাৰ হাতত ধৰি চাহি। বুতি বাহনিৰ কোবত চাল চিণ্ডি দিম। চিনি পাই যাবি বুঢ়ি মাৰক হঁ। এই জহনিত যোৱা কেইটাৰ পৰা শান্তিৰে ক'তো ওলাবও নোৱাৰা হ'লো। এইবোৰ নমৰেও নেহাজেও ভাল সংসাৰত ঠাই বন্দী কৰিবলৈ আহিলে। উৱ ঐ ঐ ঐ মাৰ বাপেৰৰ মুৰ খোৱাইঁত চেগুলৰ চৰত গাল ফালি দিম। মৰ মৰ, তইঁত মৰি হাজি শেষ হ। বেটটোও ফালিলে দেওঁ।..... নাই মই যিমানে কৈছো বোলো মই ফুৰিবলৈ অহা নাই মোক লৈ টনা আঁজোৰাখন নকৰিবিচোন। সিহঁতে সিমানে টনা আঁজোৰাখন লগাইছে। হেৰৌ তইঁতৰ গাডীত যদি মানুহ বঢ়িবলৈ নাযায় গাড়ী নচলাবি আক। মিছাতে ইটোৱে সিটোৱে গাড়ীলৈ টনা আঁজোৰা কৰি মৰে বুইছেনে? চাল্লা হেগুিমেন ওলাইছ গচকি পেটু বাহিৰ কৰি দিম। দেখিছেনে বাৰু এই দিন দুপৰতে এইবোৰ ইইঁতৰ লাজ নালাগে। (পুলিচ সোমাই আহে)

**পুলিচ:** হ'ল হ'ল মনে মনে থাকক। তাকে লৈ এতিয়া বৌজাল বৌজাল কৰি থাকিব নালাগে।

**বুঢ়া :** অ' পুলিচ ভালকৈ এসেকা দিলানে বাৰু? মৰিয়াই মাৰিব লাগিছিল সিহঁতক।

**পুলিচ :** মৰিয়াই মাৰিবলৈ সিহঁতো মানুহহে। পুলিচ হ'লো বুলি একেবাৰে দয়া মমতা নাথাকিলে নহ'ব নহয়।

**বুঢ়া :** এস, এনে একেবাৰে দয়াময়তো ওলালহি। সিহঁত কেইটাই চাগৈ দয়া কৰি জেপত কিবা এটা ভৰালে সেইবাবেহে।

**পুলিচ :** চুপ আৰু কথা নক'বি। মুখ ভাঙি গুৰি কৰি দিম (ওলাই যায়)

**মাঃজনী :** হেৰি আপুনিনো কোনফালে মন কৰি আহিছিল?

**বুঢ়া :** আহোতে বজাৰলৈ বুলিয়েই আহিছিলো। পিছে ইয়াতহে গম পালো বজাৰ বোলে বন্ধ। হওঁতে মিলিটাৰি চিলিটাৰি বিলাক টহল দি থকা দেখিছো। কি বা হ'ল জানো?

**মাঃজনী :** অ' আপুনি হ'বলা গমেই পোৱা নাই?

**বুঢ়া :** নাই পোৱাতো কি হ'লনো কিবা হ'ল নেকি?

**মাঃজনী :** বজাৰৰ মাজত যে আছিল ডাঙৰ পুখুৰীটো এতিয়া যে মাটিৰে পুতি পেলালে..।

**বুঢ়া :** অ' তাত কিবা ওলাল নেকি আকৌ? আজি কালি আকৌ অনুষ্ঠান প্ৰতিষ্ঠান বুলি নাই, গাড়ীয়ে বাৰীয়ে ঘৰে দুৱাৰে ৰাস্তাই পদুলিয়ে মুঠতে ঠাই এখন হলেই হল গোটেইখনতে বোমাৰ আতংক।

**মাঃজনী :** নহয় অ' তাত বোলে নাইট কিলাবনে কিবা কিলাব এটা বনাব। তাঁলৈ বোলে ডাঙৰ ডাঙৰ, মানুহবিলাকহে যাব পাৰিব। এইবোৰ আকৌ সেই বৰবানী বাইদেয়ে কোৱাহে শুনিছো। সেই কাৰণেই নেকি নাজানো মানুহজনীয়ে নিজকে সজাই পৰাই একেবাৰে গাভৰু যেন কৰি পেলাইছে। আগৰ সেই ঢোল যেন গাটো কিছু খহিল। পকা চুলিখিনিও এতিয়া ক'লা হ'ল নহয়। আৰু কি হ'ল জানে? মই আক' এইবোৰ কথা আপোনাৰ বিশ্বাসতহে ক'লো আনক নক'ব আক'

**বুঢ়া :** এ নকওঁ হে কৈ যোৱা।

**মাঃজনী :** মানে ইবিধতো মুখ দিছে।

**বুঢ়া :** ইবিধ মানে?

**মাঃজনী :** আপুনিও যে আৰু। বজাৰৰ দোকানত যে কিনিবলৈ পোৱা দামী নিচা লগা বিধ আক'। গিৰিয়েকটোৰ আক' সেইবোৰলৈ কাণ সাৰেই নাই। সেইজন সেইফালে ধৰ্ম। বুলিয়েই মৰিছে।

**বুঢ়া :** হয়নে? এৰা কুকুৰৰ নেজ দীঘল হ'ব নিজে পাৰি বহিব। আনক কি ডাল কৰিব (পুলিচ আহে)

**পুলিচ :** হেৰি আপোনালোকে এতিয়া কথাৰ মহলাকে মাৰিবনে, ইয়াৰ পৰা যাব।

**বুঢ়া :** আমি আক' কলৈ যাম? বজাৰলৈ অহা মানুহ যাওঁ বুলিয়েই ঘৰলৈ ঘুৰি যাব নোৱাৰো নহয়।

**পুলিচ :** ক'লো নহয় বজাৰ বন্ধ বুলি। অনুষ্ঠান শেষ নোহোৱালৈকে বজাৰ বন্ধ হৈ থাকিব। এতিয়া ঘৰৰ মানুহ ঘৰলৈ ঘুৰি যাওঁক। নতুবা য'তে ত'তে চাইকেল ৰাখি জুমবান্ধি কথাৰ মহলা মাৰি থাকক। তাতে ক'ৰবাত কিবা এটা হওঁক শেষত আমিহে জগৰীয়া হ'ব লাগিব।

**বুঢ়া :** অনুষ্ঠান মানে?

**মাঃজনী :** সেইযে ঘৰটো বনোৱাৰ কথা কৈছিলো। তাতে আধাৰ শিলা নে কিবা স্থাপন কৰিবলৈ মন্ত্ৰী মহোদয় আহিব। সেই অনুষ্ঠান আক'।

**পুলিচ :** অ' আপুনি যদি বজাৰ বন্ধ বুলি জানেই। হাতত সেই সোপা লৈ বজাৰলৈ বুলি আহি আৰু এটা ঝামেলা বঢ়ালেহি কিয়?

**মাঃজনী :** ক'তনো মই বজাৰলৈ আহিছো। মই মন্ত্ৰী মহোদয়ক

লগ কৰিম বুলিহে আহিছো। দেখা নাই এইডাল ফুলৰ মালা মন্ত্ৰীলৈ বুলি আনিছো। এইখন আক' মেখেলা বৰুৱানী বাইদেউলৈ। মোক মন্ত্ৰীক লগ কৰাই দিম বুলি কৈছে নহয়, সেই কাৰণে।

**বুঢ়া :** হে'ৰা আইটি মন্ত্ৰী যেনিবা সাঁজ লগালৈকে নাহিল সেই বুলি আৰু তেতিয়ালৈকে বজাৰ বন্ধ হৈ থাকিবনে?

**পুলিচ :** থাকিবতোন। মন্ত্ৰী আহিব নহয়।

**বুঢ়া :** এস ৰ'বাহে তুমি ওপৰতে মাত নামাতিবা। মই তোমাক সোধা নাই নহয়।

**মাঃজনী :** আপুনি হ'বলা বজাৰ বন্ধ কথাটো আগতে গম নাপায়। আজি ৰাতিপুৱাই মাইকত ঘোষণা দিছিল নহয়।

**বুঢ়া :** মোৰ দহমাইল আঁতৰত থকা গাৱঁলৈ ঘোষণা দিবলৈ কোনো যোৱাও নাছিল আৰু অ'তদূৰ বাটকুৰি বাই আহি মই মাইকৰ মাত শুণাই নাই।

**মাঃজনী :** অ' তেতিয়াহলে নাজানিবৰে কথা আক'।

**পুলিচ :** হ'ব হ'ব। এতিয়া গম পালে নহয়। ঘৰলৈ যাওঁকগৈ।

**বুঢ়া :** ৰ'বাহে, খালি ঘৰলৈ যাওঁকগৈ এনেকৈ ঘৰলৈ ঘূৰি গলে আমাৰ পেট নচলিব নহয়। এদিন বজাৰ নবহিলেই যে আমাৰ ঘৰখনত হাহাঁকাৰ লাগে সেইকথা তোমালোকে নাজানা নহয়। পেটৰ তাড়নাত সমস্যাৰ বোজা মূৰতলৈ মানুহবোৰৰ মাথাই কাম নকৰা হয়। ফলত ইটোৱে সিটোক লেটিয়াই কথা ক'বলৈ যাওঁতেই এখন কাজিয়াৰ সৃষ্টি হয়। মুঠতে অশান্তি।

**মাঃজনী :** সেইটো তেওঁ নুবুজা নহয়। কিন্তু মন্ত্ৰী আহিব বাবে বজাৰ বন্ধ থকা কথাটোহে তেওঁ কবলৈ গৈছে।

**বুঢ়া :** ৰ'বাহে এনে এৰেবাৰে হাকিমনীজনী ওলাইছেহি। মন্ত্ৰীৰ নিচিনা ৰাজ অট্টালিকাত বাস কৰা মানুহে আমাৰ নিচিনা ডাল দৰিদ্ৰৰ ঘৰৰ অৱস্থাটো কেনেকৈ বুজিব?

তুমিয়েই কোৱাচোন বাৰু পুলিচ— তেওঁলোক ভোটত জিকি ৰজা হোৱাৰ পিছৰ পৰা আমি কেনেকৈ খাইছো কেনেকৈ ৰৈছো, এবাৰ বাৰু চাবলৈ আহিছিলনে?

**পুলিচ :** আপুনি কথাবোৰ অলপ বেছিকৈ কয়।

**বুঢ়া :** ধেৎতেৰিকি বেছিকৈ কয়হে কি? যোৱাটো বানে গোটেই চাহি মুহি পেলাইছিল নহয়; তেতিয়া দেখোন মথাউৰিব কোনোবা নিচিগা অংশত ভয়তে আমিবোৰ অনাহাৰে অনিদ্ৰাই আছিলো। তেতিয়াতো আমাৰ খবৰ এটাকে কৰিবলৈ নাহিল?

**মাঃজনী :** বৰুৱানী বাইদেৱে দেখোন মন্ত্ৰী আহিব বুলিয়েই কৈছিল।

**বুঢ়া :** আহিছিল। মন্ত্ৰী আহি এইখন আকাশৰ মাজেৰে উৰা মটৰত উৰি গ'ল। আমি শুনিছিলোহে মন্ত্ৰীৰ পাছে ছাঁটোকে দেখা নাপালো।

**পুলিচ :** মন্ত্ৰী আহি আপোনালোকৰ লগত বোকাত লেটিব লাগিছিল নেকি?

**বুঢ়া :** উৰা। বোকাত লেটি নললে আকৌ আমাৰ নিচিনা হালোৱা হজুৱাৰ দুখ কষ্টবোৰ মন্ত্ৰীয়ে কেনেকৈ উপলব্ধি কৰিব।

**পুলিচ :** বৰ্ত্তমান সময়ত মন্ত্ৰীয়ে সেইবোৰ কৰি ফুৰিলে দেশ নচলিব নহয়। এতিয়া কথাবোৰেই বেলেগ।

**বুঢ়া :** অ' সেই বেলেগ কাৰণেই হ'ব পায় মন্ত্ৰী আহিব বুলি বজাৰখন বন্ধ কৰি দি বজাৰখনৰ ৰূপটোৱেই বেলেগ কৰি পেলালে?

**মাঃজনী :** মন্ত্ৰী আহিব বুলিয়েই দেখা নাই বজাৰখন কেনেকৈ ধুনীয়া কৰি থৈছে। এতিয়া বজাৰ বন্ধ নিদিলে হ'বনে?

**পুলিচ:** এই মানুহজনে কথাবোৰ বুজিবলৈ অকণো চেষ্টা নকৰে। বজাৰখনৰ ইমানবোৰ মানুহৰ মাজত মন্ত্ৰীক আহিব দিব নোৱাৰি নহয়। বৰ্তমান দেশৰ যিহে সমস্যা। মন্ত্ৰী অহাৰ খবৰ পাই যদি কোনোবা উগ্ৰপন্থীৰ দলে বজাৰখন বহি থকাৰ সুযোগত মন্ত্ৰীৰ গাড়ীত বোমা দি দিয়ে তেতিয়া?

**বুঢ়া :** দিয়ক বোমা, মৰক মন্ত্ৰী।

**মা :** কি?

**পু :** কি?

**বুঢ়া :** মন্ত্ৰীৰ যদি মৰিবলৈ ইমাননেই ভয় এই বেয়া কামবোৰ কৰিব নালাগে আক'। তেতিয়াতো কোনেও মাৰিব লৈ নাযায়। ভোটৰ আগত তেওঁলোকে ভোট বিচাৰি বাট কুৰি বাই ভাগৰে জোগৰে গাওঁ ওলাইগৈ। ৰাইজে আদৰ সাদৰ কৰি বৰঘৰৰ মজিয়াত পিৰা পাৰি বহুৱাই তেতিয়াতো কোনেও বোমা দি উৰুৱাই দিম বুলি নকয়। সেই ৰাইজৰ মৰম চেনেহ আৰ্শীবাদ লৈ ভোটত জিকি মন্ত্ৰী হয় তাৰ পাছত এই বৰ কিয় হয় আ'?

গাৱঁৰ পৰা কোনোবাই মন্ত্ৰীক লগ কৰিম বুলি গ'লেও সোমাবলৈকে নিদিয়ে। গেটৰ মুখৰ পৰাই চিপাহী চন্তৰীয়ে খেদি পঠায়। বিপদৰ সময়ত ৰাইজক মাত এষাৰ দিয়ক চাৰি ৰাইজৰ নামত টকালৈ নিজে ভোগ কৰে। এতিয়া আক' নিজে মৰাৰ ভয়ত বজাৰ বন্ধ দি আমাৰ কচু ঢেকীয়া বেচি খোৱা কেইটাকো হাৰাশাস্তি কৰিছে। হেৰা আইটি গাৱেঁ গাৱেঁ ক'ত স্কুল আছে। বাৰিষাতো নবহেই। বৰষুণ তিতি ল'ৰা-ছোৱালী জুৰুলী-জুপুৰী হয়। বহিবলৈ বেঞ্চ নাই। পঢ়িবলৈ কিতাপ নাই। আগতে প্ৰাইমাৰী ইস্কুলত কিবা এখন কিতাপ দিছিল। এতিয়া তাকো কিনিব লগা হ'ল। সেইবোৰৰ ফালে হলে তোমাৰ মন্ত্ৰীক কাকুতি মিনতি কৰিও নিব নোৱাৰি। এনেকুৱা মন্ত্ৰীক নামাৰি আৰু কি?

পুলিচ ঃ এইবোৰ কথা মোক শুনাই কি লাভ। মইনো কি কৰিব পাৰো? মই এই লাঠিডালৰ ৰখীয়াহে। ওপৰৰ সকলে আদেশ দিছে মই কৰিবই লাগিব। তাত লাগিলে আনৰ ভালেই হওঁক বা বেয়াই হওঁক সেইবোৰ চালে মোৰ চাকৰি নচলিব নহয়। সেইবুলি আপোলোকে কেৱল চৰকাৰখনৰ ওপৰতে সমস্ত দোষৰ বোজা জাপি দিলে নহ'ব নহয় আমাৰ মাজৰে কিছুমান বিষয়া কৰ্মচাৰীয়ে এই কাম বিলাকত মন্ত্ৰীক সহায় কৰিছে কাৰণেই মন্ত্ৰীসকলে কৰিবলৈ ভয় কৰা নাই সেইবিলাকক বেটু পাতত ধৰি ৰাজহুৱা ধুলাই দিব নোৱাৰে কিয়? (প্ৰস্থান)

মাঃজনী ঃ মন্ত্ৰী আহোতে বৰ দেৰি হব নেকি?

বুঢ়া ঃ জানো, কেতিয়া আহে। আইটিৰ মন্ত্ৰীৰ লগত ছাগে কিবা দৰকাৰ আছিল নহয় জানো?

মা ঃ এৰা তামোল এখন খাব নহয়?

বু ঃ দিয়া বাৰু এখন। এইটোৰ লগত কথাচোবাই থাকোতে মুখখন ফেনাই গৈছে।

মা ঃ হওঁতে ডাঙৰ দৰকাৰ এটাত মন্ত্ৰী মহোদয়ক লগ কৰিম বুলি আহিছিলো।

বু ঃ তোমাৰ বৰুৱানীৰ নিচিনা ভেনামাখি এসোপাই মন্ত্ৰীৰ চাৰিওফালে ভুন্ভুনাই থাকোতে তোমাৰ নিচিনা চিকৌমুৱা এজনীয়ে মন্ত্ৰীক লগ কৰাৰ সুবিধা পাবা জানো?

মা ঃ এইবাৰ যেনে তেনে মন্ত্ৰীক লগ কৰিবই লাগিবই লাগিব। নহ'লে মই নিগমে মৰিলো।

বু ঃ পিছে দৰকাৰনো কি?

মা ঃ কিনো হ'ব পাৰে আজি চাৰি বছৰ হ'ল ডাঙৰজনী ছোৱালীয়ে B.A. পাচ কৰি ঘৰতে বহি আছে। চাকৰি বিচাৰি ক'ত অফিচে অফিচে ঘূৰিছে। পাচে ক'তনো চাকৰি পায়। ইন্টাৰভিউ লোৱাৰ আগতেই চাকৰি ঠিক হয়। চব ঘোঁচ ঘাচৰ কাৰবাৰ। ইফালে আক' বিয়াৰ বয়স পাৰ হবৰে হ'ল। ঘৰত সেইহেন দং দং কৈ চাৰিজনী গাভৰু ছোৱালী থাকিলে মাক বাপেকবোৰৰ মুৰত শিল এটা লৈ ফুৰা যেন হে লাগে। তাতে আকৌ চাকৰি বাকৰি কিবা এটা নেদেখিলে আজি কালি দৰা আহিব নোখোজে নহয়।

বু ঃ জীয়েৰক হ'বলা চাকৰি এটা দি ভালকৈ পঠোৱাৰ মতলব। পিছে চাকৰিৰ ধন খাবলৈ কপাল লাগিব বুজিছা ?

মা ঃ কোন মাক বাপেকেনো গাৰ মঙৰ ডোখৰ সুখত ৰাখিবলৈ নিবিচাৰে? পিছে আমিবোৰে পাৰিলেহে। টকা পইচাৰ যিহে অভাৱ সেয়েহে এইবাৰ বৰুৱানী বাইদেউক খাটিছো, কিজানি মন্ত্ৰীক কৈ মেলি এল্পি স্কুল চেল্পি স্কুল এখনত সোমোৱাই দিয়েই বা।

বু ঃ ও ও ও এই এল্পি বোলোতেই পৰিল মনত বুজিছা? এই মাজতে এল্পি স্কুল বিলাকত হোৱাই নোহোৱাই মাষ্টৰ এসোপা সোমাল নহয়। আমাৰ গাৱঁৰ আক' তিখাই মণ্ডলৰ মিতেকটোও সোমাল। হওঁতে সি সাতবাৰতো মেট্ৰিকটোকে পাচ কৰিব নোৱাৰিলে। হ'লে কি হ'ল আজি কালি টকা দিলেই গণ্ডাই গণ্ডাই চাটি ফিকেট, কেএগাৰ গোলাতো কিনিবলৈ পায় নহয়। মণ্ডলো টকা থকা হাত দীঘল মানুহ। টকা শিকা দি তাৰে এখন কিনি আনি পুতেকটো মাষ্টৰ চাকৰিত ঠিকেই সুমুৱাই দিলে। পিছে গণ্ডগোলটো লাগিল তাৰ পাচৰখিনিতহে বৰ্ণমালা ভাগ পঢ়ুৱাবলৈ গৈয়ে বাপু মুখ থেকেচা খাই পৰিল। ওদা মুখত বৰ্ণমালাই নুঘুৰে। 'ক'ৰ উচ্চাৰণ হ'লগৈ 'খ'। বুজিছা এইয়াই আমাৰ বৰ্তমানৰ শিক্ষা ব্যৱস্থা। শিক্ষাৰ মূল ভেটিটোৱেই দেশদ্ৰোহী এচামৰ কবলত পৰি ভুলকৈ আৰম্ভ কৰিবলৈ ধৰিছে। এনেকৈ হ'লে ল'ৰা-ছোৱালীয়ে পঢ়া শুনা কৰি ফলাব।

মা ঃ হেৰি সৌবোৰ কোঁ কোঁ শব্দ কৰি কিহৰ গাড়ী আহিছে?

বু ঃ ক'ত? কোনবোৰ চাওঁ। অ' হেৰা আইটি' সেইয়া মন্ত্ৰী আহিছে।

মা ঃ হেই মন্ত্ৰী আহি পালেহিয়েই নেকি?

বু ঃ হ'ব পায় নহ'লেনো ইমানবোৰ গাড়ী কিয় আহিব? সেইবোৰ পুলিচৰ গাড়ীযেই হ'ব লাগিব। এই পুলিচ বোপা কেনি গ'ল?

মা ঃ সৌটো এইফাললৈকে আহিছে। একেবাৰে আমাৰ ক'লা দমৰাটো চেকুৰী অহাৰ দৰে আহিছে।

বু ঃ অ' অ' ইচ ৰাম পুলিচ বোপা একেবাৰে হাম খুৰি খাই পৰিল দেও। উস হেৰা পুলিচ বোপা লাহে লাহে আহা। ৰাস্তাৰ মাজত যিহে একোটা পুখুৰী সাতুৰিব নাজানিলে ডুবি মৰিবা। হেৰা আইটি মন্ত্ৰী আহিলে যেতিয়া বাচিগলো বুজিছা? যেনেতেনে কল আসি বেচিব পাৰিলে ৰাতিৰ ভাত সাজৰ ব্যৱস্থা হৈ যাব।

মা ঃ মইও বাচিলো বুইছে? মন্ত্ৰীক লগ ধৰি হাতে ভৰিয়ে ধৰি ছোৱালীজনীক চাকৰি এটা দিয়াব পাৰিলেই ভাল দৰা এটা ওলাই যাব। হেৰি কথাবোৰ ভাবি মোৰ বুকুখন কেনেকুৱা কৰিছে এবাৰ আপোনাৰ হাতখন দি চাওঁকচোন।

বু ঃ ধেৎ তেৰি কি কথা কোৱাহে? এনেকৈ এইটো বয়সত তোমাৰ বুকুত হাত থবলৈ দি ৰাইজৰ মকালবাঁহৰ এচাৰিৰে মোৰ পিঠিখন বহলাব খুজিছা? কথাও যে কোৱা আৰু দেই। বাই দিম দেই।

(বোকা লগা ড্ৰেচেৰে পুলিচ আহে)

পু ঃ হে'ৰি হে'ৰি হেৰি আপোনালোক ইমান সময়ে ইয়াৰ পৰা যোৱাই নাই।

বুঢ়া : নাই বোৱাজে। আমি আকৌ ক'লৈ যাম?

পুলিচ : ক'ত যাব মই কি জানো? মুঠতে ইয়াৰ পৰা যাব লাগে।

বু : হেৰা তুমি আমাক বলিয়া কুকুৰ পাইছানেকি? ইঠাইৰ পৰা পিঠিহুলে ঠেকুৱী খুৰিম।

পুলিচ : চুপ। হেৰি মইহে কিবা এটা কৈ আছো কাণত সোমাইছেনে নাই?

মা : অ' বোলো সোমাইছে। সেইবুলি মই মন্ত্ৰী মহোদয়ক লগ নকৰাকৈ ঘৰলৈ ঘুৰি গৈ নাকে কাণে তেল দি শুই থাকিব নোৱাৰো নহয়?

পু : হৈছে হৈছে। আপোনালোকে এতিয়া ইয়াৰ পৰা যাওক। এতিয়া যদি মন্ত্ৰী মহোদয় আহি ইয়াত আপোনালোকক দেখে তেনেহ'লে মোৰ চাকৰি যোৱাটো বাদেই, মই গৈ বস্তা ৰবৰ ভাত খাব লাগিব।

বু+ মাঃ জনী : কিন্তু কিয়?

পু : শুনা নাই? সিদিনা এখন মিটিঙত এটেন্দ কৰোতে জনতাৰ মাজৰে এজন ভাল দৰিদ্ৰই তোৰৰ চাতত ৰ'ব নোৱাৰি মন্ত্ৰী চাৰৰ গাল এখনকে কামুৰি মঙহ একৰাই খালে। এতিয়া চাৰে অলপ দুখীয়া মানুহ দেখিলেই আহি মধুসূদন দেখে। সেয়ে চাৰৰ কাঢ়া নিৰ্দেশ এই আবাৰশিলা স্থাপন কৰোতে ইয়াত কোনো বাহিৰা মানুহ থাকিব নোৱাৰিব। ইফালে কমিটি বুলিবলৈ যি সোপা আছিল Night club আৰম্ভ নকৰোতেই মতা মাইকী গোটেই সোপা মদখাই বেক হৈ আছে। এতিয়া সিহঁতৰ গাব কাপোৰৰ কালেই চাবানে মুখৰ ফালেই চাবা? চেহ্ এতিয়া কি কৰা যায়।

বু : হেৰা আইটি আমিও দৌৰি গৈ সেই সোপাৰ মাজতে পৰি থাকেঁগৈ ব'লা। (যাব ধৰে)

পু : হেৰি সেইফালে গৈ মৰিব খুজিছে। প্ৰমোচনৰ আশাত ওলিয়াই মাৰিব বাপেকে।

বু+মাঃ : তেতিয়াহলে আমি ক'তে মৰো।

পু : হেৰৌ দৌৰি গৈ সেইফালে মৰিব নালাগে। ইয়াতে ক'ৰবাত মৰিব পাৰে নেকি চাওঁক। মুঠতে তাৰা-তাৰি কৰক। মন্ত্ৰী আহি পালেহিয়েই।

মা : মই বাক ইয়াতেই লুকাও। (ধৰৰ খাঁৰ লয়)

পু : পিছে একেত?

বু : হেৰা আইটি-মেকোৰাকন মেলি দিয়া চোন।

মা : মেকোৰাকন আক' কিয়? মুখ ঢাকিবলৈ।

বু : যেহেতু মাইকী মানুহৰ মেকোৰাই মতা মানুহৰ মুখ নাঢাকে নহয়। কাম এটাহে কৰো।

মা : নাই নাই। সেইখন দি মই মুদা মাৰিব নোৱাৰো নহয়।

বু : দিয়া হে।

মা : নাই নাই।

আছে, লগত সাংবাদিক)

পু : চাৰ আপুনি জপিয়াইছে যে এইবাৰ অলিম্পিকলৈ যাবলৈ পেকটিছ কৰিছে নেকি?

মন্ত্ৰী : যেহেতু তেৰি মূৰ্খকটো ক'ৰবাৰ। দেখা নাই বাতা যাটৰ ধৰ পুখুৰী যেইজে গাঁতুৰিব নেজানো যেতিয়া জঁপিয়াই জঁপিয়াই পাৰ হ'ব লাগিব। হেৰা সাংবাদিক আহা আক' কি লিখি আছানো।

সাং : চাৰ বাতা যাটৰ বিহে অৱস্থা। সময় পাওঁতেই চৰকাৰক জনাই দেলাবলৈ বুলি নিউজ এটা লিখি আছো।

মন্ত্ৰী : যেহেতু তেৰি মাৰিব খুজিছা নেকি? এই বাট পথবোৰ মোৰ কাগজে কলমে কেতিয়াবাই কমপ্লিট। টকা পইচা লেনদেনো কমপ্লিট। এতিয়া সেইসোপা লিখি কামে কাজেও কমপ্লিট কৰিব খুজিছা নেকি? বকবকা। কেচু খান্দোতে সাপ ওলাব কৈ দিলো হ'লে। হেৰা সাংবাদিক আহা আক' কটো একপি উঠোৱা।

হেৰা বস্তাটুপী বোকাপানীৰে চোন গোটাইটো লুতুৰি পুতুৰি। ইউনিফৰ্মেৰে ক'ৰবাত হাল বাবলৈ গৈছিলা হ'ব পাৰ? বাক সেইবোৰ বিয়েই নকৰা। এই হেন সুন্দৰ বেদী এটা এনেদৰে বকলা-বেকল দি তুমি জবাব বিহীন কাম কৰিছা কিন্তু। চইত চইত চইত তোমাৰ প্ৰমোচন হৈ যাব কিন্তু।

পু : হেই মানে চাৰ হেৰি মানে চাৰ।

মন্ত্ৰী : কি মানে চাৰ হেৰি মানে চাৰ কৰি আছা। চুহ হেৰা বস্তাটুপি কি চাই আছা পকেজনী নেখেদোৱা কিয়?

পু : হেই হেই ঘূৰ নল'লিনে?

মন্ত্ৰী : চইট চইত চইত। ই বেটা বস্তা টুপীৰ কিন্তু একেবাৰে সেউজীয়া টুপিলৈ প্ৰমোচন হৈ যাবা এইয়াহে বস্তাটুপীৰ মন্ত্ৰীপ্ৰেম কলবলো যোগাৰ কৰি ৰাখিছে। সাংবাদিক অ' সাংবাদিক একেবাৰে ফিল চকিষ্টৰ দৰে কি লিখি আছা?

সা : চাৰ মানে সময় পাওঁতেই Night club ৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কে Note এটা লিখি আছো।

মন্ত্ৰী : বৰ ভাল কাম কৰিছা; মযো পেটে পেটে অলপ ভয়ে খাই আছিলো।

সা : কিয় চাৰ? আপুনি আকৌ ভয় খাবলৈ কি হ'ল?

ম : কি নহ'ল সেইটো সোধা। Private secretary য়ে কিবা এটা Note লিখি দিছিল অকোoffice তে এৰি আহিলো। এতিয়া তুমি লিখিছা যেতিয়া সেইটোৰেই কাম চলাব পাৰিম। নহয় জানো?

সা : হয় চাৰ? মৌজাক কোন?

পু : সেয়া club ৰ সদস্যসকলৰ চাকক আদৰি নিবলৈ আহিছো।

মন্ত্ৰী : নালাগে নালাগে। হেৰৌ এনেকৈ দৌৰিছে যেন মই এটা

খাদ্যৰ ভাণ্ডাৰহে ইয়াত বৈ আছো। হেৰা সাংবাদিক ৰেষ্টুৰেন্টত মহিলা বেইজনীৰ দৈ গাৰ কাপোৰ বুলিবলৈ প্ৰায় নায়েই। হেৰা ৰঙাটুপী তুমি কি চাই আছা। সিহঁতৰ গতি ৰোধ নকৰাগৈ কিয়? সিহঁতৰ দেহা ঠাণ্ডা কৰিবলৈ তোমাৰ হাতত দাণ্ডাই নাই দেখোন। যোবা যোবা গতিয়াই দিয়াগৈ।

সা : চাৰ Night club-আৰম্ভ হোৱাই নাই। ইহঁতৰ তাণ্ডৱ আৰম্ভ হ'লেই নে? (ফটো লয়)

মা : হেৰা সাংবাদিক তোমাৰ কেমেৰা আৰু কলমে দেখোন আদিম যৌৱন পান কৰাত লাগিল। সেই সোপা পান কৰি ৰব যদি ক্বাইলৈ বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে মল ত্যাগ কৰি বৰ বেয়াকৈ গোন্ধাব নহয়। তাৰ বাদে অন্য কিবা পান নকৰেনে?

সাং : চাৰ, তাৰ বাদে আৰু ধনহে পান কৰিব।

মন্ত্ৰী : অ'. কিমান পান কৰিব বাৰু?

সাং : চাৰ, নাওপেটিয়া দুটাৰ জোখেই জনা টান।

মন্ত্ৰী : হোৱা তেনেহলে মযো নোজোখাকৈ দিছো লোৱা। (পইচা দিয়ে) হ'বনে এতিয়া।

সাং : একদম চাৰ। (উগাৰে)

মন্ত্ৰী : তেনেহ'লে সাংবাদিক চমুকৈ ভাষণ এটা দি আধাৰ শিলাটো স্থাপন কৰি ঘৰলৈ যোৱাই মংগল হব। দিয়া তোমাৰ Note টো দিয়া।

সাং : চৰে মানে হেৰি হ'ল নহয়।

মন্ত্ৰী : কেৰি হ'ল।

সাং : মানুহ দুনুহ নোহোৱাকৈ এতিয়া কাৰ আগত ভাষণ দিব।

মন্ত্ৰী : শিলগুটি সোপাৰ আগত আৰু' হেৰা সাংবাদিক তোমাৰ আচলতে গোটেই দেহাটোৰেই লাগতিয়াল মুৰটোহে গোবৰ নহয়নে বাৰু ?

সাং : চা. ৰ

মন্ত্ৰী : মন্ত্ৰী আহিলে কোনবোৰ মানুহ কাষ চাপে? যাৰ স্বাৰ্থ থাকে, পেটত ভোক থাকে মনত লোভ থাকে। আগৰ বাৰ মেল মাৰিবলৈ যাওঁতে এইখন গালত এজন ভোকাতুৰে কামুৰিছিল। কিন্তু এতিয়া আমাৰ দেশত যিটো হাৰত ভোকাতুৰৰ সংখ্যা বাঢ়িছে তাৰ এক শতাংশ যদি ইয়াত উপস্থিত থাকি মোক আক্ৰমণ কৰে তেতিয়া দেখোন গোটেই দেহাটো নাইকিয়া হৈ যাব। এই দেহা থাকিলেহে বেহা। দেহাই যদি নাথাকে এই ৰাজনীতিত বেহা কেনেকৈ কৰিম?

সাং : বুৰ্বক মাথা ক'ৰবাৰ। এতিয়াহে বুজিলো।

মন্ত্ৰী : হেৰা বুজিলা যেতিয়া Note টো দিয়া। (Note লৈ ভাষণ আৰম্ভ কৰে) সুন্দৰ আখৰ মোৰ হিয়াৰ প্ৰিয়তম প্ৰেম এনেকুৱাই। আৱৰণ খুলি হৃদয় জুৰাই, সেয়েহে মোৰ ব্লাউজৰ পিং খুলি - (Direction)

সাং : চাৰ মানে সেইখন নহয়, sorry চাৰ এইখনহে, চেহ, এইখন যে ইয়াত কেনেকৈ সোমাল।

মন্ত্ৰী : হেৰা এইখনো পেপাৰলৈ পঠাই জনসমাজত হাংগামা লগাইদিছিল পইচা ঘটাৰ মতলব নহয় জানো?

সাং : নাই মানে চাৰ, সেইখন প্ৰিয়াৰ ভুলতে ইয়াৰ মাজত।

মন্ত্ৰী : হেৰা বৰ ধুনীয়া নহয়নে চাগে?

সাং : হয় চাৰ।

মন্ত্ৰী : সঁচাই।

সাং : ন---ন--- নহয় চাৰ, বেয়া চাৰ, কুৎচ চাৰ, চকুকেইটা তেলেকা, নাকটো ভোটা চাৰ মানে কেত কেতকৈ ক'লা চাৰ।

মন্ত্ৰী : ধেৎ নালাগে। (পঢ়ে) সপোনপুৰীৰ কথা আমি শুনিছোহে কিন্তু দেখা নাই কেতিয়াও। য'ত অপাৰ আনন্দেৰে ভৰপূৰ এই আধুনিক যুগত সেই অপাৰ আনন্দৰ পুং বিচাৰি আনি সৃষ্টি কৰিলো অন্য এক সপোনপুৰীৰ। য'ত দিন ব্যস্ততাক একাষৰীয়াকৈ থৈ নৃত্যৰতা গাভৰুৰ উদং পিঠি স্পৰ্শ কৰি সুদীপ্ত যৌৱন ঘূৰাই লব পাৰি। swimming poolৰ স্বচ্ছ পানীত প্ৰিয়তমাৰ-মুক্ত আলিংগনৰ মাজত দেহা শাত পেলাব পাৰি। য'ত মৰি মদিৰাৰ মিঠা আমেজত ধন ঐশ্বৰ্য জাহিৰ কৰিব পাৰি। এয়ে হ'ল আধুনিক জগতৰ অন্য এক সপোনপুৰী Night club ধন্যবাদ।

মন্ত্ৰী : কেনে হ'ল সাংবাদিক?

সাং : বঢ়িয়া হৈছে চাৰ--

মন্ত্ৰী : হৈ যাব বুইছা। সাংবাদিক তুমি ফটো লবৰ বাবে সাজু হোৱা।

সাং : আমিতো সদায় Ready sir. আপুনি মাত্ৰ কাম আৰম্ভ কৰক (Direction)

মন্ত্ৰী : উস, ৰাম এইবোৰ কি? এয়া কাৰ বেদী ওলাল। ৰাম ৰাম কিহৰ পৰা যে কি হৈ গ'ল। হে'ৰা মোৰ আইজনী নে সোণজনী নে মাইকীজনী, তুমি কোন? নাম কি? ইয়াত কিয়? হেৰা ৰঙাটুপী ?

পুলিচ : কওঁক চাৰ।

মন্ত্ৰী : তুমি হ'বলা বেদীৰ নামত মাইকী মানুহৰ পিঠিখনহে ৰখীয়া দি আছিলা।

পুলিচ : নহয় চাৰ সেইখন যে বেদী নহয় আপুনি মোক ক'বলৈ সুবিধাই নিদিলে নহয়।

মন্ত্ৰী : ধেৎ তেৰি তাক আৰু' সুবিধা দিব লাগে। এতিয়াই সোধা তাইক। কোন সংগঠনৰ সদস্যা, ইহঁত ইয়ালৈ কেনেকৈ আহিল, অহাৰ উদ্দেশ্য কি?

**পুলিচ ঃ** ঐ কৈ নিদিয়ে কিয়। কোন তইঁত কৈ দে

**মাঃজনী ঃ** চাৰ মই এটা বিশেষ সমস্যা সমাধানৰ কাৰণেহে ইয়ালৈ আহিছো।

**মন্ত্ৰী ঃ** কোৱা কোৱা। মই এচেম্বলীত তোমালোকৰ সমস্যাৰ বিষয়ে উত্থাপন কৰিম। তেতিয়ালৈকে অন্তত— মোক জীয়াই ৰাখা Please.

**মা ঃ জনী ঃ** চাৰ মই মানুহ মৰা মানুহ নহয়।

**মন্ত্ৰী ঃ** তেনেহলে কোন, কি লাগে ইয়াত? তইঁত উগ্ৰপন্থীয়েই হ'ব লাগিব।

**বুঢ়া ঃ** চাৰ মই বজাৰলৈ আহিছিলো।

**পু ঃ** হয় চাৰ সৌৱা কলবন লৈ বজাৰলৈ আহিছিল।

**মন্ত্ৰী ঃ** আগতে উগ্ৰপন্থী নাছিল, সেইটোময়ো জানিছিলো এতিয়া প্ৰমোচন লাগে যদি ইহঁতৰ পিঠিৰ উগ্ৰ পন্থীৰ লেবেল এটা লগাই দিয়া।

**পু ঃ** হয় নেকি চাৰ? হাত দাঙ ওপৰলৈ। চাল্লা উগ্ৰপন্থী হৈ দেশ উধাৰিবলৈ আহিব। হাত ভৰি মেলি পেট পেলাই শুই দে। চকু মুদ।

**বুঢ়াঃ** অ'পুলিচ এইটো আকৌ কি বেপাৰ হয়নে?

**পু ঃ** এইটো আমাৰ দেশত উগ্ৰপন্থী চিনাক্তকৰণৰ নতুন বেপাৰ।

**বুঢ়া ঃ** অ' এনেকৈয়ে

**পু ঃ** চকু মুদি। এতিয়া চুপ চাপ মনে মনে বহি থাক। তই উগ্ৰপন্থী।

**বুঢ়াঃ** হৰিহে তোমাৰ কি লীলা। খেনোক জুগি খেনোক ভুগি আৰু খেনোক এইসোপা কৰি জন্ম দিলানে? আমি সেই খাতি খোৱা মানুহ কেইটাকো হাৰাশাস্তি কৰিবলৈ।

**পুলিচ ঃ** চুপ (মেখেলাখনেৰে বুঢ়াৰ মুখ বান্ধে)

**মাঃজনী ঃ** সেইখন লেতেৰা হ'ব।

**পুলিচ ঃ** মানুহৰ জীৱনেই শেষ হৈ যাব এতিয়া। তাইক আকৌ কাপোৰখনক লৈ লকটো ছোৱা।

**মাঃজনী ঃ** কৈছোৱেই দেখোন মই চাৰক লগ কৰিবলৈ আহিছো বুলি। চাৰ ৰ'ব। মই আপোনালৈ ফুলৰ মালা এডালো আনিছো নহয়।

**মন্ত্ৰী ঃ** মহাত্মা গান্ধী ৰাজীৱ গান্ধীকটো তোমালোকে মালা পিন্ধায়েইটো ইপুৰিলৈ পঠিয়ালা। এইডাল মোৰ হৈ ৰঙা টুপিক পিন্ধাই দিয়া।

**মাঃজনী ঃ** চাৰ।

**মন্ত্ৰী ঃ** যোৱা যোৱা পিন্ধাই দিয়া। (পিন্ধায়) হেৰা ৰঙাটুপী আছানে জীয়াই। বৰ ভয় খুৱালা দেই। আইটি এতিয়া তোমাৰ কথা কোৱা।

**মাঃজনী ঃ** চাৰ মোৰ ছোৱালীজনীৰ বাবে চাকৰি এটা বিচাৰি আহিছো। তাইৰ অসুবিধাৰ বাবে নিজে আহিব নোৱাৰিলে। ময়ে আহিলো। যেনে তেনে চাৰ—।

**মন্ত্ৰী ঃ** হ'ব হ'ব। তাইৰ সুবিধা হলে মোৰ ওচৰলৈ পঠাই দিবা। মোৰ দিনত সময় নাই ৰাতিয়েই তাইৰ শিক্ষাগত অৰ্হতাৰ Interview এটা লৈ পুৱাই চাকৰি এটা দি পঠাই দিম। চিন্তা কৰিব নালাগে ছোৱালীমানুহ যেতিয়া কিবা এটা কৰিব লাগিব।

**মা ঃ** চাৰ হেৰি নহয়।

**মন্ত্ৰী ঃ** আকৌ কি হ'ল।

**মাঃজনী ঃ** চাৰ তাই নগৈ বৰুৱানী বাইদেউ গলেই নহ'বনে?

**মন্ত্ৰী ঃ** হ'ব হ'ব লগত মোটাধনৰ টোপালা এটা পঠিয়াই দিব। বৰুৱানী বাইদেউকতো আৰু চাকৰি নালাগে। হেৰা সাংবাদিক বলা ৰঙাটুপী তুমিও আহা। (যায়)

**মাঃ জনী ঃ** চাৰ— শুনকচোন।

**বুঢ়া ঃ** এইটো আক' কি ব্যৱস্থা?

**পু ঃ** এইটো আমাৰ চাৰৰ দৰে ব্যক্তিসকলে দেশৰ অবলা অসহায় নাৰী সকলক কৰা মৰমৰ ব্যৱস্থা।

**বুঢ়াঃ** পাব পাব আইটিয়ে মৰম পাব। চাৰে মৰম কৰিব নহয়। (পুলিচে কল আসি খুলিব ধৰে) তুমি আক' কি কৰিছা। মই বজাৰলৈ অনা কল আসি খুলিছা কিয়?

**পু ঃ** চাৰে নিবলৈ কৈছিল নহয়। মোৰ প্ৰমোচনৰ কথা আছে। (টেনা আজোৰা লাগে। পুলিচে কল আসি লৈ যায়)

**বুঢ়া ঃ** ঐ ঐ ঐ তেজ খোৱাৰ জাতহঁত, কল কেইটা খোৱাতকৈ মোৰ মুৰটোকে নোচোবালিহঁত কিয়? ঐ নিধকহঁত গোটেই দেশখনৰ তেজ শুহি খাই এতিয়া মোৰ কল আসি খাবলৈহে বাকী আছিল হ'বলা। ঐ জহনীত যোৱা। কিমান ভৰসা কৰি কল আসিলৈ বজাৰলৈ আহিছিলো কিমান আশাসুধিয়া মন এটা লৈ বহি আছিলো বোলে মন্ত্ৰী ঘূৰি গ'লে বজাৰ বহিব। বজাৰ বহিলে কল আসি বেচি কিবা এটা পইচা পাম, তাৰে বেমাৰী বুঢ়ীজনীলৈ পিল দুটামান নিম, দিনটো লঘোনে থকাৰ অন্তত ৰাতিৰ সাজটোৰ দিহা কৰিব পাৰিম এচাকি তেল অলপ নিমখ, কিমান আশাৰে ভৰি আছে আমাৰ দৈনন্দিন জীৱনবোৰ। মৃত্যুৰ বিপৰীতে কিমান যুঁজ দিছে আমাৰ অস্থিচৰ্মসাৰ কংকালবোৰে। কিন্তু পাইছোনে আমি ইয়াত জীয়াই থকাৰ কিবা নিশ্চয়তা? দিছেনে সিহঁতবোৰে আমাক শান্তিৰে জীয়াই থকাৰ সুবিধা? সিহঁতৰ ভোগ আৰু লালসাৰ বাবেই আমি আমাৰ সহজ সৰল জীৱনবোৰ হেৰুৱাইছো। এই সহজ সৰল জীৱনবোৰৰ তেজ আৰু ঘামেৰে তৈয়াৰ হোৱা পৃথিৱীৰ য'তমানে ঐশ্বৰ্য ইমাৰতৰ চাঁতবহি আমাক শুহি পেলাইছেহি। আমি সকলো হেৰুৱালো। সকলো—

ৰাজনী : মৰো হেৰুৱাইছো চাহিহঁত ঐ বাইজ ঐ বাইজ মই কি হেৰুৱাইছো চাহিহঁত। ঐ কথা নিখকহঁত তনহিহঁত তহঁতৰ নিচিনা ডাঙৰ মানুহবোৰৰ হাতত আহিবোৰে কি হেৰুৱাইছে, তনহিহঁত ছোৱালী পঠিয়াব লাগে তহঁতৰ ওচৰলৈ। উপক ভেটাৰখীয়া পাতিব লাগে। গৈছিল নহয় ছোৱালী তহঁতৰ ওচৰলৈ নিদিনি কেলৈ চাকৰি। তাই চাকৰি কৰক চাবি পেটৰ সোৱালি ওচাইছে ত'ত পাইছিল। চৰিয়াই চৰিয়াই তেজ গৈ মৰিবলৈ ওলাইছিল। এতিয়া মোৰ পাগল মতাৰ মুৰে কাম নকৰা হ'ল। মই গৈ বোলে টকাৰ লোভত তহঁতৰ লগত শুবলৈ পঠালো। ঐ নিখকহঁত, চাহিহঁত আহ মোৰ পাগল মতাই মোৰ দেহাটো কেনেকৈ চিৰিলা চিৰিল্ কৰিলে চাহি আহ। আহ মই কাপোৰ খুলি দিছো চাহি আ.........

মুনু : আইটি তেনেকুৱাকৈ কৰিছ যে তোমাৰ কি হৈছে।

ৰাজনী : মুনু মিৰ—

মুনা : আইটি আইটি ডাঙৰ পুলিচ, আইটি ঐ বাইজ চাওঁকহিচোন কেনেবাকৈ কৰিছে বাইজ-ঐ- ঐ পুলিচ বোপা (Direction) উঠকচোন..... যেনে তেনে ডাঙৰৰ ওচৰ পালেই চব ঠিক হৈ যাব। অ চকাত দেখোন পাম নাই। ঐ-ঐ পুলিচ ডলাটিবটো...।

(পট পৰে)

<u>সমাপ্ত</u>

# বাতিপুৰাল

**নাট্যকাৰ # পকুল চুতীয়া**

(শিশু শ্ৰমিক আৰু শোষণৰ বিৰুদ্ধে সামাজিক একাংকিকা নাট।)

চৰিত্ৰ সমূহ—

১/হোটেল মালিক : বয়স আধহীয়া

২/হোটেল বয় : বয়স ৮-১০ বছৰ

৩/মৃদুল : বয়স ১০-১২ বছৰ

(মইনা পাৰিজাত শিশু নেতা)

৪/দহ বাৰজনমান মইনা নেতা বয়স ১০-১২ বছৰ

৫/এজন পুলিচ কনিষ্টবল বয়স - ৩০-৩৫ বছৰ

৬/এজন পুলিচ ইনচপেক্টৰ বয়স -৩০-৩৫ বছৰ।

মঞ্চপটভূমি : এখন নিম্নমানৰ চাহ হোটেল। ক্ষীণ আৰম্ভ সংগীত। আঁৰ কাপোৰৰ ভিতৰত নাটক আৰম্ভ। চিচা গিলাচ মজি থকা হোটেল বয়ে এটা গিলাচ ওপৰত খঙতে পৰি ভাঙে।

(আঁৰ কাপোৰ মুকলি)

হোটেল মালিক : (তৰ্জন -গৰ্জন) ঐ আকৌ আজি ভাঙিলি, চাওঁ কি ভাঙিলি, চাওঁ,চাওঁ গিলাচ, চালা তোৰ বৰ বেছি হৈছে, ইমান উৎপাত, আজি তোৰ মছলা বাজ কৰি দিওঁ..(মাৰে হোটেল বয়ে চিএঞৰে)

হোটেল বয় : আই অ' মৰিলো দাদা আৰু নামাৰিব, আৰু নামাৰিব।

হোটেল মালিক : চালা, নামাৰিম, কুকুৰৰ জাত কাম কৰিব নাজান। সদায় গিলাচ ভাঙিবি, জ্ঞান নাই (পুনৰ মাৰে, হোটেল বয়ে চিঞৰে, 'মইনা পাৰিজাতৰ দলটি দৌৰি আহি মঞ্চত প্ৰৱেশ, বয় কাষলৈ পৰে।) ইমান ক'লেও বুজি নাপাব হঁ।

মৃদুল : খুৰা, খুৰা, ইয়াক ইমানকৈ কিয় মাৰিছে?

১ ম মইনা : ইচবাম, (আচৰিত হৈ) ইমানকৈ মাৰেনে, গোটেই গাতে তেজ। (মালিকে পুনৰ বয়ক মাৰিবলৈ উদ্যম হয়, মইনাসকল আগবাঢ়ি গৈ বাধা দিয়ে মালিকে চোঁচা লয়, বেতডাল মইনাইতৰ কালে টোৱাই, টোৱাই আগবাঢ়ে)

হোঃ মালিক : ঐ চুপ তহঁতৰ কি হ'ল? কি লাগে তহঁতক, ওলা বুলিছো নহয়, ওলা, কি লাগে তহঁতক কি লাগে? ইয়াত চিনেমাৰ হিৰো। ওলাব আহিছ হঁ? ওলা, ভালে ভালে ওলাই যা।

মৃদুল : নোলাওঁ, আপুনি কি কৰিব, (বাকী মইনা সকলক ইংগিত দিয়ে সিহঁতে হোটেল বয়ক দাঙি ধৰি দৰ্শকৰ সন্মুখলৈ লৈ আহে, সি কান্দি থাকিব। দুজনমান মইনাই কাগজ, ৰুমালেৰে তাৰ তেজবিনি মচি দিয়ে।)

হোঃ মালিক : (চকু থৰ কৰি) ওলা, ওলা, মই কৈছো, ইয়াৰ পৰা ভালে ভালে সব ওলাই যা নহলে (বেত দাঙি)

মৃদুল : নহলে, মাৰিব, মাৰক, আমি সকলোৱে পিঠি পাতি দিছো।

হোঃ মালিক : ইয়াত, হোটেলত জলফুল নকৰিবি, ওলা সব-ওলা, মোৰ ঘৰৰ মোৰ কথা, ইয়াত কাৰো মাত মতাৰ অধিকাৰ নাই। সবকে পিটি পিঠা কৰাই দিম।

২য় মইনা : আপুনি ক'লেই আমি যাম বুলি ভাবিছে নেকি?

৩য় মইনা : ইয়াৰ বিচাৰ হ'বই লাগিব,

হোঃ মালিক : ঐ কি কলি, কোন, কোন তই, মোৰ ওপৰত বিচাৰ কৰিবলৈ আহিছঃ উকীল ওলাইছ, মেজিষ্টেত্ ওলাইছ, (তৃতীয় মইনাক গতিয়াই পেলি লৈ কুবে,) ঐ মোক চিনি পাবনে নাই, চালা মুখৰ বীজ গুচা নাই, দাদাগিৰি কৰিব আহিছে, পুলিচ মাতিম নেকি? পুলিচ!

সকলোৱে : মাতক পুলিচ,

মৃদুল : আমি বয়সত সৰু হ'ব পাৰো, কিন্তু আমিও নজনা

নহয়, ভাল-বেয়া আমিও বিচাৰ কৰিব পাৰো। মাতক পুলিচ, নহ'লে আমিয়েই মাতো (দুজন মইনালৈ নির্দেশ দি) ঐ তহঁতি যা, পুলিচক খবৰ দেগৈ। অ' নালাগে, মোৰ লগত ফোন নাম্বাৰ আছে, (পকেটৰ পৰা সৰু ফোন ডায়েৰী উলিয়াই লিখে) যাৰ সৌ পি. চি. অ.টোৰ পৰা থানালৈ ফোন কৰ।

(দুজন মইনা ফোন কৰিবলৈ ওলাই যায়।)

**৪ৰ্থ মইনা :** এটা সামান্য গিলাচৰ বাবে তাক ইমানকৈ মাৰিব লাগেনে? ভাঙিলেই যেনিবা, তাৰ দৰ্মহা কাটিব লাগিছিল।

**হোঃ মালিক :** সি ক'ত দৰ্মহা পায়? নিজৰ খোৱাখিনিকে উলিয়াব নোৱাৰে।

**৫ম মইনা :** তাৰ মানে আপুনি তাক দৰ্মহা নিদিয়ে।

**মৃদুল :** আপুনি ইয়াক চিকিৎসা কৰক আৰু বিদ্যালয়লৈ পঠোৱাৰ ব্যৱস্থা কৰক।

**হোঃ মালিক :** (মৃদুললৈ চাই) ঐ কি ক'লি, আকৌ এবাৰ কচোন, মই ইয়াক স্কুললৈ পঠাব লাগে, মই ইয়াৰ বাপেক নহয় বুজিছ, এনেয়ে খুৱাই তাক স্কুললৈ পঠিয়াম, মোৰ দ্বাৰা এইবোৰ নচলিব বুইছ। যা, যা, তহঁতিয়েই পঢ়ি-শুনি ডাঙৰ মানুহ হগৈ ইয়াৰ দ্বাৰা নহ'ব।

**মৃদুল :** আপুনি ইয়াক বিদ্যালয়লৈ পঠাবই লাগিব,

**সকলো :** অঁ, অঁ, ইয়াক বিদ্যালয়লৈ পঠাবই লাগিব।

(ফোন কৰিবলৈ যোৱা মইনা দুজন ঘূৰি মঞ্চত পুনৰ প্ৰৱেশ কৰি মৃদুলৰ ওচৰলৈ আহে। মৃদুলক কাণে কাণে কথা কোৱা ভংগিমা কৰিব, মৃদুলে ইজনক, ইজনে সিজনক এনেকৈ কাণে কাণে কথা পতা দেখি হোটেল মালিক বিতত্ত হ'ব আৰু সিহঁতৰ কথা শুনিবলৈ চেষ্টা কৰিব)

**হোঃমালিক :** (সকলোকে উদ্দেশ্যি) ঐ, ইযাত কি ভাওনা ওলিয়াইছ, যা, ইয়াৰ পৰা ভালে ভালে আঁতৰি যা, ইয়াক, মই যি ইচ্ছা হয় তাকে কৰিব পাৰো, ইয়াৰ বাপেকে মোৰ ধাৰ খাই থৈছে।

**১ম মইনা :** গতিকে আপোনাৰ যি ইচ্ছা তাকে কৰিব পাৰে, (উপলুঙা কৰিব, বাকীবোৰে হাঁহিব)

**হোঃমালিক :** অঁ, মোৰ যি ইচ্ছা তাকে কৰিব পাৰো,

**সকলো :** (খঙেৰে) নোৱাৰে, আপোনাৰ যি ইচ্ছা তাক কৰিব নোৱাৰে।

**মৃদুল :** আপুনি জানেনে, যোৱা ১০ অক্টোবৰ তাৰিখে (২০০৬ চন) ভাৰত চৰকাৰে শিশু শ্ৰমিক আইন প্ৰৱৰ্তন কৰিছে।

**১ম মইনা :** সেই আইনমতে কোনো শিশুকে বল পূৰ্বক বা অন্য কোনো ধৰণেই যিকোনো কামত লগাব নোৱাৰে, এই কথা আপুনি নিশ্চয় কাকতে পত্ৰে পঢ়িবলৈ পাইছে গতিকে আপুনি সকলো কথাই ভালদৰে জানে?

**হোঃমালিক :** অঁ, জানো, আৰু তহঁতি শুন, যিসকলে এই আইন প্ৰৱৰ্তন কৰিছে, সিহঁতৰ ঘৰতেই শিশু শ্ৰমিক আছে বুইছ, পৃথিৱীত কাম নকৰালে কোনেও পেট ভৰাব নোৱাৰে। এই বিলাক সব ফুটুকাৰ ফেন। অৰ্থ নাই।

**মৃদুল :** আপুনি অৰ্থ নাই বুলি ক'লেই হ'ব নেকি, সৌ সিদিনা বাতৰি কাকতত লিখিছে আমাৰ সংবিধানৰ ২৩নং অনুচ্ছেদৰ মতে কোনো লোকক শোষণ কৰিব নোৱাৰিব। ১৪ বছৰৰ তলৰ কোনো শিশুকে আপুনি বলপূৰ্বকভাৱে কামত খটুৱাব নোৱাৰে। ২৩, ২৪, ২৫, নং অনুচ্ছেদ কেইটা পঢ়িলেই আপুনি বুজি পাব এজন শিশুক শিক্ষা জীৱনৰ পৰা বঞ্চিত কৰিলে কেনেধৰণৰ অপৰাধ কৰা হয়।

**২য় মইনা :** সংবিধানৰ ২৯/৩০ অনুচ্ছেদৰ মতে আপুনি মহা অপৰাধী।

**৩য় মইনা :** ভাৰতৰ মৌলিক অধিকাৰ হিচাপে ৬—১৪ বছৰত প্ৰতিজন শিশুৱেই প্ৰাথমিক শিক্ষা পোৱাটো বাধ্যতামূলক,

**৪ৰ্থ মইনা :** বৰ্তমান সৰ্বশিক্ষা আঁচনিখনৰ বিষয়ে আপুনি নিশ্চয় জানে, সেয়ে এই ল'ৰাজনক বিদ্যালয়লৈ পঠোৱাৰ ব্যৱস্থা কৰক,

**৫ম মইনা :** নহ'লে আপুনি আইনমতে দণ্ডনীয় হ'ব।

**হোঃমালিক :** ঐ চুপ, চুপ, ফুকলীয়া ল'ৰাৰ মুখত বৰ বৰ মাত।

**মৃদুল :** ইয়াৰ বিচাৰ হ'বই লাগিব।

**সকলো :** হ'বই লাগিব।

**হোঃমালিক :** ঐ মূৰ গৰম নকৰিবি, মনে মনে থাক,

(মইনাসকলে বেৰি ধৰে, মালিকে ইফালে-সিফালে চায়)

**মৃদুল :** আপুনি জানেনে, এজন শিশুক ধ্বংস কৰাৰ মানেই এখন সমাজক ধ্বংস কৰা।

**১ম মইনা :** এখন সমাজক ধ্বংস কৰাৰ মানেই এখন দেশক ধ্বংস কৰা,

**২য় মইনা :** আৰু এখন দেশক ধ্বংস কৰাৰ মানেই সমগ্ৰ মানৱজাতিক ধ্বংস কৰা বুজায়।

**৩য় মইনা :** ইন্‌কিলাব

**সকলো :** জিন্দাবাদ

**চতুৰ্থ মইনা :** আমাক সকলোকে

**সকলো :** শিক্ষা লাগে, শিক্ষা লাগে।

**৫ম মইনা :** শিশু শোষণ বন্ধ কৰক,

**সকলো ঃ** বন্ধ কৰক, বন্ধ কৰক,

**মৃদুল ঃ** আমাৰ সমাজ

**সকলো ঃ** আমিয়েই গঢ়িম

**মৃদুল ঃ** আমি শিশু

**সকলো ঃ** দেশৰ ধৰণী

**৫ম মইনা ঃ** জ্ঞানৰ পোহৰে আমি

**সকলো ঃ** জগত জিনিম।

**(শ্ল'গান চলি থাকোঁতেই এজন কনিষ্টবলসহ এজন পুলিচ ইন্সপেক্টৰ সোমাই আহে। সকলোৱে চালাম দিয়ে আৰু মৃদুলে ইন্সপেক্টৰে ইংগিতত লগৰ কথা পাতে।)**

**ইন্সপেক্টৰ ঃ** ব'ল থানালৈ (কনিষ্টবলজন আগবাঢ়ি যায় আৰু হোটেল মালিকৰ হাতত ধৰে, মৃদুলে আগবাঢ়ি আহে)

**মৃদুল ঃ** চাৰ, এখেতক থানালৈ নিব নালাগে মাত্ৰ আমাক কথা দিয়ক, এই ল'ৰাটোক (বয়লৈ আঙুলিয়াই) হস্পিতেললৈ নিয়াৰ ব্যৱস্থা কৰক আৰু কাইলৈৰ পৰা বিদ্যালয়লৈ পঠাওক।

**ইন্সপেক্টৰ ঃ** (মালিকলৈ চাই) শুনিলি, কি কৰ এতিয়া,

**হোঃমালিক ঃ** হ'ব বোপাইহঁত মই ইয়াক বিদ্যালয়লৈ পঠাম কথা দিলো। (লগে লগে মইনাহঁতে কিৰিলি পাৰে)

**মৃদুল ঃ** ইন কিলাব

**সকলো ঃ** জিন্দাবাদ

**(শ্ল'গান দি থাকিব, মঞ্চৰ পৰা এজন এজনকৈ নামি আহিব।)**

(আঁৰ কাপোৰ)

<u>সমাপ্ত</u>

# নাট্যকাৰসকলৰ চমু পৰিচিতি

১। **অৰুণ শৰ্ম্মা** - জন্ম চন-৩ নম্বেবৰ ১৯৩১ চন। বৰ্তমানৰ ঠিকনা- অন্নদা এপাৰ্টমেন্ট ৭৭, কমলা কান্ত ভট্টাচাৰ্য্য পথ গুৱাহাটী -৭৮১০০৩, যোগাযোগৰ নম্বৰ -০৩৬১২৬৬৬২১২, ৯৪৩৫৪০৮৬৯২।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** নিবাৰণ ভট্টাচাৰ্য্য : আহাৰ, পুৰুষ, অদিতিৰ আত্মকথা, কুকুৰ নেচীয়া, মানুহ, পৰশুৰাম, অগ্নিগড, পদ্মা-কুন্তী ইত্যাদি, একাংকনাট প'ষ্টাৰ (শিশুনাট) ক্ৰমে সংগীত নাটক অকাডেমী আৰু সাহিত্য অকাডেমীৰে বিভূষিত বিশিষ্ট নাট্য ব্যক্তিত্ব অৰুণ শৰ্ম্মা এগৰাকী বিশিষ্ট ঔপন্যাসিক তথা অনাতাঁৰ নাট্যকাৰ।

২। **ড° চন্দ্ৰধৰ চমুৱা,** বৰ্তমানৰ ঠিকনা, ১ নং বাস্তৌ গাওঁ, ঢকুৱাখনা।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** হাঁহি, যৌতুক কোনে খায, ভনোমতীৰ সপোন। ড° চমুৱা এগৰাকী প্ৰতিযশা মঞ্চনাট্যকাৰৰ উপৰিও এগৰাকী অসমীয়া সাহিত্য জগতৰ খ্যাতনামা চুতি গল্পকাৰ তথা উপন্যাসিক। তেখেত এগৰাকী সুপৰিচিত ৰাষ্ট্ৰীয খ্যাত অনাঁতাৰ নাট্যকাৰো।

৩। **অৰূপ চক্ৰৱৰ্তী :** জন্ম চন -১৮ চেপ্তেম্বৰ ১৯৩৫ চন। বৰ্তমানৰ ঠিকনা- খাৰঘুলী পথ, গুৱাহাটী-৭৮১০০৪

৪। **শম্ভু গুপ্তা :** জন্ম চন ১ মে ১৯৪২ চন, ঘৰ নং- ৫৫ গুৱাহাটী-১৯, যোগাযোগৰ নম্বৰ-৯৮৬৪০৬১১৪৩

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** আচামী ঈশ্বৰ হাজিৰ সেন্দুৰৰ ৰং মাধুৰ্য, এটি মৃত্যুৰ জন্ম, কনক পুতলা চাঙি, বৃত্তৰ ভিতৰত আমি, পুতলা নাচৰ কাহিনী, আজিও মুৰাদাবাদ, ডিশ্ৰু, এতিযা হঠাৎ সন্ধ্যা, শতপুষ্প বিকশিত হওক, ডাইনী। নাট্যকাৰ এগৰাকী বিশিষ্ট চলচিত্ৰ পৰিচালক আৰু চিত্ৰ নাট্যকাৰ।

৫। **সেবাব্ৰত বৰুৱা :** জন্ম চন -১৯৪৮, ১৬ জুলাই। বৰ্তমানৰ ঠিকনা - ৪নং ৱাৰ্ড, বিহপুৰীয়া টাউন লক্ষীমপুৰ।

**উল্লেখযোগ্য নাট্য সম্ভাৰ :** পূৰ্ণাঙ্গ নাটক, ক্ষযিষ্ণু, নিহাৰিকা, এজন শক্তিশালী মানুহ, (অভিযোজনা), অসজা আৰু একাংক নাট সদাচাৰৰ মাদলি, আইতাৰ সাধু, মূক কণ্ঠত শব্দৰ ঝংকাৰ, বিকল্প প্ৰবাহ, কুশ্যন ডেঞ্জাৰ এহেড। অসমৰ আধুনিক অপেচাদাৰী নাট্যজগতৰ বিশিষ্ট নাট্যকাৰ পৰিচালক আৰু সু অভিনেতা শ্ৰীযুত বৰুৱাদেৱ অসমৰ ভ্ৰাম্যমান নাট্য জগতৰো এগৰাকী সু পৰিচিত নাট্যকাৰ আৰু নাট পৰিচালক।

যোগাযোগৰ ঠিকনা - ৯৪৩৫১০৩০৩৯

৬। **ড° পুষ্প গগৈ,** জন্ম চন - ১৯৪৮ চন,

এগৰাকী বিশিষ্ট নাট পৰিচালক, নাট্যকাৰ, চিত্ৰকৰ ড° গগৈ দেৱৰ এই পৰ্য্যন্ত তেখেতৰ স্বৰচিত নাট্যসম্ভাৰ তালিকাত আছে ক্ৰমে বিশখন একাংকিকা নাট, পাঁচখন পূৰ্ণাংগ নাট আৰু তিনিখন অনাতাঁৰ নাট। ধেমাজিৰ বিশিষ্ট নাট্য সংগঠন এভাৰগ্ৰীণ আৰ্টিষ্ট এচোচিয়েচনৰ জন্মদাতা ড পুষ্প গগৈ এগৰাকী বিশিষ্ট তাই গৱেষক। স্থাযী ঠিকনা - ধেমাজি টাউন

যোগাযোগৰ নম্বৰ — ৯৯৫৪১৮৪২৬৩,০৩৭৫৩২২৪৩৩।

৭। **কৃষ্ণৰায় মেধি,** জন্ম চন - ১৯৪২, ১ চেপ্তেম্বৰ, ঠিকনা - মৃনাকৃষ্ণাশ্ৰম, ললিত চুবুৰী, হেমপ্ৰভা ৰায়মেধি পথ হাতীগাওঁৰ গুৱাহাটী -৭৮৪১০৩৮।

**উল্লেখ যোগ্য নাট্যসম্ভাৰ** — ফুৰকি মোৱাচিনি, শ্বহীদ শম্ভুধন, মাটিৰ ৰথ, অৰুন্ধতী যুগে যুগে, অনন্ত প্ৰবাহ, সীতাৰ পাতাল প্ৰৱেশ, বিশিষ্ট নাট্যকাৰ, নাট পৰিচালক আৰু অভিনেতা ৰায়মেধি দেৱ এগৰাকী উপন্যাসিক গল্পকাৰ তথা কবি।

৮। **আলি হাইদৰ,** জন্ম চন, -১৯৫২ চন ১৩ জুলাই বৰ্তমানৰ ঠিকনা - কমলাবাৰী পথ উত্তৰ লক্ষীমপুৰ

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (পূৰ্ণাংগ) বানপানী, বিস্ফোৰণ হ'ব এখন নিলাজ মানুহৰ দেশ, ধুমুহা পখীৰ নীৰ, যুগ সন্ধিক্ষনৰ কাৰ্য্য, কুপ্ৰথা, হীযাৰ পুং, নৈশযুদ্ধ। শিশু নাটক, সংস সৰোবৰ, জোন বেলি তৰা আৰু যাদুকাৰী খুৰা। মহিলা পূৰ্ণাঙ্গ নাট্য সৃষ্টি, একাংগী গ্ৰন্থ ক্লান্তি অনাতাৰ ধাৰাবাহিক খিৰিকিয়েদি। উল্লেখযোগ্য একাংকিকা নাট্য সম্ভাৰ এটা চোলাৰ কাহিনী, অহৈতুকী স্বদেশপ্ৰীতি , এলান্ধুৰ পাহাৰ, কুণ্ডলী, এজন ৰজা আছিল, জন্ম ক্ৰন্দন, অপাৰাজেয় ইত্যাদি।

যোগাযোগ ঠিলা-ফোন নম্বৰ ৯৮৩৫০৮৬৮৪৮২

**৯। অৰুণ গোস্বামী**, বৰ্ত্তমানৰ ঠিকনা, হেমচন্দ্ৰ গোস্বামী পথ, ডেকগাওঁ অসম।

উল্লেখ যোগ্য নাটসম্ভাৰ, আজি, আচল শত্ৰু, তদন্ত আয়োগ, কেন ৰজাৰ পতন, শ্ৰীযুত গোস্বামী অসমীয়া সাহিত্যৰ এগৰাকী পৰিচিত গল্পকাৰ, উপন্যাসিক তথা বাতৰি কাকতৰ নিয়মীয়া কলম লেখক।

১০। **ড°অনিল শইকীয়া**, জন্ম চন ১-৮-১৯৫৫ বৰ্ত্তমানৰ ঠিকনা - অধ্যক্ষ মৰাণ মহাবিদ্যালয়, মৰাণ, ডিব্ৰুগড।

**উল্লেখ যোগ্য নাট্যসম্ভাৰ :** ঈশ্বৰৰ সন্ধানত হামিদ গ্ৰেব্ৰিয়েল আদি আৰু কিবা এটা সোমাইছে, অৰ্থঃ শিক্ষক সংবাদ। নাট্যকাৰ শইকীয়া দেব মূলতঃ অসমৰ সংগীত জগতৰ তেখেতৰ দ্বাৰা ৰচিত সংগীতৰ কাৰিকৰী ভাষাৰে সমৃদ্ধ বিৰল সংগীত গ্ৰন্থ-সংগীত নাটক, নাটকত আৰহ সংগীত এখন বহু চৰ্চ্চিত গ্ৰন্থ। ফোন নং - ৯৪৩৫০০৮৬৬৯

১১। **সমৰেশ চক্ৰৱৰ্তী**, জন্ম চন- ১ অক্টোবৰ ১৯৫৪ চন। বৰ্ত্তমানৰ ঠিকনা ষ্টেচন্ ৰোড ৱাড নং-৩ মৰিয়নি ৭৮৫৬৩৮ যোৰহাট অসম।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** - ২০০৩ চনত এক দুই তিনি চাৰি নামৰ এখনি দ্বি-ভাষিক (অসমীয়া আৰু বংলা) নাট্য সংকলন প্ৰকাশ পাইছে। নাট্যকাৰ আৰু পৰিচালক, শ্ৰীযুত চক্ৰৱৰ্তীৰ দুখন উল্লেখযোগ্য পূৰ্ণাঙ্গ নাটক- আজিৰ মাৰিচ আৰু ইমান তেজ কিয় ? ইয়াৰ উপৰিও তেখেতৰ অপ্ৰকাশিত অৱস্থাত থকা নাটকৰ ভালেকেইখন। ফোন নম্বাৰ- ৯৯৫৪০২৪১০৩, ৯৪৩৫২০৩৯০৭।

১২। **(৯) শিৱানন্দ কাকতি**, জন্ম চন ১৯, ৫৮, ১৬ অক্টোবৰ বৰ্ত্তমানৰ ঠিকনা, গুৰুদ্বাৰ পথ, ফৌজদাৰি পট্টি নগাওঁ অসম।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** প্ৰকাশিত পূৰ্ণাঙ্গ নাট্য সংকলন কেন্দ্ৰবিহীন বৃত্তৰ আৰু অনান্য নাটক সমূহ হ'ল- (১৯৯৮), অম্লাইঅ, দুঃসময় সময়। নাট্যকাৰ কাকতি দেব এগৰাকী বিশিষ্ট চুটি গল্পকাৰ তথা অনাৰ্তাৰ নাট্যকাৰ। তেখেত 'দুঃসময় সময়' অসাৰ্তাৰ নাটকখনি ৰাষ্ট্ৰীয় ভিত্তিত পুৰস্কৃত হোৱাৰ উপৰিও তেখেতৰ বটাঁ প্ৰাপ্তিৰ উল্লেখযোগ্য স্বকৃতি সমূহ হ'ল ১৯৯৫ চনত প্ৰকাশিত চুটি গল্প সংকলন আমৃত্যু অমৃতৰ বাবে মুনিন বৰকাকতি সাহিত্য বঁটা আৰু ২০০৫ চনত প্ৰকাশিত 'জলছবিৰ ছবি' ৰ বাবে সৰ্বভাৰতীয় কথা বটাঁৰে সম্মানিত হয়।

যোগাযোগ নম্বৰ ক্ৰমে- ০৩৬৭২২৩০৭৮৯, ৯৮৩৫০৬০৫১৩, ৯৮৩৫০৬০৫১৪

E-mail :- kakotis@Rediffmail.com and- S. Kakoti@sbi.in

১৩। **ড° অৰুপ বৰঠাকুৰ**, জন্ম চন- ১৯৫৭, বৰ্ত্তমানৰ ঠিকনা - পঞ্চৱতী, মালৌ আলী, যোৰহাট-১

**উল্লেখ যোগ্য নাট্যসম্ভাৰ :** পগলা ঘোঁৰা এফিজি, আশংকাৰ দিনৰাতি, দুটা দশকৰ যুক্তি, তৰ্ক আৰু সত্য, সোণাসী জখলা (শিশু নাটক) ভাৰাঘাৰ, এ ট্ৰিপ টু হেভেন, প্লেটফৰ্ম, ষ্টেচনৰ ইপাৰে শিপা, অপৰাহ ইত্যাদি। ড° বৰঠাকুৰ অসমৰ-ভ্ৰাম্যমান নাট্যজগতৰ এগৰাকী জনপ্ৰিয় নাট্যকাৰ আৰু নাট পৰিচালক। ফোন নম্বৰ — ৯৪৩৫০৯৬৪৫৭।

১৪। **হেমন্ত বৰপাত্ৰ গোহাঁই**, জন্ম চন - ১৯৬০ বৰ্ত্তমানৰ ঠিকনা - ভেহপৰা ধেমাজি চহৰ।

**উল্লেখ যোগ্য নাট্যসম্ভাৰ :** ছন্দিত গদ্যত এপিযলা মদ্য, ৰজা যেতিয়া মাক হ'ল, লজ্জা যত থমকি ৰয়, স্বপ্ন আমাৰ সূৰ্য্য মুখী ফুল আৰু শেহতীয় পূৰ্ণাঙ্গ নাট্য সৃষ্টি জয়মতী। ফোন নম্বৰ - ৯৪৩৫৩৮৯১০৪।

১৫। **মনোৰঞ্জন ফুকন**, জন্ম স্থান ডিব্ৰুগড চহৰ।

এগৰাকী অতি অনুভৱী আৰু সংবেদনশীল নাট্যকাৰ মনোৰঞ্জন ফুকন সম্প্ৰতি আমাৰ মাজত নাই। বহু প্ৰতিভাৰে সমৃদ্ধ এইগৰাকী নাট্যকাৰ উল্লেখযোগ্য সৃষ্টি সমূহ হ'ল— মই এটা সাপ, (গল্পকাৰ কমলা বৰগোহাঁইৰ একে নামৰ এটা চুটি গল্প আধাৰিত), নিজানে কথা কয়, ইত্যাদি। প্ৰায় পাঁচ বছৰ পূৰ্বে প্ৰকাশিত নাট্যকাৰ মনোৰঞ্জন ফুকনৰ একমাত্ৰ নাট্যসংগ্ৰহমনি অসমীয়া নাট্য সাহিত্যলৈ এবা অনবাদ্য সংকলন আৰু প্ৰাপ্তি। তেখেতৰ আৰু এখন দুখন উল্লেখযোগ্য নাটক হ'ল এখন অসম্পূৰ্ণ নাটকৰ পাণ্ডুলিপি আৰু সান্ধ্য আইন।

১৬। **নৰেন পাটগিৰি**, জন্ম চন- ১ জানুৱাৰী ১৯৬৩।

বৰ্ত্তমানৰ ঠিকনা -উত্তৰ জ্যোতি নগৰ, জনপথ, বামুনীমৈদাম গুৱাহাটী -২১

কৰ্মসুত্ৰে গুৱহাটী মহা বিদ্যালয়ৰ ইতিসাহ বিভাগৰ প্ৰবক্তা নাট্যকাৰ আৰু নাট পৰিচালক নৰেণ পাটিগিৰি—অসমৰ অপেচাদাৰী নাট্য ক্ষেত্ৰৰ এগৰাকী অতি শক্তিশালী নাট্যকাৰ। তেখেতৰ উল্লেখযোগ্য নাট্যসম্ভাৰ সমূহ হ'ল - ক্ৰমে— (একাংক নাটক) সেউজীয়া খামৰ চিঠি, সপোনৰ কাৰেং চাপৰি, বাক, শিশু নাট ন'। পূৰ্ণাঙ্গ নাট্য সৃষ্টি সমূহ হ'ল ক্ৰমে—আলাপ অন্তৰাগ, কৰ্ণ কথা, ৰজা আহে আৰু সুৰমাৰ গঙা চিলনী।
ফোন নম্বৰ —৯৪৩৫১১৭৬৪৫

১৭। **লিয়াকৎ আলি**, জন্ম চন - ১৯৫৭

বৰ্ত্তমানৰ ঠিকনা, কামৰূপ জিলা বৰপেটা চহৰৰ নাগৰিক,

নাট্যকাৰ, সু-অভিনেতা আৰু নাট পৰিচালক লিয়াকৎ আলিৰ উল্লেখযোগ্য একাংক নাট সম্ভাৰ হ'ল ক্ৰমে পূৰ্বাভাষ গোলামৰ জয় যাত্ৰা, মেজিক অব দ্যা ফৰটিচেভেন মুগাৰ মেখেলা আৰু সংকাৰ। পূৰ্ণাঙ্গ নাট সমূহ হ'ল সদগতি, অ'ফুল অ'ফুল নুফুল কিয়, মোৰে মলুৱাক কোনে মাৰিলে, জোনাকে

ধোৱা অৰণ্যত, প্ৰাপ্তি অপ্ৰাপ্তি, ৰোগমুক্তি। ফোন নম্বৰ ঃ ৯৮৫৪৫২৭৬২৩, ৯৮৩৫০২৫৫৮৭, ০৩৬৬৫২৫২৮০৪

১৮। **ভব পূজাৰী ঃ** জন্ম চন ১৪ আগষ্ট, ১৯৬২ চন।

বৰ্ত্তমানৰ ঠিকনা, কাঁচিকতা,গাওঁ মাধৱদেৱ হাইস্কুলৰ সহঃ শিক্ষক বিহপুৰীয়া, উত্তৰ লক্ষীমপুৰ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ** - দুঃসময়ৰ নক্সা, সাঁচে গঢ়া মানুহে, মৎস্যন্যাস, যাত্ৰা, বকুল তলৰ ধেমালি (শিশুনাটক) নাট্যকাৰ পূজাৰী এগৰাকী সফল অৰ্ণাতাৰ নাট্যকাৰ তথা অভিনেতা। যোগাযোগৰ ঠিকনা - ৯৮৫৪১৩১৯৬।

১৯। **অজিত বৰঠাকুৰ,** জন্ম চন - ১৯৭৪

বৰ্ত্তমানৰ ঠিকনা — কচলুখোৱা, নগাওঁ

**উল্লেখযোগ্য নাট্যসম্ভাৰ ঃ** পূৰ্ণাঙ্গ নাটক-- মৃগাযা, ক্ৰিয়া প্ৰতিক্ৰীযা, অধ্যায, ৰণক্ষেত্ৰ, উৎসৱ কুৰিশতিকা, দৈনন্দিন,। একাংক নাটক ৰং বেৰং গতিৰোধক, মহোৎসৱ, চিযেলৰ প্ৰথৰ খণ্ড বৰুৱা সংসাৰত এদিন, বিযাত এৰাতি, ধুমুহা। অসমৰ অক্লান্ত নাট্য কৰ্মী দক্ষ নাট্যকাৰ, নাটপৰিচালক আৰু অভিনেতা অজিত বৰঠাকুৰৰ অবিৰত নাট্য চৰ্চ্চাৰ কেন্দ্ৰভূমি হ'ল নগাওঁ মঞ্চশিল্প।
যোগাযোগ ঠিকানা —৯৪৩৫১৬০৭৩৭ ।

২০। **সপোনজ্যেতি ঠাকুৰ,**

বৰ্ত্তমানৰ ঠিকনা, ডেৰগাওঁ, অসম

**উল্লেখযোগ্য নাট্যম্ভাৰ সমুহ ক্ৰমে ঃ** দ্ৰৌপদী পৰিযাল, কবিতাৰ মৃত্যু, অন্তৰ্বাস ইত্যাদি কাব্য,বাঘময ইত্যাদি তেখেতৰ শেহতীযা পূৰ্ণাঙ্গ নাট্যসৃষ্টি হ'ল জলকুঁৱৰী। অনাতাঁৰ নাট মধুৰতম সময়ৰ জৰিযতে অসম জুৰি খ্যাতি লাভ কৰা নাট্যকাৰ নাট পৰিচালক তথা অভিনেতা সপোজ্যোতি এগৰাকী প্ৰতিশ্ৰুত গল্পকাৰ আৰু উপন্যাসিকো। তেখেতৰ গল্প সংকলন প্ৰতিবিপ্লৱী গল্প আৰু প্ৰকাশিত উপন্যাসিকা প্ৰেম আৰু দলং।

২১। **দিপক কুমাৰ গগৈ,**

বৰ্ত্তমানৰ ঠিকনা—চতীয়া উচ্চ মাধ্যমিক বিদ্যালয শোণিতপুৰ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ ঃ** বৈভৱ, অৰ্জ্জুন হেৰাঁওতে, কম্পিউতাৰ ৰজনী, দুভাৰিত অমিল জোতা ইত্যাদি। উল্লেখযোগ্য পূৰ্ণাঙ্গ নাটক - ইচ্ছা মৃত্যু, বৃথা অম্বেষণৰ কাহিনী ইত্যাদি। নাট্যকাৰ গগৈ এগৰাকী সফল অভিনেতা আৰু নাটপৰিচালক। তেখেত বৰ্ত্তমান বহুকেইখন দূৰদৰ্শনৰ ধাৰাবাহিক তথা ভি চি ডি কথা ছবিৰো সফল অভিনেতা।

২২। **পংকজজ্যোতি ভুঞা,**

বৰ্ত্তমানৰ ঠিকনা এ এচ টি চি কলনী সমাপত চতিযা শোণিতপুৰ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ ঃ** পূৰ্ণাঙ্গ ফুলৰ গামোচা ইত্যাদি। (একংকা) প্ৰত্যাবৰ্তনৰ পথত সত্য, তিনিটা ৰঙীন পখিলা, এজনী সুগন্ধি ছোৱালী, অকথ্য অশ্ৰাব্য, অমৰাৱতীৰ অতিথি, মৌচুমী আহিছে। বিশিষ্ট নাট্যকাৰ পংকজজ্যোতি ভুঞা সাম্প্ৰতিক অসমীযা চলচিত্ৰ জগতৰো প্ৰধানকৈ ভি চি ডি ছবিৰ এগৰাকী দক্ষ চিত্ৰনাট্যকাৰ তথা সংলাপ ৰচক। শ্ৰীযুত ভুঞা এগৰাকী সফল গীতিকাৰ।ফোন নম্বৰ— ৯৪৩৫১৮২৫৬০।

২৩। **জ্যোতি প্ৰসাদ দাস,** জন্ম চন— ১৯৬৩।

বৰ্ত্তমানৰ ঠিকনা—ৰংঘৰ, বৰপেটা চহৰ, কামৰূপ জিলা।

উল্লেখযোগ্য ঠিকনা — ৰংঘৰ বৰপেটা চহৰ, কামৰূপ জিলা।

**উল্লেখযোগ্য নাট্যসম্ভাৰ ঃ** (একাংক) স্ফুতি অৱধাৰিত সংঘৰ্ষ, মূল্য, অন্য এক জাতিংগা, মা- অ'- মা, সুন্নতি মুন্নতি গুম্মতি আদি। তেখেতৰ বৈশিষ্টি পূৰ্ণাংগ নাটক হস্তং স্বৰ্জনঃ মোদ্যতা, তোমাৰ নাম থলো অপৰাজিতা আদি তেখেতৰ বহু চৰ্চ্চিত পূৰ্ণাঙ্গ নাট- সাম্প্ৰতিক অসমৰ অপেছাদাৰী নাট্যক্ষেত্ৰৰ শ্ৰীদাস এগৰাকী উল্লেখনীয় ভাবে দাযবদ্ধ আৰু প্ৰতিশ্ৰুত নাট্যশিল্পী।
ফোন নং — ৯৪৩৫৫১৩০২৯।

২৪। **প্ৰশান্ত কুমাৰ দাস,** জন্ম চন—১৯৬১

বৰ্ত্তমানৰ ঠিকনা সেউজীপাৰ, টিযক —৭৮৫১১২, যোৰহাট অসম।

**উল্লেখযোগ্য নাট্যসম্ভাৰ ঃ** আমাকো জীয়াই ৰাখা, বগলী এ সবাহলৈ নগলি কিয়, আমি আখৰা কৰিছোঁ, (আটাই কেইখন শিশু নাটক) অন্যান্য নাটক— সমুহ এই আকাশৰ তলতে, সুখৰ সন্ধানত। অনাতাঁৰ নাট— শংকৰ সূৰ্য্য ভৈলন্ত, উদ্বিত ধুমুহা, বিজয়ী ৰাভাৰ আভা উৰুলী, তোৰে মোৰ আলোকৰে যাত্ৰা, নাট্যকাৰ প্ৰশান্ত এগৰাকী সফল নাট্যকাৰ নাট পৰিচালক হোৱাৰ উপৰিও তেখেত বাটৰ নাটক ৰচক আৰু তেলি নাটৰ নাট্যকাৰ।
ফোন নং —ক্ৰমে ০৩৭৬২৩৯৬৬১২, ৯৪৩৫৬৭৯৩৪২।

২৫। **ভুপেন্দ্ৰ নাথ হাজৰিকা,**

বৰ্ত্তমানৰ ঠিকনা— হাটবৰ, কলীয়াবৰ নগাওঁ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (একাংক)— খিৰীকি, অন্তঃ সলীলা, পূৰ্ণাঙ্গ নাটক— ৰভাঘৰ আৰু চাজাহান। একমাত্ৰ ছপা আকাৰে প্ৰকাশিত নাট্য সংকলন খিৰীকী। নাট্যকাৰ ভুপেন্দ্ৰ নাথ এগৰাকী সফল গল্পকাৰো। ফোন নং –৯৮৬৪৩০৪৪৭৭।

২৬। **দেবজিৎ গগৈ,** জন্ম চন— ১ জুলাই ১৯৫৫ চন।

বৰ্ত্তমানৰ ঠিকনা টিংৰাই কলনী (অইল ইণ্ডিয়া) ঘৰ নং ৭৯, দুলিয়াজান ডিব্ৰুগড়।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** একুৱেৰিয়ামৰ মাছ, ভোক, সাপ, সুৰাৰ পৃথিৱীত এডাল চিপজৰী, এনেকৈয়ে দিন এনেকৈয়ে ৰাতি ভাবী বালক কাব্য প্ৰমীথিউছ নাট্যকাৰ গগৈ এগৰাকী উপন্যাসিক তথা কবিও। তেখেতৰ বহুটো কবিতা, অপ্ৰকাশিত অৱস্থাত আছে। ফোন নং— ৯৯৫৪২৩৪৭৬১।

২৭। **জেতবন বৰুৱা,**

বৰ্ত্তমানৰ ঠিকনা— দৈনিক জনমভূমি নেহেৰু পাৰ্ক, যোৰহাট ১।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** ৰেগিৰ ৮৫। সম্প্ৰতি পেছাত এগৰাকী সংবাদ কৰ্মী। নাট্যকাৰ বৰুৱা এগৰাকী সংবাদ কৰ্মী, এগৰাকী সু অভিনেতা হোৱাৰ উপৰিও এগৰাকী গীতিকাৰ তথা কবি। সম্প্ৰতি বৰুৱা কেইবাখনো ভি চি ডি ছবিৰো সফল অভিনেতা।

২৮। **জয়ন্ত ৰাজগুৰু,** জন্ম চন ১৭ অক্টোবৰ ১৯৬৭চন

বৰ্ত্তমানৰ ঠিকনা – নেহেৰুপাৰা যোৰহাট –৭৮৫০০১।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (একাংক) কযদী ফগু, দোলা, ন্যায়ে অন্যায় টোগলক আৰু আমি (লবৈ মিৰ্নাটিযা), আৰ্বেলিৰ কবিতা, কুকুৰ টুপী অৰণ্যৰ সাধু জ'কাৰ (আটাইকেইখন শিশু একাংক) পাহাৰি হানচেপি। পূৰ্ণাঙ্গ নাটক – হিপ্ হিপ্ হুৰে লগ্ সন্ধি লাজ নিলাজ বিষণ্ণ লাজ, জয় জনতা জনাৰ্দ্দন। নাট্যকাৰ ৰাজগুৰু এগৰাকী মঞ্চসফল অভিনেতা তথা এগৰাকী দক্ষ নাট পৰিচালকো ফোন নং ৯৮৬৪২২২৩৬৫।

২৯। **মৃণাল কুমাৰ বৰা,**

উল্লেখযোগ্য নাটসম্ভাৰ ৰাজ কাৰেঙৰ সাধু, পূৰ্ণাঙ্গ নাটক – হুদুন দেও (খ্যাত নামা গল্পকাৰ ইমৰান হৌছেনৰ মূল চুটি গল্প ও ধাৰিত আহাৰ অনাহাৰ শতৰু (জোহিৰুল হুছেইনৰ গল্প আধাৰিত নিৰ্মল প্ৰভাৰ- ড বগলী বৰু এম বি বি এছ আৰু এগৰাকী দক্ষ তথা প্ৰতিশ্ৰুত নাট্যকাৰ নাট পৰিচালক অভিনেতা তথা কলা নিৰ্দেশক মৃণাল কেইবাখনো দেশী বিদেশী নাটকৰ সফল নাট পৰিচালক। নতুন দিল্লীৰ ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ সতেও তেখেত সঘন সম্পৰ্কিত। ফোন নং ৯৫৩৬৭২২২৭৫৩৩ ৯৯৫৪৩৫০৩৮৫। মই টুণীযে টুণটনালো আৰু বিডলা বাইদেউৰ পদাশালী।

৩০। **নিৰ্মল কুমাৰ দাস,** জন্ম চন ১ ফেব্ৰুৱাৰী ১৯৬৮

বৰ্ত্তমানৰ ঠিকনা দক্ষিণ হাটী ৩ বৰপেটা, অসম

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (একাংক) মাযা, প্ৰতীক্ষা, মনৰ মৰম, সৃষ্টি, মেৰুদণ্ড ক্ষমা। পূৰ্ণাঙ্গ মমতাৰ চিঠি, মন নগ্ন নগ্ন সময। তথা (মুল ৰমা বেজবৰুৱা হাস্যব্যংগ চুটি উপন্যাস আধাৰিত), মৰমৰ দেউতা। বহু চিন্তা উদ্ৰেকবাৰী বিষয় বস্তুৰে সমৃদ্ধ নাট্যকাৰ নিৰ্মল দাস এগৰকী দক্ষ মঞ্চ আভিনেতা, নাট পৰিচালক আৰু সু আবৃত্তিকাৰ। ফোন নং— ৯৯৫৪৩২২৩৯৬।

৩১। **বনমালী ভুঞা,**

বৰ্ত্তমাৰ ঠিকনা—ভাৰতীয় জীৱন বিমা নিগম, বিশ্বনাথ চাৰিআলি অসম।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (একাংক) চাৰিআলি, গডাখহনীয়া বৰষা বাতৰি এৰাতি এই বাৰ্টেদি এক্সিডেন্ট। পূৰ্ণাঙ্গ নাটক ক্ৰমে ইপাৰ সিপাৰ দুযো পাৰ সপোন, বিভ্ৰান্তি আৰু কেঁচাই খাতি। ফোন নং –৯৯৫৪৭২১১৮৪।

৩২। **জয়ন্ত ডেকা,** জন্ম চন—১৯৬৮

বৰ্ত্তমানৰ ঠিকনা— ভেবাৰঘাট, মঙ্গলদৈ টাউন ৱাৰ্ড নং ২

**উল্লেখযোগ্য নাটসম্ভাৰ :** (একাংক) শকুন্তলা, জেতুকা পাতৰ দৰে, মুখা, লাষ্ট পেইন্টিং উৰুলি, উৎসৱ। পূৰ্ণাঙ্গ নাটক— চীফ মিনিষ্টাৰ ড'ত কম, যুঁজ। নাট্যকাৰ জযন্ত ডেকা একাধাৰে সু অভিনেতা, প্ৰতিশ্ৰুত নাট পৰিচালক, দক্ষ, মুকাভিনেতা আৰু এগৰাকী নবাগত সংবেদনশীল গীতিকাৰ তথা গোপাল চৰ্চ্চাৰ কবি। ফোন নং –০৩৭১৩২৩০২৬৩, ৯৮৬৪৩৭৭৫৭৬।

৩৩। **দীপক বৰা,** জন্ম চন—১৬ এপ্ৰিল ১৯৬৭।

**বৰ্ত্তমানৰ ঠিকনা— অবিনশ্বৰ নাট্য গোষ্ঠী, পুৰণি গুদাম, নগাওঁ অসম।**

**উল্লেখযোগ্য নাট্যসম্ভাৰ : (একাংক নাটক—চিএৰ অবৈধ, অৰ্থঃ পঞ্চ বৃদ্ধৰ সমস্যা, দৃষ্টান্ত, আয়োজন, দংশন, সূৰ্য্য উঠা দেশৰ কথা, কুন্তলা,**

চিন্তাশীলৰ চিন্তা, বৰ বিহুৱতী, মইনা মেলৰ ভাওনা। নগাওঁৰ এগৰাকী অক্লান্ত নাট কৰ্মী এগৰকী নাট্য সংগঠক। ফোন নং –০৩৬৭২২৮১৪১২, ৯৮৩৫২৩৭৯১২।

৩৪। **বিৰাজ ভূষণ বৰা,** জন্ম চন– ৪ এপ্ৰিল ১৯৬৯।

বৰ্ত্তমানৰ ঠিকনা - সাতবৰ, কলিয়াবৰ, নগাওঁ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** একাংক– বৃন্দাবনত উপদ্ৰব, ৰং ট্ৰিটমেণ্ট, পূৰ্ণাঙ্গ নাট – ঘনে ঘনে কঁপে মন। নাটাকাৰ বিৰাজ ভূষণৰ এই পৰ্য্যন্ত প্ৰকাশিত একমাত্ৰ নাট্য সংকলন খনিৰ নাম বৃন্দাবনত উপদ্ৰব। ফোন নং– ০৩৭৭২২৮১২২৪, ৯৪৩৫৩৯৫০০৭(মো)।

৩৫। **বসন্ত খনিকৰ,** জন্ম চন ১৯৬৯

বৰ্ত্তমানৰ ঠিকনা— অইল ইণ্ডিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয় দুলীয়াজান।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** (পূৰ্ণাঙ্গ) দেউ, চুঁৰঘৰ বস্তুসৰণ, (একাংক) আশংকা, উপলব্ধি অভিমন্যু অনাতাঁৰ নাটক অৱকাশ, টেলি নাট দেউ, ভি চি দি কথাছবি ঘৰ সবুসাৰ (কাহিনী/সংলাপ) সংবেদনশীল নাট্যকাৰ বসন্ত খনিকৰ এগৰাকী চিন্তাশীল নিবন্ধকাৰো। ফোন নং ৯৮৩৫০০৫৬১৯।

৩৬। **বিশ্বজিৎ বৰঠাকুৰ,** জন্ম চন- ১৯৬৬

বৰ্ত্তমানৰ ঠিকনা দেউৰী গাওঁ, তুলসী মুখ, নগাওঁ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** পূৰ্ণাঙ্গ নাট সংজ্ঞা ড্ৰয়িংৰুম ফেষ্টিভেল, অপেক্ষা। একাংক– কৰ্মশালা, গ্লেমাৰ, কচৰৎ কবিতাৰ দেশত, নকল, আৰু সংস্কৃতিৰ সংজ্ঞা। নাট্যকাৰ বিশ্বজিৎ এগৰাকী সু অভিনেতা আৰু নাট পৰিচালক।

ফোন নং ৯৪৩৫১৮৩৫০৩।

৩৭। **নবজ্যোতি বৰা,** জন্ম চন– ১৯৭৮, ২৯ মাৰ্চ

বৰ্ত্তমাৰ ঠিকনা মৰঙীয়া গাওঁ, নগাওঁ

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** পূৰ্ণাঙ্গ– মহাকাব্যৰ অলিখিত পৃষ্ঠ স্বপ্ন পুৰী স্বপ্নাদিস্ত আৰু এটা ভাস্কৰ্য্য, য'ত খুচুৰা হয় জীৱন। একাংক – ধৰ্ম ক্ষেত্ৰ কুৰুক্ষেত্ৰে, ফটা জালৰ মাছ দেউতাৰ পদুলী উদুলী মুদুলী। তৰুণ প্ৰজন্মৰ অতিকৈ প্ৰতিশ্ৰুতি সম্পন্ন নাটাকাৰ নৱজ্যোতি বৰা এগৰাকী দক্ষ অভিনেতা আৰু নাট পৰিচালকো। ফোন নং – ৯৯৫৪২১৩৩৪৩।

৩৮। **ৰাতুল ভুঞা,**

বৰ্ত্তমানৰ ঠিকনা মৰিগাওঁ নগাওঁ

উল্লেখযোগ্য নাট্যসম্ভাৰ : একাংক— দ্ৰোণাচাৰ্য্য, পূৰ্ণাঙ্গ— ৰাম ৰাজ্য, তৰুণ নাট্যকাৰ ৰাতুল ভুঞাঁ মৰিগাওঁ নাট্যক্ষেত্ৰৰ এগৰাকী দক্ষ নাট্যসংগঠক সু-অভিনেতা তথা নাট পৰিচালক। ফোন নং– ৯৪৩৫৪৫২৫০৬।

৩৯। **সুশীল ডেকা,** জন্ম চন ১৯৬৯

বৰ্ত্তমাৰ ঠিকনা বঘৰা, মৰিগাওঁৰ, নগাওঁ।

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** একাংক – বেলুন, অবাট, দাহ বিসমবাহু, ত্ৰিভুজ। পূৰ্ণাঙ্গ— স্বৰ্গৰ পৰা নৰকলৈ কিমান দূৰ, অথিৰ এহু সংসাৰ দিশ। তৰুণ নাট্যকাৰ সুশীল ডেকা বঘৰা অঞ্চলৰ এগৰাকী অক্লান্ত আৰু দায়বদ্ধ নাট্যকৰ্মী।

ফোন নং ৯৪৩৫৩৬৫৬৬০।

৪০। **প্ৰশান্ত বৰা,** জন্ম চন– ১০ ফেব্ৰুৱাৰী ১৯৬৪

বৰ্ত্তমানৰ ঠিকনা— জখলা বন্ধা, নগাওঁ

**উল্লেখযোগ্য নাট্যসম্ভাৰ :** তেজাল, বহল মনৰ মানুহ, মাখি, সহযাত্ৰী, শ্লীল-অশ্লীল, সমাজ সচেতন নাট্যকাৰ প্ৰশান্ত বৰা এজন অতি নিষ্ঠাবান নাট পৰিচালক আৰু নাটসংগঠক ফোন নং -০৩৬৭২২৯৯৮৮৩

পূৰ্ণাঙ্গ– তেজাল, স্পৰ্শ, গ্ৰীণৰুম, পাযেল বহল মনৰ মানুহ।

৪১। **মৃদুল শৰ্মা,**

বৰ্ত্তমানৰ ঠিকনা— মিলন নগৰ, ডিব্ৰুগড, ডিব্ৰুগড কাণৈ মহাবিদ্যালযৰ প্ৰবক্তা মৃদুল শৰ্মাৰ

**উল্লেখযোগ্য নাট্যসম্ভাৰ : পূৰ্ণাঙ্গ নাটকখন— হ'ল তেজিমলা মাহী মাকৰ সাধু আৰু একাংক নাটক বিভ্ৰান্ত ভগাবান।**

**ফোন নং ০৩৭৩৩২১২৮৯৫, ৯৮৫৪৩০৯৪২৪।**

৪২। **বসন্ত মঙ্গল দত্ত, জন্ম চন— ১৯৭২,**

বৰ্ত্তমানৰ ঠিকনা— মাছখোৱা বিলতীয়া, পশ্চিম ধেমাজি, মাছখোৱা মহাবিদ্যালয়ৰ প্ৰবক্তা বসন্ত মংগলৰ উল্লেখযোগ্য নাটকখন হ'ল - 'স্বাধিনতা'। নিস্তেজ আলাপ, চাৰ্টিফিকেত, সাৱধান। বসন্ত মংগল মূলত এগৰাকী সৃষ্টিশীল আৰু নিষ্ঠাবান সাহিত্য কৰ্মী আৰু কবি। কবিতা- কবিঘৰ (সম্পাদিত) ফোন নং –৯৪৩৫৬৬৮০৭৭১

৪৩। **পি বি কাশ্যপ,**

বৰ্ত্তমানৰ ঠিকনা বৰপেটা চহৰ, অসম। নাট্যকাৰ কাশ্যপ মূলতঃ এটা ছদ্মনাম, এটা নিশাৰ পদ্য তেখেতৰ এখনি সমাদৃত একাংক নাট।

৪৪। **গৌতম বৰা,**

বিশ্বনাথ চাৰিআলিৰ নতুনত প্ৰজন্মৰ নাট্যকাৰ গৌতম বৰা এগৰাকী নিষ্ঠাবান নাট্যকৰ্মী তথা নাট সংগঠক।

বৰ্ত্তমানৰ ঠিকনা – মাৰফৎ বীণাপাণি নাট্য মন্দিৰ, বিশ্বনাথ চাৰিআলি,

৪৫। **পংকজ চেতিয়া,**

ধেমাজিৰ এক অন্যতম নাট্যগোষ্ঠী মেকবেথ ড্ৰামাৰ কৰ্ণধাৰ পংকজ চেতিয়া একাধোৰে এগৰাকী নিষ্ঠাবান তথা সচেতন নাট্যকাৰ আৰু নাট পৰিচালক। তেওঁৰ উল্লেখযোগ্য নাট্যসম্ভাৰ সমূহ হ'ল তেজিমলা, মিৰি জীয়ৰি আৰু আশ্ৰয়। ধেমাজি ৰতনপুৰ নিবাসী সুলেখক উমেশ চেতিয়াৰ এক সুযোগ্য সন্তান পংকজ চেতিয়া। তেওঁৰ যোগাযোগ নম্বৰ– ৯৯৫৪৩৮৫১৮৯।

৪৬। **ৰূপৰেখা বৰদেউৰী,**

তৰুণ প্ৰজন্মৰ যুৱতী নাটাকাৰ ৰূপৰেখা বৰদেউৰী এগৰাকী কবি আৰু চুটি গল্প লেখিকা। তেওঁৰ নাট্য প্ৰয়াস নতুন। সম্ভাৱনাপূৰ্ণ এই নাট্যকাৰ গৰাকীৰ জন্মস্থান উত্তৰ কলাবাৰীৰ শান্তিপুৰ দেউৰী গাৱঁত। তেওঁৰ জন্ম চন ১৫ আগষ্ট ১৯৭৯ চন। ফোন নং ৯৮৫৪৭১৮৩১৮।

৪৭। **নিপন পূজাৰী :** জন্ম চন মাৰ্চ ১৯৭০।

বিহপুৰীয়াৰ অগ্ৰণী নাট্যগোষ্ঠী থিয়েটাৰ একাডেমীৰ অন্যতম সদস্য নিষ্ঠাবান নাট্যকৰ্মী নিপণ পূজাৰী তৰুণ প্ৰজন্মৰ এগৰাকী সম্ভাৱনাপূৰ্ণ নাট্যকাৰ, এগৰাকী প্ৰতিশ্ৰুত দৃশ্য সজ্জাকৰ আৰু অভিনেতা।

৪৮। **গোলাপ চন্দ্ৰ বৰদলৈ,**

বৰ্তমানৰ ঠিকনা— কৃষ্ণকান্ত সন্দিকৈ নগৰ, কাহিলিপাৰা ৰ'ড গুৱাহাটী ১৯, দূৰভাষ ৯৮৬৪১১৬৬২৭।

৪৯। **প্ৰাণজিৎ শইকীয়া,**

বিশ্বনাথ মহাবিদ্যালয়ৰ ৰাজনীতি বিভাগৰ প্ৰবক্তা প্ৰাণজিৎ শইকীয়াৰ উল্লেখযোগ্য পূৰ্ণাঙ্গ নাট কন্যাদান আৰু একাংক নাট একলব্য তথা দাত কৰ্ণ। জন্ম চন ১৯৮১, ফোন নম্বৰ ৯৮৫৪৫৫১৮৭৫।

@ **কুমুদ কলিতা,**

**বৰ্ত্তমান ঠিকনা** – হলাংকাটনি গাওঁ, নাজিৰা, জিলা শিৱসাগৰ। অসম।

**উল্লেখযোগ্য নাটাসম্ভাৰ :** একাংক যুদ্ধযাত্ৰা, উলংগ দেশৰ ধোবা

নাট পৰিচালনা : "টেটোন তামূলী " সোণৰ হৰিণ নাই" যুদ্ধযাত্ৰা," আৰু "ক্ৰিয়া প্ৰতিক্ৰিয়া"

অভিনয় প্ৰায় ২৫ খন নাটকত বৰ্ত্তমানলৈকে অভিনয় কৰিছে। ৰাষ্ট্ৰীয় নাট বিদ্যালয়, দিল্লীৰ সম্প্ৰসাৰণ আঁচনিৰ শিৱসাগৰত অনুষ্ঠিত কৰ্মশালাত অংশ কৰিছে । ২০০১ চনত ভি চি ডি ১/ "নেখাওঁ শালি ধানৰ ভাত, তাতে ঘূৰি ঘূৰি হাত, আৰু ২/ "জকাৰ" ত অভিনয় কৰিছে।

এই গ্ৰন্থৰ অন্যান্য নাটাকাৰ পৰিয়ালসকলৰ সদস্য একাদিক্ৰমে— দুগৰাকী অন্যতম কিশোৰী নাট্যকাৰ মৌচুমী বৰপাত্ৰগোহাঁই, লিজা শইকীযা লগতে প্ৰবন বৰুৱা, , দ্বিপেন চন্দ্ৰ বৰা, সঞ্জীৱ কোঁৱৰ, মন্টু চুতীয়া, লীলি দত্ত, ধৰণী বৰা, দীপু দত্ত, প্ৰাঞ্জল বুঢ়াগোহাঁই, ধনদা ডেকা, হৰেন শইকীয়া, (নাট্যকাৰ দেবদাসী, ঘিলামৰা, লক্ষীমপুৰ) আৰু প্ৰাণজিৎ বৰুৱা, দীপক গগৈ, কৃষ্ণ ভূঞা আৰু গকুল চুতীয়া।